# দৈৱচন্দ্ৰ তালুকদাৰ উপন্যাস সাহিত্য

সম্পাদনা : যোগেশ দাস



অসম প্ৰকাশন পৰিষদ
বামুণীমৈদাম - ৭৮১০২১

**DAIBA CHANDRA TALUKDAR UPANYAS SAHITYA :** An anthology of novels by Daiba Chandra Talukdar in Assamese, edited by Jogesh Das and published by Dilip Kumar Dutta, Secretary (i/c), Publication Board Assam, Guwahati 781 021, Assam, India.

First Published December 1997, Pp. 24 + 826 Price Rs. 650.00 only.



**প্ৰকাশক**

**দিলীপ কুমাৰ দত্ত**
সচিব (ভাৰপ্ৰাপ্ত)
অসম প্ৰকাশন পৰিষদ
গুৱাহাটী ৭৮১ ০২১

**প্ৰথম প্ৰকাশ : ডিচেম্বৰ ১৯৯৭**

**মূল্য : ৬৫০.০০ টকা**

**মুদ্ৰণ**

**শৰাইঘাট লেজাৰ প্ৰিণ্ট**
**শিলপুখুৰী, গুৱাহাটী ৭৮১০০৩**

# পাতনি

দৈবচন্দ্ৰ তালুকদাৰ অসমীয়া ভাষা-সাহিত্যৰ অতি বিপুল ৰচনা-বৈভৱৰ অধিকাৰী এগৰাকী স্মৰণীয় ব্যক্তি। এই গৰাকী সাহিত্যিকৰ বিষয়ে আমাৰ ভাষাত আশানুৰূপ ধৰণে আলোচনা নোহোৱাৰ কাৰণ হ'ল— তেওঁৰ ৰচনাৰাশিৰ সিংহভাগেই অপ্ৰকাশিত অৱস্থাত পৰি আছে। তদুপৰি, একমাত্ৰ 'অপূৰ্ণ' উপন্যাসত বাদে তেওঁৰ প্ৰকাশিত ৰচনাখিনিৰ প্ৰসাৰ অতি সীমিত গণ্ডীতে থাকি গ'ল।

দৈবচন্দ্ৰ তালুকদাৰ একেধাৰে ঔপন্যাসিক, নাট্যকাৰ, কবি, প্ৰাবন্ধিক, ঐতিহাসিক আৰু চিন্তাবিদ। আমাৰ অসমীয়া ভাষাত সৰহ সংখ্যক গ্ৰন্থ লিখোতা মুষ্টিমেয় সাহিত্যিকসকলৰ ভিতৰত নিঃসন্দেহে দৈবচন্দ্ৰ তালুকদাৰ অন্যতম। এহাতে এখন আদৰ্শ সমাজৰ কল্পনা, গভীৰ দেশপ্ৰেম, মানুহৰ কৰ্মশক্তিৰ ওপৰত অগাধ বিশ্বাস আৰু আনহাতে সমাজৰ অনীতি-অনিয়ম, ব্যভিচাৰ-কদাচাৰ, অসূয়া-অপ্ৰীতিৰ ওপৰত তীব্ৰ কটাক্ষ আৰু তাৰ নগ্ন প্ৰকাশ— এই দুটা স্পষ্ট ধাৰা তেওঁৰ লেখাত পৰিস্ফুট ৰূপত মূৰ্ত হৈ উঠিছে।

দৈবচন্দ্ৰ তালুকদাৰদেৱৰ ৰচনাৱলীৰ মাজৰ পৰা অধুনা প্ৰকাশিত, অপ্ৰকাশিত সমগ্ৰ উপন্যাস সাহিত্য সামৰি 'দৈবচন্দ্ৰ তালুকদাৰ উপন্যাস সাহিত্য' নামেৰে এই খণ্ড প্ৰকাশ কৰা হ'ল। তালুকদাৰদেৱৰ অন্যান্য ৰচনাসমূহো পৰৱৰ্তী পৰ্যায়ত পৰিষদৰ তৰফৰ পৰা প্ৰকাশ কৰাৰ প্ৰচেষ্টা হাতত লোৱা হৈছে।

উপন্যাসসমূহৰ পাণ্ডুলিপিৰ প্ৰায়খিনি কপিয়েই অস্পষ্ট, উৱলি যোৱা, খণ্ড-বিখণ্ড আৰু শব্দ-বানানৰ বিভ্ৰান্তিয়ে আমাক পোনতে বিমোৰত পেলাইছিল। যোগেশ দাসদেৱে গ্ৰন্থখনি অশেষ পৰিশ্ৰম কৰি সম্পাদনা কৰাৰ উপৰিও এটি বহুমূলীয়া ভূমিকা লিখি দি আমাক অনুগৃহীত কৰিছে। তেখেতলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিলো। গ্ৰন্থখনিত সন্নিৱিষ্ট কৰিব পৰাকৈ এটি চমু জীৱনী লিখি দিয়া বাবে প্ৰমোদ কাকতি আৰু পাণ্ডুলিপিসমূহৰ যোগান ধৰাৰ কাৰণে তালুকদাৰদেৱৰ পৰিয়ালবৰ্গ— বিশেষকৈ অশোক তালুকদাৰ আৰু অৰুন্ধতী তালুকদাৰক ধন্যবাদ জনালো। ব্যয়বহুল এই বিৰাট গ্ৰন্থখনি চৰকাৰী সাহায্য অবিহনে প্ৰকাশ কৰি উলিওৱাটো পৰিষদৰ পক্ষে কোনোপধ্যে সম্ভৱপৰ নহ'লহেঁতেন। গ্ৰন্থখনি প্ৰকাশৰ লগত জড়িত সদৌটিকে আমি ধন্যবাদ জনালো।

২৫ ডিচেম্বৰ ১৯৯৭
গুৱাহাটী

দিলীপ কুমাৰ দত্ত
সচিব (ভাৰপ্ৰাপ্ত)

# ভূমিকা

## ১

স্বৰ্গীয় দৈবচন্দ্ৰ তালুকদাৰ (১৯০১-১৯৬৭) কুৰি শতিকাৰ প্ৰথমাৰ্দ্ধৰ এজন লেখৰ অসমীয়া ঔপন্যাসিক। যাইকৈ "অপূৰ্ণ"ৰ লেখক ৰূপেই সুপৰিচিত তালুকদাৰদেৱৰ অন্যান্য উপন্যাসৰ বিষয়ে সম্যকভাৱে আলোচন-বিলোচনা হোৱা নাই। কাৰণ তেওঁৰ উপন্যাসবিলাক ৬০ দশকলৈকে ওলাই আছিল আৰু তেওঁ লিখি থোৱা সকলো উপন্যাস প্ৰকাশ হোৱাও নাছিল। এই বৃজন সংকলনত তালুকদাৰদেৱৰ প্ৰকাশিত, পাণ্ডুলিপি— পাব পৰা সকলো উপন্যাসকে অন্তৰ্ভুক্ত কৰা হৈছে। ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱে তেওঁৰ "অসমীয়া উপন্যাসৰ ভূমিকা" পুথিত কৈছে যে ৫০ৰ দশকলৈকে অসমীয়া উপন্যাসৰ প্ৰকাশ আৰু বিকাশ অতিশয় মন্থৰ। এই প্ৰথমৰ কালছোৱাত সি সামান্য সংখ্যক ঔপন্যাসিক ওলাই আহে তাৰ ভিতৰত দুজনেই বিশেষভাৱে উল্লেখযোগ্য— দৈবচন্দ্ৰ তালুকদাৰ আৰু দণ্ডিৰাম কলিতা। যিহেতু ড° শৰ্মাদেৱে তালুকদাৰৰ সকলো উপন্যাস পঢ়িবলৈ পোৱা নাছিল সেই কাৰণে তেওঁৰো আলোচনা অসম্পূৰ্ণ হৈ ৰৈছিল। আশা কৰোঁ এইজনা বিশেষভাৱে উল্লেখযোগ্য ঔপন্যাসিকৰ প্ৰায়খিনি উপন্যাস এতিয়া প্ৰকাশিত হোৱাত তেওঁৰ উপন্যাস সাহিত্যৰ বিষয়ে সম্যক আৰু বিস্তৃত আলোচনা হব।

প্ৰসঙ্গক্ৰমে বিংশ শতাব্দীৰ প্ৰথমাৰ্দ্ধত অসমীয়া উপন্যাসৰ মন্থৰ গতি বিকাশৰ কাৰণ কি বুলি ঠাৱৰ কৰা হৈছে এই কথা ইয়াতে কৈ যাব পাৰি। ঔদ্যোগিক বিকাশ, নগৰ-চহৰৰ বিস্তৃতি, মানুহৰ ব্যক্তিকেন্দ্ৰিক জীৱন যাপনৰ মাজতে আধুনিক গল্প-উপন্যাসৰ নিচিনা কাল্পনিক সাহিত্যৰ উদ্ভৱ হয় বুলি সমালোচকসকলে কৈ আহিছে। স্পেনিছ ভাষাত দুই খণ্ডত খৃষ্টীয় ১৬০৫ আৰু ১৬১৫ চনত ওলোৱা চাৰ্ভেন্টিছৰ "ডন কুইকছট"ক পাশ্চাত্যৰ প্ৰথম উপন্যাস বুলি ধৰা হয়। ইংৰাজী ভাষাৰ পোনপ্ৰথম উপন্যাস বুলি ধৰা হয় ডেনিয়েল ডিফোৰ "ৰবিন্সন ক্ৰুছো"ক– ১৭১৯ চনত ওলায়। এইবিলাকৰ উদ্ভৱ বণিক সভ্যতাৰ উদ্ভৱৰ সমকালীন। পুৰণা মধ্যযুগীয় সমাজৰ সলনি হৈছে, শিক্ষিত মধ্যশ্ৰেণী এটাই গঢ় লৈ উঠিছে, বেপাৰ-বাণিজ্যৰ উন্নতি হৈছে (ৰবিন্সন ক্ৰুছোৱে বণিজ বেহাবলৈকে গৈ জাহাজ বুৰি নিৰ্জন দ্বীপত থাকিব লগা হৈছিল), অলস জীৱন যাপন কৰা মধ্যবিত্ত শ্ৰেণী এটাৰ সৃষ্টি হৈছে, সামূহিক জীৱনৰ ঠাইত ব্যক্তিবাদী মানুহৰ প্ৰাধান্য হৈছে– এনে অৱস্থাৰে লক্ষণ এই দুখন পশ্চিমীয়া প্ৰথম উপন্যাসে দাঙি ধৰিছে।

ইংৰাজ, ফৰাচী, পৰ্তুগীজ আদি ইউৰোপীয় জতিসমূহৰ সংস্পৰ্শত ভাৰতীয় উপমহাদেশখনলৈ নানান পৰিৱৰ্তন অহাৰ কথা সকলোৱে জানে। ৰাজনৈতিক, অৰ্থনৈতিক, শৈক্ষিক, ধৰ্মীয় আদি সকলো দিশতে এই পৰিবৰ্তন আহে। ইংৰাজী শিক্ষা প্ৰবৰ্তিত হোৱাৰ লগে লগে ভাৰতীয় ভাষাবিলাকলৈকো নতুনত্বৰ জোৱাৰ আহে। ইয়াৰ লগে লগে ঐতিহ্যৰ আমাৰ সাহিত্য ৰচনালৈকো নতুন নতুন আঙ্গিক, ধ্যান-ধাৰণা, ধৰণ-কৰণ আদি আহে। মহাকাব্য বা খণ্ড কাব্যৰ প্ৰচলন ক্ষীণ হৈ আহে আৰু গীতি-কবিতাৰ নিচিনা খণ্ড কবিতাৰ প্ৰাধান্য বৃদ্ধি পায়। নাটক লেখাৰ পদ্ধতি সলনি হৈ যায়। গল্প আৰু উপন্যাসৰ নিচিনা গদ্য কাহিনীৰ উদ্ভৱ হয়। মন কৰিবলগীয়া যে পশ্চিম ইউৰোপত চুটি গল্পই এটা স্বতন্ত্ৰ সাহিত্য-ৰূপ লোৱাৰ বৰ কম সময়ৰ

পিছতে লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰথম গল্প-পুথি "সুৰভি" প্ৰকাশ হৈ ওলায়। উপন্যাসাৰ ক্ষেত্ৰত অৱশ্যে ইমান ক্ষীপ্ৰভাৱে অসমীয়া সাহিত্যই ফল দেখুৱাব নোৱাৰিলে; ১৭-১৮ শতিকাৰ ভিতৰত পাশ্চাত্য উপন্যাস উদ্ভৱ হোৱাৰ বিপৰীতে প্ৰথম অসমীয়া উপন্যাস বুলি স্বীকৃত পদ্মনাথ গোহাঞিবৰুৱাৰ "ভানুমতী"খন ১৯ শতিকাৰ শেষতহে (১৮৯১) ওলায়। প্ৰায়বিলাক ভাৰতীয় ভাষাতে ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধাত উপন্যাস ওলাবলৈ ধৰে। এইবিলাক ভাষাতো অসমীয়া সাহিত্যৰ দৰে অন্যান্য লেখা-মেলাতো পাশ্চাত্যৰ প্ৰভাৱত বিশেষ পৰিবৰ্তন হয়।

ভাৰতীয় ভাষাত উপন্যাসৰ উদ্ভৱ আৰু সাহিত্যৰ অন্যান্য এনে পৰিবৰ্তনৰ কাৰণ বিশ্লেষণ কৰিলে দেখা যায় যে ইংৰাজৰ শাসন সংস্কাৰৰ লগে লগে ইংৰাজী শিক্ষাই আমাৰ দৃষ্টিভঙ্গী সলনি কৰি দিয়ে। ইংৰাজৰ শাসন প্ৰবৰ্তনৰ লগে লগে আমাৰ সামাজিক জীৱনলৈ নানান পৰিবৰ্তন আহে। নতুন সাঁচত আমাৰ নগৰ-চহৰবিলাক গঢ় লৈ উঠে। আনন্দৰাম ঢেকিয়াল ফুকনে লণ্ডন মহানগৰৰ সাঁচত অসমক "হাবি গুচি ফুলনিবাৰী"ত পৰিণত কৰাৰ পৰামৰ্শ দিছিল। কলিকতাতে ইংৰাজ কোম্পানী আৰু পৰৱৰ্তী শাসকবৰ্গই বেহা-বেপাৰ, শিক্ষা-দীক্ষা আদিৰ মূল কেন্দ্ৰ পতাত সেইখন মহানগৰত পাশ্চাত্যৰ প্ৰভাৱ আটাইতকৈ বেছিকৈ পৰে আৰু তাতেই সাহিত্য-চৰ্চাৰ বিশেষ বিকাশ ঘটে। ভালেমান ভাৰতীয় ভাষাতে প্ৰথমে বঙ্কিমচন্দ্ৰ আদিৰ বঙলা উপন্যাসৰ অনুবাদৰ পিছতহে যে সেই সেই ভাষাত উপন্যাস লিখা হবলৈ ধৰে, এইটো মন কৰিবলগীয়া। ব্যৱসায়-বাণিজ্যৰ প্ৰসাৰৰ ফলতেই নতুন, ব্যক্তিবাদী মধ্যবিত্ত শ্ৰেণীৰ উদ্ভৱ হয়। এই শ্ৰেণী শিক্ষিত মানুহৰ মাজৰ পৰাই আধুনিক নাট্যাভিনয়, কাব্য-চৰ্চা, গল্প-উপন্যাস লিখা হবলৈ ধৰে।

এই কথা অসমৰ ক্ষেত্ৰতো খাটে। স্কুলবিলাক স্থাপিত হোৱাত শিক্ষাৰ প্ৰসাৰ হয়। কাছাৰী আদি চৰকাৰী কাৰ্যালয়বিলাক হৈ উঠাত তাত কাম কৰিবলৈ যোৱা ব্যক্তিকেন্দ্ৰিক মধ্যবিত্ত শ্ৰেণী এটাই গঢ় লৈ উঠে। ৩/৪খন নগৰো হৈ উঠে। কিন্তু এইবিলাক প্ৰক্ৰিয়াৰ গতি বহুদিনলৈকে মন্থৰ হৈ থাকে। কলিকতা বা মুম্বাইৰ তুলনাত অসমৰ এমুঠি নগৰক গাঁৱৰে একোটি উন্নত সংস্কৰণ বুলিব পাৰি। ব্যৱসায়-বাণিজ্য বিশেষ প্ৰসাৰিত হোৱা নাছিল। ফলত গল্প-উপন্যাস উদ্ভৱ হ'ব পৰাকৈ উপযুক্ত মধ্যবিত্ত শ্ৰেণী এটাৰ সৃষ্টি হোৱা নাছিল। তথাপি নতুন যুগৰ উন্মেষ ঘটাই আমাৰ মানুহবিলাকো ব্যক্তিকেন্দ্ৰিক হৈ উঠিছিল। ড° গোবিন্দ প্ৰসাদ শৰ্মাই তেওঁৰ "উপন্যাস আৰু অসমীয়া উপন্যাস" গ্ৰন্থত দেখুৱাইছে যে গোহাঞিবৰুৱাৰ ভানুমতীয়ে "মই-মই, মোৰ-মোৰ" ভাব প্ৰায়েই প্ৰকট কৰে। বেজবৰুৱাৰ "বাপিৰাম" গল্পৰ খাটনিয়াৰ চৰিত্ৰটো ঐতিহ্যৰ অসমীয়া সমাজখনৰ পৰা বহু দূৰ আঁতৰি যোৱা ব্যক্তিকেন্দ্ৰিক চৰিত্ৰ। কিন্তু যিহেতু অসমত উদ্যোগীকৰণৰ অভাৱ আৰু নগৰীকৰণৰ মন্থৰতাত উপন্যাসৰ কাৰণে এটা উপযুক্ত পৰিৱেশ গঢ় লৈ উঠা নাছিল সেই কাৰণেই ১৯-২০ শতিকাৰ আৰম্ভৰ ফালে অসমীয়া উপন্যাস ৰচনাই বিশেষ গা কৰি উঠিব পৰা নাছিল। সেয়ে আমি শতিকাৰ প্ৰথমাৰ্দ্ধত খুব কম সংখ্যক অসমীয়া উপন্যাস প্ৰকাশিত হোৱা দেখিবলৈ পাওঁ। বেজবৰুৱাই এখন মাত্ৰ উপন্যাস লিখি এৰি দিয়ে। এই কালৰ সৰ্বাধিক উল্লেখযোগ্য ঔপন্যাসিক ৰজনীকান্ত বৰদলৈয়ে প্ৰথমে সামাজিক উপন্যাস (মিৰি-জীয়ৰী) লিখিবলৈ গৈয়ো অধিক গতিশীল জনজাতীয় সমাজ এখনলৈ দৃষ্টি নিক্ষেপ কৰিছিল, আৰু বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়ৰ অনুকৰণত আমাৰ অতীতক লৈহে তেওঁৰ অৱশিষ্ট উপন্যাসসমূহ ৰচনা কৰে। দৈৱচন্দ্ৰ তালুকদাৰৰ উপন্যাসত প্ৰায়েই দেখিবলৈ পোৱা যায় যে তেওঁৰ কাহিনীয়ে গাঁওখনক এৰাই চলিব পৰা নাই; আনকি তেওঁ যে কিছুমান গ্ৰাম্য চৰিত্ৰ অংকনত বৰ পটু এই কথাও তেওঁৰ কাহিনীবিলাকত প্ৰত্যক্ষ কৰা যায়। গুৱাহাটীৰ পুৰণা বাসিন্দা হিচাপে তালুকদাৰে অনুন্নত প্ৰথমৰ গুৱাহাটীখনৰ ভালেখিনি আভাস উপন্যাসৰ পাতত দি গৈছে। অৱশ্যে ৬০ৰ

দশকলৈকে উপন্যাস প্ৰকাশ কৰি থকা দৈৱচন্দ্ৰ তালুকদাৰে "দুনীয়া" উপন্যাসৰ নিচিনা কিছুমান ৰচনাত ভালেখিনি নগৰীয়া জটিলতা প্ৰদৰ্শন কৰি গৈছে। দণ্ডিনাথ কলিতাৰ "সাধনা" উপন্যাসতো ব্যক্তিবাদী চৰিত্ৰৰ সমাবেশ ঘটাই নগৰীয়া জীৱনৰ জটিল মানসিকতা প্ৰদৰ্শন কৰিছে। গতিকেই উপযুক্ত পৰিবেশ আৰু পৰিস্থিতিৰ অভাৱত শতিকাৰ প্ৰথমাৰ্দ্ধত যথেষ্ট সংখ্যক অসমীয়া উপন্যাস প্ৰকাশ নোহোৱাটো বৰ বেছি আচৰিত কথা নহয়। ৰাধিকামোহন গোস্বামীৰ "চাকনৈয়া" বা বীণা বৰুৱাৰ "জীৱনৰ বাটত" যেতিয়া ওলায় তেতিয়ালৈ অসমৰ সমাজখনলৈ ভালেখিনি পৰিবৰ্তন আহি গৈছে। তথাপি ১৯খনমান উপন্যাস দি থৈ গৈ দৈৱচন্দ্ৰ তালুকদাৰে এটা গুৰুত্ব লাভ কৰিছে আৰু শতিকাৰ প্ৰথমাৰ্দ্ধতো এটা উল্লেখযোগ্য স্বাক্ষৰ ৰাখি গৈছে।

## ২

আমি এই সংকলনত দৈৱচন্দ্ৰ তালুকদাৰৰ উপন্যাস সাহিত্যক দুটা খণ্ডত ভাগ কৰিছোঁ। প্ৰথম খণ্ডত ইতিমধ্যে পুথিৰ আকাৰত প্ৰকাশিত ৯খন উপন্যাসক স্থান দিয়া হৈছে; দ্বিতীয় খণ্ডত আমাৰ হাতত পৰা পাণ্ডুলিপি ৭খনক অন্তৰ্ভুক্ত কৰা হৈছে- অৱশ্যে ইয়াৰে এখন, "কাচনমতী"খন আধৰুৱাকৈ ছপা কৰা অৱস্থাত পোৱা গৈছে; অনুমান হয় যে লেখকে নিজেই "কাচনমতী"খন ছপাই উলিয়াবলৈ লৈছিল, কিন্তু কিবা কাৰণত সম্পূৰ্ণকৈ ছপাই উলিয়াব নোৱাৰিলে। পৰিয়ালৰ তৰফৰ পৰা প্ৰকাশন পৰিষদত দাখিল কৰা তালুকদাৰদেৱৰ সমস্ত উপন্যাসৰ তালিকা এখন তলত কৰি দিয়া হৈছে :

**প্ৰথম খণ্ড :**

**(১) ধুঁৰলি-কুঁৱলি :** তালুকদাৰৰ পোন প্ৰথম উপন্যাস প্ৰকাশৰ চন দুটা পোৱা গৈছে, ১৯২২ আৰু ১৯২৪। ছপা পুথিত চন-তাৰিখ নাই। উদাৰ উকিল দৈৱকী বৰুৱাৰ মহৰী নোমলে উকিলৰ ঘৰত কদমীক দেখি মোহ গৈছিল যদিও ঘটনা-চক্ৰত পৰি উকিলৰ জীয়েক বীণাক বিয়া কৰাব লগা হয়। পিছত কদমীক দেখি সি চৰিত্ৰহীনতাৰ পৰিচয় দিয়ে। ভালেমান চৰিত্ৰ আৰু ঘটনাৰে কাহিনীৰ জাল তৰা হৈছে। গ্ৰাম্য চৰিত্ৰ অংকনত লেখক সিদ্ধহস্ত। বিশেষ উদ্দেশ্য একো নাই। চকুৰে দেখা সমাজখনকে ফুটাই তুলিছে। কাহিনী ৰচনাত অনভিজ্ঞতাৰ চিন আছে। উকিলৰ বাৰীৰ যি বৰ্ণনা আছে তাৰ পৰাই বুজিব পাৰি যে গুৱাহাটীৰ পুৰণা অৱস্থাৰ কথা লিখা হৈছে।

**(২) আগ্নেয়গিৰি :** ইয়াৰো প্ৰথম ছপাৰ দুটা চন- ১৯২৪ আৰু ১৯৪০। ছপা পুথিত চন-তাৰিখ নাই। দুই কলমৰ ৩৪ পৃষ্ঠাৰ উপন্যাসখনৰ দাম দুই অনা হোৱাৰ পৰাই বুজিব পাৰি ই কিমান পুৰণা। ৰমাকান্ত শৰ্মাৰ ল'ৰা কনক টটাটিঙা হ'লেও বুদ্ধিমান, তাৰ অন্তৰখন ভাল। বিধৱা মাক মৰাত তাৰ পৰিবৰ্তন আহিল। মোমায়েক আৰু দ্বিতীয় পক্ষৰ মায়েকৰ কঠোৰ শাসনত থাকিব লগা হয়। তাৰ প্ৰতি দৰদী আইকণৰ আনলৈ বিয়া হৈ যায়। শেষত সি হাকিম হয়গৈ, মায়েকক আশ্ৰয় দিয়ে। আইকণ বিধৱা হোৱাত সি লৈ আহে। আইকণৰ ককায়েকে তাইক লৈ যায়। কনকে আগ্নেয়গিৰিৰ উদগীৰণৰ দৰে গৰজি উঠে যে সি আইকণক গ্ৰহণ কৰিব। কিন্তু দৰাচলতে গ্ৰহণ কৰিলেনে নাই জনা নগ'ল। লেখকে শৈশৱৰ গুৱাহাটীৰ অভিজ্ঞতাকে প্ৰয়োগ কৰিছে। বিধৱাৰ প্ৰশ্ন জড়িত আছে যদিও তেতিয়ালৈকে লেখকে কোনো জাতীয় সমস্যা দাঙি ধৰা নাই। কিন্তু অসমীয়া প্ৰীতিৰ নিদৰ্শন আছে।

(৩) **অপূৰ্ণ :** ১৯৩১-৩২ চনৰ আৱাহনত ছোৱা-ছোৱাকৈ ওলাইছিল। তাৰ ১০ বছৰৰ পিছত পুথি হৈ ওলায়। আমি ১৯৮৮ৰ চতুৰ্থ সংস্কৰণৰ পৰা লৈছোঁ। তালুকদাৰৰ প্ৰথম বিখ্যাত উপন্যাস, যিখনৰ কাৰণে তেওঁ জনাজাত হৈ উঠে। প্ৰেমধৰ আৰু কাৰ্তিক সমন্ধীয়া ভায়েক-ককায়েক। প্ৰেমধৰৰ প্ৰেমিকা পূৰ্ণিমা, কাৰ্তিকে প্ৰফেছৰৰ জীয়ৰী হেমপ্ৰভাক বিয়া কৰোৱাৰ কথা। দুয়ো দেশপ্ৰেমত উদ্বুদ্ধ। গান্ধীবাদী আন্দোলনৰ লগত সম্পৰ্ক নাৰাখিলেও দুয়ো সূতা কটা আৰু পলু পোহাত আগ্ৰহী। ভাৰতৰ উন্নতিৰ লগে লগে অসমৰো সৰ্বাঙ্গীন উন্নতিত তেওঁলোক বিশ্বাসী। প্ৰেমধৰ কানিৰ ঘোৰ বিৰোধী। কাৰ্তিকে গাঁৱত শিক্ষা বিস্তাৰ কৰিব খোজে আৰু মৈমনচিঙীয়াৰ অত্যাচাৰত অসমৰ সংকট অনুভৱ কৰে। বৈষ্ণৱ আদৰ্শতো অসমৰ উন্নতি হ'ব বুলি তেওঁলোকে ভাবে। সংৰক্ষণি মতৰ প্ৰভাৱ থকা যেন লাগে। গৌৰীক হেৰুৱাই পাগল হৈ যোৱা জয় বলিয়াই "আজি আৰু কালি" বুলি ধ্বনি দি দি পুৰণি-নতুনৰ সংঘাত দেখুৱায়। শেষত ঘটনা-চক্ৰত হেমৰ লগতহে প্ৰেমধৰৰ বিয়া হ'বলৈ ওলায়, কিন্তু প্ৰেমধৰ মূৰ্ছা যোৱাত বিয়া অপূৰ্ণ হৈয়ে ৰ'ল যেন লাগে। ঘটনা-চক্ৰ নিৰ্মাণত আৰু চৰিত্ৰৰ সংঘাত প্ৰদৰ্শনত লিখকৰ সিদ্ধহস্ততা লক্ষ্য কৰা যায়। ইয়াতেই প্ৰথমে দেশৰ পুনৰ্নিৰ্মাণৰ বৰ্ণনা দেখা যায়, যিটো প্ৰথম কংগ্ৰেছ আন্দোলনৰ প্ৰভাৱ বুলিব পাৰি।

(৪) **আদৰ্শপীঠ :** হাতে লিখা অৱস্থাত পোৱা (২য় খণ্ডতহে যাব লাগিছিল), লিখাৰ চন ১৯৩৯। মৌজাদাৰৰ শিক্ষিত ল'ৰা শ্ৰীধৰে গাঁও সংস্কাৰত লাগে। প্ৰথমে গাৰো গাঁও এখনলৈ গৈ চেষ্টা কৰে। পিছত নিজৰ গাঁৱলৈ আহি মাটি কিনি "আদৰ্শপীঠ" আশ্ৰম খোলে, স্কুল খোলে। মৌজাদাৰৰ লগত আদৰ্শগত বিবাদ। বিধৱা পাৰ্বতীৰ সৈতে শ্ৰীধৰৰ ভাল সম্বন্ধ হোৱাত বদনাম ওলায়। পিছত কবি-বন্ধু পূৰ্ণ বৰুৱা উকিলে শঠতাৰে পাৰ্বতীক ফুচুলাই লৈ যায়। শ্ৰীধৰৰ চেষ্টা অথলে যায়, যক্ষ্মাত ভোগে। পূৰ্ণ বৰুৱাই নিজৰ দোষ স্বীকাৰ কৰে। শ্ৰীধৰৰ আদৰ্শৰ জয়গান গায়। পৰাভূত হৈ শ্ৰীধৰে মৃত দেউতাকৰ মৌজা চলাবলৈ গাত লয়। গাঁও সংস্কাৰৰ আদৰ্শই কাহিনীৰ মুখ্য আধাৰ।

(৫) **জয় অসম :** পিছলৈ উপন্যাসখনিৰ লেখকে দিয়া নাম "এই পথে বিঙিয়াই"। পাতনি মতে লিখাৰ সময় ১৯৪৮। অসমীয়া তিৰোতাসকলক স্বাৱলম্বী, স্বাধীনচিতীয়া কৰি তুলিবলৈ উপন্যাসখন লিখা বুলি লেখকে ঘোষণা কৰিছে। স্বাধীনতা আন্দোলনৰ কথাও আছে। এজন ৰুছ নাগৰিকে ভাৰতক ৰুছ-পন্থী কৰিবলৈ চেষ্টা কৰা দেখুৱাইছে। ৰহন, কালিন্দ্ৰী, হেমনী, জোনাকী চাৰিজনী বায়েক-ভনীয়েকৰ যোগেদি স্বাৱলম্বিতাৰ চেষ্টা প্ৰদৰ্শন কৰিছে। কেবিনেট মিশ্যন অহাৰ উল্লেখ আছে। ২য় বিশ্বযুদ্ধৰ বিৱৰণো আছে। বৃহত্তৰ বঙ্গৰ বিৰোধিতা আছে। জোনাকীয়ে প্ৰেছ খুলি কাকত উলিয়ায়। ৰহনে ৰাজনীতি কৰিবলৈ ওলাই সাম্যবাদ, গান্ধীবাদ সকলোক পৰীক্ষা কৰি চায়— ইয়াৰ দীঘলীয়া বৰ্ণনা আছে। ৰহন গান্ধীপন্থী যদিও কংগ্ৰেছী নহয়। ৰহন আৰু বামপন্থী চক্ৰপাণিয়ে নিৰ্বাচনত নামি মন্ত্ৰী হয়গৈ। দুয়ো গাঁও উন্নয়নত মন দিয়ে। তেওঁলোক কোন দলৰ অস্পষ্ট হৈ গ'ল। 'জয় অসম' ধ্বনিয়ে চৌদিশ মুখৰিত কৰাৰ পৰা বুজা যায় ই অসম-কেন্দ্ৰী ৰাজনীতি। তালুকদাৰৰ প্ৰথম ৰাজনৈতিক উপন্যাস। তেওঁৰ দেশাত্মবোধক সকলো কাহিনীতে এই ভাৰতীয় স্বাধীনতা সংগ্ৰামৰ পটভূমিত অসমৰ উন্নতিৰ স্পৃহা বিদ্যমান।

(৬) **দুনীয়া :** ১৯৬২ চনত প্ৰকাশিত ৩৪৭ পৃষ্ঠাৰ এইখনেই দৈব তালুকদাৰৰ সৰ্ববৃহৎ উপন্যাস। বাকীবিলাক ক্ষুদ্ৰৰ পৰা মজলীয়া আকাৰৰ। "দুনীয়া" গান্ধীৰ অস্পৃশ্যতা বৰ্জনক লৈ লিখা প্ৰথম উপন্যাস। হৰিজন দুনীয়াৰ প্ৰতি বহুতৰে লোলুপ দৃষ্টি। কিন্তু তাই ভাল তিৰোতা।

মৌজাদাৰৰ ল'ৰা আদৰ্শবাদী অনন্তই গাঁৱত ফটো তুলিবলৈ গৈ মালতীক লগ পায়। ধৰ্ষিতা মালতীক অনন্তই হাস্পতাললৈ লৈ যোৱাত দুনীয়াৰ সৈতে পৰিচয়। আন এখন গাঁৱত ধৰ্ষিতা বিধৱা মাইতীক উদ্ধাৰ কৰি কলিকতালৈ লৈ যায়। অনন্তৰ প্ৰেম-নিবেদন মাইতীয়ে অগ্ৰাহ্য কৰে। তাই বোম্বাইত গৈ ডাঙৰ অভিনেত্ৰী হৈ উঠে। পিছত অনন্তয়ো তালৈ গৈ ফিল্মত যোগদান কৰে। মদাহী গিৰিয়েক মৰাত দুনীয়াই ল'ৰা বুদুক কলিকতাত পঢ়ুৱাই ডাঙৰ কৰে, নিজেও মাৰ্ছ হয়। কহিমাত দুয়ো কাম কৰেগৈ। অনন্ত-মাইতী গাঁৱলৈ আহে, দান-দক্ষিণা কৰে, নগাপাহাৰলৈ গৈ বুদু-দুনীয়াক লগ পায়— সিহঁতৰ আদৰ্শ জীৱনক অনন্তই প্ৰশংসা কৰে। সমাজ সংস্কাৰেই উপন্যাসৰ মুখ্য উদ্দেশ্য। অস্পৃশ্যতা বৰ্জনৰ আদৰ্শ আছে। পতিতাক উদ্ধাৰ কৰা দেখুৱাইছেহি। হাস্পতাল আৰু কাছাৰীত দুৰ্নীতি প্ৰদৰ্শন কৰা হৈছে। নায়ক অনন্তই গাঁৱৰ অন্ধ-বিশ্বাসৰ বিৰুদ্ধে তৰ্ক কৰে। বয়সপ্ৰাপ্তিৰ কাৰণেই হ'বলা লিখকে তাত্ত্বিক কথা, সমাজ-সংস্কাৰৰ কথা দীঘলকৈ আলোচনা কৰিছে। কিন্তু সংস্কাৰ কিমান কঠিন তাক অনন্তৰ বাধা-বিধিনিবেই দেখুৱাইছে। মানসিক দ্বন্দ্বৰ উদাহৰণ ইয়াতো আছে।

(৭) **উতলা পানীৰ ভাপ :** তালুকদাৰৰ মৃত্যুৰ পিছত ১৯৬৮ চনত প্ৰকাশিত এই উপন্যাসখন তেওঁৰ শেষ উপন্যাস। পৰোক্ষভাৱে কিছু কথা ক'বলৈ লিখা এইখন এখন উদ্ভট ধৰণৰ উপন্যাস। যমৰাজ্যত গণতন্ত্ৰ প্ৰতিষ্ঠা হোৱা দেখুৱাইছে। যমৰজাই সদলে পলাই গৈ নতুন আশ্ৰম পাতি দুখীয়াক আশ্ৰয় দিছে। ধৰাৰ সকলো দুষ্ট-দগাবাজে গৈ নতুন শাসন প্ৰতিষ্ঠা কৰিছে। মুঠতে পৃথিৱীৰ অন্যায়-অনীতিবিলাকক এইদৰে ওপৰলৈ উঠা দেখুৱাই ঠাট্টা কৰা হৈছে। এই ভুৱা গণতন্ত্ৰীসকলে এটম বোমাৰে যমৰ আশ্ৰম উৰুৱাই দিয়ে। ভৱিষ্যতৰ সকলো আশা, কল্পনা 'উতলা পানীৰ ভাপ' হৈ উৰি গ'ল। যমো সিদ্ধান্তলৈ আহিল যে সকলোৰে মাজত সম-বিতৰণেই একমাত্ৰ পথ। এই বাস্তৱ উপলব্ধি মানি ল'ব পাৰি। লিখকৰ অধ্যয়নৰ চিন ইয়াত ফুটি উঠিছে।

(৮) **কেৰ্কেটুৱা :** ঘৰৰ পৰা জনোৱা মতে প্ৰথম প্ৰকাশ ১৯৬০ চনত। দাম এক টকা। পুৰণা দিনৰ কথা। 'ধুঁৰলি-কুঁৰলি'ৰ লগত বিজাব পাৰি। দুই টকাত এটা ল'ৰাক চাকৰ ৰাখে; চাপ্ৰাচীৰ দৰমহা ১৯ টকা। জাত বিচাৰৰ কথা আছে— কলিতাৰ ল'ৰা কেৰ্কেটুৱাই নাপিতৰ ছোৱালী লখিমীক বিয়া কৰাব নোৱাৰে। মুছলমানৰ ঘৰত হিন্দুৱে নাখায়। কেৰ্কেটুৱাই নগৰত থাকি নানান বেয়া কাম শিকিলে, দোকানীৰ ৫০০ টকা লৈ পলাল। পিছত ভলণ্টিয়াৰ হৈ কানি পিকেটিং কৰি মেললৈ গ'ল। গাঁৱলৈ গৈ ভাল মানুহ হৈ ঢুলীয়া পাৰ্টিত সোমাই বিজাতৰ লখিমীত মোহ গ'ল। সি সমাজত বিদ্ৰোহ কৰি লখিমীক গ্ৰহণ কৰিবলৈ ওলাল। কিন্তু তাৰ আগতেই অনাহাৰত লখিমীৰ মৃত্যু হয়। জাতীয় আন্দোলনৰ কথা পোনপটীয়াকৈ নাই। নগৰীয়া কুপ্ৰভাৱ আৰু জাত-পাতৰ বিচাৰৰ সংস্কাৰৰ প্ৰয়োজন দেখুৱাইছে।

(৯) **ভঙা-গঢ়া :** আলোচনীৰ পৰা লোৱা সৰু উপন্যাস। কিন্তু চন-তাৰিখ পোৱা নাই। সম্পূৰ্ণ পাঠ নাই; অন্য লেখাও ইয়াত সোমাইছে যেন লাগে। এখন আশ্ৰমত পতিতা, জৰ্জৰিতসকলক আশ্ৰয় দি স্বাৱলম্বী হ'বলৈ শিক্ষা দিয়া হয়। পত্নীহাৰা নগেন বৰুৱায়ো তাত আশ্ৰয় লয়। আশ্ৰমৰ বাসিন্দা তাৰিণীক প্ৰেম-নিবেদন কৰে। কিন্তু বৰুৱাই স্ত্ৰীক, তাৰিণীয়ে মৃত স্বামীক পাহৰিব নোৱাৰি দ্বিধাগ্ৰস্ত হয়। পিছত আশ্ৰম পুলিচে ভাঙি দিয়ে। কি দেখুৱাবলৈ গৈছিল ক'বলৈ টান। স্বাৱলম্বন, কৰ্মঠ মানুহ গঢ়া, গান্ধীবাদৰ আদৰ্শনিষ্ঠা অৱশ্যে আছে। পুলিচে কিয় আশ্ৰম ভাঙি দিলে স্পষ্ট নহয়। অৱশ্যে পূৰ্ণ পাঠ পোৱা হ'লে হয়তো কিবা জনা গ'লহেঁতেন।

পৰিয়ালৰ তৰফৰ পৰা দিয়া তালিকাত দৈৱচন্দ্ৰ তালুকদাৰৰ মুঠ উপন্যাস ১৯খন বুলি কোৱা হৈছে। তাৰে প্ৰকাশিত ৮খন, আলোচনীত থকা ৪ খন, হাতে লিখা ৭ খন। কিন্তু পুথিৰ আকাৰৰ এখন (বিদ্ৰোহী– ১৯৪৮) আৰু আলোচনীত ওলোৱা এখন (জনাৰ্দন) আমি পোৱা নাই। আলোচনীতে ওলোৱা "কাচনমতী"খন আধা ছপা অৱস্থাত পোৱা গৈছে। সেইখন আমি দ্বিতীয় খণ্ডত স্থান দিছোঁ।

হাতেলিখা অৱস্থাত পৰিয়ালৰ পৰা ৭খন উপন্যাস দিয়া বুলি তালিকা দিলেও "আমাৰ সমাজ"খন আমি পোৱা নাই। আধা ছপোৱা "কাচনমতী"খনৰ সৈতেহে দ্বিতীয় খণ্ডত ৭ খন উপন্যাস হৈছে। গতিকে আমাৰ সংকলনত দৈৱচন্দ্ৰ তালুকদাৰৰ উপন্যাস ৯+৭ = ১৬ খনহে অন্তৰ্ভুক্ত হৈছে। ভৱিষ্যতে বাকী কেইখনো পোৱা গ'লে ইয়াৰ লগত সংযোগ কৰিব পৰা হ'ব।

**দ্বিতীয় খণ্ড ঃ**

**(১০) কাচনমতী ঃ** অসম্পূৰ্ণ, আধা ছপোৱা উপন্যাস। চন-তাৰিখ পাবলৈ নাই। ক্ৰাউন আকাৰৰ ৩৩-৪৮ ফৰ্মাটো আমি পোৱা নাই। নাহৰ আৰু মাহীমাকৰ সম্বন্ধ আদৰ্শনীয়। তেওঁলোকৰ সম্পত্তি গ্ৰাস কৰিবলৈ নাহৰৰ সতীয়া ভনীয়েক কাচনমতীক গাঁওবুঢ়াই পুতেক নিধিৰামলৈ বিয়া কৰাই নিয়ে। নগৰীয়া কূট-বুঢ়ী কাঞ্চনীয়ে তাত সহায় কৰে। কাচনমতীক গাঁওবুঢ়াই অত্যাচাৰ কৰে, ঘৰৰ পৰা খেদিও দিয়ে। দুৰ্বল নিধিৰামে গুৱাহাটী আৰু নগাঁৱলৈ গৈ নগৰীয়া জীৱনৰ সোৱাদ পাই গুচি আহে। আচৰিত কথা কাঞ্চনী বুঢ়ীয়েই কাচনক আশ্ৰয়ো দিয়ে— কিবা উদ্দেশ্য হয়তো আছিল। কিন্তু বৰ্ণনা অসম্পূৰ্ণ কাৰণে একো বুজা নগ'ল। নিধিৰামৰ নগাঁৱৰ অভিজ্ঞতাত বাল-বিবাহৰ অপকাৰ দেখুৱাইছে। কাঞ্চনী, গাঁওবুঢ়া আদি টাইপ চৰিত্ৰ হ'লেও তালুকদাৰে দক্ষতাৰে অংকন কৰিছে। কিছুমান জটিল পৰিস্থিতি নিৰ্মাণতো তেওঁৰ সিদ্ধহস্ততা প্ৰকাশ পাইছে।

**(১১) তৰুণ অসম ঃ** লিখাৰ সময় ১৯২৩ চন। "জাতীয় যুঁজত জীৱন পণ" আদৰ্শত উদ্বুদ্ধ যুৱক কন্দৰ্পই দেশসেৱক গোবৰ্দ্ধন বৰুৱাৰ লগত গাঁৱত জনসেৱা কৰে। অসহযোগৰ অন্ত পৰাত আন্দোলন শাম কাটে। কন্দৰ্প আঁতৰি গৈ ভাৰতীয় আধ্যাত্মিকতাৰে দেশোদ্ধাৰৰ চিন্তা কৰে। দেশভক্ত বৰুৱা কাউন্সিলত সোমাই ৩৫০০ টকীয়া মন্ত্ৰী হয়গৈ। বৰুৱাৰ শিক্ষিতা জীয়েক কমলাই দেশভক্ত আৰু কন্দৰ্প দুয়োকে সমালোচনা কৰে— কমলাৰ মতে অসমৰ উন্নতিৰ যোগেদিহে ভাৰতৰ উন্নতি হ'ব। ধনীৰ ঘৰৰ চৰিত্ৰহীন যুৱক অসমৰ সৈতে কমলাৰ বিয়াৰ প্ৰস্তাৱ হয়— কমলাই প্ৰত্যাখ্যান কৰে। অসম শুধৰণিৰ পথলৈ আহে। ৫ বছৰৰ পিছত কন্দৰ্পই নতুন বিশ্ববিদ্যালয় পতাৰ যোগেদি অসমৰ উন্নতিৰ প্ৰস্তাৱ আগবঢ়াই চিঠি লিখে। সৰল জীৱন যাপন কৰি যোৱা দেশভক্তই সমস্ত সাঁচতীয়া ধন সমাজৰ কামত বিলাই দি কাশীত মৃত্যু-বৰণ কৰে। কমলা কন্দৰ্পৰ প্ৰতি আসক্ত আছিল। কিন্তু কন্দৰ্প ঘূৰি নাহিল। অসমৰ উন্নতিৰ লক্ষ্যই কাহিনীৰ উদ্দেশ্য। শিক্ষাৰ বিকাশৰ যোগেদিয়ে সেইটো সম্ভৱ বুলি কোৱা হৈছে। কিন্তু কাহিনী সিমানলৈ আগুৱা নাই।

**(১২) নিস্পৃহ-পত্নী ঃ** ১৯২৫ চনত লিখিত। বৈষয়িক চিন্তা, বস্তুগত লোভ-লালসাৰ বিপৰীতে আধ্যাত্মিক তথা নিস্পৃহ মনোভাবৰ জয়— ইয়াকে দেখুওৱা হৈছে। মোহন খাটনিয়াৰে বন্ধু-বান্ধৱৰ সহায়ত মৌজা ল'লে, লগে-ভাগে পাণ-দোকান কৰিলে। মৌজাদাৰৰ ল'ৰা মদন কিন্তু গীতাৰ প্ৰতি আকৰ্ষিত, তাৰ কাৰণ তেওঁ ঘৰকে এৰে। ভণ্ড অধিকাৰী প্ৰভুৱে শঠতাৰে মৌজাদাৰৰ মাটি-বাৰী আত্মসাৎ কৰে— আনকি মৌজাদাৰৰ পত্নীৰ ওপৰতো পাপ-দৃষ্টি নিক্ষেপ

কৰে। খাটনিয়াৰৰ বন্ধু ভক্তিত গদগদ যদিও মদ্যাসক্ত। আন এজন বন্ধু কপিল বৰুৱাৰ জীয়ৰী ৰশ্মিৰ সৈতে মদনৰ বিয়া ঠিক হৈ আছে। বাটৰ ভিকহু হৈ পৰা মৌজাদাৰ খাটনিয়াৰক উদ্ধাৰ কৰিবলৈ অৱশেষত মদন ঘৰলৈ ঘূৰি আহে। মদন আৰু ৰশ্মিয়ে বিবাহ-পাশত আবদ্ধ হৈ ঘৰখনক তুলি ধৰিবলৈ আত্মনিয়োগ কৰে। নায়ক-নায়িকা বলিষ্ঠ চৰিত্ৰ নহয়। কিন্তু কপিল বৰুৱা, খাটনিয়াৰ, ফুকন, অধিকাৰ আদি চৰিত্ৰহীন বাস্তৱ চৰিত্ৰ। আধ্যাত্মিক উৎকৰ্ষতাৰ কথা আছে যদিও সমাজ সংস্কাৰৰ কথা ইয়াত নাই।

**(১৩) শ্ৰীনাথ (পিতৃ-ঋণ) :** নিচেই সৰু উপন্যাসিকা। বৃদ্ধস্য তৰুণী ভাৰ্যা, মাহীমাকৰ কু-প্ৰভাৱ প্ৰদৰ্শন কৰা সাধাৰণ সাংসাৰিক চিত্ৰ। শ্ৰীনাথে বিবাহিত চাকৰিয়াল পুতেক ৰজনী থকা অৱস্থাত আকৌ বিয়া কৰালে। বোৱাৰীয়েক মালতীৰ সৈতে মাহীশাহুৰ খকা-খুন্দা লাগিল। সংসাৰ চলাবৰ কাৰণে ৰজনীয়ে বাপেকৰ বন্ধ হৈ যোৱা দোকান আকৌ খোলাই দিয়ে নিজেও চাকৰি এৰি কানিৰ মহল লয়। মেলেৰিয়াই পোৱাত ৰজনী ঘৰলৈ গুচি আহে। মাহীমাৰ গুচি যায়। ৰজনীৰ আসন্ন মৃত্যুত শ্ৰীনাথৰ চেতনা ঘূৰি আহে। কিন্তু ৰজনী নাবাচিল। শ্ৰীনাথ, ৰজনী দুৰ্বল চৰিত্ৰ। মাহীমাক, মালতী সক্ৰিয়। বাপেক-পুতেক এজনো কৃতকাৰ্য নহ'ল।

**(১৪) সোণপাহি :** ১৯৩৯ চনত লিখা এই গাঁও-কেন্দ্ৰিক কাহিনীটোত গ্ৰাম্য সমাজৰ দোষ-ত্ৰুটি আদৰ্শবাদিতাৰ সমুখত দাঙি ধৰা হৈছে। কাহিনীটো ভালেখিনি নিটোল, স্বচ্ছ। স্বাধীনতা সংগ্ৰামত লগা ভাৰতে গাঁৱলৈ আহি দুখত পৰা লোকসকলক সহায় কৰে' ব্ৰাহ্মণ বিধৱা সোণপাহিকো তেনেকৈ সহায় কৰা দেখি ক্ৰুৰ কানী বুঢ়ীয়ে চৰিত্ৰহীন মণ্ডলৰ উচটনিত বদনাম উলিয়াই দিয়ে। ভাৰতে সোণপাহিক লৈ নগৰলৈ যায় আৰু খৰি বেচি পোহপাল দিয়ে। দুয়ো দুয়োৰে প্ৰতি আকৃষ্ট হয়, কিন্তু ভুল বুজা-বুজিত ভাৰতে সোণপাহিক এৰি গাঁও পায়গৈ। গাঁৱত কানী বুঢ়ীয়ে তাইৰ ষড়যন্ত্ৰৰ কথা খুলি কোৱাত ভাৰতে নিজৰ ভুল বুজি সোণপাহিক বিয়া কৰাই বিধৱা বিবাহৰ আদৰ্শ দেখুৱাবলৈ নগৰলৈ দৌৰ মাৰে। কিন্তু ইতিমধ্যে সোণপাহি কেনিবা গুচি গৈছে। সৰহভাগ চৰিত্ৰই টাইপ, কিন্তু বলিষ্ঠভাৱে অংকিত। ভাৰত, সোণপাহি মাত্ৰ ব্যতিক্ৰম।

**(১৫) সৰস্বতী :** ৰচনাৰ সময় উল্লেখ কৰা নাই। এখন বৃহৎ আকাৰৰ উপন্যাস। অসমৰ জাতীয় জীৱনৰ সৰ্বাঙ্গীন বিকাশেই ইয়াৰো উদ্দেশ্য। প্ৰবীণ সাহিত্যিক বোধনাথ বৰুৱাৰ কিতাপ-পত্ৰ বেচি স্নাতক অৰুণে পেট প্ৰবৰ্তায়, অসমীয়া সাহিত্যৰ প্ৰচাৰো কৰে। বৰুৱাৰ গুণমুগ্ধ উকিল কৰুণা বৰুৱাৰ বিদুষী জী সৰস্বতীৰ প্ৰতি আকৃষ্ট হয়। কিন্তু দুয়োৰে মাজত ভুল বুজা-বুজি হয়। নিৰাশ্ৰয়া নলিনীক কেন্দ্ৰ কৰি কৰুণাক সৰস্বতীয়ে সন্দেহ কৰিছিল। ইফালে অৰুণক জোঁৱাই কৰাৰ মানসেৰে আৰতিৰ দেউতাকে তাক এম-এ পঢ়িবলৈ কলিকতালৈ পঠায়। অৰুণে এম-এ পাছ কৰি আহি অধ্যাপকৰ চাকৰি নলৈ ছদ্মবেশ ধাৰণ কৰি গাঁওবিলাকৰ অৱস্থাৰ বুজ লয়। সেই কামতে সি লাগি থাকে। ভুল ধাৰণা আঁতৰাত কৰুণা আৰু সৰস্বতীৰ বিয়া হৈ যায়। অসমীয়া সাহিত্যৰ প্ৰচাৰত গুৰুত্ব দিয়া হৈছে। অসমৰ উন্নতিৰ কল্পনাও আছে, কিন্তু এইবিলাক কথা "অপূৰ্ণ" আদি উপন্যাসত কৰাৰ দৰেই অস্পষ্ট। চিলেট-বিচ্ছেদ আৰু কোচবিহাৰৰ অসম-ভুক্তি আদি এসময়ৰ দাবীবিলাকেও ইয়াত ঠাই পাইছে। নায়িকা সৰস্বতীয়ে নাৰীৰ মঙ্গলাৰ্থে লিখা-মেলা কৰে। কিন্তু তেওঁৰ চৰিত্ৰই উচিত গুৰুত্ব লাভ কৰা নাই। অসমৰ উন্নতিৰ বিষয়ে বহুতো আলোচনা-বিলোচনা আছে।

**(১৬) জীৱন নৈৰ গৰা-খহনীয়া :** ৰচনাৰ কাল ১৯৫১। নায়ক দুখুৰ নামেৰে বৰুনীত "দুখু" বুলিও নামকৰণ কৰা হৈছে; সেইটো আমি বাদ দিছোঁ। দুখুৱে কষ্ট কৰি প্ৰবেশিকা পাছ

কৰি নগৰৰ বাতিৰ কলেজত পঢ়েগৈ– দিনত চাকৰি কৰে। বৰবাবুৱে জোঁৱাই কৰিব খোজাত অস্বীকাৰ কৰে, কাম হেৰুৱায়। আইন পাছ কৰি ওকালতি নকৰি গাঁৱৰ অৱস্থা চাবলৈ যায়। এবাৰ সন্ন্যাসী হয়, এবাৰ দোকানী। মানুহৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি এড়ি-মুগাৰ প্ৰতিষ্ঠান এটা খুলি দুখীয়া-বিধৱাক আশ্ৰয় দিয়ে। কিন্তু ডেকাল'ৰাৰ প্ৰকোপত তিষ্ঠিব নোৱাৰি নগৰ পায়গৈ। আকৌ ওকালতিত ধৰে। পুৰণি বান্ধৱী, জজৰ জীয়েক কল্পনাক লগ পায়। দুয়ো বিপন্না সেউতীক বচাবলৈ মৰ্কদমাত যুঁজে, কিন্তু জিকিব নোৱাৰে। শেষত অসমৰ গাঁওবিলাকৰ উন্নয়নৰ কাৰণে জ্ঞান আহৰণ কৰিবলৈ কল্পনাৰ সৈতে দুখুৱে পশ্চিমলৈ উৰা মাৰিবলৈ থিৰ কৰে। দেশসেৱাৰ ভাবটো ইয়াতো প্ৰকট– ইয়েই ঔপন্যাসিকৰ এটা মুখ্য বক্তব্য বিষয়। কিন্তু দেশসেৱাৰ বাস্তৱ পৰিকল্পনাৰ অভাৱ। দীঘলীয়া আলোচনাৰে বৰ্ণনা ভাৰাক্ৰান্ত। ওকালতিয়েই যদি নকৰে তেন্তে দুখুৱে কিয় ল পঢ়িছিল বুজিবলৈ টান। বিভিন্ন চৰিত্ৰই সমসাময়িক সমাজৰ প্ৰতিফলন ঘটাইছে। কল্পনাৰ গুৰুত্ব বৰ কম। দুখুৰ অবোধ্যগম্য আচৰণ লেখকৰ মনত পুহি ৰখা দেশসেৱাৰ আদৰ্শৰে প্ৰতিবিম্ব।

৩

এইখিনিতে দৈৱচন্দ্ৰ তালুকদাৰৰ সাহিত্যৰ এটি চমু পৰিচয় দি যাওঁ। তেওঁ এজন অক্লান্ত পৰিশ্ৰমী লেখক আছিল বুলি ক'ব পাৰি। ওপৰত পৰিয়ালৰ তৰফৰ পৰা দাবী কৰা মতে তেওঁৰ ১৯ খন উপন্যাসৰ কথা উল্লেখ কৰা হৈছে। তাৰে ১৬ খন এই সংকলনত অন্তৰ্ভুক্ত কৰা হৈছে আৰু সিবিলাকৰ একোটি আভাসো দিয়া হ'ল। তেওঁ উপন্যাস, কবিতা, নাটক আদি ভালেমান ধৰণৰ সাহিত্য ৰচনাত আত্মনিয়োগ কৰিছিল। পৰিয়ালে জনোৱা মতে তেওঁৰ ৮ খন নাটক প্ৰকাশ হৈছিল– অসম প্ৰতিভা, বামুণী কোঁৱৰ, ৰেণু, ভাস্কৰবৰ্মা, হৰদত্ত, বিপ্লৱ, লহঙা আৰু ৰাধা-ৰুক্মিণী। তেওঁৰ অপ্ৰকাশিত নাটক হেনো ৫২ খন। অৰ্থাৎ তেওঁ সৰ্বমুঠ ৬০খন নাটক লিখিছিল। আকৌ তেওঁৰ প্ৰাকশিত কবিতাৰ পুথি ৪ খন– প্ৰেমপট, অন্তৰ ব্যথা, সৌন্দৰ্য আৰু কুঁহিমলা। অপ্ৰকাশিত কাব্য-গ্ৰন্থ হেনো ৪৯ খন– গতিকে কবিতাৰ পুথি সৰ্বমুঠ ৫৩ খন। এইবিলাক পুথিৰ সংখ্যা সম্বন্ধে আমি নিশ্চিত নহওঁ, কিয়নো পাণ্ডুলিপিবিলাক আমি দেখা নাই। পৰিয়ালে দিয়া সংখ্যা সঠিক নহয় বুলি আমি নকওঁ। তালুকদাৰদেৱৰ "হাতে লিখা পৃষ্ঠা" ৬৫৩৫ বুলি কোৱা হৈছে। তেওঁ চৰকাৰী কাৰ্যালয়ত চাকৰি কৰিছিল। ডেকা কালত ফুটবল খেলিছিল– সেই অভিজ্ঞতাৰ স্বাক্ষৰ তেওঁৰ এখন উপন্যাসতো আছে। তদুপৰি তেওঁ নিজাকৈ এটা ছপাশালো স্থাপন কৰি চলাইছিল। ইমানবিলাক কামৰ ব্যস্ততাৰ মাজতো যে তেওঁ এই পৰিমাণৰ লিখা-মেলাৰ কাম কৰিব পাৰিছিল, এইটো এটা বিস্ময়কৰ কথা। লেখা কামটো নিশ্চয় তেওঁৰ এটা নিচাৰ নিচিনা আছিল।

৪

দৈৱচন্দ্ৰ তালুকদাৰৰ উপন্যাস সাহিত্যৰ প্ৰধান গুৰুত্ব দেশপ্ৰেম বুলি ক'ব পাৰি। দুখনমান মাত্ৰ উপন্যাসতহে তেওঁ দেশসেৱাৰ ঘটনা সন্নিবিষ্ট কৰা নাই, বৰং এই কেইখনত সাধাৰণ সামাজিক চিত্ৰ অংকন কৰিছে। বাদবাকী প্ৰায় সকলোতে হয় পোনপটীয়াভাৱে দেশসেৱা, সমাজ

সংস্কাৰৰ কথা আছে, অথবা এইবিলাকৰ বিষয়ে দীঘলীয়া দীঘলীয়া আলোচনা আছে, তৰ্ক-বিতৰ্কও আছে। "অপূৰ্ণ" উপন্যাসখনত দেশসেৱাৰ প্ৰতি বিশেষ দৃষ্টি নিক্ষেপ কৰা পৰিলক্ষিত হয়। এইখন উপন্যাসত যি দেশসেৱা-সমাজসেৱাৰ নিদৰ্শন আছে প্ৰায় তাকেই বাকীবিলাক উপন্যাসতো প্ৰতিফলিত কৰা হৈছে। ৰচনাৰ সমসাময়িক কালত অসমৰ যি ৰাজনৈতিক পৰিস্থিতি আছিল তাৰেই যেন প্ৰতিবিম্ব পৰিছে তেওঁৰ উপন্যাসবিলাকত।

"অপূৰ্ণ"ত সূতা কটা, পলু পোহা আদিক দেশসেৱাৰ কাৰ্য্যসূচী হিছাপে গ্ৰহণ কৰা হৈছে। স্বাভাৱিকতে এই কথাই গান্ধীবাদী আন্দোলনৰ খদ্দৰৰ বস্ত্ৰ প্ৰচলনৰ কথা মনত পেলাই দিয়ে ঃ গান্ধীজীৰ নেতৃত্বত জাতীয় আন্দোলনৰ মাজত সংশ্লিষ্ট সকলোৱেই যঁতৰ কিম্বা টাকুৰিত সূতা কাটিব ধৰিছিল। এই ধাৰাটো "আদৰ্শপীঠ", "জয় অসম", "দুনীয়া", "উভতা পানীৰ ভাপ", "ভঙা-গঢ়া", "তৰুণ অসম", "সোণপাহি", "সৰস্বতী" ইত্যাদি উপন্যাসতো চলি থকা দেখা যায়। অসমৰ উন্নতি কেনেকৈ হয়, গাঁওবিলাকৰ সংস্কাৰ কেনেকৈ কৰিব পাৰি, সৰ্বভাৰতীয় আদৰ্শৰ সৈতে অসমৰ সম্পৰ্ক ইত্যাদি কথাকে এইবিলাক কাহিনীত দাঙি ধৰা হৈছে। কেতিয়াবা প্ৰায় একে কথাকে একাধিক উপন্যাসত ফুটাই তোলা হৈছে। ১৯২১ আৰু ১৯৩০ চনৰ জাতীয় আন্দোলনৰ প্ৰভাৱ এইবিলাক ঘটনাৰ ওপৰত পৰিছে বুলি ক'ব পাৰি। প্ৰাচীন সমাজখনৰ পুনৰ্নিৰ্মাণৰ উদ্যম উক্ত জাতীয় আন্দোলনৰে ফল। গান্ধীজীৰ সূতাকটা প্ৰথাই সেই কাৰণেই এইবিলাকত প্ৰাধান্য লাভ কৰিছে। "দুনীয়া" উপন্যাসত অস্পৃশ্যতা বৰ্জনৰ প্ৰয়োজনীয়তাত সেই কাৰণেই গুৰুত্ব আৰোপ কৰা হৈছে। লগে লগে অসমৰ স্বতন্ত্ৰতা সংৰক্ষণৰ অৰ্থে অসম-কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ নেতৃত্বত যি উপধাৰা জাতীয় সংগ্ৰামৰ লগে লগে বৈ আছিল সেইটোৱেই দৈৱচন্দ্ৰ তালুকদাৰৰ ধ্যান-ধাৰণাত ঠাই পাইছিল বুলি ক'ব পাৰি। অসম-কেশৰীৰ শাৰীৰ বয়োবৃদ্ধ 'দেশভক্ত'ৰ নিচিনা একাধিক চৰিত্ৰৰ অৱতাৰণাও এই প্ৰসঙ্গত মন কৰিবলগীয়া। অৱশ্যে এই কথাও ঠিক যে বয়োবৃদ্ধ নমস্যসকলৰ সমুখত উদীয়মান ডেকা চামৰ কৰ্মীসকলেও নতুন যুগৰ প্ৰশ্নাৱলী লৈ থিয় দিছে।

লক্ষ্য কৰিবলগীয়া যে তালুকদাৰৰ উপন্যাসত যিবিলাক চৰিত্ৰ অংকন কৰা হৈছে তাত গাঁৱৰ টাইপ-চৰিত্ৰবিলাকহে উজ্জ্বল হৈ উঠিছে; শিক্ষিত, নগৰীয়া যিবিলাক চৰিত্ৰক কাহিনীত প্ৰাধান্য দিয়া হৈছে সেইবিলাকৰ বৰ বেছি কৃতকাৰ্য্য হৈ উঠা নাই। নলবাৰী জিলাৰ উলাবড়ী গাঁও দৈৱচন্দ্ৰ তালুকদাৰৰ নিজা গাঁও। অনুমান হয়, সেই গাঁও অঞ্চলৰ পৰিচিত লোকসকলৰ পৰাই তেওঁ উপন্যাসৰ কাৰণে চৰিত্ৰ আহৰণ কৰিবলৈ ভাল পাইছিল। মণ্ডল, কাঞ্চনী, কানীবুঢ়ী, গাঁওবুঢ়া, নগৰ দেখা টেকেলা আদিয়েই তাৰ সাক্ষ্য বহন কৰিছে। আনহাতে নগৰত থকা দেশভক্ত, প্ৰবীণ সাহিত্যিক বোধনাথ বৰুৱা, প্ৰফেছৰ, প্ৰেমধৰ, কাৰ্তিক, সৰস্বতী, কল্পনা আদি চৰিত্ৰই কাহিনীবিলাকত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছে বুলি ক'ব নোৱাৰি। অনুমান হয় যে গুৱাহাটী-নিবাসী তালুকদাৰে নগৰত প্ৰভাৱশালী ব্যক্তি দেখিছিল যদিও সেইসকলক সম্যকৰূপে দাঙি ধৰিবলৈ যোৱা নাছিল। নলিনী, বিধৱা সোণপাহি, বিধৱা আইকণ আদিক কেনেকৈ অবিবাহিত ডেকাসকলৰ আশ্ৰয়ত থকা দেখুৱাইছে এইটো বুজিবলৈ টান। নগৰৰ বাসিন্দাসকলক লিখকে যেন খুব ভালদৰে বুজিব পৰা নাছিল, এনে অনুমান হয়।

অসম-অসমীয়াৰ সৰ্বাঙ্গীন উন্নতি তালুকদাৰৰ উপন্যাসৰ এটা মুখ্য লক্ষ্য বুলি ক'ব পাৰি। পিছে তেওঁ কাহিনীকাৰহে, পৰিকল্পনাকাৰী নহয়। সেই কাৰণে অসমৰ উন্নতিৰ কাৰণে নতুন ধৰণৰ বিশ্ববিদ্যালয় স্থাপনকে ধৰি (তেওঁৰ দিনত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনতে অসমৰ শিক্ষা-ব্যৱস্থা আছিল) নানা আঁচনিৰ কথা আলোচনা কৰা হৈছে। শিক্ষিত ডেকা কৰ্মীসকলে গাঁৱলৈ গৈ

কেনেকৈ গাঁও উন্নয়ন কৰিব পাৰি পৰীক্ষা কৰি চাইছে। কোনো কোনোৱে আশ্ৰমৰ নিচিনা প্ৰতিষ্ঠানো খুলিছেগৈ। অসমত তেনে বহুতো আশ্ৰম স্থাপিত হোৱাটো মন কৰিবলগীয়া। কিন্তু তালুকদাৰৰ আঁচনিবিলাক কাৰ্যকৰী কৰা হোৱা নাই। আশ্ৰমবিলাকো এখন এখনকৈ ভাগি গৈছে। কৰ্মীসকল আঁতৰি আঁতৰি গৈছে। শ্ৰীধৰে গাঁও সংগঠনৰ কাম এৰি থৈ কাহিনীৰ শেষত মৌজা চলাবলৈ লৈছে। দুখুৱে সহপাঠিনী কল্পনাৰ লগ লাগি গাঁও উন্নয়নৰ উপায় বিচাৰি বিমানেৰে পশ্চিমলৈহে যাত্ৰা কৰিছে। তাৰ অৰ্থ এয়ে যে দেশৰ পুনৰ্গঠনৰ যিবিলাক আঁচনিৰ কথা কল্পনা কৰা হৈছে সেইবিলাক সম্বন্ধে নায়ক-নায়িকা আৰু অন্যান্য চৰিত্ৰ নিশ্চিত নহয়।

ভাৰতৰ জাতীয় আন্দোলনৰ সৈতে যেনেকৈ এফালে উপন্যাসৰ কাহিনীবিলাকৰ সম্বন্ধ আছে, আনফালে তেনেকৈ প্ৰাচীন ভাৰতীয় ঐতিহ্য-পৰম্পৰাৰ সৈতেও ইবিলাকৰ সম্পৰ্ক আছে। অৱশ্যে শ্ৰীশঙ্কৰদেৱৰ নৱ-বৈষ্ণৱবাদ তথা অন্যান্য ঐতিহ্যবাহী ধৰ্মীয়-আধ্যাত্মিক আৰ্হি-আদৰ্শই আগৰে পৰাই অসমক সৰ্বভাৰতীয় চিন্তা-চৰ্চাৰ সৈতে সম্পৰ্ক কৰাই থৈছেই। মহাপুৰুষৰ আদৰ্শই তালুকদাৰৰ বহু চৰিত্ৰকে আপ্লুত কৰি ৰাখিছে। মদনৰ নিচিনা ডেকাক গীতাই বিশেষ ৰূপে আকৰ্ষণ কৰা দেখা যায়। জাতীয় আন্দোলন শাম কটাত (১৯২১ চনৰ?) ডেকা কৰ্মী কন্দৰ্প অসমৰ পৰা আঁতৰি গৈ ভাৰতীয় আধ্যাত্মিকতাৰ আদৰ্শেৰে দেশোদ্ধাৰৰ কথা চিন্তা কৰেগৈ। অৱশ্যে কেনেকৈ এইদৰে দেশৰ কাম হ'ব পাৰে সেই কথা স্পষ্ট নহয়। তথাপি লিখকৰ ভাৰতীয় প্ৰাচীন আধ্যাত্মিকতাত বিশ্বাস থকাটো উল্লেখযোগ্য। "নিস্পৃহ-পত্নী"ৰ চৰিত্ৰ বিশেষত ধৰ্মীয় ভণ্ডামি পৰিলক্ষিত হ'লেও ভণ্ড অধিকাৰ এজনকে ধৰি নানাজনৰ মহাপুৰুষৰ প্ৰতি আনুগত্যৰ কথা উল্লেখ কৰি যাব পাৰি।

দৈবচন্দ্ৰ তালুকদাৰৰ উপন্যাসৰ ভাষা আজিৰ পাঠক-পাঠিকাৰ কাৰণে অলপ আচহুৱা যেন লাগিব পাৰে। কিছুমান শব্দ তেওঁ নিজৰ ধৰণে, হয়তো কথ্য-ভঙ্গীৰ ওপৰত নিৰ্ভৰ কৰি, সকলো সময়তে ব্যৱহাৰ কৰিছিল। গ্ৰাম্য চৰিত্ৰ ফুটাই তোলাত কথ্য-ভঙ্গী প্ৰয়োগ কৰাটো অৱশ্যে আচৰিত কথা নহয়। কিন্তু অন্যান্য চৰিত্ৰৰ ক্ষেত্ৰতো সেইটো বহুতৰ কাৰণেই কিছু অস্বাভাৱিক লাগিব পাৰে। কথোপকথনত তেওঁ প্ৰায়েই উৰ্দ্ধ-কমা ব্যৱহাৰ নকৰিছিল যেন অনুমান হয়। আমি কে'বাখনো পাণ্ডুলিপিত নতুনকৈ এই ধৰণৰ য'তি-চিন দি যাবলৈ যত্ন কৰিছোঁ। সকলো ক্ষেত্ৰতে হয়তো সেইটো কৰিব পৰা নাই। অসমীয়া লিখাত টো আৰু তো শুদ্ধকৈ প্ৰয়োগ কৰাত এতিয়াও খেলিমেলি লগোৱা দেখা যায়। তালুকদাৰৰ ৰচনাতো ইয়াৰ উদাহৰণ নথকা নহয়। পিছে কোনো কোনো শব্দত এই দুটাৰ প্ৰয়োগ শুদ্ধ নে অশুদ্ধ আমি নিজেও ধৰিব নোৱাৰি বিভ্ৰান্ত হৈছোঁ।

সংকলনটো সম্পাদন কৰোঁতে ক্ৰম অনুযায়ী সজোৱা-পৰোৱাৰ বাহিৰে আমি বৰ বেছি কাম একো কৰা নাই। বৰ্ণাশুদ্ধি দুই-এটা শুধৰাই দিয়াৰ বাহিৰে লেখকৰ মূল ৰচনাত আমি হাত দিয়া নাই। তথাপি আমাৰ এই সামান্য কামফেৰিও ত্ৰুটি-শূন্য হৈছে বুলি আমি দাবী নকৰোঁ। আমাৰ যিকোনো ভুল-ত্ৰুটিৰ কাৰণেই আমি সংশ্লিষ্ট সকলোৰে ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলোঁ।

গুৱাহাটী
১৫/১২/৯৭

যোগেশ দাস

# দৈবচন্দ্ৰ তালুকদাৰ
## (চমু জীৱনী)

বহুমুখী প্ৰতিভাৰ আকৰ, অসমৰ সুসন্তান, কবি, ঔপন্যাসিক, নাট্যকাৰ, বুৰঞ্জীবিদ, সাংবাদিক, প্ৰাবন্ধিক দৈবচন্দ্ৰ তালুকদাৰৰ জন্ম ইং ১৯০১ চনৰ ৩০ ফাগুনী নিশাত তেতিয়াৰ কামৰূপ জিলাৰ নলবাৰী চহৰৰ ৯ মাইল দক্ষিণে অৱস্থিত কৃষিপ্ৰধান, লোক-সংস্কৃতিত চহকী পাগলাদিয়া নদীৰ পাৰৰ উলাবড়ী গাঁৱৰ এটি সম্ভ্ৰান্ত পৰিয়ালত। তেখেতৰ পিতৃ জগৎ ৰাম তালুকদাৰ মহাজন হিচাপে জনাজাত আছিল। দৈবচন্দ্ৰৰ মাতৃ মোমতীপ্ৰিয়া আছিল ৰক্ষণশীল সমাজৰ এগৰাকী পতিব্ৰতা সুগৃহিণী। দৈবচন্দ্ৰৰ জন্ম হয় এটা বিশেষ পৰিস্থিতিত এটা বিশেষ স্থানত। গৰ্ভৱতী মোমতীপ্ৰিয়াৰ গা বেয়া হ'বৰ দিনা আছিল চুবুৰীয়া সম্পৰ্কীয় এঘৰৰ বিয়া। বিয়াৰ দিনা সম্পৰ্কীয় মানুহৰ ঘৰত কোনো মানুহ মৰিলে বা সন্তান জন্মিলে তেতিয়াৰ ৰক্ষণশীল সমাজত বিয়া পৰাৰ নিয়ম। সেইবাবে বিয়া পৰাৰ ভয়ত প্ৰসৱ-যন্ত্ৰণাত ছটফটাই থকা মোমতীপ্ৰিয়াক কোনেও গম নোপোৱাকৈ এটা সৰু গোপন কোঠাত আবদ্ধ কৰি ৰখা হৈছিল। বিয়াৰ হাই-উৰুমি, উৰুলি-জোকাৰ, গীত-পদ, হোমৰ মন্ত্ৰ চলি থকা অৱস্থাতে তালুকদাৰ ভূমিষ্ঠ হৈছিল যদিও বিয়াৰ অন্ততহে ঘৰৰ অন্য মানুহ আৰু গএগ্ৰা বাইজে গম পায়। জগৎ ৰাম তেতিয়া ব্যৱসায়ৰ বাবে গুৱাহাটীত আছিল।

দৈবচন্দ্ৰৰ কেঁচুৱা অৱস্থাত উলাবড়ীত এবাৰ প্ৰলয়ংকৰী বানপানী হয়। বানৰ উপদ্ৰৱত থাকিব নোৱাৰি মোমতীপ্ৰিয়াই ডাঙৰ পুতেক দুজনৰ সৈতে দৈবচন্দ্ৰক লৈ নাৱেৰে মাকৰ ঘৰমুৱা হয়। পিছে দুখিনী যিফালে যায় বাটৰ কুকুৰে বাট এৰি নিদিয়া হয়। মোমতীপ্ৰিয়াৰ মাকৰ ঘৰতো পালে বানপানী। তেওঁলোক হেনো কোনো নিৰাপদ ঠাইলৈ গৈছে। ইপিনে ৰাতি হৈ আহিছিল আৰু কেঁচুৱা দৈবচন্দ্ৰৰ তেজ-হাগনি হৈ যোৱা-থোৱা অৱস্থা। ভালেমান ৰাতি নাও গৈ এঘৰ মানুহৰ আশ্ৰয়ত ৰাতি কটায়। দৈবচন্দ্ৰৰ চিকিৎসা হয়। বানপানীৰ কথা জানি জগৎ ৰামে তেওঁলোকক বিচাৰি যায় আৰু পুনৰ আনি উলাবড়ীত ৰখাৰ ব্যৱস্থা কৰে। পিছে বানপানীৰ পাছত ওচৰে-পাজৰে মাৰি-মৰকে দেখা দিলে। এই সংক্ৰামক ৰোগৰ ভয়ত কোনেও কাৰো খবৰ লব নোৱৰা হ'ল। দৈবচন্দ্ৰৰ ককায়েক দুজনো এই কলেৰাত পৰি এদিনৰ অগা-পিছাকৈ সিফলীয়া হয়। শোকত মোমতীপ্ৰিয়াৰ বুকু ফাটি যাওঁ যাওঁ অৱস্থা। গুৱাহাটীত থকা জগৎ ৰামে খবৰ পাই ঘৰ পালে আৰু মাক-পুতেকক গুৱাহাটীলৈ অনাৰ প্ৰস্তাৱ দিয়ে। কিন্তু শহুৰৰ ভেটি এৰি মোমতীপ্ৰিয়া যাবলৈ মান্তি নহ'ল। দৈবচন্দ্ৰকো পঠাবলৈ ইচ্ছা নকৰিলে। সি যে তেনেই সৰু। জগৎৰাম গুৱাহাটী পায়। ইতিমধ্যে দৈবচন্দ্ৰৰ ভনীয়েক এজনী উপজে। মোমতীপ্ৰিয়াৰ পুত্ৰৰ শোকত মানসিক ভাৰসাম্য হেৰুৱা আৰু কেঁচুৱাক চোৱা-চিতা কৰাত ব্যস্ততা থাকিবলগীয়া হোৱাত জগৎৰামে মানুহ এজন পঠিয়ায়। দৈবচন্দ্ৰক গুৱাহাটীলৈ লৈ আহিল।

তেতিয়া উলাবড়ীৰ পৰা গুৱাহাটীলৈ যাতায়াতী ব্যৱস্থা বিশেষ নাছিল। মানুহজনে দৈবচন্দ্ৰক কিছু বাট নাৱেৰে আৰু কিছু বাট কান্ধত উঠাই আনে। মানুহজনে দৈবচন্দ্ৰৰ ভৰিত ফটা আৰু লেতেৰা কাপোৰৰ জোতা দেখি এপাট পেলাই দিয়ে। জগৎ ৰামে এপাট জোতা নেদেখি খঙতে আৰু জোতা কিনি নিদিওঁ বোলাত দৈবচন্দ্ৰৰ জীৱনৰ বাকীচোখৰ কাল জোতা-চেণ্ডেল বিহীনভাৱেই যায়। ঘৰত অৱশ্যে কাঠৰ খৰম ব্যৱহাৰ কৰিছিল।

জগৎ ৰামে তেতিয়াৰ দিনত ক-ম শিকিলেও বৃটিছৰ গোলামী সদৃশ চৰকাৰী চাকৰি নকৰি প্ৰথমতে শুক্ৰেশ্বৰ আৰু পিছলৈ উজানবজাৰত নিগাৰ্জীকে চাহ্ আৰু গেলামালৰ দোকান দিয়ে। ১৯০৫ চনত দৈবচন্দ্ৰক গুৱাহাটীৰ উজানবজাৰৰ লটাশিল প্ৰাইমেৰী স্কুলত নাম ভৰ্তি কৰি দিয়ে। দৈবচন্দ্ৰ পঢ়া-শুনাত মেধাবী আছিল। সেইগুণে তেখেত শিক্ষক তথা ছাত্ৰ-ছাত্ৰী সমনীয়াৰ প্ৰিয়ভাজন হৈছিল। সুখ্যাতিৰে প্ৰাইমেৰী পৰীক্ষাত উত্তীৰ্ণ হৈ দৈবচন্দ্ৰই ১৯১১ চনত কটন কলেজিয়েট স্কুলত নাম লগায়। প্ৰত্যেক শ্ৰেণীতে প্ৰথম হৈ উত্তীৰ্ণ হোৱা দৈবচন্দ্ৰই সাত বছৰৰ মূৰত প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষা পাছ কৰে। ১৯১৮ চনত কটন কলেজৰ বিজ্ঞান শাখাত ভৰ্তি হৈ ১৯২০ চনত আই এছ চি পৰীক্ষা সুখ্যাতিৰে অতিক্ৰম কৰে তথা মেধাবী ছাত্ৰৰ পদক অৰ্জন কৰি সোণৰ পদক লাভ কৰে।

ইতিমধ্যে ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰবল ঢৌৱে অসমকো স্পৰ্শ কৰে। দৈবচন্দ্ৰও স্বদেশী আন্দোলনত জঁপিয়াই পৰে আৰু এই মেধাবী ছাত্ৰজনে পঢ়া-শুনাত মনোযোগ দিবলৈ সময় নোপোৱা হয়। এই সময়তে ১৯২০ চনত দৈবচন্দ্ৰৰ মাতৃৰো বিয়োগ ঘটে। ঘৰুৱা সমস্যা, পিতৃৰ দ্বিতীয় বিবাহ, আৰ্থিক অস্বচ্ছলতা, মানসিক অশান্তিত জুৰুলা হৈ দৈবচন্দ্ৰই দেশ-সেৱা তথা পঢ়া-শুনাত অকণো মন-কাণ দিব নোৱৰা হয়। বি এছ ছি মহলাৰ শেষ পৰ্যায় পালেও তেখেতে ডিগ্ৰী লাভ কৰিবলৈ সক্ষম নহ'ল আৰু ছাত্ৰ-জীৱনৰ তিমানতে অন্ত পৰে।

যি মূলা বাঢ়ে তাৰ দুপাততে চিন। দৈবচন্দ্ৰই অকলযে পঢ়া-শুনাত পাৰদৰ্শিতা দেখুৱাইছিল এনে নহয়। বাল্যকালত উলাবড়ীত থাকোঁতে তেখেতে লগ-সমনীয়াৰ সতে ধৰা, খেদা, গোল্লা, হাউ খেলা, বাটলুগুটিৰে বণ্টা খেলা, টেঙা আৰু ৰবৰৰ বল খেলা, কড়ি, কচুগুটি, ঢাল খেলা বালক দৈবচন্দ্ৰ গুৱাহাটী পাই সাময়িকভাৱে সংগীহীন হ'লেও অতি কম সময়ৰ ভিতৰতে খেল-ধেমালিৰ দল সংগঠনৰ লগত জড়িত হয়। তেখেত চুটি-চাপৰ আৰু ঘুটমুটীয়া বিধৰ আছিল যদিও শাৰীৰিক শক্তি অটুট আছিল। সেয়ে ফুটবল খেলাত বেচ সুনাম অৰ্জন কৰিব পাৰিছিল। তেখেতে প্ৰথমতে কলেজিয়েট স্কুল টিমত খেলি যোগ্যতাৰ পৰিচয় দিবলৈ সক্ষম হয়। তাৰ চিনস্বৰূপে দৈবচন্দ্ৰই কটন কলেজ টিমতো ফুটবল খেলাৰ সুযোগ পায়। এই টিমৰ যোগেদি তেখেতে অসমৰ বিভিন্ন ঠাইত (শ্বিলঙকে ধৰি) টুৰ্নামেণ্ট খেলি মেডেল আদিও পায়। টিমলৈও বিজয় কঢ়িয়াই আনে। সেই সময়ৰ খেলপ্ৰেমী আৰু দৰ্শকৰ মনত সাঁচ বহুৱাব পৰা সুদক্ষ খেলুৱৈ হিচাপে দৈবচন্দ্ৰ আৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ নাম মানুহৰ মুখে মুখে উচ্চাৰিত হৈছিল।

জননী জন্মভূমি স্বৰ্গাদপি গৰীয়সী। দৈবচন্দ্ৰই অসমৰ ছাত্ৰ-সংগঠনৰ নেতৃত্ব দিছিল। তৰুণ চন্দ্ৰ ভট্টাচাৰ্য আৰু তেখেতে ১৯২০ চনত অনুষ্ঠিত সদৌ ভাৰত ছাত্ৰ সন্মিলনত অসমৰ প্ৰতিনিধি হিছাপে যোগদান কৰিছিল। উক্ত সভাত সভাপতিত্ব কৰিছিল পঞ্জাব কেশৰী লালা লাজপত ৰায়ে। একে সময়তে বহ্য কংগ্ৰেছ মহাসভাত অসহযোগ আন্দোলনৰ গুৰুত্বপূৰ্ণ প্ৰস্তাৱ গ্ৰহণ কৰা হয়। তেতিয়াৰে পৰা ছাত্ৰ সমাজত ৰাজনীতিৰ বীজ সোমায়। সমগ্ৰ দেশৰ ছাত্ৰই স্কুল-কলেজ বয়কট কৰাৰ প্ৰস্তাৱ লয়। অসমৰ ছাত্ৰ সমাজেও স্বৰাজৰ কামত আত্মনিয়োগ কৰে, অসহযোগ কাৰ্যসূচীত যোগদান কৰে। ইয়াৰ লগে লগে ছাত্ৰৰ মাজত উগ্ৰপন্থী আন্দোলন গঢ়ি উঠে। থানা আক্ৰমণ, ৰেল-লাইনৰ ক্ষতি সাধন, দলং ভঙা, বোমা পেলোৱা, অগ্নি-সংযোগ আদি কাৰ্যসূচীৰে বৃটিছ শাসনৰ বিপৰীতে প্ৰবল জনমত গঢ়ি উঠে। ঠায়ে ঠায়ে ভলণ্টিয়াৰ বাহিনী সক্ৰিয় হয়। এফালে শান্তিপ্ৰিয় অসহযোগ আনফালে সশস্ত্ৰ বাহিনীৰ বিদ্ৰোহ ঘোষণা। বিষয়টোৰ

ভয়াবহতা আৰু গুৰুত্ব উপলব্ধি কৰি দৈৱচন্দ্ৰই তেজপুৰৰ পৰা দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাক মাতি আনি নেতৃবৃন্দৰে আলোচনা কৰি মহাত্মাৰ আহ্বানক্ৰমে শান্তিপূৰ্ণ অসহযোগ বিয়পাই তোলাত ব্ৰতী হয়। এই অসহযোগত উকিল সংস্থায়ো যোগদান কৰে। এই অসহযোগ আন্দোলনৰ নেতৃত্ব দিয়ে দেশভক্ত তৰুণৰাম ফুকন আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱে।

সংঘাতে তুলি দিয়ে জীৱনৰ নতুন তৰংগ। ৰকমা সমস্যাত জৰ্জৰিত হৈ দেশসেৱা আৰু ছাত্ৰজীৱন সামৰি দৈৱচন্দ্ৰই গুৱাহাটীৰ উপায়ুক্তৰ কাৰ্যালয়ত ১৯২৪ চনত যোগদান কৰে। ১৯২৯ চনত সাবিত্ৰীবালাৰ সতে বিয়াহ-পাশত আবদ্ধ হয় আৰু শান্তিপুৰত মাটি কিনি বসবাস কৰিবলৈ লয়। চাৰিজনী জীয়ৰী ক্ৰমে– খোমা (মাইকণ) ভৰালী, পাৰ্বতী (চানমাই) বৰা, ভানুমতী (কণমাই) বৰ্মন, অৰুন্ধতী (চানকণ) তালুকদাৰৰ পিছত একমাত্ৰ ল'ৰা অশোক (বাপকণ) তালুকদাৰৰ পিতৃ দৈৱচন্দ্ৰ তালুকদাৰে ১৯৫৯ চনত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে। তেখেতৰ পিছৰজনী মাকৰ ফালৰ ভাতৃ নিকুঞ্জ (বাপু) আৰু অনিতি নামৰ ভনী এজনী। ১৯৬০ চনত পিতৃ জগৎ ৰামৰ বিয়োগ ঘটে। ১৯৭১ চনৰ ১৬ ছেপ্টেম্বৰত পত্নী-বিয়োগ হয়।

উপায়ুক্তৰ কাৰ্যালয়ত কাম কৰা কালত অসমৰ গৱৰ্ণৰ শ্ৰীপ্ৰকাশ, জয়ৰাম দৌলতৰাম, উপায়ুক্তকে ধৰি বিভিন্ন চৰকাৰী উচ্চপদস্থ বিষয়াক অসমীয়া ভাষাৰ প্ৰতি উদ্বুদ্ধ কৰে আৰু তেখেতসকলক অসমীয়া ভাষা-জ্ঞান দিয়ে। চৰকাৰী চাকৰিত থাকি সক্ৰিয় ৰাজনীতিৰ পৰা বিৰত থাকিলেও অসম ভ্ৰমণ কালত ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰু আৰু ইন্দিৰা গান্ধীক সাক্ষাত কৰি অসমৰ পৰামৰ্শ আগবঢ়ায়। ইয়াৰ বাহিৰেও কলা, সংস্কৃতি, সাহিত্য, বুৰঞ্জী, সংবাদ-সেৱা আদিত দৈৱচন্দ্ৰই ভালেমান জ্ঞানী-গুণী, পণ্ডিত, সাহিত্যিকৰ সান্নিধ্য লাভ কৰিছিল। সেইসকলৰ ভিতৰত উল্লেখনীয় ব্যক্তিসকল হ'ল পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ, ভাষাবিদ কালিৰাম মেধি, ড° বাণীকান্ত কাকতি, বুৰঞ্জীবিদ ড° সূৰ্যকুমাৰ ভূঞা, বেণুধৰ শৰ্মা, বিহগী কবি ৰঘুনাথ চৌধাৰী, সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকা, ত্ৰৈলোক্যনাথ গোস্বামী, ডিম্বেশ্বৰ নেওগ, অম্বিকাগিৰী ৰায়চৌধুৰী আদি।

দৈৱচন্দ্ৰ সংগীত-নাটকপ্ৰিয় আছিল। তেখেতে নাটক আৰু গীত লেখিছিল। ৰেডিঅ' যোগে তেখেতৰ নাটক আৰু গীত প্ৰচাৰিত হৈছিল। উলাবড়ী হিতসাধিনী পুথি-ভঁৰাল নাট্য সংঘই নিবেদন কৰা "বামুণী কোঁৱৰ" নাটকৰ গীত আৰু কলা-নিৰ্দেশনা তেখেতে নিজে দিছিল। ঘৰত হাৰমনিয়াম বজাই গীত গাইছিল— পো-জীহঁতকো শিকাইছিল।

চিৰচেনেহী ভাষা জননীৰ একনিষ্ঠ সেৱক দৈৱচন্দ্ৰ তালুকদাৰে ছাত্ৰ জীৱনতে সাহিত্য সৃষ্টিৰ পাতনি মেলে। ১৯২১ চনত কবিতা-পুথি "প্ৰেমপট" প্ৰকাশ পায়। তেখেতে উপন্যাস (১৯), নাটক (৫৮), কবিতা (৪৮), শিশু-সাহিত্য (১৫), বুৰঞ্জী, জীৱনী আদি কৰি ১৫৩ খন গ্ৰন্থ প্ৰণয়ন কৰে। ১৯৬৪ চনত নলবাৰীত অনুষ্ঠিত অসম সাহিত্য সভাৰ কবি-সন্মিলনত সভাপতি নিৰ্বাচিত হয়। ১৯৬৪ চনতে অসম চৰকাৰৰ সাহিত্যিক পেঞ্চন লাভ কৰে। জীয়াই থকা হ'লে তেখেতে এদিন অসম সাহিত্য সভাৰ সভাপতিৰ দৰে সন্মানীয় আসনত অধিকাৰীও হ'লহেঁতেন। দৈৱচন্দ্ৰ তালুকদাৰদেৱে ১৯৬৭ চনৰ ৩ নৱেম্বৰ তাৰিখে ৰাতিপুৱা কাহ উঠি হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ ইহলীলা সম্বৰণ কৰে। এই মহৎ ব্যক্তিগৰাকীৰ জীৱনাদৰ্শ অসমৰ উত্তৰ পুৰুষৰ বাবে আদৰ্শ হৈ ৰওক।

প্ৰমোদ কাকতি

# সূচীপত্ৰ

(১)

তেতিয়া গধূলি। কেৰপাই খৰি লুৰি তাগৰি পৰি বেলি মাৰ যোৱাৰ লগে লগে ঘৰমুৱা হওঁ বুলি খৰি বান্ধিবলৈ নল বাঁহৰ টঙালি কঁহিয়াব ধৰিছে। বেলি ডুব গ'ল। এনে সময়ত গছৰ জোপোহাৰ পৰা এটা চৰাই চিঞৰি উঠিল। চৰাইৰ মাত শুনি কি চৰাই একো থিৰ কৰিব নোৱাৰিলেও কেৰপাইৰ মনত ৰং লাগিল। চৰাই কবি, অকবিৰ বুলিও নহয়, কেতেকীও নহয়। কেৰপাই লাগে লাহে খৰি বান্ধি ঘৰমুৱা হ'ব ধৰিছে। সুৰসুৰীয়া বাটেৰে এখুজি-দুখুজিকৈ আগ বাঢ়িছে। বাটৰ আগৰ মালতীৰ পাহিবোৰে মৰমতে ভৰি চুই লাজতে লেউসেউ হৈ জাপ খাই বিৰহ লাঞ্ছনা অসহ্য হোৱাৰ বাবে মাটিত ঢলি পৰিছে। সিইঁত মাটিত পৰি মূৰ্ছা গৈছে নে বিৰহৰ পোৰণিত ডেই পুৰি বাগৰি বাগৰি উচুপি কান্দিছে। কাঠচিৰীয়া কেৰপাইৰ তালৈ মন নাই। নিজ মনে কিবা অৰ্থ নোহোৱা, ভাব নোহোৱা, কথাৰ সম্বন্ধ নোহোৱা গীত গাই লৰিছে। খৰি ভাৰে সেই প্ৰত্যেক খোপতে কেৰ্ কেৰ্ শব্দ কৰি তাল ধৰিছে। হঠাৎ গীতৰ ধ্বনিকো চেৰ পেলাই নিলগত কাৰোবাৰ কণ্ঠস্বৰ প্ৰতিধ্বনিত হ'ল। কেৰপায়ে বুজিলে সিইঁতৰ গাঁৱৰে মেনো পাঠক আহিব লাগিছে। লাহে লাহে ভেটাভেটি হ'ল। কেৰপায়ে মাত লগালে, "এনে কাল-সন্ধিয়াখননো ক'লৈ বুলি ওলাইছ?"

"ৰঙমহললৈ।"

"কিয়?"

"কিনো ক'ম, পৰহিলৈ বিহু নহয়। কিন্তু ঘৰত একঠা পিঠাখোৱা চাউলো নাই। গিৰীইঁতনীয়ে আগেয়ে একো কোৱাও নাই, হওঁতে মই গাঁৱত কেইদিনমান নাছিলোঁ। আজি আহি পাওঁতেই ঘৰত বৌ-বৌৱাই উঠিছে। বৌৱাচোৱা শুনি মনটো চম্ভালিব নোৱাৰি বছৰৰ বিহুটো এনেয়ে যাব নে বুলি খুলশালীইঁতৰ ঘৰলৈ গৈ অলপ কিবা লৈ আহোঁ বুলি এতিয়াই ওলাইছোঁ। আমি নাখালেও ল'ৰা-ছোৱালীৰ মুখত অলপ-অচৰপ দিব লাগিব।" এই কৈয়ে মেনো পাঠকে খৰখোজকৈ খোজ ল'লে।

কেৰপাই থৰ হৈ থাকিল। এটা কথাও নক'লে। কেৰপাইৰ কি হ'ল? বিহু আহিছে বুলি কেৰপায়ে জানিও আনে-বানে বিচাৰি খুচৰি আজিলৈকে একো যো-জা কৰিব পৰা নাই। বিহু যিমানেই ওচৰ চাপিছেহি, কেৱল মুখত পানী নোহোৱা হৈছে। টিঙা পিঠাৰ কথাকে নকওঁ কেৰপাইৰ কলহত খুদও নাই। কেৰপায়ে ভাবিলে বিহু এইবাৰ খবালি খাওঁতে যাব। তথাপি আজি অ'ত ত'ত ফুৰি বিহুৰ কথা সমূলি পাহৰিছিলো। হঠাতে মেনো পাঠকে এনেভাৱে বিহুৰ বাতৰি কেৰপাইৰ মনত পেলাই দিয়াত কেৰপাইৰ মুখত সৰগ ভাঙি পৰিল।

দিনৰ দিনটো অযোনে খাটফুৰি বাই কেৰপাই তেতিয়া ভাগৰি পৰিছিল। বিহুৰ বাতৰিৰ লগে লগে কেৰপাইৰ মনত পৰিল পেমী এতিয়াও উপবাসে আছে। পেমীৰ মুখত এমুঠা ভাতো দিব নোৱাৰি বেজাৰে-দুখে ধল-পুৱাতেই কেৰপাই দূৰৈৰ গাঁৱলৈ খুজিবলৈ গৈছিল। ঘৰে ঘৰে ফুৰি কোঁচ ভৰি ধান পাইছে সঁচা, কিন্তু এতিয়া গৈ পৰৰ ঢেঁকীত বনিলেহে বান্ধি-বাঢ়ি খাব পাৰিব। ওচৰৰ ঢেঁকী আকৌ উদং আছে নে নাই সিওটো আকৌ সন্দেহ কৰিছে। ইপিনে আকৌ খৰি নিনিলেও ভাত খোৱা মিছা। সেই সময়তে দূৰৈৰ গাঁৱৰ পৰা উভতি আহোঁতে বাটতে হৰিধ্বনি পাই লগে ভাগে কেইডালমান খৰি বিচাৰি লৈ আহিল। বাটতে বিহুলৈ এনেভাৱে মনত পৰি কেৰপাইৰ দিহা-বুধি হেৰাল। অলপ পৰ তভক মাৰি থাকি— "কি কৰে হৰি" বুলি খোজ ল'লে।

(২)

ঘৰ পোৱাত কেৰপায়ে পেমী বুলি মাত লগালে। কিন্তু পেমীৰ মাত-বোল নাই। দুৱাৰ-ডাং ভিতৰৰ পৰা মৰা। কেৰপায়ে আকৌ মাত লগালে 'পেমী'। ভিতৰৰ পৰা সেহাই সেহাই পেমীয়ে পিতা বুলি মাতিলত কেৰপাইৰ বুকু চমকি উঠিল। "কি হৈছে পেমী— দুৱাৰখন মেলচোন।"

পেমী তেতিয়া শুই আছিল। লাহে লাহে উঠি দুৱাৰখন মেলি দি মাটিতে বহি পৰিল। দুৱাৰ-ডলি

পাৰ হৈয়ে কেৰপায়ে ততালিকে সকলো দলিয়াই পেমীৰ মূৰত ধৰিলে। পেমীৰ মুখ বৰ ৰঙা। গাটো গু-ত কৰে তপত। কেৰপায়ে বুজিলে পেমীৰ জ্বৰ উঠিছে। লাহেকৈ ধৰি আকৌ বাঁহৰ চাংখনত তুলিলেগৈ। পেমীয়ে ক'লে, "পিতা বৰ পিয়াহ লাগিছে অলপ পানী দিয়া।" ঘৰৰ চুকত থকা কাণ ভঙা মাটিৰ কলহৰ পৰা এটা বাঁহৰ চুঙাত পানী ঢালি পেমীৰ হাতত দিলে। পানী পি পেমী আকৌ শুই পৰিল। অলপ পিছত পেমীয়ে ক'লে, "পিতা এতিয়া কিবা পালা জানো?"

"কেটামান ধান পাইছোঁ।"

পেমীয়ে কথা শুনিয়ে উঠিবলৈ চেষ্টা কৰিলে। কেৰপায়ে আকৌ গাত ধৰি "কি কৰ আই" বুলি সুধিলত পেমীয়ে ক'লে, "মই ধানকেইটা বানি আনি দিওঁ। তুমি আজি দিনটো খোৱা নাই।"

"তই আজি একো কৰিব নালাগে। মই এতিয়া নাখাওঁ।"

"দিনৰ দিনটো লঘোনে থাকি এতিয়া নিশাটো এনেয়ে খপিবানে? বুঢ়া মানুহ ভাত নাখালে দুখ পাবা।"

"তই লঘোণে থাকিব পাৰিবি মই নোৱাৰিমনে?"

"মোৰ জ্বৰ হৈছে। খাওঁ বুলিলেও তুমিতো খাব নিদিয়া। এৰি দিয়া পিতা মই লবালবিকৈ আহিম।"

কেৰপাইৰ চকুলো আপোনা-আপুনি ব'ব ধৰিলে। অলপ পিছত হাতেৰে মচি "তই ভালতো যেনে বেমাৰতো সেয়ে। মই নাখালে তই নেৰিছ। বাৰু ময়ে ধানকেইটা বানি আনোঁ। তই শুই থাক। অকলে এৰি যাবও নোৱাৰোঁ।"

"যোৱা পিতা, মোৰে শপত যেনে তেনে দুটা ৰান্ধি খোৱা।"

কেৰপায়ে সিঘৰৰ বামুণীইতৰ চেনিবামক মাতি পেমীৰ ওচৰত থৈ ঠাকুৰীয়াইতৰ ঢেঁকীশালৰ ওচৰ পাই ঢেঁকীৰ মাত আৰু বোৱাৰীইতৰ খিলখিলীয়া হাঁহি শুনি উভতি আহিল। "আজি আৰু ভাত খোৱা মিছা" বুলি লাহে লাহে নিজৰ ঘৰ সোমাই মিছায়ে জুইকুৰা জ্বালি অলপ পিছতে পেমীৰ কাষ পালেহি। পেমীয়ে তেতিয়া কিবা বলকিব ধৰিছে, গাত হুঁচ নাই।

(৩)

কদমীয়ে যঁতৰটো ভালকৈ লৈ গুণ গুণ সুৰে গীত গাই গাই মহুৰা কাটিব ধৰিছে। যঁতৰৰ ঘৰ্ ঘৰ্ শব্দ আৰু মুখৰ গুণ গুণ সুৰে এটা অইন ধৰণৰ তাল মান থকা গীতৰ ঝঙ্কাৰৰ দৰে ওচৰৰ বেৰত প্ৰতিধ্বনি হৈছে। মহুৰা কতনো কাটিলে নিৰ্ণয় নাই— গীত ধৰিছে—

অতিকৈ চেনেহৰ মুগাৰে মহুৰা
অতিকৈ চেনেহৰ মাকো
তাতোকৈ চেনেহৰ ব'হাগৰ বিহুটি
নেদেখি কেনেকৈ থাকোঁ?

গীত শেষ হওঁ হওঁ হৈছে এনেতে বৃন্দা কাষ চাপি কদমীৰ লগে লগে সেই গীতকে গাই সুৰ দুগুণে তুলি ধৰিলে। কদমীয়ে বৃন্দাৰ সুৰ সিমান ভাল নাপাই "এ মই আৰু নাগাঁও– তুমিয়ে গোঁৱা" বুলি মহুৰা কাটিব ধৰিলে।

"মই গাঁলো বুলি তোমাৰ খং উঠিল। বাৰু তুমিয়ে গোৱাঁ মই নাগাঁও— শুনিয়ে থাকোঁ কদমী বাই!"

কদমীয়ে হাঁহি মাৰি ততালিকে বৃন্দাৰ মুখৰ পিনে চাই বৃন্দাৰ হাঁহিমুখ ক'লা পৰা দেখি মনে মনে বৰ দুখ পাই "গোঁৱা, তুমি নাগাবা কেলেই? মই সৌৱা সূতা ছিঙাৰ কাৰণেহে খণ্ডতে নাগাওঁ বুলিছিলোঁ। চোৱাছোঁ বাৰু সূতাবোৰ আজি কেনেকৈ ছিঙিব ধৰিছে। আইতাই এঁৱাপাক দি সূতা উহাইছিল হ'বলা।"

বৃন্দাই আগৰ সকলো কথা পাহৰি "বাৰু কদমী বাই। মই মহুৰা ফুৰাওঁ, তুমি মোক গীতৰ সুৰটো ভালকৈ শিকাবা জানো?"

কদমীয়ে আকৌ মিচিকিয়া হাঁহি মাৰি, "বাৰু গীতকে ধৰাচোন, মই মহুৰা ফুৰোৱাৰ লগে লগে শিকাই যাওঁ।"

এইবাৰ আকৌ এটা নতুন গীত ধৰিলে—

"গুচি যাওঁ গুচি যাওঁ পাৰে নাৱত উঠি যাওঁ
কতক মাৰে কিলে খাওঁ
সতিনী লগলৈ যাবৰে মননি
কটনা কাটিয়ে খাওঁ।"

গীত শিকাই থাকোঁতে মণিৰাম ক'ৰবাৰ পৰা ঘপহ কৰে আহি "চিলিমটো ক'ত ক'ব পাবানে" বুলি চিঞৰি উঠিল। চিলিমৰ শব্দই গীতৰ মাত-বোল শিলি পেলালে। চিলিম বিচৰাৰ লগে লগে চ'ৰাঘৰত যে কোনোবা আহিছে কদমীয়ে বুজিলে। কদমীয়ে লাহেকৈ উত্তৰ দিলে "ইয়ালে নো কোনে চিলিম আনিব? ইয়াত যে বিচাৰিব আহিছা।"

"ক'ব নোৱাৰি, দিন-কাল যেনে হৈছে তোমালোকে যে চিলিমত হোঁপা নামাৰিবা কোনে জানে?"

কদমীয়ে লাজতে তলমূৰ কৰিলে। বৃন্দাই ততালিকে উত্তৰ দি উঠিল, "হঁ তোৰ দেখোঁ মুখ বৰ বাঢ়িছে। আইতাক কৈ গালফলা চৰ খুৱালে মজা পাবি।"

মণিৰামে কিবা ক'ব খোজোঁতে বাহিৰৰ চ'ৰাৰ পৰা "মণিয়া" বুলি চিঞৰ শুনিলত মণিয়াই কাছুটি হেৰাই "গৈছোঁ দেউতা" বুলি আকৌ বান্ধনিঘৰত সোমাই চিলিম পিয়াপি দি বিচাৰি হঠাৎ দুৱাৰ-চুকত পৰি থকা দেখি 'মৰ টাঙোনটো ইয়াতে পৰি আছে, দেখাও নাপায়' বুলি লৰালৰিকৈ তামথু-চিলিম লগাই চ'ৰাঘৰ পালেগৈ। মণিৰামৰ লৰালৰি আৰু অঙ্গি-ভঙ্গি দেখি বৃন্দা আৰু কদমীয়ে ফিচিকা-ফিচিকিকৈ হাঁহি ৰ'ল।

(৪)

"আপুনি কালি নহাত দেউতাই মোক আপোনাৰ তালৈ পঠিয়াইছিল। কিন্তু তাতো আপোনাক নাপালোঁ। আপুনি ক'লৈ গৈছিল?"

"বাচোন আগেয়ে ধঁপাত আনগৈ পিছতো আনবোৰ সুধিবি!" মণিৰামে কথা শুনিয়ে একেলৰে বান্ধনিঘৰ পাই, "আইতা! চিলিমটোত আঙঠা কে'টামান তুলি দিয়ক, নোমল দেউতা আহিছে।" আঙঠা তুলি দিলত ধঁপাত-চিলিম নিজে টানি ধোঁৱা উলিয়াই চ'ৰাঘৰ পালেহি।

"দেউতা আজি এতিয়ালৈকে উঠা নাই জানো?" মণিৰামে উত্তৰ দিলে, "উঠিয়েই ক'ৰবালৈ গৈছে।"

"ভইতে দেখোঁ চ'ৰাঘৰৰ দুৱাৰ-খিৰিকিও মেলা নাই?"

"এৰা দেউতা নোসোমালে কোনে মেইবোৰৰ বাহৰি লয়। আমি আছোঁ আকৌ ভিতৰতে আইতাৰ আলপৈচান ধৰি।"

"মেলচোন সেইবোৰ, অলপ পোহৰ হওক।"

মণিৰামে লাহে লাহে খিৰিকি-দুৱাৰবোৰ মেলিলে। নোমলে হোঁকাটো টানি টানি হোঁকাৰ পানীৰ শব্দতে বিমুগ্ধ হৈ সংসাৰৰ সকলো কথা পাহৰি কেৱল টানিবকে ধৰিলে। মণিৰামে নিজৰ কাম অটাই কিবা ক'ব খোজোঁতে তাক ঘৰৰ পিনৰ পৰা মাতিলত সি কথা মুখতে এৰি লৰ মাৰিলে। চ'ৰাঘৰ হোঁকাৰ ধোঁৱাৰে ভৰি পৰিল, ধোঁৱাৰ মধুৰ গোন্ধে নোমলৰ প্ৰাণত আনন্দ ঢালিলে— নোমল তন্ময়। এনে সময়ত হঠাৎ খিৰিকিৰে ভিতৰত এজনী সুন্দৰী ছোৱালী দেখা পালে। নোমলৰ হোকা হাতুতে ৰ'ল। ছোৱালীৰ ৰূপৰ জেউতি তেওঁৰ চকুত পৰি ছাট মাৰি ধৰিলে— যেন এখনি নিমজ দাপোণত বেলিৰ ৰশ্মি পৰি তেওঁৰ মুখত প্ৰতিবিম্বিত হ'ল।

অলপ পিছতে এজনী বাৰ বছৰীয়া ছোৱালী চ'ৰাঘৰৰ ভিতৰ দুৱাৰৰ কাপোৰ দাঙিলে। নোমলে তেতিয়াও খিৰিকিৰ ফালৰ পৰা মুখ আঁতৰোৱা নাই। ছোৱালীৰ নাম বীণা। বীণাই দুৱাৰৰ কাপোৰখনেৰে নিজৰ মুখ আধা ঢাকি আধা উলিয়াই নোমলৰ পিনে চাই "আপুনি কেতিয়া আহিছে" বুলি সুধিলে। নোমলৰ তেতিয়াও ধ্যান ভঙা নাছিল। বীণাৰ কণ্ঠস্বৰত নোমলে হঠাৎ গভীৰ টোপনিৰ পৰা সাৰ পোৱাৰ দৰে কথাবাৰৰ বিশেষ উত্তৰ দিব নোৱাৰি "ঐ তুমি আহিছা!" এই বুলি আকৌ খিৰিকিৰ পিনে মুখ ঘূৰালে। বীণাই সুধিলে, "দেউতা আজি ৰাতিপুৱাই উঠি ক'লৈ গৈছে ক'ব পাৰেনে?" এইবাৰ নোমলৰ সম্পূৰ্ণ ধ্যান ভঙ্গ হ'ল। নোমলে উত্তৰ দিলে, "ক'তা, একো দেখোঁ ক'ব নোৱাৰোঁ।" এই বুলি কৈয়ে বীণাৰ মুখৰ পিনে একেথৰে চাই ৰ'ল। সেই মুহূৰ্ত্ততে নোমলৰ প্ৰাণত এটা আচৰিত ভাবৰ সোঁত বলে। নোমলে ভাবিছে, বাক মুহূৰ্ত্তেক চাৰলৈ ইমান পৰে খিৰিকিৰ সুৰুঙাৰে চকুৰ দৃষ্টি গোন কৰি আছিল, সেই সুন্দৰী নিজেই ওচৰ পাইছেনে? কিন্তু ক'তা, দুবছৰ আগেয়ে সদায় দেখো বীণাকে দেখা পাইছে— বীণাক সকতে

ক, খ, পঢ়াইছে, ডাঙৰত জ্ঞানোদয়, নীতিমালা— পিছত এ, বি, চি, ডি ও শিকাইছে; কিন্তু ইমান দিনেও বীণাৰ মাধুৰী ৰূপৰ প্ৰভাৱ এবাৰো অনুভৱ কৰিব পৰা নাই। আজি দুবছৰ আগেয়ে বীণাৰ সুন্দৰ মুখ কাষত বহি বহি সদায় চাইছে, কেতিয়াবা চুলি আউলী বাউলী হৈ ৰাঙলী গালত পৰি থাকিলে ভালকৈ সি খোপা বান্ধি দিছে, তথাপি এবাৰো বীণাৰ মধুৰ ৰূপ-কল্পনাত উটি-বুৰি ফুৰা নাই। এই দুবছৰৰ ভিতৰতো কিমান দিন বীণাই ভিতৰৰ দুৱাৰৰ কাষত থিয় হৈ চ'ৰাঘৰত বহা নোমলৰ লগত কথা-বতৰা হৈছে, তথাপি নোমলে বীণাৰ সৌন্দৰ্য অনুভৱ কৰা নাই, তেন্তে আজি হঠাৎ নিলগৰ পৰা মুহূৰ্ত মাথোন চাই এনেভাৱে তেওঁ ব্যাকুল হ'ল কিয়?

(৫)

আজি ব'হাগ বিহু। অসমত আজি আনন্দৰ ৰোল। দোকমোকালিতে ল'ৰা-ছোৱালীবোৰে 'দীঘলতী দীঘল পাত, গৰু বাঢ়ে জাত জাত, বাপেৰ সৰু মায়েৰ সৰু তই হ'বি বৰ গৰু,' বুলি ডাঙৰকৈ আওৰাব ধৰিছে। কোনোৱে আকৌ দীঘলতী, মাইখাতী বিচাৰিবলৈ ওলাইছে। কোনোৱে লাউ-বেঙেনা আনি বহি বহি মালা গাঁঠিব ধৰিছে। ন-বোৱাৰীসকলে ৰাতিতেই উঠি ঘৰৰ সকলো কামবোৰ অটাই শুচি হৈছে। বুঢ়ীবোৰে উঠি ততালিকে গাত পানী ঢালি আহি তিতি-বুৰি তুলসীপাত আৰু বোৱাৰীয়েকৰ সোণৰ বিৰি পানীত জুবুৰিয়াই গোটেই ঘৰটোত পানী সিঁচতিয়াই ঘৰ পবিত্ৰ কৰিছে। কাৰো শোক-খং ভাব নাই। কিন্তু কেৰপাইৰ অৱস্থা কি? পেমী আজি দিনটো মূৰ্ছা গৈছে। কেৰপায়ে এবাৰ মাতো পেমীৰ মুখৰ পৰা পোৱা নাই। গ'ল ৰাতি ধাৰাসাৰে বৰষুণ হৈছিল। কেৰপাইৰ পঁজা-ঘৰৰ সৰগ দেখা, চাল ভেদি বৰষুণৰ পানীয়ে গোটেই ঘৰ, শোৱা-পাটী, কাপোৰ-কানি শুচি কৰিছিল। ওৰে ৰাতি কেৰপাইৰ টোপনি নাই। বৰষুণত তিতি-বুৰি মৰহৰ লগত অবিয়া-অবি কৰি পেমীৰ কাষত বহি আছে। মাজে মাজে পেমী বুলি মাতি মাত নাপাই চকুলো টুকিছে। দুখৰ এনে দীঘল ৰাতিটো কোনোমতে কটালত ৰাতিপুৱা যেতিয়া পুবত বগাৰ্জাৰ দিছে, তামোল-খুন্দা খুন্দনিটো আনি এখনি তামোল কাটি হুতুৰ হুতুৰ কৈ খুন্দি খাই অলপ শান্তি লভিছে। ৰাতি পুৱালত বামুণৰ ঘৰৰ আহিনীবাই দুৱাৰমুখৰ পৰা আজি বিহুৰ দিনতো "ইমান বেলিলৈ শোৱনে" বুলি চিঞৰিব ধৰিছে। কেৰপায়ে উঠি দুৱাৰ মেলিলত আহিনীবায়ে পেমীৰ বাতৰি সুধিলে। কেৰপায়ে আগৰ দৰেই বুলি তভক্ মাৰি ৰ'ল। আহিনীয়ে আকৌ ক'লে, "বছৰৰ বিহুটো এনেয়ে যাবনে? আমাৰ গৰুকেইটা নৈত জুবুৰিয়াই আনি আমাৰ তাতে অলপ কিবা-কেনি খাবি।" কথাটোৰ উত্তৰ কেৰপায়ে কি ক'ব একো থিৰ কৰিব নোৱাৰিলে। প্ৰথমে ভাবিলে— আজি বিহু দিনত ছাল-ছিগা ভিকহু হ'লেও কাৰো এডাল কুটাও নালাৰে। তাৰ পিছত ভাবিলে এনে ৰাতিপুৱাই বুঢ়ী তিৰোতাজনীক কেনেকৈ লাজত পেলাব? বিশেষতঃ কেৰপাইৰ আনক দিবলৈ একো নাথাকিলেও কেতিয়াও কাৰো বোলা-বচন পালন নকৰাকৈ নাথাকে। যিমান টান কাম লোকে নিদিয়ক কেৰপায়ে নিজৰ সকলো কাম পেলাই থৈও সমাধা কৰে। তেন্তে আজি বিহুৰ দিনত সি এনে বুঢ়ীজনীৰ বচন কেনেকৈ পেলায়? কেৰপায়ে ভাবিলে, "নিজৰ যি হয় হওক, তেওঁক লাজত নেপেলাওঁ।" এই ভাবিয়েই আহিনীবায়ে পিছৰবাৰ সোধাত "বাৰু" বুলি কৈ থলে।

দুপৰীয়া আকৌ আহিনীবায়ে মাতিলত তেওঁকে অলপপৰ পেমীৰ ওচৰত থৈ লৰালৰিকৈ গৰুকেইটা ধুৱাই লৈ আহিল। নৈৰ পাৰৰ হাকোলা, জাঁপমৰা, ডাংগুটি, হাদুগুদু খেলা একোকে চকু নকৰিলে। এজন সৰু ল'ৰাই বাটতে পাই আগৰদৰে "কেৰ্ কেৰ্ কেৰ্ পাই" বুলি মস্কৰা কৰিলে, কিন্তু কেৰপাই আগৰদৰে বিটলিয়া ল'ৰাৰ অন্তপালিখন চা, বুঢ়াৰ আগত ল'ৰাৰ বৰ কথা ইত্যাদি একো যোজনা নামতি কাণত নিদি ভো ভো কৰে ঘৰ পালেহি। ঘৰ পাই পেমীয়ে বমি কৰা শব্দ শুনি তিৰনীখন কোনোমতে এৰি পেমীৰ মূৰত ধৰি বহি পৰিল। সেই বহাৰ লগে লগে

কেতিয়া চকা পাটত বহিল কেৰপায়ে ক'ৰকে নোৱাৰিলে। মাজতে আহিণীবাই আহি কিবা খাব মতাত কেৰপায়ে "একো নেখাওঁ" বুলি কৈ পঠিয়ালে। আহিণীৰ জয়দেউ কাকুতিতো কেৰপাই এখোজো নলৰিল। আহিণীয়ে শেষত একো উপায় নাপাই বাটি ভৰাই চিৰা-পিঠা কেৰপাইৰ ওচৰলৈ লৈ আহিল, কিন্তু পিছৰ দিনা দুপৰীয়ালৈকে য'ৰে বস্তু ত'তে ৰ'ল— কেৰপায়ে বস্তু চুব ছাৰি এবাৰ চকু ঘূৰায়ো নাচালে— কেৰপাইৰ চকু কেৱল সেই কেঁহবাজৰ ৰৰণৰ দৰে ক'লা পৰি যোৱা পেমীৰ সুকোমল মুখখনিত।

(৬)

যি মুহূৰ্তত নোমলে এটি সৰগৰ অপচৰাৰ মোহিনী মূৰ্তি চমকতে বিজুলীৰ দৰে অন্তৰ্দ্ধান হোৱা দেখিলে, সেই মুহূৰ্তৰে পৰা নোমলৰ মনৰ শান্তি দূৰ হ'ল। নোমলে এখন অসীম অনন্ত কল্পনাৰ ৰাজ্যত উটি-ভূৰি ফুৰিব ধৰিলে। কোন সেই ছোৱালী? ইমান দিনে তেওঁ উকিলৰ ঘৰত মহৰী কাম কৰি ৰাতিপুৱা-গধূলি সেই ঘৰতে আছে— নোমলে দৈৱকী বৰুৱা উকিলৰ সকলোটি প্ৰাণীকে জানে, কেইটা কুকুৰ-মেকুৰীয়ে উকিলৰ ভঁৰাল-ঘৰৰ ওচৰত শুই থাকে, নোমলে বাতৰি ৰাখে— কিন্তু এনে অপৰূপ ৰূপ, এনে কেঁকোৰা চুলি, ফুটো ফুটো তেজৰ বাগুলী গালৰ ছোৱালী নোমলে কেতিয়াও তেওঁলোকৰ ঘৰত দেখা নাই। নোমলে ছাত্ৰবৃত্তি পাছ কৰি নৰ্মাল পঢ়িবলৈ খৰচ নাপাই উকিলৰ তলত মহৰী হৈছে; উকিলৰ উদগনিত এতিয়া মুক্তিয়াৰী পঢ়ি অহা বছৰলৈ পৰীক্ষা দিবলৈ সাজু হ'ব ধৰিছে; উকিলৰ ঘৰতে দিনৰ বেছি সময় কটায়। কেৱল নিশাটো নিজৰ জুপুৰি ঘৰত পৰি থাকিলেই সুখৰ নিদ্ৰাত টোপনি যায়। কিন্তু আজি হঠাৎ এনে আচহুৱা মুখ দেখি নোমল আচৰিত হ'ল। নোমলে ভাবিছে হয় কোনোবা নতুন আলহী উকিলৰ ঘৰলৈ আহিছে, নাইবা তেওঁৰ দৃষ্টিৰ ভুল হৈছে। যিয়ে নহওক, তিৰোতাৰ যে এনে অতুলনীয় ৰূপ থাকিব পাৰে নোমলে কেতিয়াও ভৰা নাছিল। সেই কাৰণে পিছ মুহূৰ্ততে বীণাক ওচৰত পাই সেয়ে এই ছোৱালী নে এবাৰ গুণিছিল; লগে লগে ছোৱালীবোৰৰ কিছুত আচল সৌন্দৰ্য, তাক চাবলৈ বীণাৰ মুখলৈ ৰ লাগি চাই আছিল। কিন্তু বীণাৰ মদন-মোহিনী সৌন্দৰ্যতো নোমলে তৃপ্তি নাপালে। নোমলে ভাবিলে, যদি যথাৰ্থতে সেই সুন্দৰীয়ে এই সুন্দৰী, তেনেহ'লে সুকুমৰ ঝমক-ঝমক কিৰণত সেই দৃশ্যত বীণা আচৰিতভাৱে শোভিছিল, বাল-সূৰ্য্যৰ হেঙুলী ৰ'দানিত বীণাৰ বাগুলী গাল ধুনীয়াতকৈ ধুনীয়া হৈছিল— কেঁকোৰা চুলিয়ে বতাহৰ টোত কবিতাৰ লহৰি তুলিছিল। সেই সময়ত নোমলৰ মনত এনে উখল-মাখল লাগিছিল যে বীণাক নতুন আলহীৰ কথা সোধো বুলিও মুহূৰ্ততে পাহৰিছিল। পিছত বীণাৰ লগত আন আন কথা পাতি হিয়াত গধুৰ বোজা লৈ নিজৰ ঘৰ পাইছিল।

দৈৱকী উকিলে আজি ষোল বছৰ ওকালতি গুৱাহাটীৰ আদালতত কৰিছে। তেওঁৰ মাহিলি আৰ্জন পাঁচ শৰ কম নহয়। কিন্তু এই পাঁচশৰ ভিতৰত এশ তেওঁৰ গাঁৱৰ দুখীয়া মানুহবিলাকৰ ল'ৰাবিলাকৰ শিক্ষা আৰু খেতি-খোলাৰ উন্নতিৰ কাৰণে দিয়ে, এশ ধৰ্মকাৰ্য আৰু ভিকহুৰ ভিক্ষাৰ অৰ্থে ব্যৱহাৰ কৰে, দুশৰে কোনোমতে ঘৰখন চলাই বাকী শ জমা ৰাখে। গুৱাহাটীৰ এনে কোনো মানুহ নাই, যিয়ে তেওঁৰ কাম দেখি ধন্যবাদ নিদিয়ে। তেওঁৰ দান-দক্ষিণাত সকলোৱে তৃপ্তি পায়। ঋণ লাগিলেই তেওঁৰ ওচৰ পায়হি। তেওঁ সুদ নোহোৱাকৈ টকা ধাৰে দিয়ে বুলি জনাজাত। ইপিনে আকৌ ধাৰ সধাতো আহুকাল নিদিয়ে। ধৰুৱাই ইচ্ছামতে দিলে যদি দিলে, নিদিলে নাই। তেওঁৰ সৰলতাত মানুহ মুগ্ধ, বদান্যতাত মানুহে আনন্দ পায়। শ্ৰীলক্ষ্মীয়েও তেওঁৰ গুণতে মুগ্ধ হৈ তেওঁৰ ভঁৰালত উঠিছেহি। টকা-কড়ি, ধান-চাউল তেওঁৰ উভৈনদী। তেওঁৰ ঘৈণীয়েক তুলসী দেৱীও সুন্দৰী— দেখনিয়াৰ। মানুহৰ মন কথাতে পমি যায়। তেওঁৰ দুজনী ছোৱালী— বীণা আৰু বৃন্দা। বীণা বৃন্দাতকৈ ডাঙৰ।

দীন মামেৰে তেওঁৰ এটা ল'ৰা। ল'ৰাজনেই বয়সত আটাইতকৈ ডাঙৰ। দীন এতিয়া হাইস্কুলৰ প্ৰথম শ্ৰেণীত পঢ়ে। উকিলৰ ঘৰ লগুৱা-লিকচোৰে ভৰা। অতিথি ঘৰৰ পৰা নুগুচে। সম্বন্ধীয়া পেহী, মাহী, মামী তেওঁৰ ঘৰত এজনা নাইবা এজনা আছেই। কিন্তু আচৰিত কথা, তেওঁলোকৰ ভিতৰত এদিনো দাঁতে-ওঁঠে লগা নাই। তুলসীৰ নিৰ্মল চৰিত্ৰত তেওঁলোক সকলো আনন্দিত। দৈৱকী উকিলে ৰাতিপুৱাই উঠি দৈনিক কাম হাতত লয়। ওকালতি কৰিলেও তেওঁ কোনো দিনাও সাক্ষীক মিছা কথা ক'বলৈ উদগনি দিয়া নাই, আচামী, গোচৰীয়াক বেয়া বুদ্ধি দি জিকাবলৈ চেষ্টা কৰা নাই। সিইঁতে তেওঁৰ আগত যেনেভাৱে কয়, সেইভাৱে মোকৰ্দমা তুলি তাতে নিজৰ বুদ্ধি খটাই মোকৰ্দমাত জিত কৰে। আচৰিত কথা, দৈৱকী উকিল এনে সৰলভাৱে চলিও কেনেকৈ বহুত মোকৰ্দমা জিত কৰে? ইমান দিন ঘড়ীৰ কাঁটাৰ দৰে দৈৱকী উকিলে নিজৰ কৰ্তব্য কৰিছে, কিন্তু আজি ৰাতিপুৱাই তেওঁ ক'লৈ গ'ল?

বেলা দহোটা বাজিল তথাপি তেওঁ উলটি অহা নাই। নোমলে বৈ বৈ আমনি পাই ঘৰলৈ উভতিছে। ৰন্ধা ভাত উকিলনীয়ে বাঢ়ি আখলতে এৰি আহি মণিৰামক চাৰিওপিনে পঠিয়াই পিয়াপি দি বিচৰাই ফুৰাইছে। ভৰ দুপৰ হ'ল। মণিৰামে উকিলক নাপাই উভতি আহিল। গোটেই ঘৰখনত এটা নজনা-নুশুনা ভাৱে তোলপাৰ লগালে। উকিলৰ কি হ'ল?

(৭)

নোমলৰ প্ৰাণত আজি কিহে হুম্ হুম্ কৰিছে? আজি নোমলৰ কিতাপলৈ চকু নাই। কিবা ভাৱত উটি-বুৰি নিজৰ শোৱা-পাটীতে পৰি ভাঁবি ভাবি ব্যাকুল হৈছে। একোবাৰ বুকুখনত চেপা দি অলপ সান্ত্বনা লভিছে। এনেতে বুঢ়ী আয়েক আহি "বোপা, কাছাৰীলৈ যাবলৈ বেলি হ'ল, গা ধুই ভাত খোৱাহি।" নোমলে পোঁছো আই বুলি যেনেভাৱে আছিল তেনে ভাৱে ৰ'ল। মাজতে এখন্টা উকলিল। আকৌ আয়েক আহি "বোপা, কিবা হৈছেনেকি? আহাঁ, ভাতকেইটা খালেহে মই উদং হ'ব পাৰোঁ। মই আকৌ গোসাঁই-ঘৰত সোমালে কিবা লাগিলে দিয়া অসুবিধা হ'ব।" নোমলে এইবাৰ লাজতে "বাৰু আই, ভাতকেইটা বাঢ়ি তুমি গোসাঁইঘৰত সোমোৱাগৈ। মই গা ধুয়েই খাওঁ।" এই বুলি কৈয়েই গামোচাখন দাঁৰৰ পৰা কান্ধত লৈ তেল ঘঁহিব ধৰিলে। বুঢ়ী আয়েকে নোমলে কোৱামতে কাম কৰিলে। নোমলে তেল ঘঁহিছে আৰু উতনুৱা ভাৱৰ প্ৰতাপত ডেই-পুৰি মৰিব ধৰিছে। নোমলে ভাৱিছে— যদি সেই ছোৱালী যথাৰ্থই বীণা হয়, তেন্তে তেওঁৰ সকলো আশা-পুলি দুপাততে জঁয় পৰিল। কিন্তু যদি বীণা নহয়, তেন্তে তেওঁ কোন? উকিলৰ কিবা লগা-ভগা নে? যেয়ে নহওক, নোমলৰ নিচিনা সামান্য মহুৰী এটাই তেওঁক পাব নোৱাৰে, পিতৰ ত্ৰৰাই আকাশী তৰাই মিল হ'ব নোৱাৰে, সুন্দৰ মনোহৰ প্ৰতিমা স্পৰ্শ কৰিবলৈ নোমলে কেনেকৈ সাহ কৰিব? তাৰ উপৰিও নোমলে ভাৱিছে, যদি সেই ছোৱালী বীণা নহয়, তেন্তে তেওঁ বিবাহিতাও হ'ব পাৰে। এই কথা ভাবোতে ভাবোতে নোমলে জগতজুৰি কেৱল নিৰাশাৰ ছবিহে দেখিলে। কিন্তু অবুজ মনে বুজনি নামানে। নোমলৰ ভাৱৰ অন্ত নপৰে। হঠাৎ ৰান্ধনি ঘৰত কাঁহীৰ কিবা শব্দ শুনি নোমল চমক্ খাই উঠিল। তেল ঘঁহিব এৰি ততালিকে গা ধুই ৰান্ধনি ঘৰ পাই দেখে, ক'লা মেকুৰীটোৱে তেওঁৰ ভাতৰ কাঁহীৰ মাছ দুডোখৰ নি মোকোৰা-মোকোৰকৈ খাব ধৰিছে। নোমলে নিজৰ দোষতে ভাগ হেৰোৱা দেখি মেকুৰীটোক একো নকৰি মনে মনে ভাত খাব ধৰিলে। খাওঁতে খাওঁতে তেওঁৰ মনত পৰিল জানোচা বুঢ়ী আইৰ ভাতকেইটাও মেকুৰীটোৱে খাইছে। তেওঁ মূৰ দাঙি চকুলৈ চাই কোৰাচখন যাটিত পৰা দেখি ভাৱিলে সৰ্বনাশ। কিন্তু চকৰ ওপৰত এখন কাঁহী থকা দেখি, যি হওক ৰক্ষা পৰিছে বুলি ভাতকেইটা খাই আকৌ নিজৰ শোৱা-পাটী পালেহি। ভায়েল খাই অটাই শুই পৰিল। কাছাৰীলৈ আজি নাযাওঁ বুলি মনে মনে থিৰ কৰিলে। শোৱাৰ লগে লগে ভাত খোৱা আমেজত গভীৰ

টোপনিত পৰিল। সেই টোপনিতে সুখৰ সপোন দেখি আনন্দত উত্ৰাৱল হৈছে। তেওঁ দেখিছে জানোচা বীণাই তেওঁৰ কাষত বহি সুন্দৰকৈ তামোল থুৰিয়াই "হৌৱা, খোঁৱা" বুলি হাত মেলিছে— তামোল অনাৰ ছলতে তেওঁ তাইৰ কোমল হাত চুব পাই আনন্দত উত্ৰাৱল হৈছে। অলপ পিছত বীণাই কিবা এখন কিতাপ পঢ়ি নিজে খিলখিলাই হাঁহি উঠিছে; সেই হাঁহিৰ লগে লগে নোমল এখন অপূৰ্ব ৰাজ্যত সোমাই আনন্দৰ অমৃত পান কৰি পিয়াপি দি ফুৰিছে। শুই থাকোঁতে থাকোঁতে বুঢ়ী আয়েকে আহি "আজি কাছাৰীলৈ নগৈ শুই থাকিলি কিয়" বুলি সোধা তেওঁৰ কাণত পৰিল। তেওঁ সপোনত দেখিলে যেন বীণাই তেওঁক ওৰে দিনটো শুই থকা দেখি বিৰক্ত হৈ "শুইয়ে থাকেনে? উঠক" বুলি চিঞৰিব ধৰিছে। বুঢ়ী আয়েকৰ দ্বিতীয়বাৰ চিঞৰত নোমলৰ টোপনি ভাঙিল। চকু-মুখ মোহাৰি "আজি গাটো বৰ অসুখ হৈছে, একো কামকে কৰিবৰ ইচ্ছা হোৱা নাই" বুলি বৰকৈ হামিয়াব ধৰিলে। গোটেই গাটো আঁজোৰা-আঁজুৰি কৰি আকৌ শুই পৰিল। বুঢ়ী আয়েক সেইপিনে টৈপাটেপ হৈ ভাগি পৰিল। "গা অসুখ যদি ভাত খালি কিয়? মোৰ মূৰ খোৱা" বুলি ওচৰ চাপি লেপখন গাত দি "এইখন লৈ শুই থাক, অলপ ঘাম ওলালে ভাল পাবি, মই তপত পানী আনি দিওঁ।" বুঢ়ী তত্তালিকে গৈ পানী তপত কৰিব ধৰিলে। পানী তপত হ'লত এটা চৰিয়াত কৰি এচৰিয়া পানী আনি নোমলৰ ভৰি-হাত ধুৱালে। বুঢ়ীৰ আতৌ-পুতৌ দেখি নোমলৰ মনত লাজ আৰু আনন্দৰ ভাৱে উগুল-থুগুল লগালে। বুঢ়ীৰ এনে অৱস্থা নহৈ কি হ'ব পাৰে? বুঢ়ীৰ যে আৰু নিজৰ বুলিবৰ কেও নাই। ঘৰভৰা পৰিয়াল, ধন-সম্পত্তি কতনা বুঢ়ীৰ চকুৰ আগতে লয় হৈছে। মৰোঁ বোলোতে গোহালিৰ গৰু এটি এটি কৈ শেষ হৈছে— পানী লগা জ্বৰ বুলিয়ে কেইজনা সিফলীয়া হৈছে। সেই কাৰণে বুঢ়ী আজি এনে সাৱধান। বুঢ়ীয়ে ভাবিছে এইবাৰ লাগে যদি যমৰ লগতো যুঁজ কৰি নোমলক ৰক্ষা কৰিব। সেই কাৰণে নোমলৰ অলপ কিবা হোৱা বুলিলেই বুঢ়ীৰ গাত তত নোহোৱা হয়।

(৮)

দৈৱকী উকিল ৰাতিপুৱা দোক-মোকালিতে উঠি উষাৰ মলয় বতাহত ফুৰিবলৈ নৈ-পাৰলৈ লাহে লাহে গৈছে। নৈ-পাৰৰ মনোহৰ শোভা চাই তেওঁ আনন্দত বিহ্বল হৈ পাৰে পাৰে গৈ আছে। এনেতে এজনী বুঢ়ী তিৰোতা আহি তেওঁৰ ভৰিৰ ওচৰত বাগৰি পৰিল। তেওঁ দেখি অবাক হ'ল। বুঢ়ীজনীয়ে উকিলৰ দুয়োখন ভৰি হাতেৰে জপাই ধৰি "মোক ৰক্ষা কৰক, আপুনি দয়া নকৰিলে মই মৰোঁ।" উকিলে ভৰি দুখন কাষৰকৈ নি বুঢ়ীৰ এনে কাও-বাও দেখি আচৰিত হৈ "তোৰ কি হৈছে বুঢ়ী" বুলি সোধাত বুঢ়ীয়ে ক'লে, "আপুনি মোৰ চিন পাহৰিছে, কিন্তু মই আপোনাক পাহৰা নাই। আজি সাত বছৰ হ'ল আপোনাৰ ওচৰলৈ মোৰ স্বামীৰ সম্পত্তিৰ মোকৰ্দমা লৈ আহিছিলোঁ। আপুনি উকিল থাকিয়ে মোৰ প্ৰাপ্যধন ভোগ কৰিব দিছে, আপোনাৰ উপকাৰ মই চিৰকাল নুভুলোঁ।"

"বাৰু সেইবোৰ এৰ, এতিয়া কি হৈছে ক।"

বুঢ়ীয়ে ক'লে, "আজি চাৰিদিন একেৰাহে জ্বৰ। মই কামাখ্যা চাবলৈ আহি জ্বৰত পৰি খোজকে কাঢ়িব নোৱৰা হৈছোঁ।"

"তোৰ লগত বাৰু কাকো অনা নাছিলিনে?"

"নাই দেউতা, ঘৰত নাতিটোৱে হালপাট বাব ধৰিছে, এজন ইয়াৰে পাণ্ডাৰ লগ পাই তেওঁৰ লগতে আহিছিলোঁ।"

"পাণ্ডাইতে তোৰ জ্বৰ দেখিও তাতে ৰাখিব নোৱাৰিলেনে?"

"ৰাখিবলৈ চেষ্টা কৰিছিল, কিন্তু মইয়ে থাকিব নুখুজিলোঁ। কালি ৰাতিৰি পাইছোঁ মোৰ ঘৰত চোৰ সোমাই সকলো লুটি-পুতি নিছে।" এই বুলি কৈয়ে বুঢ়ীয়ে এখন হালধীয়া খাম তেওঁৰ হাতত দিলে। উকিলে চাইয়ে, "তোৰ পাণ্ডাটো লগত লৈ নাহিলি কিয়?"

"পাণ্ডাৰ ঘৰতো বিপদ, ঘৰ পৰিয়াল গোটেই কেইজনবে নৰীয়া; তাতে আমতিৰ সময় ওচৰ

চাপিছে, যাত্ৰীয়ে ঘৰ ভৰি আছে। এনে সময়ত মোক কেনেকৈ থৈ আহোঁগৈ।"

"তাতে তই ভালকৈ দক্ষিণাও দিব পৰা নাই হ'বলা। বাৰু সেইবিলাক থাওক, তই এনে জ্বৰৰ পাৰে নগৈ আমাৰ ঘৰলৈকে ব'ল, কেইদিনমান থাকি ভাল হৈ যাবি।"

"নাই দেউতা মই চুঁচৰি-বাগৰি ঘৰটো পালেহে মনটো ভাল লাগিব। অকলশৰীয়া ল'ৰাটোক এৰি আহিছোঁ, চোৰে বা কি নিলে তাকো ক'ব নোৱাৰোঁ, মনটো খুদুৱাব ধৰিছে।"

উকিলে আৰু একো হকা-বধা নকৰি লাহে লাহে ধৰি নি জাহাজঘাট পোৱালে। জাহাজত উঠিয়ে বুঢ়ী ঢলি পৰিল। উকিলে কোনোবা চিনাকি মানুহ পায় বুলি জাহাজৰ চাৰিওকালে বিচাৰি চালে। কিন্তু তেওঁ কাকো দেখা নাপালে। জাহাজ আজি বাণিচাৰ কুলী আৰু মৈমনছিঙীয়া বঙালেৰে ভৰপূৰ। তেজপুৰলৈ যোৱা দেশী মানুহ এজনো নাই। এনে নিৰুপায় অৱস্থাত অকলশৰীয়াকৈ বুঢ়ীজনীক জাহাজৰ ওপৰত এৰিবলৈ দয়ালু উকিলৰ মত নহ'ল। উকিলে মুহূৰ্তকো নাভাবি দুখন টিকট কাটি জাহাজত উঠা মাত্ৰকে জাহাজ এৰি দিলে। ঘৰলৈ একো বাতৰি কাৰো আগত কৈ পঠিয়াব নোৱাৰিলে। গোটেই বাট বুঢ়ীয়ে জ্বৰতে ধৰফৰাই গৈছে, উকিলে তেওঁৰ আলপৈচান ধৰি নিজৰ পৰিয়ালৰ দৰে সেৱা-শুশ্ৰূষা কৰিছে। তেওঁৰ সেৱা-শুশ্ৰূষা দেখি কোনে ক'ব বুঢ়ীজনী দহ মাহ লালাট ভুঞ্জা তেওঁৰ চেনেহী আই নহয়? বুঢ়ীয়ে তেওঁৰ এনে কৰুণ ভাব আৰু মৰম দেখি বিমোহিত হ'ল। মাজে মাজে কেতিয়াবা তেওঁৰ মূৰটো চুই "আপোনাক ঈশ্বৰে মঙ্গল কৰক, মোৰ চুলিৰ সমান আয়ু হওক" বুলি জোলোকা জোলোকে আশীৰ্বাদ দিছে। জাহাজ ভোঁ ভোঁ কৰে লুইতৰ প্ৰকাণ্ড সোঁতক চেৰ পেলাই উজাবলৈ ধৰিছে। দৃশ্যৰ পিছত প্ৰকৃতিৰ মনোহৰ দৃশ্য গুলাইছে আৰু যাব গৈছে। উকিলে মাজতে ভাবিলে ঘৰত আজি হাহাকাৰ লাগিব। একো বা-বাতৰিও দিয়া নহ'ল। যি নহওক, মঙ্গলদৈ পায়ে টেলিগ্ৰাম পঠিয়াব লাগিব।

(৯)

সিদিনাৰ দিনটো উকিলৰ ঘৰত কেনেভাৱে গৈছে ভাবিলেও অস্থিৰ হ'ব লাগে। ৰাতিপুৱাৰ পৰা দুপৰীয়া সময়ত টেলিগ্ৰাম বাৰ্তা পাই সকলো সুস্থিৰ হ'ল। বৃন্দাই সকলোটিকে লাজ দিব ধৰিলে। "মই কৈছো নহয় দেউতা কিবা কামত গৈছে, তোমালোকে মোক বিশ্বাসে নকৰা, এতিয়া?" উকিলনীয়ে ক'লে "অঁ, তোৰ কথা নুশুনিতো এনেখন অতপালি হ'ল, দেউতাৰ যেনে, তইয়ো তেনে। আগৰ পৰা বাতৰি নাই, যাওঁ বোলোতে গুচি গৈছে। যদি মঙ্গলদৈলৈ যায়, তেনেহ'লে পৰহিতে আমাক ক'লে জগৰ হ'লহেঁতেন নে? একো খাবৰ বস্তুও লগত নিয়া নাই; শোৱা-পাটী, আঁঠুৱাখনো নিয়া নাই, মহৰ প্ৰতাপত তাত গৈ কেনেকৈ বা শুইছে? আমাক নকয় নহয়, মণিৰামক লগত নিলেও হয়— সেইটোও নাই।"

বৃন্দাই হাঁহি ক'বলৈ ধৰিলে, "তোমালোকৰ দৰে তেওঁ তিৰোতা নহয় যে এঠাইলৈ যাব লাগিলেই বৰ-জাপি, লগুৱা-লিকচৌ, গাড়ী-নাও ঠিক কৰোঁতে দুদিন যাব। তাৰ পিছত সাজোতে কাচোঁতে..."

নিৰ্মলাই হাঁহি, "থ থ তোৰ কথা। এতিয়া আহ ভিতৰত এক আধ্যা কীৰ্তন পঢ়হি। দীনক পঢ়িব দিলোঁ উঠি লৰ মাৰিলে। মোৰ কাম নহ'লে মইয়ে পঢ়িলোঁহেতেন। পেহীদেউৰাই এক আধ্যা কীৰ্তন পঢ়িব লাগে বুলি ধৰকৈ ধৰিছে।"

"কিয়! বাইদেৱে নপঢ়ে কিয়? বাইদেউৰ মাত দেখো বৰ সুন্দৰ।"

"নপঢ়ে হেনো। আজি দেখো শোৱা-পাটীতে পৰি আছে। দেউতাক এদিন ঘৰত নহওঁতে কান্দি-কাটি জুৰুলা-জুপুৰা। মই তাইৰ কুঠৰি সোমাই চাই দেখো গাৰুটো চেপেটা কৰি শুই শুই কান্দিব ধৰিছে। এনে পেনেকা ছোৱালী মই দেখাও নাই, শুনাও নাই।"

বৃন্দাই আৰু একো নকৈ চাঙৰ পৰা কীৰ্তনখন নমাই নি পেহীয়েকহঁতৰ আগত বটাটোত থৈ পঢ়িব ধৰিলে। কীৰ্তনৰ ভক্তিৰ কথা আৰু বৃন্দাৰ ধ্বনি মাতে শুনোতাৰ মন-প্ৰাণ হৰি নিলে। বৃন্দাই কীৰ্তনৰ গূঢ় অৰ্থবোধ

নুবুজে। পেহীয়েকে নিজে পঢ়িব নাজানিলেও সদায় শুনি শুনি দুলৰী-লেচাৰী সকলোবোৰ মনত ৰাখিছিল। পৰৱিজালত পুঠী-খলিহা পলাই গ'লেও পেহীয়েকৰ মুখৰ পৰা কীৰ্তনৰ নামবোৰ পলাব নোৱাৰিছিল। বৃন্দাই পঢ়াৰ লগে লগে তেওঁ মুখেৰে গাই গাই টান টান অৰ্থবোৰ ভাঙিছিল। কীৰ্তন পঢ়াৰ লগে লগে পেহীয়েকৰ জ্ঞানৰ সুন্দৰ প্ৰমাণ পোৱা গৈছিল। ভক্তিলৈ ধাউতি যেনে নহওক, পেহীয়েকে নিজৰ পাৰ্গভালি দেখুৱাবলৈ, কীৰ্তন পঢ়া শুনিবলৈ তেওঁৰ এনে হাবিলাষ।

উকিলনীয়ে কাম-বন অটাই তাঁত-শালত বহি পাটৰ বিহাত গুণাৰ ফুল তুলিব ধৰিছে। আন দিনা হ'লে মাকৰ লগতে বীণাই সহায় কৰে, নাইবা মাকক আহৰি দি নিজে ফুল তুলি বং পায়। আজি বীণা ওচৰত নোহোৱাত মাকে একমনে তাঁত বৈ আছে। এনে সময়ত কদমী ওচৰ চাপি "আইতা গোহালিত এটা গৰু পোৱালি জগিব ধৰিছে চাওকহিচোন।" উকিলনীয়ে ফুল তুলিব এৰি গোহালিলৈ আহি কদমীৰ কথাৰ প্ৰমাণ পাই বীণাৰ পেহীয়েকক মাতিবলৈ পঠিয়ালে। পেহীয়েক এইবোৰ কামত কাজী। তেওঁ বয়সৰ লগে লগে সকলো কামতে অভিজ্ঞ। কদমী লৰি গৈ কীৰ্তন পঢ়া ঠাইত বাতৰি দিয়াত পেহীয়েক গিৰিসাই উঠিল। লগে লগে আন আনবোৰ শুনোতাও গোহালিৰ পিনে মুখ ল'লে। বৃন্দাই কথা শুনিয়ে লৰ মাৰিব খুজিছিল। কিন্তু পেহীয়েকে কিবা ক'ব বুলি অনিচ্ছা সত্ত্বেও কীৰ্তনত চকু ৰাখিছিল। কিন্তু সকলোৱে যেতিয়া সেই ঠাই এৰিলে তায়ো কীৰ্তন সামৰি গোহালি পালেগৈ। গৰু পোৱালি হোৱাৰ আনন্দৰ বোলে বীণাকো পোৱা-পাটীৰ পৰা তুলি আনিছিল। পেহীয়েকে সকলো দিহা লগাই দি মনিৰামৰ হতুৱাই পোৱালিটো মাকৰ আগত দি জিভাৰে চেলেকাব ধৰিলে। বীণাই অলপ পৰ মনিৰামৰ লেতেৰা কামবোৰ আৰু পেহীয়েকৰ দিহা-পোহাবোৰ দেখিয়েই আকৌ শোৱা-পাটী পালেহি। বীণাৰ মনত আজি কিহৰ এনে বিৰাগ? দেউতাকৰ টেলিগ্ৰাম পায়ো এনেভাৱে শোক কৰিব ধৰিছে কিয়? দেউতাক ঘৰত নোহোৱাৰ কাৰণেনে? সেয়ে নহয়, আন কি কাৰণ হ'ব পাৰে? বীণা যে সৰুৰে পৰা দেউতাকৰ কোলাতে দেউতাকৰ চেনেহ-মৰমতে ডাঙৰ দীঘল হৈছে! দেউতাকে যে তাইক আটাইতকৈউটাতকৈ মৰম কৰে।

(১০)

দৈবকী উকিলে জাহাজৰ পৰা নামি বেমাৰী বুঢ়ীজনীক লৈ এখনি গৰুৰ গাড়ীত উঠি মজলদৈ বুলি বাট ল'লে। বুঢ়ীৰ জীউ কলঢ়প, কলঢ়পকৈ কেতিয়া ঘৰ পাই নাতিয়েকৰ মুখ দেখি গুৰুনাম ল'ব পাৰে তাকে চিন্তা কৰিছে। ঘৰ পালত বুঢ়ী কোৱামতে উকিলে কুহিৰাম কুহিৰাম কৈ চিঞৰিব ধৰিলে। কুহিৰাম তেতিয়া হাল বাই অহা নাই। গৰুৰ অৱস্থা যেনে নহওক, মানুহৰ পেটৰ ভাত মোকোলাবলৈ আমাৰ মানুহে ভৰদুপৰীয়া কাহানিবাই হৈ গ'লেও হাল বাবলৈ এৰিবৰ নাই। কুহিৰামেও দহজনে যি কৰে তাকে গুৰুবাক্য বুলি হাল বায়ে আছে। ঘৰত কোনো নোহোৱা দেখি উকিল বিবুধিত পৰিল। গাৰোৱানে 'বাবু আমাৰ কাম আছে' বুলি খৰধৰ কৰিছে। বুঢ়ীয়ে সেহাই সেহাই এটোপ পানী, এটোপ পানীকে উঠিছে। একো উপায় নাপাই উকিলে ঘৰৰ দুৱাৰত ঠেলা ধৰিলে। গাৰোৱানেও সেই কামতে সহায় কৰিলে। বাঁহৰ দুৱাৰ— দুজন মানুহৰ হেঁচাত ভাঙি পৰিল। বুঢ়ীক ভিতৰৰ এখন নগা-চাৰিৰ ওপৰত শুৱালে। অলপ পিছতে গাৰোৱানে নিজৰ কামৰ বেতন লৈ গাড়ীত উঠি অন্তৰ্দ্ধান হ'ল। উকিলে এনে নজনা-নুশুনা ঘৰত এজনী বেমাৰী বুঢ়ীৰ মূৰ শিতানত বহি সেৱা-শুশ্ৰূষা কৰিব ধৰিলে। বুঢ়ীয়ে মাজে মাজে মূৰ্চ্ছা হৈ পৰে। উকিলে কেতিয়াবা মূৰত পানী ঢালি দি, কেতিয়াবা মূৰত বিচি, চুলি চিকুণাই দি, কপাল পিহি দি, বেমাৰীক শাঁত কৰিবলৈ চেষ্টা কৰিছে। কিন্তু তেওঁৰ সকলো চেষ্টা বিফলে গৈছে। দুৰ্দমনীয় জ্বৰৰ প্ৰতাপত অৰিব-অৰিব বুঢ়ীয়ে সমূলি জ্ঞান হেৰাইছে। বুঢ়ীয়ে কেতিয়াবা বলকিছে। "কুহিৰাম বোপাই! মই লুকাই থোৱা ভলুকাৰ চুঙাটোত দুকুৰি নগদ ৰূপ সাঁচি থৈছোঁ, মই মৰিলে তাৰেই একুৰি ভাঙি মোৰ সকাম কৰিবি। বাকী কুৰি তোৰ বিয়ালৈ সাঁচিবি।" কেতিয়াবা

বলকিছে, "ভাল বোপাই! উকিল দেখিছোঁ বুলি এনে সুন্দৰ উকিল দেখা নাই!" আন সময়ত আকৌ "কামাখ্যা আইৰ সুন্দৰ মন্দিৰ; বামুণ-পাণ্ডাবিলাকৰ আতৌ-পুতৌ" ইত্যাদি যি মুখত আহিছে তাকে বৰ্ণাইছে।

আবেলি হওঁ হওঁতে কৃহিৰামে কান্ধত নাঙলখন, হাতত আচাৰি আৰু আগত গৰুহাল হে হে কৰি ঘৰৰ জপনাৰ ওচৰ পাই বাহিৰবে পৰা ভঙা দুৱাৰখন দেখি "কোন মাউৰত মৰাই আজিও এনেকৈ লোকৰ দুৱাৰ-ঘৰ ভাঙিছেহি" বুলি একে উশাহতে সাতাম পুৰুষ উদ্ধাৰ কৰিলে। লগে লগে নাঙল-যুঁৱলি ততালিকে পেলাই গৰুহাল নাবান্ধিয়ে ঘৰৰ জানোৱা কোনে কি চুৰ কৰি নিলে বুলি একেজাঁপে ঘৰ সোমালহি; ঘৰ সোমাই বুঢ়ী আৰু উকিলক তেনে ভাৱে থকা দেখি সি আচৰিত হ'ল।-মনে মনে ভাবিলে জানো তাৰ সকলোবোৰ অবাইচ গালি তেওঁলোকৰ কাণত পৰিছেহি। কৃহিৰামে লাজতে কি ক'ব, কি নক'ব ভাবিবকে নোৱাৰিলে। উকিলে তাৰ তেনে সেমেনা-সেমেনি ভাব দেখি সহজতে তাৰ মনৰ ভাব বুজিব পাৰি নিজে মাত লগালে "কৃহিৰাম! বাচোন, এচিলিম ধঁপাত লৈ আহ। তোৰ আয়েৰাৰ অৱস্থা দেখিছ? তই লগত নগৈ অকলশৰে এই বুঢ়ীজনীক য'ত্তে ত'তে পঠিয়াব পাৰনে? বুঢ়ী মানুহ কেতিয়া কি হয় একো ঠিকনা নাই।" কৃহিৰামে সমন্তে আয়েকৰ লগত গৈ উকিলৰ ঘৰত মাজে মাজে থাকিলেও সি উকিলক সমূলি পাহৰিছিল। তথাপি উকিলৰ সাজ-পাৰ দেখি কোনোবা ডাঙৰ মানুহ বুলি কৃহিৰামে বুজি, "হয়তো দেউতা, মই ক'লে কথা নুশুনে। মই ক'লোঁ, আই তই এতিয়া গোঁসাই চাবলৈ যাব নালাগে; পূজাৰ সময়ত লৈ যাম। গোটেই কেইখন গোঁসানী চাই আহিবি। ঔ আই! বৌ-বৌৱাই উঠিল। ক'লে কি? বোলে মৰিবৰ দুদিন বাকী, এই সময়তে গোঁসাই নাচালে কেনেকৈ হ'ব? দুবাৰ গৈ পঞ্চতীৰ্থ চাই আহিছোঁ, তৃতীয়বাৰ চাব পাৰিলে আগৰ দিনত সোঁশৰীৰে স্বৰ্গ পায়। এতিয়া কলিকাল বুলিও ধৰমটো ক'লৈ যাব? তই নগ'লেও মই অকলেই যাব পাৰিম নে। হওঁতে দুদিন পিছত এজন কামাখ্যাৰ পাণ্ডায়ো লগ পালে। এনেই বুঢ়ী নাচনী, তাতে আকৌ নাতিনীয়েকৰ বিয়া, বুঢ়ীক বাখে কোনে? মোৰ পথাৰৰ ধানকেইটাও গোটাব নিদিলে। পাণ্ডাৰ লগতে এদিনা পঞ্চতীৰ্থ দৰ্শন কৰিবলৈ গ'ল। এতিয়া দৰ্শন কৰি সোঁশৰীৰে স্বৰ্গলৈ যাব ওলাইছে নহয়।"

কৃহিৰামৰ কথাত আৰু হাতৰ অঙ্গি-ভঙ্গিত উকিলেও হাঁহি সামৰিব নোৱাৰিলে। এনে সময়ত ভাগ্যে বুঢ়ী মূৰ্চ্ছা গৈ আছিল। নহ'লে বা কি কুৰু-পাণ্ডৱৰ কোৱাল লগালেহেঁতেন তাক দেখোতাই জানে। কৃহিৰামে কথা এৰি ধঁপাত এচিলিম লৈ গোহালিত সোমাই গৰুক ধোঁৱা দিয়া গোবৰ আৰু খেৰৰ জুই ফুৱাব ধৰিলে। ফুৱাই ফুৱাই ৰঙা পৰিল। পিছত অলপ জুই উঠাত শুকান খেৰ আৰু ছাইৰে চিলিম ভৰাই উকিলৰ হাতত দিলেহি। উকিলে টানি টানি ধোঁৱা উলিয়াব নোৱাৰি আকৌ কৃহিৰামৰ হাতত দিলে। কৃহিৰামে উকিলৰ লগত কথা কৈ থাকোঁতে উঁৰিয়লি নোহোৱা গৰুহাল কোনোবাখিনি পালেগৈ। সি অকলশৰীয়া মানুহ বুলি হালবাই উঠি গৰুহাল পথাৰত এৰি নাহি ঘৰলৈ খেদি আনি বাৰীত উঁৰিয়লি দি থাঁহ খুৱায়; কৃহিৰামে ধঁপাতৰ চিলিম টানি থাকোঁতে গৰু হালে মনত পৰি ততালিকে সকলো এৰি বাৰীলৈ লৰ মাৰিলে। উকিলে একো নুবুজি আচৰিত হৈ ৰ'ল।

(১১)

নোমল দুদিনৰ পিছত উকিলৰ ঘৰলৈ আহি উকিলক সিদিনা লগ নাপাই মণিৰামক সোধাত মণিৰামে উচাপ খাই উঠি ক'লে, "ক'তা। দেউতা দেখোঁ সিদিনাৰ পৰা অহাই নাই। দেউতা নোহোৱাৰ লগে লগে দেখোঁ আপোনাৰো মুখ দেখিবলৈ নাই।" নোমলে মণিৰামৰ কথা শুনি লাজ পাই আৰু একো নকৈ চকিখনতে বহি পৰি মেজৰ ওপৰত মেলি থোৱা 'নথিটো'ৰ পাত ওলোটাব ধৰিলে। অলপ পিছত বৃন্দাই এটা কাঁহৰ দিলাচত চাহ লৈ আহি "ধৰক, ৰবকৈ পুৰিব ধৰিছে" বুলি টিএৰি উঠাত নোমলে দিলাচটো লৈ চাহ খালে। বৃন্দা কামতে বহি নিজৰ

কিতাপ মেলি পঢ়িব ধৰিছে। অলপ পিছতে বৃন্দাই কিতাপলৈ পাহৰি এটা গীত গাব ধৰিলে। নোমলে হাঁহি "কিতাপত সেয়ে লিখা আছে জানো" বুলি সোধাত বৃন্দাই ক'লে "নাই, কালি পেহীয়ে এই গীতটো শিকাইছিল। নামতী পেহী আহিছে নহয়, আপুনি ক'ব নোৱাৰে জানো?" নোমলে সঁচাকৈ নামতী পেহী কোন নাজানে। নোমলে মনে মনে ভাবিলে সিদিনা দেখা সেই বুঢ়ীয়ে এওঁলোকৰ নামতী পেহীনে? নোমল থমকি ৰোৱাত বৃন্দাই ক'লে, "নামতী পেহীয়ে যেনে সুন্দৰ সুন্দৰ গীত গাব জানে। কীৰ্তনৰ পদ বিলাকো মুখেৰে মাতিব পাৰে। আপুনি শুনে যদি মই এতিয়াই মাতি আনোগৈ ৰ'ব।" কৈয়ে বৃন্দা লৰ মাৰিলে। অলপ পিছত পেহীয়েকক লগত লৈ নাহি বীণাৰ সৈতে বৃন্দা আকৌ চ'ৰাঘৰ পালেহি। বীণা দুৱাৰডলি পাব নহ'ল। দুৱাৰৰ কাষৰ পৰা লৰিল। বৃন্দাই "আহা আহা" বুলি বিহাখনত টানিও ভিতৰলৈ আনিব নোৱাৰি নোমললৈ চাই "চাওকচোন পেহীয়ে গোঁসাইঘৰত সোমাই নাম গাব ধৰিছে, পেহীক মাতি আনিম ছাৰি ওচৰ চপাই টান। পেহীক নাপাই বাইদেউকে লৈ আহিছোঁ, বাইদেউৱে পেহীয়ে কালি শিকোৱা গীতটো ভালকৈ গাব জানে। কিন্তু জনাই অহঙ্কাৰ হৈছে চাওক— ইমানকৈ টানিছোঁ তেও নাহে।" এইবাৰ বৃন্দাই আকৌ বিহাখনত ৰৰকৈ টান দিলে। বীণাই কোনোমতে আঁজুৰি বিহাখন সামৰি ল'লে। বৃন্দাই বাইদেৱেকক ভিতৰলৈ আনিব নোৱাৰি খঙতে "বোৱা, তাতে বোৱা" বুলি নোমলৰ কাষ পালেহি। বীণাই বৃন্দাৰ কামত লাজ পাই ঘৰলৈ উভতিব খোজোতে নোমলে ক'লে, "বীণা, আজিকালি মোৰ আগত নোলোৱাই দেখোঁ, কিতাপো দেখোঁ নপঢ়া?" বীণা লাজতে আকৌ থমকি ৰ'ল। ইপিনে বৃন্দাই আগৰ খঙতে একে উচাপে কৈ উঠিল, "বাইদেউ আজিকালি পণ্ডিত হৈ উঠিছে, কাৰো আগত একো নপঢ়ে, কেৱল নিজে নিজে মনে মনে ভাবি ভাবি শোৱা-পাটীত পৰি পঢ়ি থাকে; মই ইমানকৈ মাতোঁ তেও নুঠে। দেখিছে নহয়, এতিয়াই গীতটো গাব মাতোতে কিমান অহঙ্কাৰ! সিদিনা পেহীয়ে কীৰ্তন পঢ়িব দিলত কীৰ্তন পঢ়িব ছাৰি মোৰ পঢ়া শুনিবকে নাহিল। দুষ্ট নুমলি বৃন্দাৰ কথা শুনি নোমল আৰু বীণা দুয়ো লাজ পাই তলমুৱা কৰি মিচিকি হাঁহিলে। অলপ পিছতে বৃন্দাই আকৌ কলে, "বাইদেউ, সিদিনা যে সাধুটো পঢ়িছিলা, আজি পঢ়িবা জানো?"

"কোনটো?" বুলি বীণাই ভায়েকক মাত দিলে।

"সেই কি কলৰ তলা আৰু কণা মুনিৰ কথা!" বীণাই হাঁহি ৰাখিব নোৱাৰি খিল-খিলাই হাঁহি নোমলৰ পিনে চাই ক'লে, "শুনক বৃন্দাই শকুন্তলাৰ নাম কলৰ তলা, কণমুনিৰ নাম কণা মুনি বলে।" গোটেই ঘৰ হাঁহিৰে ভৰি পৰিল। বৃন্দাও লাজতে একো উপায় নাপাই তেওঁলোকৰ হাঁহিৰ লগতে নিজেও হাঁহিলে। অলপ পিছত গম্ভীৰ হৈ "কোনে ইমান দীঘল নামটো মনত ৰাখে? বাইদেউৰ দৰে মোৰ আকৌ মূৰটোও ডাঙৰ নহয়। আপুনি কোৱাৰ দৰে সদায় গৰু খিউ খাওঁহে খাওঁ, তেও বাইদেউৰ দৰে মনত ৰাখিব নোৱাৰোঁ। বাইদেউ আগৰ জনমত খনা কি লীলাৱতী আছিল হ'বলা।" এনেতে যেৰৰ জেঠি এটাই ঠিক্ ঠিক্কৈ মাতিলত বৃন্দাই আঙুলিৰে কিতাপত টিকিলিয়াই সইত্ সইত্ বুলি কেঁৰাবাৰো ক'লে।

নোমলে হাঁহি ক'লে, "তুমি কি আছিলা?"

বীণাই দুৱাৰৰ কাষৰ পৰা ততালিকে কৈ উঠিল "কলৰ তলা" আছিল। আকৌ গোটেইখন ঘৰত হাঁহিৰ ৰোল উঠিল। গোটেই কেইজনে হাঁহি থাকোঁতে হঠাৎ বীণা আৰু নোমলৰ চাৰি চকু মিল হ'ল। দুইৰো হাঁহি মুখতে ৰ'ল, দুইৰো চকুৱে মাটি লেখিব ধৰিলে। বীণাই জানো নোমলক ভাল পায়?

চতুৰ বৃন্দাই হঠাৎ হাঁহিৰ খলক কমি যোৱাৰ কাৰণ বুজি নাপাই ক'ব ধৰিলে, "বাইদেউৰ আৰু কেইদিন-মানলৈ এয়ে হ'ল। কলৰ তলা, কলৰ তলা কৈ কলতলা নাপায় যদি তেও ভাল।"

এইবাৰ কিন্তু আৰু কোনোৱে নাহাঁহিলে। নোমল আৰু বীণাৰ গম্ভীৰ মুখত বৃন্দাৰ উপদ্ৰৱই হাঁহি আনিব নোৱাৰিলে। বৃন্দাই কোনোৱে নহঁহা দেখি কথাটো ভাল নহ'ল বুলি ততক্ মাৰি ৰ'ল।

(১২)

কবিৰাজ আহি আহি ভাগৰিল। বুঢ়ী ভাল নহ'ল। মৰিবৰ সময়ত একবাৰ কৃহিৰামৰ পিনে, একবাৰ উকিলৰ পিনে চাই এধাৰি দীঘলীয়া চকুলোৰে গাল দুখনি তিয়াই কিবা কওঁ কওঁ বুলি ক'ব নোৱাৰিয়ে নিজসীয়া হ'ল। কৃহিৰাম সকতে মাউৰা হৈছে। কিন্তু আয়েকৰ যতনতে এনেভাৱে ডাঙৰ-দীঘল হৈ মাক-বাপেক মৰা অনুভৱ কৰা নাই। আজি কিন্তু কৃহিৰামক সকলো শোকে আগুৰি ধৰিলে। কৃহিৰামে ভাবিলে আৰু তাৰ নিজৰ বুলিবৰ এই বহল সংসাৰত কেৱে নাই। বুঢ়ী জীয়াই থাকোঁতে এই আঘোণতে কৃহিৰামৰ বিয়াখন পাতিব বুলি অ'ৰ-ত'ৰ কইনা বিচাৰি ফুৰিছিল। কিন্তু কইনাও ঠিক নহ'ল— বিয়াও নহ'ল। বিয়া চাওঁ চাওঁ বুলি বুঢ়ীৰ মনৰ হেঁপাহ মনতে মৰহি গ'ল। উকিলে কৃহিৰামৰ আঁতি-গুৰি বুঢ়ীৰ নৰিয়াৰ অৱস্থাতে সকলো সুধিছিল। বুঢ়ী মৰিলত তেওঁ কৃহিৰামক এনেভাৱে অকলশৰীয়াকৈ এৰি আহিবৰ ইচ্ছা নকৰিলে। বুঢ়ী মৰাৰ তিনি দিনৰ পিছত উকিলে কৃহিৰামক কাষত মাতি লাহে লাহে ক'ব ধৰিলে, "কৃহিৰাম! মইতো আৰু বেছি দিন ইয়াতে থাকিব নোৱাৰোঁ। এসপ্তাহ হ'লেই; ঘৰত বা কি হৈছে একো ক'ব নোৱাৰোঁ। তই মোৰ লগতে আমাৰ ঘৰলৈ ব'ল। তাতে তোক এডোখৰ মাটি-বাৰী দিম, তই সুখেৰে থাকিব পাৰিবি। ইয়াত অকলশৰীয়া হৈ থাকিব নেলাগে। পালে তোৰ জাতৰ এজনী ছোৱালীবো দিহা কৰিম।" কৃহিৰাম অলপপৰ নিমাত হৈ থাকি ক'লে, "দেউতা! বাপতীয়া বসতি এৰি যোৱাটো জানো ভাল বুলি ভাবে। নাই বুলিও দুই-চাৰি পুৰা মাটি ইয়াতে আছে। মানুহ এজনো নোহোৱা হ'লেও ঈশ্বৰৰ কৃপাত সম্পত্তি অলপ আই-বোপায়ে থৈ গৈছে। এনে অৱস্থাত মই এৰি যাব নোখোজোঁ। হওঁতে মানুহেও বেয়া বুলিব। মোৰদৰে জানো এনে বিপদত পৰা মানুহ সংসাৰত নাই? বিশেষতঃ মোৰ মানুহ লাগ নহ'লেও গৰুহাল আছে। গৰুহালেই মোৰ সৰ্বস্ব।"

উকিলে তাৰ কথা শুনি অলপপৰ নিমাত হৈ থাকি ক'লে, "এৰা কথাটো হ'লে হয়। বাৰু, তই ইয়াতেই থাক আৰু এটা পাৰ যদি মানুহ বন্ধা ৰাখি ঘৰ চলাই থাক। আমাৰ তালৈ মাজে মাজে গৈ থাকিবি। তোৰ বিয়াখন মইহে থিৰ কৰি দিম।"

কৃহিৰামে কি ক'ব ভাবি নেপাই ক'লে, "এনে দুদিনৰ দিনত বিয়া এৰকচোন। এতিয়া "দিন যাওক কণ থাওক" তেনে হেন কথা হৈছে। আপুনি যে থিৰ কৰোঁ বুলিছে মোৰ তাত একো আপত্তি নাই। এতিয়া আপুনিয়েই মোৰ সকলো।"

উকিলে আৰু বিশেষ একো নকৈ— "তোৰ আয়েৰাৰ সকামত পাৰিলে মই আহিম; নোৱাৰিলেও মানুহ পঠিয়াম। কিন্তু সকাম হৈ গ'লেই তই আমাৰ ঘৰলৈ যাবি।" কৃহিৰামে "বাৰু" বুলি কৈ "আপুনি সকামত আহিলে বৰ ভাল হয়" বুলি সামৰণি মাৰিলে।

দুদিনৰ পিছত উকিল ঘৰলৈ গুচি আহিল।

(১৩)

"বাইদেউ এইখন তোমাৰ চিঠি এতিয়াই পিয়নে দি গৈছে।" বুলি চিঠিখন থৈয়েই বৃন্দা লৰ মাৰিলে। বৃন্দাৰ লৰা-ধপৰাখন দেখি বীণা আচৰিত হ'ল। কিন্তু তাতোকৈ তেওঁ আচৰিত হ'ল, হঠাৎ এই চিঠিখন তেওঁৰ নামত কোনে দিলে? ইমানদিনে কেতিয়াও তেওঁ কাৰো চিঠি পোৱা নাই। কিন্তু দেউতাকে যে তেওঁলৈ চিঠি লিখিব পাৰে সেইটো বীণাই পাহৰিছিলেই। চিঠিখনৰ খামটোৰ ওপৰত "শ্ৰীদেবকী বাবুৰ পৰা" লিখা আছে। বীণাই ভাবিলে দেউতাকে লিখিছে। ততালিকে খামটো মেলি চিঠিখন উলিয়াই চাই দেখিলে সকলো বিপৰীত। চিঠি লিখা ধৰণ দেউতাকৰ নহয়। চিঠিত লিখিছে "মৰমৰ বীণা! তোমালৈ চেনেহ মোৰ হিয়াত ভৰপূৰ। নেজানো কেতিয়া মই তোমাৰ মৰম পাম? তুমি জানো মোক ভাল পোৱা।" বীণাই অইনবোৰ নপঢ়ি ততালিকে চিঠিখনৰ তলৰ নামটো চালে, তলত .নোমলৰ নাম পালে। চিঠিৰ আখৰ দেখিও বীণাই বুজিলে আচলতে এই চিঠি নোমলে লিখিছে। চিঠি পঢ়া শেষ হোৱাৰ

লগে লগে বীণাৰ গোটেই শৰীৰ খণ্ডতে কঁপিব ধৰিলে। বীণাই কি ভাবিছে? বীণাই জানো নোমলক ভাল পায় যে নোমলৰ চিঠিয়ে তাইৰ মনত বং লগাব? বীণাই ভাবিছেনে "নোমলে কোন সাহসত মোলৈ এনে প্ৰেম-পত্ৰ লিখিলে? উকিল দেউতাকৰ ওখ মূৰ নত কৰিলে" তাই আকৌ এবাৰ চিঠিখন পঢ়ি চালে; তাৰ পিছত দলিয়াই পেলাই শুই পৰিল। শুই শুই তাই কি ভাবিছে কোনে জানে? তাই ভাবিছেনে, যদি এই চিঠি কাৰো চকুত পৰি তাইৰ গুপ্ত কথা ধৰা পৰি উকিল দেউতাকৰ গৌৰব সম্মান নষ্ট কৰিলেহেঁতেন; তেন্তে নোমলে কি বেয়া কাম কৰিলেহেঁতেন? নোমলৰ কামৰ উপযুক্ত শাস্তি দি জানো পাপৰ প্ৰায়শ্চিত্ত কৰিব পাৰিলেহেঁতেন? হঠাৎ বীণাৰ মনত পৰিল— বৃন্দাই চিঠিখন দিয়েই এনেভাৱে লৰ মাৰিলে কিয় ? বৃন্দাই জানো চিঠিখন মেলি চাইছিল? আকৌ তত্তালিকে উঠি খামটো চাই মেলা একো গম ধৰিব নোৱাৰিলে। এনেভাৱে ভাবি থাকোঁতে উকিলনী আহি, "বীণা, দেউতাৰৰ হেনো চিঠি আহিছে। পঢ়ছোন কি লিখিছে? দেউতাৰ ভালে আছেনে?" বীণা শিঁয়ৰি উঠিল। কি উত্তৰ দিব বিস্ময়ত পৰি মাকৰ পিনে চাই ৰ'ল। মাকে ক'লে, "চাই থাকিলি যে? তই নপঢ় যদি মোকে দেচোন?" এইবাৰ বীণাৰ মূৰত ঘাম ওলাব ধৰিলে। কি ক'ব, নক'ব দোধোৰ-মোধোৰত পৰি হঠাৎ বুকুত সাহ লৈ "কিনো পঢ়িবা আকৌ কথাৰ ভিতৰত একো নাই, দেউতা ভালে আছে, পৰহিয়ানে আহিব।"

উকিলনীয়ে আৰু একো প্ৰশ্ন নকৰি তত্তালিকে নিজৰ কামলৈ গ'ল। সমস্যা ভীষণ। বীণাই ভাবিছে— নিশ্চয় বৃন্দাই চিঠিখন পঢ়ি মাকৰ আগত কৈছেগৈ। নহ'লে মাকে নিজে চিঠি পঢ়োঁ বুলি খুজিলে কিয়? আৰু তাইৰ মিছা উত্তৰ শুনি একো নকৈ গম্ভীৰ মুখেৰে ওচি গ'ল কিয়? মাকৰ গম্ভীৰ মুখ দেখিলে বীণাৰ মনত যেনে ভয় হয়, বোধ কৰোঁ কেঁটাসাপ আগত পৰিলেও তাই তেনে ভয় নকৰে। তাইৰ মনত উত্তল-থুত্তল লাগিল। তাই ভাবিলে, কিয় মাকৰ আগত মিছা কৈ মাকৰ সন্দেহ দুগুণে বঢ়ালে? কেনেবাকৈ চিঠি লিখিছে, তাতে কি দোষ আছিল? সেই চিঠি মাকে দেখিলে তাইক দোষ নিদিলেহেঁতেন। কিন্তু মিছাকৈ এই চিঠিৰ ঘটনাত যে তাইৰ যোগ আছে সেইটো বৰ্ত্তিয়াকৈ মাকৰ মনত ফুটাই তুলিলে। এবাৰ ভাবিলে, চিঠিখন এতিয়াই লৈ গৈ মাকক দিয়েগৈ। মাকৰ আগত সকলো কথা ভাঙি কৈ চিঠিৰ কথাৰ লগত যে তাইৰ একো সম্বন্ধ নাই বুজাই দিব। বাটৰ মানুহে চিঠি লিখিলে, তাইৰ তাত দোষ কি? কিন্তু পিছ মুহূৰ্ত্ততে তাইৰ হিয়া কঁপি উঠিল। কেনেকৈ এই চিঠি মাকৰ আগত দেখুৱাব? বিশেষত এনেভাৱে মিছা কোৱাৰ পিছত? বীণাই ভাবিলে, নোমলৰ কথাকে বা কেনেকৈ এনেভাৱে প্ৰকাশ কৰে? নোমলৰ এনে কথা জানিলে যে নোমলক তত্তালিকে খেদি দিব? বীণাই জানো নোমলক ভাল পায়? নে কেৱল সকলতে লিখা-পঢ়া শিকোৱাৰ কাৰণে নোমললৈ এনে ভাব ভাবিব পাৰে। বীণাৰ মনৰ ভাবৰ কথা কোনে জানিব? সেইবিলাক একো নহ'লেও, তাই লিখা-পঢ়া জনা ধৈৰ্যশীলা মৰম-দয়া বুজা ছোৱালী। তাই এইটোও ভাবিব পাৰে— নোমলৰ ঘৰৰ অৱস্থা একেবাৰে দুখীয়া। এনেভাৱে দেউতাক-আয়েকক চিঠি দেখুৱালে নোমলক খেদি দিব, কামৰ পৰা খেদাৰ লগে লগে নোমলৰ জীৱিকা নিৰ্ব্বাহ কৰাও দুৰূহ হ'ব। এনে নানা ভাবত সাঁতুৰি ফুৰোঁতে এবাৰ বীণাই ভাবিলে, মাকে চিঠি সম্বন্ধে একো জনা নাই। বৃন্দাই চিঠি পঢ়িলেও কেতিয়াবা এনে কথা মাকৰ আগত ক'ব নোৱাৰে, আৰু বৃন্দাই লোকৰ চিঠি পঢ়িবই বা কিয়? বৃন্দাৰ মন জানো এনে নীচ হৈছে। এইদৰে ভাবি ভাবি বীণা বিভত হৈ পৰিল। তেওঁ অভিমান, ঘৃণা, খং গোটেই কেইটাৰ সহচৰী হৈ নিজে নিজে ডেই মৰিব ধৰিলে।

(১৪)

বৃন্দাই চিঠিৰ খাম দি লৰ মাৰিলে কিয়? তাই চিঠিৰ খাম খুলি চাইছিলনে? কিন্তু আচলতে তাই তেনে কৰা নাই। খামৰ ওপৰটো পঢ়ি তত্তালিকে বৃন্দাৰ বুঢ়কিত চিঠি দিবলে যাওঁতে বাটতে মণিবামে এটা ধৰচিবিকাৰ পোৱালি ধৰা দেখি "মোক পোৱালিটো দে" বুলি মণিবামক খোজাত মণিবামে "অ, তোমাক

দিবলৈ ধৰিছোঁ।" বুলি ভেকাহি মাৰিলে। "বাৰু বচোন দিয় নে নিদিয়, মই চিঠিখন দি আহোঁ" কৈয়ে বৃন্দাই লৰ মাৰি বীণাৰ হাতত চিঠিখন দি অলপো পলম নকৰি মণিৰামৰ কাষ পালেহি। মণিৰামে ঘৰচিৰিকা পোৱালি নিদিয়ে, তাই নেৰে। তাইৰ কাকুতি-মিনতি, হুকা-বধা, পিছত খঙৰ জালত গালি পৰাতো যেতিয়া মণিৰামে পোৱালি নিদিলে, তাই আন উপায় নাপাই আয়েকক মাতিলে, "চাচোন আই! মণিৰামে ঘৰচিৰিকা পোৱালিটি নিদিয়ে।" উকিলনীয়ে নিজে আনপিনে ফেনিপিঠা কৰিবলৈ ধৰিছিল। বৃন্দাৰ চিঞৰ শুনিলত ঘপৰাই পিঠাৰ হাতেৰে বাহিৰ ওলাই মণিৰামক সুধিলে, "কি হৈছে ঐ মণিৰাম?"

মণিৰাম ক'লে, "হ'বনো কি আই, বৰ আইদেৱে কিবা দৰবত লাগে বুলি এটা ঘৰচিৰিকা পোৱালি খুজি চাৰিদিন একেৰাহে আমনি কৰি আছে; আজি কোনোমতে এইটো ধৰিছোঁ, আকৌ হেনো নুমলীক লাগে।"

উকিলনীয়ে হাঁহি, "অঁ, তাইৰ অভং-ভতৰাৰ কথা সদায় আছেই। ইমানটো হ'লহি, তেও কথা বুজিবৰ নাই। এৰি আহিবিনে নুমলী?" বৃন্দাই খোজা বস্তুও নাপাই, লগতে আয়েকৰ টান কথাও শুনি অলপপৰ টেপেকা মাৰি মণিৰামৰ পিনে চাই ৰ'ল। আয়েকে "আকৌ থিয় হৈ থাকিলি যে, এৰি আহ পিঠা দিওঁ খাহি।" বৃন্দাই এইবাৰ নিজৰ অভিমান আৰু মাকলৈ ভয়ত— "কিয়নো ঘৰচিৰিকা পোৱালিটো মণিৰামে নিদিয়ে" বুলি লাহেকৈ ক'লে।

উকিলনীৰ খং উঠিল। "আধাকাটী ছোৱালীৰ কথা বুজিবৰ নাই। দেউতাকৰ দৰে সমূলি অবুজ। আজি কেইদিন হ'ল ঘৰত নোকোৱা-নেমেলাকৈ ক'ৰবাৰ দিহিঙে-দিপাঙে গৈছে, বা এখন চিঠি দিওঁ, সেইটোলৈ মন-কাণ নাই। গৈয়ে যি টেলিগ্ৰাম দিলে, সিয়েই সকলো। এঠাইলৈ গ'লে ঘৰলৈ পাহৰি যায়।" ইত্যাদি কৈয়ে সোপাকে বৃন্দাৰ খং দেউতাকৰ ওপৰত জাৰিলে।

বৃন্দাই ততালিকে মাত লগালে, "দেউতাই দেখো আজি বাইদেউলৈ চিঠি পঠিয়াইছে।"

"চিঠি পঠিয়াইছে! ক'তা? অকণিয়ে দেখো মোক একো কোৱা নাই।" মাকে-জীয়েকে এনেভাৱে কথা কৈ থাকোঁতে মণিৰাম কোনখিনি পালেগৈ তাৰ উৱাদিহ নোহোৱা হ'ল। বৃন্দাই আৰু মণিৰামক নেদেখি আগৰ কথা পাহৰি জুহাল ঘৰত সোমাই কদমীৰ চাহ কৰা চাবলৈ ধৰি, "মোকো চাহ দিয়া কদমী বাই" বুলি এটা পিলাছত চাহ পিব ধৰিলে।

উকিলনীয়ে সেই পিনেই বীণাৰ কুঠৰি পাই বীণাক যি সুধিছিল তাক আগেয়ে কোৱা হৈছে। কিন্তু বৃন্দাৰ ওপৰত আৰু উকিলৰ ওপৰত যি খং উঠিছিল, সেই খং শাঁত পৰিলেও মুখত তাৰ ভাব বিৰিঙি আছিল। তাতে বীণায়ো ঠিক সময়ত চিঠিখনৰ বাতৰি নিদিয়াত তাইৰ ওপৰতো অলপ খং নুঠিছিল বুলি ক'ব নোৱাৰোঁ। মুঠৰ ওপৰত উকিলনীৰ মুখ তেতিয়া গম্ভীৰ আছিল আৰু সেই গম্ভীৰ মুখ বীণাই দেখি নানা তৰহৰ ভাবৰ খেলিমেলিত বিবুধি হৈছিল।

কদমীয়ে চাহ কৰি অটাই অইন দিনৰ দৰে বাৰীৰ পিছত থকা নাদৰ পৰা পিতলৰ কলহত পানী আনিবলৈ ধৰিলে। বাৰীত আম, কঁঠাল, লিচু গছেৰে ভৰপূৰ। বগৰী পনিয়লৰ সংখ্যাই নাই। অমিতা পকিছে সৰিছে গেলিছে, কোনে খবৰ ৰাখে? বৃন্দাই চাহ খাই উঠি আৰু এটা সৰু কলহ লৈ কদমীৰ লগত পানী আনিবলৈ গ'ল। বাটত যাওঁতে কদমীৰ কৰ্দৈ গছৰ তলত এটা পকা কৰ্দৈ পাই কদমীক আধডোখৰ দি বাকীডোখৰ নিজে খাব ধৰিলে। নাদত পানী বুৰিয়াই কদমীৰ কলহ ভৰাত বৃন্দাই "মোকো ভৰাই দিয়া কদমীবাই" বুলি কৰ্দৈ চুহিব ধৰিলে। কদমীয়ে পানী তুলি বৃন্দাৰ কলহ ভৰালে। বৃন্দাই আনমনে কৰ্দৈৰ সিটা মাটিত পেলাওঁতে এবাৰ কদমীৰ কলহত পৰিল। কদমীয়ে একে কাম দুবাৰ কৰিবলগীয়া হোৱাত বেজাৰতে "তুমি লগত আহিলে বিখিনি নঘটিব যে সেইটো নহৈছে" বুলি আকৌ পানী তুলিব ধৰিলে। বৃন্দাই আনৰ অশেষ গালি, নিন্দা, গৰিহণা, নিশ্চিন্ত মনে সহিব পাৰে; কিন্তু আচৰিত! কদমীয়ে অলপ কিবা বুলিলেই তাই মনে মনে বৰ বেজাৰ পায়। কদমীক বাস্তৱতে তাই বৰ ভাল পায় নে ভক্তি কৰে? সাধাৰণতঃ ডাঙৰ মানুহৰ ছোৱালীয়ে লগুৱা-লিকচৌক

কেটেৰা-জেঙেৰা মাৰে। বৃন্দাৰো যে সেই গুণটো নাছিল আমি ক'ব নোৱাৰোঁ। কিন্তু আচৰিত কথা, কদমীৰ সৈতে এদিনো তাইৰ দাঁতে-ওঁঠে লগা নাই। কদমীয়ো সঁচাকৈ বৃন্দাক বৰ ভাল পায়। তাইৰ অলপ কষ্ট হ'লেই কদমীৰ উচপিচ লাগে। কদমীৰ তেনে কথাত বৃন্দাই গোমোঠা মাৰি ৰ'ল। কদমীয়ে বৃন্দাৰ চলচলীয়া চকু দেখি তাইক বং লগাবলৈ "তুমি পানীৰ কলহ নিব নালাগে, মইয়ে দুয়োটা লৈ যাওঁ" বুলি এটা কলহ কাষত আনটো হাতত ল'লে। বৃন্দাই "নাই, মই এটা নিম" বুলি ততালিকে কলহটো কদমীৰ হাতৰ পৰা আঁজুৰি আনি ঘৰ পালেগৈ।

(১৫)

নোমল কাণ্ড-জ্ঞানশূন্য হৈ ঘৰত আহিয়ে, বীণাই যথাৰ্থ ভাল পায় নে নাপায় চাবলৈ চিঠি লিখি ডাকত দিয়াৰ পিছতে নোমলৰ মূৰত সৰগ ভাগি পৰিল। হিয়াত প্ৰবল ভুঁইকঁপে দলদোপ-হেন্দোলদোপ লগালে। নোমলে ভাবিছে, কি কৰিলোঁ। চিঠি দিয়াৰ লগে লগে মোৰ মান-মৰ্যাদা সকলো নষ্ট কৰিলোঁ। মই যে বীণাৰ শিক্ষক, আজি কেইবছৰ ধৰি বীণা মোৰ কাষতে থাকি ডাঙৰ-দীঘল হৈছে, তাই মোক কিমান সন্মান কৰে, কিন্তু মই মুহূৰ্ততে কি কৰিলোঁ? অত দিনৰ গুৰু সন্মান বীণাৰ বুকুৰ পৰা আঁজুৰি নষ্ট কৰিলোঁ। বীণাই যে মোক ভাল পায় তাৰেই বা প্ৰমাণ কি? যদি তাই খঙতে দেউতাক বা মাকৰ আগত দেখুৱায় তেন্তে তেওঁৰ অৱস্থা কি হ'ব? উকিলে শুনিলে কি হ'ব? ইমান দিন যি কামটি হাতত লৈ পেট প্ৰবৰ্তন কৰিছে, উকিলে এনে কথা শুনাৰ লগে লগে তাৰো মূদা মৰিব। হায়! কিয় নিজে নিজে হাতৰ কুঠাৰ ভৰিত মাৰিলে? তদুপৰি কোনটো নাকেৰে বা আকৌ উকিলৰ ঘৰলৈ যায়? নাক থাকক বা নাথাকক নোমলে উকিলৰ তালৈ যাবলৈ সাহে বা কেনেকৈ কৰিব পাৰে? যদি উকিলে লগুৱা লগাই বাটৰ কুকুৰ কৰি মৰিব আহিছ বুলি ঘৰৰ পৰা আঁতৰ কৰি দিয়ে? নোমলে ভাবি ভাবি একো সিদ্ধান্ত কৰিব নোৱাৰিলে। নোমলে ভাবিলে, বীণাই যদি তেওঁক ভাল পায়, তেন্তে কালিৰ ভিতৰতে উত্তৰ পাব, উত্তৰৰ লগে লগে তেওঁ সকলো জানিব পাৰিব। কিন্তু চিঠি দিয়াৰ দুদিন উকলি গ'ল। নোমলে উকিলৰ ঘৰমুৱা হোৱা নাই, বীণাৰো এখনিও চিঠি নাপালে। নোমল হতাশ হ'ল। ভাবিলে, নিশ্চয় সৰ্বনাশ ঘটিছে। এতিয়া তাৰ পৰা পলাই নিজক ৰক্ষা কৰাই উচিত। হায় হায় সি কি ডাঙৰ ভুল কৰিলে? এবাৰ ভাবিলে, নাই, তেওঁ গৈ উকিলৰ ভৰিয়ে-হাতে ধৰি ক্ষমা খুজিব, দয়ালু উকিলে নিশ্চয় ক্ষমা কৰিব। আকৌ ভাবিলে— হয়তো উকিল আহাই নাই। তেন্তে এই সুযোগতে এবাৰ উকিলৰ ঘৰলৈ গৈ বীণাক নিজৰ ভুলৰ কথা কৈ যাতে কাৰো আগত এই কথা নুলিয়ায়, তাৰে দিহা কৰিব। বীণাই আন নহ'লেও তেওঁৰ কথা পেলাব নোৱাৰে। কিন্তু নোমলে আজি পাহৰিছে, তেওঁলোকে গুৰু-শিষ্যৰ পৰা কিমান আঁতৰত? নোমল যি নহওক, সাহত সিদ্ধি বুলি উকিলৰ ঘৰমুৱা হ'ল। কিন্তু ঘৰ পাওঁ পাওঁ হওঁতে তাৰ মনে 'উভতি যা, জুইত জাঁপ দি নমৰিবি' বুলি বাৰে বাৰে পিছুৱাই টানিলে। নোমলে উকিলৰ ঘৰত সোমাবৰ সাহ নহ'ল। ঘৰৰ দুৱাৰ- মুখখনি কোনোমতে বেগাই চেৰাই নোমলে লৰালৰিকৈ বজাৰ পালেগৈ। বজাৰৰ অসংখ্য মানুহৰ হাই-কোঢ়াল দেখি নোমলৰ গভীৰ ভাব অলপ পাতলিল। নোমলে গোটেইখন বজাৰ ইমূৰৰ পৰা সিমূৰলৈ চাব ধৰিলে। বজাৰৰ ৰমক-জমক, মানুহৰ আচৰিত কোঢ়ালৰ মাজতো নোমলৰ একোবাৰ চিঠিৰ কথা মনত পৰিলে নোমলৰ বুকু ছটাংকৈ উঠে; নোমলৰ হিয়াই "হায় হায়" কৰে। নোমলে কিছুপৰ ফুৰি ভাবিলে, তেওঁ আৰু এই উকিলৰ তলত মহৰী নহয়। হয় অন্য উকিল ধৰিব, নাইবা আন ঠাইলৈ গৈ আন কাম কৰি খাব। কিন্তু শুৱাহাটীত থাকিলে এদিন নহয় এদিন উকিলৰ সমুখা-সমুখি হ'ব লাগিব। নোমলে সেই কাৰণে শেষ সিদ্ধান্ত কৰিলে, তেওঁ আজিয়েই আন ঠাইলৈ যাব। বৰ্তমান কেইটামান টকা বুঢ়ী আয়েকক দি বিদেশৰ পৰা লাহে লাহে টকা দি তেওঁক প্ৰতিপাল কৰিব। নোমলে ততালিকে ঘৰমুৱা হ'ল। ঘৰ পায়ে তালি-টোপোলা বান্ধি আয়েকক

ক'লে, "আই আজি মই তেজপুৰলৈ যাব লাগে, মোক ভাতকেইটা সোনকালে দিয়া।" বুঢ়ীয়ে একো কথাৰে গম নাপাই তাহানি আৰু দুবাৰ উকিলৰ লগত কিবা মোৰ্কদমাৰ তদবিৰ কৰিবলৈ ডিব্ৰুগড় আৰু যোৰহাটলৈ যোৱাৰ দৰে এইবাৰ তেনে কিবা বুলি ততাতৈয়াকৈ ভাত ৰান্ধিলে। ভাত খাই উঠি কাপোৰ-কানি পিন্ধি সাজি-কাচি বুঢ়ীৰ হাতত একুৰি টকা দি এটা সেৱা কৰি "আই এইবাৰ কি জানি আহোতে মোৰ কেইদিনমান পলম হ'ব, এই একুৰি ৰূপ ভাঙি খাবা।" বুঢ়ীয়ে কেবা ক'ব ধৰোঁতে ঘৰৰ বাহিৰৰ পৰা মাত শুনিলে "মহৰী বাবী আছেনে?" মাত শুনিয়েই নোমলে বুজিলে সৰ্বনাশ। মণিৰাম এনে আও সময়ত ওলালহি। কিয়? আকৌ ভাবিলে, কি জানি বীণাৰ কিবা চিঠিয়ে আনিছে। নোমল বাহিৰলৈ ওলাই আহি দৰাচলতে মণিৰামৰ হাতত এখনি চিঠি দেখিলে। নোমলৰ প্ৰাণ নাচি উঠিল। মণিৰামে চিঠিখন হাতত দিলত, নোমলে চিঠিৰ খাম ভতালিলে নেমেলি মৰিণাৰক এখন তামোল-ছালি দিবলৈ আয়েকক খুজিলে। তামোল কাটি থাকোঁতেই মণিৰামে নোমলৰ পিনে চাই ক'লে, "আপোনাক এতিয়াই উকিল দেউতাই মাতিছে। চিঠিতো তাকেই লিখিছে। মই আৰু বিশেষ পলম কৰিব নোৱাৰো, ঘৰত কাম আছে।" নোমলৰ গোটেইখন মুখ কেহেৰাজৰ বৰণৰ দৰে কলা পৰিল। নোমলৰ নাচি উঠা মন প্ৰকাণ্ড বাধা পাই ভাগৰি পৰিল, নোমলৰ বুকুত কোনোবাই ডাঙৰ শিলৰ গধুৰ বোজা তুলি দিলে। নোমলে আন যিহকে নাভাবক মণিৰামৰ হাতত চিঠিখনি দেখি ভাবিছিল ই নিশ্চয় বীণাৰ চিঠি। ভাবিছিল মণিৰামক যেনায়ে চিঠিৰ খামটো বীণাৰ উত্তৰ চাব। কিন্তু এনে হৰিষত বিষাদ মিলিব বুলি সি খন্তেকো ভবা নাছিল। বিচাৰত অপৰাধীৰ দৰে ভয়ে ভয়ে চিঠিৰ খামটো মেলি চাই উকিলে মতা দেখি কঁপিব ধৰিলে। আজি এনেভাৱে তাক মতাৰ কাৰণ কি? উকিলেতো কোনো দিনাও তাক চিঠিৰে মতা নাই। হাজাৰ কাম থাকিলেও, হয় মণিৰামৰ হতুৱাই, নাইবা মিনক যেদাই তেওঁক নিয়ায়। নোমলৰ শৰীৰ ঘামিব ধৰিলে। বহা চকিখনত ঢলি পৰিল। হঠাৎ আকৌ মণিৰামৰ চকুৱে চকুৱে পৰি মণিৰামে তেওঁৰ দুৰ্বলতা বুজিব পাৰিছে বুলি "উস্ বৰ তামোলে গাত ধৰিছে; বুঢ়ীআই! ভাত খাই উঠাৰ পিচত তই আকৌ কি অতপালি তামোলখন দিলি? মণিৰাম এগিলাচ পানী আনছোন।" মণিৰামে পানী আনিলে, লগতে তামোলখনো খাই আহিল। নোমলে ভাবিলে তেওঁৰ বিদেশলৈ যোৱা নহ'ল। তেওঁ যথাৰ্থতে অপৰাধী হৈ সম্পূৰ্ণৰূপে ধৰা পৰিছে। কিন্তু চোৰ সিন্ধি সোমোৱাৰ আগেয়ে যিমান ভয় মনত ৰাখে, ঘৰ সোমালে বা ধৰা পৰিলে সিহঁতৰ ভয় অত্যন্ত কমি যায়; নোমলেও ভাবিলে যি হয় হ'ব। ইয়াৰ শেষ চাইয়ে যাওঁ। অলপ পিছতে কান্ধত চেলেংখন ঘাগৰি-গতীয়াকৈ বান্ধি মণিৰামেৰে সৈতে উকিলৰ ঘৰমুৱা হ'ল। বাটত মণিৰামক উকিল কেতিয়া আহিল, ঘৰত কিবা হাই-কাজিয়া হৈছে নে নাই, কোনোৱাই কাৰোবাৰ ওপৰত খং কৰিছিল নে ইত্যাদি নানা তৰহৰ প্ৰশ্ন সুধি সুধি উকিলৰ ঘৰ পালেগৈ।

(১৬)

"আপুনি আকৌ বোলে পৰহি আহে, লিখে কি, কৰে কি একো ঠিকেই নোহোৱা হ'ল। আজি যদি আহে তেন্তেটো চিঠিত সেইটো লিখা হ'লেই হ'লহেঁতেন। ভাতকেইটাও সোনকালে ৰান্ধিব পাৰিলোহেঁতেন, তালি-টোপোলাটোও আনিবলৈ মণিৰামক জাহাজ-ঘাটলৈ পঠিয়াব পাৰিলোহেঁতেন। একে উশাহে এইবোৰ কথা কৈ উকিলনীয়ে উকিলৰ পিনে চাই ৰ'ল। উকিলে পিঠাখন কামুৰি লগতে দৈ গাখীৰ গোটেইখন মুখতে লগাই "আজি অহাৰ জানো কিবা ঠিক আছিল, যে চিঠি তোমালোকলৈ পঠিয়াম?" "চিঠি দেখো অলপ আগতে বীণাই পাইছে। তাত আকৌ পৰহি আহোঁ বুলি লিখিছে কিয়?"

"উকিলৰ ঘৰত থাকি জেৰাও কৰিব শিকিলানে? চিঠি লিখিম ছাৰি অলপ আহৰি লৈ শুবলৈকে সময় পোৱা নাছিলো, আকৌ তোমালোকে চিঠি ক'ত পালা"?

"অ, আমাৰ আগত নো কথা ভাঙিব কেলেই? কেতিয়া কলৈ যায়, ক'ত কি কৰে আমাৰ আগত ক'ব কিয়? চিঠি লিখিছে কাৰণেহে লিখা বুলি কৈছো। অকণি! দেউতাৰৰ চিঠিখন লৈ আহছোন" বুলি উকিলনীয়ে চিঞৰি উঠিল। সেই চিঞৰ সিমূৰৰ কুঠৰিত বহি থকা বাণীৰ কাণত পৰিলগৈ। তাই বুজিলে আজি হাতে হাতে সকলো ধৰা পৰিছোঁ। মিছাকৈ কি ভুল কৰিলো। আজিৰ পৰা মোক দেউতা আইতাই বিশ্বাস নকৰে। কি নহওক, এতিয়া চিঠিখন ফালি নেপেলালে নহৈছে। ভাবিয়েই চিঠিখন ফালিবলৈ হাত মেলি মেজৰ ওপৰত নাপাই আচৰিত হ'ল। চিঠিখন কি তাই শুই থাকোঁতে আয়েকে লৈ গৈছে? ভিতৰত আকৌ আয়েকে মতা শুনি বীণা কঁপিব ধৰিলে। কি ক'ব, কি নক'ব দোমোজাত পৰিল। অলপ পিছতে আয়েক আহি, "কি কৰিছ ঐ, নামাত কিয়? দেউতাৰে দিয়া চিঠিখন দেউতাৰে খুজিছে দে।"

আয়েকৰ এনে চতুৰালি দেখি বীণাৰ মনে মনে ঘৃণা উপজিল। মাক হৈ জীয়েকক এনে সন্দেহ চকুৰে চাই এনেভাৱে চিঠি মনে মনে নি তাইক চাব দিয়া দেখি বীণাৰ মাকলৈ খং উঠিল। তাই লাজে, খঙে ৰঙা পৰিল। অলপপৰ তভক মাৰি বৈ "ক'তা, কাৰ চিঠি কোনে নিয়ে কোনে বাতৰি ৰাখে" বুলি বীণাই উত্তৰ দিলে।

"কি! চিঠিখন হেৰুৱালি? এটা বস্তুও যদি এখন্তেক ভালকৈ ৰাখিব পাৰ।" বস্তুটো হেৰোৱাত খং যিমানেই নুঠক, কিন্তু উকিলৰ আগত যে কথাত হাৰিব, উকিলনীৰ সহ্য নহ'ল। উকিলৰ ওপৰত এই কেইদিন তেওঁৰ মনে মনে খং আছিলেই, আজি আকৌ চিঠিখনৰ কথাত মিছা মতাত তেওঁৰ খঙে চুলিৰ আগ পাইছিলগৈ। হাতে-লোতে চোৰ ধৰি প্ৰমাণ দি চোৰৰ পোতক তুলিব বুলি চিঠিৰ এনে আৱশ্যক। কিন্তু বীণাৰ ওচৰলৈ আহি যেতিয়া চিঠিখন নাপালে, তেওঁৰ সকলো খং তাইৰ ওপৰত পৰিল; বীণাক অশেষ গালি পাৰিলে। হঠাৎ ক'ৰবাৰ পৰা মণিৰাম আহি "কি হৈছে আইদেউতা, আজি এনে খং কৰিছে কিয়?" বুলি সোধাত উকিলনীয়ে কৈ উঠিল, "হব কি, ইহঁতৰ মূৰ হৈছে। এটা বস্তু পালেই খন্তেকতে লয় কৰে।"

"কি বস্তু বা হেৰাল?"

"হেৰাব কি? দেউতাকে এখন চিঠি দিছিল, তাকে আকৌ ভালকৈ ৰাখিব নোৱাৰে।"

"চিঠিখন পাতল কাকতত লিখা জানো?"

"জানো সিহঁতৰ মূৰ।"

"তেতিয়া ঘৰ সাৰোঁতে মই এখন কাগজ তাৰে পৰা সৌৱা ৰাকচৰ ওপৰত তুলি থৈছো।"

উকিলনীয়ে ক'লে, "চাওঁ কেনে কাগজ"। মণিৰামে লৰা-ঢপৰা কৰি ৰাকচৰ ওপৰত কিতাপখন দাবি কাগজখন উকিলনীৰ হাতত দিলে।

উকিলনীয়ে ততালিকে চাই "মৰমৰ বীণা" দেখিয়েই চিঠি বুলি বুজি উলিকে খোৱা ঠাই পালেগৈ। উকিল তেতিয়া খাই উঠি চৰিয়াত মুখ ধুব ধৰিছে? "এই চিঠি দেখোঁ! আকৌ বোলে চিঠি দিয়া নাই।"

উকিল আচৰিত হৈ ৰাক পঢ়াছোন কি লিখিছে। উকিলনীয়ে পঢ়িব ধৰিলে। অলপ পঢ়ি "কি লিখিছে ঐ এইবোৰ?" বুলি লাজতে "ধৰক মই পঢ়িব নোৱাৰোঁ, আপুনিয়েই মুখ ধুই পঢ়ক।"

কথা যে কিবা আওপাকে গৈছে উকিলে বুজিলে। মুখ ধুই উঠি মণিৰামে সগোৱা ধঁপাত-চিলিম টানি টানি চিঠিখন সম্পূৰ্ণকৈ পঢ়িলে। তলত নামটি পাই উকিলে সকলো কাণ্ড সহজতে বুজি আচৰিত হৈ তভক মাৰি ৰ'ল। উকিলে ভাবি মনে মনে থাকোঁতে উকিলনীয়ে কৈ উঠিল, "কি কথা কি বতৰা একোকে নুবুজো। আজিকালিৰ ছোৱালী সমূলি শুছিল। মই তাহানিয়ে কওঁ নহয় আৰু পঢ়াব নালাগে, বিয়া-বাৰুৰ ঠিক কৰক। আমাৰ মজিন্দাৰৰ ছোৱালীনো কাহানি ইমান ডাঙৰলৈ পঢ়িছে?" উকিলৰ মনত ভয়ঙ্কৰ সন্দেহ হ'ল, সঁচাকৈ নোমলে এনে চিঠি লিখিছেনে? নোমলৰ চৰিত্ৰ উকিলে ভালকৈ জানে। নোমলে যে এনে চিঠি লিখিব পাৰে উকিলে কেতিয়াও ভাবিব নোৱাৰে। উকিলে ভাবিলে এইয়া নিশ্চয় জাল চিঠি। অলপ পিছতে উকিলৰ সন্দেহ ভাঙিল।

উকিলে আকৌ এবাৰ চিঠিখন পঢ়ি আখৰ ভালকৈ চাই মহৰীৰ আখৰ যে নিশ্চয় আৰু সন্দেহ নকৰিলে।

কিয়নো, যিমানেই অইন ধৰণে নিলিখক আজি কেইবছৰ তেওঁ তাৰ আখৰ চাই চাই বুঢ়া হৈছে। তেওঁ সহজতে ধৰিলে, এইয়া অইনৰ কাম নহয়, নোমল চন্দ্ৰৰে। ঘৈণীয়েকে অশেষ বলকি থকাতো উকিল হিমালয়ৰ দৰে অচল-অটল হৈ থাকিল। তেওঁ অলপ পিছতে ধোৱা-খোৱা কাতি কৰি শোৱা-পাটীত পৰিলগৈ।

শোৱা-পাটীত পৰি তেওঁ কি ভাবিছে কোনে জানে? নিজৰ জীয়াৰীলৈ দিয়া এনেভাৱে অইন মানুহৰ গুপ্ত চিঠি পালে কোন দেউতাকে থিৰেৰে থাকিব পাৰে? বীণাক তেওঁ কিবা সুধিবনে? নে নোমলক মাতি আনি কিল কীৰ্তনকে দিব?

## (১৭)

ধৰি অনা বান্দৰৰ দৰে নোমলে ভয়-সংশয় লৈ উকিলৰ চ'ৰাঘৰ পালেহি। নোমলে ভাবিছে মুহূৰ্তৰ পিছতে কি হ'ব কোনে জানে। অলপ পিছত উকিল আহি নিজৰ বহা ঠাইত বহিলহি। বহিয়েই এহাতে নথিটো মেলি লৈ আনহাতে ধোঁৱা-খোৱাটো লৈ "এই মোকৰ্দমাটোৰ দিন কোন দিনা জানানে?" বুলি নোমলৰ পিনে চালে।

নোমলে ভাবিলে কথা বিশেষ একো হোৱা নাই। তেওঁ ততালিকে মাত লগালে দিন "পৰহি, আপুনি নহাৰ কাৰণে একো তদবিৰ কৰিব পৰা নাই।"

"এই সপ্তাহত বিবিলাক মোকৰ্দমা হব যিমান পাৰা দিন ল'বলৈ থিৰ কৰা। যি কেইটাৰ দিন লব নোৱাৰি বাছি বাহিৰ কৰা।" এনেভাৱে কৈয়ে উকিল ভিতৰলৈ গ'ল। নোমলে মোকৰ্দমাৰ কাগজবোৰ ওলট-পালট কৰিব ধৰিলে। নোমলৰ আজিৰ কামত উৎসাহ কোনে চায়? সি যি ভাবি ব্যাকুল হৈছিল তেনে একো নেদেখি, নিজৰ বুধিক কেঁচা বুলি বুজিছিল আৰু ঠিক সময়ত মণিৰাম ঘৰ নোপোৱা হ'লে তাৰ এনে বুধিৰ কাৰণে ক'ৰ বিদেশত খৰালি খাব লাগিলেহেঁতেন ভাবি ভাবি হাঁহিছিল। অলপ পিছত বৃন্দা আহি ক'লে, "আপোনাক দেউতাই সোঁ কোঠাত মাতিছে।" নোমলৰ গা শিঁয়ৰি উঠিল। চোৰৰ প্ৰত্যেক কামতে ভয়, সন্দেহ। নোমলে ভাবিলে উকিলৰ আগৰ তেনে ভাব ভয়ঙ্কৰ ধুমুহাৰ আগেয়ে ⁄ তবধ মানি থকা আকাশৰ দৰেহে। তথাপি তেওঁ বৃদ্ধাৰ পিছে পিছে গৈ থাকিল। কুঠৰিত সোমাই নোমলে দেখিলে উকিলে শোৱা-পাটীত পৰি তামধু টানিব ধৰিছে। উকিলে ওচৰৰ চকিখনত নোমলক বহিব দিলে। নোমলে বহিবলৈ প্ৰথমে সাহ নাপালে, পিছত কে'বাবাৰো কোৱাত বহিল। উকিলে এইবাৰ আন কথা নুলিয়াই চিঠিৰ কথা উলিয়াত নোমলে আঁসে মতা মিছা ভাবিলে সকলো সৈ কাঢ়িলে। উকিলে বিশেষ একো নকৈ "এনেভাৱে য'তে ত'তে চিঠি লিখা ভাল নহয়, কেতিয়াবা ক'ৰবাত বিপদত পৰিবা।" বুলি কৈ টানি হোকাটো নোমলক যাচিলে, নোমলে লওঁ-নলওঁকৈ লৈ অলপ টানি হোকাটো মাটিত থলে। কথাৰ থুনুপাক তাতেই শেষ হ'ল। অলপ পিছত আকৌ মোকৰ্দমাৰ কথা সুধি এতিয়াও যত্ন হোৱা নাই শুনি খৰধৰকৈ গৈ বাছিব দিলে। নোমলে সিটো কুঠৰীলৈ গ'ল। অলপ পিছত উকিলে মণিৰামৰ হতুৱাই বীণাক মাতি অনালে। বীণা আহিলত উকিলে তাইৰ চকু চাই আচৰিত হ'ল। বীণাই গোটেই নিশা উজাগৰে থাকি কান্দি কান্দি চকু ঔৰ ফুলৰ দৰে কৰিছে। উকিলে দেখিয়েই ব্যাকুল হৈ পৰিল। উকিলে ক'লে, "অকনি তোৰ কি হৈছে?" বীণাই একো নামাতি থাকিল। উকিলে তাইৰ তেনে ভাব দেখি চকিত বহিব দিলে। এইবাৰ অকণিয়ে চকুৰ পানী ৰাখিব নোৱাৰিলে। বীণাৰ চকুৰ পানী দেখি উকিলৰ মনত কি হৈছিল কোনে জানে? উকিলে তাইক ভিতৰলৈ যাব দি শোৱা-পাটীত পৰি পৰি অসংখ্য ভাবত আকুল হ'ল। উকিলে ভাবিলে বীণাই দৰাচলতে নোমলক ভাল পায়। কিন্তু নোমলৰ লগত তাইৰ বিয়া কেনেকৈ হ'ব পাৰে? বিশেষতঃ নোমলৰ জন্ম সৰু বংশত। কিন্তু বিয়ে নহওক, যদি দুজনৰে যথাৰ্থ ভাল পোৱা আছে, তেন্তে তেওঁ বিয়া নিদি নোৱাৰে। নহ'লে তেওঁৰ শিক্ষাৰ অপমান হ'ব। বিশেষতঃ নোমলৰ বংশ যিয়েই নহওক, ওচৰ-চুবুৰীয়াই তেওঁক একো ক'ব নোৱাৰে, ক'বলৈ সাহো নাপায়। কিন্তু সমাজৰ নিয়ম

ভতালিকে কাতি কৰি থৈ তেওঁ জানো ভাল কৰিব ? সমাজত যেনেকৈ ডাঙৰ বংশৰ ল'ৰা-ছোৱালী সৰু বংশলৈ দিব নোৱৰা প্ৰচলন আছে, সেইদৰে ইজন সিজনৰ মাজত ভাল পোৱা উপজিলেও দিয়াও কোনো কোনো সমাজত আদৰ আছে। কিন্তু কোন সমাজত ডাঙৰ কৰি, কোন সমাজক সৰু কৰিব ? এবাৰ ভাবিলে লোকৰ সমাজলৈ আঙুলিয়ালে কি হ'ব ? নিজৰ সমাজক অপমান কৰা কোনোমতে যুগুত নহয়। আকৌ ভাবিলে, যদি নিজৰ সমাজত নানা কুসংস্কাৰ, নানা অমানুষিক নিয়মে ভৰি থাকে, তেন্তে মানুহে জানো সেইবোৰ সাল-সলনি নকৰি গাধৰ দৰে পিঠিত বোজা লৈ যাব? যি সমাজেই হওক, ব্যক্তিগত সুখ-শান্তিত কেতিয়াও বাধা-বিঘিনি আনিব নোৱাৰে। কিন্তু সেই বুলি মদপীয়ে মদ খায়ো, বেশ্যাপ্ৰিয় মানুহে বেয়া তিৰোতাৰ সংস্পৰ্শলৈকো গৈয়ে সুখ পাই খন্তেকলৈ স্বৰ্গীয় সুখ অনুভৱ কৰে; তেন্তে তেনে বীভৎস কাণ্ডও জানো ব্যক্তিগত সুখলৈ চাই সমাজে এৰি দিব পাৰে? মদপীয়ে নিজে মদ খোৱাৰ লগত আৰু দহজনক অন্যায়ৰ পথলৈ নি সমাজত ব্যাঘাত ঘটাব পাৰে? কিন্তু এনে বিয়াই কি অন্যায় কৰিব পাৰে? উকিলে ভাবিলে, যিবিলাক ব্যক্তিৰ সুখ-শান্তিয়ে সমাজক অন্যায় পথলৈ উদগনি দিয়ে, বহুতৰ সুখ-শান্তি নষ্ট কৰে, নিজৰো পিছত অন্যায় হয়, তেনে কাম কৰিবলৈ সমাজক অমান্য কৰা মহাপাপ; কিন্তু এই কামত জানো তেনে কৰা হ'ব? উকিলে আকাশ-পাতাল ভাবি ভাবি বিভোৰ হ'ল। উকিল কিংকৰ্তব্য বিমূঢ় হ'ল।

(১৮)

পেমীৰ জ্বৰ এৰিছে। আজি দুদিন হ'ল মুখত ভাত দিছে। কেৰপাইৰ মনটো অলপ শাঁত হৈ জুহালৰ কাষত বহি উম লৈছে। পেমীয়ে কাষত বহি কেইটামান পুঠি মাছ বাছিব ধৰিছে; কেৰপায়ে জুইৰ উম্ লোৱাৰ লগে লগে জুহালৰ পৰা জলা বাঁহ একডাল কঁকিয়াই খৰাহি এটা সাজিবলৈ লিহু কৰিছে। পেমীয়ে এবাৰ মাত লগালে, "ঠাকুৰীয়াইঁতৰ ঘৰৰ কুঁৱাটোৰ পৰা হেনো আমাক আৰু পানী খাবলৈ নিদিয়ে।" কেৰপায়ে সুধিলে, "কিয়?"

"ক'ব নোৱাৰোঁ। কেৱল সিদিনা জ্বৰত পৰাৰ আগেয়ে তাইঁতৰ কমলাই মোৰ গাত যাবে যাবে পানী ছটিয়াই থকা দেখি কৈছিলো— কিনো তামাছা কৰিছে যাবে যাবে? তাতে তাই 'তোৰ দেখো ঘৰ মুখ' বুলি নানা আউৱেৰ গালি পাৰি "খাব নোপোৱা খেকাৰ খেকাৰ জীয়েকৰ আকৌ অহঙ্কাৰটো চোৱা। এটা বেঙেৰেটো মাৰি দিমনে?' বুলি খেদি আহিছিল। মহো কৈছিলো, "মাৰাচোন, তোমাক ঠাকুৰীয়াৰ জীয়েক বুলি ভয় কৰিছোঁ হ'বলা। তোমাৰ যবিবৰ হাত আছে, আমাৰ জানো নাই?' তাতে ওপৰ লাগি বাপেক-মাকৰ আগত কিবা কৈছিল হ'বলা। মই এইকেইদিন পানী আনিব যোৱা নাই, জ্বৰতে পৰি আছো; আজি এতিয়াই বাওঁতে মাকে "আজিৰ পৰা পানী নিব আহ যদি নাক-চুলি কাটিম" বুলি মোক খেদি দিছে।

"বাৰু আজিৰ পৰা সিহঁতৰ ঘৰৰ পানী নানিবি।"

"তেন্তে ক'ৰপৰা আনিম?"

"সৌৱা জানৰ পৰা। নাইবা তই পানী আনিব নালাগে ময়ে আনিম। জান হওঁতে প্ৰায় এমাইল। তই গ'লে দুখ পাবি।"

"নালাগে পিতা, মই আজি ঠাকুৰীয়ানীৰ ভৰিত ধৰি সিদিনাৰ দোষৰ ক্ষমা খুজিম। নহ'লে ইমান দূৰৰ পৰা পানী কেনেকৈ আনিবা, বুঢ়া মানুহ দুখ পাবা।"

"নাই, একো ক'ব নালাগে। সিহঁতে নিদিওঁ বুলিছে যেতিয়া আৰু যাব নিদিয়ে। গ'লে আৰু অহঙ্কাৰ বেছিহে হ'ব। তাতোকৈ জানৰ পানী খোৱাই ভাল।"— কথা শেষ হওঁ-নহওঁতে বাহিৰৰ পৰা ঠাকুৰীয়াই 'কেৰপাই' বুলি মেঘৰ গৰ্জনৰ দৰে চিঞৰি উঠিল। কেৰপায়ে 'কি কৈছে?' বুলি মাতিলত "তই এতিয়াই মোৰ লগত গুৱাহাটীলৈ যাব লাগিব। মোৰ এটা মোকৰ্দমা আছে, তই সাক্ষী ক'ব লাগিব।"

"কি মোকৰ্দমা?"

"বাৰু সেইবিলাক যি নহওক, মই বাটে বাটে কৈ

যাম। মই যেনেকৈ শিকাই নিওঁ, তই সেইদৰে তাত কৰিবিগৈ।"

কেৰপাইৰ বুকু কঁপি উঠিল। তাহানি এদিন মেনো পাঠকৰ কথা এৰিব নোৱাৰি গুৱাহাটীত মিছা সাক্ষী কওঁতে সি কেনে কষ্ট পাইছিল, এতিয়াও তাৰ হুবহু মনত আছে। কথা কওঁতে কওঁতে কেইবাৰ ঢোক গিলিছিল, পিছত সাক্ষী কোৱাত বেয়া হোৱাত মেনো পাঠকে খওতে কিমান অত্যাচাৰ কৰিছিল, সি এতিয়াও পাহৰা নাই। সি সকলো কৰিব পাৰে, কিন্তু মিছা ক'ব নোৱাৰে। আজি আকৌ তেনে কামলৈ ঠাকুৰীয়াৰ আহ্বান শুনি কেৰপাইৰ উপায়-বুধি হেৰাল। কেৰপায়ে মিছা কথা কেনেকৈ ধৰ্ম শপত কৰি ক'ব। ইপিনে আকৌ গুৱাহাটীলৈ যোৱাও অসম্ভৱ। পেমী অলপ ভাল হৈছে মুঠতে। কেৰপায়ে একো নমতা দেখি ঠাকুৰীয়াই আকৌ সুধিলে। কেৰপাই ক'লে, "যাওঁ নো কেনেকৈ, পেমী অলপ ভাল হৈ উঠিছে মাথোঁ, ভাত-পানী ৰান্ধি খাব পৰা হোৱা নাই।" "অঁ অঁ, এঠাইলৈ যাব ধৰিলে পেমীৰ-টেমীৰ বেমাৰ হয়, কিন্তু ইপিনে যে গোটেই গাঁৱতে ছন্দকৈ ফুৰিব পাৰে সেইটোলৈ মন-কাণ নাই। বল বল পৰহিলৈ আহিবি।" অলপপৰ বৈ, "কি মনে মনে থাকিলি দেখো, নাযাব হ'বলা?"

কেৰপাই ক'লে, "আপুনি বুজি নাচায় কিয়?"

"অঁ অঁ বুজিছোঁ, সকলো বুজিছোঁ। বাৰু থাক। তোৰ অভপালি বাঢ়িছে, এইবাৰ আহি পালে বাপেৰ-জীয়েৰ দুয়োকো সাঙুৰিব লাগিব"— কৈয়ে একেছাটে আৰু দুজন মানুহৰ লগত গুৱাহাটীৰ পিনে বাট ল'লে। কেৰপাই সেইপিনেই চাই ৰ'ল।

(১৯)

আজি ঢোল-খোলৰ শব্দই গোটেই নগৰ ছানি পৰিছে। চাৰিওপিনে আনন্দৰ ৰোল। ল'ৰা-বুঢ়া সকলোৱে আনন্দত যোগ দিছেহি, হিংসুক, টুটকীয়া, লাজকুৰীয়া, মনে মনে শত্ৰুৰালি কৰোঁতা সকলোৱে মুখৰ লাজতে নাইবা ভয়তে লগ লাগি বিয়াৰ এনে আয়োজন দেখি মনে মনে ডেই পুৰি মৰিব ধৰিছে। দুজন-এজনে "উকিলৰ কামটো বৰ ভাল নহ'ল দে" বুলি চুকৰ কোণত বহি মেল পাতিছে।" "কথা নাই বতৰা নাই, ততালিকে এনে জনা-শুনা মানী মানুহে মজিন্দাৰৰ ঘৰৰ ছোৱালী যাকে তাকে দিবলৈ ওলাব লাগেনে?" কিন্তু এনে কথা মনে মনে হে আলচ কৰিছে, ফুটাই ক'বলৈ কাৰো সাহ নাই। তিৰোতাবিলাকে কেইবাৰ খাইছে তাৰ নিৰ্ণয় নাই। কোনোৱে ৰং চাইছে, কোনোৱে খোৱা-লোৱাৰ দিহা কৰিছে, কোনোৱে নাম ধৰিছে—

সুবৰ্ণৰ খাটতে এ আইদেৱ শুই আছে,
সি কথা মনতে নাই হৰি হৰি
সি কথা মনতে নাই।
লাখৰ বাখৰ কৰি এ ইন্দ্ৰৰ পটেশ্বৰী
আইদেৱক জগোৱাগৈ হৰি হৰি
আইদেৱক জগোৱাগৈ।

নামৰ আদি নাই, অন্ত নাই। ঢোলৰ কোবৰ সংখ্যা নাই। গধূলি বামুণ-সজ্জন ভৰিছে। দৰা আহিলত উকিলে নিজে গৈ আগবঢ়াই আনিলে। চাউল কিমান আনিছিল, ন-বোৱাৰীহঁতে ওৰণিৰ তলৰ পৰা কিমান ছটিয়াই ছটিয়াই মানুহক জুলা-কলা কৰিলে, দৰাৰ চকু-মুখ ৰঙা কৰিলে তাক ক'ব নোৱাৰোঁ। বুঢ়া তামুলী বৰুৱাই মুখখন বে'কেটাকৈ হাঁহি শইকীয়াক কৈছিল, "চাউল বানাতো আৰু সিহঁতৰ প্ৰেম-বান নহয় যে গোটেই ৰাতিটো সহি থাকিম? দৰা বপুৰাই বা কেনেকৈ সহিছে?" মহা আৰম্বৰে দৰাক সমাদৰি বিয়াৰ থলি পোৱালে। বিয়া হ'ব ধৰিলে। বামুণৰ মন্ত্ৰ নুবুজিলেও বিয়া যে এভাগ দুভাগকৈ শেষ হ'ব ধৰিছে মানুহে বুজিলে। হোমৰ ধোঁৱাই আকাশ জুৰিলে। কন্যা আহিল। লগুণ-গাঁঠি বান্ধিলে। আখৈ তুলিলে। দৰা-কন্যা সাত মেৰ ঘূৰিলে। দৰা আকৌ পৰমান্ন সলাবলৈ উকিলৰ বৰ ঘৰলৈ যাবলগীয়াত ঢোল-খোলৰ শব্দ দগৰি উঠিল। ভিতৰ কোঠাত নাম জাত জাত গাব ধৰিলে; উকলিয়ে খলক লগালে। উকিলনী নোমলৰ আগত আগৰে পৰা ওলাই, আজিও ওলাল। উকিলনী আগতে বহি কদমীক মাজে মাজে মতি কিবাবোৰ ঠিক কৰিব দিলে। দৰাই বস্তুবোৰ চাই শুদ্ধি শুদ্ধি

পেলাব ধৰিলে। হঠাৎ নোমলৰ চকু কদমীৰ মুখত পৰিল। নোমল স্তম্ভিত হ'ল। নোমলে ভেলেঙী পহুৰ দৰে কদমীৰ মুখলৈ চাই ৰ'ল। নোমলৰ কি হ'ল? এই কদমীয়ে সেই ছোৱালীনে; যাক চাবলৈ নোমলৰ চকুৱে খিবিকিৰ ভিতৰেৰে গোটেইখন জগত বিচাৰি ফুৰিছিল? এবাৰ যাৰ মুখ খন্তেক দেখিলে জগতৰ সকলো সুখ আনন্দ পালেহেঁতেন। যাক নেদেখি আজিও নোমলৰ মনত তৃপ্তি নাই, সুখ নাই।

(২০)

বিয়াৰ ৰাতিপুৱা দোকমোকালিতে কইনা শহুৰেকৰ ঘৰলৈ পঠিয়ালে। ঢুলীয়া, খুলীয়া, দুলীয়া, লগুৱা, লিকচৌ লগতে গ'ল। ঘৰৰ পৰা ওলাওঁতে উকিলৰ জীয়েক বীণাই যে কান্দিছিল তাত সংশয় নাই। তেওঁৰ কান্দোন দেখিলে কোনে ক'ব বীণাই নোমলক ভাল পায়? যাক ভাল পায় তাৰ ওচৰলৈ পঠিয়াওঁতে এনেকৈ কান্দি-কাটি জুৰুলা-জুপুৰা হয়নে? বীণাই জানো দৰাচলতে নোমলক ভাল নাপায়! নে সমাজৰ নিয়ম বুলি এনে কন্দা-কতা যদি ভাল নাপায়, উকিলে এনে অমিল বিয়া দি বাস্তৱতে দুয়োৰো সুখৰ ৰাজ্যত কোঢ়ালৰ সৃষ্টি কৰিলে? হায় উকিল, তুমি জনা-শুনা মানুহ হৈ ভাল পোৱাৰ আচল মেৰপাক কি তাক নুবুজি কি কৰিলা? ওলাই যোৱাৰ পৰত উকিলৰ ঘৰত কেনে হুৱাদুৱা লাগিছিল তাক নেদেখিলে বৰ্ণোৱা মিছা। উকিলে নিজৰ কুঠৰিত অকলশৰীয়াকৈ বহি চকুলো টুকিছিল। এনেতে মণিৰামে, "দেউতা, আইকণৰ যাবৰ পৰ হৈছে" বুলি কোৱাত ততালিকে চেলেঙৰ আঁচলেৰে চকুলো মচি গৈছোঁ বুলি ওলাই গৈ জীয়েকক নানা উপদেশ আৰু সমিধান দি পঠিয়ালে। তিনি দিনৰ মূৰত বীণা আকৌ দেউতাকৰ ঘৰলৈ উভতি আহিব।

কিছুদিনৰ পিছত বীণাৰ দশ হ'ল। উকিলেও সমাজৰ নিয়ম অনুসাৰে পাছ বিয়া দি বীণাক শহুৰেকৰ ঘৰলৈ পঠিয়ালে। শহুৰেকৰ ঘৰ পাই এদিন দুদিনকৈ এমাহ উকলি গ'ল। বীণা এভিয়া সৰু ল'ৰা-ছোৱালী 'নহয়, পিৰীহঁতনী। নোমলৰ বুঢ়ী আয়েকে সকলোবোৰ শিকাব ধৰিছে, যাতে তেওঁৰ অবিহনত দুয়ো সুখ-শান্তিৰে ঘৰ কৰিব পাৰে। কিছুমান দিন এনেভাৱে দিন কাটিছে, হঠাৎ আয়েকৰ বৰ ডাঙৰ বেমাৰ হ'ল। উকিলে বুঢ়ী শাহুৱেকৰ বেমাৰৰ কথা শুনি এদিন নিজে চাই গৈ তাৰ পিছৰ দিনাই গাড়ীতকৈ কদমীক পঠিয়াই দিলে। উকিলে ভাবিছে অকল বীণাই শাহুৱেকৰ শুশ্ৰূষা কৰোঁতে কষ্ট পায়, গতিকে লগত কদমী থাকিলেও কোনো কোনো সময়ত দুয়ো দুয়োৰো সহায় হ'ব পাৰিব। কদমী আহিলত বীণা আৰু কদমী দুয়ো বাই-ভনীৰ দৰে থাকিল। এদিন কদমীয়ে মনে মনে কীৰ্তনৰ ঘোষা আওৰাই এটা কুঠৰিত তামোল ঠুৰিয়াব ধৰিছে। এনে সময়ত নোমল বৰুৱা আহি তেওঁৰ গীত মনে মনে শুনি হাতৰ সুন্দৰ আঙুলিকেইটাৰ পিনে থৰেৰে চাই থাকিল। হঠাৎ কদমীয়ে তামোল কাটিব এৰি নোমলৰ পিনে চালে। চাৰি চকু মিল হ'ল। কদমীয়ে লাজতে তলমূৰ কৰিলে। নোমলে লাহেকৈ ওচৰ চাপি কেনে তামোল কাটিছাহে বুলি সুধিলে। কদমীয়ে তামোল কাটিয়ে থাকিল। "এ পাণবোৰ এনেকৈ ঠুৰিয়ায়নে? চাওঁ মোক দিয়াচোন" বুলি নোমলে ততালিকে পাণ এখিলা কদমীৰ হাতৰ পৰা কাঢ়ি আনিলে। কদমীয়ে আপুনিয়ে কাটক, মোক অৰ্কণিয়ে কিবা কৰিব মাতিছে বুলি উঠিব খোজোতে "বহাচোন বহা, পাণকেইখিলা কাটি যোৱা, মই এখিলা কেনেকৈ কাটিব লাগে দেখাই দিওঁহে।" নোমলে পাণ কাটিলে, কিন্তু কদমীৰ নিচিনা নহ'ল, বৰং বহুতো বেয়াহে হ'ল। "এ তোমাক শিকাওঁতে মইহে শিকিব লগীয়াত পৰিলো" বুলি কৈয়ে নোমলে খিলখিলকৈ হাঁহি মাৰিলে। কদমীয়েও হাঁহি সামৰিব নোৱাৰিলে। দুয়োৰো এনে হাঁহি শুনি সি কুঠৰিৰ পৰা বীণাই কাৰ এনে হাঁহি বুলি ৰেৰৰ জলঙাৰে জুমি চাই কদমী আৰু নোমলক দেখা পালে। অলপ পিছত বীণাও ওলাই আহি "ডাঙৰীয়াই তামোল-পাণ কাটি আমাক দিব হ'বলা" বুলি হাঁহি মাৰিলে। নোমলে দুখিলা ঠুৰিওৱা পাণ লৈ কোনখিলা ভাল হৈছে কোৱা বুলি বীণাৰ মুখৰ পিনে চালে। নোমলে তেনে কিয় কৰিলে বুজা

টান হ'লেও, বুজোতাই সহজতে বুজে। কিন্তু অবুজ বীণাই একো সন্দেহ নকৰিলে। সন্দেহ কৰিবলৈ তেওঁ যে শিকাও নাই। কদমী তেতিয়া তভক মাৰি ৰ'ল। অলপ পিছত বীণাই মাত লগালে, "মই ৰান্ধিবলৈ সকলো যোগাৰ কৰি দি আহিছোঁ, বলক ৰান্ধকগৈ।" দুজনী তিৰোতা মানুহ ঘৰত থকা সত্ত্বেও নোমলে ভাত ৰান্ধিব লাগে। আৰুল চুবলৈ সমাজক এসাজ ভালকৈ নুখুৱায় মানে বুঢ়ীয়ে তেওঁলোকৰ হাতে ৰন্ধা ভাত মুখত দিব নোৱাৰে। নোমলে ভাত ৰান্ধি-বাঢ়িহে বুঢ়ীক দুটা মুখত দিয়ায়। বুঢ়ীয়ে বেমাৰত পৰিলেও ভাত এৰা নাই। কিয়নো, তেওঁ দৰৱ-পাতি মুখত নিদিয়েই, যিমানেই জ্বৰ নহওক দুটা ভাত মুখত দিহে থাকিব। সুবিধা পালে পইতা ভাত আৰু আঁঠিয়া কলো নেৰে।

গোটেইকেইজন ৰান্ধনি-ঘৰলৈ গৈ নোমলে ৰন্ধাত আলপৈচান ধৰিছেগৈ। নোমলে ভাত ৰান্ধি-বাঢ়ি বুঢ়ীক জ্বৰে সৈতে দুটা মুখত দিয়াই বীণা আৰু কদমীকো ভাত বাঢ়ি দি শোৱা-পাটীত পৰি ধোঁৱা-খোৱাটো লৈ তন্ময় হৈ টানিব ধৰিছে। এনেতে মণিৰাম আহি অকণি আইদেউক দেউতাই নিব পঠিয়াইছে বুলি ক'লত নোমলে কৈ উঠিল, "এনে বেয়া সময়ত কেনেকৈ যায়? তাতে আকৌ আইৰ জ্বৰে এৰা নাই।" মণিৰামে ক'লে, "কাইলৈ দেউতাৰ বুঢ়া দেউতাকৰ শ্ৰাদ্ধ নিনিলে নহয়, আইতাই পঠিয়াইছে"। নোমলে, "বাৰু, তই এতিয়া ভাত খাগৈচোন" বুলি মনে মনে ৰ'ল।

মণিৰামে ৰান্ধনি-ঘৰত সোমাই বীণাৰ যি বোৱা আছিল, খাই কাঁহী-বাটিবোৰ ধুই তেওঁক যে নিব আহিছে সেইটো ভাঙি ক'লে। আবেলি ঠিক সময়ত গাড়ী দুৱাৰ-মুখ পালেহি; বীণাক গাড়ীত লৈ মণিৰাম গাড়ীৰ পিছত উঠি উকিলৰ ঘৰ পালেহি। বীণাই কদমীক লগত নিনিলে। যাবৰ ঘৰত বুঢ়ী শাহুৱেকক শুশ্ৰূষা কৰিবলৈ কদমীক কৈ গ'ল। "মই পৰহিয়ে আহিম, এই দুদিন এওঁলোকৰ আলপৈচান ধৰিবা।" কদমীয়ে মনে মনে যাবৰ ইচ্ছা কৰিলেও বুঢ়ীৰ অৱস্থা চাই নগ'ল। গধূলি হোৱাৰ লগে লগে কদমীয়ে ঘৰৰ সকলো কাম কৰি অঁতাই নোমলৰ শোৱা-পাটী পাৰি নোমলৰ কুঠৰিৰ পৰা ওলাব ধৰিছিল। হঠাৎ ক'ৰবাৰ পৰা নোমল আহি ওলাল। নোমলে কদমীক এনে অৱস্থাত পাই তাহানিৰ সকলো কথা মনত পৰি নোমল থিয় হৈ ৰ'ল। কদমী মুহূৰ্ততে আঁতৰ হৈ বুঢ়ীৰ কুঠৰি পাই বুঢ়ীৰ আলপৈচান ধৰিলে। নোমল লাহে লাহে গৈ শোৱা-পাটীত পৰি সকলো কথা ভালকৈ গমি-পিটিকি চালে। সঁচাকৈ নোমলে কদমীক ভাল পায়নে? আচলতে কদমীক প্ৰথমে দেখিয়েই তেওঁ জ্ঞান-বুধি হেৰুৱাইছিল; কিন্তু কপালৰ দোষতেই হওক বা তেওঁৰ সৌভাগ্যতে হওক তেওঁৰ বিয়া বীণাৰ লগত হ'ল। বীণাই জানো তেওঁৰ হিয়াৰ সকলো আশা তৃপ্ত কৰিব পাৰিছে? কদমীক দ্বিতীয়বাৰ নেদেখালৈকে বীণাৰ ৰূপতে, বীণাৰ ভাবতে তেওঁ মুগ্ধ হৈছিল, কিন্তু সেই বিয়াৰ ৰাতি পৰমান্ন সলাওঁতে আকৌ যেতিয়া কদমীক দেখিলে, নোমলৰ হিয়াত ঢাকি ৰখা বা মনত ভুৱা দি ৰখা সকলো চেষ্টা বিফল হ'ল। নোমলৰ গোটেই হিয়া অতৃপ্তিৰে পৰিপূৰ হ'ল। আজি আকৌ এনে অৱস্থাত কদমীক অকলে পাই নোমলৰ হিয়া উথলি উঠিছে। বুঢ়ী জ্বৰত পৰি তত নাই, বীণা ঘৰত নাই। এনে সুবিধা দেখি নোমলৰ মন উছাট মাৰি উঠিছে। নোমলে ভাবিছে, কি কৰিম? এনে সুবিধা এৰি দিমনে? নোমলে বিবেক আৰু পাশৱিক ভাবৰ টোৰ মাজত ওপঙি ফুৰিছে। কিন্তু অৱশেষত মনৰ ভিতৰৰ পাশৱিক শক্তিয়ে জ্ঞান বিবেকক চেৰ পেলাই হিয়াৰ ভিতৰত দঢ়াই দঢ়াই ক'ব ধৰিছে, সোণালী সুযোগ নেৰিবি; সেই সুযোগ হেৰোৱাৰ লগে লগে তোৰ জীৱনৰ তৃপ্তি, সম্ভোগ সকলো লয় হ'ব। নোমলে ভাবিছে পাপ-পুণ্য যি নহওক, আজি কদমীৰ সৌন্দৰ্য উপভোগ কৰিব। ভাবনাৰ শেষ নাই, এনেতে কদমী কুঠৰি সোমাই "জুই-কাঠি এডাল দিয়কচোন, চাকিকেইটা লগাওঁগৈ" বুলি নোমলৰ পিনে চাই ৰ'ল। জুই-কাঠি খোজাৰ শব্দই নোমলৰ প্ৰাণত যি জুই জ্বলিলে, যথাৰ্থ জুই-কাঠিয়েও তেনে জুই জ্বলাব নোৱাৰে। নোমল বলিয়া হ'ল। নোমলে কৈ উঠিল "কদমী! হো ধৰ"। কদমীয়ে জুই-কাঠি বুলি হাত মেলোতে নোমলে তত্তাল্লিকে তাইৰ হাতত ধৰি

পেলালে। কদমী, কঁপি উঠিল। কথা ক'বৰ সময় নৌপাওঁতেই নোমলে কদমীৰ বাঙলী গাল দুখনত দুটা চুমা খালে। কদমীয়ে ততালিকে সাহ গোটাই ক'লে, "কি কৰে, এৰি দিয়ক।" কদমীৰ এনে উচ্চ-কণ্ঠত নোমলে ভয় খাই হপৰাই এৰি দিলে। কদমী মুহূৰ্ততে অন্তৰ্দ্ধান হ'ল। নোমল লাজে-ভয়ে বিবুধি হৈ বিছনাত পৰি, কি কৰিলো, কি কৰিলো বুলি ভাবিব ধৰিলে। এজনী নিজৰ আশ্ৰিতা ছোৱালীৰ লগত এনে অভাৱৰ ব্যৱহাৰে নোমলৰ মান-মৰ্যাদা সকলো লোপ কৰিলে, নোমল বীণাৰ ওচৰত অপৰাধী হ'ল। কিন্তু সিবিলাক যি নহওক, যদি কদমীয়ে এই কথা বীণাৰ ওচৰত প্ৰকাশ কৰে, তেন্তে তেওঁৰ উপায় কি হ'ব? নোমলে ভাবি একো ওৰ নাপালে। নোমলে ভাবিলে, যি হ'ল হ'ল, তাইৰ সৌন্দৰ্য উপভোগ কৰাই শ্ৰেয়। তাই যি নকৰক, পাপত এবাৰ লিপ্ত হ'লে কেতিয়াও এনে কথা প্ৰকাশ কৰিব নোৱাৰিব। লগে লগে তেওঁৰ ইমান দিনৰ পুহি থোৱা আশাও পূৰ্ণ হ'ব। নোমল ততালিকে থিয় হ'ল। লাহে লাহে নিজৰ কুঠৰিৰ দুৱাৰ মেলি কদমীৰ কুঠৰী পালে। কদমী, কদমীকৈ কে'বাবাৰো মাতিলে, কিন্তু কদমী নাই। ততালিকে দুৱাৰত হাত দি দুৱাৰ খোলাত দুৱাৰ ততালিকে মেলা গ'ল। পাষণ্ড নোমলে পাশৱিক আশা লৈ ততালিকে ভিতৰ সোমাল। কদমী, কদমীকৈ দুবাৰ চিঞৰি মাত নাপাই জেপৰ পৰা ততালিকে জুই-কাঠি মাৰি কদমীৰ শোৱা-পাটীত চালে। কিন্তু কদমীৰ শোৱা-পাটী শূন্য— কদমী নাই। শোৱা-পাটীৰ ওচৰৰ চাকি-গছা লগাই নোমলে চাৰিওপিনে চাই হঠাৎ এটা কোণত চেপেটা খাই থকা কদমীক দেখা পালে। কদমী শোৱা-পাটীতে পৰি কান্দি আছিল। নোমলৰ আকস্মিক কণ্ঠস্বৰ শুনি ভয়াতুৰ হৰিণীৰ দৰে কুঠৰিৰ কোণ পাইছিলগৈ। নোমলে কদমীক তেনে অৱস্থাত দেখি ক্ষুধাতুৰ সিংহৰ দৰে জাঁপ মাৰি তাইৰ কাষ চাপি তাইৰ হাতত ধৰিব ধৰোঁতে তাই ততালিকে মাটিত ঢলি পৰিল। নোমলে একো নুবুজি কি হ'ল বুলি ততালিকে চাকি-গছা আনি পিছ মুহূৰ্ততে তাইৰ ঔৰ ফুলৰ দৰে চকুজুৰি আৰু বাঙলি গালত বৈ অহা দুধাৰি চকুলো দেখি নোমলৰ হিয়া কঁপি উঠিল। পাষণ্ড মনতো কৰুণাৰ উদয় হ'ল। নোমলে ভাবিলে, তাইৰ এনে অৱস্থাৰ কাৰণ তেওঁৰ সেই পাশৱিক আচৰণেই। নোমলৰ সকলো ভাব আঁতৰ হ'ল। নোমলে ততালিকে তাইৰ মুখলৈ চাই, "ক্ষমা কৰ কদমী, মই আজি বৰ অন্যায় কৰিছোঁ।" কদমীৰ বৈ অহা চকুলো অৱলাইকে মাটিত পৰিব ধৰিলে। প্ৰত্যেক টোপা চকুলোৱে নোমলৰ বিবেকত আঘাত কৰিব ধৰিলে। কিন্তু নোমলে নুবুজিলে কদমী যে তেতিয়া মূৰ্ছা অৱস্থাত। নোমল অলপ পিছুক্তে ওলাই আহিল। দুৱাৰ মেলিয়ে দেখে বীণা দুৱাৰৰ কাষেৰে তেওঁৰ কুঠৰিলৈ যাব ধৰিছে। নোমল আচৰিত হ'ল, নোমলৰ মূৰত সৰগ ভাঙি পৰিল। নোমলে ভাবিলে, যি কথা লুকাবলৈ তেওঁ পাশৱিক আচৰণ ল'বলৈকে কুণ্ঠিত হোৱা নাছিল, সেই কথা ঈশ্বৰৰ ইচ্ছাত আপোনা-আপুনি আচৰিতভাৱে ওলাই পৰিল। বীণা সেই সময়ত ক'ৰপৰা আহিল?

(২১)

দৈৱকী উকিল চ'ৰাঘৰত বহিয়ে মহীৰামৰ মুখত বীণা অহা, ঘৰত বেমাৰী, নোমলে তেওঁক খেদাবলৈ হেহোঁ-নেহোঁ কৰা সকলো শুনি গধূলিতে বীণাক আকৌ শাহুৱেকৰ ঘৰলৈ পঠিয়াবলৈ থিৰ কৰি বীণাৰ খোৱা-লোৱা শেষ কৰাই ৰাতি ন বজাত থোৱালেনি। বীণা গৈয়ে গিৰিয়েকৰ কুঠৰিত সোমাই কাকো নেদেখি শাহুৱেকৰ ওচৰলৈ গ'ল। শাহুৱেকে তেতিয়া কাকো ওচৰত নাপাই পানী পানীকৈ কেইবাবাৰো চিঞৰি পানী নাপাই খঙতে জলিপকি আছিল। এনে সময়তে বীণাক ওচৰত পাই যাত পৰ নাই গালি পাৰি "মই এই কেইহাল এনেয়ে পুহিছো। ভাল অৱস্থাত যেনে-তেনে, বেয়া অৱস্থাতো এটোপা পানী দিবলৈ ওচৰত নেপাওঁ" বুলি বীণাক বকিলে। বীণাই পানী দিলেহি। কিন্তু বুঢ়ীয়ে পানী দলিয়াই "যা, মোৰ কাষত কোনো থাকিব নালাগে। যেনেকৈ মৰোঁ মই মৰিম। কোনোৱে মোৰ বাতৰি ল'ব নালাগে।" বীণাই বুঢ়ীৰ কথা আওকাণ কৰি শোৱা-পাটীৰ কাষত বহিব খোজোঁতে "আঁতৰ হবিনে?" বুলি বুঢ়ীয়ে আকৌ নানা গালি বৰষাত আই

উঠি নিজৰ কুঠৰিলৈ খোজ ল'লে। বীণাই ভালকৈ জানে বুঢ়ীৰ খং উঠাত ওচৰত থাকিলে খং নকমে, বৰং বাঢ়িহে যায়। বীণাই ভাবিলে, বোধ কৰোঁ বুঢ়ীৰ খং উঠাৰ কাৰণে কদমীও ওচৰ চপা নাই। নিজৰ কুঠৰিলৈ যাওঁতে কদমীৰ দুৱাৰমুখত পিৰীয়েকক কি অৱস্থাত লগ পালে তাক আগেয়ে কোৱা হৈছে।

নোমলে হঠাৎ এনেভাৱে বীণাক লগ পাই আচৰিত হ'ল; কিবা কওঁ কওঁ বুলি লাজতে ক'ব নোৱাৰিলে। মুহূৰ্ত্ততে বীণা অন্তৰ্দ্ধান হ'ল। নোমল সেইপিনেই থিয় হৈ ৰ'ল। নোমলে ভাবিছে, কি কৰিলোঁ! আজি সকলো কথা নিশ্চয় বীণাই গম পাইছে, নহ'লে তেওঁ একো কথা নকৈয়ে গ'ল কিয়? কিন্তু যি হ'বলগীয়া হৈছে, এতিয়া উপায় নাই। লাহে লাহে নোমলে নিজৰ কুঠৰিলৈ খোজ ল'লে। নোমলে ভাবিছিল তাত বীণাক লগ পাব। তেওঁ কিবা আনিব যোৱা বুলি বীণাক ক'ব। কিন্তু কুঠৰি সোমাই দেখিলে, বীণাই ততাতৈয়াকৈ কাপোৰ লৈ শুই পৰিল। নোমলৰ সন্দেহ দুগুণে চৰিল। স্বামীৰ এনে কুকীৰ্ত্তি চকুৰ আগতে দেখি কোন তিৰোতা থিৰেৰে থাকিব পাৰে? নোমলে ভাবিলে, বীণাই সকলো বুজি পাইছে। এতিয়া কি উপায়েৰে তাইৰ মন ভাল কৰে? কিন্তু বুজনি দিয়া মিছা। এনে বুজনিৰে তেওঁৰ খং কমক ছাবি বঢ়িহে চলিব। এনেবোৰ কথা ভবাৰ লগে লগে তেওঁ প্ৰতিজ্ঞা কৰিলে আৰু কেতিয়াও এনে কাম নকৰে। যি কামৰ দ্বাৰা নিজৰ মান-মৰ্যাদা সকলো লোপ পায়, তেনে কামত আগ নাবাঢ়ে। কিন্তু হায়! এতিয়া আচল সময় উকলি গৈছে। এঘণ্টা আগেয়ে তেওঁ এনেভাৱে ভাবিলে এনে কাণ্ড ঘটিব নোৱাৰে। নোমলে এতিয়া মাতিম নে নামাতিম বুলি ভাবি কুঠৰিত এখোজ দুখোজকৈ অহা-যোৱা কৰিব ধৰিলে, তাৰ পিছত লাহেকৈ বিছনাত শুই পৰিল। ৰাতিপুৱা উঠিয়েই দেখে বীণা তাইৰ শোৱা-পাটীত নাই। ততাতৈয়াকৈ উঠি আয়েকৰ শোৱা কুঠৰিলৈ গৈ চাই তাতো তেওঁক নেদেখি আকৌ কদমীৰ কুঠৰিলৈ গ'ল। কদমী তেতিয়া উঠিছে মাথোঁ। কদমী ওলায়ে আকৌ নোমলক দেখি ৰাতিৰ সকলো কথা ভাবি লাজতে থমক খাই ৰ'ল। নোমলৰ সেই সময়ত কদমীলৈ চিন্তা নাই। নোমলে ৰাতি যেনে দৃঢ়-প্ৰতিজ্ঞ হৈছিল "আৰু কেতিয়াও এনে বেয়া কাম নকৰে" ঠিক সেই প্ৰতিজ্ঞা লৈয়ে আছিল। বিশেষতঃ সেই সময়ত নোমলৰ মন বীণাৰ কথাই পূৰ কৰি ৰাখিছিল। নোমলে বীণাৰ শোৱা-পাটীত আৰু আয়েকৰ কুঠৰিতো তাইক নেদেখি মনে মনে ভাবিছিল জানোচা কালিৰ কাণ্ডই বীণাৰ মন বিকৃত কৰি কিবা অঘটন ঘটালে। তেনে ঘটনা হোৱা একো আচৰিত নহয়। কিয়নো, চকুৰ আগত নিজৰ স্বামীৰ এনে ঘটনা দেখি তিৰোতাই কি কৰিব নোৱাৰে? লাজকুৰীয়া তিৰোতা নহ'লে নোমলৰ তাত থকাই সংশয় হ'লহেঁতেন, কিন্তু ভাগ্যে বীণা পটি-শুনি ধৈৰ্যশীলা হোৱা তিৰোতা; বীণাই মনে মনে স্বামীৰ সকলো কাণ্ড দেখি, ইপিনে লাজতে স্বামীক একো কথা ফুটাই ক'ব নোৱাৰি নিজে কি কৰিব নোৱাৰে? বীণাই জানো আত্মহত্যা কৰিলে? নাই কৰা। তেন্তে বীণা ক'লৈ গ'ল? ৰাতি আয়েকৰ মুখৰ পৰা শপনি শুনিও, তাই ওচৰত থাকিবলৈ খোজাতো আয়েকে থাকিব নিদিয়াত তাই মনে মনে আহি শোৱা-পাটীত পৰিছিলহি। কিন্তু শোৱা-পাটীত পৰি পূঁৰতী-নিশা সাৰ পাই নিজে বেয়া কৰিছে বুলি ভাবি ৰাতিতেই আয়েকৰ কাষলৈ গৈ আলপৈচান ধৰিছিলগৈ। তাই উঠি গৈয়ে বুঢ়ীৰ ওচৰত কদমীক বহি থকা দেখিছিল। কদমীক শুবলৈ দি বীণা কাষত বহিছিল। ৰাতি নৌপুৱাওঁতেই বুঢ়ীয়ে বমি কৰি তাইৰ কাপোৰ-কানি, লগতে শোৱা-পাটী সকলো নষ্ট কৰিছিল। পুৱা দোক-মোকালিতে বুঢ়ীৰ কাপোৰ-কানি নি লগতে নিজৰ কাপোৰো বাৰীৰ ভিতৰৰ পুখুৰীত ধুব ধৰিছিলগৈ। নোমলে আগৰাতি এনেভাৱে কুৰু-পাণ্ডৱৰ যুঁজ কৰি লাজ-মান অভিমানে শুই বিবেক আৰু পাশৱিক ভাবৰ অৰিয়া-অৰিত বহুত পৰলৈ টোপনি নহাত ৰাতিপুৱা উঠোতে পলম হৈছিল। কদমীয়েও আগনিশা নোমলৰ লাঞ্ছনাত, তাৰ পিছত বুঢ়ীৰ কাষত বহি বহি আলপৈচান ধৰি বীণা ভালকৈ ঘুমটি মাৰি উঠি নহালৈকে উজাগৰে থাকি ভাগৰি শুই পৰিছিল। সেই টোপনি ৰাতিপুৱা বহু বেলিলৈ ভগা নাছিল। বুঢ়ী

আয়েকো গোটেই ৰাতিটো কেঁকাই কেঁকাই বেমাৰৰ চটফটনিত তৰণি পোৱা নাছিল, কেৱল ধলপুৱাহে অলপ শাঁত হৈ শুব পাৰিছিল। গতিকে নোমলে যেতিয়া বীণাক বিচাৰি কুঠৰিত সোমাইছিল, বুঢ়ী তেতিয়া টোপনিত লালকাল।

নোমলে ঘৰৰ কতো নাপাই বাৰীৰ পিনে গ'ল। বাৰীৰ পুখুৰীত এনে ৰাতিপুৱাই বীণাই কাপোৰ ধোৱা দেখি নোমল আচৰিত হ'ল। নোমলে ভাবিলে, তাইৰ মনত কালিৰ ঘটনা বৰকৈ লাগিছে, কিন্তু সেই কথা ফুটাই ক'ব নোৱাৰি নিজৰ কামেৰে নোমলক শিকাওঁ বুলি এনে কাম হাতত লৈছে। নহ'লে, এনে ৰাতিপুৱাই এনে কাম কৰিব কিয়? নোমলে ভাবিছে, নোমলৰ ৰাতিৰ কাণ্ড দেখি বীণাই ৰাতিপুৱাতে কদমীৰ কাম কৰিবলৈ ওলাইছে। নোমলে ভালকৈ জানে, আগেয়ে সদায় এনেবোৰ কাম কদমীয়েহে কৰে। নোমলৰ মনত ভাব হ'ল জানোচা বীণাই কদমীক পাটৰাণী কৰি নিজেই কদমীৰ দৰে কাম কৰি তেওঁলোকৰ শুশ্ৰূষা কৰিব। নোমলে ভাবি নিজে নিজে লাজ পালে। নোমলে ভাবিলে, কি কৰিলো ৰামৰ ৰাজ্যত অশান্তি ঢালিলো। কিন্তু সেই সময়ত আৰু একো ফুটাই ক'বলৈ বা বীণাৰ ওচৰ চাপিবলৈ সাহ নকৰিলে। তাইক নিলগৰে পৰা দেখিয়েই আকৌ উভতি আহি ঘৰৰ আনফালে মুখ ধুব ধৰিলে।

বীণাই কাপোৰ-কানি ধুই আহি কাপোৰ মেলি দিব ধৰোঁতে কদমীয়ে বুঢ়ী আয়েকৰ ঘৰৰ পৰা দেখি ততালিকে ওলাই আহি "চাওঁ অকণি আইদেউ, মই কাপোৰ-কানি মেলি দিওঁ; তুমি মই শোৱাৰ পৰা আইৰ কাষত বহি আছা, এতিয়া অলপ শোৱাগৈ।" বীণাই হাঁহি মাৰি "কতা! মইনো কিমানপৰ বহিছোঁ, তুমিয়ে দেখো বহু ৰাতিলৈ বহি আছিলা" বুলি কৈ কাপোৰ মেলি দিব ধৰোঁতে কদমীয়ে ততালিকে কাপোৰখিলাক বীণাৰ হাতৰ পৰা কাঢ়ি নিলে। বীণাই এৰি "বাৰু, কাপোৰখিলাক মেলি দিয়েই চাহ কৰিবা, মই অলপ শোওঁগৈ", বুলি নিজৰ শোৱা-পাটি পাৰি শুই পৰিল।

অলপ পিছতে নোমলে মুখ-হাত ধুই মূৰ আঁচুৰিবলৈ নিজৰ কোঠা সোমাই বীণাক আকৌ শোৱা-পাটিতে দেখি ভাবিলে "সৰ্বনাশ হ'ল, আজি যে আৰু বোহু-ঘৰৰ পৰা উঠিব সম্ভাৱনা নাই।" এতিয়া যতিম নে নেযতিম বুলি ভাবি কুঠৰিৰ দুৱাৰ মুখতে এখোজ দুখোজকৈ অহা-যোৱা কৰিব ধৰিলে। এবাৰ ভাবিলে— মাতোঁৱেই, কি কয় ক'ব। আকৌ ভাবিলে, মাতিলে অহঙ্কাৰ বেছিহে হ'ব। এতিয়া মাতি বুজাবলৈ গ'লে মিছা সন্দেহ আৰু বাঢ়িবহে। গতিকে নিজে উঠি যেতিয়ালৈকে এনে কথা নোসোধে তেতিয়ালৈকে একো নকওঁ" ইত্যাদি ভাবি থাকোতে কদমী চাহ লৈ বীণাক মাতো বুলি আহি নোমলক দেখি লাজতে উভতি যাবলগীয়াত পৰিল। আকৌ পিছত আৰু আহিবলৈকো সাহ কৰিব নোৱৰা হ'ল, কিজানি আহি আকৌ নোমলৰ চকুৰে চকুৰে পৰে। কদমীয়ে শত চেষ্টা কৰিও কালি ৰাতিৰ ঘটনা পাহৰিব নোৱাৰিলে। চাহ চেঁচা হৈ গ'ল। নোমলে বীণা নুঠা দেখি ইপিনে তৎক্ষণাৎ কদমীকো লাজতে মাতিব নোৱাৰি চাহ নোখোৱাকৈয়ে বাহিৰলৈ ফুৰিব গ'ল। কদমী এবাৰ বৰ চেষ্টা কৰি আহি নোমলক তাত নেদেখি কুঠৰি সোমাই বীণাক মাতিলেহি। বীণা উঠিয়েই নোমলে চাহ খাই গ'ল নে নাই সুধিলে। কদমীয়ে নাই বুলি কোৱাত বীণাই কদমীক খং কৰি "মই নহ'লো বুলি তুমিয়েই দিব নোৱাৰিলানে? যা, মই নাখাওঁ, তুমিয়ে খোৱাগৈ" বুলি আকৌ শুই পৰিল। কদমীয়ে একো উপায় নাপাই যঁ'ৰে বস্তু ত'তে এৰি বুঢ়ী আয়েকৰ ওচৰ পালেগৈ।

দুপৰ হ'লহি। কোনোৱে ভাত-পানী বন্ধা নাই। নোমলে হঠাৎ আহি বীণাক আকৌ সেই অৱস্থাতে পাই নিজকে নিজে ধিক্কাৰি আয়েকৰ কাষ পালেগৈ। ঘৰ সোমায়ে আয়েকৰ কাষত কদমীক বহি থকা পালে। যি নহওক, উভতি নাহি আয়েকৰ কাষত বহি 'কেনে পাইছা' বুলি সুধিলে। 'অলপ ভাল' বুলি আয়েকে ক'লে। কদমীয়ে কষ্টেৰে এবাৰ নোমলৰ পিনে চাই, "ভাত ৰান্ধিবলৈ সকলো যোগাৰ কৰি থৈছো, ভাত ৰান্ধকগৈ" বুলি কোৱাত নোমলে শুনা-নুশুনা ভাৱে আনমনা হৈ ৰ'ল। যেতিয়া আয়েকৰ কাষৰ পৰা উঠি আহিল, "মই এতিয়া ভাত নাৰান্ধো, যেনেকৈ পাৰা খোৱা" বুলি আকৌ ওলাই গ'ল। এনে সময়তে বীণা

ওলাই আহি কদমীক সুধিলে, “ভাত-পানী ৰান্ধিলে জানো ?” কদমীয়ে নামাতিলে। বীণাই বুজিলে সঁচাকৈ নোমলে ভাত নোখোৱাকৈ শুচি গৈছে। ৰাতিপুৱা সময়ত চাহ নোপোৱাৰ কাৰণেই যে এনে হ'ল বীণাই বুজিলে। এতিয়া কি কৰিব? আয়েকক সুধিলে, “আপুনি ভাত খাবনে ?” আয়েকে ক'লে, “আজি আৰু মই ভাত নাখাওঁ”। বীণাই খপৰাই উঠি, “কদমী বলা, ভাতকেইটা বেলেগ ঠাইত ৰাখোগৈ। তেওঁ দিনৰ দিনটো লঘোনে থাকিবনে?” কদমী উঠি গৈ বেলেগ ঠাইত যোগাৰ কৰি দিলে। বীণাই ভাত ৰান্ধি বৈ আছে। নোমলৰ দেখা-দেখি নাই। প্ৰায় বেলি ভাটি দিয়াত আহি আকৌ নোমল বিছনাত পৰি শুলেহি। বীণাই কদমীক গৈ মাতিব দিলে। কদমী যাওঁ নাযাওঁকৈ এবাৰ মাতিলেগৈ। নোমলে কৈ পঠিয়ালে, “মই ভাত নাখাওঁ”। বীণা নিজে এবাৰ গ'ল। তথাপি সেই একে কথা। ৰন্ধা ভাত ৰন্ধাই ৰ'ল। কাৰো ভাত খোৱা নহ'ল। নোমলে ভাবিছে, কোনোমতে বীণাই কিবা কথাত কালিৰ ঘটনা উলিয়ালে তেওঁৰ সকলো কথা কৈ অলপ শান্তি লভিব পাৰে। বীণাই তেওঁক দোষী সাব্যস্ত কৰি তেওঁৰ দোষৰ কৈফিয়ৎ সুধিলে, তেওঁ ভালকৈ বুজনি দিব পাৰে। কিন্তু আশা মিছা হ'ল। বীণাই একো নজনাৰ ভাও ধৰি ৰ'ল। কালি ৰাতিৰ কথা ঘূৰ্ণাক্ষৰেও নোলাল। নোমলৰ মাত হেৰাল। বীণাই জানো দৰাচলতে কিবা জানে ? সঁচাকৈ বীণাই কালি ৰাতিৰ ঘটনা একোকে নাজানে। তেওঁ শাহুৱেকৰ কুঠৰিৰ পৰা ওলাই আহি কদমীৰ কুঠৰি চেৰাই পিছ দি নিজৰ শোৱা-পাটী বুলি গৈছিল। সেই সময়ত পিছে পিছে অহা নোমলক বীণাই তৎ কৰা নাছিল। বিশেষতঃ নোমল তেতিয়া কুঠৰিৰ ভিতৰৰ আন্ধাৰত আছিল; বীণা বাহিৰৰ জোনাকত। গতিকে নোমলে সহজতে বীণাক দেখিছিল, কিন্তু তাই নোমলক দেখা নাছিল। কিন্তু আজি বীণাই সেই কথা নুলিওৱাত এনেভাৱে ভাও ধৰি থকা বুলি নোমল নিমাত হৈ পৰি থাকিল। নোমল শুই থাকোঁতে ভাগৰে-দুখে সেই পিনে টোপনি গ'ল। শুই উঠি আয়েকৰ কুঠৰিলৈ যাওঁতে বাটতে ৰন্ধা ভাত ৰন্ধাই থকা দেখি খঙে লাজে আকৌ বাহিৰলৈ শুচি গ'ল।

ৰাতি নৌ হওঁতেই নোমল উভতি আহি দুৱাৰ মুখত গাড়ী দেখিলে। নোমলে ঘৰ সোমাই দেখিলে বীণা আজিও দেউতাকৰ ঘৰলৈ যাব ওলাইছে। নোমলে নামাতি থাকিল। অলপ পিছত বীণা আহি, “আইতাই আজিও নিবলৈ গাড়ী পঠিয়াই দিছে, এবাৰ গৈয়ে উভতি আহোঁ” বুলি কোৱাত নোমলে কি উত্তৰ দিব ভাবি নাপাই “যোৱাগৈ” বুলি ক'লে। বুঢ়া দেউতাকৰ শ্ৰাদ্ধৰ দিনা উকিলৰ ঘৰত কেনে ৰং-তামাচা নোমলে ভালকৈ জানে। তেনে অৱস্থাত জীয়েকক দূৰৈত থৈ যে উকিলনীয়ে আনন্দত যোগ দিব নোৱাৰে, সেইটো ভাবি নোমলে আৰু হকা-বধা নকৰিলে। বীণা গাড়ীত উঠিল। হঠাৎ সিটো কুঠৰিৰ পৰা কদমী ওলাই আহি মাত লগালে “অকণি আইদেউ! তুমি ঘৰলৈ যোৱা যদি ময়ো যাওঁ।” নোমল নিমাত হৈ ৰ'ল। বীণাই ক'লে, “তোক নিব পাৰিলে নক'লোহেঁতেননে? আইতাৰ কাষত থাক; নহ'লে তেওঁৰ (নোমলৰ) বৰ আমনি হ'ব। মই অলপতে ঘূৰি আহিম।” কদমীয়ে আৰু একো ক'ব নোৱাৰিলে। ঘোঁৰা-গাড়ী আঁতৰ হ'ল। এনে গধূলি সময়ত, সূৰ্যৰ কিৰণ চেগা-চোবোকাকৈ পৰা কালত চুলি আউল-বাউল, গোলাপৰ বাওলী আভাৰে বঞ্চিত কদমীক আকৌ নোমলে দেখি এটি মূৰ্তিময়ী দেৱী দেখাৰ দৰে চাই ৰ'ল। লগে লগে কালি ৰাতিৰ সকলো কথা মনত পৰি লাজ আৰু ভয়তে টেঁপেকা মাৰিলে। কদমীয়ে গাড়ীৰ পিনে চাই থাকি গাড়ী আঁৰ হ'লত নোমলৰ পিনে চাই “আপোনাৰ কিবা কাম কৰিব লাগেনে?” বুলি সুধিলে। নোমলে একো উত্তৰ নিদিলে। কদমী অলপপৰ তেওঁৰ পিনে চাই থাকিয়ে “আপোনাৰ ভৰি দুখন বোকাৰে ভৰপূৰ হৈ আছে; মই পানী আনি দিওঁ, ভৰি দুখন ধোৱক” বুলি ততালিকে ঘৰৰ ভিতৰ সোমাই এবাটি পানী আনি নোমলৰ ওচৰ চাপিল। নোমল তেতিয়াও তন্ময়। “পানী থবক” বুলি কোৱাত নোমলে বাটিটো কদমীৰ হাতৰ পৰা আনিব খোজোঁতে হঠাৎ আকৌ কদমীৰ হাত স্পৰ্শ কৰি নোমলৰ গোটেই গা শিয়ঁৰি উঠিল। নোমলৰ শৰীৰ বিজুলী চমকাৰ দৰে চমকি উঠিল। যি নহওক, কদমীয়ে তেওঁক পানী আৰু গামোচা দি

নোমলৰ কুঠৰি পালেগৈ। কিন্তু নোমলৰ গোটেই বিছনাখন বগা মাটিৰে লুতুৰি-পুতুৰি হোৱা দেখি আচৰিত হ'ল। দৰাচলতে আচৰিত হ'বৰ একো কাৰণ নাই। কালি গধূলি নোমলে ক'ৰবাৰ পৰা ৰবখুণে ৰবখুণে ঘূৰি আহি কুঠৰি সোমাওঁতে কদমীক দেখি জ্ঞান-চৰ্তি হেৰুৱাই সেই ভৰিৰে সকলো কাম কৰি অতাই বীণাক মাজ বাটতে তেনেভাৱে পাই আৰৌ লাজে-ভয়ে বোকা ভৰিৰে শুই পৰিছিল। আজি আবেলি সময়ত আহি যেতিয়া নোমল শুইছিল, তেতিয়া শোৱা-পাটীত বগা মাটি দেখিও বীণাৰ খং দেখি আৰৌ কদমীকো লাজতে মাতিব নোৱাৰি সেই বিছনাতে শুইছিল। আগদিনা ৰাতি ভিতৰৰ মলিনতাই বাহিৰৰ সামান্য বালি-ধূলিক সমূলি পাহৰাই ৰাখিছিল। কদমীয়ে আৰৌ নতুনকৈ ধোৱাই ধুই অনা কাপোৰ পাৰি পুৰণি চাদৰখন সেই গধূলিতে ধুই মেলি দিছিল। নোমলে কদমীৰ এনেবোৰ কাম দেখি মনে মনে ভাবিছিল, কদমীয়ে জানো তেওঁক ভাল পায়? কিন্তু নোমলৰ বিবেক-বুদ্ধি আগৰাতিৰ ঘটনাই সম্পূৰ্ণ মাৰ কৰি ৰাখিছিল, নোমলে মনে মনে কৈছিল, "হিমালয় লৰিলেও আৰু তেনে কাম নকৰে, মান-মৰ্যাদা গৌৰৱ জলাঞ্জলি নিদিয়ে।"

(২২)

ঠাকুৰীয়া গুৱাহাটীৰ পৰা উভতিল। মোকৰ্দমাত তেওঁৰ জয় হোৱা নাই। মোকৰ্দমাত হৰাৰ খং সম্পূৰ্ণ কেৰপাইৰ ওপৰত পৰিছে। প্ৰথম কাৰণ, কেৰপাই মিছা সাক্ষী ক'বলৈ নগ'ল; দ্বিতীয় কাৰণ ওলাই যাবৰ পৰত কেৰপায়ে তেওঁৰ কথা নুশুনি তেওঁৰ যাত্ৰা ভঙ্গ কৰিছে। ঠাকুৰীয়াই ভাবিছিল আন দুটা সাক্ষী হ'লেই, হাতৰ মুঠিত থকা কেৰপাইক ভতালিকে লৈ যাব পাৰিব; কিন্তু আশাৰ বিপৰীত ফল হোৱাত ওৰে বাটে "কি কুলক্ষণীয়াক বিশ্বাস কৰি যাত্ৰা ভঙ্গ কৰিলোঁ" বুলি উচপিচাই গৈছিল। কিন্তু গুৱাহাটীত গৈ দৰাচলতে যেতিয়া তেওঁৰ জয় নহ'ল, তেওঁ বুজিলে ইয়াৰ কাৰণ কেৰপায়ে কৰা যাত্ৰা-ভঙ্গই। যি নহওক, এইবাৰ গৈয়ে ছালছিগা কেৰপাইক সমুচিত দণ্ড দিব লাগিব। গাঁও পায়ে তেওঁ ভৱা কথা কামত ফলিয়াবলৈ থিৰ কৰিলে। ঠাকুৰীয়াই এদিন সমাজৰ মাজত উলিয়ালে, "মই দিনিনা আহোঁতে এঘৰ মুছলমানৰ ঘৰত সি ভাত খাই থকা দেখিছো।"

"সি মুছলমানৰ ঘৰতো ভাত খায়নে? তেন্তে তাক আমাৰ লগত ৰখা উচিত হোৱা নাই। য'তে যি পায় তাকে খাব, ইপিনে আকৌ আমাৰ লগে-ভাগেই খাই ফুৰিব। সকলোকে একাকাৰ কৰিলে দেখো।" এই বুলি কৈয়ে মণ্ডলে ঠাকুৰীয়াৰ কথাত সম্পূৰ্ণ হয়ভৰ দি আনবিলাকৰ পিনে চাই ৰ'ল।

পাঠকে মাত দিলে, "তেন্তে কি কৰিব খোজা?"

"কি কৰিব খোজোঁ আকৌ তাকে সুধিছানে? তাৰ খেতি-খোলা নাই, কিন্তু সদায় সুখেৰে খাই আছে। সেইটো ভাবিলেই বুজি নোপোৱানে? আমি চাৰিখন হাল বায়ো গৃহস্থক পোহপাল দিব পৰা নাই। আগৰে পৰা মোৰ এনে সন্দেহ হৈছিলেই, হয় সি চুৰ কৰে, নাইবা য'তে ত'তে খাই ফুৰে। মোৰ মনেৰে, তাক সকলো প্ৰকাৰে আলগ কৰিব লাগে।

কথাষাৰ ঠাকুৰীয়াৰ মুখৰ পৰা ওলাল মাথোঁ, সকলোৱে নিশ্চয় নিশ্চয় কৈ উঠিল। ঠাকুৰীয়াৰ কথাৰ প্ৰতিবাদ কৰে কোনে? সিদিনাৰ পৰা কেৰপাই আলগ হ'ল। কাৰো ঘৰত অলপো সহানুভূতি নোপোৱা হ'ল। ভয়, জানোচা তাক সহায় কৰা খানাক-খুনুককৈ ঠাকুৰীয়া বা মণ্ডলৰ কাণত পৰিলে তেওঁলোককো আলগ কৰি থয়। আহিণীৰ মাকে ইমান দিনে কেৰপাইৰ হতুৱাই গৰু-গাই কেইটা মাজে সময়ে পথাৰত চৰাই, গৰুৰ কাৰণে ঘাঁহপাত তাৰ হতুৱাই আনি আপদে বিপদে তাক অলপ-অচৰপ ধন বস্তুৰে সহায় কৰিছিল। তাৰো মূলা মৰিল। কেৰপাইৰ কাৰণে তাই গাঁৱৰ সমাজ এৰিব নোৱাৰে। তাতে আকৌ তাই বুঢ়ী মানুহ; ইবিলাক সকলো সহিব পাৰে, কিন্তু নিজৰ ধৰ্ম এৰি য'তে ত'তে খোৱা, যিহকে পায় তাকে কৰা ইত্যাদি কথাত সম্পূৰ্ণ অমত। কেৰপায়ে এনেবোৰ কাম কৰি ফুৰা শুনি তাইৰ খং কোনে চায়? তাই মনে মনে পাকৰ দৰে খলকিছে, "ইয়াৰ লগতে

আমাৰো জাত-কুল গ'ল"। মূঠৰ ওপৰত গোটেই গাঁৱত কেৰপাইৰ সহায় কোনো নোহোৱা হ'ল। তথাপি কেৰপাইৰ ভয় নাই। বাপেক-জীয়েক দুয়ো বাতিটো একেলগে থাকি, বাতি নৌপুৱাওঁতেই দূৰৈৰ গাঁওলৈ গৈ কেৰপায়ে দিনৰ খোৱা বস্তু লৈ আহি ৰান্ধি-বাঢ়ি খায়। পানী দূমাইল আঁতৰৰ জানৰ পৰা আনি দিয়ে। দিন এনেভাৱে দুখে-কষ্টে কটাইছে। এদিন হঠাৎ কেৰপাইৰ ঘৰৰ জুই-কাঠি শেষ হ'ল। কেৰপায়ে দূৰৈৰ পৰা আহোঁতে আনিব পাহৰিলে। ঘৰত আহি নোহোৱা শুনি, কেৰপায়ে কি কৰিব ভাবি একো থিৰ কৰিব নোৱাৰিলে। পেহীয়ে ওচৰৰ এঘৰৰপৰা খুজি আনো বুলি গৈ "ক'ৰ মৰ-টাঙোন ক'ত পৰি কাক দায়ত পেলাব আহিছে, বাটৰ চুৰা বাটত থাকগৈ, ওচৰত আহি দায় জগৰ নলগাবি" ইত্যাদি নানা তৰহৰ কথা শুনি পেমী সেমেনা-সেমেনি কৰি বাপেকৰ ওচৰ পালেহি। দিনৰ দিনটো জুইৰ অভাৱত লঘোনে কটালে। এনেভাৱে মাজে সময়ে কেইদিন কেৰপাই আৰু পেমীৰ লঘোনে গৈছে তাক ক'ব নোৱাৰোঁ। তথাপি কেৰপায়ে নিজৰ কপালকে শুণি দিন কটাইছে। কিন্তু লাহে লাহে পেমী যুৱতী হ'লহি। কেৰপাইৰ মনত ভবা-গুণা লাগিল। আগেয়ে কেৰপায়ে ভাবিছিল, কোনোমতে পেমীক এঠাইত গতাব পাৰিলে সি দেশে-বিদেশে ফুৰি সন্ন্যাসী বৈৰাগী হৈ ফুৰিব। এতিয়া চাই থাকোতে থাকোতে সেই সময় আহিল। পেমী জোনৰ বোল কলাৰ দৰে বাঢ়িব ধৰিলে। পেমীৰ সৌন্দৰ্যৰ কথা দুটা-এটা দুষ্ট চেঙেলীয়া ডেকাই, বিশেষতঃ নগৰত এবছৰ-দুবছৰ থাকি সৌন্দৰ্যৰ সোৱাদ পোৱা অলপ বিদ্যা ভয়ঙ্কৰী বপুৰীহঁতে পেমীৰ সৰ্বনাশৰ কথা কল্পনা-জল্পনা কৰিব ধৰিছে। কিন্তু আজিলৈকে এনে অন্যায় কামলৈ কাৰো মৰ সাহস হোৱা নাই। তাৰ কাৰণ, এনেয়ে সিহঁত একঘৰ হৈ আছে; সিহঁতৰ ঘৰলৈ গ'লেই আলগ কৰি থব। তাতে এনে অন্যায় কামত ধৰা পৰিলে ঠাকুৰীয়াই শুদাই নেৰিব।

ইপিনে ঠাকুৰীয়াই এনেভাৱে সিহঁতক এক ঘৰ কৰিও এডাল কুটাও লৰাব নোৱাৰি, কেনেকৈ তাক ভালকৈ এসেকা দিব পাৰে তাৰে চেলু বিচাৰিছে। ঠাকুৰীয়াই ল'ৰাবিলাকৰ মাজত এনেভাৱে কথা-বতৰা হোৱা অলপ-অচৰপ শুনিছে। এতিয়া এই ল'ৰাবিলাকক লৈয়ে তেওঁৰ উদ্দেশ্য পূৰণ কৰিবলৈ সাজি-কাচি ওলায়। মহা টটাটিঙ্গা, অতপালি, শনিয়াক মাতি আনি এদিন ঠাকুৰীয়াই ক'ব ধৰিলে, "হুঁ তহঁতে কি কৰিছ?"

"কি কৰিলো?"

"কি কৰিলো! কিয় কেৰপায়ে দেখো অইন গাঁৱে-ভূঁইয়ে চিঞৰি ফুৰিব ধৰিছে, তাক এঘৰীয়া কৰিছে, আকৌ অতপালি ল'ৰাবিলাকৰ হতুৱাই ৰাতিও থাকিব নোৱৰা কৰিছে। তহঁতে নিশ্চয় কিবা কৰিছ। আমি দেখো তাক একো কৰা নাই। তহঁতৰ বিপক্ষে যি অপবাদ আনিছে, শুনিলেও মাটি চুই কাণত খিলা মাৰিব লাগে। উস্! এনে অপবাদ কৰিব পায়নে?

"কিনো অপবাদ কৰিছে! ভালকৈ এশিকনি দিলে মজাপালি পাব।"

"অপবাদ কৰিছে কি! শুনিলে অবাক হ'ব লাগে। তহঁতে হেনো তাৰ জীয়েক....... বুজিছ!"

"আপুনি আৰু ক'ব নালাগে। তেওঁৰ জীয়েক যিহে বান্দৰী, তাকে আকৌ 'গৈৰেণী" চুই কোনোবা জাত-কুল খেদাব।"

"একো নকৰিলেও সিতো কৈ ফুৰিছে। মানুহে ক'বৰ নিচিনা বুঢ়ীৰ বাঢ়নিতে অহঙ্কাৰ! সংসাৰত তিৰোতা নাই, তাৰ জীয়েকলৈহে ল'ৰাবিলাকে চাই আছে।" এইবুলি কৈয়ে ঠাকুৰীয়াই শনিয়াৰ পিনে চাই ৰ'ল। শনিয়াই ক'লে, "সঁচাকৈ সি বদনাম কৰিছেনে?"

"বদনাম নকৰি আৰু কিবা থৈছে, কেৱল তোৰ বিৰুদ্ধে নহয়, গাঁৱৰ সকলো ল'ৰাবিলাকৰ বিপক্ষে।"

শনিয়াই তাৰপৰা গৈয়েই ল'ৰাবিলাকৰ মাজত তিলকে তাল কৰি কেৰপাইৰ কথা উলিয়ালে। ল'ৰাবিলাক সকলোৱে গোট খালে। "ঠাকুৰীয়াৰ টেৱ পাইছো যেতিয়া তাক এশিকনি দিয়াই যাওক। লগতে পাৰিলে.......।"

ভবাৰ নিচিনাই কাম হ'ল। সিদিনা ৰাতিয়েই কেৰপাইক খুজিলে। কেৰপাই চিঞৰি চিঞৰি

ডেডাউৰি পাৰিলে। কিন্তু নিকৰুণ পাৰগুইঁতৰ মনত মৰম নুপজিল। অসহায়, ছালছিগা কেৰপাইৰ ওপৰত সিহঁতে মহতালি দেখুৱাই আচৰিত বীৰত্ব প্ৰকাশ কৰিছে। গাঁৱলীয়া সমাজৰ গৌৰৱ মৰিমূৰ কৰিলে। জাতিৰ প্ৰাণ আজি গাঁৱত লুকাই থকা বুলি ক'ব পাৰি; কিন্তু তাতো সৰলতাৰ ঠাইত কৌশল, আওপাক সোমাই জাতিক খুলি খুলি খাব ধৰিছে। তাতে আকৌ আদ-কেচেলীয়া নগৰবো ভালকৈ আও-ভাও নোপোৱা চেঙেলীয়া ডেকাবোৰ গাঁওলৈ আমদানি হৈ সহজ শান্ত গাঁৱলীয়া সমাজক নষ্ট কৰিব ধৰিছে। মোকৰ্দমাৰ আওপাকত ঘূৰি সৰল গাঁৱলীয়া মানুহো ধৰ্ম-জ্ঞান শূন্য হৈ মৰম-দয়া জলাঞ্জলি দিছে। ধন্য কাল।!

(২৩)

কুহিৰামে আয়েক মৰিবৰ পৰা অকলশৰীয়া হৈ খাই আছে। নিজে হালবাই খেতি-বাতি কৰি, নৈত জাকেৰে মাছ মাৰি, ৰাতিয়ে-দিনে দুসন্ধ্যা নিজে জুতি লগাই খাই দিন কটাইছে। সংসাৰৰ বাতৰি সি নুবুজে। কোনোবা দুখীয়া, খোজনীয়া ওচৰ চাপিলে যিহেৰে পাৰে অলপ-অচৰপ সহায় কৰে। অতিথি আহিলে এমুঠা ভাত দিয়ে। বাৰীত সময় পালে শাক-পাচলি কই নিজে ৰোৱা বস্তুৰে আঞ্জা কৰে। কুহিৰামে কিনিব লগীয়াৰ ভিতৰত লোণ। কুহিয়াৰৰ খেতি কৰি গুৰ কৰে। চেনি কেতিয়াও কুহিৰামে নাখায়। সৰিয়হৰ বতৰত সৰিয়হ কৰি সৰিয়হৰ তেল কৰে। তাৰে তাৰ গোটেই বছৰটো আঁটে। তামোল-পাণ ঘৰৰ পৰা আইন ঠাইত বিচাৰিবই নালাগে। তাৰ ওচৰৰ মানুহৰ লগত বৰ বেছি সম্বন্ধ নাই। কেতিয়াবা গাঁৱত নাম-প্ৰসঙ্গ হ'লে সি এচুকত বহি পাৰিলে দুটা নাম ধৰে, নোৱাৰিলে বহিয়ে থাকে। মাহ চাউল বিলালে যি পায়, ঘৰলৈ লৈ আহি কেতিয়াবা নিজে খায়, কেতিয়াবা তাৰ লগৰীয়া গৰুহালক খুৱাই, "গোঁসাইৰ প্ৰসাদ খুৱাইছোঁ, মোক নেৰিবি" বুলি সাতোটামান সেৱা কৰে। গৰুহালেও অঙ্গি-ভঙ্গীৰে কুহিৰামৰ কামত সহানুভূতি কৰে। সিহঁতে কথা ক'ব পাৰিলে জানোচা কত কথা কৈ অকলশৰীয়া কুহিৰামক কত বং আনন্দ দিব পাৰিলেহেঁতেন। কুহিৰামে কেতিয়াও গাঁৱৰ মেল দৰবাৰলৈ নাযায়। তাৰ ভাব, "নিজে ভালে থাকিলেই ভাল। লোকৰ কথাবোৰ শুনিলে কি হ'ব?" কুহিৰামে একো নকৰিলেও দুমাহে-তিনিমাহে এটা গৰখীয়া নাম ধৰি সৰু সৰু ল'ৰাবিলাকক লৈ বং কৰে। এনে নাম প্ৰসঙ্গলৈ কুহিৰামৰ কিয় হেঁপাহ কোনেও নাজানে। কিন্তু কুহিৰামে তেনে কৰাৰ কাৰণ তাৰ গোহালিৰ বিজুলী গাই গৰু আছে তাই খীৰতী। কুহিৰামে অকলেই সদায় তাইৰ গাখীৰ নাখায়; ল'ৰাবিলাকেৰে সৈতে ভগাই খাবলৈ এনে গোপালভোগৰ সৃষ্টি কৰে। কুহিৰামে কাইলৈ গৰখীয়া নাম থিৰ কৰিছে। কুহিৰামৰ গাত তত নাই। বাৰীত দুডাল নাৰিকল আছিল, তাৰে দুটা নাৰিকল পাৰি চাঙৰ তলত পেলাই থৈছে, অমিতা দুটা-এটাও বিচাৰি খুচৰি আনিছে। কুহিৰামৰ ঘৰত আন কোনো নাই। মাজে সময়ে সুবিধা পালে উকিলৰ ওচৰলৈ যায়। এইবাৰ নাম হৈ গ'লেই উকিলৰ তালৈ যাব বুলি ভাবিছে। সি ভাবিছে, নামৰ পিছদিনাই এবাৰ মাছ মাৰিবলৈ গৈ কেইটামান কাৰে মাছ আৰু শাক পাচলিৰে উকিলৰ তালৈ যাব।

আজি ৰাতি নাম। গৰখীয়াবোৰ লগ লাগিছেহি। ল'ৰাৰ ল'ৰামতীয়া মেল। নানা কথা-বতৰা হৈ কুহিৰামক নানা ধন্যবাদ দিছে, লগতে আশীৰ্বাদো কৰিছে "আমাৰ কুহিৰামকাইৰ এটা ঘৰ-বাৰী সোনকালে হওক।" কুহিৰামে সিহঁতৰ কথালৈ কাণ নিদি মোৰ যেন পথাৰত ধানকেইটা ভালে ভালে কাটি উঠিব পাৰোঁ, গৰুহালে যেন মোক নেৰে, এনে ভাবেৰে আশীৰ্বাদ দিবলৈ সিহঁতক কৈ সি ডিঙিত গামোচাখন লৈ হাতযোৰ কৰি বহি আছে। ল'ৰাবিলাকেও কুহিৰামৰ কাণ্ড দেখি মনে মনে হাঁহিছে। কিন্তু জানোচা সিহঁতে হাঁহা দেখা পালে কুহিৰামে আৰু এনে নাম-প্ৰসঙ্গ নাপাতে, এইবুলি কুহিৰামে যি কৰিব দিছে তাকে কৰিছে। কুহিৰামে ল'ৰাবিলাকৰ কাণ্ড-কাৰখানালৈ বেছি মন-কাণ নকৰে। সি অজলা ল'ৰাবিলাকৰ মেৰপাক কথা নুবুজি নিজৰ ভাব লৈয়ে, নিজৰ ভক্তি লৈয়ে নাম-প্ৰসঙ্গ কৰি দিন নিয়াইছে। পথাৰৰ 'ৰৰচাপ'

ল'ৰাবিলাকে পাহৰি কৃহিৰামৰ ঘৰৰ চোতালতে অতুলনীয় আনন্দ অনুভৱ কৰিছে।

(২৪)

"ঈশ্বৰ আছে নে নাই সেই সম্বন্ধে বিচাৰ কৰা আমাৰ শক্তি নহয়।"

"কিয়?"

"আন কি, ডাঙৰ ডাঙৰ বৈজ্ঞানিকসকলেও শেহত একো উপায় নাপাই কিবা এটা লুপ্ত-শক্তিক বিশ্বাস কৰি গৈছে।"

"ডাঙৰ ডাঙৰবিলাকে কৰিলে বুলি আমিও তেওঁলোকৰ কথাকে মানিব লাগিব তাৰ কাৰণ নেদেখো। আমাৰো অলপ-অচৰপ ভাবিবৰ শক্তি আছে, বিচাৰ কৰিবলৈ জ্ঞান আছে।"

"এৰা, জ্ঞানীসকলে য'লৈ যাবলৈ সাহ নকৰে, মূৰ্খবিলাকে ঘপৰাই তাত সোমাবলৈ চেষ্টা কৰে।"

"তুমি যিহকে নোকোৱা, মোৰ বিশ্বাস মতে মই কৰিম, আনৰ বিশ্বাস মতে আনে কৰিব। জ্ঞানী-অজ্ঞানী মই নাজানো। কোনো এজন জ্ঞানী হ'লেও, অইন এটা বেলেগ কথাত তেওঁ সমূলি চহা হ'ব পাৰে। কোনো মানুহ আজিলৈকে পূৰ্ণ হোৱা নাই।"

এনেভাৱে দুজন বন্ধুৱে কোৱা-মেলা কৰি আছে। এজনৰ নাম দীন, আনজনৰ নাম কল্প। দীন এতিয়া বি,এ, ক্লাচত পঢ়ে। আনজনেও একে শ্ৰেণীৰ লগৰীয়া। ঈশ্বৰ থাকক বা নাথাকক ইত্যাদি যেনেভাৱেই তৰ্ক নকৰক, যিমানেই মূৰ আফালি আফালি ডিঙি ডাঙৰ ডাঙৰ কৈ চিঞৰি চিঞৰি নকওক, প্ৰত্যেকে পৰীক্ষা দি উঠি পাছ হয় নহয়, যেতিয়া এই ভাবনাই ব্যাকুল কৰি তোলে, সেই সময়ত তেওঁলোকৰ নাস্তিকতা ক'ৰবালৈ উৰি যায়। "হে প্ৰভু! মই পাছ হ'লে তোমাক অমুক দিম তমুক দিম" ইত্যাদি ভাবনাৰে ভৰপূৰ হয়। কিন্তু আশ্চৰ্য এই শিক্ষাৰ গুণেই বেলেগ। এই শিক্ষাই নিজৰ যথাৰ্থ শক্তিক পাহৰাই এখন তৰ্কৰ ৰাজ্যত সুমুৱাই কাকো তৰ্ক-বাগীশ, কাকো তৰ্কবিদ, কাকো দিগ্‌গজ পণ্ডিত কৰি তোলে। কিন্তু তৰ্ক খণ্ডেকীয়া। অলপ বতাহৰ বাও পালেই তৰ্ক উৰি গৈ নিজৰ আচলত্ব গুলাই পৰে। ইহঁতৰ পক্ষে ঈশ্বৰ বিশ্বাস কৰা যেনে বস্তু, ঈশ্বৰ অবিশ্বাস কৰাও তেনে। তাৰ কাৰণ, ইহঁতৰ ভাল অন্তৰত সকলো প্ৰকাৰ পাপ কাম কৰিব পাৰে, কতো পিছ নোহোঁকে, তেন্তে সেই অন্তৰত ইহঁতৰ ঈশ্বৰ বিশ্বাসেই বা ক'ত থাকে? আকৌ বেয়া অন্তৰত নাস্তিকতাও দুৰলৈ যায়। এনে প্ৰকাৰ জীৱ এই শিক্ষাই তৈয়াৰ কৰে, যাৰ বিশ্বাসো নাই, আকৌ গভীৰ আত্ম-বিশ্বাসো নাই। সিবিলাক তুলাৰ দৰে পাতল, বতাহৰ বাওত উৰি ফুৰে। পুৰণি কলীয়া ৰীতি-নীতি তেওঁলোকৰ পক্ষে কুসংস্কাৰ, কিন্তু তেনে কু-সংস্কাৰবোৰতো গভীৰতা বা ঘোৰ অন্ধবিশ্বাস আছে, কিন্তু এই বিধ নতুন জীৱৰ "নাস্তি কিছুম্।"

দীন কুঠৰিত বহি কথা কৈ থাকোঁতে হঠাৎ দৈৱকী উকিল সেই ঘৰত সোমাই কল্পক দেখি, "এইবাৰ বি, এ, পাছ কৰি কি কৰিবা কল্প?" "একো ভাবিয়ে পোৱা নাই। ইমান দিন লটং-ঘটংকৈ থাকি সৰ্ব্বে পৰা ভাবি অহা কাম পূৰণ কৰিবলৈ ওচৰ চাপিছোঁহি তাৰ পিছত কি কৰোঁ একা উপায়ে ভাবি পোৱা নাই।" উকিলে সুধিলে, "তোমাৰ কি কাম কৰি আটাইতকৈ সুখ লাগে?"

"কিহত যে আচল সুখ লাগে ক'বই নোৱাৰোঁ।" এই কথাটো বিশ্ববিদ্যালয়ৰ শিক্ষিত ডেকাসকলৰ মাজত সদায় ঠিক। ষোল বছৰ পঢ়ি-শুনি কেতিয়াও ক'ব নোৱাৰে কিহত তাৰ বাপ্ বেছি। কিন্তু যদি ল'ৰাবিলাকে সঁচা কথা কয়, তেনেহ'লে তেওঁলোকৰ বহুতে এটা কামত বিশেষভাৱে লাগি থাকে। সেয়ে সিহঁতক মুগ্ধ কৰি ৰাখে। সেয়ে সিহঁতৰ মান-মৰ্যাদা স্বাস্থ্য সকলো নষ্ট কৰে। সেই কাম হৈছে আচহুৱা, অস্বাভাৱিক ভাল পোৱা। ছাত্ৰৰ অন্তৰত বহুতে এনে কথাতে বিভোৰ হৈ থাকি জীৱনৰ আচল উদ্দেশ্য কি, কোন লক্ষ্য আলম লৈ উন্নতি খোপত উঠিব, তাৰ সিদ্ধান্ত কৰিব নোৱাৰে। এনেবোৰ ছাত্ৰৰ নিজৰ কামত কোনোমতে নাহেই, লগে লগে জাতিৰ কামতো সম্পূৰ্ণ অলাগতিয়াল। সংসাৰ খুমুহা এওঁলোকৰ পক্ষে অসহনীয়। গতিকে সংসাৰত সোমায়ে [illegible] আগবি

হেলাই-হেঁপাই পৰে, তেতিয়া মনৰ তীব্ৰ শক্তি, জাতীয় প্ৰেম সকলো লয় হয়।

উকিলে ক'লে, "তোমাৰ ঘৰৰ অৱস্থা মই ভালকৈ জানো, পাছ কৰি কিবা বেপাৰ-বেহাই নকৰা কিয়?"

"কিন্তু মূলধন নহ'লে বেপাৰ কৰাও মিছা, সেইটো জানো আপুনি নাজানে?" এইবুলি কৈয়েই কল্লই উকিলৰ পিনে চাই ৰ'ল। উকিলে কি উত্তৰ দিব ভাবি নাপালে, তাৰ কাৰণ তেওঁ ওকালতিত যেনে পাৰ্গতালি নেদেখুৱাওক, তেওঁ কেতিয়াও বেপাৰ-বেহা কৰা নাই। তাত মূলধনেই বা কিমান লাগে, কি বেপাৰেইবা ভাল কোনো দিনাও ভালকৈ গম লোৱা নাই। অৱশ্যে দুই-এখন কিতাপত বিজিনেছ কৰিলে ভাল, কোনো কোনো মাহেকীয়া কাকতত বা বাতৰি কাকতত বেপাৰ-বাণিজ্যৰ বহুল প্ৰশংসাও পাইছে, কিন্তু কি ভাৱে বেপাৰ কৰিলে মানুহৰ অৱস্থা অনুযায়ী সুচল হয়, অথবা কি বেপাৰত লাভ কৰিব পাৰে, উকিলে কোনো দিনাও উপায় ভাবি পোৱা নাই। কেৱল উকিল কিয়, আজি ভাৰতৰ শিক্ষিত দলৰ যিসকলে বেপাৰ কৰা, বেপাৰ কৰাকৈ চিঞৰিব ধৰিছে, "বাণিজ্যে বসতি লক্ষ্মী" কৈ লিখি লিখি কলম বুতি কৰিছে, তেওঁলোকৰ বহুতে বেপাৰৰ যথাৰ্থ জ্ঞানত তলি উদং। উকিলে আন নাজানিলেও এই কথাষাৰ ভালকৈ জানিছিল। সেই কাৰণে প্ৰথমে তেওঁ হঠাৎ তেনেভাৱে কৈও আকৌ আচল কথা মনত পৰি মনে মনে থাকিবলগীয়াত পৰিল। ওকালতি বৃত্তিৰ লগত যে বেপাৰৰ বহুত পাৰ্থক্য আছে উকিলে ভালকৈ জানিছিল। অলপ পিছত বাহিৰৰ কোনোবা মানুহ অহাত উকিল চ'ৰাঘৰলৈ গ'ল। দীন আৰু কল্লই প্ৰথমে পঢ়াৰ কথা, তাৰ পিছত বেপাৰ-বেহা, তাৰ পিছত জাতীয় কথা পাতি পাতি কথাৰ পাজী বটিব ধৰিলে। এনে সময়ত আকৌ উকিল আহি তেওঁলোকৰ কথা শুনিলে।

কল্লই ক'লে, "দেশৰকাৰ উপায় কেৱল মানুহক ধনী কৰা। ধনী কৰিবলৈ নতুন ৰকমৰ শিক্ষাৰ আৱশ্যক।"

উকিলে ক'লে, "কিন্তু কেৱল ধনী হ'লেই জাতি ৰক্ষা পৰিব নোৱাৰে। বেহা-বেপাৰ কৰি কিছুমান কেঞ্চ্ৰ বাবুৰ সৃষ্টি হ'লেই জাতিৰ উন্নতি নহয়। তাৰ কাৰণ সিইঁতে চোৰ লম্পটৰ দৰে কিছুমান টকা আৰ্জি পুতি থৈ দুখীয়া ভিকহুৰ ভাত মাৰিছে। কেতিয়াবা দেশৰ উপকাৰৰ অৰ্থে এটা ফুটা কড়ি খুজিলেও সিইঁতৰ পৰা উলিওৱা টান। তেন্তে তেনে ধনীৰ সৃষ্টিৰ দ্বাৰা দেশৰ কি উপকাৰ হ'ব?"

"আপোনাৰ তেন্তে মত কি?"

"মোৰ মনেৰে ধনী হ'ল নহ'ল, তাত আমাৰ ক্ষতি বা লাভ নাই। ধনীৰ টকা হোৱা মানে কিছুমান মানুহক তলতীয়া কৰিবলৈ উপায় কৰি লোৱা। আমাৰ বৰ্ত্তমান কৰ্ত্তব্য হৈছে, প্ৰত্যেক গাঁৱে-ভুঁয়ে শিক্ষা বিস্তাৰ কৰা। মানুহে যাতে একেলগ হৈ কাম কৰিব পাৰে, খেতি-খোলা বেছি হয়, কাপোৰ-কানি ব'ব শিকি জীৱিকা নিৰ্ব্বাহ কৰিব আৰু আহৰি সময়ত গীতা ভাগৱত আদি, পাৰিলে বাইবেল-কোৰাণ আদি পঢ়ি বুজিব পাৰে, তাৰে চেষ্টা কৰিব লাগে।"

"এনেবিধ শিক্ষাৰ দ্বাৰা কি উপকাৰ হ'ব?"

"এনেবিধ শিক্ষাৰ দ্বাৰা সময় আহিলে নিজৰ নিজৰ সামান্য গাম-খাত এৰি আনন্দ মনে সৰ্ব-ত্যাগী হৈ কি দেশৰ কাৰণে হওক, কি মৃত্যুৰ কাৰণে হওক আগবাঢ়িব পাৰে। কথা কৈ থাকোতে থাকোতে মণিৰামে ভাত হৈছে বুলি কোৱাত গোটেইকেইজন গিৰিসাই উঠিল। বীণাৰ বিয়াৰ পিছত কল্লৰ পঢ়াত পাৰ্গতালিৰ কথা আৰু দুখীয়াভাৱে পঢ়া অৱস্থাৰ কথা দীনৰ মুখত শুনি উকিলে এদিন নিজে তেওঁক মাতি আনি তেওঁৰ ঘৰতে থাকি পঢ়িব দিছিল। গতিকে উকিলৰ পিছে পিছে কল্ল আৰু দীন ৰান্ধনি-ঘৰ পালেগৈ।

(২৫)

আবেলি কল্ল দীনৰ কুঠৰিত বহি কিবা এখন বাতৰি কাকত পঢ়ি আছে। দীন সেই সময়ত কলেজৰ পৰা অহা নাই, হঠাৎ সেই কুঠৰিত বীণা সোমাই আহি পিছ পিনৰ পৰা কল্লক দীন বুলি ভাবি "ককাইদেউ, মোক বহুৰ পুৰাকৈ যত্নোৱা জোনাকীখন বিচাৰি দিয়াচোন" বুলি থিয় হৈ ৰ'ল। কল্লই পিছপিনে ঘূৰি "কি লাগে

তোমাক" বুলি বীণাৰ মুখৰ পিনে চাই ক'লে। বীণাই তেওঁক দীন নোহোৱা দেখি লাজতে কি ক'ব, কি নক'ব বুলি ভাবি, নে উভতিয়ে যাব, একো থিৰ কৰিব নোৱাৰি আকৌ লাহেকৈ "জোনাকী"খন বুলি ক'লে। কল্পই দীনৰ মেজখন গোটেই বিচাৰিব ধৰিলে। অলপ পিছতে পাই বীণাৰ হাতত দিলে। বীণাই 'জোনাকী'খন হাতত লৈ আঁতৰ হৈ গৈ দুৱাৰমুখ পাওঁ পাওঁ হওঁতে সিপিনৰ পৰা উকিলনীয়ে কিহবাৰ জলপান লৈ আহি দীনৰ কুঠৰি সোমাল। বীণা আৰু উকিলনী দুয়ো ভেটা-ভেটি হ'ল। বীণাই লাজতে মাকক একো নামাতি একফলীয়া হৈ গ'ল। উকিলনীয়ে দীনৰ কুঠৰি সোমাই দীনক নেদেখি কল্পলৈ চাই কলৈ গ'ল বুলি সুধিলে। ক'ব নোৱাৰোঁ আইতা, বোধ কৰোঁ ক্লাচ ছুটীয়ে হোৱা নাই। উকিলনীয়ে "তোমাৰ জলপান তোমাৰ কুঠৰিত থৈ আহিছোঁ" বুলি দীনৰ জলপান এখন সৰু মেজতে থৈ গুচি গ'ল।

উকিলনী গৈ মনে মনে ভাবিলে দীন কুঠৰিত নাই। বীণা আৰু কল্পই তাত কি কৰিছিল। তাই জানো কল্পৰ আগত ওলায়? এবাৰ সাপে খালে কেঁচুলৈকো ভয়। তাহানি তাই যি কৰিছে আজিলৈকে উকিলনীয়ে পাহৰা নাই। আজি আৰু এনে কাণ্ড দেখি উকিলনীৰ মনত বৰ বেজাৰ লাগিল। আকৌ কিবা যে নঘটিব পাৰে তাৰ কি সন্দেহ? উকিলনীয়ে বীণাক মাতি আনি "তই যাৰে তাৰে সৈতে কথা কৈ ফুৰ কিয়?" বুলি তাইক খং কৰিলে। বীণাই নামাতি থাকিল। মাকে ক'লে, "ইমানটো ডাঙৰ হলিহি লাজ-হুকুম নাজান"। বীণাই মাকৰ টান কথা শুনিয়ে আঁতৰ হৈ নিজৰ কুঠৰিত বহি জোনাকীৰ এটা গল্প পঢ়িব ধৰিলে। কিতাপখন পঢ়ি থাকোঁতে থাকোঁতে হঠাৎ কিতাপৰ পৰা এখন ছবি ওলাই পৰিল। তাই ততালিকে তুলি ছবিখন চাই থাকিল। ছবিয়ে তাইক মোহিত কৰিলেনে? বীণাই অলপ আগেয়ে যাৰ মুখ দেখি আহিছিল তেওঁৰে এই ছবি। তাই ছবিখনত কি সৌন্দৰ্য দেখা পালে যে থৰ হৈ চাই ৰ'ল? বীণা মুগ্ধ হ'লনে? হায়! অবুজ তিৰোতাৰ মন! কিন্তু অবুজেই বা কেনেকৈ কওঁ? বীণাই জানো নোমলক কেতিয়াবা ভাল পাইছিল? বীণাৰ চকুলো দেখিয়েই দেউতাকে বীণাৰ মনৰ কথা কেনেকৈ বুজিব? চকুলোৱে কি প্ৰমাণ দিয়ে, বীণাই নোমলক ভাল পায়? কিন্তু যি নহওক, বীণাই ভাল পাওক নাপাওক, তাৰ কথা উঠিব নোৱাৰে। কিয়নো বীণাৰ বিয়া হৈ গৈছে। হিন্দুৰ নিয়ম মতে তেওঁৰ নিৰ্বাচন কৰা স্বত্ব হেৰুৱাইছে। তিৰোতাৰ বিয়া হ'বৰ দিনাৰ পৰাই নিজক পাহৰি স্বামীৰ লগতে মিল খেদাই স্বামী-স্ত্ৰী দুজনৰে পাৰ্থক্য ভাব লোপ কৰে। নিৰ্বাচন বুলি স্ত্ৰীৰ আৰু স্বাতন্ত্ৰ্য থাকিব নোৱাৰে। তেন্তে বীণাই আজি কি বুলি পৰৰ ছবি দেখি মুগ্ধ হ'ল? নব্য শিক্ষাই জানো বীণাৰ মনৰ হিন্দু ভাবও আঁতৰ কৰিছে? বীণাৰ মনত জানো অসাৰ তৰ্ক আনিছে, "স্বামী কোন? তেওঁৰ প্ৰভুত্বই তিৰোতাক চিৰকাল বান্ধি ৰাখিব কিয়?" তেওঁ কি তৰ্ক-ৰাজ্যত সাঁতুৰি-নাদুৰি পাহৰিছে এনে নিৰ্বাচন ক্ষমতা পাই কোনো কোনো সমাজত কেনে খেলি-মেলি লাগিছে? Divorce case-এ সমাজৰ বান্ধোন শিথিল কৰি সমাজক কেনে জলা-কলা কৰিছে?

(২৬)

নোমলে চাৰি দিন বীণাৰ ওপৰত খং কৰি এবাৰো শহুৰেকৰ ঘৰলৈকো নগ'ল। ঘৰতো বেছি পৰ নাথাকিল; কিজানি বীণাৰ অবিহনত নোমলৰ মনত আকৌ পাশৱিক আশাৰ সঞ্চাৰ হয়। কিন্তু নোমল আজি অচল-অটল। সামান্য মোহে তেওঁৰ মন হলাব নোৱাৰে। তথাপি ভয় কৰি নোমলে বাহিৰে বাহিৰে ফুৰি ভাত খাবৰ পৰত ঘৰ পাই ভাত খায়ে আকৌ কাম আছে বুলি আঁতৰ হয়। কাছাৰীলৈ মাজে সময়ে যায়, মাজে সময়ে নৈৰ কাষত আহি বহি থাকোঁতে দিন নিয়ায়। কে'বা দিনো হৈ যোৱাৰ পিছতো বীণা নহা দেখি নিজে এবাৰ শহুৰেকৰ তালৈ যাব ওলাল। আয়েক তেতিয়া ভাল হৈছে। আয়েকক ভাত-পানী বান্ধিব দি 'মই আহোঁ' বুলিয়েই শহুৰেকৰ ঘৰ পালেগৈ। শহুৰেক চ'ৰাঘৰত বহি আছে। জোঁৱায়েকক দেখি মণিৰামক মতাই ঘৰত জলপান ঠিক কৰিবলৈ

কোঠাই এটিলিম ধঁপাত জনালে। ধঁপাত চানি থাকোঁতে থাকোঁতে উকিলে সুধিলে, "পৰীক্ষা দিবৰ হৈ আহিছেই কেনে পঢ়িছা? পৰীক্ষাৰ পঢ়া ঠিক কৰিবলৈ এই সময়ত মোৰ কামৰ পৰাও তোমাক আহৰি দিছোঁ, এজন নতুন মহৰীৰ হতুৱাই কাম কৰাইছোঁ, ভালকৈ পৰীক্ষাটো দিয়া" নোমলে নামাতি থাকিল। 'মৌনং সম্মতি লক্ষণং' বুলি উকিলে আৰু সেই কথা নুলিয়াই আন কথা পাতিলে। কথাৰ ছলতে বীণাই কেনে ধৰণে চলিছে, আয়েকৰ জ্বৰ কেনে হৈছে সকলো সুধিলে। নোমলে আয়েকৰ বেমাৰ অলপ ভাল হৈছে, বীণায়ো ভালকৈ চলিছে বুলি কৈ অটালে। "বীণাক অলপতে নেদেখায়নে?" এই কৈয়ে নোমলে দাঁত কামুৰিলে। অসমীয়া সমাজত তিৰোতাৰ নাম কঢ়া মহা লাজৰ কথা; তথাপি নোমলে আগেয়ে সদায় বীণা বীণা বুলি থকাৰ কাৰণে আজিও আগৰ অভ্যাস সামৰিব নোৱাৰিলে। বেৰৰ বাহিৰৰ পৰা বৃন্দা আৰু পেহীয়েকে শহুৰেক-জোঁৱায়েকৰ কথা শুনি আছিল। নোমলে 'বীণা' বুলি কওঁতে বৃন্দাই হাঁহি দিলে। পেহীয়েকে হাতেৰে চাপৰ মাৰি ফুচফুচাই "আধাকাটী ছোৱালী, মনে মনে থাক।" শহুৰেকে নোমলৰ দাঁত কামোৰ দেখিও নেদেখা ভাও জুৰি, কথা বুজিও নুবুজাভাৱে কৈ গ'ল "বীণাই বায়েকৰ কথা শুনে নে নুশুনে, কাম বন কেনে কৰে, কণ্মী ভালে আছে নে নাই?" নোমলে আগৰবাৰত দাঁত কামুৰিলেও আকৌ অভ্যাসবশতঃ তেনেদৰেই কথা আৰম্ভ কৰিলে। "বীণাক আয়ে বৰ স্নেহ কৰে, বীণায়ো তেওঁৰ কাম-বন সকলো কৰে।" এইবাৰ বৃন্দাই আৰু হাঁহি ৰাখিব নোৱাৰিলে, খিলখিলাই হাঁহিয়ে আয়েকহঁতৰ ওচৰ পালেগৈ। উকিলনীয়ে "কি ঐ! বাউলী হ'লিনে" বুলি সোধাত "চোৱাপেচোন তোমাৰ জোঁৱায়েৰে বাইদেউৰ নাম কাঢ়ে হে কাঢ়ে"। বীণা কাষতে বহি আছিল; মনে মনে হাঁহি আকৌ ততালিকে গম্ভীৰ হ'ল।

নোমল আৰু উকিলে কথা হৈ থাকোঁতে ক'ৰবাৰ পৰা কমু আৰু দীন সেইখিনি পালেহি। উকিলে ক'লে, "এওঁৰেই আমাৰ বীণাৰ" "ওঁ বুজিছোঁ" বুলি কমুই ততালিকে ক'লে, "আপুনি ইয়ালৈ নাহে দেখোঁ"। নোমলে কমুক কেতিয়াও দেখাই নাই, বিয়াৰ পাছতহে কমু উকিলৰ ঘৰত আছেহি। কিন্তু বিয়াৰ পিছৰ পৰা নোমল আগৰতোৰৰ বিয়াৰ আহুকালৰ কাৰণে, পিছত অইন অইন কাম থকাত শহুৰেকৰ ঘৰমুৱা হোৱাই নাই। শহুৰেকেও নোমলে পঢ়িব ধৰিছে বুলি এবাৰো মাতি পঠিওৱা নাই। নোমলে আচহুৱা কমুৰ কথাত "সদায় আহোঁৱেই, মাজতেহে কেইদিনমান বাদ পৰিছে" বুলি সমিধান দিলে।

কমুই ক'লে, "মোক চিনিছেনে?"

নোমলে লাজ কৰি মনে মনে ব'ল। উকিলে ক'লে, "এওঁ এইবাৰ বি-এ দিব, আমাৰ ঘৰতে থাকি পঢ়ে।"

"মই দেখো আগেয়ে দেখা নাই?"

"দেখিবা কেনেকৈ, বিয়াৰ পিছত হে আহিছে।"

কথাবতৰা হৈ থাকোঁতে নোমলে কমুৰ কথা বতৰাত বৰ ভাল পালে। শহুৰেকৰ ঘৰৰ পৰা উঠিবৰ সময়ত দীনলৈ চাই "কণ, আমাৰ তালৈ মাজে সময়ে নোযোৱা কিয়? আইতাই চাব খোজে।" কমুই কৈ উঠিল "মোক নেমাতেনে?"

"যাব দুয়ো, কেতিয়াবা আহৰি পালে খুবি আহিব লৈ, বেছি দূৰতো নহয়— টকৌবাৰীহে।"

নোমল ঘৰলৈ উভতি গ'ল। বীণা চাৰি দিনৰ পিছত আকৌ নোমলৰ ঘৰ পালেগৈ। কেইদিনমান ভালে-বেয়াই আছে, এদিন নোমল ঘৰত নাই; এনে সময়ত কমু আৰু দীন তেওঁৰ ঘৰ পালেহি। দীন ততালিকে ঘৰ সোমাই "অকণি, তেওঁ নাইনে?"

"নাই, এতিয়াহে ক'ৰবালৈ ওলাই গৈছে, আহিব অলপ বহা।"

"মোৰ লগত কমুও আহিছে, তই চাহ-পানী কৰাই তামোল-ছালি আনচোন; কণ্মী কলৈ গ'ল?"

"কণ্মীয়ে আজি চুৰ নোৱৰা হৈ শুই আছে।"

"এ তেন্তে বৰ বেয়া হ'ল, বাৰু তয়ে চাহ কৰি আন, লগত কমুহে আহিছে। মই যি তেওঁও সেয়ে, ওলালে একো দাব নাই" বুলিয়ে নোমলৰ পঢ়া কুঠৰিলৈ গৈ কমুকো মাতি আনি বহালেগৈ। দীন সভ্য শিক্ষা পোৱা ল'ৰা। পৰ্দা-তৰ্দা সিমান নামানেই, বৰং

পাৰিলে সেইবিলাক ভালেই হওক বা বেয়াই হওক বিচাৰ নকৰি উঠাই দিব পাৰিলেই যেন জাতিৰ কুশল হ'ল আৰু তেওঁবো কাম কৰা হ'ল। বীণাই চাহ-পানী কৰি গিলাচ ভৰাই এবাৰ আগত ওলাওঁ, এবাৰ নোলাওঁ বুলি আগ-পিছ কৰি থকোঁতে কাষীত নিয়া গিলাচৰ শব্দ হ'ল। দীনই চাহ আনিছে বুলি জানি "আহা, লৈ আহা, তাতে বৈছা আৰু কিয়? কল্লও তোমাৰ ককাইদেউৰ হয়, আহা।" তথাপি বীণাই বাহিৰ ওলাবলৈ সাহ নাপালে। দীনই "এঃ তোমালোকৰ কাৰণে একো কামেই নহৈছে, এটাৰ আগত ওলাব লাগিলেই হাহাকাৰ।" বুলি দুৱাৰৰ কাষলৈ আহি চাহ লৈ দুইজনে পিব ধৰিছে, এনে সময়তে নোমল ক'ৰবাৰ পৰা আহি দুয়োকো তেনে অৱস্থাত দেখি "কি! কেতিয়া?" বুলি হাঁহি মাৰি এখন ওচৰৰ চকিত বহি পৰিল।

নোমলে কথা-বতৰা হৈ মাজতে এবাৰ তামোল-ছালি ভিতৰৰ পৰা নি তেওঁলোকক দিলেগৈ। শেষত তেওঁলোক উঠো বুলি কোৱাত "নাই, আজি ৰাতি থাকি যাওক" বুলি বৰকৈ ধৰিলে। দীনই ক'লে, ' 'মোৰ কিবা এটা পঢ়িবলৈ আছে, যাওঁ কল্লই থাকক। মই কেইদিনমানৰ পিছত আহি থাকিম।" কল্লও দীনৰ লগত যাব খোজোঁতে নোমলে ক'লে, "নাই, আজি এজন নহয় এজন থাকিবই লাগিব।" বীণায়ো ভিতৰৰ পৰা মাত লগালে, "ককাইদেউ আজি থাকি যোৱা।" যি নহওক, দীন আজি ৰাতি নৰ'ল, কল্লই থাকিল।

(২৭)

ৰাতি ভাত-পানী খাই গোটেইবিলাক শুইছে, নোমলে নিজৰ কুঠৰিত শুইছে। কল্লক এটা বেলেগ ঘৰত ঠাই দিছে। নোমলৰ চাৰিটা ঘৰৰ মাজত মুঠতে চোতাল এখনি। উকিলে অলপতে ভালকৈ ঘৰ সাজিবলৈ টকা দিছে, কিন্তু যোগাৰৰ অভাৱত কৰিব পৰা নাই। কল্লই ৰাতি বৰ গৰম পাই, ইপিনে ঘৰৰ কুঠৰিটো বৰ সুবিধা নাপাই, চোতালৰ কাঠ এডালতে জোনাকতে বহি, বিচনি এখন ঘূৰাব ধৰিছে। জহে-মহেৰে অৰিয়া-অৰি কৰি টোপনি পলাইছে। হঠাৎ বীণা ভৰি-হাত ধুবলৈ নিজৰ কোঠাৰ পৰা উঠি আহি জোনাকত কল্লক দেখি আকৌ দুৱাৰ মেলি ভিতৰ সোমাল। দুৱাৰৰ কেৰ্‌কেৰণিৰ শব্দত নোমলৰ টোপনি ভাঙিল। নোমল চমক খাই উঠি কোন বুলি সুধিলত "মই দিয়ক, বাহিৰলৈ ভৰি-হাত ধুবলৈ গৈছিলো" বুলি বীণা ভিতৰ সোমাল। নোমলে "ৰ'বা, দুৱাৰ নজপাবা, ময়ো বাহিৰৰ পৰা আহোঁ" বুলি ধপৰাই উঠি প্ৰস্ৰাব কৰিবলৈ বাহিৰলৈ ওলাল। সেই জোনাকত তেওঁৰ চকুত কল্ল পৰিল। কল্লই বীণা ওলাই অহাত, বাহিৰলৈ কিবা কৰিব আহিছে বুলি উঠি নিজৰ ঘৰ সোমাবলৈ গৈছে। ঘৰৰ ভেটি উঠো উঠো হৈছে, এনেতে নোমলে তেওঁক দেখা পালে। নোমলৰ মনত ভয়ঙ্কৰ সন্দেহ জন্মিল। "একে সময়তে দুজনে বাহিৰলৈ আহিছিল কিয়; আকৌ তেওঁক দেখিয়েই কল্লই ততালিকে ঘৰ সোমালগৈ কিয়?" প্ৰথমে যেতিয়া দীন আৰু কল্ল আহে, বীণাই তেওঁলোকৰ আগত ওলোৱা নোমলে দেখা নাই। নোমলে ভাবিলে, বীণা নিঃসঙ্কোচে যেতিয়া এনে ৰাতি কল্লৰ আগত ওলাব পাৰে, নিশ্চয় বীণা আৰু কল্লৰ আগৰে পৰা কিবা কথা-বতৰা আছে। এনে দুপৰ নিশা যেতিয়া এনে কাণ্ড নোমলৰ চকুৰ আগত পৰিল, নোমলে ভাবিলে নিশ্চয় কিবা ৰহস্য আছে। যি নহওক, কোনোমতে সহি নিজৰ কাম কৰি আকৌ ভিতৰ সোমাই শুই পৰিল। ৰাতি আকৌ এবাৰ বীণা উঠি গৈ ভৰি-হাত ধোৱা নোমলে গম পালে। নোমলৰ সন্দেহ বাঢ়িল।

ৰাতিপুৱা উঠি গোটেইবিলাকে চাহ পানী খাই উঠিলত কল্ল যাব খোজাত বীণাই নোমলক কৰমীৰ হতুৱাই মতাই নি "কালি ৰাতি তেওঁক খুৱাওঁতে ভাল নহ'ল, আজি ৰাতিলৈ এযোৰ পাৰ আনিব পঠিয়াইছোঁ, আজিৰ নিশাটো ৰ'ব দিয়ক।" নোমলে সুধিব খুজিলে "দুপৰীয়া খুৱালে নহয়নে?" কিন্তু একো নুসুধি মনৰ খং মনতে মাৰি কল্লৰ কাষলৈ আহি "আপোনাৰ কিবা কাম নাই যদি আজিও থাকি নাযায় কিয়?" কল্লই বিশেষ কাম আছে বুলি কৈ ঘৰলৈ গ'ল। কল্ল যোৱাত নোমলে ভালেই পালে। নোমলে বীণাৰ কথা শুনি যে

তেনে কথা কৈছিল সেয়া নহয়, শিষ্টাচাৰৰ খাটিৰত আৰু এদিন থাকিবলৈহে কমৰুক কৈছিল। কমৰু যেতিয়া গ'ল, নোমলৰ খং বীণাৰ ওপৰত বৰকৈ উঠিল। কিন্তু কি ক'ব কি নক'ব একো বিচাৰি নাপাই অলপ পিছতে চেলেংখন ঘাগৰীগতিয়াকে বান্ধি লৈ বাহিৰলৈ গ'ল। নোমল বাহিৰ হ'বৰ সময়ত বীণাই সুধিলে, "কলৈ যায়?" —"মই এতিয়াই আহোঁ" বুলি আঁতৰ হ'ল।

দুপৰীয়া উকিল গ'ল, নোমলৰ দেখা-দেখি নাই। নোমল বাহিৰলৈ গৈয়ে দুটামান আলি পাৰ হওঁতেই এজন মানুহ লৰি আহি "আপোনাৰ ভালৈ যাব ওলাইছিলোঁ, ল'ৰাটোৰ বৰ বেমাৰ, অলপ চাই যাওকহিচোন"। নোমলে আহৰি সময়ত হোমিওপ্যাথিক চিকিৎসা কৰিছিল। ওচৰৰ মানুহে সাধাৰণতঃ তেওঁক মহৰীতকৈ ডাক্তৰ বুলিহে জানিছিল। নাজানিবই বা কিয়? মহৰী কামত মানুহৰ বিশেষ উপকাৰ কি? ডাক্তৰি বিদ্যাই কত মানুহৰ প্ৰাণ ৰক্ষা কৰিছে, কত আপদ বিপদত সহায় কৰিছে। বিশেষতঃ, ডাঙৰ ডাঙৰ ডাক্তৰ ধৰিবলৈ বহুত টকাৰ আৱশ্যক, তেওঁলোকে মানুহৰ জীৱনতকৈ 'ভিজিট'ৰ মূল্য বেছি বুজে। গতিকে, দুখীয়া মানুহৰ তেওঁলোক "দেৱৰ দুৰ্লভ ধন।" অলপ পইছাতে পোৱা হোমিওপ্যাথিক চিকিৎসক নোমলকে তেওঁলোকে বেছিকৈ চিনে। নোমলে কাৰো পৰা দুই পইছা পালে যদি পালে, নাপালে নাই। উকিলৰ ঘৰত বহি বহি আহৰি সময়ত পত্ৰিকা চাই চাই হোমিওপ্যাথিক দৰব আৰু কিতাপ আনি শিকি ভালে বেয়াই কত প্ৰাণীক সহায় কৰিছে, তাক নেদেখিলে কোনে বিশ্বাস কৰিব? ডাঙৰ ডাঙৰ ডাক্তৰে ভিজিট ভেজাও ভেজাও কৰি পৃথিৱীত কত প্ৰাণী হত্যা কৰিছে। কোনে জানে? তেওঁলোকক অৰ্থৰ লোভে কোন নিমবমিয়াল, কাঠচিতীয়া বাজ্যত থাপিছে নি ক'ব নোৱাৰো। নোমলে তাৰ কথা শুনিয়ে বেগাই গৈ ল'ৰাৰ ওচৰ পালে। দৰৱ-পাতিৰ সদায় দুটা-এটা বটল নোমলৰ জেপত থাকেই। তাবেই খুৱাই ল'ৰাৰ অৱস্থা ভাল নেদেখি তাৰপৰা ততালিকে নলৰিল।

দুটামান বজাত নোমল ঘৰলৈ উভতি ভাত-পানী খাই শুলে।

(২৮)

কমৰু গ'ল সঁচা, কিন্তু নোমলৰ মনত এটা ভয়ঙ্কৰ সন্দেহ বৈ গ'ল। নোমলে ভাবিছে, এই শত্ৰুৱে মোক চিৰকাল জ্বলাকলা কৰিব। কিয়নো, সি সদায় উকিলৰ ঘৰত থাকিব, গতিকে বীণা যেতিয়াই যায় তাক লগ পাব। সি লাহেকৈ বি, এ, পাছ কৰিব। তিৰোতাৰ মন, নেজানো কি অঘটন ঘটাই উঠে। আৰু ঘটাবৰ বাকীয়ে বা ব'ল কি? মোৰ আগতে বাতি উঠি বাহিৰলৈ গৈ নিজৰ অভিপ্ৰায় সিদ্ধি কৰে আৰু মোৰ অবিহনত কি নঘটিব পাৰে? নোমলে যিমান ভাবিলে, সিমানেই তাৰ নীচভাৱে আৰু লাহে লাহে তললৈ নিব ধৰিলে। নোমলে বীণাৰ প্ৰত্যেক কামতে সন্দেহ কৰিব ধৰিলে। বীণাই যে নোমলৰ ঘৰ সমূলি ভাল পোৱা নাই, নোমলৰ বিশ্বাস হ'ল। নোমলে ভাবিলে মই এজন সামান্য মহৰী। তেওঁ ডাঙৰ মানুহৰ ছোৱালী। ডাঙৰলৈ মন নকৰি মোৰ নিচিনা মানুহক ভাল পাব কিয়? নোমলৰ মনত পৰিল সেই তাহানি যেতিয়া সি চিঠি দিছিল তেতিয়া ক'তা, বীণাই তাৰ একো প্ৰত্যুত্তৰ নিদিলে। যদি বীণাই তেওঁক ভাল পায়, তেন্তে তেওঁলৈ নিশ্চয় কিবা উত্তৰ দিলেহেঁতেন। কথা ভাবি ভাবি মনটো বেয়া লগাৰ কাৰণে এখন ভাল কিতাপ পঢ়োঁ বুলি ভাবি কি কিতাপ পঢ়িব বাছিব ধৰিলে। হঠাৎ বীণাৰ শোৱা-পাটীত এখন কিতাপ পালে। কিতাপখনি বছৰৰ গোটাই বন্ধোৱা "জোনাকী"। বীণা ঘৰৰ পৰা আহোঁতে সেইখন শেষ নোহোৱাৰ কাৰণে ইয়ালৈ লৈ আহিছে। নোমলে সেইখনকে পঢ়োঁ বুলি কেইটামান পাত ওলোটাই থাকোঁতে হঠাৎ কমৰুৰ ছবিটো ওলাই পৰিল। নোমলে তুলি আনি চাই কমৰুৰ ছবি দেখি আচৰিত হ'ল। নোমলৰ জ্ঞান-বিবেক লোপ পালে। নোমলে ভাবিলে, নুবুজি-নুগুনি ডাঙৰ মানুহৰ ছোৱালী বিয়া কৰাই কি ভুল কৰিলে? যিমানেই ভাবিলে, নোমলৰ কপালৰ ঘাম ওলাব ধৰিলে। নোমলৰ খং চৰিল। ভাবি থাকোঁতে থাকোঁতে হঠাৎ বীণা আহি চাহ খাওকহি বুলি কোঠাত নোমলে খঙতে "মই নেখাওঁ, তইতে খাগৈ" বুলি ক'লে। বীণাই আৰু

এবাৰ কোৱাত 'আঁতৰ হ ইয়াৰ পৰা' বুলি কেইটামান একেলগে অঁতেচ গালি পাৰিলে। বীণাই এনে টান কথা কেতিয়াও কাৰো মুখত শুনা নাই। ঘৰত আদৰ-মালতীৰ দৰে আলফুলকৈ বাঢ়িছে। এনে অসভ্য আৰু টান কথা শুনি তাই অলপপৰ থিয় হৈ থাকি লাহে লাহে বান্ধনি-ঘৰ পালেগৈ। বান্ধনি-ঘৰত সকলোৰে চাহ টেকেলিতে এৰিবলৈ বুঢ়ীক কোৱাত বুঢ়ীয়ে বেজাৰে দুখে "তইঁতৰ কথা নুবুজোঁ, কেতিয়া কি হয়" বুলি চাহ লৈ নোমলৰ কাষলৈ গ'ল।

নোমলে বীণাক এনে টানভাৱে কথা কৈ মনৰ দুখ মনতে মাৰি শুই পৰিছিল। এনে সময়ত বুঢ়ী আহি মাতিলত এইবাৰ একো নোকোৱাকৈ চাহ পিলে। নোমলে চাহ পিলে সঁচা, কিন্তু বীণাই? বীণাৰ চাহ চেঁচা হৈ গ'ল, বুঢ়ীয়ে ইমানকৈ ক'লেহি, কদমীয়ে কাকুতি কৰিলেহি, তথাপি বীণাই নিপিলে। ৰাতি তাইৰ ভাতৰ কাঁহী ভৰিয়ে ৰ'ল। শোৱা-পাটীৰ পৰা তাই নুঠিল। বুঢ়ীয়ে একো উপায় নেপাই বন্ধা ভাত সাজি থলে। নোমলে ৰাতিটো নিজৰ শোৱা-পাটীত পৰি "কি কৰিম, কি নকৰিম" ভাবৰ দোমোজাত পৰি ব্যাকুল হল। "যাওক য'ৰে বস্তু ত'তে থাককগৈ, যিয়ে যি কৰে আপোনা-আপুনি ফল পাব" বুলি ৰাতিপুৱা উঠিয়েই এখন গাড়ী আনি বীণাৰ কাষলৈ আহি "ইয়াত খং কৰি থাকিব নেলাগে, বলা দেউতাৰ ঘৰত থৈ আহোঁগৈ।" বীণাই নামাতি থকাৰ কাৰণে "মোৰ তাত আৰু ঠাই নহৈছে, ডাঙৰৰ ঘৰৰ জীয়াৰী, ডাঙৰৰ ঘৰতেই সুখেৰে থাকাগৈ" বুলি কোৱাত বীণাই মানে অভিমানে ততালিকে ওলাই আহি গাড়ীৰ কাষ পোৱাত নোমলে গাড়োৱানক "দৈৱকী উকিলৰ ঘৰ" বুলি কৈ আকৌ ঘৰ সোমাই থাকিলহি।

বীণা গাড়ীৰ ওপৰত আহি গুৰে বাটে ভাবি আহিছে, "মই কি কৰিলো, কি দোষত মোক এনে ভাৱে কলে" ইত্যাদি নানা ভাবৰ খেলি-মেলিত একো সিদ্ধান্ত কৰিব নোৱাৰিলে। তাইৰ মনত বৰকৈ লাগিল, নোমলৰ শেষ কথা। তাই ভাবিলে যেন চিৰকাললৈ আৰু নোমলৰ ঘৰত ঠাই নাপাব। নোমলৰ ঘৰলৈ মৰিলেও উভতি নাহিব। কিন্তু দেউতাক উকিলে যদি আকৌ খেদাই দিয়ে? এনেধৰৰ ভাবি থাকোঁতেই গাড়ী উকিলৰ ঘৰৰ দুৱাৰমুখত লাগিলহি। উকিলে গাড়ী দেখিয়েই কোনোবা আহিছে বুলি মণিয়াক মাতি চাব দিলে। মণিয়া আহিয়েই বীণাক নমালে। বীণা ভিতৰ সোমাল। বীণাৰ চকু-মুখ দেখি উকিলৰ ঘৰৰ মানুহে ভাবিলে তাইৰ কিবা হৈ ঘৰলৈ আহিছে। উকিলনীয়ে আহি "তোৰ গা অসুখ হৈছেনে?" বুলি সোধাত "বৰ মূৰৰ বিষ হৈছে" বুলি বীণাই ততালিকে গৈ নিজৰ কুঠৰিত শুই পৰিল। বীণা শহুৰেকৰ ঘৰলৈ যোৱাৰ পিছত সেই কুঠৰিত বৃন্দা থকা কৰিছিল। বাইদেৱেক অহা দেখি বৃন্দাই নিজৰ কিতাপবোৰ সামৰি আকৌ তাইৰ সৰু আলমাৰিটোত ভৰালেনি। বীণাই ভাবি ভাবি এটা টোপনি মাৰিলে। উকিলনীৰ ঘৰৰ আন মানুহে আৰু একো নুসুধিলে। ভাত খাবৰ পৰত মতাত বৰ মূৰ ঘূৰাইছে বুলি একো নাখাই পৰি থাকিল। আবেলি দৰাচলতে বীণাৰ জ্বৰ উঠিল। এদিন পিছত উকিলে ভাল ডক্তৰ মতাই অনাই বীণাৰ চিকিৎসা আৰম্ভ কৰিলে। বীণাই বাউলত কি বকিলে তাৰ নিৰ্ণয় নাই।

## (২৯)

বীণা যোৱাৰ লগে লগে নোমলৰ মনত কি হ'ল? নোমলে যিমানেই ভাবিব ধৰিলে সিমানেই প্ৰত্যেক কথাতে বীণাৰ দোষ দেখিলে। "বীণাক যাব দিলোঁ বুলি ততালিকে গাড়ীত উঠি যাব পায়নে? ইয়াৰ পৰা কি বুজিব পাৰি? বীণা আৰু মোৰ ভাল পোৱা কিমান, এয়ে বঢ়িয়া প্ৰমাণ নিদিয়েনে? যদি মোক তাই দৰাচলতে ভাল পালেহেঁতেন, তাই ইমান সোনকালে যাব পাৰেনে?" নোমলে ভাবিলে "যাব দিলোঁ আৰু মুক্তি পালে। যাওক, কন্নৰ লগতে মৰককগৈ।" ইত্যাদি ভাব ভাবি খঙে অভিমানে ডেইপুৰি মৰিব ধৰিলে। নোমলে ভাবিলে "নাই, যাব দি বেয়াহে কৰিলোঁ, সিহঁতৰ পাপ কামৰ সুবিধাহে কৰি দিলো।" এবাৰ ভাবিলে, "এতিয়াই গৈ লৈ আহোঁগৈ।" এনে ভাবিয়েই ততালিকে বাহিৰ ওলাই গৈ আৰু অলপ বাট গৈ উভতি আহি "মৰক, যেনেকৈ মৰে মৰক, তাইৰ

বাতবি নলওঁ, আৰু কাল-কেটা সাপক কাষ নচপাওঁ। ছিয়ে নিজৰ স্বামী কাষত থাকোঁতে এনে কৰিব পাৰে, ছিয়ে পঢ়া কিতাপৰ মাজতো লোকৰ ছবি লুকাই ৰাখি পূজা কৰিব পাৰে, তাই কি কৰিব নোৱাৰে? কেতিয়াবা সুবিধা বুজি বিষ দি মাৰিলে কোনে বুজিব?" ইত্যাদি ভুল সাগৰৰ কল্পনাত নোমলে থাউনি নাপালে। কিন্তু হায়! নুবুজিলে, এই ছবিৰ ৰহস্য কিহত? এই ছবি বীণাই কেনেকৈ পাইছিল? নোমলে নুবুজিলে, বীণাই সিদিনা "জোনাকী" মেলি এই ছবি পাই কিয় এক ধ্যানেৰে চাই আছিল? সৰ্বজান নহ'লে বা কেনেকৈ বুজিব? বীণাই সন্ধৰে পৰা লম্বোদৰ বৰাৰ প্ৰবন্ধ পঢ়িছে। লম্বোদৰ বৰাৰ ভাষাৰ তেজস্বী ভাৱ, প্ৰবন্ধৰ সবল কথা পঢ়ি লম্বোদৰৰ ছবি চাই আনন্দত চকুলো টোকে। বীণাই ভাবে "আৰু অসমত কেতিয়া লম্বোদৰৰ জন্ম হ'ব?" কিন্তু এই ছবিৰো লম্বোদৰৰ ছবিৰ লগত বহুতো মিল থকাত বীণাই প্ৰথমে ভাবিছিল, এইয়া তেওঁৰে ছবি। পিছত কোনো কোনো ঠাইত অমিল দেখি আৰু আগতে কল্লক দেখি আছি এইয়া যে কল্লৰ ছবি বুলি বুজিছিল। দুটা ছবিৰ আচৰিত সাদৃশ্য দেখি বীণা আচৰিতভাৱে ৰ লাগি চাই আছিল। কিন্তু নোমল বপুৰায়ে সেই কথা কেনেকৈ জানিব? নোমলে খণ্ডতে সন্দেহৰ ওপৰত সন্দেহ কৰিব ধৰিলে। সন্দেহে তেওঁক এখনি নৰক ৰাজ্যত সুমুৱালে নি। সন্দেহ নহৈয়ো নোৱাৰে। ছবিৰ কথা নোমলৰ ভুল হ'লেও বীণাই যে তেওঁক ভাল নাপায়, সেই কথাত ভুল নহ'বও পাৰে। বীণাই জানো সঁচাকৈ নোমলক ভাল পায়?

নোমলে নানা কথা ভাবি থাকোঁতে কদমী আহি "অকণি আইকণ। এনেভাৱে কিয় প'ল ক'ব পাৰেনে?" বুলি সোধাত নোমলে "নোৱাৰোঁ" বুলি কৈ আন মন কৰি থাকিল। কদমী আঁতৰ হ'ল। কিন্তু কদমী আঁতৰ হোৱাৰ লগে লগে নোমলে বীণাৰ কথা পাহৰি কদমীলৈ মনত পৰিল। নোমলৰ এনে দুৰ্বল মনৰ অৱস্থাত পাশৱিক ভাৱৰ উত্তেজনা বেছি হৈছিল। নোমলে ভাবিলে, "মই কোনো দিনাও বীণাক ভালপোৱা নাই; প্ৰথম দিনা কদমীক দেখিয়ে মুগ্ধ হৈছিলোঁ। হঠাৎ মোৰ বীণাৰ লগত বিয়া হ'ল বুলি বীণা মোৰ কোন? বৰং এই বিয়া মোৰ চিঠি দিয়া কাৰৰ উপহাস যোগোঁ।" নোমলে ভাবিলে, "বাক, থ'বে বস্তু ক'ৰুত থক; তাইৰ বিচাৰ নহ'লে মই বাক ভাল পাওঁ, যাৰ ৰূপত মই মুগ্ধ, তাইৰে সৌন্দৰ্য উপভোগ কৰিম।" এনে কথা ভবাৰ লগে লগে নোমলৰ গা শিয়ঁৰি উঠিল। নোমলৰ কদমীৰ লগত আগৰ সেই ঘটনাৰ কথা মনত পৰিল। নোমল আকৌ শান্ত হ'ল। "মাই সকলো বাওক আৰু কেনে কাম নকৰোঁ, তাইকে চিৰদিন অতৃপ্তিৰ জ্বালাত পুৰি মেই মৰিম।" নোমলে কলিয়াৰ পৰে কি কৰিব, কি নকৰিব একো থিৰ কৰিব নোৱাৰিলে। এবাৰ বীণালৈ খণ্ডতে জ্বলি উঠে এবাৰ কদমীৰ সৌন্দৰ্যলৈ ভাবি আকুল হয়, এবাৰ ধৈৰ্য, বিবেক সকলোকে জলাঞ্জলি দিবলৈ ওলায়। আকৌ আগৰ কথা মনত পৰি ভয়তে টেপেকা মাৰে। নোমলৰ মনত দবাচলতে ভূঁইকঁপৰ সময়ত হোৱা থিৰ নোহোৱা টৌৰ দৰে, ভাবৰ সোঁত ব'ব ধৰিলে। মনৰ গতি ভীষণ চাকনৈয়াত পৰি ঘূৰিব ধৰিলে। হঠাৎ বেমাৰী ল'ৰাটোৰ কথা তেওঁৰ মনত পৰি সকলোকে এৰি দুটা চিচা লৈ আকৌ সিহঁতৰ ঘৰ পালেগৈ। দৰবৰ চিচাত ভুলতে বিষ নিয়া নাইতো?

(৩০)

কেৰপাই মাৰকিল খায়ো একো কৰিব নোৱাৰি কেৱল ঈশ্বৰক গুণি মনে মনে ৰ'ল। কেৰপায়ে কি কৰিব পাৰে? হাতত টকা-পইচা নাই যে গুৱাহাটীত মোকৰ্দমা কৰিব পাৰে, আৰু মোকৰ্দমা কৰিলে বা কোনে তাৰ হৈ সাক্ষী ক'ব? অকলশৰীয়া হৈ গোটেইখন গাঁৱৰ লগত কেৰ মাৰিব পাৰিবনে? কেৰপায়ে মাৰকিল খায়ো মনে মনে থকা দেখি ঠাকুৰীয়াই ইয়াতো ভাল শিকনি দিব নোৱাৰিলে বুলি মনে মনে দাঁত-ওঁঠ কামুৰিব ধৰিলে। এইবাৰ ভাবিলে "কেৰপাইক যেনে তেনে কিছুমান দিন জেলত থব লাগিল, নহ'লে তাৰ অহংকাৰ নমৰিছে। মোৰ ভবিতো নপৰে।" ঠাকুৰীয়াই এইবাৰ তালৈকে কাৰো হতুৱাই

মোকৰ্দমা জুৰিবলৈ থিৰ কৰিলে। ভবাৰ দৰে কাম হ'ল। ল'ৰা এজনৰ খুন হোৱা দেখি তাৰ হতুৱাই মোকৰ্দমা কৰিবলৈ ওলাল। ল'ৰাজনৰ খুন কেনেকৈ হৈছিল? কেৰপায়ে মাৰিছিলনে? দৰাচলতে সেইটো সমূলি অমূলক। যেতিয়া কেৰপাইক মাৰে, সিহঁতৰ দলৰে কোনোবা এজনে কোৰ মৰাত এটা কোব তাৰ হাতত পৰি হাতখন ততালিকে ভাঙে। কিন্তু সঁচা কথা যি নহওক, কেৰপাইৰ গাত দোষ দি কেৰপাইক শাস্তি দিব পাৰিলেই ঠাকুৰীয়াৰ মহৎ কৰ্মৰ ওৰ পৰে। সকলো ল'ৰাকে মাতি ঠাকুৰীয়াই তাৰ ওপৰত মোকৰ্দমা জুৰিব দিলে। ল'ৰাবিলাকেও হক কথা নুগুণি, কেৰপাইক কোনোমতে আঁতৰ কৰিব পাৰিলেই সিহঁতৰ পাপ আশা পলুৱাবলৈ সুবিধা হয় বুলি ঠাকুৰীয়াৰ কথামতে কাম কৰি মোকৰ্দমা জুৰিলে। আদালতত আবেদন কৰিলে কেৰপাইক ফাটেকত পঠিয়াব লাগে। ঘুণুক-ঘাণাককৈ কেৰপাইৰ কাণতো এনে কথা পৰিলগৈ। ঠাকুৰিয়ানীৰ জীয়েক কমলাই কাম নোহোৱাত এবাৰ কেৰপাইৰ দুৱাৰমুখলৈ আহি পেমীক শুনাই শুনাই সিহঁতৰ লগত দ্বন্দ্ব কৰিলে কি ফল হয়, ওফোন্দাই ক'ব ধৰিছে। লগে লগে অলপতে যে বাপেককো ফাটেকলৈ নিবলৈ দিহা কৰিছে, তাক জনাই আহিল। পেমীয়ে শুনিয়ে ভয়তে কঁপি থাকিল। কিয়নো তাই ভালকৈ জানে পাৰওহঁতে যি নহওক কামত ফলিয়াইহে এৰিব। কেৰপায়ে শুনিও ভয় খালে। কেৰপাইৰ ভয় নিজৰ কাৰণে নহয়। কেৰপায়ে ভাবিছে সন্ন্যাসী হোৱা যি, জেলত থকাও একে অৱস্থাই হ'ব; কিন্তু পেমীৰ অৱস্থা কি হ'ব? তাইক ক'ত এৰি যায়? গাঁৱত তাক সহায় কৰোঁতা কেও নাই। অৱশেষত তাৰ মনত পৰিল সি সৰুতে দৈৱকী উকিলৰ দেউতাকৰ তাত চাকৰ আছিল। তেতিয়াৰ পৰা তেওঁলোকৰ মৰম তেওঁলৈ বেছি। যেনো পাঠকৰ মোকৰ্দমাৰ সময়তো তেওঁৰ তাতেই আছিলগৈ। উকিলক তেওঁ ভালকৈ জানি আহিছে। ভাবিলে কান্দি কাটি তাতে এইক থৈ গ'লে একৰকম সুখেৰে থাকিব পাৰিব। সেই ভাবিয়েই সিদিনা ৰাতিয়েই জীয়েকক আগে আগে লৈ গাঁৱত কাকো নজনোৱাকৈ গুৱাহাটীলৈ পলাল। তাৰ ভাব, কিজানি উকিলক সকলো কথা ভাঙি ক'লে দয়ালু উকিলে কিবা উপায়েৰে তাক সৰুৱাবই পাৰে, নোৱাৰিলেও নাই, তাৰ কাৰণে সি ব্যাকুল নহয়। তাৰ ব্যাকুলতাই কেৱল পেমীৰ কাৰণে।

গুৱাহাটীলৈ গৈ উকিলক সকলো কথা কোৱাত উকিলে পেমীক তাতে ৰাখিলে। লগে লগে কেৰপাইক মোকৰ্দমাৰ দিনলৈকে তাত থাকিব দিলে। মোকৰ্দমা হ'ল। উকিলৰ শত চেষ্টাতো সাক্ষী নোহোৱাৰ কাৰণে কেৰপাইৰ দুবছৰ ফাটেক হ'ল। উকিলে মানুহৰ অন্যায় কাম দেখি দুখে-বেজাৰে ঘৰ পালেহি। সিদিনাৰ পৰা পেমী উকিলৰ ঘৰতে ৰ'ল।

(৩১)

বীণা কে'বাদিনো জ্বৰত পৰি থকাৰ কাৰণে উকিলে নোমলহঁতৰ একো খবৰ বাতৰি ল'ব পৰা নাই; আনকি বীণাৰ জ্বৰৰ কথাও তেওঁলোকক দিব পৰা নাই; বীণাৰ জ্বৰৰ অৱস্থাত উকিলে ভাবিছিল দুই-এদিন জ্বৰ হৈয়ে এৰিব, এনেস্থলত নোমলহঁতক বাতৰি দি কিয় তেওঁলোকৰ মন বেয়া কৰে? উকিলে ভালকৈ জানিছিল নোমলে বীণাক কিমান মৰম কৰে, কেনে ভাল পায়; বীণাৰ কিবা অলপ হোৱা বুলিলেই যে নোমলৰ মনত কেনে কষ্ট হ'ব। ইপিনে আকৌ বীণায়ো জ্বৰৰ ভিতৰতে নোমলক যাতে কোনোৱে ইয়াৰ বাতৰি নিদিয়ে দঢ়াই দঢ়াই কৈছিল। ঘৰৰ মানুহে আনকি উকিলেও ভাবিছিল বীণাই এনে কৰাৰ কাৰণ কেৱল বীণাৰ নোমললৈ ভাল পোৱা। সেই কাৰণে উকিলে নোমলক সমূলি বীণাৰ বাতৰিয়ে দিয়া নাছিল, আনকি মণিৰাম নোমলৰ ঘৰলৈ গ'লে হঠাৎ কথাতে কৈ পেলায় বুলি মণিৰামকো তালৈ নপঠিয়াই আন কামত ব্যস্ত ৰাখিছিল। কিন্তু লাহে লাহে বীণাৰ বেমাৰ বেছি হোৱাত উকিলে এবাৰ খবৰ-বাতৰি দিয়েই অহা যাওক, লগতে তেওঁলোকেও কি কৰিছে এবাৰ চাই আহোঁগৈ। ইপিনে আকৌ পূজা আহিছে। পূজাৰ কেইদিন ইয়াতে থাকিবলৈ গোটেই কেইজনকে মাতিও

আছো। এই বুলিয়েই উকিলে নোমলৰ ঘৰৰ পিনে খোজ ল'লে।

বীণা যোৱাৰ লগে লগে নোমলৰ খং-অভিমানৰ লগে লগে মনৰো অলপ বিকৃতি ঘটিল। নোমলৰ কোনো কামত ভালকৈ ভাবিবৰ বা গমি-পিটি চাই কৰিবৰ শক্তি নোহোৱা হ'ল। নোমলে যি পায় তাকে কৰিব ধৰিলে। কেতিয়াবা ভাত খাব আহে, আকৌ অলপতে খং উঠি কাঁহী-বাটি আফালিয়াই উঠি যায়। কেতিয়াবা দুপৰ নিশাই উঠি ৰাতিপুৱা হৈছে, ৰাতিপুৱা হৈছে বুলি ঘৰৰ সকলোটিকে মাতিব ধৰে। কেতিয়াবা আকৌ নৈত গা ধুই আহো বুলি বাটত কাকো পাই কথা কৈ কৈ গা ধুবলৈ পাহৰি এনেয়ে ঘৰলৈ উভতে। মুঠৰ ওপৰত নোমলৰ মন তেতিয়া বৰ ভাল অৱস্থাত নাছিল। তেনে অৱস্থাত নোমলৰ বিবেক-বুদ্ধি চেৰ পেলাই পাশৱিক শক্তিটো প্ৰবল হৈ উঠিল। কিন্তু ইবিলাক যিয়ে নহওক, নোমলৰ মনত এটা কথা বৰকৈ লাগিছিল, নোমলে মনে মনে প্ৰতিজ্ঞা কৰিছিল বীণাৰ ঘৰলৈ কেতিয়াও নেযায়। নিজে নাহে মানে কেতিয়াও নিজে গৈ লৈ নাহে। নোমলে ভাবিছিল এনেয়ে বুঢ়ী নাচনী তাতে নাতিনীয়েকৰ বিয়া। এইবাৰ মাতি আনিব লাগিলে বীণাৰ প্ৰতাপত থকাই টান হ'ব। ইপিনে ইমান দিন বীণা নহা কাৰণে মনে মনে তাইক পাহৰিবলৈ চেষ্টা কৰিছিল। কিন্তু বীণাৰ স্মৃতি মনৰ পৰা যিমানেই আঁতৰাবৰ চেষ্টা কৰিছিল, সিমানেই নোমলৰ মনত কদমীৰ ছবি উজ্জ্বলতকৈও উজ্জ্বলতৰ হৈছিল। নোমলে ভাবিছিল বীণা কোন? আচলতে তেওঁ বীণাক কেতিয়াও ভাল পোৱা নাই, কেৱল ভুলৰ খন্তেক মোহতহে বীণা, বীণা কৰিছিল। কদমীয়ে তাৰ জীৱন সৰ্বস্ব, কদমীৰ সৌন্দৰ্য উপভোগ কৰিয়ে সি চিৰকাল আনন্দ সাগৰত বুৰি থাকিব। নোমলে পঢ়া কুঠৰিত এনেভাৱে উতনুৱা ভাৱবোৰ লৈ সাঁতুৰি-নাদুৰি আছে। এনে সময়ত কদমী বটাতকৈ এখন তামোল লৈ আহি মেজত থলেহি। কদমীক এনে সময়তে পাই নোমলৰ সকলো চিন্তা কদমীৰ পিনে ঢাল খালে। কদমী আঁতৰ হ'ল। নোমল কিন্তু কদমীৰ ভাৱতে মুগ্ধ হ'ল। নোমলে ভাবিছে, "মই যেনেকৈ কদমীক ভাল পাওঁ, কদমীয়েও মোক নিশ্চয় ভাল পায়।" নহ'লে সিদিনা ৰাতি এনে অঘটন ঘটাতো আকৌ আৱেলি তাই তেওঁৰ ভৰিত বোকা দেখি ততালিকে ধুবলৈ পানী আনি দিছিল কিয়? আকৌ তেওঁৰ বিছনাখন তুলি নতুন কাপোৰ পাৰি কাপোৰবোৰ ধুইছিল কিয়? নোমলে আৰু ভাবিলে, "যদি মোক তাই ভাল পায় তেন্তে সিদিনা ৰাতি তেনেকৈ কান্দিছিল কিয়? প্ৰথম পাপলৈ এনে ভয় বুলিয়ে তাই এনে কৰিছিলনে?" কথা ভাবি ভাবি নোমলে সকলো পাহৰি চকিতে শুই পৰিল। এনে সময়ত "চাহ খাওক" শব্দই আকৌ নোমলক থকমকাই তুলিলে যেন কাৰোবাৰ মধুৰ মাতে নোমলৰ প্ৰাণত ঊনপঞ্চাশ বতাহ বোৱালে। নোমলে চকু মেলিয়ে কদমীক দেখা পাই ততালিকে বলিয়াৰ দৰে সাবট মাৰি ধৰিলে। নোমল যথাৰ্থতেই বলিয়া হ'লনে?

কদমীয়ে হাত এৰাব নোৱাৰি থতমত খাই ৰ'ল। এনে সময়ত বাহিৰৰ পৰা "কোন আছা" শব্দ শুনিলে। নোমলে ততালিকে এৰি দিয়াত কদমী অন্তৰ্দ্ধান হ'ল। নোমলে দুৱাৰৰ পিনে চাইয়ে আগত শহুৰেকক দেখিলে। নোমলৰ ভাবিবৰ শক্তি নোহোৱা হ'ল। নোমল মূৰ্চ্ছা হৈ মাটিত ঢলি পৰিল। শহুৰেক উকিলে জানো নোমলৰ সকলো কাণ্ড দেখা পালে? কিন্তু উকিলৰ মুখ দেখি উকিলে জোঁৱায়েকৰ কীৰ্তি দেখিছে নে নাই কোনে ঠাৱৰাব পাৰে? ধীৰ-স্থিৰ, গহীন-গম্ভীৰ উকিল এলা-পেচা কথাৰ ততালিকে বিমোৰ নহয়। উকিলে দেখিলে নে নাই কেৱল উকিলেহে জানে। কিন্তু যদিহে তেওঁ দেখিও এনে স্থিৰভাৱে ৰ'ল, তেন্তে সহনশীলতা চাই আচৰিত হ'ব লাগে। কোন শহুৰেকে জোঁৱায়েকক এজনী পৰ তিৰোতা সাবট মৰা দেখি স্থিৰে থাকিব পাৰে?

উকিলৰ কিন্তু সেই কথালৈ মন নাই। দয়ালু উকিলে মূৰ্চ্ছা যোৱা নোমলক দেখি ততালিকে সাবট মাৰি ধৰি "কোন আছ, এবাটি পানী আনচোন" বুলি চিঞৰিব ধৰিলে। কদমীয়ে সেই সময়ত ভিতৰলৈ গৈ বাৰুনি-ঘৰৰ পিৰালিত বহি বহি নানা তৰহৰ কথা ভাবি লাজতে কি কৰিব, কি নকৰিব চিন্তি ব্যাকুল হৈছিল।

হঠাৎ উকিলৰ এনে চিঞৰ শুনি কদমীয়ে লাহে লাহে আহি বেৰৰ জলঙাৰে জুমি চালেহি। উকিলে আকৌ মাত লগালে, "কোন আছ, পানী আনিলিনে ইপিনে সৰ্বনাশ হৈছে।" কদমীয়ে তেতিয়া সকলো কথা চকুৰে দেখিও ওলাই আহিবলৈ সাহ কৰিব নোৱাৰিলে। উকিলে কাকো অহা নেদেখি বিছনাৰ তলত পৰি থকা বিচনিখন আনি নোমলৰ মূৰত বিচিব ধৰিলে। অলপ পিছত নোমলে লাহে লাহে জ্ঞান পালে। লাহে লাহে নোমলৰ ভালকৈ চেতন হ'ল। কিন্তু আগৰ সকলো কথা মনত পৰি আৰু শহুৰেকক আগতে দেখা পাই নমতা ভাবেৰে বৈ থাকিল। উকিলে লাহে লাহে তেওঁক তুলি নি শোৱা-পাটীত থলেনি। নোমল শুই পৰিল। এনে সময়ত কদমীয়ে কোনোমতে সাহ কৰি এঘটি পানী আনি উকিলৰ ওচৰ চাপিল। উকিলে পানী অলপ মূৰত ঢালিয়ে, "এতিয়া ভাল হ'ব ধৰিছে, মোৰ জৰুৰী কাম আছে, গধূলি আহিম" বুলি আঁতৰ হ'ল। উকিল ততালিকে কিয় গ'ল? কদমীক আগতে দেখি আগেয়ে হৈ যোৱা সকলো ঘটনা মনত পৰি ঘৃণা আৰু খঙতে গুচি গ'লনে?

(৩২)

উকিল নিজৰ কুঠৰিত কিবা ভাবি বহি আছে। উকিলৰ মনত কি ভাবৰ খেলি-মেলিয়ে উকিলৰ প্ৰশান্ত মুখ বিষণ্ণ কৰিছে ক'ব নোৱাৰোঁ। এনে সময়ত কমু আৰু দীন ঘৰ সোমাল। উকিলে কমুক দেখি সুধিলে, "পালানে?"

"নাই গোটেইখন গুৱাহাটী পিয়াপি দি ফুৰিলো ক'তো নাপালোঁ।" "জানো কি হ'ল? বাৰু, ডাক্তৰৰ তালৈ গৈ বীণাৰ দৰৱ-পাতি অনাগৈচোন।" কমু ততালিকে উঠি ডাক্তৰৰ ঘৰলৈ খোজ ল'লে। উকিল তাতে বহিয়ে থাকিল। মনত আজি প্ৰফুল্লতা নাই। বহি থাকোঁতেই কদমী বান্ধনি-ঘৰলৈ যোৱা দেখি "কদমী বটাটো আয়েৰক দেগৈচোন।" কদমী লাহে লাহে আহি বটাটো লৈ পিছ দিব ধৰোঁতে 'আৰু দুখনমান তামোল দিব কৰিচোন", বুলি উকিল বহিয়ে থাকিল। কদমী উকিলনীৰ কাষ পালেগৈ।

কদমী তালৈ আকৌ কেতিয়া আহিল? সিদিনা উকিলে নোমলক মূৰ্ছা অৱস্থাত এৰি আহি গধূলি আকৌ নোমলৰ ঘৰলৈ গৈ নোমলক ঘৰত নাপাই কদমীক নোমলৰ কথা সোধাত ক'ৰবালৈ ওলাই গৈছে বুলি শুনিলে। উকিলে নোমলৰ আয়েকৰ ওচৰ চাপি "পূজাৰ কেইদিন আমাৰ তাতে থাকিব লাগিব, বীণাৰো অলপ অসুখ হৈছে, আহিব নোৱাৰে। মই নিওঁ বুলি গাড়ী লৈয়ে আহিছোঁ।" আয়েকে ক'লে, ' 'বোপাটি নাই দেখো?"

"নহওক, মণিৰামে পিছত আহি তেওঁকো মাতি নিব।"

আয়েকে আৰু হকাবধা নকৰি সাজি-কাচি ওলাল। কদমীও লগতে আহিল। কদমীক উকিলে নিজৰ জীয়েকৰ দৰে মৰম কৰে। বীণা আৰু বৃন্দাক যেনে কাপোৰ-কানি দিয়ে, কদমীকো তেনে কাপোৰ দিয়ে। বীণা আৰু বৃন্দাই যি বন কৰে কদমীকো তেনে বনৰ বাহিৰে আন বন কৰিব নিদিয়ে। কদমীয়ে পঢ়িব নাজানে। কিন্তু আন বনত সকলোতে পাকৈত। উকিলে কদমীক এনে মৰম কৰে কিয়? কিন্তু এই 'কিয়'ৰ উত্তৰ উকিলৰ প্ৰকৃতি-গত স্বভাৱৰ বাহিৰে আন কি হ'ব পাৰে? উকিলে যে নিজৰ ঘৰৰ মানুহ কিয়, ওচৰ-চুবুৰীয়াৰ সকলো ল'ৰা-ছোৱালীকে নিজৰ ল'ৰা-ছোৱালীৰ দৰে মৰম কৰে। কদমী যিদিনাৰ পৰা উকিলৰ ঘৰত আছে, উকিলে সুখতেই তাইক প্ৰতিপালন কৰিছে, তাই যাতে সমূলি দুখ নাপায়, কোনো কথাত কেটেৰা-জেঙেৰা নাখায়, উকিলনীকো সাৱধান কৰি দিছে।

কদমীয়ে পিছৰ বাৰ তামোল আনি দিলত উকিলে কদমীলৈ চাই "কদমী, তোৰ বিয়া থিৰ কৰিলোঁ নহয়।"

কদমীয়ে একো নামাতিলে।

"বাৰু যা, আয়েৰক মাতগৈচোন। কদমীয়ে উকিলনীক মাতি আনিলে। উকিল-উকিলনীয়ে মনে

মনে কি কথা হ'ল ক'ব নোৱাৰোঁ। কেইদিনমানৰ পিছত উকিলৰ ঘৰত দুৰ্গোৎসৱ সমাৰোহেৰে হৈ গ'ল। উকিলৰ মিটিৰ-কুটুম্ব সকলো আহিছিল। মঙ্গলদৈৰ কুহিৰামো ওলাইছিলহি। কিন্তু এই মহা উৎসৱতো নোমলে এবাৰো উকিলৰ ঘৰত ভৰি নিদিলে।

(৩৩)

উকিলে কদমীৰ আগত কোৱাৰ দৰে কদমীৰ বিয়া কুহিৰামৰ লগত থিৰ কৰিলে। এমাহৰ পিছতে কদমী আৰু কুহিৰামৰ বিয়া উকিলৰ ঘৰত হ'ল। উকিলে কদমীক ইমান ততাতৈয়াকৈ বিয়া দিলে কিয়? কদমী আৰু নোমলৰ সিদিনা তেনে কাণ্ডৰ ভু-পায়েইনে? দৰাচলতে উকিলে সেই কাণ্ড অলপো জনা নাই। উকিলে বাহিৰৰ পৰা মাত দিওঁতেই নোমলে কদমীক এৰি দিছিল। দুৱাৰ মেলি ঘৰ সোমাওঁতেই কদমী লৰি অলপ আঁতৰ হ'ব পাৰিছিল। কিন্তু নোমলে পিছ দি দুৱাৰৰ পিনে চাওঁতেই উকিল ভিতৰ পাইছিলহি। নোমলে ভাবিছিল, উকিলে সকলো নিজ চকুৰে দেখিছে। নাভাবিও নোৱাৰে। পাপীৰ প্ৰত্যেক খোজতে ভয় আৰু সন্দেহ। তেনে ভয়তে নোমল মূৰ্ছা হৈ পৰিছিল।

উকিলে পূজালৈ অহা কুহিৰামক দেখি, তেওঁৰ তাহানি তাৰ বিয়া নিজে থিৰ কৰি দিওঁ বোলা কথা মনত পৰিছিল। ইপিনে আকৌ কদমীও লাহে লাহে ডাঙৰ হৈ অহা দেখি উকিলে তাইক আৰু বেছি দিন নৰখাই যুগুত বুলি ভাবি উকিলনীয়ে সৈতে আলচ কৰি এনে বিয়া পাতে। বিয়াৰ পিছতে কুহিৰামে কদমীক নিজৰ ঘৰলৈ লৈ গ'ল। কদমী এতিয়া কুহিৰামৰ ঘৰত। কুহিৰামৰ আন কোনো নাই। দুয়ো তিৰোতা-মতাই খাই লৈ সুখে আছে। কদমীয়ে ঘৰৰ সকলো কাম কৰে, কুহিৰামে পথাৰৰ কাম কৰি অটায়। কুহিৰামে হাল বাই আহিলেই বঢ়া বঢ়া ভাত পায়। যেতিয়াই যি বস্তু যোগাৰ লাগে, কদমীয়ে সুন্দৰভাৱে থৈ দিয়ে। আবেলি কুহিৰামে বাঁহৰ খৰাহি-পাচি বয়, কদমীয়ে তাঁতৰ পৰা উঠি গোহালিৰ ধোঁৱা জ্বলাই ঘৰলৈ অহা গৰুকেইটাৰ ভৰি-হাত ধুৱাই গোহালিত সুমুৱায়। এনেভাৱে সুখেৰে দিন যাব ধৰিছে। কুহিৰামৰ আন চিন্তা নাই। কেৱল মাজে মাজে বিয়াৰ আগতে উকিলৰ পৰা অনা দুশ টকাৰ ধাৰ সুজিব পৰা নাই বুলি তাৰ বেজাৰ। কিন্তু সুখৰ দিন সদায় নাথাকে। হঠাৎ এবাৰ সাত দিনৰ ভিতৰতে হালোৱা হাল "চৰকাত" পৰি মৰিল। কুহিৰামৰ লগৰ সোঁ-হাত, বাওঁ-হাত আঁতৰ হ'ল। কুহিৰাম নিৰুপায়ত পৰিল। হাতত টকা নাই, ইপিনে খেতীৰ সময় ওচৰ চাপিছে। ধানকেইটা পথাৰত নহ'লে তাৰ বছৰটো অনাহাৰে যাব। কি কৰিব? উকিলৰ ওচৰলৈ গৈ আকৌ টকা ধাৰ কৰিবলৈ তাৰ সথ নহ'ল। বিয়াৰ সময়ত অনা টকা এতিয়াও সি সুজিব পৰা নাই। আকৌ কোনখন মুখেৰে টকা খুজিবগৈ। একো উপায় নাপাই সেই গাঁৱৰে চুৰা মেধিৰ ওচৰ চাপিল। চুৰা মেধিৰ টকা চুলে আৰু কাৰো ৰক্ষা নাই। টকাতো সুজিব নোৱাৰেই, সুদৰো অন্ত নাই। কিন্তু এনে কথা ভালকৈ জানিও নিৰুপায় কুহিৰাম তাৰ ওচৰ চাপিবলগীয়াত পৰিল। গাঁৱলীয়া সমাজত আজি এনে কাণ্ড কত হ'ব ধৰিছে— অভাৱত সাপৰ গাঁততো হাত ভৰাবলগীয়াত পৰিছে। কুহিৰাম ওচৰ পাই টকাৰ কথা কওঁতেই চুৰা মেধিয়ে মনে মনে হাঁহিলে। চিকাৰীৰ আগত পক্ষী পৰিলে কাৰ ৰং নালাগে? চুৰা মেধিয়ে কুহিৰামৰ স্থাৱৰ সম্পত্তিৰ কথা ভালকৈ জানে। মাটি বৰধানতলী। মেধিয়ে ভাবিলে, ভালকৈ খেলি যাব পাৰিলেই মাছ আপোনাআপুনি বৰশিত লাগিব। কথা কৈ কৈয়ে অজলা কুহিৰামক মোহি পেলালে। "তিনিকুৰি কিয় এশ টকা মই তোৰ বিপদত দিবলৈ সাজু আছো। তোৰ পিতাৰা মোৰ বন্ধু আছিল। ম'লৈকে যাওঁ, মোৰ লগত গৈ সহায় কৰে।" যি নহওক, দুদিনতে কুহিৰামে মেধিৰ পৰা এশ টকা পাচিছ টকা হাবে সুলত ধাৰে নি গৰুহাল বিচাৰি কিনি হাল বাব ধৰিলে। বিধিৰ বিপাক। কুহিৰামৰ নতুন হালৰ গৰুও এটা মৰি আকৌ তাক নিঠকলা কৰিলে। মেধিয়ে সেই কথা

মানুহৰ মুখত শুনিবলৈ পাই কুহিৰামক সহানুভূতি কৰোক ছাৰি আনন্দত নাচি উঠিল। "ঈশ্বৰে মোৰ কপাল ভাল কৰিলে। সি সেই টকাতো দিব নোৱাৰিবই আৰু টকা নিবলগীয়াত পৰিল। বোলো কুবেৰৰ সম্পত্তি কুবেৰৰ ভঁৰালত হে জমা থায়। সি কেনেকৈ এনে বৰধানতলী ৰাখিব পাৰে। এইবাৰ আহিলে সুদ আৰু বঢ়াব লাগিব। আগৰ টকা সুদে-মূলে আকৌ মূল কৰি ল'ব লাগিব। হায়! স্বাৰ্থপৰ মানুহ, টকাৰ ৰমক-জমকে জানো মৰম, দয়া, পৰৰ দুখত কাতৰ হোৱা, সকলো নোহোৱা কৰিছে। সাপ-বেঙ চিনি নোপোৱা কৰিছে। তইঁতে কি টকাৰ কাৰণে পৰৰ সম্পত্তিৰ কাৰণে সকলো শঠতা, সকলো পৈশাচিক কাম কৰিব পাৰ?

(৩৪)

তেজপুৰৰ ঘাটত জ্বৰত কঁপি কঁপি এজন মানুহ ধৰফৰাই মৰিব ধৰিছে। বাউল বকিছে। কথা-বতৰাৰ ঠিক নাই। এজনী গা ধোৱা তিৰোতাই তাৰ এনে অৱস্থা দেখি অলপ মূৰত পানী ঢালি ঢালি তাতে থিয় হৈ থকা লগুৱা এজনৰ হতুৱাই এখন গাড়ী আনি তাক তাইৰ ঘৰলৈ লৈ গ'ল। তাই তাক ভালকৈ চিকিৎসা কৰালে। মানুহজন সুন্দৰ, দেখনিয়াৰ। তিৰোতাজনীয়ে তাৰ মূৰ শিতানত বহি চুলি লাৰি, কপাল লাৰি, সেই জ্বৰৰ ভিতৰতে তাক দুটা-এটা চুমা খাইছে। এই তিৰোতাজনীয়ে বা কোন? মতাজনেই বা ক'ৰ, ক'ত থাকে, নাম কি? এওঁৱেই আমাৰ নোমল। নোমলে সিদিনা শহুৰেকৰ আগত এনেভাৱে অপ্ৰস্তুত হৈ আৰু ঘৰত থাকি শহুৰেকক মুখ নেদেখুৱাওঁ বুলি সিদিনাই তেজপুৰলৈ ৰাওনা হ'ল। ঘৰৰ আন কোনোৱে নাজানিলে। উকিলে গধূলি আয়েক আৰু কদমীক আনোঁতেও একো শুংসূত্ৰ নাপালে। আয়েক আৰু কদমীয়ে ভাবিছিল, অইন দিনাৰ দৰে ক'ৰবালৈ ফুৰিব গৈছে হ'বলা। ৰাতি মণিৰামক উকিলে পঠিয়ায়ো নোমলৰ বাতৰি নাপালে। ৰাতিপুৱা দুবাৰ মণিৰাম গৈছিল। পিছত উকিলো গৈ নোমলক নোপোৱাত উকিল আচৰিত হৈ গুৱাহাটীৰ চাৰিওপিনে পিয়াপি দি বিচৰাই নোমলক নোপোৱাত, নোমল নিৰুদ্দেশ বুলি বুজি বেজাৰে-দুখে ৰ'ল। তাৰ পিছতো কত ঠাইত নোমলক বিচৰাই মানুহ পঠিয়াই নিৰাশ হৈছিল, নিৰ্ণয় নাই। দুপৰীয়া নোমলৰ মূৰত বহুত পানী ঢলাত ৰাতিৰ ভিতৰতে জ্বৰ হ'ল। সেই জ্বৰে গোটেই ৰাতিটো তাক কঁপালে। ৰাতিপুৱা সি কোনোমতে জাহাজৰ পৰা ঘাটৰ অলপ সিপিনে পাওঁতে সি ঢলি পৰি তাতে পৰি ৰ'ল। জ্বৰ হমহমাই উঠি তাক জ্ঞান-শূন্য কৰিলে। নোমল এনেভাৱে সেই তিৰোতাজনীৰ শোৱা-পাটীতে প্ৰায় এমাহ কটালে, তাৰ পিছত সি লাহে লাহে ভাল হ'ল। কিন্তু তেতিয়াও খোজ কাঢ়ি দূৰলৈ যাব নোৱাৰে। ছোৱালীজনী অতি সুন্দৰী, ভৰ যুৱতী। সেই ছোৱালীয়ে এনেভাৱে তেওঁক আপডাল কৰা দেখি, তেওঁৰ মনত স্নেহ উপজিল। নোমলে ভাবিছে, এওঁ যিয়ে নহওক, ইয়াতে থাকি কিছুমান দিন কটাব। নকটায়েবা কি কৰে? নোমলক এই আচহুৱা ঠাইত কোনে চিনি পায়? আন কোনে তাক ঠাই দিব? নোমল লাহে লাহে ভাল হৈ আহিল, ভাল হোৱাৰ লগে লগে মুখৰ জেউতি চৰিল। এই যুৱতীয়ে নোমলৰ মুখ চাই আনন্দত নাচি উঠে। এওঁ যথাৰ্থতে নোমলৰ কোনোবা লাগি কুটুম্বনে? নে নোমলক এওঁ কেতিয়াবাৰ পৰা চিনি পায়? নোমলক ভাল পায়নে? কিন্তু আচৰতি কথা, এই যুৱতী এজনী বেশ্যা। বেশ্যাৰ আকৌ ভাল পোৱা কি? নোমল ভাল হৈ এই কথা জানিব পাৰিলে। নোমলে ভাবিলে, জাতকুল সকলো গ'ল। কিন্তু এতিয়া তাৰ পৰা কেনেকৈ আঁতৰ হয়? তাই বেশ্যাই হওক বা যিয়ে নহওক, তাক একো অন্যায় কৰা নাই। বেমাৰী সময়ত তাক নিজৰ মানুহৰ দৰে প্ৰতিপাল কৰিছে, তাই নহ'লে সেই ঘাটতে তাৰ জীৱন উকলিলহেঁতেন। বিশেষতঃ আজিলৈকে তাৰ পৰা একো খোৱা খৰচ-পাতি নোলোৱাকৈ খুৱাই-ধুৱাই আছে। বেমাৰী অৱস্থাত বেয়া বস্তু খালেও হেনো জাত কুল নাযায়, আকৌ প্ৰায়শ্চিত্ত হ'লে ভাল হয়। পণ্ডিকে তাৰ কোনো পিনে হানি হোৱা নাই। কিন্তু এতিয়া সি

তাৰ পৰা গৈয়ে বা ক'ত থাকে? সি আৰু ঘৰলৈ উভতিবনে? ঘৰলৈ বুলি মনত পৰিলেই তাৰ গা শিয়ঁৰি উঠে। সি আচহুৱা ঠাইত মৰিলেও মৰিব, তথাপি আৰু শহুৰেকৰ আগত লাজকুৰীয়া মুখ নেদেখুৱায়। যি নহওক, আৰু দুদিন এদিন থাকিয়েই তাৰ পৰা আঁতৰ হ'বলৈ থিৰ কৰিলে।

যাওঁ যাওঁ বোলোঁতে আৰু কেইদিন উকলিল, তথাপি আচহুৱা ঠাইৰ বিভীষিকাই তাক ভয় খুৱাই খোজ লোৱাবলৈ পিছুৱাই ৰাখিলে। প্ৰথম অৱস্থাত সি যেতিয়া ঘৰৰ পৰা আহিছিল, তেতিয়া আচহুৱা ঠাইৰ ভয়তকৈ লাজ অভিমানে তাক বেছিকৈ আগুৰি ধৰিছিল। সেই কাৰণে সি ভৱিষ্যতলৈ একো নাভাবিও মুহূৰ্ততে ঘৰ এৰিব পাৰিছিল। এদিন ৰাতি সি বিছনাত শুই শুই কেনেকৈ কলৈ যায় ভাবি চিন্তি আছে, তাৰ টোপনি অহা নাই, এনে সময়তে সেই যুৱতী তাৰ কাষ পালেহি। তাই আহিয়েই তাৰ কাৰত বহি "চাওঁ আপুনি সিপিনলৈ যাওক, ময়ো শোওঁ, বৰ ঠেৰেঙা লাগিছে।" নোমল আচৰিত হ'ল। কাণ্ড কি? তথাপি নোমলে একেষাৰো মাত দিব নোৱাৰিলে। সি ভাবিলে, যি তিৰোতাজনীয়ে তাক অসহায়ত সহায় কৰিছে, যি তিৰোতাজনীয়ে তাৰ বেমাৰী অৱস্থাত সদায় সেই বিছনাতে কেতিয়াবা তাৰ মূৰৰ শিতানত, কেতিয়াবা ভৰিৰ কাষত, আকৌ টোপনিৰ লালকাল অৱস্থাত তাতে শুয়ো পৰিছে, তাইক আজি কেনেকৈ অকৃতজ্ঞৰ দৰে তাৰ পৰা গুচি যাবলৈ দিয়ে? নোমলৰ মনত আৰু এটা কথা মনত পৰিল। এইকেইদিন সি তাইৰ শোৱা-পাটীত শুই আছে, কিন্তু তাই এনে পুহ মাহৰ ঠেৰেঙা কালতো নিলগৰ মাটি এডোখৰত পৰি আছে। তেওঁৰ কাৰণে তাইৰ এনে কষ্ট হৈছে। এনে অৱস্থাত যদি তাই দৰাচলতে ঠেৰেঙা লাগিয়ে তাত শুব আহিছে তেন্তে তাইৰ দোষ কি? নোমলেই বা কেনেকৈ শুব নোৱাৰে বুলি কয়? তথাপি এজন আচহুৱা ডেকাই জ্ঞান থকা কালত এজনী যুৱতীৰ লগত কোন সাহেৰে শুব পাৰে? নোমল উঠি বহিল। তুমিয়েই শোৱা; মই বাহিৰৰ পৰা আহোঁ বুলি নোমল বিছনাৰ পৰা নামিব খোজোঁতে, যুৱতীয়ে ততালিকে তেওঁৰ হাতখন ধৰি পেলালে। কি সাহ! "নাই, আপুনি যাব নোৱাৰে।" হায়! তিৰোতা জাতিয়ে কি লাজকুল সকলোকে জলাঞ্জলি দিছে? কিন্তু বেশ্যাই চিৰকাল এনেভাৱে পৰপুৰুষক মতলীয়া কৰি নিজৰ ব্যৱসায় চলাই আহিছে। তাইৰ আকৌ এনে কামত লাজ হ'ব কিয়? নোমলে "চাওঁ এৰি দিয়া" বুলি কওঁতে, যুৱতীয়ে মুঠি টানকৈ ধৰি আনহাতে তেওঁৰ ধুতিত খাপ মাৰি ধৰিলে। নোমল আচৰিত হ'ল, তাই এতিয়া কি কৰে? ততালিকে একে টানে নোমলৰ ধুতি খহাই পেলালে। নোমল পুৰুষ হ'লেও তেওঁ তেতিয়া অলপতে বেমাৰৰ পৰা উঠিছে মাথোঁ, যুৱতীৰ বাউসীৰ বলৰ লগত সাঁতুৰিব নোৱাৰিলে। নোমল আকৌ বিছনাত শুই পৰিল। পিছ মুহূৰ্ততে ......

নাই, নোমলৰ খঙে মূৰ চুকি পালে। "এৰি দে নষ্টযাতী, তোৰ কি লাজ-হুকম একোৱে নাই" বুলি একেছাৰে উঠি দুৱাৰৰ কাষ পালেহি। ততালিকে দুৱাৰ মেলি বহল আকাশৰ কোটি কোটি উজ্জ্বল তৰা, জোনৰ জোনালী কিৰণ দেখি নোমলে যেন এখন নৰক ৰাজ্যৰ পৰা ততালিকে সৰগ পাই আনন্দত উতলা হ'ল। নোমলে তৰা চাই চাই ভাবিব ধৰিলে, তিৰোতা জাতি কি ভয়ঙ্কৰী। যুৱতী আৰু ওলাই নাহিল। হাজাৰ হ'লেও তাই তিৰোতা। নোমল গুচি যোৱাৰ পিছত তাইৰ গোটেই মন লাজে ঢাকি পেলালে। কিন্তু তাৰ লগে লগে তাইৰ প্ৰতিহিংসাৰ জুই জ্বলি উঠিল। কামৰ অতৃপ্তি অৱস্থাত তিৰোতাই কি কৰিব নোৱাৰে? তাই ভাবিলে, "যাক ইমান আশা কৰি, যাৰ ৰূপত মুগ্ধ হৈ ইমান দিনে বেমাৰত প্ৰতিপাল কৰিলো, যাৰ কাৰণে ইমান কষ্ট কৰিলো তাৰ এনে অহঙ্কাৰ, এনে অকৃতজ্ঞতা। কালি ৰাতিপুৱাতেই তাক কুকুৰৰ দৰে খেদি দিম। কিন্তু খেদি দিলেই বা কি শাস্তি হ'ব? নাই, তাক চোৰ বুলি ধৰাই ফাটেকত দিয়াম" তাইৰ মনে দঢ়াই ক'ব ধৰিলে, "অকৃতজ্ঞতাৰ সেয়ে যথেষ্ট উপহাৰ।" তাই বিছনাতে একোবাৰ ফেঁটী সাপৰ দৰে ফোঁট দি উঠিল, আকৌ শুই পৰিল। হঠাৎ তাইৰ মনত পৰিল, কি

জানি তেওঁ ক'ৰবালৈ গুচি গ'ল। তেনেহ'লে তাইৰ প্ৰতিহিংসাৰ আশা বিফল হ'ব। তাই উঠি দুৱাৰৰ কাঁকেৰে চালেগৈ। তাই দেখিলে, নোমলে চোতালৰ শিলটোত বহি কিবা কথা ভাবি আছে। এনে পুহ মাহ ঠেঁৰেঙা সময়তো নোমলৰ চেঁচালৈ মন নাই। এই জোনাক ৰাতি বহি বহি নোমলে গোটেই জীৱনৰ ঘটনাবোৰ ভাবিছে। নোমলে ভাবিছে, কদমীকো সি এনে নিমৰমিয়ালভাৱে সাবটি ধৰিছিল, কদমীৰ ৰূপত মুগ্ধ হৈ এনেভাৱে কাণ্ড-জ্ঞান শূন্য হৈছিল। যদি সেই অৱস্থাত তাৰ একো দোষ নহয়, তেন্তে এই যুৱতীৰে বা কি দোষ? সেই বুলি পৰ-পতিক তাই এনেভাৱে ধৰিব পায়নে? হায়, স্বাৰ্থপৰ মনুষ্য! তুমিও জানো নিজৰ তিৰোতা এৰি পৰ-তিৰোতাক এনেভাৱে এদিন ধৰি ব্যাকুল নহৈছিলা? তেতিয়া তুমি দেখো নিজৰ কুকীৰ্তিৰ বিষয় এবাৰো দকৈ ভবা নাছিলা। কদমীয়ে যদি সেই সময়ত বল কৰি এৰি নগ'লহেঁতেন, তেন্তে তুমি কি কৰিলাহেঁতেন, তাইৰ সৰ্বনাশ নকৰি উলটিলাহেঁতেননে? কিন্তু তুমি তেনেকৈ ভবাতেই বা কি দোষ? গোটেই সময়তে পুৰুষ-সমাজে তিৰোতা জাতিৰ ওপৰত এনে অন্যায় অবিচাৰ কৰিয়ে আহিছে। পুৰুষে মনে মনে শত পাপ কৰিলেও একো নহয়; কিন্তু তিৰোতাৰ এধনিচামান লৰ-চৰ হ'লেই সমাজ জুৰি খলক লাগে।

কিন্তু যি নহওক, নোমলক সেই অৱস্থাতে দেখিও যুৱতীৰ খং নকমিল। তাই ভাবিলে, যিয়ে পাৰিজাত মোহাৰি পেলাব পাৰে তাৰ এনে অৱস্থাই হয়। পাটৰ কাপোৰ এৰি গোকোন্ধা পিন্ধিবলৈ যাৰ মন, সি তাতকৈ কি ভাল পাব পাৰে? যি নহওক, তাই এবাৰো নোমলৰ অৱস্থা নাভাবি আকৌ বিছনাতে শুই পৰিল। সেই বিছনাতে শুই শুই কত প্ৰতিহিংসাৰ সপোন দেখিলে কোনে লেখিব পাৰে? নোমল প্ৰায় কিছুমান পৰ বহি থাকি বেজাৰ লাগি সি কুঠৰিত সোমাই এডোখৰ চেঁচা মাটিত শুই পৰিল। নোমলে ভাবিলে, আজিৰ ৰাতিটো কোনোমতে কটালে, কালি ৰাতিপুৱাই সি আন ঠাইলৈ গুচি যাব।

(৩৫)

কুহিৰামে চুৰা-মেধিৰ পৰা টকা আনি হালপাট যে এতিয়া কেইটামান ধান কৰিছে। পথাৰত ধান পকিছে, বৰধানগুলীৰ মাটিৰ থানে দৰ্শকৰ মনপ্ৰাণ হৰণ কৰি দৰ্শকক ক'ব লাগিছে, "আমিয়ে সকলো প্ৰাণীৰ প্ৰাণ, আমিয়ে দেশৰ উন্নতি কৰোঁতা, আমিয়ে সৌন্দৰ্যৰ আকাৰ। আমাৰ শ্যাম বৰণে গোটেই জগত জুৰি আনন্দ স্বাস্থ্য আনিছে।" কুহিৰামেও পথাৰত ধান হোৱা দেখি আনন্দত নাচি উঠিছে। পথাৰত ধান, গোহালিত গৰু হোৱাতকৈ খেতিয়কৰ আৰু কি আনন্দ হ'ব পাৰে? কুহিৰামে ভাবিছে, এতিয়া ধানকেইটা কোঁচাব পাৰিলেই ৰক্ষা। এদিন হঠাৎ চুৰা মেধি ওলাই "কুহিৰাম, তই মোৰ ধানকেইটা কোঁচাই দিব লাগিব। অইন মানুহো মাতিছো।" কুহিৰামে ক'লে, "মোৰো দেখো ধান কোঁচাব পৰা নাই, আপুনি অইন মানুহ মাতি কটাবই পাৰিব। কিন্তু মই অকলশৰীয়া মানুহ সোনকালে কোঁচাব নোৱাৰিলে সৰ্বনাশ।" কিন্তু স্বাৰ্থপৰ মানুহে পৰৰ কথা কেনেকৈ ভাবিব? "তোৰ কথা মই নাজানো, তই কালিয়ে কাঁচি লৈ ওলাই যাবি। নগ'লে বেয়া হ'ব কিন্তু" বুলি কৈয়ে চুৰা মেধি ওলাই গ'ল। অজলা কুহিৰাম বিবুধিত পৰিল। নগ'লে জানোচা সি কি কৰে? তদুপৰি তাৰ ধাৰ কৰি আনিয়ে এনেখন কৰিব পাৰিছো– ইত্যাদি ভাবি ৰাতিপুৱা তালৈকে যাবলৈ থিৰ কৰিলে। কদমীয়েও হয়ভৰ দিলে।

চুৰা মেধিৰ ধান কাটোঁতে চাৰিদিন লাগিল; আৰু দুদিনমান লাগিব। কিন্তু দুৰ্কপালৰ গুণত ইপিনে একেৰাতিতেই বানপানী উঠি পথাৰৰ পকাধান তল কৰিলে। কুহিৰাম কান্দি কান্দি বিতত হ'ল। একোবাৰ মূৰ আকালি, একোবাৰ 'হে প্ৰভু, দুখীয়াক কিয় মাৰিলা' বুলি বিছনাত পৰি পৰি ঢাকুৰিব ধৰিলে। একোবাৰ চুৰা মেধিৰ কাৰণে খং উঠি উস্ 'তইয়ে খালি' বুলি দীঘল হুমুনিয়াহ কাঢ়িলে। কদমীয়ে কাষত বহি 'ঈশ্বৰে নিদিলে কেনেকৈ পাব' বুলি বুজনি দিব ধৰিছে। কিন্তু তেতিয়া বুজনি কোনে মানে? কুহিৰাম

আৰু তিনিদিন ভাত নাখাই পৰি থ'ল।

ইপিনে চুৰা মেধিয়ে কৃহিৰামৰ দুৰৱস্থাৰ কথা শুনি দুখ কৰক বা সহানুভূতি কৰক ছাৰি ঈশ্বৰক শত ধন্যবাদ দিব ধৰিলে। চুৰা মেধিয়ে কৃহিৰামৰ পথাৰৰ ধান দেখি মনে মনে হিংসাতে দেইপুৰি মৰি ভাবিছিল, তাৰ মাটি পোৱা মিছা হ'ল। সকলো আশা এনেয়ে গ'ল। কিন্তু পাপিষ্ঠৰ আশা ফলিল। কৃহিৰাম তাৰ হাতত পৰিল। সি ভাবিলে, "এয়ে উপযুক্ত সময় হৈছে, এনে সময়তে মোকৰ্দমা জুৰিলে তাৰ দিহা বুধি হেৰাই গোটেই সৰ্বস্ব মোক অৰ্পিব।" ভবাৰ মতে কাম কৰিলে। এদিন ৰাতিপুৱাই কৃহিৰাম, কৃহিৰাম কৈ চিঞৰি কৃহিৰামক লগ পাই 'মোৰ বৰ টান হৈছে, কেইটামান টকা দে, নহ'লে সৰ্বনাশ।'

কৃহিৰামে চুৰা মেধিৰ কথা শুনি কান্দি পেলালে। নিৰ্দয় চুৰা মেধিয়ে তাৰ কান্দোনলৈ আওকাণ কৰি ' 'হঁ, টকা আনিবৰ পৰত আনিব পাৰ। এতিয়া দিব লাগিলে নানা ফাকতি। বোলো, পৰৰ খাব পাৰ, দিব নালাগে হ'বলা? ইমান দিন চাই আছো, তথাপি এবাৰ বা কেইটামান টকা দিওঁ, সেইটোলৈ মন নাই, তোৰ ভালৰ কাৰণে টকা নিদিয়াকৈ সিদিনা এটা ওৱালিচো দিয়াইছো, কিন্তু মৰম কৰিলে বেয়া পাৱ, আজিকালি মানুহৰ ধৰ্মই এনে হৈছে।"

কৃহিৰামে কি ক'ব? তথাপি চুৰা মেধিৰ ভৰিত ধৰি "মই টকা নিদিওঁ বুলি কোৱা নাই; কিন্তু এনে সময়ত কেনেকৈ দিওঁ, আপুনি দেখিছেই, পথাৰৰ ধান কেইটাও বান-পানীয়ে খালে।"

"মই সিবোৰ নাজানো, টকা আনিছ টকা দিবি, লাগে যদি দুটকা সুদ এৰি দিম। পৰহিৰ ভিতৰত টকা দিয় যদি দিবি, নহ'লে মই মোকৰ্দমা কৰিম। চুৰা মেধিয়ে কথা যেনেকৈ কয়, কামো তেনেকৈ কৰে, মনত ৰাখিবি" এই বুলি কৈয়ে মেধি আঁতৰ হ'ল।

কৃহিৰাম তাতে পৰিয়ে থাকিল। হায়! নিৰুপায় কৃহিৰামক কোনে সহায় কৰিব? কোনে এই যম নৰপিশাচৰ হাতৰ পৰা তাক ৰক্ষা কৰিব?

(৩৬)

নোমল ৰাতিপুৱাই উঠি সেই ঠাই এৰি পাঁৰলে শেষ হোমিওপ্যাথিক চিকিৎসা কৰি জীৱন নিৰাপদ বুলি ভাবি যাবলৈ সাজি-কাচি ওলাইছে; কিন্তু ৰাজৰ পৰত সেই যুৱতীক এবাৰ মাত দি যাওঁ বুলি ভাবিলে। সি ভাবিলে, তাই যি নকৰক, তেওঁ আজি এমাহ ধৰি তাক সহায় কৰিছে। কিন্তু তাইৰ বিছনালৈ গৈ তাইক নেদেখিলে। নোমল মহা বিমোৰত পৰিল; ঘৰ এৰি যাব নে নাযাব? শেহত থিৰ কৰিলে আৰু এনে পলীয়া সঙ্গ লৈ নাথাকে, সি এতিয়াই যাওনা হ'ব। যাওঁ বুলি ঘৰৰ দুৱাৰমুখ পাইছে মাথোঁ, সিপিনৰ পৰা দুজন পুলিচ আৰু যুৱতী আহি ওচৰ পালেহি। নোমলে বুজিলে, তাই ৰাতি কোৱা কথা কামত ফলিয়ালে। তিৰোতাজনীৰ কথা মতে সিইঁতে নোমলক থানালৈ লৈ গ'ল।

তাৰ বহু দিনৰ পিছত মোকৰ্দমা উঠিছিল। সেই মোকৰ্দমাত নোমলৰ ছমাহ ফাটেক হ'ল। নোমল ফাটেকলৈ গ'ল। সেই ফাটেকতে কেৰপায়ো আছিল, কেৰপাইৰ আৰু পাঁচ মাহ বাকী। কেৰপায়ে দুখে-কষ্টে দিন নিয়াইছে, এইবাৰ ওলাই গৈয়ে ছোৱালীজনীক কাৰোবাক গতাই সি সন্ন্যাসী-বৈৰাগী হৈ ক'ৰবালে যাব আৰু হিংসুক অতপালি সকলৰ লগত নাথাকে। কেৰপায়ে বেতৰ মূঢ়া, চকি কৰি থাকোঁতে নোমলক দেখা পালে। নোমলক কেৰপায়ে ভালকৈ চিনে। উকিলৰ ঘৰলৈ যেতিয়াই আহিছিল, নোমলক তাত লগ পাইছিল। নোমলক দেখিয়েই কেৰপায়ে কথা কওঁ কওঁ বুলি সুবিধা পোৱা নাই। জেলৰ কটকটীয়া বান্ধোনত সহজতে কেনেকৈ সুবিধা পাব পাৰে?

সাধাৰণতঃ জেলত থোৱা মানুহবিলাকে সঙ্গীবিলাকৰ লগত দুটা-এটা মিছা ক'বলৈ শিকে, হাতৰ তলুৱাত হামখু লুকাবলৈ শিকে আৰু নানা অভৈচ গালি শিকে। কিয়নো, সদায় চোৰ-ডকাইতৰ সঙ্গত থাকিলে কাৰ স্বভাৱ ভালে থাকিব পাৰে? কেৰপাইৰ অধঃপতন যিমানেই নহওক, তেওঁৰ আগৰ বহুতো ভাল স্বভাৱৰ পৰিৱৰ্তন হোৱা নাই। এতিয়াও সি পাৰিলে, দুজন

এজনৰ কামত সহায় কৰে; অন্য কোনোবা মানুহক 'মেইট'এ কষ্ট দিলে বা মৰমিয়ালে কেৰপাইৰ মনত এতিয়াও সহানুভূতি জন্মে, সিহঁতৰ দুখতে ৰাতিতো ভাত-পানীও এৰে।

জেল কিহৰ কাৰণে? আজিকালি সভ্য দেশত শুনা যায়, জেলৰ ব্যৱহাৰ কয়েদীক কষ্ট দিবলৈ নহয়, কয়েদীৰ বেয়া স্বভাৱবোৰ শুধৰাবলৈ। কিন্তু দৰাচলতে সেই কথা আৰু কামত কিমান খাপ খায়, তাক জেলত পৰা মানুহেহে জানে। জেলৰ অমানুষিক অত্যাচাৰে সভ্যতাৰ সুন্দৰ আদৰ্শ জল্ জল্ পট্ পট্‌কৈ মানুহৰ আগত দাঙি ধৰে। জেলত সুন্দৰ প্ৰমাণ পোৱা যায়, মানুহে অলপ প্ৰভুত্ব পালে কি কৰিব পাৰে। আনপিনে স্বভাৱ পৰিৱৰ্তনৰ কথাই নাই। সকলো ৰকম দুষ্টালি, শঠতা জেলত শিকি আহিব পাৰে। য'ত শাস্তিৰ সংখ্যা বাঢ়ে, তাতে দুষ্টামি নাবাঢ়ি কমিব বুলি আশা কৰিব পাৰিনে?

কেৰপায়ে নোমলক দেখি কথা কওঁ কওঁ বোলোঁতে দুদিন গ'ল; কথা ক'ব নোৱাৰিলে। কেৰপায়ে মনে মনে ভাবিছে, নোমল কি দোষত ফাটেকত পৰিল। নোমল উকিলৰ মহৰী, তেওঁনো কি বেয়া কাম কৰিলে? কেৰপায়ে ভাবি ভাবি নোমলৰ একো দোষ উলিয়াবলৈ বিচাৰি নাপালে। যি নহওক, কেৰপায়ে সোনকালে সুধি মনৰ উগুল-থুগুল ভাব দূৰ কৰিবলৈ থিৰ কৰিলে। এদিনা "আপুনি কি দোষত" বুলি কওঁতেই পিছৰ পৰা পিঠিত মাধমাৰ পৰিল, কেৰপায়ে সিদিনাও সুধিব নোৱাৰিলে।

কিছুমান দিনৰ পিছত কেৰপাই আৰু নোমলৰ ভাল বন্ধুত্ব জন্মিল। কেৰপায়ে নোমলক যিমান পাৰে কষ্ট নিদিয়াকৈ জেলত ৰাখিব চালে। যদিও সেইটো সম্পূৰ্ণ অসম্ভৱ, তেও কেৰপাইৰ চেষ্টা একেবাৰে বিফলে নগ'ল। প্ৰথম দিনা কথা হওঁতে কেৰপায়ে "পেমী উকিলৰ ঘৰত কেনে আছে?" বুলি চকুলো টুকিছিল।

"পেমী কোন?"

"কিয়, পেমীক নাজানে, আপুনি সদায় উকিলৰ ঘৰতে থাকিও পেমীক নাজানেনে? মই জেলত পৰিবৰ আগেয়ে তাইক তাতে থৈ আহিছিলো। ঈশ্বৰে কি কৰিলে? আপুনি যেতিয়া ক'ব নোৱাৰে, তেন্তে তাইৰ জানোচা কি হ'ল?" নোমলে একো উত্তৰ দিব নোৱাৰিলে।

কেৰপায়ে সুধিলে, আপুনি উকিলৰ ঘৰৰ পৰা আহিবৰ কিমান দিন হ'ল?"

"বেছি দিন হোৱা নাই, প্ৰায় ডেৰ মাহ।"

"তথাপি আপুনি পেমীৰ কথা ক'ব নোৱাৰে?"

"কি কৰিম, ক'ব নোৱাৰিলো দেখোঁ?"

কেৰপায়ে নোমলৰ মুখত এনে বাতৰি শুনি মনে মনে কান্দি পেলালে কেৰপায়ে পেমীক কিমান স্নেহ কৰে। কেৰপায়ে নোমলক দেখি প্ৰায় ডেৰ বছৰৰ মূৰত এবাৰ পেমীৰ বাতৰি পাম বুলি ভাবিছিল। কিন্তু হায়! নোমলৰ কথাত কেৰপাইৰ সকলো আশা দূৰ হ'ল। যি নহওক, জেলৰ বাহিৰলৈ গৈ বাতৰি নল'লে আৰু উপায় নাই বুলি মনৰ কষ্ট মনতে মাৰ নিয়াই ৰ'ল। বাস্তৱতে পেমীৰ জানো কিবা হ'ল?

(৩৭)

পাঁচ মাহ উকলি গ'ল। কেৰপায় জেলৰ পৰা মুক্তি পাই উকিলৰ ঘৰলৈ আহিল। উকিল তেতিয়া নুমলী জীয়েক বৃন্দাৰ বিয়াত ব্যস্ত আছিল। বৃন্দাক এঘৰ ভাল মানুহ চাই বিয়া দিবলৈ থিৰ কৰিছে, বিয়াৰ জো-যা সকলো হৈছে। কেৰপায় আহি পালত উকিলে সাদৰে মাতি জেলত কেনেভাৱে কষ্ট পায় সকলোবোৰ সুধিলে। কথা সোধোঁতে সোধোঁতে হঠাৎ কেৰপায়ে ক'লে, "আপোনাৰ মহৰীটো দেখোঁ জেলত।

"জেলত?"

"হয়, আৰু গুলাবৰ প্ৰায় পোন্ধৰ দিন আছে। পাঁচ মাহমান জেল খাটিছেই।"

"কি কাৰণে জেলত পৰিছে ক'ব নোৱাৰানে?"

"বিশেষ একো ক'ব নোৱাৰিলো তেওঁক বহুদিন সুধিছিলো। সেই সম্পৰ্কে একো নক'লে।"

উকিল মনে মনে ৰ'ল। উকিলে ভাবিলে কাও কি? অলপপৰ টলকা মাৰি "ৰাৰু তই আৰু ক'তো

নুলিয়াবি।" কেৰণায়ে পেমীৰ কথা সোধাত উকিলে ভালে আছে বুলি কৈ কিবা এটা কামৰ দিহা দিবলৈ ততালিকে উঠি গ'ল। বৃন্দাৰ বিয়া এজন নতুনকৈ ওকালতি পাছ কৰা ডেকাৰ লগত হৈ গ'ল। বিয়া সমাৰোহেৰে হৈছিল। কিন্তু বীণাৰ বিয়াত উকিলে যেনে ৰং পাইছিল, বৃন্দাৰ বিয়াত তেনে একো নাপালে। বীণাৰ শোকে উকিলৰ হিয়াৰ ৰং আনন্দ সকলো লোপ কৰিছিল।

বৃন্দাৰ বিয়া হৈ যোৱাৰ কেইদিনমানৰ পিছতে উকিলে নিজে গৈ মনে মনে নোমলক জেলৰ পৰা আগবঢ়াই অনালে। নোমলে ভাবিছিল, জেলৰ পৰা ওলাই গৈ ক'ৰবাৰ গাঁৱত 'হোমিওপ্যাথিক' চিকিৎসা কৰিব। কিন্তু তাৰ আশাত বজ্ৰপাত হ'ল। জেলৰ পৰা ওলায়ে শহুৰেকক দেখি সৰগ পৰা মানুহৰ দৰে থিয় হৈ থাকিল। "বলা, ঘৰলৈ বলা" বুলি শহুৰেকে মাত দিয়াত নোমলে কি কৰিব, কি নকৰিব, একো ভাবি নাপাই, মাটি লেখিব ধৰিলে। "বলা, সোৰা গাড়ীত উঠা," নোমলে শহুৰেকৰ কথা পেলাব নোৱাৰি লাজতে গাড়ীত উঠিলগৈ। উকিলো আনফালে উঠিলে। উকিলে কেনেকৈ নোমল জেলত পৰিল, সেই সম্বন্ধে একো নুসুধিলে। কিয়নো, উকিলে ভাবিছিল সেইবিলাক কথা উলিয়াই আৰু তেওঁৰ মন বেয়াহে কৰিব, লগতে নিজেও কিছুমান অতপালিৰ কথা শুনি জোঁৱায়েকৰ আচল চৰিত্ৰ অধ্যয়ন কৰিব। উকিলে আৰু ভাবিছিল, যদি নোমলে সেইবিলাক ঘটনা ক'ব নোৱাৰে, তেন্তে তেওঁ কিছুমান মিছা ক'ব লাগিব। কিছুমান মিছা প্ৰসঙ্গ শুনাৰ আৱশ্যক কিটো? মূঠৰ ওপৰত জেলত পৰিছে যেতিয়া, নিশ্চয় কিবা দুষ্টালি কৰিছিল। কিন্তু হায়! উকিলে সেই সময়ত পাহৰিছিল, কেতিয়াবা কেতিয়াবা নিৰ্দোষী মানুহো জেলত পৰিব পাৰে। বিচাৰালয়বোৰত ক'লাক বগা কৰিব পাৰে, বগাক ক'লা কৰিব পাৰে। চোৰক সুন্দৰভাৱে অলপো চেকা নোহোৱাকৈ খালাচ দিব পাৰে, আৰু নিৰ্দোষীক হাতে গলে বান্ধি নি জেলত ভৰাব পাৰে। উকিলে পাহৰিছে, এনেভাৱে কত নিৰ্দোষী প্ৰাণী আজিও জেলত পচিব ধৰিছে। উকিলে পাহৰিছে, এইয়া যে কুবি শতিকাৰ নব্য সভ্যতাৰ জেলৰূপ স্বৰ্গ, বিচাৰালয়–ধৰ্মালয়।

যি নহওক, ওৰে বাটে আৰু বিশেষ কথা নহ'ল। উকিলৰ ঘৰ পাওঁতে সোমাই নোমলক দেখি লাহি নোমল দেউতা আহিছে বুলি ঘৰত খলক লগালে। গোটেই ঘৰত এটা অস্বাভাৱিক ভাবৰ সন্দেহ হ'ল। নোমলে হঠাৎ কেনেকৈ এইখিনি পালেহি। বীণায়ো বিশ্বাস কৰিব নোৱাৰিলে। উকিলে নোমল জেলত পৰা কথা ঘৰত কাৰো আগত কোৱা নাছিল। উকিলে নোমলক নমাই ঘৰৰ ভিতৰলৈ লৈ গ'ল। ঘৰত সোনকালে খোৱাৰ জলপান ঠিক কৰিবলৈ দিলে। উকিলনীয়ে উকিলক সুধিলে, ক'তনো পালে আজি ইমান দিনৰ মূৰত?" উকিলে, "আজিকালিৰ দিনত নো মানুহ কত হেৰাব পাৰে? বাতিপুৱাই বাতৰি পাই লৈ আহিছোগৈ।" উকিলনীয়ে আৰু একো নুসুধি খোৱা-লোৱাৰ ঠিক কৰিব ধৰিলে। নোমলে ধৰি অনা বান্দৰৰ দৰে কাকো নামাতি যিয়ে যি কৰিব দিলে তাকে কৰিলে। নোমলৰ লাজ সেই সময়ত কেনে, তাক সহজে বুজিব পাৰি, কিন্তু নোমলৰ লাজত ঘৰৰ আন কাৰো সন্দেহ নহ'ল যে, নোমল জেলৰ পৰা ওলাই আহিছে। সকলোৱে ভাবিলে, নোমলৰ এনে অৱস্থা পলৰীয়া হোৱাৰ কাৰণেহে। বীণা নোমলৰ আগত ওলাব নে নোলাব? এবাৰ ভাবিলে, এনে সময়ত তেওঁক মাতি আনি কিবা কিবি কথা কয়, কিন্তু আগৰ অভিমানে তেওঁক তেনে একো কৰিব নিদিলে। নোমলে খাই লৈ উঠাত উকিলে তেওঁক বীণাৰ কুঠৰিলৈ যাব দিলে। নোমল উকিলৰ কথা মতে গ'ল। কিন্তু কেৱল গ'লহে। বীণাক আগত পায়ো নোমলৰ মুখত কথা নোলাল। বীণায়ো এটা কথা নক'লে। সেই সময়ত বীণাই প্ৰথমেই বা কেনেকৈ কথা ক'ব পাৰে? যিয়েই এদিনা অভেচ গালি পাৰি তেওঁক ঘৰৰ পৰা খেদি দিছিল, যিয়ে তেওঁৰ কাৰণে ইমান দিন পলাই ফুৰিছে, তেওঁক আজি প্ৰথমতে কোন সাহসত কথা ক'ব? নোমলৰ অৱস্থাও তেনে। নোমলে ভাবিছে, তেওঁ জেলত পৰা কথা নিশ্চয় উকিলৰ ঘৰৰ সকলোৱে জানে, গতিকে বীণায়ো জানে। নহ'লে কোনোৱে তেওঁ ক'ত কি কৰিছিলগৈ এটা কথাও নুসুধিলে কিয়? যি নহওক, নোমলৰ অৱস্থা তেতিয়া ভাল নহয়, নোমলে বীণাৰ আগত কথা কবলৈ সাহ নাপালে। অলপপৰ দুয়ো নিমাত হৈ

থকাত, নোমল ওলাই আহিল। উকিলে ভাবিলে, বোধ কৰোঁ কথা-বতৰা হৈ আহিছে। বীণাই ভাবিলে, নোমলৰ তাহানিৰ খং আজিলৈকে যোৱা নাই; নোমলে ভাবিলে, তেওঁ অহাৰ কাৰণে আকৌ বাধা-বিঘিনি লাগি বীণাৰ মনত খং উঠিছে। নোমলে তেনে নাভাবিও নোৱাৰে। কিয়নো নোমলে জানো বিশ্বাস কৰে যে বীণাই তেওঁক ভাল পায়? দৰাচলতে বীণাই নোমলক ভাল পায় জানো? নোমলৰ আকৌ তাহানিৰ সকলো কথা মনত পৰিল। নোমলে উকিলৰ গোটেই ঘৰখন বিষ যেন দেখিলে নোমল দুদিন কাৰো লগত একো কথা-বতৰা নকৈ মনে মনে আছে; খাবৰ পৰত খায়, গা ধুবৰ পৰত গা ধোৱে আৰু শুবৰ পৰত শোৱে। বোধ কৰোঁ, সেই সময়ত কল্প বা দীন কোনোবা উকিলৰ ঘৰত থাকিলে নোমলৰ তেনে অৱস্থা নহ'লহেঁতেন। কিন্তু দুৰ্ভাগ্যবশতঃ দীন আৰু কল্প, কৃপাক শহুৰেকৰ ঘৰত থবলৈ তেতিয়া ডিব্ৰুগড়লৈ গৈছিল।

(৩৮)

কেৰপায়ে জেলৰ পৰা আহি উকিলৰ মুখৰ পৰা পেমী ভালে আছে বুলিহে শুনিলে, কিন্তু কেৰপায়ে পেমীক দেখা নাপালে। কেৰপায়ে উকিলক আৰু আন সময়ত আমনি কৰিবলৈ ইচ্ছা নকৰিলে, কিয়নো, উকিল তেতিয়া বিয়াৰ যোগাৰত ব্যস্ত। কেৰপায়ো সেই কামতে যোগ দি উকিলক যি পাৰিলে সহায় কৰিলে। কেৰপায়ে দূৰৈৰ পাখীৰ, মিঠৈ, তামোল-ছালি সকলো আনি দিয়াতে ব্যস্ত থাকিল। ঘৰৰ আন মানুহকো বিশেষ একো সুধিব নোৱাৰিলে। ব্যস্ত নাথাকিলেও সুধিবই বা কেনেকৈ? উকিলনী কেৰপাইৰ আগত নোলায়, আনে পেমীৰ কথা ক'বই নোৱাৰে। পেমীৰ কথা ঘৰৰ আন কোনোৱে নাজানে কিয়? পেমীৰ জানো সঁচাকৈ কিবা হৈছে? ভকুলতাক যিদিনা চৈছনত থৈ আহে, সিদিনা উভতি আহোঁতে কেৰপায় মণিৰামৰ লগতে আহিছিল। মণিৰামক পেমীৰ কথা সোধাত "ক'তা, পেমীৰ কথাতো একো ক'ব নোৱাৰোঁ, উকিলৰ ঘৰতে থৈ গৈছিলানেকি?" কেৰপায় বিমোৰত পৰিল। কেৰপায়ে ভাবিলে, পেমী নিশ্চয় মৰিছে। নহ'লে উকিলক সিদিনা তাইৰ কথা সোধাত তততালিকে উকিলে ভালে আছে বুলি কৈ গুচি গ'ল কিয়? চৈছনৰ পৰা আহোঁতে অলপ আগে আগে উকিল গৈছিল। কেৰপাই লৰি গৈ "দেউতা, পেমীৰ কি হ'ল নকয় কিয়?" উকিল তেতিয়া ভকুলতা যোৱা কথা ভাবি ভাবি আনমনা হৈ আহিছিল। জীয়েকক ইমান দূৰলৈ খেদাই অলপ যে মনত কষ্ট হ'ব, কোনে নুই কৰিব পাৰে? যি নহওক কেৰপাইৰ কথা শুনি উকিলে ক'লে, "পেমী ভালে আছে বুলি কৈছোঁ নহয়, উত্তাৱল হৈছ কিয়? পৰহিলৈ নোমল জেলৰ পৰা ওলাব। তেওঁক ঘৰত থৈয়ে পেমীৰ ওচৰলৈ তোক লৈ যাম।" কেৰপাই মনে মনে থাকিল। নাথাকিও নোৱাৰে, ডাঙৰ মানুহৰ আগত আকৌ ততালিকে বেছি কথা ক'ব কেনেকৈ? বেছি কথা ক'লে যদি উকিলে তেওঁক অবিশ্বাস কৰা বুলি ভাবে।

নোমল জেলৰ পৰা অহা দুদিন উকলিল। উকিলে এই দুইদিনো আৰু এটা কিবা মোকৰ্দমাত ব্যস্ত থকাত কেৰপাইৰ আগত কোৱামতে কাম কৰিব নোৱাৰিলে। উকিলে তেতিয়াও মনে মনে থকা দেখি কেৰপাইৰ দৃঢ় বিশ্বাস হ'ল, পেমী নিশ্চয় মৰিছে। উকিলে এনে দুঃসংবাদ ততালিকে তাৰ আগত দিবলৈ বেয়া পাইহে কোৱা নাই। পেমী সঁচাকৈ মৰিছেনে?

সিদিনা উকিলে কাম কৰি থাকোঁতে হঠাৎ পিয়ন এটাই এখনি টেলিগ্ৰামৰ খাম দি গ'ল। উকিলে খামখন খুলিয়ে ততালিকে কামৰ পৰা উঠি কেৰপাইক মাত দিলে। 'কেৰপাই, এতিয়াই ওলা, এঠাইলৈ যাব লাগে।' কেৰপাই ততালিকে গা ধুই আহি দুটা কিবা-কিবি খালে, উকিলেও খাই বৈ ওলাল। দুয়ো পেমীৰ তালৈ বাওনা হ'ল। ওৰেবাটে উকিল আৰু কেৰপাইৰ কি কথা হ'ল ক'ব নোৱাৰোঁ।

পিছদিনা বাতিপুৱা পেমীৰ ঘৰ পালেগৈ। উকিলে দূৰৈৰ পৰা কেৰপাইক দেখাই কলে, "চাচোন, পেমীৰ ঘৰ কেনে সুন্দৰ।" কেৰপায়ে পেমীৰ ঘৰ দেখিয়ে মনত বৰ বং পাই "আপুনি আৰু পৰৰ কেয়াৰ কাৰণে চিন্তেনে?" বুলি উকিলৰ শলাগ ল'লে। দুয়ো লাহে লাহে গৈ পেমীৰ ঘৰ সোমাল। কিন্তু দুৱাৰ-ডলি পাৰ হৈয়ো দুয়ো আচৰিত হ'ল; দুয়োৰো চকু থৰ হৈ চাই থাকিল। কিবা ভূত দেখিলেনে? তেওঁলোকে দেখিলে, পেমীয়ে এটা মৰা শ লৈ উচুপি উচুপি কান্দি কান্দি

আউলি-বাউলী হৈ আছে। মৰাশটো আৰু এজন তিৰোতাৰ বাহিৰে তাইৰ ঘৰত আন কোনো নাই। উকিলে চমক খাই "কদমী! কৃহিৰামৰ কি হৈছিল?" কদমীয়ে উকিলক দেখিয়ে কান্দোন ৰাখিব নোৱাৰি চিঞৰি উঠিল। কেৰপায়ে ততালিকে কদমীক সাৱটি মৰি ধৰি পেমী, তই মৰাশটো লৈ আছ কিয়?

কদমীয়ে পেমীনে? কদমীক পেমী কিয় বোলে? যেতিয়া কেৰপাই উকিলৰ ঘৰত পেমীক থৈ গ'ল, উকিলনীৰ শাহুৱেকৰ নামো পেমী থকাৰ কাৰণে পেমীৰ সেই নাম শলাবলগীয়াত পৰিছিল। বোৱাৰী হৈ শাহুৱেকৰ নাম কাঢ়িবনে? সেই কাৰণে তাইৰ নতুন নাম কদমী দি, কদমী, কদমী কৈ মাতিব ধৰিলে। তেতিয়াৰ পৰা তাই কদমী নামেৰে জনাজাত হ'ল। পেমী যেতিয়া উকিলৰ ঘৰলৈ আহিছিল, মণিৰাম তেতিয়া উকিলৰ সিপাৰৰ শহুৰেকৰ ঘৰত আছিল। মণিৰামে কেৰপাইকো দেখা নাছিল আৰু কদমীৰ নাম যে পেমী, সেই কথাও সমূলি নাজানিছিল। সেই কাৰণে কেৰপায়ে মণিৰামক পেমীৰ কথা সোধাত সি আচৰিত হৈ উঠিছিল। মণিৰামে কদমীক জানে, পেমীক নাজানে।

উকিলে টেলিগ্ৰামৰ খামত "আমাৰ বৰ অভাৱ হৈছে, আপুনি এবাৰ যেনে তেনে আহি যাব" বুলি পাইছিল। উকিলে পেমীৰ ওচৰত বহি থকা বুঢ়ী তিৰোতাজনীক সকলো কথা সুধিলে। বুঢ়ীয়ে ক'লে, কৃহিৰাম ৰাতিৰ ভিতৰতে গলত জৰি দি মৰি আছে। "কৃহিৰামৰ ওপৰত চুৰা মেখিয়ে মোকৰ্দমা কৰি কৃহিৰামৰ টকা ডিক্ৰী কৰি কৃহিৰামৰ মাটি-বাৰী নিলামত দিছে। কালি তাৰ ঘৰো ক্ৰোক কৰিছিল, আজিও এতিয়াই প্যাদা লৈ চুৰা মেখি আহেহে।" কথা কৈ থাকোঁতে চুৰা মেখি প্যাদা লৈ হাজিৰ হৈ বাহিৰৰ পৰা 'কৃহিৰাম, কৃহিৰাম' কৈ চিঞৰিব ধৰিছেহি। হায়! নৰপিশাচ! তই আৰু কৃহিৰামৰ মাত পাবিনে? এবাৰ ঘৰ সোমাই চা, আজলা কৃহিৰামে তোৰ অত্যাচাৰ সহিব নোৱাৰি কি কৰিছে, তোৰ ধন চুই কৃহিৰামে কোন পথে গতি কৰিছে?

(৩৯)

যি সময়ত উকিলৰ জীয়েক তৰুলতাৰ বিয়া, সেই সময়ত কৃহিৰামকো কদমীক লৈ উকিলৰ ঘৰলৈ আহিবলৈ মাতিছিল। কৃহিৰাম আহিব নোৱাৰিলে, কদমীকো পঠিয়াব নোৱাৰিলে। কৃহিৰামে যেতিয়া চুৰা মেখিয়ে কৰা মাটিৰ নিলাম তেজপুৰ আদালতত হ'ব বুলি শুনি তেজপুৰলৈ খৰখেদাকৈ গৈছিল। কৃহিৰামে এনেকৈ আত্মহত্যা কৰিলে কিয়? কৃহিৰামে দেখিলে যেতিয়া তাৰ ঘৰ-বাৰী ক্ৰোক কৰি সমাজৰ আগত চুৰা মেখিয়ে অপমান কৰিলে, যেতিয়া তাৰ পৈতৃক মাটিবিলাও নিলামত গ'ল, তেতিয়া তাৰ উপায় কি? ক্ৰোক, চক্ৰ, সকল পাঁচনীৰ মনত পৈতৃক ধন সম্পত্তিতকৈ কি বস্তু বেছি হ'ব পাৰে? কৃহিৰাম নিৰক্ষৰ অতি ভাবি ব্যাকুল হ'ল। এনেতে ভাবিলে, উকিলৰ তালৈ গৈ আৰু টকা আনোঁগৈ নিজৰ টকা আনোঁ। এইভাবে তাৰ গা চকৰি ঘূৰিলে। এতিয়ো আঠোটা দুশ টকা উকিলক দিবলগীয়া আছে, তাতে আকৌ কেনেকৈ টকা আনিব? পৰৰ টকা বুলিলে কৃহিৰামে এতিয়া কাষ বেয়া দেখা হৈছে; পৰৰ টকা চুলে কি হয়, চুৰা মেখিয়ে তাক ভালকৈ শিকাইছে। এনে অৱস্থাত সি কি কৰে? কৃহিৰামে উকিলৰ তালৈ যাবলৈ সাহ কৰিব নোৱাৰিলে, তথাপি "মৰো জীওঁ সোঁ আজিকে এবাৰ টেলিগ্ৰামকে দি চাওঁ যদি দয়ালু উকিলে নিজে আহি ৰক্ষা কৰে" বুলি সি দুপৰীয়া টেলিগ্ৰামখন কৰি আহিল। কিন্তু সি গোটেই সংসাৰত কেৱল নিৰাশা দেখিলে। উকিল কিয় আহিব? তাক ক্ৰোধ, ক্ষোভ ইত্যাদি নানা ভাবে খেলিমেলি লগালে। লাহে লাহে পথুলি হৈ যিমানেই ৰাতি বেছি হৈ আহিল, সিমানেই তাৰ মন পথুৰ হৈ আহিল। সি ভাবিলে, কালি ৰাতিপুৱা আকৌ চুৰা মেখিয়ে প্যাদা লৈ আহি তাক সমাজৰ আগত লাঞ্ছনা কৰিব। তাক তিৰোতা সৈতে বাহিৰ হৈ সমাজৰ আগত ওলাব লাগিব। কৃহিৰামে আৰু থিৰেৰে থাকিব নোৱাৰিলে। এনে দুশ্চিন্তা কল্পনা সি যিমানেই কৰিব ধৰিলে, তাৰ মন উন্মাদ হৈ আহিল। সি ভাৱখনকে ধুঁৱলি-কুঁৱলি দেখিলে। সি ভাবিলে, উকিল আছে যদি ভালেই, নিজ যদি নাই। আৰু তাৰ ভাবিবৰ শক্তি নোহোৱা হ'ল। সি লাহেকৈ বিছনাৰ পৰা উঠি গৈ গামোচাখনকে মাৰলীত বান্ধি কিৰ্পিণ, যথ চোৰা মেখিৰ লীলা কাণ্ড নেদেখিবলৈ নিজৰ তিৰোতা, গোহালিৰ মৰমৰ গৰুবোৰ, নৌকোৱা নাঙল-যুঁৱ, সকলোকে পাহৰি ইহলীলা সম্বৰণ কৰিলে।

উকিলে কুহিৰামৰ সকলো কথা তিৰোতাজনীৰ মুখত শুনি "হায় কুহিৰাম! তই ইমান দিনে মোক এবাৰ খবৰ দিলে তোৰ এনে বিজাই হ'ব নোৱাৰে" বুলি এটা দীঘল হুমুনিয়াহ কাঢ়ি ততালিকে উঠিল। দুৱাৰমুখত চুৱা মেথিক লগ পাই উকিলৰ ঁউয়ৰৰ খং উঠিল। প্যাদাক সুধিলে 'কিমান টকা?' প্যাদাই সুদে-মূলে দুশ বুলি কোৱাত, উকিলে মণিবেগৰ পৰা দুখন নোট উলিয়াই দি "যা ইয়াৰ পৰা ততালিকে আঁতৰ হ" বুলি চুৱা মেথিক খেদি দিলে। চুৱা মেথিয়ে তাৰ আশা এনে ভাবে বিফল হোৱা দেখি খঙে লাজে মনে মনে উকিলক শাও দি দি আঁতৰ হ'ল। উকিলে এই যখৰ কাৰণে এজন সৰল মানুহৰ এনেভাৱে মৃত্যু নিজ চকুৰে দেখি বিভত হ'ল। উকিলৰ মনত পৰিল সেই বছৰ "কলিকতাত খুদিৰামৰ ফাঁচী হোৱাত গোটেই দেশে গৱৰ্ণমেণ্টৰ বিৰুদ্ধে কিমান আন্দোলন কৰিছিল, কিন্তু এনে ফাঁচি যে কত চুকে-কোণে নিজৰ মানুহে নিজৰ বংশ পৰিয়ালে, নিজৰ জাতি-ভায়ে নিৰ্দয় আচৰণৰ দ্বাৰা কৰিব ধৰিছে, তাক সমাজে বিচাৰি চাইছেনে? উকিলে সমাজক শত ধিকাৰ দিলে ধনীৰ মুখত থু পেলাবলৈ সাজু হ'ল। উকিলে ভাবিলে, এনে ধনীৰ সৃষ্টিৰ দ্বাৰা দেশৰ কি উপকাৰ হ'ব পাৰে? কিন্তু ভাবিলে কি হ'ব? যি হৈ গ'ল আৰু ওভতাব নোৱাৰি। অলপ পিছতে উকিলে পুলিচ মাতি আনি কুহিৰামৰ অকাল মৃত্যু দেখুৱাই নিজে শ্মশানলৈ গৈ কুহিৰামৰ সমাধি-ক্ৰিয়া শেষ কৰি আহি, সিদিনাই কুহিৰামৰ মাটি-বাৰী সাত শ টকাত বেচি পেমীক লৈ কেৰপাইৰ সৈতে গুৱাহাটীলৈ উভতি আহিল। পেমী তেতিয়াও শোকত বিহ্বলা। স্বামী খোৰাই হওক বা কণাই হওক, বেমাৰী হওক বা ভালেই হওক, ধনীয়ে হওক বা দুখীয়াই হওক, গাঁৱলীয়া তিৰোতাৰ স্বামীৰ বাহিৰে কি বস্তু বেছি হ'ব পাৰে? তেওঁলোকৰ স্বামী ধ্যান, জ্ঞান, সাধনা— স্বামীয়ে জগত-গুৰু।

উকিলে ঘৰ পাই আহি শুনিলে, নোমল আকৌ অন্তৰ্দ্ধান হৈছে। নোমল অন্তৰ্দ্ধান হ'ল কিয়? দুদিন কোনোমতে উকিলৰ ঘৰত খাই লৈ থাকি মনত অলপো শান্তি নাপাই, ইফালে বীণাৰ অত্যাচাৰ কথা ভাবি ভাবি নোমল অস্থিৰ হ'ল। নোমলে ভাবিলে, আন যি নহওক, বীণাৰ দেউতাকৰ ঘৰত খাই লৈ থাকি আৰু নিজক অপমান নকৰে। সেই দুই দিন নোমলে পলাওঁ বুলিও পলাব নোৱাৰিলে। উকিল মফললৈ বুলি যাবৰ দিনা ৰাতিয়ে নোমল ক'ৰবালৈ গুচি গ'ল। উকিলে আহি আকৌ বিচাৰি ক'তো শুংসূত্ৰ নাপালে। নোমল গ'ল ক'লৈ?

কিছুমান দিনৰ পিছত পেমীৰ শোক কমাত, উকিলে পেমীক মাতি আনি ক'লে, "তোৰ ইমান টকা আছে, তই সেই টকাৰে যি কৰ, কৰ। ইচ্ছা কৰ যদি কিবা তীৰ্থলৈকে যাব পাৰ।" পেমী নামাতি থাকিল! পেমীয়ে ভাবিছে কুহিৰামৰ লগে লগে সকলো ভাহি গৈছে, তাইৰ আৰু তীৰ্থই বা ক'ত আছে? তিৰোতাৰ স্বামীয়ে সকলো দেৱতা, সকলো তীৰ্থস্থান! এনে সৰল বিশ্বাস কেনেকৈ এই সাধাৰণ তিৰোতাৰ মনত সোমাল? "নব্য শিক্ষাৰ ভাল পোৱাই আনিলেনে?" পেমীয়ে নামাতি থকা দেখি কেৰপায়ে মাত লগালে, "দেউতা! যি হ'বৰ হ'ল। দুখীয়াৰ দুখ নুগুচে। নিজৰ যি হৈছে হৈছে, পেটৰ পোৱালিৰো সুখ দেখি মৰিব নোৱাৰিলোঁ। যি নহওক, নৈৰ ওচৰত এখন আশ্ৰম কৰিয়ে দিয়ক, তাতে বাপা-জী দুয়ো বাকী কাল ডোখৰ কটাওঁ।"

উকিল সেই কথাতে মান্তি হ'ল। কিছুদিনৰ পিছত এখন ডাঙৰ আশ্ৰম কৰি দিলে। আশ্ৰমৰ কথা শুনি বীণায়ো সেই আশ্ৰমত বাস কৰোঁ বুলি কোৱাত উকিলে একো আপত্তি নকৰিলে। বীণা আশ্ৰমত থাকিবলৈ ওলাল কিয়? নোমলৰ শোকতনে? বীণাই জানো নোমলক ভাল পায়? নোমলৰ অন্তৰ্দ্ধানৰ লগে লগে তেওঁৰ বুকুত জানো জুই জ্বলিছে? নে কদমীৰ আদৰ্শ লৈয়ে এনে কৰিব ওলাল? কিন্তু কদমী যে এতিয়া বিধবা!

বীণা বিধবা নে সধবা?

## আমাৰ কথা

প্ৰায় ডেৰকুৰি বছৰ আগেয়ে লিখা 'অপূৰ্ণ' আকৌ ৰাইজৰ আগত উলিয়াব পাৰি ধন্য মানিছোঁ। 'অপূৰ্ণ' আকৌ ৰাইজৰ আগত ওলোৱাৰ মূলত অসমৰ ৰাজ্যপাল মাননীয় শ্ৰীজয়ৰামদাস দৌলতৰামদেৱ। তেখেতে এই কিতাপখনিৰ কাৰণে মোক এশ টকা ৰূপ দান স্বৰূপে দিয়াত তেখেতে যে অসমীয়া সাহিত্যৰ উন্নতিৰ কাৰণে মনে-প্ৰাণে চেষ্টা কৰিছে সেয়ে জল্ জল্ পট্ পট্ প্ৰমাণ। তেখেতলৈ মোৰ আন্তৰিক শ্ৰদ্ধা জনালোঁ। তাৰ লগে লগে জয়ন্তী গ্ৰন্থপীঠে এই কিতাপখনি প্ৰকাশৰ ভাৰ লৈ ৰাইজৰ আগত উলিয়াই দিয়াৰ কাৰণে তেখেতসকললৈকো মোৰ শ্ৰদ্ধা আগবঢ়ালোঁ।

বিনীত
দৈৱচন্দ্ৰ তালুকদাৰ

মহাপুৰুষ শঙ্কৰদেৱৰ তিথি
৬ ভাদ, ৫০৪ শঙ্কৰাব্দ

(১)

"সপোনত তাৰ পিছত কি দেখিলা?"

"শুনা, নাহে নাহে কওঁ। সুন্দৰ মনোৰম অসমৰ পৰা হাজাৰ হাজাৰ নতুনকৈ উঠি অহা ল'ৰাই পৃথিৱীৰ চৌদিশলৈ গৈ নানা জ্ঞান আৰ্জি আহি আকৌ ঘৰ সোমাইছেহি। হাজাৰ হাজাৰ যুৱকে হাতত নাঙল-কোৰ লৈ অসমৰ হাবি-বননি ভাঙি মনোৰম অসমক স্বৰ্গতকৈও সুন্দৰ কৰিছে। যিপিনেই চকু মেলিবা সেই পিনেই দেখিবা হাবি-বননিৰ অসম সুন্দৰ ধাননি আৰু জাতিস্কাৰ ফল-ফুলেৰে ভৰি পৰিছে। হাজাৰ হাজাৰ ল'ৰাই বীৰৰ দৰে ফুৰিছে, বহল গভীৰ লুইতত জাঁপ দি সাঁতোৰ মেলি লুইত পাৰ হ'ব ধৰিছে। ঘোঁৰাত উঠি পৰ্বত-পাহাৰৰ ওপৰে ওপৰে বগাব ধৰিছে; বাঘ, ঘোঙ, হাতীৰ লগত যুঁজ কৰিছে। অসমীয়া তিৰোতাসকলেও যঁতৰৰ ধ্বনিৰে আকাশ ঝঙ্কাৰি তুলিছে।"

"আৰু কি দেখিলা?"

"দেখিলোঁ অসমৰ পুথিভঁৰাল, জ্ঞান চৰ্চাৰ আশ্ৰম। সেই আশ্ৰমৰ চৌদিশে মিল্টন, শেক্সপীয়েৰ, ৱৰ্ডছৱাৰ্থ, গ্যেটে, বাইৰণ, কীটছ, কালিদাস, ভৱভূতি, চাদি, ফেৰদৌছী, ওমৰ খৈয়াম, শঙ্কৰ, মাধৱ, ছক্ৰেটিছ, লুথাৰ, বাৰ্ক আদি অতীত আৰু বৰ্তমান কালৰ সকলো ডাঙৰ ডাঙৰ কবি আৰু ভাবুকৰ মূৰ্তি। সকলোৱে যেন একে ঠাইতে বহি আজি প্ৰকৃতিৰ বাণী অসম কবিৰ কাম্য ঠাইৰ সুন্দৰ প্ৰমাণ দিছে।"

"কেনে সুন্দৰ সুখৰ সপোনটি এনেয়ে গ'ল।"

"বাস্তৱতে ককাইদেউ, যদি সেই সপোনতে মই চিৰকাল বিভোৰ হৈ থাকি সেই সুন্দৰ দৃশ্যবোৰ চাই থাকিলোহেঁতেন। তেতিয়া যে সেই উঠি অহা বাল-সূৰ্যৰ মনোৰম কিৰণে অসমৰ প্ৰাকৃতিক দৃশ্যৰ লগত মিলি কেনে অপৰূপ ভাৱৰ সৃষ্টি কৰিছিল। ককাইদেউ, অসম আকৌ উজ্বলি উঠিবনে?"

"আৰু কি দেখিলা?"

"দেখিলোঁ সেই প্ৰাচ্য আৰু প্ৰতীচ্যৰ জ্ঞানী ভাবুক, কবিসকলৰ মাজত অসম আয়ে বহি ধীৰে ধীৰে সুন্দৰ বীণখনি লৈ মৃদু মৃদু হাঁহি প্ৰাচ্য-প্ৰতীচ্যৰ সুন্দৰ সামঞ্জস্য ৰক্ষা কৰি এটা মনোৰম সুৰ ধৰিছে। ককাইদেউ, সেই সুৰ যে কি সুন্দৰ,কেনে মধুৰ, প্ৰাণত উদগনি দিব পৰা কি অসীম শক্তি। সেই সুৰতে যেন অসমৰ তৰুণ যুৱকসকল বিভোৰ হৈ মতলীয়া হৈ উঠিছে, 'আদৰ্শ, আদৰ্শ' বুলি চিঞৰি উঠিছে।"

"সুন্দৰ! কিন্তু তোমাৰ ভাবৰেৰ আকাশত যেনে চাং পতা, সপোনটিও তেনে। কানীয়া, সোকোণা অলসীয়া আৰু কেতিয়া জ্বলি উঠিব? নিজৰ ধন ভাঙি কেতিয়া ল'ৰাক দূৰ দেশলৈ পঠিয়াব? কেতিয়া অসমীয়া ল'ৰাই বীৰৰ দৰে কাম কৰিব? সেইবিলাক এৰা। এটা গীত গোৱা।"

"ককাইদেউ! কিন্তু এই সপোনে যেন সুদূৰ ভৱিষ্যতত আশাৰ জিলিঙনি পেলায়। ভাব হয় যেন জ্বলি উঠিব। কানীয়া অসমীয়া বীৰ হ'ব, নিষ্কৰ্মা অসমীয়া কৰ্মী হ'ব। অজ্ঞানী অসমীয়াই জ্ঞানৰাজ্য লুণ্ঠন কৰিব। ভাব হয় যেন অসম ভাৰতৰ স্বৰ্গ হ'ব। এদিন মহাত্মাই কোৱাৰ দৰে সঁচাকৈ অসম আই মনোৰম অসম হৈ উঠিব।"

কাৰ্তিক আৰু প্ৰেমধৰে চ'ৰাঘৰত বহি এনেভাৱে কথা কৈ থাকোতে বাহিৰৰ আলিবাটেৰে জয় বলিয়াই বলকি বলকি অঙ্গি-ভঙ্গিৰে বলিয়ালি কৰি তওলিকে চ'ৰাঘৰত থিয় হৈ ক'লে, "চোৱা, আজি আৰু কালি।"

প্ৰেমধৰে হাঁহি মাৰি ক'লে, "কি আজি আৰু কালিহে?" জয় বলিয়াই এটা আচৰিত হাঁহি মাৰি ক'লে, "সেই আজি আৰু কালি?"

কাৰ্তিকে প্ৰেমধৰৰ পিনে চাই ক'লে, "যোৱা, কি হ'ব বলিয়াৰ কথালৈকে কাণ দি"

প্ৰেমধৰে ক'লে, "তোমাৰ কথাত কাণ দিয়া যি, জয় বলিয়াৰ কথাতো কাণ দিয়া প্ৰায় একে।"

জয়ে আকৌ আনপিনে চাই, "হাঃ হাঃ, সঁচা কৈছো, এই আজি আৰু কালি" বুলিয়েই আচহুৱাকৈ হাঁহি মাৰি তওলিকে লৰ মাৰিলে।

প্ৰেমধৰে গভীৰ হৈ ভাবিলে এই কথা দুটাত কিবা

অৰ্থ আছে, যে সঁচাকৈ বলিয়াৰ বলিয়ালিহে।

কাৰ্তিকে ককায়েক আনমনা দেখি নিজৰ কথা এৰি পঢ়া কুঠৰিত সোমাই কিম্বা কিতাপতে মগ্ন হৈ ৰ'ল।

(২)

জয় বলিয়াৰ বলিয়ালি নগৰত সকলোৰে জনাজাত। জয় বলিয়াক দেখিলে ল'ৰাই ভয়তে পলায়। আকৌ সুবিধা পালে পাছ পিনৰ পৰা নানা ৰকম ইতিকিং-উপলুঙা কৰে। জয় বলিয়াই কেতিয়াবা সৰু ল'ৰা-ছোৱালী পালে কান্ধত লৈ পথাৰলৈ লৰ মাৰে; ল'ৰাৰ মাক-বাপেকে বিচাৰি বিচাৰি আকৌ লৈ আহে। কিন্তু আচৰিত কথা, সি কেতিয়াও কোনো ল'ৰা-ছোৱালীক আজিলৈকে একো অন্যায় কৰা নাই। বৰং তাৰ হাতত ভাল বস্তু থাকিলে ল'ৰা-ছোৱালীক খুৱাই সিহঁতক মৰম-পুতৌ কৰে। বাস্তৱতে বলিয়াৰ ল'ৰা-ছোৱালীলৈ আচৰিত মৰম দেখি কোন আচৰিত নহ'ব? দিনৰ সৰহ ভাগ সময় নৈৰ পাৰৰ এটা শিলত বহি থাকি সি হাঁহে, কান্দে, বং কৰে, ধেমালি কৰে, মুখ ভেঙুচায়, বিৰিং বিৰিংকৈ বলকে, মাজে মাজে কৈ উঠে, "আজি আৰু কালি!"

সেইদিনা দুপৰীয়া সি নৈৰ কাষৰ শিলত বহি আছে। শিলৰ কাষৰ পানীৰ সোঁত বৰ কোবাল। নাৱৰীয়াবিলাকে কথমপি নাও উজাব পাৰে। সেই সময়ত এখনি নাও অতি কষ্টৰে উজাব পৰা নাই। নাৱৰীয়াহঁতৰ সকলো চেষ্টা অথলে গৈছে। নাও শিলৰ পানীত উজাব নোৱাৰিলে, জৰি এডাল ততালিকে ছিগিল। পাৰৰ মানুহবিলাকে চাই আছে। কিন্তু আচৰিত কথা, কেৱে সিহঁতৰ দুখত সহানুভূতি দেখুৱাই অলপো সিহঁতক সহায় কৰোঁ বুলি আগবঢ়া নাই। কেৱল ইজনে-সিজনে কথা কৈছে। মাজে মাজে— ছিঃ ছিঃ, গ'ল গ'ল, এইবাৰ পানীৰ সোঁতে দূৰলৈ নিব, ইত্যাদিবোৰ কথা কৈছে। হঠাৎ জয় বলিয়াই এটা অস্বাভাৱিক হাঁহি মাৰি নাৱৰ ৰাৰত ধৰি "ধৰ, ধৰ, হেলো হেচোঁ" বুলি বল দিলে। ইবিলাকেও আন জৰি টানিব ধৰিলে। নাও উজাব পাৰিলে। নাৱৰীয়াবোৰ ৰক্ষা পৰিল। সকলো নাৱৰীয়াই ধইন্ ধইন্ কৰিব ধৰিলে। শুৱিয়ালজনে তাক সাবট মাৰি ধৰিলেহি। সি কথমপি তাৰ হাতৰপৰা এৰাই "হাঃ হাঃ" বুলি হাঁহি মাৰি ততালিকে দূৰলৈ লৰ মাৰিলে। সকলোৱে আচৰিত হৈ চাই ৰ'ল। মুহূৰ্ততে সি অন্তৰ্দ্ধান হ'ল। নাৱৰীয়াকেইজনে লাহে লাহে নাৱত উঠি মানুহজনৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰি নাও উজাবলৈ ধৰিলে।

(৩)

"ত্ৰাহি হৰি কি এ কৃষ্ণ
গোপাল কৃপাল পাৱে ধৰোঁ
কৰা হৰি কৰুণা ইবাৰ যেন তৰোঁ।"

এই ঘোষাটিত ৰাগ দি দি আঁউসী ৰাতি অকলে হাবিৰ মাজেৰে এজন আদ্‌বয়সীয়া মানুহ, হাতত জোলোঙা আৰু ভকতীয়া ত্ৰিশূল, কান্ধত এখনি ফুলাম তামোল-গামোচা, মূৰত গামোচাৰে মেৰিওৱা এটা পাগ লৈ এখোজ-দুখোজকৈ আগবাঢ়িছে। ক'লৈ গৈছে, কি মন কৰি এনে আঁউসী ৰাতি ওলাইছে বুজা টান। এই ভকতজনৰ সম্বন্ধে গাঁৱে-ভূঁৱে বহুতো অলৌকিক ঘটনা জনাজাত। তেওঁ দেৱতাৰ লগত যুঁজি, ভূত সেও মনাই নানা তৰহৰ আচৰিত কাম কৰিব পাৰে। তেওঁক দেও-ভূতেও ভয় কৰি বাট এৰি দিয়ে ইত্যাদি। যি নহওক, মধু ভকত এজন চাৰলগীয়া মানুহ। দীঘলে-ডাঙৰে, বলে-শক্তিয়ে, সাহে-পিতে, কথাৰ সৰলতাই আৰু ভক্তি ভাবত বিভোৰতাই বৰ্তমান কালত তেওঁ এজন লেখৰ মানুহ বুলি কেৱে নুই কৰিব নোৱাৰে। তেওঁ আজি আঁউসী ৰাতি অলপ দূৰৰ গাঁৱৰ মৌজাদাৰৰ ঘৰলৈ যাব ধৰিছে। ডম্বৰুধৰ মৌজাদাৰে পূৰ্ণ সেৱাৰ কাৰণে তেওঁক নিমন্ত্ৰণ কৰিছিল। তেওঁ অইন ঠাইত আন কামত ব্যস্ত থকাৰ কাৰণে আচল সময়ত মৌজাদাৰৰ ঘৰ পাব নোৱাৰিলে। ৰাতি হ'লেও তেওঁ হেলা নকৰি পূৰ্ণ সেৱালৈ আগবাঢ়িল। লাহে লাহে গৈ মৌজাদাৰৰ ঘৰ পালে। কিন্তু মৌজাদাৰৰ ঘৰত একো 'সেৱা' নাই, আনকি মৌজাদাৰো ঘৰত নাই। মধুভকতে পদূলিৰ মুখ পাৱে "হৰিগুৰু

গোবিন্দ" বুলি এটা দীঘল চিঞৰ মাৰিলে। ভিতৰৰ পৰা মৌজাদাৰৰ জীয়েক সাত বছৰ বয়সীয়া 'মাইকণে' চাকি এগছ হাতত লৈ ওলাই আহিল। "অ' ভকত আহিছা। আহঁতা, ডেকা ভকত আহিছে" বুলি ভিতৰৰ পিনে চাই চিঞৰ মাৰিলে। আয়েকে ক'লে, "আহিব দে।" ভকত ভিতৰ চোতাল সোমাল। মাইকণে তামোলৰ বটা আনি আগত দিলে। ভকতে মৌজাদাৰৰ কথা সুধিলে, "ক'তা, কালিয়েই দেখোন দেউতাই মাতি আহিল বোলে পূৰ্ণ সেৱা হ'ব, এবাৰ যাবা; কিন্তু এতিয়া দেখোঁ পূৰ্ণ সেৱাও নাই, দেউতাও নাই।"

মৌজাদাৰণীয়ে ক'লে, "কি ক'ব, আজি পূৰ্ণ সেৱা হ'বৰে কথা আছিল সঁচা। কিন্তু ৰাতি নৌপুৱাওঁতেই তেওঁ আজি গুৱাহাটীলৈ যাবলগীয়াত পৰিল। সেই কাৰণে সকলোকে সাত সেৱা কৰি উভতি আহি কৰিম বুলি গুচি গ'ল।"

"কিয়নো এনে ততাতৈয়া হ'ল? বোপাইঁতৰ কিবা অথন্তৰ হৈছেনেকি?"

"অথন্তৰ হওঁতে একো হোৱা নাই। কেৱল সৰুবোপাৰ পৰা এখনি টেলিগ্ৰাম পাই মন উগুল-থুগুলকৈ কি হৈছে, কি নহৈছে বুলি ততালিকে গুচি গ'ল। চাওকচোন এটাল মঙ্গলকে চাওক; তাত সকলো ভাল আছেনে?"

ডেকা ভকতে ক'লে, "মানুহৰ মঙ্গল চোৱাত নো কি সত্য আছে? যি কৰে মঙ্গলময় পৰমেশ্বৰেই সকলো পৰাকী।"

মাইকণে এনে সময়ত ক'লে, "ডেকা ভকত, সিদিনা যে গীতটো গাইছিলা গোৱাচোন।"

"কি গীত?"

"সেই বনমালী—"

"ঔ বনমালী ৰাম মোৰ—"

"অ' অ'।"

মৌজাদাৰণীয়ে ক'লে, "আমাৰ এওঁৰ গীতেই পেট ভৰে। কাম-বন কৰিবলৈ হ'লে একো নাই। কেৱল বিয়ানাম, ভকতীয়া নাম লৈয়ে বাউলী।"

মধু ভকতে ক'লে, "সৰু কালত এনে হয়েই। তাতে ডাঙৰৰ ঘৰৰ ছোৱালী, কাম-বন কৰিবলৈ বিশেষ একো নাই। সেইবিলাক লৈয়ে ওমলে। মাইকণ, বোৱা-কটা কিবা শিকিছা নে নাই?"

"সেইবিলাকৰ পিনে ঠন্ ঠন্ মদন গোপাল। সূতকাহি ল'ব দিলে হাত বিষায়।'

"হ'ব লাহে লাহে। অসমীয়া ছোৱালীয়েনো কাহানি বোৱা-কটা নোৰবাকৈ আছে? ঠেকিলে সকলো শিকিব। বাৰু মাইকণ, মই গীত গাওঁ, তুমি সৌ তামোলখন আয়েৰক দিয়া।"

মাইকণে তামোলখন দিলেগৈ। ভকতে গীত ধৰিলে,

বনমালী ৰাম মোৰ প্ৰাণ গৈল কোন স্থান।
জীৱৰ জীৱন কৃষ্ণ বিনে নাই আন।।

(৪)

প্ৰেমধৰৰ ভয়ঙ্কৰ জ্বৰ। সেই কাৰণে কাৰ্তিকে টেলিগ্ৰাম দি প্ৰেমধৰৰ দেউতাক ডম্বৰুধৰ মৌজাদাৰক মাতি আনিছে। কাৰ্তিক ডম্বৰুধৰৰ ভতিজা। কাৰ্তিকৰ দেউতাকৰ নাম গদাধৰ। গদাধৰ আৰু ডম্বৰুধৰৰ ভিতৰত সমূলি ভাল-ভাব নাই, যদিও কাৰ্তিক আৰু প্ৰেমধৰে সৰুৰে পৰা একেলগে পঢ়ি একেলগে থাকি ভ্ৰাতৃ-স্নেহেৰে ডাঙৰ-দীঘল হৈছিল। মৌজাদাৰে আহিয়েই দেখিলে যে কাৰ্তিকে প্ৰেমধৰৰ কাষত বহি ঔষধ-পাতি খুৱাব ধৰিছে। মৌজাদাৰে সুধিলে, "ডাক্তৰ লগাইছেনে?"

"এৰা, ডাক্তৰ এতিয়াই আহিব?"

"ডাক্তৰে কি বেমাৰ বুলি কৈছে?"

"বেমাৰ অইন একো নহয়, পৰীক্ষা ওচৰত; বেছিকৈ পঢ়াৰ কাৰণে বেছি মানসিক পৰিশ্ৰম হোৱাত এনে জ্বৰ হোৱা বুলি কয়।"

কথা কৈ থাকোঁতেই ডাক্তৰ আহিল। ডাক্তৰে মৌজাদাৰক আগৰে পৰা চিনে। মৌজাদাৰক দেখিয়েই ক'লে, "কালি-পৰহিলৈকে জ্বৰ এৰিব। কিন্তু দিনচেৰেক ঘৰলৈ যাব দিব লাগিব।"

"বাৰু ভাল হ'কচোন, পিছত যি হয় হ'ব।"

.ডাক্তৰে কোনোমতে প্ৰেমধৰৰ জ্বৰ অলপতে এৰিল। কেইদিনমানৰ পিছতে দেউতাকে প্ৰেমধৰক ঘৰলৈ নিলে। কিন্তু গাঁৱৰ বেয়া পানীৰ কাৰণে নে অইন কাৰণে প্ৰেমধৰ ঘৰ পোৱাৰ কেইদিনমানৰ পিছতে আকৌ নৰিয়াত পৰিল। প্ৰেমধৰ কঁপি কঁপি শোৱা-পাটীত পৰি আছে। মাক মূৰ-শিতানত বহি আছে। মাইকণে মজিয়াত বহি কিবা পুতলা আৰু কাপোৰৰ দবা-কইনা সাজিব ধৰিছে। এনেতে এজনী প্ৰায় বাৰ বছৰীয়া ছোৱালী আহি "পেহীদেউ! আয়ে দুটা পইছা খুজিছে" বুলি লাহেকৈ ক'লে।

প্ৰেমধৰৰ মাকে আনমনা হৈ প্ৰেমধৰৰ মূৰত হাত বুলাই আছিল। ছোৱালীজনীৰ কথা গৈ কাণত নপৰিল। ছোৱালীজনীয়েও পুনৰ উক্তি নকৰিলে, সাহ নাপাই থিয় হৈ থাকিল। কিন্তু প্ৰেমধৰৰ কাণত তাইৰ কথাকেইষাৰ স্পষ্টকৈ পৰিছিল। প্ৰেমধৰে পূৰ্ণিমাৰ মাত বুলি জানিব পাৰি ততালিকে তাইৰ ফালে মুখ ঘূৰাই কেঁকাই কেঁকাই ক'লে, "পূৰ্ণিমা, ভালে আছ?"

পূৰ্ণিমাই সুধিলে, "কেতিয়া আহিল ককাইদেউ?"

"আহিবৰ আজি পাঁচ দিন হ'ল। কিন্তু ক'তো তইঁতক দেখোন এদিনাও দেখাকে নাই। আইতা, পূৰ্ণিমাই কিবা খুজিছিল নহয়।"

মৌজাদাৰণীয়ে সুধিলে, "কি খুজিছ অ' পূৰ্ণিমা?"

পূৰ্ণিমাই লাজ লাজ কৰি নামাতি থাকিল।

মৌজাদাৰণীয়ে ক'লে, "নামাত কিয়?"

পূৰ্ণিমাই কথমপি ক'লে, "আয়ে দুটা পইছা খুজিছে।" মৌজাদাৰণীয়ে "তইঁতকনো কিমান পইছা লাগে ক'ব নোৱাৰোঁ।" এই বুলি কৈয়ে ভিতৰলৈ গ'ল।

প্ৰেমধৰে ক'লে, "পূৰ্ণিমা, মই তাতে জ্বৰত পৰি আহি ইয়াতে পৰি আছোঁ, তইঁতৰ পিনেও বাৰ পৰা নাই। তইঁতবো কোনো দেখো এই পিনে অহা নাই?"

পূৰ্ণিমাই ক'লে, "কিনো ক'ব, আমাৰতো অৱস্থা জানেই। এইকেইদিন সৌ বামুণহঁতৰ ঘৰত ধান বানিবলৈ গৈছিলোঁ। দেউতা প্ৰায় ঘৰত নাথাকে। আয়ো কিবা বিৰ-বেমাৰ হৈ পৰি আছে। ময়ে ধান বানি বানি একঠা-দুকঠা চাউল আনি খুৱাইছোঁ। তথাপি ককাইদেউ, আপুনি অহা বুলি শুনিলে এবাৰ নহাকৈ থাকোনে? আপুনি অহা শুনা নাই।"

প্ৰেমধৰে আৰু কিবা ক'ব খোজোঁতে মূৰৰ বৰ বিষ হোৱাৰ কাৰণে "উস্ উস্" কৈ উঠিল। মাকে ততালিকে লৰি আহি "হুঁ পূৰ্ণিমা, পইছা ধৰ" বুলি পইছা দুটা দি আকৌ প্ৰেমধৰৰ মূৰত হাত বুলাব ধৰিলে। প্ৰেমধৰে অলপপৰ চকু মুদি আছে। পূৰ্ণিমাই পইছা দুটা হাতত লৈ থিয় হৈ থাকিল। মৌজাদাৰণীয়ে সুধিলে, "পইছা দেখোন দিলো, নাযাৱ কিয়? আৰেৰাই বা আকৌ কিহলৈ বাট চাই আছ?"

"যাওঁ, ককাইদেউৰ কি হৈছে পেহীদেউ?" প্ৰেমধৰে চকু মেলি ক'লে, "পূৰ্ণিমা তই যোৱা নাই? মাইকণ, মোৰ সৌ চোলাটো আনচোন।" মাইকণে চোলাটো আনি দিলত প্ৰেমধৰে জেপৰপৰা এটা আধলি উলিয়াই "হুঁ পূৰ্ণিমা, তোৰ আয়েৰাক দিবিগৈ।" বুলি পূৰ্ণিমাক দিলে।

পূৰ্ণিমাই ক'লে, "নালাগে ককাইদেউ, লাগিলে আন সময়ত নিমহি। প্ৰেমধৰে ক'লে, "নেচোন বাৰু।" পূৰ্ণিমাই আৰু বইচ-বাইচ নকৰি ওচৰ চাপি ল'ব খোজোঁতে প্ৰেমধৰৰ হাত পূৰ্ণিমাৰ হাতত লাগিল। প্ৰেমধৰৰ তপত হাত চুই পূৰ্ণিমাই ক'লে, "ককাইদেউৰ গা ইমান তপত। পেহীদেউ ককাইদেউৰ জ্বৰ বহুত বেছি।" প্ৰেমধৰে ক'লে, "হুঁ ল"। পূৰ্ণিমাই ল'লে। মৌজাদাৰণীয়ে ক'লে, "পূৰ্ণিমা, অলপপৰ বহচোন। দেউতাকক মাতো" মৌজাদাৰণী উঠি গ'ল। পূৰ্ণিমাই কাষতে থিয় হৈ প্ৰেমধৰৰ মূৰত হাত বুলাব ধৰিলে।

প্ৰেমধৰে এবাৰ ক'লে, "পূৰ্ণিমা, মই এই জ্বৰৰ ভিতৰতে এবাৰ তইঁতৰ তালৈ যাম বুলি ভাবিছিলোঁ।"

পূৰ্ণিমাই ক'লে, "ককাইদেউ, আমি দুখীয়া মানুহ, তথাপি আপুনি আমাক কিয় এনে মৰম কৰে?"

"ক'ব নোৱাৰো পূৰ্ণিমা। কিন্তু সৰুৰে পৰা তোলৈ কি এটা মৰম সোমাইছে, তোক দেখিলে কেনে ৰং পাওঁ তাক ঈশ্বৰেহে জানে। তোক সৰুতে কিমান দিন আইতাই বাধা কৰাতো বোকোচাত লৈছিলোঁ। মনত আছে জানো?"

"ককাইদেউ, আৰু কথা নক'ব। আপোনাৰ মূৰৰ

বিৰ বেছি হ'ব।"

প্ৰেমধৰে আকৌ চকু মুদিলে, পূৰ্ণিমাই মূৰত হাত বুলায়ে থাকিল।

(৫)

"ভদীয়া!"

"বোপা!"

"বোপা পিছতো বুলিবি, আগেয়ে পানী এবাটি লৈ আহ।" ভদীয়াই তৎক্ষণিকে পানী আনি কাৰ্ত্তিকৰ মূৰ্ত্তি দেখি অবাক হ'ল।"

"চা ভদীয়া, ককাইদেউ ঘৰত নাই, 'মাহেলি' পৰীক্ষা ওপৰত নাই— এনে সময়ত যদি অলপ-অচৰপ ৰং-ধেমালি নকৰোঁ তেন্তে কেতিয়া কৰিম? আমি ডেকা ল'ৰা, ডেকা তেজ সদায় আমাৰ গাত আছেই।" এই বুলি কৈয়ে কাৰ্ত্তিকে চেলেউটো মুখত লৈ হুঁপিব ধৰিলে, লগে লগে এটা গীত ধৰিলে। কাৰ্ত্তিকৰ মুখৰ পৰা তেতিয়া ধোঁৱা ওলাই গোটেই ঘৰ আগুৰি পেলালে।

ভদীয়াই কাৰ্ত্তিকৰ অঙ্গি-ভঙ্গি, কথা-বতৰা দেখিয়েই লাহেকৈ ক'লে, "বোপা, তুমি পঢ়ি তৰালা!"

কাৰ্ত্তিকে ভদীয়াৰ কথা শুনি হাঁহি মাৰি ক'লে, "চা ভদীয়া, মই শ্ৰেণীত প্ৰথম ল'ৰা। মেট্ৰিকুলেশ্যনত অসমত প্ৰথম হৈছোঁ, আই-এ পৰীক্ষাত য়ুনিভাৰ্ছিটিত নাম কৰিছো, কিজানি ঈশ্বৰৰ কৃপাত বি-এ পৰীক্ষাতো সুনামেৰে পাৰ হ'ব পাৰিম। তই নুবুজা-নুশুনাকৈ যি পাৱ তাকে নক'বি।"

ভদীয়াই ক'লে, "আগেয়ে ভাল আছিলাই। আজি-কালি দেখোন ক'ত ফুৰা, কেনি যোৱা, তলৌ-তলৌকৈ ৰ'দে-বতাহে কি কৰা, একো ক'ব নোৱাৰোঁ। পঢ়া-শুনা কেতিয়া কৰা?"

কাৰ্ত্তিকে ক'লে, "শুন ভদীয়া, আমাৰ মানুহবোৰ লাহে লাহে চেবেলা হৈ যাব ধৰিছে। দেহত শক্তি নাই, বল নাই, হাঁহিবলৈ প্ৰাণ নাই, কান্দিবলৈ শক্তি নাই, আন মানুহৰ লগত ফেৰ পাতিব নোৱাৰে। তাৰ কাৰণ সেইবিলাকৰ দৰে আমাৰ মানুহবোৰে ৰং ধেমালি কৰি আনন্দত জীৱন নিয়াব নোৱাৰে।"

ভদীয়াই ক'লে, "বিড়ি-মদখনকে বেছিকৈ খালে নহ'ব জানো?"

"সেইবিলাকো খাওক, কিন্তু তগত শৰীৰত তপত তেজ হ'বলৈ ৰং-ধেমালিৰ আৱশ্যক।"

ভদীয়াই ক'লে, "এইবাৰ মই হ'লে দেউতাক ক'ম।" কাৰ্ত্তিকে ভদীয়াৰ কথাত হাঁহিলে। এনেতে বাহিৰত মাত শুনিলে, "খৰি ল'বি?"

ভদীয়াই আন কথা এৰি "আহ, আহ, কেই অনা কৰিছ?" বুলি সুধিলে।

"চাৰি অনা দিবি আৰু।"

ভদীয়াই ক'লে, "চৌধ পইছা, আহ।" মিকিৰণী-জনীয়ে লাহেকৈ সোমাই ক'লে, "ক'ত থম?"

"তাতে থ'।"

মিকিৰণীজনীয়ে খৰি থ'ব ধৰিলে, ভদীয়াই পইছা আনিবলৈ খাটৰ গাকৰ তল খেপিয়াইছে; হঠাৎ কাৰ্ত্তিকে "কি সুন্দৰ!" বুলি কৈ দুৱাৰমুখ পাই মিকিৰণীজনীক সুধিলে, "তোৰ নাম কি?"

"মোৰ নাম কিয়নো তোক ?"

"লাগে।"

"মোৰ নাম চম্পা।"

"বঢ়িয়া, তোৰ ঘৰ ক'ত?"

"সৌ পৰ্বতৰ কাষত।"

"তই সদায় খৰি লৈ আহ?"

"কেতিয়াবা কেতিয়াবা আহো, সদায় নাহো। আজি-কালি ধান কাটিবৰ সময় হৈছে নহয়; আমি প্ৰায়েই নাহোঁ।"

এনেতে ভদীয়াই পইছা আনি তাইৰ হাতত দিলে। পইছা হাতত লৈ তাই গণি লৈ "আহিলোঁ দে" বুলি আঁতৰ হ'ল। ভদীয়া কামত লাগিলগৈ। কিন্তু কাৰ্ত্তিকে সেইদৰে থিয় হৈ থাকি তাই যোৱা বাটটোলৈ চায়ে থাকিল। কাৰ্ত্তিকে এবাৰ ক'লে, "পৰ্বতীয়া জাতিৰ ভিতৰতো এনে ধুনীয়া ছোৱালী আছে বুলি মোৰ বিশ্বাস নাছিল।" অলপ পিছতে কাৰ্ত্তিকে মেজৰ কাষলৈ আহি গীত ধৰিলে আৰু গীতৰ মাজত নানা তৰহৰ কথা ভাবিলে। মাজে মাজে ক'লে, "বঢ়িয়া

নামটো।" ভগীয়াই এবাৰ বাঙনি-বৰবৰণৰা ওলাই আহি ক'লে, "যোপা ভাত হৈছে, খা তিয়াওক।"

"মই ভাত নাখাওঁ। অ' খাম। চা ভগীয়া, তই বজাৰলৈ গৈ কেইটামান আঙুৰ আনিবি।"

"বাৰু, এতিয়া ভাত খাওকহি।"

কার্তিকে ভাতৰ কাঁহীৰ কাষ পাই ভাত খালে নে নাই তাক ক'ব নোৱাৰোঁ, কিন্তু সেই অৱস্থাতে সি মাজে মাজে মনে মনে ভাবিছিল "কি সুন্দৰ! বাস্তৱতে কি ধুনীয়া!" হঠাৎ ভাতৰ গৰাহ এৰি ক'লে, "চা ভগীয়া, মই এতিয়া ক'ৰবালৈ যাম। তই ঘৰত থাকিবি। সাৱধান, কাকো ঘৰত সোমাব নিদিবি।"

ভগীয়াই ক'লে, "বাৰু।"

কার্তিকে ভতালিকে মুখ ধুই অন্তর্দ্ধান হ'ল।

(৬)

সেই সুন্দৰ সোণ বৰণৰ ধাননি পথাৰ! ওচৰৰ একাষত শুভ্ৰনি পর্বত। প্রকৃতিৰ মনোহৰ দৃশ্যই চৌদিশে সৌন্দর্যৰ ৰাজ্য গঢ়িছে। সেই ধাননি পথাৰৰ অলপ নিলগতে এটা গীতৰ ধ্বনি উঠিল।

লুইতৰে বালি বগী ঢকেঢকী
কাছুই কণী পাৰে লেখি।
গাতে জুই জ্বলিছে সৰিয়হ ফুটিছে
চেনাইকে পানী ঘাটতে দেখি।

সুন্দৰ গীত। শুৱলা ভাষা। মনোমোহা গীতৰ সুৰে পর্বতৰ গছ-গছনি, পথাৰৰ ধাননিৰ মাজতে ৰজাবি উঠিল। যেন কোনোবা দেৱী-অপেস্বৰীয়ে এখনি সুন্দৰ বীণ লৈ প্রকৃতিৰ ৰাজ্যত বীণৰ সুৰে সুৰে তাল ধৰি গীত গাইছে। হঠাৎ গীতৰ সুৰ নোহোৱা হ'ল। গীতৰ প্রতিধ্বনি দূৰৰ গছ-গছনি শিলনিত লয় হ'ল। এনেতে এজনে ক'লে, "ব'ল চম্পা, ঔ আজি আৰু ধান নাদাওঁ।"

"কিয়?"

"চা চম্পা, বছৰে বছৰে আমি এনেকৈ ধান দাই ভঁৰালত সুমাওঁ। কিন্তু বছৰ পূৰ নৌহওঁতেই আমাৰ খাবলৈ নোহোৱা হয়।"

"তেও বি কেইমাহলৈ যায়, সেই কেইমাহলৈতো ধান যোগাব লাগিব।"

"সঁচা। মোৰ হ'লে এনেকৈ থাকিবৰ ইচ্ছা হোৱা নাই।"

"বোপা-ককাৰ দিনৰ পৰা এনেকৈ চলি আহিছে। তইনো আজি কি নতুনটো কৰিব খোজ?"

"মই হ'লে চম্পা, বেহা-বেপাৰ কৰিব খোজো।"

"থ, থ তোৰ কথা। আমাৰ মিকিৰ মানুহৰ আনবিলাকে যেনেকৈ দিন কটাইছে, তয়ো তেনেকৈ দিন নিয়াবি।"

কথা কৈ থাকোতে ভতালিকে ডেকাজনে ক'লে, "চা চম্পা, সেইটো হৰিণ পোৱালি, ধান খাই খাই যাব ধৰিছে।"

"সঁচা ঐ! মোৰ হ'লে এনে হৰিণা দেখি বৰ বং লাগে। তোৰ কেনে লাগে নাহৰ?"

"মোৰ কেনে লাগিব? মোৰ পহু দেখিলে ধনু-কাঁড় লৈ মাৰিবলৈ ইচ্ছা যায়। সঁচা চম্পা, মই সিদিনা বাটলু গুটিৰে যে পহু মাৰিছিলোঁ ক'ব পাৰ নহয়?"

"পাৰোঁ। কিন্তু তই তেনেকৈ পহু নামাৰিবি। পহু মাৰোঁতে মই এদিন দেখিলোঁ, আই ঐ দেহি, কেনে ইনাই-বিনাই কান্দে?"

"বাৰু চম্পা, তোক যে মই ধুৰীয়াযোৰ দিব খুজিছিলোঁ, কাইলৈ দিম দে।"

"কাইলৈ মই ধান দাবলৈ আহিব নোৱাৰোঁ।"

"কিয়?"

"মই জেঠাইহঁতৰ ঘৰলৈ যাম।"

"কিয়?"

"জেঠায়ে মোক বৰ মৰম কৰে।"

"নাই, তই কাইলৈ নাযাবি, নাযাবি বুলিছোঁ। মই কাইলৈ নিশ্চয় ধুৰীয়াযোৰ আনিম। তই ধুৰীয়া পিন্ধি মোৰ লগত নাচিবি।"

"বাৰু চাওঁ দেচোন। কি গীত গাই তোৰ লগত নাচিব লাগিব ঔ নাহৰ?"

"সিদিনা গাইছিলি যে—"

"অ' সেইটো?

দুপৰৰ ৰ'দ মই সহিব নোৱাৰোঁ
থাকোঁ গছৰ তলতে শুই,
কিনো মায়াজাল পাতিছিলি চেনাই
বুজিব নোৱাৰোঁ মই।

সেইটো তোৰ কি ভাল লাগে ঐ নাহৰ?"

"ভাল লাগে। এতিয়া বল, সৌৱা বেলি প্ৰায় ঢলি পৰিলহি। আজি আকৌ পৰ্বতৰপৰা অলপ খৰিও নিব লাগে।"

"বল।"

"কাইলৈ আকৌ ধান দাম। খৰি অলপ নিলেহে বেচিব পাৰিম। লোণ-জলকীয়াৰ পইছা লাগে নহয়।"

দুয়ো অলপ পিছতে ধান দাবলৈ এৰি পথাৰৰ মাজেদি বৈ যোৱা নিজৰাটোত গৈ ভৰি-হাত ধুলে। লাহে লাহে দুয়ো ওচৰৰ পৰ্বতমুৱা হ'ল।

(৭)

প্ৰেমধৰৰ শৰীৰ লাহে লাহে ভাল হৈছে। প্ৰেমধৰে এতিয়া অলপ-অচৰপকৈ খোজ কাঢ়িব পাৰে। তেওঁ সেই কাৰণে আবেলি পৰত ঘৰতে নৰৈ গাঁৱৰ ওচৰৰ সৰু নৈখনিৰ পাৰে পাৰে ফুৰে। নৈৰ দুয়োকাষে সুন্দৰ বহল ধাননি পথাৰ। ধাননি পথাৰৰ দৃশ্য দূৰণিৰ ধাননিতে লয় হৈছে। শুৱনি সুন্দৰ আকাশৰ ৰঙা ধাননি পথাৰতে শেষ হৈছে। সন্ধিয়াৰ ৰঙা বেলি ধাননিতে বুৰ মাৰিছে। প্ৰেমধৰে এনে প্ৰকৃতিৰ বিনন্দীয়া ৰাজ্যত সন্ধিয়া বেলা কি আনন্দ পায় কোনে জানে?

সিদিনা প্ৰেমধৰে এক ধ্যানে সন্ধিয়াৰ গম্ভীৰ মূৰ্তি, ৰাঙলী জোনৰ মেঘত লুকাভাকু চাই আছে, এনেতে হঠাৎ তাৰ ধ্যান ভঙ্গ হ'ল পাছৰ পিনৰ মাত শুনি,

"ককাইদেউ ইয়াত কি কৰিছে?"

প্ৰেমধৰে উলটি চাই দেখে পূৰ্ণিমাই কাষত কলহ এটা লৈ পানী নিব আহিছে।

"পূৰ্ণিমা, এতিয়াহে পানী নিয়?"

"এৰা ককাইদেউ! মই গাঁওবুঢ়াইতৰ এখন কাপোৰ বৈ আছিলোঁ, তাৰপৰা আহি চাওঁ যে ঘৰত এটোপাও পানী নাই। আইৰ গাৰ বিষ উঠি পৰি আছে। সঁচা ককাইদেউ, আইৰ আজি কিছুমান দিনৰপৰা কি হৈছে ক'বকে নোৱাৰোঁ! দেউতাৰ কথা তো জানেই।"

"এৰা পূৰ্ণিমা, তহঁতৰ বৰ দুৰৱস্থা হৈছে। বাৰু পূৰ্ণিমা, পাৰিলে এবাৰ মই তহঁতৰ তালৈ যাম। তই কাইলৈ আবেলি থাকিবি?"

"থাকিম ককাইদেউ।"

"মই এতিয়া যাওঁ। তই পানী নে?" ইয়াকে কৈ প্ৰেমধৰ উঠিল।

পূৰ্ণিমাই লাহে লাহে গৈ নৈত কলহটো বুৰাবলৈ ধৰিলে। হঠাৎ আকৌ প্ৰেমই উলটি আহি নৈৰ পাৰ পালেহি। সেই সময়ত পূৰ্ণিমাই পানী ভুলি পাৰত উঠিব ধৰিছে মাথোন। প্ৰেমধৰক আকৌ উলটি অহা দেখি সুধিলে, "কিবা এৰি গ'লনেকি ককাইদেউ?"

প্ৰেমধৰে নামাতিলে।

পূৰ্ণিমাই আকৌ সোধাত প্ৰেমধৰে ক'লে, "এৰা ডাঙৰ বস্তুকে এৰি গৈছোঁ। মনটোৱে তোক এই সন্ধিয়াখন ইয়াত অকলে এৰি যাব নোখোজে। বাৰু পূৰ্ণিমা, তই মোৰ কথা কেতিয়াবা ভাবনে?"

পূৰ্ণিমাই ক'লে, "নাভাবিম কিয় ককাইদেউ! আপুনি মাজে সময়ে আমাৰ দুৰৱস্থা দেখি অলপ-অচৰপ যি সহায় কৰে, সেই কথা মই কেতিয়াবা কেতিয়াবা আনৰ আগতো কওঁ, আয়েও কয়। বাৰু ককাইদেউ, সিবাৰ আমাৰ খাবলৈ ভাত নোহোৱা শুনি আপোনাৰ আয়েকে যি ধান দিছিল, আনে দিলেহেঁতেন জানো?"

প্ৰেমধৰে থৰ হৈ কেৱল পূৰ্ণিমাৰ কথা শুনিয়ে থাকিল। পূৰ্ণিমাই ক'লে, "বলক ককাইদেউ, ৰাতি হ'ব। তাতে আপোনাৰ গা বেয়া। নিয়ৰ মূৰত পৰিলে গা অসুখ বেছি হ'ব পাৰে।"

"বাৰু বল পূৰ্ণিমা।"

পূৰ্ণিমা আৰু প্ৰেমধৰে লাহে লাহে খোজ ল'লে। হঠাৎ প্ৰেমধৰে ক'লে, "পূৰ্ণিমা, সংসাৰ বৰ জটিল।"

পূৰ্ণিমাই প্ৰেমধৰৰ কথা একো বুজি নাপাই ক'লে, "ককাইদেউ, সিদিনা গাঁৱত ভঁটীয়া সেৱা হৈছিল। আপুনি আৰু কেইদিনমান আগেয়ে অহা হ'লে ভঁটীয়া সেৱা বাৰনপৰীয়া সেৱা পালেহেঁতেন। ককাইদেউ,

বাৰনগৰীয়া সেন্ত্ৰাত ইমান মানুহৰ মূৰত একেলগে গেন্দাই ফুলৰ মালা দেখি কেনে ৰং লাগে।"

লাহে লাহে সন্ধিয়াৰ কুঁৱলিৰ ভিতৰত দুয়ো লুকাই পৰিল। কেৱল এবাৰ প্ৰেমধৰৰ মাত শুনা গ'ল, "পূৰ্ণিমা, মই তোক জীৱনলৈ নাপাহৰোঁ। যদি মোৰ কেতিয়াবা শক্তি হয় তোৰ দুৰৱস্থা গুচাম।"

(৮)

প্ৰেমধৰ আবেলি পূৰ্ণিমাহঁতৰ ঘৰলৈ গৈ দেখে যে দেউতাক বৈকুণ্ঠ কানি খোৱাতে মগ্ন। সি লাহেকৈ পূৰ্ণিমাৰ ওচৰলৈ গৈ দেখিলে পূৰ্ণিমাই পলুৰ যোগান ধৰি আছে, নানা তৰহৰ পলুৱে এখনি সুন্দৰ ৰাজ্যৰ সৃষ্টি কৰিছে। পলুবোৰক পাত দি কলগছৰ শুকান পাতেৰে ভৰা খৰাহি এটাত পকা পলুবোৰ থব ধৰিছে। প্ৰেমধৰৰ ভাব হ'ল, কি সুন্দৰ!

প্ৰেমধৰে পাছ পিনৰ পৰা গৈ পূৰ্ণিমাক মাত লগালে "পূৰ্ণিমা!"

পূৰ্ণিমাই হাঁহি মাৰি ক'লে, "ককাইদেউ, আহিছে? ককাইদেউ, পলুবিলাক পকি কেনেভাৱে ওপৰলৈ গৈ বগাব ধৰিছে চাওক!"

প্ৰেমধৰে ক'লে, "তহঁতে গছৰ পোক-পৰুৱাৰ লগতে ৰং-ধেমালি কৰি দিন নিয়াব পাৰ।" পূৰ্ণিমাই আকৌ হাঁহি মাৰিলে।

প্ৰেমধৰে ক'লে, "এইবাৰ কটা সূতা কিমান আছে?"

"সূতা বহুতো আছে, কেৱল কাপোৰ হে ব'বলৈ সময় পোৱা নাই।"

"তহঁতেও সময় নোপোৱা হ'লিনে?"

"কেনেকৈ সময় হয়, ঢেঁকী দি কটনা কাটি ভাত মোকোলাব লাগিলে সময় কেনেকৈ হয়? এতিয়াই এঠাইৰ পৰা ঢেঁকী দি চাউল কেইটামান আনিছোঁ। আহিয়েই পলুত ধৰিছোঁ। আকৌ মাজে-সময়ে লোকৰ কাপোৰ বোৱা আছেই ; নহ'লে লোণ-তেলৰ ধন ক'ৰ পৰা ওলায়?"

"সিদিনা মই দিয়া আধলিটো কি কৰিলি? কিবা খোৱা বস্তু কিনিছ নে কঁপাহ কাঢ়িছ?"

"কিনো কৰিম ককাইদেউ! আহি পাওঁতেই দেউতাই হাতত আধলিটো দেখি 'চাওঁ মোক দে' বুলি লৈ গৈছে। ককাইদেউ, দেউতাই কানিতে সকলো খাস্তাং কৰিলে। এতিয়া খুজি অনা ধনেৰে তেওঁৰ কানিৰহে যোগান ধৰিব লাগে।"

"মই দিয়া ধনেৰে কানিহে খালে?"

"এৰা ককাইদেউ।"

পূৰ্ণিমাৰ কথাত প্ৰেমধৰৰ ভয়ঙ্কৰ বিৰক্তি হ'ল। কিয়নো প্ৰেমধৰে সকলে পৰা কানীয়া ভঙুৱাক দেখিব নোৱাৰে; যাইকে অসহযোগৰ পিছৰ পৰা কানিৰ লগত সম্পূৰ্ণ বিচ্ছেদ ঘটিছে। কিন্তু সি দিয়া ধনৰ এনে অপব্যৱহাৰ শুনি অসহিষ্ণু হ'ল। সি যে মনে মনে ভাবিছিল পূৰ্ণিমাই সেই ধনেৰে কঁপাহ কিনিব নাইবা কিবা ভাল কামত লগাব। কিন্তু তাৰ সকলো আশা বিফল যোৱা দেখি মনে মনে খং কৰি তত্তালিকে ক'লে, "শুন পূৰ্ণিমা, মই যাওঁ, তহঁতক আৰু কেতিয়াও সহায় নকৰোঁ।"

পূৰ্ণিমাই প্ৰেমধৰৰ মুখত তেনে কথা শুনি অবাক হ'ল। অলপ পিছত ক'লে, "ককাইদেউ, আপুনি খং কৰিলে কিয়?"

প্ৰেমধৰে তাইৰ কথাৰ একো উত্তৰ নিদি "আহিলোঁ পূৰ্ণিমা!" বুলি কৈয়ে থিয় হ'ল। পূৰ্ণিমাই প্ৰেমধৰৰ পিছে পিছে গৈয়ে থাকিল। প্ৰেমধৰে উলটি পূৰ্ণিমাক পিছত দেখি ক'লে, "পূৰ্ণিমা, তই পিছে পিছে কিয়? যা, মই বুজিছোঁ তহঁতৰ অভাৱ নাই, কেৱল মানুহক দেখুৱাবৰ কাৰণেহে এনে অভাৱৰ সৃষ্টি।"

পূৰ্ণিমাই প্ৰেমধৰৰ কথা শুনি আৰু আগ নাবাঢ়ি থিয় হ'ল। প্ৰেমধৰ গৈয়ে থাকিল। পূৰ্ণিমাই সেই পিনে অলপপৰ চাই তত্তালিকে ঘূৰি নিজৰ পলু থকা ঘৰ পাই আকৌ পলুক পাত দিবলৈ ধৰিলে। কিন্তু সেই কামত আজি ভাবে খেলিমেলি লগালে—তাই ভাবিলে, প্ৰেমধৰে কিয় এনেকৈ ক'লে? পূৰ্ণিমাৰ বৰ ভাল নালাগিল। তাইৰ মনত নানা তৰহৰ চিন্তা। কি জানি প্ৰেমধৰৰ মনত এনে ভাব হ'ল যে সিহঁতৰ অৱস্থা আচলতে বেয়া নহয়, কেৱল তেনে দেখুৱাই মানুহক ভুৱাহে দিছে।

৯

সিদিনা কাৰ্তিকে গৈ তেওঁলোকৰ কলেজৰ ইংৰাজী পঢ়োৱা প্ৰফেছাৰৰ ঘৰ পালেগৈ। প্ৰফেছাৰে কাৰ্তিকক দেখিয়ে মাত দিলে। কাৰ্তিকে তেওঁৰ ঘৰ সোমাল। প্ৰফেছাৰে কাৰ্তিকক বৰ মৰম কৰে। কিয়নো কাৰ্তিকৰ পঢ়া-শুনা এনে সুন্দৰ যে কলেজৰ প্ৰত্যেকজন প্ৰফেছাৰে কাৰ্তিক যে অসাধাৰণ মেধাবী ল'ৰা আৰু সময়মতে যে কাৰ্তিকে নিজৰ সুন্দৰ প্ৰতিভা দেখাব পাৰিব তাত সংশয় কৰা নাছিল।

কাৰ্তিকে ক'লে, "বায়ৰণ আৰু কীটছক লৈয়ে আপুনি ব্যস্ত।"

প্ৰফেছাৰে ক'লে, "সেইবোৰকে লৈ থাকিব পাৰিলে জীৱনৰ আনন্দ আছে। কিন্তু— "

"কিন্তু কিয়? আপোনাৰ অভাৱ নাই, যিমানেই ইচ্ছা সিমানেই আনন্দত থাকি সেইবিলাকতে মুগ্ধ থাকিব পাৰে।"

"অভাৱ নাই সঁচা। কিন্তু মানুহৰ স্বাস্থ্য নোহোৱাতকৈ আৰু কি ডাঙৰ অভাৱ হ'ব পাৰে ক'ব নোৱাৰোঁ।"

"আপোনালোকৰ স্বাস্থ্য কেনেকৈ থাকিব? নকৰে ৰং-ধেমালি, নকৰে ব্যায়াম-চৰ্চা, নকৰে যুৰোপীয় সমাজৰ দৰে সজ বস্তুৰ ব্যৱহাৰ। শৰীৰত তপত তেজ নহ'লে জানো স্বাস্থ্য ভালে থাকে? চাওক, তিনিকুৰি-চাৰিকুৰি বছৰীয়া বুঢ়া চাহাবেও কেনে আনন্দেৰে ৰং-ধেমালি কৰে, বাটে-পথে ঘোঁৰাত উঠি দপদপাই যায়।"

"বাস্তৱতে কওক, বৰ্তমান সময়ত ভাৰতত যদি কিবা সাধনা কৰিবলগীয়া আছে তেন্তে শক্তি-সাধনাই পোন প্ৰথমৰ ঠাই অধিকাৰ কৰিব। দেহত শক্তি, মনত নিৰ্ভীকতা যিদিনা প্ৰত্যেক ভাৰতীয় লোকৰ হ'ব সেই দিনাই যথাৰ্থ মুক্তি বুলি ক'ব পাৰি।"

"এৰা, ভাৰতীয় ধৰ্মৰ মূলতে সেই কথা। যিদিনা জীৱনলৈ মায়া নোহোৱা হ'ব, সেই দিনাই মোক্ষফল পাব পাৰি। বাস্তৱতে মৃত্যুলৈ ভয় নহ'লে জগতত কত কি কৰিব পাৰি?"

প্ৰফেছাৰে ক'লে, "ভাৰতীয় ধৰ্ম কেৱল গীতা ভাগৱততে লুকাই থ'ল। মানুহে সেইবোৰ পঢ়ে সঁচা কিন্তু তাৰ আদৰ্শ ল'বলৈ চেষ্টা নকৰি ধৰ্মভীৰু বুলি বি পায় ডাকে কৰে। কিন্তু একজন যুৰোপীয়ই সাত সাগৰ পাৰ হৈ আহি নিজৰ জীৱনটোলৈ, নিজৰ পৰিয়ালৰ মায়া-মোহলৈ কেৰেপ নকৰি কত হাবি-বননিত মাটি মুকলি কৰি দিন নিয়ায়। ভাৰতীয় লোক ঘৰৰপৰা বাহিৰ চোতাললৈ ওলাবলৈ কঁপে। আমি কেৱল ধৰ্ম-ধৰ্মকৈয়ে মৰিলোঁ, কিন্তু ধৰ্মৰ আচল মোক্ষফল আনেহে লাভ কৰিছে। মৃত্যুলৈ যাৰ ভয় নাই তাতকৈ আৰু কোন স্বাধীন হ'ব পাৰে?" ঠিক এনে সময়ত প্ৰফেছাৰৰ জীয়েক দহ বছৰীয়া হেমলতাই মাত দিলেহি "দেউতা, আয়ে মাতিছে।"

কাৰ্তিকে ততালিকে ক'লে, "বাহিৰলৈ আহা হেম, চোৱা মই আহিছোঁ আয়েৰাক কোৱাগৈ যে কাৰ্তিক আহিছে— একাপ চাহ।"

প্ৰফেছাৰে হাঁহি মাৰি ক'লে, "এনে দুপৰীয়া সময়ত আকৌ তোমালৈ চাহ কৰিব।"

কাৰ্তিকে ক'লে, "আজি চাহ খামেই। অন্ততঃ আপুনি দুপৰীয়া বুলি পিছ হুকিলেও আয়ে পিছ নোহোঁকে, মই সেইটো জানো। মোৰ কাৰণে তেওঁ কেতিয়াও বেজাৰ নাপায়।" আন প্ৰফেছাৰে হ'লে সেই অৱস্থাত তেনে কথাত কাৰ্তিকক 'Get out' বুলি বাহিৰ কৰি দিলেহেঁতেন। কিন্তু এওঁ প্ৰফেছাৰে কেৱল হাঁহি মাৰিয়ে ক'লে, "কাৰ্তিক তুমি প্ৰফেছাৰৰ ঘৰ নিজৰ যেন কৰি লৈছা।"

"সেইটো আপোনাৰ মহানুভৱতা। বাৰু আপোনাৰ ওচৰত মই নিজৰ ঘৰৰ দৰে কথা বাৰ্তা কওঁ, অইন প্ৰফেছাৰৰ তালৈ নাযাওঁ কিয়? মোলৈ আপুনি মৰম নেৰিব।"

"কাৰ্তিক, তুমি ঘুনিভাৰছিটিত প্ৰথম হ'ব লাগিব।"

কাৰ্তিকে ক'লে, "আপুনি য'তে ত'তে 'প্ৰফেছাৰগিৰি' নেৰিছে দেখিছোঁ। হেম! চোৱা তোমাৰ দেউতাৰে য'তে ত'তে গুৰুৰ অধিকাৰ দাবী কৰিয়ে থাকে।" তাৰ পিছত কাৰ্তিকে অলপ থমকি ক'লে, "মই য'লৈকে যাওঁ এই কথাৰে পুনৰুক্তি শুনো। অসমীয়াৰ বৰ্তমান সময়ত ভাবিবলৈ বোধ

কৰোঁ আৰু একেবাৰে নাই। বাৰু, বিশ্ববিদ্যালয়ত প্ৰথম হ'লেও আকৌ উভতি আহি বি-এল পঢ়ি উকিল হে হ'ব লাগিব নে আৰু বিশেষ কিবা কৰিব পাৰি।"

"ইচ্ছা কৰিলে বিলাতলৈ যাব পাৰিবা।"

'বিলাতলৈ যাব পাৰিলে বেয়া নহয় সঁচা। কিন্তু তাৰ পৰা উভতি আহি যে অইনতকৈ কিবা বেলেগ কামত লাগিব পাৰিম সেইটো মোৰ ধাৰণা নহয়। আমাৰ ভিতৰত যে আচল পদাৰ্থ লাহে লাহে লোপ হ'ব ধৰিছে। জড় পদাৰ্থক বিলাত কিয় য'লৈকে পঠিয়ায় সি চেতনা পাব নোৱাৰে।"

"কাৰ্তিক! ইমান নিৰাশ হৈছা কিয়? তোমালোকৰ মাজত শক্তি লুকাই আছে। কেৱল সুবিধা পালে বিকাশ হ'ব।" এনেতে ভিতৰৰ পৰা হেমলতাৰ আৰেক প্ৰফেছাৰণীয়ে চাহ আনি "কাৰ্তিক খোৱা" বুলি আগত দিলে। কাৰ্তিকে থাই উঠি প্ৰফেছাৰৰ পিনে চাই ক'লে, "চাওক, আপোনাৰ মৰমতকৈ আইৰ মৰম মোলৈ বেছি। আজি আৰু বেছি কথা নকওঁ; আহিলোঁ, হেম, এতিয়া যাওঁ" বুলি কৈয়ে কাৰ্তিক উঠিল।

প্ৰফেছাৰে ক'লে, "কাৰ্তিক ল'ৰাটো সঁচাকৈ সুন্দৰ।" প্ৰফেছাৰণীয়ে নামাতিলে। হেমই কাৰ্তিক যোৱা বাটলৈ চায়েই থাকিল। হঠাৎ ক'লে, "দেউতা, কাৰ্তিক ককাইদেউৰ মুখখনি সঁচাকৈ কাৰ্তিক গোঁসাইৰ মূৰ্তিৰ দৰে নহয় জানো?"

দেউতাকে হাঁহি মাৰি ৰ'ল।

(১০)

প্ৰেমধৰে তেনে কথা কৈ যোৱাৰ পিছত পূৰ্ণিমাই সেই দিনা গোটেই দিনটো উচপিচাই আছে। শেহত থিৰ কৰিলে এবাৰ মৌজাদাৰণীৰ ওচৰলৈ যাবলৈ। কিয়নো তাই ভাবিলে প্ৰেমধৰে তাইৰ ওপৰত খং কৰিলেও প্ৰেমধৰৰ ঘৰে ইমান দিন সিইঁতক যিমান সহায় কৰিছে তাই সেইবোৰ পাহৰিব নোৱাৰে। তাইৰ ভাব হ'ল, দুখীয়া মানুহেতো পৰৰ ওচৰত হাত পাতিবই লাগিব, পৰৰ কটু কথা শুনিবই লাগিব। দুখীয়াৰ আকৌ খং-অভিমান কি? বিশেষতঃ প্ৰেমধৰে খং কৰিলেও তাইতো মৌজাদাৰণীক পাহৰিব নোৱাৰে। মৌজাদাৰণীৰ মৰমত, যেখা লখা কথা-বতৰাত তাই যে কিমান আনন্দ পায়, কিমান সুখ পায় তাক কোনে বৰ্ণাব? সেই কাৰণেই তাই পিছদিনা ভাত-পানী ৰান্ধি-বাঢ়ি থৈ সকলো লাজ-অভিমান কাতি কৰি থৈ মৌজাদাৰণীৰ ঘৰলৈ খোজ ল'লে। মৌজাদাৰণীয়ে তেতিয়া ভাত ৰন্ধা-বঢ়াত লাগি আছে। পূৰ্ণিমাই প্ৰথমে গৈ মৌজাদাৰণী আৰু মাইকণৰ লগত কথা-বতৰা পাতিলে। হঠাৎ মাইকণে ক'লে, "পূৰ্ণিমা বাইদেউ, ককাইদেৱে এইবাৰ কেনে ধুনীয়া ছবি আনিছে চাবা জানো?"

পূৰ্ণিমাই ক'লে, "ক'ত আছে?"

"কিমান চাবা— বাছকবনীয়া ছবিৰে ককাইদেউৰ কুঠৰি ভৰাইছে। বাৰু চোৱা যদি ব'লা।"

মৌজাদাৰণীয়ে ক'লে, "তোৰ এই কেইদিন কেৱল ছবি চোৱা আৰু দেখুওৱাই ডাঙৰ কাম হৈছে।" মাইকণে মাকৰ কথালৈ কাণ নিদি পূৰ্ণিমাৰ হাতত ধৰি ক'লে, "বাৰু আহাচোন বাইদেউ, মই যদি মিছা কৈছোঁ চোৱাহি। তুমি ছবি চোৱামানে চাবৰ হে ইচ্ছা যাব।" পূৰ্ণিমাৰো মনে মনে ইচ্ছা হৈছিল এবাৰ প্ৰেমধৰৰ ওচৰলৈ গৈ কালি কিয় খং কৰি আহিছে সোধে। তেতিয়া প্ৰেমধৰে গীত গাই নিজৰ কুঠৰিত বহি আছে। গীত গাইছে আধা নতুনকৈ শিকা বৰগীত আৰু বগুলুৱা সুৰেৰে মিহলি অসমীয়া গান। এনেতে পিছপিনৰ পৰা মাইকণে মাত লগালে, "ককাইদেউ চোৱাচোন, তুমি অনা ছবিবোৰ চাবলৈ সৌৱা পূৰ্ণিমা বাইদেউ আহিছে।"

প্ৰেমধৰে পূৰ্ণিমাৰ আগত আগদিনা তেনে কথা কৈ অহাৰ পিছত তাৰ মনে মনে ভাব হৈছিল যেন সি কিবা বৰ বেয়া কাম কৰিলে। তাৰ ভাব হৈছিল সি কিয় পূৰ্ণিমাক তেনেকৈ ক'লে। পূৰ্ণিমাৰতো আচলতে দোষ নাই। দেউতাকে খুজিলে পূৰ্ণিমাই কেনেকৈ নিদিয়াকৈ থাকে? সি মনে মনে ভাবিছিল এবাৰ আকৌ গৈ পূৰ্ণিমাক ক্ষমা খোজে। কিন্তু ইমান ততাতৈয়াকৈ গৈ তেনে কৰাৰ পিছত ক্ষমা খুজিলে

সি মখোন হাঁহিয়াতকৈহে পাত্ৰ হ'ব। সেই ভাবি সি পূৰ্ণিমাৰ ঘৰলৈ ঘূৰি নগ'ল। আজি পূৰ্ণিমা নিজে আহি ওলোৱাত সি কি ক'ব, কি নক'ব ভাবি বিমোৰত পৰি নামাতি থাকিল।

মাইকণে ছবি দেখুৱাই দেখুৱাই শেষ কৰি ক'লে, "মই মোৰ দদা-কইনাক গা ধুৱাবলৈ আহোঁহক, ব'লা বাইদেউ!" প্ৰেমধৰে ইমান পৰেও পূৰ্ণিমাক মমতা দেখি পূৰ্ণিমাই মনে মনে লাজ পাইছিল, প্ৰেমধৰলৈ অলপ খঙো হৈছিল। তাই ভাবিছিল, তাই আহি কি ভুল কৰিলে? প্ৰেমধৰে যে সঁচাকৈ এতিয়াও তাইৰ ওপৰত খং কৰিয়েই আছে। প্ৰেমধৰৰ খং ভাবটোৱে তাইৰ মনত তাইৰ দুৰৱস্থা জল্-জল্ পট্-পটকৈ ফুটাই তুলিছিল। তাই ভাবিছিল, দুখীয়া হ'লো বুলি, তেওঁৰ আধলিটো নিলো বুলি তেওঁ মোক ইমানকৈ কৈও, মই নিজে অহাতো নামাতি থাকিব পাইনে? তাইৰ ভাব হ'ল, প্ৰেমধৰৰ এনে অৱস্থা কেৱল ধনৰ অহঙ্কাৰৰ বাহিৰে আন একো নহয়। তাইৰ ভাব হ'ল, য'ৰে পৰা নহওক আধলিটো আনি প্ৰেমধৰক এতিয়াই ওভতাই দিয়ে। এনেভাৱে ভাবি থাকোঁতে যেতিয়া মাইকণে 'ব'লা' বুলি ক'লে, পূৰ্ণিমায়ো ততালিকে উঠি কুঠৰিৰ দুৱাৰ-ডলি পালেগৈ। দুৱাৰ-ডলি পাৰ হ'ব ধৰোঁতে হঠাৎ প্ৰেমধৰে মাত লগালে, "শুন পূৰ্ণিমা, এটা কথা কওঁ।" পূৰ্ণিমা থিয় দিলে। মাইকণে ক'লে, "তুমি ৰোৱাঁ বাইদেউ, মোৰ দদা-কইনাক গা ধুৱাওঁগৈ, পলম হ'ল।" বুলি কৈয়ে মাইকণ আঁতৰ হ'ল। পূৰ্ণিমায়ো থমকি খোজ ল'ব ধৰোঁতে প্ৰেমধৰে আকৌ মাতিলে। পূৰ্ণিমা লাহে লাহে ওচৰ চাপিল। প্ৰেমধৰে আগৰ কথা একো নাপাতি ক'লে, "পূৰ্ণিমা তোৰ চুলিকোছা ভালকৈ বন্ধা নাই কিয়?"

"নাই, ভাত ৰান্ধি আছিলোঁ, তেনে ভাৱেৰেই আপোনালোকৰ ইয়ালৈ আহিলোঁ।"

"পূৰ্ণিমা, কালি মোৰ কথাত তই বেয়া পাইছ।"

"কি বেয়া পাম ককাইদেউ, আপোনালোক ধনী মানুহ, আপোনালোকে সকলো ক'ব পাৰে। দুখীয়াৰ আনক বেয়া পাবলৈ কি সম্বল আছে ককাইদেউ?"

"নাই পূৰ্ণিমা, তই মোক বেয়া পাইছ। মই শিনিমা বৰ বেয়া কৰিছোঁ। তই বেয়া নাপাবি। সকলোৰে পৰা কানি-ভাঙৰ নাম শুনিব নোৱাৰোঁ। কানিত ধন আছে শুনি মই ততালিকে তেনেকৈ কৈছিলোঁ।" পূৰ্ণিমাই নামাতিলে। প্ৰেমধৰে আকৌ ক'লে, "তই নাজান পূৰ্ণিমা, মই তোক কিমান মৰম কৰোঁ। সেই কাৰণে তই খং কৰিছ।"

পূৰ্ণিমাই এইবাৰ নকৈ নোৱাৰিলে "কিয় নাজানিম ককাইদেউ?"

"বাৰু পূৰ্ণিমা, তই মোৰ কাষলৈ আহিব ভাল পাব।"

"নেপাম কিয়?"

প্ৰেমধৰে পূৰ্ণিমাৰ কথাবাৰ শুনি ততালিকে তাইৰ মুখলৈ চালে। পূৰ্ণিমাই তেতিয়া ভাত ৰান্ধি অহাৰ কাৰণে তাইৰ গোটেইখন মুখ ৰঙা পৰিছিল, সৌন্দৰ্যৰ জেউতি চৰিছিল। যদিও চুলি চিকুণোৱা নাছিল তথাপি সেই অৱস্থাত পূৰ্ণিমাৰ ৰূপ কমক ছাবি বেছিহে হৈছিল। প্ৰেমধৰে চোৰা মাত্ৰকে চকুৱে চকুৱে পৰিল। চাৰি চকুৰ মিল হ'ল। অলপপৰ দুয়ো চাই থাকিল। প্ৰেমধৰে হাতখন লাৰি-চাৰি ক'লে, "পূৰ্ণিমা তোক সৰুতে বোকোচাত লৈছিলোঁ, কোলাত লৈ ফুৰিছিলোঁ, আজিও সেই কথা মনত পৰি আছে।"

পূৰ্ণিমাই অলপপৰ নামাতি প্ৰেমধৰৰ কথা শুনিয়েই থাকিল। প্ৰেমধৰে ক'লে, "সৰু কালৰ সেই স্মৃতিয়ে কেনে আনন্দ দিয়ে।"

"তাত কি আনন্দ আছে ককাইদেউ?"

প্ৰেমধৰে নামাতি গম্ভীৰ হৈ থাকিল। সেই অৱস্থাত সি ভাবিছিল এই আনন্দৰ মোল তাই কেনেকৈ বুজিব? তাই যে সাধাৰণ গাঁৱলীয়া ছোৱালী। অলপ পিছতে প্ৰেমধৰে ক'লে, "বাৰু সেইবোৰ যাওক, মোলৈ এবাৰ তই কটা সূতাৰ এখনি কাপোৰ দি পঠিয়াবি। মই তাৰে চোলা কৰিম।"

"আপুনি নগৰত থাকি ভাল ভাল কাপোৰ চোলা নলৈ হাতেকটা সূতাৰ চোলা লবনে?" প্ৰেমধৰে হাঁহি ক'লে, "তোৰ হাতেৰে কটা সূতা যে মোৰ মৰমৰ বস্তু। মই কঁপাহ দি যাম, তই নপঠোৱাকৈ নাথাকিবি।" পূৰ্ণিমাই 'বাৰু' বুলি শলাগিলে। এনেতে মাইকণে লৰি

আহি ক'লে, "পূৰ্ণিমা বাইদেউ, আজি কইনাজনী কেনেকৈ কঁপিব ধৰিছে চোৱা। তাইক গা ধুৱাই দিয়াৰ পিছতে ঠেঁটুৱাই ধৰি পেঁপুৱা লাগিছে। তাই মৰিবনেকি বাইদেউ?"

পূৰ্ণিমা আৰু প্ৰেমধৰে দুয়ো খিলখিলাই হাঁহিলে।

প্ৰেমধৰে ক'লে, "মাইকণ, কইনাজনী মোক বিয়া দিবি?"

মাইকণে ক'লে, "এইটো বেয়া কইনা ককাইদেউ, এইবাৰ মই ৰঙা কাপোৰৰ ধুনীয়া কইনা কৰিম, তাইৰে আপোনাক বিয়া দিম। ককাইদেউ, মোক পাটৰ ফটা কাপোৰ দিওঁ বুলিছিল যে, নিদিয়ে?"

এনেতে পূৰ্ণিমাই ক'লে, "ককাইদেউ, মই এতিয়া যাওঁ, বোধ কৰোঁ দেউতা ইমানপৰে ঘৰলৈ আহিছে। দেউতাক ভাত বাঢ়ি দি অহা নাই।"

প্ৰেমধৰে ক'লে, "যা পূৰ্ণিমা।"

মাইকণে মাত দিলে, "বাইদেউ, আজি কিন্তু আবেলি আহিব লাগিব। তুমি কইনাৰ মাক হ'বা, মই দৰাৰ মাক হ'ম।"

পূৰ্ণিমাই হাঁহি মাৰি কৈ গ'ল, "মই কাৰো মাক হ'ব নোৱাৰোঁ।"

পূৰ্ণিমা যোৱাত মাইকণে কইনাজনী লৈ নতুন কাপোৰ পিন্ধাব ধৰি গীত ধৰিলে,

কেশো মেলালে হালধি ঘঁহিলে
শৰীৰত বৰণে ধৰে।
স্নানো কৰিলে বস্ত্ৰ সলালে
উৰি যাওঁ উৰি যাওঁ কৰে।
গা ধুই আইদেৱে আয়েকত সুধিছে
কি ফুল পিন্ধিমে আই,
সেউতী আনিছোঁ মালতী গাঁঠিছোঁ
আনিছোঁ খৰিকাজাঁই।
ইন্দ্ৰৰ অমৰাৱতীত আছে পাৰিজাতে
তাকেহে পিন্ধিমে আই,
দদা বলোভদ্ৰে ল'লে শৰধনু
পাৰিজাত বিচাৰি যায়।।

এনেতে প্ৰেমধৰে মাত লগালে, "তেন্তে ময়ে পাৰিজাত বিচাৰি যাওঁ, মাইকণ।"

"যাওক ককাইদেউ।"

"বাৰু আজি অইন কামতহে যাওঁ। তোৰ যিদিনা বিয়া হ'ব, সিদিনাহে পাৰিজাত বিচাৰিম" বুলি প্ৰেমধৰ গুচি গ'ল। মাইকণে গীত গাই দৰা-কইনাৰ লগত ধেমালি কৰি থাকিল।

(১১)

হেমলতাই উলসূতাৰ কাম কৰি মাচিয়াত বহি আছে। মাকে ভিতৰৰ পৰা মাতিছে, "হেম, কীৰ্তনখন ক'ত থলি?"

"তাতে আছে আই" বুলি হেমই কাম কৰিয়ে আছে। এনেতে হঠাৎ কোনোবাই হেমলতাৰ চকু হাতেৰে মুদাই ধৰিলে। হেমই 'কোন' বুলি হাত খেপিয়াই চাই "মই বুজিছোঁ, বুজিছোঁ" বুলি ক'লে, "আপুনি কাৰ্তিক ককাইদেউ।"

কাৰ্তিকে হাঁহি মাৰি ক'লে, "হেম, তুমি বৰ চতুৰ দেখিছোঁ।"

হেমই ক'লে, "কাৰ্তিক ককাইদেউ, আজি আয়ে আপোনাৰ কথা দেউতাৰ আগত কৈছিল।"

"কি কৈছিল?"

"কি কৈছিল শুনা নাই, কেৱল আপোনাৰ নাম ধৰি কিবা কোৱাহে শুনিছিলোঁ।"

"হেম, তুমিতো বৰ সুন্দৰ উলসূতাৰ কাম কৰিব পাৰা।"

"কিনো পাৰোঁ? মোতকৈ আৰু কত ছোৱালীয়ে কিমান সুন্দৰ সুন্দৰ কাম কৰিব পাৰে।" হঠাৎ হেমই থমকি ক'লে, "কাৰ্তিক ককাইদেউ, তুমি বাৰু মদ কিয় খোৱা?"

কাৰ্তিক গম্ভীৰ হ'ল, কিন্তু একো নামাতিলে।

হেমই ক'লে, "কাৰ্তিক ককাইদেউ, তুমি আৰু মদ নাখাবা। মই সঁচাই কৈছোঁ তুমি নাখাবা।"

এইবাৰ কাৰ্তিক তৎতালিকে উঠিল আৰু 'আহিলোঁ হেম' বুলি বাটলৈ খোজ ল'লে।

হেমই ভাবিলে, কাৰ্তিক হঠাৎ এনেভাৱে খং পৰি লাজতে তেনেকৈ উঠি গ'ল। কি জানিবা তাইৰ ওপৰত সি খঙো কৰিলে। হেমই ততালিকে লৰি আহি পদুলিমুখত কাৰ্তিকৰ হাতত ধৰিলে, "কাৰ্তিক ককাইদেউ, মোৰ ওপৰত খং কৰি গ'লা? বাৰু তুমি যদি সেই কথা বেয়া পোৱা আৰু মই কেতিয়াও নকওঁ।"

কাৰ্তিকে ক'লে, "মই খং কৰিম কিয়? হেম, মই তোমাক খং কৰিব পাৰোঁনে?"

"তেন্তে কিয় তুমি নমাতা-নোবোলাকৈ খোজ ল'লা?"

"হেম, তুমি মদ খোৱাৰ কথা কওঁতে ওমৰ খায়েমৰ এফাঁকি কথা মনত পৰিছিল; কিন্তু কব নোৱাৰো সেইফাকি কবিতা কিয় পাহৰিলোঁ। সেই কিতাপখনি এবাৰ চাওঁ বুলি ঘৰলৈ যাব খুজিছোঁ। তুমি তেনেকৈ কোৱাত সঁচাকৈ মদ খালেহে খং উঠিলহেঁতেন। তুমি যিহৰ গোন্ধ পাইছা সেয়া মোৰ চোলাত লাগিছে। 'এলকহল'ৰ কিবা প্ৰমাণ কলেজত কৰি থাকোঁতে চোলাত পৰিছে, মই সেইটো গমকে ধৰিব নোৱাৰিলোঁ। তুমি কৈ ভাল কৰিলা। আনে আৰু কি ভাবিলেহেঁতেন।"

কাৰ্তিকৰ কথা শুনি হেমলতাই কাৰ্তিকে মদ খোৱা বুলি মিছায়ে ভাবি লাজ পালে। অলপপৰ থমকি তাই ক'লে, "সেই কিতাপখনি ইয়াতে আছে নহয়।"

"তেন্তে চাওঁ বলা" বুলি কাৰ্তিক আকৌ উভতিল। উভতি আহি মাচিয়াত বহিল। হেমলতাই ভিতৰ সোমাই কিতাপখনি লৈ আহি কাৰ্তিকৰ হাতত দিলে। কাৰ্তিকে কিতাপৰ পাত লুটিয়াই অলপপৰৰ পিছত কিতাপখনি জপাই ক'লে, "চোৱা হেম, কাইলৈ মই সাঁতুৰি উমানন্দলৈ যাব খুজিছোঁ।"

"সাঁতুৰি যাব? আৰু কোনোবা যাব?"

"আৰু এজন মোৰ লগত ওলাইছে।"

"নাই কাৰ্তিক ককাইদেউ, আপুনি সেইটো মন নেমেলিব। যদি হঠাৎ ভাগৰি পৰে তেন্তে পানীতে উফৰিহ হেৰুৱাব।"

"সেইটো ভয় নাই হেম। আমাৰ লগে লগে নাও যাব। ভাগৰ লাগিলে উঠিম।"

"যদি কিবা সাপ-ঘঁৰিয়ালে লগ পায়?"

"হেম, মোৰ জীৱনটো সিমান মূল্যবান নহয় যে মোৰ মৃত্যুত জগতৰ কিবা অলপ-অচৰপ হানি হ'ব। মুঠৰ ওপৰত কাইলে তোমালোকে লৈ পাৰলৈ চাব যাবা।"

"যেউভাকো ক'ব। বাৰু মৱে ক'ম। আপুনি আন সহ কৰিছে।" কাৰ্তিকে 'এতিয়া আহিলো' বুলি খোজ ল'লে।

(১২)

"দেখিছোঁ?"

"কি?"

"তাকে দেখা পোৱা নাই, এই চোৱা" বুলি কৈয়ে জয় বলিয়াই পাঁচোটা আঙুলি মেলি এনেভাৱে হাঁহিলে যে ভাবত বিভোৰ হৈ থকা কাৰ্তিকে ততালিকে থিয় হৈ ক'লে, "তোমাৰ কথাটো যেনে আচৰিত, হাঁহিটোও তেনে আচহুৱা। বাৰু কোৱাচোন কি দেখুৱাবলৈ ইচ্ছা কৰিছা?"

"মই দেখাব খোজোঁ জগতত 'ওম্' মন্ত্ৰৰ প্ৰভুত্ব। এই চোৱা" এই বুলি কৈয়ে এনেভাৱে চকু মুদি নিশ্বাস লবলৈ ধৰিলে যেন তেওঁ প্ৰাণায়াম, ব্ৰতচাৰী, ব্ৰহ্মচাৰী।

"কঁপিছে?"

"কি কঁপাৰ কথা সুধিছা?"

"জগত কঁপিছে?"

"বলিয়া নে বলিয়াই?"

"নাই, ভাৰতৰ দুৰ্দশা যিদিনা গুচিব সিদিনা প্ৰত্যেক যুৱকে, প্ৰত্যেক ভাৰতবাসীয়ে মোৰ নিচিনা 'ওম্' মন্ত্ৰত দীক্ষিত হৈ ব্ৰহ্মচাৰী হৈ প্ৰত্যেক উশাহ-নিশাহত জগতৰ স্পন্দন তুলিব পাৰিব?"

"আৰু তোমাৰ দৰে বলিয়া হৈ বাটে বাটে এনেকৈ ফুৰিব পাৰিব।"

"সেইটো নাভাবিবা। মই বলিয়া নহয়। বলিয়া আনবিলাকহে। সিহঁতে মোক বুজি পোৱা নাই, সেই কাৰণেহে এনে কৰিছে। কিন্তু মোৰ হ'লে হৈ গৈছে।"

"কি হৈছে?"

"তাকে বুজি পোৱা নাই! হাঃ হাঃ" আকৌ জয় বলিয়াই হাঁহি মাৰিলে। "মোৰ সিদ্ধি হৈছে। বিপ্লৱ অৱশ্যম্ভাবী। মোৰ ক্ষুদ্ৰ জগতৰ লগত মিহলি হৈ এটা আনন্দৰ সৃষ্টি কৰিছে। চৌদিশে ঢৌ উঠিছে। স্বৰাজ উপলব্ধি কৰিব ধৰিছে। ওঁ সিদ্ধোহম্।" এই বুলি কৈ সি আকৌ চকু মুদিলে।

কাৰ্তিকে অলপপৰ থমকি বৈ তাৰ উজ্জ্বল মুখৰ পিনে ৰ'লাগি চাই ৰ'ল। অলপ পিছতে ক'লে, "ঠিক তোমাৰ দৰেই ভাৰতৰ নেতাসকলেও আচল কথা নুবুজি যিয়ে যি পাইছে তাকে বলকিছে। কিন্তু কেৱে আচল পথটো উলিয়াব পৰা নাই, ভাৰতৰ মুক্তিৰ উপায়ো কল্পনা সাগৰতে উদয় হৈ তাতে বুৰ গৈছে। লগে লগে দ্বন্দ্ব-খৰিয়ালৰ সৃষ্টি হৈছে। তুমি আচল পথো নাপালা, কামো নহ'ল। লগে লগে কেৱল বলিয়া বুলিছে"

"মই সেইটো ভয় নকৰোঁ। যেয়ে যি ইচ্ছা কৰে ক'ব দিয়া। কিন্তু চাবা কিছু দিনৰ পিছত কি কৰোঁ।"

কাৰ্তিকে ক'লে, "দেখিছো আৰু দেখিমো।"

জয়ে আৰু একো নকৈ বিৰিং-বিৰিংকৈ কিবাবোৰ বলকিলে।

কাৰ্তিকে ক'লে, "মই যাওঁ।"

"ক'লৈ?"

"সাঁতুৰিবলৈ।"

"হাঃ হাঃ! কিন্তু মই তোমাক জানো।"

"কি জানা?"

"বিপ্লৱ।"

"কি বিপ্লৱ?"

"ক'ব নোৱাৰিলা। কিন্তু মই যি ইচ্ছা কৰোঁ তাকে তোমাৰ দ্বাৰা কৰাব পাৰো আৰু কৰামো।"

"এয়াও তোমাৰ বলিয়ালি মাথোন। মই যাওঁ।"

"কিন্তু"

"মই যাওঁ।" কাৰ্তিক যাব ধৰোঁতেই ততালিকে জয়ে গৈ তাৰ হাত দুখন জপাই ধৰিলে।

কাৰ্তিকে 'কি কৰা' বুলি সুধিলে।

"ক্ষুদ্ৰ ব্ৰহ্মাণ্ড— বিৰাট ব্ৰহ্মাণ্ডৰ লগত যোগ কৰোঁ।"

কাৰ্তিকে "চাওঁ এৰি দিয়া" বুলি হাত দুখন আঁজুৰি আনিব খোজোঁতে সি এনে টানকৈ ধৰিলে যে কাৰ্তিকে সেইভাৱে থিয় হৈয়ে থাকিল।

জয়ে ততালিকে ওপৰলৈ চাই সেই অৱস্থাতে চকু মুদি প্ৰাণায়াম কৰিব ধৰিলে। অলপ পিছতে আকৌ "হাঃ হাঃ আজি আৰু কালি" বুলি ততালিকে কাৰ্তিকক এৰি লৰ মাৰিলে। কাৰ্তিকে ই সঁচাকৈ বলিয়ানে আন কিবা হে ইয়াকে ভাবি ভাবি লাহে লাহে আঁতৰ হ'ল।

(১৩)

মৌজাদাৰণীয়ে ভিতৰৰ বৰঘৰত বহি কেইবাজনীও তিৰোতাৰ লগত কথা-বতৰা পাতি আছে। এনেতে গাঁৱৰ জলহ কানীয়া জম্মিয়ে লাখুটিতে ভৰ দি কথমপি "মৌজাদাৰণী আইৰ কুশল হ'ক" বুলি কাহি কাহি ক'লে। মৌজাদাৰণীয়ে সুধিলে, 'জম্মি, ক'ৰপৰা আহিলি? কানি খাওঁতে খাওঁতে ছাল-বাকলি নোহোৱা হ'ল।"

জম্মিয়ে ক'লে, "আই, কেইটামান পইছা দিয়ক, গাখীৰ কিনিব লাগে।"

সিপিনৰ পৰা প্ৰেমধৰে মাত লগালে, "গাখীৰ কিনিব লাগে নে কানিৰ টিকিবা পুৰিব লাগে?"

জম্মিয়ে নামাতিলে। প্ৰেমধৰে ক'লে, "তাহানিয়ে পঢ়িছিলো 'কেপা কানি বিহুৰ শেষ, কানীয়াই খালে অসম দেশ।' আই, ইহঁতক একো নিদিব। কানীয়াক মৰম-বেথা নকৰিব।"

কানীয়াই ক'লে, "আই, বোপাৰ কথামতে বাট বুলিব লাগিলে দয়া ধৰম সকলো জলাঞ্জলি দিব লাগিব। অসমীয়াইনো কাহানি দুখীয়াক পুতৌ কৰা নাই? এওঁলোকে এতিয়া ইংৰাজী পঢ়ি সকলোবোৰ উকৰাব খোজে।"

প্ৰেমধৰে এইবাৰ খংভাৱেৰে ক'লে, "ইংৰাজী পঢ়াই হওঁ বা যিয়েই নহওঁ দয়া-ধৰম বুজি পাওঁ। কিন্তু সেই বুলি তহঁতৰ নিচিনা আপচুৰিয়াকক দেশৰ পৰা যিমান সোনকালে আঁতৰ কৰিব পাৰি সিমানেই মঙ্গল। তহঁতৰ অন্তৰ্দ্ধানৰ লগে লগে নতুনকৈ উঠি অহা

ডেকাসকলে এই বিহৰ পৰা ৰক্ষা পাব। তইঁতে দেশ খাস্তাং কৰিলি, ল'ৰা-ডেকাৰ সৰ্বনাশ কৰিলি, দেশময় কানীয়া কৰিলি। তইঁতক এটা কড়ি দি সহায় কৰাও মহাপাপ।"

মৌজাদাৰণীয়ে ইমানপৰ প্ৰেমধৰৰ কথা শুনি আছিল। কথা আওপাকে যোৱা দেখি তেওঁ প্ৰেমধৰক ক'লে "প্ৰেমধৰ, তোৰ পঢ়া কাম, তই পঢ়ি থাক, বাহিৰা কথালৈ কাণ পাত কিয়?"

"আইতা কানীয়াক ধন নিদিব। কানীয়াৰ নিচিনা সৰ্বনাশী জীৱ বৰ্তমানে নাই। কানীয়াক ধন দি কোনে দয়া-মৰম কৰে?" এনে সময়তে পূৰ্ণিমাই মৌজাদাৰণীৰ ঘৰলৈ আহি ভিতৰ চোতালত সোমাব ধৰিছিল। প্ৰেমধৰৰ শেষৰ কথা দুষাৰ তাইৰ কাণত পৰিল। তাই ভাবিলে, প্ৰেমধৰে সিদিনা দিয়া আধলিটোৰ অপব্যৱহাৰৰ কথা কাৰোবাৰ আগত ক'ব ধৰিছে। তাইৰ মনত ভয়ঙ্কৰ লাজ আৰু অভিমান হ'ল। তাই ততালিকে উভতি আকৌ ঘৰমুৱা হ'ল। তেতিয়া তাইৰ মুখ দেখিলে কোনে বিশ্বাস নকৰিব যে তাইৰ মুখ বিষাদ ডাৱৰেৰে পৰিপূৰ্ণ।

ঘৰ পায়েই পূৰ্ণিমাই শোৱা-পাটীৰ তলৰ পৰা আধলি এটা উলিয়ালে। এই পইছা তাই পৰহি বামুণহঁতৰ কাপোৰ বোৱা বেচ স্বৰূপে আনিছিল। সেই পইছা লৈয়ে আকৌ মৌজাদাৰণীৰ ঘৰলৈ খোজ ল'লে। তেতিয়া প্ৰেমধৰে ক'ৰবালৈ যাবলৈ ওলাই বাহিৰ চোতালত ভৰি দিছে। পূৰ্ণিমাক দেখিয়েই সি মাত লগালে, "পূৰ্ণিমা, এইকেইদিন অহা নাই দেখোন?" পূৰ্ণিমাই একো নামাতি 'ধৰক ককাইদেউ' বুলি হাত মেলিলে। প্ৰেমধৰে পূৰ্ণিমাই কিবা আনিছে বুলি ততালিকে হাত পাতিলে। কিন্তু পিছ মুহূৰ্ত্ততে তাৰ সুন্দৰ মুখখনি ক'লা পৰিল। প্ৰেমধৰে আধলিটো হাতত লৈয়ে খন্তেকলৈ নামাতি গম্ভীৰভাৱে ক'লে, "পূৰ্ণিমা"!

পূৰ্ণিমাই "আহোঁ ককাইদেউ, কাম আছে" বুলি আঁতৰ হ'ল। প্ৰেমধৰে তাইক একো ক'ব নোৱাৰিলে। কিন্তু পূৰ্ণিমা আঁতৰাৰ লগে লগে প্ৰেমধৰে গোটেই শৰীৰ খং আৰু অভিমানেৰে ভৰপুৰ হ'ল। সি ভাবিলে– পূৰ্ণিমাৰ কি অহঙ্কাৰ! পূৰ্ণিমাৰ কেনে অসজ আচৰণ! মই সিদিনা এনেভাৱে কোৱা সত্বেও পূৰ্ণিমাই আজিলৈকে মোৰ দোষ ক্ষমা কৰিব নোৱাৰিলে।

সি আকৌ ঘৰ সোমাল। আধলিটো তাৰ মেজৰ ওপৰত থৈ নামা তাৰৰ খেলিমেলিত সি সাঁচুৰিব ধৰিলে। মাজতে সেই আধলিটো আকৌ তাৰ চকুত পৰাত সি চকু খোপা কৰি আধলিটোলৈ বহুত পৰ চাই থাকিল। খং, অভিমান, সন্দেহ, বিৰাগ আটাইবোৰে একেবাৰে জাওবি মাৰি আহি তাৰ মনত প্ৰবল ভূইকঁপৰ হেন্দোল-দোপৰ সৃষ্টি কৰিলে।

(১৪)

পূৰ্ণিমাই সিদিনাৰ পৰা প্ৰেমধৰহঁতৰ ঘৰলৈ যোৱা নাই। প্ৰেমধৰেও মনে মন পূৰ্ণিমাৰ কথা কেইবাদিনো ভাবিলেও পূৰ্ণিমাহঁতৰ ঘৰলৈ বাট বুলা নাই। প্ৰেমধৰৰ গা এতিয়া সম্পূৰ্ণ ভাল হৈছে। গুৱাহাটীলৈ যাবলৈ মৌজাদাৰে প্ৰেমক কৈছে। প্ৰেমধৰে দুই-চাৰি দিনতে যাওঁ বুলি কৈছে। আজি প্ৰেমধৰে এবাৰ ভাবিলে গুৱাহাটীলৈকে যাবই, যোৱাৰ আগেয়ে পূৰ্ণিমাক এবাৰ লগ ধৰি পূৰ্ণিমাক সিদিনাৰ কথাৰ কাৰণে ক্ষমা খুজিব। পূৰ্ণিমাৰ অসজ আচৰণৰ কথা উনুকিয়াই পূৰ্ণিমাক লাজ দিব। লগে লগে সি যে দুই-এদিনতে গুৱাহাটীলৈ যাব সেইটো পূৰ্ণিমাক জনাব। গুৱাহাটীলৈ যোৱাৰ কথা ভবাৰ লগে লগে প্ৰেমধৰৰ মনত পূৰ্ণিমাৰ মোহন ছবি ফুটি উঠিছিল। পূৰ্ণিমাৰ ওচৰত কেইবা মাহলৈ বিদায় মাগিবলৈ তাৰ মনত প্ৰবল ইচ্ছা হৈছিল। সেই প্ৰবল ইচ্ছাৰ লগত তাৰ সকলো খং অভিমান কেৰ পাতিব নোৱাৰি লুকাই পৰিছিল। প্ৰেমধৰে সেই প্ৰবল ইচ্ছা দমন কৰিব নোৱাৰি পূৰ্ণিমাহঁতৰ ঘৰ পাইছিলগৈ। পূৰ্ণিমাহঁতৰ ঘৰৰ চাল-বেৰ সমূলি ভঙা-ফুটা। ওপৰৰ আকাশ, চাৰিওপিনৰ মানুহ-গৰু প্ৰায়েই দেখা পায় বুলিলেও বঢ়াই কোৱা নহয়।

ঘৰৰ দুৱাৰমুখ পায়েই প্ৰেমধৰে মাত দিলে, "পূৰ্ণিমা!" –কিন্তু পূৰ্ণিমাৰ মাত নাই। ভিতৰৰ পৰা

পূৰ্ণিমাৰ দেউতাকে মাতিলে, "কোন? ঔ প্ৰেমধৰ বোপা। এই সময়ত কিয়? আহা, আহা!" প্ৰেমধৰ সোমাল। পূৰ্ণিমাৰ দেউতাকে সেই সময়ত জুহালৰ কাষত বহি পাণ কুটি আফিঙৰ লগত মিহলাই টিকিবা কৰিব ধৰিছে। প্ৰেমধৰে ক'লে, "মই আপোনাক মাত দিওঁ বুলি আহিছোঁ।"

"অ' বোপা, এয়েই তো ভাল। তোমালোকে পঢ়ি-শুনি ডাঙৰ মানুহ হ'লা বুলিও আমি দুখীয়া ছালছিগা তিকহক নেপাহৰিবা।" কানীয়াৰ কথা আৰু টিকিবা কৰা অৱস্থা দেখি প্ৰেমধৰৰ যদিও তেতিয়া খঙে মূৰৰ চুলি পাইছিলগৈ তথাপি পূৰ্ণিমাক দেখা পোৱা আশাই তাক ধৈৰ্য্যচ্যুত কৰা নাছিল। সি শিষ্টাচাৰী হৈয়ে কৈছিল, "ভাল কথা কৈছে, আপোনালোকক পাহৰিমনে? বাৰু আপুনি ঘৰকেইটা অলপ-অচৰপ ভাল নকৰে কিয়?"

"টকা-সিকাৰ মূৰত হে সকলো। তাতে আজি-কালি মানুহ পোৱা বৰ টান হৈছে।" এই কথা কৈ থাকোঁতে প্ৰেমধৰৰ দদায়েক গদাধৰে "বৈকুণ্ঠকাই আছানে" বুলি ভিতৰ সোমাল। গদাধৰে প্ৰেমধৰক সেই ঠাইত দেখি অলপ থৰ হৈ বৈ ক'লে, "তই ইয়াত কিয়?"

"এই পিনে ফুৰিবলৈ আহিছোঁ।"

"ফুৰিবলৈ আন ঠাই নাই?"

পূৰ্ণিমাৰ দেউতাকে ক'লে, "নহ'বনো কিয়? কিন্তু বহুদিনৰ মূৰত এবাৰ গাঁও বুলি আহিছে, সকলো দুখীয়া কঙালক দেখা কৰিলে কিনো বেয়া?"

গদাধৰে ক'লে, "প্ৰেম, যা এতিয়া।" প্ৰেম ততালিকে উঠিল। দদায়েকক প্ৰেমই মান কৰে সঁচা কিন্তু অসময়ত দদায়েকৰ অনধিকাৰ চৰ্চা কিমান সহ্য কৰে কব নোৱাৰোঁ। বিশেষত প্ৰেমধৰে পূৰ্ণিমাক দেখা আশাত দদায়েকে বিঘি-পথালি দিয়াটো যে প্ৰেমধৰৰ অসহনীয় হৈছিল তাত সংশয় নাই। যি নহওক প্ৰেমধৰ আঁতৰ হ'ল।

গদাধৰে ক'লে, "বুজিছা কাই, আমি কানি খাওঁ বুলিও ল'ৰাবিলাক কানিৰ ওচৰলৈ আহিলে খেদি দিয়া শুণ্ড।"

"এৰা সেইটো সঁচা। কিন্তু এটা কথা, প্ৰেমধৰ বপাটি বৰ সুন্দৰ। জানকি আপোনাৰ কাৰ্ত্তিকতকৈও ভাল যেন লাগিছে। এওঁ ধীৰ-স্থিৰ। কিন্তু আপোনাৰ কাৰ্তিক বোপা হ'লে অলপ-অচৰপ উতনুৱা।"

"তুমি বুজি পোৱা নাই কাই। কিন্তু কাৰ্তিক হ'লে পঢ়া-শুনাত সুন্দৰ।"

"পিছে আজিকালি ককাইদেউৰাৰ লগত মাতা-মাতি আছে নে নাই।"

"সিপিনে গা লগালগি হ'লেও মুখ চোৱা-চুই নাই। তেওঁ আগতে সিমান বেয়া নাছিল। কিন্তু ঘৈণীয়েক শাঁখিনী। বুজিছা কাই, এবাৰ ইহঁতক মজাপালি দিব নোৱাৰিলে মনটোৱে শান্তি নেপাইছে। তিৰোতাৰ বৰ কথা শুনিব নোৱাৰি।"

পূৰ্ণিমাৰ দেউতাকে এই সময়ত টিকিবা আৰু এটা কৰি 'ধৰা' বুলি হোঁকা গদাধৰৰ হাতত দিলে। গদাধৰে হোঁকা লৈ হুঁপিব ধৰিলে আৰু পূৰ্ণিমাৰ দেউতাকে চিলিমৰ ওপৰত জুই ভালকৈ দিব ধৰিলে।

প্ৰেমধৰে বাহিৰ ওলায়ে দেখে পূৰ্ণিমাই মূৰত এবোজা শাক-পাচলি লৈ ঘৰমুৱা হৈছে। পূৰ্ণিমাই প্ৰেমধৰক সিহঁতৰ ঘৰৰ পৰা ওলোৱা দেখি "ক'লৈ আহিছিল ককাইদেউ" বুলি মাত লগালে।

প্ৰেমধৰৰ মুখ তেতিয়া গম্ভীৰ। সি পূৰ্ণিমালৈ নেচায়ে ভাৱত বিভোৰ হৈ থাকি উত্তৰ দিলে "য'লৈ নাহিলোঁ, তহঁতক কিয়?" তাৰ পিছত পূৰ্ণিমালৈ চাই সি ততালিকে জিভা কামুৰি "ঔ পূৰ্ণিমাহে, পূৰ্ণিমা, তহঁতৰ ঘৰলৈ আহিছিলো।"

প্ৰেমধৰৰ এনে দুটা অসামঞ্জস্য উত্তৰত পূৰ্ণিমাই এইবাৰ গহীনাই ক'লে, "দুখীয়াৰ ঘৰলৈ আহিব কিয়? খোজনীয়াৰ লগত মিতিৰালি কিহৰ?"

পূৰ্ণিমাৰ কথাত প্ৰেমধৰে মৰ্মান্তিক আঘাত পালে। সি ক'বলৈ একো কথা নাপাই বিস্ময়ত পৰি থিয় হৈ থাকিল। এনেতে পূৰ্ণিমাই ক'লে, "বলক, ভিতৰলৈ বলক।" কিন্তু দদায়েক থাকোঁতে প্ৰেমধৰ আকৌ ভিতৰলৈ কেনেকৈ যায়? প্ৰেমধৰ মনকিল। পূৰ্ণিমাই ক'লে, "বলক ককাইদেউ এবাৰ আমাৰ ঘৰৰ ভিতৰলৈ বলক।" প্ৰেমধৰে ক'লে, "মোক ভিতৰলৈ

কিয় নিবি পূৰ্ণিমা? মই তহঁতৰ কাহানিৰ কুটুম?"

"আপুনি সঁচাকৈ নাযায়?"

"নেযাওঁ। ইয়াতেই মোৰ ক'বলগীয়া কওঁ। মই কাইলৈ গুৱাহাটীলৈ যাম। তই এবাৰ আমাৰ ঘৰলৈ যাবি পূৰ্ণিমা। মই এবাৰ তোক কথা ক'বলৈ আছে।"

"আপুনি আমাৰ ঘৰলৈ নেযায়, মই আপোনালোকৰ ঘৰলৈ কিয় যাম?"

"সেইটো তোৰ ইচ্ছা। পূৰ্ণিমা, মই আহিলোঁ। বোধ কৰোঁ তোৰ লগত এইবাৰ এয়ে শেষ দেখা। অ' আৰু এটা কথা– পূৰ্ণিমা, হোঁ তোক এটা বস্তু দিওঁ। তই লবি জানো?"

"কি বস্তু?"

"বাৰু ধৰচোন। পূৰ্ণিমা তই মোক ক্ষমা কৰ।" এই বুলি কৈয়ে পূৰ্ণিমাৰ হাতত প্ৰেমধৰে এটা সোণৰ আঙঠি দিলে। সোণৰ আঙঠিটো প্ৰেমধৰে পূৰ্ণিমাক দিবলৈ অলপতে সোণাৰিৰ হতুৱাই গঢ়াইছিল। কিন্তু সি পূৰ্ণিমাক দিবলৈ সুবিধা পোৱা নাছিল। পূৰ্ণিমাই প্ৰেমধৰে দিয়া সোণৰ আঙঠিটো আকৌ প্ৰেমধৰক ওভোতাই দি ক'লে, "মোক আপোনাৰ দান নালাগে ককাইদেউ। সিদিনা আপুনি আধলিটো দিয়ে কত মানুহৰ আগত কথা কৈছে। এইবাৰ সোণৰ আঙঠি দি চাগে গাঁওজুৰি খলক লগাব। মই এনে সোণৰ আঙঠিৰ উপযুক্ত নহওঁ ককাইদেউ। এই আঙঠিটো মাইকণক দিব। আপুনি একো নিদিলেও মই আপোনাৰ ওচৰত ঋণী। এই সোণৰ আঙঠিটো যে দেউতাই দেখিলে লৈ যাব।"

প্ৰেমধৰে পূৰ্ণিমাৰ কথা শুনিয়ে থাকিল। তাৰ পিছত সি গম্ভীৰভাৱে তললৈ মূৰ কৰি ক'লে "পূৰ্ণিমা।"

পূৰ্ণিমাই আঙঠিটো আগবঢ়াই দি ক'লে, "নিয়ক ককাইদেউ।"

প্ৰেমধৰে আৰু ধৈৰ্য ৰাখিব নোৱাৰি ততালিকে আঙঠিটো লৈ ক'লে, "তই যেনে, লোককো তেনে ভাব। কিন্তু জানিবি পূৰ্ণিমা, প্ৰেমধৰ এনে নীচ নহয় যে তোক দিয়া পইছাৰ কথা আনক ক'ব।"

পূৰ্ণিমাই ক'লে, "মই নিজে শুনিছোঁ ককাইদেউ, নিজৰ চকু-কাণকতো অবিশ্বাস কৰিব নোৱাৰোঁ।"

"সম্পূৰ্ণ মিছা। পূৰ্ণিমা, মই আহিলো, কিন্তু বোধৰ আগেয়ে এবাৰ কওঁ, এদিন বুজিবি পূৰ্ণিমা, প্ৰেমধৰৰ মন কিমান ওপৰত।"

ইয়াকে কৈয়ে প্ৰেমধৰ আঁতৰ হ'ল। পূৰ্ণিমাই সেই পিনে চায়েই থাকিলে। বহুত পৰৰ পিছত পূৰ্ণিমা ঘৰমুৱা হৈ ভিতৰ সোমাল। কিন্তু তাইৰ তেলেঙী পহুৰ নিচিনা চকুযুৰিৰে দুধাৰি চকুলো আপোনা-আপুনি বৈ আহিল। এই চকুলো কিয় বৈ আহিল তাই নুবুজিলে। লগে লগে তাই এটা মৰ্মান্তিক কষ্ট অনুভৱ কৰি গুৰে দিনটো ভাবিলে তাই যেন কিবা অপৰাধ কৰিলে, অসভ্য আচৰণ আচৰিলে। লগে লগে তাইৰ মনত পৰিল তাইৰ কেঁচুৱা অৱস্থাৰে পৰা প্ৰেমধৰে কোন সময়ত কিমান বস্তু দিছিল, কোন সময়ত তাইক মৰম কৰিছিল, পুতৌ কৰিছিল, তাইৰ লগত ৰং-ধেমালি কৰিছিল, কোকোঁচাত তুলিছিল, তাইক চুমা খাইছিলি, চুলি ভাল কৰি দিছিল। তাই যিমানেই ভাবিলে সিমানেই তাইৰ মনটো প্ৰেমধৰৰ ভাবত আকুল হ'ল। তাই ভাবিলে ইমান মৰম, ইমান আদৰ-স্নেহ কি তেওঁৰ এটা সামান্য দোষতে তাই পাহৰি তেওঁৰ ওপৰত খং অভিমান কৰি তেওঁক অপমান কৰিলে, হাতেৰে দিয়া বস্তু নেওচিলে। যিমানেই ভাবিলে তাইৰ মনত প্ৰেমধৰৰ দোষ তাই কৰা অপৰাধতকৈ অতি সামান্য যেন বোধ হ'ল। এনে সামান্য দোষৰ কাৰণে প্ৰেমধৰৰ ওচৰত এনে অসভ্য আচৰণ দেখুওৱাৰ কাৰণে নিজকে নিজে ধিক্কাৰিব ধৰিলে। সন্ধিয়ালৈকে নানা কামৰ মাজতো তাই এনেধৰণৰ ভাবত উটি-বুৰি থকাত হঠাৎ তাইৰ আয়েকে গোৱা-পাটীৰ পৰা কোৱা শুনিলে, "আই নাই মোৰ আই, কাইলৈ পাবো যদি দিম।" পূৰ্ণিমাৰ আয়েকে সেই আধাৰ কথা সিহঁতৰ চুবুৰিৰ বেপাৰীৰ ঘৈণীয়েকৰ আগত কৈছিল। বেপাৰীৰ ঘৈণীয়েক বৰ উগ্ৰ স্বভাৱৰ। তাই সকলো সহিলেও পাবলগীয়া বাকী ধন নাপালে যি মুখত আহে তাকে কয়, সাত পুৰুষ উদ্ধাৰ কৰে আৰু 'খাব পাৰ দিব নোৱাৰ' ইত্যাদি অবাচ্য শব্দ লগাই বাক্য শেষ কৰে। পূৰ্ণিমাই আজি পাঁচদিন হ'ল চাৰি অনা পইছাৰ বস্তু বাকীয়ে আনিছিল। বামুণহঁতৰ

পৰা পইছা পালেই শোধ কৰিব। বামুণহঁতৰ পইছা পালেও সঁচা, কিন্তু ইতিমধ্যে সেই পইছা প্ৰেমধৰক দিয়াত তাই দোকানীৰ ঘৈণীয়েকক দিব নোৱাৰিলে তাৰ ফলত আজি দোকানীৰ ঘৈণীয়েকে আহি পূৰ্ণিমাৰ মাকক যি পালে তাকে কোৱা তাই শুনিলে। তাই মৰ্মাহত হ'ল। বেমাৰী মাকে দোকানীৰ ঘৈণীয়েকৰ তেনে কথা সহিব নোৱাৰি পূৰ্ণিমাক মাত দিলে, "পূৰ্ণিমা, ততালিকে গৈ মৌজাদাৰণী বাইদেউৰ পৰা এটা সিকি ধাৰলৈ আনচোন।" পূৰ্ণিমাই প্ৰেমহঁতৰ ঘৰৰ পৰা আকৌ পইছা অনাৰ কথা ভাবি বিমোৰত পৰিল। এনেতে দোকানীৰ ঘৈণীয়েকে চিঞৰি ক'লে, "দিয় যদি আজি গধূলিতে পইছা ওভতাই দিবি নহ'লে বেয়া হ'ব একা" বুলি তাই আঁতৰ হ'ল। পূৰ্ণিমাৰ আয়েকে শোৱা-পাটীত কেঁকাই পূৰ্ণিমাক ওচৰলৈ মাতি আনি ক'লে, "তাইৰ পইছাকেইটা পাৰ যদি আনি দে মোৰ আই, নহ'লে সাত পুৰুষ উদ্ধাৰ হ'ব। গাঁও জুৰি খলক লগাব। যা, মৌজাদাৰণী বাইদেউক ক'লে দিব, যা।" পূৰ্ণিমাই মহাসমস্যাত পৰি এবাৰ ক'লে, ' 'ক'ত দিব হ'বলা?"

"দিব, যা। ইমানদিন তেওঁলোকে সহায় কৰি আছে, আজি নকৰিবনে? তাইৰ কথা কোনোমতে সহিব নোৱাৰি।"

পূৰ্ণিমা ইচ্ছা আৰু অনিচ্ছাৰ মাজত পৰি কি কৰিব, কি নকৰিব দোমোজাত পৰিল। তাইৰ অনিচ্ছা প্ৰেমধৰহঁতৰ ঘৰলৈ পইছা খুজিবলৈ যোৱা আৰু দুপৰীয়া প্ৰেমধৰৰ লগত তেনে ব্যৱহাৰ কৰি সোণৰ আঙুঠি ওভতাই দিয়াৰ পিছত আকৌ প্ৰেমধৰৰ ওচৰ চপা। তাইৰ ইচ্ছা—প্ৰেমধৰ কাইলৈ গুৱাহাটীলৈ যোৱাৰ আগেয়ে এবাৰ প্ৰেমধৰৰ লগত খং-অভিমান এৰি ভালকৈ কথা পতা। তাই ভাবিলে 'থাক বাওঁচোন। পইছা তেওঁক নোখোজো, মৌজাদাৰণী আইকহে খুজিম। লগে লগে পাৰোঁ যদি প্ৰেমধৰৰ লগত কথা-বতৰা পাতি তেওঁৰ সকলো খং দূৰ কৰিম।" পূৰ্ণিমা গ'ল।

প্ৰেমধৰে দুপৰীয়া পূৰ্ণিমাৰ আচৰণত তেনেভাৱে অপমান পাই নানা তৰহৰ কথা ভাবি-চিন্তি দিনটো কটাইছে। তাৰ মনে মনে ভাব হৈছে সি তাৰ মনৰ কথা হেঁপাহ পলুৱাই পূৰ্ণিমাক ভাঙিব নোৱাৰিলে, পূৰ্ণিমাৰ অভিমান চূৰ্ণ কৰিব নোৱাৰিব। তাৰ ভাব হ'ল গুৱাহাটীলৈ যোৱাৰ আগেয়ে পূৰ্ণিমাৰ অভিমান, অহঙ্কাৰ অন্ত কৰিবই। তাৰ ভাব হ'ল পূৰ্ণিমাই নিজে শুনা বুলি কিয় ক'লে? কিয় এনে মিছা কথাৰ জোৰা-ফন্দা লগালে। মইতো কেতিয়াও কোনো মুহূৰ্ত্তত কাকো সেই কথা কোৱা নাই। সেই কথা মনত পৰাৰ লগে লগে আকৌ পূৰ্ণিমাক লগ ধৰিবলৈ তাৰ প্ৰবল ইচ্ছা হ'ল। সেই ভাবিয়েই প্ৰেমধৰে মনে মনে স্থিৰ কৰিলে পূৰ্ণিমাতো সদায় গধূলি সময়ত পানী আনিবলৈ যায়। সেই সময়তে সি লগ ধৰিব। প্ৰেমধৰে সেই আশা কৰিয়ে নৈৰ পাৰলৈ গ'ল, কিন্তু তাতো তাৰ আশা নফলিল। প্ৰেমধৰে পূৰ্ণিমাক দেখিলেও, কিন্তু পূৰ্ণিমা সেই সময়ত আন আন কে'বাজনী ছোৱালীৰ লগত নৈ পাৰলৈ গৈছিল। প্ৰেমধৰে সেই ছোৱালীবিলাকৰ মাজত পূৰ্ণিমাৰ লগত কথা পাতিবলৈ ইচ্ছা নকৰিলে। ছোৱালীবিলাকৰে সৈতে পূৰ্ণিমাই পানী লৈ প্ৰেমধৰৰ কাষেৰে গ'ল। অইন সময়ত হোৱা হ'লে পূৰ্ণিমাই প্ৰেমধৰক ককাইদেউ বুলি মাতি গ'লহেঁতেন। কিন্তু আজি পূৰ্ণিমাই একো নমতা-নোবলাকৈ আঁতৰ হ'ল। প্ৰেমধৰে নিৰাশ মনেৰে ঘৰলৈ উভতি আহি নিজৰ কুঠৰিত বহি ভাবত বিভোৰ হৈ সময় নিয়াব ধৰিলে। এনে সময়তে পূৰ্ণিমাই আয়েকৰ কথা মতে মৌজাদাৰণীৰ ওচৰ পাইছিলগৈ। মৌজাদাৰণীৰ আৰু মাইকণৰ লগত আন আন কথা-বতৰা পাতি আয়েকে পইছা ধাৰলৈ খোজা কথাও উনুকিয়াইছিল। প্ৰেমধৰে তেতিয়া নিজৰ কুঠৰিৰ পৰা পূৰ্ণিমাৰ মাত শুনি ভাবিছিল বোধ কৰোঁ পূৰ্ণিমাই তাৰ কথামতে আহিছেই। সি ভাবিছিল তাই আহিছে যেতিয়া নিশ্চয় তাৰ লগতো দেখা কৰিবহি। প্ৰেমধৰে এই ভাবিয়ে বহুতপৰ বৈ আছে, কিন্তু পূৰ্ণিমা নাই। হঠাৎ পূৰ্ণিমাই কোৱা শুনিলে "পেহীদেউ, মই যাওঁ।" প্ৰেমধৰে কি কৰিব কি নকৰিব একো থিৰ কৰিব নোৱাৰি ওচৰৰ শোৱা-পাটীতে শুই পৰিল। এবাৰ ভাবিলে, সি ওলাই গৈ পূৰ্ণিমাক লগ ধৰেগৈ। আকৌ ভাবিলে, একো

আৱশ্যক নাই। তাই যদি মৌলে মনত নকৰে মইনো কিয় কৰিম। অৱশেষত এনেভাৱে আগ ভেটি কথা ক'লে তাইৰ অহঙ্কাৰ-অভিমান কমক ছাবি বেছিহে হ'ব। এনে ভাবি থাকোতে মৌজাদাৰণীয়ে মাত দিলে, ' 'প্ৰেম, ইপিনে আহচোন।" প্ৰেমধৰ ততালিকে উঠি ভিতৰলৈ গ'ল। প্ৰেমধৰক মতা দেখিয়ে পূৰ্ণিমা উঠিল। কিন্তু প্ৰেমধৰ তেতিয়া আহি পালেই। প্ৰেমৰ চকুয়ে পূৰ্ণিমাৰ চকুয়ে পৰি প্ৰেম মুহূৰ্তলৈ থৰ হ'ল। কথমপি ধৈৰ্য সামৰি আয়েকক সুধিলে, "কিয় মাতিলে আইতা?"

"কিয়নো মাতিম। তোৰ হাতত তেতিয়া এটা সিকি দেখিছিলো নহয়।"

"আছে, কিয়নো?"

পূৰ্ণিমাই এনেতে মাত লগালে, "মই যাওঁ পেইচেঁড, মোক এতিয়া পইছা নেলাগে।"

মৌজাদাৰণীয়ে ক'লে, "কিয়নো নালাগে লৈ যা, তেতিয়াৰ পৰা পইছাৰ কথাকে কৈছ। প্ৰেম আছে যদি আনি দে।" প্ৰেমধৰে ভাবিলে পূৰ্ণিমা কেনে নীচ কেনে চতুৰ। তাই মোৰ পৰা পইছা নিবলৈ লাজ কৰে, কিন্তু মনে মনে মোৰ আইতাক আকৌ পইছা খোজে। প্ৰেমধৰে ভাবিলে, পূৰ্ণিমাৰ অভিমানৰ শোধ ল'বলৈ এয়ে সুন্দৰ সুযোগ।

প্ৰেমধৰে ক'লে, "পইছা আছে, কিন্তু নিদিওঁ।" প্ৰেমধৰৰ মুখত এনে ধৰণৰ কথা সন্মুখেপৰা কাহানিও শুনা নাই। "আছে কিন্তু নিদিওঁ" এই কথা পূৰ্ণিমাৰ কাণত পৰি পূৰ্ণিমাৰ সকলো লাজ, মান, অভিমানৰ উদয় হ'ল। তাই পলাব পাৰিলেই ৰক্ষা পৰে যেন ভাবিলে। মৌজাদাৰণীয়ে এনেতে সুধিলে, "কিয় নিদিয়? তোৰ কিবা কামত লাগিব জানো? মই নিজেই দিলোহেঁতেন, কিন্তু এতিয়া ভঙনীয়া নাই দেখিছে।"

"মোৰ কামত নালাগে আইতা। কিন্তু, পূৰ্ণিমাক নিদিওঁ?"

"কিয়?"

প্ৰেমধৰে "মই আহো আইতা, কাম আছে" বুলি আঁতৰ হ'ল। পূৰ্ণিমাই দুৱাৰমুখ মুকলি পায়ে "মই যাওঁ পেইচেঁড" বুলি কওঁতে মৌজাদাৰণীয়ে দেখিলে পূৰ্ণিমাৰ চকুযুৰিৰে দুধাৰ চকুলো বৈ তাইৰ বাওঁলী গাল তিয়াইছে। মৌজাদাৰণীয়ে ক'লে, "পূৰ্ণিমা, নাকান্দিবি, ৰ, মই এতিয়াই দিওঁ। ল'ৰা মানুহে কথা-বতৰা নুবুজে।" পূৰ্ণিমাই কান্দোন ৰখিব নোৱাৰি আধা-ভঙা সুৰেৰে ক'লে, "নালাগে পেইচেঁড, মোক পইছা নালাগে। মই যাওঁ।" মুহূৰ্ততে পূৰ্ণিমা আঁতৰ হ'ল। মৌজাদাৰণীয়ে ভাবিলে পূৰ্ণিমাই দুখতে অন্ন লৈছে, দুখে-কষ্টে দুখৰ লগতে যুঁজি ইমান ডাঙৰ হৈছে, তাই আজি প্ৰেমৰ এনে উদ্ধতালি কথাত বেয়া পালে। তেকা ল'ৰাই দুখীয়া-সুখীয়া অৱস্থালৈ ভাবিবকে নোৱাৰে। তদুপৰি মৌজাদাৰণীয়ে ভাবিলে জানোচা তাইৰ দুখীয়া হুমুনিয়াহ প্ৰেমধৰৰ গাত লাগে। অলপ কথাতে দুখীয়াৰ যে কিমান মৰ্মান্তিক বেজাৰ হয় সুখীয়া অৱস্থাত থাকি তাক কোনে বুজে? ইপিনে প্ৰেমধৰে নিজৰ কুঠৰি সোমাই চকীত বহি ভাবিলে, "ছিঃ, পূৰ্ণিমাৰ আগত এনেভাৱে কৈ বেয়া কৰিলোঁ। বৰক পইছা দিলেহে তাইৰ অভিমানৰ ভালকৈ হোৰ তুলিব পাৰিলোহেঁতেন। লগে লগে নিজৰ মহত্ত্বও বিকাশ হ'লহেঁতেন।" প্ৰেমধৰে নিজৰ আচৰণত লাজ পালে। সি সিকিটো দিয়াই ভাল বুলি ততাতৈয়াকৈ শোৱা-পাটীৰ নিহালী গুচাই সিকিটো হাতত লৈ আকৌ আয়েকৰ কাষ পাই ধৰক আইতা, এইটো সিকি বুলি সিকিটো আগবঢ়ালে।

"এতিয়া আনিছ, তইঁত পঢ়ি-শুনি বলিয়াহে হ'ব। দুখীয়াৰ আগত তেনেভাৱে কথা কয়নে? সিদিনা অম্বিক তেনেকৈ কৈছ, আজি পূৰ্ণিমাক এনেকৈ কলি। এইসোপাহে শিকিছনে? দুখীয়াৰ মনত একো আঘাত সৰু কথাই কেনে তীব্ৰ হয় তাক নুবুজ। তাই বেচেৰী কান্দি গ'ল। তইঁত সুখতে বাঢ়িছ। তাইৰ অৱস্থা কি জান?"

প্ৰেমধৰে আয়েকৰ মুখত এনে গভীৰ ভাবৰ কথা শুনি তাতলিকে মূৰ তল কৰি ভাবিব ধৰিলে আৰু অলপ পিছত ক'লে, "আইতা, পূৰ্ণিমাক আপুনি ইমান মৰম কৰে কিয়?"

"কিয় মৰম কৰোঁ?" তাইৰ দুখ-কষ্ট সহিব পৰা

শক্তি নোহি কেনেকৈ মৰম নকৰিবি? প্ৰেম, তাইৰ আমবন ৰাই সঁচাকৈ আচৰিত হ'ব লাগে। কোন ল'ৰা-ছোৱালীয়ে এনে কম বয়সতে নিজে নাথাই কষ্ট কৰি মাক-বাপেকক পুহিছে? কিন্তু যিয়ে নহওক মোৰ মনেৰে হ'লে তাইৰ ভৱিষ্যত বৰ উজ্জ্বল। তাইৰ এতিয়া যেনে দুখ হৈছে বোধ কৰোঁ সময়ত তাইৰ সুখ হ'ব। প্ৰেম, তই আজি বৰ বেয়া কৰিলি। তাই কান্দি ঘৰ পালেগৈ। তেনে দুখীয়া অৱস্থা নহ'লে তাই এনেকৈ খুজিবলৈ নাহে। বাক যা প্ৰেম, তাইক সিকিটো দি আহগৈ।"

পূৰ্ণিমাই কান্দি কোৱা কথাবাৰে প্ৰেমধৰৰ মনত হেন্দোলদোপ লগাইছিল। নিজৰ অহঙ্কাৰ, অভিমান মুহূৰ্তৰ কাৰণে সহানুভূতি আৰু মৰমৰ সোঁতত ভাহি গৈছিল। মাকৰ কথামতে প্ৰেমধৰে "বাৰু দি আহোঁ" বুলি গ'ল। ওবে বাটে প্ৰেমধৰৰ মনত খেলালে দিব পাৰিম সঁচা, কিন্তু তাই জানো ল'ব? যি নহওক সি দি নিজৰ কৰ্তব্য কৰিব। মাজতে ভাবিলে নাই পইছা তাইক নিদি তাইৰ মাকৰ হাতত দিব। ভাবি ভাবি গৈ প্ৰেমধৰে পূৰ্ণিমাইতৰ ঘৰ পালেগৈ। তেতিয়া তাই ঘৰৰ চুকত বহি কান্দি আছিল। এনে সময়ত পূৰ্ণিমাই পদূলিমুখত প্ৰেমধৰে 'পূৰ্ণিমা', 'পূৰ্ণিমা' বুলি মতা শুনিলে। পূৰ্ণিমাই ওলাবনে নোলাব ভাবি থাকোতেই প্ৰেমধৰে বৰ-ঘৰৰ দুৱাৰমুখ পালেহি।

পূৰ্ণিমাই ক'লে, "ককাইদেউ আহিছে, আহক"।

"পূৰ্ণিমা, মই কিয় আহিছো জান?"

"কিয়?"

"মই কাইলৈ গুৱাহাটীলৈ যাম।"

"কাইলৈ যাব?"

"এৰা, এইবাৰ বহুদিন পঢ়াত হানি হ'ল।"

"আৰু কেতিয়া আহিব ককাইদেউ?"

"বন্ধ হ'লেহে আহিব পাৰো। চাওঁচোন কেতিয়া সুবিধা হয়। বাৰু কচোন পূৰ্ণিমা, সিদিনাৰ পৰা তই মোক খং কৰিয়ে আছ কিয়?"

"মই খং কৰি আছো নে আপুনি খং কৰি আছে ককাইদেউ? আপোনাক সিদিনা মই তেনেকৈ কৈ বৰ বেয়া কৰিছো!"

"তই বেয়া কৰাতকৈ মিছা কথা কিয় কৈছিলি পূৰ্ণিমা? তোৰ মিছা কথা শুনিয়েহে মোৰ বৰ খং উঠিছিল। কিন্তু পিছত মই বৰ বেয়া কৰিলো। বাৰু সেইবোৰ থ'ক; মইতো কাইলৈ যামেই। যোৱাৰ আগেয়ে তোৰ খং মুখ, চকুৰ পানী চাই যাবলৈ ইচ্ছা হোৱা নাই। পূৰ্ণিমা, তই সঁচাকৈ ভাব নে যে মই তোক মৰম নকৰো?"

পূৰ্ণিমা নিমাত হৈ ৰ'ল। প্ৰেমধৰে ক'লে, "পূৰ্ণিমা বুজিছ, ভুল বুজিছ।"

"ককাইদেউ, আপুনি মোক মৰম নকৰিব কিয়?"

"ক'তা, মই যদি তোক মৰম কৰোঁ তেন্তে তই সিকিটো খোজোতে মই নিদি কন্দুৱাই খেদালো কিয়? পূৰ্ণিমা, মই ভুল কৰিছো। হোঁ এই সিকিটো ল। নলৈ আৰু মোক কষ্ট নিদিবি। মোৰ মনত যে কেনে উখল-মাখল ভাববোৰ আহিছে। মোক ভুল নুবুজিবি।"

প্ৰেমধৰে হিয়া উদঙাই কোৱা কথাত পূৰ্ণিমাৰ হিয়া পমি গ'ল। পূৰ্ণিমাই আৰু একো বইচ-বাইচ নকৰি সিকিটো লৈ প্ৰেমধৰক ক'লে, "ককাইদেউ আপুনি দিয়া-খোৱাৰ কাৰণে ইমান ভাবিছে কিয়?" পূৰ্ণিমাই সিকিটো লোৱাৰে লগে লগে প্ৰেমধৰৰ গধুৰ মন পাতলিল। সি যেন সকলো দুখ-কষ্টৰ মেটমৰা ভাৰখন ক'ৰবাত থৈ শান্তিৰ জুৰ বতাহ পালে। তাৰ পিছত প্ৰেমধৰে সুধিলে, "পূৰ্ণিমা, কাইলৈ যামেই। আয়েৰ ক'ত আছে? এবাৰ মাত দি যাওঁ।"

"বোধ কৰোঁ ককাইদেউ, আইতা আৰু সৰহদিন নাথাকে। তাতে দেউতাই কানি ভাঙৰ বাগীত যেতিয়াই যিহেৰে পায় মাৰে। কানি, ভাং খাবলৈ পইছা নাপালেই ঘৰত খলক লগায়। আইতাই বাৰু গোৱা-পাটীত পৰিয়ে ক'ত সদায় পইছা পায়? তাতে আকৌ আগৰ পৰা খোৱা সাঁচতীয়া ধনো নাই যে সদায় তেওঁৰ কানি-ভাঙৰ যোগান ধৰিব পাৰে।"

প্ৰেমধৰে পূৰ্ণিমাৰ মধুৰ মুখত মাতৃভক্তিৰ আদৰ্শৰ কথা শুনি তন্ময় হৈ চায়ে থাকিল। পূৰ্ণিমাই আকৌ ক'লে, "কিনো ক'ব ককাইদেউ, দেউতাক সমুলি দোষ দিব নোৱাৰি। তেওঁ ইমান দিন সেই সোপা খাই খাই এতিয়া নাখালেই বতিয়াই-উকিয়াই সৰ্বনাশ হয়। কিন্তু যিয়ে নহওক বিপদত অলপ ধৈৰ্য্য ধৰি নাথাকিলে

যা কাম নকৰিলে উপায় আছে জানো? মৰা কিলোৱাখন কৰি যে হাই-উৰুমি বেছিহে কৰে তাৰ পৰা অভাৱ ক'ত গুচে?"

(১৫)

প্ৰেমধৰে পূৰ্ণিমাৰ নিচিনা সেই ছোৱালীজনীৰ মুখত বুঢ়ীৰ নিচিনা ধীৰ অথচ ভাৱপূৰ্ণ কথা শুনি আচৰিত হ'ল। অলপ পিছতে ক'লে, "বল পূৰ্ণিমা, আয়েৰক চাওঁগৈ।" ততালিকে দুয়ো উঠি আয়েকৰ ওচৰলৈ গ'ল। আয়েকে পূৰ্ণিমাক পইছাৰ কাৰণে পঠিয়াই শোৱা-পাটীত কেঁকাই কেঁকাই অলপ টোপনি গৈছিল। পূৰ্ণিমাই কেতিয়া উভতি আহি চুকত মনে মনে কান্দি আছিল আয়েকে ক'ব নোৱাৰিছিল। পূৰ্ণিমায়ো পইছা নোপোৱা বেজাৰত আয়েকে সেই কথাৰ সম্ভেদ পালে যে পইছা নোপোৱা বেজাৰত আৰু দোকানীৰ ঘৈণীয়েকৰ ভয়ত মৰ্মান্তিক হ'ব, সেই কথা ভাবি আয়েকক মাতি একো কোৱা নাছিল। এতিয়া তাই মাতিলত আয়েকে সুধিলে, "পইছা পালি পূৰ্ণিমা?"

"পালো আইতা।"

"যা দি আহগৈ। আগলৈ লাগে যদি নোখোৱাকৈ লঘোনে থাকিবি কিন্তু তাইৰ পৰা কালিয়নে নানিবি মোৰ আই।"

"প্ৰেম ককাইদেউ আহিছে আইতা।"

আয়েক চকু মেলি প্ৰেমক আগত দেখি ক'লে, "প্ৰেম, আৰু কি চাবি? মোৰ অৱস্থা বৰ বেয়া হৈ আহিছে। তাতে ঘৰখনত শান্তি নাই। বাচা, যিমান দিনৰ পৰা শহুৰী খাটিলো সুখ বোলা বস্তু নাপালো। কত দিন নিশা উজাগৰে কটালো,কত দিন ৰাতি লঘোনে গ'ল তাৰ নিৰ্ণয় নাই। সেইবোৰ যি নহওক এতিয়া এই নৰিয়াই সৰ্বনাশ কৰে দেখিছো। গোটেই শৰীৰতে বিষ।"

"আপুনি সকলে পৰা কৰা কষ্টৰ কাৰণে এনে হৈছে। এতিয়া কিবা ভাল মৰক-জাতি খাওক।"

"ইমান বিকিলাক পাইছো খাইছোৱে। মোৰ বিয়ে নহওক সেইটোলৈ. সিমান চিন্তা নাই, কিন্তু মৰাৰ আগেয়ে ছোৱালীজনীক এঠাইত গঁতাই যাব পাৰিলে হ'লহেঁতেন। বোধ কৰো সেইটোও নকলিব। দুখীয়া তিকহুৰ ছোৱালী কোনে ধৰিব? ধৰিলেও কিহেৰে মই বিয়া দিম? ছোৱালীও ডাঙৰ হৈ আহিল। কাণেকাল মন-কাণেই নাই।" এই বুলি কৈয়ে কথমপি হাতখন চকুৰ কাষলৈ আনি চকুৰ পানী মচিব ধৰিলে।

"আপুনি সেইবোৰ ভাবি-চিন্তি আৰু অস্থিৰ নহ'ব। ঈশ্বৰে সকলোৰে দিহা কৰি থৈছে।"

"জানো ক'ব নোৱাৰো তাইৰ কপালত কি আছে। প্ৰেম, তাইৰ বিয়াখন চাই যাব পাৰিলেও শান্তিত মৰিব পাৰিলোহেঁতেন।"

পূৰ্ণিমাৰ মাকৰ কথা শুনি প্ৰেমধৰে ক'লে, "ঈশ্বৰে কৰিলে ফলিয়াবও পাৰে। আৰু এতিয়া মই যাওঁ, কাইলৈ গুৱাহাটীলৈ যাম। পলম হ'লেই। আইতাই বোধ কৰো ভাত-পানী ৰান্ধি থৈ আছে।"

"যাক যা বাচা। আৰু বা তোক দেখা পাওঁ নে নেপাওঁ। দেহাৰ একো থানথিত নোহোৱা হৈছে। আৰু কেতিয়া আহিবি?

"প্ৰায় দুমাহ-তিনিমাহ পিছত।"

"যা প্ৰেম, কিন্তু যোৱাৰ অলপ আগতে কিজানি আৰু তোৰ আগত কথা ক'বলৈ নাপাওঁৱেই। তোৰ আইয়ে আমাৰ ঘৰক মৰম-দয়াৰ চকুৰে চায়। কোনো দিনাও তেওঁৰ ওচৰত লাগে বুলি এবিধো বস্তু নোপোৱাকৈ থকা নাই। তইঁতেও এই ছোৱালীজনীক দয়া-মৰম কৰিবি। দেউতাক কানীয়া-ভাঙুৱা মানুহ। সংসাৰ বুলিলেও তেওঁৰ সেইবিলাকলৈ মন-কাণ নাই। প্ৰেম, তইঁতক এই ছোৱালীজনী গঁতালো। চোৱা-চিতা কৰিবি। তাইৰ দুখৰ সময়ত অলপ পুতৌ কৰিবি।"

"সেইটো ক'ব লাগেনে?"

"অ প্ৰেম। সংসাৰত আৰু মোৰ একো হাবিলাষ নাছিল। পূৰ্ণিমাৰ মায়া এৰিব পাৰিলেই মই চকু মুদিব পাৰো। সেইটো আশা নকলিছে। তইঁতকে আই-বোপা বুলি তাইক গঁতালো। যদি মই মৰো এঠাইত ভাল চাই পাৰিবি।" প্ৰেমধৰে আৰু মাতিব নোৱাৰিলে। পূৰ্ণিমাই লাজ পা.২ আগেয়ে তাৰপৰা আঁতৰ হৈছিল। প্ৰেমধৰেও অলপপৰ থৈ "আহিলো, আপুনি চিন্তা নকৰিব, আপুনি

ভাল হ'ব।" বুলি কৈ বাহিৰলৈ আহি পূৰ্ণিমাক লগ ধৰি "যাওঁ পূৰ্ণিমা, কাইলৈ ৰাতিপুৱাই যাম," বুলি ক'লে। পূৰ্ণিমাই প্ৰেমধৰৰ পিনে চাই ৰ'ল।

প্ৰেমধৰে ক'লে, "চাই বলি যে; আহোঁ।"

পূৰ্ণিমাই তেতিয়াও চায়েই ৰ'ল। তাৰ পিছত তাইৰ দুধাৰি চকুলো জৰজৰকৈ পৰিল। কোনে ক'ব এয়া আনন্দৰ নে বিষাদৰ চকুলো।

প্ৰেমধৰে তাইৰ চকুপানী দেখি "পূৰ্ণিমা, মই অলপতে আহিম। তই নাকান্দিবি" বুলি তাইৰ বাঙলী গালৰ পৰা চকুপানী মুচি ক'লে, "পূৰ্ণিমা তোক যে সিদিনা কৈছিলো তই নাপাহৰিবি। মোলৈ হাতে-কটা সূতাৰ কাপোৰ দি পঠিয়াবি।" তাৰ পিছত প্ৰেমধৰে লাহেকৈ ক'লে, "পূৰ্ণিমা, সোণৰ আঙুঠিটো পিন্ধ।"

পূৰ্ণিমাই এইবাৰ নামাতি নোৱাৰিলে, "ক্ষমা কৰিব ককাইদেউ।"

প্ৰেমধৰে আৰু দুনাই সেই সম্বন্ধে ক'বলৈ সাহ নকৰিলে জানোচা যদৰ পৰত আকৌ কিবা আও কথা-বতৰা হয়।

"তেন্তে তোৰ ইচ্ছাৰে কাম হ'ক" বুলি প্ৰেমধৰ মুহূৰ্ততে আঁতৰ হ'ল। সি চিৰকাললৈ পাহৰিব নোৱৰা সেই বিচ্ছেদৰ সময়ত জ্বলি উঠা পূৰ্ণিমাৰ এখনি সুন্দৰ ছবি মনত আঁকি ঘৰ পালেগৈ।

(১৬)

গুৱাহাটী নগৰৰ পৰা সাত মাইল দূৰৈত থকা বিতোপন বশিষ্ঠাশ্ৰমত সকলোৰে মন-প্ৰাণ শীতল হয়। তীৰ্থযাত্ৰীয়ে দুখ ভাগৰ সকলো পাহৰি সন্ধ্যা, ললিতা, কান্তা তিনিওবো সুৰৰ মনোহৰ ধ্বনি শুনি আনন্দত মতলীয়া হয়। সেই বশিষ্ঠাশ্ৰমলৈ সদায় ভালেমান যাত্ৰী অহা-যোৱা কৰেই। প্ৰফেছাৰে সপৰিয়ালে আজি ভালেকৈ যাবলৈ মন মেলিছে। ৰাতিপুৱা কাৰ্তিকেও প্ৰফেছাৰৰ দুৱাৰমুখ পোৱাত হেমই ক'লে, "কাৰ্তিক ককাইদেউ, বশিষ্ঠলৈ যাব।"

"এই ৰাতিপুৱা ?"

"এৰা, ৰাতিপুৱাতে গ'লে সোনকালে বশিষ্ঠ পামগৈ। কাৰ্তিক ককাইদেউ, বশিষ্ঠলৈ আপুনি আৰু কেতিয়াবা গৈছেনে ?"

"গৈছো। বছৰে কেইবাৰ যাওঁ তাৰ নিৰ্ণয় নাই।"

"বাৰু আজিও বলক। আমি গাড়ীৰে যাম।" ভিতৰৰ পৰা প্ৰফেছাৰণীয়ে ক'লে, "কাৰ্তিক যাবা জানো ?"

কাৰ্তিকে ক'লে, "যাবলৈ ইচ্ছা আছিল, কিন্তু"

হেমই সুধিলে, "কিন্তু কি? আপুনি যাবই লাগিব। আইতা, কাৰ্তিক ককাইদেৱে যাব বুলি এতিয়া ফাকি বিচাৰিব ধৰিছে চাওক।"

কাৰ্তিকে হাঁহি মাৰি প্ৰফেছাৰৰ পিনে চাই ক'লে, "চাওক আপোনাৰ হেমৰ বুদ্ধি কেনে চোকা। হেম, মই বশিষ্ঠলৈ যাব পাৰিম, কিন্তু গা ধুব নোৱাৰিম।"

প্ৰফেছাৰণীয়ে ক'লে, "বাৰু সেইটো পিছত বুজিম, যোৱা যদি ওলোৱা।"

"এপিনে গুৰুপত্নীৰ আদেশ, আনপিনে হেমৰ প্ৰাৰ্থনা। নগ'লে ভাল পাব জানো ? "বাৰু বলক।"

প্ৰফেছাৰে ক'লে, "নোযোৱা যদি থাকা।"

"নাই যামেই বলক। তাতে আপোনাৰ ৱাৰ্ডছৱৰ্থৰ অলপ সোৱাদ লম। কি কয় ?"

আটাইকেউজন গাড়ীত উঠিল। বেলি ন মান বজাত বশিষ্ঠাশ্ৰম পালেগৈ। বশিষ্ঠৰ শীতল বতাহত প্ৰফেছাৰে আনন্দ পাই ক'লে, "চোৱা কাৰ্তিক, প্ৰকৃতিৰ নীৰৱতা কেনে মনোৰম !"

"আপুনি কবিতা নেলেখিলেও দেখিছো ভিতৰে ভিতৰে কবি।"

"কাৰ্তিক ! কবিতা সকলোৰে মনত অলপ-অচৰপ আছে। তোমাৰ মনতো যে নাই সেইটো নাভাবিবা। কেৱল সুবিধা আৰু ব্যক্ত কৰিব পৰা শক্তি পালেই মনত উদয় হোৱা কবিতাৰ সোঁত আপোনা-আপুনি বৈ আহে। বাৰু যাওক সেইবোৰ কথা হেমইতৰ আগত নেপাতো। সকলোৱে বুজা কথাকে কোৱা যাওক। হেম, মন্দিৰটো কেনে ?"

"ভাল দেউতা। কিন্তু মই পানীৰ হৰ্ হৰ্ শব্দটোহে ভাল পাইছো। দেউতা, সেইটো শিললৈ চাওকচোন কেনেকৈ পানীবোৰ পৰিব ধৰিছে। মই সেইটো শিলৰ তলতে গা ধুম। আইতা, তুমিও ধুবা।"

মই আত পানীৰ সোঁত বৰ জোৰাল। যোধ কৰোঁ অলপ গভীৰো। অলপ পিছতে চাকৰে সকলো খোৱা সম্ভাৰ আৰু বন্ধা-বঢ়াৰ সঁজুলি লৈ ওলালহি।

প্ৰফেছাৰে ক'লে, "শিলৰ কাষতে ঠাই ভাল কৰ। হেম, গা ধো, মাৰেও গা তিয়াওঁক। কাৰ্তিক, বলা অৰুন্ধতী চাবলৈ যাওঁ।"

হেমই ক'লে, "দেউতা, আমিও চাবলৈ যাম।"

"তালৈ যোৱা অলপ অসুবিধা। মাকু গা ধোঁ। খাই বৈ পিছতহে যাম।"

কাৰ্তিকে ক'লে, "সেয়ে হ'ব। মই সৌপিনৰ পৰা খৰি লুৰি আনোগে।"

হেমই ক'লে, "কাৰ্তিক কলাইদেউ, আপুনি খৰি লুৰিবলৈ যাব নালাগে। সৌৱা নিভাৰ্থই খৰি আনিব।"

"সেইটোলৈ ভাবিব নালাগে। তুমি গা ধোৱা। মই এতিয়াই আহিম।" এই বুলি কৈয়ে কাৰ্তিকে নিভাৰ্থক মাতি ক'লে, "নিভাৰ্থ আহা আপোনাৰ খৰি লৈ আহোঁ।" নিভাৰ্থই. হাতকটাৰীখন লৈ ওলাল। আনজন চাকৰে ঠাই ভাল কৰিব ধৰিলে। হাবিৰ মাজ পায়েই কাৰ্তিকৰ মনত পৰিল সেই খৰি নিয়া মিকিৰণীৰ কথা, তাইৰ মনোহৰ গঠন আৰু সহজ-সৰল ভাষা। কাৰ্তিকে আপোনা-আপুনি হাঁহিলে। নিভাৰ্থই ক'লে, "আপুনি দেখোন হাঁহিলে ?" কাৰ্তিকে নামাতিলে। দুয়ো খৰি বিচাৰি বিচাৰি কেইডালমান খৰি গোটাই লৈ ভাল কৰা ঠাইলৈ উলটিব ধৰিছে। ইপিনে প্ৰফেছাৰণীৰ কথা নুশুনিও হেমই সেই শিলৰপৰা হুৰু হৰ্ শব্দ কৰি টোৰে ওফন্দি পৰা পানীত গা ধুবলৈ নামিছে। হঠাৎ হেমই ভৰি পিয়া শিলৰপৰা পিছলি ততালিকে তল পালে। পানী গভীৰ আছিল সকলো যাত্ৰীয়ে 'পৰিল', 'পৰিল' কৈ উঠিল। কাৰ্তিকেও 'পৰিল', 'পৰিল' শব্দ শুনি চৌদিশে চালে। দূৰৈত দেখা পালে হেমৰ চুলি পানীত ওপঙিব ধৰিছে। ততালিকে খৰি এৰি লৰ মাৰিলে। কিন্তু কাৰ্তিকে গৈ নৌ-পাওঁতেই দেখিলে এজন গোটেই গাত কম্বল ভৰি থকা মানুহে ততালিকে বায়ু বেগেৰে লৰি আহি হেমক তুলিলে। হেমই অলপ-অচৰপ পানী খোৱাৰ কাৰণে উশাহ-নিশাহ ল'ব নোৱাৰি উকমুকনি লাগিছিল। এনেতে কাৰ্তিকেও আহি ওচৰ পাই "হেম, কেনেকৈ পৰিলা ?" বুলি হেমৰ মুখ নিজৰ আঁঠুত ল'লে। সেই কম্বলধাৰী যুৱকজন অলপপৰ থিৰ হৈ থাকিল। কাৰ্তিকে ক'লে, "জয় তোমাক 'বলিয়া', 'বলিয়া' বুলি সকলোৱে কয়, কিন্তু তুমি বলিয়া হ'লেও আজি ভাল জ্ঞানী মানুহতকৈও বেছি কাম কৰিলা।" প্ৰফেছাৰ-প্ৰফেছাৰণীৰেও সেই সময়ত সেইখিনি পাইছিলগৈ। জেওঁলোকৰ অলপ পলম হোৱাৰ কাৰণ প্ৰফেছাৰে জেতিয়া মন্দিৰটো ঘূৰি চাব ধৰিছিল। আৰু প্ৰফেছাৰণীয়ে গা তিয়াবলৈ কাপোৰ সলাব ধৰি কাপোৰ আধাপিন্ধাকৈ এৰি আহিব নোৱাৰিছিল। যি নহওক দুয়ো জয় বলিয়াই হেমক তোলা নিজৰৰ পৰা দেখিছিল।

প্ৰফেছাৰে কৈছিল, "জয়, তোমাক সকলোৱে বলিয়া বুলি ইতিকিং কৰিলেও আজি দেখিছোঁ তুমি আচৰিত কাম কৰিলা।" প্ৰফেছাৰণীয়ে ক'লে, "এই বলিয়াটোকে সিদিনা নিভাৰ্থ আৰু আন্ধাৰুৱে জোকাইছিল নহয়।"

"এৰা, ইয়াকে। কিন্তু আজি ই নোহোৱা হ'লে তোমাৰ হেম গৈছিল। হেম, অলপো সুস্থিৰ হৈ থাকিবকে নোৱাৰ।"

মাকে ক'লে, "এনে অথাইতং ছোৱালী। মোক কাপোৰযোৰ সলাবলৈ তত্ নিদি এইখিনি পালেহি। যেতিয়া যি ইচ্ছা যায় তাকে কৰিহে এৰিব। আমি ইয়াত গা ধুবলৈ হাক দিম বুলি আগেয়েই লৰ মাৰিলে। এতিয়া মজাপালি পালে।"

প্ৰফেছাৰে লাহেকৈ জয়ৰ ওচৰ চাপি জয়ক ক'লে, "তুমি কিবা খাবা জানো ?"

জয়ে প্ৰফেছাৰৰ কথাৰ একো উত্তৰ নিদি হাঃ হাঃ কৈ হাঁহি মাৰিলে।

প্ৰফেছাৰে এনেতে মাত লগালে, "নিভাৰ্থ, সেই যে সন্দেশ আৰু মালভোগ কল আনিছ অলপ লৈ আহি ইয়াক দেচোন।" নিভাৰ্থই আনিব ধৰোঁতে জয়ে আকৌ আগৰ দৰে হাঁহি মাৰি এইবাৰ মন্দিৰমুৱা হৈ লৰ মাৰিলে। সিদিনা জয় বলিয়াই কি মন কৰি বলিচলৈ গৈছিল ক'ব নোৱাৰোঁ। সি প্ৰায়ে তালৈকে যায়নে ? যি হওক সি জেনেভাৱে লৰি যোৱা দেখি

প্ৰফেছাৰে ক'লে, "চোৱা কাৰ্তিক ঈশ্বৰৰ ইচ্ছা কেনে? কেতিয়াবা বাটৰ বলিয়াৰ দ্বাৰাও একোটা একোটা আচৰিত কাম কৰায়।" কাৰ্তিকে ইমানপৰে নামাতি আছিল। প্ৰফেছাৰে যি সময়ত জয় বলিয়াৰ ওচৰত হিয়া উদঙাই কৃতজ্ঞতা প্ৰকাশ কৰিছিল সেই সময়ত কাৰ্তিকে ভাবিছিল মুহূৰ্তেক আগেয়ে মই আহি হেমক তুলিব পৰা হ'লে কেনে আনন্দ উপভোগ কৰিব পাৰিলোহেঁতেন। কাৰ্তিকে নিজৰ স্বাৰ্থৰ কাৰণে এনেকৈ ভাবিছিল বুলি সঠিককৈ ক'ব নোৱাৰি, কিয়নো সকলে পৰা কাৰ্তিক নিজৰ কথা ভবাতকৈ আনৰ কথা ভাবি বেছি সুখ পায় কিন্তু কাৰ্তিকে কিয় তেনেকৈ ভাবিছিল তাৰো কাৰণ পোৱা দুৰূহ।

প্ৰফেছাৰে এনেতে ক'লে, "সৌৱা চোৱা বলিয়াটো আকৌ এইপিনে লৰি আহিছে। সকলোৰে প্ৰফেছাৰে আঙুলিয়া পিনে চালে। দেখিলে মুহূৰ্ততে জয় বলিয়া আকৌ প্ৰফেছাৰৰ কাষ পালেহি আৰু চিঞৰি ক'লে, "আজি আৰু কালি"।

প্ৰফেছাৰে ক'লে, "কি আজি আৰু কালি। বাৰু ৰহাচোন মই কিবা অলপ-অচৰপ খাবলৈ দিওঁ।" কাৰ্তিকে এনেতে ক'লে, "সি সদায় এই দুষাৰ কথা কৈয়ে থাকে।"

জয় বলিয়াই আকৌ হাঁহিলে আৰু মুহূৰ্ততে হেমৰ কাষ পাই, "ভাল পাইছানে" বুলি সুধিলে।

হেমাই ক'লে, "পাইছো, তুমি মোৰ কাৰত বহা।"

জয় বলিয়াই ক'ব নোৱাৰোঁ সেই সময়ত কি ভাবি ততালিকে বহিল আৰু অলপপৰ বৈ হঠাৎ কাৰ্তিকক এটা ঠেলা মাৰি হেমক বোকোচাত তুলি ল'লে আৰু মুহূৰ্ততে লৰ মাৰিলে। সকলোৰে চাই অবাক হ'ল। প্ৰফেছাৰে ক'লে, "বলিয়াটোৱে এতিয়া কি কৰে ? ক'ৰবাৰ শিলত পেলাই সৰ্বনাশ কৰে যেন দেখিছো। নিভাৰ্বা, লৰি ছোৱালীজনী আন।" নিভাৰ্বাই লৰ মাৰিলে, কাৰ্তিকো লৰিল। দুয়ো গৈ বলিয়াৰ ওচৰ পায়ো কোনোমতে হেমক বোকোচাৰ পৰা আনিব নোৱাৰিলে। জয় বলিয়াই গোটেই মন্দিৰটোৰ চাৰিওফালে ঘূৰি আকৌ ভাত খোৱা ঠাইত হেমক থলে। হেমাই প্ৰফেছাৰক ক'লে, "দেউতা চাওক, মোক গোটেই মন্দিৰটো দেখুৱালে।" জয়ে আকৌ হাঁহিলে আৰু ততালিকে ক'লে সেই "আজি আৰু কালি।"

প্ৰফেছাৰণীয়ে এই সময়তে ততালিকে সন্দেশ আৰু মালভোগ কল আগত উলিয়াই দিলে। সি হাঁহিয়ে থাকিল, নাখালে। হেমাই এবাৰ ক'লে, "খোৱা"। জয়ে খাব ধৰিলে। অলপ খায়ে আকৌ ক'ৰবালৈ লৰ মাৰিলে। যি নহওক প্ৰফেছাৰে সেইদিনা ৰং-ধেমালি সুখ-দুখৰ মাজেৰে দিনটো কটালে। কিন্তু কাৰ্তিকে হ'লে সেইদিনা চেষ্টা কৰিও মনৰ আনন্দ ওভোতাই আনিব নোৱাৰিলে। কাৰ্তিকৰ মন সেইদিনা অজানা বিষাদে আগুৰি পেলাইছিল, মুখত যি কাৰণেই নহওক প্ৰফুল্লতাৰ লেশ অলপো নাছিল। সন্ধিয়া সময়ত আটাইকেইজন গুৱাহাটী পালেহি। প্ৰফেছাৰৰ ঘৰৰ ওচৰ পোৱাত হেমাই ক'লে, "কাৰ্তিক ককাইদেউ, সেই বলিয়াটোক গাড়ীত আনিব পৰা হ'লে।" কাৰ্তিকে গম্ভীৰ মুখেৰে ক'লে, "খোৱা খোৱা বলিয়াৰ নো কথা আৰু কিমান কোৱা।" প্ৰফেছাৰৰ পদূলিত গাড়ী ৰ'ল। আটাইকেইজন নামিল। প্ৰফেছাৰৰ পৰিয়াল ঘৰ সোমাল। কাৰ্তিকে বাটতে মেলানি মাগি নিজৰ ঘৰলৈ খোজ ল'লে।

(১৭)

পৰ্বতৰ কাষত থকা খাননি পথাৰৰ মাজেদি চম্পাই সুন্দৰ মুকলিমূৰীয়াভাৱে গীত গাই আহিছে। লগত কেও নাই। চম্পাই পিঠিত এবোজা খৰি লৈ নগৰৰ পিনে খোজ লৈছে। লাহে লাহে আহি কেইজনমান বঙালী মানুহৰ কাষ পাই 'খৰি লবি' বুলি চিঞৰিলে। ভিতৰৰ পৰা মাত লগালে, "আন"। খৰি লৈ চম্পা ভিতৰ সোমাল। বঙালীকেইজনে খৰি বাছিলে, চম্পা ওলাই আহিল। অৱশিষ্ট বঙালীকেইজনে কিবা ষিষিং-বিবিংকৈ ক'লে। চম্পাই দূৰ পথাৰ পালেগৈ। এনেতে নাহৰে এভাৰ খৰি লৈ আনপিনৰ পৰা আহিব ধৰিছে। নাহৰে ক'লে, "চম্পা, খৰি বেচি আহিলি ?"

"আহিলোঁতো"।

"বল মোৰ ভাৰ খৰিও বেচি আহোঁগৈ।"

"নাই এতিয়া নাযাওঁ ঐ। ঘৰত কাম আছে।"

"বল বল। ঘৰতনো তোৰ কাম কেতিয়া গুচে ঐ? তই দেখো কামৰে মাক-বাপেক ?"

চম্পাই হাঁহি মাৰিলে। অলপ পিছতে আকৌ চম্পাই গম্ভীৰ হৈ ক'লে, "নাহৰ এটা কথা শুনিছ ?"

"কি ?"

"আমি ইয়াৰপৰা যাম নহয়।"

"কলৈ ?"

"সৌ শৰণীয়া পৰ্বতলৈ।"

"কিয় ?"

"ইয়াত হেনো বোপায়ে মাটিডোখৰ বন্ধকত থৈছিল। এতিয়া টকা দিব নোৱৰাত মাটি-বাৰী সকলো গাঁওবুঢ়াই নিলে। মাটি-বাৰী নহ'লে আমি কেনেকৈ থাকোঁ ? নাহৰে নামাতি ৰ'ল। অলপ পিছত চম্পাই ক'লে, "শৰণীয়া পৰ্বতলৈ যোৱাতো সিমান বেয়া লগা নাই। এই ধাননি পথাৰখন যে এৰি যাব লাগিব।" নাহৰে ক'লে, "এৰা এই ধাননিতে সৰুৰেপৰা ৰং-ধেমালি কৰি ডাঙৰ-দীঘল হৈছোঁ। এই ধাননি পথাৰখন আমাৰ বৰ মৰমৰ বস্তু আছিল।"

"বোপায়ে কালি ৰাতি ইয়াৰ কথা কৈ কৈ কান্দিছে নাহৰ। বাৰু নাহৰ, আমি শৰণীয়া পৰ্বতলৈ গ'লে তই যাবি ?"

"নাযাম কিয়।"

"সদায় যাবি দেই। তই আমালৈ সৌ গছডালৰ জামু নিবি।"

"নিম কিন্তু তই মই গ'লেও তামোল দিবলৈ নাপাহৰিবি ?"

"কিয়নো পাহৰিম ? শুন নাহৰ, তই যেতিয়া খৰি ভাৰ লৈ সেইপিনে যাবি, মোকো মাত দিবি দেই।"

"বাৰু, যেতিয়াৰ কথা তেতিয়া হ'ব। এতিয়া বল আকৌ খৰি লৈ যাওঁ।" চম্পাই নিজৰ কাপোৰখন অলপ ভালকৈ লৈ, "তই নেৰ যেতিয়া বাৰু বল।" এইবুলি নাহৰৰ পিছে পিছে খোজ ল'লে। বাটত সিহঁতে নানা তৰহৰ কথা পাতিছিল। এবাৰ নাহৰে সুধিলে, "চম্পা, তোৰ বিয়াৰ কি ঠিক কৰিছে।"

চম্পাই লাজ কৰি একোকে নামাতিলে। নাহৰে ক'লে, "বাজত দেখো ঐ। মাক-বাপেৰে কিবা জোৰা-মেলা কৰা নাইনে ?" চম্পাই সেই কথা এৰি তত্তালিকে নাহৰক ক'লে, "সৌজন কোন দেখিছ ?"

"কোনজন ?"

"সৌৱা যে চলং-পলংকৈ আহিব ধৰিছে।"

"জানো কোনোবাই লাওপানী পি আহিছে হ'বলা।"

"এৰা। সেইটো মানুহক আমি কেতিয়াবা খৰি যোচো।"

এনে সময়ত কাৰ্তিকে দেওবাৰ পাই সেইপিনে ঘূৰিবলৈ গৈছিল। কাৰ্তিকে সকলো অজানতে তেনেকৈ ঘূৰে। গুচৰ পোৱাত তত্তালিকে সি ক'লে, "ক'তা অ, তই আজিকালি খৰি দিনিয় কিয় ?"

চম্পাই ক'লে, "সেইপিনে যাবকে পৰা নাই। আমি আজিকালি ধান কটাতে লাগি আছো।"

নাহৰৰ পিনে চাই কাৰ্তিকে ক'লে, "তই খৰি আমাৰ তালৈ নিবি জানো ?"

"নাই মোৰ খৰিৰ আগেয়ে পইচা দিছে।"

কাৰ্তিকে অলপপৰ নামাতি থাকিল। চম্পা আৰু নাহৰে খোজ ল'লে। হঠাৎ কাৰ্তিকে কিবা ভাবি পিছফালৰ চম্পাক মাত দিলে, "শুন শুন তোৰ নামটো পাহৰিলোঁ। সেইদিনা কি বুলি কৈছিলি ?"

চম্পা অলপ ৰ'ল সঁচা, কিন্তু কাৰ্তিকৰ মুখৰ কথা শুনি তত্তালিকে খোজ ল'লে। বিশেষতঃ নাহৰে ক'লে, "আহ্ আহ্ এইবিলাক নগৰীয়া ল'ৰাৰ ওচৰলৈ কোন যায় ?" চম্পা আৰু নাহৰ গ'ল। কাৰ্তিকে অলপপৰ বৈ পিছ দিনৰ মনোহৰ পৰ্বতৰ মনোৰম প্ৰাকৃতিক দৃশ্য, ওপৰত আকাশৰ নানা ৰঙীয়া মেঘৰ নানা তৰহৰ দৃশ্য চাই বিভোৰ হৈ ক'লে, "সুন্দৰ, সকলো দিনে সঁচাকৈ সুন্দৰ।" তাৰ পিছতে কাৰ্তিকে চোলাৰ জেপৰপৰা এখনি কিবা কিতাপ উলিয়াই সেই ধাননি পথাৰৰ ওচৰত এডাল গছৰ তলত বহি পঢ়িবলৈ ধৰিলে।

(১৮)

কালিৰ প্ৰচলন অতীতত গ্ৰীছত, তাৰ পিছত আৰব, পাৰস্য আৰু ১৭০০ খৃষ্টাব্দৰ শেষ ভাগত

মোগল সম্ৰাটৰ দিনত ভাৰতলৈ বাগৰি অহাৰ প্ৰমাণ পোৱা যায়। এই কানি অসমলৈ কেতিয়া আহিলে থিৰাংকৈ ক'ব নোৱাৰি। কিন্তু ১৮০০ খৃষ্টাব্দৰ শেষ ভাগত অসমতো এই কানি ৰজাঘৰ আৰু ডাঙৰ ডাঙৰ বিষয়াসকলৰ মাজত বিলাসিতাৰ বস্তুৰ দৰে ব্যৱহাৰ হৈছিল। লাহে লাহে এই বিষে অসম আগুৰি পেলালে। ১৯২০-২১ চনৰ পিছত কানীয়াৰ সংখ্যা কমিলেও লাহে লাহে কানীয়াৰ সংখ্যা আকৌ বেছিহে হ'ব ধৰিছে। হাজাৰ হাজাৰ পট্টা আৰু গৱৰ্ণমেণ্টৰ বিষয়া হোৱাটো কানি বিষৰ প্ৰচলন নোহোৱা হোৱা আশা কৰিব পৰা হোৱা নাই। এয়া কাৰ দোষ ? যাৰে দোষ নহওক— এই কানিয়ে অসমৰ ওপৰত সৰ্বনাশী অভিশাপ। এই কানীয়া অসমীয়াৰ মাজৰে পূৰ্ণিমাৰ দেউতাক বৈকুণ্ঠও এজন কানীয়া। বৈকুণ্ঠ আৰু কাৰ্তিকৰ দেউতাকে কানিৰ টিকিবা হুঁপি হুঁপি নানা কথা বলকিছে। এবাৰ গদাধৰে ক'লে, "নাই ভাই, তই সাক্ষী হ'ব লাগিব।"

"নাই, নাই, সেইবোৰ মই নোৱাৰো।"

"নোৱাৰিলে কেনেকৈ হ'ব ? এলা-পেচা মোকৰ্দমা নহয়। সেই দলিল বুজিছতো।"

"বুজিছো। কিন্তু কথা হ'লে আওপাকে গৈছে। ককাইদেৱেৰাই যে এইবোৰ এনেয়ে এৰিব, সেইটো মোৰ বোধ হোৱা নাই।"

"আৰু মই হ'বলা এৰিম ? লাগে যদি ফটাকানি, লোটা-বাটি বেচিও হ্যেৰ ভুলিম। সি মৌজাদাৰ এইহে। কিন্তু মই যদি গদাধৰ হওঁ তেন্তে বুজিব, বোলো মইতো আৰু কেঁচুৱা ল'ৰা নহওঁ।"

"এবা কিন্তু লগে-ভাগে থাকিলে ভাল।"

"কেনেকৈ ভালে ভালে থাকিবা? চোৱা আমি দুয়ো একে মা-বাপেকৰ ল'ৰা। সমান ভাগ পাব লাগে নে নালাগে ? কিন্তু ক'তা আজি বেলেগ হ'বৰ পাঁচ বছৰ হ'ল, মাটিখিনি সমানে ভগালে ক'ত ?"

"এবা মৌজাদাৰে সেইটো কি কৰিছে ক'ব নোৱাৰো।"

"কি কৰিব। বোধ কৰো তেওঁ দিলেহেঁতেন, কিন্তু সেই ডাইনীজনীৰ বুদ্ধিতে সকলো এনে হৈছে। চিৰোতা-সেকেৱা মানুহে কি কৰিব নোৱাৰে।"

"তোমালোক ডাঙৰ ডাঙৰ মানুহৰেই এনে, সৰুবিলাকৰতো কথাই নাই।"

এনেতে জন্মি কানীয়াই লাখুটিত ভৰ দি— 'বৈকুণ্ঠ' 'বৈকুণ্ঠ' বুলি মাত দিলে।

পূৰ্ণিমাৰ দেউতাকে ক'লে, "আহা, তোমালৈ বাট চাই আছো।"

"কিয় ?"

"পিছে সিদিনা যে কৈছিলো।" জন্মি লাখুটিত ভৰ দি কাহি কাহি গৈ বহিল। সি বৈকুণ্ঠৰ কথালৈ কাণ নিদি গদাধৰক ক'ব ধৰিলে, "গদাধৰ। তইঁত আমাৰ চকুৰ আগতে মানুহ হ'লি। কিন্তু এদিনো তঁয়াহঁয়া কৰিবলৈ সাহ নাপালি। সিদিনা মৌজাদাৰৰ পুতেকে মোক লগ পাই যিবোৰ ক'লে, এবাৰ ভাবিলো লাখুটিৰে এটা ধনঞ্জয় কোবকে লগাওঁ। পিছে সিহঁতৰ ঘৰ বুলি, তাতে মৌজাদাৰণী আগতে আছিল বুলি একো নকৰিলোঁ। সি দেখিছো বিহগুটিৰ নিচিনা হ'ব।"

গদাধৰে মাত দিলে, "এবা বিহৰ সঁচেই। বিহগুটি নহৈ থাকিবনে ? মৌজাদাৰণী যে সাক্ষাৎ বাঘিনী। তাইৰ বুদ্ধিৰ জোলোঙা, কথাৰ পাক কি বুজিবা ?"

"এবা আগতে হ'লে অলপ শলাগোঁ সঁচা, কিন্তু মনে মনে সদায় শাপিয়ে থাকো।"

গদাধৰে ক'লে, "মানুহৰ ইমান শাপতো তাইৰ একো হোৱা নাই। তাই ডাইনীৰ মন্ত্ৰ জানে। ককাইদেউ হেন মানুহকে"

এনেতে বৈকুণ্ঠই মাত লগালে, "থাক সেইবোৰ কথা পিছতো হ'ম। আগেয়ে কোৱা তোমাৰ পট্টাত তিনি তোলা আফিং কৰি আনিছা আমাক অলপ আৰু ভাগ দিব নে নিদিয়া ?"

জন্মিয়ে ক'লে, "সেইটো নো কেনেকৈ কৰো। উস্ কি দিন হ'ল বোপাই। সকলোৰে জোখ হ'ল, নিবিখ হ'ল।"

গদাধৰে ক'লে, "মোক যদি মাহত আৰু তোলা নিদিয়া মই সমূলি বুৰিলো। মোৰ নামটো কবলৈ লাজ লাগে।"

জন্মিয়ে হাঁহি মাৰি, "এবা, হাজাৰ হ'লেও ডাঙৰ মানুহৰ ল'ৰা। ভত্ৰালিকে নো কানীয়া বুলি কাকাৰত

কেনেকৈ চিনাকি দিম ? বাৰু এটা দিহা কৰিম। কিন্তু –"

"কিন্তু কি ?"

"তোলাত চাৰি টকা কপকৈ দিব লাগিব, অইনত হ'লে বেছিকৈ ধৰিলোহেঁতেন। তোমাকতো আৰু বেছি ধৰিব নোৱাৰো।"

"বাৰু যি লোৱা লবা, নাথাইতো মৰিব নোৱাৰো।"

এনেতে বৈকুণ্ঠই মাত লগালে, "থিনাৰামক নিচিনা জানো ?"

"নিচিওঁ নিচিওঁ। তাক ছটকা কণৰ কথা ক'লো সি বোলে দিব নোৱাৰে; তাক দি লাভ কি ?" বুলিয়েই জম্মিয়ে বৈকুণ্ঠলৈ এটা চকুৰ পাক দিলে। বৈকুণ্ঠই হাঁহি মাৰি, "এৰা তোমাৰ সম্পত্তি যাকে ইচ্ছা কৰা তাকে দিব পাৰা।" বুলি কৈ থলে।

"সি থিনাৰাম মোৰ কাহানিৰ কুটুম ? গদাধৰ বোপাক মই এৰিব পাৰোনে ?

"বাৰু তোৰ পূৰ্ণিমাৰ কি দিহা কৰিলি ? মই কোৱাটো হ'বনে ?"

"যেনে তেনে কিবা কৰিব লাগিবই ? কিন্তু টকাৰ নাটনি।"

"সেইটো ভাবিব নালাগে। তই মুঠতে মান্তি হওঁ বোল। মই সকলো ঠিক কৰিম। গা-ধন অতি কমেও দুকুৰি টকা পাবি। বোলো দিবলগীয়া বস্তু দি পেলা। জঞ্জাল বাখিবলৈ আৱশ্যক নাই। ছোৱালীও ডাঙৰ হৈ আহিছে।"

"চাওঁচোন কি হয়।"

"জম্মিয়ে গদাধৰৰ পিনে চাই ক'লে, "কাৰ্ত্তিক বোপা কেতিয়া আহিব? তাকেই অলপ ভাল যেন পাইছোঁ তাৰ পঢ়াৰ খৰচ-পাতি এতিয়াও ককাইদেৱেৰাই দিয়েনে?"

"সেইখিনি হ'লে এতিয়াও দি আছে। কিন্তু সেইবুলি মইতো মাটিৰ ভাগ এৰিব নোৱাৰো। বাপতীয়া সম্পত্তি এনেয়ে যাবনেকি ?" "কেতিয়াও এৰিব নোৱাৰা। তেওঁ নীলামত কিনি ল'লে বুলি তোমাৰ বস্তু কেনেকৈ বাখিব ?"

"মই নীলাম বুজি নাপাওঁ, নেজানোও। বাৰু তেওঁ যদি নীলামত নিকিনিলেহেঁতেন মোৰ সম্পত্তি আন কোনোবাই কিনিবলৈ সাহ কৰিব পাৰে জানো? কোনোবাই কিনিলেও টাঙোনেৰে ভৰি খোৱা কৰি থলোহেঁতেন। পিছে তেওঁ ডাঙৰ ককাইদেউ বুলিহে ইমানদিন বৈছোঁ। কিন্তু আৰু সময় চাই থাকিলে সৰ্বনাশ হ'ব। কিবা এটা এইবাৰ কৰিমেই।

"এৰা শুভস্য শীঘ্ৰং।"

"চোৱা, তেওঁলোকে কয় কি শুনিছা। মই হেনো মদপী, কানীয়া-ভাঙুৰা। মই হেনো সম্পত্তিবোৰ পালে সকলোবোৰ নষ্ট কৰিম। বঢ়িয়া ফাকটি। কি স্বাৰ্থময় সংসাৰ। আৰু কয় কি জানা ? কাৰ্ত্তিক হেনো পঢ়ি শুনি ভাল মানুহ হ'লে সকলো সম্পত্তি আকৌ ওভতাই দিব। মোক কেঁচা ল'ষ্ম পাইছে। অৰ্থাৎ মনে মনে ভাবে মই মৰিলেই সকলো আপদ গুচিল আৰু যুঁজিবলৈ কেও নাথাকিব, মুঠৰ ওপৰত সহজতে সকলো সম্পত্তি নিজস্ব কৰি ল'ব। কিন্তু ময়ো অলপতে কিবা এটা নকৰাকৈ নেৰিছোঁ। লাগে যদি সম্পত্তিৰ কাৰণে জীৱনে যাব। মই নীলাম, ডিক্ৰী সেইবোৰ নেমানো। "বুদ্ধিৰ্যস্য বলং তস্য।" আৰু বল যত আছে স্বত্বও তাতে আছে। কেৱল তুমি আৰু বৈকুণ্ঠকাই মোৰ সহায় হ'লেই হ'ল।"

জম্মিয়ে ক'লে, "সেইটো ভাবিব নালাগে। কায়া য'ত ছাঁতো তাতেই সেইটোলৈ ভয় কৰিছা কিয় ?"

আকৌ কানিৰ টিকিবা আটাইকেইজনে হুঁপিব ধৰিলে। কানিৰ বাগীত নানা ভৰহৰ মেল পাতি স্বৰ্গ, মৰ্ত্ত্য আৰু নৰকৰ একোজন অধিপতি হৈ কল্পনা ৰাজ্যত ভাবৰ ঢৌত সাঁতুৰিব ধৰিলে।

(১৯)

মৌজাদাৰণীয়ে বহি তামোল কাটিবলৈ ধৰিছে। ওচৰতে মাইকণে বহি গীত গাই আছে। মৌজাদাৰণীয়ে ক'লে, "ঋ গীত গাবি পিছতো খুৰীয়েৰেক মাতি আনগৈ।"

মাইকণে ক'লে, "খুৰীদেউক মাতিবলৈ নেযাওঁ আইতা।"

"কিয় ?"

"সিদিনা খুৰীদেউক কিবা ক'বলৈ গৈছো, এনেতে দদাইদেউ ক'ৰবাৰ পৰা আহি "কিয় আহিছ, কোনে

আহিব দিছে” বুলি নানা তৰহৰ টান কথাৰে যোক তাৰণৰা খেদি দিলে।”

“বাৰু দিয়ক যা। আজিতো দদায়েৰ নাই, থাকিলে নেযাবি। সি কানীয়া-ভঙুৱা মানুহ, মগজুৰ একো ঠিক নাই। যেতিয়াই যি ইচ্ছা তাকে কৰে। খুৰীয়েৰক মনে মনে মাতি আনগৈ।”

মাইকণে আৰু দুনাই একো বাক-বিতণ্ডা নকৰি খুৰীয়েকৰ কাষ পালেগৈ। মাইকণক খুৰীয়েকে দেখা পায়ে ক'লে, “মাইকণ, তেঁতেলি টেঙা খাবি ?”

“কেঁচা জানো ?”

“এৰা, বৰ টেঙা।”

“দিয়া বাৰু।”

খুৰীয়েকে টেঙা আৰু অলপ লোণ আনি মাইকণৰ হাতত দিলে। মাইকণে খাব ধৰিলে। এবাৰ ক'লে, “খুৰীদেউ আইতাই মাতিছে।”

“এতিয়া যাব নোৱাৰোঁ। ক'ৰবাৰ পৰা দদাইদেৱেৰ আহেহে লাগে।” দদাইদেৱেকৰ কথা শুনিয়ে মাইকণে টেঙা-লোণ হাতত লৈ “মই আহোঁ খুৰীদেউ” বুলি ঘৰমুৱা হ'ল। মাইকণ যোৱাত অলপ পলম হোৱা দেখি মৌজাদাৰণীয়ে নিজে আহি “তই আহি টেঙা চুহিব ধৰিছ।” বুলি ক'লে।

নহয় আইতাক মাতিছোঁ।”

খুৰীয়েকে ভিতৰৰ পৰা ক'লে, “কিয়নো বাইদেউ, এতিয়াই আকৌ তেওঁ আহেহে। জানেই নহয় তালৈ যোৱা দেখিলে কি কৰে।”

“ক'তা মই দেখোন সি আজি গুৱাহাটীলৈ যোৱা বুলি শুনিছো।”

“নাই যোৱা, যাবৰ কথাহে আছিল।”

“তেন্তে ভাত ইয়ালৈকে দি পঠাওঁ। মৌজাদাৰে কালি ক'ৰবাৰ পৰা এটা পছ মাৰি আনিছিল” মৌজাদাৰণীয়ে আৰু কিবা ক'ব ধৰোঁতে হঠাৎ গদাধৰে ক'ৰবাৰ পৰা আহি মৌজাদাৰণীক তাতে দেখি ক'লে, “আকৌ বা ইয়াত কিয়? ত'ৰেপৰা বুদ্ধিৰ জোলোঙা মেলি মোৰ সৰ্বনাশ কৰা হোৱা নাই হ'বলা? এতিয়া সৰুবীৰে ভিতৰ সোমাই গদাধৰৰ শ্ৰাদ্ধ কৰিবলৈ আহিছে। বোলো এইদিনে অস্ত্ৰ-যোৱাৰ একো আৱশ্যক নাই।”

মৌজাদাৰণীয়ে অলপপৰ নামাতি থাকি লাহে লাহে ক'লে, “তোৰ আৰু স্বভাৱৰ পৰিবৰ্তন নহ'ল। সম্পত্তি খাওং কৰিলি তেও বুজ নালাগিল। এতিয়া আকৌ মদ-ভাং খাই ক'ৰবাৰ পৰা আহিলি হ'বলা। পিছে মই শুনা কথা সঁচানে ?”

“সঁচা হ'ক মিছা হ'ক সেইবিলাকলৈ লোকৰ একো আৱশ্যক নাই। নিজে যি সোপা কৰিছে সেই সোপাই হৈছে। বোলো মাটি-বাৰী কাঢ়ি নিও মনত দুখ লগা নাই হ'বলা ?”

মৌজাদাৰণীয়ে তাৰ কথা শুনি হাঁহি ক'লে, “সেই বুলি ঘৰৰ সকলো বস্তুকে বন্ধকি থৈছনে ? তেওঁৰ হাতৰ-কাণৰ সোপাও বোলে কাঢ়ি নিছ ?”

“নিছোঁ, নিছোঁ, নিজৰ তিৰোতাৰ নিছোঁ। তোমাৰ হাতৰ-কাণৰপৰাতো আনিবলৈ যোৱা নাই। মোৰ সম্পত্তি খাই পৰখাঁতী শাখিনীহঁতৰে বুকু জুৰ পৰক।”

গদাধৰে যে সেই গালি মৌজাদাৰণীকে উদ্দেশ্য কৰি পাৰিছে মৌজাদাৰণীয়ে সেইটো বুজি অলপপৰ নামাতি থাকি আকৌ ক'লে, “গদা, তই কানি-ভাং এৰ বুলিছোঁ, নহ'লে সমূলি বুৰিবি, ঘৰখনকো আথাউনি কৰিবি।”

“তোমাৰ কথাত গদাধৰে ইমানদিনে বাট বুলা নাই, এতিয়াও নুবুলে। যোৱা, যোৱা পৰৰ ধন-সম্পত্তিৰে ৰজা হোৱাগৈ। আমি বাটৰ ভিকহু হৈয়ে থাকিম।”

“ৰজা হোৱা ভিকহু হোৱা সেইটো বিশেষকৈ নিজৰ স্বভাৱৰ ওপৰত নিৰ্ভৰ কৰে। আৰু আমিনো কাৰ পৰৰ ধনেৰে ৰজা হ'লোঁ।”

“আৰু সেইটো ক'ব লাগেনে ? নীলামত কাৰ মাটি কিনিলা ?”

“সেয়া নিকিনি লোকক দিব পাৰিনে ?”

“লোকৰ কি সাহ আছিল যে গদাধৰৰ মাটি কিনে। কেৱল সকলো অনৰ্থৰ মূল তোমালোকেই।”

“এৰা আমিয়েই কানি-ভাং খাই যখৰপৰা টকা ধাৰ কৰি তোৰ সম্পত্তি নীলামত খেদাবলৈ ওলাইছিলোঁ। কি কৰা নাছিলোঁ। লগে-ভাগে থাকিবলৈ ইচ্ছা কৰৰ, সকলো সম্পত্তি সমানে ভাগ কৰি দিলোঁ। দুবছৰ নৌ হওঁতেই কানি-ভাং-মদতে সকলো লোপ কৰিলি। আনকি বাপতীয়া মাটি কেইপূৰাও টকাৰ থকত নীলামত

গাঁওখনৰ গাভৰুৱে কামিনীৰ অসীম প্ৰভাৱতে ধৰ্ম-মৰম, ধৰ্ম-কৰ্ম আনকি মনুষ্যত্বও পাহৰি সেইবোৰ অনাচাৰ নিৰ্বলেকো অশেষ চেষ্টা কৰিছিল, তাৰ কাৰণে বৈণীয়েকক নানা তৰহৰ গালি পাৰিছিল, আনকি কেইদিনমান বৈণীয়েক ওই খকোঁতে তিতিৰ মণিতালো চুৰ কৰি নি কাকোবাক বেচি সেই টকাৰে কানি-ভাং খাই আকৌ বৈণীয়েকৰ অসাৱধানতাৰ কাৰণে "তিতিৰণৰা চোৰে মণি লৈ যায় তাকো ধৰ্ম ধৰিব নোৱাৰ" বুলি গালি-শপনি পাৰিছিল। লগে লগে কেশ্যা, ভিকাৰিণী, পৰপুৰুষক থাই দিয়া বুলি কথাৰে নিৰ্মল চৰিত্ৰত কলঙ্কৰ চেকা লগাইছিল। শান্তি সাধ্বী বৈণীয়েকে নিজৰ দোষ মানি লৈ কান্দি-কাটি চকুলোৰে নিহালী তিয়াইছিল।

(২০)

প্ৰেমধৰে সেইদিনা পূৰ্ণিমাৰ পৰা মেলানি মাগি ঘাতিপুৱাই গুৱাহাটীলৈ আহিছিল। গুৱাহাটীত প্ৰেমধৰৰ দিন কেনেভাৱে গৈছে তাক প্ৰেমধৰৰ বাহিৰে কোনে ক'ব? শত ভাবনা-চিন্তাৰ মাজতো প্ৰেমধৰৰ মনৰ পৰা পূৰ্ণিমাৰ মাকৰ সেই শেষ কথা আঁতৰ হোৱা নাই। প্ৰেমধৰে কল্পনাৰ অসীম ৰাজ্য ভ্ৰমি মনত কত কথা পাতিছিল, কত ভাৱৰ সোঁতত কেতিয়াবা উজাই কেতিয়াবা ভটিয়াই বিভোৰ হৈছিল তাৰ অন্ত নাই। প্ৰেমধৰে ভাবিছিল সি পূৰ্ণিমাক ভালপায়, পূৰ্ণিমা তাৰ জীৱনৰ আনন্দ, সুখ। কিন্তু পূৰ্ণিমা তাৰ কেনেকৈ হ'ব পাৰে? পূৰ্ণিমাক যে বিয়া কৰাবলৈ সি কত বাধা-বিঘিনি চেৰাব লাগিব? তাৰ দেউতাকে কোনোমতে পূৰ্ণিমাইতৰ ঘৰৰ লগত সম্বন্ধ কৰিবলৈ ইচ্ছুক নহ'ব। দেউতাকে চহকী অৱস্থাৰ অহঙ্কাৰত ডাঙৰ-দীঘল হোৱা কাৰণে সিঁহতৰ শোচনীয় অৱস্থা অৱজ্ঞাৰ চকুৰে চাব। প্ৰেমধৰে আকৌ ভাবিছিল, "কিন্তু পূৰ্ণিমা দুখীয়াৰ ঘৰত জন্মিল বুলি তাইৰ দোষ কি? জন্ম-মৃত্যুতো মানুহৰ হাতত নহয়। তেন্তে ডাঙৰ বংশ, সৰু কুল, চহকী ঘৰ, দুখীয়া-নিছলাৰ ঘৰ বুলি পাৰ্থক্য ৰখা, শ্ৰদ্ধা-ঘৃণাৰ পাত্ৰ কৰাৰ কি আৱশ্যক? ডাঙৰ ঘৰত জন্মি চোৰ-ডকাইত-লম্পট হ'লে সমাজৰ আগত কিয় ওখ আসন পায়?"

আকৌ সৰু বংশত জন্মি হাজাৰ গুণ থাকিলেও কিয় সমাজৰ অস্পৃশ্য বা ঘৃণাৰ পাত্ৰ হ'ব? পূৰ্ণিমা অৱশ্যে সৰু বংশত জন্মা নাই। কিন্তু পূৰ্ণিমা জন্মিছে দুখীয়া হাল-হিগাৰ ঘৰত। এসময়ত সমাজৰ মাজত জাতি-কুলৰ যেনে প্ৰভাৱ বা বাইচ বাইচ আছিল আজি-কালি আকৌ ধন-সম্পত্তি, ব্যৱসায় বিষয় ইত্যাদিলৈ সমাজৰ চকু বেছি। সেইবিলাক নহ'লেও পূৰ্ণিমা যদি দয়াচলতে গুণৱতী, জ্ঞানৱতী, কামিলা তেন্তে কেৱল তাই দুখীয়াৰ ঘৰতে জন্মিছে বুলি দেউতাই কিয় নেওচিব? ইফালে মোৰ বা কি বিশেষ গুণ আছে যে তাৰ গৰ্ব্বত পূৰ্ণিমাক অৱজ্ঞা কৰিব পাৰো? কোনোমতে চুঁচৰি-বাগৰি বি-এ মহলালৈ পঢ়িছোঁ, হয়তো বি-এ পাছ কৰি ওকালতি পঢ়ি উকিলো হ'ব পাৰিম। কিন্তু সেয়ে জানো মোৰ গুণ-গৰিমাৰ, ধন দৌলতৰ পৰিচয়? উকিল যে আজিকালি টকা পোৱা অপাৰ সমুদ্ৰত মাণিক খেপিওৱাৰ সমান। তদুপৰি মই দুখ-কষ্ট কৰি হাল-কোৰ বাবলৈকো অপাৰগ। লগে লগে পঢ়ি-শুনি কোনো সামান্য ব্যৱসায় বেহা-বেপাৰ কৰিবলৈকো সঙ্কোচ কৰিম। ইফালে ডাঙৰ চাকৰি পাবলৈকো আকাশত চাং পতা। তেন্তে ময়ে বা কি গুণৰ কাৰণে মোৰ তিৰোতা ডাঙৰ ঘৰৰ, উচ্চ পদবী পোৱা জীয়াৰী হ'ক ইত্যাদি কথালৈ বিচাৰ কৰিম?

প্ৰেমধৰে ভাবিছে, "পূৰ্ণিমাক মই ভাল পাইছোঁ। পূৰ্ণিমা এখন জীৱন্ত ছবিৰ দৰে মোৰ হৃদয়ৰ অন্তৰ গুহাত প্ৰতিবিম্বিত হৈছে। পূৰ্ণিমাৰ অৱস্থা যেনে ভাবে নহওক সেইটো মই বিচাৰ কৰিম কিয়? সম্পত্তিশালী ঘৰৰ এজনী ছোৱালী বিয়া কৰালে তেওঁলোকে দিয়া সম্পত্তি জানো চিৰকাল মই ভুঞ্জিব পাৰিম অথবা তেওঁলোকৰ মান-গৌৰৱে জানো মোৰ যথাৰ্থ মান-গৌৰৱ বঢ়াব? বৰং পূৰ্ণিমাক বিয়া কৰালে পূৰ্ণিমাৰ নিচিনা দুখত ডাঙৰ-দীঘল হোৱা ছোৱালীৰ মহা উপকাৰ কৰা হ'ব।" এনেবোৰ নানা ভাৱৰ

খেলিমেলিত উৰুৱাই হেকেহাই প্ৰেমধৰে দিন কটাওঁতে এদিন মৌজাদাৰৰ খবৰ পৰা পঠিওৱা মধুভকত উপস্থিত হ'ল। প্ৰেমধৰে সুধিলে, "আপুনি হঠাৎ কিয় ইয়ালৈ আহিল? দেউতা-আই ভালে আছেনে? কি সকামত নো আপুনি এইখিনি পালেহি।"

"বোপা, মৌজাদাৰণী আয়ে কৈছে ভদীয়াক হেনো সোনকালে ঘৰলৈ পঠিয়াব লাগে।"

"কিয়?"

"কিয় বুলি এখন বিয়াৰ ঠিক হৈছে। আনাই মহয় পূৰ্ণিমা বুলি যে ছোৱালীজনী তোমালোকৰ ঘৰৰ কাষতে আছে, তাইৰ মাকে তাইক মৌজাদাৰণীক গতাই দিছে। মৌজাদাৰণীয়ে তাইৰ মাক জীয়াই থাকোঁতে বিয়া দিওঁ বুলি ভাবি ততাতৈয়াকৈ এই বিয়াৰ আয়োজন কৰিছে।"

"পূৰ্ণিমাৰ বিয়া! কাৰ লগত, কেতিয়া?"

মধুভকতে প্ৰেমধৰৰ এনে আচহুৱা ভাবৰ ততাতৈয়া প্ৰশ্নকেইটা শুনি আচৰিত হৈ লাহে লাহে উত্তৰ দিলে, "বিয়াৰ দৰা নিৰলৈকে আহিছোঁ। মৌজাদাৰণীয়ে তোমাকো যাব দিছে।"

প্ৰেমধৰৰ গোটেই হিয়া কঁপি উঠিল। পূৰ্ণিমাৰ বিয়া কাৰ লগত? কিন্তু প্ৰশ্নৰ উত্তৰ শুনিবলৈ তাৰ ভয়ঙ্কৰ ভয় আৰু সঙ্কোচ হ'ল। সি দুনাই এই প্ৰশ্ন তুলিবলৈ সাহ নকৰিলে জানোচা মধুভকতৰ একাষাৰ উত্তৰে তাৰ ইমান দিনে পুহি থোৱা আশা সমূলি চুৰমাৰ কৰে। বিশেষত মধুভকতৰ মুখত শুনা মৌজাদাৰণীয়ে তাকো যাবলৈ কোৱা কথাই প্ৰেমধৰৰ মনত খন্তেকলৈ এটা আশাৰ বিজুলীৰ চমক তুলিছিল। সি চঞ্চল মনেৰে মধুভকতৰ পৰা সঠিক বাতৰি পাবলৈ চাই ৰ'ল। কিন্তু হায়! মুহূৰ্ততে তাৰ আশা বিজুলী বিষাদৰ ক'লা মেঘত লুকাই পৰিল।

"মৌজাদাৰণী আয়ে ভাবি-চিন্তি থিৰ কৰিলে যে ভদীয়া ইমান দিন তেওঁলোকৰ ঘৰতে আছে। জাত-কুলো ভাল। তাকে পূৰ্ণিমাক গতাব খুজিছে আৰু যৌতুক স্বৰূপে চাৰি-পুৰা মাটিও দি ঘৰ বন্তি কৰি দিব খুজিছে। মৌজাদাৰণীৰ বদান্যতাত কোন মুগ্ধ নহয়? তেওঁৰ দিহা দেখিলে জগত-গুৰু স্বয়ং আৱিৰ্ভাৱ হয়। এনে দয়ামায়াৰে পৰিপূৰ্ণ তেওঁৰ হৃদয়।"

প্ৰেমধৰে সেইদিনে কাঠৰ পুতলাৰ দৰে থিয়ৈ থাকিল। সেই অবস্থাত প্ৰেমধৰৰ সঁচাকৈ চেতনা আছিল নে নাই ভাবিবলগীয়া। প্ৰেমধৰে মধুভকতৰ আনবোৰ কথা শুনিলে নে নাই ক'ব নোৱাৰোঁ কিন্তু মধুভকতে কৈয়ে থাকিল। শেহত ক'লে, "ভদীয়াক আজিয়েই পঠিয়াবলৈ কৈছে। ভদীয়া লৰাটোও বেয়া নহয়। তাতে যেতিয়াৰ পৰাতে মাক-বাপেকে মৰি অনাই-বনাই হৈ আনেবালে কুৰত মৌজাদাৰণী আয়ে পাইছিল বুলিয়েই ইমানটো ডাঙৰ-দীঘল হ'ল। যি নহওক, তাৰ কপাল ভালেই দেখিছোঁ। পূৰ্ণিমা ছোৱালীজনীও দেখিবলৈ কামিলা, লগে লগে মাটি-বাৰীও পাব। মূৰৰ ওপৰত মৌজাদাৰণীৰ এইটো দিহাই সঁচাকৈ আনন্দৰ গৃহস্থালি কৰিব, লগে লগে ঘৰ নোহোৱাৰ ঘৰ কৰি দিয়াৰ পুণ্যই মৌজাদাৰণীৰ কীৰ্ত্তি চিৰস্মৰণীয় কৰিব। ঈশ্বৰৰ দয়াৰ আশীৰ্বাদ তেওঁৰ ওপৰত বৰ্ষণ হ'ব। ভদীয়া নো এতিয়া ক'লৈ গৈছে?"

প্ৰেমধৰে মধুভকতৰ প্ৰশ্নত হঠাৎ সাৰ পোৱাৰ দৰে উঠি ক'লে, "সি বোধ কৰোঁ বজাৰলৈ গৈছে, এতিয়াই আহিব। আপুনি ভাত-পানী বহাবলৈ থিৰ কৰক। মই কলেজৰ পৰা আহোঁগে। অ' আৰু এটা কথা, আয়ে মোকো যাবলৈ কৈছে কিয়?"

"সেইবিলাক বিশেষ নুসুধিলোঁ, বিয়া চাবলৈকে হ'বলা। কেৱল তেওঁ কলে, পূৰ্ণিমাক প্ৰেমইতেও বৰ মৰম কৰে; যদি আহিব পাৰে প্ৰেম আৰু কাৰ্তিককো আহিবলৈ কবা।" প্ৰেমধৰে আৰু একো নুসুধি, "বাৰু আপুনি ৰন্ধা-বঢ়া কৰক, মই অলপতে আহিম" বুলি কলেজলৈ গ'ল।

(২১)

প্ৰেমধৰে সেইদিনা কলেজত কিল'ছকীয়ে পঢ়িছিল নে নিজৰ জীৱনৰ এক আধ্যা কিল'ছফীকে পঢ়িছিল তাক ক'ব নোৱাৰি। যি নহওক সেইদিনা প্ৰেমধৰ যথাৰ্থ ছাত্ৰ হিচাপে নাছিল। প্ৰেমধৰে কল্পনাৰ ৰাজ্যত কল্পনাৰ ছবি আঁকি কল্পনাতে উটি-ভাহি ফুৰিছিল।

প্ৰেমধৰে ভাবিছিল, তাৰ সুখ মুহূৰ্ততে লোপ হ'ল। চিৰবাঞ্ছিতা পূৰ্ণিমা তাৰ নহৈ তাৰে পিপিৰা ভনীয়াৰ হ'ব। সি ভাবিছিল এই বিয়াৰ দৰাঘৰীয়া কন্যাঘৰীয়াবো কৰ্ত্তী তাৰ মাতৃয়েই। তাৰ মাকেই দৰা বিচাৰি পূৰ্ণিমাৰ বিয়া সমাধা কৰিবলৈ ওলাইছে। কিন্তু নাজানে এই বিয়াৰ দ্বাৰা পূৰ্ণিমাৰ যথাৰ্থ সুখ হ'বনে? নাজানে এই বিয়াৰ ফলস্বৰূপ তেওঁৰ পুত্ৰেক প্ৰেমধৰৰ কি ভয়ঙ্কৰ অন্যায় কৰা হ'ব। সি ভাবিছে, মানুহৰ কি ভুল? বাহ্যিক ভাললৈ চাই, বাহ্যিক মঙ্গললৈ চাই আৰু আন প্ৰকাৰে কি অন্যায় কৰা হ'ব পাৰে সেইটোলৈ মন-কাণ নকৰে বা বুজিবলৈ চেষ্টা নকৰে। মানুহে নিজৰ দয়া, ধৰ্ম, পুণ্যৰ অহঙ্কাৰত পাহৰে যে সেই দয়া, ধৰ্ম, পুণ্যেও আকৌ ঈশ্বৰৰ ইচ্ছাত অমঙ্গলৰ সৃষ্টি কৰিব পাৰে। তেওঁলোকৰ কামত আৰু এটা নেদেখা শক্তিৰ অদৃশ্য হাত আছে। সি ভাবিছে, নিশ্চয় মাকৰ ভাব এই বিয়াৰ দ্বাৰা পূৰ্ণিমাৰ আনন্দ হ'ব, লগে লগে ঘৰ নোহোৱা ভনীয়াৰ ঘৰ হ'ব। কি বুজিৰ ভুল! প্ৰেমধৰে আকৌ ভাবিছে, পূৰ্ণিমা পাঁচজনীয়া চহা ছোৱালী, ভাল পোৱা কেনে তাইৰ সমূলি জ্ঞান নাই। তাইৰ বিয়া ভনীয়াৰ লগতে হওক বা আনৰ লগতে হওক তাৰ কাৰণে তাই চিন্তা কৰিব কেনেকৈ? দুখ বা কষ্ট কিয় অনুভৱ কৰিব? বিশেষতঃ তাইতো ছেক্সপীয়েৰ বা ডাণ্টে-বিয়েট্ৰিছ পঢ়া নাই। এই কথা ভবাৰ লগে লগে প্ৰেমধৰৰ পূৰ্বৰ স্মৃতি মনত পৰিল। সি পূৰ্ণিমাৰ সকলো কথা-বতৰা, ভাব-ভঙ্গী বিশ্লেষণ কৰি দেখা পালে পূৰ্ণিমাইতো কদাপি ভাল পোৱা বস্তু কি বুজি পোৱা নাই। ভাল পালে জানো সি দিয়া আঙঠি ওভতাই দিব পাৰে? পূৰ্ণিমাৰ অভাৱ আছে বুলিয়েই প্ৰেমধৰহঁতৰ ঘৰলৈ, লগে লগে প্ৰেমধৰলৈকো কৃতজ্ঞতা আছে, কিন্তু কৃতজ্ঞতাইতো ভাল পোৱা নহয়। মূঠৰ ওপৰত এই বিয়াই তাইৰ একো অন্যায় কৰিব নোৱাৰে। অন্যায় কেৱল তাৰ নিজৰহে। কিয়নো তাৰ অনুভূতি শক্তি আছে, ভাবিবলৈ প্ৰাণ আছে, ভাল পোৱাৰ যথাৰ্থ শক্তি বুজিবলৈ ক্ষমতা আছে। প্ৰেমধৰে ভাবিলে, এই বিয়াই তাৰ নিজৰ স্বাৰ্থৰ বাহিৰে আন কাৰো এধনিচামানো অন্যায় নকৰে। তেন্তে সি নিজৰ স্বাৰ্থৰ কাৰণে এনে বিয়াত বিঘিনিখালি দিবনে? তাৰ মনৰ কথা ভাঙি কৈ আয়েকৰ উদ্দেশ্য নষ্ট কৰিবনে? কিন্তু সকলো ভাঙি ক'লেই বা সি সফল হোৱাৰ কি সম্ভাৱনা? আয়েক জানো মান্তি হ'ব? আৰু আয়েকে মান্তি হ'লেও বংশ-গৌৰৱ, ধনৰ মদগৰ্বত ওফন্দি থকা দেউতাকে জানো সেই কথাত হয়ভৰ দিব? সম্পূৰ্ণ মিছা আশা। কেৱল সি ব্যক্ত কৰি হাঁহিয়াভৰহে পাত্ৰ হ'ব। সি ভাবিলে, নীৰৱ থকাই সুন্দৰ। সি সিদ্ধান্ত কৰিলে, এই বিয়াত কোনোমতে বাধা বিঘিনি নিদি আনকি বিয়ালৈকো নগৈ দূৰতে থাকি সি সকলো সহিব, ভাল পোৱাৰ তীব্ৰ শক্তি অনুভৱ কৰিব। এনেবোৰ ভাৱত আকুল হৈ থাকোঁতে সি কলেজৰ পাঠ্যলৈ অলপো মন দিয়া নাছিল,আনকি প্ৰফেছাৰে কিবা এটা প্ৰশ্ন সোধোঁতে সি আন মনেৰে প্ৰশ্নৰ সঠিক উত্তৰ নিদি আন কিবা কৈ বেৰেবিবাংখন হে লগাইছিল।

(২২)

প্ৰফেছাৰ, প্ৰফেছাৰণী আৰু হেম মটৰ-কাৰত আবেলি ফুৰিছে। মটৰ-কাৰত উঠি ফুৰা নব্য সভ্যতাৰ, বিলাসিতাৰ শ্ৰেষ্ঠ উপাদান। ভাৰতীয় সভ্যতা পাশ্চাত্য সভ্যতাৰ লগত যুঁজি ভাগৰি লুকাই পৰিব ধৰিছে। পাশ্চাত্য সভ্যতাই দিগ-দিগন্ত কঁপাই আনন্দৰ ৰোল তুলিছে। সুখীয়াই বিলাসিতাক আঁকোৱালি ধৰি দুখীয়াৰ প্ৰতি ভাৰতীয় সভ্যতাৰ দয়া, মৰম, ধৰম, সহানুভূতি পাহৰি দুখীয়ালৈ অৱজ্ঞা আৰু ধূলি-মাকতি ছটিয়াই দি আনন্দ উপভোগ কৰিছে। প্ৰফেছাৰ পৰিয়ালে সমূলি দয়া, মায়া বিসৰ্জন দিয়া নাই যদিও স্বাস্থ্যলৈ ব্যায়ামৰ কি আৱশ্যক সেইটোলৈ আওকাণ কৰিছে। মটৰ-কাৰৰ ওপৰত হেমেই প্ৰফেছাৰক বহুতো প্ৰশ্ন কৰিছিল। তাৰ ভিতৰত এটা প্ৰশ্ন আছিল, "দেউতা, কাৰ্ত্তিক কলিতাহঁতে ইমান দিন আমাৰ ঘৰলৈ অহা নাই কিয়?" আন এটা প্ৰশ্ন কৰিছিল "সিদিনা যে জয় কলিতাই মোক পানীৰ পৰা তুলিছিল সেই কলিতাটোক আৰু দেখিছিল জানো?" প্ৰফেছাৰে আগৰ প্ৰশ্নত একো মতা নাছিল।

দ্বিতীয় প্ৰশ্নৰ উত্তৰত কৈছিল, "এবা তাক পালে এৰাৰ আমাৰ ঘৰলৈ মাতি নিলোহেঁতেন। সি সিদিনা যেনে উপকাৰ কৰিলে তাক সহজতে পাহৰিব নোৱাৰি।"

আয়েকে ক'লে, "আপুনি মন কৰিছেনে সি যদিও বলিয়া তথাপি তাৰ মুখৰ কান্তি কেনে বিতোপন।"

"এবা বোধ কৰোঁ তাৰ ভেজেই কাল হৈছে। ইমান ডেকা ল'ৰা, এনে সুন্দৰ গঠন, মোৰ বোধেৰে সি নিশ্চয় কোনোবা ডাঙৰ মানুহৰ ল'ৰা। কিয়নো বলিয়া হ'ল? ঈশ্বৰৰ ইচ্ছাত সকলো হয়।"

কথা কৈ কৈ প্ৰফেছাৰে মটৰ আন মনেৰে চলাই লৈ গৈছিল। হঠাৎ মটৰৰ তলত ভয়ঙ্কৰ উস্ শব্দ হ'ল। মটৰখন কথমপি প্ৰফেছাৰে ৰাখি নামিলে কিন্তু কি দেখিলে? সি যে ভয়ঙ্কৰ দৃশ্য! প্ৰফেছাৰৰ চকু থিৰ হ'ল। প্ৰফেছাৰণীয়ে ভয়ত কঁপিবলৈ ধৰিলে। হেমই সৰু বয়সৰ চঞ্চলতা লৈ চিঞৰি উঠিল, "তুমি ইয়াত?" পিছ মুহূৰ্ত্ততে হেমই গোটেই শৰীৰত তেজ দেখি ক'লে, "দেউতা কি হ'ল?" দেউতাকে আৰু একো নকৈ ততালিকে মানুহজনক ধৰিলে। "জয়! উস্! মই কি কৰিলোঁ; কি মহাপাপ কৰিলোঁ সিদিনা যেয়ে মোক এনে উপকাৰ কৰিছিল আজি মই অসাৱধানতাত তাৰ কি সৰ্বনাশ কৰিলোঁ! জয়, ইমান ৰাতি ইয়াত পৰি আছিলা কিয়?" জয় বলিয়াই একো মাতিব নোৱাৰি কথমপি আঙুলিৰে তাৰ ভৰিখনলৈ আঙুলিয়ালে। প্ৰফেছাৰে বুজিলে মটৰ তাৰ ভৰিৰ ওপৰেদি গৈছে। তাৰ ভৰিৰ হাড় বোধ কৰোঁ ভাগিছে। প্ৰফেছাৰে মনে মনে ভয়ঙ্কৰ লাজ আৰু বেয়া পালে। যি নহওক, কথমপি তাক মটৰত তুলি ঘৰলৈ লৈ গ'ল। হেমই জয় বলিয়াৰ অৱস্থা দেখি কান্দো কান্দো হৈ কাষতে বহি মূৰত বাও দিব ধৰিলে। আয়েকে খৰ পাই তপত পানী কৰি আনি তাৰ ভৰি-হাত ধুৱাব ধৰিলে। প্ৰফেছাৰে নিজাৰ্থাক ডাক্তৰ মাতি আনিবলৈ পঠিয়ালে। অলপ পিছতে ডাক্তৰ আহিল। ডাক্তৰে চাই ক'লে, "আন ভয়ৰ কাৰণ নাই, ভৰিত বৰ বিষম আঘাত পোৱাৰ কাৰণে মূৰ্চ্ছা গৈছে। অলপতে চেতন পাব। এই বলিয়াটোক আপোনালোকে ক'ত পালে?" প্ৰফেছাৰে সকলো ঘটনা বিৱৰিলে। ডাক্তৰে ভৰিত বেণ্ডেজ কৰি গুচি গ'ল। ওৰে ৰাতি জয় বলিয়াৰ চেতন নহ'ল। পিছদিনা ৰাতিপুৱা চেতন পাই সি আচৰিতভাৱে হাঁহি মাজে মাজে উস্ উস্ কৰিব ধৰিলে। কাষতে তেতিয়াও তাৰ ভালকৈ হুঁচ হোৱা নাই। দুপৰীয়া প্ৰফেছাৰ কলেজলৈ গ'ল। হেমই জয় বলিয়াৰ ভৰিৰ কাষত বহি লাহে লাহে তাৰ ভঙা ভৰিখন মালি আছে। আয়েকে ভিতৰত কিবা কৰিব ধৰিছে। জয় বলিয়াৰ তেতিয়া অলপ চেতন হৈ হঠাৎ ক'লে, "মই ক'ত?"

হেমই মুখৰ ওচৰলৈ আহি, "তুমি মোক চিনিছা" বুলি সুধিলে। জয়ে আকৌ হাঁহি "তুমি, তুমি!" বুলি আকৌ চকু মুদিলে। অলপ পিছত ক'লে, "আজি আৰু কালি।" হেমই মুখৰ বাট চাই থাকিল। এনেতে আয়েকে আহি ওচৰ চাপি জয়ৰ গা সাৰি চাই ক'লে, "গাটো ইমান তপত হৈছে, জ্বৰে উঠিছে হ'বলা।"

এনেতে জয়ে ভুলতে যে টোপনিতে আকৌ হাঁহিলে আৰু ক'লে, "সিদিনা মই ৰাজকুঁৱৰিৰ পৰা ওলাই পুৱতি নিশা ডাঙৰ আঁহত গছৰ পৰা জাঁপ মাৰোঁ।" এই বুলিয়েই সি আকৌ হাঁহি মাৰিলে। হেমই ক'লে, "আইতা কি ক'লে শুনিলে?" আয়েকে ক'লে, "ভালকৈ মন কৰিবলৈ নহ'ল।" জয়ে এনেতে ক'লে, "আজি আৰু কালি" শেষ কথা তাৰ হাঁহিতে অন্ত হ'ল।

(২৩)

কাৰ্তিকৰ মনত এইকেইদিন কি ভাৱ উথলিছে তাৰ নিৰ্ণয় নাই। তেওঁ প্ৰকৃতিৰ মনোহৰ দৃশ্যতে বিভোৰ হৈ প্ৰকৃতিৰ সুন্দৰ সুন্দৰ ছবি মনত আঁকি আনন্দত মতলীয়া হৈ নিতৌ আবেলি অকলে কেতিয়াবা লগে-ভাগে প্ৰকৃতিৰ ৰাজ্য, বননি আৰু পৰ্বতলৈ লৰ দিয়ে। সিদিনা অকলে অকলে সেই চম্পাইতৰ ধাননি পথাৰ পাইছে, ধাননি পথাৰত কেও নাই। সি মলয়াৰ শান্তি বাও পাই এডোখৰ সেউজীয়া বাঁহনিতে বহি আছে। এনেতে শুনিলে এটি মনোহৰ সুৰ, মধুৰ কণ্ঠ।

বিৰ বিৰ কৰি বতাহ্ জাকি মাৰিলে
পালিখানে মেলিলে খোৰ;
আয়ে খোজা নাই বোপায়ে খোজা নাই
ঈশ্বৰে পাতিলে যোৰ।

সেই সুৰ আৰু কণ্ঠ যে চম্পাৰ কাৰ্তিকে সহজে বুজিলে। কাৰ্তিকে সেই সুৰত বিভোৰ হৈ নিস্তব্ধ মনেৰে শুনিয়ে থাকিল। লাহে লাহে সেই সুৰ লয় হ'ল। কাৰ্তিকে সেইপিনে চায়েই থাকিল। লাহেকৈ চম্পাই ধানৰ সৰু সৰু মুঠিবোৰ একেলগ কৰি হোৰা বান্ধিব ধৰিলে। কাৰ্তিকে চম্পাক দেখিছে, কিন্তু চম্পাই কাৰ্তিকক দেখা নাই। সন্ধ্যাৰ ৰাঙলী বেলিৰ কিৰণে দশোদিশ ৰাঙলী কৰিছে। চম্পাই লাহেকৈ হোৰা বান্ধি অতাই পিঠিত তুলি ল'লে। চম্পাৰ মনোহৰ ৰূপ, গোলাপী গাল, লগে লগে পিঠিত লোৱা সেউজীয়া ধানৰ হোৰাই বাস্তৱতে অপৰূপ সৌন্দৰ্যৰ সৃষ্টি কৰিছিল। কাৰ্তিকৰ সেই সময়ত মনত পৰিছিল অতীতৰ মুকলি-মূৰীয়া অসমীয়া জীয়াৰীসকললৈ, যিসকলৰ ওঁঠত হাঁহি, দেহত অপৰূপ সৌন্দৰ্য, শক্তি, কামত অতিকৈ উলাহ আৰু আনন্দ আছিল, যিসকল বীৰ-প্ৰসৱিনীয়ে প্ৰকৃতিৰ ৰাজ্যত বিচৰণ কৰি প্ৰকৃতিৰ উৎপাদনকে স্বাস্থ্যৰ সম্বল কৰি অসমত বীৰ পুত্ৰ প্ৰসৱ কৰিছিল; কাৰো ওচৰত মুৰ দোঁৱাব বা হাত পাতিব নলগা কৰিছিল। দেহত অসীম শক্তি, ওপৰত কৰ্তব্যৰ গধুৰ বোজা লৈ আনন্দ-উলাহেৰে স্বাধীনতাৰ ৰাজ্যত ফুৰিছিল। কাৰ্তিকে ভাবিলে 'ধন্য সেই দিন, ধন্য সেই অতীতৰ স্মৃতি!' কাৰ্তিকে ভাবিলে, "অসমীয়াই আজি সেই যুগলৈ পাহৰি কেৱল ৰাজনৈতিক ক্ষেত্ৰত নহয়, সমাজ, ঘৰ-বাৰী, চলন-ফুৰণ আনকি কথা-বতৰাতো ৰাষ্ট্ৰৰ ওপৰতে ৰাষ্ট্ৰৰ হেঁচা দি অসমীয়াৰ সকলো শক্তি লুপ্ত কৰিছে।"

সেই সময়ত কাৰ্তিকৰ মন যে কি স্বৰ্গীয় ভাবত বিভোৰ হৈছিল তাক কোনে বৰ্ণাব? কাৰ্তিকে ভাবিছিল, নাই নাই, লাগে লাগে কেৱল লাগে সেই স্বাধীনতাৰ মনোহৰ ছবি। কথা-বতৰা, চলন-ফুৰণ আনকি কৰ্তব্য সম্পাদনতো লাগে সেই স্বাধীনতাৰ সৌন্দৰ্য!' কাৰ্তিকে ভাবিছিল, "তাতেই দিওঁ আকৌ নব্য সভ্যতাৰ কঠোৰ বান্ধোন, তথাই দিওঁ অসমীয়াৰ নব্য যুগৰ সভ্যতাৰ মুখাস্বৰূপ বালিৰ ভেটা; অস্বাভাৱিক অনুকৰণ! কি সুন্দৰ! কি সুন্দৰ কল্পনা! হাতৰ অৱস্থাত এনে কল্পনাত বুৰি থকাটোও কি সুন্দৰ!' কাৰ্তিকে এনে কল্পনা কৰি থাকোঁতে দেখিলে বেলি ঢলি পৰিল। চম্পাই ধানৰ হোৰা লৈ ঘৰমুৱা হৈ খোজ ল'লে। সেই ধাননি পথাৰৰ ওপৰেৰে এজাক বগলী আনন্দৰে উৰি গ'ল। চম্পাৰ প্ৰত্যেক খোজে কাৰ্তিকৰ মনত আনন্দৰ ঢৌ তুলিলে। কিন্তু হায়! পিছ মুহূৰ্ততে দেখিলে, কি আচৰিত বিষাদপূৰ্ণ দৃশ্য! কাৰ্তিক কঁপি উঠিল! চাৰিওফালৰ পৰা চাৰিজন অচিনাকি মানুহে ততালিকে লৰি আহি তাইক সাৱট মাৰি ধৰিলে। তাই একো কথা-বতৰা ক'বলৈ নৌ-পাওঁতেই চাৰিওজনে তাইৰ পিঠিৰ হোৰা পেলাই মুখত সোপা দি বান্ধি পেলালে। কাৰ্তিকে ভাবিলে 'কি হ'ল? কোন অসীম সাহসীয়ে অসমৰ দাঁতি-কাষে থকা এধনিচামানো স্বাধীনতাৰ চিত্ৰ হৰণ কৰিবলৈ সাহস কৰিলে। কোন পাপীয়ে প্ৰকৃতিৰ মনোৰম বস্তু লুণ্ঠন কৰিবলৈ ওলাল?"

কাৰ্তিক আৰু থিৰেৰে থাকিব নোৱাৰিলে। কাৰ্তিকে ভাবিলে, "অসম্ভৱ! অসম্ভৱ! চোৰ ডকাইত বা যেয়ে নহওক, অসমৰ এচুকত থকা এই স্বাধীনতাৰ শেষ কণা হৰণ কৰিব নোৱাৰে। নোৱাৰে, অন্ততঃ কাৰ্তিকৰ জীৱন থকা অৱস্থাত নোৱাৰে।" খন্তেকতে কাৰ্তিকে উঠি চম্পাৰ ওচৰলৈ বেগাই খোজ ললে। কাৰ্তিকে দেখিলে, চাৰিজন মৈমনছিঙীয়া বঙালে চম্পাক এনেদৰে বান্ধি ধৰি ক'ৰবালৈ লৈ যায়। কাৰ্তিক খঙতে বিতত হৈ উঠিল। নিজৰ ঘৰত দুৰন্দুৰণিৰ মৈমনছিঙীয়াৰ এনে সাহ দেখি, অত্যাচাৰ দেখি কাৰ্তিক চঞ্চল হ'ল। "ভয় নাই, ভয় নাই চম্পা" বুলি সি বিজুলী বেগে সেই চাৰিওজনৰ আগত ওলাই "এৰ, এৰ পাপীহঁত" বুলি চম্পাৰ গাৰ গাঁথি খহাব খোজোঁতে চাৰিওজনে একেলগে কাৰ্তিকক আক্ৰমণ কৰিলে। কাৰ্তিকে নিজৰ অৱস্থালৈ নেভাবি চম্পাক একবাৰ ধৰোঁতে সিহঁতৰ এজনে তাৰ হাতৰ লাঠি এডালেৰে মূৰ বুলি ধনজয় কোৰ বহুৱালে। কাৰ্তিকৰ মূৰত নপৰি টাঙোন গাত পৰিল। কিন্তু সেইপিনে কাৰ্তিক পৰি গ'ল। কাৰ্তিকৰ

চেতন হেৰাল। সেই চাৰিওজনে নিজৰ পলীয়া আশা পলুৱাবলৈ চম্পাক লৈ মুহূৰ্ত্তত্তে তাৰপৰা আঁতৰ হ'ল। অসমীয়াৰ উচ্চ শিৰ নত হ'ল। নিজৰ ঘৰত পৰ মানুহৰ অত্যাচাৰ-উপদ্ৰৱে অসমীয়াক জুৰুলা-জুপুৰা কৰাত অসমীয়া তিৰোতাৰ স্বাধীনতাৰ শেষ কণাও অতীতৰ গহ্বৰত লুকাই পৰিল। অসম ভূমি পৰাধীনতাৰ ভীষণ আক্ৰমণে গাঁও-ভূঁই, দাঁতি-কাষে সকলোতে ভয়ৰ সঞ্চাৰ কৰিলে। অসমীয়া তিৰোতাই মুকলি বতাহ ল'বলৈকো ভয়ে ভয়ে কুৰিবলগীয়াত পৰিল। কালৰ কি বীভৎস পৰিহাস!

(২৪)

কাৰ্তিকে বহুত পৰৰ মূৰত সাৰ পাই দেখিলে তাৰ গোটেই শৰীৰ তেজেৰে ৰাঙলী হৈছে। সি প্ৰথমে কি হ'ল একোকে ক'ব নোৱাৰিছিল; অলপ পিছত তাৰ সকলো স্মৃতি উদয় হ'ল। সি নিজৰ দেহলৈ নেচাই কথমপি উঠি চৌপাশে চালে। চম্পাক সিহঁতে ক'লৈ লৈ গ'ল? কিন্তু হায়! আৰু চম্পা ক'ত? পাপিষ্ঠ মৈমনছিঙীয়া বঙালহঁতে চম্পাৰ অৱস্থানো কি কৰিলে কোনে জানে? কাৰ্তিকে ভাবিলে, উপায় কি হ'ব? কি উপায়েৰে চম্পাক ওভতাই আনিব পাৰে? এনেভাৱে কত মৈমনছিঙীয়াই অসমত সোমাই অসমৰ গাঁও-ভূঁই, লুটি-পুটি অসমীয়া তিৰোতাৰ মান-মৰ্যাদা নষ্ট কৰি অসমীয়াক নিজ ঘৰতে প্ৰবাসী কৰিছে। কাৰ্তিকে ভাবিলে, নিশ্চয় ইয়াৰ উপায় কৰিব লাগিব। নহ'লে অসমীয়াৰ সৰ্বনাশ হ'ব। অসমীয়াক আকৌ জগাব লাগিব। অসমত হিন্দু-মুছলমান সকলোৰে প্ৰাণত বল সঞ্চাৰ কৰিব লাগিব, আকৌ অসমীয়া নাম নিগাজীকৈ ৰাখিবলৈ অসমীয়াক দেহে-কেহে চেষ্টা কৰিবলৈ উদগাব লাগিব, নহ'লে অসমীয়া লোপ পাব। অসমীয়াৰ চৌদিশে শত্ৰু, বাহিৰত শত্ৰু, ভিতৰত শত্ৰু, ওপৰত শত্ৰু। অসমীয়াৰ শত্ৰু এপিনে প্ৰবল প্ৰতাপী বিদেশী, আনপিনে অসমীয়াৰ সমাজ, ধৰ্ম, কু-সংস্কাৰ, ৰাজনৈতিক অৱস্থা। কাৰ্তিকে এনেভাৱে ভাবি থাকোঁতে দেখিলে এজাক কছাৰী আৰু মিকিৰ মানুহে সেইপিনে বাট লৈছে। বোধ কৰোঁ চম্পাক বিচাৰি সিহঁতে ইয়ালৈকে আহিছে। সিও সেইপিনে খোজ ল'লে। মাহঁতৰ চকুত কাৰ্তিক পৰাত সি আন বিলাকক ক'লে, "মৌৱা, মৌৱা চা, সেই নগৰীয়া ল'ৰাটো আৰু এইপিনে আহিছে। চম্পাৰ লগত সি কেইবাদিনো কথা-বতৰা হোৱা মই দেখিছোঁ। বোধ কৰোঁ সিয়ে চম্পাক ক'ৰবাত লুকাই থৈছেগৈ।" ডেকা মিকিৰসকলে মাহঁতৰ কথা শুনা মাত্ৰকে কাৰ্তিকৰ ওচৰ চাপিল। কিয়নো সিহঁতৰ মন এজনে যিপিনে চাল ঘূৰায় আনপিনে ভাবিবলৈ চেষ্টা নকৰে। নগৰীয়া ল'ৰা বুলিলেই সিহঁতে দুষ্ট বুলি বিশ্বাস কৰে। কাৰ্তিকৰ ওচৰ পায়েই সিহঁতে চকু ৰঙা কৰি আটাইকেউজনে একেলগে ক'লে, "নগৰীয়া দুষ্ট, চম্পাক ক'লৈ নিলি?" কাৰ্তিকে সিহঁতৰ সম্বোধন দেখি তাকেই যে সিহঁতে সন্দেহ কৰিছে সেইটো বুজি নামাতি ৰ'ল। মিকিৰহঁতে আকৌ ক'লে, "তই ভালে ভালে ক। নহ'লে জান নহয়, আমি আৰবি মিকিৰ।"

কাৰ্তিকে এইবাৰ লাহেকৈ মাত দিলে, "মইতো তহঁতৰ চম্পাৰ কথা ক'ব নোৱাৰোঁ।"

"ক'ব নোৱাৰ! দুষ্ট, তই এইপিনে কিমান অহা-যোৱা কৰিছ আমাক মাহঁতে জানো কোৱা নাই? চম্পাৰ লগত তই মনে মনে আহি চুপতি কৰাহি। তই ভাল মানুহৰ ল'ৰা হৈ আমাৰ মিকিৰৰ ছোৱালীলৈ চকু দিলি?"

কাৰ্তিকে ক'লে, "ভৈয়াইহঁত, মোক বিশ্বাস কৰা, মই মিছা কোৱা নাই। চম্পাক মই ক'তো লুকাই থোৱা নাই।" এইবুলি সি সকলো কথাৰ আগ-গুৰি ভাঙি ক'লে।

মিকিৰহঁতে কাৰ্তিকৰ কথা শুনি তধা লাগি ৰ'ল। মাহঁতে ক'লে, "মোৰ সেইটো বিশ্বাস নহয়। সি এই পথুলি কিবা বেয়া ভাব নেথাকিলে কিয় আহিব? সেইদিনাতেই হাই-কোঁচাল শুনিছিলোঁ নহয়। ইয়েই অইন মানুহৰ হতুৱাই চম্পাক ক'ৰবালৈ বল কৰি নিয়াই এতিয়া আমাৰ আগত ধৰা পৰি এনেকৈ কাকটি ভনিয়াইছে।"

"কাকটি ভনিয়াইছোঁ! ইমান পৰে লাওপানী সি

বিহু নাচত মতলীয়া আছিলি, কানি খাই যেহেৰ চেতনা লুপ্ত কৰিছ, কেনে দিন-ডকাইত ঘৰ সোমাইছেহি তাতো মন-কাণ নাই। তিৰোতাৰ ওপৰত নিৰ্ভৰ কৰি দিন নিয়াৰ ধৰিছ, কিন্তু তইঁতৰ সৰ্বনাশী দল ঘৰ সোমাইছেহি সেইটো এবাৰো ভাবি চোৱা নাই। এতিয়া সেই কথা কোৱাতো মোক বিশ্বাস কৰা নাই?" সিইঁতে কাৰ্তিকৰ কথা শুনি খিখিং-খাখাংকৈ হাঁহিবলৈ ধৰিলে।

কাৰ্তিকে ক'লে, "মই মৰিলেও মিছা নকওঁ।"

কিন্তু তাৰ কথা এই ক্ষেত্ৰত কোনে বিশ্বাস কৰে?

(২৫)

পূৰ্ণিমাৰ বিয়াৰ সকলো ঠিক হৈছে। মৌজাদাৰণীয়ে যোগাৰ-পাতি সম্বন্ধে পূৰ্ণিমাৰ মাকৰ লগত বহুতো কথা-বতৰা পাতিছে। পূৰ্ণিমাৰ বিয়া মাথো পাঁচ দিন থাকোঁতে। তদীয়া দৈ মৌজাদাৰৰ ঘৰ পাইছে। বিয়াৰ নিমন্ত্ৰণ মধুভকতকেও বিমান পাৰে কৰিছে। গাঁৱৰ সকলো মানুহে এই বিয়াখনত আনন্দ পাইছে। কিয়নো পূৰ্ণিমাৰ কাম-বনত সকলো গাঁৱলীয়াবেই সন্তোষ। তাইৰ এঠাইত মোৰ লাগিলে সকলোৰে আনন্দ পায়। মাথৰ বিহু আহিল। সকলো গঞাই লগ লাগি বাঁহ, গুকান কলপাত, ধান-খেৰ গোটাই মেজি আৰু ভেলাঘৰ কৰিছে। গাঁৱলীয়া আনন্দত মতলীয়া। ভোগালী বিহুত গাঁৱলীয়া ল'ৰাই মেজি পোৰাৰ লগে লগে কণী লৈ খেল পাতিছে। কেও হাৰিছে, কেও জিকিছে। খিলা খেলিছে, হাডুডু, টাংগুটি, ভটাগুটি, নৰ মৰা, হাঁকোলা দিয়া, সাঁতোৰা ইত্যাদি বীৰত্বৰ কাম কৰি ল'ৰা-ডেকা আনন্দত বিভোৰ। তিৰোতাবিলাকে গাধোৱা, দহ-পঁচিশ খেলা, লাৰু, পিঠা যোগাৰ কৰাত মনপুতি লাগিছে। অসম জুৰি বিহুৱে নতুন প্ৰাণ আনিছে।

এনে সময়ত সিদিনা গদাধৰ আৰু বৈকুণ্ঠই কানিৰ খোলাত বহি ভোগালী বিহুত কানিৰ প্ৰভুত্ব দেখুৱাইছে। আনকি অতীতৰ পৰা চলি অহা সেই স্বাধীন যুগৰ পৰদিন বিহুটিৰো শ্ৰাদ্ধ কৰি কানীয়াই কানি অৱলম্বন কৰিছে, চকু মুদি মুদি কানি হুঁপিছে। স্বাধীনতাৰ আনন্দ উৎসৱ, উৎসাহ, মনুষ্যত্ব, মুকলি মন সকলো কানিতে অৰ্পি সোৱোপা কানীয়া হৈ পৰৰ কু-চক্ৰাত বন্ত আছে। ধন্য কানিৰ অসীম প্ৰতাপ! ধন্য সেই দিন যেতিয়া অসমীয়া সোৱোপা নহৈ বীৰ অসমীয়া আছিল আৰু ধন্য সেই দিন যিদিনা আকৌ অসমীয়াই নিজ শক্তিৰে অসমৰ পৰা কানিৰ অন্ত কৰিব, কানীয়াৰ মূলোচ্ছেদ কৰিব! কিন্তু শকৰ আগত টোকাৰি বজালে কি হ'ব? গদাধৰে কানিৰ জালতে চকু মুদি মুদি ক'লে, "সেইটো হ'ব নোৱাৰে বৈকুণ্ঠকাই।"

"কিয়? মাটি যে চাৰি পুৰা দিব।"

"ভাল কথা কৈছা। নিজৰ ভায়েকৰ যেয়ে মাটি-বাৰী নি আনন্দেৰে খাব পাৰে, সি আকৌ লিগিৰা-লিকচৌক মাটি দিব? থ। এইবিলাক কেৱল বাহিৰত দেখুওৱা কথা। গদাধৰৰ কাণত এইবোৰ নোসোমায়। মুঠতে হ'ব কি জান? পূৰ্ণিমা সিহঁতৰ বান্দী হ'ব। বুজি পোৱা নাই?"

বৈকুণ্ঠই ক'লে, "কি ইমান সাহ? মই আজি দুখীয়া হ'লো বুলি মোৰ বংশ-গৌৰৱ এতিয়াও বোৱা নাই। মই আজি পূৰ্ণিমাক সিহঁতৰ বান্দী কৰি দিম!"

"নহ'লে কি হ'ল চোৱা। তদীয়া ভাল ঘৰৰ ল'ৰা হ'লেও এতিয়াতো সিহঁতৰ লিগিৰা! মই ক'বলৈ হ'লে বৈকুণ্ঠকাই, এই বিয়াত তই মান্তি হোৱাটো সম্পূৰ্ণ ভুল। পূৰ্ণিমাৰ কাৰণে দৰাৰ অভাৱ নাই। লাগে যদি ময়ে দৰা বিচাৰ কৰি দিম। তাইৰ কাৰণে তিনিকুৰি বা চাৰিকুৰি ৰূপ নগদ দিয়া ক'তনো ওলাব। এইবোৰ সুযোগ এৰি মৌজাদাৰণীৰ কথাত ভোল গ'লে তোৰ মূৰ্খামিৰ কাৰণে পিছত অনুতাপ কৰিব লাগিব।"

"এৰা, চাইছো ক'ৰ পানী ক'লৈ যায়। কোনো মাৰো মাছ পানীত নেনামো। মৌজাদাৰণীয়ে ভাবিছে তেওঁ বৰ টেঙৰ কিন্তু বৈকুণ্ঠৰ আগত সেইটো নচলে। বিয়া দিওঁ বুলি কেইদিনমানৰ খোৱা-লোৱাৰ যোগাৰ-পাতি সিহঁতৰ ঘৰৰ পৰা সৰকাইছো। কি কোৱা গদা বোপা? বৈকুণ্ঠ কেঁচা ল'ৰা নহয়। কেৱল পূৰ্ণিমাৰ মাকক অলপ ঘূৰাইছে। ঘূৰাওক, কিন্তু মইতো আৰু যিদিনে পাচলি খায় সেইদিনে জোল খোৱা ডকত নহয়। খাটিৰ পিছত খাটি ল'বাই, অসুবিধাৰ পিছত

অসুবিধা দেখুৱাই পাবো যদি সেই সূচলতে অলপ কানিৰ খোলাটো নিকপ-কপীয়া কৰোঁ। কি কোৱা?"

গদাধৰে ক'লে, সেইটো হ'লে বেয়া নহয়। ইপিনে আৰু এটা কৰোঁ। ইঘৰৰো দুটা-এটা টকা সৰকোৱা যাওক।"

"ঠিক কৈছ বোপা। সিও ঘৰ থিৰ কৰি পাবা যদি অলপ-অচৰপ আনা। সিওটো দিহা কৰা। ভালেতো মানুহে কয় নে কানীয়াৰ বুদ্ধি। আমাৰ কানিয়ে মূৰত যি বুদ্ধি উলিয়াব আন একোৱে তেনে শক্তি নাই।"

গদাধৰে আকৌ টিকিবা হুঁপিব ধৰিলে, বৈকুণ্ঠই সহায় কৰিবলৈ লাগি পৰিল।

(২৬)

আজি পূৰ্ণিমাৰ বিয়াৰ দিন। প্ৰেমধৰে ওৰে ৰাতি উচপিচাই এবাৰ ইকাটি আকৌ সিকাটি কৰি শোৱা-পাটীত টোপনি নোহোৱাকৈ সময় নিয়াইছে। ক'তবাৰ শুবলৈ চেষ্টা কৰিছে, কিন্তু চকমকনিত সাৰ পাই উঠি নিজৰ দুৰ্বলতাক নিজে ধিকাৰিছে।

ৰাতিপুৱা প্ৰেমধৰে শোৱা-পাটীৰ পৰা উঠি পানীৰ লোটাটো কাষত লৈ মুখ ধুব ধৰি সেইপিনে ভাবিয়ে ৰ'ল। প্ৰেমধৰে ভাবিছে, তাৰ পক্ষে আজি সুপ্ৰভাত নে কুপ্ৰভাত? প্ৰেমধৰে ভাবিছে, যেয়ে মোক ইমান দিনে মনে মনে ভাল পাইছে সেই পূৰ্ণিমা আজিৰ পৰা আনৰ। প্ৰেমধৰে ভাবিছে, বোধ কৰোঁ ইমান পৰে পানী তুলিবলৈ গাঁৱৰ বুঢ়ী-ডেকেৰী-ছোৱালীবিলাকে আঁৰ-কাপোৰৰ ভিতৰত সোমাই নৈলৈ খোজ লৈছে। আঁৰ-কাপোৰত সোমোৱা কথাৰ লগে লগে প্ৰেমধৰৰ মনত পৰিল সেই পূৰ্ণিমাই নিতৌ যঁতৰৰ ওচৰত বহি লেনীয়া সুৰেৰে গোৱা সুন্দৰ লাৱনী গীতটি—

কক্মিণীয়ে বোলে মোৰ কপাল বৰ ভাল।
আসিলেক কেলিনিধি আসিব গোপাল।।
সোৱঁতী মালতী মই দুৱাৰতে কলোঁ।
অহিব বিনন্দ কানাই মালা গাঁথি থলোঁ।। ইত্যাদি

প্ৰেমধৰ অস্থিৰ হ'ল। প্ৰেমধৰে ভাবিলে, এই লাৱনী সুৰে ভদীয়াৰ হিয়া জানো স্পৰ্শ কৰিব? সেই সুন্দৰ মুকলিমূৰীয়া অনন্ত ভাব খেলোৱা গীতৰাৰৰ মৰ্ম জড়মূৰ্ত প্ৰাণহীন ভদীয়াই কি বুজিব? খৰখৰীয়া কলিত পানী পৰাৰ দৰে সেই লনি সুৰ, প্ৰেমময় মাধুৰ্য এনেয়ে লয় নহ'বতো? কিন্তু সেই সমস্ত প্ৰেমধৰে পাহৰিলে যে মনমোহা তটিনীয়ে কুলু-কুলুকৈ লুইতৰ উদ্দেশ্যে বলেও প্ৰায়ে পৰ্বতৰ শিলনি-ঘ্ৰামিয়নিৰ মাজেৰে গতি কৰে। সেই কথা মনত পৰিলে কি জানি প্ৰেমধৰে অলপ শান্তি পালেহেঁতেন। অথবা প্ৰকৃতিৰ চিৰন্তন এনে গতি বুলি সান্ত্বনা লভিলেহেঁতেন। কিয়নো পূৰ্ণিমাই যদিও প্ৰেমধৰৰ আশা বা উদ্দেশ্যলৈ ৰূপ, সৌন্দৰ্য, আনন্দ, ৰং-ৰেমালি সকলো অৰ্পণ কৰিছে, বিধতাই যে সেই আটাইবোৰ ভদীয়াৰ নিচিনা শিলনি বা বননিৰ ওপৰেৰে লৈ গৈ সেইবোৰৰ বিকাশ কৰিবলৈ ইচ্ছা কৰিছে। যি নহওক, প্ৰেমধৰে মুখ-হাত ধুই তাহানি পঢ়া ছেক্সপীয়েৰৰ ৰোমিও-জুলিয়েটখনি মেলি লৈ পঢ়ি সেই লেখাৰ ভঙ্গি আৰু তাৰ হৃদয়ৰ ভাবৰ টো একেদৰে মিলি যোৱাত প্ৰেমধৰে ক'লে, "নাই, নাই। পূৰ্ণিমা, পূৰ্ণিমা, তুমি যেনে অৱস্থাতে নাথাকা, তুমি মোৰ। তোমাক মই এৰিব নোৱাৰো, লাগে যদি তাৰ কাৰণে পিতৃ-মাতৃ সকলো বিসৰ্জন দিম।"

প্ৰেমধৰে আৰু থিৰ হৈ ৰ'ব নোৱাৰিলে। প্ৰেমধৰে ভাবিলে, কি কৰিলোঁ? এনে সংসাহ মোৰ হৃদয়ত আগেয়ে উদয় নহ'ল কিয়? আজিৰ পৰা যে এই কথা কামত ফলিওৱা অসম্ভৱ হ'ব; আজিয়েই যে পূৰ্ণিমাক ভদীয়াই বিয়া কৰাব। প্ৰেমধৰে ভাবিলে, সময়োপযোগী অস্ত্ৰ ব্যৱহাৰ কৰিব নোৱাৰিলে সকলো আশা যে বিফল হয়। প্ৰেমধৰে এনেবোৰ ভাবৰ উখম-মাখলত কিতাপখনি আগত লৈ বহি থাকোঁতে কাৰ্তিক আহি মেজৰ ওচৰৰ আনখনি মাচিয়াত বহিল। প্ৰেমধৰে সেই অৱস্থাত কাৰ্তিকক পাই তততালিকে ক'লে, "চোৱা বাৰু কাৰ্তিক, সময়োপযোগী অস্ত্ৰ ব্যৱহাৰ কৰিব নাজানিলে মানুহৰ কি অৱস্থা হয়?"

কাৰ্তিকে প্ৰেমধৰে কি কথালৈ আঙুলিয়াইছে একো বুজিব নোৱাৰি ক'লে, "তাৰ মানে?"

প্ৰেমধৰে কাৰ্তিকৰ প্ৰশ্নত সি যে কাৰ্তিকৰ আগত ক'ব নলগীয়া কথালৈ আঙুলিয়াইছে সেইটো ভাবি

ভতালিকে সেই কথা বুজাই ক'লে, "তাৰ মানে তুমি নুবুজিলা? এই যে কৰ্ণৰ কথাকে ধৰাচোন। যদি আচল সময়ত আচল অস্ত্ৰ মনত পৰিলহেঁতেন বা ব্যৱহাৰ কৰিলেহেঁতেন তেন্তে জানো কৰ্ণক শত অৰ্জুনেও বধ কৰিব পাৰিলেহেঁতেন?"

কাৰ্তিকে হাঁহি মাৰি ক'লে, "এৰা সেইটো বুজিলো, কিন্তু এই ভাবটো তোমাৰ মনত এই সময়ত খেলালে কিয়?"

প্ৰেমধৰে ইয়াৰ উত্তৰত আচল কথা ক'ব নোৱাৰি আকৌ কিবা এটা ভাবি ভতালিকে ক'লে, "মনত পৰাৰ কাৰণ বহুত। সময়ত কোন পিনৰ পৰা কি ভাব আহে তাৰ নিৰ্ণয় নাই। হঠাৎ কিতাপ পঢ়ি থাকোঁতে মনত পৰিল যে অসহযোগৰ সময়ত যদি মহাত্মাই ৩১ ডিচেম্বৰৰ দিনা 'ছিভিল ডিছ'বিডিয়েন্স' অস্ত্ৰ ব্যৱহাৰ কৰিলেহেঁতেন।"

কাৰ্তিকে ক'লে, "আজি দেখিছো তোমাৰ সুপ্ৰভাত। নহ'লে এনে ভাব দোকমোকালিতে উদয় হ'ব কিয়?"

কিন্তু হায়! প্ৰেমধৰৰ পক্ষে সুপ্ৰভাত নে কুপ্ৰভাত। কাৰ্তিকে আকৌ ক'লে, "অৱশ্যে মোৰো কেতিয়াবা কেতিয়াবা তেনে ভাব হয়। আন যি নহওক, সেইটো হোৱা হ'লে অন্ততঃ এটা চাবলগীয়া বা যুগ-যুগান্তৰ ভাবিবলগীয়া বা স্মৰণ কৰিবলগীয়া বিষয় হ'লহেঁতেন সঁচা, কিন্তু তাৰ বিষম হ'লহেঁতেন। হয় ভাৰত উদ্ধাৰ নাইবা ভাৰত মৰিশালি।"

কাৰ্তিকে ক'লে, "অৰ্থাৎ ভাৰতৰ জনপ্ৰাণী গুলি-বাৰুদত অন্ত হ'লহেঁতেন। অৱশ্যে হ'লহেঁতেন সঁচা, কিন্তু সেই মৰিশালি যুগ-যুগান্তৰ পৃথিৱীৰ মানুহে চাব লগীয়া তীৰ্থত পৰিণত হ'লহেঁতেন। বাৰু যাওক, যি অতীতত লয় হ'ল তাৰ কথা আৰু কল্পনা কৰি লাভ নাই।"

প্ৰেমধৰে ক'লে, "এৰা, ৰোমিওৰ ঠিক সময়ত বাতৰি দিব পৰাহেঁতেন জুলিয়েটৰো মৃত্যু নহ'লহেঁতেন, ৰোমিয়োও নমৰিলহেঁতেন। কি সুন্দৰ দাম্পত্য প্ৰেমৰ চানেকি সেই মুহূৰ্ত্ততে লয় হ'ল।" প্ৰেমধৰে আৰু কিবা ক'ব ধৰাটো কাৰ্তিকে ভতালিকে ক'লে, "অতীতৰ কথা আৰু থোৱা, বৰ্তমানত মই এটা সমস্যাৰ কথা কওঁ শুনা। অসমীয়া জাতিটোৱে জানো ভাৰতৰ মাজত এনেভাৱে এটা সুকীয়া জাতি হৈ দূৰ ভৱিষ্যতত থিয় হৈ থাকিব পাৰিব?"

"এই ভাব কিয় কাৰ্তিক?"

"এবাৰ চকু মেলি চোৱা।"

"কি?"

কাৰ্তিকে এটা চিত্ৰ দেখুৱাই ক'লে, "এই চোৱা।"

প্ৰেমধৰে একো বুজিব নোৱাৰি সেই পিনে চাই ৰ'ল।

কাৰ্তিকে ক'লে, "দেখিলা?"

'দেখিলো কিন্তু নুবুজিলোঁ।'

'ইয়াতকৈ আৰু কি বুজাম, চিত্ৰত দুটা ছবি দেখিছা?"

"দেখিছো।"

"এই দুটা ছবিৰ ভিতৰত প্ৰভেদ কি?"

"বিশেষ একো নাই। কিন্তু এই ছবিটো যেন ক'ৰবাত আগেয়ে দেখিছো।"

"এৰা, দেখিব পাৰা। এই ছবি দুটাৰ এটা বঙালী ল'ৰাৰ ছবি, আনটো অসমীয়াৰ। কিন্তু এই দুটাৰ প্ৰভেদ উলিওৱা বৰ কঠিন হৈ পৰিছে আৰু দূৰ ভৱিষ্যতত এই সমস্যা আৰু জটিল হৈ উঠিব যদি অসমীয়াই এতিয়াই সাৰ পাই আকৌ শক্তিদেৱীৰ আৰাধনা কৰি প্ৰবল প্ৰতাপী ওচৰৰ জাতিবোৰৰ লগত সাহিত্য, বাণিজ্য, ধৰ্ম, কৰ্ম, সমাজ, দেশাচাৰ, আনকি গীতবাদ্যতো ফেৰ পাতিবলৈ সাজু নহয়।"

"থোৱা থোৱা, কাৰ্তিক আজি বিশ্বজাগৰণত আকৌ অসমীয়াৰ সুকীয়া জাগৰণৰ কথা তুলি হাঁহিয়াতৰ পাত্ৰ নহ'বা। ই কেৱল তোমাৰ মনৰ সংকীৰ্ণতাহে প্ৰকাশ কৰিব।"

কাৰ্তিকে ক'লে, "অলেখ পৰমাণু মিলিহে এই বিশ্ব ৰচিত। এই বিশ্বৰ অণু-পৰমাণুবোৰ যেনেকৈ নেদেখাকৈ মিলি আছে, সেই অলপ চেষ্টা কৰিলে সেই অণু-পৰামাণুবোৰৰ সুকীয়া অস্তিত্ব বিচাৰি উলিয়াব পাৰি। গতিকে বিশ্বত মিলিল বুলিয়েই নিজৰ নিজত্ব হেৰুৱাই মিলিব লাগিব তাৰ একো কাৰণ নাই। অসমীয়াই ভাৰতৰ উন্নতিৰ কাৰণে দেহে-কেহে লাগিব লাগে সঁচা, কিন্তু অসমীয়াৰ অসমীয়াত্ব ৰাখিহে।"

প্ৰেমধৰে ক'লে, "দুটা অসামঞ্জস্য একেলগে দূৰ কৰা বৰ দুৰূহ।"

কাৰ্তিকে ক'লে, 'একো টান নহয়, যদি হাত-মুখলৈ বা দেহলৈ ভাবা। হাত দুখনৰ সহায়েৰে দেহৰ শক্তি সঞ্চাৰ কৰে বুলিয়ে দেহো জীয়িত হৈ থাকে, ইফালে নিজৰ কাম কৰাত হাত-মুখৰ শক্তিও ওৰ নপৰে। ঠিক তেনেভাৱে ভাৰতৰ শক্তি বঢ়াওঁতে আমাৰো শক্তি বাঢ়ি যাব লাগিব। তেতিয়া অসামঞ্জস্য একো নেথাকে। অসমীয়া নাম কেতিয়াও অন্ত নহয়; ভাৰতৰ উন্নতি পথতো বিধি-পথালি নিদিয়ে।"

প্ৰেমধৰে এইবাৰ সেই কথাত একো প্ৰশ্ন নকৰি বা উত্তৰ নিদি হঠাৎ ক'লে, "কাৰ্তিক মই আকৌ ঘৰলৈ যাওঁ বুলি ভাবিছো।"

"এনে সময়ত ঘৰলৈ যাবানে? পৰীক্ষা যাওক, দুয়ো একেলগে যাম।"

"চাওঁচোন।"

(২৭)

পূৰ্ণিমাৰ বিয়া মাঘৰ পাঁচ তাৰিখে নহ'ল। বৈকুণ্ঠই নানা অসুবিধা দেখুৱাই মাঘৰ শেষলৈ থিৰ কৰিলে। পূৰ্ণিমাৰ বিয়া পৰহিলৈ। নামনি অসমৰ গাঁও-ভূঁইত বিয়া মাথোন দুদিন। এদিন তেলৰ ভাৰ, আনদিনা বিয়া। আজি বাজিপুৱাই মৌজাদাৰণীয়ে পূৰ্ণিমাৰ ঘৰলৈ আহি পূৰ্ণিমাৰ মাকক বিয়া সম্বন্ধে কিবা ক'ব ধৰিছে। মৌজাদাৰণীয়ে কৈছে, "সিবাৰতো তাকেই কৰিলে এইবাৰ বা কি কৰে?" পূৰ্ণিমাৰ মাকে কৈছে, "আই, মই সমূলি বুবিলোঁ। এনে কথা-বতৰা নুবুজা মানুহৰ লগত পৰি সমূলি মৰিলোঁ। কালিৰ পৰা ক'ব ধৰিছে, তেওঁ হেনো ভাত বিয়া নিদিয়ে।"

মৌজাদাৰণীয়ে সেই কথা শুনি সেইদিনে থিয় হৈ ৰ'ল।

পূৰ্ণিমাৰ মাকে ক'লে, "মোৰ আশা আৰু পূৰণ নহ'ল। মই বুজিছোঁ মোৰ জীৱনত পূৰ্ণিমাৰ বিয়া চাবলৈ নাপাওঁ। কোনোমতে জোৰে-কোন্দা লাগিলেও মঙ্গলোৱাত পৰিছে। আই, আৰু নো কোনে আপোনাৰ দৰে একেভাৱে সহায় কৰিবলৈ ওলাব? ল'ৰাটোও ভাল; সকলো পৰা দেখিছোঁৱেই। এতিয়া শহুৰৰ কথা শুনি সকলোফালে জঞ্জাল লগাইছে। মই তিৰোতা মানুহ। তাতে নৰিয়া পৰি আছো। কিনো কৰোঁ?"

মৌজাদাৰণীয়ে অলপপৰ বৈ ক'লে, "যদি ইমানেই নাই তেনেহ'লেনো আগৰুপৰা সেইবোৰ কোৱা নাছিল কিয়? ইমান পাৰ্থিৰ-সাপৰ্ণহুবোৰ এতিয়া এনেয়ে নাযাব নে?"

পূৰ্ণিমাৰ মাকে ক'লে, "মই মৰিলো আই, মই দেখিছো যাৰ পৰা ইমানদিনে অলপ-অচৰপ সহায় পাইছিলো তাৰো মুদা মৰে। ইমান দিনে একো দেখো আপত্তি কৰা নাই। বৰং হুকুম দিয়ে আছে। কালি ৰাতিৰ পৰা যি লাগিছে"

মৌজাদাৰণীয়ে অলপ খং কৰি ক'লে, "মোৰ তেনে একো আৱশ্যক নাছিল যে ভণীয়াৰ বিয়া নহ'লেই নহয়। তোমালোকৰ ভাললৈ চাইহে ইমান আগবাঢ়িলো। এতিয়া মৌজাদাৰে কি বুলিব? পৰৰ কামত হাত দি নিজৰো মান-মৰ্যাদা হেৰুৱাব লগাত পৰিলোঁ। পৰৰ ভাল কৰিবলৈ গৈ এয়াহে হ'লনে?"

হঠাৎ পূৰ্ণিমাৰ দেউতাক ক'ৰবাৰ পৰা আহি সেই কথা শুনি মাত লগালে, "বৰ ভালটো কৰিবলৈ ওলাইছা। মোৰ আৰু পূৰ্ণিমাক গতাবলৈ ঠাই নোহোৱা হৈছে। চুবুৰিত পেলোৱা সেই লগুৱাটোলৈ পূৰ্ণিমাক দিওঁ– তেহে তোমাৰ মনৰ কামনা পূৰণ হয়। বোলো এনে কথাৰ তাঁত তৰিবলৈকো লাজ নেপালানে? তোমালোকৰ মৌজাদাৰৰ পদবী থাকিলেও আমিওতো সমান বংশৰ। আমাৰো আগৰ দিনৰ পদবীতো নোহোৱা কৰিব নোৱাৰা। তোমালোকৰ ভাগী-কুটুমে আমাৰ ঘৰৰ লগত আগৰ পৰা সম্বন্ধ কৰিয়ে আছে।"

মৌজাদাৰণীয়ে ক'লে, "সি আমাৰ ঘৰত থাকিলে বুলি কোনো বেয়া ঘৰৰ বা বেয়া জাতৰ ল'ৰা নহয়। বেয়া দেখিলে নো পূৰ্ণিমাক দিবলৈ মই ওলাওঁনে? আঁতিগুৰি বিচাৰি নোচোৱা কিয়? বিধি মণ্ডলৰ ঘৰৰ কেও নহ'লেও বা একো নহ'লেও তেওঁলোকৰ নামটো ক'লৈ যাব? বংশ-গৌৰৱৰ কথা এৰিলোৱেই, আচল ল'ৰাটোলৈহে চাব লাগে। ভণীয়াৰ দৰে কাম-বন কৰিব পৰা, হাল-চহত দৈশগত ল'ৰা নো ক'ত পোৱা?"

পূৰ্ণিমাৰ দেউতাকে ক'লে, "পাওঁ-পাওঁ, নাপাওঁ-নাপাওঁ। পৰৰ কথা পৰৰ বাৰ্তা। তুমি আৰু মুৰ ঘুৰাব নেলাগে। দৰা নেপাওঁ যদি পূৰ্ণিমা এনেয়ে ৰ'ব। তাই গেলা-পচা বস্তু নহয়।"

মৌজাদাৰণীয়ে আৰু একো নামাতিলে। কিছুপৰৰ মূৰত পূৰ্ণিমাৰ মাকলৈ চাই ক'লে, "আহিলোঁ, মই আৰু ইমূৰা নহওঁ। তোলৈ আৰু পূৰ্ণিমালৈ মৰম আছিল বুলিয়েই ইমান আগবাঢ়িছিলো, যি হ'ল হ'ল, ভদীয়াৰ বিয়া মই আনৰ লগত থিৰ কৰোঁগে। বস্তু-বেহানিতো আৰু এনেয়ে পেলাব নোৱাৰি। মই আজিৰ ভিতৰতেনো ওচৰৰ গাঁওকেইখনত এজনী ছোৱালী থিৰ কৰিব নোৱাৰিমনে? কিন্তু মই ইমান দিন তহঁতৰ ঘৰ নিজৰ ঘৰ বুলিয়েই ভাবিছিলো। পৰক আপোন বুলি ভাবিলে কি সৰ্বনাশী ফল হয় আজি বুজিলোঁ। আজিৰ পৰা তহঁত তহঁতৰ দিনে; মই আৰু ওচৰ নেচাপোঁ।" এই বুলি কৈয়ে মৌজাদাৰণী আঁতৰ হ'ল। পূৰ্ণিমাৰ মাকে এটা দীঘল হুমুনিয়াহ কাঢ়ি সেই বিছনাতে শুই পৰিল। লুইতৰ মাজত পৰি খেৰকুটাৰ সহায় হেৰালে মানুহৰ যি অৱস্থা হয় পূৰ্ণিমাৰ মাকৰো তেনে অৱস্থা হ'ল। এনে নিঃসহায় অৱস্থাত যিয়ে মোৰ বুলি ইমান দিন সহায় কৰিছিল সিও যদি আপোন দোষৰ কাৰণে আঁতৰ হয় তেন্তে দুখীয়াৰ আৰু সম্বল ক'ত? তদুপৰিও পূৰ্ণিমাৰ মাকে শহুৰী থাটিবৰ দিনৰে পৰা যি কাৰণেই নহওক মৌজাদাৰণীক ভক্তি আৰু মান কৰিছিল। বিশেষতঃ পূৰ্ণিমাৰ মাকে ভাবিছিল, মৌজাদাৰণীয়ে কোনো অসজ অভিপ্ৰায় লৈ এই কামত আগবঢ়া নাছিল। কেৱল সিহঁতৰ সহানুভূতি, উপকাৰৰ কাৰণে কৰিব খুজিছিল। গতিকে তেনেহেন মানুহজনীক আজি অবাৰতে লঘু কৰা আৰু ব্যতিব্যস্ত কৰাত তেৱেঁই কাৰণ হ'বলগীয়া হ'ল সেইটো ভাবি চকুৰ পানীৰে শোৱা-পাটীৰ গাৰু তিয়াব ধৰিলে।

(২৮)

মৌজাদাৰণীয়ে কোনোমতে তিনিদিনৰ পিছত জোৰাকোপা মৰি সেই গাঁৱৰে এঘৰ মানুহৰ এজনী ছোৱালী চাই ভদীয়াৰ বিয়া শেষ কৰালে। সিদিনাৰ পৰা মৌজাদাৰণী আৰু পূৰ্ণিমাহঁতৰ ঘৰলৈ যোৱা নাই। বিয়াৰ দিনা পূৰ্ণিমাহঁতক মাতিছিল। কিন্তু পূৰ্ণিমাৰ মাকৰ নবিয়াৰ কাৰণে বিয়ালৈ আহিব নোৱাৰিলে। পূৰ্ণিমায়ো ভদীয়াৰ লগত আগে পতা সম্বন্ধৰ কাৰণে লাজতে সেই বিয়ালৈ খোজ ল'ব নোৱাৰিলে আৰু পূৰ্ণিমাৰ বাপেক এপিনে মৌজাদাৰণীক সিদিনা তেনেকৈ ওভতাই খেদোৱাৰ কাৰণে আৰু কানিৰ টিকিৰাত গদাধৰে সৈতে মুদ্ধ থকাৰ কাৰণে বিয়া-মূৱা নহ'ল। মৌজাদাৰণীয়ে সিহঁতৰ কাকো বিয়াত নেদেখি মনে মনে খং কৰিছিল আৰু কাহানিও সিহঁতৰ ঘৰমুৱা নহওঁ বা বিচাৰ নলওঁ বুলি ভাবিছিল।

বিয়া শেষ হ'ল। সাত দিনৰ পিছত ভদীয়া গুৱাহাটীলৈ উভতি আহিল। মৌজাদাৰণীয়ে আগেয়ে প্ৰতিজ্ঞা কৰা মতে ভদীয়াৰ নামত মাটি-বাৰী চাৰি পুৰা লিখি দিবলৈ মৌজাদাৰকো গুৱাহাটীলৈ পঠিয়ালে। বিয়াৰ কোড়াল কমাৰ কাৰণে মৌজাদাৰণীয়ে সিদিনা আহৰি পাই কাহানিবাই লগাই থোৱা পাটিৰ চেলেংখন ব'বলৈ তাঁতত বহিছে। মাইকণে ওচৰত বহি যঁতৰত মহুৰা ফুৰাব ধৰিছে। মাইকণে মহুৰা ফুৰাই থাকোঁতে আয়েকক এবাৰ ক'লে, "আইতা, ককাইদেউ আহিলে এইবাৰ মই এখন ভাল শাৰী কিনি আনিবলৈ কম।"

আয়েকে হাঁহি মাৰি ক'লে, "অ' তোৰ ককাইদেৱেৰে শাৰী কিনি দিওঁ দিওঁ কৰি আছে। আজি-কালি সি আকৌ নিজে সূতা কটা হৈছে দেখা নাইনে? শাৰী কিনিবলৈ ক'লে আগত যঁতৰ দিব। ভাল বিহা-মেখেলাৰ কথা ক'লে কিজানি সম্ভৱতো হ'ব পাৰে। তাঁতো কিজানি ব'বলৈ কয়।"

মাইকণে মাকৰ উত্তৰত কথা ক'ব ধৰোঁতে হঠাৎ পূৰ্ণিমা সেইখিনিলৈ আহি "পেহীদেউ" বুলি মৌজাদাৰণীক মাত লগালে। মাইকণে তাইৰ নিজৰ কথা এৰি আয়েকক ক'লে, "আইতা, পূৰ্ণিমা বাইদেউ আহিছে চোৱা। বাইদেউ, বিয়া চাবলৈ কিয় নাহিল? তুলীয়াই বিহে ভাও উলিয়াইছিল।" বিয়াৰ কথা শুনি পূৰ্ণিমা লাজতে বঙা পৰি একো নামাতি লাহে লাহে ওচৰ চাপি মৌজাদাৰণীৰ তাঁতৰ কাষত থিয় হৈ ক'লে, "পেহীদেউ, আপোনাৰ কাষলৈ কিবা এটা কথা সোধো বুলি আহিছোঁ।"

মৌজাদাৰণীয়ে অলপপৰ ভভক্ মাৰি পূৰ্ণিমাৰ পিনে চাই থাকি আনমনা হৈ ক'লে, "তই বাৰু পূৰ্ণিমা মোৰ কাষলৈ কি কথা লৈ আহিছ? মই একো কৰ নোৱাৰো। তোৰ দেউতাৰা আছে, আয়েৰ আছে, মই তোৰ কেতিয়াৰ কি যে সেইবিলাকক এৰি মোক কথা সুধিব আহিছ? যি সুধিবৰ আছে সিহঁতক সোধগৈ।"

মৌজাদাৰণীয়ে তেনে কথা কিয় কৈছে পূৰ্ণিমাই সকলো বুজিলে। লগে লগে বুজিলে সেই কথা মৌজাদাৰণীৰ কেনে বেজাৰ আৰু মৰ্মান্তিক হৃদয়ৰ পৰা ওলাইছে।

তথাপি পূৰ্ণিমাই তাই ক'বলৈ অহা কথা নোকোৱাকৈ উলটিবলৈ ইচ্ছা নকৰিলে। ইপিনে মৌজাদাৰণীৰ আগত আকৌ কথা পাতিবলৈকো সাহ নেপাই থিয় হৈ থাকিল। থিয় হৈ থাকিল সঁচা কিন্তু পূৰ্ণিমাৰ গালেদি দুধাৰ চকুলো আপোনা-আপুনি বৈ আহিল। সদায় মৰম আৰু পুতৌ যাৰ পৰা পাই আহিছে তাৰ পৰা বিৰক্তি বা কঠুৱা ভাবৰ মাত শুনিলে কাৰ তেনে অৱস্থা নহয়? মৌজাদাৰণীয়ে তাইৰ অৱস্থা দেখি ক'লে, "পূৰ্ণিমা আকৌ মোৰ কাষলৈ কান্দিবলৈ আহিলি কিয়?" পূৰ্ণিমাই এইবাৰ চকুলো সমূলি বাখিব নোৱাৰিলে। তাইৰ চকুপানী মাটিত পৰিলহি। মাইকণে পূৰ্ণিমাক কন্দা দেখি তাইৰ ষঁতৰ এৰি ওচৰ চাপি ক'লে, "কিয় কান্দিছা বাইদেউ? কোনোবাই কিবা কৈছে? ঘৰত আজি ভাত বন্ধা নাই?" মাইকণৰ ভাব, তাই যেনেকৈ ভাত নাপালে কান্দে আনবোৰে কান্দিলেও তাৰ কাৰণ সেয়ে। মাইকণৰ কথাত পূৰ্ণিমাৰ কান্দোনৰ মাজতো হাঁহি বিৰিঙিল।

মৌজাদাৰণীয়ে ক'লে, "পূৰ্ণিমা, একো খোৱা নাই, বল মই চিৰা-সান্দহ দিওঁ খাবি। তইনো বিয়া চাবলৈ কিয় নাহিলি?"

পূৰ্ণিমাই এইবাৰ কান্দিব এৰি ক'লে, "পেহীদেউ, মই আপোনাৰ কি দোষ কৰিলো যে মোক আপুনি খং কৰিছে।" পূৰ্ণিমাৰ তেনে কথাত দয়াৱতী মৌজাদাৰণীৰ হিয়া পমি গ'ল। তেওঁ ক'লে, "তেনেকৈ কৈছ কিয় পূৰ্ণিমা? তোক মই কিমান মৰম কৰো, তোৰ মাৰে বা দেউতাৰে জানো বুজে? তই জানো বুজ? বাৰু কচোন কিয় আহিছ, মাৰে পঠিয়াইছেনেকি?"

পূৰ্ণিমাই ক'লে, "নাই, আপুনি অহাৰ পিছৰ পৰা তেওঁ শোৱা-পাটীতে কান্দি-কাটি আছিল। গাৰ অসুখো বেছি হৈছে।"

"তই এতিয়া কি ক'ব খুজিছিলি?"

পূৰ্ণিমাই ক'লে, 'মৌজাদাৰ হেনো আজি গুৱাহাটীলৈ যাব। তেওঁৰ হাতত এবিধ বস্তু দিব খুজিছিলো।"

"কি বস্তু?"

"সিবাৰ প্ৰেম ককাইদেউ আহোঁতে কৈছিল হেনো হাতে-কটা সূতাৰ কাপোৰ দি পঠিয়ালে তেওঁ বেচিব পাৰে। মই দুখনি কাপোৰ বৈছিলো। সেই দুখন দি পঠিয়াব খুজিছিলো। পেহীদেউ, তাৰ বেচ অলপ পালে আমাৰ কেনে সুবিধা হয় জানেই নহয়। সেই কাৰণে লৰা-ধপৰাকৈ আপোনাৰ তালৈ আহিলোঁ।"

মৌজাদাৰণীয়ে ক'লে, "চাওঁ কি কাপোৰ।"

পূৰ্ণিমাই হাত মেলি দিলত মৌজাদাৰণীয়ে ক'লে, "কাপোৰ দেখোন বৰ সুন্দৰ হৈছে।"

পূৰ্ণিমাই ক'লে, "প্ৰেম ককাইদেৱে যোৱাৰ আগতে কপাহ কিছুমান আনি দিছিল। তাৰে সূতা কাটি এই কাপোৰ বৈছোঁ।"

"প্ৰেমই আনি দিছিল? তাৰ নিজৰ পইছাৰে?"

পূৰ্ণিমাই অলপো সঙ্কোচ নকৰি ক'লে, "এৰা পেহীদেউ, প্ৰেম ককাইদেৱে মোক কিমান মৰম কৰে আপুনি জানেই।"

মৌজাদাৰণীয়ে অলপপৰ নামাতি ক'লে, "তেন্তে এই কাপোৰ তো মোৰেই।"

পূৰ্ণিমাই মৌজাদাৰণীৰ কথা নুবুজি চাই ৰ'ল। মৌজাদাৰণীয়ে ক'লে, "যা পূৰ্ণিমা, কাপোৰ থৈ যা। এই কাপোৰ মোৰ। প্ৰেমই কপাহ আনি দিছে। সেই কপাহৰ কাপোৰ বৈছ, তাৰ বেচ কি পাবি। নে তোৰখন তই নে এইখন মই ৰাখিলো।" মৌজাদাৰণী ভিতৰ সোমাল।

পূৰ্ণিমাই কি কৰিব, কি নকৰিব, কি ক'ব, কি নক'ব ভাবি ইখন কাপোৰ হাতত লৈ থত্-মত্ খাই ৰ'ল। তাই প্ৰথমে মৌজাদাৰণীয়ে ধেমালি কৰা বুলি

ভাবিলে, কিন্তু যেতিয়া মৌজাদাৰণীয়ে গৈ পেৰা-পেটেৰা মেলা শুনিলে তাই বুজিলে যে এয়া ৰহস্য নহয়। মৌজাদাৰণীয়ে সঁচা-সচিকৈ কাপোৰ পেৰাত সুমুৱালে। তাইৰ মনে মনে ভয়ঙ্কৰ খং উঠিল। কিয়নো যদিও মৌজাদাৰণীৰ সেই কাপোৰত সম্পূৰ্ণ স্বত্ব আছে তেওঁ তাইৰ অৱস্থা চাই মৌজাদাৰণীৰ তেনে আচৰণ বেয়া হৈছে। তাই যে বৰ আশা কৰি আছিল এই কাপোৰৰ বেচ স্বৰূপ অলপ-অচৰপ অলপতে প্ৰেমধৰে পঠিয়াব তদুপৰি প্ৰেমই দিয়া সূতা যে তাই অথলে খেদোৱা নাই তাৰ চিন স্বৰূপ এয়া প্ৰেমধৰলৈ পঠিয়াব। কিন্তু তাইৰ সকলো আশা ব্যৰ্থ হোৱা দেখি তাই মনে মনে বেজাৰ পালে। কিছুপৰ বৈ, মৌজাদাৰণী ওলাই নহাত ততালিকে কিবা ভাবি সিখন কাপোৰো তাতে এৰি ঘৰমুৱা হ'ল। বাস্তৱতে মৌজাদাৰণীয়ে কি কৰিলে? স্বাৰ্থময় জগতত জানো কেৱে অলপো স্বাৰ্থ এৰিব নোৱাৰে? স্বাৰ্থৰ আন্ধাৰ ডাৱৰে জানো দয়া-মায়া, মৰম, ধৰম, কৰম সকলো সংসাৰৰ পৰা লুকাই ৰাখে?

(২৯)

মৌজাদাৰণীয়ে অলপ পিছতে আকৌ তাঁত-শাললৈ আহি পূৰ্ণিমাক নেদেখি মাইকণক সুধিলে, "পূৰ্ণিমা গ'লেই মাইকণ?"

"এৰা আইতা! পূৰ্ণিমা বাইদেৱে আজিকালি কিবাবোৰ ভাবি থাকে। মই ক'লোঁ, বাইদেউ ইচনি-বিচনি খেলিবা, তেওঁ সেইটোলৈ কাণকে নকৰিলে। অলপপৰ কিবা ভাবি থাকি সৌৱা দেখো কাপোৰখন এৰি ক'ৰবালৈ গুচি গ'ল।"

মৌজাদাৰণীয়ে হাঁহি মাৰি ক'লে, "ৰাক্ষ যাওক। হেৰৌ মাইকণ এই পাটৰ বিহা-মেখেলাযোৰ আৰু ৰূপ দুটকা তই পূৰ্ণিমাক দি আহগৈ। আবেলিকৈ তাইক মই মতা বুলিও কবি।" মাইকণে ততালিকে সেয়া লৈ লৰ মাৰিলে।

মৌজাদাৰণীয়ে পূৰ্ণিমাৰ হাতেবোৱা কাপোৰখন চাই আনন্দত অধীৰ হৈ পূৰ্ণিমাক সেই কাপোৰৰ পুৰস্কাৰ কিবা দিওঁ বুলি ভিতৰত সোমাইছিল। বিশেষতঃ যেতিয়া পূৰ্ণিমাৰ বিয়া ভদীয়াৰ লগত হ'বলৈ থিৰ হৈছিল, তেতিয়া মৌজাদাৰণীয়ে এযোৰ পাটৰ বিহা-মেখেলা পূৰ্ণিমাক দিওঁ বুলি কৈছিল। কিন্তু পূৰ্ণিমাৰ বিয়া ভদীয়াৰ লগত নোহোৱাত মৌজাদাৰণীৰ খং উঠিছিল যদিও পূৰ্ণিমালৈ বোৱা কাপোৰযোৰ তাইৰ বাহিৰে অইনক দিবলৈ ইচ্ছা কৰা নাছিল, কিয়নো মৌজাদাৰণীয়ে হাজাৰ খঙৰ মাজতো পূৰ্ণিমালৈ হৃদয়ৰ পৰা ভাল পোৱা উভালি পেলাব পৰা নাছিল। ভাল পোৱাৰ এয়ে আচল প্ৰকৃতি। ভদীয়াৰ বিয়াত সেই কাপোৰযোৰ মৌজাদাৰণীৰ পেহীয়েকৰ জীয়েকে পিন্ধিছিল আৰু বিয়াৰ পিছত কামৰ ততাতৈয়াত মৌজাদাৰণীয়ে কাপোৰযোৰ ক'ত সুমুৱাই থৈছিল সেইটো পাহৰিছিল। আজি পূৰ্ণিমাক পাই তাই বোৱা কাপোৰযোৰ দেখি মৌজাদাৰণীৰ পাটৰ বিহা-মেখেলালৈ মনত পৰি সেই কাপোৰৰ পুৰস্কাৰ স্বৰূপে বিহা-মেখেলাযোৰ আৰু এখন কাপোৰৰ বেচ দুটকা ৰূপ দিওঁ বুলি ভিতৰ সোমাই কাপোৰ বিচাৰি আটাইকেইটা পেৰা-পেটেৰা ঘুকটিবলগীয়াত পৰিছিল। যেতিয়া মেখেলা লৈ আহে পূৰ্ণিমা তাত নাই।

পূৰ্ণিমাই মৌজাদাৰণীৰ ঘৰৰ পৰা গৈ বহুত পৰ কিবা ভাবি বৈছিল। মৌজাদাৰণীৰ ওপৰত ঘনে ঘনে খং কৰি, মৌজাদাৰণীৰ মনৰ সঙ্কীৰ্ণতালৈ ভাবি বিৰক্তিৰ ভাব প্ৰকাশ কৰিছিল। তাৰ পিছত কিবা ভাবি যঁতৰটো কাষত লৈ পাঁজি কাটিব ধৰিলে। লাহে লাহে সকলো ভাব-চিন্তা পাহৰি গীত ধৰিলে,

আহা ৰাধাৰ বন্ধু, বহা সিংহাসনে
চৰণ ধুৱাম তোমাৰ সুগন্ধ জলেহে
আহা ৰাধাৰ বন্ধু।।
আহা ৰাধাৰ বন্ধু, বহা সিংহাসনে
নীল বসন তোমাৰ তিতিলে ঘামেহে
আহা ৰাধাৰ বন্ধু।।

গীত গাই থাকোঁতে মাইকণে ওচৰ পাই ক'লে, "বাইদেউ, মোকো পাঁজি কাটিবলৈ শিকোৱা।" মাইকণক সেই সময়ত দেখি পূৰ্ণিমাৰ আকৌ আগৰ স্মৃতি উদয় হ'ল। মৌজাদাৰণীৰ সকলো অসন্ত আচৰণ

হিয়াৰ মাজত ফুটি উঠিছিল। পূৰ্ণিমাই অলপপৰ থৰ হৈ থাকি মাইকণক ক'লে, "মাইকণ। হাতত সেয়া কি?"

"সেইবোৰ পিছত কম। আগেয়ে মোক পাঁজি কাটিবলৈ শিকাবা জানো?"

পাঁজি কটা শিকিবলৈ ইমানকৈ ক'ব লাগেনে? বহা, ঢৰীয়া পাঁজি কিমান কাটিব খোজা কাটা।"

মাইকণে ততালিকে হাতৰ বস্তুবোৰ থৈ যঁতৰৰ কাষত বহি পাঁজি কাটিবলৈ ধৰিলে। মিহি পাঁজিৰ সূতা নোলাই হাতীবন্ধা ফইৰ নিচিনা উভীয়া সূতা ওলাব ধৰিলে, আৰু ছিগিব ধৰিলে,

কেনৈ কুটিলা চুমহিমকৈ পচলা
লোকে বাটি ভৰাই খাব,
কেনৈ তুলিলা লাহৰী আইদেউক
লোকে বন কৰাই খাব।

অলপ পৰতে মাইকণৰ বেজাৰ লাগি ক'লে, "নোৱাৰোঁ দেওহে তোমাৰ পাঁজি কাটিব। বাইদেউ, আজি আবেলি তোমাক আইতাই মাতিছে, যাবা। মোক তেতিয়া পাঁজি কাটিবলৈ শিকাব লাগিব। অ' আচল কথা পাহৰিছোঁ। সেইবোৰ আইতাই তোমালৈ দিছে?"

"কিয়?"

"ক'ব নোৱাৰোঁ। দিছে, লৈ আহিছোঁ। তুমি কিন্তু আবেলি যাবা।" এইবুলি কৈয়ে মাইকণ ততালিকে আঁতৰ হ'ল।

পূৰ্ণিমাই সেই বিহা-মেখেলা আৰু টকাৰ পিনে চাইয়েই ৰ'ল। পূৰ্ণিমাই ভাবিলে, তাই ইমান পৰে কি ভুল কৰিছিল। এনেহেন পবিত্ৰ উচ্চ-হৃদয়া মৌজাদাৰণীৰ কথা মনে মনে জল্পনা-কল্পনা কৰিছিল। এতিয়া সকলো ঘৃণা তাইৰ নিজৰ ওপৰত হ'ল। তাই ভাবিলে, মৌজাদাৰণী কি সুন্দৰ, তেওঁৰ কেনে মহানুভৱতা! অলপপৰ ভাবি থাকোঁতেই তাইৰ হঠাৎ মনত পৰিল আয়েকে মধুভকতৰ পৰা এটা দৰৱ আনিবলৈ কোৱা কথা। তাই ততালিকে যঁতৰ এৰি কাপোৰ আৰু টকা থৈ মধুভকতৰ ঘৰ বুলি খোজ ল'লে।

তাই গৈ দেখিলে মধুভকতে সেই সময়ত গীতা পঢ়িব ধৰিছে। তেওঁৰ স্থূলতৰ দেহত এখন মাখোল পাটৰ চেলেং, কপালত চন্দনৰ ফোঁট, কাণত তুলসীৰ পাত। তেওঁৰ আজানুলম্বিত বাহু দুখনিৰ এখনিৰে গীতাত হাত দি আছে, আনখন কঁকালত পৰি আছে। পূৰ্ণিমাই অলপপৰ মাতিবলৈ সাহ নকৰি ওচৰতে বহি থাকিল। মধুভকতে তাইক দেখি ক'লে, "পূৰ্ণিমা, কিয় আহিছ?"

"সেই সিদিনা যে ঔষধটো দিওঁ বুলি আইতাক কৈ আহিছিল সেইটো নিবলৈ আহিছোঁ।"

"বাৰু দিওঁ। গীতাৰ এই আধ্যা পঢ়ক, তই বহ।" এইবুলি কৈ মধুভকতে আকৌ গীতা পঢ়িব ধৰিলে। গীতাৰ মধুৰ শব্দ আৰু মধুভকতৰ মাতৰ লালিত্যই পূৰ্ণিমাক এখন্তেকলৈ কোনোবা এখন ৰাজ্যলৈ টানি নিলে। গীতাৰ আধ্যা পঢ়িলত পূৰ্ণিমাই ক'লে, "আপুনি মোক গীতাৰ ৰস বুজাব, মই আহৰি পালে ইয়ালৈ মাজে মাজে আহিম।"

মধুভকতে হাঁহি মাৰি ক'লে, "বাৰু আহিবি। তোৰ যদি শুনিবলৈ ইমান হেঁপাহ, মই তোৰ ইচ্ছাত বাধা দিম কিয়। জগত-গুৰুৰ নাম-প্ৰসঙ্গ শুনিবলৈ সকলোৰে অধিকাৰ আছে।" তাৰ পিছত মধুভকতে গীতা সেৱা কৰি উঠি থকা ঘৰ সোমাই নিজৰ জোলোঙাৰ পৰা কিবা ঔষধ আনি পূৰ্ণিমাৰ হাতত দিলে। পূৰ্ণিমাই ঔষধ লৈ ঘৰমুৱা হ'ল। ওৰে বাটে পূৰ্ণিমাই মধুভকতৰ সেই জলদগম্ভীৰ স্বৰ আৰু কণ্ঠৰ লালিত্যৰ কথা ভাবি ভাবি গৈছিল। পূৰ্ণিমাৰ মনত সঁচাকৈ ভাব হৈছিল আহৰি পালে মধুভকতৰ ওচৰত গীতাৰ তত্ত্ব বুজি ল'ব। তেওঁৰ জলদগম্ভীৰ স্বৰৰ ব্যাখ্যা শুনি হিয়া তৃপ্ত কৰিব।

মধুভকতৰো পূৰ্ণিমা বহি থকা অৱস্থাত তাই এক ধ্যানে গীতা শুনি থকা মুখলৈ চকু পৰিছিল। তাইৰ সেই চঞ্চলতাশূন্য অৱস্থা সৰল্য কুমাৰী ছোৱালীৰ মুখ আৰু তাইৰ আগ্ৰহ দেখি সকলো অস্বাভাৱিক লাগিলেও মধুভকতে খন্তেকলৈ ভাবিছিল, পূৰ্ণিমা সঁচাকৈ ষোল কলাৰে পৰিপূৰ্ণা পূৰ্ণিমা। মধুভকতে ভাবিছিল, তাইৰ মুখৰ ওপৰত বিশ্ব বটোতাৰ কেনে সুন্দৰ কাৰ্য্যকুশলতা।

পিছদিনা মধুভকতে শুনিলে তাৰপৰা গৈয়েই পূৰ্ণিমাৰ দশ হৈছে, কুমাৰী যুৱতী হৈছে। গাঁওজুৰি বোল উঠিছে। বিয়া নৌহওঁতেই যুৱতী হোৱা গাঁৱলীয়া সমাজৰ ঘৃণাৰ কথা। বামুণ সমাজৰতো সমূলি অস্পৃশ্যই। পূৰ্ণিমাৰ মাকে কান্দিব ধৰিছে, তেওঁৰ মনে মনে স্বামীলৈ খং-অভিমান জাগি উঠিছে। গাঁৱলীয়া তিৰোতাবোৰে ওচৰ চাপি কেৱে নিচুকনি দিছে, কেৱে ছিঃ ছিঃ কৰিছে, কেৱে সেই সময়তে ভদীয়াৰ লগত বিয়া নিদিয়াই পূৰ্ণিমাৰ দেউতাকক বেয়া বুলিছে। কেৱে কৈছে, "মাথি নোহোৱা, এতিয়া মজাপালি পোৱা। আৰু বা কি হয় চোৱাচোন। এতিয়া এই ছোৱালীক বা বিয়াই কোনে কৰায়? পূৰ্ণিমাৰ মাকে সকলো গঞ্জনা নীৰৱে সহিছিল। নসহি আৰু উপায় কি? তেওঁৰ যে সম্বল কেৱল চকুলোৰ বাহিৰে আন একো নাই!

প্ৰেমধৰে নানা কথা ভাবি-চিন্তি, পূৰ্ণিমাৰ বিয়া ভদীয়াৰ লগত নোহোৱা বাতৰি পায়ো আশা-নিৰাশাৰ মাজত উটি-বুৰি অলপতে মাকক লাহেকৈ দেউতাককো ক'ব। দেউতাকেও অলপতে ভদীয়াৰ নামত চাবি পুৰা মাটি নামজাৰি কৰি দি ঘৰলৈ উভতিছে। প্ৰেমধৰে ঘৰলৈ আহি আয়েকৰ লগত নানা কথা-বতৰা, ৰং-ধেমালি কৰি লাহে লাহে পূৰ্ণিমাইতৰ ঘৰৰ সকলো কথা সুধিছিল। প্ৰেমধৰে খোৱা-লোৱা কৰি অলপ জিৰণি লৈয়ে পূৰ্ণিমাইতৰ ঘৰলৈ গৈছিল। পূৰ্ণিমাৰ তেতিয়া তোলনি-বিয়া শেষ হৈছে। পূৰ্ণিমাই যঁতৰ লৈ পাঁজি কাটি বহি আছে। এনেতে প্ৰেমধৰে নিজৰ স্বাভাৱিক নিয়মমতে পূৰ্ণিমাই যৌৱনত ভৰি দিয়া সত্ত্বেও সেই কথালৈ নেভাবি লাহে লাহে গৈ পূৰ্ণিমাৰ চকুত ধৰিলে। পূৰ্ণিমাই কোন বুলি বুজিব নোৱাৰি মনে মনে থাকিল। হয়তো এবাৰ প্ৰেমৰ বুলি ভাবিলেও। কিন্তু যদি প্ৰেম নহয়, কোনোবাহে, তেন্তে প্ৰেমৰ নাম কৈ তাই লাজত পৰিব বুলি ভাবি একোকেই নকৈ মনে মনে ৰ'ল। প্ৰেমধৰে সুধিলে, "মই কোন?"

এইবাৰ পূৰ্ণিমাই প্ৰেমধৰ বুলি সঠিককৈ জানি হাঁহি মাৰি ক'লে, "আপুনি কেতিয়া আহিল ককাইদেউ?"

"আজি। পূৰ্ণিমা, আয়েৰ কেনে আছে?"

"সেই ধৰণেই। বিষে ধৰা বেমাৰ কেতিয়াবা ভাল হয়নে?"

"বাৰু পূৰ্ণিমা, তোৰ বিয়াখন খাবলৈ নেপালোঁতিনি?"

প্ৰেমধৰে আগৰ বিয়াখনকে উল্লেখ কৰিছেনে তাইৰ তোলনী-বিয়াৰ কাৰণে কৈছে পূৰ্ণিমাই ভালকৈ বুজিব নোৱাৰিলে। যি নহওক, তাই লাজতে সেই প্ৰশ্নৰ একো উত্তৰ নিদিলে।

"পূৰ্ণিমা, ঈশ্বৰে ভাল ৰক্ষা কৰিলে। এইবাৰ ময়ো থিৰ কৰি আহিছোঁ, তোৰ বিয়া সম্বন্ধে আইতা আৰু দেউতাকক কম। বাৰু পূৰ্ণিমা, ভদীয়াৰ লগত বিয়া থিৰ কৰোঁতে তোৰ মন কেনে লাগিছিল?"

পূৰ্ণিমাই মিচিকিয়া হাঁহি এটা মাৰিলে সঁচা কিন্তু একো উত্তৰ নিদিলে।

"আই-দেউতাই কাটকে বা মাৰকে এইবাৰ কিবা এটা থিৰ কৰি যাম।" এই বুলি কৈ প্ৰেমধৰ বহিল। পূৰ্ণিমাই, "মই তামোল-ছালি আনো ককাইদেউ! আপুনি অলপ বহক!" বুলি কৈ তাইৰ আয়েক থকা ঘৰলৈ গ'ল। আয়েকক ক'লে, "আইতা, প্ৰেম ককাইদেউ গুৱাহাটীৰ পৰা আহিছে।" আয়েকে ক'লে, "তামোল-ছালি দে, মই মতা বুলি ক।" পূৰ্ণিমাই মাতো বুলি ওলাব ধৰোঁতে দেখিলে দুৱাৰমুখত মধুভকত! মধুভকতে সুধিলে, "আয়েৰ কেনে আছে?"

"আপোনাৰ দৰবকেইপালি খাই অলপ বাৰু হৈছে, কিন্তু বিষ হ'লে অলপো কমা নাই। উঠিবকে নোৱাৰে।"

"লাহে লাহে ভাল হ'ব। জগদীশ্বৰহে ভাল কৰাৰ গিৰিহঁত।"

পূৰ্ণিমাই মধুভকতৰ তেনে কথা শুনি তেওঁৰ মুখলৈ চালে। সেই গম্ভীৰ মুখখনি চাই পূৰ্ণিমাৰ ভক্তিভাৱ উদয় হ'ল। পূৰ্ণিমাৰ ইচ্ছা হ'ল তাই তেওঁৰ মুখৰ পৰা দুবাৰ জলদগম্ভীৰ স্বৰে পঢ়া গীতা শুনে। তাই ততালিকে ক'লে, "আইতা, ভকতে গীতা পঢ়া কেতিয়াবা শুনিছা জানো?"

আয়েকে ক'লে, "নাই।"

"তেওঁৰ পঢ়া কি সুন্দৰ! আপুনি আজি ইয়াতে গীতা পঢ়িব জানো? আয়ে শুনিব খুজিছে!"

মধুভকতে ক'লে, "বাৰু।"

পূৰ্ণিমাই ততালিকে গীতা বটাত থৈ, বটাখন মধুভকতৰ আগত দাঙি ধৰিলে।

মধুভকতে আগদিনা পূৰ্ণিমা তেওঁৰ ঘৰলৈ যাওঁতে তাইৰ গীতা শুনাত আগ্ৰহ দেখি লগে লগে তাইৰ মনমোহা সৌন্দৰ্য আৰু সুন্দৰ মুখৰ গঢ় দেখি বহুত পৰলৈ পূৰ্ণিমাৰ কথা ভাবি আছিল। মাজে মাজে তেনেভাৱে এজনী গাভৰুৰ কথা ভবাটো তেওঁৰ সম্পূৰ্ণ অন্যায় হৈছে ভাবি তাইৰ কথা পাহৰিবলৈ গীতা আগত লৈ ঈশ্বৰৰ কথামৃত পান কৰিছিল। কিন্তু তেওঁ মানুহ। মানুহৰ তেজ-মঙহেৰে গঢ়া তেওঁৰ শৰীৰ। তেওঁ যিমানেই পূৰ্ণিমাক পাহৰিবলৈ চেষ্টা কৰিছিল পূৰ্ণিমা সিমানেই তেওঁৰ মনত জ্বলি উঠিছিল। শেষত উপায় নাপাই মধুভকতে নিজৰ ইমান দিনৰ সংযম, ব্ৰহ্মচৰ্য, ব্ৰতসাধনা সকলোকে ধিক্কাৰিছিল আৰু তুলসীৰ ওচৰলৈ গৈ আঁঠুকাঢ়ি পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিছিল, "হে প্ৰভু, মোৰ ইমানদিনে গঢ়ি অহা জীৱনৰ সংযম, ব্ৰত ৰক্ষা কৰা! মই ভালকৈ জানো তিৰোতাৰ ৰূপ ধ্যান মনে মনে কৰাটোও কামৰিপু পৰিতৃপ্ত কৰাতকৈ কোনো প্ৰকাৰে কম নহয়। মোৰ মনৰ পৰা তোমাৰ মনোমোহা ৰূপ শ্যাম বৰণৰ বাহিৰে যেন আন কাকো নেজানো, কাকো নাভাবো।" সেই প্ৰাৰ্থনাৰ পিছত তেওঁ অলপ শান্তি লভিছিল। ৰাতিটো আকৌ পৰম ব্ৰহ্ম, পৰম পিতাৰ ধ্যানত কটাব পাৰিছিল, যদিও দুৱাৰ চকুৰ চিলিমিলিত তেওঁ দেখিছিল যে পূৰ্ণিমাই তেওঁৰ কাষত বহি একান্ত মনেৰে গীতা শুনিব ধৰিছে। ৰাতিপুৱা যেতিয়া তেওঁ উঠি পূৰ্ণিমা যুৱতী হোৱাৰ কথা শুনিলে, আকৌ অতি চেষ্টা কৰি তেওঁ পাহৰা সেই ৰূপ তেওঁৰ মনত জল্-জল্ পট্‌পট্ কৈ জ্বলিছিল। লগে লগে তেওঁ ভাবিছিল, পূৰ্ণিমাতো আজিৰপৰা তেওঁৰ কাষলৈ আহিব নোৱাৰে, তাই গীতাৰ সোৱাদ পাবলৈ যি ইচ্ছা কৰিছিল সেই ইচ্ছা পূৰণ কৰিবলৈ তাই আৰু ওচৰ চাপিব নোৱাৰে।

এইভাৱে মধুভকতৰ আকৌ খন্তেকলৈ সকলো সংযম উটুৱাই নিছিল। তেওঁ মনে মনে ভাবিছিল পূৰ্ণিমাৰ মনোমোহা কান্তি, বাৰে বাৰে তেওঁৰ মনত পৰাৰ কাৰণ বোধ কৰোঁ পূৰ্ণিমাই তেনেভাৱে গীতা শুনালৈ আগ্ৰহ দেখুওৱাৰ বাবে। তেওঁ ভাবিছিল, বোধ কৰোঁ পূৰ্ণিমা কোনোবা জন্মত তেওঁৰ প্ৰধান শিষ্য আছিল। সেই কাৰণেই আকৌ আজি এনেভাৱে চিনাকিৰ পিছত তেওঁৰ মনত হেন্দোলদোপ উথলিছে।

যি নহওক কেইবাদিনো বাট চাই যেতিয়া পূৰ্ণিমাক আৰু তেওঁৰ ঘৰলৈ যোৱা নাপালে তেতিয়া মনে মনে ভাবিলে এবাৰ পূৰ্ণিমাহঁতৰ ঘৰলৈ গৈ পূৰ্ণিমাৰ মাকৰ বাতৰি লোৱাত কি হানি? বৰং তেওঁক দৰৱ-পাতি অলপ দিয়াহে আৱশ্যক। এই ভাবিয়েই তেওঁ পূৰ্ণিমাহঁতৰ ঘৰলৈ গৈছিল। পূৰ্ণিমাক তেনেভাৱে ঘৰৰ দুৱাৰমুখত পাই মধুভকতে পূৰ্ণিমাক মুখলৈ খন্তেক চাই আছিল। তাৰ পিছত পূৰ্ণিমাৰ গীতা শুনাৰ আগ্ৰহ দেখি আনন্দত মতলীয়া হৈ গীতাৰ সুৰ তুলিছিল।

পূৰ্ণিমাই গীতা দি প্ৰেমধৰৰ কাষলৈ আহি "আহক প্ৰেম ককাইদেউ, মধুভকতে কেনেভাৱে গীতা পঢ়িব ধৰিছে শুনকহি" বুলি প্ৰেমধৰক মাতি নিছিল। মধুভকতে প্ৰেমধৰক দেখি "কেতিয়া আহিলা বোপা, কেতিয়া যাবা, কিয় আহিলা" ইত্যাদি কেইটামান প্ৰশ্ন সুধি আৰু সেই প্ৰশ্নবোৰৰ প্ৰেমৰ পৰা উত্তৰ পাই আকৌ গীতা পঢ়াত লাগিছিল। মধুভকতে যিমানেই সুন্দৰভাৱে গীতা পঢ়িবলৈ চেষ্টা নকৰক, কিন্তু আচলতে মধুভকতৰ মন গীতাত নাছিল, আৰু পূৰ্ণিমায়ো আজি মধুভকতৰ গীতা পঢ়াত যি কাৰণেই নহওক তৃপ্তি পোৱা নাছিল। প্ৰেমধৰেও সেই সময়ত, গীতা শুনিবলৈ ভাল পাওক ছাবি মনে মনে ভাবিছিল কেতিয়া মধুভকত তাৰপৰা আঁতৰ হয়। কিয়নো, প্ৰেমধৰে যে ইমান দিনৰ পিছত পূৰ্ণিমাৰ কাষ পাই তাৰ মনৰ হেঁপাহ পলুৱাই তাইৰ আগত ইমান দিনে সাঁচি থোৱা কথা ভাঙিব পৰা নাই! সেই অতৃপ্তিৰ মাজত গীতাৰস মৌ নহৈ যে বিষ হৈছিল সেইটো সহজতে অনুমান কৰিব পাৰি।

কিছুপৰৰ পিছত মধুভকতৰ গীতা পঢ়া শেষ নোহোৱা দেখি প্ৰেমধৰ অস্থিৰ হৈ উঠিল ; কিন্তু কি কৰিব, গীতা সামৰণ কৰক বুলি ক'বলৈ সি সাহ নকৰিলে। অৱশেষত উপাই নাপায় প্ৰেমধৰে পূৰ্ণিমাৰ পিনে চাই ক'লে, "পূৰ্ণিমা মই আহিলোঁ; কিবা এটা

কাম আছে।" পূৰ্ণিমা ক'লে, "কিনো কাম আছে, ইমান দিনৰ মূৰত আহিছে, আজি অলপ ইয়াতে বহকচোন" বুলি প্ৰেমধৰৰ পিনে চালে। প্ৰেমধৰে পূৰ্ণিমাৰ কথা নুশুনা ভাও ধৰি "আহিলোঁ" বুলি আঁতৰ হ'ল। মধুভকতেও কেইবা অধ্যাও গীতা পঢ়ি শেষত সামৰিলে। পূৰ্ণিমাৰ আয়েকে ক'লে, "কাইলৈকো অলপ গীতা পঢ়িবিহি? গীতা পঢ়া সময়খিনিত মই অলপ শান্তি পাইছোঁ।" মধুভকতে ক'লে, "বাৰু। মই এটা বেলেগ ঔষধো লৈ আহিম।"

পূৰ্ণিমাৰ আয়েকে ক'লে, "আপোনাৰ অনুগ্ৰহ।"

কিন্তু ঈশ্বৰেহে জানে এয়া অনুগ্ৰহ নে নিগ্ৰহ নে কুগ্ৰহ।

(৩০)

মধুভকতে এনেকৈ আৰু দুদিন পূৰ্ণিমাহঁতৰ ঘৰত গীতা পঢ়িলে। কিন্তু মধুভকতৰ আশাৰ তৃপ্তি নহ'ল। মন যিমানেই মেলিলে সিমানেই উকণ্ঠা হ'ল। মধুভকতে সিদিনা ঘৰলৈ আহি ভাবিলে, "নাই, আৰু পূৰ্ণিমাহঁতৰ ঘৰলৈ নেযাওঁ। পূৰ্ণিমাক যিমানেই দেখোঁ সিমানেই মন আকুল হয়, হিয়া উখল-মাখল কৰে, ব্ৰত-সাধনা সকলো জলাঞ্জলি দিবলৈ ইচ্ছা যায়। হে প্ৰভু, যৌৱনৰ এই শেষ সময়ত মোক কিহৰ মোহত পেলালা? মইতো সৰুৰেপৰা এনেভাৱে ব্ৰতচাৰী হৈ, যৌৱন অৱস্থাতো সংযম আৰু ধৈৰ্যৰ সহায় লৈ তোমাৰ মুগ্ধ হৈ আহিছোঁ। এতিয়া কি কৃষ্ণণত মোক মোহজালেৰে আৱৰিব খুজিছা?" মধুভকতে ভাবি ভাবি সৰল অন্তঃকৰণেৰে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিলে। তেওঁ ভক্তিৰ আবেগপূৰ্ণ চকুলোৰে গাল তিয়াই আগত গীতা লৈ পঢ়িব ধৰিলে। ওৰে ৰাতি পঢ়িয়ে আছে, গীতা এৰিবলৈ সাহ হোৱা নাই, জানোচা আকৌ পপীয়া মনে আহৰি পাই পপীয়া ভাবৰোৰ জগাই তোলে।

গীতা পঢ়োঁতে পঢ়োঁতে তেওঁৰ টোপনি আহিল। সেই টোপনিতে তেওঁ এটি সপোন দেখিলে যেন ভগৱান শ্ৰীকৃষ্ণই নিজে শংখ-চক্ৰ-গদা-পদ্ম হাতত লৈ লাহে লাহে তেওঁৰ ওচৰ চাপিছে। তেওঁ দেখিলে, তেওঁৰ এহাতত তেওঁ সদায় পঢ়া গীতাখন আৰু দেখিলে তেওঁৰ পিছ পিনে এজনা মনোমোহা যুৱতী। শ্ৰীকৃষ্ণই হাঁহি হাঁহি তেওঁৰ ওচৰ চাপি মাত দিলে, "মধু!" মধুভকতে সেৱা কৰি শ্ৰীচৰণত সাবটি ধৰিলে। শ্ৰীকৃষ্ণই ক'লে, "মধু, ভয় নাই, তোৰ মুক্তিৰ পথ মুকলি।" মধুভকতে সেইভাৱে চৰণত ধৰিয়ে থাকিল। তাৰ পিছত শ্ৰীকৃষ্ণই হাঁহি মাৰি ক'লে, "তই এইজনা কোন দেখিছ?"

মধুভকতে ক'লে, "প্ৰভু মোক ৰক্ষা কৰা।"

"ভয় নাই মধু, তোৰ বস্তু মই তোক দিব আহিছোঁ। তই এইক চিন? চাওঁ ভৰি এৰি দে, চাচোন এবাৰ তাইৰ মুখলৈ।"

মধুভকতে ভৰি এৰি দি সেই যুৱতীলৈ চালে। পিছ মুহূৰ্ততে মধুভকতে চিনিলে সেই যুৱতী আন কেও নহয়, পূৰ্ণিমাহে। মধুভকত অবাক হৈ ৰ'ল! শ্ৰীকৃষ্ণই মাত লগালে, "ভয় নাই মধু! তই জীৱনত গাৰ্হস্থ্য ধৰ্মৰ মোল নুবুজিলি, কিন্তু গাৰ্হস্থ্য ধৰ্মত যে কেনে মাধুৰ্য আছে তাক দেখুৱাবলৈ এই পূৰ্ণিমাৰ জন্ম। দে, তোৰ হাত বঢ়াই দে।" এইবুলি কৈ তাৰ হাতখন টানি আনি পূৰ্ণিমাৰ হাতত লগাই দি শ্ৰীকৃষ্ণই এটি মধুৰ বৰগীত গাবলৈ ধৰিলে।

"গোপাল গোৱালী পাৰাত নাচে।
চৰণ চৰাই, নূপুৰ বাজাই—
মাধুৰি মাধুৰি হাসে।"

খন্তেকত গীতৰ সুৰ অন্ত পৰিল। গীত অন্তৰ লগে লগে কেও নোহোৱা হ'ল। মধুভকতে খন্তেক অবাক হৈ চৌদিশে চাই কাকো নেদেখি ততালিকে, "হৰি কাহা গেয়ো হামাৰি বন্ধু মাধাই।" বুলি চিঞৰি জাঁপ মাৰি ক'ৰবালৈ লৰ দিব খোজোঁতে শোৱা-পাটীৰ পৰা পৰি গ'ল। মধুভকতে মাটিত পৰি চেতন পালে। মুহূৰ্তলৈ কি হ'ল, কি নহ'ল ক'ব নোৱাৰিলে। অলপ পিছতে তেওঁৰ সকলো স্মৃতি উদয় হ'ল। মধুভকতে মাটিৰ পৰা উঠি ভাবিব ধৰিলে সি কি সপোন দেখিলে? এই সপোন কিয় দেখিলে? এই সপোনৰ কিবা মূল্য আছেনে? নে মনৰ ভাবৰ খেলিমেলিতে

এনে সপোনৰ সৃষ্টি। মধুভকতৰ মনত পৰিল মানুহে পুঁৱতি নিশা দেখা সপোন ফলিয়ায়। মধুভকতে ভাবিলে, তেন্তে জানো পূৰ্ণিমাৰ জন্ম দৰাচলতে তেওঁৰ কাৰণেহে? তাইৰ ৰূপ-যৌৱন-সৌন্দৰ্য তেওঁৰ উপভোগ্য বস্তু? এয়া জানো আচলতে ঈশ্বৰৰ ইচ্ছা? মধুভকত আৰু নুশুলে। হাত-মুখ ধুই আকৌ শ্ৰীকৃষ্ণৰ নাম ল'ব ধৰিলে। কিন্তু সেইদিনা সেই নামত মন নাই। তেওঁৰ ভাব হৈছে, এবাৰ পূৰ্ণিমাৰ মনোমোহা ৰূপ দৰ্শন কৰি আহে, এবাৰ পূৰ্ণিমাৰ সুন্দৰ মধুৰ কণ্ঠস্বৰ শুনি হৃদয়ৰ আনন্দ বঢ়ায়। আজি তেওঁৰ অন্তৰতম প্ৰদেশত ভাব হৈছে পূৰ্ণিমাক চোৱাতো তেওঁৰ পাপ নাই, পূৰ্ণিমা আন কাৰো বস্তু নহয়, তেওঁৰহে। শেষত যি প্ৰকাৰেই নহওক পূৰ্ণিমাৰ লগত তেওঁৰ মিলন হ'ব। এই মিলনত ঈশ্বৰৰ উদ্দেশ্য আছে, ঈশ্বৰৰ ইচ্ছা আছে, ঈশ্বৰৰ বাণী আছে! কিন্তু ভাব-তৰঙ্গত তেওঁ এবাৰো ভবা নাই, সপোন কেৱল সপোনহে; সপোনত সদায় সত্য বস্তু নাপাবও পাৰি। হয়তো তেওঁৰো সপোন এনেয়ে যাব পাৰে। কিন্তু ভৱিষ্যত কি হ'ব কোনে জানে? মধুভকতে সকলো আচাৰ-ব্যৱহাৰ ততাতৈয়াকৈ শেষ কৰি পূৰ্ণিমাইতৰ ঘৰলৈ খোজ ল'লে।

(৩১)

প্ৰফেছাৰৰ ঘৰত জয় বলিয়া আজি প্ৰায় দুমাহ আছে। এতিয়া তাৰ ভৰি অলপ ভাল হৈছে। সি লাহে লাহে উঠিব পাৰে। সিদিনা শোৱা-পাটীৰ পৰা এখন হেলনীয়া চকিত বহিছে। ভৰি ভাল হ'লেও এতিয়াও তাৰ মনৰ খেলিমেলি ভাব দূৰ হোৱা নাই। কিন্তু শৰীৰৰ দুৰ্বলতাৰ কাৰণে নে ডাক্তৰৰ দৰৱ-পাতি আৰু হেমইতৰ শুশ্ৰূষাৰ গুণতেই, তাৰ মানসিক অৱস্থাৰ কিছু পৰিমাণে পৰিবৰ্তন হৈছে। তাৰ মনলৈ যেন অতীতৰ অলপ-অচৰপ স্মৃতি মাজে-সময়ে টানি আনিব পাৰে। কোনোৱে তাৰ লগত অলপ বেছি পৰ কথা নহ'লে সি ভাল মানুহ নহয় বুলি সন্দেহ কৰিব নোৱাৰে। সি বহি থাকোঁতে ওচৰৰ এখন চকিত হেম বহিলহি। প্ৰফেছাৰ তেতিয়া কলেজত। হেমই সুধিলে, "তুমি পৰহি শুই থাকোঁতে কিয় তেনেকৈ উঠিছিলা? কিয় বিজনীৰ কথা কৈছিলা? বিজনীত তোমাৰ কোনোবা আছেনেকি?"

জয় বলিয়াই হেমৰ প্ৰশ্নৰ একো উত্তৰ নিদি তাইৰ পিনে বহুতপৰ চাই ৰ'ল। পিছত এটা দীঘল হুমুনিয়াহ কাঢ়িলে।

হেমই জয় বলিয়াৰ তেনে মৰ্মভেদী হুমুনিয়াহ দেখি সেই প্ৰশ্নৰ উত্তৰত যে কিবা বিষাদপূৰ্ণ কাহিনী লুকাই আছে সেইটো সহজতে বুজিলে। তাইৰ সৰল হৃদয় জয় বলিয়াৰ তেনে বেথাৰ চাহনিত ব্যাকুল হ'ল। তাই ততালিকে ওচৰ চাপি ক'লে, "কোৱা জয় ককাইদেউ তোমাৰ কোন আছে? কেতিয়াৰ পৰা তুমি এনে হ'লা?" জয় বলিয়া আৰু থিৰেৰে থাকিব নোৱাৰিলে। "হেম, সেই আজি আৰু কালি" বুলি ততালিকে উঠিল। জয় বলিয়া উঠা দেখি হেমই তেওঁক পিছপিনৰ পৰা ধৰি ক'লে, "বহা, ককাইদেউ, আকৌ ভৰি বেয়া হ'ব পাৰে, যদি তুমি বেয়া পোৱা মই নোসোধোঁ।"

জয়ে ক'লে, "হেম, মোৰ গৌৰী ক'ত? আৰু সেই পাষণ্ড ক'ত?" হেমই জয়ৰ কথা একো বুজিব নোৱাৰিলে। সি আকৌ ক'লে, "নাই, নাই সি মোৰ সৰ্বনাশ কৰিছে, তাক ক্ষমা নকৰোঁ, তাক পালে, উস্ উস্" বুলি আকৌ বহিল। তাৰ চকু দুটা বাঘৰ দৰে জ্বলি উঠিল। হেমই জয় বলিয়াৰ তেনে থিৰ চকু দেখি মনে মনে নানা আশঙ্কা কৰি কুঠৰিলৈ লৰি গৈ এখনি বিচনী আনি তাৰ গা-মূৰ পিহি পিহি বাও দিব ধৰিলে। এনে সময়তে কাৰ্তিক ক'ৰবাৰ পৰা আহি হেমইতৰ দুৱাৰমুখ পালেহি। জয়ৰ গা-মূৰ পিহি হেমই বিচি থকা অৱস্থা কাৰ্তিকৰ মনৰ বৰ ভাল নালাগিল। কাৰ্তিকে ততালিকে উভতি আলিৰ পিনে বাট ল'লে। হেমই কাৰ্তিকক ওভতা দেখি মাত দিলে, "কাৰ্তিক ককাইদেউ, উভতিলা দেখোন? তুমি ইমানদিন অহা নাই কিয়?"

কাৰ্তিকে আকৌ হেমইতৰ পিনে মুখ কৰি ক'লে, "বহুতো কাম থকাৰ কাৰণে এইমুৱা হ'বকে পৰা নাই।"

"আহা, আহা বহাহি। পৰীক্ষাৰ কাৰণে বোধ কৰোঁ বৰকৈ পঢ়িছা। য়ুনিভাৰ্ছিটীত প্ৰথম হ'ব পাৰিবা?"

কাৰ্তিকে কিবা ভাবি ৰহিলগৈ আৰু হেমক ক'লে, "পঢ়া ভাল হোৱা নাই। তাতে এনে বহুত কাম।"

"কিনো এনে বহুত কাম?"

"তোমালোকৰ দৰে আমিতো ছোৱালী নহয় যে আমাৰ কাম নাথাকে।"

"আপোনালোকৰতো কাম বহুতো। বাৰু কওকচোন কি কাম হাতত লৈছে।"

"হেম, অসমীয়া জাতি মৰিবৰলৈ ওলাইছে। সেই জাতিক ৰক্ষা কৰিবলৈ সঞ্জীৱনী মন্ত্ৰ আৰু বিশল্যকৰণী বিচাৰিব ধৰিছোঁ।"

কাৰ্তিকৰ এনে গম্ভীৰ উত্তৰত হেমৰ হিয়া কন্তেকলৈ স্তম্ভিত হ'ল। মুহূৰ্ততে হেমেই সেই ভাব গোপন কৰি হাঁহি মাৰি ক'লে, "তোমাৰ সেয়ে বহুত কাম?"

হেমৰ এনে উপলুঙা প্ৰশ্নত কাৰ্তিকৰ সমূলি ভাল নালাগিল। কিয়নো কাৰ্তিকে চম্পাক মৈমনসিঙিয়াবোৰে হৰি নিয়াৰ পিছৰ পৰা দিনে-ৰাতি অসমীয়াৰ বিপদৰ ভয়ঙ্কৰ চিত্ৰ আৰু মুক্তিৰ উপায় যেতিয়াই সুবিধা পাইছে তেতিয়াই ভাবিছে। আহৰিৰ মুহূৰ্ত সময়ো অৰাৰত ৰং-ধেমালিত কটোৱা নাই। য'তে যাৰ লগতে কথা নহওক সকলো সময়ত অসমৰ অৱস্থা, অসমৰ বিপদ, অসমীয়াৰ কৰ্তব্য সম্বন্ধে আলোচনা কৰিছে। কাৰ্তিকৰ আগৰ সেই চঞ্চলতা, হাঁহি, ৰং-ধেমালি এই দুমাহ প্ৰায় নোহোৱা বুলি ক'লেও নুই কৰা নহয়। সকলো সময়ত গম্ভীৰ, উপলুঙা, ৰং-ধেমালি, তাৰ কাণত বিষ সদৃশ। কলেজৰ লগৰীয়াবিলাকৰ বিলাসিতা, চঞ্চলতা আৰু জাতীয় ভাবৰ অভাৱ দেখি কেতিয়াবা কেতিয়াবা তীব্ৰ প্ৰতিবাদ কৰিছে। কেতিয়াবা কেতিয়াবা সিহঁতৰ উপলুঙা কথা শুনি মনে মনে গম্ভীৰতকৈয়ো গম্ভীৰ হৈ সকলো আশা বিসৰ্জন দি- ঘৰ পাইছে। আকৌ ঘৰলৈ আহি নিৰ্জন কোণত বহি নিজৰ শক্তি যোগাইছে; নব্য অসম গঠনৰ উপায় চিন্তিছে। গতিকে এনে গম্ভীৰ অৱস্থাত হেমৰ উপলুঙা কথাই কাৰ্তিকৰ মনত কাঁইটে বিজাদি বিন্ধিলে। কাৰ্তিকে ততালিকে হেমৰ সেই কথাৰ প্ৰতিবাদ কৰি ক'লে, "সেয়ে বহুতো কাম নহৈ তেন্তে তোমাৰ দৰে য'ৰে ত'ৰে ডেকা আনি তাৰ কাষত বহি ৰং-ধেমালি কৰাই বোধ কৰোঁ শ্ৰেষ্ঠ কাম।"

কাৰ্তিকৰ কথাত হেমৰ ভয়ঙ্কৰ খং উঠিল। কিয়নো হেম সৰু ছোৱালী হ'লেও যৌৱনত ভৰি দিওঁ দিওঁ হৈছে। হেম সৰল স্বভাৱৰ হ'লেও একেবাৰে সমাজৰ আও-ভাও, কথা-বতৰা নুবুজা নহয়। তাই বুজিলে, কাৰ্তিকৰ এই কথাই তাইক আৰু জয় বলিয়াক আঙুলিয়াই তাইক অপমান কৰিছে। তাই ততালিকে তেজী আৰু গম্ভীৰ স্বৰেৰে ক'লে, "সেৱা-শুশ্ৰূষাও যি মানুহৰ চকুত বেয়া লাগে সেই মানুহে স্বদেশ ৰক্ষাৰ কি সঞ্জীৱনী মন্ত্ৰ পাব পাৰে ক'ব নোৱাৰোঁ। বাৰু যোৱা, তোমাৰ বহুতো কামকে লৈ থাকাগৈ, আমাৰ কৰ্তব্য আমি কৰিম। কিন্তু জানিবা দেশ ৰক্ষাৰ যদি কিবা আচল উপায় বিচাৰিছা তেন্তে তাৰ একমাত্ৰ উপায় সেৱা আৰু শুশ্ৰূষা। দেশ ৰক্ষা আৰু সেৱা-শুশ্ৰূষাৰ পাৰ্থক্য কৰি দেশ ৰক্ষা কৰিব যোৱাটো মাথোঁ হাঁহিয়াতৰ হে পাত্ৰ হোৱা, নাইবা মনৰ গৰ্ব আৰু অহঙ্কাৰ স্বৰূপ মান আৰু গৌৰৱৰ স্বাৰ্থ পূৰণ কৰাটোহে, অৰ্থাৎ নেতাৰ গৌৰৱ আৰু সন্মান পোৱাৰ আশা কৰাটোহে। কিন্তু তেনে নেতাৰ যশ মান লাভ কৰা সকলক সাধাৰণ কলেৰা বা মেলেৰিয়া বেমাৰী এজনক শুশ্ৰূষা কৰিবলৈ দিয়াচোন, তেতিয়া বুজিবা তেওঁৰ নেতৃত্বৰ উচ্চ আদৰ্শ কিমান দূৰৈত।"

কাৰ্তিকে হেমৰ এই প্ৰবল উক্তিত মুহূৰ্তলৈ অবাক হ'ল। এনে সময়তে জয় বলিয়াই আকৌ হেমক ক'লে, "এৰি দিয়া হেম, এৰি দিয়া, সেই পাষণ্ডক মই সমুচিত শাস্তি দিম।"

কাৰ্তিকে জয় বলিয়াৰ বলিয়ালি অৱস্থালৈ সমূলি নাভাবি এই কথা যে সি তাকে কৈছে আৰু তাকে পাষণ্ড বুলি গালি পাৰিছে ভাবি কাৰ্তিকৰ মনে মনে ভয়ঙ্কৰ খং উঠিল। তদুপৰি কাৰ্তিকৰ ভাব হ'ল, হেমৰ কথাত আসৈ নাপালে সেই বলিয়াৰ কি সাহ আছে যে তাক এনেভাৱে অপমান কৰে? সি আৰু এক মুহূৰ্তও পলম নকৰি "মই আহিলোঁ হেম" বুলি খং ভাবেৰেই

আঁতৰ হ'ল। হেমৰো সেই অৱস্থাতে কিংকৰ্তব্যবিমূঢ় হৈ কাৰ্তিকক আৰু একো নকৈ জয় বলিয়াক টানি বহুৰাই বিচনীৰে বাও দিয়ে থাকিল।

কাৰ্তিকে প্ৰফেছাৰৰ ঘৰৰ পৰা ওলাই ঘৰ পালেগৈ। ঘৰৰ শোৱা-পাটীত পৰি সি সেই ঘটনাকে নানা ৰকমে ভাবিব ধৰিলে। সি ভাবিলে, হেম আৰু জয় বলিয়াৰ মাজত অবৈধ ভাল পোৱা জন্মিছে। কিন্তু বলিয়া এটাক হেমই কিৰূপে ভাল পালে? সি ভাবিলে, নাই জয় নিশ্চয় বলিয়া নহয়। তাৰ হাতত কিবা গুপ্ত মন্ত্ৰ আছে, সেই মন্ত্ৰেৰে হেমক বশ কৰিছে। নহ'লে হেমই তেনেভাৱে দেউতাক নোহোৱাত জয় বলিয়াৰ লগত ৰং-ধেমালি কৰিব কিয়? গা-মূৰ পিহিব কিয়? বিচনীৰে বাও দিব কিয়? কিন্তু সি এবাৰো মন নকৰিলে এই দুমাহে যে প্ৰফেছাৰৰ ঘৰলৈ সি এবাৰো অহা নাই। আৰু এই দুমাহৰ ভিতৰতে যে সি নজনাকৈ কত কাণ্ড ঘটিছে। সি নাজানে কিয় জয় বলিয়া তাতে আছে, জয় বলিয়াৰ কি হৈছে। তাৰ মনত দৃঢ় ভাব খেলালে, জয় বলিয়া আচল বলিয়া নহয়। জয় বলিয়াই যেনেভাৱে নহওক হেমৰ ভাল পোৱা লাভ কৰিছে আৰু সি সুবিধা বুজি প্ৰফেছাৰৰ অজ্ঞাতত, প্ৰফেছাৰ নোহোৱাত হেমৰ ওচৰলৈ আহি ৰং-ধেমালি কৰেহি। তাৰ বিশ্বাস হ'ল, জয় বলিয়া নিশ্চয় কোনোবা ধূৰ্ত, লম্পট। হেমৰ যৌৱন অৱস্থা হ'লেই হেমক লৈ সি ক'ৰবাত লুকাই পৰিব। এই কথা ভাবিয়েই তাৰ শৰীৰ কঁপি উঠিল। সি ভাবিলে, প্ৰফেছাৰ সৰল মানুহ এনেবোৰ কথা কল্পনাতো ঠাই দিয়া নাই। এই সৰলতাৰ সুবিধা লৈয়ে ধূৰ্ত জয়ে তেওঁৰ সৰ্বনাশ কৰিব। এনেভাৱে সি যিমানেই জয়ৰ কথা ভাবিব ধৰিলে, সিমানেই জয় বলিয়া তাৰ মনত মহা সমস্যা হৈ উঠিল। তাৰ ভাব হ'ল, জয় নিশ্চয় বলিয়া নহয়। তেন্তে জয় কোন? সি ক'ৰ পৰা আহিছে? ক'লৈ যাব? কি উদ্দেশ্য লৈ বলিয়া হৈ ফুৰিছে? কেতিয়া আকৌ অন্তৰ্ধান হ'ব?

(৩২)

দুদিন পূৰ্ণিমাইতৰ ঘৰলৈ গৈ দুই দিনেই মধুভকতে গীতা লৈ ব্যস্ত থকাৰ কাৰণে প্ৰেমধৰে মনৰ দুখেৰে উভতিব লগাত পৰিছিল। আজি প্ৰেমধৰে পূৰ্ণিমাইতৰ ঘৰলৈ গৈ পূৰ্ণিমাক অকলে পাই ক'লে, "চা পূৰ্ণিমা, তহঁতৰ তালৈ আৰু অহা মিছা হৈছে।"

"কিয়?" অৱশ্যে পূৰ্ণিমাই সেই সময়ত ভাবিছিল, বোধ কৰোঁ প্ৰেমধৰৰ দেউতাকে নাইবা আয়েকে প্ৰেমধৰক তালৈ আহিব হাক দিছে। পূৰ্ণিমাৰ সেই আশঙ্কা যে সমূলি মিছা নহয় সেইটো থিৰাং। কিয়নো আগদিনা ৰাতি প্ৰেমধৰৰ দেউতাকে আয়েকৰ আগত প্ৰেমধৰক মাতি নি পূৰ্ণিমাইতৰ ঘৰলৈ যাবলৈ হাক দিছে। আনকি ইমান দূৰ কৈছে, "চা প্ৰেম, তই পঢ়া ল'ৰা, সংসাৰৰ আও-ভাও এতিয়াও বুজা নাই। তই এনেভাৱে যাৰে তাৰে ঘৰলৈ গৈ কথা-বতৰা পতাটো শোভনীয় নহয়। বিশষতঃ মোক বহুতে বহুতো কথা কৈছে।" প্ৰেমধৰে দেউতাকৰ কথা শুনি এবাৰ কৈছিল, "কোনেনো কি ক'লে? পিছত যে নানা কথা লগায় আগত নকয় কিয়? বাৰু আপুনি যাবলৈ হাক দিছে যেতিয়া নাযাওঁ। কাইলৈ মই কিবা এটা বস্তু পূৰ্ণিমাইতক দি আহিম, তাৰ পাছত আৰু সিইঁতৰ ঘৰমুৱা নহওঁ।" দেউতাকে প্ৰেমধৰৰ কথা শুনি ৰং পালে। মৌজাদাৰণীয়ে ক'লে, "কিনো বস্তু, কিবা কপাহ আনো?"

"নহয় আইতা, পূৰ্ণিমাই এটা নতুনকৈ ওলোৱা যঁতৰ সিবাৰতে খুজিছিল। ময়ো দিওঁ বুলিছিলো। সেই যঁতৰ এটা কিনি আনি আজি দিম আৰু কেতিয়াও তালৈ নাযাওঁ।"

মৌজাদাৰে ক'লে, "পৰৰ ছোৱালী, পৰৰ ঘৰ, সেইবিলাক দিয়া-থোৱাৰ আৱশ্যক কি? বাৰু দিব খুজিছ দে আৰু কিন্তু সেইমুৱা নহ'বি।" এই বুলি কৈ মৌজাদাৰ উঠি গ'ল। প্ৰেমধৰে কাঠৰ পুতলাৰ দৰে কিছুমান পৰ থিয় হৈ আছিল। অলপ পাছত মৌজাদাৰণীয়ে ক'লে, "প্ৰেম, তই যাৰে তাৰে যে ঘৰলৈ আহ, কাৰ্তিক ইমান দিন অহা নাই কিয়? তোৰ পৰীক্ষা কেতিয়া?"

"আইতা, আৰু এমাহ আছে।"

মৌজাদৰণীয়ে ক'লে, "এমাহ আছে, এনেতে তই

গুচি আহিছু। ইয়াৰ পৰীক্ষাটো দি ভাল হৈ আহিলেহে ভাল। তই আৰু বেছি দিন ইয়াত থাকিব নালাগে” প্ৰেমধৰে নগৰৰ পৰা যাওঁতে যিমান দৃঢ়তা লৈ গৈছিল আৰু সাহ যোগাই ভাবিছিল যে আয়েক আৰু দেউতাকৰ আগত সকলো ভাঙি পূৰ্ণিমা আৰু তাৰ বিয়াৰ থিৰ কৰিব, কিন্তু ঘৰ পাই হাজাৰ চেষ্টা কৰিও আৰু সেই কথা ফুটাই ক'ব নোৱাৰিলে আৰু শেষত দেউতাকে যেতিয়া পূৰ্ণিমাইতৰ ঘৰলৈ যাবলৈ বাধা দিলে তেতিয়াও প্ৰেমধৰে ক'বলৈ সাহ যোগাব কৰিব নোৱাৰিলে যে দেউতাকে তাৰ আৰু পূৰ্ণিমাৰ বিয়া পাতক। কিয়নো মনত যিমানেই নাভাৱক সেই কথা ফুটাই কোৱাত যে কিমান শক্তি লাগে প্ৰেমধৰে আগেয়ে জনা নাছিল।

প্ৰেমধৰে পূৰ্ণিমাৰ আগত যঁতৰটো দি ক'লে, “পূৰ্ণিমা, মই জানো তই দেৱীস্বৰূপা, মঁই জানো তোক মই পালে স্বৰ্গীয় সুখ পাম; কিন্তু সেই আশা নফলে। মই বুজিলো দেউতা আৰু আইতাক এই কথাত মই মান্তি কৰাব নোৱাৰিম; আনকি এই প্ৰস্তাৱ তেওঁলোকৰ আগত প্ৰকাশ কৰিবলৈ মোৰ সাহ নাই। গতিকে আজিৰ পৰা তোৰে-মোৰে সম্পূৰ্ণ বিচ্ছেদ। কিয়নো, যি আশা নফলিব তাৰ মূলচ্ছেদ কৰাই ভাল। তোক একেবাৰে নেদেখিলে বোধ কৰোঁ মই পাহৰিব পাৰিম, তয়ো পাহৰিব পাৰিবি।” পূৰ্ণিমাই প্ৰেমধৰৰ কথা শুনিয়ে আছিল, একো হুয়ভৰ দিয়া বা নুই কৰা নাছিল। প্ৰেমধৰে ক'লে, “অৱশ্যে তোক নেপালো; নেপালা সঁচা বা সেই কথাত দেউতা-আইকো মান্তি কৰাব নোৱাৰিলোঁ সঁচা, কিন্তু ময়ো প্ৰতিজ্ঞা কৰিছোঁ তেওঁলোকে যিমানেই চেষ্টা নকৰক পূৰ্ণিমা মই আৰু কাকো বিয়া নকৰাওঁ। ওবে জীৱনটো মই দেশৰ কাৰণে উছৰ্গিম। দেশেই মোৰ সকলো। বিয়া আৰু ইহ জীৱনত নহয়। পূৰ্ণিমা, এই যঁতৰটো তোক দিলোঁ। ময়ো আজিৰ পৰা যঁতৰকে আজীৱন পূজা কৰিম। এই পূজাত বাধা দিয়া বা বিঘ্নি কৰ্বা কাৰো সাধ্য নহ'ব।” প্ৰেমধৰে বলিয়াৰ দৰে কৈয়ে গ'ল। প্ৰেমধৰে আকৌ ক'লে, “বিয়া! বিয়ালৈ ইমান কোঢ়াল, যেন জগতত বিয়াৰ বাহিৰে আৰু ডাঙৰ কাম একো নাই। যাওক, বহুত কথা ক'লোঁ। পূৰ্ণিমা, ধৰ।”

পূৰ্ণিমাই লাহেকৈ হাত পাতি ওচৰলৈ আহিল। প্ৰেমধৰে যঁতৰটো হাতত দি, “ধন্য হে জীৱন, যেন অসমৰ প্ৰত্যেক প্ৰাণীকে এনে আগ্ৰহভৰে, এনে আবেগভৰা প্ৰেমেৰে যঁতৰ দিব পাৰো বুলি কৈয়ে পূৰ্ণিমাক বুকুত সাবটি ধৰি প্ৰেমধৰে আকুলভাৱে দুগালত দুটা চুমা খালে। পূৰ্ণিমায়ো একো নামাতি প্ৰেমধৰৰ দুই বাহুৰ মাজত লেউ-সেউ হৈ পৰিল। দুয়ো বিচ্ছেদৰ আগত এই শেষ মিলনত কি স্বৰ্গীয় আনন্দ উপভোগ কৰিলে তাক বৰ্ণোৱা অসম্ভৱ কিন্তু ই যে খন্তেকলৈ। এই খন্তেকৰ পাছত সকলো চুৰমাৰ হৈ যাব। প্ৰেমধৰে আগৰ পৰা ভাবি-চিন্তি এক প্ৰকাৰ ধৈৰ্য লৈয়ে আহিছিল, কিন্তু পূৰ্ণিমাই কি কৰিব? পিছ মুহূৰ্ত যে ভৱিষ্যতৰ ভয়ঙ্কৰ অন্ধকাৰ গুহাত। তাই ইমান দিনে মনে মনে যি ধ্যান কৰিছিল, যি সাধনা কৰিছিল, সেই সাধনা মন্দিৰ যে আজিৰ পৰা চূৰ্ণাকৃত হ'ল।

পূৰ্ণিমাৰ ইমান গভীৰ প্ৰেম যে তাত বাক্যৰ স্ফুৰণ নাই, চঞ্চলতা নাই, সকলো সময়তে ধীৰ স্থিৰ। পূৰ্ণিমাৰ হৃদয় নেদেখিলে বা নুবুজিলে কেৱে ক'ব নোৱাৰে যে হৃদয়ৰ মাজত প্ৰেমৰ এটা মন্দাকিনী ধাৰা ধীৰে ধীৰে খেলি যাব ধৰিছে। বাস্তৱতে চঞ্চলতাহীন ই কেনে প্ৰেম? এই প্ৰেম যে স্বাভাৱিক প্ৰেম। গভীৰ পানীত যেনেকৈ এলা-পেচা বতাহে ঢৌ তুলিব নোৱাৰে, পূৰ্ণিমাৰ এই প্ৰেমতো চঞ্চলতাৰ ঢৌ তোলা বা মুখত কথা ফুটাই তোলা এলা-পেচা কাম নহয়। কিন্তু এবাৰ এই ঢৌ উথলি উঠিলে কোনে জানে ইয়াৰ অন্ত ক'ত? শেষ ফল কি?

প্ৰেমধৰে ক'লে, “পূৰ্ণিমা।”

পূৰ্ণিমাৰ মাত নুফুটিল। কেৱল সেই চলচলীয়া চকুযুৰিয়ে প্ৰেমধৰৰ মুখলৈ চাই ৰ লাগি ৰ'ল। পূৰ্ণিমা আৰু প্ৰেমধৰৰ চাৰি চকু মিল হ'ল। সেই চকুৱে চকুৱে কি কথা পাতিলে তাক পূৰ্ণিমাৰ বাহিৰে কোনে ক'ব? হঠাৎ কাৰোবাৰ “প্ৰেমধৰ” সম্বোধনত দুয়োৰো চেতন হ'ল। প্ৰেম আৰু পূৰ্ণিমাই চক খাই উঠি চায় যে সিহঁতৰ আগত পূৰ্ণিমাৰ দেউতাক আৰু জন্মি কানীয়া। কোন ক্ষণত যে এওঁলোক দুয়ো সোমাইছিলহি

দুয়োৱে ক'ব নোৱাৰে। প্ৰেম আৰু পূৰ্ণিমাই আনন্দৰ ধলত পাহৰিছিল কিমান পৰ দুয়ো তেনেভাৱে আছে। পূৰ্ণিমাৰ দেউতাকে সিহঁতক তেনে অৱস্থাত দেখি থিৰেৰে থাকিব নোৱাৰিলে। সি কানীয়া হ'লেও তাৰ জীয়েকৰ লাজ-মান অইন ডেকাৰ হাতত এনেভাৱে হেৰোৱা সহ্য কৰিব নোৱাৰিলে। সি তত্তালিকে চিঞৰি ক'লে, "সাৱধান প্ৰেম, তই সাপৰ গাঁতত। তোৰ এই মুহূৰ্ততে মই সৰ্বনাশ কৰিম।" সি এনেকৈ কৈয়ে প্ৰেমৰ ওপৰত জঁপিয়াই পৰিল। প্ৰেম আৰু পূৰ্ণিমাই কিংকৰ্তব্যবিমূঢ় হৈ কঁপিব ধৰিলে, বৈকুণ্ঠই চিঞৰ-বাখৰ লগালে জন্মি কানিয়াই ক'ব ধৰিলে। 'উস্ উস্! ৰাম ৰাম! বিষ্ণু, বিষ্ণু! আজিকালিৰ ল'ৰাৰ এনে কাম, ধৰ্ম-কৰ্মৰ জ্ঞান নাই।" বৈকুণ্ঠৰ চিঞৰ-বাখৰত তাৰ জ্ঞান নোহোৱা হ'ল যে সি নিজে নিজৰ মান নষ্ট কৰিব ওলাইছে। খন্তেকতে গাঁৱৰ মানুহ ভৰি পৰিলহি। ক'ৰবাৰ পৰা গদাধৰো ওলালহি। সি কাষ চাপিয়েই প্ৰেমক ক'লে, "পঢ়ি শুনি এই সোপাহে শিকিছ।" মৌজাদাৰেও কাৰোবাৰ মুখত এই কথাৰ তিলকে তাল স্বৰূপে শুনিলে। মৌজাদাৰে খঙে-অভিমানে-লাজে মৌজাদাৰণীৰ ওচৰলৈ গৈ ক'লে, "শুনিছা তোমাৰ পুতেৰৰ কীৰ্তি। তাক আৰু মোৰ ঘৰলৈ আহিব নিদিওঁ। সি মোৰ পুত্ৰ নহয়। কুলাঙ্গাৰ, সি মোৰ নাক-কাণ কাটিলে; শত্ৰুৰুক হ'হুৱালে; উচ্চবংশত কলঙ্ক সানিলে।"

মৌজাদাৰণীয়ে এই কথা আগেয়ে শুনি কি কৰিব কি নকৰিব ভাবি আছিল। কিন্তু মৌজাদাৰৰ খং দেখি জানোচা প্ৰেমৰ সৰ্বনাশ হয় এইভাৱে তেওঁক বেছি ব্যাকুল কৰিলে, বিশেষতঃ প্ৰেমই যে তেওঁৰ একমাত্ৰ ল'ৰা। তেওঁ মৌজাদাৰৰ খং অলপ পাতলাবলৈ ক'লে, "ইমান দূৰ যে হ'ব, ক'ব নোৱাৰিছিলো। বৰং কালি যাব নিদিয়া হ'লে হ'লহেঁতেন। এতিয়া কি হ'ব?"

মৌজাদাৰে ক'লে, "মৰক চুৱা কলহ ডিঙিত বান্ধি। এইবোৰলৈকেহে তাক পঢ়ালো। মই আগেয়ে কৈছিলো অকলে থকা গাভৰু ছোৱালীৰ কাষলৈ এনে বয়সৰ ল'ৰা অহা-যোৱা কৰা অন্যায়।"

(৩৩)

কাৰ্তিকে নানা ভাবৰ খেলিমেলিতো নিজৰ পঢ়ালৈ আওকাণ কৰা নাই। তাৰ ভাব হৈছে, ভালমতে মুনিভাৰছিটীত নাম কৰিব পাৰিলে সি আই-চি-এছ পঢ়িবলৈ সুবিধা কৰিব পাৰিব। বিশেষতঃ কিছুমান দিন আগেয়ে তেওঁক প্ৰফেছাৰে কৈছিল, "কাৰ্তিক ভালকৈ পঢ়া। যদি য়ুনিভাৰছিটীত প্ৰথম হ'ব পাৰা তেন্তে তোমাক মই বিলাতলৈ পঠিয়াম।" অৱশ্যে প্ৰফেছাৰৰ এই কথাত হীমভেঢ়ি হিছাপে স্বাৰ্থ নাছিল বুলি ক'ব নোৱাৰি? প্ৰফেছাৰৰ সন্তান-সন্ততিৰ ভিতৰত কেৱল হেম। প্ৰফেছাৰে জীৱনত কাহানিও অপব্যয় কৰা নাই। তেওঁৰ সঞ্চিত ধনেৰে এজন বা দুজন ল'ৰা বিলাতলৈ পঠিয়াব পৰা শক্তি হৈছে। প্ৰফেছাৰে কাৰ্তিকৰ পঢ়া-শুনা আৰু তাৰ মেধাশক্তি আৰু বুদ্ধি দেখি কাৰ্তিকক বিলাতলৈ পঠিয়াই পঢ়াই আনি তাৰে আৰু হেমৰে বিয়া পাতিবলৈ মন কৰিছে। যাইকৈ হেম আৰু কাৰ্তিকৰ বিশেষ ঘনিষ্ঠতা দেখি প্ৰফেছাৰে ভাবিছিল হেম আৰু কাৰ্তিকৰ মাজত ভাল পোৱাৰ সৃষ্টি হৈছে আৰু সময়ৰ লগেলগে এই ভাল পোৱা গভীৰ প্ৰেমত পৰিণত হ'ব; সেই কাৰণে প্ৰফেছাৰে হেম আৰু কাৰ্তিকৰ কথা-বতৰা বা আনন্দ, ৰং-ধেমালিত কাহানিও বাধা দিয়া নাছিল। আনকি এদিন প্ৰফেছাৰণীৰ আগতো এই কথা ভাঙিছিল। প্ৰফেছাৰণীয়ে স্বামীৰ এই কথাত আনন্দ পাইছিল আৰু সম্পূৰ্ণ হয়ভৰ দিছিল।

কাৰ্তিকৰ পৰীক্ষা শেষ হ'ল। প্ৰেমধৰেও সেই ঘটনাৰ পিছত মুহূৰ্তকো গাঁৱত নাথাকি সেইদিনা বাতিয়েই নগৰ পালেহি। অৱশ্যে মৌজাদাৰে প্ৰেমক বিমানেই খং নকৰক মৌজাদাৰে কাহানিও বৈণীয়েকৰ কথা পেলোৱা নাই। মৌজাদাৰণীয়ে মাতৃসুলভ স্নেহেৰে প্ৰেমধৰক ক্ষমা কৰিছিল আৰু গোটেই গাঁৱৰ গলাগলা হাই-কোৱাল ইতিকিং উপলুঙাৰ মাজতো মৌজাদাৰণীয়ে ধৈৰ্য ধৰি ভেতিয়াই প্ৰেমধৰক গুৱাহাটীলৈ খোজ ল'ব দিছিল।

প্ৰেমধৰেও নিৰ্বাক নিস্পন্দ হৈ আচল দোষীৰ দৰে মূৰত সকলো অপবাদ, সকলো লাঞ্ছনা লৈ মাতৃৰ আদেশ পালন কৰিছিল। অৱশ্যে তাৰো মনত এৰাৰ এই ভাব উদয় নোহোৱাকৈ নাছিল যে বিয়ে নহওক তাৰ হ'বলগীয়া সকলোতো হ'লেই, তেন্তে আৰু লাজ

ভয় কৰি তাৰে আৰু পূৰ্ণিমাৰে বিয়া সম্বন্ধে আয়েকৰ আগত নাভাঙিব কিয়? কিন্তু হাজাৰ চেষ্টা কৰিও সেই কথা ভাঙিব নোৱাৰিলে। গুৱাহাটীলৈ গৈ সি সকলো ভাব-চিন্তা দূৰ কৰিবলৈ নিজৰ কৰ্তব্য কামত লাগিল। সময়তে পৰীক্ষা দিলে। কিন্তু এইবাৰ পৰীক্ষা দি প্ৰেম আৰু গাঁওমুৱা নহ'ল। প্ৰেমৰ মনত গাঁৱৰ চিত্ৰ বিষময় হ'ল। তাৰ ভাব হ'ল কি অবুজ গাঁৱলীয়া সমাজ। কি হৃদয়হীন-প্ৰাণহীন যন্ত্ৰস্বৰূপ গাৱঁলীয়া মানুহ। তাৰ ভাব হ'ল ইহঁতৰ ভিতৰত সচৰাচৰ চলি অহা নিয়মৰ বাহিৰে আৰু নতুনত্বই ঠাই পাব নোৱাৰে। প্ৰেম, ভাল পোৱাৰ ইহঁতে মোল নাপায়। ধৰি-মেলি মাক-বাপেকে যেনেকৈ হওক ছোৱালী এজনী ক'ৰবাৰ পৰা গতাই দিব। তাই ভালেই হওক বা বেয়াই হওক, কণাই হওক বা খোৰাই হওক, ঘৰ কথা-বতৰা জনাই হওক বা নজনাই হওক, ভদ্ৰ আচৰণৰ মোল আছে বা নায়েই, তাইৰ লগতে চিৰ জীৱন কটাব লাগিব দাম্পত্য প্ৰেমত বান্ধ খাই কলৈকো এখোজো লৰিব নোৱৰা হ'ব লাগিব। লাগে যদি সেই বান্ধ কটকটীয়াই হওক বা অশান্তিৰ গাঁঠিৰে গঁঠাই হওক, তথাপি তিৰোতাক পুহিব লাগে। এই কৰ্তব্যৰ ভাৰ কান্ধত লৈ জীৱনৰ সকলো উচ্চ আশা, সকলো মুকলি ভাব তাতেই ওৰ পেলাব লাগিব। প্ৰেমধৰৰ আকৌ মনত খেলালে, কিন্তু পূৰ্ণিমাও গাঁৱলীয়া ছোৱালীহে। তেন্তে পূৰ্ণিমাৰ চকুত, পূৰ্ণিমাৰ হৃদয়ত এনে গভীৰ প্ৰেম কেনেকৈ হ'ল? প্ৰেমধৰ খন্তেক তবধ হ'ল। তাৰ গোটেই হিয়া পূৰ্ণিমাৰ মনোমোহা চিত্ৰই আগুৰি পেলালে। প্ৰেমধৰে ভাবিলে, পূৰ্ণিমা গাঁৱলীয়া সমাজৰ হাজাৰৰ ভিতৰত এজনা। তাইৰ কথা সম্পূৰ্ণ বেলেগ। কিন্তু যিয়ে নহওক, পূৰ্ণিমাৰ বিয়া তাৰ লগত হোৱা অসম্ভৱ। কিন্তু পূৰ্ণিমা আৰু তাৰ কেলেঙ্কাৰী গাঁও-ভূঁই বিয়পি পৰিল তেন্তে কেনেকৈ তাইৰ আৰু আনৰ লগত বিয়া হ'ব? পূৰ্ণিমাই তেন্তে চিৰ জীৱন এনেয়ে কটাব লাগিবনেকি? এই কথা ভাবোঁতে তাৰ চকুৰ পানী গিৰ-গিৰকৈ পৰিল। ভাবিলে, পূৰ্ণিমাই সৰুৰে পৰা দুখতে দিন নিয়াইছে, ঈশ্বৰে তাইৰ দুখ চকু মেলি চোৱা নাইনেকি? দুখীয়াৰ দুখ কাহানিও নুগুচেনেকি?

প্ৰেমধৰে ভাবি ভাবি বিতত হৈ শোৱা-পাটীত শুলেগৈ। তাৰ মনত ভাব হ'ল, সকলো সমাজৰ ডোল ছিঙি, লাজ-মান কাটি কৰি থৈ পূৰ্ণিমাক সি বলেৰে গ্ৰহণ কৰিব। কিন্তু দূৰৈত সি যিমান সাহ নোযোগাওক, আয়েক আৰু দেউতাকৰ ওচৰত যে সি পানীত তিয়া নিৰ্জু মেকুৰী। কিন্তু! কিন্তু! সি ভাবিলে, এই কিন্তুৰ শেষ কৰিব পাৰে যদি সি নগৰৰ পৰা সকলো ভাঙি-পাতি এখন দীঘলীয়া চিঠি আয়েকলৈ লিখে। তাত তাৰ মনৰ অৱস্থা, পূৰ্ণিমাৰ দুখৰ জীৱন, কাৰ্যকুশলতা সকলো বৰ্ণাই তাৰ আৰু পূৰ্ণিমাৰ মিলনত যে একো বাধা-বিঘিনি হ'ব নোৱাৰে, পূৰ্ণিমা নহ'লে যে তাৰ জীৱন সকলো দিনে অপূৰ্ণ হৈ ৰ'ব সেই কথা আয়েকক জনাব। এইবোৰ ভাবিয়েই সি হাতত কলম ল'লে। অলপ লিখি হঠাৎ তাৰ মনত খেলালে, আয়েকে তো চিঠি পঢ়িব নোৱাৰে। তেন্তে এইবোৰ অইনৰ হতুৱাই পঢ়াই আয়েকে যে লিখাৰ আচল সুৰো বুজিব নোৱাৰিব, লগে লগে তাৰো আকৌ লাজ খেদোৱা হ'ব। সি লিখিবলৈ এৰিলে। সি দেখিলে উপায় নাই, পূৰ্ণিমাই আৰু তাৰ কাষত বহি তাৰ জীৱন পূৰ্ণ কৰা অসম্ভৱ। সি আজীৱন অপূৰ্ণই থাকিব। সি লিখিব এৰি আকৌ তাৰ ভাগৰত জিৰণি, শোকত শান্তি, বেজাৰত নিচুকনি স্বৰূপ যঁতৰটো আগত লৈ সূতা কাটিব ধৰিলে। সি ভাবিলে, জীৱনত আৰু মৃত্যুৰ বাহিৰে এঁকো বাঞ্ছা নাই। গতিকে মৃত্যু যাতে গৰিমাময় হয় তাৰেই চেষ্টা কৰা যুগুত। সি মৰিব। কিন্তু সমান্য পূৰ্ণিমাৰ কাৰণে নহয়, মৰিব দেশৰ কাৰণে, দেশৰ যৎকিঞ্চিত উপকাৰৰ কাৰণে। মনত পৰিল সি যে শেষ বিদায়ৰ লাঞ্ছনাৰ আগে আগে পূৰ্ণিমাকো এনেভাৱে শান্তিৰ বীণ যঁতৰ দি আহিছে। যদি তাই ইচ্ছা কৰে, যদি তাই ভাবে, তেন্তে সেই যঁতৰতে মন সঁপি নিজৰ অৱস্থা ভাল কৰিব পাৰে, নিজে শান্তি পাব পাৰে? কিন্তু ইয়ো সম্ভৱনে? সামান্য যঁতৰ এটা চলাই এঘৰ গৃহস্থৰ সকলো লাগতিয়াল উপাদান জানো পাব পাৰে? যদি পাৰিলেহেঁতেন, তেন্তে সেই আজি দেশজুৰি যঁতৰৰ শব্দ নুঠিলহেঁতেন কিয়? য'ত আনন্দ আছে, সুখ আছে, শান্তি আছে,

লগে লগে খোৱা-লোৱাৰ সম্ভৱ যোগোৱা উপায় আছে তেনে বস্তু মানুহে নেওচে কিয়? এই 'কিয়'ৰ উত্তৰ কোনে দিব?

(৩৪)

পূৰ্ণিমাই জীৱনত দুখ আৰু কলঙ্ক লৈ নিতৌ দিন কটাব লাগিছে। সদায় গাঁৱৰ তিৰোতাৰ মুখত কথাই পতি গেৰেজা, পাটনা সহিবলগীয়াত পৰিছে। পূৰ্ণিমাই সাহ কৰি কোনো তিৰোতাৰ লগত ভালকৈ কথা ক'ব নোৱাৰে, কোনো তিৰোতাৰ লগত বাক-বিতণ্ডা কৰিব নোৱাৰে। পূৰ্ণিমাই কেৱল ঘৰত কাম-বন কৰিয়ে দিন কটায়। আহৰি সময়ত সূতা কাটে, তাঁত বয়, ঘঁতৰত মোহ গৈ থাকে। মৌজাদাৰণীয়ে পুতেকৰ কেলেঙ্কাৰীৰ পিছৰ পৰা আৰু পূৰ্ণিমাহঁতৰ ঘৰলৈ যোৱা নাই বা সিহঁতৰ বাতৰিও লোৱা নাই। পূৰ্ণিমায়ো আৰু মৌজাদাৰৰ ঘৰমুৱা হোৱা নাই। হ'বই বা কোনটো নাকেৰে? পূৰ্ণিমাই সমাজৰ সকলো গঞ্জনা নিন্দাবাক্য নীৰৱে সহিবলগীয়াত পৰিছে। দেউতাকৰ অশেষ গালি আনকি কিল-ভুকুও খাইছে। আয়েকে শোৱা-পাটীত পৰিয়ে নিজৰ ভাগ্যক দোষ দি, নিজৰ অৱস্থাকে গুণি চকুৰ পানীৰে গাৰু তিয়াইছে। বিশেষতঃ যি প্ৰেমক তেওঁ সৰুৰে পৰা ইমান বিশ্বাস কৰে, সেই প্ৰেমই যে এনে কাম কৰিব, তেওঁৰ সপোনৰো অগোচৰ আছিল। তেওঁ মনে মনে কৈছে, আজিকালি কাকো বিশ্বাস কৰিব নোৱৰা হ'ল।

এনেতে মধুভকত আহিল। পূৰ্ণিমাৰ আয়েকে তেওঁক দেখি ক'লে, "এতিয়া পূৰ্ণিমাৰ উপায় কি হ'ব? পূৰ্ণিমাক আৰু ক'তো গঁতোৱা যে অসম্ভৱ হ'ল। এনেয়ে আমি চহকী নহওঁ, তাতে দেউতাকে দিওঁ থওঁ বুলি কেইঘৰক প্ৰৱঞ্চনা কৰিলে, এতিয়া আকৌ এনে কেলেঙ্কাৰী। এনে অৱস্থাত কোনে পূৰ্ণিমাক বিয়া কৰাব? পূৰ্ণিমা যে খুপুৰী হ'ল, ঘৰবুঢ়ী হৈ থাকিবলগীয়াত পৰিল। ঈশ্বৰৰ এয়ে ইচ্ছা আছিল নে?"

মধুভকতে ক'লে, "ভৱিষ্যতত কাৰ কি হয় কোনে জানে? এই জগতত সকলো কামত যে নেদেখা এজনৰ শক্তি বিৰাজমান। আপুনি আকুল নহ'ব। নিশ্চয় পূৰ্ণিমাই সুন্দৰ পুৰুষ পাব। মই সপোনতে পূৰ্ণিমাৰ পাবলগীয়াজন চিনাকি পাইছোঁ।"

পূৰ্ণিমাৰ মাকে সুধিলে, "সঁচা জানো? আপোনাৰ কথা মিছা হ'ব নোৱাৰে। কওকচোন সপোনত পোৱাজন কোন? ক'ত থাকে?"

এই প্ৰশ্নত মধুভকতে বিচলিত হ'ল, কিন্তু একো কথা ভাঙিব নোৱাৰিলে। মধুভকতে কেৱল ক'লে, "আপুনি চঞ্চল নহ'ব। সময় আহিলে সি আপোনা-আপুনি দেখা দিব। কেৱল সেই শুভক্ষণলৈহে বাট চাই আছে।"

মধুভকতে যে সেই সিদিনা দেখা সপোনৰ ভেটিতে সকলো বিশ্বাস থাপনা কৰি পূৰ্ণিমা আৰু তেওঁৰ যে সমূলি ভিন পৰ নাই, এই কথা দৃঢ়ভাৱে ভাবিছিল আৰু সেই কথাকে পূৰ্ণিমাৰ আয়েকৰ আগত উল্লেখ কৰিছিল। আন কি তেওঁ পূৰ্ণিমা আৰু প্ৰেমধৰৰ কেলেঙ্কাৰীৰ কথা শুনিও মনে মনে হাঁহি নিজে নিজে কৈছিল, সতী-সাধ্বীৰ চিৰকাল কলঙ্কৰ মাজেৰেহে চন্দ্ৰমাৰ দৰে সৌন্দৰ্য বিকাশ হৈ প্ৰকৃতিৰ মাজত শোভা পায়। পূৰ্ণিমাৰ আয়েকে আকৌ সোধাত ক'লে, "বাৰু সময়ৰ কথা সময়ত হ'ব। এতিয়া এক আধ্যা গীতাকে পঢ়া যাওক। পূৰ্ণিমা কলৈ গ'ল?"

আয়েকে ক'লে, "সিদিনাৰ পৰা তাই ওলাবলৈ এৰিলে।"

"কিয়? পূৰ্ণিমা আহা, গীতাখন লৈ আহা। শ্ৰীমতী ৰাধিকাৰো কত কলঙ্ক উঠিছিল। আনকি আজিকালি যে পঞ্চ সতীৰ নাম সকলোৱে উল্লেখ কৰে, সেই মন্দোদৰী, কুন্তী, অহল্যা, তাৰা, দ্ৰৌপদীৰ অৱস্থাও কাৰো অবিদিত নাই। তেন্তে তেনেভাৱে লাজ কৰি থাকিবা কিয়? তোমাৰ ভাগ্য আকাশ যে উজ্জ্বল। তাত যে কোন নক্ষত্ৰ উদয় হ'ব মই সকলো বুজি পাইছোঁ। তোমাৰ জন্মত যে ঈশ্বৰৰ উদ্দেশ্য আছে আৰু সেই কাৰণেহে তোমাৰ অপবাদ কলঙ্ক প্ৰচাৰ হৈছে।" কিন্তু মধুভকতৰ ইমান কথাতো পূৰ্ণিমা নলৰিল। পূৰ্ণিমা নোলোৱা দেখি মধুভকতে ক'লে, "তেন্তে গীতাখনকে

দিয়া।" কিন্তু পূৰ্ণিমাও নাই গীতাও নাই। পূৰ্ণিমাৰ আয়েকে ক'লে, "গীতাখন সেই সিঁয়ৰৰ ভিতৰতে আছে, তায়ো তাতে থাকিব পায়। আপুনিয়ে তাৰে পৰা আনক। মোকতো জানেই, ঈশ্বৰে উঠিবকে নোৱৰা কৰিছে। এনেকৈ থকাতকৈ মৰিলেও ভাল আছিল।" মধুভকতে লাহেকৈ উঠি গীতা থকা ঘৰটোত সোমাল। কিন্তু কি দেখিলে? পূৰ্ণিমা সেই ঘৰতে বহি আছে। মধুভকতে গৈয়ে গীতাখন ক'ত বুলি সুধিলে; তাই নামাতিলে। মধুভকতে ওচৰ চাপি ক'লে, "নামাতা কিয়? গীতাখন ক'ত? তুমি সেই কথাকে ভাবি আছা কিয়? যি হ'বৰ হ'ল আৰু তাকে ভাবি থাকিলে কি হ'ব?" পূৰ্ণিমাই তথাপি নামাতিলে। মধুভকত আকুল হ'ল আৰু সংযম ৰাখিব নোৱাৰি ততালিকে গৈ পূৰ্ণিমাৰ হাতত ধৰি, "পূৰ্ণিমা, তই চিন্তা নকৰিবি, তোৰ ভাগ্য আকাশ মুকুলি। মই সপোনত পাইছোঁ তোৰ আৰু মোৰ সম্বন্ধ ঘটিব।"

এই কথা শুনা মাত্ৰকে পূৰ্ণিমাৰ চকু থিৰ হ'ল। পূৰ্ণিমাই এবাৰ মধুভকতৰ পিনে কেৰাহিকৈ চালে। মধুভকতে ক'লে, "প্ৰেমময়ী ৰাধিকা স্বৰূপ পূৰ্ণিমা, তোৰ বাঞ্ছনীয় বস্তু তোৰ আগতে। প্ৰেমধৰে ঈশ্বৰৰ ইচ্ছা অন্যথা কৰিবলৈ ওলাই প্ৰতিফল সিদিনা হাতে হাতে পালে।" পূৰ্ণিমা আৰু থিৰেৰে থাকিব নোৱাৰিলে। তাই ক'লে, "এৰি দে ভণ্ড, নে তোৰ গীতা, ভাগৱত।" এইবুলি কৈয়ে একে চাবে মধুভকতৰ হাতৰ পৰা এৰা দি সাউৎ কৰে পানীৰ কলহ এটা লৈ বাহিৰ হ'ল। মধুভকত তাতে বজ্ৰ পৰা মানুহৰ দৰে থিৰ হৈ থাকিল। তেওঁ কিংকৰ্তব্যবিমূঢ় হ'ল। অলপ পিছতে তেওঁ গীতা নিব অহা কথা মনত পৰি চাৰিওপিনে গীতাখন পাওঁ বুলি চকু ফুৰালে। মধুভকতে গীতা দেখিলেও সঁচা কিন্তু সেই অৱস্থাত গীতা আনি আকৌ পঢ়াটো মধুভকতৰ ভাল নালাগিল। পূৰ্ণিমাৰ মুখত তেনে কথা শুনাৰ পিছত সি কোনটো মুখেৰে সেই ঘৰতে গীতাৰ সুৰ ধৰিব? সি ভাবিলে, সি ভুল কৰিলে, কিয় পূৰ্ণিমাক তেনেভাৱে ক'লে? ঈশ্বৰৰ ইচ্ছাতো এক প্ৰকাৰে ফলিবই কিন্তু আৰু কেইটামান দিন চোৱা যুগুত আছিল। বিশেষতঃ এতিয়াও যে পূৰ্ণিমাৰ মন সিদিনাৰ পৰা আকুল হৈ আছে। এনে অৱস্থাত তেনে কথাৰ উত্থাপন কৰি সি কি কৰিলে? যদি পূৰ্ণিমাই কিবা অঘটন ঘটায়? হঠাৎ তাৰ ভাব হ'ল, পূৰ্ণিমাই কলহ লৈ গুচি গ'ল কিয়? সি ততাতৈয়াকৈ ওলাই আহি পূৰ্ণিমাৰ মাকক ক'লে, "মই নাপালো দেখোন।"

পূৰ্ণিমাৰ মাকে ক'লে, "তাতে আছিল, নাপালানে? " তেওঁ "পূৰ্ণিমা! পূৰ্ণিমা" বুলি দুবাৰ ডাঙৰকৈ চিঞৰিলে। কিন্তু পূৰ্ণিমাৰ মাত নাপালে। "কিনো আধাকাটী ছোৱালী, ততালিকে কলৈ যায়, কি কৰে ক'বকে নোৱাৰো।" মধুভকতে ক'লে, "থাকক যাওক, আজি মোৰ অলপ কামো আছে।" এই বুলি কৈয়ে মধুভকত উঠিল। পূৰ্ণিমাৰ আয়েকে ক'লে, "তেন্তে সেৱাহে। মাজে সময়ে আহিব।" মধুভকত গ'ল। যোৱাৰ সময়ত বাটতে দূৰৈত দেখিলে পূৰ্ণিমাই মাটিৰ কলহ লৈ নৈলৈ খোজ লৈছে। পূৰ্ণিমাক আকৌ দেখি তাৰ পূৰ্বস্মৃতি জাগি উঠিল। সি ওৰে বাটে ভাবিলে সি কি কৰিব। তাৰ মনে মনে সন্দেহ হ'ল সেই সপোনৰ কথাকে সাৱটি ধৰি সি কিমান দূৰ আগবাঢ়িছে। সি ভাবিলে, শূন্যত আলম লৈ খোজ কাঢ়িব পৰা যেন অসাৰ, সপোনৰ কথাও তেনে অসাৰ। সি ভাবিলে, যি পূৰ্ণিমাই তাক ইমান ভক্তি কৰিছিল, তাৰ কাষত গীতা পঢ়িবলৈ আগ্ৰহ দেখুৱাইছিল, সেই পূৰ্ণিমাৰ মনত আজি সি পিশাচ ভণ্ডস্বৰূপ হ'ল। সি ভাবিলে, কি কৰিলে তাৰ জীৱনত গঢ়ি অহা পথ নিজ হাতে নষ্ট কৰি সি আকৌ কোন পথৰ পথিক হ'বলৈ আগবাঢ়িছে। পোহৰ এৰি আন্ধাৰত খেপিয়াব খুজিছে। সি যিমানেই ভাবিব ধৰিলে, তাৰ মনে মনে ভাব হ'ল, সঁচাই সি ভয়ঙ্কৰ ভুল কৰিলে, বেয়া কাম কৰিলে। সি নৰপিশাচ, ভণ্ড আৰু অবিশ্বাসী হ'ল। তাৰ বিশ্বাস হ'ল, মোহত এবাৰ মুগ্ধ হৈ সংযম এৰিলে তাৰ পৰিণাম কি ভীষণ হয়। সি লাহে লাহে ঘৰমুৱা হৈ গৈয়ে থাকিল কিন্তু প্ৰত্যেক খোজতে তাৰ কাণত ধ্বনিত হ'ল পূৰ্ণিমাৰ শেষ কথা, "এৰি দে ভণ্ড, এয়ে নে তোৰ গীতা ভাগৱত?" সি ভাবি ভাবি গৈয়ে থাকিল।

পূৰ্ণিমাই লৰালৰিকৈ পানী আনি উভতিল। তাৰে আৰু পূৰ্ণিমাৰে ভেঁটাভেঁটি হ'ল। পূৰ্ণিমাই লাজ কৰি মধুভকতৰ পিনে মুখ নকৰি যাব ধৰিছে। মধুভকতে চৌদিশে চাই ওচৰত কাকো নেদেখি তাৰ মনৰ কথা সকলো ভাঙি ক'বলৈ, তাৰ ভুলৰ ক্ষমা খুজিবলৈ আকৌ অলপ ওচৰ চাপিল। মধুভকতে আবেগ সুৰেৰে ক'লে, "মোক ক্ষমা কৰ। মই সঁচাই বৰ ভুল কৰিছোঁ। মই সঁচাকৈ নৰপিশাচ জীৱনত এনে ভুল কৰা নাছিলোঁ। আজি বুজিছো মোহৰ পৰিণাম ক'ত? মোক ক্ষমা কৰিবিনে পূৰ্ণিমা?"

পূৰ্ণিমাই নামাতি গৈয়ে থাকিল। মধুভকতে সেইপিনে বহু পৰলৈ চাই থাকিল। লাহে লাহে পূৰ্ণিমা তাৰ দৃষ্টিৰ বাহিৰ হ'ল। সন্ধিয়াপৰ আহিল, মধুভকত লাহেকৈ গৈ ঘৰ সোমাল। ঘৰত গৈ চাকিগছ লগাই গীতাখনি লৈ পৰম কাৰুণ্য সুৰেৰে পঢ়িব ধৰিলে। কায়-মনো-বাক্যে গীতাত মুগ্ধ হ'ল। হৃদয়ৰ সকলো পাপ পৰমেশ্বৰৰ চৰণত অৰ্পি, "মোক ক্ষমা কৰা প্ৰভু বুলি ভাবত বিভোৰ হ'ল।"

বহুত পৰ গীতা পঢ়িয়েই আছে, ৰাতি গভীৰ হৈ আহিল। হঠাৎ তেওঁ দেখিলে পূৰ্ণিমা তেওঁৰ ওচৰলৈ লৰি আহি তেওঁৰ আগত থিয় হ'লহি। মধুভকতে পূৰ্ণিমাৰ এনে আচৰিত আৱিৰ্ভাৱত কঁপি উঠিল। তেওঁ ভাবিব ধৰিলে, তেওঁ সপোনত নে দিঠকত পূৰ্ণিমাক দেখিছে? মধুভকতে ভাবিলে যে পূৰ্ণিমাৰ তেওঁ হাত স্পৰ্শ কৰোঁতে খঙতে বিতত হৈ গুচি গৈছে, তেওঁক কটু কথা শুনাইছে, আনকি তেওঁক ক্ষমা খোজোঁতেও ক্ষমা নকৰি তেওঁ ভণ্ড নৰপিশাচ ভাবিয়ে আঁতৰ হৈছে, সেই পূৰ্ণিমাই এনে গভীৰ ৰাতি কোনটো সাহেৰে অকলে তাইৰ যৌৱনৰ ৰূপ-সৌন্দৰ্য লৈ তেওঁৰ ওচৰ চাপিব? নিশ্চয় তেওঁ দিঠকত পূৰ্ণিমাক দেখা নাই। ইয়ো সেই সপোন। কিন্তু এয়াতো সপোন নহয়। তেওঁ যে এতিয়াও সাৰে আছে মধুভকতে গা চিকুটি চালে। সঁচাকৈয়ে সি যে এতিয়া সজ্ঞান অৱস্থাতে চেতন আছে। তাৰ মনে মনে ভয় হ'ল, সঙ্কোচ হ'ল। তেন্তে এই গভীৰ ৰাতি কি ভাব লৈ আহিছে? পূৰ্ণিমাই জানো তাক মনে মনে ভাল পায়! সেই আগৰ সপোন জানো আজি আখৰে আখৰে মিলে? ঈশ্বৰৰ ইচ্ছা কোনে বুজে? সি কাঠৰ পুতলাৰ দৰে বহিয়ে ভাবি থাকিল। এবাৰ তাৰ ভাব হ'ল পূৰ্ণিমা সঁচাকৈ অসতী। অলপ আগে পায়ে এনে গভীৰ ৰাতি লৰ দিছে। যদিও তেতিয়া দিনত ক'ব লাগে বুলি দুয়াৰ কথা কৈছিল, আচলতে তাইৰ হৃদয়ত অন্য ৰূপ। সি ভাবিলে, নহ'ব বা কিয়? ডোল নোখোৱা গৰু। যদি তাই ভাল হ'লহেঁতেন তেনেহ'লে প্ৰেমধৰ জানো ইমান আগবাঢ়িব পাৰে? তেওঁ ভাবিলে, এনে অসতীক প্ৰশ্ৰয় দিয়াটো মহাপাপ। তেওঁ আকৌ আথেবেথে গীতাত মন দিলে। মনে মনে ক'লে, "প্ৰভু ৰক্ষা কৰা, ৰক্ষা কৰা। মোহমুগ্ধ নৰক ৰক্ষা কৰা। তুমি সহায় নহ'লে মই সমূলি বুৰিলোঁ।" তেওঁ আৰু পূৰ্ণিমাৰ পিনে মুখ নুঘুৰালে; মনে মনে পূৰ্ণিমালৈ ভয়ঙ্কৰ ভয়, ভয়ঙ্কৰ ঘৃণা হ'ল।

পূৰ্ণিমাই অলপপৰ থিয় হৈ থাকি তেওঁ গীতা এৰি ভাবিব ধৰা দেখি ক'লে, "আপোনাক এতিয়াই আয়ে মাতিছে, আইৰ সৰ্বনাশ হ'ল।"

মধুভকতে নামাতিলে। পূৰ্ণিমাই কৈয়ে গ'ল, "আইতাৰ শেষ অৱস্থা, আপুনি অহাৰ পিছতে বাগৰিব ধৰোঁতে হঠাৎ বিছনাৰ পৰা পৰিছে। এতিয়ালৈকে মাত-বোল নাই। মই গৈ পাই বহুপৰ তেল-পানী দিওঁতে কথমপি সেহাই সেহাই আপোনাক মাতিবলৈ কৈছে। তেওঁৰ ভাব হৈছে যেন তেওঁৰ শেষ সময় উপস্থিত, এবাৰ আপুনি গীতা পঢ়িব লাগে। তেওঁৰ ইচ্ছামতে ততালিকে লৰি আহিছোঁ, আজি আকৌ দেউতাও নাই।"

মধুভকতে আৰু একো কথা-বতৰা নাপাতি ততালিকে উঠিল। হাতত গীতাখনিও ল'লে। ঘৰৰ পৰা ওলায়ে পূৰ্ণিমাহঁতৰ ঘৰলৈ খোজ ল'লে। পূৰ্ণিমায়ো তেওঁৰ পাছে পাছে গ'ল। অলপ পিছতে পূৰ্ণিমাহঁতৰ ঘৰ পাই আয়েকক চাই আথে-বেথে গীতাখন অন্য পিনে থৈ পূৰ্ণিমাক ক'লে, "পূৰ্ণিমা ধৰ, ধৰ। তোৰ আয়েৰা আৰু ইহ-সংসাৰত নাই।" পূৰ্ণিমাৰ মুৰত স্বৰগ ভাঙি পৰিল। "আইতা! আইতা!" বুলি পৰিব ধৰোঁতে মধুভকতে তাইক ধৰি ক'লে, "বাউলী নহ'বি পূৰ্ণিমা, আগেয়ে ঘৰৰ পৰা উলিয়াব দে।" কিন্তু

পূৰ্ণিমাই অধীৰ হৈ পৰি গ'ল। মধুভকতে একো উপায় নাপাই কথমপি তাইক এৰি মাকৰ মৰাশটো সাবট মাৰি ধৰি কোনোমতে দুৱাৰৰ বাহিৰ কৰিলে ; তাৰ পিছত শোৱা-পাটীৰ কাপোৰ-কানি নি চোতালতে বিছনাখনি পাতি তেওঁক শুৱালে। অলপ পিছত পূৰ্ণিমাই চোতাললৈ গৈ "আইতা, আইতা'কৈ চিঞৰিব ধৰিলে। মধুভকতে তাইক সান্ত্বনা দিব ধৰিলে।

মধুভকতৰ মনত তেতিয়া সমূলি পপীয়া আশা নাই। তেওঁ আগৰে পৰা সংযম লৈয়ে আগবাঢ়িছিল। পিছত যেতিয়া আয়েকৰ মৃত্যু দেখিলে, মধুভকতৰ সকলো ভাব-চিন্তা পূৰ্ণিমাৰ দুখ আৰু শোচনীয় অৱস্থাই আকৰ্ষণ কৰিলে। তেওঁ ক'লে, "পূৰ্ণিমা, আৰু দুই এজন মানুহক নামাতিলে–তেনেকৈ কি কৰা যাব? মৰাশটো ইয়াত অকলে ৰাখিবিনে?" পূৰ্ণিমাই কান্দি কান্দি ক'লে, "মই মাতিলে এই ৰাতি কোন আহিব? মোক যে সকলোৱে বেয়াও পায়।"

মধুভকতে অলপপৰ ভাবি ক'লে, "এৰা, কথাটো হয়। কিন্তু বোধ কৰোঁ মৌজাদাৰণীৰ ওচৰলৈ গ'লে।"

মৌজাদাৰণীৰ কথা কওঁতে পূৰ্ণিমাৰ গা শিয়ঁৰি উঠিল। পূৰ্ণিমাৰ মনত প্ৰেমধৰৰ লগত তাইৰ কলঙ্কৰ কথা ফুটি উঠিল। তাই লাজতে সেই কথাৰ উত্তৰ নিদি মাকৰ মৰাশটোলৈ চায়ে থাকিল।

মধুভকতে ক'লে, "পূৰ্ণিমা, মই যি ক'লো শুনিলি" নে নাই?"

পূৰ্ণিমাই ক'লে, "ক'ত আহিব হ'বলা?"

"বাৰু এবাৰ যাচোন। নহ'লে অকলে নিয়া বৰ টান হ'ব। মৌজাদাৰণীক ক'লে বোধ কৰোঁ কোনো মানুহ পঠিয়াব।" পূৰ্ণিমাই প্ৰেমধৰৰ লগত কলঙ্ক হ'বৰ দিনাৰ পৰা এদিনো মৌজাদাৰণীৰ ঘৰলৈ অহা নাই, আন কি মৌজাদাৰণীক নিলগত দেখিলেও আনপিনে বাট লৈছে। মৌজাদাৰণীয়েও যি কাৰণেই নহওক, ইমান দিন পূৰ্ণিমাহঁতৰ ঘৰলৈ খোজ লোৱা নাই। মধুভকতে আৰু এবাৰ কোৱাত পূৰ্ণিমাই সকলো লাজ কাটি কৰি থৈ কথমপি মৌজাদাৰণীৰ ঘৰলৈ খোজ ল'লে। তেতিয়া মৌজাদাৰণীৰ ঘৰত সকলোৱে গভীৰ টোপনিত। পূৰ্ণিমাই গৈ ভয়ে ভয়ে প্ৰথমে "মাইকণ! মাইকণ" বুলি কে'বাবাৰো মাতিলে। কিন্তু মাইকণৰ মাত নাপালে। পূৰ্ণিমাই পিছত "পেহীদেও, পেহীদেউ" কৈ মাতিব ধৰিলে। মৌজাদাৰণীয়ে পূৰ্ণিমাৰ মাতত সাৰ পাই, "কোন?" বুলি সুধিলে। পূৰ্ণিমাই ক'লে, ' 'মই পেহীদেউ।" "পূৰ্ণিমা! এনে মাজ নিশা কিয়? মৌজাদাৰণীয়ে ততালিকে চাকি গছ লগাই উঠি দুৱাৰ মেলিলে। মৌজাদাৰণীৰ মনত কিবা এটা ভয়ঙ্কৰ সংশয় হ'ল।

পূৰ্ণিমা ইমান দিন এইপিনে অহা নাই। তেওঁ লাজতে হওক বা বিৰক্তি হৈয়ে হওক পূৰ্ণিমাহঁতৰ ঘৰলৈ যোৱা নাই। কিন্তু আজি এনে গভীৰ নিশা পূৰ্ণিমাক কি লাগে? তেওঁ দুৱাৰ মেলিয়ে সুধিলে, "পূৰ্ণিমা কি হৈছে?"

পূৰ্ণিমাই এই প্ৰশ্নৰ উত্তৰত একো ক'ব নোৱাৰিলে। মাকৰ মৃত্যুৰ কথা তাইৰ মুখৰ পৰা নোলাল। তাই থিয় হৈ থাকিল। মৌজাদাৰণীয়ে ক'লে, "ক পূৰ্ণিমা, কি হৈছে? এনে আন্ধাৰ আঁউসী ৰাতি অকলে অকলে তই কিয় আহিছ? তোক কি লাগে?"

পূৰ্ণিমাই কথমপি ক'লে, "পেহীদেউ, আইতা গ'ল।"

মৌজাদাৰণীয়ে পূৰ্ণিমাৰ কথা শুনিয়ে "কি কলি পূৰ্ণিমা! আইতা গ'ল? ঘৰত কোন আছে? উস্। তাই মনে মন পলালনে? শেষ সময়ত এবাৰ কথাও ক'ব নোৱাৰিলোঁ।" মৌজাদাৰণীয়ে আৰু থিৰেৰে থাকিব নোৱাৰিলে। "বল পূৰ্ণিমা, ইমান দিনে তাইৰ টান হোৱা কথাও এবাৰো নক'লহি" সেই সময়ত মৌজাদাৰণীৰ বহল হৃদয়ে পূৰ্ণিমা আৰু প্ৰেমধৰৰ সকলো কাণ্ড পাহৰি গৈছিল। পূৰ্ণিমালৈ স্বাভাৱিক মৰম আৰু তাইৰ শোচনীয় অৱস্থাৰ কথা ভাবি ততালিকে তেওঁ সিহঁতৰ ঘৰ পালেগৈ। আনকি যাবৰ সময়ত তেওঁ মেলি যোৱা দুৱাৰো বন্ধ কৰিব পাহৰিলে, চাকি লগোৱাই থাকিল। পূৰ্ণিমাহঁতৰ ঘৰত মাকৰ মৰা শ চোতালত দেখি তেওঁ ক'লে, "যাবৰ সময়ত মাতো দি নগ'লি?"

মধুভকতে ক'লে, "কেতিয়া মৰিব এই কথা জনা হ'লে মৰাৰ আগেয়ে ক'ত কি কৰি থৈ যাব পাৰি।"

মৌজাদাৰণীয়ে ক'লে, "এতিয়া উপায় কি হ'ব?

মানুহকেইটামান মাতি আনিব পাৰিলে হ'লহেঁতেন। পূৰ্ণিমা দেউতাৰ ক'ত?"

পূৰ্ণিমাই ক'লে, "দেউতা আজি কেবা দিনো হ'ল গুৱাহাটীলৈ গৈছে, আজি আহিবৰ কথা আছিল। এতিয়ালৈকে দেখাদেখি নাই।"

মৌজাদাৰণীয়ে ক'লে, "মৌজাদাৰো ঘৰত নাই, সেইবুলি মৰা শ ঘৰতে ৰ'বনে? ভকত অলপপৰ ইয়াতে বহা। ছোৱালীজনীক অকলে এৰি নাযাবা। মই কেইটামান মানুহ মাতি আনো।"

মধুভকতে ক'লে, "এৰা, আপুনি নামাতিলে আনৰ কথাত যে এই মাজ নিশা আন্ধাৰত কেৰে খোজ ল'ব সেইটো অসম্ভৱ।"

মৌজাদাৰণীয়ে ক'লে, "খোজ নল'ব? তেন্তে সিহঁত মৰিলে কোনে পেলাব? এজন মৰিলে আনবিলাকে নেপেলায়, আনবিলাকেওতো মৰাৰ হাত সাৰিব নোৱাৰে। বাৰু চাওঁচোন।" এইবুলি কৈয়ে মৌজাদাৰণী গৈ কেবাঘৰতো মাতি মাতি মানুহবিলাকক জগালে। মানুহবিলাকে মৌজাদাৰণীৰ মুখত সকলো কথা শুনি সিহঁতৰ অনিচ্ছা সত্ত্বেও তেওঁৰ কথা পেলাব নোৱাৰি পূৰ্ণিমাহঁতৰ ঘৰলৈ খোজ ল'লে। অলপ পিছতে কেইবাজনো মানুহ লগ-লাগি পূৰ্ণিমাৰ মাকৰ মৰা শ লৈ শ্মশানলৈ গ'ল।

উষাৰ আগমনৰ লগে লগে পূৰ্ণিমাৰ মাকৰ দেহা ছাই হ'ল। ৰাতিপুৱা পূৰ্ণিমাই শূন্য মন লৈ ঘৰত সোমাল। তাই আয়েক-শূন্য ঘৰত সকলো পিনে শূন্য দেখিলে। আয়েকৰ শোৱা-পাটীৰ কাষলৈ গৈ "আই আই" বুলি চিঞৰি চিঞৰি কান্দিব ধৰিলে। সেই অৱস্থাতে কিমানপৰ গ'ল ক'ব নোৱাৰে।

মৌজাদাৰণীয়ে এবাৰ আহি তাইক বুজনি দিব ধৰিলে। কত কথা ক'লে, কিন্তু পূৰ্ণিমাৰ শোক নকমিল। মধুভকতেও আহি বহুতো কথা ক'লে। কিন্তু পূৰ্ণিমাৰ মনত অলপো শান্তি নহ'ল। অৱশেষত দুয়ো ভাগৰি যাতে তাই নিজে নিজে নিচুকনি পায় সেই কাৰণে আঁতৰি দি ঘৰলৈ আহিল। পূৰ্ণিমাই অকলে অকলে নানা ভাৱত উটি-বুৰি ফুৰিলে। তাইৰ ভাব হ'ল যেন মাতৃশূন্য জগত সকলো পিনে শূন্যময়। তাইৰ মনত পৰিল, মৌজাদাৰণীয়ে এবাৰ কোৱা, "পূৰ্ণিমা, নাকান্দিবি। সংসাৰত কেও সদায় নাথাকে। আয়েৰে ইমান দিন নৰিয়া পৰি আছিল, বহুতো কষ্ট পাইছিল, মৰি সকলো দুখ-কষ্টৰ হাত সাৰিলে। তই তাইলৈ ভাবি কষ্ট নকৰিবি। তোৰ আয়েৰ মৰিলেও মই আছো। তোৰ যেতিয়া বিহৰ অভাৱ হয় মোক ক'বি। যদি ইয়াত থাকিবলৈ ভয় কৰ, তেন্তে মোৰ তালৈকে বল। মোৰ কাষৰ ঘৰটোতে থাকিবি।"

মৌজাদাৰণীৰ সেই কথা ভাবি পূৰ্ণিমাই গভীৰ পানীত পৰি খেৰকুটা সহায় পোৱাৰ দৰে হৈছিল। তাইৰ মনত মৌজাদাৰণীৰ সেই উজ্জ্বল মুখ খনেকলৈ জ্বলি উঠিছিল। কিন্তু পিছ মুহূৰ্ততে তাইৰ মুখ ক'লা পৰিল। তাইৰ ভাব হ'ল, অৱশ্যে তাইৰ দুখ দেখি মৌজাদাৰণীৰ বেথাৰ হিয়া এতিয়া ব্যাকুল হৈ তেনে কথা কৈছে যদিও, আকৌ যেতিয়া প্ৰেমধৰ আৰু তাইৰ কথা মনত পৰিব, তেতিয়া আকৌ মৌজাদাৰণীৰ দয়াৰ হৃদয়ে ঠাই দিলেও মৌজাদাৰে কিয় ঠাই দিব? তাই সেই কথা ভাবি বিত্তত হ'ল। কিন্তু যুৱতী পূৰ্ণিমাই কোনটো সাহেৰে সেই ঘৰত অকলে থাকে? কানীয়া দেউতাকো সকলো সময়ত ঘৰত নাথাকে। যি নহওক, তাইৰ ভাব হ'ল, যিহকে নহওক তথাপি পৰৰ ঘৰলৈ গৈ তাই লোকৰ মাত বা দুটা কথা শুনিব নোৱাৰে। সেই সময়ত পূৰ্ণিমাৰ মনত পৰিল প্ৰেমধৰলৈ। প্ৰেমধৰে যদি তাইক বিয়া কৰালেহেঁতেন তেন্তেতো সকলো আপদ-জঞ্জালৰ শেষ হ'লহেঁতেন। তাইৰ ভাব হ'ল, প্ৰেমধৰে সকৰে পৰা তাইক আশা দি মাজতে সকলো আশাৰ মন্দিৰ চূৰমাৰ কৰিলে। তাইৰ মনত প্ৰেমধৰৰ ওপৰত ভয়ঙ্কৰ খং হ'ল। তাই ভাবিলে, প্ৰেমধৰেই তাইৰ সকলো আপদৰ মূল। নহ'লেতো তাইক মৌজাদাৰে নিশ্চয় ভালকৈ ঠাই দিলেহেঁতেন, আনকি তাইৰ কলঙ্কৰ কথা বিয়পি নপৰিলে গাঁৱৰ ওচৰ-চুবুৰীয়ায়ো তাইক পুতৌ কৰি মৰম-দয়া কৰিলেহেঁতেন, হয়তো তাইৰ ইমান দিনে ক'ৰবাত ঘৰেই হ'লহেঁতেন। কিন্তু প্ৰেমধৰে সকলো বাটতে কাঁইট পুতিলে। যদি প্ৰেমধৰৰ ইমান সাহেই নাই যে তাইক গ্ৰহণ কৰে, তেন্তে কি ইমান দিন

তাইক আশাৰ পিছত আশা দেখুৱাই মুগ্ধ কৰিলে কিয়?

ঠিক এই ভাব খেলোৱাৰ লগে লগে মনত পৰিল তাইৰ মধুভকতলৈ। মধুভকতে তাইক আপদত কেনে সহায় কৰিলে, মধুভকত নহ'লে যে তাইৰ এনে বিপদত উদ্ধাৰ পোৱাই টান হ'লহেঁতেন। তাইৰ মনত পৰিল সেই থূলতৰ দেহ, সেই জলদগম্ভীৰ স্বৰ। সেই জ্ঞানৰ গভীৰতা। তাতোকৈ তাইৰ মনত পৰিল মধুভকতৰ আগত তাই কোৱা কটু কথা শুনিও সকলোবোৰ আওকাণ কৰি মধুভকতে তাইক সহায় কৰিবলৈ অগ্ৰ অৱস্থা ; তাইৰ মনত হ'ল মধুভকত দেৱতা স্বৰূপ। প্ৰেমধৰ নৰকৰ কীট। তাইৰ ভাব হ'ল, মধুভকত তাইৰ আপোনৰো আপোন, প্ৰেমধৰ তাইৰ পৰম শত্ৰু। তাই ভাবিলে, "যাক ইমান দিনে আপোন আপোন বুলি থাকিলো, সিয়ে মোক সকলো পিনে সৰ্বনাশ কৰিলে আৰু যাক নেওচা-কেওচা দিলো, সিয়ে কত উপকাৰ কৰিলে।" তাইৰ গোটেই মন মধুভকতৰ বহল হৃদয় আৰু মহানুভৱতাই আগুৰি পেলালে। তাইৰ ভাব হ'ল মধুভকতৰ ওচৰত তাই ভয়ঙ্কৰ অপৰাধিণী। ভাবি ভাবি তাই বিভত হ'ল। শেষত তাই ভাবিলে, সকলো জলাঞ্জলি দি যদি মধুভকতে ইচ্ছা কৰে আৰু সমাজৰ আগত ভাণ্ডিপাতি তাইক নিয়ম মতে বিয়া কৰাব খোজে, তেন্তে তাই মধুভকতৰ চৰণতে সকলো অৰ্পিব।

পূৰ্ণিমাই এনে ভাবৰ খেলি-মেলিত বুৰি থাকোতে আকৌ মধুভকতে পূৰ্ণিমাৰ বাতৰি ল'ব আহি পূৰ্ণিমাক তেনে অৱস্থাত পৰি থকা দেখি ক'লে, "পূৰ্ণিমা, তই ভাব-চিন্তা এৰ। ঈশ্বৰৰ ওচৰত মন-প্ৰাণ সঁপি যোৱা কথা পাহৰিবলৈ চেষ্টা কৰ।"

পূৰ্ণিমাই তেনে সময়তে মধুভকতৰ মাত শুনি পিবিসাই চৰণত ঢলি পৰি ক'লে, "প্ৰভু, আপোনাক মই বহুতো বেয়া কথা কৈছো কিন্তু আপুনি মহান, আপুনি নিজ গুণে সকলো ক্ষমা কৰিছে। আপুনি মোক বিপদত ৰক্ষা কৰিছে। মই বুজিছো, আপোনাৰ বাহিৰে জগতত মোৰ কেও আপোন নাই।"

পূৰ্ণিমাৰ এনে কথাত মধুভকতে গভীৰ হৈ ক'লে, "পূৰ্ণিমা, কোনে কৰো বুলি কি কৰিব? বিপদৰ সাৰথি যি ভগৱান, সেই ভগৱানৰ বাহিৰে আন কাৰো শক্তি নাই যে মানুহৰ বিপদ আঁতৰায়। তেওঁ দয়া কৰি কোন অৱস্থাত কিৰূপে সহায় কৰে তাক মানুহে বুধিৰে চুকি নাপায়। মোৰ ওচৰত কৃতজ্ঞ নহৈ পূৰ্ণিমা, সেই পৰমব্ৰহ্মক চিন্তা কৰ।" পূৰ্ণিমাই মধুভকতৰ তেনে মধুৰ কথাকেইটা যেন সম্পূৰ্ণ হৃদয়ঙ্গম কৰিব পাৰিলে। তাই ক'লে, "প্ৰভু আপোনাৰ লগে লগে লৈ মোক সেই পৰমব্ৰহ্মৰ তত্ত্ব বুজিবলৈ সক্ষম কৰক।"

মধুভকতে পূৰ্ণিমাৰ কথা শুনি খন্তেকলৈ তবধ হৈ ভাবিব ধৰিলে, সেই পূৰ্ণিমা, যি পূৰ্ণিমাই তাক ভণ্ড, নৰপিশাচ বুলি ততালিকে আঁতৰি গৈছিল, আজি এই পূৰ্ণিমাৰ কিমান পাৰ্থক্য! মধুভকতে ভাবিলে– প্ৰভু, তোমাৰ লীলা বুজা বৰ টান! তোমাৰ ইচ্ছা কি জগদীশ্বৰ? এইবাৰ যেন তোমাক পাহৰি আৰু সামান্য মোহত ভোল নাযাওঁ। এইবাৰ যেন পূৰ্ণিমাৰ আগত আৰু ভণ্ড আৰু পিশাচ নহৈ যথাৰ্থ তোমাৰ অতুলনীয় কীৰ্তিকলাপ ব্যক্ত কৰিব পাৰো, তোমাৰ মাহাত্ম্য বুজাব পাৰো। এইবাৰ যেন সঁচাকৈ প্ৰভু তোমাৰ দাসে তোমাৰ ভক্তিৰ বাহিৰে আন একোতে ভোল নাযায়, হিমালয়ৰ দৰে অচল-অতল হৈ থাকিব পাৰে।" এই বুলি থিৰ সংযম হৈয়ে মধুভকতে ক'লে, "পূৰ্ণিমা তোৰ ইচ্ছা-ভগৱানে পূৰ্ণ কৰক।"

পূৰ্ণিমাই ক'লে, "তেন্তে আজিৰ পৰা মই আপোনাৰ লগে লগে থাকিম। দেউতা আহিলে মই আপোনাৰ শৰণ হ'ম, নাম লম।"

মধুভকতে ক'লে, "তোৰ ইচ্ছা।"

পূৰ্ণিমাই ক'লে, "মই বুজিছো জগতত আপোনাৰ বাহিৰে মোৰ কেও নাই।" ঠিক এনে সময়তে মৌজাদাৰণীয়ে কিবা খোৱা-বস্তু লৈ পূৰ্ণিমাক দিলেহি। পূৰ্ণিমাই হাতত ল'লে। এনেতে মৌজাদাৰণীয়ে ক'লে, "ভকত আৰু এটা কথা শুনিছা?"

ভকতে ক'লে, কি?

"কি হ'ব, সৰ্বনাশ হৈছে। ভগৱানে দুখীয়াৰ দুখ কমাওক ছাৰি বেছিহে কৰে। পূৰ্ণিমাৰ দেউতাক পাৰত গদাধৰক আৰু জন্মি কানীয়াক পৰহি ৰাতিয়ে

পূলিচে গুৱাহাটীলৈ ধৰি নিছে। পূৰ্ণিমা, দেউতাৰে দেখোন গুৱাহাটীলৈ যোৱা বুলি কৈছিলি?"

পূৰ্ণিমাই ক'লে, "তালৈকে যাওঁ বুলি দেখোন গৈছিল। আজি পাঁচ দিন হ'ল।" মৌজাদাৰণীয়ে মধুভকতলৈ চাই ক'লে, "তালৈকে যাব ক'ত, সিহঁতে গৈ ক'ৰবাত চুৰ কৰিবলৈ সোমাই ধৰা পৰিছে। কানীয়াহঁতৰ কাণ্ড শুনিলে আচৰিত হ'ব লাগে। এতিয়া সিপিনে যিহকে নহওক, পূৰ্ণিমাৰ অৱস্থা কি হ'ব? তাইক অকলে ইয়াত থাকিবলৈ দিয়াটো কোনোমতে উচিত নহয়। এনেয়ে শোকত অস্থিৰ কেতিয়া কি কৰে কোনে জানে? তদুপৰি তাইৰ পৰম শত্ৰু ৰূপ-যৌৱন। গাঁৱত কত ধৰণৰ মানুহ আছে, তাকতো জানেই।"

মধুভকতে ক'লে, "তেন্তে আপুনিয়ে তাইক ৰাখকগৈ।" পূৰ্ণিমাই ইমানপৰে তেওঁলোকৰ কথা-বতৰা তবধ হৈ শুনি আছিল। দেউতাকৰ অৱস্থা শুনি তাইৰ শোক গৈ মূধ চুকি পাইছিল। তাই স্পন্দনহীন পুতলাৰ দৰে কেৱল বহি আছিল। এনেতে মৌজাদাৰণীয়ে যেতিয়া ক'লে, "হয়তো আই পূৰ্ণিমা, তই মোৰ ঘৰলৈ ব'ল।" তাই ততালিকে ক'লে, "আই, মই আপোনালোকৰ ঘৰলৈ নাযাওঁ। মোৰ কোন আছে? আইতা গ'ল, দেউতাক ধৰি নিলে। এতিয়া মই কি আশা লৈ থাকিম। মই ডেকা ভকতৰ লগতে থাকি ধৰ্মতত্ত্ব আলোচনা কৰি জীৱনৰ বাকী দিনকেইটা নিয়াম।"

মৌজাদাৰণীয়ে তাইৰ কথা শুনি অলপপৰ নামাতি আকৌ ক'লে, "নাই পূৰ্ণিমা, তোৰ জীৱনৰ এতিয়াও বহুদিন আছে। তোৰ কেও নাই বুলি তই কিয় ভাবিছ? তোৰ সকলো আছে। তোৰ আইতা গৈছে, মই আছো। মই তোৰ সকলো দিহা কৰিম। মই তোক বিয়া দিম। মই বুজিছো, মই বৰ ভুল কৰিছো। সেই ভুল শুধৰাম।"

মধুভকতে ক'লে, "কি ভুল কৰিছে?"

"পূৰ্ণিমা আৰু প্ৰেমধৰৰ বিয়া ঠিক নকৰি বৰ ভুল কৰিছো। ভকত, মই এইবাৰ থিৰ কৰিলো, অলপতে সেই ভুল শুধৰাম। পূৰ্ণিমা আৰু প্ৰেমৰ মিলন কৰাম।"

পূৰ্ণিমাই মৌজাদাৰণীৰ কথা শুনিয়ে থাকিল। মধুভকতে ক'লে, "তেন্তে লৈছিলো বৰ সুন্দৰ দিহা হৈছে। পূৰ্ণিমা তোৰ এতিয়াও ভগৱৎ প্ৰেমৰ মাহাত্ম্য বুজিবলৈ সময় হোৱা নাই আৰু মযো তেনে শিক্ষা তোৰ নিচিনা ছোৱালীক দিবলৈ এতিয়াও তেনে সংযম, শক্তি, দীক্ষা লাভ কৰা নাই। অসম্পূৰ্ণ শক্তিৰে শিক্ষা দিবলৈ যোৱাটো মাথোন বিড়ম্বনাহে হ'ব। মৌজাদাৰণী আয়ে যি কৈছে, এয়ে বৰ সুন্দৰ হৈছে। এই কথা মৌজাদাৰণীৰ পক্ষেহে সম্ভৱ। প্ৰেম আৰু পূৰ্ণিমাৰ মিলনত সঁচাকৈ দাম্পত্য প্ৰেমৰ জ্বলন্ত ছবিৰ আদৰ্শ ফুটি উঠিব।"

পূৰ্ণিমা নিমাত-নিস্পন্দ হৈয়ে বহি থাকিল।

(৩৫)

কাৰ্তিক আৰু প্ৰেমই আজি অসম সম্প্ৰদায় গঠনৰ বিষয়ে তৰ্ক-বিতৰ্ক কৰি চ'ৰাঘৰত বহি আছে। কাৰ্তিকে কৈছে, "আৰু এনাহ কৰি থাকিলে নহ'ব। এপিনে লোকসংখ্যা বঢ়াব লাগে, মিৰি, মিকিৰ, কছাৰী, খাচিয়া, কৈৱৰ্ত, নমঃশূদ্ৰ, কোচ, বামুণ সকলোকে অসমীয়া বুলি সামৰি লৈ জাতিৰ সামাজিক ভুল ভাঙি দিব লাগিব। গাঁৱলীয়া-নগৰীয়াৰ প্ৰভেদ নোহোৱা কৰিব লাগিব। খেতিয়কক আসন এৰি দি বেহা-বেপাৰ কৰা মানুহক তল খাপৰ বুলি ঘৃণা নকৰি, দোকানী পোহাৰীক সমান ঠাই দিব লাগিব। লগে লগে প্ৰত্যেক অসমীয়াকে সূতা কটা, কাপোৰ বোৱাত উদগাব লাগিব।"

প্ৰেমই কৈছে, "সেয়ে হ'লে অসম জয়-জয় ময়-ময় হ'ব। আহিব নে সেই দিন?"

"উমৈহতীয়া চেষ্টা হ'লে কিয় নাহিব।" এনে কথা-বতৰা কৈ থাকোঁতে এফেহাৰে মটৰৰ পৰা মাত লগালে, "কাৰ্তিক।"

"কোন? –আপুনি।" এই বুলি কৈ কাৰ্তিক উঠিল। এফেহাৰে ততালিকে মটৰৰ পৰা নামি হাঁহি মাৰি কাৰ্তিকৰ আগত এখন টেলিগ্ৰামৰ খাম দিলে।

প্ৰফেছাৰৰ লগে লগে হেমো নামি চ'ৰা পাইছিলহি। কাৰ্তিকে সুধিলে, "কিহৰ টেলিগ্ৰাম?"

"চোৱা, মেলি চোৱা। একো ভয় নাই। তুমি যে য়ুনিভাৰ্ছিটীত প্ৰথম হৈছা।"

হেমই ততালিকে ক'লে, "কাৰ্তিক ককাইদেউ, আমাক কিন্তু মিঠাই খুৱাব।" কাৰ্তিকে টেলিগ্ৰাম চাই হাঁহি মাৰি ক'লে, "আজি দেখিছোঁ তেন্তে হেমই আমাক ভালকৈ খুৱাব লাগিব। হেম, তুমি তাহানি কৈছিলা নহয় মই প্ৰথম হ'লে তুমি খুৱাবা।"

হেমই হাঁহি মাৰিলে। প্ৰফেছাৰে প্ৰেমধৰলৈ চাই ক'লে, "প্ৰেম তুমিও যে পৰীক্ষাত পাছ কৰিছা বাতৰি পাইছা নে নাই?"

প্ৰেমধৰে ইমান পৰে কাৰ্তিকে প্ৰথম হোৱাত যদিও ভাল পাইছিল, তেওঁ নিজৰ কথা ভাবি মনে মনে সঙ্কোচ ভাবেৰে আছিল। প্ৰফেছাৰৰ মুখত পাছ হোৱা শুনি ততালিকে উচপ খাই উঠি ক'লে, "তেন্তে দেখিছো সহজতে বৈতৰণী পাৰ হলোঁ।"

প্ৰফেছাৰে ক'লে, "বাৰু, ব'লা আজি বৰ আনন্দৰ দিন। এবাৰ আমাৰ ঘৰত আটায়ে বহোঁগৈ। কাৰ্তিককো আয়েৰাই মাতিছে।"

হেমই ক'লে, "কিন্তু কাৰ্তিক ককাইদেউ, লগত ধন ল'ব লাগিব।"

কাৰ্তিকৰ মনত এবাৰ হেমৰ সিদিনাৰ কথা মনত পৰিছিল, কিন্তু আজি এনে আনন্দৰ দিনত সেই কথাৰ স্মৃতি তুলি বা তৰ্ক তুলি বা আলোচনা কৰি আনন্দ নষ্ট নকৰে বুলি ভাবি হেমৰ ৰং-ধেমালিত যোগ দি কাৰ্তিকে ক'লে, "আইৰ ওচৰলৈ গৈহে বুজিম ময়ে ধন ল'ব লাগে নে তোমাৰ বিহা-মেখেলা বেচি ধন গোটাই ভোজৰ বন্দোবস্ত কৰিব লাগে। আয়েতো তুমি কোৱা শুনিছে।"

অলপ পিছতে আটাইকেইজনে প্ৰফেছাৰৰ মটৰত প্ৰফেছৰৰ ঘৰ পালে। প্ৰফেছাৰৰ ঘৰত মুহূৰ্ততে হাঁহিৰ ৰোল উঠিল। প্ৰফেছাৰণীয়ে ভিতৰৰ পৰা কাৰ্তিকক ক'লে, "ধন্য কাৰ্তিক। দেখিলো শেহত নাম ৰাখিলা।"

কাৰ্তিকে ক'লে, "আপোনাৰ আশীৰ্বাদ।"

তাৰ পিছত বহুতো কথা-বতৰা হ'ল। প্ৰফেছাৰে এবাৰ কলে, "কাৰ্তিক, তুমি বিলাতলৈ যাবলৈ সাজু হ'ব লাগিব। মোৰ প্ৰতিজ্ঞা মই পাহৰা নাই। কালিৰ পৰা সকলো যোগাৰ কৰি পাছপোৰ্টৰ দিহা কৰি অলপতে ওলোৱা।" কাৰ্তিকৰ মুখত হাঁহি বিৰিঙিল। কাৰ্তিকৰ মনত পৰিল তাহানিৰ সুখৰ সপোন। ঠিক সেই সময়তে জয় বলিয়া ভিতৰৰ কুঠৰিৰ শোৱা-পাটীৰ পৰা উঠি আহি চিঞৰি উঠিল, "বিলাত! বিলাতত গৈ কি মানুহ হয়? যি মানুহ সি ইয়াতে থাকিয়েই মানুহ।"

সকলোৱে তাৰ কথাৰ ভঙ্গীত হাঁহিলে। কিন্তু এই হাঁহিত কাৰ্তিকে যোগ নিদিলে। কাৰ্তিকৰ মন আন্ধাৰ ডাৱৰে মুহূৰ্ততে ঢাকি পেলালে। প্ৰফেছাৰে জয়ৰ পিনে চাই কলে, "যোৱা তুমি শোৱাঁগৈ। এতিয়া অলপ ভাল পাইছা?"

জয় বলিয়াই ক'লে, "নাজানো আৰু কিমান দিন এই আন্ধাৰ কাৰাগাৰত বন্ধ ৰাখে।"

হেমই হাঁহি ততালিকে ক'লে, "যেতিয়ালৈকে সম্পূৰ্ণ ভাল নোহোৱা–ভালকৈ ধৰা নিদিয়া।"

হেমৰ এই কথা কাৰ্তিকৰ কাণত বিষ যেন লাগিল। কাৰ্তিকে ভাবিলে, ধৰা নিদিয়া এই বাক্যৰ কি অৰ্থ হ'ব পাৰে?

এবাৰ কাৰ্তিকে জয় বলিয়াই এইখিনি কেনেকৈ পালে প্ৰফেছাৰক সুধিলে। প্ৰফেছাৰে সকলো কথা কোৱাত কাৰ্তিকৰ হিয়া আনন্দত নাচি উঠিল। লগে লগে তাৰ ভাব হ'ল সি ভুল ধাৰণা লৈ হেমৰ বিষয়ে নানা জল্পনা-কল্পনা কৰিছিল। সি ততালিকে উঠি হেমৰ কাষ চাপি হাতখন ধৰি ক'লে, "হেম, বহুদিন তোমালোকৰ ঘৰলৈ অহা নাই। তামোল-ছালি আনকি চাহো খোৱা নাই; কিন্তু আজি নোখোৱাকৈ নেৰিছোঁ।"

প্ৰফেছাৰে ক'লে, "তুমি যেতিয়া য়ুনিভাৰ্ছিটীৰ সকলোকে পৰাজয় কৰিছা, হেমকো যে পৰাজয় কৰি হেমৰপৰা খোৱা-লোৱা সম্ভাৰ আদায় নকৰিবা সেইটো কেনেকৈ হ'ব।"

মুহূৰ্ততে সকলো আহি পৰিল। প্ৰফেছাৰণীয়ে প্ৰেমধৰৰ চিনাকি ল'লে। কাৰ্তিকে ক'লে, "এওঁ মোৰ ককাইদেউ হয়। এওঁ পাছ কৰিছে।" প্ৰফেছাৰণীয়ে

ক'লে, "এওঁ দেখোন কাহানিও এইমুৰা হোৱা নাই।" প্ৰেমধৰে নম্ৰভাৱে ক'লে, "চিনাকি নহ'লে জানো আহিব ভাল লাগে?" হেমই ক'লে, "প্ৰেম ককাইদেউ, মাজে সময়ে আহিব। লাজ নকৰিব।"

কাৰ্তিকে হাঁহি মাৰি ক'লে, "আমাক ভাল লাজকুৰীয়া পাইছা নে বিয়াৰ কইনা পাইছা?" সকলোৱে হাঁহিলে।

আৰু নানা কথা-বতৰা হ'ল। মূঠৰ ওপৰত সেই কেই ঘণ্টা প্ৰফেছাৰৰ ঘৰত এটা হাঁহিৰ বোলৰ বাহিৰে একো শুনা নগ'ল।

এবাৰ হেমই কৈছিল, "কাৰ্তিক ককাইদেউ, য়ুনিভাৰ্ছিটীত প্ৰথম হোৱা আৰু অসমত সত্তীৰ্থী মন্ত্ৰ পোৱা কিন্তু একে নহয়। এইবিধ সিমান সহজো নহয়।"

কাৰ্তিকে কৈছিল, "ভয় নাই হেম। সেই আশাও মই এদিন পূৰাম। এবাৰ মাথোঁ পাশ্চাত্য জগত চাই আহিব দিয়া।"

ইবিলাকে এই কথা বুজি পোৱা নাছিল। হঠাৎ জয় বলিয়াই চিঞৰি উঠিল, "আজি আৰু কালি।"

তাৰ পিছত সি আৰু ক'লে, "গৈছিলো, গৈছিলো বিলাত কিয় পেৰিছলৈকো গৈছিলো। তাৰ পিছত কি হ'ল?"

এইবাৰ হেমই সুধিলে, "তুমি বিলাত দেখিছা জানো?"

জয় বলিয়াই ক'লে, "সেই বিলাতৰ চিত্ৰ এতিয়াও ক'ত মনত আছে। বি-এ পাছ কৰি বিলাতলৈ লৰ দিলোঁ। কিন্তু তাৰ পিছত আহি কি হ'ল? শূন্য। সকলোপিনে শূন্য। ক'ত কোন গ'ল? বিজনীময় শূন্য। দেৱান দেউতা ক'ত? ককাইদেউ ক'ত? আইতা ক'ত?" এই বুলিয়েই সি চিঞৰিবলৈ ধৰিলে "মোৰ গৌৰী ক'ত? মই যে তাইক" এই বুলি সি আকৌ ক'লে, "আজি আৰু কালি।"

সকলোৱে-তাৰ কথাত স্তম্ভিত হ'ল।

(৩৬)

সেইদিনা কাৰ্তিকহঁত ঘৰলৈ উভতি আহি গাঁৱৰ পৰা অহা মানুহৰ মুখত শুনিলে যে কাৰ্তিকৰ দেউতাক আৰু বৈকুণ্ঠক পুলিচে ধৰি আনিছে। কাৰ্তিক আৰু প্ৰেমই সকলো কথা শুনি আচৰিত হ'ল। প্ৰেমধৰে ক'লে, "এতিয়া উপায় কি হ'ব?" কাৰ্তিকে লাজতে একো নামাতিলে। সেইদিনা কাৰ্তিক গোটেই ৰাতি নানা ভাৱত বিভোৰ হ'ল। তাৰ এফালে বিলাতলৈ যোৱাৰ কথা আনপিনে দেউতাকৰ জেলে অৱস্থা শুনি অসামঞ্জস্য ভাৱৰ হৰ্ষ-বিষাদৰ মাজত পৰি উভালিহ হৈছিল। সি ভাবিছে, যেনে স্বভাৱ নহওক তেওঁতো মোৰ জন্মদাতা পিতা।

"পিতা স্বৰ্গ, পিতা ধৰ্ম, পিতাহি পৰমন্তপঃ।" এই কথাই অতীতৰ কতনো উপাখ্যান তাৰ মনত পেলালে। সি ভাবিলে, বিলাতলৈ যোৱা পিছৰ কথা, আগেয়ে যেনে তেনে দেউতাক এনে বিপদৰ পৰা সকাহাওঁ।

পিছদিনা সি আৰু প্ৰেমই নানাভাৱে চেষ্টা কৰি তেওঁলোকক দেখা কৰিলে। কাৰ্তিক আৰু প্ৰেমৰ চকুৱে চকুৱে পৰি লাজতে তলমূৰ কৰিলে। অলপতে তেওঁলোকৰ বিচাৰ হ'ব বুলি শুনিলে। মৌজাদাৰো বাতি আহি পালে। আটাইকেউজনে কে'বাজন উকিলৰ পৰামৰ্শ লৈও সিহঁতক সকাহাব নোৱাৰিলে। সিহঁতৰ কে'বাটাও অপৰাধত তিনি বছৰলৈ ফাটেক হ'ল। কাৰ্তিক আৰু প্ৰেমই কান্দি ঘৰ পালেহি। সিদিনাই কাৰ্তিকে বিলাতলৈ যোৱা আশা-ভৰসা সকলো বিসৰ্জন দি গাঁৱলৈ আয়েকৰ কাষলৈ লৰি আহিল। প্ৰেম গুৱাহাটীত থ'ল। গাঁৱত আহি কাৰ্তিকে আয়েকক নানা তৰহৰ বুজনি দিলে। কিন্তু আয়েকে দেউতাক ফাটেকত পৰা শুনি কে'বা দিনলৈকে ভাত-পানী এৰি কান্দি অস্থিৰ হৈছিল, যদিও দিন যোৱাৰ লগে লগে শোকৰ তীব্ৰতা কমি আহিছিল। ইপিনে কাৰ্তিকে প্ৰফেছাৰৰ পৰা চিঠিৰ ওপৰত চিঠি পাইছিল। প্ৰেমধৰেও কাৰ্তিকক গুৱাহাটীলৈ যাবলৈ আৰু বিলাতলৈ যোৱাৰ যোগাৰ কৰিবলৈ লেখিছিল। সেই চিঠিবিলাকত তাৰ ভৱিষ্যত আৰু তাৰ কৰ্তব্য সম্বন্ধে লিখিছিল। আন নহ'লেও অন্ততঃ পাশ্চাত্য দেশৰ উজ্জ্বলতা এবাৰ চাই অহা, স্বাধীন দেশৰ আও-ভাও বুজি স্বাধীনতাৰ মূল্য অলপ হৃদয়ঙ্গম কৰি অহা কিমান আৱশ্যক তাকে কাৰ্তিকক বুজাইছিল। তথাপি কাৰ্তিকৰ

একো চিঠি নোপোৱাত প্ৰেমধৰে দেউতাক আৰু আয়েকলৈ বিলাতলৈ কাৰ্তিকক পঠোৱা সম্বন্ধে কেনে আৱশ্যক আৰু তাৰ পৰা কাৰ্তিকৰ কিমান উন্নতি হ'ব পাৰে সকলো লেখি বাতে আৰু সৰহ দিন ঘৰত নাৰাখি নগৰলৈ পঠিয়াৱ তাৰ নিমিত্তে লেখিছিল। প্ৰফেছাৰেও মৌজাদাৰলৈ সেই কথাৰ উক্তি কৰিছিল। শেষত মৌজাদাৰণীয়ে কাৰ্তিকক কৈছিল, "কাৰ্তিক, এনে হেন ডাঙৰ মানুহেও তোৰ উন্নতিৰ কাৰণে ভাবি মৌজাদাৰলৈ লিখি পঠিয়াইছে। তই আৰু পলম নকৰি সোনকালে যা। তোৰ উন্নতি হ'লে আমাৰ সুখ। আয়েৰৰ মই সকলো দিহা কৰিম।"

কাৰ্তিকে অৱশেষত যাবলৈ মন কৰি মৌজাদাৰণীক কৈছিল, "জেঠাই, তুমি আৰু আইতাৰ ভিন-পৰ একো নাই। তুমি আইতাক চাবা। মোৰ সম্পূৰ্ণ বিশ্বাস আছে, দেউতা আৰু মোৰ অবিহনত আইতাক ভালে ভালে ৰখা তোমাৰ বাহিৰে কেও নাই। দেউতাই তোমালোকক বিমানেই অনিষ্ট নকৰক মই তোমালোকক কাহানিও পৰ ভবা নাই আৰু তুমিও মোৰে আৰু প্ৰেম ককাইদেৱৰ কাহানিও ভিন-পৰ কৰা নাই। দেউতাৰ দোষ ক্ষমা কৰিবা আৰু মাটি-বাৰী সম্বন্ধে তোমালোকৰ হৈ থাকিলেই সকলো মোৰ। দেউতাই যদিও সেইবিলাকৰ কাৰণে তোমালোকৰ লগত মিছামিছি কাজিয়া-পেচাল কৰিছে, মোৰ হ'লে সেই সম্বন্ধে অলপমানো আঁসোৱাহ নাই। আনকি সকলোখিনি বস্তু-বেহানিও তোমাৰ তত্ত্বাৱধানত থাকিলে মই সুখী। সকলো মাটি-বাৰী প্ৰেম ককাইদেৱৰ নামে লেখিবা। মই অলপো বিধি-পথালি নিদিওঁ। মোৰ সেই সম্বন্ধে অলপো কষ্ট নাই। কিয়নো মই জানো প্ৰেম ককাইদেৱৰ মাটি মানেই দেশৰ মাটি। তাৰপৰা অলপমানো যি আয় হয় প্ৰেম ককাইদেৱে অইনত অবাবত খৰচ নকৰে, দেশৰ কাৰণেই লগাব। দেশৰ কামত লাগিলেই মোৰ কামত লগা।-দেশেই মোৰ সকলো।"

মৌজাদাৰণীয়ে কাৰ্তিকৰ কথাত হাঁহি মাৰি কৈছিল, "কাৰ্তিক, তোৰ মাটি তোৰেই, তাত অইন কাৰো স্বত্ব নাই। তোক বিলাতৰ পৰা ঈশ্বৰে ভালে ভালে ঘূৰাই আনি মাথোন আমাৰ মুখ উজ্জ্বল কৰক। মৌজাদাৰে আজিয়েই গৈ তোৰ নামত মাটি-বাৰী লেখি দিয়ক।"

কাৰ্তিকে ক'লে, "সেইবিলাক জঞ্জাল ল'বলৈ মোৰ সময় নাই। যদি পাবো বিলাতৰ পৰা আহি কোনো কামত মাটিৰ আৱশ্যক দেখিলে তেতিয়া আপোনাক খুজি লম।" তাৰ পিছত কাৰ্তিকে ঘৰৰ ডাঙৰ আটাইবিলাকক সেৱা কৰি আৰু সৰুবিলাকক মৰম-স্নেহ দেখুৱাই মেলানি মাগিছিল।

(৩৭)

প্ৰফেছাৰে নিজৰ কথামতে অলপতে কাৰ্তিকক বিলাতলৈ পঠিয়ালে। কাৰ্তিক বিলাতলৈ যাবৰ দিনা হেম, প্ৰফেছাৰ, প্ৰফেছাৰণী আৰু প্ৰেমধৰ ষ্টেশ্যনলৈ গৈছিল। নানা কথা-বতৰাৰ মূৰত কাৰ্তিকে মেলানি মাগিছিল। সেই মেলানিৰ সময়ত হেমৰ গোটেইখন মুখ যি কাৰণেই নহওক ৰঙা পৰিছিল। হেমই খন্তেকলৈ আপোন-পাহৰা হৈ কাৰ্তিকৰ মুখলৈ চাইছিল। চাৰি চকুৰ মুহূৰ্তৰ মিলনত দুয়োৰো হৃদয়ত আকুলতাৰ স্পন্দন উঠিছিল। ট্ৰেইন যাওঁ যাওঁ হওঁতে কাৰ্তিকে কৈছিল, "আহিলোঁ এতিয়া যেন আকৌ মঙ্গলে আহি আপেনালোকক দেখা পাওঁ।"

প্ৰফেছাৰে কৈছিল, "তোমাৰ আশা পূৰ্ণ হওক।" মুহূৰ্ততে অন্তৰ্দ্ধান। হেমই যোৱা ৰেলৰ পিনে বহুপৰ চাই আছিল। তাৰ পিছত আটাইকেইজন ঘৰলৈ উভতিছিল।

কাৰ্তিক পিছদিনা কলিকতা পাইছিলগৈ। কলিকতাত সাত দিন থাকিবলগীয়াত পৰিছিল। এই সাত দিনত কাৰ্তিকে কলিকতা চহৰ চাই ফুৰিছিল। অসমীয়া ল'ৰাবিলাকে কাৰ্তিকক আদৰ-সম্ভাৱণ জনাইছিল। এই আদৰ-সম্ভাৱণ কথা-বতৰাৰ মাজতো কাৰ্তিকে অসম আৰু বৰ্তমান অসমীয়াৰ সম্বন্ধে বহুতো কথা কৈছিল। মৈমনছিঙীয়াৰ দুৰ্দান্ত অত্যাচাৰৰ কথা আৰু কানীয়া হোজা অসমীয়াৰ মাজত স্পন্দনশূন্য জীৱনৰ কথা কৈ কাৰ্তিকে সেইকেইদিন অসমীয়া ল'ৰাবিলাকৰ মাজত খন্তেকীয়া স্পন্দন তুলিছিল। এখন আজৰী সভাৰ পৰা

উঠিব ধৰোঁতে এজন অসমীয়া ডেকাই ক'লে, "আপোনাৰ কথা আমি মৰ্মে মৰ্মে বুজিছোঁ, সেই কথাৰ চকুৰে প্ৰমাণ পাইছোঁ।"

কাৰ্তিকে ডেকাৰ কথাৰ গাম্ভীৰ্য দেখি সুধিছিল, "কি দেখিছিল?"

"আজি এমাহ হ'ল এজনী অসমীয়া ছোৱালীক কেইজনমান বঙালীয়ে ইয়াত বেচি থৈ গৈছে। ছোৱালীজনী ধুনীয়া। পোন প্ৰথমে আমি অসমীয়া বুলি ক'বকে নোৱাৰিছিলো।"

"তাৰ পিছত কি হ'ল?"

"হ'ব কি? সেই ছোৱালীজনীৰ মুখেৰে সিদিনা সকলো প্ৰকাশ হৈছে। তাইক হেনো কিছুমান বঙালে ধৰি আনি এঠাইত বেচিছিল আৰু সেই গিৰিয়ঁতে আন এঠাইত বেচিছিল। তাই কথাই প্ৰতি কান্দে। তাইনো আৰু নিজৰ গাঁও-ভূঁই, চুবুৰি দেখিবনে বুলি দুখ কৰে। কতনা কি কৈ তাই কান্দিলে। তাইৰ হেনো জাতি গ'ল তিৰোতাৰ মান-মৰ্যাদা নষ্ট হ'ল আৰু কত কি কথা।

"ইমান কথা তাই ভাঙিলেনে?"

"এৰা, অসমীয়াৰ অসমীয়ালৈ টানটো, বিশেষতঃ অচিনাকি ঠাইত বুজ পোৱা যায় নহয়। তাই কেইটামান সুমথিৰা টেঙা আগত লৈ বজাৰত বহি থাকে। তাইৰ মৰ্মবেদনা দেখি কাৰ পুতৌ নহয়।"

কাৰ্তিকে ক'লে, "তাই এতিয়াও বজাৰলৈ আহেনে?"

"বজাৰলৈ নাহি কি কৰিব? তাইৰ খাবলৈ যে আৰু সম্বল নাই। বিদেশত আমাৰ মানুহৰ কেনে আলাই-আথানি এবাৰ তাইৰ জীৱনত বুজ পাব।" কাৰ্তিকে ক'লে, "বাৰু বলা এবাৰ তাইক চাওঁগৈ।"

তেতিয়াই কেইবাজনো গৈ সেই ঠাই পালেগৈ। ছোৱালীজনীয়ে বঙালী শাৰী পিন্ধিছে। এতিয়াও তাই পাট গাভৰু। তাই গিৰিয়ঁতনীৰপৰা ওলাই এনেভাৱে দুমাহ কষ্টেৰে কটাইছে। অৱশ্যে কাজিয়া-পেচালৰ মূলতো গিৰিয়ঁতনী এজনী বেশ্যা আছিল আৰু তাইৰ লাভৰ কাৰণে তাই যি কৰিব লাগিছিল সেই কথাত অমত হোৱাৰ কাৰণে তাইক খেদি দিছিল। তাই সিহঁতক কৈছিল, "মোৰ জাত গৈছে, কুল গৈছে, সতীত্ব গৈছে, ধৰ্ম গৈছে, মই কেৱল কিচাবিণীয়ে মহৰ ব্যভিচাৰিণীও, কিন্তু তেও মই স্বইচ্ছাৰে কাৰো ওচৰত সৈমান মহৰ্ত। তইঁতৰ কথাত মান্তি নহওঁ। অৱশ্যে আনবিলাকে যেনেকৈ মোক অজ্ঞান কৰি বান্ধি ধৰি বলেৰে মোৰ সকলো নষ্ট কৰিছে তইঁতেও সেইটো কৰিব পাৰ কিন্তু তেনে ধৰা-বন্ধা কন্দা-কটা দৃশ্য নিতৌ তইঁতৰ চকুৰে দেখা পাব।" বাস্তৱতে গিৰিয়ঁতনীয়ে কিছুমান দিন বল কৰি বান্ধি ধৰিও তেনে অভিনয় কৰাইছিল, কিন্তু নিতৌ সেই কন্দা-কটা দৃশ্য, নিতৌ সেই ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা, কৰুণ ৰোদনৰ ওৰ নপৰাত তাইক এৰি দিছিল; বিদেশত তাই আলাই-আথানি হৈ কেইটামান কমলা টেঙা আগত লৈ কোনোমতে এসাঁজ খাই দিন কটাইছিল।

কাৰ্তিকে তাইক দেখিয়ে অলপপৰ থিৰেৰে চালে, তাৰ পিছত ক'লে, "সেই, সেই চম্পা! কিন্তু আজি মিকিৰণী চম্পা নহৈ বঙালী চম্পা।"

তায়ো ততালিকে কাৰ্তিকক দেখিয়ে ক'লে, "বাবু, মোক মনত পৰিছেনে? ধৰি লবি?"

কাৰ্তিকে এখন কল্পনা ৰাজ্যত উটি-বুৰি ভাবত বিভোৰ হ'ল। মুগ্ধ হৈ তাইৰ জীৱন কাহিনী সকলো শুনিলে। শেষত কাৰ্তিকৰ দুই চকুৰে দুধাৰ চকুলো আপোনা-আপুনি বৈ আহিল। অসমীয়া মিকিৰণী ছোৱালীজনীৰ দুখৰ জীৱন কষ্টৰ জীৱন আৰু ধৰ্মভ্ৰষ্ট জীৱনে তাৰ মনত ভূঁইকঁপ তুলিলে। শেষত সি ক'লে, "আৰু নালাগে। কিন্তু তোৰ জীৱনৰ দুখ জানো এতিয়াও অন্ত হ'ব?"

আকৌ কাৰ্তিকে ঘূৰাই ক'লে, "নাই, নিশ্চয় হ'ব; তোক মই আজিয়েই গুৱাহাটীলৈ পঠিয়াম।" কিন্তু পিছ মুহূৰ্ততে আকৌ কাৰ্তিকৰ দুধাৰি চকুলো ওলাল। সি আপোনা-আপুনি ক'লে, "কিন্তু অসমীয়া জানো ইমান উদাৰ হৈছে যে তোক সমাজত আকৌ ল'ব? আকৌ তোৰ গাঁও-ভূঁই ওচৰ-চুবুৰীয়াই তোক নিজৰ বুলি ভাবি তোৰ দুখৰ জীৱন ভাবি তোৰ সৰলতাৰ কথা ভাবি তই যদিও কুপথে গৈছ কিন্তু তোৰ কুপথে যোৱাত প্ৰত্যেক মুহূৰ্ততে বাধা দিছ, পাপ কামত

বসেৰে আসক্ত হৈও ভয়ঙ্কৰ আৰ্তনাদে চিঞৰিছু সেই কথা ভাবি আলো তোক সিহঁতে গ্ৰহণ কৰিব? সিহঁতৰ বাহ্যিক দৃষ্টিত যে তই ভ্ৰষ্টা, তই বঙ্গালনী, তই ফলা চুৱাপাত।" আকৌ কাৰ্তিকে ক'লে, "তেও তোক পঠিয়াম, তই যদি মই উভতি নহালৈকে কথমপি তাত জীয়াই থাকিব পাৰ তেন্তে মই আহি তোৰ আকৌ সু-বন্দোবস্ত কৰিম।" এই বুলি ভাবি চম্পাক ক'লে, "চম্পা তই ঘৰলৈ যাবি?"

"পাৰিলে নো কিয় নাযাম? মোৰ নাহৰ এতিয়াও জীয়াই আছে? মোক কোনে নিব? মই যে বাট-পথৰ ভু নাপাওঁ।"

কাৰ্তিকে এই কথাৰ একো উত্তৰ দিব নোৱাৰিলেও সি লাহেকৈ ক'লে, "বাৰু মই ভু লগাই দিম।"

চম্পাই ক'লে, "মোৰ কপালত আকৌ মোৰ গাঁও দেখিবলৈ লিখা আছেনে? মই নাহৰক দেখিমনে?"

কাৰ্তিকে ক'লে, "চম্পা তই যে তেজে-মাংসই অসমীয়া। তোৰ জাতি ভায়ে, ওচৰ-চুবুৰীয়াই তোক এৰিলেও অসম আয়ে তোক কেনেকৈ এৰিব?"

তাৰ দুদিনৰ পিছত কাৰ্তিকে চম্পাক গুৱাহাটীলৈ এজন অসমীয়া ল'ৰাৰ লগত খৰচ-পাতি দি পঠিয়াইছিল। কাৰ্তিকে বোম্বাইলৈ যাত্ৰা কৰি কেইদিনমানতে বিলাতলৈ যোৱা জাহাজত বিলাতমুৱা হৈছিল। কিন্তু তাৰ সেই ভ্ৰমণটোত সকলো সময়তে মনত পৰিছিল, সোণৰ অসমলৈ। মনত পৰিছিল, চম্পালৈ, মনত পৰিছিল, হেমৰ মনমোহা কান্তিলৈ, প্ৰফেছাৰৰ উদাৰতালৈ আৰু কৰ্মপটু দেশপ্ৰেমিক তাৰ ককায়েক প্ৰেমধৰলৈ, লগে লগে হোজা মিৰি-মিকিৰ সকললৈ পঁজাঘৰত থকা চহা গাঁৱলীয়া ভাই-বন্ধুলৈ আৰু অসমৰ মনোমোহা প্ৰাকৃতিক দৃশ্যলৈ। কিন্তু সকলো সময়তে তাৰ মনত পৰিছিল নব্য অসম দল গঠনলৈ।

(৩৮)

কাৰ্তিক যাবৰ বহুদিন হ'ল। কিন্তু ইমান দিনৰ ভিতৰত প্ৰেমধৰ এবাৰো ঘৰলৈ যোৱা নাই। প্ৰেমই নিজৰ উদ্দেশ্য অনুসৰি নিজৰ কৰ্তব্যত বিভোৰ হৈ আছে, তাত আনভাৱে ঠাই পোৱা নাই। কেৱল মাজে সময়ে আহৰি পালে প্ৰফেছাৰৰ ঘৰলৈ গৈ হেমহঁতৰ লগত বং-ধেমালি কৰে। কিন্তু যিয়ে নহওক হেম আৰু প্ৰেমৰ মাজত ইমান দিনে বহুতো কথা-বতৰা আৰু সৌহাৰ্দৰো ভাব হৈছে। সিদিনাও প্ৰেমধৰে প্ৰফেছাৰৰ ঘৰত বহি নানা তৰহৰ কথা পাতিছে। প্ৰেমই কথা প্ৰসঙ্গত ক'লে, "হেম, তুমি যি কৈছা সেইটো সঁচা হ'লেও দেশৰ পক্ষে সুবিধা নহয়। অৱশ্যে বিলাসিতা স্বাস্থ্যৰ পক্ষে ভাল, কিন্তু সাধাৰণভাৱে থাকি স্বাস্থ্য যে ভালে ৰাখিব নোৱাৰি, সেইটো কেতিয়াও নহয়। বিশেষতঃ নিজে বৈ-কাটি লৈ পিন্ধা কাপোৰখনে মনত কেনে পবিত্ৰ ভাব জন্মায়।"

হেমই ক'লে, "আপোনালোকে তিৰোতা জাতিক সদায় এনেভাৱে প্ৰবঞ্চনা কৰি আহিছে। তাহাঁতক সাধাৰণ ঘৰুৱা কথাতে খোৱা-লোৱা, কাপোৰ বোৱাতে বত ৰাখি তাহাঁতৰ জ্ঞানৰ পথৰপৰা আঁতৰাই ৰাখিছে। তাইহঁতে লিখা-পঢ়া শিকে কেতিয়া, সাহিত্যৰ সোৱাদ লয় কেতিয়া? পৃথিৱীৰ জ্ঞানৰাজ্য চকুৰে দেখি হিয়া-মন ডাঙৰ কৰে কেতিয়া? চকু মুকলি হয় কেতিয়া?"

"তেন্তে তুমি ক'ব খোজা তিৰোতায়ো সকলো কাম-বন এৰি লিখা-পঢ়াত লাগি যাওক। জ্ঞানৰাজ্য লুণ্ঠন কৰি জ্ঞান সাধনাতে বত থাওক। তেন্তে দেশ ৰক্ষা পৰে কেনেকৈ? অসমীয়া জাতিয়ে যে আজিলৈকে থিয় হৈ আছে কেৱল তিৰোতাৰ কৰ্তব্যনিষ্ঠাৰ কাৰণে, কিন্তু সেই তিৰোতা জাতিও কৰ্তব্যভ্ৰষ্ট হ'লে আমাৰ আৰু উপায় কি? চোৱা হেম, আজিকালি দলে দলে গাঁৱলীয়া ল'ৰাবিলাক আহি অলপ অচৰপ ইংৰাজীৰ সোৱাদ লৈছে। নগৰীয়া বায়ু পায়ে সাতাম পুৰুষৰ পৰা চলি অহা নাঙল, কোৰ দলিয়াই পেলাই বাবু শ্ৰেণীত, মদপীৰ শ্ৰেণীত ভৰ্তি হয়। সিহঁতে নাঙল-কোৰ ল'লেই মান যায় বুলি সেইবিলাক স্পৰ্শকে নকৰে। আনকি গাঁৱলীয়া সমাজতো নাথাকে আৰু কিছুমান শিকিতে মান নাযায় বুলি ভাবিলেও তেওঁলোক এনেভাৱে ডাঙৰ দীঘল হয় যে তেওঁলোকৰ হাল-কোৰ ল'বলৈ কষ্টতাই নাথাকে। এই ধৰণে অসমীয়াৰ খেতিয়কৰ পুতেক খেতিয়ক নোহোৱাত

অসমীয়াৰ খেতিয়কৰ সংখ্যা কমি আহিব ধৰিছে। লাহে লাহে যে ই সমূলি লোপ হ'ব। খেতিয়ক নহ'লে অসমে কেনেকৈ নিজৰ শস্য যোগায়? কেৱল সাৰুৱা মাটি হ'লেতো নহ'ব। অসমক যে ভৱিষ্যত দুৰ্ভিক্ষৰ কৰাল মুখে গ্ৰাস কৰোঁ কৰোঁকৈ আহিছে! তাতে আকৌ যদি অসমীয়া তিৰোতায়ো সকলো কাম-বন এৰি তোমালোকৰ দৰে উপন্যাস লিখা-পঢ়াতে ব্যস্ত থাকে তেন্তে অসমীয়াৰ যে সৰ্ব্বনাশ!

হেমই ক'লে, কিন্তু তেনেভাৱে আন বাজ্যৰ মোল নাপাই কেৱল গৰু-ম'হৰ দৰে খাই লৈ থাকিলেই জাতিৰ উদ্দেশ্য সাধন হ'লনে?"

"সেইটো সঁচা। কিন্তু প্ৰথমেতো খাই লৈ থিয় হ'বলৈ শক্তি লাগিব। তাৰ পিছত অইন কথা!"

হেমই ক'লে, "দেউতা, এটা জাতিয়ে কেৱল গৰু-ম'হৰ দৰে খাই লৈ থাকিলেই উদ্দেশ্য সাধন নহয় বুলি আপুনি সদায় নকয়নে?"

"এৰা। সেই কথা আখৰে আখৰে সঁচা।"

হেমই ক'লে, "শুনক প্ৰেম ককাইদেউ!"

"প্ৰেমধৰে ক'লে, "কিন্তু মোৰ কথা বাদ দিলা কিয়? খাই লৈ থিয় হ'বলৈ শক্তি নহ'লে আন সাধনা কেনেকৈ কৰে?"

প্ৰফেছাৰে ক'লে, "সেই কথা সঁচা। কিন্তু প্ৰেম, তাতে অলপ ভুল। বিশেষতঃ অসমৰ কাৰণে।"

প্ৰেমই সুধিলে, "কিয়?"

"চোৱা প্ৰেম, অসমীয়া জাতীয়ে হাল-কোৰ লৈ খেতি কৰি যঁতৰেৰে সূতা কাটি নিজৰ পেটকেইটা কোনোমতে প্ৰৱৰ্ত্তাব পাৰে। আগলৈ সাঁচিবলৈ বা ভৱিষ্যত বংশধৰসকলে আন আন লাগতিয়াল সাধনাত লাগিবলৈ অৰ্থ সম্বল কৰি যাব নোৱাৰে। তেন্তে অসমীয়া জাতিটোৱে চিৰকাল পেট প্ৰৱৰ্ত্তাওঁতে ৰত থাকিব লাগিবনে?"

"প্ৰেমই ক'লে, ৰত থাকিব লাগিব সঁচা, কিন্তু বৰ্ত্তমান অসমীয়াই পেট প্ৰৱৰ্ত্তাবলৈ উপাদানবোৰ যোগাই ল'লে পিছত অসমীয়া জাতিৰ সাহিত্য, ধৰ্ম, শিল্পকলা আৰু অইনবোৰ উৎকৰ্ষ কৰিব পাৰে।"

প্ৰফেছাৰে গহীনভাৱে ক'লে, "সম্পূৰ্ণ মিছা, মিছা প্ৰেম।"

প্ৰেমই ক'লে, "কিয়?"

"অসমীয়াই হাল-কোৰ সম্বলেৰে ভৱিষ্যত অসমীয়ালৈ সাঁচি থবলৈ এনে অৰ্জ্জা শক্তি লাভ কৰা নাই যে ভৱিষ্যত বংশধৰসকলে নিজৰ পেট পোহা চিন্তা সমূলি নকৰি অসমীয়াৰ আন আন শিল্প কলা সাহিত্যৰ উৎকৰ্ষত সমূলি মন দিব পাৰে। তেন্তে যুঁৰৰ ওপৰত অসমীয়াই যুগ-যুগান্তৰ বংশানুক্ৰমে পেট পোহোঁতে মগ্ন থাকিব, নহয় নে প্ৰেম?"

প্ৰেম নিমাত। সেই সময়ত বান্তৱতে প্ৰেমৰ মুখ দেখিলে কোনে নক'ব যে প্ৰেম গভীৰ চিন্তাত মগ্ন!

প্ৰফেছাৰে ক'লে, "তেন্তে অসমীয়া সদায় বংশানুক্ৰমে গৰু-ম'হৰ দৰে এনেভাৱে পেট পোহা কামতে লাগি থাকিলে অসমীয়াৰ কৰ্ত্তব্য কৰা হ'লনে? এনেভাৱে খাই লৈ অজ-গৰু জাতি হৈ থকাতকৈ সমূলি মৰা বহুতো শ্ৰেয় নহয়নে?"

প্ৰেমই ক'লে, "সম্পূৰ্ণ সঁচা কিন্তু উপায়?"

প্ৰফেছাৰে ক'লে, "এৰা, সেইটোৱে আচল কথা। সেই উপায় এতিয়া ভাবিবলগীয়া। হয় অসমীয়াই ভালকৈ ধন ঘটিবলৈ আগৰপৰা চলি অহা হাল-কোৰ এৰি আন উন্নত ধৰণৰ উপায় অৱলম্বন কৰিব লাগিব, নাইবা বেহা-বেপাৰত আন আন জাতিৰ দৰে উন্নত পন্থা ল'ব লাগিব।"

প্ৰেমই ক'লে, "কিন্তু অসমীয়াৰ বৰ্ত্তমান অৱস্থাইহে সেইটো অসম্ভৱ কৰিছে।"

"যদি অসম্ভৱ কৰিছে, তেন্তে অসমীয়া নিৰুপায়। মইতো আন উপায় নেদেখোঁ।"

প্ৰেমই ক'লে, "বাৰু যাওক। হেম, ক'বৰাৰ কথা উলিয়াই ক'ববাত পৰিলোঁহি। কিন্তু সেই উপায় নহ'লেও বৰ্ত্তমান এনে ধৰণেৰে জীয়াই থাকিবলৈ চেষ্টা কৰককচোন। মই আৰু ভৱিষ্যত নাভাবি এই যঁতৰ আৰু নাওলৰ প্ৰচলনতে সম্পূৰ্ণ মন দিছোঁ। আৰু হেম, তোমাকো কওঁ অন্ততঃ শিক্ষাৰ অভিমানত তুমি এই কথা নাপাহৰা যেন অসমীয়া তিৰোতাই তাঁত বোৱা, সূতা-কটা এৰা কোনোমতে উচিত নহয়।

হেমই ক'লে, "যি ভাল নাপাওঁ তাক কেনেকৈ কৰিম?"

"কামত লাগিলেই ভাল পাবা।"

এনেতে প্ৰফেছাৰণীয়ে ভিতৰৰ পৰা মাত দিলে, "প্ৰেম, হেমেই সূতা কাটি বা কাপোৰ বৈ তৰালে। ইমানকৈ কওঁ তথাপি যদি সেইবোৰত হাত দিয়ে।"

প্ৰেমই ক'লে, "যদি সেয়ে হয় তেন্তে জানিবা হেম, তোমাৰে আৰু মোৰে ইয়াতে বিচ্ছেদ।" এই বুলি কৈয়ে, প্ৰেম খপখাই উঠিল আৰু খোজ ল'লে।

( ৩৯)

পূৰ্ণিমাই তেতিয়াৰে পৰা মৌজাদাৰণীৰ লগতে আছে। মৌজাদাৰণীয়ে পূৰ্ণিমাক নিজৰ বোৱাৰীৰ দৰে ৰাখিছে। মৌজাদাৰকো মৌজাদাৰণীয়ে কৈছে, "প্ৰেমৰ কইনা পূৰ্ণিমাক থিৰ কৰিলোঁ।"

মৌজাদাৰে প্ৰথমতে কৈছিল, "তুমিও-ভাল কোৱা দিয়া। প্ৰেমই এইবাৰ বি-এ পাছ কৰিছে, বি-এলো পঢ়িব। উকিল প্ৰেমলৈ মই নগৰতে কোনো হাকিমৰ ছোৱালী বা ডাঙৰ উকিলৰ ছোৱালী চাম।" মৌজাদাৰণীয়ে কৈছিল, "তেনে কথা হ'ব নোৱাৰে। মই নগৰীয়া ছোৱালী আনি ঘৰ সুমুৱাব নোৱাৰোঁ আৰু গাঁৱলীয়া ছোৱালীৰ ভিতৰতো মই পূৰ্ণিমাকে থিৰ কৰিছোঁ। এই কথাৰ অন্যথা হ'ব নোৱাৰে।" মৌজাদাৰে তেতিয়া একো নকৈ কেৱল কৈছিল, "বাৰু যি হয় হ'ব। সি বি-এলটো পাছ কৰক। ইপিনে কাৰ্তিকো আহক। একেলগে দুয়োৰো বিয়া পতা হ'ব।"

মৌজাদাৰে মৌজাদাৰণীক মাথোন ভুৱা দি শাঁত কৰিছিল। কিন্তু মনে মনে কি ভাবিছিল ক'ব নোৱাৰোঁ। ইমান দিন প্ৰেমধৰো আৰু গাঁওমুৱা হোৱা নাই। প্ৰেমৰ বিয়া সম্বন্ধেও আৰু একো কথা উঠা নাই। যি নহওক মৌজাদাৰণীয় পূৰ্ণিমাক নিজ বোৱাৰীৰ দৰে সকলো প্ৰকাৰে তাইক কামত পটু কৰি তুলিছিল। সজ চৰিত্ৰৱতী কৰিছিল। কাৰ্তিক বিলাতলৈ যোৱাৰ পিছৰ পৰা কাৰ্তিকৰ মাক আৰু মৌজাদাৰণীয়ে একেলগে আছে। মৌজাদাৰণীৰ পৰা দয়া, মায়া, বদান্যতা, পৰৰ দুখত কাতৰতা শিক্ষা কৰিছিল আৰু কাৰ্তিকৰ মাকৰ পৰা কষ্টসহিষ্ণুতা, বিনয় আৰু শত আপদকো মনে মনে সহিব পৰা শক্তি পাইছিল। সঁচাকৈ এই দুই আদৰ্শনীয় তিৰোতাৰ লগত থাকি পূৰ্ণিমা সকলো প্ৰকাৰে পূৰ্ণ হৈছিল। লগে লগে মধুভকতে আহৰি সময়ত আহি মৌজাদাৰণীৰ ঘৰত গীতা, ভাগৱত, দশমৰ সাৰতত্ত্ব বুজাই পূৰ্ণিমাৰ হৃদয় এখন জোনোৱালি আকাশৰ দৰে নিৰ্মল আৰু অলেখ উজ্জ্বল তৰাৰে পৰিপূৰ্ণ নানা গুণেৰে বিভূষিত কৰিছিল। কিন্তু পূৰ্ণিমাৰ আইতাক মৰিবৰ এবছৰ পূৰ নৌহওঁতে বিয়া হোৱা গাঁৱলীয়া প্ৰথামতে অন্যায়। সেই কাৰণে মৌজাদাৰণীয়েও বিয়ালৈ ততাতৈয়াকৈ নকৰি লগে লগে প্ৰেময়ো আৰু অলপ-অচৰপ পঢ়ি শুনি ভাল হওক বুলি ভাবি মনে মনে আছিল। কিন্তু গাঁৱে-ভূঁয়ে ৰাষ্ট্ৰ হৈছিল যে পূৰ্ণিমা মৌজাদাৰণীৰ আচলকৈ বোৱাৰীয়েক হ'ব; পূৰ্ণিমা-প্ৰেমৰ বিয়াৰ আনন্দ, খোৱা-বোৱা অলপতে উপভোগ কৰিব।

(৪০)

প্ৰেম আজি বহুদিন প্ৰফেছাৰৰ ঘৰমুৱা হোৱা নাই; হেম আৰু প্ৰফেছাৰেও একো বাতৰি লোৱা নাই। সিদিনা প্ৰফেছাৰে আৰু হেমই নানা কথা-বতৰা কৈ আছে, এনেতে আলিবাটেৰে প্ৰেমক যোৱা দেখি হেমই ততালিকে মাত দিলে, "প্ৰেম ককাইদেউ, শুনক! শুনক!!" প্ৰেমই অলপ থিৰ হৈ ততালিকে ভিতৰ সোমাল। হেমই সুধিলে, "সেয়া হাতত কি?"

প্ৰেমই হাঁহি মাৰি ক'লে, "এয়া কি তাকো নিচিনা অৱস্থা অসমীয়া ছোৱালীৰ হৈছেনে? অসমীয়া ছোৱালীৰ এনে অৱনতি হোৱা বুলি ভবা নাছিলোঁ।"

হেমই হাঁহি মাৰি ক'লে, "চিনিছোঁ, কপাহ।" প্ৰেমই ক'লে, এয়েই মোৰ পূজাৰ উপকৰণ।"

"কপাহ আকৌ পূজাতো লাগে নে প্ৰেম ককাইদেউ?"

প্ৰেমই হাঁহি মাৰি ক'লে, "তেন্তে তুমি ভাবিছা চিৰকাল ৰঙা জবা, গোলাপ, তগৰ আৰু চম্পা ফুলেৰে পূজা কৰিলে গোঁসাই-গোঁসানী সন্তুষ্ট হ'ব? হেম, সেইবিলাকেৰে কৰা পূজা লৈ লৈ তেওঁলোক

ভাগৰি পৰিছে, সদায় একে বস্তুৰে কিমান পূজা ল'ব? সেই কাৰণে হিন্দুৰ দেৱ-দেৱী এতিয়া চিন্ময়ী নহৈ কেৱল মৃন্ময়ীৰূপে বিৰাজমান। আন কি সামান্য মানুহৰে অৱস্থা ভেদে ব্যৱস্থা ভিন্ ভিন্। তেন্তে দেৱতাই সদায় একে বস্তু পালে কেনেকৈ সন্তুষ্ট হ'ব?"

প্ৰফেছাৰে হাঁহি মাৰি ক'লে, "প্ৰেম, তোমাৰ ৰহস্যটো সুন্দৰ হৈছে। কিন্তু এই পূজা সাধাৰণ পূজাৰ দৰে কৰা নে অন্য ধৰণে?"

প্ৰেমই ক'লে, "সেই কথাও আৰু সুধিব লাগেনে? পূজাৰ মন্দিৰত বহি যি উপাদানেৰে সচৰাচৰ পূজা কৰে।"

হেমই ক'লে, "তোমাৰ গোঁসাইঘৰো আছে? প্ৰেম ককাইদেউ, তুমি কেনেভাৱে এনে পূজা কৰা মোক দেখুৱাবা।" অৱশ্যে হেমই আগৰ সকলো কথা বুজা নাছিল যে এনে নহয়, কিন্তু পূজাৰ মন্দিৰ বোলাত তাইৰ অলপ মনে মনে ইচ্ছা হ'ল প্ৰেমৰ পূজাৰ মন্দিৰত সোমায়ে প্ৰেমধৰক অতীজৰ পূজা আৰু বৰ্তমান পূজাৰ কিমান প্ৰভেদ এবাৰ ভালকৈ বুজনি দিব।

প্ৰেমধৰে ক'লে, "ইচ্ছা হ'লে চাব পাৰা কিন্তু"

হেমই ক'লে, "আকৌ কিন্তু বুলি উঠিলা কিয়? মন্দিৰ চাওঁতে কিবা পইছা বা নৈবেদ্য লাগিব?"

"পইছা বা নৈবেদ্য নহ'লেও তীৰ্থ ভ্ৰমণত বা দেৱ-দেৱীৰ মন্দিৰ চোৱাত যেনে নিৰ্মল আৰু পবিত্ৰ কাপোৰ লৈ যাব লাগে সেইদৰে"

হেমই ক'লে, "বাৰু বাৰু, সেই বিষয়ে ভয় নাই। ধোবাই ধোৱা নতুন কাপোৰকে পিন্ধি যাম।"

প্ৰেমই এইবাৰ প্ৰশ্ন নুসুধি নোৱাৰিলে, "দেশী নে বিলাতী?"

হেমই প্ৰেমৰ প্ৰশ্নত লাজ পালে সঁচা, কিন্তু ততালিকে ক'লে, "আপোনালোকে সংকীৰ্ণ ভাব লৈ বহল পৃথিৱীকে সৰু সৰু খণ্ড কৰি তাৰ মাজত দেশী বিদেশীৰ কথা উলিয়াই পবিত্ৰ অপবিত্ৰ কৰাটো উচিত হোৱা নাই। প্ৰেম ককাইদেউ, দেশী-বিদেশী হয় নে নহয় ক'ব নোৱাৰোঁ। কিন্তু সেয়া মানৱ জাতিৰ। মানুহৰ মাজতে অশেষ ভাগ কৰাই জানো জগতৰ শেষ উদ্দেশ্য?"

প্ৰেমই ক'লে, "শেষ উদ্দেশ্য নহয় সঁচা, কিন্তু নিজ হাতে কৰা বস্তু-বাহানি লৈ যেনে সুখ আনন্দ পায়, অইনৰ বস্তুৰে তেনে নাপায় কিয়?"

প্ৰফেছাৰে ক'লে, "সেইটো মাথোন তোমাৰ কু-সংস্কাৰ। কিন্তু 'বসুধৈৱ কুটুম্বকম্' এই ভাব ল'লে বা 'আত্মৱৎ সৰ্বভূতেষু' বুলি ভাবিলে তেতিয়া নিজে বোলা, পৰে বোলাৰ পাৰ্থক্য গুচে?"

প্ৰেমই ক'লে, "হ'ব পাৰে, কিন্তু মানৱ জাতিয়ে সেই কাম কৰিছে আৰু মানৱ জাতিয়ে কৰিলেই যেনো হ'ল এই ভাব লৈ প্ৰত্যেক মানুহে কাম-বন নকৰি বহি থাকিলে জানো জগতৰ কাম চলিব পাৰে?"

প্ৰফেছাৰে হাঁহি মাৰি ক'লে, "এইবাৰ ঠিক কৈছা প্ৰেম। প্ৰত্যেক মানুহৰে কৰ্তব্য আছে। প্ৰত্যেক মানুহে এনে কামত ব্যস্ত থাকিব লাগে যাতে জগতৰ কামত আহে, লগে লগে নিজৰো উন্নতি হয়। বিশেষতঃ এই ক্ষেত্ৰত তোমাৰ কাম সুন্দৰ হৈছে। কিয়নো তোমাৰ যদি ইচ্ছা ভাৰতৰ সৌন্দৰ্য, ভাৰতৰ ধৰ্ম, ভাৰতৰ কৰ্ম, ভাৰতৰ আও-ভাও, আচাৰ-ব্যৱহাৰ জগতৰ পক্ষে শান্তিৰ অস্ত্ৰ স্বৰূপ, তেন্তে সেই শান্তিবাণী জগতত প্ৰচাৰ কৰিবলৈ হ'লে ভাৰতে নিজ ভৰিত থিয় হ'বলৈ শক্তি অৰ্জন কৰিব লাগিব আৰু সেই শক্তি পাবলৈ হ'লে তোমাৰ পন্থা অনুসৰণ কৰিব লাগিব। কিন্তু যদিহে ভাৰতক মুক্ত কৰিবলৈ কামনা কৰি কাৰো বিপক্ষে, যুদ্ধ ঘোষণা কৰি এনে কামত আগুৱাইছে তেন্তে আমাৰ তাত সহানুভূতি নাই আৰু বহুতৰো নহ'ব। কিয়নো ৰাজনৈতিক স্বাধীনতা কদাপি থিৰঠীয়া নহয়, কত স্বাধীন ৰাজ্য অতীতত লয় হ'ল তাৰ কোনে লেখ-জোখ দিব? গতিকে ভাৰতে তেনেভাৱে কেইদিনমান স্বাধীন হ'লেও আকৌ যে পৰাধীন নহ'ব তাক কোনে ক'ব? তেনেহ'লে দুদিনীয়া স্বাধীনতাৰ কাৰণে কিয় আকৌ হাই-উৰুমি? কিন্তু ভাৰতৰ সভ্যতা থিৰঠীয়া, ভাৰতৰ ধৰ্ম যুগ-যুগান্তৰ চলিব। সেই সভ্যতা, সেই ধৰ্মবাণী প্ৰচাৰ কৰিবলৈ ভাৰতৰ প্ৰত্যেক জনপ্ৰাণীয়ে নিজ ভৰিত থিয় হ'বলৈ পাৰিব লাগিব। ভাৰতৰ পৰা সকলো পাণ্, অন্যান্য বস্তু, মদ, ভাং আদি সকলো পাশ্চাত্য দেশৰ পৰা

আমদানি বিলাসিতা, বিশ্ব-মানৱৰ বিৰোধী বস্তু বা আচৰণ দূৰ কৰিব লাগিব। ভাৰতৰ জনপ্ৰাণীয়ে সুখেৰে খাই-লৈ থাকি ভাৰতৰ জ্ঞান আৰু কৰ্ম জগতত প্ৰচাৰ কৰিব লাগিব। যদি তাৰ কাৰণে কিবা ওলট-পালট কৰিব লাগে আৰু ভাৰতৰ তেত্ৰিশ কোটি নৰ-নাৰী গুলি-বাৰুদত অন্ত হ'ব লাগে তথাপি কৰিব লাগিব। কিয়নো ভাৰত এপিনে যেনেকৈ ভাৰতৰ কাৰণে, আনপিনে বিশ্ব-মানৱৰ কাৰণে। নিজৰ শান্তিৰ লগে লগে বিশ্বৰ শান্তিয়ে ভাৰতৰ উদ্দেশ্য, বিশ্বৰ হাই-উৰুমি, অস্ত্ৰ-শস্ত্ৰ দূৰ কৰাই ভাৰতৰ লক্ষ্য।"

প্ৰেমধৰে প্ৰফেছাৰৰ গম্ভীৰ কথাত তেওঁৰ মুখৰ উজ্জ্বলতা চাই খন্তেকলৈ মুগ্ধ হ'ল।

তাৰ পিছত প্ৰফেছাৰে কলে, "বাৰু বাৰু, তোমাৰ পূজাৰ মন্দিৰ চাবলৈ আমি যাম আৰু লাগে-যদি তুমি কোৱাৰ দৰে দেশী কাপোৰকে পিন্ধি যাম। কিয়নো আনৰ পবিত্ৰতা ভাব আমি নষ্ট কৰিবলৈ সাজু নহওঁ। হেম, তইতো আজিকালি মনে মনে সূতা কাটিবলৈ শিকিছ!"

হেমেই হাঁহি মাৰি ক'লে, "আপুনি দেউতা, আজিয়েই সেই কথা প্ৰেম ককাইদেউক ভাঙিলে কিয়? মই মনে মনে ভাবিছিলোঁ এদিনা সেই সূতাৰে বোৱা কাপোৰ পিন্ধি প্ৰেম ককাইদেউৰ ওচৰলৈ আহিম।"

এনেতে প্ৰফেছাৰণীয়ে ক'লে, "আমি নিজে বোৱা পাট সূতা, মুগা, এৰি সূতাৰ কাপোৰ কেতিয়াও নিপিন্ধো।"

প্ৰেমধৰে তেওঁলোকৰ কথাত মুগ্ধ হৈ আছিল। হঠাৎ চিঞৰি উঠিল, 'ধন্য হ প্ৰেম, তোৰ উদ্দেশ্য যেন লাহে লাহে সফল হ'বলৈ আগবাঢ়িছে। হেম, তুমি মনে মনে কামত ব্ৰতী হৈছা। বাস্তৱতে কামত সফলতা লাভ কৰিব লাগিলে মনে মনে কাম কৰাটোৱে আচল উপায়। কথাৰে দলদোপ-হেন্দোলদোপ লগালে কাম কদাপি সফল নহয়। ই কেৱল খন্তেকীয়া উত্তেজনা পাই খন্তেকতে লয় হয়। ঠিক অসহযোগৰ সময়ত ইয়াৰ সুন্দৰ প্ৰমাণ পোৱা গৈছে। কিন্তু এতিয়া থিয়ে বুজি ধীৰে ধীৰে এনে কামত ব্ৰতী হ'ব তাৰ সফলতা নিশ্চয় আৰু কামৰ স্থায়িত্বও নিগাজী হ'ব। বাৰু হেম, কাইলৈ মোৰ পূজাৰ মন্দিৰ চাব যাব লাগিব।"

হেমেই ক'লে, "চাবলগীয়া বস্তু আছে জানো?"

"দেখিলে বুজিবা। এতিয়া আহিলোঁ, বুলি কৈয়ে প্ৰেম উঠিল। আকৌ ক'লে, "হেম সিদিনা তোমাৰে-মোৰে বিচ্ছেদ অনিবাৰ্য বুলি ভাবিছিলোঁ, কিন্তু এতিয়া দেখিছোঁ তোমাৰে-মোৰে মিলন অৱশ্যম্ভাৱী! মুহূৰ্ততে প্ৰেম অন্তৰ্দ্ধান হ'ল। হেমেই ভাবিয়ে থাকিল। হেমৰ হিয়াজুৰি প্ৰেমৰ কথাই হেন্দোলদোপ লগালে। তাই কাহানিও কাৰ্তিকৰ কথাত এনে উত্তেজিত হোৱা নাই। কিন্তু প্ৰেমৰ এনে গম্ভীৰ আৰু ভাবপূৰ্ণ কথাত হেমৰ হিয়া মোহিত হ'ল। হেমৰ মনত ওৰে দিনটো খেলালে প্ৰেমৰ সেই শেষ কথা, "হেম, কিন্তু এতিয়া দেখিছোঁ তোমাৰে-মোৰে মিলন অৱশ্যম্ভাৱী!"

কাৰ্তিক যোৱাত হেমেই সিদিনা যদিও মুগ্ধ হৈ চাই আছিল, যদিও কাৰ্তিকৰ চকুৱে চকুৱে পৰি থৰ হৈছিল আৰু যদিও কাৰ্তিকে কে'বাবাৰো নিজে ভাবিছিল যে হেমেই তাক অত্যন্ত ভাল পায়, আনকি হেমৰ দেউতাক প্ৰফেছাৰ-প্ৰফেছাৰণীয়েও এই ভুল ধাৰণাকে মনত লৈ কাৰ্তিকক বিলাতলৈকো পঠিয়ালে আৰু বিলাতৰ পৰা ওভতাৰ লগে লগে দুয়োৰো বিয়া পাতিবলৈ মনে মনে ভাবিছে, কিন্তু হেমেই কাহানিও কাৰ্তিকক 'ককাইদেউ'ৰ বাহিৰে আন একো বুলি মনত ঠাই দিয়া নাই, বা সেইদৰে ভাল পোৱা নাই। হেমেই কাৰ্তিকক ভাল পায় যেনেকৈ ভনীয়েকে ককায়েকক ভাল পায়, অৱশ্যে কাৰ্তিকৰ মন সম্বন্ধে অইন কথা। কিন্তু কাৰ্তিক আঁতৰাৰ লগে লগে প্ৰেমৰ সংসৰ্গত আহি হেমৰ ফুটো ফুটো হোৱা যৌৱনে কিবা এটা অভাৱ অনুভৱ কৰিছে। দিনৰ লগে লগে হেমেই প্ৰেমৰ মনোমোহা ৰূপ, গম্ভীৰ কথা-বতৰা আৰু স্বদেশ-প্ৰেমত মুগ্ধ হৈছে। হেমৰ প্ৰথম যৌৱনৰ মোহিনী আকৰ্ষণত তাইৰ ভাৱ আপোনা-আপুনি খেলিব ধৰিছে। সেই কাৰণে আজি হঠাৎ প্ৰেমধৰৰ এনে আচৰিত কথাত হেমেই কত ভাবনা ভাবিব ধৰিলে তাৰ নিৰ্ণয় নাই। হেমৰ মনে মনে প্ৰবল ইচ্ছা হ'ল

প্ৰেমধৰৰ পূজাৰ মন্দিৰ চোৱাৰ লগে লগে স্বদেশ প্ৰেমৰ মনোমোহা মূৰ্ত্তি চাবলৈ আৰু সুন্দৰ কথা শুনিবলৈ। কিন্তু হেমেই এবাৰো কল্পনা কৰিব নোৱাৰিলে যে প্ৰেম আন এজনৰ সৌন্দৰ্য ধ্যানত আকুল, আন এজনৰ ভাবনাত জলাকলা। অৱশ্যে এনে কল্পনা কৰাও টান, বিশেষতঃ কিছুমান দিনৰপৰা প্ৰেমৰ মনৰ পৰা পূৰ্ণিমা লাহে লাহে আঁতৰি গৈ তাৰ ঠাইত দেশলৈ ভাল পোৱাই প্ৰেমৰ মন সমূলি আগুৰি পেলাইছে। প্ৰেমেই কতনা চেষ্টাৰ ফলত সংসাৰৰ সকলো পাহৰি, আনকি নিজৰ ঘৰমৰ আইতা-দেউতাককো পাহৰি আজি প্ৰায় ডেৰ বছৰ কাল দেশেই সকলো বুলি দেশৰ মঙ্গলৰ কাৰণে দেহৰ সকলো শক্তি অৰ্পণ কৰিছে। এনে অৱস্থাত আন কোনো কল্পনা কৰিব যে প্ৰেমৰ আৰু এজন আৰাধ্যা দেৱী আছে। কিন্তু তেনে কল্পনা নকৰি হেমেই এনেভাৱে প্ৰেমধৰক ভাল পালেও জানো তাইৰ ইচ্ছা সফল হ'বলৈ কিবা সম্ভাৱনা আছে? প্ৰেমধৰে জানো পূৰ্বৰ প্ৰতিজ্ঞা পাহৰি পূৰ্ণিমাক এৰি হেমক গ্ৰহণ কৰিব? প্ৰফেছাৰ, প্ৰফেছাৰণীয়ে জানো কাৰ্তিকৰ এনে হেন কীৰ্ত্তি, যশস্যা, মান, গৰিমা নেওচি ইমান দিনে কল্পনা কৰা আশা এৰি হেমক প্ৰেমধৰক সমৰ্পিব? আৰু যদি অৰ্পণ নকৰে তেন্তে হেমেই জানো কাৰ্তিকক এনেভাৱে ভাল নাপায়ো মাক-বাপেকৰ কথাত মান্তি হৈ প্ৰেমধৰক পাহৰি কাৰ্তিকক স্বামী বুলি গ্ৰহণ কৰিব? ইয়ো এটা ৰহস্য।

(৪১)

প্ৰেমৰ পূজা-মন্দিৰ তাৰ পঢ়া কুঠৰিৰ ওচৰতে। এই মন্দিৰত যঁতৰ, সূতা-কপাহ, নানা তৰহৰ মুগা-পলু, এৰি-পলু, লেটা পৰিপাটিকৈ সজোৱা আছিল। প্ৰেমেই এড়িপাট, কৰিঙাৰ পাতেৰে আহাৰ যোগাই হাজাৰ হাজাৰ পলু পুহিছে। পলুবিলাক আনন্দত মন্দিৰৰ চৌপাশে বিয়পি পৰিছে। সিহঁতৰ অগীয়া-বগীয়া দেখি, আহাৰ খোৱা, ৰঙত চৰি ফুৰা দেখি আনন্দত আকুল নহৈ নোৱাৰি। প্ৰেমেই এই পলুৰ জীৱন্ত মূৰ্ত্তিকে থৈ এপিনে পলু পূজা আনপিনে সুদৰ্শন চক্ৰ স্বৰূপ যঁতৰ পূজা নিতৌ আহৰি সময়ত আৰম্ভ কৰে। পূজাৰ উপাদান নিতৌ যোগায়।

সিদিনাও প্ৰেমধৰে তেনেভাৱে মন্দিৰত পলু-পূজাত মুগ্ধ থকাত হাতে কটা সূতাৰ সাজ-পাৰ পিন্ধি হেম আৰু প্ৰফেছাৰ আহি তেওঁৰ পূজাৰ মন্দিৰত সোমাল। হেমেই সোমায়ে পলুবিলাক তেনে অৱস্থাত দেখি চক খাই পিছুৱাই গ'ল। প্ৰেমধৰে হেমৰ তেনে অৱস্থা দেখি ক'লে, "ভয় নাই হেম, এইবোৰে নাকামোৰে বা অন্যায় নকৰে। এইবোৰে কল্পতৰু স্বৰূপ কেৱল আমাৰ পিন্ধা-উৰা কাপোৰৰ কাৰণে সূতা যোগায়। হেম, সত্যযুগৰ কল্পতৰুৰ কথা শুনিছানে? কলিযুগৰ কল্পতৰু এয়া। ইয়াত খৰচ-পাতি একো নাই, কেৱল গছৰ পাত আনি আহাৰ যোগালেই ই ডাঙৰ-দীঘল হৈ লেটা গঢ়ি সূতা স্বৰূপে জগতত স্বৰ্গীয় ভাবৰ সুখ আৰু আনন্দৰ সৃষ্টি কৰে।" হেমেই প্ৰেমৰ কথাত সাহস যোগাই ওচৰ চাপিল। প্ৰেমেই এটা পকা পলু হেমৰ হাতত দিলে। হেমেই ভয়ে ভয়ে হাতত ল'লে। তাৰ পিছত প্ৰেমধৰে সকলো পলুৰ ৰহস্য, পলুৰ সৃষ্টি, পলুৰ অন্তৰ্ধানৰ কথা ক'লে। হেমেই মুগ্ধ হৈ শুনিয়ে থাকিল। প্ৰেমধৰে সেইবোৰৰ সূতা আনি হেমৰ হাতত দিলে। প্ৰফেছাৰ আৰু হেমেই সেইবোৰ বহুত পৰলৈ চালে। হেমেই এবাৰ ক'লে, '
'প্ৰেম ককাইদেউ! এই পূজা বাস্তৱতে স্বৰ্গীয় পূজা। মই যি ভাবি আহিছিলোঁ তাৰ সম্পূৰ্ণ ওলোটা। মই মাজে মাজে এই পূজা চাবলৈ আহিম আৰু এই কল্পতৰু স্বৰূপ পলু পুহিবলৈ চেষ্টা কৰিম।" প্ৰেমেই ক'লে, "হেম, কেৱল পলু পুহিলেই নহয়। ইয়াত সাহিত্য আছে, ভাব আছে, আনন্দ আছে উপন্যাস আছে। এবাৰ গভীৰকৈ মনোঁ ভাবিবলৈ শিকা। এই পলুৰ ওচৰত যদি মোৰ কঠুৱা হাত নাথাকি কাৰো লনী হাতে কাম কৰিলেহেঁতেন, ইয়াৰ খাদ্য যোগাই যোগাই ভাগৰি চুলি আউল-বাউল হ'লহেঁতেন, মুখ ৰঙা পৰিলহেঁতেন, তেন্তে সেই সময়ত যে কি বাস্তৱ কবিতা সৃষ্টি কৰিলেহেঁতেন তাক এনেই কল্পনা কৰিব নোৱাৰি।" ঠিক এই বৰ্ণনাৰ লগে লগে প্ৰেমধৰৰ মনত পৰিছিল, পূৰ্ণিমাৰ পলু পোহা আৰু তাইৰ

মনোমোহা ৰূপ। প্ৰেমধৰ ক্ষন্তেকলৈ আকুল হৈছিল। হেমেই সেই সময়ত প্ৰেমধৰৰ উজ্জ্বল মুখলৈ চাই ৰ' লাগি আছিল। তাৰ পিছত প্ৰেমধৰে এটা মূৰ্ত্তিলৈ আঙুলিয়াই ক'লে, "সৌৱা চোৱা, মৃন্ময়ী মূৰ্ত্তি, এহাতে সুদৰ্শন স্বৰূপ যঁতৰ, আন হাতে নাঙল লৈ এক মূৰ্ত্তিয়ে শ্ৰীকৃষ্ণ আৰু বলভদ্ৰৰ কাম কৰিছে। হেম, বৰ্ত্তমান অসমৰ পূজা যঁতৰ আৰু নাঙলৰ বাহিৰে কি হ'ব? এই পূজা যুগ-যুগান্তৰ চলি আহিছে। শ্ৰীকৃষ্ণ বলভদ্ৰক সকলো অসমীয়াই জানে বা ঈশ্বৰ স্বৰূপে পূজা কৰে। সেই পূজাৰ ভাব লৈ, আবেগ লৈ, যথাৰ্থভাৱে কৰিব পাৰিলে অসম জয়-জয় ময়-ময় হ'ব। এই উক্তিৰ লগে লগে প্ৰেমধৰ ভাবত বিভোৰ হ'ল। প্ৰেমধৰৰ মনত অসমৰ প্ৰাকৃতিক দৃশ্য আৰু সাৰুৱা মাটিৰ কথা মনত পৰিল। প্ৰেমধৰে হাঁহি মাৰি আকৌ ক'লে, "নিশ্চয় অসমীয়া উজ্জ্বলি উঠিব।" এই বুলি কৈয়ে সি হেমক হাতত ধৰি সেই মূৰ্ত্তিৰ কাষলৈ গ'ল আৰু ক'ব নোৱাৰে কি ভাবত বিভোৰ হৈ প্ৰেমই মুহূৰ্ত্তত সেই মূৰ্ত্তিৰ আগত আঁঠুকাঢ়ি সেৱা কৰিলে। প্ৰেমধৰে তেনে কৰা দেখি হেময়ো আন একোকে নাভাবি আঁঠুকাঢ়ি বহিল। খন্তেকলৈ পূজাৰ মন্দিৰ নিস্তব্ধ হ'ল। প্ৰফেছাৰে সেই সময়ত যঁতৰত সূতা কটা অৱস্থা পৰীক্ষা কৰিছিল। সেই যঁতৰৰ শব্দত গোটেই মন্দিৰ ঝংকাৰি উঠিল। হেমৰ মুহূৰ্ত্তলৈ ভাব হ'ল যেন তাই স্বৰ্গীয় ৰাজ্যত তাইৰ স্বামীৰে সৈতে দেৱ-মন্দিৰত দেৱতাৰ সমুখত। তাইৰ ভাব হ'ল সেই যুগল মিলনৰ আনন্দ স্বৰূপ জয় শব্দই গোটেই মন্দিৰ ছানি পেলাইছে। ইপিনে প্ৰেমধৰৰ ভাব হ'ল যেন সঁচাকৈ আজি অসমীয়াৰ পুৰুষ-তিৰোতাই একেলগে এই দেৱতাক বৰণ কৰিবলৈ দেৱতাৰ ওচৰত আঁঠুকাঢ়ি ভক্তি জনাইছে। এই ভক্তিত সন্তুষ্ট হৈ সেই দেৱ মূৰ্ত্তিয়ে এহাতেৰে পুৰুষক নাঙল দি আন হাতেৰে তিৰোতাক যঁতৰ দি জয় শব্দৰে অসম ধ্বনি কৰিছে; অসম আইৰ মুখ উজ্জ্বল হৈ উঠিছে।

এনে ভাবত বিভোৰ হৈ হেম আৰু প্ৰেম বহুত পৰ থাকিল। হঠাৎ প্ৰফেছাৰে ক'লে, "বলা হেম, এতিয়া ঘৰলৈ যাওঁ, ঘৰৰ পৰ হৈছে।" হেমেই ততালিকে উঠি "বলক দেউতা" বুলি মুহূৰ্ত্ততে মন্দিৰৰ পৰা বাহিৰ হ'ল। এনে সময়ত প্ৰেমধৰক উভতি চাবলৈ তাইৰ সাহ নহ'ল। তাই নানা ভাবৰ খেলিমেলিত আলিবাট পালেহি। প্ৰফেছাৰেও "প্ৰেম আহিলোঁ" বুলি আঁতৰ হ'ল। আলিবাটত প্ৰফেছাৰক কাৰ্ত্তিকৰ হাতৰ এখন চিঠি পিয়নে দিলে। প্ৰফেছাৰে চিঠি পঢ়ি আনন্দতে হাঁহি মাৰিলে। হেমেই সুধিলে, "কি হ'ল দেউতা?" প্ৰফেছাৰে ক'লে, "কাৰ্ত্তিকে বাৰ-এট-ল পাছ কৰিলে। সি আই-ছি-এছ নপঢ়িলে অলপতে উভতি আহিব। হেম, কাৰ্ত্তিকক আগ বঢ়াই আনিবলৈ সাজু হোৱা।" হেমেই ক'লে, "কাৰ্ত্তিক ককাইদেউ চাগে এইবাৰ সম্পূৰ্ণ বিলাতী চাহাব হৈ আহিব।"

প্ৰফেছাৰে একো নামাতিলে। কিন্তু সেই সময়ত প্ৰফেছাৰৰ ভাব কিজানি কাৰ্ত্তিকে সকলো পাহৰি সেইবোৰতে মুগ্ধ হৈছে। বিশেষতঃ মাজতে কাৰ্ত্তিকৰ বহুদিন চিঠি পোৱা নাছিল। প্ৰফেছাৰৰ মনত এয়ে আৰু সন্দেহ বঢ়াইছিল। আনকি হেমৰ প্ৰশ্নত প্ৰফেছাৰৰ সকলোতকৈ ভয় হৈছিল যদি কাৰ্ত্তিকে হেমকো পাহৰি তবে বিলাতী মেম লৈ আহি তেওঁৰ সকলো আশাৰ মূলতে কুঠাৰ মাৰে। প্ৰফেছাৰে এবাৰ ভাবিছিল কাৰ্ত্তিকৰ ইমান দূৰ অৱনতি হোৱা সম্ভৱনে? অসম্ভৱেই বা কি? নহ'লে কাৰ্ত্তিকে আই-ছি-এছ পঢ়োঁ বুলি কেৱল বাৰ-এট-ল হৈয়ে ঘৰলৈ উভতিলে কিয়?

(৪২)

কাৰ্ত্তিক আজি গুৱাহাটী পাব বুলি কলিকতাৰপৰা লিখিছে। প্ৰফেছাৰৰ পৰিয়ালৰ আটায়ে ষ্টেচনলৈ আগবঢ়াবলৈ গৈছে। প্ৰেমধৰ তেতিয়াও ষ্টেচন পোৱা নাই। বেল পালেহি; আটাইকেইজনে ১ম শ্ৰেণী, ২য় শ্ৰেণীৰ গাড়ীবোৰলৈ চকু কৰিব ধৰিলে। হেমেই ক'লে, "ক'তা দেউতা, কাৰ্ত্তিক ককাইদেউ নাহিল দেখোন?" প্ৰফেছাৰে ক'লে, "এৰা, ইমানকৈ চিঠি লেখিও নহাৰ কাৰণ নুবুজিলোঁ। বোধ কৰোঁ কিবা কাৰণে আজি নাহিলেই হ'বলা।" আটাইকেইজনে কথা-বতৰা কৈ উভতিব ধৰোঁতে এজনে মাত দিলে, "হেম"।

আটাইকেউজনে উভতি চাই দেখে এজন খদ্দৰৰ ধুতি পিন্ধা, শৰীৰত এটা এণ্ডিচোলা পিন্ধা মানুহ তেওঁলাকৰ ওচৰ চাপিল। এওঁ প্ৰেমধৰনে? এই ধৰণে আজি প্ৰেমধৰে কাৰ্তিকক আগবঢ়াব আহিছেনে? কিন্তু আটাইকেউজনে তেওঁক দেখি অভিভূত হ'ল। হেমই ক'লে, "কাৰ্তিক ককাইদেউ, আপুনি এনে বেশত!" কাৰ্তিকে হাঁহি মাৰি ক'লে, "হেম, সকলো ঠাই ঘূৰি শেষত এই বেশটিকে ভাল লাগিল। মনে মনে ভাব হ'ল যেন জগতে আকৌ ওভতাৰ পিনে গতি কৰিছে। এসময়ত নাঙঠ অৱস্থাৰপৰা লাহে লাহে উন্নতি কৰি বিলাসিতাৰ কেনে অৱস্থা লভিছে তাক দেখিছ। আকৌ এনে অৱস্থাৰ পৰাও যে লাহে লাহে সময়ত নাঙঠ অৱস্থালৈ পৰিণত নহ'ব তাৰ ঠিক কি?"

হেমই ক'লে, "আমি ভাবিছিলোঁ আপুনি আজি নাহিল। ক'তা, আপোনাকতো গাড়ীবোৰত নেদেখিলোঁ।"

কাৰ্তিকে হাঁহি মাৰি ক'লে, "হেম, মইতো তিমান দেখনিয়াৰ নহওঁ বা মান-যশস্যাৰে পৰিপূৰ্ণ মানুহ নহওঁ যে মোক দূৰৈৰ পৰা চিনি ল'বা। বিশেষতঃ কিজানি তোমালোকে বিলাতী মেম-চাহাব আৰু ধনীৰ মাজত লোক বিচাৰিছিলা।"

হেমই ক'লে, "এৰা, সেই কথাও মিছা নহয়!" কাৰ্তিকে ক'লে, "কিন্তু মই যে বিলাতলৈ গৈ চাহাবৰ লগতো ঠাই নাপালোঁ, ধনী-মানীৰ ঠায়ো অধিকাৰ কৰিব নোৱাৰিলোঁ। মই যে তোমালোকৰ চহা কাৰ্তিকেই। হেম, মনত পৰেনে এদিন কৈছিলোঁ, পাশ্চাত্য জগত চাই আহিব দিয়া, অসমীয়াৰ সঞ্জীৱনী মন্ত্ৰ আৰু বিশল্যকৰণী বিচাৰি আনিম। আজি সেই বস্তু পায়ে লৰি আহিছোঁ।"

আটাইকেউজন আচৰিত হ'ল। কাৰ্তিকৰ মুখৰপৰা সকলো শুনিবলৈ সকলোৰে হাবিয়াহ হ'ল। কিন্তু সেই সময়ত কাৰ্তিকে ভ্ৰমণত ভাগৰি অহা অৱস্থাত কেৰে আৰু কথাৰ জোলোঙা মেলিবলৈ ইচ্ছা নকৰিলে। আটাইকেউজনে কাৰ্তিকক লৈয়ে প্ৰফেছাৰৰ ঘৰমুৱা হ'ল। বাটত প্ৰেমধৰক লৰি অহা দেখিলে। কাৰ্তিকে প্ৰেমক দেখিয়েই ককাইদেউ বুলি মাত দিলে। প্ৰেম লৰি আহি আনন্দত কাৰ্তিকক সাঁকোৱালি ধৰিলে। দুয়ো খন্তেকলৈ নিমাত। শেহত প্ৰেমধৰে ক'লে, "মই কি ভাবিছিলোঁ আজি তাকেই দেখিছোঁ। কাৰ্তিক, তোমাক দেখি কোনে ক'ব তুমি আজি বিলাতৰ পৰা ঘূৰি আহিছা?"

কাৰ্তিকে ক'লে, "এৰা, সেই কথা কেৰে নাজানিলেই ভাল ককাইদেউ। এই মনোমোহা প্ৰকৃতিৰ কাম্যভূমি অসম এৰি বিলাততো ভাল নালাগে। তাৰ চমক-জমকে সকলো বিলাসিতালৈ অতৃপ্তি জন্মায়। আকৌ অসমৰ সাধাৰণ চহা খেতিয়কৰ জীৱনেই মোৰ স্পৃহনীয় কৰি তুলিছে। ককাইদেউ এই সুজলা-সুফলা-শস্যশালিনী আইৰ খেতিয়কৰ মাজত মোৰ ঠাই হ'বনে? সিহঁতৰ এজন হৈয়ে মোৰ জননী জন্মভূমিক সেৱিব পাৰিমনে? মই যে সিহঁততকৈ শক্তিহীনা, বল-বীৰ্যত সিহঁততকৈ বহুগুণে তলত। মোৰ শক্তিৰে সিহঁতৰ দৰে নাঙল ধৰি সিহঁতৰ লগত ফেৰ পাতিব পাৰিমনে? যদি পাৰোঁ তেন্তে বুজিম ককাইদেউ, কাৰ্তিকে বিলাতলৈ গৈ যি নহওক অসমৰ খেতিয়কৰ সমান ঠাই অধিকাৰ কৰিছে।"

প্ৰেমধৰে ক'লে, "কাৰ্তিক! তুমি মহান! তুমি ধন্য! তুমি আৰু কি বাতৰি আনিছা কাৰ্তিক?"

প্ৰফেছাৰে ক'লে, "ৰাৰু, সকলো কথা ঘৰত আলোচনা কৰিম!"

প্ৰেমই ক'লে, "এৰা সেয়ে ভাল। মই অলপ আগবাঢ়ি যাওঁ। কলেজৰ ল'ৰাবিলাকক কাৰ্তিক অহা বাতৰি দিওঁগৈ।" কাৰ্তিকে ততালিকে ক'লে, "নালাগে, নালাগে সেইবোৰ!" প্ৰেম কিন্তু লৰি ততালিকে অন্তৰ্ধান হ'ল। প্ৰেম যোৱাৰ পিছত কাৰ্তিকে প্ৰফেছাৰক সুধিলে, "হেমক এতিয়াও বিয়া দিয়া নাই?"

প্ৰফেছাৰে হাঁহি মাৰি ক'লে, "ক'তা, তুমি নহ'লে হেমৰ বিয়া কেনেকৈ পাতো?'

কাৰ্তিকে ক'লে, "এৰা, ময়ো মনে মনে ভাবি আহিছোঁ হেমৰ বিয়াখন যদি মই নৌ আহোঁতেই হৈ গ'ল তেন্তে হৃদয়ৰ এটা আনন্দৰ ঢৌ অথলে যাব। হেমৰ বিয়াত যে মই মনে মনে ৰং-ধেমালি কৰোঁ বুলি ভাবিছোঁ। আপোনালোকে হেমৰ দৰা বিচাৰিছে?"

প্ৰফেছাৰণীয়ে সেই সুচলতে ক'লে, "তোমাকেই

আমি হেমৰ দৰা ঠিক কৰি থৈছোঁ।"

কাৰ্ত্তিকে অলপপৰ নামাতি লাহেকৈ ক'লে, "যদি সেইটো কৰিছে আপোনালোকে ভুল কৰিছে। মই যে জীৱনত বিয়া নকৰাওঁ বুলি মনে মনে প্ৰতিজ্ঞা কৰি আহিছোঁ। সেইবিলাক জঞ্জাল চপাই নিজৰ উদ্দেশ্যৰ বাটত বিঘি-পথালি নিদিবলৈ দৃঢ়প্ৰতিজ্ঞ হৈ আহিছোঁ। মই যেন সেইবোৰ এৰি মোৰ সকলো শক্তি সকলো ভাব-চিন্তা জন্মভূমিলৈকে অৰ্পণ কৰিব পাৰোঁ। আপোনালোকে সেই ভুল আজিতেই শুধৰাওক। আজিয়েই আইন দৰা থিৰ কৰি হেমৰ বিয়া থিৰ কৰক। হেমৰ বিয়া চাওঁ বুলি বহুত দূৰৰ পৰা ভাবি আহিছোঁ।"

প্ৰফেছাৰে মনে মনে সেই সময়ত কৈছিল, "কি অকৃতজ্ঞ।" কিন্তু পিছ মুহূৰ্ত্ততে ভাবিছিল, "কাৰ্ত্তিকেতো যোৱাৰ সময়ত তেনে একো কথা দি যোৱা নাছিল বা তেনে কথাত কেয়ে তাক বান্ধ খুউৱা নাছিল। তেন্তে কাৰ্ত্তিকৰ অকৃতজ্ঞতা ক'ত?" সঁচাকৈ কাৰ্ত্তিকে প্ৰফেছাৰে দিয়া খৰচ-পাতি উদাৰ দান স্বৰূপে গ্ৰহণ কৰি বিলাতমুৱা হৈছিল। কিন্তু সেই মহানুভৱ আৰু উদাৰ প্ৰফেছাৰে যে আইন কিবা ভাব লৈ কাৰ্ত্তিকক বিলাতলৈ পঠিয়াইছিল সি এবাৰো তেনে কল্পনা কৰা নাছিল।

যি নহওক, প্ৰফেছাৰে আৰু হেমৰ বিয়া সম্বন্ধে একো নুলিয়ালে। কেৱল মনে মনে ভাবি গ'ল অকৃতজ্ঞ কাৰ্ত্তিকলৈ হেমক বিয়া নিদিয়ে।

(৪৩)

সেইদিনা কাৰ্ত্তিক, প্ৰেমধৰ, প্ৰফেছাৰ, হেম আৰু প্ৰফেছাৰণী বহি কাৰ্ত্তিকে কি দেখি আহিলে, কি কৰিব ইত্যাদি নানা কথা-বতৰা কৈ আছে। কাৰ্ত্তিকে ক'লে, "তাত দেখিলোঁ স্বাধীনতাৰ মধুৰ ছবি, স্বাধীন দেশত স্বাধীন মানুহৰ আনন্দ, কাম-বন জ্ঞানস্পৃহা আৰু উদ্দামনি। দেখিলো সকলোপিনে কেৱল চেতনা, উদ্দীপনা। আমাৰ দেশতো এনে মৰা ভাব গুচাব লাগিলে পোন-প্ৰথমে আটাইতকৈ ডাঙৰ কথা হৈছে শিক্ষাৰ কেন্দ্ৰবোৰ অধিকাৰ।"

প্ৰেমই ক'লে, "ক'তা শিক্ষিতসকলৰ মাজতো দেখিছোঁ অচেতন অৱস্থা, ব্যভিচাৰ আৰু স্বাৰ্থৰ মোহ।"

কাৰ্ত্তিকে ক'লে, "সেই কাৰণেই শিক্ষাৰ কেন্দ্ৰ অধিকাৰেই প্ৰথম কথা। শিক্ষাৰ ধৰণ সমূলি আন বাটে নিব লাগিব।"

"কিন্তু গৱৰ্ণমেণ্টে নিব দিব কিয়?"

"সজ ইচ্ছাত কদাপি সভ্য গৱৰ্ণমেণ্টে বাধা নিদিয়ে। বিশেষতঃ গৱৰ্ণমেণ্টে আমাৰ মানসিক, শাৰীৰিক, আধ্যাত্মিক ভাবৰ উন্নতিৰ ৰক্ষকহে। যাতে এইবিলাকৰ উন্নতি হয় সেইটো কৰাত গৱৰ্ণমেণ্টে সদায় ব্যস্ত হৈ থাকিব লাগে। তথাপি যদি কোনো গৱৰ্ণমেণ্ট ৰক্ষক হৈ ভক্ষক হয় আৰু সজ ইচ্ছা বা কামত বাধা দিয়ে তেন্তে আন উপায় ল'ব লাগিব। নিজৰ ভৰিত থিয় দি আনকি খাব নাপালেও ধাৰ কৰিও বৰ্তমান শিক্ষাৰ কেন্দ্ৰৰ উপৰিও আমাৰ নিজৰ নিজৰ শিক্ষা কেন্দ্ৰ কৰিব লাগিব, নিজৰ নিজৰ বিশ্ববিদ্যালয় গঢ়িব লাগিব। সেই বিশ্ববিদ্যালয়ত কিছুমান প্ৰাণহীন, জ্ঞানশূন্য, দুৰ্বল, মৰিবলৈ প্ৰত্যেক মুহূৰ্ত্ততে ভয়াতুৰ প্ৰাণী নগঢ়ি গঢ়িব কৰ্মী, গুণী, জ্ঞানী, মানসিক, শাৰীৰিক, আধ্যাত্মিক বলেৰে বলী যুৱকৰ দল। তেওঁ চাকৰিকে শেষ ভৰষা নকৰি নিজৰ ভৰিত থিয় দিব পৰা শক্তি আৰ্জ্জিব লাগিব। নিজৰ সংসাৰখনকে মেটমৰা ভাৰ নকৰি আৱশ্যক হ'লে বিষবৎ ত্যাগ কৰিব পৰা শক্তি যোগাব লাগিব। জীৱন তুচ্ছ কৰি জ্ঞান, ধৰ্ম, আনন্দকে লক্ষ্য কৰিব লাগিব। ভাৰতৰ বেদান্তৰ মত জগতত প্ৰচাৰ কৰিবলৈ, খোৱা-লোৱাত ব্যস্ত নাথাকি জ্ঞানৰাজ্য লুণ্ঠন কৰি ঋষি-মুনিসকলৰ দৰে সামান্য আহাৰ খাই জীৱন কৰ্মময় কৰিবলৈ উপায় পাব লাগিব। ভাৰতৰ জ্ঞান, ধৰ্ম, কৰ্মৰ শক্তি জগতে ভাবিবলগীয়া কৰিব লাগিব।"

"আদৰ্শ সুন্দৰ, কিন্তু কৰিবলৈ উপায়?"

"উপায় হৈছে বৰ্তমান শিক্ষাকেন্দ্ৰবিলাকত নতুন ধৰণৰ শিক্ষা দিবলৈ বাধ্য কৰা, নহ'লে নিজে নিজে দেশৰ প্ৰত্যেক প্ৰাণীয়ে অলপ-অচৰপকৈ দান দি নিজৰ শিক্ষাকেন্দ্ৰ স্থাপন কৰা। সকলোতকৈ ডাঙৰ কথা ভাৰতৰ ভাবুকসকলে শিক্ষা-পদ্ধতি সম্বন্ধে সুন্দৰ-ভাৱে গৱেষণা কৰা। অসমত নালন্দাৰ দিচিনা

বিশ্ববিদ্যালয় গঢ়া, শিক্ষাৰ কেন্দ্ৰবিলাকত খেতি কৰা, গৰু-ছাগলী বা পশু-পক্ষী পোহা, যঁতৰ চলোৱা, আনপিনে জ্ঞানযোগৰ শেষ আদৰ্শ দিয়া। জগতৰ ভাল ভাল জ্ঞান, বিজ্ঞান, ৰসায়ন, দৰ্শন, অৰ্থশাস্ত্ৰ, গণিত, সাহিত্য সকলোতে ভাটৌৰ দৰে মুখস্থ নকৰি আচল ব্যুৎপত্তি লাভ আৰু সেইবিলাকৰে আলম লৈ নতুন উদ্ভাৱন কৰিবলৈ শক্তি পোৱা। এইবোৰ কৰিবলৈ বৰ্তমান শিক্ষাৰ ঠাইবোৰ সমূলি নষ্ট নকৰি নতুন আদৰ্শেৰে গঢ়া শিক্ষা-কেন্দ্ৰবোৰত চলোৱা শিক্ষাৰ আদৰ্শেৰে লাহে লাহে সকলোকে তালৈকে টানি নিব লাগিব। তেতিয়া নতুন আদৰ্শৰ আকৰ্ষণত পুৰণি শিক্ষাকেন্দ্ৰবোৰেও তেনে আদৰ্শ ল'ব।"

প্ৰেমধৰে ক'লে, "তেনেকুৱা ধৰণে শিক্ষাৰ নতুন বাট মুকলি কৰিব লাগিলে দেশত স্বাধীনতাৰ আৱশ্যক।"

"স্বাধীনতা, পৰাধীনতা মানুহৰ ভাবৰ ব্যতিক্ৰম মাথোন। মানুহ হ'লেই সমাজৰ তলত, গৱৰ্ণমেণ্টৰ তলত, ৰজা বা পাৰ্লিয়ামেণ্টৰ তলত এটা বান্ধনত থাকিব লাগিব; বিশেষতঃ অমুক জাতি আজি স্বাধীন, কাইলৈ আকৌ পৰাধীন হ'ব পাৰে। সেই কাৰণে দুদিনীয়া বস্তু এৰি চিৰস্থায়ী বস্তুৰ সন্ধান কৰা আৱশ্যক। শিক্ষা, সাহিত্য আৰু ধৰ্মৰ ভেটি সুন্দৰতকৈও সুন্দৰ কৰি জগতত শান্তি আৰু প্ৰেমক ওখ আসন দিবলৈ লক্ষ্য কৰা উচিত। অৱশ্যে সেইটো কৰিবলৈ হ'লে যদি কোনো জাতিৰ স্বাধীনতাও আৱশ্যক, তেন্তে তাকো কৰিবলৈ চেষ্টা কৰিব লাগিব।"

প্ৰফেছাৰে ক'লে, "স্বাধীনতা মানে তুমি নিজৰ গৱৰ্ণমেণ্টৰ কথা কৈছা।"

কাৰ্তিকে ক'লে, "নিজৰ বা পৰৰ ইয়াত উল্লেখ কৰা একো আৱশ্যক নেদেখোঁ। মুঠৰ ওপৰত আমাক এনে গৱৰ্ণমেণ্ট লাগে যি আমাৰ ধৰ্ম, কৰ্ম, শিক্ষা, আৰ্থিক উন্নতি সবল কৰিবলৈ, তদুপৰি আমাৰ সভ্যতা জগতত প্ৰচাৰ কৰিবলৈ উপায় দিব, সহায় কৰিব।"

"তেনে গৱৰ্ণমেণ্টে যদি চলাবিব পাৰে তেন্তে পৃথিৱীত এটা হ'লেও হানি নাই, গতিকে নিজৰ বা পৰৰ উল্লেখ কৰিবলৈ কাৰণ নেদেখোঁ। আমাৰ গৱৰ্ণমেণ্ট আমাৰ সকলো সজ ভাবৰ ৰক্ষক। আমাৰ ওপৰত প্ৰভু নহৈ আমাক বিপদ-আপদ বা শত্ৰুৰ হাতৰ পৰা ৰক্ষা কৰিবলৈ আমাৰ সহায় হ'লেই হ'ল। আমি তেনে গৱৰ্ণমেণ্টৰ পাখিৰ আঁৰত থাকি ভাতৃত্ব-দীক্ষা হৈ, শিক্ষা-দীক্ষা পাই শাৰীৰিক, মানসিক, আধ্যাত্মিক উন্নতি লভি, বলবীৰ্য পাই উৰণীয়া পক্ষীৰ দৰে সদায় আনন্দত ভ্ৰমি জগতত আমাৰ শক্তি দেখুৱাম।"

এনেতে হেমাই ক'লে, "কাৰ্তিক ককাইদেউ, অসমত নালন্দাৰ নিচিনা বিশ্ববিদ্যালয় হ'ব পাৰেনে? বিশেষতঃ অসমৰ শিক্ষিতৰ সংখ্যা যে বৰ কম আৰু অসম যে বৰ দুখীয়া।"

"হেম, তুমি কৈছা শিক্ষিতৰ সংখ্যা কম বুলি, কিন্তু মই কওঁ যথাৰ্থ শিক্ষিত অসমত এজনো নাই। সেই কাৰণে শিক্ষাৰ নতুন উপায়, নতুন বাট মুকলি কৰি বাধ্যতামূলক শিক্ষাত অসমৰ প্ৰত্যেকজন প্ৰাণীক শিক্ষিত কৰি তুলিব লাগিব। শিক্ষিত দলে হালৰ মুঠিত ধৰিলেই মুৰ বিযোৱা অৱস্থা নহৈ এপিনে যেনে অগাধ পণ্ডিত আনপিনে সামান্য খেতিয়ক, চহা হালোৱা, চহা জালোৱা, চহা গৰখীয়া হ'ব লাগিব। জ্ঞানী, আনপিনে চহা খেতিয়কজনক ঋষিৰে অসম পৰিপূৰ্ণ কৰিব লাগিব, বলৰাম, পৰশুৰামৰ দৰে বীৰ্যশালী হনুমন্ত, গৰুড়ৰ দৰে সেৱক আৰু দধীচিৰ দৰে ত্যাগী সৃষ্টি কৰিব লাগিব। অসমৰ শিক্ষাকেন্দ্ৰ কেতিয়া এনে ধৰণৰ হৈ কেতিয়া জগতত আদৰ্শ প্ৰচাৰ কৰিব ক'ব নোৱাৰোঁ।"

হেমাই ক'লে, "কাৰ্তিক ককাইদেউ, আপোনাৰ ইচ্ছা যেন ঈশ্বৰে পূৰ্ণ কৰে।"

কাৰ্তিকে ক'লে, "ক'ব নোৱাৰোঁ পূৰ্ণই কৰেনে, চিৰকাল অপূৰ্ণই ৰয়। কেৱল এজনৰ চেষ্টাৰে এনে কাম হ'ব নোৱাৰে। এই শিক্ষা সম্বন্ধে ভাৰতৰ প্ৰত্যেক ভাবুকে ভবাটো আৱশ্যক হৈছে। আনকি কেতিয়াবা নিজৰ গৱৰ্ণমেণ্ট হ'লেও পোন-প্ৰথমে শিক্ষা-পদ্ধতি সম্বন্ধে যে প্ৰত্যেকে মুৰ ঘমাব লাগিব। নহ'লে গৰু-ম'হৰ গৱৰ্ণমেণ্ট কৰি কি লাভ? মোৰ মনেৰে এতিয়াৰ গৱৰ্ণমেণ্টৰ পাখিৰ আঁৰত থাকি বাহিৰা শত্ৰুলৈ ভয় নোহোৱা অৱস্থাতে শিক্ষা-পদ্ধতি

নতুন কৰি, শিক্ষা-দীক্ষাৰ উৎকৰ্ষ কৰি আমাৰ নিজৰ ভৱিত থিয় দিবলৈ উপায় কৰা যুগুত। ততালিকে গৱৰ্ণমেণ্ট হাতত ল'লে এদিনে বাহিৰা শত্ৰুলৈ ভয়, আনদিনে নিজৰ ভিতৰত হাই-কোঢ়াল দমাবলৈ চেষ্টাতে ব্যস্ত থাকিব লাগিব। কিয়নো গৰু-ম'হে গৰখীয়া নহ'লেই যুঁজ-বাগৰ কৰাটো বা যিদিনে গতি পায় সেইদিনে যোৱাটো প্ৰকৃতিৰ নিয়ম। তেনে অৱস্থাত নতুন শিক্ষাৰ উপায় হাতত লৈ তাৰ উৎকৰ্ষ কৰা অসম্ভৱ হ'ব বা সময়ৰ নাটনি হ'ব। গতিকে এতিয়াই আন ৰকম থাকোঁতেই আমি নিজে নিজে চেষ্টা কৰি আমাৰ শিক্ষাৰ কেন্দ্ৰ গঢ়ি সৰু সৰু চৰায়ে এডালি এডালি তৃণ গোটাই লৈ বাহ সজাৰ দৰে, আমি প্ৰত্যেকে চেষ্টা কৰি নতুন ধৰণৰ, নতুন সাঁচৰ বিশ্ববিদ্যালয় গঢ়াত মনোযোগ দিয়া আৱশ্যক।"

হেমই ক'লে, "তেন্তে আপুনি ক'ব-খোজে কেৱল শিক্ষাত হে মনোযোগ দিব লাগে।"

"এৰা হেম, কেৱল শিক্ষা, শিক্ষা, শিক্ষা। শিক্ষাৰ উৎকৰ্ষইহে জগতত সবল জাতি কৰি তুলিব পাৰে; শিক্ষাৰ উৎকৰ্ষইহে সভ্যতা, গৰু-ম'হৰ গৱৰ্ণমেণ্ট কৰিলেও অনাচাৰ, অত্যাচাৰ, ব্যভিচাৰৰ অন্ত নহয়।"

(৪৪)

এই কেইদিন নগৰত আনন্দৰ জয়ধ্বনিত কাৰ্তিক আকুল হ'ল। কাৰ্তিকে সেইবিলাক এৰি শান্তিৰ ৰাজ্য গাঁও-ভূঁইত সোনকালে আশ্ৰয় লৈ নতুন ধৰণৰ এখনি শিক্ষাৰ কেন্দ্ৰ কৰিবলৈ মন মেলিছে। তাৰ যি কেইপুৰা মাটি আছে তাতে এখন সৰু শিক্ষাৰ কেন্দ্ৰ কৰি তাত খেতি-বাতি কৰি যঁতৰৰ প্ৰচলন কৰি লগে লগে ল'ৰা-ছোৱালী আৰু মুনিহ তিৰোতা সকলোকে জগতৰ শিক্ষা আৰু জ্ঞানৰ মোল দিবলৈ মনে মনে থিৰ কৰিছে। কাৰ্তিকে সেইদৰে ভাবিয়ে প্ৰফেছাৰৰ ঘৰলৈ গৈ তেওঁলোকৰ পৰা মেলানি মাগিবলৈ যাওঁতে দেখিলে হেমই কিবা ভাবত বিভোৰ হৈ আছে। হেমৰ দেউতাক ঘৰত নাই। কাৰ্তিকে লাহেকৈ গৈ দেখে হেমৰ কুঠৰিত হাজাৰ হাজাৰ পলুৱে বগাব ধৰিছে। কাৰ্তিকে ক'লে, "হেম, ইমান পৰিবৰ্ত্তন কেতিয়া ঘটিল?" হেমই ক'লে, "আপোনাৰ কেতিয়া এনে পৰিবৰ্তন ঘটিল। মোৰ এইখিনি চায়ে আচৰিত হৈছে, কিন্তু আপোনাৰ ককাইদেৱেকৰ পূজা মন্দিৰ চালে চাগে আনন্দৰ চকুলো নুটুকি নোৱাৰে।" কাৰ্তিকে ক'লে, "সেয়াও দেখিছোঁ।"

তাৰ পিছত অইন বহুতো কথা হ'ল। সেই কথাবোৰৰ মাজত কাৰ্তিকে সহজতে ধৰিব পাৰিলে যে হেম প্ৰেমধৰৰ গুণত মুগ্ধ, আনকি হেমই মনে মনে প্ৰেমধৰক ভাল পাইছে। কাৰ্তিকে মনে মনে ভাবিলে, "সুন্দৰ! গাঁও-ভূঁইলৈ যোৱাৰ আগেয়ে এই যুগল মিলন চোৱা যাওক।" তাৰ পিছদিনাই প্ৰফেছাৰৰ আগত, লগে লগে প্ৰেমধৰৰো আগত এই কথাৰ পাতনি পাতিলে। দুয়ো পক্ষৰ পৰা বিশেষ আসোঁৱাহ-আপত্তি নুঠিল যদিও প্ৰেমই খন্তেকলৈ আগৰ কথা সুঁৱৰি অলপ পাছ হুঁহকিছিল অথবা পূৰ্ণিমাৰ কথা ভাবি খন্তেক বিমোৰত পৰিছিল। হেমৰ লগত ইমানদিন থাকি হেমৰ গুণত সি লাহে লাহে মুগ্ধ হৈ পৰিছিল। ওচৰৰ জিলিকনিত দূৰণিৰ পূৰ্ণিমা ধীৰে ধীৰে প্ৰেমধৰৰ হিয়াৰ এচুকত মাথোন ঠাই পাইছিল। যি নহওক, প্ৰেম আৰু হেমৰ বিয়াত যাতে আন একো বিঘিনি মিলিব নোৱাৰে প্ৰফেছাৰে সেই ভাবি "শুভস্য শীঘ্ৰং" বুলি সেই মাহৰ পোন্ধৰ দিন যোৱাৰ্ত থিৰ কৰিলে। প্ৰেমৰ বিয়াৰ সকলো বাতৰি ঘৰলৈকো পঠিয়ালে। দেউতাক, আইতাক আৰু ঘৰৰ আন আন পৰিয়ালকো মাতিলে। দেউতাকে কাৰ্তিকৰ পৰা চিঠি পাই প্ৰেমৰ বিয়া সম্বন্ধে মৌজাদাৰণীক একো কোৱা নাছিল। তাৰ কাৰণ মৌজাদাৰে প্ৰেমৰ বিয়া প্ৰফেছাৰৰ ছোৱালীৰ লগত থিৰ হোৱাই বৰ আনন্দ পাইছিল। কিন্তু সেই কথা মৌজাদাৰণীয়ে শুনিলে বাধা দিব বুলি ভাবি মনে মনে থাকি নিজে গুৱাহাটীলৈ যাবলৈ ওলাইছিল। মনে মনে ভাবিছিল যে তেওঁ গুৱাহাটীলৈ গৈ সকলো বাতৰি লৈ আহি ঠিক বিয়াৰ দিনাহে মৌজাদাৰণীহঁতক লৈ যাব।

বাস্তৱতে মৌজাদাৰে গুৱাহাটীলৈ গৈ বিয়াৰ সকলো কথা-বতৰা থিৰ কৰি আকৌ বিয়াৰ দুদিন আগতে ঘৰ

পাইছিলহি। ঠিক বিয়াৰ আগদিনাই প্ৰেমৰ বিয়াৰ কথা মৌজাদাৰৰ মুখত বাতৰি পাই মৌজাদাৰণী আচৰিত হ'ল। কি কৰিব, কি নকৰিব ভাবি খন্তেক বিমোৰত পৰিল। কিন্তু পিছ মুহূৰ্ত্ততে ক'লে, "অসম্ভৱ, অসম্ভৱ এনে কথা হ'ব নোৱাৰে।" সেইদিনাই মৌজাদাৰণীয়ে লগুৱা-লিকচৌ লৈ লগতে পূৰ্ণিমা, মাইকণ আৰু কাৰ্তিকৰ আয়েককো লৈ গুৱাহাটী পালেহি। প্ৰেমৰ বিয়াৰ বাদ্যৰ শব্দ নিলগৰ পৰা শুনিলে। প্ৰেমৰ ঘৰ পোৱাত কাৰ্তিকে ক'লে, "আজি শুভ দিন, এফালে ককাইদেউৰ বিয়া, আনফালে আইতা আৰু জেঠাইৰ এনে শুভ বিয়াত পদাৰ্পণ।"

মৌজাদাৰণীয়ে ক'লে, "কাৰ্তিক, এই বিয়া হ'ব নোৱাৰে।"

কাৰ্তিক অবাক হ'ল। সি ভাবিলে, শুভ-কাৰ্যত বিঘ্নি কৰাটো কাহানিও মৌজাদাৰণীৰ স্বভাৱ নহয়। কিন্তু আকৌ ভাবিলে, মৌজাদাৰণীয়েতো কাহানিও লগা কথাৰ বাহিৰে আন কথা মুখত নানে।

মৌজাদাৰণীয়ে প্ৰেমধৰৰ মুখলৈ চাই ক'লে, "প্ৰেম, এই বিয়া হ'ব নোৱাৰে।"

কাৰ্তিকে এইবাৰ নামাতি নোৱাৰিলে, "জেঠাইদেউ, আপুনি এনে কথা কিয় কয়? শুভ কাৰ্যত বিঘ্নি কিয় কৰে?"

মৌজাদাৰণীয়ে ক'লে, "প্ৰেমৰ কইনা মই বিচাৰিম, প্ৰেমই নিজে বছা কইনাৰ লগত প্ৰেমৰ বিয়া হ'ব নোৱাৰে।"

কাৰ্তিকে মৌজাদাৰণীৰ এই কথাত তেওঁৰ মাথোঁ মাতৃত্বৰ দাবীৰ ঔদ্ধত্য প্ৰকাশ বা গাঁৱলীয়া কুসংস্কাৰ বুলি ভাবি ক'লে, "কিন্তু মাতৃয়ে যেনেকৈ এই কথা প্ৰকাশ কৰিব পাৰে, আনফালে পুত্ৰবোতো ক'বলৈ অলপ-অচৰপ অধিকাৰ আছে। যদি পুত্ৰই কয় মাতৃয়ে বছা কইনাত মন নেবাৰে।"

মৌজাদাৰণীয়ে ক'লে, "কাৰ্তিক, তই বিলাতৰ পৰা ঘূৰি আহিলেও জানিবি তই হিন্দুৰ ল'ৰা। হিন্দু সন্তানে কাহানিও মাতৃৰ বাক্য নাপালি নোৱাৰে। বিশেষতঃ বিয়া সম্বন্ধে হিন্দুৰ ল'ৰাৰ সুকীয়া মত সমূলি হ'ব নোৱাৰে। আই-বোপায়ে বছা কইনা হিন্দুৱে গ্ৰহণ কৰিব লাগিব।"

এই কথা কাৰ্তিকৰ মনত সিমান ভাল নালাগিল। কাৰ্তিকে ক'লে, "সেইটো সঁচা, কিন্তু ইমান দূৰ আগবাঢ়ি হঠাৎ শেষ মুহূৰ্ত্তত কেনেকৈ বিয়াৰ সম্বন্ধ নষ্ট কৰোঁ? বিশেষতঃ আপোনালোকক আজি কিমান দিন আগতে বাতৰি দিছোঁ, যদি আপত্তি আছিল মৌজাদাৰ দেউতাৰ আগতে সকলো কৈ পঠিয়ালে হ'লহেঁতেন। এতিয়া সৌৱা শুনিছে নহয় ঢোল দগৰি উঠিছে।"

মৌজাদাৰণীয়ে ক'লে, "আগে বাতৰি পালে ইমানদূৰ আগবাঢ়িব পাৰেনে? বাতৰি কালি ৰাতিহে দেউতাকৰ মুখত পালোঁ।"

কাৰ্তিকে ক'লে, "মই সপোনতো ভবা নাছিলোঁ যে এই বিয়াত আপোনাৰ অমত হ'ব। যদি কেনেবাকৈ আগেয়ে জানিব পাৰিলোহেঁতেন যে আপোনাৰ অলপো অমত আছে তেন্তে এই বিয়া কিয় হাজাৰ বিয়া বন্ধ হ'লহেঁতেন। কিন্তু এতিয়া যে অসম্ভৱ। আপুনি ক্ষমা কৰক জেঠাইদেউ, আপোনাৰ মত আমি নিজে গৈ নলৈ বৰ ভুল কৰিছোঁ। আপুনি যে কালিলৈকে বাতৰি পোৱা নাই আমি জনা নাই। ইমানদিন আগতে মৌজাদাৰ দেউতালৈ চিঠি লিখিলোঁ। তেওঁ সেই চিঠি পাই গুৱাহাটীলৈকো আহিছিল। তেওঁ আপোনালোকক একোকে নক'লেনে?"

মৌজাদাৰে এনেতে ক'লে, "সকলো কাম ভালকৈ নজনাকৈ উবাবাতৰি তিৰোতাক দিয়া উচিত জানো? ইয়াৰ পৰা গৈহে মই সকলো কৈছোঁ।"

মৌজাদাৰৰ কথা শুনা মাত্ৰকে কাৰ্তিকে মৌজাদাৰণীৰ চৰণত ঢলি পৰি ক'লে, "বিলাত কিয় স্বৰ্গৰ পৰা আহিলেও মাতৃক অপমান কৰা বা মাতৃক অলপো আঘাত দিবলৈ কাৰ্তিক সাজু নহয়। কিন্তু এই ঘটনাত ক্ষমা কৰক জেঠাইদেউ।"

কাৰ্তিকৰ এই কথাত মহানুভৱা মৌজাদাৰণীৰ হিয়া গমি গ'ল। মৌজাদাৰণীয়ে ক'লে, "কৰ, তহঁতৰ ইচ্ছামতে কাম কৰ; কিন্তু এই বিয়া মই নাচাওঁ, মই এতিয়াই যাওঁ। কাৰ্তিক, আজি বুজিলোঁ প্ৰেম মোৰ ল'ৰা নহয়; আজি বুজিলোঁ মোৰ বোৱাৰী বিধবা

হৈছে।" এই বুলি কৈয়ে নগুৰা-নিকচৌৰ পিনে চাই ক'লে, "ৰ'ল, সকলোৱে ৰ'ল। আজিৰ পৰা মোৰ সকলো ধন-সম্পত্তিত প্ৰেমধৰৰ স্বত্ব নাই। সকলোখিনি মোৰ বোৱাৰীৰ নামতে লিখি দিম। মোৰ ইচ্ছামতে কাম কৰিম। মোৰ এজনীৰ বাহিৰে আন কেও বোৱাৰী নাই। ৰ'ল আটায়ে ৰ'ল।"

পূৰ্ণিমাই মৌজাদাৰণীক লাহেকৈ ক'লে, "পেহীদেউ, প্ৰেম ককাইদেউৰ বিয়াখন চাই যাওঁ।" মৌজাদাৰণীয়ে পূৰ্ণিমাৰ মুখৰ পৰা এনে কথা শুনি নিজৰ দুধাৰি চকুলো সামৰিব নোৱাৰি ক'লে, "তেন্তে তইঁত থাক, বিয়া চাই যাবি, মই এতিয়াই যাওঁ। প্ৰেমৰ বিয়া মই নাচাওঁ।" এইবুলি কৈয়ে মৌজাদাৰণী তেতিয়াই নগুৰা-নিকচৌ লৈ আঁতৰ হ'ল। পূৰ্ণিমা, কাৰ্তিকৰ মাক, মাইকণ, মধুভকত আৰু কেইজনীমান লিগিৰী থাকিল। কাৰ্তিক আৰু প্ৰেমধৰ কাঠৰ পুতলাৰ দৰে থিয় হৈ ৰ'ল।

অলপ পিছত কাৰ্তিকে ক'লে, "সকলো আচৰিত যেন লাগিছে কিন্তু এতিয়া কি কৰোঁ?" প্ৰেমৰ দেউতাকে ক'লে, "তিৰোতা মানুহ অলপ কথাতে উত্তেজিত হয়। ৰাক গ'ল, গ'ল; খুৰীয়েৰক দবা ধুৱাওক। এতিয়া আৰু আন একো কৰিব নোৱাৰি।"

প্ৰেমধৰেও বহুত পৰ ভাবি ক'লে, "এই বিয়া অনিবাৰ্য।" হঠাৎ প্ৰেমৰ মুখৰ পৰা এনে কথা ওলোৱাৰ কাৰণে প্ৰেমই ভাবিলে যদি এই বিয়া নকৰাই মাকৰ কথাত মান্তি হ'বলৈ যায় তেন্তে মাকে এইবাৰ সি সম্পত্তিৰ লোভত তেনে কৰা বুলি ভাবি তাক আৰু সঙ্কীৰ্ণ বুলি ভাবিব। কিন্তু সেই কথা কৈয়ে প্ৰেমই কান্দি পেলালে। প্ৰেমৰ মনত যে তেতিয়া ভুঁইকঁপ উঠিছিল তাক কোনে জানে? এপিনে মৌজাদাৰণীৰ তেনে কথা, আনপিনে সেই সক কালৰ পৰা বাঞ্ছিত ধন পূৰ্ণিমাৰ দৃষ্টিয়ে প্ৰেমধৰক আকুল কৰিছিল। প্ৰেমধৰে প্ৰত্যেক মুহূৰ্ততে অনুভৱ কৰিছিল যেন সি ভয়ঙ্কৰ ভুল কৰিলে; যেন তাৰ সেই ভুল জানিও এতিয়াও তাৰ পৰা উদ্ধাৰ পাবলৈ উপায় নাই। হঠাৎ আকৌ ঢোল দগৰি উঠিল। এই শব্দ প্ৰেমধৰৰ কাণত বিষ যেন লাগিল। প্ৰেমধৰে এবাৰ ভাবিলে এই বিয়া তাৰ নিজৰে নে আন কাৰোবাৰ? প্ৰেমধৰে এবাৰ শান্তি পাবলৈ তাৰ পূজাৰ মন্দিৰত সোমাবলৈ আগবাঢ়িল। সি পূজাৰ মন্দিৰ পায়ে দেখে একজন মানুহ সেই মন্দিৰৰ পৰা ওলাই আহিছে। প্ৰেমধৰে তাৰ কাম দেখি খঙত বিতত হ'ল। "চোৰ, তই মোৰ সাধনাৰ মূৰ্তি হৰণ কৰি নিছ" বুলি তাক ততালিকে ধৰিলে। সি ততালিকে সেই মূৰ্তিটো হাতেৰে মোহাৰি ভাঙি পেলালে আৰু হাঁহি মাৰি ক'লে, "আজি আৰু কালি।"

প্ৰেমধৰে বুজিলে, সি জয় বলিয়াৰ বাহিৰে আন কেও নহয়। "জয়! তই কি কৰিলি? তই যে বলিয়া হ'লেও তোক এই দোষৰ কাৰণে ক্ষমা নকৰোঁ। তই কেতিয়া এইখিনি সোমালিহি?" জয়ে আকৌ হাঁহি মাৰিলে। এই হাঁহিত প্ৰেমধৰৰ ভয়ঙ্কৰ খং উঠিল। কিন্তু মুহূৰ্ততে তাৰ ভাব হ'ল, জয় বলিয়াই কি নতুনত্ব কৰিলে। সি যে নিজেই নিজ প্ৰতিজ্ঞা পাহৰি, নিজৰ সাধনা পাহৰি সাধনাভ্ৰষ্ট হৈছে। মানুহৰ লগত দেৱমূৰ্তি থাকিব কিয়? সি আৰু থিৰেৰে থাকিব নোৱাৰি ততালিকে চিঞৰি উঠিল, "কাৰ্তিক, তই কি কৰিলি? কিয় এনে বিয়া পাতিলি?" কাৰ্তিকৰ কাণত সেই কথা পৰিলত ততালিকে লৰি আহি, "প্ৰেম ককাইদেউ, কি হৈছে?" বুলি সুধিলে। প্ৰেমই আঙুলিৰে জয় বলিয়াৰ পিনে দেখুৱালে। কাৰ্তিকে সেই মূৰ্তি ভঙা-ছিঙা অৱস্থাতে দেখি হাঁহি মাৰি ক'লে, "ভাঙিব দিয়া, পিছত আৰু এটা গঢ়িলে হ'ব।"

প্ৰেমধৰে ক'লে, "সাধনাৰ মূৰ্তি সাধকৰ কিমান মৰমৰ বস্তু তাক সাধকৰ বাহিৰে আন কোনে বুজিব? কাৰ্তিক, এই মূৰ্তিয়ে যে অসমীয়াৰ আজাৰৰ পথত পোহৰ দিবলৈ একমাত্ৰ সম্বল।"

কাৰ্তিকে ক'লে, "প্ৰেম ককাইদেউ, অসমীয়াৰ সাধনা কেৱল এই দেৱমূৰ্তিয়ে নহয়। যঁতৰ আৰু নাঙলৰ বাহিৰেও অসমীয়াই আৰু ভাবিবলগীয়া আছে।"

প্ৰেম নিমাত হৈয়ে থাকিল।

কাৰ্তিকে ক'লে, "এদিন হেমৰ আগত কৈছিলো হেম, পাশ্চাত্য দেশ ঘূৰি আহিবলৈ দিয়া—সঞ্জীৱনী মন্ত্ৰ আনিম। বাস্তৱতে মোৰ মনত এতিয়া অসমীয়াৰ সেই

সঞ্জীৱনী মন্ত্ৰ বা বিশল্যকৰণী হৈছে সেই বৈষ্ণৱ যুগৰ শ্ৰেষ্ঠ আদৰ্শ। প্ৰেম ককাইদেউ! আদৰ্শ আমাৰ ঘৰতে আছে।"

প্ৰেমধৰে সুধিলে, "সেই আদৰ্শ কি?"

"সেই আদৰ্শ অসমীয়াৰ খেলিমেলি সময়ত মহাপুৰুষসকলে যি বাট লৈ ধৰ্ম, কৰ্ম, সমাজ, সাহিত্য, গীত, বাদ্য, শিল্পকলাৰ একেলগে উন্নতি কৰিলে, সদৌ অসমীয়াৰ মাজত এটা ভাবেৰে অনুপ্ৰাণিত কৰিলে, সেই আদৰ্শই অসমীয়াৰ বৰ্তমান সময়তো শ্ৰেষ্ঠ আদৰ্শ।"

প্ৰেমই ক'লে "একো নুবুজিলো।"

"বুজা তেনে নহয়। তুমি গঢ়া মূৰ্তিয়ে কেৱল অসমীয়াক পোহপাল দি গৰু-ম'হৰ দৰে জীয়াইহে ৰাখিব পাৰিব, কিন্তু অসমীয়াক জাতি কৰিবলৈ বা বিশ্ব-জগতত অসমীয়াৰ অধিকাৰ পাবলৈ উপযুক্ত কৰিব নোৱাৰে।"

"কিন্তু একেলগে ইমানবোৰ কৰা বৰ টান বা অসম্ভৱেই।"

"সম্ভৱ নহয় ককাইদেউ। সেয়া যে সম্ভৱ কৰিয়ে তাৰ আদৰ্শ বৈষ্ণৱ যুগতে গঢ়ি গৈছে। এতিয়া সেই আদৰ্শ সেই আচল পথ অনুসৰণ কৰিব পাৰিলেই হ'ল। নহ'লে এনে উপায়েৰে অসমীয়াই যুগ-যুগান্তৰ কেৱল খোৱা-লোৱাতে ৰত থাকিব।" প্ৰেমধৰৰ সেই সময়ত প্ৰফেছাৰে এদিন কোৱা কথা মনত পৰিল। প্ৰেমধৰেও ক'লে, "সঁচা কাৰ্তিক, এইটো সমস্যা আৰু এদিন উঠিছিল। কিন্তু সেই আদৰ্শৰ সূক্ষ্ম উপায় কি?"

"ঠিক এতিয়াও ক'ব পৰা নাই?" সেই সম্বন্ধে যে আৰু ভাবিব লাগিব ককাইদেউ। কিন্তু সমুখত যি পাইছোঁ অসমীয়াই সাধাৰণভাৱে দিন নিয়াই বিশ্বভাৱত মন-প্ৰাণ সঁপিব পাৰিলেই সেই বৈষ্ণৱ যুগৰ আদৰ্শ লাহে লাহে সৱল হ'ব। বৈষ্ণৱ যুগৰ আদৰ্শৰ সত্ৰবোৰ স্থাপনৰ ঠাইত সুন্দৰ সুন্দৰ শিক্ষাৰ কেন্দ্ৰ গঢ়িব লাগিব। লগে লগে সত্ৰত যেনেকৈ ধৰ্মতত্ত্ববোৰ শিকাইছিল, তেনেকৈ বেদান্তৰ তত্ত্ব, সনাতন ধৰ্মৰ মূলতত্ত্ববোৰ শিকাই অসমীয়াৰ মৰা প্ৰাণত ঝঙ্কাৰ দিব লাগিব। গীত-বাদ্য, নাট্যকলা আৰু সাহিত্যৰ সোঁতেৰে অসমীয়াক জাকত জিলিকা কৰি ৰাখিব লাগিব।"

জয় বলিয়াই সেই সময়ত ভঙা মূৰ্তিটো এবি গুচি গ'ল। যাবৰ সময়ত সি ক'লে, "আজি আৰু কালি।"

প্ৰেমধৰে কলে, "ই এই কথাষাৰকে চিৰকাল জীৱন নিয়ম ধৰিছে, আজিলৈকে ইয়াৰ আচল তত্ত্ব নুবুজিলোঁ।"

কাৰ্তিকে ক'লে, "এৰা, ইয়াৰ সঠিক অৰ্থ পোৱা টান, কিন্তু ই যি ভাবতেই নকক এই দুষাৰ কথাৰ সুন্দৰ অৰ্থ আছে। বৰ্তমান অসমীয়াই সেই "আজি আৰু কালি"ৰ সামঞ্জস্য কৰিবলৈ জাকৌ ভাবিব লগীয়াত পৰিছে। আজিৰ অসমীয়াই পুৰণি অসমীয়াৰ আদৰ্শৰ ভেটিত দৃঢ়ভাৱে থিয় হৈ উন্নতিৰ পথ বিচাৰিবলগীয়াত পৰিছে। প্ৰাচ্য পাশ্চাত্যৰ মিলন কৰি নতুন-পুৰণিৰ 'আজি আৰু কালি'ৰ সামঞ্জস্য কৰিব লগা হৈছে। এতিয়া বলা ককাইদেউ, বহুতো কথা হ'লোঁ সিপিনে দোলা বৈ আছে।"

প্ৰেমধৰে ক'লে, "কাৰ্তিক, মোক ৰক্ষা কৰ! মোৰ হিয়াত যে অগ্নিকুণ্ড জ্বলিছে। এই বিয়া পাৰ যদি বন্ধ কৰ।"

কাৰ্তিক নিমাত। এনেতে মৌজাদাৰে মাতিলেহি, "প্ৰেমধৰ আহ, দোলা বৈ আছে।" প্ৰেমধৰে নিৰ্বাক নিস্পন্দ হৈ মৌজাদাৰৰ পাছে পাছে খোজ ল'লে। সি দোলাত উঠিলগৈ। হঠাৎ তাৰ চকুত পূৰ্ণিমাৰ মোহন চকুযুৰি পৰিল। সি সেই পিনে চাই চাই অনন্ত ভাবত ব্যাকুল। তাৰ মনত ভূত-ভৱিষ্যত সকলো উদয় হ'ল। দোলা দুলীয়াই দাঙি ল'লে। ঢোল, খোল, দবা, ৰৱকাঁহ বাজি উঠিল। প্ৰেমই কিবা নেদেখা শক্তিৰ আকৰ্ষণত দোলাৰ হেৰে হেৰে প্ৰফেছাৰৰ ঘৰলৈ আগবাঢ়িব ধৰিলে। সি যিমানেই ওচৰ চাপিল তাৰ মনে সিমানেই ক'লে, "মোক আঁতৰ কৰ, আঁতৰ কৰ।"

প্ৰফেছাৰৰ পদূলি পাওঁতে তাৰ চিন্তাৰ ঢৌ একেলগে জাউৰি খালে। সি মনৰ প্ৰবল ভূঁইকঁপৰ হেন্দোলদোপত ধৈৰ্য ধৰিও থিৰ হৈ থাকিব নোৱাৰিলে। মূৰ্ছা গৈ দোলাতে ঢলি পৰিল। এনে আনন্দৰ সময়ত বিঘিনি মিলাত সকলোৰে মূৰত আকাশ ভাঙি পৰিল। দিনৰ দিনটো লথোনে-ভোকে

থকাই এনে হোৱা বুলি ভাবি সকলোৱে তেলপানী দিব ধৰিলে। অলপ পিছতে প্ৰেমই চেতনা পালে।

পিছদিনা ৰাতিপুৱাৰ পৰা প্ৰেমধৰৰ ভয়ঙ্কৰ জ্বৰ। সেই জ্বৰ তিনি দিন সমূলি এৰা নাই। পূৰ্ণিমাই প্ৰেমধৰৰ কাষত বহি যত্ন দি আলপৈচান ধৰিছে। কাৰ্তিকৰ আয়েক আৰু কাৰ্তিক ওচৰতে বহি আছে। মৌজাদাৰে ডাক্তৰ মাতিব গৈছে। হঠাৎ প্ৰেমধৰে চকু মেলি পূৰ্ণিমাক আগত পাই ক'লে, "পূৰ্ণিমা, মোৰ কাৰণে তোৰ সকলো অপূৰ্ণ হৈ ৰ'ল। মই তোৰ সৰ্বনাশ কৰিলোঁ।"

পূৰ্ণিমাই ক'লে, "আপুনি শান্তিৰে শোৱক। মোৰ কথা ভাবিব নালাগে। আপুনি মঙ্গলে থাকিলেই মোৰ সকলো মঙ্গল, সকলো সুখ আনন্দ।"

পূৰ্ণিমাৰ এনে নিঃস্বাৰ্থ প্ৰেমত প্ৰেমধৰৰ আপোনাআপুনি দুধাৰ চকুলো বলে। কাৰ্তিকে আয়েকৰ মুখৰপৰা সকলো আদ্যোপান্ত ঘটনা শুনি প্ৰেমধৰৰ মনত যে কি ভূঁইকঁপ উঠিছে বা অগ্নিকুণ্ড জ্বলিছে অলপ অনুমান কৰিব পাৰিলে। প্ৰেমধৰে আৰু এবাৰ কলে, "হেমক ইয়ালৈ আনা।"

যদিও অসমীয়া নিয়মমতে বিয়াৰ কইনা সেই অৱস্থাতে অনা বিধি নহয়, কিন্তু কাৰ্তিকে প্ৰেমধৰৰ হিয়াৰ আকুলতা অনুমান কৰি হেমক ওচৰলৈ আনিলে। প্ৰেমধৰে এবাৰ পূৰ্ণিমাৰ পিনে এবাৰ হেমৰ পিনে চাই ৰ'ল। তাৰ পিছত কাৰ্তিকৰ পিনে চাই ক'লে, "কাৰ্তিক, তোৰ সাধনা তই সিদ্ধি কৰিবি। সোণৰ অসম, হোজা অসমীয়া, লগে লগে জগতৰ এই দুটা আদৰ্শনীয়া, এই দুটা পুতলা আৰু মৰমৰ আইতা খুড়ীদেউ আৰু দেউতাকে দি গ'লোঁ। আইতাক মই নেদেখিলোঁ। বোধ কৰোঁ এনে পুণ্য কৰাও নাছিলোঁ যে আইতাক শেষ সময়ত দেখা পাম। কাৰ্তিক, সৰুৰে পৰা শিকিছিলোঁ "জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী।" কিন্তু নাজানো আজি তেনে জন্মভূমি এৰি কোন অজান, কোন দূৰণিৰ আহ্বান পাই ক'লৈ যাবলৈ মন আকুল হৈ উঠিছে। নাজানো শূন্যত কি সুখ-শান্তিৰ আলয় আছে।"

কাৰ্তিকে নিমাত নিস্পন্দ হৈ প্ৰেমৰ সেই শেঁতা মুখলৈ চাই ৰ'ল। কাৰ্তিকৰ মনত উনপঞ্চাশ বায়ু একেলগে ব'লে। কাৰ্তিকে ভাবিলে, "এয়াও জানো সম্ভৱ। একেলগে যি দুটি পক্ষী একে বৃক্ষতে ফল খাই স্নেহভৰা প্ৰেমভৰা অভিন্ন হৃদয় লৈ, অনন্ত আশা-আকাঙ্খা লৈ ডাঙৰ দীঘল হৈছে, হঠাৎ আজি জানো তাৰে এটি সৰিবলৈ সময় হ'ল? সেই আকাঙ্খা, উদ্দেশ্য সকলো জানো নিমিষতে চুৰমাৰ হ'ল। তাতোকৈ সেই হৃদয়ভৰা প্ৰেম, সেই বুকুভৰা মাধুৰ্য, সেই চেনেহী জন্মভূমিৰ প্ৰতি গভীৰ ভাল পোৱা সকলো জানো এনেয়ে শূন্যতে লয় হ'ল।" কাৰ্তিকে ভাবিলে, "এয়াও জানো সম্ভৱ? এনে দুজনৰ এজনৰ বিৰহত আনজনে অনন্ত দুখ-কষ্ট লৈ, অসীম চিন্তাৰ বাজালৈ সংসাৰখন শূন্য দেখি আকৌ কৰ্মজীৱনত মন-পূতি লাগিব পাৰে।' কাৰ্তিকে ভাবিলে, "ক'ত সেই জ্ঞানত প্ৰবীণ, ভাবত গভীৰ, স্বভাৱত নিৰ্মল, জন্মভূমিৰ ভাবত আকুল, মতত উদাৰ তাৰ সেই স্নেহৰ ককাইদেউ? হায়, কাৰ্তিকৰ মনত যে আজি অসম জুৰি শূন্যময় মৰুভূমি। কাৰ্তিকে ভাবিলে 'সি জড় জগতত নে প্ৰাণী জগতত?" সি চিৰমিলন আশাত ততালিকে প্ৰেম ককাইদেউ বুলি ওচৰ চাপি তাক সাবটি ধৰিলে।

কিন্তু সেই স্পৰ্শত সি সহজতে হৃদয়ঙ্গম কৰিব পাৰিলে আজি কাৰ্তিক আৰু প্ৰেমধৰৰ মাজত কি অনন্ত ব্যৱধান। জড়-জগতৰ, প্ৰাণী-জগতৰ কি অসীম পাৰ্থক্য। আনপিনে আকৌ পূৰ্ণিমাৰ অৱস্থা! হায়, পূৰ্ণিমা যে আউসীৰ ঘোৰ অন্ধকাৰত, পূৰ্ণিমা আৰু আউসীৰ আচৰিত মিলন জগতৰ সমুখত।

(১)

ৰমানাথ শৰ্মাৰ পুতেক কনকে যেতিয়া হাইস্কুলৰ ৫ম শ্ৰেণীত পঢ়ে, তেতিয়াই তাৰ টটাটিঙা স্বভাৱ সুন্দৰভাৱে ফুটি ওলাইছিল। কাৰ ঘৰৰ কাক কোবালে, কাৰ মেকুৰীটো আৰু কুকুৰটো বান্ধি হাল বালে, কাৰ পুখুৰীত কাৰ ল'ৰাক বুৰ মাৰোঁতে বহুপৰ হেঁচো মাৰি ধৰি আধ্যা কৰিলে, কাৰ গৰু-ছাগলীৰ ঠেং ভাঙি মনে মনে গুচি আহিল, কাৰ হাঁহ-পাৰ মাৰি কেতিয়াবা সুবিধা পালে বান্ধি-বাঢ়ি খালে, নিজৰ ঘৰত খাব নোৱাৰিলেও কে'বাজনো বন্ধু লগ লাগি পৰ্বতত বা নৈৰ পাৰত খালে, কাক গছৰ ডালৰপৰা ঠেলা মাৰি পেলাই আধামৰা কৰিলে ইত্যাদি এশ দোষৰ নিৰান্নবৈত সঁচাই হওক বা মিছাই হওক কনকেই পৰে। কোন ঠাইত ক'ত গালি খায় তালৈকে কনকৰ কাণ নাই। তাৰ ইচ্ছামতে কাম কৰিহে শেষ কৰিব। পঢ়াৰ পিনেও ঠন্ ঠন্ মদন গোপাল। বাতি কিতাপ ল'লেই টোপনি ধৰে নাইবা চিলতত মনে মনে হাতী-ঘোঁৰা আঁকে বা অমুকৰ বাপেকৰ মুৰটো আঁকি ডিঙিত এডাল পঘা আঁৰি দি পুতেকৰ হতুৱাই টানি নিয়ে, নাইবা মাষ্টৰৰ ছবি আঁকি "চেলাম বাবু, কলটো পেলাম" বা গাধ মাষ্টৰ সাজি বা মাষ্টৰক গাধৰ ওপৰত তুলি নিজে মাষ্টৰৰ কাণত ধৰি "আৰু নপঢ়াওঁ বুলি ক" বুলি লিখি বং চাই থাকে। হঠাৎ ঘৰৰ কোনোবাই তাৰ কাষ পালে কিতাপ এখন লৈ কিতাপ পঢ়েহে পঢ়ে যেন তাৰ পঢ়াত গগন ফাটি যায়। কিন্তু হায় কোনে জানে সি কি পঢ়িছে। তাৰটো সিপিনে জানেই নাই। কিন্তু আচৰিত কথা সি আজিলৈকে "ফেল্" কৰা নাই। তাৰ কাৰণ তাৰ সঞ্জয়ৰ চকু দুটা আৰু কাকতৰ টোপোলা স্বৰূপ জেপৰ ভিতৰত কত্ত কিতাপৰ পাত। আনে কি লিখে, সি এতাঁৰ নিলগৰপৰাই ক'ব পাৰে। গতিকে তাক কোনে 'ফেল' কৰে?

সিদিনা ৰবিবাৰে যদুনাথ বৰুৱাৰ ঘৰলৈ গৈ হেম হেম কৈ মাতিছেহে মাতিছে, তথাপি কোনো ওলাই নহাত হাতৰ আঙুলি লগ কৰি সুহুৰি দিছে। সি কে'বাৰাৰো তেনে কৰাৰ পিছত যদুনাথ বৰুৱাৰ পুতেক সোণটি (স্কুলৰ নাম ৰবীন্দ্ৰ) চুচুক-চামাক কৰি এবাৰ ভিতৰলৈ চকু কৰি, এবাৰ বাহিৰলৈ চাই ওলাই আহি হাতেৰে ঠাৰ দি আকৌ ভিতৰলৈ সোমাল। কনকে অলপপৰ থিয় দি নহা দেখি কেইডালমান ফৰমূটি লৈ ওচৰৰ মধুৰিয়াম এজোপাত কৰমুটিয়াব ধৰিলে। কে'বাটাও মধুৰিয়াম সি বুটলিলে। হঠাৎ এজনী ছোৱালী লৰি আহি "ককাইদেৱে অলপ ৰ'ব দিছে" বুলি আকৌ উভতি লৰ দিওঁতে তাই উজুতি খাই "উস্ উস্" শব্দকৈ পৰিল। কনকে ওচৰ চাপি হাতত ধৰি তুলি "দুখ পালা? উঠা, এয়া মধুৰিয়াম নিয়া" বুলি বঙা বঙা চাৰিটা মধুৰিয়াম তাইৰ হাতত দিলে। ছোৱালীজনীয়ে মধুৰিয়াম পাই দুখপোৱা কথা পাহৰি সেইকেইটা হাতত লৈ আকৌ লৰ দিলে। ঘৰৰ পদূলি পাওঁতেই সোণটি ওলাই আহি তাইক উদ্দেশ্য কৰি ক'লে, "আইকণ দেউতাই মোৰ কথা সুধিলে মাষ্টৰৰ তালৈ কিবা অঙ্ক বুজিবলৈ গৈছে বুলি কৰি দে।"

আইকণে হাঁহি মাৰি ক'লে, "তুমি ক'লৈ যাবা জানিছো ককাইদেউ।" "ক'লৈ?"

সেই ল'ৰাটোৰ লগত পাহাৰত আম বুটলিবলৈ, নহয় জানো? সোণটিয়ে ক'লে, "বাৰু মনে মনে থাক, তোক আজি বহুত ভাল লেচু আনি দিম।"

"সেইজন কোন ককাইদেউ? মোক কেনে সুন্দৰ পকা মধুৰিয়াম দিছে চোৱা।"

"আমাৰ লগতে পঢ়ে নাম কনক। তই দেউতাৰ আগত মই কোনখিনিবে ক'বলৈ নেপাহৰিবিদেই।

আইকণে হাঁহি মাৰি গুচি গ'ল।

সোণটিয়ে কনকৰ লগ পাওঁতেই কনকে ক'লে, "তোলৈ বৈ বৈ আমনি লাগে। কিয় সোনকালে ওলাই আহিব নোৱাৰ ঐ।"

"আইতাই চকু দি আছিল, আইতা বাৰীলৈ যাওঁতেহে আহিছো। বাৰু ভাল কৰিছ, ব'ল। কিন্তু ক'লৈ যাম জান?"

"ক'লৈ ?"

"উমানন্দলৈ।"

"নাৱত যাবা? নাও ক'ত পাবা? আৰু নাৱত মোৰ যে ভয় লাগে।"

"ভয় কিহৰ ঔ। তাত বৰ সুন্দৰ আমলখি আছে। আৰু এটা কথা। বঙা গণেশৰ পেটত যাত্ৰীবিলাকে বহুত পইছা দি যায়।"

"সেইবিলাক কি কৰিবা?"

"কি কৰিবা কিয় সেইবোৰ গোটাই 'কেক' কিনি খাম আৰু এটা বৰবৰ বল কিনিম। কি কৱ?"

সোণটিয়ে ক'লে কথাটো বেয়া নহয়।

দুয়ো খোজ ল'লে। নৈৰ পাৰ পাই বালিত পৰি থকা কাৰবাৰ এখনি নাও নৈ দুডাল খৰি ব'ঠা কৰি উমানন্দলৈ গতি কৰিলে। তেতিয়া নদীত পানী বেছি নাই— খৰালি।

"চা সোণ, তই এটা কাম কৰিবি।"

"কি?"

"উঠি গৈ গণেশৰ পইছাকেইটা লবি। মই আৰু এটা কাম কৰিম।"

"কি?"

"সৌ দেখিছ উমানন্দৰ কাষত কে'বাজনো নেপালী থিয় হৈ আছে।"

"দেখিছো।"

"সিহতে সিপাৰলৈ যাও বুলি বৈ আছে। মই সিহঁতক পাৰ কৰি কে'টামান পইছা লম।"

"অকলে পাৰিবা?"

"পাৰিম। গণেশৰ পইছাকেইটা তই বুটলি উঠি গৈ আমলখিৰ তলত বহিবি। মই বেগাই আহিম। পেটুৱা গণেশে বহুত পইছা পায় ঔ। কেতিয়াবা মন যায় পেটুৱা গণেশ হৈয়ে এঠাইত বহি থাকো।"

"তোমাক পইছা কিয় দিব?"

"এৰা সেইটোৱে লেঠা। কওঁতেই নাও পাৰৰ শিলত লাগিলহি। সি জাঁপ মাৰি শিলত উঠিয়েই নাওখন চপাই নি পাৰত লগায়ে নেপালী কে'জনক সুধিলে, "ঔ পাৰমে যায়েগা?"

"হা।"

"এক আনা এক আনা লাগেগা।"

"আচ্ছা দেও।"

"সোণটি যা মই আহিম। এ দাজু আগাবি পইছা দেও।" "আচ্ছা দেগা। ঐ পাৰমে দেগা।"

"আচ্ছা চল," নেপালীহঁতে নাৱত উঠাত নাও এৰি দিলে। নৈৰ ঠিক মাজ পাওঁতেই সি নাও টুলংভুটুং কৰি ক'লে, "দেওতো এক্ এক্ আদমি দুই অনা দুই অনা কৰকে দেও, নাই দেগাতো নাও আভি নদী বিচমে যায়েগা।"

নেপালী তিনিজনী কে'জনীয়ে "কি কৰ কি কৰ" বুলি চিঞৰিব ধৰিলে।

"আৰে আভি নদী তলমে যায়গে" বুলি আকৌ টুলুং-ভুটুং কৰাত সিহঁতে ক'লে, "আচ্ছা সিপাৰমে দিম দাজু।"

"নাই আভি দেও দুঅনা, দুঅনা কৰকে— অগত্যা উপায় নোপোৱাত মৰাতকৈ দুঅনা দুঅনা প্ৰত্যেকে তাৰ হাতত দিলে। পাৰলৈ কিছু পানী থাকোঁতেই সি ক'লে, "আভি নাম।"

"পাৰমে লে চল।"

"পাৰমে যায়েগাতো হামকো মাৰেগা। আভি নাম, নাইতো একদম ভাতিমে যায়েগা। কামাখ্যা মাইজীকা পাশ উঠেগা। নাইতো বল উমানন্দ বাবাকো কিৰা হামকো কুচ নাই কৰেগা।"

"আচ্চা কুচ নাই কৰেগা।"

"এইসা বলনেসে নাই হয়েগা। বল উমানন্দ বাবাকে কিঁৰা।" সিহঁতে তাৰ কথামতে কোৱাত নাও চপাই দি নমাই দিলে।

সিহঁতে নেপালী ভাষা বিৰিং বিৰিংকৈ কিবা কৈ গ'ল। ইপিনে কনকে নাও এৰি দি আকৌ উমানন্দ পাই, নাও বান্ধি গণেশৰ ওচৰ পালে। তাৰ পিছত আমলখিৰ গুৰি পাই সোণটিক লগ ধৰি ক'লে, "চা এটকা ৰূপ পালোঁ। এটা কথা, উমানন্দৰ ভিতৰলৈ যাবি?"

"বামুণক পইছা লাগিব যে।"

"আচ্চা ব'ল। উমানন্দৰ প্ৰসাদ খাব লাগে।" তেতিয়া দেউবীয়ে গোসাঁই ধুৱাই বাহিৰলৈ আহিব ধৰিছে। কনকে ক'লে, "দেউ মহাদেৱ ইয়াত আছে?"

"এৰা হৰগৌৰীৰ ঠাইলৈকে আহিছা।"

"দেখা পামনে?"

"পাবাতো দৰ্শন কৰিবা জানো?"

"মহাদেউ দেখুৱাব লাগিব।"

"বাৰু ব'লা, ভিতৰলৈ। পইছা আছে নে নাই?"

"নহ'ব কিয়?"

ভিতৰ সোমাল। দেউবীয়ে সেইটো মহাদেৱ বুলি মন্ত্ৰ মাতিব ধৰোঁতে কনকে তৎক্ষণাৎ ক'লে, "আমাক সৰু ল'ৰা পাই কল দি ভুৰুকাব খুজিছা। সেই শিলডোখৰেই মহাদেৱ হ'ল। দেউ দেখুওৱা যদি মহাদেৱক দেখুওৱা। নহ'লে আজি বেয়া হ'ব" বুলি সি থিয় দি উঠাত বুঢ়া বামুণৰ চুলিৰ আগে জীউ গ'ল।

"বোপা তেনে কৰিব নাপায়। তুমি ভাল মানুহৰ ল'ৰা। দেউতাৰে কত ভক্তি কৰে। এনে কথা ক'ব পায়নে?"

"সেইবিলাক মোৰ লগত নেচেল। মহাদেৱ ক'ত আছে দেখুওৱা।"

বুঢ়া বামুণে একো উপায় নাপাই ক'লে, "বাৰু বাহিৰলৈ বলা।" "ইয়ালৈ মাতি আনিছা; এতিয়া নেদেখুৱাই সিবোৰ কি বলকা। ডাঙৰ ডাঙৰ মানুহক মহাদেৱ দেখুৱাব পাৰা, আমাক দেখুৱাব নোৱৰা। সিদিনা দেউতাক কেনেকৈ দেখুৱাইছিলা?"

"ইয়াকেই দেখুৱাইছিলো। ডাঙৰ-সৰুৰ কিবা বেলেগ আছেনে? বেলেগ নহ'লে কি? তুমি জানো আমাক শিল দেখুৱাম বুলি কৈছিলা? আজি মহাদেৱ চাইহে যাম। আমি শিল বা পিতলৰ মূৰ্তি চাবলৈ অহা নাই।" বুঢ়া বামুণে ইমান পৰলৈ ভাত-পানী খোৱা নাই। অৱশেষত অলপপৰ থিয় হৈ বেজাৰ লাগি "কি আপদ গোটালো। কস্মিন কালেও তইঁতৰ কল্যাণ নাই। দেৱতাৰ লগত উপলুঙা কৰ। ব'ল বাহিৰলৈ ব'ল।" কিন্তু তথাপি সিহঁত নলৰা দেখি ক'লে, "বাৰু ব'ল ভাল মাহ-প্ৰসাদ দিওঁ।"

"আঁ তাকে কোৱা। সেইবোৰ নিদি ভুৱা দিব খোজা কিয়? বুঢ়া হ'লা আৰু কিমান ভুৱা দিয়া" বুলি সি হাত পাতিলে। বুঢ়া দেউবীয়ে মাহ-প্ৰসাদ দিলে। "ক'তা দেউ উমানন্দৰ মিঠা পিঠা নিদিলে দেখো।"

"বাৰু দিওঁ ৰ'ৱা। ভাল বান্দৰ বিজনীয়া ল'ৰা।" সেই পিঠা চোবাই চোবাই কনকে সোণটিক লগত লৈ বাহিৰলৈ আহি ক'লে, "দেউ ধৰক এই চাবি অনা পইছা। আমনি নাপাবদেই।"

(২)

সিদিনা ৰাতি ৰভাঘৰত ভাওনা। ল'ৰা-ছোৱালী ডেকা-বুঢ়াই বৰ মনেৰে চাই আছে। আমাৰ কনকেও ভাওনা চাই থাকি হঠাৎ তাৰ আগত বোধনাথ শৰ্মাৰ ল'ৰা সত্যনাথ শৰ্মাৰ ডাঙৰ-দীঘল টিকনিকোছা ওলোম জোলোম হৈ থকা দেখি দুটা-এটা ল'ৰাক চকু টিপিয়াই খন্তেক সকলোৰে হাঁহি ল'লে। এজনে এবাৰ টিকনিকোছাত টানি দিলে। সত্যনাথ অগ্নিকলাই হ'ল। নহ'বৰ কাৰণো নাই। বুৰি শতিকাৰ যেতিয়া এতিয়াও স্কুলত পঢ়া ল'ৰাই ডাঙৰ টিকনি ৰাখিছে তাতে সহজতে বুজিব পাৰি তেওঁ কেনে orthodox, দুৰ্বাৰমান জোকালত কনকে আটাইকে দবিয়াই "হোঁ তইঁতে নিজে টিকনি নাৰাখ নাৰাখ লোককো ৰখা দেখিব নোৱাৰ। বামুণৰ পোৱালি হৈ বামুণৰ ধৰ্ম নাৰাখ" বুলি আটাইকে চকু খোপা কৰি চোৱাত সকলোৰে আৰু ভেঙুচালি এৰি আকৌ ভাওনালৈ মন দিলে। ভাওনাত ৰামে তেতিয়া সীতা পাতাললৈ যোৱাত কান্দিব ধৰিছে। দৰ্শক সকলোৰে মন আকৰ্ষণ কৰিছে। খন্তেক পিছতে কনকে কিবা ভাবি জেপৰপৰা এখনি সৰু কেচি উলিয়াই লাহেকৈ সত্যনাথৰ টিকনিকোছা ধৰি দুখণ্ড কৰি তাৰ জেপত্ৰপ জাম্বুবানৰ গহ্বৰত লুকাই ৰাখি ৰামৰ ভাও চায়ে থাকিল। কেৰে গম নাপালে। সত্যনাথেও ৰামৰ ভাও দেখি মুগ্ধ হৈ ৰ'ল। আঁৰ-কাপোৰ পৰো পৰো হওঁতেই হঠাৎ সত্যনাথে মূৰৰ টিকনি খেপিয়াই নাপাই কোনে এনে কৰিলে বুলি পিছলৈ চালে।

এজনে কি হ'ল বুলি সোধাত, "মোৰ টিকনিকোঁছা ক'ত?" বুলি প্ৰশ্ন কৰিলে।

বেচেৰাৰ অৱস্থা দেখি সকলোৱে হাঁহিব ধৰিলে। কনকে সকলোকে খং কৰি কোনে এনে কৰিলি, বামুণৰ যে এতিয়া প্ৰায়শ্চিত্ত লাগিল বুলি থিয় হৈ

সকলোৱে পিনে চালে। যপুৰা সত্যনাথে আৰু বামৰ বিয়হ চাব ক'ত, টিকনিৰ বিবহতে ঘৰলৈ লৰ দিলে। কোনে জানে কাইলৈ বাপেক বোধনাথ শৰ্মাই কোনৰূপ ধৰি কাৰ শৰাধ কৰে? কনকে বাটে বাটে সত্যনাথৰ টিকনি নচুৱাই নচুৱাই হাঁহি-খিকিন্দালি কৰি ঘৰ পালেগৈ। বাতিপুৱা উঠিয়েই কনকে সোণটিহঁতৰ ঘৰলৈ গৈ দেখিলে সোণৰ দেউতাক ঘৰত নাই। সি লাহে লাহে গৈ চ'ৰাঘৰত সোমাই সোণটি সোণটিকৈ মাতিলে। কিন্তু সোণটি ওলাই নাহি দেউতাক ওলাই আহি সুধিলে "কি ঔ এই বাতিপুৱাই পঢ়া-শুনা এৰি কিয় মাতিব আহিছ?"

কনকে অলপ থমক খাই ততালিকে ক'লে, "সোণটিক বিচাৰি আহিছোঁ।"

"কিয় তোৰ লগত সোণটি ফুৰা হৈছেনে?"

কনকে গম্ভীৰভাৱে ক'লে, "নাই নুফুৰে। কেৱল এইবাৰ পৰীক্ষালৈ কিমান পঢ়া দিছে সেইটোহে সুধিব আহিছোঁ।"

দেউতাকে একো নকৈ "বাৰু বহ, এতিয়াই আহিব," বুলি কৈয়ে ক'ৰবালৈ ফুৰিবলৈ গ'ল। অলপ পিছতে সোণটিৰ ভনীয়েক আইকণ ওলাই আহি "ককাইদেউ এতিয়াই আহিব, আপোনাক বহিব কৈছে," বুলি কোৱাত কনকে আইকণৰ পিনে থৰ হৈ চায়ে থাকিল। আইকণে আকৌ ভিতৰলৈ যাব খোজোঁতেই কনকে সুধিলে "আইকণ আজিকালি কি পঢ়িছ?"

"এ, বি, চি, ডি।"

"অসমীয়া পঢ়িব পাৰ?"

"পাৰোঁ।"

"বাৰু বানান কৰ "ভুল"

আইকণে ক'লে, "ভ উকাৰ ভু আৰু ল।"

"কোন উকাৰ?"

"হ্ৰস্ব উকাৰ।"

কনকেও ঠিককৈ নাজানে হ্ৰস্ব উকাৰ নে দীৰ্ঘ উকাৰ। তথাপি সি ক'লে, "ভুল হ্ৰস্ব উকাৰ হয় নে দীৰ্ঘ উকাৰ দেখোঁ।"

"নহয় ভুল হ্ৰস্ব উকাৰহে।"

"ক'ত পালি?"

"আমাৰ কিতাপত।"

"চাওঁ বাৰু কিতাপখন।"

আইকণে লৰি গৈ তাইৰ পঢ়া অসমীয়া কিতাপ খনি আনি দেখুৱালে— ভুলৰ উকাৰ হ্ৰস্বহে। কনকে মনে মনে লাজ পালেও সি গহীনাই ক'লে, "আজিকালি কিতাপবোৰো যে লিখে। যিয়ে বি পায় তাকে লিখে, তাকে ছপাই—আকৌ স্কুলীয়া পাঠ্য কৰে। বাৰু আইকণ কিতাপত যি আছে তাকে শিক।"

আপুনি এখন ভাল কিতাপ নিলিখে কিয়? কনকে হাঁহি মনতে বাখি লাহে লাহে ক'লে, "কিতাপ লিখিব লাগিব। বাৰু সোণটি ইমান পৰে অহা নাই কিয়?"

"এতিয়া উঠিছে। মুখ-হাত ধুব ধৰিছে। আহিব। আমাৰ ককাইদেৱে এখন বৰ সুন্দৰ কিতাপ লিখিছে।"

"কি কিতাপ?"

"সহস্ৰবৰ্ত্তি।"

"মানে?"

"তাত হেনো হাজাৰ কবিতা লিখিব।"

"এতিয়া কিমান লিখিছে।"

"সিদিনা এটা আৰম্ভ কৰিছে। শেষ হ'ল হ'বলা হাজাৰৰ ভিতৰত মুঠতে এটাহে লিখিছে। তাত নাম লিখিলেই।" "বাৰু কবিতাটো তই পঢ়িছ?" "পঢ়িছোঁ। মোৰ কেইশাৰীমান মনতো আছে।"

"গাচোন"

আইকণে গালে,

"আমবাৰী, কচুবাৰী, আমি আহিলো বাগৰি,
আম জাম খালো দগৰি
লেতৃক, পনীয়ল, আমলখি, বেল
কিহৰ পাতিছ মেল
কত কথা কৰ লেল পেল।

আৰু মনত নাই।"

"বৰ সুন্দৰ হৈছে ঔ।" এইবুলি আইকণৰ কাষ চাপি আকৌ এবাৰ গাচোন বুলি চাই ৰ'ল। আইকণে দীঘল সুৰেৰে গাব ধৰিলে। কনকে চায়ে ৰ'ল। সিদিনৰ পৰা বোধনাথ শৰ্মা আৰু কেইজনমান ডাঙৰীয়া আহি যদুনাথ আহানে বুলি মাত দি চ'ৰাঘৰৰ ভিতৰ সোমাল। বোধনাথক দেখিয়েই কনকৰ চুলিৰ

আগে জীৱ গ'ল। জানোচা এতিয়া কি কয়?

বোধনাথে আনজন ডাঙৰীয়াৰ আগত ক'লে, "চাওক বাৰু এনে অত্যপালি আছেনে? ল'ৰাটোৱে টিকনিকোছা কোনোবা ল'ৰাই কালি ভাওনাত কাটিব পায়নে? এতিয়া কি কৰোঁ ল'ৰাটোৰ নাম জানিলে ভালকৈ এশিকনি দিবলৈ ইচ্ছা হৈছে। হেবৌ তই কনক নহয় নে?"

কনকে চুচুক-চামাককৈ ক'লে, "হয়।"

"কালি ভাওনা চাবলৈ গৈছিলি?"

"ক'ৰ ভাওনা?"

"উজান বজাৰত যে হৈছিল।"

"জানো ক'ব নোৱাৰোঁ। কিহৰ ভাওনা হৈছিল।" "চাচোন বাৰু কোন ল'ৰাই সত্যনাথৰ টিকনিকোঁছা কাটিলে?"

"সত্যাই ভাওনা চাবলৈ গৈছিল জানো?"

"এৰা অঘাইতং ল'ৰা, ক'লেও কথা নুশুনে। এতিয়া প্ৰায়শ্চিত্ত কৰিব লাগিব।"

"সত্যাই নিজে কাটিছে হ'বলা।"

"নিজে কিয় কাটিব ঔ।"

"আজিকালি কোনো ল'ৰাই টিকনি নাৰাখে। সকলোৱে তাক পেংলাই কৰে। সেই কাৰণে নিজে কাটি আপদটো দূৰ কৰি ভাওনাত কটা বুলি কৈছে হ'বলা।"

বোধনাথৰ খণ্ডে মুখ ঢুকি পালে। আজিকালি ল'ৰাই দুপাট ইংৰাজী লুটিয়াই টিকনি নৰখা হৈছে। সংসাৰ গুচিল।

কনকে মনে মনে ৰ'ল। আইকণলৈ চাই বোধনাথে সুধিলে, "দেউতাৰ নাই।"

নাই এতিয়াই ওলাই গৈছে।

"এ মিছায়ে বহিলোঁ। বলক ডাঙৰীয়া কিবা এটা দিহা কৰিব লাগিল।" বুলিয়েই উঠিল।

এনেতে সোণটিয়ে মুখ-হাত ধুই আহি কনকক দেখি ক'লে, "কিহে বাতিপুৱা হ'বই নিদিয়া দেখোঁ।"

"ওৰে বাতি সহস্ৰ বত্তি জ্বলাই থাকিলে আৰু বাতিপুৱা ন বজালে বাতিপুৱাৰ কিয়? কচোন আইকণ কলাইদেৱেৰাই কি লিখিছে, আমৰাবী কচুৰাবী। আইকণৰ মুখ বন্ধা পৰিল। কলাইদেৱেকে তত্তালিকে আইকণক খং কৰি তোক সেইবোৰ কোনে ক'ব দিছে। একে চৰে গাল ভাঙিম বুলি চৰ দাঙোতেই কনকে তত্তালিকে সোণটিৰ হাতখন ধৰি "ছিঃ অকণি ছোৱালীক খং কৰেনে" বুলি হাতত ধৰিলে। ইফালে অকণিৰ চকুৱে দুধাৰ চকুলো বৈ অহা দেখি হাতেৰে চকুলো মচি "নাকান্দিবা। কলাইদেৱেৰাই একো কৰিব নোৱাৰে। সোণটি বন্ধ কৰিলেও বেয়া পায়। আজিৰ পৰা তেন্তে তোক সহস্ৰ বত্তি বুলিহে মাতিম। এতিয়া বল এটা বৰ ডাঙৰ কথা আছে।" সোণটি লাহে লাহে ওলাই গ'ল। আইকণ তেতিয়াও থিয় হৈ আছিল। "কনকে দুৱাৰ-ডলি পাৰ হৈয়ে "আইকণ যোৱা পঢ়াগৈ। সোণটিয়ে আৰু একো নকৰে।" বুলি খোজ ল'লে। অলপ পিছত সোণটিক সুধিলে বাৰু কচোন "মা বদ সত্যম্ প্ৰিয়ম্" মানে কি?

সোণটিয়ে ক'লে, "অপ্ৰিয় সত্য ক'ব নাপায়।" তাৰ মানে? যিটো সঁচা ক'লে বেয়া হয়। সেইটো ক'ব নাপায় নহয় জানো? এৰা সেই বুলিয়ে এদিন মাষ্টৰে কৈছিল।

"এৰা মোৰো মনটোত খোকোজা লাগি আছিল? আজি এটা মিছা ক'লো ঔ। মনটোত কেনেবা লাগিছে।"

"কি মিছা ক'লা?"

"পিছত কম ব'ল। কিন্তু সঁচা ক'লে যে মোৰ বেয়া হয়। সেই কাৰণে বেয়া হোৱা সত্যটো ক'ব নাপায়।"

"এৰা।"

"তেন্তে ৰক্ষা। ইবিলাক যিয়ে নকৰোঁ সোণটি মিছা ক'লে বেয়া লাগে দেখোঁ। মই পাৰোঁ মানে তাৰপৰা দূৰৈত থাকি কাম কৰিব খোজোঁ।"

"এৰা তোমাৰ নিচিনা টটাটিঙা ল'ৰাৰ এভাবি মিছাত আন ভবি চুৰ কৰাত নাথাকিলে ৰক্ষা আছে জানো?"

"কেতিয়া চুৰ কৰা দেখিছা?"

"কিয় পৰীক্ষাত। জ্যামিতিৰ আৰু ইংৰাজীৰ পদ্যৰ কাগজ ফালি।"

"সেইটো চুৰ কৰা হ'লনে? সেইটো অজলা মাষ্টৰ বিলাকক মাথোঁ চকুত ধূলি দিয়া। সেইবুলি কেতিয়াবা কাৰো ধন-সোণ চুৰ কৰোঁনে?"

"আৰু মাষ্টৰবিলাক এনে ভেবা কিয় ঔ? আৰু, আৰু ল'ৰাবিলাকক মিছায়ে ফেল কৰে কিয়?"

"ওঁ সকলোকে পাছ কৰিলে সকলোৱে যে হাকিম হ'ব।"

"ঔ সেইটোৱে ভয়। কিয় চা সোণটি, যদি মাষ্টৰবিলাকে ফেল নকৰিলেহেঁতেন তেন্তে জানো মই পৰীক্ষাত এনেকৈ চুৰ কৰিলোঁহেতেন। আমাক মাষ্টৰবিলাকেহে আচলতে চুৰ কৰিবলৈ মিছা ক'বলৈ শিকায় ঔ। মই পাছ কৰিলে সিহঁতৰ বাপেকৰ কি হানি হয়। কেৱল সুবিধা পালেই শূন্য দিয়ে। তাৰে এনে মজাপালি নহয় বাৰু?"

এনেতে হঠাৎ সোণটিয়ে নিলগতে দেউতাক সেইপিনে অহা দেখি "সৌটো দেউতা" বুলি ততালিকে পিছুৱাই লৰ দিলে। কনক অলপপৰ থিয় হৈ থাকি ভাল আপদ, এপিনে মাষ্টৰবোৰ আনপিনে দেউতা, আইতা আদি অভিভাবকবোৰ। ইহঁতৰ তাপত নিজৰ মনেৰে বহা কাম এধনিচামান কৰিব নোৱাৰ। কি হ'ব? এনেতে সোণটিৰ দেউতাক আনপিনে ঘূৰা দেখি আকৌ হাতেৰে "ছি ছি" বজালত সোণটিয়ে আনবাটেৰে আহি ওলাল। কনকে ক'লে, শঠে শাঠ্যং সমাচৰেৎ, কি কোৱা? তেওঁলোক যেনে টেঙৰ আমিও তাৰ সাতগুণে ছৰা। কেৱল চাৰিওপিনে চকুহে দিয়ে। যেন আটাইবোৰ সহস্ৰ আনন। অলপ ইচ্ছামতে কাম কৰিব দিলেনো আমি ল'ৰাকেইটা তৎক্ষণাৎ ক'ত পমি যাওঁ বা দুষ্টালি কৰোঁ। কেৱল ইখন নকৰিবি, এহেলৈ নাযাবি, সেইটো নাখাবি, অমুকৰ লগত নুফুৰিবি। বুজিছ সোণটি মই আগলৈ সুবিধা পালে আটাইবিলাক অভিভাৱকক ভেড়া কৰি চৰাই ফুৰিলোহেঁতেন, এখোজ আনপিনে গ'লেই চেকনিৰ কোব।" সোণটিয়ে হাঁহি ক'লে, "আৰু মাষ্টৰবিলাকক।"

কিয় ৰাতিপুৱা "উঠা-বহা" কৰিব দিলোহেঁতেন।

"কি উঠা-বহা কৰিব দিলাহেঁতেনহে?"

"ৰাতিপুৱাই কাউৰীয়ে কা নকৰোঁতেই তুলি সিহঁতৰ কাণত ধৰাই এবাৰ উঠ এবাৰ বহ এবাৰ আল্লাহো আকবৰ আৰু কিবা বুলিব দিলোহেঁতেন। দুপৰীয়া আকৌ কি কৰিলোহেঁতেন জান?"

"কি?"

দুপৰীয়া দাড়িৰ নোৰবা ভোৰতাল হাতত দি, নাম ধৰিব দিলোহেঁতেন। বোলোঁ মাৰ জয়েমধে, সিপিনে ভয়তে ঈশ্বৰে পলাওক বা ভূত পিশাচেই পলাওক।"

"আৰু কি কৰিলিহেঁতেন?"

"এইবিধ নুবুজিবি হ'বলা?"

"কিনো?"

"সিহঁতক বুকুত ক্ৰুছ পিন্ধিব দিলোহেঁতেন। বাচাইত মৰ ক্ৰুছৰ ভাৰ বৈ। যেন খৃষ্টৰ শোকত পৰাণ যায়। বুজিছ সোণটি এই সংসাৰখনত যে কিমান ভুৱা দেখিবি। মই ডাঙৰ হ'লে এইবোৰৰ নতুন পন্থা উলিয়াম। বুজিছ এই যে ধৰ্মী ধৰ্মী বোলে সিহঁত আগৰ জন্মত মহাপাপী আছিল; সেই কাৰণে ঈশ্বৰে ইহঁতৰ-হতুৱাই ভোৰতাল মৰাই, নামাজ কৰাই, ক্ৰুছ পিন্ধাই আগৰ পাপৰ প্ৰায়শ্চিত্ত কৰায়। বুজিছ সোণটি ঈশ্বৰটো বৰ ধূৰ্তং ঔ।"

"ঈশ্বৰটো কেনে দেখিছা জানো?"

"তই দেখিছ হ'বলা। ঈশ্বৰ হেনো ক'ৰবাত জুপুকা মাৰি বহি থাকে। আমি পৰ্বতে-পাহাৰে ফুৰোঁতে কেতিয়াবা লগ পাম দে। নহয় বাৰু।"

"লেচুৰ তলত যদি ঈশ্বৰক দেখ তই কি কৰিবি? তইনো কি কৰিবি, সেৱা কৰিবি নহয়? এৰা। মই হ'লে পাছপিনৰপৰা সাবট মাৰি ধৰি হাত দুয়োখন জপাই ধৰিম, আৰু লেচু খাই লেচুৰ বাকলি মুখত গুজি দিম।"

"কিয়?"

"কিয় আমি খালে জানো ঈশ্বৰে খোৱা নহয়? বাৰু চা আমি যিহকে নকৰিলোঁ পাপ কৰোঁ, পুণ্য কৰোঁ ভাল খাওঁ, বেয়া খাওঁ ঈশ্বৰৰ গা ফৰফৰাই কিয়, আমাৰ ওপৰত ইমান চকু কিয়? নে আমি নাখালে তেওঁৰ পেট নভৰে, আমি খালেহে তেওঁৰ ভোক পলায়। আমি পুণ্য কৰিলেহে তেওঁ শুদ্ধ হয়? গতিকে আমি লেচু খাই বাকলি দিলেও জানো নহ'ব?"

"ভাল কথা কৈছ দে।"

"নহ'লেনো ঈশ্বৰে নকটা ন শ খেৰ গোটাবলৈ কিটো আৱশ্যক? সংসাৰ কৰে, সংসাৰৰ প্ৰাণীবোৰে

কি কৰে, কি নকৰে, গৱৰ্ণমেণ্টৰ ডাঙৰ টিকটিকিবোৰৰ দৰে চাই ফুৰে। আকৌ সুবিধা পালেই শাস্তি দিয়ে, নককত পেলায়। এইবোৰ কৰি তেওঁৰ কি লাভ? তাতকৈ চকু মুদি এঠাইত বহি থাকিলেও হ'ল দেখোঁ। নলগা লাউত জেং বান্ধিবলৈ কিহে পাইছে?"

"এবা কথাটো হয়।"

"মই ঈশ্বৰক পালে চকু দুটা হাতেৰে আঙুৰি ধৰি ক'লোহেঁতেন, নালাগে বোপাই এনেভাৱে ৰাতি-দিন খপি আহাৰ নিদ্ৰা পাহৰি কোনে কি কৰিছে চাই ফুৰিব নালাগে। যিয়ে যি কৰে কৰক। পৰৰ কথাত নিজে সুখ, নিদ্ৰা, টোপনি হেৰুৱাবলৈ কি আৱশ্যক?"

"এবা তুমি যেনে ধৰ্ম যুধিষ্ঠিৰ ঈশ্বৰে তোমাক দেখা দিওঁ দিওঁ কৰি আছে।"

"হেৰৌ মোক যুধিষ্ঠিৰৰ দৰে অজলা পাইছ? পাশা খেলি ভাই, তিৰোতা, ৰাজ্য, ধন, সোণ, সকলোকে একে কথাই এৰি দি বনে বনে ঘূৰি ফুৰা ধাৰ্মিক মই নহওঁ। সংসাৰত আহিছ খাবি, লবি, ৰঙ কৰিবি, কিবা আছে যদি ওচৰ-চুবুৰীয়া, দুখীয়া-কাঙালীক দিবি। ধৰ্ম যুধিষ্ঠিৰ হৈ চতুৰ আৰু অত্যাচাৰী দুৰ্যোধন, শকুনিক ৰাজ্য ধন এৰি দিয়াতকৈ যুধিষ্ঠিৰে সেইবোৰ দুখী কাঙালীক দিয়া হ'লেই হ'লহেঁতেন। ধৰ্মও থাকিলহেঁতেন আনেও যশ গালেহেঁতেন। মিছা কথাত বন্দী হৈ অত্যাচাৰীক সহায় কৰাত ধৰ্ম ক'ত? হাৰিলি হাৰিলি পাশাত, ঐ আই, তাৰ লগে লগে সকলো দিলে। সত্য কথাৰ তেল পেৰাত ঘূৰিব লাগিলে অজলা গৰুৰ দৰে তেলহে পেৰিবি, কিন্তু ভুগিব আনে। কি কৰ? মোৰ কথা সত্যৰ লগত সত্য, অসত্যৰ লগত অসত্য। সত্য সত্য কৰি ই জন্মত দুখ পালাই, আকৌ মৰিবৰ পিছত স্বৰ্গতে পৰা নে নৰকতে পৰা সেইটো কোনে দেখে?"

"তেন্তে তুমি কি কৰিব খোজা।"

"কিয় সিদিনা সেই কোন এজনে বক্তৃতা দিয়া শুনা নাই— সংসাৰখনেই অসত্য, তাত আকৌ সত্য কিহে? মিছা ধন জন মিছা জীৱন যৌৱন অসাৰ এহ সংসাৰ। তাত আকৌ সত্যৰ সাৰ কিয় বিচৰা? সংসাৰত আহিছা খোজা, লোৱা, নিজৰ শক্তি, প্ৰতিভা দেখুৱাই ৰনগানীৰ দৰে সকলো দিনে ভাঙি-ছিঙি চুৰমাৰ কৰি যাবা। তাত আকৌ ধৰ্ম-অধৰ্ম, ভাল-বেয়া বুলি ভাবি ভাবি থমক খাবলৈ কিটো আৱশ্যক? নহয় বাৰু?"

"বাৰু বাৰু তোমাৰ ধৰ্মৰ জোলোঙাটো পিছতো বুজিম।"

"ধৰ্মৰ কথা কি বুজিবা? কথাতে কয় নহয় আকৌ বক্তৃতা দিওঁতে ককবাও মাতিছিল শুনা নাই?—

ধৰ হাত আলৰ তেৰ হাত কটা
ভাল মাৰিলি বাপেৰ বেটা
বৌ-বৰালি জুৰুকি গ'ল
পুঠি-খলিহা পাছিত লাগি ৰ'ল।

কিয় সিদিনাখন কোৱা শুনা নাই?"

"ধৰ্ম ধৰ্ম কৈ সকলোৱে সদায় চিঞৰে, সংসাৰত কিন্তু কেইজন ধৰ্মী আছে সেইটোহে ভাবিবলগীয়া। বাৰু এৰোঁ দে সোণটি, আগেয়ে আমাৰ লেচু গছত উঠা ধৰ্মটোকে লওঁ। হেৰৌ মই লেচু গছত উঠিলে তই দূৰৈৰপৰা চাই থাকিবি। যদি কোনোবা আহে সুহুৰি দিবি, মই ততালিকে গছৰপৰা নামি লৰ মাৰিম ভালকৈ চাবি কিন্তু। সাৱধান হ'লে মৰণ নাই। বাৰু! কোনোবা আহিলেও গছৰ ওপৰৰপৰা জাঁপ দিবা। পিছত যি হয় হ'ব। বাৰু ব'ল।"

(৩)

কাইলৈ অশোক অষ্টমী। কোনোৱে নাৱেৰে, মটৰেৰে, কোনোৱে আকৌ বাটকুৰি বাই যিয়ে যিদিনে সুবিধা পাইছে সেই দিনে শুৱালকুছিলৈ গতি কৰিছে। ছাত্ৰসকলৰো মাজত যোৱাৰ আয়োজন হৈছে। এখনি নাৱত আমাৰ কলকো তাৰ লগৰীয়া কেইজনমানেৰে সৈতে ওলাইছে। মুখত সকলোৰে আনন্দ। বহুদিনৰ পিছত নিজ ইচ্ছাৰে এদিনলৈ হ'লেও যাবলৈ পাই সকলোৰে মনত হৰিষ। সিদিনে বিপদ-আপদ বিমানেই নহওক। নিজে নিজে ল'ৰাসকলে ব'ঠা, ডাঁৰ লৈ লুইত কঁপাই নাও ফন্ ফন্ কৈ মাৰি গৈছে। কেৱে গীত ধৰিছে। চৌদিশে খলকনি লাগিছে। অসমীয়া ল'ৰাবো যে ডেকা তেজ আছে কলেজৰ ছাবিওৱেৰৰ মাজত

সেইটো অনুভৱ কৰিব নোৱাৰিলেও আজি মুকলি বতাহ পাই সেইটো ফুটি ওলাইছে। মনত ডেকা তেজ, লগে লগে লুইতৰ ভটিয়নী পানী, গতিকে গুৱালকুহি পাওঁতে কিমান পৰ? এনে অৱস্থাত সহজতে বুজিব পাৰি মনৰ গতি সময়ৰ সোঁতত ভটিয়াই গ'লে কিমান সহজতে যায় কিন্তু সময় বা সমাজৰ আচাৰ নীতিৰ বিৰুদ্ধে যুঁজিব লাগিলে কিমান টান পায়? যি নহওক আটাইৰে নাৱ গৈছে। কনকো গৈছে। বিশেষত কনকৰতো আৰু এখোপ চৰা। দেখোঁতে দেখোঁতে বতৰ ভাৱৰীয়া হ'ল। প্ৰকৃতিয়ে যেন মানুহৰ ইমান ৰং-ধেমালি, উলাহ-মালহত হিংসাতে ভেই পুৰি মুখ ওন্দোলাই পেলালে। সকলো মানুহে যিয়ে য'তে পালে পাৰত নাও বান্ধিলে। কনকইঁতেও নাও সুবিধা চাই বান্ধো বান্ধো বুলি যাওঁতেই হঠাৎ চৰখবীয়া বালি এডোখৰত নাও বাজিল। পাৰলৈ আৰু প্ৰায় পাঁচ টাঁৰ মান পানী আছে। যি নহওক সকলো কেইজনে বাৰু বাজক দে, বতৰ মুকলি হ'লেই পাৰোঁ যদি পাৰলৈ নিম নহ'লে আকৌ এৰি দি নাও ভটিয়াই দিম। কেইজনমানে ক'লে নাৱতে stove জ্বলাই চাহ-পানী কৰা যাওক। কথামতে কাম, কিয়নো তেতিয়া আটাইৰে ভাগৰো লাগিছিল। ভাগৰৰ লগে লগে ভোক-পিয়াহে আগুৰি ধৰিছিল। কেইজনমানে নাৱতে গীত ধৰিলে। কেইজনমানে চাহ কৰাত উঠিপৰি লাগিল। অৱশ্যে বতৰ বেয়া হ'লেও ল'ৰাৰ উদ্যমত ভেটা দিয়া টান। য'তে ইচ্ছা ত'তে বাৰ। চাহ পি এজনে গীত ধৰিলে।

গীত

আমি ডেকা চেঙেলীয়া
ভটিয়নী পানীত উটি যাওঁ
আমি নাৱৰীয়া।
পাল তৰি দিওঁ আমাৰ
মন চেঙেলীয়া
কন্ কন্ কৈ নাও মাৰি যাওঁ।
যৌৱন কালৰ
তৰ দুপৰীয়া,
আমি কাটি যাওঁ
ঢকা চাকনৈয়া—

আনবোৰে একেলগে চিঞৰি উঠিল! আনন্দৰ ঢৌ উঠিল। নাৱত উঠি কিছুমানপৰ গীততে আটায়ে বিভোৰ হ'ল। মেঘ ঘনাই আহিল। পছোৱা মেলিলে। চৌদিশে আন্ধাৰ হ'ল। খন্তেকে সুন্দৰ মধুৰ প্ৰকৃতি, ভীষণ আকৃতিৰ হ'ল। শান্ত-সুস্থিৰ লুইতত ঢৌৰ খলকনি লাগিল। প্ৰত্যেকৰ মুখৰ আনন্দ হৰিবৰ ঠাই মুহূৰ্ততে ভয়ে আগুৰি পেলালে। একোটা একোটা পছোৱাত যেন ভাঙি-ছিঙি সকলোকে অতল জলত বুৰাই পেলায়। অলপ খতুৱা কেইজনমানে কান্দি অস্থিৰ হ'ল। কিন্তু কান্দোনত সকলোকে শান্ত কৰিব পাৰিলে জগত-দুখীয়া, কাঙালীৰ আৰ্তনাদত শান্তিৰ ঠাই হ'লহেঁতেন। কিন্তু যুগ-যুগান্তৰ দুখীয়াৰ কান্দোনত যেতিয়া আজিলৈকে জগত শান্তিৰ পথলৈ ওভোতা নাই তেন্তে বুজিব লাগিব কেৱল কান্দোনকে সাৰ কৰি সংসাৰত লৰা-চৰা কৰাটো অসম্ভৱ। কান্দোনক পিছ কৰি হয় মনোবল নাইবা দৈহিক শক্তিত ভিৰ দিব লাগিব। সেই আন্ধাৰত প্ৰকৃতিৰ ভীষণ অৱস্থাত ইপিনে পাৰলৈ যোৱাটোও অসম্ভৱ। পাৰৰ ওচৰত বা কিমান গভীৰ পানী সেইটোও জনা নাই। আনপিনে নাৱত থকাও টান হৈ পৰিল। একোবাৰ ভাব হ'ল যেন পছোৱা বতাহে নাৱকো ঠেলি নি লুইতৰ মাজলৈ লৈ যাব। লুইতৰ মাজত পৰিলে সেই ঢৌৰ হেন্দোলনিত যে কি অৱস্থা হ'ব সেইটো সহজে অনুভৱ কৰিব পাৰি। সকলোৰে মন প্ৰবল শঙ্কাই অধিকাৰ কৰিলে। কোনে জানে পিছ মুহূৰ্তত কি হ'ব? হায় ক'ত অশোকাষ্টমীৰ আনন্দৰ ঢল— ক'ত প্ৰকৃতিৰ তাণ্ডৱ লীলাত জীৱন-মৰণ সমস্যা! আকৌ পছোৱা, আকৌ প্ৰকাণ্ড ঢৌ! নাৱৰ ছৈ ভাঙি পৰিল। ভাব হ'ল যেন গ'ল— সকলো পলকতে মাজ লুইতত পৰিব। ততালিকে কনক জাঁপ দি পৰিল। "হেৰৌ মৰোঁ যদি বীৰৰ দৰে মৰোঁ, নাৱৰ ভিতৰত সোমাই প্ৰকৃতিৰ অৱস্থাতে আশা কৰি সময় আৰু লুইতৰ সোঁতত ভাহি নাযাওঁ।" বুলিয়েই সি নাৱৰ এটা টিঙত হেঁচা মাৰি ধৰিলে। তাৰ লগে লগে আন কেইজনেও জাঁপ মাৰি আনটো টিঙত ধৰিলে। যেন অসমৰ ডেকা শক্তিয়ে আজি প্ৰকৃতিৰ অন্ধকাৰ ভয়ঙ্কৰ ভীষণ আক্ৰমৰ

বিৰুদ্ধে যুঁজিবলৈ সাজু হৈছে। যদি সেই শক্তিৰ নগৰ কেৰপাতি চুচুৰ্মৈ হ'ব লাগে তথাপি হ'ব। কিন্তু প্ৰকৃতিৰ ভীষণ আকৃতিত ভয় খাই টেপেকা মাৰি যি হয় হ'ব, ঈশ্বৰে যি কৰে বুলি আশা পালি নাথাকে। প্ৰায় এঘণ্টা প্ৰকৃতিৰ তাণ্ডৱ লীলা ঘটিল। কিন্তু আচৰিত, নাও অলপো নলৰিল। যেন ডেকাশক্তিৰ ধৈৰ্য আৰু দৃঢ় মনৰ ওচৰত ভয়ঙ্কৰ ভীষণ প্ৰকৃতিয়েও হাৰ মানিলে। পছোৱা কমিল। লাহে লাহে বতৰ মুকলি হ'ল। লাহে লাহে সকলোটিৰ মনত আশাৰ জিলিঙনি আহিল। এজনে ক'লে, "কনক, তোমাৰ মনত এই ভাবটো উদয় নহৈ যদি নাৱৰ ভিতৰতে কপালকে গুণি আশা কৰি বহি থাকিলোহেঁতেন তেন্তে ইমান সময়ত কোন অতল গভীৰ পানীত কৰবকাই মৰিব লাগিলহেঁতেন।" আন এজনে ক'লে, "যি নহওক অশোক অষ্টমী চোৱা হ'ব পাৰে।" কনকে মাত দিলে, "সৌৱা জোন ওলাইছে ডাঁৱ মাৰ বাতিতেই গুৱালকুছি পাব লাগে।"

(৪)

অশোক অষ্টমীৰ মহামেলা। ল'ৰা-তিৰোতা ডেকা-ডেকেৰী, অসমীয়া, বঙালী আৰু কত বিদেশী এই মেলাত লগ লাগিছেহি। ৰং-ধেমালিৰ অন্ত নাই। চৌদিশে আনন্দৰ ঢল। জুমে জুমে ল'ৰাজাকে কিৰিলি পাৰি ফুৰিছে। মতা-তিৰোতা সকলোৱে একেলগে লগ লাগি এনে আনন্দৰ মহামেলা কৰা ইও চাবলগীয়া। কাৰো মনত বেয়া ভাবৰ সৃষ্টি নাই। মানুহৰ জুমত, লগে লগে তপত বালিৰ তাপত কত মানুহে পানী পানীকৈ চিঞৰিছে। তথাপি আনন্দৰ ঢল। যেন মানুহৰ আনন্দৰ তৃষ্ণাই শাৰীৰিক তৃষ্ণাকো চেৰ পেলাইছে। হঠাৎ হৰিষত বিষাদ! কেইজনমান স্কুলীয়া ল'ৰাই "মাৰ মাৰ" শব্দ কৰি এপিনে লৰিছে। সকলোৰে মন সেইপিনে আকৰ্ষণ কৰিলে। "কি হ'ল", "কি হ'ল" বুলি সকলোৱে সেইপিনে লৰ দিছে। মাজে মাজে ধ্বনি উঠিল "মাৰ্ মাৰ্।" কি হৈছে কোনোৱে একো ক'ব নোৱাৰে। লৰিছে কেৱল লৰিছে। ইও বোলে কি হ'ল সিও বোলে কি হ'ল? কাৰো কথা কোনোৱে নুশুনে। কাৰো প্ৰশ্নৰ উত্তৰ দিবলৈ কাৰো সময় নাই। কথাৰ থোৰ এইখিনিতে। এজন বান্দৰ নচুওৱা মানুহে বান্দৰ নচুৱাওঁ চোৱা বুলি কেইজনীমান অসমীয়া গাঁৱলীয়া ছোৱালীক কোবাত "চাই পইচা দিব লাগে যদি নাচাওঁ" বুলি মাৰ ধৰোঁতে সি তিৰোতাকেইজনীক ইতিকিং কৰা শুনি কনকে তাৰ বান্দৰটো কাঢ়ি আনি "নচুৱাওঁ, সকলোৱে চোৱা পইচা নালাগে" বুলি নচুৱাৰ ধৰোঁতে হঠাৎ বান্দৰটো এৰা পৰি ওচৰৰ গছ এডালত উঠিছে। কনকেও গছৰ ওপৰত উঠিব ধৰোঁতে বিদেশীজনে তাক গালি-শপনি পাৰিছে। কনকে গছৰ ওপৰৰ পৰা মাত দিছে· "কেপ্ কেপাই নাথাকিবি, তোৰ বান্দৰ পাবহে লাগে।" কিন্তু বিদেশীয়ে তাতে ক্ষান্ত নহৈ গালি পৰাত কনকে কৈছে, "মনে মনে থাক, নামিব লাগিলে মজাপালি দিম। অসমীয়া কেনে বুজিবি।" বিদেশীয়ে খঙত তত্ নোহোৱা হৈ তত্তালিকে কৈছে "মোৰ বান্দৰ নি এৰি দিবি আকৌ মোকে মাৰিব খোজ। অসমীয়া ভূত, তহঁতৰ তিৰোতাবিলাকক মেলাত এৰি দিয়াৰ দৰে মোৰ বান্দৰকো এৰি দিয়?" কথাষাৰ কনকৰ কাণত পৰা মাত্ৰকে তত্তালিকে গছৰ ওপৰৰ পৰা জাঁপ মাৰি তাক দুই হাতেৰে ধৰি দুগালত দুচৰ বহুৱাই "আৰু কৰি তেনে কথা" বুলি তাক চকু পকাই ধৰিছে। লগৰ লগৰীয়া সকলোৱে "মাৰ্ মাৰ্ বুলি তাৰ ওচৰ চাপি কেৱে ভুকু, কেৱে লাঠি আদিৰে কিল-কীৰ্তন দিব ধৰিছে। সি মাজে মাজে কৈছে, "এৰি দৈ ঐ বোপাই, এৰি দে আৰু নকওঁ।" কিন্তু সেই ক্ষেত্ৰত এৰে কোনে? অসমীয়াৰ জাতীয় ভাবত আঘাত লাগিলে অতীতৰ স্বাধীনতাপ্ৰিয় অসমীয়াৰ স্বাধীনভাব জাগি উঠাত আচৰিত কি? তদুপৰিও তাৰ কথাত সি অসমীয়া তিৰোতাক অপমান কৰিছে। অসমীয়া এজনী তিৰোতাৰ মান ৰক্ষাৰ কাৰণে যে অসমীয়া গোটেই জাতিয়ে বলি যাব পাৰে এই দৃষ্টান্ত দূৰ ভৱিষ্যতত যে জল্ জল্ পট্ পট্ হৈ ওলাই পৰিব তাত সংশয় কি?

(৫)

অশোক অষ্টমীৰ কে'বা মাহৰো পিছৰ ঘটনা।

পথাৰত আজি মহামেলা। শহ শহ লোকে পথাৰ ভৰি পৰিছে। কথাটো অৱশ্যে বৰ ডাঙৰ নহ'লেও পৰ্বতৰ পৰা নিগনি বাহিৰ হোৱাৰ দৰে বুলি বিজাৰ নোৱাৰি। কিয়নো পথাৰত ইমান উখল-মাখল, ইমান উদুলি-মুদুলিৰ মাজতো লক্ষ্য এটাত; অৰ্থাৎ এটা গোলাকাৰ বস্তু। সিবিধ সৰু হ'লেও নিগনিতকৈ যে ডাঙৰ নুই কৰিব নোৱাৰি। যাৰ নাম সভ্য ভাষাত ফুটবল বা ভৰি পচকা ঢোপ্। খেলা হৈছে কলেজ আৰু স্কুলৰ মাজত। মাজে মাজে ধ্বনি উঠিছে মাৰ্ মাৰ্ কোনোৱে কৈছে কিক্ কৰ, কিক্ কৰ, কোনোৱে বাণ্ অন বাণ্ আন কোনোৱে চিঞৰিছে পাচ্ পাচ্। লগে লগে হাই-উৰুমি, মাজে সময়ে কিৰিলি— চিয়াৰ্ আপ্, চিয়াৰ আপ্। এই খেলুৱৈসকলৰ মাজত স্কুলীয়া দলৰ মাজত আমাৰ কনকো এজন। কনক ফুটবল খেলাৰ আচল খেলুৱৈ নহ'লেও অৰ্থাৎ যথাৰ্থ "ফুটবলাৰ" নহ'লেও তেওঁ যে গাৰ বল যথেষ্ট দেখুৱাব পাৰে সন্দেহ নাই। বিশেষকৈ কনকে কেৱল "ফুটতে" নিৰ্ভৰ নকৰি পথাৰত ইমান ৰাইজৰ সন্মুখত গোটেই শৰীৰটোৰ বিশেষ উপযোগিতাৰ ভালকৈ প্ৰমাণ দিছে। আনকি এলা-পেচা খেলুৱৈ তেওঁৰ কাষ চপাও টান। কেতিয়াবা সি লৰি গৈ "হোঁহ" বুলি মাৰোঁতে নিজে পিছল খাই পৰিছে, কেতিয়াবা উঠি বললৈ লক্ষ্য কৰি মাৰোঁতে বল ক'ৰবাত এৰি আন খেলুৱৈৰ গাটোতে লক্ষ্যভেদ কৰিছে; কেতিয়াবা বল, মানুহো পাহৰি দৰ্শকৰ মাজতে হুৰুমূকৈ পৰি ফোঁপাই-জোঁপাই আকৌ উঠি "ক্ষমা" কৰিব বুলি পথাৰৰ মাজলৈ লৰ দিছে। বল উত্তৰলৈ মাৰোঁতে পশ্চিম মুৱা হৈছে। অৱশ্যে কনকৰ সেইটো দোষ নাই বুলি ক'লে মিছা কোৱা নহয়, কিয়নো জগতখনেই যেতিয়া আজি পশ্চিমলৈ চকু দিছে তেন্তে কনকৰ বলো যে সেইপিনে মুৱা নহ'ব তাৰ আচৰিত কি? তথাপি কনকক খেলাত লৈছে তাৰ কাৰণ শত্ৰু পক্ষক ভয়ৰ সঞ্চাৰ কৰা। তদুপৰি কনকৰ এটা গুণ আছিল, গোটেই খেলখনতে মুঠতে ভাগৰ বোধ নকৰা আৰু অন্য পক্ষই বল নিলেও সিহঁতৰ লগে লগে জোকৰ দৰে লাগি থকা। মাজে-সময়ে এনে একোটা "কিক" কৰা— যদি ভাগ্যক্ৰমে সেই "কিকৰ" বল গোলকিপাৰৰ মুৱা হ'ল তেন্তে গোলকিপাৰে ব্যূহ ৰক্ষা কৰা অসম্ভৱ হৈ পৰে। ৰক্ষা কৰিলেও গোলকিপাৰে বুজে আৰু তেওঁৰ হাতে বুজে সেইটো অৱস্থা কেনে সঙ্কটজনক। কিন্তু ভাগ্যক্ৰমে তেনে অৱস্থা কমেই হয়, কিয়নো এশৰ ভিতৰত নিৰানব্বৈটা কনকে মৰা বল কেতিয়াবা গছৰ পিনে, কেতিয়াবা দৰ্শকৰ পিনে, কেতিয়াবা ওপৰে ওপৰে, কেতিয়াবা আকৌ নিজৰ দলৰ ফাললৈ যায়। যি নহওক দৰ্শকৰ মনত কনক এটা চাবলগীয়া, হাঁহিবলগীয়া বা তাৰ খেল উপভোগ কৰিবলগীয়া। তদুপৰি তাৰ অঙ্গি-ভঙ্গি, অসময়ত পৰা হৰা, বা কাপোৰ-কানি মাটিত লেটি লোৱাও সকলোৰে আমোদৰ বস্তু। সিদিনাও সি খেলিছে, লৰিছে, কেতিয়াবা বল মাৰিছে, কেতিয়াবা মানুহকে ওফৰাই দিছে, কেতিয়াবা বা "হেড্" কৰোঁ বুলি বললৈ টোঁৱাই থাকোঁতে বল মূৰত নপৰি বহু দূৰৈত পৰিছে। লগে লগে দৰ্শকৰ হাঁহিৰ কিৰিলি উঠিছে! দৰ্শকৰ মাজৰ পৰা কোনোৱে কৈছে, "চিয়াৰ আপ্" কনক, কিন্তু কনকৰ সেইবোৰলৈ "নৌ হিয়াৰ্ নৌ কেয়াৰ।" কিয়নো সিদিনা স্কুলে গোল খাইছে, স্কুলৰ আটাইবোৰ খেলুৱৈৰ চিন্তা মৰোঁ জীওঁ-সোঁ আধিকৈ কেনেকৈ পৰিশোধ কৰে। তাৰ নিমিত্তে চেষ্টা কৰিছে। বাহিৰৰ শব্দলৈ কাৰো মন নাই। সময় যায় যায় তথাপি পৰিশোধ নহয়। লাহে লাহে সজ ভাবৰ ঠাইত দুষ্ট বুদ্ধিয়ে লগ লৈছেহি। পৰিশোধ নহ'লেও কোনোমতে এখন কাজিয়া-পেচাল লগাব পাৰিলেও আৰু এদিনৰ সময় পাব। এই বিষয়ত কনক সকলোতকৈ চৰা। তাতে বাহিৰৰ স্কুলীয়া ল'ৰাবিলাকে কনকক মাজে মাজে উচটাই দিছে। মাৰ মাৰ কনক কি কৰিছ, সময় আৰু নাই। সেই শব্দ গৈ কনকৰ কাণত প্ৰৱেশ কৰিছে। কনকে আন একো কৰিব নোৱাৰিলেও উপস্থিত বুদ্ধিত সবাতকৈ চুৰা। স্কুলীয়া এজনে এবাৰ বল নিওঁতে কলেজৰ এটা লৰাই বল ভেটিব খোজোঁতে হঠাৎ আগৰ জন পৰি গ'ল। কনক ওচৰতে আছিল। কথা নাই বতৰা নাই ততালিকে কলেজৰ ছাত্ৰজনক হাতেৰে ধৰি কিয় "ফাউল"

কৰিছে বুলিয়ে এটা ডাঙৰ ঘূচি মাৰি দিলে। চৌদিশে কোঢ়াল লাগিল। কলেজৰ কে'জনমানে কনকক আগুচি ধৰিলে। বাহিৰৰ পৰাও কলেজ, স্কুলীয়া ছাত্ৰ সকলোৱে তাঁলৈকে লৰি সোমাল। সকলো পিনে "মাৰ ধৰ" বুলি শব্দ কৰিলে। কোন ল'ৰাই কাক মাৰে একো থিৰাং নোহোৱা হ'ল। ছাত্ৰৰ মাজত হতা-হতি, চুলিয়া-চুলি, ঘূচিয়া-ঘূচি, টনাটনি লাগি পৰিল। যি নহওক ফুটবলৰ ভিতৰত যে ইমান গোলাগুলি, বিষ বাষ্প সোমাই আছিল তেতিয়ালৈকে কেৱে গম ধৰিব পৰা নাছিল। মুহূৰ্ত্ততে সেই বিষবাষ্পে পথাৰময় এখন কুৰুক্ষেত্ৰত পৰিণত কৰিলে। কনকে কেবাটাও কলেজৰ ল'ৰাক পৰামাৰি ধৰি, কাকো ভুকু, কাকো, কিল, কাকো গোৰ শোধাই লৰ মাৰি ওলাই কে'টামান মিঠাপানীৰ বটল আনি ' 'আহ কোন আহ, আজি তইঁতৰ দিন বা মোৰে দিন," বুলি গদাস্বৰূপ বটল হস্তে অভিনয় মঞ্চিৰত বৃকোদৰৰ প্ৰৱেশ হ'ল। কোন কেনি ভাগিল কোনে জানে? স্কুলীয়া ল'ৰাৰ জয়োল্লাস ধ্বনি হ'ল কেৱে ক'লে, "হাৰিলোঁ হাৰিলোঁ তেও এপালি দিব পৰা গ'ল। কেৱে ক'লে হাৰিমেই বা কিয় আকৌ নতুন খেল হ'ব। সময় শেষ নৌহওঁতেই খেল ভাগিছে। কেৱে কেৱে কৈছে সেই সিইঁতৰ "চেণ্টাৰমেন্"টোৰ ভৰি ভাঙি থব পাৰিলে ভাল হ'লহেতেন। কেৱে কৈছে 'ভাঙিছে ঔ, সি আজি উঠা টান। কাইলৈ যদি খেল হয় তেন্তে সি খেলিব নোৱাৰে। কনকে কলে খেলক— যদি কাইলৈ খেল হয় তেন্তে প্ৰথমে বহুৱাই দিম। এজনে ক'লে ছুৰি আনিবাহে। কনকে কলে সেইটো হ'ব নোৱাৰে। হাত-ভৰি থাকোঁতে ছুৰিৰ আৱশ্যক কি? দেখাদেখি ৰণ কৰিবি, চোৰ বা গুপুত ভাব কিয়? সিদিনাৰ পৰা দিনচেৰেক নগৰখন অলপ গৰম হ'ল। খেলৰ কথা-বতৰা, গলা-গপাই আন সকলো কথা তল পেলালে। লগে লগে কনকেও ছাত্ৰসকলৰ মাজত কিছুমানৰ মনত নেপোলিয়ান, গাৰিবল্ডি বা শৰাইঘাটৰ বীৰ নাম পালে। অৱশ্যে কিছুমানে বিশেষকৈ কলেজৰ ছাত্ৰৰে অতপালি, টটাটিঙা, দুষ্ট বা অঘাইতং গুণ্ডা কনক বুলিয়েই আখ্যা কৰিলে আৰু সুবিধা পালে ডাঙকৈ এদিনকনি দিব বুলি মনে মনে পাঙিলে। আনকি সিইঁতৰ "চেণ্টাৰ" হাফ্ বলোভদ্ৰ আন নাম কালাপাহাৰে প্ৰতিজ্ঞা কৰিলে— কনকৰ যদি ভৰি ভাঙি নথওঁ তেন্তে মই বলোভদ্ৰই নহওঁ। সেই প্ৰতিজ্ঞা কামত কিমান ফলিছিল সেইটো নাজানিলেও এইটো জনা গৈছে যে সঁচাকৈ বলোভদ্ৰই 'আই এ' চাৰিথাৰ ফেল কৰাৰ পিছত— কলেজ এৰাত তাৰ নাম, বা সি কোন, কেনি গ'ল সেইটো কোনোৱে স্মৃতিত নাৰাখিছিল আৰু সময়ৰ লগে লগে বলোভদ্ৰ নামো কলেজত তল পৰিছিল। আন পিনে কনকৰ্ শোণ পোৱে মাজে জিলিকাৰ দৰে জিলিকি উঠিছিল। যদিও কনকে এবাৰ খেলত এজনৰ ভৰি ভাঙি কে'বাদিনো আস্পাতালত থপি ল'ৰাটোক মিছায়ে কষ্ট দিয়াৰ কাৰণ যে সিয়ে আৰু তাৰ ফুটবল খেলাই, সেইটো ভাবি সমস্ত সেই ফুটবল চিৰকাললৈ বিসৰ্জন দিছিল।

(৭)

সিদিনা সৰস্বতী পূজা। স্কুল-কলেজৰ ছাত্ৰৰে মনে মনে পূজা নামানিলেও জানোচা পৰীক্ষাত ফেল হয়, এনে ভাবত মনে মনে আই সৰস্বতীক ভক্তি নেদেখুৱাই বুলি বা পূজাৰ দিনা মনে মনে কোনোৱে নেদেখাকৈ হ'লেও একোবাৰ সেৱা কৰিছিল। অৱশ্যে জানোচা সেই সেৱা কৰা কোনোৱে দেখে বা লাজত পৰে এইটো ভাবি যিমান গুপুতে পাৰে সিমান গুপুতেৰে তেনে কামটো সমাধা কৰিছিল। অঞ্জলি দিয়াৰ সময়ত অৱশ্যে সকলোৱে একেলগে বহি বামুণৰ মন্ত্ৰ স্পষ্টকৈ শব্দবোৰ ফুটাই ছুলিব নোৱাৰিলে যেনে পাই তেনেকৈ গাই, "ভদ্ৰকাল্যৈ নমো নমোঃ" বুলি অঞ্জলি দিছিল। কনকৰ স্কুলতো এনে পূজাৰ মহা সমাৰোহ। এই পূজাৰ লগে লগে ছাত্ৰসকলে আন আন কামতো বহুতো সুবিধা কৰি লৈছে। যেনে লুচি, দালি, পৰমান্নৰ লগে লগে কেইবাকছমান চিগাৰেট, বিৰি বা খোটা। যেনে ভক্তি শ্ৰদ্ধা আৰু পূজাৰ লগে লগে হাই-কাজিয়া-পেচাল, সময়ত মৰামৰি, হেতাহুতি। যেনে— গীত-বাদ্য; তাণ্ডৱ পাৰদৰ্শিতা দেখুৱাবলৈ সুবিধা

কৰা আৰু দুই-এজনে সেই সুচলতে ভাও লওক বা নলওক, কাম কৰক বা নকৰক কিন্তু ইহঁতে লবি-ঢাপৰি সিহঁতে তত্ত্বাৱধায়কে গৈ সিহঁতে এইটো নহ'ল, সেইটো নহ'ল বুলি কামৰ তৎপৰতা দেখুওৱা, আৰৌ তাওৰ সময়ত আগে বা পিছে মাজে মাজে ওলাই আহি তাওৰ 'organiser' অৰ্থাৎ তেওঁবেই যেন সকলো সুখ্যাতি প্ৰাপ্য— এনে ভাবৰ নিৰ্দশন দেখুওৱা ইত্যাদি নানাতৰহৰ সোণালী সুযোগ কৰিছে। যি নহওক সৰস্বতী আই শ্ৰীপঞ্চমীত আহিল। বামুণৰ মন্ত্ৰ ধূপ-ধূনা ফুলৰ গোন্ধেৰে পূজা-ঠাই আমোলমোলাই উঠিল। লগে লগে নমো 'বীণাপাণি বসন্তৰ ৰাণী' আদি কত যুগ ধৰি চলি অহা সেই সংকীৰ্তনকেইটাৰ পুনৰ ধ্বনি হ'ল। অৱশ্যে বছৰি বছৰি যদিও আই সৰস্বতী আহে তথাপি সেই সংকীৰ্তনকেইটাৰ উন্নতি বা অলপ অচৰপ লৰচৰ কৰিবলৈ ল'ৰাইতৰ মূৰত আয়ে বুধি নিদিলে। অথবা সনাতনী ধৰ্মৰ সনাতন প্ৰথা চিৰকাল একেভাৱেই চলিব তাৰ অলপ অন্যথা হ'লেই সনাতন ধৰ্ম ৰসাতলে গ'ল বুলি চিঞৰা সনাতনী দলৰ যেতিয়া নিয়ম তেন্তে সংকীৰ্তনকেইটাত বা নতুনত্ব কেনেকৈ হ'ব? অৱশ্যে দেখাত যদিও ল'ৰাহঁতে সনাতনী সকলক সমূলি খিণায়। যি নহওক এই পূজা দুদিন ছাত্ৰসকলৰ মাজত এখন লুকাভাকু, এখন ভাল-বেয়া বং ধেমালি এখন পূজাক শিখণ্ডী কৰি নিজ নিজ লক্ষ্যভেদ কৰা অৱস্থাৰ যে দৃশ্য তাত সন্দেহ নাই। অৱশ্যে সৰস্বতী আইক যেতিয়া ষোড়শোপচাৰে পূজা দিব লাগে তেন্তে কেৱল ভালটো কৰিয়ে পূজা দিলে যে বেয়াটো বৈ যাব সেইটো ল'ৰাইতে সহজতে বুজি বেয়া-ভাল দুয়োটাৰে সাধনাৰ টিকলি দিয়াত কেৰে আপত্তি কৰা উচিত নহয়।

পূজাৰ পিছদিনা বিসৰ্জনৰ পাল পৰিল। সৰস্বতী আইৰ বিসৰ্জন দিয়াৰ আদৰ্শ আন একো নহ'লেও অসমীয়া ল'ৰাইতে কেতিয়া কোনোমতে বি, এ, টো পাছ কৰি সমূলি সৰস্বতীক বিসৰ্জন দিব পাৰে সেইটো ভালকৈ বুজে। অৰ্থাৎ কিতাপ পঢ়া, সৰস্বতী পূজা কৰা, বিদ্যা লভা ইত্যাদি বিবাদ তপস্বী ভাওটো কোন দিনা এৰিব পাৰে সেই শুভক্ষণলৈ বাট চাই থাকে। সেই শুভ মুহূৰ্ত আহিলেই আমাক আৰু কিয় সৰস্বতীক লাগিছেহে এতিয়া লক্ষ্মী পূজাৰ হে দিন। এনে কথাৰ বহুত ঠাইত ধ্বনি হোৱা শুনা যায়। যেন পূজা, ভক্তি শ্ৰদ্ধা ইত্যাদি গুণবোৰ লগাৰ সময়তহে আৱশ্যক, যেন বাহিৰা সাজ-পাৰৰ দৰে যেতিয়াই তেতিয়াই সেইবোৰ খহাই থৈ নতুন সাজ-পাৰ লব পাৰি। অন্তৰৰ লগত সেইবোৰৰ সম্বন্ধ যেন তেল-পানী স্বৰূপ। কোনোমতে মিল নাখায়; কোনোমতে খাপ নাখায়। যি নহওক নগৰ সংকীৰ্তন হৈছে ক্ৰমে ক্ৰমে ছাত্ৰৰ ওলাই একোখনি প্ৰতিমা লগত লৈ কেৱে বেও, কেৱে ঢোল-খোল, কেৱে আধা বঙলুৱা সংকীৰ্তন গাই লৰিছে— এনে দৃশ্য দেখি কোনে ক'ব অসমীয়া ল'ৰাৰ তেজ নাই বুলি, কোনে ক'ব অসমীয়া মৰা কানীয়া, স্যোৱোপা জাতি বুলি। অৱশ্যে এনে দলবল, উৎসাহ উদ্যম দেখি লাচিত বৰফুকনেও লাজ পাই ধন্য ধন্য অসমীয়া ডেকাদল আমাৰ সময়ত এনে কৰিব নোৱাৰিলোঁ, শৰাইঘাটৰ ৰণ এনে আধাবঙলুৱা গীত গাই যোৱা সংকীৰ্তনৰ লগত কিজানি একো নহয় বুলি ভয়তে ক'ৰবাৰ চুকে-কোণে বা মেঘৰ আঁৰত যে ঠাই লৈছে তাত সন্দেহ নাই।

কনকহঁতৰ প্ৰতিমাও লৈ গৈ নৈৰ কাষ পালে। সন্ধিয়াৰ লগে লগে তাতে ধূপ-ধূনাৰে আৰতি কৰি খোল-তালেৰে শব্দ কৰি সৰস্বতী আইক বিদায় দিব। কে'জনমান কাপোৰ সলাই পানীত নামো বুলি আইক দাঙি লৈছে, হঠাৎ কনক ক'ৰবাৰ পৰা লৰি আহি "চাওঁ চাওঁ এবাৰ চাওঁ" বুলি ওচৰ চাপি ততালিকে হাত এখনত ধৰি "মূৰ খাইতী, সকলোকে বিদ্যা দিব পাৰ মোকহে নিদিয়, চাওঁ কিয়া দিয়া হাতখনকে ভাঙি দিওঁ—" বুলি ততালিকে হাতখন টান মাৰি দিলে। মাটিৰ হাত ততালিকে ভাঙি পৰিল। কনকে ক'লে, "কেনে মজা পালি মূৰ খাইতী— মূৰ খোৱা তোৰ ব্যৱসায়— মোক বিদ্যা নিদি আনক দিবিনে?" সকলোৱে ছিঃ ছিঃ কৰিব ধৰিলে। এজন মাষ্টৰে ক'লে এনে অঘাইতং। ইয়াৰ কেতিয়াও ভাল নহয়। কনকে লোৰসানীৰ ভঙা হাত লৈয়ে "তাইতে ইবোৰ পানীত পেলাই দিলেও, হাতখন পেলাব নিদিওঁ। বহুত লোকৰ মূৰ খাইছে, আৰু কিমানৰ যে খাব অন্ত নাই। মাওঁতোন কেনেকৈ বেটীয়ে বিদ্যা নিদিয়ে।" বুলি লৰ মাৰিলে। মাষ্টৰজনে

শোকে, দুখে, ভয়ে বিসর্জনৰ কাম সমাধা কৰি কত মন্তব্য ভাবৰ কল্পনা কৰি পূজাৰ ঠাই পালেগৈ। কেৱে ক'লে অহাবাৰ পৰীক্ষাত বা কেনে হয় আইয়েহে জানে। কিন্তু আচৰিত কথা সিবাৰ পৰীক্ষাত বহুতৰ ভাল হ'ল। কনকেও ফেলনে গতি নকৰি পাছ হৈ অলপ উন্নতিৰ পথলৈকে বাট ল'লে। সেইদিন ধৰি কনকে সৰস্বতী পূজা কৰা বুলি কেৱে ক'ব নোৱাৰে। যেন পূজাৰ লগত তাৰ চিৰ-বিচ্ছেদ। কিন্তু আনপিনে তাৰ মনত এটা প্ৰবল ধাউতি হৈছিল যেন সি বল কৰি সৰস্বতী আইৰ পৰা বিদ্যা কাঢ়ি আনিব। যেন ভয়তে পূজা কৰি গলাবস্ত্ৰ হোৱাতকৈ তাৰ শক্তি অধ্যৱসায় আৰু সাহসেৰে জয় কৰিব।

(৭)

মোৰে ফুলনিতে বাছকবনীয়া
গোলাপ খৰিকা জাঁই,
মোৰ হিয়াতলি আকুল কৰিহে
কোনে মউ গীতি গায়!
কোন সুদূৰতে পলাশ ফুটিছে
আকাশ বাঙলী কৰিছে চাই,
ৰূপে জকমক্ ফুলে চকমক্
ফাগুনী বতাহে পাপৰি উৰুৱায়।
মোৰে পৰাণ আকুল কৰি যায়।

বঢ়িয়া গাইছ ভাই! তোৰ গীতবোৰত প্ৰাণ আছে। কেৱল প্ৰাণ নহয় ঐ তাৰ লগত আৰু এবিধ আছে। কি?

বাউলৰ ভাব। বাস্তৱতে মনটো উকণ্ডা উকণ্ডা লাগে; পছোৱা বতাহত কলৈ যায় ক'বকে নোৱাৰোঁ। বিশেষত আইতা মৰিবৰে পৰা মোৰ এটা নতুন জীৱন আৰম্ভ হৈছে। দেখিছ বাৰু মোৰ আজিকালি কিমান সলনি।

ইবিলাকত নহ'লেও পঢ়াত কিন্তু বৰ ভাল কৰিব ধৰিছ। পিছে এইবাৰ প্ৰথম হ'ব পাৰিবিতো?

আগৰ পিনে নহ'লেও, পাছৰ পিনে পাৰিম। দেখিছা হৰ্ষ পৃথিবীখন ঘূৰি ঘূৰি গৈ আকৌ একে ঠাইতে ওলাব পাৰি। সেইদৰে আমিও প্ৰথম হ'লেও শেষত বি-এল্ পঢ়িব পাৰোঁ আৰু চুঁচৰি-বাখৰি কোনোমতে উঠিছো। কি কোৱা?

কনক, যিয়ে নহওক কিন্তু বৃত্তিটো ধৰিব লাগিব।

ঈশ্বৰে জানে, অৱশ্যে বৃত্তিটো ধৰিব পাৰিলে এবাৰ কলেজৰ দুৱাৰ পাৰ হ'ব পাৰিলোহেঁতেন।

কনক এতিয়া মেট্ৰিকুলেশ্যন ক্লাছত পঢ়ে। এই কেইবছৰতে কনকৰ বাওৰতে বহুতো সাল-সলনি হৈছে। এপিনে পঢ়াত যেনে ভাল হৈছে আনপিনে তাৰ আগৰ সেই টটাটিঙা স্বভাৱ নাই। কনক এতিয়া ধীৰ, গম্ভীৰ। ইয়াৰ কাৰণ কনকে যেতিয়া তৃতীয় শ্ৰেণীত পঢ়ে তেতিয়া তাৰ মাক ঢুকায়। সেই সময়ত কনকৰ আৰু নিজৰ কেও সহায় নাছিল। ওচৰৰ কেৱল এজন দূৰ সম্পৰ্কীয় মানুহৰ কোনো ল'ৰা-ছোৱালী নোহোৱাত কনকক কৈছিল, "চা কনক যদি তই ভালকৈ পঢ় তই বহুতো ভাল কৰিব পাৰিবি। বুধি তোৰ বৰ চোকা।"

কনকে তেতিয়া মাকৰ শোকত অস্থিৰ আছিল। সম্পৰ্কীয় মানুহজনৰ কথা শুনি ক'লে, মোৰ পঢ়িবলৈ ইচ্ছা আছে। বিশেষকৈ মই ইংৰাজী আৰু সংস্কৃত ভাল পাওঁ। কিন্তু পঢ়াব কোনে? এনেতে যদু বৰুৱা আৰু এজন স্কুলৰ মাষ্টৰো সেইপিনে যায়। যদু বৰুৱাই কনকৰ সেই দূৰ সম্পৰ্কীয় মানুহজনক দেখি ক'লে, "কি ফুকন, কি কৰিছে?"

কি কৰিব, এই ল'ৰাটোৰ কোনো নোহোৱাত ইয়াৰ মাকো ঢুকাল।

যদুবৰুৱাই ক'লে, "ঈশ্বৰে" ভালকহে ভাল কৰে, দুষ্ট আৰু অমঙ্গলকৰ অদৃষ্ট ও তেনে হয়।

এনেতে মাষ্টৰজনে ক'লে কিন্তু ইয়াৰ বুধি বৰ চোকা। ভালকৈ পঢ়িলে আন সকলোকে চেৰ পেলাব। সি কেতিয়াবা কেতিয়াবা শ্ৰেণীত এনে একোটা কথা সোধে যাক মাষ্টৰেও উত্তৰ দিয়া টান। এনেতে ফুকনে ক'লে যিয়ে নহওক আশ্ৰয় নোহোৱা ল'ৰা, ময়ে অলপ আশ্ৰয় দিব খোজোঁ।

যদুনাথে ক'লে বুজিছা ফুকন ইয়াৰ টটাটিঙা স্বভাৱ সকলোৱে জনাজাত। চাবা পিছে আগাৰ চপাই লৈ

নগুৰ শান্তি হ'ব। বোলে, "কম্বল তো ছোড়তাহেই, লেকিন কম্বল ছোড়েগা নেই।" অৱস্থা হ'লে আঘ্যা হ'ব।

যিয়ে নহওক সম্পৰ্কত একপ্ৰকাৰ ভাগিনেই হয়। মোখো ইপিনে ল'ৰা-ছোৱালী নাই। সি যদি ভালে থাকে তেন্তে তাৰেই ভাল, যদি বেয়া কৰে, নিজৰ কপাল নিজে খাব।

শ্ৰীযুত ফণীধৰ ফুকনে এনে ভাবৰ সহানুভূতি জন্মাৰ গুৰিত ফুকনে আগৰ তিৰোতা মৰাত নতুনকৈ এজনী তিৰোতা আনিছে। সেই তিৰোতাৰ প্ৰতাপত নিতৌ চাকৰ একোজন বিনা বেতনে পেঞ্চন দিবলগীয়া হোৱাত চাকৰৰ ঘৰত ডাঙৰ-দীঘল এটা শূন্য হৈ পৰিছিল। ইপিনে চাকৰ নোহোৱাত নূতনকৈ অনা ঘৈণীয়েকৰ বিলাসিতাতো আঘাত পৰাত ঘৈণীয়েকৰ কোপত হাবিয়ে-জঙ্ঘলে খৰিকটীয়াৰ মাজত বনকৰা কুলীৰ লগত, ইপিনে নৈৰ পাৰে পাৰে দীঘল দীঘল ৰাগিণী ধৰি যোৱা নাৱৰীয়াৰ মাজত চাকৰ বিচাৰি হাবাথুৰি খাই যেতিয়া ফুকন বিফল মনোৰথ হৈছিল সেই সময়ত কনকৰ মাক মৰাত কনকৰ টটাটিঙা স্বভাৱ জানিও ফুকনৰ অস্বাভাৱিকভাৱে দুখীয়ালৈ সহানুভূতি জাগিছিল আৰু কনকক পঢ়াওঁ বুলি কিছুমান দিন খৰচ-পাতি দি নিজৰ ঘৰখনৰো কাম তাৰে হতুৱাই চলাই, লগে লগে ঘৈণীয়েকৰ বিলাসিতাতো আঘাত নপৰাকৈ কিছুমান দিন ফুকন ডাঙৰীয়াই ঘৰত শান্তি থাপিব খুজিছিল। পিছত লাহে লাহে পঢ়াৰ পৰা কনকক একেবাৰে ঘৰতে বিনাবেতনে চাকৰ স্বৰূপে ৰাখি লাভতে লাভৰ আশা কৰিছিল।

ফণীধৰ ফুকনে যদুবৰুৱাৰ আগত তেনেভাৱে কথা কোৱাত মাষ্টৰজনে ক'লে, "ৰাখক সিও অলপ পঢ়ি শুনি ভাল হওক। বুজিছে কনক ভাল সহায়েই পাইছে। সকলোৰে কপালত এনে নঘটে। ভালকৈ পঢ়ি-শুনি নিজৰ বাট নিজে মুকলি কৰিবলৈ চা।

কনকেও তেওঁলোকৰ কথাৰ বীচ বাইচ নকৰি ফুকনৰ ঘৰতে সিদিনাৰ পৰা আশ্ৰয় লৈ বিমানপাৰে সংযত হৈ কিছুমান দিন চলিছিল আৰু অলপ-অচৰপ পঢ়াত মন দিছিল। ইপিনে আকৌ ফুকনৰ নঘৈণীয়েকে কনকৰ হতুৱাই বজায়ো। কি চিকটা ল'ৰা ও, কাম-বন কৰিব নোখোজে। হেৰৌ কাম নকৰিলে তোৰ নিচিনা ভতুৱা' কুকুৰক কোনে ভাত-পানী দি পঢ়াব কিতাপ মাচুল দিয়ে বুলি উত্তম-মধ্যম দুটা কথাৰ বান বৰষিছিল। মুঠতে কনকে এখন শোকৰাজ্য সমুখত লৈ কেতিয়াবা এপেট খাই কেতিয়াবা নাখায়েই কান্দি কান্দি চকুলো টুকি কিতাপৰ কাষত বহি সান্ত্বনা পাবলৈ ডাঙৰ ডাঙৰ মানুহৰ সৰুকালৰ দুখৰ চিত্ৰবোৰ পঢ়ি কেনেকৈ সেইবোৰ সময়ৰ লগে লগে গণ্য-মান্য মানুহ হ'ল ইত্যাদিবোৰ ভাবি বৈছিল। তাৰ মনত পৰিছিল মাকৰ কত অভাৱৰ মাজতো সি কোনো দিনাও অভাৱবোধ নকৰি মাকৰ মৰম-চেনেহৰ মাজত সি আনন্দেৰে ডাঙৰ দীঘল হৈছিল। সি ভাবিছিল সেই মাকৰ মৰম আৰু এই বিলাসিতাত মগ্ন ধনীৰ ঘৰৰ পৰা অহা তাৰ মামীয়েকৰ কঠোৰ দুটা কথাৰ মাজত কি হিমালয়ৰ সমান প্ৰভেদ। লগে লগে তাৰ কিমান সাল-সলনি। আগেয়ে যে সি শত দুখ কষ্টতো নাখাই নলৈও এখনি মুক্ত ৰাজ্যত অলপো ভেটা নোহোৱাকৈ পৰ্বত-পাহাৰ ডেৱাই আকাশ-পাতাল সকলোকে সমান কৰি ফুৰিছিল। কিন্তু এতিয়া সকলোপিনে ভেটা, সকলোপিনে বাধা। এনেবোৰ কাৰণত কনকৰ টটাটিঙা স্বভাৱ কমি লাহে লাহে পঢ়াত মন দিয়াত অলপতে সি বহুতকো চেৰ পেলাই ভাল ল'ৰাৰ মাজৰ এজন হৈছিল আৰু তাৰ দুখৰ অৱস্থা আৰু ভৱিষ্যত অন্ধকাৰৰ কথা ভাবি কোনোমতে মেট্ৰিকুলেচনত এটা বৃত্তি ধৰিব পাৰিলে আৰু অলপ পঢ়িব পাৰে বুলি ভাবি লাহে লাহে আৰু পঢ়াত মন দিছিল। ফুকনৰ নঘৈণীয়েকৰ অত্যাচাৰ, লাঞ্ছনা অসহ্য হ'লেও কনকে সকলো কাম-বন অটাই শান্তি পাবলৈ সোণটিহঁতৰ ঘৰলৈ গৈছিল আৰু তাতে সময় কটাইছিল। যদু বৰুৱাই কনকৰ উন্নতিৰ কথা আৰু পঢ়াত প্ৰথম হোৱা শুনি বং পাইছিল আৰু আগৰ মত সদাই কনকক আগৰদৰে নিৰ্বিবাদে মৰমৰ চকুৰে চাইছিল। আনকি সোণটি তাৰ লগত ফুৰিলেও খণ্ড কৰিব ছাবি ভালহে পাইছিল। মাজে মাজে কেতিয়াবা কনকৰ অভাৱৰ কথা শুনিলে দুই-এটকা ৰাপেৰে সহায় কৰিছিল।

সিপিনা মামীয়েকে পুহমহীয়া বাতিপুৱা উঠিয়েই তপত পানী নাপাই কনকক কৈছিল, "তোৰ আৰু কাণ্ডজ্ঞান নহ'ল"।

পিৰীয়েকে এনেতে কৈছিল, " কি হ'লহে"?

"কি হ'ব? ক'ৰ এই বান্দৰ বিটলীয়াটো চপালে। চোৱাচো বাৰু এতিয়াও পানীয়ে তপত কৰা নাই।"

"সি দেখো বান্ধনি-ঘৰত নাই হ'বলা।"

"ক'ৰবাত মৰিছে। কি আপদটো আহিল। খাব-ল'ব দিয়াহে তেওঁ তাৰ সন্তোষ নাই!"

"এতিয়া গ'ল ক'ত?" এই বুলিয়েই ফুকনে উঠি চাই দেখে কনকে বাহিৰৰ এটা শিলত বহি মূৰে-কপালে হাত দি বহি আছে।

"কিয় তেনেকৈ আছ ঔ! সিপিনে মামীয়েৰক তপত পানী লাগে ক'ব নোৱাৰনে? গা তিয়াব নে নাই?"

জাৰকালিয়ে হওক বা গৰম কালিয়ে হওক কনকে বাতিপুৱাই উঠি গা ধুই বান্ধনি-ঘৰ সোমাই পানী তপত কৰি মামীয়েকক মুখ ধুবলৈ পানী দিব লাগে। তাৰ অন্যথা হ'ব নোৱাৰে। গা নোধোৱাকৈ বান্ধনি-ঘৰ সোমাব নোৱাৰে।

মোমায়েকে তেনেকৈ কোৱাত কনকে ক'লে "আজি মোৰ জ্বৰ উঠিছে।"

জ্বৰ উঠিলে হ'বনে? সিপিনে মামীয়েৰক যে গৰম পানী লাগে। গৰম পানী নহ'লে তেওঁ মুখ ধোৱে কেনেকৈ?

কনকে কঁপি কঁপি উঠি কোনোমতে পানী লৈ গা ধুব ধৰিলে।

বাতিপুৱা এনেকৈ জ্বৰৰ গাৰে কনকে লাহে লাহে স্কুললৈ গ'ল। স্কুলত যাওঁতে সোণটিহঁতৰ ঘৰৰ দুৱাৰমুখেৰে যাব লাগে। তেতিয়া সিহঁতৰ পদূলিমুখত আইকণে কিবা কৰিব গুটি পচোৱা চাই আছিল। কনকক দেখিয়েই "আপুনি এই কেইদিন অহা নাই কিবা হৈছেনেকি? এনে বগা পৰিছে কিয়, গা অসুখ হৈছে?

কনকে আইকণৰ কথা শুনি সুধিলে, "সোণটি স্কুললৈ গ'ল?"

এবা, এই মাথোঁ গ'ল। আপোনাৰ স্কুললৈ আজি বেলা হ'ল হ'বলা।

কনকে ক'লেহ "আইকণ মোৰ স্কুলেই বা কি ঘৰেই বা কি? সোনকালেই বা কি আকৌ পলমেই বা কি? এই কৈয়ে কনক বহিল।"

কনকে তেনেকৈ হঠাৎ বহা দেখি আইকণে সুধিলে, "আপোনাৰ কি হৈছে, কিয় তেনে কৰিছে?"

মোৰ ভয়ঙ্কৰ জ্বৰ উঠিছে। আইকণ চাচোন মই এইবাৰ মৰিমনে?

"ছিঃ তেনে কথা কয়নে?" বুলিয়েই আইকণে গুচখচাপি কনকৰ গাটো লাবি চাই "এবা সচাঁকৈ গাটো ইমান তপত। ঘৰ এৰি আহিল কিয়? আজি জানো স্কুললৈ নগ'লে নহ'লহেঁতেন!"

হ'লহেতেন, কিন্তু ঘৰত থাকিলে কোনে কেপ কেপনিৰন শুনি থাকে? আইকণ মোৰতো নিজৰ ঘৰ নাই।

কনকৰ তেনে কথা শুনি আইকণে কনকৰ মুখলৈ থৰ হৈ চাই দেখিলে, "কনকৰ চকুৰ পৰা দুধাৰ চকুলো বৈ আহি টপৰকৈ মাটিত পৰিল।"

আইকণে বুজিলে আজি কনকে কিহবাৰ কাৰণে বৰ বেথা পাইছে। তাই ক'লে, "আপুনি কান্দিছে কিয়? উঠক ইয়াত বৰ ব'দ, সৌৱা চ'বাঘৰৰ কাষৰ ছাঁলৈ বলক।"

কনকে ক'লে, "য'ত আগ্নেয়গিৰি সৃষ্টি হৈছে তাত ছাঁৰে কি জুৰ হ'ব আইকণ? বাৰু বল" বুলি উঠিব খোজোঁতে উঠিব নোৱাৰি আকৌ বহি কঁপিব ধৰিলে। কনকৰ তেনে অৱস্থা দেখি আইকণে লাহেকৈ তাক ধৰিলে। কনকে কথমপি গাত আলমলৈ ছাঁ পালেহি।

"আইকণ! যদি জগতখনৰ মানুহ তোৰ দৰে হ'লহেঁতেন।" তাই নামাতিলে।

কনকে ক'লে, "খন্তেক আগেয়ে ভাবিছিলোঁ সংসাৰ ইমান কঠোৰ কিয়? দয়া-মমতা শূন্য শিলৰ নিচিনা মানুহৰ হৃদয় কিয়? আকৌ এতিয়া কি দেখোঁ। দয়াৰে পৰিপূৰ্ণ, পৰৰ দুখত দুখী, ব্যথাত ব্যথী তোৰ নিচিনা অকণি হৃদয়তে ইমান কোমলতাৰ সৃষ্টি! তোৰ আৱলখু বুকু মৰম চেনেহৰ ভৰপূৰ।" এইবুলি কৈয়েই

কনক পৰি গ'ল। আইকণে ভিতৰলৈ লৰি গৈ দেউতাকক ক'লেগৈ, "চাওকহি দেউতা কনক ককাইদেউৰ কি হৈছে, বৰ জ্বৰ উঠি আমাৰ চ'ৰা ঘৰতে পৰিছে। যদুনাথে ওলাই আহি কাণ্ড দেখি অবাক হ'ল। লগুৱাটোক মাতি কোনোমতে শোৱা-পাটীত তুলি তাৰ মূৰত পানী ঢালিব ধৰিলে।"

(৮)

মোমায়েক-মামীয়েকৰ শত লাঞ্ছনা সহ্য কৰিও সকলো বিপদ আলে-আথানি কাটি কৰি থৈও কনকে নিজৰ বৃত্তিৰ টকাৰে কোনোমতে চলি ইয়াৰ তাৰ পৰা কিতাপ নি পঢ়ি বি, এ, লৈকে গ'ল। ইপিনে আইকণো লাহে লাহে ডাঙৰ হৈ যৌৱনত ভৰি দিওঁ দিওঁ হ'ল। লগে লগে অসমীয়া আৰু ইংৰাজীও অলপ-অচৰপ ভালকৈ বুজা হ'ল। দেউতাকৰ আৰু পচুৱাৰলৈ ইচ্ছা থাকিলেও মাকে বেছিভাগে বিয়াৰ আলোচনাহে কৰাত দেউতাকেও ভাল দৰা বিচাৰিব ধৰিলে।

মাকে এদিন ক'লে, "কিয়, দৰা বিচাৰিয়ে আছে যে কনক কেনে হয়? ল'ৰাটো দেখাতো ভাল, পঢ়া শুনায়ো এতিয়া ভাল হৈছে। শুনিছোঁ হেনো এফ, এ পৰীক্ষাতো ভালকৈ নাম কৰিছে। দেউতাকে ক'লে, এৰা এইবিলাক একো বেয়া নাছিল। কিন্তু এটা কথা তাৰ আন কেও নাই। মাটি এহালিচাও নাই। যদিহে হঠাৎ বি,এ ত বেয়া কৰে নাইবা ভাল কৰিলেও ক'তো চাকৰি-বাকৰি নাপায়, তেন্তে সি নিজকে বা পোহ দিয়ে কেনেকৈ আৰু এজনী পৰৰ ছোৱালী পোহপাল দিয়া দূৰৰ কথা। আমাৰো তেনে অৱস্থা নাই যে চিৰকাল সিইঁতক পোহপাল দিওঁ আৰু সেইটো ভাল্লে নেদেখি। দিনক দিনে দেখিছাই পেঞ্চনৰ টকাকেইটাৰে কোনোমতে খাই-লৈ আছোঁ। সোণটিকো আজিকালি খৰচ বেছিহে লগাত পৰিছে।

কথাটো হয়, কিন্তু কনক ল'ৰাটো বৰ ভাল আছিল। আইকণৰ লগত বৰ সুন্দৰ মিলিলহেঁতেন। তাতে দুয়ো সৰুৰে পৰা প্ৰায় একেলগে ডাঙৰ-দীঘল হোৱা। দেখা নাইনে সি মোমায়েকৰ ঘৰত চাহ পানী খাব নাপালে নিজে গৈ মাতি আনি আমাৰ ইয়াত চাহ খুৱায়; নিজে আলপৈচান ধৰে।

কি কৰিবা, কিন্তু চকুৰ আগতে কেনেকৈনো পানীত ছোৱালীজনী পেলাই দিয়া? তাৰ অৱস্থা তেনে। হঠাৎ ধৰা ঈশ্বৰে নকৰক, যদি বিয়াৰ পিছতে তাৰ কাল হয় তেন্তে ছোৱালীজনীয়ে বা কেনেকৈ ক'ত খায়। সকলো আগ-পিছতো ভাবিব লাগিব।

ঘৈণীয়েকে একো নামাতিলে। অলপ পিছত ক'লে, "চাওক বাৰু, সোনকালে এটা দিহা কৰক। যাতে বামুণৰ ধৰ্ম নষ্ট নহয়।"

এৰা। তুমি যেনেকৈ ভাবিছা, ময়ো তেনেকৈ ভাবিছোঁ এটা বাতৰিও পাইছোঁ। সকলো ঠিকহে হোৱা নাই।

কি?

যদি সেইটো হয় বৰ ভালেই।

কেনে?

মকুন্দ বৰুৱাৰ কথাটো জনা।

এৰা জানো। তেওঁলোকৰতো বহুতো টকা-কড়ি আছে। বৰ চহকী মানুহ।

এৰা ল'ৰাটোৱেও এইবাৰ বি-এ পাছ কৰিছে। মানুহজন অৱশ্যে বৰ কৃপণ। যি কি নহওক ল'ৰাৰ নিচিনা ছোৱালী এজনী বিচাৰিছে। এবাৰ লগ ধৰি কথা-বতৰা হৈ যদি ইচ্ছা কৰে তেন্তে চাওক আপোনাৰ ভালেই মোৰো ভাল। সেইটোকেতো লাগে। নহ'লে জুইত বা পানীত দেখোঁতে দলিয়াই পেলাব নোৱাৰি নহয়। সি যি নহওক ছোৱালীজনী গৈ খাব-ল'বতো পাব লাগিব। তদুপৰি ল'ৰাটোও ল পঢ়িছে যেতিয়া অলপতে উকিল হ'ব। মইতো সকলোপিনে দহোকুশল দেখিছোঁ।

কিন্তু ক'তা আমাৰ আকৌ তেনেখন কপাল হ'লেহে। সিইঁত ধনী মানুহ, লৰাও পঢ়ি-শুনি ভাল হৈছে। সিইঁতে বা কথ ধনী চহকী বা খ্যাতিমন্ত লোকৰ ঘৰ বিচাৰিছে।

চাওঁচো বাৰু, মকুন্দ বৰুৱাৰ লগত মোৰ সৰুৰে পৰা বৰ মিতিৰালি আছে আৰু শুনিছো হেনো কয়

ডাঙৰ মানুহৰ ঘৰৰ ছোৱালী আনিবলৈ তেওঁৰ ইচ্ছা নাই।

চাওক ঈশ্বৰে কৰিলেহে। কথাতে কয় বোলে মনুহে পাণ্ডে ঈশ্বৰে ভাঙে।

(৯)

আইকণৰ বিয়াৰ সকলো যোগাৰ হৈছে। মকুন্দ বৰুৱাৰ ল'ৰা শোভনচন্দ্ৰ বৰুৱাৰ লগত। বিয়াৰ আগতে কে'বা দিনৰেপৰা মিতিৰ-কুটুম আহিব ধৰিছে। যদুনাথ বৰুৱা সিমান ধনী-চহকী নহ'লেও, ডাঙৰ ধনীৰ ঘৰৰ ছোৱালী দিয়াৰ কাৰণে যি পাৰিছে অলপ যোগাৰ-পাতি ভালকৈ কৰিছে; যাতে শহুৰেকৰ ঘৰত ছোৱালীৰ লগত দিয়া বস্তু-বেহানি কোনোৱে বেয়া বুলিব নোৱাৰে। ইপিনে মাকেও ছোৱালীৰ ভাল আৰু ধনী ঘৰত দিব পৰাই আনন্দত বিয়াৰ কাপোৰ-কানি সুন্দৰভাৱে বোৱন-কাটন কৰি উলিয়াই, বিয়াৰ ধামধুম, খোৱা-লোৱাৰ যোগাৰ-পাতি অলপ বেছিকৈ কৰিবলৈ গিৰিয়েকক কৈ আশা পূৰ কৰিছে। বিয়াৰ দুদিন আগেয়ে কনকেও বিয়াঘৰীয়াত উপস্থিত হৈ বিয়াৰ সভা সজাত ফুল, গছ-পাতেৰে জাকজমকাল কৰাত চাকি-বন্তি লগোৱাত আৰু আন আন যোগাৰ পাতিতো সহায় কৰিছে। কিন্তু তাৰ আটাইবোৰ কামতে এটা উকণ্ঠা উকণ্ঠা ভাব ফুটি ওলাইছে। বিশেষকৈ তাৰ বি-এ পৰীক্ষা ওচৰতে। পৰীক্ষাৰ ভাবনাই তাক আৰু ব্যাকুল কৰিছে। জানোচা পাৰত নাও বুৰি সকলো নষ্ট হয়। ভালমতে বি-এ টো পাছ কৰিব পাৰিলে এটা উপায় হ'ব। এবাৰ সি সভা সাজিবলৈ কলপাত আনিবলৈ যাওঁতে দেখিলে আইকণে চোতালৰ এটা চুকত বহি আছে। তাৰ চকুৱে চকুৱে আইকণৰ চকু পৰিল। ক'ৰ নোৱাৰো কনকক তেনে অৱস্থাত দেখি আইকণে এটা হাঁহি কিয় মাৰিলে। মনস্তত্ত্ব অনুসন্ধানকাৰীসকলৰ পক্ষে ইয়োটো ভাবিবলগীয়া সমস্যা; কনকে আৰু খোজচেৰেক গৈ বাৰীৰ কলপাত এজন মানুহৰ হতুৱাই কটাই কেইখনমান কলপাত হাতেৰে লৈ আকৌ উভতিল। সিবাৰ দেখিলে আইকণ তাত নাই। সি ভিতৰৰ চোতাল এৰিব ধৰোঁতেই শুনিলে আইকণৰ মাত! কনকে উভতি চালে।

আইকণে ক'লে, আজি গধূলি মোক লগ ধৰিব্য ককাইদেউ! কনকে চাৰিওপিনে চাই ওচৰত কাকো নেদেখি ক'লে, "কিয়?"

"কথা আছে।"

বাৰু যদি সময় পাওঁ। কিন্তু এতিয়াই নোকোৱা কিয়?

কিয়?

কথা আছে।

মোৰ পঢ়াও আছে, পৰীক্ষা আহিছে নহয়।

কেৱল তোমাৰ বিয়া বুলিহে—

"পঢ়িবা বাৰু! কেৱল আজি লগ দিবা। নহ'লে নাথাকিবা দেই।"

"বাৰু!"

(১০)

আইকণে সিদিনা গধূলি তাইৰ পঢ়া কুঠৰিত বহি কত কথা ভাবি আছে কোনে জানে। আগত এখনি তাই নিজ হাতে আঁকা এখন ছবি। সেই ছবিখনত তাই এটা মনোহৰ গোলাপ ফুল আঁকিছে। কাৰৰ এখন ছবিত কিছুমান গোলাপ পাহি সিঁচৰতি হৈ পৰি আছে। তাই সেই ছবি দুখনি চাই তন্ময় হৈ ভাবিৰে আছে। সিঁচৰতি হৈ থকা পাহিবোৰৰ কিছুমান লেৰেলিছে। কিছুমান শুকাইছে, কিছুমান আকৌ সজীৱ হৈয়ে আছে। তাই যেন কাৰোবাক কিবা প্ৰশ্ন সোধো বুলি কাৰোবাক অপেক্ষা কৰি আছে? কিন্তু কেও নাই। হঠাৎ কোনোবা তাইৰ কুঠৰিত সোমোৱা যেন পালে। তাই ভাবিলে কনক আহিছে। কিন্তু কনক নাই। তাইৰ মাকে আহি সুধিলে, কি কৰিছ ঐ, দেউতাৰে কিবা কথা ক'বলৈ মাতিছে শুনা নাই? কইনা হ'লি বুলি দেউতাৰৰ আগত ওলাবলৈকো লাজ লাগেনে? তাই নামাতিয়ে ৰ'ল।

চাচোন এইবোৰ ফুল ভাল হৈছেনে? এতিয়াই সোণাৰী লৈ আহিছে। মনত লাগিবনে?

ফুল কিয় গঢ়ালে আইতা?

তেন্তে শুদা কাপেৰে শহুৰী খাটিবিনেকি? এই কথাই আইকণক আৰু কাঠৰ পুতলাৰ দৰে কৰিলে। তাই কিবা ভাবিয়ে ৰ'ল।

মাকে ক'লে হোঁ ফুলবোৰ পিন্ধ; কত মানুহ আহিব ধৰিছে, আগৰ সক ফুলবোৰ খহাই থ। এইবুলি কৈয়ে মাকে মেজৰ ওচৰলৈ গৈ ফুলবোৰ দিব ধৰোঁতে ছবি দুখনলৈ চকু পৰি ক'লে ছবি নো কিমান আঁক?

আইতা এই ছবিখন চাওক, বাৰু গোলাপৰ আটাইবোৰ সিঁচৰতি হৈ পৰি থকা পাহিবোৰ একেলগ কৰিলে আকৌ এপাহি এনে গোপাল ফুল হ'ব জানো?

মাকে হাঁহি মাৰি ভাল কথা কৈছ? গোলাপৰ সৰি যোৱা পাহিবো আকৌ গোলাপ ফুল সাজিব পাৰিলে তই দেখো কিবা হ'লিহেঁতেন।

কিন্তু কাগজৰে কৰা গোলাপ পাহিবোৰ আঠাৰে লগ লগাই কাগজৰ ভাল গোলাপ কৰিব নোৱাৰি জানো?

হেৰৌ কাগজে কৰা, আকৌ আপুনি হোৱা গোলাপ একে বস্তু হ'লে তো গোলাপ ফুল বাবীত কৰবই নালাগিলেহেঁতেন। এটাৰ জীউ আছে, প্ৰাণ আছে আনটো কাগজৰ। কাগজ যি কাগজেই, গোলাপ যি সেয়া গোলাপেই!

প্ৰাণ থকা বস্তুক আঠাৰে লগ লগাব নোৱাৰি? থ থ তোৰ কথা। মোৰ কাম আছে, পেহীয়েৰহঁতে লাৰু পিঠা কৰিব ধৰিছে যাওঁ। বুলিয়েই মাক গুচি গ'ল। যাওঁতে ক'লে সোনকালে ভাল ফুলবোৰ পিন্ধ!"

মাক যোৱাৰ পিছতো আইকণে কত কথা ভাবিলে তাৰ অন্ত ক'ত। তাই ভাবিলে যদি আঠাৰে প্ৰাণ থকা বস্তুৰ লগ কৰিব নোৱাৰি তেন্তে এনে বিয়াৰে কেনেকৈ প্ৰাণ থকা মানুহৰ যোৰ পাতে। তাই-ভাবি থাকোঁতে থাকোঁতে ফুল ক'ত পৰি ৰ'ল সেইটোলৈ তাইৰ চকু নপৰিল। ইপিনে কনকে কথা দিয়াৰ মতে তাইক লগ ধৰিবলৈকো নাহিল। কিয় নাহিল সেইটোৰ কাৰণো তাই বুজিব নোৱাৰিলে।

(১১)

কনকে আহো বুলিও সিদিনা নাহিল। আইকণৰ লগত দেখা নকৰিলে। কিন্তু ইপিনে পঢ়া কুঠৰিতো কনক নাই। নৈৰ পাৰত তাৰ এজন বন্ধুৰ লগত বহি কথা পাতি আছে।

কনকে কৈছে, "বুজিছা ভাল পোৱাৰ লগত মানুহৰ অৱস্থাৰ সামঞ্জস্য নাথাকে। মানুহে ভাল পালেই বুলি যে মিলন হ'ব লাগিব সকলো অৱস্থাতে তেনে নঘটে।"

"তেনে অৱস্থা নঘটিলে তাৰ পৰিণাম বৰ বেয়া হয়।"

"কেনে!"

কিয় উপন্যাস, নাটক, কবিতা আৰু গল্পবোৰত পোৱা নাই জানো? হয় দুয়ো নায়িকাৰ অন্ত হয়, নাইবা নিৰুদ্দেশ!

কনকে ক'লে, "যদি ভাল পোৱাৰ পৰিণাম এয়ে হয় তেন্তে জগতত ভাল পোৱাৰ সৃষ্টি নহ'লহেঁতেন।"

"ৰোমিও-জুলিয়েট পঢ়িছাতো? লয়লা-মজনুৰ গল্প পাহৰিছা জানো?"

"কিন্তু ক'তা কত ভক্তই ঈশ্বৰক ভাল পাই আপোনপাহৰা হৈও আত্মঘাত নকৰে।"

ক'ৰবাত ক'ৰবাত নিৰুদ্দেশৰ কথা শুনিছা। কিয় বুদ্ধদেৱে কি কৰিছিল? ধ্ৰুৱৰ অৱস্থাও জানা। আৰু কত পটন্তৰ আছে। চৈতন্য?

সেইটো ভাল পোৱাৰ প্ৰথম বা আদি অৱস্থাত তেনে হয়। সেই কাৰণে বুদ্ধ ওলাই গৈও আকৌ উভতি আহিছিল। যেতিয়া ভাল পোৱাৰ আদি অৱস্থা পাৰ হৈ গভীৰ প্ৰেমত মুগ্ধ হৈছিল।

তুমি ক'ব খোজা ভাল পোৱাৰ এটা অৱস্থা আছে। য'ত দৈহিক মিলন অনাৱশ্যক; ওচৰ দূৰৈৰ পাৰ্থক্য নাই।

"এৰা বুজিছা মধুসূদন, মোৰ জীৱনটোত কেৱল ঝঞ্জাবাতৰ প্ৰতিঘাত সহিব খোজোঁ। মিলন এৰি বিচ্ছেদ, দয়া-মমম এৰি কঠোৰতা, ভাল পোৱা এৰি

নিষ্ঠুৰতা, মই আলিঙ্গন কৰিব খোজোঁ।

তুমিও দেখিছোঁ আচৰিত মানুহ।

হ'ব পাৰোঁ। কিন্তু সহোঁতে সহোঁতে এনে হৈছে মধুসূদন যেন আৰু সকলো সহিব পাৰোঁ।

তোমাৰ জীৱনতনো কি কষ্ট পাইছা যে সকলো সহিব পাৰা বুলি ভাবিছা?

এৰা মই অৱশ্যে কাৰো মাৰ-পিট খোৱা নাই, কাৰো গ'তা, ঢকা খোৱা নাই, ক'তো নিষ্ফলতাৰ অভিজ্ঞতা পোৱা নাই। কিন্তু মই পাইছোঁ কি জানা মধুসূদন প্ৰত্যেক মুহূৰ্তে বেজিৰ বিন্ধা। খাব গৈছোঁ "হে হে তই খাব, গাঁৱলৈ গৈছোঁ" হে হে সময় অসময় নাই গীত গাঁও। কোনো ভাল কিতাপ পঢ়ি বিভোৰ হৈ আছোঁ "হেৰৌ কেৱল কিতাপখন মেলি চাই থাকিলেই হ'ল সিপিনে ভাত উতলি গ'ল। পানী খোৱা ঘৰত পানী নায়েই।" ফুৰিবলৈ যাব ওলাইছোঁ "ৰ পোনে পোনে লৰমাৰ, কি বিটলীয়া ল'ৰা ঔ, হেৰৌ দেখা নাই গোহালিত এতিয়াও গৰু অহা নাই। ইপিনে ধোঁৱাও দিয়া নাই।"

মধুসূদনে ক'লে অৱশ্যে সেই হিছাপে তোমাৰ বহুতো কষ্ট হৈছে হয়।

নাই তুমি কষ্ট বুলিছা, ক'তা মইতো আজি সেইবোৰ খেমালিহে বুলি ভাবোঁ। মধুসূদন বাধা, প্ৰতিঘাতে মোৰ হিয়া শিলতকৈও টান কৰিছে। এতিয়া মই কি ভাবো জানা? জানোচা সহোঁতে সহোঁতে কেতিয়াবা এনে হ'ব পাৰিম য'ত হাজাৰ ফাটেকৰ ভয়, লাঠিৰ ভয়, বন্দুক-বাৰুদৰ ভয়, নিৰ্বাসন আৰু ফাঁচিৰ ভয়ো সুন্দৰভাৱে আঁকোৱালি ল'ব পাৰিম।

"ভৱিষ্যতৰ কথা ভৱিষ্যতত! কিন্তু আজি বিয়া ঘৰলৈ নোযোৱা?"

বিয়াতো পৰহিলৈহে।

তথাপি যোগাৰ-পাতি কৰাত সহায় কৰোঁতে আপত্তি কি? তাতে আকৌ কালিৰে পৰা গ্ৰামোফন বজাবই ধৰিছে। আজি "জন্মাষ্টমী" খণ্ড ৰেকৰ্ডত হ'ব নহয়।

আগেয়ে সেইটো শুনিছোঁ। আজি আৰু নাযাওঁ বিয়াৰ দিনা এবাৰ যাব লাগিব। নহ'লে সোণটিয়ে বেয়া পাব।

কনকৰ মুখত ওলোৱা কথাবোৰে কনকৰ অন্তৰত কি ভাবৰ উত্তেজনাৰ সৃষ্টি হৈছে সহজে হৃদয়ঙ্গম কৰিব পাৰি। আইকণৰ বিয়াত কনকে যি পৰিমাণে বং পাব লাগিছিল যেন সেই পৰিমাণৰ অভাৱ বোধ হৈছিল। সেই কাৰণে যিমানেই আইকণৰ বিয়াৰ দিন ওচৰ চাপিছিল সিমানেই কনক বহু স্থিৰ, গম্ভীৰ হৈও বহুতো চেষ্টা কৰিও কিতাপৰ পাতত মন দিব নোৱাৰিছিল। উকণ্ঠা মনেই যদি ভাল পোৱাৰ লক্ষণ হয়তো ক'ব পাৰি কনকে আইকণক ভাল পাইছিল। সেই ভাল পোৱাৰ অনন্ত গতি হ'লেও জানোচা অলপ বাধি ভেটা পাই কনকে ভাবিছিল বিয়া, কাৰ বিয়া, আইকণৰ বিয়া। কিন্তু সেই উকণ্ঠা মনটো কনকে এনেভাৱে হেঁচা দি ৰাখিছিল যে বাহিৰত কনকৰ মুখৰ পৰা কেৱে সিদ্ধান্ত কৰিব নোৱাৰে কি প্ৰবল ধুমুহাই কনকৰ মনত কি প্ৰকাণ্ড ঢৌ তুলিছিল। কনকে মাথোঁ নীৰৱে সকলো সহি ৰৈছিল।

(১২)

আইকণৰ বিয়া হৈ গ'ল। মাহচেৰেকৰ পিছত অকুমাৰী অৱস্থা পাৰ হৈ আইকণ শহুৰেকৰ ঘৰলৈ গ'ল। ইপিনে কনকেও নিজৰ কিতাপৰ মাজত মুগ্ধ থাকি বি,এ,ত সুখ্যাতিৰে পাছ কৰি Philosophyত প্ৰথম ঠাই অধিকাৰ কৰিলে। অ'ত ত'ত কাম বিচাৰি কনকে স্কুলৰ মাষ্টৰ হৈ ভাবিছে মাষ্টৰী কৰিয়েই লাহে লাহে ভিতৰুৱাকৈ এম,এ, দিব। এনেতে কনকৰ মোমায়েক ঢুকাল। মামীয়েকক কনকে খৰচ-পাতি দি নিজৰ ঘৰতে ৰাখিলে। য'তে বদলি হয় তাঁলৈকে মামীয়েকক কনকে নিয়ে। মামীয়েকৰো আগৰ সেই কঠোৰ ভাব, বা আপোনপৰ ভাব এতিয়া নোহোৱা হৈছে। কনক সঁচাকৈ মামীয়েকৰ মনত নিজৰ ভাগিনীয়েক। এতিয়া মামীয়েকে কনকৰ আগৰ কথা পাহৰি যাতে কনক ভালে-কুশলে থাকে, কনকৰ ভাল ঘৰ হয় ইয়াৰে চিন্তাত ব্যাকুল। সিদিনা মামীয়েকে কৈছে, "কনক কাম-কাজ পালি, এতিয়া এজনী ছোৱালী বিচৰা বাওক।"

কনকে ক'লে "মামীদেউ সেইবিধে বাকী আছে। আৰু অসমীয়া ল'ৰাই কি কৰিব? বি, এ, পাছ কৰি বিয়াপণ শেষ কৰিব পাৰিলেই হ'ল। মামীদেউ, মই বিয়া বৰ ভাল নাপাওঁ, আপুনি তাৰ নিমিত্তে মূৰ ঘমাব এৰক।

কিয় আজি মই আছোঁ কাৰণে ভালকৈ খাইছু, লৈছু, কিন্তু মই চকু মুদিলেই খোৱা-লোৱা হয় কেনেকৈ? আৰু সংসাৰলৈ আহি সংসাৰ নাপাতিলে হয়নে?

সেইটো ঠিক বুলি ক'ব নোৱাৰোঁ।

তই পঢ়া ল'ৰা, পঢ়ি-শুনি সকলো জান; তোকনো আৰু আমি বুজাব লাগেনে? সংসাৰ নাপাতিলে সৃষ্টি বাঢ়ে কেনেকৈ?

কনকে হাঁহিমাৰি ক'লে, "মামীদেউ ঈশ্বৰৰ সৃষ্টি বাঢ়ে, নাবাঢ়ে তাত তোমাৰ আমাৰ মূৰ ঘমাবলৈ সকাম কি? চামে চামে মানুহ আহি নিজৰ কৰ্ত্তব্য কৰি চামে চামে মৰি গ'লেও জানো কিবা হানি হ'লহেঁতেন?

কিয় নহ'লহেঁতেন? তেতিয়া সৃষ্টি ক'ত থাকিলহেঁতেন?

বাৰু মামীদেউ, কোৱাচো যেতিয়া সংসাৰত মানুহ, গৰু, গছ, গছনি একো নাছিল, তেতিয়া সেইবোৰ ক'ৰপৰা আহিল?

"ঈশ্বৰে সৃষ্টি কৰি পঠিয়াইছে।"

তেতিয়া যদি সৃষ্টি কৰিব পাৰিলে তেন্তে আকৌ নোহোৱা হ'লেওতো সৃষ্টি কৰিব পাৰে। এইবুলি কৈয়েই কনকে এখন বাতৰি কাকত লৈ পঢ়িব ধৰিলে। আকৌ এবাৰ ক'লে, "ঈশ্বৰৰ গধুৰ বোজাবোৰ আমি সাধাৰণ মানুহবোৰে দাঙিব গৈয়ে আমাৰ অহং ভাবটো বেছিকৈ ফুটাই তোলো আৰু আমাৰ অলপীয়া দিনকেইটা শোক আৰু দুখেৰে ভৰা কৰি জীৱনটো দুখৰ চিত্ৰ কৰি পেলাওঁ।

মামীয়েকে সেইবোৰ একো বুজি নাপাই অলপ পৰ থিয় হৈ থাকি কেৱল কৈ গ'ল, "বাৰু মযো চাওঁচোন, তয়ো মনটো থিৰ কৰ, ভাল ছোৱালী পালেই সকলো দিহা কৰিম। তোৰ এতিয়া কোনো নাই, দেউতা-আইতাও নাই, মোমাইদেউ আছিল তেওঁ এৰি গুচি গ'ল, এতিয়া মই তোৰ বিয়াৰ যোগাৰ-পাতি নকৰিলে কোনে কৰিব?"

কনকে মামীয়েকৰ মৰমৰ কথা শুনি চাই ৰ'ল। লাহে লাহে মামীয়েকে ভিতৰ ঘৰ সোমাই কিবা কৰিব ধৰিলে। কনকে ভাবিয়েই ৰ'ল পৰিবৰ্ত্তনশীল জগতৰ কতনো পৰিবৰ্ত্তন। এওঁনে সেই মামীয়েক যাৰ অত্যাচাৰ লাঞ্ছনাত এদিন সি গোটেই জগত আন্ধাৰ দেখিছিল, কিন্তু আজি এনে পৰিবৰ্ত্তন কিয়? এয়া কেৱল মানুহে মানুহৰ ওপৰত যি প্ৰকাৰে নহওক প্ৰভুত্ব পোৱাৰ অপ-ব্যৱহাৰৰ বাহিৰে কি হ'ব পাৰে? ডাঙৰে সৰুৰ ওপৰত, ধনীয়ে ধৰুৱাৰ ওপৰত, গোঁসায়ে শিছ বা ভকতৰ ওপৰত, ডাঙৰ বিষয়াই তলৰ কৰ্মচাৰীৰ ওপৰত, ককায়েকে ভায়েকসকলৰ ওপৰত, ৰজাই প্ৰজাৰ ওপৰত আৰু সমাজে দুখীয়া মানুহ বা অবলাৰ ওপৰত পোৱা প্ৰভুত্ব আৰু তাৰ যে অপব্যৱহাৰ জগতৰ চৌদিশে জল্ জল্ পট্‌ পট্ হৈ আছে। সেই প্ৰভুত্বই যে মানুহক নিজৰ চৰিত্ৰৰ পৰা বহুত দূৰলৈ লৈ গৈ, দয়া মায়া শূন্য অধম পাষণ্ড কৰি তোলে। কিন্তু সেই প্ৰভুত্ব লোপ পোৱাৰ লগে লগে মানুহক আকৌ অনুভূতি শক্তি দিয়ে, ভাল-বেয়াৰ বিচাৰ শক্তি পায়। স্নেহ মায়াৰ মোল বুজাই হৃদয়েৰে সৈতে মিলিবলৈ হৃদয়ৰ আহ্বান পায়। সেয়ে আজি মামীয়েকৰ হৃদয় সাৰ পাই উঠিছে। কনকৰ ওপৰত তেওঁৰ প্ৰভুত্ব যোৱাৰ লগে লগে আজি যে মামীয়েকৰ মনত সঁচাকৈ কনকৰ বাহিৰে আৰু কেও আপোন নাই। গতিকে কনকতে সকলো মৰম, সকলো স্নেহ অৰ্পণ নকৰি কি কৰিব?

কিছুমান দিনৰ পিছত কনকে হাকিমৰ "নমিন্যশন" পালে। অলপতে হাকিমো হৈ যোৰহাট পালেগৈ। মামীয়েকৰ আজি সকলো ঠাইতে আদৰ। হাকিমৰ মামীয়েক, আতে হাকিমে এতিয়াও বিয়া-বাৰু কৰা নাই। গতিকে যাৰ ঘৰতে বায় সেই ঘৰতে ছোৱালী থকা হ'লে যাতে মামীয়েকক ভাল লগাই হাকিমলৈ ছোৱালীজনী দিব পাৰে তাৰ নিমিত্তে চেষ্টা কৰে। গতিকে তেওঁ আদৰ সম্ভাষণ সুন্দৰভাৱে নাপাই কোনে পাব?

কত ছোৱালী মামীয়েকে বাছিলে, কত ছোৱালীৰ কথা শুনি কনকে হাঁহিলে, আৰু ক'লে, সঁচা মামীদেউ ছোৱালীজনীৰ ইবিলাক সকলো ভাল কেৱল নাকটো ফেঁচা। কেতিয়াবা ক'লে তুমি কোৱাৰ দৰে সকলো ভাল, কিন্তু পঢ়িব নাজানে। কেতিয়াবা ক'লে ভালেই, দেখিবলৈকো সুন্দৰ। মই সিবাৰ অসম ছাত্ৰসম্মিলনীলৈ যাওঁতে গীত গোৱা শুনিছিলোঁ, কিন্তু ছোৱালীজনী অলপ দুৰ্বলী, পিছলৈ আৰু দুৰ্বলী হ'ব। বোধ কৰোঁ কিবা ভিতৰি ভিতৰি বেমাৰ আছে। কেতিয়াবা ক'লে মামীদেউ ছোৱালী ছোৱালীকৈ দেখো বাউলীয়ে হ'বা হ'বলা। এইবাৰ যি ছোৱালীৰ কথা কৈছা তেওঁৰ শুৱি বৰ বেয়া। মই তেওঁলোকৰ ঘৰৰ কথা ভালকৈ জানো। ছোৱালীৰ কথা শুনি শুনি আমনি লাগি এদিন ক'লে "মই নগৰীয়া ছোৱালী বিয়া নকৰাওঁ। গতিকে মামীয়েক নিৰুপায় হ'ল। অৱশেষত এবাৰ যোৰহাটৰ পৰা কনক ঘৰলৈ আহোঁতে গাঁৱৰ মৌজাদাৰণীয়ে মামীয়েকৰ মুখৰ পৰা সকলো কথা শুনি গাঁৱলীয়া ছোৱালী বিচৰা জানি তেওঁৰ জীয়েকজনীকে হাকিমলৈ যাঁচিব খুজিলে। মামীয়েকে ক'লে এৰা ছোৱালীজনী বৰ সুলক্ষণী, পঢ়িবও শিকিছে, তাতে আমাৰ হাকিমেও গাঁৱলীয়া ছোৱালী বিচাৰিছে। গাঁৱতনো ইয়াতকৈ আৰু ক'ত ভাল ছোৱালী পাব। ৰূপে-গুণে ঘৰৰ আগগুৰিয়ে সকলোপিনে সুন্দৰ হৈছে। ছোৱালী হাকিমৰ লগত সুন্দৰভাৱে মিলিব। এইবাৰ হাকিমে একোতে খুঁত উলিয়াব নোৱাৰে।

মই আজিয়ে মত লম। কনকে ভাত খাব ধৰোঁতে সিদিনা মামীয়েকে উলিয়ালে, "বোপাদেউ এয়া দৈ গাখীৰ ক'ৰপৰা আহিছে জানিছা?"

ক'ৰপৰা আনিলা? দৈ বাস্তৱতে বৰ সুন্দৰ। যোৰহাটত ইমান দিনে ভালকৈ গাখীৰ খাব নাপাই ভাল লগা নাছিল।

এয়া দৈ মৌজাদাৰৰ ঘৰৰপৰা পঠিয়াইছে, আৰু এটা বাতৰিও আছে।

কেনে?

তেওঁৰ ছোৱালীজনী যাঁচিব খোজে। মই ছোৱালীজনী নিজে দেখিছোঁ, বৰ বুদ্ধিমতী, লেখিবও শুৱনি, পঢ়া-শুনাতো ভাল। আকৌ কাপোৰ-কানি বোৱাতো বৰ পটু এখন ছোৱালীজনীয়ে বোৱা পাটৰ চেলেং মাকে ইয়াতে এৰি গৈছে, চাবা জানো?

মামীয়েকৰ উৎসুক দেখি কনকে অলপো নামাতি নাহৈকে ক'লে, "চাওঁ বাৰু?"

মামীয়েকে ততালিকে স্বৰ্গ ঢুকি পালে। ভাবিলে এইবাৰ নিশ্চয় কনকৰ মন ঘূৰিছে। ততালিকে গৈ কাপোৰখন আনি সুন্দৰ গুনাৰ ফুলবোৰ দেখুৱালে। "বৰ চিকোণ নহয় কনক?"

কনকে ক'লে, "সঁচাকৈ মামীদেউ ছোৱালীজনীয়ে ভাল কাপোৰ ব'ব পাৰে।"

এৰা ফুল কেনে দেখিলা?

ফুলও বৰ ধুনীয়া হৈছে।

মই কনক এই ছোৱালীজনীত মত দিব খোজোঁ।

সিহঁতৰ শুৱিও ভালেই।

কনকে ক'লে এৰা সেইয়া বেয়া নহয়।

তেন্তে মই আজি কথা দিম?

কিহৰ কথা?

বিয়াৰ।

কেতিয়া পাতিব খোজা?

ছুটীৰ ভিতৰতে হওক। ছুটী আৰু কিমান দিন আছে?

প্ৰায় দুমাহ।

তেন্তে গণক আনি দিন-বাৰ ভাল চাই ইয়াৰ ভিতৰতে—

কনকে ক'লে মামীদেউ ছোৱালীজনীৰ কাপোৰ বোৱা দেখুৱালা কাপোৰ বোৱাৰ লক্ষণ দেখি ছোৱালী যে ধুনীয়া আৰু লাহি সেইটোও বুজিছোঁ। ফুলৰ গঢ়ণ চাই ছোৱালীজনী যে বৰ শিল্পী আৰু একাগ্ৰতা চিত্তৰ সেইটোও বুজিছোঁ। কিন্তু— মামীয়েকে ভাবিলে আকৌ কিহত জেওৰা লাগিল। কিজানি হাকিমৰ মন সলোৱাব নোৱাৰিলে ভাবি হাকিমৰ মুখলৈ চাই ৰ'ল।

কনকে ক'লে কিন্তু মামীদেউ তুমিতো ইমান কথাৰ মাজত এবাৰো নকলা ছোৱালজনীয়ে সূতা কাটিব পাৰে নে নোৱাৰে। এৰি-পলু পুহিব পাৰে নে নোৱাৰে?

হাকিমৰ কথা শুনা মাত্ৰকে মামীয়েকৰ আনন্দ

উখলি উঠিল। কিয়নো মামীয়েকে মহূৰ্তেক আগেয়ে ভাবিছিল জানোচা হাকিমে আকৌ কি বিচাৰে। কিন্তু সহজতে বৈতৰণী পাৰ হোৱা দেখি মামীয়েকে বৰতে উতলা হৈ ক'লে কনক ছোৱালীয়ে বৰ ধুনীয়াকৈ সূতা কাটিব পাৰে, এৰি পলুও পুহিব জানে। এৰি মুগা সূতাও কাটিব জানে, চাবা?

তুমি সেইবোৰো গোটাই থৈছা জানো?

এবা মাকে সিদিনা সেইবোৰ মোক দেখুৱাইছিল। মযো ছোৱালীৰ কামবোৰ দেখি বং পাই তোমাক দেখুৱাওঁ বুলি আনিছোঁ, এইবুলি কৈয়ে খপবাই উঠি সূতাবোৰ আনিবলৈ গ'ল।

হাকিমে সূতা লৈ "বৰ সুন্দৰ হৈছে। শিপিনী ভঁৰালৈলে পঠিয়াই দিবলৈ কবা, মামীদেউ? ছোৱালী-জনীয়ে ভাল পুৰস্কাৰ পাব।"

"বাৰু সেইটো কৰিব পাৰিব। পিছে বিয়াৰ কথা?"

কনকে হাঁহি মাৰি ক'লে, "মামীদেউ, বহুত দিন গুৱাহাটীলৈ যোৱা নাই; এইবাৰ আহোঁতেও তাত নৰ'লো। বলা, কাইলৈ গুৱাহাটীলৈ যাওঁ, তাতে দিনচেৰেক বৈ আকৌ ঘোৰহাটলৈ যাম।" "যাম বাৰু, কেৱল বিয়াটোৰ লেঠা মাৰি—"

"মামীদেউ, মইতো গাঁৱলীয়া ছোৱালী বিয়া নকৰাওঁ" এই বুলিয়ে গহীনাই এটা হাঁহি মাৰিলে।

মামীয়েকৰ সকলো ভৰসা মুহূৰ্ততে সাগৰৰ তলত বুৰ যোৱা দেখি লাহে লাহে ক'লে, "ক'তা তুমি দেখো তাহানি কৈছিলা নগৰীয়া ছোৱালী বিয়া নকৰোঁৱা বুলি, আজি আকৌ এনে কোৱা কিয়?"

"মই নগৰীয়া ছোৱালী বিয়া নকৰাওঁ বুলি কৈছিলো সঁচা"

"তেন্তে নিজে কৈ আজি—"

"কিন্তু সেইবুলি মই গাঁৱলীয়া ছোৱালী বিয়া কৰাম বুলিতো কোৱা নাই, মামীদেউ?"

(১৩)

আইকণে বিয়াৰ আগদিনা নানা তৰহৰ কথা ভাবি ভাবি কনকক কেনেকৈ লগ পাব ভাবি আছে। আইকণে সঁচাকৈ কনকক ভাল পাইছিল, গতিকে ভাল পোৱাজনৰ লগত বিয়া নহৈ আনৰ লগত বিয়াৰ ঠিক হ'লে কেনে অৱস্থা হয় তাক বহুতো উপন্যাস আৰু নাটকত আঁকিছে। সেইবোৰৰ দোহাৰি নকৰি, ভাল পোৱাৰ শক্তি বিমানেই তীব্ৰ নহওক, কিন্তু বিধাতাৰ লিখাৰ নিয়ম ডেৰাব নোৱাৰি আইকণে কনকৰ লগত মিলিবও নোৱাৰিলে আৰু নিৰাশাত আত্মহত্যা বা নিৰুদ্দেশো হ'ব নোৱাৰিলে। কিন্তু বিধিৰ ইচ্ছা যেতিয়া আন বিধৰ তেতিয়া আইকণে কেনেকৈ সেইবোৰ কৰে? দুৰ্বলতাৰ কাৰণেই হওক বা অসমীয়া সমাজ সিমান উত্তেজনাত বলিয়া নোহোৱা স্বভাৱৰ কাৰণেই হওক, আইকণৰ সকলো নিৰাশাৰ হুমুনিয়াহ চেৰাই বিয়া হৈ গ'ল লাহে লাহে তোলনী বিয়াৰ পিছত আইকণে শহুৰী খাটিব গ'ল। বাপেক-মাকৰ ঘৰত থাকোঁতেও মুকুন্দ বৰুৱাৰ ল'ৰা লাহে লাহে শহুৰৰ ঘৰলৈ আহি মাজে-সময়ে আইকণৰ লগত কথা-বতৰা পাতি, প্ৰেমালাপ কৰি গীত-বাদ্যৰ আলোচনা কৰি, সুবিধামতে নাট্য মন্দিৰত অভিনয় চোৱাবলৈ নিও লাহে লাহে আইকণৰ মন আকৰ্ষণ কৰিবলৈ চেষ্টা কৰিছিল। আইকণে শহুৰেকৰ ঘৰত গিৰিয়েকৰ লগত থাকিও অতীতৰ স্মৃতিয়ে পোন প্ৰথমে বেছি ৰকমে ব্যাকুল কৰিলেও লাহে লাহে অতীত অতীততে লয় হৈছিল। মুঠৰ ওপৰত কেইমাহমানৰ পিছতে আইকণে সুখেৰে শহুৰেকৰ ঘৰ নিজৰ কৰি লৈছিল, গিৰিয়েককো স্বামী জানে প্ৰেমপূৰ্ণ চকুৰে চাইছিল আৰু গিৰেয়েকৰ মৰম-চেনেহত এখন সুখৰ সংসাৰ অনুভৱ কৰিছিল। আইকণৰ মাক-বাপেকেও জীয়েকক ধনী-মানী, গুণী ল'ৰাক গঁতাব পাৰি আনন্দত দিন কটাইছিল। মাজে-সময়ে শোভন আহিলেই শাহুয়েকে বঙৰ কথা-বতৰা কৈ শোভনক আদৰ সম্ভাষণ জনাইছিল।

কিন্তু সুখৰ সংসাৰত বিধি-পথালি ঈশ্বৰৰ সৃষ্টি বুলি ঈশ্বৰক দুষিলেও কেতিয়াবা কেতিয়াবা মানুহে কিছুমান কথাত নিজে সৃষ্টি কৰে। সেই কাৰণে শোভনৰ মাহীমাক আৰু আইকণৰ কেইমাহমান নেযাওঁতেই মন ভাগিল। মাহীমাকে মুকুন্দ বৰুৱাক লগালে আমি যোৱাৰী আনিছোঁ বুলি খাতোলত তুলি থবলৈ জনা

নাই। কেৱল ঘিৰিয়েকৰ লগত ফুচফুচাই মেল পাতি থাকিলেই হ'লনে? ইপিনে ঘৰ-বাৰী কোনে চলায়? নে লগত কেইজনীমান লিগিৰী লৈ আহিছে? মই এতিয়া তাইৰ বান্দী হৈ সকলো কৰি-ধৰি খুৱাম।

মুকুন্দ বৰুৱাই ক'লে, "কিয় কাম কৰিবলৈ নিদিয়া কিয়?" "কাম কৰিব নিদি কি কৰোঁ?" কিন্তু ক'তা কাম কৰিব দিলেই ভেকাহি মাৰি গুচি যায়। কটাৰীখন লাৰিলে হাত বিষায়। উধা-চেৰেকীত হাত দিলেই মূৰৰ বেমাৰ হয়। ইপিনে আকৌ শোভনেই বা কেনে? হওঁতে শোভনেইতো তোমাৰ অকলশৰীয়া ল'ৰা নহয়? তিনিজনতো সৰু ভায়েক আছে। পিছে সি মনে মনে আজি পাটৰ শাৰী, কালি সোণৰ আঙঠি, পৰহি হাৰ লুকাই আনি পইছাৰ খাস্তাং কৰিব ধৰিছে। সেইবিলাকলৈ সি পইছা ক'ত পায়?"

"ক'তা মইতো তাক সেইবোৰলৈ পইছা নিদিওঁ, আৰু মই থাকোঁতে নিজৰ ঘৈণীয়েকক সি কাপোৰ-কানি, অলঙ্কাৰ যোগায়নে?"

"তুমি সেইবোৰলৈ চকু নিদিয়া। সিপিনে বোৱাৰীয়েকক ৰজাৰ ৰাণী কৰিছে, মোক তাই কুটা হেন নেদেখে। দেখিবই বা কিয়? ল'ৰাই যদি ঘৈণীয়েকক প্ৰত্যেক কথাতে লাই দিয়ে, তেন্তে ঘৈণীয়েকে আমালৈ ভয় কৰিবই বা কিয়? দুয়ো কেৱল দিন-ৰাতি মেল হে মেল। বোলো কাম-বন নকৰি ঘৈণীয়েকৰ লগত বিয়নি-মেল পাতিলেই হ'লনে? ভাল পাটমাদৈ আনিলা?"

"বাৰু সেইবোৰৰ দিহা হ'ব। এতিয়া তামোল কাটা।" বুলি মকুন্দ বৰুৱাই ধঁপাত খাব ধৰিলে। পিছ দিনাই আকৌ নানা তৰহৰ কথা ভঙা-পতা।

"চোৱা বাৰু আজি মই টকা থোৱা পেৰাটো বন্ধ কৰি চাবি কাৰবাকৈ থৈ আহিছো। শোভনে ক'ৰবাৰ পৰা আহি চাবি বিচাৰিছেহি।"

"পিছত"

চাবি নেপাই এবাৰ কৈছে, "চাবি কি হ'ল?" "কিন্তু মই" নেমাতিলো। সৰু ল'ৰাটোৱে কলে মই লুকাই থৈছো বুলি। শোভনে ক'লে, "মাহীদেউ, চাবি জোৰ দিয়া।" মই কলো, "চাবি কিয়? দেউতাৰে তোক চাবি দিবলৈ হাক দিছে।"

"সিপিনে যে ধকৱাই টকা দিবলৈ আহিছে। দিছে দলিল নাপালে কি হ'ব?" মই ক'লো, "ধকৱাক দলিল দিব লাগেনে নিজৰ তিৰোতাক অলঙ্কাৰ দিব লাগে।" সি ভতালিকে ক'লে, "যাৰ যেনে মন, তাৰ তেনে কথা" চোৱা বাৰু, কথাষাৰে কিমানলৈ আঙুলিয়াইছে? ক'তা ঘৈণীয়েকক দুষাৰ কথ আকৌ মোকে অপমান। সিদিনা সি মানুহৰ আগত কি কৈছে শুনিছা? মই হেনো ঘৈণীয়েকক ভালকৈ খাব-ল'বলৈ নিদিওঁ। আমাৰ খোৱা-লোৱা যেনেপ কৰি ৰাখি কোনোমতে সিহঁতক আলুৰে-কচুৰে খুৱাওঁ। এতিয়া বোৱাৰী অনাৰ ফলত এনেবোৰ অপমান পাব লাগিল। নাই, ই বোৱাৰী ভাল নহ'ব। আৰু দুদিনত চাপে মূৰৰ ওপৰত নাচিব। তুমিওতো ল'ৰাক একো নোকোৱা।

এনেতে মকুন্দ বৰুৱাই পিক পেলাবলৈ দুৱাৰৰ বাহিৰলৈ ওলাই গৈ শুনিলে শোভনে সৰু ভায়েক এজনক কৈছে, "হেৰৌ, তামোল এখন আনিব নোৱাৰিলি। ভাত খাই এপৰ বহি থাকিলো।"

মাহীমাকে ক'লে, "শুনিছা ল'ৰাৰ কথা। মোৰ ল'ৰাকেইজন তাৰ চাকৰ। কথাইপতি আলপৈচান ধৰিব লাগে।"

ঘৈণীয়েকৰ কথা শুনিয়ে, মকুন্দ বৰুৱাই বাহিৰলৈ ওলাই গৈ শোভনলৈ চাই ক'লে, "তোৰনো চাকৰ কেইজন আছে ঐ, নে সিহঁত তোৰ চাকৰ যে যেতিয়াই তেতিয়াই তহঁতৰ আলপৈচান ধৰিবলৈ সিহঁতক পাবি।"

শোভনে দেউতাকৰ তেনে কথা শুনি আৰু একো নকৈ তামোল ছালি নেখায়ে শুই থাকিল। তেনে নকৰিয়ে বা কি কৰে? তামোল থাকে মাহীয়েকৰ ঘৰত। মাহীয়েক আছে দেউতাকৰ লগত কথা পাতি। এনে অৱস্থাত সি নিজে গৈ মাহীয়েকৰ ঘৰৰ পৰা কেনেকৈ তামোল আনে? বিশেষতঃ মাহীয়েকৰ থকা ঘৰত আজিলৈকে সোমোৱা নাই।

পিছদিনা মুকুন্দ বৰুৱাই পূজাৰ কাৰণে আটাইলৈ বিহু-মেখেলা, কাপোৰ-কানি আনিলে। কিন্তু মাহীয়েকে বোৱাৰীয়েকৰ যোৰ ৰাখি ক'লে, "সেইটো বিয়াত যি

সোপা পাইছা সেই সোপাকে পিন্ধক। আকৌ এনেবোৰ খৰচ কিয়? দিয়া মানে আসে হে পায়।"

মকুন্দ বৰুৱাই ক'লে, "হয়তো, কিন্তু পূজা বুলিহে।"

"পূজা হ'ল কি হ'ল, যদি পূজা চাবলৈ একো নাথাকিলহেঁতেন তেহে। এইবোৰ পেহীয়েকৰ জীয়েক জনীকে দিব লাগিব।"

"তোমাৰ ইচ্ছা"

কথামতে কাম হ'ল। পূজাত ঘৰৰ আটায়ে নতুন কাপোৰৰ ভাগ পালে। বোৱাৰীয়েকে কাপোৰ নাপালে। শোভনে দেখিও নেদেখাভাৱে ৰ'ল। সিদিনা মৈণীয়েকে মূৰত তেল দিয়া নাই। শোভনে সুধিলে "তেল নৰ্ঘহি এনে ফেকুন্দা পৰিছা কিয় হে?"

মৈণীয়েকে নামাতি ৰ'ল।

"নেমাতা কিয় হে?"

"তেল যে নাই।"

"বটলত তেল নাই? কিয় নোমলইতৰ হতুৱাই দেউতাক নোকোৱা কিয়?"

"তেল কিনি অনাব।"

"কৈছিলো, কিন্তু আয়ে কৈছে মই হেনো তেল বহু খৰচ কৰোঁ। দেউতায়ো কৈছে তেলৰ বটল নো দিনেও আনিব লাগেনে? চোৱাচোন বাৰু মইনো আহিছৰে পৰা কেইবটল তেল খৰচ কৰিলো। কিন্তু মোক লাগে বুলি তেল অনাই আয়ে মাকৰ ঘৰলৈ বটলে বটলে পঠিয়ায়।"

শোভনে নামাতি ৰ'ল। কিন্তু পিছদিনাই কলেজৰ পৰা আহোঁতে এটা জবাকুসুমৰ বটল কিনি লৈ আহিল।

জবাকুসুমৰ বটল খোলোতেই নুমলী ভনীয়েকে মাকক ক'লেগৈ "ককাইদেৰে তেল আনি বউক দিছে। মোকো এটা বটল আনি দিয়া।" মাহীমাকে শুনিয়েই দেউতাকক লগালে, "চোৱা মই ক'লে দেখো নুশুনেই। কালি আপুনি তেল নানিলে দেখি আজি নিজে লৈ আহিছে। মৈণীয়েকে এইবোৰ দেখি সহ নকৰিব কিয়? এনেকৈয়ে মূৰত উঠে।"

মকুন্দ বৰুৱাই মৈণীয়েকৰ কথা শুনিয়ে ততালিকে একো নেভাবি শোভনে যে তেওঁৰ লগত জিদ কৰিছে ইয়াকে ধিৰাং কৰি লৈ শোভনক চিঞৰি সুধিলে, "শোভন, জবাকুসুম আনিবলৈ পইছা ক'ত পালি?"

শোভনে নেমাতিলে। কেৱল মৈণীয়েকক ক'লে, "চোৱা, এইবাৰ জবাকুসুম আনি দিলো। কিন্তু আৰু কাহানিও এই তেলৰ কথা নুলিয়াবা। এই তেল যাঁহাৰ লগে লগে লাহে লাহে সৰিয়হৰ তেল ব্যৱহাৰ কৰা যেন আৰু আগলৈ এইবোৰ কিনিব নলগীয়াত পৰে।" মৈণীয়েকে "মই আৰু এইবোৰ তেল নৰ্ঘহিম বুলিয়ে ভাবিছোঁ। কালিৰ পৰা সৰিয়হ তেলকে ব্যৱহাৰ কৰিম। কেৱল সৰুৰেপৰা ব্যৱহাৰ কৰা নাই বুলিহে ভয় কৰিছোঁ, জানোচা অন্যায় কৰে।"

"অন্যায় নকৰে। কেৱল ইয়াৰ লগত দিনচেৰেক মিহলাই অভ্যাস কৰা। আৰু অন্যায় কৰিলেও উপায় নাই। অৱস্থা চাই ব্যৱস্থা।"

শোভনে একো উত্তৰ নিদিয়া দেখি মাহীমাকে দেউতাকক ক'লে, "তোমাৰ কথালৈ ভাল কাণ কৰা ল'ৰা পাইছা। সিপিনে শুনাচো, ফুচফুচনি মেল। বোলো 'জবাকুসুম' আনি মৈণীয়েকক দিছে আৰু বাপেক-মাকৰ কথালৈ কাণ দিব কিয়?" দেউতাকৰ খঙত ঘিউ হে ঢালিলে। ততালিকে নিজৰ সংযম ৰাখিব নোৱাৰি ওলাই আহি চোতালৰ পৰা সুধিলে, "শোভন, কাৰ পইছাৰে তই তেল আনিলি?

শোভন তথাপি নিৰুত্তৰ। কিন্তু শোভনৰ মনত তেতিয়া কি ভাব কোনে জান? দেউতাকৰ নীচমন দেখি খঙ বিৰক্তি আৰু ঘৃণাৰভাৱে তাৰ মনত জাউৰী উঠি খন্তেকলৈ তাক কঁপাই তুলিছিল।

"এতিয়া নামাতা বোলো ইমানেই যদি মহতালি, ইমানেই যদি মৈণীয়েকৰ কিনা গোলাম তেন্তে কালিৰ পৰা মোক যদি টকা-কড়ি কিবা খোজ, তেন্তে ক'থা যেয়া হ'ব। অনাহকত খৰচ-পাতি কৰিবলৈ মই তোৰ যোগান ধৰিব নোৱাৰোঁ।"

শোভনে মাত দিলে, "কি অনাহকত খৰচ কৰিলো?"

"জবাকুসুম তেল কিয় আনি দিলি? মই নিতৌ তেল আনি আনি ভাগৰি নালো বুলি কৈছিলো। মই আনিব নোখোজা বস্তু তই কোনটো সাহেৰে আনিলি?"

"নিতৌ তেল আনোতে আনোতে দেখো বোৱাৰীয়েকে আজি চাৰি দিন তেল ঘঁহিবলৈ পোৱা নাই। তিৰোতা মানুহে অন্য কষ্ট সহিলে বুলি মূৰত তেল নিদিয়াকৈ থাকিব পাৰেনে?"

"কি মোৰ আগতে এনে কথা। বোলো ঘৈণীয়েৰলৈ যদি এনে মৰম তেন্তে কালিৰে পৰা ঘৈণীয়েৰক মূৰত লৈ নিজে নিজৰ দিহা কৰ। মোৰ টকাৰ খাম্‌খাং কৰিব দিব নোৱাৰোঁ।"

শোভনে দেউতাকৰ এনে কথা শুনি স্তম্ভিত হৈ ৰ'ল। সিদিনা ৰাতি শোভনে ভাত-পানী নেখাই শুয়ে থাকিল। আইকণেও গিৰিয়েকে নোখোৱাত, নিজেও নেখালে। ইপিনে দেউতাক মাহীমাকে খাই লৈ অতাই চাকি নুমোৱাত লাহে লাহে গৈ গিৰিয়েকৰ কাষত বহি শুই থকা গিৰিয়েকৰ গাত মহ পৰি থকা দেখি লাহে লাহে বিচিব ধৰিলে। কিন্তু শোভনৰ সিবিলাকলৈ চকু নাই। কি কল্পনাত কত কি ভাবি দুখে-শোকে শুয়ে থাকিল।

(১৪)

অহকালে পহকালে লাহে লাহে আইকণৰ অৱস্থাৰ কথা মাহীমাকে আৰু দেউতাকৰ অত্যাচাৰ সকলো যদু বৰুৱাৰ ঘৈণীয়েকৰ কাণত পৰিলগৈ। যদু বৰুৱাই ক'লে, "ভাল বুলি যি কৰিলো দেখিছোঁ বিপৰীত হে হ'ল।"

"এৰা মোৰ বাচাই হেনো আজি এবছৰ এযোৰ কাপোৰেৰে কটাবলগীয়াত পৰিছে। খোৱা-লোৱাতো অশেষ কষ্ট দিব ধৰিছে। তেল-সেন্দুৰো নিয়মমতে নাপায়, দিনে-ৰাতি কাজিয়া। এগৰাহ ভাতো সুখেৰে খাব নোৱাৰে।

"কেৱল সেয়ে নহয়। কথা বহুতো আগবাঢ়িছে। পাৰিলে এতিয়া শোভনক একো ধন-সম্পত্তি নিদি উলিয়াই দিব খোজে।"

"তেনেহ'লে উপায় কি হ'ব? মোৰ আইকণৰ কি হ'ব। বোপাটিতো এতিয়া আৰ্জি খাবও পৰা হোৱা নাই।"

"এৰা, 'ল'টো পাছ কৰাতো গলম আছে।"

"তাতকৈ দেখিছো মোৰ আইকণক কনকক দিয়া হ'লেই সুখে থাকিব পাৰিলেহেঁতেন। যি কনকক দুখীয়া, কোনো নোহোৱা বুলি আওহেলা কৰিলে, সেই কনকেই এতিয়া হাকিম হ'ল। মোৰ আইকণ কনকত পৰা হ'লে কত সুখত থাকিব পাৰিলেহেঁতেন।"

"কি কৰিবা? যি হ'ব লাগে সি নহয়। কোনেনো জানে এনে হ'ব বুলি। ভাল বুলিহে কৰিছিলোঁ।" এনেবোৰ কথা কৈ থাকোঁতে শোভন আহি সেইখিনি পালেহি।

"বহা বোপা" বুলি শাহুয়েকে এখন চকি আগবঢ়াই দিলে।

শোভনে ক'লে, "আৰু নাবহোঁ, মই এতিয়াই বেলত যাওঁ।"

কলৈ?

পানীখাইতী।

কিয়?

"কিনো ক'ব, তাত গাখীৰৰ কাৰবাৰ কৰোঁ বুলি ভাবিছোঁ। নহ'লেতো শুনিছেই হ'বলা।" আৰু জানো নপঢ়া?

"Course শেষ হৈছে কেৱল পৰীক্ষা দিলেই হ'ব। তাতে মই গৰু কেইটামান কিনিছোঁ। এজন নেপালী ৰাখি কাৰবাৰ কৰোঁ বুলি ভাবিছোঁ। লগে লগে পৰীক্ষালৈ পঢ়ো বুলি ভাবিছো।"

"ইয়াত জানো একো কৰিব নোৱাৰি?"

"ইয়াত নো কেনেকৈ কি কাৰবাৰ কৰে? সৰু-সুৰা কাৰবাৰ কৰিবলৈকো বেয়া লাগে। সৰু চাকৰি কৰিলেও ভাল নাপাওঁ। ঘৰত যিহকে নহওক কম দৰমহাৰ কাম এটাত সোমালেই মানুহে ভাবিব ইমান ধনী মানুহৰ ল'ৰাই এনে কাম কৰেনে? বিশেষত আজিকালি কাম পোৱাও কঠিন।"

"সেইটো হয়।"

"ইয়াতনো কিমান সৰ? কেৱল বহি বহি বোলে খাওঁ। তাতে এইবাৰ পৰীক্ষাত ফেল কৰাৰ পৰা আৰু কথাই পতি গেজেনা-গাঠনা। সহোঁ কেনেকৈ? তেজ মাংসৰতো শৰীৰ। বোৱাৰীয়েকে একো নকৰেই বোলে।

ইপিনে বাস্তিপুৰাৰে পৰা কাম-বন কৰি, কাপোৰ বৈ বাৰ বজালৈকে কৰিলেও নাম নাই। কিমান দিন যে লখোন গ'ল তাৰ থিবাং নাই। মূৰ্খৰ ওপৰত দেখিছোঁ আৰ্জিব নোৱাৰি বিয়া কৰালে তাতকৈ ভয়ঙ্কৰ কথা একেবাৰেই নাই। আৰু মইতো পঢ়া অৰক্ষণীয়া বিয়া কৰাব খোজা নাছিলো। তেওঁলোকেই বল কৰি কৰালে। কৰালেতো কৰালে, কিন্তু এতিয়া প্ৰত্যেক কথাই "কিয় আৰ্জিব নোৱাৰে, খাব পাবে কেনেকৈ, বোলো ক'ৰপৰা খোৱা মিলে। তাতে এটা পেট নহয় এযোৰ। এনেবোৰ কথা সহোঁ কেনেকৈ?"

শাহুৱেকে ক'লে, "তাই বেটী কম নহয় দেখিছোঁ। ল'ৰা-ছোৱালী হালক নগুৰ শাস্তি কৰিছে এৰিলে।"

"তেওঁৰ কথা কি কম। নিজৰ দেউতাই বা কি ভাল? মাহীয়ে যি কয়, তেওঁ তাতে হৰিল-গৰিল। বোলো পুতেক-বোৱাৰীয়েক সকলোতে বেয়া। পুতেক-বোৱাৰীয়েকে যি কয় সকলো মিছা। কেৱল সঁচা তেওঁহে সঁচা কয়। তেওঁহে ভাল কৰে।"

শাহুৱেকে তামোল দি "অলপ বহা বোপা চাহ এটোপা খাই যোৱা। সোণটিও পৰহি মাষ্টৰী কাম পাই ডিব্ৰুগড়লৈ গৈছে।"

"এৰা, দুমাহলৈ মাষ্টৰী কাম পোৱা বুলি শুনিছো। আজিকালি কাম পোৱাও বৰ টান কথা। একোবাৰ ইচ্ছা যায় সকলো পঢ়া-শুনা এৰি সৰু চাকৰি এটাতে সোমায়ে দিন নিয়াওঁ কিন্তু চাকৰি পোৱাও কঠিন। কিমান নো আৰু মাত-বোল সহিম? আৰু পলম নকৰিব। সিপিনে বেল বাব। যাওঁ বুলিছো যেতিয়া যাওঁৱেই ঈশ্বৰে যি নকৰক।"

(১৫)

শোভনে কিছুমান দিন পানীখাইতীৰ ম'হ খুঁটিতে থাকি বেপাৰ এক প্ৰকাৰ ভালেই কৰিলে। দুই-এপইছা জমালেই, ঘৰলৈকো কাপোৰ-কানি দিব পাৰিলে, ইপিনে শাহুৱেক-শহুৰেককো অলপ-অচৰপ সহায় কৰিব পাৰিলে। লগে লগে পঢ়া-শুনা কৰিও সময়মতে পৰীক্ষা দি 'ল' পাছ কৰিলে। যদু বৰুৱাৰ আনন্দ হ'ল। শোভনেও ভাবিলে বিপদৰ জেওৰা আৰু চেৰাব পাৰিলো। ঘৰলৈ এবাৰ আহি আইকণক ক'লে, "তোমাৰ আৰু দুখ গ'ল। এইবাৰ তালৈকে গৈ সকলো ম'হ গৰু বেচি আহি ঘৰতে ওকালতি আৰম্ভ কৰিম। তুমিও উকিলণী হ'ব পাৰিবা। এতিয়া চাগৈ আয়েৰেও আৰু আহকাল নিদিব।" সিদিনা শহুৰেকৰ লগত এজন গুৰনি ডেকাই কথা পাতিব ধৰিছে। তেওঁ আন বাটেৰে ভিতৰ সোমাই শাহুৱেকৰ ওচৰ চাপি "আই, কালি পঠিওৱা মাখন আৰু দৈ দিছেনে?"

"নিদিব কিয়? তুমি আহিবা বুলিও কৈছে। মই সকলো যোগাৰ কৰি থৈছোঁ। এই বুলি চাহ পানী, লগতে মিঠৈ, পিঠাপনা সকলো আনি জোঁৱায়েকৰ আগত দিলে। শোভনে হাঁহি আজি দেখিছো আৰম্বৰ বেছি। এনেতে যদু বৰুৱাৰ লগতে ডেকাজনো ভিতৰলৈ আহিল। শোভনৰ শাহুৱেকে, ডেকাজনক দেখি কাপোৰ লৈ লুকাব ধৰোঁতে যদু বৰুৱাই ক'লে, "নপলাবা, অচিনা মানুহ হ'লে ভিতৰলৈ আনোনে? চোৱাচোন কোন? ঘৈণীয়েকে চায়ে কলে 'কনক' দেখো, চিনিবই নোৱৰা হৈছে।"

যদু বৰুৱাই ক'লে, "এতিয়া কনক নুবুলিবা। এওঁ যে এতিয়া হাকিম।" এই বুলি কৈয়ে কনকক এখন চকিত বহিব দিলে। কনকে ক'লে, "আই হাকিম বুলি নাভাবিব। মই আপোনালোকৰ সেই কনকেই। মনত পৰেনে সিদিনা মই জ্বৰত পৰি আপোনালোকৰ ঘৰত ঢলি পৰি মাত-বোল নোহোৱা হোৱাত আইকণে কথমপি তুলি আনিছিল আৰু আপোনালোকৰ শুশ্ৰূষাত ভাল হৈছিলোঁ।"

যদু বৰুৱা আৰু ঘৈণীয়েকে হাঁহিলে। ঘৈণীয়েকে ক'লে, "সেই সৰু কথাটোকে আজিলৈকে মনত ৰাখিছা?"

কনকে সুধিলে, "এওঁ জোঁৱাই নহয় জানো?"

"এৰা আইকণৰো মাজতে বি দুৰৱস্থা হৈছিল।"

"এখেত দেখো বৰকৈ খীণাইছে। আপুনি মোক চিনি পাইছে নহয়।"

নিচিনিম কিয়? আই হাকিমকো চাহপানী আনি দিয়া মই যেতিয়া 4th Year ত পঢ়োঁ আপুনি তেতিয়া

কলেজলৈ নতুনকৈ আহিছে। আপোনাৰ ডিবেটিংক্লাবত এটা বক্তৃতা শুনিছিলোঁ। চাহ আনিলে?

"আনিব বাক। আপুনি 'ল' পাছ কৰিলে।"

"এৰা, 'ল'ত বৰ আহুকাল লাগিল।"

"ওকালতি কেতিয়া আৰম্ভ কৰিব?"

"পাছ আহিলেই। পিছে কেইদিনমান উকিল হোৱাৰ আগেয়ে ম'হ গোৱাল হৈও চালো।"

"ভাল কথা, লাভ কৰিব পাৰিলে নে নাই?"

"অলপ-অচৰপ হৈছিল। সি যি নহওক সুন্দৰভাৱে খোৱা-লোৱা হ'ল। আই, কালি অনা গাখীৰৰ নমুনাও অলপ হাকিমক দিয়া।"

চাহ লগতে, পিঠাপনা আৰু দৈ গাখীৰ কনকৰ আগত আনি, যদু বৰুৱাৰ ঘৈণীয়েকে সুধিলে, "পিছে বিয়া-বাৰু কৰোৱা হ'ল নে নাই।"

কনকে ক'লে, "য'তে-ত'তে এই কথাষাৰেই শুনিব পাওঁ। বিয়া-বাৰু, ভূতে এতিয়াও পোৱা নাই, যি নহওক আই।"

সকলো কেইটাই হাঁহিলে। কনকে অলপ পিছতে শোভনলৈ চাই ক'লে, 'আইকণ হ'বলা এতিয়া আপোনালোকৰ ঘৰতে আছে?"

শোভনে ক'লে, "এৰা। এবাৰ আমাৰ ঘৰলৈকো যাব।"

"সময় পাওঁ যদি যাম। আপুনি ঘৰতে থাকিব জানো।"

"আবেলি থাকিম।"

কনকে খোৱা-মেলা কৰিব ধৰিলে। মাজে মাজে বং-ধেমালি কৰি, যদু বৰুৱাৰ লগত গম্ভীৰ কথা কৈ, আকৌ আইকণৰ মাকৰ লগত ঠাট্টা-মস্কৰা কৰি "বিয়াৰ কইনাই বিচাৰি পোৱা নাই" বুলি লাহে লাহে গ'ল। যাওঁতে শোভন বৰুৱাক ক'লে, "আবেলি এবাৰ যাম, থাকিব।"

"থাকিম"

(১৬)

আবেলি কনকে শোভন বৰুৱাৰ ঘৰ পাইছে। শোভন বৰুৱাৰ দেউতাক মুকুন্দ বৰুৱাও ঘৰত আছিল। তেওঁৰ সৈতে কথা-বতৰা কৈ শোভন বৰুৱাৰ লগত কথা পাতিলে। কনকৰ মনৰ অৱস্থা কোনে বুজিব? আজি কিমান দিনৰ মূৰত তাৰ ভাল পোৱাৰ প্ৰতিমা, হিয়া মন্দিৰত থাপনা কৰা দেৱী আইকণক দেখিব। যাৰ স্মৃতিছবিয়ে আজিও কনকক এনেকৈ কল্পনাৰ ৰাজ্যত উটুৱাই ৰাখিছে।

অলপতে চাহ দিছে বুলি কোঠাত শোভন বৰুৱা এবাৰ ভিতৰলৈ গ'ল। আইকণক ক'লে, "চাহ ইয়াতেই দিয়া কনককতো চিনাই।"

"কোন কনক?"

"কিয় তোমালোকৰ কাষত যে আছিল। এতিয়া হাকিম হৈছে। তোমাৰ ককাইদেউৰ লগত পঢ়িছিল।"

'ঔ' বুলিয়েই আইকণে চাহৰ কেটেলিটো হাতত লৈ শোভন বৰুৱাৰ মুখলৈ চাই থাকিল।

"চাই থাকিলা দেখোন। তেওঁক নিচিনা?"

"চিনো"

"ইয়ালৈ মাতি আনো।"

"আনক। কিন্তু মই আগত ওলাব নোৱাৰোঁ।"

"কিয়? আগেয়ে জানো নোলোৱা?"

"সকলতে ওলালেও এতিয়া ওলাব নোৱাৰোঁ।"

"বাৰু ইয়ালৈ মাতি আনো, তুমি কাষৰ হ'বা" বুলিয়েই শোভন বৰুৱা বাহিৰলৈ ওলাই আহি কনকক ভিতৰলৈ মাতি নিলে। আইকণে বহু দিনৰ মূৰত কনকক চাবলৈ ইচ্ছা হ'লেও কিন্তু আজি কনকক চোৱা অপমানৰ কথা ভাবি হৃদয়ৰ সকলো ইচ্ছা দমন কৰি বেৰৰ আঁৰত লুকাই পৰিল। আনকি সকলতে যে এদিনা কনকলৈ আসক্তি হৈছিল, এই কথাটোৰ স্মৃতিয়েও আইকণৰ গুৰ মুৰ নত কৰিলে। মনে মনে যেন লাজ ভাবৰ তীব্ৰ দংশনে আইকণৰ হিয়াত চৌদিশে আঘাত কৰিব ধৰিলে। লগে লগে ওলাওঁ, নোলাওঁ ভাবৰ বিমোৰত পৰি ৰ'ল। আনপিনে কনকৰ মনৰ অৱস্থা। কিন্তু হায়। কল্পনাত এবাৰো ভবা নাই যে, আইকণ তেওঁৰ আগত নোলাব।

কনকে চাহ আগত লৈ কত কথা ভাবিছে কোনে জানে? এই আইকণ আহিছে কিন্তু আকৌ নাই। কোনৰ পিনে আইকণে জামোল কাটিব ধৰিছে। হঠাৎ হাতৰ

বাদ্য বটাত লাগি শব্দ হ'ল। কনকে ভাবিলে আইকণে তামোল তৈ আহিব ধৰিছে। কিন্তু হায়! নিৰাশা, পূজাৰ থাপনা কোন ঠাইত বা কোন বেদীত বহি পূজা কৰিব লাগিব— সেয়া যে দৃশ্যৰ বাহিৰত। তাৰ মানস-মন্দিৰৰ কল্পনা সুন্দৰী ক'ত? মেঘৰ আঁৰত থকা বিজুলী খন্তেকলৈ জিলিকি উঠি কনকৰ মনত তৃপ্তি জানো নিদিব? অলপ পিছত শোভন বৰুৱা আহি সুধিলে, "এতিয়াও চাহ খোৱা নাই?"

"খাওঁ, কিন্তু ক'তা তোমাৰ দেখো নাই?"

"মই এতিয়া আৰু নেখাওঁ।"

কনকে চাহ খালে। 'আইকণক চাওঁ' বুলি কওঁ বুলিও ক'ব নোৱাৰিলে। এয়া যে ভদ্ৰতাৰ বিৰোধী কথা। কিন্তু হায়, কনকে কেৱল চাহ খাবলৈ যে তালৈ অহা নাছিল। তথাপি কনকে সেই চাহ খাই তৃপ্তি পালে। যেন বহুদিনৰ পৰিচিতৰ হাতে কৰা সেই চাহ পি খাইছে। সেই হাতৰ কল্পনাও কেনে মধুৰ? সি যে বহু আশা কৰিছিল আজি নিশ্চয় আইকণ ওলাই আহি তাক চিৰ পৰিচিতৰ দৰে সম্বোধন কৰিব। কিন্তু কনকে বাহ্যিকত অলপো চঞ্চলতা নেদেখুৱালে। সি সেই গম্ভীৰভাৱে থাকি চাহ খাই অন্তাই "শোভন যাওঁ আমনিহে কৰিলোঁ।" বুলি উঠিল।

"কি আমনি আছে। বহুত দিনৰ মূৰত দেখি বঙহে পাইছোঁ। আকৌ বা কেতিয়া দেখাদেখি হওঁ।"

"এৰা শোভন, ঈশ্বৰৰ ইচ্ছাতহে সেইবোৰ ঘটে। নহ'লে মানুহৰ ইচ্ছাৰে হোৱা হ'লে কত কথা হ'লহেঁতেন।" বুলি লাহে লাহে আঁতৰ হ'ল।

ওখে বাটে কনকে এখনি আথাউনি ভাবৰ তৰঙ্গত সাঁতুৰি-নাদুৰি নিজৰ থকা ঘৰ পালেগৈ। ইপিনে আইকণেই বা কেনে অৱস্থাত তাকো ভাবিবলগীয়া।

(১৭)

মানুহে পাতে, ঈশ্বৰে ভাঙে। শোভনৰ সকলো আনন্দ, আশা মুহূৰ্ত্ততে ভঁৰ পৰিল। ওকালতি, ই ৰাজ্যত কৰিব নে আন কোনো ৰাজ্যত গৈ কৰিব সিওতো ভাবিবলগীয়া হ'ল। মাহৰ খুটিতে মাহ গৰুমৰ বেচি আহোঁতেই মৰীয়া পৰি আছিল। সেই নবীয়াতে শোভনৰ শৰীৰ লাহে লাহে ভাগৰি আহিল। এমাহ-দুমাহকৈ বেমাৰ বেছিহে হ'ল। লগৰ পাছ কৰা ল'ৰাই ওকালতি আৰম্ভ কৰিলে। শোভনৰো ওকালতি কৰিবলৈ হুকুম আহিল। কিন্তু হায়! শোভন যে আজি শয্যাগত হৈ পৰি আছে। তাৰ কাষত যে আইকণৰ বাহিৰে আৰু কেও নাই। কেৱল এটা চাকিয়ে টিমিক টিমিক কৈ জ্বলি আছে। সেই চাকিও বৈ আছে কেৱল সেই শেষ মুহূৰ্তলৈ, যি মুহূৰ্তত সকলো অন্ত হ'ব; আৰু দুনাই নজ্বলিব। মাহীমাকে বাতৰি নলয়। আনকি তেওঁৰ এজন ল'ৰাই মাজে সময়ে অলপ আলপৈচান ধৰিছিলহি। কিন্তু মাহীমাকে দেউতাকক ক'লে, "তাৰ কাষলৈ যাব নিদিব। মেলেৰিয়া বেমাৰ ইটোৰ গাৰ পৰা সেটোলৈ আহে।" ইপিনে আকৌ ডাক্তৰকো নামাতে। মাতিবই বা কিয়? আজি কেইমাহ আগতে যে শোভনে মাহীমাকৰ অত্যাচাৰ উৎপীৰণ সহিব নোৱাৰি বেলেগে থাইছিল। কোনেও দেউতাকক ডাক্তৰ মাতিবলৈ ক'লেও মাহীমাকে আগতে কয়, "কিয় ইমান টকা যে আৰ্জিলে সেইবোৰ ভাঙি ডাক্তৰ নানে কিয়?"

শোভনে এনেকৈ পৰি থাকোঁতেই এদিন বাহিৰৰ পৰা এজনে মাত দিলেহি. "শোভন আছানে?"

শোভনে কেঁকাই কেঁকাই মাত দিলে 'কোন'

'মই' .

"কোন মই।"

"কনক"

"কনক–? ভাই ভিতৰলৈ আহা। কনক লাহে লাহে ভিতৰলৈ সোমাল। আইকণে আজি কনকৰ মাতত অচল নহ'ল বা এখোজো নলৰি খিৰীয়েকৰ তৰিৰ কাষতে বহি থাকিল। কনকে সোমায়ে আইকণক দেখি থমক খাই আগুৱাব নে পিছুৱাব ভাবি ৰ'ল। মুহূৰ্ততে কনক আগবাঢ়িল। আইকণ নলৰিল। কনকে শোভনলৈ চাই সুধিলে, "কি হৈছে?"

"আৰু কি ক'বা? সমূলি বুৰিলোঁ। বেমাৰত আজি প্ৰায় আঠ মাহ ভুগিছোঁ। হাতত যি আছিল সকলো চুকাল। তিৰোতাজনো সৰ্বনাশ হয় কেনা কনক, ভাই নাজানো। মোৰ কাৰণে আইকণে কিমান দুখ কষ্ট

সহিছো। শেষত এই বেমাৰী অৱস্থাতো, মই কত যাতনা, নিকাৰ দিলো। গু-মূত পেলাই এসাঁজ খব পাই, এসাঁজ নেপাই মোৰ আলপৈচান ধৰি ধৰি ৰাতি দিন চকুৰ চিপ নামাৰি দিন কটাব ধৰিছে। কিন্তু কি কৰিম! ঈশ্বৰে আৰু উভতি নাচায়। তুমি কেতিয়া আহিলা?"

"মই আহিবৰ আজি চাৰি দিন হ'ল। ইয়ালে বদলি হৈ আহিছোঁ। তোমাৰ বেমাৰ হোৱা বাতৰি পাইহে আহিলোঁ।" এই কথা কওঁতে হঠাৎ আইকণৰ চকুৱে চকুৱে পৰিল। কনকৰ হিয়া জুৰি হেন্দোলদোপ লাগিল। কনকে দেখিলে তাৰ অন্তৰ মন্দিৰৰ দেৱীৰ আজি কি অৱস্থা? আউলী-বাউলী চুলি, চকু গাঁতত সোমোৱা, তেজ বিবৰ্ণ, দেহত যেন আৰু লৰিবৰ শক্তি নাই। কিবা যেন দূৰ-ভৱিষ্যতলৈ থৰ হৈ চাই আছে। কনকে বহুত পৰ আইকণলৈ চাই থাকি এটা দীঘল হুমুনিয়াহ কাঢ়িলে। এবাৰো কথা তাৰ মুখৰ পৰা ফুটি নোলাল।

শোভনে ক'লে, "আৰু বেছি দিন ভাই নাথাকিম। দেখিছা; ঘনে ঘনে কাঁহু। শৰীৰৰ শক্তিও কমি আহিছে। উঠিব-বহিব নোৱাৰোঁ।"

কনকে ক'লে, "কোনে জানে ঈশ্বৰৰ কি ইচ্ছা। ৰবা মই চিভিল চাৰ্জনক আনিবলৈ যাওঁ। শোভন ভয় নকৰিবা। মই পাৰো মানে তোমাক ভাল কৰিবলৈ সকলো চেষ্টা কৰিম।"

শোভনে যেন আথাউনি পানীত খেৰকুটা সহায় পালে। আইকণৰ মনত আশাৰ বন্তি উজ্বলি উঠিল। শোভনে ক'লে, "নাজানো কনক তুমি মোৰ কোন জন্মৰ বন্ধু আছিলা?"

কনকে সেইবোৰলৈ উত্তৰ নিদি ন্যাহেকৈ উঠি যাব ধৰোঁতে আইকণে মাত লগালে, "আপোনাক এখন তামোল-ছালিও দিব নোৱাৰিলো। বটাত শুকান তামোল একেৰিও নাই।"

কনকে সেই বীণাৰ ঝঙ্কাৰ স্বৰূপ শুৱলা মাতষাৰি বহুদিনৰ মূৰত শুনি তধা হ'ল। কিন্তু সেই সুৰত মিহলি থকা মৰ্মভেদী কৰুণ ভাবৰ বশে কনকৰ কলিজা কঁপি তুলিলে। তাৰ হৃদয় তন্ত্ৰীৰ প্ৰত্যেক শিৰেই বীণাৰ তাঁৰৰ দৰে আপোনা-আপুনি বাজি উঠি তাক এখন হৰ্ষ-বিষাদৰ ৰাজ্যলৈ উটুৱাই নি কল্পনা আৰু বাস্তৱতাৰ মাজত থৰ শিলমূৰ্তিৰ দৰে থিৰ কৰি ৰাখিলে। কেৱল তাৰ থৰ চকু যুৰিয়ে আইকণৰ মুখলৈ চাই ৰ'ল। সি দেখিলে সেই গভীৰ খোপত সোমোৱা চকুত কত শোক কষ্টৰ প্ৰতিচ্ছবি। খন্তেকতে দেখিলে আইকণৰ চকু জুৰিয়ে দুধাৰ চকুলো বৈ আহি তাইৰ গাল তিওৱা। কনক কঁপি উঠিল।

"আইকণ নাকান্দিবা। মই সকলো পাইছোঁ। ঈশ্বৰে কৰিলে তোমাৰ মঙ্গল হ'ব; আকৌ শুভদিন উভতি আহিব। মই এতিয়াই ডাক্তৰ লৈ উভতি আহোঁগৈ।"

খন্তেক পিছতে ডাক্তৰ চাহাব আহিল। দুদিন চিকিৎসা কৰিলে। ইনজেকচন দিলে। ইপিনে আইকণৰ খোৱা লোৱা কষ্টবেও ঘৰ ভৰিল। আইকণে ক'লে, "আপুনি সেইবোৰ কিয় আনিছে? মোৰ খাবলৈ শক্তি ক'ত? তেওঁ ভাল নহয় মানে মোৰ প্ৰাণ ক'ত?"

"আইকণ বাউলী নহ'বি। ঈশ্বৰে ভাল কৰিব। ডাক্তৰ চাহাবে আশা দিছে। তই খাই লৈ অলপ গা টঙা।"

কিন্তু হায়! সকলো চেষ্টাতো আইকণৰ কপাল ভাল নহ'ল। সিদিনা শেষ ৰাতি এপিনে আইকণ আনপিনে কনক, কাষত আইকণৰ দেউতাক বহি আছে। মুহূৰ্ততে শোভনে চকু মুদালে। দেউতাকে ক'লে, "বোপাটি বোপাটি আইকণ।"

আইকণে ক'লে, "কি হ'ল দেউতা।"

কিন্তু হায়! সংসাৰ বুৰিল।

আইকণৰ দেউতাকে ক'লে, "অদৃষ্ট! শেষত ইয়াকেহে কৰিলা। আইকণ তোৰ কপালত এনে লিখা আছে বুলি ক'ব নোৱাৰিছিলো।"

কনকে থৰ হৈ চাই ৰ'ল।

(১৮)

এমাহ-দুমাহকৈ শোভনৰ মৃত্যুৰ পিছত দিন উকলিবলৈ ধৰিলে। আইকণ আৰু শহুৰেকৰ ঘৰত নথাকি মাকৰ ঘৰলৈ আহিছে। কনক মাজে সময়ে

যদু বৰুৱাৰ ভালে আছে। যদু বৰুৱাৰো অৱস্থা লাহে লাহে বেয়া হৈ আহিছে। কথমপি ঘৰখন চলাব ধৰিছে। কনকে এদিন ক'লে, "আইকণৰ শৰীৰৰ অৱস্থা বেয়া হ'ব ধৰিছে। তাইক ছিলঙলৈ লৈ যাওক।"

"যদু বৰুৱাই ক'লে, "টকা ক'ত পাওঁ?"

"সেইটোলৈ ভয় নাই। আপোনালোকক মোৰ দৰমহাৰ আধা আধাকৈ মাহে মাহে দিম। মই কামত থাকোঁ মানে পাব। বৰ্তমান বিমান খৰচ লাগে মই দিম। আইকণক ছিলঙলৈ নি ডাক্তৰ লগাওক। স্বাস্থ্য ভাল হ'লে আকৌ উন্নতি আহিব।"

কথামতে কাম হ'ল। দিনচেৰেক পিছত ছিলঙলৈ নিলে আৰু প্ৰায় দুমাহ থাকি আইকণ সম্পূৰ্ণ ভাল হোৱাত উভতি আহিল। সিদিনাৰ পৰা কনকৰ দৰমহাৰ আধা আধা আইকণৰ হাতলৈ আহিল। আইকণে এদিন কনকক চাই ক'লে, "চাওক! আপুনি অন্ত দুখৰ মাজত আৰু অকলে কেনেকৈ কটাব? এজনী বৌ আনক।"

কনকে অলপপৰ নামাতি থৰ হৈ চাই ৰ'ল।

"চাই ৰ'ল কিয়? আপোনাৰ বৌ আনিলে মই কিমান ৰং পাম? মই সদায় আলপৈচান ধৰিম।"

কনকে এবাৰ হাঁহি মাৰি ক'লে, "আইকণ! তই যিখন সংসাৰ পাতিলি, সেইখনেই সুন্দৰ হৈছে আৰু মোৰখন চাব নালাগে। এতিয়া কেৱল শেষ দিন কেইটি ভালকৈ পাৰ হ'লেই হ'ল। নাজানো অদৃষ্টত কি লিখা আছে?"

"তেনে কথা কিয় কয়? আপোনাৰ কন্যা মই নিজে বাছি আনিম।"

আইকণ! মোৰ আৰু কইনা। মোৰ কইনা কাহানিয়ে ক'ৰবাত সৰি পৰি চৌচুকত ভেকুৰিল।

আইকণে সেই কথাবাৰৰ মৰ্ম সহজে বুজিব পাৰি শিলপৰা মানুহৰ দৰে থিয় হৈ থাকিল। দুয়ো কন্তেক পৰ নিমাত, নিস্পন্দ হৈ ৰ'ল। দুয়োৰো চকু কন্তেকলৈ মিলি থৰ হৈ ৰ'ল— অনন্ত ভাবনাৰ উদ্দেশ্য। তাৰ পাছত আইকণৰ দুচকুৰে দুধাৰি চকুলো বৈ আহিল আৰু হায় অদৃষ্ট বুলি ঘৰ সোমালগৈ।

...... দুই আগ্নেয়গিৰি দুই দিনে কেৱল জ্বলিয়ে থাকিল। কোনে জানে ভৱিষ্যতত কি ঘটে। কেতিয়া মই আগ্নেয়গিৰিৰ পৰা জ্বলা জুই, গৰম বাষ্প ওলাই অসমত বিধবাৰ নিৰানন্দ, শোক, দুখৰ প্ৰলয় কৰিব, প্ৰেমৰ সৌন্দৰ্য ফুটাই তুলি শান্তিৰ ৰাজ্য কৰিব?

## উপসংহাৰ

সময়ৰ লগে লগে আইকণৰ সকলো নিজৰ দেউতা আইতা নোহোৱা হ'ল। কনকৰো মামীয়েক সিপুৰী পালেগৈ। আইকণ কনকৰ ঘৰতে নিগাজিকৈ ৰ'ল। কনক আৰু আইকণৰ মাজত হা-হুমুনিয়াহ, চিন্তা, ভাব আৰু শতেক কল্পনাৰ অন্ত নোহোৱা হ'ল। দুয়োৰো মনে এটা উদ্দেশ্যত, এটা লক্ষ্যত চাপলি মেলিলে— কিন্তু দুয়োৰো মাজত কিমান দুৰ্লঘ্য পৰ্বত। কনকে সৰুৰেপৰা সমাজৰ নীতি-নিয়ম নামানে, পাপ-পুণ্য সি নাভাবে, ধৰ্মৰ কথাত সি হাঁহে, ঈশ্বৰ বিশ্বাস তাৰ মনত অন্ধ বিশ্বাস। তথাপি কনকে কি ভয়ত, কিহৰ আশঙ্কাত নিজৰ বস্তু সামৰি নলয়? কি বাধাত সি শোক, দুখ, হা-হুমুনিয়াহ লগৰী কৰে? কনকৰ দুৰ্দমনীয় মনে কিহৰ কাৰণে সকলো সহ্য কৰি সাধাৰণভাৱে যেন সকলো মানি ফুৰাই তাৰ নীতি, দুখ-কষ্ট বৰণ কৰাই তাৰ ধৰ্ম বুলি ভাবে? সমাজক সি ভয় কৰেনে? বিধবাৰ কঠোৰ নিয়মৰ সি পক্ষপাতীনে? বা বিধবা বিয়া কৰালে সমাজে তাক বেয়া চকুৰে চাব, বামুণ সমাজে তাৰ অপযশ গাব সেই কাৰণে— তাৰ সাহসী মনো পিছুৱাই থাকি সকলো ধুমুহা পছোৱা সি শিৰ পাতি লয়। কিন্তু যদি সেয়ে হ'লহেঁতেন তেনেহ'লে আইকণক নিজৰ ঘৰতে ৰাখি সমাজৰ চকুত, সমাজৰ পৰীয়া মনত কত কল্পনাৰ সৃষ্টি কৰিছে, আগত নহ'লেও পিছত কত অপযশ, কত অপবাদৰ সৃষ্টি হৈছে সেই সম্বন্ধে জানো বুজিৰ সাগৰ কনকৰ জ্ঞান নাই? কনকে জানে, কনকে বুজে বাহিৰত সমাজৰ বাহ্যিক দৃষ্টিত সি কেনে অৱস্থা পাইছে। তথাপি কনকে আইকণক নিজৰ ঘৰৰপৰা ক'তো 'বাব দিব নোৱাৰে। লাখে যদি তাৰ কাৰণে ভূমিকম্পৰে সৃষ্টি হওক। কনকে সিদিনা কিমান

ভাবি আছে– আইকণে ওচৰ চাপি ক'লে, "আপুনি মোক ক'ৰবাত থৈ আহক! মোৰ আৰু অসহ্য হৈ উঠিছে– বাহিৰত কত গলাগপা, কত কথা আপোনাৰ কাণত জানো পৰা নাই। নাইবা–

কনকে ততালিকে উচপ খাই উঠি আইকণ, নাইবা– নাইবা কি?

আপোনাৰ মন মই বুজোঁ। কিন্তু আপুনি সমাজক ভয় কৰে; ময়ো সমাজক ভয় কৰোঁ, দেশৰ আচাৰ নীতি আমি পালিবই লাগিব তদুপৰি আপোনাৰ সুযশত মোৰ কাৰণে কুযশ প্ৰচাৰ হোৱা মোৰ মনত অসহনীয়।

কনকে ক'লে, "আইকণ সমাজ নেমানো, ধৰ্ম নেমানো, পাপ-পুণ্য ঈশ্বৰ নুবুজো। সমাজৰ নিয়ম লঙ্ঘন কৰাত মোৰ অলপো ভয় বা সঙ্কোচ নাই। কিন্তু সজীৱ ফুল ছিঙি মই তোৰ সজীৱতা নষ্ট কৰিব নোৱাৰোঁ। তোৰ সুঘ্ৰাণ, তোৰ পবিত্ৰতা মই চাই থাকিয়ে মোৰ আনন্দ লাগে যদি সৃষ্টি ওলট-পালট হওক।

কিন্তু বাহিৰৰ পবিত্ৰতাই আচল বস্তু নহয়– যদি মই হিয়া ফালি দেখুৱাব পাৰিলোহেঁতেন দেখিলিহেঁতেন তাৰ ভিতৰ কত কলুষতাৰ মলি, কত বেয়া চিন্তা, কল্পনাৰ চেকা পৰিছে– আপুনি মোক ৰক্ষা কৰক–। বুলিয়েই কনকৰ আৰু ওচৰ চাপিল।

কনকে ক'লে, "আইকণ তোৰ কৰ্তব্য তই বুজ– মোৰ কৰ্তব্য মই বুজোঁ– তোৰ ভিতৰত যিয়ে নহওক– তথাপি তই মোৰ মনত এই মুহূৰ্তত ফুটি উঠা গোলাপ পাহি তাত কলুষতা নাই, পাপ নাই? তাৰ উপৰিও মই বুজো অসমীয়া তিৰোতা যিয়ে নহওক, যি অৱস্থাতেই নাথাকক যেনে বিপদতে নপৰক– তেওঁৰ মান-সম্ভ্ৰম ৰখাই মোৰ কৰ্তব্য, অসমীয়া পুৰুষৰ কৰ্তব্য। আইকণ তই চিৰকাল মোৰ সেই আইকণ, য'ত স্পৰ্শ নাই আনন্দ আছে, যত তৃপ্তি নাই কিন্তু এটা হাবিলাষৰ অনন্ত সোঁত আছে, যত আৰতি নাই কিন্তু উপাসনাৰ মূৰ্তি আছে– য'ত বিচ্ছেদ নাই– কিন্তু এটা বিৰহৰ সুৰদী সুৰে কল্পনাত আপোন পাহৰা কৰিব পৰা প্ৰতি মুহূৰ্তে মধুৰ ধ্বনি কৰি আছে। সেই ধ্বনিৰ প্ৰতিধ্বনি শুনোঁতে শুনোঁতে যেন মোৰ অন্ত হয়। আইকণ তই চিৰকাল মোৰ সেই আইকণে থাক– লাগে যদি শত ভূমিকম্প, শত প্ৰলয়-ধুমুহা, শত আগ্নেয়গিৰিৰ সৃষ্টি হওক। মানুহে মূৰ্তি পূজা কৰে। মূৰ্তি পূজাত মোৰ বিশ্বাস নাই, কিন্তু জীৱন্ত প্ৰতিমা মই ঘৰত থাপিছোঁ– সেই প্ৰতিমাই মোৰ ধ্যান, সাধনা।

কথাটো কৈ থাকোঁতে সোণটি ক'ৰবাৰ পৰা ওলালহি।

সোণটিয়ে ক'লে, আইকণ তই এতিয়াই মোৰ লগত যাব লাগিব। ইয়াত আৰু থাকিব নোৱাৰ।

কনকে খৰ হৈ শুনিয়ে ৰ'ল।

আইকণে ক'লে, কিয়?

সোণটি– কিয় ইয়াৰ উত্তৰ কি দিম? বাহিৰত কত কথা শুনো, মানুহৰ অপযশ, বিধবাৰ কলঙ্ক কোনো বিবেক থকা লোকে সহ্য কৰিব নোৱাৰে।

কনকে ক'লে, সোণটি তয়ো এনে কথা বিশ্বাস কৰ?

সোণটি– বিশ্বাস নকৰাত সম্বন্ধ নাই। সমাজ, দেশাচাৰ ধৰ্ম এইবোৰত মোৰ বিপ্লৱ আনিবৰ ইচ্ছা নাই। আইকণ এতিয়াই ওলা।

কনকে অলপপৰ মামাতি থাকি হঠাৎ এটা দীঘল হুমুনিয়াহ কাঢ়ি ক'লে, আইকণ, ককায়েৰে নিব আহিছে মই কি কৰিম। যা ততালিকে ওলা।

আইকণ ভিতৰলৈ গৈ অলপতে ওলাই আহিল।

কনকে আইকণৰ পিনে অলপ চাই সোণটিলৈ মুখ ঘূৰাই ক'লে, সোণটি! সমাজ, ধৰ্ম, দেশাচাৰ ৰক্ষা কৰ।

আইকণ আৰু সোণটিয়ে ততালিকে দুয়ো খোজ ল'লে।

হঠাৎ কনকে চিঞৰি উঠিল– নাই নাই সোণটি সমাজ, ধৰ্ম দেশাচাৰৰ মই বিদ্ৰোহী, মই চূৰমাৰ কৰিম। আইকণ উভতি আহ– মই তোক এৰি দিব নোৱাৰোঁ। লাগে যদি সেইবোৰে শত বাধা দিয়ক– ভূমিকম্পৰ সৃষ্টি কৰক– তথাপি আইকণ তই মোৰ– মই সমাজৰ ধূমকেতু। মই দেশাচাৰৰ ওপৰত আগ্নেয়গিৰিৰ দৰে তৰল ধাতু, বাষ্প, জল বোৱাই সেইবোৰৰ প্ৰলয় কৰিম।

# উছৰ্গা

অসমৰ তিৰোতাসকল স্বামী বা আন কোনোৰ ওপৰত আলম লৈ জীৱন কটাব লাগে। আত্মনিৰ্ভৰশীল নহয়। তেওঁলোক দুৰ্বলা অবলা। যাতে এনে নিঃসহায় অৱস্থাৰ পৰা অসমীয়া তিৰোতাসকল স্বাৱলম্বী হৈ স্বাধীনচেতীয়া হৈ মূৰ দাঙি উঠিব পাৰে তাৰ আদৰ্শ দাঙি ধৰিবলৈ জয় অসমৰ সৃষ্টি। শত কেলেঙ্কাৰী, শত অপমান, আপদ, বিপদ কাটি কৰি কেনেকৈ নিজৰ ভৰিত থিয় দি জাকত জিলিকা হৈ উঠিব পাৰে "জয় অসম"-এ বাট দেখুৱাব বুলি মোৰ আশা। সেয়ে এই 'জয় অসম' অসম মহিলা সমিতিৰ হাতত তুলি দিলো। তেখেতসকলে অসমীয়া তিৰোতাক সকলো প্ৰকাৰে স্বাৱলম্বী কৰি জয় অসম ধ্বনিৰে অসম জয় জয় ময় ময় কৰক।

বিনীত

শ্ৰীদেৱচন্দ্ৰ তালুকদাৰ

# আগকথা

স্বাধীনতাৰ আগতে বিশ্বৰ দ্বিতীয় মহাৰণৰ কোঢ়ালৰ সময়তে জয় অসম লিখা আৰম্ভ হৈছিল। যুদ্ধৰ শেহত চীন দেশত নিজৰ ভিতৰতে ঘটা কোঢ়ালবো ইয়াত উল্লেখ আছে। যুদ্ধৰ সময়ত ঘটা দৃশ্যবো ইয়াত বৰ্ণনা পাব। ভাৰতৰ স্বাধীনতাৰ পিছত ১৯৪৮ চনত এই উপন্যাসখনি শেষ কৰা হয়। গতিকে স্বাধীনতাৰ পিছৰ যুগৰ কিছু আভাস এই উপন্যাসখনিত সোমাইছে। এই তিনি যুগৰ চমু আভাস ৰাইজৰ সমুখত দাঙি ধৰি সহায়হীন, নিঠৰুৱা অসমীয়া ছোৱালীৰ মনত স্বাবলম্বন, আত্মনিৰ্ভৰশীলতা, দেশপ্ৰেমৰ জাগৰণৰ লগে লগে সমাজৰ মিছা কেলেঙ্কাৰী, অপবাদ, ভুৱা মান-সম্মানৰ হেঙাৰ ডেৱাই অসমীয়া ছোৱালীসকলে উন্নতি পথত আগুৱাই বিশ্বৰ আন তিৰোতাৰ লগে লগে খোজ কাঢ়িবলৈ সৎ সাহস পাওক এয়ে উপন্যাসখনিৰ উদ্দেশ্য। ৰাইজৰ সহানুভূতিলৈ আমি বাট চাই ৰ'লো।

এই কিতাপখনি প্ৰকাশ কৰিবলৈ শ্ৰীউমা ৰাম কলিতা বি. এ. দেৱে নেৰানেপেৰাকৈ ধৰাত আনকি তেখেতে ডেৰ শ টকা ৰূপ দান স্বৰূপে দিয়াতহে ৰাইজৰ আগত উলিয়াবলৈ সক্ষম হ'লো। নহলে কিজানিবা মোৰ আন বহুতো কিতাপৰ দৰে আজিও ধোঁৱা-চাঙত পৰি ৰ'লহেঁতেন। তেখেতৰ শলাগ নলৈ নোৱাৰো। ছপাশালৰ বহু বেমেজালিত নানা ভুল ৰ'ল, আওপুৰণিও হ'ল। ক্ষমা কৰিব।

বিনীত
শ্ৰীদৈবচন্দ্ৰ তালুকদাৰ

(১)

সেই আঁউসী নিশা শেষ হওঁ হওঁ অৱস্থাত পোহৰ আৰু আন্ধাৰৰ ভীষণ সমস্যাত নুমাই গ'ল এটা জীৱন-চাকি। ওৰে জীৱন দুখ-কষ্টৰ লগত যুঁজি যুঁজি মৰণৰ শেষ মেলানিত সি এৰি গল চাৰিজনী গাভৰু ছোৱালী; এটা ভগা পঁজা সম্বল কৰি দি গ'ল দুৰ্ভিক্ষ, অনাটন, হাহাকাৰ। যৌৱনৰ কেলেঙ্কাৰী, সমাজৰ নেওচা-কেওচা; ধৰ্মৰ আধিপত্য, ধনীৰ অন্তৰত জলা লোভ দৃষ্টিৰ শেন চকু আৰু প্ৰলোভন। সি চেষ্টা কৰিছিল কত তৰহৰ যাতে ছোৱালীকেইজনীৰ কিবা এটা দিহা লগাই যায়। কিন্তু এজনী এজনীকৈ ডাঙৰ হ'ল। তাৰ সকলো চেষ্টা, সকলো আশা কেৱল শূন্যত পৰিণত হ'ল। জীৱনত শত দুখৰ মাজতো সি নানা যতনেৰে ছোৱালী কেইজনীৰ যোগান ধৰিছিল। যাতে তেওঁলোকে আবিয়ৈ হৈ থাকিলেও অলপো অশান্তি অনুভৱ নকৰে। কিন্তু সকলো আশা এটা ডাঙৰ শূইনত পৰিণত হ'ল। জীৱনৰ লগে লগে এই বৃহৎ শূন্যটোৰ মাজত এটা ডাঙৰ চিন্তাৰ টোৱে খেলি খেলি মৃত্যুৰ শান্তিৰ শয্যাতো ভীষণ অশান্তিৰ কাঁইটৰ বিন্ধা খাই খাই জীৱন চাকিটো নুমাই পেলালে।

বহন?

আৰু আমাৰ উপায়?

উপায় ঈশ্বৰৰ হাতত। আমি কি কৰিব পাৰোঁ?

আইতা তাহানিয়ে গ'ল। দেউতাইও এৰি গল। হাতত এটা কড়ি নাই। ইপিনে চাৰিওজনীয়ে ক'তো ওলাব নোৱাৰোঁ। প্ৰাণ প্ৰবৰ্তন কেনেকৈ কৰোঁ?

বাৰু ভয় নাই। বৰ্তমানে দেউতাৰ শৰাধ কেনেকৈ শেষ কৰা?

আগতে কৈছোঁ হাতত এটা কড়িও নাই। কিন্তু উপায় আছে। দেউতাৰ শত অভাৱৰ মাজতো মৰমতে দিয়া চাৰিও ভনীৰ অলপ-অচৰপ অলঙ্কাৰ আছে। তাকে বিকি কোনোমতে দেউতাৰ শৰাধ খেদাওঁ। তাৰ পিছত যি হয় সেই হ'ব। ঈশ্বৰৰ ৰাজ্যত পোক-পৰুৱাই খাবলৈ বস্তু পাই জীয়াই থাকে। যদিহে এই বহল সংসাৰত আমালৈ একোকে নাথাকে তেন্তে শুকাই মৰিম।

এটা কথা কৰা।

তোমাৰে-মোৰে বিয়া হওক এয়েতো? কিন্তু সেইটো অসম্ভৱ। তাহানিয়ে এই কথাৰ সিদ্ধান্ত হৈ গৈছে। এতিয়া বিয়াৰ কথাটো উঠিব নোৱাৰে। দেউতাই মৰাৰ দুদিন আগতে তোমাক কি কৈ গৈছে মনত পৰে?

পৰে। কিন্তু তেতিয়াৰ কথাটো বেলেগ, এতিয়াৰ কথা বেলেগ।

বেলেগ? তুমি আমাৰ দুৰৱস্থাৰ সোণালী সুযোগ ল'ব খোজা? এয়েতো? কিন্তু জানা অৱস্থা বেলেগ হ'ব পাৰে কিন্তু মনৰ কথা একে ধৰণে আছে। তুমি এতিয়াই ইয়াৰ পৰা যোৱা। মৰিব লাগিলে মৰিম। মৰিবতো ওলাইছোঁ আৰু মৰিবৰ বাকী কি?

ইমান দূৰ?

তুমি যিমান দূৰত্ব বোধ কৰিছা, তাতকৈ বহুতো বেছি।

ভাল কথা মই যাওঁ। কিন্তু মোৰ পৰা একো সহায় নোপোৱা। জানা মই তোমালোকক সহায় কৰিবলৈ কিমান সাজু আছিলোঁ।

তোমাৰ বদান্যতা? সহায় নকৰা যোৱা। শুকাই মৰিব লাগিব এয়েতো?

ইন্দ্ৰই আৰু দুনাই কথা নক'লে। গোঁ-গোঁ কৰি গুচি গ'ল। বাটত সি মাথোঁ এবাৰ ক'লে ইমান অহঙ্কাৰী। বাৰু দেখিম।

বহন বাইদেউ কি কৰিলা? অসহায় অৱস্থাত যি খেৰকুটা সহায় আছিল তাৰো মূলা মৰিল।

হেমনী মনে মনে থাক।

তেওঁ গুচি গ'ল। হাতত এটা কড়ি নাই। আমি বাহিৰলৈ ওলাব নোৱাৰোঁ। এনে অৱস্থাত টকা-কড়ি থাকিলেও চলা টান। তাতে হাতত ধন-বিত্ত নোহোৱা অৱস্থাত আমাৰ উপায়?

উপায়ৰ উপায়দাতা ভগৱান?

(২)

হাতত এটা সুন্দৰ বেগ লৈ বহনে যাব ধৰিছে। এখন মটৰকাৰ কাষেৰে গ'ল। বহনে মটৰখনলৈ চায়ে ৰ'ল। মটৰৰ ভিতৰৰ পৰা এজন যুৱকে তীক্ষ্ণ দৃষ্টিৰে বহনৰ পিনে চাই গ'ল। যৌৱনৰ স্পৃহাৰ তীক্ষ্ণ দৃষ্টি নে অৱজ্ঞা-ঘৃণাৰ এটা চকু চাৱনি সেইটো বহনৰ বাহিৰে কেৱে নুবুজিলে। বহনে কেৱল কৈ গ'ল ধনীৰ অৱজ্ঞা সকলো দুৰৱস্থাতকৈ বেছি চোকা বাণ। কোনো দিন অকলে বাহিৰ নোহোৱা বহনে আজি দুপৰীয়া নানা মুনিহেৰে ভৰা ৰাজআলিত। মনত তাইৰ সংশয় ভয়। কিন্তু তাইৰ মুখ দেখিলেই সহজতে বুজিব পাৰি তাইৰ মনত কি দৃঢ় প্ৰতিজ্ঞা। যেন তাইৰ অকণি শক্তিৰে জগতৰ সকলো শক্তি, সমাজৰ সকলো অত্যাচাৰ, অৱজ্ঞা, ঘৃণা জয় কৰিব। ঈশ্বৰ আৰু দৈৱশক্তিত যেন আজি তাইৰ বিশ্বাস নাই। তাইৰ ভাব যেন ঈশ্বৰৰ শক্তি কেৱল ধনীক সহায় কৰিবলৈ, ধনীৰ প্ৰভুত্ব বঢ়াবলৈ, দুখীয়াক কেৱল নিৰাশ্ৰয় কৰিবলৈ, দুখীয়াৰ দুখ বঢ়াবলৈ।

তাই গৈ এঘৰ মানুহৰ হাঁউলিত সোমাল।

'বুজিছা তোমাৰ সকলো কথা শুনিছোঁ। তোমালোকৰ দুৰৱস্থা শুনি পুতৌ হয়। কিন্তু!

কিন্তু কি? আপোনাৰ সৰু ল'ৰা-ছোৱালী পঢ়ুৱাবলৈ হেনো শিক্ষক বিচাৰিছে। যদি ইচ্ছা কৰে মোৰ এটা বন্দবস্ত কৰি ৰাখক। মই চেষ্টা কৰি ভালকৈ পঢ়াম।

দীননাথ শৰ্মাই অলপপৰ ভাবি ৰ'ল। তাৰপিছত গহীনাই হুমুনিয়াহ কাঢ়ি ক'লে, 'ওঁহো সেইটো হ'ব নোৱাৰে।'

হ'ব নোৱাৰে? কিয়? সংসাৰত সহায়হীন আমি চাৰিটা প্ৰাণী। আপোনাৰ এনে সহায়েৰে ৰক্ষা পৰিম।

সেইটো সঁচা। কিন্তু জানা মোৰ ঘৰৰ পৰিয়ালৰ ভিতৰত কে'বাজনো ডেকা ল'ৰা আছে। কত অঘটন ঘটিব পাৰে। আৰু নঘটিলেও সমাজে মোক বেয়া বুলিব। মোৰ নানা অপযশ ৰটিব।

বহন ততালিকে উঠিল। দীন শৰ্মাই কলে চাহ পিয়া।

নালাগে। মই অইন ঠাইত কিবা কাম বিচাৰিব লাগিব। মই চাহ পিলে কি হ'ব? মোৰ যে নুমলী ভনীকেইজনী অনাহাৰে আছে।

দীননাথ শৰ্মাই ক'লে, যোৱা।

বহনে খোজ ললে। তাইৰ কাণত ধ্বনিত হ'ল 'যোৱা' এই শব্দত যেন কত ধনীৰ নেওচা প্ৰতিধ্বনিত হৈছে। উপেক্ষা, হৃদয়হীন ভাবৰ কত ভূমিকম্প উঠি বহনৰ সবল হৃদয় জোঁকাৰি তুলিছে। সমাজৰ নিকৰুণ চিত্ৰ জাগি উঠিছে। যেন সমাজ দুখীয়াক সহায় কৰিবলৈ নহয়। দুখীয়াৰ ওপৰত দু বাঁহ তুলি দুখীয়াক সমূলি চেপি মাৰি সমাজৰ জয়ঢোল বজাবলৈ। দুখীয়াৰ কেলেঙ্কাৰী সৃষ্টি কৰি, দুখীয়াৰ বিপদত আৰু বিপদ বঢ়াবলৈ দুখীয়া অবলাৰ ভয় সঙ্কোচ, নিৰাশ্ৰয় অৱস্থা বঢ়াই সমাজৰ শক্তিৰ প্ৰভুত্ব দেখুৱাবলৈ।

(৩)

কালিন্দ্ৰী! তুমি জনা-বুজা ছোৱালী। মোৰ কথা শুনাঁ।

আপোনাৰ কথা শুনাতকৈ আমি খাব নেপাই মৰিম।

অপূৰ্ব ল'ৰাটো লিখা-পঢ়াত বৰ ভাল নহ'লেও সি যেনেতেনে খুটি খাব পাৰিব আৰু তোকো খুৱাব পাৰিব। আনপিনে তহঁতৰ দুৰৱস্থাতো সহায় হ'ব। এজন মতা ল'ৰা এতিয়া তহঁতৰ সহায় হোৱা অতি আৱশ্যক।

আৱশ্যক, কিন্তু অসম্ভৱ।

কাৰণ?

চকু থাকিও নেদেখা। দেউতা-আইতা আমাৰ নাই বুলি আপোনালোকে আমাক পানীত পেলাব খোজে। আমাৰ জানো সমূলি বিবেক বুদ্ধি, বাচ-বিচাৰ নাই। আমি জানো কুঁহিয়াৰৰ চোবা? বাঢ়নীৰে য'তে ত'তে সাৰি পেলাব। তেন্তে আমাৰ সমাজক দোষ দিব নোৱাৰ। আমি তহঁতৰ ভালৰ কাৰণে, মঙ্গলৰ কাৰণে এনে প্ৰস্তাৱ কৰিছোঁ। সি অৱশ্যে বহনক বিয়া কৰাব নোখোজে। সি বিচাৰে তোক। তই মান্তি হ'লেই

ততালিকে সকলো যোগাৰ কৰোঁ। সমাজত কত কেলেঙ্কাৰী অপযশ আছে। তদুপৰিও তইঁতে এনে যৌৱন অৱস্থাত কেনেকৈ বা খোৱা-লোৱাৰ দিহা কৰ।

কালিন্দ্ৰী লাহেকৈ সিইঁতৰ কাষৰ পৰা উঠিল। লাহেকৈ গৈ তাই শোৱা-পাটীত পৰি উচুপি উচুপি কান্দিব ধৰিলে।

মেলুৰেসকলে বাহিৰত থাকি তাই ওলাই নহা দেখি খঙতে জিকাৰি উঠল। অকণমানি ছোৱালী তাইৰ এনে গহ। সমাজৰ কথা নামানে। মৰক যেনেকৈ মৰে। আমাৰ কথা নুশুনে যেতিয়া শুৱৰীয়া কচু শুৱাৰীলৈ যাওক। ইয়াৰ ফল অচিৰতে পাব। নট-নটীৰ ভাল ক'ত? তাইহঁতক লাগে ডবিয়লি নোহোৱা অৱস্থা। যাতে যি ইচ্ছা তাকে কৰিব পাৰে।

আনজনে মাত লগালে তাইহঁতৰ যি মহওক। কিন্তু আমাৰ সমাজৰ যে ডেকাবিলাক একেবাৰে বেয়া হ'ব। ডবিয়লি নোহোৱা ঘৰ কেতিয়া কি হয় কোনে জানে? মূঠৰ ওপৰত আমাৰ সমাজৰ কেলেঙ্কাৰীৰ লগে লগে আমাৰ সমাজৰ ডেকাসকল বেয়া হ'বৰ সুযোগ।

সকলোৱে মাত লগালে ইহঁতক সোনকালে ইয়াৰ পৰা আঁতৰাব লাগে।

(৪)

চক্ৰপাণিয়ে চৌকালে ঘূৰিব পাৰা চকিত বহি বাতৰি কাকত এখন পঢ়ি আছে। গুণ গুণ কৈ কিবা গীত গাইছে। কি গাইছে যেন তালৈ তাৰ মন নাই। কি পঢ়িছে যেন সি একোকে গম পোৱা নাই। সি যেন কিবা ভাবি আছে। হঠাৎ সি উচাপ খাই বাহিৰলৈ চাই ক'লে, শুন বহন।

বাহিৰৰ আলিত বহন থমক খাই ৰ'ল। যেন কিবা আচহুৱা ভাব। চক্ৰপাণিয়ে একেলৰে আলিলৈ আহি বহনৰ কাষ পাই ক'লে, বহন মই তহঁতৰ ঘৰলৈ যাব পৰা নাই। যদিও মই তহঁতৰ সকলো দুৰৱস্থাৰ কথা শুনিয়ে আছোঁ।

আপুনি যাবই বা কিয়?

চক্ৰপাণিয়ে অলপ নামাতি থাক যা মই কিবা ক'ব খোজোঁতে কিবা কলোঁ। বহনে কিবা ক'ব খোজোঁতে সি ততালিকে ক'লে যা।

বহনে যেন উদাস চকুৰে চক্ৰপাণিৰ মুখলৈ চাই ৰ'ল। অলপ পাছতে চক্ৰপাণিয়ে পিছ দি লাহে লাহে ঘৰলৈ খোজ ললে। বহনেও কি কৰিব কি নকৰিব ভাবি বিমোৰ হৈ লাহে লাহে আলিবাটেৰে খোজ ল'লে। বহনে ভাবিলে চক্ৰপাণিয়ে কি ক'ব খুজিছিল। কি নকলে? তাইৰ উত্তৰত কি ভুল হ'ল? এবাৰ ভাবিলে চক্ৰপাণিৰ কাষলৈ গৈ আকৌ সকলো কথা সোধে। কিন্তু। তাই অলপ থমক খালে। অলপ পিছতে আকৌ ভাবিলে তাইৰ সম্পূৰ্ণ ভুল ধাৰণা। চক্ৰপাণি তাইৰ কোন? এটা উত্তেজনাত হয়তো সি মাতিছিল। হঠাৎ সি সেইটো বুজিব পাৰি আকৌ উভতিল। এদিন ভাল অৱস্থাত সি তাইহঁতৰ ঘৰলৈ গৈছিল। হয় নিজৰ অন্তৰত জ্বলি থকা কাম বাসনাৰ উত্তেজনাত বা যৌৱন তৰঙ্গত ভাহি ফুৰা শত চঞ্চল কল্পনাৰ উন্মাদনাত। কিন্তু তাইৰ দায়িত্ব ল'বলৈ বা দুৰৱস্থাত সহায় কৰিবলৈ সি কাহানিও তাৰ মনত ঠাই দিয়া নাছিল। তাইৰ মনত চক্ৰপাণিৰ 'যা' শব্দটোৱে যেন ক'ত ভূমিকম্পৰ সৃষ্টি কৰিলে। তাইৰ মনত ধনীৰ অৱজ্ঞা, নিকৰুণ ভাব, দুখীয়াৰ প্ৰতি সহানুভূতিশূন্য ইত্যাদি কথাবোৰেই বেছিকৈ খেলালে কিন্তু তাইৰ মনত এবাৰো ভাব নহ'ল ধনীৰ এপিনে যেনে আভিজাত্য, অহঙ্কাৰ, নিকৰুণ ভাব আনপিনে দুখীয়াৰ অভিমান, অলপতে হীনতাৰ ভাব, সহায়হীনতাৰ অনুভূতিয়ে সংসাৰত ধনী আৰু দুখীয়া এই দুই শ্ৰেণীৰ মাজত এটা ভাঙৰ সংঘৰ্ষ উপস্থিত কৰিছে। ধনীৰ অলপ কথাতে দুখীয়াই কতভাৱে তাৰ আদি অন্ত নাই। যি নহওক বহনে কত কি ভাবি লাহে লাহে খোজ ল'লে। অলপ আগবাঢ়ি যাওঁতেই তাই দেখিলে পিছপিনৰ পৰা এখন মটৰকাৰে হৰ্ণ দি ততালিকে তাইৰ কাষ চাপি ৰ'ল। মটৰৰ পৰা ততাতৈয়াকৈ চক্ৰপাণি নামি আহি বহনৰ পিনে চাই ক'লে, 'বহন মটৰত উঠ।'

বহনে একো বুজিব নোৱাৰি চক্ৰপাণিৰ মুখলৈ চাই ৰ'ল।

সি পুনৰায় ক'লে, 'উঠ বহুত কথা আছে।' বহনে কিবা ক'ব খুজিও মনে মনে ৰ'ল জানোচা কিবা কওঁতে কিবা কয়। তাই একো নকৈ খপৰাই মটৰত উঠিল। চক্ৰপাণিয়ে ততালিকে মটৰ এৰি দিলে। শুন বহন বোধ কৰোঁ তই ভাবিছ মই তইঁতৰ কথা সমূলি নাভাবো। কিন্তু ভাবিলেও যে তইঁতৰ কাৰণে মই বোলাটো যুক্তিসঙ্গত বুলি নাভাবো। বহুতে বহুত কথা ক'ব। আনকি তইঁতৰ দুৰৱস্থাত সহায় কৰিলেও মানুহে নানা কথা ৰটিব।

আমাৰ দোষ?

তইঁতৰ দোষ বহুতো।

কি কি?

প্ৰথম তইঁত নিঃসহায়। দ্বিতীয়তে তইঁত ছোৱালী। এনাপেচা ছোৱালী নহয়, ৰূপ-যৌৱনপূৰ্ণ; তৃতীয়তঃ তইঁতে জন্মিছ এখন অভংভতৰা সমাজৰ ভিতৰত। যি সমাজৰ শিক্ষা-দীক্ষা নাই। যি সমাজে তিৰোতা আৰু মুনিহসকলৰ মাজত ভয়ঙ্কৰ পাৰ্থক্য দেখে। যি সমাজে মুনিহৰ শত দোষো চকু মুদি আওকাণ কৰি থাকে কিন্তু তিৰোতাৰ অলপ পাৱ পিছলিবেই হাহাকাৰ লগায়। ধনেৰে বশ কৰিব পৰা শক্তি তইঁতৰ নাই। সমাজে ভাবে তইঁত সমাজৰ গলগ্ৰহ। তইঁতৰ উপায় কৰিবলৈ সমাজ নিৰুপায়। কিন্তু তইঁতৰ শত কেলেঙ্কাৰী, শত অপবাদ দিবলৈ সমাজ তৎপৰ। তাৰ পিছত সুন্দৰভাৱে দণ্ড বিহিবলৈ। তইঁতক সহায় কৰিবলৈ গ'লে সমাজে দেখে নানা গুপ্ত প্ৰণয়ৰ সঁচ। তাত দেখে সমাজৰ নিয়ম লঙ্ঘন।

বহনে ইমানপৰ নামাতি আছিল। তাৰ পিছত ক'লে, 'আৰু নুশুনো। সমাজৰ ৰচনা বহুতো পঢ়িছোঁ, নিজে দেখিছোঁ। কিন্তু সেইবুলি সমাজ এনেভাৱে ৰ'বনে? যাওক সেই কথা কৈ মোৰ লাভ কি? মোৰ নিজৰ পেটৰ চিন্তাত হাহাকাৰ এনে সময়ত সমাজৰ ভাল-বেয়া ভাবি মোৰ লাভ কি?'

তইঁতে এতিয়া কি কৰি খাইছ?

কি কৰিম? একোকে উপায় পোৱা নাই। তিৰোতা মানুহক এনেভাৱে নিলম্বন কৰি থৈছে যে পুৰুষ নোহোৱা হ'লে আমি একোকে কৰিব নোৱাৰোঁ। কিবা কৰিবলৈ বাহিৰ ওলালেও আমি সমাজৰ ছেই ছেই খাব লাগে। নানা কেলেঙ্কাৰীৰ বোজা লব লাগে। তদুপৰি নিজৰ ভৰিত থিয় দি নিজৰ পেট প্ৰৱৰ্তন কৰিবলৈ উপায় নাই। তাতে আকৌ বাহিৰ ওলালে কত মানুহে কেনে চকুৰে চাব। পাৰিলে অঘাইতং সকলে নানা অঘটন ঘটাব খোজে। কিন্তু যেতিয়া সকলো গৈছে তেতিয়া কিছুমান পাবত গজা অলীক মান-সম্ভ্ৰমলৈ মন কৰি ঘৰৰ ভিতৰত শুকাই মৰিলে কি হ'ব?

তোৰ ইচ্ছা কি বহন?

মোৰ ইচ্ছা বুলি একো কথা নাই। মোৰ অৱস্থাই মোক ইচ্ছা কৰিবলৈ বাধ্য কৰিছে। সকলো গৈছে। হয়তো তিৰোতাৰ আচল গৌৰৱ সিওটো মানুহৰ পিশাচ আচৰণত নষ্ট হৈ যাব কিন্তু সেই গৌৰৱলৈ ভাবি অসহায় অৱস্থাত শুকাই মৰিব নোখোজোঁ। ভাবিছোঁ যেনেতেনে নিজৰ ভৰিত থিয় দি জগতত প্ৰৱৰ্তিব পাৰো নে নোৱাৰো। ভাবিছোঁ সমাজে যি চকুৰে নেদেখক নিঃসহায় তিৰোতাই নিজৰ গৌৰৱ ৰক্ষা কৰি পেট পুহিবলৈ উপায় পায় নে নেপায়?

কিন্তু ইয়াৰ ফল যে বিষময় হ'ব?

অৰ্থাৎ আমাক কেৰে বিয়া নকৰাব, এয়েতো? অসমীয়াৰ বিয়া মানে তিৰোতা-ছোৱালীক এটা দাসত্বৰ নিৰুপায়, অৱস্থাৰ পৰা আন এটা দাসত্বৰ শৃঙ্খলাত বন্ধা। স্বামীৰ কিবা হ'লেই– আকৌ এখন নিৰুপায় অৱস্থাত পৰা। যেতিয়ালৈকে তিৰোতাই মিছা মান-সম্ভ্ৰমক ওখ ঠাই দি, সমাজে কিবা ক'ব ভাবি একো নকৰা ভাবত থাকি বাহিৰ নোলাব, যেতিয়ালৈকে তিৰোতাই নিজ বাহুবলত নিজে উপাৰ্জন কৰিবলৈ নিশিকিব তেতিয়ালৈকে তিৰোতাৰ এনে নিৰুপায় অৱস্থাৰ, এনে দাসত্বৰ অন্ত নপৰে। যেতিয়ালৈকে আমি সবল হৈ পুৰুষৰ পৈশাচিক আচৰণত বাধা দিব নোৱাৰিম তেতিয়ালৈকে ঘৰৰ ভিতৰত আৰু কাপোৰৰ আঁৰত থাকিলেও আমি তিৰোতাৰ আচল গৌৰৱ ৰাখিব নোৱাৰিম। আমাৰ সবল মন, তেজী স্বভাৱ আৰু পৈশাচিক আবৰণক ঘৃণা কৰা গুণ যেতিয়ালৈকে আমি লব নোৱাৰিম, যেতিয়ালৈকে আমি পুৰুষতে আলম

লৈ জগতত থিয় হ'বলৈ এবি নিজৰ ভৰিত নিজে থিয় দিব নোৱাৰিম তেতিয়ালৈকে আমাৰ মুক্তি নাই, তিৰোতাৰ আচল গৌৰৱ নাই। সেই কাৰণে আজি সমাজৰ সকলো বন্ধা নিয়ম, সমাজৰ সকলো গৌৰৱৰ আখ্যা, তিৰোতাৰ মান-সম্ভ্ৰম নষ্ট হোৱা ভয় সংকোচ ত্যাগ কৰি আজি ওলাইছোঁ নিজৰ মনৰ সবলতা লৈ ওলাইছোঁ—

কিন্তু বহন চাৰিওফালে যে পশু আচৰণৰ বেৰা আছে। দস্যু-ডকাইতবোৰকৈ ভয়ঙ্কৰ কামুকৰ দল যে বৰ্তমান। সিহঁতে তিৰোতাৰ নিঃসহায়ৰ সুবিধা লৈ যে সকলো পশু আচৰণৰ বৰ্বৰতাৰে তিৰোতাৰ সকলো নষ্ট কৰি নিজৰ মহত্তালি প্ৰকাশ কৰে। সিহঁতৰ মাজত কোনো তিৰোতাক পাশৱিক আচৰণেৰে বশ কৰিবলৈ পাৰিলে সেই কথা কৈ কৈ গৌৰৱ অনুভৱ কৰে। এনে অৱস্থাত তুমি নিঃসহায়ভাৱে কেনেকৈ পশু জগতত সাঁতুৰিবা? তোমাৰ যে খেৰ কুটাও সহায় নাই।

নহওক। তথাপি চেষ্টা কৰি চাম, তাৰ পিছত মৰিব লাগে মৰিম। কিন্তু মিছা সম্ভ্ৰম ৰাখিব লাগে বুলি ঘৰৰ ভিতৰতে সোমাই পৰমুখাপেক্ষী হৈ 'হা ভাত, হা ভাত' কৈ নমৰোঁ।

কিন্তু তই কি উপায়েৰে নিজে আৰ্জিবি?

তাৰে উপায় পোৱা নাই। মতা ল'ৰাই যেনেকৈ শিক্ষা-দীক্ষা লাভ কৰিও আজি খুটি খাবলৈ উপায় নাপায় তেনেকৈ আমিও সকলো প্ৰকাৰে আৰ্জিবলৈ অক্ষম। তথাপি বৰ্তমানে ভনীকেইজনীক ঘৰত কাপোৰ বৈ দি, সূতা কাটিবলৈ দি মই বাহিৰে বাহিৰে কিবা উপায় কৰিব পাৰোঁনে চাইছোঁ। লগে লগে কাপোৰ কিনি হাতেৰে চোলা চিলাই কৰি কৰি সেইবোৰ বেচিবলৈ মন কৰিছোঁ।

চক্ৰপাণিয়ে বহনৰ কথা শুনি অবাক হ'ল। এজনী পূৰ্ণ যৌৱনা ছোৱালীৰ আত্মসম্মানৰ জ্ঞান আৰু মনৰ বল দেখি চক্ৰপাণি স্তম্ভিত হ'ল। কিন্তু চক্ৰপাণিয়ে ক'লে 'সেইবোৰ বেচিবি কেনেকৈ?'

ঘৰে ঘৰে গৈ।

কিন্তু তাত যে কত অঘটন ঘটিব পাৰে।

পশু জগতত একেবাৰে অসম্ভৱ নহয়। কিন্তু সেইটো আমাৰ দোষ নহয়। দোষ হ'ব পুৰুষৰ। অৱশ্যে সমাজৰ চকুত আমিয়েই হেয় হ'ম সঁচা কিন্তু তাকৈ গমি চালে সেইটো হ'ব জ্ঞানী জগতৰ পুৰুষৰ মহত্তালিত গ্লানি স্বৰূপ।

হ'ব পাৰে গ্লানি। কিন্তু তহঁতে যে চিৰকাল সমাজৰ চকুত হেয় আৰু ঘৃণাৰ পাত্ৰ হৈ গোটেই জীৱনটো অতিবাহিত হৈ তিৰোতাৰ সকলো সুখ-সম্ভোগ নোপোৱাকৈ নিজাৰ লাগিব। তহঁতৰ মনৰ সবলতা, তেজী প্ৰাণ, উদ্যম, শিক্ষা সকলোৰে বিকাশ কৰিবলৈ উপায় নাপাই ফুল ফুলি এনেয়ে সৰি যাবি। তহঁতৰ সৌৰভৰ কেৱে মোল নাপাব।

জগতত কত বস্তু এনেয়ে সৃষ্টি হৈ এনেয়ে লোপ পায়। আমাৰো তেনে অৱস্থা হ'ব। নহলে যদি সঁচাকৈ আমাৰ মনত কিবা সৌৰভ আছে তেন্তে সৌৰভে দশোদিশ আমোলমোলাব। সেই সম্বন্ধে আমাৰ ভাবিবলৈ একো নাই। কিন্তু সমাজক ভয় কৰি কৰ্তব্যৰ পৰা পিছ নুহঁহোকে।।

চক্ৰপাণিয়ে ক'লে সুন্দৰ। বহন ঈশ্বৰে তোৰ স্বাৱলম্বন ভাবত নিশ্চয় সহায় কৰিব। এটা কথা কওঁ শুনিবি?

কি?

কেৱল হাতেৰে কিমান চোলা চিলাই কৰিবি? তাতকৈ মই এটা 'চিলাৰ মেচিন' কিনি দিওঁ।

আপোনাৰ দান স্বৰূপ মই ল'বলৈ ইচ্ছা নকৰোঁ। কিয়নো সেয়ে মোৰ আদৰ্শ নষ্ট হ'ব তদুপৰিও পুৰুষৰ পৰা মই কোনো সহায় লবলৈ অনিচ্ছুক।

তোৰ কথা মই বুজিছোঁ।

অৱশ্যে বৰ্তমানে সহায় লোৱা যেন দেখিছোঁ কিন্তু যদি তহঁতৰ কামেৰে উপাৰ্জন কৰি সেইটোৰ দাম মোক দিয় তেন্তে মোৰ ওচৰত ঋণী নহ'বি।

বহনে মামতিলে। লাহে লাহে মটৰ আহি নানা ঠাই ঘূৰি ঘূৰি আকৌ চক্ৰপাণিৰ ঘৰৰ কাষ পালেহি। চক্ৰপাণিয়েও কথাত ইমান বিভোৰ হৈছিল যে মটৰ কোন কোন বাটেৰে সি ঘূৰালে তাৰ জ্ঞান নাই। যি নহওক হঠাৎ মটৰৰ সন্মুখত তাৰ ঘৰ দেখি সি মটৰ

খাখি ক'লে 'বাৰু আজিলৈ বা। অইন সময়ত কথা হ'ম। কেইটামান টকা নে।'

ৰহনে ক'লে মই টকা দিব নোৱাৰোঁ, বুলিয়েই ৰহনে খপখাই নামি খৰমুৰা হ'ল।

চক্ৰপাণিয়ে কত কথা ভাবি ভাবি ঘৰ সোমাল।

(৫)

ৰহন, কালিন্দ্ৰী, হেমনী, জোনাকী চাৰিও ঘৰতে আছে। কালিন্দ্ৰীয়ে চোলা চিলাই কৰি আছে। জোনাকীয়ে যঁতৰ আগত লৈ কপাহী সূতা কাটিছে, হেমনীয়ে শালত বহি কাপোৰ বৈ আছে, ৰহনে চুটকেছটো মেলি কে'খনমান কাগজ উলিয়াই কিবা চাব ধৰিছে। হেমনীয়ে ক'লে এনে ধৰণে কথমপি আমি জীৱন প্ৰবৰ্তন কৰিম সঁচা কিন্তু আমি জগতত একো কৰি যাব নোৱাৰিম।

কালিন্দ্ৰীয়ে ক'লে, এতিয়া জীৱন প্ৰবৰ্তন কৰাটোৱে আমাৰ ডাঙৰ সমস্যা, জগতত মূৰ দাঙি উঠা কথা ভাবিবকে নোৱাৰোঁ।

জোনাকীয়ে ক'লে, তেন্তে আমি জীয়াই থাকি কি লাভ? যদি জগতত একোকে কৰিবকে নোৱাৰোঁ তেন্তে আজি মৰিলো বা দহ বছৰৰ পিছত মৰিলো তাৰ পাৰ্থক্য কি? কেৱল কিছুমান কেলেঙ্কাৰীৰ বোজা, সমাজৰ চেপা, দুখ দৈন্যতাৰে খেলি খেলি জীৱনৰ মেটমৰা ভাৰ বৈ কি হ'ব?

ৰহনে মাত দিলে, কথাটো সঁচা আমি শত কেলেঙ্কাৰী, দুখ-কষ্ট, অন্যায়, অত্যাচাৰৰ বিৰুদ্ধে যুঁজি জগতত মূৰ দাঙি উঠিবই লাগিব। বৰ্তমানে পেট প্ৰবৰ্তনৰ ভালকৈ দিহা কৰি চাব লাগিব সঁচাকৈ আমি জীয়াই থকা কিবা মূল্য আছে নে নাই। যদি আমি তেনে একো আশা নেদেখোঁ তেন্তে জীয়াই থাকিব লাগে বুলিয়েই আমি জীয়াই নাথাকোঁ। আমি বৰ্তমানে জীয়াই থকাৰ দিহা কৰাৰ লগে লগে প্ৰত্যেকে একোটা বিষয় ঠিক কৰি ল'ব লাগিব যাতে সেই বিষয়তে আমি প্ৰতিভাশালিনী হৈ উঠিব পাৰোঁ। প্ৰতিভা বিকাশৰ সুবিধা পালেই আমি মূৰ দাঙি উঠিব পাৰোঁ। হেমেনী তই ভৱিষ্যতত কি কৰিব খোজ?

বাইদেউ! তুমিতো জানাই মই গীত-বাদ্য সম্বন্ধে পৰা ভাল পাওঁ। মই সেই বিষয়তে আগুৱাব খোজোঁ আৰু তাৰ আলমতেয়ে ধন ঘটি জগতত মানুহ বুলি চিনাকি দিব খোজোঁ।

কালিন্দ্ৰী তই কি কৰিব খোজ?

মই এনে এটা ব্যৱসায় ল'ব খোজোঁ, যি ব্যৱসায় কেৱল অসমতে নহয় গোটেই ভাৰতৰ পৰা টকা আনিব পাৰে। মোৰ দৃঢ় বিশ্বাস অসমীয়া মানুহে সৰু ব্যৱসায় কৰি ওচৰ-চুবুৰীয়াকে বস্তু বেচি অসমীয়াই মানুহ বোলাব নোৱাৰে। অসমীয়াই এনে ব্যৱসায় ল'ব লাগিব যি ব্যৱসায়ৰ বস্তু পাবলৈ ভাৰতৰ আন আন মানুহেও ইচ্ছা কৰে।

কিন্তু তেনেকুৱা কি ব্যৱসায় হ'ব পাৰে? সেইটোকে ভাবিবলগীয়া।

কালিন্দ্ৰী বাৰু সেই সম্বন্ধে তই আৰু ভাব। জোনাকী তই কি কৰিব খোজ?

মোৰ ইচ্ছা মই পঢ়িয়ে থাকোঁ।

সকলো কেইটাই হাঁহিব ধৰিলে।

হাঁহিলা কিয়?

জোনালীয়ে ক'লে পঢ়ি থাকিলে জানো টকা মিলিব?

বৰ্তমানে টকা নিমিলে সঁচা। পিছত প্ৰফেছাৰ আদি হ'ব পাৰিলে আৰু ৰিছাৰ্চ কৰিব পাৰিলে টকাও আহিব, নামো আহিব।

কি বিষয়ত ৰিছাৰ্চ কৰিব খোজ?

মোৰ মনেৰে অসমৰ হাবি-বননিয়ে যিবোৰ গছ লতা পাত বা আন বস্তুবোৰ আছে সেইবোৰেৰে জগতত কিবা উপকাৰ হোৱা বস্তু তৈয়াৰ কৰিব পাৰিনে নোৱাৰি, নাইবা অসমৰ মাটিৰ তলত কিবা এনে খনিজ বস্তু আছেনে সেইবোৰ উলিয়াই জগতৰ আগত দাঙি ধৰিব পাৰিলে, নাইবা অসমৰ মাটিত কি খেতি সহজকৈ কৰি সৰহীয়া ধন ঘটিব পাৰি এই তথ্য বাহিৰ কৰিব পাৰিলে মই আনন্দ পাম।

অৰ্থাৎ তই বোটানি, মিনাৰেল'জি এগ্ৰিকালচাৰ একোৰো বাদ দিব নোখোজ। এইবোৰৰ সুবিধা হ'বনে নহয় ক'ব পাৰা নাই। আনকি অসমত এতিয়া যি

বিশ্ববিদ্যালয় গঢ়িছে সেই বিশ্ববিদ্যালয়তো ভাবুকসকলে নতুন গঢ়াৰ তথ্য নাভাবি কেৱল অসমৰ নামৰ হকে কলিকতা বা ভাৰতৰ আন বিশ্ববিদ্যালয়ৰ হুবহু অনুকৰণ কৰি অসমতো তেনে বিশ্ববিদ্যালয়ৰ ভাওনা গঢ়িব খুজিছে। তেওঁলোকে ভবা উচিত প্ৰত্যেক ঠাইৰ সুকীয়া বিশ্ববিদ্যালয়ৰ আৱশ্যকতা। সেই ঠাইৰ বস্তু বেহানি মাটি-পানী হাবি-বননিৰ বস্তুবিলাকৰ উপাদানেৰে জগতৰ কি সহায় কৰিব পাৰে, লগে লগে নিজৰ আৰু দেশৰো উন্নতি হ'ব পাৰে। অসমৰ সুকীয়া শিল্প কৃষ্টি, শিক্ষাও জগতৰ কি উপকাৰত আহে সেইবিলাক প্ৰকাশ কৰিব লাগে। কিন্তু জোল যিপিনে বাই পাচলিও সেইপিনে যোৱা অৱস্থাৰ দৰে বিশ্ববিদ্যালয় গঢ়িব লাগে, সেইটো যেনেবিধৰে নহওক কেৱল আমাৰ নাম-যশ বৈ বৈ যাওক এনে ভাব লৈ আগবাঢ়িলে দেশৰ উন্নতি কত?

কালিন্দ্ৰীয়ে ক'লে যেনেকৈ আমি বৰ্তমানে কেৱল পেট প্ৰৱৰ্তনৰ কথাই ভাবিব লগীয়াত পৰিছোঁ সেইদৰে অসমৰ বৰ্তমান অৱস্থাত যেনে ধৰণেৰে নহওক বিশ্ববিদ্যালয় গঢ়াটোৱে আচল কথা। অৱশ্যে আমাৰ দৰে সেইবোৰ আদৰ্শ চকুৰ আগত ৰাখিব লাগিব। লাহে লাহে বিশ্ববিদ্যালয়ৰ গতি সেইপিনে ঢাল খুৱাব লাগিব।

ৰহনে ক'লে আমাৰ ডাঙৰ ভাববোৰ আটায়ে প্ৰকাশ কৰিলো কিন্তু সেইবোৰ কেনেকৈ সমাধান কৰিব পাৰি সেইটোহে জটিল সমস্যা।

জোনাকীয়ে ক'লে, বাইদেউ আমি আমাৰ মনৰ ভাববোৰ কলো কিন্তু তোমাৰ উদ্দেশ্যটো একো ভাঙি নকলা।

তইতৰ দৰে মোৰোতো ডাঙৰ উদ্দেশ্য আছে। অৱশ্যে সেইটো যে কৰিব পাৰিম সেইটো অসম্ভৱ যেন লাগিছে। তথাপি যদি শুনিব খোজ মোৰ আকাশত চাংপতা উদ্দেশ্যটোও শুন। মই দেখিছো এই গৱৰ্ণমেণ্টৰ তলত আমাৰ নিচিনা দুখীয়া নিৰাশ্ৰয় লোকসকলে কোনোমতে উদৰপূৰ্তি কৰিবলৈ উপায় নাপাওঁ। গতিকে এই গৱৰ্ণমেণ্টৰ সমূলি মূলোচ্ছেদ কৰি নতুন গৱৰ্ণমেণ্ট নতুন সজ্জাৰে আগবাঢ়িব লাগিব। যিহৰ দ্বাৰা একেবাৰে নিৰাশ্ৰয় নিৰান্ন হাবাথুৰি লোকসকলে সহায় পাই নিজৰ নিজৰ প্ৰতিভা বিকাশ কৰিবলৈ সুবিধা পায়। যি গৱৰ্ণমেণ্টৰ তলত অবলাও দুৰ্বলা নহয়, পৰমুখাপেক্ষী হ'ব নালাগে।

কালিন্দ্ৰীয়ে ক'লে তেন্তে তুমি পলিটিক্সত নামিব খোজা আৰু তোমাৰ পলিটিক্স হ'ব বাহিৰাৰ দৰে কমুনিজিয়ম সৃষ্টি কৰাত। ৰহনে ক'লে হুবহু বাহিৰাৰ দৰে হ'ব নে নহয় কব পৰা নাই। কিন্তু শিক্ষা, ডাক্তৰৰ সহায়, মানুহৰ খোৱা-লোৱাৰ ব্যৱস্থাৰ যাতে সুবিধা হয় তেনে কৰিব লাগিব। শিক্ষা ডাক্তৰি সহায় অবৈতনিক হ'ব লাগিব। খোৱা-লোৱাৰ অভাৱৰ কথা ভাবি ভাবি মানুহে নিজৰ উদ্দেশ্যৰ পৰা বা আদৰ্শৰ পৰা আঁতৰি থাকিব নলগীয়াত পৰিব। মই এই গৱৰ্ণমেণ্টৰ সমূলি নতুন পদ্ধতিৰ ব্যৱস্থা কৰাত জীৱন নিয়াম বুলি ভাবিছো।

আটাইবোৰে কথা কৈ থাকোঁতে এজন মুটিয়াই এটা চিজাৰ মেচিন লৈ তেওঁলোকৰ চোতাল পালেহি।

হেমনীইতে দেখি কলে এইটো কি লৈ যপহ কৰে চোতাললৈ সোমাই আহিল।

ৰহনে ক'লে, ঔ বুজিছো। মুটিয়াটোলৈ চাই বাৰু তাতে থ বুলি ঘৰৰ এটা কুঠৰি দেখুৱাই দিলে, মুটিয়াই থৈ গ'ল।

ৰহনে সুধিলে পইছা পাইছ?

"হয় আইদেউ পইছা পাইছোঁ।" বুলিয়েই সি খোজ ল'লে।

ৰহনে বহুত পৰ ভাবি বৈ কালিন্দ্ৰীক ক'লে, তই পঢ়িবৰ ইচ্ছা কৰ বেতিয়া কলেজলৈ গৈ পঢ়িয়ে থাক। এই কলৰ সহায়েৰে আমি তোৰ খৰচ যোগাম। আহৰি সময়ত তয়ো কাম কৰিবি।

(৬)

চক্ৰপাণি এজন সম্ভ্ৰান্ত বংশীয় অসমৰে সুদক্ষ নেতাৰ ল'ৰা, অৱশ্যে তেওঁৰ দেউতাকৰ নেতৃত্বৰ দ্বাৰা অসমে বৃটিছ গৱৰ্ণমেণ্টৰ বিৰুদ্ধে চৰম পন্থাৰে আগবাঢ়িলেও স্বাধীনতাৰ দাবীত দেহে কেহে সকলো লাঞ্ছনা সহিও শীৰ্ষস্থান পালেও আচলতে কি উপায়েৰে অসম স্বাৱলম্বী হৈ অসমীয়াই নিজ ভৱিত থিয় হৈ

বিশ্ব জগতৰ সমুখত অসমীয়া জাতি হিছাপে গৰিমা আনিব পাৰে সেইটোলৈ এতিয়াই ভবা নাই। কেৱল ভাবৰ আবেগত স্বাধীনতা লাগে, বিদেশীৰ হাতৰ পৰা পৰাধীনতাৰ শৃখলা কাঢ়ি আনি ভাঙি-ছিঙি চুৰমাৰ কৰিব লাগে। নিজৰ শাসন যিমানেই বেয়া নহওক তথাপি স্বাধীন গৱৰ্ণমেণ্ট স্থাপন হ'ব, বিদেশী আঁতৰ হ'ব এই ভাবটোকে লৈ তেওঁ আগবাঢ়িছে। লগে লগে স্বাধীনতা যেনে তেনে অৰ্জন কৰিবলৈ তেওঁ এই ভাবটো সহকৰ্মীসকলৰ মনত দকৈ শিপাই এটা বিদ্ৰোহী মনৰ শৃখলত থকা বাহিনী সাজি বিদ্ৰোহৰ পতাকা তুলিছে। অৱশ্যে এই বাহিনীয়ে নিজৰ ঘৰৰ কৰ্তব্য আদি কৰিয়ে আছে কিন্তু আহ্বান পালেই আগবাঢ়ি আহিছে। হোৰা হোৰে জেলত সোমাইছে। বিদ্ৰোহ ধ্বনিৰে আকাশ-পাতাল ধ্বনিত কৰিছে। আচলতে তেওঁলোকৰ কোনো অস্ত্ৰ-শস্ত্ৰ নাই বা একেলগে থকা গৱৰ্ণমেণ্টৰ দৰমহা খোৱা ফৌজ যোৱৰ দৰেও নহয়। এওঁলোকৰ প্ৰত্যেকে আচল স্বাৰ্থত্যাগ কৰিবলৈ বা মৃত্যুকো বৰণ কৰিবলৈ আচলতে সাজু নহয় কিন্তু প্ৰত্যেকে মনে মনে অনুভৱ কৰিছে স্বাধীনতা যেনে তেনে লাগে। যি নহওক চক্ৰপাণিও দেউতাকৰ এই আদৰ্শতে স্বাধীনতাক সকলোতকৈ ওখ আসন দি তেওঁ স্বাধীনতা অৰ্জনৰ কাৰণে সৈনিক হিছাপে কে'বাবাৰো জেললৈ গৈছে। কে'বাবাৰো আন্দোলনত যোগ দিছে। ইচ্ছা এপিনে স্বাধীনতা অৰ্জন আন পিনে দেউতাকৰ দৰে দেশ আৰু সমাজৰ নেতৃত্ব লাভ কৰা।

চক্ৰপাণিয়ে সিদিনা চ'ৰাঘৰত বহি গকুলৰ লগত কথা পাতিছে। গকুল তুমি দুখী, দৰিদ্ৰ সকলোৰে কথা কৈ থাকা, দেশৰ স্বাধীনতাৰ কথা মুখত আনিব নোখোজা।

স্বাধীন হ'লেও যদি দুখী-দৰিদ্ৰৰ অৱস্থা উন্নত নহয় তেন্তে তেনে স্বাধীনতাৰ মূল্য কি? খোৱা-লোতাৰ হাহাকাৰ, পিন্ধা-উৰাৰ অভাৱ, মাউৰা মৰকৰ তাণ্ডৱ নৰ্তন; স্বাৱলম্বী হ'বৰ উপায় নোহোৱা অৱস্থা স্বাধীন দেশত স শৰীৰে বিৰাজ কৰিলে তেনে স্বাধীন দেশৰ উন্নতি ক'ত? শান্তি ক'ত?

বুজিছা গকুল সেইবিলাক নোহোৱা কৰিবলৈ নিজৰ আঁচনি লাগে আৰু তেনে আঁচনি গঢ়িবলৈ স্বাধীন মন, স্বাধীন-ভাব আৰু স্বাধীন দেশৰ বতাহ পানীৰ আৱশ্যক। সেই কাৰণে সকলো ভাব এৰি সকলোৰে প্ৰথমে স্বাধীনতা লাভৰ চেষ্টা কৰাই মই শ্ৰেয় বুলি ভাবো।

বাস্তৱ স্বাধীনতা নানি কল্পনা-ৰাজ্যৰ স্বাধীনতাই মানুহৰ বাস্তৱ দুখ-দাৰিদ্ৰৰ মোচন কৰিব নোৱাৰে। কেৱল কাল্পনিক স্বাধীনতাৰ অৰ্থে চেষ্টা কৰোঁতেই আমাৰ সকলো শক্তি ব্যয় হ'ব। আকৌ সেই স্বাধীনতা পালেও শাসকসকল দেশী হ'লেও এনে ধনতন্ত্ৰ আৰু প্ৰভাৱশালী লোকসকলৰ পুতলা হ'ব যে আকৌ এখন দুখী-কাঙালী আৰু প্ৰভাৱশালী লোকসকলৰ সংঘৰ্ষ অনিবাৰ্য।

কিন্তু প্ৰথমে সকলো ধনী, দুখী, কাঙালী, সকলো ধৰ্মীয়ে একেলগ হৈ সাধাৰণ শত্ৰুৰ বিৰুদ্ধে অভিযান কৰোঁ। তাৰ পিছত সেই অভিযানত কৃতকাৰ্য হ'লে আমাৰ নিজৰ নিজৰ দাবী পূৰণ কৰি ল'ম। সেইটো নকৰি ঘোঁৰাত আগত গাড়ী দি গাড়ীও টানিব নোৱাৰি ঘোঁৰাকো লৰাব নোৱাৰি। লৰালেও নানা বিশৃখলা হ'ব তাত সন্দেহ নাই।

মোৰ কথাত তুমি অশৃখলতা দেখিছা। কিন্তু মই একে সংঘৰ্ষতে সকলোৰে অন্ত কৰিব খোজো। বাৰে বাৰে যুঁজ-বাগৰ কৰি থকাৰ লাভ কি? চোৱা মানুহ মৰিছে দুখীয়া-কাঙালীয়ে মৰা শ ঢাকিবলৈ কাপোৰ বিচাৰি আহিছে। উত্তৰ পাইছে অফিচাৰ নাই পৰহিলৈ অফিচাৰ আহিব তেতিয়া আহিবা। যদিহে দুখীয়ে আৰু কিবা কথা কয় তেন্তে ইয়াৰ পৰা বাহিৰ হ এনে সম্বিধান। এয়ে স্বাধীনতাৰ নমুনা। আকৌ চোৱা সেই এজনী অকণমান ছোৱালী স্কুললৈ আহে। দেউতাক তাইৰ নাই। মাকে কোনোমতে কটনা কাটি স্কুলৰ মাচুলখিনি দিয়ে। পঢ়াত তাইৰ বৰ মন। কিন্তু কাগজ ক'ত পায়? আন আন ল'ৰা ছোৱালীৰ দেউতাকহঁতে বা ভায়েকহঁতে অফিচৰ পৰা পাছ যোগাৰ কৰি সৰু সৰু ভনীয়েকহঁতক কাগজ যোগাইছে। কিন্তু তাইক পাছ কোনে যোগাৰ কৰি দিয়ে? তাইৰ যে আন কেও নাই। ওচৰ-চুবুৰীয়াক ক'লেও কয় আমিয়ে নিজৰ

নিজৰ কাৰণে কাগজ যোগাৰ পৰা নাই তাইৰ কাৰণে ক'ত পাম? অকণমানি ছোৱালীজনীয়ে লগৰ সৰু ছোৱালীহঁতক কৈছে ভাই মোক ক'ৰবাৰ পৰা দুই দিস্তা কাগজ যোগাৰ কৰি দিয়া। মোৰ যে কেও নাই। কি কৰিম? সিহঁতে তাইৰ কাৰণে সহানুভূতি দেখুৱালেও উপায় ক'ত। স্বাধীন গৱৰ্ণমেণ্টৰ যে স্বাধীন পন্থা।

আকৌ চোৱা গাঁৱৰ বিধবা এজনী। কোনোমতে কটনা কাটি ভাত খায়। বাহিৰলৈ তাই ওলোৱা নাই। গাঁৱৰ মানুহৰ হতুৱাই সূতা কিনি আনি বা কপাহ কিনি আনি কাপোৰ বয় আৰু সেই কাপোৰ মানুহৰ হতুৱাই অ'ত ত'ত বেচি কোনোমতে জীৱিকা প্ৰৱৰ্তন কৰে। কিন্তু হায়! তাই আজি সূতা বা কপাহ ক'ত পায়? তাই যে কান্দি কান্দি কৈছে বোপাই মই এতিয়া কেনেকৈ জীৱন প্ৰৱৰ্তন কৰোঁ। এলে'চা সূতা বা অলপ কপাহ নোপোৱা হলো, কোনোৱে আনি দিব নোৱাৰে এতিয়া মই শুকাইহে মৰিব লাগিব। এই স্বাধীন গৱৰ্ণমেণ্টৰ আঁচনিত ওলোৱা পাবমিটৰ গুণত ৰাইজক স্বাৱলম্বন কৰা অৱস্থা।

আকৌ চোৱা হালৰ গৰুহাল মৰি বন্ধু নিঠেঙীয়া হৈছে। হাতত টকা-কৰি নাই। টকা পাবলৈ হয় নিজৰ খেত কৰা মাটি দুই হেলেচা ধনীৰ ওচৰত বন্ধক থৈ সি দাং কোবাই ফুৰিব লাগিব নাইবা খেতি কৰিব নোৱাৰি শুকাই মৰিব লাগিব। গৱৰ্ণমেণ্টৰ কোনো দিহা নাই যে তাক সহায় কৰে।

সেই ৰামোৱে মিউনিচিপালটি টেক্স দিব নোৱাৰে। ল'ৰা-ছোৱালীৰ শিক্ষাৰ খৰচ বহন কৰাটো দূৰৈৰ কথা ঘৈণীয়েকৰ বেমাৰৰ কাৰণে ডাক্তৰ-কবিৰাজো আনিবলৈ তাৰ সম্বল নাই। মিউনিচিপালিটিৰ টেক্স দাৰোগাই ধমক দি গৈয়ে ক্ষান্ত নহয়। ওৱাৰেণ্ট বাহিৰ কৰি তাৰ ভঙা ঘৰত মেতৰ সুমুৱাই দি ফুটা-লোটা ঘটি ক্ৰোক কৰি নিয়ে। আনপিনে প্ৰতাপশালী লোকসকলৰ কিমান বছৰৰ মিউনিচিপালিটিৰ টেক্স বাকী সেইটোলৈ মিউনিচিপালিটিৰ অধ্যক্ষসকলৰ চকুৱে নাই। মুঠৰ, ওপৰত এই গৱৰ্ণমেণ্টো প্ৰভাৱশালী, ধনীলোকসকলৰ সুবিধাৰ কাৰণেহে পতা হৈছে, দুখীয়া-কাঙালীৰ একো সুবিধাত অহা নাই।

চক্ৰপাণিয়ে গকুলৰ কথা শুনিয়ে আছিল। এবাৰো মাত মতা নাই। শেষত কলে সমস্যা বহুতো সমাধা কৰিব আছে সঁচা কিন্তু সেইবোৰ সমস্যা স্বাধীন হোৱাৰ পিছত হে সমাধা কৰিব লাগিব। যি গৱৰ্ণমেণ্টে নিৰক্ষৰতা, দুখ, দাৰিদ্ৰ মানুহৰ গুচাব নোৱাৰে সেই গৱৰ্ণমেণ্টে ৰাইজৰ হেঁচাত তিষ্ঠিব নোৱাৰিব। নতুন গৱৰ্ণমেণ্টে তাৰ ঠাই অধিকাৰ কৰিব। দুখী-দৰিদ্ৰৰ বিপ্লৱৰ ধুমুহাত তেনে গৱৰ্ণমেণ্ট চুৰমাৰ হৈ যাব। গকুল সেই কাৰণে প্ৰথমে নিজৰ স্বাধীনতা অৰ্জন কৰাত সকলো শক্তি ব্যৱহাৰ কৰা তাৰ পিছত সময় ঠাই বুজি সাল-সলনি হ'ব। কিন্তু এতিয়া হিন্দুৰ বিৰুদ্ধে মুছলমানক, মুছলমানৰ বিৰুদ্ধে হিন্দু, ধনীৰ বিৰুদ্ধে দুখীয়া-কাঙালী, দুখীয়া কাঙালীৰ বিৰুদ্ধে ধনী-চহকী, মাৰোৱাৰীৰ বিৰুদ্ধে অসমীয়া, অসমীয়াৰ বিৰুদ্ধে বঙালী ইত্যাদি কথাবোৰ উলিয়াই স্বাধীনতাৰ বাটত হেঙাৰ পাতিব নালাগে। সেইবোৰ সময়ৰ লগে লগে সকলো সলনি হৈ যাব।

(৭)

চিলাইৰ কলটো চলাই আটাইকেইজনে সদায় কে'বাটাও চোলা চিলাই কৰি এখন দোকানত দিয়াৰ বন্দবস্ত কৰিছে। দোকানীয়ে ন-ন কাপোৰ দি তাইহঁতৰ দ্বাৰা চোলা চিলাই কৰাই নিয়মিত ৰূপে সিহঁতক বানচ দিয়ে। লাহে লাহে এইধৰণে তাইহঁতে অলপ টকা যোগাৰ কৰিব পাৰিলে; তাহাঁতৰ খোৱা-লোৱা, পঢ়াৰ খৰচো ওলাল। বহুনে অ'ত ত'ত দুই-এটা ল'ৰা-ছোৱালী পঢ়ুওৱাৰো ব্যৱস্থা কৰি তাতো কিছু টকা পায়। যি নহওক মাহ চেৰেক নেযাওঁতেই তাইহঁতে স্বাৱলম্বী হৈ খাই-লৈ ফুৰিব পৰা হ'ল। অলপ অলপকৈ টকা বাহি কৰি এজনৰ লগত বন্দোবস্ত কৰি এখন বঙালী শাল আনিলে। এতিয়া আহৰি সময়ত দুজনে চিলাইৰ কল চলাই আৰু [illegible] বঙালী শাল বয়। সুন্দৰ সুন্দৰ পাটৰ-মুগাৰ কাপোৰ আৰু বিছনা-চাদৰ আদি বৈ বজাৰৰ দোকানত দিব ধৰিলে। সিদিনা বহুন চক্ৰপাণিহঁতৰ ঘৰলৈ গৈ ইপিনে সিপিনে

চাই সিহঁতৰ দুৱাৰমুখত থিয় হৈ আছে। অলপ পিছতে ওপৰ খোঁটালিত চক্ৰপাণিক দেখি তাই হাউলীৰ ভিতৰলৈ সোমাই গৈ এজন লিখিবাক লগ পাই ক'লে, বোপাদেউতা আছেনে? লিখিবাজনে কলে বহা, আহিব বুলি ভিতৰ সোমাই গ'ল। অলপ পিছতে চক্ৰপাণিৰ দেউতাক ওলাই আহি চ'ৰাঘৰত এজনী ছোৱালী বহি থকা দেখি সুধিলে কি লাগে?

বোপা দেউতাক?

বোপা দেউতাক? কি কাৰণে? ক'ত থাক?

আমি উজানবজাৰত থাকোঁ।

কাৰ ছোৱালী?

ৰঘুনাথ শৰ্মাৰ।

ৰঘুনাথ শৰ্মা। ঔ সেই যে কাছাৰীত কাম কৰিছিল। তেওঁ আৰু তেওঁৰ পৰিবাৰ মৰিছে নহয়।

হয়।

তইঁতে কেনেকৈ চলিছ?

ঈশ্বৰে একৰকম চলাইছে।

শুনিছোঁ। হেনো তইঁত বৰ দুষ্ট হৈছ? বাপেৰ-মাৰৰ মান বুৰাব ওলাইছ?

ৰহনে অলপ থমকি বৈ দক্ষ বৰুৱাৰ পিনে ৰ' লাগি চাই ৰ'ল। তাইৰ মনৰ ভাব তেতিয়া কেনে সহজে বুজিব পাৰি।

দক্ষ বৰুৱাই কৈয়ে গ'ল, বাপেৰ-মাৰ নহ'ল বুলি যে সাঙোৰ নোহোৱা গৰু হ'ব লাগে সেইটো নহয়।"

আপুনি আমাৰ কথা ক'ত শুনিলে?

বহুতৰ মুখত শুনিছোঁ। কিন্তু এইবোৰ বৰ বেয়া কথা। তহঁতে হেনো মতা চাওদাঙ হৈ বজাৰে-ঘাটে ফুৰ? কতই কত কথা কয়।

ৰহনে ক'লে, কাৰ মুখত সোপা দিব পাৰি? কিন্তু সিটো যি নহওক আপুনি কি ভাবে?

মইতো তইঁতক চাব খোজা নাই যে মই তইঁতৰ বিষয়ে কিবা ভাবিম বা কম।

আপুনি আমাৰ দুৰৱস্থা চাবলৈ খোজা নাই। কিন্তু আমাৰ দুৰৱস্থা আৰু অসহায় অৱস্থাৰ সুবিধা লৈ নানা মুনিয়ে নানা উপনিষদৰ সৃষ্টি কৰিছে সেইবোৰ আপুনি বেদ-বাক্য বুলি আমাৰ ওপৰত মন্তব্য কৰিছে।

দহজনে বেয়া বুলিলে বেয়া।

দহজন কেনে ধৰণৰ লোক সেইটো জানো আপোনালোকে বিচাৰ কৰে? আপোনালোক দেশৰ নেতা কিন্তু দেশৰ লোকসকল কি পথে চলিছে জানো সেইবোৰৰ গম লয়। দহজনক জানো আপোনালোকৰ দৰে গুণী, জ্ঞানী কৰিব পাৰিছে। সেইসকলে যে মানুহক সহায় কৰক ছাৰি বিপদত পৰা দেখিলে আৰু হাজাৰ ৰকমে বিপদ হে বঢ়ায়। সেইবিলাকে যে কেৱল বেয়াটোহে বিচাৰি থাকে মানুহৰ ভালটো নেদেখে।

বাৰু যি নহওক তইঁতক কিবা লাগিলে বৰং আমাৰ আয়েৰৰ কাষলৈ আহি নিবি, বেয়া পথলৈ নাযাবি।

আপোনাৰ দুখীয়ালৈ সহানুভূতি অসীম। কিন্তু আমাৰ দৰে প্ৰাণী আজি দেশত কত আছে। সেই আটাইবোৰক আপুনি কেনেকৈ সহায় কৰিব? দেশৰ দুখী-কাঙালীক এনেভাৱে দয়া কৰি সিহঁতৰ স্বাৱলম্বন অৱস্থাৰ পৰা আঁতৰ কৰি অনাস্থকৈ সিহঁতক বিপদৰ লগত অৰিয়া-অৰি কৰি স্বাৱলম্বী হ'বলৈ দিয়াহে যুগুত। সেইবুলি বেয়া পথ লৈ স্বাৱলম্বী হ'বিনে? তেনেবোৰ নকৰিবি। চৰিত্ৰ সকলোতকৈ ডাঙৰ বস্তু।

ৰহনে এইবাৰ সহ্য কৰিব নোৱাৰিলে। কিয়নো মানুহৰ চৰিত্ৰৰ ওপৰত দোষাৰোপ কৰিলে মানুহ সততে চঞ্চল হয়। ৰহনে ক'লে, আপোনালোকৰ নেতৃত্ব কেৱল ওপৰে ওপৰে, গভীৰ তলত বুৰ মাৰি সমাজ, দেশ, মানুহৰ প্ৰকৃতি বুজিব নোৱাৰে। কিন্তু আমি বিপদৰ আথাউনি পানীত পৰি, বিপদৰ লগত যুঁজি বুজিব পাৰিছোঁ সমাজত কি লাগে, দেশ কোন পিনে যাব লাগে। মানুহৰ চৰিত্ৰ কত প্ৰকাৰ। আপুনি নেতৃত্বৰ ৰাংপতাৰ জিলিমিলিত বিলাসিতাৰ ৰমক জমকত, ভাটোৰ দৰে আওঁৰোৱা স্বাধীনতাৰ ৰচন-ভঙ্গিত ধৰিব পৰা নাই দেশৰ আচল অৱস্থা; দুখী কাঙালীৰ দুখ-দাৰিদ্ৰ, কেলেঙ্কাৰী অপযশ, সমাজৰ স্বেচ্ছাচাৰী প্ৰভুত্ব, প্ৰবলৰ ওপৰত তিতা মেকুৰী আৰু দুৰ্বলীৰ ওপৰত বাঘ টাঙোন ধৰা অৱস্থা। যি নহওক আপুনি মোৰ পূজনীয় মই আৰু একো নকওঁ। মোৰ দোষ ক্ষমা কৰিব। কিন্তু এইটো সঠিককৈ জানিব

আমি বিপদত পৰি শত কেলেঙ্কাৰী বোজা মূৰত লৈও আজিলৈকে পৰমেশ্বৰৰ সহায়ত লক্ষ্য-ভ্ৰষ্ট হোৱা নাই। ক'ব নোৱাৰোঁ ভৱিষ্যতে কি আছে? ক'ব নোৱাৰোঁ অত্যাচাৰী সমাজৰ বৰ্বৰতা ডেৰাই যাবলৈ, বিপদ দাৰিদ্ৰৰ কৰাল গ্ৰাসৰ পৰা সাৰিবলৈ পৰমেশ্বৰে আমাক সহায় কৰে নে নকৰে। আমি বুজিছোঁ আমাৰ গাৰ লোমেই শত্ৰু। বিশেষকৈ এই বৰ্বৰ সমাজৰ মাজত, এই পাশৱিক জলবায়ুৰ সংস্পৰ্শত; তিৰোতাৰ ওপৰত যুগ-যুগান্তৰে কৰি অহা পুৰুষৰ অবিবেচনাৰ চাকনৈয়াৰ মাজত।

এইকৈয়ে বহনে যপহ কৰে উঠি প্ৰণাম কৰি বাহিৰলৈ ওলাল। দক্ষ বৰুৱাই বহনৰ কথা শুনিয়ে স্পন্দনহীন মূৰ্তিৰ দৰে থৰ হৈ থাকি ভাবিব ধৰিলে সমুখত এইজনা বিপদত আঁতুৰা, নিসহায়া ছোৱালী নে অতীতৰ বুৰঞ্জীত পোৱা তেজস্বীপূৰ্ণ বীৰ ছোৱালী। তেওঁ আৰু গভীৰ হৈ ভাবিব ধৰিলে এনে তেজস্বী ছোৱালীৰ বিৰুদ্ধে মানুহে কত কথা; কত অপযশ গায়। কিন্তু তাই আঁতৰাৰ লগে লগে তেওঁৰ মন আকৌ সাধাৰণ সমাজৰ শাৰীলৈ নামি আহিল। তেওঁ ভাবিলে ছোৱালী বৰ মুখৰা, অ'ত ত'ত ঘূৰি ফুৰি সাত ঘাটৰ চেঙেলী হৈছে। কথাত লাগবান্ধ নোহোৱা হৈছে। নানা তৰহৰ মানুহৰ সঙ্গত থাকি তিৰোতাৰ সজ গুণবোৰ পাহৰিছে। কি হ'ব অভাৱত স্বভাৱ নষ্ট।

(৮)

বহন বাহিৰলৈ আহি আলিৰ মোৰ ঘূৰিব ধৰিছে এনেতে পিছফালৰ পৰা মাত দিলে, বহন।

বহনে ঘূৰি চাই দেখিলে এখন মটৰত চক্ৰপাণি। মটৰে তাইৰ কাষ পোৱাত মটৰখন ৰ'ল আৰু চক্ৰপাণিয়ে মটৰৰ পৰা নামি ক'লে আমাৰ ঘৰলৈ গৈছিলি?

গৈছিলোঁ। কিন্তু ওলাই নহাৰ কাৰণে গুচি আহিলোঁ। ডাঙৰ মানুহৰ ঘৰত বৈ থকা, কথা কোৱা, লগ ধৰা এইবোৰ একোটা সমস্যা।

নাই আহিছিলোঁ। পিছে তই দেউতাৰ লগত বহতো তৰ্ক কৰি থকা দেখি তাত নোসোমালো। তৰ্ক ভালেই চলিছিল।

ভাল বেয়া কি? আমি সকলো ৰকমে বেয়া এয়ে তেওঁৰ ধাৰণা।

সেইটো হ'বই। কিয় নাজান ধনীয়ে পিতল পিন্ধিলে সোণ আৰু দুখীয়াই সোণ পিন্ধিলেও পিতল। বাৰু তই মোক কিয় বিচাৰিছিলি? আৰু কিবা লাগে?

নাই একো নালাগে। মই সেই চিলাই কলটোৰ দাম ওভতাই দিব আহিছিলোঁ।

টকা আনিছিলি?

এৰা, ধৰক, কুৰি তিনিশ টকাৰ নোট তেওঁৰ হাতত দিলে।

চক্ৰপাণি আচৰিত হ'ল? ইমান কম দিনতে কেনেকৈ ইমান টকা যোগাৰ কৰিলে? অলপ পিছতে তাৰ হৃদয় জয় পৰি আহিল। তাৰ ভাব হ'ল নিশ্চয় বহনইতে গোপনে বেয়া ব্যৱসায়ত ধৰিছে। সেয়ে ইমান সোনকালে সিহঁতে টকা ওভোতাই দিব পাৰিলে। তাৰ মনত ভয়ঙ্কৰ ঘৃণা হ'ল। সি আগ-গুৰি নাভাবি ততালিকে ক'লে।

বহন মুখত এটা পেটত এটা হ'লে গোটেই জগত জয় কৰিব নোৱাৰি। বাৰু মই যাওঁ। এই টকা মোক নালাগে। মই দিছিলো সজ পথৰ অনুসন্ধান পাবলৈ; কিন্তু অসজ আচৰণৰ চিত্ৰ যে তাত ফুটি উঠিব মই ভবা নাছিলো। আহিলো বুলিয়েই মটৰত ততালিকে উঠি সি গুচি গল। বহনৰ হাতৰ টকা হাততে ৰ'ল।

অলপ পিছত বহনে খোজ ল'লে। তাইৰ মনত ভাব হ'ল টকা ওভতাই দিয়াত তাইৰ কি অসজ আচৰণ হ'ল। এদিন তাই ওভতাই দিম বুলিয়েই নিছিল। তেন্তে কি বাটত দিয়াই শিষ্টাচাৰৰ বাহিৰ হ'ল? কিন্তু তাই এবাৰো নাভাবিলে যে চক্ৰপাণিয়ে চৰিত্ৰতো সন্দেহ কৰিছে। তাইৰ মনত পৰিল চক্ৰপাণিৰ কথা, মুখত এটা পেটত এটা হ'লে জগত জয় কৰিব নোৱাৰি এই কথা কিয় ক'লে? ইয়াৰ অৰ্থ কি? তাইতো কোনো কথা পেটত ৰাখি তেওঁলোকৰ গুচৰ চপা নাছিল। যি নহওক তেওঁৰ দেউতাকৰ লগত হোৱা কথা আৰু চক্ৰপাণিৰ বৰ্তমান উক্তিয়ে বহনৰ মনত এটা ভূমিকম্প তুলিছিল। তাই ভাবিছিল টকা আকৌ দিব যাব নে নাযায়, ভৱিষ্যতে তেওঁক আৰু লগ ধৰিব নে নধৰে।

(৯)

হেমনীয়ে আগতে কোৱাৰ দৰে গীত-বাদ্য সকলোতে উৎকৰ্ষতা লভিবলৈ চেষ্টা কৰিছে। লগে লগে বহুনইতৰ কামতো সহায় কৰি যিমানে পাৰে খোৱা-লোৱাৰ সম্বল গোটাইছে। কিন্তু অসমত গীত-বাদ্যত ব্যস্ত থকাটো ছোৱালীৰ কাম নহয় বুলিয়ে বহুতৰ ধাৰণা। তদুপৰিও গীত-বাদ্যে কোনো টকা পইছা নিদিয়ে। ছোৱালীৰ কথা নকওঁৱেই; ল'ৰাও গীত-বাদ্যত ব্যস্ত থাকিলে কৰিলে আমাৰ ল'ৰাই তৰালে, পঢ়া-শুনা এৰি কেৱল গান-বাদ্যত হে মগ্ন। অৱশ্যে যিসকলে গান-বাদ্য সমূলি নাজানে সেই ল'ৰাবিলাকে ফেল কৰিলে বা পাছ কৰিও শেষত ডেৰ কুৰি বা দুকুৰি টকাত কামত ভৰ্তি হ'ব লাগিলে বা কোকৰি-মোকৰি বি. এ. বি. এলটো হৈ কোনোমতে ভৰণ-পোষণ চলা উকিল হ'লেও যে নিজৰ সমাজৰ বা দেশৰ যে বিশেষ কিবা উপকাৰ হয় সেইটো সিদ্ধান্ত কৰিব নোৱাৰি। কিন্তু যি ল'ৰাই গীত-বাদ্য কৰি হঠাৎ ফেল হয় তেন্তে সকলো দায়-জগৰ পৰে গীত গোৱা, নাচনী হোৱা ছোৱালী সমাজৰ চকুত হেয়। সমুখত নক'লেও পিছত তেওঁলোকৰ নানা তৰহৰ কথা যে ক'ব বা অপযশ গাব তাত সন্দেহ নাই। কিয়নো পিছত কোৱাটোৱে অসমীয়া লোকৰ এটা জন্মগত স্বভাৱ। এই স্বভাৱৰ পৰা শতকৰা-দুই এজন হে বাদ পৰে। কিন্তু হেমনীৰ সম্বন্ধে আৰু ডাঙৰ কথা। কিয়নো তাই দুখীয়া, বাপেক-মাক নোহোৱা গাভৰু ছোৱালী। উঁৱিয়লি নোহোৱা গৰু। তথাপি তাই সমাজৰ উপলুঙা ইতিকিঙলৈ মন নকৰি যেতিয়াই সুবিধা পায়, যেতিয়াই কোনো নতুন ওস্তাদ অহা গম পায়, কাৰো হতুৱাই ঘৰলৈ মাতি আনি বা ভাল নামজ্বলা ওস্তাদ আদি আহিলে লগত আন ছোৱালী লৈ তেওঁৰ পৰা বিদ্যা শিক্ষা কৰে। পৰৰ দোষ দেখা লোকসকলে তাতো তাইৰ দোষ বা নানা তৰহৰ কুকথা কোৱাৰ সুবিধা পায়। সুন্দৰ শিল্প-কলাৰ ঠাইত কদৰ্যতা দেখা পোৱা সমাজৰ স্বভাৱ হ'লে উপায় কি? যি নহওক সমাজ যে যথাৰ্থ সমাজ হ'বলৈ আৰু বহু আগুৱাব লাগিব তাত সন্দেহ নাই। তিৰোতা জাতিৰ ওপৰত কৰা অবিচাৰে সমাজৰ কেতিয়া চকু মুকলি কৰিব জানো? তিৰোতা পানীৰ লাক, চুলেই ভাঙি যায় এই ভাবটোৱে সমাজক সকলো ক্ষেত্ৰতে কি ৰাজনীতি, সাহিত্য, শিল্প ক'লা, ব্যৱসায় সকলোতে পিছুৱাই ৰাখিছে এই জ্ঞান কেতিয়া হ'ব।

চা হেমনী গীত-বাদ্যত পাৰ্গত হ'লাই কিন্তু সেই বোৰৰে কি কৰিবা? তোমাৰ উচ্ছৃঙ্খল স্বভাৱৰ কাৰণে সমাজে দোষাৰোপ কৰে, সমাজৰ ডেকা ল'ৰাবিলাকে ইতিকিং কৰে; কোনোৱে বিয়াৰ কথা ক'লে নাক কোঁচায় তেন্তে ভৱিষ্যতত তোমাৰ কি অৱস্থা হ'ব?

আন দুখী-কাঙালীৰ ছোৱালীৰ যি অৱস্থা হৈছে।

তাৰ মানে?

বুজি পোৱা নাই? দুখী-কাঙালীৰ ছোৱালী সকলো গুণেৰে পৰিপূৰ্ণ হ'লেও বা শিক্ষিতা হ'লেও যি কাৰণে বাপেক-মাক দুখীয়া বা অশিক্ষিত গতিকে সেই ঘৰত বিয়া-বাৰু কৰা শিক্ষিত ল'ৰাৰ পক্ষে অপমানজনক। তেওঁলোকে ছোৱালীলৈ বিশেষ চকু দিয়াতকৈ কইনা ঘৰৰ ঘৰ-দুৱাৰ, মটৰ, বাপেক-মাকৰ লাহ-বিলাস খোৱা-লোৱা অৱস্থালৈকেহে বেছি চকু দিয়ে। গতিকে দুখী কাঙালীৰ ছোৱালীবোৰ হয় অশিক্ষিত নাইবা চহা হোজা খেতিয়কক বা সৰু ব্যৱসায়ীসকলক গতোৱাৰ বাহিৰে আন উপায় নাই, নহ'লে গোটেই জীৱন আবিয়ে ৰাখিব লাগিব।

হেমনীৰ কথা শুনি মদনে ক'লে তথাপিতো সিহঁতৰ বিয়া হয়।

বিয়া হোৱাটোৱে ডাঙৰ কথা বুলি ভাবিলে নহয়। কিন্তু তেনে বিয়াৰ দ্বাৰা সমাজৰ দেশৰ নাইবা নিজৰ কিবা উপকাৰ হ'লনে সেইটোহে ভৱা যুগুত। বিয়াৰ কাৰণে বিয়া সেইটো এটা যুগ-যুগান্তৰে চলি অহা কুসংস্কাৰ। অৱশ্যে অতীতত এই বিয়াৰ লগত মানুহৰ আবেগ ভাল পোৱা, নতুন শক্তি পোৱা, নতুন শক্তিৰে কাম কৰি পৰিয়াল বা সমাজৰ ভাল কৰা এনেবোৰ কাম হৈছিল কিন্তু আজিৰ বিয়াৰ ফল হৈছে একালে পুৰুষে সকলো প্ৰাহৰি, আদৰ্শ ত্যাগ কৰি কেৱল তিৰোতাৰ মন যোগোৱা, অলঙ্কাৰ আদি গঢ়া, বিলাস

মন্দিৰ সজোৱা ভাবৰ কেন্দ্ৰতে মুগ্ধ থাকে আন পিনে তিৰোতাই নিজৰ সকলো আদৰ্শ পাহৰি নিজৰ বিবেক পাহৰি আন এটা কাৰাগাৰতে বাস কৰে। সেই কাৰাগাৰ অন্ধকূপৰ দৰে কি ভীষণ। তাৰ উপৰিও যদি ছোৱালীৰ লগত শাহুৱেক-শহুৰেক বা পুৰুষৰ লগত নিমিলিল তেন্তে সেই এখন কেনে মাছ ভজা খোলাৰ সৃষ্টি হয় তাক সকলোৱে জানে।

হেমনী ক'ব নোৱাৰোঁ তোমাৰ নতুন ভাবৰ শেষ ক'ত? কিন্তু সমাজৰ মনত এইবোৰ কেৱল উচ্ছৃঙ্খলতাৰ নিদৰ্শন অসজ আদৰ্শৰ চানেকি, কেলেঙ্কাৰী আৰু অপবাদৰ সৃষ্টিৰ উপকৰণ। ধৰা মতা-তিৰোতাৰ লগত নিমিলিল বা ভাল পোৱাৰ গুটি নগজিলেই যদি বিয়া-বাৰু নোহোৱা হয় তেন্তে দেশত আন এটা সমস্যাৰ উদ্ভৱ কৰিব। তদুপৰিও মতা-তিৰোতাৰ মাজত সকলো আদৰ্শ, ভাব, আচৰণ যে সকলো প্ৰকাৰে মিলিব সেইটো ভবাও এটা অসম্ভৱ কথা। সেই কাৰণে যি সমাজ বা দেশবোৰে তেনে আদৰ্শত বিয়া প্ৰচলন কৰিছে সেইবোৰত Divorce অৰ্থাৎ মতা তিৰোত বেলেগ হোৱা প্ৰথাৰ বেছিভাগে প্ৰচলন হৈ সংখ্যা নিতে চৰিব ধৰিছে। জগতৰ প্ৰত্যেক বস্তুৰে হীন-ডেঢ়ী হিছাপে পাৰ্থক্য আছে। গতিকে দুটা বস্তুৰ সকলো পাৰ্থক্য নোহোৱা হৈ এটা মিলনত পৰিণত হোৱাটো বৰ ডাঙৰ কথা।

সেই কাৰণে এৰা-ধৰা দুইটাৰে আৱশ্যক। কিন্তু তেনে এৰা-ধৰাৰ আগেয়ে দুইজনৰে বহুত কথাত মিল থাকিব লাগিব। তেহে মিলনৰ সূতী বোৱঁতী হয়। নহ'লে বহুতো পাৰ্থক্য বা অমিল মিল হ'লে অসমান বা একেবাৰে অসামঞ্জস্য দুটা বস্তুৰ যোগ হ'লে সময়ৰ লগে লগে সেইবোৰ পাৰ্থক্য বেছিকৈ ফুটি উঠি এখন মাছ ভজা খোলাৰ সৃষ্টি হৈ অশান্তিৰ আকৰ হয়। যাওক সেইবোৰ কথা কৈ লাভ কি? মোকতো সমাজে অতি হীন চকুৰে চায়। মোৰতো ভৱিষ্যত এক প্ৰকাৰ সকলোৱে ঠিক কৰি আঁকিয়ে থৈছে। গতিকে মোৰ এতিয়া কৰ্তব্য কেৱল নিজৰ বাহুৰে সাঁতুৰি আগবঢ়া। হয় সেই সাঁতোৰত ভাগৰি হেলাই-হেকাই সমাজৰ সকলো কেলেঙ্কাৰী ভাৰ মূৰত লৈ পানীৰ তলত কৰুবকাই মৰিম নাইবা উজাই গৈ নিজৰ আদৰ্শ স্থানত উঠি মনোৰম দৃশ্যত পৰিণত হ'ম। সেই দৃশ্য চাবলৈ সমাজে ৰ লাগি ৰ'ব আনকি দূৰবীণ আদি যন্ত্ৰৰ সহায়েৰেও চাব খুজিব। কিন্তু নাজানো ভৱিষ্যত কি সাঁচেৰে গঢ়া।

মদনে ক'লে আদৰ্শ আৰু বাস্তৱতা দুটা বিভিন্ন বস্তু। এৰা দুইটাৰ সামঞ্জস্য কৰাটোৱে মানুহৰ লক্ষ্য। সৌৱা কলা আমাৰ অধ্যাপক আহিছেই। কলা এতিয়া বাস্তৱতাক লাগি কেতিয়াবা পিছৰ দৰে আদৰ্শৰ ভুমুকি চায়। কি কোৱা? বাস্তৱতাৰ দুখ দৈন্য হাহাকাৰ, আকাল, অনাটনৰ ভূমিকম্পই আদৰ্শৰ সকলো উচ্চ চূৰা চূৰমাৰ কৰিব ধৰিছে। এই ভূমিকম্পত আগেয়ে তিষ্টিব পাৰিলেহে পৰা।

মদনে ক'লে এৰা কিলছকি পটি কেতিয়াবা কেতিয়াবা ভাবো এইবিলাক দাৰ্শনিক তথ্যৰ আৱশ্যক কি? যেতিয়া আমাৰ সমুখত দেখো খৰি নাই, ভাতৰ উধানৰ তলত ফুৰাই ফুৰাই ভাগৰি পৰিছোঁ, যেতিয়া দেখো চাইল নাই, ভাতৰ টো মলিন হৈ আছে, যেতিয়া দেখো কাপোৰ-কানিৰ অভাৱত জাৰতে কঁপি মৰিব ধৰিছোঁ।

আকৌ আনপিনে জানো দেখা নাই, "কেৱে মটৰত ঘূৰি আজি চিমলা, কাইলৈ দাৰ্জিলিঙলৈ গৈ, কেৱে সাগৰত জাহাজ ভ্ৰমণ কৰি লগে লগে টকাৰ অধিকাৰী হৈ, হাজাৰ ৰকমে সুখ উপভোগ কৰি, নিজৰ ইচ্ছামতে সুখ, আমোদ-প্ৰমোদ লাভ কৰি জগতখন যেন তেওঁলোকৰ বাহিৰে আন কাৰো স্বত্ব নাই এনে ভাব লৈ আগবাঢ়িব ধৰিছে। গতিকে আমাৰ নাই বুলিয়ে তেওঁলোকৰ সুখত সুখী থকাটোৱে জানো কৰ্তব্য নহয়? মদনে ক'লে নিশ্চয় নহয়। জগতত ইয়াৰ এটা সংঘৰ্ষ অনিবাৰ্য। যি সংঘৰ্ষই এনে ভেদৰ নোহৰা পাৰ্থক্যবোৰ গুচাই এটা সাম্য ভাৱৰ সৃষ্টি কৰিব। কেৱল সেইবোৰৰ নহয়, পুৰুষ-তিৰোতাৰ মাজতো পাৰ্থক্যৰ হেতাৰ ভাঙি এটা সমিলমিল ভাৱৰ সৃষ্টি কৰি বাস্তৱ জগত আদৰ্শ জগতৰ মিল আনিব।

হেমনীয়ে ক'লে পুৰুষে কাহানি তিৰোতাৰ জগতত কৰা অবিচাৰৰ কথা ভাবিব? ধনীয়ে কাহানি দুখীয়াৰ

আচল অৱস্থা বুজি এটা নতুন ভাবৰ উদগনিত জগত নতুন ধৰণেৰে বোলাব চাব? মদন তুমি মতা লৰা একেলগে মোৰ লগত পঢ়িছা। কিন্তু তোমাৰ অবাধ গতি, মোৰ প্ৰতি পদে পদে বাধা-বিঘিনি। আনকি এইবিলাকৰ তোমাৰ লগত ইয়াতে বহি যে কথা কৈছোঁ, কোনোবাই দেখিছে তেন্তে কিজানি কত তৰহৰ কথা ভাবিছে বা কৈ আনন্দ পাইছে। নহয় জানো? কিন্তু দুজন মতা ল'ৰাই এনেভাৱে কথা কৈ থাকিলে কোনে একো নাভাবে বা নকয়। বলা অধ্যাপক পালেহি।

(১০)

বাঃ দেখিছ মদনে কিন্তু হাত কৰিলে। থোৱা থোৱা। সেইজনীক হাত কৰাৰ কথাও কোৱা। কেইটামান টকা হ'লেই হ'ল।

কেৱল সেয়ে নহয় এতিয়াই যদি কোৱা বোলো লগৰীৰ এজন ওস্তাদ আছি অমুক ঠাইত আছে তেন্তে তত্তালিকে লৰ দিব। তাৰ পিছত কি হয় নাজানানে?

সেইবোৰ কথা শুনিছোঁ। কিন্তু কেতিয়াবা কেতিয়াবা আকৌ বেলেগ ধৰণৰ ভাব হয়। কেতিয়াবা তুমি তাইৰ লগত বেয়া কথা কৈ পাইছানে? অলপ বেয়া কথাৰ পাতনি দেখিলেই তাই অইন কথাৰ লানি লয়। কথাবোৰত তীক্ষ্ণতা, কঠোৰতা অনুভৱ কৰিব পাৰি।

থোৱা থোৱা সেইবোৰ বাহ্যিক। আচলতে সেই গোপালক সুধিবা কি হৈছিল? আকৌ মোহনক সুধিবা! নহ'লে ধৰ্মেশ্বৰক সুধিবা সেই ওস্তাদৰ লগত কি হ'ল। সি সকলো সত্তেজ পায়। আকৌ শুনা নাই এতিয়া হেনো লগৰীৰে যায়। কথাটো ক'ৰ পৰা ক'লৈ গৈছে বুজিছা?

ল'ৰাকেইজনে কথা কৈ থাকোঁতে মদন আৰু হেমনীয়ে কাষেৰে গ'ল। এজনে মাত লগাতে মদন।

আন জনে মাত লগালে তাই ফিলহৃফি শেষ কৰিছে এৰিবা। আন এটাই কলে কালিদাসখনৰ ভাল জ্ঞান থাকিলে বহুতো সহায় হ'লেহেঁতেন।

ব'বা! ব'বা একেবাৰে ললিত সুৰত আবৃত্ত কৰা কেনেকৈ সা ৰে গা মা আওঁৰোৱা।

মদন আৰু হেমনীয়ে একো মামাতি পঢ়া কুঠৰিত সোমাল। ভিতৰৰ পৰা শুনিলে ওমৰ খৈয়ামৰ

কে কৰেছে সুৰা সৃষ্টি
তৰল গৰল।
কে কৰেছে নাৰী মূৰ্তি
ৰূপেৰ অনল।
আকৌ কৈছে, মৰুভূমিৰ মধ্যে গিয়ে
মন্ত যদি সহৰ গড়ো
একটি হৃদয় আমোদ কৰা
তাৰ চাইতে অনেক বড়।

এই সুৰৰ কথা হেমনীৰ কাণত পৰিছে। হেমনীয়ে তাইৰ নিজৰ কথা নাভাবি, ওমৰ খৈয়ামক যে এই ল'ৰাসকলে ইমান তললৈ টানি আনি সিহঁতৰ ইচ্ছামতে খেলা কৰিছে সেইটো ভাবিয়ে তাইৰ মনত ঘৃণা বিৰিঙি উঠিছে। তাই ভাবিছে যেন ল'ৰাৰ মাজত গুৰু গম্ভীৰভাৱে ওমৰৰ ভাবাতে কয়—

হে মানব স্বৰ্গ হতে এ ৰহস্য হয়েছে প্ৰকাশ
সাৰা সৃষ্টি তোমাতেই একাধাৰে পেয়েছে বিকাশ,
দেবতা মানুষ তুমি, তুমি পশু তুমিয়েই মানব
তুমি সাধু স্বৰ্গদূত, পাপী তুমি, তুমিই দানব।
তোমাৰি তুলনা তুমি, তোমাতেই সবাৰ সম্ভব
তোমাৰি মাঝাৰে হেৰি অপৰূপ তোমাৰ উদ্ভব।

কিন্তু তাই সিহঁতৰ ইতিকিং উপলুঙালৈ আৰু কাণ নিদি নিজৰ কৰ্তব্যত লাগিল। কিয়নো এনেভাৱে সহ্য কৰাটো তাইৰ স্বভাৱেই হৈ পৰিছিল। বিশেষত তাইৰ অৱস্থাত যে বৰ্তমান সমাজে নানা কথা ৰচিব বা গাব তাত একো আচৰিত হ'বলগীয়া নহয়। বৰং এইটোহে আচৰিত যে তাইক কোনোৱে ভাল বুলি ভাবে। মদন তাইৰ সহপাঠী। বহুত কথাত সিহঁতৰ পাৰ্থক্য জল জল পট্ পট্। কিন্তু এটা কথাত দুয়োৰো মিল আছিল যে নাৰীৰ মূল্য জগতে এতিয়াও সঠিকভাৱে নিৰ্ধাৰণ কৰিব পৰা নাই।

(১১)

মোহনে ইহঁতৰ বাপেক মৰাৰ পিছৰ পৰা কাহানিও ইহঁতৰ ঘৰলৈ যোৱা নাই বা মদনৰ বাতৰিও লোৱা নাই।

সি তাৰ প্ৰতিজ্ঞা প্ৰায় ৰাখিছে। কিন্তু এনে প্ৰতিজ্ঞা ৰখা সহজ। আনফালে কত প্ৰতিজ্ঞা সি নিতে উলাই কৰিছে তাৰ লেখ জোখ নাই। যি নহওক সিহঁতক সহায় কৰা, সিহঁতৰ দুখত দুখী হোৱা সমাজৰ নানা কথা শুনা আৰু সহি থকাৰ দায়িত্বৰ পৰা সি সাৰিছে। অৱশ্যে সি সিহঁতৰ আন ৰকমে অন্যায় কৰি যাতে তাইহঁতে তাৰ ওচৰত সেও মানিবলগীয়া হয় সেইটোৰ নানা উপায় বিচাৰিছে। ৰহনহঁতৰ বাপেক মৰাৰ দুদিন আগতে কৈছিল যিহেতু ৰহনে মোহনক বিয়া কৰাৰ ইচ্ছা নকৰে গতিকে এই বিয়া হ'ব নোৱাৰে। মোহনে প্ৰতিবাদ কৰিছিল ছোৱালীৰ কথাই কথানে?

এৰা অইনে যি ভাবে ভাবক, মই ছোৱালীৰ অমান্তিত আনক বিয়া দিয়া কথা ভাবিব নোৱাৰোঁ।

এই কথা মৰিবৰ দুদিন আগেয়ে কৈছিল। অৱশ্যে তেতিয়া তাইহঁতৰ দেউতাকে ভবা নাছিল যে সি দুদিন পিছত মৰিব। কিজানি সেই কথা জনা হ'লে ইহঁতক নিঠৰুৱা নিঃসহায় অৱস্থাত এৰি যোৱাতকৈ এটা দিহা কৰি যোৱা ভাল মনত কৰিলেহেঁতেন। যি নহওক মৰাৰ পিছত মোহনে আকৌ বিয়াৰ কথা উল্লেখ কৰাত ৰহনৰ মুখত একে কথাৰ পাতনি দেখি মোহন সিদিনাৰ পৰা সিহঁতৰ ঘৰমুৱা হোৱা নাই। কিন্তু মানুহ অহঙ্কাৰ দম্ভত নুবুজে যে তেওঁলোক কেৱল খুওৱা ধুওৱাৰ পৰাকী নহয়। মানুহৰ খোৱা-লোৱাৰ দিহা এটা নেদেখা শক্তিয়ে কৰে এই কথা মহান টলষ্টয় আদি ভাবুক লিখকসকলেও কৈ গৈছে। যদি সেয়ে আচল কথা হয় তেন্তে আজি খোৱা-লোৱাৰ কাৰণে চৌদিশে হাহাকাৰ হৰিধ্বনি কিয় হ'ব ধৰিছে? নাইবা এই খোৱা-লোৱাৰ সুচাৰু দিহাৰ কাৰণে নতুন গৱৰ্ণমেণ্ট, নতুন আচাৰ নীতিৰ আৱশ্যক মানুহে কিয় বোধ কৰিছে? গতিকে সেই কথাষাৰ কোনো কোনো ক্ষেত্ৰত সঁচা যেন দেখিলেও আচলতে ইয়াৰ বেকোণ আছে। মানুহে মানুহৰ শক্তিত ভৰ দি থিয় হ'ব লাগিব। যদি তেতিয়াও পৰি যায় তেন্তে কাঠৰ হেংদালি দুই কাষে বান্ধিব লাগে। ঠিক তেনেভাৱে যেতিয়া নিজৰ পক্ষে অসমৰ্থ বুলি ভাবে তেতিয়া এটা নেদেখা শক্তিৰ আলম লৈ সুখ-শান্তি লাভ কৰে। অৱশ্যে তেনে সুখ-শান্তিও মানুহৰ পক্ষে কেতিয়াবা কেতিয়াবা সুবিধাজনক হয় সঁচা বা খন্তেকীয়া নিৰাপাত বল দিয়ে কিন্তু আচলতে এই কথাষাৰৰ সত্যতা বৰ বহস্যজনক। মূঠতে মানুহে প্ৰত্যেক ক্ষেত্ৰতে নিজৰ ভৰি, নিজৰ বাহুবলৰ ওপৰতে নিৰ্ভৰ কৰিব লাগিব। সেইদৰে সমাজ, দেশ সকলোৱে স্বাৱলম্বী হ'বলৈ চেষ্টা কৰিব লাগিব। অৱশ্যে প্ৰত্যেক দেশ, প্ৰত্যেক সমাজে আন দেশ বা সমাজৰ লগত সকলোভাৱে সম্বন্ধ ৰাখি চলিব লাগিব। যাওক সেই কথা এৰি মূঠতে মোহনে যি ভাবিছিল সেইটোৱে ওলোটা হ'ল। মোহনে ভাবিছিল দিব চেৰেকৰ পিছতে সিহঁতে নানা আহুকাল, বিপদ আৰু অনাটনত আকুল হৈ তাক বিচাৰিব আৰু তাৰ প্ৰস্তাৱত মান্তি হ'ব। কিন্তু সেই কথা নহ'লিল। অৱশ্যে সি নানা তৰহৰ অপবাদ, নানা গলাগপা শুনিছে। আনকি সেইবোৰত হয়তৰ দি আকৌ নানা কথা জোৰকন্দা দি টোটোকে বৌ কৰিছে। কিন্তু তাৰ ঘাবা তাৰ একো লাভ হোৱা নাই। সি মাজে সময়ে দূৰৈৰ পৰা ৰহনক দেখিছেও কিন্তু কাহানিও মতা নাই। প্ৰথম কাৰণ তাৰ অভিমান, দ্বিতীয় মাতিলে সিহঁতে নাই পাব ইত্যাদি। যি নহওক সেই দিনা এখন ৰহল পথাৰত ডাঙৰ সভা। সভাপতি অসমৰ নেতা দক্ষ বৰুৱা। বিষয় কংগ্ৰেছৰ ত্যাগ আৰু দেশৰ বৰ্তমান অৱস্থা। সেই সভাত হাজাৰে হাজাৰে লোক গোট খাইছে। চক্ৰপাণিও সেই সভালৈ যাওঁতে বাটত মোহনক লগ পালে। মোহনে ক'লে, কি সভালৈ যোৱা নেকি?

এৰা। তুমি?

মইয়ো ওলাইছোঁ।

তেন্তে বলা একেলগে যাওঁ। দুয়ো একেলগে গ'ল। বাটত বহুত কথা হ'ল। হঠাৎ চক্ৰপাণিয়ে নিলগত ৰহন আৰু এজন পায়জামা আৰু কামিজ পিন্ধা লোক দেখিলে। তেওঁলোকৰ কাষে কাষে এজন যুৱোলীয় মানুহো দেখিলে। তেওঁলোকে যেন কিবা কথা-বতৰা কৈছে মাজে মাজে বৰকৈ হাঁহিছে। কথা-বতৰা কি কৈছে একো শুনি নাপায়। কিন্তু হাঁহিটো শুনি পায়। চক্ৰপাণিৰ চকুত বৰ বেয়া লাগিল। সি মোহনলৈ চাই

ক'লে আজিকালি বহনহঁতৰ ঘৰলৈ নোযোৱানে? আহানি তোমাক বহুদিন লগ পাইছিলোঁ।

নাই যাযাওঁ?

কাৰণ? কিয় বেয়া অৱস্থা বুলি?

গলোহেঁতেন। কিন্তু সিহঁতৰ স্বভাৱ বৰ বেয়া। সেইবিলাক মানুহ দেখিলে কোনো সজ মানুহে তালৈকে গতি কৰিবলৈ ইচ্ছা নকৰে। তুমি নোযোৱা নে?

চক্ৰপানীয়ে ক'লে, দেউতাক মৰাৰ পৰা যোৱা নাই। দেউতাক বৰ ভাল মানুহ আছিল। দেশৰ বহুতো খবৰ বাতৰি ৰাখিছিল। সেইবিলাক শুনিবলৈ তেতিয়া গৈছিলো। কিন্তু আজিকালি ছোৱালীসকলৰ কাষলৈ কিয় যাবা?

মোহনে ক'লে, ছোৱালীও এলাপেচা ছোৱালী হ'লেও এটা কথা। যিপিনে বাবা সিহঁতৰ গীতা, ভাগৱত, মহাভাৰত কিমান শুনিবা? সিদিনা সকলজনা হেনো এটা মিলিটাৰীৰ লগত মটৰত ক'ৰবালৈ গৈছিল। মিলিটাৰীৰ লগত যোৱা মানেতো বুজা।

চক্ৰপাণিয়ে এইবোৰ কথাৰ প্ৰতিবাদ কৰিব খুজিলেও তাৰ মনে মনে সেই দিনাৰ ঘটনাৰ পৰা বহুতো সন্দেহ হৈছিল। গতিকে সেইবোৰ কথাত প্ৰতিবাদ নকৰি বৰং সেইবোৰৰ কিবা সত্য আছে বুলিয়ে তাৰ মনত দৃঢ় বিশ্বাসৰ শিপা বাঢ়িল। তদুপৰি সি নিলগত যি দৃশ্য দেখিলে সেই দৃশ্যই তাৰ মনত এটা ডাঙৰ ভূমিকম্প তুলিছিল। কথাৰ মাজতে সি কৈছিল যাওক পৰৰ ছোৱালীৰ সম্বন্ধে কথা কৈ কি লাভ? ভাল হ'লে সকলোৱে ভাল পাব? বেয়া হ'লে নিজে নিজৰ কৰ্মফল ভুগিব। গৈ গৈ দুয়ো সভাৰ ঠাই পালেগৈ। চক্ৰপাণিয়ে দেখিলে সিহঁতৰ সমুখৰ পিনে অলপ দূৰৈত বহনো আগেয়ে দেখা লোক দুজনৰ লগত বহিছে। বহুত মানুহে সেইপিনে চকু কৰিছে। ডেকা ল'ৰাবিলাকৰ মাজত কথাৰ সদুল গোট খাইছে। এজনে কৈছে, চোৱা হে ভালকৈ চোৱা।

আনজনে কৈছে, এৰা, কিন্তু ইমান দূৰ ভাল নহয়। ভিতৰে ভিতৰে যি নহওক, বাহিৰত এনে দৃশ্য বৰ অশোভন। আনপিনে বৰ বেয়া আদৰ্শ। এনেকৈ দেখাদেখিকৈ সমাজৰ মাজলৈ অহাটো বৰ অন্যায় কথা।

আনজনে কৈছে, এৰা, ঘিয়ে যি ভাল পায় তাকে কৰক সেইবোৰলৈ চকু দিয়া কিয়?

মোহনে চক্ৰপাণিলৈ চাই ক'লে, এটা কথা দেখিছানে?

কি?

সৌৱা! বহনৰ কাষত সৌ দুজন কোন চাইছানে? চক্ৰপাণিয়ে যেন আগৰ পৰা দেখা নাই এনেভাৱে ক'লে, ঔ দেখিছোঁ।

মোহনে ক'লে, দেখিছা, মই কোৱা কথা প্ৰমাণ পালা? এনেকুৱা ছোৱালীৰ ঘৰলৈ কেনেকৈ যোৱা? আমাৰোতো মান-সম্ভ্ৰম আছে। অৱশ্যে সিহঁতৰ বিপদ আপদে সহায় কৰিবলৈ ইচ্ছা যায়। কিন্তু এনে অৱস্থাত কেনেকৈ কৰা?

সভা আৰম্ভ হ'ল। সভাৰ সভাপতিয়ে গহীনাই বক্তৃতা দিবলৈ আৰম্ভ কৰিলে। কিন্তু চক্ৰপাণিৰ সেইবোৰলৈ বিশেষ মন নাই। সি দেখিছে যেন মাজে মাজে সেই ডেকা দুজনে বহনৰ লগত মনে মনে কিবা কথা-বতৰা পাতিছে। লোকৰ ছোৱালীয়ে লোকৰ মানুহৰ লগত কথা পাতিছে। তাত চক্ৰপাণিৰ কি? তথাপি চক্ৰপাণিৰ মনত নানা তৰহৰ ভাবৰ জুমুৰি আপোনা-আপুনি কিয় আহিছে?

সভাপতিৰ বক্তৃতাত কৈছে কংগ্ৰেছৰ ইমান বছৰ ত্যাগৰ ফলত আজি ভাৰতবৰ্ষ স্বাধীনতাৰ দুৱাৰদলিত। এতিয়া ভাৰতীয় মানুহে স্বাধীনতা ৰক্ষা কৰিব পাৰিলেই হ'ল। নিজৰ ভিতৰত মিলাপ্ৰীতি আনি সকলো দায়িত্ব গ্ৰহণ কৰিব পাৰিলেই ভাৰতীয়ৰ কৰ্তব্য কৰা হ'ব। কিন্তু আমি কৰিছোঁ কি? মৰা-কটা ভাই ভাই কাজিয়া। গতিকে বৃটিছে নিজ ইচ্ছাৰে ভাৰতৰ পৰা বাহিৰ হ'লেও আমাৰ স্বাধীনতা এনে অনৈক্যৰ মাজত কেনেকৈ ৰক্ষা কৰিম? সভাপতিয়ে আৰু নানা কথা কৈ বহিলত হঠাৎ সমাজৰ মাজৰ পৰা বহন ওলাই সভাপতিৰ মণ্ডপৰ ওচৰলৈ গৈ ক'লে, মোক দুষাৰ কথা ক'ব দিয়ক। সভাপতিয়ে আকৌ সিও নিদিওঁতেই, বাহিৰৰ পৰা ডেকা কিছুমানে কহিলে দিয়ক, এইখন

সভা, ইয়াত যাৰে তাৰে ঠাই নাই। আন ঠাইলৈ যাব দিয়ক। বুলি চিঞৰিব ধৰিলে। এজনে ক'লে মিলিটাৰী আনজনে কলে, কাপোৰৰ বেপাৰী মাৰোৱাৰী যি নহওক সভাপতিয়ে আদেশ দিয়াত বহুন মণ্ডপত উঠি এবাৰ তীক্ষ্ণ চকুৰে চৌদিশে চালে। তাৰ পিছত আৰম্ভ কৰিলে। অৱশ্যে মই ক'বলৈ উঠাত বহুতৰ মনত বেয়া লাগিছে। কিয়নো সমাজৰ মনত মই এজনী পতিতা ভঁৰিয়লি নোহোৱা ছোৱালী। বাৰু সেইটোকে ধৰি ল'লোঁ; কিন্তু আপোনালোকে পতিতাসকলৰ উন্নতিৰ কাৰণে বা তেওঁলোকে ভাল ব্যৱসায়েৰে খাব পৰাৰ কি ব্যৱস্থা কৰিছে? আপোনালোকে স্বাধীনতাৰ নানা ৰমক-জমক বাইজৰ আগত দাঙি ধৰিছে। কিন্তু আপোনালোকে পাহৰিছে স্বাধীন দেশবোৰতো খোৱা-লোৱাৰ সমস্যাৰ কাৰণে, দেশৰ উন্নতিৰ আঁচনিৰ কাৰণে কত কটা-কটি, মাৰা-মাৰি। দূৰৈৰ কথা নকওঁ, আমাৰ ওচৰৰ চীন দেশলৈ চাওক। স্বাধীন চীনৰ আজি দুৰৱস্থা কি? হাজাৰ হাজাৰ লোক দিনে দিনে নিজে নিজে কটা-কটি কৰি মৰিব ধৰা নাইনে? তাৰ উপৰিও ভাৰতবৰ্ষ এটা শক্তিৰ তলত থকাৰ কাৰণে অন্য শক্তিবোৰে ইয়াত সোমাই নিজৰ নিজৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে দেশত নানা বেমেজালি ঘটাই ইয়াত তল-ওপৰ কৰিব পৰা নাই! কিন্তু চীন দেশত এপিনে টানিছে ৰুচিয়াই; আনপিনে আমেৰিকাই-বৃটিছে-জাপানে? আটাই কেউশক্তিৰ হেটা ওপৰাত বাণিজ্যৰ কূটনীতিত চীনৰ মানুহ জলাকলা। তাৰ উপৰিও ইটো শক্তিয়ে আনটো শক্তিৰ বিৰুদ্ধে যুদ্ধৰ উপকৰণ যোগাই চীনত গৃহযুদ্ধৰ সৃষ্টি কৰিছে। কিন্তু ভাৰতত সেই সুবিধা আন শক্তিবোৰে কৰিব পৰা নাই। গতিকে স্বাধীন হোৱাই ডাঙৰ কথা নহয়! স্বৰাজ ৰক্ষা কৰা আৰু স্বাধীনতাৰ উপকাৰিতা জনসাধাৰণে ভালকৈ গম পোৱা আৰু স্বাধীনতা বিশ্বৰ উপকাৰৰ কাৰণে ব্যৱহাৰ কৰিব পৰাটোৱে ডাঙৰ কথা। ভাৰতত আজি লাগে তেনে স্বাধীনতা। সেই কাৰণে ৰাজনীতি ক্ষেত্ৰৰ স্বাধীনতাৰ লগে লগে আমাক অৰ্থনৈতিক স্বাধীনতা, তাৰ লগে লগে লাগে একতা। এই তিনিওটাৰ ইটোৰ লগত সিটোৰ সম্বন্ধ আছে। আমাৰ মাজত একতা নহ'লে বাহিৰৰ শক্তিয়ে এটাক তল কৰি আনটোক ওপৰ কৰি তলে তলে সহায় সুবিধা দি; অস্ত্ৰ-শস্ত্ৰ যোগাই আমাৰ মাজত তৰা-মৰা ৰণখন লগাই আমাৰ দুৰ্বলতাৰ সকলো সুবিধা ল'ব। আজি চীনত এনে অৱস্থা। যেই কাৰণে সভাপতিয়ে যি স্বাধীনতাৰ সপোনত দিতোৰ আমি তেনে স্বাধীনতাত আনন্দ পোৱা নাই। আমাৰ স্বাধীনতাৰ লগে লগে খোৱা-লোৱাৰ সুবিধা, দুখী-কাঙালীৰ অৱস্থাৰ পৰিৱৰ্তন, গাঁও-ভূঁইৰ শ্মশানৰ অৱস্থাৰ সাল সলনি। আমাৰ স্বাধীন দেশত লাগে তিৰোতাৰ অবলা, দুৰ্বল অৱস্থাৰ পৰিৱৰ্তন হৈ পুৰুষৰ লগে লগে খোজ কাঢ়িব পৰা অৱস্থা। দুখী পতিতাসকলৰ উন্নত জীৱন লাভ কৰিবৰ উপায় পোৱা। কিন্তু সেইবোৰৰ আঁচনি ক'ত? মৰা-কটা অত্যাচাৰ-অনাচাৰ ঘটোৱাই স্বাধীনতাৰ উদ্দেশ্য নহয়। বাহিৰৰ পৰা ধ্বনি হ'ল, মালাগে নালাগে বহুতো হৈছে এতিয়া বহকহি। হঠাৎ যেন এটা বোঁৱতী সুঁতিত বাধা পৰিল। চাৰিওপিনৰ পৰা ধ্বনি হ'ল বহক, বহক। তাই চাৰিওপিনে চাই অলপ থমক খাই ব'ল আৰু ক'বলৈ ধৰিলে স্বাধীন মত প্ৰকাশত বাধা দিয়া কেৱল পাশৱিক অত্যাচাৰেই নহয়, প্ৰবলৰ দুৰ্বলীৰ ওপৰত কৰা চলত্ৰী বলপ্ৰয়োগ। আকৌ ধ্বনি হ'ল হৈছে হৈছে আৰু নালাগে। তিৰোতাই আগেয়ে চৰিত্ৰ গঠন কৰক তাৰ পিছত বক্তৃতা মহলা মাৰিব। বহুনে তথাপি অলপো বিচলিত নহৈ কৈ গ'ল, তিৰোতাই চৰিত্ৰ গঠন কৰিব এই উপদেশ দিয়াৰ আগেয়ে পুৰুষ সকলে অন্তৰত ভাবি চাওক তেওঁলোক কেনে চৰিত্ৰৱান পুৰুষ! কিন্তু আজি দিন আহিছে দুৰ্বলীয়ে সবলৰ বিৰুদ্ধে মূৰ দাঙি উঠিব, আজি দিন আহিছে তিৰোতাৰ ওপৰত পুৰুষৰ গুৰুগিৰী গুচাই পুৰুষৰ অত্যাচাৰ অবিধি আৰু যুগে যুগে কৰা অন্যায় শাসন দণ্ড ভাঙি চুৰমাৰ কৰিব।

ভাল! ভৱিষ্যতে কৰিব এতিয়া নামি আহক।

নামি যাম। কিন্তু যোৱাৰ আগেয়ে কৈ যাওঁ অত্যাচাৰী-অবিবেকী, অন্যায়ৰ আশ্ৰয় দিয়া পুৰুষ জাতি আজিৰ পৰা সাৱধান। যদি তিৰোতাৰ চৰিত্ৰ বিচাৰা তেন্তে আগেয়ে চৰিত্ৰৱান হোৱা। যদি দেশৰ সঁচাকৈ

মঙ্গল চোৱা তেন্তে তিৰোতাৰ সকলো দুৰ্বলতা গুচোৱা। যদি সঁচাকৈ ন্যায়ৰ জয় বিচৰা তেন্তে তিৰোতাৰ অলপ দোষতেই তিৰোতা জাতিৰ সৰ্বনাশ কৰা পন্থা এৰি পুৰুষ তিৰোতাৰ সমান দণ্ড, সমান অধিকাৰ, সমান দায়িত্ব স্বীকাৰ কৰা। যদি স্বাধীনতা সঁচাকৈ লাগে তেন্তে দুৰ্বলী; অসহায়ক ন্যায্য অধিকাৰ দিয়া, ভোকাতুৰ, তৃষ্ণাতুৰক যথোচিত খোৱা-লোৱাৰ দিহা কৰি ধনী-দুখীৰ মান-সম্ভ্ৰমৰ পাৰ্থক্য নকৰি স্বাধীনতাৰ আঁচনি গঢ়া। বুলি চৌদিশে তীক্ষ্ণ চকুৰে চাই তাই মণ্ডপৰ পৰা নামি আহিল। নিলগৰপৰা ধ্বনি হ'ল মিলিটাৰী, মিলিটাৰী।

চক্ৰপাণিয়েও সেই সম্ভ্ৰান্ত ৰহনৰ মুখত ইমান গভীৰ অৰ্থ থকা কথা আশা কৰা নাছিল, আনকি তাই যে এনে ডাঙৰ সভাত ইমান বিৰুদ্ধবাদীৰ সমুখত থিয় হৈ এনে তেজপূৰ্ণ উত্তৰ দিব পাৰিব সেইটো সি কল্পনাকে কৰা নাছিল। বিশেষত ৰহনৰ চৰিত্ৰত ইমান দুৰ্বলতা থকাটো তাই এনে নিৰ্ভীকভাৱে থিয় হৈ ইমান চিঞৰ-বাখৰৰ সমাজতো অলপো চঞ্চল নহৈ এনেভাৱে বক্তৃতা দিয়াটো চক্ৰপাণিৰ মনত এটা আচৰিত ভাবৰ সৃষ্টি কৰিছিল। তেন্তে কি তাৰ সকলো সন্দেহ কেঁচুমতাৰে গঢ়া? ৰহনৰ চৰিত্ৰত কি অলপো চেকা নাই? চৰিত্ৰত চেকা থাকিলে এনে তেজপূৰ্ণ কথা, এনে তীক্ষ্ণ চকুৰ চাৱনী এনে নিৰ্ভীকতা কি মানুহৰ সম্ভৱ? নে মানুহৰ অন্তৰৰ কথা লুকাই ৰাখি বাহিৰত সম্পূৰ্ণ বেলেগ ভাব দেখুৱাব পৰা অসীম শক্তি। চক্ৰপাণিয়ে ভাবি থাকোঁতে সভামণ্ডপৰ পৰা শুনিলে ইংৰাজীত কোৱা বক্তৃতা। মণ্ডপলৈ চাই দেখে সেই ৰহনৰ লগে লগে অহা আৰু কাৰত বহা মিলিটাৰীজনে বক্তৃতা ইংৰাজীতে দিব ধৰিছে।

তেওঁ কৈছে মই কচিয়াৰ মানুহ। প্ৰত্যেক ছোৱালীয়ে আজি ভাৰতৰ স্বাধীনতা কামনা কৰে। ভাৰতৰ দুখ-দাৰিদ্ৰ্য, অভাৱৰ অন্ত হৈ ভাৰতীয় মানুহে সুখ-শান্তিত থাকিব লাগে। গাঁও-নগৰৰ বিশেষ পাৰ্থক্য গুচিব লাগে। অশিক্ষিত আৰু নিৰক্ষৰতা লোপ পাব লাগে। কচ্ছবাসীৰ এই বাণী মই ভাৰতীয়ৰ কাণত পোৱাব পাৰি ধন্য মানিছোঁ। মই আপোনালোকৰ মঙ্গল কামনা কৰো বুলিয়েই তেওঁ মণ্ডপৰ পৰা নামি আহিল।

চক্ৰপাণিয়ে ইমানপৰে যি সংশয়ৰ দোলাত দোলন খাই ৰহনৰ চৰিত্ৰত আন্ধাৰ আন্ধাৰ ভাব দেখিছিল যেন এক মুহূৰ্তে সকলো মেঘ কাটি পূৰ্ণ চন্দ্ৰ বিকাশ হ'ল। চক্ৰপাণিৰ ভাব হ'ল চন্দ্ৰত কলঙ্ক থাকিব পাৰে কিন্তু ৰহন নিষ্কলঙ্ক। তাৰ যেন ইচ্ছা হ'ল সেই মিলিটাৰী ভেৰত থকা ৰাছিয়ানজনৰ লগত কথা পাতে। সি যেন বুজিলে কিয় ৰহনে এই মিলিটাৰীৰ লগত কথা-বতৰা পাতে বা লগে লগে দিন চেৰেক ফুৰিব ধৰিছে। আৰু এনে ফুৰাটোত মানুহে বা সমাজে কি বিষ চকুৰে চাইছে। সি ভাবিলে হায় সমাজ তঁহঁতৰ অজ্ঞতাত আৰু অল্পবিদ্যা ভয়ঙ্কৰ অৱস্থাত তহঁতে কি কৰিব নোৱাৰ। তিৰোতাৰ প্ৰত্যেক খোজতে কত ৰহস্য; কত কাল্পনিক ছবি, কত বিষৰ উদ্ভৱ কৰিব পাৰে। তাৰ ভাব হ'ল যেন তাৰ কাষত বহি থকা আৰু এঘণ্টা আগেয়ে তাৰ কাণত বিষ ঢলা মোহনক ভালকৈ বুজাই দিয়ে মানুহৰ চৰিত্ৰ বুজিবলৈ আৰু বহুতো অভিজ্ঞতাৰ আৱশ্যক। ততালিকে ভুল ধাৰণা কৰা আৰু ব্যক্ত কৰি মানুহৰ কলঙ্ক প্ৰচাৰ কৰা কেৱল মুৰ্খালিয়ে নহয় লগে লগে সৰ্বনাশ পন্থা। এই ভুলৰ প্ৰায়শ্চিত্ত কিন্তু এদিন সমাজে কৰিব লাগিব। অন্ধ সমাজে এনে কুসংস্কাৰ ভাঙি-ছিঙি নতুন সমাজ গঢ়িব লাগিব।

হঠাৎ মোহনে ক'লে বক্তৃতা দিয়া সহজ কিন্তু কামৰ বেলিকা।

চক্ৰপাণিৰ মনত যেন এই কথাষাৰে বিষ উগাৰি আনিলে। সি সেই ভাব প্ৰকাশ নকৰি ক'লে বাৰু এনেভাৱে বক্তৃতা দিবকে শিকাচোন।

সেইটো অভ্যাসৰ কথা।

অভ্যাস। অভ্যাস! এৰা অভ্যাসত বাহ্যিকতাৰ আৱৰণ শিকিব পাৰি কিন্তু অন্তৰৰ মাধুৰ্য আৰু তীব্ৰতা ফুটি ওলাই অন্তৰ সৌন্দৰ্যৰ পৰাহে।

মোহনে ক'লে, থৈ দিয়া অন্তৰৰ কথা, মানুহে দেখে বাহ্যিকতাহে। অন্তৰত অমৃত আছে নে বিষ আছে সেইটো বাহিৰ কৰা বৰ ডাঙৰ কথা। কিন্তু বক্তৃতা দিয়াৰ আগেয়ে মানুহে ভৰা বুকুত বাহিৰৰ

বিশ্বাস তেওঁৰ ওপৰত আছে নে নাই? নহ'লে আগতে দেখিলা নহয় বহুনৰ অৱস্থা কি হ'ল। কদাচাৰ-কুনীতি যাৰ সম্বল তেওঁ বক্তৃতাৰ মহলা মাৰিব আহিলে লোকে কিয় শুনিব?

চক্ৰপাণিয়ে নামাতিলে ভাবিলে দহজনৰ উপলব্ধা, পাতল কথাকো সমাজে এজনৰ গভীৰ বা অন্তৰৰ কথাতকৈ বেছি মূল্য দিয়ে। গতিকে এই বিষয়ে তৰ্ক কৰিয়ে বা কি লাভ? আৰু তৰ্ক কৰিয়ে বহুনক আজি সমাজৰ আগত সুন্দৰ বা নিষ্কলঙ্ক কৰা অসম্ভৱ।

(১২)

সেই কছজনে এখন মেজৰ কাষৰ এখন প্ৰায় ভঙা চকিত বহি কৈছে, তুমি এই আন্দোলন লোৱা মই যিমান পাৰো সহায় কৰিম। ভাৰতীয়ক মানুহ হিচাপে থিয় কৰিব লাগিব। বিশেষত এই সময়ত ভাৰতে বৃটিছৰ প্ৰলোভনত ভুলি বৃটিছৰ কথা মানি লোৱা মানে ভাৰতে স্বাধীনতাৰ পৰা বহুতো পিছুৱাই অহা। ভাৰতৰ আদৰ্শ হৈছে পূৰ্ণ স্বাধীনতা কিন্তু তেনে পূৰ্ণ স্বাধীনতা কেতিয়াও এনে জোৰাফন্দা মিলনত নাহে। কেৱে নিজৰ স্বত্ব এনেয়ে এৰি নিদিয়ে।

আনজনে কৈছে কিন্তু টানত পৰিলে অৰ্দ্ধং ত্যজতি পণ্ডিতঃ। সেয়ে বৃটিছে ভাৰতক ৰাজনৈতিক স্বাধীনতা দিবলৈ ওলাইছে।

যদি ৰাজনৈতিক স্বাধীনতা দিয়াই বৃটিছৰ ইচ্ছা তেন্তে ভাৰতত বৃটিছ সৈন্য-সামন্ত ৰখাৰ কাৰণ কি?

ভাৰতৰ ৰাজনীতি স্বাধীনতা দি অৰ্থনৈতিক স্বাধীনতা বৃটিছে হাতত ৰাখিব। বৰ্তমান বৃটিছে ৰুছিয়াৰ নিচিনা বৃহৎ শক্তিৰ লগত সমানে সমানে তাল দিয়া অসম্ভৱ হৈছে। সেই কাৰণে ৰুছিয়াৰ সমকক্ষ ধনে জনে ভাৰত হেন দেশক সুন্দৰভাৱে সজাই পৰাই তুলিব পাৰিলে ৰুছিয়াৰ মহত্তালি ভাঙিব পাৰিব। কিন্তু বৃটিছৰ তলত ৰাখি ভাৰতক সজাই তুলিলে ভাৰতে নিজ বাহুবলেৰে বৃটিছৰ প্ৰভুত্ব নলিয়াব পাৰিব। লগে লগে পৰাধীনতাৰ বিৰক্তিত বৃটিছৰ শত্ৰু হৈ থিয় হ'ব। আনকি ৰুছিয়াৰ পিনে সবাহ সংখ্যকে ঢাল খোৱাও অসম্ভৱ নহয়। তেতিয়া ৰুছিয়া আৰু ভাৰতৰ মিলনত জগতত অজেয় শক্তি হৈ উঠিব। কিন্তু আনপিনে যদি স্বইচ্ছাৰে ভাৰতক বৃটিছে আজি স্বাধীনতা দি ভাৰতক প্ৰবল শক্তি কৰি তুলিব পাৰে তেন্তে সেই প্ৰবল শক্তিয়ে কৃতজ্ঞতাৰ কাৰণে আৰু বহুদিনৰ সম্পৰ্কৰ কাৰণে বৃটিছৰ সহায় হ'ব। সহায় নহ'লেও ৰুছিয়াৰ সপক্ষে নাযাব। সেই কাৰণে ভাৰতক আজি সন্তোষ কৰি ধনে-জনে তথা ভাৰতক প্ৰবল শক্তিত পৰিণত কৰিবলৈ বৃটিছ কূটনীতি কিশাৰদসকল ব্যস্ত। লগে লগে এনেভাৱে ৰাজনীতি স্বাধীনতা দিলে ভাৰতত বেহা-বেপাৰ আদিও বৃটিছৰ অক্ষুন্ন থাকিব আৰু ভাৰতে সম্পূৰ্ণ অৰ্থনীতিত পাৰ্গত হৈ উঠালৈকে বৃটিছে হেলাৰঙে বহুতো সুবিধা এনে মিতিৰালিৰ ছলেৰে চলাই থাকিব পাৰিব। ভাৰতৰ পৰা বৃটিছ সৈন্য নিনিয়াৰ কাৰণ প্ৰথম আন বহিঃশক্তিৰ বিশেষকৈ ৰুছিয়াৰ আক্ৰমণৰ ভয়। দ্বিতীয়তে যদি আকৌ সুবিধা হয় অৰ্থাৎ বিশ্বত আন আন জাতিৰ শক্তি কমি আহে তেন্তে বৃটিছে আকৌ ভাৰতক নিজৰ কৱলত ৰাখি ভাৰতক কেৱল ডমিনিয়ন হিচাপে ৰাখি ভাৰতত শোষণ নীতি সুন্দৰভাৱে চলাই থাকিব।

কছজনে ক'লে, তেন্তে বৃটিছক বিশ্বাস কৰি ভাৰতীয়সকলে সিহঁতৰ কথাত মান্তি হোৱাত লাভ কি?

চক্ৰপাণিয়ে কলে, বিশ্বাস নকৰি ততালিকে আৰু এখন যুঁজ-বাগৰ লগোৱাৰ আৱশ্যক কি? আকৌ সেই যুঁজত ভাৰতে কৃতকাৰ্য হোৱাও সম্ভৱ নহয়। বিশেষত যদি বৃটিছে দেখে ভাৰত সঁচাকৈ তেওঁলোকৰ হাতৰ মুঠিৰ পৰা সৰকি যায় তেন্তে তেনে হোৱাৰ আগেয়ে তেওঁলোকে যত শক্তি আছে সকলো ব্যৱহাৰ কৰিব। সেই শক্তিৰ আগত ভাৰতে মূৰ দাঙি উঠা টান হ'ব। কিয়নো ভাৰতীয় লোক তেনেভাৱে সাজু হৈ উঠিব পৰা নাই।

কিন্তু তেতিয়াওতো বৃটিছে সকলো শক্তি ব্যৱহাৰ কৰিব যেতিয়া দেখিব সঁচাকৈ ভাৰত তেওঁলোকৰ মুঠিৰ পৰা বাব ধৰিছে। তেতিয়াও তেনে সংঘৰ্ষ হ'ব। বক্তৃৰ নৈ বব। গতিকে এতিয়াই সেইটো নিৰ্ণয় কৰি পেলোৱা যুক্ত।

এতিয়া আৰু তেতিয়া। এই দুয়োটাৰে পাৰ্থক্য আছে। ইতিমধ্যে ভাৰতীয়ই নিজ শাসন পাই অনেক গুণে ভাৰতীয়ক সাজু কৰি তুলিব পাৰিব। অস্ত্ৰে শস্ত্ৰেৰেও বহুতো আগুৱাব পাৰিব। লগে লগে বাহিৰা শক্তিবিলাকৰ লগত আদান-প্ৰদান কৰি বিশ্বৰ জাতি সমাজত সুকীয়া ঠাই অধিকাৰ কৰিব। সেই সময়ৰ সজ্ঘৰ্ষ আৰু এতিয়াৰ সজ্ঘৰ্ষৰ বহুতো পাৰ্থক্য আছে। এনে হ'ব পাৰে তেতিয়া বৃটিছে আৰু ভাৰতৰ লগত সজ্ঘৰ্ষ কৰিবলৈ সাহো নাপাব পাৰে। গতিকে এনেভাৱে ভাৰতে মিলা-প্ৰীতিৰে যিমান পাৰে স্বাধীনতাৰ গতিত আগবঢ়াত হানি নাই।

কিন্তু বিপ্লৱৰ আন্দোলনৰ অভাৱত মানুহৰ পৰা বিপ্লৱৰ ভাবটো নোহোৱা হ'ব।

হ'ব পাৰে সেইটো কিন্তু শক্তি আহৰণ কৰিবলৈ নিজৰ শাসনৰ তলত সুবিধা পাব।

এই কথা কওঁতে বহন আহি ওলালহি। চক্ৰপাণিয়ে এনে অৱস্থাত এখন আচহুৱা ঠাইত এজন আচহুৱা বিদেশীৰ ওচৰত এজন অসমীয়া গাভৰু ছোৱালী অহা দেখি কেৱল আচৰিত নহৈ নোৱাৰিলে তাৰ লগে লগে জাতিগত সন্দেহৰ ভাবটো বিবিধি উঠিল। কিন্তু পিছ মুহূৰ্ততে তাৰ শিক্ষা আৰু নতুন জগতৰ আচাৰ নীতিলৈ ভাবি আৰু মতা-তিৰোতাৰ সমান অধিকাৰৰ কথা মনত পৰি তাৰ আগৰ ভাবটোক ধিক্কাৰ দি নিজৰ সংকীৰ্ণ মনক নিজে লাজ দিলে।

বহনে সোমায়ে ক'লে, আপুনি যি কৈছিল সেইটো বৰ্তমান ক্ষেত্ৰত ভাৰতত হ'ব নোৱাৰে বুলিয়েই মোৰ বিশ্বাস। বৰ্তমানে অৱশ্যে আমাৰ স্বাধীনতাৰ লগে লগে কৃষক-বনুৱাৰ সমস্যা, খোৱা-লোৱাৰ সমস্যা, সবল আৰু দুৰ্বলৰ সমস্যা, ধনী দুখীৰ সমস্যা আৰু সংখ্যা গৰিষ্ঠ আৰু সংখ্যা লঘিষ্ঠ আদিৰ সমস্যা সমাধান কৰি ল'ব লাগিব। সেইবুলি আমি বৃটিছে আগবঢ়োৱা ক্ষমতা হাতৰ পৰা এৰি দিয়া যুগুত নহ'ব। এই কথা কৈয়ে বহনে ততালিকে চক্ৰপাণিৰ চকুৱে চকুৱে পৰিল। বহনে তেতিয়া তেনে অৱস্থাত চক্ৰপাণিক পোৱাটো আশা কৰা নাছিল। বহনেও অন্তৰত হাজাৰ সাহস যোগালেও তেনে অৱস্থাত জাতিগত দুৰ্বলতাৰ কাৰণে আকৌ তিৰোতাৰ মন হিচাপে এটা বেয়া অৱস্থাৰ সন্মুখত পৰিল। বহনে ভাবিলে চক্ৰপাণিয়ে তাইক এজন মিলিটেৰীৰ কাষলৈ অহা অৱস্থাটো কেনে ভাবিব। তাই ভাবিলে ইমান দিনে মানুহে যি কটা-বচা কৰিছে সেই সন্দেহ চক্ৰপাণিৰ মনত দৃঢ়ভাৱে ঠাই ল'ব। অলপ পিছতে তাই সাহস গোটালে। তাই ভাবিলে মোক জগতে পতিতা, কু-অধচাৰী বুলি ভাবেই তেন্তে এই দৃশ্যই কি নতুনত্ব আনিব? তাই আকৌ মুখ ফুটাই কছজনক ক'লে, আপোনাৰ প্ৰস্তাৱ আমি গ্ৰহণ কৰিব নোৱাৰো। মোৰ বিশ্বাস নহয় কছিয়াই দেহে মনে ভাৰতক সহায় কৰিব বুলি?

কিয়?

কছিয়াই ভাৰতক সহায় কৰিব যাতে ভাৰতে বৃটিছৰ লগত তিতা ভাবটো ৰাখি বৃটিছৰ শত্ৰু হিচাপে থাকে। কিন্তু কছিয়াই কেতিয়াও ইচ্ছা কৰিব নোৱাৰে যে ভাৰত এটা প্ৰবল শক্তিমান জাতি হৈ উঠক।

কাৰণ?

তাৰ কাৰণ ভাৰত কছিয়াৰ ওচৰত। দূৰৈৰ শত্ৰুতকৈ ওচৰৰ শত্ৰু বেছি ভয় লগা। গতিকে কছিয়াই কি সাহত জানো জনে-প্ৰাণীয়ে সমান এটা ওচৰৰ জাতিক প্ৰবল কৰি তুলিব?

চক্ৰপাণিয়ে মাত দিলে, ঠিক ধৰিছা বহন। এই আৱৰ কথা ময়ো কওঁ বুলি ভাবিছিলোঁ।

কছজনে ক'লে, অৱশ্যে আপোনালোকৰ সিদ্ধান্তত মই আন ভাব সুমুৱাব নোখোজোঁ। কিন্তু মই কওঁ কছে ভাৰত কিয় গোটেই জগততে সুখ শান্তি আনিবলৈ, দুখ-দাৰিদ্ৰতা মোচন কৰিবলৈ, স্বাধীনতাৰ মোল দিয়াবলৈ সংকল্প কৰিছে।

সংকল্প আৰু বাস্তৱৰ কামত বহুতো পাৰ্থক্য দেখা গৈছে।

বাৰু যি ভাবে ভাবক। কিন্তু আপোনালোকে দেশৰ দুখ-দৰিদ্ৰতা গুচাবলৈ ইচ্ছা কৰে। যদি সেয়ে হয় আমি টকা-পইছাৰে সহায় কৰো আপোনালোকে দীন-দৰিদ্ৰ বুলি এখনি কাকত উলিয়াওক। তাৰ লক্ষ্য হ'ব দীন-দৰিদ্ৰক সংঘবদ্ধ কৰা আৰু তেওঁলোকৰ অৱস্থাৰ পৰিবৰ্তন কৰিবলৈ মনত বিদ্ৰোহ ভাব ফুটাই তুলি ভৱিষ্যত বিপ্লৱৰ কাৰণে সাজু কৰা।

চক্ৰপাণিয়ে ক'লে, সেইটো কৰাত মই একো আপত্তিৰ কাৰণ নেদেখো। কিন্তু কাগজখন জাকত জিলিকা হ'ব লাগিব আৰু মানুহৰ মন আকৰ্ষণ কৰিব পৰা শক্তি থাকিব লাগিব।

অৱশ্যে সেই সম্বন্ধে আমি ভালকৈ সহায় কৰিম। তদুপৰি কিছুমান সৰু সৰু কিতাপ উলিয়াওক। সেইবোৰত মানুহৰ অৰ্থনীতি জগতৰ লগত ভাবতৰ সম্বন্ধ, চহা হোজা কৃষক বনুৱাৰ অৱস্থা বৰ্ণনা কৰিব পাৰিলে সেইবোৰ গল্প-উপন্যাস বা আন প্ৰকাৰে মানুহৰ মন আকৰ্ষণ কৰিব পৰাকৈ উলিয়ালে বেছি ভাল।

ৰহনে অলপ পিছতে ক'লে, বাৰু এতিয়া যাওঁ। এই সম্বন্ধে পিছত আৰু কথা হ'ম। আপুনি যাব কোন দিনা? মই আৰু দুদিন আছো।

বাৰু এতিয়া বিদায়— বুলি ৰহন উঠিল। চক্ৰপাণিৰো মনৰ ইচ্ছা ৰহনৰ লগতে যায়। কিন্তু কিছু ভাবি থমকি ৰল। ৰহন গৈ পদূলিমুখ পালে। অলপ পিছতে চক্ৰপাণিয়েও আকৌ অন্যৰকমে ভাবি বাৰু মই যাওঁ, পিছত এই সম্বন্ধে কথা হ'ম বুলি পোনচাতে উঠি বেগাই গৈ ৰহনক বাটত লগ ধৰিলে।

ৰহন! তোমাৰ লগত এওঁৰ চিনাকি কেনেকৈ হ'ল। হেমনীৰ লগত ছাত্ৰৰ নেতা মদনে বহু সময়ত দেশৰ কথা বহুতো পাতে। তাতে মোৰ লগতো তেওঁৰ বহুত তৰ্ক-বিতৰ্ক হয়। তেওঁ মোক বৰ ভক্তি কৰে। তেওঁৰেই এদিন এওঁৰ লগত আমাৰ চিনাকি কৰাইছিল। অৱশ্যে মদনে কেনেকৈ এওঁৰ লগত চিনাকি হৈছিল ক'ব নোৱাৰো। কিন্তু যি নহওক এওঁৰ কথা-বতৰা আৰু ভাবতৰ কাৰণে সহানুভূতি দেখি বৰ ভাল লাগে। বিশেষত এই দিনচেৰেক কথা-বতৰাতে বুজিছোঁ মানুহজন বৰ চৰিত্ৰবান। তিৰোতা ছোৱালীৰ প্ৰতি এওঁৰ মনত মান-সম্ভ্ৰম বৰ বেছি।

চক্ৰপাণি ৰহনৰ কথা শুনি আনন্দত অধীৰ হ'ল। সি মনে মনে নিজৰ কু-সংস্কাৰ ভাব, সন্দেহ আদিৰ কথা ভাবি নিজে নিজে লাজ পালে। এজনী ছোৱালী এটা চৰিত্ৰবান ইউৰোপীয়ানৰ লগত ফুৰিলেই সমাজে দুইকো হেয় কৰি তুলাটো, বিশেষকৈ শিক্ষিতসকলৰ মাজত এনে ভাব অহা কু-সংস্কাৰৰ বাহিৰে কি, হ'ব পাৰে? আমি পৰীক্ষা নকৰি সন্দেহৰ বৃত্ত বিস্তাৰ পাবো বঢ়োৱাতে ব্যস্ত। চক্ৰপাণিয়ে ক'লে, বাহুৱা! জগত, জগত! সমাজ, সমাজ! যাওক আজি মই তইঁতৰ ঘৰলৈ যাম।

কিয়? যাব জানো সাহ হ'ব?

চক্ৰপাণি— এবা সাহ হ'ব। ইমান দিন সমাজক ভয় কৰি যি পথ লোৱা নাছিলো আজি এটা বিদ্ৰোহী আদৰ্শই মোক সাহ দিছে। জগতে যি ভাবে ভাবক, সমাজে যি পাওে পাওক মই তইঁতৰ ঘৰত যোৱা একো অন্যায় নেদেখো। বৰং অন্যায় হৈছিল নোযোৱাটোহে। সেইটো কেৱল মোৰ দুৰ্বলতা। এই দুৰ্বলতা আসলে দি সমাজৰ সকলো দুৰ্বলতা মানি মূৰত লোৱা হৈছে। তাৰ দ্বাৰা সমাজৰো উপকাৰ হোৱা নাই। আমাৰো উপকাৰ হোৱা নাই।

কিন্তু মই কওঁ আপুনি নোযোৱাটোহে ভাল।

কাৰণ?

আমি সমাজৰ চকুত পতিতা, ব্যভিচাৰিণী আৰু কত বিশেষণেৰে বিভূষিতা। তেওঁলোকৰ মনত আমি হেয়, ঘৃণাৰ পাত্ৰ। অৱশ্যে আচলতে একো নহ'লেও, তদুপৰি সমাজে পতিতা ব্যভিচাৰিণী আদিক ঘৃণা কৰিবৰ দাবী কৰিব নোৱাৰে। কিয়নো সমাজে এনে কোনো ভাল ব্যৱস্থা কৰিব পৰা নাই যিহৰ দ্বাৰা সেইবোৰৰ স্বভাৱ পৰিবৰ্তন হৈ সুন্দৰভাৱে থোৱা লোৱাৰ দিহা কৰিব পাৰে। যি সমাজে তেওঁলোকৰ ভাল কৰিব নোৱাৰে সেই সমাজে তেওঁলোকক ঘৃণা কৰিবলৈ কি দাবী কৰিব পাৰে? তথাপি ইচ্ছা নকৰো যে তুমি অনাহকত সমাজৰ চকুত হেয় হোৱা। সমাজৰ কেলেংকাৰী মূৰত তুলি লোৱা।

কিন্তু সমাজ, সমাজ! সমাজ গঢ়ে কোনে? আমাৰ দৰে মানুহেই জানো সমাজ নগঢ়ে?

গঢ়ে।

তেন্তে?

কিন্তু তোমাৰ দৰে সমাজ যেতিয়া বেছি হ'ব তেতিয়া সমাজে তোমাৰ গঢ় ল'ব। কিন্তু যেতিয়ালৈকে বেছি নহয়—

ৰহনে বেছি কমৰ কথা দিয়াৰ লগত সাজ-সমানি

হয়। যি সমাজে এদিন তিৰোতা বাহিৰ ওলালে ছি, ছি কৰিছে সেই সমাজে আকৌ সময়ৰ লগে লগে তিৰোতা কেৱল ৰান্ধনি-শালতে সোমাই ৰহি জগতৰ মোল নাপালে বা অশিক্ষিতা হৈ থাকিলে ঘৃণা কৰিব। কিন্তু আজি সমাজে ভুলতে তাতে আকোৰগজালি কৈ থাকিলে বুলি সমাজৰ সেই অসত্য দলিয়াই পেলাবলৈ কেনে সাহ নকৰিবনে?

সাহ কৰিব পাৰিবা। কিন্তু তাৰ ফলত সমাজৰ বঙা চকু তোমাৰ ওপৰত পৰিব। তাৰ ফলত তোমাৰ দেউতাৰো নেতৃত্বৰ উবিয়লি সোলোক-ঢোলোক হ'ব। সমাজে মমনাত পৰিব। সমাজে যদি নিজৰ পুতেককে চঞ্জলিৰ নোৱাৰে, আমাৰ কি উপকাৰ কৰিব?

চক্ৰপাণিয়ে ক'লে, মূৰ্খ সমাজ। তইঁতে মূৰ্খালিৰে যি কেঁচুমটাৰ দম গোটাইছ সেই কেঁচুমটা এটা জোকৰণিত সকলো চুৰমাৰ হ'ব। বাৰু বহন এতিয়া যা, তইঁতৰ এতিয়া ঘৰ কেনে চলিছে?

আমি ভাল ভাৱেই চলিব পাৰিছো। আমাৰ অৰ্জনে সকলো সুবিধা কৰিব পাৰিছে। তোমাৰ টকা সেই দিনা দিওঁতে নিনিলা কিয়?

মোৰ ভাৱ হৈছিল সেই টকা তইঁতে অসজ উপায়েৰে আৰ্জিছ। সেই ভুল এতিয়া মোৰ ভাঙিল। তইঁতে কি উপায়েৰে আয় কৰিব ধৰিছ মোৰ চাবলৈ ইচ্ছা হৈছে।

খাছীয়াবিলাকৰ ঘৰত তিৰোতাসকলে কত প্ৰকাৰে আৰ্জে। সিহঁতৰ বেয়াটো এৰি ভাল স্বভাৱটো অনুকৰণ কৰিব পাৰিলে আমি তিৰোতা সমাজে বহুতো আগবাঢ়িব পাৰিম।

বাৰু মই আজি আবেলি তইঁতৰ ঘৰলৈ যাম।

(১৩)

কালিন্দ্ৰীয়ে সৰুভাৱে হ'লেও ব্যৱসায় আৰম্ভ কৰিছে। তাইৰ ব্যৱসায় সৰু কুঠৰি এটাত সুন্দৰ আটোমটোকাৰিকৈ সজোৱা নানা তৰহৰ বাছকবনীয়া হাতীৰ দাঁতৰ পুতলা, গহনা আৰু নিকেলৰ সাজসৰী আৰু সামান ফুল। কুঠৰিৰ ভিতৰতে একালে জীৱ দিয়া সৰু কুঠৰি, তাত চাহৰ ব্যৱস্থা। সমুখৰ মেজ এখনৰ কাষত থকা এখন ধুনীয়া চকিত তাই বহি থাকে। মেজৰ ওচৰত সৰু সৰু দুখন চকি। কিন্তু এই সৰু কুঠৰিতে মানুহৰ হেটা-ওপৰা। তাত কলেজৰ ছাত্ৰ, মিলিটেৰী অফিচাৰ, সাধাৰণ মিলিটাৰী, স্কুল কলেজৰ ছাত্ৰীসকল। কুঠৰিতো ধুনীয়াকৈ সজোৱাত মনোমোহা হোৱাৰ লগে লগে তাই তাত বহি থকাত সোণত সুৰগা চৰাইছে। মানুহৰ দুৰ্বল মনে এচমকা সৌন্দৰ্য দেখিলে যেন সকলো পাহৰি সেই সৌন্দৰ্যৰ পোহৰ পাবলৈ লৰি আহে। এই কুঠৰিয়ে তাৰ সুন্দৰ প্ৰমাণ দিছে। তাৰ লগে লগে তিৰোতাৰ মদনমোহিনী ৰূপে যেন জগতৰ সকলোকে মুগ্ধ কৰি, সিহঁতৰ বিবেক বিবেচনা সকলো ভুৰত উটাই দি সিহঁতৰ মনত যেন কেৱল ওমৰ খায়ামৰ ভাৱ তৰঙ্গ তুলিছে।

তেওঁ কয় বান্ধে আজি
ধৰাৰ বুকুত
ফুৰিছো মনৰ সুখত
জঁপিয়াই পৰিছো
কন্টক বনত,
মোৰ আঁচলৰ শত বাধোন খেলি,
সকলো সৌন্দৰ্য দিছোঁ বিলাই
মউসনা হাঁহিত
সৌন্দৰ্য জোঁৱাৰত
জগত যাব ভাঁহি।
প্ৰত্যেকৰে মনৰ ভাৱ
নিশ্চয় বান্ধে মাটিকে সাবটি
শেষত পৰিব লাগিব ঢলি,
সেয়ে আহা আগবাঢ়ি
সমূলি চেচা হোৱাৰ আগে।
ভোগ কৰি যাওঁ প্ৰাণৰ হাঁহি
বুকু ভৰি দিওঁ প্ৰেমফুল পাহি,
জীৱন নুইতত
ভুৰখনি যেৰে ভাঁহে।
কিন্তু হায় সেই তাৰুৰ সফলতা কত?
যেন পলাকৰ পিছতে উত্তৰ পায়

ওবে ভীরু, ওবে মূঢ় তোলো তোলো শিব
আমি আছো তুমি আছা সত্য আছে স্থিৰ।

আছে। কিন্তু—

তথাপি দুৰ্বল মনে নামানে। আশাৰ মৰীচিকাই ভুলাই লৈ যায়। যেন প্ৰত্যেকে ভাবে আজি নহয় কাইলৈ। কালি নহয় দুদিন পিছত। নিশ্চয়, নিশ্চয় ধনৰ মোহত নাইবা যৌৱনেৰে ভৰা সুন্দৰ মধুৰ ৰূপত, নাইবা কথাৰ অঙ্গি-ভঙ্গিত তাইৰ মন ঢাল খাব। কিন্তু দিন গৈছে, টকাও নিতে চাহ পিয়াত নাইবা বস্তুৰ দাম দিয়াত যাব ধৰিছে কিন্তু কল্পনাৰ মানসী দেৱীৰ দৰে, মনৰ ভাব মনতে জহি যাব ধৰিছে। প্ৰতিদান ক'ত? তাই যেন অচল-অটল। সেই মধুৰ কথাৰ ভঙ্গিত, সেই নয়লাস গতিত, সেই সুন্দৰ চাৱনিত কেৱল যেন ফুটি উঠে ব্যৱসায় ছবি মনত যেন ভাব হয় তাইৰ লক্ষ্য কেৱল ব্যৱসায়ৰ উন্নতি, তাইৰ কাষতে বহি যৌৱনৰ উন্মুক্ত যুৱকসকলে নানা তৰহৰ মেল পাতিছে, অন্তৰৰ চঞ্চলতাত দুটা-এটা কথাত চোকা বাণ নিক্ষেপ কৰিছে। সেইবোৰলৈ যেন তাইৰ কাণ নাই। সময়ত সেই যুৱকসকলে ভাবিছে সঁচাকৈ তাই মানৱী নে কিবা উপায়ে হাত-ভৰি লবাব পৰা পাষাণৰ মনোহৰ জালিকটা মূৰ্তি। সঁচাকৈ সিহঁত ঠিকতে নে সপোনৰ আলিজালিত। কিন্তু ক'তা সপোনতো নহয়। এই যে সঁচাকৈ সিহঁতে জেপত অনা টকা-পইছা তাইৰ ওচৰত গণি দিছে। এই যে সঁচাকৈ সিহঁতে অনা পইছাৰ পৰা গণি দিয়া পইছাখিনি এৰি বাকীখিনিহে জেপত আছে। তেন্তে সপোন কেনেকৈ হ'ব?

মিলিটাৰীসকলেও সাধাৰণ ব্যৱসায়ীনী বুলি ভাবি তাইৰ কাষত কে'বাখনো নোট আগবঢ়াই দিছে কিন্তু তাই বস্তুৰ আচল দামৰ বাহিৰে সিহঁতক কড়াই-ক্ৰান্তিয়ে ওভতাই দিছে। লগা কথাৰ বাহিৰে এবাৰো অন্য কথা তাইৰ মুখৰ পৰা সিহঁতে শুনা পোৱা নাই। অৱশেষে সিহঁতে নিলগত বহি নানা তৰহৰ তল খাপৰ কথা পাতিছে, কিন্তু সেইবোৰ যেন তাইৰ কাণত অলপো পৰা নাই। তাই নিজৰ কৰ্তব্যত ব্যস্ত আছে।

কলেজৰ ছাত্ৰই দৈনন্দিন কাতৰি কাকতত ওলোৱা কথাৰ নানা তৰহৰ মেল পাতিছে, ন-ন পলিটিকছৰ কথা কৈছে, কিন্তু সেইবোৰত যেন তাইৰ তৃপ্তি নাই। কোনো কথা কেতিয়াও এবাৰো তাই উপলব্ধি কৰিব দিয়া নাই।

সেইদিনা ল'ৰাসকলে কথা-বতৰা পাতিছে আমেৰিকাৰ দুজন ব্যৱসায়ীৰ কথা। তেওঁলোক আটাইতকৈ কেনেকৈ ধনী হ'ল। ব্যৱসায়ত তেওঁলোকৰ কেনে পাৰ্দৰ্শিতা। এই ব্যৱসায়ী দুজনৰ বিশেষত্ব কি? যেন সিহঁতৰ কথা তাই কাণ পাতি শুনি আছে। হঠাৎ তাই মাত দিলে কি বিশেষত্ব লৈ তেওঁলোক আটাইতকৈ ডাঙৰ ব্যৱসায়ী হ'ল?

ল'ৰাবিলাকৰ মাজত তাইৰ কথাষাৰে এটা হেন্দোলনি তুলিলে। সিহঁতে কত দিন কত কথা পাতিছে কিন্তু আজিলৈ তাই কোনো কথাত মন দিয়া নাই বা দিলেও কেতিয়াও কোনো কথা সোধা নাই বা সিহঁতৰ কথাত অলপো আগ্ৰহ দেখুওৱা নাই। আজি এনে আগ্ৰহৰ কাৰণ কি? ইয়াতকৈ কত ডাঙৰ ডাঙৰ বিষয়ৰ কথা পাতিছে। সিহঁতৰ মনত ধাৰণা হ'ল সিহঁতৰ লগলৈ আজি এজন নতুন সঙ্গী আহিছে। তেওঁ দেখাত যেনে দেখনিয়াৰ, কথা-বতৰাতো তেনে সৰবৰহী। লগে লগে জগতৰ বাৰ্তাৰ তেওঁ সুন্দৰ ভাৱে ভু পায়। বোধ কৰোঁ সেয়ে আজি নিমাতী কইনাৰ মাত ওলিয়াইছে। যি নহওক সেই ল'ৰাজনে ক'লে সিহঁত দুজনৰ ভিতৰত এজনে এনে ব্যৱসায়ৰ সুন্দৰভাৱে সন্ধান ল'ব পাৰিছিল যে তাৰ ব্যৱসায়ৰ বস্তু সকলোকে লাগে, কিন্তু য'তে ত'তে নাপায়। সেই বস্তু আনিবলৈ যিমানেই দূৰৈত নহওক বা অগম্য পথ নহওক, মানুহে হাৰাশুৰি খাই আনিবলৈ বিচাৰে। গতিকে সি কাহানিও গ্ৰাহক বিচাৰি যাবলগীয়া নহয়, বৰং গ্ৰাহকেহে তাক বিচাৰি দিয়াদি দিয়ে। এই বিশেষত্বই তেওঁক অলপ দিনতে ডাঙৰ ব্যৱসায়ী কৰি তুলিলে লগে লগে ধন উভৈনদী হ'ল। আনজন আকৌ বস্তু বিচাৰি লোকাত সিমান পাকৈত নহ'লেও আনৰ অভিনয় সৃষ্টিত অদ্বিতীয়। তেওঁ এনেভাৱে আনৰ দিব পাৰে যেয়ে সকলোকে আকৰ্ষণ কৰে।

কালিদাসীয়ে ক'লে, এবা ব্যৱসায়ত এই দুটা গুণৰ বৰ আৱশ্যক। আমাৰ অসমীয়াই এজনে দিয়া কথা

দেখিলে সেইটোলৈহে হাঁহকাও কাঢ়ে আৰু সকলোৱে সেই ব্যৱসায়ত হে হাত দিয়ে। তাৰ ফলত সকলোকেইটা ব্যৱসায়ীয়ে কেৱল পেট প্ৰবৰ্ত্তাইলৈকো সুবিধা নোপোৱাত পৰে। ব্যৱসায়ত নিজৰ মৌলিকত্বৰ লগে লগে নিজস্ব জাননী আনিব নতুনত্বই ব্যৱসায়ত ওপৰলৈ তোলে।

এৰা এই কথা আখৰে আখৰে সঁচা। মইো এনে ব্যৱসায়ত লাগিম, যি ব্যৱসায় অসমীয়াই আজিলৈকে ভাবি পোৱা নাই কিন্তু অসমীয়াৰ সদায় সেই বস্তুৰ আৱশ্যক। ল'ৰাটোৱে কথা কওঁতে চকু-মুখৰ যেনে দৃঢ়তা দেখুৱালে সেই দৃঢ়তাই যেন কালিন্দ্ৰীক এখন নতুন ৰাজ্যলৈ টানি নিলে। তাই ক'লে নিশ্চয় আমাক অসমীয়াৰ মাজত এনে যুৱকহে লাগে। অনুকৰণতকৈ ঘিয়ে মৌলিকত্বত বেছি মূল্য দিয়ে। চঞ্চলতাতকৈ দৃঢ়তা ঘিয়ে আঁকোৱালি লয়।

হঠাৎ ল'ৰাবিলাকৰ মাজত এজনে ক'লে ৰবীন্দ্ৰ, তুমি একেবাৰে ব্যৱসায়তে ধৰিলা যেন পাইছো। এতিয়া দহ বুলিলে দহ; পঁচিশ বুলিলে পঁচিশো হ'ব। সেই ল'ৰাটোৰ ভাব হৈছিল এয়ে আচল সুবিধা, অলপ সকল ভাবলৈ আনিব পাৰিলে ৰহস্য আৰু বাঢ়িব। কিন্তু তাৰ ভাবৰ ওলোটা হ'ল।

কালিন্দ্ৰী গম্ভীৰ হৈ ৰহিল। যেন আৰু সিহঁতৰ কথাত তাইৰ আগ্ৰহ নাই। তাই যেন কিবা ভাবত ধ্যানমগ্না। সিহঁতে ব্যৱসায়ৰ কথা এৰি পলিটিকছ, পলিটিকছ এৰি সাহিত্য, সাহিত্য এৰি ঘৰুৱা কথা আৰু ঘৰুৱা কথাও বাদ দি ঠাট্টা-মস্কৰা ইতিকিং উপলুঙা, কোন মাষ্টৰে কেনে কৰে, কোন অধ্যাপকে পঢ়াওঁতে কেনে শব্দ কৰে ইত্যাদি নানা তৰহৰ কথা পাতিলে। কিন্তু আচৰিত কালিন্দ্ৰীৰ কাণত যেন এটা কথাও নোসোমাল। অৱশেষত এজনে ক'লে, সকলো মাটি হল। ৰবীন্দ্ৰ আকৌ এবাৰ মুখ মেলাচোন কিজানি মুখত ৰসগোল্লা পৰেই। তুমি কথা নক'লে আমাৰ মাজত ৰহস্য নুফুটে।

এজনে নাকত নস্যলৈ হাঁচি মাৰি ক'লে ঠিক ঠিক। তেওঁৰ নামটো আকৌ কেনে? বিশ্বকবি ৰবীন্দ্ৰ নাথ।

কেৱল নামটো হে চাইছা। মৰমলৈ মন নকৰা কিয়? ভাৰতৰ দৰ্পণৰ দাবী। বংশ গৌৰৱ এবাৰচোন। তেওঁৰ নিজৰ খ্যাতি পাইবা কিয়? যি এত ফিলছফিত যে প্ৰথম স্থান অধিকাৰ কৰিছে।

বিনহওক আটাইবোৰ কথাৰ যেন লক্ষ্য ক'ৰবাত। কিন্তু লক্ষ্য হ'লে কি হ'ব? তাক ভেদ কৰিবলৈ যে পাৰ্থৰ আৱশ্যক।

সেইবুলি তেওঁলোকৰ মাজত যে পাৰ্থ নাই সেইটোও দৃঢ়ভাৱে ক'ব নোৱাৰি। তেওঁলোকৰ ভিতৰতে এজনৰ নাম সব্যসাচী।

তেওঁ গহিনাই ক'লে মধুৰেন সমাপয়েৎ কৰাই ভাল। আজি আৰু আকাশত বিজুলী চমকাৰ আশা নাই বুলিও যে আকাশ মেঘাইছে সেইটোলৈ মন কৰা নাই জানো। গতিকে বেগাই ঘৰ লোৱাই ভাল।

সকলোৱে এৰা, এৰা বুলি ততালিকে উঠিল। ৰবীন্দ্ৰয়ো উঠি কালিন্দ্ৰীৰ ওচৰ চাপি কলে, এতিয়া আহোঁহে, পইছা দি আহিছোঁ।

কালিন্দ্ৰীয়ে কলে, ভাল।

বাটত ল'ৰাজাকে কত তৰহৰ মেল পাতিছিল সেই সম্বন্ধে নক'লেও হ'ব। এজনে কৈছিল বিদায় লোৱা ভাওনাৰ কি আৱশ্যক আছিল।

সমূলি সফল নোহোৱা বুলি ক'ব নোৱাৰা। শেষৰ ঝঙ্কাৰ পাইছিলা জানো। বহুত ফাকৰ পিছত যে 'সোম' পৰিব সেইটো আশা কৰিয়ে মান পেলাইছিল।

কিন্তু মান ভঞ্জন পালাটো আনদিনলৈ ৰ'ল। কি কোৱা ৰবীন্দ্ৰ?

আন এজনে ক'লে যি নহওক ৰবীন্দ্ৰই বোধ কৰোঁ ধীৰে-সুস্থিৰে আগবাঢ়িলে সময়ত কৃতকাৰ্যও হ'ব পাৰে।

আনজনে ক'লে

একোটি চুমাৰে ৰসভৰা সুৰা
শ্ৰেষ্ঠ অনেক ৰাজ্যতকৈ
দিয়ে দলিয়াই ৰজাৰ মুকুট
সিংহাসনো ধূলাতে বয়।
সবাতকৈ মধুৰ জানা
প্ৰেমিকজনৰ দীৰ্ঘশ্বাস
তাৰ তুলনাত তুচ্ছ অতি
ভক্ত হৃদয়ৰ মুক্তি আশ।

পিছে ৰবীন্দ্ৰ সৰসীৰ ভাবনাত কিজোৰ মহত্তো?

(১৪)

চক্রপাণীয়ে আজি সমাজলৈ ভ্রূক্ষেপ নকৰি ৰূপ, লাবণ্যপূর্ণ যৌৱনৰ মোহলৈ ভয় নকৰি সঁচাকৈ বেহুৰ ভিতৰত সোমাইছে। সি এবাৰো ভবা নাই দুৱাৰমুখত কোন বলত বলী আজি জয়দ্ৰথ বহি আছে। সি অলপ সুস্থিৰে ভাবি চোৱাহেঁতেন, নাইবা নিজৰ আপোন পাহৰা ভাবটো নোহোৱা হ'লে সি নিশ্চয় দেখিলেহেঁতেন মোহনৰূপী জয়দ্ৰথ সিহঁতৰ পদূলি মুখৰ আগেৰে এবাৰ সিপিনে আকৌ অলপ দূৰ গৈ আনপিনে গতি কৰি আছিল। কিয় তেনে কৰি আছিল সেই সম্বন্ধে ক'ব লাগিলেও মানুহৰ স্বভাৱ-চৰিত্ৰৰ ৰহস্যৰ আৰু এখন পাতনিৰ আৱশ্যক। যিয়ে নহওক যি মোহনে ইমান দিন সেই ঘৰমুৱা হোৱা নাছিল আজি কি কাৰণত সেই ঘৰৰ দুৱাৰমুখেৰে অহা-যোৱা মাকো খেলিব ধৰিছে?

মোহনে সিদিনা বহনক মিলিটাৰীৰ লগত দেখি আকৌ সভাত তাইৰ বক্তৃতা আনকি তাই নিজ মুখেৰে পতিতা বুলি কোৱা শুনি তাৰ ভাব হৈছিল বহনে নিজমুখে জনসাধাৰণৰ আগত প্ৰকাশ কৰিছে আৰু তাইৰ নিজৰ স্বৰূপৰ জাননী দি ডেকাসকলক আহ্বান কৰিছে। সি ভাবিছিল যদি তাইৰ এনে অৱস্থাই হৈছে তেন্তে সিনো কিয় আনৰ দৰে তাইক উপভোগ নকৰিব? বিশেষত তাইৰ যে তাৰ লগত সম্বন্ধে পৰা কত কথা-বতৰা আছে। অৱশ্যে এতিয়া তাৰ মনত বিয়াৰ সঙ্কল্প নাই কিন্তু ভোগ-লালসা কিয় এনেয়ে যাব দিব? সেই কাৰণে সি সেই আশাতে নানা তৰহৰ কথাৰ ছলত বহনহঁতক হাত কৰো বুলি ভাবি সিহঁতৰ ঘৰমুৱা হৈছে। ঘৰৰ দুৱাৰমুখলৈ আহি সি ততালিকে সোমাবলৈ সাহ কৰিব নোৱাৰিলে। প্ৰথম ভয় কোনোবাই দেখে বুলি, দ্বিতীয় সি এদিন নিজমুখে সিহঁতৰ আৰু ঘা-ঘৰৰ নকৰো বুলি কৈ গৈছিল। আজি আকৌ নিজেই কেনেকৈ সিহঁতৰ সমুখলৈ আহে। ইত্যাদি কথা ভাবি দুৱাৰমুখতে এবাৰ ইপিনে গৈ আকৌ আনপিনে গৈ ঘূৰি পকি আছিল। তাৰ তাৰ সিহঁতৰ ঘৰৰ পৰা কোনোবা ওলাই আহিব আৰু কিবা এটা চেলু লৈ সেইজনৰ লগত কথা পাতি তাইৰ লগতে ঘৰলৈ সোমাই যাব। কিন্তু সেই সুবিধা নৌহওঁতেই সি দেখিলে চক্ৰপাণি ততালিকে আহিল আৰু তাৰ দৰে একো সঙ্কোচ নকৰি ঘৰৰ ভিতৰলৈ সোমাই গ'ল। তাৰ ভাব হ'ল চক্ৰপাণিয়ে এনেকৈ নিশ্চয় বহু দিনৰে পৰা আৰু ভনীজনীৰাকে উপভোগ কৰে। সি ভাবিলে সেইদিনা চক্ৰপাণিক ৰহমহঁতৰ বিষয়ে সেইবোৰ কথা কৈ ভাল কৰা নাই। কিয়নো চক্ৰপাণিয়ে নিশ্চয় সিহঁতৰ আগত সেই কথা ক'ব আৰু তাৰ ভবিষ্যত আশাত সমূলি বজ্ৰপাত হ'ব। তাৰ খং চক্ৰপাণিৰ ওপৰত চৰিল। সি ভাবিলে কি 'বিষকুম্ভং পয়োমুখং'। সি যে ইয়াত যাতায়াত কৰে সেই কথাৰ অলপো সম্ভেদ তাক নিদিলে। আনকি সি যে কেতিয়াও সিহঁতৰ ঘৰমুৱা হোৱা নাই সেই কথাহে কৈছিল। এনে মিছা কথাৰ মাজত নিশ্চয় গুপুত কথা আছে। এনেবোৰ ভাবি ভাবি সি আৰু আজি সিহঁতৰ ঘৰলৈ সোমাবৰ ইচ্ছা নকৰিলে। সি ভাবিলে চক্ৰপাণিক ভালকৈ মজাপালি দিব। সি ভাবিলে তাহাঁতৰ ঘৰলৈকো মাজে সময়ে আহি চক্ৰপাণি আৰু তাহাঁতৰ মাজত বিচ্ছেদ ঘটাব। তাৰ মনত ভাব হ'ল ইহঁতে যে এনেভাবে সুখেৰে থাই লৈ আছে তাৰ কাৰণ চক্ৰপাণিয়ে মনে মনে কৰা সহায়। লগে লগে আন বেয়া উপায়। এইবোৰ ভাবি ভাবিয়ে সি ঘৰ পালে। ঘৰতো সি নানা তৰহৰ কথা ভাবিলে চক্ৰপাণিৰ ওপৰত তাৰ হিংসা, ঈৰ্ষা, খঙৰ জাউৰি উঠিল। কিন্তু কি উপায়েৰে তাৰ সকলো সুখৰ অন্ত কৰিব এই কথা ভাবিয়ে বিভত হ'ল।

চক্ৰপাণিয়ে বহনহঁতৰ ঘৰত সোমাই সিহঁতৰ সকলো কামবোৰ চাই, বঁতৰ, তাঁতশাল, পঢ়া কুঠৰি ইত্যাদিবোৰ দেখি তাৰ মনত এটা আনন্দৰ ঢৌ উথলিল। সি বহনৰ কুঠৰিত সোমাই দেখিলে কত কিতাপৰ দ'ম। ওৱাৰ্ড্‌ছৱাৰ্থ, চেক্সপিয়ৰ, মিল্টন, বাইৰন, গেটে, ৰাস্কিন, জনচন, অস্কাৰ ওৱাইল্ডি, ৰোঁমা ৰোঁলা, গৰ্কী, ডষ্টভস্কি, বাৰ্ণাডছ আৰু কত ডাঙৰ ডাঙৰ ভাবুকসকলৰ কিতাপ। সি দেখিলে কাঠ বাতৰি কাকতৰ দ'ম। আকৌ তাৰ চকুত পৰিল এটা

সুন্দৰ বহী। সি সুধিলে, এইটো কি বহী বহন। বহনে ক'লে 'চোৰা' চক্ৰপাণিয়ে বহী মেলি চাই অতি আচৰিত হ'ল। সি এটা এটা পাত ওলোটাই চাই গ'ল। সি দেখিলে প্ৰত্যেক পাতত বৰ্তমান ভাবুকসকলে, ৰাজনীতিবিদ পণ্ডিতসকলে সময়োপযোগী দিয়া বক্তৃতাৰ সাৰাংশবোৰ আৰু ভৱিষ্যত ভাৰতত কৰিবলগীয়া কৰ্মপদ্ধতিবোৰৰ ওলোৱা আঁচনিবোৰ বাতৰি কাকতৰ পৰা কাটি কাটি সেই সুন্দৰ বহীটোৰ পাতে পাতে লগাই থৈছে।

চক্ৰপাণিয়ে সুধিলে, বহন এইবোৰেৰে কি কৰিবা?"

সকলো বস্তু লগা সময়ত পোৱা টান। কিন্তু এনেভাৱে গোটাই আহুতীয়ালৈ থলে যেতিয়াই তেতিয়াই পোৱা যায়। নহয় জানো?

এৰা এইটো বৰ ভাল হৈছে। তাৰ পিছত সি আনপিনে মূখ ঘূৰাই দেখিলে আন এখন বহী। সি সেইখন বহীৰ কাষলৈ গৈ মেলি চাই দেখিলে তাত বহনে নিজে লিখা কিছুমান সুন্দৰ সুন্দৰ প্ৰবন্ধ। কোনোটো ইংৰাজীত লিখা, কোনোটো অসমীয়াত, আকৌ কোনোবাতো হিন্দীত।

বহন তুমি হিন্দী জানা?

অলপ অলপ জানো।

ক'তা তোমাৰ এই হিন্দী প্ৰবন্ধবোৰ পঢ়ি তোমাৰ যে হিন্দীত গভীৰ জ্ঞান আছে সহজতে বুজিব পাৰি। সি দুটা-এটা পঢ়িব ধৰিলে। হঠাৎ তাৰ চকুত এটা সুন্দৰ বাকচ। এইটোত কি?

বহনে হাঁহি ক'লে চোৱা

চক্ৰপাণিয়ে চকু মেলি চাই দেখিলে তাত অসংখ্য চিঠি। সেই চিঠিবোৰ বহুত ডাঙৰ-ডাঙৰ মানুহে লিখা। কত বেলেগ বেলেগ ঠাইৰ পৰা সেই চিঠিবোৰ আহিছে। কোনোখন আমেৰিকাৰ পৰা, কোনোখন জাপানৰ পৰা, কোনোখন ইংলণ্ডৰ পৰা, কোনোখন জাৰ্মান-ইটালিৰ পৰা আকৌ কোনোখন ৰুছিয়াৰ পৰা।

এই মানুহবিলাকৰ লগত তোমাৰ কেনেকৈ চিনাকি হ'ল।

আচলতে মই এওঁলোকক দেখা পোৱা নাই। কেৱল চিঠিৰেহে চিনা-পৰিচয়। একোটা একোটা বিষয়লৈ এওঁলোকলৈ লিখাত এওঁলোকে উত্তৰ দিছে। তাৰ পিছত চিঠিৰ বিনিময়ত চিঠি।

এইবিলাকৰ পৰা উপকাৰ কি?

উপকাৰ কি হয় ক'ব নোৱাৰোঁ। কিন্তু এই ডাঙৰ মানুহসকলৰ একোটা ভাবৰ সিদ্ধান্ত ভালভাৱে পাই আনন্দ লাগে বুলি কৈয়ে কিবা এটা কথাৰ কাৰণে তাই ক'লে, অলপ ইয়াতে বহা। মই কালিন্দ্ৰীৰ পৰা আহো বুলিয়েই বাহিৰ কুঠৰিলৈ গ'ল। তাৰ পিছত চক্ৰপাণিয়ে দেখিলে এখন মেজৰ কোণত এটা কাগজৰ বাকচত কিছুমান চিঠি।

সি সেইবোৰ চাই হঠাৎ যেন চকু থৰ কৰি ৰ'ল। এইবোৰ কি? এইবোৰ যে ভাল পোৱা প্ৰেমিকসকলৰ চিঠি? সকলো বহনলৈ লিখা। কোনোখনত দুটা-এটা নাম আছে। কোনোখনত নাই। সি ভাবিয়ে ৰ'ল, তেন্তে কি ভাল-বেয়াৰ সামঞ্জস্য এই বহনৰ চৰিত্ৰ এটা ৰহস্যেৰে পৰিপূৰ্ণ। সি অনিচ্ছা সত্ত্বেও যেন তাৰ মনে উদগাৰ ধৰিলে, সি যেন চিঠিবিলাক পঢ়ি চায়। অৱশ্যে তাৰ ভদ্ৰতাৰ শিষ্টাচাৰৰ বিবেকে সেইটো বাধা দিলে নাইবা পৰৰ চিঠি পঢ়া উচিত নহয়। কিন্তু পিছ মুহূৰ্ত্তত তাৰ ভাব হ'ল সিটো আজি আহিছে বহনৰ সকলো তথ্য উদঘাটন কৰিবলৈ। গতিকে কেৱল ভালটোৰহে গম লৈ যাব বেয়াটো নাচাব সেইটো কেনেকৈ হ'ব? আকৌ ভাবিলে এনে সুবিধা হয়তো নঘটিবও পাৰে আৰু সেই কাৰণে এটা ভুল সিদ্ধান্ত লৈ সি ঘৰলৈ উভতিব পাৰে। সি আৰু পলম নকৰি দুখন-এখন চিঠি মেলিলে, সি দেখিলে এখনত লিখা আছে—

মৰমৰ বহন

আন পাতনি নেমেলি পোনপটীয়াকৈ কওঁ তুমি যে লিখিছা, সতীত্ব ভিতৰৰ বস্তু বাহ্যিকতাত তাৰ সম্বন্ধ নাই, আকৌ লেখিছা সতীত্বক ওখ ঠাই দি বহিঃ জগতৰ সকলো কাম বন্ধ কৰি ঘৰ পেৰাত সোমাই থাকিলেই শীৰ্ষস্থান অধিকাৰ কৰিলে এনে ভাৱৰ তুমি বিপক্ষে সেই কথাষাৰ বৰ্তমান অসমীয়া সমাজত নাখাটে। সমাজে যি বিচাৰে বৰ্তমানে তেনেভাৱে কৰি

যোৱাই ভাল। নহ'লে বিপদ আছে। বৰং ভিতৰত বেয়া হ'লেও বাহিৰত সুন্দৰতকৈও সুন্দৰ বুলি দেখুওৱাহে যুগুত।

তোমাৰ-মোৰ ভাল পোৱা চিৰ সত্য হব পাৰে। কিন্তু আমাৰ ভাল পোৱাৰ পোহাৰ মেলি জগতক দেখুওৱাৰ আৱশ্যক নেদেখোঁ।

তোমাৰ—

কলঙ্ক

আন এখনত দেখিলে মোৰ ভাষা নাই যিহেৰে তোমাৰ ৰূপ বৰ্ণনা কৰিম। সাহিত্য নাই যিহেৰে তোমাৰ মোহন পট আঁকি জগতক দেখুৱাম। কিন্তু তোমাৰ ভাৱত মই আকুল। তুমি জানো মোলৈ এবাৰো নাভাবা। অন্ততঃ মোৰ অন্তৰৰ জ্বলাজুইৰ কথা ভাবি এবাৰো দেখাৰ দান দিবলৈ আপনাবাট। উত্তৰলৈ বাট চাই থাকিলোঁ।

তোমাৰ—

দুষ্মন্ত

আন এখনত নাট মন্দিৰত বা কথা ছবিৰ দৃশ্যত মনোহৰ ৰূপ সৌন্দৰ্যই আমাৰ ডেকাসকলক আকৰ্ষণ কৰি নিয়ে। কিন্তু তুমি দুয়ো বিধকে চেৰ পেলাই ছবিৰ ঠাইত জীৱন্ত মূৰ্তি। কল্পনাৰ ঠাইত দিঠকত, ধ্বনিৰ ঠাইত চৈতন্যৰ ঝঙ্কাৰ। এনে অৱস্থাত মোৰ মন ব্যাকুল কৰাটো একো আচৰিত নহয়। তেন্তে এয়া মোৰ দোষ নে তোমাৰ?

ইয়াৰ সঠিক উত্তৰ পাবলৈ আশা কৰিলোঁ।

তোমাৰ

ৰূপহ

আন এখন মেলি চাই সি দেখিলে প্ৰেম, সৌন্দৰ্য, আনন্দ এই তিনিওটাৰে সামঞ্জস্য আছে বুলি তুমি লিখিছা তেন্তে এই তিনিওটা একেলগে বাটকুৰি বাই যাব নিদি কিয় তাল ভঙ্গ কৰিবলৈ তুমি ইচ্ছা কৰা? মোৰ স্পষ্ট কথা তোমাক মই ভাল পাওঁ। কিন্তু তোমাৰ প্ৰতিদ্বন্দ্বী ক'ত? তেন্তে কি জগতত তুমি আনক দুখ, কষ্ট, শোক দিয়াই তোমাৰ উদ্দেশ্য। তুমি জানো সাম্যবাদী! ধীৰ-দুখী-দৰিদ্ৰক-ধনীৰ সমান শ্ৰেণীত পেলাবলৈ তোমাৰ হাবিলাষ। তেন্তে সৌন্দৰ্যত তুমি ৰাণী। ৰূপত অনন্যতকৈ চহকী, কিন্তু তোমাৰ সৌন্দৰ্য তুমি তোমাৰ সৌন্দৰ্য ভিখাৰীক ৰূপৰ উপভোগ দিলাই কিয় সুখী নকৰিবা? তেতিয়া তোমাক সাম্যবাদী ক'ম বয়?

তোমাৰ

ধনঞ্জয়

আন এখন চিঠি মেলিব খোজোঁতে বহ্নিয়ে কুঠৰি সোমাল। চক্ৰপাণিয়ে সেই চিঠিবোৰ চোৱা দেখি বহ্নি অলপ থমকি ৰ'ল। চক্ৰপাণিৰ তেতিয়া অৱস্থা কি? বহ্নিলৈ ঘৃণা, চিঠিবোৰৰ আচল তথ্য পোৱাৰ হাবিলাষ বা উৎসুকতা আৰু চিঠিবোৰ চাই থকা অৱস্থাত বহ্নি ওলোৱাত নিজৰ শিষ্টাচাৰৰ বিৰুদ্ধে কৰা কামৰ কাৰণে লাজ এই আটাইকেইটাই চক্ৰপাণিক বিমোৰ অৱস্থাত পেলালে। সি বহ্নিক কি ক'ব?

কিন্তু বহ্নিয়ে নিজে ক'লে, "কেনে, চিঠিবোৰ ভাল লাগিছে?

এইবোৰ কোন ছদ্মবেশীৰ চিঠি?

এই চিঠিৰ পৰা তোমাৰ কি ভাব হয়?

অসমীয়া ডেকা সমাজৰ কলঙ্ক। লগে লগে যদি সঁচা ক'ব দিয়া তোমাৰ চৰিত্ৰত সম্পূৰ্ণ সন্দেহ। তুমি যে ইমান স্পষ্টবাদী মই ভবা নাছিলোঁ। আনে হয়তো এনে চিঠিবোৰ দেখি ঠিক এনেভাৱে নকৈ অন্তৰত মোক ঘৃণা কৰি মুখেৰে আন ৰকমে ক'লেহেঁতেন। কিন্তু আচল কথাটো আহোঁ, এই চিঠিবোৰ বেলেগ সময়ত মই নিজে লিখা।

তুমি নিজে লিখা? কাৰণ?

কেতিয়াবা কেতিয়াবা সমাজত বা ডেকাসকলৰ মনত কথা-বতৰা হওঁতে একোটা ভাব খেলালে সেই ভাবটো এনেভাৱে চিঠিত লিখি থওঁ যাতে সময়ত আহৰি পালে এইবোৰ উত্তৰৰ সম্বন্ধে ভাবিব পাৰিম।

চক্ৰপাণিয়ে বহ্নিৰ কথা শুনি অবাক হ'ল। সি ততালিকে মাটি ধৰি ক'লে, বহ্নি তুমি আচহুৱা জীৱ। কিন্তু এই চিঠিবোৰ চাই যদি কোনোবাই তোমাৰ চৰিত্ৰৰ ওপৰত সন্দেহ কৰে?

তাতে মোৰ হানি কি? মইতো নিজেই পৱিত্ৰা বুলি কওঁ। বিশেষতঃ মইতো কাৰো আকাংক্ষী নহওঁ যে

মই তেওঁলোকক ভাল পোৱাবলৈ বা তেওঁলোকৰ মন ৰোখাবলৈ সজ চৰিত্ৰা বুলি দেখুৱাই ফুৰিব লাগিব। বাক জগতখন সজ চৰিত্ৰবান দেখুৱাত কিয় ব্যস্ত? আন পিনে মই জানো বুলি অৰ্থাৎ তুমি জানা যে জগতৰ এনৰ ভিতৰত নিবাস্ত্ৰৰৈৰ জনেই চৰিত্ৰবান নহয়।

সেইটো মই ক'ব নোখোজো। বৰং মই কওঁ জগতত নিবাস্ত্ৰৰৈ জনেই চৰিত্ৰবান।

সম্পূৰ্ণ মিছা কথা।

মিছা কথা দেখাত হ'ব পাৰে। কিন্তু আচলতে নিবাস্ত্ৰৰৈজনেই চৰিত্ৰবান হ'লহেঁতেন যদি সমাজে এনেবোৰ বাধ্য-বাধকতা, লুকাভাকু, ঢাকোন আদি নোহোৱা কৰি মানুহ জাতিক নিজা ইচ্ছামতে চলিব দিলেহেঁতেন। প্ৰত্যেক কথাতে চৰিত্ৰৰ হিয়াপ আৰু চৰিত্ৰৰ উপদেশ কম কৰিলেহেঁতেন। সমাজেহে মানুহৰ চৰিত্ৰত নানা চেকাৰ সৃষ্টি কৰিছে। বাওক সমাজে এনে এখন কৃত্ৰিম জগত সৃষ্টি কৰিছে, তাত ঈশ্বৰে কৰা সৃষ্টিতকৈও বহুত ভাবিবলগীয়া কথা হৈছে। বহুত চাকনৈয়াৰ পাকত পৰি মানুহে জোলোকা-জোলোকে পানী খাব ধৰিছে। বাওক মই সমাজ সংস্কাৰক নহওঁ। সমাজে ইচ্ছামতে ঢোলত মাৰি ঘূৰাই থাকক আৰু মানুহৰ মাজত ভয়, সংকোচ লুকাভাকুৰ মেৰপাকবোৰ বঢ়াই বাওক তাত মোৰ লাভ বা হানি নাই। তেনে সমাজৰ পৰা মই বহুতো আঁতৰত। সকলোৰে পৰা সমাজ নামানিলো এতিয়া অমুকে বেয়া ভাবিব, সমাজে বেয়া বুলিব, এনেবোৰ কথা ভাবি কি লাভ? বিশেষতঃ মোৰ ভাব সমাজ দুখীয়া পতিতা বা দুৰ্বলীৰ কাৰণে নহয়। সমাজে দুখীয়াক লাঞ্ছনাৰে আৰু দুখীয়া কৰে, পতিতাক বাহিৰলৈ উলিয়াই দি পতিতাৰ শেষসীমালৈ টানি নিয়ে, দুৰ্বলক আৰু দুৰ্বল কৰি সবলৰ প্ৰভুত্ব বঢ়ায়।

চক্ৰপাণিয়ে শুনিয়ে আছিল। অলপ পিছতে ক'লে, কালিশ্ৰীৰ ব্যৱসায় কেনে চলিছে?

ভালেই, বোধ কৰো তাই সুন্দৰভাৱে ব্যৱসায়ত উন্নতি কৰিব পাৰিব।

ব্যৱসায়ত উন্নতি কৰিব পাৰে। কিন্তু ধন বঢ়াই কেৱল জগতৰ উদ্দেশ্য নহয়। লগে লগে মান গৌৰৱ যশস্যাবো আৱশ্যক। সেইটোলৈ তাই সমূলি আওকাণ কৰিছে।

মান, গৌৰৱ, যশস্যা যদি অন্তৰৰ বস্তু হয় তেন্তে তাই সেইবোৰত অলপো ত্ৰুটি কৰা নাই। কিন্তু যদি তুমি সমাজৰ চকুৰে চাই কৈছা বা তেওঁলোকৰ তুলাচনীত জুখিছা তেন্তে তাৰ উত্তৰত মই কওঁ, যি সমাজে আজি তাইক আলাইবাদু বুলি ভাবিছে সেই সমাজেই যেতিয়া দেখিব তাই সুন্দৰভাৱে ধন ঘটি সুন্দৰভাৱে ফুৰিছে, সুন্দৰভাৱে টকা-কড়ি আনক দিবলৈ ক্ষমতা পাইছে; সহায় কৰিবলৈ সুবিধা কৰিব পাৰিছে; তেতিয়া সেই সমাজেই আকৌ তাইক মূৰত তুলি লব। কি কোৱা?

এৰা তুমি ক'ব খোজা যদি তাই বহুতো ভোট দিওঁতালোকক্যো তলত ৰাখিব পাৰে তেন্তে মন্ত্ৰী, মেম্বৰসকলেও তাইক খাটিব কৰিবলগীয়াত পৰিব। তেওঁলোকেও বেয়া বুলি তাইক ঘৃণা নকৰি বৰং আদৰহে কৰিব।

কেৱল সেয়ে নহয় যদি তাই ধনেৰে সহায় কৰিব পাৰে তেন্তে মন্ত্ৰীত্বও হাত কৰাত টান নপৰে। টকা আৰু কূট-বুদ্ধিৰে জগতত কৰিব নোৱৰা কাম অতি বিৰল। কিন্তু বাহ্যিক সমাজৰ তুলাচালনী এৰা। আচলতে তাই সুন্দৰতকৈও সুন্দৰ তাত অলপো সন্দেহ কৰা ভুল হ'ব।

হেমনিক ইমান গীত-বাদ্যৰ বাউলী কৰিছা কিয়? তাই যে সেই ক্ষেত্ৰতে আগবাঢ়িব খোজে। কিন্তু অসমীয়া সেই বিষয়ত সমূলি পিছপৰা। বিশেষত কেৱে আগবাঢ়িব নোখোজে। এটা ঘৃণাৰ ভাব বিৰিঙি আছে।

অসমীয়া কেৱল সেই বিষয়তে পিছপৰা বুলি কৈ আনবোৰৰ কথা দূৰতে থলে নিশ্চয় ভুল হ'ব। আনবোৰতো সেই একে কথা। কিন্তু যি বিষয়ত পিছপৰা সেই বিষয় পিছ কৰি থলেই হ'বনে? পিছপৰা পিছপৰা বুলি কৈ থাকিলেই আগবাঢ়িব? মোৰ মতেৰে আগেয়ে বিশেষত জাতিহিচাপে পিছপৰা সেই বিষয়টোকে আগেয়ে ধৰা আৱশ্যক।

গীত, নাচ, বাদ্য শিক্ষা বেয়া বুলি থাকিলে নহ'ব। বৰং সেইটো কেৱল বিলাসিতাৰ বস্তু বুলি ক'লেও নহয়। সেইটো অৰ্থকৰী, লগে লগে ওখ ঠাই পোৱা অৱস্থা কৰি তুলিব লাগিব। আগেয়ে গোঁসাই-গোঁসানীৰ আগতো নাচনীসকল গায়কসকল বা বাদ্যকৰ সকলক ঠাই দিছিল। পণ্ডিতা বা সক তৰপৰ পৰা লোক বুলি পিছত পেলাই নথৈছিল। কিন্তু আজিৰ কৃষ্টিশিক্ষিতৰ অসমীয়াই কিয় এইবোৰ পিছত এৰি বিশ্বত ওখ ঠাই পাবলৈ বা জাতি হিচাপে ঠাই ল'বলৈ হাম্বাও কাঢ়িছে। এইটো সম্ভৱনে? চক্ৰপাণিয়ে ভাবি ৰ'ল। তাৰ পিছত ক'লে, বহুন তহঁতৰ ৰবৰ কাৰ্য কলাপ চাই মোৰ আজি সম্পূৰ্ণ বেলেগ ভাব আহিছে। কিন্তু এইবোৰৰ শেষ পৰিণতি ক'ত?

সেইটো ঈশ্বৰৰ হাতত।

বাৰু এতিয়া যাওঁ। আন সময়ত তহঁতৰ এইবোৰ কামত মই কিবা প্ৰকাৰে সহায় হ'ব পাৰো নে চাম। কিন্তু এই কথাবাৰত তই আনধৰণে নাভাবিবি। ইয়াত একো লুকাভাকু নাই বা গুপুত ৰহস্যও নাই বা তিৰোতাসকলে সকলো কথাতে ভাল পোৱাৰ যি সন্দেহ কৰে সেইটোৰো অকণিও চেকা নাই। মই আহিলো বুলিয়েই ততালিকে চক্ৰপাণি ওলাই গ'ল চক্ৰপাণীৰ তেতিয়া ভাব এটা চানেকি তুলিলেই গোটেই দেশখনকে তেনে চানেকিত গঢ়ি তুলিব পৰা যাবনে? আৰু গঢ়ি তুলিবলৈ কি শক্তিৰ আৱশ্যক হ'ব?

(১৫)

জানকীয়ে পঢ়িয়ে আছে। কলেজলৈ গৈছে, ঘৰলৈ আহিছে যেতিয়াই সময় পাইছে কিতাপ পঢ়িছে যেন পঢ়াৰ বাহিৰে তাইৰ আন একো নাই। কিন্তু ইমান চেষ্টাতো তাই পঢ়াত ভাল কৰিব পৰা নাই। ব্যৱসায়ত অলপ মূলধন হ'লেও ব্যৱসায়ত হাত দিব পাৰি গীত বাদ্য অলপ শিকিলেও অ'ত ত'ত গাব বা শিকিবলৈ চেষ্টা কৰিব পাৰে। অলপ বক্তৃতা দিবলৈ বা লিখিব পাৰিলেও পলিটিক্সত নামিব পাৰি— অৱশ্যে সেইটোত কৃতকাৰ্য হোৱা বেলেগ কথা। কিন্তু লিখা-পঢ়া কৰিলেই নহ'ব, বিশ্ববিদ্যালয়ত ডিগ্ৰী লাভ কৰিব লাগিব নাইবা সেইবোৰত নাম কৰিব লাগিব তেহে প্ৰফেছাৰ বা আন কোনো কাম পাব পাৰি। হাজাৰ জ্ঞান থাকক, পঢ়াত মুখাফুটা হওক কিন্তু ডিগ্ৰী নহ'লে সেইবোৰ কামৰ কাৰকে চাপিব নোৱাৰে। গতিকে জোনাকীয়ে সেই ডিগ্ৰী নহ'লে তাইৰ আশা কোনোমতে নফলিব। জোনাকীৰ সেই কাৰণে দিনে ৰাতিয়ে আহৰি নাই—কেৱল পঢ়া, পঢ়া আৰু পঢ়া। কিন্তু— ইমান চেষ্টাৰ ফলতো তাইৰ সপোন নফলিল, এম্ এত' তাই বেয়া কৰিলে। কোনোমতে চুঁচৰি বাগৰি পাছ কৰিলেও— সেয়ে তাইৰ আশাত সহায় নকৰে। যি নহওক, তাইৰ উদ্দেশ্যত বিফল মনোৰথ হৈ ঘৰলৈ উভতি আহিছে। শুন জোনাকী মই ক'বৰ হ'লে তই এখন কাগজ চলোৱাই ভাল।

অসমীয়া নে ইংৰাজী?

মোৰ মনেৰে ইংৰাজী চলোৱাই ভাল। তেতিয়াহ'লে গোটেই ভাৰতত চলিব। সেই কাকত অসমৰ কথা বেছি ভাগে থাকিব লাগিব। যাতে বাহিৰৰ মানুহে সেইটো জানিবলৈ ইচ্ছা কৰে।

প্ৰথমে সেইটো কৰিবলৈ হ'লে ভাৰতৰ প্ৰত্যেক প্ৰদেশৰে ধনী মানুহবিলাকৰ এটা লিষ্ট কৰি সেই বিলাকলৈ কাকত পঠিয়ালে উভতি আহিবৰ ভয় নাই। বাতৰি কাকত কেৱল বাতৰিৰে যোগান ধৰিলে নহ'ব, লগে লগে সুন্দৰ প্ৰবন্ধ, সাময়িক ঘটনাৰ বিশ্লেষণ আৰু কথা-বতৰা, বক্তৃতা আদিৰ সমালোচনা সুন্দৰ আৰু চমুভাৱে কৰিব পাৰিব লাগিব। আকৌ লিখাৰ ভঙ্গিত কথাই গতি চতুৰ ৰহস্য থাকিলে কাকতৰ মূল্য বাঢ়ে। কিন্তু অসমীয়াৰ তেনে পাকৈত লিখক ক'ত?,

তেনে লিখক নাই বুলি থাকিলে নহ'ব। তেনে লিখকৰ সৃষ্টি কৰিব লাগিব। বৰ্তমান সাহিত্যৰ গতি মানুহৰ দুখ, দৈন্য, আপদ, বিপদৰ প্ৰকাশ বুলিয়ে ধৰা হৈছে। কিন্তু তাৰ লগে লগে লিখাৰ ভঙ্গি আৰু বুদ্ধি ধৰা ৰহস্য আদিৰ মূল্যও প্ৰায়বিধ নালাগে।

কেৱল সেয়ে নহয়, আজকালি বাজি উঠা সুৰ লগে লগে বিকৃত মতত স্পষ্টবাদিতাই সাহিত্য আৰু বাতৰি কাকতৰ মূল্য বঢ়ায়। এনেতে কালিন্দী আহি ওলাল।

জোনাকীয়ে ক'লে কালিন্দ্ৰী, বাতৰি কাকত উলিয়ালে নানা তৰহৰ ব্যৱসায়ৰ জাননী আমাক গোটাই দিব লাগিব। জাননী নহ'লে বাতৰি কাকতত লাভ ক'ত? কালিন্দ্ৰীয়ে ক'লে অসমীয়া কাকত কেইখনৰ জাননীয়ে হৈছে। সকলো কেইখনে, মোক চা মোক চা, বুলি বৈ আছে। কাকতৰ যি মূল্য, জাননীকেইখনৰ মূল্য তাতকৈ চৰা।

জোনাকীয়ে ক'লে, কিয় অসমীয়া ছোৱালীৰ মূল্য যে আৰু চৰা। বৰ্দ্ধা-বঢ়া কৰিব, কাপোৰ ব'ব আৰু ওচৰ-চুবুৰীয়াৰ নানা দোষ-ক্ৰটিৰ বইচ বাইচ কৰিব। আৰু কি লাগে?

ৰহনে ক'লে কিয় আচল গুণটো পাহৰিলাই?

সকলোৱে যে ৰণং দেহি ভাৰতত পাকেত সৈনিক। অৱশ্যে যুদ্ধ ক্ষেত্ৰত নহয়, বাক-যুদ্ধত মুখে মুখে। সেই অৱস্থাত তেওঁলোকৰ মুখৰ পৰা ওলোৱা শব্দধ্বনিয়ে সৰস্বতীকো চেৰ পেলায়।

তাতকৈ গেলা গপটো? ওফোন্দা কথাবোৰ?

সেইবোৰ কৈ লাভ নাই। অসমীয়া জাতিটোৱে বহুতো সংস্কাৰ কৰিবলগীয়া আছে। তিৰোতা ছোৱালীৰ কথাটো পিছৰ কথা। প্ৰত্যেক অসমীয়াই বৰ্তমান সময়ত নিজৰ স্বাৰ্থৰ বাহিৰে আন নুবুজে।

সমাজ দেশ সেইবোৰ মুখৰ মহলা। কিন্তু অলপ স্বাৰ্থ বিসৰ্জন দিব হ'লে কত ভৱা, গুণা-গঁথা।

জোনাকী, এইবোৰ কথা কৈ লাভ নাই। যদি বাতৰি কাকত উলিয়াব খোজ তেন্তে আমি কেউজনেই টকা-কড়িৰে সহায় কৰিম। বিশেষত কন্দ্ৰিয়ান এজনেও এই বিষয়ে সহায় কৰিব খুজিছে। এনেতে হেমনীয়ে আহি ক'লে, মই অলপতে লক্ষ্ণৌলে যাম। বৃত্তি পাবৰ আশা হৈছে। তাত গীত-বাদ্য শিকিম।

ৰহনে ক'লে, সেইটো ভাল কথা। আমি গীত বাদ্যত কোনোমতে পিছপৰি থাকিব নোৱাৰোঁ। তুমি তাত ভালকৈ শিকি আহি অসমীয়া ল'ৰা-ছোৱালী বিলাকৰ মাজত গীত বাদ্যৰ ঢৌ তুলি এটা সজাগ জাতি কৰি— সেইবিলাকক পাকৈত কৰি তুলিব লাগিব। কিন্তু তাত অকলে থাকিব পাৰিবা?

কিয় নোৱাৰিম বাইদেউ। তাত ছোৱালীৰ বোৰ্ডিঙত থাকিম। অহা-যোৱা?

সেইটোলৈ মই আজিকালি ভয় নকৰোঁ।। যদি মেমবিলাকে অকলে গোটেই পৃথিৱী ঘূৰিব পাৰে তেন্তে আমি অকলে অহা-যোৱা কৰিব নোৱাৰিমনে? প্ৰত্যেক খোজতে যি দেশত পুৰুষৰ সহায় ল'ব লাগে সেই দেশৰ নামত অপযশ নহৈ নোৱাৰে। কথা কৈ থাকোঁতে মোহনে সোমাই আহি মাত দিলে, ৰহন ৰহনে মোহনক দেখি ইমান দিনৰ মূৰত কলৈ আহিছা? মোহনে ক'লে তোমালোকৰ বাতৰি ল'বলৈ।

ইমান দিনৰ মূৰত?

কিয় আহিলে বেয়া পোৱা?

বেয়া কিয় পাম। মানুহৰ ঘৰত মানুহ আহিলে বেয়া পাইনে? সেইটো বুজো। বিশেষত তোমালোকৰ কেতিয়াও তেনে স্বভাৱ নহয়! লিখা-পঢ়া জনা, ছোৱালীৰ শিক্ষাৰ গুণেই বেলেগ। তোমালোকে এতিয়া খোৱা-লোৱাত অসুবিধা পোৱা নাই?

অসুবিধা। খোৱা-লোৱাত সুবিধা নো কোনে পায়? খোৱা-লোৱাৰ ইচ্ছা যিমানেই বঢ়োৱা যায় সিমানেই বেছি হয়। তুমি আজিকালি কি কৰা?

কি কৰিবা। ইমানদিন চাকৰি বিচাৰি হাবাথুৰি খালো।

কিন্তু এটা চাকৰি-যোগাৰ কৰিব নোৱাৰিলো। তথাপি দেউতাই মাহে মাহে টকা দি আছে তাৰে চলি আছোঁ। জানাই নহয় আমাৰ ঘৰত টকা-কড়িৰ অভাৱ নাই। দেউতা চাহ বাগিচাৰ বৰ কেৰাণী। ককাইদেউ হাকিম।

মোহনৰ কথাবিলাক মুঠতে ৰহনৰ ভাল নালাগিল কাৰণ, সেই কথাৰ ভিতৰত মুঠতে স্বাৱলম্বনৰ আভাস নাই,

দ্বিতীয়তঃ বংশ গৌৰৱৰ ভেমটো— মেৰিয়াই মোহনে কৈ গ'ল। আমি দুপুৰুষলৈ একো নকৰিলেও খাব পাৰোঁ।

ৰহনে ক'লে তোমালোকৰ ঘৰে সুবিধা বহুতৰে নাই। কেৱল সেয়ে নহয়, গাই-ভৰা গোহালি, মাছ-ভৰা পুখুৰী, ম'হৰ বাথান, ধান-ভৰা ভঁৰাল সকলো দিনে চকুত লগা। ঘৰিয়াৰ ভৰৰ অভাৱ নাই। পানীমুখতে তেলপেৰা, তেলৰ অভাৱ নাই।

মোহনৰ আগৰ কথাবোৰত বহ্নৰ ভাল নালাগিলেও— পিছৰ কথাষাৰ বহ্নৰ মনত লগা। কিয়নো সেই কথাষাৰত যদিও মোহনৰ সমূলি গৌৰৱ নাই কিন্তু ভেনেভাৱে নিজৰ ঘৰত সকলো বস্তু থকাটো আৰু পৰৰ ওপৰত নিৰ্ভৰ কৰিব নলগীয়া ঘৰৰ আদৰ্শটোৱে— বহ্নৰ মনত প্ৰফুল্লতা আনিলে। বহ্নে ক'লে, অসমৰ ঘৰে ঘৰে এনে আদৰ্শ হোৱা বৃুতুত। কিন্তু আজিৰ ডেকাসকলে যি পন্থা লৈছে এনে আদৰ্শ হ'ব ছাবি ঘৰে ঘৰে হাহাকাৰ হে দেখা দিব।

মোহনে ক'লে কেতিয়াবা টকা লাগিলে কবা।

টকা, কিমান টকা দিব পাবা? বেছি দিব নোৱাৰোঁ, দহ-পাঁচ টকা। জানাই নহয় দেউতা আৰু ককাইদেৱে পঠিওৱা টকাৰ পৰাহে দিব পাৰিম।

বহ্নে মনতে হাঁহি মুখত সেইটো ভাব নেদেখুৱাই লাহে লাহে কলে' পৰৰ ওপৰত, নিৰ্ভৰ কৰি থকা অৱস্থাটো বৰ শোচনীয়। তুমি সৰু চাকৰিলৈ আশা এৰি কিবা কাৰবাৰত ধৰা। ব্যৱসায়ত বহুতো টকা আছে। ব্যৱসায়ত টকা আছে সঁচা? কিন্তু আমিতো যেই সেই ব্যৱসায় কৰিব নোৱাৰোঁ। দেউতা-আইৰ সম্ভ্ৰম ৰাখিব লাগিব। বংশ গৌৰৱ খাব নোৱাৰোঁ।

এই ভাবটো ল'লে ব্যৱসায়ত উন্নতি কৰা অসম্ভৱ।

তুমি জানো মই এটা সৰু ব্যৱসায়, যেনে বিড়ি পাণৰ দোকান দিলে ভাল পাবা?

মই ভাল পাওঁ নেপাওঁ সেইটোলৈ ভাবিছা কিয়? তুমি কিহৰ বলত উধাৰ পাবা সেইটোলৈ চেষ্টা কৰা। যদি ডাঙৰ ব্যৱসায় কৰা, দেউতাৰাৰ হেনো বহুতো টকা আছে। তেওঁৰ পৰা কিছু টকা আনি এটা ভাল কাৰবাৰ বিচাৰি লাগি যোৱা।

অৱশ্যে আমি ভালকৈ খাই বৈ থাকিব পাৰিলেও দেউতাৰ সিমান টকা নাই যে মোক ডাঙৰ ব্যৱসায় কৰিব দিব পাৰে। কিন্তু সৰু ব্যৱসায় মই কৰি হাঁহিয়াতৰ পাত্ৰ হ'ব নোৱাৰোঁ। এই কথা কওঁতে কালিন্দ্ৰী সোমাই আহি ক'লে, বাইদেউ মই এটা ফিল্ম কোম্পানীৰ লগত বন্দৱস্ত কৰিলো— ইয়াত ফিল্ম চলাম। ঘৰে, মেচিনে মই হিছাপ কৰি চাইছোঁ প্ৰায় পঁচিশ হাজাৰ টকা লাগিব। বৰ্তমানে সৰুকৈ আৰম্ভ কৰোঁ। পিছত আচল ফিল্ম কৰা ব্যৱসায়ত লাগিব পাৰিম।

বহ্নে ক'লে এতিয়া তোৰ নামত বেংকত কিমান টকা আছে? প্ৰায় পঞ্চাশ হাজাৰ। তেন্তে মই ক'বৰ হ'লে এই ব্যৱসায়টো বৰ্তমানে ধৰিব নালাগে।

কিয়?

অসমত এই ধৰণৰ কথাছবিৰ ঘৰ কৰি বৰ লাভ কৰিব পৰা নাই। মোৰ মনেৰে আৰু কিছু টকা হ'লে একেবাৰে ফিল্ম—নতুন ধৰণে কৰি অসমীয়া আৰু হিন্দী কথাছবি উলিয়াই গোটেই ভাৰতত চলাব কৰিব লাগিব। তেহে এই ব্যৱসায়ত ভালকৈ উপলব্ধি কৰিব পাৰিবি। তেন্তে, বৰ্তমান আন কি ব্যৱসায়ত টকা খটুৱাওঁ? টকাবিলাক কেৱল বেংকত থৈয়ে লাভ কি?

এবা, কিন্তু ফিল্ম ব্যৱসায় খোলাৰ আগেয়ে হেমেন্দ্ৰীক গীত-বাদ্যত ভালকৈ পাৰ্গত কৰি আনি এটা ফিল্ম কোম্পানীত কাম কৰিব দি সেই সম্বন্ধে সকলো জ্ঞান লাভ কৰিবলৈ সুবিধা দিব লাগিব। যি ব্যৱসায়ত ধৰা যায় সেই সম্বন্ধে সম্পূৰ্ণ জ্ঞান থকা নিজৰ মানুহ নহ'লে ব্যৱসায়ত ঘাটি খাব লাগে।

তেন্তে বৰ্তমান আন কি ব্যৱসায়ত ধৰোঁ?

জোনাকীয়ে বাতৰি কাকত উলিয়াব খুজিছে। কেই হাজাৰমান টকাৰে এটা প্ৰেছ আন। নিজৰ প্ৰেছ নহ'লে কাকত চলোৱা সুবিধা নহয়। কিন্তু প্ৰেছৰ কাম যে আমি কেৱে ভালকৈ নেজানো।

জোনাকীক মই আজিয়ে প্ৰেছত ভৰ্ত্তি কৰিবলৈ স্থিৰ কৰিছোঁ। প্ৰেছ আৰু বাতৰি কাকতৰ অলপ আভাস পালেই এই ব্যৱসায় ল'ব লাগিব। তদুপৰি মোৰ ভাব আছে অসমত এটা কম দামৰ গল্প উপন্যাস গ্ৰন্থচিৰিজ উলিয়াবলৈ, সেইটোৰ দ্বাৰা অসমত পঢ়ুৱৈৰ সৃষ্টি হ'ব। লগে লগে আমাৰ কাৰবাৰতো সহায় কৰিব। তই আৰু কেইমাহমান সেই কাৰবাৰতে লাগি থাক। জোনাকী বৰ বুদ্ধিমতী, অলপ দিনতে প্ৰেছ আৰু বাতৰি কাকত চলোৱাত পাৰ্গতালি লভিব পাৰিব।

কালিন্দ্ৰীয়ে ক'লে বাৰু যেয়ে হওক, কিন্তু কথাছবিৰ কথা মোৰ কল্পনাৰ পৰা আঁতৰ নহয়।

মোহনে ইমানপৰ শুনিয়ে আছিল, তাৰ মনত লাজভাৱ উপজিছিল। বিয়ে হাজাৰ হাজাৰ টকাৰ ব্যৱসায়ৰ কথা কয়, তেওঁলোকৰ আগত দহ-পাঁচ টকাৰ সহায়ৰ কথা কোৱাটো কেনে লাজৰ কথা, সি মৰ্মে মৰ্মে অনুভৱ কৰিছিল। তদুপৰি সি ভাবিছিল—কেনেকৈ ইমান কম বছৰতে তাইহঁতে ইমান টকাৰ অধিকাৰী হ'ল ? তেওঁলোক আজি দিন দুখীয়া দুৰ্বলী অবলা নহয়। বৰং সিহঁতক ধনীৰ দলতে সুন্দৰভাৱে ধৰিব লাগে। সিহঁতক সহায় কৰা কথা দূৰৈৰ কথা এতিয়া সিহঁতে বহুতকে সহায়হে কৰিব পাৰে। এনে অৱস্থাত তাৰ নিচিনা দিন ৰক্ষা প্ৰাণ ৰক্ষা কৰা লোকে তাৰ মনৰ পাপ আশা পলুৱাবলৈ দিয়া প্ৰলোভন যে সমূলি তুচ্ছ-তাচ্ছিল্যৰ বস্তু সি সেইটো ভালকৈ অনুভৱ কৰি লাহে লাহে উঠিবলৈ চেষ্টা কৰিলে। মই এতিয়া আহোঁ বহন। তহঁত যে ইমান টকাৰ মালিক সপোনতো কল্পনা কৰিব নোৱাৰিছিলোঁ। তহঁতৰ কথা-বতৰা, চলন-ফুৰণ, সাজ-পাৰ, একোতে তেনে ভাৱ ফুটি ওলোৱা নাই। তহঁতক ধন্যবাদ। এতিয়া আহিলোহে, বুলি সি উঠিল। কিন্তু ওৰে বাটত তাৰ কত ভাব খেলালে— সি ভাবিলে, ইমান কম সময়তে ইমান টকা অৰ্জন— যেন আলাউদ্দিনৰ লেম্পৰ হে কাম। সি ভাবিলে কিহৰ দ্বাৰা ইমান টকা পালে। কোনোবা চাহাবক হাত কৰি তাৰ যথা সৰ্বস্ব বোধ কৰোঁ লুটিলে ? নে চক্ৰপাণিয়ে তলে তলে সকলো প্ৰকাৰে সহায় কৰি বাপেকৰ সকলো টকা কাঢ়ি ইহঁতৰ তাতে অঞ্জলি দিলে। নিশ্চয় বেয়া কামৰ দ্বাৰা নহলে ন্যায় মতে এই টকা অৰ্জা অসম্ভৱ —এই ধাৰণাটো তাৰ মনত স্বতসিদ্ধ।

(১৬)

জোনাকীয়ে প্ৰেছত কাম কৰিছে। প্ৰেছৰ স্বত্বাধিকাৰীজন সম্ভ্ৰান্ত বংশৰ বুলিয়ে চিনাকি দিয়ে। সেই 'সম্ভ্ৰান্ত' শব্দটো আগেয়ে যেনেভাৱে ব্যৱহাৰ হৈছিল আজি তেনেভাৱে ব্যৱহাৰ নহয়। আগেয়ে সম্ভ্ৰান্ত মানে টকাৰ বলত নাইবা গাদবীৰ বলত আনৰ ওপৰত প্ৰভুত্ব কৰিলেই সম্ভ্ৰান্ত হ'ব পাৰিছিল। আৰু তেনেলোকৰ বংশই ভঙা হওক ছিঙা হওক ভূঞাৰ পোৱালী, ফটা হওক চিতা হওক পাটৰ টঙালি স্বৰূপে কে'বা পুৰুষো জনসাধাৰণৰ ওপৰত প্ৰভুত্ব চলাইছিল। স্বত্বাধিকাৰীজন আন নহ'লেও ধনৰ বলতেই সম্ভ্ৰান্ত স্বৰূপে সমাজত চিনাকি পাইছিল। মটৰত ঘূৰিছিল, বিলাসিতাৰ উচ্চ ঠাই অধিকাৰ কৰিছিল। লগে লগে সুবিধা পালে যিমান পাৰে চলে-কৌশলে টকা আৰ্জিছিল আৰু নৈতিক দোষত যিমান পাৰে নামিছিল বা কোনো কোনো পৰিয়ালকো নমাইছিল। যেন তেওঁ সংসাৰলৈ আহিছে এপিনে টকাৰ ঝনঝননি আৰু জিলিমিলি চাবলৈ আনপিনে যত সৌন্দৰ্য মনোহৰ ৰূপ মাধুৰ্য হৰণ কৰিবলৈ। গতিকে এনে স্বত্বাধিকাৰীৰ আগত যেতিয়া বহনে জোনাকীক তেওঁৰ প্ৰেছত কাম দিবলৈ অনুৰোধ কৰিছিল তেতিয়া তেওঁ নিৰাশ হোৱা নাছিল।

ধনগৰ্বী কামুক নলিনী বৰুৱাই কৈছিল মোৰ প্ৰেছত তিৰোতা ছোৱালীক কাম দিবলৈ মই ভাবিয়ে আছোঁ। কিয়নো আমাৰ দেশত তিৰোতাসকল আগবঢ়া হৈ নোলালে আমাৰ উন্নতি নাই। বিশেষতঃ মোৰ যিখন বাতৰি কাকত আছে তাতো তিৰোতাসকলক ঠাই দি অসমীয়া তিৰোতাৰ মাজত এটা জাগৰণৰ লগে লগে সাহিত্য-চৰ্চাৰ বাট মুকলি কৰিব খোজোঁ। কিন্তু আজিলৈকে তেনে ছোৱালী পোৱা নাই। যি নহওক তোমাৰ প্ৰস্তাৱটো শুনি বৰ ভাল লাগিছে। তেওঁক কাইলৈ প্ৰেছলৈ আহিব দিবা। পিছে এটা কথা, প্ৰেছত বৰ্তমানে সকলো মুনিহ কৰ্মী তাৰ মাজত জানো কাম কৰিবলৈ ভাল পাব ?

সেইটোলৈ আপুনি ভাবিব নালাগে। কিন্তু আৰু এটা কথা ভাবিবলগীয়া, যদি মুনিহ কৰ্মীসকলে আপত্তি কৰে নাইবা আপত্তি নকৰিলেও সিহঁতে বেয়া পথ অৱলম্বন কৰি মোৰ প্ৰেছৰ বদনাম আনে— বুলিয়েই অলপ থমকি ৰ'ল। অলপ পিছতে ক'লে, নতুন কথা কৰিব গ'লেই পৰিহণা আছেই গতিকে বাৰু এতিয়া যোৱা। কাইলৈ তেওঁক প্ৰেছলৈ পঠিয়াই দিবা মইয়ো ইপিনে সকলো কথা দুখি-পুচি চাওঁ।।

বহন ভতালিকে উঠিল। নলিনী বৰুৱাই বহনৰ অঙ্গ-ধোৱা, ভাব-ভঙ্গি লৈ বিশেষকৈ চকু দিলে। বহনৰ অন্তৰত কি আছে সেইটো অনুসন্ধান কৰিবলৈ তেওঁৰ শক্তিও নাই বা মনো নাই। কিয়নো তেওঁৰ জীৱনৰ ভাণ্ডৰ অভিজ্ঞতা সকলো মানুহকে টকাৰে বা ধন বস্তুৰে বশ কৰিব পাৰি। গতিকে মানুহৰ মনতত্ত্বলৈ ভাবি তেওঁৰ মূৰ নষ্ট কৰিব কিয় ? যি নহওক বহনৰ বাহ্যিক অঙ্গি-ভঙ্গি চলন-ফুৰণৰ আও-ভাওঁত নলিনী বৰুৱাৰ ভাব হ'ল বহন এজনী শিক্ষিতা চঞ্চলা আৰু ধনলৈ আশা কৰোঁতা অনুগ্ৰহপ্ৰাৰ্থী ছোৱালী। গতিকে দূৰৈৰ চিকাৰ ওচৰলৈ অহাত এদিনে তেওঁৰ যেনে আনন্দ আনদিনে সেই চিকাৰ বাতে হাত সাৰি মুকলি হৈ যাব নোৱাৰে সেইটোলৈকো তেওঁ ভালকৈ জাল তৰিবলৈ মন মেলিছে। তেওঁ ভাবি থকোঁতে বাতৰি কাকতৰ সম্পাদক আৰু প্ৰেছ মেনেজাৰ আহিল। তেওঁলোকৰ আগত তেওঁ বহনৰ কথা কোৱাত মেনেজাৰে ক'লে, সেই অষাইভং ছোৱালীকেইজনী। সেইকেইজনীৰ কেলেঙ্কাৰী কিমান শুনিব ? আকৌ বাটৰ কচু পাত ঘঁহিব খোজেনে ? সম্পাদকজন সাহিত্যত বাপ থকা বিশেষকৈ ৰোমাণ্টিচিজিম থকা সাহিত্য পঢ়িয়ে তেওঁ বি-এ মহলা ডেৱাই আহিছে। যিবিলাকে বঙালী বা ইংৰাজী সাহিত্য পঢ়িছে সেইবিলাকৰ মাজত ৰোমাণ্টিচিজিম থকা দ্ৰাইডৰ নীতিত গঢ়া সাহিত্যতে তেওঁ বেছিভাগ সময় কটাইছে। গতিকে নৈতিক বা জাতি গঠনৰ সহায় কৰা সাহিত্য তেওঁ চৰ্চা নকৰিলেও তেওঁৰ ভাব শিল্প কলাত, লিখাৰ চাতুৰ্যত উন্নতি কৰিবলৈ সকলো দিনে সৌন্দৰ্য লাগে। গতিকে প্ৰেছৰ একে ধৰণৰ কামত সুন্দৰী ছোৱালী বহুবাৰ পাবিলে অন্ততঃ মাজে সময়ে ৰং-ৰহইচ আৰু আনন্দ হ'ব আৰু একেধৰণৰ কামত উদাসিনতা গুচিব। গতিকে তেওঁ ক'লে সমাজে কথাষাৰ ভাল নাপালেও আমি নতুনত্ব কৰাত কি বাধা?

স্বত্বাধিকাৰীয়ে তেওঁৰ কথাত সাহ পাই ক'লে, এৰ পূৰণি ধৰণে চলি থাকি নিকপকনীয়া ৰীতি-নীতিৰে থাকোঁতে মাৰি ধৰি থাকিলে জাতিৰ উন্নতি নহয় বিশেষকৈ এই পঢ়া-শুনা ছোৱালীবিলাকে ক'তো কাম নাপালে তেওঁলোকে পঢ়িবলৈ আগ্ৰহ কিয় ? আজি তিৰোতা-ছোৱালীৰ শিক্ষাৰ উন্নতিলৈকো ভাবিব লাগে। যি নহওক কাইলৈ আহে বুলিছে, যদি ভাল দেখা এটা কাম দিবা। পিছৰ দিনা বহন আৰু জোনাকী প্ৰেছত উপস্থিত হ'ল। সেইদিনা স্বত্বাধিকাৰীজনে আন কাম তোকা চেলুত প্ৰেছত নিয়মমতে আগেয়ে উপস্থিত হৈছিল।

বহন হৈয়ে তেওঁলোকৰ লগত কথা পাতিলে ঘূৰি-পকি প্ৰেছ চালে। বাতৰি কাকতৰ সম্পাদকৰ লগত দিনা এটা প্ৰবন্ধৰ তৰ্ক কৰিলে। লগতে ক'লে, বাতৰি কাকতবোৰত যাব মধ্য বা বাৰৰ যেনেৰ বাতৰি দি মানুহৰ মন আকৰ্ষণ কৰিব নোৱাৰি। সেইবোৰ গুচাই বাতৰি কাকতবোৰে সৰল নীতি, গঠনমূলক আদৰ্শ আৰু তীব্ৰ সমালোচনা কৰিবলৈ মৌলিকতাৰ আশ্ৰয় ল'ব লাগিব। সম্পাদকে ক'লে, সমালোচনা কৰিব গ'লেই আমি মানুহৰ লগত বেয়া হ'ব লাগে। তাৰ ফলত কাকত বন্ধ কৰিবলগীয়া হয়। মেনেজাৰে জোনাকীৰ লগত কথা পাতিলে— মেজাৰ দৌৰ মহজিদ। মেনেজাৰে যদিও বি-এ পাছ কৰিছিল কিন্তু পাঠ্য কিতাপ কেইখনৰ বাহিৰে তেওঁৰ একো নাজানে। বাহিৰা জগতৰ লগত তেওঁৰ পঢ়া অৱস্থাত সম্বন্ধ নাছিল, এতিয়াও তেওঁ প্ৰেছৰ কাম, প্ৰেছৰ কৰ্মচাৰীসকলক দাবি-ধমকি দি চলোৱা আৰু জমা-খৰচৰ হিচাপ কৰাতে সদায় ব্যস্ত।

তেওঁ সুধিলে তুমি কিমান পঢ়িছা ? জোনাকীয়ে সকলো কথা খুলাই কৈছিল, অসমীয়া আৰু ইংৰাজী জানো।

তেন্তে আধৰ গ'থা কামত পাৰিবা। কিন্তু কাম ভালকৈ কৰিব লাগিব। নিয়মমতে আহিব লাগিব। সেইটোত মই কাকে নাপাওঁ। কাম যেনে নহওক আচল সময়ত উপস্থিত হ'বই লাগিব। ভাৰতীয়সকলে এই শৃংখলতাটো কিয় বুজুজে ক'ব নোৱাৰোঁ।

জোনাকীয়ে কৈছিল, আপুনি এনে কথাত লাগি অভাৰতীয় কৰিব খুজিছে।

ভাৰতীয় হ'লো বুলিয়েই যে ভাৰতৰ সকলো বেয়া

নীতি গ্ৰহণ কৰি আনক পেংলাই কৰি আনবোৰ গঢ়িয়াৰ লাগিব সেইটো হ'ব নোৱাৰে।

আপোনাৰ তলত কাম কৰা কৰ্মচাৰীসকলে দেখিছো আপোনাৰ উপদেশ গ্ৰহণ কৰিব পাৰিলে এদিন পৃথিবীত জিলিকি উঠিব। কথাবাৰৰ ভিতৰৰ সাৰমৰ্মলৈ মন নিদি পোমপটীয়া মেনেজাৰে যপৰাই ক'লে— মোৰ তলত থিয়ে এবাৰ কাম কৰিছে সি বুজিছে কামত কেনেভাৱে উন্নতি কৰিব পাৰে। মই সকলোতকৈ আগ কৰো দুটা কথা। ঠিক সময়ত আহা আৰু নিজৰ কৰ্তব্য কৰোঁতে ওপৰৱালাক মান-সংকাৰ কৰা।

অৱশ্যে আপোনাৰ আগৰতো ইয়ুৰোপীয় অৰ্থাৎ পাশ্চাত্য আৰু দ্বিতীয়টো ভাৰতীয় অৰ্থাৎ প্ৰাচ্য। দেখিছোঁ আপুনি সুন্দৰভাৱে প্ৰাচ্য-পাশ্চাত্যৰ মিলন কৰিছে। মেনেজাৰে জোনাকীক কোমল মাত্তেৰে কোৱা কথা কেইষাৰে তেওঁক প্ৰশংসা কৰা দেখি আচল মৰ্ম বুজিব নোৱাৰি আনন্দত উভলা হৈ ক'লে, জাতি গঠনত লাগে শৃংখলতা।

এৰা, আপুনি কেৱল এই প্ৰেছটোতে বন্ধ হৈ নাথাকি জাতি গঠনত লাগিলে আজি দেশৰ নেতা হিছাপে জনাজাত হ'লহেঁতেন আৰু দেশেও বহুত লাভ কৰিব পাৰিলেহেঁতেন।

কি কোৱা আমাৰ নেতাসকলে এই দুটা কথা নুবুজি কাম কৰিব যায় তাৰ ফলত কত বিশৃংখলতাই দেখা দিয়ে। মই যি কামতে লাগো তাত শীৰ্ষস্থান অধিকাৰ নকৰাকৈ নাথাকো। দেশৰ কামত লগা হ'লেও আজি মুধাফুটা নেতা হ'বই পাৰিলোহেঁতেন। মই লগা বস্তুৰ বাহিৰে আন একো নলওঁ। আনকি পঢ়াকালত স্কুলত পাঠ্যকেইখনৰ বাহিৰে আন পঢ়ি মোৰ মূৰ ঘোলা কৰা নাই।

জোনাকীয়ে এইবাৰ মনে মনে হাঁহি ক'লে, আপুনি দেখিছো অসমীয়া জাতিৰ ডাঙৰ আদৰ্শ। স্বত্বাধিকাৰী আহি ক'লে, বুজিছা তোমাৰ কাম হ'ল। মাহে বৰ্তমান এশ টকা কণ পাবা পিছত উন্নতি কৰিলে আৰু বেছি পাবা। মই টকালৈ চোৱা মানুহ নহওঁ। মোক লাগে কাম। মেনেজাৰে ক'লে, সেইটো ক'ব লাগেনে ? কেৱল প্ৰেছৰ লোকসকলে সেইটো নুবুজি কেৱল ধৰ্মঘট, ধৰ্মঘট, কেৱল কম দৰমহা এইবিলাক আওঁৰায়। মই সিহঁতক কওঁ কাম কৰি দেখুওৱা আপোনা-আপুনি দৰমহা বাঢ়িব।

ধৰ্মঘট কৰি কি লাভ পাব ? মইতো অলপতে ভয় খোৱা লোক নহয়। এই সিহঁতৰ ধৰ্মঘটৰ মূল উভালিবলৈ এনে ব্যৱস্থা কৰিবলৈ আগবাঢ়িছোঁ। ছোৱালীসকলক প্ৰেছত ল'ব পাৰিলে বহুতো দুখীয়া ছোৱালী আছে, তেওঁলোকে পঢ়িছে কিন্তু পঢ়ি-শুনি কাম নাপায়। সেইবিলাকে অতি কম বেতনতে প্ৰেছৰ কামত লাগিব। অৱশ্যে বৰ্তমান এওঁলোকক বেছি দৰমহা দি ছোৱালীবিলাকৰ মন এই কামলৈ আকৰ্ষণ কৰোঁ। মেনেজাৰে ক'লে, আপোনাৰ বুদ্ধি অতুলনীয়।

এনেতে জোনাকীয়ে মাত লগালে কিন্তু এই বুদ্ধিৰে হয়তো আপোনাৰো সৰ্বনাশ হ'ব পাৰে।

মেনেজাৰে ক'লে, কেনেকৈ ?

যদি প্ৰেছৰ কৰ্মীসকল তিৰোতা-ছোৱালীয়ে হয় তেন্তে মেনেজাৰীয়ো তেওঁলোকেই অধিকাৰ কৰিব পাৰে। স্বত্বাধিকাৰে এই কথাত মনে মনে হাঁহিলে। কিন্তু মেনেজাৰৰ গৰ্ভ গলি গ'ল। কিয়নো তেওঁ আন নাজানিলেও এইটো ভালকৈ জানে লাৱনী মাত আৰু ৰূপহ মুখে জগত জয় কৰিব পাৰে। সামান্য স্বত্বাধিকাৰৰ কথা দূৰৈতে থোৱা। যি নহওক তেওঁ সেই কথাত চেপা দি ক'লে, ভৱিষ্যত বহুতো দূৰৈত। অসমীয়া ছোৱালীয়ে কাহানিবা প্ৰেছত কাম কৰিবহি সেইটো এতিয়া ভৰা আকাশত চাং পতা। এওঁৰেই কেনে কাম কৰে চাওঁচোন। স্বত্বাধিকাৰে অলপ ইপিনে, সিপিনে ঘূৰি আকৌ বহনৰ কাষ পাই মোৰ মটৰ যাব, মটৰতে যাবানে ?

বহনে ক'লে যাব পাৰোঁ।

তেন্তে ব'লা ঘৰলৈ চমু হ'ব। জোনাকীয়ে কাম শিকক। বহন উঠিল। স্বত্বাধিকাৰেও লৰালৰিকৈ ড্ৰাইভাৰক মাতি মটৰ চলাবলৈ হুকুম দিলে। বহন আৰু স্বত্বাধিকাৰ মটৰত একেলগে যোৱা দেখি প্ৰেছত কাম কৰা লোকসকলে ইজনে সিজনে চকুৰে ইঙ্গিত কৰিলে। মেনেজাৰইতৰ আৰু জোনাকীৰ পৰা নিজকত

কৰিলে। মেনেজাৰহঁতৰ আৰু জোনাকীৰ পৰা নিলগত থকা দুই-এজনে গলা-গপা কৰিলে এইবাৰ ভাল চিকাৰ মিলিছে। এজনে কৈছে এতিয়া ইঞ্জিনীয়ে ইয়াতে কাম কৰিব যেতিয়া মোৰ কাষত কৰিলেই ভাল হয়। আন এজনে মাত লগাইছে, এনেকুৱাৰ কামত ল'লেতো আমি দৰ্মহা নোহোৱাকৈও নিশা বাৰ বজালৈ কাম কৰি থাকিব পাৰোঁ। কি কোৱা ? যি নহওক এই ঘটনাই গোটেই প্ৰেছতে এটা নতুন উলহ-মালহৰ সৃষ্টি কৰিলে। সম্পাদক আৰু মেনেজাৰৰ ভিতৰত মনে মনে ভাব হ'ল নিজৰ শাখাত জোনাকীক কামত লগাব পাৰিলে ভাল। প্ৰধান প্ৰিণ্টাৰৰ ভাব হ'ল মোৰ তলত কাম শিকিবই লাগিব। আন আন প্ৰিণ্টাৰসকলৰ ভাব কাৰ কাষত বহি কাম শিকে, কোনে কেনেকৈ জোনাকীক কোন প্ৰলোভনেৰে হাত কৰে। কিন্তু কাৰো মনত নেখেলালে যে জোনাকী অসাধাৰণ ছোৱালী। জোনাকী টকাৰ অভাৱত প্ৰেছলৈ অহা নাই। জোনাকী কোনো প্ৰলোভনৰ পাত্ৰী নহয়। যি নহওক জোনাকীৰ ইচ্ছামতে মেনেজাৰে আখৰ গঁঠা কামতে লগালে। অৱশ্যে বাতৰিৰ সম্পাদক এই কথাত বৰ আনন্দিত নহ'ল। তেওঁ জোনাকীৰ ওচৰলৈ আহি এবাৰ ক'লে কাকতৰ সম্পাদনৰ কামত পাৰ্গতালি লাভ কৰিব পাৰিলে সময়ত ডাঙৰ কাকতৰ সম্পাদিকাও হ'ব পাৰিলাহেঁতেন। বা কলিকতা হেন ঠাইতো নাম কৰিব পাৰিলাহেঁতেন। কিন্তু সামান্য প্ৰেছৰ আখৰগঁঠা কম্পোজিটৰ হৈ ভৱিষ্যতত একো উন্নতিৰ আশা নাই। অৱশ্যে মই এইটো কৰ্তব্য বুলিহে কৈছোঁ। কিয়নো অসমীয়া ছোৱালীসকলৰ ভৱিষ্যত সম্বন্ধে ভবাও আমাৰ গধুৰ কৰ্তব্য। জোনাকীয়ে ক'লে, আপোনাৰ সহৃদয়তা প্ৰশংসনীয়। কিন্তু প্ৰথমে মই প্ৰেছৰ কামবোৰহে শিকিব খোজোঁ। এনেতে হেড্ প্ৰিণ্টাৰ কাষত আছিল তেওঁ মাত লগালে সম্পাদক দেউতা! যিয়ে যি কাম ভাল পায় সেইটোহে কৰিব। সকলো মানুহতো আপোনাৰ দৰে নহয়, কেৱল পঢ়িব আৰু লিখিব। আপোনাৰ কাম দেখি বিচুৰ্তি খাওঁ। তেনে কাম কৰাতকৈ ঘোঁৰাৰ ঘাঁহ কাটি ফুৰাই ভাল। কেৱল মূৰ গুঁজি পঢ়া আৰু লিখা তেনে কাম কোনোৱা সুধি-থকা লোকে কৰেনে? জোনাকীলৈ চাই ক'লে, আপুনি তেনে কামত মন নেমেলিব। প্ৰেছৰ কাম শিকক। মই সকলো সুবিধা দিম। আনকি আপুনি কাম নকৰি বহি থাকিলেও মাহৰ দৰ্মহা পাব। জোনাকীয়ে হাঁহি মাৰি ক'লে, এবা আমাক লাগে দৰ্মহাহে কাম যিয়ে নহওক। কোনে চব্বিশ ঘণ্টা মূৰ ঘমাই মৰে।

হেড্ প্ৰিণ্টাৰৰ গা উঠিল। আপুনি এই কামত থাকিলে বৰ সুখত থাকিব পাৰিব। মই নিজেই আপোনাৰ হৈ কাম কৰি দিম। নহ'লে আনৰ হতুৱাই কৰাম। কোনে আপোনাৰ হকে কাম নকৰিব।

সম্পাদকে মাত লগালে, তথাপি ভৱিষ্যত উন্নতিৰ কথা ভাবিব লাগে। এনেতে মেনেজাৰ আহি হেড্ প্ৰিণ্টাৰলৈ চাই ক'লে, এখন বেয়া কেছত প্ৰথমে বহুৱাই তেওঁক আখৰ গাঁঠিবলৈ শিকোৱা। দুদিনমান পিছতহে কম্পোজ কৰিব দিব।

ভাল কথা দেউতা। মই নাজানোনে। মোৰ তলত কত গৰুক মানুহ কৰিলো। আহক আইদেউ। মই আপোনাক দিনচেৰেকতে ভাল কম্পোজিটৰ কৰি তুলিম। জোনাকী উঠিল আৰু হেড্ প্ৰিণ্টাৰে দেখুওৱা এখন কেছৰ ওচৰত বহি আখৰবোৰ চাবিব ধৰিলে। হেড্ কম্পোজিটৰে কোন খোঁটালিত কোন আখৰ আছে, কেনেকৈ গাঁঠে সকলোবোৰ দেখুৱাব ধৰিলে। সিদিনা তাৰ উলহ মালহ কোনে চায় ? একোবাৰ দেখুৱাত আখৰ গোঠাত বেয়া হোৱা বুলি তেওঁৰ হাতখন ধৰি নতুনকৈ আখৰ গুঠিব দিয়ে। হাতখন স্পৰ্শ কৰোঁতে যেন কত আনন্দ। সাধাৰণ মনৰ আৰু কি ডাঙৰ ভাব হ'ব পাৰে ? আন আন প্ৰিণ্টাৰসকলে সিদিনা নিজৰ কামলৈ মন নকৰি কেৱল জোনাকী আৰু হেড্ প্ৰিণ্টাৰলৈহেকে চকু দিলে। মেনেজাৰে ঘনাই তালৈকে আহি হেড্ প্ৰিণ্টাৰক ইটো কাম, সিটো কামৰ কথা সোধেহি। সম্পাদকেও মাজে সময়ে পছীনাই আহি হেড্ প্ৰিণ্টাৰক সোধেহি। সেই বাতৰিটো ছপা হ'লনে ? সেইটোৰ আখৰ গঁঠা হ'লনে ?

হেড্ প্ৰিণ্টাৰে উত্তৰ দিয়ে, "হ'ব ধৰিছে বাতৰ ইমান সোনকাল হয়নে কিয় ? নহ'লে তেতিয়াহে মোৰ গাত দায়। সম্পাদকে লাহেকৈ একেজতে। কিন্তু

এটা তীক্ষ্ণ দৃষ্টি— জোনাকীৰ পিনে দি ভাবে যেন জোনাকীৰ মন তেওঁৰ পিনে আকৰ্ষণ কৰিব। দুই-এটা সাহসী প্ৰিন্টাৰে ওচৰ চাপি হেড্ প্ৰিন্টাৰক কয়, সেইখিনি কেনেকৈ কম্পোজ কৰোঁ দেখুৱাই দিয়কহি। গৈছোঁ যোৱা।

কিন্তু গ'ল ক'ত ? আকৌ প্ৰিন্টাৰে আহি ক'লে কামটো পৰিয়ে ৰ'ল। হেড্ প্ৰিন্টাৰে উপায় নাপাই গ'ল। বাটতে ক'লে তোমালোকৰ কাৰণে নতুন মানুহক অলপ শিকাব নোৱাৰি। দুই-এজন হেড্ প্ৰিন্টাৰৰ লগে লগে কাম কৰা লোকে ৰহস্য কৰি ক'লে, ধৰমক আৰু কোনে পায়! হাতভতে স্বৰ্গ! আমাৰ পিনেও চাবাহে। ধৰমে হাঁহি মাৰি উত্তৰ দিয়ে— কাম কৰা, কাম কৰা।

যি নহওক প্ৰেছৰ এনে উলহ-মালহ, উথল-মাথল কোনো প্ৰেম অভিনয়ৰ কাৰণে নহয়, ইও এটা যৌৱনৰ কাম লালসাৰ উত্তেজনাহে। ছোৱালীৰ ৰূপ সৌন্দৰ্যই যেন প্ৰত্যেক যুৱকৰ মাজত এটা চঞ্চলতা সৃষ্টি কৰিবৰ শক্তি ধাৰণ কৰিয়ে আছে। সৰু-বৰৰ প্ৰভেদ নাই। এই মোহ কামনাৰ পৰা ডেকাসকল কেতিয়া বাহিৰ হ'ব পাৰিব ? শিক্ষা আৰু তিৰোতাৰে মান-সম্ভ্ৰমৰ জ্ঞান বঢ়াৰ লগে লগে আকৌ সদায় বহুতো তিৰোতা-ছোৱালীৰ লগত একেলগে কাম কৰাৰ ফলত হয়তো এই ভাবটোৰ অন্ত হৈ এদিনা যথাৰ্থ প্ৰেমৰ মোল অসমীয়াই বুজিব পৰা হ'ব পাৰে।

(১৭)

বহনক লৈ নলিনী বৰুৱাই নিজৰ ঘৰ পালেগৈ। তেওঁ মটৰৰ পৰা নামিয়ে ক'লে, অলপ চাহ পি যোৱা। ভাইভাবে এতিয়াই ঘৈ আহিব। বহনেও একো খৈচ বাহিচ নকৰি নামিল। দুয়ো নামি গৈ এটা সুন্দৰ কুঠৰিত বহিল।

নলিনী বৰুৱাই ক'লে, তোমাকতো মই ভালকৈ জানো, তোমালোকৰ সকলোৰে কথা মই শুনিছোঁ। কিন্তু মই সেইবোৰত সমূলি দোষ নিদিওঁ। চৰিত্ৰ, স্বভাৱ, সতীত্ব সেইবোৰ মহাভাৰত-ৰামায়ণৰ কথা। সিবোৰ ৰচনা কৰিছিল হাজাৰ হাজাৰ বছৰ আগেয়ে। কিন্তু সেইবোৰ কথা আজিৰ সমাজত খাপ খাব কেনেকৈ ? তোমালোকৰ চৰিত্ৰৰ কথা কৈ যিসকলে ইতিকিং কৰে সেই সকলে নাজানে জগতৰ সোঁত কোন পিনে বৈছে। তদুপৰি তেওঁলোকে নিজৰ কথা গমি নাচায়। বহনে ইমান দিনে মানুহৰ মুখত, সমাজৰ মুখত সিহঁতৰ নানা অন্যায় আচৰণৰ সমালোচনাহে শুনিছে, কিন্তু প্ৰশংসা শুনা নাই। নলিনী বৰুৱাৰ মুখত সিহঁতৰ আচৰণৰ প্ৰশংসা শুনি, অৱশ্যে তেওঁ ধৰি লোৱা বেয়া আচৰণৰো দোষ নাই বুলি কোৱা শুনি অলপ আচৰিত হ'ল। সিহঁতক বেয়া বুলি কোৱা কথাৰ তাই ততালিকে প্ৰতিবাদ কৰিব পাৰে। কিন্তু সিহঁতৰ বেয়া আচৰণ বুলি ধৰি লৈও সিহঁতক প্ৰশংসা কৰা কথাৰ কি উত্তৰ দিব তাই ভাবি নাপাই থমকি ৰ'ল।

নলিনী বৰুৱাই কৈয়ে গ'ল, বেয়া। বেয়া, সকলোৰে মুখত শুনিবা। কেৱল বেয়া। কিন্তু তেওঁলোকে কি ভাল কৰিছে ? শুনা বহন বেয়াই মোৰ মনত ভাল, মোক অসমীয়া সমাজৰ মাজত এনে ছোৱালী লাগে যিয়ে সতীত্বৰ কথা নাভাবি সকলোভাৱে সাহসী হৈ পুৰুষৰ লগে লগে সমানে সমানে ফুৰিব পাৰে, কথা ক'ব পাৰে, তৰ্ক-বিতৰ্ক কৰিব পাৰে। নিজৰ ভিতৰৰ স্বভাৱটো যাব যেনে হওক সেইটোলৈ গলাগলা কৰি বা ভাবি-চিন্তি অস্থিৰ হোৱাৰ কি আৱশ্যক ? বিশেষতঃ পুৰুষৰো যৌৱন আছে, তিৰোতাৰো যৌৱন আছে। যৌৱনৰ সজ ব্যৱহাৰ কৰিব তাত মানুহৰ ইমান আপত্তি কিয় ? এইবুলি কৈয়ে নলিনী বৰুৱাই নিজৰ চকিখন আৰু ওচৰ চপাই আনি বহনৰ কাষ পালেহি।

বহনে তেতিয়াও কি উত্তৰ দিব ভালকৈ ভাবি পোৱা নাই। বিশেষত নলিনী বৰুৱাৰ চৰিত্ৰ কি, কেনে ধৰণৰ লোক সেইটোও ভালকৈ গম পোৱা নাই। তেওঁৰ বিদ্যাৰ কিমান গভীৰতা সেইটোও বুজিব পৰা নাই।

নলিনী বৰুৱাই ক'লে, জানা বহন! যদি তুমি আজিৰ কিতাপ পঢ়িছা তেন্তে নিশ্চয় জানিছা তেওঁলোকে এনে

কুঠবিতে কেনেকৈ পুৰুষ আৰু তিৰোতাসকলৰ শোৱা-পাটী ৰাখি পুৰুষৰ পৌৰুষত্ব আৰু নাৰীৰ নাৰীত্বৰ কথা পাহৰাবলৈ চেষ্টা কৰিছে। কিন্তু আমাৰ দেশত এজনী তিৰোতা আন এজন পুৰুষৰ লগত অকলে বহি কথা কোৱাত সমাজৰ কত ৰটা-ৰচাৰ কথা। পুৰুষে নিজৰ পৌৰুষত্ব বিকাশ কৰিব তাত বাধা কিয় ?

বহনে এইবাৰ উত্তৰ দিলে কিন্তু কাম তাৰেই পুৰুষৰ পৌৰুষত্ব নহয়। পুৰুষৰ পৌৰুষত্ব সেই ভাব সমূলি বশ কৰাটোহে।

মিছা কথা। তেনে কৰাৰ ফল কি? অশান্তি, অতৃপ্তি, ভয়, সংকোচ আৰু সন্দেহ। এইবিলাকৰ সৃষ্টি নহয় জানো ? তাতকৈ ওমৰ খৈয়ামৰ পন্থা লৈ সুবিধা পালেই তৃপ্তি, সম্ভোগ, আনন্দ উপলব্ধি কৰি ততালিকে পাহৰি আন কামত লগাই জানো শান্তি, আনন্দ, সুখৰ উপাদান নহয় ?

সেইকথা সম্বন্ধে তৰ্ক-বিতৰ্ক কৰি আপোনাৰ বা মোৰ বা জগতৰ কি লাভ ? তাতকৈ এনে কৰা কৰ্তব্য যিহৰ দ্বাৰা সকলোৰে লাভ হ'ব পাৰে।

লাভৰ কথা নাভাবি মই কথা নকওঁ। জানা মই ব্যৱসায়ী। সদায় আগতে সকলো কামতে লাভৰ কথাকেই ভাবোঁ। চোৱা মোৰ কথাত মোৰ লাভ, তৃপ্তি, তোমাৰ লাভ সাধাৰণ লোকসকলৰ লগত মিলি সমাজৰ চকুত গৰিহণা খোৱাতকৈ আমাৰ নিচিনা মান সম্ভ্ৰম থকা লোকসকলৰ লগত তোমাৰ সম্বন্ধ। সমাজৰ লাভ ঘৰৰ ভিতৰত তিৰোতা জাতিক সুমুৱাই ৰাখি তিৰোতাৰ মিছা মান-সম্ভ্ৰমৰ ভেমটো নোহোৱা কৰা, সতীত্বৰ ওপৰত মিছাকৈ সকলো গুৰুত্ব অৰ্পি সমাজৰ কোনো কামত নলগা কিছুমান আলাইবাদুৰ সৃষ্টি কৰাত বাধা দিয়া।

কিন্তু সেইবুলি স্ত্ৰী স্বাধীনতাৰ নামত ব্যভিচাৰিতা বা চঞ্চলতাত গুৰুত্ব দি সমাজত খেলি-মেলি সৃষ্টি কৰা নহয়। তিৰোতাৰ স্বাধীন গতি নিজৰ স্বত্ব ৰক্ষা কৰি নিজৰ গৌৰব বঢ়াই দেশ বা সমাজৰ উপকাৰ কৰা।

সেইটো আদৰ্শৰ কথা হ'ব পাৰে। কিন্তু আদৰ্শ আৰু বাস্তৱতাৰ বহুতো পাৰ্থক্য। চোৱা তোমাৰ গাতে হাত দি এইটো ভাবি চোৱা। তুমি আগবাঢ়িছা প্ৰগতিশীল হৈ, তুমি ভেঙাইছা সমাজ, আচাৰ-নীতি, তুমি ভাঙিছা ইমাই দিলে সৃষ্টি হৈ থকা কাৰাগাৰ স্বৰূপ তিৰোতাৰ ঔৰ-কাপোৰ। কিন্তু তাৰ লগে লগে কি কৰিছা ? কত পুৰুষৰ লগত তৃপ্তি সম্ভোগ আৰু কত কি ? গতিকে আদৰ্শৰ কথা নকৈ মোক বাস্তৱ স্বৰূপে ধৰা দিয়া দেখিবা তুমি মোক সকলো প্ৰকাৰে আনন্দ দিব পাৰিবা। জানা মই কত তিৰোতাৰ মনস্তত্ত্ব লগত খেলিছোঁ। কিন্তু দেখিছো এতিয়া লাজ তাৰ পিছত অলপ সেওজানা তাৰ পিছত সমূলি বশ। কোনো কোনোৱে চাই কেৱল মোৰ মান-সম্ভ্ৰম কিমান, কোনো কোনোৱে চাই মোৰ ধনৰ ঝমক জমক। কোনো কোনোৱে ভাবে যাতে তেনে কথাৰ কোনোমতে প্ৰকাশ নহয়। এয়ে।

অসম্ভৱ, তেন্তে আপুনি আচল তিৰোতাৰ মনতত্ত্ব ভালকৈ বুজি পোৱা নাই।

তিৰোতাৰ কথা মই বুজি নোপোৱা বুলি কোৱা ? কৈয়েই নলিনী বৰুৱা আৰু ওচৰ চাপিল, বুজিছা বহন এই যে ডাঙৰীয়ানীসকল দেখিছা অৰণ্যে বাহিৰত একো নাই, বৰ ভাল দেখিবা কিন্তু ভিতৰত যে কত কি। সেইবোৰ ভাবিলে বা বিজালে তোমালোকৰ দেখাদেখিকৈ হোৱা ঘটনা বা অপবাদ একেবাৰে নধৰ্তব্য কিন্তু কি কৰিবা সমাজেতো আৰু আমাৰ চকুৰে নাচায়। এইবুলি কৈয়ে নলিনী বৰুৱাই জেপৰপৰা দুখন এশ টকাৰ নোট উলিয়াই কামত থলে।

যিয়ে নহওক সেইবিলাক ভাল কৰিবলৈকো আপোনালোকে একো চেষ্টা কৰা নাই। সদায় কু-চৰ্চা বা নিন্দা কৰি কি লাভ ? সেইবিলাক কেনেকৈ ভাল হয় সেইটোৰ হে আঁচনি উলিয়াই কামত আগবঢ়া উচিত।

মই সমাজ গঢ়োতা নহয়। মোৰ কাম আনন্দ কৰা, তৃপ্তি কৰা। সমাজসেৱী দল, স্বাৰ্থত্যাগীৰ মুখা পিন্ধা দল, ধাৰ্মিক দলক মই ভয় কৰোঁ। সেইবোৰ হোৱাতকৈ বাটে বাটে গুণ্ডামি কৰি ফুৰা ভাল। আৰু তুমিয়ে কোৱা এজন সমাজ সেৱী বা স্বাৰ্থত্যাগৰ মহান আদৰ্শ বান্ধি থকা লোকৰ লগত যদি এজনী যুৱতী বান্ধা তেন্তে সেই যুৱতীৰ অৱস্থা কি হ'ব ? সমাজ সেৱা,

স্বাৰ্থত্যাগৰ আদৰ্শই বা ক'লৈ যাব ? সেই কাৰণে এনেবোৰ ভেকো ভাওনা কৰাৰ আৱশ্যক কি? তাতকৈ তোমালোকে দেখাদেখিকৈ ফুৰিছা, নিজৰ সুখ আহৰণ কৰিছা বা টকা-কড়িও হাত কৰিছা সেইটোৱে সুন্দৰ।

বহনে এইবাৰ হাঁহি মাৰি ক'লে, আপোনাৰ কল্পনা লৈয়ে থাকক মই এতিয়া যাওঁ।

যাব যাবা। দুয়োৰ সুখৰ-দুখৰ কথা মন খুলি ক'ব পাৰিছোঁ তাতকৈ কি আনন্দ হ'ব পাৰে ? যেই-সেই তিৰোতাৰ লগত এনেকৈ ক'ব নোৱাৰি। তুমি শিক্ষিতা নব্য সভ্যতাৰ মোল পোৱা বুলিহে এনেকৈ ক'ব পাৰিছো। আনবোৰ নিবোকা কিন্তু মনে মনে কিমান টেঙৰ। ধৰা এই দুশ টকা ৰাপ নিয়া। বুজিছা তোমাৰ মোল কোনোৱে নুবুজে।

দুশ টকা ?

দুশ টকা কিয়, তোমাৰ যেতিয়াই আৱশ্যক হয় তেতিয়াই মোৰ পৰা নিবা। বুজিছা সৌন্দৰ্য আৰু প্ৰেমৰ আগত মই সকলো বলি দিব পাৰো।

বহনে নোট দুখন হাতত তুলি ল'লে। নলিনী বৰুৱাই গছত ফল ধৰিছে বুলি ভাবি আনন্দত উতলা হ'ল। তেওঁ ক'লে ধন-কড়ি কিহৰ কাৰণে কেৱল আনন্দ, কেৱল তৃপ্তি, কেৱল মনৰ আবেগ পূৰোৱাৰ বাবে নহয়নে ?

বহনে ক'লে ধন্যবাদ। আপোনাক মই ইমানদিনে বুজি পোৱা নাছিলোঁ। আজিহে বুজিলোঁ।

মই পেটত কথা নথকা মানুহ। কি কোৱা ?

সেইটো হয়, বাৰু আপোনাৰ এজন লগুৱাক মাতক। নলিনী বৰুৱাই ততালিকে মেজত থকা টিলিঙাটো বজালে। এজন লগুৱা লৰি আহিল। বহনে ততালিকে এইপিনে আহা বুলি মাতিলত সি ওচৰ চাপিল। এই দুশ টকা লৈ যোৱা বেজত মহিলা সমিতিৰ সম্পাদিকাক দিবা। অ' এখন চিঠি দিওঁ। এইবুলি ততালিকে এখন কাগজ লৈ তেওঁৰ কলমটো উলিয়াই লিখিব ধৰিলে। সম্পাদিকা, এই দুশ টকা পঠিয়ালো। আপোনাৰ সমিতিৰ ভঁৰালত যোগ দিব। আৰু বাতৰি কাকতত প্ৰকাশ কৰিব। বিয়ে পুৰুষ-তিৰোতাৰ চৰিত্ৰ সম্বন্ধে আৰু তিৰোতাৰ চমক দেখিলেই পুৰুষ আপোনপাহৰা অৱস্থা হোৱা সম্বন্ধে সুন্দৰভাৱে এখনি ৰচনা লিখিব তেওঁক এই দুশ টকাৰ এটা ভাল পুৰস্কাৰ দিয়া হ'ব। এই দান নলিনী বৰুৱাৰ দান স্বৰূপে গ্ৰহণ কৰিব। আশা কৰো আপুনি মহিলা সমিতিৰ উন্নতিৰ কাৰণে কায়-মনো-বাক্যে চেষ্টা কৰিছে। ইতি— শ্ৰীবহন

চিঠিখন আৰু দুশ টকাৰ নোট দুখন লগুৱাৰ হাতত দিলে। লগুৱা ততালিকে লৰ দিলে। নলিনী বৰুৱাই থৰ হৈ চায়ে থাকিল। এটা কথাও ক'ব নোৱাৰিলে। বহনে অলপ পিছত ক'লে, আপোনাৰ টকাৰ বোধ কৰোঁ সজ ব্যৱহাৰ হ'ব। এতিয়া আহোঁ। কৈয়েই ততালিকে বহন উঠি গুচি গ'ল।

নলিনী বৰুৱাই ভাবিলে, ই কেনে ধৰণৰ তিৰোত। তেন্তে কি তিৰোতা কেৱল ধন আৰু মোহিনী কথাৰে ভোল নাযায় ? তেন্তে কি ইমানদিনে তিৰোতা সম্বন্ধে তেওঁৰ যি জ্ঞান সকলো কেঁচুমটাত গঢ়া ?

## ১৮

বহনে গৈ থাকোতেই পিছপিনৰ পৰা মাত শুনিলে 'বহন', বহনে উভতি চাই দেখে 'চক্ৰপাণি'। বহন ৰ'ল। চক্ৰপাণিয়ে কাষ পাই ক'লে, বহন এই দুপৰীয়া ক'লৈ গৈছিলি ?

প্ৰেছলৈ। প্ৰেছৰপৰা আহি বহতো পৰ শ্ৰীযুত নলিনী বৰুৱাৰ ঘৰত বহিলো।

প্ৰেছত কিবা কিতাপ ছপাব দিছ ?

নাই, জোনাকীক প্ৰেছত কাম শিকিব দিছো। সেইটোৱে কিবা-কিবি দিহা কৰিলো।

ইমান মতা মানুহৰ মাজত জোনাকীয়ে অকলে কেনেকৈ প্ৰেছত কাম শিকিব ?

কথাটো বিষম সঁচা। কিন্তু সদায় সকলো কথা অসম্ভৱ বুলি ভাবি থাকিলেই সম্ভৱ কেনেকৈ হ'ব ? তিৰোতায়ে যে মতাৰ লগত সমানে সম্ভ্ৰমে কাম কৰিব পাৰে, সকলো মতাৰ মাজতো এজনী তিৰোতা হোৱানীয়েও যাতে নিজৰ মান-সম্ভ্ৰম ৰাখি চলিব পাৰে এনে সংসাৰ সৃষ্টি কৰা জানো আমাৰ কৰ্তব্য নহয় ? সেই কৰ্তব্য কৰিব গ'লে যদি অঘটন ঘটে, বা সেইটো

অসম্ভৱ বুলিয়েই অলপো আগনাবাঢ়ো তেন্তে কাহানি সেইটো কামত পৰিণত হ'ব। পুৰুষে যদি নিঃসঙ্কোচে সকলো ঠাইলৈ যাব পাৰে, সকলো কামত আগবাঢ়িব পাৰে তেন্তে তিৰোতাই ভয়, সঙ্কোচ, মান অপমানৰ কথা ভাবি প্ৰত্যেক খোজতে হাজাৰ সাৱধানতা লোৱা অৱস্থাৰ পৰা হাত কেনেকৈ সাৰিব ? প্ৰত্যেক কথাতে, প্ৰত্যেক কামতে পুৰুষসকলে তিৰোতাসকলৰ তত্ত্বাৱধান লোৱা মেট মৰা ভাবটোও কেতিয়াও নকমে।

কথাটো সঁচা। কিন্তু বৰ্তমান সমাজত এইটো এটা অভিনৱ ৰীতি হিছাপে গণ্য হ'ব। তদুপৰি সুবিধা পালেই পুৰুষৰ বৰ্বৰতা পাশবিকতাৰ লীলা-খেলা হ'ব পাৰে তাত আচৰিত কি ?

তেন্তে সেই দোষটো কাৰ ?

কথা কৈ কৈ চক্ৰপাণিহঁতৰ ঘৰ পালেহি। চক্ৰপাণিয়ে ক'লে ঘৰেই পালো। বহুত বেলাও হৈছে। আহ ইয়াতে অলপ জলপান খাই যাবি।

নাই এতিয়াই ঘৰ পাম।

ঘৰটো পাবিয়েই কিন্তু সেইবুলি ইয়াত খালে জগৰ লাগিবনে ? বহনে সোমাবলৈ ইচ্ছা নকৰিলেও নলিনী বৰুৱাৰ লগত ঘটা আগৰ ঘটনা মনত পৰি চক্ৰপাণিকো সেই তুলাচনীৰে জুখিবলৈ মন কৰি বইচ-বাইচ নকৰি চক্ৰপাণিৰ পিছে পিছে খোজ ল'লে। চক্ৰপাণিয়ে নিজৰ কুঠৰিত সোমায়ে কোট-চোলাটো খহাই এখন চকিত বহিল আন এখন চকিত বহনে বহিল। চকিখন অলপ দূৰৈত আছিল যদিও বহনে ইচ্ছা কৰিয়ে চকিখন কিছু ওচৰলৈ টানি আনিলে।

বহনে ক'লে, তিৰোতাৰ স্বাধীন গতি কেতিয়া হ'ব ?

বিদিনা সমাজে তিৰোতাৰ সতীত্বক ওখ ঠাই দিদি সমাজ আৰু দেশক ওখ ঠাই দিবলৈ শিকিব।

সতীত্ব নহ'লে জানো সমাজ দুৰ্বলী বা নৈতিক বলহীন নহয়। সতীত্বৰ গৌৰৱ কৰিছো কিন্তু প্ৰত্যেক মুহূৰ্তে সতীত্ব হেৰুওৱাৰ ভয়, সংকোচ, সন্দেহৰ সীমা বঢ়াইছো তাত নৈতিক বল ক'ত ? তদুপৰি সতীত্বই শেষ লক্ষ্য নহয়। লক্ষ্য হৈছে তিৰোতা, দেশ বা সমাজৰ কিমান উপকাৰত আহিব পাৰে। অৱশ্যে সেই দেশ বা সমাজৰ কল্যাণৰ কাৰণে সতীত্বৰ আদৰ্শ হীন-ডেঙ্গি হিছাপে আৱশ্যক।

অৰ্থ ?

যদি তিৰোতা ব্যভিচাৰী হয় তেন্তে তেওঁলোকৰ দৃঢ় মন, দৃঢ় প্ৰতিজ্ঞা কমি আহে। গভীৰ ভাবৰ ঠাইত চঞ্চলতাৰ প্ৰভাব বেছি হয়। গতিকে তেওঁলোকৰ সন্তান-সন্ততি চঞ্চল, শিমলু তুলাৰ দৰে পাগল হয়। তেওঁলোকৰ দৃঢ় মনৰ অভাৱত কঠোৰ সাধনা নোহোৱা হেতু দেশৰ কল্যাণৰ কাৰণে গুৰু কৰ্তব্য কৰিব নোৱাৰে। গতিকে দেশৰ কল্যাণ কৰক ছাবি দেশৰ অলাই-বলাহে হয়। তাতে আকৌ নানা তৰহৰ বেমাৰ আদি, সৌচবা ব্যাধি সহচৰ হৈ দেশৰ সৰ্বনাশ কৰে। সেই কাৰণে অতীতত স্বাস্থ্যক সকলোতকৈ ওখ ঠাই দিছিল। আৰু স্বাস্থ্যই দেশৰ কল্যাণৰ প্ৰথম সোপান। স্বাস্থ্যহীন যুৱক-যুৱতীয়ে দেশৰ অলপো কল্যাণ কৰিব নোৱাৰে।

বুজিলো স্বাস্থ্য আৰু সতীত্বৰ ডাঙৰ সম্বন্ধ আছে। কেৱল সেয়ে নহয় আদৰ্শৰ কথা পাহৰিলে নহয়। ব্যভিচাৰীতাৰ আদৰ্শই ল'ৰা-ছোৱালীক আন পথলৈ লৈ যায়। দুৰ্বল মনৰ সৃষ্টি কৰে। সেই দুৰ্বলতা কেৱল ব্যক্তিতে সীমাবদ্ধ হৈ নাথাকি সমাজ দেশকো দুৰ্বল কৰে।

তেন্তে তুমি তিৰোতাৰ সতীত্বকে আটাইতকৈ ওখ আসন দিব খোজা ?

সতীত্বৰ লগে লগে কৃষ্টি, শিক্ষা, জনসাধাৰণৰ কাৰণে অনুভৱ শক্তি, দেশ আৰু সমাজৰ হকে স্বাৰ্থত্যাগ কৰিব পৰা শক্তি, সাহস, স্বাধীনতাৰ স্পৃহা, সমাজৰ ধৰা-বন্ধা নিয়ম ভেঙাই নিজৰ আদৰ্শৰ গতি ল'ব পৰা শক্তি এইবোৰো হ'ব লাগিব। এইবোৰ বাদ দি কেৱল সতীত্বৰ গৌৰৱ জুই নলগা দীপকাঠিৰ স্বৰূপ। সেই দীপকাঠিৰ শক্তি আছে সঁচা কিন্তু যেতিয়ালৈকে বঁহা নাযায় তেতিয়ালৈকে জুই নোলায় বা ব্যৱহাৰত নালাগে।

বহনে চক্ৰপাণিৰ তেনে গভীৰ আৰু গভীৰ ভাবৰ কথা শুনি ৰ' লাগি চাই থাকিল। যেন তেওঁৰ কথাত

সমূলি বাইচ-বাইচ কৰিবলৈ তাৰ একো নাই। তথাপি তাই ক'লে তেন্তে যিসকল আগেয়ে ব্যভিচাৰিণী হৈছে সেইবোৰক জানো সমাজ বা দেশৰ কামত লগাব নোৱাৰি বা তেওঁলোকে জানো লগা উচিত নহয় ?

নহ'ব কিয় ? সেইবিলাকক যি উপায়ে পৰা যায় ভাল পথৰ সন্ধান দি ভাল পথলৈ অনা যুগুত। এবাৰ বেয়া হ'ল বুলিয়ে যে সদায় সেই বস্তুটো ঘৃণাৰ পাত্ৰ হ'ল তেনে কথা হ'ব নোৱাৰে। তদুপৰি সেইবোৰে যথাৰ্থ জ্ঞান লভি ভাল পথৰ পিনে আহিব খোজে তেন্তে সেইবোৰে সেই পথৰ সন্ধান নাপাব কিয় ? বা অতীত দোষৰ কাৰণে বৰ্তমানে লঘু লাঞ্ছনা পাব কিয়? মোৰ মনেৰে মানুহে যেতিয়া দোষ কৰে তাৰবাবে দণ্ড পোৱা যুগুত। কিন্তু এটা দোষৰ কাৰণে জীৱন জুৰি লঘু লাঞ্ছনাৰ দণ্ড পোৱা বা সমাজৰ হেয় হোৱা কোনো সভ্য জাতিৰ সমাজত এনে নিয়ম থকা উচিত নহয়। কিন্তু যেতিয়া তেনে লোকসকলে দেশ বা সমাজৰ কামত লাগে তেতিয়া তেওঁলোক সম্পূৰ্ণ সজ চৰিত্ৰবান হোৱা বাঞ্ছনীয়। অৱশ্যে সমূলি চেকা নপৰা জীৱন নিশ্চয় প্ৰশংসনীয়।

ৰহনে চক্ৰপাণিৰ মুখত এনে উদাৰতা আনপিনে মুখৰ জ্যোতি আৰু কথাৰ গভীৰতাত যেন এখন আপোন পাহৰা ৰাজ্যত সোমাল। তাইৰ মনত পৰিল প্ৰায় আদঘণ্টা আগেয়ে যি পুৰুষ চৰিত্ৰৰ তাইৰ অভিজ্ঞতা হৈছিল সেই চৰিত্ৰৰ লগত এই চৰিত্ৰৰ কিমান পাৰ্থক্য ? য'ত নাই চঞ্চলতা, নাই কামুকৰ লুভীয়া দৃষ্টি, নাই প্ৰলোভনৰ জাল। তাই যেন আপোন পাহৰা হৈ ততালিকে ক'লে, কোৱা, সঁচাকৈ কোৱা তুমি মোৰ চৰিত্ৰ কেনে বুলি ভাবা? কোৱা যেন— তাই হৃদয়ৰ আবেগত কিবা ক'ব গৈছিল, কিন্তু মুহূৰ্ততে সেই কথা অন্তৰৰ পৰা ব্যক্ত কৰিব নোৱাৰি থমক খাই ৰ'ল। ইমান দিনে তাই কথাৰ লগত কথাৰ আঘাত কৰি আহিছে, তৰ্কৰ ওপৰত তৰ্ক কৰিছে, নিমিলা ভাবৰ বিৰুদ্ধে দৃঢ়ভাৱে প্ৰতিবাদ কৰিছে, কিন্তু মিল ভাবৰ সমুখত পৰা নাই ব'ত নাই তৰ্ক, আছে আদৰেৰে গ্ৰহণ, য'ত নাই আঘাত কৰিবলগীয়া কিন্তু নীৰৱে সেওমনা অৱস্থা। তাইৰ নীৰৱ অৱস্থাতে চক্ৰপাণিয়ে কলে আচল কথা পাহৰিছোৱেই। তোক আনিলো জলপান খুৱাওঁ বুলি কিন্তু কথাতে সকলো পাহৰিলোঁ। ধনবৰ লগুৱাক মাতিলে। ধনবৰ আহিলত চক্ৰপাণিয়ে কলে যি আছে জলপান বা চাহ দুয়োজনৰ কাৰণে লৈ আহ্। ধনবৰ গ'ল। ৰহনে ক'লে অসমৰ উন্নতিৰ কাৰণে তোমাৰ কিবা আঁচনি আছে?

আঁচনি বহুতো কিন্তু কাম কৰাহে কথা। যি নহওক মোৰ ইচ্ছা অসমৰ প্ৰত্যেক গাঁও চহৰতকৈ বিচ্ছিন্ন হোৱা যুগুত নহয়। প্ৰত্যেক গাঁওলৈ অহা-যোৱাৰ সুবিধা, দৈনিক বাতৰি কাকত পোৱাৰ দিহা, ৰেডিঅ', শিক্ষা, কথাছবি, ডাক্তৰ আৰু দৰব-পাতি লাভৰ সকলো সুচল হ'ব লাগে। লগে লগে প্ৰত্যেক মানুহৰ খোৱা-লোৱাৰ অভাৱ হ'ব নোৱাৰিব।

কেৱল অভাৱ দূৰ কৰাই কথা নহয়, প্ৰত্যেক মানুহ সভ্য নাগৰিক হিচাপে থাকিব পাৰিব লাগিব।

অৱশ্যে সেইটো পিছৰ কথা, বৰ্তমানে ইমানখিনি কৰিব পাৰিলেই যথেষ্ট! কথা কৈ থাকোঁতেই জলপান আহিল। ৰহন আৰু চক্ৰপাণিয়ে দুয়ো খাব ধৰিলে। হঠাৎ চক্ৰপাণিয়ে ক'লে, "ৰহন মোৰ প্ৰস্তাৱ শুনিবি?

কি?

শুনি আচৰিত নহবিতো? মই তোক বিয়া কৰাব খুজিছোঁ। ৰহন সকলো প্ৰকাৰে শিক্ষিতা আৰু সাহসী হ'লেও এই কথাত যেন সাধাৰণ ছোৱালীৰ অৱস্থাৰ সীমাৰ পাৰ হ'ব নোৱাৰিলে। যেন আপোনা-আপুনি তাইৰ মুখখন লাজ আৱৰণে ঢাকি তাই কি কব কি নক'ব ভাবি ৰ'ল।

চক্ৰপাণিয়ে আকৌ ক'লে কথাতো আচহুৱা যেন ভাবিছ। কিন্তু আচলতে দেউতাৰ আগত এই প্ৰস্তাৱ দিছোঁ; তাৰ ফলত দেউতাই কি কৈছে জান? ৰহনে নামাতিয়ে থাকিল। চক্ৰপাণিয়ে ক'লে মই তেনে কৰিলে দেউতাই মোক ত্যাজ্য পুত্ৰ কৰিব বুলি সম্বিধান দিছে। কিন্তু মই সেই অৱস্থাৰ কাৰণে সাজু। এতিয়া কেৱল তোৰ সম্মতি পালেই হ'ল।

ৰহনে ক'লে এনে প্ৰশ্নৰ কাৰণে মই সমূলি সাজু হৈ অহা নাই। বিশেষতঃ এই প্ৰশ্নটো ইমান জটিল যে তাৰ সিদ্ধান্ত ততালিকে দিয়া মোৰ পক্ষে টান।

বিশেষকৈ গোটেই দেশত যেতিয়া হাহাকাৰ, দুখীয়া ছোৱালীসকলৰ বিয়াৰ সমূলি সুবিধা নাই; দুখীয়া ছোৱালী বা বাপেক-মাক নোহোৱা অনাথসকলৰ সংসাৰত উদগতি কৰিবলৈ একো সু-দিহা হোৱা নাই; প্ৰত্যেক পুৰুষ-তিৰোতাই স্বাবলম্বী হৈ থিয় হ'ব পৰা শক্তি হোৱা নাই। তেনে অৱস্থাত আকৌ বিয়াৰ বান্ধোনৰ কথা ভবাটো যেন সকলোৰে পক্ষে লাজৰ কথা! কিয়নো দৈহিক সুখেই জগতৰ সকলো লক্ষ বুলি ধৰি লোৱা উচিত নহয়। অৱশ্যে এইটো সচৰাচৰ চলি অহা নিয়ম যে ছোৱালী হ'লেই এঠাইত গটাব লাগে বা ল'ৰা-ছোৱালীয়ে বিয়ে নহওক যেনে-তেনে বিয়াৰ লগুণ গাঁঠি বান্ধিব লাগে। কিন্তু মই এনে সচৰাচৰ চলন্তি প্ৰথাৰ বিৰুদ্ধে থিয় হৈছোঁ। মান্ধাতাৰ যুগৰ পৰা চলি অহা নিয়ম হ'ল বুলিয়েই যে সেইবোৰ ভালকৈ চাই-চিতি পৰীক্ষা নকৰাকৈ আখৰে আখৰে পালন কৰিব লাগিব সেই বিধৰ ছোৱালী মই নহওঁ। তদুপৰি মোৰ কেলেহুৱাৰী সোপাকে তুমি কিয় মূৰত দাঙি ধৰিবলৈ সাজু হবা আৰু তাৰ কাৰণে ত্যাজ্য পুত্ৰ হবা?

তই যদি সকলো কেলেহুৱাৰী অনাহকে লৈ ফুৰিব পাৰ মই পুৰুষ হৈ নোৱাৰিম কিয়? মই জানো তই সুন্দৰতকৈও সুন্দৰ, মই জানো সাধাৰণ সমাজে তোৰ মোল নুবুজে। এনে অৱস্থাত মই সেই সমাজৰ কুসংস্কাৰবোৰ ডেৱাবলৈ সাজু নহম কিয়? মই সকলো প্ৰকাৰে পৰীক্ষা কৰি চাইছোঁ তোৰ সকলো কেলেহুৱাৰী কেঁচুমটাৰে গঢ়া। সেই কেঁচুমটা ততালিকে ভাঙি যোৱা একো আচৰিত নহয়। আৰু ত্যাজ্য পুত্ৰ হোৱা? তইতে তিৰোতা-ছোৱালী হৈ দেউতাৰ বা আয়েৰাৰ অলপো সম্পত্তি নাপাই যদি নিজৰ শক্তিৰে সংসাৰত উদগতি কৰিব পাৰ, মই মতা ল'ৰা হৈ নোৱাৰিম কিয় বা দেউতাৰ সম্পত্তিলৈ আশা কৰি সকলো আদৰ্শ জলাঞ্জলি দি বহি থাকিম কিয়?

সেইবিলাক সিদ্ধান্তত আহিলা, কিন্তু দেশৰ দুৰ্গতি আৰু সেইবোৰৰ উদগতি কৰিবলৈ নোৱৰা অৱস্থাত?

কিয়? বিয়া কৰিও আমি সেইবোৰলৈ চেষ্টা কৰিব পাৰোঁ। চেষ্টা কৰিব পাৰোঁ সচা। কিন্তু যেতিয়া, তাৰ যেতিয়ালৈকে দেশৰ সেই সমস্যাবোৰ কিছু পৰিমাণে সমাধা কৰিব নোৱাৰো তেতিয়ালৈকে কোনো ল'ৰা-ছোৱালীৰ বিয়া হোৱা উচিত নহয়। যদি সেইটোৰে মোৰ বিশ্বাস তেন্তে মই নিজে সেইটো পাহৰি কেনেকৈ বিয়াৰ কথাত মত্তি হ'ব পাৰো?

সিহঁতে কথা কৈ কৈ জলপান শেষ কৰি মুখ ধুই মুখামুখি কৰিবলৈ ধৰিছে। এনেতে চক্ৰপাণিৰ দেউতাক ক'ৰবাৰ পৰা আহি ততালিকে সেই কুঠৰিত সোমাই চক্ৰপাণি আৰু বহনক দেখি তেওঁৰ মূৰত উনপঞ্চাশ বতাহ চৰিল। তেওঁ ততালিকে বহনৰ পিনে চাই ক'লে অন্তপালি কৰিবলৈ তোৰ আন ঠাই নাই! নিজেও বুৰিছ লোককো বুৰাবলৈ ফান্দ পাতিছ। এতিয়াই ইয়াৰ পৰা আঁতৰ হ! নাজান এই ঘৰ কাৰ? যাক দেখি সকলো বাইজে মূৰ দোঁৱায় সেই ঘৰত ব্যভিচাৰিতাৰ আশ্ৰয় নাপাব। মই দৃঢ়কৈ কৈছো এই ঘৰত আৰু কাহানিও ভৰি নিদিবি বা চক্ৰপাণিৰ লগ নালাগিবি।

চক্ৰপাণিয়ে ইমানপৰ নামাতি আছিল। এইবাৰ মাত দিলে, আপোনাৰ ঘৰৰ ওপৰত আপোনাৰ স্বত্ব আছে তালৈকে যাকে তাকে আহিবলৈ মানা কৰিব পাৰে, কিন্তু মোৰ ওপৰত আপোনাৰ স্বত্ব নাই। মই সম্পূৰ্ণ বুজন। মই কাৰ লগ লাগিব লাগিব লাগে ভালকৈ জানো।

ভালকৈ জান? পঢ়ি-শুনি এইসোপা শিকিছ? দেউতাৰৰ ওখ মূৰ নত কৰিবলৈ ওলাইছ! এতিয়াই ইয়াৰ পৰা ওলাই যা। জান মোৰ নিজৰ ল'ৰা হ'লেও বেয়া ল'ৰাক, অসৎ স্বভাৱৰ লৰাক মোৰ ঘৰত ঠাই দিব নোৱাৰোঁ বা মোৰ সম্পত্তিৰ উত্তৰাধিকাৰী কৰিব নোৱাৰোঁ। তাতকৈ এই সম্পত্তি মোৰ দেশৰ কাৰণে অৰ্পি যাম। তাৰ দৰে দুষ্ট নৰাধমক এনে সম্পত্তিৰ ভাগী কৰি দেশৰ অকল্যাণ আনিব নোৱাৰোঁ।

তেন্তে সেয়ে হওক, মই এই মুহূৰ্ত্তেই ওলালোঁ। আপোনাৰ সম্পত্তিৰ সদ ব্যৱহাৰ কৰক। কিন্তু যোৱাৰ আগেয়ে কৈ যাওঁ বহনে নিজ ইচ্ছাৰে ইয়ালৈ অহা নাই। মই তেওঁক নিমন্ত্ৰণ কৰি আনিছিলোঁ, তেওঁৰ দোষ সমূলি নাই। বহন! বল মোৰ ভুলৰ কাৰণে তই অযথাত অপমান পালি।

বহুনে থিয় হৈ চক্ৰপাণিৰ পিনে নাচাই চক্ৰপাণিৰ দেউতাকক ক'লে, মই এতিয়াই যাওঁ আৰু কেতিয়াও আপোনাৰ ঘৰলৈ নাহোঁ বা চক্ৰপাণিক লগ নধৰোঁ, আপুনি তেওঁৰ ওপৰত খং এৰক। খঙতে অঘটন নঘটাব। বুলিয়েই ততালিকে দুৱাৰৰ বাহিৰ ওলাল। দুৱাৰৰ বাহিৰলৈ আহি আকো উভতি চক্ৰপাণিক ক'লে, তুমি ততালিকে খঙতে অঘটন নঘটাবা; মোৰ কাৰণে দেউতাৰৰ লগত বেয়া নহ'বা? মোৰ এয়ে শেষ মিনতি। বুলিয়েই বিজুলীৰ দৰে আঁতৰ হ'ল।

(১৯)

জোনাকীয়ে কেইমাহমান প্ৰেছৰ কাম কৰিয়ে প্ৰেছৰ আও-ভাও সকলো সুন্দৰভাৱে বুজিলে। কম্পোজ ইম্পোজ কল ভাল কৰা আদিলৈ চকু দি অলপ দিনতে প্ৰেছৰ সকলো কামতে পাৰ্গত হৈ উঠাত প্ৰেছৰ মেনেজাৰে ক'লে, জোনাকীৰ দৰে এনে মনোযোগ আৰু স্বাৰ্থশূন্যকৈ কাম কৰিব জানিলে প্ৰেছৰ কত লাভ হ'লহেঁতেন। বাতৰি কাকতৰ সম্পাদকে জোনাকীক মাজে মাজে কৈছিল, সম্পাদকৰ কামত সহায় কৰিলে কেনেকৈ বাতৰি কাকত ছপাব লাগে সকলো বুজিব। লগে লগে লিখাৰ অভ্যাস হ'লে সময়ত অসমত ভাল লেখিকা বুলিও জনাজাত হ'ব। কেৱল প্ৰেছৰ কাম শিকিলে কি হ'ব?

জোনাকীয়ে ক'লে, প্ৰেছৰ কাম শিকাতহে মোৰ ভাল লাগে। সম্পাদকে ক'লে, ভাল লগা বেয়া লগাই তো কথা নহয় মানুহে ভৱিষ্যতলৈ চাব লাগে। চোৱা আজি যদি তুমি কাকতৰ সম্পাদনা ভালভাৱে কৰিব পৰা, লগে লগে সুন্দৰ সুন্দৰ প্ৰবন্ধ লিখিব শিকা তেনেহ'লে সদৌ অসমজুৰি তুমি শলাগৰ শৰাই পাবা। কিন্তু প্ৰেছৰ কম্পোজিটৰ হৈ কি লাভ হ'ব। অৱশ্যে ডেৰকুৰি বা দুকুৰি টকা পাবা। কিন্তু সম্পাদন কাৰ্যত দমাৰ লগে লগে ভাল দৰমহাও আছে। আমি অলপতে ইংৰাজী কাকতো উলিয়াব খুজিছিলো। ইংৰাজী তুমি ভালকৈ জানাই। যদি সেই কাকতৰ সহায়েৰে নাম কৰিব পাৰা হয়তো গোটেই ভাৰততে নাম হ'ব পাৰে।

জোনাকীয়ে কৈছিল, আমাৰ কাম হওক বা নহওক আগেয়ে নামটো কেনেকৈ হয় সেইটোলৈহে চিন্তা।

সম্পাদকে জোনাকীৰ কথাত মনে মনে লাজ পালেও, তথাপি তেওঁ চেষ্টা এৰা নাছিল যাতে জোনাকীক সম্পাদকীয় বিভাগত নিব পাৰে। অৱশ্যে জোনাকীৰ কামৰ পটুতাই যে কেৱল তেওঁৰ মন আকৰ্ষণ কৰিছিল সেইটো নহয়। জোনাকীৰ সৌন্দৰ্য, ৰাংঢালী অৱস্থাই তেওঁৰ মন উদ্‌ঘাউল কৰি তুলিছিল। কেনেকৈ জোনাকীক তেওঁৰ সহকৰ্মীভাৱে পায়। প্ৰেছৰ কাম কৰি থাকোতে জোনাকীৰ ভাগৰ লগা অৱস্থাত ৰাঙলী মুখখনি আউলী-বাউলী চুলি, প্ৰেছ মেনেজাৰ বা হেড্‌ কম্পোজিটৰৰ লগত কথা-বতৰাত ওলোৱা হাঁহিমুখে সম্পাদকৰ মনত এটা স্বাভাৱিক বিদ্বেষৰ ভাৱ তুলিছিল। সুবিধা পালেই নাইবা জোনাকীক অলপ অকলশৰীয়াকৈ পালেই প্ৰেছৰ কামত যে ভৱিষ্যত একো নাই এই কথাষাৰৰ দকৈ শিপা তাইৰ মনত বহুৱাবলৈ চাইছিল। কিন্তু তেওঁৰ কোনো কথাই ৰজিতা খাই নুঠিছিল। সিদিনা হঠাৎ এটা সুবিধা হ'ল। বাতৰি কাকতৰ হকে এজন লোক দিল্লীলৈ প্ৰায় এমাহৰ কাৰণে পঠিয়াব লাগে। সম্পাদকে ভাবিলে এই সুবিধাটো জোনাকীক দিলে বোধ কৰোঁ জোনাকীয়ে আনন্দেৰে গ্ৰহণ কৰিব। এমাহ পঠিয়াব পাৰিলে তাৰ পিছত উভতি আহি তেওঁৰে সহকৰ্মী হ'বলৈ তাই মন মেলিব।

বুজিছা জোনাকী! দিল্লীলৈ কেবিনেট মিছন আহিছে নহয়! তালৈকে আমাৰ বাতৰি কাকতৰ এজন সংবাদদাতা পঠিয়াব লাগে। তাত প্ৰায় এমাহমান থাকিব লাগিব। মোৰ মনেৰে তোমাকে পঠিয়াব খুজিছোঁ, শ্ৰীযুত নলিনী বৰুৱাৰ তোমাৰ নাম কোৱাত বৰ ৰং পাইছে। তুমি বৰ উপযুক্ত হবা বুলি মোৰ ধাৰণা। কথা কৈয়ে সম্পাদক দীন বৰুৱাই জোনাকীৰ মুখলৈ চালে। তাৰ ভাৱ বৰণিত আচল টোপ পৰিছে। এইবাৰ জোনাকীয়ে গ্ৰহণ নকৰি নোৱাৰে।

জোনাকীয়ে অলপ বৈ ক'লে, বৰ্তমান সময়ত মোৰ দিল্লীলৈ যাবলৈ মন নাই। কিন্তু এটা কথা মোৰ প্ৰেছৰ কাম প্ৰায় শিকা হ'ল। এতিয়া মাহচেৰেক

আপোনালোকৰ বাতৰি-কাকত সম্পাদনা কৰা কাম শিকিব খোজোঁ। যদি আপুনি মোক ভৰ্তি কৰি লয়।

দীন বৰুৱাৰ আনন্দ কোনে চায়? তেওঁ ততালিকে ক'লে, তোমাৰ নিচিনা সুদক্ষা ছোৱালীক আমাৰ সহকৰ্মী হিচাপে পালে ভৰ্তি নকৰোনে? বিশেষত মোৰ ইচ্ছা অসমীয়া তিৰোতা, ছোৱালীয়ে যাতে সাহিত্য, ভাষা, বাতৰি-কাকতত অংশ লয়। তোমাক আজিয়ে ভৰ্তি কৰিম। আন এজনক দিল্লীলৈ পঠিয়াম। তেওঁৰ ঠাইতে তুমি কাম কৰিব পাৰিবা। দৰমহা ১০০ টকা পাবা! দিন চেৰেক পিছত প্ৰপ্ৰাইটৰক কৈ আৰু কেই টকামান বেছি কৰি দিম। প্ৰেছৰ কামত গাধা খাটি ডেৰকুৰি টকাত কিয় লাগি থাকিবা। তোমাৰ দুখ কষ্ট ভাগৰ দেখি মই বহু সময়ত সেই কথাকে ভাবোঁ।

আপোনাৰ মোলৈ দেখুওৱা সহানুভূতিৰ কাৰণে ধন্যবাদ। সিদিনাই জোনাকী বাতৰি কাকত সম্পাদনৰ কামত ভৰ্তি হ'ল। মেনেজাৰ, হেড কম্পোজিটৰে আন কথা কি হ'ল একো গম নাপালে, কিন্তু তেওঁলোকৰ মনত এটা বেয়াভাৱে ঠাই ল'লে। হেড কম্পোজিটৰে মেনেজাৰৰ আগত ক'লে, ই কেনে কথা এজনক শিকাই বুজাই ভাল কৰিলেই আপুনি বাতৰি কাকত বিভাগলৈ পঠিয়াই দিয়ে। এনেকৈ কাম কেনেকৈ হ'ব পাৰে? মই পঠিয়ালোনে? স্বয়ং প্ৰপাইটৰৰ হুকুম।

আপুনিতো সেইবোৰত বাধা দিব লাগে। আপত্তি কৰিব লাগে।

আপত্তি নকৰি আছোনে? নিজে প্ৰপ্ৰাইটৰৰ ওচৰলৈকো গৈছিলোঁ। প্ৰপ্ৰাইটৰে সমুলি নামানে। তেওঁ কয়, তিৰোতা, ছোৱালী প্ৰেছৰ কামত থকাতকৈ কাকতৰ সম্পাদনা কৰা কামত ভাল দেখি।

হেড্ কম্পোজিটৰে ক'লে, এই কথাত নিশ্চয় দীন বৰুৱাৰো লগনীয়া কথা আছে।

যিয়ে নহওক কৰ্তাৰ ইচ্ছাই কৰ্ম। দীন বৰুৱাক দুষিলে কি হ'ব? তাৰো কিবা-কিবি নিশ্চয় কৈছে। তাইৰ ইচ্ছা নহ'লে প্ৰপ্ৰাইটৰে কিয় সলনি কৰিব? জোনাকীয়ে মেনেজাৰ, হেড্ কম্পোজিটৰ আৰু প্ৰেছৰ জন-চৰেকৰ মনত বিষেষ ভাব তোলাৰ লগে লগে আৰু আন এজন মানুহৰ মনত আঘাত দিছিল। সেইজন তপন ফুকন। তাৰ কাৰণে দিল্লীলৈ যোৱা জনৰ সলনি ন্যায্যমতে তপন ফুকনে সেই কামত ভৰ্তি হ'ব লাগিছিল আৰু তেওঁ কেইটকামান দৰমহাও বেছি পালেহেঁতেন। কিন্তু হঠাৎ জোনাকীৰ আৱিৰ্ভাৱে তাৰ প্ৰাপ্য ধন, আৰু সন্মানৰ পৰা তাক বঞ্চিত কৰিছিল। লগে লগে সি ভাবিছিল, এনে কামৰ মূলত দীন বৰুৱা আৰু জোনাকীহে। যেনে-তেনে জোনাকীক যি প্ৰকাৰে নহওক সি অন্যায় কৰিব। পাৰিলে দীন বৰুৱাকো অন্যায় কৰিবলৈ সুবিধা এৰি নিদিয়ে। তাৰ মনৰ ভাব, জগতত ৰূপ সৌন্দৰ্যই সকলো অন্যায় অনীতিৰ কাৰণ। গতিকে সেই সৌন্দৰ্যকে যেনে-তেনে সি নষ্ট কৰিব। লাগে যদি তাৰ কাৰণে সি ফল ভুগিব লাগে ভুগিব।

(২০)

মদন বৰুৱাই কলেজৰ পঢ়া এৰি ৰেকৰ্ডত গান দিয়া আৰু ফিল্ম কোম্পানীৰ লগত লগলাগি অসমীয়া কথাছবি এখন গঢ়ি তুলিবলৈ চেষ্টা কৰিছে। অসমীয়া কথাছবিৰ কাৰণে ভালে-বেয়াই মতা ভাৱৰীয়া পালেও তিৰোতাৰ ভাও কৰিবলৈ তিৰোতা পোৱা বৰ দুৰূহ কাম। মদন বৰুৱাই আগতে কলেজৰ সহপাঠী হৈ থাকোতে হেমনীক ভালকৈ জানিছিল। হেমনীৰ মৌসনা গীত, নৃত্য সি কিমান দিন উপভোগ কৰিছিল। তাইৰ যে এইবোৰত কিমান ধাপ্ আছে সেইটো সি বঢ়িয়াকে জানিছিল। যি নহওক সি ভাবিছিল হেমনীক লগত ল'ব পাৰিলে অসমীয়া কথাছবিৰ বহুতো উন্নতি কৰিব পাৰিব। সেইবুলিয়ে সি গুৱাহাটী পাই বহনইতৰ ঘৰলৈ গ'ল। বহুনক ঘৰত লগ পালে।

আপুনি কিয় আহিছে? ক'ত থাকে?

মোৰ নাম মদন বৰুৱা। যোৰহাটৰ চাহ-বাগিচাৰ মালিক বাধা বৰুৱাৰ ল'ৰা। আপোনাৰ ভনীয়েক হেমনীয়ে মোৰ লগত পঢ়িছিল। তেওঁক মই কথাছবিত ভাও দিবলৈ নিব খুজিছোঁ। মই অসমীয়া

কথাছবি এখন গঢ়ি তুলিব খুজিছোঁ। কথাটো ভালেই। তেওঁ জানো যাব খুজিছে?

নাই তেওঁক এই সম্বন্ধে মই একো সোধা নাই। মই এতিয়া কলিকতাৰ পৰা আহি পাইছো মাথোন।

বাক এতিয়াই লগ পাব। যদি তাই ইচ্ছা কৰে তেন্তে মোৰ একো আপত্তি নাই। অসমীয়া ছোৱালীয়ে বৰ্ত্তমান সময়ত বেলেগ বেলেগ বিষয়ত ব্যুৎপত্তি দেখুৱাব নোৱাৰিলে আগৰ দৰে একে ধৰণে থাকি কেৱল বিয়াত সোমাই গিৰীয়েকৰ ঘৰত বাচন ধোৱা বা কাপোৰ ধোৱা কামতে ব্যস্ত থাকি দৈনন্দিন কাম কৰি আবৈতনিক বন্দী-বেটীৰ দৰে দিন কটোৱা বা কেৱল মতা মানুহৰ ওপৰতে নিৰ্ভৰ কৰা মই সমূলি ভাল নাপাওঁ।

এৰা মঞো তাকেই ভাবো। অসমীয়া মতা, তিৰোতাই ইমানদিনে আকোৰ গোজালিকৈ অতীতৰ কামকে কৰি এখোজো আগুৱাব পৰা নাই।

এৰা অসমীয়াৰ এতিয়ালৈকে ব্যৱসায় হৈছে, কেইটামান দালি-চাউল আগত লৈ দোকান দি গোটেই জীৱনটো বহি কটোৱা। নাইবা কিছুমানে ডেৰকুৰি বা দুইকুৰি টকাত কাম এটা লৈ মনৰ সকলো উচ্চ ভাৱ বা আশা জলাঞ্জলি দি কেৰাণী হৈ দিন নিওৱা। কিছুমানে আকৌ উকিল হৈ আইনৰ কেইটামান ধাৰা লৈ মক্কেল বিচাৰি ফুৰা আৰু ওকালতি কৰা। তেওঁলোকৰ নাই বহল জগতৰ জ্ঞান, নাই উচ্চ ভাব, বা প্ৰগতি! কেৱল দৈনিক বাতৰি কাকত এখন বা দুখন পঢ়ি তেওঁলোক ভৈব্য-গব্য পণ্ডিত, দেশৰ হৰ্ত্তা-কৰ্ত্তা, ৰাজনীতিবিদ্ আৰু কত কি? এনে ধৰণৰ ব্যৱসায়েৰে অসমীয়া জাতি কেনেকৈ জগতত জাকত-জিলিকা হৈ উঠিব? এনেতে হেমনী আহিল। হেমনীয়ে মদনক চিনি পায়েই ক'লে 'কিহে মদন কৰ পৰা? ইমান দিনে ক'ত আছিলা?

কলিকতাৰ পৰা আহিছোঁ। মই অসমীয়া কথাছবি এখন আৰম্ভ কৰিছোঁ। তালৈকে তোমাক নিব আহিছো। তুমি মোক সহায় কৰিব লাগিব।

কি কথাছবি? বুৰঞ্জীমূলক নে সামাজিক?

বুৰঞ্জীমূলক ছবি উলিওৱা বৰ টান কথা। তাত বহুতো পুৰণিকলীয়া জাক-জমক আকৌ বাস্তৱতাৰ চিত্ৰ লাগে। তদুপৰি চৰিত্ৰবোৰো বান্ধোনত থকাৰ কাৰণে ফুটাই তোলা টান হয়। সেয়ে সামাজিক চিত্ৰকে লৈছো।

এৰা কথাটো ভাল হৈছে। সামাজিক চিত্ৰ-লিখকৰ ইচ্ছা অনুসৰি চৰিত্ৰ ফুটাই তুলিব পাৰি। লগে লগে প্ৰগতিশীল সমাজত খাপ খুৱাই তুলিব পাৰি। যি নহওক মই কি সহায় কৰিব পাৰিম।

তুমি ভাও ল'ব লাগিব।

এইবাৰ আপদত পেলালা। অৱশ্যে বহুদিনৰ পৰা এই সম্বন্ধে মই ভাবিছোঁ। কিন্তু সমাজ ডেৰাবলৈ সাহ হোৱা নাই! যেন এভৰি আগবাঢ়িলেই দুভৰি পিছলিব খোঁজে।

ৰহনে মাত দিলে, হেমনী! সমাজলৈ ভয় কৰিলে একো কৰিব নোৱাৰ। অৱশ্যে সমাজে তই কথাছবিত ভাও লোৱা শুনিলে নানাতৰহৰ কুযশ ৰটিব। কিন্তু যদি কথাছবিত এবাৰ নাম কৰি উঠিব পাৰ তেন্তে সেই সমাজে তোক মূৰত তুলি ল'ব। বঙ্গদেশলৈ নাযাব কিয়? সাধাৰণ কাণন বালা যি এদিন– সাধাৰণ তিৰোতা গণ্য হৈছিল, যাৰ নাম পৰ্যন্ত কেৱে নাজানিছিল আজি বঙ্গ সমাজে তেওঁৰ নামত ধন্য মানিছে।

কিন্তু কাণন বালাই আগতে কেলেঙ্কাৰীৰ ভয় এৰিছিল। গতিকে তেওঁৰ গতি সুগম হৈছিল। কিন্তু আমি–

ভয় কি? চা হেমনী অসমীয়া সমাজে ভাবে তিৰোতা, ছোৱালী কথাছবিত গ'লে চৰিত্ৰহীন হ'ব আৰু কত কি? কিন্তু তেওঁলোকে নাভাবে শই শই কিমান অসমীয়া ব্ৰাহ্মণৰ বিধৱা সমাজৰ কঠোৰ বান্ধোনত থাকিও সমাজৰ পৰা বাহিৰ হৈ মুছলমান বা বিদেশীৰ হাতত পৰিব ধৰিছে। কিন্তু কেইগৰাকী ছোৱালীয়ে কথাছবিত ভাও ল'ব গ'লে অসম নষ্ট হ'ল, অসমীয়া ছোৱালীৰ পতন হ'ল, শিক্ষাৰ অপমান আনিলে ইত্যাদি নানা তৰহৰ জাল পাতি অসমীয়াৰ প্ৰগতিৰ গতিত বাধা দিব ধৰিছে। অৱশ্যে সেই কেইগৰাকী ছোৱালী বেয়া পথত গ'লে অসমীয়া জাতিয়ে সেইগৰাকী ছোৱালীহে হেৰুৱাব। কিন্তু হঠাৎ

যদি সেই কেইগৰাকী ছোৱালীৰ ভিতৰত দুই এগৰাকীয়ে নাম কৰিব পাৰে তেন্তে সেই দুই-এগৰাকীৰ যত্নত যে গোটেই অসমীয়া জাতিটোৱে জিলিকি উঠিব সেইটোলৈ অলপো নাভাবো কিয়? তদুপৰি কথাছবিত ভাও ল'ব গ'লেই বা গীত নৃত্য কৰিলেই যে ছোৱালী বেয়া হ'ল সেই ভাবটো সম্পূর্ণ কুসংস্কাৰেৰে ভৰা। শিক্ষিতা ছোৱালীয়ে নিজৰ মান-সম্ভ্রম ৰাখি চলিব নোৱাৰিলে তেনে শিক্ষাত ধিক্কাৰ। মোৰ আৰু ভাব, ছোৱালীৰ মন সাহসী হ'লে কোনো পুৰুষৰ পাশবিকতাই বা বৰ্বৰতাই বশ কৰিব নোৱাৰে।

ৰহনৰ কথা শুনি মদন অবাক হ'ল। মদনে ভৱা নাছিল যে অসমীয়াৰ ঘৰত আহি এনেভাৱে গীত বাদ্যলৈ উদগনি পাব আৰু ইমান সহজতে অসমীয়া ছোৱালী কথাছবিলৈ যাবলৈ ওলাবৰ কাৰণে অভিভাৱকৰ পৰা উৎসাহ পাব। কিন্তু মদনৰ মনত এটা অস্বাভাৱিকভাৱে ঠাই ল'লে। সি ভাবিলে ইমান ভাল ভাবৰ কথাৰ মাজত নিশ্চয় চৰিত্ৰহীনতা আছে। নহ'লে অসমীয়া সমাজে এতিয়াও ইমান আগবাঢ়িব পৰা নাই যে এনে স্পষ্টভাৱে এইবোৰ কথা ক'ব পাৰে। কিন্তু ইহঁতে মতা মানুহৰ লগত কথা-বতৰা কৈ কৈ মুখৰ লাগ্‌বান্ধ নোহোৱা হৈছে, গতিকে এনেভাৱে কথা ক'বলৈ আগবাঢ়িছে। পিছ মুহূর্ত্তে সি ভাবিলে যি নহওক সিহঁতৰ চৰিত্ৰৰ লগত মোৰ কি সম্বন্ধ। মোক লাগে যাতে কথাছবি কৃতকাৰ্য হয়। যি নহওক সি আকৌ কথা পাতিলে মই দুই-এদিনতে কলিকতালৈ যাম। মোৰ লগতে হেমনীক লৈ যাম।

হেমনী যাব পাৰিব। হেমনীৰ লগত কালিন্দ্ৰীয়ো যাব। তাই এটা ভাল প্ৰেছ কিনিব। প্ৰেছটো কিনাত অলপ সহায় কৰিবা।

কিয় নকৰিম? প্ৰেছ কিনি কি কৰিব খুজিছে? ক'ব নোৱাৰোঁ। আশাতো বহুতেই। কিন্তু কৰি তুলিব পাৰিলেহে। ৰাৰু এতিয়া গা-ধুই ইয়াতে খোৱা-লোৱা কৰা।

মদনে ক'লে, একো আপত্তি নাই।

(২১)

কাকতৰ সম্পাদনাত জোনাকীয়ে সুন্দৰভাৱে সন্মান কৰিব ধৰিছে। জোনাকীৰ দুই-এটা প্ৰবন্ধই পঢ়ুৱৈসকলৰ মাজত নতুন ভাবৰ সৃষ্টি কৰিছে। অৱশ্যে প্ৰবন্ধৰ ওপৰত নাম নথকাৰ কাৰণে সেই যশস্যা দীন বৰুৱা সম্পাদকৰ মূৰতে পৰিছে। মিনিনা চাহ মেলত এজনে কৈছে, বৰুৱা আপোনাৰ কাকতত এইবাৰ ওলোৱা শিক্ষাৰ আঁচনি প্ৰবন্ধটোৱে নতুন ভাব দিব পাৰিছে। এনেধৰণৰ গঠনমূলক প্ৰবন্ধৰ বৰ আৱশ্যক হৈছে।

এৰা প্ৰবন্ধটো বহুতো ভাবি-চিন্তিয়ে দিয়া হৈছে। বর্তমান সময়ত শিক্ষাৰ পদ্ধতি সমূলি সাল-সলনি নকৰিলে দেশৰ মঙ্গল ক'ত? আচল কথা পোন প্ৰথমে নিজৰ ভাষাত সকলো শিক্ষাৰ বাহন হ'ব লাগে।

কিন্তু ইংৰাজী ভাষা এৰি দিলে আমাৰ বাহিৰা জগতৰ লগত সম্বন্ধ নোহোৱা হ'ব। আনকি আন ঠাইত কি ঘটিছে ইংৰাজী কাকত নপঢ়িলে আমি ভালকৈ গম ধৰিব নোৱাৰিম।

মই ইংৰাজী ভাষা এৰিবলৈ কোৱা নাই।

সেইদৰে হিন্দী এৰিলেও আমি ভাৰতৰ আন আন ঠাইলৈ গ'লে সাধাৰণ জনসমাজৰ লগত কথা ক'বলৈ সুবিধা কৰিব নোৱাৰিম। ইংৰাজীৰ বাহিৰে হিন্দী জানিলেও য'তে ত'তে বক্তৃতা আদি দি আমাৰ ভাব প্ৰকাশ কৰিব পাৰোঁ। ভাৰতৰ নেতৃত্বয়ো অধিকাৰ কৰিব পাৰি।

মই হিন্দীয়ো এৰিবলৈ কোৱা নাই। তেন্তে এটা সৰু ল'ৰাই হিন্দী, ইংৰাজী, অসমীয়া আটাইকেইটা শিকা বৰ দুৰূহ কথা। ইমান কম বয়সতে আটাইবিলাকে চেপা দিলে লৰাৰ পক্ষে অন্যায় হব পাৰে।

মই সেইটোও কোৱা নাই।

তেন্তে তুমি কি ক'ব খোজা? এটাকো এৰিব নোখোজা আকৌ সেইবোৰৰ চেপাৰ পৰাও ল'ৰাক মুক্ত ৰাখিব খোজা ই কেনে কথা?

কিয়। তুমি প্ৰবন্ধটো ভালকৈ পঢ়িলে সুন্দৰভাৱে বুজিব পাৰিলাহেঁতেন। অৱশ্যে মই ইমূৰৰ পৰা সিমূৰলৈ প্ৰবন্ধটো পঢ়া নাই, কেৱল মাজে মাজেহে চকু ফুৰাইছোঁ। তাতে দুই-এটা কথা ভাল দেখিহে মই প্ৰবন্ধটো ভাল বুলিছোঁ। বিশেষত আজিকালি দেশ গঠনমূলক প্ৰবন্ধ আৰু আলোচনা কৰা আৱশ্যক।

সেই প্ৰবন্ধত কৈছে নিজ নিজ মাতৃভাষাতহে সকলো ইতিহাস, বিজ্ঞান, ৰাজনীতি, দৰ্শন শিকিব লাগিব। কিয়নো মোৰ নিজৰ ভাষাত গ্ৰীচ, ৰোম, ইংলণ্ড, ৰাছিয়া, আমেৰিকা বা যি দেশৰে নহওক ইতিহাস পালে সেইবোৰ উপন্যাসৰ দৰে মাহচেৰেকতে সকলো দেশৰ মোল পাব পাৰো। অৱশ্যে তাৰিখ, বাৰ বা বছৰ মনত নাথাকিলেও আমি সুন্দৰভাৱে সেই দেশৰ ঘটনাবোৰ জানিব পাৰো। ৰাজনীতি ক্ষেত্ৰতো তেনে একে কথা। যদি আমাৰ নিজঁৰ ভাষাত ৰাজনীতিৰ কিতাপবোৰ পঢ়িব পাৰো তেন্তে আমি কম দিনতে সেইবোৰত ব্যুৎপত্তি লভিব পাৰো। আনকি সাধাৰণ বনুৱা কৃষকেও সেইবোৰ কিতাপ পঢ়ি সুন্দৰ ভাৱে ৰাজনীতিজ্ঞ পুৰুষ হৈ উঠিব পাৰে। বিজ্ঞানতো সেই একে কথা।

এৰা কথাটো হয়। কিন্তু আচল কেৰোণ তাতে আছে। সেই কিতাপবোৰ অসমীয়াত কেনেকৈ পাবা? আকৌ অসমীয়াত সেই কিতাপবোৰ ভাঙিব লাগিলেও তত্তালিকে সেই শব্দবোৰ কেনেকৈ পাবা।

যিবিলাক কিতাপ ততালিকে আৱশ্যক সেইবোৰ গৱৰ্ণমেণ্টে বেলেগ বোৰ্ড কৰি অসমীয়া ভঙাব লাগিব। গৱৰ্ণমেণ্টে সেই মানুহবোৰক দৰ্মহা দিব লাগিব আৰু কিতাপবোৰ নিজে ছপাব লাগিব। শব্দৰ সম্বন্ধে ইংৰাজী যি শব্দ আছে সেইবোৰ তেনেধৰণে ৰাখিব লাগিব। যাতে পৃথিবীৰ লগত আমাৰ সম্বন্ধ থাকে। কিন্তু সেইবিলাকৰ ব্যাখ্যা অসমীয়াত হ্ব লাগিব।

তাৰ মানে?

ধৰা, ৰেডিও। এই শব্দটো সেই ধৰণে থাকক। কিন্তু কেনেকৈ ৰেডিওত শব্দ আহে বা কথা-বতৰা, গীত-বাদ্য ফুটি উঠে সেইবোৰৰ ব্যাখ্যা অসমীয়াত হ'ব লাগিব। যাতে সাধাৰণ চহা-খীৱলীয়াইো ৰেডিও সম্বন্ধে সুন্দৰ জ্ঞান পাব পাৰে। সেইদৰে 'Hydro Electric' সেই শব্দতে থাকক। কিন্তু তাৰ কামবোৰ বা কেনেকৈ কৰে ইত্যাদি ব্যাখ্যাবোৰ সহজ অসমীয়াত হ'ব লাগিব। যাতে সাধাৰণ মানুহবো সহজে বোধ-গম্য হ'ব পাৰে। তেন্তে জগতৰ জ্ঞানৰ ভঁৰাল কম দিনতে অসমীয়াই লভিব পাৰি আন আন বিছাৰ্চ কামত আগবাঢ়িব পাৰিব।

ভাল কথা। কিন্তু ইংৰাজী, হিন্দী আদি কেনেকৈ ৰাখিব খোজা? ধৰা বৰ্তমান যি নিম্ন প্ৰাইমেৰী স্কুল আছে, সেইটো আৰু অলপ উন্নত কৰি হাইস্কুলৰ ৬ষ্ঠ মানলৈ হোৱা অসমীয়া অংক, ভূগোল, ইতিহাস আদি শিকোৱা অৱস্থালৈ অনা হওক। মাইনৰ স্কুলবিলাক হাইস্কুললৈ অৰ্থাৎ ৭ম শ্ৰেণীৰ পৰা ১০ম শ্ৰেণীলৈ উন্নত কৰি তাত ইংৰাজী আৰু হিন্দী শিকোৱা হওক। লগে লগে আন বিষয়বোৰো কিছু পৰিমাণে উন্নত ধৰণে শিকোৱা হওক। তাৰ পিছত হাইস্কুলবোৰ আন আন টেকনিকাল স্কুলত বা সুকীয়া লাগতিয়াল বিষয়া শিকোৱা স্কুলত পৰিণত কৰা হওক। তেতিয়া হ'লে গৱৰ্ণমেণ্টবো বেছি বেগ পাব নালাগিব। বৰ্তমানে হাইস্কুলৰ শিক্ষকবোৰ আন আন নতুনকৈ গঢ়া আন আন মাইনৰ স্কুলত সুমুৱাব পাৰিব। আনপিনে বহুতো টেকনিকাল স্কুলৰ ঘৰ পোৱা কাৰণে বা সেইবোৰত মানুহ পোৱা কাৰণে গৱৰ্ণমেণ্টৰ টকা ভগাত বহুতো সহায় হ'ব।

টেকনিকাল স্কুল কেনে ধৰণৰ কৰিব খোজা?

অসমীয়া মানুহৰ যিবিলাক আটাইতকৈ লাগতিয়াল বস্তু সেইবোৰ কৰিবলৈ ল'ৰাই শিক্ষা পাব লাগে। যেনে বেজি, সূতা, দৰব-পাতি, দোৱাত-কলম, ফাউণ্টেন পেন, কাপ-পিয়লা, পিলাচ, ছাতি, জাপি, লাঠি, চাবন, জোটা, খৰম, সূতা কটা, কাপোৰা বোৱা, দীপচকু গঢ়া, জুইকাঠি কৰা, লেম্প-চাকি, লেমৰ ফিটা, হোঁকা-চিলিম, বিড়ি-চিগাৰেট, কাঁহী-বাটি, কেৰাহি, বাল্টি, কলহ, গেঞ্জী, মোজা, গলবান্ধা, দা-কুঠাৰ, কোৰ আদি লোহাৰ কামবোৰ, মটৰকাৰ গৰুৰ গাড়ীৰ চকা আদি কৰা ইত্যাদি বিশেষ বিশেষ যিবোৰ বস্তু দৈনন্দিন লাগে সেইবোৰৰ টেকনিকাল স্কুল হ'ব লাগে।

তাৰ লগে লগে শিল্পৰ উন্নতি সম্বন্ধে নানা তৰহৰ উপায় অৱলম্বন কৰিব লাগে এনে শিক্ষা কেৱল অৰ্থকৰীয়ে নহ'ব দেশকো আনৰ ওপৰত চাই থকা কৰিব নলগীয়া কৰিব। এনেবোৰ শিক্ষা নহ'লে কেৱল বাইবল কীটচ, গীতা, ভাগৱতে বা মানসিক মল্লযুদ্ধ বা কণ্ঠত সকলো জ্ঞান থাকিলে সবল জাতি, সবল দেশ গঢ়ি উঠিব নোৱাৰে।

কলেজ বা ইউনিভাৰ্ছিটিত কি কৰিব খোজা।

জগতৰ লগত অবিয়াঅবি। নতুন নতুন তথ্য বাহিৰ কৰি বিশ্বজগতৰ উন্নতি কৰা। এটমিক অস্ত্ৰৰ যেনে সৃষ্টি কৰিব জানিব লাগিব, তেনেকৈ সেই এটমিক অস্ত্ৰ যাতে জগতৰ ধ্বংসৰ কাৰণ নহৈ জগতক আৰু এখোপ আগবঢ়াই নিবলৈ শক্তিমান হ'ব পাৰে, তাৰ উপায় উলিওৱাত মগ্ন থাকিব লাগিব। জগতক বুজাব লাগিব ভাৰতৰ স্বাধীনতা বিশ্বৰ মঙ্গলৰ কাৰণে।

বুজিছোঁ তোমাৰ প্ৰবন্ধটো আকৌ ভালকৈ পঢ়িব লাগিব। ইয়াৰ আৰু ক্ৰমশঃ ওলাব জানো?

নিশ্চয়।

লিখক কোন?

অৱশ্যে লিখকৰ নাম কোৱা সম্পাদকৰ কৰ্তব্য নহয়। বিশেষত যেতিয়া নিজে প্ৰবন্ধত নাম দিয়া নাই। অৱশ্যে প্ৰবন্ধ দিওঁতা নতুন লিখক। লিখক কিয়। আচলতে লিখিকা বুলি ক'লেহে আচল কোৱা হয়। নতুন লিখিকা হ'লেও লিখাৰ যে প্ৰতিভা আছে নুই কৰিব নোৱাৰি।

নাম? নাম জানিবলৈ বিশেষ ইচ্ছা হৈছে লিখক নহৈ লিখিকা বুলি কোৱাতহে।

নাম কোৱা উচিত নহয়। তথাপি তুমি যৰকৈ সুধিলা যেতিয়া তেওঁৰ নাম জোনাকী। এম-এ-পাছ।

এনে লিখিকাক যিমান পাৰে উৎসাহ দিব লাগে।

এবা মোৰ উৎসাহতে তেওঁ ইমান আগবাঢ়িছে। আগেয়ে প্ৰেছৰ কাম কৰিছিল। কিন্তু মই তেওঁৰ প্ৰতিভা দেখি সম্পাদকৰ শ্ৰেণীত ভুক্ত কৰিছোঁ। মই সিদিনা দেখিলো তেওঁৰ বহুতো কিতাপো আছে।

(২২)

তপন ফুকনৰ মনত দিনে দিনে হিংসা, দ্বেষ, ঈৰ্ষা, চৰিবহে ধৰিছে। তাৰ তাৰ জোনাকীয়ে তাৰ সুখ, আশা, ভবিষ্যত সকলো নাই কৰিলে। তাৰ আৰ্থিক উন্নতিত খিৰি পথালি দিলে। আগেয়ে জোনাকী নহাত সম্পাদকৰ সি যি ভাল পোৱা পাইছিল তাৰ পৰা বঞ্চিত হৈছে। গতিকে সি যেনে তেনে জোনাকীৰ সৰ্বনাশ কৰিব। কিভাৱে জোনাকীৰ সি অন্যায় কৰিব পাৰে সদায় সি ভাবি আছে। সি অফিচত কাম কৰে প্ৰত্যেক মুহূৰ্তে ভাবে কেনেকৈ জোনাকীৰ দোষ উলিয়াই। সি ঘৰত গৈ ভাবে কি উপায়ে জোনাকীক আঁতৰাব পাৰে। কিন্তু তাৰ সকলো চেষ্টা বিফলে যোৱা দেখি লগে লগে কাকতত ওলোৱা জোনাকীৰ প্ৰবন্ধবোৰৰ মানুহৰ মুখে মুখে প্ৰশংসা শুনি তাৰ ঈৰ্ষা ভাব বেছিহে চৰিছিল। সি এজন অসমৰ ভিতৰত নামজ্বলা সাহিত্যিক। যদিও বয়সত এতিয়াও বুজন হৈ উঠা নাই তথাপি ইতিমধ্যে কে'বাখনিও কিতাপ উলিয়াই মানুহৰ মন আকৰ্ষণ কৰিব পাৰিছে। আৰু সাহিত্যিক শ্ৰেণীত নামও পাইছে। এনে স্থলত তাৰ প্ৰবন্ধৰ কথা নকৈ জোনাকীৰ প্ৰবন্ধৰ নাম-যশ পোৱা তাৰ অন্তৰত বিষ-সদৃশ। সিদিনা তাৰ এজন বন্ধুৰ লগত যুক্তিবলৈ গৈছে। বন্ধুজনে ক'লে, এইবাৰ কাতৰি কাকতত ওলোৱা গাঁও সংগঠন সম্বন্ধে প্ৰবন্ধটো নিশ্চয় তুমি লিখা।

কিয়?

প্ৰবন্ধ লিখাৰ ভঙ্গি আন নতুন আঁচনি দেখিয়ে প্ৰগতিশীল লিখকৰ বাহিৰে আন কাৰ হ'ব? আৰু তোমালোকৰ মাজত তোমাৰ বাহিৰে প্ৰগতিশীল সাহিত্যিক কোন আছে? তপন ফুকনৰ মুখ গম্ভীৰ হ'ল। কিয়নো সি জানে সেই প্ৰবন্ধ তাৰ নিজা নহয়। সেই প্ৰবন্ধ জোনাকীৰহে।

বন্ধুজনে ক'লে, গাঁৱৰ উন্নতি কৰিবলৈ হ'লে তাত লিখা আচল কথা গাঁৱলীয়া সমাজত ৰাজনীতি জ্ঞানৰ প্ৰচলনেই আচল কথা। স্বাধীন মানুহৰ দাবী নিঃসংকোচে কৰিব পাৰিলেই সকলো শোষণ, অন্যায়, অত্যাচাৰৰ

পৰা ৰক্ষা পাব পাৰি। তাত লিখা গৱৰ্ণমেণ্টৰ প্ৰচাৰক বিভাগৰ পোন প্ৰথমে যে সেয়ে কৰ্তব্য তাত নুই কৰিব নোৱাৰি। এই প্ৰচাৰক বিভাগে বা জনশিক্ষা বিভাগে আদহীয়া বা বুঢ়াসকলক ক, খ, শিকোৱাতকৈ কেউডিও পুথি-ভঁৰাল, দৈনিক বাতৰি কাকত আদি গাঁৱত দি গাঁৱলীয়াৰ মন সৱল, উদাৰ আৰু নিজৰ দাবীৰ মোল বুজাৰ পৰা শক্তি বঢ়োৱা যুগুত। তদুপৰি তেওঁলোকেহে আচল ৰজা গৱৰ্ণমেণ্ট বা গৱৰ্ণমেণ্টৰ চাকৰিয়ালসকল তেওঁলোকৰ প্ৰভু নহয় সেৱকহে। এই কথাৰ মৰ্ম হৃদয়ে হৃদয়ে অনুভৱ কৰাব পৰাহে আচল কৰ্তব্য।

তপনে একো নামাতিলে।

তদুপৰি সেই প্ৰবন্ধৰ লিখাৰ ভঙ্গি, এপিনে গৱেষণামূলক কথা আনপিনে গল্পৰ স্বৰূপ। চোৱা সেই গাঁৱলীয়া অন্নকষ্টত এবেলা খাই সিবেলা লঘোনে থাকিব লাগে। জগতৰ মোল নাপাই, দেশৰ মোল নাপাই, সমাজ কি নুবুজে। দিনটো কাম কৰেহে কৰে। কিন্তু এবেলাৰ ভাত মোকোলোৱাৰ বাহিৰে সি উপায় নাপায়। কিন্তু তাৰ কাৰণে তাৰ জীৱনৰ সকলো শক্তি, সকলো চেষ্টাতে ব্যস্ত থাকিব লাগে? তাৰ সৰগ দেখা পঁজা-ঘৰটোৰ কাৰণে সি সদায় ভাবি থাকিব লাগে। তাৰ বেমাৰী পৰিয়াল, গাহৰিৰ পোৱালিৰ দৰে ল'ৰা-ছোৱালীকেইজনৰ পেট প্ৰৱৰ্তনৰ কাৰণে তাৰ সকলো শক্তি ক্ষয় কৰিবলৈ লাগে। কিন্তু সেইবিলাকক ভাল কৰিবলৈ শিক্ষা দিবলৈ দেশৰ উপযুক্ত কৰি গঢ়িবলৈ তাৰ উপায় নাই। ইত্যাদি এনে কথাবোৰে মানুহৰ আচল চিত্ৰ ফুটাই তোলা নাইনে? তথাপি সি তাতে খাটি আছে। ঈশ্বৰে যি কৰিছে তাত বাধা দিবৰ মনুষ্যৰ কি শক্তি। এই ভাবতে সন্তোষ লভি আছে। গৱৰ্ণমেণ্ট সমাজে তাৰ অৱস্থা ভবা নাই। তেওঁলোকবো ভাব সংসাৰত সকলো সমান হ'ব কেনেকৈ? পাঁচোটা আঙুলিটো সমান নহয়। পাঁচোটা আঙুলি সমান নহয় সঁচা। কিন্তু পাঁচোটা আঙুলিৰে সংসাৰত আৱশ্যক আছে। এটাৰ অভাৱত সেইটো সুন্দৰভাৱে প্ৰমাণ পোৱা যায়। তদুপৰি এই পাঁচোটা আঙুলি ভালভাৱে সবল কৰি ৰাখিব নোৱাৰিলে বিপদ আছে। আনকি এটা কিবা হলে সেইটোৰে আনবোৰকো নাইবা গোটেই দেহটোকো অৱশ কৰি তুলিব পাৰে।

তপনে ক'লে, এৰা, এৰা এটা প্ৰবন্ধৰ কথা কিমান কোৱা? বাতৰি কাকতত আৰু আন প্ৰবন্ধ নেদেখিলা হ'বলা?

আন প্ৰবন্ধবোৰে অলপো মন আকৰ্ষণ কৰিব নোৱাৰে। চোৱা সেই পেলেষ্টাইনৰ কথা লিখিছে। কিন্তু সেইবোৰ ইংৰাজী কাকতৰ ভাঙনি। তাত নাই নতুনত্ব। নাই সেই মৌলিকত্ব। সেয়ে কেনেকৈ আমাক মুহিব পাৰে?

আচলতে সেই প্ৰবন্ধটো তপনে লিখা। সেই প্ৰবন্ধৰ এনে সমালোচনা তাৰ মনত তীব্ৰ হৈ উঠিছিল। সি ক'লে, মই এতিয়া যাওঁ দে। আজি বহুতো কাম আছে। বুলিয়েই তপন আঁতৰিল। কিন্তু বাটে বাটে তাৰ মনত ভাব হল সি আৰু সময় লব নোৱাৰে। সি জোনাকীক নষ্ট কৰিব। ঘৰত গৈ দেখিলে তাৰ মেজৰ কাষত এটা বটল পৰি আছে। সেই বটলটোত তাহানি কলেজৰ পৰা অনা নাইট্ৰিক এছিদ আছিল। তাৰ চকু সেই বটললৈ পৰাত তাৰ মনত খেলালে এয়ে অমোঘ অস্ত্ৰ! কাইলৈ! কাইলৈ! জোনাকীৰ সকলো ৰূপ সৌন্দৰ্য প্ৰতিভাৰ অন্ত কৰিব। তাই যেতিয়া কাম কৰি অকলে অকলে যাব বাটত অকলে লগ ধৰি এই নাইট্ৰিক এছিদ মুখত ঢালি দিব। তাইৰ ৰূপ সৌন্দৰ্যৰ গৌৰৱ মুহূৰ্ততে চুৰমাৰ হ'ব। তাইৰ চকু অন্ধ হৈ সকলো লিখাৰ প্ৰতিভাৰ অন্ত হ'ব। সি যিমানেই ভাবিলে সিমানেই তাৰ ঈৰ্ষা জ্বলি উঠিল। নাই নাই পিছত মিত্ৰকে নহওক তাৰ বৰ্তমান শত্ৰু সি ধ্বংস কৰিব। আৰু তাক বা ধৰিব কোনে। সি অকলশৰীয়া বাটত এই কাম কৰিয়ে অন্তৰ্দ্ধান হ'ব।

পিছদিনা। এটা ভাবিবলগীয়া দিন। ৰাতিপুৱাৰ পৰা তপনে তাৰ মনটো সবল কৰি তুলিছে। তাৰ ঈৰ্ষাৰ আহুতি স্বৰূপ, তাৰ সবল নাইট্ৰিক এছিদৰ বটলটো ভালকৈ পৰিষ্কাৰ কৰি কাকতত মেকৰাই লৈছে। প্ৰত্যেক মুহূৰ্তে ভাবিছে, মই তাইক কি কৰিছিলোঁ যে মোৰ সকলো কামতে .তাই বিঘিনি-পঘানি দিব।

অজানিতে তাই তেনে কৰিছে। হওক, জানাতে হওক বা অজানাতে হওক মোক অন্যায় কৰিবলৈ তাইৰ কি অধিকাৰ আছে। অন্যায় কৰাৰ উপযুক্ত শাস্তি হ'ব। দহ বাজিল। সি ভাত-পানী খাই লাহে লাহে অফিচলৈ খোজ ল'লে। প্ৰত্যেক খোজতে তাৰ চঞ্চল ভাব। সমুখত তাৰ ঈৰ্ষাৰ অগ্নি শিখা। সি যাওঁতে বাটৰ দোমোজাত আন ফালৰ পৰা অহা জোনাকীক লগ পালে। জোনাকীয়ে সৰল হাঁহিৰে ক'লে, আপুনি আহিল।

এৰা। কিন্তু জোনাকীৰ সেই হাঁহিত যেন তাৰ অলপো শান্তি নাই।

জোনাকীয়ে আকৌ ক'লে বাতৰি কাকতত লিখা আপোনাৰ প্ৰবন্ধটোৰ ভাষা এনে সুন্দৰ হৈছে। সেইটো ভাঙনি বুলি ক'বকে নোৱাৰি।

কিন্তু এনে কথায়ো তাৰ ঈৰ্ষাৰ জুই শিখা নুমাব নোৱাৰিলে। সি ভাবিছে আৰু ছয় ঘণ্টা। এই ছয় ঘণ্টাৰ পিছত কি অঘটন ঘটিব তই জানা নাই, কোনোৱে জনা নাই। কেৱল জানিছোঁ মই আৰু যদি ক'ববাত ঈশ্বৰ আছে তেওঁ।

জোনাকীয়ে আকৌ ক'লে আপোনাৰ মনটো দেখো আজি কেনে বিষণ্ণ হৈ আছে? ঘৰত কিবা লাগি আহিছেনেকি? নে ভাত-পানী ঘৰত নাখালে।

তপনে জোনাকীৰ কথাত কি উত্তৰ দিব ততালিকে বিমোৰত পৰি ক'লে, মানুহে খোৱা-নোখোৱা, বেজাৰ-বিৰক্তি পোৱা বা খং কৰা ততালিকে কেনেকৈ বুজা?

মানুহৰ মুখত যে এইবোৰ ফুটি উঠে।

খোৱা খোৱা। মুখ দেখি সকলো কথা ক'ব পাৰিলে মানুহে ভৱিষ্যত জানি বহুতো সময়ত নিজক ৰক্ষা কৰিব পাৰিলাহেঁতেন। এই কথা কোৱাৰ লগে লগে তপনে ভাবিছিল আৰু পাঁচ বা ছয় ঘণ্টা কিয় বৰ লাগে। ইয়াতেই সকলো শেষ কৰোঁ। পিছত বা সুবিধা পাওঁৱেই নে নাপাওঁ।

জোনাকীয়ে আকৌ ক'লে, আপোনাৰ লিখা কিতাপ কেইখনি মই পঢ়িলো। বাস্তৱতে কিতাপ কেইখনিৰ ভাষা আৰু ভাব বৰ মনোৰম হৈছে। অসমীয়া লিখক সকলৰ মাজত দুই-এজনেহে তেনেভাৱে লিখিব পাৰে।

কিন্তু তপনৰ সেই কথালৈ মন নাই। সি ভাবিছে কি কৰিব? এতিয়াই সকলোৰে মূলা মাৰিবনে? এই বুলিয়েই সি জেপত হাত ভৰালে।

জোনাকীয়ে কৈ গ'ল যদি আপুনি তেনে লিখাৰ লগে লগে বাস্তৱতা আৰু সমস্যা সুমুৱাব পাৰিলেহেঁতেন তেন্তে আপুনি এজন অসাধাৰণ লিখক হিচাপে গণ্য হ'লহেঁতেন। লিখাত আপোনাৰ মনৰ কথা ততালিকে ভাঙি দিলি পঢ়ুৱৈসকলৰ উৎকণ্ঠা বঢ়াই দিব পাৰিলে শিল্পীৰ নৈপুণ্য পঢ়ুৱৈসকলে মৰ্মে মৰ্মে অনুভৱ কৰিব।

ঠিক এনে সময়তে তপনে চৌদিশে চালে। সি দেখিলে পিছ পিনে কে'জনমান মানুহ আহিছে। সি আকৌ ধৈৰ্য ধৰিলে। ছিঃ! সকলো মিছা হ'ল। কৰ মৰ টাঙোন কে'জন ওলালহি। এনে অকলশৰীয়া ঠাইতো সুবিধা নহ'ল। নিশিনে চাগে মানুহ ভৰিয়ে আছে। সি তাৰ কল্পনা কামত পৰিণত কৰিব নোৱাৰি জোনাকীৰ কথাৰ উত্তৰ স্বৰূপে ক'লে, মানুহৰ কল্পনা কামত পৰিণত কৰা কিমান দুৰূহ। নহয়নে?

তপনে কথা ঘূৰাই ক'লে, মইতো ভাবো ডাঙৰ লিখক বুলি মই গণ্য হওঁ, কিন্তু সেইটো হোৱা সহজ নহয়।

তথাপি চেষ্টা কৰক। ডাঙৰ ডাঙৰ লিখকসকলৰ কিতাপ পঢ়ক দেখিব তেওঁলোকৰ লিখাৰ ভঙ্গি এবাৰ ল'ব পাৰিলে আপুনি কম সময়তে জাকত-জিলিকা হৈ উঠিব। এনে সময়তে বহুত আৰু এজন মানুহ মটৰত উঠি আহি সেইখিনি পালেহি। মটৰ ৰাখি বহুতে জোনাকীক ক'লে, জোনাকী প্ৰেছলৈ এতিয়া যাব নালাগে। এঠাইলৈ যাব লাগিব। দুঘণ্টামান পিছত প্ৰেছলৈ যাবি। জোনাকীয়ে সুধিলে, কিয়?

কাম আছে।

তেন্তে মই এখন চিঠি লিখি এওঁৰ হাতত দিওঁ বুলিয়েই চিঠি এখন লিখি তপন মুকনৰ হাতত দিলে।

তপনে সুধিলে আজি নাহিবই জানো!

আহিব। দুঘণ্টাৰ পিছত। বুলিয়েই জোনাকীক

মটৰত তুলি ল'লে। তপন ফুকনে নানা তৰহৰ কথা ভাবি ভাবি প্ৰেছ পাই চিঠিখনি সম্পাদকৰ হাতত দিলে। সিদিনা তপনৰ কামলৈ সমূলি মন নাই, কেৱল ঘড়ীলৈ চাইছে আৰু প্ৰত্যেক মুহূৰ্ত্ততে ভাবিছে কেতিয়া জোনাকী আহে। দুঘণ্টা উকলিল তেওঁ জোনাকী নাই। তেওঁৰ উচপিচনি লাগিল। ভাবিলে আজি সকলো ষড়যন্ত্ৰ অথলে গ'ল। বাওক কাইলৈ নিশ্চয় আহিব। কাইলৈ তাই কেনেকৈ ৰক্ষা পৰে। পাঁচ বাজিবলৈ কেইমিনিটমান বাকী। এনে সময়েত জোনাকী, ৰহন আৰু সেই অপৰ মানুহজনে মটৰত আহি প্ৰেছত সোমালহি। তপন ফুকনে জোনাকীক পোন প্ৰথমে দেখি ভাবিলে আজিয়েই, আজিয়েই শুভষ্য শীঘ্ৰং। এনেবোৰ কথা যিমানেই ভাবি থকা যায় সিমানেই মনৰ অশান্তি বাঢ়ে। কিন্তু তাৰ মুখ ততালিকে ক'লা পৰিল। সি দেখিলে তাঁইৰ পিছে পিছে ৰহন আৰু এজন মানুহ আহিছে। ৰহনে সম্পাদকক দেখিয়ে ক'লে জোনাকীয়ে আজিৰ পৰা ইয়াত কাম নকৰে, তাইক বিশেষ কাৰণত কলিকতালৈ পঠিয়াবলগীয়াত পৰিলো।

কলিকতালৈ কিয়? তেওঁ ইয়াত থকা হ'লে বৰ নাম কৰিব পাৰিলেহেঁতেন। তেওঁৰ লিখাত সুন্দৰ হাত আছে।

নাই তাই কলিকতালৈ যাবই লাগিব। হেমনীও যাব কথাছবিত ভাও ল'বলৈ। তাই এটা প্ৰেছ কিনি আনিব। আমি প্ৰেছ চলাম আৰু এখনি কাকত উলিয়াম।

এওঁ কোন? বুলি অন্য মানুহজনলৈ আঙুলিয়ালে।

এওঁ অসমীয়া কথাছবি উলিয়াবলৈ চেষ্টা কৰিছে। নাম মদন বৰুৱা। যোৰহাটৰ। এওঁৰ লগতে ইহঁতক পঠিয়াম। ময়ো যাম। দিনচেৰেক তাতে থাকি আকৌ উভতিম।

কিন্তু মই হ'লে এইবোৰ একো ভাল দেখা নাই। অসমীয়াই আকৌ কথাছবি উলিয়াই? যি কেইখন উলিয়াইছে তাতে হৈছে কেৱল কলিকতালৈ নি ছোৱালীবিলাকক নষ্ট কৰা বুধিহে।

কি নষ্ট কৰিব? এতিয়াও তেনে ভাবত থাকিলে দেশ উধাৰ নোৱাৰে।

দেশ উধাৰ নোৱাৰিলে বুলি জুইত ছপ্পা পৰাৰ দৰে জাপ মাৰি পৰিলে দেশৰ লাভ হ'বনে? দেশৰ উপকাৰ কৰিবৰ আচল উপায় হৈছে এনে কাকতত লাগি থাকি দেশক আচল পথৰ সন্ধান দি দেশক লাহে লাহে আগবঢ়াই নিয়া।

বাৰু সেইবোৰ তৰ্ক এতিয়া থাকক। সকলো গতিত নতুন পন্থা, নতুন আঁচনি, নতুন উদ্যম নহ'লে সাতামপুৰুষীয়া পথকে সাবটি থাকিলে নহ'ব। হয়তো নতুন কৰিব যাওঁতে কেতিয়াবা গৰখাৱৈত পৰিবৰ সম্ভৱনা থাকে। কিন্তু সেইবুলি যে অচিনাকি ঠাইত কতো খোজকাঢ়িব নালাগে সেইটো হ'ব নোৱাৰে। আহোঁ, আপোনাক নোকোৱাকৈ তাইক পঠালে আপুনি বেয়া পাব বুলিহে আহিলো।

কিন্তু মাহ পূৰকৈ নগ'লে তেওঁ দৰমহা পাব নোৱাৰে। দীন বৰুৱাই ভাবিছিল কিজানি দিনচেৰেক আৰু থাকিলে বঢ়াই-বুজাই জোনাকীৰ মন আনফালে ঢাল খুৱাই কলিকতালৈ যোৱা বন্ধ কৰিব পাৰে। তেওঁৰ ভাব হৈছিল সিহঁতে যে দেখা কৰিব আহিছে আচল দৰমহাৰ কাৰণে। গতিকে দৰমহা এতিয়া দিব নোৱাৰো বুলি ক'লে ৰ'বৰ বাধ্য হ'ব।

ৰহনে হাঁহি মাৰি ক'লে, বাৰু দৰমহা নালাগে, আহোঁ দে। বুলি ততালিকে আটাইকেইজনে সেৱা কৰি মটৰত উঠিলগৈ। নিলগৰ পৰা মেনেজাৰক দেখি জোনাকীয়ে তেওঁকো এটা প্ৰণাম কৰি আহিলে।

মেনেজাৰে ৰবা! ৰবা! অলপ।

ৰহনে ক'লে আৰু সময় নাই। আমি ৰেল ধৰিব লাগিব। অইন সময়ত সুবিধা পালে কথা হ'ম বুলি ততালিকে মটৰ এৰি দিলে। তপন ফুকনে এইবোৰ কথা শুনিয়ে আছিল। তাৰ মনটো প্ৰফুল্লতাত দুই হাত মান ওপৰলৈ উঠিল। প্ৰথম কাৰণ তাৰ খিখি পথালি আঁতৰ হ'ল। দ্বিতীয় কাৰণ সি যি জঘন্য পন্থা ল'ব খুজিছিল তাৰ পৰা ৰক্ষা পৰিল। সি ভাবিলে ঈশ্বৰক শত ধন্যবাদ। এতিয়া চাওঁ সম্পাদকে কাৰ ওপৰত গহ কৰে? অমুকাক খাটিব নকৰি কেনেকৈ থাকে?

(২৩)

মদন, জোনাকী, হেমনী কলিকতালৈ গ'ল। বহুনে সিদিনা যাব নোৱাৰিলে। কিয়নো বহুন অইন কামত ব্যস্ত থাকিবলগীয়াত পৰিল। বহুনে কৈ পঠিয়ালে মদনইঁতে তাত প্ৰেছ ঠিক কৰি কিনিবলগীয়া হ'লে টকা-পইছা লৈ তাই কলিকতালৈ যাব। তাৰ পিছত প্ৰেছ কিনি তাই আহিব। হেমনী যিমান দিন কথাছবিৰ কাৰণে থাকিব লাগে সিমানদিন জোনাকীও লগতে থাকিব। জোনাকীইঁতে কলিকতা পাই দিনচেৰেক কলিকতা চালে, লগে লগে কথাছবিৰ দিহা কৰিব ধৰিলে। জোনাকীয়ে এনেয়ে বহি থাকি আমনি লাগি দুই-এটা ইংৰাজী প্ৰবন্ধ লিখি ইংৰাজী কাকতত দিব ধৰিলে। সিদিনা এটা প্ৰবন্ধ ওলাইছে অসম অসমীয়াৰ কাৰণে তাত জাতীয় মহাসভাৰ নীতি বিশ্লেষণ কৰি লগে লগে সমালোচনা কৰিছে। সমালোচনাৰ যাই কাৰণৰ ভিতৰত এটা কাৰণ দিছে অসম পূব প্ৰান্ত প্ৰদেশ। তাৰ তিনিওফালে পাকিস্থান আনফালে ব্ৰহ্মদেশ। গতিকে ইয়াক ৰক্ষা কৰিবলৈ অশেষ সৈন্য-সামন্ত, যুদ্ধৰ আহিলা-পাতি লাগিব। কিন্তু অসমীয়া কেইজনে সৈন্যও হ'ব, ব্যৱসায়ীয়ো হ'ব, খেতিয়ক হৈও খেতি কৰিব, চাকৰিও কৰিব, সাহিত্যিও সাধনা কৰিব, একেলগে সকলো কৰা অসম্ভৱ। আন ঠাইৰ মানুহে আহি সৈন্য-সামন্ত লৈ, ৰেল-জাহাজ, ব্যোমযান চলাই অসমত বাস কৰিবই লাগিব। গতিকে অসম কেৱল অসমীয়াৰ কাৰণে বুলি চিঞৰিলে কেনেকৈ হ'ব? তেন্তে অসমীয়াৰ স্বাৰ্থ, অসমৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ উপায় কি? উপায় কেৱল অসমীয়া সাহিত্য চহকী কৰা, বিদেশীসকলৰ লগত বিয়া-বাৰুৰ প্ৰচলন কৰা; বিদেশীসকলক অসমীয়াই নিজৰ কোলাত সাবটি লোৱা আৰু আদালত, স্কুল, কলেজত যিমান সোনকালে পাৰে অসমীয়া ভাষা প্ৰচলন কৰা। পাহাৰী বা ভৈয়ামৰ উপজাতিসকলক অসমীয়া কৰি লোৱা। সৈন্য-সামন্ত ৰেল-জাহাজৰ কাৰণে ওচৰৰ প্ৰদেশৰ বঙালী অধিবাসী নানি আন প্ৰদেশৰ লোক অনা। কিয়নো আন প্ৰদেশৰ মানুহবোৰ বহুদিন অসমত থাকিলে স্বাভাৱিকতে অসমীয়া হ'ব আৰু তেওঁলোকৰ মনত বৃহৎ বঙ্গ গঢ়া সপোনৰ স্বাৰ্থ নাথাকিব। তদুপৰি তেওঁলোকে হয় হিন্দী নাইবা অসমীয়াকে নিজৰ ভাষা কৰি ল'ব। এই প্ৰবন্ধ পঢ়ি বঙালী সকলে আগৰ তোখৰ যব ভাল পালেও পিছৰ তোখৰত তেওঁলোকৰ ভয়ঙ্কৰ খং উঠিল। পিছদিনাই সেই প্ৰবন্ধৰ বহু কাকতত নানা সমালোচনা ওলাল। যাই সমালোচনাৰ উপাদান হ'ল বঙালী জাতিলৈ ঘৃণা, যেন বঢ়াই বঙালী জাতিক জগতৰ সমুখত হেয় কৰাই এই প্ৰবন্ধৰ উদ্দেশ্য। তদুপৰি ওচৰৰ প্ৰদেশ দুখনৰ মাজত কাজিয়া-পেচাল বৃদ্ধি কৰা এই প্ৰবন্ধৰ ফল হ'ব।

অসমতো এই প্ৰবন্ধে খলক লগালে। অসম অসমীয়াৰ কাৰণে হ'ব নোৱাৰে, এনে প্ৰবন্ধ অসমীয়া ছোৱালীয়ে লিখিব পাৰে বুলি কোন এই ছোৱালী বিচাৰ কৰিব ধৰিলে। জাতীয় মহাসভাত ভয়ঙ্কৰ প্ৰতিবাদ হল। সেই প্ৰতিবাদবোৰ যুক্তিৰ ফালে ঢাল নাথাই ক্ষুদ্ৰ প্ৰাদেশিকতা আৰু লিখিকাৰ ওপৰত বিদ্ৰূপ বাণীহে হৈছিল। জোনাকীয়ে সেই সমালোচনাবোৰৰ উত্তৰত লিখিছিল লিখিকালৈ চোকা-বাণ মৰাতকৈ অসমীয়াৰ সকলো শক্তি, দেশ গঠন আৰু অসমক স্বাৱলম্বী কৰি তুলি কি ৰাজনীতি, কি অৰ্থনীতি, কি সমাজনীতি, শিল্প কলা, যান্ত্ৰিক উন্নতি, বেহা-বেপাৰ, খেতি সেইবোৰৰ কাৰণেহে লগোৱা উচিত। বঙালীসকলৰ সমালোচনাৰ উত্তৰত লিখিছিল বঙালীসকলে মোৰ প্ৰবন্ধই তেওঁলোকক হেয় কৰা বুলি লিখিছে। কিন্তু তেনে লিখাৰ আগতে তেওঁলোকে নিজৰ মনত ভাবি চাওক সঁচাকৈয়ে তেওঁলোকে ক্ষুদ্ৰ প্ৰাদেশিকতা অৰ্থাৎ বঙ্গ আমাৰ জননী আমাৰ ভাবটো এৰিব পাৰিছেনে? নাইবা বৃহৎ বঙ্গ গঢ়াৰ সপোন এৰিছে নে? অথবা বঙ্গতকৈ ভাৰতৰ স্বাৰ্থ আগবুলি ভাবিব পাৰিছেনে? অথবা বঙ্গ ভাষা কেৱল ভাৰতৰ উচ্চ ভাষা এই ভাবটো এৰিব পাৰিছেনে? যদি পৰা নাই সঁচাকৈ তেওঁলোকক জগতে নেওচা-কেওচা দিব। মোৰ প্ৰবন্ধই হেয় কৰিব নালাগে। নিজৰ দোষতে নিজে জগতৰ চকুত হেয় হ'ব। যি মহত্তক তেওঁৰ

প্ৰবন্ধযোৰে অসমীয়াৰো মুখ বন্ধ কৰিব নোৱাৰিলে, বঙালীসকলকো যুক্তিৰে টানি নিব নোৱাৰিলে। গুৱাহাটীৰ অসমীয়া ডেকা জনচেৰেকে বুজি পালে সেই প্ৰবন্ধ বহুনৰ ভনীয়েক জোনাকীয়ে লিখা। সিইঁতৰ মনত ঘৰ খং হ'ল। চৰিত্ৰহীনা তাইইঁতে আকৌ দেশৰ এনে অন্যায় কৰে। সিইঁতে খঙতে জ্বলি পকি জোনাকীলৈ নানা তৰহৰ অভদ্ৰ ভাষাৰে চিঠি লিখিলে। বহুনক বাটে পথে পালে নানা গোৱাল গালিৰে লগে লগে অবাচ্য কথাৰে মাত-বোল কৰিলে। সিদিনা তাই বাটেৰে যাব ধৰিছে, এজন কলেজৰ ল'ৰাই আন এজনলৈ আঙুলিয়াই হেৰা মিলিটাৰীক মাতাহে আনজনে ক'লে মিলিটাৰী আৰু বিদেশীত তোমাৰ বাপ থাকিব পাৰে, আমি খাব খোৱা অসমীয়াহে। আনজনে ক'লে বোপাই মিলিটাৰীয়ে যে লোপা-সোপে ধন, আটা, ময়দা, চিগাৰেট আৰু কত কি দিব পাৰে। তুমি ক'ত পাবিবা। বহুনে সেইবোৰ শুনিও নুশুনা ভাবেৰে গ'ল। হেমনীয়ে কলিকতাত দিনচেৰেক থাকিয়েই কথাছবিৰ ষ্টুডিওলৈ যাব ধৰিলে। মদনে হেমনীক কেৱল ষ্টুডিওলৈ যাওঁতেহে অকলশৰীয়াকৈ পায়। আন সময়ত হেমনী প্ৰায়েই জোনাকীৰ লগতে থাকে। কথাছবিৰ বিষয় হ'ল, নব্য অসম। দুজনী শিক্ষিতা ডেকা-গাভৰুৱে গোটেই অসম গাওঁ-ভুঁই ঘূৰি নতুন গঢ়েৰে গঢ়িব। প্ৰত্যেক গাঁৱলীয়াক আচল নাগৰিক কৰি তুলি হোজা চহা নাম নোহোৱা কৰিব। কম শিকাব নোৱাৰিলেও আচল শিক্ষা যেনে মানুহৰ আচল দাবী কি? দেশৰ লগত সমাজৰ লগত মানুহৰ সম্বন্ধ কি? স্বাস্থ্য ভাল কৰিবলৈ কিয় লাগে বা তাৰ কাৰণে উপায় কি? ৰাজ্যশাসন আচলতে কাৰ হাতত। সমূহ গাঁৱলীয়াৰ শক্তি ক'ত? ভোট কাক দিব লাগে, কিয় দিব লাগে, গাঁৱৰ উন্নতি, খেতি বাতিৰ উন্নতি, প্ৰত্যেক গাঁৱলীয়াৰ নৈতিক উন্নতি, স্ত্ৰী-জাগৰণ, স্ত্ৰী-শিক্ষা কেনেকৈ প্ৰচাৰ কৰিব পাৰি? গৱৰ্ণমেণ্ট কিহৰ কাৰণে, সমাজ কিহৰ কাৰণে, ধৰ্ম কিহৰ কাৰণে, বিশ্বৰ বাতৰি কেনেকৈ দৈনিক পাব পাৰে, অন্যায়ৰ বিৰুদ্ধে কেনেকৈ ৰাইজ মিলি প্ৰতিবাদ কৰিবলৈ সাজু হ'ব পাৰে ইত্যাদি কথাবোৰত পৈণত কৰি তুলিব। গাঁৱৰ প্ৰত্যেক ল'ৰাক বাধ্যতামূলক শিক্ষা দিয় আৰু প্ৰত্যেক গাঁৱত শিল্প,কলা, কুটীৰ শিল্পৰ প্ৰচলন কৰি গাঁৱলীয়াক কৰ্মী কৰি গঢ়িব। তাৰ কাৰণে বৃহৎ অথচ অতি সৰল আঁচনি এখন লৈ গাঁৱত সোমাইছে। যিকেইখন গাঁৱত তেওঁলোকে কাম কৰিব সেইকেইখন প্ৰত্যেক গাঁৱৰ নামঘৰত একোটা ৰেডিও স্থাপন কৰিছে। সেই ৰেডিওৰে কৈছে আপোনালোকে যদি মানুহ হৈ থিয় হ'ব খোজে তেন্তে দুই-চাৰি দিনতে এইকেইখন গাঁৱৰ বাট-পথ নিজে নিজে এনেভাবে সুচল কৰি তোলক যাতে মটৰ ভালভাৱে যাব পাৰে। মটৰেৰে আমি আপোনালোকক কথাছবি দেখুৱাম। সেই কথাছবিত গাঁৱলীয়াবিলাক কেনেকৈ উন্নতি পথত আগুৱাব ধৰিছে দেখা পাব। কেনেকৈ বৈজ্ঞানিক উপায়েৰে খেতি কৰি দেশ সমৃদ্ধিশালী কৰি তুলিছে বুজ পাব। গৰুৰ স্বাস্থ্য উন্নতি কৰি দেশত কেনেকৈ গাখীৰৰ নৈ বোৱাই দেশৰ ল'ৰা-ছোৱালীক স্বাস্থ্যবান আৰু সবল কৰিছে বুজিব। কেনেকৈ সভা-সমিতিত ডাঙৰ ডাঙৰ বক্তা সকলে, দেশকৰ্মীসকলে বক্তৃতা দি নব জাগৰণ আনিছে মোল পাব। পৃথিৱীৰ ডাঙৰ ডাঙৰ বীৰ-নাৰী সকলে কি শক্তিৰে দেশ উজ্জ্বল কৰিছে আপোনালোক চাব নোখোজেনে? তদুপৰি শিক্ষাৰ কেনেভাৱে প্ৰচলন কৰি গোটেই দেশকে শিক্ষিত কৰি তুলি দৈনিক বাতৰি কাকত আদি পঢ়িব পৰা কৰিছে চাওক। গাঁৱলীয়াসকলে ৰেডিওৰ মুখৰ পৰা তেনে কথা শুনি লগে লগে নানা তৰহৰ উদগনি গীতৰ ধ্বনিত উতলা হৈ ততালিকে কোৰ লৈ দিনচেৰেকতে সুন্দৰ আলি-পদূলি কৰিলে। গোটেইকেইখন গাঁৱতে সুন্দৰভাৱে যানবাহন যাব পৰা হ'ল। মটৰেৰে তেওঁলোকে প্ৰত্যেক গাঁৱলৈ গৈ কথাছবিত নানা তৰহৰ গঠনমূলক কাম, দেশলৈ তিৰোতাৰ কৰ্তব্য, শিক্ষাৰ উন্নতি, গৰু-ম'হৰ উন্নতি, স্বাস্থ্যৰ উন্নতি, খেতিৰ উন্নতি, সমবায় সমিতি গঠন, বস্তুৰ বেচা-কিনাৰ উপায়ৰ নানা তৰহৰ ছবি দেখুৱাব ধৰিলে। লগে লগে দেখালে জোৱান অব আৰ্কে কেনেকৈ ফৰাচী বিপ্লৱ আনিলে। অমিতা গৰিবল্ডিয়ে কেনেকৈ ইটালি গঠন কৰিলে,

চীনাৰ ৰাজনীতি ক্ষেত্ৰত মাদাম চিয়াং কাইসেকে কি অংশ লৈছে। বিজয়লক্ষ্মী, সৰোজিনী নাইডুৱে ভাৰতৰ স্বাধীনতা-যুদ্ধত কেনেকৈ দেহ-প্ৰাণ সঁপি দিছে। জয়মতীয়ে স্বামী আৰু দেশৰ হকে কেনেকৈ ল'ৰাবজাৰ কঠোৰ শাসন, শাস্তি সহি জীৱন অৰ্পণ কৰিলে, মূলা গাভৰুৱে, ৰাধা-ৰুক্মিণীয়ে দেশৰ হকে পুৰুষৰ লগে লগে কেনেকৈ যুদ্ধক্ষেত্ৰত নামিল সেইবোৰো দেখাব ধৰিলে। জাতীয় পতাকা ৰক্ষা কৰিবলৈ মানুহৰ কি কৰ্তব্য, ফৰাচী বিপ্লৱ, ছোভিয়েট ৰাজ্যৰ নৱ জাগৰণ, বনুৱা কৃষকৰ শক্তি, আয়াৰলেণ্ডৰ ডি ভেলেৰাৰ কৰ্মকীৰ্তি, চানজেত সেনৰ চীনত অনা নৱজাগৰণ। সুভাষ বসুৰ আই, এন, এ ফৌজ গঠন, মহাত্মাৰ স্বাধীন ভাৰত গঢ়াত কঠোৰ তপস্যা, কুটীৰ শিল্পৰ প্ৰাধান্য, সকলোতকৈ মানুহেই শ্ৰেষ্ঠ তাৰ প্ৰমাণ দিনে দিনে দেখুৱাই, মানুহে নিজৰ শক্তিৰে কি কৰিব পাৰে সেইবোৰৰ নিদৰ্শন দেখুৱাব ধৰিলে। বৰষুণ নাই এৰোপ্লেনেৰে কেনেকৈ বৰষুণ দিছে, বানপানী উঠিছে কেনেকৈ হাইড্ৰো ইলেকট্ৰিক সহায়েৰে বানপানী নোহোৱা কৰিছে। পানী নোহোৱা পথাৰত কেনেকৈ ইৰিগেচনেৰে পানী দিছে, বৈজ্ঞানিক ধৰণে কেনেকৈ খেতি কৰিছে, হাস্পাতাল, লাইব্ৰেৰী গঢ়ি কেনেকৈ বেমাৰী আৰু অশিক্ষকতা দূৰ কৰিছে সেইবোৰ দেখাব ধৰিলে। তাৰ লগে লগে ডাঙৰ ডাঙৰ আখৰত ক খ গ ঘ অ আ ইত্যাদি বোৰ ছবিৰে মানুহৰ আগত দাঙি ধৰি আকৌ তেনে ডাঙৰ আখৰবোৰ কেনেকৈ বুঢ়া বুঢ়ীয়ে জোঁটাই জোঁটাই পঢ়িব ধৰিছে আৰু দিনচেৰেকতে পঢ়িব পৰা হৈ নানা পুথি, কিতাপ, বাতৰি কাকত পঢ়িব ধৰিছে, সেইসকলৈলে কেনেকৈ নানা তৰহৰ ডাঙৰ ডাঙৰ আখৰৰ ছবি থকা কিতাপবোৰ আহিব ধৰিছে। কিতাপ আৰু দৈনিক কাকতবোৰ পাবলৈ মানুহৰ কেনেকৈ হাবিলাষ জন্মিছে সেইবোৰ দেখুৱাই দেখুৱাই বুঢ়া, চহা, হোজা গাঁৱলীয়াৰ মনত নতুন হাবিলাষ, নতুন জাগৰণ আনিব ধৰিছে। সেইকেইখন গাঁৱত আজি দুশ বছৰে ইংৰাজে যি উন্নতি কৰিব নোৱাৰিলে ছমাহৰ ভিতৰতে তাত অশেষ উন্নতি হ'ল। গাঁৱত ঘৰ-দুৱাৰ, খেতি পথাৰ, ফল-ফুলনি নতুন ধৰণে হ'ব ধৰিলে। সাজ-পাৰ নতুন হ'ল। সকলোপিনে ধৰনি হ'ল। জাগা, জাগা, উত্তিষ্ঠিত, জাগ্ৰত প্ৰাপ্য ৰৰাণ লগে লগে হাজাৰ হাজাৰ সৰু সৰু কিতাপ আৰু কাগজ এৰোপ্লেনেৰে বৰষিব ধৰিলে। মানুহৰ হাবিলাষৰ লগে লগে তৃপ্তিৰ সম্ভোগ হাতে হাতে মিলিল।

(২৪)

বহুনে এইবাৰ ৰাজনীতি ক্ষেত্ৰত ভালকৈ নামিবলৈ থিৰ কৰিলে। তেওঁৰ অস্ত্ৰ হ'ল জোনাকীয়ে নতুনকৈ অনা ছপাখানা আৰু বাতৰি কাকত। আনপিনে হেমনী আৰু মদনে চলোৱা কথাছবি। কালিন্দ্ৰীয়ে ইতিমধ্যতে বহুতো চককাৰী মাটি লৈ উন্নত ধৰণৰ খেতিৰ আহিলা আনি খেতি কৰিব ধৰিছে লগে লগে সেই ঠাইবোৰ খেতিৰ উপযোগী কৰি উন্নত কৰিছে। তেওঁৰ সেই খেতিৰ পথাৰৰ কাষতে ৰবীন্দ্ৰই চেনিৰ কল পাতিছে। ৰবীন্দ্ৰই তাহানিয়ে পঢ়া অৱস্থাৰ পৰা কি নতুন ব্যৱসায় হাতত ল'ব ভাবি ভাবি শেষত ইয়াকে থিৰ কৰিছিল, চেনি সকলোৰে আৱশ্যক কিন্তু অসমত, অসমত কিয় গোটেই ভাৰতত চেনিৰ কল বিৰল। গতিকে এই ব্যৱসায় ল'ব পাৰিলে তাৰ উৎপন্ন বস্তু গোটেই ভাৰতত চলন্তি হ'ব। সেই ভাবিয়ে সি সকলো তথ্য বুজি শেষত চেনিৰ কলকে কিনি আনি ব্যৱসায় আৰম্ভ কৰিছে। কালিন্দ্ৰীয়ে লোৱা মাটি তেতিয়া অটব্য বন আছিল। কিন্তু যেতিয়া তাই সকলো পৰিষ্কাৰ কৰি উলিয়াই নানা তৰহৰ খেতি আৰম্ভ কৰিলে সেই বন জঙ্গল যেন দেৱ-পুৰীত পৰিণত হ'ল। কেতিয়াবা দেখিবা চকুৰ দৃষ্টি যায় মানে কেৱল হালধীয়া সৰিয়হৰ ফুল, কেতিয়াবা দেখিবা বগা বগা তিলফুল, কেতিয়াবা আকৌ সেউজীয়া বিতোপন তিচি ফুলৰ বহল পথাৰ। ই যে কবি কল্পনাৰ অতীত। এপিনে ওৱাৰ্ডচওৱাৰ্থৰ ডেফোডিলচ, আনপিনে মাৰ্কছৰ অৰ্থনীতিৰ কি মহান সামঞ্জস্য। বহুনে ৰাজনীতিত নমাৰ আগেয়ে তাইৰ ভাব হ'ল তাই ৰাজনীতিত কিয় নামিব? নিজৰ নাম ঘোষণা কৰিবলৈ, নিজৰ যশস্যা বঢ়াবলৈ, নে

ধন-দৌলত কৰিবলৈ? যদি সেয়ে হয় তেন্তে ৰাজনীতি ক্ষেত্ৰ এনেকৈ অপবিত্ৰ নকৰিও তাই আন উপায়ে সেইবোৰ কৰিব পাৰে। ধন-দৌলত আৰ্জিবলৈ বহুতো ক্ষেত্ৰ আছে। নাম ঘোষণা কৰিবলৈ দান, ধৰ্ম, সাহিত্য আৰু কত উপায় আছে। মানুহে যে প্ৰত্যেক ক্ষেত্ৰতে নিজৰ বুদ্ধি আৰু প্ৰতিভা থাকিলে নিজৰ নাম আৰু জাকত-জিলিকা কৰি তুলিব পাৰে। বাতৰি কাকত মেলিলেই সহজতে বুজি ক্ৰিকেট খেলাৰ খেলুৱৈৰ পৰা, নৃত্য-বাদ্য কৰোতা, গাৰ শক্তিৰ অবিয়া-অৰিত পৰ্কৈত সকলো, গীত, কথাছবি, নাট, মন্দিৰ আদি সকলো ঠাইতে একো একোজন নামজ্বলা হৈ উঠি জগতবাসীৰ দৃষ্টি আকৰ্ষণ কৰিছে। তেন্তে নিজৰ নাম-যশৰ কাৰণে ৰাজনীতিত বাদুলি ওলোমা দিয়াৰ আৱশ্যক কি? বা তেনেবোৰ কৰি দলবোৰ বঢ়াই নানা তৰহৰ খেলি-মেলি কৰাৰ কাৰণ কি? তেন্তে ৰাজনীতিৰ আৱশ্যক আন ধৰণৰ। দেশ আৰু দহৰ অৱস্থা ভাল কৰাই ৰাজনীতিৰ উদ্দেশ্য। ৰাইজ আৰু ৰজা বা শাসন কৰ্তাসকলৰ মাজত সম্বন্ধ গাঢ় কৰাই ইয়াৰ আৰু এটা উদ্দেশ্য। তাতোকৈ ইয়াৰ আন এটা উদ্দেশ্য পৃথিৱীৰ আন আন দেশ বা আন আন ৰাইজসকলৰ লগত কেনেভাৱে মিল সামঞ্জস্য আনি পৃথিৱী শান্তি আৰু আনন্দৰ ৰাজ্য কৰিব পাৰে। ৰহনে ভাবিছিল ৰাজনীতিত সোমোৱাৰ আগেয়ে দেশৰ লাগতিয়াল শিক্ষা-দীক্ষা, আৰ্থিক উন্নতি, গাঁও সংগঠন, শিল্পৰ উন্নতি, ব্যৱসায়-বাণিজ্য আন্তৰ্জাতিক ব্যৱস্থা, ঘৰ ৰক্ষাৰ প্ৰথা সকলোবোৰ সুন্দৰভাৱে আঁচনি কৰি ল'ব। যাতে সেইমতে দেশক আগবঢ়াই নিব পাৰে। নহ'লে পাবত পঁজা ৰাজনীতিজ্ঞ হৈ দেশৰো অমঙ্গল আনিব, নিজৰো অজ্ঞানতা দেখুৱাব। সেই কাৰণে সকলো ডাঙৰ ডাঙৰ দেশৰ সকলোবোৰ আঁচনি তাই অধ্যয়ন কৰি ভাৰতত লগে লগে অসমত খাপ খোৱাকৈ প্ৰত্যেক বিষয়তে একোখনি আঁচনি গঢ়ি লৈছিল। যাতে প্ৰত্যেক ক্ষেত্ৰতে নতুনকৈ ভাবিব নলগাকৈ কামত আগবাঢ়িব পাৰে। তাই আকৌ লগত জনচেৰেক ডেকা ল'বলৈ মন কৰিছিল। তেওঁলোক একোটা বিষয়ত যেনে অৰ্থনীতি, বেহা-বেপাৰ, বিজ্ঞান, শিক্ষা, শিল্প-কলা একোটা একোটা বিষয়ত অগাধ জ্ঞান লাভ কৰিছে। আৱশ্যক হ'লেই তেওঁলোকে তাইক সুন্দৰভাৱে নিজ নিজ বিষয়ত সুন্দৰভাৱে সহায় কৰিব পাৰে। অৱশ্যে তেনে ডেকা পোৱা বিৰল আৰু পাব লাগিলেও বহুতো টকাৰ আৱশ্যক। যি নহওক বৰ্তমানে কালিন্দ্ৰীৰ ব্যৱসায়ত লগা আকৌ জোনাকীৰ প্ৰেছত লগা মানুহকেইজন তেনে ধৰণৰ ডেকাকে দৰমহা দি ৰাখিলে। ভাবিলে, যদি ৰাজনীতি ক্ষেত্ৰত সোমাব পাৰে তেন্তে গৱৰ্ণমেণ্টৰ টকাৰে পিছত সেই সেই বিষয়বোৰত ব্যুৎপত্তি লভা বা অশেষ জ্ঞান থকা বিশেষ লোকক আনি দেশৰ মঙ্গল সাধিবলৈ চেষ্টা কৰিব। সেই সময়ত তাইৰ চক্ৰপাণিলৈ বৰ মনত পৰিছিল। কিন্তু চক্ৰপাণি এতিয়া ক'ত? ৰাজনীতিৰ কথা ভাবোতে তাইৰ মনত পৰিছে তাইঁতৰ দৰে বাপেক-মাক নোহোৱা অৱস্থাহীন, সহায়হীনা ল'ৰা-ছোৱালীসকললৈ। তাই ভাবিছিল সহায়হীন, আশ্ৰয়হীন, ল'ৰা-ছোৱালী বা মানুহক যদি সহায় কৰিবলৈ বা সেইবোৰৰ দায়িত্ব লবলৈ ৰাজনীতিৰে গৱৰ্ণমেণ্টক বাধ্য কৰাব নোৱাৰি তেন্তে ৰাজনীতিৰ কিয় আৱশ্যক? ধনী, প্ৰতাপশালী, প্ৰভুত্ববান, সুচল অৱস্থাপন্ন লোকে নিজৰ বাহুবলেৰে চলিব পাৰে। সেইবোৰৰ কাৰণে গৱৰ্ণমেণ্টে বা সমাজে চকু নাৰাখিলেও হয়। কিন্তু সমাজ বা গৱৰ্ণমেণ্টৰ সহায়-সাহায্য যে পদে পদে লাগে দুখী, কাঙালী, দুৰ্বলী, অশিক্ষিত আৰু সৰ্বহাৰা দলৰ কাৰণে।

(২৫)

চক্ৰপাণিয়ে সিদিনা দেউতাকৰ আচৰণত মৰ্মান্তিক আঘাত পাই সিদিনাই তাৰপৰা অন্তৰ্ধান হৈছে। কোনোৱে একো শুংসূত্ৰ পোৱা নাই। চক্ৰপাণিৰ ভাব সামান্য, সহায়হীনা, দুৰ্বলী ছোৱালীকেইজনীয়ে যদি বাপেক-মাকৰ সহায় নোহোৱাকৈ সংসাৰত উন্নতি কৰিব পাৰে তেন্তে সি পঢ়ি-শুনি বি-এ পাছ কৰি মতা ল'ৰা হৈ কিয় দেউতাকৰ ধন-সম্পত্তিৰে ডাঙৰ মানুহ বোলাই সেই ধনৰ ওপৰত মহতালি কৰিব বা

দেউতাকৰ নাম যশেৰে সি সমাজৰ মাজত প্ৰতিপত্তি লাভ কৰিব। সি ভাবিছিল এনে এঠাইলৈ যাব য'ত তাক কোনোৱে নাজানে, তাৰ শিক্ষাৰ মোল নাপায়, বা দেউতাকৰ টকাৰ ওপৰত সি সমূলি নিৰ্ভৰ কৰিব নালাগে। সেই ভাবিয়ে সি সিদিনাই কেৱল তাৰ লগত যি অলপ-অচৰপ ধন আছিল তাকেই লৈ কলিকতা পালেগৈ। কলিকতাত এজন সমাজতন্ত্ৰী দলৰ লোকক লগ ধৰি সেই দলত ভৰ্ত্তি হৈ তেওঁলোকৰ লগতে থাকিল। তাৰ জীৱন নতুন ধৰণে গঢ় ল'লে। কলিকতাৰ এটা দুমহলা ঘৰৰ সৰু কুঠৰি এটাত সি থাকি প্ৰথমে কোনো মানুহৰ ঘৰত ঘৰুৱাভাৱে ল'ৰা-ছোৱালীক পঢ়াবলৈ মন কৰিলে। আহৰি সময়ত সি নানা তৰহৰ কিতাপ পঢ়ে। সাজ-পাৰত আগৰদৰে লাহ-বিলাহ নাই। মূৰ কেতিয়াবা আঁচোৰে, কেতিয়াবা নাই। তেল কেতিয়াবাহে লয়। দিনচেৰেক তেনে সাধাৰণভাৱে থাকিয়েই সি নতুন জীৱনৰ গঢ় ল'লে। সি কলিকতা মহানগৰত দেখিলে এপিনে বিলাসিতাৰ ৰমক-জমক, আনপিনে দুখী-কাঙালীৰ শ্ৰেণী। এপিনে দেখিলে বিজুলী-বাতি, পাংখাৰ তলত নানা উপাদানৰ আলম লৈ থকা বিলাসিতাৰ সেৱকদল, আনপিনে খাব নোপোৱা ভিকহু, যেয়ে এটা-দুটাকৈ নৰ্দমাত পৰি থকা ভাত বুটলি খাব ধৰিছে। যেয়ে ধনীৰ দুৱাৰমুখত নাঙ্গং নাবস্ত্ৰং হৈ দুটা ভাত দিয়া, এটোপা ভাতৰ ফেন দিয়া বুলি চিঞৰি চিঞৰি টিকা ফটা ৰ'দত চিঞৰি ডেডাউৰি পাৰিছে। কিন্তু ধনীৰ কানসাৰ নাই। সি দেখিলে সেই ভয়ঙ্কৰ ৰ'দত জৰাজীৰ্ণ জ্বৰত জুবুলা-জুপুৰা হোৱা বেমাৰীসকলে ছাটি-ফুটি কৰি ধনীৰ কৃপা ভিক্ষালৈ কাবৌ-কোকালি কৰা অৱস্থা। সি দেখিলে বৃষ্টি, বতাহ, শিলাবৃষ্টি, ধুমুহা মূৰত লৈ লৰিছে সৰ্বহাৰাৰ দল, ক'ৰবাত এমুঠি ভিক্ষা পোৱাৰ আশাত। সি পঢ়ুৱাবলৈ ছাত্ৰ-ছাত্ৰী বিচাৰি ফুৰোঁতে দুই-এটা ঘৰৰ তলৰ মহলাত সি দেখে কি ? সৰু সাধাৰণ কুঠৰি একোটাত জীৰ্ণ-শীৰ্ণ দুই-এজন লোক। দেখিলেই ভাব হয় যেন তেওঁলোকে কে'বাদিনো খাবলৈ পোৱা নাই। দুই-এজন বেমাৰত ধৰফৰাই আছে। দুই-এদিন অহা যোৱা কৰোঁতে তাৰ চকুত পৰিল, এজন লোক বিয়ে সুন্দৰ ধুতি এখন পিন্ধি এটা গেঞ্জি গাত লৈ এখন গামোচা কান্ধত লৈ প্ৰায়ে অহা-যোৱা কৰা, তাৰ চলন-ফুৰণ, অঙ্গি-ভঙ্গিত চক্ৰপাণিৰ ভাব হ'ল যেন সি সুশিক্ষিত, তাৰ দেহৰ গঠনত সহজতে বুজিব পাৰি যেন সি কোনো ভদ্ৰবংশৰ। তিনিদিন লগ পোৱাৰ পিছত সেই ল'ৰাজনে ওচৰ চাপি বঙালী ভাষাতে ক'লে, আপুনি মোক অনুগ্ৰহ কৰি অলপ পইছা দিয়কচোন। চক্ৰপাণি অবাক হ'ল। এজন নিচিনা-নজনা ভদ্ৰবেশী লোকে এনে নিলাজভাৱে তাক পইছা খুজিব পাৰে। তাৰ খং উঠিল। কিন্তু পিছ মুহূৰ্ত্ততে সি থমকি ৰৈ... তাক সুধিলে পইছাৰে কি কৰিবা ?

পইছাৰে কি কৰিম ?

পইছাৰে কি কৰে নাজানে ? পেট ভৰাব লাগে। অৱশ্যে আপোনাৰ পৰা নিয়া পইছা আকৌ ওভতাই দিম। নাইবা কিবা কাম আছে যদি কওক পইছাৰ সলনি কাম কৰি দিম। আজি তিনিদিন একো খোৱা নাই।

কিয় ইয়াত এনে অভাৱ হৈছে ?

কেৱল অভাৱ ? ই যে দুৰ্ভিক্ষৰ হাহাকাৰ। একোঘৰ ভদ্ৰ পৰিয়ালৰ হাহাকাৰ দেখিলে আপোনাৰ চকু থিৰ হ'ব। চাবা ?

চক্ৰপাণিয়ে তাৰ এটা আধলি মানুহজনক দিলে।

ধন্যবাদ। সুবিধা পালে আপোনাৰ ঋণ সুজিম। বুলি সি যাব ধৰোঁতে চক্ৰপাণিয়ে ক'লে, ৰ'বা তোমাৰ লগে লগে মইয়ো যাম। তুমি ক'ত থাকা ?

প্ৰায় ইয়াৰ পৰা দুমাইল দূৰৈত।

কিমান পঢ়িছিলা ?

পঢ়িছিলো। নাই, পঢ়াৰ কথা ক'বলৈ লাজ লাগে। সি পঢ়া-নপঢ়া সমান।

মানে ?

মানে কি হ'ব। যি পঢ়াই মানুহক খুটি খাব পৰা কৰিব নোৱাৰে, যি পঢ়াই কেৱল পৰৰ ওপৰত নিৰ্ভৰ কৰাবলৈ শিকায়, যি পঢ়াই মাথোঁ স্মৰণ শক্তিৰ ব্যায়াম হে তেনে পঢ়াৰ মূল্য কি ? পঢ়িছিলো। এম-এ পাছ কৰিছিলো। সেয়ে তালুকৰ সাক্ষি। এতিয়া কামো কৰিব নোৱাৰোঁ, বেহা-বেপাৰয়ো উপায় অপাৰ্গ, সমাজৰ

আগতো নিজৰ অপদাৰ্থতা প্ৰমাণ কৰিবলৈ মনে নকয়, গতিকে ইতো নষ্ট ততো ভ্ৰষ্ট হৈছো।

এম-এ পাছ কৰিছা।

এৰা, সেয়ে চাৰ্টিফিকেট। কাকতৰ চাৰ্টিফিকেট এখনৰ মূল্য কি ? ফালি গ'লেই গ'ল। আকৌ বাইৰণ, কীটচ, ওৱাৰ্ডছওৱাৰ্থ, মিল্টন মুখতে আছে, গাই যাব পাৰো। কিন্তু তাত লাভ কি ? আমাৰ শিক্ষাৰ মূল্য শুনিবা ? জুই কাঠি মাৰিব পাৰোঁ, কিন্তু কেনেকৈ সেইটো কৰে আমাৰ জ্ঞান নাই। চিগাৰেট হুঁপি ধোঁৱা উকলাব পাৰো, কিন্তু সেইটো কেনেকৈ কৰিব পাৰি নেজানো। কাপ-পিয়লাত চাহ পিব পাৰো, কিন্তু সেইবিলাক কেনেকৈ সাজিব লাগে সেইটো নাজানো। গতিকে কেৱল উপায় হৈছে চাকৰি কৰা। চাকৰি নাপালেই হাহাকাৰ। সকলোপৰা ভাব আছিল চাকৰি নকৰো। কিন্তু আন কিবা কৰিবলৈ শিকিলোঁ ক'ত ?

চক্ৰপাণিয়ে ক'লে এতিয়া কি কৰোঁ বুলি ভাবিছা ?

কৰিম কি ? নাম লগাইছো কমিউনিষ্ট দলত। অৰ্থাৎ যি দলত 'কামানি' নাই, যি দল সৰ্বহাৰাৰ পৃষ্ঠপোষক কিন্তু লগে লগে সুবিধা বিচাৰিছে, কমেই হওক বা বেছিকৈ হওক এটা সুযোগ পালেই 'কামানিৰ' উপায় কৰিব পাৰিলে 'কম ইউনিষ্ট' নহৈ 'বেছি ইউনিষ্ট' হ'ব। সহজ ভাষাত ক'ব লাগিলে সৰ্বহাৰাৰ দলৰে পিছ দি সৰ্বচৰাৰ দলত সোমায়।

তাৰ মানে ?

অৰ্থাৎ বুজি পোৱা নাই ? উকিল কমিউনিষ্ট হৈছে যাতে গাঁৱৰপৰা মক্কেল যোগাই নিজৰ ব্যৱসায় নিকপকপীয়া কৰিব পাৰে। খেতিয়ক কমিউনিষ্ট যাতে ধানকেইটা দিয়াৰ পৰা বা খাজানাৰ পৰা ৰেহাই পায়। ৰাজনীতিজ্ঞ কমিউনিষ্ট হৈছে যাতে গৱৰ্ণমেণ্টখন হাত কৰি হৰ্তা-কৰ্তা বিধাতা হ'ব পাৰে। চাকৰিয়াল কমিউনিষ্ট যাতে তেওঁলোকৰ দৰমহা অলপ বাঢ়িব পাৰে। নিবনুৱা কমিউনিষ্ট যাতে এটা চাকৰিৰ দিহা কৰিব পাৰে। সেইবিলাকৰ অলপ সুবিধা হ'লেই তেওঁলোকেই আকৌ ওভোতা হৈ বাইজৰ শোষণকাৰী হ'ব। সৰ্বহাৰাক আৰু সৰ্বহাৰা কৰিব।

কিন্তু সেইটো ধৰি লৈছা কিয় ? তেওঁলোকৰ মনত উচ্চ আদৰ্শয়ো থাকিব পাৰে। দেশৰ মঙ্গল কৰাটোৱে তেওঁলোকৰ উদ্দেশ্য হ'ব পাৰে।

উদ্দেশ্য ! উদ্দেশ্য ! কংগ্ৰেছেও উদ্দেশ্যৰ বকলা মেলিছিল। কিন্তু প্ৰভুত্ব পায়েই দেশ ৰ'ল ক'ৰবাত, ৰাইজ ৰ'ল আনফালত, কেৱল নিজৰ স্বাৰ্থসিদ্ধি, কেৱল নিজৰ লোককেইজনৰ সুবিধা কৰা, কেৱল নিজে কেনেকৈ টকা পাব পাৰে তাৰ উপায় কৰা, সেইবোৰতে ব্যস্ত হ'ল। গৱৰ্ণমেণ্টৰ টকাৰে তেওঁলোকৰে অগুহি-বগুহি কেইটাকে বিষয় দি অন্ত কৰিব নোৱাৰে গতিকে আনবিলাকলৈ কেনেকৈ চায় ?

কিয় সকলো কংগ্ৰেছী লোক তেনে নহয়। তুমি এনেধৰণৰ কথা জৱাহৰলাল, ৰাজেন্দ্ৰপ্ৰসাদ, বল্লভভাই বা তেনেধৰণৰ লোকৰ ওচৰত নাপাবা।

অৱশ্যে তেখেতসকলে দেশৰ কথাকে ভাবে। দেশৰ উন্নতি কৰিবলৈকে চেষ্টা কৰে। সেইটো নিঃসন্দেহ। কিন্তু বেছিভাগৰে যদি মন আওফালে যায় তেন্তে জনচেৰেকে কি কৰিব ? তদুপৰি তেওঁলোকৰ মাজতো কেৱে দেশতকৈ বিশ্বক ওখ ঠাই দিয়ে, বাস্তৱ ক্ষেত্ৰতকৈ আদৰ্শত আপোন-পাহৰা, দুখীয়া-ধনী দুয়ো সম্প্ৰদায়েৰে স্বাৰ্থ অক্ষুণ্ণ ৰাখিব খোজে, মালিক বনুৱাৰো স্বাৰ্থত হাত দিব নোখোজে। আকৌ বৃটিছে যিবিলাক পদ্ধতি লৈছিল সেইবিলাকো ততালিকে দলিয়াই স্বদেশৰ আচল মঙ্গল হোৱা পদ্ধতিও ল'বলৈ ইচ্ছা নকৰে। গতিকে আকৌ ঘূৰি ঘূৰি তথৈবচ হয়। কেৱল হাহাকাৰ, হৈ ধ্বনি আৰু আজিকালিহে বাঢ়ি গৈছে। দেশৰ মঙ্গল ক'ত ? তাতোকৈ দল। দল। সৰ্বনাশী দল। দেশৰ যিহকে নহওক দলৰ প্ৰভুত্ব থাকক। যাতে সেই দলৰ হাতৰ পৰা কোনোমতে শাসন পিছলি পৰিব নোৱাৰে তাৰ নিমিত্তে তীক্ষ্ণ চকু। গতিকে দলৰ প্ৰভুত্বলৈ চালে দেশৰ আচল মঙ্গল ক'ত ? বাৰু তুমি কিয় কমিউনিষ্ট হৈছা ?

সেই একে কথা। যদি মযো এটা ভাল চাকৰি পালোহেঁতেন কিজানিবা তাতে আপোন-পাহৰা হৈ থাকিলোহেঁতেন। কিন্তু সেইটো নাপাইহে সৰ্বহাৰাৰ পৰম বন্ধু হৈ আছো। তোমাৰ কথা শুনি নেৰাহি নোৱাৰি।

সঁচা কথা ! সঁচা কথা ক'লে মানুহে হাঁহে, পেণ্ডলাই কৰে। এইটো আজি নতুন কথা হৈছে। বাৰু তুমি কোন? মরো সেই একে পথৰ পথিক! প্ৰভেদ এইখিনিতে যে মই ইচ্ছা কৰিলে সৰ্বহাৰাৰ দলত নিমিলিও সুন্দৰভাৱে খাই-লৈ থাকিব পাৰিলোহেঁতেন। কিন্তু সেইটো নকৰি আনপন্থা লৈছোঁ।

তেন্তে তুমি নিশ্চয় নেতা হ'বলৈ খুজিছা!

নাই সেইটোৰ মোৰ ইচ্ছা নাই। কেৱল দেশ-সেৱাই মোৰ উদ্দেশ্য! তেন্তে এনে দেশ-সেৱাৰ গুটি হয়তো প্ৰেম-ক্ষেত্ৰত ওপজা! তাৰ মানে?

অৰ্থাৎ দেশ-প্ৰেমৰ কথা কোৱা নাই। কৈছো হয়তো কোনো তোমাতকৈ বা তোমাৰ বংশতকৈ হীন ছোৱালীৰ প্ৰেমত পৰিছা! শেষত সেই ছোৱালী নিজৰ কৰিব নোৱাৰি সৰ্বহাৰাৰ সহযোগী হৈ সৰ্বহাৰাক ওপৰলৈ তুলিবলৈ আহিছা?

সেই কথাষাৰত কিছু সত্য থাকিলেও আচলতে এই ভাবটো মোৰ আগেয়ে জন্মিছে, কেৱল সেই অৱস্থাই আৰু আগবঢ়াই আনিছে বা মোক এনে অৱস্থাত পেলাবলৈ সাহস দিছে।

সুন্দৰ! দেখিছো তুমি সত্যবাদী। তোমাৰ উদ্দেশ্যত কেৰোণ নাই। যি নহওক যদি সুবিধা পোৱা তেন্তে লাহে লাহে তুমি দেশৰ হিত সাধিব পাৰিবা। কিন্তু সুবিধা পোৱাই সকলোতকৈ ডাঙৰ কথা। গৱৰ্ণমেণ্টৰ কামৰ পদ্ধতি সাল-সলনি কৰিবলৈ হ'লে লাগে গৱৰ্ণমেণ্ট হাত কৰিবলৈ। তেনে কৰিবলৈ হ'লে লাগে দল! দলৰ মানুহবোৰ বেছি সংখ্যা মেম্বৰ কৰি তুলিব পাৰিব লাগিব। সেইটো কৰাও দুৰূহ কাম। আকৌ সেই কাম সিদ্ধি কৰিব পাৰিলেও আকৌ দলৰ লোকসকলৰ স্বাৰ্থ-ৰক্ষাত ব্যস্ত থাকিব লাগিব। গতিকে এনে কামত কোন ভাল মানুহ যাব? ভাল মানুহে বিচাৰে শান্তিৰে দেশৰ মঙ্গল কৰা, শান্তিভাৱেৰে আঁচনি আদি গঢ়ি দেশৰ মঙ্গলৰ উপায় কৰা! কোন ভাল মানুহে প্ৰপাগণ্ডা কৰিবলৈ বা দল গঢ়িবলৈ বা দলত সোমাবলৈ ভাল পায়? কিন্তু এইবিলাকৰ অবিহনত ভাল মানুহে দেশৰ মঙ্গল কৰিবলৈ আগবাঢ়ি আহিব নোৱাৰে। গতিকে দেশৰ অৱস্থা কেনেকৈ ভাল হ'ব? যদি এইবিলাক পাৰা তেন্তে আগবাঢ়া, নহলে মনে মনে বহি থাকা!

যদি দেশৰ মঙ্গলৰ বাবে তেনে কৰিবলৈ হয় তাকো কৰিব লাগিব। প্ৰপাগণ্ডাক মেণ্ডচন কৰি বা বেয়া বুলি থিয়াই থাকিলে নহ'ব। সময়ৰ সোঁতত গা ঢালি দিব লাগিব। পানী চাই বৈঠা মাৰিলেহে পাকেত গুৰিয়াল।

ঠিক কৈছা। তেনেহ'লে তুমি পাৰিবা। কিন্তু আৰু এটা ডাঙৰ কথা, সাধাৰণ চকুত যিটো প্ৰিন্সিপল সেইটোও পাহৰিব লাগিব। হাজাৰ সময়ত হাজাৰ পন্থা লব লাগিব। কেতিয়াবা চোৰ সাজিব লাগিব, কেতিয়াবা সাধু হ'ব লাগিব, কেতিয়াবা আকৌ ডকাইতি কৰিবলৈকো পিছ হুঁহকিব নালাগিব। ৰাজনীতি ক্ষেত্ৰত Principle নাই। ডিপ্লোমাচি কেৱল Deplomacy হে আন একো নহয়।

সেইটো সঁচা। কিন্তু সেই আটাইবোৰ হব লাগিব কেৱল এটা উদ্দেশ্যত! অৰ্থাৎ দেশৰ মঙ্গল সাধনৰ কাৰণে এনে কৰা হৈছে। এই ভাবটোতহে!

এৰা, সেয়ে প্ৰিন্সিপল। আটাইবোৰ ডিপ্লোমাচিৰ সেয়ে আচল উদ্দেশ্য! বহুতো কথা কলো। বহুত বাটো আহিলো, তুমি এতিয়া ক'ত যাবা?

ক'ত যাম সেইটো ভাবিয়ে পোৱা নাই। ওলাইছিলো ক'ৰবাত ল'ৰা-ছোৱালীৰ শিক্ষাৰ ভাৰ পাওঁ বুলি। বাটতে তোমাক লগ পালো।

ভালেই হ'ল। তুমি যদি ইচ্ছা কৰা আমাৰ দলত লগ লাগিব পাৰা। আমাৰ অফিচ সেইটো। যদি ইচ্ছা কৰা ল'ৰা-ছোৱালীৰ শিক্ষাৰ ভাৰো সেই অফিচৰ জৰিয়তে পাব পাৰা। আমাৰ উদ্দেশ্য ডাঙৰ ডাঙৰ ধনী সকলৰ ল'ৰা-ছোৱালীৰ শিক্ষাৰ ভাৰ আমাৰ দলৰ লোকসকলে লৈ সেই ল'ৰা-ছোৱালী বিলাকক আমাৰ দললৈ টানি আনো। তাৰ দ্বাৰা আমাৰ টকাৰ অভাৱ মৰে, আকৌ ধনী-সম্প্ৰদায়ৰ ধন চহকী ভাবটো ভৱিষ্যত বংশধৰসকলৰ পৰা আঁতৰি যায়।

বাৰু ব'লা তোমালোকৰ অফিচকে চাওঁগৈ।

(২৬)

বহুনে ৰাজনীতি ক্ষেত্ৰত নমাৰ আগেয়ে কি কি কৰিব ভালদৰে ভাবি-চিন্তি ললে। তাইৰ প্ৰথম উদ্দেশ্য সকলো কামতে ভাৰতৰ উন্নতিৰ লগে লগে অসমখনো উন্নতি কৰিব। অসমৰ স্বাৰ্থ হানি কৰি ভাৰতৰ উন্নতিৰ কল্পনাও তাই সমূলি বোধ নিদিয়ে। অসমত অসমীয়া ভাষা, ৰাজ্য ভাষা আৰু স্কুল-কলেজ আনকি বিশ্ববিদ্যালয়তো সেই ভাষাৰে ল'ৰা-ছোৱালীক শিক্ষা দিব। কিয়নো অসমীয়া ভাষাত ৰুছ, জাপান, ফৰাচী, বৃটিছ, আমেৰিকা আদিৰ ইতিহাস পঢ়িব পালে কেইমাহমানতে সেইবোৰ পঢ়ি পৃথিৱীৰ ইতিহাসৰ জ্ঞানৰ ব্যুৎপত্তি লাভ কৰিব পাৰিব। সেইদৰে ৰাজনীতি শিক্ষাতো সকলোবোৰ অসমীয়াতে পঢ়িব পালে সাধাৰণ মানুহো ৰাজনীতিত ব্যুৎপত্তি লাভ কৰি ৰাজনীতিজ্ঞ পুৰুষ হৈ জাকত জিলিকা হ'ব পাৰে। বিজ্ঞান সম্বন্ধেও অতি সহজতে কম সময়তে জ্ঞান লাভ কৰি সেইবোৰৰ বিচাৰ্চ কৰি দেশৰ আৰু দহৰ উন্নতি কৰিব পাৰি, বৈজ্ঞানিক হিছাপে জগতত স্থান লাভ কৰিব পাৰে। সেইদৰে আন আন বিষয়তো একে কথা। কোনোৱে প্ৰশ্ন কৰিব পাৰে কিন্তু সেইবোৰ অসমীয়াত তৰ্জমা কৰা বৰ টান কথা। আকৌ তৰ্জমা কৰিলেও শব্দবোৰ সহজ নহৈ বুজা কঠিন হৈ পৰে। তাই ভাবিলে সেইটো সম্পূৰ্ণ ভুল। শব্দবোৰ একেধৰণে থাকিব। কেৱল ব্যাখ্যাবোৰহে অসমীয়াত সৰলভাৱে প্ৰকাশ হ'ব। যেনে ৰেডিও শব্দটো যেনে-তেনে থাকক, কিন্তু ৰেডিওৰ সহায়েৰে কেনেকৈ বা-বাতৰি দূৰৈৰ পৰা আহে। কেনেকৈ দূৰৰ শব্দবোৰ গীত, বক্তৃতা আদি মানুহে শুনিব পাৰে, সেইবোৰৰ ব্যাখ্যাহে জনা উচিত। তদুপৰি ৰেডিও কেনেকৈ কৰে সেইটোৰে সুন্দৰ জ্ঞান হোৱা যুগুত। সেইদৰে বৈজ্ঞানিক সকলো শব্দবোৰ হুবহু তেনেভাৱে ৰাখি বৈজ্ঞানিক ক্ষেত্ৰত অসমীয়া ভাষাত শিক্ষা লাভ কৰি অসমীয়া জাতি আগবাঢ়ি যাওক। তেন্তে অতি কম সময়তে অসমীয়াসকল বৈজ্ঞানিক হিছাপে উন্নতি কৰিব পাৰিব। তাই ভাবিলে পাহাৰী বা ভৈয়ামৰ উপজাতি সকলৰ ভাষাও অসমত প্ৰচলন হওক। কিন্তু প্ৰত্যেক উপজাতিসকলৰ ভাষা বেলেগ বেলেগ ফৈদৰ বেলেগ বেলেগ হোৱাৰ কাৰণে আৰু সেইবিলাকৰ লিখিত ভাষা নথকাৰ কাৰণে উপজাতিসকলৰ নিজৰ উন্নতিৰ কাৰণে বহল অসমীয়া ভাষাকে ল'ব লাগিব। নহ'লে সেই জাতিবোৰ কিতাপ আদিৰ অভাৱত তেওঁলোক আকৌ এশ বছৰ পিছুৱাই থাকিব লাগিব। বিশেষত তেওঁলোকৰ কিতাপ আদি তেওঁলোকৰ ভাষাত লিখি উলিয়ালেও প্ৰত্যেক ফৈদৰ মানুহ অতি তাকৰীয়া সংখ্যা হোৱাৰ কাৰণে সেইবোৰৰ প্ৰচলন বহুতো কম হ'ব আনকি সেইবোৰৰ বিক্ৰী নহৈ ভেঁকুৰিব লাগিব। তেওঁলোকৰ নিজ আখৰৰ ছপাখানা নোহোৱাৰ কাৰণে বা Type Writer নোহোৱাৰ কাৰণে সেই কিতাপবোৰ প্ৰকাশ কৰা দুৰূহ ব্যাপাৰ হৈ উঠিব। গতিকে অসমীয়াৰ উন্নতি হওক বা নহওক তেওঁলোকে নিজৰ উন্নতি কৰিবলৈ হ'লে এটা ডাঙৰ ভাষা আৰু সাহিত্যৰ আলম লোৱা অৱশ্যম্ভাৱী। তেনে ভাষা হয় হিন্দী, নাইবা অসমীয়া হ'ব। কিন্তু হিন্দীতকৈ ওচৰত থকা বা সদায় কথা-বতৰা ক'ব পৰা লোকসকলৰ অসমীয়া ভাষা তেওঁলোকে অতি সহজতে শিকিব পাৰিব। সেয়ে তেওঁলোকৰ সহজ আৰু ঘৰুৱা ভাষাত অলপ দিনতে পৰিণত হ'ব আৰু তাৰ আলম লৈয়ে জগতত তেওঁলোকে মূৰ দাঙি উঠিব পাৰিব। কোনোৱে ক'ব বঙালীয়োতো শিকিব পাৰে। সেই কথা হিন্দী আৰু অসমীয়াৰ মাজত আগতে যি বিজনী দিয়া হৈছে সেই একে বিজনীয়ে খাটে। বৰং হিন্দীৰ ঠাইত বঙালী শিকাতো তেওঁলোক কেৱল অসমীয়াৰ পৰাই বেলেগ নহ'ল, ভাৰতীয় লোকসকলৰ পৰাও দূৰত থাকিব লাগিব। তেন্তে বঙালী শিকি লাভ কি? আনপিনে এই উপজাতিসকলে অসমীয়া শিকিলে বঙালীসকলৰো স্বাৰ্থ ৰক্ষা পৰিব। কিয়নো অসমীয়া শিকিলে সিহঁতে সহজতে বঙালী বুজি পাব আৰু বঙালী কিতাপবোৰ পঢ়িব পাৰিব, তাৰ ফলত অসমীয়াৰ মাজত যেনে বঙালী কিতাপবোৰৰ চলন্তি হৈছে এই উপজাতিসকলৰ মাজতো তেনেভাৱে চলন্তি হৈ বঙালী কিতাপবোৰৰ আদৰ আৰু বিক্ৰী হ'ব। উপ-জাতিসকল এটা সুকীয়া

জাতি বা সুকীয়া ভাষা অৱলম্বী নহয়। তেওঁলোকৰ কৈফে কৈফে বেলেগ ভাষা, বেলেগ জাতি আছে। গতিকে উপ-জাতিসকল সংখ্যাত সৰহ বুলি অসমীয়া ৰাজনীতিজ্ঞ সকলে ভয় খোৱা কথাটো কেঁচুমটাৰে গঢ়া। এনে অলীক ভয়ৰ আশ্ৰয় লৈ অসমীয়া প্ৰচলন নকৰাটো কেৱল ৰাজনীতি-পুৰুষসকলৰ দুৰ্বলতাই নহয় আন আন বিদেশীসকলক ডাঙৰ আন্দোলন কৰিবলৈ সময় আৰু সুবিধা দিয়া। ইয়াৰ ফল মাৰাত্মক হৈ উঠিব পাৰে। কিয়নো এনে কথাত পলমেই সৰ্বনাশৰ মূল।

বহুনে ভাবিলে ধনী-দুখীয়া থাকিব পাৰে কিন্তু সিইঁতৰ মাজত পৰ্বত-পাহাৰৰ পাৰ্থক্য নাথাকিব। কোনো লোকে হাজাৰ হাজাৰ টকা পাব আৰু কোনোৱে খাবলৈ ভাত মুঠাও নাপাব, এনে ৰাজ্য গঢ়াত তাই যোগ দিব নোৱাৰে। তাই যোগ দিব সকলোৰে সুন্দৰভাৱে যাতে খোৱা-লোৱা, শিক্ষা দিয়া বা পোৱা, ডাক্তৰ আৰু দৰৱ-পাতিৰ যাতে একেধৰণে সুবিধা পায়, এনে ৰাজ্য গঢ়াত তাই মনপুতি লাগিব। কোনোৱে লগে লগে টকা বেঙ্কত থব আৰু কোনোৱে হা টকা হা টকা কৰি খেতি কৰা গৰুহাল কিনিবলৈ টকা নাপাব বা অতি সৰহীয়া সুদত টকা ধাৰ কৰিব লাগিব এনে অৱস্থা নোহোৱা কৰিব। অবৈতনিক শিক্ষা আৰু ডাক্তৰ দৰৱ-পাতিৰ ব্যৱস্থা কৰিবলৈ চাব যাতে ধনী মানুহৰ ল'ৰা জধা-মূৰ্খ হ'লেও টকাৰ বলত বিলাত ঘূৰি আহি ডাঙৰ আসন পাবহি আৰু দুখীয়াৰ ল'ৰা অতি চোকা বুদ্ধিৰ হ'লেও টকাৰ অভাৱত চেঁচুকত ভেঁকুৰিবলগীয়া দূৰ কৰিব। তাই ভাবিলে এইবিলাক কৰিবলৈ উপায় কি? বেঙ্কবোৰ আৰু ডাঙৰ ডাঙৰ কল-কাৰখানা জাতীয় কৰিব নোৱাৰিলে এই সমস্যাৰ সমাধা নহ'ব। কিন্তু এইবিলাক জাতীয় কৰিব লাগিলে কি কি বিপদ হ'ব পাৰে? 'কংগ্ৰেছে কৈছে সেইবিলাক জাতীয় কৰাত বিপদ আছে, লাহে লাহে কৰিব। কিন্তু কি বিপদ আছে বাইজক ভালকৈ বুজাই দিব পৰা নাই। সেইবিলাক কঁহিয়াই নেদেখালে তেওঁলোকৰ কথাৰ সত্যতা কেনেকৈ প্ৰমাণ হ'ব? বাহিৰৰ কথা ক'লে কংগ্ৰেছে গা-মূৰ শিঁয়ৰি উঠে। কিন্তু তেনে কৰাৰ একো কাৰণ নাই। বাহিৰৰ যি ভাল আছে সেইটো আমি গ্ৰহণ নকৰিম কিয়? আৰু বেয়াটো দলিয়াই পেলাবলৈ নিশিকিম কিয়? কমিনিউজিম্ বা ছচিয়ালিজম্ বুলিলে নাক কোঁচোৱাৰো একো কাৰণ নাই। আৰু সেইবোৰ নোচোৱা-নিচিন্তাকৈ তত্তালিকে ভিজিত পেলাই কুইনাইন গিলাৰ দৰে গিলি পেলোৱাৰো কাৰণ নাই। যিসকলে সেইবোৰ বেয়া বুলি ক'ব তেওঁলোকে সুন্দৰ যুক্তিৰে সেই বেয়াৰোৰ প্ৰমাণ কৰিব লাগিব আৰু যিসকলে ভাল বুলি কয় তেওঁলোকেও সেইটো সুন্দৰভাৱে বিশ্লেষণ কৰি বাইজক যুক্তি দেখাব লাগিব। কিন্তু দল বা পাৰ্টিৰ মোহত আনে যি কৈছে বা কৰিছে সকলো বেয়া এনে কৰাৰ পৰা দেশৰ কদাপি মঙ্গল নহয়। তাই ভাবিলে দেশৰ মঙ্গলৰ অৰ্থে দলৰ স্বাৰ্থ সমূলি দলিয়াই পেলাব। এইকেইদিন তাই নানা ভাৱত বিভোৰ। এবাৰ ভাবিছে তাইৰ আদৰ্শ ঠিক কৰি ল'লে সঁচা কিন্তু কোনো দলত ভৰ্তি হৈ নিৰ্বাচনত নানামিলে তাই মেম্বৰ হোৱাৰ আশা ক'ত? আৰু মেম্বৰ হ'ব নোৱাৰিলে বহল ভাবে দেশ সেৱা কৰিবলৈ কেনেকৈ সুবিধা পাব? আৰু দলত ভৰ্তি হৈ দলৰ নিয়ম, পদ্ধতিবোৰ নামানিলে তাইক কেৱল সুবিধাবাদী বুলিহে লোকে থিণাব আৰু দলৰ পৰাও বাহিৰ কৰি দিব। আনপিনে দল নহ'লেও মন্ত্ৰী আদি হোৱা টান হ'ব? তাই ভাবিলে, মেম্বৰ, মন্ত্ৰী আদি নহ'লে জানো দেশৰ সেৱা কৰিবলৈ আন উপায় নাই? ৰাজনীতি ক্ষেত্ৰ কি, কেৱল কাউন্সিল ঘৰতহে? যি নহওক তাই ভাবি ভাবি মন ডাঠ কৰিলে। তাই চেষ্টা কৰিব সেইবোৰ হ'বলৈ, কিন্তু যদিহে নোৱাৰে তথাপি তাই দেশসেৱা কৰিব নিজ সামৰ্থ্য অনুসাৰে। কিন্তু দলত ভৰ্তি হৈ নিজৰ স্বাধীন মত বিসৰ্জন দিবলৈ তাই সাজু নহয়। এনেবোৰ ভাবি থাকোতেই জোনাকী আহি ক'লে.....

আজিৰ কাকত দেখিছা?

কি?

তুমি নিৰ্বাচনত প্ৰতিদ্বন্দী হ'বা বুলি ডাঙৰ আখৰত প্ৰকাশ কৰিছোঁ।

সেয়ে হৈছে। আন একো কথা নিলিখিবা। কেৱল লিখিবা দেশসেৱাহে মোৰ ইচ্ছা। মোৰ মঙ্গল যি

কথাত হয় সেই কথাহে মই ল'ম। যি দলৰে, যি পদ্ধতিয়ে দেশৰ মঙ্গল কৰিব বুলি মোৰ জ্ঞান বিশ্বাসে বুজো, সেই পদ্ধতিহে মই সমৰ্থন কৰিম। কোনো দল ৰাখিবলৈ মই অপাৰগ।

দলত নোসোমালে যে নিৰ্বাচনত পাৰ হোৱা টান কথা নহ'লে নাই। যেন্বৰ নহ'লেও দেশসেৱা কৰিবলৈ বহুতো উপায় আছে।

তেন্তে নিৰ্বাচনত কিয় আগবাঢ়িছা?

তেনে কিবা হ'ব পাৰিলে দেশৰ গৱেষণা আলোচনাবোৰত যোগ দিব পাৰি, আৰু দেশৰ টকা-কড়িৰ আয়-ব্যয় নিয়ন্ত্ৰণ কৰিব পাৰি। সেই কাৰণেহে। নহ'লে মেম্বৰ মন্ত্ৰী হৈ মোৰ একো স্বাৰ্থ পূৰণ কৰাত লাভ নহয়।

এনে ভাব লৈ যে নিৰ্বাচনত কৃতকাৰ্য্য হ'ব পাৰিবা সেইটো মোৰ মনে নধৰে। কিয়নো আজি 'প্ৰপাগণ্ডাৰ' দিন। আজিৰ দিন দলক হাতত ৰাখিব পৰা 'ডিপ্লোমাচি'ৰ দিন। এই দুয়োটাৰ অভাৱত কেতিয়াও নিৰ্বাচনত আগবঢ়া উচিত নহয়।

এই দুয়োটাতে মোৰ বিতৃষ্ণা।

তেন্তে এনেয়ে টকাৰ শ্ৰাদ্ধ কৰাৰ কি লাভ হ'ব ?

টকাৰ শ্ৰাদ্ধ ?

এৰা।

মইতো ভাবিছোঁ টকা এটাও খৰচ নকৰোঁ। বৰং টকা আৰ্জিবলৈ উপায়হে কৰিম। অৱশ্যে নিৰ্বাচনত মই কৃতকাৰ্য নহ'বও পাৰোঁ। কিন্তু টকাৰ যে হানি নহয় সেইটো ধ্ৰুৱ। লগে লগে দেশৰ মঙ্গল কৰিবলৈকো সুবিধা কৰিব পাৰোঁ।

কেনেকৈ ? এইটো আচৰিত কথা। আজিলৈকে আমি দেখিছোঁ নিৰ্বাচনত নমাসকলে হাজাৰ হাজাৰ টকা পানীহে কৰিছে।

যিয়ে টকা পানী কৰি নিৰ্বাচনত জয়লাভ কৰে সি নিশ্চয় তেনে আসন পায়ো দেশৰ টকা পানীহে কৰিব। কিন্তু দেশৰ অৰ্জ্জাশক্তি, দেশৰ ধন বঢ়াব নোৱাৰে। কিয়নো নিজৰ আৰ্জনৰ গঠনমূলক পদ্ধতি যিয়ে ল'ব নোৱাৰে, সি দেশৰ গঠনমূলক পদ্ধতি কেনেকৈ লব? টকা যিয়ে কেৱল পানী কৰিবহে জানে, সি টকাৰ সজ ব্যৱহাৰ কেনেকৈ কৰিব ?

আৰু তুমি টকা কেনেকৈ আৰ্জিবা ?

এই চা, প্ৰথমে কওঁ, তোৰ এখন কাকত আছে। মই নিৰ্বাচনৰ কাৰণে যলৈকে যাম সম্পদশালী লোক চাই চাই তোৰ কাকতৰ গ্ৰাহক কৰিম। দ্বিতীয়তে মই য'তে যাওঁ সেই গাঁৱত উৎপন্ন হোৱা ধান, মৰাপাট, তিল, মাহ, সৰিয়হ সুবিধা দৰত কিনিবলৈ চাম। তৃতীয়তে এড়ি-মুগাৰ কাপোৰ বানচ দি মজুত কৰি আনি কালিম্প্ৰীক বেচাৰ উপায় কৰি দিম। চতুৰ্থত গাঁওবোৰৰ মাজেৰে যোৱা নৈৰ কোন ঠাইত সুবিধা হয়, হাইড্ৰো-ইলেকট্ৰিক ইঞ্জিন বহুৱাবলৈ ভৱিষ্যতে চেষ্টা কৰিম। তাৰ দ্বাৰা যাতে গাঁও আৰু গাঁৱলীয়া সকলৰ সকলো প্ৰকাৰে উন্নতি হয় তাৰ ব্যৱস্থা কৰিবলৈ চেষ্টা কৰিম। পঞ্চমত হেমনীইতৰ কথাছবি গাঁৱে-ভূঁঞে দেখুৱাই প্ৰথমে আমাৰ গাঁৱত যোৱা খৰচ আদি উলিয়াম, তাৰ পিছত এনেয়ে দেখুৱাই গাঁৱলীয়া সকলক নতুন যুগৰ সন্ধান দিবলৈ চেষ্টা কৰিম। মোক ভোট দিবলৈ কাকো নকওঁ, বৰং দেশৰ যিয়ে মঙ্গল কৰিব পাৰিব বুলি তেওঁলোকৰ বিশ্বাস তেওঁকহে ভোট দিবলৈ কম।

জোনাকীয়ে নীৰৱে সকলো কথা শুনিয়ে থাকিল। ৰহনে কৈয়ে গ'ল মই ভোট নাপাব পাৰো কিন্তু এইটো সঠিক যে গাঁৱৰ বুঢ়া, ডেকা, ল'ৰা, তিৰোতাক গাঁৱে গাঁৱে মোৰ পিছে পিছে যোৱা অৱস্থা গঢ়ি তুলিব পাৰিম। তেনে কৰাত কৃতকাৰ্য নহ'লেও আমি সেই কেদিনতে গাঁও-ভূঁই নতুন ঠাঁচত গঢ়িবলৈ সক্ষম হ'ম। এতিয়া আচল কথা কোন গাঁৱৰ পৰা কোন গাঁৱলৈ আমি খোজ লম আৰু কি কি আলম লৈ আমাৰ নিৰ্বাচনৰ কাম সমাধা কৰিম, সেইবোৰ ভালকৈ আঁচনি কৰি লোৱা খুণ্ডত। বেলতো আমি লাউডস্পিকাৰ ব্যৱহাৰ কৰিব লাগিব। দেশ গঠনত কংগ্ৰেছ কিয় কৃতকাৰ্য হোৱা নাই সেইটো ভালকৈ গাঁৱে-ভূঁঞে অহিংসাভাৱে বুজাব লাগিব। শাসনকাৰ্য যে জনচেৰেক মানুহৰ কাৰণে নহয় সমূহ ৰাইজৰ সেইটো অনুভৱ কৰাব লাগিব।

কিন্তু !

কিন্তু কি ?

তোমাৰো দেখিছো সেই একে শোষণ নীতি। নিৰ্বাচনত যাৰা তাতো চহা গাঁৱলীয়াসকলৰ পৰা বস্তু-বেহানি আনি নিজৰ লাভ কৰা ব্যৱসায় ল'ৰা। তেন্তে গাঁৱলীয়াসকলৰ হকে কি হ'ব ?

ঠিক ধৰিছা। কেপিটালিজমৰ ভাব থাকে মানে যি ক্ষেত্ৰতে নোযোৱা, কেৱল চহা গাঁৱলীয়াক শোষণ নীতিয়ে দেখিবা। কিয়নো তুমি বা মই ধনী হ'ব লাগিলেই আন কিছুমানৰ অজ্ঞানতাৰ সহায় লৈ শোষণ কৰিবৰ বাধ্যই হ'ম। গতিকে সেইবোৰৰ অন্ত কৰিবলৈ একমাত্ৰ উপায় হৈছে সকলো মূলধন জাতীয়ভাৱে খটোৱা আৰু সকলো লাভ জাতীয় লাভ হিচাপে লৈ সৰ্বসাধাৰণৰ উপকাৰৰ অৰ্থে খটোৱা। তেতিয়াহ'লে জনচেৰেক ধনী হোৱা পন্থাৰ অন্ত হ'ব। তাৰে আচল উপায় অতি সহজতে কৰিব পাৰি।

কি ?

যদি সকলো বেঙ্কৰ টকা জাতীয় কৰা হয় তেন্তে ধনীসকলৰ য'ত টকা বেঙ্কত আছে আৰু যি ধনৰ ভাবত তেওঁলোক গঙ্গাটোপ ওপঙাদি অহঙ্কাৰত ভাঁহি ফুৰে আৰু নানা বিলাসিতাৰ সাগৰত বিভোৰ হৈ থাকে সেইবোৰ ততালিকে নোহোৱা হৈ ধনী, দুখীয়া সকলো একে শ্ৰেণীত পৰিণত হ'ব। তাৰ পিছত সকলোৱে একে পন্থা লৈ জাতীয় উন্নতিত মন দিব। জনচেৰেকৰ স্বাৰ্থৰ ভাবত শোষণ নীতি যুদ্ধ বিগ্ৰহ, দ্বন্দ্ব, খৰিয়ালৰ অন্ত পৰি কেপিটালিজিম, ছচিয়ালিজিমৰ মাজত ঘটা বিৰোধ ভাব নোহোৱা হ'ব।

জানা বৰ্তমান জগতত তিনিটা ভাবৰ খেলিমেলি। কেপিটালিজিম, ছচিয়ালিজিম, ফেচিজিম। এই তিনিটাৰ কোনটো শ্ৰেষ্ঠ হৈ জগতৰ মানুহক উন্নতিৰ পথত আগুৱাই নিব পাৰিব তাৰে চিন্তাত ভাবুকসকল বিভোৰ। জাতিসকল যুদ্ধ-বিগ্ৰহৰ কাৰণে সাজু। ইয়াৰ প্ৰমাণ কৰিবলৈ গৈ বিশ্বৰ প্ৰথম মহাৰণ দ্বিতীয় মহাৰণ শেষ হ'ল। কিন্তু সিদ্ধান্ত নহ'ল। তৃতীয় মহাৰণলৈ আকৌ জাতিসকলে গোপনে গোপনে সাজু হ'ব ধৰিছে। কিন্তু তেনে যুদ্ধৰ শেষতো জানো জগতে আচল পথ বিচাৰি পাব। নে তাৰ আগেয়ে মানুহ জাতি এটা ধ্বংসস্তুপত পৰিণত হ'ব ? এটমিক বোমাইতকৈও ভীষণ ভীষণ গোপন অস্ত্ৰ সৃষ্টিয়ে জগত ধ্বংশ কৰিব পাৰে, কিন্তু জগতৰ সৃষ্টিত এধানিয়ানো সহায় হ'ব নোৱাৰে।

কিন্তু বেঙ্কবোৰ জাতীয় কৰিলে জানো আকৌ মানুহে বেঙ্কত টকা থ'ব ? অৱশ্যে প্ৰথমে মানুহৰ বহুতো সুবিধা হ'ব। পিছত বেঙ্কৰ জন্ম হৈ জাতীয় ভঁৰালহে হ'ব। তদুপৰিও সকলো মাটি-বাৰী, টকা-কড়ি জাতীয় হ'লে যদি হঠাৎ এখন যুঁজত তেনে ধৰণৰ এখন দেশৰ পৰাজয় হয়, তেন্তে তাৰ মানুহসকল সৰ্বহাৰাতকৈও সৰ্বহাৰা হ'ব।

তাৰ মানে ?

ধৰা, এই দ্বিতীয় মহাৰণত যদি জাৰ্মানীৰ পৰাজয় নহৈ ৰাছিয়াৰ হ'লহেঁতেন তেন্তে ৰাছিয়াৰ সকলো ধন সম্পত্তি, মাটি-বাৰী সমূহকে ততালিকে জাৰ্মানীসকলে পালেহেঁতেন। আৰু ৰাছিয়াৰ মানুহসকল দীন-ভিখাৰী আৰু বন্দি-বেটীত পৰিণত হ'লহেঁতেন। ৰাজভঁৰালৰ সকলো ধন থুপতে পাই সেইবিলাক সহজতে বিদেশীয়ে পালেহেঁতেন। আৰু মাটি-বাৰী কাৰো ব্যক্তিগত সম্পত্তি নোহোৱাৰ কাৰণে সেইবিলাকত বিদেশী গৱৰ্ণমেণ্টে ৰুছ দেশৰ লোকসকলক দিনে-ৰাতিয়ে খটুৱাই লাভতে লাভ কৰি বিদেশলৈ শোষণৰ অনন্ত গতি কৰাই ৰুছদেশৰ লোকসকলৰ নাস্তং নাবস্তং কৰিলেহেঁতেন, কিন্তু ভাৰত এদিন বৃটিছে জয় কৰিলেও ভাৰতীয় লোকক একে দিনতে সৰ্বহাৰা কৰি তুলিব নোৱাৰিছিল। তাৰ প্ৰধান কাৰণ ভাৰতীয় লোকসকলৰ ব্যক্তিগত সম্পত্তি আছিল। কম্যুনিজিম্ বৰ ভাল, যদি গৱৰ্ণমেণ্ট নিজৰ হয়। কিন্তু বিদেশী গৱৰ্ণমেণ্ট হ'লে কম্যুনিজমৰ দৰে সৰ্বনাশী পন্থা আৰু কি হ'ব পাৰে ? বিদেশী গৱৰ্ণমেণ্টে দেশৰ লোকৰ স্বাৰ্থ বা সুবিধাৰ কাৰণে নাভাৱে, আনপিনে সকলো গোট খুৱাই থোৱা ধন-দৌলত নিমিষতে হাত কৰিব পাৰে। মাটি-বাৰীত নিজৰ কাৰো সুকীয়া স্বত্ব নথকাৰ কাৰণে বিদেশীয়ে নিজ ইচ্ছামতে দেশীয় লোকক বঞ্চিত কৰিব পাৰে। দেশীয় লোকে পেটৰ পোৱণিত ততালিকে বিদেশীয়ে যি কৰিব দিয়ে তাকে কৰিবলৈ বাধ্য হ'ব।

ৰহনে ক'লে, কথাটো গহীনাই ভাবিবলগীয়া। ৰুছৰ জন্মৰ লগে লগে কমুনিজিমৰ ৰমক-জমকত জগতৰ চকুত চমক লাগিলেও জগতে ভাবিব পৰা নাই। ৰাছিয়াৰ পৰাজয় হ'লে এনে দেশৰ লোকসকলৰ কি অৱস্থা হ'লহেঁতেন। কম্যুনিজিমৰ শেষ পৰিণতি কি হ'লেহেঁতেন। সৰ্বহাৰা দলৰ কি অৱস্থা হ'লহেঁতেন ? যি নহওক ভাৰতে ৰাছিয়াক অনুকৰণ কৰি ততালিকে সেই পন্থা ল'লে ভৱিষ্যতে আঁউসী আন্ধাৰেও গ্ৰাস কৰিব পাৰে। কিন্তু কেপিটালিজিমেও বৰ্তমান অৱস্থাৰ উন্নতি কৰিব নোৱাৰে। দুখীয়াৰ অৱস্থা টনকিয়াল কৰিবলৈ উপায় নাপাই। ধনীৰ শোষণ নীতিৰ অন্ত নহয়। ফেচিজিমেও ধনী-দুখীয়াৰ মিলন কৰা উদ্দেশ্যত সহায় হ'ব নোৱাৰে, আকৌ কম্যুনিজিমতো আন্ধাৰ গুহাৰ বিভীষিকা আছে। তেন্তে জগতে কি নতুন পন্থা ল'ব ?

(২৭)

চক্ৰপাণিয়ে কম্যুনিষ্টসকলৰ অফিচ চাই কাঁচি আৰু হাতুৰীৰ নানা ঠাইত নানা ধৰণৰ উপাসনা দেখি সেইজনক সুধিলে, তোমাৰ নাম কি ?

কমৰেড ! কমৰেডৰ বাহিৰে আন নামৰ আৱশ্যক নাই। বাৰুময়ো কমৰেড বুলিয়েই মাতিম। বাৰু কমৰেড হাতুৰি আৰু কাঁচিৰ বহতো কচৰৎ দেখুৱালা। কিন্তু আচলতে হাতুৰি আৰু কাঁচিৰ ব্যৱহাৰ কৰিছা জানো ?

তাৰ মানে ?

অৰ্থাৎ বনুৱা আৰু কৃষক দলক ৰাজনীতি ক্ষেত্ৰত পাৰ্গত কৰি জানো তেওঁলোকৰ মাজৰ পৰা তোমালোকৰ দলপতি সৃষ্টি কৰিব পাৰিছা। নে কেৱল নিৰ্বাচনৰ ক্ষেত্ৰত জিকি তোমালোকৰ দৰে শিক্ষিত দলৰ পৰা আকৌ মেম্বৰ, মন্ত্ৰী আদি হৈ কৃষক বনুৱাৰ ওপৰত প্ৰভুত্ব চলাবা।

ঠিক ধৰিছা। কিন্তু ৰাছিয়াত এনে বনুৱা আৰু কৃষক দলৰে পৰা ৰাজনীতিবিদ উলিয়াই ৰাছিয়াৰ দলপতি আৰু শাসকৰ দল সৃষ্টি কৰিছে। অৱশ্যে আমি ইয়াত তেনে কৰিব পৰা নাই। কিন্তু আমাৰো ইচ্ছা আছে তেনে কৰিবলৈ। জানা ষ্টেলিন এজন সাধাৰণ মুচিয়াৰৰ ল'ৰা। ছোভিয়েট গৱৰ্ণমেণ্টৰ প্ৰেচিডেণ্ট কালিনিন ধাতুৰ কৰ্মকাৰ আছিল। মলোটোভ এজন অফিচাৰৰ ল'ৰা। তেওঁৰ পোন্ধৰ বছৰ বয়সতে ছচিয়ালিজিমত বৰ ৰাপ হয় আৰু কাৰ্জন বিশ্ববিদ্যালয়ত পঢ়োঁতে ঊনৈশ বছৰ বয়সতে এই আন্দোলনত ৰৰকৈ লগাৰ কাৰণে গ্ৰেপ্তাৰ হয় আৰু দুবছৰ নিৰ্বাসন হয়। দেশ ৰক্ষা সচিব ভৰোচিলিভ কালিনিনৰ দৰে ধাতু নিৰ্মাতাহে আছিল। পোন্ধৰ বছৰ বয়সতে এই আন্দোলনত যোগ দি ঊনৈশ বছৰ বয়সত প্ৰথম ধৰ্মঘট কৰিছিল। টিমোচিঙ্কোও এজন সাধাৰণ খেতিয়কৰহে ল'ৰা আছিল। প্ৰধানমন্ত্ৰী ৰুছৰ হৰ্তাকৰ্তা বিধাতা ষ্টেলিন জীৱন জুৰি শ্ৰমিক আন্দোলনতে লাগি আছিল। পোন্ধৰ বছৰ এই আন্দোলনতে লাগি বিপ্লৱ-মন্ত্ৰেৰে দীক্ষিত হৈ বিপ্লৱী শিক্ষাতে শিক্ষা লভি গৱৰ্ণমেণ্টৰ শাসন দণ্ড মূৰ পাতি লৈ কেতিয়াবা জেললৈ গৈ, কেতিয়াবা নিৰ্বাসিত হৈ আকৌ উভতি আহি কামিলাসকলৰ লগতে লগ লাগি আন্দোলন চলাই জীৱন জুৰি বিপ্লৱতে দিন নিয়াই আজি বিপ্লৱী নেতা হৈ গোটেই ৰুছ সাম্ৰাজ্যৰ হৰ্তা-কৰ্তা হৈছে।

ঠিক ঠিক। তেন্তে ভাৰততো তেনে ধৰণৰ নেতাৰ সৃষ্টি নহয় কিয় ? কেৱল উকিলকেইজনে বা ধনীলোকসকলেহে নেতাৰ আসন লাভ কৰে কিয় ?

বিপ্লৱ আন্দোলনৰ লগে লগে সকলো ৰাজনীতি, অৰ্থনীতি, বিজ্ঞান আদি শিক্ষা দিব নোৱৰাটোৱেই ইয়াৰ কাৰণ। আমাৰ বিপ্লৱ আন্দোলনে কেৱল মানুহক মাতোৱালা কৰি তোলে, কিন্তু তেওঁলোকৰ শিক্ষা দীক্ষাৰ ব্যৱস্থা নাই। সেয়ে অশিক্ষিত জনসাধাৰণে আন্দোলনত যোগ দিলেও কেৱল অশিক্ষিত হিচাপেই থাকে। ৰাজনীতি, অৰ্থনীতি, বাহ্যিক জগতৰ খা-খবৰ, সেইবোৰৰ লগত আমাৰ সম্বন্ধ, বিজ্ঞানৰ আৱশ্যকতা আৰু তাত ব্যুৎপত্তি লাভ কৰা এইবোৰ কথাৰ কাৰণৈকে আমি নাৰাওঁ। কেৱল জাতীয় পতাকা লৈ ঘূৰোৱা, লোকক সমদল দেখুওৱা আৰু কেইটামান

ভাটোৰ দৰে চিঞৰ-বাখৰ কৰাতে আমি তেওঁলোকক ব্যস্ত ৰাখো আৰু ভাবো বহুতো ডাঙৰ কাম কৰা বুলি। তাৰ পৰিণতি আমাৰ দৰে সেইবোৰকো অকামিলা, কামলৈ হেলা আৰু নিষ্কৰ্মীৰ সংখ্যা বঢ়োৱা, লগে লগে দেশজুৰি অশান্তিৰ সৃষ্টি কৰা।

এৰা এৰা আমাৰ কৰ্তব্য হ'ব লাগিব, আমাৰ প্ৰত্যেক মানুহকে কৰ্মী কৰা, শিক্ষিত কৰা আৰু বৈজ্ঞানিক ধৰণে বিপ্লৱৰ যুঁজাৰু কৰা। চক্ৰপাণিয়ে ক'লে, এনে নকৰি কেৱল চিঞৰ-বাখৰ কৰি কেৱল বাটে-ঘাটে সমদল উলিয়াই ফুৰিলে নহ'ব। কামত কম নিষ্ঠাই কম্যুনিষ্ট নহয়। কামত জঁপিয়াই পৰি কামিলা হৈ দেশক আগুৱাই নিব পৰা শক্তিহে কম্যুনিজিমৰ সাৰ্থকতা।

কিন্তু সেইটো কৰিবলৈ উপায় ?

উপায় নিশ্চয় আছে। যেনেকৈ ৰাছিয়াত কৰিছিল তেনে পন্থা ল'ব লাগিব। প্ৰত্যেক কাৰখানা, চাহ বিৰি পাণবো সৰু সৰু দোকানবোৰত, স্কুলীয়া কলেজীয়া ল'ৰাৰ মাজত হোজা খেতিয়কসকলৰ ভিতৰত বিপ্লৱী দল সৃষ্টি কৰিব লাগিব। সৰু সৰু ধৰণৰ বিপ্লৱৰ কেন্দ্ৰ গঢ়ি গোটেই দেশ ভৰপূৰ কৰিব লাগিব। প্ৰত্যেকে কোনো কাম কৰি খাব, আৰৌ সময়মতে আচল লাগতিয়াল শিক্ষা লাভ কৰিব। কিতাপ আদি পঢ়িব শুনিব, গোটেই মনবোৰ বিপ্লৱৰ শিখাৰে পৰিপূৰ্ণ কৰিব লাগিব। সৰু সৰু কেন্দ্ৰবোৰ একোটা দুৰ্ভেদ্য দুৰ্গত পৰিণত হ'ব। সেই গুপ্ত কেন্দ্ৰবোৰ সমূলি মূলচ্ছেদ কৰিবলৈ কোনো ৰাজশাসকৰ শক্তি নহ'ব। যেতিয়া এনেভাৱে গুপ্ত সমিতি কেন্দ্ৰ সুন্দৰভাৱে গঢ়ি উঠে তাৰ পিছত আঘাতৰ পিছত আঘাত হানি দেশৰ লোকৰ অহিতকাৰী গৱৰ্ণমেণ্টক হ্ৰাবাশাস্তি কৰি সময়ত শাসন এই বিপ্লৱীদলেই অধিকাৰ কৰিব লাগিব।

তুমি ইয়াতে কাম কৰা ?

এৰা মাহচেৰেক কৰি সকলো কথাৰ তথ্য বুজি বিপ্লৱ আন্দোলন কেনেকৈ বৈজ্ঞানিকভাৱে গঢ়িব পাৰি সেইটো বুজি মই আকৌ নিজ দেশলৈ যাবলৈ ইচ্ছা কৰিছোঁ। তাতে বিপ্লৱী দল গঢ়ি এদিনে কৰ্মপটু, কৰ্মশক্তি পোৱা লোক আনদিনে বজ্ৰসম বিপ্লৱী মন গঢ়া জনসাধাৰণ গঢ়ি তুলিব লাগিব।

ভাল কথা তেন্তে সেয়ে হওক মযো তোমাৰ লগতে তোমালোকৰ দেশলৈ যাম। এতিয়া ব'লা তোমাক আন আন কমৰেডসকলৰ লগত চিনাকি কৰি দিওঁ।

কমৰেড্! কমৰেড্! ৰেড আন্দোলনত কমৰেড্ হ'লে নহ'ব। তালৈকেয়ে ৰেড অৰ্থাৎ ৰঙা হ'ব লাগিব। কমৰেড্ মাতিয়ে কম্যুনিজিম নহয়। কম্যুনিজিম কি আচল তথ্য বুজিব লাগিব। লেনিনে দেখুৱাই দিয়া সৰ্বহাৰাৰ শ্ৰেণী সংগ্ৰাম কৌশল বৈজ্ঞানিকভাৱে উপলব্ধি কৰি তাৰ সৃষ্টি, খোপে খোপে বাঢ়ি যোৱা শক্তি শেষত মহাশক্তিত পৰিণত হৈ কেনেকৈ প্ৰবল শত্ৰুক আঘাত কৰিব পাৰে সেইটো সুন্দৰভাৱে গৱেষণা কৰি কামত লগাব লাগিব।

কম্যুনিজিমৰ পৰিণতি কি হ'ব পাৰে বহুনে বুজিছে। তেন্তে ভাৰতত কম্যুনিজিমৰ প্ৰচলন নকৰি কি ভাৱে ভাৰতৰ উন্নতি কৰিব ? আগৰ ধৰণে খোজ কাঢ়িলেও ভাৰতৰ জনসাধাৰণৰ কোনোকালেও উন্নতি হ'ব নোৱাৰে। আকৌ কম্যুনিজিম গ্ৰহণ কৰিলেও বিপদ আছে। তেন্তে কি কৰিব ? ৰাছিয়াই যিমান কম সময়তে উন্নতি কৰিছে ভাৰতেও সেই পন্থা ল'লে ভাৰতেও উন্নতিৰ জখলাত উঠিব পাৰে। কিন্তু তাৰ সৰ্বনাশী পৰিণতিলৈ ভাবি সেইটো হুবহু গ্ৰহণতাই সমৰ্থন কৰিব নোৱাৰে। তেন্তে কি পন্থা ল'ব ? তাইৰ ভাব হ'ল গান্ধীজিমলৈ? গান্ধীজিমত কি সত্য আছে? সেই সত্য গ্ৰহণ কৰি ভাৰতৰ উন্নতি হ'ব পাৰেনে ?

কম্যুনিজিমে বিচাৰে গৱৰ্ণমেণ্টে সকলো অস্থায়ী আৰু স্থায়ী সম্পত্তিৰ দখল কৰি ব্যক্তিৰ সম্পত্তি মূলোচ্ছেদ কৰা। জাতিভেদ বা শ্ৰেণী বিভাগ নোহোৱা হোৱা। আকৌ সমভাৱে ধন-সম্পত্তিৰ বিভাগ কৰা এই তিনিটাই আচল কথা। ইয়াৰ এটা ওলট-পালট হ'লে আনকেইটা লবক-ফবক হোৱা ধুৰুপ। যদি গৱৰ্ণমেণ্টে সম্পত্তি দখল কৰাত বিদেশী গৱৰ্ণমেণ্টে অধিকাৰ কৰিলে সৰ্বনাশ হয়, শ্ৰেণী বিভাগ অসম্ভৱ হৈ পৰে আকৌ নাথাকিলে সমভাৱে বিভাগ কৰা কথাৰ মূল্য নোহোৱা হয়। তাই ভাবিলে গান্ধীজিমৰ কিবা মূল্য

আছেনে ? অহিংসা আৰু সত্যাই গান্ধীজিমৰ মূলমন্ত্ৰ। কিন্তু এই দুটাই গান্ধীজিম নহয়। এই দুটাৰ ভেটিত থিয় হৈ গান্ধীজীৰ প্ৰকাশ হৈছে। আকৌ এই গান্ধীজিমৰ পৰিণতিও জগতত এই দুটাই। অৰ্থাৎ জগতে অহিংসা আৰু সত্যাকে সাৰটি ল'ব। তেন্তে গান্ধীজিম কি ? সকলোৰে কৰ্মত ব্যস্ত থাকিব লাগিব, অৰ্জা শক্তি পাব লাগিব। সকলোৰে সুখ-শান্তিত থাকিব লাগিব। ধন-সম্পত্তিও জনচেৰেকৰ সম্পত্তি নহৈ সৰহ সংখ্যক লোকৰ বা প্ৰত্যেকৰ কম-বেছি পৰিমাণে সম্পত্তি হ'ব। সেই সম্পত্তি উমৈহতীয়াভাৱে গোট খাই চৰকাৰৰ আচুতীয়া ধন নহ'লেও প্ৰায় সমানভাগে ভাগ হৈ ধনতন্ত্ৰত কুঠাৰাঘাত কৰিব। তেনে অৱস্থা হ'বলৈ ডাঙৰ ডাঙৰ যন্ত্ৰ নোহোৱা হ'ব লাগিব যাতে ডাঙৰ ডাঙৰ যন্ত্ৰৰ মালিকসকলে সকলো ধন শোষণ কৰি সাধাৰণ লোকসকলক দুখী-কাঙালী কৰিব নোৱাৰে। লগে লগে নিবনুৱা মানুহৰ সংখ্যা বঢ়াব নোৱাৰে। যেনে এটা কল ইলেকট্ৰীক পাৱাৰে চলোৱাত জনচেৰেক মানুহৰ আৱশ্যক আৰু সেই যন্ত্ৰৰ বলত অলেখ বস্তু তৈয়াৰ কৰাৰ শক্তি আছে গতিকে বস্তু অলেখ হ'লেও বেছিভাগ মানুহে নিবনুৱা অৱস্থাত থাকিবলৈ বাধ্য। সেইবিলাক সৰ্বহাৰাৰ দলত পৰিণত হোৱাত আশ্চৰ্য কি ? কিন্তু গান্ধীজিমত কুটীৰ শিল্পত সকলো মানুহে কাম কৰিবলগীয়া হয়, আকৌ সেইবোৰ হাতেৰে কৰিবলগীয়া হোৱাত উৎপন্ন অশেষ হ'ব নোৱাৰে, বা এজনে অলপ সময়তে বহু বস্তুৰ মালিক হৈ হোৰে-হোৰে টকা গোটাবলৈ সুবিধা নাপায়। আনপিনে সকলো মানুহ কামত লাগিবলগীয়া হোৱাত নিবনুৱাৰ সৃষ্টি নহয়। তাই ভাবিলে কিন্তু এনে মন্থৰ গতিত চলি দেশ জানো জগত জিলিকা হৈ উঠিব পাৰে। বিশেষতঃ জগতত আনপিনে যেতিয়া মানুহে যন্ত্ৰ শক্তিৰ প্ৰভাৱত হাজাৰ বস্তুৰ উৎপন্ন কৰিব ধৰিছে তেতিয়া এচমকা বাজ্যাই জানো কুটিৰ শিল্প লৈ তিতি থাকিব পাৰে। কলত হাজাৰ হাজাৰ কাপোৰ বাহিৰ হৈ কম মূল্যতে যেতিয়া মানুহে পাব, কুটিৰ শিল্পৰ আদৰ হ'ব কিয় ? গতিকে বৃহৎ যন্ত্ৰাদি বা বৃহৎ শিল্প এপিনে বাদ দি আনপিনে কেৱল কুটিৰ শিল্পতে ভৰষা কৰি থাকিলে নহ'ব। কিয়নো আগৰটোৱে সৰ্বসাধাৰণক কৰে যন্ত্ৰৰ দাস, আনটোৱে কুমজেলেকুৱাৰ গতিৰে গৈ আন আন দেশৰ গতিত খোজ দিব নোৱাৰে। সেই কাৰণে এই দুয়োটাৰ মাজত গঢ়ি উঠিব লাগিব ক্ষুদ্ৰকায় শিল্প। জাপান প্ৰধানত ক্ষুদ্ৰকায় কুটিৰ শিল্পৰ দেশ। কিন্তু ইয়াৰ দ্বাৰাই জাপানে শিল্প জগতত সকলো দেশৰ লগতে প্ৰতিযোগিতা কৰিবলৈ প্ৰাধান্য লাভ কৰিছিল। যোৱা মহাযুদ্ধত চীনৰ কলকাৰখানা শিল্পৰ শতকৰা আশী ভাগ শত্ৰুৰ অধিকাৰত আছিল, নাইবা নষ্ট হৈছিল। এনে শোচনীয় অৱস্থাত চীনৰ কৰ্মীসকলে দলে দলে গাঁৱত সোমাই ক্ষুদ্ৰকায় শিল্প সমবায় গঢ়ি তুলি সেইবোৰৰ সহায়েৰে শত্ৰুৰ লগত যুদ্ধ চলাইছিল। এই ক্ষুদ্ৰকায় শিল্পসমবায় (Industrial Co-operatives) বা বিশ্বত জনাজাত Indusco সম্বন্ধে ভাবিবলগীয়া। আৰু ইয়াৰ প্ৰচলন সম্বন্ধে ভাবিবলগীয়া। আৰু ইয়াৰ প্ৰচলন সম্বন্ধে গান্ধীজীয়ে ভাৰতৰ অৰ্থনীতিৰ উন্নতি কৰিবলৈ পাঙিছিল। গান্ধীজীয়ে মানুহক যন্ত্ৰ দানৱৰ দাস নকৰি যাতে যন্ত্ৰ দানৱ মানুহৰ শাসনত থাকে তাৰে বিধি ব্যৱস্থা উলিয়াবলৈ চেষ্টা কৰিছিল। তেখেতৰ মনত ঠাই পাইছিল decentralisation of economy শিল্প বিকেন্দ্ৰীকৰণ কৰি গাঁৱে-ভূঁৱে সিঁচৰতি কৰা চহৰ গাঁৱৰ পৰ্বত প্ৰমাণ পাৰ্থক্য দূৰ কৰা। বহুনে দেখিলে গান্ধীজিমতো বহু উৎপাদনৰ (Mass production) ব্যৱস্থা আছে কিন্তু সেইয়া বৃহৎ যন্ত্ৰ দানৱৰ সহায়েৰে নহয়। mass productions in peoples, own hands সৰ্বসাধাৰণৰ দ্বাৰা বহুল উৎপাদন। শিল্প বিকেন্দ্ৰীকৰণৰ দৰে ৰাষ্ট্ৰশক্তিৰো বিকেন্দ্ৰীয়কৰণ গান্ধীজিমৰ আন এটা লক্ষ্য। অৰ্থাৎ প্ৰত্যেক নৰ-নাৰীৰ ভোটৰ দ্বাৰা গাঁৱে গাঁৱে গাঁৱলীয়া পঞ্চায়ত গঠন। এই সাতলক্ষ গাঁও পঞ্চায়তেৰে জিলাৰ শাসন পৰিষদ নিৰ্বাচন। জিলাৰ শাসন পৰিষদে আকৌ প্ৰাদেশিক পৰিষদৰ নিৰ্বাচন, আকৌ প্ৰাদেশিক পৰিষদবিলাকে নিৰ্বাচন কৰিব নিখিল ভাৰত ৰাষ্ট্ৰপতিক। গান্ধীজিমৰ আন এটা আধ্যা মোটা ভাত, মোটা কাপোৰ। এই কথাৰাৰে যদিও পাশ্চাত্য অৰ্থনীতিবিদ পণ্ডিতসকলে

আঙুলিওৱা High standard of living উচ্চ মানদণ্ডৰ কথাৰ বিৰুদ্ধে তথাপি ভালকৈ ভাবি চালে সেই high standard of living য়ে কেৱল ধনীসকলৰ ব্যৱসায়তহে সহায় কৰি লাভতে লাভ দি তেওঁলোকৰ লোভ বঢ়াই নি দুখীয়াক আৰু কাঙালী কৰিব ধৰিছে। কিন্তু দিন আহিছে ড্ৰইংৰুম বা ডাইনিংৰুমৰ ক্ৰকাৰি বা মোটৰ গাড়ীৰ মূল্যৰে মানুহক জোখ নকৰি লাহে লাহে আন জোখে জগতত প্ৰাধান্য লভিব। ধনীৰ লাভ বজাই ৰাখিবলৈ জীৱন যাত্ৰাৰ মাপকাঠি উন্নততকৈ উন্নত কৰাৰ দোহাই দি মানুহক যি ৰসাতললৈ পশ্চিমৰ অৰ্থশাস্ত্ৰ প্ৰস্তুত হৈছে সেই অৰ্থশাস্ত্ৰই ধনী আৰু দুখীয়াৰ পাৰ্থক্য বঢ়োৱাতকৈ কমাব পৰা নাই। বাহিৰাতো আকৌ এই ছচিয়ালিজিমৰ ওভতা ফল ফলিব ধৰিছে। কিন্তু গান্ধীজিয়ত কৈছে world should be such that no one under it should suffer from want of food & clothing. These should be freely available to all as God's air and water, are or ought to be. They should not be made a vehicle of traffic for the exploitation of others. Their monopolisaton by any country, nation or group of persons would be unjust. তাই দেখিলে গান্ধীৰ ব্যক্তিগত সম্পত্তিৰ স্থান। When I found myself drawn into the political coil, I asked myself what was necessary for me in order to remain absolutely untouched by immorality, by untruth, by what is known as political gain. I came definitely to the conclusion that if I had to serve the people to whose midst my life was cast and whose difficulties I was witness from day to day, I must discard all wealth, all possession. সেয়ে গান্ধী অৰ্দ্ধ নাঙঠ সৰ্বহাৰাৰ ফকীৰ! কিন্তু তেওঁ এই ব্যক্তিগত সম্পত্তি বাজহুৱা কৰিবলৈ শক্তি প্ৰয়োগ কৰিব নোখোজে। তেওঁ ভাবে ধনী কেৱল ৰাইজৰ হৈ ধনৰ ৰক্ষকহে। ৰাইজৰ উন্নতিৰ হকে, অভাৱ অনাটনৰ মোচনৰ কাৰণে ধন ৰাখিছে আকৌ ৰাইজক সময়মতে বিলাই দিব। কেৱল সেইটো কৰেনে নে নকৰে গৱৰ্ণমেণ্টে সেইটোলৈ তীক্ষ্ণ চকু ৰাখিব। ধনীসকলে সম্পত্তি বা কাৰবাৰৰ লাভৰ অংশ শতকৰা পাঁচ/ছয় টকাহে নিজৰ খৰচৰ বাবে পাব। এই প্ৰেনমতে সৰ্বোচ্চ আয় সৰ্বনিম্ন আয়তকৈ বাৰ গুণৰ অধিক হ'ব নোৱাৰিব। কিন্তু ছোভিয়েট ৰাছিয়াত ইতিমধ্যে সৰ্বোচ্চ আয় সৰ্বনিম্ন আয়তকৈ আশী গুণবো বেছি হ'ব ধৰিছে। ইত্যাদি কথাবোৰ ভাবি ভাবি ৰহনে এখন ভাৰ ৰাজ্যত সাঁতুৰিব ধৰিলে— ভাৰতে কোন পথ এৰি কোন পথ লব ? কেৱল ৰাছিয়াক অনুকৰণ কৰিব নে ভাৰতৰ যুঁজৰ সেনাপতিয়ে আঙুলিওৱা পন্থাকে আঁকোৱালি ধৰি ভাৰতক নৱ মন্ত্ৰে দীক্ষিত কৰি ভাৰতক জগত জিলিকা কৰি তুলিব ? কোনটোত সত্য আছে ? তাই ভাবিয়ে থাকিল।

(২৮)

হেমনী আৰু ৰহনে আন এখন কথাছবিৰ দিহা কৰিছে। এই কথাছবিৰ গোনপ্ৰথম খণ্ডত দিছে অসমৰ ৰংঘৰ, কাৰেংঘৰ, জেৰেঙা পথাৰ, শিৱ দৌল, শিৱসাগৰ পুখুৰী, সদিয়াৰ তামৰ ঘৰ, বৰপেটা সত্ৰ, মাজুলীৰ দৃশ্য, আকৌ শিলং পাহাৰৰ সুন্দৰ সুন্দৰ দৃশ্যবোৰ, জলপ্ৰপাত, ব্ৰহ্মপুত্ৰৰ দুকাষৰ মনোৰম দৃশ্যাৱলী; মণিপুৰ আৰু নগা পাহাৰৰ সুন্দৰ ঠাইবোৰ। তাতে দেখুৱাইছে সত্ৰবোৰৰ প্ৰাচীন নৃত্য, মণিপুৰী নৃত্য আৰু পাহাৰী জাতিবোৰৰ বেলেগ বেলেগ ধৰণৰ বেলেগ বেলেগ নৃত্য গীত। আকৌ দেখুৱাইছে চাহ বাগিচাবোৰৰ দৃশ্যবোৰ, তাৰ চাওতালী বনুৱাসকলৰ নৃত্যগীত।

তাৰ পিছত আচল ছবিৰ গল্প আৰম্ভ হৈছে। এটা চহা হালোৱাই চোতালত নাঙলখন চাই এবাৰ গোহালিলৈ চাই চকুপানী টুকিছে। এবাৰ পথাৰলৈ চাই দেখে আন আন খেতিয়কসকলে হাল বাব ধৰিছে। ঘৈণীয়েকে আহি তামোল এখন হাতত দিলে। কান্ধত এখন হাঁচটি তুলি দিলে। সি একো নমতাকৈ লাহে লাহে খোজ ল'লে। এখৰ ধনীৰ ওচৰ পালেগৈ। টকা

ধাৰে খুজিলে কিয়নো বতৰত খেতি কৰিবলৈ তাৰ গৰুহালৰ আৱশ্যক। নানা কথা কৈ ধনীয়ে তাক বেছি সুদত টকা দিলে সঁচা। কিন্তু সেই টকাই শেষত তাৰ যি তিনি হেলেচা মাটি আছিল সেইয়াও টানি লৈ গ'ল। সি অৱশেষত সৰ্বহাৰাৰ দলত পৰিণত হ'ল। ধনীলৈ তাৰ ঈৰ্ষা ভাব জাগি উঠিল। তাৰ ভাব হ'ল যেন সুবিধা পালেই সি ধনীৰ সৰ্বনাশ কৰিব। শেষত মৰকীয়াকৈ সি এঘৰত বন্ধা থাকি তাৰ আৰু ঘৰৰ পৰিয়ালৰ জীৱন প্ৰবৰ্তাবলৈ চেষ্টা কৰিলে। কিন্তু তেনে ধৰণেও তাৰ পৰিয়ালে কোনোমতে দুবেলা দুমুঠি খাব নোৱাৰে। শেষত তাৰ পৰিয়ালৰো এটা দুটাকৈ অনাহাৰে কাপোৰ নোহোৱাকৈ জাৰে-জহে যুঁজি যুঁজি সিফলীয়া হ'ল। সাধাৰণ যঁতৰ আৰু কাপোৰ বোৱা তাঁত-শালেও তাক ৰক্ষা কৰিব নোৱাৰিলে। এদিন সি ওচৰৰ গাঁও এখনত বহা এখন সমিতিত শুনিবলৈ পালে এজনে বক্তৃতা দিছে— আৰু কি এনেভাৱে জীৱন প্ৰবৰ্তন কৰিব ? আধাপেটী খাই কাপোৰ নোহোৱাকৈ জীৱন নিয়াতকৈ একেবাৰে মৰা জানো মৃগুত নহয় ? তিলে তিলে কিমানকৈ মৰিবা ? আহা সকলোৱে শক্তি লাভ কৰা। নিজৰ নিজৰ মাটি দখল কৰা। টকাৰ বলেৰে খোৱা দলক পিছলৈ ঠেলি নিজৰ দাবী অধিকাৰ কৰা। সকলোৱে গৱৰ্ণমেণ্টক চেপা দিয়া যাতে ধনীৰ টকা থকা বেঙ্কবোৰ উমৈহতীয়া সম্পত্তি কৰে, যাতে ধনী-দুখীয়া সকলো সমান হ'ব। তাৰ পিছত নিজৰ শক্তি আৰু বল অনুযায়ী খেতি-বাতি কৰি কাৰ কিমান শক্তি প্ৰমাণ পাওক। তাৰ মনত এই ভাবটো দৃঢ়ভাৱে খেলালে। তাৰ কিয় সকলো দুখী কাঙালীৰ মনত একেভাৱে খেলালে। সকলোৱে মুঠ বান্ধিলে আমি খেতি কৰিম কিন্তু আনে অবাবতে কিয় ভোগ কৰিব ? কিহৰ বলত সিহঁতে, আমি দুখে-কষ্টে জাৰে-জহে ৰ'দে-বৰষুণে খেতি কৰা ধানৰ ওপৰত স্বত্ব লাভ কৰিব পাৰে ? নাই নাই সেই প্ৰথাৰ মূলোচ্ছেদ কৰি যাৰ নাঙল তাৰে মাটিৰ বন্দবস্ত কৰিম। সকলোৱে গোট খালে। প্ৰত্যেক গাঁৱৰ দুই এজন ধনীয়ে যদিও বিন্দু স্বৰূপ ইমান দিনে যি মহত্তালি কৰি আছিল সকলোৱে ভয়তে টেপেকা মাৰিলে। সকলো দুখী-কাঙালী গোট খালে। প্ৰথমে ধনীকেইগৰাকীয়ে চৰকাৰৰ ওচৰত গোচৰ তৰিলে। চৰকাৰেও সহায়ৰ কাৰণে পুলিচ, মিলিটাৰি পঠিয়ালে। হাজাৰ হাজাৰ লোকক ধৰি আনি জেলত থলে। কিন্তু সফল নহ'ল। যিমানেই শক্তি প্ৰয়োগ কৰিলে সিমানেই দুখী-কাঙালীয়ে গোট বান্ধিলে অৱশেষত চৰকাৰেও সেও মানিলে। দুখী-কাঙালীৰ জয় হ'ল। মাটিৰ ভাগ হ'ল। ধান দিব লাগিল মুঠতে নামমাত্ৰ। বছৰ উকলিল। তথাপি দুখী-কাঙালীৰ দুখ নুগুচে।

ধান ধনীক দিয়া নাই সঁচা। কিন্তু বছৰ ধৰি দুখ কষ্ট কৰিও যি ধান পাইছে সেয়ে সিহঁতৰ খোৱা-লোৱাৰ জোখাই অভাৱ গুচাব নোৱাৰে। ধনীসকলে টকাৰ বলত খেতিৰ ব্যৱসায় এৰি আন কাৰবাৰ লাভ কৰি আকৌ লাভতে লাভ কৰি মটৰ গাড়ী-ঘোঁৰা লৈ নানা বিলাসিতাৰ বস্তু কিনি উপভোগ কৰে। টকাৰ বলেৰে ব্লেক মাৰ্কেটত বস্তু কিনি চাকৰিয়ালসকলক হাত কৰি সকলো সুবিধা পায় কাঙালী যি আছিল এতিয়াও সেই একে অৱস্থাত। সিহঁতৰ ভাব হ'ল তেন্তে কেৰোণ ক'ত ? আমাৰ দুখ-কষ্টৰ লাঘৱ নহ'ল কিয় ? আচল ঘূণ ক'ত ? আকৌ সিহঁতে সভা সমিতিত শুনিব পালে যেতিয়ালৈকে তোমালোকে গৱৰ্ণমেণ্ট অধিকাৰ কৰিব নোৱৰা , যেতিয়ালৈকে গৱৰ্ণমেণ্টৰ টকা কৰি তোমালোকৰ সকলো ভালৰ কাৰণে ব্যৱহাৰ কৰিবলৈ বাধ্য কৰিব নোৱৰা তেতিয়ালৈকে তোমালোকৰ ভাগ্য পৰিবৰ্তন নহয়। কিন্তু গৱৰ্ণমেণ্ট অধিকাৰ কৰিব কেনেকৈ ? কি বল কৰি ? ক'তা গৰ্ভমেণ্টৰ বন্দুক বাৰুদৰ আগত সিহঁতৰ শক্তি কিমানপৰ থিৰেৰে থাকিব পাৰে। সিবাৰ হয়তো গৱৰ্ণমেণ্টে সকলো শক্তি ব্যৱহাৰ কৰা নাছিল। কিন্তু গৱৰ্ণমেণ্টৰ বিৰুদ্ধে বিশেষকৈ গৱৰ্ণমেণ্ট পন্থা ৰক্ষা কৰিবলৈ এইবাৰ সকলো শক্তি ব্যৱহাৰ কৰিব পাৰে। কিন্তু দুখী-কাঙালীৰ অৱস্থা সাল-সলনি কৰিবলৈ হ'লে গৱৰ্ণমেণ্টৰ বিৰুদ্ধে বিপ্লৱ অৱশ্যম্ভাৱী। অৱশ্যে আন উপায় আছে। ভোটৰ সজ ব্যৱহাৰ কৰিব পাৰিলে সকলো হস্তগত কৰিব পাৰি। কিন্তু প্ৰত্যেক মানুহে জানো নিজৰ

ভোটৰ ব্যৱহাৰ কৰিব ? তাত যে কত প্ৰলোভন আছে। কত ধনৰ প্ৰভুত্ব আছে। যি নহওক সকলোৱে গোট খালে এইবাৰ ভোটত সিহঁতৰ মানুহৰ জয় কৰি গৱৰ্ণমেণ্ট অধিকাৰ কৰিব। সকলো পিনে বাইজৰ জয় পতাকা উৰিব। ভোটত আমি জয় কৰি গৱৰ্ণমেণ্ট হাত কৰিম। ভোটৰ আগেয়ে শ্বিলং পাহাৰৰ পৰা সকলোৱে নামি আহি আমাক ভোট দিয়ক, আমাক ভোট দিয়ক কৈ ভৈয়াম খলক লগাইছেহি। ডাঙৰ ডাঙৰ প্ৰভুত্বশালী লোকসকলক কাৰো ল'ৰাক চাকৰি দিয়াৰ প্ৰলোভনেৰে, কাকো টকাৰে বশ কৰিছে। সকলোপিনে শুনিবা তেওঁলোকৰহে নাম-যশ। কিন্তু দুখী-কাঙালী আজি অচল-অটল। যিমানেই প্ৰভুত্বশালী সকলে ওপৰ খাপৰ লোকসকলৰ গুণ প্ৰশংসা কৰিব ধৰিছে সিমানেই সিহঁতৰ ভাব হৈছে যেন জাল পাতিছে। ধনী প্ৰভুত্বশালীসকলৰ প্ৰভুত্ব দুখী-কাঙালীৰ ওপৰত সুন্দৰভাৱে চলাবলৈ ধনী আৰু ওপৰখাপৰ সকল লগ লাগিছে। নিদিওঁ ভোট, যিহকে নহওক। ভোট দিম আমাৰ ৰতহুকাইক। আমাৰ মেধী ভকতক। ভোট দিম আমাৰ কৰিম সেখক। প্ৰভুত্বশালীসকলে বুজাইছে আমি বেয়া কৰিব পাৰো কিন্তু আমি ৰাজ্য চলোৱাৰ মোল পাওঁ, আন আন প্ৰদেশৰ মানুহৰ লগত কথা-বতৰা পাতি ৰাজ্য শাসনৰ সুচল কৰিব পাৰো। কেন্দ্ৰীয় সভাৰ পৰা টকা-পইছা আঁজুৰি আনিব পাৰো। কিন্তু মেধীভকত বা ৰতহুৱে গৈ সেইবোৰৰ মোল কি পাব ? কাৰ আগত এবাৰ কথা ক'ব পাৰিব ? সিহঁতক ভোট দি আমাকো বুৰাবা দেশকো বুৰাবা। তথাপি গাঁৱলীয়াসকল অচল অটল। আজি সকলোৱে মণ্ডল, কাননগু, ধনী, পণ্ডিতসকলৰ কথা নুশুনে। সিহঁতে ভোট দিব সিহঁতৰ লোকক। সঁচাকৈ এঠাই এঠাই কৈ প্ৰায় সকলো ঠাইতে জয় কৰিলে গাঁৱৰ মানুহসকলে। উকিলবোৰ মুখ ওফন্দাই উভতি আহিল। মন্ত্ৰীসকলৰ বহুতো টকাৰ শ্ৰাদ্ধ হ'লেও ফল নফলিল। আগৰ মেম্বৰসকলে বুজিলে দেশৰ বতাহ আনপিনে ঘূৰি গৈছে। কিন্তু সঁচাকৈ কি এই সাধাৰণ হোজা গাঁৱলীয়া সকলে ৰাজ্য চলাব পাৰিব ? ইহঁতে বাজেটৰ মোল কি পাব ? দেশ ৰক্ষাৰ কথা কি বুজিব ? কেন্দ্ৰীয় সভাত কি ক'বগৈ ? কিন্তু কি আচৰিত যি ভাবিছিল সকলো ওলোটা হ'ল। সিহঁতক যেন কিবা নেদেখা শক্তিয়ে শক্তি দিলে। বাহিৰৰ মেধাবীসকলে সিহঁতক নতুন আঁচনি দিলে, নতুন পন্থা দিলে, গাঁও-ভূঁই কেনেকৈ বৈজ্ঞানিক ধৰণে উন্নতি কৰিব পাৰে, কেনেকৈ বৈজ্ঞানিক ধৰণে খেতি কৰি দেশৰ উৎপন্ন বস্তু বেছি কৰিব পাৰি। কেনেকৈ ডাঙৰ চাকৰিয়ালসকলক বহুতো দৰমহা নিদি হীন-দেউ হিচাপে কমাই কম বেতন পোৱা চাকৰিয়ালসকলক সুন্দৰভাৱে খোৱা-লোৱাৰ বন্দোবস্ত কৰিব পাৰে ইত্যাদি নতুন আঁচনি দাঙি ধৰি দেশত সমূলি নতুন পন্থা গ্ৰহণ কৰিলে। মেধীভকতে, ৰতহুকাই মটৰ এখনত গাঁৱে-ভূঁয়ে ঘূৰি ক'ত কি অসুবিধা আছে সকলো পুংখানুপুংখে চাই সেইবোৰ অভাৱ, অসুবিধা গুচাবলৈ চেষ্টা কৰিলে। গাঁও-ভূঁই দুখী-কাঙালীৰ মাজত নতুন ভাবৰ সৃষ্টি হ'ল। সকলো পিনে আনন্দৰ ধ্বনি, ৰং-ধেমালি, সুখ-আনন্দ। এই নতুন কথাছবি হেমনী আৰু মদনে গঢ়ি গাঁৱে-ভূঁয়ে দেখাব ধৰোঁতে গৱৰ্ণমেণ্টে বন্ধ কৰি দিলে। গৱৰ্ণমেণ্টে আসোঁৱাহ উলিয়ালে এনে কথাছবিয়ে বিপ্লৱ আনিব। শান্তিৰ ঠাইত অশান্তিৰ সৃষ্টি হ'ব। কিন্তু আচল গূঢ় কথা ক'বৰাত ৰ'ল।

(২৯)

চক্ৰপাণিয়ে কিছুমান দিন কলিকতাত থাকি গোপন বেশত অসমৰ গাঁও পালেহি। সি অসমতো কমিউনিষ্ট দলত লগ লাগি গাঁৱে-ভূঁয়ে কাম কৰিব ধৰিলে। তাৰ ভাব কমিউনিজিমে যি বেয়া নকৰক কিন্তু এই উপায়েৰে বাহিৰাই অলপ দিনতে গোটেই ৰুছজাতি সুন্দৰতকৈও সুন্দৰ কৰি তুলিছে। বাহিৰাৰ গোটেই দেশ জগত জিলিকা কৰি তুলিছে। গাঁও-চহৰৰ পাৰ্থক্য নোহোৱা কৰি গোটেই ৰুছ দেশতে অশিক্ষিত নোহোৱা কৰি আনন্দৰ ঢল আনিছে। গতিকে সেই পন্থাকে বৰ্তমান ভাৰতে লৈ অলপ দিনতে ভাৰতে উন্নতি পথত আগুৱাই জগতত ওখ আসন লাভ

কৰিব। তাৰ ভাব হ'ল যদি কমিউনিজিমত কিবা বেয়া আছে সেইবোৰ পিছতো এৰিব পাৰিব কিন্তু বৰ্তমান সময়ত ভাৰতক অতি কম সময়তে আগবঢ়াব লাগিলে এয়ে ভাৰতে ততালিকে গ্ৰহণ কৰিব লাগিব। সেই কাৰণে কমুনিজিমৰ বেয়া-ভাল এৰি ততালিকে সেই পন্থা ভাৰতত প্ৰচলন কৰিবলৈ সি অহোপুৰুষাৰ্থ চেষ্টা কৰিছে। তাৰ ভাব ভাৰতে আন পন্থাৰে ইমান সোনকালে উন্নতি পথত আগ বাঢ়িব নোৱাৰে, অশিক্ষিতৰ সংখ্যা নোহোৱা কৰিব নোৱাৰে, গাঁও-ভূঁই উন্নতিশীল কৰিব নোৱাৰে। সি শয়নে-সপোনে মাথোঁ দেখিছে ৰাছিয়াই দোপতদোপে উধাই যোৱা শক্তি। সি দেখিছে কেৱল এই পন্থা, কেৱল এই পন্থা। এই পন্থাত যিমানেই বেয়া নাথাকক কিন্তু ভাৰত উধাব লাগিলে কেৱল এই পন্থা লোৱাহে শ্ৰেয়। আনপিনে কংগ্ৰেছী দলে অতি সাৱধানে কাকো অসন্তোষ নিদি ধনী-দুখীয়াৰ মাজত সংঘৰ্ষ নানি পুৰণিও ততালিকে এৰি নিদি নতুনক খামোচ মাৰি ধৰিবলৈ ইচ্ছা নকৰি আগবাঢ়িছে— ধীৰে ধীৰে। অতি ধীৰে ধীৰে। তেওঁলোকে ভবা নাই নতুন গঢ়ত নতুন ঠাঁচত দেশ গঢ়িব লাগিলে পুৰণি গঠন সমূলি ভাঙি-ছিঙি চুৰমাৰ কৰিব লাগিব। তেওঁলোকে ভাবিছে পুৰণি ভোটতে নতুনৰ গুণ্ড বহাই দেশ সুন্দৰতকৈও সুন্দৰ কৰিব। অৱশ্যে তাৰ লগে লগে স্বাৰ্থপৰ কংগ্ৰেছীসকলে দেশলৈ নাভাবি নিজস্ব স্বাৰ্থ পূৰণ কৰিবলৈ সুবিধা লৈছে। সেই স্বাৰ্থৰ কথা এৰিলেও এই দুটা আঁচনিৰ সংঘৰ্ষ ভীষণভাৱে হ'ব ধৰিছে। এদলে ধৈৰ্য, সামঞ্জস্য, মিলন, ঐক্যক ওখ ঠাই দিছে আনদলে কৈছে পুৰণি ভাঙি নতুন ঠাঁচত নতুন গঢ়ত সকলোপিনে গঢ়িব লাগিব। জোৰাফন্দা বা টাপলিৰে নতুন কাপোৰ হ'ব নোৱাৰে। সেইবোৰে কেৱল দিনচেৰেক ঘৰতহে ল'ব পাৰি। গতিকে নতুন কাপোৰ নতুন সূতা, নতুন উপাদান ল'বই লাগিব। সকলোপিনে সংঘৰ্ষ। এদলে কৈছে— ৰাছিয়াক অনুকৰণ কৰিলে কি হ'ব। ৰাছিয়াৰ জলবায়ু, মানুহ আৰু ভাৰতৰ জলবায়ু আৰু মানুহ সম্পূৰ্ণ বেলেগ। গতিকে ভাটোৰ দৰে ৰাছিয়াৰ কথা আওঁৰাই— ভাৰত ৰাছিয়া পাতিব খুজিলে ভাৰতৰ মঙ্গল হ'ত ? ভাৰতৰ সূকীয়া কৃষ্টি, শিক্ষা, দীক্ষা, ভাব, আদান-প্ৰদান আছে সেইবোৰ নষ্ট কৰিবলৈ কিয় ৰাছিয়াক অনুকৰণ কৰিবা। আমি নিজে নিজে গান্ধীয়ে দেখুওৱা পথলৈ আগবাঢ়ি দেশ জয় জয় ময় ময় কৰিম। কিন্তু তেওঁলোকৰ বহুতে নাজানে বা দেখাৰ পৰা নাই গান্ধীয়ে দেশক কি পথ দেখুৱাইছে। সেই পন্থাৰ জল্ জল্ পট্ পট্ আঁচনি ক'ত ? আন দলে কৈছে আমি আন্ধাৰ গুহাৰ আঁচনি নোহোৱা পথ কিয় ল'ম? আমাৰ আগতে ৰাছিয়া সুন্দৰ সুন্দৰ আঁচনি লৈ জগতত উন্নতি খোপত উধাব ধৰিছে। ধনী-দুখীয়াৰ পাৰ্থক্য নোহোৱা কৰি ৰাম ৰাজ্যৰ সৃষ্টি কৰিছে। দেশ নিজৰ উৎপন্ন বস্তুৰে উভৈনদী হৈ পৰিছে। অশিক্ষাৰ মূলোচ্ছেদ কৰিছে। গতিকে এনে জল্ জল্ পট্ পট্ আঁচনি এৰিম কিয় ? আমি সেই আঁচনি লৈ ততালিকে আগুৱাই যাম। তেনে কৰোঁতে যদি পুৰণি প্ৰথা পুৰণি আচাৰ নীতি ভাঙি চুৰমাৰ কৰিব লাগে তেন্তে চুৰমাৰেই হওক। তালৈকে ভয় কৰি ৰাছিয়াই যি কৰে সেয়ে বেয়া বুলি মনতে পাঙি কম্যুনিজিমক ভয় কৰি থাকিলে দেশৰ উন্নতি নহ'ব। যি নহওক এই দুই ভাবৰ সংঘৰ্ষই ভাৰত লগে লগে অসমতো নতুন ঢৌৰ হেন্দোলদোপ লগাইছে। জয় কাৰ ? কিন্তু ইয়াৰ নিৰ্ণয় হ'ব ভোট যুদ্ধত ? কেৱল ভোট যুদ্ধতে সিদ্ধান্ত হ'বনে ? যদি কম্যুনিষ্টসকল জিকে তেন্তে ভোট যুদ্ধতে ইয়াৰ শেষ। কিন্তু যদিহে কম্যুনিষ্ট দল হাৰে তেন্তে ভাৰত জুৰি আকৌ হাহাকাৰ উঠিব। বিপ্লৱৰ মেঘ ঘনাই আহিব। চীনৰ দৰে ঘৰুৱা যুদ্ধৰ কোঢ়াল উঠিব সেই যুঁজত কোন বিদেশৰ কোন জাতিয়ে কি গুপুত খেলা খেলে কোনে জানে ?

(৩০)

বহুতে কম্যুনিজিমত ভয় খাইছে। গান্ধীজিম ভালকৈ বুজি উঠিব পৰা নাই। কুটিৰ শিল্প ভাই ভাল পায়। কিন্তু সৰু সৰু যন্ত্ৰ কেনেভাৱে চলিও গান্ধীজিম ৰক্ষা কৰিব পাৰে সেইটো ভাই বহুতো ভাবিও উপলব্ধি কৰিব পৰা নাই। বহুতো কংগ্ৰেছী লোকক

লগ ধৰিছে। এই কথাৰ পৰিপাটি ব্যাখ্যা পাৰলৈ। কিন্তু তাই নিৰাশ হৈ উভতিছে। বেছিভাগ কংগ্ৰেছী লোকে ভাবে গান্ধীজিম মানে অহিংসা। ইয়াৰ বাহিৰে তেওঁলোকে আন একো ব্যাখ্যা কৰিব নোৱাৰে। কিন্তু গান্ধীজিম যে ছচিয়ালিজিমৰ এটা ঠেঙুলি তেওঁলোক সেই সম্পৰ্কে সম্পূৰ্ণ অজ্ঞ। বহুনে ভাবিছে, কেৱল ভাবিছে গান্ধীজীৰ ৰামৰাজ্য কি ? বহুনে ভাবিছে এই যে ৰাছিয়াত সকলো মাটিবাৰী গৱৰ্ণমেণ্টৰ কৰি ব্যক্তিৰ সম্পত্তি নোহোৱা কৰিছে এয়া কি অসমৰ পক্ষে সম্পূৰ্ণ নতুন কথা। তাইৰ মনত পৰিল শ্ৰীমন্ত শঙ্কৰদেৱে কৰা সত্ৰাদি। সেই সত্ৰবোৰৰ মাটি কেৱল সত্ৰৰহে। কাৰো ব্যক্তিগত সম্পত্তি নহয়। সেই মাটিবাৰী প্ৰত্যেক মানুহে অলপ-অচৰপ নিজৰ পৰিয়ালক প্ৰবৰ্তন কৰিব পৰা জোখাৰে লৈ খেতি কৰে; লগে লগে আন বিষয় চলায়। ঢুলীয়াই ঢোল বজায়, খুলীয়াই খোল-মৃদঙ্গ মাৰে, কমাৰে দা-কটাৰি গঢ়ে, কুমাৰে মাটিৰ বাচন সাজে। ওজাপালিয়ে ওজা গায়, সোণাৰিয়ে সোণৰ অলঙ্কাৰ গঢ়ে, জালোৱাই মাছ মাৰে। প্ৰত্যেকে বেলেগ বেলেগ বিষয়ত মগ্ন থাকে, লিখকে কেৱল লিখা পঢ়া কৰে। সংস্কৃত সাহিত্যৰ পৰা বাছকবনীয়া শাস্ত্ৰবোৰ অসমীয়াত ভাঙে। সত্ৰৰ প্ৰত্যেক পাইকে প্ৰত্যেক সত্ৰৰ কিবা নহয় কিবা ৰূপে কাম কৰিব লাগে। তাৰ পৰিবৰ্তে সত্ৰৰ মাটিৰ শস্য উপভোগ কৰে। বহুনে ভাবিলে ইওটো সৰুসুৰা হিছাপে এখন গৱৰ্ণমেণ্ট। ইয়াৰ অধিকাৰী আৰু মুখ্যসকলক ৰাইজে নিৰ্বাচন কৰিব লাগে। সকলো উৎপন্ন বস্তুৰ কিছু পৰিমাণে সত্ৰৰ উন্নতিৰ হকে ব্যৱহাৰ হব লাগে। অৱশ্যে এই সত্ৰবোৰত থাকি খোৱা লোৱালৈ সিমান ভবা-চিন্তা কৰিব নলগীয়া হোৱাত প্ৰত্যেকে নিজ ব্যৱসায়ত বিশেষকৈ মনপুতি লাগি সেই বিষয়বোৰত বিশেষকৈ বুৎপত্তি লভিবলৈ সুবিধা পাইছিল। তেন্তে ব্যক্তিৰ সম্পত্তি নোহোৱাটো নতুন কথা নহয়। অৱশ্যে সেই মাটিবোৰ কোনো যন্ত্ৰেৰে চহি মানুহবিলাকক বেছি আহৰি দিব পৰা কৰা নাছিল। নিশ্চয় তেতিয়া যান্ত্ৰিক যুগ নোহোৱাৰ কাৰণে। নহ'লে হয়তো, ঠিক ৰাছিয়াৰ ধৰণে মাটিবোৰো যন্ত্ৰৰ সহায়েৰে চহাই সেই ছচিয়ালিজিমৰ প্ৰচলন তেতিয়াই কৰিলেহেঁতেন। কিন্তু যিয়ে নহওক এইয়াও এবিধ ছচিয়ালিজিম। সত্ৰৰ প্ৰত্যেকে পাইকৰ স্বত্ব পাইছে। সত্ৰৰ ভাল-বেয়া কৰিবলৈ প্ৰত্যেকৰ ভোট আছে। কিন্তু এনে ধৰণৰ ছচিয়ালিজিমো কি লাহে লাহে বিফল হৈ সত্ৰবোৰ জাগ্ৰত নহৈ মৰা অৱস্থাত পৰিণত হ'ল। কি ইয়াৰ সুবিধাবোৰে পিছত মানুহক এলেহুৱা, কামত উদাসীন কৰি তুলি সত্ৰবোৰৰ এনে অৱস্থা কৰিলে, নে কোনো স্বাৰ্থপৰায়ণ লোকৰ কাৰণে সত্ৰৰ সকলো বস্তু উচ্ছন্ন হ'ল। লগে লগে সত্ৰবোৰ মৰা জকা ছাল হাড়ত পৰিণত হ'ল। তেন্তে বৃহৎ ছচিয়ালিজিমৰ অৱস্থাও সময়ত এনে অৱস্থাত পৰিণত নহবনে ? তাই ভাবিলে দেশৰ খিলঞ্জীয়া উন্নতি কৰিবলৈ উপায় কি ? আকৌ আগৰ উপায়বোৰত কেৰোণ ক'ত ? যিয়ে নহওক লাহে লাহে ভোটৰ সময় উপস্থিত হ'লহি। সকলোৱে সাজিপাৰি লাগিছে। কংগ্ৰেছৰ সেৱক দল নামিছে কঁকালত কাপোৰ বান্ধি। অৱশ্যে আগৰ দেশসেৱক হিছাপে নহয়। কেৱল দেশ সেৱাৰ আদৰ্শ আগত ৰাখি লগে লগে গৱৰ্ণমেণ্টৰ সকলো শক্তি পিছত লৈ। কমুনিষ্ট দল লাগিছে গাঁৱে-ভুঁয়ে ৰাইজৰ শক্তিৰ কথা সোঁৱৰায়। ছচিয়ালিষ্ট দল আহিছে এপিনে কংগ্ৰেছৰ দোষ খুঁতবোৰ আঙুলিয়াই দি আনপিনে কম্যুনিজিমৰ ধ্বংসকাৰী বৰ্ণনাৰে গাঁও-ভুঁই তল-ওপৰ কৰি। ভীষণ সংঘৰ্ষ। কাৰ জয় কাৰ পৰাজয় ? এনে অৱস্থাত বহুনো নামিছে এটা সমষ্টিত। সেই সমষ্টিতো প্ৰাৰ্থী কংগ্ৰেছৰ এজন নামজ্বলা মুখাফুটা নেতা, কমুনিষ্ট দলৰো এজন অসাধাৰণ লোক— নাম লুইত বৰুৱা; ছচিয়ালিষ্ট দলৰো প্ৰধান নেতাসকলৰ মাজৰ এজন। বহুমে চিনেমা, বুলেটিন, মেজিকলেণ্টাৰ্ণ, লাউডস্পিকাৰ সকলোৰে সহায় লৈছে। কংগ্ৰেছে গান্ধীৰ নাম মূলধন কৰি ওলাইছে। ছচিয়ালিষ্টে দুখী কাঙালীৰ বন্ধু স্বৰূপে, আকৌ কমুনিষ্ট দলে হাতুৰি নাঙলৰ দোহাই দি বনুৱা কৃষকদলৰ প্ৰতিনিধি হিছাপে। ভোট ভোট, কেৱল ভোট। দেশৰ সকলোৱে হিতাকাংক্ষী, সকলোৱে দেশসেৱক। তাৰপিছত ভবিষ্যতলৈ নাভাবি বৰ্তমানলৈ লক্ষ্য কৰা। কেৱল

বাকযুদ্ধতেই শেষ হোৱা নাই, লাহে লাহে মৰামৰি কিলাকিলি। বিশেষকৈ ছচিয়ালিষ্ট আৰু কম্যুনিষ্ট দলৰ মাজত। সেইবুলি কংগ্ৰেছী দলে অহিংসা নীতিৰ সেৱক হ'লেও নিজৰ স্বাৰ্থৰ সমুখত সেই নীতিলৈ সমূলি নাপাহৰা বুলি কব নোৱাৰি। কিয়নো আত্মানং সৰ্ব্বত্ৰ ৰক্ষেৎ। এইয়া চাণক্য নীতি। এই নীতিৰ ওচৰত অহিংসা, শান্তি বহু দূৰৈত ৰয়। কিয়নো বাস্তৱতা, বাস্তৱতা। কংগ্ৰেছী সকলো মানুহ। তেওঁলোকক দোষ দিলে কি হ'ব? হ'বলগীয়া হ'ল। এখন গাঁৱত ভীষণ সংঘৰ্ষ। কিমান মানুহৰ আঘাত হৈছে, কিমানৰ খুন হৈছে, কোন নেতাৰ মূৰ ফালিছে একো নিৰ্ণয় নোহোৱা হ'ল। ভোট-যুদ্ধ ভালকৈ হ'ল।

(৩১)

আস্পাতালত। তুমি ? কোনে তোমাৰ এনে অৱস্থা কৰিলে ক'ব নোৱাৰো। কিন্তু মোৰ নিজৰ মানুহেই কৰিছে।

তোমাৰ এনে অৱস্থা কেনেকৈ হ'ল ?

ময়ো ক'ব নোৱাৰোঁ। এনে মৰা-মৰি, কিলাকিলিত কাৰ লাঠিৰ কোব মূৰত পৰিছে ক'ব নোৱাৰোঁ, কিন্তু ভোটৰ ব্যাপাৰ যে ইমানলৈ আগবাঢ়িব ভবা নাছিলো। লাঠি, জোঙ, হাত-বোমা সকলো ব্যৱহাৰ হ'ল। কেৱল এয়ে নহয়। ইয়াৰ পিছত যদি আমাৰ পৰাজয় হয় তেন্তে ফল বিষম হ'ব। চীনৰ দৰে ইয়াতো এখন গৃহযুদ্ধত পৰিণত হ'ব।

তাত লাভ ?

লাভ-লোকচানৰ কথা ক'ব নোৱাৰোঁ। কিন্তু এইটো থিৰাংকৈ জানো আমাৰ দলে গৱৰ্ণমেণ্ট অধিকাৰ কৰিব পাৰিলে ৰাইজৰ মঙ্গল হ'ব।

ৰাইজৰ মঙ্গল। ৰাইজৰ মঙ্গল কৰিবলৈ জানো আন উপায় নাই। গৱৰ্ণমেণ্ট নিজৰ নহ'লে টকা-কড়ি, অস্ত্ৰ শস্ত্ৰ নিজৰ হাতত নাহিলে ৰাইজৰ মঙ্গল কৰা অসম্ভৱ।

কথা শুনি থাকোতে বহন আকৌ মূৰ্ছা গ'ল। আনজনে ক'লে, বহন! বহন! বহনৰ মাত নাই। চক্ৰপাণিয়ে সেই অৱস্থাত তাইৰ সুন্দৰ মুখখনিলৈ চাই থাকিল। বহনে বুকুত ক'ৰবাত বৰকৈ আঘাত পাইছে। তাই কথা কৈ থাকোতে আকৌ মূৰ্ছা যায়। বহুতো পৰ অচেতন হৈ থাকে। চক্ৰপাণিয়ে মূৰত আঘাত পালেও সিমান টানভাৱে আঘাত পোৱা নাই। দিনচেৰেকতে সি ভাল হৈ ভোটৰ কথা এৰি বহনৰ কাষতে বহি শুশ্ৰূষা কৰিব ধৰিলে। বহনে কেতিয়াবা সাৰ পাই ভাল অৱস্থাৰ দৰে কয় তুমি কেতিয়া ক'ৰপৰা আহিলা ?

মই কলিকতাত আছিলোঁ। মই আজি কম্যুনিষ্ট। কংগ্ৰেছৰ আদৰ্শত মোৰ আস্থা নাই। ভাৰতৰ উন্নতি কৰিব লাগিলে বাছিয়া পন্থা লোৱাই মই উচিত বুলি ভাবো। ময়ো নিৰ্বাচনত কমুনিষ্ট দলৰ পৰা উঠিছো। অৱশ্যে আন ঠাইত। ইয়ালৈ ভোটত সহায় কৰিবলৈ আহিছো।

গান্ধীজিমত তোমালোকৰ আস্থা নাই ? গান্ধীজিম চানো ছচিয়ালিজিম নহয় ?

ছচিয়ালিজিম। হাঃ হাঃ ভাল হহুৱালা। গান্ধীজী যদি ছচিয়ালিষ্ট তেন্তে বিৰলাক কোনে সহায় কৰিব ?

কেৱল এটা পিঠিলৈ চালে কি হ'ব ? কিন্তু কম্যুনিষ্টসকলে কম্যুনিজিম মুখতহে প্ৰচাৰ কৰে, গান্ধীজীয়ে কিন্তু আচলতে দৃষ্টান্তৰে দেখুৱাইছিল।

কেনে ?

তেওঁৰ নিজৰ বুলিবলৈ অকণো সম্পত্তি ৰখা নাই। কিন্তু কম্যুনিষ্টসকলে সম্পত্তি ভোগ এৰিব পৰা নাই। নিজৰ সম্পত্তিবিলাক আগেয়ে গৱৰ্ণমেণ্টক গতাই দিহে সম্পত্তি জাতীয় কৰা মত প্ৰচাৰ কৰিব লাগে।

হ'ব পাৰে। কিন্তু সেই বুলি তেওঁৰ মতটো ছচিয়ালিষ্টিক বোলা ছচিয়ালিজিমক উপহাস কৰাৰ বাহিৰে আন একো নহয়। ছচিয়ালিজিমে ধনীকো ৰাখিব দুখী-কাঙালীকো ৰাখিব এনে মত গ্ৰহণ নকৰে। ই দুখী কাঙালীবহে বন্ধু; ধনীক সৰ্বনাশ কৰাই ইয়াৰ উদ্দেশ্য।

কিন্তু গান্ধীজীৰ ইচ্ছা তেওঁৰ কথাতে কওঁ— The swaraj of my our dream recognizes no race or religious distinctions. Nor is it to be the monopoly of the lettered persons nor yet of monied men. Swaraj is to be for all, including

the former but emphatically including the maimed, the blind, the starving toiling millions.

Swaraj for me means freedom for the meanest of our country men. I am not interested in freeing India merely from the English yoke. I am bent upon freeing India from any yoke whatsoever. I have no desire to exchange 'King long for king' stork. তেন্তে গান্ধীজীক ছচিয়ালিষ্ট নকৈ কি ক'বা ?

কিন্তু ছচিয়ালিজিমে যন্ত্ৰৰ সহায়েৰে জাতিক উন্নতিৰ পথলৈ আগুৱাই নিয়ে।

কিন্তু গান্ধীজীৰ আঁচনিয়ে মানুহক ওঠৰ শতিকা বা শিল লোৱাৰ যুগলৈ টানি নি লেঙটা পিন্ধা সন্ন্যাসীৰ সৃষ্টি কৰে।

ইয়াতেই ডাঙৰ ভুল। গান্ধীজীয়ে যন্ত্ৰক মানুহৰ শাসক নকৰি, মানুহৰ দাস কৰিব খোজে। গান্ধীজীয়ে যন্ত্ৰ দলিয়াব নোখোজে। কিন্তু যন্ত্ৰক সাবটি ধৰি যন্ত্ৰ মানুহৰ উপকাৰৰ কাৰণে ব্যৱহাৰ কৰিব খোজে। আকৌ যন্ত্ৰৰ সহায়েৰে সকলো উৎপাদন কৰা বস্তু একে ঠাইতে গোট খোৱাই জনচেৰেক মানুহৰ সম্পত্তি বঢ়োৱাৰ লগে লগে হাজাৰ হাজাৰ লোকক নিবনুৱা কৰাত গান্ধীৰ মত নাই। গান্ধীজীৰ মতে এনে যন্ত্ৰ ব্যৱহাৰ কৰিব লাগে যাতে হাজাৰ হাজাৰ লোকক নিবনুৱা নকৰে আকৌ উৎপাদন বস্তুবোৰো গাঁও-ভূঁইতে সিঁচৰতি হৈ থাকি সহজে সাধাৰণ মানুহৰ লভ্য হয়। তেওঁৰ মতে, I can have no consideration for machinery which is meant either to enrich the few at the expense of the many or without cause to displace the useful labour of many.

The present use of machinery tends more and more to concentrate wealth in the hands of a few in total disregard of millions of men and women whose bread is snatched by it out of their mouth.

I have no design upon machinary as such I would prize every invention made for the benefit of all. I would welcome the machine that lightens the burden of crores of men living in cottages.

আটাইতকৈ ডাঙৰ কথা গান্ধীজীয়ে কৈছে, food & clothing should be freely available to all as God's air and water are or ought to be. They should not be made a vehicle of traffic for the exploitation of others. This monopolisation by any country, nation or group of persons would be unjust.

গান্ধীজীৰ শেষ কথা 'simple living & high thinking' জীৱন যাত্ৰাৰ standard of living ওখতকৈও ওখ কৰি ধনীক অৰ্থনীতিয়ে যি উপদেশ দি জগতক আগুৱাটে নি ধনীসকলৰ পূজলা কৰি নচুৱাব খুজিছে। গান্ধীজীয়ে সেই পন্থাৰ সমূলি বিৰোধী। 'standard of living' যিমানেই বেছি কৰি নিবা সিমানেই তাৰ অন্ত নাই। তাৰ ফলত ধনীসকলৰ ব্যৱসায়ৰ সুবিধা কৰি দিয়াহে। এনে অৰ্থশাস্ত্ৰয়ো কেৱল ধনীসকলক সহায় কৰিছে। নাইট ক্লাবৰ মদৰ বিল, ব্ৰিজ বা ক্লাসৰ হৰা-জিকা অঙ্কৰ পৰিমাণ, ড্ৰইং ৰুম সুইট বা ডাইনিং ৰুম ক্ৰকাৰি বা মোটৰ গাড়ীৰ মূল্যৰে মানুহৰ মূল্যৰ পৰিমাণ নহয়। এই সহজ কথাষাৰ মানুহে পাহৰি ধনীৰ কাৰণে ৰচনা কৰা অৰ্থশাস্ত্ৰ 'standard of living' ওখতকৈও ওখ কৰিব লাগে বুলি যি মত মানুহৰ মূৰত সোমাইছে সেয়া কেৱল বণিক ওপৰতহে ৰচনা কৰা। দৰাচলতে সেই কথা মৰ্মে মৰ্মে অনুভৱ কৰিছিল। কিন্তু শক্তি বঢ়োৱা আহাৰ খোৱাহে আচল কথা। যি বহুতক গান্ধীজীৰ ইচ্ছা আছিল ভাৰতৰ সাতলাখ গাঁৱেই আচল শিক্ষা-দীক্ষা, শাসন, বস্তু উৎপাদনৰ সৃষ্টি, বেচা-কিনা, অহা-যোৱাৰ সুগম পথ লগে লগে প্ৰত্যেক গাঁৱলীয়াই যাতে দেশৰ শাসন দণ্ড হাতত ল'ব পাৰে তাৰ কাৰণেহে তেওঁ স্বৰাজ বা ৰামৰাজ্যলৈ হাবিয়াস কৰিছিল।

তেন্তে তুমি কংগ্ৰেছ পন্থী।

কংগ্ৰেছ পন্থী নহওঁ। কিয়নো বৰ্তমান কংগ্ৰেছে গান্ধীজীক সম্পূৰ্ণৰূপে মনা নাই। বৰং গান্ধীজীৰ ভাবাত ক'বলৈ হ'লে তেওঁ বজাৰত অচলন্তি ধন মুদ্ৰাৰ স্বৰূপ। শক্তিৰ প্ৰভাৱত আনকি কংগ্ৰেছে কংগ্ৰেছৰ গুৰিগছলৈকে পাহৰিব ধৰিছে। তদুপৰি এই কংগ্ৰেছীসকলে গান্ধীজিম কি সম্পূৰ্ণৰূপে নুবুজে। সত্য, অহিংসা গান্ধীজীৰ বাহন। এই বাহন লৈয়ে তেখেতে ভাৰতৰ সাত লক্ষ গাঁৱক নতুন ধৰণে গঢ়িবলৈ মানস কৰিছিল তাত আছিল শান্তি, ধৰ্ম। কম্যুনিজিমৰ উগ্ৰতা বিষময় তিতাফল তাত নাই। এইবুলি কৈয়েই বহন আকৌ মূৰ্ছা গ'ল। চক্ৰপাণি অকলে অকলে মূৰ শিতানত বহি বহনে কোৱা কথাবোৰ ভাবিবলৈ ধৰিলে।

এনে সময়তে জোনাকী, কালিন্দ্ৰী আৰু হেমনীও ওলালহি। সকলোৱে বহনৰ অৱস্থা দেখি চকুপানী টুকিব ধৰিলে। বহুপৰৰ মূৰত বহনৰ আকৌ চেতন হ'ল। তাই ওচৰৰ আটাইকেউজনকে দুখ মনেৰে থকা দেখি ক'ব ধৰিলে, "তহঁতে দুখ কিয় কৰিছ ? মইতো অলপতে ভাল হ'ম। ভুল পথেৰে গৈছিলোঁ কেৱল সেইটোৰ শুধৰণি হ'ল। এয়েহে। নিৰ্বাচনত নানামিও দেশ সেৱা কৰিব পাৰি সেই আচল তথ্য এৰি ভোট যুদ্ধত হাই-উৰুমি কৰা, কোনো সজ লোকৰ পক্ষে উচিত নহয়। আকৌ তাতোকৈ শোচনীয় আমি এই সহজ কামকে শান্তিৰে সমাধা কৰিব নোৱাৰোঁ। গতিকে এখন দেশৰ দায়িত্ব লৈ কেনেকৈ শান্তি আনিম। হেমনী এইবাৰ এনে এখন কথাছবি গঢ় যাতে গাঁৱলীয়া চহা হোজাই সহজতে বুজে, লগে লগে গাঁও সমাজ দেশৰ উন্নতি কৰিবলৈ সকলোৱে হাবিলাষ হয়। গাঁৱত ৰাষ্ট্ৰৰ বিভাগ হৈ পৰে, ৰাষ্ট্ৰীয় জ্ঞান, ৰাজনীতি, ধৰ্ম, অৰ্থনীতি স্বাস্থ্য সম্বন্ধীয় সকলো জ্ঞান গাঁৱলীয়াসকলে পাব পাৰে। প্ৰত্যেক গাঁৱতে ছিনেমাৰ সৃষ্টি কৰিব লাগিব।"

কালিন্দ্ৰীয়ে ক'লে, "বাইদেউ তুমি ভোটত জয় কৰিছা।"

জয় কৰিব পাৰো। কিন্তু তাত মোৰ স্পৃহা নাই।

চক্ৰপাণিয়ে ক'লে, যদি বহন কাউন্সিলত যাব পাৰে তেন্তে বৰ আনন্দৰ বিষয়। মযো দল পাৰ্টি এইবোৰ এৰি স্বাধীনভাৱে মত প্ৰকাশ কৰাই উদ্দেশ্যহে হ'ব। আমি কাউন্সিললৈ যাম গাদী ৰাখিবলৈ নহয়, দেশৰ মঙ্গল সাধিবলৈ।

এৰা সেয়ে আচল কথা। মই কাউন্সিলত গোন প্ৰথমে শিক্ষাৰ সম্পূৰ্ণ পৰিবৰ্তনৰ সম্বন্ধেহে চেষ্টা কৰিম।

"Basic training" সম্বন্ধে তুমি কি ভাবা ?

বৰ সুন্দৰ। গান্ধীজীৰ ইও এটা ডাঙৰ অৱদান। কিন্তু কংগ্ৰেছীসকলে এই শিক্ষা সম্বন্ধে সম্পূৰ্ণ ভবা নাই। ইয়াৰ মূল কথা হৈছে ল'ৰা-ছোৱালীক দুই-এটা বিষয়েৰে বিশ্ব ব্ৰহ্মাণ্ডৰ সকলো জ্ঞান দিয়া। যেনে ধৰা ফুল-ফলৰ বাৰী কৰাৰ লগে লগে বোটানীৰ সকলো শিক্ষা, কিয় ফুল-ফল ফলে। সেইবোৰৰ বৈজ্ঞানিক জ্ঞান, কোন মাটি কেনেকৈ সাৰুৱা হয়, সাৰ কেনেকৈ বৈজ্ঞানিক ধৰণে দিব পাৰো আকৌ ফুল ফলৰ লগত মানুহৰ কি সম্বন্ধ। কিয় ফুলে মানুহৰ মনত আনন্দ দিয়ে। ফলবোৰ কেনেকৈ ৰপ্তানি কৰিব পাৰি। কোন দেশত কোন ফল নাই এই আটাইবোৰ কথাৰ জ্ঞান ল'ৰা-ছোৱালীয়ে পাব লাগিব। সেইদৰে ধৰা বয়ন শিল্প। কিন্তু কাপোৰ বোৱাটোৱে এই শিক্ষাৰ শেষ নহয়। কেনেকৈ কপাহ বা এৰি মুগাৰ সৃষ্টি হয়, কেনেকৈ সেইবোৰ ডাঙৰ-দীঘল হয়, কেনেকৈ সেইবোৰে কল্পতৰুৰ দৰে মানুহক কেৱল সহায়হে কৰে, কোন দেশত কাপোৰৰ অভাৱ, বতাহ পানী মুকলি আকাশৰ এইবিলাকৰ কাৰণে কিয় আৱশ্যক, সেইবোৰৰ বৈজ্ঞানিক তথ্য কি ? এনেধৰণে একোটা বিষয়লৈ বস্তু উৎপাদনৰ লগে লগে ল'ৰা-ছোৱালীক বিশ্ব ব্ৰহ্মাণ্ডৰ জ্ঞান দিয়াই এই শিক্ষাৰ উদ্দেশ্য। কৃষি শিল্প সম্বন্ধেও সেই একে কথা। অৰ্থাৎ আমহু খেতিয়কৰ দৰে কেৱল গৰুহাল হে হে কৰি হাজ বাই খেতি উৎপাদন কৰাই ইয়াৰ উদ্দেশ্য নহয়। কিন্তু এই শিক্ষাৰ দ্বাৰা এদিনে যেনে সুন্দৰ বলী খেতিয়ক গঢ়িব আনদিনে সেই খেতিয়কৰ বিশ্ব ব্ৰহ্মাণ্ডৰ জ্ঞান থাকিব। দেশ সমাজৰ আৱশ্যকতা সম্বন্ধে বুজি ৰাজনীতি অৰ্থনীতিৰ সুন্দৰ জ্ঞান পাব।

এৰা পুৰণিত বিদ্যাতকৈ এই বাস্তৱ শিক্ষাই মানুহক

যেনেকৈ মানুহ গঢ়ি তুলিব তেনেভাৱে কৰ্মী ধৰ্মী আৰু বিজ্ঞানৰ যোগ পোৱা কৰিব।

কালিন্দ্ৰী। ব্যৱসায়ত যিবোৰ লাভ হয় সেইবোৰ আৰু আমাৰ নিমিত্তে নাৰাখি বা বেংকত জমা নাৰাখি নৰ-নাৰায়ণ সেৱাত খটুৱাহঁলে চেষ্টা কৰ। মই ভাল হ'লেই আমাৰ দৰে সৰু কালতে যেনে অনাথ হৈ ভগাৰ বগৰীৰ দৰে বাগৰি ফুৰিবলগীয়াত পৰিছিলোঁ বাতে অসমত তিৰোতা বা অনাথসকলৰ তেনে অৱস্থা নহয় তাৰ নিমিত্তে চেষ্টা কৰিব লাগিব। নাপাহৰিবি আমি দুখতে জন্মিছো, দুখেই আমাৰ জীৱনৰ সম্বল, এইবোৰ কেৱল আমাৰ দৰে দীন দুখীসকলক বাট দেখুৱাহে পন্থা।

এনেতে মদন আৰু ৰবীন্দ্ৰয়ো আহিল।

ৰবীন্দ্ৰই হাঁহি মাৰি ক'লে কেনে ভোট যুদ্ধ ? পিছে স্বয়ং দ্ৰুপদ নন্দিনীয়ে দেখো কুৰুক্ষেত্ৰত আহত।

ৰহনে· হাঁহি মাৰি কৈছিল ইয়াতেই আচল ভুল হৈছিল। দ্ৰুপদীয়ে কুৰুক্ষেত্ৰ ৰণৰ আচল মূল কাৰণ হ'লেও কুৰুক্ষেত্ৰ ৰণত জাঁপ মাৰি পৰি আহত হোৱা নাছিল। কিন্তু মই তাৰে ওলোটা কৰিবলৈ গৈ এনে অৱস্থা পাইছোঁ!

সকলোৱে হাঁহিব ধৰিলে।

মদনে ক'লে, যি নহওক যুঁজত যে জয় হ'ল।

যুঁজত জয়। কিন্তু দেহাৰ পিনে ভীষ্মৰ শৰ শয্যা।

কিন্তু মোৰ মৃত্যু নাই। কিয়নো মোৰ যে ইচ্ছা মৃত্যু।

সকলোৱে এইবাৰ হাঁহিব ধৰিলে। চক্ৰপাণিয়ে ক'লে, শৰ-শয্যাৰ পৰা কেতিয়া উঠিবা ?

মুখা পিন্ধা দল সমূলি যেতিয়া লুকাই পৰিব। ৰবীন্দ্ৰই ক'লে, এইবাৰ মুখা পিন্ধা দলৰ পৰাজয় পদে পদে আৰু নহ'বই বা কিয় ? মানুহক ইমান লাঞ্ছনা দিলে কাৰ ধৈৰ্য থাকে ? ৰহনে ক'লে, কিন্তু জানিবা যেয়ে লংকাত যায় সেয়ে ৰাক্ষস হয়। জোনাকীয়ে ক'লে, কিন্তু আজিকালি লংকাত ৰাক্ষসেই নাই ৰবং লংকাতো স্বাধীনতা হ'ল। লংকাৰ মানুহসকলে সকলো কাজিয়া পেচাল এৰি কেৱল কেনেকৈ লংকাখন জাকত জিলিকা কৰি তুলিব পাৰে তাৰেহে চেষ্টা কৰা মূভত।

ভাৰতো কেৱল যাই কাজিয়া, ধৰ্মৰ উন্মত্ততা, দলাদলি, গুপ্তহত্যা, সাম্প্ৰদায়িকতাৰ অন্ত হওক।

কেৱল এয়ে নহয়। কোনে ক'ব ভাৰত বিশ্বত অদ্বিতীয় শক্তিত পৰিণত নহ'ব ? ভাৰতবাসীৰ মতি গতি ভাল হওক। ভাৰত মাতৃৰ উজ্জ্বল যাঁহে যাঁহো মুখ উজ্বলি উঠক।

কথা কৈ থাকোতে হঠাৎ বাহিৰত ধ্বনি হ'ল "কংগ্ৰেছ ধ্বংস হওক। কৃষক ৰনুৱাৰ জয় হওক।" ৰহনে ক'লে, বোধ কৰোঁ কোনোবা কম্যুনিষ্ট দলৰ লোক নিৰ্বাচনত জয়লাভ কৰিলে।

চক্ৰপাণিয়ে ক'লে, "এৰা আমাৰ দলৰে।"

কিন্তু কংগ্ৰেছ ধ্বংস হ'ব লাগে কিয়? ৰবং কংগ্ৰেছেই কৃষক ৰনুৱাৰ উন্নতিৰ মূলভেটি হওক। দুৰ্ভেদ্য দুৰ্গৰ দৰে হৈ ভাৰতৰ উন্নতি সাধন কৰক।

সেইটো সঁচা তেতিয়া সকলো বিবাদৰ অন্ত পৰে। মুখাপিন্ধা লোকসকলো লুকাই পৰিব। "যাওক যিয়ে নহওক দল দলনিত সোমাওক, দেশ উজ্বলি উঠক। চক্ৰপাণিয়ে এনেতে ক'লে, দেউতা এইবাৰ বৰ ভাল ৰকমে হাৰিল। এইবাৰ বুজিব তেওঁৰ নীতি যে ওপৰে ওপৰে ভাঁহি ফুৰিছে, ৰাইজৰ মনত লগা হোৱা নাই, এইবাৰ এই সত্যটো হৃদয়ঙ্গম কৰিব। ৰহনে ক'লে, যি নহওক তেওঁ যে দেশ ভাল পায় বা নিজৰ স্বাৰ্থৰ কাৰণে সমূলি নাভাৱে সেইটোত কেৱে নুই কৰিব নোৱাৰে।

সেইটো সঁচা, কিন্তু বৰ্তমানে দেশক লাগে বিশাল শক্তি থকা হাত তাৰ, লগে লগে সুন্দৰ আঁচনি কৰিব পৰা ধীৰ স্থিৰ মগজু। কেৱল স্বাৰ্থহীন বা ত্যাগী পুৰুষ হ'লেই দেশক উন্নতি পথত আগবঢ়াব নোৱাৰে।

তেওঁৰ যে সেইটোৰ অভাৱ তেনে নহয়। কিন্তু কি কৰিব দল ৰক্ষা কৰোঁতেই তেওঁৰ সকলো শক্তি অপব্যয় কৰিব লাগে। দেশৰ মঙ্গলৰ কাৰণে কেতিয়া ভাৱে ?

(৩২)

মাহ চেৰেকৰ পিছত কাউন্সিল বহিল। ৰহন শিক্ষা মন্ত্ৰী হ'ল। চক্ৰপাণি শিল্প মন্ত্ৰী। দেশত এইবাৰ নতুন আঁচনি হ'ল। কাৰো মুখ চোৱা ব্যৱস্থাৰ অন্ত পৰিল।

জাপি বুটুমৰ লোহাইৰ শেষ হ'ল। সকলোৰে মনত কেৱল এটা ভাব কেনেকৈ দেশৰ, জনসাধাৰণৰ, হোজা চহা হালোৱা বনুৱাৰ, পাহাৰী জনজাতিসকলৰ উন্নতি হয়। সেই সম্বন্ধে নানা আঁচনিৰ লগে লগে কাম আৰম্ভ হ'ল। বহুৰ চেবেকতে যাতে অসমৰ পৰা নিৰক্ষৰতা সমূলি ধ্বংস হয় তাৰ কাৰণে প্ৰবল আন্দোলন হ'ল। মন্ত্ৰীসকলে শিলং পাহাৰৰ বিলাসিতা এৰি গাঁৱে-ভূঁৱে বোকা-পানীয়ে ফুৰিব ধৰিলে। গাঁৱলীয়াৰ লগত কথাপাতি, গাঁৱলীয়াৰ ঘৰত থাকি গাঁৱৰ উন্নতিৰ কাৰণে জল্পনা কৰিবলৈ ধৰিলে। মাহচেবেকৰ পিছতে বিয়াৰ বাদ্য বাজি উঠিল। চক্ৰপাণি আৰু ৰহনৰ, মদন আৰু হেমনীৰ, ৰবীন্দ্ৰ আৰু কালিন্দ্ৰীৰ বিয়া একেলগে হ'ল। এই বিয়া হ'ল একেখন গাঁৱতে। বিয়াৰ পুৰোহিত এজন বিজ্ঞ অস্পৃশ্য, দৰ্শক হ'ল হোজাসকল। বিয়াৰ লগে লগে প্ৰদৰ্শনী হ'ল অসমৰ যুৱক-যুৱতীসকলে কেনেকৈ সকলো বিষয়তে উন্নতি জখলাত উঠি বিশ্বত আসন অধিকাৰ কৰিব ওলাইছে। কেনেকৈ অসমত হোজা গাঁৱলীয়াৰ অন্ত হৈ অসম জুৰি বৈজ্ঞানিক, সাহিত্যিক, ৰাজনীতিজ্ঞ, অৰ্থনীতিজ্ঞ, উদাৰ ধৰ্মৰ প্ৰচাৰকৰ সৃষ্টি হৈছে। প্ৰত্যেক গাঁৱেই একোখন শিক্ষাৰ কেন্দ্ৰ হৈ উঠিছে। পাহাৰী আৰু ভৈয়ামৰ জাতিসকলৰ মাজত বিয়া-বাৰু হৈ প্ৰবল অসমীয়া জাতিৰ সৃষ্টি হৈছে। দলে দলে অসমীয়া যুৱক-যুৱতীয়ে হাতত জাতীয় পতাকা লৈ বীৰ আৰু বীৰঙ্গনাৰ দৰে ফুৰিব ধৰিছে। খেল ধেমালিতো জগতৰ লগত অবিৰা-অবিত যোগ দিছে। সকলোপিনে ধ্বনি হৈছে 'জয় অসম', সকলোপিনে উখল মাখল জয় অসমীয়া গাঁৱলীয়া সমাজ। শ্ৰীমন্ত শঙ্কৰৰ সাম্য, অহিংসা, উদাৰ ধৰ্মৰ উপাসক দলে নতুন প্ৰেৰণাত, নতুন আঁচনিত নতুন অসম গঢ়াত ব্যস্ত হৈছে। ৰহনে ক'লে, "অসম আগবাঢ়িব।" চক্ৰপাণিয়ে ক'লে, "নিশ্চয়"। দুয়ো হাঁহি মাৰি চকুৱে চকুৱে চাই থাকিল। দূৰৈত অসমৰ উজ্জ্বল ছবি ভাঁহি উঠিল। জাতীয় পতাকাৰ ত্ৰিৰঙৰে ৰঞ্জিত ৰঙে ৰহন আৰু চক্ৰপাণিৰ মুখ উজ্জ্বল কৰিলে। জোনাকী ৰহনৰ কাষত থিয় হ'লহি। ৰহনে ক'লে, "জোনাকী তই যেনে বিদুষী তেনে বিজ্ঞলোক মই বিচাৰিছোঁ।"

চক্ৰপাণিয়ে ক'লে, "জোনাকীৰ সম্বন্ধ অসমতে সীমাবদ্ধ কৰি নাৰাখি ভাৰতৰ কোনো বিজ্ঞ পণ্ডিতৰ লগতহে জোনাকীৰ সম্বন্ধ কৰিব লাগিব।" জোনাকীয়ে হাঁহি মাৰি ৰ'ল। ঢোল, খোল, বাদ্য বাজি উঠিল। সকলোপিনে ধ্বনি হ'ল— জয় অসম জয় অসমৰ যুৱক-যুৱতীসকল। ৰহনে ক'লে, গান্ধীজিম আৰু ছচিয়েলিজিমৰ সুন্দৰ মিলন। চক্ৰপাণিয়ে ক'লে, গান্ধীজিম সম্বন্ধে ভাবিব আৰু লাগিব গান্ধীজিমৰ আচল তথ্য উলিয়াবলৈ গৱেষকসকল নিয়োগ কৰি সেই সম্বন্ধে বহুতো কিতাপ প্ৰচাৰ কৰিব লাগিব। ৰহনে ক'লে, গান্ধীজিম যিমানেই বুজিব পাৰিম সিমানেই দেশ জয় জয় ময় ময় হ'ব। এনেতে গগন পবন সকলোতে ধ্বনিত হ'ল— জয় হিন্দ। জয় অসম। আটাইকেউজনে জাতীয় পতাকাক প্ৰণাম কৰিলে।

অনন্তই বি-এ পৰীক্ষা দিবলৈ পঢ়াত ব্যস্ত। দিন-নিশা তাৰ জ্ঞান নাই। বাতি নৌপূৱাওঁতে সি বাত্তিপূৱা হোৱা বুলি বাহিৰলৈ ফুৰিবলৈ যায়। অলপ জুৰ বতাহ লৈ আহি সি আকৌ পঢ়াত লাগে।

সিদিনা পুৱতি নিশা। টোপনিৰ পৰা সাৰ পাই সি ঘপৰাই শোৱাপাটী এৰি বাহিৰলৈ ওলাই শুনে ঘৰ্ঘৰ শব্দ। এটা ধিমিকি ধিমিকি উজলা চাকি লৈ এখন গাড়ী চলিব ধৰিছে। গাড়ী চলোৱাজনে গৰুটোকে নানা তৰহৰ গালি-শপনি পাৰিছে। গাড়ী বলহি। মানুহজনে গাড়ীৰ পৰা এটা "বাল্‌টি" হাতত লৈ "হ" বুলি কৈ গাড়ী ৰাখি ওচৰৰ এজন মানুহৰ ঘৰলৈ গ'ল। গৰুৱে যেন তাৰ কথা গুৰুবাক্য বুলি লৈ তাতে থিয় হৈ থাকিল। অলপ পিছতে সি যেন সিঘৰ মানুহৰ তাত কিবা বলকিব লাগিছে। গিৰিহঁতে সাৰ পাই "এই ক্যা বক্ বক্ কৰতাহেই। ফজিৰ অভিতক হুৱা নাহি কাহে যা তা বক্ বক্ কৰতাহেই।"

"হাঁ বাবু আজ কৈ ৰোজ্‌চে মাঙ্গতা ৰহা একথু নয়া টিন বদল কৰনেকো লেকিন আপলোক নাই কৰেগা। হাম্ লোক কা কেইসা জুলুম হতা হ্যায়।"

"জুলুম হতাহ্যাই। চালা নক্‌ৰি কৰেগা, মিউনিচিপালিটিকা, মাহিনা খায়েগা আৰ কাম কৰনে কা কষ্ট মালুম হতাহেই।"

"সাঁচ্ বাত লেকিন।"

"আৰে লেকিন ৰাখদেও। আচ্ছাসে চাফ নাইকৰনেসে মৈই ৰিপোৰ্ট কৰেগা।"

"ভাবি বাবুহেই, আপ্ আপনসে চাফকৰনেসে তব সমজাতা এই কেইসা কাম কেইসা তক্‌লিফ্।"

"চুপৰও। মেতৰ হোকে জনম লিয়া আৰ মুখসে বৰ বৰ বাত।" সি কিবা কিবি বলকি আহি ক'লে "কালসে যদি টিন বদল নাই কৰেগা তব্ জৰুৰ জানিয়ে আপকা পায়খানা হাম চাফ নাই কৰেগা।"

"আচ্ছা দেখা যায়েগা। তোমৰা সাত আওলাদ কৰেগা।" সি আহি গাড়ীত ময়লাবোৰ ঢালি গৰুক খঙতে কলে "চল্ চালা।" যেন গিৰীহঁতৰ খঙ সি তাৰ ওপৰতে জাৰিব।

গৰু, গৰুচলোৱাতা, গুঠৰ শক্তিকৰ গাড়ী, আন্ধাৰ ৰাস্তিত ধিমিকি ধিমিকি উজলা চাকি, ঠেক বাট, জনলে জনলে থৈ গিৰীহঁতৰ ঘৰৰ পায়খানা পাই তাৰ পৰা ওলাই অহা, লগতে গিৰীহঁতৰ লগত খতা অসভ্য বাপৰৰ কথাবোৰ সকলোৱে যেন অনন্তৰ মনটো এটা অতীত যুগত ঠেলা মাৰি দিলে। সি ভাবিলে এয়া কি বিংশ শতিকা নে আন কোনো যুগ? এয়ানে মহাত্মাৰ হৰিজন নে এখনি নৰকৰ চিত্ৰ? যাৰ নায়ক সংসাৰৰ সভ্যতাৰ সমূলি মোল নোপোৱা, শিক্ষা-দীক্ষাৰ একো স্থ নোপোৱা। যেয়ে আন্ধাৰ নিশাৰ চৰ। গৰুৰ চালক, পুষ্পক ৰথ স্বৰূপ গাড়ী। স্বাস্থ্যৰ সহস্ৰ গুণ গাওঁতা বিধি বিধান দিওঁতা যুগৰ এনে অস্বাস্থ্যকৰ বস্তু আৰু গোন্ধৰ সহচৰ। সাপ-বেঙ ভেকাই যোৱা বাটেৰে যাকণীয়া অৱস্থা।

সি গাড়ী নি আৰু এঘৰৰ ওচৰ পাই "হ" বুলি আকৌ গাড়ী ৰাখিলে। সিঘৰৰ পায়খানালৈ যাব লাগিলে এটা ডাঙৰ নলা ডেকাব লাগে। খৰালি যাব পাৰি। বাৰিষা সেই নলা পাৰ হ'ব লাগিলে কাপোৰ তিতে। গাড়ীৰ শব্দ শুনিয়েই গিৰীহঁত ওলাই "হেই জমাদাৰ আজ কেইৰোজ পায়খানা চাফ্ কৰ নাই।"

"কেইস্য কৰেগা বাবু। আপকা নালা পাৰ হোনে নাই সকত।"

"নালা পাৰ হনে সেকেগা কি নাই ঐ বাত হাম্ সমজাতা নেই। লেকিন পায়খানা চাফ্ কাহে নাই কিয়া? হামলোক কাল ৰিপোৰ্ট কৰেঙ্গে।"

আকৌ ৰিপোৰ্টৰ কথা। ৰিপোৰ্ট শব্দটোৱে যেন তাৰ কাণত উনপঞ্চাশ বতাহ আনে। সি তৎক্ষণাত ক'লে "কৰিয়ে বাবু ৰিপোৰ্ট কৰিয়ে। আপলোক বাবুহেই ৰিপোৰ্ট নাই কৰেগা তো কোন লোক কৰেগা। লেকিন আপ্ আপনসে এইসা কাম কৰেনেসে তব সমজাতা।"

"চুপ্। বেটা মেতৰ হোকে লম্বা বাত।"

"হা হামাৰা লম্বা লম্বা বাত আৰ আপকা লম্বা লম্বা ৰিপোৰ্ট।"

তাৰ কথা শুনি অনন্তৰ হাঁহি উঠিল। পিছতে সি

আকৌ ভাবিলে এই জাতিটো নহলে মানুহৰ কি উপায় হ'ব? এই জাতিটোৱে সভ্যতাৰ মোল পাই, মনুষ্যত্বৰ শিক্ষা লভি, স্বাস্থ্য-বিজ্ঞানৰ জ্ঞান পাই চকু মুকলি হলে মানুহে কি কৰিব? তাৰ যেন ভয়, সঙ্কোচ, সমস্যাৰ ভাব উদয় হ'ল। সি ভাবিলে কম্যুনিষ্টসকলে এই সমস্যাৰ কেনেকৈ সমাধান কৰিছে। অৱশ্যে সিহঁতে সকলোতে সাম্যবাদৰ প্ৰচাৰ কৰিছে, কিন্তু এই ক্ষেত্ৰত কি কৰিব? বৈজ্ঞানিক পায়খানা? সৰ্বসাধাৰণৰ যে সেইটো কৰিবলৈ ধনৰ নাটনি!

তাৰ গাড়ী ঘৰ্ঘৰকৈ গৈয়ে থাকিল। সেই ঘৰ্ঘৰণিৰ শব্দত অনন্তৰ কাণত যেন এটা ভীষণ বোমাৰ শব্দ ফুটিল। সি ভাবিলে যেন এই জাতিটোৱে শিক্ষা-দীক্ষা লাভ কৰিলে জগতত এটা এটমিক বোমাৰ সৃষ্টি কৰিব। জগতে ইমান দিন যি পন্থালৈ আগবাঢ়িছে তাত আগ্নেয়গিৰি সৃষ্টি কৰি এটা অঘটন ঘটাব! সি ভাবিলে কিন্তু ইমানদিনেও যাতে ইহঁতৰ মাজত সভ্যতাৰ সূক্ষ্ম কিৰণ পশিব নোৱাৰে জগতে সেইটোলৈ সম্পূৰ্ণ সজাগ। সেয়ে সিহঁত পুৱতি নিশাৰ অন্ধকাৰ দিনত বা গধূলি সময়ত মদৰ বটলৰ সহচৰ। অন্ধকাৰত ভয় নোহোৱাকৈ ফুৰিবলৈ হাজাৰ কুৎচ গোন্ধ সহ্য কৰিবলৈ, সাপ বেঙৰ ভয় নোহোৱাকৈ ঠেক জঙ্গল বাটেৰে ফুৰিবলৈ সাজু কৰিবলৈ সিহঁতে দিনটো মদ খাই পৰি থাকে। নিজৰ ভিতৰতে হাই-কাজিয়া-কোঢ়ালৰ সৃষ্টি কৰি এখন আচহুৱা ৰাজ্যত বাস কৰে। "কিয়া হুম কিয়া গুম গুম" যেন ইহঁতৰ স্বভাব। সভ্যতা, শিক্ষা, সূৰ্বৰ পোহৰ, জগতৰ ৰথচক্ৰই কোনদিনে গতি লৈছে যেন সিহঁতৰ জ্ঞান নাই। আন্ধাৰ! আন্ধাৰ! চৌদিশে আন্ধাৰতে সিহঁতে আনন্দ লভে, ৰন্দ খৰিয়াল কৰে, চুলিয়াচুলি, মৰামৰি কৰে আৰু মদৰ বাগীত গভীৰ চৌপনিত সকলো পাহৰি থাকে।

কিন্তু সভ্য জগতে, পৰৰ উপকাৰ সাধনত মত্ত লোকে সাম্যভাবৰ প্ৰচাৰ কৰোতা দলে, সিহঁতৰ সম্বন্ধে কি ভাবিছে? অনন্তই ভাবিয়ে গ'ল।

(২)

মেতৰহাটীত বৰ কোঢ়াল। কথাবোৰে সিহঁতৰ ভাষাতে কোৱামেলা কৰিছে। এজনে কৈছে, "এই বামু বৰ কথা নকবি মুখ ভাঙি দিম।" আন এজনে কৈছে "বৰ মুখ ভাঙোতা চালা। তই ভাই-বোৱাৰীৰ লগত দুষ্টালি কৰিবি। ক'লে বেয়া পাব। চুপ চালা। তোৰ মাৰক বিয়া কৰাম।"

"কি এনে কথা কয়" বুলিয়েই জগাই ততালিকে ধৰি বামুক বৰ মাৰ সোধালে। দুয়োখো বগৰাবগৰি লাগিল। বামুৰ সঙ্গী ভুদোল আছিল অলপ দূৰৈত। বামু আৰু জগাইৰ কাজিয়া লগা দেখি লৰি আহি জগাইক এটা টাঙোনেৰে মাৰ সোধালে। জগাইৰ মূৰ ফাটিল। জগাইৰ বাপেকে তেতিয়া মদ খাই উতলাহৈ আছিল। সি তাৰপৰা কাজিয়া দেখি মদৰ বাগীতে মাত দিলে, "চালা লোককো আজ সাবাৰ কৰি দেগা। এক এক লাঠিসে এক এক আদমিকো খুন কৰেগা।" এই বুলি ঢলং-পলংকৈ লাঠি লৈ উপস্থিত হ'ল। চৌদিশে হাহাকাৰ লাগিল। কেও কাজিয়া বন্ধ কৰাত, কেও কোনো পক্ষ লৈ গালি-শপনি, মৰামৰিত যোগ দিয়াত ব্যস্ত।

কোঢ়ালৰ শেহত তিনিজনক আস্পাতাললৈ নিব লগীয়াত পৰিল। জগাইৰ মাক, বামু আৰু জগাই আস্পাতালত ৰ'লহি। আস্পাতালত প্ৰায় মাহচেৰেক আছিল। এই কেইমাহত সিহঁতৰ আৰ্জন নোহোৱাত ঘৰত হাহাকাৰ। বামুৰ ঘৰত সিয়ে আৰ্জে। পৰিয়ালৰ আন কেইজন তাৰ আৰ্জনৰ ওপৰতে নিৰ্ভৰ কৰে। কিন্তু সি আস্পাতালত পৰি থাকিবলগীয়া হোৱাত ঘৰত খোৱা-লোৱাৰ হাহাকাৰ নহৈ কি হ'ব? মাহদিনত সি বেতন পায় পোন্ধৰ টকা। বেতন পাবৰ দিনাই সিহঁতে মদ খাই উৰুৱাই দিয়ে। বাকী মাহটো দোকানত বাকী কৰি নাইবা অ'ত-ত'ত কাম কৰি ওপৰুৱা হিচাপে যি পায় তাৰে কোনোমতে প্ৰবৰ্তায়। দোকানীসকলেও মেতৰক বাকী নিদিয়ে। কিয়নো সিহঁতে জানে বাকী দিলে সিহঁতৰ পৰা আদায় কৰা টান। মৰ্দ্দমাত ডিক্ৰী পালেও সিহঁতৰ ঘৰত লাও লোটাৰ বাহিৰে কি পাব? পালেও সেইবোৰেৰে কি কৰিব? অৱশেষত উপায় নাপাই বামুৰ ঘৈণীয়েকে মিউনিচিপালিটিত কাম বিচাৰিলে। কাম সহজে পালেও। কিয়নো তাই

দেখনিয়াৰ আছিল। যেতিয়া হলেও ভাল দেখনিয়াৰ হলে বাবুসকলৰ চকু আকৰ্ষণ কৰা একো আচৰিত নহয়। কিয়নো ৰূপ সৌন্দৰ্য্যই ধৰ্মজ্ঞান, ধৰ্মৰ বাহ্যিকতাৰ মুখাখন ওভতালিকে আঁতৰ কৰাই মানুহৰ আচল ৰূপটো বাহিৰ কৰি দিয়ে।

মিউনিচিপালিটিৰ জমাদাৰ আৰু অভাৱচিয়াৰ দুজনেই ডেকা। অভাৱচিয়াৰে চহৰ চোৱাত সিমান পটু নহলেও তিৰোতাৰ মধুৰ চাৱনিয়ে, সুন্দৰ ৰূপে তেওঁৰ চকু এৰি যাব নোৱাৰে। জাতত তেওঁ বামুণ। ৰাতিপুৱা উঠিয়েই সন্ধ্যা গায়ত্ৰী কৰাত সদায় ব্যস্ত। কোনো বেইটপেয়াৰে অভাৱচিয়াৰক লগ ধৰিব গ'লে তেওঁৰ সন্ধ্যা গায়ত্ৰী হৈ নুঠে মানে তাতে ৰহি থাকিব লাগে। তেওঁৰ আচাৰ-নীতি দেখিলে দেখালোকে অবাক মানে। কেৱে কেতিয়াবা সেই সম্বন্ধে ক'লে তেওঁ গহীনাই কয় "হিন্দুৰ পেটত জন্মিছো হিন্দুৰ আচাৰ-নীতি নাপালি পাৰো নে?"

মাৰোৱাৰীসকলে অভাৱচিয়াৰ বাবুৰ এনে আচাৰ নীতি দেখি কয় "ধন্য বাবু আমালোকে অসমীয়া বহুতো বাবুৰ ঘৰলৈ গৈছো কিন্তু আপোনাৰ দৰে আচাৰ-নীতি পালা লোক দেখা নাই।"

"মই আচাৰ-নীতি নাপালি নোৱাৰো, লাগে যদি দুসাজ নাখামেই। কিন্তু হিন্দুৰ ল'ৰা হিন্দুৰ নিয়ম পালিমেই।"

"আপোনাক ধন্যবাদ।" মাৰোৱাৰী সুৰুজমলে নিজৰ কাম সাধন কৰিবলৈ আৰু কত কথা কয়। কিয়নো নিজৰ কাৰ্য সাধোতে মাৰোৱাৰী সুৰুজমলে কথাৰ পৰা, টকা কড়ি সকলো খৰচ কৰাত পিছ নোহঁহকে। কিন্তু কাম শেষ হৈ গ'লে সি আগলৈ কিবা সহায় পাম বুলি নাভাবিলে তেতিয়া কথাত গহীন হয়। টকা-পইছাৰ এটা ফুটাকড়ি দিবলৈকো বহুতো ভবা চিন্তাত পৰে। যাওক, আমাৰ অভাৱচিয়াৰে জমাদাৰৰ লগত লগ লাগি সুবিধা পালে দুই এঠাইত ভৰি পিছলাতো পিচ নোহঁহকে। অৱশ্যে সেইবোৰ তলতীয়া জাতৰ বা জগতৰ তুচ্ছ-তাচ্ছিল্য বা নেওঁচা-কেওচা খোৱা জাতৰ হ'লেও সেই সম্বন্ধে তেতিয়া তেওঁৰ জ্ঞান নাই। অৱশ্যে এনে অৱস্থাত 'তেওঁ সাম্যবাদী বুলি কোনে নকব? কিন্তু নেদেখাতহে ইটো কাণ্ড। সকলো কাণ্ড দেখাদেখিকৈ কৰিব লাগিলে জগতত ভাণ্ডৰ বা অতি নীচ কাম কেইজনে সমাধা কৰিব পাৰে?

তাইৰ নাম দুনীয়া। কথাত যেনে ধাৰুণী দেখাতো তাই তেনে ৰূপহী। জীৱন-মৰণ সমস্যাত লাজ হৰণ কৰিলে চালে কেনেকৈ হব? পেটত খাঁটি দি থাকিবৰ তাইৰ শক্তি ক'ত? খোৱা কেইটা যোগাৰই লাগিব। আনদিনে দিবিয়েকক আস্পাতালত সেৱা-শুশ্ৰূষা কৰিব লাগে। পাৰিলে অলপ ফল-ফুলৰো কিনি আনি দিব লাগে। আনদিনে সৰু ল'ৰা এটি। তাকো খুৱাই বুলাই পৰাণ ৰাখিব লাগে। তাই ৰাতিপুৱাই উঠি বাজআলিৰ জাবৰ বাঢ়নীৰে আঁতৰাব লাগে। তাৰ পিছত আস্পাতাললৈ আহি তাই গিৰিয়েকৰ শুশ্ৰূষা কৰে। অলপ পিছতে গৈ ভাত-পানী ৰান্ধি ল'ৰা-ছোৱালীক খুৱাব লাগে।

অভাৱচিয়াৰ বাবুৱে আন সময়ত চহৰ চাবলৈ ন বজাৰ পিছতহে গৈছিল। তেওঁ ৰাতিপুৱা উঠি সন্ধ্যা গায়ত্ৰী কৰোতে আঠ বাজে। কিন্তু আজি দিনচেৰেক দোকমোকালিতে উঠি তেওঁ পা-পা নোধোৱাকৈ সন্ধ্যা গায়ত্ৰী সমাধা নকৰাকৈ চহৰ চোৱাত ব্যস্ত। বিশেষকৈ দুনীয়াই যি ঠাইত কাম কৰে সেই ঠাইত উপস্থিত হয়। অৱশ্যে কৰ্তব্য কঠোৰ। কৰ্তব্য কাম কৰিবলৈ ৰাতি-দিন পুৱতি নিশাৰ কোনে বিচাৰ কৰে?

(৩)

"চা দুনীয়া কাম ভালকৈ কৰিবি। কাম বেয়া হোৱা বুলি ৰিপোৰ্ট গৈছে।" দুনীয়াই নমতাকৈ কাম কৰিয়ে গ'ল। তাই আৰু বাৰুকৈ সৰাত মন দিলে। অভাৱচিয়াৰে তাইৰ মুখৰ পৰা একো উত্তৰ নাপাই অলপ দূৰলৈ গৈ কিবা ভাবি আকৌ উভতি আহিল।

"দুনীয়া! কথা নকলে নহব। কি কৈছো শুনিছ নে নাই?" দুনীয়াই স্বভাৱবশতঃ আকৌ নিমাত হ'ল। কিয়নো তাই তলতীয়া জাতৰ হ'লেও ঈশ্বৰে দিয়া ৰূপৰ ভিতৰতে আছে। ৰখিলত পৰিলেও আন আন তিৰোতাৰ

লগত যায়। মস্ত মানুহৰ লগত কথা কোৱা তাইৰ অভ্যাস নাই। অভাৰচিয়াৰে সিবাৰো উত্তৰ নাপাই খঙতে নিজে নিজে বিৰিং বিৰিংকৈ বলকি গ'ল। কি আপচু! কথা কব নাজানে। কাম কৰিব নোৱাৰে। ইহঁতে লাগে কাম, টকা, বেতন।

অফিচাৰসকলৰ এটা সাধাৰণ ভাব তলতীয়া কৰ্মচাৰীসকলক যেনে তেনে বশ কৰিব পাৰে। এটা দোষত ধৰিব নোৱাৰিলেও আন এটা দোষ উলিয়াই সেইবোৰক সমূলি নিজৰ মুঠিত ৰাখিব পাৰে। তেওঁলোকৰ বহল মন বা মহৎ ভাব নাই যে তলতীয়া কৰ্মচাৰীসকলৰ যিটো দোষ পাই সেইটোতে হে আচল খুঁত ধৰিব লাগে। কিন্তু নিজৰ মহত্তালি ৰাখিবলৈ বা নিজৰ স্বাৰ্থ পূৰণ কৰিবলৈ এটা দোষত দোষ ধৰিবলৈ নোৱাৰিলে আন এটাত ধৰাটো বা আগৰ কথাৰ খোৰ ভূলিবলৈ চেষ্টা কৰাটো কেৱল সংকীৰ্ণতাই নহয় লগতে সক মনৰ চিনাকি দিয়ে। কিন্তু ডাঙৰ মন একে জীৱনতে গঢ়ি তোলা বৰ টান কথা। তেনে শিকাই বা ক'ত?

অলপ পিছতে ৰতন জমাদাৰ উপস্থিত হ'লহি। "শুন দুনীয়া অভাৰচিয়াৰ বাবুৱে কৈছে তোৰ হেনো কাম সমূলি ভাল হোৱা নাই। বহুতো হেনো ৰিপোৰ্ট পাইছে।"

কেনেকৈ কাম ভালকৈ কৰিব লাগে দুনীয়াই ভাবি পোৱা নাই। তাইৰ কামৰ ভিতৰত আলি-পদূলি সাৰি চাফ-চিকুণ কৰা। তাই দেখো সেইটো ভালকৈ কৰিছে। তথাপি বেয়া কেনেকৈ হ'ল? দুনীয়াই নামাতি থকা দেখি ৰতনে ডাঙৰকৈ কলে "শুনিছনে নাই? নিবোকী হ'লে নচলে।"

দুনীয়াই এইবাৰ বলকৈ অন্তৰৰ পৰা কথা আঁজুৰি আনি ক'লে, "ভাল কাম কেনেকৈ কৰিব লাগে?"

"কেনেকৈ কৰিব লাগে সেইটো শিকাবলৈ মই সাৰি দেখুৱামনে? কামৰ ভিতৰত কি? তাকে ভালকৈ কৰিব নোৱাৰ?"

এনেতে ওচৰৰ দোকান এখনৰ এজন মানুহে মাত লগালে "কিনো আৰু ভালকৈ কৰিব লাগে? আমতকৈ দেখো আলি-পদূলিবোৰ ভালহে হৈছে।"

"তুমি ক'লেই হ'ল। ওপৰৱালাই বেয়া বুজিলে তুমি আমি ভাল বুলিলে কি হব?"

"কিয় ওপৰৱালাৰ চকু বেলেগ নেকি?"

"বাবু সেইবোৰ তোমালোকক কিয়? আমাৰ কাম আমি কৰিম। তোমালোকৰ কাম তোমালোকে কৰা।"

"সেইটো হয়। কিন্তু জগতত ন্যায় বিচাৰ হব লাগে।" সেই কথা কোৱাৰ লগে লগে সেই মানুহজনৰ চকু দুনীয়াৰ চকুৰে-চকুৰে পৰিল। মানুহজন থৰ হৈ ৰ'ল। দুনীয়াই ততালিকে চকু ঘূৰাই কামত লাগিল।

জমাদাৰে বিৰিং বিৰিংকৈ বলকি গ'ল। ধুনীয়া ছোৱালী দেখিলেই সকলোৰে নিজৰ হয়। সকলোৱে নিজে গা পাতি লয়। অলপ দোষৰ চেকা পৰিব নিদিয়ে। আৰু অলপ দূৰলৈ আহি সি উভতি দুনীয়াক কলে, "দেখ দুনীয়াত বাবু তৈয়াই তোৰ কাম ৰাখিব নোৱাৰে। অভাৰচিয়াৰে কাম ভাল নুবুলিলে আনে বুলিলে কি হ'ব? কাম ভালকৈ কৰিবি এৰা। কণত সকলোৱে নুভুলে।"

দুনীয়া যেন এনে কথাত মৰা যেন হ'ল। তাই যেন ততালিকে বাঢ়নী এৰি গুচি যাব। কিন্তু তথাপি তাই কাম কৰিয়ে যাব লাগিব। খন্তেকতে তাইৰ চকুৰে দুধাৰ চকুলো বৈ আহিল। তাই ভাবিলে তাইৰ স্বামী ভালে থাকিলে আজি বহল বাজআলিত ইমান মানুহৰ সমুখত তাই এনে নিজৰ লাজ-হুকম খেদাৰ নেলাগিল হেঁতেন। তাই ভাবিলে বামু কেতিয়া ভাল হ'ব?

(৪)

আজি ৰামুৰ মিনচেবেকৰ মূৰত অলপ চেতনা আহিছে। সি চকুমেলি চাই দুনীয়াক শোৱাপাটীৰ কাষত দেখি কৈছে, "দুনীয়া মোক একটল মদ আনি দে। মই মদ খাব পালে ভাল হম। মোটো জগা ক'ম্ব? পালে তাক মই দুজোখৰ কৰিম।"

দুনীয়াই কৈছে, "তই শো, অলপ ভাল হ'ব পাৰিলে সকলো খাব পাবি।"

"নাই দুনীয়া তই আজিয়েই আনি দিব লাগিব।"

"ডাক্তৰে খাব মানা কৰিছে।"

"ডাক্তৰ! থৈ দে ডাক্তৰৰ কথা। মই মদ নেখালে

মৰিম।" এনেতে কম্পাউণ্ডৰ ভিতৰ সোমাল। "চাওঁ নতুন বেণ্ডেজ কৰিব লাগে।"

ৰামুই ক'লে, "বেণ্ডেজ কিয়? মোক মদ লাগে।"

"মদ! মদ! বেটা মদ খাই হাই উৰুমি কৰি মূৰ ফালাফালি কৰিবি আৰু ডাক্তৰখানাত আহি আমাক আমনি দিবি? বেটা তাতে নমৰিলি কিয়?"

"মৰিবৰ সময় নহলে কোনে মাৰে ডাক্তৰ বাবু? এইবাৰ ভাল হলে জগাইৰ আধ্যা কৰিম।"

"মূৰ কৰিবি। বেটা বেণ্ডেজ খোল।" ঠিক এনে সময়তে কম্পাউণ্ডাৰৰ চকু দুনীয়াৰ মুখৰ ওপৰত পৰিল। সি যেন অলপ পৰ থমক্ খাই ৰ'ল। তাৰ পিছত সি লাহেকৈ ক'লে, "এইটো কোন?"

"মোৰ তিৰোতা।"

"তোৰ তিৰোতা! বেটা দেখিছো ধুনীয়া তিৰোতা পাইছ। কি নামহে তোমাৰ?"

দুনীয়াই নামাতি থাকিল।

"আহ্ নামাত দেখো। তইঁতৰ জাতটো মই ভালকৈ জানো। এই ডাক্তৰখানাত কাম কৰিবি?"

দুনীয়াই মিউনিচিপালিটিৰ কাম কৰি ভাল পোৱা নাছিল। ডাক্তৰখানাত কামৰ কথা শুনি তাইৰ মনত ভাল লাগিল। কিয়নো তাত কাম কৰাৰ লগে লগে তাই তাইৰ স্বামী ৰামুৰ লগত থাকিব পাৰিব, ৰামুৰ বেমাৰত শুশ্ৰূষা কৰিব পাৰিব। আনপিনে ৰামু কাষত থকাত কেৰে একো কব নোৱাৰিব।

তাই যেন সাহস গোটাই ক'লে, "ইয়াত কাম আছে নেকি ডাক্তৰ বাবু?"

"যদি ভালকৈ কাম কৰিব পাৰ তেন্তে এটা খালি আছে। কষ্ট একো নাই বেমাৰীৰ শুশ্ৰূষা কৰা আৰু ডাক্তৰখানাত "জাৰু" দিয়া। দৰমহাও ভাল। ৰাতিপুৱা ৮টাৰ পৰা ১১টালৈ আকৌ আবেলি তিনি বজাৰ পৰা ৫ বজালৈ ডাক্তৰখানাত কাম কৰিব লাগে। ৰাতি থাকিলে বেমাৰীৰ পৰা বহুতো উপকাৰ পইছা পাবি।"

তাই ক'লে, "যদি কাম আছে মই কৰিম।"

"কাইলৈ আহিবি।"

কম্পাউণ্ডাৰে কাম অতাই ডাক্তৰৰ শুচৰ পাই কিৰাকিৰি কথাত মগ্ন হ'ল। ইপিনে দুনীয়াই ৰামুক ক'লে, "মই ইয়াতে কাম কৰিম।"

"কাম কৰিবি মূৰ কৰিবি। তই ঘৰৰ পৰা কিয় ওলাইছ?"

"নোলালে খাঁও কেনেকৈ, তোৰ আলপৈচান ধৰো কেনেকৈ?"

ৰামুৱে ক'লে, "মাজে মাজে মদ আনিব পাৰিবিতো?"

"মদ! টকা পালে নানিম কিয়?"

"বাৰু তেন্তে কৰিবি। ৰামুৱে নাজানে ইতিমধ্যে যে তাই মিউনিচিপালিটিৰ কাম কৰিছে। ৰামুৰ সকলো দোষৰ মাজতো এটা ভাল গুণ আছিল সি দুনীয়াক বৰ ভাল পাইছিল। কিয় ভাল পায় এই কথাটো ভাবিব লাগিলে বোধকৰো এইটো এটা স্বাভাৱিক গতিৰ বাহিৰে আন একো নহয়। এই ভাল পোৱাৰ কাৰণ ব্যাখ্যা কৰা টান। কিয় ভাল পায় এই মনস্তত্ত্বটো ভাবি উলিওৱাটো বা সুন্দৰভাৱে প্ৰকাশ কৰাটো টান কথা যদিও এই মনস্তত্ত্বলৈয়ে আজিলৈকে সকলো ভাষাতে হাজাৰ বিজাৰ কিতাপ ওলাইছে।

যি নহওক সেই গভীৰ কথা এৰি ৰামুৱে তাইক তিৰোতাভাৱে পাই তাইৰ ৰূপতে হওক বা গুণতে হওক ভাল পাইছিল। অৱশ্যে তাইক অনাৰ আগেয়ে উপন্যাসত লিখা ভাল পোৱা, চকুৱে চকুৱে থৰ হৈ থকা ইত্যাদি অধ্যায়বোৰ ঘটা নাছিল।

দুনীয়াই তাইৰ মিউনিচিপালিটিৰ কাম পতাই দি আহিবলৈ অফিচলৈ গ'ল। বাটতে অভাৰচিয়াৰে পাই তাইক ক'লে, "এনেকৈ কাম কৰিলে নহব। দৰমহা নাপাবি। তই আজি মোৰ ঘৰলৈ যাবি। কি কি কাম কৰিব লাগে মই ভালকৈ বুজাই দিম।"

তাই নামাতিলে।

"শুনিছনে মাই? নে কলা-বেঙা হৈ মিউনিচিপালিটিত কাম কৰিব আহিছ।" এনেতে নিলগত ৰতনক দেখি অভাৰচিয়াৰে মাত দিলে, "এই ৰতন, ৰতন, জমাদাৰ!"

"হুজুৰ!"

"এই পিনে আহ।"

ৰতনে থমকাচুতি হেকৰাই লৰি আহি "হুজুৰ" বুলি অভাৰচিয়াৰক চেলাম দিলে।

"দেখ, এই কূচ কাম আচ্চা কৰকে কৰনে নাই চেষ্টা। তাই একো কাম কৰিব পৰা নাই। তই তাইক শিকাবি।"

"নতুন আদমী হুজুৰ। লাহে লাহে শিকিব।"

"কাম নিশিকিলে দৰ্মহা কেনেকৈ পাব। ইসকো আজ হামাৰা ঘৰমে লে যাও। সমঝাতা।"

"আচ্ছা হুজুৰ। এই দুনীয়া শুনিছ। বাবুৱে কামৰ ভাল ৰিপোৰ্ট নিদিলে কাম নৰব।"

দুনীয়াই এইবাৰ মাত দিলে। "মই আজিৰ পৰা কাম নকৰো, মই আক গতাই দিবলৈ আহিছোঁ।"

অভাৰচিয়াৰে তাইৰ কথা শুনি আচৰিত হ'ল। সি নাভাবিছিল যে তাৰ চিকাৰ ইমান সহজতে হাতৰ পৰা পিছলিব। সি এইবাৰ আগতকৈ কোমল সুৰেৰে ক'লে, "কিয় তই ভয় খাইছ? একো টান কাম নহয়। দুদিন কৰিলেই সহজ হব। মানুহেইতো সকলো কাম কৰে। তই কাম কৰ। মই ভালকৈ শিকাই দিম। ৰতনেও শিকাব। অলপতে দৰ্মহা বেছি হ'ব।"

"নাই হুজুৰ মোৰ কাম কৰিবৰ ইচ্ছা নাই। জমাদাৰ বাবু এই আক মই গতাই দিলো।" বুলিয়েই আঁতৰি গ'ল।

অভাৰচিয়াৰে ৰতনক ক'লে, "তই কিবা কৈ তাইৰ খঙ তুলিছ হবলা।" এই বুলিয়ে বাইচাইকেলেৰে সি লৰি গৈ দুনীয়াৰ ওচৰ পালে।

দুনীয়া। ৰতনে তোক বলকিছে হবলা। ৰতনক একো ভয় নকৰিবি। মই আছো। সি কি কৰিব পাৰে? মই ভাল ৰিপোৰ্ট দিলে তোৰ বেয়া কৰিবলৈ তাৰ একো ক্ষমতা নাই। "মোল্লাৰ দৌৰ মছজিদলৈ।" গতিকে অভাৰচিয়াৰে ইমান দিনে যি উপায় লৈ মেতৰণীসকলক হাত কৰিছিল সেই উপায়েৰে তাইকো হাত কৰিব পাৰিব বুলি সি আকৌ ক'লে, "তই এমাহ কাম কৰ। মই তোৰ দৰ্মহা আনতকৈ বহুত বেছি কৰি দিম।"

"নাই বাবু মই কাম নকৰো।"

অভাৰচিয়াৰ অবাক হ'ল। ততালিকে ইমান সহজতে যে তাই কাম এৰিব পাৰে সেইটো তাৰ সপোনৰ অগোচৰ আছিল। বিশেষতঃ সি সুস্পষ্টভাৱে সম্ভেদ পাইছে তাইৰ খাব ল'ব একো নাই। গিৰীয়েক আস্পাতালত পৰি আছে, তাই কাম কেনেকৈ এৰিব পাৰে? কিন্তু তাই যে ইতিমধ্যে আন কামৰ যোগাৰ কৰিছে সেইটোৰ সি মোল পোৱা নাই। যি নহওক শেষ চেষ্টা কৰি সি ক'লে "তোক আজি এখন ধুনীয়া শাৰী দিম। মোৰ ঘৰলৈ যাবি। হেৰৌ আমাৰ আয়েৰক দেখিছনে নাই? তেওঁ তোক দেখিলে মৰম কৰিব।"

"নালাগে হুজুৰ। আমি দুখীয়া। ভাল শাৰীৰে কি কৰিম? কোনোমতে পেটেভাতে খাই লৈ থাকিব পাৰিলেই ৰক্ষা।" বুলিয়েই তাই পোনছাটে আস্পাতালৈ গতি কৰিলে। অভাৰচিয়াৰে কিংকৰ্তব্যবিমোৰ হৈ তাইৰ লয়লাস গতি চায়ে ৰ'ল। সি ভাবিলে তিৰোতাৰ মন পোৱা মহাসমস্যা। এজনী সাধাৰণ মেতৰণী, তাইকে হাত কৰিব নোৱাৰিলো। যি নহওক ৰতনৰ হতুৱাই তাইৰ মন ঘূৰাব লাগিব। এই বদমাইচ ৰতনে তাইৰ কিবা কৰি খং তুলিছে। তাইৰ খং সি নাভাঙিলে নাভাঙে। এনে ভাবিয়ে আকৌ চাইকেলেৰে ততালিকে ৰতনৰ কাষ পালেহি।

"ৰতন! তাইৰ কেনেকৈ খং তুলিছ?"

"খং কিয় তুলিম? তাই তেনে ধৰণৰ তিৰোতাই। যাব দিয়ক বাবু, খাব নাপালে আকৌ আপোনা আপুনি কাম বিচাৰি আহিব!"

(৫)

ডাক্তৰখানাত তাই কাম পালে। তাই নিয়মিত সময়ত কাম কৰে। আজৰি সময়ত গিৰিয়েক ৰামুৰ আলপৈচান ধৰে। ডাক্তৰ, কম্পাউণ্ডাৰ সময়মতে আহে। ঘা ধোৱা-পখলা কৰে। বেণ্ডেজ বান্ধে। ডাক্তৰখানাত বহুতো বেমাৰীৰ অলপ সময়তে এনে কৰিবলগীয়া হোৱাত তেওঁলোকে ততাতৈয়াকৈ কাম সমাধা কৰে। কিন্তু যি কাৰণেই নহওক ৰামুৰ ওচৰত তেওঁলোকে বেছি সময় নিয়ে। ডাক্তৰে কয় কেনেকৈ বেণ্ডেজ বান্ধিব লাগে শিকিবি। কম্পাউণ্ডাৰে কয় তাইক শিকাই দিছো।

দুনীয়াই ৰামাতি থাকে।

ডাক্তৰে কয়, "আটাইবোৰ বেমাৰীৰ খা-খবৰ কৰিবি।"

দুনীয়া— "কৰিছো দেউতা। যাৰ যি ময়লা পেলাওঁৰে।"

"এৰা। ডাক্তৰখানাত একো ময়লা থাকিব নোৱাৰে।"

দুনীয়া— "কালি নিশা সেইজনী তিৰোতাৰ আপালি হৈছিল।"

ডাক্তৰ, "কি?"

দুনীয়া— "তাই বেচেৰীৰ বৰকৈ সক পানী চুৰলৈ লাগিছিল। কিন্তু বেণ্ডেজ খহাব নোৱাৰে। মত্তো চেষ্টা কৰিলো, নোৱাৰিলো। তাৰ ফলত ওবে ৰাতি ধৰফৰাই চট্‌ফতাই আছে।"

"কিয় 'লেডিক' বাতৰি নিদিলি?"

দুনীয়া— "লেডিৰ ওচৰলৈ গৈছিলো। কিন্তু তেওঁ নাই। ক'ৰবালৈ 'ডেলিভাৰী কেছত' গৈছিল।"

ডাক্তৰ— "কম্পাউণ্ডাৰ নাছিল?"

দুনীয়া— "বাবু ক'ৰবালৈ গৈছিল।"

ডাক্তৰে খংমুৰাকৈ কম্পাউণ্ডাৰক চালে। কম্পাউণ্ডাৰে ক'লে, "নাই। মই জেনেৰেল ওৱাৰ্ডৰ সেই টান বেমাৰীটোৰ লগত আছিলোঁ।" দুনীয়াই কিবা কব ধৰোতে কম্পাউণ্ডাৰে ভেকাহি মাৰি ক'লে, "ভালকৈ নাচাবি আৰু যি পাৰ তাকে কবি।"

দুনীয়া মনে মনে ৰ'ল। কিন্তু তাই যে গোটেই কেইটা ঘৰতে কম্পাউণ্ডাৰক বিচাৰি পিটাপিট দিছিল তাই সেইটো ভালকৈ জানে। তথাপি কম্পাউণ্ডাৰক তেনে খংমুৱা দেখি তাই মনে মনে ৰ'ল। ডাক্তৰ অলপ পিছুতে গ'ল। কম্পাউণ্ডাৰে "বেণ্ডেজ" ভালকৈ বান্ধিব ধৰি ক'লে, "দুনীয়া আজি সৰ্বনাশ কৰিব খুজিছিলি।"

"কি?"

"মই নিশা ইয়াত নথকা জানিলে মোৰ কামৰ আখ্যা হ'লহেঁতেন। এনেকৈ কেতিয়াও নকৰি।" দুনীয়াই কম্পাউণ্ডাৰৰ এনে কথা শুনি ঘাতহতে লাজ পালে। কিয়নো তাই কম্পাউণ্ডাৰৰ বহুতে কাম পাইছে। আকৌ তাইৰ কাৰণে কম্পাউণ্ডাৰৰ বিপদ হব লাগিলে সেইটো আচলতে দুখৰ বিষয়।

তাই অলপ পিছতে ক'লে, "মই বাবু নবুজ! এইবোৰ কথাৰ ভু নাপাওঁ।"

"বাৰু যি কৰিলি কৰিলি। মোক বিচাৰিব লাগিলে সৌ কোঠাটোত বিচাৰিবি।"

পিছৰ দিনা ৰাতি এজনী তিৰোতা প্ৰসৱ হোৱা অৱস্থাত জনচেৰেক লোকে লৈ আহিছে। তিৰোতাজনী অচেতন। ডাক্তৰখানাত কাকো নাপাই মানুহ কেজনে ইপিনে সিপিনে চাই ইচাটি-বিচাটি লগাইছে। এজনে কৈছে ডাক্তৰখানালৈ সহায় বিচাৰি অহা যায়। কিন্তু সহায় পাম বুলি ডাক্তৰ বিচাৰোতে এতিয়া আখ্যা হয়। এনেতে হঠাৎ দুনীয়াক তিৰোতাৰ ঘৰত দেখি লৰি গৈ সুধিলে, "ডাক্তৰ কোনোৱা আছে?"

"নাই, কম্পাউণ্ডাৰ বাবু আছে।"

"বাৰু মাতি আনচোন।" তাই লৰি গ'ল। কম্পাউণ্ডাৰ থকা কুঠৰী পাই মাত দিলে, "বাবু বাবু"

কম্পাউণ্ডাৰে সাৰ পাই "কোন?"

"দুনীয়া।"

দুনীয়া! কম্পাউণ্ডাৰ ততালিকে উঠি দুৱাৰ মেলি দি আকৌ ততালিকে দুৱাৰ বন্ধ কৰিলে।

"কি অ দুনীয়া কি হৈছে?"

"এগৰাকী তিৰোতা প্ৰসৱ হোৱা অৱস্থাত লৈ আহিছে।"

"মৰিব দে।"

এই কথাষাৰ যেন দুনীয়াৰ কাণত ভাল নালাগিল। মানুহক ইমান সহজে মৰিব দিয়া কথাষাৰ যেন তাইৰ কাণত নাভূত-নাশ্ৰুত।

কম্পাউণ্ডাৰে আকৌ ক'লে, "বহ দুনীয়া।"

"মানুহবিলাক যে বৈ আছে। তিৰোতাজনীৰ যে বৰ বিপদ!" "বৰ দে, এনেকৈ কত মৰে। সিহঁতে মাতক আহি। ৰাতি নাই দিন নাই কেৱল লৰা-ঢপৰা। কিয় ৰাতি পুৱালে আনিব নোৱাৰিলেহেঁতেন নে?"

"তিৰোতাজনীৰ যে মৰো মৰো অৱস্থা।"

"মোৰ তাতে হানি কি? চাওঁ দুনীয়া, তোৰ হাতখনি?"

দুনীয়া যেন কেতিয়া এখন আচহুৱা দেশত। এপিনে এজনী তিৰোতাৰ মৰো মৰো অৱস্থা, আনপিনে তাইৰ

আগতে এজনে কব ধৰিছে, "মৰিব দে!" এনে অৱস্থাৰতো কাহানিও তাইৰ অভিজ্ঞতা নাই। তাই কি কৰিব? কৰিবৰ বা তাইৰ কি শক্তি আছে? কিন্তু তাইৰ কোমল অন্তঃকৰণত যেন এটা ভূমিকম্পৰ সৃষ্টি হ'ল।

কম্পাউণ্ডাৰে আকৌ ক'লে, "ৰাতি পুৱাব দে, ডাক্তৰ আহিলে সকলো চাব। ৰাতি নাই দিন নাই মৰ টাঙোনবোৰ ওলাইহি।"

"লেডিক" মাতি আনোগৈ।

"থ থ তইনো এনে উৰাউল হৈছ কিয়? হো চিগাৰেট খা।" চিগাৰেটৰ বাকচটো আগবঢ়াই দিয়ে।

"মই চিগাৰেট নাখাওঁ।"

"চিগাৰেট নাখাব? ভাল তয়ো ছোৱালী দে। আগৰ জমাদাৰণীয়ে যে নিতৌ মোৰ পৰা চিগাৰেট খুজি নিয়ে। কি কৰিবি নিদিয়ো নোৱাৰোঁ। আৰু তই মোৰ কাৰণেহে কামটো পাইছ?"

"হয়।"

"মনত ৰাখিবি আকা। তোক মই এনেয়ে কাম দিয়া নাই। তই ভালকৈ কাম শিকিলে— মই উন্নতিৰ পথ দেখুৱাম। আৰু এটা কথা। শোৱাপাটীতে বহচোন।

এনেতে দুৱাৰত শব্দ হ'ল— "কম্পাউণ্ডাৰ বাবু! কম্পাউণ্ডাৰ বাবু!"

দুনীয়া— "তেওঁলোক আহিছেই।"

কম্পাউণ্ডাৰ, "ৰ'বাহে। কাপোৰ-কানি ল'ব ধৰিছো। এই পুৱতি নিশাখননো—"

"ওলাওকচোন কম্পাউণ্ডাৰ বাবু। বৰ আপালি। তিৰোতাজনীৰ অৱস্থা বেয়া।"

"এৰা শুনিছো। পিছে মই কি কৰিম? লেডি নাহিলেতো নহব। লেডি ক'ত আছে মাতক।"

"লেডিক জানো এতিয়া পাব? তেওঁ বা ক'ৰ ডেলিভাৰি কেচ চাব গৈছে। নগ'লেও এই পুৱতি নিশাখন ক'ত উঠিব? ভাতে ইমান টেঁচা।" এই বুলি কৈয়ে কম্পাউণ্ডাৰে দুৱাৰখন মেলি ওলাই আহিল।

এজনে মাত লগালে, "ডাক্তৰখানাত টানত সহায় পাবলৈকে চৰকাৰে ব্যৱস্থা কৰিছে।"

"থোৱাহে ব্যৱস্থাৰ কথা। সকলোৱে মানুহ। দিন ৰাতিয়ে যন্ত্ৰৰ দৰে কাম কৰিবনে?"

"কিয় "নাইট ডিউটি" জানো কৰা নাই? চাওকহি মানুহ ইপিনে মৰি যায়।"

"মৰি যায়। মৰাৰ লগত আমাকো মাৰিব খোজানে? সৌ তিৰোতাৰ ঘৰত থোৱাগৈ। ৰাতি পুৱালেই 'লেডি' আহিলে সকলো দিহা হ'ব!"

"ৰাতি পুৱালে বেমাৰী থাকিবনে?"

"তেন্তে কি কৰিবা। মতা বেমাৰী হ'লে ময়ে কিবা কৰিলোহেঁতেন। পিছে তিৰোতাৰ এনে অৱস্থাত কি কৰিব পাৰো?"

"লুণীয়া সাগৰত পানী পিবলৈ এটোপা যদি পাব নোৱাৰি তেন্তে ডাক্তৰখানালৈ আহি ডাক্তৰ নোপোৱাতো কি আচৰিত হ'ব পাৰে?"

মানুহকেজনে ক'লে, "ডাক্তৰ বাবু মৰা মানুহৰ মান অপমান কি? মতা-তিৰোতা বিচাৰ কৰিলে কি হ'ব?"

কম্পাউণ্ডাৰে ক'লে, "তিৰোতাজনী মৰিলেও আমিতো মৰা নাই। আমাৰতো লাজ-হুকুমৰ জ্ঞান আছে। বিশেষতঃ ডাক্তৰবোৰতো লোহাৰ মানুহ নহয় যে ৰাতি-দিন চকুত টোপনি নোহোৱাকৈ বেমাৰী চাব।"

মানুহকেজনে আন উপায় নেদেখি ক'লে, "ডাক্তৰবাবু লাগে যদি অলপ অচৰপ টকাকে লওক। মানুহজনীৰ জীৱন ৰাখক। আপোনাৰ ধৰ্ম হ'ব।"

"ধৰ্ম-!" কম্পাউণ্ডাৰে ভেকাহি মাৰি ক'লে, "ডাক্তৰে ধৰ্মলৈ চাই কাম কৰিলে ডাক্তৰৰ ল'ৰা-ছোৱালী তিৰোতা নাঙ্গাং নবস্ত্ৰং হ'ব লাগিব। ডাক্তৰী কৰিম, বানচ লম, তাৰ লগত ধৰ্ম কি? টানত পৰিলে সকলোৱে ধৰ্মৰ নাম লয়। ইপিনে ধৰ্মৰ কাষো নাচাপে। মোৰ আগত ধৰ্মৰ কথা নকবাহে দেও। বহুতো ধৰ্মী লোক দেখিছোঁ। বোলো ভাল কামৰ কাৰণে এটা ফুটা কড়ি ৰৰঙণি দিবলৈ হাত কোচায়। ইপিনে আনৰ পৰা ধৰ্মৰ সুদেমূলে আদায় কৰিব খোজে।" বুলিয়েই কম্পাউণ্ডাৰে তত্তালিকে সাজপাৰ পিন্ধি দুৱাৰখন মেলি আনা কি আছে! যদিহে বেমাৰী চাব লাগে। ৰাতি নাই, দিন নাই কেৱল বেমাৰী লৈ উপস্থিত হবাহি। যেন ডাক্তৰখানাখন মাৰোৱাৰীৰ ধৰ্মশালাহে।

মানুহকেজনে উপাই নাপাই ভৰা লুইতত খেৰকুটা সহায় পোৱাৰ দৰে ততালিকে কেইটামান টিকাৰূপ কম্পাউণ্ডাৰৰ জেপত গুজি দিলে। কম্পাউণ্ডাৰে দুৱাৰডলি পাৰ হৈ দুনীয়ালৈ উভতি চাই ক'লে, "আহ দুনীয়া, তই অলপ সহায় কৰিবি।" আকৌ মানুহকেজনলৈ চাই ক'লে, "এইকো অলপ অচৰপ পুৰস্কাৰ দিব লাগিব। তিৰোতা মানুহৰ ওচৰত তিৰোতা মানুহ নহলে সুবিধা নহব।" মানুহকেজনে দুনীয়াৰ হাততো দুটকা ৰূপ দিব ধৰোতে দুনীয়াই ক'লে, "মোক কেলেই লাগিছে! তিৰোতাজনীক বেচোৰীক অলপ সহায় কৰি ভাল কৰিব পাৰিলেই মোৰ আনন্দ।"

কম্পাউণ্ডাৰে তীক্ষ্ণ চকুৰে দুনীয়াৰ পিনে চাই ক'লে, "আজলী আঁকৰী নহবি। সংসাৰত আজলীয়ে সাঁতুৰিব নোৱাৰে।" আকৌ মানুহকেজনলৈ চাই ক'লে, "দিয়া মোক দিয়া, মই তাইক পিছত দিম। মুখত তেনেকৈ ক'লেও ৰূপৰ মুখ নেদেখিলে তাই সহায়-শুশ্রূষা কৰাত মন নিদিব।"

এই কথাত দুনীয়াই কিবা কব খুজিছিল। কম্পাউণ্ডাৰে ততালিকে ডবিয়াই ক'লে, "ব'ল, ব'ল কথা ক'ব নাজান যদি কৱ কিয়?" বুলিয়েই মানুহজনে দিয়া টকা ৰূপ দুটাও তাৰ হাতত লৈ জেপত গুজি লৈ তিৰোতা থকা কুঠৰিলৈ গ'ল। তেতিয়া তিৰোতাজনীৰ চিঞৰ, ডেডাউৰিত গোটেই কুঠৰিত এটা বিষাদপূৰ্ণ চিত্ৰ হৈছিল।

কম্পাউণ্ডাৰে ক'লে, "গাহৰিৰ দৰে সন্তান জন্মাবি ইপিনে ডেডাউৰিত আকাশ-পাতাল খলক লগাবি।

দুনীয়াই ভাবিলে তাই কোন "দুনীয়াত?"

(৬)

তিৰোতাজনীৰ প্ৰসব হ'ল। মানুহবিলাকৰ আনন্দ। সিইতে কম্পাউণ্ডাৰক ধন্যবাদ দি আৰু গোটাচেৰেক ৰূপ দিলে। এইবাৰ দুনীয়াই টকা হাতত ল'লে।

কম্পাউণ্ডাৰে ক'লে, "এতিয়া লাজ ভাঙিল হ'বলা!"

দুনীয়াই ক'লে, "তিৰোতাজনীয়ে ভাল পাইছে। ল'ৰা সন্তান হৈছে। এনে সময়ত আনন্দত লোকে অলপ-অচৰপ দিছে। এইয়া লোৱাত মোৰ আনন্দ।"

মানুহকেজনে তাইৰ এনে আনখৰ্ত কথা শুনি আচৰিত হ'ল। অলপ পিছতে গাড়ী আহিলত তিৰোতা, ল'ৰা দুয়োকো তুলি সিহঁত আঁতৰ হ'ল। তেতিয়া ৰাতি পুৱাল।

কম্পাউণ্ডাৰে দুনীয়াক ক'লে, "বুজিছ, মোৰ লগত ভালে ভালে থাকিলে বহুত লাভ আছে। হোঁ এই দুটকা ৰূপ ল।"

দুনীয়াই সেই টকা ল'বনে নলব সেই কথা ভাবোতে তাইৰ বামুৰ বেমাৰৰ অৱস্থালৈ মনত পৰিল। তাই ভাবিলে এই টকাৰে বামুলৈ ভাল আঙুৰ কিনি আনিব পাৰিলে সি কিজানি দুটা-এটা খাব পাৰিব। বামুৰ কথা ভাবোতে তাই ততালিকে টকালৈ হাত মেলিলে। কম্পাউণ্ডাৰে তাইৰ হাতত টকা দিওঁতে তাইৰ কোমল হাতখনি স্পৰ্শ কৰাত গোটেই দেহাত যেন বিজুলী সঞ্চাৰে তপত তেজ বলে। যেন সেই তেজে বিচাৰে কিবা সোৱাদ উপভোগ। যেন সেই তেজৰ লগে লগে মেলি আছে এখন অতৃপ্তিৰ জিভা, যিহে মনত পেলাই, "তোৰে দেহ যেন তিয়হৰ জালি, কেচাই খাঁও কেচাই খাওঁ কৰে।"

যি নহওক কম্পাউণ্ডাৰে দিনৰ পোহৰত তাৰ অন্তৰৰ সকলো গুপুত আশা অন্তৰ গুহাৰ আন্ধাৰতে এৰি সংযমেৰে আঁতৰ হ'ল। কেৱল মনে মনে ভাবিলে কটা ৰাতি নৌ পুৱাওতে প্ৰসব হ'ব নোৱাৰিলে। তেনেহ'লে আন্ধাৰত দুনীয়াক অকলে পালে— যি নহওক, দৰবে গুণ ধৰিছে। সুবিধা হ'লেই আওৱাব পাৰিম। টকাৰে কোনে বশ নহয়? আৰু দুদিন!

দুনীয়াই সেই টকা লৈ বামুৰ কাষলৈ আহিল। বামু তেতিয়া সাৰ পাইছে। বামুৱে সুধিলে, "তই ওৰে নিশাটো ক'ত আছিলি? চকু ইমান ৰঙা কিয়? গোটেই নিশা ক'ৰবাত উজাগৰে আছিলি? অলপ পৰ থমকি ৰৈ সি দুনীয়াৰ পিনে চাই ক'লে, "তোৰ শাৰীত তেজ কিয়?"

দুনীয়াই তেতিয়াহে তাইৰ শাৰীৰ পিনে চোৱাই

আছিল। তিৰোতাজনীক শুশ্ৰূষা কৰোঁতে যে তাইৰ শৰীৰত তেজ লাগিছিল সেইটো তাই গমকে ধৰিব নোৱাৰিছিল। তাই নামাতি থাকিল। বামুৱে ক'লে, ' 'বুজিছোঁ, তই ডাক্তৰখানাৰ কোনোবা বাবুৰ লগত নিশা আছিলি। তই ইয়াৰ পৰা আঁতৰ হ।"

দুনীয়াই বামুৰ তেনে কথা শুনি থমক খাই ৰ'ল। বামুৱে আকৌ ক'লে, "মই অলপ বাক হ'লে তোৰ দুইগালিৰ মজাপালি দিম। যা আঁতৰ হ। মোৰ কাষত নাথাকিবি। হাৰামজাদী।" দুনীয়াই বামুৰ তেনে কথা শুনি তাইৰ ওপৰত যে বামুৰ সমূলি বিশ্বাস নাই এই কথা ভাবি তাইৰ খং উঠিছিল। তাই একো নকৈ গোঁ-গোৱাই খোজ ল'লে। অলপ গৈয়ে তাই ভাবিলে, "বামুক সকলো ভাণ্ডি কয়। অৱশ্যে তাইৰ এনে অৱস্থা দেখি বামুৰ মনত এনে সন্দেহ হোৱা একো আচৰিত নহয়।" কিন্তু তাই আকৌ ভাবিলে বাক আড়ুৰ আৰু অলপ মদকে আগেয়ে লৈ আহো। তাৰ পিছতো সকলো ভাণ্ডিমহি। এই বুলি তাই বজাৰৰ পিনে খোজ ল'লে।

বামুৱে সেই বেমাৰী অৱস্থাতে নানা কথা ভাবিলে। দুনীয়াৰ ওপৰত তাৰ খঙে চুলি পালে। তিৰোতা কি ভয়ঙ্কৰ। ভাতে তাই ডবিয়লি নোহোৱা অৱস্থাত। ইপিনে তাইৰ গঢ় সুন্দৰ। সি যিমানেই ভাবিছে তাৰ মন ইচাট-বিচাট হ'ল। তাৰ গাত যেন জ্বৰৰ তাপ বাঢ়িল। পুৰুষৰ আনৰ সৌন্দৰ্য উপভোগ কৰিবলৈ যেনে অৱস্থা তেনেকৈ নিজৰ সৌন্দৰ্য থকা বস্তু নষ্ট হয় বুলিও পদে পদে ভয়, সঙ্কোচ আৰু সন্দেহ। স্বাৰ্থপৰতাৰ এনে বৌৱতী নৈ মানুহৰ মনত নিতে কেনেভাৱে বৈ গৈছে এই কথা মানুহ সমাজে জানিও নজনা ভাওধৰা দেখি আচৰিত হ'ব লাগে। আকৌ এনে স্বাৰ্থপৰ লোকৰ মুখত ত্যাগৰ মহান আদৰ্শৰ বকলা শুনিলে কোনে আচৰিত নহ'ব?

দুনীয়াই বজাৰলৈ যাওঁতে দেখিলে মিউনিচিপালিটিৰ অভাৰচিয়াৰ এজন পেটুৱা মাৰোৱাৰীৰ লগত কথা-বতৰা কৈ আলিতে থিয় হৈ আছে।

মাৰোৱাৰীজনে কৈছে, "আহক আহক, ভিতৰলৈ বলক, চিগাৰেট তামোল খাই যাওক।"

অভাৰচিয়াৰে কৈছে পিছত আহিম। এতিয়া বিশেষ কাম আছে। কিন্তু তোমাৰ কামটো ভাল হোৱা নাই। চোৱা ৰ্ৱৰ চালিখন নৰ্দমাৰ খাল পাৰ হৈ আহিছে। আলি চেপি আহিছে। তলত পকী কৰিলে নৰ্দমাৰ ওপৰত পৰিব।"

বাবু আপুনি আছে যাতে কি ভয়? আপুনিয়েতো মালিক। আজি ল'ৰা-ছোৱালীলৈ অলপ মিঠাই লৈ যাব। আকৌ সিদিনা কোৱা বেনাৰসী শালখন কিনি থৈছো। আপুনি এতিয়াই নিবনে যাওতে নিব?

সেইটো বাৰু হ'ব। কিন্তু তোমালোকৰ অসুবিধা হ'ব নেলাগে। মোৰ চাকৰি থাকিব লাগে। কি কোৱা?

সেইটো হয়। আপোনাৰ অমঙ্গল কৰি মই একো কৰিব নোখোজো। পিছে চালিখন ভাণ্ডি দিমনে?

অভাৰচিয়াৰে ক'লে, "নাই, কৰিছা যেতিয়া ভাঙিবা কেলেই? পিছে এটা কথা, একজিকিউটিভ অফিচাৰক অলপ হাতত বাখিবা। দুইহাতকৈ মাটি সোমালেও প্ৰায় একঠা মাটি চেপিছা। এই ঠাইৰ এক'কঠা মাটিৰ বেচতো জানাই। অন্ততঃ পাঁচ হাজাৰ টকা। একজিকিউটিভ অফিচাৰক দেৰশ মান কাইলৈ বাতিপুৱা দি আহিবা। ক'বা যে পানী যোৱা নলী কৰি দিম। আলিৰ একো অসুবিধা নহয়। আকৌ মই চাই একো অসুবিধা হোৱা নাই বুলি কোৱা বুলি কবা। বুজিছাতো বাবু। আজিকালি মানুহক হাতত বাখিব নোৱাৰিলে সংসাৰত চলণ-ফুৰণ কৰা বৰ টান কথা। এনে কথা কৈ থাকোতেই দুনীয়াই আলিৰ আন ফালেৰে গৈছে। দুনীয়াই আন পিনে মুখ কৰি গলেও অভাৰচিয়াৰৰ শেন চকু দুনীয়াৰ ওপৰত পৰিছিল। কিন্তু কথা মাজতে এৰি যোৱাও বেয়া দেখি, আকৌ দুনীয়া বা কোন আলিৰে যায়, লগ পায়নে নেপায় এই দৰে মনে মনে ভাবি কথাৰ ওৰ পেলাবলৈ খপ্ ধপ্ কৰিছিল। কিন্তু মাৰোৱাৰীও কথাৰ লাচতে নিজৰ সকলো স্বাৰ্থ সিদ্ধি নকৰি এৰি দিয়া ভকত নহয়। মাৰোৱাৰীয়ে তেওঁৰ তলৰ কৰ্মচাৰী এজনক মাতি পঞ্চাশ টকা আনছোন বুলি কোৱাত অভাৰচিয়াৰে বুজিছিল সেই টকা যে তেওঁৰ কাৰণে গতিকে সেই ওল নলৈ খোজ দিবলৈকো ইচ্ছা কৰা নাছিল। মুঠতে

এপিনে টকাৰ জিলিমিলি আনপিনে ৰূপহ সৌন্দৰ্য্যৰ খেলি-মেলিত অভাৰচিয়াৰ মস্তক পৰি কোনটো এৰিব কোনটো ধৰিব ভাবি দোমোজাত পৰিছিল। অৱশ্যে বহুসময়ত ৰূপহ সৌন্দৰ্যই ৰূপৰ জিলিমিলি চেৰ পেলালেও এই সময়ত অভাৰচিয়াৰে ভাবিছিল বাওঁক দুনীয়া, আকৌ ক'ৰবাত লগ পাম। কিন্তু মাৰোৱাৰীৰ টকা হাত এৰাও হ'ব পাৰে। কিয়নো একজিকিউটিভ অফিচাৰৰ মন পালে তেওঁৰ পিনে ভয় নাৰাখিবও পাৰে। অভাৰচিয়াৰে আকৌ ভালকৈ জানে এও ঠেকত পৰিলে সকলো কৰিব পাৰে, কিন্তু বিপদ ওৰ পৰিলে এওঁৰ কোনে কাষ চাপিব পাৰে? যি নহওক টকা কেইটা পায়ে অভাৰচিয়াৰে ততালিকে বাইচাইকেলত উঠিল, আৰু ক'লে, "মই এতিয়া আহো, আহোতে সোমাম। জলদি কাম আছে।

বাইচাইকেলত উঠি ইপিনে-সিপিনে চাই কোন পিনে দুনীয়া গ'ল, লগ নেপায় মনটো কেনেবা কেনেবা কৰি বেগাই বজাৰৰ পিনে গতি কৰিলে।

অভাৰচিয়াৰে বজাৰ সোমাই ইপিনে-সিপিনে দুনীয়াক কতো দেখা নেপাই বেজাৰ মনেৰে বজাৰত সোমাল। মাছ বজাৰৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি মাজে মাজে পোহাৰীসকলৰ মাছ চাই "এইটো বেয়া, সেইয়া গেলা মাছ কিয় আনিছ?" বুলি চকু খোপা কৰাত পোহাৰীয়ে আচল কথা তং কৰিব পাৰি ক'লে "দৌতা" খাবলৈ নোপোৱাক ভেতিয়াই কওঁ দৌতাৰ আইলৈ এটা মাছ লৈ যাওঁক। তাৰ কটাৰ পো ঢেকেৰীৰ সময়েই নহয়। দৌতাই এই খৰীয়া মাছটো বাইচাইকেলত বান্ধি নিবনে? আজি কেবাদিনো বেটিয়ে দৌতাৰ ঘৰমূৱাও হ'ব পৰা নাই। আই ভালে আছেনে?

অ' ভালে আছে। তই খবৰ-ৰাতৰিয়ে নলৱ।

কি ক'ব বেটীয়ে বাওঁ বাওঁ বুলি সময়ে কৰিব পাৰা নাই।

বাৰু বাবি যাবি। খৰিয়াটোৰ বাকলি গুচাই দে।

দিওঁ। দেউতাকনো এনেয়ে দিব পাৰোনে? বুলি মিখন লৈ ততাতৈয়াকৈ এটা ডাঙৰ খৰিয়াৰ বাকলি গুচাই অভাৰচিয়াৰৰ চাইকেলত বান্ধি দিলে।

অভাৰচিয়াৰে হাঁহি মাৰি "গেলা মাছ নানিবি, ততাতৈয়াকৈ সেইবোৰ বেচ" বুলি আঁতৰ হ'ল। বজাৰৰ পদূলিমূখ পাৰ হ'ব ধৰোতেই তেওঁ দেখিলে দুনীয়াই সেইপিনে বেগাই খোজ ল'ব ধৰিছে।

"দুনীয়ানে? আজিকালি ক'ত? কাম কৰিবি জানো?"

দুনীয়াই ক'লে, নকৰো, মই আস্পাতালত কাম কৰো।

কিমান টকা পাৱ?

দেৰ কুৰি ৰূপ।

অভাৰচিয়াৰে দুনীয়া হাতৰ পৰা সৰকি যোৱা দেখি আকৌ তাতকৈ বেছি টকা মিউনিচিপালিটিৰ পৰা দিব নোৱৰা অৱস্থা জানি উপাই নাপাই ক'লে, "বাৰু ভালেই কৰিছ। কাম ভালকৈ কৰিবি।" বুলিয়েই চাইকেল অলপ বেগাই চলাই তাইৰ নিচেই ওচৰ চাপিল। তেওঁ ক'লে, "বুজিছ দুনীয়া তই আমাৰ পৰা কাম এৰিলেও তোক কিন্তু মনে মনে বৰ মৰম কৰিছিলোঁ। লাহে লাহে তোৰ দৰমহা বঢ়াই দিলোহেঁতেন। কিন্তু মাজে-সময়ে আমাৰ ঘৰলৈ যাবি ঔ। আমাৰ ঘৰত কাম আছে। বাহিৰাকৈ অলপ-অচৰপ পাবি।

ডাক্তৰখানাতে বাহিৰা পাই-পইছা আছে। আন ঠাইলৈ যাবলৈ সময় নাই।

অভাৰচিয়াৰে সেই পিনেও তাইক সেও মনাব নোৱাৰি ক'লে "তোৰ বামু কেনে হৈছে?"

অলপ ভাল পাইছে।

অ' সি ভাল হ'লে মোৰ ওচৰলৈ পঠিয়াবি। তাক মই কাম দিম। সি বৰ ভাল ল'ৰা ঔ। কামো ভাল কৰিব পাৰে।

দুনীয়াই ক'লে, "ভাল হওকছোন বাৰু।" যি নহওক দুনীয়াই সেইকেইদিনত মিউনিচিপালিটিৰ কাম কৰি তাইৰ মন ভালকৈ টেঙাইছে। তাইৰ ভাব বামু ভাল হ'লে ডাক্তৰখানাতে এটা কামৰ যোগাৰ কৰি দুয়ো একেলগে তাতে কাম কৰিব। কিয়নো দৰমহা বা ডাক্তৰ আদিৰ স্বভাৱ যেনে নহওক তাইৰ মনত সন্তোষ যে বিপদত পৰা লোকক সময়মতে তাই অলপ সহায় কৰিব পাৰে।

অভাৰচিয়াৰে দুনীয়াই কি উত্তৰ দিয়ে ভাবি মাৰ্তৰেই তাই মণহ্ কৰি ক'লে, "সি ভাল হ'লে ডাক্তৰখানাতে কামৰ যোগাৰ হ'ব। তাত দৰমহাও বেছি, মানুহৰ উপকাৰো কৰিব পাৰি।"

অভাৰচিয়াৰে ক'লে, "মানুহৰ ময়লা পেলোৱাতকৈ আন কি উপকাৰ ডাঙৰ হ'ব পাৰে ঔ?"

'সেইটো হয়। কিন্তু মানুহৰ ময়লাতকৈ মানুহৰ মনৰ মলিনতা বেছি ভয় লগা। ময়লা দূৰ কৰিব পাৰি, কিন্তু মনৰ মলিনতা পোৱা কলা অঙঠাৰ স্বৰূপ, এশবাৰ ধুলেও নিকা কৰিব নোৱাৰি। বাবু আপোনালোক দেখাতহে চিকুণ, সাজ-পাৰ নিৰ্মল, কিন্তু আপোনালোকৰ অন্তৰ একোখন নৰকৰ ৰাজ্য।"

অভাৰচিয়াৰে তাই কেনি আঙুলিয়াইছে তত ধৰিব পাৰি আৰু মাজ আলিবাটত বেছি কথা ক'বলৈ সাহ নকৰি চাইকেলত উঠি বেগাই খোজ ল'লে।

দুনীয়াই আঙুৰ, ডালিম আৰু মদ অলপ লৈ ডাক্তৰখানা পালেহি। তাইৰ মনত আনন্দ তাই যে মুখ ফুটাই দুষাৰ অভাৰচিয়াৰক শুনাব পাৰিলে, আৰু ৰামুৰ কাৰণে নিজে উপাৰ্জন কৰা টকাৰে অলপ অচৰপ খাবৰ বস্তু আনিব পাৰিছে।

(৭)

তই আনা বস্তু নই নাখাওঁ।

কিয়?

তই "বেজাইত্তি" কৰিবি আৰু মোৰ কাষ চাপিবলৈ সাহ কৰিছ? লাজ-হুকম কি বস্তু, সতীত্ব কি তাৰ মোল নুবুজ!

লাজ-হুকম, সতীত্বৰ জানো জগতে মূল্য দিয়ে?

কিয় নিদিব? কাৰ তিৰোতাই তোৰ দৰে দেখা শুনাকৈ এনে কাম কৰিছে? তোৰ এনে কাম দেখি কোনে ভাল বুলিব?

ভাল নুবুলিব পাৰে কিন্তু মানুহে যদি তিৰোতাৰ লাজ-হুকম, সতীত্বৰ মূল্য দিলেহেঁতেন তেন্তে দুখীয়া, সুখীয়া সকলোৱে পৰৰ তিৰোতা দেখিলে বেয়া চকুৰে চাই কিয়? নানা তৰহৰ উপায় পাতি তিৰোতাৰ লাজ-হুকম নষ্ট কৰিব খোজে কিয়? কিন্তু নিজৰ বেলিকা ডাঙৰ-সৰু সকলো লোকেই লাজ-হুকম আৰু কত কথাৰ জাল তৰি নিজৰ তিৰোতাক ভয় প্ৰলোভন, প্ৰভুত্বৰে বশ কৰি ৰাখিব খোজে?

তই দূৰলৈ যা। মোৰ কাষ নাচাপিবি। তোক দেখিলেও পাপ।

মই কি কৰিলো?

তই নিজেই ভাবি চা। আমি দুখীয়া হ'লেও, খাব নোপোৱা ভিকহু হলেও লাজ-হুকম আছে। মই ভালে থকাত তোক ঘৰৰ বাহিৰ হ'ব দিয়া নাছিলো। কিন্তু এই কেইদিনতে তই দুৱাৰ-দাং নোহোৱাৰ দৰে মোৰ আগতে বেশ্যালি কৰিছ। আৰু তেনে অৱস্থাতে মোৰ কাষ চাপিছহি।

কোনে ক'লে মই তেনে কৰিছো বুলি?

তোৰ চকুৱে কয়, মোৰ মনে বুজি পায়। তই ওৰে নিশা পৰৰ লগত থাকি, তেজ লগা কাপোৰৰ সৈতে মোৰ কাষ চাপিছ। আৰু মোৰ আগতে ফাকটি দিব খোজ।

মই যে ডাক্তৰখানাত কাম কৰিছোঁ।

তোৰ মূৰ কৰিছ?

নাই ৰামু তই ভুল নুবুজিবি। মই একো অন্যায় পথত গতি কৰা নাই। অৱশ্যে মই দুনীয়াৰ বেয়া শেন চকুযোৰ পদে পদে অনুভৱ কৰিছো সঁচা, এই দিন চেৰেকতে সংসাৰৰ মেৰপাকবোৰে মোক মেৰিয়াই ধৰিছে সঁচা কিন্তু মই এৰি পলুৰ দৰে লেটাত মেৰ খোৱা নাই। মোক বিশ্বাস কৰ। গ'ল নিশা এই আস্পাতালতে এজনী প্ৰসূতি হোৱা তিৰোতা আহিছিল। মই তেওঁক শুশ্ৰূষা কৰোতে কাপোৰত এনেকৈ তেজ লাগিছে। তই এনে বেয়া কথাবোৰ নাভাবিবি। তই তেনেবোৰ ভাব এৰি সোনকালে ৰাক হ। আমি দুয়ো আকৌ আগৰ দৰে বস্তিতে থাকিম।

ৰামুৱে দুনীয়াৰ মুখলৈ চাই থাকিল। অলপ পিছতে সি নিজে নিজে ক'লে, "দুখীয়াৰ লাজ-হুকম! দুখীয়াৰ তিৰোতাৰ আকৌ সৎ-অসৎ থকা ভাব।" এই বুলিয়েই সি আনফালে কাটি কৰিলে। সেই সময়ত তাৰ মুখখন আপোনা-আপুনি চকুলো বৈ আহিছিল। দুনীয়াই তাৰ ভৰিৰ কাষত বহি তৰি পিটিকি আছিল। দুনীয়াৰ চকুত

পৰা নাছিল তাৰ দুখাৰ তপত লোৰ তীব্ৰতা! কিন্তু জগতত কোনো কোনো সময়ত মিছায়ে দুখ-শোকৰ সৃষ্টি কৰি মন উতলা কৰা বা সেই উতলা ভাবৰ তাপত পুৰি দেই পৰা ক্ষুদ্ৰ মানৱৰ ক্ষুদ্ৰতা তাত সন্দেহ নাই। যদিও মানুহে ভাবে জগতৰ আটাই প্ৰাণীতকৈ শ্ৰেষ্ঠ জীৱ তেওঁলোকৰ বিবেক বুদ্ধি বেছি। কিন্তু মানুহৰ মৌলিক ভাব যে পদে পদে ভুলৰ হুল জুগুৰ বাটেৰে যায় সেইটো অহঙ্কাৰী মানুহে ভাবিবই নোৱাৰে।

যি নহওক প্ৰায় দুদিনলৈ ৰামুৰে দুনীয়াক ভালকৈ মতা নাছিল বা তাই দিয়া বস্তুবোৰ খালেও তাৰ যেন সেইবোৰ গ্ৰহণ কৰাত সমূলি অনিচ্ছা সেইটো ভাব প্ৰকাশ কৰিছিল।

কিন্তু দুনীয়াই যিখিনি পৰ তাৰ কাষত থাকে তাৰ আলপৈচান ধৰিছিল, শুশ্ৰূষা কৰিছিল। আকৌ ডাক্তৰখানাৰ কামৰ সময়ত তাইৰ কামত হাজিৰ হৈছিল। অৱশ্যে ৰামুৰে সেইটো আনধৰণেহে ধৰি লৈছিল। কিন্তু বেচেৰাই কি কৰিব? তাৰ দুৰ্বল অৱস্থা, তাৰ অভাৱ-অনাটন সকলো কথা তল পেলাই 'ঈশ্বৰৰ ইচ্ছাতে সকলো ঘটে' বুলি উতলা মনক সান্ত্বনা দিছিল। আকৌ দুনীয়াই আনা দুই-এটোপা মদ পিবলৈ পাই কেতিয়াবা কেতিয়াবা সি ভাবিছিল "তাই বগুৰীৰ বা দোষেই কি, তাইতো খাব লাগিব, মোকোতো খুৱাব লাগিব। সংসাৰত যেনে-তেনে প্ৰবৰ্ত্তন কৰিব লাগিব। ভাল উপায়ে হওক বা বেয়া উপায়ে হওক।" কিন্তু মানুহে সংসাৰত কেৱল জীয়াই থকাটোকে কিয় মুখ্য উদ্দেশ্য কৰে, সেইটোৰ কাৰণে কত মিছা-সঁচা সজ-অসজ পথ লয় সেইটোহে আচৰিত কথা, যদিও মানুহে জানে এদিন তেওঁলোকৰ মৃত্যু হ'বই। যদি মানুহে প্ৰত্যেকে ভাবিলেহেঁতেন যিকেইদিন জীয়াই আছো সজ পথত চলো, কাকো অন্যায় নকৰো, অন্যায় আচৰণ নকৰো, হিংসাহিংসি নকৰো তেন্তে সংসাৰখন এনে মাছ ভজা খোলা নহ'লহেঁতেন বা ঘনে ঘনে ধৰ্ম শান্তিৰ বাণী, "খন খন্ তাথেই দাদাও, ভাং তাও থিতি দাও, তা তা, তাও" বুলি খোলৰ বোল তুলিব নালাগিলহেঁতেন। কিন্তু বোল দিলে কি হ'ব যীশুখ্ৰীষ্ট, মহম্মদ, বুদ্ধ আহিব যাব, গান্ধীয়েও 'গালো বালো খোলা গুটিব তাল" বুলি বুৰ মাৰিব কিন্তু গৰুৰ আগত টোকাৰি বায় গৰুৱে মূৰ গুজি ঘাঁহ খায়। সংসাৰ নাচনীয়ে সেই খোলৰ তালে তালে নাচিলেহে। এনে সংসাৰত গৰুৱে মিঠো অবিয়া-অবি, হিংসাহিংসি, চুলিয়াচুলি, খিয়লাখিয়লি, কটাকটি মৰামাৰি কৰিবই আকৌ ভয়, সঙ্কোচ, সন্দেহৰ উগ্ৰ চাউল মন আৰ্বলত সিজাই ভকভকনি তুলিব, তাত সন্দেহ নাই। কেৱল ধৰ্মবাদী, শান্তিবাদীয়ে অলপপৰ সেই ভকভকনি কমাইহে ৰাখিব পাৰে বা ফোৰোহাৰ চেকচেকনিত গছ পাত খেতেলিয়াই লেপনি দি শাঁতহে কৰিব পাৰে। কিন্তু অলপ পিছতে ভিতৰৰ আচল তাপ উঠি তেনে চেকচেকনি ভকভকনি দুগুণেহে চৰে। এয়ে আচল সংসাৰৰ ৰূপ। ধৰ্ম, শান্তি, নীতিবাদ মাথো কণ্ঠেকীয়া লেপ। তথাপিও এনে সাত হাতীৰ বল থকা সংসাৰখন আকাশত চাংপতা আদৰ্শবাদী দুই-এজনে লেজু লগাই বল দি আনপিনে উজাই নিব খোজে। সেয়েহে হাঁহি উঠে।

(৮)

দ'লৰ বন্ধৰ্ত্ত কম্পাউণ্ডাৰে নিজৰ গাঁৱলৈ গৈছে। গাঁওখনি এখন নৈৰ পাৰত। আবেলি মাৰ যোৱা ৰাঙলী বেলিৰ বহনত হালিজালি থকা শুৱনী ধাননিয়ে এখনি অপৰূপ ৰূপ ধৰে। সেইবুলি সেই গাঁৱৰ বাৰমাহত তেৰটা আপালিৰ অন্ত নাই। কেতিয়াবা বানপানীয়ে ধুই-পখালি শ্যামল ধাননিৰ ঠাইত ইৰিণা বিৰিণা নাইথা বিহলঙনীৰ ঠাই কৰি থয়। কেতিয়াবা কেতিয়াবা মড়িৰ মৰক বা জাৰৰ কঁপনিয়ে গাঁৱলীয়াসকলৰ চুৰ্তি বুদ্ধি হেৰুৱায়। কেতিয়াবা দুৰ্ভিক্ষ আকালে ছালচিগা গাঁৱলীয়াৰ হাড়কেইডালো জকজককৈ উলিয়াই কৰিব কল্পনাৰ্ত গাঁৱৰ বিকট মূৰ্তি দেখুৱাই ভয় খুৱায়। মান্ধাতাৰ যুগৰ গাঁও বা গাঁৱলীয়া আজিও একে অৱস্থাতে আছে। সেই যেনুভেবীয়া নাঙলকুৰ, যুৰা হালোৱা, সেই মাটি কেইগুলিহা আজিও গাঁৱলীয়াৰ সম্পত্তি। বৰং সেইবোৰ বংশানুক্ৰমে ভাগ-বতৰা হৈ প্ৰত্যেক গাঁৱলীয়াৰ ভাগত নাঙল ঘুৰাবলৈকো মাটি

নোহোৱা হৈছে। বিদেশী শাসনৰ তলত গাঁৱে গা টঙাই উঠিব নোৱাৰিলে। কিন্তু স্বাধীন যুগতো ইয়াৰ সালসলনি কৰিবলৈ উপায় হোৱা নাই। আলি-পদূলি সেই অতীত যুগৰে আঁচনি। জুপুৰি ঘৰকেইটাও খেৰ-বাহৰ অভাৱত দিনক দিনে জুকলা-জুপুৰাহে হৈছে। খাজনাৰ দায়ত, বস্ত্ৰ-বাহানিৰ চৰা দৰত, ঋণৰ চেপাত গাঁৱলীয়াই ৱাহি মধুসূদন চিঞিৰ ধৰিছে। দুই-এজন শিক্ষিত হৈ ওলালেও গাঁৱলীয়াৰ ঢুকি নোপোৱা চাঙত উঠি থাকে। আকৌ সেই শিক্ষাইতো গাঁৱলীয়াৰ একো সহায় নহয় বৰং গাঁওৰ দুখীয়া কেগৰাকীয়ে শিক্ষিতৰ পাকচক্ৰত পৰি সাতাম পুৰুষৰে পৰা খাই অহা মাটি কেদৰাও তেওঁলোকৰ নামত লিখি দিবলগীয়াত পৰিছে। শিক্ষাই যদি শিক্ষিতক চহা গাঁৱলীয়াৰ ওপৰত প্ৰভুত্ব চলাবলৈ নিশিকায় তেন্তে শিক্ষাৰ অৰ্থ কি? সেই শিক্ষিত দলে নগৰৰ বা বিদেশৰ শিক্ষিতৰ লগত ফেৰ পাতিব নোৱাৰি পিছ হুঁহকি নিজৰ জাতি ভাই কুটুম চহা দলৰ ওপৰত শিক্ষাৰ প্ৰভাৱ দেখুৱাই গাঁৱলীয়াক পেপুৱা নলগাই কি কৰিব? তদুপৰি শিক্ষাৰ এনেহে আচনি যিয়ে শিক্ষিত দলক কৰ্ম্মপটু, কামিলা নকৰি পৰৰ ওপৰত ঠেং তুলি খোৱা অৱস্থাহে গঢ়ি তোলে। যি নহওক আমাৰ কম্পাউণ্ডাৰ তেনে শিক্ষিত দলৰে এজন। তেওঁ অলপ-অচৰপ ইংৰাজী, বঙলা, অসমীয়া শিক্ষা আহৰণ কৰি লগে লগে কোট-পেণ্টলুন পিন্ধি গাঁৱলীয়াৰ মাজত জাকতজিলিকা। গাঁৱলীয়া তিৰোতা সমাজৰ মাজত চাবলগীয়া, ভাবিবলগীয়া জন্তু। গাভৰুসকলৰ মাজত কথা-বতৰাৰ উপাদান। বিশেষকৈ তেওঁৰ ডাক্তৰী-বিদ্যাত অলপ হাত থকাৰ কাৰণে গাঁৱলীয়াৰ আপালিত অলপ-অচৰপ দৰৱ বিলাই দুটা-এটা আস্পাতালৰ পৰা নিয়া কুইনান বড়ি, দুটোপা-এটোপা টিনচাৰ আয়োডিন দিব পাৰা কাৰণে গাঁৱলীয়াসকলৰ ভিতৰ ঘৰলৈ বাট হৈছে।

ধনীৰাম সেই গাঁৱৰে এজন চহকী মানুহ। তেওঁৰ ঘৰৰ হাউলি বৰ ডাঙৰ। বৰ-ঘৰ, মাৰলি ঘৰ, ঢেকিশাল, ৰান্ধনী-ঘৰ, ভঁৰাল-ঘৰ, গোসাই-ঘৰ, গোহালি-ঘৰ সকলোটিয়ে ভিতৰ চোতাল শোভা কৰি আছে। সমুখৰ চোতালত চৰা-ঘৰটো জাকতজিলিকা। আগচোতালখন বৰ ডাঙৰ। তাত পছি ধান মাৰিবলৈ মাৰণৰ গৰু ঘূৰায়। সময়ে সময়ে তাত ডাঙৰ মেল বহে। কাজকৰ্ম্মৰ সময়ত ঢুলীয়া-খুলীয়া আদিয়ে ঢোল ডগৰ কোবাই গোটেই গাঁও খলক লগায়। ওপৰত পদুম ফুল থকা ডাঙৰ চাইমনা তৰি বিয়া-সবাহে ভদ্ৰলোকসকলক সেই ৰভাৰ তলত অভ্যৰ্থনা কৰে।

আলহী-অতিথি ধনীৰামৰ ঘৰত নিতৌ আছেই। বিশেষকৈ পুলিচ, ৰাজঘৰীয়া, টেকেলা, দাৰোগা, সময়ে সময়ে চবডেপুটি আদিয়ে কোনো কামত গাঁৱলৈ আহিলে ধনীৰামৰ ঘৰতে আলহী হয়। ধনীৰামে আনলোকক আলহী পোৱাতকৈ এনেলোকসকলক আলহী স্বৰূপে পালে বেছি আনন্দ পায়। কিয়নো তাৰ কাৰণ দুটা। প্ৰথমটো কাৰণ তেওঁ সেইবোৰক দেখুৱাই গাঁৱলীয়াসকলৰ ওপৰত বেছি প্ৰভুত্ব কৰা, দ্বিতীয়টো কাৰণ সি সেইবোৰক হাতত লৈ বহুতো সুবিধা অধিকাৰ কৰা। যেনে চবডেপুটিৰ পৰা কবুলাদি মাটিত নাম লগাই লোৱা, তাৰ কোনোবা শত্ৰু থাকিলে বা তাৰ আগত কেৰে মহতালি কৰিব যেন দেখিলে সেইটো মূলতে নষ্ট কৰিবলৈ দাৰোগাৰ হতুৱাই মিছা হ'লেও সিহঁতক চোৰ বা ডকাইতি মোকৰ্দ্দমাৰ আচামী কৰাই দিনচেৰেক জেলত সুমুৱাই থোৱা। আকৌ সিহঁতৰে সহায় হৈ তেওঁৰ মহতালি দেখুৱাই জামিনত খালাচ কৰি আনি সিহঁতৰ বন্ধুতকৈও ডাঙৰ বন্ধু হোৱা। টেকেলাৰ দ্বাৰা সি অতি সহজতে কোনো মাটিৰ দখল পোৱা নাইবা পৰোৱানা যাবলৈ আহিছে সেই পৰোৱানা সেইলোকক নিদি ঘৰত মালিকক নাপাই লটকাইজাৰী কৰা বুলি ধনীৰামৰ ঘৰতে লিখি মাটিবাৰী ধনৰ সুবিধা দি ধনীৰামৰ পৰা অলপ গুল লৈ উভতি অহা।

বিনহওঁক ধনীৰাম গাঁৱৰ এজন জনাজাত লোক। আনকি কাউন্সিলৰ ভোটৰ সময়তো মেম্বৰসকলে ধনীৰামক ডাঙৰ নকৰি নোৱাৰে। বা তেওঁৰ পৰা অনুগ্ৰহলৈ আশা নকৰি নোৱাৰে। প্ৰায় এমাহ আগৰে পৰা ধনীৰামৰ গাৰ তত নোহোৱা হয়। ইয়াৰ লগত ভোটৰ কথাকৈ তাৰ লগত ভোটৰ মাছ পুঠি খুই, আকৌ ইটো মেম্বৰক ঘৰত ঠাই দি আলোচনা ধৰি,

সিটোৰ লগত কথা-বতৰা পাতি কত ধৰণে ভোটৰ মাহতলীত ব্যস্ত থাকে সেইবোৰ ভাঙিব গ'লে এইখনিহে লিখিও শেষ কৰা টান হ'ব। আমাৰ কম্পাউণ্ডাৰ ঘৰলৈ আহিলে ধনীৰামৰ ঘৰ এবাৰ নামাৰি নাথাকে।

কি নবীন দেখোহে।

হয় আজি আহিছোঁ।

অ ভালেই হৈছে। এটা কথাহে, মোৰ ডাঙৰ ছোৱালীজনীৰ ভৰি এখন মচকা খাই আজি কেবাদিনো পৰি আছে। কত কি দিছো একোতে ভাল পোৱা নাই। তুমি এবাৰ চোৱাছোন। যোৱা ভিতৰলৈ যোৱা। ঐ গিৰিহঁতনী এ নবীন আহিছেহে। তেওঁক মাধুৰীক চাব দিয়াছোন। অলপ জলপানৰো দিহা কৰিবা। বেচেৰা বহুদিনৰ মূৰত আহিছে। আজিকালি কাম বৰ বেছি নেকি? গাঁৱৰ পিনে দেখো বৰ কম আহা।

ছুটিয়ে পোৱা টান। তাতে আস্পাতালত ৰোগীৰ সংখ্যা বহুতো। মই নহ'লে আকৌ আন কেইজনে ক'ত কি কৰিব লাগে উৱাদিহে নাপাই। আনকি নতুন ডাক্তৰবিলাকে কেৱল 'পাছ' কৰিহে আহে কিন্তু আমাৰ সমান নাজানে।

সেইটো হ'বই। কিয়নো তোমালোকৰ অভিজ্ঞতা আৰু তেওঁলোকৰ মুখস্থ বিদ্যাৰ পাৰ্থক্য আছে। যোৱা, ভিতৰলৈ যোৱা। মাধুৰীক চাই-চিন্তি কি কৰিব লাগে অলপ দিহা-বতৰা দিয়াগৈ।

কম্পাউণ্ডাৰ নবীনে ৰৰঘৰ পালেগৈ। ধনীৰামৰ ঘৈণীয়েকে তেওঁক আদৰ-সাদৰকৈ মাতি নি ভিতৰ কুঠৰিত থকা মাধুৰীৰ কাষ পোৱালে। গিৰীৰী ৰভাইক ক'লে, "অলপ চাহপানী কৰ, ডাক্তৰবাবু দুপৰীয়া আহিছে পিয়াহ লাগিছে। দুখনমান লুচিও কৰিবি।" কম্পাউণ্ডাৰ গাঁৱত "ডাক্তৰবাবু" হিচাপে জনাজাত। আগতে অসমীয়াৰ ঘৰত আঠা দৈ, সোন্দা কল, কুহিয়াৰৰ মিঠৈৰে চিৰা-সান্দহ, গুৰা-সান্দহ, কোমল চাউল বা কৰে ভাজাগুড়া বা লেও দিয়া পিঠাগুড়ি আদিৰে পেটভৰা জা-জলপানৰ দিহা থাকিলেও আজিকালি সময়ৰ সলনিৰ লগে লগে সেইবোৰ লোপ পাইছে। আজিকালি ৰঙলুৱা ঠাচত তত্তালিকে পানী তপত কৰি চাহপানী আৰু দুই-এখন লুচিৰে আলহী সোধাত পৰিছে। এই অনুকৰণতো সম্পূৰ্ণ বেয়া হ'লেও অসমীয়াই নুবুজি সেইটোকে ভাল বুলি গ্ৰহণ কৰিছে। ভাল অনুকৰণ শ্ৰেয়, কিন্তু বেয়া অনুকৰণ ভদ্ৰতাৰ নামত গ্ৰহণ কৰা ঘৃণনীয়। কিন্তু বৃটিছৰ শাসনৰ লগে লগে অসমীয়াই কেৱল ৰাজনীতিৰ ক্ষেত্ৰতে স্বাধীনতা হেৰুৱালে এনে নহয়, বৃটিছৰ লগে লগে আহা ভৈৱাইহঁতে অসমীয়াৰ কৃষি, সাহিত্য, ভাষা আনকি দেহ পুষ্টি খাদ্যও হৰণ কৰি অসমীয়াক সঁচাকৈ ভৃত্য কৰি গঢ়িলে। কিন্তু এসময়ত অসমীয়া খাদ্যই অসমীয়া জাতিক বলী, সাহসী কৰ্মী কৰি তুলিছিল। চেৰেলা বিদেশীৰ অনুকৰণত অসমীয়া খাদ্যই ভদ্ৰ আসন অধিকাৰ কৰি পিত্ত, কফ, বায়ু প্ৰবল কৰা চাহপানীত পৰিণত হৈ অসমীয়াৰ দেহ-মন সম্পূৰ্ণ দুৰ্বল কৰি তুলিছে। অসমীয়াই নাজানে যে এনে খাদ্য ভাৰতৰ আটাইবোৰ প্ৰদেশতকৈ পুষ্টিকাৰক হিচাপে অতি তলখাপৰ। অসমীয়াৰ প্ৰত্যেক আঞ্জাৰ উপাদান হেলেচি শাক, কল-ফুল, কলডিল, পচলা, নেঠেঙা, হাহঠেঙা, নৰসিং, পচতীয়া, অমিতা, কলম আদি একোবিধ দৰৱৰ দৰে ব্যৱহাৰ হৈছিল। দেহাৰ সবলতা অনাৰ লগে লগে জিভাৰ তৃপ্তিও পূৰণ কৰিছিল। লগে লগে মুকলি মুৰীয়া বতাহ শ্যামল ধাননী পথাৰত কৰা পৰিশ্ৰমে অসমীয়া তিৰোতা মতাক এটা বলী জাতি কৰি ৰাখিছিল। তদুপৰিও স্বাধীন মন, স্বাধীন গতিত অসমীয়াৰ প্ৰত্যেক খোজতে শৌৰ্য, বীৰ্য, সাহসৰ চিনাকি দিছিল। কিন্তু সেইবোৰ লোপ পালে স্বাধীনতাৰ লগে লগে আকৌ অন্ধ অনুকৰণৰ ফলত। অসমীয়া তিৰোতাই সকলো পাহৰিলে। আনকি কেঁচুৱা, পোনা প্ৰতিপাল কৰি ডাঙৰ-দীঘল কৰিবলৈ সকলোপিনে তেওঁলোকে আলম লব লাগিল ডাক্তৰ-কবিৰাজৰ ওপৰত।

কম্পাউণ্ডাৰে মাধুৰীৰ ভৰি লাৰি চাই লগে লগে মাধুৰীৰ মধুৰ মুখখনি চাই অলপ পৰ ৰ লাগি ৰ'ল। মাধুৰী তেতিয়া বেমাৰ অৱস্থাত পৰি থকাৰ কাৰণে গা তিওৱা নাছিল-আকৌ মুৰৰ ক'লা চুলি টাঁৰত তেলো দিয়া নাছিল যদিও সেই গুকান চুলি তেওঁৰ ৰাঙলি গালৰ কাষত আউলী বাউলী হৈ পৰি এখন মধুৰ

ছবিৰ সৃষ্টি কৰিছিল। কম্পাউণ্ডাৰৰ ইচ্ছা হৈছিল যেন সেই মধুৰ মুখত এবাৰ এটা চুমা খাই আনন্দ উপভোগ কৰে। কিন্তু আন মানুহ আগত থকাত তেওঁৰ সেই ভাব পূৰণ কৰিবলৈ সাহ নহৈছিল। মনতে উতলি অহা ভাব মনতে ভকভককৈ মাৰ গৈছিল। কিন্তু তেওঁৰ গোটেই শৰীৰত এটা তপত তেজৰ প্ৰবাহ বিজুলী গতিত বৈ গৈছিল। কিয়নো মানুহৰ মাংস, মানুহৰ তেজে বিচাৰে মানুহৰ মাংস আৰু তেজ। এই স্পৃহাৰ বা লালসা ৰাক্ষস স্বভাৱ নহ'লেও ইও যেন নেদেখা ভাবে মানুহৰ মনৰ এটা ৰাক্ষসিনী স্বভাৱ। কোমল মাংস, তপত তেজত ৰাক্ষসৰ তৃপ্তি। মানুহৰ অন্তৰত যেন সেই তৃপ্তি নেদেখা স্বৰূপ সদাই লুকাই আছে। স্নেহে কোমল মাংস ৰাঙলী গাল, সুন্দৰ গঢ় দেখিলে মানুহৰ অন্তৰত লুকাই থকা সেই ৰাক্ষসিনী স্বাভাৱে লহলহকৈ জিভা মেলি উঠে। কম্পাউণ্ডাৰে বি নহওক সেই ৰাঙলী গালত তাৰ পাশবিক চুমা দিব নোৱাৰিলেও সি গাৰ তাপ চোৱাৰ ছলত মাধুৰীৰ কোমল কপাল, লাহেকৈ ৰাঙলী গালো হাতেৰে স্পৰ্শ কৰি সি যেন স্বৰ্গীয় সুখ উপভোগ কৰিলে। হায়, মানুহৰ কি ক্ষুদ্ৰ মন।

কম্পাউণ্ডাৰে ক'লে, "থাৰ্মোমিটাৰটো এৰি আহি ভুল কৰিলো। হওক বাৰু বুজিছো অলপ জ্বৰ আছে। কিন্তু ভয় নাই। সেইবোৰ বাৰভচহ জাবৰ ভৰিত বান্ধিছে কেলৈ। সেইবোৰ ধুই পেলাওক। মই এতিয়াই ভাল দৰব দিম। সেইবোৰ আপচু বস্তুৰে ভাল কৰক ছাবি আকৌ নতুন আপালিহে কৰিব। গৰল লাগিব লাগিলে সাংঘাতিক হ'ব। আজিকালিও গাঁৱলীয়াসকলে কি ভাল কি বেয়া নুবুজিলে। তপত পানী আনি সেইবোৰ ধুই পেলাওক।

কথামতে কাম। তপত পানীতে সেইবোৰ ধুই-পখালি ভৰিখন নিকা কৰিলে। কম্পাউণ্ডাৰৰ সৰ্বঢাক দৰব "তিনচাৰ আয়'দিন" তেতিয়াই মোনাৰ পৰা উলিয়াই ভৰিত সানি দিলে। কিন্তু সি নাজানে যে অসমীয়াৰ এনে কিছুমান বস্তু আছিল যিহে শত তিনচাৰ আয়'দিনৰ গুণতকৈ বেছিগুণ দিছিল। কালৰ গৰ্ভত সেইবোৰ অসমীয়াৰ অজ্ঞানতাৰ কাৰণে ক'ত লুকাই পৰিল। তদুপৰিও বিজ্ঞানৰ চকমকনিত সভ্যতাৰ জিলিমিলি পাহৰিলে এডাল কটা খুতৰাবে কেনেকৈ সমূলি গৰ্ড়ল মলগাকৈ ডাঙৰ ডাঙৰ ঘোৰা আদিও পকাই মুহূৰ্ততে ভাল কৰিব পাৰিছিল। এডাল হাৰজোৰা লতাৰে ভঙা-ছিঙা হাড়ো জোৰা লগাই আয়ুৰ্বেদৰ জয় ঘোষণা কৰিব পাৰিছিল। কিন্তু কালৰ সোঁতত সেইবোৰ উটি-বুৰি গৈ বিজ্ঞানৰ ধ্বংসলীলাৰ গৌৰৱত আজি সবেও আপোন পাহৰা। কিন্তু আজিৰ ডাক্তৰী বিদ্যাই জানে নাক কাটিব, কাণ কাটিব, ভৰি হাত কাটিব। নাজানে সেইবোৰ নকটাকৈ আকৌ ভাল কৰি তোলাৰ অৱস্থা। সৃষ্টি ধ্বংসৰ নিমিত্তে বিজ্ঞানে যেনে সৃষ্টি কৰিছে এটমিক বোমা আকৌ মানুহৰ হাত পাৰ, নাৰি ভুৰি, হাড় ছাল কাটাৰ কাৰণে নানাতৰহৰ অস্ত্ৰশস্ত্ৰ। তাতে মানুহে ভোল গৈ লৰিছে বিজ্ঞানৰ জয় ঘোষণা গাবলৈ।

কম্পাউণ্ডাৰে তিনচাৰ আয়'দিন ঘঁহি 'ভাল হ'ব ভয় নাই" বুলি হাত পখালি নিলগত থোৱা চাহপানী পিবলৈ বহিল। তেতিয়াও কম্পাউণ্ডাৰৰ অন্তৰত লালসাই চকু কৰিছিল মাধুৰিৰ কোমল স্পৰ্শ, লাৱনী চকুজুৰি, কেকোৰা-কেকুৰী আউলী-বাউলী চুলিটাৰী। তাৰ ভাব হৈছিল যদি নিৰ্জন কোণত অকলে পালেহেঁতেন তেন্তে তাৰ ডাক্তৰী বিদ্যাৰ সকলো কুধচমূৰ্তি মুহূৰ্ততে ফুটাই তুলিলেহেঁতেন। কিন্তু তাৰে বা ভুল কি? সৃষ্টি পাতনিতে যেন এই ভুলৰ সৃষ্টি। চকুৰে যেন চাই চকুৰ তৃপ্তি, হাত-মুখে যেন বিচাৰে কোমল হাত মুখৰ স্পৰ্শ। মানুহৰ প্ৰত্যেক অঙ্গৰ স্পৰ্শ সুখ লাভ। এই হাবিলাসে যেন মানুহৰ আচল মনুষ্যত্বৰ ৰূপ। সংযম, পুন্য, ধৰ্ম, নীতিবাদ যেন মানুহৰ এনে আচল স্বৰূপ লুকাই ৰাখিবলৈ কেৱল বাহ্যিক আভৰণ। মানুহৰ অন্তৰৰ কোৱা ভাতুৰ সেইবোৰৰ ৰাঙলী যোলেৰে বোলাই এখনি আদৰ্শ জগতৰ সৃষ্টি কৰি থৈছে। কোনে জানে মানুহে সেই মনৰ এঙাৰ ধুই-পখালি সেই আদৰ্শৰ পৱিত্ৰ পানী গ্ৰহণ কৰিব? কিন্তু এঙাৰ ধুলেও যে কদাপি বৰণ নসলায় সেইটো আদৰ্শবাদীসকলে সমূলি নাভাবে।

কম্পাউণ্ডাৰে চাহ-পানী পি আৰু নানাজনহঁতৰ বং

ধেমালি কৰি 'এতিয়া যাওঁ আকৌ সন্ধিয়া আহিম" বুলি আঁতৰ হ'ল। ধনীৰামৰ গিৰিহঁতনীৰ লগে লগে আনবো মনত ভাব হ'ল যেন ডাক্তৰ বাবু কেনে সৰবৰহী লোক, কেনে পৰৰ দুখত কাতৰ হোৱা স্বভাব, আকৌ কেনে ধাংঢালি। এনে স্বাভাব নহ'লেনো চহৰত এনে ডাঙৰ মানুহ হ'ব পাৰেনে? কিন্তু হায় মানুহে বাহ্যিক আচৰণত পাহৰে সেইবোৰৰ গুড়ি ক'ত? ধন আৰু ৰূপহ সৌন্দৰ্যই মানুহৰ অন্তৰ বিচাৰি উলিয়াই কোন ভাল, কোন বেয়া। সেইটো বুজিবলৈ সেই দুইবিধ কষটি শিল হ'লেও বাহ্যিক ৰমক-জমকত মানুহ এনে ভাবে মুগ্ধ যে সেই কষটি শিলৰ বেখাও মানুহৰ ক্ষুদ্ৰ দৃষ্টিয়ে মনিব নোৱাৰে। কিন্তু মানুহৰ মন ধনৰ ওচৰত সাধাৰণতে বশ মানে আৰু ৰূপ-সৌন্দৰ্যত মানুহৰ অন্তৰ উতলি উঠে। সেই দুইটাৰে পাশ জৰি কাটি ওলাব পাৰা সংসাৰত কেইজন?

কম্পাউণ্ডাৰে ওলায়ে দেখিলে প্ৰায় কুৰি বছৰীয়া ল'ৰা অমন্তক। এওঁ ধনী মহাজনৰ ল'ৰা। হাতত তেতিয়া তাৰ এটা ফটো তোলা "কেমেৰা", মূৰৰ চুলি সুন্দৰ পৰিপাটি। ওভোতাই সেওঁতা ফলা। ফিৰ ফিৰিয়া ধুতিখনৰ থোৰ অলপ বেকাঁকৈ লোৱা। চকুত এজোৰ বিতচকু। সোণালী "ফ্ৰেম"। ভৰিত "পাম চু"। তেওঁ কম্পাউণ্ডাৰক দেখিয়ে ক'লে, "কি কম্পাউণ্ডাৰ দেখোনহে?"

কম্পাউণ্ডাৰৰ তেনে সম্বোধনত যেন মান হানি হল এনে ভাব। কিয়নো গাঁওত সি ডাক্তৰ বাবুহে। তাৰ চলন-ফুৰণ ডাঙৰ ডাক্তৰ হিচাবৰহে। গতিকে কম্পাউণ্ডাৰ সম্বোধনটো যে তাৰ মানহানি স্বৰূপ তাত সংশয় কি? তথাপি সেইভাব সি গুপুতে ৰাখি ক'লে "কিহে কেতিয়া আহিছা? গুৱাহাটীলৈ কেতিয়া যাবা?"

আমাৰ পৰীক্ষা হৈ গ'ল নহয়।.

কেনে হ'ল পৰীক্ষা? তোমাৰ গঢ় যেনে দেখিছোঁ পৰীক্ষাত চাগে ফলাবা।

পৰীক্ষা ভালেই হৈছে। প্ৰথম বিভাগত দেৱাৰলৈ আশা আছে। বোধকৰো নাম্মো কৰিম।

কম্পাউণ্ডাৰ তাৰ কথাত আচৰিত হ'ল। কিয়নো তাৰ বেহৰূপ, পিন্ধন-উৰণ, হাতঘড়ি, কেমেৰা আদি দেখি তেওঁৰ আন ধৰণৰ ভাব হৈছিল। কম্পাউণ্ডাৰৰ ভাব যি ল'ৰাই বিলাসিতাৰ পিনে ঢাল খায় সেই ল'ৰাৰ পঢ়াত মতি নাই। অনন্তক সি বহুদিন লগ পাইছিল। অনন্তই কি পঢ়িছে সেইবোৰৰ আঁতি-গুড়ি সি কাহানিও লোৱা নাই। সি গাঁৱলৈ আহে দেখুৱাবলৈ। যিকেইদিন গাঁৱত থাকে তাৰ বৰলোকালি দেখুৱাতে ব্যস্ত। বিশেষকৈ তিৰোতা মহলৰ আগত। গতিকে গাঁৱত আন কিবা চাবলগীয়া আছে বা কৰিবলগীয়া আছে সেইটোলৈ তাৰ ভাব নাই। অনন্তই আই. এ পাছ কৰি বি. এ পঢ়ে বুলি জানে, কিন্তু অনন্ত পঢ়া-শুনাত কিমান ওখ ধৰণৰ সেইটো সি বু কথা নাই। কেৱল সি কাৰো কাৰো মুখত শুনিছে অনন্ত পঢ়া-শুনাতো ভাল। আই. এ ভাল ধৰণে পাছ কৰিছে।

তেনে কথা শুনিলে সি নিজৰ বৰলোকালিত আঘাত পৰে বুলি ভেকাহি মাৰি কয়, "এ থোৱা চহৰত আমি বহুতো বি. এ, এম. এ দেখিছো। ইটো একো ডাঙৰ কথা হোৱা নাই।"

যদি কোনো গাঁৱলীয়াই কয়, "ৰবাছোন উৰাই দিয়া কিয়?"

গাঁৱত যে এজন বি. এ হ'ব এয়ে গাঁৱৰ গৰিমা।

কম্পাউণ্ডাৰে তেতিয়া "এৰা হয়। গাঁৱত বিমানে শিক্ষিত ওলায় সিমানেই ভাল বুলি আন কথা পাতে।"

যি নহওক আজি তেনে অৱস্থাত অনন্তক দেখি সি ভাবিব নোৱাৰিলে যে বিশ্ববিদ্যালয়ৰ ওখ খাপত নাম কৰিব পৰা এই ল'ৰা। সি ক'লে, "কেমেৰা আনিছা দেখো কাৰোবাৰ ফটো তুলিবা জানো?"

এনেতে ধনীমহাজনৰ গিৰিহঁতনীয়ে মাত দিলে ' 'বোপা, ডাক্তৰ বাবুৰে এটা ছবি নোতোলা কিয়?

কম্পাউণ্ডৰে কলে, "নালাগে। মোৰ ছবিৰ আকাল নে? গুৱাহাটীত কত ডাক্তৰ চাহাবৰ লগত তোলা ছবি আছে। বাৰু মই এইবাৰ আহোতে লৈ আহিম।"

ভিতৰৰ পৰা আকৌ মাত দিলে, বহা বোপা অলপ বহা। দুয়ো চহৰৰ পৰা আহিছা, অলপ-আচৰপ কথা বতৰা হোৱা। তোমালোকৰতো আন লগ-ভাগ ভালেই নালাগে। আৰু লাগিবই বা কিয়? সমানে সমানে বহিব পাৰা, কথা-বতৰা হ'ব পৰা লগ পাইলেহে ভাল লাগে।

অনন্তৰ কিন্তু আন ভাব। সি বৰং সাধাৰণ খেতিয়ক গাঁৱলীয়াসকলৰ লগত কথা-বতৰা পাতিয়ে ভাল পায়। চহৰত কাম কৰা বা গৱৰ্ণমেণ্টৰ সৰু চাকৰি কৰা লোকসকলক সমূলি ভাল নাপায়। আকৌ কম্পাউণ্ডাৰেও মনে মনে জানে যদিও গাঁৱলীয়া সকলৰ লগত ডাঙৰ বোলাই ফুৰিছে, শিক্ষিতসকলৰ আগত বা চহৰীয়া লোকসকলৰ চকুত সি কেৱল সামান্য কম্পাউণ্ডাৰহে। তেনে অৱস্থাৰ তাৰ গম আছে। গতিকে তাক যে অনন্তই বিশেষকৈ কলিকতা আদি ঘূৰি-ফুৰি অহা ল'ৰাই শ্ৰদ্ধাৰ চকুৰে নাচাব সেইটো ভালকৈ গম পায়। মুঠতে তাৰ আচল অৱস্থাটোৰ মোল আনেও পাব এই ভয়তে সি আৰু নৰৈ ক'লে—

"এতিয়া যাওঁ, বাৰু কথা হ'বৰ বহুতো সময় আছে। তেওঁ ক'ববাৰ পৰা এতিয়া আহিছে মাথো।" বুলিয়েই আঁতৰ হ'ল।

অনন্তয়ো ভিতৰ সোমাই তাৰ কুঠৰিত বহিলগৈ। তাৰ কুঠৰিত নানা ছবি, সুন্দৰ দৃশ্য, নানা তৰহৰ ফটো। কোনো ফটোত বা বুৰো বুৰো হোৱা ৰাঙলি বেলিৰ আভা লুইতৰ ওপৰত পৰি ভত্ত্ব সৃষ্টি কৰিছে। কোনো ছবিত আলো আৰু ছাঁৰ মিহলি সুন্দৰ দৃশ্য। কোনো ছবিত পৰ্বত, আকৌ পৰ্বতৰ হাবিয়নিৰ মাজেৰে অকাই-পকাই বৈ অহা গুৱণি জুৰি। কোনো ছবিত বা এজনী ধুনীয়া গাভৰু ছোৱালীয়ে এটা গোলাপ ফুল ছিঙিবলৈ হাত মেলিছে। কতোবা আকৌ ছোৱালী এজনীয়ে ফুল গছৰ তলত পানী ঢালিব ধৰিছে। সি কুঠৰিত সোমায়ে এখন কিতাপ হাতত লৈ হেলনীয়া চকী এখনত বহি কিতাপ পঢ়িব ধৰিলে। তেনে ভাবত কিমান সময় গ'ল তাৰ জ্ঞান নাই।

মাকে এবাৰ মাতিলে, "অনন্ত গা ধো। ভাত কেতিয়াই হ'ল চেঁচা হ'লহি।"

অনন্তই গভীৰ ধ্যানৰ পৰা যেন সাৰ পাই ক'লে, "গৈছোঁ আইতা।"

তইতক ভাত খাবলৈকো এশবাৰ মাতিব লাগে। আৰু আন কাম কি কৰিবি?

অনন্তই হাঁহি মাৰি ক'লে, "আমাৰ শিকাই এনে ধৰণৰ আইতা" বুলিয়েই গামোচাখন লৈ গা ধুব গ'ল।

(৯)

সৰু নৈৰ পাৰৰ জুপুৰি ঘৰ এটাত মালতী মাক-বাপেকৰে সৈতে থাকে। ঘৰৰ পিছপিনে এখনি তামোল-পাণৰ বাৰী। সেই বাৰীখনত কৰ্দৈ টেঙা, নেমু টেঙা, বগৰী আৰু দুজোপা পোকে খোৱা আম গছ আছে। তামোল আৰু নাৰিকল কেইজোপা আছে। ঘৰৰ লগালগি মাটিডৰাত শাক-পাচলি কৰে। মিঠা লাউ, কোমোৰা, ভোল, জিকা, উঠিবলৈ চাঙ কৰি দিছে। নিলাজী আৰু কেৰেলা বগাবলৈ হেদালি কৰি দিছে। বাৰীখনত কেবাধৰণৰো নীলা, বগা, মানকচু, দুবাৰ ডিমা কচু আছে। বাঁহ একোডাল পুতি গাছ আলু বগাবলৈকো সুবিধা কৰি দিছে। তামোলৰ গছৰ গুৰিত ওখ ভেটি কৰি পাণ তুলি দিছে। বাৰীখন সৰু হ'লেও মুঠতে বহুতো ফলমূল শাক-পাচলিৰে ভৰপূৰ। সৰু জুপুৰী ঘৰটোৰ কাষতে ৰান্ধনী ঘৰ আৰু আনপিনে এটা সৰু গোহালি। গোহালিত দুজনী গাই আৰু দুটা চেউৰী পোৱালি। হালোৱা গৰু হালো বান্ধা খুটি আছে। কিন্তু হালোৱা গৰু দুটা হাল বাবলৈ ৰাতিপুৱাতে মালতীৰ বাপেকে লৈ গৈছে।

মালতীয়ে মাছ কুটি, মাছ ধোৱা পানী লাউৰ গুৰিত দিবলৈ চৰিয়াত লৈ গৈছে। মাকে তেতিয়া শালত বহি-কাপোৰ ব'ব ধৰিছে। শালখন চোতালতে পতা। ওপৰত দুখন সৰু ঢাৰিয়ে চালিৰ কাম কৰিছে। মাজ ৰাতি বাপেকে জোৰ কাটি খালৈ ভৰি মাছ আনিছিল। শিঙি, মাগুৰ, শ'ল, কাৱৈ মাছ সৰহ। যিডাল লাউৰ গুৰিত পানী দিবলৈ গৈছিল সেইডাল প্ৰায় নৈৰ কাষেৰে যোৱা বাটটোৰ কাষতে। পানী ঢালিব ধৰোতে দেখিলে এজন ডেকাই যেন কাৰোবাক মাত লগালে, "অলপ তেনেকৈ থোৱা। এখন ছবি তোলো।" মালতীয়ে একো কথা নকৈ নিলগত থকা ডেকাটোৰ পিনে চালে। তাই দেখিলে নৈৰ কাষৰ ওচৰৰ পথাৰখনত তাইৰ বাপেকে হাল বাব ধৰিছে। ডেকাটোৱে সেই হালযোৱা অৱস্থাতে নৈৰ মূৰকৈ ফটো কেমেৰাটো ধৰি বাপেকৰ ফটো তুলিব ধৰিছে। ডেকাজন আমাৰ অনন্ত।

মালতীৰ বাপেকে কৈছে, "আমাৰ দৰে হুজুৰা মানুহৰ ছবি তুলিলে কোনে চাব? ডাঙৰ ডাঙৰ মানুহৰে ছবি তুলিব লাগে।"

ছবিত আকৌ ডাঙৰ, সৰু, ধনী, হোজাৰ পাৰ্থক্য কি? ভালকৈ তুলিব পাৰিলে সকলোৰে ছবি চাবলগীয়া হয়। সমাজত মান, সম্ভ্ৰম ডাঙৰ সৰু, ভেদ হ'লেও ছবিত সেইবোৰৰ ভেদ নাই। একোটা জুপুৰী ঘৰৰ পিছফালে সুন্দৰ দৃশ্যাৱলীয়ে, আলো ছাঁৰে ভালকৈ ছবি আকিব পাৰিলে জগতৰ সকলো মানুহৰে চকু আকৰ্ষণ কৰিব পাৰি।" বুলিয়েই সি কেমেৰাটো লৈ মালতীৰ বাপেকৰ ছবি তুলিলে। পিছফালে বেকাবেকি বোৱা নৈ। সেইটোৰ পাৰত থকা চিৰিকা-চিৰিকি পাতল পাতল পাতেৰে ভৰি থকা সোনলু গছ দুডালো ছবিত উঠিল। সি ছবি তুলিয়েই ক'লে, "অলপ পানী দিব নোৱাৰেনে? বৰ পিয়াহ লাগিছে।"

"যোৱা বোপা সেই ঘৰলৈ যোৱা। পানী পিব নালাগে।' ছোৱালীজনীয়ে ডাবৰ পানী নাইবা গাখীৰ খিৰাইছে যদি গাখীৰকে দিব।" এই বুলি কৈয়ে ডাঙৰকৈ ক'লে, "মালতী বোপাক এটা ডাব কাটি দেছোন। নাইবা গাখীৰ খিৰাইছ যদি গাখীৰকে দে।" যোৱা বোপা তাতে বহাগৈ। অলপ জিৰণি লোৱাগৈ। মযো এই মাটিডৰা চহাই এতিয়াই যাম। এইবাৰ বৰষুণ আচল সময়ত নোহোৱাত মাটি চহা টানেই হৈছে। মই এতিয়াই গৈছো। পিছে বোপানো কোন গাঁৱৰ?

মই ইয়াৰ পৰা প্ৰায় সাত মাইল দূৰৈৰ গাঁৱঁৰ। ধনীমহাজনৰ নাম শুনিছা হ'বলা।

ও ধনী সদাগৰৰ ল'ৰা। তেওঁক চিনো বোপা। সিবাৰ দ'লত সেই গাঁৱলৈ যাওঁতে আমি তাতে তেতেলি পানী খাইছিলোঁ। বৰ ভাল মানুহজন।

অনন্তৰ বাৰকৈ পিয়াহ লগাৰ কাৰণে কেমেৰাটো হাতত লৈ জুপুৰি ঘৰটোলৈ আহিল। জুপুৰি ঘৰটোৰ সমুখত এখন পাখী বেৰাৰ আঁৰতে এখনি পীৰা পাৰি দিলে। তাত অনন্ত বহিল। মালতীৰ মাকে তাঁতশালৰ পৰা উঠি আহি তামোলৰ বটাটো আনি দ্ৰাব কটাৰিৰে তামোল কাটিব ধৰিলে। মালতীয়ে ভিতৰত এটা বাটিত তেতিয়া খিৰাই নিয়া গাখীৰ ঢালি অলপ কুহিয়াৰৰ মিঠাই তেতুঁৰাৰ পৰা ঢালি গাখীৰৰ গিলাচটো আনিলে আগবঢ়াই দিলে। মাকে অনন্তক দি "খোৱা বোপা, দুখীয়াৰ ঘৰলৈ আহিছা। কি পাবা, কি খাবা?" অনন্তই হাঁহি মাৰি বাটিটো হাতত তুলি ল'লে। অনন্তই দেখিলে সেই জুপুৰি ঘৰৰ মজিয়াতে এটা বৰ দুলী। তাত ধান থৈছে। আনটো কোণত হাঁহ ৰখা পাঁচি। সেই পাঁচিত এটা হাঁহে উমনি দি আছে। বুঢ়ীয়ে তামোল কাটোতে অনন্তক বহুতো কথা সুধিলে "কোন গাঁৱৰ, কলৈ আহিছে, কিয় আহিছে" ইত্যাদি নানা তৰহৰ। পিছত তামোলখন কাটি বটাটোৰ সৈতে অনন্তলৈ আগবঢ়াই দিলে।

এনেতে এটা গৰু বুঢ়ীৰ শালৰ কাষ পাওঁতে বুঢ়ীয়ে মালতীক ক'লে, "সৌৱা গাইটোৱে কাপোৰখন ছিঙে, খেদি দে।" বুঢ়ীয়ে কোৱা মাত্ৰকে মালতীয়ে ঘৰৰ আন দুৱাৰ মুখেৰে ওলাই শালৰ কাষলৈ বেগাই গ'ল। ইফালে গৰু নিচেই কাষ পোৱাৰ কাৰণে অনন্তই ঘপৰাই উঠি শালৰ কাষ পাই গৰুটো খেদিলে।

তেতিয়া মালতীয়ে আহি শালৰ কাষ পালেহি। দুয়ো দুয়োৰো চকুত পৰিল। দুয়ো থৰ হৈ ৰ'ল। তেতিয়া মালতীৰ চুলিকোছা খোপা বন্ধা আছিল। ৰঙা কোমল গালখনি কেৰা দুপৰীয়া সূৰ্যৰ কিৰণত আৰু ৰাঙলি হৈ উঠিছিল। হঠাৎ অনন্তই ক'লে অলপ থিয় হোৱা এখনি ফটো তোলো। মালতীয়ে কি ক'ব কি নকৰ ভাবি নেপাই বুঢ়ীলৈ চালে। অনন্তই বুঢ়ীক ক'লে "আপোনাৰো এখন ছবি তুলিম। এওঁৰ নাম কি? ও মালতী বুলি মাতিছিল নহয়। মালতীৰো এখন ফটো তোলো। এতিয়া অলপ আগতে আপোনালোকৰ গৃহস্থৰো এখনি তুলিছো।" বুঢ়ীয়ে ক'লে, "তোলা বোপা।" মালতী অলপকৈ থিয় হ'ল।

অনন্তই কেমেৰা থিৰ কৰি এবাৰ মালতীৰ ওচৰলৈ আহি মালতীৰ থুতৰিত লাহেকৈ ধৰি অলপ মুখটো দাঙি দিলে। আকৌ কেমেৰাৰ ওচৰলৈ গৈ ছবি তুলিলে। মালতীৰ ছবিৰ লগে লগে বুঢ়ীৰ তাঁতশাল, নিলগত থকা উৰাল, ঢেকেঁকি, বাঁহবো উঠিল। মালতীৰ ছবি তোলা হোৱাত অনন্তই ক'লে, "বুঢ়ী আই

আপোনাৰ তামোলৰ বটাটো আগত লওক। লগতে খুন্দনা আৰু খুন্দনা বাৰিডালো কাষত লওক।" বুঢ়ীয়ে ক'লে, "মই বৰ চেৰেকী ঘূৰাই থাকোতে তোলা।" অনন্তই ক'লে, "বাৰু তেনেকৈ বহক।" বুঢ়ীয়ে সূতা লৈ বৰ চেৰেকীতো ঘূৰাব ধৰিলে। আগত ডাঙৰ বটাটো, কাষতে খুন্দনাটো থ'লে। কেমেৰা ঠিক কৰি অনন্তই ততালিকে বুঢ়ীৰ ছবিখন তুলিলে।

বুঢ়ীয়ে ক'লে, "ছবি আমি দেখা পামনে?"

কিয় নাপাব? তিনি দিনৰ পিছত মই লৈ আহিম। অনন্তই সিদিনালৈ ঘৰলৈ গ'ল। কেমেৰাৰ ভিতৰত সি বুঢ়া, বুঢ়ীৰ আৰু মালতীৰ ওভটা ছবি তুলিলে সঁচা। কিন্তু তাৰ মনৰ ভিতৰত মালতীৰ পূৰ্ণচ্ছবি কোন খনিকৰে হুবহু তুলিলে সি গম নাপালে। কিন্তু ওৰে বাটে তাৰ মনত মালতীৰ মূৰ্তি, মালতীৰ আও-ভাও, চলন-ফুৰণ, কথা কোৱা ধৰণ, মউসনা মাত, সকলোৱে একেলগে আগুৰি পেলালে। তাৰ মনত উজলি উঠিল মালতীৰ সেই ক'লা চুৰ্ণিটাবিৰ আউলী-বাউলী অৱস্থা আৰু হাতত থকা গোলাপৰ পাহি, মুখত বিৰিঙি ওলোৱা গোলাপী আভা, মিচিকিয়া হাঁহিটি, সেই সুন্দৰ হৰিণাৰ চকুজুৰি।

(১০)

তিনিদিনৰ পিছত মালতীয়ে প্ৰত্যেক মুহূৰ্ততে উচপিচাই আছে। কেতিয়া অনন্ত আহে। পদুলি মুখলৈ একোবাৰ আহিছে আৰু যিমান দূৰলৈ তাইৰ চকু যায়, সিমানলৈ চাইছে। কিন্তু নাই। বাটেৰে কত মানুহ অহা-যোৱা কৰিছে, কত গৰখীয়াই গৰু হে হে কৰি ঘৰলৈ উভটিছে। কত জাকৈ-খালৈ লৈ মাছ মাৰিবলৈ জোলালৈ গৈছে। কত ছোৱালীয়ে বিয়াগীত লেনীয়াকৈ গাই একেলগে খোজ দিছে। কত বোৱাৰী, গাভৰু ছোৱালীয়ে কাষত কলহ লৈ নৈলৈ পানী আনিবলৈ গৈছে। কিন্তু মালতীৰ চকুৰে যাক বিচাৰিছে তেওঁক দেখা নাপায়। গধূলি হওঁ হওঁ হ'লহি। বাগুলি বেলিয়ে সুদূৰ আকাশত বুৰ মাৰিবলৈ চকা পাটত বহিল। তৰা এটাই ভুমুকি দিলেহি। মালতীৰ চাওতে চাওতে চকু বিষাল। কিন্তু অনন্তৰ দেখা-দেখি নাই। বুঢ়ীয়ে মাত লগালে, "মালতী গাইটো আহিছে দেখা নাই, গোহালিত বান্ধগৈ। অলপ ধোঁৱা দিবি। ভৰিকেইখন ভালকৈ ধুৱাই দিবি। গো সাদৃশ লখিমী।" মালতীৰ চমক ভাঙিল। তাই ততালিকে গোহালিলৈ গৈ গাইজনীৰ আলপৈচান ধৰিলে। ঘৰৰ পৰা চৰিয়াত ভাতৰ পানী আনি তাইৰ আগত দিলে। গাইজনীয়ে সেয়া খাব ধৰোতে তাইৰ বোকা লগা ভৰিকেইখন ধুৱাই দিলে। গাটো পিহিলে। লগে লগে লেনীয়া সুৰেৰে বিয়াগীত ধৰিলে। লাহেকৈ তাইক নি নিশা গোহালিৰ খুটিত বান্ধিলে। দৈনন্দিন কাম হিচাপে এইবোৰ কৰিলেও যেন তাইৰ মনত উচপিচনি গুচা নাই। প্ৰত্যেক কথাতে যেন কিবা এটা অভাৱ অনুভৱ কৰিছে।

এনেতে বুঢ়া আহিল। "মালতী হোঁ শিঙৰী, নিকৰি আনিছো ঐ। পদুমৰ চকা কেইটামানো আনিছো। ধৰ। আজি মাছৰ বৰ উজান উঠিছে। কাৰে মাছ ইমানকৈ কাণ বগাই বগাই যাব ধৰিছে। আকৌ শিঙৰাবোৰে জাকি মাৰি মাৰি আহিছে। হোঁ খালে আৰু জাকৈখনো থ। ঐ সেই ল'ৰাটো আহিছিলনে ?"

বুঢ়ীয়ে বুঢ়াৰ কথা শুনি আছিল। তাই মাত লগালে, "ভাল নগৰত থকা ল'ৰাৰ কথা বিশ্বাস কৰা!"

"এ মোৰ ছবিটো দেখো আনো বুলিছিল।"

"সেইবোৰ ল'ৰাৰ কিবা কথা-বতৰাৰ ঠিক আছে। গালে বালে খোলাকটিৰ তাল।"

"নহয় ঐ বুঢ়ী। মোৰ মনেৰে ল'ৰাটো বৰ ভাল যেন দেখিছো।"

"ভাল হ'লে কি হ'ব ? আহিব বুলি জা-জলপানো সাজি থ'লো, কিন্তু এতিয়ালৈ দেখা নাই। কলপাতৰ কেখনমান পিঠাও পুৰিলো। বেচেৰা সিদিনা দুপৰীয়াখন আহি একো নোখোৱাকৈ গৈছে। ভাবিলো আজি আহিলে খাব যাচিম। কিন্তু বেলি বুৰ মাৰিলে এতিয়ালৈ নাই। মুখ আন্ধাৰ হ'লহি।"

"তুমিতো মৰমৰ লাৰুটো যাজাই। কিন্তু বগুৰা বা চাগৈ কি কামত ব্যস্ত আছে।" এনেতে শুনিলে পদুলিমুখত কোনোবা এজনে সুহুৰি বজাই আহিছে।

আটাইকেইজনে সেইপিনে চকু কৰিলে। দেখিলে সিইতৰ কাষৰে আলহুয়ে এটা হাতনি পেৰা লৈ আহিছে।

"কি ও ক'ৰপৰা আহিলি ?"

"এ তোমালোকৰ তালৈ আহিছো। আহিলে বেয়া পোৱানে ?"

"কিয় বেয়া পাম ?"

"সেইটো কি?"

"এটা ল'ৰাই দুমাইলমান দূৰৈত দিলে। বোলো আঠ অনা পইছা দিম। মালতীৰ বাপেকৰ ঘৰলৈ এইটো দাঙিনে। বৰ গধুৰ। হাত বিষায়ে গ'ল।"

"ল'ৰাটো কলৈ গ'ল ?"

"সৌৱা আহিব ধৰিছে। গোঁসাইঘৰৰ মুখতে গাঁওবুঢ়াৰ লগত কিবা কথা পাতিছে। ইয়াতে পেৰাটো থমনে ?"

"ৰ মাটিত নথবি। কিবা বেয়া হ'ব পাৰে" বুলিয়েই বুঢ়া আগবাঢ়ি গৈ হাতনি পেৰাটো ধৰিলে।

"ল'ৰাটো কোনহে ? পঢ়া ল'ৰা হ'ব পায়। তোমালোকক কেনেকৈ চিনিলে?"

"তেওঁ ধনী মহাজনৰ ল'ৰা। ধনী মহাজন ক'ব নোৱাৰ ?"

"ও সি বছৰ যে আম্মাকৰ বিয়াৰ সময়ত পাণ কিনিব গৈ নিশা সেই মহাজনৰ ঘৰত আছিলো। ভাল তামোল-পাণৰ কন্‌কনীয়া বাৰীখন কৰিছে। কিন্তু খুওৱাত এনে ভাল। পিছে তেওঁনো কিয় আহিছে ? ল'ৰাটো হ'লে কথা-বতৰাই বৰ মৰম লগা। তাতে গোঁসাই ঘৰৰ নঙলাত ব'ল দেখো, এতিয়াও নাহিল। কিয় ?"

"আহিছ। কাৰোবাৰ লগত কথা পাতিব ধৰিছে হ'বলা?"

(১১)

গোঁসাই ঘৰৰ সমুখৰ বহল আলিত গাঁৱৰ বুঢ়া মেঠা, ডেকা ল'ৰা বহুতো গোট খাই বহিছে। প্ৰায়বিলাকৰ কান্ধত একোখন মলিয়ন গামোচা। মানুহবিলাকৰ বেছি ভাগৰে আঁঠুমূৰীয়া ধুতি। সৰু সৰু ল'ৰা-ছোৱালীবিলাকৰ ওচৰতে লুকাভাকু খেলিছে। লৰা-ঢপৰা কৰিছে। বুঢ়া-মেঠাবিলাকে খুন্দা জৰ্দ্দাৰ লগত মুখত খোৱা ধপাত লৈ পাকলিব লাগিছে। সেই জুমৰ কাষেৰে গাঁৱৰে দুই-এজনী তিৰোতা মুখখন কাপোৰেৰে আধা আঁৰ কৰি গৈছে। মুখত তেওঁলোকে একোখনি "পাতনি" নামেৰে কাপোৰ লৈছে। সেইখনিয়ে তেওঁলোকৰ লাজ-হুকম সকলো ৰণক্ষেত্ৰত বৰ্মৰ দৰে ৰক্ষা কৰে। যিমানেই তাঙৰ গুৰুজন, ভকত নহওক সেইখনেৰে মুখ ঢাকি তেওঁলোকে ইফাল-সিফাল কৰিব পাৰে। কোনো ভতাভেৰা কাম মানুহৰ আগত ওলোৱাৰ ভয়ত পৰি থকা বা নষ্ট হোৱা এই 'পাতনী'ৰ সহায়ত ৰক্ষা কৰে। আজিকালি মিছা সভ্যতাৰ লগে লগে তিৰোতাই মাটিত ভৰি নিদিয়া, দোলা বা গাড়ীত ই গাঁও, সি গাঁও যোৱা আকৌ ঘৰৰ ভিতৰতে কিবা আহুকাল হ'লেও 'এ আগতে ভাই শহুৰ বা শহুৰ আছে কেনেকৈ যাওঁ।" সিপিনে লাগে গাখীৰ উতলিয়ে পৰক নাইবা বেমাৰী ল'ৰা অচেতন হৈ পৰক অথবা কেঁচুৱা ল'ৰা এটা পিছল খাই পৰি দাঁতে মুখে তেজেৰে সোঁত বওক কিন্তু ঘপৰাই লাজতে কাষ চাপিব নোৱাৰে। আনপিনে আগেয়ে তিৰোতাসকলে মতাৰ কাষে কাষে পথাৰতো কাম কৰি ভুঁই কই মাহ তুলি মতাৰ আধা কামত সহায় কৰাৰ লগে লগে তেওঁলোকে মুকলি পথাৰত মুকলি বতাহ হৈ দেহমন সবল ৰাখিছিল। বলী শকত ল'ৰা-ছোৱালী প্ৰসৱ কৰিছিল। কিন্তু সময়ৰ লগে লগে সেইবোৰ সৰু মানুহৰ কাম বুলি ভুঁই যোৱা ছোৱালী বুলি ঘিণ কৰাত সেইবোৰ এৰি এলাহ, দুৰ্বলতা, নানা তৰহৰ অশুইচ কথা পতাতে আৰু শাকপাত খোৱা সৰু সৰু কথাত অসমীয়াৰ গাঁৱৰ তিৰোতা কুপথে যাব ধৰিছে তাত সন্দেহ নাই।

যি নহওক গধূলি সময়ত জিৰণি লোৱাৰ লগে লগে গাঁৱলীয়াসকলে এই গোঁসাই ঘৰৰ নঙলাতে বহি দিনটোত কোনে কি কৰিলে, কোন মাটিভৰাৰ ধান গৰুৱে খালে, গৰু কিয় গৰখীয়াই ভালকৈ নচৰালে, ক'ত পানীৰ সোঁত আনি বান্ধি ৰাখিব লাগে, ধান বাঢ়িব হৈছে নে নাই ইত্যাদি নানা তৰহৰ কথা পাতে,

লগে লগে বুঢ়া-মেথাৰ অভিজ্ঞতাৰ পৰা কোৱা উপদেশ শুনে। তদুপৰিও কাইলৈ কোনে কি কৰিব সেইবোৰৰ দিহা-ভৰষা লয়। আকৌ পিছৰ দিনা হাল খতি হ'লে সেইদিনা ৰাইজে মিলি কি কৰিব, আলি-পদুলি ভাল কৰিবনে, মাছ মাৰিবলৈ আইগুা ঢাকিবলৈ যাব ইত্যাদি কথোপকথন হয়। আকৌ যদি কেনে কাৰো কিবা জগৰ লগাইছে সেইবোৰবো জেগুা ভাগে বা দোষীক দণ্ড আদি কৰে। অলপতে সবাহ, সভা বা ৰাব নগৰীয়া সেৱা আদি আহিলে সেইবোৰ কেনেকৈ সমাধা কৰিব, ক'ৰ গায়ন-বায়ন মাতিব, কোনে তামোল-পাণ, গাখীৰৰ দিহা কৰিব, কোনে কিমান বৰঙণি দিব, কাৰ ঘৰত টো খুটি মাৰিব ইত্যাদি বোৰৰ সিদ্ধান্ত হয়।

সিদিনাও দিনটো ভাগৰে-দুখে কাম কৰি আহি ভৰি হাত ধুই জা-জলপান খাই গাঁৱলীয়াসকলে নওলাৰ মূৰত বহি কেৱে ধপাত হুপিছে, কেৱে বিচনি লৈ গাত পৰা মহ দাহ খেদিছে, কিন্তু বেছিভাগৰে কান্ধত থকা গামোচাখনেই বিছনিৰ কাম কৰিছে। মহো খেদিছে, জহো পাতলাইছে। এনে সময়ত আন গাঁৱৰ এজন ফিৰফিৰীয়া ধূতি পিন্ধা, কেঁকোৰা কেঁকোৰী চুলি থকা, মুখত হেজলিন-স্নো ঘঁহা, ভৰিত পামচু থকা ডেকা ল'ৰা গাঁৱলৈ অহা দেখি সকলোৱে তেওঁৰ পিনে মুখ ঘূৰাই চাইছে।

গাঁৱৰ মেলুৱৈ ভেদেলাই মাত দি সুধিছে, "বোপা তুমি কোন গাঁৱৰহে। ক'লৈ যোৱা?"

অনন্তই বৈ উত্তৰ দিছে, "মই ৰাতকুছিৰ।"

"কাৰ ঘৰৰ? পিতাৰৰ নাম নোকোৱা কিয়?"

"মই ধনী সদাগৰৰ ল'ৰা। পিতাৰ নাম কৈ কি লাভ?"

"ও ধনী সদাগৰৰ ল'ৰা। আহা, বহা বোপা।"

"পিতাৰৰ নামটো শুনিলেও জগৰ লাগেনে? বোপাই ৰাব যহতেই সংসাৰখন দেখিছা, খাই-লৈ আছা তেওঁৰ নাম ল'বলৈ পিছহুহুকা কিয়?"

"সংসাৰত অনাটোত আমি গৰিমা বোধ নকৰোঁ। মই সংসাৰত নাহিলেও সংসাৰখনৰ হীন-ডেঢ়ি হিছাপে লাভ বা হানি নহ'লহেঁতেন। কথা হৈছে মই সংসাৰত আহি নিজ প্ৰতিভা বিকাশ কৰি সংসাৰক এখোজ উন্নতি পথলৈ নিব পাৰোনে নোৱাৰো। মোক জন্ম দিয়াত পিতৃ-মাতৃৰ গৌৰৱ নাই আৰু মই অকণো তাৰ কাৰণে ঋণী নহওঁ। মই তেওঁলোকৰ ওচৰত ঋণী যে তেওঁলোকে মোক লালন-পালন কৰি ভাল শিক্ষা দি মোক নিজৰ ভৰিত থিয় হৈ খুটি খাব পৰা কৰিছে আৰু মোক নিজে নিজে ভাল-বেয়া বাচিবলৈ সক্ষম কৰিছে।" এ বোপাই খুটি খাব পৰা কৰাটোৱে ডাঙৰ কথা।" অনন্তই ক'লে, "সেইটো কদাপি নহয়। জগতত কোন প্ৰাণীয়ে পোক-পৰুৱা, গৰু-মহ আদিয়ে নোখোৱাকৈ আছে? সকলোৱে খাইছে। গতিকে আমি মানুহ হৈও কেৱল খোৱা-লোৱাৰ কথাকে গোটেই জীৱনটো ভাবি থাকিবলগীয়া হ'লে আমাৰ শ্ৰেষ্ঠত্ব, আমাৰ মনুষ্যত্ব ক'ত? বাৰু সেইবোৰ কথা এৰিলো।"

"তেন্তে আমি কি কৰিব লাগে? যদি খোৱা-লোৱা ভাবনাকে কৰিব নালাগে তেন্তে আমাৰ আৰু কি কৰিবলগীয়া আছে?"

"আমাৰ কৰিবলগীয়া বহুতো। আমি 'আমাৰ বা মোৰ' ভাবতে ব্যস্ত! আমি নাভাবো পৰৰ কাৰণে। আমি নিশিকো মোৰ ঘৰৰ বাহিৰেও, মোৰ ল'ৰা-ছোৱালীৰ বাহিৰেও, মোৰ পৰিয়ালৰ বাহিৰে আনৰ কথা ভাবিবলৈ। আমি ঋণ কৰিও নিজৰ অজ গৰু ল'ৰাক পঢ়ুৱাবলৈ চেষ্টা কৰো। কিন্তু আমাৰ কাষতে থকা চোকা বুধিৰ ল'ৰা ধনৰ অভাৱত পঢ়িব পৰা নাই, কিন্তু তাক এটা পইছাৰে সহায় নকৰো। আমি হাজাৰ হাজাৰ টকা খৰছ কৰি প্ৰত্যেকে ঘৰ কৰিব পাৰো, কিন্তু ৰাজহুৱা মঙ্গলৰ কাৰণে এটা ঘৰ কৰিবলৈ আমি এটা টকা দিবলৈ পিছ হুহুকো। আমি নাভাবো বহল জগতখন আমাৰে। ইয়াৰ মঙ্গলেই আমাৰ সকলোৰে মঙ্গল। আমি কেৱল ভাবো কেনেকৈ আনক ছল কৰি নিজে নিজে কেঁচুমতাৰ দম কৰি আনৰ আগত ডাঙৰ বোলাওঁ। আমাৰ মনত নেখেলায়– আমি প্ৰত্যেকে সকলোৰে কাৰণে আকৌ সকলোৱে আমাৰ প্ৰত্যেকৰ কাৰণে। তদুপৰিও আমাৰ জীৱন এটা সংকীৰ্ণ ঠেক বাটেৰে বুলাই নিওঁ। আমি ভাবো পেটি-পেটিকৈ কোনোমতে দুটা মুখত গুজি জীৱন

কটাবলৈ পাৰিলেই আমাৰ জীৱনৰ কৰ্তব্য কৰা হ'ল। এনে ঠেক ভাবত আমাৰ সকলো লক্ষ্য, সকলো কাম অতি সংকীৰ্ণ হৈ পৰে। সেইদৰে আমাৰ পৰিশ্ৰম, চেষ্টাও অতি ঠেক হয়। আমি কোনোমতে বছৰ জুৰি অভাৱে ধানকেইটা কৰিব পাৰিলে যেন আমাৰ কৰ্তব্য হ'ল। কিন্তু আমাৰ ওচৰৰ থিনাবামৰ দুখ-দুৰ্গতি গুচাবলৈ আমাৰ মন-কাণ নাই। তদুপৰিও আমি নিজেও সুখ, আনন্দ, শান্তিত জীৱন নিয়াবলৈ অলপো নাভাবো। আমাৰ মনত নেখেলাই আমাৰ জনম জগত সৌন্দৰ্য আকৰ কৰি তুলিবলৈ, আমাৰ জনম দুৰ্ভিক্ষ, মাউৰ, অনাটন অভাৱ জগতৰ পৰা দূৰ কৰি অসত্য, দুৰ্নীতি, অধাচাৰ নোহোৱা কৰি জগত সদানন্দ সত্যৰ, ভঁৰাল, সজ আচৰণৰ আকৰ কৰিবলৈ; হিংসা, যুঁজ-বাগৰ, কুনীতি, কু-আচাৰ, পৰশ্ৰীকাতৰতা, অসত্যৰ সঁচ সমূলি মাৰি পেলাবলৈ। তেতিয়াহে আমাৰ ধৰ্মৰ আচল মোল বুজিম। নহ'লে গোঁসাই ঘৰত মাহ-প্ৰসাদ খোৱা, মচজিদত মম বাতি দি চূৰ্ণী খোৱা বা গীৰ্জাত গীত-বাদ্য কৰাই আমাৰ ধৰ্মৰ অলপো বাট মুকলি কৰি নিদিয়ে। আকৌ তেনেবোৰ ধৰ্মৰ একোটা চাপ মাৰি ইটো ধৰ্মৰ লোকে সিটো ধৰ্মৰ লোকক ঘিণ কৰা, হিংসা কৰা, পাৰিলে মৰা-কটা কৰি বশ কৰা আদি কথাবোৰেও আমাৰ ধৰ্মৰ ভাবৰ অলপো উন্নতি নকৰে। কিয়নো সকলো ধৰ্মৰ মূলত সত্য, অহিংসা, সজ আচৰণ, স্বাস্থ্য ভাল কৰা, নিজক পাহৰাই পৰৰ ভাবত আকুল কৰাহে। গতিকে এই মূল কেইটা ঠিক থাকিলে সকলো আচাৰ, ধৰ্মৰ অন্ধ-বিশ্বাস আপোন-পৰ ভাব সমূলি অন্ত হয়।"

"খোৱা, খোৱা তোমাৰ বকলা বোপাইহে। সকলো দেখিছোঁ, সকলো শুনিছোঁ। শিক্ষিতৰ দলোক দেখিছোঁ। গাঁৱত আহিলে কত উদাৰ, কত মৰম, থেখা, কত পৰৰ কাৰণে কন্দা-কটা, কিন্তু নিজৰ স্বাৰ্থ পূৰণ হ'লে সেইবোৰ সকলো উটি যায়। কেৱল থাকে সকলো নিজৰ পেটত গুজিবলৈ হুতাশনৰ দৰে পেটৰ জ্বালা। দেওহে পৰৰ কথা নকৰা, গাঁৱলীয়াৰ কথা নক'ৰা, দুখী বেমাৰী, দুখীয়াৰ কথা নক'ৰা; নিজৰ কি স্বাৰ্থ আছে, কি সুবিধা পাবলৈ আহিছা তাকে পোনপটীয়াকৈ কোৱা।"

মোৰ একো স্বাৰ্থ নাই। মই কাউন্সিললৈ মেম্বৰ হবলৈ ভোট বিচাৰি অহা নাই। মই আহিছোঁ কেৱল বুজিবলৈ, তোমালোকক চাবলৈ।

"আমাক কি চাবা বোপাই। এটা আন্ত পিচিকি চালে বুজিবা সিজিছে নে নাই। গতিকে এটা গাঁৱলীয়াক ভালকৈ চালে বুজিবা গাঁৱলীয়াৰ অৱস্থা কি? জগতৰ কথা ভাবিম বুলি নিজৰ কথা ভাবিয়ে উকলি নাপাওঁ। আমাৰ নো কেতিয়াবা অৱস্থা ভাল হ'বনে? বোকা-পানী, জোক, মহ, মাউৰ মৰক, আকাল অনাটনৰ আমি কেতিয়াবা হাত সাৰিব পাৰিমনে?"

অনন্তই আৰু একো নামাতিলে। অনন্তৰ মনত তেতিয়া অনন্তভাৱে উত্তল-থুত্তল লগালে। তাৰ ভাৱ হ'ল সঁচাকে গাঁৱলীয়াসকলৰ মন ইমান ঠেক হৈছে যে তেওঁলোকে সপোনতো তেওঁলোকৰ ভাল অৱস্থাৰ কথা ভাবিব নোৱাৰে। আনন্দ, উৎসৱ, উলাহ-মালাহ এটা কদাকাৰ বাস্তৱভাৱ সন্মুখত পৰি সকলো আঁতৰি গৈছে। কেৱল নিজৰ পেটটোৰ বাহিৰে তেওঁলোকৰ ভাবিবৰ একো আহৰি নাই। তাত শিল্প, কলা, সৌন্দৰ্য, শিক্ষা-দীক্ষাৰ কথা কেনেকৈ আহে? নিজৰ ভাত কেইটাৰ চিন্তাতে তেওঁলোক জুৰুলা-জুপুৰা। এনে অৱস্থাৰ পৰিবৰ্তন কেনেকৈ হয়? সি অলপ পৰ ভাবি থাকি 'বাৰু এতিয়া আহোঁ, আপোনালোক বহক। আজিকালি দশম কীৰ্তনো সন্ধিয়া পাঠ নকৰেনে?"

সেইবোৰ প্ৰায় নোহোৱা হ'ব ধৰিছে। আজিকালি পঢ়ুৱৈসকলে সেইবোৰৰ বাপ নাপায়। দুই-এটা বুঢ়া-বুঢ়ীয়ে সেইবোৰ শুনিব ইচ্ছা কৰিলেও পাঠকৰ অভাৱত সেইবোৰ পঢ়া-শুনা বন্ধই হৈছে। নাম কীৰ্তন গাবলৈকো পাঠক আৰু তালিৰ অভাৱ। আগেয়ে দুখীয়া কঙালী হলেও সমূহ গাঁৱলীয়াৰ হকে দুটা আৰে চাউলকে ধুই দিছিল। তাতে সকলোৱে মিলি বুঢ়া-ডেকা সকলোৱে বং ধেমালি কৰিছিল। আজিকালি সেইটোও কমি আহিছে। কেৱল নিজৰ কথাতে ব্যস্ত। ভকত সেৱা, বাইজ সেৱা এইবোৰে নিজৰ কথা পাহৰাই পৰৰ সেৱা-শুশ্ৰূষাৰ কথা, সেই দিনটোলৈ

ভাবিবলগীয়া কৰিছিল। কিন্তু আজি স্বাৰ্থময় জগতত সেইবোৰো কমি গৈ পেটে-ভাতে গোটটো আনৰ কথা ভবা কথাৰাৰ নোহোৱাই হৈছে।

অন্ধ কুসংস্কাৰবোৰতো যে একোটা গূঢ় তত্ত্ব লুকাই আছিল কিন্তু সেইবোৰ দূৰৈত পেলাই নতুন জগতৰ বিৰাট ভাবটোও সামৰি লব নোৱৰাত পৰিছে। এনে দোমোজা অৱস্থাই জগতখনক এটা সমস্যা গঢ়ি তুলিছে। অনন্তই সেইটো ভাবিব ধৰিলে। বিৰাট নৰ-নাৰায়ণ পূজাৰ ঠাইত ঠেক ঈশ্বৰৰ ভাবটোৱে মন আগুৰি পেলাইছে।

ঈশ্বৰক আজি মানো যাতে নিজৰ স্বাৰ্থত অমঙ্গল নহয়। নিজৰ ল'ৰাটো ভালে কুশলে থাকে। নিজে সকলো কামতে জয় লাভ কৰোঁ, নিজৰ আলৈ আহুকাল, বেমাৰ আদি নহয়, এইয়ে পূজাৰ উদ্দেশ্য হৈ পৰিছে। সত্য শিৱ সুন্দৰম ভাবত, বিৰাট নৰ-নাৰায়ণত ঈশ্বৰৰ উপলব্ধি কৰা কথা যেন কেৱে গম ধৰিব নোৱাৰে। আগে ধনীসকলে মাহেকে পষেকে নানা পৰ্ব পালন কৰি ৰাইজক শুশ্ৰূষা কৰা ভাবটো আঁতৰি এতিয়া কেৱল কৈচুমতাৰ দ'মৰ দৰে ধনৰ দম বঢ়োৱাতে ব্যস্ত। গোটেই জীৱনটো যেন ইবিধৰ পিছত সিবিধ অভাৱ দূৰ কৰি কেৱল নিজৰ বা নিজৰ পৰিয়ালৰ মনত ওপজা অলীক অভাৱবোৰ গুচোৱাতে ব্যস্ত। আজি ধনীৰ মনত ভাব নাই কেনেকৈ ডাঙৰ ভোজ ভাত দি, বৰ সবাহ পাতি ব্ৰহ্মভোজন কৰাই, যাগ-যজ্ঞ আদি কৰি ধনৰ গৌৰৱ বঢ়ায়। আজি তেওঁলোকৰ ভাব কেনেকৈ অলঙ্কাৰ-পাতি ইবিধৰ পৰা সিবিধ আনি, ই মাটিৰ পৰা সি মাটি কিনি, টকা ঋণ দি সুদত কাৰ তহিলং কৰে এইবোৰ চিন্তাইহে ঠাই পাইছে। তাত কত কুনীতি, কুধচ আচাৰ কু-ভাবৰ সৃষ্টি হৈছে সেইটোলৈ মন-কাণ নাই। আকৌ খুওৱা ধুওৱা ভকত-সেৱা পতা সেইবোৰ কুসংস্কাৰ বুলি এৰি দিছে। বি নহওক এনেবোৰ ভাবনালৈয়ে অনন্তই এখুজি দুখুজিকৈ মালতীহঁতৰ ঘৰৰ ফালে আগবাঢ়িল। সি মালতীহঁতৰ ঘৰৰ নওলা পাই দেখে মালতীয়ে তেতিয়া গোঁসাই ঘৰত চাকি লৈ সোমাব ধৰিছে। বুঢ়াই মাত দিছে "মালতী চাকি গছা দে এক আধ্যা কীৰ্তন পঢ়ো। বুঢ়া আবে চাউল ধুই দিছনে?"

মালতীয়ে কোমল সুৰেৰে ক'লে, "চাকি আনিছোঁ।"

(১২)

মালতীৰ দেউতাকে সৰু গোঁসাই ঘৰটোৰ ভিতৰত সোমাই চাকি গছাৰ কাষত বহি নামঘোষাৰ পদ কেইষাৰ ডাঙৰ সুৰেৰে গাব ধৰিছে। সি বুজক বা নুবুজক সেই পদ গাঁওতে সি ভক্তি ভাবত আপোন পাহৰা। লগে লগে সৰু তাল এযোৰ বজাইছে। নুবুজা নুশুনাকৈ তালৰ লগে লগে এনেভাৱে নাম কীৰ্তনত আত্মাৰ কিবা উন্নতি হয় নে নহয় আকৌ সৰল বিশ্বাসত ঈশ্বৰ পায় নেপায় এনেবোৰ কথাই সদায় তৰ্ক উঠি থাকিলেও মানুহে সদায় এনেভাৱে চলিয়ে আছে। সেই সম্বন্ধে ডাঠি ক'বলৈ কেৱে সাহ নকৰে। জানোচা সেইটোৰ বিপৰীত ক'লে ঈশ্বৰৰ জগৰ লগায়। তাৰ ফলত নিজৰ অমঙ্গল হয়। কিন্তু আকৌ আনপিঠি চাবলগীয়া, শাস্ত্ৰ আদি আনকি ডাঙৰ ডাঙৰ মহাপুৰুষসকলেও এই সৰল বিশ্বাস আৰু নাম কীৰ্তনৰ ওপৰত বৰ গুৰুত্ব দিছে। অজামিলে পুতেকৰ নাম থৈছিল নাৰায়ণ। মৰিবৰ সময়ত পুতেকক নাৰায়ণ বুলি মাতোতে যমৰ হাতৰ পৰা সাৰি বিষ্ণু দূতৰ লগে লগে স্বৰ্গ পালে। এনে নামৰ মাহাত্ম্যই মানুহক পাপৰ পথলৈ উদগনি দিয়ে। কিয়নো সকলো পাপ কৰি কোনোমতে এবাৰ ঈশ্বৰৰ নাম ক'লে সকলো পাপৰ পৰা মুক্ত হব পাৰিব। এনে সহজে বৈতৰণী পাৰ হোৱা ৰীতিত কিবা সত্য আছেনে? কিন্তু এই কথাতে বিশ্বাস কৰি সকলো লোকে ল'ৰা-ছোৱালীৰ নাম যেনেতেনে দেৱ-দেৱী বা পৰমেশ্বৰৰ সহস্ৰ নামৰ এটা নাম থয়। বুঢ়াই পদ গাই থাকোঁতে মালতীৰ মাকে ক'লে "বোপাটি আহিছে।"

বুঢ়াই পদ গোৱাৰ লগে লগে চিঞৰি ক'লে, "ভালকৈ বহিব দে।"

এনেতে মালতীয়ে ক'লে, "দেউতা আমাৰ ছবিবোৰো আনিছে। আপোনাৰো এনে সুন্দৰ ছবিখন আনিছে।"

"থ, থ মই আধ্যা পবিলেই গৈছো।" বুলিয়ে বুঢ়াই খকমককৈ নামৰ সামৰণি মাৰিবলৈ লৰা-ঢপৰা কৰিলে। কিয়নো শেষ নকৰি নাম এৰি যোৱা বা শাস্ত্ৰ আদি পঢ়িলে তিনি আধ্যা শেষ নকৰি এৰা গৰ্হিত কাম। এই বিশ্বাসটো আজিকোপতি অসমীয়াৰ মাজত বিয়পি আছে। আধাতে এৰিলে কি বেয়া; কি অমঙ্গল হয় সেইটো বুজি নাপালেও এইটো কথা ভাল যে কোনো কাম আধা নকৰাকৈ এৰি যোৱাটো বেয়া কাম। সেইটো শাস্ত্ৰ পঢ়াই হওক বা আন কামতে হওক। আন কামৰ বেলা সেইটো নাপালিলেও শাস্ত্ৰাদি পঢ়াত সেইটো বিশ্বাস লৈয়ে আছে। আনকি তিৰোতাসকলে ওহেলি নচপোৱাকৈ শাল ব'ব এৰাত বা মহৰাটো শেষ নকৰি উঠাত বিহুকৰমীয়ে দায় ধৰিব বুলি আন কথালে আগনাবাঢ়ে। যিনহওক বুঢ়াই ততাতৈয়াকৈ আধ্যা পেলাই অনন্তৰ কাষ চাপিলহি। হাতত দুটা মাহ-প্ৰসাদো আনি "হোৱা বোপা দুটা প্ৰসাদ লোৱা। মালতী! ল, মাৰকো দে।" বুলি মালতীক গতাই দি হাতখন চপৰিয়াই নিকা কৰি "চাওঁ বোপা; কি ছবি আনিছা?"

অনন্তই ছবিকেইখন বুঢ়াৰ হাতত দিলে। বুঢ়াই মনি মনি চাইয়ো ভালকৈ ধৰিব নোৱাৰি মালতীক চাকি গছাৰ ওচৰলৈ আনিব ক'লে। চাকি গছা আনিলত বুঢ়াই নিজৰ ছবি দেখি আনন্দত আকুল হ'ল। "ধন্য ধন্য বোপা, আচৰিত কৌশল। এনেকৈ হুবহু কেনেকৈ তুলিবলৈ বুধি উলিয়াইছা ভাবিলে আচৰিত হ'ব লাগে।" অনন্তই বুঢ়াৰ কথাত অলপ হাঁহিলেও তাৰ অন্তৰত এটা ভাব খেলালে। সামান্য ফটো তোলা বিজ্ঞানৰ মাহাত্ম্যতে গাঁৱলীয়াসকল আজিও চমক খায়, কিন্তু জগতত বিজ্ঞানে যে কত কাৰুকাৰ্য কৰিব ধৰিছে সেইবোৰ ভাবিও অবাক হ'ব লাগে। কিন্তু ভাৰতৰ চহা গাঁৱলীয়া চিৰকাল চহা হৈয়ে থাকিবনে? বিজ্ঞানৰ নানা তথ্য গাঁৱলীয়াসকলে নিজ চকুৰে চাই, হাতেৰে লাবি নাইবা নিজৰ কামত খটুৱাই ভাৰতৰ অজ্ঞানতা অন্ধকাৰ কেতিয়া দূৰ কৰিব? অৱশ্যে কুচিৰ শিক্ষত অনন্তৰ বাপ বেছি, কিন্তু সেই বুলি বিজ্ঞানৰ ৰহস্যৰ মোল নুবুজি ভাৰতে "Ignorance is bliss it is folly to be wise" অৰ্থাৎ অজ্ঞানতাই সুখৰ মূল; জ্ঞান পোৱাটো মূৰ্খামিৰ কামহে বুলি ভাবি থকাটো অনন্তই সমূলি ভাল নাপায়। অনন্তৰ ইচ্ছা সকলোৱে জ্ঞান লভিব। পিছত যিবোৰ বেয়া বুলি ভাবে সেইবোৰ নিজ বিবেচনাৰে দলিয়াই পেলাব। সেয়ে অনন্তই বিচাৰে সূক্ষ্ম তথ্য। সেয়ে অনন্তই ঈশ্বৰৰ ভাবটো অন্তৰত ৰাখি শাস্ত্ৰৰ কথাত বা গুনি অন্য কথাতে চিন দি ঈশ্বৰ থকা কথাবোৰত বাপ নাপাই দিও এটা অন্ধ অনুকৰণ বুলি ভাবে, দুৰ্বল মনৰ দুৰ্বল চিন্তা বুলি ওকৰাই দিয়ে। লগে লগে অনন্তৰ ভাব হৈছে ভক্তি যোগ, কৰ্মযোগ, জ্ঞানযোগৰ কথা। এইবোৰৰ অৰ্থ কি? মানুহে এইবোৰৰ ভাবি-চিন্তি কত নকটা ন খেৰ গোটায়, কিন্তু সেইবোৰৰ আচল তত্ত্ব কেইজনে বুজে?

এনেতে বুঢ়াই ক'লে, "কৰ্ম জগতত যে ক'ত কথা ওলাব ধৰিছে আমি তাৰ তলা-নলা নুবুজোঁ। আমাৰ জনমত নেদেখিমো।"

"এৰা দেশ অতি লাহে লাহে আগবাঢ়িব ধৰিছে সেইটো মিছা নহয়। চোৱা, তোমালোকে সৰুতে গাঁৱৰ যি অৱস্থা দেখিছিলা আজিও গাঁৱৰ সেই অৱস্থাই। অলপো উন্নতি কৰিব পৰা নাই।"

বুঢ়াই ক'লে, "নহয় বোপা, আমাৰ দিনত বা আমাৰ বুঢ়াসকলৰ দিনত গাওঁ-ভুঁই যেনে আছিল আজিকালি তেনে নাই। তেতিয়া বোপা খোৱা-লোৱাৰ অভাৱ নাই। দিনে-ৰাতি ৰং-ধেমালি। নাম-কীৰ্তন, শাস্ত্ৰাদি পঢ়া-শুনা। ঢুলীয়া-খুলীয়া, ওজাপালি, পুতলা নাচ, ভাওনা আৰু কত কি? আকৌ আমি দেখাত বুঢ়াসকলে যিমান বছৰলৈ লৰি-চৰি ফুৰিব পাৰিছিল, কাম কৰিব পাৰিছিল দেখিলে তোমালোকে আচৰিত হ'লাহেঁতেন। চাৰি কুৰিলৈ কঁকাল নাহালে, এশ, ছকুৰি বছৰ জীয়াই থাকে। মৰিবৰ সময়তো কোনো আপালি নাই। কোনোৱে ৰাতিপুৱাই উঠিয়ে "বুঢ়ী দুটামান পইতা ভাত আৰু লোণ এচিকটা, দুটা কেঁচা জলকীয়া দেচোন। মই কাচিয়ালি ব'দতে বহি খাওঁ। আজি গাটো বৰ ভাল লগা নাই।" বুঢ়ীয়ে দিলত সুন্দৰভাৱে পেট ভৰাই খাই "বুজিছ বোপাহঁত মই আজি আৰু যাম দে। তহঁতে সোনকালে খাই-বৈ অতাই উঠ। মোক এখনি কাঢ়িবকে চাৰি পাৰি দে।" কথা মতে কাম।

আটায়ে খাই-বৈ উঠাত বুঢ়াই কাষলৈ মাতি আনি সকলোকে বিদায়বাণী কৈ এপদ খোৱা পাই বা এটা দেহ বিচাৰ গীত গাই গাই শেষ হওঁতে হওঁতে চকু পকাই এঙামুৰি কাঢ়ি সিকলীয়া হয়। এনে দিন এতিয়া আহেনে বোপা। জ্বৰৰ হাজাৰ নাম। বিষবোৰৰ হাজাৰ লক্ষণ, ডাক্তৰ-কবিৰাজৰ হাজাৰ আখ্যান বোপাই ঐ দেখিলে আমাৰ নাড়ী-ভুঁড়ি পেটত সোমায়। আমাৰ জ্বৰ হ'লে তীম কল, পইতা ভাত, আঠা দৈ, হাতীখুজীয়া বাটিত লৈ পেট ভৰাই খাওঁ। লগে লগে জ্বৰে ডেলাউৰী পাখি কোন লঙ্কা পায়।

বুঢ়াৰ কথাবোৰত ৰহস্য আৰু অতীতৰ গুণ বৰ্ণনা শুনিলেও অনন্তই যেন সেইবোৰতো অজ্ঞানতাৰ ৰূপহে দেখা পালে। সঁচাকৈ সেই অতীতৰ দিন ভাল হ'ব পাৰে, সুখ-শান্তিৰ দিনো হ'ব পাৰে বা খোৱা-লোৱাৰ অনাটন নোহোৱা অৱস্থাও হ'ব পাৰে। কিন্তু সেইবোৰত নিজৰ মৌলিকত্ব, নিজৰ বিবেচনাৰ অভাৱত বা জ্ঞানৰ আলোক নপৰাত সূক্ষ্ম বিচাৰৰ অভাৱত তেনে অৱস্থাৰ অকণো উন্নতি নহ'ল, বৰং বেয়াৰ পিনে ঢালহে খালে। কিয়নো জগতত এইটো চিৰন্তন সত্য, হয় পানী ওপৰলৈ যাব বা তললৈ যাব। যদি তেনে একো নহৈ অলৰ অৱস্থাত থাকে তেন্তে তাত শেলুৱনী পৰিব বা মলিয়ন হৈ খোৱা পানী দূষিত হ'ব। তেনে ধৰণে মানুহৰ অৱস্থাৰো অপৰিবৰ্তন হ'লে মানুহ হয় নিষ্কৰ্মা হয় নাইবা লাহ-বিলাসত উটি জগতৰ আলাইবাদু হয়। যি নহওঁক অনন্তই ক'লে, "আগৰ দিন, আগৰ দিন। কিন্তু অতি মান্ধাতা যুগতে আপোনালোকে যি হাল-নাঙলকোৰ ব্যৱহাৰ কৰিছিল আজিও সেই একে ধৰণে আছে, এখোজো বেলেগ পথেৰে যাব পৰা নাই। সেইদৰে মাটিবোৰৰো উন্নতি নাই, বৰং বেয়াৰ পিনেহে ঢাল খাইছে। মানুহবোৰৰো নতুন জ্ঞানৰ অভাৱত দেহ-মনত মামৰে ধৰিছে। গতিকে গাওঁ-ভুঁই উন্নতিৰ পথলৈ নগৈ মামৰে ধৰা অৱস্থাত পৰিছে। আনকি আগৰ যি শাস্ত্ৰ জ্ঞান, সেইবোৰ পঢ়াত যি থাপ আছিল, সেইবোৰো কমি গৈছে কিয়নো একে কথাকে মানুহে কিমান শুনিব?"

এনেতে বুঢ়ীয় মাত দিলে, "বোপা ভৰি-হাত ধুই অলপ জা-জলপান খাই শাস্ত্ৰ এখন লৈ দুটা-এটা পদ গোৱা।"

বুঢ়ীৰ কথা শুনি মোৰ অন্তৰে চক খাই উঠিল। কিয়নো পুৰণি শাস্ত্ৰবোৰ মোৰ ভাল লাগিলেও সেইবোৰ লেনীয়া সুৰত পঢ়া মোৰ অভ্যাস নাই। আকৌ পুৰণি শাস্ত্ৰবোৰত প্ৰায় সকলোবোৰতে একে ভাবৰ কথাকে দেখি মোৰ আমনি লাগিছে। যেন সেইবোৰে কেৱল মোৰ কাণত ভন্‌ভনাই কয় ঈশ্বৰক কাকুতি-মিনতি কৰি ভক্তিৰে মাতাসকলো সিদ্ধি হ'ব। ঈশ্বৰতে সকলো অৰ্পি দিয়া তেন্তে মুক্তি পাবা। নাম-কীৰ্ত্তন কৰা, ইহকালত সুখ নাপালেও পৰকালত পাবা। ওম্ শান্তি কোৱা তেন্তে খাব নাপালেও পেট কলমতিয়ালেও শান্তি পাবা। এনেবোৰ কথা যেন চাউলৰ লগত হজম নোহোৱা শিলগুটিবোৰ স্বৰূপ। মোৰ মনত খেলায় ভক্তিৰ কি আচহুৱা অৰ্থ। কাকুতি মিনতিকৈ মাতিলেই বা দীঘল দি পৰি অষ্টাঙ্গে সেৱা কৰিলেই মোৰ সকলো সিদ্ধি হ'বনে? সেয়ে ভক্তি নামত পৰিণত হ'লনে? মোৰ যেন বিদ্ৰোহী মনে কয় ভক্তি ইমান সহজ বস্তু নহয়। নিজক সমূলি পাহৰি, নিজৰ সুখ-দুখলৈ আওকাণ কৰি বিশ্বৰ হ'লে নিজৰ সকলো অৰ্পণ কৰিব পাৰিলে সেয়েহে ভক্তি। আকৌ ঈশ্বৰ? ইটো যেন নেদেখা-নুশুনা বস্তু নহয়, ই যেন চকুৰ আগত জল্ জল্ পট্ পট্ জিলিকি থকা বিৰাট বিশ্ব আৰু তাৰ জনপ্ৰাণী। ভাব হয় যেন ঈশ্বৰে সকলো কৰিলে যেন আমাৰ কৰিবলৈ একো নাই। পাপ-পুণ্য কৰাটোত আমাৰ একো হাত নাই। কেৱল এজনেই সকলো হৰ্ত্তা-কৰ্ত্তা। গতিকে যিমানেই পাপ কৰা তাৰ নিমিত্তে তুমি দায়ী নহয়। ঈশ্বৰেহে তেনে কৰিছে। আকৌ হাজাৰ পাপ কৰিও এবাৰ ঈশ্বৰৰ নাম ল'লে অজামিলৰ দৰে পৰিত্ৰাণ পোৱা কথাষাৰ যেন ল'ৰাক লাক দি ভুৰুকোৱা অৱস্থা যেন লাগে। যি নহওক মোৰ মনত যেন সেইবোৰ সতিনী-বাখী স্বৰূপ। অৰ্থাৎ মানুহক সংসাৰ ঢেকীৰ গোৰলিত খুন্দিবলৈ আগবঢ়াই দিয়া মাৰিছে। নাইবা আখাউনি পানীত শোলাই হাত-ভৰিও ল'বাৰ নোৱৰা অৱস্থা কৰা স্বৰূপহে। কিয়নো শাস্ত্ৰই নিজিয়াই ক'ব ধৰিছে ঈশ্বৰে

সকলোৱে কৰিছে তোমাৰ কৰিবৰ একো শক্তি নাই বুলি বান্ধি-ধৰি শাস্ত্ৰৰ জালত পেলাই ৰাখে। আনপিনে কৰ্মযোগ, জ্ঞানযোগ, ভক্তিযোগৰ সম্পূৰ্ণ বেলেগ ব্যাখ্যা দিলেও আকৌ সেইবোৰ জোটপোট লগাই একে বস্তু বুলি এটা জটিল সামঞ্জস্য আনিবলৈ চেষ্টা কৰা দেখি হাঁহি উঠে। যি নহওক অনন্তই ক'লে, "বুঢ়ী আই মই শাস্ত্ৰ পঢ়িব নাজানো।"

বুঢ়ীয়ে আচৰিত হৈ ক'লে, "বোপা চহৰত পঢ়িছা, শাস্ত্ৰৰ পদকেষাৰি গাব নাজানিবানে? আমাৰ গাঁৱৰ পাঠশালাতে পঢ়া সেই গহীনায়ে শাস্ত্ৰ পঢ়ে, ভীম চৰিত, স্যমন্ত হৰণ পঢ়ে। মহাভাৰত, ৰামায়ণো গায়।

এনেতে বুঢ়াই মাত দিলে, সিদিনা গীতাখনতো হাত দিছিল নহয়। পিছে মই বোলো গীতা পঢ়িবৰ তোৰ হোৱা নাই। গীতা পঢ়িলে মানুহ গীতা বলিয়া হয়। আন দুজনমানেও তেনেকৈ কোৱাতহে গীতাৰ পদ তিনিটা পঢ়িহে সামৰিছে।

বুঢ়ীয়ে ক'লে, "সি পঢ়াত ভাল হ'বই। বৰ সুন্দৰ সুৰ দি পঢ়িব পাৰে।"

অনন্তই তেওঁলোকৰ কথা শুনি মনে মনে যদিও হাঁহিছিল তথাপি সেইভাব নেদেখুৱাই মই ছবিহে তোলো শাস্ত্ৰ সদাচাৰৰ বৰ গম নাপাওঁ। মালতীয়ে পঢ়িব পাৰেনে নোৱাৰে?

তাইয়ো মহাভাৰত পঢ়ে। হ'লেও তাই পঢ়াতকৈ আন কামবোৰহে ভাল পায়। বাৰু ভৰি-হাত ধোৱা বোপা, আগেয়ে দুটা জা-জলপান খোৱা। দুটামান আখৈ ভাজি থৈছো, এবাতি গৰুৰ গাখীৰো আছে। কলেৰে সমতিয়াই খোৱাগৈ। আকৌ মালতী জনীয়ে কে'খনমান কলপাতেৰে মেৰিয়াই পিঠাও কৰিছে। পিঠা কৰিব নাজানিলেও পিঠা কৰে?

অনন্ত উঠিল। থিয় হৈ ক'লে, "সেই গহীনক মাতি আনিলে অলপ শাস্ত্ৰ সদাচাৰকে পঢ়া শুনিলোহেঁতেন। কেনেনো পঢ়ে চালোহেঁতেন।"

বুঢ়ীয়ে ক'লে, "আনিম! আনিম বোপা, সিটো পঢ়িব পালে ভালেই পায়। তাতে তোমাৰ আগত পঢ়িব পাৰিলে তাৰ ৰং কোনে চাব? তুমি বোপা জলপান খোৱা। মই মাতি লৈ আহো" বুলিয়েই খৰধৰকৈ বুঢ়ী গ'ল। যাওঁতে কৈ গ'ল মালতীয়ে সকলো যোগাৰ কৰিছে। অলপ পিছতে অনন্তই জলপান খাব ধৰিলে। মালতীয়ে ওচৰত থিয় হৈ আৰু কিবা লাগে নে সুধিছে। অলপ কুঁহিয়াৰৰ ৰিহাই দিওঁ বুলি টেকেলিটোত হাত দিছে।

"নাই নালাগে।" চাকিৰ পোহৰত মালতীৰ মুখখন আৰু সুন্দৰ হৈ পৰিছে। সুন্দৰ জা-জলপান খোৱাৰ লগে লগে মালতীৰ মধুৰ মুখখনি চাকিৰ পোহৰৰ আগত পাই অনন্তৰ মনটোত কি আনন্দ উথলিল। সেই আনন্দত কিমান খালে অনন্তই গম নাপালে। এনে সময়ত বুঢ়ীয়ে গহীনক মাতি আনি এখনি ঢাৰি পাৰি দি আগত এখনি শৰাই থৈ আতৌ পুতৌকৈ কীৰ্তনখনি আনি তাতে থলে। ওচৰতে সৰিয়হ তেলৰ এটা চাকি জ্বলালে। "বোপা একাৰ কীৰ্তনকে বোলা। আমাৰ আকৌ তেওঁ আলহীও আহিছে অলপ শুনক।"

গহীনে কলে আমাৰ পঢ়া তেওঁ ভাল পালেহে। তেওঁ চহৰত কত শিকিছে।

হওক বোপা। তেওঁ চহৰত থাকিলেও শাস্ত্ৰৰ কথাৰ মোল নাপায়। ভালকৈ সুৰীয়া মাতেৰে পঢ়া। গহীনে যদিও মুখত তেনে নম্ৰতা দেখুৱাইছিল পেটে পেটে কিন্তু তাৰ ভাব হৈছিল বি-এ, এম-এ পাছ কৰিলে কি হ'ব? শাস্ত্ৰাদি পঢ়িব নাজানে। আজি গাঁৱলীয়া সকলে বুজিব তাৰ জ্ঞান গৰিমা কিমান। যিনহওক সিও কীৰ্তনখন সেৱা কৰি পঢ়িব ধৰিলে।

কৃষ্ণৰূপে দৈৱকীত ভৈলা অৱতাৰ।

শংখ, চক্ৰ, গদা, পদ্ম কৰত তোমাৰ।

বুঢ়ীয়ে ক'লে, "বোপা ভালকৈ, বুজাই যোৱা। তেওঁ শুনক। গহীনে উদগনি পাই কলে কৃষ্ণৰূপে দৈৱকীত আৱতৰুৱা আমৰ দৰে জন্ম ললে। বতৰৰ আম হলে আন মানুহৰ দৰে হ'লহেঁতেন। কিন্তু আন মানুহতকৈ বেলেগ হোৱাৰ কাৰণে আৱতৰুৱা আম হ'ল।

বুঢ়ীয়ে ক'লে, "অ বোপা কৃষ্ণ গোসাঁইৰ আন মনুষ্যৰ বিজনি হয়নে? তেওঁ নিশ্চয় আৱতৰুৱা আম আছিল।"

গহীনে আকৌ কলে, "শংখ, চক্ৰ, গদা, পদ্ম আৰু

কৰাত তেওঁৰ আছিল। কৰাতৰ ঠাইত ইয়াত "কৰত" কৰিছে।

বোপা তেওঁ "কৰাত"খনেৰে কি কৰিছিল?

পিছত তেওঁ কৰাতখন ভাঙি শাৰঙ্গ ধনু গঢ়িছিল। সেই কাৰণে তেওঁক শাৰঙ্গপাণিও কয়। সেই কৰাতখন তপত কৰি কোবাই কোবাই ধনু কৰি পিছত পানীত পেলাই থৈছিল যাতে "কৰাতৰ" জুই নুমায়। সেই কাৰণে শাৰঙ্গপাণি।

শাৰঙ্গ কিয় হ'ল জানানে?

তোমালোকে কেনেকৈ কবা? ডাঙৰ ডাঙৰ পণ্ডিতসকলেও ক'ব নোৱাৰে। এইবোৰ কথা পুৰাণতহে পায়। কেইজনে পুৰাণ পঢ়িছে? অৰ্থাৎ ' 'কৰাত" খন জুইত দি পানীত দিওঁতে বেলেগ ৰঙ বা বোল লৈছিল। সেই কাৰণে শাৰঙ্গ বুজিছা।

কৈ যোৱা বোপা! এনেভাৱে গূঢ় তত্ত্ব কোনে ভাঙি ক'ব পাৰে? ধন্য ধন্য বোপা।

গহীনে আৰু ডাঙৰ সুৰেৰে পঢ়িলে, "পীত বস্ত্ৰে শোভা অতি শ্যাম কলেবৰ। কমললোচন চাৰু অৰুণ অধৰ।" পিতাকে তেওঁক কাপোৰ পিন্ধালে। পীত বস্ত্ৰ মানে পিতাকে দিয়া বস্ত্ৰ। এইবিলাক সমাস। সকলোৱে বুজা টান। অতি শ্যাম কলেৱৰ মানে আতায়েক শ্যামে ক'লে বৰ অৰ্থাৎ ডাঙৰকৈ ক'লে। কি ক'লে? ক, ম, ল। অৰ্থাৎ আটায়েকে ডাঙৰ ডাঙৰকৈ কৃষ্ণক পঢ়াই ক, ম, ল আদি আখৰ শিকালে। চাৰু আৰু এইটো ছপাৰ ভুল। হ'ব লাগিছিল চাৰে গৰু। কৃষ্ণই গৰু চৰোৱাৰ কথাটো জানায়ে।

বুঢ়ীয়ে ক'লে, "ইস্ ইস্ এনে সহজ কথাটোকে ভুল কৰি লিখেনে? কৃষ্ণই গৰু চৰোৱা কথাযাৰ কোনে নাজানে। বোপাই তুমি দেখিহে ভুল ধৰিব পাৰিলা। এলাপেচা লোকেতো তাকেই পঢ়ি গ'লহেঁতেন। পঢ়া বোপা বৰ ভাল লাগিছে।" আকৌ অনন্তৰ পিনে চাই বুঢ়ীয়ে ক'লে, "বোপাই শুনিছানে? জলপান খোৱা হ'ল জানো? মালতী বোপাক তামোল চাকি দে। এখনি গহীন বোপাকো দে। দেহি ঐ পঢ়োতে মুখ বিৰাই গৈছে। পঢ়া বোপা। মালতী গহীন বোপালৈকো অলপ জলপান সাজ। আধ্যা পৰিলে খাব।"

গহীনে ক'লে, "নালাগে। মইতো জলপান খাবলৈ অহা নাই। জলপানতকৈ শাস্ত্ৰত বেছি মউ আছে।"

"অ অ বোপা। অনন্ত বোপায় শুনিছা। এওঁ আগৰ জনমত স্বয়ং শুক মুনি আছিল। নহ'লে এনে কম বয়সতে ইমান শাস্ত্ৰ গাব পাৰেনে? শাস্ত্ৰৰ ক'ত কি ভুল আছে খপহকৈ ধৰিব পাৰিছে চোৱাচোন।"

অনন্তই ইমান পৰে কথমপিহে হাঁহি সামৰি আছিল। কিন্তু আৰু হাঁহি ৰাখিব নোৱৰি মহা বিপদত পৰিল।

এনেতে গহীনে ততালিকে ক'লে, "এই চোৱা, আৰু এটা ভুল। অৰুণ অধৰ! মাজতে "না" এটা পৰি গৈছে অৰ্থাৎ হ'ব লাগে "অৰুণ নাৱ ধৰ" হ'ল অৰুণ অধৰ। "ৱ" ৰ ঠাইত বাৰু "অ" হ'লেও মাতোতে মাতি যাব পাৰি। নাৱ ধৰ মানে তেওঁ নাও বাই গৈছিল। তোমালোকেতো জানাই কৃষ্ণই কেনেকৈ ভঙা নাৱেৰে ৰাধিকাক পাৰ কৰিছিল। সেই কথাকে ইয়াত নাৱ ধৰ কৈছে। কিন্তু অলপ-ধতুৰা পাঠকে এইবোৰ ধৰিব নোৱাৰে।"

অ' অ' বোপা। সকলো কথাৰ আঁতিগুৰি নাজানিলে ভুল-ভ্ৰান্তি ক'ত আছে সেইবোৰৰ গম কেনেকৈ পাব। অনন্তই খঙ আৰু হাঁহি ৰাখিব নোৱাৰি ততালিকে ক'লে, "বুঢ়ী আই শাস্ত্ৰখন বন্ধ কৰিব দিয়া। তেওঁক অলপ জা-জলপান খুৱাই পঠিয়াই দিয়া। মোৰ বৰ মূৰৰ বিষ উঠিছে।"

মূৰৰ বিষ? আও দেহি, ৰ'দে ৰ'দে ইমান বাটকুৰি বাই আহিছা বোপা মূৰৰ বিষ নহ'বনে? বোপা অলপ তেল-পানী মূৰত দিওঁ। বোপা গহীন শাস্ত্ৰখন সামৰা। অনন্ত বোপাৰ অসুখ। দেহি ঐ সুখত বঢ়া ল'ৰা। ৰ'দ বৰষুণ সয়নে। মই অলপ তেল মূৰত দিওঁ বুলিয়েই তেলৰ ভেটুৰাৰ পৰা এখোলা তেল আনি বেগাই অনন্তৰ কাষ চাপি মূৰত তেল দিলে। বেচেৰা কিমান বাটকুৰি আহিছে। এশ বছৰ আয়ু হওক বাচা। তেলেৰে অনন্তৰ গোটেই গাটো জিপ্‌জিপীয়া হ'ল। অনন্তই কি কৰিব কি নকৰিব বিমোৰত পৰিল। বুঢ়ীয়ে গহীনলৈ চাই ক'লে সামৰা বোপা শাস্ত্ৰখন বৰ ভাল লাগিলেও আজি অসময় হৈছে। বোপালৈ সুটা চাউল

সিজাৰ বয়াৰ লাগে।"

গহীনে ক'লে, "আধ্যা পৰা নাই যে।"

অনন্তই ক'লে, "আধ্যা এনেয়ে কৰিছা। তোমাৰ ব্যাখ্যাতে কীৰ্ত্তনৰ আধ্যা পৰিছে।"

বুঢ়ীয়ে ক'লে, "বৰ সুন্দৰ পঢ়ে বোপা। এনেভাৱে অৰ্থ ভাঙা কোনো পাঠকৰ মুখত শুনা নাই।"

যি নহওক গহীনে ততাতৈয়াকৈ সৰসৰাই পদবোৰ মাতি গল আৰু শেহৰ পদত বৰ ডাঙৰকৈ গালে ' 'কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে যুকুতি। ৰামনাম বিনা কাৰো নাহিকে মুকুতি।" বুলি শাস্ত্ৰ সামৰিলে আৰু ক'লে, "ৰামনামৰ বাহিৰে কিবা হ'ৰনে? ইহসংসাৰ তৰিব লাগিলে ৰামনাম সেঁতু লাগিবই।"

অনন্তই ক'লে, "হেতু বিহীন সেঁতুত উঠিবলৈ বৰ ভয় লাগে বোপাই। আৰু আন কথা নকৈ মনে মনে ভাবিলে নাম ললেই তৰিব পাৰা "কুইনাইন পিল"ৰ অপৰূপ সৃষ্টি। কিয়নো পানী এঢোক লৈয়ে ততালিকে গিলিব পাৰি। মুখত অলপো তিতাও নালাগে। সংসাৰৰ হাজাৰ পাপ ততালিকে নোহোৱা হয়। কুইনাইনৰ পিলে যেনেকৈ পেটৰ ভিতৰৰ সকলো বেয়া নষ্ট কৰে। এক ৰাম নামেই সকলো পাপ হৰণ কৰে। অনন্তই নিজে নিজে আৰু হাঁহিলে। লগে লগে ভাবিলে অতীতত ধৰ্মৰ নামত নানা যাগ-যজ্ঞ, দান অৰ্পণত ভিৰ দিয়াত ধৰ্ম জগততো ধনী আৰু দুখীয়াৰ সৃষ্টি হ'ল। ৰজা বিষয়া ধনীলোক সকলে ধৰ্মৰ নামত দান দক্ষিণা দি ধৰ্মী হ'ব পাৰিলে। দুখীয়া, নিছলাসকল বিপদত পৰিল। তেওঁলোকে নিজে কথমপি পেট প্ৰৱৰ্তায়। অনেক দান দক্ষিণা দিয়ে কিৰূপে? সেয়ে মানুহৰ মগজুত বুধি ওলাল সাৰ্ব্বজনীন ধৰ্মৰ গতি ওভতাই আনিবলৈ। যিসকল পুৰোহিত বা লোকসকলে ৰজা, বিষয়া বা ধনীলোকৰ পৌৰহিত্য কৰিবলৈ নাপায়, তেওঁলোকে বুধি উলিয়ালে বাৰু সিসকলে ৰজা, ধনী, বিষয়া সকলকে নচুৱাই থাকক। আমি এনে ধৰ্মব্যাখ্যা কৰো যাতে সৰ্বসাধাৰণ ইতৰলোক সকলৰ মন টানি আমাৰ কৰিব পাৰোঁ। এনে ভাৱতে হ'ল "ভক্তি স্তুতিৰ" প্ৰশংসা। ধন সৌলতেৰে ঈশ্বৰ নাপায়। ঈশ্বৰক পাবা কেৱল মনৰ ভক্তিৰে বা স্তুতিৰে। আগৰ বিধত ধন সোণৰ দান দক্ষিণা স্বৰূপে ঈশ্বৰলৈ দিয়া ভেটীৰ ঠাইত হ'ল স্তুতিগীতি, স্তুতিবাক্য Flattery. তেটী আৰু স্তুতি বাক্যয়ো যেতিয়া সকলোকে টানি আনিব নোৱাৰিলে তথাপি ধৰ্মৰ জয় কৰিবলৈ তেওঁলোকে উলিয়ালে নামৰ প্ৰশংসা। নাম ল'লেই সকলো হ'ল। অৰ্থাৎ যেছি দিব নোৱাৰিলেও চাৰি অনা পইছা দি কংগ্ৰেছ মেম্বৰ হৈ কংগ্ৰেছক শক্তিশালী কৰা, যদি সেইটোতো কাৰো টনাটনি হয় তেন্তে কংগ্ৰেছত আস্থা থাকিলেই কংগ্ৰেছৰ সভ্য হ'ব পাৰা। এনে সহজ উপায়ৰ উদ্ভাৱন হ'ল। যাতে সকলো সৰু, ডাঙৰ, অশিক্ষিত, শিক্ষিত সকলোৱে ধৰ্ম প্ৰচাৰক সকলৰ মত সাপৰি লব পাৰে তেনে ভাৱেই ধৰ্মৰ ব্যাখ্যা হ'ল। নালাগে ধন, সোণ, নালাগে পদ, গৌৰৱ, দান দক্ষিণা কেৱল নাম ললেই আনকি ভুলতো অজামিলৰ দৰে ল'লে সকলো পাপ খণ্ডন, বিষ্ণুদূতৰ আৱিৰ্ভাৱ হৈ বৈকুণ্ঠলৈ নিয়াৰ দিহা হ'ল। অনন্তই এনে কথাবোৰ ভাবি জগতত ধৰ্মৰ গতি কেনেভাৱে আগবাঢ়িছে সেইটো গুণা-গঁথা কৰি হাঁহিলে। কিন্তু ধৰ্ম প্ৰচাৰক সকলে এনে সহজে গিলিব পৰা 'পিল' উলিয়ায়ো মানুহ জাতিক ধৰ্মলৈ ৰতি কৰিব নোৱাৰাটোহে আচৰিত হ'বলগীয়া। অনন্তই ভাবিলে যুৱতী ছোৱালী ৰূপহী দেখিলে ততালিকে মনটো টানি নিয়ে বা এক মূহুৰ্ততে ধৰ্মৰ ওখ খাপৰ পৰা বেবোমিটাৰৰ একেবাৰে তল খাপত পৰেহি নাইবা ধন সোণৰ অলপ সুবিধা দেখিলে বা পদ গৌৰৱৰ উন্নতিৰ অলপ জিলিমিলি দেখিলেই বা আত্মপ্ৰকাশৰ অলপ সুচল পালেই মানুহৰ মনে যে সকলো কৰিবলৈ পিছ নুহোঁহকে এইটোৱে মানুহৰ স্বাভাৱিক অৱস্থা। এই স্বাভাৱিক গতিত জুই খেৰ নিদি আদৰ্শবাদীসকলে মানুহৰ মনটো বিষয় সুখ, সম্ভোগত নিস্পৃহ কৰি পৰজন্মত সোণৰ সোলেং গোৰা দিহা কৰি আকৌ ভাবিব নোৱৰা, কল্পনা কৰিব নোৱৰা, নিৰাকাৰ, নিৰ্গুণ ঈশ্বৰৰ সৃষ্টি কৰি জগতৰ লোক সকলে কোনটো লব, কোনটো এৰিব এনে মহা সমস্যাত পেলাইছে। তাৰ ফলত মানুহৰ মনত ভাব হৈছে সেইবোৰ মহাপুৰুষ সকলৰ বা তপস্বীসকলৰহে কাম। আমি অলপ-ধতুৰা সকলে এইবোৰ ভাবি একো উৱাদিহ নেপাওঁ। গতিকে

যেনেকৈ চলিছো তেনেভাৱে চলাই যুগুত বুলি এই ভাবটোকে সাবটি ধৰি জগতত আগ বাঢ়িছে। সেয়ে জগত এখোজো আগবাঢ়িব পৰা নাই। হিংসাহিংসি, খিয়লা খিয়লি, বঞ্চনা, স্বাৰ্থ, অহঙ্কাৰ আদি গুণবোৰে মানুহৰ মনত সম্পূৰ্ণ অধিকাৰ কৰি সুন্দৰভাৱে জগতত সেইবোৰৰ প্ৰভুত্ব চলাই আছে। অনন্তই এইবোৰ ভাবি থাকোতে মালতীয়ে মাত দিলে আইতাই কলবাকলি পুৰি কলাখাৰ দিছে। আপোনাৰ ভৰি হাতত ঘঁহিব দিছে। ধৰক।

কলাখাৰৰ কথা শুনি অনন্তৰ হাঁহি উঠিছিল কিন্তু মালতীয়ে অনা কলাখাৰ যেন কত আনন্দৰ বিত সেই কথা ভাবি সি নালাগে বুলি ক'ব নোৱাৰিলে। লগে লগে তাৰ মনত যেন এটা অস্বাভাৱিক উল্লাসৰ সোঁত ব'লে যেন মালতীক ওচৰত পাই সি কিবা-ক'ব। তাৰ অন্তৰ উপচি উঠা নানা ভাবৰ সঁফুৰা মেলি নানা তৰহৰ কথা পাতিব। কিন্তু কি আচৰিত সি কি ক'ব একো উৱাদিহ নাপালে। অধিক মাছত বগলী কণাৰ দৰে তাৰ মনে কোন কথাষাৰ বাছি উলিয়াই মালতীৰ আগত পাতনি পাতিব সি একো মোল নোপোৱা হ'ল। সি শত ভাবৰ জুমুৰিত একো ক'ব নোৱাৰি অলপ থমক খাই ৰ'ল। অলপ পিছতে ক'লে, "মালতী কল্লাখাৰ কেনেকৈ ঘঁহে মই নাজানো।"

সেইটো কিবা ডাঙৰ কথানে?

বাৰু তই অলপ ঘঁহি দেচোন।

মালতীয়ো এনে কথাত বিমোৰত পৰিল। যেন তাইৰ মনত আপোনা-আপুনি এটা লাজৰ ভাব হ'ল। তাইৰ মনত পৰিল তাইৰ যৌবনৰ হুলজুওবোৰ। যেন সেইবোৰে সকলোতে বাধা দিয়ে। এইটো নকৰিবি, এইটো নধৰিবি, আগ নাবাঢ়িবি, ডাঙৰকৈ কথা নকৰি, খিলখিলাই নাহাঁহিবি, এনেকৈ নোলাবি ইত্যাদি নানা তৰহৰ বাধা। এই বাধাবোৰ সমাজৰ গুণতে হওক নাইবা স্বাভাৱিকভাৱে ফুটি অহা যৌবনৰ সহচৰ হিছাপেই হওক মালতীক এই বাধাবোৰে এখোজো আগবাঢ়িব নিদিলে। এষাৰো সমিধান দিবলৈ মুখত ফুটি নোলাল। মালতী নিমাত নিস্পন্দ হৈ ৰ'ল। যেন তিৰোতাৰ মৌনতাই শত ব্যক্ত কৰিব পৰা ভাব।

অনন্তয়ো বিমোৰত পৰিল। তাৰ ভাব হ'ল যেন সি ক'ব নলগীয়া কথা ক'লে। সেই কথাষাৰৰ ক'লা ডাৱৰৰ তলে তলে ফুৰা যৌৱনৰ বিজুলীলেখীয়া তীক্ষ, চঞ্চল, আৰু উগ্ৰ কত ভাৱৰ টৌ লুকাই আছে। সেইবোৰ যেন সেই কথাষাৰিতে সকলো মালতীৰ আগত প্ৰকাশ হ'ল। তাৰ ভাব হ'ল মানব মনৰ ইচ্ছা, স্পৃহা আবেগ, স্বাভাৱিক গতি লুকাই ৰখাটোৱে জগতত সভ্যতাৰ ৰীতি বা সংযমৰ গৌৰৱতা। মদমত্ত হাতী লৰি গৈছে সেইটো বান্ধিবলৈ বা ডডিয়লী লগাবলৈ শক্তি নহ'লে সি যে সকলো ভাঙি ছিঙি চুৰমাৰ কৰিব, সকলো পিনে হাহাকাৰ লগাব আকৌ সংযমৰ ডঁড়িয়লীতে তেনে মদমত্ত মন বান্ধি ৰাখিলে চৌকাষে থকা বস্তু-বেহানি বা প্ৰাণীৰ একো নষ্ট হ'ব নোৱাৰে সঁচা, কিন্তু তাৰ অন্তৰ শক্তি অথলে নাযায়। কিয়নো শক্তিৰ হীন-ডেটি হলেও তাৰ কাম কৰিবই, সমূলি নষ্ট হৈ যাব নোৱাৰে এইয়া বৈজ্ঞানিক সত্য। সেই উতলা ভাবৰ ঢাকনিয়ে যিমানেই চেপি নধৰক ভাবৰ ভাপে যে ঢাকনিকো ওফৰাই পেলাব পৰা শক্তি লভিব পাৰে তাত সন্দেহ নাই। সেই ভাবৰ ভাপে সমাজ নষ্ট কৰিব নোৱাৰিব পাৰে, কিন্তু তাৰ দৈহিক শৰীৰত যে অঘটন ঘটাব সেইটো সুনিশ্চিত। তাৰ মনত প্ৰশ্ন উঠিল সংযমেই ভাল নে বানপানীৰ দৰেই উটুৱাই মনত যি ভাবে হেন্দোলদোপ লগাইছে সেইটো প্ৰকাশ কৰাই জগতৰ পক্ষে মঙ্গল? সি ভাবি ভাবিয়ে ক'লে, "মালতী বাৰু দে, তই আগত থাক, মই ঘঁহো, হৈছে নে চা।" বুলি ততালিকে মালতীৰ হাতৰপৰা কলাখাৰৰ বাতিটো নিলে। সি অলপ কলাখাৰ আঙুলিত লৈ ভৰিত ঘঁহিব ধৰিলে।

এনে সময়তে মালতীয়ে ক'লে, "বাৰু মই ঘঁহি দিওঁ" বুলি তাইয়ো অলপ কলাখাৰ লৈ অনন্তৰ ভৰিত ঘঁহিব ধৰিলে। কলাখাৰে ভৰিখন ক'লা কৰিলে সঁচা। কিন্তু অনন্তৰ গোটেই শৰীৰত যেন এটা বিজুলী প্ৰবাহ বলে। তাৰ গোটেই শৰীৰ তপত হৈ উঠিল। সেই স্পৰ্শত যেন তাৰ প্ৰত্যেক শিৰাই তাৰ শৰীৰৰ ভিতৰত কাম কৰিব ধৰিলে। সি ক'লে, "মালতী তোৰ হাতখন ইমান সুন্দৰ।"

মালতীয়ে হাঁহি মাৰিলে। যেন মানৱৰ স্বভাৱ নিজৰ প্ৰশংসা শুনিলে তাৰ প্ৰভূত্ব হাঁহিতহে বিৰিঙি উঠে। ভাষা পিছ পৰি হাঁহিয়ে শত ভাষাৰ প্ৰকাশৰ শক্তি পায়। সেই হাঁহিয়ো যেন মানুহৰ ভাৱৰ ঢাকোন স্বৰূপ হ'লেও সেয়ে আকৌ সকলো ভাব প্ৰকাশৰ সম্বল। যেন মানুহে যিমান ঢাকিবলৈ চেষ্টা কৰে মানুহৰ সম্পূৰ্ণ নাঙঠ অৱস্থাটোহে প্ৰকাশ হৈ পৰে। সেয়ে মানুহৰ হা-হুতাশ স্পৃহা আবেগ সকলো ঢাকোনৰ তলত গোটখাই সভ্য জগতৰ সম্পূৰ্ণ অসভ্য বৰ্বৰতা, পাশবিকতাৰ দ'ম দেখা দিয়ে ৰণস্থলীত, মানুহৰ উদভ্ৰান্ত মানসিক, শাৰীৰিক শক্তি বিকাশত। যি সভ্য জগতে বিচাৰে জন প্ৰাণীৰ মঙ্গল সেয়ে আকৌ নৃসিংহৰূপ ধৰি আনে ধ্বংস, মৃত্যু, সৰ্বনাশ; যেন জনপ্ৰাণীৰ জীৱনৰ সমূলি মূল্য নাই, যেন সেইবিলাক মাৰি তেজেৰে ৰাঙলী কৰা মানুহৰ আনন্দ সন্তোষ। যেন সেইবোৰ বন্দুকৰ গুলিৰ আগত খেলাৰ বস্তুহে। তাৰ মনত ভাব হ'ল কিয় এনে স্পৰ্শত মানুহৰ মনত প্ৰবল ভূমিকম্প উঠে। কিয় উপভোগৰ স্পৃহাই মানুহক উতলা কৰি সম্ভোগ, মিলন, বিলাসৰ আবেগ তোলে। হয়তো সেই সম্ভোগ অতি কম সময়ৰ কাৰণে। কিন্তু তাৰ কাৰণে কত মানুহে জলাঞ্জলি দিয়ে মান, মৰ্য্যদা, সুখ, শান্তি। বৰণ কৰি লয় কাৰাবৰণ, পুলিচৰ হাতৰ লোহা। আকৌ কতই তৃপ্তিৰ সুযোগ সুবিধা নেপাই ভেই পুৰি মৰে হা-হুতাশৰ তুঁহ জুইত। সঙ্গী কৰে চিৰ অসন্তোষ ভাব, একোতে ভাল নলগা অৱস্থা। তাৰ মনত যেন উদয় হ'ল মানৱ চৰিত্ৰৰ হাজাৰ বিজাৰ অৱস্থা। শত নীতিজ্ঞান, পৱিত্ৰ মনৰ আদৰ্শ, সংযমৰ নানা উপদেশ ধৰ্ম্মশাস্ত্ৰৰ নানা গভীৰ শিক্ষা। সি ততালিকে মালতীৰ পিনে চাই ক'লে, ' 'নালাগে, আৰু কল্পনাৰ দিব নালাগে। গোটেই ভবি ক'লা পৰিল। যোৱা।"

মালতীয়ে লাহে লাহে বাটিটো লৈ আঁতৰ হ'ল। অনন্তৰ কেৱল ভৰি ক'লা পৰাটোৱে কাৰণ নহয়। তাৰ মনৰ ভিতৰো সকলো কলুষিতাই চেপ বৃজি আগুৰি গোটেই অন্তৰ ক'লা কৰি পেলালে। সংযমৰ শক্তি আছে বাহ্যিক আচৰণ বাধা দিবলৈ। কিন্তু নাই অন্তৰৰ ভাব প্ৰবাহৰ গতি স্থিৰ কৰিবলৈ। এনে বাহ্যিক বাধা দিয়া সংযমৰ শক্তিৰ গৌৰৱকে দেখুৱাই জগতে সংযমৰ জয়ঢোল বজায়। কিন্তু জগতে নাজানে এনে সংযমৰ দ্বাৰা মানুহৰ অন্তৰৰ কি ভেই পোৰা মৰুভূমিৰ সৃষ্টি কৰিছে। কিন্তু মানুহৰ যিমানেই অন্তৰ লৈ খেলা কৰা আদৰ্শ নহওক মানুহক লাগে বাহ্যিক শৃঙ্খলতা, বাহ্যিক আচৰণ, বাহ্যিক ৰীতি-নীতি। এনেবোৰ ভাবি থকোতে তাৰ মনত পৰিল কত ভাঙৰ লিখক, কত ডাঙৰ শিল্পীৰ কথা। ক'তা সেইবোৰেতো কেৱল শাৰীৰিক সুখ বিসৰ্জন দি লাগিছে অন্তৰ সাধনাত, ভাবিছে কেৱল জগত সুন্দৰ মধুৰ, সৌন্দৰ্যৰ আকৰ কৰিবলৈ। তাৰ মনত পৰিল ডা. সুনীতি চেটাৰ্জীয়ে বৰ্ণনা কৰা সেই শিল্প সাধক ভাস্কৰ গুস্তাফ ভিগোলণ্ডৰ কথা। যিয়ে ৭০ বছৰ বয়সতো শিল্প সাধনাত নৰৱেৰ ওচলো চহৰৰ বাহিৰৰ এখনি বহল ঠাইত অদ্ভূত পৰিকল্পনা লৈ ব্ৰতী হৈছে সুন্দৰৰ সাধক হৈ। সেই শিল্প সাধনাৰ বৰ্ণনা যেন তাৰ মনত বাস্তৱ হৈ দেখা দিলে। সেই বহল ঠাইত এখন উদ্যানৰ সৃষ্টি। লোহাৰ পাঁচোটা তোৰণ দ্বাৰেৰে এই মহাতীৰ্থ সোমাব পাৰি। তাত লোহাৰে সজা নানাবিধ সৰ্প, মহানাগৰ মূৰ্তি • (সেইবোৰে নানা ভঙ্গীত লেউ-সেউ কৰিছে।) সেইবোৰ যেন মানুহৰ জীৱনৰ যিবোৰ নীচতা, ব্যৰ্থতাৰ হা-হুতাশৰ প্ৰতিমূৰ্ত্তি, সেইবোৰ মানুহৰ সাহ শক্তি আৰু ধৈৰ্য্যৰে জয় কৰিব লাগে। এই তোৰণ পাৰ হৈ অলপ দূৰৈত এটা সুন্দৰ পুখুৰী। সেই পুখুৰীৰ ওপৰত এখনি সাকোঁ। এই সাকোঁ প্ৰায় ৩৫০ ফুট দীঘল। তাত দুয়ো পিনে প্ৰায় তিনিশ কাঁহৰ মূৰ্ত্তি। প্ৰত্যেক মূৰ্ত্তিটোৱে যেন মানুহৰ বেলেগ বেলেগ কৰ্মৰ চেষ্টাৰ চানেকি। সেই মূৰ্ত্তিবোৰত কেচুৱা পোনাৰপৰা বুঢ়ালৈকে বিভিন্ন অৱস্থাত বিভিন্ন আশা-উদ্যম আৰু শক্তি প্ৰদৰ্শন। বিৰাট এই মূৰ্ত্তিবোৰে নানা ভঙ্গীৰে থিয় হৈ আছে। যেন মানৱ জীৱনী শক্তিৰ উদ্যম, সাহস, সবলতাৰ নিদৰ্শন স্বৰূপ। সেই জীৱন্ত মূৰ্ত্তিবোৰৰ মাজত কাঁহৰ এটা বৃহৎ কোৱাৰা, ছয়জন দৈত্যমূৰ্ত্তিয়ে সেই জলপাত্ৰ দাঙি আছে। সেই পাত্ৰৰ পানী উপচি পৰি চাৰিওফালে সিঁচৰিত হৈ পৰিব ধৰিছে। সেই

জলধাৰাৰ দীঘল সোঁত প্ৰায় ২০০ ফুট। এই ফোৱাৰাৰ চাৰিওপিনে কুৰি গৰাকী তিৰোতাৰ মূৰ্তি বহুৱাইছে। নাৰীসকলৰ বিভিন্ন অৱস্থা, বিভিন্ন সময়ৰ বেলেগ বেলেগ ভাৱ-ভঙ্গী ফুটি ওলাইছে। প্ৰত্যেক নাৰীমূৰ্তিয়ে একো একোডাল গছৰ কাষত আঁউজি আছে। যেন প্ৰত্যেক নাৰী একোডাল গছৰ অংশ। সেই গছৰ তলত শিশু সকলে খেলা কৰিছে, যুৱক যুৱতীয়ে প্ৰেমৰ বতৰা ভাঙিছে। গছৰ তলত যুৱতী শুই আছে। নানা সুখ, দুখ, স্পৃহা, হাবিলাস, অনুতাপ, হৰ্ষ বিষাদ সেই মূৰ্তিবোৰত ফুটি ওলাইছে যেন সেই উদ্যানত মানৱৰ সম্বন্ধে মহাকাব্য ফুটাই তুলিছে। ইয়াৰ পিছত খলপে খলপে ওখ হৈ সৃষ্টি কৰিছে এখন পৰ্বতৰ টিলা। তাৰ ওপৰত প্ৰায় সত্তৰ ফুট দীঘল এটি শিলতে কটা বিৰাট স্তম্ভ। সেই স্তম্ভৰ চৌদিশে কটা শ শ পুৰুষ তিৰুতাৰ অপৰূপ মূৰ্তি। সেই স্তম্ভৰ চাৰিওফালে আৰু ছয়ত্ৰিশটা ডাঙৰ শিলৰ মূৰ্তি। সেইবোৰৰ ওপৰত আৰু নানা সৰু সৰু মূৰ্তি। সেইবোৰত কত ভাব চিন্তা ফুটি ওলাইছে। কতবা ফুটি ওলাইছে শত্ৰুৰ হাতৰ পৰা দেশ ৰক্ষা কৰিবলৈ যুৱা বুঢ়া সকলোৱে মৰোঁ জীউ সোঁ আধিকৈ যুঁজিবলৈ ওলাইছে। মুখত সাহস, শক্তি, দৃঢ়তা সুন্দৰ ভাবে ফুটি ওলাইছে। এনেবোৰ মূৰ্তি অসংখ্য। আটাইবোৰ একেলগ কৰিলে এখনি ডাঙৰ নগৰ ভৰপূৰ হয়। এই "মানৱ তীৰ্থ" কল্পনা কামত পৰিণত কৰিছে ভাস্কৰ গুস্তাফ ভিগেলাণ্ডে। তাত আছে প্ৰাচীন মিচৰৰ ভাস্কৰ্য আৰু কত কি। এটা বিৰাট কল্পনা এই শিল্প সাধকে ফুটাই তুলিছে জগতৰ মঙ্গলৰ হেতু। তাৰ সকলো শক্তি, সকলো উপাৰ্জন ব্যয় কৰিছে এই বিৰাট সাধনাত। "মানৱ তীৰ্থ" সৃষ্টি কামনাত। কিন্তু ক'তা? ইয়াত দৈহিক মিলনৰ উপভোগৰ কামনা ক'ত? অনগুই ভাবিলে হায় সি নাজানে সেই শিল্পী সাধকৰ জীৱন ৰহস্য। জানোচা এই বিৰাট শিল্পীয়েও দৈহিক মিলনত ব্যৰ্থতা উপহাৰ পাই তাৰ সকলো শক্তি ঢালি দিছে বিৰাট কল্পনা সিদ্ধি কৰিবলৈ। জানোচা এনে শিল্প-সাধনাতো আছে দৈহিক মিলনৰ আশা, হা-হুতাশৰ সম্বন্ধ।

পিছ মুহূৰ্ত্ততে তাৰ মনত পৰিল মানুহৰ বিপৰীত চিত্ৰ বা মানুহৰ আন কল্পনা জগত। তাৰ ভাব হ'ল এপিনে নৱ নৱ সৃষ্টিৰ যেনে সাধনা আনপিনে ধ্বংসৰ কাৰণে মানুহৰ কি ভীষণ আয়োজন। কেনে বৈজ্ঞানিক সাধনা। য'ত হাজাৰ হাজাৰ মূৰ খটুৱাইছে সৃষ্টিৰ ধ্বংসকাৰী অস্ত্ৰ গঢ়িবলৈ। তাৰ ফলত উদ্ভৱ হৈছে হাজাৰ বিজাৰ বোমা, টৰপেডো, এৰোপ্লেন, শেহত এটম বোমা। সেই অস্ত্ৰ উলিয়াবলৈ কত চেষ্টা, কত ধন হানি, কত হামৰাও। তাৰ ভাব শত সৃষ্টি, শত যুগৰ কীৰ্ত্তি, গৰিমা, কত সংগ্ৰহ নিমিষতে ছাৰখাৰ কৰিব মানুহৰ হাতেৰে সৃষ্টি হোৱা এটা বোমাৰ শক্তিৰে। তাৰ ভাব হ'ল এনে সৃষ্টি আৰু ধ্বংসৰ কল্পনা ৰাজ্য গঢ়িছে একে মানুহৰ মনেৰে। কি ভীষণ মানৱ জাতি। একেলগে এই জাতিয়ে সৃষ্টি কৰিবলৈ হামৰাও কাঢ়িছে বিশ্বত মানুহৰ মঙ্গল-সেঁতু বান্ধিবলৈ। বিশ্ব মঙ্গলময়, আনন্দময়, সৌন্দৰ্য্যময় কৰিবলৈ। আকৌ সেই বিশ্বতে তুলিছে ধ্বংসৰ ভীষণ চিত্ৰ, মানৱ মনৰ ভীষণ বীভৎসতা। তেন্তে কি স'চায়ে মানৱ জীৱন সৌন্দৰ্য্য শান্তিৰ সেৱক নহয়? আকৌ সেই ধ্বংসৰ কীৰ্ত্তি ঢাকিছে মানুহৰ নিজৰ দোষ লুকোৱা স্বভাৱেৰে ডাঙৰ ডাঙৰ আদৰ্শৰ নামত। কেৱে ধ্বংসৰ কীৰ্ত্তি ঢাকিছে মানুহৰ নিজৰ দোষ লুকোৱা স্বভাৱেৰে ডাঙৰ ডাঙৰ আদৰ্শৰ নামত। কেৱে ধ্বংসৰ সৃষ্টি কৰিছে জাতীয়তাৰ নামত, ধৰ্মৰ নামত, স্বদেশ ৰক্ষাৰ নামত, বিশ্বৰ মঙ্গল আনিবৰ নামত। সৃষ্টি কৰিছে হাজাৰ "ইজিম!" আকৌ সেই "ইজিম" বোৰৰ প্ৰচাৰত উঠিছে যুজৰ ধ্বনি, কলৰৱ। হায় মানৱ তোৰ আচল মনৰ গতি ক'ত? তোৰ যে অন্তৰ জুৰি কলুষতাৰে ভৰপূৰ। ক্ষুদ্ৰ স্বাৰ্থ, দম্ভ, অহঙ্কাৰৰ বীজ তোৰ হাড়ে মগজুৱে সোমাই আছে। কেৱল সেইবোৰ ঢাকি প্ৰকাশ কৰিব চাৱ ভুৱা, ডাঙৰ ডাঙৰ আদৰ্শেৰে, সেয়া ব্যক্তি হিচাপেই হওক, জাতি হিচাপেই বা সমাজ হিচাপেই হওক, ধৰ্ম্ম হিচাবেই হওক, নাইবা আদৰ্শবাদী ইজিম হিচাবেই হওক। তই চাৱ নিজৰ প্ৰভুত্ব বঢ়াবলৈ, তই চাৱ নিজৰ স্বাৰ্থ পূৰণ কৰিবলৈ। কিন্তু সেইবোৰত বিশ্বৰ মঙ্গলৰ হেতু ক'ত?

নৰনাৰায়ণৰ সেৱাৰ নামত নিজৰ নিজৰ দলৰ পাইশুটীয়া বা সাধাৰণ হিচাপে কেৱল স্বাৰ্থ সিদ্ধিতহে তৎপৰ হয়।

এনে সময়তে মনত আহিল সেই বিশ্ব সাহিত্যিক বাৰ্ণাড শ্ব'ৰ ডাক্তৰৰ সমস্যা (Doctors dilemma) কিতাপ খনিলৈ। আজিৰ জগতত ডাক্তৰে কাৰ প্ৰাণ বচাব? অসাধাৰণ প্ৰতিভাশালী সৌন্দৰ্য্যসাধক শিল্পীৰ নে সহজ সৰল হোজা, সত্যত আলম লৈ থকা চহা লোকৰ? জগতক কি লাগে? অৱশ্যে এই দুয়োটাৰে সামঞ্জস্য হৈ যদি অসাধাৰণ শিল্পীয়ে সৰলতাপূৰ্ণ স্বভাৱ পায় তেন্তে পৃথিৱী স্বৰ্গ ৰাজ্য হ'লহেঁতেন। কিন্তু পৃথিৱী চিৰকাল পৃথিৱীয়ে, স্বৰ্গ নিশ্চয় নহয়। আকৌ যদি পৃথিৱীয়ে স্বৰ্গ হয় তেন্তে পৃথিৱী নামৰ অন্ত হৈ স্বৰ্গ আখ্যাৰহে প্ৰচলন হ'ব।

তাৰ মনত পৰিল ওমৰ খৈয়ামৰ বাণী। "ওগো যত নীতিবিদ, এতো দেখি তোমাদেৰই ৰুচিৰ বিকাৰ, আমাৰে নিন্দিয়া কেন, অকাৰণে আমাৰ প্ৰতি কৰো অবিচাৰ? সুৰা আৰু সুন্দৰীৰ উপাসনা ছাড়া, কৰিনিতো এ জীৱনে কোনো মহাপাপ, এৰই তৰে শীৰে আমাৰ কেন দিতে চাও, ঘৃণিত এ অখ্যাতিৰ এতখানি চাপ।" তাৰ মনত হ'ল পৃথিৱীক স্বৰ্গ কৰিব খোজা নীতিবিদ সকলে কেৱল হা-হুতাশাৰ সঙ্গী হৈ শান্তিময় ধৰাক আৰু অশান্তিৰ আকৰ কৰি তোলে। তাৰ মনত খেলালে "যেদিন প্ৰথম প্ৰেম অভিভূত কৰিল আমাৰে, মূৰ্তি ধৰি এল যেন সুখ। অন্তৰ চাহিল কত কহিবাৰে অকথিত বাণী, ৰসনা ৰহিল তবু মূক। নিৰ্ঝৰেৰ তীৰে আমি তৃষাতুৰ হৃদয়, তথাপি মৰিল অতৃপ্ত পিপাশায়; এ হেন বিস্ময়কৰ সকৰুণ কাতৰ মৰণ দেখেছে কে জগতে কোথায়?" সংযমতো যদি এনে হেন মৰণেই তেন্তে সংযম কৰি মানুহৰ সুখ্যাতি লভি কি লাভ? তাৰ মনত উদয় হ'ল "চাহিল জানিবাৰে প্ৰতিমা এক দিন, ভক্তজনে তাৰ ডেকে, পূজিছে কেন বালা পাষাণ ৰূপ মম, কী গুণ আছে এৰ দেখে? পূজাৰী কঁহে তাৰে নিখিল পতি যিনি, সৃজন কাজ যাৰ হাতে, প্ৰকাশ হ'ল তিনি আপন গৌৰৱে, তোমাৰ দুটি আঁখি পাতে। অৰূপ দেৱতাৰ অতুল ৰূপৰাশি তাহাৰ কণা পৰিমাণ তোমাৰ মাজে দেৱী অসীম কৃপাৰশে, কৰেণ তিনি যোগ দান।" তাৰ ভাব হ'ল সেই যৌৱনৰ মূৰ্তিত, চকুযুৰিত ঈশ্বৰৰ যি অপাৰ্থিৱ দান সেইটো মানৱে কেনেকৈ উপলুঙা কৰিব? কিয় নাচাব? কিয় পাপ বুলি দূৰলৈ আঁতৰি যাব। এই মৰু সংসাৰত এই যে যৌৱনৰ চঞ্চলতা স্বৰূপ সুখ, আনন্দ, তাত আকৌ সংযমৰ উবিয়লী দি সেই শান্তি কেলাও নষ্ট কৰা মানুহৰ কঠোৰ নীতি উপলুঙা কৰাত দোষ কি? তাৰ মনত পৰিল ফৰাচী লিখক মোঁপাছাৰ কথা— "এই পৃথিৱীখন কি ভয়ঙ্কৰ। তাৰ ভিতৰত অকণি সুখ উপভোগ কৰিবলৈ যি অলপ সুচল দিয়ে সেইটো উপভোগ কৰিলে জগতত পাপ বুলি গণ্য হয়।" সি কত কি ভাবিলে। তাৰ মনত ভাব হ'ল যে শাস্ত্ৰ, পদ ধৰ্ম্ম এইবোৰ চলন্তি কথাৰ মেৰপাক। তাত পৰি মানুহে কেৱল ঢোকে ঢোকে পানী খাই অথাউনি পানীত পৰি ককবকাবহে ধৰিছে আচল তত্ত্ব বিচাৰি পোৱা নাই। তাৰ ভাব হ'ল সেইবোৰত কেৱল ধৰিব নোৱৰা, ল'ব নোৱৰা কিছুমান ভাবৰ আদৰ্শ গোটাই থৈ গৈছে। সেইবোৰ কোনো কালেও মানৱ জাতিয়ে গ্ৰহণ কৰিব নোৱাৰিব। কিয়নো মানৱৰ স্বভাৱ সৌন্দৰ্য্য উপভোগ কৰা, দৈহিক মানসিক শান্তি মানুহে পায় সৌন্দৰ্য্যৰ উপভোগতহে। গোলাপ দেখিলে মানুহৰ মনে ইচ্ছা কৰে গছৰ পৰা তুলি আনি তাৰ আঘ্ৰাণ লয়, খোপাত পিন্ধি সুখ লভে। খন্তেক পিছতে গোলাপৰ অৱস্থা যিয়ে নহওক। কিন্তু আদৰ্শবাদীয়ে সেই কথা পেংলাই কৰি বাণী দিয়ে গোলাপ গছতে থাকক তাৰ সৌন্দৰ্য্য দূৰৈৰ পৰা চাইহে আচল উপভোগ কৰিব পাৰিবা। কিন্তু তেওঁলোকে পাহৰে গোলাপ পাহি চিৰকাল গছত একেদৰে নাথাকে। দিনদিয়েক পিছতে জহি-খহি পৰি লেবেলি যাব। তেন্তে তাক গছতে নাৰাখি মানুহে ৰুচি-অনুসাৰে কতেকলৈ হ'লেও উপভোগ কৰাত কি দোষ? অনন্তই ভাবিলে ভুল। সম্পূৰ্ণ ভুল। জগতে বিচাৰে এটা, কিন্তু আদৰ্শ দিয়ে আনটো। ভাবি ভাবি নানা উচপিচনিত তাৰ গোটেই নিশা উজাগৰে গ'ল। তাৰ ভাবৰ অন্ত নাই। জগতলৈ তাৰ ঘৃণা আহিল, আদৰ্শবাদী সকললৈ তাৰ খং উঠিল। ভুৱা সমাজৰ

শিক্ষা, দীক্ষা, সভ্যতাৰ নামত বাহ্যিক শত আচৰণৰ ৰীতি-নীতিৰ ওপৰতো তাৰ বিশ্বাস টলিল। সি ভাবিলে সৰল-মতি ব্লেনকিনচপে যদি নীতি জ্ঞান শূন্য দুৰ্বলতাৰ দৰে ছবি আঁকিব পাৰিলেহেঁতেন।" ইয়াৰ উত্তৰত কৈছিল ভাতোকৈ সহজ হ'লহেঁতেন যদি দুৰ্বেদতে ব্লেনকিনচপৰ সৰলতা অলপ অধিকাৰ কৰিলেহেঁতেন। কিন্তু ইয়াৰ সিদ্ধান্ত হ'ল জগতখন তোমাৰ কাৰণে ইমান সৰল নহয়। তুমি যেনে পাইছা তেনেভাৱে গ্ৰহণ কৰা। অনন্তয়ো ভাবিলে জগত যেনে ভাবে চলিছে চলক। ডাঙৰ ডাঙৰ আদৰ্শৰে আৰু ইয়াক মধুৰ কৰি লাভ নাই। বৰং নানা আদৰ্শ এৰি যদি জগতে ভাল পায় উলঙ্গ নৰ্তন তেন্তে কৰিব দিয়া। যদি শিল্পীৰ মনত যুৱকে কোনো যুৱতীৰ স্পৰ্শসুখ লাভ কৰিবলৈ ইচ্ছা কৰে, যুৱতীৰ ইচ্ছা হ'লে তেন্তে তাত বাধা বিঘিনি তুলি হাহাকাৰ কৰিবলৈ আৱশ্যক নাই। কেৱল চোৱা যাতে পাশৱিকতা নহয়, অত্যাচাৰ নহয়। কাৰো ওপৰত অবিচাৰে বল শক্তি প্ৰয়োগ নহয়। শোৱা-পাটীত পৰি এনেবোৰ ভাবৰ খেলিমেলিতে ৰাতি পুৱাল। সূৰ্য্যৰ কিৰণ বেৰৰ ফুটাৰে তাৰ শোৱা-পাটীতো পৰিল। সি ভাবিলে, "যি হ'ল হ'ল। মিছা-মিছি হা-হুতাশ লৈ ওৰে ৰাতি উজাগৰে থাকিলোঁ। কিন্তু এনে সংযমত শান্তি ক'ত আছিল? কিন্তু ভৱিষ্যতলৈ এনে ঘটিব নিদিয়ে। সমাজৰ নীতি-নিয়ম জহন্নামে যাওক। ধৰ্ম, শাস্ত্ৰ পৰকালৰ সুখ স্বৰ্গ সি নামানে। এনে দৃঢ় মন লৈ সি শোৱা-পাটীৰ পৰা উঠিব ধৰিছে এনেতে বুঢ়ীয়ে মতা শুনিলে, "বোপা, লৰি আহা, লৰি আহা। চোৱাচোন মালতীৰ কি হ'ল?" সি সেই কথা শুনিয়ে পোনছাটে বুঢ়ীয়ে যিপিনে মাতিছে সেই পিনে লৰি গ'ল। মালতীৰ কি হ'ল?

(১৩)

বাৰীৰ পাছৰ পিনে কটাহ বাঁহৰ শাৰী। তাৰ ওচৰতে এটা সৰু খাল। সেই কটাহ বাঁহৰ কাষতে মালতীৰ মূৰটো পৰি আছে। দেহৰ আন ভাগ পুখুৰীত পৰিছে। তাইৰ মুখত মাতবোল নাই। মূৰত কটাহ বাঁহৰ কাঁইটে বিন্ধিছে। গোটেই শৰীৰটো তেজেৰে ৰাঙলী হৈছে। কিয় তাই নিশা তালৈ গৈছিল? কেনেকৈ তেনে ঘটিল কেৱে একো নিৰ্ণয় কৰিব নোৱাৰিলে। যিয়ে নহওক অনন্তই তাইৰ নাকৰ ওচৰত হাত দি দেখিলে এতিয়াও নিশ্বাস আছে। তাইৰ সেই সজীৱ মূৰ্তি নিশা দেখি তাৰ মনত যি ভূমিকম্প তুলিছিল ৰাতিপুৱা হওঁতেই সেই মূৰ্তিত কি বিকৃতি ঘটিল? কেনেকৈ ঘটিল সি একো বুজি নাপায়?

সি মালতীৰ মাকক সুধিলে, "কেতিয়াবা ৰাতি তাই অকলে উঠি আহেনে?"

"নাই। তাই উঠিলে মোক নমতাকৈ নাথাকে।"

যি নহওক সি মূৰত অলপ পানী দি লাহেকৈ কটাহৰ কাঁইট আঁতৰাই লাহে লাহে তাইৰ ডিঙিত ধৰি মাকক ভৰিৰ পিনে ধৰিব ক'লে। তেনে অৱস্থাতে তাইক লাহে লাহে ঘৰলৈ আনি শোৱা-পাটীত শুৱালে। অলপ পিছতে গাঁৱৰ তিৰোতা এজনী দুজনীকৈ ভৰি পৰিল। কোনে কি কলে ঠিক নাই। কেৱে ক'লে ভূত পিশাচে তাইক লৈ গৈছিল। কেৱে মুখ বিকটাই গলাগপা কৰিলে আচহুৱা লোকক ঘৰত ঠাই দিয়া মজাপালি পাওক। ৰাতি কি ঘটিল আমি বুজা নাইনে? অনন্তই তেনেবোৰ কথালৈ কাণ নকৰি পোনছাটে ক'ৰবালৈ ওলাই গ'ল। তিৰোতাসকলে সি নোহোৱাত কথা কবলৈ সুবিধা পালে। বুঢ়া বুঢ়ীক কত গৰিহণা। গাভৰু ছোৱালী থকা ঘৰত যাকে তাকে বাহ দিয়ে নে? নিশ্চয় ৰাতি তাইক তালৈকে তুলি নিছিল। প্ৰায় দুঘণ্টামানৰ পিছত অনন্তই তাইৰ গাঁৱৰ কম্পাউণ্ডাৰক লৈ আহিল। যদিও কম্পাউণ্ডাৰক সি ভাল নাপায় তথাপি উপায়হীন অৱস্থাত খেৰকুটাই সহায় ভাবি লৈ আহিল। কম্পাউণ্ডাৰে জাৰি চাৰি চাই কলে মূৰত বৰ আঘাত পাইছে। যি নহওক মূৰত বৰফ দিব পাৰিলে তাই চেতনা পালেহেঁতেন। চেতন পালে ক'ত কি দুখ পাইছে তাই ক'ব পাৰিলেহেঁতেন। কিন্তু ইয়াত বৰফ ক'ত পাব? কেৱল চেঁচা পানী ঢালা। কম্পাউণ্ডাৰৰ কথামতে তাকে কৰিব ধৰিলে। প্ৰায় কেঁৰাঘণ্টা পিছত তাই অলপ চকু মেলিলে।

কম্পাউণ্ডাৰে সুধিলে, "ক'ত দুখ পাইছা?" তাই

এতো ক'ব নোৱাৰিলে। কিন্তু তাই ডাক্তৰকৈ কৈকাব ধৰিলে। কম্পাউণ্ডাৰে ক'লে ভাল হ'ব। কিন্তু পাৰিলে তেওঁক চহৰৰ আস্পাতাললৈ নিব লাগিব। তাতেহে সকলো প্ৰকাৰে পৰীক্ষা কৰি চাব পাৰিম।

বুঢ়ীয়ে ক'লে, "ডাক্তৰ বাবু আমাৰ টকা-কড়ি নাই কেনেকৈ চহৰলৈ নিম।"

"তেন্তে মই কি ক'ম? ইয়াত মোৰ অস্ত্ৰ-শস্ত্ৰ বা পৰীক্ষা কৰা যন্ত্ৰও নাই।"

অনন্তই ক'লে এনে অৱস্থাত তাইক নিব পৰা যাব জানো?

পাৰিব। অৱশ্যে সাৱধানে নিব লাগিব। গৰুৰ গাড়ীত ভালকৈ নি ৰেলত বা মটৰত তুলি নিব পাৰিব।

তেন্তে সেয়ে হওক। এতিয়াই গৰু গাড়ী ধৰি নিয়া যাওক। বুঢ়ী আই আপুনি টকাৰ নিমিত্তে ভাবিব নালাগে। মই সকলো খৰচ কৰিম।

সিদিনাই মালতীক গাড়ীৰে ওচৰৰ ষ্টেচনলৈ নি মটৰত তুলিলে। যদিও আজিকোপতি গাঁও-ভূইত মটৰ চলা আলি হোৱা নাই তাৰ ফলত কত বেমাৰী আচল চিকিৎসাৰ অভাৱত প্ৰাণ হেৰাব লাগিছে, কতই ডাক্তৰখানাৰ অভাৱত ডাক্তৰৰ অলপো সহায় নাপাই প্ৰাণ এৰিব লাগিছে তাৰ সংখ্যা কোনে ৰাখে? যিদিনা গাঁও-ভূইত সকলো আলি পদূলি হ'ব, মটৰ যান-বাহন সুন্দৰভাৱে চলিব, ডাক্তৰখানা ওচৰতে পাই সকলো বেমাৰৰ চিকিৎসা কৰিবলৈ সুবিধা পাব সিদিনাহে মানুহে আচল স্বাধীনতা সুখ পাব। যি নহওক তেনে অৱস্থাতে চহৰৰ আস্পাতাল পালেহি।

গাঁৱত কত গলাগপা। কত বদনাম গাব ধৰিলে তাৰ অন্ত নাই। গাঁৱলীয়াই জানে পৰৰ কু-চৰ্চা কৰিবলৈ কিন্তু নাজানে কিবা সহায় কৰিবলৈ। তেওঁলোকে থাকে সদায় অলপতে সন্তোষ হৈ নিজৰ শত নিঃসহায় অৱস্থাকে সাৱটি লৈ থাকিবলৈ কিন্তু নাজানে মুখ ফুটাই নিজৰ দাবী কৰিবলৈ। নাজানে তেওঁলোকে আলাই আপদ বিধিনি আঁতৰোৱাৰ ব্যৱস্থা কৰিবলৈ। তেওঁলোকে জানে নিজৰ কপালক দোষী নিৰ্বিকাৰ হৈ থাকিবলৈ কিন্তু কোনো সমাজ সুবিধা পাবলৈ নাজানে। নাজানে একেলগে কাম কৰিবলৈ বা একমুখে সকলো দাবী জনাবলৈ। তেওঁলোকে জানে এলেহুা মাটিৰ কাৰণে হুলামাৰিৰে মৰা-কিলা কৰিবলৈ বা জীৱনো অৰ্পিবলৈ কিন্তু নাজানে ডাঙৰ কাম কৰিবলৈ বা একেলগে দাবী কৰি গাঁৱৰ বা মহৰ মঙ্গল সাধিবলৈ। গাইগুটীয়া স্বাৰ্থ বিঘ্নিত হ'লে নানা মোকৰ্দমা নানা মৰাকিলা, নানা কটাকটি মাৰামাৰি সৃষ্টি কৰিবলৈ, কিন্তু উমৈহতীয়া মঙ্গল সাধিবলৈ অলপো বিপদক আকোঁৱালি ল'বলৈ তেওঁলোক সাজু নহয়। প্ৰতি খোজত যেন তেওঁলোকৰ ভয় সঙ্কোচ। নিজৰ ল'ৰা ছোৱালী, নিজৰ ঘৰ পৰিয়াল, নিজৰ মাটি হালিছা ঠিক ৰওক, আনৰ যিনহওক সেইটোলৈ যেন অলপো আগ বাঢ়িবলৈ তেওঁলোকে শিক্ষা পোৱা নাই। উৎসৱত সকলোৱে যোগ দিয়া, কিন্তু মাউৰ লাগিলে ইটোৱে আনটোৰ ঘৰলৈ যাবলৈ ভয়। গাই-গুটীয়া স্বাৰ্থই তেওঁলোকক সকলোপিনে নিঃসহায়, নিসম্বল নিৰুপায় যে কৰিছে সেইটো তেওঁলোকে ভাবিব নোৱাৰে।

আস্পাতালত মালতীয়ে সাধাৰণ ৰুগীৰ লগতে থাকিল। সেই বিছনাৰ কাষতে অনন্তই আলপৈচান ধৰিব ধৰিলে। লগতে বুঢ়ীয়ো আহিছে। কিন্তু বুঢ়াই ঘৰখন চাবলগীয়া হোৱাত আৰু খেতি চলাব লগীয়া পৰাত আহিব নোৱাৰিলে। মটৰত তুলিবৰ সময়ত বুঢ়াই অনন্তক কৈছিল, "বোপা তোমাৰ ওপৰতে সকলো ভৰষা। আমি দুখী অজলা প্ৰাণী, কি কৰিম?"

সেই আস্পাতালত থকা ৰামু এতিয়া ভাল হৈছে। দুনীয়াই এতিয়াও তাতে কাম কৰি আছে। ৰামুয়ো তাতে এটা কাম পাইছে। কম্পাউণ্ডাৰে দুনীয়াক ক'লে, "দুনীয়া চাবি এই যে নতুনকৈ বেমাৰী লৈ আহিছে তেওঁলোক মোৰ চিনাজনা মানুহ। আমাৰ গাঁৱৰ কাষৰে। তেওঁলোকক ভালকৈ আলপৈচান কৰিবি।"

দুনীয়াই ক'লে "কাৰনো ভালকৈ শুশ্ৰূষা নকৰোঁ? চিনাই হওক বা অচিনাকিয়ে হওক সকলোৱে বেমাৰত পৰি বিপদত পৰিহে আস্পাতাললৈ আহে।"

(১৪)

দুনীয়াই দিনে-ৰাতি বেমাৰীৰ আলপৈচান লয়। তাই কোনো বেমাৰীৰ গু-মূত পেলাইছে।কোনো বেমাৰীৰ ওকটি চাফচিকুণ কৰিছে। কোনো বেমাৰীৰ মূৰত পানী ঢালিছে। কোনো বেমাৰীৰ ঘা ধুইছে। বেণ্ডেজ কৰিছে। তাই চকৰী ঘূৰাৰ দৰে চৌদিশে ঘূৰি কেৱল কাম কৰিছে বেমাৰীক শুশ্ৰূষা কৰিলে তাই কত আনন্দ পায়। তাই মালতীৰো যিমান পাৰে আলপৈচান ধৰিছে। ৰাতি ডাক্তৰখানাত যদিও সহায়ৰ কাৰণে ডাক্তৰ বা কম্পাউণ্ডাৰ থাকে কিন্তু কোনোৱে কিবা কাৰণে মাতিলে তেওঁলোকে সাৰ নোপোৱা ভাও ধৰে। বৰ চিঞৰা-চিঞৰি কৰিলে ভেকাহি মাৰি খেদি দিয়ে। কোনো বেমাৰীক বেণ্ডেজ কৰিছে, বেচেৰাই বেণ্ডেজ খহাব নাজানে, ইপিনে বৰ টানকৈ সৰুপানী চুবলৈ লাগিছে। বেণ্ডেজ খহাবলৈ কত উত্তাৱল হৈছে। ডাক্তৰক মাতি পঠিয়াইছে। কিন্তু ডাক্তৰৰ সঁহাৰি নাই। কতই ৰাতি এটোপা পানী পানীকৈ চিঞৰিও পানী নাপায় অণ্ঠকণ্ঠ শুকাই ৰাতিতে মৰি আছে কিন্তু ডাক্তৰ কম্পাউণ্ডাৰৰ দেখাদেখি নাই। কিন্তু এনেবোৰত সহায় কেৱল দুনীয়া। তাই ওৰে ৰাতি যাক যেনেকৈ পাৰিছে সহায় কৰিছে। মালতীৰ অনন্ত আৰু মালতীৰ মাকে দিনে ৰাতি শুশ্ৰূষা কৰি থাকে। মালতী অহা দুদিন হ'ল কিন্তু আজিলৈকে মাত অহা নাই। ডাক্তৰে সদায় চাই যায় কিন্তু উন্নতিৰ ফালে অলপো গতি কৰা নাই বৰং বেয়াৰ পিনেহে ঢাল খাইছে। দুনীয়া মাজে সময়ে আহি মালতীৰ মুখলৈ চাই কয় "বেচেৰী বৰ কষ্ট পাইছে কি হৈছিল দেউতা!" কেনেকৈ এনে হ'ল বুলি অনন্তক সোধে। অনন্তই বিশেষ একো সমিধান দিব নোৱাৰে।

দুনীয়াই কয় এনে সুন্দৰ মুখখনিত তেজ পানী একো নোহোৱা হৈ বগা পৰিছে। একো খাব নোৱাৰে বেচেৰী। এনেকৈ নাখায় কিমান দিন থাকিব? দুটা আঙুৰ মুখত দিয়ক। অনন্তই দুনীয়াৰ কথামতে আঙুৰ মুখত দিয়ে। কিন্তু তাই খাবলৈ চেষ্টা কৰিও গিলিব নোৱাৰে।

নিশ্চয় ক'ৰবাত ডিঙিত দুখ পাইছে। তাই মালতীৰ ওচৰ চাপি ডিঙিটো ভালকৈ চায়। মালতীৰ মাকে 'কয় তাইক নুছুবি।"

নোছোওঁ আই। নিলগৰ পৰাহে চাইছোঁ। ডাক্তৰ আহিলে ডিঙিটো ভালকৈ চাব দিব আই। দেহি ঐ এনে বেথালগা ছোৱালীজনী। আপুনি আজি কিবা খাইছে জানো?

কি খাম? ইয়াত কিবা খাব পাৰি নে? চাৰিওপিনে নানা কু-গন্ধ, তাতে জাতি কুলৰ বিচাৰ নাই। ৰাতিপুৱাতে গৈ নৈৰ পাৰত দুটা কোমল চাউল তিয়াই খাইছোঁ।

"তেনেকৈ কিমান দিন থাকিব? আপুনিও নোখোৱা নেমেলাকৈ ভাগৰি পৰি বেমাৰ ভুগিব।" অনন্তলৈ চাই দুনীয়াই কয় "আইৰ কিবা খোৱাৰ দিহা নকৰে কিয়?" অনন্তই কয়, "ওচৰত কোনো চিনা-জনা লোক নাই। হোটেলতো আয়ে খাব নোখাজে। বৰ নিৰুপায়ত পৰিলোঁ।"

দুনীয়াই কয়, "এঘৰ বৰ ওচৰতে ভাল মানুহ আছে। মই ঠিক কৰি দিম। আইৰ খোৱা তাতে দিহা কৰক। অনন্তই দুনীয়াৰ তেনে কথা শুনি ৰ লাগি তাইৰ মুখলৈ অলপ পৰ চাই থাকি লাহেকৈ কয়, ' 'পাৰ যদি ঠিক কৰচোন। মই সকলো খৰচ-পাতি দিম।"

সেই ঘৰৰ আই বৰ ভাল। মোক বৰ মৰম কৰে। তেওঁক মই ক'লে বুঢ়ী আইক এনেয়ে খুৱাব। কতই তেওঁলোকৰ ঘৰত খায়। তাতে এনে বিপদত পৰি অহা বুঢ়ী এজনীক পুহিব নোৱাৰিবনে? ইচ্ছা কৰিলে তেওঁ নিজে ৰান্ধি খাবও পাৰিব। নহলে তেওঁলোকৰ লগতে খাব। তেওঁলোকৰ হেনো বৰ ভাল জাত।

কথামতে কাম। সেইদিনাই বুঢ়ীৰ খোৱা-লোৱাৰ দিহা ওচৰৰ এঘৰ লোকৰ তাত হ'ল। বুঢ়ীয়ে খৰধৰকৈ তালৈ গৈ দুটা সিজাই দিনচেৰেক কেৱল এসন্ধ্যা খাই আকৌ আস্পাতাললৈ লৰি আহে। ঘৰৰ গিৰিহঁতনীয়ে কয়, "আপুনি দুসাঁজেই খাবহি। ইচ্ছা কৰিলে আমাৰ লগতে খাব পাৰে। বন্ধা-বঢ়াত মিছায়ে কষ্ট খায়। আমি কলিতা মানুহ বুঢ়ীয়ে ক'লে? নাখাৰে আচা,

তইঁতক কষ্ট কিয় দিওঁ। মোৰ পেটলৈ ভাত নাযায়। কেৱল নোৱৰাতহে মুখত গুজি যাওঁ। তাইৰ চিন্তাই মোক আকুল কৰিছে।"

"তাই ভাল হ'ব। আস্পাতাললৈ আনি ভাল কৰিছে।" বুঢ়ীয়ে মালতীৰ কথা কৈ কৈ কেৱল কান্দে।

পিৰিইঁতনীয়ে কয়– "কি কৰিবা। মানুহৰ আপদ বিপদ কেনেকৈ আহে কোনোৱে নাজানে। তুমি চিন্তা নকৰিবা। তাই ভাল হ'ব।" দুনীয়াই মালতীৰ কাষলৈ আহি নিলগতে বহি থাকে। যেতিয়া যি লাগে ততালিকে সহায় কৰে। অনন্তই কয়, "তই ইমান ভাল। তোৰ নাম কি?"

দুনীয়া।

এনেতে কম্পাউণ্ডাৰ আহিল। সি অনন্তৰ কাষ পায়েই "কি কৰিবা ভাই কামৰ লেঠা। এই দুদিন ইমুৱা হ'বকে পৰা নাই। বেমাৰী কেনে পাইছে? বুঢ়াটো ক'ত?"

তেওঁ ভাত খাব গৈছে।

কিবা সহায় লাগিলে কবা। মইতো ইয়াতে আছোঁ। দুনীয়া দেখো ইয়াতে বহি আছ? কাম নাই?

কম্পাউণ্ডাৰ বাবু! ছোৱালীজনীৰ কি হৈছে?

তোক সেইবোৰ কিয়? যা নিজৰ কাম কৰগৈ? বুজিছা অনন্ত এই ছোটলোকবোৰক কৈ মেলি নিজৰ কামত লগাব নোৱাৰো। তাই বেমাৰীৰ গু-মুত পেলাব লাগে। তাই থাকে অ'ত ত'ত বহি। মাহেকৰ মূৰত দৰমহা লোৱাত হ'লে পটু। আগেয়ে উপস্থিত হ'ব।

তাই বৰ ভাল। মই দখিছো তাই আস্পাতালৰ সকলো বেমাৰীৰ যেনেকৈ তত্ত্বাৱধান লয় আন কেৱে তেনে নকৰে।

"থোৱা থোৱা তোমালোকৰ আলপৈচান ধৰিছে হ'বলা। বোধকৰো টকা-পইছা দিছা। টকা পইছা নাপালে এখন কুটাও লৰাব নোখোজে। আকৌ ইমান টকা পাব। সিপিনে মাহ দিন সিইঁতৰ খাব নাটে। যিদিনাই পাব পিৰিয়েকে তাইৰ হাতৰ পৰা কাঢ়ি নিব। আৰু কেৱল মদৰ শ্ৰাদ্ধ কৰিব। সেই মেতৰ জাতিটোৰ আৰু অলপো উন্নতি নহ'ল।"

"উন্নতি কেনেকৈ হ'ব? সিইঁতৰ শিক্ষা নহ'লে বাহিৰা জগতৰ লগত সম্বন্ধ নহ'লে কেনেকৈ উন্নতি কৰিব? কিন্তু তাই বৰ ভাল।"

"গান্ধীয়ে এই জাতীসকলৰ উন্নতিৰ কাৰণে কত চেষ্টা কৰিলে। কিন্তু সিইঁত যেনেতেনে ৰ'ল। গান্ধীয়ো গুচি গ'ল, আকৌ জাতীয়ো জাতী হৈ ৰ'ল।"

এনেতে দুনীয়াই ক'লে "দেউতা বেমাৰী চাওক। আমাৰ কথা কলে কি হ'ব? বেমাৰীৰ কি হৈছে দেউতা?"

কম্পাউণ্ডাৰে ক'লে "তোক· সেইবোৰ কিয় লাগিছে? তই গু-মুত পেলাবি। আদাৰ বেপাৰীৰ আকৌ জাহাজৰ খবৰ কিয়? যা সৌ কোঠাত এটা বেমাৰীয়ে ৰাতিতে হাগি-মুতি খাবাপ কৰিছে। ভালকৈ ধুই পখালি চাফচিকুণ কৰগৈ। বুজিছ দৰমহা এনেয়ে খাব নোৱাৰি। কাম কৰিহে হজম কৰিব পাৰি।"

"মই এতিয়াই সৌ কোঠাত চাফচিকুণ কৰি আহিছো।"

"চাফচিকুণ কৰিছ" বুলি কম্পাউণ্ডাৰে ভেকাহি মাৰিলে। "বুজিছা অনন্ত ইইঁতক আসৈ নিদিবা। আসৈ পালে আধ্যা কৰিব। ইইঁতে টকা পইছাৰ বাহিৰে একো নাজানে।"

"ক'তা এই দুদিন দেখো তাই এটা কড়িও খোজা নাই। বৰং তাই বজাৰৰ পৰা নিজৰ ধন ভাঙি আঙুৰ বেদানাহে আনি আমাক দিছে। মই পইছা দিব খোজাতো লোৱা নাই। তাইৰ হেনো মালতীৰ মুখখন বৰ ভাল লাগে।"

মেতৰ জাতিকো বিশ্বাস কৰা। সুবিধা পালে তোমালোকৰ পৰা সুদে-মূলে আদায় কৰিব। সিইঁতে একো কৰিব নোৱাৰোঁ বুলি নকয়। কিন্তু কাম কৰিয়ে হওক বা নকৰিয়ে যদিহে কেনেবাকৈ তোমাৰ হাতৰ পৰা টকা সৰকাব পাৰিলে আধ্যা কৰিব। দুনাই পাবলৈ আশা নকৰিবা। ইইঁতক আসৈ নিদিবা। আসৈ পোৱা কুকুৰে ডিঙিলৈ জপিয়ায়।

দুনীয়াই সিইঁতৰ কথা শুনিয়েই থাকিল। এবাৰো মাত নিদিলে। কম্পাউণ্ডাৰে কলে "ইয়াত কিবা অসুবিধা পাইছা জানো?"

অসুবিধাতো আছেই। ইয়াতো নিজৰ ঘৰ নহয়। আনপিনে ইয়াৰ যোগাৰ পাতিও সুবিধাৰ নহয়। লাগ বোলোতে একো নাপায়। ডাক্তৰকে সময়মতে নাপায়।

ডাক্তৰতো তোমালোকৰ পইছা লোৱা নহয় যে চব্বিশ ঘণ্টা তোমালোকৰ লগত থাকিব। সময়মতে আহিব, সময়মতে যাব। টকা খৰচ কৰিলে সকলো সুবিধা পাবা।

এৰা সেইটো বুজিছো। আনকি পানী দিওঁতায়ো পইছা নাপালে পানী নিদিয়ে। পিচে ইয়াৰ নাম "Charitable Hospital" কিয় দিছে তাকেহে বুজি নাপাওঁ। ডাক্তৰে দৰমহা খায়, কিন্তু বেমাৰীয়ে সময়মতে নাপায়। পানী দিওঁতাই পানী দিয়াৰ কাৰণে দৰমহা পায়, কিন্তু বেমাৰীয়ে পানী খুজিলে তাক লাগে উপকৰ্‌া পইছা। নহ'লে উভতিয়ে নাচায়। নাৰ্ছসকলে মাহিলী বেতন পায়, কিন্তু সময়মতে একোবাৰ পাল মাৰি আঁতৰ হয়। দুনাই পোৱা কঠিন সমস্যা। দৰবৰ কাৰণেও বাজেটত কত টকা মঞ্জুৰী হয় কিন্তু প্ৰত্যেক বেমাৰীয়ে দৰব বেলেগকৈ কিনিব লাগে। ডাক্তৰখানাত দৰব থাকিলেও ডাক্তৰে প্ৰেচক্ৰিপচন লিখিয়েই কব অমুক দৰবটো বৰ আৱশ্যক কিন্তু আমাৰ আস্পাতালত নাই। অমুক ফাৰ্মাচীৰ পৰা কিনি আনিবা। ইত্যাদি ইয়াৰ Charity বা বদান্যতাৰ কথা কিমান বৰ্ণাবা। আনপিনে গোটেই ডাক্তৰখানাত সোমালেই যেন ভাব হয় নৰক ৰাজ্যত সোমাইছো। ইপিনে গোন্ধ, সিপিনে ময়লা, সিপিনে বেমাৰীৰ অৱস্থা। কিন্তু বৰ দিনে দিনে বাঢ়িছেহে।

বুজিছা অনন্ত, তোমালোক ছাত্ৰ সকলে সদায় বেয়াটোহে দেখা। কিন্তু আনটোলৈ চকু নকৰা। আজি এই আস্পাতাল থকা কাৰণে যে কিমান দুখীয়া মানুহৰ সুবিধা হৈছে সেইটো নাভাবা। কেৱল পইছা ভগনৰ আৰু অসুবিধাৰ কথাহে কোৱা।

সেইটো ভাবিছো কিন্তু এইখন কেৱল টকা পইছা পোৱা পোহাৰ নকৰি যদি প্ৰত্যেক কৰ্মীয়ে দেশব্ৰতী হৈ ইচ্ছাৰে বেমাৰী সেৱা কৰিবলৈ ওলালহেঁতেন তেনেহ'লে এনে আস্পাতালে কত উপকাৰ সাধিব পাৰিলেহেঁতেন। কিন্তু বদান্যতাৰ নামত নানা দুৰ্নীতি আৰু স্বাৰ্থত্যাগৰ নামত কত স্বাৰ্থলোভ। ডাক্তৰে টকা নাপালে ভাল দৰব পোৱা কঠিন যদিও গৱৰ্ণমেণ্টৰ ইচ্ছা বেমাৰীবোৰে সকলো সুবিধা পাই সোনকালে আৰোগ্য হৈ দেশৰ কামত লাগিব পাৰে।

ভাল দেশকৰ্মীসকল ইয়ালৈ অহা পাইছা। যিসকল দেশৰ নেতা বা কৰ্মী আছে সেইবোৰৰ সুন্দৰ যতন লয়।

তুমি দেশকৰ্মী মানে কি বুজিছা কব নোৱাৰো। এজন সাধাৰণ খেতিয়কো দেশকৰ্মী, এজন সাধাৰণ হোজা লোকো দেশকৰ্মী। আকৌ হাজাৰ বক্তৃতাৰ মহলা মাৰা লোকো দেশকৰ্মী হ'ব পাৰে। কিয়নো তেওঁলোকৰ বক্তৃতাই দেশৰ লোকক লক্ষ্যভ্ৰষ্ট কৰি দেশৰ অকল্যাণো সাধিব পাৰে। কিন্তু দুখৰ বিষয় বক্তৃতাৰ মহলা মাৰা লোকহে জনসাধাৰণৰ প্ৰিয়পাত্ৰ আৰু তেওঁলোকেহে সকলো ঠাইতে সকলো সুবিধা পায়। কিন্তু এজন খেতিয়কে যদি নিয়মমতে খেতি কৰিব নোৱাৰে তেন্তে দেশৰো এজন লোক যে খাব নাপাই মৰিব পাৰে সেইটোলৈ আমি নাভাবো। আচলতে তেওঁলোকহে দেশকৰ্মী। চোৱা, বক্তৃতা দিওঁতাসকলৰ নানা 'ইজিম' আছে। কিন্তু প্ৰত্যেকটো 'ইজিম' যে শুদ্ধ বা দেশৰ কল্যাণ আনিব পাৰে সেইটো কদাপি হ'ব নোৱাৰে। আকৌ ইটো ইজিমৰ বিৰুদ্ধে আনটো ইজিমৰ প্ৰচাৰ। তেন্তে দুটাৰ ভিতৰত এটা নিশ্চয় ভুল। কিন্তু সেই ভুল ইজিম প্ৰচাৰ কৰিয়ে হাজাৰ হাজাৰ লোকক তেওঁলোকৰ সেৱক কৰি নিজৰ নিজৰ কামৰ পৰা আঁতৰাই আনি নিষ্কৰ্মীৰ দল কৰি দেশক যে লক্ষ্যভ্ৰষ্ট কৰি দেশৰ মহা অকল্যাণ সাধিছে তাত সংশয় নাই।

এৰা সেইটো সঁচা। কিন্তু প্ৰত্যেকজন বক্তাই তেওঁৰ পন্থাহে সত্য বুলি ডেডাউৰি পাৰে।

সেই কাৰণে মোৰ কোনো দল বা 'ইজিম' পন্থীত বিশ্বাস নোহোৱা হৈছে। দেশৰ কল্যাণেই যদি আমাৰ ব্ৰত তেন্তে দল সৃষ্টি কৰি নিষ্কৰ্মী বক্তা কৰি কি লাভ? নিজৰ মনত যিটো শুদ্ধ বা দেশৰ কল্যাণ বুলি বোধ হৈছে সেইটো প্ৰকাশ কৰি দেশে যদি লয় লওক। নললে তাৰ কাৰণে নানা দল, নানা বিৰোধ সৃষ্টি কৰি দেশৰ কি কল্যাণ হ'ব?

কিন্তু দল নহ'লে বা 'মেজৰিটি' নহলে আঁচনি পন্থা দিবলৈ সুবিধা কেনেকৈ পাবা?

সকলোৱে আঁচনি দিয়া। তাৰ ভিতৰত যিটো ভাল সেইটো গ্ৰহণ কৰি কাম চলোৱা। কিন্তু সেইটো নাভাবি যিহেতু আমাৰ দলে এইটো গ্ৰহণ কৰা নাই, এইটো দেশৰ মঙ্গলৰ হেতু হ'লেও লব নোৱাৰো। এনে ভাবত দেশৰ কল্যাণ ক'ত?

দুনীয়াই এইবোৰ কথা বুজি নাপাই লাহেকৈ উঠি গ'ল।

অনন্তই ক'লে, "দেশ, দেশ সকলোৱে দেশৰ ভাল কৰে। দেশৰ ভাল নকৰা লোক বিচাৰি নাপাওঁ। মন্ত্ৰীয়ে ক'ব দেশৰ কাৰণে ভাল আঁচনি কৰিছো। মেম্বৰে ক'ব দেশৰ কাৰণে সকলো চেষ্টা কৰিছো। বেহা-বেপাৰীয়ে ক'ব বেহা-বেপাৰত কনট্ৰল বহুৱাই দেশৰ মহা অমঙ্গল সাধিছে। খেতিয়কে কব দেশৰ বস্তুৰ দাম হৈ সৰ্বনাশ হ'ল। দুৰ্নীতি, ব্লেকমাৰ্কেটত দেশ জুৰুলাজুপুৰা। ডাক্তৰ কবিৰাজে ক'ব দেশৰ মঙ্গল সাধন কৰাই আমাৰ ব্ৰত। কিন্তু সকলোৱে সুবিধা পালেই দেশৰ স্বাৰ্থ এৰি নিজৰ স্বাৰ্থপূৰণ কৰিব। ডাক্তৰ কবিৰাজে পইছা নাপালে দেশৰ লোকৰ বেমাৰ চাবলৈ খোজ নাপাতে। বেহা বেপাৰীয়ে কণ্ট্ৰোলৰ শ্ৰাদ্ধ কৰিলেও নানা উপায়ে ব্ৰেকমাৰ্কেট কৰি নিজৰ ভঁৰাল ভৰাব। খেতিয়কেও বস্তুৰ দাম দাম বুলিও ধান, সৰিয়হ বা আন একো খেতিৰ বস্তুৰ দাম নকমাব। পাৰিলে এসেৰ চেনি বা গুৰ, সূতা, অলপ কেৰাচিন তেল নি তাকে আকৌ ব্ৰেক মাৰ্কেট কৰিব। উকিল, মহৰীয়ে দেশৰ কল্যাণ চিন্তেহে চিন্তে কিন্তু দেশৰ মঙ্গলৰ হেতু মোৰ্কদ্দমা কমাব ছাবি যিমান পাৰে মোকদ্দমা হোৱাটোহে তেওঁলোকৰ মনৰ বাঞ্ছা। কিন্তু সকলোৱে দেশ দেশকৈ আত্মহাৰা। চৰকাৰী বিষয়াসকলে ক'ব দেশ গুছিল। দুৰ্নীতি, ব্ৰেক মাৰ্কেটত সৰ্বনাশ হ'ল। কিন্তু তেওঁলোকেও সুবিধা পালে মাখিটো মৰবাটো নেদেখাকৈ ল'ব নাপালে মানুহৰ কথাত সঁহাৰি নিদিয়ে। বাস্তৱতে জগতত সাতোটা আশ্চৰ্য্য আছে। কিন্তু এইটো অষ্টম আশ্চৰ্য। সকলোৱে দেশৰ কল্যাণৰ কথা কয়। কিন্তু সকলোৱে সুবিধা পালে উবহৰ দৰে দেশৰ লোকৰ তেজ পিয়ে। আকৌ পুলিচ ডিপাৰ্টমেন্ট। তেওঁলোক দেশৰ ৰক্ষা বাহিনী, শান্তিৰক্ষক, চোৰ দস্যুৰ অন্তকাৰী। কিন্তু কি আচৰিত। দেশ ৰক্ষাৰ নামত দেশৰ শত্ৰুতা কেনেকৈ কৰিব ধৰিছে। চোৰৰ অন্তকাৰী হৈ আকৌ চোৰৰ হাতৰ পৰা টকা লৈ চুৰ কৰি অনা ধন সৰকাইছে। এনেবোৰ কথা ভাবিয়ে সকলো দেশৰ মঙ্গলকাৰী লোকসকললৈ মোৰ অশ্ৰদ্ধা হৈছে। যিয়ে নহওক যি কেইদিন থাকো চকু মুদিয়ে বাট বুলিব লগাত পৰিছো। কি কোৱা?"

সকলোৱে চকু মুদি থাকিলে দেশৰ মঙ্গল কেনেকৈ হয়?

নাই নাই দেশৰ মঙ্গলৰ কথা নক'বা। সেইটো মহাপাপ বুলি মই ভাবো। সেই শব্দটো মোৰ কাণত বিষ যেন লাগে, বুজিছা। ধৰা এই কেইদিন ইয়াতে আছো। যদি কিবা বেয়া দেখো বা সেইবোৰ আঙুলিয়াওঁ তেন্তে তোমালোকৰ দলে বেমাৰীৰ আৰু সমূলি খা-খবৰকে নকৰিবা। ইস্ আসোঁৱাহ ধৰিব আহিছে। ভুল-ক্ৰুতি আঙুলিয়াইছে, ভয় দেখুৱাইছে বাৰু মজাপালি পাওক দিয়া একো খা-খবৰেই নকৰাচোন। মৰিলে মেডৰৰ হতুৱাই পেলাই দি এটা ৰিপোৰ্ট লিখি থলেই হ'ব। কি কোৱা?

কম্পাউণ্ডাৰে হাঁহি ক'লে "কথাটো মিছা নহয়। সকলো ঠাইতে দুৰ্নীতি, ব্ৰেকমাৰ্কেট আছে তেন্তে ডাক্তৰখানাতনো সেইটো নহ'ব কেলেই?"

এৰা সেয়ে আচল কথা। প্ৰত্যেকে ক'ব সকলোতে আছে। আমাৰ ঠাইতনো কিয় নহ'ব? কিন্তু প্ৰত্যেকে মিলি যে সকলো হৈছে, সেইটোলৈ আমাৰ ভাব নাই।

এৰা, এৰা সেইবোৰ। আহিছা বেমাৰী লৈ, বেমাৰী যাতে সোনকালে ভাল কৰি নিব পাৰা তাৰ নিমিত্তে সকলোকে হাতে ভৰিয়ে ধৰি আগবাঢ়ি যোৱা।

এইয়ে আমাক সৰ্বনাশ কৰিছে। যেতিয়াই যিটো কাম আমাৰ সমুখত পৰে সেইটো সমাধা কৰিবলৈ আমাৰ সকলো মান গৌৰব, আমাৰ আসোঁৱাহ, আপত্তি চেপা দি, কেৱল নিজৰ স্বাৰ্থ পূৰণ কৰিবলৈ যাৰে তাৰে ভৰিত পৰোঁ। এবাৰ টান কথা ক'বলৈ সাহ

নকৰোঁ। জানোচা আমাৰ কামত বিঘিনি হয়। তাৰ ফলত সকলোবোৰ একেদৰে থাকে। ওপৰৰ লোক সকলোৱে ভাবে সকলো সুন্দৰভাৱে চলিছে। কিন্তু তাৰ ভিতৰত কি কেৰোণ লাগিছে সেইটো অনুভৱ কৰিব নোৱাৰে। পিছত কাম সমাধা হ'লে আমি আসোঁৱাহ আপত্তিৰ কথা পাহৰো। নাইবা যি কৰিছে কৰিছে, আমাৰ কাম সমাধা হ'ল যেতিয়া সেইবিলাক তুলি কি লাভ বুলি আন কামত লাগো। গতিকে সকলো বেয়া, অমঙ্গলকাৰী নিয়ম যেনেতেনে থাকে।

বাৰু এতিয়া মই যাওঁ। সৌৱা ডাক্তৰ চাহাব আহিছে।

এবা ডাক্তৰ চাহাব আহিলে তোমালোকৰ লৰাধপৰা, কামৰ ততাতৈয়া কোনে চায়। আকৌ পিছ দিলেই সকলো অন্ত হয়। অনন্তৰ পিছৰ কথা কম্পাউণ্ডাৰে নুশুনিলে। কিয়নো তেতিয়া তাৰ চিন্তা চকু কাণ ডাক্তৰ চাহাবলৈকেহে। সৰু চাকৰীয়ালে ডাঙৰ চাকৰীয়াল বা ওপৰৰ লোকক সন্তোষ ৰাখোতে ব্যস্ত। তেওঁলোকে দেশৰ মঙ্গল সাধন কৰিবলৈ ক'ত সময় পায়? যিখিনি সময় পায় সেইখিনি নিজস্ব স্বাৰ্থ পূৰণ কৰোতে ব্যয় হয়।

(১৫)

ৰামুৱে আস্পাতালত কাম কৰিলেও তাৰ আগৰ স্বভাৱৰ অলপো উন্নতি হোৱা নাই। সি এতিয়াও টকা পালে অতিপাত মদ খায়। সুবিধা পালেই মানুহক প্ৰবঞ্চনা কৰে। সুবিধা পালেই মাৰামাৰি কৰে। সি আস্পাতালত কাম কৰাৰ বাহিৰেও সময় বুজি আন আন মানুহৰ ঘৰতো কাম কৰি দুই-এটকা পায়। কিন্তু সি বিছকে আৰ্জক তাৰ স্বভাৱ টকা পালেই উৰোৱা। গতিকে তাৰ সাঁচন বোলা বস্তুৰ কথা সি নুবুজে। সিদিনা এঘৰ মানুহৰ পায়খানাটোৰ পকা ভাঙিছে। পায়খানা ভাল কৰিবলৈ আন মিস্ত্ৰী পোৱা টান। বাবুৱে ভাবিলে জমাদাৰে ভাল নকৰিলে উপায় নাই। সেয়ে তেওঁ ৰামুক সুধিলে "মোৰ পায়খানাটো ভাল কৰিব পাৰ?" "কিয় নোৱাৰিম?"

পকা ভাল কৰা মানুহ আনিব পাৰ?

নোৱাৰিম কিয়? বহুতো আমাৰ মানুহ আছে যেয়ে ভাল পকাৰ কাম কৰিব পাৰে।

ভাল কথা। কাইলৈ আনিবি।

ইটা আৰু বালি আছে জানো?

নাই। বাৰু মই আনিম।

নহ'লে ময়ে আনিব পাৰো।

আনিব পাৰিবি জানো?

কিয় নোৱাৰিম? পায়খানাত পুৰণি ইটা হ'লেও হ'ব। নৈত বালি আছেই।

তেন্তে ভাল কথা এগাড়ী ইটা এগাড়ী বালি আনিবি। কিমান টকা লাগিব?

দহ টকা দিব।

নাই আঠ টকা দিম।

ৰামুৱে ক'লে "ন টকা দিব।" বাবুৱে ভাবিলে আন ঠাইত ইটা বিচৰা; বালিৰ গাড়ী বিচৰা আপদতকৈ যদি সি আনিব পাৰে ভালেই হ'ল। আনপিনে সস্তাও হ'ব। "বাৰু কালি যেনেতেনে আনিবি।" ৰামুৱে ' 'বাৰু'' বুলি কৈ আঁতৰিল। পিছদিনা তিনিজন তাৰ লগৰ জামাদাৰ লৈ আহিল। এজনৰ হাতত ইটাৰ কাম কৰা কৰ্ণি এখন আৰু এডাল কাঠৰ মাৰি। বাবুৱে সিহঁতক দেখি ক'লে কাম কৰিব আহিলিনে? বস্তুতো নাই, ইটা নাই বালি নাই, বিলাতী মাটি নাই।

নাই আমি বন্দোবস্ত কৰিব আহিছো। গোটেই ভাল কৰোতে কি দিব?

যি কেইদিন লাগে হাজিৰা দিম।

নাই ভাল কৰোতে পঞ্চাশ টকা দিব?

পঞ্চাশ?

হয়, কে'বাজনো মানুহ খাটিম।

নাই কেবল দুজন মানুহৰ হাজিৰা দিম।

আন এজনে মাত দিলে "পঞ্চাশ টকা ক'ত দিব? আপুনি চল্লিশ টকা দিব।"

নাই বহুত বেছি হয়। বালি, ইটা, মাটিৰ দাম আছেই কেবল কাম কৰোতে ইমান টকা দিব নোৱাৰি। মই জানো তহঁতৰ কাম দুদিনতে শেষ হ'ব। গতিকে এজন মিস্ত্ৰী জোগালিৰ দৰমহা দিলে ছয় টকাকৈ দুদিনৰ বাৰ টকা দিম।

তেনেহ'লে কাম কৰা নহ'ব।

এনেতে ৰামুৱে ক'লে "বাৰু কৰিমেই। পিছে ইটা

অনাৰ টকা দিয়ক। এতিয়াই লৈ আহোঁ।" সকলো কেইজনে ক'লে "ষোল টকা দিব আৰু এতিয়াই বালি ইটাৰ টকা দিয়ক।"

বাবুৱে ক'লে "বাৰু টকাই দিম।" যি নহওক সকলো কেইজনে মান্তি হ'ল। বাবুক আগতীয়া টকা দহোটা খুজিলে। এতিয়া বালি-ইটা লৈ আহিম।

বাবুৱে ভাবিলে কাম উজু হ'ল। টকাও বেছি নপৰিব। গতিকে ততালিকে টকা দি বালি, ইটা আনোৱাই ভাল। তেওঁ গিৰিহঁতনীক ক'লে, "এখন দহ টকীয়া নোট দিয়াহে।"

গিৰিহঁতনীয়ে আনি দিয়াত সেইখন ৰামুৰ হাতত দি ক'লে, "বুজিছ মই হ'লে আন সকলক নাজানো। তই সদায়ে আহ। তোকহে টকা দিলো।"

"ভাল কথা। এতিয়াই বালি, ইটা লৈ আহোঁগৈ" বুলি টকা হাত পাতি লৈ আঁতৰ হ'ল। বাবুৱে বাট চাই আছে। কিন্তু সিহঁতৰ দেখা দেখি নাই।

লাহে লাহে বেলি ঢলি পৰিল। কাৰো দেখা দেখি নাই। বাবুৱে আবেলি ফুৰিবলৈ ওলাই গ'ল।

সন্ধিয়া সময়ত ৰামু আকৌ বাবুৰ ঘৰলৈ উভতি আহিল। "বাবু আছেনে?" বুলি সুধিলে।

বাবুৰ গিৰিহঁতনীয়ে ক'লে, "বাবু ফুৰিবলৈ গৈছে। ইটা, বালি নানিলি দেখোঁ?"

"এই আনো। সেই কাৰণে ততাতৈয়াকৈ আহিছো। গাড়ীৰ ভেৰোণ এটকা লাগে। বাবু নাই আপুনিয়ে দিয়ক। ততালিকে লৈ আহোঁ।"

বাবুৱানীয়ে ভাবিলে হ'ব পাৰে। দিনতে অনা কথা আছিল। হয়তো ভাৰাৰ কাৰণে ৰৈ আছে।

এতিয়াই আনিবি জানো?

"নানিম কিয়? সকলো ঠিক কৰি আহিছো।" "বাৰু নে। ততালিকে লৈ আহঁগৈ" বুলি আৰু এটকা দিলে। সি ততাতৈয়াকৈ আঁতৰ হ'ল।

অলপ পিছত বাবু ঘৰলৈ উভতি আহিল। ঘৈণীয়েকে ক'লে, "ৰামু আহি আৰু এটকা লৈ গ'ল। গাড়ীৰ ভাৰাৰ কাৰণে হেনো বস্তুবোৰ আনিব পৰা নাই।"

বাবুৱে ভাবিলে হ'ব পাৰে। বাৰু, নিয়ক দিয়া। কাম কৰোঁতে কাটিলে হ'ব। ৰাতি বহু পৰলৈ চাই আছে। গাড়ী অহা শব্দ বাটত শুনিলেই বাটলৈ চকু ফুৰায়। কিন্তু আন গাড়ীহে ইটা-বালিৰ গাড়ী নহয়। ৰাতিটো এনে ভাবে গ'ল। কিন্তু ৰামুও নাই, ৰামুৰ ইটা-বালিও নাই।

(১৬)

ৰাতিপুৱা উঠিয়েই বাবুৰ খঙৰ অন্ত নাই। সি নিশ্চয় মোক ঠগালে। সিহঁতে টকা নি নিশ্চয় মদৰ শ্ৰাদ্ধ কৰিছে। কিন্তু বাচাঁইতক নিশিকালে নহ'ব। বেটা ৰামুই ইয়ালৈ আহি ভাত চাহ খাই সি এনেভাৱে প্ৰৱঞ্চনা কৰিব বুলি সপোনতো ভবা নাছিলো।

ঘৈণীয়েকে ক'লে, "মেথৰ জাতিক বিশ্বাস কৰে? এতিয়া সন্ত্ৰ চাওঁতে পস্তাওক।"

"সন্ত্ৰৰ কথা সিমান ভবা নাছিলো। কিন্তু আন মানুহে পায়খানা ভাল নকৰে। সেয়েহে বিপদত পৰি তেনে কৰিলো। অৱশ্যে সন্ত্ৰৰ কথাও নভবা নহয়। পিছে ধিয়ে নহওক এনে প্ৰৱঞ্চকসকলক এশিকনি নিদিলে নহব। সিহঁতে ভাবিছে সহজে টকা হজম কৰিব। কিন্তু সেইটো নচলে। সিহঁতে বুজা নাই মই কি কৰিব পাৰো। মই যে পুলিচৰ লোক সিহঁতে নাজানে। চোৰাংচোৱা বিভাগতহে কাম কৰো। কিন্তু আজিয়েই সিহঁতক পুলিচৰ হতুৱাই ধৰাই আনি ঠগাৰ মজাপালি দিম।" কথামতে কাম। ৰামু আৰু তাৰ লগৰীয়াকেইজনক সিদিনাই পুলিচৰ হতুৱাই ধৰি আনিলে। সিহঁতে টকা নি মদৰ শ্ৰাদ্ধ কৰি সহজতে বৈতৰণী পাৰ হোৱা বুলি ভাবিলেও আৰু আমাৰ পৰা ক'ত টকা পায় সেইটো থিৰাং কৰি ল'লেও ভবা নাছিল যে আন এখন ফান্দ আছে। যি নহওক ৰামুহঁত পুলিচৰ হাজোতত।

এই কথা দুনীয়াই শুনি মহা বিমোৰত পৰিল। তাইৰ হাতত টকা-পইছা নাই। কাছাৰীত কি কৰিব লাগে সেইটো ভালকৈ নাজানে। মূঠতে নিৰুপায় হৈ তাই ডাক্তৰখানাত ইটো-সিটোক সুধি উপায় বিচাৰিলে। কম্পাউণ্ডাৰে শুনি ক'লে, "কেৱল বদমাইচি। মই জানো নহয় মেথৰ যি মেথৰেই। পইছাৰ কাৰণে সিহঁতে কৰিব নোৱাৰা কাম নাই। এতিয়া মৰক জেলত পেলি-পচি।"

দুনীয়াই কম্পাউণ্ডাৰৰ মুখত তেনে কথা শুনি উচুপি উচুপি কান্দিব ধৰিলে। বামুৰ স্বভাৱ যেনে মহণ্ডক বামুক যে তাই বৰ ভাল পায়, বামুক এদিন নেদেখিলে তাইৰ মনত কত চিন্তাৰ ঢাউৰি উঠে। তাই কান্দি বহি আছে। এনেতে কম্পাউণ্ডাৰে ক'লে "কান্দিলে হ'ল। যা নিজৰ কাম কৰ। যেনে দুষ্ট অধাইতং ভাল মজাপালি পাইছে। তইঁত জাতে-পাতে সকলোৱে এনে। যা সৌ মালতীৰ কোঠাত হেনো হুগা-মূতা কৰিছে। তত্তালিকে পৰিষ্কাৰ কৰি আহ।" দুনীয়াই কাম কৰিবলৈ অলপো ইচ্ছা নকৰিলেও মালতীৰ কথা শুনি তাই উচাপ খাই উঠিল। তাই তত্তালিকে সেই কোঠালিলৈ গৈ চাফ-চিকুণ কৰিব ধৰিলে। মালতীক যেন তাই কত ভালপায়। হঠাৎ তাইৰ কান্দোনৰ চকুলো দেখি অনন্তই সুধিলে, "দুনীয়া কান্দিছ কেলেই? আস্পাতালত কেৱে বেয়া ব্যৱহাৰ কৰিছে?"

দুনীয়াই নামাতিলে। তাই বেছিকৈহে উচুপি উচুপি কান্দিব ধৰিলে।

কি হৈছে দুনীয়া? জানো এই আস্পাতাল এখন নৰকৰ ৰাজ্য। ইয়াত যিসকল থাকে তেওঁলোকৰ শাসন দণ্ডও ভয়ঙ্কৰ। কিয় তোক কোনোৱে কিবা বকিছে? কাম কৰাত দায় ধৰিছে?

দুনীয়াই একো নামাতিলে। কিন্তু তাইৰ দুগালেৰে দুধাৰ চকুলো বৈ গ'ল।

অনন্তই ক'লে, "ডাঙৰে সৰুৰ ওপৰত প্ৰভুত্ব, ধনীয়ে দুখীয়াৰ ওপৰত কৰা মহতালি, বাপেকে পুতেকৰ ওপৰত কৰা অন্যায় শাসন, ডাঙৰ ককায়েকে সৰু ভায়েকৰ ওপৰত কৰা আধিপত্য আৰু ডাঙৰ বিষয়াসকলে সৰু চাকৰিয়ালৰ ওপৰত কৰা অন্যায় আচৰণ যেন জগতত চলন্ত নিয়ম হৈ পৰিছে। তাৰ ফলত সত্য, ন্যায় সকলো লুকাই পৰি জগতখন এখন মাছভজা খোলা কৰিছে।" সি কৈ গ'ল "তেওঁলোকে মনত অলপো নাভাবে যে তেওঁলোকৰ এটা দুটা কথাই সৰুৰ মনত বা দুখীয়াৰ প্ৰাণত কেনেভাৱে আঘাত কৰিব পাৰে।"

"কিন্তু দুখীয়াসকলেও সদায় আনক প্ৰৱঞ্চনা কৰিবলৈ বা ধনীসকলক ঠগ কৰিবলৈহে বিচাৰে সেইটো জানো আপোনালোকে নাভাবে।" এই বুলি দুনীয়াই আকৌ চকুপানী মচিলে।

দুখীয়াই ঠগ-প্ৰৱঞ্চনা কৰে। কিন্তু কিহৰ কাৰণে? সিহঁতৰ অভাৱ অনাটন গুচাবলৈহে।

সকলো ক্ষেত্ৰতে তেনে নহয়। আজি জগতত অভাৱ-অনাটন নোহোৱা হলে জানো জগতৰ পৰা চোৰ, ডকাইত, ঠগৰ অন্ত হ'ব। কিছুমানৰ স্বভাৱেই যে আনক ঠগি সুখ-সম্ভোগ কৰে। সি দুখীয়াই হওক বা ধনীয়ে হওক।

এৰা দুনীয়া! মানুহৰ প্ৰকৃতি বুজা টান। সকলো আছে তথাপি মানুহৰ মনে বিচাৰে আৰু লাগে, তাৰ কাৰণে নৰহত্যা, ডকাইতি চোৰ কৰিবলৈকো পিচ নুহুহকে। আকৌ কিছুমানৰ একো নাই তথাপি কেই টকামান হাতত পৰিলে সিহঁতে মদ পি উৰুৱায়।

দুনীয়াই ক'লে, "বামু বৰ বেয়া। কিন্তু কি কৰিম, তাৰ যে সৰুৰে পৰা তেনে স্বভাৱ। পালেই সকলো উৰুৱায়। সুবিধা পালেই লোকক ঠগে। কিন্তু তাক জানো তাৰ এই দুঃস্বভাৱৰ কাৰণে জগতে ক্ষমা কৰিব নোৱাৰে?"

দুঃস্বভাৱৰ কাৰণে ক্ষমা কৰিলে তাৰ তেনে স্বভাৱ আৰু বেয়াৰ পিনে গতি ল'ব। চোৰক আইনৰ দ্বাৰা শাস্তি নিদিলে যে চোৰে আসে পাই সকলো লুটি পুটিহে নিব। সেয়ে জগতত আইন কানুন ধৰ্মৰ আলম, নীতিবাদৰ নানা কথোপকথন।

"বামু বৰ বেয়া। কিন্তু তাক জেলত দিলে কি লাভ হ'ব? সি জানো জেলত ভাল হ'ব? মই দেখিছো কে'বাজনো জেলৰ পৰা ওলাই আহিছে, কিন্তু সিহঁত আগতকৈয়ো বেয়াহে হৈছে। আগেয়ে জেল বুলি ভয় কৰি যিবিলাক কৰিবলৈ সাহ নকৰিছিল সেইবোৰ কৰে। এতিয়া সিহঁতে কথাই কথাই কয় কি কৰিবি? জেলত দিবি? জেলতো আমাৰ ঘৰৰ স্বৰূপ। কেইবাৰ জেল খাটিলো। জেললৈ আৰু ভয় কি?"

এৰা দুনীয়া তোৰ কথা সঁচা। জেলৰ পৰা ওলোৱা মানুহে এখৰ ভিতৰত নিৰাশ্ৰয়জনে আগতকৈ বেছি দুৰ্দান্তহে হয়। সিহঁতৰ মুখৰ আঁৰ-কাপোৰ নোহোৱা হৈ

সকলো পাপ, সকলো বেয়া আচৰণ কৰিবলৈ সাহস পায়। বাৰু ৰামু, ৰামু যে কৰিছ; ৰামু কোন?

ৰামু মোৰ ঘৰৰ গিৰিহঁত। সি আজি জেলত।

জেলত? কিয়?

কাৰোবাৰ টকা ঠগ কৰি আনিছে। পুলিচে তাক ধৰি নিছে। কিন্তু ৰামু যিমানেই বেয়া নহওক, ৰামু নহ'লে মোৰ অলপো ভাল নালাগে।

টকা কোনে ঠগ নকৰে মই ভাবি নেপাওঁ। বেপাৰীয়ে টকা জমায় কিনোতাক ঠগি। ধনীয়ে টকা কৰে দুখীয়াক মাৰি। মন্ত্ৰী-মেম্বৰে টকা কৰে তেওঁলোকৰ চৰা দৰমহা ন্যায় প্ৰাপ্য বুলি। আকৌ আনবোৰৰ কথাহে নকওঁ; ব্লেকমাৰ্কেটাৰ, দুৰ্নীতি পৰায়ণলোক, চোৰ, লম্পট, ডকাইত এইবোৰকতো সমাজে দেখাদেখিকৈ দোষ দি থৈছে। টকাই যেন জগতখন দুৰ্নীতিপৰায়ণ কৰিছে। আনকি টকাৰ কাৰণে সাধাৰণ খেতিয়ক চহা লোকেও বাৰীৰ শাক-পাচলি বা খৰি কটীয়াই খৰি কে'ডালো বেচি দামত বিকি জগতখন এখন মাছ ভজা খোলা কৰি দুৰ্ভিক্ষ, অনাটন, আকালৰ বিকট মূৰ্তিৰ সৃষ্টি কৰিছে।

আন বস্তুৰ দাম হ'লে দুখীয়া খেতিয়ক বা আন ইতৰ লোকে বস্তু বেহানিৰ দাম নকৰি উপায় কি?

বুজিছ দুনীয়া, সাধাৰণ খোৱা বস্তুৰ বেহা-বেপাৰ কৰে সাধাৰণ লোকে। গতিকে সাধাৰণ লোকসকলে ঘৰত হোৱা বস্তুবোৰৰ দাম সস্তা কৰিবলৈ দিনচেৰেক মন বান্ধিলে সকলো বস্তু সস্তা হ'ব।

কিন্তু তেওঁলোকে কাপোৰ-কানি বা আন লাগতিয়াল বস্তুবোৰ কেনেকৈ পাব? তেওঁলোকে যে সেইবোৰ কিনিব নোৱাৰিলে জুৰুলা-জুপুৰা হ'ব।

"সাধাৰণ চকুৰে চালে সেইটো জল-জল পট্-পটকৈ দেখিবি, কিন্তু অলপ গভীৰভাৱে ভাবিলে দেখিবি কথা ওভোতা। সাধাৰণক লাগে খোৱা বস্তু, আৰু গাত মেৰুৱা কাপোৰ-কানি। কিন্তু সেইবোৰ যদি নিজে কৰিবলৈ চেষ্টা কৰে তেন্তে বজাৰৰ দামৰ লগত তেওঁলোকৰ সম্বন্ধ নোহোৱা হ'ব। আমপিনে সেইবোৰ বস্তুৰ দাম সস্তা হ'লে তেওঁলোকৰ ওপৰত নিৰ্ভৰ কৰা লোকসকলোৱে সকাহ পাব। তদুপৰি আন আন বস্তুৰ দাম কমাবলৈ গৱৰ্ণমেণ্টক লাগিপৰি ধৰিব পাৰিব। বাৰু যাওক, আমি যিমানেই আদৰ্শবাদী নহওঁ জগতখন সোঁত আপোন মনেৰে চলিব। সাধাৰণ লোকসকলেও লাগতিয়াল বস্তুবোৰ ঘৰতে কৰিবলৈ মন মেলেমেলে; আকৌ বাইজৰ গৱৰ্ণমেণ্ট হ'লেও বাইজৰ উপকাৰতকৈ জনসাধাৰণ বা নিজৰ স্বাৰ্থ ৰক্ষাৰ কাৰণেহে ব্যাকুল। বাৰু, সেইবোৰ যাওক, পিছে ৰামুক জেলৰ পৰা উলিয়াবলৈ উপায় কি পাতিছ?"

মই তিৰোতা মানুহ। মই সেইবোৰৰ কি উপায় কৰিম? মই জানো ভাত মাছ খাব আন কি জানো? দুসাজে ভাতকেইটা পালে আৰু কাষত ল'ৰা-ছোৱালী দুটা আৰু ৰামু থাকিলেই মোৰ আনন্দ।

এৰা এয়ে সাধাৰণ লোকৰ অৱস্থা।

কিন্তু বিধিয়ে তাভো বিধি-পথালি দিলে।

আমি সৃষ্টি কৰিম আমাৰ বিপদ; আমি গঢ়িম আকাল-অনাটন, আমি আনিম মহাৰণ কিন্তু দোষ দিম নেদেখা নুশুনা বিধিক বা ঈশ্বৰক। পিছে এটা কথা মোৰ লগত কাছাৰীলৈ ব'ল। ৰামুক উলিয়াই আনিব পাৰোনে চাওঁগৈ।

আপুনি যদি মোক সহায় কৰে কৰিব পাৰে। নহ'লে মই তিৰোতা মানুহ। মোৰ উপায় ক'ত আছে? বুধিয়েবা কোনে দিব?

আমাৰ এশজনৰ ভিতৰত আশীজনে তেনে ধৰণৰ। তোৰ কথা কি কম, কাছাৰীৰ আওভাও মযো নাজানো। আমি বি, এ, লৈ পঢ়িছো। কিন্তু পঢ়া কিতাপত থকা বিষয়ৰ বাহিৰে আন একো নাজানো। তথাপি কাছাৰীত মোৰ এজন উকিল বন্ধু আছে। তেওঁৰ লগত কথা-বতৰা হৈ কি কৰিব লাগে কৰিম।

আপুনি মোৰ আই-বোপাই। এনে বিপদত ৰক্ষা কৰিলে কৰিব পাৰে। নহ'লে মোৰ উপায় নাই।

দহৰজাত কথামতে অনন্ত আৰু দুনীয়া কাছাৰীলৈ গ'ল। অনন্তই ইমান দিন পঢ়িয়ে আছিল। তাৰ পাঠ্য-পুথি আৰু বাহিৰা কিতাপবোৰত পোৱা নানা আদৰ্শৰ ৰাজ্যতে সি বিচৰণ কৰিছিল। আকৌ পঢ়া শেষ কৰি নিজৰ স্বাৰ্থলৈ অলপো নভাবি দেশৰ আৰু দহৰ ভাল কৰোঁ বুলি আৰু ছবি আদি শিল্পকলাৰ

উন্নতি সাধন কৰোঁ বুলি সি আদৰ্শ-জগতত্তে ঘূৰিছিল। সি সমূলি মোল নাপাইছিল কাহাবী কি? সি সমূলি নাজানিছিল ধৰ্মৰাজ্য আৰু ন্যায় বিচাৰালয়ৰ নামত আন এখন কি নৰক-ৰাজ্য আছে। সি নাজানিছিল য'ত শত শিক্ষিতলোকৰ মিলন-মন্দিৰ তাত এখন স্বাৰ্থৰ কি বহল ৰাজ্য। তাত উচ্চ শিক্ষিত হাকিম আছে, উকিল আছে, আমোলা-মহৰী আছে আৰু কত কি আছে। সকলোৱে ন্যায় সুবিচাৰলৈ হামৰাও কাঢ়িছে। কিন্তু প্ৰতি পদতে কত দুৰ্নীতি, কত স্বাৰ্থৰ টনাটনি, সুবিচাৰৰ ঠাইত কত অবিচাৰৰ মহামেলা চাই মানুহে আচৰিত হ'ব লাগে। শিক্ষাৰ আদৰ্শ কি বীভৎসতাত পৰিণত হৈছে। যিনহওক অনন্তই তেওঁৰ বন্ধু সাগৰক লগ পাই দুনীয়া আৰু ৰামুৰ সকলো কথা কলে। অনন্তই দুনীয়াৰ কথা যেতিয়া কৈছিল তেতিয়া সাগৰৰ চকু অনন্তৰ পিনে নপৰি পৰিছিল দুনীয়াৰ মুখলৈ। সাধাৰণ মেতৰণী যাক চুলেও চুৱা যায়, যাৰ কাষ চাপিবলৈকো শতবাৰ ভাবিব লাগে; সেই জাতিৰ তিৰোতাবো সৌন্দৰ্য থাকিলে সেই সৌন্দৰ্যই যে জগতৰ সকলো আভিজাত্য বা নিকপকপীয়া জাতিৰ লোকৰ চকুকো আকৰ্ষণ কৰে বা সুবিধা পালে জাতি অভিমান দূৰৈত পেলাই আনন্দ উপভোগ কৰিবলৈ মন মেলে, ইও সভ্য জগতৰ জনাশুনা লুকাভাকু খেলা। অনন্তই কৈ থাকোতে সাগৰে হাঁহি কলে, "মেতৰ-মেতৰণীৰ কথা, তাত তুমি সোমালা কিয়? নে দুনীয়াৰ ৰূপ-সৌন্দৰ্যই তোমাকো টানিছে?"

ছিঃ তেনে কথা কিয় কোৱা? মানুহৰ ৰূপ-সৌন্দৰ্যতকৈও আৰু কিবা থকা বুলি নাভাবানে।

বুজিছা অনন্ত, জগতত বহু আদৰ্শবাদী আছে। বহুত কিতাপত ধৈৰ্য, সংযমৰ কথাও পঢ়িছো, বহু জ্ঞানগৰ্ভৰ কথাও শুনিছো। কিন্তু এটা কথা অৰ্থাৎ সৌন্দৰ্য ৰূপ-মোহত ভোল নোযোৱা লোক অতি কম আছে বুলিহে মোৰ বিশ্বাস।

"বাৰু তোমাৰ বিশ্বাস এৰা। তাই বৰ দুখত দুখী, এনেবোৰ উপলুঙা কথাই তাইৰ মৰ্মস্থলত আঘাত কৰে। বুজিছা সাগৰ, সকলো সময়তে সকলো কথা কোৱা বৰ আপচু।" এনেবোৰ কথা সাগৰ আৰু অনন্তই কৈ থাকোতে দুনীয়াৰ কি হৈছিল সেইটো সহজে অনুমান কৰিব পাৰি। তাই মনে মনে ভাবিছিল ইমান শিক্ষিত লোকসকলে কেনেকৈ মুখৰ লাগবান্ধ নোহোৱাকৈ এনেবোৰ কুৰুচ কথা ক'ব পাৰে? তাই ভাবিছিল শিক্ষিত সভ্য লোকসকলৰ কি লাজ-হুকম বোলা বস্তু নাই? বিশেষতঃ অনন্ত হেন বিজ্ঞ, দয়ালু লোকক তাইৰ ৰূপ-সৌন্দৰ্যলৈ আনে টনাটনি কৰোতে তাইৰ মনত বিষম যেন লাগিছিল। সাগৰে অনন্তক ক'লে, "কি পাতিছা তুমিহে জানা। পিছে মোকৰ্দমাৰ যে কথা কৈছা সেইটো বৰ সহজ। ৰামুৰ কাৰণে জামিন হ'বলৈ দৰ্খাস্ত দিলে বা এজন জামিন যোগাৰ কৰিব পাৰিলে তাক এতিয়াই মুকলি কৰি আনিব পাৰিম।"

পিছে মেতৰৰ জামিন কোন হ'ব? এই দুনীয়া তহঁতৰ কোনোবা জামিন হ'ব পৰা লোক আছে?

জামিন কি দুনীয়াই নাজানে। তদুপৰি সাগৰৰ উক্তিবোৰ তাই সমূলি ভাল পোৱা নাছিল; গতিকে তাৰ কথাৰ উত্তৰ দিবলৈ তাই মুখ তুলিব নোৱাৰিলে। এনেতে অনন্তই কলে, "আন জামিন ক'ত পাব? বাৰু ময়ে হ'ম।"

তুমিয়ে জামিন হ'বানে? তেন্তেতো ভাল কথাই। কিন্তু ভৈয়াই আমাকো ভাগ দিব নাপাহৰিবা। তুমি নিজে জামিন হ'বলৈ ওলাইছা যেতিয়া কথা বহুতো দূৰলৈ গৈছে। আমি নুবুজা নহয়। বাৰু ৰবা, সৌৱা মহৰী আহিছেই। হেৰা কেদাৰ, এখন জামিননামা আৰু জামিনৰ দৰ্খাস্ত লিখি আনা। যোৱা, তেওঁৰ পিছে পিছে যোৱা, সকলো ঠিক কৰি দিব। মোৰ আন এটা মোকৰ্দমাত জেৰা সুধিব লগা আছে। এতিয়াই আহিম। যাওঁতে দেখা নিদিয়াকৈ নাযাবা।" তেওঁলোক মহৰীৰ পিছে পিছে গ'ল।

মহৰীয়ে সুধিলে "কিহৰ জামিন?"

অনন্তই সকলো ভাঙি কলে।

"অ' সহজতে হ'ব। পিছে এটা কথা জামিননামা, দৰ্খাস্ত, আমোলা আৰু পুলিচ, দাৰোগা আদিক দিবলগীয়া ধন আটাইখিনি মিলি ডেৰকুৰিমান টকা লাগিব। জানাই নহয়, মোকৰ্দমা মানে টকৰ্দমা। তাতে

জামিনত খালাচ কৰি অনা কথা। দাৰোগাক ভাল ধন নিদিলে আজি নহৈছে।"

অনন্তৰ হাতত ভেতিয়া মুঠতে একুৰি টকাহে আছিল। তাতকৈ বেছি লাগিব বুলি সি ভবা নাছিল।

মহবীয়ে ক'লে, "অৱশ্যে উকিলবাবুৰ চিনাকি লোক যেতিয়া মোক নিদিলেও হ'ব। কিন্তু দাৰোগা, পেস্কাৰ আদিক নিদিলে নহ'ব। চোৱা, দাৰোগাৰ কাষ চপাই টান। হাতত টুপলি দেখিলেহে টোপোল্লাই নাচে। চাবাচোন এতিয়াই তেওঁৰ মূৰ্ত্তি" বুলি দাৰোগাৰ কাষ চাপিল।

বোলো দাৰোগাবাবু, সেই মেত্তৰবোৰকইজনক ধৰি আনিছে যে, তাৰে এজনক জামিনত খালাচ কৰিব লাগে।

"নাম কি?" অৱশ্যে দাৰোগাই মেতৰ বোলোতেই কি মোৰ্কৰ্দমা বুজিছে। কিন্তু নজনাৰ ভাওধৰি কলে, "নাম নহলে মোৰ্কৰ্দমা চাব পাৰোনে? নাম কি?"

অনন্তই ক'লে, "ৰামু"

তোক কোনে সুধিছে? বৰ কথা ক'ব পাৰ যদি খালাচ কৰিবলৈ মোক কিয় লাগে?

অনন্তই দাৰোগাৰ কথা শুনি লাজ পালে। কিয়নো এনে ব্যৱহাৰ তাৰ জীৱনত কাহানিও কাৰো পৰা পোৱা নাই। তাৰ মনত ভয়ঙ্কৰ খং উঠিলেও খং মনতে ৰাখি মনে মনে ৰ'ল। কিয়নো সি জানে আজি সভ্য জগতত খেৱা চাই লাঙি চলাব নাজানিলে সকলোপিনে বিপাক।

বিশেষতঃ এই সময়ত দাৰোগাই সৰ্বপ্ৰধান।

এনেতে মহবীয়ে কলে, "ভেতিয়াই কৈছো নহয় ধন নহ'লে কাম নহয়।"

অনন্তই উপায় নাপাই মহবীক দূৰলৈ মাতি আনি তাৰ হাতত থকা একুৰি টকা দি ক'লে এয়ে মোৰ হাতত আছে। ইয়াৰে যি পাৰা কৰা। মহবীয়ে ক'লে, "দেখিছাই নহয় তেওঁৰ উগ্ৰমূৰ্ত্তি। অলপতে ক'ত সন্তোষ হ'ব? ইপিনে আকৌ কেইটকামান দৰ্খাস্ত আনিতো লাগিব। আকৌ পেস্কাৰ বাবুতো আছেই।"

কি কৰিম মোৰ হাতত যে আৰু নাই।

যাক চাওঁ কি কৰিব পাৰো।

অনন্তই এনে কাণ্ডবোৰ দেখি যেন এতিয়াই ভাবপৰা শুচি আছে। কিন্তু কি কৰিব? বেচেৰী দুনীয়াৰ কথা ভাবি সি যেন সকলো সহিব পাৰে এনে ভাব ল'লে। আজি তাৰ নিজৰ এনে ঘটনা হ'লে হয়তো তাতে দাৰোগাক দূৰৰ পৰাই আহিলহেঁতেন। নাইবা আন অঘটন ঘটালেহেঁতেন। কিন্তু তাৰ এনেৰ কথাত হয়তো দুনীয়াৰ আৰু বহুতো বেয়া হ'ব পাৰে; এই ভাবি সি ভিজা মেকুৰীয়ে হৈ থাকিল। কিন্তু তাৰ মনত কাছাৰীৰ সকলো মানুহৰ ওপৰত যেন এটা মহা বিৰক্তিৰ ভাব হ'ল। তদুপৰি ভাব হ'ল, "এয়েনে ৰক্ষকৰূপ ভক্ষক? ইহঁতকে আমি শান্তিৰ ৰক্ষক কৰি, আপদ বিপদৰ সহায়কাৰী কৰি, ইহঁততে সকলো বিশ্বাস থাপি, দুৰ্নীতি অত্যাচাৰৰ অন্তকাৰী বুলি ভাবি গৱৰ্ণমেণ্টে সুন্দৰভাৱে চকু মুদি আছে।

যি নহওক মহবীয়ে যি নকৰক অনন্তই আৰু এই পাষণ্ড আচৰণৰ লোক দাৰোগাজনৰ কাষ চাপিবলৈ ইচ্ছা নকৰিলে। আনকি কাছাৰীৰ ভিতৰত আৰু যা কোন কোন লোক আছে, এই কথা ভাবি তাত সোমাবলৈকো তাৰ মনত আশঙ্কা হ'ল। সি গছ এডালৰ তলতে থিয় হৈ থাকিল আৰু মহবীক ক'লে, "যোৱা, তুমিয়ে যি পাৰা কৰাগৈ। মোৰ সেইবোৰৰ ওচৰ চাপিবলৈ ইচ্ছা নাই। টকাও আৰু হাতত নাই। যদি সেয়ে নহয় আজিলৈ উভতিয়ে যাব লাগিব।"

এনেতে দুনীয়াই ক'লে, "ৰামুক মুকলি কৰিব নোৱাৰে যদি থাকক। আপোনাৰ বৰ কষ্ট হৈছে। বলক আস্পাতাললৈ যাওঁ।"

দুনীয়াৰ তেনে মৰমলগা কথা শুনি অনন্তই ভাবি ৰ'ল জগত কি বিচিত্ৰ। সভ্যতা, শিক্ষাই জগতক কোনপিনে টানি নিছে? আকৌ অসভ্য, অজাতি, নীচ বুলি যিবোৰক ঘৃণা কৰোঁ সেইবোৰ কিমান ওপৰত আছে। সি অলপ ভাবি ক'লে, "দুনীয়া, ৰামুক মুকলি কৰি নল'লে মোৰ শান্তি ক'ত? তোৰেই বা শান্তি ক'ত? চাওঁচোন কি হয়। যদি সমূলি নহয়েই তেন্তে কাইলৈ আৰু টকা লৈ আহি কিবা উপায় কৰিব লাগিব।"

দুনীয়াৰ চকুলো আপোনা-আপুনি বৈ আহিল।

অনন্তই ভাবিলে ৰামুৰ মুক্তিৰ আশা নেদেখি তাই কান্দিলে; কিন্তু দুনীয়াৰ চকুলো বৈছিল অনন্তৰ পৰৰ কাৰণে অনুভৱ কৰা অন্তৰ দেখি। এনেতে মহৰীয়ে আহি ক'লে, "ৰবা, মাজি কৰাইছোঁ। পেস্কাৰকো দিহা লগাইছোঁ। যোলে যদ নাপালে কথাকে ক'ব নোৱাৰি। এতিয়া দৰ্খাস্তখন ততাতৈয়াকৈ লিখি আনো" বুলি সি নকলনবিছক আনপিনে গতি কৰিলে। অলপ পিছতে এখনি দৰ্খাস্ত লিখি টিকট লগাই অনন্তৰ চহী ল'লেহি।

অনন্তই ক'লে, "তুমি বৰ কষ্ট কৰিছা। সেইবোৰৰ ওচৰ চপাও এটা মহাসমস্যা।"

কি কৰিবা, আমি নহ'লে নোৱাৰো। মক্কেলে সেইবোৰ নুবুজে। উকিলে ওপৰে ওপৰে টকা পায়। আমি যে কি লটিঘটি হ'ব লাগে আমিহে জানো বুলি সি আকৌ নৰা-টপৰাকৈ গ'ল। দাৰোগাৰ ওচৰ পাই ক'লে, "কি কৰিব দাৰোগাবাবু, যেতৰ মানুহ জানেই দেখো বেটাইতৰ খাবলৈ ভাত নাই। টিঙত পানী খায়। তথাপি কোনোমতে টানিধুহি টকা দুটা আনিছোঁ। তাকে লওক। কি কৰিব বাৰি-মাটি কোৰাই-খোৰাই যি পালা।" দাৰোগাই হাঁহি মাৰি "বাৰু দিয়া, বেটাইতৰ, নাই চাল-বাকলি মদ খায় তিনি টেকেলি" বুলি টকা দুটা হাতত লৈ ততালিকে ৰিপোৰ্ট দেখুৱাই সোনকালে জামিনৰ কাকত আনিবলৈ দিলে। পিছত যি কৰিবলগীয়া সকলো কৰি হাকিমৰ হুকুম লৈ ৰামুক খালাচ কৰি দিলে। মহৰীয়ে ৰামুক লগত লৈ আহি কোনোমতে ৰক্ষা পৰিল। "টকা কিন্তু আৰু কেইটামান লাগিছিল। কি কৰিবা, কোনোমতে কাকুতি-মিনতি কৈহে মুক্ত কৰিলোঁ। বাৰু মোক একো নালাগে। উকিলবাবুৰ চিনাকি মানুহ। মই আন মোকৰ্দমাৰ খোজ-খবৰ কৰিবলৈ যাওঁ" বুলিয়েই বেগাই খোজ ল'লে।

যি নহওক অনন্তৰ টকা যেয়ে নাযাওক, কোনোমতে যে ৰামুক মুক্ত কৰিব পাৰিলে আৰু অফিচৰ ভিতৰলৈ গৈ লটি-ঘটি খাব নালাগিল তাতে অনন্তৰ আনন্দ। মুঠতে কাছাৰীৰ অভিজ্ঞতাই অনন্তৰ মন শিক্ষিত সমাজৰ ওপৰত বিষাক্ত কৰি তুলিলে। অনন্তই ইমান দিনে শুনি আহিছিল মৃত্যুৰ পিছত এখন নৰক ৰাজ্যৰ বিভীষিকাৰ কথা। কিন্তু সেইটো সি সমূলি বিশ্বাস কৰা নাছিল। কিন্তু আজি সি নৰকতকৈও ভীষণ ঠাই জীৱন অৱস্থাতে নিজ চকুৰে দেখি বিশেষকৈ তেনে ৰাজ্যৰ সৃষ্টিকৰ্তা এই শিক্ষিত সমাজেই বুলি ভাবি অনন্তৰ মনত বৰ্তমান শিক্ষাৰ ওপৰত এটা তিতা ভাব উপজিল। সি ৰামুক একো নক'লে। ক'বই বা কি? ৰামুৱে শিক্ষা পোৱা নাই, সমাজ দেখা নাই, কোনো ভাল কিতাপ পঢ়িব পৰা নাই, গতিকে তাৰ মনৰ অৱনতি এই শিক্ষিত দলৰ মনৰ অৱনতিৰ লগত বিজালে সেইটো সমূলি ধৰিব নলগীয়া বুলি তাৰ মনত খেলালে। ৰামুৱে অলপ কেইটামান টকা ঠগিছে, কিন্তু এই শিক্ষিতদলে কত প্ৰকাৰে মুহূৰ্তে মুহূৰ্তে ঠগিব ধৰিছে, কত মেৰ-পাকৰ জাল তৰিছে সি ভাবি বিতত হ'ল। তদুপৰি তাৰ ভাব হ'ল এনেবোৰ লোকেই সমাজত শিক্ষিত জনাবুজা বুলি, ভদ্ৰ, সভ্য বুলি টিৰিলিখিলাই ফুৰিছে। মান-সম্ভ্ৰম পাইছে। ওৰে বাটটো সি একো নামাতি আস্পাতাললৈ আহিল। ৰামুৱেও তাৰ কামৰ কাৰণে বিশেষকৈ পুলিচৰ হাতত ধৰা পৰি লাজ পাই সিও একো নামাতি পিছে পিছে গৈছে। দুনীয়ায়ো অনন্তৰ কামৰ কাৰণে কৃতজ্ঞতাৰ আনন্দত আৰু ৰামুক কোনোমতে মুক্ত কৰি আনিব পৰাৰ কাৰণে কি ক'ব, কি নক'ব ভাবি একো নাপাই অনন্তৰ লগে লগে নামাতিয়ে গ'ল। আস্পাতালৰ কাষ পাওঁতে কম্পাউণ্ডাৰে ৰামুক দেখি দুনীয়াক ক'লে "কি ও। ইয়াক বোলে পুলিচে ধৰি নিছিল। নিনিবই বা কিয়? বেটা পৰক ঠগিবি আৰু মদ খাবি। পুলিচৰ টাঙোন খালিনে নাই? অনন্ত ইহঁতক ক'ত পালাহে? কাম কৰিব লাগে, খাব লাগে, সেয়া নকৰি জুৱাচুৰি।"

অনন্তই কম্পাউণ্ডাৰৰ কথা শুনি মনে মনে ভাবিলে জগতত এনে সৰল সহজ কথাটো, "কাম কৰিব লাগে খাব লাগে" কেইজনে পালিছে? প্ৰায় সকলোৱে যে কাম নকৰাকৈ পৰৰ ওপৰত নিৰ্ভৰ কৰিছে আৰু দেখা ঠগ, নেদেখা ঠগেৰে, লোকে বুজা ঠগ, নবুজা ঠগেৰে, সভ্য ঠগ আৰু অসভ্য ঠগেৰে জগতখন চলাই গৈছে। তাতে কত ৰেঞা-বেপাৰ,

কৰ্মচাৰী, দেশকৰ্মী নাম লৈছে ভাবিলে আচৰিত হ'ব লাগে। তথাপি সকলোৱে ন্যায় অৰ্জন, ন্যায় বিচাৰৰ কথা শতমুখে কৈ ওৰ নাপায়। কম্পাউণ্ডাৰে সুধিলে, "অনন্ত আৰু ক'লৈ গৈছিলা? ইইতক ক'ত পালা?"

কাছাৰীৰে পৰা লগ ধৰিছোঁ।

চাবা, দুনীয়াৰ বৰকৈ লগ ধৰিছা দেখো।

কম্পাউণ্ডাৰৰ সেই কথা শুনি অনন্তৰ বৰ খং উঠিল। কথা চলালি কৰাহে। য'তে যি পোৱা তাকে নকৰা।

এনেতে দুনীয়াই ক'লে, "যেয়ে যেনে তেনেহে ভাবিব পাৰে। আনৰ ভালটো দেখা বৰ কম।"

কম্পাউণ্ডাৰে ক'লে, "যোৱা বেগাই যোৱা, বেমাৰীৰ আজি অৱস্থা বৰ বেয়া। বেমাৰী এবি ঘূৰি ফুৰিলে বেমাৰী ভাল হ'বনে? আজি ভালে থাকিলেহে আশা কৰিব পাৰা।" অনন্তই কম্পাউণ্ডাৰৰ কথা শুনি বেগাই মালতীৰ কাষলৈ গ'ল। ৰামু আৰু দুনীয়ায়ো বেগাই সেই কুঠৰিতে সোমাল।

(১৭)

সকলোৰে মুখত উদাসীন ভাব। যেন কিবা ভবিষ্যত অঘটন ঘটাৰ সম্ভাৱনাত সকলো আকুল। অনন্তই এবাৰ ডাক্তৰৰ মুখৰ পিনে এবাৰ মালতীৰ শেঁতা মুখখনিলৈ চায়। দুনীয়াই খাটখনৰ কাষত বহি যেন কিবা অজান অস্বাভাৱিক ভাবত বিভোৰ। তাইৰ যেন, হৰিণা পহুৰ দৰে চকুজুৰিয়ে অলৰ-অচৰ ভাৱে থিৰ হৈ কেৱল কিবা চাই আছে। যেন চকুজুৰিৰ শক্তি নাই, আনপিনে ঘূৰি কিবা চায়। মালতীৰ মাকে কেৱল কান্দিছে। দুইগালে দুধাৰ লো আপোনা-আপুনি বৈ গৈছে। হঠাৎ ডাক্তৰে ক'লে, "আৰু ভয় নাই! এই বেজিটো দিব পাৰিলোঁ বেতিয়া আৰু ৰক্ষা পৰিব।" যেন শূন্য আকাশত ততালিকে ৰামধেনু উঠিল। সকলোৰে মনে যেন এতিয়াহে ভাবিবলৈ সময় পালে। অনন্তই ক'লে, "আৰু কিবা দৰব কিনি আনিব লাগিব নে?"

নাই আনবোৰ আছে। এঘণ্টা আগেয়ে যেনে অৱস্থা হৈছিল আশা নোহোৱা হৈছিল। অন্তৰৰ হাওফাওৰ অৱস্থা বৰ বেয়া হৈছিল কিন্তু এতিয়া বহুতো উন্নতি হৈছে। এই বেজিটো দিব নোৱাৰিলে ভয় আছিল। কিন্তু এইটো যেতিয়া সহ্য কৰিব পাৰিছে আৰু ৰক্ষা কৰিব পাৰিম।

যি লাগে কৰক মই সকলো যোগাব দিম।

তোমাৰ কি হয়?

অনন্তই এনে প্ৰশ্নৰ উত্তৰৰ নিমিত্তে অলপো সাজু নাছিল। এৰা অনন্তৰ মালতী কি হয়? কিহৰ কাৰণে সি সকলো কষ্ট কৰিছে, ধন-কড়ি ভাঙিছে। আকৌ একো নোহোৱা বুলি ক'লেও কেনে দেখি। অনন্তই ইয়াৰ উত্তৰ দিব নোৱাৰি বিমোৰত পৰাত কম্পাউণ্ডাৰে ততালিকে ক'লে, "কি হ'ব? তেওঁ বেলেগ গাঁৱৰ, এওঁলোক বেলেগ গাঁৱৰ।"

ডাক্তৰে কম্পাউণ্ডাৰৰ তেনে কথা শুনি আচৰিত হ'ল। কিয়নো ডাক্তৰে এই কেইদিন নিজ চকুৰে দেখিছে, অনন্তই কিমান টকা ভাঙিছে, কিমান কষ্ট কৰিছে। আপোনজন নহ'লে এনে কথা কোনোৱে ভাবিব নোৱাৰে। কিন্তু পিছ মুহূৰ্ততে ডাক্তৰে অইন ভাব ল'লে। ভালপোৱাত কি কৰিব নোৱাৰে? জাতি-কুল, ধন-সম্পদ সকলো যে ভাল-পোৱাত উটি ভাঁহি যায়। যি নহওক কম্পাউণ্ডাৰক ক'লে, "বুজিছা কম্পাউণ্ডাৰ, মানুহৰ মনটোৱে ডাঙৰ কথা। মন ডাঙৰ হ'লে আপোন-পৰৰ বিভিন্নতা গুচে। ধন-সম্পদৰ কথা তলত পৰে। দুখীয়ালৈ সহানুভূতি, দয়া কৰা সকলোৰে কপালত নঘটে।"

কম্পাউণ্ডাৰে ক'লে, "এৰা, তাৰ ভিতৰত আকৌ বহুতো কথা। তিৰোঁতাৰ জালিৰ ভিতৰত গুটি থাকে, আকৌ সেই গুটি একোটাৰে একোজোপা গছ হৈ আকৌ কত তিৰোঁতা লাগে।"

তাৰ মানে?

মানে কি হ'ব? মানুহৰ মনটোত ওপজা দয়া সহানুভূতি মৰমৰ গুটিবোৰৰ আচল বা গুৰি ক'ত? আকৌ সেই গুটিবোৰৰ পৰা কি পিপা মেলি কি গছৰ ৰূপ ধৰে সেইটোহে ভাবিবলগীয়া।

ডাক্তৰে কম্পাউণ্ডাৰে কিহলৈ আঙুলিয়াইছে সেইটো সহজতে অনুমান কৰিব পাৰিলে। যি নহওক

কথা ঘূৰাই ক'লে, "বেমাৰী অলপ ভালৰ পিনে গতি লৈছে। কিন্তু এতিয়াও বিপদৰ হাত এৰাব পৰা নাই। সকলোৱে কিন্তু সাৱধানে শুশ্ৰূষা কৰিবা" বুলি ডাক্তৰ আঁতৰ হ'ল। কম্পাউণ্ডাৰে অলপ কিবাকিবি কৰি দুনীয়ালৈ চালে। অৱশ্যে তেতিয়া তেওঁৰ যে বিশেষ কাম আছিল এনে নহয়, কিন্তু দুনীয়াৰ লগত দুষাৰ কথা পাতিব বুলিয়েই সি তেনেকৈ পলম কৰিলে। সি দুনীয়াক ক'লে, "বুজিছ দুনীয়া, তোৰ কাম আজিকালি বৰ বেয়া হ'ব ধৰিছে। আন বেমাৰীবোৰৰ কাষত ময়লাবোৰ পৰি থাকে কিন্তু সেইবোৰলৈ তোৰ মন-কাণ নাই। কেৱল এটা বেমাৰীকে চালে নহয়।"

দুনীয়াই ক'লে, "ক'তা সকলোৰে ওচৰত থকা ময়লাবোৰ চাফ্-চিকুণ কৰিছোঁ দেখো।"

চাফচিকুণ কৰিছ। ব'লচোন লগত ব'ল।- ক'ত কি কৰিছ মই দেখাওঁ। আকৌ মাতিলে লগ নাপাওঁ। তোক মাতিবৰ কাৰণে আৰু এটা পিয়ন ৰাখিবলগীয়াত পৰিছে। এনেকৈ কাম কৰিলে নহ'ব। কাম যাব। ৰামু, তোৰ দুনীয়াৰ মই কাম ৰাখিব নোৱাৰিম। ক'তো একো নকৰে। কাৰো কথা-বতৰা নুশুনে। কেতিয়াবা মাতিলে নাপাওঁ। দিনটো লেউসেউকৈ ক'ত ফুৰিব, কাৰ লগত ফুৰিব তাৰ শুংসূত্ৰ নাপাওঁ। এনেকৈ কাম কৰিব পাৰেনে? আজি দিনটো নাই।

দুনীয়াই ক'লে, "আজি যে কাছাৰীলৈ গৈছিলোঁ।"

কাছাৰীলৈ গৈছিলিনে ক'লৈ গৈছিলি মই সকলো শুনিছোঁ। বোলো চৰকাৰী কামে কাছাৰী-ফাছাৰী নুবুজে। ডাক্তৰ চাহাবে কেইবাৰ আহি তোক নাপায়। ক'ৰবালৈ গ'লে ছুটী লৈ যাব লাগে।

মইতো সেইটো নাজানো। মইতো কাহানিও ছুটী লোৱা নাই।

"নাজানি লোকৰ পিছে পিছে ফুৰিলে কাম থাকেনে? কি কোৱা অনন্ত। চৰকাৰী কাম বুজি-চম্ভালি চলিব লাগে। তুমিয়ে কোৱাচোন তাইৰ কামটো গ'লে তুমিয়ে দিব পাৰিবানে? পিছে ৰামু তোৰটো কাম গৈছে। নতুন মানুহ লৈছে। দুষ্টামি কাম কৰিলে চৰকাৰী কাম নাথাকে।" ৰামুৱে ক'লে, "বাবু আপুনি অনুগ্ৰহ কৰিলে আকৌ দিব পাৰে।"

অনুগ্ৰহ-তনুগ্ৰহ নাই। যেনে মতা তেনে মাইকী, যোৱা যোৰ পাণ্ড যোৰ। বোলে তহঁতৰ কাম দেখি মোৰ অলপো মৰম-দয়া নোহোৱা হৈছে। মই জানো কাম। চৰকাৰী কাম। যিয়ে সেইবোৰ আওহেলা কৰে তালৈ মোৰ মৰম দয়া নাই। এনেয়ে বেতন নিমিলে।

বাবু, আপুনি দয়া কৰিলে কাম........।

দয়া, মায়া নাই। তোৰতো গৈছে গৈছে দুনীয়াৰো কাম থাকে নে নাই ক'ব নোৱাৰো। চাহাবে বৰ অসন্তোষ পাইছে," বুলিয়েই আঁতৰ হ'ল। অলপ নিলগলৈ গৈ ক'লে, "বোলো হালেই যাবিচোন কিবা কৰিব পাৰোনে চাম।"

অনন্তই আগৰ পৰা শুৰিলৈ কম্পাউণ্ডাৰ, ডাক্তৰ দুজনাৰে কথা শুনি আছিল। তাৰ যেন এখন নতুন ৰাজ্যত সোমাইছে। সেই ৰাজ্যৰ আওভাও, কথা-বতৰা, আচাৰ-ইঙ্গিত যেন সকলো নতুন লাগিছে। সি ইমান দিনে কলেজত পঢ়িছিল, খাইছিল, লৈছিল, ফুৰিছিল, পঢ়িছিল, ৰং-ধেমালি কৰিছিল, ইচ্ছামতে কাম কৰিছিল। কিবা বেয়া দেখিলে স্পষ্টকৈ উত্তৰ দিছিল, আপত্তি কৰিছিল, কিন্তু এনেভাৱে আওকথাত সি মনে মনে একো উহ্ আহ্ নকৰাকৈ আপত্তি নকৰা অৱস্থা যেন কেতিয়াও সি অনুভৱ কৰিব পৰা নাছিল। কিন্তু ইয়াত যেন সকলো অন্যায় সি নীৰৱে সহ্য কৰি যাব ধৰিছে, যেন সেইবোৰৰ বিৰুদ্ধে এষাৰ মাত মাতিবলৈ তাৰ মুখত কথা ফুটি নোলায়। কিন্তু তাৰ কাৰণে যেন সি হিয়া গুমৰি গুমৰি মৰিব লাগে। ইয়াৰ কাৰণ কি? কিহৰ কাৰণে তাৰ এনে দুৰ্বলতা। সি ভাবিলে জানো কিবা স্পষ্ট আপত্তি জনালে মালতীৰ কিবা অন্যায় হয়, ডাক্তৰে-কম্পাউণ্ডাৰে ভাল চিকিৎসা নকৰে, জানো তাৰ কিবা কথাত বেয়া পাই দুনীয়াৰ অনাহকতে কিবা অন্যায় কৰে, এনেভাৱে তাক দুৰ্বলতকৈও দুৰ্বল কৰিছে। সি যেন আজি এই দুটাৰ কাৰণে সকলো সহি যাব পাৰে। তাৰ যেন স্বাভাৱিক প্ৰকৃতিৰ লৰ হৈছে। হঠাৎ সি মালতীৰ মুখলৈ চালে। সেই মুখখনিৰ মাধুৰী কথা সি আজি দিনচেৰেক শুনা নাই। প্ৰতিক্ষণে মালতীৰ বেয়া অৱস্থাহে দেখিছে। সি সেই শেঁতা

মুখখনিত যেন অপৰূপ ভাবা পালে। সি যেন দেখিলে মালতীৰ তেজহীন চকু ঘূৰিয়ে তাৰ মুখৰ পিনে থৰহৈ চাই আছে। সি মালতীৰ পিনে থৰ হৈ চাই ৰ'ল। তাৰ যেন ভাব হ'ল মালতী আৰু দুনাই ভালহৈ আগৰ দৰে কথা-বতৰা কোৱা অসম্ভৱ। সি যেন ভাবিলে মালতীক মৃত্যুৰ কৰাল বদনে লাহে লাহে গ্ৰাস কৰিব ধৰিছে। সি যেন ভাবিলে জীৱনৰ পিছত মৃত্যু হয়। কিন্তু মৃত্যুৰ পিছত মানুহৰ কি হয়? সঁচাকৈ কিবা আত্মা আছেনে? সৰগ নৰক আছেনে? পাপ-পূণ্যৰ বিচাৰ আছেনে? পিছৰ জনমত আগৰ ভাল-পোৱা, স্নেহ-মৰম আপোন-পৰৰ কিবা সম্বন্ধ আছেনে? পৰজনমত আপোনাৰ ভাল-পোৱাজনৰ লগত আকৌ মিল হয়নে? কিন্তু তাৰ যেন ভাব হ'ল মিছা, যি ছাই হৈ যাব সেই ছাই ভস্মৰ আকৌ মিলন ক'ত, ভাব ক'ত সৰগ নৰক ক'ত? সি যেন ভাবিলে মিছা এইবোৰ শাস্ত্ৰৰ কাহিনী, কল্পনাৰ সাগৰ। মৃত্যু যি সেইয়া চিৰমৃত্যু। জীৱনৰ লগত তাৰ সম্বন্ধ নাই। এনেবোৰ অলীক ভাবসাগৰত উটি-বুৰি জীৱনৰ কাম তুচ্ছ-তাচ্ছিল্য কৰি পৰজন্মত সুখ-শান্তিলৈ ভবা কেৱল মূৰ্খৰহে কথা। দৈহিক সুখ আনন্দ, সুস্থতাৰ কথা নাভাবি আত্মাৰ সুখ-শান্তিৰ কথা ভবা মৰুভূমিৰ মাজত মৰিচীকা বিচৰা। সি ভাবিলে মালতীয়ে এবাৰ চকু মুদিলে আৰু ইহজগতৰ লগত তাইৰ একো সম্বন্ধ নাই।" এনেবোৰ কথা ভাবি থাকোতে থাকোতে ৰাতি গভীৰ হৈ আহিল। কিন্তু যেন সি আজি তাৰ পৰা অলপো লৰিবলৈ ইচ্ছা নাই। আনকি তাৰ ভোক-পিয়াহলৈকো অলপো মন নাই। সি যে ৰাতিপুৱাই একো নোখোৱা-নিমিলাকৈ দুনীয়াৰ কাৰণে কাছাৰীলৈ গৈছিল। এতিয়া এই দুপৰ নিশা হ'লহি কিন্তু তাৰ পেটত যেন আজি ভোক-পিয়াহ নাই। সি অনন্ত ভাৱনাতে মুগ্ধ হৈ থাকিল। তাৰ প্ৰতিক্ষণে ভাব হ'ল যেন মালতীৰ শেষ মুহূৰ্ত অতি ওচৰত। জীৱনৰ শেষ মুহূৰ্ত কেনেকৈ অন্ত হয় যেন সি সেই ক্ষণকে চাই আছে। জীৱনৰ পিছত মৃত্যু ই কেনে অৱস্থা! সি যেন মনত কল্পনাৰ তুলিৰে নানা চিত্ৰ অঁকিব ধৰিছে। মাজে মাজে ভাব হৈছে যাব কিন্তু ভোৱাৰ আগেয়ে তাৰ মনত কিয় এটা পাহৰিব নোৱৰা, এৰিব নোৱৰা পুৰণি স্মৃতি তাৰ অন্তৰ হিয়াত এৰি যায়?

(১৮)

মালতীৰ বুঢ়া বাপেকে আজিও ঘৰ-বাৰী ৰাখি আছে। কিহৰ আশাত সি এনে বুঢ়া কালতো হাল বাইছে, ধান ৰুইছে, খেতি কৰিছে, মৰাপাটৰ আঁহ কাঢ়ি মৰাপাট গাঁঠি বান্ধিছে। গৰুৰ গাখীৰ খীৰাইছে। গৰুৰ আলপৈচান ধৰিছে। দুটা বন্ধা-বঢ়া কৰি গধূলিয়ে হওক বা দুপৰ বাতিয়ে হওক দুটা খাইছে। আহৰি সময়তে চাকিগছা লগাই কীৰ্তন-দশমখন পঢ়িছে। সি মাজে মাজে মালতীক মাতে, "মালতী, চাকিগছা নুমাই, শলিতাডাল বঢ়াই দেচোন। অলপ তেল আনচোন।" আকৌ তাৰ মনত পৰে "ক'তা মালতীতো নাই।" মালতীৰ কথা মনত পৰিলে তাৰ চকুযুৰিত আপোনা আপুনি দুধাৰ চকুলো বৈ আহে। আকৌ যেন সি দশম কীৰ্তনৰ কথাবোৰ মনত কৰি কোন কাৰ, কিয় মায়া, মোহ, বিষয়, বিষধৰ ইত্যাদি কথা ভাবি নিজে শলিতাডাল বঢ়াই সি আকৌ কীৰ্তনখন পঢ়িব ধৰে। সি দিনত আহৰি সময়ত গাঁৱৰ ল'ৰা-ছোৱালীবিলাকক মাতি আনি তাৰ বাৰীত হোৱা আম, কঁঠাল, লেতেকু, জাম ভগাই দিয়ে। গাখীৰ খীৰাই তালৈ অলপ গাখীৰ ৰাখি বাকীখিনি ল'ৰা-ছোৱালীবিলাকক গাখীৰ পিব দিয়ে।

গাঁৱৰ ল'ৰাবিলাকে তাৰ মৰম-যেথাত সকলোৱে "আতা" বুলি মাতে। সি হাল বাই উঠি লৰালৰিকৈ গা তিয়াই আহি শুকু প্ৰসাদ কৰি দুই-এক অধ্যায় কীৰ্তন বা দশম পঢ়ি ভাতকেইটা ৰান্ধি কেতিয়াবা এটা ভীমকল মোহাৰি, কেতিয়াবা দুডাল পুই-শাক জাল দি তাৰ খোৱাৰ অন্ত কৰে। সিদিনাও সি খাই অতাই তামোলখন খুন্দনাত খুন্দিব ধৰিছে। এনেতে এজাক ল'ৰা-ছোৱালী আহি বাহিৰৰ পৰা মাত দিলে "আতা-আতা।"

সি ভিতৰৰ পৰা মাত দিলে "ৰ' কণহঁত তামোল-চালি খাই গৈছোঁ" বুলিয়েই লৰা-ঢপৰা কৰি তামোলখন খুন্দি খাই চোতাললৈ ওলাই আহিল।

ল'ৰাজাকে সুধিলে, "আতা, মালতী বাইদেউৰ বাতৰি কি?" মালতীৰ নাম শুনিয়ে বুঢ়াৰ গোটেই গা শিঁয়ৰি উঠিল। কেৱে কিবা বেয়া বাতৰি দিছেনে? সি ক'লে, "তহঁতে কিবা শুনিছনে? মই আজি কে'বাদিনো একো চিঠি-পত্ৰ পোৱা নাই। কোনোবা গুৱাহাটীৰ পৰা আহিছেনে ক'ব পাৰ?"

ল'ৰাজাকে ক'লে, "নাই আতা, আমি ক'ব নোৱাৰো।"

তহঁতেনো এই ভৰ দুপৰীয়াখন ক'লৈ জাক বান্ধি ওলাইছ? ৰ'দে ৰ'দে টিঘিল খিলাই ফুৰিলে গা অসুখ কৰিব।

আমি ক'তো নাযাওঁ আতা। আমি ইয়ালৈহে আহিছোঁ।

বাৰু বহ। কৰ্দৈ গছত বহুতো কৰ্দৈ পকিছে। তহঁতে সেই জলকীয়া গছৰপৰা কে'টামান জলকীয়াও ছিঙি আন। মই কৰ্দৈ কেটামান পাৰি আনো।

হাকোটা দাখন দিলে দেখোন আমিয়ে পাৰিব পাৰোঁ।

"অঁ অঁ পাৰিব পাৰ? পিছে হাকোটা দা উভতি কাৰো গাত পৰি কটা-ছিঙা হ'লে তেতিয়া বাপেৰ-মাৰে জগৰ ধৰিব বুঢ়াক। বুঢ়াইহে ল'ৰাইকত আসৈ দি এনে কৰিলে। তহঁতে কৰ্দৈ পাৰিব নালাগে। মই নিজে আনি দিওঁ। সৌ জলকীয়া কে'টামানকে আন। বৰ মিঠা কৰ্দৈ কিন্তু, বুলিয়েই বুঢ়া আপে কৰ্দৈৰ ওচৰ পালে। ল'ৰাজাকে কিৰিলি মাৰি জলকীয়াৰ কাষ পাই কে'বাটাও ৰঙা পৰি থকা জলকীয়া ছিঙিলে। জলকীয়া ছিঙোতে হেতা-ওপৰাত সিহঁতৰ মাজত কাজিয়াও লাগিল। এজনে ক'লে, "মই ছিঙিব ধৰোঁতেই তই তভাতৈয়াকে কিয় ছিঙিলি? হাৰামজাদা।"

আনজনে ক'লে "হাৰামজাদা নুবুলিবি ঐ কুকুৰৰ পো।" কথাতে কথা বাঢ়ি গ'ল। হুতাহুতি হব ধৰোতে বুঢ়াই হাতত কেটামান কৰ্দৈ লৈ আহি "হোঁ, হোঁ যেয়ে আগেয়ে লৰি আহিব সি দুটা বেছি পাব।" আটাইবিলাক ল'ৰাই বুঢ়াৰ পিনে লৰ দিলে। যিজন ল'ৰাই আগেয়ে বুঢ়াৰ কাষ পালে তাক দুটা বেছি দিলে। ল'ৰাজাকে তভালিকে কৰ্দৈ লৈ তেতিয়াই খাব ধৰিলে। "ৰ ৰ তেনেকৈ নাখাবি। আটাইবিলাক লগ কৰি কুট। তাৰ পিছত জলকীয়া, লোণ সানি জুতি কৰি খা এ খায়ে শেষ কৰিবি দেখোন। বাৰু জলকীয়া কেইটা থ চকুৰে-মুখে ধৰিব। মই আকৌ কৰ্দৈ আনোগৈ। এইবাৰ কিন্তু আটাইবোৰে কাটি একেলগে সানি খাব লাগিব। ঔ তহঁতৰ ভিতৰত মালযুঁজ লাগচোন। কোনে কাক বলে পাৰ চাওঁ। যেয়ে আটাইকে হৰুৱাব পাৰিবি ভাল লেটেকু দিম।"

ল'ৰাজাকৰ প্ৰত্যেকে ক'লে, "মই জিকিব পাৰিম। আটাইকে হৰুৱাব পাৰিম" বুলিয়েই তভালিকে যোৰ যোৰ হৈ মাল-যুঁজ লাগিল।

ইও বোলে মই পাৰিম, সিও বোলে মই নোৱাৰিম নে বুলিয়েই কঁকালে কঁকালে ধৰি যুঁজ লাগিল। বুঢ়াই হাঁহি হাঁহি "ভাল, ভাল তহঁত দেখো আটাইবোৰে সমানে যুঁজিব পাৰ। বাৰু ৰ ৰ তহঁতক এটা খেলা দেখাওঁ। যা যোৰে যোৰে যা। একোটা একোটা ফুল বা আন বস্তুৰ নাম মনত কৰি আহি সুধিবি গোলাপ লাগেনে তগৰ লাগে। মই গোলাপ লাগে বুলি ক'লে গোলাপৰ নামটো যেয়ে মনত কৰি আহ সেইটো মোৰ পিনে থাকিব আনটো আনফালৰ হ'ব। পিছত যি দুইদল হম, দুয়োদল দুফালে হম। এটা দলৰ প্ৰত্যেকে সিটোৰ কঁকালত ধৰি থিয় হব। আনটো দলৰো তেনে কৰিবি। পিচত কোন দলে কাক টানি নিব পাৰে চেষ্টা কৰি টনা-আঁজোৰা কৰিব লাগিব। যেয়ে টানি নিব পাৰে সেইদল জিকিব। সেইদলে পানী জামু পাব। হবাদলে ক'লা জামু পাব।" সকলোৱে জিকাৰি উঠি ক'লে, 'আমি খেলিম, খেলিম" বুলিয়েই দুজনে দুজনে ডিঙিত ধৰি মনে মনে কিবা পাণ্ডি আহিল। কেঁৱে গোলাপ হ'ল, কেঁৱে তগৰ, কেঁৱে গুটিমালি, কেঁৱে শেৱালি, কেঁৱে ঢেকি, কেঁৱে ঢেঁকিঠোৰা, কেঁৱে চালনি, কেঁৱে কুলা-পাচি, খৰাহি নানা নাম লৈ বুঢ়াৰ কাষ পাই ক'লে, "কুলা লাগে নে খৰাহি লাগে।"

বুঢ়াই হাঁহি হাঁহি ক'লে, "বুঢ়া মানুহ কুলাৰে ক'ত ধান জাৰিব খাম। খৰাহি হ'লে তেওঁ গোঁসাইৰ মাহ-চাউল কেইটাকে থুব পাৰিম" বুলি খৰাহিহে লাগে বুলি "আহ, আহ খৰাহি যোগা আহ।" আকৌ এযোৰে

অন্থি ক'লে 'মৰ টাঙোন লাগেনে জীউ লাউ লাগে" বুঢ়াই অলপ পৰীনাই ভাবি এৰা এইটোহে ডাঙৰ সমস্যা কৰিলা।

মৰটাঙোন নহ'লেও বুঢ়া মৰিলে পোৰোতে কোবাবলৈ যাবি নোহোৱা হ'ব। আকৌ জীউলাউ নহ'লে দেখো খেলাৰ মুদাই মৰিব। জীউলাউ আছে বুলিহে এনেকৈ লৰা-ঢপৰা, ৰং-ধেমালি কৰিছোঁ। এজনে ক'লে, "আতা, মৰটাঙোন ডালকে লওক। আপুনি বুঢ়া হৈছে আগেয়ে সেইডালহে লাগিব।" আনজাক ল'ৰাই কিবিলি পাৰি উঠিল, "তই আমাৰ আতাক মৰিব দিয়। বোলো আতা মৰিলে কোনে আম, লেটেকু, জামু দিব হো। বোলো কোনে খাবীৰ দিব? নহয়, নহয় আতা, জীউলাউটোকে লোৱা।"

হেৰৌ মই মৰিলে তইঁতে মোৰ খৰি দিয়া ঠাইলৈ জানো যাবি?

যামতো।

"মিছা,· তইঁতৰ যাবলৈ সাহ নহব। মই আছোঁ মানে সকলোৱে ৰং-ধেমালি কৰিছ, মৰিলেই সকলোৱে মোৰ কাষলৈ আহিব ভয় কৰিবি। তেতিয়া ভাবিবি ভূতৰ কথা। এইটো মানুহৰ স্বভাব। জীয়াই থাকে মানে সকলো ৰং-ধেমালি, কথা-বতৰা, মৰম-পুতৌ; কিন্তু সেই একে মানুহেই মৰিলেই কাষ চাপিবলৈ ভয় কৰে। গধূলি তেনেলোক যেন দেখিলে চক খায়। হেৰৌ মই মৰাৰ পিছত গধূলি আহি এনেকৈ যদি তইঁতৰ লগত খেলিব আহোঁ তইঁতে চাগৈ তেতিয়াই পলাই ক'ত সোমাবি।"

এজনে মাত লগালে, "তুমি মৰিবা কিয় আতা? তুমি মৰিলে আমাক কোনে আম, জামু, কঁঠাল এনেকৈ দিব?"

"বাক খা, খা এই কেইটা আম। পিছে তইঁতে গুৰি কঁঠাল কোন দুটা হৰি?"

মই হ'ম, মই হ'ম-কৈ আটাইকেইজনে চিঞৰিলে।

আটাইকেইজনে হ'ব খুজিলে হ'ব পাৰেনে? মই টিকিলাই যাম। পিছতহে কোনটো পকা গুৰি কঁঠাল হ'ব পাৰিবি কম। আহ এজন এজনকৈ মোৰ ওচৰলৈ আহ। টনটনিত পোৱত গুৰি কঁঠাল হোৱা বৰ টান বুজিছ। তাৰ ওপৰতে সকলো আশা। অলপ ভুৰি পিছলিলেই আনকেউজন হালি যাব। দলটোৱেই হাৰিব। সেই যনচিৰিকা আৰু টুনীভকত গুৰি কঁঠাল হয় পাৰিব। সিহঁত দুয়ো পা-পাৰিয়ে শকত। জনচিৰিকাটো খান খোৱা এটা ভুলীয়ে।

এজনে মাত লগালে টুনিয়ো কম নহয় আতা। সি পোটে পোটে একোটা পঠা ছাগলী খাব পাৰে।

টুনিয়ে মাত লগালে হেৰৌ কেতিয়া খোৱা দেখিছ?

ভঙৰাই ক'লে, কিয় সিদিনা·তই নিজে কোৱা নাছিলি? ৰবিহনা তই শুনা নাই বাক?

বুঢ়াই ক'লে, "বাক বাক এতিয়াই দেখিম নহয়। পঠা খোৱাই জিকেনে ধানৰ ভুলিয়ে জিকে। আগেয়ে সেই পকা কঁঠালতো পাৰি আনি খা।"

সকলোৱে একেলগে মাত লগালে, "কোনটো? কোনটো বুঢ়া আতা।"

"সৌ গছৰ গুৰিতে। হাকোটা নালাগে। এনেয়ে লগ পাৰি আটাই কেইজনে কঁঠালৰ গুৰিলৈ লৰ মাৰিলে। এনেতে গাঁৱৰ গাঁওবুঢ়া ফেদেলু আহিল।

এইটো ফেদেলুনে? পিছে গুৱাহাটীলৈ বোলে গৈছিলি? আমাৰ মালতীহঁতৰ কিবা বাতৰি পালিনে?"

"পালো বুঢ়া। মালতীৰ আশা আৰু এৰ।"

"কি কলি?"

"অৱস্থা বৰ বেয়া। কালি দেখি মোৰ পেটতে হাত ভৰি লুকাল। এযাৰ মাত নাপালোঁ। কি ছোৱালী কি অৱস্থা হৈছে। কোন মৰটাঙোনে এনে টাঙোন মাৰিলে? সেই নজনা নুশুনা ডেকাজনকনো কি ঘৰত ঠাই দি দিলি? সেই ৰাতিতে এনে ঘটনা।"

"নাই, নাই ফেদ্‌লা তেনে কথা নকবি। বোপাটি বৰ সজলোক। তেওঁ আমাৰ একো অন্যায় কৰিব নোৱাৰে।"

"তেন্তে আন কোনোবাই তেনে কৰিব আহিলনে? আনে কিবা কৰিলে আনদিনাও তেনে ঘটনা হ'ব পাৰিলেহেঁতেন। আকৌ নিজে কিবা নকৰিলে ইমান টকা-কড়ি ভাঙি গুৱাহাটীলৈ নি আস্পাতালত দৰৱ-পাতিৰ খৰচ কৰেনে?" এনেতে ল'ৰাজাকে

কোনোমতে কঁঠালটো দাঙি আনি বুঢ়াৰ ওচৰ চাপিলহি। "খুড়া আতা, বৰ ডাঙৰ কঁঠাল। গাত হুৰ উঠিছে, পকিছেই।"

গাঁওবুঢ়াই মাত লগালে, "ইহঁতক সঙ্গত লৈছানে খুড়া, ইহঁতে তোমাক তৰাব।"

তেনেকৈ ক'ব নাপাই ফেদ্‌লা। সিহঁত আকলন ল'ৰা। গৰখীয়া বুলিলে সাক্ষাৎ কৃষ্ণ দেউতা। সিহঁতে অলপ-অচৰপ কিবা খাব, ৰং-ধেমালি কৰিব, ভাবিলেও ভাল লাগে। বাচাইত, কঁঠালটো ভাঙি আটায়ে খা। মোৰ মালতী ভাল হওক। তইঁতে গৰখীয়া ল'ৰাই আশীৰ্বাদ কৰ। ল'ৰাবিলাকে কঁঠালটো ভাঙি লেফালেফ্ কৰি কোঁহে-বাদুৰে খাব ধৰিলে। হাতে মুখে আঠা লাগিল। সিহঁতৰ টনা-আঁজোৰা, হাই-উকমিত মৰা প্ৰাণতো আনন্দ উলাহ আনে। এনেতে এজনে পখিলা দেখিলে। "সেইটো পখিলা ধৰ, ধৰ।" আটায়ে পখিলালৈ ঢাপলি মেলিলে। পখিলাই ইটো ফুলৰপৰা আনটো ফুললৈ ধৰিলে। ল'ৰাবিলাকে পাছে পাছে ধৰ ধৰ কৰি কেঁৰে ওচৰ পাই ধৰিবলৈ হাত মেলিলে। ধৰো-নৌধৰোঁতেই পখিলাই আকৌ উৰা মাৰিলে। ঘনচিৰিকাই খঙতে ধৰিব নোৱৰাজনক ক'লে, "কি অসাথন ঔ, হাতত পোৱা পখিলাটো ধৰিব নোৱাৰ। বাপেৰক এনেয়ে ভঙুৰা বোলেনে? আৰু নামটো থৈছে কি? তেলভকুৰা", সকলোৱে হাঁহিব ধৰিলে।

তেলভকুৰাই খঙেৰে ক'লে, "বাপেক-মাকক নধৰিবি আকা। হেৰৌ তোৰ বাপেৰে ৰাতি চুৰ কৰে, দিনত কুম্ভকৰ্ণ হৈ শুই থাকে। চোৰৰ ল'ৰা চোৰ।"

"কি বৰ কথা কৈছ?" বুলিয়েই ঘনচিৰিকাই এটা চৰ শোধালে। তেলভকুৰা সেই চৰতে পৰি গ'ল। সি কান্দিব ধৰিলে। গাঁওবুঢ়া আৰু মালতীৰ বাপেকে "ছিঃ ছিঃ কিয় মাৰিলি? কি অঘাইতং।"

গাঁওবুঢ়াই ক'লে, "তুমি লাই দিয়ে সিহঁতক নষ্ট কৰিছা। কুকুৰে আঁসে পালে ডিঙিলৈ জঁপিয়াই।" বুঢ়াই ফেদ্‌লাৰ কথালে কাণ নিদি ল'ৰাটোক তুলিলে। দেখিলে তাৰ দাঁতে-ওঠে তেজ বৈছে। "এই শুৱি কঁঠাল, এনেকৈ ল'ৰাক মাৰেনে?" বুলি ওচৰৰ গেন্ধাই-মালতীৰপৰা কে'টামান পাত আনি মোহাৰি তাৰ ওঁঠত লগাই দিলে। "ভাল পাবি। তাক কাইলে আম নিদিওঁ। আহ তই গাখীৰ খাবি।" বুলিয়েই তাক কোলাত তুলি নি থকা ঘৰৰ পিৰালিত বহুৱাই ঘৰৰ ভিতৰ সোমাই এবাটি গাখীৰ আৰু এচকলা গুৰ আনি দিলে। "খা ঘনচিৰিকাক আৰু একো নিদিওঁ।" সি পিলে।

এনেতে গাঁওবুঢ়াই ক'লে ল'ৰাইতে পখিলাটো ধৰিহে এৰিলে। কওঁতে কওঁতে পখিলাটোৰ পাখিবোৰ ভাঙি-ছিঙি ল'ৰাজাকে বুঢ়াৰ কাষ পালেহি। "বুঢ়া আতা, টুনিয়ে পখিলাটো ধৰিলে। ঘনচিৰিকাই নোৱাৰিলে।"

পখিলা কিয় ধৰিলি? ধৰিলি ধৰিলি এৰি দিব পাৰ? কিন্তু কিয় তাৰ পাখিবোৰ ভাঙিলি? তইঁত বৰ টটাটিঙা ল'ৰা। মই তইঁতক আৰু একো নিদিওঁ। আই ঐ দেহি! এনে সুন্দৰ উৰিফুৰা ৰাংঢালী পখিলাটোৰ অৱস্থা কি কৰিলি? দেখিছোঁ মানুহৰ স্বভাৱ! সুন্দৰ বস্তু নষ্ট কৰা, পৰৰ অনিষ্ট কৰা, সকলোৰে পৰা আপোনা-আপুনি জন্মে। পখিলাটোৱে তইঁতৰ কি কৰিছিল? বেচেৰাই ফুলে ফুলে মউ খাই ফুৰিছিল। তইঁতৰ এগছো কুটা নষ্ট কৰা নাই। কিন্তু তইঁতে ৰঙতে তাৰ প্ৰাণবায়ু বোধ কৰিলি। ফেদ্‌লা, নাই, নাই মানুহজাতি বৰ হিংসাপৰায়ণ, কঠোৰ। কেৱল ডাঙৰ হ'লেহে দয়া, সহানুভূতিৰ কথা অলপ হিয়া পমা অৱস্থা হয়। নাইবা শাস্ত্ৰ আদিত পোৱা কথাবোৰেহে আমাৰ মন অলপ কোমল কৰে। এইটো বাহিৰৰ পৰা অহা সোঁতহে। ভিতৰত আচলতে পৰৰ অন্যায় কৰি মানুহে সুখ পায়, ৰং পায়। এই চাচোন কোমলমতীয়া ল'ৰাজাক। সিহঁতে লৰি-ঢাপৰি ফুৰা পখিলাটো ধৰি তাক খোৰা কৰিহে ৰং পালে।

ফেদ্‌লাই ক'লে, "সেই বুলি দয়া, মৰম, পুতৌ মানুহৰ নাইনে?"

"আছে, কিন্তু সেইটো স্বাভাৱিকতে ওপজা নহয়। বাহিৰত দেখি শুনি বয়সৰ লগত বুজন হৈ, শাস্ত্ৰ আদিৰ লগত সংস্পৰ্শলৈ আহিহে মানুহে দয়ালু মৰমিয়াল হবলৈ শিকে। আকৌ অলপ উত্তেজনা পালেই মানুহৰ অন্তৰৰ নাওঠ অৱস্থা ওলাই পৰে। বুঁজ

কৰে। ইটোৰে সিটোৰে মাৰে। চাচোন বাৰু, একোখন মুঁজত মানুহৰ তেজেৰে নৈ বয়। কিন্তু তাত যেন মানুহৰ আনন্দহে।"

ফেদলাই ক'লে, "পিছে মালতীক এবাৰ চাব নোৱোৱানে?"

"এৰা, তই যেনেকৈ কলি যাবই লাগিল। কিন্তু মোৰ মনে নকয় মালতীৰ যে কিবা বেয়া হ'ব। সদায় তাইক মনত পৰিলে মই দেখো তাইৰ হাঁহিৰ মূৰ্ত্তি। সবল চকুজুৰি। তাইক ঈশ্বৰে কিয় দুখ দিছে ক'ব নোৱাৰোঁ। তাইৰ লেৰেহি যোৱা মুখখনি চাবলৈ মোৰ সত নহয়। সবল প্ৰাণত ঈশ্বৰে কিয় আঘাত দিয়ে নুবুজোঁ। তাইৰ হাঁহো হাঁহো সজীৱ মুখখনি ভাবিয়ে মই আনন্দ পাওঁ। মই তাইৰ তেজ নোহোৱা চকুজুৰি কেনেকৈ চাম?"

"সেইবুলি নিজৰ ল'ৰা-ছোৱালীৰ বেমাৰৰ সময়তো নাচাবা, আলপৈচান নধৰিবানে?"

নিজৰ 'পৰৰ একো নাই। কেৱল সেইটো সৰুৰেপৰা আমি দেখি শুনি, ভাবি, আপোনাৰ জন, আপোনাৰ ধন বুলি মোহান্ধ হৈ পৰোঁ; কিন্তু ল'ৰা-ছোৱালী সকলোৰে একে। কিন্তু আমি ইমান মোহান্ধ যে এজনৰ ভাল ল'ৰা এজনক দেখিয়ো আমি ভাল নাপাওঁ আকৌ নিজৰটো অতি কুৎচ হ'লেও শেন-টেপীয়া, গেৰ-টেপীয়া হ'লেও আদৰ কৰোঁ, মৰম কৰোঁ। আমাৰ আপোন-পেটীয়া স্বভাৱটোৱে আমাৰ বিশ্বৰ ফুলবোৰ চাই, আনন্দ পোৱাতকৈ ঠেক পুখুৰীৰ কণাপুনীতে মুগ্ধ হৈ থাকোঁ।

"বাৰু, যোৱা আজিতে যোৱা। তাইৰ আশা বৰ কম।"

"যাম। আশা ভৰসা মই নকৰোঁ। ঈশ্বৰে সৃষ্টি কৰা ফুল ঈশ্বৰৰ চৰণত লাগিব। সেইটোলৈ ভাবি মই আকুল হ'ম কিয়? তথাপি মোৰ কৰ্তব্য আছে। পিতৃ, মাতৃ, ভাই-ভনী, ওচৰ-চুবুৰীয়া সকলোৰে নিজ নিজ কৰ্তব্য আছে। সেই কৰ্তব্য এৰি সংসাৰ ত্যাগী, কালৈকো নভবা, সংসাৰ বৈৰাগী বা দেখা নোপোৱা ঈশ্বৰৰ কথা ভাবি, দেখা পোৱা ঈশ্বৰৰ দানলৈ আওহেলা মই কৰিব নোৱাৰোঁ। ভাবিছিলোঁ বুঢ়ী গৈছে, ঘৰখনত ধুলাৰ-দাং দি নাথাওঁ। বাৰীখনো গৰু সোমাই নষ্ট কৰিব। কিন্তু সেইটো মোৰ ভুল হৈছে। আকৌ ভুল হোৱা বুলিয়েই বা কেনেকৈ কওঁ? ঘৰ-বাৰীলৈ মোৰ আসক্তি নাই। থাকিলেও সেইবোৰ মোৰ লগত নিনিওঁ। কিন্তু মই জীয়াই থকাত সেইবোৰৰ হাবি-বন গজি নষ্ট হোৱা সহিব নোৱাৰোঁ। চা কেনেকুৱা, বুঢ়া হ'লোঁহি কিন্তু এতিয়াও গোটেইখন বাৰী চিকোণাই থাকো। এডাল বন গজিব নিদিওঁ। যেতিয়াই সময় পাওঁ কোৰ মাৰোঁ। য'তে ইচ্ছা কুঁ-মাৰি ভাত খাব পাৰি। কিন্তু দিনদিয়েক নহ'লে বাৰী-ঘৰৰ অৱস্থা কি হ'ব? হাবি-বন গজি কুৎচ হ'ব। সেয়ে বুঢ়ীকে খেদাই দিজে খোজ নল'লোঁ। তাকে মাকে মালতীৰ যেনে আলপৈচান ধৰিব পাৰিব মই জানো পাৰিলোঁহেতেন? যি নহওক এতিয়া নগ'লে নহৈছে। বাৰী-ঘৰৰ যি হয় হওক।"

এনেতে ল'ৰাজাকে ক'লে, "বুঢ়া আতা, আমিও মালতী বাইদেউক চাবলৈ যাম।"

তহঁতে কেনেকৈ যাবি? মই তহঁতৰ মালতীক লৈ আনি ইয়াতে দেখাম। যেয়ে কি নহওক মালতীৰ বেয়া হ'ব নোৱাৰে। এইটো মোৰ দৃঢ় বিশ্বাস তাই কিবা সেৱা চুৰ কৰিছিল সেয়েহে এইখিনি কষ্ট পাইছে।

ঘনচিৰিকাই মাত লগালে, "তেন্তে আমিয়েই বাৰীখন ভালকৈ ৰাখিম। এডাল বনো গজিব নিদিওঁ। কি কৰ টুনি?"

"এৰা আমিতো ভালকৈ কোৰ ধৰিব পাৰোঁৱেই। লাগে যদি ইয়াত নিশা থাকি ঘৰো ৰখিম।"

"যি কৰ কৰিবি। ঘৰ-বাৰীলৈ মোৰ আসক্তি নাই। কেৱল জীয়াই থকা কেইদিন পৰিষ্কাৰভাৱে থকা দেখিলে মোৰ আনন্দ-সুখ। মাথোন আমাৰ জনম সকলো সুন্দৰ মনোহৰ কৰিবলৈ। কুৎচ-কদৰ্য দূৰ কৰিবলৈ। কিন্তু সেইবোৰত আসক্তি বঢাই মোৰ মোৰ বুলি হা-হুতাশা কৰিবলৈ নহয়। মই মৰিলে তহঁতে আটায়ে এইখন আশ্ৰম কৰি ৰাখিবি দে। ফল-মূল যি হয় ভগাই বটাই খাবি। ওচৰৰ পথাৰৰ পৰা ধান-চাউল যি হয় সেইবোৰৰে মোৰ আশ্ৰমখনৰ উন্নতি কৰিবি। ভাল ভাল ঘৰ কৰি দি বাটেৰে অহা পথিকৰ জিৰণি

ঠাই কৰি দিবি। ভাল পুখুৰী এটা কৰি চাৰিওকাষে নাৰিকল আৰু আন ফলৰ গছ কৰি যাতে তাপদগ্ধ পথিকে সেইবোৰ খাই সুখ পাব পাৰে।

গাঁওবুঢ়াই ক'লে, "তুমি অলপতে নমৰাহে খুড়া।"

"মৰিলেও মৰিলোঁ। নমৰিলেও নাই। তথাপি ল'ৰাইতৰ মনৰ কথা কৈছোঁ। পিছে এতিয়া দুটামান গুৰা সন্দহ আছে। বুঢ়ীয়ে যাবৰ সময়ত খুন্দি-ভাজি থৈ গৈছিল তাকে মোহাৰি আঠিয়া কলেৰে খাই আৰু গুৱাহাটীলৈ যাওঁ। তইঁতেও একোটেপা খাবি ৰ।— বুলিয়েই ভিতৰ সোমাই আনি ঘৰৰ দৈ আৰু আঠিয়া কলৰে সানি সকলোকে একো টেপা দিব ধৰোঁতে সেই গাঁৱৰে "আপিত্তাই" বেগাই আহি ক'লে, ' 'গুৱাহাটীৰপৰা আহিলোঁ জেঠা! জেঠীক লগ পাইছিলোঁ।"

বুঢ়াই ক'লে, "মালতীৰ খবৰ?"

আপিত্তাই মা-ল-তী বুলি এটা দীঘল নিশ্বাস কাঢ়িলে। লগে লগে তাৰ দুধাৰ চকুলো বৈ আহিল।

ফেদলাই ক'লে, "মালতীৰ কিবা হৈছে?"

আপিত্তাই কথমপি চকুলো মচি, "আই ঔ দেহি এনে গুৱনি ছোৱালীৰ......"

বুঢ়াই ক'লে, "মালতীৰ একো হ'ব নোৱাৰে। কোনোৱে ক'লেও মই বিশ্বাস নকৰোঁ। মোৰ মালতী ভাল হ'ব ধৰিছে। মই সৌৱা মালতীক দেখিছোঁ।"

আপিত্তাই ক'লে, "জেঠীয়ে আজিয়ে তোমাক মাতি পঠাইছে। নহ'লে কি জানিবা— মই যি অৱস্থাত দেখি আহিলোঁ। তাইক দেখিলে আপোনা-আপুনি কান্দোন ওলায়।"

মই এতিয়াও ওলাইছোঁ। মোৰ মালতীৰ একো হ'ব নোৱাৰে। বুলিয়েই কান্ধত গামোচাখন হাতত টোকোনডাল লৈ, "আহিলোঁ ল'ৰাইত" বুলি ওলাই যায়।

"বুঢ়া আতা ঘৰৰ দুৱাৰ নামাৰা?"

"তইঁতে মাৰিবি বাচাইত! মোৰ ঘৰ নহয়, তইঁতৰে ঘৰ।"

(১৯)

ৰামুৰ লগে লগে দুনীয়াৰো আস্পাতালৰ কাম যাওঁ যাওঁ অৱস্থাত। তাৰ কাৰণ প্ৰত্যেক কথাতে কম্পাউণ্ডাৰে পোৱা আসোঁৱাহ, লগে লগে ডাক্তৰ আৰু ডাক্তৰ চাহাবক সি লগোৱা নানা তৰহৰ কথা। আনপিনে ডাক্তৰখানাত থকা ৰোগীবিলাকৰ লগত দুই এগৰাকী ভদ্ৰলোৰ চকু পৰিছে দুনীয়াৰ ৰূপ সৌন্দৰ্যলৈ। সিহঁতে বিচাৰে দুনীয়া ৰাতি-দিনে থাকক সিহঁতৰ ৰুগীয়াৰ কাষত। কিন্তু দুনীয়াক যোৱা নেদেখিলে। সিহঁতে কম্পাউণ্ডাৰ বা ডাক্তৰক লগায় নানা তৰহৰ কথা। "জমাদাৰণীয়ে ভালমতে কাম নকৰে। বেমাৰৰ হগা-মূতা পৰি থাকে। ৰাতি বেমাৰীয়ে শৌচ কৰিলে জমাদাৰণীক বিচাৰি নাপায় ইত্যাদি।" হাজাৰটা দোষৰ তাই ভাগী। সিহঁতে কয় জমাদাৰণী নিয়মমতে সিহঁতৰ কুঠৰিলৈ আহিব লাগে। খা-খবৰ ল'ব লাগে। অৱশ্যে দুনীয়া নাযায় যে এনে নহয়। কেৱল তাইৰ কামখিনি কৰি তাৰপৰা আঁতৰ হয় এয়ে দোষ। সিহঁতৰ ইচ্ছা তাই তাতে বহক। সিহঁতৰ লগত চুপতি মাৰক আৰু সুবিধা পালে সিহঁতৰ মনোবাঞ্ছা পূৰণ কৰক। সিহঁতে তাইক কাষত পালে কয় "দুনীয়া, আজি নিশা আহিবিচোন।"

দুনীয়াই প্ৰায়ে নামাতে। কেতিয়াবা তাই সোধে, "কিয়?"

হেৰৌ টকা পাবি। এনেয়েতো মতা নাই। ৰাতি বেমাৰীৰ ওচৰত তোৰ বৰ আৱশ্যক। সেয়েহে কৈছোঁ। তই থাকিলে দেখো বেমাৰীৰ উচপিচনি কমেও। নিশা বৰ বেজাৰ দিয়ে।

দুনীয়াই কয় সময় পালে আহিম।

আহিবি আহিবি। ভাল বখচ পাবি।

কিন্তু দুনীয়া নাহে। কে'বাদিনো তেনেকৈ কোৱাতে তাই নহাত সিহঁতৰ সহিষ্ণুতা কমি যায়। সিহঁতৰ খঙে মূৰ ঢুকি পায়। অতৃপ্তিৰ সহচৰ খং এইটো মানুহৰ স্বভাৱ। আকৌ তৃপ্তি হওঁ হওঁ আশা কৰি বহি থাকি নিৰাশ হ'ব লাগিলে মানুহৰ সংযম কমে। নানা আওভাৱে আপুনি ধৰে। কুৰুচ পন্থাবোৰে উকট দিয়ে।

সেয়ে কেতিয়াদিনো নানা ছল ফাকতি লাই দিও যেতিয়া সিহঁতে দুনীয়াক সময়ত আনিব নোৱাৰিলে সিহঁত অধীৰ হ'ল। মনৰ কুপ্ৰবৃত্তিবোৰে সিহঁতক খেদি নি দুনীয়াৰ বিৰুদ্ধে সিহঁতৰ দাঁতবোৰে কৰমৰ্ কৰিব ধৰিলে। সিহঁতে মনে মনে পাঙিলে, "জমাদাৰণী তাই, তাইৰো ইমান গহ।" তাইৰ ওপৰত প্ৰতিশোধ ল'বলৈ নানা তৰহৰ ফন্দি-পাতি ডাক্তৰক লগাই, কম্পাউণ্ডাৰক কৈ সিহঁতে চেষ্টা কৰিলে তাইক বশলৈ আনিবলৈ। কম্পাউণ্ডাৰে এনেয়ে তাইক হাত কৰিব নোৱাৰে, তাইৰ ওপৰত বিৰূপ। পাৰিলে তাইক কেতিয়া খেদে। আকৌ মানুহবোৰে লগালে সি কয়— "ডাক্তৰক কবা, তাইৰ বিৰুদ্ধে মোৰ কৈ কি লাভ? মই নিতৌ দেখিছোঁ তাই নিজৰ কাম অলপো নকৰে। বোলো ইপিনে জমাদাৰণী হৈ গা দেখাই ফুৰিলেতো সকলো মানুহে সন্তোষ নাপায়। তাই বজৰুৱা ছোৱালী বজাৰত গা ঘেলাই পাই আহিছে সভ্যালোকসকলৰ মাজত। ভালমতে কাম কৰিব পায়, সেইটো নকৰি, গা দেখাব যেন তাইৰ ৰূপত কোনোবা আকুলহে। আকৌ সোমাই থাকিব ৰাতিদিন কেৱল ৫ নং কোঠাত?"

"কিয়, ৫নম্বৰত কোনোবা আছেনেকি?"

"নকবা দেওহে ক'লেও লাগে বেয়া। নক'লেও ফটামুখে বাইক ধৰি ৰাখিব নোৱাৰে।"

"কোননো আছে?"

"আছে আমাৰ কাষৰে এজন বি-এ পাছ্ কৰা ডেকা। নাম অনন্ত। পিছে এইৰ লগত যে কি ঘিঁ-মৌ সনাসনি হৈছে ঈশ্বৰেহে জানে। এই য'লৈ যায়, সিও তালৈকে যায়। সি য'ত থাকে এইয়ো ৰাতি-দিন উজাগৰে থাকে। ইমান হকা-বধা কৰোঁ। ডাবি হুমকি দিওঁ, ভালকৈ কাম নকৰাৰ কাৰণে জৰিমনা কৰাওঁ কিন্তু সেইবোৰলৈ তাইৰ মনকাণ নাই। আপোনালোকে বেয়া পাইছে যদি ডাক্তৰৰ লগত তাইৰ বিৰুদ্ধে ভালকৈ আপত্তি কৰিব। নহ'লে মই আৰু কিমান কম? বোলে কম দৰমহাৰ লোক কামটো গ'লেও বেয়া লাগে। পিৰিয়েকৰ ঠিক নাই, এদিন জেলত এদিন থানাত আকৌ এদিন মদ খাই পৰ-খাৰৈত। ইপিনে তাই খাৰী লুটা পাইৰ দৰে খাৰী লুটি ফুৰে।"

"বোলো আজিও যদি তাই ভালকৈ কাম নকৰে আমি ডাক্তৰক ভালকৈ কম।"

ক'ব। ক'ব। ভালকহে ভাল লাগে। বেয়াৰ বিৰুদ্ধে ক'ব। তাত আমি বেয়া পাম কিয়? বুলি কম্পাউণ্ডাৰ আঁতৰিল।

এনেতে দুনীয়াই তাইৰ কাম কৰিবলৈ সেই কুঠৰি সোমাল। এজন ভাণ্ডীয়াই মাত লগালে, "কি ঔ। এই ৰাতি তই আহোঁ বুলি নাহিলি দেখো? জমাদাৰণী হৈ কথা নুশুন।"

আনজনে ক'লে, "বেমাৰীক লগাৰ সময়ত নাপালে এইবোৰ আপচুক কিয় আস্পাতালত ৰাখিছে? ভালকৈ ডাক্তৰক এইৰ বিৰুদ্ধে ক'ব লাগে।"

আনজনে ক'লে, "৫ নম্বৰতে তাই কাম কৰি তৰণি নাপায় আনপিনে কেনেকৈ কি কৰেহে?"

৫ নম্বৰ বোলোতে সিহঁতে কি আঙুলিয়াইছে তাই সহজে হৃদয়ঙ্গম কৰিব পাৰিলে। কিয়নো এই পাঁচ নম্বৰ, পাঁচ নম্বৰকৈ তাইক কম্পাউণ্ডাৰে কিমানবাৰ জোকাইছে। তাই তথাপি একো নকৈ নিজৰ কামখিনি ভালকৈ কৰি লাহে লাহে কুঠৰিৰপৰা ওলাই গ'ল। তাই যাবৰ সময়ত ভিতৰৰপৰা এজনে ক'লে, "যা কিন্তু আজি যদি নাহ তেন্তে কাম ভালকৈ থাকিব যা। তেতিয়া বুজিবি!" এজনে উঠি এই পাঁচ টকা বকচিচ্ নেঐ। ৰাতি আহিলে বেছি টকা পাবি। বুলি পাঁচ টকাৰ নোট যাচে।

তাই টকাৰ নোটখন ওভতাই দি কাষৰ হ'ল। টকাৰেও যে এই সৰু জাতৰ তিৰোতাক বশ কৰিব নোৱাৰি এইটো ভাণ্ডীয়াসকলৰ এই প্ৰথম অভিজ্ঞতা হ'ল। যিয়ে নহওক সিহঁতৰ তাইৰ ওপৰত সম্পূৰ্ণ বিৰক্তিভাৱ জাগি উঠিল আৰু তাইৰ বিৰুদ্ধে নানা তৰহৰ কথা সুবিধা পালে ডাক্তৰসকলক আনকি ডাক্তৰ চাহাবকো ক'লে।

দুই-এজনে বা লগালে, "এনে বেয়া চৰিত্ৰৰ তিৰোতা আস্পাতালত ৰখা বৰ বেয়া কথা।" যিয়ে নহওক তাইৰ কাম অলপতে খহি পৰিল। পকল্বা এটা হাতেৰে পিটিকি মাৰোঁতে কিমান পৰে।

বামুৱে এইকেইদিন কতো কাম বিচাৰি নাপাই ঘূৰি

ফুৰিছে। লগে লগে এজন তাৰ লগৰীয়াৰ লগত "চেৰাপ পি" ফুৰিছে। সিদিনা সি বৰকৈ "চেৰাপ" খাই বাৰ-ভচহ্‌ কথা বলকি নানা গীত গাই গাই বাটেৰে ঢলংপলংকৈ আহিব ধৰিছে। মানুহে নিলগৰপৰা কৈছে, "কিঐ জমাদাৰ! আজি মহাৰজা হৈছ।" কোনোবা চিনাকি লোকে পালে, "হেৰৌ ৰামু ইমানকৈ মদ পি আহিছ।" ৰামুৱে তেওঁলোকেক কে'বাবাৰো চেলাম দি কৈছে, "নাই বাবু, মই চেৰাপ পিয়া নাই। মোৰ কি নাই যে চেৰাপ পিম। গুড়্মৰ্ণিং, আপোনালোকতো মোৰ বাবা, দেউতা। চাৰিঅনা পইছা দিয়ক। বহুত কাম কৰিম। যেতিয়াই মাতে তেতিয়াই আহিম।"

"যা, যা ইমান মদ নিপিবি।" বাবুসকল আঁতৰিল। সি বেগাই গৈ সিহঁতৰ ভৰিত ধৰি "আজি-দুদিন একো খোৱা নাই বাবু, দুই চাৰি অনা পইছা দিয়ক।" ভদ্ৰলোককে'জনে ক'লে, "যা যা বেটা মদ পিবি আৰু বাটে-পথে গণ্ডগোল কৰিবি।" বুলি বেগাই আঁতৰ হ'ল। ৰামুৱে উঠি বলকি বলকি যাব ধৰিলে, "চালালোক বাবু, জেপত দুই আনা পইছা নাই। এনেহ'লে ৰামু, ৰামু। ঘৰত গ'লে "ই কৰ, সি কৰ।" ৰামু নহ'লে ভৰি থাকে। এইবোৰ কাম কৰাবি।" বুলি সি নানা তৰহৰ গীত গাই গাই ঢলংপলংকৈ যাবলৈ ধৰিলে।

বৰ ঘৰৰ বহু বেটি আইনা দেখি খোপা বান্ধে।
বাইন হাতে শাখা পিন্ধে
যায়য়া দেখ আসাম দেশে।।

আকৌ সি গাইছে—

আম তলে আনা বানা
তেতুল তলে বিছানা গো
টানাটুনি কৰিবিনা
কাপোৰ আছে পুৰাণা।।

সি আৰু ডাঙৰকৈ গাই গৈছে—

"চৰ্দাৰ বলে কামে কাম
বাবু বলে ধৰে আন
চাহাব দিল পিঠে চাম,
ওহে নিঠুৰা আসাম
ফাকি দিয়া আনিলা আসাম।

বুলি সি কাবোবাক গালি পাৰি পাৰি গৈছে। হঠাৎ সি দেখিলে কম্পাউণ্ডাৰ সেইপিনে বাইচাইকেলেৰে আহিব ধৰিছে। সি বাইচাইকেলৰ আগতে ঢেৰ মেৰ খাই পৰি "বাবু, বহুত বহুত চেলাম, আপোনাৰ কিনা গোলাম, কামটো মোক দিয়ক।"

"কামৰ হ বেটা, মদ পিবি আৰু কাম লাগে। হেৰৌ ঘৈণীয়েৰ দুনীয়াৰো কাম গ'ল।"

"দুনীয়াৰ কাম গ'ল? কিয় গ'ল?"

"কিয় গ'ল? "তই ফুৰিবি মদ পি, দুষ্টামি কৰি, চুৰ কৰি, ঠগামি কৰি। ঘৈণীয়েৰে ফুৰিব বাৰ ভতৰাৰ পিছে পিছে। কাম নকৰিব। কাম নাযায় কি হ'ব? কেৱল পাইছে সেই পাঁচ নম্বৰৰ অনন্ত। অনন্ত! কিন্তু তাৰ যে মায়াৰ অন্ত নাই সেইটো নুবুজে। এতিয়া মজাপালি পাওক। হেৰৌ অনন্তৰ লগত গণ্ডগোল জাননে নেজান? মই নিজ চকুৰে কিমানবাৰ দেখিছোঁ।"

"কি অনন্তৰ লগত? সেই বাবুৰ লগত?"

"বাবু! বাবু! থ থ! বাবু হ'লে এনে কাম কৰেনে? এতিয়া তাইৰ কামটো গ'ল সি ভালকৈ খুৱাব নহয়। মই চাহাবক কত কৈয়ো তাইৰ কাম ৰাখিব নোৱাৰিলোঁ। চাহাবৰ তাইৰ ওপৰত বৰ খং। তাইক আজিয়েই আস্পাতালৰ কম্পাউণ্ডতো থাকিব মানা কৰিছে। বোলো ভালৰ ভাল সৰ্বতিকাল, বেয়াৰ ভাল ক'ত আছে ঔ। তই হৈছ বাৰী লোটা, তাই হৈছে হাৰীত খাইতী, বোল্লো যোবো যোৰ পাভ যোৰ। এতিয়া ক'ত থাক ক'ত খাব। মজাপালি পা। চাহাবে নিজ চকুৰে তাইক অনন্তৰ লগত দেখিছে। বুজিছে, সেয়ে চাহাবৰ এনে খং। চাওঁ, বাট এৰি দে মোৰ জৰুৰী কাম আছে।" বুলিয়েই চাইকেলত উঠি বেগাই গ'ল। ৰামুৱে বলকি বলকি যাব ধৰিলে। "চালা অনন্ত, বাবু, আজি এক টাঙোনেৰে বাবু উলিয়াম। আৰু তাই হাৰামজাদী, মজা লুটিছে। ঠিক ঠিক মই বুজিছোঁ কিয় সি মোক জেলৰপৰা উলিয়াবলৈ টকা ভাঙিছিল। তাইৰ লগে লগে কাছাৰীলৈ গৈছিল। বাবু হৈ এনে কাম! তাৰ বাবুখনা উলিয়াম।" সি আকৌ বলকি বলকি যাব ধৰিছে। "বাবু, সভ্য, ভদ্ৰলোক! কিন্তু চকু কৰে

অজাতিক।" সি হঠাৎ দেখিলে দুনীয়া সেইপিনে আহিব ধৰিছে। সি মাত দিলে, "এই দুনীয়া, দুনীয়া।" দুনীয়াই তাক দেখি ওচৰ চাপি ক'লে, "ৰামু মোক আস্পাতালৰ পৰা খেদিলে।"

নেখেদিব। বজ্জাতী। পখিলা উৰাদি উৰিবি। বাপেৰৰ লগ পাইছ। আজি এতিয়াই তাৰ মূৰ গুৰা কৰিম। বুজিব ৰামুবেটা কেনে? পৰৰ তিৰোতাক হাত কৰাৰ গুণ বুজিব।"

"ছিঃ ছিঃ ৰামু তেনেকৈ কৈছ কিয়?"

"তেনেকৈ কৈছোঁ কিয়? হাৰামজাদী। ক'লে, বেয়া পাব? বোলো "নকৰি"ৰ পৰা খেদা খায়ো লাজ নাই। পাঁচ নম্বৰ। কেৱল পাঁচ নম্বৰ। আজি পাঁচ নম্বৰী উলিয়াই দিম। বল চালি, মোক দেখুৱাই দে। তোৰো মূৰ ভাঙিম। তাৰো গা চূৰ্ণ কৰিম।"

"নাই ৰামু তই মদ পি পি যি পাব তাকে কৈছ?"

"মই মদ পিছো আৰু তই সৰবৎ পি আহিছ? বল বাপেৰক দেখাই দে।

"নাই নাই ৰামু, আমি আস্পাতাললৈ আৰু নাযাওঁ। ব'ল আন ঠাইলৈ যাওঁ। ক'ৰবাত এটা জুপুৰি ঘৰ কৰি থাকিম।"

"তোৰ কথামতে আস্পাতাললৈ নাযাম? হাজাৰবাৰ যাম। এশবাৰ যাম।"

"নাই ৰামু, আমাক আৰু আস্পাতালত সোমাব নিদিয়ে।"

"কোনে সোমাব নিদিব? তাৰ মূৰ গুৰা কৰিম। ৰামুক কোনে সোমাব নিদিব?"

"নাই নাই সেইবোৰ গণ্ডগোল কৰিলে বিপদত পৰিবি। বল বুলি তাই ৰামুৰ হাতত ধৰিলে।"

ৰামুৱে ক'লে, "দুনীয়া, বহুত দিনৰ মূৰত তোৰ হাত মোৰ গাত লগাত মোৰ চেতন আহিছে। আমাৰ কানাইক ক'ত এৰিলি?"

"কানাইক এজন জমাদাৰণীৰ হাতত দি থেলাইছোঁ। আমি দিনচেৰেক সিহঁতৰ লগতে মেথৰ-পট্টিত থাকি ক'ৰবাত এটা জুপুৰি ঘৰ বান্ধি থাকিম ব'ল। তই কাম কৰিব পাব, মই কাম কৰিব পাৰোঁ। লাহে লাহে কানায়ো কাম কৰিব পৰা হ'ব। আমাৰ কাৰণে কিহৰ ভয়?"

"নিশ্চয় পাৰো, হাজাৰবাৰ পাৰোঁ। মোৰ ঘৰে কোনে বাণ্টি উঠাব পাৰে উঠাওক।"

দুনীয়াই ক'লে, "এৰা তই বাঁহ আনিবি, মই বাঁহৰ কাম কৰিম। পাচি, খৰাহি, বিচনি বুম। সেইবোৰ বেচিম। তিনিওটা প্ৰাণী তেনেকৈ প্ৰবৰ্ত্তিম। কাকো খাতিৰ কৰিব নালাগে। হুটা মাত, বেয়া কথা শুনিব নালাগে।"

"ঠিক্ ঠিক্। নাইবা "নকৰি" কৰিম। চালা কোনলোকে মোৰ দৰে কাম কৰিব পাৰে?"

"চা ৰামু, নকৰি ভদ্ৰলোকৰ নিমিত্তে। আমাৰ সৰু জাতৰ কাৰণে নহয়। আস্পাতালত নকৰি মোৰ সমূলি ভাল লগা নাছিল। কিন্তু ৰুগীয়া মানুহৰ আলপৈচান ধৰিহে সুখ পাইছিলোঁ। আস্পাতাল এৰি আহিবলে সেই কাৰণে বেয়া লাগে। তাতে সেই মালতী ছোৱালীজনীলৈ মোৰ বৰ মৰম লাগিছিল। বেচেৰী এনে ধুনীয়া। কিন্তু তাই এনেভাৱে কষ্ট পাইছে। সেই বাবুজনো বৰ ভাল ঔ ৰামু! তই মিছায়ে তেওঁক খং কৰিছ।"

"বাবুজন ভাল? নিশ্চয় ভাল। এশবাৰ ভাল। তই যেতিয়া ভাল বুলি কৈছ সি কেতিয়াও বেয়া হ'ব নোৱাৰে। চালা কম্পাউণ্ডাৰ বজ্জাত। ভাৰি বজ্জাত। মই তাক জানো।"

"এৰা ৰামু। সিয়ে মোৰ কাম খেদালে। মোৰ মনে কয় সিয়ে এনেবোৰ জেওা লগালে। লগাওক, আমি এই বহল সংসাৰত শুকাই মৰিমনে? পোক-পৰুৱায়ো খাব পায়।"

"ঠিক্ কৈছ দুনীয়া। দুনীয়া বৰ সুন্দৰ। এই বহল দুনীয়াত তোৰ দৰে ক্ষুদ্ৰ দুনীয়াৰ ঠাই কিয় নহ'ব? বল বল আমি মনপুতি কাম কৰিলে সকলো কৰিব পাৰিম। সুখ শান্তিৰে খাব পাৰিম। নাই দুনীয়া, মোৰ কানাইক লিখা-পঢ়া শিকাম। তাক ভদ্ৰ কৰিম।"

"এনে গণ্ডৰ লেখীয়া ভদ্ৰতা আমাক নালাগে ৰামু।"

"নাই দুনীয়া, তই ভুল কৰিছ। সিহঁতে ইং লিং শিকি আমাৰ ওপৰত মহতালি কৰে। কিন্তু সিহঁতৰ

এজন আহক আমাৰ দৰে বাল্টি দাঙক, তেতিয়া বুজিব সিহঁতৰ শক্তি কিমান। যি নহওক, আমাৰ কানুক লিখা-পঢ়া শিকাই ডাঙৰ কৰিব পাৰিলে সিহঁতৰ দোষ আৰু আমাৰ দোষৰ কথা সি ভালকৈ টং কৰিব পাৰিব। আমাৰ বেয়াবোৰ সি গুচাব পাৰিব; আকৌ ভদ্ৰলোকসকলৰ অৱস্থা নাঙঠকৈ দেখুৱাব পাৰিব। বাৰু, বাৰু, মই সেই পাঁচ নম্বৰী বাবুক সুধিম কেনেকৈ আমাৰ কানুক লিখা-পঢ়া শিকাব পাৰি। সি নিশ্চয় আমাক বাট দেখুৱাই দিব। তই কৈছ সি ভাল। ঠিক্ ঠিক্ সি ভাল। মই একশবাৰ তেওঁক চেলাম কৰোঁ। তেৱেঁইতো মোক জেলৰপৰা উলিয়াই আনিলে। আন কোনে আনিলেহেঁতেন। নাই নাই সুনীয়া, মই তেওঁক এবটল ভাল মদ দিম। মই জেলৰপৰা ওলায়ে ভাবিছিলোঁ তেওঁক এবটল মদ দিম। কিন্তু আজিও দিব পৰা নাই।"

"তেওঁ মদ নিপিয়ে।"

"মদ নিপিয়ে? তেন্তে কি খাব?"

(২০)

অনন্তৰ হাতত যি আছিল প্ৰায় শেষ হৈ আহিছে। কিন্তু বেমাৰী এতিয়াও অলপো ভালৰ পিনে অহা নাই। বৰং দিনে দিনে বেয়াৰ পিনেহে ঢাল খাইছে। ইপিনে গুৱাহাটী চহৰত দুজন থকা, বেমাৰীৰ দৰৱ-পাতি কিনা খৰচ কম নহয়। অনন্তই ঘৰৰ পৰা টকা অনাও সম্ভৱ নহয়। সেয়ে অনন্ত বিমোৰত পৰিছে। আনপিনে তেনেভাৱে বেমাৰীক আৰু তাইৰ মাকৰ দায়িত্ব এৰি সি গুচি যোৱাও তাৰ বিবেকে নক'লে। শেষত সি ভাবি থিৰ কৰিলে, সি কিবা উপায়ে চহৰত থকা কেইদিন টকা উপাৰ্জন কৰিব। কিন্তু কি উপায়েৰে টকা আৰ্জিব? সি ততালিকে কোনো চাকৰি যোগাৰ কৰিব নোৱাৰে। সৰ্বশেষত সি মনে মনে ভাবি থিৰ কৰিলে সি আহৰি সময়ত নিজে জনা ফটোৰ কাম কৰিব আৰু তাৰে যি উপাৰ্জন কৰিব পাৰে তাৰে কোনোমতে খৰচ মিলাব। কিন্তু সি যে ফটো তুলিব পাৰে সেইটো জনাবলৈ পোন প্ৰথমে ওচৰৰ দুই-এঘৰৰ এনেয়ে ফটো তুলিলে। লাহে লাহে সি যে ফটো তোলে আৰু তাৰ যে ফটো ভাল হয় সেইটো জনাজাত হ'ল। সিও যিয়ে নহওক খৰচ মিলাবলৈ অলপ-অচৰপ টকা পালে। ডাক্তৰখানাতো মৰা মানুহৰ ফটো তুলিবলৈ আন মানুহক নামাতি তাকে ওচৰতে পাই তাৰ হতুৱাই সেইটো কৰাব ধৰিলে। সিদিনা এঠাইৰ পৰা সি ফটো তুলি আহিছে। এনেতে দেখিলে মালতীৰ বাপেক আহি ডাক্তৰখানাৰ দুৱাৰ মুখত। ইপিনে সিপিনে চাব ধৰিছে। ক'ত সোমাব সি উৱাদিহ পোৱা নাই। সি অনন্তক দেখি হাততে সৰগ ঢুকি পোৱা যেন পালে। সি গাঁৱতে তাৰ জীৱনটো কটাইছে। চহৰলৈ দুই-এবাৰৰ বাহিৰে সি জীৱনত অহা নাই। চহৰৰ আও-ভাও বা ঘৰ-দুৱাৰ সি একো নাজানে। কেৱল ডাক্তৰখানাটো সি আগতে আহোতে চিনিছিল। সি অনন্তক দেখিয়েই ক'লে, "বোপা মালতী কেনে আছে?"

"এতিয়া অলপ ভালৰ পিনে আহিছে। এতিয়া আশা হৈছে তেওঁ ৰক্ষা পৰিব।"

"ভাল হ'ব বোপা, তাই ভাল নহৈ নোৱাৰে। মই বেয়া একো দেখা নাই।"

"আহাঁ, ঘৰত কাক থৈ আহিলা?"

"সকলোকে থৈ আহিছোঁ। একো ভয় নাই বোপা" বুলি অনন্তৰ পিছে পিছে খোজ লৈ পাঁচ নম্বৰ কুঠৰিত সোমাল। সি মালতীৰ কাষলৈ গৈ মালতীৰ মুখত এটা চুমা খাই "ভাল হ'বি মাই। চাচোন কোন আহিছোঁ?" বুলি তাইৰ হাত এখন পিহিব ধৰিলে।"

"ভাল হ'ব, ভাল হ'ব বোপা। একো ভয় নাই। কিন্তু ডাক্তৰে কৈছে ভালৰ পিনে আহিছে। বিপদ কাটিছে।"

"ভাল হ'ব বোপা। একো ভয় নাই। এনেতে ঘূৰিয়ে ক'লে, "মোৰ মাই ভাল হ'বনে?"

"নহ'ব কিয়?"

"ঘৰৰ বস্তুবাব কাক গতাই আহিলা?"

"ঘৰৰ কি বস্তু আছে যে তাৰে ৰখীয়া ৰাখিব লাগে?"

"কিয় কানি-কাঠবিনি, কাঁহী-বাটি—"

"ওঁ ৰ্ৰানৰ ৰ আম চিন্তা, বুঢ়ী কামুণীক ৰ

কানি-কঠাখিনিৰ চিন্তা। কাঁহী-বাটি কেইখন যদি কেঁৰে নিয়ে, কলপাতৰ আমাৰ অভাৱ নাই। ভাত কেইটা এঠাইত লৈ খাব পাৰিলেইতো হ'ল।"

"বুঢ়ীয়ে ক'লে, "তোমাকতো একো নালাগে। একো নহ'লে সংসাৰত চলেনে?"

এনেতে কম্পাউণ্ডাৰ আহি বুঢ়াক দেখি, "ঐ বুঢ়া ভকতো আহিলা দেখোন?"

ভকত নহয় দেও। বোলো ভকত আহিলে কিলেৰে সুধিবা, ঢেকী-থোঁৰাৰে জাণ্ডিবা পাৰ। জাল-টঙ্গিৰে চকুত খুচিবা তেহে চিনি ভকতৰে ভাৱ।। বোপাই ভকত বৰ ডাঙৰ বস্তু। যাকে-তাকে ভকত নুবুলিবা। আমি আজিলৈকে সকলোকে আপোন বুলিবলৈ শিকিব পৰা নাই। মোৰ ছোৱালীৰ অসুখ হৈছে মই চাবলৈ আহিছোঁ। কিন্তু আপোনালোকৰ ডাক্তৰখানাত কত বেমাৰী পৰি আছে, মইতো চাব যোৱা নাই। সিহঁতৰ দুখত দুখী হ'ব পৰা নাই। সিহঁতৰ আলপৈচান ধৰিব পৰা নাই। ভকত আপোনালোকেহে। কত বেমাৰী ক'ত আশ্ৰয় লৈছেহি। কিন্তু আপোনালোকে নিজৰ দৰে সকালোকে শুশ্ৰূষা কৰিছে, দৰব-পাতি দিছে, বাপ-মাৱৰ দৰে গু-মূত পেলাইছে। আচল ভকত আপোনালোকহে।

এ আমি সেইবোৰ কৰিছোঁ মাহৰ মূৰত টকা কেইটা পোৱাৰ আশাতহে। দৰমহা নিদিলে জানো এইবোৰৰ কাম চাপিলোহেঁতেন।

এৰা বোপা, সেইটো ভাবিবলগীয়া। মনৰ ইচ্ছা আৰু লোভ দুটা বেলেগ বস্তু। ইচ্ছাৰে নালাগিলে বা ঈশ্বৰ ভকতি নকৰিলে কিবা আশাত কৰিলে কামতকৈ আশাটোহে বেছি উজ্জ্বল হৈ উঠে। কাম বা ভকতি পিছ পৰে। সেয়ে আমি আচল বস্তু বুজি নাপাওঁ। আকৌ বোপা মাহৰ মূৰত টকাকেইটা নাপালে আপোনালোকৰ ল'ৰা-ছোৱালী কেনেকৈ প্ৰৱৰ্তন হয়? গতিকে টকাকেইটাৰ আশা নকৰিবা কিয়? তেওঁলোকে আপোনাৰ টকাকেইটাৰ ওপৰতহে জীউ ধৰি আছে। যদি তেওঁলোকক কেঁৰে পুহিলোহেঁতেন তেন্তে আপুনি মন গুজি আনন্দেৰে কেৱল এই কামকে কৰিব পাৰিলেহেঁতেন।"

এনেতে অনন্তই মাত দিলে, "সেয়ে মানুহৰ পোহপাল, শিক্ষা-দীক্ষা, বেমাৰত দৰব-পাতি দিব লাগে গৱৰ্ণমেণ্টে। ব্যক্তি হিছাপে যেন প্ৰত্যেকে সেই চিন্তাত আকুল হৈ থকিব নালাগে। তেনেহ'লে নিজৰ নিজৰ প্ৰতিভা নিজৰ নিজৰ হাবিলাষৰ কাম দেহ-মন-কায়া উছৰ্গি কৰিব পাৰে। কামো ভাল হয়। এনেতে বুঢ়াই কম্পাউণ্ডাৰক সুধিলে মালতীৰ এতিয়া কেনে দেখিছা?"

"বহুত ভালৰ পিনে আহিছে। দুদিন আগেয়ে অৱস্থা বৰ বেয়াৰ পিনে ঢাল খাইছিল। যি নহওক ঈশ্বৰে ভাল কৰিব যেন পাইছোঁ।"

"ভাল হ'ব বোপা, নিশ্চয় ভাল হ'ব। এতিয়া কি কৰিব আহিছা কৰা। মই ডাক্তৰখানাৰ এবাৰ বেমাৰীবোৰ চাই আহোঁ। ইমান বেমাৰীৰ তোমালোকে আলপৈচান ধৰা। ঐ জোলোঙাখনত কে'টামান নেমুটেঙা আনিছোঁ। বোপা বেমাৰীসকলে নেমুটেঙা খাব পাৰিব জানো?"

"পাৰিব।"

"বুঢ়ী তেন্তে ভালেই হৈছে। নেমুটেঙাকেইটা সৰু সৰুকৈ কাট। মই এডোখৰ বেমাৰীবোৰক দি আহোঁ। মালতীলৈকো এটা ৰাখ।"

বুঢ়ীয়ে ক'লে, "মই এই কেইদিন নেমুটেঙা খাব পোৱা নাই। তুমি আহিলা বিলাব।"

"তয়ো এডোখৰ খাবি। নাখাবি কিয়?"

"নাই, নাই, নেমুটেঙাকেইটা থৈ দিওঁ। দুই এডোখৰকৈ দিন-চেৰেক খাব লাগিব।"

"এ তোৰ সৰু বস্তুলৈ মোহটো লাগিল।"

কম্পাউণ্ডাৰে সুধিলে, "পিছে আপুনি ক'ত থাকিব? খাব ক'ত?"

"মেলি ভাবিব নালাগে বোপা। মালতীৰ শোৱা পাটীৰ কাষতে পৰি থাকিব নোৱাৰিমনে? নহ'লেও য'তে ৰাতি তাতে কাটি হ'ব পাৰিম।"

"আৰু খোৱালৈ ভাবিব নালাগে বোপা। জোলোঙাত তিনিদিনলৈ মোৰ খোৱা পিঠাগুৰি আছে। জীয়কলো এক আধি আছে। মই মাইক চায়ে যাওঁ বুলি আহিছোঁ। কতই কত কথা কয়। মই জানো তাই

ভাল হ'ব। বোপা, মই এইবাৰ ঘৰলৈ গৈ তোমালৈ আম, ক'ঠাল, লেতেকু, জামু কেইটামান কাৰোবাৰ হাতত পঠিয়াই দিম। মই বুঢ়া মানুহ, সেইবোৰ আনিব নোৱাৰোঁ। বোপা, মালতীক ভালকৈ চাবা।"

"চাইছোঁ, নহ'লে সৰ্বনাশেই হৈছিল।"

"অনন্ত বোপা, তোমাৰো দেখো মুখ শুকাই গৈছে। খোৱা-লোৱাত বৰ কষ্ট পাইছা হ'বলা?"

"নাই, মইতো হোটেলতে খাইছোঁ। বুঢ়ী আয়েহে খোৱা-লোৱাত কষ্ট পাইছে।"

বুঢ়ীয়ে ক'লে, "নাই অলপো কষ্ট পোৱা নাই। যিঘৰ মানুহৰ ঘৰত আছোঁ তেওঁলোক বৰ সুন্দৰ বোপা। মোক ইমান আতৌ-পুতৌ কৰে। মই সিহঁতৰহে একো কৰি দিব পৰা নাই। সেইটো ভাবিহে মনত বৰ দুখ লাগে। এইবাৰ ভাবিছোঁ, মালতী ভাল হ'লে ঘৰলৈ গৈ দুখনি এৰী কাপোৰ বৈ তেওঁলোকলৈ দি থেদাম।"

"সেইটো ভাল কথা। এৰী সূতা কাটি কাপোৰ বওঁতে তোৰ কেইদিন লাগিছে? তইতো কামত ধৰিলে ৰাতি-দিন নাজান। কোনোমতে ঘৰ পাব পাৰিলে সেইটো দিহা হ'ব। কেৱল এই ডাক্তৰৰ কামবোৰহে বুজি নেপাওঁ।"

এনেতে এজন বেমাৰীয়ে বৰকৈ চিঞৰিব ধৰিছে। বুঢ়াই ক'লে, "মই যেচেৰাক চাই আছো। বৰকৈ দেখো ধৰফৰাই চিঞৰিব ধৰিছে।" বুলিয়েই সি সেই কুঠৰিলৈ গ'ল। তাতে বিচত সি ইকাটি-সিকাটি কৰিব নোৱাৰে। বুঢ়াই ক'লে, "বোপা অলপ কেঁচুমতাৰ লেপ দিয়া। ভাল পাবা। নাইবা কেইটামান তিচি বটি লেপ দিলেও অলপ শান্তিৰে শুব পাৰিবা।" এনেতে এজনে ক'লে, "ডাক্তৰে পকনি দিছে। এতিয়াই ফোঁহোৰা কাটিব।" বুঢ়াই ক'লে, "কাটি আপদ বঢ়াব লাগেনে? অলপ গন্ধক আৰু কটাখুতৰাৰ শিপা দিলে ফোঁহোৰা আপোনা-আপুনি পকি পুঁজ-পানী ওলালহেঁতেন। শান্তিও পালেহেঁতেন।" বুঢ়াৰ কথা শুনি ডাক্তৰজনে ক'লে, "ইয়াত চেল-বেলৰৰ ঠাই নহয়। গণ্ডগোল নকৰিবি।"

বুঢ়াই অলপ থমক খাই, "এৰো যেৱা কোৱা নাই বোপা। এনে বিষ ফোঁহোৰা কাটি আকৌ গধুৰ লাগক সৰ্বনাশ হ'ব।"

"যোৱা, যোৱা ইয়াৰপৰা আঁতৰ হোৱা" আন এজনে ক'লে। বুঢ়া তাৰপৰা গৈ আন এটা কুঠৰিত সোমাই দেখে এজন মানুহৰ ভৰি এখন কাটি আধাতে বেণ্ডেজ কৰি ৰাখিছে।"

"বোপাই ভৰিখনত কি হৈছিল?"

"হাড় ভাঙিছিল। ডাক্তৰে আধাতে কাটিলে।"

"ছিঃ ছিঃ জনমটো খোৱা হ'লা। তাতকৈ বোপা, হাড় যোৱা লগা লতা বান্ধিলাহেঁতেন যদি অলপতে ভাল পালাহেঁতেন, কাটিবও নালাগিলহেঁতেন।"

সি ক'লে, "কি কৰিবা, কপাল, কপাল।"

বুঢ়াই আন এটা কুঠৰিত সোমাই দেখিলে এজন মানুহে গ্ৰহণীত ভুগি কেৱল তেজে-শাঁৱে শৌচ কৰিছে। বিছনাত উঠিছে আকৌ শৌচ কৰিবলৈ লাগিছে। অলপো তত পোৱা নাই।

বুঢ়াই দেখিয়ে কলে, "বোপা, বৰমানিমুনিৰ পাত কেইটামান চেনি লৈ চোবাই খালে ভাল পালাহেঁতেন। নাইবা কলাখাৰে, থেকেৰা-টেঙাই, তেলে-লোণে মিহলি কৰি খালে ভাল পালাহেঁতেন। ডাক্তৰে কি খাব দিছে বোপা?"

"নাই, শৌচ পৰীক্ষা কৰিব নিছে।"

"এ বোপাই পৰীক্ষা কৰোতে কৰোতে তোমাৰ দিহা লগাব।"

আন এটা কুঠৰিত সোমাই দেখিলে এজন মানুহে কাহি কাহি তৰণি পোৱা নাই।

"উস্, বোপাই বুকুখনত অলপ তপত তেল বা নহৰুৰে তপত কৰা তেল দি তুলসীৰ ৰস বা আদাৰ ৰস মৌৰে খালে বহুতো ভাল পালাহেঁতেন বোপা। ডাক্তৰে কি খাব দিছে?"

সি ক'লে, "কিবা দৰৱ দিছে, নামটো নাজানো। আকৌ কিবা এটা মহ টকা দৰেৰে কিনিব দিছে।"

"ইস্ ইস্ টকাৰ শ্ৰাদ্ধ। কিন্তু আমাৰ বন-পাত-লতাৰে বহুতো ভাল হ'ব পাৰে।"

"কি কৰিবা আমি যে সেইবোৰৰ পাহৰিলোঁ।" বুঢ়াই গোটেইখন আস্পাতালৰ বেমাৰীবোৰ চাই চাই মনে মনে ভাবিছে এওঁলোকলৈ অলপ-অচৰপ কিবা গোৱা বস্তু আনিব পাৰিলে ভাল হ'লহেঁতেন। সকলোকে যে

নিজৰ বুলি দৰৱ-পাতি দিছে, গু-মূত পেলাইছে, আল-পৈচান ধৰিছে, এইটোৱে ডাঙৰ কথা। গাঁৱত বেমাৰী দেখিলে পলায় কিন্তু ইয়াত নানা বেমাৰীক নিজৰ দৰে ব্যৱহাৰ কৰিছে। ঘিণা নকৰি শুশ্রূষা কৰিছে, ই কেনে মহৎ কথা। লাহে লাহে আকৌ মালতীৰ কাষলৈ উভতি আহিল।

বুঢ়ীয়ে ক'লে "সংসাৰৰ যত বেমাৰীৰ কাষৰপৰা আহিলা। গা-মুৰ ধোৱাগৈ। বেমাৰীবিলাকৰ কাষলৈ যাবলৈ ঘিণ নালাগিলনে? তাতে সেইবোৰৰ জাত-পাত একো ঠিক নাই। হিন্দু-মুছলমান সকলোৱে লগ লাগিছে। সৌৱা চোৱা, সেইবোৰৰ কাৰণে আকৌ ৰন্ধা-বঢ়া কৰিছে। এতিয়াই সকলোৱে একেলগে বহি খাব। একেবাৰে মেলেছ।"

বুঢ়াই ক'লে, "মেলেছ নহয়, আচল নৰ-নাৰায়ণ সেৱাহে। মৰিলে যেনেকৈ জাত-কুলৰ বিচাৰ নাই, একে শ্মশানতে সকলোকে পোৰে, মৰাৰ আগতো বেমাৰী অকস্মাত সকলোকে কেৱল মানুহ হিছাপে ধৰি সেৱা-শুশ্রূষা কৰিব বৰ ডাঙৰ কথা।"

"ঔ আই, মই দিনচেৰেক ইয়াতে সোমাই বাহিৰত গৈয়ো খোৱা-লোৱা কৰিব পৰা নাছিলোঁ। নাড়ী-ভুঁৰী ওলট-পালট হয়।"

"পিছে এতিয়া খাব পাৰিছতো?"

"পাৰিছোঁ, আনকি বেমাৰীবোৰক শুশ্রূষা কৰা, কটা-ছিঙা কৰা দেখিও এতিয়া সিমান বেয়া নালাগে। মৰা-শবোৰো আনি দিনে দিনে কটা-ছিঙা কৰে। আগেয়ে মৰাশ দেখিলে কেইবাৰ গা ধুইছিলোঁ, সাত হাত অন্তৰেৰে নাক-মুখত হাত দি গৈছিলোঁ, আজিকালি মৰা-শ দেখোঁতে দেখোঁতে মৰা-শ বুলি ভাবেই নহয়।"

"সেয়ে কওঁ অভ্যাস। আমি অভ্যাস কৰিলে বেমাৰীক বেমাৰী বুলি নাভাবি, ঘৃণা নকৰি শুশ্রূষা কৰিব পাৰোঁ। সৌৱা তাতে বেমাৰীৰ গু-মূতো পৰীক্ষা কৰিছে। যেন সেইবোৰ একো বেয়া বস্তু নহয়। নিজৰ পৰৰ একো ভাব নাই। ছেই ছেই নাই। গোটেই সংসাৰখনতে এনে ভাবৰ সৃষ্টি কৰিব পাৰিলে আচল নৰ-নাৰায়ণৰ পূজা হ'লহেঁতেন। কি কোৱা অনন্ত বোপা?"

অনন্তই ক'লে, "পৰক আপোন বোলা ভাবটো মানুহৰ মাজত কেতিয়া বাঢ়িব কব নোৱাৰো।"

"নহয় বোপা, আমি সৰুৰেপৰা ল'ৰা-ছোৱালীক এইটো মাৰ, এইটো পেহী, এইটো ভাই, ভনী, এইটো নিজৰ, এইটো পৰৰ বুলি শিকাই ল'ৰা-ছোৱালীক সৰুৰে পৰা আপোনপেটীয়া স্বাৰ্থান্ধ কৰোঁ। পিছত আপোন-পৰ এই দুটা বস্তুৰ বৰ অমিল হৈ পৰে। এনেকৈ সৰুৰেপৰা ডাক্তৰখানাত ৰাখিলে বা একে আখলতে ৰন্ধা-বঢ়া কৰি খুৱালে আপোন-পৰ, ঘিণভাৱ, হীন মন আদি সকলো ভাব নোহোৱা হ'লহেঁতেন।"

"এৰা, এনে ভাব জগতত উদয় হৈছে। অৱশ্যে তুমি ডাক্তৰখানা হিছাপে কৈছা। কিন্তু সেয়া ডাক্তৰখানা নহৈ একেলগে থকা বোৰ্ডিং, একেলগে খোৱা ৰান্ধনি-ঘৰ, একেলগে টকাৰ ভঁৰাল সকলোবোৰ কৰিব ধৰিছে। কিন্তু আমি দুজন ভাই-ককায়ো একেলগে থাকিব নোৱাৰো। ততালিকে বেলেগ হওঁ। আন মানুহৰ লগত একেলগে থাকিম ছাৰি ভাই-ককাই দুজনে একেলগে দিন নিয়াব নোৱাৰোঁ।"

বুঢ়াই কলে, "এৰা বোপাই। আমাৰ শিকিবলগীয়া বহুতো আছে। এইবোৰক এনেয়ে খুৱাই নে কিবা দিব লাগে?"

"এনেয়ে খুৱায়।"

"উস্ বৰ ডাঙৰ কথা! বৰ ধৰম। বৰ ধৰম বোপা।"

"অৱশ্যে এইবোৰ গৱৰ্ণমেণ্টে কৰিলেও টকা আচলতে আমাৰ ৰাইজৰপৰা তোলে।"

"হওক তেও, আমাৰ টকাবোৰ ভাল কামত লাগিছে।"

(২১)

অনন্তই ফটো তুলি তুলি টকা পালেও তাৰ মনত সন্তোষ নাই। তাৰ যেন মনে বিচাৰে কিবা, কিন্তু কৰিবলগীয়া হয় বেলেগ। সি বিচাৰে ফটো তুলিব তাৰ মনত যিবোৰ দৃশ্য ভাল লাগে সেইবোৰৰ। কিন্তু সি

টকাৰ কাৰণে বাধ্য হয় যেয়ে টকা দিয়ে তেওঁলোকৰহে ফটো তোলাত। ইপিনে টকা নহ'লেও নহয়। কি কৰিব, সি বাধ্য হৈ কৰিবলগীয়া কামত যেন তৃপ্তি নাপায়। সি যেন এনে অৱস্থাৰ পৰা মুকলিমূৰীয়া হ'ব পাৰিলে ৰক্ষা পায়। এদিনাখন সি গেৰো-গোঁথো মনেৰে আন এঠাইত ফটো তুলিবলৈ গৈছে। হঠাৎ সুন্দৰ দৃশ্যৰ প্ৰকৃতিৰ মনমোহা ৰূপ, পৰ্বতৰ মধুৰ গম্ভীৰ মূৰ্তি, লগে লগে বহল লুইতৰ ঢৌ খেলা দেখি তাৰ মন নাচি উঠিছে। সেই লুইতৰ ওপৰেৰে এখনি সৰু নাও। তুলুং-ভুতুংকৈ গৈছে। তাত এজন নাৱৰীয়া, মলয়া বতাহত নাও এৰি দি দীঘলীয়া ভাঁটিয়ালী সুৰত গীত ধৰিছে। তাৰ ইচ্ছা ততালিকে সেই দৃশ্যটোৰ ফটো তুলি লয়। কিন্তু তাৰ মনত পৰিল ফটো তোলা যি 'ৰিল' আছে সেয়া তাত ব্যৱহাৰ কৰিলে তাৰ টকা পোৱা মুদা মৰিব। সেয়া যে আনিছে এজন মানুহৰ ছবি তুলিবলৈ। সি টকা দিব। সেই টকাৰে মালতীলৈ দৰৱ-পাতি কিনিব লাগিব, নিজে খাব লাগিব, বুঢ়া-বুঢ়ীক খোৱাৰ যোগাৰ দিব লাগিব। তদুপৰি আকৌ ফটো তোলাৰ সম্বল কিনিব লাগিব। সি নিৰুপায়ত পৰিল। শিল্প-সাধনাত সি মূল্য দিবনে পাৰ্থিৱ দুখ-শোক ভৰা বোকাত লেটি লৈ বৰা-গাহৰিৰ দৰে কেৱল খোৱা-লোৱাৰ কথা ভাবি ব্যস্ত থাকিব। তাৰ মন-তৰী উটি যায় বহল লুইতৰ উতলা তৰঙ্গত কিন্তু ঠেকা খায় পাৰ্থিৱ জগতৰ কুঞ্চিত অৱস্থাৰ পৰ্বতৰ শিলনিত। সি ভাবিলে তাৰ মনে বিচাৰে মুকলি আকাশ, শিল্প-কলাৰ মধুৰ সৌন্দৰ্য ৰচনাত, কিন্তু সি কিয় বন্দী হ'ল দুজন বা তিনিজন প্ৰাণীৰ খোৱা-লোৱা বেমাৰ শুশ্ৰূষাত! মালতী তাৰ কোন? কিয় মালতীৰ কাৰণে তাৰ দেহৰ সকলো শক্তি উছৰ্গা কৰিব? সি মনে মনে ভাবিছে মানৱ মনৰ বিশালতা, ক্ষুদ্ৰ গুহাত সোমাই পাহৰে অনন্ত আকাশ, পাহৰে শিল্প-কলাৰ সৌন্দৰ্য প্ৰকৃতিৰ গৰিমাময়ী। বহল লুইতত যেয়ে সাঁতুৰিব পাৰে সি তল যায় গো-খোজত। তাৰ ভাব হ'ল সৰু সৰু পৰিয়াল সৃষ্টি কৰে মানুহে, পাহৰে বিশ্বৰ বিশালতা। জনচেৰেক লোকৰ চিন্তাত বিভোৰ হৈ গোটেই জীৱনতো বিশ্বমানৱৰ চিন্তা পাহৰি নৰ-নাৰায়ণ সেৱাৰে সমূলি পিঠি দিয়ে। জগতৰ এটা ফুলতে মুগ্ধ থাকোতে কত সুন্দৰ সুন্দৰ ফুল সৰি যায়। সি ভাবিলে মালতীৰ কি শক্তি আছে যে তাৰ সকলো শক্তি আকৰ্ষণ কৰি নিজৰ কৰিলে? তাইৰ ৰূপ সৌন্দৰ্যৰ এনে শক্তিনে? কিন্তু ক'তা জগতত তাইতকৈ কত ৰূপ সৌন্দৰ্যৰে ভৰা ছোৱালী আছে। কত মনমোহা ছোৱালীৰ ছবি সি দেখিছে। কত ছবিত কত মনোহৰ নায়িকাৰ ৰূপ সৌন্দৰ্য কথাৰ মাধুৰ্য, অমিয়া অঙ্গি-ভঙ্গি দেখিছে। ক'তা সেইবোৰতো দেখাৰ লগে লগে পাহৰণি সোঁতত বুৰ মাৰিছে। তাৰ মন আকৰ্ষণ কৰিব পৰা নাই। তাইৰতো শিক্ষাও বেছি নাই। কত শিক্ষিতা ছোৱালীৰ লগত সি কথা পাতিছে। তাৰ সহপাঠী কত ছোৱালীৰ লগত কত ধৰণৰ ডাঙৰ ডাঙৰ গৱেষণাত বিভোৰ হৈছে কিন্তু এনে ধৰণে তাৰ সকলো বিবেক মন টানি নিব পৰা নাই। তেন্তে কি তাইৰ দুখী অৱস্থাই তাক সকলো পাহৰাইছে। কিন্তু ক'তা সি কত দুখী অৱস্থাৰ ল'ৰা-ছোৱালী পাইছে, কথা পাতিছে, সিহঁতৰ মৰ্মবেদনা শুনি হুমুনিয়াহ কাঢ়িছে কিন্তু তাৰ চলন্তি শক্তি কেঁৰে ৰোধ কৰিব পৰা নাই। সি নিজ ইচ্ছাৰে নিজৰ কৰ্তব্য কৰি গৈছে। অৱশ্যে সিহঁতৰ দুখ বিষাদ'ৰ ছাঁৰ প্ৰতিবিম্ব যে তাৰ মন-দাপোণত ক'লাৰেখা পেলোৱা নাই সেইটো নহয়। কিন্তু সেই ছাঁ ক্ষন্তেকলৈ। মুহূৰ্ততে সি আন কথাত বিভোৰ হৈ পাহৰিছে সিহঁতৰ দুখ-বিষাদৰ চিত্ৰ। সি ভাবি ভাবি গৈ আছে। তাৰ মনত খেলাইছে আজি ফটো তুলি পইছা নাপালে যে মালতীহঁত লঘোণ পৰিব। মালতী লঘোন পৰিলে তাৰ কি? এনেধৰণৰ কত প্ৰাণী লঘোনে-ভোকে আধা-পেটী পৰি আছে। সেইবোৰলৈতো সি অলপো চিন্তা কৰা নাই। তেন্তে মালতীৰ লঘোন চিন্তাই তাক ব্যাকুল কৰিছে কিয়? সি ভাবি ভাবি গৈ মেতৰ বসতি অঞ্চল পালে। মেতৰবিলাকৰ হাই-উৰুমি, পানী কলত পানী নিয়াত কাঁজিয়া-পেচাল শুনি তাৰ ভাব আঁতৰাই বাস্তৱ জগতলৈ টানি আনিলে। তাৰ হঠাৎ মনত পৰিল 'দুনীয়ালৈ। ক'তা আজি দিনচেৰেক সি দুনীয়াকতো দেখা নাই। ক'তা দুনীয়াতো পাঁচ নম্বৰ কুঠৰিলৈ কেঁথা

দিনো যোৱা নাই। তেন্তে তাইৰ কিবা হৈছে? তাৰ মনত পৰিল সিদিনা আস্পাতালতে কোনোবাই যেন কৈছিল, "দুনীয়াৰ কাম গ'ল"। তেতিয়া সি লৰা-লৰিৰ বেগত সেই কথালৈ সিমান কাণ কৰা নাছিল। এতিয়া যেন তাৰ ভাব হ'ল সঁচাকৈ দুনীয়াৰ কাম গৈছে। দুনীয়া আস্পাতালৰ পৰা খেদা খাইছে। নহ'লে তাই কিয় নাহিব? সি মনৰ আবেগত এজনী বুঢ়ী মেতৰণীক সুধিলে, "দুনীয়া ক'ত?"

"দুনীয়া। দুনীয়াক কিয়?"

ইয়াৰ উত্তৰ সি কি দিব? এৰা দুনীয়াক তাক কিয় লাগে। এই বহল 'দুনীয়াত' ক্ষুদ্র অকণি জলবিন্দু দুনীয়াৰ বিচাৰ কিয়?

হওক তাৰ দুনীয়া যিমানেই ক্ষুদ্র, জগতৰ এলাগি, কেঁৰে চকুৰে মণিব নোৱাৰে তথাপি তাক লাগে দুনীয়াক। দুনীয়াৰ ভাবে যেন তাৰ গোটেই মনটো জুৰি সেই মুহূর্ততে তোল-পাৰ লগাইছে। সি লাহেকৈ কলে, "লাগিছিল। তাই মোৰ চিনাজনা লোক।"

"জানো জানো বাবু। তাইৰ চিনা-জনানো কোন নহয়? আগতে কত বাবুৰে বিচাৰে। আমাৰ অভাৰছিয়াৰ বাবু আহিলে তাইৰ কথা সুধিয়ে তত নাপায়। বাবু, ফুলৰ ম'উ হ'লে ভোমোৰা য'ৰে ত'ৰে পৰা আহে। পিছে আপোনাৰ দুনীয়া নাই বাবু। তাই দুদিন আগতে আহিছিল, কিন্তু মিউনিচিপালিটিত কাম নকৰোঁ বুলি কোৱাত অভাৰছিয়াৰ বাবুৰে কোৱাৰ্টাৰৰ পৰা উলিয়াই দিছে। মিউনিচিপালিটিৰ কাম নকৰিলে মিউনিচিপালিটিৰ কোৱাৰ্টাৰত কিয় থাকিব দিব?"

"তাই তেন্তে ক'লৈ গৈছে?"

"নিজৰ দোষত নিজে মৰিব। কিন্তু ৰূপ-যৌৱন থাকে মানে তাইৰ কি অভাৱ? এই দিনতে সকলোৰে মন আঁজুৰি আনিব পাৰে। পিছতহে বুজিব। যেতিয়া গাল সোঁতোৰা-সুতুৰি দিব, চুলি পকিব, দাঁত নোহোৱা হ'ব, তেতিয়া কেইজন তাইৰ কাষ চাপে। বোলো তেতিয়া তাইৰ সহচৰ হ'ব বেমাৰৰ মেটভাৰ। যৌৱনত কৰা উখল-মাখল সকলো আঁতৰি যাব। কোনো ঠাইত এমুঠি ভিক্ষাৰ কাৰণে হাত পাতিলেও ছেই ছেই দূৰ দূৰ কৰিব।"

অনন্তই ক'লে, "থাক থাক যি হয় হ'ব? তাই এতিয়া ক'ত?"

"কি জানো বাবু, ক'ৰ গু-বাবীৰ কচু ক'ত থাকে। আমি হ'লে বাবু তাইৰ এনেবোৰ কথা দেখিব নোৱাৰোঁ। এইকেইদিন ইয়াত থাকোতে ঔ আই মানুহক বতৰা কওঁতে কওঁতে আধ্যা হ'ল। নাছিল, ভালেই হৈছিল। ডাক্তৰখানাত বাবুসকলেৰে সৈতে যি কৰিছিল, কৰিছিল। আকৌ ইয়াত আহি হাহাকাৰ লগালে। পিছে যিয়ে নহওক, অভাৰছিয়াৰ বাবুৰে বেয়া দেখিব নোৱাৰে। তাইক কোৱাৰ্টাৰৰ পৰা বিদায় দিলে।"

অনন্তই আৰু কথা নকৈ গম্ভীৰ মুখেৰে খোজ ল'লে। বাটত তাৰ গোটেই মনটো দুনীয়াৰ কথাই ভাবি গ'ল। সি ভাবিলে সঁচাকৈ কি দুনীয়া এনে বেয়া স্বভাৱৰ। দুনীয়াকতো সি কেতিয়াও এনেভাৱে ভবা নাই। তাইৰ সেই সৰল চকুজুৰিয়ে সেই পোনপটীয়া কথাবিলাকে সেই দুখত দুখী হোৱা ভাবটোৱে কেতিয়াও বুজিব নিদিয়ে যে তাই এনে দুষ্ট স্বভাৱৰ, বেয়া চৰিত্ৰৰ। কিন্তু তিৰোতাৰ চৰিত্ৰ বুজা টান। সি ভাবিলে হয়তো তাই তাৰ কাষত আহি তেনে সৰলভাৱে থাকি তাৰ দয়া-মৰম আকৰ্ষণ কৰে। কিন্তু অন্তৰে অন্তৰে তাই টেঙৰী। সি ভাবি ভাবি সেই মেতৰৰ বসতি কৰা ঠাইৰ মাজেৰে গ'ল। সেই কুৎচ দৃশ্যবোৰ তাৰ চকুত পৰিল। আজিও সভ্য জগতত যে এনেবোৰৰ এনে বেয়া অৱস্থা সি কল্পনা কৰিব নোৱাৰিছিল। অৱশ্যে সি বাটে-পথে লেতেৰা মেতৰ দেখিছে; কিন্তু সিহঁতৰ ঘৰৰ কাষলৈ সি কেতিয়াও যোৱা নাছিল। সি তাত দেখিলে বৰা-গাহৰিয়ে আৰু মেতৰৰ ল'ৰা-ছোৱালীয়ে একেলগে ভাত খাইছে। চোতালৰ বোকাত গাহৰিবোৰে যেনেকৈ লেটি লৈছে, মেতৰৰ ল'ৰা-ছোৱালীবিলাকেও তেনেকৈ লেটিপেটি হৈ আছে। তাতে হাগিছে-মূতিছে। সি দেখিলে সিহঁতৰ কোঠাবোৰ ক'লা ধোঁৱা আৰু আলাদ্ধুৰে পৰিপূৰ্ণ। মেতৰৰ তিৰোতাবিলাকে হোঁকা টানি বহি আছে। তাতে খেকাৰ পেলাইছে। সিহঁতে অহা-যোৱা কৰা বাটটোৰ এক আঁঠুলৈ বোকা। সি যেন এখন

নৰক ৰাজ্যত সোমাইছেহি। য'ত নাই জ্ঞানৰ ৰশ্মি, সভ্যতাৰ জিলিঙনি, চাফ্-চিকুণতাৰ লেশমাত্ৰ ব্যৱস্থা। সি দেখিলে তেনে অৱস্থাতো সুন্দৰভাৱে বহি সিহঁতৰ কেঁৰে পাচি, খৰাহি বা বিচনি বৈছে। কেঁৰে ধ'পাত হুঁপিছে, কেঁৰে আকৌ সৰু সৰু মদৰ বাটি লৈ নানা কথা বলকি পিব ধৰিছে। সি বোধ কৰিলে যেন ইয়াত মুকলি বায়ু আহিব পৰা নাই। আকৌ দেখিলে জনচেৰেক পেনকুলীয়া ল'ৰা-ছোৱালীয়ে কে'টামান ফটা তাঁচৰ পাত লৈ খেলিব ধৰিছে। আজিও এনে দৃশ্যবোৰ যে বিৰাজমান এয়া যেন সভ্য জগতৰ কলঙ্কস্বৰূপ– তাৰ ভাব হ'ল। আকৌ সি ভাবিলে ক'ত্তা এনে কুৎচ ঠাইত দুনীয়াৰে সৃষ্টি হৈছে। তাই এনেভাৱে বোকাৰ লেটি লৈ, গাহৰিৰ লগতে খাই লৈ কুৎচ আচাৰি লোকসকলৰ মাজতে ডাঙৰ-দীঘল হৈছে। তেন্তে তাই এনে চাফ্-চিকুণ, কথা-বতৰাত এনে অমায়িক, পিন্ধন-উৰণত এনে পৰিপাটি কেনেকৈ হ'ল? হয়তো তাই ডাক্তৰখানাত এইবোৰ শিকিছে। কিন্তু সিটো তাই থকা ডাক্তৰখানাৰ ঠাইখিনি বা কুঠৰিটো চোৱা নাই। কিজানি তায়ো তাত এনেভাৱে থাকে; কেৱল বেমাৰী আদিৰ ওচৰলৈ আহোতে তেনেভাৱে আহে। দুনীয়া যেনে নহওক কিন্তু সভ্যতাৰ আদৰ্শ দাঙি ধৰা জগতত আকৌ সাম্য-ভাৱৰ নানা কথা কোৱা লোকসমাজত আজিও যে এনে প্ৰাণীবোৰ এনেভাৱে আছে ইয়াতকৈ বিশ্বজগতৰ কি লাজৰ কথা হ'ব পাৰে?

এই কথা মনত অহাৰ লগে লগে তাৰ মনত পৰিল নৈৰ কাষত জুপুৰি কৰি থকা ভিক্ষাৰিণীবোৰলৈ। ইহঁতে মিউনিচিপালিটিয়ে সজা পকা ঘৰ পাইছে। যদিও তাৰ অৱস্থা সিহঁতৰ নিজৰ স্বভাৱত অতি কুৎচ কৰিছে। কিন্তু সেই ভিক্ষাৰীসকলে চাৰিডাল কামিত বেঁকা কৰি তাৰ ওপৰত ফটা খৈলাৰে ঘৰ ছাউনি কৰি কোনোমতে পেট পেলাই সোমাই ল'ৰা-ছোৱালীৰে বাস কৰে। চাৰিওকাষে অতি অপৰিষ্কাৰ কৰি ৰাখে। বাহিৰত বতাহ বৰষুণতো তিতি-বুৰি কোনোমতে চাউলকেইটা সিজাই খায়। আখালত বৰষুণৰ পানী পৰি থাকে। তথাপি ফুৰাই ফুৰাই গছৰ তলত বন্ধা-বঢ়া কৰে। নৈ ভৰি আহিলে সিহঁতে গঢ়া জুপুৰি ঘৰ কেইটা আকৌ বেলেগ ঠাইলৈ দাঙি নিব লাগে। কেতিয়াবা কেতিয়াবা মিউনিচিপালিটিৰ কৰ্তাসৰৰ বা চহৰৰ বিষয়াসকলে চহৰ ভাল কৰা নামতো সিহঁতৰ সেই ঘৰকেইটা ভাঙি দিয়েহি। সিহঁতে আটাইখিনি সম্বলৰ টোপোলা বান্ধি বিষয়াসকল বা ৰঙা পাগুৰিৱালাসকল নাযায় মানে এপিনে টোপোকা খাই থাকে। আকৌ তেওঁলোক আঁতৰ হ'লেই নকৈ ঘৰ সজাত লাগি যায়। সিহঁতৰ অৱস্থা কেঁৰে নাভাবে। সিহঁতৰ ঘৰ ভাঙেহি কিন্তু সিহঁতৰ থকাৰ ব্যৱস্থা যে কিবা কৰিব লাগে সেইটোলৈ কাৰো মূৰত নেখেলায়। সেই কুৎচ দৃশ্য সেইজগতৰ অতি শোচনীয় অৱস্থা লোকে নিতে দেখিছে কিন্তু মৰম-দয়াৰ, আদৰ্শৰ জালতৰা, সাম্য ভাৱৰ গৰিমা গোৱা মানৱ জাতিয়ে নাভাৱে যে তেওঁলোকৰ চকুৰ আগতে অতি অসাম্যতাই খেলিব ধৰিছে। সিহঁতে নিজৰ ওপৰত নিৰ্ভৰ কৰা অৱস্থা পাহৰি পৰৰ ওপৰত হাত পাতি ভিক্ষা কৰি ফুৰি ডাবি-হুমকি নাইবা পৰৰ নেওচন খোৱা অৱস্থাকে সাদৰি লৈ সিহঁতৰ মানসিক অৱনতি যেনেকৈ হৈছে, যেনেকৈ আৰ্থিক শোচনীয় অৱস্থায়ো সিহঁতক জুৰুলা-জুপুৰা কৰি মানৱ জাতিক হেয় কৰিছে। কিন্তু তেনে মানসিক বা আৰ্থিক অৱনতি গুচাবলৈ-বা সিহঁতৰ শোচনীয় অৱস্থাৰ পৰিবৰ্তন কৰিবলৈ কোনো সভ্যলোকে বাট দেখুৱাই দিয়া নাই বা উপায় কৰা নাই। ইয়াতকৈ মানৱৰ উচ্চ আদৰ্শৰ নামত যি আচল কপটতা আছে বা মানুহে বাহ্যিকভাৱে যি নেদেখুৱাওক আচলতে মানুহৰ মনটো যে পৰৰ নিমিত্তে নভৰা অৱস্থাত বা কেৱল নিজৰ স্বাৰ্থৰ মোহতে বিভোৰ ইয়াতকৈ কি প্ৰমাণ লাগে?

সেয়ে এই সভ্য মানুহ জাতিৰ মাজতো এনে মেতৰ জাতিৰ শোচনীয় অৱস্থাই নিতৌ হেলাৰঙে খেলি যাব ধৰিছে তাত সভ্য নামধাৰী লোকে যাবলৈ নাকত ধৰে, সিহঁতক চাবলৈ ঘৃণা কৰে, দূৰৈত ছেই ছেই কৰে, কিন্তু সিহঁতৰ মানসিক বা আন উন্নতিলৈ কেঁৰে অলপো মন-কাণ নকৰে। সি কত কথা ভাবি ভাবি গৈ তাক ফটো তুলিবলৈ মতা লোকৰ ঘৰ

পালেগৈ। কিন্তু তেতিয়া মতা সময়তকৈ বহুতো পলম হৈছে।

ফটো তুলিবলৈ মতা লোকজনে ক'লে, "মই আঠ বজাতে মাতিছিলোঁ। এতিয়া দহ বাজিলহি, অফিচলৈ যাবলৈ লৰালৰি হৈছে, ফটো কেনেকৈ তোলোঁ? তোমালৈ চাওঁতে চাওঁতে বেলা হ'ল। ইমানকৈ কৈ আহিছিলো সোনকালে আহিবা কিন্তু এয়ে তোমাৰ সোনকালনে? মোৰা এতিয়া সময় নাই। অসমীয়া মানুহে সময়ৰ মোল নুবুজে। ব্যৱসায়ত উন্নতি কৰিব কেনেকৈ?" বুলিয়েই হাতত ছাতিটো লৈ অফিচমুৱা হৈ খোজ ল'লে। অনন্তই তাতে অলপ পৰ থিয় হৈ থাকিয়েই লাহে লাহে ঘৰমুৱা হ'ল। সি তাৰ কৰ্ত্তব্যৰ আওহেলাত বৰ লাজ পালে। তাতোকৈ তাৰ আন এটা চিন্তা হ'ল তাৰ হাতত টকাৰ অভাৱ হৈছে; কেনেকৈ মালতীৰ দৰৱ-পাতি কিনে নাইবা সিহঁতৰ খোৱা-লোৱাৰ দিহা কৰে। সি মহা সমস্যাত পৰিল। আকৌ উভতি যাওঁতে মেতৰৰ বসতি ঠাইৰ কাষে কাষে গ'ল। সিহঁতৰ শোচনীয় অৱস্থা চাবলৈ আনসময়ত তাৰ মনে খেলালেহেঁতেন সঁচা কিন্তু এতিয়া সেইপিনে সি খোজ নল'লে। যাওঁতে সি ভাবিছিল এইবোৰৰ যদি ফটো তুলি সভ্য জগতৰ আগত দাঙি ধৰিব পাৰিলেহেঁতেন কিজানিবা কেঁৱে সিহঁতৰ উন্নতিৰ কথা ভাবিলেহেঁতেন। কিন্তু এই সময়ত অহা সাঁজলৈ খোৱা তাৰ অন্ন চিন্তা, দৰৱ-পাতিৰ চিন্তাই তেতিয়া তাৰ গোটেই মন আগুৰি পেলাইছে। আন চিন্তাত মন দিব পৰা নাই। সি কি কৰিব, কি নকৰিব ব্যাকুলভাৱে ভাবিছে। ক'ৰবাত সি ঋণ পালে ঋণ কৰি আকৌ পৰিশোধ কৰিব। কিন্তু সি কাৰপৰা ঋণ কৰে সি যিমানেই আস্পাতালৰ ওচৰ চাপিছে সিমানেই সেই ভাৱটোৱে তাক বিমোৰ কৰিছে। কোনোমতে কেইটকামান যোগাৰ কৰিব নোৱাৰিলে যে বেমাৰীৰ দৰৱ আৰু পথ্যৰ যোগাৰ কৰিব নোৱাৰিব, লগে লগে তিনিওজন প্ৰাণী লঘোন পৰিব লাগিব। সি ভাবি বিতত হৈছে।

হঠাৎ সি দেখিলে ৰামু আৰু দুনীয়া তাৰ পিনে আহিছে। দুনীয়াক আন সময়ত দেখিলে অনন্তই ৰং পালেহেঁতেন কিন্তু তাৰ ওপৰৰ চিন্তাই তাক ৰঙৰ পৰাও বঞ্চিত কৰিলে। দুনীয়াই ওচৰ চাপিয়ে ক'লে, "বাবু, আস্পাতাললৈ আপোনাক বিচাৰি গৈছিলো।"

"কিয়?"

"কাইলৈ ৰামুৰ মোকৰ্দমাৰ দিন। কি কৰিব লাগে আপোনাক সুধিবলৈ আৰু খৰচ-পাতিৰ কাৰণে কে'টামান টকা—

টকাৰ কথা কওঁতে অনন্তৰ গোটেই গা চিবিংকৈ উঠিল। "টকা! টকা! টকা মোৰ ক'ত আছে?"

"নাই বাবু, এইখিনি সহায় কৰক। মই যেনেকৈ নহওক আপোনাৰ ঋণ পৰিশোধ কৰিম।"

অনন্তই তাৰ টকাৰ পৰিশোধ সম্বন্ধে ভবা নাই। কিন্তু তাৰ যে হাতত নাই কি কৰিব?

কিন্তু দুনীয়ায়ো জানো নাজানে সঁচাকৈ যে অনন্তৰ হাত আজি উদং।

দুনীয়াই ক'লে, "আন কাৰো ওচৰত টকাৰ কাৰণে হাত পাতিবলৈ বেয়া লাগে। আজিলৈকে কাকো এপইছাও খোজা নাই। কেৱল আপুনি আগৰেপৰা সহায় কৰিছে বুলিহে–"

অনন্তই ক'লে, "নহ'লে মই কি কৰিম?"

ৰামুৱে ক'লে, "বাবু, দিয়ক বাবু, আপুনি সহায় নকৰিলে কোনে সহায় কৰিব। এটা উকিল ধৰি মোকৰ্দমা সাৰি আহোঁ আৰু কেতিয়াও এনে কাম নকৰোঁ বাবু।" দুনীয়াই ক'লে, "বাবু এইবাৰ সহায় কৰক।"

সিহঁতৰ কথাত অনন্তৰ মনে মনে বেজাৰ আৰু খং হ'ল। কিয়নো সি ৰাতিৰ সাঁজলৈ কি খাব তাৰ উপায় ভাবি পোৱা নাই। তাতে এনে ভূতৰ ওপৰত দানৱ। এনে অভাৱৰ সময়ত তাৰ আচল মনৰ স্বভাৱ জাগ্ৰত হৈ উঠিল। মানুহৰ বাহ্যিক আৱৰণত মনটো যিমানেই ডাঙৰ বুলি নেদেখুৱাওক আচলতে মন যে অতি তল খাপৰ সেইয়া অলপ আঘাত পালেই ফুটি ওলায়। সি ক'লে, "মৰগৈ যেনে স্বভাৱ তেনে ফল পাবি। মই একো কৰিব নোৱাৰো।" বুলিয়েই সি কাষৰ হ'ল। সি দেখিলে দুনীয়াৰ চকুজুৰিত দুখাৰ চকুলো বৈ গ'ল। যেন সেই চকুলো দুখাৰি নিৰুপায়, নিসহায়ৰ

সম্বল। সি অলপ দূৰ পাওঁতে হঠাৎ এজন মাৰোৱাৰীক লগ পালে। মাৰোৱালীজনে সুধিলে, "ফটো তোলনেকি?"

"হয়"

"আহ আমাৰ ঘৰলৈ। কে'বাখনো ফটো তুলিব লাগে।"

অনন্তই যেন সৰগৰ বিত হাতত পালে। মাৰোৱাৰীৰ পিছে পিছে খোজ ল'লে। তাতে সি কে'বাখনো ফটো তুলি আগতীয়াকৈ কে'টামান টকা পালে। কাইলৈ ফটো দিলে আৰু টকা পাব। তাৰ আনন্দত মন নাচি উঠিল। সি লৰালৰিকৈ দুনীয়াহঁত যিপিনে গৈছে সেইপিনে খোজ ল'লে। কিছুদূৰ গৈ সি সিহঁতক লগ নাপালে, এতিয়া বিচাৰি পোৱা টান। কাইলৈ কাছাৰীতে লগ ধৰি সিহঁতক টকা দিব, সহায় কৰিব। নাইবা আবেলি বা কাইলৈ ৰাতিপুৱা এবাৰ সিহঁতক বিচাৰিব বুলিয়েই সি আকৌ আস্পাতাললৈ ঘূৰিল।

আস্পাতাল পাই দেখে তাৰ দেউতাক পাঁচ নম্বৰী কুঠৰিত বহি আছে। দেউতাকে তাক দেখিয়ে খংত ক'লে, "কাম নাই, এনেভাৱে দিন কটালে হ'ব? কতই কত কথা কয়। মই কম্পাউণ্ডাৰৰ মুখত সকলো শুনিছোঁ। বল আজিয়েই ঘৰলৈ বল। ইয়াত থাকিব নোৱাৰ? এই সোপাৰ কাৰণেহে পঢ়িছিলি?"

অনন্তই দেউতাকৰ কথাবোৰ শুনি খং উঠিলেও মনে মনে ৰ'ল। বিশেষতঃ দেউতাকৰ কথাত তাৰ বেছি খং হ'ল কম্পাউণ্ডাৰলৈ। কম্পাউণ্ডাৰে যে বহুতো কিবা কিবি লগাইছে তাৰ বুজিবৰ বাকী নৰ'ল। সি দেউতাকক ক'লে, "দিনচেৰেকতে যাম। ইয়াতে সদায় থাকিবলৈ অহা নাই।"

"দিনচেৰেক নহয়, আজিয়েই যাব লাগিব। কথা শুনিবি নে নুশুন?"

অনন্তই কলে "নাই, আজি যাব নোৱাৰিম।"

দেউতাকে অনন্তৰ এনে অবাধ্যমূলক কথা শুনি ঘপৰাই উঠি ক'লে, "বুজিছো, ইমানদিনে পুহিপালি ডাঙৰ-দীঘল কৰি পঢ়াই-শুনাই আচল ফল পালো। অৱশ্যে বিষফল কলে বিষফলেই পায়। বাৰু থাক, তোৰ মুখ চোৱাও মোৰ পক্ষে অসহনীয় হৈছে।" বুলিয়েই তাৰ পৰা গুচি গ'ল।

অনন্তই দেউতাকৰ কথা কাহানিও অমান্য কৰা নাই। আনকি দেউতাকৰ মুখৰ এবাৰো টান কথা শুনা নাই। আজি এনে অমান্য কথা কৈ লগে লগে দেউতাকৰ টান কথা শুনি মনত বৰ দুখ আৰু বেজাৰ লাগিল। সি অলপপৰ কাকো নামাতি মনে মনে কিবা ভাবি থাকিল। হঠাৎ মালতীয়ে মাত দিলে, "আপুনি ইয়াতে আছে? মাই ক'ত?"

মালতীৰ ইমান দিনৰ মূৰত মউসনা মাতষাৰি শুনি যেন অনন্তৰ সকলো দুখ বেজাৰ ততালিকে জঁয় পৰি গ'ল। অনন্তই ক'লে, "মালতী।"

"কতা? এইয়া দেখো আমাৰ ঘৰ নহয়?"

এনেতে মাক কাষলৈ আহি মাত দিলেহি, "বাচা।"

"মাই।"

অনন্তই ক'লে, "মালতীৰ জ্ঞান আহিছে, কিন্তু অলপ মাত-বোল নিদিবা। নিলগত থিয় হোৱা। বেয়া হ'ব পাৰে।" মাক অলপ কাষৰ হ'ল। মালতীয়ে ক'লে, "মোৰ মূৰটো বিষাইছে। অলপ বিচি দিয়ক।"

মাকে ততালিকে এখনি বিচনি আনি মূৰৰ কাষত বিচিব ধৰিলে।

ইমান দিনৰ মূৰত মাতষাৰ পোৱাত অনন্তৰ কিমান আনন্দ। মালতীৰ মাকৰো বা মনত কিমান সুখ। কিনতু কোনে জানে ই যে নুমাওঁ নুমাওঁ হোৱা চাকিৰ শেষ ধিমিক স্বৰূপ নহয়। যেতিয়া এবাৰ ভালকৈ উজ্বলি উঠিয়ে ততালিকে নুমাই যায়। অনন্তই ভাবিলে ঈশ্বৰে যেন তেনে অৱস্থা নকৰে। তাই যেন ধীৰে ধীৰে ভালৰ পিনে আহে। যি লক্ষ্য লৈ ইমানদিন লালাট খাইছে, টকা-কড়ি ভাঙিছে, নানাজনৰ নানা কথা শুনিছে, আনকি দেউতাকৰো বেজাৰৰ পাত্ৰ হৈছে, সেয়ায়ো যদি ভাল নহৈ আন পিনে গতি কৰি তাৰপৰা আঁতৰ হয় তেন্তে অৱস্থা কেনে অসহন। হঠাৎ তাৰ দুনীয়াৰ কথা আৰু সিহঁতৰ মোকৰ্দমাৰ কথা মনত পৰিল। সি ততাতৈয়াকৈ তাৰপৰা গৈ হোটেলত গাটো তিয়াই ভাতকেইটা খাই আকৌ দুনীয়া আৰু বামুক বিচাৰি গ'ল।

(২২)

অনন্তই সদায় ফটো তুলি ফুৰিছে, কিনতু আপোনা-আপুনি তাৰ মন-দাপোণত যে দুখীৰ দৈন্যতা, অশিক্ষাৰ কদাকাৰ মূৰ্তি, সভ্যতাৰ জিলিঙনি নোপোৱা কুঙ্কচ মূৰ্তি, ধনী, আভিজাত্য বা ডাঙৰ পদবী পোৱা বিষয়াৰ অহঙ্কাৰ আদিৰ নানা চিত্ৰ ফুটি নেদেখাভাৱে 'ফটো' তুলিছে সেইটো ভাবিলেও হাঁহি উঠে। সেই 'ফটো' তোলা নেদেখা লোক কোন? নে প্ৰাকৃতিক এনে নিয়ম যে মানুহৰ মন সঁচাকৈ দুখীয়াৰ দুখ দেখিলে পমি যায়, প্ৰভুত্বশালীৰ অত্যাচাৰ দেখিলে মানুহৰ মনে বিদ্ৰোহী হৈ উঠে। এই তত্ত্বৰ মূলত সৰুৰেপৰা মনে যি গঢ় লয় তেনেভাৱে কুমাৰৰ চাকৰ দৰে যি গঢ়ৰ লোটা, ঘটি, মলা-চৰু গঢ়িব খোজে তেনেভাৱে গঢি উঠে। জন্মতে মানুহৰ মন দয়া, মৰম আদি গুণৰ অধিকাৰী হৈ নাহে। কেৱল ওচৰৰ বা চাৰিওকাষৰ বস্তু, মানুহৰ আচৰণ নপৰা ভাৱ আদি প্ৰভুত্বইহে সেই শিশু মন গঢ়ি তোলে। সেয়ে জগতত আজি শিশু-শিক্ষাৰ আমূল পৰিবৰ্তন কৰি জগতত ন সাজ-পাৰ দিবলগীয়াৰ আৱশ্যক হৈছে সি। ভাবি গৈছে বৰ্তমান জগত আৰু ভৱিষ্যত জগতৰ কল্পনাত উটি-ভাহি। বৰ্তমান জগতে বিচাৰে সভ্যতাৰ নামত লুকাভাকু, ৰূপ-সৌন্দৰ্যৰ মোহত সবেও আকুল, মন ক্ষুধাৰ তৃপ্তি আনিবলৈ সকলো ইচ্ছুক কিন্তু সকলোৱে দেখাব খোজে যেন প্ৰত্যেকে ইন্দ্ৰিয় বিজয়ী বীৰ, প্ৰত্যেকে সজভাৱত মুগ্ধ, পবিত্ৰ মন, সজ আচৰণৰ সেৱক, যেন সমাজত অলপো কলঙ্কৰ চেকা নপৰে যেন সকলোৱে তেনে ভাৱতে ব্যাকুল। সতীত্ব, পবিত্ৰতা যেন সমাজৰ ওখ বেদীত কিন্তু প্ৰত্যেকে কেৱাহিকৈ চাই বাটেৰে এজনী ৰূপৱতী ছোৱালী গ'লে, প্ৰত্যেকে ভাবে কোন সুবিধাৰে ৰূপ-সৌন্দৰ্য উপভোগ কৰে, প্ৰত্যেকে মন ক্ষুধাত ইছাৎ-বিছাৎ কৰি হা-হুতাশ সহচৰ কৰে। অৱশ্যে ধনৰ লালসাত বহুত লোকে জগতত, সমাজত কত কপটতা, কত বিভৎসতা, কত ঠগ, প্ৰৱঞ্চনা কৰে, কিন্তু কামিনীৰ মোহ-লালসা বা ৰূপ-সৌন্দৰ্য উপভোগ বাঞ্ছাই যে জগতৰ শতকৰা নিৰান্নব্বৈজন লোকক হাবাথুৰি খুৱাই মন উচাতন কৰি সংসাৰখন এখন মাছ ভজা খোলা কৰিছে আৰু সংযমৰ উঁৰিয়লিৰ গৌৰৱৰ জয়গান কৰি থাকোঁতে অন্তৰ পুৰি ডেই ছাঁই কৰি জগতত অতৃপ্তি, হা-হুতাশ, নিৰাশাৰ অগ্নিকুণ্ড কৰিব ধৰিছে। সেইটো লুকা-ভাকু জগতত দেখিও নেদেখা ভাও ধৰি জগত আগুৱাইছে। মৰুভূমিৰ তপত বালিৰ সৃষ্টি ৰচনাত য'ত উঠিছে ধন, তৃষ্ণা, প্ৰভুত্বৰ আগ্নেয়গিৰি, ৰূপ-সৌন্দৰ্যৰ উপভোগৰ জ্বালামুখী। তেন্তে শান্তিৰ আদৰ্শ, আনন্দৰ মেলা, প্ৰেম সাম্যৰ সুঁতি বোৱা কল্পনাৰ জগতৰ সৃষ্টি ৰচনাত সম্ভৱ ক'ত? সেইবোৰৰ উপাদান কেনেকৈ পাব পাৰি?

সি ভাবি ভাবি যাওঁতে হঠাৎ দেখিলে এখন ভঙা-ছিঙা চালিৰ কাষতে এডাল ডাঙৰ গছৰ ছাঁত বহি ৰামুৱে এটা সৰু ল'ৰাক শিকাব ধৰিছে "ক, খ" সি নিজেও ভালকৈ নাজানে তথাপি ডাঙৰ ডাঙৰকৈ চিঞৰি কৈছে "ক, খ, গ, ঘ, ঙ।" ল'ৰাটোৱে তাৰ কথা হাঁহি হাঁহি দোহাৰিছে। ৰামুৱে কৈছে "বে'ছ, বে'ছ, পঢ়ি ডাঙৰ মানুহ হবি, নহ'লে মোৰ দৰে অসভ্য জানোৱাৰ হৈ শিকিবি কেৱল ঠগ, প্ৰৱঞ্চনা। শিকিবি জেলত যাব নাইবা পেলাবি কেৱল ময়লা, ময়লা।"

"নাই বাবা মই পঢ়িম। ক, খ,. পঢ়িম। ডাঙৰ মানুহ হ'ম।"

"ডাঙৰ মানুহ হ'বি বেটা, ভাল খুবসুৰত বিবি পাবি।"

"হা বাবা, মোৰ লগত সেই বাবুৰ ল'ৰাটোৱে নেখেলে কিয়? সি ৰবাব-টেঙা খেলাব খোজে, কিন্তু দেউতাকে মোৰ কাষলৈ আহিলে তাক ডাবি-হুমকি দি টানি নিয়ে। মোকো ডাবি দিয়ে। মই বাবা, সিহঁতে কিবা খেলি থাকিলে লাহে লাহে লুকাই গৈ সিহঁতৰ কাষ পাওঁ। সিহঁতে টেনিচ বল খেলে, মই সিহঁতৰ নিলগৰ পৰা বল লৰি গৈ আনি দিওঁ। সিহঁতে মোক বৰ ভাল পায় বাবা। কেৱল সেই গুফন্দা গালৰ, পেন্দুৱা চকু থকা দেউতাকেহে মোক দেখিব নোৱাৰে। খেদি দিয়ে।"

"সিহঁত ডাঙৰ হ'লে সিহঁতেও তোক খেদিব, ঘিণাব, দুটা কথা কব।"

"কিয় বাবা? সিহঁতে তেনে নকৰে। দেউতাক নহ'লে সিহঁতে মোক খোৱা বস্তু দিয়ে।"

"ল'ৰা অৱস্থাত সকলোৱে তেনে থাকে তেতিয়া ডাঙৰ-সৰু জাতি-অজাতিৰ বিচাৰ নাই। ল'ৰাই ল'ৰাক দেখিলে তাৰ লগৰীয়া বুলি আনন্দতে হাত আগবঢ়াই আঁকোৱালি ল'ব খোজে। কিন্তু অলপ জ্ঞান হ'লে সকলো ওভতা হয়।"

"জ্ঞান কি বাবা?"

"ডাঙৰ-সৰুৰ বিচাৰ কৰিব পাৰিলে জ্ঞান হয়।"

"তেনে জ্ঞান হ'লে দেখো বেয়াহে হয় বাবা। এতিয়া সিহঁতে মোক মৰম কৰিছে, মোৰ লগত ৰং-ধেমালি কৰিছে, পিছত জ্ঞানী হ'লে মোক লগ নিদিব, ঘিণাব।"

"সিহঁত যে ডাঙৰ মানুহৰ ল'ৰা। সিহঁতৰ সমান কেনেকৈ হ'বি?"

"ডাঙৰ মানুহ আৰু সৰু মানুহ কি বাবা?"

"ডাঙৰ মানুহ চকিত বহে, ভাল খায়, ভাল পিন্ধে। সিহঁতে মদ খালেও বিলাতী মদ খায় আৰু লুকাই লুকাই খায়। আৰু আমাৰ দৰে সৰু মানুহে হলে ফটা-চিৰা কাপোৰ পিন্ধোঁ, বেয়া বস্তু খাওঁ, য'তে ত'তে বাগৰি ফুৰো। মদ খালে দেশী মদ বা লাওপানী পিওঁ। আকৌ সেইবোৰ দেখা-দেখিকৈ খাই য'তে ত'তে বাগৰি ফুৰোঁ, বলিয়ালি কৰোঁ। আকৌ বৰ ডাঙৰবিলাকে মটৰ গাড়ীত চৰে, উৰণীয়া জাহাজত উৰে।"

"আমি ডাঙৰ মানুহ জানো হ'ব নোৱাৰো?"

"নাই, নাই। আমি মেতৰ মানুহ। আমি ডাঙৰ কেনেকৈ হ'ম?"

"পঢ়িলেও ডাঙৰ মানুহ হ'ব নোৱাৰিম বাবা? আইতাই কয় দেখো পঢ়িলে ডাঙৰ হ'ব পাৰি, গাড়ী ঘোঁৰাত চৰিব পাৰি।"

"পঢ়ি ভাল হ'লে গাড়ী-ঘোঁৰাত উঠিব পাৰিবি সঁচা। কিন্তু ডাঙৰ লোকসকলে তোক লগ নিদিব। তই পঢ়ি ডাঙৰ হ'লেও তোক দেখা-দেখিকৈ কৰিলেও মনে মনে ঘিণাব। আকৌ মাজে মাজে সৰু জাতৰ গেলা-পচা বুলিও ক'ব।"

"বাৰা, মই কুমুদহঁতৰ লগত ক, খ শিকোঁ। মই কিতাপ পঢ়ি থকা দেখিলে কুমুদে শিকাই দিয়ে। সি কৈছে মোক এখন সুন্দৰ ছবি থকা কিতাপ দিব। দেউতাকে হেনো তাক আনি দিছিল। তাত মহাত্মাৰ ছবি আছে। জৱাহৰলালৰ ছবি আছে। বাবা, মহাত্মাৰ ছবি সকলোৱে কিয় চায়? তেওঁ আপুনি কোৱাৰ দৰে ডাঙৰ মানুহ আছিলনে? তেওঁ লুকাই লুকাই বিলাতী মদ খাইছিলনে?

"ধেৎ, মহাত্মাই মদ খাব কিয়?"

"কিয় তেওঁ বোলে ডাঙৰ মানুহ আছিল।"

"নাই, নাই তেওঁ মহাত্মা আছিল। তেওঁ আমাৰ লগত একে ঠাইতে বাস কৰিছিলহি। আমাক নিঘিণাইছিল। তেওঁ আমাক পৰিষ্কাৰ কৈ থাকিব দিছিল, আমাক লিখা-পঢা শিকিব কৈছিল।"

"তেওঁ গাড়ী, উৰণীয়া জাহাজত জানো উঠিছিল?"

"উঠিছিল, কিন্তু তেওঁ খোজকাঢ়িহে ভাল পাইছিল।"

"তেওঁৰ ডাঙৰ ঘৰ আছিলনেকি বাবা?"

"আছিল কিন্তু তেওঁ পঁজা-ঘৰত থাকি ভাল পাইছিল। আমাৰ বসতি ঠাইবোৰত কেতিয়াবা কেতিয়াবা পঁজা-ঘৰ কৰি আমাৰ লগত আছিলহি। তেওঁ আহিলে আমাৰ বসতি ঠাইবোৰ কেনে পৰিষ্কাৰ কৰে, কত মানুহ আহে। তেওঁ মহাত্মা! মহাত্মা! বুদু।"

"তেওঁ তেন্তে ডাঙৰ মানুহ নাছিল। ডাঙৰ লোকসকলৰ দৰে আমালোকক নিঘিণাইছিল ছেই ছেই নকৰিছিল।"

"তেওঁ পৰৰ দুখত দুখী হৈ জেল খাইছিল।"

"তেন্তে বাবা, তুমিতো কৈছা, তুমিয়ো জেলত যাবা। জেলত গ'লে মানুহ ভাল হয় বাবা?"

"জেলৰ কথা কওঁতে ৰামুৰ মুখ শেঁতা পৰিল। তাৰ মনত পৰিল তাৰ মোকৰ্দমাৰ কথা। সি যেন দেখিলে কাইলৈ মোকৰ্দমাৰ দিনত তাৰ জেল হ'ব। জেলত সি কিমান দিন থাকিব লাগে সি নাজানে।

কিন্তু জেলত থাকিলেতো বুদুৰ লগত এনেভাৱে কথা ক'ব নোৱাৰিব। বুদুক সি এনেকৈ 'ক' ফলা মতাব নোৱাৰিব। আকৌ তাৰ অবিহনত দুনীয়াই বা কেনেকৈ থাকিব? কেনেকৈ পোহ-পাল যাব? বুদুক শিক্ষা দি ডাঙৰ মানুহ কৰিব? সি এনেদৰে মনে মনে থাকোতে অনন্তই ওচৰ পাই তাক সুধিলে–

"ৰামু মোকৰ্দমাৰ কি দিহা কৰিলি?"

"কি দিহা কৰিম, বাবু? টকা নাই, পইছা নাই মোকৰ্দমাৰ দিহা কৰিবলৈ উপায় ক'ত? গতিকে জেললৈ যাবকে থিৰ কৰিছোঁ।

বুদুৱে এনেতে খপৰাই ক'লে, "জেলত যাব বাবু, বাবা জেলত যাব। মহাত্মা গান্ধীও জেলত গৈছিল বাবু, ময়ো বাবাৰ লগত জেলত যাম। আমি মহাত্মাৰ লগত থাকিম। ডাঙৰ মানুহৰ লগত নাথাকোঁ। ডাঙৰ মানুহে আমাক ঘিণাই বাবু।"

বুদুৰ এনে ল'ৰামতীয়া কথা শুনি, লগে লগে ইমান ডাঙৰ ভাৱ সেই কথা কেইআবাৰত পাই অনন্ত আচৰিত হ'ল। অনন্তই অলপ থমক খাই ক'লে, "তই পঢ়িব পাৰ?"

"পাৰো বাবু বুলিয়েই সি খপ্‌জপকৈ ক, খ মাতিব ধৰিলে। মই বাবাৰ লগত জেলত গ'লে, জেলতে পঢ়িম। কুমুদে দিয়া কিতাপখনো জেললৈ নিম। মহাত্মা গান্ধীৰ ছবি তাত আছে বাবু। মই জেলত সেই ছবি মহাত্মাক দেখুৱাম। মহাত্মাই বাবু আমাক তাত বৰ মৰম কৰিব। মোক আখৰ দেখুৱাই দি দি পঢ়াব।"

"মহাত্মাক ক'ত পাবি তাত? তেওঁৰ কোনোবা দিনাই মৃত্যু হৈছে।"

"মহাত্মা মৰিছে? নাই বাবু, মহাত্মা মৰা নাই। ৰবাই এতিয়াই মহাত্মাৰ কথা কৈছে। তেওঁ হেনো আমাৰ লগতে থাকে, আমাক ডাঙৰ মানুহৰ দৰে নিঘিণায়, মৰম কৰে। বাবু, কুমুদে মোক ইমান মৰম কৰে, কিন্তু দেউতাকে চকু পোন্দোৱাই মোক তাৰ কাষ চাপিব নিদিয়ে। দেউতাক গ'লে মই সৌ পুখুৰীৰ কাষৰ মধুৰিআমডাল পাৰি কুমুদহঁতক দিওঁ। আইতাই কৈছে, মই যি বস্তু পাওঁ ওচৰৰ মকলোকে ভগাই দিব লাগে। মই সিদিনা মিঠাই পাইছিলোঁ কুমুদহঁতক দিলো। সিহঁতে 'নাই আমি নাখাওঁ' বুলি হাতত নল'লে। মোৰ বৰ বেয়া লাগিল। অকলে মই খাবলগীয়াত পৰিলো। কিন্তু সিহঁতক মধুৰিআম পাৰি দিলে খায়, সিহঁতক মিঠাই দিলে কিয় নাখাই বাবু? মই মিঠাই দিলে মহাত্মাই খাব বাবু?"

"তই দিলে মহাত্মাই নিশ্চয় ল'ব। কিন্তু তেওঁ মিঠাই নাখায়।"

"তেন্তে বাবা, কাইলৈ জেললৈ যাওঁতে আমি মহাত্মালৈ মিঠাই লৈ যাম। কে'টামান মধুৰিআমো মই পাৰি নিম। আইতাও যাব বাবা?"

এনেতে অনন্তই সুধিলে, "তোৰ আইতা ক'লৈ গৈছে?"

ৰামুৱে ক'লে, "দুনীয়াৰ কথা কৈছা বাবু? দুনীয়া মই সেই টকা অনা বাবুৰ ওচৰলৈ গৈছে। তাই হেনো সেই বাবুক ভৰি-হাতে ধৰি মোকৰ্দমাটো তুলি ল'ব। সেইটো কৰিব কিয় লাগিছে বাবু, সিহঁত বৰলোক। সিহঁতক যেনেকৈ পাৰি ঠগাব লাগে। জেল হ'ব তাতে ভয় কি? জেলত আমাৰ সকলো সৰু লোকক ভৰাই থৈ খুৱাওক। ভালেই হৈছে। সিহঁতে বাবু এপইছা দুখীয়াক দেখিলে নিদিয়ে, ভাল কামত খৰচ নকৰে। কেৱল টকাবোৰ লুকাই থয়। আৰু ঘৈণীয়েকহঁতক ভাল কাপোৰ, ভাল অলংকাৰ আনি দিয়ে। সিহঁতহে আচল ঠগ বাবু। সিহঁতকহে জেলত দিব লাগে।"

"তোক টকা দিলে মদ খাই উৰুৱাব পাৰ?"

"আমি মদ খাওঁ বাবু, কিন্তু আমাৰ লগত থাকিলে আনকো মদ খাঁচো, খাব খুজিলে মদ ঢালি দিওঁ। কিন্তু সিহঁতে কাকো একো নিদিয়ে বাবু। কোনোবা গ'লেও খোৱা বস্তুবিলাক লুকাই থাখে। টকা-পইছা হাতত থাকিলেও কোনো বিপদত খুজিলেও এপইছাও নাই বুলি কয়। মই দুনীয়াক ক'লো, তই যাব নালাগে। তাই কয়, মই নহ'লে তাই কেনেকৈ থাকিব? কিন্তু যদি আজি মই মৰি যাওঁ তাই কেনেকৈ থাকিব?"

"তাই তিৰোতা মানুহ অকলে কেনেকৈ থাকিব? ওচৰত কত গুণ্ডা, লম্পট আছে।"

সেই একে কথা বাবু। এইবোৰ বৰলোকৰ খোলৰ খেল। যদি বি আছে তাতে তাৰ কৃপণতা। বৰলোকৰ

ধনৰ কৃপণতা, ৰূপৱতীৰ ৰূপৰ কৃপণতা।"

"ধনৰ কৃপণতাত পবিত্ৰতা নাই। কিন্তু ৰূপ-সৌন্দৰ্যৰ কৃপণতাত আছে পবিত্ৰতা, গৌৰৱ, মান, সম্ভ্ৰম। বাৰু, যি নহওক মই কেইটামান টকা পাই তইঁতক দিব আহিছিলো। কিজানি মোকৰ্দমাত সহায়ে হয়। পিছে মোকৰ্দমা যদি তুলি লয় তেন্তে টকা তোক আৱশ্যক নহ'ব। আকৌ মোকৰ্দমা তুলি নল'লেও তই জেললৈকে যাবলৈকে যেতিয়া সাজু, গতিকে তোৰ কাৰণে টকা খৰচ কৰি লাভ নাই। যদি তই জেলত পৰ এই টকাকেইটা দুনীয়াৰ খৰচৰ কাৰণে লাগিব। নাইবা তোৰ ল'ৰা বুদুৰ কাৰণে কিতাপ-বহী কিনি দিব পাৰিব।"

"দিয়ক বাবু, টকাকেইটা দিয়ক।"

"টকাৰ নাম শুনিলে তোৰ মন নাচি উঠে। টকা কেইটা পালে মদৰ দোকানত বহিব পাৰ নহয়?"

"নাই, নাই বাবু, মই মদ খাব এৰিলোঁ, হাজাৰবাৰ এৰিছোঁ। মই মদ নাখাওঁ। বুদুক মই লিখা-পঢ়া শিকাম।"

মদপীৰ কথাত বিশ্বাস? যাওক, তোৰ হাতত মই টকা নিদিওঁ। মই টকা দিম দুনীয়াক।"

"দুনীয়াক টকা দিব? বদমাইচ, জুৱাচোৰ, লম্পট মই বুজি নাপাওঁ দুনীয়াক কিয় টকা দিয়? লাঠিৰে তোৰ মূৰ গুৰা কৰিম। মেতৰৰ ছোৱালীলৈ চকু। বাবু হৈছে। মই সকলো বুজিছো। তাই ছালি তোৰ লগত সাঙোৰ খাইছে। কেৱল বাবু, কেৱল বাবু। মই যদি ৰামু হওঁ তাইৰ নাক-চুলি কাটিম। তাই বেটী বাৰভতৰ লৈ ফুৰাৰ মজাপাদি দিম। বাবু, তইঁতৰ এশবাগি আমাৰ সৰু জাতৰ এটা। আমি জানো পোনপটিয়া কথা। মোক টকা নিদিয়, দুনীয়াক দিয়? দুনীয়া তোৰ কাহানিৰ কুটুম? আমি অজলা, বুজি নাপাওঁ? দুনীয়ালৈ ইমান দৰদ কিহৰ।"

অনত্তই ৰামুৰ কথা শুনি ক'ববাত কোনোৱে এই কথা শুনি তাক আন হিচাপে ভাবে বুলি সি লাহে লাহে আঁতৰ হ'ল। সভ্য জগতত সভ্যতা বা মান সম্ভ্ৰম ৰক্ষা কৰাৰ কাৰণে নিজৰ কাপুৰুষতা বা দুৰ্বলতা দেখুৱাই মনে মনে আঁতৰ হ'ব লাগে, এনে অৱস্থা বহুক্ষেত্ৰত প্ৰমাণ পোৱা যায়। ঘৈণীয়েকৰ লগত গিৰিয়েকৰ কাজিয়া হ'ল, ঘৈণীয়েকৰ হাজাৰ দোষ থাকিলেও গিৰিয়েকৰ কথাত গোঁ-গোঁৱাই উঠিল। নানা অভয়চ কথা গাব ধৰিলে, গিৰিয়েকে নিজৰ মান সম্ভ্ৰম ৰাখিবলৈ সেইপিনে টেঁপোকা খালে যাতে ওচৰৰ কেঁৱে একো কথা নুশুনে। চাকৰে বেয়া কৰিছে, দুই একাষাৰ গিৰিহঁতে বলকিব ধৰোতে চাকৰে হুমহুমনি দি উঠিল। নানা তৰহৰ কথা ডাঙৰ ডাঙৰকৈ ক'ব ধৰিলে, গিৰিহঁতৰ মাত হেৰাল। জানোচা ওচৰৰ কেঁৱে শুনি তেওঁক অসভ্য বুলি ভাবে। বিল্লাচলাওঁতাই চাৰি অনাৰ ঠাইত আঠ অনা লাগে বুলি ক'লে, বাবুৱে সেই কথাত আপত্তি কৰাত বিল্লাচালকে কঁকালত কাপোৰ বান্ধি দুমদুমাই উঠিল। নিদিয়া যদি এনে কৰিম, তেনে কৰিম। বাবুৱে কোনোৱে তেনেবোৰ কথা শুনে বুলি ঘপৰাই পইছা আঠ অনা অনাহকতে দি লেঠা মাৰি আনপিনে খোজ ল'লে। যেন সভ্যতাৰ নামত দুৰ্বলতা, স্পষ্ট কথা ফুটাই ক'ব নোৱৰা; অৱস্থাৰহে চৌদিশে সৃষ্টি হ'ব ধৰিছে।

সি যাওঁতে বাটত লগ পালে 'দুনীয়াক'। সি যেন আজি দুনীয়াৰ লগত কথা নাপাতিব বা দুনীয়াক আলি বাটৰ একাষেৰে এৰি যাব এনে ভাব হ'ল। যি দুনীয়াক বিচাৰি সি নগৰ পিটপিটাই দিছিল, সেই দুনীয়াক ওচৰত পায়ো সি এষাৰ কথাও নাপাতি যে কাষৰীয়া হৈ নেদেখা ভাৱেৰে গুচি যাব। তেনে ধৰণে কাষৰ কাটিবলৈ ধৰোতে ততালিকে দুনীয়াই তাক মাদ দিলে, "বাবু কলৈ যায়?"

"এইপিনে আহিছিলো।"

"বাবু আমাৰ মোকৰ্দমা তুলি ল'ব। মই এতিয়াই সেই বাবুৰ পৰা আহিলো। কেৱল তেওঁৰ টকাকেইটা ওভতাই দিলেই হ'ব। মই এমাহত দিওঁ বুলিছো। নোৱাৰিলে কেইমাহমান তেওঁলোকৰে কাম কৰি দিম বুলি কৈছো। বাবু মান্তি হৈছে। আপোনাক আজি টকা খুজি বৰ আমনি দিছোঁ বেয়া নাপাব বাবু। আপনত পৰিছে তেনেকৈ কৈছিলো। আপোনাক সাহ পাওঁ বুলিহে তেনেকৈ কৈছিলো, আনক টকা নোখোজো বাবু।"

দুনীয়াৰ তেনে কথাত অনন্তৰ আগৰ সকলো কথা পাহৰণিৰ সোঁতত বুৰ গ'ল। অনন্তই লাহে লাহে ক'লে,

"বুজিছ দুনীয়া, তেতিয়া সঁচাকৈ মোৰ হাতত টকা নাছিল। আনকি কেনেকৈ মই নিশাৰ সাঁজৰ কাৰণে টকা যোগাৰ কৰোঁ সেইটোলৈকে মহা চিন্তা হৈছিল। কিন্তু অলপ পিছতে মোৰ টকাৰ যোগাৰ হ'ল। মই তইঁতক টকা দিবলৈকে বিচাৰি আহিলো। কিন্তু তোক নাপালো। তোৰ বুদু আৰু বামুক লগ পাইছিলো। বুদু ল'ৰাটো বৰ ভাল।"

"আপুনি বামুক টকা দি আহিল। যদি পিছে সি মদ খাই উৰুৱাব। আৰু বা কি অঘটন ঘটায়।"

অনন্তই ক'লে, "নাই, তাক মই টকা দিয়া নাই। তাৰ কাৰণে সি মোক বহুতো বেয়া কথা কৈছে। যি নহওক, তইঁতক দিওঁ বুলি আহিছিলো। কিন্তু মোকৰ্দমা যেতিয়া উঠাই ল'ব এতিয়া তইঁতৰ টকাৰ আৱশ্যক নহ'ব। কিন্তু দিওঁ বুলি আহিছিলো যেতিয়া হোঁ এই কেইটকা ৰূপ নে। তোৰ ল'ৰাটোৰ শিক্ষাৰ দিহা কৰিবি। তাৰ লিখা-পঢ়াত খৰচ কৰিবি দে। সি ভাল হ'ব। মই আৰু দিনচেৰেকতে ইয়াৰ পৰা যাম। মালতী অলপ ভাল হৈছে। হোঁ টকা ল।"

"মোকৰ্দমা তুলি ল'ব যেতিয়া টকা আৰু নালাগে বাবু।"

"মইতো সেইটো বুজিছো। কিন্তু এই টকা তোৰ ল'ৰাৰ কাৰণেহে দিছো।"

"আমাৰ ল'ৰাই পঢ়ি কি লাভ হ'ব বাবু? সি ডাঙৰ হ'লে ময়লাহে পেলাব লাগিব।"

"এৰা, এৰা, দুনীয়া তোৰ ল'ৰাক এনেভাৱে শিক্ষা দিবি যেন জগতৰ যত মলি আছে সকলোবোৰ দূৰ কৰিবলৈ তাৰ শক্তি হয়।"

"বাবু, আমাৰ ল'ৰাই শিক্ষা পাই ময়লা পেলাব এৰিলে কোনে ডাঙৰ ডাঙৰ লোকৰ ময়লা পেলাব?"

"জগতে এদিন নিজৰ ময়লা নিজে পেলাবৰ দিহা কৰিব। কিন্তু যুগ যুগ ধৰি তইঁতকে ময়লা পেলোৱা কৰি ৰাখি অশিক্ষা, অজ্ঞতাৰ আন্ধাৰ গুহাত পেলাই ৰাখিবলৈ কাৰো অধিকাৰ নাই। শিক্ষাৰ আলোকে তইঁতক বন্ধ দুৱাৰ মুকলি কৰি মুকলি বতাহৰ আঘ্ৰাণ পাবলৈ শক্তি দিব। ভৱিষ্যত জগতে সৃষ্টি কৰিব সকলোৰে দুৱাৰ মুকলি কৰিবলৈ, বাদ্ধোনৰ খন্দ ভাঙি-ছিঙি চুৰমাৰ কৰিব। দুনীয়া, হয়তো আৰু তোক লগ নাপাম। কিন্তু মনত ৰাখিবি মোৰ শেষ কথা, তই তোৰ বুদুক এনে শিক্ষা দিবি যেন জগতৰ অন্তৰ-বাহিৰত যত মলি আছে সকলোবোৰ দূৰ কৰিবলৈ শক্তি পায়। যেন পায়খানাৰ কেইটামান টিনৰ মলি আঁতৰ কৰোঁতে তাৰ জীৱনৰ সকলো শক্তি শেষ নকৰি জগতৰ সকলো প্ৰকাৰ মলি ধ্বংস কৰিবলৈ তাৰ জীৱন উছৰ্গা কৰিব পাৰে।" বুলিয়েই অনন্ত আঁতৰ হ'ল। দুনীয়াই ৰূপ কেইটকা হাতত লৈয়ে অনন্ত যোৱা বাটলৈ চাই থাকিল। তাই যদিও অনন্তৰ কথাবোৰ পূৰ্ণভাৱে হৃদয়ঙ্গম কৰিব নোৱাৰিলে, তথাপি তাইৰ ভাব হ'ল বুদুক তাই শিক্ষা দিব, যিমান পাৰে শিক্ষা দিব। তাই অনন্তৰ অন্তৰত যেন দেখিলে এটা বিন্দুস্বৰূপ উজ্জ্বল দীপ। সেই বন্তিগছ যেন উজ্বলি উঠি বৰ্ত্তমান জগতৰ অনন্ত অসীম অন্ধকাৰত যেন জোৰ স্বৰূপে আওৰাই নিব—জগতৰ যত অজাতি, অকুলীয়ান, অশিক্ষিত, অসভ্য, বৰ্বৰতা, দূৰৈৰ মহিয়ামৰী, গৰিমাময়ী, পোহৰৰ কাষত।

তাই ভাবিলে অনন্ত কিমান মহান। সেই বাবুৰ কাষত আজি কেইমাহ থাকি যেন তাই কত ওখ ভাব, ওখ মনৰ পৰশ পাই তাইৰ জীৱনৰ গতি অন্যদিনে টানি নিব ধৰিছে। ইমানদিনে ডাঙৰ বোলা লোকসকলৰ মতি-গতি প্ৰত্যেক ক্ষেত্ৰতে আওঁৰণে পাই তাইৰ ভাব হৈছিল জগতৰ ডাঙৰ বোলা জাতিয়ে লুকাই লুকাই সকলো কৰিব পাৰে। কিন্তু তাই ভবা নাছিল কয়লাৰ খনিতো হীৰা আছে, তাই ভবা নাছিল মানুহৰ লুকা-ভাকুৰ আন্ধাৰ গুহাতো দুই-এটা উজ্জ্বল বন্তি আছে। তাই লাহে লাহে ঘৰমুৱা হ'ল। বাটত এখন দোকানত সোমাই তাই তাইৰ ল'ৰাৰ কাৰণে এখনি ফলি আৰু এডাল মাটি-পেঞ্চিল কিনি নিলে। আৰু দোকানত মহাত্মা গান্ধীৰ এখনি ছবি দেখি সেইখনো কিনি নিলে। তাইৰ মনত কত আনন্দ, সেই ছবি, সেই ফলি-পেঞ্চিল পাই বুদুৰ কিমান বং হ'ব। খৈ খৈ তাইৰ ঘৰ পালে।

বামুৱে ক'লে "ইমান পলম কৰিলি কিয় বজ্জাতি? কেৱল বাৰভত্তৰৰ লগ লাগিবি। আহিছিল নহয় আৰু এজন। আজি ভাল কথা কৈ খেদাইছো। সেয়া হাতত কি আনিচ? উঁ ফলি, পেন্সিল। হেৰৌ কোন ভত্তৰৰ পৰা পইছা পালি?"

দুনীয়াই একো কথা নকৈ চালিঘৰত সোমাল। তাই বুদুৰ হাতত চিলেট আৰু পেন্সিলডাল দি মহাত্মাৰ ছবিখন দি ক'লে, "এই চা মহাত্মাৰ ছবি। তই সদায় সেৱা কৰিবি। ডাঙৰ হ'লে মহাত্মাৰ শিষ্য হ'ব পাৰিবি?"

"মই সদায় পূজা কৰিম আই।"

"কেনেকৈ পূজা কৰিবি?"

"গেন্ধাই-মালতী ফুল আনি।"

"নাই, তেনে পূজাত মহাত্মাৰ খং হয়। মহাত্মাক পূজা কৰিব লাগে সকলো ল'ৰাক সমান বুলি ভাবি, সকলো দুখী-সুখীক সমভাৱে আচৰণ কৰি, দুখীয়াক পুতৌ কৰি। মহাত্মাই ভাল পায় ডাঙৰৰ অসজ কথাত বিৰোধী হ'লে, প্ৰভুত্বশালীৰ ৰঙা চকু দেখি ভয় নাখালে। নিজৰ কাম নিজে কৰিলে, কাৰো আগত হাত পাতিব নালাগিলে। কিন্তু সকলোতকৈ ভাল পায় শিক্ষিত হৈ জ্ঞানী হ'লে।"

"আই, বাবাই কৈছে জ্ঞানী হ'লে বোলে সৰু অজাতিসকলক খিণাবলৈ শিকায়। আমি ডাঙৰ লোকৰ ল'ৰাৰ লগত মিলিলে ছেই ছেই কৰিবলৈ।"

"তাক জ্ঞানী নকয় বুদু। সেয়া কেৱল বৰলোকৰ মহত্তালি। ডাঙৰ লোক নহয়।"

এনেতে বামু সোমাই সুধিলেহি, "কোনে পইছা দিলে? কাৰ পইছাৰে ফলি-পেন্সিল আনিছ? সেয়া আঁচলত কি বান্ধিছ? টকা। কোনে টকা দিলে?" বুলিয়েই তাইৰ আঁচলত ধৰি টকাৰ গাঁঠি খহাব ধৰিলে। দুনীয়াই ক'লে, "এই টকা তোৰ নহয়।"

"মোৰ নহয়। কোনোবা ভত্তৰে দিছে। হেৰৌ বেশ্যালী কৰিলে টকাৰ অভাৱ কি?"

"ছিঃ ছিঃ তেনে কথা নকবি বামু।"

"দে, মোক টকা দে।"

"এইয়া তোৰ টকা নহয় বামু। এইয়া বুদুৰ টকা।"

"বুদুৰ টকা। বুদুৰ বাপেকে দিছে" বুলিয়েই ততালিকে আঁচলৰ পৰা টকা খহাই সি হাতত ল'লে।

"দে, দে, বামু, সেই টকাৰে বুদুক স্কুলত নাম লগাই দিম।"

"মূৰ কৰিবি? ক কোন বাপেৰে টকা দিছে? এতিয়াই মই তাৰ মূৰ গুৰা কৰিম।"

"কোনোৱে দিয়া নাই বামু। সেই টকা অনন্ত বাবুৱে দিছে।"

"অনন্ত বাবুৱে দিছে? ঔ মৰটাওোনে ইয়াত দিব নোৱাৰি বাটত লগ ধৰি দিছে। আজি ভালে ভালে সাৰি গ'ল। নহ'লে তাৰ মজাপালি উলিয়ালোহেঁতেন। পৰৰ তিৰোতা ফুচুলোৱাৰ ফল ভালে ভালে পালেহেঁতেন। তই যেনে বজ্জাতী, সিও তেনে বদমাইচ। ক'ত লগ পাওঁ আজিয়েই তাক শেষ কৰিম। বুজিছ মেতবৰো পুৰুষালি আছে, মান আছে, সম্ভ্ৰম আছে" বুলিয়েই সি আঁতৰ হ'ল। দুনীয়াই ভাবিলে বুদুৰ শিক্ষা আৰম্ভণি কৰিবলৈ যি টকাকেইটা পাইছিল তাৰো মুদা মৰিল। আকৌ বা ক'ত কি অঘটন ঘটায়। তাই মহাত্মাৰ ছবিখনৰ আগত দীঘল দি পৰিল– "হে মাহাত্মা, বামুক সজমতি দিয়া প্ৰভু।"

(২৩)

অনন্তই বাটে বাটে গৈ দেখিলে মালতীৰ বাপেকে বং মনেৰে বেগাই খোজ কাঢ়ি আস্পাতাললৈ আন বাটেৰে আহিব ধৰিছে। সি ওচৰ পাই তেওঁক ক'লে আজি দুদিন দেখা দেখিয়ে নাই।

"অ' বোপাই। সিদিনা নৈৰ পাৰলৈ গলোঁ। বোলো লোৱা পিঠাগুৰি আছে, ভীমকলেৰে দুটা মোহাৰি খাই আহোঁ বুলি গাটো তিয়াই খাব বহিছোঁ, এনেতে দেখো ওচৰতে নৈত এটা সৰু ল'ৰা গা ধুই আছিল; হঠাৎ দ পানীত পৰি ল'ৰাটো নোহোৱা হ'ল। বাপেক আৰু আন আন ল'ৰাকেইটামানে হাহাঁকাৰ লগালে। খেদি এৰি লৰি গ'লো। বহুতো বিচাৰি-খুচৰি, বুৰ মাৰি মাৰি কোনোমতে ল'ৰাটো পালোঁ। কিন্তু পালে কি হ'ব? বেচেৰাই পানী খাই পেটটো ঢোল যেন হৈছে। মাত-বোল নাই। চকু ডেলেপেং দিছে। কোনোমতে তুলি

আনি কে'ৰাবাৰো ঘূৰাই কোনোমতে পানী কিছু উলিয়ালোঁ। তাৰ পিছত হাত ভৰি এবাৰ কোঁচাই এবাৰ টানি অলপ ভালৰ পিনে আনিলোঁ কিন্তু তথাপি তাৰ জ্ঞান নাহিল। একো উপায় নাপাই কোনোমতে ধৰাধৰি কৰি বেচেৰাক ঘৰলৈ নিলোঁ। তেওঁলোকে ডাক্তৰ মাতি আনিলে। মইয়ো যি পাৰোঁ দিলোঁ। দুইদিন বেচেৰাৰ কাষতে বহি ৰাতি দিন কটালোঁ। আজিহে ৰাতিপুৱা ভাল পাইছে। পিছে ভাত নোখোৱাকৈ আহিব নিদিয়ে। মই কলোঁ 'কিয় লাগিছে?' কিন্তু নুশুনে। দুটা ৰান্ধি-বাঢ়ি খাই আহিব লাগে। পিছে ইমান আহ্লাদ কৰি ৰাখিব খুজিছে, চাউল-পাতি যোগাৰ কৰি দিছে কেনেকৈ মনত কষ্ট দি গুচি আহা। দুটা ৰান্ধি-বাঢ়ি এতিয়াহে আহৰি হৈ আহিছোঁ। বেচেৰাইতে কে'টামান সোণতৰা টেঙাও দিছে। বোপা, চোঁৰা, দুটা খোৱা।"

আপুনি মালতীক বেমাৰী অৱস্থাত এৰি আনৰ ল'বাৰ শুশ্ৰূষাতহে ব্যস্ত হ'ব আহিছে।

কি কৰিবা বোপা সকলোৱে একে। মালতী যেনে আমাৰ মনত, সেই বেচেৰাও বাপেক মাকৰ মনত একে। কি কোঁৰা বোপা? পানীত পৰা ল'ৰা, চকু ভেল্টাই দিছে, তেনে অৱস্থাত এৰি আহিব পাৰিনে? বুলি দুয়ো কথা কৈ কৈ আস্পাতালত মালতী থকা কুঠৰীত সোমালহি। মালতীয়ে শুই শুই তেতিয়া মাকৰ লগত কথা পাতিছে। মালতীয়ে বাপেকক দেখি কলে পিতা, কেতিয়া আহিছে?

মই আহিবৰ দুদিন হ'ল মাৰ। তই ভাল হ'বি মাৰ।

মোৰ কি হৈছিল পিতা?

কিবা গোঁসাইৰ সেৱা চুৰ কৰিছিলি, সেয়ে ইমান দুখ পালি বাচা।

ক'তা, পিতা, মইতো একো পাপ কৰা নাই?

তই কেনেকৈ পাপ কৰিবি বাচা? কিন্তু অজ্ঞানত কত সেৱা চুৰ হয়। অজ্ঞানতে মনত কত অহঙ্কাৰ, দৰ্প, মোহ জন্মে। তাৰ কাৰণে মানুহে শাস্তি পায়।

হয় পিতা, মোৰ এতিয়া মনত পৰিছে। সেইদিনা মই গোঁসাই ঘৰৰ চাকি গছা লগাব যাওঁতে মই গোঁসাইৰ কথা নাভাবি 'এওঁ' নহয় কথাহে ভাবিছিলো। গোঁসাইক সেৱা কৰোঁতেও 'এওঁক'হে মনত পৰিছিল বুলি অনন্তক দেখুৱালে।

"অ, অ, বাচা মানুহৰ প্ৰতি খোজে দোষ। এই সংসাৰত কেতিয়া কোন সময়ত পিছলি পৰে একোকে কব নোৱাৰে। কিন্তু পিছল খাই বা উজুটি খাই দাঁত মুখ ভাঙে। তেজ বয়। কিবা দোষ লাগিছে বাচা। যিয়ে নহওক তই ভাল হবি। হুঁ বাচা, এই কমলা টেঙা খা। বৰ ভাল।

অনন্তই কলে ডাক্তৰক সুধি দিব লাগিব।

কিয় সুধিব লাগিছে বাচা। ডাক্তৰে জানে দৰব পাতি দিব, খোৱা-লোৱাৰ কি জানে? তেওঁলোকে ৰুগীক কেৱল লঘোনে ৰাখে। ইপিনে লঘোনে থাকিলে শুদা পেট পাই যে কেচু উৰ্দ্ধমুৱা হয়, বাত, পিত্ত, কফ বাঢ়ে সেইটো নাজানে। সেয়ে অলপ বেমাৰকে বহুতো ডাঙৰ কৰি পেলায়। বোপা, ভালকৈ পেট জুৰ পৰিলে সকলো ভাল হয়। কে'টামান ভাত খচি খচি কমলা টেঙাৰ ৰসত খুৱালে মাই ভালহৈ আহিব বোপা। কিবা দেখো গুলুকচু (গ্লুকচ) খুৱাই থাকে বোপা। এনে দুৰ্বলী অৱস্থাত কচুৰ ৰস খুওৱা ভাল নহয়।

ডাক্তৰে যি কৰে কৰক আমি তাত আপত্তি কৰা ভাল নহয়।

বোপা, মই হ'লে ডাক্তৰ চাহাবক কম বোপা, কচুৰ ৰস এৰি কিবা চাগু, বাৰ্লি খুওৱাই ভাল। আমি বোপা এনে দুৰ্বল অৱস্থাত চাগু, বাৰ্লি বা ভাত খচি খচি খুৱাওঁ। আগতে বোপা জ্বৰ হ'লে বুঢ়াসকলে ভাল দৈ গাখীৰ, হাতীখুজীয়া বাটিত কল সানি খালেই পেট জুৰ পৰি সকলো ভাল হয়। আজিকালিহে বোপা, মানুহে মৰিবলৈ ভয় কৰি বেমাৰৰ ওপৰত বেমাৰ উলিয়াইছে।

মালতীয়ে এনেতে অনন্তক ক'লে, আপুনি কেতিয়া আহিছে?

বুঢ়াই ক'লে, মাই, তেওঁ দেখো তোৰ লগতে লালাট খাই আছে। তোৰ তেনে হ'বৰ দিনাই তেওঁ ইয়ালৈ লৈ আহিছে। বাচা, তোৰ লগত কত কষ্ট খাইছে কত পইছা খৰচ কৰিছে।

অনন্তই ক'লে সেইবোৰ একো। মালতী তুমি পুৰুষী

পাৰন্ত কেনেকৈ পৰিলা মনত পৰে জানো?

একো মনত নপৰে। কেৱল কে'জনমানে মোক টোপনি অৱস্থাতে দাঙি নিয়ে। মই সাৰপাই চিঞৰিব খোজোতে মুখত সোপা দিয়ে, তাৰ পিছত–

বুঢ়াই ক'লে বোপা, দেও ভূত নহ'লে এনে কাম নৰ-মনিষে কৰিব নোৱাৰে। য'ত পৰি আছিল তাত এটা বুঢ়া ডাঙৰীয় আছে। বুঢ়া ডাঙৰীয়া বহু পুৰুষৰ পৰা আছে বোপা। আমাৰ পিতাইতে কৈছিল আগতে বোলে বুঢ়া ডাঙৰীয়া শনিবাৰে মঙ্গলবাৰে ওলাইছিল। কেৱে আগত পৰিলে বিপদ ঘটাইছিল।

মালতীয়ে কলে মানুহ কে'জনক চিনো চিনো যেন লাগে। কিন্তু মুখ বোলাইছে। ডাঢ়ি-গোফ পিন্ধিছে। একো ধৰিব নোৱাৰিলো।

অঁ মাই, বুঢ়া ডাঙৰীয়াই বহুৰূপ ধৰে। ডেকা হয়, বুঢ়া হয়। যি নহওক, বুঢ়া ডাঙৰীয়াই যে জীউ নামাৰিলে এয়ে ৰক্ষা। কেতিয়াবা কিবা দোষ কৰিছিলি মোৰ মাই। ইয়াৰ পৰা গৈ বুঢ়া ডাঙৰীয়াক সেৱা জনাবি।

নহয় পিতা, মই যেন মানুহকে'জনক চিনো চিনো কৰে। কিন্তু একো মনত আনিব নোৱাৰো।

হ'ব পাৰে মাই, বুঢ়া ডাঙৰীয়াই চিনা মানুহৰ ৰূপো ধৰে। অ' ৰ ৰ বাচা মই অনা সোণতৰাকেইটা আস্পতালৰ বেমাৰী জনচেৰেকক দি আহোঁ। বাচাইত বেমাৰত পৰি আছে; ঘৰৰপৰা কোনোৱে কিবা আনিব পাৰিছেনে নাই ঠিক নাই। ইয়াতো আকৌ ভালমতে খাব দিয়েনে নিদিয়ে একো থিৰাং নাই। ভাবিলেই বপুৰাইতলৈ বৰ পুতৌ হয়। ঘৰৰ ওচৰত থকা হ'লে ঘৰত হোৱা অমিতা দুই চাৰিটা বেচেৰাইতলৈ দিলোহেঁতেন। পকা অমিতা বেমাৰীয়ে খাই বৰ ভাল পালেহেঁতেন। বুলিয়েই বুঢ়াই উঠি হাতত জোলোঙাখন লৈ আকৌ আস্পাতালৰ কুঠবিবিলাকত ঘূৰিব ধৰিলে।

(২৪)

দিনচেৰেকৰ পিছত মালতী বহুতো ভাল হ'ল। আই এতিয়া উঠি ফুৰিব পাৰে। মালতী ভাল হোৱাৰ লগে লগে লগে আগৰ তাইৰ সৌন্দৰ্য্য উভতি আহিল। তাইৰ মনোহৰ গাল দুখনি ভৰি উঠিল। ৰাঙলী হ'ল। তাইৰ চুলিকোছা পিঠিত পৰি দুই-এডাল কপালত পৰি সৌন্দৰ্য্য শিল্পীৰ মন আকৰ্ষণ কৰিব পৰা হ'ল। এনে মনোহৰ সৌন্দৰ্য্য ৰূপে যে আমাৰ কম্পাউণ্ডাৰৰ চকু আকৰ্ষণ কৰিব পৰা নাই সেইটো কোনে কব? কম্পাউণ্ডাৰে এতিয়াহে বুজিলে কি শক্তিয়ে অনন্তক টকা-পইছা খৰচ কৰাত নানা কষ্ট, লালাট খোৱাত শক্তি যোগাইছে। কম্পউণ্ডাৰে ভাবিছে বপুৰাই এনেয়ে ফান্দত পৰা নাই। দিনচেৰেকতে মালতীয়ে আস্পাতালৰ পৰা মুক্তি পাব। এই কেইদিন কম্পাউণ্ডাৰে তাইৰ তত্ত্বাৱধান লয়হে লয়। যদি এই কেইদিনতে সি কিবা প্ৰকাৰে তাইক হাত কৰিব পাৰে তেন্তে ভালেই, নহ'লেও এনেভাৱে বাট ৰাখিব যেন সি ঘৰলৈ গলে তাৰ ওচৰৰ গাৱঁৰ সেই ছোৱালীৰ যেতিয়াই তেতিয়াই সি কাষ চাপিব পাৰে। সি কেৱল মালতীৰ তত্ত্বাৱধান লৈয়ে ক্ষান্ত হোৱা নাই বুঢ়াৰ লগতো কত ৰং-ধেমালি ৰহস্য কৰিছে; বুঢ়ীৰো কত আলপৈচান ধৰিছে, মনত লগা কথা কৈছে যেন সি আপোনৰো আপোন। বিশেষকৈ তেতিয়া তাৰ হাতত টকা আছে। ততালিকে লাগ বুলিলেই যি পায় তাকে কিনি আনি মালতীক দিছে, বুঢ়া-বুঢ়ীকো দিছে।

বুঢ়া আতা, তোমাৰ জোলোঙাখন ফাটি চিৰি গৈছে। মই আজি দৰ্জিক নতুন এখন সাজিব দিছোঁ। বুঢ়া মানুহ কেতিয়া মৰি যোৱা থিৰাং নাই। এদিনতো যশ গাবা।

অ' বোপা, তইঁত নগৰত কাম কৰা মানুহ। দিব খব পাৰ। দিলে দিবও পাৰ।

এডাল ভাল লাঠিয়ো আনিম।

কথামতে কাম। সেইদিনাই জোলোঙা আৰু লাঠি বুঢ়াৰ হাতত পৰিলহি। বুঢ়াই ক'লে ধইন ডাক্তৰ বোপা। সকলোৱে মানুহ, কিন্তু হাত ভৰিয়ে মানুহ নকৰে। এশৰ ভিতৰত এটাহে মানুহ হ'ব পাৰে। দান-ধৰ্ম্মৰ যশস্যা চৌদিশ জুৰি যায়।

সিদিনাই মালতীলৈ এখন ভাল শাৰীও আনিছিল, মালতীৰ হাতত সেই শাৰীখন দিয়াত মালতীয়ে

কৈছিল, মইতো শাৰী নিপিন্ধো, আমি গাঁৱলীয়া ছোৱালীয়ে বিহা-মেখেলাহে পিন্ধোঁ।

কম্পাউণ্ডাৰে কৈছিল, হ'লেও চহৰলৈ আহিছা, নতুন শাৰী নিলে সকলোৱে ভাল পাব। অৱশ্যে চহৰতো শাৰী নিপিন্ধে, বিহা-মেখেলাহে পিন্ধে। শাৰী পিন্ধাসকলক ঘৃণাৰ চকুৰে চায়। কিন্তু গাঁৱত শাৰীৰ প্ৰচলন হ'ব ধৰিছে।

বুঢ়াই ক'লে, আমাৰ আজু ককাৰ দিনৰপৰা চলি অহা নিয়মেই চলি থকা ভাল। আমি সকলো এৰি মৰিব ধৰিছোঁ।

এনেতে অনন্ত আহি সুধিলে "কি মৰিব ধৰিছোঁ?"

বুঢ়াই ক'লে, এই চোঁৱা বোপা, ভীমকল, কোমল চাউল, আঠা দৈ এৰিলোঁ। মাহকৰাই, কৰৈগুৰা এৰিলো। ফলমূল এৰিলো। কেৱল ধৰিছো চাহপানী, চাহপানী। আজিকালিৰ আমাৰ ডেকা হালোৱাসকলে ভাত নাখায়ো থাকে কিন্তু লাগে চাহপানী। পইতা ভাত খাব নোৱৰা হ'ল।

"আমি ভাল সকলো এৰিলোঁ। কিন্তু এৰিব নোৱাৰিলোঁ কেঁকোৰা নাঙল। তাতে ভৰ দি আমি গাঁৱৰ দেশৰ উদগতি কৰোঁ। আমি দান, ধৰ্ম, ভাল খাদ্য, সাজ-পাৰ, পৰৰ উপকাৰিতা, শ্মশানলৈ সঙ্গ বন্ধা, বিয়া, উৎসৱ আদিত সকলোৱে লাগি-পৰি লাগি কাম কৰা, লগে লগে ৰং-ধেমালি কৰি খোৱা, বেমাৰত অনেক শুশ্ৰূষা কৰা সকলো এৰি হ'লোঁ ঘোৰ আপোনপেটীয়া। নিজৰ বাহিৰে আন একো নাজানো। আকৌ নিজকো স্বাস্থ্যবান, সুশিক্ষিত সজ আচৰণৰ কৰি গঢ়ি তুলিব নোৱাৰো, পেটে-ভাতে খোৱা অৱস্থাও কৰিব নোৱাৰো। ইফালে মূৰত শিক্ষাৰ একোটা গোবৰৰ পাচি লৈ আমি হাত, ভৰি চকু সকলো অৱশ কৰি হওঁ একোজন গেলাগপ মৰা, ভেমত ওফন্দি ফুৰা পঙ্গাটোপ। শিক্ষিত মানে আমি কি বুজি নোপোৱাত পৰিলো। ইং বিং জানিলেই বা কেইডালমান লেজ লগাব পাৰিলেই আমি ভব্য-গব্য শিক্ষিতৰ দল। আমাৰ কামৰ দৰ্খাস্তত থাকিবলৈ কেইডাল নেজ আঁৰি লৈছোঁ, বিচাৰ হ'ব তেনেভাৱে। ইফালে লাগে যদি আমি অধামূৰ্খ হওঁ, কু-আচাৰৰ লোক হওঁ, দহৰ কথা অকণো নাভাবি আপোন স্বাৰ্থতে মগ্ন হৈ থাকো, দেশৰ অলপো উন্নতি কৰিবলৈ নাভাবো। কেনেকৈ নিজৰ সকলোফালে ঠগ কৰিয়ে হওক বা প্ৰৱঞ্চনা কৰিয়ে হওক উন্নতি কৰো তাৰে চিন্তাত ব্যাকুল হৈ থাকো। এয়ে আমাৰ শিক্ষিতৰ দল!"

এনেতে কম্পাউণ্ডাৰে মাত লগালে "আকৌ ছোৱালীইঁতলৈ চাইছানে নাই? চকুত বিত চকু, হাতত পাঁজী-পুথি, ভৰিত জোতা-চেণ্ডেল আকৌ মুখত কত ইং বিং। খোজ কাঢ়োতে ভাবভঙ্গী কি চাবা, যেন তেওঁলোকৰ দৰে জনাবুজা নাইয়েই। ইফালে নাজানে ৰান্ধিব বাঢ়িব, নাজানে কাপোৰ ব'ব, নাজানে ল'ৰা-ছোৱালী তুলি-তালি ডাঙৰ দীঘল কৰিব, বেমাৰীক শুশ্ৰূষা কৰিব। কথাতে লাগে ডাক্তৰ। আগেয়ে বুঢ়ীসকলে যিখিনি জানিছিল সেইখিনিও পাহৰিলে। আকৌ নতুন বৈজ্ঞানিক ধৰণৰো অলপো জ্ঞান নাই। জানে কেইটামান দৰৱৰ নাম, বেমাৰৰ নাম, সেইবোৰ এনেভাৱে ক'ব যেন তেওঁলোকৰ দৰে জনা গৰাকী আৰু কেও নাই। ইফালে ল'ৰাৰ আলপৈচান ধৰিব লাগিলে লাগে বেজাৰ, ভাত ৰান্ধিব লাগিলে উঠে মূৰৰ বিষ, সিফালে সভা-সমিতিত চাবা কিমান বক্তৃতাৰ মহলা, ভৰিৰ দপদপনি, মুখৰ কেপকেপনি। বোলো যেন দেশখন তেতিয়াই সাত হাত ওপৰত তুলিব।"

অনন্তই ক'লে, কোনটো শিক্ষিত, কোনটো অশিক্ষিত এতিয়া চালনীত চালি পতানবোৰ দলিয়াই পেলাবলগীয়াত পৰিছে। আগেয়ে আছিল অশিক্ষিতৰ দল, এতিয়া শিক্ষিতৰ দলত আচল শিক্ষিত কোনটো বিচাৰি উলিওৱা টান হৈ পৰিছে। আকৌ শিক্ষাৰ অৰ্থই বা কি? ইং বিং আৰু লেজ লগোৱাই শিক্ষানে? শিক্ষাৰ পন্থা নতুন নকৰিলে উপায় নাই। শিক্ষাই আচল নাগৰিক কৰি গঢ়ি তুলিব নোৱাৰিলে সেয়া শিক্ষা নহয়।

কম্পাউণ্ডাৰে সুধিলে আচল নাগৰিক কি?

"স্বাস্থ্য, জ্ঞান লাভ কৰা দেশৰ আৱস্থা ভবা, দেশ উন্নতি কৰিবলৈ পন্থা উলিয়াব পৰা, সাহিত্য, শিল্পকলাৰ উন্নতি কৰা, বৈজ্ঞানিক তথ্য বাহিৰ কৰিব পৰা, নিজৰ

কথা পাহৰি দেশ আৰু দহৰ কাৰণে বলি যাব পৰা; বীৰ, বলী, সৎসাহসী হোৱা, প্ৰত্যেক কথাতে শৃঙ্খলতা আৰু সুনিয়মেৰে কাম কৰা ইত্যাদি গুণবোৰ যি শিক্ষাই দিব নোৱাৰে সেইয়া শিক্ষা নামৰ উপযুক্ত নহয়।"

বুঢ়াই ক'লে, বোপা ধৰ্ম্মৰ কথাটো বাদ দিলা দেখোন, ধৰ্ম্ম নহ'লে, ঈশ্বৰ ভক্তি নহ'লে সকলো মিছা।

নিজৰ নিজৰ কৰ্ত্তব্য কৰিলে আৰু নিজৰ কথা পাহৰি পৰৰ কাৰণে নিজক উছৰ্গা কৰিব পাৰিলেই ধৰ্ম আপোনা-আপুনি হ'ব। ধৰ্ম বুলি এটা বেলেগ নাম দিয়াৰ আৱশ্যক নাই। ধৰ্মৰ নামত কে'খনমান জোলোঙা লৈ ভিক্ষাৰী সজাৰো আৱশ্যক নাই। যেয়ে ভিক্ষা কৰিব শিকিব, নিজৰ শক্তিত আলম নলৈ পৰলৈ হাত পাতিব, তেওঁ ধৰ্মী হ'ব নোৱাৰে।

কম্পাউণ্ডাৰে ক'লে সেই বুলি ধৰ্মৰ কথা নাভাবি মেতৰৰ ছোৱালীলৈ চকু কৰিলে, বা পৰৰ ছোৱালীক হাত কৰিবলৈ নানা ফন্দি উলিয়াই নানা উপকাৰ কৰা লোক সজা শিক্ষাৰ উদ্দেশ্য নে?

অনন্তই বুজিলে কম্পাউণ্ডাৰে তাকেই লক্ষ্য কৰি এই কথা কৈছে। অনন্তয়ো ক'লে, এৰা, পৰ-উপকাৰৰ নামত ডাক্তৰ বা কম্পাউণ্ডাৰ সাজি ভিজিট নাপালে এখোজো নলৰা বা মানুহ মৰিলেও গৃহস্থক আগেয়ে টকাৰ টোপালা খোজা আৰৌ চৰকাৰী দৰমহা খায়ো আস্পাতালত কেৱে কিবা উপকাৰকে নিদিলে সেই বেমাৰীক বিশেষভাৱে নোচোৱা ইত্যাদিবোৰে যেনে দেশৰ আচল ডাক্তৰী কৰিব নোৱাৰে বা এনে ডাক্তৰী শিক্ষা দেশ বা দহৰ উপকাৰত নাহে, সেইদৰে মানুহ আচলকৈ গঢ়ি তুলিব নোৱাৰিলে সেই শিক্ষা নহয়। সেয়া শিক্ষাৰ নামত গেলাগপ বা লাহ বিলাহেৰে আনৰ মন মুহিব পৰা বা চকুত চক্‌মকনি লগোৱা বস্তুহে। ডাক্তৰী নামত বেমাৰী ভাল কৰাতকৈ ধনৰ টোপোলালৈ বেছি আশা কৰা অৱস্থাই ডাক্তৰী শিক্ষাৰ অপমান কৰিছে। সেইদৰে ইং বিং মাৰি লেজ পকাই দেশৰ অলপো কামত নলগা বা দেশৰ উপকাৰ নকৰা লোকো শিক্ষিতৰ শ্ৰেণীত সমূলি ধৰিব নোৱাৰি। আচল কথা মনটো। মনটোহে। ধৰ্মতো যেনেকৈ মনটোৰ কথাত ভৰ দিছে সেইদৰে শিক্ষাতো আচল মনটোৰ কথাহে ভাবিবলগীয়া। মনটো কিমান উন্নত হৈছে, কিমান পৰৰ কাৰণে উছৰ্গা কৰিব পাৰে, দেশৰ কাৰণে কিমানভাৱে উন্নতিৰ পন্থা উলিয়াবলৈ কিমান ব্যগ্ৰ, সেইবোৰৰ মাপকাঠি লৈহে শিক্ষিতৰ দল বিচাৰি উলিওৱা আৱশ্যক। বুজিছা কম্পাউণ্ডাৰ, হ্যাট, কোট, পেণ্ট আৰু দুমদুমাই ফুৰিলে বা ইং বিংৰ ফকৰা বা কেইডালমান নেজে শিক্ষিত গঢ়ি তুলিব নোৱাৰে। আৰৌ ফোঁটা, তিলক আৰু ৰাম নাম লিখা চাদৰেও ধৰ্মী কৰিব নোৱাৰে।

কম্পাউণ্ডাৰে ক'লে, বোলো সকলো বুজিছোঁ। উচ্চ শিক্ষাৰতো তুমিয়ে ভাল নাম ৰাখিছা বোপাই। কেতিয়াবা দুনীয়া, কেতিয়াবা মালতী আৰু ক'ত কি বা। কি কোঁৱা?

অনন্তই এইবাৰ অধৈৰ্য হ'লেও সি ভাবিলে কম্পাউণ্ডাৰৰ যেন এই দুষাৰ কথাত সমূলি সত্য নোহোৱা নহয়। অৱশ্যে সি সদায় ভাবে দুনীয়া আৰু মালতীৰ ওপৰত তাৰ অলপো বেয়া চকু বা বেয়া ভাব নাই। কিন্তু তাৰ মনতে প্ৰশ্ন উঠে কিয় জগতৰ আন সকলোকে এৰি তাৰ মনটোৱে এই দুজনাৰ চিন্তাতে আকুল। এই কিয়ৰ সি সমিধান বিচাৰি নাপায়। তেন্তে কি তাৰ অন্তৰৰ অন্তৰতম দেশত কিবা বীজ আছে যিহে তাৰ সকলো শক্তি সামৰ্থ্য কেৱল এই দুই গৰাকীৰ অৰ্থে ব্যয় কৰিবলৈ উদগাইছে। সি ভাবিছে যদি সি পৰোপকাৰীয়ে হয় তেন্তে ক'তা, সৌ বাটত যাওঁতে দেখিলে এটা বেমাৰী মৰোঁ মৰোঁ অৱস্থাত বাজ-আলিত পৰি আছে। তাৰ চকুৱে সেই বেমাৰীৰ বেয়া অৱস্থা দেখিছে, তাৰ মনত দুখ, সহানুভূতি জন্মিছে, কিন্তু সেই বেমাৰী এৰি তাৰ মনে ধাপলি মেলি গৈছে—দুনীয়াক বিচাৰি, দুনীয়াক কে'টামান টকা দি তাইহঁতৰ মোকৰ্দমাত সহায় কৰিবলৈ। সি ভাবিলে তাৰ মনে বিশ্বপ্ৰেম ল'ব পৰা নাই। সি হয় তাইহঁতৰ ৰূপ, সৌন্দৰ্য বা গুণৰ মাধুৰ্যত ভোল গৈ, পৰোপকাৰীৰ ভেশত আগবাঢ়িছে তাইহঁতৰ উপকাৰ কৰিবলৈ। তেন্তে কি পৰোপকাৰৰ লগত ভালপোৱা বা

মনৰ আসক্তিৰ সম্বন্ধ নেৰানেপেৰা! সি ভাবি ভাবি মনে মনে ৰ'ল।

কম্পাউণ্ডাৰে ভাবিলে ভাল চুঙা চাই সোপা দিছোঁ। আৰু মাতিব কি? সি নাজানে অনন্ত কি গভীৰ ভাৱত বিভোৰ। অনন্তই ভাবিছে বিশ্বপ্ৰেমত মন ভহাই দিবলৈ। এই সৰু সৰু ভাল পোৱা, এই ক্ষুদ্ৰ ক্ষুদ্ৰ বিন্দুত আকৰ্ষণ হোৱাৰ কি আৱশ্যক। সি ভাবিলে বিশ্বপ্ৰেম ওপজাবলৈ এইয়া জানো সৰু সৰু সোপাণ?

কম্পাউণ্ডাৰে অনন্তৰ খং উঠিব বুলি ভাবিছিল, কিন্তু অনন্তই একো নমতা দেখি আচৰিত হৈ ভাবিব ধৰিলে। তাৰ কথা আচল ততত লাগিছে সেয়ে অনন্তই খণ্ড কৰিব ছাৰি মাতিবকে এৰিলে। যি নহওক কম্পাউণ্ডাৰ ক'লে, কিহে অনন্ত আচল কথা ক'লে বেয়া পোৱা নেকি? পিছে ভৈয়াই যৌৱন কালত এনেবোৰ আপদে বেঢ়ি ধৰেই। কেৱল চাবা নিজৰ উচ্চবংশ বা পিতৃ-মাতৃৰ নাম নষ্ট নকৰা বা নিজৰো মান-সম্ভ্ৰম বেয়া নকৰা। আজিকালি শৰ ভিতৰত নিৰান্নবৈজনে বেয়া কামত ফুৰে। কিন্তু সেইবুলি সমাজৰ চকুত তেওঁলোক সুন্দৰতকৈও সুন্দৰ। কেৱল তালমান ৰাখি ফুৰিব জানিলেই সেইটো হয়, নহ'লে নিজৰ নাক কটা যায়। পানী চাই খেও দিবা।"

অনন্তৰ এইবাৰ খং উঠিল। সি ঘপৰাই ক'লে, নিজৰ মন যেনে সকলোকে তেনে বুলি ভাবা। কিন্তু নিজৰ মনৰ বাহিৰেও যে এখন বেলেগ ৰাজ্য আছে সেইটো নাজানা।

"জানিছোঁ জানিছোঁ। দেউতাৰা আহি সকলো জানি গৈছে নহয়! তুমি পঢ়া ল'ৰা পঢ়াতে মগ্ন থাকিব লাগে। বেমাৰীৰ পাছে পাছে, অজাতি তিৰোতাৰ লগে লগে ঘূৰি ফুৰিবলৈ আৱশ্যক কি? কি কোৱা বুঢ়া আপ। আপোনালোকৰ মালতীৰ কাৰণে আহিছে সেইটো বেয়া নাপাওঁ, বিপদত লোকক সহায় কৰিব লাগে। কিন্তু সেইবুলি সেই মেতৰৰ ছোৱালীজনীৰ—"

অনন্তই এইবাৰ খণ্ডতে ক'লে, "চুপ ৰ'বি। নাভাবিবি তোৰ ইচ্ছামতে সকলো ঠাইতে সকলো কথা কৈ সাৰি যাবি।"

"নকওঁ নকওঁ। ভাল কথা ক'লে মানুহৰ লগত বেয়া হ'ব লাগে। গাঁৱৰ ওচৰৰ ল'ৰা ভাল হ'লে ভাল পাওঁ সেয়েহে এনে কথা কৈছোঁ।"

বুঢ়াই ক'লে, "অনন্ত বোপা, খণ্ড কৰিছা কিয়? কিবা বেয়া দেখিহে নিজৰ মানুহে তেনে কথা কয়। তেওঁ বোপা বৰ ভাল। এই বুঢ়াকো কেনে সুন্দৰ জোলোঙাখন দিছে। মালতীকো এখনি সুন্দৰ শাৰী আনি দিছে। নিজৰ বুলিহে এনেবোৰ কৰিছে, আপডালো লৈছে। পৰ হ'লে এনে আদৰ মৰম কৰেনে?"

অনন্তৰ আৰু খঙে মূৰ চুকি পালে। সি নিজে নিজে ক'লে, "জগত ৰহস্যপূৰ্ণ! কি ভাল, কি বেয়া মানুহৰ চকুৰে বিচাৰ কৰা বা মনে ঢুকি পোৱা টান। ভাল, ভাল, মই আৰু ইয়াত নাথাকোঁ। মালতী ভাল হ'ব ধৰিছে আৰু দিনচেৰেকতে লৈ যাব। এসপ্তাহ খোৱাকিৰ কাৰণে মই এইয়া টকা দিলোঁ। ভাড়ি-পাতি খাব। কিবা অসুবিধা পালে কম্পাউণ্ডাৰৰ সহায় ল'ব। মই আহিলোঁ। বুলিয়েই দুকুৰি টকা ৰূপ বুঢ়াক দি অনন্ত ততালিকে আঁতৰ হ'ল।"

বুঢ়াই চিঞৰি ক'লে, "বোপা খণ্ড নকৰিবা। উভতি আহাঁ। আমাক এনে বিপদত নিঠৰুৱা কৰি নাযাবা। আমাক ঘৰত থৈ য'তে ইচ্ছা ত'তে যাবা। কিন্তু অনন্ত নুভতিল। কম্পাউণ্ডাৰে ক'লে, "যাব দিয়া, বোলো পঢ়া ল'ৰা বি-এ পৰীক্ষা দিছে, পিছে মেতৰণী যাক ছুলে চুৱা যায়, সেইবোৰৰ লগত লেটিপেটি কৰিব লাগেনে? আকৌ সেই কথা ক'লে বেয়া পায়। পাওক বেয়া। মই সেইটোলৈহে ভয় কৰিছোঁ।"

"কিয়নো ভয় কৰিবা ডাক্তৰ বাবু। তুমিও তেওঁৰ সমান। ভয় কৰিবৰ কাৰণ কি আছে?"

"তোমালোকেও একো ভয় নকৰিবা। কিবা লাগিলে মোক ক'বা। আকৌ আস্পাতালৰপৰা দুই-চাৰি দিনতে যাব পাৰিবা। মই জাহাজ-ৰেলৰ টিকট কাটি দিম। তোমালোকে ষ্টেছনৰপৰা ঘৰলৈ যাব নোৱাৰিবানে?"

"পাৰিম বোপা, কিন্তু অনন্ত বোপাই খণ্ড কৰি যোৱাতহে বেয়া লাগিছে।"

কম্পাউণ্ডাৰে ক'লে, "তোমালোকক বৰ সহায় কৰা যেন পাইছে। সেয়ে এনে ভেম। কিন্তু তোমালোকক

এখন কাপোৰকে দিছে নে নে গুৱাহাটী চহৰত দূপইছা খৰচ কৰি তোমালোকক চহৰ বা দেৱ-দেৱালয় আনকি চিনেমাকে দেখুৱাইছে আনপিনে কতই কথা কয়। সিদিনা তাৰ দেউতাকেও কৈছে, "যায় যদি সোনকালে যাব ক'বা নহ'লে এনে ল'ৰাৰ আৰু মুখ নাচাওঁ। বোলো ভালক সকলোৱে ভাল বোলে। বেয়াক কোনে ভাল পায়? মই শুনিছোঁ হেনো মালতীৰ বেমাৰৰো আচল কাৰণ তেওঁ মহাপুৰুষেই। যিদিনা মালতীৰ তেনে অৱস্থা হৈছিল সেইদিনা ৰাতি অনন্ত জানো তোমালোকৰ ঘৰত নাছিল?"

"আছিল বোপা।"

"সেয়ে আচল কথা। সেই ৰাতি বহুতো গুপুত ঘটনা হৈছে। মই সকলো শুনিছোঁ। চহৰত থকা ল'ৰাই বহুতো কৰিব পাৰে। পিছে মালতী তই ভালকৈ চিনি পোৱা নাছিলিনে? যি ল'ৰাই মেতৰনীলৈকো ঢাপলি মেলিব পাৰে সি কি কৰিব নোৱাৰে? বোলো ৰক্ষকেই ভক্ষক বুজিছা। ইপিনে টকা-পইছা দি সহায় কৰাও হৈছে। এনেয়ে সহায় কৰেনে? এতিয়া আচল কথাৰ ভু পাইছা? ভাল ফেটী সাপক ঘৰত বাহ দিছিলা দেওহে। এতিয়া আহোঁহে। অলপ তাতে কাম আছে। কিবা অসুবিধা হ'লে কবা। আপদ গৈছে ভালেই হৈছে। মই এই কেইমাহতে বপুৰাক ভালকৈ বুজিছোঁ। পিছে তোমালোকৰ চকুত ধূলি মাৰিলে বুলিলে আমাক কেনেকৈ ঠগিব? আমিও চহৰত ডাঙৰ হোৱা লোক।"

(২৫)

অনন্তই আস্পাতাল এৰি দিনচেৰেক গাঁৱে গাঁৱে ঘূৰি ফুৰিছে। য'তে ভাল পাইছে ত'তে ফটো তুলিছে। পথাৰ, নৈ, জোলা, হাবি-বননি, জুৰি, চৰাই, সুন্দৰী গাভৰু, চন্দ্ৰ-সূৰ্য্য-তৰা আদিৰ ফটো বা ছবি তুলিয়ে সি তৃপ্তি পোৱা নাছিল। সি তুলিছিল গাঁৱলীয়া সকলৰ ভগা-ছিগা পঁজাঘৰ, বোকা পানীত ফুৰা গাভৰু ছোৱালী, গাঁৱলীয়াসকলৰ সাধাৰণ খোৱা-বোৱা, সিহঁতৰ আঁঠুলৈ অহা কাপোৰ আৰু সাধাৰণ গামোচা। ভৰ ৰ'দত হালবোৱা অৱস্থা। বেমাৰত ছট্‌ফটাই অলপো দৰৱ নোহোৱা অৱস্থা। সি এনেধৰণে ই গাঁৱৰ পৰা সি গাঁৱলৈ ফুৰি ফুৰি ফটো তুলি ফুৰিছে, কিন্তু তথাপি তাৰ মনত সন্তোষ নাই। সি একোবাৰ ভাবিছে এনেবোৰ দুখ-দৈন্যতাৰে পূৰ্ণ ছবিবোৰ তুলিয়ে বা কি লাভ, যদিহে সেইবোৰৰ কৰিবলৈ সি নতুন ভাৱ বা কল্পনা থকা ছবি তুলি সেইবোৰৰ দুখ-কষ্ট গুচাব নোৱাৰে। সি ফটো তুলি তুলি ভাগৰ লাগি এডাল গছৰ তলত জুৰ লৈছে। এনেতে এজন ল'ৰা আহি তাৰ ওচৰ পালে।

"অলপ সহায় কৰক?"

"কিয়?"

"পিতা মৰা গৈছে। মুখৰ ছাই গুচাবলৈ লাগে। সমাজৰ লেঠা নামাৰিলে, বামুণ-গোসাঁইৰ কৰ নোশোধালে, দান-দক্ষিণা নকৰিলে ইয়াৰপৰা উদ্ধাৰ নাপায়।"

"কিমান খৰচ পৰিব?"

"ক'ব নোৱাৰোঁ। গোটেই গাঁৱৰ ল'ৰা-ছোৱালীক ভোজ-ভাত, জা-জলপান খুৱাব লাগিব। বামুণক গাই, দামুৰী, দমৰা গৰু, কানি-কাপোৰ, সোণ-ৰূপ দান দিব লাগিব। নহ'লে হেনো মৃতকে বৈতৰণী পাৰ হ'ব নোৱাৰে। ইষ্ট-কুটুমক বয়-বস্তু দিব লাগিব।"

"নিদিলে কি হ'ব?"

"উদ্ধাৰ নাপাম। গাঁৱলীয়া ৰাইজে এৰি থব।"

"এনেয়ে মানুহ মৰি ঘৰত হাহাকাৰ তাৰ ওপৰত এনেবোৰ সমাজৰ বাঁধোন। পিতাৰাই কি সম্পত্তি এৰি গৈছে?"

"সম্পত্তিৰ ভিতৰত ভঙা ঘৰ এটা। কে'বা শ টকা ঋণ আৰু ঘৰ থকা ভেটিটোও ঋণত আনৰ ওচৰত বন্ধকী থৈ গৈছে। আনকি মৰা পুৰিবৰ দিনাও কাঠ কিনিবলৈকো কে'টামান টকা পেহীৰপৰা ধাৰ কৰিহে আনিছিলোঁ।"

"এনে অৱস্থাত আকৌ সমাজক খুওৱা-ধুওৱা, বামুণক দান-দক্ষিণা ভূতৰ ওপৰত দানৱ।"

"এটা ক'লা খাহী ভোজত লাগিব। জলপান দৈ-মিঠৈ, বামুণলৈ কাপোৰৰ দ'ম। শোৱা পালেং বা

খাট, বৈতৰণী পাৰ কৰিবলৈ গাই দামুৰি! ইপিনে নিজে খাবলৈ নাই এটা ধান। কালি এমোণ কোনোমতে মহাৰপৰা খুজি আনিছোঁ। এপিনে গোটেই গাঁৱক খুৱাবলৈ লাগে সাত মোণ চাউল। আকৌ নকৰিলেও মুখৰ ছাঁই গুচাব নোৱাৰোঁ। দেউতা, কেইটকামান দি যদি সহায় কৰিলেহেঁতেন তেন্তে দুখীয়া কোনোমতে ৰক্ষা পৰিলোঁহেতেন।"

"মই অলপ দিলোৱেইবা তাৰে কেনেকৈ ইমানবোৰ কৰিবি?"

"কৰিবই লাগিব। গঁওৱাই কিয় এৰিব? মাটি থাকিলে বেচি-কিনি বা বন্ধক থৈ ৰক্ষা পৰিলোঁহেঁতেন। পিছে সেইপিনেও নেচেল-চেল। কেৱল থকাত আছে দেহটো। তাকে টিপিৰা সদাগৰৰ ওচৰত দুবছৰ খাটনিয়াৰ হৈ থাকিবলৈ এখন দলিল কৰি দিবলৈ ওলাইছোঁ। কিন্তু সি হেনো দিব দুশ টকাহে। দুশ টকাৰে এনে ডাঙৰ কাম আজিকালি কেনেকৈ হয়? সেয়ে বাহিৰাকৈ যি পাওঁ দুপইছা গোটাইছোঁ।"

"তই লগুৱা থাকিলি, পিছে তোৰ তিৰোতা, ল'ৰা তিৰোতা, ল'ৰা-ছোৱালীয়ে কেনেকৈ খাব?"

"যি হয় সেই হ'ব। সেইটোলৈ ভবা নাই এথোন। আগেয়ে কোনোমতে মুখৰ ছাইখিনি গুচাই উদ্ধাৰ হ'ব পাৰিলেই ৰক্ষা।"

"বাৰু, সেইবোৰ নকৰিলে কি হ'ব পাৰে?"

"ৰাম! ৰাম! সাত পুৰুষ নৰকত পৰিব। পিতা লঘোণে থাকিব। বৈতৰণী পাৰ হ'ব নোৱাৰি হাহ্বকাৰত পৰিব। আকৌ সমাজে এৰি থৈ নগুৰ-শাস্তি কৰিব। কৰিব কত বোলমাত মাতিব। লোকৰ খাব পাৰ এতিয়া নিজৰ বেলা গেৰোগেথোঁ। পিছলৈ যি নহওক এতিয়া এই বিপদৰপৰা কোনোমতে ৰক্ষা পাব পাৰিলে হয়।

অনন্তই তাৰ এনে থেথালগা আনপিনে সৰ্বনাশী নিয়মৰ কথা শুনি তভক মাৰি ৰ'ল। সকলো বেচি-কিনি নিজৰ গোট দেহাটোও বন্ধক থোৱা, লগে লগে তিৰোতা, ল'ৰা-ছোৱালী শুকাই মৰা ব্যৱস্থা কি ভয়ংকৰ! সি ভাবিছে ধৰ্মৰ নামত, সমাজ-নৰকৰ ভয়ত সমাজৰ কঠোৰ শাসনত মুক্তিৰ আশাত মানুহে নিজে নিজে নিজৰ কি শোচনীয় অৱস্থা কৰিছে! সি ক'লে, "এনেবোৰ আচাৰ নীতিত কিবা সত্য আছেনে? নে কেৱল মানুহে খোৱাৰ ব্যৱস্থা আৰু বামুণৰ আৰ্থিক উন্নতিৰ উপায়? পিতৃ-মাতৃৰ উদ্দেশ্যে দিয়া শ্ৰাদ্ধ-পিণ্ড বা দহ ভকতক খুওৱা-ধুওৱা আৰু বামুণক দান-দক্ষিণা দিয়াত এইবোৰৰ আচল তত্ত্ব কি? সি ভাবিলে মৃত্যুৰ পিছত সেইবোৰৰ অস্তিত্ব আছেনে? পিতৃ-মাতৃয়ে পিণ্ড খাবলৈ আহেনে? যদি তেওঁলোক মৃত্যুৰ পিছত স্বৰ্গ বা নৰকেই পায় তেন্তে ইমান দূৰত দিয়া পিণ্ড তেওঁলোকে কেনেকৈ পায়? আমি দেখোঁ ইয়াতে বাদ্ধি-বাড়ি থলে চহৰত থকা লোকে খাবলৈ নেপায়। তেন্তে ইমান দূৰৈত থকা লোকলৈ এনে পিণ্ডৰ ব্যৱস্থা কিয়? সি ভাবিলে মৃত্যুৰ পিছত আত্মাৰ স্থিতি কথাত কিবা সত্য আছেনে? যেতিয়া জীৱনৰ সকলো শক্তি হ্ৰাস হৈ জড় অৱস্থা পায় তেতিয়াই মৃত্যু। গতিকে মৃত্যুৰ পিছত আত্মাৰ স্থিতি ক'ত? সি ভাবে, কিন্তু বিজ্ঞানে কয় শক্তিৰ লোপ নহয়। চৈতন্য শক্তি কমি যাব পাৰে। কিন্তু সেয়ে জড় শক্তি বৃদ্ধি কৰে। গতিকে শক্তিৰ সমূলি অন্তৰ্ধানৰ কথা কেনেকৈ উঠে? সেই জড় শক্তিয়ে সময়ৰ লগে লগে আকৌ চৈতন্য শক্তিত পৰিণত হোৱাত আচৰিত কি? কিন্তু সেইটো কেনেকৈ ঘটে? দেহ পুৰি ছাঁই ভস্ম হ'ল। পানী পানীৰ লগত মিহলি হ'ল। বায়ু বায়ুৰ লগত উৰি গ'ল। পঞ্চভূতে পঞ্চত্ব পালে সেয়ে আকৌ সময়ৰ লগত চৈতন্য শক্তিলৈ উভতি অহাত কত ঘটনা কত সংঘৰ্ষৰ মাজেৰে আহিব লাগিব তাৰ থিৰাং ক'ত? আকৌ সেই সংঘৰ্ষৰ মাজেৰে আহোঁতে যি চৈতন্য শক্তি পায়, সেয়েবা আকৌ পূৰ্ণ অৱস্থা নৌপাওঁতেই ঘটনা-চক্ৰত যে আকৌ জড়তা নাপাব তাৰে বা প্ৰমাণ কি? সি ভাবি ভাবি থাকোঁতে তাৰ এটা ভাব জন্মিল পৰজন্ম, আত্মাৰ অমৰত্ব, স্বৰ্গ-নৰক ইত্যাদি বিয়ে নহওক কোনো নিজৰ লোকৰ মৃত্যুৰ পিছত এনেবোৰ কাৰ্য্য কৰাত এটা বৈজ্ঞানিক সত্য আছে। মানুহ মৰিলে গোটেই ঘৰখনতে এটা নিৰাশ, শোকপূৰ্ণতাৰে অন্ধকাৰ ঢেকি ধৰে। তাঁৰ পৰি থোৱা মনক কোনোমতে নিচুকনি দি আচল অৱস্থালৈ টানি আনিব নোৱাৰি। কিন্তু

এনেবোৰ খুওৱা-ধুওৱাৰ ব্যৱস্থা থকাত ঘৰৰ লোকসকলৰ মনবোৰ আনপিনে আকৰ্ষণ কৰে। সেইবোৰলৈ যোগাৰ-পাতি কৰাত গোটেইখন ঢালি দিবলগীয়া হোৱাত মৃত্যু হোৱাজনৰ কাৰণে যি ভাব আছিল সেইটো সমূলি পাহৰি যাবলগীয়াত পৰে। লাহে লাহে জঁয় পৰি যোৱা মানে আকৌ ঠন ধৰি উঠে। তদুপৰিও সেই খোৱা-লোৱাত মানুহ-সজ্জনৰ যি সমাগম হয়, সেয়ে ঠাইডোখৰৰ নিৰলতা, শোকৰ অগ্নিকুণ্ড, অকলশৰীয়া অৱস্থাৰ ভীষণতা নষ্ট কৰে। ভয় সংকোচৰ ভাব দূৰ কৰে। তেন্তে বৈজ্ঞানিক তথ্য নাই ক'ত? কিন্তু সেইবোৰত বেছি ভৰ দি মানুহৰ আৰ্থিক অৱস্থা সমূলি শোচনীয় কৰি আকৌ এটা নতুন বিপদৰ হাহাকাৰত পেলোৱাৰ কি আৱশ্যক? সি ভাবিলে ব্যৱস্থাও থাকিব লাগিব। আকৌ সেইবোৰৰ চমু উপায় কৰিব লাগিব। আগেয়ে কম মূল্যতে গাইগৰু পাইছিল, মানুহে সহজতে দিব পাৰিছিল। এতিয়া গাইগৰুৰ দাম দহ টকাৰ ঠাইত তিনিকুৰি চাৰিকুৰি হৈছে। এনেস্থলত সেইবোৰ আগৰ নিয়ম স্বৰূপে কেনেকৈ দিয়ে? সি ভাবিলে, আগৰ ব্যৱস্থা থাকক এতিয়া গাইগৰুৰ মাটিৰ মূৰ্তি দিলেই হোৱা ৰীতি কৰিব লাগে। তেনে মূৰ্তি কৰিব শিকিলে শিল্পকলাৰো উন্নতি সাধন হ'ব। আগৰ ব্যৱস্থাৰো পালন হ'ব আকৌ মানুহৰ আৰ্থিক অৱস্থাতো ব্যাঘাত নজন্মাব। সেইদৰে খোৱা-লোৱাতো অতি সাধাৰণ তৰপৰ কৰি আৰু দান-দক্ষিণাৰো মূল্য অতি কম কৰি, কাপোৰ-কানিৰো কম মূল্য থিৰ কৰি সহজে বৈতৰণী পাৰ হোৱা ব্যৱস্থা কৰিব লাগে। নহ'লে সমাজৰ হাহাকাৰ নকমে বৰং নিতৌ বেছিহে হ'ব। সি ভাবিলে, বিয়া-বাৰুতো সকলো পিনে খৰচ কম কৰিব লাগিব। কিন্তু সেইবুলি বিয়াৰ ঢুলীয়া-খুলীয়া আনন্দৰ সামগ্ৰীবোৰ কমাই বিয়া যেন এটা নিৰস কৰ্মত পৰিণত কৰা হ'ব নালাগে। কিয়নো মানুহৰ মনে যাতে আনন্দ বং-ৰেমালিত উতলা হৈ থাকে সেইটো সদায় উদ্দেশ্য কৰা উচিত। আৰ্থিক অভাৱৰ কথা দেখুৱাই মানুহৰ মনৰ আনন্দ, উৎসাহ, বং-ৰেমালিৰ অভিলাষবোৰ ত্যাগ কৰিব এনে কথা ক'ব নোৱাৰে। কিয়নো জগতৰ উদ্দেশ্য হৈছে, "আনন্দ চিদানন্দ লাভ"। যি জাতিৰ মনৰ আনন্দ-উল্লাহ উদ্যম নোহোৱা হ'ব সেই জাতি কপট আচাৰী, নিৰস যন্ত্ৰ স্বৰূপ হ'ব। তাত শিল্প, কলা, সৌন্দৰ্য্যবোধ, সুখ-শান্তি নোহোৱা হ'ব।

সি ভাবিয়ে থাকিল। সি ভাবিলে ঈশ্বৰৰ অদ্বৈতবাদ নিৰাকাৰ ভাবতো সেই একে কথা। সাধাৰণ তৰপৰ লোকে চকু মুদিলেই এটা নহয় এটা মূৰ্তি দেখে। আন নহ'লেও ক'লা ক'লা বিন্দুবোৰ দেখে। তেন্তে মূৰ্তিশূন্য নিৰাকাৰ ভাৱত মানুহ কেনেকৈ মগ্ন হ'ব? জগতত এনে মানুহ অতি বিৰল যেয়ে মূৰ্তিশূন্য নিৰাকাৰ ভাৱত ব্যাকুল হ'ব পাৰে। কিন্তু আনপিনে মূৰ্তিয়ে মানুহৰ মন সহজতে আকৰ্ষণ কৰে। তাৰ লগত বাদ্য, শঙ্খ, ঘণ্টাৰ শব্দই ঢুলীয়া-খুলীয়াৰ নাচোন বাগোনে, নামৰ নাগাৰা-তালৰ শব্দই মানুহৰ মন নচুৱাই তুলিব পাৰে। গতিকে এনেবোৰ বাদ দি সংসাৰখন এখন মাছ ভজা খোলাৰ আৱশ্যক কি? সি ভাবিলে, যাগ-যজ্ঞ, হোম, দান আদিৰ প্ৰাচুৰ্যই এদিনা ধৰ্ম কেৱল ধনীলোকৰ বস্তু হোৱাত জ্ঞানীসকলে সেইবোৰত মূল্য নিদি জগতৰ মন আকৰ্ষণ কৰিলে। যাগ-যজ্ঞ, তপতীৰ্থ সকলো মিছা, কেৱল নিজৰ মনশুদ্ধিহে আচল কথা। তাতোকৈ চমু কৰিলে মনশুদ্ধি কৰিব নোৱাৰিলেও কেৱল ৰামনাম মুখত আনিলেই সকলো মুক্তিৰ পথ পায়। তেনেকৈ 'ধৰ্মবস্তু' কৰিলে সৰ্বসাধাৰণ লোকৰ। তাতে একড়িকৈ পালেও বহুত লোকৰপৰা একড়ি একড়িকৈ পাই বহুতো হয়। তেনেভাৱে কৰিলে বামুণসকলৰ প্ৰৱৰ্তনৰ উপায়। কিন্তু এতিয়া আৰ্থিক অনাটন, অভাৱ দেখুৱাই সকলো আনন্দ, উলহ-মালহ-উদ্যম বাদ দিলে জাতিৰ জীৱন ক'ত? ঈশ্বৰ উপলব্ধিত লাগে উলাহ উদ্যমপূৰ্ণ মন। কিন্তু সকলো বাহ্যিক কৰ্ম বাদ দি আপোনাআপুনি আনিব নানা তৰহৰ অসজ ভাবৰ কল্পনা, মন যে হ'ব কঠোৰতকৈয়ো কঠোৰ। ঈশ্বৰ উপলব্ধি নহৈ হ'ব নানা তৰহৰ অসজ ভাবৰ আকৰ। সি এনেবোৰ ভাবি ল'ৰাটোক ক'লে, "ভাল বাৰু, তোমাৰ ঘৰ কিমান দূৰৈত?"

"সৌৱা, ওচৰতে সৌ সি চুপাড়ত।"

"বাৰু মই সেইদিন আন পিছত আহি তোমাৰ ঘৰ

পামহি। যি পাবো সহায় কৰিম। তুমি শ্ৰাদ্ধলৈ যি পাৰা সকলো যোগাৰ-পাতি কৰিবা। মই নিশ্চয় আহিম।

ল'ৰাটোৱে তাৰ কথা শুনি আনন্দত উত্ৰাৱল হ'ল। সি ক'লে, "মুখৰ ছাঁই গুচোৱাত সহায় কৰিলে আপোনাৰ ধৰ্ম হ'ব।"

অনন্তই ক'লে, "ধৰ্ম মোক নালাগে। পুণ্য মই নিবিচাৰোঁ। পৰজন্মত মোৰ আস্থা নাই। কিন্তু মোক লাগে এই জনমত আনন্দ-উলাহ, উৎসৱ। মোক লাগে শান্তিপূৰ্ণ ধৰা, সুখ শান্তিৰ মন। বাৰু, মই এতিয়া যাওঁ, কেইদিনমানতে আহিম দেই। এতিয়া হাতত কেৱল দুটকাহে আছে। হোৱা ধৰা, মই আহিলে কিবাকিবি আনিম। ল'ৰাটোৱে হাত পাতি ল'লে। আনন্দত সি ক'লে, "সংসাৰৰ লোক সকলোৱে যদি আপোনাৰ দৰে হ'লহেঁতেন।"

অনন্তই হাঁহি ক'লে, "তেনেহ'লে সংসাৰৰ মানুহে চাউল কঠাঁও খোৱা টান হ'লহেঁতেন। মোৰ দৰে নিষ্কৰ্মী, একো কামত নলগা, সংসাৰৰ সোঁতত সাঁতুৰিব নজনা, পৰিশ্ৰম কৰিব নোৱৰা লোক জগতত কেইজন আছে?"

(২৬)

ৰামুৱে অতিপাত মদ খাই ৰাটত পৰি কিবাকিবি বলকিব ধৰিছে। সি কৈছে, "চালা পঢ়তা হেই, পঢ়ে পণ্ডিত হয়, উকিল হয়, হাকিম হয়, কিন্তু ময়লা কোনে পেলাব? মই কওঁ ময়লা গাড়ীত তাক নি ময়লা পেলাব শিকাওঁ, কিন্তু তাই নামানে, হাকিম কৰে। হাঃ হাঃ হাকিম। হাকিম। কেৱল টকা লাগে, কিতাপ লাগে, বহী লাগে আৰু কি নলাগে?— মাচুল, মাচুল। সব মাচুল লেগা আৰু মাষ্টৰলোক পানী পিয়েগা, মৰসমজাতা হেই। এই স্কুল কিয়া, কেৱল বণীয়া লেনেকে আয়ে। পঢ়নেচে কিয়া জ্ঞান হ'তা হেই। কেতিয়াও নহয়। কেৱল নিজৰ নিজৰ কাম কৰিব পাৰিব তাতি ওলোমা ধুতি পিন্ধিব শিকে। হয়ৰে বুদুৱে কি কয়, "বাবা, মোৰ ধুতিখন বেয়া হৈছে, সকলো

ল'ৰাই ঠাট্টা-মস্কৰা কৰে।" আকৌ কয় কি, "তাৰ কাষত হেনো ল'ৰাবিলাক নবহে। সি 'মেতৰ মেতৰ' বুলি দূৰ দূৰ কৰে। হাবে মেতৰলোক খাৰাপ আদমী হায়, লেকিন মেতৰ নাই হ'নেচে কেইচা চলেগা। তেতিয়া কব "হাবেজমাদাৰ আজ হামৰা পায়খানা চাফ হুৱা নেই। বহুত তকলিফ হুৱা। তাবাতাবি চাফ কৰো, বকশিশ মিলেগা। হাঃ হাঃ হামাৰ বুদুক জৰুৰ বৰলোক বনায়েগা। তব দেখেগা কেইচা ময়লা ফেকনেকো বলেগা। জৰুৰ বলেগা। চব বণীয়া ইচ্‌কো পঢ়ানেকো আগে খৰচ কৰেগা। সি এনেবোৰ কৈ লাহে লাহে উঠিবলৈ চেষ্টা কৰে আকৌ ঢলংপলংকৈ পৰে। সকলো আদমি বৰলোক হয়, পঢ়ি বৰলোক হয়। তেন্তে বুদুৱে নপঢ়িব কিয়? আলবৎ পঢ়েগা। সি আকৌ উঠি ঢলংপলংকৈ বাব ধৰে। এনেতে মিউনিচিপালিটিৰ অভাৰছিয়াৰ আহি তাৰ কাষ পাই ক'লে, "হেৰৌ ৰামু, সিদিনা কোনোমতে কাম দিলোঁ, অলপ দৰমহা পায়ে আকৌ মদত ধৰি "হাল্লা" কৰিছ?"

"আবে "হাল্লা" কৰিছোঁ তাতে তোমাৰ কি? সব বৰলোক। মেতৰকো ওপৰ সব বৰলোক। আচ্ছা দেখিম যেতিয়া মোৰ বুদু পঢ়ি বৰলোক হ'ব তেতিয়া চাম কোনলোক উনকো এইচা বলেগা। হাঃ হাঃ জৰুৰ দেখেগা!"

"আবে আজি বহুত পি আহিছ হ'বলা। টকা যি পালি সকলো উৰুৱালি।"

"কাহে নাই পিয়েগা। একশবাৰ পিয়েগা। হাজাৰবাৰ পিয়েগা। তুমিতো বুওৱা নাই। ঔ, অভাৰছিয়াৰ বাবু। চেলাম, চেলাম হাজাৰবাৰ চেলাম। বহুত বুৰা বাৎ বলা। হাঃ হাঃ দেখিয়ে সবলোক মেতৰলোককো ঘৃণা কৰতে হেই। কাহে? মোৰ লেৰ্‌কাক স্কুলত খেলাইছোঁ কিন্তু কেৱে তাৰ কাষত নবহে। তাক অকলে অকলে বহিব দিয়ে। কি সব আদমীকা একপ্ৰাণ নেহি হ্যায়। এক ঈশ্বৰ সবকো বনাতা হেই। কিন্তু হামৰা লেৰ্‌কাকো অপমান কৰতে হেই, কাৰণ মহিৰ মিনিয়ে। আচ্ছা দেখা যায়েগা, ইচ্‌কো হাকিম বনাইগা তব চুবেগা হাকিম লেনেসে

তব্ উনলোককো কিয়াকৰেগা তব্ দেখিয়ে।"

"কি তোৰ ল'ৰাক পঢ়িব দিছ নেকি?"

"কাহে নাই দেগা। সব ল'ৰাই পঢ়িব পাৰে, মেতৰৰ ল'ৰাই পঢ়িলে দায় লাগে?"

"কি হাকিম কৰিবি? বুলিয়েই অভাৰছিয়াৰে হাঁহি মাৰিলে।"

"কি আপুনি হাঁহিছে! নাই নাই জজ চাহাব কৰিম। মেতৰৰ ল'ৰা জজ হ'ব নোৱাৰে?"

"কিয় নোৱাৰিব। পঢ়িলেই পাৰিব।"

"ঠিক ঠিক অভাৰছিয়াৰ বাবু, দুনীয়াই কৈছে তাক হাকিম কৰিব।"

"জৰুৰ, জৰুৰ, দুনীয়া যো বলতা ঔ জৰুৰ্ কৰেগা। বাবু হাকিম হ'বলৈ কিমান পঢ়িব লাগে?"

"তোৰ ল'ৰাই এতিয়া কিমান পঢ়িছে?"

"হা, তাৰ ক-ফলা আহিছে। গোটেইখন কিতাপ সি এই কেইদিনতে পঢ়িব শিকিছে।"

"ক খকিতাপ শেষ কৰিছে যদি আৰু হাকিম হওঁতে কিমান দিন?"

"মই বাবু তাক ইংৰাজী স্কুলত নাম লগাই দিম।"

"হেৰৌ ল'ৰাক স্কুল পঢ়ালে মদ খাবলৈ টকা ক'ত পাবি?"

"নাই নাই মই মদ এৰিছোঁ। সব ৰূপীয়া ইনকো পঢ়ানেকো খৰচ কৰেগা।"

"মদ খাব এৰিছ কাৰণে ৰাজ আলিত ঢলি ঢলি পৰিছ। পিছে কাম কেনে কৰিছ? এইবাৰ কাম গলে আৰু কাম নাপাবি। বুলিয়েই অভাৰছিয়াৰে চাইকেলত উঠি গুচি গ'ল। ৰামুৱে লাহে লাহে উঠি ঢলং পলংকৈ নানা কথা বলকি বলকি তাৰ ঘৰ পালেগৈ। সি মাতিলে— দুনীয়া, দুনীয়া, জৰুৰ বুদুক হাকিম কৰিম।"

"দুনীয়াই ওলাই আহি ক'লে, "তোৰ দৰমহাৰ টকা কি কৰিলি?"

"দৰমহা! চালালোক চব জুৱাচোৰ। দৰমহা আজি দিম কালি দিম বুলি আজিলৈকে নিদিয়ে।"

"কিয় আনবোৰে হেনো দৰমহা পাইছে?"

"আনবোৰ আৰু ৰামু একে নহয়। হেৰৌ আম কোন মেতৰৰ ল'ৰাই স্কুলত পঢ়িছে?"

"তই মদত সকলো উৰুৱাই আহিলি? ৰামু তই অলপো বুদুৰ কাৰণে নাভাব।"

"কিয় নাভাবিম? আলবাৎ ভাবিম। তাক স্কুলত নাম লগাই দিছোঁ। সি পঢ়িব, হাকিম হ'ব।"

"নাই, মই তাক ডাক্তৰ চাহাবহে কৰিম।"

"ডাক্তৰ চাহাব কৰিবি? নাই নাই ডাক্তৰ চাহাব হ'লে কি হ'ব? কেৱল বেমাৰীক কটা-ছিঙা কৰিব লাগিব; গু-মূত পৰীক্ষা কৰিব লাগিব। তেনে কৰি কি লাভ? মই তাক হাকিম কৰিম। হাজাৰবাৰ হাকিম কৰিম। জজ চাহাব কৰিম। চালা জুৱাচোৰ বিলাকক সি ফাটেক দিব। যেয়ে দৰমহা দিয়াত পলম কৰে তাক তেতিয়াই তেতিয়াই ফাটেক দিব। তেতিয়া আমাৰ বৰ সুবিধা হ'ব দুনীয়া। যত বৰলোক দেখিছ সব জুৱাচোৰ। সব পৰৰ খানেৱালা, সিহঁতে একো কাম নকৰে। চাকৰৰ ওপৰত ভৰি তুলি খায়। বাবুৱালা কৰে পৰৰ ওপৰত। মোটা মোটা দৰমহা লয় আৰু মটৰ গাড়ীত চৰে। চালালোকে একদিন ৰাতি বোকা পানী থকা জঙ্গলৰ মাজৰ পায়খান চাফা কৰক তেতিয়া বুজিব মেতৰৰ কিমান ডাঙৰ কাম! কিন্তু সেইটো সিহঁতে নাভাবে। কেৱল মোটা মোটা দৰমহা লৈ সকৰ ওপৰত চকুৰঙা কৰিব। অলপ গোলমাল পালে জৰিমনা কৰিব। কামৰপৰা খেদি দিব। দেখ দুনীয়া, মোৰ দৰে চালালোকে দুই হাতে দুটা ভৰা বাল্টি লৈ খোজ কাঢ়ক। তেতিয়া বুজিম, সিহঁতৰ কিমান শক্তি? কিন্তু দাণ্ডিৰ নোৰৰা দৰমহা খাব, ইপিনে কাম কৰিব কি? মোৰ বুদু জজ চাহাব হ'লে সকলো ঠিক কৰি দিব।"

"নাই ৰামু, বুদু ডাক্তৰ চাহাব হ'লে পৰৰ উপকাৰ কৰিব পাৰিব। কত বেমাৰীক ৰক্ষা কৰিব।"

"বেমাৰীক ৰক্ষা কৰিব নে মাৰিব? চালালোককো সব্ চম্‌জাতা। ডাঙৰ ডাঙৰ ভিজিট পালে সিহঁতে কাম কৰে। ধনী মানী লোক বেমাৰী হ'লে হাজাৰবাৰ যায়। কিন্তু দুখীয়া কাঙালী হ'লে, ভিজিট পোৱা আশা নাপালে এবাৰো উভতি নাচায়। বুজিছ দুনীয়া, এই দুনীয়াত বহুত মৌপাক আছে। উপকাৰীৰ তেওঁ

শগুণবোৰে "কত টকাস্বৰূপ মঙ্গহ পাওঁ" তাৰে চিন্তাত আকুল। আচ্ছা দুনীয়া, ডাক্তৰবোৰ যদি পৰোপকাৰী, সিহঁতে যদি পৰৰ কাৰণে ভাবে তেন্তে ৰাজ আলিত সেই মৰোঁ মৰোঁ হৈ থকা বেমাৰীবোৰক সিহঁতে চকু ফুৰাই নাচায় কিয়? বেচেৰাহঁতে তাতে হাগি-মুতি লেলেতিয়াই মৰে। মাখি, পোকে গাত পৰি পিল্‌পিলাই ফুৰে। পিছত মৰিলে লাগে মেতৰক; ৰামুক। নাইবা কেতিয়াবা নমৰিলেও ৰাজআলি বন্ধ হ'লে বা মটৰ চলোৱাত বাবুহঁতৰ অসুবিধা হ'লে বা বাবুহঁত কাষেৰে যাব নোৱাৰি নাকত হাত দি যাব লাগিলে তেতিয়া তাক দূৰৈত থবলৈ লাগে ৰামুক; বুজিছ দুনীয়া, এই দুনীয়া, তোৰ দৰে দুনীয়া নহয়। সিহঁত কেৱল দেখাত উপকাৰী, ডাঙৰ ডাঙৰ কথা কোৱাত পাকৈত, ভদ্ৰ সভ্য বুলি দেখুৱাই ব্যস্ত। কিন্তু সেইবোৰৰ মন বৰ সৰু। হাজাৰৰ ভিতৰত এটায়ো বেমাৰীৰ কাষলৈ যাবলৈ নোখোজে। বেমাৰৰ কথা শুনিলে ভয়তে থৰহৰি কম্পমান হয়। ইপিনে বহুতো ডাঙৰ ডাঙৰ সুন্দৰ সুন্দৰ কথা কয়। চালা বুদু ক'ত গ'ল? মই তাৰ নিমিত্তে অলপ মদ আনিছোঁ। বুজিছ দুনীয়া, মদ পিলে বহুত জনা হয়। মই দেখিছোঁ চাহাবলোকে মদ পিয়ে।"

"নাই নাই ৰামু, তই বুদুক মদ পিব নিশিকাবি।"

"জৰুৰ শিকাম, এশবাৰ শিকাম। চাহাবলোকে মদ পিয়ে। ডাঙৰ মানুহ হয়। মোৰ বুদু ডাঙৰ লোক হ'ব। এই মদ নোখোৱা কেলফেম্পুৱা ভদ্ৰলোক নহ'ব। সি মদ খাই তেজাল ঘোঁৰাৰ দৰে দপ্‌দপকৈ ফুৰিব। এনে কথা কৈ থাকোতে বুদু স্কুলৰপৰা আহিল। সি বুদুক দেখিয়ে ক'লে, "বুদু! তোলৈ মদ আনিছোঁ পিবি?"

বুদুৱে ক'লে, "নাই বাবা, মদ পিব নাপায়। আমাৰ কিতাপত লিখা আছে। মাষ্টৰে মোক সুধিছিল বুদু, তই মদ পিয় নেকি? মই কৈছোঁ নিপিওঁ। মাষ্টৰে আকৌ কৈছিল তেন্তে তই দেখো বৰ ভাল ল'ৰা ঔ। তহঁতৰ মেতৰবিলাকে সকলোৱে মদ পি ৰাজআলিত ঢলংপলংকৈ ফুৰে। সৰু ল'ৰাবিলাকেও মদ খায়। তই কিন্তু নাখাবি দেই।"

"ঐসব চালালোক! মুখত বৰ বৰ কথা। কিন্তু মদ নাখালে চাহাব হ'ব কেনেকৈ?"

"নাই বাবা তেনেকৈ ক'ব নাপায়। মাষ্টৰ বৰ ভাল মানুহ বাবা। মোক ইমান মৰম কৰে। কালি বাবা এজন বাবু ল'ৰাৰ এডাল পেন্সিল হেৰাইছিল। সকলো ল'ৰাই কোৱাকুই কৰিছে মই হেনো পেন্সিলডাল নিছোঁ। মই লোকৰ পেন্সিল কিয় নিম বাবা? মাই কৈছে লোকৰ বস্তু চুৰ কৰিব নাপায়। কিন্তু ল'ৰাহঁতে কয়, "মেতৰৰ ল'ৰা স্কুলত পঢ়িব আহিছে নে চুৰ কৰিব আহিছে। সিহঁতৰ স্বভাৱেই চুৰ কৰা। হয় বাবা, মেতৰসকলে কি চুৰ কৰে? মই ইমানকৈ কৈছোঁ মই নিয়া নাই। কিন্তু সিহঁতে বিশ্বাস নকৰে। বাৰেপতি কয়— মেতৰ জাত, সি আহে পঢ়িব? হয়, বাবা, মেতৰ জাত কি সকলোতকৈ সৰু?.. শেহত সিহঁতে মাষ্টৰক কৈ দিলে মই হেনো কাঠ-পেন্সিল চুৰ কৰিছোঁ। কাৰো কাৰো কিতাপো চুৰ কৰি নিম। মাষ্টৰে শুনি মোক মাতি সুধিলে— এই বুদু, তই সিহঁতৰ পেন্সিল নিছ? মই ক'লো— কিয় নিম ছাৰ? মোৰ মাইয়ে কৈছে পৰৰ বস্তু কেতিয়াও লাবিব নাপায়।"

তথাপি ল'ৰাহঁতে ক'লে, "এতিয়া ফাঁকটি। ইয়াক খেদি দিয়ক ছাৰ! মেতৰৰ ল'ৰাৰ লগত আমি পঢ়িব নোৱাৰোঁ। মেতৰ জাতে চুৰ কৰিবই। সেইটো সিহঁতৰ ধৰ্ম। দেউতাহঁতে মেতৰৰ ল'ৰাৰ লগত পঢ়া শুনি বৰ বেয়া পাইছে।"

"মাষ্টৰে সিহঁতৰ কথা শুনি সিহঁতক বৰ খং কৰিলে বাবা। মাষ্টৰে কি কৈছে জানা বাবা! —মেতৰ কি মানুহ নহয়? মেতৰক জানো ঈশ্বৰে কৰা নাই? তেন্তে এনে ঘিণ কৰিছা কিয়? নাপায়, কেৱল সিহঁত অপৰিষ্কাৰ হৈ আহিলহে বেয়া কিন্তু সিতো তোমালোকৰ দৰে সুন্দৰ চাফ্ চিকুণে আহিছে। তেন্তে ঘিণ কৰিছা কিয়?"

"নাই ছাৰ, সি চুৰ কৰিবই। সেইটো সিহঁতৰ স্বভাৱ আমাৰ ঘৰৰ পৰা নেদেখাতে কত কি নিয়ে।"

'এজনে ক'লে, "সিদিনা বেৰত এখন গামোচা মেলি দিছিল, এনেতে এটা জমাদাৰ আহি ততালিকে কাপোৰখন লৈ গৈছে। পিছতহে আমি জানিব পাৰিলোঁ।"

মাষ্টৰে ক'লে, "এজনে চুৰ কৰিলে বুলি সকলোৱে চুৰ কৰেনে?"

"সি কৰা নাই যদিও কৰিব ছাৰ! সেইটো তাৰ জন্মগত স্বভাৱ। আৰু কত কি কলে। কিন্তু মাষ্টৰে কলে, "শুনিছু বুদু, তোৰ বিৰুদ্ধে কত কথা। কিন্তু তই ভাল হ'ব লাগিব।"

মই ক'লো, "মাইয়ে মোক কৈছে চুৰ কৰা মহাপাপ। কিতাপতো পাইছো নহয় ছাৰ!"

"এৰা কিতাপত যি পাব তাকে শিকিবি। তেনেহলে ভাল হ'ব পাৰিবি।"

"মই বাবা মদ নিপিওঁ। কিতাপত লিখা আছে মদ পিব নাপায়। এনেতে মাকে ক'লে, "ৰামু, ল'ৰাৰ কথা শুনিও তোৰ লাজলগা নাই। তইও মদ নিপিবি।"

ৰামুৱে ক'লে, "সব জুঠ্ হেই, সব-চাহাবে মদ পিয়ে। কিন্তু খাৰাপ নহয়। কেৱল কেলফেন্দুৱা সকলে মদৰ বিৰুদ্ধে কয়।"

"কিয়, মহাত্মা গান্ধীয়েও দেখো মদ খাব হাক দিছে।"

"এই কথা ঠিক দুনীয়া। মহাত্মাৰ বাট ঠিক আছে। আমি কথা শুনি কিছুমান দিন মদ পিব এৰিছিলোঁ। কিন্তু ঐসব জুৱাচোৰকা বাৎমে কুচ্ ফৈদা নাই। মহাত্মা বহুতো ভাল লোক আছিল দুনীয়া। দেৱতা আছিল। যিক'ব কেৰে পেলাব নোৱাৰে।"

বুদুৱে ক'লে, "আই, মহাত্মাই মদ পিব হাক দিছিল?"

"এৰা, মহাত্মাই কৈছিল মদ নিপিবি, চাফচিকুণে থাকিবি, ভাল কিতাপ পঢ়িবি আৰু সূতা কাটিবি।"

"সূতা কেনেকৈ কাটে আই?"

"যঁতৰত কাটে, নাইবা টাকুৰীত কাটে।"

"টাকুৰী কেনে আই?"

এনেতে ৰামুৱে ক'লে, "আচ্ছা লেৰ্কা, মই এটা টাকুৰী সাজি দিম। তই সূতা কাটিব পাৰিবি?"

বুদুৱে ক'লে, "মই মহাত্মাৰ মূৰ্তিৰ আগত সূতা কাটি কাটি দিনে দিনে দিম। আচ্ছা বাবা মহাত্মাৰ কাপোৰ নাছিল জানো?"

"কিয় নহ'ব?"

"ক'তা, তেওঁৰ মূৰ্তিটোত দেখো এখন অকণমান ধুতি। কান্ধত এখন সৰু গামোচা।"

"সেয়েতো তেওঁ মহাত্মা বুদু। তেওঁ পঢ়ি বাৰিষ্টাৰ হৈছিল, কিন্তু লাহ-বিলাহ এৰিছিল। সৰু, ডাঙৰ ভেদ নকৰিছিল। আহ্! তেওঁ যে আমাক কিমান মৰম কৰিছিল। তই তেতিয়া থাকিলে মাহাত্মাৰ কাষত বহি থাকিব পাৰিলিহেঁতেন। তোৰ গা পিহি দিলেহেঁতেন।"

"কিন্তু এই ল'ৰাবিলাকে মোক কাষত বহিব নিদিয়ে কিয় বাবা?"

"আৰে ঐসব ছোট জাত, ছোট জাত, মহাত্মা নেই হায়।"

(২৭)

মালতী লাহে লাহে ভাল হৈছিল। উঠি-পৰি, লৰি-চৰি ফুৰিব পাৰে। আজি আস্পাতালৰ পৰা বিদায় লৈ ঘৰলৈ যাব। কম্পাউণ্ডাৰে আগৰ কথামতে ৰেলষ্টেচনলৈ গৈ টিকট কাটি দিছে।

এতিয়া যাব পাৰিবা নহয়?

বুঢ়াই কৈছে, "কিয় নোৱাৰিম। ষ্টেচন পালেই নামিম।"

"ষ্টেচন পালেতো নামিবা। কিন্তু কোন ষ্টেচনত নামিবা?"

"কিয় ইষ্টেচনত ৰেল নৰ'ব জানো?"

"সকলো ষ্টেচনতে ৰেল ৰয়। বাৰু, ষ্টেচনৰ নাম নাজানা যদি ইয়াৰেপৰা জাহাজত উঠিবা। তাৰপৰা ৰেলত উঠি গণি যাবা। পাঁচোটা ষ্টেচন পালে নামিবা। ঘগ্ৰাপাৰ ষ্টেচন, মনত ৰাখিবা।"

"অ' বোপা, মনত নাথাকিব কিয়? ঘগ্ৰাপাৰত আমাৰ বিয়েৰ ঘৰ নহয়! তাতেতো বিয়েক দেখা পাম।"

"বিয়েয়েৰা নাথাকিবও পাৰে। তেওঁতো তোমালোকক আজি যোৱা বুলি ক'ব নোৱাৰে। এনেতে এজন মানুহে মাত দিলে— কি এওঁলোক ঘগ্ৰাপাৰলৈ যাব নেকি?"

"এৰা, নজনা মানুহ, ঘগ্ৰাপাৰ ষ্টেচনটো দেখুৱাই দিবা।"

"কিয়, আমিও সেই ষ্টেচনতে নামিম নহয়।"

"অ' তেন্তে ভালেই হৈছে। এওঁলোককো তাতে নমাই দিব। ৰেলত ঘূৰা মানুহ নহয়।

বাৰু বাৰু একো ভয় নাই। আমি বহুতো সেই ষ্টেচনত নামিম। আহা, আহা বুঢ়া আতা ইয়াতে বহাহি।"

"অ' বোপা বৰ ভাল কথা। বিপদত ঈশ্বৰে এটা নহয় এটা উপায় দিয়ে। পিছে বোপাহঁত কোন গাঁৱৰ?"

"আমি বিলপাৰৰ।"

"অ' মোৰ বিয়েৰ কাষৰ গাঁৱৰে দেখো। বুলিয়েই কাষত বহিল। মালতী আই, মায়েৰৰ লগত ইয়াতে বহ। একো ভয় নাই। প্ৰায় ওচৰা-উচৰি গাঁৱৰে।" মালতীহঁতো এখন বেঞ্চিত বহিল।

"বোপা, চৰকাৰৰ বৰ বুধি। চোৱাচোন বহাবিলাক কেনে সুখ কৰি দিছে। কেৱল পইছাৰ মূৰতহে দায় আৰু য'তে ইচ্ছা ত'তে যোঁৱা। বুলিয়েই হাঁচটিখন মেলি তামোল-চালি উলিয়াই কাটিব ধৰি সেই কুঠৰীত যিমানবোৰ মানুহ আছিল এটা এটাকৈ ওচৰ চাপি— বোপা, তুমি কোন গাঁৱৰ, তামোল খোৱানে? বুলি একোখন তামোল যাঁচিলে। কেৱে হাতত ললে, কেৱে নালাগে আতৈ মই তামোল নাখাওঁ বুলি ক'লে। সেই কুঠৰীতে কেইটামান কলেজত পঢ়া ল'ৰাও উঠিছিল। সিহঁতে আন একো নাচাই মালতীৰ পিনে চাই আছিল। তাৰে এজনে সুধিলে, "আতৈ সেইজনী আপোনাৰ কি হয়?"

"কি ক'বা বোপাই, মোৰে ছোৱালী, মোৰ বুলিনো কেনেকৈ কম? ঈশ্বৰৰ ভবি-ূলা। তাইৰ বোপা বৰ বেমাৰ গ'ল। তাইৰ চিকিৎসাৰ কাৰণেহে আস্পাতাললৈ আহিছিলোঁ। ঈশ্বৰে যি নহওক, মোৰ বুলিলে। বোপা, তোমালোক ক'লৈ যাবা?"

"আমি কলিকতালৈ যাম।"

"কিয় বোপা?"

"পঢ়িবলৈ।"

"অঁ অঁ বোপা, আজিকালি সকলো সুবিধা হৈছে। আগেয়ে আমাৰ বুঢ়া-বুঢ়ীয়ে গুৱাহাটীলৈ আহিব লাগিলে কন্দা-কটা লাগিছিল, কিন্তু দিনকদিনে কি চাবা। টিপা দিলেই চাকি জ্বলে। দেচেলাই মাৰিয়ে কিবাত' দেখো জুই জ্বালে। আগেয়ে আমি ফুৰাই ফুৰাই তৰণি নাপাইছিলোঁ। বোপা, আস্পাতালতে কত কি দেখিলোঁ। বিচনীবোৰ আপোনা-আপুনি ঘূৰি ফুৰে। কটা-ছিঙাৰ কত অস্ত্ৰ দেখিবা, পেটৰ ভিতৰতো অস্ত্ৰ সুমুৱাই ল'ৰা বাহিৰ কৰি আনে। বোপা নেদেখা দেখিলোঁ। কিন্তু আমাৰ গছ-পাত-লতাৰ দৰৱবোৰ বপুৰাইঁতে নাজানে। সেইটো জনা হ'লে কিন্তু—"

"এৰা, সিহঁতে সেইবোৰ ক'ৰ পৰা শিকিব?"

"এৰা, বোপা, ইমান কথা জানে অলপ চেষ্টা কৰিলে সেইটোও শিকিব পাৰে। যিয়ে নহওক কিন্তু সকলো পিনে আশ্চৰ্য কৰিছে।"

"ৰেল গৈ গৈ পাণ্ডু পালে। সকলোৱে ততাতৈয়াকৈ নামিব ধৰিলে। কুলীবোৰে ওচৰ চাপি ৰেলতে বাদুলি ওলমা দি 'কুলী', 'কুলী'কৈ চিঞৰিব ধৰিলে।"

"বুঢ়াই ক'লে, "ইবোৰ আকৌ কি?"

"ইহঁতে মাল বয়।"

"কিবা লাগে জানো?"

"পইছা লাগিব।"

"এ তেন্তে নালাগে বোপা। আমাৰ যিখিনি মাল আছে মই কান্ধত লৈ যাব পাৰিম। এজন মানুহে ক'লে কিবা অসুবিধা হয় যদি মোক দিয়া আতৈ।"

"নালাগে নালাগে বোপা। কিটোনো মেটমৰা ভাৰখন আছে। ঔ বোপা, কে'টামান টেঙা আনিছিলোঁ। খোৱা যদি চেলাওঁ।"

"এ এতিয়া নহয়। বেগাই জাহাজত উঠিব লাগে। জাহাজ গলে সৰ্বনাশ হ'ব। সিপাৰত বাৰু কি আছে দিবা। এতিয়া ততাতৈয়াকৈ কাপোৰ-কানি বান্ধা।"

"জাহাজ এতিয়াই যাব নেকি?"

"নগৈ তোমালৈ বৈ থাকিবনে?"

বুঢ়াই মালতীৰ পিনে চাই ক'লে, "মাই উঠ, জাহাজ হেনো এতিয়াই যাব। বুঢ়ী কাপোৰ-কানিখিনি সমতিয়াই ল। মই হাঁচটিখন বান্ধো। ততাতৈয়াকৈ বান্ধি সকলোবোৰ নামিল। এনেতে বুঢ়াই ক'লে, এ বোপা, কটাবীখন হে তাতে ৰ'ল। এজন ল'ৰাই ততালিকে উঠি— ঔ সৌখন দেখিছোঁ। ভাল মনত

কৰিলা। নহ'লে তাতে ৰ'লহেঁতেন বুলি আনি দিলে। সকলোৱে বেগাই যোৱাৰ কাৰণে বুঢ়াইতেও বেগাই খোজ ললে। অলপ গৈয়ে চুকতে লাঠিডাল এৰিছিলোঁ। সেইটো পাহৰিলোঁৱেই, বুলি আকৌ পিছুলৈ খোজ দিব ধৰোঁতে এজন ল'ৰাই ক'লে কি হ'ল আতে?"

"এ বোপা, আপালি হ'ল। কটাহু বাঁহৰ লাঠিডাল চুকতে ৰ'ল। বৰ ভাল লাঠি বোপা। মই সদায় তাত তেল ঘঁহো।"

"ৰাক, তুমি উভতিব নালাগে। মই ততালিকে লৈ আহোঁ। পলম হ'লে সিপিনে জাহাজো এৰিব। তোমালোক গৈ থাকা।"

"সিডাল লাঠি এৰি যোৱা বৰ টান কথা বোপা।"

"মই এতিয়াই লৈ আহোঁ নহয়।" বুলিয়েই ল'ৰাটোৱে বেগাই আকৌ ৰেললৈ খোজ ল্লে। অলপ পিছতে লাঠিডাল লৈ আহি কলেহি, এইডাল হয়নে আতে?

অ, অ বোপা, ভাল ৰক্ষা কৰিলা। মোৰ বৰ মৰমৰ বস্তু। বোপা, এইডাল হাতত নহ'লে মই খোৱাৰ দৰে। য'তে যাওঁ ত'তে লৈ যাওঁ। তোমালোক বোপা মোৰ কোনোবা কালৰ কুটুম আছিলা। নহ'লে এনে আপদত সহায় হোৱানে?"

ল'ৰাবিলাকে বুঢ়াৰ কথালৈ কাণ নকৰি মালতীৰ সুন্দৰ মুখলৈহে চকু ঘুৰাই চায়। বুঢ়াই কলে "বোপাই, লৰাধপৰা কৰি বৰ কষ্ট পালা। এটা সোণতৰা টেঙা উলিয়াওঁ বোপা। দুই-এফুটা খাবা।"

নাই, নাই, ইয়াত জোলোঙা নেমেলিবা। জাহাজৰ চিৰি দাঙো দাঙো হৈছে। এনেতে কে'জনমান কুলীয়ে কিবা মাল মূৰত লৈ আহি আগতে বুঢ়া পৰা দেখি "হেই খবৰদাৰ, খবৰদাৰকৈ" বৰকৈ চিঞৰি "হাতো" বুলি বুঢ়াক ঠেলামাৰি আগবাঢ়িলে।

বুঢ়া কথমপিহে নপৰিল। লাহে লাহে আটাইবোৰে জাহাজত উঠিল। জাহাজে ফুক দিলে। সিপাৰলৈ গৈ ততাতৈয়াকৈ সকলোৱে ৰেলত উঠিল। বুঢ়াইতকো ল'ৰাইতে সহায় কৰি এটা কুঠৰীত তুলিলে নি। অৱশ্যে ল'ৰাইতে সহায় কৰাৰ কাৰণে বুঢ়াৰ সৰলতাই নে মালতীৰ ৰূপ-যৌৱনেই সেইটো থিৰাং কৰিব নোৱাৰি। কিয়নো ৰূপ-যৌৱন আগত দেখিলে মানুহে ভাল দেখুৱা বা উপকাৰ কৰি ভালৰি বোলোৱা পাবলৈ ইচ্ছা কৰাটো-যেন মানুহ প্ৰকৃতিৰ এটা স্বাভাৱিক নিয়ম। ৰেলৰ ততাতৈয়াৰ মাজতো যেন মানুহৰ চকুৰে বিচাৰে তৃপ্তি; কল্পেকীয়া সুখ। যদিও জানে ক্ষন্তেকতে আঁতৰা-আঁতৰি হ'ব লাগিব আৰু এনে ভালৰি বোলা ভাবৰ একো মূল্য নাই। যি নহওক বুঢ়াইতে ৰেলত উঠাত ৰেল অলপতে এৰিলে। অলপ দূৰ গৈয়ে বুঢ়াই ক'লে "বোপাইত অলপ বেলখন ৰখাব নোৱাৰিনে?"

"কিয়?"

"এ বোপা, মাইটোৰ অলপ কাম আছিল?"

এজন ল'ৰাই কলে "কি সৰু পানী ছুবনে?"

"এৰা বোপা তেনে বিধৰে। কিবাপধ্যে বেলখন ৰখালে—"

"নালাগে, সৌৱা সেই সৰু কোঠাতে পাৰিব নহয়।" বুলিয়েই ল'ৰাটোৱে উঠি গৈ সেই কোঠাটোৰ দুৱাৰখন মেলি দিলে। এই পিনে যাব কোৱা আতে।

বুঢ়াই আগবাঢ়ি কুঠৰীতো চাই "ধইন, ধইন। সকলো যোগাৰ ৰাখিছে। চৰকাৰৰ বুধিক কেৱে নোৱাৰে বোপা। পইছা নিব পাইছে। মাই যাহি বাচা। বুঢ়ীও যাই যদি যাব পাৰিব। একো ভয় নাই। বোপা দুৱাৰখন ভিতৰৰ পৰা মাৰিব পাৰিব নহয়?"

"পাৰিব" তাৰ পিছত ল'ৰাটোৱে বুঢ়ীৰ পিনে চাই, "এইপিনে লৈ আহক। একো ভয় নাই" বুলি ল'ৰাটো কাষৰ হ'ল। ইতিমধ্যে ল'ৰাবিলাকৰ মাজত তৰ্ক উঠিল। –দেখিছো ভাৰত উন্নতি হোৱা বুলি কোৱা। কিন্তু এনে কৃষি শতিকাৰ বৈজ্ঞানিক যুগতো ভাৰতৰ গাঁৱলীয়াসকল এনে হোজা হৈ আছে। গাঁৱলীয়াবোৰ সকলো প্ৰকাৰে জনাবুজা শিক্ষিত নহ'লে, জগতৰ কাণ্ডকাৰখানাৰ আওভাও বুজা নহ'লে শতকৰা কেইজনমানে সেইবোৰ জানিলে দেশ উন্নত বুলি ধৰিবানে?

এজনে কলে, "পিছে শিক্ষিত কৰিয়ে আকৌ কি কৰা। দেখিছা শিক্ষাৰ গুণত খেতিয়কৰ ল'ৰা খেতিয়ক হ'ব এৰি দেশৰ উন্নতিৰ মেৰুদণ্ডতে কুঠাৰ মাৰিব ধৰিছে। শতকৰা যিমানেই শিক্ষিতৰ সংখ্যা বাঢ়িব

সিমানেই শতকৰা খেতিয়কৰ সংখ্যা বা সাধাৰণ কাম কৰা লোকৰ সংখ্যা কমিব। কি কোৱা? গতিকে শিক্ষাৰ কেৰোণ গুচাই শিক্ষিত নকৰিলে এনে ভুৱা শিক্ষাৰে দেশৰ আৰু সৰ্বনাশহে কৰিব। কেৱল আওভাও বুজা হ'লেতো নহ'ব যদিহে কামত খটুৱাব নোৱাৰোঁ।"

আন এজনে কলে দেশৰ সমস্যা বৰ ডাঙৰ। এনেভাৱে অঁকৰা, আওভাও নুবুজা, কেৱল গাহৰীৰ দৰে খোৱা-লোৱা আৰু শোৱাৰ বাহিৰে একো নজনা, আনপিনে অলপ-অচৰপ আও-ভাও বুজা আন দেশৰ লোকৰ লগত কথা-বতৰা পাতিব পৰা কিন্তু সমূলি নিষ্কৰ্মী হোৱা অৱস্থা কৰা, কোনটো ভাল বা কোনটো বেয়া সেইটো থিৰ কৰা টান হৈ পৰিছে। কিন্তু সকলোৱে চিঞৰিছে শিক্ষা বঢ়োৱা, শিক্ষা বঢ়োৱা। আন হিছাপে ক'লে নিষ্কৰ্মী কথা-চহকীৰ দল কৰা, কথা-চহকীৰ দল কৰা।"

আন এজনে ক'লে "কিন্তু এটা কথা গমি চালে পাবা শিক্ষিত দলেহে দেশৰ ভাগ্য ঘূৰাই আনিব পাৰিছে। চৰকাৰৰ দোষত মাত দিব পাৰিছে। সাহস পাইছে। আনকি বৃটিছক খেদিলে এই এমুঠি শিক্ষিতেহে।"

"দেখোতে সেইটো ভাল যেন দেখিছো সঁচা। কিন্তু বৃটিছৰ হাতৰ পৰা মুক্তি পোৱাটোৱে দেশৰ আচল স্বাধীনতা নহয়। বগাৰ হাতৰ পৰা ক'লাৰ হাতত পৰি সকলো পিনে ক'লা ডাৱৰে ঢাকি পেলাইছে।"

আন এজনে ক'লে, "আচল কথা শিক্ষা সমূলি নতুন ধৰণে কৰিব নোৱাৰিলে সকলো মিছা।"

"পিছে শিক্ষাটো নতুন কেনেকৈ কৰা?"

"আন আন উন্নত দেশত কেনেভাৱে শিক্ষা হয় সেইবোৰ ভালকৈ গমিপিতিকি নতুন ধৰণ প্ৰচলন কৰিব নোৱাৰিলে দেশৰ সমূলি সৰ্বনাশ হ'ব।"

এনেতে মালতী আৰু বুঢ়ী সৰু কুঠৰীটোৰ পৰা ওলাল। তেতিয়াই আটাইকে'জন ল'ৰাই তৰ্ক এৰি মালতীৰ পিনে চকু কৰিলে। সিহঁতৰ মনত ভাব হ'ল গাঁৱলীয়া ছোৱালীয়ো এনে ধুনীয়া। সাজপাৰত বৰ পৰিপাটি নহ'লেও দেহাৰ স্বাস্থ্য আৰু মুখৰ গঢ়ে সকলোকে আকৰ্ষণ কৰিব পাৰে। যি নহওক মুহূৰ্তৰ কাৰণে সিহঁতৰ ওখ গৱেষণা, তৰ্কবিতৰ্ক এটা ৰূপ-সৌন্দৰ্যৰ সঁফুৰা দেখি তাতে বন্ধ হৈ সেই সঁফুৰাটোকে চাব ধৰিলে। যেন মানুহৰ সকলো ডাঙৰ গৱেষণা, ডাঙৰ ডাঙৰ কথা, ডাঙৰ ডাঙৰ ভাব কেৱল এটা ৰূপৰ সৌন্দৰ্যৰ চমকত উটি ভাহি যায়। এইটো মানুহৰ স্বাভাৱিক গতি নে কেৱল ভুৱা শিক্ষাৰহে ফল? যিনহওক মালতীয়ে নিজৰ ঠাইত বহাৰ লগে লগে ল'ৰাবিলাকে আকৌ আগৰ কথা আৰম্ভ কৰিলে। এজনে কলে, "বুজিছা আমাৰ সকলো শিক্ষা অধলে গৈছে। আমি দিয়াচলাই মাৰিব জানো কিন্তু সাজিব নাজানো, মটৰত উঠিব জানো কিন্তু মটৰ গঢ়িবলৈ আমাৰ জ্ঞান নাই। আমি ৰেলত উঠিব পাৰো কিন্তু ৰেলৰ কাৰবাৰ হাতত লোৱা বা ৰেলগাড়ী কৰা এইবোৰ সম্বন্ধে আমি সমূলি অপাৰগ। গতিকে আমি শিক্ষিত হৈ কি কৰিছোঁ? আনপিনে মান্ধাতাৰ যুগৰ পৰা চলি অহা হাল-কোৰ মাৰিবলৈকো আমি লাজ কৰো বা অপাৰগ হৈছো।"

এনেতে বুঢ়াই কলে "বোপা শিক্ষাৰ গুণ বেলেগ। তোমালোকে যেনে সাহসত ফুৰিব পাৰা, যেনেকৈ কানি-কাপোৰ লাহি হিছাপে লব পাৰা আমি সেইবোৰৰ ভুকে নাপাওঁ। তোমালোকক কেৱে ঠগাব নোৱাৰে আমি প্ৰতি খোজতে আনৰ হতুৱাই ঠগ খাওঁ।" কথা কৈ যাওঁতে যাওঁতে হঠাৎ ৰেল ৰ'লহি।

এজনে ক'লে, "আমি ঘগ্ৰাপাৰ পালোঁৱেই। ততাতৈয়া কৰা, ইয়াত অলপ পৰহে ৰয়।" বুলি সেই ষ্টেচনত নামিবলগীয়া কে'জনে লৰাধপৰাকৈ নামিল। বুঢ়ায়ো ঘগ্ৰাপাৰ বুলি শুনি ততাতৈয়াকৈ বস্ত্ৰ-বেহানি সামৰি লৈ নামিল। মালতী আৰু বুঢ়ীও নামিল। আকৌ ৰেলে ফনফনকৈ ঢাপলি মেলিলে। বুঢ়াই নামিয়ে দেখে এজাক মানুহে ওচৰতে ভুম বান্ধিছে। আহা আহা বুলি দুই-এজনে খোজ লৈছে। বুঢ়ায়ো সেই ভুমৰ মাজৰ পৰা অহা এজন লোকক দেখি ক'লে, "তাত কি হৈছে বোপা?"

"কি হ'ব, এজন ঠেং নোহোৱা মানুহ পৰি আছে। ওচৰতে এজন সৰু ল'ৰাই ভিক্ষা মাগিছে। বুঢ়াই সেই

জুমৰ মাজত সোমাই সেই ভৱি নোহোৱা মানুহটোৰ দৃশ্য দেখি "এই বেচেৰা এই ৰ'দত এনেভাৱে পৰি জীয়াই থকাৰ আশাত দুমুঠি খাবলৈ মানুহৰ আগত হাত পাতিছে।" বুলিয়েই একো নকৈ তেওঁৰ হাঁচটিত বান্ধি থোৱা টোপোলাত যিখিনি টকা-পইছা আছিল গোটেইখিনি দিলে। "আমিতো এতিয়াই ঘৰ পামগৈ। আমাৰনো খোৱাৰ কি অভাৱ আছে। বেচেৰাই কলমতিয়াই মৰিছে, তথাপি দুসাঁজ ইয়াৰে খাই জীৱন ধাৰণ কৰিব পাৰিব।" ধনখিনি দি ষ্টেচনৰ দুৱাৰমুখলৈ খোজ ললে। ষ্টেচনৰ দুৱাৰমুখত বৰ ভিৰ। বিৰদিও বাটপোৱা নাই। কেৱল মাজে মাজে শব্দ শুনিছে, টিকট টিকট। বুঢ়ায়ো হাঁচটিৰ পৰা টিকটকেইটা উলিয়াই ললে। এচামৰ পিছত আন এচাম যাত্ৰীয়ে টিকট দি বাহিৰলৈ গৈছে। বুঢ়ায়ো হেঁচি-ঠেলি দুৱাৰৰ কাষ পাই টিকট কেইটা দি বাহিৰ হ'ব ধৰোতে ঠেলা-ঠেলিৰ হুৰ-মূৰত একেলগে কে'বাজনো বাহিৰ হ'ল। হঠাৎ টিকট লোৱা বাবুৱে সেই আটাইকেইজনকে ক'লে, "ৰ'বা, ৰ'বা, আকৌ ভিতৰলৈ আহা। আটাইবোৰ ভিতৰলৈ আহিল। বুঢ়াইতো আহিল। ক'তা মানুহ হ'লা দহজন, পিছে টিকট দেখো আঠোটাহে। ইও বোলে মই দিছো, সিও বোলে মই আপোনাৰ হাতত গুজি দিয়া আপুনিতো ক'বই পাৰে। ভাল কাপোৰ পিন্ধা বাবু কে'জনেতো দিয়া বুলিয়েই মাফ পালে। শেহত গৈ লাগিল বুঢ়াৰ গাত লেঠা।

ক'তা বুঢ়াই টিকট দিয়া নাই।

বুঢ়াই সিহঁতৰ কথা বুজি নাপাই ক'লে, "আমি বোপা কুন্দৰগাঁৱলৈ যাম।"

"কুন্দৰগাঁৱলৈ যাবি, কিন্তু টিকট কাটিছিলি নে নাই?"

"টিকট কেনেকৈ কাটে মইতো নাজানো বোপা।" বুঢ়াই আকৌ কঁপি কঁপি ক'লে, "বোপা, কুন্দৰগাঁৱলৈ যাওঁতেও টিকট লাগেনে?"

বুঢ়াৰ কথা দেখি সকলোৱে ক'লে, "এৱা, এওঁৱেই টিকট দিয়া নাই। নহ'লে এনেকৈ কঁপিব কিয়?"

টিকট বাবুৱে ক'লে, "বুঢ়া হ'লিহি এতিয়াও ঠগ।"

"ঠগ কি বোপা নাজানো।"

"নাজান এতিয়া জানিবি। সৌ ছোৱালীজনী তোৰ কি হয়?"

'মোৰ জীয়ৰী বোপা।"

আটাইকেইজনে আকৌ মালতীলৈ চকু দিলে।

এনেতে টিকট লোৱা বাবুৱে কলে "এনেকৈ টিকট নাকাটি ৰেলত আহিলে কি দণ্ড হয় জান? বহু টকা জৰিমণা হয়। কি আছে গাঁঠিত?"

"বোপা, তামোল খাবা নেকি? কেৱল এটা তামোলহে আছে। তাৰে আকৌ পাণৰ মুদামৰা প্ৰায়। তেও যদি খোৱা, কাটো বোপা।"

"চাওঁ গাঁঠি মেল। ধন-কড়ি কিবা আছেনে?"

"নাই বোপা, যিখিনি আছিল সকলোখিনি সেই লেঙেৰা মানুহটোক দিলো।"

"চাওঁ গাঁঠি খহা।"

হাঁচতিৰ গাঁঠি খহাই গোটা তামোলটো উলিয়াই কটাৰীখনেৰে তামোলটো কাটিব ধৰিলে।

"বাৰু তামোল নালাগে। বেৰপটীত কিবা ধন থৈছ নেকি? নে জাল মোনা আছে।"

"নাই বোপা। সেইটো লুকোৱা কথানে? নিজৰ ধন থাকিলেতো আৰু তোমালোকে কাঢ়ি নিনিয়া যে সেইটো লুকাই ৰাখিম।"

"অ' টকা পালে আজিকালি নিনিয়া লোক আছে। বাৰু যা আৰু কেতিয়াও টিকট নকটাকৈ ৰেলত নাযাবি। আজি বুঢ়ী আৰু ছোৱালীজনীৰ কাৰণে ৰক্ষা পৰিলি। নহ'লে জেলত যাব লাগিলহেঁতেন। এ যাব দে।"

দুৱাৰ মেলি দিলে।

## (২৮)

অনন্তই গাঁৱে গাঁৱে ঘূৰি ফুৰোতে হঠাৎ এদিনা বাতৰি পালে সি ভালভাৱে বি. এ. পাছ কৰিছে। তাৰ ইচ্ছা হ'ল সি এম. এ. পঢ়িবলৈ কলিকতালৈ যাব। সেই ভাবিয়ে সি ঘৰলৈ উভতিবলৈ ইচ্ছা কৰিলে। মাজ গাঁৱত ঘূৰিফুৰি তাৰ গাওঁ আৰু গাঁওলীয়াৰ সম্বন্ধে সুন্দৰ জ্ঞান হৈছে। গাঁওলীয়াসকলে যে কেৱল অজ্ঞান-

আন্ধাৰতে থাকি জীৱন প্ৰৱৰ্ত্তাইছে, সেইবোৰৰ যে বহুতো উন্নতি কৰিবলগীয়া আছে সেইটো সি অনুভৱ কৰিছে। যদিও কবিসকলে গাঁৱৰ সুন্দৰ চিত্ৰ আঁকিছে, তাৰ প্ৰাকৃতিক সৌন্দৰ্য গাঁৱলীয়াসকলৰ সৰল স্বভাৱৰ গুণ-গৰিমাত কবিসকল মুগ্ধ। সি ভাবিছে সেইবোৰ মিছা কল্পনা, গাঁৱৰ সম্পূৰ্ণ বেলেগ ৰূপ দিবলৈ সময় আহিছে। কেৱল সোণালী ধাননি আৰু কে'টামান পেটত গুজি বাহ্যিক জগতত যিহকে নহওক তাৰ সমূলি জ্ঞান নোহোৱা সৰলতাৰ সৌন্দৰ্য বৰ্ণনাই গাঁৱলীয়াসকলৰ উন্নতি সাধন কৰিব নোৱাৰে। গাঁৱলীয়াসকল কেৱল অশিক্ষিতেই নহয়, সিহঁত সৰু সৰু কথাতে হাই-উৰুমি কৰা, কোঢ়াল লগোৱাত আৰু ইঘৰৰ কু-চৰ্চা সিঘৰে কৰাত ব্যস্ত। তদুপৰিও সিহঁতৰ এসাঁজ খোৱা এসাঁজ লঘোনে থকা অৱস্থা। অতীতত পৰ্বতত আদিমবাসীসকলে বনৰীয়া বস্তুৰ দৰে গুহাত বাস কৰিলেও সিহঁতৰ খাদ্যৰ অভাৱ নাছিল। কিন্তু আজি সেই আদিম অৱস্থাৰ অলপো উন্নতি হোৱা নাই, কিন্তু কেঁকোৰা নাঙলে আৰু সিহঁতৰ খোৱা-লোৱা ভালকৈ জুৰিব পৰাকৈ উৎপন্ন কৰিব পৰা নাই। সি ভাবিছে ভাৰতত গাঁৱলীয়াৰ সংখ্যাই সৰহ। যদি সৰহ ভাগ গাঁৱতে মানুহৰ এনে অশিক্ষা, অন্ধকাৰ, হাহাকাৰ, খাব পোৱা খাব নোপোৱা অৱস্থা তেন্তে ভাৰতৰ উন্নতি হোৱা বুলি কেনেকৈ ভাবিব পাৰি? আকৌ ভূতৰ ওপৰত দানৱৰ সৃষ্টি হৈছে। এই অশিক্ষিতসকলৰ মাজত আধা শিক্ষিত বা অলপ শিক্ষিত লোক সোমাই লগে লগে আৰু এটা নিষ্কৰ্মী দলৰ সৃষ্টি হৈ নানা কু-ভাব, নানা অসজ আচৰণ বাঢ়িছে। কোনোৱে কেইমাহমান নগৰলৈ গৈ চাকৰ থাকি নাইবা পিয়ন টেকেলা বা মহৰী হৈ আকৌ গাঁৱলৈ উভতিছে ফিৰফিৰিয়া ধুতি পিন্ধি, দুই-এবটল মদৰ শ্ৰাদ্ধ কৰিব শিকি। সিহঁতৰ মনৰ পৰা আঁতৰিছে আগেয়ে চলি থকা ধৰ্মভাৱৰ উঁৱিয়লি। ইপিনে সিহঁতৰ নাই আত্মমৰ্যাদা। গতিকে সিহঁতে কৰিব নোৱৰা কাম একো নাই। সি দেখিছে কেঁৱে এবটল গোন্ধ তেল আনি গাঁৱৰ ছোৱালীক বিলায় আনপিনে ফিৰফিৰিয়া ধুতি-চোলা পিন্ধি অলপ দেখনিয়াৰ হৈ হাত কৰিছে গাঁৱৰ সৰলা ছোৱালীবিলাকক। হৰণ কৰিছে তাহাঁতৰ আত্ম-মৰ্যাদা। অতীতত অন্ধ-বিশ্বাসত পাপৰ ভয়ত বা ধৰ্মৰ প্ৰভাৱত সিহঁতে পাপ কাম কৰিবলৈ পিছ হুঁহকিছিল, নাইবা সমাজৰ উঁৱিয়লিত পাপ কামলৈ আগ নাবাঢ়িছিল। আজি কিন্তু সমাজৰ উঁৱিয়লিত সোলোক-ঢোলোক অৱস্থাত আকৌ মনত ধৰ্মভীতিৰ অন্তৰ্দ্ধানত সিহঁতে ইচ্ছামতে কৰিছে ব্যভিচাৰ। আকৌ হঠাৎ কেঁৱে ধৰা পৰিলে ততালিকে গাওঁ এৰি চহৰলৈ গতি কৰিছে। কেইমাহ বা বছৰচেৰেক তাতে থাকি আকৌ গাঁৱলৈ উভতি সকলো চেকা ধুই-পখালি সুন্দৰভাৱে চলিব পাৰিছে। গতিকে গাঁৱৰ কেৱল অশিক্ষা, আৰ্থিক অভাৱ, অনাটন, ভাল খাদ্য নোহোৱাই যে হৈছে এনে নহয়, গাঁও আজি কেন্দ্ৰ হৈছে বিভৎসতাৰ, পাপৰ নৰককুণ্ডৰ। তাত বিৰাজিছে প্ৰগতিশীল বিলাসিতা, কিন্তু সেইটো পূৰাবলৈ আৰ্থিক অনাটন। তাত হৈছে অনীতিৰ প্ৰভাৱ, কিয়নো নাই তাত আধুনিক সভ্যতাৰ আত্ম-মৰ্যাদা নাই অতীতৰ ধৰ্মভীতি। সি দেখিছে প্ৰত্যেক কথাতে আইন আদালতলৈ ঢাপলি মেলা। কিন্তু নাই মিলা-প্ৰীতি। সিদিনা বাটকুৰি বাই বাই সি এখন গাঁৱত সোমাই ৰাতি তাতে ৰ'ল। সেই গাঁৱত সেই ৰাতি এখন ডাঙৰ মেল। জনচেৰেক চহৰৰ আও-ভাও বুজা ডেকাই এজনী বিধবা বামুণীৰ লগত অবৈধ প্ৰেমত তেওঁৰ সৰ্বনাশ কৰিছে। ছোৱালীজনী বাল-বিধৱা। ঘৰে ঘৰে কত কোৱা-মেলা, এনে ৰুৰিব পায়নে, তেনে কৰিলেনে? ৰাম ৰাম নোহোৱা কথা হ'ব ধৰিলে ইত্যাদি নানা তৰহৰ কথা। এতিয়া ক'ত নাক লুকাই লুকাওক, পুৰোহিতৰ ঘৰতে আপদ ঘটিল। এতিয়া সেইটোক ৰাখি পুৰোহিতে যজমানীয়ে বা কেনেকৈ কৰে? সন্ধিয়াৰ লগে লগে গাঁৱৰ চাৰিআলিৰ মূৰত গোঁসাই-ঘৰৰ আগত মেল বহিছে। ডেকাৰ যিহকে নহওক প্ৰায়শ্চিত্ত হ'ব। কিন্তু ছোৱালীজনীৰ অৱস্থা? এৰা ব্যৱস্থা হ'ল, হয় তাইক পুৰোহিতে ক'তো এৰি আহক, নাইবা কতো পাঞ্জাবী বা মুছলমানক বেচি গাঁৱক কিছু দি পুৰোহিতে আকৌ যজমানী কাম কৰক। নহ'লে পুৰোহিতক ওচৰৰ আটাইবোৰ গাঁৱৰে

লোকসকলে এৰক। বোলো ফেটীসাপ ঘৰত ৰাখি পুৰোহিতগিৰি কৰিব নোৱাৰে। মোৰ উঁহ অনন্তয়ো পালে। অনন্তই সুধিলে "এৰা, ছোৱালীৰ ব্যৱস্থা কৰিলা কিন্তু ডেকাৰ কি হ'ব?" এজনে মাত লগালে, "ছোৱালী ভাল হ'লে ডেকাই আঁসে পায়নে? তাতে তাক হাতে-লোতে ধৰিব পৰা নাই। কেৱল তাইৰ কথাতে দণ্ড হ'বনে? বেশ্যাৰ কথাত কি সত্যতা আছে?" আন এজনে ক'লে, যি নহওক তাক ধৰিছে যেতিয়া সি গাঁৱক একুৰি টকা দণ্ড দি প্ৰায়শ্চিত্ত হওক।" অনন্তৰ মনত এই বিচাৰ যেন অতি জঘন্য বিচাৰ স্বৰূপ হ'ল। সি ভাবিলে সৰল ছোৱালী, অলপ কথাতে ভোল যায়। তাই এই বান্দৰ বিটলীয়া, চহৰৰ অসজ আচৰণ শিকা সাত ঘাটৰ চেঙেলীৰ ফান্দত পৰিবলৈ কিমান পৰ? কিন্তু এই ধূৰ্ত্ত সাৰিব একুৰি টকাৰ বলত, কিন্তু ছোৱালীজনীয়ে হেৰাব পিতৃ-মাতৃ, গাঁও-ভূঁই, ওচৰ-চুবুৰীয়া, তাই দূৰ হ'ব কোন অজানা অচিনা ভৱিষ্যত অন্ধকাৰত, হয় হ'ব মুছলমানী, নাইবা কোনোবা ধূৰ্ত্ত, কাম-পিপাসু পঞ্জাবীৰ সহচৰী। হয়তো তাই গোটেই জীৱনটো কটাব লাগিব কাৰো বান্ধী-বেটী হৈ, চুৱা বাচোন ধুই। অনন্তৰ মনত যেন এনে ভাব অসহন হ'ল। অনন্তই লাহেকৈ মাত দিলে, "আপোনালোকে ছোৱালীজনীক পৰাচিত কৰি আকৌ সমাজত ল'ব নোৱাৰেনে?"

সকলোৱে একমতে ক'লে, "অসম্ভৱ, অসম্ভৱ। গাঁৱলীয়া সমাজ এতিয়াও মৰা নাই। যেয়ে আওঠা খাইছে, এতিয়া আওঠাৰ জুইৰে পুৰি মৰক। সেইবুলি সমাজখন নষ্ট কৰিব নোৱাৰি। এটাক দেখি দহোটা বেয়া হ'ব। পুৰোহিতৰ জীয়েক হ'ল বুলি সাৰিব নোৱাৰে।"

অনন্তই ক'লে, "গাৱঁলীয়া সমাজ মৰা নাই। সেইটো সঁচা। কিন্তু মৰা নাই কেৱল মৰা বিচাৰি শগুণে টনা-আঁজোৰা কৰি মৰা-শ টানিবলৈহে। ভাল কথাৰ কাৰণে জীয়াই থকা নাই।"

এটা উদ্ধত ডেকাই মাত লগালে, "বোলো, মুখ চম্ভালি কথা কবাহে। যাকে তাকে শগুণ বোলাৰ ঠাই এইখন নহয়। আন এজনে ক'লে, "কি ক'ব মানুহ, ক'ত আহিছে, আকৌ আমাৰ নিজৰ ঘৰত বৰ কথা। শগুণ বোলা মুখ ভাঙি দিয়াহে।"

অৰ্নন্তই ক'লে, "মোক মাৰিব পাৰিবা ককাইহঁত। কিন্তু ময়ো গাঁৱলীয়াহে। আজি সঁচাকৈ গাঁৱৰ অৱস্থা দেখি মোৰ চকুৰ পানী আহিছে। গাঁৱলীয়া সমাজে আজি জানে দূৰ্বলীক অত্যাচাৰ কৰিবলৈ, নাজানে দুখীয়াৰ সহায় হ'বলৈ। হয়তো পুৰোহিত বেচেৰা দুখীয়া। তোমালোকক মনৰ জোখাই ধন-সোণ দিব পৰা নাই। নহ'লে এইকথা বাহিৰ নহ'লহেঁতেন। আনপিনে ছোৱালীজনী অসহায়া, অবলা। তাতে আজি বিপদত। গতিকে খালত পৰা গাইক হেঁচি-ঠেলি খালত নেপেলাই কি কৰিবা? কিন্তু তোমালোকৰ জী-বেটীৰ অৱস্থা এনে হ'লে কেনে লাগিলহেঁতেন, এবাৰ ভাবি চোৱা।"

কে'বাজনেও একেলগে মাত লগালে, "আমাৰ জী-বেটীয়ে এনে কৰিবনে? বোপাই তোমাৰ যদি বৰ মৰম লাগিছে তুমিয়ে লৈ যোৱা। মুঠতে আমাৰ আপদ দূৰ হওক, এজনে দহজন নষ্ট কৰিব। সমাজ ভালে ৰওক।'

অনন্তই ক'লে, "এৰা কৌটিকলীয়া জীৰ্ণ-শীৰ্ণ সমাজখন ৰওক। ইপিনে হাজাৰে হাজাৰ পাপ কৰি সু-মুৱা হৈ ফুৰা, কিন্তু তাই হতভাগিনী যিহেতু ধৰা পৰিছে তাইৰ সৰ্বনাশ হওক।"

এজনে ক'লে, "সেই কথা আগতে ভাবিব লাগিছিল। বোলো জুই চুলে পোৰে বুলি কোনে নাজানে। বিধৱা বামুণী বুলিলে বুলিবলৈ নাই। তাইৰ এনে অপকৰ্ম। পিছে ল'ৰাটোও সিফলীয়া হৈছে। আপদ গুচিছে এতিয়া। নিজে য'তে মৰে ত'তে মৰক। পুৰোহিত, পিছে কি কৰা? সমাজ লাগে নে তাইক লাগে? যদি যজমানী কৰি শ্ৰাদ্ধাদি কৰিব খোজা তেন্তে আপদ দূৰ কৰা।"

পুৰোহিতে চকুপানী মচি ক'লে, "বেয়াক তেজিবই লাগিব।"

এনেতে অনন্তই ক'লে, "এৰা বেয়াক তেজিবই লাগিব। কিন্তু এওঁলোক আটায়ে ভালনে?"

"কি ক'বা বোপা, এতিয়া সেইবোৰ খেলিবলৈ

সময় ক'ত? নিজৰ ছাগলী ভাল হ'লে পৰৰ বাৰীত সোমাইনে?"

"পিছে কি কৰিব খুজিছা?"

"ক'ৰবাত এৰি আহিব লাগিব বোপা।" এজনে মাত লগালে "কি এৰি আহাহে? ক'ৰবাত দুশ বা তিনি শ টকা লৈ বেচি আহাগৈ।"

পুৰোহিতে ক'লে, "সেইটো দিহা ততালিকে কৰিব পাৰিবনে?"

বাপেকৰ মুখত এনে হৃদয়হীন, অন্তৰশূন্য কথা শুনি অনন্তৰ অন্তৰত ভয়ংকৰ বিদ্ৰোহ উপস্থিত হ'ল। সমাজ, পিতৃ-মাতৃ দেশাচাৰ, লোকাচাৰ, সকলো প্ৰেতমূৰ্তিয়ে যেন অনন্তৰ সবল মনটো আগুৰি পেলালে। সি সেই অসংযম অৱস্থাতে ক'লে, "নাই, ছোৱালীজনী কোনো মুছলমান বা পঞ্জাবীক বেচিব নোৱৰা। তাতকৈ মোক দিয়া।"

কে'বাজনো ডেকাই ক'লে, নিয়া, নিয়া। কিন্তু সমাজক দুকুৰি টকা দিব লাগিব। অনন্তই সেই কথাত মান্তি হ'ল। কিন্তু তাৰ ভাব হ'ল আজিৰ জগততো যে মানুহে বেচা প্ৰথা সমাজত দেখা-নেদেখাভাৱে চলি আছে সেয়ে আচৰিত কথা। যি নহওক অনন্তই ভাবৰ উত্তেজনাত সেই টকা দিলে, কিন্তু অনন্তই নাজানে সি কি বস্তু ল'লে। সি এবাৰো নাভাবিলে তাইক ক'ত থব, কি কৰিব? সি এবাৰো নাভাবিলে তাইক লগত লৈ যে তাৰ ঘৰলৈ যোৱাটো কি ডাঙৰ কথা। তাৰ দেউতাকে বা তাৰ সম্বন্ধে কি ভাবিব? এনেয়ে দেউতাকে সিবাৰ নগৰলৈ যোৱাত তাৰ সম্বন্ধে কত কি শুনিছে। তাক কিমান বেয়া পাই আহিছে। যদি এনে অৱস্থাত এই ছোৱালীজনী লৈ তাৰ ঘৰ পায় তেন্তে গাঁৱে-ভূঁৱে, ওচৰ-চুবুৰীয়াই তাক কত গৰিহণা কৰিব। তাৰ দেউতাক-আয়েকে তাৰ আচৰণত কিমান অসন্তোষ পাব। তদুপৰি সি অলপতে কলিকতালৈ এম.এ. পঢ়িব যাব। এনে অৱস্থাত সি সেই ছোৱালীজনীক ক'ত এৰি যাব? তেন্তে কি সি দলনিত পোনা মেলাৰ দৰে অথাউনি পানীত পেলাই যাব? নে তাইক এৰি যাব নোৱাৰি তাৰ পিতৃ-মাতৃ, গাঁৱৰ ভাগি-কুটুম এৰি তাৰ ভৱিষ্যত পঢ়া-শুনা এৰি তাইৰ দিহা-ভৰষা কৰাতে ব্যস্ত থাকি জীৱন নিয়াব? সি নাজানে জগতত অতি ভাল হ'লে কি সৰ্বনাশৰ সন্মুখ হ'ব লাগে।

পুৰোহিতে ক'লে, "বোপা, মোক ৰক্ষা কৰিলা। মোক একো নালাগে বৰং তাইক নিয়া খৰচ-পাতি মই দিম। গাঁৱৰ দায় জগৰো মাৰিম। তাইক কেৱল তুমি ভালকৈ ৰাখিবা। মই বৰ আনন্দ পাইছোঁ যে তুমি তাইক নিব খুজিছা। হাজাৰ হ'লেও নিজৰ বেটী। মাকে আজি তিনি দিন ভাত খোৱা নাই। বোপা, এনেহেন ছোৱালীজনী যে এনে হ'ব ভবা নাছিলো। কিন্তু কপাল। যি নহওক বোপা তাইক যে কোনো মুছলমান বা বঙালক গ'তাৰ নলগাত পৰিল এয়ে মোৰ সন্তোষ। বাল-বিধৱা তাই। দুবছৰীয়া হওঁতে বিয়া দিছিলো। দীপলিপ ছোৱালী। দেখোতে সাইলাখ দেৱীমূৰ্তি। কিন্তু কপাল বেয়া। দহ বছৰত ভৰি নিদিওঁতে স্বামী ঢুকাল। সংসাৰৰ আও-ভাও তাই বুজি নাপালে। স্বামীসুখ কি মোল নাপালে। যিয়ে নহওক বাপেক-মাকৰ ঘৰতে ডাঙৰ-দীঘল হ'ল। এতিয়া সোতৰ বছৰত ভৰি দিছে। কিন্তু তাই যে এনে টাঙোন মাৰিব ভবা নাছিলোঁ।"

"ভবা নাছিলা। এতিয়া ভাবা। আমাডিমাতে বিয়া দিবা। সমাজক ভোজে-ভাতে খুৱাবা। পিছত কপালত দুৰিবা।"

"কি কৰিবা বোপা, বামুণ হৈ জন্ম ধৰিছো। নিজৰ ধৰ্ম ৰাখিবই লাগিব।"

"ধৰ্ম, ধৰ্ম। ধৰ্মৰ নামত ব্যভিচাৰৰ সৃষ্টি। স্বামী কি বস্তু নুবুজোতে দৰা-কইনাৰ খেল পাতা। পিতৃ হৈ নিজৰ ছোৱালীক দূৰ কৰা। সুবিধা পালে মুছলমানত বা বঙালত বেচা। এয়া ধৰ্ম নহৈ আৰু কি ধৰ্ম হ'ব? ধৰ্মৰ কথা মুখত নানিবা। এনে ধৰ্মই হাজাৰ হাজাৰ ছোৱালীক অসহায় কৰিছে। হাজাৰ হাজাৰ ছোৱালীক নিঠৰুৱা কৰিছে। কিন্তু মুছলমানে সাদৰি সিহঁতক ৰক্ষা কৰিছে। গোহপাল দিছে। জীয়াই ৰাখিছে। কিন্তু তোমালোকে পিশাচৰ দৰে ধৰ্মৰ গুণ গৰিমা গাই আছা। যাওক সেইবোৰ, কিন্তু কালি ৰাতিপুৱাই তেওঁক নিবলৈ এখনি নাও ঠিক কৰি দিয়া। যি লাগে মই দিম।"

ৰাতি নৌপুৱাওঁতে অনন্ত উঠি বাতৰি ল'লে। নাও-বৈচা সকলো ঠিক হৈছে। ছোৱালীজনীক বাপেক-

মাকে নাৱত তুলি থৈছে। মাকে কৈছে, "যা বাচা, কপালত এনে আছিল বুলি নাজানো। ছোৱালীজনীয়ে একো নামাতি কেৱল চকুপানী মচিছে। তাই আজি নাজানে কোন অনন্তৰ লগত কোন অনন্তৰ পথিক হৈছে। তাৰ ভৱিষ্যত আন্ধাৰ নে উজ্জ্বল। কিন্তু আজি অৱস্থাই তাইক টানি আনিছে অচিন জগতৰ লগত সম্বন্ধ পাতিবলৈ।

অনন্তই মুখ-হাত ধুই লাহে লাহে নৈৰ কাষলৈ আহি নাৱত উঠিলেহি। সি নাজানে আজি কাক লগত লৈ সি গতি কৰিছে। কিন্তু তাৰ মনে কৈছে যেন এটা বিপদৰ অগ্নিকুণ্ড তাৰ লগত ল'লে। সেই অগ্নিকুণ্ডই হয়তো কত বিপদৰ ধুমুহা ওচৰ চপাব পাৰে। সি নাৱৰ এটা টিঙত বহিল। তাৰ গাঁৱৰ নাম ক'লে। সেই গাঁৱলৈ নাও মাৰিব দিলে। ভটিয়নী পানী নাও উঁৱৰ চাবে চাবে বেগাই গতি কৰিলে।

নাৱৰীয়াসকলে ৰি-ৰিয়া বতাহত মুকলিভাৱে গীত গাই গাই নাও আগবঢ়াই নিছে। সিহঁতৰ মনত সমূলি ভাব নাই। শোকত আতুৰা, পিতৃ-মাতৃ, ওচৰ-চুবুৰীয়া, ভাগি-কুটুম এৰি যোৱা, সৰুৰেপৰা ডাঙৰ-দীঘল হোৱা ঠাই ত্যাগ কৰি কোন সুদূৰলৈ গতি কৰা সেই ছোৱালীৰ মন কি বিষাদেৰে পৰিপূৰ্ণ। সিহঁতে নাজানে অনন্তৰ মনত কি ভাব খেলিছে। সিহঁতৰ এজনে অনন্তক সুধিলে, "বাবু এটা বিৰি নাইনে?"

অনন্তই হঠাৎ ধ্যানভগ্ন হৈ ক'লে, "বিৰি? বিৰিতো মই নাখাওঁ।"

"এ গুৱাহাটীত থকা বোপা, বিৰিয়ো খাব শিকা নাইনে?"

অনন্তই ক'লে "বিৰি কিয় আৰু কত কি শিকিব পৰা নাই।" আকৌ অনন্ত ভাবত বিভোৰ হ'ল। নাৱৰীয়াসকলে উঁৱৰ চাব মাৰিব ধৰিলে। হঠাৎ অনন্তই দেখিলে সেই ছোৱালীজনীয়ে মূৰৰ কাপোৰ গুচাই পাৰৰ পিনে চাইছে। তাইৰ আগত থকা নাৱৰ গুৱাত বন্ধা কাপোৰখন অলপ ফটা আছিল। সেই কাপোৰৰ মাজেৰে অনন্তই দেখিলে কি এখনি অপৰূপ ৰূপ-মাধুৰ্য্যেৰে গঢ়া গুৱনি মুখ। সেই গুৱনি জালিকটা মুখখনিত আছে এচপৰা ক'লা মেঘ, সেই হৰিণী চকুজুৰিত বৈছে দুধাৰি চকুলো।

অনন্তই সেই মুখখনি দেখি যেন ভাবিলে হিন্দু ধৰ্মৰ মাজেৰে কি আগ্নেয়গিৰিৰ তপত ধাতুৰ তৰল সোঁত বৈ গৈ হিন্দু-জাতিৰ মেৰুদণ্ড পুৰি ছাঁই কৰি ধ্বংসৰ সৃষ্ট কৰিছে। হঠাৎ তাই মুখখন ঘূৰাওঁতে অনন্তৰ চকুৱে চকুৱে তাইৰ চকু পৰিল। যদিও তাই আজি জগতত নিঠৰুৱা অৱস্থাত উটি-ভাহি যাব ধৰিছে কিন্তু তাইৰ যেন এই অচিনা, অজানা ডেকাটোৱে তাইৰ এই বহল সংসাৰত খেৰকুটা সহায়। তাই নাজানে কিয় তাইক এই সুন্দৰ ৰূপ-সৌন্দৰ্যৰে ভৰপূৰ ডেকাজনে তাইক নিছে। তাই নাজানে তাইৰ ভৱিষ্যত কি? তথাপি তাইৰ ভাব হ'ল যেন এখনি দয়াৰ মূৰ্তি এই অনন্ত আকাশত ভাহি ফুৰিছে। তাই নাজানে তাৰ জাত-কুল কি।

অনন্তই সেই মুখখনি দেখি তাৰ মনত পৰিল সেই মালতীৰ কথা। তাৰ মনত সেই দুনীয়াৰ মধুৰ কথা। সি তিনি গৰাকী তিৰোতাৰ সংস্পৰ্শত আহিল। এই তিনিওজনীৰ মুখৰ গঢ় আৰু মাধুৰ্যৰ সি মনে মনে বিজনি কৰিলে। তাৰ মনত পৰিল মালতীৰ সৰল কথাবোৰ, তাৰ মনত পৰিল দুনীয়াৰ দুখ-কষ্ট ভৰা জীৱনৰ মাজতো এখনি নিৰ্মল হিয়া। লগেলগে তাৰ মনত পৰিল মালতীক কেনে পাশৱিকতাই আক্ৰমণ কৰি হিন্দু ধৰ্মৰ গৌৰৱ বঢ়াই আজিও সেই হিন্দুসকল সমাজত সুন্দৰভাৱে চলি আছে। কেঁৱে অলপো শাস্তি পোৱা নাই। কিয়নো যেয়ে যি নাভাৱক অনন্তই মালতীৰ তেনে অৱস্থা হোৱাৰ মূলত অসজ ডেকাৰ পাশৱিকতা এইটো ধ্ৰুৱ সত্য বুলি ধৰি লৈছিল। তাৰ মনত পৰিল সেই অজাতি, নীচকুলীয়া দুনীয়াৰ কথা, যি ফুলপাহি হিন্দুৱে গচকি তাইৰ সৌৰভ, তাইৰ সজীৱতা, সমূলি ধ্বংসৰ পথলৈ টানি নিছে। আকৌ সেইবোৰেই সমাজৰ উচ্চ শাৰীত সুন্দৰভাৱে থিয় হৈ থাকি সমাজৰ গৌৰৱ বঢ়াই ফুৰিছে। তাৰ আগত ফুটি ওলাইছে আকৌ এপাহি ফুল। যি ফুল মৰহি যাব ওলাইছে হিন্দু ধৰ্মৰ গৌৰৱ ৰক্ষা কৰোঁতা হিন্দু সমাজ আৰু হিন্দু ডেকাৰ পাশৱিক আচৰণত। অনন্তই এনেবোৰ ভাবনাত বিভোৰ হৈ ভাবি গৈছে সমাধান

বিচাৰি। তেন্তে কি এইবোৰৰ সমূলি সংশোধনৰ উপায় নাই? সি ভাবিছে আকৌ কি নৱ যুগৰ সৃষ্টি কৰি, নতুন ৰীতি-নীতি গঢ়ি কোন কাহানিয়ে মামৰে ধৰা এই হিন্দু সংস্কাৰ কৰিবলৈ সমাজ সমূলি অপাৰগ? এই কোটি কোটি যুগতে সজা হিন্দু ধৰ্মৰ মঠ-মন্দিৰত যি নানা তৰহৰ গছ-গছনি গজি ভাঙি পৰো পৰো হৈছে সেই মঠ-মন্দিৰ জানো জোৰা-ফোন্দাৰে থিয় কৰি ৰাখিব পাৰিব? নে সমূলি এই মঠ নতুন সাঁচত নতুন মাল-মচলাৰে সাজিব লাগিব। সি ভাবিলে এয়ে কি সাম্য, প্ৰেম, পৰোপকাৰৰে উজ্বলি থকা হিন্দু ধৰ্মৰ সহস্ৰ বত্তিগছা।

(২৯)

অনন্তৰ নাও গৈ সিহঁতৰ গাঁৱৰ গা-ধোৱা ঘাট পালে। তাতে অনন্তক কে'বাজনী তিৰোতাই দেখি "ক'ৰপৰা আহিলা বোপা, নাৱত সেইজনী কোন?" বুলি প্ৰশ্ন কৰিলে। নাও ঘাটত লগাওঁতে লগাওঁতে অনন্তৰ ঘৰত খবৰ পালে অনন্ত আহিছে, ক'ৰবাৰ পৰা এজনী দীপলিপ কইনাও আনিছে। এই কথা শুনিয়ে অনন্তৰ দেউতাকৰ খঙে মূধ ঢুকি পালে। তেওঁ ঘৈণীয়েকক ক'লে, "জহান্নামে যোৱা ল'ৰা, ই মোৰ বংশৰ কলঙ্ক, ইয়াক হাউলিৰ ভিতৰত সোমাব নিদিবা। ক'ৰ কি আনিছে একো থিৰাং নাই। মই চহৰলৈ যাওঁতে বহুতৰ মুখত বহুতো কথা শুনি আহিছোঁ।"

মাকে ক'লে, "ইমান দিনৰ মূৰত ল'ৰা উভতি আহিছে আকৌ এনেখন পাতেনে?"

"তাৰ মুখ চোৱাও পাপ। সি মোৰ ল'ৰা নহয়। তাক পঢ়াই-শুনাই অধমতকৈও অধম কৰিছোঁ। তাৰ কীৰ্তি শুনিলে কাণত হাত দিব লাগে। উস্, নাই নাই মই তাক সোমাবলৈ দিব নোৱাৰো। বাহিৰত যি কৰিছে, কৰিছে এতিয়া ঘৰলৈকে জঞ্জাল লৈ আহে ইমান তাৰ সাহ। মোৰ ওখ মূৰ নত কৰিলে। মই আৰু সমাজক কেনেকৈ মুখ দেখুৱাম?"

ঘৈণীয়েকে ক'লে, "আহিছে যেতিয়া কি কথা-বতৰা শুনোতো?"

"শুনিছোঁ, বহুতো শুনিছো তাৰ কথা শুনি পেটতে হাত-ভৰি লুকায়। বৰং বংশধ্বজ তুলিছিলা। এতিয়া কেলেঙ্কাৰীৰ বোজা লৈ তৰণি নোপোৱা। য'তে যাম ত'তে তাৰ কথা। উস্, ডাঙৰ মানুহৰ ল'ৰা, সি ৰাখে মেতৰণী, সি ফুৰে ক'ৰ ছোৱালীৰ পিছে পিছে আস্পাতালত। এতিয়া বা কি আনিছে তাৰ নাই পাত্তা। মেতৰণী নে ধুবুনী। নাই নাই তাৰ মুখ চোৱাও পাপ।"

এনেভাৱে কথা কৈ থাকোতে অনন্ত আহি ঘৰ সোমালহি। আহিয়েই আয়েক আৰু দেউতাকক একোটা সেৱা জনালে। দেউতাকে গৰজি উঠিল, "তই আৰু কিয় ইয়ালৈ আহিছ? বংশৰ কুলাঙ্গাৰ। তই মোক মুখ নেদেখাবি।" বুলিয়েই তাৰ মূৰত এটা লাঠি মাৰি দেউতাক কাষৰ হ'ল। যাওঁতে কৈ গ'ল "বাটৰ হাবি-জাবৰ লৈ আহি ঘৰত সুমুৱাইহি।"

অনন্তই কি ক'ব, কি নক'ব বিমোৰত পৰি উঠি থিয় হৈ ৰ'ল। মাকে ক'লে, "বাচা, তই এইবোৰ কি কৰিছ? ক'ৰ ছোৱালী আনিছ? মোৰ ঘৰত সেই ছোৱালী সুমুৱাব নোৱাৰ। দেউতাৰে ভাল ঘৰৰ ছোৱালী চাইছে। তোৰ বিয়া অলপতে পাতোঁ বুলি থিৰ কৰিছে।"

অনন্তই একো নামাতি অলপপৰ তভক মাৰি ৰৈ ক'লে, "আইতা, মই যাওঁ।"

মাকে ক'লে, "ইমান দিনৰ মূৰত আহিছ এতিয়াই যাবনে? ৰ' চাহ-জলপান খা। দেউতাৰৰ খং শাম কাটিলে কথা-বতৰা হ'বি। দেউতাৰৰ এটা ল'ৰা। তই দেউতাৰৰ মনত অসন্তোষ দিয়া ভাল নহয়।"

অনন্তই ক'লে, "মই একো বেয়া কৰা নাই আই।"

"যিয়ে নহওক সেই ছোৱালীজনী ঘৰলৈ পঠিয়াই দে।"

অনন্তই ক'লে, "ঘৰলৈ? তাইৰ ঘৰ ক'ত? আই, হয় তাইক ইয়াত ৰাখিম, নহ'লে মই ইয়াত নাথাকো।"

"ছিঃ ছিঃ তেনে কথা কয়নে? তই ভাল বংশৰ ল'ৰা। লিখা-পঢ়া শিকিছ। ভাল কাম কৰিলেহে সকলোৱে যশ গায়। তই বেয়া কৰি বংশৰ নাম বেয়া কৰ কিয়? শুনিছো হেনো বি.এ. পাছ কৰিছ। সকলোৱে শুনি কত ভাল পাইছো। এনেস্থলত

এনেবোৰ কৰি কিয় কেলেঙ্কাৰী আন? ছোৱালীজনী ঘৰত থৈ আহক। নাৰবীয়াইতক ওভতাই লৈ যাব ক। লাগে যদি মই খৰচ-পাতি দিম। তই অলপতে আকৌ পঢ়িবলৈ গুচি যা। এম-এ পাছ কৰি আহিলে দেউতাৰায়ো ভাল পাব। ইয়াত থাকিলে হাই-কাজিয়া কৰি বেয়াহে হ'বি। মোৰ কথা শুন বাচা। তোৰ বাহিৰে মোৰ কোন আছে?"

অনন্তই ক'লে, "আই, মই বংশৰ কেলেঙ্কাৰী আনিছোঁ। মোক আৰু আপোনাৰ নিজৰ বুলি ভাবি কি লাভ? কিন্তু যিয়ে নকওক মই ছোৱালীজনী খেদাব নোৱাৰো। তাই বৰ দুখত দুখী।"

মাকে ক'লে, "কিন্তু তাইক আমি ইয়াত কেনেকৈ ঠাই দিম? তই এটা কথা কৰ। দিনচেৰেক ক'ৰবাত ৰাখি মই খৰচ দিওঁ আকৌ পঢ়িবলৈ যাগৈ। পঢ়া ল'ৰা, আন কথাত মন দিয়া ভাল নহয়।"

"মই গ'লে তাইৰ অৱস্থা কি হ'ব আই? মই যে তাইৰ সকলো দায়িত্ব গ্ৰহণ কৰিছোঁ।"

"দেউতাৰ-মাৰক কথা নুসুধি এনেবোৰ কৰা ভাল হোৱা নাই।" এনেতে জলপান খাবৰ হৈছে বুলি লিগিৰীয়ে কোৱাত "আহ বাচা, জলপান খাহি। মই অলপ জলপান ছোৱালীজনীলৈকো দি পঠাওঁ। দেউতাৰৰ খং উঠিছে যেতিয়া তাইক ঘৰ চপোৱা ভাল নহয়।"

অনন্তই জলপান খাওঁতে মনে মনে হঠাৎ কৈ উঠিল, "এৰা সেইটোকে কৰিব লাগিব।"

মাকে সুধিলে, "কি কৰিবি বাচা? তই ভাল হলে ভালপাওঁ।"

"আই, ছোৱালীজনী যেতিয়া ৰাখিব নোৱাৰে, মই অৱশ্যে আপোনালোকৰ ওচৰত বোজা নিদিওঁ। পিছে মোক এম-এ পঢ়িবলৈ সুবিধা দিব জানো?"

"বাচা, তই পঢ়িলে কিয় নপঠাম। টকাৰ কিবা নাটনি পৰিছেনে?"

"তেন্তে আই মই কলিকতাত পঢ়ো বুলি ভাবিছো।"

আয়েকে ক'লে, "সেইটো ভালেই। গুৱাহাটীত পঢ়াতো ভাল নহয়। কতই কত কথা কয়। গুৱাহাটী এৰাই ভাল। যাৰ ছোৱালী তাক গতাই দি আজিতেই কলিকতালৈ গুচি যা। মই খৰচ-পাতি দিওঁ। পিছত দেউতাৰক কৈ-মিলি মাহে মাহে টকা পঠিয়াম। তই ভাল হ'লে দেউতাৰে টকা নিদিব কিয়?"

"ভাল কথা আই, মই ছোৱালী আনত গ'তাম। কিন্তু এটা কথা আই। ছোৱালীজনীৰ আচলতে আজি কেও নাই। সকলোৱে তাইক দূৰ কৰিছে। বামুণৰ ছোৱালী। কপালৰ গুণত সৰ্বনাশ হৈ মহাবিপদত পৰিছে। তাইৰ এটা ভাল দিহা কৰিব নোৱাৰিলে বৰ বেয়া হ'ব আই। মই একো বেয়া কাম কৰা নাই; যিহৰ কাৰণে দেউতাই মোক লাঠি মাৰিবলগীয়াত পৰিছে।" তাৰ পাছত মাকৰ আগত সি সকলো কথা ভাঙি ক'লে।

"সেইবোৰ কথা আনে কি বুজিব বাচা। কতই কত কথা কৈ দেউতাৰৰ কাণ ঘুগুলা কৰিছে। আনে বেয়াটোহে দেখে, বেয়াটোহে ৰটনা কৰে। যি নহওক তাইক ইয়াত ৰাখিব নালাগে। আন গাঁৱত এটা দিহা কৰি থৈ যাগৈ।"

"নাই আই, মই গুৱাহাটীত এৰি যামগৈ। তাৰপৰা কলিকতালৈ পঢ়িবলৈ যাম।"

"সেয়ে ভাল কথা। দেউতাৰৰ লগত আৰু দেখা কৰিব নালাগে। মোৰ হাতত এশ ৰূপ আছে। তই কাইলৈ কলিকতালৈ গুচি যা। তাৰেপৰা ভালকৈ চিঠি-পত্ৰ লিখিবি। মই আৰু টকা পঠিয়াম। তাত নাম লগালে দেউতাৰে টকা নিদি নোৱাৰে।" কথামতে কাম। আয়েকে জলপান লৈ নিজে ছোৱালীজনীৰ ওচৰলৈ গ'ল। ছোৱালীজনীৰ জ্বালি-কটা মুখ, কথা-বতৰা দেখি অনন্তৰ মাকৰ বৰ মৰম উপজিল। ছোৱালীজনীয়ে তেতিয়াও কান্দি কান্দি চকু ঔৰফুল যেন কৰি আছিল। অনন্তৰ মাকে ক'লে, "বাচা, নাকান্দিবি। কপালত যাৰ যি থাকে সেয়ে ঘটে। কৰোঁ বুলি কেঁৰে একো কৰিব নোৱাৰে। যি সাধি আহিছ সেয়েহে পাবি। বাচা, বোপাই পাইছে যেতিয়া তোৰ এটা ভাল দিহা নকৰি নেৰে। জলপান খা বাচা। এই ডেৰকুৰি টকা ৰূপো ধৰ। আপালিত ভাঙি-ছিটি খাবি। বোপাটো কলিকতালৈ পঢ়িবলৈ যাব। কিন্তু তোৰ দিহা কৰিহে যাব। মই ইয়াতে তোমাক ৰাখিলোহেঁতেন

কিন্তু গাঁৱলীয়া মানুহে কতই কি ৰটনা কৰিব। তাতে দেউতাকৰ বৰ খং। যি নহওক বোপাই কিবা সুবিধা নকৰি তোক এৰি নিদিয়ে। জলপান খা বাচা। খাই-লৈ জীয়াই থাকিবই লাগিব।"

ছোৱালীজনীয়ে অনন্তৰ মাকৰ এনে মৰম-বেথা লগা কথা শুনি তাইৰ মনে মনে তেওঁৰ প্ৰতি শ্ৰদ্ধা হ'ল। এই কেইদিন তাই সকলোৰে পৰা কেটেৰা-জেঙেৰা আৰু নানা গৰিহণাহে পাইছে, কাৰো এষাৰ নিচুকনি পোৱা নাই।

অনন্তৰ মাকে ক'লে, "এইবোৰ কথা কৰোঁ বুলি কেঁৰে কৰিব নোৱাৰে। কালে আপোনা-আপুনি টানি নিয়ে। তথাপি তাতে গাঁৱতে ৰাখি এটা দিহা কৰি দিলে এনে দুখৰ ঘটনা নঘটে। বেচেৰী সকলোৰেপৰা আঁতৰিবলগীয়াত পৰিছে। এতিয়া ক'ত ঠাই পায়? কোন নিচিনাৰ লগত সঙ্গ বান্ধিবলগীয়াত পৰে। অন্যায়ত মনে মনে খং উঠা নাইবা পৰৰ দুখত ব্যথা পোৱা মন·আৰু অন্যায়ৰ বিৰুদ্ধে প্ৰতিবাদ কৰা অথবা দুখৰ কাৰণৰ মূল উভালিব পৰা শক্তি পোৱা দুবিধ বেলেগ বস্তু। এবিধত যদিও সহানুভূতি আছে, কিন্তু তেনে সহানুভূতি দুৰ্বল মনৰহে চিনাকি; কিন্তু আনবিধত লাগে শক্তিপূৰ্ণ বিদ্ৰোহী মন। যিহে ভাঙি-ছিঙি চূৰমাৰ কৰিব সমাজৰ দুৰ্বল চলন্তি ৰীতি-নীতি, যেয়ে সৃষ্টি কৰিব সমাজত আগ্নেয়গিৰি, ধূমকেতু। কিনতু সাধাৰণভাৱে সমাজত ডাঙৰ-দীঘল হোৱা অনন্তৰ মাতৃৰ মাতৃ হৃদয়ৰ কৰুণা থাকিলেও তেনে বিদ্ৰোহী মন ক'ত। তেওঁ ছোৱালীৰ ব্যথাত অন্তৰৰ গভীৰ মৰ্মস্থলত অনুভৱ কৰিছে, কিন্তু সেই দুখ বা অন্তৰহীন সমাজত ভূঁইকপ তুলিবলৈ শক্তি ক'ত? সেয়ে তেওঁ চলন্তি সমাজৰ ৰীতি হিছাপে গৈ গ'ল বাচা দুটা খা। কি কৰিবি, কপাল, কপাল। কিন্তু তেনে বিদ্ৰোহী মন জগতত কেইজনৰ?

অনন্তই আৰু খন্তেকো ঘৰত নৰৈ সেই নাৱতে ওচৰৰ ষ্টেচনলৈ গৈ সিদিনাই গুৱাহাটী পালে। তেওঁ গুৱাহাটীৰ পৰাহে কলিকতালৈ যাব। কিয়নো গুৱাহাটীত তেওঁৰ বহুতো কাম আছে। গুৱাহাটীলৈ আহি এখন হোটেলত সিদিনা মাইতীৰ সৈতে থাকিলহি। তাৰ নিজৰ বহুত কামৰ ভিতৰত এবাৰ আস্পাতাললৈ গৈ মালতীহঁতৰো খবৰ লৈ আহিছিল। সি ভাবিছিল মালতীহঁত ইমান সোনকালে আস্পাতাল এৰা নাই। সি ভাবিছিল পাৰে যদি মাইতীকো মালতীৰ লগ কৰি দি সিহঁতৰ লগতে থাকিবলৈ সুবিধা কৰি দিয়ে। মালতীয়ে যদি মাইতীৰ দায়িত্ব লয় তেন্তে সি নিসঙ্কোচে কলিকতালৈ যাব পাৰে, আৰু তাই যে একো দুখ নাপায় সেইটোলৈ নিঃসন্দেহ হ'ব পাৰে। কিন্তু তাৰ আশা নফলিল। আস্পাতালত কম্পাউণ্ডাৰে তাক দেখিয়ে ডাঙৰ ডাঙৰকৈ ক'লে, "কিহে আস্পাতালত আজি কিয়? তেওঁলোক আগতে ওলাইছে। পিছে পাছ কৰিলা হেনো? এতিয়া কি কৰিবা? স্বভাৱ যিহকে নহওক, কিন্তু পঢ়া যে ঠিক ৰাখিছা সেয়ে ভাল।" কম্পাউণ্ডাৰৰ মুখত তাৰ স্বভাৱৰ বিশ্লেষণ শুনি অনন্তৰ খং উঠিল। সি ক'লে, "মনে মনে থাক, যেতিয়াই তেতিয়াই চেলবেলাই নুফুৰিবি। তোৰ গুণ গৰিমা গাঁৱৰ চহাসকলৰ আগত গুফাইদাং মাৰিবি। যাৰে তাৰে স্বভাৱ কেনে সেইটো বিচাৰ কৰা তোৰ নিচিনা সাধাৰণ তৰপৰ মানুহৰ কাম নহয়।"

কম্পাউণ্ডাৰে অনন্তৰ কথাৰ সুৰত অলপ কোঁচ খালে। কিন্তু তথাপি হাঁহি হাঁহি ক'লে, "মোক খং কৰিছা, কিন্তু তিতা দৰবেহে বেমাৰীক ভাল কৰে।"

অনন্তই ক'লে, "নিজৰ যন্ত্ৰ ভাল কৰা, তাৰ পিছত আনক দোষাৰোপ কৰিবা। জগতখন তোমাৰ মনেৰে জুখিব গ'লে বহুতো সৰু হৈ পৰিব। কম্পাউণ্ডাৰি কৰিছা, ভালকৈ সেই বিদ্যাত পাৰ্গত হোৱা, মানুহৰ মনস্তত্ত্ব বুজিবলৈ বহুতো বাকী।' বুলিয়েই অনন্ত তাৰপৰা আঁতৰ হ'ল। সি মালতীহঁতক লগ নাপাই মাইতীৰ একোদিহা কৰিব নোৱাৰি আৰু গুৱাহাটীত আন ক'তো থবলৈকো তাৰ মনে ইচ্ছা নকৰাত সি ভাবি বিমোৰ হ'ল কি কৰিব? এবাৰ ভাবিলে অনাথ আশ্ৰমতে তাইক থব। কিন্তু এনে আশ্ৰমৰ কথা ভাবিয়ে তাৰ মূৰৰ বিষ উঠিল। সি ভাবিলে দেখাত এনে অনাথ আশ্ৰমৰ সৃষ্টি, কিন্তু তাত মানসিক উৎকৰ্ষ কৰিবলৈ বা তেওঁলোকক খুঁটি খাবলৈ দিহা কৰাৰ উপায় ক'ত? সেই অনাথসকলক কেৱল

জীয়াই ৰাখি এটা শোকৰ অগ্নিকুণ্ড জ্বলাই ৰাখি লাভ কি? সি ভাবিলে সেইবোৰৰ অতীত জীৱনৰ স্মৃতিত নিতে মাছ ভজা খোলা হৈ থাকিব। অৱশ্যে দুটা-এটা বিয়াৰ যোগাৰ কৰে সঁচা। কিন্তু তেনে বল কৰি কৰা বিয়াৰ আনন্দ কত? আকৌ সেই বিয়া কৰে অতি সাধাৰণ তৰপৰ লোকেহে। গতিকে সেইবোৰৰ মানসিক উন্নতি কেনেকৈ কল্পনা কৰিব পাৰি? যি অনুষ্ঠানত মানসিক উন্নতিৰ ব্যৱস্থা নাই, শিক্ষা-দীক্ষাৰ দিহা নাই, তেনে গৰু অনুষ্ঠানত ৰাখি কি হ'ব? তদুপৰি সেই অনুষ্ঠানবোৰত কত গোপন ৰহস্য, ধনৰ লোভত দেহা বিকা অভিনয় কত ঘটিছে। কত ধনীয়ে ধনৰ বলত তাত পাশবিকতা আচৰিছে আৰু তাৰ অধ্যক্ষই নিজে সেইবোৰ সুবিধা দিছে। গোপনে গোপনে তাত কত কি ঘটিব ধৰিছে তাঁৰ কোনে গম লয়? সি ভাবি ভাবি শেষত ঠিক কৰিলে— নাই মাইতীক সি লগে লগে কলিকতা চহৰলৈ নিব। তাত সি পঢ়াব, লগে লগে তাইৰ আন কিবা উপায় কৰিব পাৰিলে চেষ্টা কৰিব। য'ত তাইৰ মানসিক উন্নতি হব, আৰ্থিক উন্নতি কৰিবলৈ সুবিধা কৰিব পাৰিব, নিজৰ ভৰিত থিয় দি সংসাৰত ঘূৰি ফুৰিব পাৰিব তেনে দিহা কৰিব। নহ'লে গৰু-ম'হৰ জীৱন কটাবলৈ মুছলমানৰ হাতৰপৰা বা আন কোনো লোকৰ হাতৰ পৰা ৰক্ষা কৰি লাভ কি? সি ভাবিলে ব্যক্তি হিছাপে যি কথা খাটে, জাতি হিছাপেও সেই একে কথা। যি জাতি, যি দেশত মনৰ উৎকৰ্ষতা সাধিবলৈ উপায় নাই, শাৰীৰিক উন্নতি কৰিবলৈ সুবিধা নাপায়, নিজৰ ভৰিত নিজে থিয় হৈ খুঁটি খাবলৈ সমৰ্থ নহয় তেনে জাতি বা দেশে স্বাধীনতা পাই কি লাভ? স্বাধীনতাই আগুৱাই আনিব শিক্ষা, দীক্ষা, স্বাধীনতাই গঢ়িব স্বাৱলম্বন, স্বাধীনতাই আনিব দেশৰ চৌদিশে মঙ্গল, স্বাধীনতাই আনিব আৰ্থিক সুখ, নহ'লে গৰু-ম'হৰ স্বাধীন দেশ গঢ়ি লাভ কি?

সি ভাবি ঠিক কৰিলে মাইতীক গুৱাহাটীতে নাৰাখি কলিকতালৈ নিব। পিছদিনা ৰাতিপুৱাই সি আৰু মাইতী কলিকতালৈ যাত্ৰা কৰিলে। ৰেলৰ দ্বিতীয় শ্ৰেণীৰ এটা কোঠাত দুয়ো উঠিছে। মাইতীক এখন বেঞ্চত বহুৱাইছে। সি আনফালৰ এখন বেঞ্চত বহিছে। মাইতীয়ে নাজানে তাইক ক'লৈ নিব। অনন্তয়ো সেইকথা ভাবিবলৈ আহৰি পোৱা নাই। দুয়ো দুটা ভাবত বিভোৰ। মাইতীয়ে ভাবিছে তাইৰ ভৱিষ্যত কি? অনন্তই ভাবিছে কোনপথে তাইৰ ভৱিষ্যত উজ্জ্বল আৰু গৰিমাময় কৰে? এনেবোৰ ভাবি থাকোতে ৰেল বেগাই লৰ দিলে। অনন্তই বেগাবেগিকৈ অলপ খোৱা বস্তু কিনি মাইতীৰ আগত থলে। বহুতো পৰ তেওঁ নলৰা কাৰণে অনন্তই ক'লে, "খোৱা! নোখোৱাকৈ জীৱন কেনেকৈ নিয়াবা? অতীত পাহৰি যোৱা। আজি আমি উজ্জ্বল ভৱিষ্যত গঢ়া পথিক। য'ত নাথাকিব শোক, চিন্তা, কেৱল থাকিব আনন্দ। য'ত নাথাকিব দেহাৰ সম্বন্ধ, সাঁতুৰিম কেৱল অনন্ত ভাব সাগৰত। খোৱা-লোৱাৰ চিন্তাতকৈ সাধনা হ'ব শিল্পকলা, সৌন্দৰ্য।

মাইতীয়ে একো নুবুজি মনে মনে ৰ'ল। তাইৰ ইচ্ছা দুষাৰ যেন কথা তায়ো কয়। কিন্তু কি ক'ব ভাবি নাপায়।

অনন্তই ক'লে, "খোৱা, আৰু অতীতৰ কথা ভাবি লাভ নাই। আমি নতুন জগতত ভৰি দিছোঁ, নতুন জীৱন গঢ়িম। তোমাৰ উন্তৱ পাপ কলুষ পঙ্কত, কিন্তু ফুটি উঠিবা পদুম ফুল স্পৰূপ। তাতে নেথাকিব আগৰ অতীত ক'লা স্মৃতি, থাকিব কেৱল হাঁহো হাঁহো মুখ, মধুৰ হাঁহিৰ লহৰী।"

মাইতীয়ে সেইবোৰ একো বুজি নাপায় সুধিলে, "মোক ক'লৈ নিব?"

এই আষাৰ কথাতে যেন কত মুকুতা সৰি পৰিল। যেন অনন্তৰ অন্তৰৰ বিশ্ব-ব্ৰহ্মাণ্ড কঁপাই তুলিলে। অনন্তই ইমান মধুৰ ৰূপ, এনে বীণাৰ স্বৰূপ কণ্ঠস্বৰৰ কি সৃষ্টি কেৱল গহীন হাবিয়নিত বা জ্ঞান-সূৰ্যৰ ৰশ্মি নপৰা সমাজৰ ঘিটমৰা আন্ধাৰৰ জেলেকুৱা ঠাইত ফুলা বনফুলস্বৰূপ মৰহি যাব? সি ভাবিলে এনে বনফুলৰ সৌৰভ সৌন্দৰ্য উপযুক্ত ঠাই পালে বা সুবিধা পালে জানো জগত আমোল-মোলাই তুলিব নোৱাৰিব? সি ভাবিলে সমাজে কেৱল কিছুমান নিয়মৰ গৰ-খাৰে কৰিছে। সেই গৰ-খাৰৈ পাৰ হ'লে স্বাহাকাৰ লাগে,

কিন্তু সেই গৰ-খাৰৈত পৰি মানুহে নিতে যি হা-হুমুনিয়া, শোক, বিষাদত কৰুবকাব ধৰিছে সেইটো নিকপকপীয়া সমাজে সমূলি নাভাবে। সি ভাবিলে সতীত্বৰ গৌৰৱ। কিন্তু প্ৰাণ নোহোৱা, স্পন্দন নোহোৱা সতীত্বৰ জয়ধ্বজা উৰুৱাই লাভ কি? সংসাৰৰ সকলো বস্তুতকৈ সেই বিধতে সকলো ভিৰ দি তিৰোতা সমাজক খোৰাকৈও খোৰা কৰিব ধৰিছে। এখোজো ক'তো অকলে যাব নোৱৰা অৱস্থা কৰিছে। শিক্ষাৰ বাটত প্ৰতিপদে ভয়, সঙ্কোচ গঢ়িছে আৰৌ স্বাৱলম্বন বোলা কথাষাৰ মিছাত পৰিণত কৰিছে। সি ভাবিলে পখিলা উৰিব দিয়া, ফুল-মউ আহৰণ কৰিব দিয়া, নাচোন ভঙ্গিমাত বিশ্ব মোহিত কৰিব দিয়া, কেৱল সতীত্ব, লাজ হুৰুম ইত্যাদিৰ ডেৱাব নোৱৰা জেওৰা পাতি সকলোতে খোৰা, কোঙা, কণা নকৰিবা। দেখিবা যেতিয়া বন্ধ দুৱাৰ মুকলি কৰি দিবা তেতিয়া নাৰীয়ে বোম্যমতাত উৰিব, কিন্তু সতীত্বৰ ৰিহা মেখেলা খহি নপৰে। ভাপ নাৱ চলাই নিব তাত কুম্ভীৰ, ঘঁৰিয়ালে আপোনা-আপুনি বাট এৰি দিব। যুঁজৰ মাজত সৈনিকৰ বেশে যুঁজ কৰিব। তেওঁলোকৰ বন্দুক, বৰটোপৰ গৰ্জ্জনত কেৱে সতীত্ব হানি কৰিবলৈ সাহ নকৰিব। শিক্ষাৰ ওখ মন্দিৰত উঠি বৈজ্ঞানিক সাহিত্যিক হৈ তেওঁলোকৰ সতীত্ব হৰণ কৰিব ছাৰি সকলোৱে তেওঁলোকৰ ওচৰত মূৰ দোঁৱাৰ। শিল্পী চিনেমাৰ তৰা হওক তেওঁলোকৰ নাচোন ভঙ্গিমা, গীত কথা-বতৰাত জগত ভোল যাব, কিনতু জগতে এখোজ তেওঁলোকৰ কাষ চাপি বেয়া কথা আলোচনা কৰিব নোৱাৰিব। সি ভাবিয়ে গ'ল ভাৰতত এদিনা এই সীতত্ব ভাবটোৱে তিৰোতা জাতিক বলী, সাহসী আৱশ্যক হ'লে মৰণক আঁকোৱালি ল'বলৈ শক্তি দিছিল। কিনতু আজিৰ ভাৰতত কেৱল সতীত্ব ৰখা, কেৱল লাজ-হুৰুম ৰখা এই ভাবটোৱে তিৰোতাক দুৰ্বলতকৈও দুৰ্বল কৰিছে। পাশৱিকসকলক তেওঁলোকৰ দুৰ্বলতাই আৰু সাহ যোগাই সুন্দৰভাৱে বিভৎসতাৰ তাণ্ডৱ নৰ্তন কৰিবলৈ সুবিধা দিছে। এনে দুৰ্বলী নাৰী সমাজে কেৱল সতীত্বৰ গৌৰৱ কৰি কি লাভ? অনন্তই ভাবিলে সতীত্বৰ উজ্জ্বল শিখা জ্বলি উঠক কিন্তু সেই শিখাই পুৰি পেলাওক নাৰীৰ দুৰ্বলতা, নাৰীৰ প্ৰতি খোজে ভয় হোৱা অৱস্থা। সি আৰু কত কি ভাবিলে ৰেল গৈয়ে আছে। এই দুটা পৰাণী একে বাহুতে বাহু লৈ ইটোৱে সিটোৰ কথা ভাবি উজাগৰে গৈছে, কিন্তু দুয়ো নাজানে দুয়োৰে সম্বন্ধ কি? দুয়ো নাজানে দুয়োৰো ভৱিষ্যত কি? এজনে ভাবিছে এজনৰ সকলো সুবিধা কৰিবৰ উপায়। আনজনাই ভাবিছে বিশ্বজগতত আজি মোৰ সম্বল কেৱল এই অচিনা, নজনা নুশুনা ডেকাজনেই। তাইৰ মনত পৰিল আগেয়ে ডেকা ল'ৰাৰ কাষ চাপিলে কত হুকা বধা, কত গালি-শপনি শুনিছিল। আনকি নিজেও কাষ চাপিবলৈ কত ভয়-সঙ্কোচ কৰিছিল। কিন্তু আজি কি আচৰিত এই এটা কুঠৰিত এজন সুন্দৰ ৰূপবান ডেকাৰ লগত তাই অকলে অকলে যাব ধৰিছে। ভয় নাই, সঙ্কোচ নাই। কোনো বেয়া কথা এষাৰ মুখৰপৰা ওলোৱা নাই। ৰেল গৈ আছে। দুয়োৰো কথা-বতৰা নাই কিন্তু দুয়ো ভাবত বিভোৰ। হঠাৎ এটা ষ্টেচনত ৰেল ৰ'ল। এজন সুন্দৰভাৱে পৰিপাটিকৈ কাপোঁৰ পিন্ধা বঙালী ডেকা সেই গাড়ীতে উঠিল। দেখিয়েই তেওঁ যে কোনোবা ডাঙৰ মানুহৰ ল'ৰা সহজতে বুজিব পাৰি।

তেওঁ গাড়ীত সোমায়ে বেঞ্চত বহি অনন্তৰ পিনে চাই বঙালীতে ক'লে, "আপুনি ক'লৈ যাব?"

"কলিকতালৈ।"

"কিয়?"

"পঢ়িবলৈ।"

"কি পঢ়িব?"

"এম-এ।"

"আপুনি কি অসমীয়া?"

"হয়।"

ডেকাজনে তেওঁৰ চুটকেছৰ পৰা এখন কিতাপ আৰু খবৰৰ কাগজ এখনি লৈ পঢ়িব ধৰিলে। পঢ়াৰ লগে লগে তেওঁৰ চকু পৰিল মাইতীৰ মুখত।

হঠাৎ ডেকাজনে অনন্তক সুধিলে, "এওঁ কোন? আপোনাৰ 'ৱউ' নেকি?"

বৌৰ অৰ্থ মালতীয়ে আচলকৈ নুবুজিলেও অনন্তই বুজি অলপ লাজ পাই ক'লে, "নাই, তেওঁ মোৰ ভনিটি।"

"কলিতালৈ যাব?"

"হয়।"

"কিয়?"

এই 'কিয়'ৰ উত্তৰ অনন্তই কি দিব? সি অলপ তভক মাৰি বৈ ক'লে, "কলিকতা চাবলৈ আহিছে। আপুনি কলিকতাত কি কৰে?"

"মই চিনেমাৰ ডিৰেক্টৰ। অসমলৈ গৈছিলো কিবাকিবি দৃশ্যপট তুলিবলৈ। আপোনালোকৰ অসম সুন্দৰ প্ৰাকৃতিক দৃশ্যৰে পৰিপূৰ্ণ। আপোনালোকে যদি চিনেমা কৰিব শিকে তেন্তে অসমৰ দৃশ্যবোৰে সুন্দৰ সুন্দৰ উপাদান যোগাব। কিন্তু আপোনালোকে চিনেমা জগতত অলপো আগবাঢ়িব পৰা নাই কিয়?"

"চিনেমা কৰোতে বহুত টকাৰ আৱশ্যক। অসমত তেনে ধনী মানুহ কম। তদুপৰি অসমৰ লোকসংখ্যা কম। অসমীয়া চিনেমা এখন অসমতহে প্ৰচলন হয়। গতিকে তাৰপৰা যি টকা উঠে তাৰে খৰচখিনিও তুলিব নোৱাৰি। লাভ হোৱাটো দূৰৰ কথা।

এৰা, সেইটো হয়। কিন্তু আপোনালোকে এটা কাম কৰিব পাৰে। আপোনালোকে অসমীয়াৰ লগে লগে এখন হিন্দী ছবি তুলিব পাৰে। তেতিয়া গোটেই ভাৰতত চলন্তি হ'ব। ভালকৈ গঢ়ি তুলিব পাৰিলে বহুতো লাভ হ'ব।

তেতিয়া আকৌ এটা টান কথা হয়।"

"কি?"

"হিন্দী কোৱা অভিনেতা আৰু অভিনেত্ৰী পোৱা টান হয়। অসমীয়াই ভালকৈ হিন্দী ক'ব নোৱাৰে। আন ঠাইৰ হিন্দী কোৱা লোক গোটালেও বহুত খৰচ পৰিব।"

"কিয়? আজিকালি হিন্দী প্ৰচলন হ'ব ধৰিছে। এই এটা ভাষা ভালকৈ শিকিলে গোটেই ভাৰতত যে কেৱল ঐক্যই হ'ব এনে নহয়। ব্যৱসায়, বাণিজ্য, শিল্প-কলা, অভিনয় জগত আৰু কথাছবি জগততো অসমৰ বহুতো সুবিধা হ'ব। কেৱল প্ৰাদেশিকতাৰ ভাবত বা অসমীয়া ভাষা-সাহিত্যৰ কথাকে ভাবি ভাৰতৰ লগত সম্বন্ধ কৰিব পৰা ভাষা নেওচন কৰিলে আপোনালোকে বহুক্ষেত্ৰত পিছ পৰি ৰব। আনকি আপোনালোকৰ ভাল ভাল কিতাপবোৰো হিন্দীত ভাঙিব লাগে। যাতে ভাৰতৰ মানুহে সেইবোৰৰ মোল পায়।"

অনন্তই ক'লে, "কথাটো সঁচা। আমাৰ অসমীয়াৰ এটা বিশেষ জাতীয় ভাব আছে। কিন্তু ভাৰতৰ লগে লগে খোজ দিব লাগিলে অসমীয়াই নিজৰ ভাষা সাহিত্যৰ উন্নতিৰ লগে লগে হিন্দী ভাষাত সুন্দৰভাৱে পৈণত হ'ব লাগিব।"

এনেতে বঙালী ডেকাজনে ক'লে, "চাওক আপোনালোকৰ ছোৱালীবিলাক এনে ধুনীয়া। এনেবোৰ যদি কথাছবিত ঠাই অধিকাৰ কৰিব পাৰে তেনে বহুতো সুবিধা কৰিব পাৰিব।"

অনন্তই হঠাৎ যেন এটা পন্থা পালে। এৰা, মাইতীকতো এনে এটা কামত লগাব পাৰিলে তাইৰ উন্নতিৰ লগে লগে অসমৰো কেতিয়াবা নাম উজ্জ্বলাব পাৰে। যদি তাই তাত পাৰ্গত হৈ উঠিব পাৰে, তেন্তে তাইৰ আৰ্থিক অভাৱ অনাটনো গুচে। এই ভাবি অনন্তই ক'লে, "আমাৰ ছোৱালীবিলাক গীত-বচনত বৰ পিছপৰা।"

"সেইটো অভ্যাসৰ কথা। ধৰক এই ছোৱালীজনীয়ে সুবিধা পালে এমাহ দুমাহতে গীতত সুন্দৰভাৱে পাৰ্গত হৈ উঠিব পাৰে। অৱশ্যে ভাল শিক্ষা পাব লাগে। তাৰ পাছত বচন কোৱা অঙ্গি-ভঙ্গি শিকা বৰ টান কথা নহয়। কেঁৰে মাকৰ পেটতে এদিনৰ সকলো নিশিকে। কিন্তু এই ছোৱালীজনীৰ মুখৰ গঢ়, লনি গা, চকুজুৰিৰ মাধুৰ্যই সহজতে বুজিব দিয়ে সুবিধা পালে চিত্ৰ-জগতত বহুতো নাম কৰিব পাৰিব। আপুনিতো জানে চিত্ৰ-জগতত নাম কৰিলে কেনে সুবিধা।"

অনন্তৰ মনত এখন নতুন জগতৰ ভাব-তৰঙ্গ ব'ব ধৰিলে। তেওঁ আকৌ ক'লে, "আমাৰ দেশত অলপ দোষতে ছোৱালীবিলাক শই শই বাহিৰ কৰি সি ডলাৰ বগৰী কৰিছে। কিন্তু দুজনী ছোৱালী চিনেমাত গলে যেন দেশখনৰ সৰ্বনাশ হ'ল এনে ভাৰে। যেন ছোৱালীবিলাক সকলো বেয়া হ'ল। কিন্তু ইপিনে তলে তলে বামুণৰ কত ছোৱালীয়ে দোষত পৰি দেশৰপৰা বাহিৰ হ'ব ধৰিছে আমি সেইটো অলপো নাভাবোঁ।"

অনন্তই ক'লে, "সেইটো সঁচা। আমি বেজিৰ জলঙা মনো, কুঠাৰৰ জলঙা নমনো। দুই-চাৰিজনা চিনেমাত গৈ বেয়া হ'ব পাৰে, কিন্তু তাৰ নিমিত্তে কত গলা-গপা, কথন-মথন, কিন্তু নিতে যে বেয়া হ'ব ধৰিছে সেইটোলৈ আমাৰ চকু নাই।"

বঙালী ডেকাজনে ক'লে, "বাৰু আপুনি ভাবেনে এই ছোৱালীজনী চিনেমাৰ দৃশ্যপটত ভাল হ'ব?"

"কিয় নহ'ব? অৱশ্যে গীত, নাচোন ভঙ্গি, কথা-বতৰা কোৱা দিনচেৰেক শিকিব লাগিব।"

"তেওঁ পঢ়িব পাৰেনে?"

অনন্তই নাজানে, "মাইতীয়ে পঢ়িছিল নে নাই।" এনেতে বঙালী ডেকাই ক'লে, "আন পঢ়ক নপঢ়ক তেওঁক কিন্তু হিন্দী শিকাওক। তেনেহ'লে সুবিধা পালে গোটেই ভাৰতত জিলিকি উঠিব পাৰিব।"

"কিমান দিনত হিন্দী শিকিব পাৰিব?"

"মাহচেৰেকতে শিকিব পাৰিব।"

অনন্তই কথাতো বৰ ভাল পালেও হিন্দী শিকা, গীত নাচোন শিকা, কথা-বতৰাৰ অঙ্গিভঙ্গি শিকা ইত্যাদি কথাবোৰত পৈণত কৰোঁতে নিশ্চয় বহুদিন লাগিব। ইমানদিনে সি কেনেকৈ তাইক এনেহেন কলিকতা চহৰত পোহপাল দি ৰাখে? বিশেষতঃ সি কলেজত নাম লগালে সি থাকিব লাগিব কলেজ হোষ্টেলত। কিন্তু তাইকতো হোষ্টেলত ৰাখিব নোৱাৰিব। অনন্ত মহা বিমোৰত পৰিল। হঠাৎ সি ভাবি ক'লে, "আপোনাৰ ঘৰ ক'ত?"

বঙালী ডেকাজনে ক'লে, "কলিকতা চহৰত।"

"বাৰু, আপোনালোকৰ ঘৰতে মোৰ এই ভনীজনী ৰাখিব নোৱাৰিমনে? আপোনাৰ কথা মোৰ গাত ধৰিছে, মই এওঁক চিনেমাত ভৰ্ত্তি কৰিব খোজোঁ।"

'অ' বৰ ভাল কথা। আমাৰ ষ্টুডিঅ'ত অসমীয়া নাট এখন হ'ব ধৰিছে, তাত ভাও লবলৈ ভাল অসমীয়া ছোৱালী পোৱা নাই। যি কেইজনী আহিছে বৰ ভাল গঢ়ৰ নহয়। ইপিনে কথা-বতৰাও ভালকৈ ক'ব নোৱাৰে। আপুনি বৰুৱাক জানে নহয়। নাজানিলেও মই লগ কৰি দিম। কিন্তু ছোৱালীজনী হ'লে মাহ চেৰেক ইয়াত থাকিব লাগিব। সুবিধা কৰিব পাৰিলে মই হিন্দী ফিল্মতো লগ লগাম। অৱশ্যে হিন্দী শিকাব লাগিব।"

"আপুনি হিন্দী শিকাই হিন্দী ফিল্মতে যোগাৰ কৰি দিয়ক।" অনন্তই ভাবিলে তাই অসমীয়া লিখা-পঢ়া জানে নে নাজানে ক'ব নোৱাৰো। গতিকে হিন্দী শিকাত যি কষ্ট লাগিব অসমীয়া আখৰ যদি নাজানে তেন্তে সেইবোৰত পাৰ্গত হোৱাতো একে সময়ে লাগিব। গতিকে পোনে পোনে হিন্দীকে শিকি নাম কৰিব পাৰিলে আনবোৰ হ'ব। বিশেষতঃ তাই কলিকতাত থুপিবলৈ সুবিধা পাওক।"

বঙালী ডেকাজনে ক'লে, "ইচ্ছা কৰিলে আমাৰ তাত থ'ব পাৰিম। আনকি আপুনি যদি থাকে তেওঁও থাকিব পাৰে। আপুনি জানো চিনেমাত ভৰ্ত্তি হ'বলৈ ইচ্ছা নকৰে।"

"ইচ্ছা নকৰা নহয়। পিছে পাৰ্গত হ'ব পাৰিলেহে।"

"কিয় নোৱাৰিব। আপোনালোকৰ প্ৰমথেশ বৰুৱাই বঙালী চিনেমাৰ যুগান্তৰ আনিলে। তেওঁৰ মৃত্যুত আপোনালোকৰ কিন্তু বৰ ক্ষতি হ'ল। আপোনালোকৰ কিয়? আমাৰ বঙালীসকলেও তেওঁৰ অবিহনে বৰ ক্ষতি অনুভৱ কৰিছোঁ।"

"মই এম্-এ পঢ়োঁ বুলিহে আহিছোঁ।"

"পঢ়ে যদি পঢ়িব পাৰে। কিন্তু চিত্ৰজগতত যদি এবাৰ নাম কৰিব পাৰে তেন্তে এম-এ পঢ়াতকৈ বহুতো ভাল হ'ব। মোৰ ইচ্ছা দুই-এজন অসমীয়াকো চিত্ৰজগতত ঠাই দি শিকাই লওঁ। অসমীয়া এই বিষয়ত পিছপৰা হৈ আছে। কিন্তু এজন অসমীয়া প্ৰমথেশ বৰুৱাই যদি এনেভাৱে নাম কৰিব পাৰে তেন্তে মোৰ বিশ্বাস অসমীয়াৰ ভিতৰত আৰু শ শ প্ৰমথেশ বৰুৱা আছে। কেৱল তেওঁলোকে এই ক্ষেত্ৰত আগবাঢ়ি অহা নাই বা সুবিধা পোৱা নাই।"

অনন্তৰ মন গ'ল। বাস্তৱতে ইচ্ছা কৰিলে তেওঁ কিয় প্ৰমথেশ হ'ব নোৱাৰে।

এনেতে ডেকাজনে ক'লে, "যদি আপুনি ইচ্ছা কৰে কলিকতাত নাথাকি বম্বেলৈ বলক। তাত আমাৰ মুভিটোন আছে। যদি ইচ্ছা কৰে তাতে শিকিবলৈ সুবিধা পাব। যদি ইচ্ছা নকৰে তাতো এম-এ পঢ়িবলৈ

সুবিধা পাব। তাত ছোৱালীজনীয়েও থাকিবলৈ সুবিধা পাব।"

অনন্তই ক'লে, "বম্বেলৈ যাব পাৰিলে ভাল হ'লহেঁতেন। কিন্তু— কিন্তু কি? খৰচ নাই?"

"সেইটো হৈছে কথা। বিশেষতঃ ঘৰত সেইটো সমূলি ভবা নহ'ল।"

"বাৰু, সেইটোলৈ ভয় কৰিব নালাগে। মই সকলো সুবিধা কৰি দিম। বুজিছে আমি ইমূৰ সিমূৰ এটা বান্ধোনত বান্ধিব খোজোঁ।"

অনন্তই এইবাৰ থমক খালে। এওঁ কোন? সঁচাকৈ কোনোবা ডাঙৰ চিত্ৰ জগতৰ শিল্পী নে কলিকতীয়া ঠগ? কেৱল মাইতীক হাত কৰিবলৈ এনেবোৰ ফান্দ পাতিছে। সি অলপপৰ কথা নকৈ তাৰ চুটকেছৰপৰা 'এলবামটো' উলিয়াই সি তোলা ফটোবিলাক চাব ধৰিলে।"

ডেকাজনে সুধিলে— "সেইবোৰ কি?"

"ফটো।"

"কাৰ ফটো?"

"নানা তৰহৰ ফটো আছে।"

"চাওঁ" বুলিয়েই ডেকাজনে অনন্তৰ হাতৰপৰা খনচেৰেক ফটো আনি পুংখানুপুংখে চাব ধৰিলে। অলপ চাই বাস্তৱতে ফটোবিলাক বৰ সুন্দৰ। বিশেষতঃ যিবোৰ ঠাই বাছি ফটো তুলিছে এইবোৰ বৰ ভাবিবলগীয়া। "কোনে এই ফটোবোৰ তুলিছে।"

অনন্তই ক'লে, "মই।"

"আপুনি? আপুনি দেখিছোঁ ডাঙৰ শিল্পী। ঠাইৰ বাছনি, ফটো তোলাৰ পাৰ্গতালি আৰু মানুহৰ অৱস্থাবোৰ বাছি লোৱাত ডাঙৰ শিল্পীৰ বাহিৰে আনে কৰিব নোৱাৰে। আপুনি কৰ'বাত ফটোগ্ৰাফী শিকিছিল? ছাঁ আৰু পোহৰৰ ইমান জ্ঞান!"

"নাই। সৰুৰেপৰা মই ফটো তোলোঁ। তাবে অভিজ্ঞতাতে।"

"মই বুজিছোঁ। আপোনাৰ ভিতৰত বস্তু আছে। আপোনাক আমাক লাগিব। সুবিধা পালে আপুনি বহুতো কাম কৰিব পাৰিব, আপুনি বম্বেলৈ যাব?"

অনন্তৰ এইবাৰ বুজিবৰ বাকী নৰ'ল। ই কলিকতীয়া ঠগৰ বাহিৰে আন একো নহয়। প্ৰত্যেক কথাতে প্ৰশংসাৰ মানে এই গুণ্ডাসকলে বুজে মানুহক প্ৰশংসাৰে যিমান বশ কৰিব পাৰি জগতত আন একোৱে তেনে বশ কৰা অস্ত্ৰ নাই। সি সেইবাবে নামাতি ৰ'ল। ডেকাজনে ছবিবিলাক ইখনৰ পিছত সিখন চাই আৰু অনন্তৰ পৰা বাকী ছবিবোৰো খুজি নি কেৱল চায়ে থাকিল। অলপ পিছত তেওঁ অনন্তৰ চকুৰ পিনে চালে আৰু নামাতি ৰ' লাগি চায়ে থাকিল। তিনিও নিমাত। কেৱল ৰেলৰ গুমগুমনি শব্দই তিনিওৰো মাজত ধম ধমনি কৰি গ'ল। অনন্তই নাজানে সেইজনা কোন? মাইতীয়ে নাজানে চিনেমা কি? সেই ডেকাই নাজানে অসমীয়াৰ প্ৰতিভা ক'ত? আনপিনে ৰেল হুমহুমাই গুমগুমাই গলেও নুবুজে সেইটো ক'লৈ লৰিছে; কাক বুকুতলৈ ঢাপলি মেলিছে।

ডেকাজনে অনন্তক ভৰিৰপৰা মূৰলৈ ভালকৈ চাই অলপ পিছত ক'লে, "আপুনি যাব লাগিব। আপোনাৰ ভৱিষ্যত বৰ উজ্জ্বল।"

অনন্তই মনে মনে ক'লে, "মই অসমীয়া! মোক ইমান সহজতে ঠগিবি বুলি আশা কৰিব নোৱাৰ।"

(৩০)

দুনীয়া-ৰামুৱে চহৰৰ ওচৰৰ বস্তিত বাস কৰিছে। ৰামুৱে খেতি কৰিবলৈ ওচৰৰ এডোখৰ পথাৰো লৈছে। সি মাজে-সময়ে চহৰৰ বাবুসকলৰ ঘৰ-চোতাল পৰিষ্কাৰ কৰি বা মৰা গৰু, ছাগলী বা কুকুৰ পেলাইয়ো অলপ-অচৰপ পইছা পায়। দুনীয়াই তিৰোতাৰ প্ৰসৱ হ'বৰ সময়ত তাইৰ কাম কৰি মাজে সময়ে পইছা পায়। মুঠতে কোনোমতে পেট প্ৰৱৰ্তাইছে, লগে লগে বুদুৰ পঢ়াৰ খৰচ যোগাইছে। বুদুৱে মাজে সময়ে ৰামুৰ লগত পথাৰত গৈ ৰং-ধেমালিৰ লগে লগে গৰু খেদা, ধানৰ সৰুভাৰ কৰি ধানৰ বোজা অনা আদি কামত সহায় কৰে। আজি যেন ৰামু আৰু দুনীয়াৰ সকলো শক্তি, সকলো চেষ্টা কেৱল বুদুক মানুহ কৰি তোলা।

বুদুৱে ইপিনে কেইগোছ, সিপিনে কেইগোছ ধান লৈ ভাৰ বান্ধিলে ৰামুৱে কয়, "তোৰ ই কাম নহয়; তই হাকিম হ'ব লাগিব, জজ চাহাব হ'ব লাগিব। এইবোৰ কৰিলে নহয়। পঢ়িব লাগে।"

বুদুৱে কয়, "বাবা আমাৰ মাষ্টৰে কৈছে কাইলৈ হেনো লৰাবিলাকে কিবা কিবি দিব লাগিব। কাকো কৈছে তই মাছ আনিবি, কাকো কৈছে গাখীৰ এটেকেলি আনিবি, কাকো কৈছে এঠোক কল আনিবি। কাকো কৈছে কল-ফুল দুটা আনিবি। মোক একো নকলে বাবা। মাষ্টৰৰ হেনো বাপেকৰ শ্ৰাদ্ধ! মোক কি কৈছে জান বাবা?"

"কি?"

"মই হেনো আবেলি কাইলৈ মাষ্টৰৰ ঘৰলৈ যাব লাগিব। মানুহবিলাকে খোৱা-লোৱা কৰিলে পাত পেলাব লাগিব। মই হেনো একো নিব নালাগে। মাষ্টৰে আমি দুখীয়া বুলি একো নিব নিদিলে বাবা!"

"সেইটো নহয় বুদু! সিহঁত ডাঙৰ লোক, আমি মেতৰ, অজাতি। আমি চুলে চুৱা যায়। আমি দিয়া বস্তুবোৰ কেনেকৈ দিব?"

"বাবা আমি কি অজাতিৰ লোক? আমাৰ দেখো অইন ল'ৰাৰ দৰে হাত-ভৰি নাক-কাণ আছে। আনবোৰ ল'ৰাই যি পিন্ধি যায় আমিও পিন্ধি যাওঁ। মোৰ দৰে বহুতো ল'ৰাই সুদা কামিজ আৰু ধুতি পিন্ধি যায় বাবা। কেঁৰে কেঁৰে ফটা চোলাও লৈ যায়। তেন্তে বাবা সিহঁত কিয় অজাতিৰ নহয়?"

ৰামুৱে বুদুৰ কথা শুনি গহীন হয়। সি যেন কিবা ভাবে। হঠাৎ কৈ উঠে, "বুদু, তই ডাঙৰ মানুহ হ'ব লাগিব। এই অজাতি অজাতি কৰা, এই চুৱা-চুৱা কৰা লোকসকলক ফাটেকত থব লাগিব। সিহঁত এই সংসাৰত গজা ডাঙৰ লোক। বুজিছ বুদু, সকলো আহিছোঁ এক ঈশ্বৰৰ পৰা। মাজতে পাছত এনে ডাঙৰ লোকসকল ক'ত জন্মিলে? ইহঁতে নিজে নিজে ওলমা বাদুলি। বুদু, তই ডাঙৰ হ'লে এই ওলমা বাদুলিবোৰে ধৰা ডালবোৰ ভাঙি দিবি।"

বুদুৱে ক'লে, "বাবা, সিদিনা আহোঁতে বিজুলী চাকিৰ তাঁৰত এটা বাদুলি লাগি মৰি আছে।"

"মৰিবতো, নিশ্চয় মৰিব, আল্‌বাত্ মৰিব। তহো এনে বিজুলী তাঁৰৰ ভিতৰত বোৱা বিজুলী সোঁত বোৱাব লাগিব। যেন এই ওলমা বাদুলিসকলে সেই সোঁতৰ প্ৰকোপ সহিব নোৱাৰি হয় মাটিত পৰে নাইবা সেই সোঁতৰ প্ৰকোপত মৰি ভূত হয়! হা হা চালা লোক, বৰলোক, বৰলোক! কিন্তু হামি নহলে সবলোক এক্‌দিনে ঠাণ্ডা হৈ যায় বুদু! মেতৰক ঘিণায়!"

এনেতে দুনীয়া আহি, "ৰামু, বুদুক এইবোৰ কি শিকাইছ? ডাঙৰ লোকে যি নকৰক, তাৰ মনত সেইবোৰৰ বিৰুদ্ধে কিয় ভাব সুমুৱাইছ?"

"আল্‌বাৎ সোমাম, এশবাৰ সোমাম। মোৰ বুদু জজ চাহাব হ'লে— সেই ওলমা বাদুলিহঁতক এটা এটাকৈ জেলত দিব। কি বৰলোক, মোৰ ল'ৰা যাব লাগে সিহঁতৰ খোৱা-জুঠা পেলাবলৈ। মাষ্টৰ বাবু! বাঃ বাঃ স্কুললৈ খেদাইছোঁ খোৱা পাত পেলাব?"

"মই যে একো নিব নালাগে বাবা!"

"নাই? হাম চিজ্ দিম্। যা বুদু মাষ্টৰক কৈ আহিবি মই ভাল গাখীৰ এটেকেলি আৰু ভাল গোন্ধৰ লাডু দিম!"

"তেন্তে বাবা, মই এতিয়াই লৰি গৈ আহোঁগৈ!"

"যা বেগাই কৈ আহগৈ। কৈ দিবি মই পাত পেলাবলৈ আহিব নোৱাৰোঁ। মই গাখীৰ দিম, মিঠাই দিম। চা দুনীয়া, মোৰ জীৱনত মই ময়লা পেলালোঁ; কত পাত চুৰনিত পেলালোঁ কিন্তু তাৰ পুৰস্কাৰ কি? নাই? মোৰ বুদুক তেনে কৰিব নিদিওঁ, হাজাৰবাৰ নিদিওঁ, মোৰ বুদু জজ-চাহাব হ'ব! ৰামুৱে কৈ থাকোঁতে থাকোঁতে বুদু লৰি গৈ মাষ্টৰৰ ঘৰমুৱা হ'ল। মাষ্টৰক বাটতে লগ পালে। মাষ্টৰে সুধিলে বুদু লৰি কিয় আহিছ? কাইলৈ আহিবি দে। নহ'লে মোৰ বৰ অসুবিধা হ'ব।"

"বাবাই কৈছে গাখীৰ আৰু মিঠাই দিব, মই হেনো চুৱাপাত পেলাব নালাগে। মই চুৱাপাত পেলাব নাহোঁ ছাৰ।"

"কি ইমান অতপালি? মাষ্টৰৰ কথা নুশুন। বোলো ক, ম, বুলিব নোৱাৰোঁতে ডাঙৰ মানুহ হলি। এইটো জনা কথা বোলো সকলে অলপ লাই পালে ডিঙিলৈ

জঁপিয়ায়। বোলো কাইলৈ আহিবি। নহ'লে পৰহি চেকনিৰ কোবত পিঠি ফালিম। বৰ ডাঙৰ মানুহ হোৱা ভালকৈ মজাপালি দিম।"

বুদুৱে ক'লে, "বাবাই যে আহিব নিদিয়ে।"

"বাবাৰে আহিব নিদিয়ে! তেন্তে বাবাৰক কবি সি আহিব। নাহিলে কিন্তু বেয়া হ'ব।"

বুদু লাহে লাহে ঘৰমুৱা হ'ল। সি কিতাপত পাইছে শিক্ষকৰ অবাধ্য নহ'বা, আকৌ পাইছে পিতৃ-মাতৃয়ে যি কয় শুনিবা। সি এতিয়া কি কৰে? মাষ্টৰে কয় চুৰা পেলাব লাগে; বাবাই কয় নালাগে। সি মহা বিমোৰত পৰিল। কিতাপৰ কথা সি আখৰে আখৰে পালিব খোজে। কিন্তু এনে ক্ষেত্ৰত সি কি কৰে? তাৰ মাকে সদায় কয় কিতাপত যি লিখা আছে সেই কথাবোৰ হাজাৰ কষ্ট হ'লেও পালিবি বুদু। সি আকৌ ঘৰ পাই ক'লে বাবা কিতাপত লিখিছে শিক্ষকৰ অবাধ্য নহ'বা। যি কয় তাকে শুনিবা। মোক পাত পেলাব কৈছে নকৰিলে যে অবাধ্য হ'ম বাবা।"

"নাই, নাই তই পাত পেলাব নোৱাৰ? হাজাৰবাৰ নোৱাৰ। তোৰ সেই কাম নহয় বুদু। তই জজ চাহাব হবি, ময়লা কিয় পেলাবি, লোকে খোৱা-জুঠা কিয় চুবি?"

এনেতে দুনীয়াই ক'লে, "পাত পেলালে কি হ'ল? দহজনে খোৱা পাত পেলাব পোৱা ভাগ্যৰহে কথা। মানুহক সেৱা কৰাই ধৰ্ম। চুৰা, মলি ধুই-পখালি চাফ-চিকুণ কৰাই মানুহৰ কৰ্ম।"

"হাঃ হাঃ তই মোক ধৰ্ম কৰ্ম বুজাব আহিছ দুনীয়া। যদি এয়ে ধৰ্ম, তেন্তে বৰলোকসকলে এনে ধৰ্ম-কৰ্ম নকৰে কিয়? সেইটো ভুৱা। কেৱল আমাক খটুৱাবলৈ এনেবোৰ ধৰ্মৰ নামত ভুৱা কৰিছে। জান দুনীয়া, শাস্ত্ৰ কোনে লিখে কোনে পঢ়ে, কোনে বুজায়? (শাস্ত্ৰ লিখে বৰলোকে পঢ়ে কোনে বুজায়?) শাস্ত্ৰ লিখে বৰলোকে, পঢ়ে বৰলোকৰ ল'ৰাই, বুজায় বৰলোকসকলে। কেৱল সেই বৰলোকসকলে শাস্ত্ৰ দেখুৱাই আনৰ কেৱল কিনা গোলাম কৰি ৰাখে। কিন্তু মোৰ বুদুৰ লগত সেইটো নচলে। বুদুৱে শাস্ত্ৰ পঢ়িব, শাস্ত্ৰ লিখিব, শাস্ত্ৰ বুজাব। সব ভেদ ভাঙি দিব। তেতিয়া দেখিবি দুনীয়া সকলো বৰলোকৰ ফাকটি।"

দুনীয়াই ক'লে, ৰামু, বুদু ডাঙৰ হৈ শাস্ত্ৰ বুজা হওক, তেতিয়া শাস্ত্ৰ যদি বুজা ভুল হৈছে তেন্তে আমি নতুনকৈ বুজিম। যেতিয়ালৈকে সি সেইটো কৰিব পৰা হোৱা নাই আমি আগৰ দৰে বুজি কাম কৰোঁ ৰামু। মহাত্মাই কৈছে, "পৰ সেৱাই ধৰ্ম।" এয়াও পৰসেৱা বুদু। ৰামু, সকলোৱে খাব পাৰে, কিন্তু কেইজনে ঠাই পৰিষ্কাৰ কৰিব পাৰে? বুদুই ঠাই পৰিষ্কাৰ কৰিব শিকক। কাকো ঘিণ নকৰিবলৈ শিকক। গু-মূতক বেয়া বস্তু বুলি ঘিণ কৰিব এৰক। বেমাৰীক ঘিণ নকৰি শুশ্ৰূষা কৰিবলৈ অভ্যাস কৰক। ৰামু, বুদু তেতিয়া ভাল ডাক্তৰ চাহাব হ'ব পাৰিব। মই আস্পাতালত দেখিছোঁ ডাক্তৰবোৰে কেনেকৈ গু-মূত পৰীক্ষা কৰে, কেনেকৈ বেয়া ঘাবোৰ ধুই-পখালি দিয়ে। ৰামু, পৰৰ কাম কৰা, সহায় কৰা বৰ আনন্দৰ বস্তু। বেচেৰা মাষ্টৰক যদি সহায় কৰে, মাষ্টৰে তাক বৰ মৰম কৰিব ৰামু। মৰম কৰি আৰু বহুতো ভালকৈ পঢ়াব। ভালকৈ নপঢ়ালে বুদুৱে কেনেকৈ ডাক্তৰ চাহাব হ'ব ৰামু।"

"হ হ থিক, থিক বুদুক ভালকৈ নপঢ়ালে জজ চাহাব হ'ব নোৱাৰিব, নাই নাই মাষ্টৰক সহায় কৰিব লাগিব। মাষ্টৰৰ কাৰণে বুদুৱে সব কৰিব।"

দুনীয়াই ক'লে, "বুদুৰ লগত ময়ো যাম। সি যি কৰিব নোৱাৰে মই কৰি দিম। কেৱল মাষ্টৰৰ কাৰণে এনে কাম নহয়, জনসেৱা স্বৰূপে আমি সকলো কৰিব পাৰোঁ ৰামু! কিন্তু বৰলোকসকলে জনসেৱা কৰিব নাজানে ৰামু। কেৱল কথাতহে তেওঁলোকে জনসেৱা কৰে। কিন্তু এজন বেয়া বেমাৰী দেখিলে তেওঁলোকৰ মুৰ ঘূৰে।"

(৩১)

মাষ্টৰৰ ঘৰত খোৱা-লোৱা হৈছে। স্কুলৰ ল'ৰা প্ৰায়েই গৈছে। দুনীয়া আৰু বুদুয়ো গৈছে। আনবিলাক ল'ৰা খোৱা ঠাইত সোমোৱাৰ লগে লগে বুদুয়ো লগৰ লগৰীয়া হিছাপে সোমোৱাত আন কে'জনমান ল'ৰাই

মাষ্টৰক কৈছে, "বুদু খোৱা ঘৰত সোমাল ছাৰ।" মাষ্টৰে ততালিকে লৰি আহি উগ্ৰমূৰ্ত্তি হৈ "বাহিৰ হবি কি অজলা ল'ৰা, বাহিৰত বহি থাকিবি। যেতিয়া কাম কৰিব লাগে মাতিম নহয়—" বুলি খঙেৰে বুদুৰ পিনে চালে। বুদুৱে সেমেনা-সেমেনি কৰি বাহিৰলৈ আহি কান্দো কান্দো হৈ মাকৰ কাষত বহি থাকিল। সি স্কুলত যাবৰ দিন ধৰি কোনো দিনেও মাষ্টৰৰ দুটা কথা শুনা নাই। সি আজি কি দোষ কৰিলে সি বুজি নাপায়। তাৰ লগৰ ল'ৰা সকলো সোমাইছে, সেই কাৰণে সিও সোমাই গৈছে, কিন্তু তাতে কি দোষ হ'ল? তাৰ ৰঙত উতলা হোৱা মনটো জঁয় পৰি গ'ল।

দুনীয়াই বুদুৰ মুখৰ পিনে চাই ক'লে, "কি হ'ল বাচা? বুদুৱে কান্দো কান্দো সুৰে ক'লে, "মই সোমাই যোৱাত মাষ্টৰে খং কৰিছে।"

"কিয় সোমাইছিলি বাচা! আমি সোমাব নাপায় নহয়। কতনা বামুণ-সজ্জনে তাত খাব।"

"আমি কিয় সোমাব নাপায় আই?"

"আমি যে মেতৰৰ বাচা।"

বুদুই বুজি নাপায় মেতৰ কিয় সোমাব নাপায়। তাৰ লগৰ সকলো ল'ৰাই সোমাই ৰং ধেমালি কৰি খাইছে, সি কিয় সেই ৰং-ধেমালিত যোগ দিব নোৱাৰে। যিয়ে নহওক সি টেঁপেকা খাই বহি ৰ'ল। তাৰ লগৰ ল'ৰাবিলাকে খাই, বৈ বাহিৰলৈ ওলাই আহিল। দুই-এজন অতপালি ল'ৰাই ক'লে, "হেৰৌ স্কুল পাইছ? মেতৰৰ ল'ৰা হৈ সমানে সমানে চলিব খোজ? কেনে মজা? মাষ্টৰৰ হুমকি পাইছ? বুদুৱে নামাতি বৈ অনুভৱ কৰিলে সি যেন কিবা কাৰণে ইহঁতকৈ সৰু। ইয়াৰ যেন সিহঁতৰ লগে লগে সমানে সমানে যাবলৈ অধিকাৰ নাই। অলপ পিছতে মাষ্টৰে বুদুক আৰু মাকক মাতিলেহি। সোনকালে সকলোবোৰ পাত পেলাই ঠাইডোখৰ চাফ্ চিকুণ কৰি দে।"

বুদু আৰু দুনীয়াই ততাতৈয়াকৈ তেনে কৰিলে। কিন্তু তেনে কৰাত বুদুৰ যেন আগ্ৰহ নাই। তাৰ লগৰীয়াবোৰে খাই-বৈ বাহিৰত ৰং-ধেমালি কৰিব ধৰিছে, কিন্তু সি নাখাই নবৈ খোৱা পাত পেলাব লগীয়াত পৰিছে। যিয়ে নহওক সেইবোৰ কৰি অলপ পিছত মাকক ক'লে, "আই, এতিয়া বলা আমি ঘৰত ভাত খাওঁগৈ। ভোক লাগিছে।"

"ৰ বাচা, আৰু কিজানি কাম কৰিব লাগে।"

"আৰু কাম নকৰোঁ আই। বাবাই ঠিকেই কৈছিল মই সেইটো কৰিবলৈ আহিব নালাগে। পৰৰ শুশ্ৰূষা কৰিব পাৰি। কিন্তু আই পৰৰ উদ্ধতা বা দুটা কথা শুনা টান।"

"কিন্তু মাষ্টৰে যে বেয়া পাব?"

"পাওক আই।"

"তেতিয়া যে তোক ভালকৈ নপঢ়াব।"

"নপঢ়ালেও মই নিজে পঢ়িম আই! কিন্তু এনে হীন হোৱা মোৰ অসহ্য। আই মোৰ লগৰ ল'ৰাই মোক ইতিকিং কৰিছে। মই যে সিহঁততকৈ সৰু আজি মই মৰ্মে মৰ্মে অনুভৱ কৰিছোঁ। আই বলা আৰু ইয়াত এখন্তেকো নাথাকোঁ। নাই, আই মই আৰু কষ্ট কৰি পঢ়িম যাতে সিহঁততকৈ মই ওখ ঠাই অধিকাৰ কৰিব পাৰোঁ। মই যে হীন নহয় সিহঁতক ভালকৈ বুজাব পাৰোঁ। মোৰ বৰ ভোক লাগিছে আই।"

"দুনীয়াই ইপিনে-সিপিনে চাই আৰু সিহঁতৰ খোৱা-লোৱাৰ কোনেও বিচাৰ কৰাৰ সম্ভাৱনা নেদেখি ইপিনে খুজিবলৈ ইচ্ছা নকৰি লাহেকৈ ক'লে, "বাৰু বল বাচা! আমি ঘৰতে খাওঁগৈ। বুলি দুয়ো লাহেকৈ আঁতৰ হ'ল।"

চামে চামে মানুহ আহিছে। কিন্তু আকৌ পাত পেলাবলৈ সময় হোৱাত মাষ্টৰে দুনীয়া আৰু বুদুক বিচাৰিলে। কিন্তু সিহঁতক নাপাই মাষ্টৰ অগ্নিশৰ্মা হ'ল। চা ক'ত লুকাল, কি সৰ্বনাশী ল'ৰা। এতিয়া কি কৰোঁ? কোনে পাতবোৰ পেলায়? তেওঁ খঙতে ইপিনে সিপিনে ছিটিকি ফুৰিব ধৰিলে। কাইলৈ ইয়াৰ পোতক তুলিব লাগিব। মেতৰ যি সি চিৰকালেই মেতৰ। বেটাক লাগে সমানে খাব, সমানে বহিব। অগত্যা একো উপায়-নাপাই মাষ্টৰ আৰু তেওঁৰ ল'ৰাটোৱে পাতবোৰ পেলাবলৈ বাধ্য হ'ল। লগে লগে এখন ময়লা কাপোৰ আনি সেইবোৰ মচি দিবলগীয়াত

পৰিল। কিন্তু সেইবোৰ কৰাৰ লগে লগে মাষ্টৰে প্ৰত্যেক মুহূৰ্তে দাঁত-মুখ কামুৰি মনে মনে ভাবিলে বেটা স্কুলত পঢ়ি ডাঙৰ মানুহ হৈছে। তাৰ যদি পিঠি ফালি ছিৰা-ছিৰ নকৰোঁ মই বাপুদেউ নহওঁ। মেতৰ হৈ স্কুলত পঢ়ে। বাবু হয়।"

(৩২)

অনন্তৰ ভাব ডেকাজন ঠগ। সি যেন আৰু তেওঁৰ লগত বেছি কথা ক'বলৈ ইচ্ছা নাই। কিন্তু মাজে মাজে ডেকাজনে এনে একোটা প্ৰশ্ন সোধে সি উত্তৰ নিদি নোৱাৰে। এবাৰ ডেকাজনে সুধিলে, অসমীয়াসকলে স্বাধীন যুগতো অলপো আগুৱাব পৰা নাই কিয়? অনন্তই ক'লে, "স্বাধীন হ'লেইতো নহ'ব। দেশক আগবঢ়াই নিবলৈ সুন্দৰ পৰিকল্পনা লাগিব। আজি কেইবছৰ হ'ল গাঁৱলীয়াসকলৰ শিক্ষাৰ উন্নতি, থকা-মিলাৰ ওখ খাপ, খোৱা-লোৱাৰ ভাল ব্যৱস্থা আৰু নাগৰিকৰ আৱশ্যকীয় কাম বঢ়াবলৈ আৰু কুটিৰ শিল্পৰ উন্নতি লগে লগে বৈজ্ঞানিক যুগত জীৱন নিয়াবলৈ বৈজ্ঞানিক উপায়ৰ সম্ভেদ সমূলি দিব পৰা নাই। আগেয়ে এঘৰ মানুহৰ দহজন খাওঁতা লোক আছিল, তাত দুখন হালেৰে তিনি পুৰা মাটি বছৰত চহাই খেতি কৰি জীৱন ধাৰণ কৰিছিল। আজি তাত এশ মানুহ হ'ল। কিন্তু হালো থাকিল এখন, মাটিও হৈছে তিনি পুৰা, ইপিনে মান্ধাতা যুগতে চলি থকা হালবো উন্নতি নাই। গতিকে এই এশ মানুহক আগৰ ধৰণেৰে কেনেকৈ পোহে? তাৰ ফলত অভাৱ-অনাটন নহৈ কি হ'ব পাৰে?"

"এৰা, ভাৰতৰ ডাঙৰ সমস্যা হৈছে বৈজ্ঞানিক উপায়েৰে গাঁও-ভূঁই সকলোৰে উন্নতি কৰা।"

অনন্তই ক'লে, "টকা নিতে খৰচ হ'ব ধৰিছে। কিন্তু সেইবোৰ সজ ব্যৱহাৰ নোহোৱাত সদায় খৰচৰ হিছাপেহে বাঢ়িছে, কিন্তু দেশ উন্নতিৰ ফালে আগবাঢ়িব পৰা নাই।"

"কেনেকৈ?"

"ধৰক বছৰি বছৰি বানপানী হয়। বছৰি বছৰি বানপানীৰ সহায়ৰ কাৰণে হাজাৰ হাজাৰ টকা খৰচ হ'ব ধৰিছে, কিন্তু বানপানী ৰুধিবলৈ ব্যৱস্থা কৰিবলৈ অকণো উপায় কৰা নাই। তাৰ ফলত মানুহে বছৰি বছৰি কষ্ট-জ্বালাত ভুগিছে, বছৰি বছৰি টকাৰো শ্ৰাদ্ধ হৈছে কিন্তু দেশ একে অৱস্থাতে। সেইদৰে শিক্ষা সম্বন্ধেও শিক্ষাত টকাৰ খৰচ নিতে বাঢ়িছে, ল'ৰাই কিতাপ কিনি শেষ কৰিব নোৱাৰে, কিন্তু যথাৰ্থ শিক্ষা নোহোৱাৰ ফলত শাৰীৰিক, মানসিক, বলী, জ্ঞানী, কৰ্মী, নাগৰিক হৈ উঠিব পৰা নাই।"

ডেকাজনে ক'লে, "জনসাধাৰণৰ শিক্ষাত অভিনয় আৰু কথাছবিৰ বৰ আৱশ্যক।"

কিন্তু আধুনিক উন্নতিশীল অভিনয় বা কথাছবিৰ প্ৰচলন গাওঁ-ভূঁইত নাই। আনকি পুথি পঢ়িবলৈ পুথি ভঁৰালৰো অভাৱ। আনপিনে বাতৰি কাকত, আলোচনীৰ প্ৰচলন সমূলি নাই বুলিলেই হয়।"

"জনশিক্ষা নহ'লে বাতৰি কাকত আলোচনীৰ বা পুথি-ভঁৰালৰ আদৰ বাঢ়িব কেনেকৈ?"

"কিন্তু জনশিক্ষা অতি বেগতে গঢ়ি তোলা বৰ টান কথা।"

ডেকাজনে ক'লে, "একো টান কথা নহয়। জনশিক্ষা দিব লাগিব কথাছবি আৰু মুকলি ভাওনাৰে। কথাছবিত নানা তৰহৰ বৈজ্ঞানিক উন্নতি, কুটিৰ শিল্পৰ উন্নতি, কৰ্মী গঢ়াৰ পন্থা দেখুওৱাৰ লগে লগে ডাঙৰ ডাঙৰ আখৰত ক, খ আদি সদায় দেখুৱাব লাগিব যাতে সেইবোৰ বুঢ়া-বুঢ়ীৰ চকুত পৰিও অলপতে ক, ম শিকাই তুলিব পাৰে। নহ'লে কোন বুঢ়াই হাতত ক, খ কিতাপখন বা ফলিখন লৈ নিশাৰ পঢ়াশালিত উপস্থিত হ'ব?"

অনন্তই ক'লে, "এৰা তোমাৰ এনে কল্পনা বৰ সুন্দৰ, দেশৰ উন্নতি কৰিব লাগিলে কথাছবিৰ উন্নতি, অভিনয়ৰ উন্নতি, নাটক-উপন্যাসৰ উন্নতি আৱশ্যক।"

"এৰা আমি কেৱল ফটোগ্ৰাফাৰ হৈ দেশৰ অৱস্থাৰ ফটো তোলাতকৈ আমি দাঙি ধৰিব লাগিব ভৱিষ্যত উন্নতিৰ পন্থা; আমি নাটক, উপন্যাস, সাহিত্য, অভিনয়, কথাছবিত সকলোতে আঁকিব লাগিব ভৱিষ্যত উন্নতিৰ উপায়। ফটোগ্ৰাফাৰ আৰু শিল্পীৰ এয়ে পাৰ্থক্য। আমি

পুঙ্খানুপুঙ্খে চাই যাম দেশৰ দুৰৱস্থাবোৰ, কিন্তু আঁকি যাম দেশ নন্দন-বদন কৰাৰ মথাউৰি। বুজিছা, কংগ্ৰেছে স্বাধীনতাৰ আগে গাঁৱে-ভূঁয়ে ফুৰি-চাকি মনত আঁকি লৈছিল ভাৰতৰ ভিতৰৰ দুৰৱস্থা। কিন্তু স্বাধীনতাৰ পাছত তেওঁলোকে মনত গঢ়ি ল'ব পৰা নাই ভাৰত নন্দন-বদন কৰা ছবি। তদুপৰি তেওঁলোকে গাঁৱৰপৰা আঁতৰ হৈ লাহে লাহে পাহৰিব ধৰিছে ভাৰতীয়ৰ দুৰৱস্থা। তেওঁলোকৰ নতুন বিলাসিতাৰ গুণত তেওঁলোকৰ মনৰপৰা আঁতৰিছে ভাৰতৰ জনসাধাৰণৰ প্ৰকৃত অৱস্থা, পাহৰণিৰ সোঁতত উটি-বুৰি যাব ধৰিছে জনসেৱা বা জনকল্যাণৰ কথা। কমনওৱেল্থ গঢ়াত তেওঁলোক মগ্ন কিন্তু জনসাধাৰণৰ আৰ্থিক অভাৱ অনাটন গুচাবলৈ বা সেই বিষয়ে জানিবলৈ তেওঁলোকৰ সময়ৰ নাটনি।"

"অৰ্থাৎ আপুনি ক'ব খোজা কমনওৱেল্থ কৰ'বাত ৰ'ল, থাকিল বৃটিছৰ কমনওৱেলথৰ জকাডাল হৈ। কি কয়?"

"ঠিক বুজিছে, দেখিছোঁ আপুনি ৰাজনীতিজ্ঞ পুৰোষো; বুজিছে আমাৰ কথাছবিত নতুন কল্পনা, নতুন গঢ় দিব পৰা লোকৰ আৱশ্যক হৈছে। আমি প্ৰত্যেকখন ছবি এনেভাৱে সজাই তুলিব লাগিব যেন প্ৰত্যেকখনেই দেশৰ জনৰ অশিক্ষা-কুশিক্ষা, অন্ধ বিশ্বাস, হীন-মনৰ ভাব আঁতৰাই জনসাধাৰণক আগবঢ়াই নিব বৈজ্ঞানিক যুগলৈ, শিক্ষা আৰু জ্ঞানৰ মন্দিৰলৈ, কৰ্মী আৰু উদ্যমশীল কৰি গঢ়িবলৈ। বাৰু, আপুনি মোৰ লগত বম্বেলৈ যাব?"

অনন্তই এইবাৰ প্ৰশ্নটোত নিমাতে ৰ'ল। অলপ পিছত সি সেই প্ৰশ্নৰপৰা ফালৰি কাটি ক'লে, "মান্ধাতা যুগৰ কেঁকোৰা নাঙল কেতিয়া আঁতৰ হ'ব?"

"আঁতৰ কৰাবই লাগিব। মানুহে এই কেঁকোৰা নাঙল কেৱল মিউজিয়ামতহে চাব লাগিব। গোটেই ভাৰতত এটা বিজুলী শক্তি গঢ়ি তুলিব লাগিব। তাত মিহলি হ'ব ভাৰতৰ আধ্যাত্মিক ত্যাগ নৰ-নাৰায়ণ সেৱাৰ মন্ত্ৰ আৰু পাশ্চাত্যৰ বৈজ্ঞানিক শক্তিৰ প্ৰভাৱ। ভাৰতৰ বিজ্ঞানে বিশ্বক দেখুৱাব জনসাধাৰণৰ সেৱাত বিজ্ঞানৰ কি আৱশ্যক, কিন্তু তাত ঠাই নহ'ব মহাৰণৰ বিভীষিকা অস্ত্ৰ সৃষ্টি!"

অনন্তই ক'লে, "ভাৰতৰ আধ্যাত্মিক ত্যাগ আৰু নৰ-নাৰায়ণ সেৱাৰ গৰিমা নকৰিব।"

"তাৰ মানে।"

"আমি সৰু সৰু পৰিয়াৰ একোটা লৈ এনেভাৱে স্বাৰ্থান্ধ হৈ পৰিছোঁ যে ওচৰৰ আন ঘৰৰ ল'ৰাই মোৰ মৰম দয়া পাব নোৱাৰে। কেৱল নিজৰটোহে লওঁ-থওঁ আকৌ পুতৌ কৰোঁ। আমাৰ নৰ-নাৰায়ণ সেৱা ইমান বাঢ়িছে যে আমাৰ কাষৰ ঘৰৰ কি বিলৈ হৈছে, কি বেমাৰত চাটিফুটি কৰিছে চাবলৈ তাৰ কাৰণে সময় কৰিব নোৱাৰোঁ। কিন্তু ইপিনে নানা তৰহৰ তৰ্ক, নানা তৰহৰ পৰৰ কু-চৰ্চা, নানাবিধ গেলাগপত আমি আমাৰ অমূল্য সময়বোৰ নিব ধৰিছোঁ।"

ডেকাজনে ক'লে, "নতুন ভাৰত গঢ়িবৰ শক্তি যোগাব লাগিব, পুৰণি আধ্যাত্মিক ভাৱেৰে। আমি পাশ্চাত্যৰ ভটিয়নী পানীত উটি নগৈ সেই সোঁতত উজাই আমাৰ বাউসীৰ বলেৰে আগুৱাই ৰচিব লাগিব নতুন বিশ্বৰ আদৰ্শ।"

অনন্তই ডেকাজনৰ কথা শুনি আৰু সেই কথাবোৰত শক্তি দেখি ভাবিলে ইটো সাধাৰণ গুণ্ডাৰ মুখৰপৰা ওলোৱা কথা নহয়। ই যেন অন্তৰৰ অন্তৰতম্ প্ৰদেশৰপৰা ওলোৱা চেতনা শক্তি। তেন্তে কি এওঁ সাধাৰণ গুণ্ডা বা ঠগ নহয় কোনোবা সঁচাকৈ ভাৰতৰ সম্বন্ধে ভবা ভাৰতীয়ৰ অৱস্থা পুঙ্খানুপুঙ্খে বিচাৰ কৰা কোনো নব চেতনা সঞ্চাৰ কৰিব পৰা লোক? অনন্ত বিমোৰত পৰিল।

এনেতে ডেকাজনে ক'লে, "আপোনালোক মোৰ লগত বম্বেলৈ বলক। আমি তাত নতুন থাপনাত নব ৰচনাৰ সৃষ্টি কৰিম।"

অনন্তই ক'লে, "আমি নগ'লেও ভাৰতত আমাৰ দৰে লোক বহুতো পাব।"

ইয়াতেই আমাৰ ডাঙৰ ভুল হৈছে। আজিৰ ভাৰতত চল্লিশ কোটি জনপ্ৰাণী হ'লেও আচল স্বাধীনচেতা, স্বাধীন মন থকা বা স্বাধীন চিন্তাশীল লোকৰ বৰ অভাৱ হৈছে। বেছিভাগেই জোল যিপিনে যায় পাচলি সেইপিনে যোৱা বিধৰ লোক। বেছি

ভাগেই অজ্ঞান আন্ধাৰত থাকি দুই-এজনে যি কয় তাকে ধ্ৰুৱসত্য ভাবি নিজৰ ঠেক কৰ্মত ব্যস্ত।

(৩৩)

মালতী আৰু বুঢ়া-বুঢ়ী নিজৰ গাঁও পাই দিন চেৰেক আনন্দতে দিন কটালে। গাঁৱৰ গাঁৱলীয়াসকলে সিহঁত উভতি অহাত ৰং পালে। দুই-এজনী বুঢ়ী আহি ক'লে, "বোপাই তহঁতৰ ঘৰখন দেখিলে বাটেৰে যাওঁতে চকুপানী মচি যাওঁ। যিখন ঘৰত ল'ৰা-ছোৱালীয়ে কত ৰং-ধেমালি কৰি কোঢ়াল লগাই থাকে সেই ঘৰৰ দুৱাৰ মৰা, জনপ্ৰাণীৰ দেখা নাই। এনে কনকনীয়া বাৰীখন এৰাবাৰীৰ দৰে পৰি আছিল। কত আম-জাম পৰি পৰি থাকে। ল'ৰাইঁতক কওঁ বাচাহঁত বুটলি আনি নাখাব কিয়? ল'ৰাইঁতে কয়, গিৰি নোহোৱা ঘৰ তালৈ কেনেকৈ যাবা! তাতে বুঢ়া আতে নাই। তেওঁ নোহোৱাত তেওঁৰ বস্তু কেনেকৈ বুটলি খাম।"

বুঢ়াই ক'লে, "মই যাওঁতে সিহঁতক সেইবোৰ খাব কৈ যাব পাহৰি গ'লো। বস্তুবোৰ এনেয়ে নষ্ট হ'ল। কাইলৈ মই গৰখীয়া নাম ধৰিম। বাচাহঁতকে বহুদিন একো খুৱাব পৰা নাই। গাই-গৰু কেইজনী বাচাহতে পালি আছে। অলপ গোপাল ভোগো কৰি— সিহঁতক খুৱাব লাগে।"

গাঁৱৰ বুঢ়ীয়ে ক'লে, "কিন্তু এটা কথা!"

"কি?"

"গৰখীয়া নাম পাতিবাতো, গোপাল ভোগো দিবা! কিন্তু গাঁৱৰ লোকসকল জানো আহিব? ল'ৰাইঁতো আহে-নাহে ক'ব নোৱাঁৰো। মই তোমালোকৰ ঘৰলৈ অহাৰ কাৰণে কিজানি দণ্ড ভৰিব লাগে।"

"কিয়?"

"মালতীৰ ৰাতি কি হৈছিল, কি'নহৈছিল সেইটোৰ হিছাপ নাই। তাতে তাই গুৱাহাটীৰ আস্পাতালত আছিল। কতই কত কথা কয়। কাৰ হাতে খাইছিল তাৰো একো ঠিক নাই। সিপিনে ৰাতি-বিয়লি কি ঘটিছিল কোনে জানে। হাজাৰ হ'লেও চহৰ। তাত আস্পাতাল। হাজাৰ বেমাৰী থাকে। সেইবোৰ চাবলৈ ডাক্তৰবোৰ আছে। আকৌ বেমাৰী চোৱা মানুহৰ হেনো অন্তই নাই। তাতে এজনী ছোৱালী পৰি থাকে। কত কি অঘটন ঘটিব পাৰে! শুনিছোঁ হেনো তোমালোকৰ বুঢ়ীয়েও আন ঠাইতহে ভাত-পানী খাইছিল। বুঢ়ীয়ে ভাত-পানী খাবলৈ যাওঁতে ক'ত কি হ'ব পাৰে। সেই ছোৱালীজনীক সোধ-পোছ নকৰাকৈ লৈ আহি ঘৰ সুমুৱালা! গাঁৱত যেন সমাজ নাই। বুঢ়া হ'লাহি তথাপি কাণ্ডজ্ঞান এৰি সকলোকে মেলেচ কৰানে?"

বুঢ়াই ক'লে, "কি কৰিব লাগে?"

"কি কৰিব লাগে নাজানানে? পুৰোহিতে কৈছে সাতধেনু পৰাচিত নহলে একেলগ খোৱা লোৱা হ'ব নোৱাৰে। জুই-পানী আলাগ। মণ্ডলে কৈছে, গৈছিল চহৰলৈ, ভালেই হৈছিল। তাতে মৰিলে ভালেই হ'লহেঁতেন। কিন্তু আকৌ উভতি আহি লেঠা লগালে। বোলো বেয়াৰ মৰণ ক'ত? ঘৰতে ইমান। ক'ত কি লেঠা লগালে তাৰ ঠিকেই হোৱা নাই; আকৌ চহৰত!"

বুঢ়াই অলপপৰ নামাতি থাকি ক'লে, "হৰি-কৃষ্ণ গুৰু! এই সোপাহে জল্পনা-কল্পনা কৰিছেনে?"

"অ' তোমালোকৰ কাৰণে গোটেই গাঁৱখনতো মেলেছ হ'ব নোৱাৰে। তাতে বাৰনগৰীয়া সেৱা ওচৰ চাপিছেহি। আন গাঁৱৰ মানুহে এনে ব্যভিচাৰী কথা শুনিলে কিয় পাত পাৰিব?"

বুঢ়াই ক'লে, "যদিহে এনেহে ভাব, তেন্তে দহজনে যি কয় তাকে কৰিব লাগিব। দহ ভকতক এৰি কেনেকৈ থাকিম?"

"অ' সেইহে আচল কথা। আগেয়ে যি দায় দণ্ড লাগিছে— সেইটোৰ লেঠা মাৰিহে কাম কৰা ভাল।"

তেনেহ'লে কালি ৰাতিপুৱা গোটেই গাঁৱখনকে তামোল-পাণ লৈ মাতিম। তেওঁলোকে যি কয় সেইদৰে কৰিব লাগিব। দহ ভকতক অসন্তোষ দিয়া বৰ পাপ। কথা কৈ থাকোঁতে আপিন্তা গাঁওবুঢ়া ওলালহি। গাঁওবুঢ়াই তেনেকথা শুনি গহীনাই ক'লে, "তেনে কৰিলে কেনেকৈ হ'ব?"

"তুমি কি কোৱা বোপা?"

"তুমি দণ্ড দিবা কিয়? মালতীৰ কি দোষ আছে? গুৱাহাটীৰ আস্পাতালত থাকিল বুলিয়েই দণ্ড দিব লাগিলনে? বেমাৰ হ'লে কোনে আস্পাতালত নাথাকে? আৰু সেই ৰাতিৰ কথা। ঔ আই! দেও ভূতৰ লগত নৰ-মনিষে ফেৰ পাতিব পাৰেনে? বুঢ়া দেউতাই চকু কৰিলে কোনোবা ৰক্ষা পাব পাৰেনে? খুড়া, কেতিয়াও দণ্ড দিব নোৱাৰোঁ। দণ্ড দিলে আমাৰ চুপাই কেতিয়াও তোমাৰ লগত খাব নোৱাৰোঁ। ঔ আই! কি দায়তো হ'ল? পিছে সিহঁতৰ চুপাত কি হৈছে আগেয়ে সেইটো বিচাৰ নকৰে কিয়? সেই সাধিয়াৰ মাকৰ গিৰিয়েক আজি তেৰ বছৰ ঘৰত নাই। কিন্তু শুনিছোঁ হেনো আজি ছয়মাহ। পিছে সেইটোৰ আগেয়ে দণ্ড উলিয়াওক। ঔ আই! আমাৰ চুপাৰ হলে ভৰি পিছলিলেও জগৰ। খুড়া কেতিয়াও মণ্ডল আৰু পুৰোহিতৰ কথাত দণ্ড ভৰিব নোৱৰা। দণ্ড দিলেহি আমি কিন্তু ভাগী-কুটুমে তোমাক লগত ৰাখিব নোৱাৰিম। সিহঁতৰ চুপাহে ডাঙৰ হ'ল, এই চুপাত আৰু জনাবুজা মেলেকীয়ে নোহোৱা হ'ল। তাতকৈ আমি লাগে যদি চুপাক চুপাই থাকিম! সেই বুলি এনে অবিচাৰত দণ্ড ভৰিব নোৱৰা!

বুঢ়া বিমোৰত পৰিল। কাক এৰিব, কাক থব! তেওঁ লাহেকৈ ক'লে, "বোপা যি দণ্ড দিব লাগে মইহে দিম। তোমালোকৰ তাত মান-অপমান কি?"

"তুমি দিয়া মানে আমাৰ চুপাৰ অপমান! এনে কথা কেতিয়াও হ'ব নোৱাৰে।"

"বোপা, আটায়ে মিলিজুলি খোৱা-লোৱা কৰাত কেনে সুখ। সিহঁতে সুখ নিবিচাৰিলে আমি সুখলৈ ভাবিলে কি হ'ব।"

"বোপা দুটা চাউল ধোৱাই হওক আটায়ে মিলা-প্ৰীতি, ৰং ধেমালি কৰি খালে কেনে সন্তোষ! মিছাতে হাই-উৰুমি কৰি কি লাভ?"

"সেইটো হ'ব নোৱাৰে খুড়া। তোমাৰ চকুৰে বাট বুলিলে আমাৰ চুপাৰ পদে পদে বিপদ। সিহঁতৰ আসে দিনে দিনে বাঢ়ি গৈছে। সিহঁতৰ দোষ হ'লে আঠালেতীয়া মাটিৰে ধঁহি পিহি পৰিষ্কাৰ কৰি থব। ঔ আই! এটা ছিটিকাকে মাৰিব নোৱৰা। কিন্তু আমাৰ বেলিকা এপদৰে দহপদ! নাই, নাই, প্ৰত্যেক কথাতে এনেকৈ নামাতি থ'লে আৰু এই গাঁৱত থকাই টান হ'ব। মই সঁচাকৈ কৈছোঁ খুড়া, তুমি এটা তামোল-পাণ দণ্ড দিলেও আমি এবি ৰাবলগীয়াত পৰিম।"

বুঢ়া বিমোৰত পৰিল। ই-চুপাৰ কথা খন্তেকতে সিচুপাৰ কাণত পৰিল। মণ্ডলে গহীনাই ক'লে, "উঃ! দণ্ড দিব খোজা লোকক সি আপিন্তাই কাজ কৰে। ৰাৰু চাওঁ সি কিমান পানীৰ মাছ। মই মণ্ডলে মেল কৰি কৰি চুলি পকালোঁ, সি দুদিন মেলকী হৈ আৰু গাঁওবুঢ়া পদপী পাই ম্ৰাটিত ভৰি নিদিয়াত পৰিছে। গঠীয়া, বা হেলেচী বাইক মাতি আন। তেওঁ আহি ৰাইজৰ আগত কওকহি সি আপিন্তা মেলকিয়ে কি কৈছে শুনক। মই যদি বাঘেখোৱাৰ পিতেক হওঁ তেন্তে আপিন্তা মেলেকিক এসেকা ভালকৈ শিকনি নিদি নেৰোঁ। লাগে যদি তাৰ কাৰণে গাঁৱকে ফালিম। ভকতে ৰাইজক দণ্ড নিদিয়াকৈ ৰাইজৰ লগত উঠা-বহা কৰিব নোৱাৰিব। কথামতে কাম। আপিন্তা মেলেকী গাঁৱৰ মেলত বহিব নোৱাৰিব। মালতীৰ বাপেক বুঢ়াভকতে দণ্ড নিদিয়াকৈ খাব-লব নোৱাৰিব। সি কিবা কাম কৰিলে তাত কোনেও নাখাব।

মণ্ডলৰ কথা আপিন্তাৰ কাণত পৰি সি তাৰ চুপাৰ সকলোকে মাতি ক'লে, "মণ্ডল বৰ ডাঙৰ মানুহ হৈছে। বৰ ডাঙৰ মেলেকী! কিন্তু আমাৰ চুপাই তাৰ মেলৰ ৰায় নামানো, সিহঁতৰ লগত একেলগে উঠা-বহা নকৰোঁ। সিহঁতৰ চুপাত হোৱা বেয়া কামবোৰৰ আগেয়ে দণ্ড দিয়ক, তাৰ পিছতহে আমাৰ চুপাৰ লোকে দিবলৈ মান্তি হ'ব। উস্ আমাৰ চুপাই সদায় গাঁৱৰ মেলত আধিপত্য কৰি আছে, এতিয়া আচল মেলেকী মৰিল বুলিয়েই মণ্ডল উঠিবজা বহিৰজা হ'বনে? আমি সিহঁতৰ কিয় সেও মানিম? আমাৰ চুপাতে আমি তিনিজনা বেলেগ মেলেকী কৰি লওঁ। আচ্ছু পাঠক আছেই, মই আছোঁ আৰু সিদ্ধি গায়নকো লওঁ। চাওঁ আমাৰ চুপাই অকলে অকলে সিহঁতকৈ মহতালি কৰিব পাৰে নে নোৱাৰে। মই আকৌ কওঁ ভকত খুড়াই কোনোমতে দণ্ড দিব নোৱাৰিব। নহ'লে তেওঁকো আমাৰপৰা বেলেগ কৰিম।"

ভকতে ক'লে, "বোপা, নিজৰ ভাগী-কুটুমনো কেনেকৈ এৰিম? যি কোৱা তাকেই কৰিব লাগিব। পিছে আটাইবোৰে মিলিজুলি কৰিলে সকলো ভাল আছিল এইবাৰ নগৰীয়া সেৱা আহিছেই। সকলো গাঁৱখনে মিলি কৰিলে কেনে শুভকৰ!"

"নাই, আমাৰ চুপাই অকলে অকলে কৰিম। বোলো ৰবি মেলেকী মৰিল বুলি আৰু আমাৰ চুপাত মানুহেই নোহোৱা হ'ল। সিহঁতৰ লেগুটি ভাবি হৈ কুৰিব লাগিল। আমাৰ দুখী-সুখী সকলোৱে হাত জোকাৰিলে এইকেই ঘৰেই মিলি সিহঁতকৈ ডাঙৰ ৰাৰনগৰীয়া সেৱা কৰিব পাৰিম। মাছৰতো ভয়ে নাই। পানীয়া বিষয়া আমাৰ পিনে আছে। আৰু আতাই ম'হৰ খুটিত গাখীৰ ঠিক কৰিব নোৱাৰিব জানো?"

"কিয় নোৱাৰিম বোপা? পইছাৰ মুৰত সকলো দায়!"

"তেন্তে আৰু কি ভয়? আমাৰ চুপাৰ চেঙেৰা মখাতো সিহঁতৰ দৰে বহিখোৱা ভকত নহয় যে কিবা কামত পিছ হুহকিব!"

"যি নহওক সিদিনাই মেলৰ গিজগিজনিৰ মাজত দবৰা-দবৰি বাঢ়ি হুম্ দুমনি, দপ্‌দপনিৰ শেষত গাঁৱৰ দুই চুপা বেলেগ হ'ল। মণ্ডলে এচুপাৰ প্ৰধান নায়ক, আন চুপাৰ আপিন্তা মেলেকী!"

মণ্ডলে এনেতে ভকতক ক'লে, "ভকত কাই, তুমি কোন চুপাত ৰ'বা। যদি আমাৰ চুপাত থাকা একো দিব নালাগে। তোমাৰ হকে মই যি কৰিব লাগে কৰিম। সি আপিন্তাই দণ্ড নভৰাকৈ কেতিয়া গাঁৱৰ লগ লাগে চাম!"

এনেতে আপিন্তাই ক'লে, "তুমি মণ্ডলে তামোল-পাণ নিদিয়াকৈ কেতিয়া আমাৰ চুপাৰ লগত উঠা-বহা কৰা মই আপিন্তাই চাম। ভকত খুড়াই নিজৰ ভাগী কুটুম এৰি যাব বৰ আশাতো দেখিছোঁ! আহা খুড়া সি কপতি মণ্ডলৰ কাষৰ পৰা গুচি আহা। সিয়েই তোলনোতোলকৈ গাঁওখন খালে।"

মণ্ডলে ক'লে, "হেৰ আপিন্তা, বৰ ডাঙৰ কথা নকবি। কালিৰ চলি হৈ পৰহিৰ গীত নাগাবি।"

আপিন্তাই ক'লে, "বৰ মেলেকীক দেখা যাব। পিছে গঠিয়াৰ মাকৰ লগত কি জোঁট-পোট আমি নাজানো হবলা!

এনেতে গঠিয়াই মাত দিলে, "এই মুখ চণ্ডালি কথা কবি। বৰ মেলুৰৈ উলিয়াই দিম!"

আপিন্তাৰ ভতিজাক ঘনোৱে মাত দিলে, কি যুঁজি চাব খোঁজনেকি? একেচৰে দাঁত দুটা ভাঙি দিম।

এনেতে গঠিয়াৰ ককায়েকে ততালিকে লৰি আহি "কাৰ দাঁত ভাঙ ঐ! বুলিয়েই তাৰ ডিঙিত চেপা মাৰি ধৰিলেহি!"

আপিন্তাৰ চুপাৰ ডেকাবিলাকে জিকাৰি উঠিল, কি ইমান সাহ! লাগিল কুৰু-পাণ্ডৱৰ কোঢ়াল! কাৰ ক'ত মূৰ ফালা-ফালি হ'ল একো হিছাপ নোহোৱা হ'ল। যিয়ে নহওক দুয়ো চুপাৰে সিদিনাৰ পৰা খোৱা-বোৱা, মাত-কথা কোৱা, একে মেলত বহা, নাম-কীৰ্তন কৰা সকলো বন্ধ হ'ল। আমাৰ ভকতো আপিন্তাৰ পিনে ৰ'ল। কিয়নো সেই চুপাৰ লোক তেওঁৰ অঙহী-বঙহী। কিন্তু তেওঁৰ মনত অলপো ভাল নালাগিল। গাঁৱৰ ল'ৰাবিলাকৰ মাজতো ওফন্দা-ওফন্দি লাগিল। ই চুপাৰ ল'ৰাই সি চুপাৰ ল'ৰা বা মানুহক নামাতে। ই চুপাৰ জীয়ৰী-বোৱাৰী সি চুপাৰ জীয়ৰী-বোৱাৰীৰ লগত মেল নাপাতে। আনকি ই চুপাৰ জীয়ৰী যদি সিচুপাত পৰিছ তেন্তে মাক-বাপেকৰ ঘৰলৈকো আহিব নোৱাৰে। আনকি মাকে-জীয়েকক বাটত লগ পাই মাতিব নোৱাৰে। জীয়েকে মাকৰ লগত কথা ক'ব নোৱাৰে! বস্তু অনা-নিয়াতো সমূলি বন্ধই হ'ল। কিন্তু কলহ, বিবাদৰ মূলত যে ভকতেই হ'ল ভকতে এই কথা ভাবি ভাবি কেৱল ৰাতি-দিনে কৃষ্ণ গোঁসাইৰ ওচৰত কীৰ্তনখন মেলি, মোৰ দোষ মৰিষণ কৰা প্ৰভু, কৃপাল যদু, যদুনন্দন বুলি আঁঠুলৈ গলবস্ত্ৰ হৈ প্ৰণাম কৰে।

সিদিনা বুঢ়াক মণ্ডলে নৈৰ পাৰত লগ পাই ক'লে, "বোলো ভাগীৰ পিনে ৰ'লা সঁচা। কিন্তু ভাগীয়ে তোমাৰ সৰ্বনাশ কৰিছে। সেই কথা জানিও আপিন্তা মনে মনে আছে। আমি ক'ব নোৱাৰোনে? বোলো আপিন্তাৰ ভতিজাক গহীম আজিলৈকে গাঁৱ মূৰা হোৱা নাই কিয়? সি ইমান দিন ছিলঙতে সোমাই চাপ্ৰাচী

কাম লৈ ইয়ালৈ নহাৰ কাৰণ কি জানা?"

"কি?'

"এ আচল কথা ক'লে সকলোৱে বেয়া পায়। এই গহীনে তোমালোকৰ ঘৰত শাস্ত্ৰ পঢ়া নাছিলনে?"

"অ' বোপাই কেতিয়াবা কেতিয়াবা পঢে। বুঢ়ীয়ে গহীনক বৰ ভাল পায়।"

'এৰা, ভাল পাওঁতে বাদুলিয়ে কল খালে।"

"কি কৈছা একো বুজি পোৱা নাই বোপা।"

"সেই গহীনাই আৰু আমাৰ চুপাৰ দুজনে লগ লাগি বেৰ-কাটি তাইক ঘৰৰপৰা উলিয়াই নি সেই কটাহ বাঁহৰ তলতে ব্যভিচাৰ কৰে। তেতিয়াৰপৰা গহীনা আৰু ইমুৰা হোৱা নাই। এতিয়া আপিস্তৰ বৰ বন্ধু হৈ ভাগী-কুটুম হৈ তোমাক হাতত ৰাখে। পিছে তেতিয়া সেইবোৰ ভাব কত আছিল! আমি সকলো সন্দেদ পাইছোঁ।"

ভকতে মণ্ডলৰ কথাবাৰ আচহুৱা যেন পালেও লাহেকৈ ক'লে, "মোৰ ঠিক মনত পৰিছে সিদিনা ৰাতি গহীনে আহি আমাৰ ঘৰত শাস্ত্ৰ পঢ়িছিলহি।"

শাস্ত্ৰৰ সোপাটো জানে। কিন্তু ইপিনে এনে কাণ্ড কৰিলে। তাৰ ভাব আছিল সকলোৱে দোষ দিব– সেই সিদিনা তোমালোকৰ ঘৰৰ আলহী থকা ল'ৰাটোকে। কিন্তু আচলতে কল খালে মলুৱা বান্দৰেহে। তাৰ লগৰ দুজনে আমাৰ আগত সকলো ভাঙিছে।

বুঢ়া বিমোৰত পৰিল। বুঢ়াই ইমান দিনে বুঢ়া ডাণ্ডৰীয়াৰে কাম বুলি ভাবি আছিল। কিন্তু আজি এনে বাতৰিয়ে তাৰ মূৰত স্বৰগ ভাঙি পৰাৰ দৰে পৰিল। তথাপি ভাবিলে মালতীৰ গাত কি দোষ? তাই বেচেৰী টোপনিত লালকাল হৈ থকা অৱস্থাতে পাষণ্ডইঁতে এনে কৰিলে।

এনেতে মণ্ডলে ক'লে, "এতিয়া বৰ মিতিৰ হৈছে। কিন্তু মিতিৰ হৈ বুকুতে থাকি যে বুকুতে কামুৰিলে সেইটো এতিয়া লুকাব খোঁজে। পিছে পাপ কাম লুকায় কেনেকৈ? সকলো ওলাই পৰিছে। পাপিষ্ঠইঁতে তেনে পাপ কাম কৰি থাকোতে হেলেচীবাই সিদিনা ৰাতি পুৱাওঁতে আহে মাকৰ ঘৰৰ পৰা। তাই সিহঁতক দেখে। হেৰৌ কি কৰিছ, কি কৰিছ বোলোতে সিহঁত আটাইকেইজন ল'ৰ মাৰে। কিন্তু লৰ মাৰিলে হ'ব কি? হেলেচীবাইৰ চকুৰপৰা কেনেকৈ সাৰে। তেওঁ গহীনক দেখি আৰু মালতীৰ তেনে অৱস্থা দেখি "ছিঃ ছিঃ এনে নৰকী কাম কৰেনে" বুলি গুচি আহে। গহীনে হেলেচীবাইক কৈছিল বোলো বাই একো নুলিয়াবি। মই আজিয়ে ছিলঙলৈ যাম, তাৰপৰা আহি তোক দুকুৰি টকা দিম। কিন্তু আজিলৈকে সি উভতি নাহিল। হেলেচীয়ে খা-খবৰ লৈ লৈ ভাগৰিল। এতিয়া আপিস্তৰ গহটো দেখি সিদিনা সকলো ভাঙি কৈছে। বাৰু যি হৈছে, হৈছে, আমি তোমাৰ একো দণ্ড নকৰোঁ তুমি আমাৰ লগত আহা, সেই বেটা পাপী গহীন আৰু আপিস্তক ভালকৈ এশিকনি দিওঁ।

বুঢ়াই ক'লে, "বোপা মোৰনো ইফাল-সিফাল কি? সম্বলৰ মূৰত সেই ছোৱালীজনী। ছোৱালীজনী এঠাইত গতাব পাৰিলে অ'ত এদিন ত'ত এদিন খাই-বৈ দিন নিয়ালে হব।"

"তুমি আমাৰ লগত নাহিলে ছোৱালী গতাবা কেনেকৈ। আমি সকলো উলিয়াই দিম। তেনে ছোৱালী কোনে বিয়া কৰাব? বাহিৰা লোক হ'লেও আছিল। ভাগীৰ ভিতৰত হোৱা অঘটন। এনে কথা শুনিলে কোন আগবাঢ়ি আহিব?"

বুঢ়াই ক'লে, "ইপিনে ভৰি দিলেও মৰণ সিপিনে ভৰি দিলেও মৰণ। যেয়ে যি কৰা কৰা বোপা। ভগা নাৱৰ কোন পিনে সোপা দিবা। সি বুৰিবই। কিন্তু বোপা, এই আজলী ছোৱালীৰ এনেভাৱে নৰকীহঁতে সৰ্বনাশ কৰিব নালাগিছিল।

পিছে, এতিয়া সিহঁতৰ লগতে গাখীৰ-মিঠৈ সনাসনি কৰি খোৱা। কি কোৱা?"

"কাক ভাল বুলিবা, কাক বেয়া বুলিবা বোপা। ঘোৰ কলিকাল, কলিকাল। এই কালত সকলো ঘটিব পাৰে। কিন্তু বোপা এনেবোৰৰ ভাৰ ধৰিত্ৰীয়ে আৰু ব'ব নোৱাৰে। কেতিয়াবা ওলট-পালট হয়হে। সেয়ে যি কৰা কৰা। মোৰ ছোৱালী অবিয়ৈ হৈয়ে থাকিব। তাতে সকলোৱে সন্তোষ পোৱা। জেদ পূৰণ কৰা। বোলা দুই ম'হৰ যুঁজ লাগক বিৰিণাৰ মাজত মৰণ। হওক, তাইৰ বিয়া নহয়– ঘৰতে থাকিব।

"ঘৰত ডাঙৰ ছোৱালী ৰাখি মজাপালি পাইছা নহয়। বোলো চহৰৰ আস্পাতালো এই বুঢ়া কালত মাৰিবলৈ বাকী নৰ'ল।"

"হওক বোপা সকলোৱে মোক এৰি থোৱা। আৰু তোমালোকৰ সমাজত মই চাউল কঠা খাবলৈ ইচ্ছা নাই। দেশ ৰসাতলে যাওক, মানুহৰ মৰণ হওক, কিন্তু জেদ ৰওক, নিজৰ নিজৰ মহতালি ৰওক। বোলো দেউতা এনেবোৰ কথা শুনাৰ আগেয়ে সিফলীয়া হ'ব পাৰিলে ৰক্ষা আছিল। কিন্তু লেটেকা জীউ। আৰু বা কিমান দেখিম, কিমান শুনিম।"

"বোলো তোমালোকে সমাজখন ভাল নকৰিলে ডেকাসকলে কৰিবনে?"

"সমাজ ভাল হৈছে বোপা, বৰ ভাল হৈছে আৰু সমাজৰ কথা নক'বা। কেৱল কেতিয়া সমাজৰ টেকেলিটো ভাঙি কুঁহিয়াৰ মিঠৈ সকলোকে বিলাব পাৰা, সেইটোহে চোৱা। কিন্তু চাবা সমাজৰ টেকেলী তলিত ফুটিছে। মৌ-জোল তলৰ পিনেহে গতি কৰিব। কেৱল সকলোৱে তলগুজিয়া ভকত হৈ মুখ মেলা। সমাজৰ মৌ-ৰস সোপাকে পাবা। বোপাই ঐ, সৰু সৰু ল'ৰা-ছোৱালীইঁতক যদি তোমালোকৰ সমাজৰ টেকেলিৰ পৰা বাহিৰ কৰি নিব পাৰিলোহেঁতেন। বোলো বাৰনগৰীয়া। সেৱা পাতা, তিনিপালা কীৰ্তন কৰা, যতবোৰ পথ আছে সকলোবোৰ কৰা, পিছে মনত যি হানা-খোচা আছে, যি জাবৰ মলি আছে সেইবোৰ গুচাবলৈ কেঁৱে চেষ্টা নকৰিবা। আৰু চেষ্টা কৰিলে গুচাবা কেনেকৈ? সেয়া যে মেটেকাৰ দৰে বাঢ়ে। এগুণ গুচালে ৰাতিতে দুগুণ বাঢ়ি উঠে। যাওক মোৰ ছোৱালী ৰসাতলে যাওক, যাওক মোৰ ধৰমৰ জোলোঙা, সকলোৱে মহোহৌ খেদাৰ দৰে এই বুঢ়াক জাপি টোকনেৰে তোমালোকৰ গাধীৰ মিথৈ সনা-সমাজৰপৰা উলিয়াই দিয়া। মই দণ্ড দিম। যিমান পাৰো সিমানেই দণ্ড দিম। কেৱল তোমালোকৰ সমাজত সোমাব নিদি মোৰ দণ্ড লৈ উলিয়াই দিয়া।"

"কিহে ভকত বলিয়া হৈছানেকি?"

"কেৱল বলিয়া নহয়। সমাজৰ চোৰাতে দাকিছে, সমাজ বিচাৰ শুঙ গোটেই গাত পৰি পুৰি মাৰিব ধৰিছে। সমাজ কচুৱে ধৰি গোটেই মুখ বেজবেজাইছে। মই দণ্ড দিওঁ গোসাইহঁত। মোক তোমালোকৰ এনে সমাজ নেদেখা ঠাইলৈ লৈ বলা।"

(৩৪)

দীঘলীয়া ৰেল ভ্ৰমণত দুজন প্ৰাণীয়ে কিমান কথা ক'ব? এই দুয়োৰো কথা-বাৰ্তা মাইতীৰ কেৱল শুনি শুনি আমনি লাগিছে। তাই এইবোৰ একো নুবুজে। কিন্তু মাজে মাজে তাইৰে যে কথা হৈছে তাই গম পায়। শুনোতে শুনোতে তাইৰ টোপনি আহিল, সেই ৰেলৰ বেঞ্চিতে তাই শুই শুই দেখিলে কত তৰহৰ সপোন। তাই দেখিলে তাই যেন এটা বোকা পুখুৰীত প্ৰায় মূৰলৈ বোকাত তল যাব ধৰিছে। তাই যিমানেই হাত-ভৰি লাৰে সিমানেই তললৈহে যায়। কত চিঞৰিছে তেওঁ যেন তাইক তোলোতা নাই। তাই ভাগৰি হতাশ হৈ জীৱনৰ আশা এৰিলে। হঠাৎ যেন কেৱে তাইৰ চুলিত ধৰি টানি ওপৰলৈ আনিলে। তাইৰ বোকা লগা গোটেই দেহটো ধুই-পখালি কাপোৰ পিন্ধাই ক'ৰবালৈ লৈ গ'ল। কোন পিনে ক'লৈ নিলে তাই যেন একো উৱাদিহ নাপায়। তাই দেখি গ'ল সুন্দৰ প্ৰাকৃতিক দৃশ্যেৰে দুয়োকাষে পৰিপূৰ্ণ বহল লুইত, তাই দেখিলে সুন্দৰ সুন্দৰ মনোমোহা পৰ্বত; ধাননি পথাৰ, পৰ্বতৰ মাজৰ সৰু সৰু বেঁকা-বৌকি বাট। তাই দেখিলে কুলু কুলুকৈ বোৱা জুৰি, গছৰ ডালত পৰি মতা কেতেকী চৰাইৰ অ কেতেকী, অ কেতেকী শব্দ। তাই দেখিলে সুন্দৰ মনোমোহা উদ্যান, মনোহৰ ফুলনি, সৰল গছে ভৰা হাবিয়নি। তাই দেখিলে কিমান ওপৰৰ পৰা পৰা জলপ্ৰপাত। যেন সেই জলপ্ৰপাত য'ৰপৰা পৰিছে তাই ত'তে উঠি চাইছে বহুত তলৰ শিলনি। বগা ফেনে-ফোটোকাৰে ভৰা পানীৰ সোঁত। তাই দেখিলে হাজাৰ হাজাৰ বিতোপন ঘৰ, বিজুলী-বন্তিৰে উজ্বলি উঠা বাট-পথ। তাই দেখিলে হাজাৰ হাজাৰ তিৰোতাই বাটে-পথে গমগমাই খোজ কাঢ়িব ধৰিছে, যেন একোলৈ ভয় নাই। ডেকাসকলৰ গুচৰেৰে গৈছে, কিন্তু ডেকাসকলে

এবাৰ বেয়া কথা ক'বলৈ সাহ পোৱা নাই। তাই দেখিলে যেন তিৰোতাবিলাকে মটৰত উঠি মটৰ চলাইছে, উৰণীয়া জাহাজত উঠি জাহাজ উৰাই নিছে। যুঁজলৈ তিৰোতাসকলে যুঁজৰ সাজ পিন্ধি জীউ লৈ অলপো নাভাবি, নিজৰ ঘৰ-সম্পত্তিৰ কথা অলপো চিন্তা নকৰি জঁপিয়াই পৰিছে যুঁজৰ বন্দুক-বাৰুদ, বৰটোপৰ সমুখত। তাই দেখিলে সেই তিৰোতাজাকে আবেলি যুঁজৰ সাজ এৰি ৰং-ধেমালিত হিয়া উদঙাই দিছে। কেঁৰে বাতৰি পঢ়িছে, কেঁৰে ডাঙৰ ডাঙৰ কিতাপবোৰ লৈ পঢ়ি আছে। কেঁৰে আকৌ ৰং-ধেমালিত মগ্ন হৈছে। হাতত টেনিচ লৈ পখিলা উৰাদি জাকিমাৰি উৰিছে। তাই দেখিছে সেই তিৰোতাজাকে অভিনয় মন্দিৰত সোমাই হাঁহি-খিকিন্দালিত উটি-বুৰি যাব ধৰিছে। যেন জীৱনটো সিহঁতৰ ৰং-ধেমালিৰহে বস্তু; তাত শোক-দুখ-সন্তাপৰ কেৰোণে বিন্ধা দিবলৈ সুবিধা পোৱা নাই। দেখিলে আকৌ সুন্দৰ সুন্দৰ বেঁকা-বেঁকি পাৰ্ক। তাৰ ওচৰে ওচৰে সৰু সৰু গছৰ জোপোহা। তাতে যোৰে যোৰে সোমাই আনন্দত উত্ৰাৱল হৈ হাঁহিৰ টৌ তুলিছে। যেন প্ৰত্যেকে কৈছে আহিছোঁ জীৱন উপভোগ কৰিবলৈ, এনে মধুৰ জীৱন অবাবত চিন্তা, শোক, সন্তাপৰ মেটমৰা ভাৰ ব'বলৈ নহয়। তাই দেখিলে জীৱন আনন্দৰ টৌ। সেই টৌত টুলুংভুটুং কৰি দেহ-তৰি উটি গৈছে অনন্ত অসীমৰ লগত মিলিবলৈ। মৃত্যুৰ বিভীষিকা যেন তাত নাই, শোক-সন্তাপৰ অগ্নিপিণ্ড যেন শীতল সমীৰণ হৈ আগুৱাই নিছে জীৱন-তৰি। তাই দেখিলে এটি মনোৰম সৰোবৰ। তাত যেন প্ৰত্যেকে নাঙঠ-মুণ্ডত হৈ, জাঁপ দি সাঁতুৰি-নাদুৰি আনন্দৰ টৌ তুলিছে। এনে মধুৰ সপোনত বিভোৰ হৈ থাকোঁতে অনন্ত ভাবৰ দোমোজাত জোলোকা-জুলুকি পানী খাইছে। সি ভাবিছে এই ডেকাজন ঠগ নে আচল কোনোবা জ্ঞানী-গুণী প্ৰকৃত শিল্পী। হঠাৎ সি ভাবিলে যিয়ে নহওক সেইটো ভাবি কি লাভ? সি শিল্পকলা সাধনা কৰিব নিজৰ বাউসীৰ বলত; কাৰো ওপৰত আলম দি সি আগ নাবাঢ়ে। আকৌ তাৰ ভাব হৈছে সঙ্গীত, শিল্প, কলা, অভিনয় সকলোতো আনৰ ওপৰত নিৰ্ভৰ কৰি শিকিব লাগিব, নহ'লে আচল পথ পোৱা টান। অৱশ্যে তেনে কৰিব কেৱল অনুকৰণকে নলৈ নিজৰ বুদ্ধি, নিজৰ প্ৰতিভাৰ ওপৰত বেছি ভৰ দিব লাগিব। নিজৰ প্ৰতিভা নহ'লে কেৱল অনুকৰণৰে সম্পূৰ্ণতা লাভ কৰা অসম্ভৱ। কিন্তু তেনে কৰিবলৈ আৰু আন উপায় আছে। এজন অচিনাকি, নজনা-নুশুনা সন্দেহযুক্ত লোকৰ আশ্ৰয় নলৈ ভাৰতত নামজ্বলা কোনোবা শিল্পীৰ ওচৰ চাপি সি সকলো সুবিধা কৰিবলৈ চেষ্টা কৰিব পাৰে।

এনেতে ৰেল আহি ষ্টেচন পাই ৰ'লহি। ডেকাজনে ক'লে, "তেন্তে আপোনালোক নাযায়? মই এই ষ্টেচনত নামিম।"

অনন্তই ক'লে, "এতিয়া নাযাওঁ। সুবিধা হ'লে আন সময়ত আপোনালৈ লিখিম।"

"ভাল কথা। এয়া মোৰ ঠিকনা" বুলিয়েই এটা সৰু কাৰ্ড অনন্তৰ হাতত দিলে। অনন্তই কাৰ্ডৰ নাম দেখিয়েই আচৰিত হ'ল। এনেতে বাহিৰত শব্দ হ'ল "জয় অশোক কুমাৰৰ জয়।" সেই ডেকাজন নমাৰ লগে লগে কত ল'ৰা-ছোৱালীয়ে আহি তেওঁক মালা পিন্ধালে। অনন্তই নাম কাৰ্ডত চায়ে তেওঁৰ পিছ লব ধৰোঁতে হাজাৰ হাজাৰ মানুহে তেওঁক আগুৰি ধৰিলে। অনন্তই বিৰ দিও বাট নোপোৱা হ'ল। ইপিনে ৰেলে উকি মাৰিলে। একো উপায়-নাপায় অনন্ত আকৌ ৰেলত উঠিল। তাৰ ভাব হ'ল যেন সি হাতত বিত পায়ো হেৰুৱালে। সি সেই ৰেলৰপৰা দেখিলে কত জয়ধ্বনি, কত উলহ-মালহ, কত ফুল মালাৰ দ'ম।

(৩৫)

অনন্ত আৰু মাইতীয়ে কলিকতা নগৰীৰ এটা সৰু কোঠাত ৰ'ল। অনন্তই নাম ভৰ্তি হোৱা সময় আগতে উকলি যোৱাৰ কাৰণে এম, এ ত নাম লগাব নোৱাৰিলে। যিয়ে নহওক সি ঘৰলৈ উভতিবলৈ মন নকৰিলে। তাতে ওচৰৰ এঘৰ লোকৰ ঘৰত দুটা ল'ৰাক পঢ়োৱাৰ বাব ল'লে। আনপিনে বিচাৰ কৰি এজন ভাল গায়কৰ সঙ্গী হ'ল। সেই গায়কজনে লাহে

লাহে অনন্তৰ কুঠৰিলৈও অহা হ'ল। অনন্তই তেওঁৰ লগত গীত শিকিব ধৰিলে। মাইতীয়ো অহা হ'ল। অনন্তই তেওঁৰ লগত গীত শিকিবলৈ ধৰিলে। মাইতীয়ো লাহে লাহে তেওঁৰ আগত ওলাই গীত শিকিবলৈ আৰম্ভ কৰিলে। এমাহ নৌযাওঁতে মাইতী আৰু অনন্তই গীত গোৱাত বহুতো উন্নতি কৰিব পাৰিলে। মাইতীক অনন্তই ভালকৈ অসমীয়াও শিকাব ধৰিলে। মাইতী যেন আজি নতুন জগতত, তাইৰ মনে যেন সকলো নতুন দেখে, সকলো জানিবলৈ, সকলো শিকিবলৈ তাইৰ মনে ঢাপলি মেলে। তাই বাটত দেখে তাইৰ সমনীয়া ছোৱালীবিলাকে কাষলতিৰ তলত কিতাপবোৰ লৈ বেগাই যায়। তাই অনন্তক সোধে, এই ডাঙৰ ছোৱালীবোৰ ক'লৈ যায়?

কলেজলৈ পঢ়িবলৈ।

মাইতীয়ে এনে ডাঙৰ ছোৱালীবোৰে পঢ়া বুলি জানি তাইৰো মনে মনে ধাউতি হয় যেন তায়ো পঢ়ে। তাই সোধে কলেজত কিমান পঢ়িলে পঢ়িব পাৰি।

অনন্তই কয়, "আগেয়ে হাইস্কুলত আঠ বছৰ পঢ়িব লাগে তাৰ পিছত কলেজত চাৰি বছৰ।" মাইতীৰ মনত এই আঠ বছৰ যেন বহুতো দীঘলীয়া যেন লাগে। তাই সোধে, "কম দিনতে নোৱাৰিনে?"

"কিয় নোৱাৰিবা? বহুতে ঘৰতে পঢ়ি অলপ দিনতে প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কলেজত সোমায়। মাইতীৰ মনত যেন এটা আশাৰ জিলিঙনি জিলিকি উঠে। তাইৰ ভাব যেন অলপ দিনতে তাই কষ্ট কৰি ঘৰতে পঢ়ি কলেজত আন ছোৱালীবোৰৰ দৰে পঢ়িব পাৰিব। তাইৰ ওচৰৰ ছোৱালীবিলাকে কেতিয়াবা তাইৰ কুঠৰিলৈ আহি কথা পাতে। তাইহঁতৰ কথা তাই ভালকৈ বুজি নাপায়। তাইহঁতে কেতিয়াবা কেতিয়াবা তাইহঁতৰ ভিতৰত ইংৰাজীতে কথা পাতে। তাই তাইহঁতৰ কথাবোৰ শুনি থাকে। একো বুজি নাপায়। তাইৰো ইচ্ছা হয় যেন তায়ো ইংৰাজী শিকি তাইহঁতৰ লগত কথা পাতে। তাইহঁতে তাইৰ লগত বঙালীতে কথা পাতে। মাইতীয়ে ভালকৈ বঙালী ক'ব নোৱাৰিলেও তাই যেন তাইহঁতৰ কথাবোৰ বুজে। ভঙা ভঙা বঙালীৰে তায়ো লাহে লাহে কথা কয়। দিনচেৰেকৰ পিছতে তাই ভালকৈ বঙালী ক'ব পৰা হয়। ছোৱালীকেইজনীয়ে তাইক কয়, তুমিও ইংৰাজী নিশিকা কিয়? তাই কয়, শিকালে শিকিম। এজনী ছোৱালীয়ে কয়, মোৰ তাত সৰু সৰু ইংৰাজী কিতাপ আছে। মই আনি দিম। তাতে পঢ়িব পাৰিবা।

তাই আনন্দত উত্ৰাৱল হয়। মনত হাবিয়াহ জন্মে যেন অলপতে ইংৰাজী শিকিব। দিনচেৰেকতে তাই ইংৰাজী কিতাপ পাই একমনে পঢ়িব ধৰে। সময় পালেই অনন্তৰ কাষত বহি এ, বি, চি, ডি শিকে। অনন্তয়ো আনন্দতে তাইক পঢ়ায়। এখন-দুখনকৈ কেইমাহমানতে তাই ইংৰাজী কিতাপ পঢ়িব পৰা হ'ল। দুই-আষাৰ কব পৰা হ'ল। ছোৱালীবিলাক আহিলে তাই আন কথাৰ লগে লগে ইংৰাজী কিতাপ উলিয়াই তাইহঁতৰপৰা শিকে। অনন্তই দেখিলে তাই পঢ়াত বৰ চোকা। কিন্তু অনন্তই তাই ইংৰাজী শিকাতকৈ হিন্দী শিকিলে বেছি ভাল পায়। অনন্তৰ ইচ্ছা তাই ভাৰতৰ কথাছবিত যোগ দি তাইৰ ভাগ্যৰ পৰিবৰ্তন কৰক। লাহে লাহে তাই ছোৱালীবিলাকৰ লগত নানা ঠাইত ফুৰিবলৈ যায়, অভিনয় চায়, কথাছবি চাই আনন্দত উত্ৰাৱল হয়। তাই যেন আজি এখন নতুন জগতত। আগৰ শোকৰ স্মৃতি আজি তাইৰ মনত নাই। অসমৰ জকাই চুকত থকা গাঁৱৰ গাঁৱলীয়া জীৱনৰ ঠেক ভাৱৰ কথা তাইৰ মনত পৰিলে যেন তাইৰ গা শিঁঞৰি উঠে। তাই ভাবে, যদি অসমীয়া ছোৱালীবিলাকে সুবিধা পায় তেন্তে সকলো বিষয়তে কত উন্নতি কৰিব পাৰে। তাই আজিকালি বঙালী, ইংৰাজী বাতৰি-কাকত পঢ়ে। দেশ-বিদেশৰ কথাৰ সম্ভেদ পায়। অনন্তৰ লগত সেইবোৰৰ কথা পাতে। তাইৰ মনত ফুটো ফুটো হোৱা ভাববোৰ যেন আজি তাই বঙালী ইংৰাজীত সুন্দৰভাৱে প্ৰকাশ কৰে। বঙালী ছোৱালীবিলাকে তাই শিক্ষা নোপোৱা অৱস্থাত কত হাঁহি-মস্কৰা কৰিছিল। অসমীয়া ইমান ডাঙৰ ছোৱালীয়ে পঢ়িব নোৱাৰেনে বুলি তাইহঁতে আচৰিত হৈছিল। অসমত শিক্ষাৰ প্ৰচলন নাই বুলি তাইহঁতে মাজে মাজে ইতিকিং কৰিছিল। অনন্তক কেতিয়াবা

কেতিয়াবা কৈছিল, "দাদা আপনাদের আসামী লোক দি ভূত। সেখানে গেলে সবাকে শুনছি ভেড়া বানায়।" অনন্তই হাঁহি কৈছিল "এৰা ভেড়া কৰে।" ছোৱালীবিলাকে কয়, "তাহলে মাইতী দিদি পড়তে পাৰেনা কেন? আপনি বেচ ইংৰাজী পড়েন, বাঙলা বলেন কিন্তু আপনাৰ বোন কেন কিছু পড়তে পাৰেনা?"

অনন্তই কয় তাই গাঁৱতে ডাঙৰ-দীঘল হোৱা ছোৱালী। গাঁৱত পঢ়োৱা নিয়ম নাই। এতিয়া ইয়াত শিকিব।

বাস্তৱতে ইমান অলপ দিনতে মাইতীয়ে ইংৰাজী বঙলা শিকাৰ কাৰণে বঙালী ছোৱালীবিলাক আচৰিত হৈছিল। তাইইঁতে মাজে-সময়ে কষ্ট কৰি তাইকো বহুতো কথা শিকায়। আজি যেন তাই তেওঁলোকৰ মস্কৰাৰ বস্তু নহয়। তাইৰ চোকা বুধি দেখি তেওঁলোক আচৰিত হয়। দুবছৰতে মাইতীয়ে প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। অনন্তৰ আজি কিমান আনন্দ। কেৱল পৰীক্ষা পাছ কৰাই মাইতীৰ কৃতিত্ব নহয়। তাইৰ নব্য-জগতৰ জ্ঞানো বহুতো বাঢ়িছে। বাহ্যিক জগতৰো মোল পোৱা হৈছে। কলিকতা চহৰৰ ছোৱালীসকলৰ লগত সকলো বিষয়তে সমানে সমানে তাল দিব পৰা হৈছে। গীত-বাদ্যতো বহুতো আগবাঢ়িছে। আজি যেন তাইৰ গীত শুনিবলৈ লগৰ ছোৱালীবিলাকে তাই গাবলৈ কত হেঁচি ধৰেহি। তাইৰ সুমধুৰ কণ্ঠ শুনি সকলোবিলাকে কয়, "মাইতী দিদি যদি সিনেমায় যায় তাহলে সে অনেক নাম কৰতে পাৰবে।" অনন্তই কেতিয়াবা কেতিয়াবা মাইতীক কয়, "মাইতী চিনেমা চাবলৈ কেনে লাগে।"

"বৰ ভাল লাগে। কিন্তু পৰৰ অঙ্গি-ভঙ্গি চাই কি সুখ, আমি অসমীয়া ছোৱালীবিলাকে যদি তেনে কৰিব পাৰিলোহেঁতেন। বাস্তৱতে ককাইদেউ, আমি অসমীয়া ছোৱালীবোৰ কেনে পিছপৰা। মোৰ আগৰ গাঁৱৰ জীৱন মনত পৰিলে কেনে ভাব হয়।"

"কেনে ভাব হয়?"

"এটা ঠেক তৰাং পুখুৰীত আটাইবোৰে ককবকাই থাকি, ইটোৱে সিটোৱে কামোৰা-কামুৰি কৰি থাকি যেন তাতে আকুল হৈ থাকোঁ। নাই বাহ্যিক জগতৰ জ্ঞান। আজি কেওঁ নহ'লেও মই একোখন কিতাপৰ নায়ক-নায়িকাসকলৰ লগত কথা পাতি কিমান আনন্দ পাওঁ। তাত কেৱল আনন্দ, ৰং-ধেমালি হৈছে দুৱাৰ বিয়া নাম গোৱা বা ইটোৱে সিটোৱে কাঁজিয়া-পেচাল কৰি ইটোৰ বাপেক-মাকৰ সিটোৱে শ্ৰাদ্ধ কৰা আৰু নানা অভয়চ গালি-শপনি পৰা। আমি সেই তৰাং পুখুৰীৰ পানীতে লৰি-চৰি পানী সমূলি ঘোলা কৰোঁ। তাৰ ফলত সেই পানীৰ গোন্ধত থাকিব নোৱৰা হয়। আজি মই এসাঁজ নাখায়ো এখন কিতাপ পঢ়ি কিমান আনন্দ পাওঁ।"

অনন্তই ভাবিলে মানুহক যেনেকৈ শৰীৰ পুষ্ট হ'বলৈ খোৱা খাদ্য লাগে, মানুহৰ মনৰ উৎকৰ্ষতাৰ কাৰণে মনৰ খাদ্যও আৱশ্যক। যি দেশত এনে মনৰ খাদ্যৰ অভাৱ সেই দেশ বাহ্যিকত যিমানেই উন্নতি কৰা যেন দেখি আচলতে তেনে নহয়। অনন্তই ভাবিলে ভাৰতৰ প্ৰত্যেক গাঁৱলীয়াই যিদিনা আচলতে শৰীৰ আৰু মনৰ খাদ্য পাই শোক, দুখ, বেজাৰ আহুকালৰ পৰা আঁতৰত থাকিব পাৰিব, অভাৱ-অনাটন নোহোৱা হ'ব সিদিনাহে ভাৰতৰ স্বাধীনতাৰ আচল আদৰ্শ পূৰণ হ'ব। নহ'লে আৰ্থিক উন্নতি হ'লে মানুহে কেৱল গৰু-ম'হৰ দৰে জীৱন-ধাৰণ কৰা অৱস্থাহে হ'ব। মানুহ হিছাপে থিয় হ'ব নোৱাৰিব। অনন্তই ভাবিলে এদিনা সি অশোক কুমাৰক ওচৰত পায়ো হৰুৱালে। কিন্তু তেওঁৰ ঠিকনা পাইছে। আজি মাইতী আৰু সি তেওঁক লগ ধৰিব পাৰিলে বহুতো সুবিধা কৰিব পাৰিব। কিয়নো শিল্প-কলা কি আজি মাইতীয়ে গম পাইছে, গীত-বাদ্য, কথা-বতৰা, ভাৱ-ভঙ্গীত মাইতী বহুতো আগবাঢ়িছে কেৱল এতিয়া সুবিধা পালেই তাই নিজৰ প্ৰতিভা বিকাশ কৰিব পাৰিব।

এনেবোৰ কথা ভাবি থাকোঁতে সিদিনা ৰাতি বহুতোপৰ অনন্ত উজাগৰে থাকিল। অনন্তই ডাঙৰ ডাঙৰ মনীষীসকলৰ কিতাপবোৰ সময়ে সময়ে পঢ়ি তাৰ ভাব হৈছে জগতখন নতুনভাৱে ৰচনা কৰিব লাগিব। কেৱল খোৱা-লোৱাই বা জনম লৈ কোনোমতে পেটত দুটা গুজি আকৌ মৰণক সাৱটি

লোৱাই মানুহৰ কৰ্তব্য নহয়। মানুহৰ জীৱন যে এটা ফুটি উঠা পদুম পাহি তাৰ সজীৱতা,তাৰ সুঘ্ৰাণ, তাৰ সৌন্দৰ্যই দশোদিশ উজ্জ্বলাই তুলিব লাগিব। এনেবোৰ কথা সি ভাবিছে মানুহে থাকিবলৈ ঘৰ কৰে, কিন্তু সেই ঘৰটো কেৱল মূৰ গুজিবলৈ নহয়, সেইটো এনেভাৱে সাজিব লাগিব সেইটো যিমানেই সৰু নহওক সুন্দৰ, দেখনিয়াৰ, মনোমোহা কৰি গঢ়িব লাগিব। তাৰ চাৰিওফালে সৰু ফুলনি, মনোহৰ কুঞ্জলতা, চিকোণোৱা ফল-ফুলৰ বাৰী কৰি মানুহৰ মন আকৰ্ষণ কৰিব পৰা, মন -প্ৰাণত শান্তি দিব পৰা, জিৰণি আৰু কৰ্ম মন্দিৰ কৰি গঢ়িব লাগিব। সি ভাবি ভাবি থাকোঁতে তাৰ মনত জগতৰ ধৰ্মবোৰৰ সম্বন্ধে ভাব আহিল। সি ভাবিলে এনেবোৰ সৰু সৰু পুখুৰী কিয়? এইবোৰে মানুহৰ মন অলপো উৎকৰ্ষ নকৰি কেৱল সেইবোৰৰ বোকা-পানীতে লেটি-পেটি কৰি আকৌ ইটোৱে-সিটোৰ ওপৰত হিংসা দ্বেষৰ আকাৰ সৃষ্টি কৰি মানুহক জোলোকা-জুলুকি পানী খুৱাইছে। তাতে আকৌ নানা আচাৰ-নীতি নানা কল্পনাৰ ভয়ৰ সাগৰ, স্বৰ্গ, নৰকৰ সৃষ্টি কৰি নেদেখা ঈশ্বৰ, পৰজন্মৰ সুখ-সম্ভোগৰ কথাত পাজী তৰি মানুহৰ মুকলিমূৰীয়া মনটো ঠেক গুহাত সুমুৱাই কি কৰোঁ, কি নকৰোঁ অৱস্থাত পেলাই এই জীৱনৰ সুখ, শান্তি, সৌন্দৰ্য-বোধ, কৰ্মৰ আনন্দ সকলো নোহোৱা কৰিছে। অনন্তই ভাবিলে জীৱন আৰু মৰণ এই দুটাই আচল বস্তু। তাৰ আগ-পিছ নাই। অনন্তই ভাবিলে এই জীৱনতে সুখ শান্তি পোৱাই মানুহৰ আচল কৰ্তব্য, নহ'লে জীৱনৰ আচল উদ্দেশ্য সাধন নহৈ পৰজন্মৰ নানা কল্পনাৰ হা-হুমুনিয়াহ কাঢি, অলীক ঈশ্বৰত লীন হোৱা নানা কল্পনাত সাঁতুৰি-নাদুৰি লাভ নাই। আকৌ নানা জাতি-অজাতি, নানা ধৰ্মৰ খেলি-মেলি কৰিয়ো সংসাৰখন মাছভজা খোলা কৰি হাহাকাৰ সৃষ্টি কৰাও মিছা। সি ভাবিলে সুন্দৰ জগত, তাত যি অৱস্থাতে নাথাকক সুন্দৰভাৱে সজাই পৰাই আনন্দৰ ঢৌ খেলি খেলি জীৱনৰ টুলুং-ভুটুং নাওখনি বাই যাব। ঢৌ আহিলে তাত নাচিব। ডকা-চাকনৈয়াত পৰি সেই নাও পানীৰ তললৈ গ'লেও হাঁহি হাঁহি অথাউনি পানীতে জীৱন লীলা সামৰিব। দুখ-বেজাৰ, চকুপানী মচা, হা-হুমুনিয়াহ, জগতৰ পৰা দূৰ কৰিব লাগিলে লাগে মানুহৰ মনৰ উৎকৰ্ষতা, কৰ্মৰ জয়ঢোল নহয়। শান্তি আনন্দ আনিব লাগিলে নালাগে তাত ধৰ্মৰ মেটমৰা আচাৰ-নীতি, লাগে মনৰ সজীৱতা, প্ৰফুল্লতা। বিৰাট ব্ৰহ্মাণ্ডৰ ওপৰত থকা ঈশ্বৰৰ ভাবৰ উপলব্ধি কৰিবলৈ লাগে সকলোকে সাবটি ল'ব পৰা প্ৰাণ, প্ৰেম, দয়া-কৰুণাৰে ভৰা কোমল মন, নালাগে ধ্যান, সাধনা বা নিৰ্জন বননি বা সূৰ্যৰ জিলিঙনি সোমাব নোৱৰা গুহা, পৃথিবী জয় কৰিবলৈ নালাগে ৰণ-বিদ্ৰোহ বা এটমবোমাৰ সৃষ্টি, লাগে প্ৰত্যেকৰ অন্তৰৰ অতি ক্ষুদ্ৰ প্ৰদেশত বিৰাট নৰ-নাৰায়ণ সেৱাৰ ভাব মূল। নিজক ডাঙৰ বোলাবলৈ নালাগে বৃহৎ বৃহৎ অট্টালিকা, ডাঙৰ ডাঙৰ পদবী, লাগে কেৱল কৰ্মৰ ফেনে-ফোটোকাৰে ভৰা তৰঙ্গৰ উলহ-মালহ। এনেবোৰ কথা ভাবি থাকোঁতে হঠাৎ তাৰ চকু পৰিল মাইতীলৈ। মাইতীয়ে তেতিয়া নিজৰ শোৱা-পাটীত গভীৰভাৱে টোপনিত পৰিছে। সেই সময়ত যেন মাইতীৰ ৰূপ-যৌৱন, চকুৰ মনোমোহা আকৰ্ষণী শক্তি, জ্ঞানৰ উজ্জ্বল ভাব, শিল্প সাধকৰ গাম্ভীৰ্য মূৰ্তিয়ে মাইতীক সুন্দৰতকৈও সুন্দৰ কৰিছে। সেই দৃশ্যত যেন অনন্তই এটা নেদেখা প্ৰতিমূৰ্তি দেখিলে, য'ত আছে স্পন্দন কিন্তু নাই দেহৰ লৰচৰ। সেই মোহন মধুৰ মূৰ্তি দেখি অনন্ত বিভোৰ হ'ল। যেন কিবা এটা ভাবে তাক কোনোবা ৰাজ্যলৈ লৈ গ'ল। সি ক'ব নোৱৰাতে সৃষ্টিৰ এটা অপৰূপ-ৰূপ তাৰ চকুৰ আগত পৰি সৌন্দৰ্যৰ মধুৰ খনি তাৰ আগত আপোনা-আপুনি বিকাশ হ'ল। সি সেই মূৰ্তি চাই ধ্যানমগ্ন ঋষিৰ দৰে চাই থাকিল। তাৰ চকুৰ সৌন্দৰ্যৰ প্ৰত্যেক অণু-পৰমাণু যেন আপোনা-আপুনি ভাঁহি পৰিল। সি দেখিলে সেই পদুম পাহিৰ দৰে মুদা মধুৰ চকুযুৰিত শান্তিৰ খেলা। সি দেখিলে সেই হাঁহো হাঁহো মুখখনিত সৌন্দৰ্যৰ প্ৰতিভা। সি দেখিলে সেই উদং বুকুত খেলা কৰা সুন্দৰ স্তন যুগলৰ অপৰূপ-ৰূপ। সেই স্তন এটিৰ কাষত এটা ক'লা তিলে যেন সেই ৰূপসৌন্দৰ্যত শিল্পীৰ কাৰুকাৰ্য পূৰ্ণ কৰি তুলিছে। সি দেখিলে গভীৰ টোপনিত

আউল-বাউল চুলিটাৰত কত সৌন্দৰ্যৰ বিকাশ। অনন্তই ভাবিলে সি দেৱী মন্দিৰত নে পাৰ্থিৱ জগতৰ অপৰূপ সৌন্দৰ্য বিকাশ হোৱা এখনি মনোৰম ৰাজ্যত। সি ক'ব নোৱৰাতে লাহে লাহে এখুজি-দুখুজিকৈ তাইৰ শোৱা-পাটীৰ কাষ চাপিল। যেন বিচিত্ৰ সৌন্দৰ্যৰ মনোমোহা মূৰ্তিৰ স্পৰ্শয়ে জগতৰ অতুলনীয় আনন্দ। সি সেই টোপনিত লালকাল হৈ থকা ৰাঙলী গাল দুখনিত যেন দেখিলে সজীৱ গোলাপৰ ৰাঙলী আভা। অনন্তই ভাবি ৰ'ল, এনে সৌন্দৰ্যত কি জগতে দিয়া কলংক কালিমাৰ সভ্যতা থাকিব পাৰে? সি ভাবিলে এনে মাধুৰ্য এনে অপৰূপ সৌন্দৰ্য কি জগতে নেওচি সমাজে বাহ্যিক ৰীতি-নীতিৰ দোহাই দি দূৰতে ছেই ছেই কৰিব পাৰে। তাৰ ঠেক সমাজৰ ওপৰত খং উঠিল। তাৰ জগতৰ চলন্ত ৰীতি-নীতিৰ ওপৰত ঘৃণা হ'ল। সি মানৱ জাতিৰ অজ্ঞানতাত কৰা নানা অত্যাচাৰৰ ওপৰত বিৰক্তি ভাব জন্মিল। সি ভাবিলে মানুহে নাভাবে আচলতে কাৰ কি গুণ, ৰূপ, সৌন্দৰ্য মানুহৰ বাহিৰ অন্তৰত বিৰাজ কৰিছে, সেয়ে সুবিধা পালে মানুহৰ প্ৰতি অঙ্গত বিকাশ হৈ পৰে। মানুহে জানে মাথোঁ পৰৰ অলপ দোষ, অলপ খুঁতৰ জয়ঢোল বজাই সেই বিকাশ হ'ব পৰা সৌন্দৰ্য ফালি-ছিঙি পাহ পাহ কৰি মষিমূৰ কৰিবলৈ। সি ভাবিলে যদি সমাজৰ নিয়ম পালি আজি মাইতী সমাজৰ বাহিৰ হৈ কোনোবা পাশৱিক আচৰণৰ লোকৰ হাতত পৰিলহেঁতেন তেন্তে তাইৰ এনে বিকাশ কি সম্ভৱ হ'লহেঁতেন? তাইৰ সকলো সৌন্দৰ্য, গুণ, প্ৰতিভা জানো অথলে জঁয় পৰি নগ'লহেঁতেন। সি ভাবি থাকোঁতে হঠাৎ ক'ব নোৱৰাতে তাৰ হাতখনিয়ে তাইৰ আউল-বাউল হৈ পৰি থকা চুলি কেইডালমান লাৰিব ধৰিলে। সেই স্পৰ্শত যেন তাৰ গোটেই গাতে এটা বিজুলী সোঁত বৈ গ'ল। যেন সজীৱ সৌন্দৰ্যৰ স্পৰ্শয়ো মানুহৰ প্ৰতি সিৰে সিৰে নৱ যৌৱনৰ শক্তিৰ প্ৰৱাহ বোৱাই জগতত নতুন জীৱন সঞ্চাৰ কৰে। তাৰ ইচ্ছা হ'ল যেন তাইৰ গালত থকা সেই ৰাঙলী গোলাপৰ সজীৱ আভা অকণি আনি তাৰ অন্তৰত আন্ধাৰ গুহা উজ্জ্বলাই তোলে। যেন বেঁকা সেই ক'লা ভ্ৰূ যুগলেৰে সি ফুল-ধেনু সাজি কুঞ্জ বনে বনে ফুৰে। হঠাৎ তাৰ হাতে তাইৰ কোমল দেহ স্পৰ্শ কৰিলে। তাৰ গোটেই শৰীৰ যেন এটা প্ৰবল ভূমিকম্পই কঁপাই তুলিলে। মানুহে মানুহৰ দেহ স্পৰ্শত যে তাৰ ভৱিৰ পৰা মূৰলৈ জোকাৰি তুলিব পাৰে সেইটো সি জনা নাছিল। সি কেতিয়াবা বিজুলী বন্তি জ্বলোৱা তাঁৰত হাত পৰি গোটেই গা শিয়ঁৰি উঠা অভিজ্ঞতা আছে কিন্তু এনে অভিজ্ঞতা নাই য'ত অনাৰ্তাৰে মানুহৰ দেহ মনত কঁপাই প্ৰবল ভূমিকম্পৰ সৃষ্টি কৰিব পাৰে। অনন্তই ভাবি থাকোঁতে মাইতীয়ে সাৰ পাই অনন্তক তেনেভাৱ একেবাৰে ওচৰতে বহা দেখি আচৰিত হৈ ক'লে, "কি হ'ল ককাইদেৱ?" সেই আষাৰ মাতে অনন্তৰ মূৰত যেন সৰগ ভাঙি পেলালে। অনন্তই বজ্ৰপৰা মানুহৰ দৰে কেৱল ৰ' লাগি ৰ'ল। মুখত এষাৰো কথা নোলাল।

মাইতীয়ে তেওঁৰ মুখৰ সমিধান নাপাই ততালিকে উঠি তাৰ পৰা কাষৰ হ'ল। কিন্তু তাইৰ মনত যেন কিবা এটা ভাবে খকাখুন্দা লগালে। তাই ভাবিলে তাই গভীৰ টোপনিত পৰি থকা অৱস্থাত অনন্তই তাইৰ কাষ কিয় চাপিছে, কিয় তাইৰ গাত হাত দিছে, আকৌ তাই উঠি কথা সোধাত কিয় একো সমিধান নিদিলে? যিমানেই তাই ভাবিব ধৰিলে সিমানেই যেন কত ক'লা চিত্ৰ তাইৰ মনত দেখা দিলে। তাই যেন চিত্ৰবোৰ মচিবলৈ হাজাৰ চেষ্টা কৰিও মচিব নোৱাৰিলে বৰং আৰু বেছিকৈহে উজ্জ্বলি উঠিল, তাই ঘৰৰ ভিতৰৰে ই কুঠৰিৰ পৰা সি কুঠৰিলৈ ঘূৰি ফুৰিব ধৰিলে কিন্তু তাইৰ মনৰ পৰা সেই ভাব আঁতৰ নহ'ল। কিয়,কিয় কাৰণ কি? যেন এই ভাবটোৱে আদাম আৰু ইভে খোৱা সোণালী গছৰ ফল খাই যি পতন হৈছিল তেনেভাৱে তাইকো কেৱল এটি মুহূৰ্তৰ ঘটনাই যেন তাইক ক'ৰবাত উটুৱাই ভঁহাই নি ক'ৰবাৰ নৰক ৰাজ্যত থাপিলে হঠাৎ যেন তাই কলে নাই, নাই অসম্ভৱ। অনন্ত ককাইদেৱ তেনে হ'ব নোৱাৰে। আজি ইমান দিন তেওঁৰ লগত আছোঁ ক'তা এষাৰো তেনে কথা কেতিয়াও তেওঁ প্ৰকাশ কৰা নাই। হয়তো তেওঁ কিবা কাৰণে মোৰ কাষলৈ গৈছিল। কিন্তু সেইবুলি

তেওঁক তেনেভাৱে ভবা সম্পূৰ্ণ অন্যায় হৈছে তাই ভাবিলে গাখীৰত গোবৰ পেলাই মই গোটেই গাখীৰ নষ্ট কৰিবলৈ ওলাইছোঁ। এয়া কেৱল মোৰহে মনৰ ভ্ৰান্তি। মই তেওঁক দুনাই একো নোসোধাকৈ এনেবোৰ ভাবত ওপঙি ফুৰা ভুল হৈছে। শালগ্ৰামত বাঢ়নিৰ ছিটিকনি পেলাইছোঁ। তাই ভাবিলে তাই অনন্তক ক্ষমা খোজেগৈ। যি অনন্তই তাইক ঠেক পুখুৰীৰ পৰা আঁজুৰি আনি সমাজ ৰাক্ষসৰ কৰাল গ্ৰাসৰ পৰা উদ্ধাৰ কৰিছে, জ্ঞানৰ আলোৰ সন্ধান দিছে তেওঁ ৰক্ষক, ভক্ষক হ'ব নোৱাৰে। তেওঁ মোৰ কোনো অন্যায় কৰিবলৈ বুলি যোৱাটো সম্পূৰ্ণ আচৰিত। তেনেভাৱে ভাবিলেও যেন তাই অনন্তক ক্ষমা খুজিবলৈ যাব নোৱাৰিলে। যেন আজি অনন্তৰ আগত থিয় হোৱাটো তাইৰ পক্ষে অতি কঠিন ব্যাপাৰ হৈ পৰিছে। তাৰ কাৰণ কি? কি হ'ল, কি ঘটিল? ক'তা তাইতো শোৱা-পাটিলৈ যোৱাৰ আগেয়েও তাই অনন্তৰ আগত হাঁহি-মাতি ৰং-ধেমালি কৰি কথা কৈছিল, কত কথাৰ গৱেষণা তেওঁৰ লগত কৰিছিল। এটা মুহূৰ্তত কি অঘটন ঘটিল যে তাই তেওঁৰ লগত ওলাবলৈ ইমান ভয়-সঙ্কোচ লাজ কৰিছে। তাইৰ ভাব হ'ল যেয়ে তাইক ইমান মৰম কৰে, যেয়ে তাইক এখন নতুন জগতৰ মোল বুজিবলৈ দিলে, তাইৰ ভালৰ কাৰণে সকলো প্ৰকাৰে চেষ্টা কৰে আজি যাৰ অবিহনত তাই দলাৰ বগৰীৰ দৰে ক'ত বাগৰি ফুৰিব লাগিলহেঁতেন সেইটোৰ ঠিক নাছিল তেনে এজন লোক মুহূৰ্ততে তাইৰ কাষত বহিল বুলি তেওঁৰ সম্বন্ধে এনেবোৰ কুৎসিত ভাব অনা জানো তাইৰ যুগুত হৈছে। তাই ভাবোঁতে মনত পৰিল আগৰ জীৱনৰ কথা। ক'তা এদিনতো তাই অলপ কথাতে ভোলগৈ জীৱনৰ সকলো নষ্ট কৰিবলৈ ওলাইছিল, সেই অধম পশু জ্ঞানৰ মোল নোপোৱা কেৱল পাশৱিক আচৰণত তৃপ্তি পোৱা ডেকাজনৰ লগতে তাই সকলো কুকৰ্ম কৰি জীৱনত সকলো লাঞ্ছনা, গঞ্জনা, ইষ্ট-কুটুমৰ গৰিহণা মূৰ পাতি লৈছিল– ক'তা সিদিনাতো তাই অলপো বেয়া-ভাল কথা ভবা নাছিল। কিনতু আজি কিয় অলপ কথাতে তাই বিশ্ব-ব্ৰহ্মাণ্ড ভাবি ভৰ নোপোৱাত পৰিছে। এদিনা তাইৰ সমাজলৈ ভয় আছিল, পিতৃ-মাতৃৰ গৰিহণালৈ সঙ্কোচ আছিল, নিজৰ বিধৱা ব্ৰত নষ্ট হ'ব বুলি পদে পদে, ক্ষণে ক্ষণে ভাবিছিল, লগৰ লগৰী, ডাঙৰ-সৰুৱে কিবা ক'ব বুলি ভয় কৰিছিল, ধৰ্ম নষ্ট হোৱাৰ ভয়ত কঁপিছিল কিনতু তেতিয়াও তাই এনে দুঃসাহসেৰে তেনে অপকৰ্মত আগবাঢ়িছিল। আজি সমাজ নাই, পিতৃ-মাতৃ কত দূৰৈত, লগৰ লগৰীবোৰে একো ক'ব নোৱাৰে, ধৰ্ম ভয় আগেয়ে নষ্ট হৈছে, বিধৱা ব্ৰত কাহানিয়ে অন্ত হ'ল; কিন্তু আজি কিয় এনে অলপ কথাতে ভয়-সঙ্কোচ! তাই নিজে নিজে ভাবি আচৰিত হ'ল। তাই আকৌ ভাবিলে তাইৰ কলুষ মন আজিলৈ নিৰ্মল হৈ উঠিব পৰা নাই, যেয়ে অনন্তৰ নিচিনা এনে হিতৈষী, ওখমনা, জ্ঞানী-গুণী লোককো তাইৰ নীচ মনে নীচ বুলি ভাবিছে। তাই নিজে নিজে লাজ পালে। তাই ততালিকে উঠিল যেন ততালিকে অনন্তক লগ ধৰি সকলো কথা, তাইৰ নীচ ভাব সকলো হিয়া উদঙাই কৈ অনন্তক ক্ষমা মাগে। তাই কুঠৰি সোমাই দেখে অনন্ত তাত নাই। অনন্ত কলৈ গ'ল?

(৩৬)

মাইঅীয়ে ততালিকে শোৱা-পাটীৰ পৰা গুচি যোৱাত অনন্তৰ মনত যেন নানাভাৱে খকা-খুন্দা লগালে। অনন্তই ভাবিলে সি কি কৰিলে, তাৰ মুহূৰ্ত ভুলত কি অঘটন ঘটিল। মাইতীৰ মনত ইমান দিন যি শ্ৰদ্ধা, ভক্তি তালৈ মান-সম্ভ্ৰম আছিল, তাক কত ভাল বুলি ভাবিছিল কিন্তু ক্ষন্তেক ভুলতে তেনে সকলো ভাব চুৰমাৰ হ'ল। মাইতীৰ মন-দাপোণত তাৰ কেনে কুৎসিত মূৰ্তি ফুটি ওলাল। অনন্তই ভাবিলে সি কি কৰিলে? যদিও দেখোঁতে একো হোৱা নাই, কিন্তু তাইৰ টোপনিৰ অৱস্থাত তেনেভাৱে ওচৰত বহি তাইৰ চুলি লৰা-চাৰা কৰা, তাইৰ দেহ স্পৰ্শ কৰা কি অপমানৰ কথা। অনন্তই ভাবিলে এই ভুলতে মানুহৰ মনৰ পৰা কিমান আঁতৰ হয়। অৱশ্যে কথাটো সৰু হ'লেও আচলতে তাৰ মনত চঞ্চলতাই ঠাই পাইছিল,

তাৰ মনত খন্তেক উত্তেজনাই তাক বহু তললৈ নমাইছিল তাত সন্দেহ নাই। তেন্তে শিক্ষিতা, জগতৰ আও-ভাও বুজা মাইতীয়ে তাক ক্ষমা কৰিব কিয়? এদিনা মাইতীয়ে শিক্ষাৰ অভাৱত ঠেক সমাজৰ গুণত, সাধাৰণ প্ৰলোভনত ভুলি বহুতো তললৈ নামিছিল সঁচা কিন্তু আজিৰ মাইতী কিমান ওখ খাপত, তাইৰ মান-সম্ভ্ৰমৰ স্থান কিমান বেছি। সি ভাবিলে এই ক্ষন্তেকৰ উত্তেজনাত তাৰ অন্তৰেৰে ভাল পোৱা মাইতীয়ে যে তাক ৰক্ষকৰ ঠাইত ভক্ষক বুলি ভাবিব। সি কি কৰিলে? তাৰ সকলো মান-সম্ভ্ৰম এক মুহূৰ্ত্ততে যে চুৰমাৰ হ'ল। সি যিমানেই ভাবিলে সিমানেই যেন তাৰ ভাব হ'ল মাইতীৰ আগত সি কেনেকৈ মুখ দেখায়? সি সেই ভাবিয়ে ততালিকে কুঠৰিৰ আন এখন দুৱাৰেৰে বাহিৰ হৈ গ'ল। সি যেন আজি অনন্ত ভাবত ব্যাকুল। ওপৰৰ শ শ তৰাই ভালুকি-ভালুকি কৰি যেন তাক উপলুঙা কৰিব ধৰিছে– তুমি সমাজৰ পৰা ফুল পাহি আনি পাহ পাহ কৰিবলৈ অলপো সঙ্কোচ নকৰিলা। সি যেন দেখিলে তাক দেখি উজ্জ্বল জোনটিয়ে মেঘৰ আঁৰত লুকাই পৰিল। বিৰাট কলিকতা চহৰৰ দিনত ঘটা হাজাৰ হাই-উৰুমি কোঢ়াল সকলো নিস্তব্ধতাত বুৰ গৈ তাৰ কুৎচ কামৰ কথাই ভাবিছে। সি ভাবিলে ওপৰত যি বিজুলী চমক মাৰিছে সেয়ে যেন তাক সোঁৱৰাই দিছে আন্ধাৰত বাট দেখুওৱা মই বিজুলী, কিন্তু মানৱ সমাজক আন্ধাৰত বাট দেখুৱাবলৈ তোমাৰ পোহৰ ক'ত? সি ভাবি ভাবিয়ে কিমান দূৰ গ'ল সেইটোলৈ তাৰ ভাব নাই। সি যেন আজি অনন্তৰ পথিক। তাৰ যি খেৰকুটা সম্বল আছিল সিও যেন তাৰ দোষতেই ঠেক ছিঙি তাক অথাউনি পানীত পেলাই দিলে। তাৰ যে আজি আপোনবোলা কেও নাই। সি গাঁও- ভুঁই এৰিছে, পিতৃ-মাতৃ ভনীৰ কথা পাহৰিও ইমানদিনে আনন্দ সাগৰত সাঁতুৰি আছিল, তাৰ নিজৰ ভৱিষ্যতলৈ অলপো মন নকৰি তাৰ জীৱনতৰি বাই নিছিল, কিন্তু আজি যেন এই বহল জগতত সি অকলশৰীয়া। তাৰ দেহ যেন মেটমৰা ভাৰ সি কি কৰিব? কলৈ যাব? তথাপি সি আগবাঢ়িছে। হঠাৎ তাৰ ভাব হ'ল সি জানিবা গলেই, কিনতু তাৰ অবিহনত মাইতীৰ কি হ'ব? এনে অচিনা-অজানা বহল কলিকতা নগৰীত যে তাইৰ কেওঁ সহায় সম্বল নাই। তাই যে কেৱল তাৰ সাহসতেই ভৰ দি জীৱনৰ দিনকেইটা কটাইছে। সমাজচ্যুতা, পিতৃ-মাতৃৰ এলাগি, লগৰ লগৰীৰ পৰা আঁতৰ হোৱা, ধৰ্ম-কৰ্ম শূন্যতাই যে কেৱল ইমান দিনে সকলো শোক-দুখ পাহৰি তাৰ বলতেই আনন্দেৰে ৰং-ধেমালি কৰি নতুন জীৱনত ভৰি দিছে। কিন্তু তাৰ অবিহনত যে তাই সমূলি নিঠৰুৱা হৈ দলাৰ ৰগৰীৰ দৰে ক'ত বাগৰি ফুৰিব। যিমানেই তাইৰ নিঃসহায় অৱস্থাৰ কথা ভাবিলে সিমানেই তাৰ নিজৰ ওপৰত ঘৃণা উপজিল। সি কি কৰিলে? এতিয়া কি কৰিব? ভাবি ভাবি গৈ থাকোঁতে দেখিলে এঘৰত কালী-পূজা কৰিব ধৰিছে। এনে গভীৰ ৰাতিতো বহুতো মানুহ তাত জুম বান্ধিছে। বামুণে মন্ত্ৰ পাঠ কৰিছে। বলিকটাই বলি কাটিবলৈ আয়োজন কৰিছে। সি কালী মূৰ্ত্তিৰ ভীষণতা চাই সেইপিনে থৰ হৈ ৰ'ল। তাৰ ভাব হ'ল এনে নৃমুণ্ডমালিনী, হাতত ভীষণ খড়্‌গ, মেলা ৰাঙলী জিভা, আধা নাঙঠ অৱস্থা, চুলি আউল বাউল, গোটেই গা ক'লা, এনে ভীষণ মূৰ্ত্তি সৃষ্টি কৰি আন্ধাৰ ৰাতিৰ গভীৰতা আৰু গভীৰ কৰি তুলিছে। তাৰ মনত ভাব খেলালে এনে মূৰ্ত্তি সৃষ্টিৰ বা পূজাত কিবা সৌন্দৰ্য্যবোধ আছেনে নাই, নে মানুহে কেৱল চলন্তি নিয়মে যুগ-যুগান্তৰ পূজা কৰি আহিছে। মানুহে কেৱল মঙ্গল আশাত এনে পূজা কৰি গৈছে। সি চাই থাকোঁতে থাকোঁতে যেন দেখিলে সেই মূৰ্ত্তিয়ে হাতত ভীষণ খড়্‌গ লৈ নাচিব ধৰিছে। প্ৰতি খোজত যেন সংহাৰ মূৰ্ত্তিৰ প্ৰকাশৰ লগে লগে দশোদিশ উজ্জ্বলতকৈও উজ্জ্বল হৈ উঠিছে। সি ভাবিলে হিন্দুৰ কত ধৰণৰ পূজা, কতা মূৰ্ত্তি, আকৌ মূৰ্ত্তিবিহীন নিৰাকাৰৰ কেনে কল্পনা? এনে নানা খেলি-মেলিৰ মাজত হিন্দুৰ ঐক্য ভাৱৰ মূল ক'ত? নানা মূৰ্ত্তি পূজা আৰু অদ্বৈতবাদ, নানা আকাৰৰ উপাসনা আকৌ নিৰাকাৰৰ কল্পনাত সামঞ্জস্য কি আছে? সি ভাবি ভাবি বিভোৰ হ'ল সি ভাবিলে ভীষণতাৰ প্ৰতিমূৰ্ত্তি আৰু সুন্দৰতকৈও সুন্দৰ মূৰ্ত্তি আগত লৈ পূজা কৰাৰ কি পাৰ্থক্য? সি ভাবিলে সি সৌন্দৰ্য্যৰ

উপাসক, সি বিশ্বৰ কল্যাণৰ সাধক। কিন্তু সিয়ে আকৌ সমাজৰ বিভীষিকা ৰীতি-নীতিত ঘটা শোকপূৰ্ণ সৰলা মাইতীৰ ভাৱত আকুল। বিশ্বৰ সকলো চিন্তা এৰি কেৱল এজনী ভেলেঙী পহুৰ ভাল-বেয়া অৱস্থাৰ কথা ভাবি বিভোৰ। তাৰ মনত পৰিল এদিন সি দুনীয়াৰ দুখী জীৱনত আকুল হৈছিল; আকৌ আন এদিন মালতীৰ সৰল ভাৱত বিভোৰ হৈছিল। বিশ্ব মানৱৰ কথা পাহৰি সেই দুজনা মূৰ্তিৰে সকলো সুখ-দুখৰ কথা ভাবি ভাবি সি বিতত হৈছিল। আকৌ আজি সেই দুয়োটা স্মৃতি অতীতৰ আন্ধাৰ জয় পৰি গৈ উজ্জ্বলাই তুলিছে মাইতীৰ সুখ-দুখৰ কত চিত্ৰপট। সি মাইতীৰ ওপৰত কৰা সমাজৰ অত্যাচাৰত তাৰ হিয়া পমি গৈ আঁকোৱালি লৈছিল এজনা অচিনা-অজানা, নজনা-নুশুনা মূৰ্তি। তাৰ হৃদয় কমলত ফুটি উঠিছিল শত সহানুভূতি বেথাৰ সুৰ পাহি। সমাজৰ কাঁইটৰ মাজৰ পৰা আঁজুৰি আনিছিল সেই সজীৱ গোলাপ কলি। সময়ৰ লগে লগে সেই ফুল পাহি সকলো ৰূপে পূৰ্ণ হৈ তাৰ অন্তৰত উলহ-মালহ তুলি তাক নচুৱাই তুলিলে যেন শিল্প সাধনাৰ মন্দিৰৰ যাত্ৰী কৰি। কিন্তু ক্ষন্তেকতে সকলো চুৰমাৰ হ'ল। সেই মন্দিৰৰ মূৰ্তি যেন সি চুৰা কৰি শিল্প সাধনাত আঁকিলে ভীষণ মূৰ্তি, তাইৰ প্ৰত্যেক অঙ্গ, প্ৰত্যেক আওভাৱে যেন তাৰ হৃদয় আকাশত উজ্জ্বলাই তুলিলে অন্ধকাৰৰ ভীষণতা বেগি আঁউসীৰ সেই কালী মূৰ্তি। যেন সেই মূৰ্তিয়ে প্ৰত্যেক নাচোন ভঙ্গিত ক'লে, "ভীষণতা, ভীষণতা," এই ভীষণ সংসাৰৰ চাকনৈয়াত পৰি মানুহে জোলোকা-জুলিকি পানী খাব ধৰিছে। শোক, দুখ, বিবাদ, বেজাৰ হা-হুমুনিয়াহৰ সাগৰত বুৰ মৰাই মানুহক প্ৰতি পলে পলে জীৱন অসাৰ কৰি তুলিছে। কিন্তু সেই ভীষণ মূৰ্তি আৰু মানুহে পূজা কৰি আনন্দ-উৎসৱ, উলহ-মালহ পায়। সি ভাবিলে তেন্তে ভীষণ সংসাৰৰ মূৰ্তিলৈ ভয় কি? সেই ভীষণ মূৰ্তি আগত লৈ সি নাচিব, হাঁহিব আনন্দ কৰিব। সেই মূৰ্তিৰ চকুৰ পলকে পলকে সি উপলব্ধি কৰিব আনন্দ, উলহ, নৃত্য ভঙ্গি। ভীষণতাত সি ৰূপ দিব সৌন্দৰ্য শিল্পীৰ কাৰু-কাৰ্য। ভয়ঙ্কৰ সংসাৰ সি কৰিব আনন্দৰ মোহন মন্দিৰ। সি ভাবিলে এই অনিত্য সংসাৰত সকলো হৰণ কৰে মহাকালে। কিন্তু মহাকালৰ ওপৰতো এই মহাকালীয়ে নৃত্য কৰি জগতক দিয়ে নিত্য-সনাতনী অমৃতৰ সন্ধান। য'ত নাই মৃত্যুৰ বিভীষিকা, য'ত নাই ধ্বংসৰ উত্তাল তৰঙ্গ। য'ত আছে ভীষণতাৰ ওপৰতো তাণ্ডৱ নৰ্তন। সি যেন আৰু থিৰেৰে থাকিব নোৱাৰিলে। সি ভাবিলে অমৃতৰ সন্ধানকাৰী এই মৰ্ত্য মানৱে কিয় সংসাৰৰ ভীষণতাত পৰাজয় মানি মৃত্যুক আলোৱালি ল'ব? সি ভাবিলে তাৰ জন্ম সৃষ্টিৰ উপকৰণ বিচাৰিবলৈ, ধ্বংস পথৰ সি যাত্ৰী নহয়। সি সমাজৰ শত বিষ ফেনা, মায়া-মোহৰ শত প্ৰলোভন, ৰূপ-যৌৱনৰ শত উত্তাল তৰঙ্গ জয় কৰি সাজিব সৌন্দৰ্য শিল্পীৰ মনোহৰ মন্দিৰ। মৰ্ত্য জগতত কৰিব নিত্যৰ খেলা। শোক-দুখ ভীষণতা, ধুমুহা সকলো জয় কৰি সি নাচিব, কেৱল নাচিব আনন্দৰ সহচৰেহে।

এনেবোৰ নানা ভাৱৰ খেলি-মেলিতে সি দেখিলে বলি কটাই ক'লা ছাগলী এঘাপে কাটিলে। মূৰটো বামুণে গোঁসানীৰ আগত থলে নি। সি দেখিলে নৃশংসতা নিদাৰুণ কঠিন হৃদয়। এনে কঠিনতা কিহৰ কাৰণে? পূজাৰ সৌন্দৰ্যত এয়া কি বিভ্ৰাট? তাৰ মনত পৰিল বৈষ্ণৱ ধৰ্মৰ কোমলতা। য'ত নাই প্ৰলয়ৰ বিভীষিকা, ধ্বংসৰ ছবি, আছে সৌন্দৰ্য উপলব্ধি। সি ভাবিলে এনে প্ৰলয়ৰ দৃশ্য অন্ত কৰি বিশ্ব জগত সৌন্দৰ্যৰে ভৰপূৰ কৰিবলৈ তেনে বৈষ্ণৱ ধৰ্মৰ সৃষ্টি। আকৌ তাৰ মনত পৰিল সেই ধৰ্মৰ উদাসীনতা। সকলোতে নিস্পৃহতাই জানো গঢ়ি তুলিব পাৰে সম্পূৰ্ণতা। সি ভাবিলে এই বিশ্বজগতে মোক আগুৰি আছে। ইয়াতে সৌন্দৰ্য ভাল-পোৱাৰ সৃষ্টি নকৰি পৰজন্মৰ সুখৰ আশাত জানো সকলোতে উদাসীন হৈ বিশ্বসৌন্দৰ্য গঢ়িব পাৰি? কৰ্মময় জীৱন গঢ়াত জানো এইভাৱে উপকৰণ যোগাব পাৰে? সি ভাবৰ খেলি-মেলিতে ভাবিলে, নাই, সি বিশ্বৰ সৌন্দৰ্যত উছৰ্গা দিব তাৰ অন্তৰৰ অন্তৰতম প্ৰদেশত ফুটি উঠা পদুম পাহি। সি পাহৰি যাব মাইতীক। হওক মাইতীৰ যি দুৰৱস্থা তাতে তাৰ কি? সি বিশ্বৰ সৌন্দৰ্য উপাসক। মাইতী আৰু কোন? সি বলিকটাৰ দৰে সকলো

মোহপাশ ছিঙি একে ঘাপে কাটি পেলাব। বিশ্ব সৌন্দৰ্যৰ পূজাৰী সি, নাচিব বিশ্বৰ স্পন্দনৰ লগে লগে। তাত নাই দুনীয়া, নাই মালতী, নাই মাইতী। সি এদিন এনেকৈয়ে এৰি আহিছিল দুনীয়াক, এনেকৈয়ে ত্যাগ কৰিছিল মালতীৰ সঙ্গ। সি আজিও এৰি যাব মাইতীক। সি ভাবিলে জগতত থিয় হৈ ৰ'ব কেৱল স্বাৱলম্বীৰ দল। যদি মাইতীয়ে জগতত নিজ বাউসীৰ বলেৰে সাঁতুৰিব নোৱাৰে তেন্তে বুৰি যাওক। তাই কিয় তাৰ ওপৰত আলম ল'ব? তাই কিয় তাৰ গলগ্ৰহ হ'ব। কিয় তাইৰ ৰূপ, যৌৱন, জ্ঞান-গুণে তাৰ মনৰ ওপৰত প্ৰভুত্ব কৰিব? সি যে জগতৰ সকলো প্ৰভুত্ব নেওচন দি আগবাঢ়িছে শক্তিৰ সাধক হৈ। সেয়ে তাৰ মনত পৰিল এনেভাৱে সৰু পৰিয়ালৰ সৃষ্টি আৰু তাতে এড়ি-পলুৰ দৰে মেৰখোৱা অৱস্থাই ভাৰতীয় লোকক নিতে দুৰ্বলতকৈয়ো দুৰ্বল কৰিছে। সি ভাবিলে এনে এড়ি-পলুৱে নিজৰ লেটাতে মেৰ খাই সমূলি মৰিব। সি ভাবিলে পৰিয়ালৰ আটাইবোৰ প্ৰাণীয়ে কেৱল এটাৰ ওপৰতে নিৰ্ভৰ কৰি তাকো বুৰাব আটায়ে মৰিব। সেয়ে তাৰ মনত ভাব হ'ল সি বলি কটাৰ দৰে নৃশংসতা নিদাৰুণতাৰে, কঠোৰ ঘাপেৰে মুহূৰ্ততে মোহপাশ ছিঙি যাব অনন্তৰ পথিক হৈ, তাত বাধা দিব নোৱাৰে ক্ষুদ্ৰ বালিচাহী মাইতীয়ে।

(৩৭)

ৰামু আজি খেতিয়ক হ'লেও তাৰ আগৰ প্ৰবৃত্তি সমূলি এৰা নাই। মাজে সময়ে সুবিধা পালে চেৰাপো পিয়ে। দুনীয়াই ঘৰৰ সকলো কাম কৰি মাজে সময়ে তিৰোতা মানুহৰ প্ৰসৱৰ সময়ত ধাই কাম কৰিয়ো টকা পায়। তাইৰ দিনৰ দিনটো আহৰি নাই। ৰাতিপুৱা উঠিলেই ঘৰ মজিয়া চাফ-চিকুণ কৰি গাইজনী খীৱাই ৰামু আৰু বুদুলৈ চাহ কৰে। ঢেঁকীত ধান বানে, পথাৰত ৰামুক সহায় কৰে, ধান ৰোৱে, ধান দায়, মাটিমাহ তোলে ইত্যাদি নানা তৰহৰ কাম।

গধূলি গৰুৰ ভৰি-হাত ধুৱাই দি, গোহালিত ধোঁৱা দিয়ে, বাৰ দিয়ে। গৰুক প'ইতা ভাত বা ভাতৰ নিৰনি আদি খাব দিয়ে। ৰাতি ভাত-পানী খাই অঁতাই তাই সূতা কাটে, মহুৰা ফুৰায়। শীতকাল আহিব ধৰিছে। তাইৰ মনত বৰ চিন্তা হৈছে বুদুৱে শীতকালৰ গাত ল'বলৈ একো কাপোৰ নাই। স্কুলত যোৱা ল'ৰা যেনে-তেনে কাপোৰ পিন্ধি গলেতো নহ'ব। সেই কাৰণে তাই হাজাৰ কামৰ মাজতো নিশা বহু ৰাতিলৈ উজাগৰে থাকি এড়ি সূতা কাটে। যাতে শীত নৌহওঁতেই তাই এড়ি কাপোৰ এখন উলিয়াই বুদুক স্কুললৈ নিব দিব পাৰে। বুদুৱে আজিকালি ৰামায়ণ, মহাভাৰত পঢ়িব পাৰে। তাই বুদুক কাষত লৈ ৰামায়ণ মহাভাৰতৰ পদ পঢ়িব দিয়ে। কেতিয়াবা কেতিয়াবা ওচৰৰ বুঢ়ীসকলেও তাইৰ কাষত বহি বুদুৱে পঢ়া শুনে।

বুঢ়ীসকলে কয় সুন্দৰ মাত, এনে লেনীয়াকৈ দীঘলীয়া যোৰা বা দিহা দি পঢ়া কমহে শুনিছোঁ। শুনিবলৈ এনে সুৱলা। বুদুৱে পঢ়ি পঢ়ি সেইবোৰ ভালকৈ বুজাই দিয়ে। সি এতিয়া ইংৰাজী স্কুলত পঢ়িছে। তিনি টকাকৈ জলপানীও পায়। আগৰ শিক্ষককেজনে কৈছিল যদি সি এনেকৈ পঢ়ি যায় সময়ত বৰ নাম কৰিব পাৰিব। লগৰ লগৰীয়াসকলে আজিকালি তাক মেতৰ বুলি নিখিণায়। বৰং তাৰ পঢ়াৰ গুণ দেখি বহুত ল'ৰাই তাক মনে মনে প্ৰশংসা কৰে, সম্মানো দেখুৱায়। সি মাজে সময়ে কাৰ্জন হ'ল লাইব্ৰেৰীলৈ যায়। তাত বাতৰিকাকত, কিতাপ, আলোচনী আদি চায়। তাৰ ঘৰৰ কিছু দূৰত ৰবিবাৰে ৰবিবাৰে এখনি আলোচনী-সভা বহে। সেই সভালৈ বহুতো মানুহ আহে। সি সেই সভাৰ দুৱাৰ মুখত থিয় হৈ সেই মানুহবোৰে কোৱা কথাবোৰ শুনি থাকে। কোনোবা ল'ৰাই ৰচনা প্ৰবন্ধাদি পঢ়ে, সি সেইবোৰো কাণপাতি শুনে। তাৰ যেন মনে মনে ইচ্ছা হয় সিও তেনেধৰণে ৰচনা লিখে বক্তৃতা দিয়ে। কিন্তু সি দুৱাৰমুখত থিয় হৈ থাকিলেও কোঁৱে তাক ভিতৰলৈ নামাতে। সি এদিন শুনিলে এজনে অস্পৃশ্যতা সম্বন্ধে বক্তৃতা দিব ধৰিছে। হিন্দু সমাজে এনে অস্পৃশ্যতাৰূপ বিষ-বৃক্ষ উভালিব নোৱাৰিলে যে হিন্দু সমাজৰ ৰক্ষা নাই সেই বক্তাই দঢ়াই দঢ়াই

কৈছে। মেতৰ, মুচি, চৰাল আদি সৰু জাতিবোৰকো মৰম কৰি আনি তেওঁলোকক সমান বুলি নাভাবিলে তেওঁলোক যে সময়ত হিন্দু বিদ্ৰোহী হ'ব তাত সংশয় নাই। সি বুজি নাপায় সিহঁতক সমান বুলি নাভাবিলে কিয় বিদ্ৰোহী হ'ব? ক'তা সিহঁতৰ মেতৰবোৰে দেখো বাবুসকলৰ বিয়া-বাৰুত্তে গ'লে নিলগত বহি বস্তু খোজে। বাবুসকলে দিলে সিহঁতে নিলগতে বহি খাই, বেছিকৈ বস্তু পালে ঘৰলৈ লৈ আহে। কেঁৱে এবাৰো কথা বাবুসকলক নকয়। বস্তু পালেই সিহঁতে ৰঙতে উতলা হৈ নিজৰ ভিতৰতহে খোৱা-কামোৰা কৰে, হাই-উৰুমি কৰে। বস্তু ভগোৱাত নিজৰ ভিতৰতে কোঢ়াল কৰে। কিন্তু সি আকৌ ভাবে ক'তা তাক কোনো ল'ৰাই একেলগে বহিব নিদিলে তাৰ মনত কত ভাব আহে? ক'তা সি দিব খোজা বস্তু এদিন শিক্ষকে ল'ব নোখোজাত তাৰ মনত কেনে বেয়া লাগিছিল, শিক্ষকৰ পিতৃ-শ্ৰাদ্ধত ৰভাৰ তলত সোমাই সি খাব খোজোতে ডাবি-হুঁকি মাৰি তাক উলিয়াই দিয়াত সি মনে মনে কেনে বেয়া পাইছিল! তাৰ ভাব হ'ল এই কথাত সত্য আছে। যিদিনা মেতৰজাতিয়ে অলপ জ্ঞানৰ আলোক পাই সমান অধিকাৰ কৰিবলৈ শিকিব, সিদিনা বিদ্ৰোহ সঁচাকৈ হ'ব। সি ভাবিলে অজ্ঞানতাই সিহঁতৰ সমান অধিকাৰৰ ভাবৰ পৰা আঁতৰত ৰাখিছে, যি পাই তাতে সন্তোষ লভে। গাহৰিৰ দৰে পেটকেইটা পূৰাব পাৰিলে নাইবা অলপ চেৰাপ পিব পালেই সিহঁতৰ সন্তোষ। কিন্তু, এনে অজ্ঞানতা আন্ধাৰ সিহঁতৰ জাতিৰ মাজৰ পৰা কেনেকৈ গুচায়? তাৰ মনটোৱে যেন কত কথা ভাবে।

জান আন জাতিৰ মাজত বহুতো শিক্ষিত লোক আছে, কিন্তু সিহঁতৰ কেওঁ নাই ভাবি যেন সি অকলশৰীয়া বোধ কৰে। সি সেই দুৱাৰমুখত থিয় হৈ থাকোতে তাৰ লগৰ দুজন ছাত্ৰকে হঠাৎ কিবা কাৰণে বাহিৰলৈ আহিল। সিহঁতে বুদুক দেখি ক'লে, "এ বুদু দেখো। ভিতৰলৈ নাযা কিয়? তইঁতৰে বহুতো কথা সভাত ক'ব ধৰিছে।" বুদুৰ ভিতৰলৈ যাবলৈ প্ৰবল ইচ্ছা থাকিলেও যেন যাবলৈ তাৰ সাহস নহয়। জানোচা কোনোৱে কিবা কয়।

ল'ৰা এজনে ক'লে, "যা ভিতৰলৈ যা, তই দেখো আমাৰ স্কুলৰ তৰ্ক সভাত বক্তৃতা দিয়, ইয়াতো দিব পাৰিবি যা। কেৱে একো নকয়।"

"কোনোৱে একো নক'ব?"

"কিয় ক'ব? সৰ্বসাধাৰণৰ সভা। আহ, আমাৰ লগতে আহ। বুদুৱে সেমেনা-সেমেনি কৰি সিহঁতৰ লগে লগে সোমাই এখন চুকৰ বেঞ্চত বহে। সি অত্যন্ত সাহসী হ'লেও যেন বংশ অনুক্ৰমে সৰু সৰু বুলি অহা ভাবটোৱে আজিও তাৰ মনত আনবোৰৰ সমান বুলি ডাঠকৈ খোপনি পাতিব পৰা নাই। তাৰ মনে মনে সদায় যেন ভয়-সঙ্কোচ, জানোচা সৰু জাত হৈ সমানে বহিব বা কাম কৰিবলৈ গ'লে কেৱে তাৰ অহঙ্কাৰী, আঁসে পালে কুকুৰে ডিঙিলৈ জঁপিয়াই ইত্যাদি কথা কয়। বংশানুক্ৰমে সৰু সৰু বুলি ভাবি নিলগত মাটিতে বহি সন্তোষ পাই থকা লোকৰ বংশধৰে যেন এই জীৱনতে ডাঙৰ জাতৰ আও-ভাও, ফুৰণ-বুলন, সাহস অন্তৰত গোটাব নোৱাৰে। সি এই কথা ভাবি কেতিয়াবা তাৰ মন বিদ্ৰোহী হৈ উঠে? সৌৱা তাৰ লগৰীয়া এজন ততালিকে গৈ ভদ্ৰ সমাজৰ এঠাইত বহিলগৈ। কিন্তু সি বহিবলৈ কিয় সাহস নাপায়, যদিও জানে সি বহিলে হয়তো কেৱে একো ক'ব নোৱাৰে। তথাপি তাৰ মনটোৰে সি যে সৰু জাতৰ, সৰু ঘৰৰ এনেবোৰ ভাব যেতিয়াই-তেতিয়াই উৰুৱাই দিব নোৱাৰে। তাৰ মনে মনে এই কথা ভাবি ভাবি নিজকে নিজে ধিক্কাৰ দিয়ে। সি ভাবে এইয়া কি তাৰ জন্মগত দোষ? নে বংশানুক্ৰমে যি তেজ-পানী তাৰ শৰীৰত বৈছে, সেই তেজ-পানীৰে কিবা আন ৰূপ। সভাত বক্তৃতা শুনে, সকলোকে সমান কৰি নললে হিন্দু জাতিৰ পতন অৱশ্যম্ভাবী। কিন্তু আকৌ শুনে তল খাপৰ জাতিবোৰৰ ইটোৱে সিটোক সমান বুলি নাভাবে। ইটোৱে সিটোৰ লগত একেলগে বহি খাবলৈ মান্তি নহয়। ইটোৱে সিটোৰ লগত বিয়া দিবলৈ আগ নাবাঢ়ে। তাৰ মনত এনে কথাবোৰ আচহুৱা যেন লাগে। যেয়ে আনৰ সমান হ'ব খোজে, সি আগতে আনবোৰক সমান বুলি ভাবি নল'লে বা নিজৰ বহল

শ্ৰেত বুলি ঘৰৰ চোতাললৈকে নোলায়। আকৌ ওলালে চক্ খায়। কতই আকৌ ৰাতি-দিন সমান কৰি ফুৰে। ক'তো একো নেদেখে। কতই মৰা মাউৰত যেমাৰীৰ গু-মুত পেলায়, একো নহয়। আকৌ কতই অলপ গোন্ধ পালেই সেইবোৰে আগুৰি ধৰে।

যি নহওক সি বাপৰমুৰীয়া টুপীটো নিপিন্ধিলে, সি কলে "ৰবা, মই শীতত ফুৰি ভাল পাওঁ।"

"কৰ যি ইচ্ছা। ফুলীয়া পঢ়া ল'বাক কথা শুনাব নোৱাৰি।" দুয়ো বিয়া ঘৰলৈ যায়। গাঁৱত ধুমধাম। ঢোলৰ গিৰিপ গিৰিপ শব্দ। উৰুলি জোকাৰ। আকৌ এবেহি তেলৰ হুকে, একণি সেন্দুৰৰ কাৰণে আয়তীসকলৰ মাজত খৈৱা-নখৈৱা বণ। মেখেলা আধা দাঙি দাঙি "হেৰিয়াৰ বেটী হেৰি, কাৰ ভাগৰ বস্তু কাক দিয় ঔ"। ইত্যাদি কৈ কত অভয়চু মাত-বোল। বুদুৱে সেইবোৰ দেখি আচৰিত হয়। এনেতে এজন বামুণীনীৰ কাষেৰে নমোশূদ্ৰৰ তিৰোতা এজনী যায়। ' 'ৰাম-ৰাম, ছিঃ-ছিঃ আকৌ গা ধুৰলগীয়াত পেলালি। হেৰৌ নষ্টযাতী ছাঁ মাৰিবলৈকো সাহ হ'লনে? সকলোকে দেখো সমান কৰি ফুৰ?" আৰু কত কথা। বুদুৱে খোৱাৰ পৰলৈকে সেইবোৰ চাই ফুৰিছে। খোৱাৰ সময়ত পাত পাৰিব ধৰিলে। পাত পাৰোঁতাসকলৰ মাজত কথা বতৰা হৈছে। কি কৰিবি, কাক ডাঙৰ, কাক সৰু কৰ? হুবিয়ে নাথায় কৈৱৰ্তৰ লগত, যুগীয়ে পাত নলয় শালৈৰ লগত। এতিয়া কাক ক'ত দিয়? আমাৰ বোৰৰ কথা বাৰু এৰচোন। এতিয়া এইকেইটাৰ কি দিহা কৰ। মই তেতিয়াই মাতোঁতে কওঁ চাই-চিন্তি কাম কৰিবি। এতিয়া সোপাকে মাতিছা, কি কৰা কৰা। বাৰু মেতৰকেইটা আহিছে সিইঁতে বেচেৰাইঁতে নিলগতে বহি খাব। কেৱল বস্তু পালেই হ'ল। পিছে ইবোৰৰ কি গতি কৰা?

পাত বেলেগ বেলেগকৈ নিলগে নিলগে কে'বাশাৰী কৰি পাতিলে সঁচা। কিন্তু লাগিল জেওঁ। ইমান সাৱধানতো যুগীৰ এটা ল'ৰা সৰকি খৈ বহিল শালৈৰ শাৰীত। ভাত দিওঁতেহে পৰিল কোনোবা এজনৰ চকুত। সৰ্বনাশ! সৰ্বনাশ! সকলো নষ্ট কৰিলি বুলিয়েই ভাতৰ হাত দাঙিয়ে ব'ল। ইও বোলে কি হ'ল, সিও বোলে কি হ'ল তেওঁ মাত দিলে– হেৰৌ তই গন্ধিয়াৰ পুতেক নহয়নে?

"অঁ"

"খালি খালি সকলো চুৰা কৰিলি। বোপাইঁত মাৰানামাৰাই খালে। এতিয়া ভাত এৰি মুখ ধোৱাঁ।"

"কি হ'ল?"

"কিবা হ'বৰ বাকী ৰলনে? সেইটো গন্ধিয়াৰ ল'ৰা। সেই গন্ধিয়া যোগী।"

সকলোৱে "ছিঃ ছিঃ! ৰাম! ৰাম! আৰু খোৱা নহয়।" সকলোৱে গিৰিপকৈ উঠিল। গিৰিহঁতে কত কাকুতি-মিনতি কৰিলে। ওঁহো এটা কথা। বোলো সকলোকে মেলেচ কৰিব খুজিছ? সকলোকে সমান কৰ? আমি শৰণ লোৱা লোক নহয়?

"তেন্তে আন ঠাইত বেলেগকৈ পাত পাৰি দিওঁ?"

"সেইটো কেনেকৈ হ'ব? বোলো আমি পিছত খাম ডাঙৰসকলে আগে খালে। আমি তেওঁলোকৰ এৰা-ধৰা খাব আহিছোনে?"

কথাৰ মেৰপাক জটিল হ'ল। ইও বোলে চা আমাক পাছত দিবলৈ সাহস কৰে। নাখাওঁ সিও ভাল, কিন্তু এনে মানযোৱা কাম হ'ব নোৱাৰে। নদীয়াল, বৃত্তিয়াল, চৰাল সেইবোৰ আগতে বহিব। এতিয়া আমি এৰা-ধৰাহে খামনে?

এনেতে আনবোৰে জিকজিকাই উঠিল "হেৰৌ জাত ধৰি নামাতিবি একা। একেচৰে দাঁত ভাঙিম।"

সিজাতৰ লোকে মাত দিলে "কাৰ দাঁত ভাঙ ঔ।" লাগিল এখন কুৰুক্ষেত্ৰৰ খোৰাল। ভাৰতৰ গাঁৱলীয়া সমাজত এনে ঘটনাৰ অঘটন, নিতৌ কত ঠাইত হ'ব ধৰিছে। বুদুৱে ভাবিলে ক'লৈ সি আহিল? সি নিতে পঢ়ে শান্তিৰে মিলিজুলি থাকা। কিন্তু চৌদিশে সি কি দেখে। বামুক সি কয় বাবা আমি যাওঁ বলা। বামুৱে কয় ৰ বেটা ৰ। বস্তু-বেহানি নলৈ যাবিনে? ইমান দূৰ আহি শুদা হাতে উভতিবিনে? আমিও খাওঁ মাৰলৈকো লৈ যাম।

বুদুৰ যেন একোকে আৰু ভাল নালাগে। তথাপি সি বামুৰ কথা শুনি ৰয়। খোৱা-লোৱা এৰি মানুহবোৰ যেতিয়া বাটলৈ খোজ ললে সি কেঁৰে কোৱা শুনে

গিৰিহঁত ভাল হলে এনে আপাদ মিলে নেকি? আচল দণ্ড তাকে কৰিব লাগে, জাতত ধৰে কিয়? সিহঁতে যদি দণ্ড নিদিয়ে আজিতে গাওঁ ফালাফালি হ'ব। কেঁৱে কয় ভাল ভাবে বস্তু দিলেহে দহ ভকতৰ গাত লাগে। বোলো অহঙ্কাৰতে আৰম্ভ কৰিছিল সেয়ে এনে বিপদ। এনেতে এজনে ক'লে– "চাবি, ছুবি ছুবি, দেখা নাইনে মেতৰটো বহি আছে। চা গচকিলি হ'বলা।" ৰামুৱে ক'লে, "নাই, মইতো নিলগতে বহি আছো।" আন এজনে গা উঠাই ক'লে, "বহি আছ, আৰু নিলগত বহিব নোৱাৰ। চালা মেতৰ হৈ জনমিবি আৰু সকলোতে ওলট-ঘোলট কৰ। সৌ চুৰাতলিত বহ।" ৰামুৱে একোকে নামাতে বুদুৱে খঙতে ৰঙা পৰে। বুদুৱে ৰামুক কয়, "বলা বাবা, ঘৰলৈ যাওঁ।" ৰামুৱে কয়, "অলপপৰ বহ। ইবোৰ ওলাই গলেই সেইবোৰ বস্তু আমাৰে হ'ব। এতিয়া দাণ্ডি নিব পাৰিলেহে হৈছে। তই মূৰত লব পাৰিবি বুদু?"

বুদুৰ যেন একোকে ভাল নালাগে। সি বস্তু এৰা-ধৰা দেখি মানুহৰ হাই-উৰুমি দেখি, ইজনে-সিজনে চোৱা-ছুই, বিচাৰ আচাৰ কৰা দেখি, বাপেকে অলপো আত্মমৰ্য্যদা নাৰাখি কথা কোৱা শুনি তাৰ যেন সকলোকে বেয়া লাগে। সি বাপেকক কয় "বাবা, আমিতো সদায় খাই আছোঁ। কিন্তু এনেবোৰ হুটা কথা, বাঘ ঢকা নাখাই ঘৰতে থকা ভাল।" এনেবোৰ কথা কৈ থাকোঁতে গিৰিহঁতে সিহঁতক মাতি বস্তুবোৰ আঁতৰাই নিব কয়। ৰামুৱে বস্তুবোৰ আনি এটা ডাঙৰ পাচিত ভৰায়। সি বুদুক কয়, "বেটা তোৰ কাপোৰতো বান্ধি ল।" বুদুৱে কয়, "নালাগে বাবা, মোৰ কাপোৰ বেয়া হ'ব। কাইলৈ স্কুললৈ কি পিন্ধি যাম?"

"ইয়াতে কিবা খাবি?"

"নাই বাবা, আমি ঘৰলৈ নি খাম। ইয়াত ইমান লেতেৰা ঠাই, আকৌ ভাল ঠাইত খালেও জগৰ লাগিব। ৰামুৱে ক'লে, "আচ্ছা, আচ্ছা, বল ঘৰতে মাৰৰ লগত একেলগে খাবি।"

সিহঁত দুয়োৰে বস্তুবোৰ লৈ ঘৰলৈ যায়। এন্ধাৰ ৰাতি। বাটত আহোঁতে দেখে এদাল ডাঙৰ গছৰ তলত এটা জঁটা থকা সন্ন্যাসীয়ে ধূনি জ্বলাই ডাঙৰ চিলিম টানিব ধৰিছে। বুদুৱে ৰামুক সোধে এইটোৱে এনে ৰাতি অকলে ইয়াত কেনেকৈ থাকে?

ৰামুৱে কয়, তেওঁ যে সন্ন্যাসী বাবা। তেওঁ কি ভয় কৰিব? ৰামুৱে সন্ন্যাসীৰ ওচৰ পাই, "ৰাম ৰাম বাবা।"

"আচ্ছা ৰহো বেটা।" ৰামুৱে ডাঙৰ চিলিম দেখি এটান মাৰিবলৈ ইচ্ছা কৰি তাৰ মূৰৰ পাচিটো অলপ নিলগতে থৈ ধূনীৰ কাষত বহিল। ৰামুক বহা দেখি বুদুও বহিল।

"হা বেটা কাহাসে আয়া?"

"হেই বিয়াৰ পৰা আহিছো বাবা।"

"ক্যা জাত?"

"মেতৰ বাবা।"

"অ বহুত আচ্ছা জাত হেই।"

বুদুৰে সন্ন্যাসীৰ মুখৰপৰা এনে কথা শুনি আচৰিত হৈ ৰ লাগি চাই ৰ'ল। সন্ন্যাসীয়ে আকৌ ক'লে, "বহুত আচ্ছা জাত হেই বেটা। মেতৰ নহি মহত্তৰ। মহত্তৰ।"

বুদুৱে ততালিকে সুধিলে, "মহত্তৰ কি বাবা?"

মহত্তৰ বহুত আচ্ছা বাত হায়। তু তো লেৰকা হেই, আচ্ছা আচামী বাত বলেগা, সব সমজ যায়। দেখ বেটা সে যে লোক একোকে ভাল, বেয়া, গু-মূত, পৰমান্ন, জীয়া, মৰা, আপোন-পৰ পাৰ্থক্য নকৰে সেই মহত্তৰ। বুজিছে! এই মহত্তৰ বহুত আচ্ছা কথা আছে। তোমালোকৰ পূৰ্ব পুৰুষ এনে লোক আছিল। সকলোতে ব্ৰহ্মময় দেখিছিল, আপোন-পৰ ভাব নকৰিছিল। বেয়া-ভালৰ পাৰ্থক্য নকৰি সকলোকে সমান চকুৰে চাইছিল। তাৰ ফল কি হ'ল জান বাচা? অতি ভালে সকলো বেয়া কৰে। সুবিধাবাদী মানুহে তাৰ ভাল গুণৰ সুবিধা লৈ সিহঁতৰ গু-মূত পেলোৱা বাব দিলে। সেয়ে তাৰ সতি-সন্ততি আজি অতি তল খাপৰ লোক বুলি জনাজাত হ'ল। কিন্তু মেতৰ লোক খাৰাপ না আছে। মহত্তৰ লোক, এইলোক মহাত্মা আছে।

বুদুৱে সন্ন্যাসীৰ এনে কথা শুনি আনন্দত হাঁহে। তাৰ যেন গোটেই শৰীৰ আনন্দত নাচি উঠে। মেতৰ

নহয় মহত্ত্বৰ এন ভাবে যেন তাক কোনোবা ৰাজ্যলৈ উটাই নিয়ে। সি নিজে নিজে কয় সঁচাকৈ মই মহত্ত্বৰ সেৱক হ'ম। মেতৰৰ যি ঘিণ লগা অৱস্থা গুচাই আকৌ মহত্ত্বৰ শ্ৰেণীলৈ তুলিম। তাৰ মূৰ আপোনা-আপুনি সন্ন্যাসীৰ ওচৰত দোঁ খায়। সন্ন্যাসীয়ে কয়, "বহুত আচ্ছা বাবা, বহুত আচ্ছা। তুমি বৰ ডাঙৰ লোক হবে।"

বুদুৱে পাচিৰপৰা কেইটামান ভাল-ভাল মিঠাই আনি সন্ন্যাসীৰ আগত দিয়ে। "বাবা, অলপ খাওঁক।"

সন্ন্যাসীয়ে কয়, "বহুত আচ্ছা বাবা, বহুত আচ্ছা। আমি সন্ন্যাসীলোক সব খাব পাৰি।" বুলি হাঁহি হাঁহি তাৰ হাতৰপৰা লয়। বুদুৰ মনত পৰে শিক্ষকে সি দিব খোজা বস্তু লবলৈ কিমান আপত্তি কৰিছিল। কিন্তু এই সন্ন্যাসীয়ে কিমান আগ্ৰহকৈ তাৰ হাতৰপৰা বস্তু নিলে। সন্ন্যাসীয়ে ক'লে, "সবলোক ব্ৰহ্ম হৈ! কুকুৰ, চণ্ডাল সব এক হৈ। বৎস ডাঙৰ হৈ সবলোকক সমান দেখিবা। বহুত আচ্ছা হ'ব।" ৰামুৱে ইতিমধ্যে ডাঙৰ চিলিম লৈ টানি টানি নাকে-মুখে ধোঁৱা উলিয়াইছে। সন্ন্যাসীয়ে কৈছে, "ব্যোম্ শিৱ বল, বৎস।"

(৩৮)

অনন্তই অনন্তৰ পথিক হ'লেও যেন তাৰ মনটোৱে ক্ষণে ক্ষণে মাইতীৰ কথা ভাবি উজুটি খাই খাই পৰে। সি যেন ভাবে এই বিৰাট চহৰত অকলশৰীয়া এজনী অসমীয়া ছোৱালীক অকলে অকলে এৰি যোৱা কেৱল নৃশংসতাই নহয় অমানুষিকতা। সি ভাবে সি যি মোহত ধৈৰ্যশূন্য হৈছে সেইটো তাৰেই দোষ, মাইতীৰ দোষ কি? মাইতীয়ে ততালিকে আঁতৰ হৈ মাথোঁ তাৰ বিবেকতহে আঘাত কৰি আচল বিবেক জগাই তুলিছে। সি ভাবিলে এটা ক্ষুদ্ৰ ঘটনাৰ কাৰণে তাৰ ইমান দিনে তুলি তালি ডাঙৰ-দীঘল-কৰা, গুৰিত পানী সিঁচি গছপাতেৰে ভৰি উঠা ফুল-ফলেৰে সুশোভিত হোৱা গছজুপি কি সি নিজে কাটি পেলাব? সি ভাবোঁতে ভাবোঁতে তাৰ শৰীৰৰ তাপ কিমান উঠিছে সি কব নোৱাৰে। কিন্তু তাৰ গাত যেন অলপো শক্তি নাই। মূৰটো যেন পৰো পৰো অৱস্থা। আনপিনে দিনটো উপবাস কৰি তলৌ-তপৌ কৰি ফুৰি সি যেন দুৰ্বলী হৈ পৰিছে। জ্বৰৰ তাপত তাৰ চকুৱে ধোঁৱা ধোঁৱা দেখিছে। সি কোন দিশে যাব ধৰিছে তাৰ জ্ঞান নাই। কিন্তু সি গৈয়ে আছে। স্বাভাৱিক গতিত সদায় অহা-যোৱা বাটেৰে সি ঘৰমুৱা হৈ খোজ কাঢ়িছে। সি ক'ব নোৱাৰে। তেতিয়া মাইতীয়ে চকিতা হৰিণাৰ দৰে ইপিনে-সিপিনে গৈছে। যিমানেই অনন্ত ঘৰলৈ উভতি অহা নাই ৰাতি যিমানেই গভীৰ হৈ আহিছিল, সিমানেই তাইৰ উচাটন মনে উছাট-বিছাতকৈ ফুৰিছিল। দিগদিগন্ত কতভাৱে তাইক উত্ৰাৱল কৰিছিল। তাই ভাবিছিল অনন্তই হয়তো তাইৰ মৰম-চেনেহ পাবলৈ তাইৰ ওচৰ চাপিছিল, কিন্তু তাৰ সলনি তাই দূৰ হৈ নেওচনৰ ভাব দেখুওৱাত তাৰ মনে মনে বৰ ব্যথা অনুভৱ কৰি ক'ৰবালৈ গুচি গ'ল। তাই যিমানেই ভাবিব ধৰিলে সিমানেই তাইৰ মনত অনন্তৰ সকলো ভাল গুণবোৰ যেন মূৰ্তি হৈ এটা এটাকৈ তাইৰ সমুখত থিয় হ'ল। তাইৰ ভাব হ'ল যেন অলপ সুখ-শান্তিৰ কাৰণে যদি সি তাইৰ কাষ চাপিছিল তাত অলপো সহায় নকৰি অকৃতজ্ঞৰ দৰে তাই কি কৰিলে। যেয়ে তাইৰ সকলো নতুন জগতত আও-ভাও বুজিব দিছে; যেয়ে তাইৰ কাৰণে সমাজ, পিতৃ-মাতৃ, গাওঁ ওচৰ-চুবুৰীয়া সকলোকে ত্যাগ কৰিছে তাৰ পৰিৱৰ্তে তাই কি কৰিলে? লগে লগে তাইৰ মনত পৰিল তাইৰ অতীত জীৱনৰ ঘটনাবোৰ। ক'তা তাইতো অনন্ততকৈ কেনে তলখাপৰ লোকৰ লগত সহবাস কৰি তাইৰ আত্মমৰ্যদা সকলো সেই অধম, ভাবশূন্য, পৰৰ কাৰণে অলপো নাভাবা লোকক অৰ্পিছিল। কিন্তু কতা তাইতো তেতিয়া এনেভাৱে অলপো অনুভৱ নকৰি সেই প্ৰলোভনতে ভোলগৈ জীৱনৰ গতি ওভতা কৰিবলগীয়াত পৰিছিল। কিন্তু আজি অলপ কথাতে তাইৰ জীৱনৰ উপকাৰী, তাইৰ শিক্ষা-দীক্ষা বঢ়াই জ্ঞানচকু মুকলি কৰোঁতাক এনে ব্যৱহাৰ কৰিলে কিয়? তদুপৰিও যৌৱনৰ উখল-মাখলত, ৰূপ-সৌন্দৰ্যৰ মোহত যদিহে সি খন্তেক শান্তি পাওঁ বুলি ওচৰ চাপিছিল তাত তাৰ দোষ কি? আন কাৰো হাতত

পৰিলে তাই যে কত পাশৱিকতা, কত অত্যাচাৰৰ সমূখ হ'ব লাগিলহেঁতেন। কিন্তু তাৰ ভাল গুণৰ কাৰণে তাই কত উন্নতি কৰিছে। তাইৰ মনে মনে এনে অকৃতজ্ঞতাৰ কাৰণে তাইৰ মনত কত বিকাৰ আহিল। তাই ভাবিলে তাইৰ যি যাবলগীয়া আছিল সেয়াতো কত আগেয়ে গৈছে, আজি সেই মান-মৰ্যদাৰ কথা ভাবিলে কি হ'ব? বিশেষতঃ অনন্তৰ লগত মান-মৰ্যদা, গৌৰৱ দেখুওৱাতো তাইৰ কি মূৰ্খতা। অনন্ত যিমানেই অহা নাছিল তাইৰ মনে ছাটি-ফুটি কৰিব ধৰিছিল। তাৰ পিছত তাইৰ মনত এবাৰ ভাব হ'ল যদি অনন্তই তাইৰ ব্যৱহাৰত মৰ্ম ব্যথা পাই বা নিজৰ মান-সম্ভ্ৰম কথা ভাবি লাজতে কিবা অঘটন ঘটায় তেন্তে তাইৰ অৱস্থা কি হ'ব? এই কথা ভবাৰ লগে লগে তাইৰ অকলশৰীয়া অৱস্থাৰ কথা তাই ভাবিব ধৰিলে। এই বহল জনতাপূৰ্ণ কলিকতা চহৰত তাই অকলে কেনেকৈ সাঁতুৰিব? তাই ভাবিলে তাইৰ উপকাৰীক নেওচা কৰাৰ ফলত আজি কোনোবা গুণ্ডাৰ, পশুৰ হাতত পৰি যে তাইৰ সকলো নেফানেফ্ হ'ব। তাই ভাবিলে ঈশ্বৰে যেন তাইৰ অকৃতজ্ঞতাৰ প্ৰতিশোধ হাতে হাতে দিব। তাই এই বহল অজানা অচিনা জগতত যত হাজাৰ হাজাৰ কুম্ভীৰ ঘঁৰিয়াল স্বৰূপ জীৱ আছে তাত তাই সাঁতুৰি-নাদুৰি ফুৰে কেনেকৈ? তাইৰ যে অনন্তই এই আথাউনি সাগৰত খেৰ কুটা সহায় আছিল, যাৰ আলম লৈ তাই আনন্দ ৰং-ধেমালিত গা ঢালি দি চিলনি সাঁতোৰ দি ফুৰিছিল, অলপো ভয় সঙ্কোচ নকৰিছিল, আজি এক মুহূৰ্ত্ততে সেই খেৰ কুটা সহায়ো হেৰাল— তাই যেন বহল জগতত তাইৰ সহায়হীন সম্বলহীন অৱস্থা সুন্দৰ ভাৱে অনুভৱ কৰিব পাৰিলে। তাইৰ আকৌ ভাব হ'ল এই ঘৰৰ ভিতৰতে বা তাই সোমাই থাকি তাইৰ খোৱা-লোৱাৰ দিহা কৰে কেনেকৈ? আৰু দিহা কৰিলেও তাই অনন্ত শূন্য ঘৰত অকলে কেনেকৈ থাকে। যাৰ হাঁহিত তাই হাঁহিছিল, যাৰ জ্ঞানৰ গভীৰতাত তাই আনন্দ অনুভৱ কৰিছিল, যাৰ লগত জগতৰ কত কথা পাতি সুখ পাইছিল, যাৰ প্ৰত্যেক গুণত তাই মুগ্ধ হৈছিল, সেইবোৰৰ অবিহনত তাইৰ জীৱন যে মেটমৰা ভাৱ হ'ব তাত সংশয় নাই। তাই ভাবিলে অনন্তৰ কি দোষ! ঈশ্বৰে মানুহক যৌৱন দিছে, শক্তি দিছে, সৌন্দৰ্য দিছে, ৰূপ-মাধুৰ্য উপভোগ কৰিবলৈ দিছে তেন্তে সেইবোৰৰ উচটনিত যদি মানুহৰ পাৱ পিছলে তেন্তে মানুহৰ দোষ কিয়? যদি মানুহৰ হা, হুতাশ, ৰূপ, তৃষ্ণা দিছে, তেন্তে সেই তৃষ্ণা মানুহে গুচাবলৈ উপায় কৰিলে বা সুবিধা কৰিবলৈ চেষ্টা কৰিলে মানুহক দোষীৰ ভাগী কৰে কিয়? তাইৰ ভাব হ'ল কতা তাইয়ো। সময়ে সময়ে অনন্তৰ মধুৰ ৰূপ, সুন্দৰ গুণবোৰত মুগ্ধ হৈ, তাৰ বল সাহস আৰু শক্তিত ভুলি কিমানবাৰ তাৰ মুখলৈ পিনে চাই আছে। সময়ত তাইৰো মনত যেনে ভূমিকম্প উঠি তাইৰ গোটেই গা কঁপাই তুলিছে। কিন্তু আকৌ তাই সংযমৰ ঢাকনিৰে ঢাকি, তাইৰ স্বাভাৱিক মনৰ উত্তেজনা চেপা দি আকৌ এখন অস্বাভাৱিক বাহ্যিক সুন্দৰ ৰাজ্যলৈ উভতি আহিছে। তাৰ ভেশ পিন্ধি মনৰ অন্তৰত হোৱা আলোড়ন। আৰু লুকুৱাই পেলাইছে! তেন্তে কি এনে ভাবেৰে লুকা-ভাকু কৰাটোৱে জগতৰ আদৰ্শ? মনত আপোনা-আপুনি ওপজা ভাবৰ ঢাকনি স্বৰূপ সংযমৰ প্ৰসংশা কৰা মানে জগতে লুকা-ভাকুৰ জয় স্বীকাৰ কৰা। যদিও প্ৰত্যেক ধৰ্মই মনৰ সৰলতা, স্পষ্টবাদিতা, অকপটতাৰ মূল্য বহুত ওখ বুলি কৈছে। সৰল বিশ্বাসত ঈশ্বৰ পায় বুলি কৈ গৈছে। ইত্যাদি নানা কথাবোৰ ভাবি ভাবি তাই অনন্তৰ বস্তু-বেহানিবোৰ, কিতাপ-পত্ৰবোৰ এখনি এখনিকৈ লাবি চাবি চাব ধৰিলে। তেওঁৰ সাজপাৰ, কাপোৰ-কানিবোৰ ভালকৈ থব ধৰিলে। তাইৰ উচাটন মনে এনেবোৰ কাম কৰিও শান্তি নাপাই মেজৰ ওপৰত বহি কিতাপ এখনি মেলি ললে। কিতাপৰ পাত লুটিয়াইছেহে— লুটিয়াইছে, কি পঢ়িছে একো ঠিৰাং নাই। হঠাৎ তাই কিতাপৰ মাজত এখনি সৰু 'কাৰ্ড' পালে। দেখিলে এই কাৰ্ডটো প্ৰথমে ৰেলত আহোঁতে মানুহ এজনে অনন্তক দিছিল। তাইৰ আজিও সেই কথা মনত আছিল। সেই সময়ত নাম, তৰহৰ চিনেমাৰ কথাও সেই মানুহজনে কৈছিল। অৱশ্যে তেতিয়া সেইবোৰ নুবুজিলেও পিছত বোলে

কথাবোৰ হৃদয়ঙ্গম কৰিব পাৰিছিল, সেই মানুহজনৰ চিত্ৰ পিছত বহুতো কথাছবিৰ চিত্ৰপটত দেখিছিল। আনকি অনন্তয়ো কৈছিল এইজনে সেই অশোক কুমাৰ যাক আমি আহোঁতে ৰেলত পাইছিলোঁ। যেয়ে আমাক চিনেমা জগতলৈ টানি নিব খুজিছিল। কিন্তু যোৱা নহ'ল। কথাছবিত অশোক কুমাৰৰ কৃতিত্ব দেখি তাই মনে মনে তেওঁক বৰ প্ৰশংসা কৰিছিল। হঠাৎ সেই কাৰ্ডটো পাই আৰু তাত লিখা ঠিকনা পাই এনে নিঃসহায় অৱস্থাত তাইৰ এটা নতুন ভাব খেলালে। যদি এই ঠিকনালৈ তাই গুচি যায় আৰু এই কাৰ্ডটো তেওঁক দেখুৱাই তেন্তে হয়তো তাই সহজতে চিনেমা জগতত সোমাব পাৰে। তাইৰ ভাব হৈছে চিনেমা জগতত তাই সুন্দৰ ঠাই অধিকাৰ কৰি লব পাৰিব। এনেভাৱে অসহায়, অৰ্থ আৰ্জনৰ উপায় নোহোৱা অৱস্থাত তাই কিমান দিন থাকিব? কিন্তু যদিহে তাই চিনেমাত যোগ দিব পাৰে তেন্তে তাই নিজে নিজে অৰ্থ উপাৰ্জন কৰি জীৱন কটাব পাৰিব। তাই তেনে ভাৱিয়ে ততালিকে মন থিৰ কৰিলে নাই তাই এতিয়াই গুচি যাব। অশোক কুমাৰৰ কাষ পাব। তাই অনন্তই মাহে মাহে দিয়া টকাৰ লেখ কৰি পালে সেই টকাৰে ৰেলত যাব পাৰিব। কিন্তু সেই টকাবোৰ নিলে পিছে যদি অনন্ত ঘূৰি আহে আৰু টকা নাপাই বিপদত পৰে। তাই বিমোৰত পৰিল। হঠাৎ তাইৰ চকু পৰিল এখনি বাতৰি কাকতত। তাত দেখিলে অশোক কুমাৰ এলাহাবাদলৈ আহিছে। তাইৰ মন আনন্দত নাচি উঠিল। তাই আধা টকা থৈয়ে, সৰু চুটকেছত তাইক লগা কিতাপ-কেইখন আৰু কাপোৰ দুখন-এখন লৈয়ে ঘৰৰ দুৱাৰ জপাই আৰু একো নাভাবি ততালিকে ৰেল ষ্টেচনমুৱা হ'ল। তাই বাটত ভাবিলে অনন্ত যদি উভতি নাহে তেন্তে একো কথা নাই। তাইৰ নিজৰ বাট নিজে কৰি ল'ব। কিন্তু যদিহে উভতি আহি তাইক নাপায়, সাঁচি ৰখা টকাবোৰ নাপায় তেন্তে তেওঁৰ মন কেনে হ'ব? কোনো অঘটনো ঘটাব পাৰে। এবাৰ ভাবিলে তাই এখন চিঠি লিখি অহা উচিত আছিল। কিন্তু এতিয়া চিঠি লিখিবলৈ উভতি যাবলৈকো সময় নাই, ৰেল যোৱাৰ প্ৰায় সময় হৈছে। তাই ভাবিলে ৰেলত উঠি তাৰে পৰা চিঠি লিখি পঠিয়াব। যদি অনন্ত সেই ঘৰলৈ উভতি আহে নিশ্চয় সেই চিঠি পাব। তাই লৰালৰিকৈ গৈ টিকট কাটি ৰেলত উঠিলগৈ। ৰেল অলপ পিছতে ভোঁ ভোঁ কৰি এলাহাবাদলৈ আগবাঢ়িল। ৰেলত মাইতীয়ে কত কি ভাবিলে তাৰ অন্ত কি? হাজাৰ ভাবৰ মাজত তাইৰ মনত খেলালে যদি এলাহাবাদত অশোক কুমাৰক লগ ধৰিব নোৱাৰে তেন্তে তাইৰ কি উপায় হ'ব? আৰু লগ পালেও যে তাইক ততালিকে চিত্ৰ জগতত সুমুৱাই ল'ব তাৰে বা থিৰাং কি?

(৩৯)

অনন্তই ঢলংপলং কৰি নিজৰ ঘৰৰ দুৱাৰমুখ পাই দুৱাৰ বন্ধ দেখি ভাবিলে নিশ্চয় মাইতীয়ে অকলশৰীয়া হৈ ভয়তে দুৱাৰ মাৰি বহি আছে। তাৰ মনত ধিক্কাৰ আহিল, এনেভাৱে তাইক অকলে এৰি, একো নোকোৱা নিমিলাকৈ সি আঁতৰ হৈ তাইক চক্ খুৱাই বৰ অন্যায় কৰিছে। সি ভাবিলে জানোচা তাই একো নোখোৱা নেমেলাকৈ কান্দি-কাটি শোৱা পাটীত পৰি আছে। কিন্তু সি দেখিলে দুৱাৰখন বাহিৰৰ পৰা গাঁঠিমৰা। তাত বাদুলিসাঁচাৰ মৰা নাই। তেন্তে কি মাইতী ওচৰৰ কোনোবা লগৰ ছোৱালীৰ কাষলৈ গৈছে। সি দুৱাৰ মেলি চাৰিওপিনে পিট্ পিট্কৈ চাই মাইতীক দেখা নাপালে। সি ভাবিলে মাইতী নিশ্চয় কোনো ওচৰৰ ঘৰলৈ গৈছে। নাযায়ে বা কি কৰে? অকলশৰীয়াকৈ এজনী ছোৱালী বহি থকা কম শাস্তি নহয়। হয়তো তাইৰ লগৰীয়াবোৰ আহিছিল। হয়তো তাইহঁতৰ লগতে কথা কৈ কৈ গৈছে। যদি তাই ক'ৰবাত দূৰলৈ গ'লহেঁতেন নিশ্চয় দুৱাৰ বাদুলীসাঁচাৰ মাৰি গলহেঁতেন। সি ইপিনে জ্বৰৰ তাপত দুৰ্বল হৈছে আনপিনে নানা ভাবৰ খেলি-মেলিত তাৰ মন উতলা। সি লাহে লাহে তাৰ শোৱাপাটীলৈ গৈ অৱশ হৈ পৰিল। সেই শোৱাপাটীতে সি কত ভাবত বিভোৰ হ'ল, জ্বৰৰ তাপত কত কি বলকিছে তাৰ থিৰাং নাই। লগেলগে তাৰ উকটি আহিল। মাজে মাজে বমি

কৰিছে। সি ভাবিছে, এই বহল জগতত যেন সি অকলশৰীয়া। তাৰ মিতিৰ কুটুম, ভাই-বন্ধু, পিতৃ-মাতৃ কেও নাই। তাৰ বেমাৰত মুৰত পানী ঢালিবলৈ আনকি এজন লোকো নাই। সি ইছাট-বিছাটকৈ পৰি ৰ'ল। মাজে মাজে ভাবিলে সেই মাইতী যাৰ দুৰৱস্থা দেখি এদিনা সি নিজৰ সম্বন্ধে অলপো নাভাবি সকলো কেলেঙ্কাৰী, অপ্ৰিয়তা মূৰত লৈ কলিকতা পাইছিলহি, কত চেষ্টা কৰি তাইৰ শিক্ষা-দীক্ষাত আগবঢ়াই নিছিল কিন্তু তাই তাৰ আও সময়ত এটোপা পানী দিবলৈকো ওচৰত নাই। সি ভাবি ভাবি কত বলকিছে। লাহে লাহে জ্বৰ তাৰ মূৰত উঠিল। সি প্ৰায় অচেতন যেন হ'ল। মাজে মাজে সি বলকিছে, "মাইতী, দুনীয়া মালতী।" সি একোবাৰ কৈছে তাৰ কি দোষ। সিটো মনৰ ভাব উভালি পেলাব নোৱাৰে। সিটো স্বাভাৱিক ভাবে ঘটা উচাটন চেপি ৰাখিব নোৱাৰে। তেন্তে তাৰ দোষ কি? তাৰ খং উঠিল এই লুকাভাকু ভালপোৱা জগতখনক। যিহে বিচাৰে অনন্তৰ সকলো ভাব লুকাই চেপি মাৰি কেৱল দেখাব খোজে কিছুমান নিজে নিজে গঢ়া নিয়মৰ প্ৰভাৱ। সেইবোৰৰ নাম দিয়ে সংযম, ধৈৰ্য, ব্ৰহ্মচৰ্য সতীত্ব, পৱিত্ৰতা। সেইবোৰৰ কাৰণে অন্তৰে অন্তৰে মৰে তুঁহ জুইৰ দৰে পুৰি ডেই। জীৱনটো কৰে ভজা খোলা। মাজে মাজে গায় ওমৰ খৈয়ামৰ পদ কেইফাকি—

"সখি মাটিৰ কোলাত
পৰিব লাগিব নিশ্চয় ঢলি,
সেয়ে কওঁ আহা হিম অতলত
যোৱাৰ আগে
ভোগ কৰি যাঁও প্ৰাণ হাঁহি হাঁহি;
বুকু ভৰি ভালপাওঁ গোলাপ পাহি;
জীৱনৰ যি কেইটা দিন আগত আজিও জাগে।
মাটিৰদেহ, মাটিতে শেষ হব, মাটিতে লীন
ধূলিৰ বোজা ধূলিতে মিলিব গৈ;
সুৰ, কি সুৰা, গায়ক আলোক সকলো শোভাহীন;
চেতনা শূন্য আমাৰ শীতল দেহত।।"

সেই সন্নিপাত জ্বৰত উচপিচাই থাকোঁতে পিয়নে "বাবু" কৈ চিঞৰিবিলে কিন্তু একো উত্তৰ নাপাই অলপ পৰ ৰৈ আৰু ভিতৰত মানুহৰ শব্দ শুনি এখনি চিঠি দুৱাৰৰ ভিতৰলৈ পেলাই গ'ল। অনন্তই একো ক'ব নোৱাৰিলে।

সন্নিপাত জ্বৰত ছটফটকৈ থাকি ওচৰত শুশ্ৰূষা কৰিবলৈ কেও নোহোৱাত সি নিজে নিজে কত কি ভাবিছে। সি ভাবিছে জগতত যেন তাৰ কেও নাই। সি একেবাৰে অকলশৰীয়া। এই বহল জগতত তাৰ আপোন বুলিবলৈ কেও নাই। সি নিজৰ পিতৃ-মাতৃক নিজে এৰি আহিছে, সি তাৰ ইষ্ট কুটুম নিজৰ গাওঁ সকলো এৰি দূৰ দেশত ইমানদিনে আছে। মাইতী থকাত সি অলপো অকলশৰীয়া ভাব অনুভৱ কৰা নাছিল। হাঁহি, ৰং-ধেমালি, পঢ়া-শুনাতে আৰু নিজৰ কৰ্তব্যতে বিভোৰ আছিল। কিন্তু মাইতী নাই, ইপিনে তাৰ বেমাৰ অৱস্থাত দৈনন্দিন কৰ্তব্যৰ পৰাও আহৰি পোৱাত সি কেৱল ভাবৰ ৰাজ্যত বেমাৰীৰ শোৱা পাটীত পৰি পৰি উটিবুৰি ফুৰিব ধৰিছে। সি ভাবিছে সংযম, ধৈৰ্য, ব্ৰহ্মচৰ্য, সতীত্ব, পৱিত্ৰতা এইবোৰৰ ভাবে মানুহৰ আচল অন্তৰ লুকাই ৰাখি মানুহক কেৱল দেইপুৰি মাৰে। কতো অলপো শান্তি পাবলৈ আহৰি নিদিয়ে। আকৌ পিছ মুহূৰ্ত্ততে তাৰ মনত পৰিছে মালতীৰ ওপৰত কৰা পাশৱিক কাম। সংসাৰত সংযম, ধৈৰ্য ইত্যাদিবোৰ নহলে সংসাৰখনত এনে পাশৱিক দলে কত কি অঘটন ঘটালেহেঁতেন। সি ভাবিলে সেয়ে সংসাৰখন নাঙঠ কৰি দেখুৱাই লুকাভাকুৰ আঁৰে আঁৰে, আলো আৰ ছাঁৰ মাজে মাজে, আচল জগতৰ সৌন্দৰ্য ফুটাই তোলাই সৃষ্টিকৰ্তাৰ উদ্দেশ্য। তাৰ মনত পৰিল কেৱল ফটো তোলাই আচল কলা শিল্প নহয়। যদিহে তাৰ লগে লগে নিজৰ মৌলিক বুধি খটুৱাই, ছাঁ আৰু পিছপিনে থকা ঠাই ভালভাৱে বাছি লৈ ফটোৰ সৌন্দৰ্য বঢ়াব নোৱাৰে। সি যিমানেই নানা কথা ভাবিছে সিমানেই তাৰ ভাবৰ খেলি-মেলিত জ্বৰ বেছিকৈ উঠিছে।

আকৌ সেই ভাব এৰি সি ভাবিছে মাইতী কি অকৃতজ্ঞ। যি চৰাই গোৱালী পুহিপালি ডাঙৰ দীঘল কৰিলে সেইয়া ভতালিকে পাখী গজাৰ লগে লগে ভাক এৰি গুচি গ'ল। সি ভাবিলে গোটেই জগতখনেই

বিচাৰে লাভ, নিজৰ স্বাৰ্থ। সেই স্বাৰ্থপূৰণ হ'লেই পাহৰে আনৰ কথা। আকৌ তাৰ ভাব হ'ল তাৰ অকলশৰীয়া অৱস্থা। তাৰ পিতৃ-মাতৃ ইষ্ট-কুটুম, গাওঁ ভুঁই এৰি এনে দূৰ দেশত জীৱন কটাইছে য'ত তাৰ বেমাৰত এবাৰ নিচুকনি দিবলৈ, অলপ দৰব-পাতিৰ দিহা কৰিবলৈ কেও নাই। সি ভাবিছে তাৰ জীৱনত কি আৱশ্যক? বহল জগতত সি এজনা আপোন লোক নাপালে তেন্তে সি এই জগতত থাকি কি লাভ? লাহে লাহে জ্বৰৰ কোব বেছি হোৱাত সি মুহূৰ্তে মুহূৰ্তে নানা কথা বলকিব ধৰিলে। তাৰ মনৰ অৱস্থা অথিৰ হৈ পৰিল। তাৰ গোটেই মনটো কেৱল এটা ভাবে আগুৰিলে জগতে তাক নিবিচাৰে, জগতৰ লগত তাৰ একো সম্বন্ধ নাই, জগত জগত বুলি সি আৰু ইয়াত এমুহূৰ্তও থকা আৱশ্যক নাই। সি সেই মনৰ অথিৰ অৱস্থাতে জ্বৰৰ ছাটিফুটিত তাৰ গাৰুৰ কাষত থকা পিষ্টলটোৰ ওপৰত তাৰ হাত পৰিল। তপত হাত চেঁচা পিষ্টলৰ ওপৰত পৰি তাৰ গোটেই গাটো সুৰসুৰাই উঠিল।

তাৰ মনত পৰিল এবা এই জগতৰ লগত সম্বন্ধ সম্পূৰ্ণৰূপে ছিণ্ডিবলৈ, এই পাৰ্থিৱ দেহৰ অন্ত কৰিবলৈ, এই অকৃতজ্ঞ জগতৰ লগত চিৰ বিচ্ছেদ কৰিবলৈ তাৰ ওচৰতে সহজ বস্তু পৰি আছে। তাৰ মনত খেলালে যিজনাক লগত লৈ ইমান বছৰ পিতৃ-মাতৃৰ কথা পাহৰিছে, গাওঁ ভুঁই পাহৰিছে, নিজৰ দেশ পাহৰিছে, তাইৰ এনে অকৃতজ্ঞতা অৱস্থা। তাৰ লগে লগে মনত পৰিল সিওতো ইমান দিনে তেনে কৰিছে, যি পিতৃ-মাতৃয়ে তাক খুৱাই-ধুৱাই ডাঙৰ-দীঘল কৰিছে, শিক্ষাৰ খৰচ যোগাইছে সেই পিতৃ-মাতৃক আনৰ কাৰণে সমূলি পাহৰি তেওঁলোকৰ মৰম বেথা পাহৰি অকৃতজ্ঞৰ দৰে ইমান দিন ইয়াত আছে। তাৰ ভাব হ'ল এয়ে জগতৰ ৰীতি! কেৱল অকৃতজ্ঞতা। তাৰ মনত পৰিল সি আয়েকৰ হাতৰপৰা টকা আনি মাতৃৰ মৰমৰ দান স্বৰূপ এবাৰ বাতৰিও তেওঁলৈ দিয়া নাই। অৱশ্যে যদিও সি সেই টকাৰ অলপো অপব্যৱহাৰ কৰা নাই। সি কাম কৰি অৱশ্যে নিজৰ জীৱন প্ৰৱৰ্তন কৰিছে আনপিনে সি 'ল' পঢ়ি 'ল' ৰো শেষ পৰীক্ষা দিছে। আকৌ ঘৰতে পঢ়ি এম, এ দিবলৈকো সাজু হৈছে। সি ভাবিছিল এদিন পিতৃ-মাতৃৰ ওচৰত সি আচল পুত্ৰ হিছাপে উপস্থিত হ'ব। তেন্তে তাৰ অকৃতজ্ঞতা ক'ত? কিন্তু সি আকৌ ভাবিলে নিশ্চয় অকৃতজ্ঞতা। সি ইমান দিনে এটা বাতৰিও তেওঁলোকক দিয়া নাই, আনকি সি ক'ত আছে তাৰো সন্ধান দিয়া নাই। তেন্তে তেওঁলোকে তাৰ সম্বন্ধে ভাবি কত হাহাকাৰ কৰিছে। তাৰ মৰমত মাতৃয়ে তাৰ কথা ভাবি ভাবি কিজানি শোক দুখতে কতদিন অনাহাৰে কটাইছে। তাক মনে মনে টকা দিয়াৰ কাৰণে পিতৃৰ কত টান কথা কিমান দিন শুনিছে। সি অকৃতজ্ঞ, ভীষণ অকৃতজ্ঞ। মাইতী অকৃতজ্ঞ। জগত অকৃতজ্ঞ। তাৰ মনত পৰিল মালতীৰ কাৰণে সি কত কষ্ট, কত টকা কড়ি ভাঙি আস্পাতালত দিন কটালে, কিন্তু তাৰ ফলত সি পালে কি? মালতীৰ বাপেকৰ সন্দেহ, অবিশ্বাস। কম্পাউণ্ডাৰৰ কথাত বিশ্বাস জন্মিল। তাৰ ওপৰত অবিশ্বাস হ'ল। তাৰ মনত পৰিল দুনীয়াৰ কথা। সেই একে কথা। তাইক ইমান সহায় কৰিছিল কিন্তু যিদিনা তাৰ হাতত টকা নাছিল কিন্তু তাই টকা খুজি নাপালে তাইৰ মনত উপজিল অবিশ্বাস। তাইৰ ভাব হ'ল টকা থাকিও নিদিয়ে। তাক ৰামুৱে কত সন্দেহ কত অবিশ্বাস কৰিছিল। ইত্যাদি সি যিমানেই ভাবিব ধৰিলে তাৰ মনত ভাব হ'ল জগত কেৱল অকৃতজ্ঞতাৰ ছবি। তাৰ ভাব হ'ল জগতত লাগে শঠতা, ঠগ, মিছা, প্ৰৱঞ্চনা, বাহ্যিক আৱৰণ তেন্তে সুন্দৰভাৱে জগতত চৰি ফুৰিব পাৰি ভালৰি বোলাই যাব পাৰি, কিন্তু স্পষ্টবাদিতা, পৱিত্ৰতালৈ অন্তৰ খোলা হ'লেই সৰ্বনাশ। সি আৰু মুহূৰ্তকো ভাবিব নোৱাৰিলে। নাই নাই এনে লুকা-ভাকু খেলা জগতত থাকি লাভ নাই। জগত জগতেই থাকক। তাক উজাই টানিবলৈ আৱশ্যক নাই বুলিয়েই ততালিকে পিষ্টলটো লৈ আৰু একো নাভাবি সি মনত সেই অথিৰ অৱস্থাতে হাত লৰকৰকৈ কঁপি কঁপি থাকোঁতে সি মাৰি দিলে— সি অকৃতজ্ঞ পশু, জগতৰ পৰা তাৰ অকৃতজ্ঞ জীৱনৰ চিৰ বিচ্ছেদ

কৰিব। শব্দ ধমকৈ উঠিল। কুঠৰি খোৱাৰে ধূৰঁলি কুৰঁলি হ'ল। তাৰ পিছত?

(৪০)

দুনীয়াৰ দুখ নিতে বাঢ়িছে। তাইৰ শত দুখৰ মাজত যি অলপ-অচৰপ আনন্দ পাইছিল, হাজাৰ দোষত দোষী হ'লেও যাক চাই বা যাৰ লগত কথা-বতৰা হৈ আনন্দ পাইছিল, যেয়ে টকা কড়িৰেও মাহে হীন-দেঢ়ী হিছাপে সহায় কৰি সিহঁতৰ খোৱা-লোৱা আৰু বুদুৰ পঢ়াত সহায় কৰিছিল সেই ৰামুও কালৰ সোঁতত ভাহি গ'ল। সি মদ খাইছিল সেই মদৰ ৰাগীত যিমান পাইছিল সিমানেই সি পি আছিল। শেষত এদিনা সি হিয়া ফাটি এই পাৰ্থিৱ জগতৰ পৰা চিৰকাললৈ বিদায় লৈছিল। সি এৰি গৈছিল দুনীয়াৰ দিনে-ৰাতি বোৱা চকুলো আৰু বুদুক। বুদুৱে অহোপুৰুষাৰ্থ কৰি পঢ়াত আগ বাঢ়িছিল। ৰামুৱে মৰিবৰ সময়ত দুনীয়াক সেহাই সেহাই কৈছিল, দুনীয়া তহঁতৰ কাৰণে একো কৰিব নোৱাৰিলোঁ। কিন্তু বুদুক মোৰ জজ কৰিহে এৰিবি। হাজাৰ কষ্ট হ'লেও বুদুক পঢ়াৰ পৰা নেৰুৱাবি। সি বহুতো পঢ়িব। জজ চাহাব হৈহে এৰিব। দুনীয়াই তাৰ উত্তৰত কেৱল দুধাৰি চকুলোহে টুকিছিল। পিছ মুহূৰ্তত ৰামুৰ চেঁচা হাতখন লাৰি তাৰ বুকুত ঢলি পৰি ধাকুৰি ধাকুৰি কান্দিছিল। কিন্তু হায় কান্দোনত গগন ফালিলেও আৰু ৰামুক ক'ত পায়? ৰামু যে নিৰ্বাক, নিস্পন্দ।

ৰামুৰ মৃত্যুৰ পিছত মৃতকৰ কাম দুখীয়াভাৱে সমাধা কৰি দুনীয়াই মনত বল বান্ধি বুদুক সকলো প্ৰকাৰে পঢ়াত ভাল কৰি তুলিবলৈ লাগি-পৰি লাগিছিল। তাই আজি একেলগে মাক বাপেকী হৈ অহোপুৰুষাৰ্থ কৰি সিহঁতৰ খোৱাৰ যোগাৰ কৰাৰ লগে লগে বুদুৰ পঢ়া খৰচ যোগাইছিল। কেতিয়াবা সিহঁতৰ এসাঁজ ভাত মিলে। কেতিয়াবা অনাহাৰে থাকিব লগীয়া হয়। দুটা আলুগুটি পুৰি বুদুৰ আগত দিয়ে। বুদুৱে কয়, "আজি জানো ভাত নাই?" দুনীয়াই দুধাৰি চকুলো মচি কয়, "বাচা, বাবাৰ নাই, কোনে ভাতৰ যোগাৰ কৰিব? আকৌ দুসাঁজ ভাত খালে তোৰ পঢ়াৰ খৰচ কেনেকৈ যোগাম?"

বুদুৱে কয়, "ঠিক কৈছ মা। এইবাৰ দুমাহৰ মাচুল একেলগে দিব লাগিব। খাব নাপালেও মাচুল দিবই লাগিব।" দুনীয়াই একো নামাতি দুধাৰ চকুলো টোকে। তাই পিছৰদিনা আৰু বেছি কষ্ট কৰি ধন আৰ্জিবলৈ চেষ্টা কৰে। তাই কেটামান হাঁহ পাৰ পুহিছে। ছাগলী দুটা পালিছে। টান পৰিলেই হাঁহ পাৰ বেচি পইছা যোগায়। তাৰে বুদুৰ মাচুল দিয়ে। দিনত তাই কাৰো ঘৰৰ বেৰ মচে, আহৰি সময়ত বাৰীত কোৰ মাৰি শাক-পাচলি কৰে। কেতিয়াবা ঢেকীয়া, হেলেচী শাক তুলি নি বজাৰত বেচি পইছা আনে। ছাগলী দুটাৰ যি গাখীৰ পায় তাৰে অলপ বুদুলৈ ৰাখি বাকীখিনি এঘৰ মানুহক দি বেচে। দিনটো তাইৰ আহৰি নাই। তথাপি সিহঁতে খাই-লৈ বুদুৰ মাচুল আৰু কিতাপৰ খৰচ যোগোৱাত টান পায়। বুদুৱে এতিয়া মেট্ৰিকুলেছন ক্লাছত পঢ়ে। শ্ৰেণীত সি প্ৰথম। শিক্ষকে তাক বৰ মৰম কৰে। কেতিয়াবা মাচুল ঠিক সময়ত দিব নোৱাৰিলে তাৰ জৰিমনা নলয়। কেৱল কয়, "বুদ্ মাচুল কেতিয়া দিবি?" বুদুৱে কয়, "পইছা যোগাৰ হোৱাই নাই ছাৰ। কাইলৈ বা পৰহিলৈ দিম।" অ অ পলম নকৰিবি। ভালকৈ পঢ় বৃত্তি পাব লাগিব। কিন্তু বুদুৱে নামাতে। স্কুলৰপৰা ঘৰলৈ আহি মাকক কয়, ' 'মা, মাচুল কাইলৈ বা পৰহিলৈ নিদিলে নহয়।" মাকে কয়, "বাচা, পাৰৰ পোৱালি দুটা কাকো বেচিব পাৰিলেই দিব পাৰিবি। কোনো কিনোঁতা দেখা অহাই নাই।" কেতিয়াবা কেতিয়াবা তাই প্ৰসৱ হোৱা তিৰোতাৰ খবৰ পাই ৰাতি গৈ ধাইৰ কাম কৰে। কিন্তু তেতিয়া বুদুক অকলে ঘৰত এৰি গলে তাইৰ প্ৰাণে কান্দে। ইপিনে বুদুৰ পঢ়াৰ খৰচৰ কথা ভাবিলে বা সিহঁতৰ খোৱা-লোৱাৰ টনাটনিৰ কথা ভাবিলে নগৈয়ো নোৱাৰে। মাক যাব ওলালে বুদুৱে কয়, "মা, যাঁগে মই একো ভয় নকৰোঁ। অকলে থাকিব পাৰিম। মই ওৰে ৰাতি পঢ়ি থাকিম।" কেতিয়াবা আকৌ তেলৰ অভাৱত সি পঢ়িব নোৱাৰি সাজ সন্ধ্যাই শুই থাকিব লগীয়াত পৰে। ইমান দুখ-কষ্টৰ মাজতো দুনীয়াই বুদুক

দেখিলেই যেন কত আনন্দ পায়। সি পঢ়িলে দুনীয়াই তাৰ কাষত বহি শুনিয়ে থাকে। এদিনা স্কুলত শুনিলে মেট্ৰিকুলেছন পৰীক্ষা দিব লাগিলে ডেৰকুৰি টকা আগেয়ে জমা দিব লাগিব। ডেৰকুৰি টকাৰ কথা শুনি তাৰ চুলিৰ আগে জীউ গ'ল। টকা নিদিলে পৰীক্ষা দিব নোৱাৰিব বুলিও সি শুনিলে। সি এইকথা আজি মাকক কেনেকৈ ক'ব? কিন্তু নকলেও উপায় কি? অলপতে যে টকা দিব লাগিব। সি ঘৰলৈ গৈ আমন জিমন হৈ সিদিনা বহি আছে। মাকে সুধিলে, "বাচা, আজি কি হৈছে, স্কুলত কেৱে কিবা কৈছে?" সি কান্দো কান্দো সুৰে ক'লে, "কেৱে একো কোৱা নাই মা। কিন্তু পৰীক্ষা দিব লাগিলে হেনো ডেৰকুৰি টকা দিব লাগিব। আমি ডেৰকুৰি টকা ক'ত পাম?" দুনীয়াই সেই কথা শুনি যদিও বুজিলে এইটো বৰ টান কথা, তথাপি বুদুৰ বিমৰ্ষ মুখ দেখি ক'লে, "বাচা কিবা প্ৰকাৰে যোগাৰ কৰিব লাগিব। তাৰ কাৰণে দুখ কৰেনে? আহ দুটামান মুৰি গাখীৰত তিয়াই থৈছোঁ খাহি।"

বুদুৱে মাকৰ তেনে দৃঢ় কথা শুনি আনন্দিত হয়। সি "মায়ে কৈছে যেতিয়া নিশ্চয় যোগাৰ হ'ব।" সেই ভাবিয়ে সি দুখ মন এৰি আনন্দেৰে গৈ মুৰি খাব ধৰে। তাৰ পিছত সি ওলাই গৈ পুথিভঁৰালত সোমাই নানা কিতাপবোৰ চাব ধৰে। সি এখন গল্পৰ কিতাপ বিচাৰি উলিয়াই তাত দুবালৰ গল্প পঢ়ে। দুবালে কেনেকৈ গৰু চৰাই ঘূৰোঁতে তলত জিৰণি লৈয়ো কেৱল পঢ়াতে ধ্যানমগ্ন হৈ পিছত ডাঙৰ হ'ব পাৰিছিল। সি পঢ়ি তাৰ মনত সান্তনা দিয়ে। সি পঢ়িব, কেৱল পঢ়িব। আন একো নকৰি পঢ়িব। আকৌ সি গৰ্কিৰ জীৱনী পঢ়ে। তাত এঠাইত পায় গৰ্কিয়ে এঘৰ মানুহৰ তাত চাকৰ আছিল। কিন্তু তেওঁৰ পঢ়াৰ ইমান ধাউতি যে অ'ৰ ত'ৰ পৰা কিতাপ খুজি আনি পঢ়ে। কিন্তু সেই ঘৰৰ গিৰীহঁতনীয়ে তাৰ পঢ়াতো সমূলি ভাল নাপায়। আনকি বাতি পঢ়ি মমবাতি খৰচ কৰে বুলি মমবাতি দালো জুখি থয়। গৰ্কীয়ে উপায় নাপাই ওচৰৰ গীৰ্জাত গৈ তাৰ চাকিৰ পোহৰৰ কাষত বহি পঢ়ি থাকে। এইকথা এদিনা গম পাই গিৰীহঁতনীয়ে খঙৰ বেগত গৈ গৰ্কীয়ে খুজি অনা বা ধাৰলৈ অনা কিতাপ কেইখন কাঢ়ি ফালি-চিৰি পেলায়। গৰ্কী মহা বিপদত পৰে। সি লোকৰ কিতাপবোৰ কেনেকৈ দিয়ে। পিছত তেওঁৰ মনৰ বলত পঢ়ি-শুনি এদিনা জগতৰ অদ্বিতীয় পুৰুষ হৈ উঠিছিল। গৰ্কীৰ নাম নজনা লোক কেও নাই। সি আকৌ এঠাইত পালে এসময়ত গৰ্কীয়ে ৰাতি শুবৰ ঠাই নাপাই তেওঁৰ এজন বন্ধুৰ এখন শোৱা পাটীত বন্ধু ৰাতিৰ কামত যোৱাত শুইছিল। আকৌ ৰাতি বন্ধু আহিলে টোপনিৰ পৰা সাৰ পাই সেই শোৱাপাটী এৰি দি ৰাতিতেই নিজৰ কাম কৰিবলৈ গৈছিল। এনে ধৰণে কতদিন কটাইছিল। সেই গৰ্কীয়ে নিজৰ অধ্যৱসায়ৰ বলত জগত বিখ্যাত হ'ব পাৰিছিল। সেই পঢ়ি তাৰ মনত যেন কিমান বল আহিল। ইমান দুখেৰে দিন কটায়ো মানুহে জগতত নিজৰ কীৰ্তি ৰাখি যাব পাৰিছে তেন্তে তেওঁলোকৰ দুখৰ লগত যে তাৰ দুখ অতি নগণ্য। তাৰ ঘৰ আছে, শুবলৈ শোৱাপাটী আছে, খাবলৈ এবেলা নহয় এবেলা এমুঠি ভাত আছে. তেন্তে তাৰ দুখ কি? চিন্তা কি? সি আনন্দত অধীৰ হৈ উঠিল। সি লাহে লাহে পুথি ভঁৰালৰ পৰা ওলাই ঘৰলৈ খোজ ললে। সি সেই পঢ়াৰ উদ্‌গনিত তাৰ যেন একো কষ্ট নাই, দুখ নাই এনেভাৱে যাব ধৰিছে। এনেতে তাৰ চকুত পৰিল এজন মানুহে খৰি লৈ আহিছে। খৰিবোৰ মুঠা মুঠাকৈ বন্ধা। সি সুধিলে কিমান দাম? দুটকা, মুঠা হিচাপে একো অনা। সি ভাবিলে এয়াতো ভাল উপাৰ্জন কৰিবৰ উপায়। সিও আন মানুহৰ পৰা খৰি কম দামতে ৰাখি মুঠাকৈ বান্ধি অলপ কষ্টতে প্ৰায় দুগুণ দাম পাব পাৰে। সি সিদিনা ঘৰলৈ গৈ মাকক ক'লে, "মা কাইলৈ মিকিৰণীয়ে খৰি আনিলে আমি ৰাখিম আৰু আহৰি সময়ত মই মুঠা মুঠাকৈ বান্ধি বজাৰত বেচিম। প্ৰায় দুগুণ পইছা পাম। মাকে ক'লে, ' 'তেন্তে ভালেই।" সিদিনাৰ পৰা সি মিকিৰণীৰ পৰা এবোজা এবোজা খৰি কম দামতে ৰাখে আৰু ফালি মুঠা মুঠাকৈ বান্ধি দিনে প্ৰায় আঠ অনাকৈ লাভ কৰে। সি আহৰি সময়ত দিনৌ আধাঘণ্টাকৈ খাটি এনেভাৱে

পইছা আৰ্জিব ধৰিলে। মাকে দেখি আনন্দ পালে। পইছা পাই এটা চৰতীয়াও খৰচ নকৰি মাকৰ হাতত
ˆ ¬ ঁহৰ খুটাৰ খোৰোঙত ভৰাই থ।
দিব লাগিব। মাকে কয়, "কিয়
বুলিয়েই ঘৰৰ খুটাত যি পইছা
ইল তাতে জমাই থয়। সময়ত সি
বীক্ষা দিয়ে।

(৪১)

কৈছিল, "মা পৰীক্ষা মোৰ ভাল
ায়ৰ আশা আছে। মই মেডিকেল
লি লিখি দিছোঁ।"
। বাবাৰে যদিও জজ চাহাব হ'ব
ইল, কিন্তু মোৰ ইচ্ছা তই ডাক্তৰ
মানুহৰ সেৱা শুশ্ৰূষা কৰিবি।"
হাই মোৰো ইচ্ছা মা। কিন্তু মই যে
লাগিব। তুমি অকলে ইয়াত থাকিব

। কেনেকৈ থাকিম? এটা কথা কৰো।
ন যাওঁ। তাতে মইয়ো কিবা এটা কাম
াপ-অচৰপ সহায় কৰিব পাৰিম।"
ঠ জানো কাম পাবা? নাপালে দুজন
ত কেনেকৈ প্ৰৱৰ্তিম?"
তৰ মানুহ। য'তে ত'তে কামৰ দিহা
'

ালা পৰীক্ষাৰ খবৰ নোলোৱাতে আমি
পাৰো সুবিধা কৰি লওঁ। পিছত খবৰ
নাম লিখিম।"
নইটো ভাল হয় তেন্তে তাকে কৰ।
।-।। । সিহঁত কলিকতালৈ যাবলৈ সাজু হ'ল।
সিহঁতৰ ালা বস্তুবোৰ বেচিব ধৰিলে। দুনীয়াই তাইৰ মৰমৰ হাঁহ-পাৰবোৰ বেচাত তাইৰ মনত কিমান বেথা লাগিল। কিন্তু কি কৰিব? সময়ত সকলো মায়া-মোহ কাটি কৰি নিজৰ কাম কৰিব লাগিব। তাইক লাগে বুদুৰ মঙ্গল। দিনচেৰেকৰ পিছতে সিহঁতে কলিকতা পালেগৈ। তাতে বুদুৱে মেডিকেল কলেজৰ সকলো ভু-ভা ললে। সেই মেডিকেল কলেজতে সিহঁতৰ ভাগ্যৰ গুণত দুনীয়াই এটা কাম পালে। তাত থাকিবলৈ সিহঁতে চৰকাৰী ঘৰৰ এটা কোঠাও পালে। সেই কোঠাতো বুদু আৰু দুনীয়াই যিমান পাৰে চাফ চিকুণকৈ ল'লে। সিহঁতৰ খোৱা লোৱাত যিমানেই কষ্ট নহওক, কিন্তু বুদুৰ যাতে পঢ়া শুনাত বাধা নহয় সেয়ে দুয়োৰো চিন্তা। বুদুৱে কেইদনিমানতে কলিকতাৰ ভু-ভা সকলো লব পাৰিলে। সি পুথি-ভঁৰালৰো সন্ধান পাই সেই আহৰি কেইদিন তাতে নানা কিতাপ পঢ়িব ধৰিলে। সময়ত তাৰ পৰীক্ষাৰ খবৰ ওলাল। সি নাম কৰি পাছ কৰিব পাৰিলে। বৃত্তিও পালে। দুনীয়াই আগতে মেডিকেল কলেজত কাম পোৱাৰ কাৰণে বুদুৰ সেই কলেজত ভৰ্তি হবলৈ একো টান নাপালে। বিশেষতঃ কলেজৰ প্ৰিন্সিপালে মেতৰৰ ল'ৰাই মেট্ৰিকুলেচন পাছ কৰাত তেওঁৰ মনত বৰ আনন্দ। বুদুক তেওঁ বৰ মৰম কৰে। ঘৈণীয়েকেও বুদুক মাতি নি বহুতো কথা সোধে। সেই অলপ বয়সতে বুদুৰ জ্ঞান আৰু নানা কিতাপৰ কথা কোৱা দেখি তেওঁলোক আচৰিত হয়। প্ৰিন্সিপালে কয় ই সাধাৰণ লাইনত যোৱা হ'লে বহুতো নাম কৰিব পাৰিলেহেঁতেন। তাৰ ইংৰাজীৰ ৰচনা তেওঁলোকে চাই আচৰিত মানে।

এনে কম বয়সতে ইমান গভীৰ ভাবৰ ৰচনা লিখা অতি বিৰল। দুনীয়াই কয়, "নহয় দেউতা সি বেমাৰীক শুশ্ৰূষা কৰা কাম পালেহে মই সুখী।" প্ৰিন্সিপালে কয় বাৰু তহঁতৰ ইচ্ছামতে কৰ। সি ভালকৈ পঢ়িলে নাম কৰিব পাৰিব। বুদুৱে কলেজত ভৰ্তি হৈ মনোযোগেৰে পঢ়া আৰম্ভ কৰিলে। প্ৰিন্সিপালে তাক যি কিতাপ লাগে সকলোবোৰ দি সহায় কৰিলে। দুনীয়াই প্ৰিন্সিপালৰ ঘৰতো নিজৰ দৰে কাম কৰে। প্ৰিন্সিপালৰ ঘৈণীয়েককো সকলো প্ৰকাৰে সহায় কৰে। প্ৰিন্সিপালে কয়, "মোৰ ল'ৰা নাই। বুদুৱে যদি ভালমতে পাছ কৰিব পাৰে মই তাক বিলাতলৈ পঠিয়াম। তাক মই ল'ৰাৰ দৰে জ্ঞান কৰো। সি মোৰ কম্পাউণ্ডৰ ঘৰ এটাতে নাথাকে কিয়? ইয়াতে থাৰ লব।"

দুনীয়াই কং, "আমি মেথৰ মানুহ দেউতা। কেৱল যেতিয়া যি লাগে বুদুক সহায় কৰক। মৰম কৰিব।"

প্ৰিন্সিপালে হাঁহে। দৈৱীয়েকে কয়, "বাস্তৱতে বুদু ল'ৰাটো ইমান সুন্দৰ।"

প্ৰিন্সিপালে পালি সাহিত্যৰ বাসেটঠ সুত্তৰ এটা গল্প কয়। বাসেটঠ আৰু ভৰদ্বাজ বামুণৰ মাজত আচল বামুণ কোন এই বিষয়ে তৰ্ক লাগিছিল। ভৰদ্বাজৰ মতে পিতৃ আৰু মাতৃৰ যাৰ জাতি ভাল, যাৰ পূৰ্বপুৰুষসকল পবিত্ৰ, যাৰ বংশত একো দোষ নাই, একো নিন্দাৰ যোগ্য নহয়, তেওঁৱেই প্ৰকৃত ব্ৰাহ্মণ। বাসেটঠৰ মতে যি গুণৱান ব্ৰতচৰী তেওঁৱেই ব্ৰাহ্মণ। নিজৰ ভিতৰত এই তৰ্কৰ মীমাংসা কৰিব নোৱাৰি দুয়ো গৌতম বুদ্ধৰ কাষ চাপি সুধিলে, "জাতিৰ দ্বাৰা ব্ৰাহ্মণ হয়নে, কৰ্মৰ ফলত ব্ৰাহ্মণ হয়?" ভগৱান বুদ্ধই উত্তৰ দিছিল, "জাতিৰ হেতু কেও ব্ৰাহ্মণ বা অব্ৰাহ্মণ নহয়। কৰ্মৰ দ্বাৰাইহে ব্ৰাহ্মণৰ চিনাকি দিব পাৰো। মানুহে কামৰ দ্বাৰা কৃষক, কামৰ দ্বাৰা শিল্পী, কামৰ দ্বাৰা বেপাৰী মুদৈ, কামৰ দ্বাৰা ভৃত্য আৰু কামৰ দ্বাৰাহে পুৰোহিত হয়। ৰজা হয়। যিজনৰ ত্ৰিবিদ্যা আছে, শান্ত, পুৰ্নজন্মৰ পৰা মুক্ত, জ্ঞানীসকলে তেওঁকহে ব্ৰাহ্মণ বুলি কয়। কিন্তু, আমি বামুণৰ পেটত জন্মিলেই বামুণ বুলি ধৰি কত কি কৰোঁ, সিপিনে অজমূৰ্খই হওঁক বা নানা অধচাৰীয়ে হওঁক। তহঁত মেথৰ নহয়। মানুহে তহঁতক মেথৰ বুলি ঘৃণা কৰিলেও তহঁত মেথৰ নহয়। আৰু জান মেথৰ শব্দৰ আচল উৎপত্তি ক'ত? মহত্তৰ পৰাহে মেথৰ। আগতে তেওঁলোক মহৎ লোক আছিল। ভাল-বেয়াৰ পাৰ্থক্য নকৰি এখন বৰ ওখ ভাব-ৰাজ্যত বিচৰণ কৰিছিল। সেই সুবিধা পাই মানুহে তেওঁলোকক এনে ঘৃণনীয় কামত লগায়। তাৰ ফলত আজি সেই জাতিৰ এনে অধঃপতন। আজি জ্ঞানৰাজ্যৰ পৰা সমূলি আঁতৰত। মহাত্মাই ইহঁতক হৰিজন নাম দিছে। মহাত্মা থাকিলে ইহঁতৰ বহুতো উন্নতি হ'লহেঁতেন। কিন্তু, তেওঁৰ মৃত্যুৰ পিছত যদিও তেওঁৰ কথা মানি লোকসকলে হৰিজন হৰিজন কৰে বা সিহঁতৰ মঙ্গলৰ কাৰণে ভাবে কিন্তু আচলতে সিহঁতৰ জ্ঞান ৰাজ্য মুকলি কৰিবলৈ, সভ্যতাৰ আলোক পাবলৈ অলপো সুবিধা কৰা নাই। কেৱল সিহঁত থকা ঘৰকেইটা চাফ-চিকুণ কৰিলে কি হ'ব? যদিহে সিহঁতৰ মনোৰাজ্য চাফ-চিকুণ নকৰে।

এদিন বুদুক প্ৰিন্সিপালৰ ঘৰত থাকিব কোৱাত সি উত্তৰ দিছিল "মোৰ জাতিৰ লোক, মোৰ ভাইবোৰ যি ঠাইত থাকে মই সেই ঠাইতে থাকি ভাল পাওঁ। মোৰ ইচ্ছা সিহঁতৰ থকা, মিলা সকলোতে অলপ অচৰপ উন্নতি কৰো। মই ভালকৈ থকা দেখিলে তেওঁলোকেও অলপ অচৰপ ভালকৈ থাকিবলৈ চেষ্টা কৰিব। সিহঁতৰ মাজত অলপ শিক্ষাৰ পোহৰ দিব পাৰো যদি তাৰো চেষ্টা কৰিম।"

প্ৰিন্সিপালে কলে, "বুদু সুন্দৰ তোমাৰ কথা। তুমি তাতে থাকা।"

(৪২)

পিষ্টলৰ ধোঁৱাত অনন্তৰ গোটেই কুঠৰি ধোঁৱলি-কুঁৱলি হ'ল। অনন্তয়ো গম নাপালে সি কি কৰিলে। কাক গুলি কৰিলে? সি আকৌ শোৱা-পাটীত বাগৰি পৰিল। সি ভাবিলে জীৱনৰ মূল্য কি? কিন্তু মুহূৰ্ততে তাৰ চেতন নোহোৱা হ'ল। সি অবশ হৈ সেই শোৱা-পাটীতে পৰি থাকিল। যি অনন্তই কত দেশৰ কথা, গাঁওৰ-উন্নতিৰ কথা, সমাজৰ ঔদ্ধত্যৰ কথা, শিক্ষাৰ কথা ভাবিছিল সেই অনন্তৰ যেন আজি একো ভাবিবৰ নাই। তাৰ যেন আজি জগতৰ লগত, সমাজৰ লগত সম্পূৰ্ণ বিচ্ছেদ। তাৰ দেহ আছে, কিন্তু সেই দেহৰ যেন আজি কাৰো আৱশ্যক নাই। তাৰ মন আছিল এদিন আনন্দ-উলাহত নাচি ফুৰা, আজি যেন সেই মন সমূলি অৱশ। একো ভাবিবলৈ, আনন্দ-দুখ অনুভৱ কৰিবলৈ আৰু শক্তি নাই। সি তেনে চেতন নোহোৱা অৱস্থাতে কিমান পৰ থাকিল সি ক'ব নোৱাৰে। আবেলি কেইজনীমান মাইতীৰ লগৰ ছোৱালীয়ে মাইতীক লগ পাব আহি মাইতীক নাপাই আৰু অনন্তক তেনে ভাৱে পৰি থকা দেখি আচৰিত হৈ তাৰ মূৰত পানী ঢালিবলৈ ধৰিলে। আকৌ তাৰ অলপ দূৰত পিষ্টল এটা পৰি থকা দেখি সকলোৱে আচৰিত হ'ল।

পিষ্টলেৰে কি কৰিছিল কেৰে একো নুবুজিলে। কেৱল দেখিলে ওচৰৰ বেৰ এখনত মাইতীৰ ছবি এখন আৰি থোৱা আছিল। সেই ছবিখন ভাঙি-ছিঙি চূৰ্ণ হৈ পৰি আছে। সেই ছবিৰ ওপৰৰ আৰ্চিখন গুৰি হৈ গৈছে। আৰু মাইতীৰ ছবিৰ ঠিক কপালৰ গুৰিতে এটা ডাঙৰ ফুটা হৈ আছে। ছোৱালী কেইজনীয়ে নানা জল্পনা-কল্পনা কৰিব ধৰিলে। হয়তো মাইতীৰ লগত অনন্তৰ কিবা কাজিয়া-পেচাল হৈছিল। তাৰ ফলত মাইতীক গুলি কৰিছে, আনকি মাইতীৰ ছবিতো গুলি কৰি ছবি ভাঙি-ছিঙি চুৰমাৰ কৰিছে। তাইহঁতে আৰু কত কি জল্পনা-কল্পনা কৰিলে। কত নভবা কথা ভাবিলে। অলপ কথাত এনে হ'ব নোৱাৰে। কিন্তু মাইতী ক'ত গ'ল? যদি মাইতীক গুলি কৰিলেহেঁতেন তেন্তে মাইতীৰ মৰাশ ইয়াতে ক'ৰবাত পৰি থাকিলহেঁতেন। হঠাৎ তাইহঁতৰ চকুত দুৱাৰ-দলিত পৰি থকা চিঠিখন পৰিল। চিঠিখন এজনাই আনি মেলি পঢ়িলে। দেখিলে সেইখন মাইতীয়ে লিখিছে। তাত লিখিছে "তুমি উভতি নহাত মই বৰ অকলশৰীয়া অনুভৱ কৰিলো। ভাবিলোঁ তুমি আৰু উভতি নাহা। গতিকে নিজৰ ভৰিৰ ওপৰত সকলো নিৰ্ভৰ কৰিব লাগিলোঁ। নিজৰ উপাৰ্জনৰ পথ বিচাৰি ল'বলৈ উপায় বিচাৰি ওলালো। মই কথাছবিত যোগ দিম। অশোক কুমাৰক লগ ধৰিবলৈ আজিয়ে ওলালোঁ। যদি তুমি উভতি আহিছা মই পিছত চিঠি দিম। সেই চিঠিৰ ঠিকনাত তুমি মোক বোম্বেত গৈ লগ ধৰিবা। তাতে আমি কথাছবিত যোগ দি উপাৰ্জনৰ উপায় উলিয়াম। ঔ এটা কথা, তোমাৰ বেগত থকা আধা টকা মই আনিছো, তোমাৰ কষ্ট হ'ব পাৰে বুলি আধা টকা নানিলো। তেনে কৰাৰ বাবে মোক ক্ষমা কৰিবা। সবিশেষ বিৱৰণ মই তোমাৰ চিঠি পালে জনাম। আজি মই এলাহাবাদলৈ যাম। মোৰ মৰম আৰু ভক্তি জানিবা। আজিও মই তোমাৰ সেই ভনীটি, মাইতী। মোৰ প্ৰণাম।" চিঠিখন পঢ়ি ছোৱালীকেইজনীয়ে বহুতো কথাৰ গম ধৰিব পাৰিলে। তাইহঁতে বুজিলে মাইতীৰ মৃত্যু হোৱা নাই। মাইতী এনেভাবে গুচি যোৱা কাৰণে অনন্তই খঙতে মাইতীৰ স্মৃতিও পাহৰিবলৈ মাইতীৰ ছবিৰ ওপৰত এনেভাবে প্ৰতিশোধ লৈছে। আনপিনে ভাবি-চিন্তি অস্থিৰ হৈ জ্বৰত ভুগি জ্বৰৰ তাপত অৱশ হৈ পৰিছে। তাইহঁতৰ এজনী গৈ ডাক্তৰ মাতি আনিলে। ডাক্তৰে চাই পৰীক্ষা কৰি দৰব-পাতি দিলে। এদিনৰ পিছত তাৰ চেতনা আহিল। সি নানা কথা বলকিব ধৰিলে। মাজে মাজে কয়, "গুলি কৰিছোঁ। কাক হত্যা কৰিছোঁ। নিশ্চয় মৰিছে।" বহু দিনৰ পাছত সি ভাল হৈ লৰি-চৰি ফুৰিব পৰা হ'ল। কিন্তু সি আগৰ জ্ঞান নাপালে। মাজে-সময়ে সি কিবাবোৰ বলকে। নহ'লে মনে মনে থাকি কেৱল থৰ হৈ থাকে। মাজে মাজে হাঁহে। ছোৱালীবিলাকে বহুদিন তাৰ কাৰণে খৰছ কৰি তাৰ সমূলি ভাল হোৱাৰ আশা নেদেখি লাহে লাহে তাৰ খবৰ ল'ব এৰিলে। তাৰ খোৱা-লোৱাৰ ঠিক নোহোৱা হ'ল। এনে বিদেশত তাৰ এনে কোন আপোন আছে যেয়ে বহু দিনলৈ তাৰ আল-পৈচান ধৰি থাকিব, তাৰ খোৱা-লোৱাৰ দিহা কৰি দিব? সি অ'ত-ত'ত ঘূৰি ফুৰে। কেতিয়াবা ভোকত তৰণি নাপাই বাটৰুৱাৰ ওচৰত হাত পাতে। দুটা-এটা পইছা পালে সি বাটত ভজা বুত কিনি খায়। তাৰ কপোৰ-কানি ছিৰি-ফালি গ'ল। সি ক'ত থাকে, নাথাকে একো থিৰাং নোহোৱা হ'ল। তাৰ যে কোনটো ঘৰ সেইটোৱো সি গম নাপায় আৰু গম পালেও ভাৰা লোৱা ঘৰ যেয়ে ভাৰা দিছিল সি টকা নাপালে কিয় থাকিব দিব? তাৰ বয়-বস্তু, কিতাপ-বহী সকলো ভাৰা দিয়া লোকে হজম কৰিলে। সি কাৰো ঘৰৰ দুৱাৰমুখত পৰি থাকে। বৰষুণত তিতে, ৰ'দত শুকায়। বেছিভাগে এখন মিঠাইৱালাৰ দোকানৰ সমুখত সি থাকে। মিঠাইৱালা মৰমিয়াল লোক তাক মিঠাই খাব দিয়ে। কেতিয়াবা ভাতো দিয়ে। সি তাৰ হতুৱাই অলপ-অচৰপ কাম কৰি লয়। হাতত তাক দুটা বাল্টি দিয়ে। ওচৰৰ পানী কলটোলৈ বাল্টিৰে সৈতে লৈ গৈ বাল্টিত পানী ভৰাই আকৌ ঘৰলৈ আনিব দিয়ে। সি তাৰ হাতত বাল্টি দিলেই আনিব লাগে বুলি জনা হ'ল আৰু তেনেভাৱে পানী আনে। তাৰ হতুৱাই আগচোতালখনো সৰায়। দিনৰ পিছত দিন গ'ল। তাৰ অৱস্থা জুৰুলা-জুপুৰা হ'ল। কিন্তু তাৰ অৱস্থা সম্বন্ধে তাৰ জ্ঞান নাই। সি কেতিয়াবা

হাঁহে, কেতিয়াবা কান্দে, কেতিয়াবা হাত-চাপৰি দিয়ে। বৰ ভোক লাগিলে সি বাটৰুৱাক পেটটো দেখুৱায়। একো নামাতে। বেছিভাগেই সি সেই মিঠাইৰ দোকানৰ আগত বহি থাকে। এনেভাৱে কত দিন গ'ল তাৰ নিৰ্ণয় নাই। তাক দেখিলে কোনে ক'ব সেই শিক্ষিত অনন্ত বুলি যেয়ে এদিন ভাবিছিল নানা তৰহৰ দেশৰ উন্নতি, সমাজৰ উন্নতি, নতুন ভাবৰ পতন জাগৰণৰ প্ৰচলনৰ কথা। যেয়ে ভাবিছিল, সমাজ সংস্কাৰৰ কথা, গোটেই বিশ্বৰ লোকেই নিজৰ বুলি, পিতৃ-মাতৃকো নিজৰ নুবুলি যাৰ প্ৰাণ কান্দিছিল পৰৰ দুখত, যাৰ গোটেই মনটো জগাই তুলিছিল সমাজৰ অবিচাৰ, অধাচাৰ, ঔদ্ধত্যৰ বিৰুদ্ধে। যেয়ে অবলা তিৰোতাৰ ওপৰত কৰা অবিচাৰ সহ্য কৰিব নোৱাৰি, নিজৰ গাঁও-ভূই, ইষ্ট-কুটুম, পিতৃ-মাতৃ, ভাই-বন্ধু এৰি লৰ দিছিল বিদেশলৈ। যেয়ে ইচ্ছা কৰিছিল অশিক্ষিতক শিক্ষিত কৰি মনৰ সঙ্কীৰ্ণতা, ভয়, সঙ্কোচ গুচাই সৎসাহস উদাৰতা বঢ়াবলৈ। যেয়ে বিচাৰিছিল, শিল্প, সাহিত্যৰ উন্নতি কৰিবলৈ, কথাছবিত যোগ দি শিল্প-সাধনা কৰিবলৈ, কিন্তু আজি সেইবিলাক ক'ত? এনেভাৱে কত বছৰ উকলিল সি ক'ব নোৱাৰে। তাৰ মনত নাই তাৰ ঘৰ কোন গাঁওত, কোন তাৰ পিতৃ-মাতৃ। যি মাইতীক সি ইমান মৰম কৰিছিল, ভাল পাইছিল তাৰ মনত আজি তাইৰ স্মৃতি ক'ত? দুনীয়াৰ কথা, মালতীৰ কথা সি অলপো নাভাবে।

এনেভাৱে দীন-দৰিদ্ৰভাবে দিন গৈছে। কিন্তু সি দিনটো এনেকৈ কটালেও গধূলি ওচৰৰ কথাছবি-ঘৰত বহুতো মানুহৰ জুম দেখি তালৈকে যায়। কেতিয়াবা কেতিয়াবা কথাছবি চলোৱা লোকসকলৰ কেৰে বঙতে কয়, "এই পগলা, ছবি চাবি আহ।" সি তাৰ কথামতে তাত সোমাই চাই থাকে। কাকো একো নামাতে, একো নকয়। এনেভাৱে সি দিন কটাব ধৰিছে। মিঠাইৱালাই তাৰ শীতৰ চেঁচা গুচাবলৈ কেখনমান থৈলা দিয়ে। সি তাৰে দুখন পাৰে। দুখনমান ওপৰত উৰি শীতৰ প্ৰকোপ কটায়। এদিনা সেই কথাছবি-ঘৰত বহুতো মানুহৰ জুম হৈছে। এজন দুৱাৰত থকা লোকে তাক ওচৰত দেখি কিঔ পগলা সোমাবি নেকি? যা। সি ভিতৰলৈ সোমাই গ'ল। কথাছবি-ঘৰত আন্ধাৰ হ'ল। অলপতে আৰ-কাপোৰত ছবি ওলাল। সি একধ্যানে চাই আছে। এনেতে দেখিলে এজনী ছোৱালীয়ে কথাছবিত ওলাই নাচি নাচি গীত গাব ধৰিছে। ধুনীয়া ছোৱালীৰ মূৰ্তি। নাচোন আৰু গীতে দৰ্শকক মুগ্ধ কৰিছে। অনন্তয়ো চাই চাই হঠাৎ চিঞৰি উঠিল "থিক, থিক" সেই সেই বুলিয়ে আঁৰ কাপোৰৰ ওচৰ চাপিল। সি ওচৰলৈ গৈ জুমি জুমি চাব ধৰিলে। দৰ্শকসকলে চিঞৰিব ধৰিলে "এই গুচ, গুচ আঁৰ-কাপোৰৰ আগৰ পৰা গুচ।" তথাপি সি আঁতৰি নগ'ল। সি হঠাৎ কৈ উঠিল "মাইতী মাইতী" বুলি আৰু পৰ্দাৰ ওচৰ চাপি সেই ছবিটোক সাৱোট মাৰি ধৰিব খুজিলে। গোটেই কথাছবি-ঘৰত দৰ্শকৰ মাজত হাহাকাৰ লাগিল। ক'ৰ পাগলক সোমাব দিছে। এনে সুন্দৰ গীত আৰু দৃশ্যটো নষ্ট কৰিলে। কিন্তু সি সাৱটি ধৰিব নোৱাৰি কেৱল ক'লে, "মাইতী, মাইতী তই ইমান দিন ক'ত আছিলি?" তাৰ সেই কথাৰ লগে লগে দৰ্শকসকলে চিঞৰিব ধৰিলে, বলিয়াক বাহিৰ কৰি দে। এনেতে কেজনমান লৰি আহি তাক টনা-আজোৰা কৰি "বল বাহিৰলৈ বল।" সি কেৱল ক'লে, এৰি দে মাইতীক এৰি নাযাওঁ। কিন্তু তাৰ কথা কোনে শুনে? 'বাহিৰ কৰি দে বলীয়াক' বুলি তাক মাৰি-ধৰি টানি দুৱাৰমুখলৈ নি দুৱাৰৰ বাহিৰ কৰি দি দুৱাৰ বন্ধ কৰি দিলে। সি দুৱাৰৰ বাহিৰলৈ আহি চেঁচা বতাহ পাই অলপ শান্ত হৈ কত কি ভাবিব ধৰিলে। তাৰ যেন মনত পুৰণি সকলো স্মৃতি মুহূৰ্ততে জাগি উঠিল। সি আলিবাটত বিজুলী-বন্তিৰ পোহৰত তাৰ সাজ-পাৰ অতি লেতেৰা দেখি, তাৰ গোটেই গা মলিৰে ভৰা দেখি সি আচৰিত হ'ল। সি ভাবিলে, তাৰ এই অৱস্থা কেনেকৈ হ'ল? তাৰ মনত পৰিল সি থকা ভাৰাঘৰটোলৈ। সি ভাবিলে, ততালিকে সেই ঘৰলৈ গৈ তাৰ সাজ-পাৰ সলায়। সি ভাবিলে, সেয়া আচল মাইতী নহয়। মাইতীৰ ছবিহে, ছবিঘৰৰ পৰ্দাত দেখিছে। সি ভাবিলে, তেন্তে মাইতী কোনোবা ফিল্ম কোম্পানীত সোমাই সি যি ভাবিছিল সেয়া সম্পূৰ্ণৰূপে পূৰ্ণ কৰিছে। তাৰ শিল্প-কলাৰ যি উৎকৰ্ষ সাধিব

খুজিছিল সেয়া আজি মূৰ্তিময়ী সম্পূৰ্ণ হৈ ওলাইছে। লগে লগে তাৰ মনত পৰিল সেই আগৰ ঘটনা। যিদিনা মাইতী সেই ঘৰৰ পৰা নোহোৱা হৈছিল। কিন্তু তাৰ কেনেকৈ এনে অৱস্থা হ'ল সি একো বুজি নাপায়। সি কেনেকৈ এনে কুৎচ সাজ-পাৰ পিন্ধি আজি চহৰৰ আলিত ওলাইছে সি ভাবি নাপায়। তাৰ সেই সাজ-পাৰ, সেই মলি দেহ, ফটা ভৰি-হাত দেখি তাৰ বৰ লাজ লাগিল। সি তাতলিকে আৰু আলিবাটেদি নবৈ বেগাই তাৰ ভাৰা কৰা ঘৰলৈ খোজ ল'লে। সি বাটত দুই-এজন চিনা লোক পালে। কিন্তু তেওঁলোকক লাজতে নামাতিলে। তেওঁলোকেও সি বলীয়া হোৱা বুলি জানি সহানুভূতি চকুৰে চাই আঁতৰ হ'ল। সি গৈ গৈ তাৰ ঘৰ পাই দেখে তাত কোনোবা মানুহ আছে। সি মাত দিলে কোন আছা?

এজনী ডাঙৰ ছোৱালী ওলাই আহি তাক দেখি আকৌ ততালিকে ভিতৰ সোমাল। সি ছোৱালীজনীয়ে কোৱা শুনিলে সেই বলীয়াজন আহিছে। ঘৰৰ দুৱাৰ-মুখত চিএৰিব ধৰিছে। তাক সিহঁতে চিনে, কিয়নো সি প্ৰায়ে সেইবোৰ ঠাইত আগেয়ে ঘূৰি ফুৰিছিল, হাঁহিছিল, কান্দিছিল। সকলোৱে তাক বলীয়া বুলিহে জানে। সি তাৰ ঘৰত সোমাবনে নোসোমাব ভাবি থাকোতে সি দেখিলে সেই ভাৰা দিয়া ঘৰৰ মালিক সেইপিনে আহিছে। সি দেখিয়েই তেওঁক চিনি পালে। সি সুধিলে "মোৰ ঘৰত এইবোৰ কোন?"

ঘৰৰ মালিকে তাক বলিয়া বুলি জানি একো নকৈ যাব ধৰোতে সি ততালিকে তেওঁৰ বাট আগচি সুধিলে, "মোৰ ঘৰত সেইবোৰ কোন? মোৰ বস্তু-বাহানিবোৰ ক'ত? কিতাপবোৰ ক'ত?"

ঘৰৰ মালিকে ক'লে, "সেই ঘৰ আনক ভাৰা দিছো।"

"মই থাকোতে আনক ভাৰা দিবা কেনেকৈ? বিশেষত মোৰ মাল-বস্তুবোৰ থাকোতে?"

"তোমাৰ মাল-বস্তু কিছুমান বিক্ৰী কৰি মোৰ আগৰ ঘৰৰ ভাৰা আদায় কৰিছো।"

"কি মই ভাৰা দিয়া নাছিলো। মইতো কাৰো বাকী কেতিয়াও নাৰাখো।"

মালিকে সি ভালভাৱে কথা কোৱা দেখি সি ক'লে, "তুমিতো আগেয়ে নিয়মমতে দি আছিলা। কেৱল যি মাহত বলীয়া হৈছা সেই মাহৰ পৰা বাকী আছিল।"

মালিকৰ এই কথা শুনি অনন্ত আচৰিত হ'ল। সি কেতিয়া বলীয়া হ'ল? এই কথাৰ জানো কিবা সত্য আছে? নে কলিকতীয়া ফাকটি।

সি খঙতে ক'লে, "মই বলীয়া কেতিয়া হ'লো? মোৰ কিতাপবোৰ ক'ত? সেইবোৰ যে বহুতো মূল্যৰ।"

"তোমাৰ কিতাপবোৰ মোৰ ঘৰত থৈছো কিন্তু কিছুমান বেয়া হ'ব পাৰে। আজি কিমান বছৰ ধৰি চাবি চোৱা নাই। যেনে থৈছো তেনে আছে। তোমাৰ আন আন বস্তুবোৰো বহুদিন ৰাখি থৈছিলো কিন্তু তুমি যেতিয়া ভাল হোৱা অৱস্থা নেদেখিলো তেতিয়াহে বিক্ৰী কৰিছো। মই মিছা নকওঁ তোমালোক যিমান দিন সেই ঘৰত আছিলা এদিনো বেয়া ব্যৱহাৰ কৰা নাই। এবাৰো টকা বাকী ৰখা নাই, তাতে তোমাৰ ভনীটিৰ লগত মোৰ ডাঙৰ ছোৱালীজনীৰ ইমান আন্তৰিক ভাব। আজিও তেওঁৰ কথা কৈ থাকে– কিন্তু তেওঁ হঠাৎ নোহোৱা হ'ল। তোমাৰ এনে দুৰৱস্থা হ'লত তেতিয়া সেইবোৰ বেচি পেলালো। তুমি জানো আজি পাইছা?"

"মোৰতো মনত নপৰে মই কেতিয়া বলীয়া হ'লো?"

এনেতে আন এজন মানুহ কাষেৰে গ'ল। সি ঘৰৰ মালিকক ক'লে, "বলীয়াৰ লগত কি কথা পাতিছা?"

অনন্তই তাৰ মুখতো তাৰ বিশেষণ শুনি ভাবিব ধৰিলে সি কি সঁচাকৈ বলীয়া হৈছিল? তেন্তে কিমান দিন বলীয়া হৈছিল? এতিয়া সি গম ধৰিব পাৰিলে কিয় তাৰ সাজ-পাৰ এনে কুৎচ হৈছে। কিয় তাৰ গাৰ গোন্ধত ভূত পলোৱা অৱস্থা।

সি আৰু মালিকক একো নকৈ কেৱল ক'লে, "'তুমি মোক এখন ধুতি আৰু কামিজ দিব পাৰা। মই এতিয়া মোৰ অৱস্থা গম ধৰিব পাৰিছো। মোৰ আন বস্তুবোৰ নহ'লেও কিতাপবোৰ যে ৰাখিছা মোৰ আটাইতকৈ আনন্দ।"

মালিকে ক'লে, "বলা মোৰ ঘৰলৈ বলা। তুমি দেখিছো বহুতো দুৰ্বল হৈছা।" মালিকৰ কথামতে সি তেওঁৰ পিছে পিছে গ'ল। সি মালিকৰ ঘৰ পাওঁতে মালিকৰ ঘৈণীয়েকে ক'লে, "বলীয়াটো দেখো পিছে পিছে লৈ আহিছা।"

মালিকে ক'লে, "মাই নাই তেনেকৈ মক'বা। তেওঁ ভাল হৈছে। চাওঁ এখন ধুতি আৰু এটা কামিজ দিয়াছোন।" বুলিয়েই অনন্তৰ পিনে চাই ক'লে, "তুমি গা ধুবা জানো?"

"এবা পানী পালে গা ধুলোহেঁতেন। নহ'লে গঙ্গালৈ গৈ গা ধুম।"

"নাই ইয়াতে ধোবা।"

অলপ পিছত পানী দিয়াত অনন্ত গা-মুখ পখালি ভালকৈ গা ধুলে। চাবোনেৰে গোটেই পৰিষ্কাৰ কৰিলে। তাৰ পিছত কাপোৰ-কানি সলাই সুন্দৰ যুৱকটো হৈ গা ধোৱা কুঠৰিৰ পৰা ওলাই আহিল। সি মালিকক ক'লে, "আজি মোৰ নতুন দিন যেন লাগিছে। মোৰ মনত বৰ আনন্দ। মই ইমান দিন যি ভাবি আছিলো সেই আশা পূৰ্ণ হোৱাত তাতকৈ কি আনন্দ হ'ব পাৰে? বুজিছা, মাইতীয়ে কথাছবিত যোগ দি নাম কৰিছে। মই নিজ চকুৰে তেওঁৰ নাচোন-গীত চাই আহিছো। ইয়াতকৈ কি আনন্দ হ'ব পাৰে?"

এনেতে মালিকৰ ডাঙৰ ছোৱালীজনীয়ে ক'লে, "কি মাইতী দিদি ফিল্ম ষ্টাৰ হৈছে।"

"হৈছে, নিশ্চয় হৈছে। মই নিজ চকুৰে দেখিছো।"

ছোৱালীজনীয়ে ক'লে, "তেওঁৰ যি কণ্ঠস্বৰ, যেনে মিঠা বচন কোৱাৰ ভঙ্গী, তেওঁ যে কথাছবিত নাম কৰিব পাৰিব মই আগতে কৈছিলো। তেওঁৰ লগত এই সম্বন্ধে বহুদিন কথা-বতৰাও হৈছিলো। আজি শুনি আনন্দ পালো।"

অনন্তই ক'লে, "মোক এটা দুখনে মোৰ সকলো স্মৃতি-দুৱাৰ মেলি দিলা। মোৰ অতীত জীৱনৰ সকলো ঘটনা [illegible] মোৰ মনত উদয় হ'ব।"

এনেতে মালিকে তাক হাতত এটা বেগ আনি দি "এয়া তোমাৰ টকা পইচাৰে সৈতে আছে। চাওক ছোৱালীজনীয়ে ৰাখি থৈছে। তাই কয়, 'মাইতী দিদিৰ স্মৃতি স্বৰূপ এয়া থাককৰ্তা, ইয়াত কিবা এটা কৰিব লাগিব।'"

অনন্তই সেই বেগ আৰু টকা পাই অভিভূত হৈ উঠিল। যি নাহওঁক সি সেইদিনৰ পৰা মালিকৰ হাতত নগৰতাকৈ থাকিব। তাৰ পিছত কিবা এটা দিহা কৰিব পাৰিব। তাৰ পিছত সি ক'লে, "কিতাপবোৰ ক'ত থৈছা?"

মালিকে তাক আন এটা কুঠৰিলৈ নি এটা আলমাৰী দেখুৱাই ক'লে, "সোৰোৰ। সেই কিতাপ আমি বুজি নাপাওঁ সকলোবোৰ আলে আছেনে কাইলৈ চাবা। এতিয়া অলপ জা-জলপান কৰাহি।"

অনন্তই ক'লে, "আপোনাৰ মন বৰ ডাঙৰ। এনে মহৎ বুলি মই আগেয়ে জনা নাছিলো। কিন্তু সম্প্ৰতে মোক এটা সৰু কুঠৰি ভাৰা দিব পাৰিবা?"

"পাৰিম।"

"সুন্দৰ।" এই বুলিয়েই সি মালিকৰ লগে লগে গৈ জলপান খালে।

মালিকৰ ছোৱালীজনীয়ে ক'লে, "আজি ৰাতি ইয়াতেই ভাত খাওঁক অনন্ত দাদা।"

অনন্তই যেন এখন স্বৰ্গৰাজ্যত কোনোবা দেৱীৰ কণ্ঠস্বৰ শুনি একো ক'ব নোৱাৰি কেৱল ৰ লাগি চাইয়ে থাকিল। তাৰ পিছত ক'লে, "তোমালোকৰ মহত্ব। তোমাৰ নামটো মই পাহৰিছো।"

ছোৱালীজনীয়ে ক'লে, "মীৰা।"

"ও মনত পৰিছে মীৰা, তোমালোকে যি অৱস্থা দেখুৱাইছা মোৰ জীৱনত পাহৰো। সেই ৰাতি নানা কথা-বতৰা কৈ সেই ঘৰতে থাকি অনন্তই খোৱা-লোৱা কৰিলে।

(৪৩)

মাইতীয়ে বিভিন্ন [illegible] পৰা [illegible] পৈছিল [illegible] প্ৰশোক, ঘূৰণি [illegible] কাৰণে বম্বেলৈ যাত্ৰা কৰিছিল। পতিকে [illegible] নাপালো। কিন্তু [illegible] পাৰিলে দেৱীকা ৰাণী কিবা কাৰণত [illegible]

আহিছে। তেওঁ গৈ দেৱীকাৰাণীক লগ ধৰি কথাছবিত সোমাবলৈ যে তেওঁৰ ইচ্ছা সেইটো ক'লে। তেওঁৰ ইচ্ছা দেখি দেৱীকাৰাণীয়ে ক'লে, "বাৰু, তোমাৰ গীত শুনো।" এইবুলি বাদ্যযন্ত্ৰৰ ওচৰলৈ তেওঁক মাতি নিলে। এটি গীত শুনিয়ে দেৱীকাৰাণীয়ে বুজিলে সুবিধা পালে সময়ত যে তেওঁ কথাছবি জগতত নাম কৰিব পাৰিব তেওঁ সহজতে বুজি, "বাৰু তুমি মোৰ লগতে বোম্বেলৈ ব'লা। তাতে সকলো সুবিধা কৰি দিম।" অৱশ্যে এইবোৰ কথা দুয়ো ইংৰাজীতে হৈছিল। আমি অসমীয়া ভাঙনিহে দিলো।

মাইতীয়ে ক'লে, "মোৰ লগত যে যোৱা খৰছ নাই?"

দেৱীকাৰাণীয়ে ক'লে "সেইটোলৈ ভাবিব নালাগে। তুমি হিন্দী ভালকৈ জানা?" মাইতীয়ে ক'লে, "সম্ভৱ জানো।"

তাৰ পিছতে দুয়ো হিন্দীতে কথা হ'ল।

"দেখিছো তুমি হিন্দীত পাৰ্গত" বুলিয়েই দেৱীকাৰাণীয়ে সুধিলে, "নাচ জানা?"

"কিছু পৰিমাণে শিকিছোঁ।"

"বাৰু, সেইবোৰ বোম্বেত চাম। আজি ইয়াত মোৰ ততাতৈয়া কাম আছে। সেইবোৰ থিৰ কৰি লওঁ। তুমি মোৰ লগত বোম্বেলৈ যাবা। তুমি এতিয়া থাকিবা ক'ত?"

মই যে এই মাথোন এলাহাবাদ আহি পাইছো। ইয়াত মোৰ কোনো চিনা-জনা নাই। মই অশোক কুমাৰক লগ পাম বুলি আহিছিলো।

"তেওঁ আজি ৰাতিপুৱাই বোম্বেলৈ উভতিছে। তেন্তে তুমি আমাৰ লগতে থাকা। কাইলৈ একেলগে যাম।" তাৰ পিছত তেওঁ তেওঁৰ লিগিৰাক মাতি এওঁৰ কথা-মিলা, খোৱাৰ সকলো সুবিধা কৰিব দি নিজৰ কামলৈ গ'ল। পিছদিনা আটায়ে বোম্বেলৈ যাত্ৰা কৰিলে।

তাৰ পিছত মাইতীৰ উপযুক্ততা চাই কথাছবিত ভাও ল'ব দিলে। লাহে লাহে মাইতী কথাছবিত খ্যাতনামা উজ্বল তৰাৰ দৰে জিলিকি উঠিল। তেওঁ মাইতীৰ নাম গুচাই বেলেগ নাম দিলে। সেই ছবি দেখিয়েই অনন্তৰ ভাগ্য পৰিবৰ্তন হ'ল। অনন্তই পিছদিনা নিজৰ নতুন কুঠৰিতো চাই সেইটো ভালকৈ চাফ-চিকুণকৈ লৈ তাৰ কিতাপবোৰ তালৈকে আনিলে। সদ্যহতে মালিকৰ পৰা মেজ এখন আৰু শোৱা খাট এখন আনি ব্যৱহাৰ কৰিলে। সি মালিকক ক'লে, "মই বেছিদিন ইয়াত নাথাকিম। সেইকাৰণে এইবোৰ কিনি মিছায়ে খৰছ নকৰো।" মালিকেও তাৰ কথাতে হয়ভৰ দিলে। ৰাতিপুৱা সেইবোৰ ঠিক কৰি সি তাৰ আগৰ কাম কৰা ঠাইলৈ গ'ল। সি শুনিলে তাৰ আগৰ কামটো গৈছে। যদি ইচ্ছা কৰে আন এটা কামত ভৰ্ত্তি হ'ব পাৰে। সি তাতে মান্তি হ'ল। তাৰ ভাব এমাহ-দুমাহ কাম কৰি টকা গোটাই সি বোম্বেলৈ গৈ মাইতীক লগ ধৰিব আৰু সিও কথাছবিত যোগ দিব। সি আৰু ৰাতি কথাছবিৰ-ঘৰলৈ গৈ টিকট কাটি সোমাই সেই ছবিখন চাব ধৰিছে। কোন কোম্পানীৰ সেই ছবি, মাইতীয়ে কি নতুন নামত কথাছবিত ওলাইছে সকলোবোৰ টুকি ল'লে। তাৰ পিছত পিছৰদিনা সি সেই কোম্পানীৰ জৰিয়তে মাইতীলৈ নতুন নামত চিঠি লিখিলে। দিনচেৰেকৰ পিছত মাইতীৰ উত্তৰ আহিল। "ইমান বছৰৰ মূৰত তোমাৰ চিঠি পাই আজি মোৰ কি আনন্দ হৈছে সেইটো এই অকণি চিঠিত প্ৰকাশ কৰা অসম্ভৱ। মই তোমালৈ চিঠি লিখি লিখি ভাগৰিলো। কত চিঠি Dead letter post office ৰ পৰা ঘূৰি আহিছে। কত চিঠি বা ক'ত পৰি ৰৈছে। মই ভাবিছিলো তুমি আগৰ ঠাইৰপৰা নাইবা কলিকতাৰ পৰা আন ঠাইলৈ গুচি গৈছা। যি নহওঁক, আজি তোমাৰ চিঠি পাই বুজিলো আজিও তুমি কলিকতাতে আছা। কিন্তু আৰু থাকিব নালাগে। তুমি এই চিঠি পালেই বোম্বেলৈ আহিবা। মই বেলেগে তোমালৈ ২০০ টকাৰ এখন চেক পঠিয়ালো। সেই চেক ভঙাই ততালিকে আহিবা। মই এবাৰ ভাবিছিলো কলিকতালৈ গৈ তোমাক পিট্ পিট্ কৰি বিচাৰিম। কিন্তু তাৰ আগেয়ে তোমাৰ চিঠি পাই আজি মোৰ মন আনন্দত ভৰি উঠিছে। ইমান দিন ক'ত আছিলা, কি কৰিছিলা চিঠিত একো নিলিখিলা। যি নহওঁক তুমি ইয়ালৈ আহিলে সকলো শুনিম। মোৰ প্ৰণাম আৰু

শ্ৰদ্ধা ল'বা। লগে লগে জানিবা যদিও মোৰ জনম সৃষ্টিকৰ্তাৰ হাতত, কিন্তু মোৰ বৰ্তমান অৱস্থাৰ সৃষ্টিকৰ্তা তুমিহে। তুমি মোক সকলো প্ৰকাৰে শিক্ষা-দীক্ষা নিদিলে মই ক'ৰ আন্ধাৰ গুহাত গেলি-পচি মৰিলোহেঁতেন মই ভাবিব নোৱাৰো। তুমি যি উজ্বল পথলৈ মোক টানি আনিলা তাৰ ফলত আজি মোৰ মাহে ১০০০ টকা।

ইতি
তোমাৰ মৰমৰ মাইতী।

অনন্তই মাইতীৰ চিঠি পাই আনন্দত উতলা হ'ল। অনন্তই ভাবিলে এদিনা জগতখনকে মই অকৃতজ্ঞ বুলি ভাবি কি ভুল কৰিছিলো। পিছৰ দিনা সি চেক্ পালে।

(৪৪)

অনন্তই দুদিন পিছতে বোম্বেলৈ গ'ল। তাত মাইতীয়ে ঠিকনা দিয়ামতে মাইতীৰ হাউলি বিচাৰি উলিয়ালে। মাইতীৰ ঘৰটো দুমহলা। অনন্তই পদুলী-মুখ পাওঁতে দুৱৰীয়ে ততালিকে তেওঁৰ বয়-বস্তুবোৰ নি সেই দুমহলালৈ অনন্তক লৈ গ'ল। অনন্তই জানিব পাৰিলে মাইতী তেতিয়া ঘৰত নাই। হঠাৎ কিবা কাৰণে চুটিং হোৱাৰ কাৰণে আন ঠাইলৈ গৈছে। দিনচেৰেকতে আহিব। মাইতীয়ে এখন চিঠি লিখি গৈছে। সেই চিঠিখন অনন্তৰ হাতত দিলে। অনন্তই চিঠিখন পঢ়িলে। অলপ পিছতে এজনী লিগিৰী আহি তেওঁক ওপৰ মহলালৈ তুলি নিলে। তাৰে এটা কুঠৰিত তেওঁ থকাৰ সকলো সুবিধা কৰি দিলে। লিগিৰীয়ে ক'লে, "আপোনাক সকলো প্ৰকাৰে সুবিধা দি ৰাখিব দিছে; যাতে আপুনি অলপো আমনি নাপায়।" তেওঁ সাত দিনৰ ভিতৰতে আহিব। অনন্তই মাইতীক গৈয়ে লগ নাপাই যদিও মনত কষ্ট পালে, তথাপি মাইতীয়ে যে তভাতৈয়া কামত গৈছে বুজি পালে। আকৌ যোৱাৰ আগেয়ে যে তেওঁৰ সুবিধাৰ নিমিত্তে সকলো দিহা কৰি গৈছে তেওঁ সেইটো বুজি পায় মাইতীৰ ওপৰত অলপো খং নকৰি সেই কেইদিন অকলশৰীয়া হিছাপে কিতাপতে মুগ্ধ থাকিল। মাইতীৰ পুথি ভঁৰালত নানা তৰহৰ কিতাপ দেখি অনন্তই আনন্দতে সেইবোৰ পঢ়ি দিন কটাব ধৰিলে। দিনচেৰেকৰ পিছতে মাইতী ঘূৰি আহিল। মাইতী আৰু অনন্তৰ ইমান বছৰৰ মূৰত মিলন হৈ কত আনন্দ। দুয়ো দুয়োৰো পিনে চাই থাকিল। মুহূৰ্তৰ কাৰণে দুয়োৰো মুখত এষাৰ কথা নুফুটিল। তাৰ পিছত অনন্তই হাঁহি মাৰি ক'লে, "মাইতী, তই এনে দেখনীয়াৰ হৈছ?" মাইতীয়ে ক'লে, "তুমি ইমান খীণাইছা।" তাৰ পিছত কাষৰ এখন চকীত বহি দুয়ো কত কথা পাতিলে তাৰ নিৰ্ণয় নাই। কিয় চিঠিৰ উত্তৰ দিয়া নাছিল তাৰ উত্তৰত অনন্তৰ জীৱনৰ এক আধ্যা গোটেই বৰ্ণাবলগীয়াত পৰিছিল। মাইতীয়ে সেই জীৱনী শুনি তেঁৱেই যে ইয়াৰ কাৰণ ভাবি দুখ কৰিলে। অনন্তই ক'লে, "যি ঘটিব তাক নঘটাকৈ কেনেকৈ ৰাখিবা? মানুহৰ জীৱনত যে গ্ৰহ-নক্ষত্ৰৰ প্ৰভুত্ব আছে সেইটো নুই কৰিব নোৱাৰি। তাৰ পিছদিনা মাইতীয়ে ফিল্ম ডিৰেক্টৰৰ ওচৰলৈ অনন্তক লৈ গৈ অনন্ত সম্বন্ধে বহুতো ক'লে। অনন্তই পোণপ্ৰথমে কম বেতনতে কথাছবিত সোমাল। কিন্তু, তেওঁৰ গুণ আৰু পটুতাৰ কাৰণে অলপতে কথাছবিত বৰ নাম কৰিলে আৰু অসমৰ দৃশ্যাৱলীৰ মাজত এখন কথাছবিৰ সৃষ্টি কৰিবলৈ ফিল্ম ডিৰেক্টৰে থিৰ কৰিলে। তাৰ কাৰণে নগা পাহাৰলৈ কথাছবিত ভৰ্তি কৰা তিৰোতা-মুনিহসকলক নিবলৈ থিৰ কৰিলে। সময়ত আটাইবোৰ ওলাল। অনন্ত আৰু মাইতীয়ো ওলাল। তেওঁলোকৰ মনত আজি কিমান আনন্দ। ইমান বছৰৰ মূৰত নিজৰ জন্মভূমি অসম দেখিবলৈ পাব। অনন্তই মাইতীক ক'লে, "ইমান বছৰৰ মূৰত অসমলৈ গ'লে নিজৰ গাঁও-ভূঁইয়ো চাই আহিম। পিতৃ-মাতৃকো দেখা কৰিম।" মাইতীয়ে ক'লে, "এৰা, মোৰো ইচ্ছা হৈছে নিজৰ গাঁওখনি চাবলৈ আৰু সমাজৰ সেই ঠেকমন কিমান উদাৰ হৈছে তাৰ জোখ কৰিবলৈ। যদি অলপো উন্নতি হোৱা নাই তেন্তে যাতে সেইবোৰে উদাৰ হ'ব পাৰে তাৰ এটা দিহা কৰিবলৈ।" আজি যেন মাইতীৰ সমাজলৈ ভয় নাই, সমাজৰ প্ৰভুত্বৰ তাই বাহিৰত।

তদুপৰিও বহুতো কথাছবিত গাঁও-ভূঁইৰ উন্নতি কৰা ঘটনা অভিনয় কৰি তাইৰ প্ৰবল ইচ্ছা হৈছে অসমৰ গাঁও-ভূঁইতো উন্নতিৰ কিবা দিহা কৰে। তাই ক'লে, "গাঁওৰ আৰু গাঁৱলীয়াৰ নহ'লে দেশৰ উন্নতি মিছা, স্বাধীনতাৰ গৌৰৱ কৰা মিছা।"

অনন্তই ক'লে, "সেই কথা সচাঁ। কিন্তু আটাইবোৰ গাঁওৰ উন্নতি কৰা কি উপায়?"

মাইতীয়ে ক'লে, "কেৱল শিক্ষা। শিক্ষা! আচল শিক্ষা দিব পাৰিলে গাঁও আপোনা-আপুনি ভাল হৈ আহিব। কিন্তু বৰ্তমানে চলন্তি শিক্ষাই অলপো উন্নতি কৰিব নোৱাৰে। বৰং এই শিক্ষাই কৰ্মীসকলক নিষ্কৰ্মী কৰিহে গঢ়ি তোলে। ইপিনে মনৰ উদাৰতাও নাবাঢ়ে। আনপিনে সকলো বেয়া বুদ্ধি বেয়া কামত খটুৱাই শিক্ষাৰ অপমান কৰে। অলপ শিক্ষা পোৱা মহৰীয়ে বিচাৰে কেনেকৈ গাঁওত মোকৰ্দমাৰ সংখ্যা বাঢ়ে। বেছি শিক্ষা পোৱা উকিলে বিচাৰে কেনেকৈ মহৰীয়ে বেছি মোকৰ্দমা আনিব পাৰে, আমোলাসকলে বিচাৰে কেনেকৈ সকলো চহা হৈ থাকে যাতে তেওঁলোকে সিহঁতৰ অজ্ঞান আৰু অজলা অৱস্থাৰ সুবিধা লৈ নিজৰ সকলো স্বাৰ্থ পূৰণ কৰিব পাৰে। পৰোপকাৰী ডাক্তৰসকলেও অৱশ্যে বেমাৰত সহায় কৰিলেও সেই সহায়ৰ লগে লগে ভিজিট আৰু দৰৱৰ মূল্যত বেমাৰীৰ আধ্যা কৰে। তেওঁলোকে জানে কেৱল নিজৰ স্বাৰ্থ, কেৱল নিজৰ অৱস্থা ভাল কৰা; কিন্তু নাভাবে আনৰ অৱস্থা সম্বন্ধে। তেওঁলোকৰ পৰোপকাৰ টকাৰ স্বাৰ্থৰ কাৰণে, কিন্তু নহয় নিজ ইচ্ছাৰে পৰৰ উপকাৰ কৰা। তেওঁলোকে ধনী, মানী, সম্ভ্ৰান্ত বেমাৰীৰ কাষলৈ কেইবাৰ যাব, কিন্তু দুখীয়া, দৰিদ্ৰ, বেমাৰী ওচৰ চাপিলে ঘৰলৈ যাব ছাৰি পাৰিলে ভেকাহি মাৰি দূৰ কৰিব। অগত্যা যাব লাগিলেও এবাৰ দেখা দি আৰু সময়ৰ অভাৱ বুলি চেলু দেখুৱাই সিপিনে পিছ দিব। বেমাৰী মৰিলেনে তৰিলে আনকি সেইটো খবৰো নাৰাখে। ধনীসকলে কেৱল বিচাৰে কেনেকৈ তলতীয়া চহাবিলাকৰ তেজ সুহি আকৌ ধনৰ প্ৰলোভনেৰে সিহঁতক হাতৰ মুঠিত ৰাখে।"

অনন্তই ক'লে, "এবা মাইতী, সমাজ সমূলি নতুনকৈ গঢ়িবলগীয়াত পৰিছে। শিক্ষা নতুন কৰিবলগীয়া হৈছে। এনে শিক্ষাৰে ল'ৰা-ছোৱালীক ডাঙৰ-দীঘল কৰিব লাগে যাতে নিজৰ স্বাৰ্থ পাহৰি তেওঁলোকে ভাবে তেওঁলোকৰ জীৱন কেৱল পৰৰ কাৰণে, কেৱল দেশৰ মঙ্গলৰ কাৰণে।"

মাইতীয়ে ক'লে, "যিদিনা এনেভাৱে প্ৰত্যেক দেশ, সমাজ আৰু আনৰ মঙ্গলৰ বাবে ভাবিব সিদিনা দেশ জয়জয়-ময়ময় হ'ব। নহ'লে স্বাৰ্থান্ধ জগতত স্বাৰ্থৰ ভেটি এনেকৈ শিপাইছে প্ৰত্যেকে ভাবে কেৱল নিজে ধনী-মানী সম্ভ্ৰান্ত হওক, আনৰ যিয়ে নহওক।"

অলপতে তেওঁলোক আটায়ে অসমমুৱা হ'ল।

(৪৫)

কথাছবিৰ দলবল গুৱাহাটী পালেহি। অনন্ত আৰু মাইতীয়ে গুৱাহাটী পাই নগা পাহাৰলৈ যোৱাৰ আগেয়ে নিজৰ গাঁৱলৈ যাবলৈ ইচ্ছা কৰিলে। সিহঁতে মটৰেৰে প্ৰথমে মালতীহঁতৰ গাঁও পালে। অনন্তৰ প্ৰবল ইচ্ছা হ'ল মালতীৰ বাতৰি লয়। সি মটৰৰ পৰা নামি মালতীহঁতৰ ঘৰ পালে। দেখিলে সেই ভেটিত মালতীহঁতৰ ঘৰ নাই। বাৰী প্ৰায় এৰাবাৰী। কেৱল ডাঙৰ ডাঙৰ গছ কেডালমান আছে। তাৰ বাঁহবাৰী কাটি খান্তাং কৰিছে। ফুল গছ দুই-এডাল আছে। বহুতো গছ কাটি বাৰী উদং কৰিছে। সি এজন কণা মানুহক লগ পাই সুধিলে, "তোৰ নাম কি?" সি ক'লে, "গহীন।"

গহীন! এই নামটো যেন তাৰ কাণত বাজি উঠিল। তাৰ মনত পৰিল, ঠিক মনত পৰিছে এই গহীনে আন কেজনমানৰ লগত মিলি মালতীৰ সৰ্বনাশ কৰিছিল। কিন্তু, আজি তাৰ এনে কষ্ট দেখি তাৰ পুতৌ হ'ল। সংসাৰত কি তেন্তে নিজৰ কামৰ প্ৰতিফল আছে? সি ভাবি বৈ অলপ পিছতে সুধিলে, "ইহঁত ক'লৈ গ'ল?"

"কি কম বোপাই, ইয়াত সিহঁতৰ কেও নাই। বুঢ়ী মৰিল। মালতীক বুঢ়াই অপবাদৰ কাৰণে ক'তো গতাব নোৱাৰি যেচেৰা মালতীক লৈ কাশীবাসী হ'ল। আজি কেইবছৰ হ'ল সমাজৰ উৎপাতত সি গাঁও এৰি

মালতীক লৈ কাশীলৈ যাওঁ বুলি গৈছে। কিন্তু আৰু উভতি নাহিল।"

"সমাজে কি উৎপাত কৰিছিল? কিয় কৰিছিল?"

"সেইবোৰ কি ক'ব বোপাই! মই অধম পাপীয়ে তাৰ গুৰি। ময়ে ডেকা কালত তাইক ৰাতি কেজনমান ডেকাৰে সৈতে চুৰ কৰি নি তাইৰ সৰ্বস্ব হৰণ কৰিছিলো। তাৰ ফলত আজি মই অন্ধ হৈ ফুৰিছো। কেৱে দুটা দিলে খাওঁ, নহ'লে লঘোনে যায়। পিছে তাই আস্পাতালত থাকি বহুদিনৰ মূৰত ভাল হৈ অহাত সমাজে বুঢ়াক চেপি ধৰিলে। তাইৰ গাঁৱতে এনে অপবাদ হৈছে, আকৌ চহৰত আস্পাতালত থাকি ক'ত খোৱা-লোৱা কৰিছে একো থিৰাং নাই। এনে অৱস্থাত তাইক তই বেলেগকৈ খাব-ল'ব নিদিলে আমি তোৰ লগত উঠা-বহা কৰিব নোৱাৰো। বুঢ়াই ক'লে, "তাই মোৰ নিজৰ পোৱালি," তাই নিজ ইচ্ছামতে একো দোষ কৰা নাই। তাইক মই কেনেকৈ বেলেগ কৰি থম?"

"কিন্তু সমাজে নামানিলে। বোপাই, সমাজে জানে ধৰ্ম, মানুহৰ অৱস্থাৰ কথা কি ভাবিব?"

"ধৰ্ম নে অধৰ্ম। বাৰু কৈ যা।"

"তেতিয়া সমাজে তাক এৰি থ'লে। কেৱল এৰি থোৱাই নহয়, তাক জুই-পানী আলাগ কৰিলে। কেৱল সেই কৰিয়ে নহয়, বুঢ়াই সেইবোৰতো সেওঁ নমনাত সমাজে খণ্ডতে তাক নানা অত্যাচাৰ কৰিব ধৰিলে। ল'ৰাজাকক লগাই তাৰ জীয়েকৰ কথা কৈ কৈ জোকাব ধৰিলে। আকৌ সেইবোৰতো নোৱাৰি ডেকাসকলকো লগাই তাৰ জীয়েকৰ আৰু সৰ্বনাশ কৰিব ওলাল। বোপাই, ধৰ্মী সমাজৰ এনে কাম। সমাজে জানে কেৱল ধৰ্ম।"

মালতীৰ অবপাদ হোৱাৰ কাৰণে আৰু চাৰিওফালে গাওঁ-ভূঁই সেই কথা জনাজাত হোৱাত তাইক কেঁৱে বিয়া কৰাব নোলাল। এনেতে বুঢ়ীও ঢুকাল। সমাজে বুঢ়ীৰ কাম-কাজতো যোগ নিদিলে। বুঢ়াই মনৰ দুখত সকলো এৰি মালতীক লৈ এদিনা কাশীলৈ গ'ল। নাহাব কি বোপাই, ধৰ্মী সমাজৰ লগত অধৰ্মীলোক থকা বৰ টান কথা। সেই ল'ৰাজাকক বুঢ়াই কত কি খুৱাইছিল, মৰম কৰিছিল, কিন্তু সমাজৰ উচটনিত সিহঁতে বুঢ়াক জলা-কলা কৰিলে, বেচেৰাক এঠাইলৈ ওলোৱা টান কৰি তুলিলে। মইয়ো মহাপাপী, কিন্তু মই পাপৰ ফল ভুগিছোঁ। আজি মোৰ জ্ঞান-চকু আহিছে। এই ধৰ্মী সমাজৰ অবিচাৰ দেখি মোৰ প্ৰাণে কান্দে। বোপাই, কেতিয়া মই এনে সমাজৰ পৰা আঁতৰ হৈ সমূলি চকু মুদিব পাৰিম তাৰেহে চিন্তা।

অনন্তই তাৰ কথাবোৰ শুনি মনে মনে বৰ দুখ পাই সি ভাবিলে তাৰ কি ভুল হৈছে। সি যদি তেতিয়াই আস্পাতালৰ পৰা গুচি নাহি সিহঁতৰ লগতে আহিলহেঁতেন তেন্তে মালতীক এনে অত্যাচাৰী সমাজৰ হাতৰ পৰা ৰক্ষা কৰি কি জানিবা আজি তাইকো মাইতীৰ আসনত থাপি সমাজৰ প্ৰভুত্বৰ বাহিৰত ৰাখিব পাৰিলেহেঁতেন। সি মনে মনে কথা ভাবি ভাবি গ'ল। মাইতীৰ ওচৰ পাই সি ক'লে, "মাইতী, সঙ্কীৰ্ণ সমাজৰ মন কেতিয়া উদাৰ হ'ব। কেতিয়া সমাজ নতুনকৈ গঢ়ি উঠিব?" মাইতীয়ে সুধিলে, "কি হ'ল?"

কি হ'ব? এই বুলি সি দুখেৰে লাহে লাহে মটৰতে সকলো ঘটনা বিবৰিলে। পিছত ক'লে, "মাইতী, মই মালতীক ইমান মৰম কৰিছিলোঁ। যদি আমি তাইক একেলগে লৈ গলোহেঁতেন কি জানিবা আজি তাই কেনে উজ্জ্বল তৰা হৈ জিলিকি উঠিলহেঁতেন। কিন্তু, পাপী ঠেক সমাজে তাইকো একো পোহৰ দিব নোৱাৰি আন্ধাৰতে গেলাই-পচাই মাৰিলে। মাইতী, সমাজ লাগে পথৰ সন্ধান দিবলৈ, ব্যক্তিৰ উন্নতিৰ বাট মুকলি কৰিবলৈ, অত্যাচাৰ-অবিধি নষ্ট কৰিবলৈ, শান্তি বঢ়াবলৈ। কিন্তু তাৰ ঠাইত আমি কি সমাজ পাইছো!?"

মাইতীয়ে একো নামাতিলে কেৱল ভাবিয়ে গ'ল। তেতিয়া তাইৰ ভাব— সমাজ! কেনেকৈ নতুন সমাজ গঢ়ে।

অলপ পিছতে সিহঁতে মাইতীহঁতৰ গাঁও পালে। মটৰৰ পৰা দুয়ো নামি অহাত গাঁওৰ মানুহে সিহঁতক আগুৰি ধৰিলেহি। ক'ৰ মানুহ ক'লৈ যায়? আনপিনে সুন্দৰ মটৰখনেও সিহঁতক আকৰ্ষণ কৰিছে। অনন্তই এজন বুঢ়া মানুহক সুধিলে, "এওঁক চিনিছা?"

"কোন বোপা? চিনি পোৱা নাই দেখো? ক'ৰপৰা আহিছা? যাবা ক'লৈ?"

"নাই তোমালোকে এওঁক চিনি পোৱা। এওঁ তোমালোকৰ গাঁৱৰে।"

"আমাৰ গাঁৱৰে? আমাৰ গাঁৱৰ ছোৱালী এনে জনা-বুজা হৈছেনে? আমাৰ গাঁৱৰ ছোৱালী দেখো এনে হোৱা-একো গম নাপাওঁ।"

"এৰা, গম পোৱা নাই। এওঁ তোমালোকৰ মাইতী।"

"মাইতী! এজনী বুঢ়ীয়ে ক'লে, "ঔ গনোৰ জীয়েক। বেটি তয়ে এনে হৈছনে?"

এওঁৰ আজি মাহে হাজাৰৰ ওপৰ আয়।

বুঢ়াই ক'লে, "ধইন, ধইন। আমাৰ গাঁৱৰ মান ৰাখিছ বাচা। বল বাচা, ইয়াত থিয় হৈ থাকিবিনে? ঘৰলৈ বল। আমাৰ গাঁৱৰ নাম ৰাখিছ যে এয়ে ভাল।"

অনন্তই ক'লে, "এদিনা এওক গাঁৱৰ কলঙ্ক আনিলে বুলি তোমালোকে গাঁৱৰ বাহিৰ কৰি দিছিলা। গৰু বেচাৰ দৰে বেচিব ওলাইছিলা। কিন্তু তাইৰ সৌভাগ্য গুণত আজি তেওঁ ভাৰত বিখ্যাত উজ্জ্বল তৰা হৈছে। কেৱল তোমালোকৰ গাঁৱৰে যশ বঢ়োৱা নাই, গোটেই অসমৰ নাম উজ্জ্বল কৰিছে।"

মাইতীয়ে এনেতে ক'লে, তেওঁলোকক কোৱা, মই কুৰি হাজাৰ টকা দিব আহিছো। অনন্তই ক'লে, "তোমালোকক কুৰি হাজাৰ টকা মাইতীয়ে দিব।"

সকলোৱে জাঁপ মাৰি উঠিল কুৰি হাজাৰ। ইমান টকা, ধইন ধইন। এজনী বুঢ়ীয়ে মাত লগালে। বাচা ভাবিছিলো ক'ৰবাত তই মৰিলি, কিন্তু আজি দেখি আনন্দই নধৰা হৈছে। ইমান টকা ক'ত পালি বাচা। এনেতে এজনে ক'লে, "আগেয়ে ঘৰত বহকগৈ। তাৰ পিছত কথা-বতৰা হ'বা। দুটা ডাব নাৰিকল পাৰি আনা। তেওঁলোক বা আহিছে কোন দূৰৈৰ পৰা। ভাগৰে-দুখে আহিছে। কোৱা মাত্ৰকে এজনে দুটা ডাব পাৰি আনিলে। অনন্ত আৰু মাইতীয়ে মাইতীহঁতৰ ঘৰত বহিলগৈ।"

সকলোৰে আনন্দ উপচি পৰিল। গাঁও ভাঙি ডেকা, বুঢ়া, ল'ৰা-ছোৱালী, বুঢ়ী, গাভৰু সেইখিনি পালেহি। কেৰে কেৰে ক'লে, "আজি যদি বাপেক-মাক থাকিলহেঁতেন।

অনন্তই ক'লে, "আমি কাইলৈ যাম। আমি অইন কিবা কামত আহিছো।"

"অ বোপা কামৰ মানুহ কেনেকৈ থাকিবা? সিদিনা অনন্তই গাঁৱক এশ টকা দিলে। সকলোৱে খোৱা-লোৱাৰ দিহা কৰা। এসাজ একেলগে খাই যাওঁ। তেতিয়াই খাহিৰ যোগাৰ হ'ল। ৰান্ধোন-বাঢ়োনৰ কামত মানুহ লাগি পৰিল। কেৰে ক'লে, "বাচা, ইমান দিনৰ মূৰত আহিছে। এসাজ লগে-ভাগে খাই গ'লে আনন্দ। পিছে বাচা, ইমান দিনৰ মূৰত আহি দুদিনমান থাকি গ'লে ভাল পালোহেঁতেন। আজি মাইতীৰ সৌভাগ্যৰ গুণত বা ধনৰ জিলিমিলিত সমাজে পাহৰিলে সকলো পূৰণি কথা। আজিৰ সমাজৰ এয়ে নীতি।"

যি নহওঁক, সিদিনাৰ দিনটো আনন্দেৰে সেই গাঁৱত থাকি পিছ দিনা যাব ওলাল। অনন্তই আগেয়ে কোৱা সেই কুৰি হাজাৰ টকা সম্বন্ধে গাঁৱলীয়াসকলক ক'লে, "এই টকা কেৱল তোমালোকৰ গাঁৱৰ নিমিত্তে নহয়। আমি কালিৰ পৰা ভাবি-চিন্তি থিৰ কৰিছো এই টকা বেঙ্কত জমা থাকিব আৰু তোমালোকৰ গাঁৱবিলাকৰ বিধবা বা পতিতাৰ শিক্ষাৰ কাৰণে সেই টকাৰ সুদেৰে বৃত্তি দিয়া হ'ব। যাতে তেওঁলোকৰ আলাই-আথাউনি নহৈ ভাল শিক্ষা-দীক্ষা পাই জগতত মানুহ বোলাই নিজৰ কীৰ্তি ৰাখি যাব পাৰে। আমি ইয়াৰপৰা গৈয়ে সেই টকা বেঙ্কত জমা দিম। আপোনালোকে এই অঞ্চলৰ গাঁও-ভূঁইৰ বিধবা বা পতিতাৰ বাতৰি পালেই গৱৰ্ণমেণ্টক আবেদন কৰি স্কুলত ভৰ্তি কৰি দিব আৰু নিময়মতে তেওঁ বৃত্তি পাই মেট্ৰিকুলেশ্যন পৰীক্ষা পাছ কৰিব পাৰিব।"

গাঁৱৰ গাঁওবুঢ়াই ক'লে, "আমি কুৰি হাজাৰ টকা দিওঁ বোলোতে আমাৰ গাঁওকে দিয়া বুলি ভাবিছিলো।"

অনন্তই ক'লে, "আপোনালোকৰ গাঁওখনক দিলে একেলগে ভগাই-বটাই কেইদিনমানতে সেই কুৰি হাজাৰ টকা খৰচ কৰি পেলাবা। তাত লাভ কি হ'ব? বৰং কালিৰপৰা ভাবি-চিন্তি যিটো থিৰ কৰিছো সেইটো চিৰস্মৰণীয় বস্তু হ'ল।"

মাইতীয়ে ক'লে, "গাঁৱৰ ল'ৰাবিলাকৰ কিতাপ আৰু খোৱা-বস্তু কিনিবলৈ মই এই এহাজাৰ কটা দি গ'লো। স্কুলটোও ভাল কৰিব বুলিয়েই এহাজাৰ টকাৰ এখন নোট গাঁওবুঢ়াৰ হাতত দিলে। এতিয়া আহোহে। বহুত দিনৰ মূৰত নিজৰ গাঁওখন দেখি মোৰ আনন্দ হৈছে। বুলিয়েই ওলাই মটৰত উঠিলগৈ। সকলোৱে জয়ধ্বনি কৰিলে।"

গাঁৱলীয়াসকলে মটৰ যোৱা বাটলৈ বহুপৰলৈ চাই থাকিল।

তাৰ পিছত মটৰ গৈ কিছুপৰৰ মূৰত অনন্তৰ নিজৰ গাঁও পালেগৈ। আজি ইমান দিনৰ মূৰত তাৰ সেই শৈশৱৰ স্মৃতি থকা, কত সৰু সৰু ঘটনাৰে পৰিপূৰ্ণ গাঁওখনি পাই আনন্দত ব্যাকুল হ'ল। মাইতীক সি ক'লে, "মাইতী! সেয়ে কৱিয়ে কৈছে নিজৰ জন্মভূমি স্বৰ্গতকৈও সুন্দৰ। আজি মোৰ নিজৰ গাঁৱত সোমাই যেন এটা নতুন প্ৰাণ পাইছো।"

মাইতীয়ে ক'লে, "মোৰো লাগিছিল। কিন্তু ঘৰখনত পুৰণি মানুহ কাকো নাপাইহে মনত বৰ দুখ লাগিল। পিতা নাই, মা নাই। আছে কেৱল ডাঙৰ বৌ। তেওঁ বাৰী হৈছে।" কি কৰিবা। আমাৰ ঘৰত বা কি? বুলিয়েই দুয়ো মটৰৰ পৰা নামিল। গাঁও সোমায়ে অনন্তই এজন মানুহক লগ পাই সিহঁতৰ ঘৰৰ কথা সুধিলে। বাপেক-মাকৰ কথা সুধিলে। মানুহজনে ক'লে, তেওঁলোক ভালে আছে। অনন্তই যেন সৰগ ঢুকি পালে। অনন্তই বেগাই গৈ সিহঁতৰ ঘৰ পাই ততালিকে ভিতৰলৈ দুয়ো সোমাই গ'ল। সেই যোৱাৰ সময়ত মাইতীক ঘৰলৈ নিবলৈ যি ভয়-সঙ্কোচ আছিল আজি অনন্তৰ মনত নাই। গৈয়ে মাকক চোতালত পাই দীঘল হৈ তেওঁৰ ভৰিত পৰি সেৱা কৰিলে। অনন্তই সেৱা কৰাৰ কাৰণে মাইতীয়েও তেনেকৈ কৰিলে। মাকে অনন্তলৈ অলপ পৰ চাই থাকি ততালিকে সাবট মাৰি ধৰি "ক'ৰ পৰা আহিলি বাচা?"

অনন্তই ক'লে, "বহু দূৰৈৰ পৰা আই।"

"উস্ ইমানদিনে তোৰ এবো বা-বাতৰি নাপাওঁ। তই এনেনো নিদাৰুণ নে এখন চিঠিও মোলৈকো দিব নোৱাৰ?"

"মোৰ ভুল হৈছে আই। মোক ক্ষমা কৰক।" মাইতীয়ে ক'লে, "আপুনি আমাক তেতিয়া সেই টকা নিদিয়া হ'লে আজি আমি জগতত এনেভাৱে সাঁতুৰি ডাঙৰ হ'ব নোৱাৰিলোহেঁতেন।"

"আপুনি মোক চিনিছে?"

"নাই। চিনি পোৱা নাই।"

এনেতে অনন্তই ক'লে, "দেউতা ক'ত?"

"দেউতাৰ আহিব। বাৰীলৈ গৈছে। দেউতাৰৰ মৌজাৰ টকাৰ বৰ লেঠা লাগিছে। প্ৰায় তিনি হাজাৰ টকা বাকী। তাৰ কাৰণে তেওঁৰ দিনে-ৰাতিয়ে চিন্তা নোহোৱাত পৰিছে। আজিলৈকে চৰকাৰী লেঠা মাৰিব পৰা নাই। ইপিনে হাতৰ টকাবোৰ আন কামত খৰছ কৰিছে।"

অনন্তই ক'লে, "বাৰু, বাৰু লেঠা মৰিব।"

আয়েকে ক'লে, "বল অলপ জা-জলপান কৰগৈ। এতিয়া চিনিছো ছোৱালীজনীক সিবাৰ নাৱতে দেখিছিলো, তাৰ পৰা দেখা পোৱা নাই। তই পঢ়া-শুনা কি কৰিলি? দেউতাৰে সদায় তাকেই যাকে-তাকে কয়– ল'ৰা পঢ়াই ফল ধৰিলে। ল'ৰাৰ বা-বাতৰিয়ে নোপোৱাত পৰিলো। পঢ়িলেনে ক'ৰবাৰ কিবা চপাই লৈ বংশৰ কলঙ্ক আনিছে ক'ব নোৱাৰিলো। মাকে সদায় কলিকতালৈ যাব কয়। তাত বিচাৰিবলৈ। পিছে কলিকতা হেন চহৰত ল'ৰা বিচাৰি পায়নে? এৰো ঠিকনা নাপালে কলিকতাত ক'ত বিচাৰিবা। আৰু ল'ৰাৰ জ্ঞানেই চোৱা! সৰু ল'ৰা নহয়, একুৰি পাচঁ বছৰ হ'ল কিন্তু মোলৈ নাভাবক, মাকলৈ ভাবি এবাৰ বাতৰিতো দিব লাগে। নাইনে নাই সুং-সূত্ৰই নাই। কম নপঢ়া ল'ৰাবো জ্ঞান আছে। কিন্তু এম, এ পঢ়া ল'ৰাৰ জ্ঞান বোলা বস্তু নাই।" এনেতে দেউতাক ওলালহি।

দেউতাকে ক'লে, "সেইটো কোন?"

মাকে ক'লে, "সেইটো কোন হব? অনন্ত।"

"অনন্ত! আজি ইমান বছৰৰ মূৰত মাৰ-বাপেৰলৈ মনত পৰিল হ'বলা। উস্ তোক পঢ়ুৱাই এই সোপাহে ফল পালো। এতিয়া বোধকৰো টকাৰ টনা-টনি হৈছে হ'বলা। সেয়ে মাৰক ভুৱা দি সৰকাব আহিছ? কিন্তু

এইবাৰ নেচেল। ঘৰত এটা ফুটা-কড়িও নাই। এতিয়া চৰকাৰী লেঠাত ঘৰ-মাটি নগ'লেও ৰক্ষা। সৌটো আৰু কোন? কি ক'ৰবাৰ পৰা কিবা চপাই আনিছ হ'বলা। সেয়ে মই ঠিক ভাবিছো। মাৰক মই ভৈয়াই ভৈয়াই কওঁ তাৰ কথা এৰা। ল'ৰা পাইছিলা ভাগ্যৰ গুণত, তাৰ ফল পোৱা। তেনে ল'ৰাই বংশৰ কলঙ্ক নানি নোৱাৰে। তেনে ল'ৰাৰ কথা পাহৰি পেলোৱা। সি বংশৰ কুধ্বজ, কুপুত্ৰ হোৱাতকৈ নোহোৱাই ভাল।" এনেতে মটৰৰ ড্ৰাইভাৰ আহি ক'লে, "আইদেউ, মটৰখন ক'ত ৰাখিম? ইয়ালৈ আনিব নোৱাৰি।"

অনন্তই ক'লে, "গাঁৱৰ মূৰত এটা যে সৰু ঘৰ আছে তাতে থগৈ। কোনোবাই কিবা ক'লে কবি মৌজাদাৰে থ'ব দিছে।"

মৌজাদাৰে ক'লে, "মটৰ আনিছ নেকি? কাৰ মটৰ?"

"আমাৰ মটৰ"

"তেন্তে যা নতুন বাটতো যে হৈছে সেইপিনে ঘূৰাই আনিলে আমাৰ ঘৰৰ দুৱাৰ মুখ পাবহি। ঐ কালীয়া, এইপিনে আহ।"

কালিয়া আহি ক'লে, "কি দেউতা?"

"যা, সৌ ড্ৰাইভাৰক নতুন বাটটো দেখাই দেগৈ। মটৰখন ইয়ালৈ লৈ আহক।" কালিয়াই ততালিকে ড্ৰাইভাৰৰ পিনে চাই ক'লে, "বলা।" ড্ৰাইভাৰ আৰু কালিয়া গ'ল।"

"মটৰ কিমান টকাত কিনিছ?"

"দহ হাজাৰ।"

"ক'ত ইমান দিন আছ। কি কৰিছ? এখন চিঠিও নিদিয়।"

"আমি বোম্বেত আছো। কথাছবিত কাম কৰো। বেতন মই পাওঁ মাত্ৰ এহাজাৰ আৰু এওঁ এহাজাৰৰ ওপৰ প্ৰায় বাৰ শ।"

"এওঁ কোন?"

"সেই যে ছোৱালীজনী মই যাওঁতে নাৱতে লৈ গৈছিলো।"

মৌজাদাৰে মাকৰ পিনে চাই ক'লে, "তুমি কি চাই আছা। ইহঁতৰ খোৱা-লোৱাৰ দিহা নকৰাগৈ কিয়?"

অনন্তই ক'লে, "বহু কাৰণে চিঠি-পত্ৰ দিব পৰা নাছিলো। মই আহি আপোনাৰ লেঠাৰ কথাও শুনিছো। কিন্তু লেঠা মুঠতে তিনি হাজাৰ টকাৰ ৰূপহে। মই কাইলৈ লেঠা মাৰি যাম। আপুনি চিন্তা নকৰিব।"

মৌজাদাৰে ক'লে, "মই ভাবিছো সি সৰুৰেপৰা বৰ বুধিয়ক। ইমান সজ। তাৰনো মতি-গতি এনে ওভতা হ'লনে? কেতিয়াও হ'ব নোৱাৰে। হাজাৰ হ'লেও বংশ-গৌৰৱ সি পাহৰিব কেনেকৈ? আত্মমৰ্যদা পাহৰি বেয়া কেনেকৈ কৰিব? যিয়ে নহওঁক, তই যে ভাল কামত সোমাইছ তাতে মোৰ আনন্দ। হেৰৌ মনিয়া, এইপিনে আহ। যা গাঁৱৰ সকলোকে খবৰ দেগৈ বোপা আহিছে। মটৰত আহিছে। বুজিছ। যা বেগাই যা সকলোকে খবৰ দেগৈ। আৰু ক'বি বোপাই বৰ ডাঙৰ কাম পাইছে। মাহে এহাজাৰ বেতন পায়।" মনিয়া ততালিকে লৰি গ'ল। মুহূৰ্ত্ততে গাঁৱৰ লোক তিৰোতা-মতা সকলো ভৰি পৰিলহি। মৌজাদাৰে ওলাই ক'লে, "বহা সকলোৱে চ'ৰাত বহা। ইমান দূৰৰ পৰা ভাগৰে-দুখে আহিছে। অলপ জিৰণি লৈ জা-জলপান কৰি তোমালোকক দেখা দিব। বোপাটো এতিয়া এলা-পেচা লোক নহয়। মাহে এহাজাৰ বেতন পায়।"

"কিয় জজ চাহাব নেকি?"

"আহ! তোমালোকে জানা কেৱল জজ চাহাব। জিলাৰ চাহাব আৰু পুলিচ চাহাব, তাৰ বাহিৰে একো নাজানা। আৰু অইন ৰূপে যে বহুতো টকা আৰ্জিব পাৰে, মান-সম্ভ্ৰম আনিব পাৰে সেইটোলৈ তোমালোকৰ জ্ঞান নাই। বোলো গুৱাহাটীলৈ যাওঁতে বায়স্কোপ দেখিছা নহয়।"

"এৰা দেখিছো।"

"আমাৰ বোপাই এতিয়া বায়স্কোপত যোগ দিছে। মাহে দৰমহা এহাজাৰ। তেওঁৰ ছবি গোটেই ভাৰতত চলন্তি হৈছে। ভাৰতত তেওঁক নজনা কেওঁ নাই। জজ চাহাব বা জিলাৰ চাহাবক কেৱল জিলাখনতহে জানে, বুজিছা।" এনে সময়ত অনন্ত ওলালহি। সকলোৱে ক'লে, "বোপা, আমাৰ যে নাম ৰাখিব পাৰিছা তাতে বৰ আনন্দ। আমি কোৱা-মেলা কৰো অনন্ত যদি মৰা

নাই তেওঁ কেতিয়াও বেয়া কাম কৰা নাই। কিবা মহৎ কাম কৰিছে ওলাব। আজি শুনি সকলো সুখী হ'লো।"

অনন্তই কেৱল তেওঁলোকক প্ৰণাম কৰিয়ে ৰ'ল।

এনেতে মৌজাদাৰে ক'লে, "ঔ ভেল্কা, ফেদেলা, জম্মি যাচোন ভিতৰলৈ গৈ চাহ-পানী কৰি সকলোকে অলপ-অচৰপ দে আনি।" বুলিয়ে মৌজাদাৰো সিহঁতৰ লগতে ভিতৰলৈ গৈ ভিতৰত কিবা দিহা দিব ধৰিলে।

এনেতে অনন্তই ক'লে, "আপোনালোকে এই এশ টকা নিয়ক। আজিয়েই এটা ভোজৰ দিহা কৰক। সকলোৱে একেলগে এসাজ খাওঁ। কাইলৈ আমি যাম।"

"ইমান দিনৰ মূৰত আহি কাইলৈ যাবানে?"

"কি কৰিবা। আমাৰ বৰ ততাতৈয়া কাম আছে। তিনি দিনৰ ভিতৰত নগা পাহাৰ পাব লাগে। পিছত আহি তোমালোকৰ লগত কিছুদিন থাকিমহি। মোৰ আজি গাঁওখন বৰ ভাল লাগিছে।"

"অ বোপা, লাগিবই লাগে। হাজাৰ হ'লেও জন্ম ঠাই। য'তে নাযাৱ, য'তে নাথাক জন্মা ঠাইৰ কথা বা ইষ্ট-কুটুম্বৰ কথা পাহৰিব নালাগে। গাঁওবুঢ়াই তেতিয়াই কেজনমানক ক'লে, "সোনকালে দলভাতৰ দিহা কৰা। ফেদেলাৰ ঘৰত এটা খাহিও আছে সেইটোকে আন। সকলোৱে হতাহতিকৈ খোৱা-লোৱাৰ দিহা কৰ। বোপা হেনো আকৌ কাইলৈ যাবই। পিছে বোপা, দেউতাৰৰ অলপ লেঠা লাগিছে। শুনিছানে নাই।"

"শুনিছো, বাৰু লেঠা মই মাৰি দি যাম।"

"লগত আৰু কোনোবা এজনী তিৰোতাও হেনো আহিছে। কি তাতে কিবা দিহা কৰিলানেকি?"

"ছিঃ তেনে কথা কোৱানে?"

"অ বোপা, তুমি হৈছা ডাঙৰ বংশৰ ল'ৰা। য'ৰে-ত'ৰে আনি বংশৰ অপমান নকৰিবা। আৰু আমাৰ ইয়াত ছোৱালীৰ জানো অভাৱ হ'ব? দেউতাৰ হৈছে দীঘলহতীয়া মানুহ, য'তে হাত মেলে ত'তে পাব।"

"এৰা, ছোৱালী পাব। কিন্তু আমাক যেই-সেই ছোৱালী নালাগে। আমাক লাগে যাৰ নেজ আছে সাত হাত দীঘলীয়া বংশ গৌৰৱ। যাৰ গুণ ভাত ৰান্ধিব পাৰে, কাপোৰ ব'ব পাৰে। ৰৰঘৰৰ মাজৰ কুঠৰিত বহি বাৰ-ভচহু কথা পাতি পৰৰ যত মানে কুচৰ্চা কৰিব পাৰে আৰু কত কি গুণ? যেয়ে বিচাৰে কেৱল সোণৰ অলঙ্কাৰ। পাটৰ ৰিহা-মেখেলা, হাতত টকা। কথাই পতি ডাঙৰ মানুহৰ জীয়াৰী, এঠাইলৈ গ'লে লাগিব আগ আসন। যেয়ে জানে কথাই কথাই চুৱা ভাল। জাতৰ বিচাৰ সম্বন্ধে যেয়ে সকলো সময়তে সচেতন। বেয়া জাত হ'লে দূৰতে চেই চেই কৰে।" বুলিয়েই অনন্তই হাঁহিলে।

"তেনে ছোৱালীৰ কি অভাৱ হ'ব বোপা।"

অনন্তই ক'লে, "বাৰু ছোৱালী সম্বন্ধে পিছত আলোচনা হ'ব। এইবাৰ নহয়। আকৌ যেতিয়া ঘূৰি আহো তেতিয়া এই সম্বন্ধে কথা পাতিম।" এনেতে দেউতাক আহিল। অনন্তই সেই কথা এৰিলে।

গাঁওবুঢ়াই ক'লে "বোপাই গাঁৱক এশ টকা দিছে। আজিয়ে এখন খোৱা-লোৱাৰ দিহা কৰিব লাগে। বহুদিনৰ মূৰত আহিছে সকলোৱে মিলি এসাজ খায়।"

"বৰ ভাল কথা।" এনেতে কালিয়া আৰু ড্ৰাইভাৰে আহি ক'লে, "মটৰ ইয়ালৈ আনিছো।" ল'ৰাবিলাকে মটৰৰ কথা শুনি ততালিকে লৰি মটৰৰ ওচৰ পালেগৈ।"

সিদিনা ৰং-ধেমালি কৰি খাই-লৈ আনন্দতে দিনটো নিয়াই পিছৰদিনা ৰাতিপুৱাই অনন্ত আৰু মাইতী যাবলৈ ওলাল। অনন্তই দেউতাকৰ হাতত হাজাৰ টকাৰ পাঁচখন নোট দি ক'লে, "দেউতা, তিনি হেজাৰেৰে আপোনাৰ লেঠা মাৰিব। বাকী দুহেজাৰ টকাৰে গাঁৱলীয়াসকলৰ কিবা ভাল কাম কৰিব।" আকৌ মাকৰ ওচৰলৈ গৈ সেৱা কৰি "আইতা সিবাৰ আপোনাৰ ডেৰশ টকা নিছিলো। আজিলৈ ঋণ সুজিব পৰা নাই। আপোনাৰ আৰু কত ঋণ আছে– এই টকা ধৰক" বুলি মাকৰ হাতত আৰু এহেজাৰ টকাৰ এখন নোট দিলে। আপুনি গাঁৱৰ তিৰোতাসকলৰ উন্নতিৰ কাৰণে যি পাৰে ইয়াৰে কৰিব। তাৰ পিছত দেউতাকক সেৱা কৰি আৰু গাঁৱলীয়া যিসকল আহিছিল তেওঁলোকক প্ৰণাম কৰি মটৰেৰে বেগাই গাওঁ এৰি গুচি গ'ল।

(৪৬)

মণিপুৰ ৰোড পাই মটৰেৰে কহিমালৈ বাট ল'লে। বাটত অনন্ত আৰু মাইতীয়ে কত কথা পাতিছিল তাৰ সীমা-সংখ্যা নাই। বেছিভাগেই গাঁও আৰু গাঁৱলীয়া সমাজ সম্বন্ধে। তেওঁলোকে কৈছিল গাঁৱলীয়াই বৰ্তমানে বুজে টকা-পইছাৰ মোল। সেয়া যাৰ আছে সেয়ে সিহঁতৰ মনত ডাঙৰ মানুহ। এতিয়াও তেওঁলোকৰ বহুতো উন্নতি কৰিবলৈ আছে। শিক্ষা-দীক্ষা, বাহ্যিক জ্ঞান, ৰাজনৈতিক জ্ঞান, নাগৰিকৰ স্বত্ব, নতুন বৈজ্ঞানিকভাৱে কৰা খেতি আদি, উন্নত ধৰণৰ কুটিৰ শিল্প, শিক্ষা আৰু উন্নত ধৰণৰ পিন্ধা-উৰা, খোৱা-লোৱা সকলো শিক্ষা দিবলগীয়া।

মাইতীয়ে ক'লে, "তদুপৰিও সিহঁতৰ সংকীৰ্ণতাৰ কাৰণে থকা গৰ্ব-অহঙ্কাৰ, নিজৰ মতৰ লগত নিমিলিলে ভুল হ'লেও আকোৰ-গজালিকৈ লাগি থকা, তলতীয়া বা দুৰ্বলীয়ে সেও নামানিলে যেনেকৈ পাৰে বশ কৰা চেষ্টা। সিহঁতৰ অত্যাচাৰ, প্ৰভুত্ব এইবোৰ গুচাবলৈকো লাগে শিক্ষা।"

সিহঁত বৰ সৰল।

এৰা, বহু কথাত সিহঁত সৰল, হোজা। আকৌ বহু কু-বুদ্ধিত সিহঁত ইমান পাকৈত যে তুমি-আমি সেইবোৰ ভাবিবকে নাপাওঁ। সিহঁতে এলেচা মাটিৰ কাৰণে কত কু-বুদ্ধি কৰিব পাৰে ভাবিলে আচৰিত হ'ব লাগে। মোকৰ্দমাত জিকিবলৈ কত জাল-জুৱাচুৰি কৰিব পাৰে তুমি-আমি সিমান গমেই নাপাওঁ। এনেবোৰ কথা কৈ যোৱাৰ বাহিৰেও সিহঁতে মাজে মাজে পাহাৰৰ প্ৰাকৃতিক সৌন্দৰ্যৰ বিষয় নানা কথা পাতিছিল। সিহঁতে কহিমা পাবলৈ আৰু কেইমাইলমানহে বাকী। প্ৰাকৃতিক দৃশ্যত মন বিভোৰ। ৰ'দৰ আলোক ছাঁৰ খেলাই তেওঁলোকৰ মন আকৰ্ষণ কৰিছে। এনে সময়তে হঠাৎ তেওঁলোকৰ মটৰ এটা শিলত খুন্দা খাই কুৰুঙত বাগৰি পৰিল। মটৰ গুহাৰ বহু তললৈ গ'ল। মাইতী মটৰৰ পৰা ছিটিকি পৰিল। ড্ৰাইভাৰটো কিবা প্ৰকাৰে সাৰিল। কিন্তু অনন্ত বৰ বিশেষভাৱে ঘাইল হ'ল। মাইতী কিছুমান পৰত সুস্থ হৈ উঠি ড্ৰাইভাৰৰ সৈতে বহু তললৈ নামি অনন্তক পাই দেখে যে অনন্তৰ অৱস্থা বিষম। সমূলি জ্ঞান নাই। কেবা ঠাইতো খুন হৈ তেজেৰে ৰাঙলি। সিহঁতে বেগাবেগিকৈ ওপৰলৈ তেওঁক তুলি আনিলে। ওচৰৰ নিজৰাৰ পৰা পানী আনি মূৰত খুন হোৱা ঠাইবোৰত ফটা কাপোৰেৰে বেণ্ডেজ বান্ধিলে। ইপিনে পিছত যোৱা গাড়ীত তুলি ততালিকে কহিমা পাই ডাক্তৰখানালৈ লৈ গ'ল। ডাক্তৰখানাত ডাক্তৰে পৰীক্ষা কৰি ক'লে, "ক'ৰবাত মূৰত আৰু অন্তৰত বৰ আঘাত পাইছে। ভাল হ'ব। আন খুন বেছি মাৰাত্মক হোৱা নাই।" সিহঁতে মূৰত বৰফ আনি ভৰণ দিলে।

ইপিনে মাইতীয়ে ড্ৰাইভাৰক পঠিয়াই মটৰখন তুলিবৰ দিহা কৰালে। বৰ কষ্টেৰে মটৰ তোলাই আনিলে। অৱশ্যে মটৰৰ দুই-এখন আইনা ভঙাৰ বাহিৰে আন বিশেষ বেয়া হোৱা নাছিল।

ডাক্তৰখানাত অনন্ত কেবাদিনো ৰ'ল। ডাক্তৰ চাহাবে বহুতো ৰকমে পৰীক্ষা কৰি তেওঁৰ চিকিৎসা আৰম্ভ কৰিলে। নাৰ্চ অহৰহ লাগিয়ে আছে। এজনী নাৰ্চে তেওঁৰ কাষত বহি ৰাতি দিন ভৰি টিপি, গা টিপি দি আছে। যেতিয়াই যি লাগিছে আলপৈচান ধৰিছে। আনকি নাৰ্চ হ'লেও নিজে তেওঁৰ গু-মূত পেলাইছে। আহৰি পালেই সেই নাৰ্চজনীয়ে অনন্তৰ মুখলৈ চাই থাকে। তাইৰ তেতিয়া পূৰ্ণ যৌৱন গৈ আদহীয়া হৈছে। অৱশ্যে মুখৰ শ্ৰী সমূলি লোপ পোৱা নাই, কিন্তু তাইৰ এনে ধৰণে অনন্তৰ মুখলৈ ৰ লাগি চাই থকাতো আচৰিত যেন লাগে। ডাক্তৰ চাহাবে যেতিয়াই-তেতিয়াই ঘনাই আহি তেওঁৰ বাতৰি লয়। কম্পাউণ্ডাৰলৈ বাট নেচাই নিজে যি কৰিব লাগে কৰে। কেইদিনমান পিছত ডাক্তৰ চাহাবে ক'লে এঠাইত অপাৰেশ্যন কৰিব লাগিব। নহ'লে ভাল নহ'ব।" অপাৰেশ্যনৰ দিন ঠিক হ'ল। সিদিনা সেই নাৰ্চজনীৰ আকুলতা-ব্যাকুলতা কোনে চায়? নিজৰ অতি আপোনজনৰ দৰে তাই কান্দি ব্যাকুল। তাইৰ প্ৰত্যেক মুহূৰ্তে ভয় জানোচা অপাৰেশ্যনত কি হয়? অপাৰেশ্যন কৰিবৰ সময়তো তাই নিজে অপাৰেশ্যন ঘৰত থাকি সকলো আলপৈচান ধৰিছে। সেই নাৰ্চৰ

যেন সেই আস্পাতালে অবাধগতি। তাই যলৈকে-তলৈকে যাব পাৰে।

অপাৰেশ্যন ভালে ভালে হৈ গ'ল। ডাক্তৰ চাহাবে ক'লে আৰু ভয় নাই। নাৰ্চতো দিনে ৰাতিয়ে তেওঁৰ কামৰপৰা যোৱা নাই। ডাক্তৰ চাহাবেও নিজে ৰাতি থাকি আলপৈচান ধৰিছে। ডাক্তৰ চাহাবে নিজে থকাৰ কাৰণে আন আন ডাক্তৰ-কম্পাউণ্ডাৰেও তেওঁৰ বিশেষ তত্ত্বাৱধান লৈছে। মুঠতে দিন চেৰেকতে অনন্ত কহুতো ভাল হ'ল। অনন্তই জ্ঞান পায়ে নাৰ্চজনীক সমুখত দেখি সি ৰ লাগি চাই ৰ'ল। সি যেন তাইক চিনি পায়। তাইক সি ক'ত দেখিছিল? তাৰ আকৌ চেতন হেৰাল। মাইতীয়েও দিনে-ৰাতি কেবাবাৰো আস্পাতালত খবৰ লয়। ইপিনে কথাছবিৰ কাৰণে নিজৰ কৰ্তব্যও কৰিব লাগে। কিন্তু যেতিয়াই আহৰি পায় অনন্তৰ কাষ পায়গৈ। নাৰ্চক সোধে, তেওঁৰ কেনে অৱস্থা।

নাৰ্চে কয়, ভালৰ পিনে আহিছে। চেতন আৰু আহিব। মাইতী কিছুপৰ বৈ খোৱা-লোৱাৰ সকলো সুবিধা কৰি যাব খোজে। নাৰ্চে কয়, খোৱা-লোৱাৰ কাৰণে একো ভাবিব নালাগে। যি লাগে আমি আনি দিম। আনকি আপোনালোকে ইয়ালৈ খোৱা-লোৱা পঠিয়াব নালাগে। ডাক্তৰ চাহাবে নিজে তেওঁৰ খোৱা-লোৱা বস্তু পঠিয়াই। মাইতীয়ে সেই ডাক্তৰ চাহাবৰ এনে অমায়িক কথা এনে ৰুগীৰ প্ৰতি মৰম-বেথা দেখি আচৰিত হয়। তেওঁৰ কথা, হাঁহিত তাই আনন্দ পায়। তাই ভাবে ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰিছো, কিন্তু এনে ডাক্তৰ চাহাব পোৱা নাই। এনে সৰল, এনে পৰিশ্ৰমী আৰু এনে মিঠা কথা কয়। তলতীয়া কাকো এষাৰ টান কথা নকয়। আনকি সাধাৰণ মেতৰ বা মেতৰণীয়েও কিবা বেয়া কৰিলে তেওঁ একো নকৈ কেতিয়াবা নিজে ঝাৰু লৈ সিহঁতক কেনেকৈ পৰিষ্কাৰ কৰিব লাগে দেখুৱায়। ডাক্তৰখানাত ক'তো অলপো মলি থাকিব নিদিয়ে। ফুলনিত সোমাই ফুলৰ শুকান পাতবোৰ নিজে আঁতৰাই মালিক দেখুৱাই দিয়ে কেনেকৈ ফুল গছবোৰ কাটিব লাগে। বেমাৰীৰ দিনে-ৰাতিয়ে কত বিচাৰ লয়। কোনো বেমাৰী অলপ আহ-উহ কৰিলে তেওঁ নিজে গা পিহি, মূৰ পিহি বেমাৰীক নিচুকনি দিয়ে।

অনন্তই চেতনা পাই সমুখত নাৰ্চজনীক দেখি হঠাৎ কৈ উঠিল "দুনীয়া, দুনীয়া।"

নাৰ্চে ক'লে, "এতিয়া বেছি কথা নক'ব। অসুখ বেছি হ'ব পাৰে। আঙুৰ দুটা খাওঁক বুলিয়েই আঙুৰ দুটা মুখত দিলে। অনন্তই আনন্দেৰে খালে। যেন অনন্তৰ মনত কত আনন্দ, কত তৃপ্তি।"

নাৰ্চে তেওঁৰ মুখখন মচি দিলে। সেই মুখখন লাৰি যেন তাইৰ কিমান সুখ।

অনন্তই বহু সময়ত নেভাবিলেও দুনীয়াই সপোন দেখে।

কেতিয়াবা ভাল অৱস্থাতো ৰাতি "দুনীয়া, দুনীয়া" কৈ চিঞৰি উঠে। গতিকে বেমাৰী অৱস্থাত দুনীয়া কোৱা কি আচৰিত? যি নহওক সি লাহে লাহে বাৰু হৈ উঠিল। এতিয়া সি ভালভাৱে কথা ক'ব পাৰে। অৱশ্যে,ডাক্তৰ চাহাবে তাক এতিয়াও উঠিব দিয়া নাই।

সি কথা ক'ব পৰা হোৱাত নাৰ্চজনীৰ পিনে চাই ক'লে, "তাৰ পিছত?"

নাৰ্চজনীয়ে কৈ গ'ল, "বহু কষ্টেৰে আপোনাৰ শুভ ইচ্ছা মনত কৰি বুদুক ডাঙৰ-দীঘল কৰি শিক্ষা দিলো। সি ডাক্তৰীও পাছ কৰিলে। ৰামু পঢ়া অৱস্থাতে আমাক বৰ দুখত এৰি সিফলীয়া হৈছে।"

"তাৰ পিছত? বুদু এতিয়া ক'ত? তই নাৰ্চ কেনেকৈ হলি?"

"বুদু এতিয়া আহিব। সি আপোনাৰ কাৰণে বৰ ব্যস্ত আছিল। এতিয়া ভাল পোৱাতহে তাৰ মনত সুখ হৈছে।"

'সি জানো মোক চিনে?"

"নাই, নাই আগৰ সকলো কথা কৈছো। তাক পঢ়াৰ কাৰণে আপুনি কিমান উদ্গনি দিছিল। আমাৰ বিপদত কেনেকৈ সহায় কৰিছিল। আপোনাৰ হৃদয় কিমান বহল। সকলোবোৰ তাক ভাঙি কৈছো। সি কৈছে তাৰ যেন অতি ক্ষীণ স্মৃতি আছে। আপোনাক যেন ক'ৰবাত দেখিছিল।"

মই কৈছো, "তই সৰু অৱস্থতে তেওঁক

দেখিছিলি। আজি তোৰ সৌভাগ্য যে তেওঁক তোৰ ওচৰত পাইছ।"

এনেতে ডাক্তৰ চাহাব আহিল। তেতিয়া কুঠৰিত নাৰ্চ আৰু অনন্তৰ বাহিৰে কেও নাই।

ডাক্তৰ চাহাবে আহিয়েই হাঁহি সুধিলে, "কি এতিয়া ভাল পাইছ?"

অনন্তই ক'লে, "আপোনাৰ কৃপা।"

এনেতে দুনীয়াই ক'লে, "তাক আপুনি বুলি নামাতিব। এৱেঁই বুদু। আপোনাৰ শুভ ইচ্ছাত আজি মানুহক সেৱা-শুশ্ৰূষা কৰিবলৈ সুবিধা পাইছে। বিপদত সহায় কৰিবলৈ উপায় পাইছে।"

অনন্তই উচপ খাই উঠি, "তুমিয়ে বুদু। উস্! আজি মোৰ কিমান আনন্দ দুনীয়া।"

বুদুৱে ক'লে, "আপোনাক যে জীয়াই তুলিব পাৰিলো এয়ে মোৰ আনন্দ। বোধ কৰোঁ আপোনাৰ এই ঘটনাৰ আগতে আৰু কেতিয়াবা মূৰৰ দোষ হৈছিল। সেয়ে আপোনাৰ অৱস্থা জটিল কৰি তুলিছিল।"

অনন্তই ক'লে, "সেইবোৰ ডাঙৰ ইতিহাস। এবাৰ মই টাইফডত ভুগি সকলো জ্ঞান হেৰুৱাই বহু বছৰ পগলাৰ দৰে হৈছিলো।"

দুনীয়াই ক'লে, "আমি এইবোৰ একো খবৰ নাপওঁ।"

"কেনেকৈ পাবি দুনীয়া। বাৰু তই বুদুক এনে অৱস্থাত গঢ়ি তুলিবলৈ ক'ত টকা-পইছা পালি?"

"সেয়া বৰ দুখৰ কাহিনী। কোনোমতে হাজাৰ কষ্ট কৰি তাক পঢ়ুৱাইছিলো। মোৰ মনত বল আছিল, আপুনি কোৱা কথাষাৰ দুনীয়া তাক যেনে তেনে পঢ়াবি। আপুনি যি পঢ়াৰ কাৰণে খৰচ দি গৈছিল সেই কথাও মোৰ মনত আছে। মেট্ৰিকুলেশ্যন দিয়াৰ আগে আগে ৰামুৱেও এৰি গ'ল। তথাপি মনত বল লৈয়ে মা-পোৱে বহুতো কষ্ট কৰি তাক মেট্ৰিকুলেশ্যন পাছ কৰালো। সি পৰীক্ষাত ভাল কৰি বৃত্তিও পালে। তাৰ পিছত কলিকতালৈ গৈ মেডিকেল কলেজত ভৰ্তি কৰালো। ময়ো তাৰ পিছ নেৰি তাতে এটা কাম ল'লো। তাৰ প্ৰিন্সিপালজন বৰ ভাল মানুহ আছিল। তেওঁৰ ল'ৰা-ছোৱালী নাই। কেৱল বুঢ়া-বুঢ়ীয়ে। তেওঁলোকে বুদুক নিজৰ ল'ৰাৰ দৰে দেখিছিল। সকলো কিতাপ-পত্ৰৰ সুবিধা দিছিল। আনকি তাক বিলাতলৈকো পঠিয়াব খুজিছিল। কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁৰ মৃত্যু হ'ল। কিন্তু মৃত্যু হোৱাতো তেওঁৰ সকলো সম্পত্তি বুদুৰ নামত লিখি দি গৈছে। বুদু, মই জীয়াই থাকোতে তোক বিলাতলৈ পঠিয়াব নোৱাৰিলো। কিন্তু তই বিলাতলৈ গৈ আহিবি। মোৰ সকলো ধন-সম্পত্তি তোৰ নামত দিলো। কিন্তু এই আটাইবোৰ সম্পত্তি তইঁতৰ জাতৰ ল'ৰাক শিক্ষা দিয়া আৰু তইঁতৰ জাতৰ উন্নতি কৰাতহে ব্যয় কৰিবি। মোৰ-তোৰ ওপৰত অটল বিশ্বাস আছে বুলি তোক সকলো গতাই গ'লো। বুঢ়াই মৰিবৰ সময়ত বুদুক কত চুমা খাইছিল। কাম কৰাত ভাল পায় বুঢ়াই মোক নাৰ্চৰ কাম শিকিবলৈ সুবিধা দিয়ে। তেওঁৰ কৃপাতে তাতে নাৰ্চ পৰীক্ষাত পাছ কৰোঁ।"

"তাৰ পিছত?"

"বুদুয়ো ডাক্তৰী প্ৰথমেই পাছ কৰিলে। সি অসমতে কাম বিচাৰি ল'লে। কেবা ঠাইতো কাম কৰি অলপতে সি ডাক্তৰ চাহাব হৈ ইয়ালৈ আহিছে। সি কয় প্ৰিন্সিপালৰ টকা এতিয়া অলপো খৰচ নকৰে। তেওঁৰ ঘৰ-বাৰী-মাটি নগদ টকাৰে প্ৰায় এক লাখ টকা হ'ব। সি তেওঁৰ কথা মতে বিলাতলৈকো নগ'ল। ময়ো তাক হাক দিলো। সি বিলাতলৈ গ'লে মই অকলে থাকিম? সি কৈছে সুবিধা পালে দুয়ো একেলগে প্ৰিন্সিপালৰ মৃত্যুৰ সময়ত কোৱা শেষ কথাষাৰ পালন কৰিব। বিলাত ঘূৰি আহিব।"

এনেতে বুদুৱে ক'লে, "তেওঁ এটা ভাল কামৰ কাৰণে টকাবোৰ মোক দি গৈছে। মই সেই টকাৰ এটা ফুটা কড়িও আন কামত বা নিজৰ কাৰণে ব্যৱহাৰ কৰি তেওঁৰ সজ ইচ্ছাৰ বিৰুদ্ধে যাবলৈ ইচ্ছা নাই। মোৰ ইচ্ছা মই নিজে কিছু টকা আৰ্জন কৰি মাইকো লৈ তেওঁৰ শেষ ইচ্ছামতে বিলাত ঘূৰি আহিম। কিন্তু তেওঁৰ প্ৰত্যেকটো টকা মোৰ জাতৰ উন্নতি আৰু শিক্ষাৰ নিমিত্তেহে ব্যয় কৰিবলৈ ইচ্ছা। তাৰ কাৰণে এখনি আঁচনি কৰিছোঁ। আপোনাকো দেখুৱাম।

অনন্তই ক'লে, "ধন্য বুদু। তোমাৰ অধ্যৱসায়,

তোমাৰ পৰিশ্ৰম, তোমাৰ জ্ঞানগৰ্ভ কথা আৰু কামত মোৰ বৰ আনন্দ হৈছে।"

এনেতে মাইতী আহি সেই কুঠৰি সোমাল। আজি অনন্তই কথা কোৱাত তাই আনন্দত নাচি উঠিল।

কি অলপ ভাল পাইছ?

অনন্তই ক'লে, "কেৱল ভালেই পোৱা নাই। বহু আগেয়ে হেৰোৱা এটা স্মৃতিও আজি মূৰ্তিমতী হৈ মোৰ আগত থিয় হৈছে। ই যেন শক্তিৰ স্বৰূপ শক্তিময়ী মা দুৰ্গা মোৰ আগত। মাইতী আজি মোৰ আনন্দ অশেষ। মই সম্পূৰ্ণ বল পাইছো। নতুন জগতৰ সন্ধান পাইছো। মোৰ দুনীয়া যেন আজি মোৰ আগত থিয় হৈ নতুন দুনীয়াৰ আভাস দিছে। মাইতী তুমি শুনিলে আচৰিত হ'বা। তোমাৰ সৃষ্টিত যেনে আচৰিত ঘটনাৰ সম্বন্ধ, এই দুনীয়া,এই ডাক্তৰ চাহাবৰ সৃষ্টিতো "দুনীয়া"ত নতুন ভাব, নতুন জাগৰণ, নতুন সৃষ্টিৰ, নতুন কল্পনাৰ উদ্ভৱ কৰিব। মাইতী তোমাক লাহে লাহে সকলো কম।"

দুনীয়াই ক'লে, "এও কোন?"

"দুনীয়া! এওঁ এটা ৰহস্য আঁৰ-কাপোৰৰ তলত উজ্বলি উঠা উজ্জ্বল তৰা। এওঁৰ আচল নাম মাইতী। কিন্তু আজি নাম আৰু প্ৰকাশ নকৰোঁ। নিজে নিজে এদিন জানিবা। কিয়নো নিজ বাউসী বলেৰে যেয়ে নিজৰ উজ্জ্বলতা অধিকাৰ কৰিছে তেওঁ নিজৰ নাম নিজে প্ৰকাশ কৰিব। আনৰ দ্বাৰা প্ৰকাশ হৈ তেওঁৰ গৌৰৱ লাঘৱ নকৰো। দুনীয়া! আজিৰ জগতত, আজিৰ দুনীয়াত নব ভাৱৰ সৃষ্টি হৈছে, নতুন কল্পনাই ঠাই পাইছে। কেৱল কল্পনা কামত পৰিণত হ'লেই জগত সুন্দৰতকৈও সুন্দৰ হ'ব। দুনীয়া তোৰ নতুন দুনীয়া কেতিয়া মূৰ্তিমতী হৈ জগতত দেখা দি দুখী দৰিদ্ৰ, পতিতাৰ মঙ্গল আনিব? কেতিয়া জগতৰপৰা সমাজৰ ঔদ্ধত্য, অত্যাচাৰ, অধাচাৰ, শাসকৰ অন্যায় শাসন, ধনীৰ প্ৰভুত্ব নষ্ট কৰিব? কেতিয়া মান্ধাতা যুগৰ জগতে নিজৰ ৰূপ সলাই নতুন বৈজ্ঞানিক যুগৰ লগে লগে লৈ জগত সুন্দৰ শান্তিৰ আনন্দৰ আলয় কৰিব? কেতিয়া জগতৰ অতি হীন, অশিক্ষাৰ, অজ্ঞানতাৰ, আন্ধাৰত পৰি থকা এই মেতৰ জাতিক জ্ঞানৰ আলোকেৰে জগাই তুলিব।

এই বুলি কৈয়ে দুনীয়াক আৰু ওচৰলৈ মাতি, বুদুকো ওচৰলৈ মাতি, মাইতীকো বৰ ওচৰলৈ আনি অনন্তই ক'লে, "আনন্দ! নতুন জগতৰ নতুন সৃষ্টিত আজি বৰ আনন্দ! বৰ শান্তি!!

অকণমানি কেৰ্কেটুৱাই যেতিয়া আঁঠু কাঢ়ি ফুৰে তেতিয়াই তাৰ বাপেক-মাক ঢুকোৱাত দদায়েক খুড়ীয়েকে তাক ডাঙৰ দীঘল কৰে। আঠ বছৰ বয়সত তাক গাঁৱৰ এজন চাপ্ৰাচীৰ লগত বাবুৰ বাহাত চাকৰ থাকিবলৈ পঠিয়াই দিয়ে। মাহে দুটকা বন্দবস্ত কৰি চব্ ডেপুটী এজনৰ ঘৰত থয়। তাৰ নিৰ্জু স্বভাৱ, অজলা কথাত চব্ ডেপুটীৰ ঘৰৰ আটায়ে তাক মৰম কৰে। তাৰ কথাৰ ৰহস্য উপভোগ কৰে। সিদিনা চব্ ডেপুটীৰ চাপ্ৰাচীয়ে কৈছে, "কেৰ্কেটুৱা আজি তামোল পাণ লৈ বৰপোহাৰীৰ ওচৰলৈ যাব লাগিব। তাইক সেৱা জনালেহে গুৱাহাটীত বসতি কৰিব পাৰিবি।"

"ক'ৰ বৰপোহাৰী?"

"বৰপোহাৰী বাইক নিচিননে? বাৰু ব'ল! বজাৰত আজি দেখুৱাম। কিন্তু আঁঠু কাঢ়ি সেৱা জনাব লাগিব।"

চব্ ডেপুটীৰ বৰজনী জীয়েক সাবিত্ৰীয়ে ক'লে, "তামোল পাণো লৈ যাবি। সেৱা কৰিলে দিব লাগিব নহয়!"

গধূলি চাপ্ৰাচীক ক'লে, "ব'লা! বৰপোহাৰীক দেখুৱাওঁ বুলিছিলা নহয়।"

চাপ্ৰাচীয়ে ক'লে, "বাৰু ব'ল!"

সিদিনা তাৰ হতুৱাই এজনী পোহাৰীক সেৱা জনাই চাপ্ৰাচীয়ে ক'লে, "বাই আজিৰ পৰা ই গুৱাহাটীত থাকিব পাৰিব।"

পোহাৰীয়ে ক'লে, "কিয়নো নোৱাৰিব? ল'ৰাক কম দেখিছ! গাঁৱৰ পৰা আহিছে নহয় সাত ঘাটৰ চেঙেলী! দুদিন চহৰৰ ভাও বুজি লওক, চাবা ক'ত কি কৰে। চোৱা বান্দৰৰ নিচিনা মুখখন। হেৰৌ মাৰ বাপেৰ আছে নে নাই?"

পোহাৰীৰ আগৰ কথাবোৰত তাৰ খং উঠি আছিল। এইবাৰ তাক সোধাত সি তপৰাই খঙেৰে মাত দিলে, "বোপাই-মাইৰে কি কৰিবি?"

"ল'ৰাৰ কথা শুন; হেৰৌ চাপ্ৰাচী, চব্ ডেপুটীৰ বৰ আইদেউহঁত ভালে আছেনে?"

"আছে পোহাৰী বাই, সি সেৱা কৰিলে তাক তামোল চালিও নিদিয়ানে?"

"বাৰু দিওঁ!"

"বাৰু তুমি উলিওৱা। আমি মাছ চাই আহোঁ" বুলি দুয়ো মাছৰ পোহাৰলৈ গৈ চাপ্ৰাচীয়ে পোহাৰীক সুধিলে, "এই খৰিয়াটোৰ দাম কিমান বাই?"

"এ! চাৰি অনা দিবা! নিয়া ভাল খৰিয়া।" কেৰ্কেটুৱাই ততালিকে "উস্! এই সৰু মাছটোত চাৰি অনানে? আমাৰ গাঁৱত কিমান ডাঙৰ ডাঙৰ মাছ মাৰো!" চাপ্ৰাচীয়ে এনেতে লাহেকৈ ক'লে, "সোধাচোন" এপইচাতে দিয়েনে?" সি সুধিলে "এপইছাত দিবি?'

পোহাৰীয়ে তাৰ কথা মুখৰপৰা ওলাবলৈ নৌপাওঁতেই "হেৰৌ! কটাৰ পো! বুঢ়ী মাৰক চিনা নাই। এপইছাত ইমান ডাঙৰ খৰিয়াটো খাবলৈ আহিছ? চাওঁ মুখখন!"

কেৰ্কেটুৱায়ো তাইৰ কথাত পিছ নুহকি মাত দিলে, "কিনো মুখ চাবা। এনে সৰু মাছ কত মাৰো!"

"খাবলৈ নোপোৱাৰ পো-কটা ঢেকেৰীৰ পো! গাঁৱতে নেথাকি ইয়ালৈ আহিছ কিয়? কাৰ চুৱা চেলেকিব আহিছ।" বুলি আৰু কিবা কব ধৰোঁতেই চাপ্ৰাচীয়ে কথা বিষম দেখি কেৰ্কেটুৱাক ক'লে,"ব'ল আন ঠাইৰ পৰা মাছ নিওঁ। তাত তই একো নামাতিবি? চব্ ডেপুটীৰ ঘৰত সিদিনা বজাৰত হোৱা কথাই সকলোকে হাঁহি-ধেমালিৰে ৰহস্য কৰি তুলিলে। গধূলি ভাত খাব ধৰোঁতে পোহাৰীৰ কথা কৈ কৈ কেৰ্কেটুৱাক পেংলাই কৰিব ধৰিলে।

আন এদিন কেৰ্কেটুৱাই বজাৰ কৰিব যোৱাত মাছ এটাত আঠ পইছা বুলি কোৱাত এটা দুটাকৈ গণি দি আহি চব্ ডেপুটীৰ ঘৈণীয়েকে কিমান লৈছে বুলি সোধাত সি ক'লে, "আঠ পইচা।"

"উস্ এই সৰু মাছটোতে দুঅনা ললে নে ঔ।"

"নহয় আই আঠ পইছাহে লৈছে।"

চব ডেপুটীৰ জীয়েক কষতে থিয় হৈ আছিল; তেওঁ ক'লে, "ঔ আঠ পইছা ল'লে, দুঅনা লোৱা নাই।" কেৰ্কেটুৱাই তাৰ কথা প্ৰমাণ কৰিবলৈ "বাৰু

চাপ্ৰাচীক পঠিওৱা, আঠ পইছা লৈছে নে নাই সুধি আহক, মই মিছা কৈছো যদি!" তাৰ কথা শুনি আটাইকেইজনে হাঁহিব ধৰিলে।

ৰন্ধাৰ সময়ত গধূলি কেৰ্কেটুৱাৰ নিতৌ শাক-পাচলি কুটা কাম। সিদিনা দুপৰীয়া চব্ ডেপুটীয়ে ক'লে, "আজি ৰাতিলৈ পোলাও আৰু কোৰ্মা ৰান্ধিব লাগিব।" গধূলি হোৱাত সিদিনা আয়েকে নিজে ৰান্ধনী ঘৰত গৈ ৰন্ধা-বঢ়া কাম কৰিব ধৰিলে।

কেৰ্কেটুৱা ক'ৰবাৰ পৰা ততালিকে আহি চব্ ডেপুটীৰ জীয়েকক কলে "বাইদেউ! কোমোৰা আৰু লাউটো ক'ত? কুটিব লাগিব নহয়।"

"কি কোমোৰা আৰু লাউ ঔ!

"কিয় দেউতাই দুপৰীয়াতে লাউ কোমোৰা ৰান্ধিবলৈ কোৱা নাই জানো?"

চাপ্ৰাচীয়ে হালধি পিহি আছিল। সি হাঁহি মাৰি ক'লে, "লাউ-কোমোৰা নহয় ঔ, পোলাও কোৰ্মা!" কেৰ্কেটুৱাই পোলাও কোৰ্মা কেনে বিধ শাক পাচলি একো গম নেপাই থিয় হৈ কেৱল চায়ে ৰ'ল।

চব্ ডেপুটীৰ ঘৈণীয়েকে এদিনাখন এঘৰলৈ ফুৰিব গৈছে। লগতে কেৰ্কেটুৱাকো নিছে। তিৰোতাৰ নানা তৰহৰ সুখ দুখৰ কথা বতৰাৰ পিছত চাহ জলপান, তামোল চালি খাই উভতিছে। ৰাতি ভাত-পানী খাই আটায়ে শুই পৰিল। ৰাতিপুৱা কেৰ্কেটুৱা উঠা নাই। চাপ্ৰাচীয়ে কে'বাবাৰো মাতি নুঠাত সি চাহ কৰিব ধৰিছেগৈ। এবাৰ আহি আকৌ মতাত সি নুঠাত তাৰ গাৰ কাপোৰ টানি নিয়াত দেখিলে তাৰ এখন ভৰিত এপাত সৰু মোজা। চাপ্ৰাচীয়ে লৰালৰিকৈ গৈ চব্ ডেপুটীৰ ঘৈণীয়েক আৰু জীয়েকক মাতি আনি দেখুৱালে, "চাওক আই, কেৰ্কেটুৱাৰ কাণ্ড! এখন ভৰিত এপাট মোজা পিন্ধি শুই আছে। কেৰ্কেটুৱাই এনে সময়তে সাৰ পাই লাজতে সেমেনা সেমেনি কৰিব ধৰিলে। এনেতে চব্ ডেপুটীৰ জীয়েকে ক'লে, "এপাট মোজা পিন্ধি বাবু। এই মোজা ক'ত পালি?" চাপ্ৰাচীয়ে কলে "এই মোজা দেখো কালি যে ৰাতি গৈছিলো, চিৰাস্তাদাৰ বাবুৰ সৰু ছোৱালীজনীয়ে খহাই থোৱা দেখিছিলো।" চব্ ডেপুটীৰ ঘৈণীয়েকেও তালৈকে চাই "এৰা সিহঁতৰ ঘৰৰে। ই কটাই তাৰে এপাট লৈ আহি এভৰি বাবু হৈ এতিয়ালৈকে শুই আছে। ইয়াক দেখো ক'তো লগত নিয়া টান হব, লাজ-হুৰ্কুম খেদালে। যা চাপ্ৰাচী মোজাপাট দি আহগৈ। হেৰৌ আৰু কিবা আনিছ?"

"নাই।"

"ওলাব হবলা। মানুহৰ ঘৰলৈ গ'লে এনেকৈ চুৰ কৰ?"

এনেতে দেখিলে তাৰ মূৰ শিতানত এখন কলম চুৰি। "এইখন ক'ত পালি দগধা চোৰ।" কেৰ্কেটুৱাই নেমাতিলে। এনেতে চব্ ডেপুটীৰ জীয়েকে ক'লে, "এইখন কটাৰি চিৰস্তাদাৰৰ ঘৰৰে। কিয় ফুলৰ ঠানি কাটিব দিছিলে যে।" "ও ফুলৰ ঠানি কাটোতে বপুৰাই ঠানিৰ লগতে চুৰিও লৈ আহিছে। চাপ্ৰাচী যা এইখনো দি আহগৈ আৰু যদি কেতিয়াবা এনে কৰে তেন্তে ইয়াক ৰাখিব নোৱাৰি। কি অসজ!"

ৰাতি শুই থাকোতে সিদিনা ভূমিকম্প। নগৰ জুৰি মুহূৰ্ততে খলক লাগিল। চৌদিশে হৰিধ্বনি। কেৰ্কেটুৱাই সাৰ পাই উঠি ততালিকে শোৱাপাটীৰ পৰা উঠি "চাপ্ৰাচীকাই আহ আহ ওখ ঠাইলৈ যাওঁ" বুলি লৰ মাৰিলে। ভূমিকম্পৰ জোঁকাৰণি কমিল। সকলোৱে সুস্থিৰ হোৱাত চাপ্ৰাচীয়ে উলিয়ালে— "শুনিছা আইদেউহঁত, কেৰ্কেটুৱা ক'লৈ লৰিছিল?"

"কলৈ।"

"সি বোলে ওখ ঠাইলৈ যায়। ভূমিকম্পইনো বাৰু ওখ ঠাই নৰাব এৰিবনে?"

সকলোৱে হাঁহিব ধৰিলে।

চাপ্ৰাচীয়ে ক'লে, "হেৰৌ ওখ গছত নুঠিলি কিয়? গছে সৈতে পৰি মৰিলিহেঁতেন।"

আন এদিন কেৰ্কেটুৱাক বজাৰলৈ মাছ আনিবলৈ পঠিয়ালে। সি দেখিলে এজনী পোহাৰীয়ে এদলা সৰু মাছ আগত লৈ কৈছে, "হেৰৌ তিনি পইছাত সোপাকে দিছোঁ।"

কেৰ্কেটুৱাই ক'লে, "তিনি পইচাতে দিবানে?"

"এৰা নিদিয়াকৈ কৈছোঁ নে?"

"বাৰু দিয়া দুটা পইচা দিওঁ।" গোহাঁইয়ে ক'লে, "বাৰু নে।" বুলি সোপাকেই কেৰ্কেটুৱাক বান্ধি দিলে। কেৰ্কেটুৱাই পইছা দি মহা ৰঙেৰে ঘৰ পালেহি। আজি তাৰ আনন্দ সি ইমান সোপা মাছ দুপইছাতে আনিছে। সিদিনা চৰ্ ডেপুটীৰ ঘৈণীয়েকে "বজাৰলৈ গৈ মাছ কিনিব নাজান, অলপ মাছতে সৰহ ধন ভাঙি আহ" বুলি দবিয়াইছিল। আজি কিন্তু আয়েকে বুজিব কেৰ্কেটুৱা কেনে চতুৰ। এই ভাবি ঘৰ পাই চৰ্ ডেপুটীৰ কাষেৰে যাওঁতে চৰ্ ডেপুটীয়ে ক'লে, "হেৰৌ তোৰ গাটো এনেকৈ গোন্ধাইছে কিয় ঔ?" "দেউতা মাছ আনিছোঁ। বৰ সস্তাতে আনিছোঁ।"

"চাওঁ কি মাছ?"

চৰ্ ডেপুটীয়ে দেখিয়ে খঙতে জিকাৰি উঠিল, "কটা এইসোপা গেলা মাছ আনিছ। ইয়াক কোনে খাব? ইমান দূৰৈৰ পৰা গোন্ধত থাকিব নোৱাৰি।" "বৰ সস্তাত আনিছোঁ দেউতা! মুঠতে দুপইছাত।" "তোৰ মূৰ কৰিছ। পইছা থবলৈ ঠাই নাছিল। সি কোনোমতে ভিতৰ সোমাই ঘৰ পাওঁতেই আটায়ে খলক লগালে। "ছিঃ ছিঃ দলিয়াই পেলা। কি আনিছ? গোন্ধতে থাকিব নোৱাৰি।"

কেৰ্কেটুৱাই অবাক হৈ চাই থাকিল। সি ভাবিলে হায়! দৰত আনিলেও গালি খাব লাগে আৰু সস্তাত আনিলেও দাবি-হুকি। সি বিমোৰত পৰিল। অগত্যা সোপাকে দূৰৈৰ নৰ্দমাত পেলাই দিলে।

প্ৰথম দিনা সি চৰ্ ডেপুটীৰ ঘৰলৈ আহোঁতেই তাক "এপিয়লা" চাহ "পিৰিছৰ" ওপৰত তুলি চৰ্ ডেপুটীৰ জীয়েক এজনীয়ে পিব দিছিল। সি ততালিকে পিৰিছ পিয়লা একে বস্তু বুলিয়েই পিৰিছত ধৰি বেঁকা কৰি চাহ পিব ধৰোঁতেই পিয়লা বাগৰি তপত চাহ তাৰ গাত পৰি গোটেই গা পুৰিলে। দিনচেৰেক তাৰ পোৰা ঘা ভাল হওঁতেই গৈছিল। সকলোৱে কৈছিল ' 'কি অজলা ল'ৰা ঔ?"

(২)

কেৰ্কেটুৱা নগৰত অহিবৰ এবছৰ পুৰ হৈছে। এই এবছৰৰ ভিতৰত সি কেইঘৰ বাবুৰ ঘৰত থাকিল তাৰ নিৰ্ণয় নাই। বাবুৰ ঘৰ বগোৱাৰ লগে লগে তাৰ স্বভাৱৰো লাহে লাহে উন্নতি হৈছে। ধপাত, চেলেউ, দুই এটোপা মদ, মাজে সময়ে ভাং ইত্যাদি আটাই কেইবিধৰে সি ভক্ত হৈ উঠিছিল। যেতিয়া সি মদপী বাবুৰ ঘৰত আছিল তেতিয়া নিতৌ বটলভৰ্তি মদ আনিব লাগে। গতিকে সুবিধা পালে ইল্লৈ কোনবিধ বস্তুৰ তাৰ সোৱাদ লবলৈ তাৰ মনে কেতিয়াও খু দুৱাই আছিল। এদিন অলপ সোৱাদ লৈয়ে তাৰ পৰা বাবু নোহোৱা হ'লেই দুই এটুপি কৰি পি সৰ্বশেষত তাত সুন্দৰভাৱে উন্নতিয়ে লভিছিল। এইবিলাকৰ উপৰিও তাৰ সকলোতকৈ চৰা এটা কুচৰিত্ৰই লগ ধৰিছিল। অৰ্থাৎ বজাৰ কৰিবলৈ যাওঁতে দুই অনা খৰচ কৰি তিনি অনাৰ কথা কোৱা, ছয় অনা খৰচ কৰি আঠ অনাৰ হিছাপ দিয়া ইত্যাদি। অৱশ্যে পোন প্ৰথমে এইটো আন চাকৰৰ লগত শিকিলেও পিছত তাৰ অভাৱ পূৰাবলৈ এইটোত সিদ্ধহস্ত হ'বলগীয়াত পৰিছিল মাজে সময়ে বাবু নোহোৱাত সুবিধা পালে বাবুৰ জেপৰ পৰা দুই চাৰি অনা পইছা, টেটলাৰ চিগাৰেটৰ দুই এটা বা কোনোবা বাবুৰ সুবিধা পালে ঘৰলৈ ছুটী লওঁতে মনে মনে দুই এখন ধুতি বা দুই এটা চোলা লৈ মেলানি মাগিছিল। মুঠৰ ওপৰত চুৰি বিদ্যাত সি সুন্দৰভাৱে পাকৈত হৈ উঠিছিল আৰু এই চুৰি কৰিবলৈ যিখিনি বুদ্ধিৰ আৱশ্যক সেইখিনি ততালিকে মূৰত খেলাবলৈ তাৰ মগজুৱে পিছ নুহুঁহকিছিল।

এবাৰ সি গাঁৱৰ পৰা গুৱাহাটীলৈ আহি কাৰো ঘৰত থাকিবলৈ চহৰখন ঘূৰি ফুৰি যেতিয়া তাক ৰাখোতা কাকো নেপালে তেতিয়া সি কি কৰিব কি নকৰিব বিমোৰত পৰি সিহঁতৰ গাঁওৰে এজন দিন হিছাবে কুলী কাম কৰা মানুহৰ লগতে দিনচেৰেক আছিল। সি বাবু বিলাকৰ ঘৰে ঘৰে আশ্ৰয় জুতি চাই ঘূৰিছে। গতিকে কুলীয়ে খোৱা আধা সিজা চাউলৰ আৰু গোটা মচুৰৰ দালিয়ে তাক তৃপ্তি দিয়া অসম্ভৱ। সিদিনা গধূলি হওঁ হওঁ হৈছে, সি বজাৰলৈ গৈছে। এনেতে দেখিলে এজন কুলীয়া ল'ৰাই এটা বৌমাছ কিনি লৈ আহিছে। ল'ৰাজন নতুনকৈ গাঁৱৰ পৰা আহি চহৰৰ বায়ু পাই

বাবুৱানীৰ খোল্ল অনাত ভৰি দিছে। অ'ৰ বস্তু তলৈকে হাতত্ত নিয়া তাৰ লাজৰ বিষয়। কিন্তু কি কৰিব? যি ঘৰ বাবুৰ ঘৰত সি বাঁহা কৰি আছিল তেওঁলোকে এটা বৌ মাছ কিনি নিব দিছে। নিনিলেও নহয় কাৰণেই সি বজাৰলৈ আহি কিনিছে। ল'ৰাৰ আও ভাও দেখিয়ে কেৰ্কেটুৱাই তাৰ মন বুজিলে। সি ততালিকে মাত লগালে, "দেউতা, এনে ডাঙৰ মাছটো আপুনি হাতত নিবনে? কাপোৰ কানি নষ্ট হব। ময়ে লওঁ ব'লক!"

"তোৰ ঘৰ ক'ত?"

"আপোনাৰ ঘৰনো ক'ত?"

"মোৰ ঘৰ পল্টন বজাৰত।"

কেৰ্কেটুৱাই গুৱাহাটীৰ আটাইকেইটা চুককে জানে। গতিকে সিও ততালিকে ক'লে—"তেন্তে ভালেই হ'ল ময়ো পল্টন বজাৰ এৰি গৈ বিহাবাৰীলৈ যাম।" দেউতা, মোক এটা চেলেউ দিব নোৱাৰিব জানো?"

ল'ৰাই মাছ নিয়া সুবিধাটো দেখি ক'লে, "বাৰু ব'ল এটা চিগাৰেট নাপাবিনে?" বুলিয়েই জেপত হাত দি এটা সুন্দৰ চিগাৰেট উলিয়াই কেৰ্কেটুৱাক দিলে। কেৰ্কেটুৱাই সেইটো লগাই বৌমাছটো হাতত লৈ ল'ৰাৰ পিছে পিছে যাব ধৰিলে। নানা তৰহৰ কথা পাতি পাতি গ'ল। ল'ৰাই কেৰ্কেটুৱাৰ কথাত কেতিয়াবা হাঁহিলে, কেতিয়াবা উত্তৰ দিলে, কেতিয়াবা ক'লে, "তই বৰ অজলা ঔ- গাৱঁৰ পৰা কেতিয়া আহিছ?"

"এ দুদিনমান হৈছে দেউতা! সেই কাৰণে বাট পথ চিনাকি নাপাই আপোনাৰ লগ লৈছো। দেউতা আহোতে পল্টন বজাৰৰ মাজেৰে অহা মনত পৰে। সেইপিনে জানো বিহাবাৰীলৈ যাব পাৰি?"

"এৰা সেইপিনে যাব পাৰি।"

"ক'তো থাকিবৰ কাৰণে বাবুঘৰ পল্টন বজাৰত নাপায় নে?"

"নাই দেখো। কাকো লাগে যদি কব নোৱাৰোঁ।" সি গৈ গৈ ৰেল ষ্টেছনৰ কাষ পালে। সি ল'ৰাটোক ক'লে, "দেউতা! ৰেল আহিবৰ পৰ হৈছে হবলা!"

"এৰা, সৌৱা আহিলেই অলপ ৰ?"

"ভালেই হ'ল দেউতা। মোৰো বৰ "সৰুপানী চুবলৈ লাগিছে।"

"ষ্টেচনৰ কাষত পেছাব নকৰিবি, সৌৱা অলপ নিলগত পেছাব কৰি আহ। ৰেলৰ মানুহবোৰৰো বৰ ভিৰ হৈছে। গেটেৰে যোৱাই টান হৈ পৰিছে।"

"তেন্তে দেউতা আপুনি অলপ থিয় হ'ব। মোক এৰি নাযাব। নহ'লে বাটপথ চিনি নেপাই সৰ্বনাশ হ'ব।" বুলিয়েই সি ষ্টেছনৰ পৰা আঁতৰলৈ গৈ পেছাব কৰিব ধৰি ইপিনে সিপিনে চাই হঠাৎ কিবা ভাবি উত্তৰ মুৱা হৈ বৰ লৰ মাৰিলে।

ৰেলৰ মানুহৰ জুম ভাঙিল। গেট মুকলি হ'ল। ল'ৰাই দেখিলে সিঁহতৰ ক্লাচৰ এজন ল'ৰা ক'ৰবাৰ পৰা আহিছে। সি সেই ল'ৰাটোৰ লগত হাঁহি ৰং-ধেমালি কৰি কথা পাতিলে। ল'ৰাটোক গাড়ীলৈ আগবঢ়াই নিলে। ইপিনে মানুহৰ জুম ভঙাত সি চাৰিওপিনে চাই কেৰ্কেটুৱাক নেদেখিলে। "ক'লৈ গ'ল' বুলি তাৰ পেছাব কৰা ঠাইখিনিলৈ গ'ল। কিন্তু ক'তা কেৰ্কেটুৱা নাই। সি বেচেৰা বিমোৰত পৰিল। কি কৰিব? সুদা হাতেৰে গ'লেও লোকে মাছ কিনালৈকে বাট চাই আছে। ইপিনে আকৌ বজাৰমুৱা হলেও ৰাতি চৌপৰ হব। হাততো পইছাৰ নাটনি। কেৰ্কেটুৱা বা ক'ত থাকে সিওটো বিচাৰি উলিওৱা টান। সি ভাবিলে মাছটো হাতত অনা হ'লে এনে নহলহেঁতেন। কিন্তু তেতিয়াযে "বাবুৱানীৰ" খোল্ল অনা ৰক্ষা নপৰে। যি নহওক কেৰ্কেটুৱাই তাৰ গাঁৱৰ মানুহৰ ঘৰ পোৱাত গাঁৱৰ মানুহজনে সুধিলে, "মাছ ক'ত পালি?মাছ সস্তা হৈছে নেকি?"

"বৰ সস্তা ঔ! এনেয়ে কেইটা বিলাব ধৰিছে।"

"কি কৰ ঔ?"

"এৰা, বাৰু যিয়ে নহওক তই খাব পাবহে লাগে। দালি খাওঁতে খাওঁতে আমনি লগা নাই জানো?"

"এৰা" বুলি দুয়ো ৰং ধেমালি কৰি মাছ বাছি-কুটি বাছি বাঢ়ি খালে।

(৩)

কহুৱা সভাত মেলা। চৌদিশে ৰং ধেমালি, হাই উৰুমি, দোকানী পোহাৰীয়ে ভৰি পৰিছে। কিনা বেচাৰ

অন্ত নাই। এনেস্থলত কেৰ্কেটুৱা আৰু এজন মানুহেও দুটা খৈলাৰ বস্তাত কিবা মাল নি মেলাত যোগ দিছে। তাৰ কাষতে এজাক কাঁহ পিতল, কাঁহী-বাটি বেচা বেপাৰীয়ে বেপাৰ দি কিমান বেচিব ধৰিছে অন্ত নাই। কেৰ্কেটুৱাই এজন বেপাৰীৰ কাষলৈ গৈ নতুন কাঁহী-বাটি বোৰ "কি দৰে দিছ" বুলি সুধিলে।

"আঢ়াই টকা সেৰ!"

"পুৰণি কাঁহী-বাটী সলালে পুৰণি কাঁহী-বাটিত কি দিবা?"

"সেৰত দহ অনাকৈ দিম।"

"বৰ কম দেখোঁ? এক টকা কৈ বাদ দিব নোৱাৰা জানো?"

"নাই, যিটো ভাও তাতকৈ বেছিকৈ কেনেকৈ দিম?"

"সেইটো অৱশ্যে হয়। চোৱাচোঁ বাৰু কেনে অসুবিধাত পেলালে।"

" কি অসুবিধাত পৰিলা?"

"সৌ দুইৱস্তা ভঙা কাঁহী-বাটি মহাজনে মোৰ হতুৱাই অনাইছে। নতুন সাজ বাচন সলাই নিব বুলি।"

"পিছে কি হ'ল?"

"গোটেইখন মেলা চাই ফুৰিছে, মনৰ মতন সাজ বাচন পোৱাই নাই। আকৌ হেনো এজনকে গোটেইবোৰ দিব। এইবোৰ এনে সুন্দৰ কাঁহী-বাটি আছে। এইবোৰ নাচালেই" বুলি কৈয়ে সি দুখন কাঁহী দুটা বাটি হাতত ললে। "এইবিলাক কাঁহৰ দামো একে জানো?"

"এৰা, আঢ়ৈ টকা সেৰ।"

"ভালেই দেখোঁ। বাৰু তোমালোকে আমাৰ বস্তুবোৰ চাবা। মই এতিয়াই মহাজনক দেখাই লৈ আহোঁ।"

"মহাজননো ক'ত?"

"সেই মেলাতে আছে, মিছামিছি বস্তু বিচাৰি ঘূৰি মৰিব ধৰিছে। বস্তুযে ওচৰতে আছে। কিন্তু চাবা দেওহে যেন কোনোৱে বস্তু নোখোলে।"

"বাৰু থোৱা, কোনেনো খুলিব। সোনকালে আহা।"

"আহোঁ। তেতিয়াৰ পৰা মিছামিছি ঘূৰিছে। ইয়াতকৈ আৰু সস্তাত ক'ত নতুন কাঁহ পাব? বস্তা দুটা ইয়াতে আনি থ'মনে?"

"নালাগে বাৰু ততালিকে আঁহাগৈ?"

সি কাঁহী দুখন আৰু বাটি লৈ খোজ ললে।

আকৌ উভতি চাই ক'লে— "কিন্তু চাবা দেওহে, বিশ্বাস কৰিহে গ'লো; কাকো বস্তা মেলিব নিদিবা। কাকো চুবও নিদিবা। আমাৰ খোৱা বস্তুও আছে।"

"যোৱাহে, কোনেনো মেলিব? ততাতৈয়াকৈ আহা!"

কেৰ্কেটুৱা গ'ল। বেপাৰীয়ে কাঁহ-বাচন বহুতো বেচিলে। কিন্তু কেৰ্কেটুৱা উভতা নেদেখিলে। তথাপি সি ভাবিছে— বোধকৰোঁ মহাজনকে লগ পোৱা নাই। যি নহওক বস্তু-বেহানি এৰি গৈছে যেতিয়া উভতি আহিব। সন্ধিয়া হ'লহি, তথাপি কেৰ্কেটুৱা নাই।

"কি আচৰিত কথা। ইমান পৰেও নাহিল। যি নহওক নাহিলেও নাহক। ইমান সোপা ভঙা কাঁহী-বাটি এৰি গৈছে যেতিয়া নতুন নিয়া কাঁহী-বাটি কেইখনৰ চাৰিগুণ মূল্য উঠিব" —বুলিয়েই এজন চাকৰক ক'লে— "সৌ ভঙা কাঁহী-বাটিৰ বস্তাটো ইয়াতে আনি থ। কোনোবাই আকৌ লাৰিবও পাৰে।"

চাকৰটোৱে আনি ধমহকৈ মাটিত পেলালে। ভঙা কাঁহী-বাটিৰ শব্দ হ'ল। বেপাৰীৰ মনত ৰং লাগিল। ভাবিলে— সেই কেইখন নতুন কাঁহী-বাটি নি এই বস্তা ভঙা কাঁহী-বাটি দি গ'লেও বেয়া নহয়। ৰাতি বেচা কিনা শেষ কৰি আহৰি লবৰ সময়ত— "চাচোন মানুহজন এতিয়াও নাহিল। মেলচোন খৈলাটো। কি কি ভঙা বাচন আছে চোৱা যাওক।"

চাকৰটোৱে মেলিলে। কিন্তু হায়! বেপাৰীৰ মূৰত স্বৰগ ভাগি পৰিল। সি দেখিলে খৈলাটোত দুখন ভঙা কাঁহী। বাকীবোৰ গৰুৰ হাড়েৰে ভৰপূৰ। "উস্ কি ধূৰ্ত! ইমান প্ৰৱঞ্চনা কৰিবলৈ সাহ কৰে বুলি কব পৰা নাছিলোঁ। ইমান ডাঙৰ মেলাত এনেকৈ ঠগাওঁ বুলি গৰু ছাগলীৰ হাড় লৈ অহা কল্পনাও কৰিব নোৱাৰি।" বুলি সি বেচেৰাই মূৰে কপালে হাত দিলে। "তাতে ইমান কণ ল'ৰা!" কিন্তু এতিয়া ইমানকণি ল'ৰাকে বা ক'ত ধৰে? সি বা কোন লজ্জা পালে কোনে জানে?

(৪)

নগৰত ডাঙৰ-সৰু প্ৰায় সকলোৱে কালিয়নে বস্তু খায়। আমাৰ কেৰ্কেটুৱাও দিনচেৰেক কুলী এজনৰ লগত আছেহি। সি এদিন এঘৰ দোকানীৰ ওচৰলৈ গৈ ক'লে— "বুজিছেনে মহাজন বাবু! মই কেইটামান টকা জমা থব খোজোঁ! বাঁহাত কেবাটাও মানুহ আছে। কাৰ স্বভাৱ কেনে কব নোৱাৰি। জানোচা কোনোবাই কেতিয়াবা লৈ যায়।"

"ক'তনো টকা পালি?"

"বাবুৰ ঘৰত কাম কৰোঁতে পাবলগীয়া আছিল। কালি দিছে।"

"কেই টকা?"

"দহ টকা।"

"বাৰু থ'।"

"টকা কিন্তু এতিয়া অনা নাই। অলপ পিছতে আনি দিম।"

"বাৰু!"

এনেতে দেখিলে মহাজনৰ চাকৰজনে মাল জোখ কৰোঁতে কেবাজনো মানুহে আগুৰি ধৰিছে। কেৰ্কেটুৱাই ততালিকে ক'লে —"ইঃ ইমান ভিৰ হৈছে। মহাজন বাবু! অইন পাল্লা নাই জানো?

"আছে, তই জোখ কৰিব জান জানো?"

"নেজানিম কিয়? কিমান ডাঙৰ ডাঙৰ দোকানত আছিলোঁ; চাওঁ বাৰু পাল্লাখন দিয়কচোন।"

মহাজনেও মানুহৰ জুম দেখি বাকচৰ পৰা আন এখন পাল্লা উলিয়াই দিলে। সি ততালিকে জুখিবলৈ আৰম্ভ কৰিলে। কেবাজনকো জুখি পইছা মহাজনক দি আছে। মহাজনেও তাৰ পিনে চকু ৰাখিছে। আকৌ মাজে মাজে টকাৰ ভঙনীয়া মানুহক দি আছে। এবাৰ এজন মানুহক চাৰি সেৰ চাউল-দিয়ে— ৰবাচোন অলপমান বুলি আৰু এজন মানুহক আন মাল দি পইছা লৈ মহাজনক দিলে। আকৌ সেই আগৰ মানুহজনকে দুসেৰ দালি দি আন এজনক কিবা দি পইছা লৈ মহাজনক দিলে। তাৰ পিছত আকৌ এসেৰ চেনি আগৰ মানুহটোক এনেয়ে দি আন এজনক কিবা মাল দি পইছা লৈ মহাজনক পইছা দি সিবাৰ মানুহজনক চকুৰ ঠাঁৰেৰে কিবা ক'লে। সি ততালিকে উঠি গুচি গ'ল। কেৰ্কেটুৱাই মানুহক বস্তু দিয়াত লাগিল। অলপ পিছত পাল্লা লৈ আহি মহাজনক ক'লে— "মানুহৰ ইমান ভিৰ, অন্ততঃ দুজন চাকৰ আপুনি ৰাখিব লাগে।"

"কেতিয়াবা কেতিয়াবাহে এনে ভিৰ হয়। সকলো সময়তে নহয়।"

"এৰা, তেন্তেনো কেনেকৈ ৰাখিব ? লাভ লোকচান চাই লৈ কাৰবাৰ। বাৰু মই কেতিয়াবা সময় পালে আপোনাক সহায় কৰিম। মোৰ টকাকেইটা কাইলৈ থ'ম আনি।"

মহাজনে ল'ৰাটোৰ কথা বতৰাত এনে মিঠা আৰু এনেয়ে সহায় পাই বৰ ৰং পালে। কিন্তু হায়! সেইখিনি পৰতে যে তাৰ কেই সেৰ বস্তু এনেয়ে গ'ল তাৰ গম নাপালে। কেৰ্কেটুৱাই সেই বনকৰা মানুহটোৰ ঘৰলৈ গৈ হাঁহি হাঁহি ক'লে, "তই বৰ অজলা অ'। বস্তুখিনি লৈ ততালিকে গুচি আহিব লাগে। আকৌ ভেলেঙা লাগি চাই আছিলি কিয় ? বাৰু যিয়ে নহওক গম নেপালে। কেতিয়াবা কেতিয়াবা টানে মস্কিলে পৰিলে এনে কৰিব লাগিব। কিন্তু বস্তু লৈয়ে গুচি আহিবি। এতিয়া ভাত বহাইছনে নাই ?"

"বহাইছো।"

"কিন্তু দুটোপা চাহ পিব পাৰিলে ভাল আছিল। চেনিসেৰ ভালকৈ থ। মই এপইছাৰ চাহপাত লৈ আহোঁ। এইবুলি কৈয়ে সি জেপৰপৰা এটা পইছা উলিয়াই চাহ কিনিবলৈ গ'ল। হঠাৎ তাৰ কিবা ভাব খেলাই এখন সৰু দোকানত সোমাই ক'লে, "চাহ আছে ?" "আছে"

"ভাল নে ?"

"ভাল চাহো আছে, বেয়া চাহো আছে। প্ৰায় চাৰি বিধ চাহ আছে।"

"চাওঁ কেনে ?"

দোকানী হোলাৰ ভাই মোলা। আটাইকেইবিধ চাহকে দেখুৱালে। কেৰ্কেটুৱাই ক'লে, "ইন্সপেক্টৰ চাহাবে চাহ কিনিব খুজিছে।" চাহৰ নমুনা অলপ

অলপ দিব নোৱাৰানে ?"

"কোন ইন্সপেক্টৰ ?"

"আফিং ভাং চোৱা। নতুনকৈ আহিছে। কালি এঠাইৰপৰা চাহ নিলো, বৰ বেয়া। পিছে তেওঁ একেলগে পাঁচ সেৰ ভাল চাহ পালে কিনিব খুজিছে।"

দোকানত বিক্ৰী বৰ কম হয়। ততালিকে পাঁচ সেৰ বিক্ৰীৰ কথা শুনি দোকানীৰ মন নাচি উঠিল।

"বাৰু নে প্ৰত্যেকৰে অলপ অলপ।"

"বাৰু দিয়া, ভালকৈ বান্ধি দিয়া, চাহবোৰ পুৰণি নহয়তো ?"

"পৰহি আনিছোঁ মাত্ৰ।"

দোকানীয়ে সুন্দৰভাৱে সকলো বিধৰে অলপ অলপ বান্ধি দি ক'লে, "নতুন চাহ বুলি ক'বা। এনে চাহ এই বজাৰৰ ভিতৰত নোপোৱা। একেবাৰে নতুন।"

বজাৰত পাওক নাপাওক কেৰ্কেটুৱাৰ আৱশ্যক নাই। নতুন বা পুৰণি হ'লেও সিমান লাভ নাই। মুঠতে এতিয়া সি চাহ পাব লাগে। আৰু দুদিনমানৰ জোখাৰে পিব পৰা হব লাগে। চাহৰ টোপোলাকেইটা লৈ ঘৰ পাই চাহ কৰি পিলে।

(৫)

চাৰিদিন সি বজাৰলৈ যোৱা নাই। নোযোৱাৰ কাৰণ সি আগৰ দিনা অনা বস্তুৰে এই কেইদিন সুন্দৰভাৱে জুৰিছে। সিদিনা গৈ মহাজনক লগ পাই সি আৰম্ভ কৰিলে— "বোলো মহাজন বাবু! ঘৰ পাই দেখোঁ সৰ্বনাশ হৈছে। গামোচা এখনত ৰূপ কেইটকা বান্ধি থৈছিলোঁ। কিন্তু গৈ দেখো কোনোবাই গামোচাৰ গাঁথি খহাই আঢাইকেউটা টকাকে হাত কৰিছে। চাওকচোন বাৰু দুখৰ বিত এনেকৈ কোনোবাই চুৰ কৰিব পায়নে ?"

"বাস্তৱতে মৰাক হে মাৰে।"

"হয় মহাজন বাবু। কোনোমতে খাটি খাটি ৰূপ কেইটকা পাইছিলোঁ কিন্তু তাৰো মুদা মৰিল। কেইঘৰ বাবুৱে চাকৰ ৰাখি টকাকে নিদিলে।"

"এৰা, সেইটো স্বভাৱ বাবুইতৰ আছেই।"

"দুখীয়াক মাৰি ৰং পাই মহাজন বাবু। আগেয়ে আতোঁ-পুতোঁ কৰি ৰাখি পিছত এমাহমানৰ টকা ৰাখিব পাৰিলেই, ইমাহ সিমাহলৈ টকা বঢ়াইহে যায়।"

"কথাটো হয়।"

"এতিয়া কি কৰো মহাজন বাবু, খোৱা-লোৱাৰ টান পৰিল। দিনচেৰেক আপোনাৰ তাতে থাকিব নোৱাৰোঁনে ?" এনেতে সি চাকৰজনলৈ চাই "হেই! কি কৰিলি ? কি কৰিলি ? এনেকৈ হ'লে দেখো মহাজনৰ সৰ্বনাশ কৰিবি। ইমান তল দাঙিকৈ দিব পাৰনে ?"

চাকৰটোৱে ক'লে, "ক'তনো দিলো হে ?"

"দেখিছো দেখিছো বোপাই, পৰৰ ধন বুলিও অলপ-অচৰপ চম্ভাল দিব লাগে। তোক ধৰ্ম কৰ্ম সকলো সঁপি দিছে। তই অলপ চাই-চিতি জোখ কৰিবি। মোৰ হ'লে আপোন পৰ নাই। য'তে থাকো সেয়ে ঘৰ বুলি ভাবো। নহয়নে বাৰু মহাজন বাবু, য'তে থকা যায় ত'তে আই বোপাই ভাই কৰি লব লাগে।"

মহাজনে তাৰ কথাত হয়ভৰ দি লগতে চাকৰটোকো ওপৰুৱাকৈ উপদেশ দিয়াৰ ছলতে ক'লে, "সঁচা, সেয়েহে আচল কথা; আপোন পৰ ভাব ৰাখিলে কোনেও মানুহ হ'ব নোৱাৰে। কেৱল দিন চেৰেক লৰা চৰা, আৰু এটা কথা মোক ঠগিলে ঈশ্বৰেও যে তাক ঠগিব সেইটো নিশ্চয়।" উপদেশ স্বৰূপে মহাজনে এই কথাষাৰ ক'লেও মহাজনে পাহৰা নাই কেনেকৈ কাক ক'ত ঠগি আজি সি ইমান ধনৰ মালিক হৈছে।

কেৰ্কেটুৱাই এনেতে দেখিলে পৰ্দাৰ কাষৰ পৰা এজনী তিৰোতাই মহাজনলৈ কৈছে, "অলপ ভিতৰলৈ আহক, চাহ-পানী হৈছে।" কেৰ্কেটুৱাই বুজিলে এই তিৰোতাজনীয়ে মহাজনৰ ঘৈণীয়েক। সি ঘপৰাই মাত দিলে "আই আমাকো অলপ চাওক।"

মহাজনে কলে, "চাহ পিবা জানো ?"

"নহ'লে নাই, হ'লেও আপত্তি নাই। মই খোৱা লোৱাত সিমান হিচাপ নাৰাখোঁ। যি পাওঁ তাকে দুটা পেটত গুজিব পাৰিলেই হ'ল।"

"এৰা সেয়েটো ভাল স্বভাৱ। আমাৰ সৌ নিভাৰ্যাই এপেট ভালকৈ পূৰ নহ'লে, মাছ-গাখীৰ নহ'লে আকৌ চাহৰ লগত লুচি বা পাপৰ নহ'লে তাৰ গাই নুঠে নহয়। বাৰু আহা, চাহ ভিতৰতে খোৱাহি। সৌবোৰ মানুহ দোকানলৈ আহিছে।" মহাজনৰ মুখৰপৰা ওলোৱা মাত্ৰেই সি ঘপৰাই উঠি মহাজনৰ পিছে পিছে ভিতৰ চোতাল পালে। মহাজনেও ঘৈণীয়েকক কলে, "ইয়াকো চাহ দিয়া, এখন লুচিও দিয়া।"

"ক'ৰনো ল'ৰা ?"

"ল'ৰাটো বৰ ভাল। কামে কাজে বৰ পটু, বুদ্ধি আছে। দোকান-পোহাৰ বৰ ভালদৰে চলাব জানে।"

"তেন্তে আমাৰ দোকানলৈ নাৰাখে কিয় ?"

"ভাবিছো, কিন্তু আকৌ নিভাৰ্যাও আছে নহয়।"

"সেইটো অৱশ্যে হয়।"

এনেতে কেৰ্কেটুৱাই মাত লগালে, "আপোনালোকে দুজন একেলগে ৰাখিব নোৱাৰে যদিও এটা কাম কৰিব পাৰে।"

মহাজনে ক'লে, "কি ?"

"এতিয়া মোৰো অলপ টান। তাতে জানে নহয়, চহৰত কাম-বন নোহোৱাকৈ এদিনো খৰচ মিলোৱা টান। গতিকে আপোনালোকৰ ঘৰতে থাকি মই দোকান চলোৱাত সহায় কৰিম। মোক এতিয়া দৰমহা পাতি নালাগে। পিছত যদি নিভাৰ্যা যায় তেনেহ'লে যি ইচ্ছা কৰে অলপ-অচৰপ দৰ্মহা দিব।"

মহাজনৰ ঘৈণীয়েকৰ নিভাৰ্যাক ইমান দিন ৰাখি আমুৱাইছে। কিয়নো নতুনতে ন-বোৱাৰী পুৰণি হ'লে চবুৰি। তাতে আকৌ সিদিনা আবেলি মহাজনীয়ে কৈছিল, "নিভাৰ্যা, গৰুজনীৰ গোবৰখিনি পেলা।"

নিভাৰ্যাই তেতিয়া উত্তৰ দিছিল, "ইপিনে দোকানৰে কাম কৰো নে ভিতৰৰে কাম কৰো ?" নিভাৰ্যাৰ কথাত মহাজনীৰ খং মূধ ঢুকি পাইছিলগৈ। যি নহওক বলকি বলকি নিজে গোঁহালিত সোমাই গোহালি ভাল কৰিছিল। কিন্তু অলপ সময়তে নিভাৰ্যাৰ সলনি এটা ল'ৰা পোৱাত মহাজনীয়ে ভাবিছে, "বেটাক এৰি দিলেহে মজা পাব। কথা-বতৰা নুশুনাত পৰিছে। এই ভাবি ততালিকে মহাজনলৈ চাই ক'লে, "ৰাখক, তাক বোলে এতিয়া দৰ্মহাও নেলাগে। আকৌ ইপিনে নিভাৰ্যাৰো অহংকাৰ বাঢ়িছে। যিটোকে কামত ভাল দেখে তাকে কৰিব।" মহাজনীৰ কথাত আপত্তি কৰা স্বভাৱ মহাজনৰ নাই। কিয়নো মহাজনী মহাজনৰ পিছে অনা তিৰোতা। আগৰ তিৰোতাজনীয়ে এজনী ছোৱালীৰ পাঁচ বছৰ হওঁতেই মহাজনক এৰি তাৰ যৌৱনৰ আশা-তৃপ্তি সকলোতে কুঠাৰেৰে আঘাত কৰি শেষ নিশ্বাস পেলোৱাত মহাজনে 'মহাজনো যেন গতঃ স পন্থা' ভাবি আন এজনী তিৰোতা চাই আনি আজি প্ৰায় আঠ বছৰ সহবাস কৰিছে, যদিও ল'ৰা-ছোৱালী সেই আগৰজনীৰ বাহিৰে এটিও নাই। সেই ছোৱালীজনীৰ নাম জুৰমতী। তাইৰ বয়স এতিয়া তেৰ বছৰ। যৌৱনত ভৰি দিওঁ দিওঁ হৈছে। কেৰ্কেটুৱাক সিদিনাৰ পৰা ৰাখিলে। সি দোকান-পোহাৰ চলায়, ঘৰৰ কামবন কৰে, ৰং-ধেমালি কৰে, ঠাট্টা-মস্কৰা কৰে। মুঠৰ ওপৰত সি নিজৰ ঘৰৰদৰে থাকিবলৈ সুবিধা পালে। দিন যোৱাৰ লগে লগে সি লক্ষ্য কৰিলে যে জুৰমতীক অনাহকত মাহীমাকে গৰিহণা কৰে, দাবি দিয়ে, গালি-শপনি পাৰে আৰু খোৱা-লোৱাত আপোন পৰ কৰে। কেৰ্কেটুৱাই চিৰদিন লোকৰ অন্যায়হে কৰি আহিছে। লোকক ঠগ প্ৰবঞ্চনা কৰিছে, সেই কেৰ্কেটুৱাৰ মনত জুৰমতীৰ অৱস্থাই আঘাত কৰিলে। জুৰমতীক মাকে বলকিলে কেৰ্কেটুৱাই মুখলৈ থৰ হৈ চাই থাকে। জুৰমতীয়ে যেতিয়া গালি-শপনি শুনি মনে মনে চকুলো মচে, কেৰ্কেটুৱায়ো তাইৰ কথা ভাবি ব্যাকুল হয়। কিন্তু বিশেষ কথা নকয়।

সিদিনা জুৰমতীৰ ভয়ঙ্কৰ জ্বৰ উঠিছে। ৰাতি মাহীমাকে ভাত খাবলৈ মাতিলে।

"মই নেখাওঁ আইতা।"

"এতিয়া নাখালে ৰাতিপুৱালৈ কৰকৰা ভাতবোৰ কোনে খাব ? যদি নাখাব আগতে নকলি কিয় ? মই লক্ষ্মীহেন বস্তু পেলাব নোৱাৰোঁ। আৰু ভাত নোখোৱাৰ কাৰণ বুজিছো। ভাবিছ হবলা ভাত খাই উঠি চুৱা ধুব লাগিব। তাৰে ভয়তে ভাত নোখোৱা হৈছ। খা যদি খা আহি!"

"মই নেখাওঁ আইতা। মোৰ গা অসুখ।"

মাহীমাকে খাবলৈ কোৱাত তাই অলপ খঙকৈ ক'লে, "মৰিলেও খাম নে ?" তাইৰ কথাত মাহীমাকে ভয়ঙ্কৰ খং কৰি "খাব মাতিলেও যদি মৰ, নামাতিলে নো কি কৰিবি" বুলি সিদিনা ৰাতি তাইক নামাতিলে। পিছৰ দিনা ৰাতিপুৱা জ্বৰৰ তাপত জুৰমতী উঠিব পৰা নাই। কিন্তু মাহীমাকে তাইক উভতি চোৱা নাই। এনেবোৰ কাণ্ড কেৰ্কেটুৱাই লক্ষ্য কৰি আছে। এবাৰ লাহেকৈ জুৰমতীৰ কাষলৈ গৈ কেৰ্কেটুৱাই ক'লে, "জুৰমতী, শুয়ে আছ দেখো। এতিয়াও ভাল পোৱা নাই।"

জুৰমতীয়ে ক'লে, "নাই, উস্ মোৰ গোটেই গাটো পুৰি মাৰে। বৰ পিয়াহ লাগিছে, এটোপা পানী।" কেৰ্কেটুৱাই তাইক পানী আনি দিলে। তাই পানী পিবলৈ উঠিব ধৰোঁতে ঢলি পৰিল। কেৰ্কেটুৱাই কথমপি সাবট মাৰি ধৰিলে। নহ'লে মাটিতে পৰিলহেঁতেন। তাইক লাহে লাহে শুৱাই থৈ কেৰ্কেটুৱাই মহাজনীক ক'লে, "আই, জুৰমতীৰ ভয়ঙ্কৰ জ্বৰ উঠিছে। চাওকগৈচোন ?" মহাজনীয়ে ক'লে, "মৰক, তাইৰ নিচিনা ছোৱালীৰ কথাহে বিশ্বাস কৰ। জ্বৰ উঠিছেনে ভেম ? এনে ভেমৰ ছোৱালী দেখা নাই দেওহে। কথা এষাৰ কবকে নোৱাৰোঁ। আগেয়ে শোৱাপাটীত পৰি ৰোহ ঘৰত পৰিব।" কেৰ্কেটুৱাই মনত অলপ বিৰক্তি ভাব লৈ প্ৰকাশ নকৰি ক'লে, "চাওকগৈচোন, গা সঁচাকৈয়ে বেয়া হৈছে হবলা।"

"কিয়, উঠি আহিওতো দেখুৱাব পাৰে। তাই ভেম কৰিব আৰু মই ক'ৰ বেটী আহিছো যে তাইৰ ভেম ভাঙি ফুৰিম। গা যদি বেয়াই হৈছে কিয় ওচৰলৈ উঠি আহিওতো দেখুৱাব পাৰে।"

এনেতে কেৰ্কেটুৱাই শুনিলে জুৰমতীয়ে বঁতিয়াব ধৰিছে। "শুনক আই! তাই বঁতিয়াব ধৰিছে। তাইৰ গা বৰ অসুখ হৈছে। ব'লক চাওকহি।" মাহীমাকে উঠি ঘৰ সোমায়ে ক'লে, "ডাঙৰ সৰুৰ কথা নমনাৰ ফল এয়ে।" কেৰ্কেটুৱাও তেওঁৰ পিছে পিছে গৈছিল। জুৰমতীৰ অৱস্থা দেখি সি থৰ হৈ চায়ে ৰ'ল। মহাজনীয়ে কলে, "টানৰ সময়ত মোক লাগে, 'এনেয়ে হ'লে মোৰ কথা বতৰা এটা শুনা দেখা নাপাও" বুলি তাইৰ গাটো লাৰি চাই কাষতে বহিল। সেই সময়ৰে পৰা জুৰমতীৰ যি কেইদিন জ্বৰ হৈছিল, মহাজনীয়ো তাইৰ কাষৰ পৰা যোৱা নাই। সকলো আলপৈচান ধৰা, হগা-মুতা পেলোৱা, দৰব-পাতি খুৱাওতে গোটেই কেইদিন ব্যস্ত থাকিল। কেৰ্কেটুৱাই মহাজনীৰ সেৱা শুশ্ৰূষা দেখি অবাক হ'ল। সি মহাজনীক কেইদিনমান আগতে পিশাচীৰ মূৰ্তি বুলি ভাবিছিল। নিঠুৰ আৰু কঠোৰ স্বভাৱত মনে মনে ভয়ংকৰ বিৰক্তি ভাব পুহিছিল। কিন্তু এইকেইদিনতে তাৰ সকলো ওভোতা হ'ল। সি সময়ত মহাজনীৰ পিনে সময়ত জুৰমতীৰ পিনে চাই কেৱল কিবা ভাবিয়েই থাকে। মনত তাৰ কত ভাব খেলাই কোনে ক'ব ? ইপিনে মহাজনীয়ে যি কয় সি তাকে কৰে। হগা-মুতা পেলোৱাত সহায় কৰে। দিনচেৰেকৰ পিছত জুৰমতী ভাল হ'ল।

(৬)

ৰাতিপুৱা এদিন কেৰ্কেটুৱাই চাহ কৰিব ধৰিছে, মহাজনীয়ে গা ধুব গৈছে। এনেতে জুৰমতীয়ে আহি তাক কলে, "কেৰ্কেটুৱা, এটা কথা।"

"কি ?"

"তহঁতৰ গাঁও কিমান দূৰৈত ?"

"কিয় ?"

"তোৰ তাত কোন কোন আছে ?"

"দদাই-খুড়ী আছে।"

"পিতাৰ মাৰ নাই ?"

"নাই।"

"গাঁৱত তোক কোনে ভাত পানী ৰান্ধি দিয়ে ?"

"খুড়ীয়ে।"

এনেতে মহাজনী গা ধুই আহিল। জুৰমতীয়ে আৰু একো কথা নক'লে। কেৰ্কেটুৱাই ক'লে, "আই, মহাজন বাবু হেনো ক'ৰবালৈ যায়, সোনকালে চাহ লাগে।"

"বাৰু, চাহ কৰ, ক'লৈনো যায় ?"

"কব নোৱাৰোঁ।"

এনেতে মহাজনে আহি ক'লে, "বহুতো বাকী সাধিব লাগিছিল। মাহৰ পহিলা তাৰিখ হৈ গ'ল

যেতিয়া অলপ অচৰপ পোৱা যাব। আৰু এটা কথা নিভাৰ্থাক আজিৰ পৰা এৰি দিওঁ। সি কামতো ভাল নহয়। ইপিনে দৰ্মহাও পাঁচ টকাকৈ লাগে। তাতকৈ কেৰ্কেটুৱাকে মাহে তিনি টকামানকৈ ৰাখিম। কামত সি ভাল হৈছে। কেৰ্কেটুৱা, অকলে চলাব পাৰিবিনে ?"

"নোৱাৰিম কিয় ? কি সোপানো কাম আছে ?"

"এৰা, তেন্তে আজিৰ পৰা তাক বিদায় দিম। কিন্তু চাবি একা। আকৌ মোক নিঠেঙীয়া কৰিবি। তাকো এৰি দিম, তইও গুচি যাবি, পিছত মই মহা বিসঙ্গতিত পৰিম। ইয়াত এটা চাকৰ নহলে চলা টান। অন্ততঃ পানীটোপাৰে হাহাকাৰ।"

"মোক তেনে বুলি ভাবিছেনে ? মোৰ মুখত যেনে পেটতো তেনে। লাগে যদি যাবৰ ইচ্ছা হ'লে আপোনাক মানুহ বিচাৰি দিম।"

"এৰা সেইটোহে ভাল কথা।"

"আৰু মই বা যামেই কিয় ? খোৱা-লোৱাৰ এনে সুখ, ইয়াতকৈ নো আৰু ক'ত ভাল পাম।"

মুঠৰ ওপৰত সিদিনাই নিভাৰ্থাৰ বিদায় হ'ল। কেৰ্কেটুৱা দোকানৰ সৰ্বেসৰ্বা হ'ল। টকা-পইছাৰ দেনা-পাওনা, বেচা-কিনা সকলো কেৰ্কেটুৱাৰ ওপৰত পৰিল। মহাজনে কেৱল বজাৰৰ কেঞাৰ দোকানৰ পৰা বস্তুহে অনাত ব্যস্ত আছিল।

দুদিন দোকান চলাব নৌপাওঁতেই সি এদিন ফাঁচী বজাৰলৈ যাবলগীয়াত দোকানৰ বস্তুৰ লগে লগে সুন্দৰ এডোখৰ চাবোন আৰু এবটল গোন্ধ তেল লৈ আহি মহাজনীক ক'লে, "আই, বজাৰ কৰোঁতে এই দুটা ভাল বস্তু দেখি কিনি আনিলোঁ। মহাজন বাবুৱে কিবা কব জানো ? ধৰক, আপোনালোকলৈ আনিছোঁ" বুলিয়েই মহাজনীক দিলে। মহাজনীয়ে আজি কেবাদিনৰ পৰা মহাজনক গোন্ধতেল এবটলৰ কথা কৈও আনিব পৰা নাছিল। কেৰ্কেটুৱাই অনা দেখি "ভাল কৰিছ, তেল ভালনে ?" "এনে তেল আৰু নাপায়। ইয়াৰ নাম লক্ষ্মী-বিলাস, ই তেলৰ ভিতৰত আটাইতকৈ উৎকৃষ্ট। তেতিয়াৰে পৰা মাজে সময়ে মহাজনীয়ে লুকঢাককৈ কেৰ্কেটুৱাৰ হতুৱাই তেওঁৰ লগা বস্তু অনায়। কেৰ্কেটুৱায়ো সেই সূচলতে দুই-এখন শাৰী, দুই এবটল তেল, দুই এখন ৰুমাল, এচেঞ্চ, হেজলিন স্নো আনি জুৰমতীক দিব ধৰিলে। কেতিয়াবা মহাজনীৰ বস্তু আনোতে মহাজনীক দেখুৱাই, কেতিয়াবা আকৌ নেদেখুৱাকৈ জুৰমতীক দিয়ে। বিশেষত কেৰ্কেটুৱাই বহুত বাবুৰ লগত আগৰ পৰা থাকি থাকি বহু ধৰণৰ বিলাসী বস্তু দেখিছিল; কাপোৰ-কানিৰো ওপৰত বহু ধৰণৰ তাৰ অভিজ্ঞতা আছিল। গতিকে সাধাৰণতঃ মহাজনে অনা বস্তুতকৈ সি বৰ ভাল বস্তু আনিব পাৰিছিল আৰু মহাজনীৰ লগে লগে জুৰমতীৰো মন জোখাই হৈছিল সেইটো নকৈ নকলেও হব। বস্তুৰ লগে লগে জুৰমতীৰ মনতো কেৰ্কেটুৱা এটা ভাবিব লগীয়া প্ৰাণী হৈ উঠিছিল। দোকানত থকাৰ লগে লগে কানি-কাপোৰ পিন্ধন-উৰণেৰে কি বৰ দেখনিয়াৰ হৈ উঠিছিল। কেতিয়াবা কোনোবিধ বস্তু অনা মহাজনেও দেখিলে সি কয়, "মই আনিছো। আপুনি মোক দৰ্মহা দিওঁতে কাটি লব।" মহাজনেও তাৰ পিন্ধন-উৰণত বৰকৈ নেলাগিছিল। কিয়নো নিভাৰ্থাক যদিও পাঁচ টকা দিয়া বুলি কৈছিল, আচলতে তাক দহ টকা দিছিল। তেনে দিয়া বুলি কেৰ্কেটুৱাই জানিলে তাৰো দৰমহা বেছি খোজা নহ'ব জানো ? সেই ভাবিয়েই তেনেকৈ কৈছিল। ইপিনে দহ টকীয়া চাকৰতকৈও বেছি কামিলা মানুহ পাই মহাজনৰ মনত ৰং হৈছিল। গতিকে তাৰ পিন্ধন-উৰণত বেছি খৰচ কৰিলেও বিশেষকৈ নালাগিছিল। তদুপৰিও মহাজনে ভাবিছিল সময়ত দৰ্মহা দিওঁতে এইবিলাকৰ হিছাপ দিব। কিন্তু কেৰ্কেটুৱাইও দৰ্মহা সম্পৰ্কে বিশেষকৈ লগা নাই, বৰং মাহ শেষ হ'লে কৈছিল, "মোৰ দৰমহা আপোনাৰ হাততে থাওক বাবু।" কেৰ্কেটুৱাৰ কথাত মহাজনে ৰং পাইছিল। কিয়নো হাতত যিমানে দৰমহা থাকে সিমানে সি বন্ধী হয়। ততালিকে সি যাওঁ বুলি যাব নোৱাৰে, আৰু কেতিয়াবা ওলালেও ইচ্ছামতে সকলো খৰচ পাতি কাটিব পাৰিব। কিন্তু হায়। বুধিয়ক মহাজনে নেজানিলে যে সি দৰমহাৰ দহগুণ সুবিধা পালেই ইতি কৰে। তদুপৰি মহাজনৰ জীয়েক জুৰমতীক সুবিধা পালেই হাত কৰিবলৈ মনে মনে

বুধি পাঙিছিল। কোনে জানে ভৱিষ্যতত কাৰ আশা কেনেভাৱে পূৰণ হয়। কিন্তু যিয়ে নহওক জুৰমতীয়ে মাহীমাকৰ মুখৰ পৰা কাহানিও মৰম-বেথা নাপাই, ভাল কাপোৰ কানি পিন্ধিব নাপাই সদায় দুখ-কষ্টেৰে জীৱন নিয়াইছিল। এনে সময়ত কেৰ্কেটুৱাৰ মৰম, কিনি দিয়া ভাল কাপোৰ-কানি, বস্তু বেহানি পাই মনে মনে কেৰ্কেটুৱাক আপোনতকৈ আপোন বুলি ভাবিছিল। চাহৰ লগত হওক বা জা-জলপানৰ লগত হওক সুবিধা পালেই কেৰ্কেটুৱাৰ কাৰণে তাই অলপ লুকাই থৈ তাৰ আগত হাতৰ টিপতে দিছিল বা কেতিয়াবা কিবা লগা হ'লেই কেৰ্কেটুৱাক মনে মনে কৈছিল আৰু কোৱামতে সিও দুই এদিনতে যোগাইছিল। মুঠৰ ওপৰত গোপনে গোপনে এখনি প্ৰেমৰ সংসাৰ মহাজনৰ অজ্ঞাতে সৃষ্টি হৈছিল।

মাহচেৰেক পিছতে মহাজনে ঘৈণীয়েকক ক'লে, "শুনিছা, বোলো জুৰমতীক ধৰিব খোজে।"

"কোনে. ?"

"গহীনৰ বাপেক আহিছিল, গহীনক জানা নহয় ?"

"কোন গহীন !"

"কিয়, কেতিয়াবা কেতিয়াবা সি ইয়ালৈ আহে দেখো, সি কাছাৰীতে চাপ্ৰাচী কাম কৰে, ল'ৰাটো ভাল, ঘৰৰ পিনেও খাব লবৰ আছে।"

"কিন্তু ছোৱালীয়ে গাঁৱলৈ যাব লাগিব।"

"সেইটো হওঁতে হয়, চহৰীয়া ছোৱালীয়ে গাঁওত গৈ থকা টান হব। কিন্তু ইপিনেও আকৌ চাব লাগিব। ছোৱালী ডাঙৰ হৈ আহিল আৰু ঘৰত ৰখা শোভনীয় নহয়।"

"বাৰু, চোৱা। যদি ভাল দেখা বিয়া পতা যাওক। তাইও ইয়াত থাকি একোতে হাত নিদিয়ে। দিনে দিনে ডাঙৰ হৈ আহিছে।"

"কিন্তু কাম-বন কটা যোৱা। পিছে গহীননো কোনটো বুলি কৈছা ?"

"কিয় সিদিনা মনত নাইনে । লেচু যে আনিছিল.."

"ঔ। গোবৰ। তাক দেখো গোবৰ বুলিহে মাতে।"

"এৰা গোবৰেই গহীন।"

"ল'ৰাটো বেয়া নহয়। বাপেক-মাকো আছে। মাটিবাৰীও আছে। গোবৰ হ'লে বেয়া নহয়তো। ল'ৰাটো হ'লে বৰ মৰমলগা।"

"মই কথা দিছোৱেই এই বহাগতে বিয়া পাতিবলৈ কৈছোঁ।"

"কাপোৰ কানি, গহনা, কাঁহীবাটিৰ যে যোগাৰ কৰিব পৰা নাই।"

"চহৰত সেইটোৰ নিমিত্তে কিহৰ ভাবনা, টকা হ'লেই দোকানত আকাল লাগিছে নে ? কেৱল গহনাৰ নিমিত্তে দুতোলা সোণ আজি কিনিব লাগিব। আকৌ এটা কথা বিয়া গাঁৱতহে দিব লাগিব। ভাগী-কুটুম এৰি ইয়াত দিব গ'লেও পিছলৈ গঞ্জনা কৰিব।"

"কথাটো হয়, পিছে ইয়াত দোকানত কাক থৈ যাব ? সিপিনেও কেৰ্কেটুৱা নহ'লে নহব।"

"কিবা এটা কৰিবই লাগিব। আৰু এটা ল'ৰা গাঁৱত গৈ ৰাখিবই। ইয়াতে কেৰ্কেটুৱাক গতাই থৈ যাম।"

সিদিনাৰ পৰা বিয়াৰ ধুমধাম লাগিল। সকলো বস্তুৰ যোগাৰ হব ধৰিলে। কেৰ্কেটুৱা, জুৰমতীয়েও গম পালে। দুয়োৰো মাজত এটা নজনা নুশুনা ভাবৰ আশঙ্কা আৰু হা-হুতাশে আগচি ধৰিলে। আগেয়ে বজাৰৰ পৰা কিবা ভাল বস্তু আনিবলৈ দিলে তাৰ মনত ৰং লাগিছিল, কিন্তু আজিকালি বিয়া সম্বন্ধে মহাজনীয়ে কিবা কাপোৰ-কানি বা আন কোনো বস্তু আনিব দিলেই সি মূৰ পোলোকা দিব পাৰিলেই ৰক্ষা পৰে। দিনৰ পিছত দিন গ'ল। বিয়াৰ ওচৰ পালেহি। মহাজনে তাকে সকলো গতাই ঘৰলৈ গ'ল। সিদিনা গধূলি কেৰ্কেটুৱাই ঘৰ সোমাই দেখিলে জুৰমতীয়ে কিবা ভাবি বহি আছে। মাকে ৰান্ধনি-ঘৰত সোমাই ভাত ৰান্ধিব ধৰিছে। কেৰ্কেটুৱাই পিছ পিনৰ পৰা গৈ জুৰমতীক চকুত ধৰি ক'লে, "জুৰমতী, তইতো যাবিগৈ ?"

জুৰমতীয়ে নামাতিলে।

"কথা নকৰ দেখোঁ, মোক খং কৰিছ ?"

"কিনো খং কৰিম।"

"আজিৰপৰা তই আৰু আনৰ হবি।"

জুৰমতীয়ে এটা হুমুনিয়া কাঢ়ি ক'লে, "কপাল"।

"তই মোক কেনেকৈ পাহৰিবি ? তই কোৱা কথাবোৰ পাহৰিলি ?"

"মই কি কৰোঁ ?"

"কিয়, মোৰ লগতে দেখো পলাব খুজিছিলি ?"

"কেনেকৈ পলাওঁ, যদি ধৰা পৰোঁ ?"

"ধৰা ! পৰিবিনো কিয় ? মই এনে ঠাইলৈ লৈ যাম যে তোৰ আৰু মোৰ গম কোনেও নাপাব। কেৱল তই মাথোঁ ওলা। কাইলৈতো আটাইবোৰ যাব ওলাইছে। আজি ৰাতিটোৰ ভিতৰতে যি কৰিব পাৰোঁ।"

"মই কি কৰিব লাগে ক ?"

"আটাইবিলাক খাই-লৈ শুলে তই মনে মনে ওলাই আহিবি। তাৰ পিছত যি কৰিব লাগে মই কৰিম। কথা নাপাহৰিবি।"

"নাপাহৰো। জানোচা ধৰা পৰোঁ।"

"একো ভয় নাই। বুজিছ জুৰমতী। মোৰ জীউ আগতে তাৰ পিছতহে তোৰ। তই গাঁৱত গৈ গহীনৰ লগত কেনেকৈ মৰিবি ? তোক নাপালে মই বলীয়া হম।"

এইবুলি কৈয়েই জুৰমতীক দুই গালে দুটা চুমা খালে। জুৰমতী নামাতিয়ে ৰ'ল। এনেতে মাকে ৰান্ধনি ঘৰৰ পৰা মাত লগালে "জুৰমতী, পানী-পীৰা দেহি, ভাত হৈছে।" জুৰমতী সাউত কৰে ৰান্ধনিঘৰ পালেগৈ।

(৭)

আজি তিনিমাহ মহাজনে ঘৰ এৰি গাঁৱতে আছে। ইতিমধ্যে জুৰমতীৰ বিয়া হৈ গ'ল। গুৱাহাটী এৰিবৰ আগেয়ে জুৰমতীয়ে হাজাৰ চেষ্টা কৰিও পলাব নোৱাৰিলে। মানুহে পাঙে ঈশ্বৰে ভাঙে। কেৰ্কেটুৱাৰ বুদ্ধি নিয়তিৰ লগত চেৰ মানিলে। যিয়ে নহওক; এই তিনিমাহ কেৰ্কেটুৱাই দোকানৰ সৰ্বেসৰ্বা। কেঞ্ৰাৰ লগত তাৰ ভালকৈয়ে চিনাকি হৈছে। বস্তু বেহানি সদায় কালিয়নে আনে। ইপিনে দোকানত যিমান বেছে সিমানেই গ্ৰহণ কৰে। মুঠৰ ওপৰত এই তিনিমাহত সি প্ৰায় ৫০০ টকা জমাইছে। তিনিমাহৰ পাছত এদিন জুৰমতীক বিয়া বাৰু দি চহৰ পাই মহাজনে দেখিলে দোকানৰ বস্তু প্ৰায় আগৰদৰে আছে। "আজিকালি বিক্ৰী কেনে ?"

"ক'ব নোৱাৰোঁ, আপুনি নহ'বৰ পৰা দুই এটকাহে বিক্ৰী হয়।

যি নহওক দোকানী আহিবৰ দিনাই কেৰ্কেটুৱাই ক'লে, "আপুনি দোকানৰ বস্তু বেহানি চাই লওক, মই আৰু ইয়াত নাথাকো।"

"কিয় ?"

"ঘৰত বৰ বেয়া কথা শুনিছো। ঘৰলৈ যাম, তাতেই খেতিবাতি কৰি খাম।"

"কিনো বেয়া খবৰ শুনিলি ? তোৰ দেখো কোনো নাই বুলি কৈছিলি অ' ?"

"এৰা, হওঁতে নাই; তথাপি লগাভগা দদাই খুড়ী আছে।" মুঠৰ ওপৰত সি দুদিনতে সকলো টকা-পইছা গোটাই তাৰ দৰ্মহা কেইটকাও খুজি লৈ তাৰপৰা গুচি গ'ল। টেঙৰ মহাজনে দোকানৰ বস্তু-বেহানি দেখি তাক মুঠতে সন্দেহ নকৰিলে। দিনচেৰেক পিছত কেঞ্ৰাৰ গোলা গৈ পাওঁতেই কেঞ্ৰাই সুধিলে, "কি, দোকানৰ অৱস্থা বেয়া হ'ল নেকি ? ইমান বাকী কৰি পেলালা ?"

মহাজনৰ গা শিঁয়ৰি উঠিল, "কিমান বাকী !"

"প্ৰায় ৪০০ টকাৰ ওপৰ হব। তুমি আগে-পিছে বেছি বাকী নিনিয়া কাৰণেহে এইবাৰ দিছোঁ। পিছে আজি তিনিমাহ নগদৰ কলমত একোৱে নাই।" মহাজনে মূৰে কপালে হাত দিলে, কিন্তু তথাপি আশা আছে দোকানত বস্তু বেহানি আছে। ভালকৈ বেচি কিনি সুবিধা কৰিব পাৰিব বুলি ক'লে, "বাৰু চাওঁ, এই তিনিমাহ মই নাছিলোৱেই নহয়। সি ভালকৈ দোকানত থাকৈত নহয়। সেইকাৰণে বস্তুবোৰ কিনি নি ভৰাই থৈছে।" মহাজনে সিদিনা গৈ দোকানৰ বস্তাবোৰ খুলি চাব ধৰিলে। ইটোৰ পিছত সিটো খুলি মূৰে কপালে হাত দিলে, দেখিলে দুই এক বস্তাত কম দামৰ বস্তুৰে ভৰা আছে। বাকীবোৰত তুঁহ মলি আৰু পোকে খোৱা মাহ। মহাজনে বুজিলে কেৰ্কেটুৱাই

সৰ্বনাশ কৰিলে। কিন্তু হায়! এতিয়া তাক ক'ত পায়? আজি চাৰি দিন হ'ল কোনে জানে সি ক'লৈ গ'ল ?

(৮)

কেৰ্কেটুৱা গৈ ডিব্ৰুগড়ৰ এজন হাকিমৰ চাপ্ৰাচী হৈছে। দোকানৰ পৰা নিয়া টকা-কড়িৰে সি কি কৰিলে কোনে জানে ? এতিয়া যি নহওক হাকিমৰ চাপ্ৰাচী হৈ তাৰ বহুতো সুবিধা হৈছে। বহুতো ডাঙৰ ডাঙৰ কেঞা বাবুৰ লগত, মদ-ভাঙৰ দোকানীৰ লগত তাৰ চিনাকি হৈছে। খোৱা-লোৱাতো তাৰ অভাৱ নাই। হাকিমৰ ঘৰত কত বস্তু। তাতে আকৌ কতজনে কত 'ডালি' দিয়ে। 'ডালি' ভিতৰলৈ নিয়া ভাৰ প্ৰায় কেৰ্কেটুৱাৰ ওপৰতে পৰে। কেৰ্কেটুৱাই নিওঁতেই, ওপৰ তলালৈ উঠোতেই আটাইতকৈ ভাল বস্তুখিনি তাৰপৰা আঁতৰ কৰে আৰু সুবিধা বুজি পেটত ভৰায়। তাৰ উপৰিও সি কেটামান পইছা কৰিবলৈও সুবিধা পাইছে। কাছাৰীত মোকৰ্দমা সুধি থাকোতেই আচামীক জামিনত খালাচ দিলেই কেৰ্কেটুৱাই পুলিচ এজনৰ লগ লৈ আচামীক দোধোৰ-মোধোৰত পেলাই সিকিটো, আধলিটো সৰকায়। নাইবা মোৰ্কৰ্দমাৰ গোচৰীয়া পদকীয়াৰ পৰা ইটো কৰি দিম সিটো কৰি দিম, হাকিমক কৈ তহঁতৰ ভাল কৰিম ইত্যাদি কথাৰে দুয়োপক্ষত থাকি যিপক্ষৰে জিত হয় সেই পক্ষৰে ওচৰলৈ গৈ "চা মই কালি ৰাতি দেউতাক ক'লো দেখিহে এনে হ'ল। নহ'লে তহঁতৰ জিত হোৱাৰ আশা ক'ত আছিল। এতিয়া কোৱা কথা।"

জিত হোৱা পক্ষ প্ৰায় আনন্দত উত্ৰাৱল। গতিকে তেতিয়া তাক অলপ-অচৰপ দিবলৈ পিচ নুহুঁহকিছিল। তাৰ উপৰিও টান টান কথাত সি পেস্কাৰৰ সাহায্য লৈ সুবিধা বুজি পক্ষৰ পৰাই হওক বা পেস্কাৰৰ পৰাই হওক সিকি-আধলি সৰকাবলৈ সুবিধা পায়। আকৌ মানুহক পেস্কাৰৰ লগত চিনাকি কৰি দিয়াত বা কথা বতৰা আলচ কৰিব দিয়াত সি অলপ-অচৰপ মানুহৰ পৰা পায়। মুঠৰ ওপৰত তাৰ মাহৰ ১১. টকা দৰমহাৰ লগে লগে আৰু ২০/২৫. টকা গোট খায়হি। টকাবোৰ দেখাত পায়হে, কিন্তু সিপিনে সেইবোৰেৰে কি কৰে তাৰ সন্ধেদ পোৱা টান। অৱশ্যে এনে অনুমান সি কেবাজনো মদৰ মহলদাৰৰ মোকৰ্দমা হোৱাত তাৰ মদতো টকা ভাঙিব নলগাত পৰিছিল। বৰং সি দুই-এবটল আনকহে বিলাব পাৰিছিল। সঁচায়ে হওক মিছায়ে হওক মোকৰ্দমা লাগিলেই সি পেস্কাৰৰ পৰা সকলো আঁতি গুৰি লৈ মহলদাৰৰ লগত চিনাকি হয় আৰু নানা কথাৰ ভুৱাৰে 'হাকিমৰ আগত এনে ক'ম, তেনে ক'ম' বুলি আনকি সিহঁতক কেতিয়াবা হাকিমৰ ঘৰলৈও মাতি লৈ যায়। অলপ পিছত ঘূৰি আহি "তহঁত অহা শুনি হাকিমৰ বৰ খং উঠিছে। তহঁত এতিয়াই গুচি যা। মই আবেলি কৈ হাকিমৰ আগত তহঁতৰ কথা বুজাই-বঢ়াই ক'ম। দুই এদিন সিহঁতৰ লগত এনেভাৱে চিনাকি দি আশাৰ প্ৰলোভন দেখুৱাই, ভয় দেখুৱাই নাইবা কেতিয়াবা হাকিমৰ লগত কথাবতৰা হবলৈ সুবিধা দিয়েই সিহঁতৰ সি বৰ আপোন হৈ উঠে। আনকি কেতিয়াবা কেতিয়াবা হাকিমে আটাইতকৈ ভাল দুবটল মদ খুজিছে বুলিও কয়। সিহঁতে যদি কয় 'ক'তা, ৰাতিপুৱা দেখো হাকিমে একে নক'লে।" "হে'ৰা তোমালোক ইমান অজলানেহে ? হাকিমে নিজে ক'বনে ?"

"এৰা, সেইটো হয়। তই হাকিমক ভালকৈ কৈছতো?"

"মই সকলো কৈছো আৰু তোমাৰ বটলে আৰু ভালকৈ কব নহয়।"

"হাকিমে শুনিছো হেনো মদ নাখায়।"

"এ, ডাঙৰ মানুহৰ ডাঙৰ কথা, সেইবোৰৰ সম্ভেদ কেনেকৈ পাবা ? সেইবুলি আনৰ আগত নক'বা। তেওঁ শুবৰ সময়তহে সেইবোৰ পিয়ে অইনৰ দৰে জধেমধে পি ৰাস্তাই ৰাস্তাই বলকি ফুৰিবনে ? ৰাতি জাজমেণ্ট লিখোতে প্ৰায়ে খায়। গতিকে তোমালোকৰ মোকৰ্দমাৰ জাজমেণ্ট লিখাৰ দিনা আটাইতকৈ ভাল মদ দিব লাগিব। যেন জাজমেণ্ট লিখি থাকোঁতেই গম পায়। তেনেহ'লে তোমালোকৰ যে ভাল হ'ব তাত সন্দেহ নাই। কলিকতালৈ ফৰ্মাচ

দি খুব ভাল চাই অনোৱা। যেন পিয়েই সোধে ক'ৰপৰা আনিছ ? তেহে মোৰ ক'বলৈ সুবিধা হব।" মহলদাৰৰ বুধি থাকিলেও টকা পইছা পোৱাত মুঠেই অভাৱ নোহোৱাত এনে ধৰণৰ ব্যয়লৈ সংকোচ নকৰে আৰু যাতে হাকিমক হাত কৰিব পাৰে তাৰ নিমিত্তে চেষ্টা কৰে। তদুপৰিও সিদিনা কেৰ্কেটুৱাৰ যহতে হাকিমৰ ঘৰত হাকিমৰ লগত কথা কব পাৰিছে। হাকিমেও "এৰা ভাবি চাম বুলি" তাক আশা দিয়া কথাও সি পাহৰা নাই। অৱশ্যে হাকিমে যে সেইটো শিষ্টাচাৰৰ খাতিৰত কৈছিল সেইটোলৈ চতুৰ মহলদাৰৰ বুধিয়ে ঢুকি পোৱা নাছিল। যি নহওক মহলদাৰৰ মোকৰ্দমা যদিহে দৈবক্ৰমে ভাল হয় তেন্তে কেৰ্কেটুৱাৰ কপাল মুকলি হ'ল। সিয়ে যে সকলো কৰিছে সেইটো সুন্দৰকৈ বুজাই দিয়ে। হাকিমে যে অইন ধৰণে লিখিব খুজিছিল কিন্তু জাজমেণ্ট লিখাত সি কেবাবাৰো মনত পেলাই দিয়াতহে, আনকি হাকিমনীৰ হতুৱাই কেবাবাৰো কোৱাতহে অইন ধৰণে লিখিছিল। ইত্যাদি নানা তৰহৰ ঘটনাৰে উপন্যাসৰ সৃষ্টি কৰি সিঁহতৰ বিশ্বাস জন্মাই তাৰ প্ৰাপ্য আদায় কৰে। কিন্তু যদিহে মহলদাৰ হাৰিল সি তেতিয়াও তালৈকে গৈ "চোৱা সিদিনাই কৈছিলো ভাল বস্তু আনিবলৈ; পিছে সেইটো কৰিব নোৱাৰিলা!"

"ক'তা তাতকৈনো ভাল বস্তু আছেনে?" "সেইবুলি এবটল আনিব পোৱানে? অন্ততঃ চাৰি বটল দিব লাগিছিল। আৰু এটা কথা হাকিমে ভাল কৰিব খুজিলেও তোমালোকৰ অলপ সাক্ষীৰ যোগাৰ থকাটো উচিত আছিল। কি বোলে সেই বাবুটোক কি সাক্ষী দিছিলা। সিয়েই সকলো নষ্ট কৰিলে। সাক্ষী কয় বুলি এনেকৈ কব পায়নে? তোমালোকে আগৰ পৰাই শিকাই নিয়া নাছিলা?"

"ভাবিছিলোঁ তেওঁ বিদ্বান মানুহ। তেওঁনো কব নেজানিবনে?" "বিদ্বান-মূৰ্খৰ কি কথা। সাক্ষীৰ চাঙত উঠিলেই সকলোৰে বেবেৰিবাং লাগে। মই হাকিমক বৰকৈ ক'লো। হাকিমে ক'লে, "কি কৰিম তাৰ সাক্ষীৰ কথা বোৰ বৰ বেয়া। বৰং দণ্ড বেছিহে হব লাগিছিল। অন্য ধাৰাত পৰে। তথাপি লঘু দণ্ড দিলো। বেচেৰাই কেবাদিনো ধৰিছে। কিন্তু যেনে সাক্ষীবোৰ গোটাইছিলা ভাগ্যে যে ফাটেক নহৈ জৰিমনা দিয়েই ৰক্ষা পৰিলা এয়েই দহোকুশল বুলি জানিবা। আৰু এটা কথা তোমালোকে এটা বৰ ভুল কৰা। হাকিমৰ লগত অলপ আগৰ পৰা চিনাকি থকা ভাল। এতিয়া কেৱল মোকৰ্দমা নালাগিলেও ভাল ভাব হৈ থকা ভাল। আৰুতো জানাই আজিকালি দিয়া থোৱাই ভাল ভাব। যি নহওক এতিয়াৰ পৰা অলপ তত লবা। আৰু যে মোকৰ্দমা নহব কোনে ক'ব?" "এৰা মদ-ভাঙৰ দোকান মানেই হৈছে লেঠাৰ দোকান। কেতিয়া কোনে লেঠাত পৰে কোনে জানে?"

"সেই কাৰণে কৈছো, এইবাৰ হাৰিলা বুলি খণ্ডতে বা ভেমতে আগৰ বাট নেমাৰিবা।" ইত্যাদি নানা কথাৰ ভুৱাৰে সি মাজে সময়ে অলপ অচৰপ আকৌ সৰকায়।

হঠাৎ এদিন হাকিমে কেৰ্কেটুৱাক কলে, "কেৰ্কেটুৱা। তই আজিয়েই ইয়াৰ পৰা আঁতৰ হ।" কি কাৰণে হাকিমে এনেভাবে ক'লে কেৰ্কেটুৱাই একো নুবুজি মূৰে কপালে হাত দি বহি থাকিল। হাকিমে আকৌ ক'লে, "তই এতিয়াই ইয়াৰ পৰা আঁতৰ হ। তোৰ দৰমহা এই কেইটকা ইয়াতে থলোঁ। দগাবাজ! আৰু একমিনিটো ইয়াত থাকিব নোৱাৰ।" কেৰ্কেটুৱাই মুখেৰে মাতি এষাৰ কথা ক'বলৈকো সাহ নকৰিলে। অলপ পৰ থমক খাই বৈয়ে নিজৰ কাপোৰ-কানি কেইখন লৈ আঁতৰ হ'ল।

(৯)

তেজপুৰৰ জাহাজঘাটৰ ওচৰতে এটা সন্ন্যাসী, লগত এটা আলধৰা মানুহ বা সন্ন্যাসীৰ চেলা। চাৰিওকাষে বহুতো মানুহ। সন্ন্যাসীজনে গীতা মেলি নানা তৰহৰ ভকতীয়া কথা কব ধৰিছে। ভাঙৰ চিলিমে আহৰি পোৱা নাই। সিবিধত সন্ন্যাসীতকৈ চেলাৰ কোব চৰিছে। সন্ন্যাসীয়ে গীতা পঢ়ি মাজে মাজে ফকৰা মাতিছে আৰু বুজাইছে।

"নাম ললে পাপ হয় মেৰুৰ সমান
তাকে জানি ভক্ত সবে নলয় হৰিৰ নাম।।

জানি-শুনি নাম ললে বাসনা হয় ক্ষয়।
নাজানি নুশুনি নাম ললে উলামূলা হয়।"

অৰ্থাৎ গুৰু নভজাকৈ এনেয়ে ঈশ্বৰক আৰাধনা কৰিলে ফল নহয়। ভক্তসকলে গুৰু ভজি গুৰুৰ উপদেশ লৈহে ঈশ্বৰ আৰাধনা কৰে। গুৰুৰ উপদেশে মহাপাপকো ক্ষয় কৰিব পাৰে। গুৰুৰ উপদেশ লৈ নিজে শাস্ত্ৰাদিৰ পৰা জ্ঞান সঞ্চয় কৰি, ঈশ্বৰ আৰাধনা কৰিলে মনৰ স্থিৰতা নজন্মে। এতেকে আপোনালোকে ভাল গুৰু লওক, গুৰু ভজিলেহে জ্ঞান পাব।" বুলি কৈয়ে সন্ন্যাসীয়ে আকৌ ভাঙৰ চিলিম ললে। এবাৰ ক'লে, "আলধৰা! সৌ দুজন মানুহ থিয় হৈ আছে। বহিবলৈ দিয়া।

মানুহ দুজনে ক'লে— "নালাগে বাপ। আমি এনেয়ে সন্তোষ পাইছো। এই মানুহ দুজনৰ ভিতৰত এজন কেৰ্কেটুৱা। সি ডিব্ৰুগড়ৰ পৰা আহি তেজপুৰত শাক-পাচলিৰ দোকান দি দিন নিয়াব ধৰিছে। মাজে মাজে হাটলৈ যায়। কেইদিনমান এনে ভাবে চলি সি একো সুবিধা কৰিব নোৱৰাত বাবু এজনৰ ঘৰত আছে। বাবুজন সন্ন্যাসী-বাবাজীৰ মহাভক্ত। বাটত সন্ন্যাসী দেখা পালে কথা-বতৰা হৈ অলপ-অচৰপ পইছা-পাতি দিয়ে নাইবা যেনে তেনে ঘৰলৈ মাতি নি নানা তবহৰ ইহকাল পৰকালৰ কথা পাতে। সন্ন্যাসীলৈ এনে শ্ৰদ্ধা থকা বাবুজনে নৈৰ পাৰত এনে জ্ঞানগৰ্ভ কথা কোৱা সন্ন্যাসী এজন অহা শুনি অলপতে চিনাকি হৈ আহিছে। সিদিনাৰ পৰা নিতো তালৈকে যায়। কেৰ্কেটুৱাইও বাবুৰ লগত যাব লগাত পৰে। কিয়নো বাবুৱে সুদাহাতে সন্ন্যাসীৰ ওচৰ নাচাপে। হাতত সন্ন্যাসীৰ খোৱা-লোৱাৰ সম্ভাৰ লৈ যাব লাগে। আৰু তাতে এঘণ্টাই হওক দুঘণ্টাই হওক, সন্ন্যাসীৰ কথা শুনি থাকিব লাগে। অৱশ্যে কেৰ্কেটুৱাৰ মনত সন্ন্যাসীৰ কথাবোৰ ভাল নালাগিলেও আলধৰাৰ কথা আৰু ভাঙ খোৱা অৱস্থা সি বৰ ভাল পায়। লগে লগে ভাঙৰ চিলিম যিমান পাৰে হোঁপে। সন্ন্যাসীয়ে তাক একমনহৈ কথা-বতৰা শুনি থকা আৰু ভাঙত মতলীয়া দেখি কৈছিল, "তুমি বৰ ডাঙৰ সন্ন্যাসী হবা! তুমি বহুতো ভাল কাম জগতত কৰিছা আৰু কৰিবাও। তোমাৰ লক্ষণে সুন্দৰভাৱে দেখুৱাইছে। আগৰ জন্মত তোমাৰ বহুতো সুকীৰ্ত্তি আছে। কেৰ্কেটুৱাই হাঁহি মাৰি কৈছিল, "বাপ, মোৰ নিচিনা অধমেও সন্ন্যাসী হ'মনে?"

সন্ন্যাসীয়ে ক'লে— "কলে ভোল, গজিলে কোৱাভাতুৰি পুলি। কাকৰ বাহত কুলিৰ কণী, ফুকালে কণা বাদুলী। ঈশ্বৰৰ ইচ্ছাত কোন কি হয় কোনে জানে?" কেৰ্কেটুৱাৰ বাবুয়ে ক'লে— "এৰা পুৰুষৰ কপালত কেতিয়া কি হয় কোনোৱে নেজানে।" কেৰ্কেটুৱাই সুধিলে, "বাপ, সন্ন্যাসী হ'লে কি কি কৰিব লাগে?"

"বাৰু, সেইবোৰ পিছতো ক'ম, মইতো ইয়াত দুমাহ থাকিম। এই দুমাহতে তোমাক আচল সন্ন্যাসী কৰি তুলিম! বাবু, ইয়াক লগত লৈ আহিব।"

"আপোনাৰ আদেশ?"

"মোৰ কি আদেশ, যাৰ আদেশত জগত বিশ্বব্ৰহ্মাণ্ড চলিছে, তেওঁৰ আদেশ বুলিয়ে মানক!"

যি নহওক কেৰ্কেটুৱা সদায় আহে। অৱশ্যে ভকতিৰ কথা শুনিবলৈ নহয়, ভাঙৰ মজা পাবলৈ সন্ন্যাসীলৈ এই কেইদিন ষোড়শোপচাৰে কত বস্তু বেহানি আহে। সেইবোৰ কোনে খায়! কেৱল আলধৰাৰ লগতে মিতিৰালি পাতি কেৰ্কেটুৱাইও ভাগ লয়। লাহে লাহে সি বাবুৰ লগতো ঘৰলৈ যাব এৰিলে। অৰ্থাৎ এনেয়ে যদি সৰ্বহ মিলে তেন্তে কাম কৰাৰ আৱশ্যক কি? এয়েতো সুন্দৰ জীৱন প্ৰৱৰ্ত্তোৱা উপায় আৰু চাকৰি কৰাৰ আৱশ্যক নাই।

শিলা তৰতি পানীয়ং।
গীতং গায়তি বানৰাঃ।।

লাহে লাহে সহজ ভাষাত কৰলৈ গলে :

শাল-শিঙি দুয়ো আহিল ভকত।
কুচিয়া আতাও আহিল লগত।।

সন্ন্যাসীৰ আৰু এজন আলধৰা বাঢ়িল। ভকতিৰ কথাতে নতুন আলধৰাৰ চকু মুদা যায়। সন্ন্যাসীয়ে গীত মেলিলেই নতুন আলধৰা ভাৱত বিভোৰ হয়। ভাঙৰ চিলিম লৈয়ে আপোন-পাহৰা হয়। দৰ্শকে সন্ন্যাসীতকৈও নতুন আলধৰাৰ ভক্তিত আপোন-পাহৰা ভাব দেখি আচৰিত হয়।

সন্ন্যাসীয়েও কয়, "মই কৈছিলো নহয়, এওঁ বৰ ভাল সন্ন্যাসী হ'ব। তাৰে আৰম্ভ হৈছে। যি মূলা বাঢ়িব তাৰ দুপাটতে চিন।"

কিন্তু হায় ইওযে—

উদৰ মুখত কৰ্পূৰৰ বাস।
চতকৰ ৰাজহংস বিলাস।।"

নহয় বুলি কোনে ক'ব?

"ফলেন পৰিচয়তে।"

(১০)

কেৰ্কেটুৱাই সন্ন্যাসীৰ লগত পৰশুৰাম কুণ্ডকে আদি কৰি অনেক তীৰ্থ দৰ্শন কৰিলে। মাহচেৰেক সন্ন্যাসীৰ লগত ফুৰা কাৰণে সন্ন্যাসী ব্ৰত যাপন কৰা কেৰ্কেটুৱাৰ সহজ হৈ পৰিল। বিশেষতঃ তাৰ গুৰুৰ আগত সি কেনেকৈ টকা-কড়ি গোটাইছে আৰু প্ৰায় ৫০০ টকা তাৰ হাতত আছে সেইবোৰ কথা ভাবিলে। সেইবোৰ টকা কেনেধৰণে তাৰ কঁকালত থকা জাল মোনাত ৰাখে আৰু সেইবোৰ টকাৰে গাঁৱতে এখন সন্ন্যাসীৰ আশ্ৰমো খুলিব বুলি ক'লে।

"বঢ়িয়া। কেৰ্কেটুৱা তোমাৰ বহুত ধৰম হব। জগতত ধৰম-মৰমৰ বাহিৰে আন একো নাই। সকলো অলীক।"

অথিৰ ধনজন, অথিৰ বিষয় বাসনা,
অথিৰ এহ্ সংসাৰ।

"বুজিছা কেৰ্কেটুৱা! কেৱল হৰিৰ নামেহে সাৰ।" ইত্যাদি নানা তৰহৰ ঈশ্বৰ কীৰ্তনৰ কথা কৈ কৈ গুৱাহাটী পালেহি। গুৱাহাটী ৰেলষ্টেছনত সিদিনা নিশাটো কটাই আৰু আন ঠাইলৈ যাব। এই ভাবিয়েই নিশাটো ৰেলষ্টেছনত পৰি থাকিল। ৰাতিপুৱা কেৰ্কেটুৱাই উঠি চাই যে সন্ন্যাসী আৰু চেলা নাই। কেৰ্কেটুৱা মহা বিমোৰত পৰিল। "মোৰ উঠাত পলম হোৱা বাবে জানোচা নগৰ চাবলৈ গ'ল। বি নহওঁক আকৌ উভতি আহিব।" এই ভাবি সি এই সময়তে অলপ চাহ-পানী পি লওঁ। বুলি জাল মোনাটো খেপিয়াই চাই যে সি ইমান যতনকৈ আজি কত বছৰে লুকাই ৰখা জালমোনা তাৰ কঁকালত নাই। সি আচৰিত হ'ল! ইমান দিনে সি বুজিলে যাৰ লগত আজি এই কেইমাহ ঘূৰিছে সি সন্ন্যাসী নহয় সন্ন্যাসীৰূপে কোনোবা ভণ্ড, জুৱাচোৰ। সি ভাবিলে তাতোকৈ যে অঘাইত টেঙৰ মানুহ সংসাৰত আৰু কত আছে! সি তাৰ ধনৰ কথা মনত পৰি মূৰে কপালে হাত দিলে। সি কি কৰিব? আজি তাৰ মনত খেলালে কেনেকৈ সি কাক প্ৰৱঞ্চনা কৰি ইমান টকা কৰিছিল। সি ইমানদিন ভাবিব পাৰিছিল ঠগ কৰি কেনে ৰং, কিন্তু ঠগ খাওঁতাৰ কেনে শোচনীয় অৱস্থা হয় সেইটো অনুভৱ কৰিব পৰা নাছিল। এনেভাবে সি কতজনক প্ৰৱঞ্চনা কৰি কত শোকৰ চিত্ৰ কৰিছে! সি ভাবিয়ে ৰ'ল। তাৰ গোটেই জীৱনৰ চিত্ৰ এটা এটাকৈ মনত পৰিলে। এটা এটা প্ৰৱঞ্চনাৰ ঘটনা মনত পৰিল আৰু তাৰ বুকুত এটা এটা শিলগুটি ভৰি মেটমৰা কৰিলে। সি এতিয়া কি কৰিব? ইমান দিনে অৰ্জা সকলো নিমিষতে চুৰমাৰ হ'ল। পাপীষ্ঠ ভণ্ড সন্ন্যাসীয়ে সকলো লুটি-পুটি নিলে। কিন্তু তাক এতিয়া কত পায়? সি বা কোন লঙ্কা পালে? বিশেষত সি দুপৰীয়ালৈ এতিয়া কি খায়। নগৰৰ ভিতৰলৈকে যাবলৈও ভয় হ'ল। জানোচা বজাৰৰ দোকানীয়ে তাক ক'ৰবাত লগ পায়। কি কৰিব ভাবি থাকোঁতে শুনিলে— এজাক চেঙেলীয়া ডেকাই "জয় গান্ধীৰ জয়" বুলি জাতীয় পতাকা হাতত লৈ তোলপাৰ কৰি যাব ধৰিছে। তেতিয়া ১৯২১ চন। সিও লাহে লাহে গৈ সিহঁতৰ কাষ চাপিল। চেঙেলীয়া ল'ৰাসকলৰ লগে লগে সি ভলন্টিয়াৰ কেম্প পালে। ল'ৰাসকলৰ এজনে আহি ধপৰাই মাত দিলে— "হেৰো তই বিলাতী কাপোৰ পিন্ধিছ?" কেৰ্কেটুৱাৰ দেশী বিলাতীৰ জ্ঞান নাই। ল'ৰাটোৱে মাত দিলে— "পুৰি পেলা, আজিকালি বিলাতী কাপোৰ পিন্ধেনে?" "পুৰি কি পিন্ধো? মই যে দুখীয়া মানুহ।" ল'ৰা স্বদেশী ব্ৰতত উত্তলা। ধপৰাই ক'লে, "তোৰ যদি পিন্ধিবলৈ একো নাই মহে দেশী কাপোৰ দিম। আজিকালি বিলাতী পিন্ধিব নাপায় নহয়।"

"আপোনাসকলে দিলে পিন্ধিব পাৰোঁ।"

"তই ক'ত থাক।?"

"এতিয়াও ঘৰ ঠিক কৰা নাই। ইয়াত থাকিবলৈ কতো সুবিধা নাপায় জানো? মোৰ কোনো নাই।"

"কিয়, যদি ভলন্টিয়াৰ হব খোজ তেন্তে ভলন্টিয়াৰ কেম্পত থাকিব পাৰিবি। তই ভলন্টিয়াৰ হবি?"

"কি ভলাণ্ডাৰ?"

"বাৰু ব'ল সেইবোৰ পিছত ক'ম। তোৰ যদি ঘৰত কোনো নাই তই বহুতো কাম কৰিব পাৰিবি। সূতা কাটিব লাগিব, মানুহৰ মাজৰ পৰা টকা তুলিব লাগিব। আৰু কানি-ভাং মানুহে নোখোৱা কৰিব লাগিব।"

কেৰ্কেটুৱাৰ মনত বৰ ৰং লাগিল। কামকেইটাও সহজ। আটাইতকৈ তাৰ বৰ ভাল লাগিল মানুহৰ মাজত পইছা তোলা কামটো। সি ঘপৰাই ক'লে— বাৰু ক "গান্ধী মহাত্মাৰ জয়"। সি ক'লে— "গান্ধী মহাত্মাৰ জয়।"

"বঢ়িয়া! তই সুন্দৰ ভলন্টিয়াৰ হব পাৰিবি। তই কেম্পতে খাব লব পাৰিবি। কানি-ভাং দোকানত পিকেটিং কৰিব লাগিব। কেৰ্কেটুৱাই পিকেটিংৰ অৰ্থ নুবুজিলেও ভাবিলে কিবা এটা যিয়ে কৰিব নালাগক।" বৰ্তমান দুই-এদিনৰ কাৰণে সি খোৱাতো পাব। পিছত ভাল লাগিলে ভলাণ্ডাৰ হৈ পিকেটিঙকে কৰিব। ভাল নাপালে অন্য পথ লব।

(১১)

কেৰ্কেটুৱা বহু ঠাই ঘূৰি, বহু বাবুৰ লগত থাকি ৰন্ধা-বঢ়া কাম সুন্দৰভাৱে জানিছিল। বিশেষতঃ ল'ৰা বিলাকৰ ৰং ধেমালিৰ মাজত আলপৈচান ধৰাটো তাৰ ভালেই লাগিল। দুই-এদিন থাকি কেৰ্কেটুৱাই পিকেটিং কৰিবলৈকো জনা হ'ল। গাঁৱে ভূঁয়ে গৈ পইছা তুলিবলৈকো সি গতি কৰিলে। মুঠৰ ওপৰত দিন চেৰেক পাৰ নৌহওঁতেই কেৰ্কেটুৱা কেম্পৰ ভিতৰৰ এজন সুন্দৰ কৰ্মী, কষ্টসহিষ্ণু, কালৈকো ভয় নকৰা, পিকেটিঙত সুদক্ষ, পইছা তোলাত অদ্বিতীয়, ভলেন্টিয়াৰ হ'ল। য'তে কাম তালৈকে নেতাই কেৰ্কেটুৱাক পঠিওৱা হ'ল। কানি-ভাং প্ৰথমে কথাৰে এৰুৱাব নোৱাৰিলেও গাঁৱে ভূঁএে কেৰ্কেটুৱাই বল কৰিয়েই হওক বা কাঢ়ি নিয়েই হওক কানীয়াৰ কণ কঠীয়া মাৰিব ধৰিলে। কেৰ্কেটুৱাক এমাইল দূৰৈত দেখিলে ভয়ত কানীয়াৰ চুৰ্তি বিচুৰ্তি হেৰায়। যিয়ে নহওক কেৰ্কেটুৱাই যে সঁচাকৈ সেই কেইদিন সুন্দৰভাৱে কামত পটুতা দেখুৱালে তাক নুই কৰিব নোৱাৰি। অৱশ্যে অহিংসাৰ ঠাইত মাজে মাজে হিংসা ভাৱৰ আশ্ৰয় লোৱাটো তাৰ সৰু কালৰ স্বভাৱ অশিক্ষাৰ কাৰণ বুলি ক'ব পাৰি। বিশেষতঃ সকলোৱে গান্ধী হবলৈ, গান্ধীৰ দৰে শিক্ষা-দীক্ষা, ব্ৰত ধৰ্ম কৰ্ম-সহিষ্ণুতা, বিশ্বপ্ৰেম কেইজনৰ হব পাৰে? গান্ধী যে ভাৰতৰ নহয় বিশ্বমানৱৰ। কিন্তু সেই বুলি আমাৰ কেৰ্কেটুৱা যে এই দিনচেৰেকত এখন নৰক ৰাজ্যৰ পৰা স্বৰ্গীয় দুৱাৰৰ মাজেৰে কাহিলি কাহিলি ওলোৱা পোহৰৰ কিবা দেখা পাইছিল তাক কোনোৱে নুই কৰিব নোৱাৰে। স্বৰাজৰ অৰ্থ সি নুবুজিলে। ভাৰতে যে স্বৰাজ পাব লাগে, কানি-ভাং এৰিলে, বিদেশী কাপোৰ এৰিলে, অহিংসাৰ আশ্ৰয় ললে, আচল কি হব সেইটো নুবুজিলেও সেইবিলাক যে যেনে তেনে কৰিব লাগে সি হৃদয়ঙ্গম কৰিছিল, মানুহক বুজাবলৈ চেষ্টা কৰিছিল। এনেতে এদিন তাৰ আহ্বান আহিল জেললৈ যাবলৈ। আন আন ভলন্টিয়াৰৰ দৰে সিও বীৰৰ দৰে জেললৈ গ'ল। এবছৰ সি জেলতে থাকিব লগীয়া হ'ল। যিয়ে নহওক এই এবছৰ হ্যামখু লুকুৱা খোৱা বস্তু "মেইতৰ" লগত অনা-নিয়া কৰা পইছা ভিতিৰ ভিতৰত ৰখা ইত্যাদি নানা তৰহৰ কাৰ্যত তাৰ বুদ্ধিৰ চতুৰতাৰ ব্যৱহাৰ কৰিবলৈ সুবিধা পালে। বছৰ উকলি যোৱাত সি জেলৰ পৰা ওলোৱাত "জেইলাৰে" তাক বাট খৰচ আৰু ৫০০ টকা নগদ দি ক'লে— "এজন মানুহে তোমাৰ নামত ইয়াতে জমা থৈ গৈছে।"

সি সুধিলে— "কোন মানুহ?"

মানুহজনৰ নামটো ক'লে— কিন্তু কেৰ্কেটুৱাই নামটো নুবুজিলে। সি সুধিলে— "মানুহজন গেৰুৱা বস্ত্ৰ পিন্ধা জানো?"

"এৰা!"

কেৰ্কেটুৱাৰ বুজিবলৈ বাকী নাথাকিল। এওঁ সেই সন্ন্যাসীৰ বাহিৰে কেও নহয়। যেয়ে এদিন তাৰ পৰা টকা লুট কৰি পলাইছিল। কিন্তু এনে ভাবে আকৌ-টকা দি গ'ল কিয়? জেইলাৰে আৰু এখন চিঠি দি কলে— "এই চিঠিখন তোমাক আগেয়ে দিব হাক দিছিল। কেৱল জেইলৰ পৰা ওলোৱাত দিব দিছে।" সি চিঠিখনি মেলি চাই জোঁটাই জোঁটাই পঢ়িব ধৰিলে :—

"কেৰ্কেটুৱা!

তুমি চাগৈ ভাবিছা, মই ভণ্ড ঠগ। সঁচাকৈ ঠগ কৰিয়ে তোমাৰ পৰা টকা আনিছিলোঁ কিন্তু তোমাৰ ভালৰ কাৰণেহে তেনে কৰিছিলোঁ; মানুহে নিজে নঠগিলে নুবুজে। আনক ঠগোৱা বা প্ৰৱঞ্চনা কৰি মানুহৰ মনত কেনে কষ্ট দিয়া হয়, বোধকৰো তুমি তোমাৰ বস্তু হেৰাই সেইটো ভালকৈ অনুভৱ কৰিছা। বিয়ে নহওক পিছত তুমি সুন্দৰ জীৱন কটোৱা বুলি মই ইয়ালৈ আহি গম পাইছোঁ। তোমাৰ সৎ কামলৈ প্ৰবৃত্তি হোৱা শুনি মই বৰ ৰং পাইছোঁ। আশা কৰোঁ তোমাৰ জীৱন সৎ কামতে অৰ্পি দিবা! মই ইয়াৰ পৰা আকৌ গ'লোঁ। হয়তো আকৌ আহিব পাৰোঁ। আহিলে তোমাৰ বিচাৰ কৰিম। তুমি এতিয়াও সন্ন্যাসী হবলৈ উপযুক্ত হোৱা নাই। সন্ন্যাসী হবলৈ সকলো ৰিপু দমন কৰিব লাগিব। বৰ্তমান সেইটোলৈ চকু ৰাখি কৰ্তব্য কামত লাগি থাকা। সময়ত সন্ন্যাস আপোনা-আপুনি আহিব। এনেধৰণৰ মোৰ বহু ঠাইত শিষ্য আছে। সেইবিলাকৰ বেছি ভাগৰে সৎ প্ৰবৃত্তি জন্মি লাহে লাহে ওপৰলৈ উঠিছে। ত্যাগ শিকা, মানুহক প্ৰৱঞ্চনা কৰিবলৈ এৰি মানুহৰ কাৰণে জীৱন বলি দিয়া, সৎ কামেৰে নিজৰ খোৱা লোৱা উপাৰ্জন কৰা। তেন্তে বুজিবা এদিন স্বৰ্গ হাতে হাতে পাবা!"

কেৰ্কেটুৱাই চিঠিখনি পঢ়ি থমক খাই বৈ সি এখন ভাবৰ ৰাজ্যত উটি-বুৰি ফুৰিব ধৰিলে। এনে সন্ন্যাসীক সি ভণ্ড বুলি ভাবিছিল। এনে জ্ঞানী পুৰুষৰ লগৰ পৰা সি বঞ্চিত হৈছে। সি গৈ গছৰ গুৰিত বহি আকৌ চিঠিখনি পঢ়িব ধৰিলে। তাৰ পিছত সেইখন ভাঁজ কৰি সি ভলণ্টিয়াৰ কেম্পলৈ খোজ ললে। সি ভাবিলে আকৌ আগৰ দৰে কৰ্তব্যতে লাগি যাব। এইবাৰ সি প্ৰৱঞ্চনা কৰি নহয়, কিন্তু সঁচাকৈ দেশৰ ভালৰ কাৰণে সি লাগিব। দেশৰ সি মোল নাপায়। কিন্তু এনে কাম কৰিলে যেতিয়া হাজাৰ হাজাৰ মানুহৰ ভাল হয়, তাৰ কাৰণে সি এনে কামকে কৰিব। কানিয়াৰ মুখৰ কানি কাঢ়ি নি তাক কামিলা কৰিব। দুৰ্ভিক্ষৰ কৰাল গ্ৰাসৰ পৰা নিষ্কৰ্মী দুখীয়া লোকক কামত লগাই কৰ্মী কৰিব। সূতা কটা কাপোৰ বোৱাত লগাই পৰক আশা নকৰি নিজে খুঁটি খাব পৰা কৰিব। তাৰ কাৰণে তাৰ জেলেই হওক বা ফাঁচিয়েই হওক তালৈ সি ভ্ৰূক্ষেপ নকৰে। কিন্তু হায়! কেম্প পাই দেখে সকলো ফালে নিমাওমাও, আন্দোলন নাই, অফিচ নাই, ভলণ্টিয়াৰ নাই! ঘৰত বাদুলীসঁচাৰ মৰা। সি ঠমক খালে। সি ভাবি অহাৰ সকলো বিপৰীত হ'ল। তাৰ কল্পনাই কামত ফলিয়াবলৈ অঙ্কুৰ মেলোতেই জঁয় পৰ গ'ল। সি অলপ পৰ তাতে বহি আকৌ সেই সন্ন্যাসীৰ চিঠিখনি পঢ়িব ধৰিলে আৰু তাৰ টকা ৫০০ ৰ পিনে চাব ধৰিলে। সন্ন্যাসীৰ চিঠিখনত সঁচাকৈয়ে সি যেন প্ৰাণ দেখিলে। সন্ন্যাসীৰ প্ৰত্যেক কথা যেন তাৰ কাণত সোমাব ধৰিলে। হঠাৎ সি কিংকৰ্তব্য থিৰ কৰি টকাবোৰ জালমোনাত ভৰাই লৈ ষ্টেছনলৈ খোজ ললে আৰু একো নাভাবিয়ে ততালিকে ৰেলত টিকট কিনি তাৰ ঘৰলৈ যোৱা ৰেলত উঠি বহুদিনৰ পাছত তাৰ ওপজা ঠাই গাঁৱলৈ গ'ল। ওৰে বাটে তাৰ মন ভাবতে খেলি-মেলি, গোটেই মুখ গম্ভীৰ। ওচৰৰ কোনো মানুহৰ লগত সি এষাৰো কথা নক'লে। সি ৰেলৰ পৰা নামি গধূলি ঘৰ পালেগৈ। ঘৰত আজি আপোন বুলিবৰ কেও নাই। সি ইমান দিন বাহিৰে বাহিৰে ফুৰি এই ভাব সমূলি অনা নাছিল। সি জেলত থাকোঁতে তাৰ দদায়েক-খুড়ীয়েকৰ মৃত্যু হৈছে। সি তাৰ ঘৰ-দুৱাৰৰ শূন্য ভেটিটো চাই এটা হুমুনিয়াহ কাঢ়িলে। তাৰ পাছত গাঁৱৰ ভাই-বন্ধু, মিত্ৰিৰ-কুটুমক লগ পালে। সমনীয়াবিলাকৰ লগত কথা বতৰা পাতিলে। কেবাজনেও তাক খাবলৈ নিমন্ত্ৰণ কৰিলে। ৰাতি পুৱালত আকৌ তাৰ চিন্তা হ'ল। এতিয়া সি কি কৰিব? পৰৰ অনুগ্ৰহত সি মুঠেই খাবলৈ ইচ্ছা

নকৰে। তদুপৰি সি ডেকা, এখন্তেকো এনেয়ে বহি সি সময় নিয়াব নোখোজে; কিন্তু সি কি কামত লাগিব? কিহত লাগিলে সি সহজ উপায়ে, ন্যায়মতে পেট প্রবর্তাব পাৰিব? সি আকৌ তাৰ জেপৰ পৰা চিঠিখন উলিয়াই পঢ়িব ধৰিলে। সেই ধৰণে বহি পঢ়ি থাকোঁতেই সি দেখিলে এদল ঢুলীয়াই ঢোল বজাই বজাই কাষেৰে যাব ধৰিছে। কালীয়াই পেঁ পেঁ সুৰেৰে পেঁপা বজাইছে। তাৰ হঠাৎ মনত খেলালে সিও ইহঁতৰ লগত লগ লাগিব। গাঁৱত ঢুলীয়াৰটো অভাৱ নাই। সিহঁতৰ এদলৰ লগত সঙ্গ বান্ধিলেই সি ন্যায়মতে খোৱা-লোৱাবোৰ যোগাৰ কৰিব পাৰিব। এই ভাবিয়েই সি আগবাঢ়ি ঢুলীয়াইতক সুধিলে— "আৰু ঢোল কোবাবলৈ মানুহ লাগিব?" সিহঁতৰ এজনে ক'লে, "আমাক মানুহ নালাগে, সৌ সি গাঁৱৰ ঢুলীয়াকহে মানুহ লাগে বুলি শুনিছোঁ।

কেৰ্কেটুৱাই তেতিয়াই ওলাই গৈ সেই গাঁৱৰ বাতৰি ললে। ঢুলীয়াই মানুহ লাগিব বুলি কোৱাত সিদিনাই সিহঁতৰ লগত ভৰ্তি হ'ল। সিহঁত নামজ্বলা ঢুলীয়া। বিয়াহ, সবাহ, মাৰৈ পূজা আৰু অইন অইন পূজা সকলোতে সিহঁত নিমন্ত্রিত হয়। দিনচেৰেকৰ ভিতৰতে কেৰ্কেটুৱা সিহঁতৰ মাজত এজন ভাল ঢুলীয়া হ'ল। ঢুলীয়াৰ লগত বহুৱাৰ ভাওত সি অদ্বিতীয় হব। যি সভাতে সি নাথায় মানুহে তাৰ কথা নুসুধি নাথাকে। কেৰ্কেটুৱাই ৰভাত উঠিলেই ৰাইজে হাঁহিব ধৰে। বাস্তৱতে কেৰ্কেটুৱাই কৰা ৰহস্য উপভোগ কৰিব লগীয়া হ'ল। ঢুলীয়াৰ লগত ফুৰোতে ফুৰোতে সিহঁতে চিঞৰি চিঞৰি গোৱা ভীমচৰিত, স্যমন্তহৰণ, উত্তৰাকাণ্ড ৰামায়ণৰ পদ তাৰ সুন্দৰভাৱে মুখস্থ হ'ল; আৰু সেই পুৰণি পুথিবোৰ পঢ়িবলৈ তাৰ বৰ ধাউতি বাঢ়িল। সি সময় পালেই কোনোমতে জোঁটাই জোঁটাই ৰামায়ণ, মহাভাৰত, কীৰ্ত্তন, দশম আদি পঢ়ে। সেইবোৰ পঢ়ি পঢ়িয়ে সি বুজক বা নুবুজক ভাবত বিভোৰ হৈ থাকে। মুঠৰ ওপৰত সি ৰহস্য ৰং ধেমালি কৰি আৰু সাধাৰণভাৱে খোৱা-লোৱা, ন্যায় ধৰণে আৰ্জি তাৰ জীৱনটো আনন্দতে যাব ধৰিলে। কথাই পতি তাৰ হাঁহি ৰহস্য ফুটি উঠে। তাৰ লগৰীয়া সকলৰ মাজত বা গাঁওলীয়া কিলাকৰ যেতিয়াই অলপ কষ্ট হ'লে বা টকা-পইছাৰ নাটনি হ'লে, সি অলপ-অচৰপ সহায় কৰে। আকৌ সদায় পুৱতি নিশাতেই উঠি সেই সন্যাসীয়ে দিয়া চিঠিখনি উলিয়াই পঢ়ি লৈয়ে তাৰ জীৱনৰ লক্ষ্য নিতৌ থিৰ কৰে। সেয়ে তাৰ গীতা ভাগৱত।

আনন্দ আৰু ৰহস্যলি কৰি দিন নিয়াতেই ঢুলীয়া সকলৰ মাজত এদিন এজনে ক'লে— "আমাৰ লগত দুই-এজনী দেওধনীও ৰখা আৱশ্যক। আজিকালি মানুহে প্রায় দেওধনী চাব খোজে।"

আটায়ে ক'লে— "এৰা এজনী দেওধনী বিচৰা যাওক।" কথা মতে কাম। গোবিন্দ নাপিতৰ জীয়েক "লখিমীক অলপ দিনতে সিহঁতে শিকাই ললে। তাইৰ বয়স এঘাৰ কি বাৰ বছৰ। কিন্তু তাইৰ বুদ্ধি, ৰূপ অতুলনীয়। দেওধনী লোৱাৰ লগে লগে ঢুলীয়াৰ নাম, যশ ফুটি ওলাল। চৌদিশে সিহঁতক নিমন্ত্রণ কৰিব ধৰিলে। সিহঁত প্রায় বহিব নলগাত পৰিল। টকা কৰি ভালভাৱেই আৰ্জিব ধৰিলে।

(১২)

ইতিমধ্যে কেৰ্কেটুৱাই আগৰ ৫০০ টকাৰ সৈতে প্রায় ১০০০ টকা গোটালে। কিন্তু সি অন্যায়ৰূপে অৰ্জা আগৰ টকা ৫০০ ৰূপ এটা ভাল কামত খৰচ কৰিব খুজিলে। কিহত খৰচ কৰিলে ভাল হব ভাবিব ধৰিলে। এদিন সি শুনিলে সিহঁতৰ গাঁৱত এখন স্কুল হব। সি ততালিকে গাঁওবুঢ়াক লগ ধৰি ক'লে— "আমাৰ গাঁওৰ স্কুল ঘৰটো মই সজাই দিম। ওচৰতে এটা সৰু পুখুৰীও সজাম।"

গাঁওবুঢ়াই হাঁহি হাঁহি ক'লে— "এৰা; কেৰ্কেটুৱাইও স্কুল বান্ধি দিলে আমাৰ ল'ৰাবোৰো পণ্ডিত হ'ল।"

"কিয়?"

"বোলো, যাৰ থাকিবলৈ ঘৰ নাই, বাৰী নাই সি আকৌ স্কুল ঘৰ কেনেকৈ সাজে। এটা স্কুলঘৰ কৰোতে অন্ততঃ ২০০ টকা আৰু পুখুৰী এটা খন্দোৱাতে অন্ততঃ ৫০০ টকাৰ আৱশ্যক।

"কিন্তু, কেৰ্কেটুৱাই যে বাঁহপাত গোটাই গোটাই ঘৰ সাজে। মই স্কুলঘৰটো কৰি দিমেই!"

"বোপাই, স্কুলঘৰ কৰিব নালাগে। পাৰ যদি নিজৰ ঘৰখনকে কৰ! বোপাৰ-মাৰৰ চিন-চাব নোহোৱা হ'ল। ভেটিত তিতা লাউ গজিল।"

"ঈশ্বৰৰ ইচ্ছা গাঁওবুঢ়া আতা! ঈশ্বৰে কৰিলে হয়তো সকলো হব। যি নহওক মই এতিয়াই টকা দিওঁ, আপুনি মেলকসকলক মাতক!" গাওঁবুঢ়াই তাৰ কথাত পতিয়ান নগৈ "বোলো মোক অজলা যেন পাইছ!

"বোলো ল'ৰাই পানী পেলায়

বুঢ়াই পিছলি পৰি যায়।

বোলো, তোৰ কথাতে মেলকী সকলক মাতো আৰু লাজত পৰো।"

"নাই, আপুনি লাজত পৰিব নালাগে। এই চাওক মোৰ হাতত টকা আছে।" বুলিয়েই সি জালমোনা উলিয়াই দেখুৱালে। গাঁওবুঢ়াৰ চকু থিৰ হ'ল। "হেৰৌ, ইমান টকা আছে যদি বিয়াখনকে নাপাত কিয়?"

"বাৰু, বিয়াৰ কথা পিছত হব। এতিয়া কেৱল স্কুল পাতিবলৈ মেল পাতক।"

তেতিয়াই মেল বহিল। কেৰ্কেটুৱাই গাঁৱৰ স্কুলৰ নামত ৭০০ টকা নগদ গণি দিলে। সকলোৱে কেৰ্কেটুৱাৰ নামত জয়ধ্বনি কৰিলে। কেৰ্কেটুৱাই মাথোঁ সেৱা জনাই ক'লে— "ঈশ্বৰৰ জয়ধ্বনি কৰক! তেওঁৰ ইচ্ছামতেহে সকলো হয়।

## শেষ ভাগ

### (১৩)

কেৰ্কেটুৱাৰ জীৱনৰ এই ঘটনাই গাঁৱত তাৰ গৰিমা যশস্যা বঢ়ালে। গাঁওবুঢ়াই কথাই পতি মেলত কয় "বোলোঁ-সকলোৱে গাৱঁতে আছোঁ। খেতি-বাতি কৰিছোঁ। সকলোৱে কেৰ্কেটুৱাৰ কথা কৈ কত উপলুঙা কৰিছিলোঁ। কিন্তু সেই কেৰ্কেটুৱাই আমাৰ গাৱঁৰ যশ ৰাখিলে, সিদিনা চব্ ইন্সপেক্টৰ চাহাব আহি কি কৈছে জান? স্কুলঘৰটো বৰ সুন্দৰ হৈছে। পুখুৰীটো আৰু ভাল হৈছে। মই ক'লো— আমাৰ কেৰ্কেটুৱাৰ যহতে। চব্-ইন্সপেক্টৰে ক'লে, 'ক'তা তেওঁ?' মই তাক বিচাৰি বিচাৰি লৈ গ'লো। সি আগত ওলোৱা মাত্ৰেই— "এ, কেৰ্কেটুৱা দেখোন?"

"হয়!"

"আজিকালি কি কৰ?"

"কি কৰিম দেউতা। দুখীয়া মানুহ, কোনোমতে ঢোল কোৱাই পেট প্ৰৱৰ্তাইছোঁ।"

"হেৰা গাঁওবুঢ়া; তুমি মোৰ লগত ঠাট্টা কৰা।"

"কি ঠাট্টা কৰিলো দেউতা?"

"কিয়, তুমি ক'লা দেখোঁ কেৰ্কেটুৱাৰ যহতে এনে স্কুলঘৰ আৰু পুখুৰী হৈছে। পিছে ইনো ক'ত টকা পাব? মোৰ মনত আছে। ই মোৰ লগতে কেইবছৰমান আগতে গুৱাহাটীত মাহচেৰেক চাকৰ আছিল। কেৰ্কেটুৱা। নহয়নে?

গাঁওবুঢ়াই গহীনাই ক'লে— "বোলো, ডাঙৰ ডাঙৰ প্ৰফেছাৰ ডাক্তৰ, হাকিম, উকীল, কেৰাণী, মহৰী, মৌজাদাৰ, দাৰোগা, পুলিচ আদিয়ে কত টকা মাহে আৰ্জে! কিন্তু কেইজনে দেশৰ ভাল কামত এপইছা দিয়ে? কিন্তু আপোনাৰ চাকৰ থাকিয়ে এপইচা এপইছাকে জমাই সাতশ নগদ টকা আমাৰ স্কুলঘৰলৈ দিছে।"

"হয় নেকি? কেৰ্কেটুৱা! তই দেখোঁ বৰ কাম কৰিছ। তই ইমান টকা ক'ত পালি? বুজিছা গাঁওবুঢ়া! ইয়াক এদিন মই ৰবকৈ মাৰিছিলো। কিবা এটা কাম কৰিব কৈছিলো। সি কাম নকৰি বজাৰৰ এখন দোকানত গৈ বহি আছিল। আহিলত খঙৰ বেগত ধনঞ্জয় কোব। একে কোবে বেচেৰাই ডেডাউৰী পাৰিলে।"

গাঁওবুঢ়াই ক'লে— "এৰা ডাঙৰে সৰুক মৰা-কিলা নকৰিলে ডাঙৰৰ ডাঙৰ স্বভাৱ ক'ত ওলায়!"

"পিছে সেই কেৰ্কেটুৱাই এনেখন কাম কৰিব তাক কোনে জানে?"

"মই কৰা নাই দেউতা, ঈশ্বৰেহে কৰিছে!"

গাঁওবুঢ়াই কলে— "দেউতা, আপোনালোকে কত টকা পায়, স্কুলবিলাকৰো উন্নতিৰ কাৰণে কত মূৰ

ঘমায়। ল'ৰাৰ ভালৰ কাৰণে কত চেষ্টা কৰে, কিন্তু সিহঁতৰ কাৰণে এপইছা খৰচ কৰিছেনে? আপোনাৰ ঘৰ গাঁৱত নে চহৰত ক'ব নোৱাৰোঁ।"

"মোৰ ঘৰ গাঁৱতহে গাঁওবুঢ়া!"

"তেন্তে ক'ব নোৱাৰোঁ— আপোনাৰ গাঁৱত এখন স্কুল আছেনে নাই।"

"নাই, এইবাৰ শুনিছোঁ লোকেলবোৰ্ডে দিব খুজিছে, মই তাৰ কাৰণে তিনিবাৰ বৰ লিখালিখি কৰিছিলোঁ।"

"এৰা লিখালিখিতেই শেষ হবও পাৰে। কিয় আপুনিয়েই দেখোন নিজৰ টকাৰে এখন স্কুল কৰি দিব পাৰে।"

তেখেতে নামাতিলে। সিদিনা ইন্সপেকশ্যান্ কৰি বৰ ভাল বুলিয়েই লিখি গ'ল। কেৰ্কেটুৱাৰ সাধাৰণ উপাৰ্জনৰ আটোমটোকাৰিকৈ সঁচা ধনে গাঁৱৰ মঙ্গল কৰিলে। সকলো গাঁৱলীয়াই কেৰ্কেটুৱাৰ আদৰ্শ লোৱা উচিত।

(১৫)

কেৰ্কেটুৱাই ঢোলৰ লগতে ফুৰে। লখিমী দেওধনী লাহে লাহে ডাঙৰ হৈ আহিল। বয়সৰ লগে লগে তাইৰ নাচোন, গীত আৰু সৰবৰহী হ'ল। প্ৰত্যেক অঙ্গৰে অঙ্গি- ভঙ্গি কৰিব বৰ্ণনাৰ বস্তু হ'ল। লখিমীয়ে নাচিব ধৰিলে, সমাজে একধ্যানে চাই থাকে। তদুপৰি লখিমীৰ নাচোনৰ তাল কেৰ্কেটুৱাৰ বাহিৰে আন কোনোৱে ধৰিব নোৱাৰে। আনে ধৰিলেই তাল ভঙ্গ হয়। গতিকে য'তে লখিমী ত'তে কেৰ্কেটুৱাৰ আৱশ্যক হ'ল। লখিমীৰ বয়সৰ লগে লগে কেৰ্কেটুৱাৰ কামৰ চতুৰতাত, দেহৰ গঠনত, হাঁহি-ৰং-ধেমালিৰ ৰহস্যত তাইৰ ভালপোৱা জন্মিল। কেৰ্কেটুৱাই যেতিয়া আহৰি সময়ত ৰামায়ণ, মহাভাৰত পঢ়ি থাকে লখিমীয়ে তেতিয়া থৰ হৈ তাৰ গম্ভীৰ মুখলৈ চাই থাকে। কেৰ্কেটুৱাই জুৰমতীৰ ৰূপ-লাৱণ্য দেখি চমক খাইছিল যদিও হিয়াৰ পৰা তাইক ভাল পোৱা নাছিল। অৱশ্যে জুৰমতীক পালে সি পলুৱাই নিবলৈকো পিছ নুহঁহকিলহেঁতেন; কিন্তু তাইলৈ গভীৰ ভালপোৱা আছিল বুলি ক'ব নোৱাৰি। মাথোঁ যৌৱনৰ লালসা, ৰূপৰ মোহ বা চঞ্চল অৱস্থা বুলি ক'লে দঢ়াই কোৱা নহয়। অৱশ্যে হয়তো জুৰমতীৰ লগত তাৰ জোৰা-ফোন্দা লাগিলে সেই মোহ সেই চাঞ্চল্য, সেই লালসা সময়ত গভীৰ প্ৰেমতো পৰিণত হ'ব পাৰিলেহেঁতেন। কিন্তু তাইৰ অদৃশ্যত তাইৰ এতিয়াও জুৰমতীক দেখিলে সি থমক খাব, ৰ লাগি ৰব, নাইবা লখিমীৰ কথা পাহৰিবলৈ চেষ্টা কৰিব; সেইটো হলেও হ'ব পাৰে। যি নহওক অতীত অতীতৰ লগত লয় হয়। বৰ্তমান লখিমীৰ কথা-বতৰা, নাচোন-বাগোন, ৰূপ-সৌন্দৰ্য আৰু তালৈ ভালপোৱা মৰমৰ চকুৰে চাৱনিয়ে কেৰ্কেটুৱাৰ গভীৰ ভালপোৱা কাঢ়ি নিলে। দুয়োকো নজনা-নুশুনাকৈ এটা অজ্ঞানভাৱে আকুল কৰিলে। কিন্তু হায়! এনে ভাল পোৱাই যে সৰ্বনাশৰ মূল। কেৰ্কেটুৱা আৰু লখিমী ৰূপে গুণে, কথা-বতৰাই নাচোন-বাগোনে, গীত-ৰহস্যত সকলোপিনে মিল হ'লেও লখিমী যে সাধাৰণ নাপিতৰ ছোৱালী আৰু কেৰ্কেটুৱা কলিতাৰ ল'ৰা। ইহঁত দুয়োকো দাম্পত্য প্ৰেমৰ বান্ধোনে কেনেকৈ বান্ধিব পাৰে? গাঁৱৰ মানুহে যে খলক লগাব। কেৰ্কেটুৱাক যে জাতি-ভায়ে এৰিব। আনকি এনেয়ে তাইৰ নাচোনৰ লগে লগে ফুৰা কাৰণে কতই কত ৰহস্য কৰে। গাঁওবুঢ়ায়ে কিমান দিন কৈছে- - "বাপু ভাল কৰিছ সঁচা। স্কুল-পুখুৰী কৰাই যশ ৰাখিছ, কিন্তু আকৌ নাপিতৰ ছোৱালীৰ লগত নাচ-গীতত ধৰিছ, পিছে কুযশ নানিবি। গাঁওবুঢ়াৰ কথা শুনি কেৰ্কেটুৱাই একো নামাতে। সকলে পৰা সমাজৰ আঁতৰে আঁতৰে ফুৰিছে, সমাজে কৰিব নিদিয়া কত কাম কৰিছে; কত মদৰ বটল, মুৰ্গীৰ কণী পেটত ভৰাইছে। কিন্তু সমাজৰ কথা কেতিয়াও ভৰা নাই বা তালৈকে ভয়ো কৰা নাই। আনপিনে সমাজেও তাৰ নিঃসহায় অৱস্থাত কোনো দিনাও সহায় হোৱা নাই। সি ডলাৰ ৰগৰীৰ দৰে অ'ত ত'ত বাগৰি ৰাগিৰ আহি আকৌ সমাজৰ কাষ পাইছে। কিন্তু সমাজে এই সূচলতে তাৰ ওপৰত ষোল-কলা প্ৰভুত্ব দাঙি ধৰিছে।

সমাজে জাতৰ মাহাত্ম্য তাৰ ওপৰত দাঙি ধৰিছে। গৌৰৱৰ কথা তাক দেখুৱাইছে। সমাজে তাৰ লগত নেৰানেপেৰা সম্বন্ধ দেখুৱাই তাক আপোনতকৈও আপোন কৰিছে। এনে সময়ত সমাজক দেখাবলৈ তাৰ সাহ নাই। সমাজে ভাল নোপোৱা কাম কৰিবলৈ সি ওলাব নোৱাৰে। হায়, যি সমাজৰ লগত তাৰ সমূলি সম্বন্ধ নাছিল, সেই সমাজৰ লগতে এনেভাৱে এৰিব নোৱৰা সম্বন্ধ দুদিনতে কেনেকৈ হ'ল? তাৰ প্ৰথম কাৰণ তাৰ ভাল অৱস্থা আৰু দ্বিতীয় কাৰণ বেয়া অৱস্থা হ'লেও সমাজে প্ৰভুত্ব চলাবৰ সময়ত সকলোকে আপোন কৰি লৈ দূৰ দূৰ কৰা অৱস্থাৰ বাহিৰে আন একো নহয়। প্ৰভুত্ব চলাব পাৰিলেই সমাজৰ তৃপ্তি। সমাজে জাত-কূলৰ আদৰ্শ ডাঙৰ কৰি লয়। অৱশ্যে সেইবোৰৰ আচল উদ্দেশ্যৰ কাৰণে নহয় কিন্তু সেইবোৰৰ আলম লৈ সমাজে নিজৰ প্ৰভুত্ব সুন্দৰভাৱে যাৰে তাৰে ওপৰত চলাব পাৰে কাৰণেহে। যি নহওক কেৰ্কেটুৱা আৰু লখিমীৰ মাজত ভালপোৱাৰ অমৃতৰ সোঁত বলেও সমাজৰূপ ভীষণ পৰ্বত দুয়োৰো মাজত অলৰ অচল ভেটা। এই পৰ্বত যদি দুয়োৰো ভালপোৱাই উটাই নিব পাৰে তেন্তে দুয়োৰো মিলন সম্ভৱ। নহ'লে দুয়োৰো হা-হুমুনিয়াহ বা আশা-নিৰাশা কেৱল কল্পনা সাগৰত উটি যাব।

লখিমী দেখোঁতে দেখোঁতে যুৱতী হ'ল। লখিমীৰ কথা-বতৰা, হঁহা-মতা, নাচগীতত স্বৰ্গীয় অমৃত ফুটিব ধৰিলে। সকলোৰে চকুত তাই ঈৰ্ষাৰ বস্তু হ'ল। আনকি গাঁৱৰ মৌজাদাৰ চেঙেলীয়া ডেকা শ্ৰীযুত নন্দি বৰুৱাৰো তাই চকু এৰাব নোৱাৰিলে। ইয়াৰ কাৰণে মৌজাদাৰৰ ঘৰত কেবাদিনো কেবাটাও ৰং-ধেমালি সভা গায়ন বায়ন গোৱাবলৈ সুবিধাৰ সৃষ্টি হ'ল। আৰু লখিমীৰ নিমন্ত্ৰণ হ'ল।

সিদিনা লখিমীয়ে কেৰ্কেটুৱাৰ লগত মনে মনে কথা পাতিছে।

"চোৱা বাৰু এনেকৈ কৰ পায় নে?"

"উস্ মৌজাদাৰ হৈ তোমাক এনেকৈ কয়নে?"

"নহ'লে মই মিছা কলোঁনে।

"তুমি কি ক'লা?"

"কি ক'ম, নামাতি আহিলো। তাৰ লগত আৰু এজন ল'ৰা আছিল। ল'ৰাটোৱে কয়— বোলো আমাৰ লগত সম্মত নহয়; কেৰ্কেটুৱাৰ লগত হ'লে .......... । কিন্তু জানিবি মৌজাদাৰৰ কথা নাৰাখিলে ভেটি-মাটি খুন্দিব আৰু ভাল কথাত মান্তি নহ'লে বল কৰি পূৰণ কৰিব। তোৰ কেৰ্কেটুৱাই তোক ৰাখিব নোৱাৰিব। কেৰ্কেটুৱাকো ঠিক কৰিব।"

"বাৰু ক'ব দে! বুজিছ লখিমী, মোৰ জীউ আগত, তাৰ পিছতহে তোৰ গাত হাত দিব পাৰিব। সি মৌজাদাৰেই হওক বা যেয়েই নহওক। কিন্তু এটা কথা!"

"কি?"

"আজি আচল কথা ভাঙিমেই। তোকতো মই বিয়া কৰাব নোৱাৰিম?"

"কিয়? তেন্তে ...!"

"কি কৰিম তোক বিয়া কৰিলে জানো মোক সমাজে ঠাই দিব! গাঁৱে-ভূঁয়ে যে সকলোৱে বেয়া বুলিব। তোৰ কাৰণেই গাঁওৰ ভাই-কুটুম এৰিব নোৱাৰো!"

লখিমী নামাতিয়েই ৰ'ল।

"নিজৰ জাত-কূল এৰি তোকনো বিয়া কৰাব পাৰোনে?"

লখিমীয়ে তথাপি একো নামাতিয়ে কেৱল কেৰ্কেটুৱাৰ পিনে চাই থাকিল।

কেৰ্কেটুৱাই কলে— "তই চায়েই ৰ'লি যে?" এইবাৰ লখিমীৰ চকুত মাথোঁ দুধাৰি পানী বৈ আহিল। হিয়াতলিৰ কোন ব্যথাত যে সেই চকুলো বৈ আহিছে কেৰ্কেটুৱাই সহজতে হৃদয়ঙ্গম কৰিলে। সি কলে— "লখিমী, তই কান্দিছ?"

লখিমীয়ে এইবাৰ কান্দোন ৰাখিব নোৱাৰি কান্দিলে। কান্দোনৰ সুৰেৰে ক'লে— "কেৰ্কেটুৱা, .......... তেন্তে ...........।" আৰু তাই একো ক'ব নোৱাৰিলে। কেৰ্কেটুৱাই সাৱট মাৰি ধৰি— "নেকান্দিবি লখিমী। তোৰ চকুৰ পানী দেখিলে মই থাকিব নোৱাৰো" বুলিয়ে তাইৰ মুখটো আঁঠুত লৈ দুগালে দুটা চুমা খালে। লখিমীয়ে থতমত খাই উঠি বহিল— অলপ চমক খাই— "মই যাওঁ" বুলিয়েই ভতালিকে উচাং মাৰি গুচি গ'ল?

কেৰ্কেটুৱা নিৰ্বাক-নিস্পন্দ হৈ শিলৰ মূৰ্তিৰ দৰে কেৱল ৰহিয়ে থাকিল। কিন্তু তাৰ মূৰত সৰগ ভাগিয়ে পৰিল নে আন কিবা হ'ল কোনে জানে?

লখিমীয়ে আজি কেবাদিনো নাচিব যোৱা নাই। কেবা ঘৰটো কেবাটাও বিয়া-সবাহ হৈ গ'ল। কিন্তু লখিমীক মাতি নিব নোৱাৰিলে। সিদিনা মৌজাদাৰৰ বাপেকৰ শ্ৰাদ্ধত সভা দিব। ঢুলীয়া, খুলীয়া আৰু দেওধনীক মাতি পঠিয়াইছে। কিন্তু টেকেলাই বাতৰি দিলেহি— "এইবোৰ আহিব কিন্তু লখিমী আহিব নোৱাৰে।"

"লখিমী আহিব নোৱাৰে! কিয়?"

"ক'ব নোৱাৰো। তাইৰ আজিকালি বৰ অহঙ্কাৰ। কথা ক'বকে নোৱাৰি।" "বাৰু তাইৰ অহঙ্কাৰ ভাঙিম। " তই মানুহ লৈ গৈ তাইক বল কৰি লৈ আহগৈ।"

ধনীয়া টেকেলাই পাঁচ জন কছাৰী মানুহ লগত লৈ লখিমীৰ ঘৰ পালেগৈ। লখিমীয়ে তেতিয়া সূতা কাটি ঘৰত বহি আছিল। ধনীয়া টেকেলাই মাত দিলে— 'মৌজাদাৰে তোক নিব দিছে, ভালে ভালে নগ'লে বল কৰি নিম।" লখিমীয়ে ক'লে— "বল কৰি নিব দিছে?"

"এৰা তই সভাত নাচিবই লাগিব!"

"মই নাচিব নোৱাৰোঁ!"

"নোৱাৰিলে হ'বনে? ভালে ভালে ওলাবি নে বান্ধি নিব লাগিব!

"উস্! ইংৰাজ মুলুকতো এনে কাম হ'লনে?"

"ওলা! ওলা!!" তথাপি তাই নোলোৱা দেখি কছাৰীকেইজনক ক'লে, "ধৰ বান্ধি ল! কথা কয় মানে লাই পায়।"

কছাৰীকেইজনে তেনে কৰিব ধৰোতে তাই চিঞৰিব ধৰিলে— "কোন ক'ত আছ মোক ধৰি নিয়ে!" চিঞৰ শুনি গাঁওৰ ডেকা-বুঢ়া, ল'ৰা-তিৰোতা ভৰি পৰিলহি। টেকেলাই ক'লে— "চাওকচোন, মৌজাদাৰৰ বাপেকৰ শ্ৰাদ্ধ, আজি সভা, তাই বেটীৰ গহ চোৱা! তাই হেনো সেই সভাত নাচিব নোৱাৰে।"

গাঁৱলীয়াবিলাকে ক'লে— "যা! পইছা পাবি, কি বেয়াটো হৈছে!"

"নাই, নাই, মই নাচিব নোৱাৰোঁ; গা বৰ অসুখ। আজি দিনচেৰেক জানো মোক কেৱে নচা দেখিছে?" বুলি তাই কান্দি কান্দি কথা কৈ থাকোঁতে কছাৰী কেইজনে বান্ধি হাতদোলা কৰি ললে।

"এতিয়া কেনে, যেনে গহ তেনে মজা পালি?" বুলি ধনীয়া টেকেলাই ক'লে— "খোজ ল! মৌজাদাৰৰ কথা নুশুন! হেৰৌ মৌজাদাৰে ইচ্ছা কৰিলে কি নকৰিব পাৰে" বুলিয়েই আটায়ে বাট পালেগৈ। লখিমীয়ে ডেডাউৰি পাৰি যাব ধৰিলে। যি বাটেৰে গৈছিল সেই বাটৰ ওচৰতে কেৰ্কেটুৱাই পথাৰত গাঁওবুঢ়াৰ ধান কাটি আছিল। সি ডেডাউৰি শুনি কাচিৰ হাতেৰে লৰি আহি বাট ভেটি ধৰি— "ক'লৈ নিয়, এৰিদে! মানুহক এনেকৈ বান্ধি ধৰি নিয়েনে?" তথাপি সিহঁতে কথা নুশুনি আগবাঢ়িব ধৰোঁতে সি সিহঁতৰ হাতত ধৰিলে। জোঁট-পোট লাগিল। ধনীয়া টেকেলাই ইতিমধ্যে তাৰ গালত এটা চৰ বহুৱাই দিলে। কেৰ্কেটুৱাই খঙেৰে হাতত থকা কাচিৰে তালৈ ঘা মাৰি পঠিয়ালে। ধনীয়া টেকেলাৰ গাত লাগি সেইপিনে আচাৰ খাই পৰিল। কছাৰীকেইজনে লখিমীক এৰি কেৰ্কেটুৱাক আগুৰি ধৰিলে। আটাইকেইজনৰ জোঁট-পোট লাগিল। এনেতে এজন কছাৰীয়ে হাতত থকা টাঙোনেৰে কেৰ্কেটুৱাৰ মূৰত ধনঞ্জয় কোব বহালে। সি অচেতন হৈ পৰি গ'ল।

(১৫)

"দেখিছা। হাজাৰ হাজাৰ মানুহৰ ঘৰত নাচি ফুৰিব পাৰে। মোৰ নিজৰ পিতাৰ শ্ৰাদ্ধৰ সভা। তালৈকে তাইক মতাত তাই যাবলৈ অমান্তি। তথাপি ভাবিছিলো বোলো সভাৰ ধনীলৈ নিলে মান্তি হব। সেই বুলিয়েই মানুহ পঠিয়াই অনাব খুজিছিলো। কিন্তু ইয়াৰ আঁসে চোৱা। মানুহক আকৌ ঘাপ মাৰে। ভাগ্যে সি বেচেৰা নমৰিল। এতিয়া কি কৰো তোমালোকেই বাৰু কোৱাচোন" বুলিয়েই মৌজাদাৰে গাঁওবুঢ়া আৰু আন আন গাঁৱলীয়াসকললৈ চালে।

এজনে মাত লগালে— "হয়তো দেউতা, কথাটো বৰ বেয়া হৈছে। তাই বেটী হাজাৰ ঘৰত নাচিব পাৰে

কিন্তু দেউতাৰ ঘৰত নাচিব নোৱাৰে। তাই বুঢ়াদেউতাৰ শ্ৰাদ্ধৰ দিনতো গহ কৰে। আগৰ দিনত হ'লে তাইক টানি নাক-চুলি কাটি বাহিৰ কৰি দিলেহেঁতেন।" "আগৰ দিন নাই, দুমুহা কাই। নহ'লে তাই নাপিতৰ জীৱ এনে সাহ হব পাৰেনে? বোলো বুঢ়া দেউতাৰ কথাটো শুনিছাই। হৰিমলে মালযুঁজ নকৰো বোলোতেই তেতিয়াই তাক ডিঙিতে ঘাপ মাৰি কাটিছিল। সেই আহোম ৰজাৰ দিন গৈছে। সেই কাৰণে সকল আজি ৰবৰ আগত মহতালি; কিন্তু ই কেৰ্কেটুৱাৰ আসৈ চোৰা। মোৰ টেকেলাক সি ঘাপ মাৰে। পুলিচ আহিবই। তোমালোকেই ভাবি চোৱা কাৰ দোষ!"

"কি ভাবি চাম দেউতা, দিন-কাল গুচিল। সকল আসৈ বাঢ়িল। দেউতা আমি আপোনাৰ টেকেলাক ঘপিয়াম চাবি তঁয়া-হয়া কৰিবলৈকে সাহ নাই। সি জটিয়াৰ পিতেকে এনে কাম কৰিব পায়নে?" আজি কেৰ্কেটুৱাই গাঁওৰ নিমিত্তে ভাল কৰা সকলো অতীতত লয় হ'ল। কাৰো সেইটোলৈ মনত নাই। কিয়নো কেৱে এষাৰ কেৰ্কেটুৱাৰ পক্ষে কলে যে মৌজাদাৰৰ কোপত পৰিব লাগিব। পৰৰ হৈ পৰে কিয় মৰিব? হায় গাঁওলীয়া সমাজ! আজি তহঁতৰ কেৰ্কেটুৱা পৰ। কিয়নো মৌজাদাৰ প্ৰতাপশালী— তেওঁৰ প্ৰতাপত তহঁতৰ হিয়াত থকা অকণি বিবেকও ক'ৰবাৰ চুকত ঠাই পাইছেগৈ। মুখ ফুটাই এষাৰ কথা কৈ তহঁতৰ নিজকৈও আপোন কেৰ্কেটুৱাক ৰক্ষা কৰিবলৈ উপাই নাই, তহঁতে যে দুৰ্বলৰ আগত ভীষণ শাসনদণ্ডলৈ বাহিৰ হব, আকৌ সবলৰ আগত সকলো জ্ঞান-বিবেক বিসৰ্জন দি টেপেকা মাৰ?

সিদিনা কেৰ্কেটুৱা ঘৰত কেঁকাই কেঁকাই পৰি আছে। গাঁওৰ ওচৰ-চুবুৰীয়া তিৰোতাকেইজনীয়ে তাৰ আলপৈচান ধৰিছে। লখিমী তাৰ কাষৰপৰা আঁতৰ হোৱা নাই। তাৰ মূৰ বান্ধি মূৰত দৰৱ পাতি দিছে। এনেতে পুলিচে বহুতো মানুহক লৈ মৌজাদাৰৰ ঘৰ পালেগৈ। মৌজাদাৰৰ লগত বহুতো কথা গোপনে গোপনে হ'ল। কেৰ্কেটুৱাই যে কেবাবছৰো খাজনা দিব বাকী আছে আৰু সেই খাজনা খুজিব যাওঁতে টেকেলাক পিছ পিনৰ পৰা কাচিৰে ঘাপ মাৰিছে। ভাগো ভাল ধৰণে নপৰিল। নহ'লে টেকেলাৰ আধ্যাই হৈছিল। ইত্যাদি নানা কথাৰে কেবাজনো সাক্ষী দিয়াই পুলিচৰ লগত নানা তৰহৰ কথা হৈ তেতিয়াই কেৰ্কেটুৱাৰ ঘৰ পালেগৈ। কেৰ্কেটুৱাৰ উঠিব নোৱৰা অৱস্থা হ'লেও কনিষ্টবলৰ হতুৱাই গাড়ী আনিলে। কেৰ্কেটুৱাৰ ভয়ঙ্কৰ দোষ। মানুহ হত্যা কৰিব ওলোৱা দোষত সি দোষী। কনিষ্টবলে যেতিয়া তাক ঘৰৰ পৰা হাতত দোল লগাই গাড়ীত তুলিছিল, তেতিয়া লখিমীয়ে থিৰ হৈ চাই আছিল। তাৰ পিছত গাড়ী বহুদূৰলৈ যোৱালৈকে চাই আছিল। তাইৰ দুয়োখন ৰাঙলী গালৰ ওপৰেদি মাথোঁ দুধাৰ তপত চকুলো বৈছিল। যদিও কেৰ্কেটুৱা তাইৰ দৃষ্টিৰপৰা আতৰ হৈছিল কিন্তু কোনে জানে তাইৰ তপত হুমুনিয়াহে কোন দূৰলৈকে কেৰ্কেটুৱাক বিচাৰিছিল। কিন্তু হায়। তাইৰ হুমুনিয়াহ, চকুপানী, সকলো কাটি কৰি পুলিচে কেৰ্কেটুৱাক গাড়ীত তুলি থানালৈ লৈ গ'ল। তাৰ পিছত চহৰলৈ নি দিনচেৰেক আস্পাতালত থৈ তাক হাজতত ৰাখিলে। কিন্তু এইবাৰ জেলখোৱা আৰু আগৰ জেলখোৱাৰ মাজত অনন্ত প্ৰভেদ হ'ল। সিবাৰ জেলখোৱাত তাৰ হিয়াই বাহিৰত কাকো ভাবিবলৈ, কাৰো উদ্দেশ্যে হা-হুমুনিয়াহ কাঢ়িবলৈ, সমাজৰ নিৰ্দয় স্বভাৱ, প্ৰতাপীৰ প্ৰভুত্ব, গাঁওলীয়া সমাজৰ অকৃতজ্ঞতা— ইত্যাদি নানা কথা ভাবিবলৈ নাছিল। এইবাৰ তাৰ যে প্ৰাণে বাহিৰত কিবা বিচাৰি কিহবাৰ কাৰণে হা-হুমুনিয়াই কাঢ়ি উৰো উৰো হৈছে। মনৰ স্থিৰতা নাই। তাৰ দিনটোৱে যে একোটা বছৰৰ সমান হৈছে। লখিমীৰ কথা কত বিপদ, লঘু-লাঞ্ছনা কল্পনা কৰি সি ভাবৰ পিছত ভাবত সাঁতুৰি উত্ৰাৱল হৈছে। কোনে জানে কেনেকৈ দীঘলীয়া চাৰি বছৰ জেলত কটাই— আকৌ লখিমীৰ লগত মিলিব পাৰিব? তাইৰ নাচোন চাব পাৰিব। সি ভাবিছিল অকৃতজ্ঞ সমাজৰ কথা। দিয় মানে দে, কৰ মানে কৰ, কিন্তু দুৰ্দিনত সিহঁতে সহায় কৰিব চাবি, বুঢ়ী গাইক ঠেলা মাৰি আকৌ বোকাতহে পেলাই দিয়ে! তাৰ মনত পৰিছিল সেই গাঁওবুঢ়াক; —কত ধৰণে ধান কাটি, মাছ তুলি, হাল বাই আহৰি সময়ত সহায় কৰিছিল! কিন্তু সিয়ে

আকৌ তাৰ দেহ পানী কৰি অৰ্জা ধন খৰচ কৰি স্কুল কৰি দিছিল। কিন্তু সেই গাঁওৰে মুখিয়াল মুখিয়াল কেইজনে মৌজাদাৰৰ পিনে সাক্ষী দি কেৰ্কেটুৱাৰ যে ভয়ঙ্কৰ দোষ হৈছে তাকে প্ৰমাণ কৰিছে। কেৰ্কেটুৱাই ভাবিছে হায় অকৃতজ্ঞ সমাজ তহঁতৰ প্ৰভুত্বকে ভয় কৰি মোৰ লখিমীক মোৰ কৰা নাই। জাত গ'লে তহঁতে এৰি থবি বুলিয়েই তহঁতৰ কথা নেপেলাই লখিমীৰ মনত কষ্ট দিছোঁ। কিন্তু হায়! মোৰ বিপদৰ সময়ত তহঁতে সহায় কৰিবি ক'ত, গৰবা মাৰিছে ধৰ! তাৰ মনত পৰিল কেনে ভাবে গাঁৱলীয়া কিমান অকৃতজ্ঞ হব পাৰে। নিতে ভাই ভাই, খোৱা লোৱা, নাম-প্ৰসঙ্গ কৰ, ৰং-ধেমালি কৰ কিন্তু বেমাৰ নাইবা হাইজা-মাউৰত পৰিলে তহঁতে ঘৰলৈকো উলটি নেচা। বিপদত পৰিলে টকা-কড়িৰে সহায় কৰিবি ক'ত মিছা সাক্ষী কৈ বিপদৰ মাত্ৰা বঢ়াব। কেৰ্কেটুৱাৰ ভাবৰ অন্ত নাই। আহৰি পালেই সি ভাবে, কেৱল ভাবে। কত সময়ত কত ভাব আহে তাৰ লেখ-জোখ নাই। এইবাৰ সি ভাবিছে কোনোমতে দিনকেইটা কটাই ওলাব পাৰিলেই লখিমীক বিয়া কৰাব। অকৃতজ্ঞ অত্যাচাৰী সমাজক সি আৰু ভয় কৰি সিহঁতৰ কথা নামানে। তাৰ মনত পৰিল পুলিচে তাক গাড়ীত তোলোঁতে দেখা পোৱা তাইৰ চলচলীয়া চকুযুৰি। সি কান্দি পেলালে। "লখিমী! লখিমী! তোক মই এতিয়াহে বুজিব পাৰিছো। তই মোৰ আপোনতকৈও আপোন। তাৰ মনত পৰিল মোকৰ্দমোত তাই কেনেকৈ তাইৰ অলঙ্কাৰ পাতি বন্ধকত থৈ তাৰ কাৰণে উকিল ধৰিছিল। কিন্তু হায়! তাইৰ সকলো চেষ্টা বিফলে গ'ল। যিমানেই ভাবিলে লখিমী তাৰ মনত সিমানেই উজলি উঠিল। কোনে জানে তাৰ আশা কেতিয়া সিদ্ধি হব! কেতিয়া সি সমাজৰ অহঙ্কাৰ চূৰ্ণ কৰিব পাৰে?

## উপসংহাৰ

সময়ৰ লগে লগে দীঘলীয়া বছৰো অন্ত হয়। কেৰ্কেটুৱাৰো চাৰি বছৰ এদিন উকলিল। সি আকৌ ওলাই আহিব পাৰিলে। ওলায়ে ঘৰমুৱা হ'ল। সি আজি গৈয়ে লখিমীৰ লগত বিয়াৰ কথা পাতিব। যি লখিমীয়ে দূৰে দূৰে ইমান দিনে তাৰ কাৰণে ভাবি আছে তাইক আজি নিজৰ কৰি লব। গৈ গৈ গাঁও সোমাল। গাঁৱত তাক কেবাজনে লগ পাই ধৰ্মকি বৈ কথা সুধিলে। কিন্তু সি কেবাহিঁকে ঘৃণাৰ চকুৰে চাই কেৱল নিজৰ গন্তব্য পথলৈ খোজ ললে। গৈ গৈ সি লখিমীৰ ঘৰ পালে। মন তাৰ আনন্দত উগ্ৰাৱল, এতিয়াই সি লখিমীক দেখিব। কত দিনৰ মূৰত তাইৰ লগত কথা-বতৰা হব পাৰিব! কিন্তু, লখিমী ঘৰত নাই। সি ভাবিলে— হয়তো তাই পানী আনিবলৈ বা গাঁৱতে কিবা কাম-বন কৰিবলৈ গৈছে। সি যদিও কাকো নামাতোঁ বুলি ভাবিছিল— তথাপি লখিমীৰ কথা নুসুধি নোৱাৰিলে। এজনী তিৰোতাক সুধিলে—"বাই! মোক চিনিছনে? লখিমী কেনি গৈছে?" তিৰোতা জনীয়ে থমকি, ডাঢ়ি গোঁফৰে ভমকা কেৰ্কেটুৱাক দেখি প্ৰথমে চিনিব নোৱাৰি "কোননো বোপাই?" বুলি সুধিলে। "মই কেৰ্কেটুৱা বাই। —বাই! চিনি পোৱা নাই?"

"এ হয়তো, কেতিয়া আহিলি বোপা?"

"এই আহিছোঁ বাই। লখিমী কেনি গৈছে?"

তিৰোতাজনীয়ে কেৰ্কেটুৱাৰ পিনে চাই সুধিলে— "কাৰ কথা কৈছ?"

"লখিমীৰ।"

"ঔ, দেওধনীৰ কথা! তাই নাই বোপা। আজি প্ৰায় এবছৰ হ'ল, খাব লব নোৱাৰি শুকাই শুকাই জ্বৰে-কাঁহে মৰিল। বোপাই! মৰোঁতে বৰ লেলাট ভুগিছিল।"

কেৰ্টেটুৱা ঠমক খায়ে ৰ'ল। তাৰ মুখত এষাৰো কথা নুফুটিল। যি লখিমীক সি আজি লগ পাই সকলো দুখ পাহৰিব বুলি ভাবিছিল তাই কাহানিবাই গুচি গৈছে। তাৰ হিয়াই কান্দি পেলালে।

তিৰোতাজনীয়ে কৈয়ে গ'ল। "বোপাই মৰিবৰ সময়ত আমিয়ে কাষত আছিলোঁ। তাই বিৰিং বিৰিংকৈ কত কথা বলকিছিল। তোৰ নামটোও কেবাবাৰো লৈছিল। নল'বনো কিয় বোপাই, কিমান দিন একেলগে নাচিছে।"

কেৰ্কেটুৰাই আৰু একো কব নোৱাৰিলে। এটি দীঘল হুমুনিয়াহ কাঢ়ি লখিমীৰ ভগা পঁজাটিলৈ চালে। তাৰ পিছত আকৌ খোজ ললে!

কলৈ গল। কি ভাবি গ'ল কোনেও ক'ব নোৱাৰিলে। কেৱে কয়— সি ক'ৰবাত সন্ন্যাসী হৈ আছে। কেৱে কয়— সি লখিমীৰ শোকত নৈত পৰি মৰিছে। আকৌ কেৱে কয়— কেৰ্কেটুৰাই অকৃতজ্ঞ গাঁৱৰ সমাজৰ মাজত নাথাকি আকৌ নগৰলৈ গুচি গৈছে! কেৱে আকৌ কয়— কেৰ্কেটুৰাই চুৰ কৰি ধৰা পৰি ক'ৰবাৰ জেলত শোক-দুখৰ জীৱনলৈ ভ্ৰূক্ষেপ নকৰি পৰি আছে। কেৱে কয় সি ক'ৰবাত বৰ্তমান আন্দোলনত আকৌ যোগ দি আশাশুধীয়াকৈ মহাত্মাৰ শিষ্য হৈছে।

কিন্তু এই আঁৰ-কাপোৰ দাঙি কোনে ৰহস্য ভেদ কৰিব? কেৰ্কেটুৰাৰ যিয়েই নহওক তাত জগতৰ লাভ বা হানি কি? জগতে বিচাৰে ডাঙৰ ডাঙৰ মানুহৰ জীৱনী! কেৰ্কেটুৰাৰ জীৱনলৈ সিহঁতৰ মূৰ ঘমাবলৈ সময় কত?

# ভূমিকা

'উতলা পানীৰ ভাপ' ছপাশাললৈ পঠোৱা পিতৃদেৱ স্বৰ্গীয় দৈবচন্দ্ৰ তালুকদাৰৰ শেষ উপন্যাস। গ্ৰন্থখনিয়ে ছপাশালৰ পৰা মুক্তি লাভ কৰাৰ আগে আগেই তেখেতৰ মানৱী আত্মা বিদেহী হৈ গ'ল। সেইবাবে, তেখেতৰ নিঃকিন পুত্ৰ হিছাপে পুথিখনিৰ পাতনি লিখাৰ গুৰু ভাৰটি প্ৰকাশকৰ অনুৰোধ ক্ৰমে লবলগীয়াত পৰিছোঁ।

ভাল পাতনি এখন হ'ব লাগিলে তাত গ্ৰন্থৰ প্ৰতিপাদ্য বিষয়-বস্তুৰ কিছু আভাস থকাটো আৱশ্যক। কিন্তু উতলা পানীৰ ভাপৰ পাতনি লিখিবলৈ গন্থখনিৰ বিষয়ে যিখিনি জ্ঞান আয়ত্ত কৰিব লাগিছিল— সেইখিনি হয়তো মোৰ অভাৱ। প্ৰকাশকৰ অনুৰোধ ৰক্ষা কৰি পিতৃদেৱতাৰ বাকী থকা কামখিনিহে মই কৰিবলৈ বিচাৰিছোঁ।

স্বাধীন চিন্তাধাৰা আগত ৰাখি নিৰ্ভীকভাৱে সমাজৰ চিত্ৰ অঙ্কন কৰি যোৱাটোৱে আছিল তেখেতৰ জীৱনৰ চৰম লক্ষ্য। অসমীয়া পাঠক-পাঠিকাসকলক নতুনকৈ তেখেতক চিনাকি কৰি দিবৰ কোনো আৱশ্যক নাই— বিশেষকৈ মোৰ দৰে অল্পমতি পুত্ৰৰ। পুথিখনত আমাৰ দেশৰ বৰ্তমান গণতান্ত্ৰিক শাসন-ব্যৱস্থাৰ এটি চমু বিশ্লেষণ দাঙি ধৰিছে। বেটুপাতৰ বাবে আধৰুৱা হৈ থকা পুথিখন এতিয়া ৰাইজৰ সমুখলৈ ছপা হৈ ওলাল। কিতাপখনিৰ মুদ্ৰণ শেষ কৰি মাথোঁ বেটুপাতৰ অপেক্ষাত থাকোঁতেই ইহলীলা শেষ কৰিলে।

ইতিমধ্যে সমাদৰ লাভ কৰা গ্ৰন্থকেইখনিৰ দৰে ছপা হৈ ওলোৱা এই গ্ৰন্থখনিয়েও ৰাইজৰ মৰম-চেনেহ পাব বুলি আশা থাকিল। সেয়ে হ'লে, স্বৰ্গগত আত্মাই শান্তি পাব। শেষত, এই পুথিখনিৰ ছপাৰ সম্পূৰ্ণ দায়িত্ব গুৱাহাটীৰ বৰুৱা বুক এজেন্সীয়ে বহন কৰাত তেখেতসকললৈ আমাৰ চিৰকৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

শ্ৰীঅশোক কুমাৰ তালুকদাৰ
শান্তিপুৰ, গুৱাহাটী—৯
"ৰম্যস্থান"

(১)

সেইখন কি ঠাই? নৰক? নৰকত ৰাজত্ব কৰিছে স্বয়ং ধৰ্মৰাজ যমে। ধৰ্মৰ যেয়ে আকৰ তেওঁকহে নৰকত বাস দিলেনে? যিয়ে নহওক য'ত হাজাৰ-বিজাৰ পাপীয়ে ঠাই পায় তাত সুবিচাৰকৰ নিশ্চয় আৱশ্যক। সেয়ে তাত সুআদর্শ, সুবিচাৰ, নিয়মিত দণ্ড দিবলৈ ধৰ্মৰাজৰ লেখীয়া দেৱতাৰ আৱশ্যক। নৰকৰ ৰাজ যুগ যুগান্তৰে চলি আছে। কিন্তু আজিৰ যুগত নৰকতো খলকনি উঠিল। সকলোৰে দাবী– গণতন্ত্ৰ লাগে। বাক্যত স্বাধীনতা, কামত স্বাধীনতা, ৰাজ্যশাসনত ৰাইজৰ প্ৰভুত্ব ইত্যাদি নানা কথা। কিন্তু গণতন্ত্ৰৰ মোল পোৱা পৃথিৱীৰ লোক বহুতো মৃত্যুৰ পিছত নৰকত বাস কৰিছে। তেওঁলোকৰ মুখত স্বাধীনতাৰ বাণী আৰু গণতন্ত্ৰৰ কথা নোলাই আন কি ওলাব? যমৰজা বিমোৰত পৰিল। চিত্ৰগুপ্তক মাতি নি সাত দিন সাত নিশা আলোচনা কৰিব ধৰিলে। নৰকত গণতন্ত্ৰৰ প্ৰচলন হ'ব পাৰে নে নোৱাৰে।

শেষত সিদ্ধান্ত হ'ল– বছৰচেৰেক চোৱা যাওক গণতন্ত্ৰই কেনেভাৱে কাম কৰে।

চিত্ৰগুপ্তই কৈছিল, পৃথিৱীত আজি গণতন্ত্ৰ আৰু কমুনিজিমৰ আঁৰিয়াঅৰি। আগেয়ে তাত কেনে ফল ধৰে সেইটোলৈ অপেক্ষা কৰাহে ভাল।

যমৰজাই ক'লে, সেইটো সম্পূৰ্ণ ভাল হ'ব। কিয়নো আমি দেৱতা হৈ মানুহৰ আদৰ্শ লৈ কাম কৰিলে আন আন দেৱ সমাজত আমাক হীন চকুৰে চাব। হয়, আমি মানুহে আচল সিদ্ধান্তলৈ নাহোতে নৰকত গণতন্ত্ৰ প্ৰচলন কৰিম নাইবা কোনো যুগতে গণতন্ত্ৰৰ নাম উলিয়াব নিদিওঁ।

চিত্ৰগুপ্তই ক'লে, চৌদিশে দাবী উঠিছে গণতন্ত্ৰ লাগে। কিমানৰ মুখত সোপা দিব? বিশেষকৈ পৃথিৱীত নানা আন্দোলন কৰি অহা লোকে ইয়াত বসতি কৰিছেহি। তেওঁলোকে শাসকৰ ৰঙা চকু বা দণ্ডলৈ কেৰেপ নকৰে। তেওঁলোকে জানে আন্দোলন কৰিবলৈ, ৰাজ্যত অশান্তি বঢ়াবলৈ আৰু মৰণলৈকো তেওঁলোকৰ সমূলি ভয় নাই। বন্দুকৰ আগত হাঁহি হাঁহি থিয় দিব পাৰে। ফাটেকলৈ সমূলি ভয় নাই। গতিকে তেওঁলোকে যে তীব্ৰ আন্দোলন আৰম্ভ কৰিব আৰু থৈয়া-নথৈয়া ৰণ দিব তাত সন্দেহ নাই।

নৰকৰ ভীষণতাকো যেয়ে ভয় নকৰে সেইবোৰক দমন কৰা অসম্ভৱ। আকৌ কিছুমানে ঈশ্বৰো নমনা লোক আহিছে। সিহঁতে ঈশ্বৰ বুলিলে নাক কোঁচায়। এনেবোৰ আগতে দেখা নাছিলো। যি নহওক মোৰ বোধেৰে কিছুমান দিন ইহঁতক গণতন্ত্ৰেৰে নৰক ৰাজ্য চলাব দি মই কিছুমান দিন নিলগত চাই থাকো। তুমিও অলপ জিৰণি লবা। কি কোৱা? সৌজনী তিৰোতা আহিছে হবলা। ইয়াৰ লোকসকলৰ লগত কি কথা পাতিছে। ইমান হাঁহি-মস্কৰা কিয়? ৰাৰু আমি নিলগৰ পৰা শুনো। তাই বোধ কৰো অলপতে পৃথিৱীৰ পৰা আহিছে।

অলপতে নহয় এতিয়াই আহিছে।

(২)

Oh damn what's a fall?

আমি তাত ইমান ব্যোমযান চলালো কিন্তু এনেভাৱে চোঁ মাৰি অহা নাই। এই আছিলো পৃথিৱীত। মুহূৰ্ততে নৰক। ইয়াৰ পাইলটবোৰ বোধ কৰো বৰ পাৰ্গত।

পৃথিৱীৰ বাতৰি কি?

কি হ'ব? আজি পুৰণি যুগ নাই। সকলোপিনে নতুন কীৰ্তি-কলাপ। ইয়াত জানো গণতন্ত্ৰ চলা নাই?

গণতন্ত্ৰ! ইয়াৰ ৰজা কেৱল যম দেৱতাই। তেওঁ যি কৰে সেয়ে, আনৰ একো হাত নাই।

যমৰজা! আজিৰ যুগতো ৰজা। তোমালোকে ভাল সহি আছা। তেন্তে ইমানদিন পৃথিৱীত কি শিকি আহিলা? বোধ কৰো এতিয়াও ইয়াত সতীত্বৰ মূল্য দিয়ে? তিৰোতা, মতা বেলেগ বেলেগ কুঠৰিত ৰাখে? ডেকা-গাভৰুৰ মিলনত বাধা দিয়ে। ইয়াত আইন আছে?

ইয়াৰ আইন কেৱল দোষীক শাস্তি দিয়া বিধানহে। ইয়ালৈ যেয়ে আহিব তেওঁ কিবা নহয় কিবা কাৰণত দোষী বুলি স্বতঃসিদ্ধ। কেৱল কোন দোষত কি ব্যৱস্থা লব লাগে সেইটোহে চায়।

সতীত্ব ভাবৰ মেটমৰা ভাৰলৈ কেৰেপ নকৰি নিজ ৰুচি অনুসাৰে কাম কৰিলে তিৰোতাৰ কি দণ্ড?

ক'ব নোৱাৰো সেইটো তেওঁলোকেহে জানে। তেওঁলোকৰ বিধান-শাস্ত্ৰ আমি পঢ়িব নোৱাৰো।

ৰাইজে নুবুজা ভাষাত বিধি-শাস্ত্ৰ চলা অসম্ভৱ। তেওঁলোকে দহক পঁচিশ বুলিব পাৰে। আমি দাবী কৰিব লাগিব– আমি বুজি নোপোৱা আখৰত তেওঁলোকৰ দণ্ড-বিধি আমি মানি লব নোৱাৰো। It is aweful. আমি দণ্ড-বিধি নুবুজিম। কিন্তু আমি তেওঁলোকে দিয়া দণ্ড মূৰ পাতি লব লাগিব। Absurd. আকৌ পৃথিবীতো সতীত্বৰ জয়ঢোল বজাই কত নিকাৰৰ সৃষ্টি কৰিছে। তিৰোতাবিলাকক ভয়াতুৰ, ক'তো বাটে-পথে ওলাব নোৱৰা; নিজ ইচ্ছামতে একো কৰিব নোৱৰা, এঠাইলৈ যাব লাগিলে কত অনুমতি প্ৰাৰ্থনা কৰা, সেইবোৰৰ বিৰুদ্ধে মই তাত হাজাৰ আন্দোলন কৰি আহিছো। ইয়াতো যদি সেই অৱস্থাই হয় তেন্তে– তেন্তে কি কৰিবা?

আন্দোলন, ভীষণ আন্দোলন। তিৰোতাক নিজৰ ৰুচিমতে কাম কৰিব দিব লাগিব। পুৰুষে ৰুচিমতে নেদেখাকৈ সকলো কৰিব পাৰে। তিৰোতাই নোৱাৰিব কিয়? তিৰোতাৰ প্ৰতি ঘোৰ অপমান। পৃথিবীত এই অপমান সহি আহিছোঁ, নৰকতো তেনে অপমানকে মূৰ পাতি লমনে? নিশ্চয় নহয়। আকৌ ৰজাৰ শাসন পৃথিবীতে অন্ত কৰি আহিছো। ইয়াত আহি তাকে সাদৰি লবনে? অসম্ভৱ ইয়াত জানো পৃথিৱীত আন্দোলন কৰা নেতা অহা নাই? আহিছে। বহুতো নেতা আহিছে।

তেন্তে তেওঁলোকে এনেবোৰ নিৰৱে সহ্য কৰি আছে কেনেকৈ? মই তেওঁলোকৰ লগত consult কৰিম অৰ্থাৎ আলোচনা কৰিম। ইয়াত চোৰাং বেপাৰী অহা নাই?

বহুতো আহিছে।

তেন্তে তেওঁলোকে তেনে ব্যৱসায় ইয়াত কৰিব ধৰা নাই?

তেনে ব্যৱসায় কৰিবলৈ সুবিধা পোৱা নাই। Hopeless, চোৰাং ব্যৱসায় নহ'লে, দুৰ্নীতি নহ'লে– দেশৰ লোক ধনী হ'ব কেনেকৈ? দেশত ধনী লোক নাথাকিলে, হাতত ধন-কড়ি নহ'লে– দেশৰ উন্নতি ক'ত? দল শকত হ'ব কেনেকৈ? আমি গণদন্ত্ৰৰ দাবী কৰিবই লাগিব। নহ'লে নৰক চিৰকাল নৰকেই থাকিব। দুখীয়া দেশ হৈ থাকিব। এচাম ধনী লোকৰ ইয়াত সৃষ্টি কৰিবই লাগিব। তেনে ধনী লোকসকলক আমি সকলো সুবিধা দিব লাগিব নহ'লে আমাৰ ধনতন্ত্ৰ দল কেনেকৈ ৰক্ষা পৰিব। ধন নহ'লে কোনো কাম কৰিব নোৱাৰি।

দুখীয়া বিলাকৰ কি হ'ব?

সেইটো বৰ সহজ কথা। তেওঁলোক মৰি নিশ্চিহ্ন হৈ যাব। Survival of the fittest. এই কথাষাৰ ভালকৈ বুজা। Oh you look very nice. বৰ সুন্দৰ, দেখনিয়াৰ। মই তোমাৰ লগত থাকিম। কি নাম তোমাৰ?

মোৰ নাম মোহন। কিন্তু মই যে ৰৌ ৰৌ নৰকত ঠাই পাইছো। কেৱল অলপ সময়ৰ নিমিত্তেহে ইয়ালৈ আহিবলৈ অনুমতি পাইছোঁ। ইয়াতো সকলো লোকৰ গতি হয়।

ময়ো ৰৌ ৰৌ নৰকত থাকিম। তুমি য'তে থাকা মই তাতে থাকিম। মই সৌন্দৰ্যৰ উপাসক। পৃথিবীত যি সুন্দৰ দেখনিয়াৰ আছিল সেয়ে মোৰ কাম্য আছিল। ইয়াতো সেয়ে হ'ব।

কিন্তু ইয়াত সেইটো হ'ব নোৱাৰে। ধৰ্মৰজাই দোষ হিছাপেহে দণ্ড দিব।

মই তেওঁৰ আইন অমান্য কৰিম। তুমিও কৰিবা। ইয়াত নেতাসকলে কি কৰিছে? এনেভাৱে বহি থাকিলে নহ'ব। নৰক ৰাজ্য ধনী ৰাজ্য কৰিব লাগিব। সৌন্দৰ্য উপাসকৰ ঠাই হ'ব লাগিব। কথাৰ স্বাধীনতা, মনৰ স্বাধীনতা, ৰাইজৰ মত সকলো সুন্দৰভাৱে তিষ্ঠিব লাগিব। গণতন্ত্ৰ; গণতন্ত্ৰ! ঐ সেইজনৰ ডিঙিতে সেইখন কটাৰিৰে হেঁপিছে কিয়?

তেওঁ হত্যাকাৰী আছিল। তিৰোতাক ডিঙিত চেপি মাৰিছিল।

তেওঁৰ জানো তাত ফাঁচী হোৱা নাছিল? হৈছিল, তাৰ পিছত ইয়ালৈ আনিছে।

Double punishment. এইটো অবিধি। দোষীক একেটা দোষত মিছামিছি দুবাৰ দণ্ড দিব নোৱাৰে।

পৃথিবীৰ কাম পৃথিবীতে শেষ হৈছে নৰকত আকৌ এনে দণ্ড কিয়?

(৩)

যমৰজাই নৰকত গণতন্ত্ৰ প্ৰৱৰ্তন কৰি বৈতৰণীৰ পাৰত এখনি আশ্ৰম কৰি ধ্যানত মগ্ন হ'ল। লগত মাথোঁ তেওঁৰ আলপৈচান ধৰিবলৈ চিত্ৰগুপ্তক ৰাখিলে। গণতন্ত্ৰ দিওঁতে যমৰজাই চিত্ৰগুপ্তক কৈছিল– বুজিছা চিত্ৰগুপ্ত, গণতন্ত্ৰ বৰ ভাল বস্তু কিন্তু কাজীয়ে পালে কৰে দহিকটাকো বানি, অকাজীয়ে পালে কৰে মূলৰো হানি। আকৌ অঁকৰা মৈত উঠিলে কি অৱস্থা হয় সেইটো ভালকৈ জানা। গতিকে এই গণতন্ত্ৰই মানুহৰ সুখ-আনন্দ আনিব পাৰে। ধনী, দুখী সকলোৱে শান্তিত এমুঠি খাব পাৰে। ৰঙ, ধেমালি, ৰহইচেৰে দিন কটাব পাৰে। কিন্তু ইয়াত যদি ঘপণে ধৰে তেন্তে সকলোকে মূল নাস্তি কৰিব। সকলোৰে মুখত হাহাকাৰৰ ধনি উঠিব। "কুঠাৰে চিৰা কান্দোনত গছৰ পাত সৰা অৱস্থা কৰিব।" "আদখিনি তোৰ আদখিনি মোৰ" এনে দুৰ্নীতি সোমালে– মানুহৰ আপালি বাঢ়িব। ঘৰ ভাঙিও লৰক ফৰক হ'ব।

চিত্ৰগুপ্তই কৈছিল– ঢোল বায় ঢুলীয়া, টিকাত নাই চুৰিয়া অৱস্থা যে হ'ব সেইটো নুই কৰিব নোৱাৰি। কিয়নো ইহঁতৰ মনবোৰ সঙ্কীৰ্ণ। কেৱল লাভৰ অংশ বিচৰা লোক। দহ ভকতৰ সেৱা কৰা এওঁলোকৰ মুখৰ মহলাহে। বিশেষত দেশ ৰক্ষা আৰু প্ৰজাপালন কৰা উপায় সিহঁতে উদ্ভাৱন কৰিব নোৱাৰে।

যি নহওক চোৱা যাওক সিহঁতে কেনেকৈ ৰাজ্য চলায়। আমি বৰ্তমানে ইয়াতে ভালকৈ আশ্ৰম কৰি নানা খেতি, নানা গছপুলি ৰুই মানুহৰ খোৱা লোৱাৰ দিহা কৰো, লগে লগে এজাক ভক্তিপৰায়ণ লোকৰ সৃষ্টি কৰো। বৈতৰণী নৈৰ পাৰৰ যিমান মাটি চহাব পাৰি, খেতি কৰিব পাৰি আমি আশ্ৰমৰ ভিতৰত সুমুৱাই থওঁ। সেইজন ভিক্ষাৰী নহয়?

এৰা, আজিকোপতি চাৰি জনম সি ভিক্ষাৰী হৈ দিন কটাইছে। তাৰ মনৰ পৰা নিজে আৰ্জিব লাগে, স্বাৱলম্বী হ'ব লাগে এই বোধ নোহোৱা হৈছে।

এইটো মানুহৰ প্ৰকৃতি। "পৰৰ ওপৰত খোৱা ভটিয়নী পানীত যোৱা" মানুহে এই সহজ উপায়েৰে জীৱন কটাবলৈ ভাল পায়। কিন্তু তাৰ এই স্বভাৱ গুচাব লাগিব। মাতাচোন, তাক আমাৰ আশ্ৰমত লগাব পাৰোনে চাওঁ। সি এইপিনে আহিছেই। ভিক্ষা খুজিব। কিন্তু ভিক্ষা নিদি তাক এনেয়ে ইয়াতে খাব পাৰিব বুলি কথা। একো কৰিব নেলাগে। ভিক্ষাৰীজন ওচৰ চাপিল। চিত্ৰগুপ্তই সুধিলে কি লাগে? এমুঠি ভিক্ষা। তিনিদিন লঘোণে আছো। এৰা তুমি লঘোণে থকা যেন বোধ হৈছে। বাৰু ইয়াত বহা। ভিক্ষা লোৱাতকৈ ইয়াতে খাব পাৰিবা। একো কৰিব নালাগে। কিবা কাম কৰিব পাৰা?

ওঁহো।

দুৱাৰে দুৱাৰে ভিক্ষা কৰি অনাই বনাই ব'দে বৰষুণে ঘূৰি ফুৰাতকৈ এঠাইত কাম কৰি খোৱাত দেখোঁ সহজ। কাম? নাই নাই, মই কাম নকৰো। কাম কৰা মোৰ ধৰম নহয়? এটা পেট। তাৰ কাৰণে কাম কৰি দেহাত ভাগৰ লগাম? দেহা ভালে থাকিলে সকলো হ'ব। দেহাই বেহা। তাতে আকৌ কথাতে কয় "তিৰী, ধাৰি, কড়ি এই তিনিও প্ৰাণৰ বৈৰী।" বোপাই তিৰোতাও নালাগে ধনো নালাগে। দুসাজ দুটা এনেকৈ খাব পালে হ'ল।

যমে মাত লগালে, সকলোৱে যদি এনেকৈ খাব খোজে; তেন্তে ভিক্ষা ক'ত পাবা?

ঈশ্বৰে দিহা লগাব দেউতা। সৃষ্টিখন যেয়ে কৰিছে তেওঁ খোৱা-লোৱাৰো দিহা কৰিব। যদি সকলোৱে এনেকৈ জোলোঙা লয় তেন্তে সৃষ্টিকৰ্তাই আন কিবা উপায় কৰিব যাতে তেওঁৰ সৃষ্টিখন খাব নাপাই নষ্ট হৈ নাযায়।

বাৰু বহা। তুমি গোঁসাইৰ ভোগ খাব পাৰিবা। মিঠে খোৱা অভ্যাস আছে?

কিয় নহ'ব দেউতা। ঈশ্বৰে কাম কৰিবৰ শক্তি নিদিলেও জিভাখন দিছে। সৌ সিদিনা বৰুৱাৰ জীয়ে খাব দিলে। আঞ্জা হৈছে কচুৰ জোল। তাত নাই অলপো জলা। "জলা, জোল, জাল এই তিনিও নহ'লে আঞ্জা নহয় ভাল" সেই কথাষাৰো তেওঁ নাজানে। মোক কিন্তু জলা আঞ্জা লাগে। অলপ মনত ৰাখিব।

যমে এনেতে ক'লে, সৌজন হাতত পাঁজি-পুথিলৈ কোন আহিছে?

বিদগ্ধ পণ্ডিত। তেওঁ ইং বিং বহুতো জানে। শাস্ত্ৰৰ বকলা মুখতে। যি শাস্ত্ৰৰ কথা নোকোৱা তেওঁ মুখতে মাতিব পাৰে। কথাই পতি কালিদাসৰ শ্লোক। কথাই পতি চাণক্যৰ নীতিকথা। বাৰ্ণাৰ্ড শ, ৰোঁমা ৰোঁলা, গকীৰ কিতাপ পঢ়ি পঢ়ি শাবীয়ে শাবীয়ে গাব পাৰে। চেক্সপীয়েৰ কণ্ঠতে আছে।

বাৰু মাতা। ঔ এই পিনে খোজেই লৈছে। কাম-বন কিবা কৰেনে?

কাম? ঔ সেইটোৰ কাষেৰে নাযায়। নাচাই কিয়? বৈতৰণী পাৰ হওঁতে হাহাকাৰ লাগিছে। মদাৰৰ সাঁকো। তাত ভৰ দি আহিব লাগে। ক্ষণে পৰে, ক্ষণে মৰে। কোনোমতে ইপাৰ হৈছে। হেলাই-হেফাই পৰিছে। কোনোদিনা অলপ কাম কৰি পোঁৱা নাই।

তাত খাইছিল কেনেকৈ?

কথাৰ মহলা মাৰি। ইং বিং বলকি। সংস্কৃতৰ শ্লোক মাতি। আকৌ সঁচাই-মিছাই ভাগ্য গণনা কৰি। বোলে নিজৰ ভাগ্য যেয়ে ক'ব নোৱাৰে সি পৰৰ ভাগ্য কেনেকৈ ক'ব? তথাপি মানুহে তেওঁৰ কথাতে বিশ্বাস কৰিছিল। কথাৰে চাউল মোকোলাইছিল।

এনেতে ভিক্ষাৰীয়ে মাত দিলে, ভাল কৰিছিল দেওহে। ভাল কৰিছিল। কথাৰে খাব পাৰিলে কাম কৰিব কেলেই লাগিছে? বোলো গা-গোট পেটেই ভঁৰাল। এনে অৱস্থাত কিহৰ আকাল? ইঠাইত নাপাই সিঠাইলৈ যাম। বহল ভাৰতত খাব নাপাই মৰিমনে? পণ্ডিত আহি কাষ পালেহি। তেওঁ ততালিকে মাত দিলে, আনন্দম্ আনন্দম্।

বাৰু আনন্দৰ কথা কৈছা। কিন্তু বৈতৰণী পাৰ হওঁতে ভয়তে লেতু সেতু হৈছিলা দেখোঁ। আনন্দ কেনি গৈছিল?

পণ্ডিতে গহীনাই ক'লে কোহ্যেবান্যাৎ কঃ প্ৰাণ্যাৎ। যদ্যেষ আকাশ আনন্দো ন স্যাৎ। সৃষ্টিৰ মূলত আনন্দ নাথাকিলে কোনেনো আহাৰ গ্ৰহণ কৰিলেহেঁতেন; কোনেনো বাচি থাকিলহেঁতেন? আহাৰত অৰুচি হ'লে জীয়ে কিমান দিন বাচি থাকিব পাৰে? The glorious Trinity of power, wisdom and love. প্ৰতাপ, প্ৰজ্ঞান, প্ৰেম এই তিনিটাৰে মহা সামঞ্জস্য। কিন্তু এইবোৰ নুবুজি গণেশ গঢ়িবলৈ গৈ বানৰ গঢ়িছে। "বিনায়কং প্ৰকুৰ্ব্বাণো ৰচয়মাস বানৰম।। আনন্দম, আনন্দম, সচ্চিদানন্দম্।"

আনন্দৰ কথাতো মুখত আওঁৰাইছা। কিন্তু তোমাৰ ল'ৰা-ছোৱালী আছে?

আছিল। কিন্তু নাই। মই বিচাৰি আহিছোঁ।

কিয়?

কিয় এই প্ৰশ্ন উঠিব নোৱাৰে। তোমাৰ কোনো ল'ৰা-ছোৱালীলৈ মৰম নাই?

এই মৰমৰ কাৰণে বিচাৰি আহিছোঁ। সিহঁতক হেৰুৱাই জীৱন ব্যাপী হাহাকাৰ কৰি ফুৰিছো।

তেন্তে সচ্চিদানন্দ বোধ ক'ত?

"সৰ্বং খল্বিদং ব্ৰহ্ম" "এই সকলোৱে ব্ৰহ্ম" ল'ৰা-ছোৱালীয়ো ব্ৰহ্ম। ল'ৰা-ছোৱালীক বিচাৰা সেইবোৰ হেৰুওৱাত শোক পোৱা সকলোৰে মূলত ব্ৰহ্মক বিচৰা, ব্ৰহ্মক হেৰুৱাই আকুল হোৱা।

তোমাৰ তিৰোতা আছে।

আছিল। অতি ৰূপৱতী তেওঁ-তেওঁৰ চকুত মাধুৰ্য; দেহত অপৰূপ ৰূপ। কিন্তু হৰিণাৰ কোমল মাংসই তেওঁৰ বৈৰী হ'ল। জগতে তেওঁৰ ৰূপত আকুল হ'ল। সেই ৰূপৰ পোহাৰ মেলি ৰূপৰ গৰ্বতে তেওঁ বিচাৰি ললে ইটো এৰি সিটো। তাৰ ফলত মোৰ অন্তৰত তুলিলে ভূমিকম্প। মোক এৰি গ'ল। কিন্তু মোৰ অন্তৰত তুঁহৰ জুই এৰি গ'ল। সপোনে দিঠকে মই তেওঁৰ ৰূপৰ পোহাৰ দেখি আকুল হ'লো। শোকত অস্থিৰ হ'লো। উস্ মোৰ সেই প্ৰিয়া ক'ত? সেই উৰ্বশী সুন্দৰী ক'ত? সেই ৰূপৰে তিল্ তিল্‌কৈ সজা তিলোত্তমা ক'ত? তেওঁক বিচাৰ কৰাটোত মোৰ ভুল নাই। "সৰ্বং খল্বিদং ব্ৰহ্ম" সেই ব্ৰহ্মৰূপী মোৰ তিৰোতা, মোৰ অৰ্দ্ধাঙ্গিনীক মই বিচাৰি উলিয়াবই লাগিব। শুনিছো হেনো তেওঁৰ মৃত্যু হৈছে। তেওঁ নিশ্চয় ইয়ালৈ আহিছে। নিশ্চয় তেওঁ নিজ পতিক পাহৰি আনৰ আলম লোৱাত যি মহাপাপ কৰিছে সেই পাপৰ ফলত স্বৰ্গগামী হ'ব নোৱাৰে। নিশ্চয় এই

নৰকলৈ গতি কৰিছে, এই নৰকত নিজৰ ভুল বুজি আজি মোক বিচাৰিছে। সতীত্বৰ গৌৰৱ উপলব্ধি কৰিছে।

ভুল! তোমাৰ ব্ৰহ্মবোধ ভুল। তোমাৰ ব্ৰহ্ম অন্বেষণ ভুল।

এনেতে যমে গহীনাই ক'লে, তোমাৰ নৰকত শুধৰণি হোৱা ভাবটোও ভুল। নৰক দণ্ড দিয়া ৰাজ্য। ইয়াত শুধৰণি আশা কৰা মিছা। যেয়ে যি পাপ কৰিছে তাৰ দণ্ড পাব। সেইবোৰ শুধৰাবলৈ ইয়াত উপায় নাই; সময় নাই। তোমাৰ তিৰোতাৰ নাম কি?

উৰ্বশী।

তেওঁৰ পৰিণাম দেখি নিশ্চয় আচৰিত হ'বা। ইচ্ছা কৰা যদি চাই আহাগৈ। তোমাৰ জ্ঞানো অসম্পূৰ্ণ। তুমি সৰ্ব্বং খল্বিদং ব্ৰহ্ম" শ্লোক আওৰাইছা। কিন্তু মায়াবাদ ভেদ কৰিব পৰা নাই। তুমি তোমাৰ আত্মা যে "সৎ" অৰ্থাৎ নিত্য সেইটো পাহৰি মদাৰৰ সাঁকো দেখি প্ৰত্যেক খোজতে পৰি মৰিবা বুলি ভয়তে কঁপিছিলা। কিন্তু ব্ৰহ্ম সত্য নিত্য। তাৰ মৃত্যু নাই। আকৌ তোমাৰ তিৰোতাক তুমি ভাল পাইছিলা তাইৰ ৰূপৰ পোহৰ দেখি। তাইৰ ভিতৰৰ আত্মা বা ব্ৰহ্মাৰ লগত মিলিবলৈ বা ব্ৰহ্মস্বৰূপে পাবলৈ আগবঢ়া নাছিলা। ৰূপ, সৌন্দৰ্য, মোহ অনিত্য, অসৎ। ৰূপ, সৌন্দৰ্য মায়বাদৰ উপকৰণ। সেই উপকৰণতে তুমি বিভোল। তোমাৰ মোহ—ব্ৰহ্মলৈ আচল প্ৰেম বা ভক্তি নহয়। তোমাৰ ল'ৰা-ছোৱালীলৈ স্নেহ, মমতা তেওঁলোক তোমাৰ ল'ৰা-ছোৱালী বুলি। কিন্তু আনৰ ল'ৰা-ছোৱালীলৈ তোমাৰ হেঁপাহ নাই কিয়? সেইবোৰক সমানে দেখিবলৈ তুমি অপাৰগ কিয়? গতিকে "সৰ্ব্বং খল্বিদং ব্ৰহ্ম" এইটো তোমাৰ মুখৰ কথাহে, ইয়াৰ আচল অনুভূতি কৰিবলৈ তুমি সক্ষম হোৱা নাই। জ্ঞান-চৰ্চা আৰু জ্ঞান অনুভূতি বেলেগ কথা। বাৰু যি নহওক তোমাৰ তিৰোতা, ল'ৰা-ছোৱালীলৈ পাহৰি, জৰা-মৃত্যুক আওকাণ কৰি এই আশ্ৰমত জিৰণি লোৱা।

তুমি সচ্চিদানন্দ উপলব্ধি কৰিব পাৰিবা। মায়াবাদে সৃষ্টি কৰে ভয়, সঙ্কোচ, হিংসা মোহ ঈৰ্ষা, বিৰহ, বিচ্ছেদ। ব্ৰহ্মজ্ঞানে সামৰি লয় বসুধা, প্ৰেম, আনন্দ, সাম্যভাব।

(৪)

নৰকত আজি গণতন্ত্ৰ। ৰাইজে ৰজা। মধুসূদন নৰকৰ ৰাষ্ট্ৰপতি। মোহন প্ৰধানমন্ত্ৰী। ৰব চ'ৰাৰ মেলুৱে বহুতো। উৰ্বশী শিল্প কলাৰ মন্ত্ৰী। মেলুৱৈ সকলৰ ভিতৰত ভীষণ ডকাইত, চোৰাং বজাৰত খ্যাতনামা ধনী লোক; দুৰ্নীতিপৰায়ণ শীৰ্ষ লোকসকল আছে। নৰকৰ আইনৰ সাল-সলনি হ'ল। বিধান-সভাত নতুন আইনৰ প্ৰচলন। সৰ্বসম্মতিক্ৰমে এই আইন বলবৎ হ'ল। ইয়াৰ প্ৰধান প্ৰধান বিধি হ'ল– (১) পৃথিৱীত দস্যু, ডকাইত, বা চোৰ আদি কৰি যিসকলে তাত দণ্ড লভিছে নৰকত তেওঁলোকে দুনাই দণ্ড নাপায়। (২) চোৰাং বজাৰ অবাধে চলিব।

কিয়নো দেশৰ উন্নতি চোৰাং বজাৰৰ দ্বাৰাহে হ'ব পাৰে। চোৰাং বজাৰে ধনীৰ সৃষ্টি কৰে। ধনেহে দেশৰ শ্ৰী বঢ়ায়। এনে চোৰাং বজাৰৰ কাৰণে দুখীয়া লোকসকল হাৰাশাস্তি হ'লেও উপায় নাই। খাব নাপাই দুখী লোকসকল মৰিলে দেশৰ মঙ্গল। য'তে অভাৱ, অনাটন, দুখ-দৈন্য তাতে শোকৰ আকৰ। গতিকে দুখীৰ অন্ত হ'লেই দেশৰ পৰা শোক আঁতৰি যাব। (৩) দুৰ্নীতিত একো দণ্ড নাই। কিয়নো এনে দুৰ্নীতি লুকাই লুকাই কৰাতকৈ– দেখা-দেখিকৈ হোৱা ভাল। তদুপৰিও দুৰ্নীতিৰে একো নোহোৱা লোকেও অলপ সময়তে বহু টকাৰ মালিক হ'ব পাৰে। পঁজা ঘৰৰ ঠাইত সাত মহলা ঘৰ সাজিব পাৰে। দেশৰ অমঙ্গলীয়া দুখ-দৈন্য আঁতৰ কৰিব পাৰে। যি নহওক ৰাইজে ৰজা। ৰাইজৰ মতেই সকলো শাসন হ'ব। নৰকত থকাসকল পাপী; দুৰ্নীতিপৰায়ণ, চোৰাং বজাৰত পাৰ্গত, দেশসেৱাৰ নামত নিজৰ পেট ভাণ্ডৰ কৰা; নেতা হৈ নিজৰ স্বাৰ্থৰ প্ৰভুত্ব বঢ়োৱা ইত্যাদি লোকেই ভৰা। গতিকে তেওঁলোকে যে সেইবোৰ সমৰ্থন কৰিব তাত সন্দেহ কি? পৰৰ তিৰোতা দেখিলেই অন্তৰত কামবাণে জলাকলা কৰা; সুবিধা পালেই পৰস্ত্ৰীহৰণ

কৰা, ৰূপ সৌন্দৰ্য উপভোগ কৰা এনেবোৰ ঘটনাই সংসাৰত নানা অঘটন, নানা কাব্য উপন্যাসৰ সৃষ্টি কৰি সংসাৰ মাছ ভজা খোলা কৰিছে গতিকে এনে সতীত্বৰ মেৰজাল আঁতৰাই ইচ্ছামতে অবাধে ৰূপ, সৌন্দৰ্য উপভোগ কৰিব– তাত একো দণ্ড নাই, পাপ নাই। এনেবোৰ নতুন বিধিয়ে নৰক ৰাজ্য সৰগ কৰি তুলিব। দুখ দৈন্য শোক আঁতৰ কৰি মহানন্দৰ ৰাজ্য গঢ়ি তুলিব। সকলোৰে মুখত হাঁহি, ৰং-ধেমালিয়ে খেলা কৰিব। গণতন্ত্ৰৰ মূল উদ্দেশ্য আনন্দ। এই আনন্দ অধিকাৰ কৰিব লাগিলে সকলোতে স্বাধীনতা বিৰাজ কৰিব লাগিব। উৰ্বশীয়ে এই মত পৃথিৱীত চলাবলৈ অশেষ চেষ্টা কৰিও বিফল মনোৰথ হৈ অকালতে সংসাৰ এৰিলেও নৰকত এই মত চিৰস্থায়ী কৰিব।

আনপিনে নৰকত বিজ্ঞানৰ উন্নতি কৰিব লাগিব। ৰৌ ৰৌ নৰক এতিয়াও ভীষণ আন্ধাৰে আগুৰা, তাত এগচা মাটিৰ চাকিও নাই। কোনে তাত চিঞৰিছে, কোনে ডেডাউৰি পাৰিছে, কোনে কাক সঁচাই মিছাই মৰিয়াই চাল-বাকলি নোহোৱা কৰিব ধৰিছে চকু মেলিও একো দেখা নাপায়। গতিকে বিজ্ঞানৰ সহায়েৰে সেই ঠাইত জল-বিদ্যুৎ সৃষ্টি কৰি নৰক জাকজমক কৰিব। ই যেন দ্বিতীয় স্বৰ্গপুৰীহে হ'ব। ইয়াৰ কাৰণে পাঁচ বছৰীয়া আঁচনি তৰিছে। নৰকপুৰীৰ সৰ্বাংগ উন্নতিৰ কাৰণে উন্নতি পৰিকল্পনাৰ সৃষ্টি হৈছে। বিজ্ঞানেৰে "ৰকেট" তৈয়াৰ কৰি চন্দ্ৰলোক অধিকাৰ কৰিব লাগিব। মঙ্গল গ্ৰহতো ভাল ঠাই আছেনে বিচাৰ কৰিব লাগিব। কিয়নো ইয়ালৈ হোৰে হোৰে যেনেকৈ লোক জাপি আহিব ধৰিছে বছৰচেৰেকতে যে নৰক ৰাজ্যত ঠাইৰ নাটনি হ'ব সেইটো ধ্ৰুৱ। সংসাৰৰ পৰা ইমান মানুহে মৰি নৰক পোৱাৰ কাৰণ সংসাৰত বিষয় অনুৰাগে মানুহক জলাকলা কৰিছে। তাৰ পৰা পলাব পাৰিলেই ৰক্ষা। নানা অত্যাচাৰ, লাঞ্ছনা; বিষয়ৰ বিষে জৰজৰ কৰা অৱস্থাই মানুহক আতুৰ কৰি দিশ-বিদিশ শূন্য কৰি ঢাপলি মেলাইছে নৰকলৈ। তেন্তে নৰকত আৰু কিমান ঠাই ওলাব? যিহে যুগ-যুগান্তৰ এনেভাৱে সকলোকে সামৰি লব পাৰে। এই সোঁত ৰাখে বন্ধ কৰিব পাৰি তাৰো নতুন কল্পনা চলিছে। ৰাষ্ট্ৰপতিয়ে ঘোষণা কৰিছে আমি যিমান সোনকালে "ৰকেট" উলিয়াব পাৰোঁ সিমানেই মঙ্গল। আমি চন্দ্ৰলোক, বৰুণলোক, মঙ্গল লোক অধিকাৰ কৰিবই লাগিব। আনপিনে শিল্পমন্ত্ৰীয়ে ঘোষণা কৰিছে শিল্প-কলাৰ উৎকৰ্ষ সাধন কৰিব লাগিব। সকপোপিনে সৌন্দৰ্য জিলিমিলিতে দেশ উজলাই তুলিব লাগিব। সতীত্বৰ আহুকাল গৌৰৱ নষ্ট কৰিবলৈ তেওঁ নিজে যেতিয়াই ইচ্ছা কৰে বেলেগ বেলেগ মন্ত্ৰীৰ লগত সহবাস কৰিব। বেলেগ বেলেগ মন্ত্ৰীৰ লগত দেশ চোৱা কামত গৈ আনন্দ কেলি কৰিব। সুৰাবন্ধ নিয়ম হলেও সুৰাৰ অবাধ গতি হব। সুৰা আনন্দৰ সহচৰ। শোক দুখত জুৰুলা জুপুৰা হোৱা লোকো সুৰাপান কৰি আনন্দত নাচি ফুৰিব পাৰে। এতিয়া নীতিৰ হকে সুৰা খোৱা বাধা হ'লেও বছৰচেৰেকৰ পিছত ইয়াৰ অবাধ গতি হ'ব। লুকাভাকু আঁতৰাই দেখাদেখিকৈ সকলোৱে খাব পাৰিব। শিক্ষামন্ত্ৰীয়ে ঘোষণা কৰিছে এনে শিক্ষা প্ৰচলন হ'ব যি সকলোকে বিলাসপৰায়ণ কৰিব পাৰে। দেশৰ সৌন্দৰ্য বঢ়াবলৈ শিকায়। শোক দুখৰ অন্ত কৰিব পাৰে। অলীক ঈশ্বৰ। ধৰ্ম, কৰ্ম, পাপ-পুণ্যৰ ভয় গুচাই দেশ জুৰি আনন্দৰ সোঁত বোৱাব পাৰে।

(৫)

যম ৰজাই ব্ৰহ্মমুহূৰ্ততে উঠি স্নান আদি কৰি সকলো কাম আঁতাই শুদ্ধমনে ঈশ্বৰ উপাসনাত দিন কটায়। এই উপাসনাত তেওঁ কেৱল নিজৰ মঙ্গলৰ কাৰণে কামনা নকৰে। তেওঁ জগতৰ মঙ্গল হওক, প্ৰাণী মাত্ৰেই সজ হওক; ঈশ্বৰৰ মাহাত্ম্য জগতবাসীয়ে উপলব্ধি কৰক এনে কথাই ঠাই পায়। তাৰ পিছত আগৰ দৰে চিত্ৰগুপ্তই জন্ম-মৃত্যুৰ সংখ্যা দেখুৱাই কিমান মৰা লোক নৰকলৈ আহিব ধৰিছে সেইবোৰ আগত দাঙি ধৰে। পৃথিৱীত মহাযুদ্ধ, অৰাজকতা, হিংসাদ্বেষ; ৰাজ্য শাসনত অনাচাৰ অধাচাৰৰ কাৰণে মৃত্যু-সংখ্যা দিনক দিনে বাঢ়িব ধৰিছে। তেওঁ অনাটন, অভাৱ আৰু ভেজাল বস্তু বহু সংখ্যক লোক নৰকলৈ গতি কৰিছে বুলি কয়। যমৰজাই সেই হিচাপবোৰ

চাই তভক মাৰি ৰয়। অলপ পিছত কয় ভেজাল আৰু দুৰ্মূল্যৰ কাৰণে হোৱা অভাৱে বহুত লোকৰ প্ৰাণহানি কৰিব ধৰিছে। ইয়াত বাধা দিবৰ শক্তি নোহোৱা হৈছে। কিন্তু এনে হাৰে লোকৰ মৃত্যু হ'লে নৰকত তেওঁলোকৰ বাবে ঠাইৰ অভাৱ হ'ব। ইয়াৰ উপায় কি হব?

চিত্ৰগুপ্তই ক'লে, ইয়াৰ উপায় একো দেখা নাপাওঁ। মানুহ মাত্ৰেই অতি ধনলোভী হৈছে। ধনৰ জিলিমিলিত মনুষ্যত্ব, বিবেক সকলো বিসৰ্জন দিব ধৰিছে। ঘোৰ কলিয়ে তেওঁলোকক পাপ পুণ্যৰ বিচাৰ নোহোৱা কৰিছে। গতিকে এনে অসজ কথা ৰুধিবলৈ উপায় কি হ'ব পাৰে? মানুহৰ মন তামসিক আন্ধাৰে আগুৰি পেলাইছে।

যমে ক'লে, এই আশ্ৰমত বহুতো মানুহক ঠাই দিবলৈ বন্দোবস্ত কৰিব লাগিব। সেই মানুহবোৰক ধনৰ জিলিমিলিতকৈ সত্যৰ ভাতি, ধৰ্মৰ উজ্জলতা যে বেছি আদৰণীয় সেইটো শিক্ষা দি আকৌ সেই মানুহবোৰক পৃথিৱীলৈ পঠিয়াই নতুন যুগৰ সৃষ্টি কৰিবলৈ আদৰ্শ দিব লাগিব।

পৃথিৱীত হিংসাহিংসি, পৰশ্ৰীকাতৰতা, এখন দেশে আন দেশৰ উন্নতিত চকুচৰহা আদি অৱস্থাই মানুহক বলিয়া কৰি তুলিছে। তদুপৰিও নিজৰ ব্যক্তি-স্বাৰ্থই মানুহক উতলা কৰিছে। তাতে ধনৰ প্ৰভাৱক ওখ ঠাই দিয়াত ধনৰ উচ্চ শৃঙ্গ ইমানকৈ বাঢ়িছে যে পৃথিৱীৰ হিমালয়ৰ উচ্চ শৃঙ্গতকৈও ই বেছি ওখ হৈছে। ইয়াৰ প্ৰভাৱত মানৱৰ আন সকলো গুণ নিষ্প্ৰভ কৰি ক'লা ডাৱৰে ছাটি ধৰিছে।

সেইটো বুজিছো। কিন্তু এনে নতুন তথ্য বিচাৰি উলিয়াব লাগিব যিহে সেই সেই ডাৱৰ মুকলি কৰি মনুষ্যত্বৰ উজ্জ্বলতা বঢ়াই তুলিব পাৰে। বুজিছা হিমালয় অতি ওখ হ'লেও তাৰ দুকাষে থকা ৰাজ্যবোৰত তাৰ ক'লা ছাঁ পেলাই ৰাজ্যৰ উজ্জ্বলতা নষ্ট কৰা নাই। বৰং হিমালয়ৰ পৰা স্ৰোতস্বিনী নৈৰ প্ৰবাহ বৈ সেই ৰাজ্যবোৰৰ আনন্দ শ্ৰী বঢ়াইছে। গতিকে ধনৰ উচ্চ শৃঙ্গ অভ্ৰভেদী হ'লেও আমি এনে উপায় উলিয়াব লাগিব যেন তাৰ জ্যোতিয়ে জগত উজলাই তোলে। তাৰ ছাঁৰে জগত আন্ধাৰে নকৰে।

কিন্তু তেনেকুৱা অসম্ভৱ। ধনৰ জিলিঙনিত এবাৰ যেয়ে মোহ গৈছে সি কেতিয়াও তাৰপৰা আঁতৰি ত্যাগ ধৰ্ম নিশিকে।

শিকে। কেৱল দুদিন সেই জিলিমিলিত ভোল যায়। বুদ্ধই ত্যাগ ধৰ্ম লৈছিল। আন বহুতো মনীষীয়ে ধন আৰ্জি ধন বিতৰণ কৰি আদৰ্শ এৰি গৈছে। কত ৰজাই মহাযজ্ঞ কৰি সকলো ভঁৰাল উদং কৰি নিজে নাঙ্গং না বস্ত্ৰং হৈ ভিক্ষাৰ জোলোঙা লৈছিল বা কেৱল নিজৰ আহাৰখিনি হে ৰাখিছিল।

এনে আদৰ্শ আজি জগতত মলিন হৈ একেবাৰে নোহোৱা যেন হৈছে। এনেতে সেই মহাপণ্ডিত মাধৱ যমৰ কাষ পাই উচ্চাৰণ কৰিলে "ধৰ্ম্মাৰ্থ কাম মোক্ষ্যাঃ পুৰুষাৰ্থ্য উদাহৃতাঃ। চতুষ্টয়মিদং যস্মাৎ তস্মাৎ কিং কিমিদং বৃথা।"

ধৰ্ম, অৰ্থ, কাম মোক্ষ এই চাৰিটাক পুৰুষাৰ্থ কয়। যিহৰ পৰা এই চাৰিবিধ পুৰুষাৰ্থ লাভ হয়– তাৰ পৰা কি হ'ব পাৰে সেই অনন্ত কি বৃথা? শুনক ধৰ্মৰাজ ভাগৱতত প্ৰহ্লাদক উৎপীড়ন কৰি হিৰণ্যকশিপুৱে তেওঁৰ অন্তৰৰ পৰা বিষ্ণুভক্তি আঁতৰাবলৈ অশেষ চেষ্টা কৰিছিল। কিন্তু নানা অত্যাচাৰ কৰিও নোৱাৰি পুৰোহিতসকলক অভিচাৰ ক্ৰিয়াৰে তেওঁক সংহাৰ কৰিবলৈ আদেশ দিছিল। পুৰোহিতসকলে প্ৰহ্লাদক বুজনি দিছিল, তোমাৰ পিতৃ ত্ৰৈলোক্যৰ ঈশ্বৰ। তোমাৰ অনন্তত কি আৱশ্যক? অনন্তৰ দ্বাৰা কি হ'ব পাৰে? তুমি বিপক্ষ লোকৰ স্তুতি এৰি পিতৃৰ আদেশ মতে কাম কৰা। তেতিয়া প্ৰহ্লাদে উত্তৰ দিছিল, হে পুৰোহিতসকল, অনন্তৰ পৰা ধৰ্ম, অৰ্থ, কাম, মোক্ষ এই চাৰিবিধ ওপজে। আৰু এই চাৰিবিধ পুৰুষাৰ্থ। এই চাৰিবিধ পুৰুষাৰ্থ যিহৰ পৰা লাভ হয় সেই অনন্তৰ ধ্যান কি মিছা?"

যমে হাঁহি মাৰি ক'লে, বহুতো শাস্ত্ৰবকলা মেলিলা। কিন্তু অনন্তৰ জানো কেতিয়াবা ধ্যান কৰিছা। আকৌ তুমি জানো জগতত দেখি অহা নাই– ধৰ্ম, কাম, মোক্ষতকৈ আজিকালিৰ লোকে 'অৰ্থত'হে সকলো পুৰুষাৰ্থ দেখিছে। সেই অৰ্থ লভিবলৈ আন

সকলো জলাঞ্জলি দিছে। তেওঁলোকে পাহৰিছে অৰ্থ সম্বল, ধৰ্ম, কাম আৰু মোক্ষ লভিবলৈকেহে সৃষ্টি।

মহাপণ্ডিতে ক'লে, সেই কথা এৰক; শুনক প্ৰহ্লাদৰ সেই কথাত মন নিদি পুৰোহিতসকলে ভয়ঙ্কৰ অভিচাৰ ক্ৰিয়াৰ সৃষ্টি কৰি ভয়ঙ্কৰ অগ্নিময়ী কৃত্যাৰে প্ৰহ্লাদৰ বুকুত শেল আঘাত কৰিলে। কিন্তু সেই শেল প্ৰহ্লাদৰ বুকুত লাগি উভতি আহি– নিৰপৰাধী প্ৰহ্লাদক মাৰিবলৈ পুৰোহিতসকলে ষড়যন্ত্ৰ কৰা দেখি পুৰোহিতসকলক মাৰিবলৈ খেদি গ'ল।

তাৰ পিছত।

প্ৰহ্লাদে তেতিয়া শ্ৰীকৃষ্ণক সুঁৱৰি ক'ব ধৰিলে হে কৃষ্ণ, হে অনন্ত এওঁলোকক ৰক্ষা কৰা। "ত্ৰাহি কৃষ্ণে ত্যনন্তেতি বদন্নভাব পদ্যত"। তেওঁ ক'লে হে জগত স্বৰূপ, হে জগতৰ সৃষ্টি কৰ্তা; হে জনাৰ্দন– এই বামুণসকলক– এনে ভয়ঙ্কৰ মন্ত্ৰ অগ্নিৰ পৰা ৰক্ষা কৰা। তুমি সকলো ভূততে আছা, সৰ্বব্যাপী তুমি। এই বামুণসকলৰ ভিতৰতো তুমি আছা। তেওঁলোক মোৰ শত্ৰু নহয়। তেওঁলোক তোমাৰে অংশ।

হিৰণ্যকশিপুৱে তেতিয়া প্ৰহ্লাদক সুধিছিল– এনে অব্যৰ্থ অভিচাৰ মন্ত্ৰকো ব্যৰ্থ কৰিবলৈ তই কত শক্তি পালি? এইয়া বিপৰীত মন্ত্ৰৰ দ্বাৰা উদ্ভৱ কৰিলি নে তোৰ স্বাভাৱিক প্ৰভাৱ? এতন্মন্ত্ৰদিজনিত মৃত্যাহো সহজংবত? প্ৰহ্লাদে ক'লে মন্ত্ৰৰ পৰা এনে প্ৰভাৱ উদ্ভৱ হোৱা নাই। আকৌ এয়া মোৰ স্বাভাৱিক প্ৰভাৱো নহয়। অচ্যুত হৰি যাৰ হৃদয়ত বাস কৰে– তেওঁৰেই এনে প্ৰভাৱ। প্ৰভাৱ এষ সামান্যো যস্যাচ্যুতে হৃদি।

চিত্ৰগুপ্তই সুধিলে, অচ্যুত হৰি সকলোৰে হৃদয়ত বাস কৰে। তেন্তে সকলোৰে প্ৰভাৱ নহয় কিয়?

মহাপণ্ডিতে ক'লে, তস্য পাপা গমস্তাত হেত্বভাবান্নবিদ্যতে। যি ব্যক্তিয়ে হৰি সকলোৰে হিয়াত আছে বুলি জানি অন্যৰ অনিষ্ট চিন্তা নকৰে, তেওঁৰো অনিষ্ট নহয়। ঈশ্বৰ মোতো আছে, আনতো আছে, সকলোতে আছে। তেন্তে সকলোৱে মোৰ মিত্ৰ, শত্ৰু কেনেকৈ হ'ব? তেওঁলোকৰ অনিষ্ট মই কেনেকৈ চিন্তা কৰিম। মই তেওঁলোকৰ শুভ চিন্তাহে কৰো, তেন্তে মোৰ শাৰীৰিক, মানসিক, দৈৱ বা ভৌতিক অনিষ্ট কেনেকৈ হ'ব। এবং সৰ্ব্বেষু; ভূতেষু বক্তিৰ ব্যভিচাৰিণী। কৰ্তব্যা পণ্ডিতৈ জ্ঞাৰ্তাত্বা সৰ্ব্বভূতময়ং হৰিম্।

এনেতে চিত্ৰগুপ্তই সুধিলে, তুমি নৰকত তোমাৰ তিৰোতাক দেখা পালা।

পালো। সেইয়া যে বীভৎস কাণ্ড। যি দেখিলো, যি শুনিলো।

কি?

তেওঁ মন্ত্ৰী হৈছে। আদেশ জাৰি কৰিছে সতীত্বৰ ই গৰিমা কেৰে গাব নোৱাৰে। সেই আদৰ্শ দেখুৱাবলৈ তেওঁ নিজেই মন্ত্ৰী এৰি আন মন্ত্ৰীৰ সতে সহবাস কৰে; ভ্ৰমণ কৰে। এনে ভয়ঙ্কৰ কাণ্ড চাবলৈ মই নৰকলৈ লৰি আহিছিলো। উস্ তেওঁৰ এতিয়াও অনুতাপ হোৱা নাই, এতিয়াও মোক স্মৰণ কৰা নাই। এতিয়াও ৰূপ গৌৰৱৰ দম্ভ মোৰ যোৱা নাই। যমে গহীনাই মাত দিলে, সৰ্ব্বভূতময়ং হৰিম্" এই কথা অলপ আগতে গাই গলা। গতিকে তেওঁ ইটো এৰি আনটো ধৰাত আপত্তি কৰিছা কিয়? বীভৎসতা দেখিছা কিয়? তোমাৰ স্বাৰ্থত বিঘ্ন হোৱা বুলি?

যম তুমি ধৰ্মৰাজ! তুমি এনে অধৰ্ম বাণী মুখত কেনেকৈ আনিলা।

যমে হাঁহি মাৰি ৰ'ল। তেন্তে কি তোমাৰ আগৰ শ্লোক অৰ্থহীন নে আন কিবা গূঢ়াৰ্থ আছে? নে সুবিধা বুজি বেলেগ বেলেগ সময়ত বিৰুদ্ধ অৰ্থ বা বেলেগ বেলেগ শ্লোকৰ ব্যৱহাৰ হয়? বাৰু এই সম্বন্ধে আৰু ভাবা। এই শ্লোক কেৱল মুখত আওৰাই নাথাকি অনুভূতি কৰিবলৈ শিকা। অৱশ্যে অনুভূতি কৰিবলৈ সময় লাগিব। আকৌ আন এটা কথা জানো মন কৰিছা? সেইখন আজি গণতন্ত্ৰ দেশ। তাত বহু সংখ্যাকে যি বিধি সমৰ্থন কৰে সেয়ে ঘটিব।

গণতন্ত্ৰই বিচাৰে অনাচাৰ, ব্যভিচাৰ। এশৰ ভিতৰত নিৰান্নবৈ জন লোকেই অসজ, অধৰমী। গতিকে তেওঁলোকে নিশ্চয় অসজ আচৰণ, অধৰ্মকে প্ৰশ্ৰয় দিব তাত সন্দেহ কি?

কিন্তু মানুহক লাগে গণতন্ত্ৰ! মানুহক লাগে অৰ্থ অৰ্থাৎ ধনৰ জিলিমিলি।

এনেতে চিত্রগুপ্তই মাত দিলে, "অর্থ" যদিও ধর্ম, কাম, মোক্ষৰ কাৰণে বুলি আগতে কৈ গৈছে কিন্তু সেই অর্থৰ সজ ব্যৱহাৰ হোৱা নাই।

মহাপণ্ডিতে ক'লে হৈছে, হৈছে। গোটেই নহ'লেও আধা হৈছে।

যমে সুধিলে কি?

ধর্ম আৰু মোক্ষৰ কাৰণে নহ'লেও অর্থৰ ব্যৱহাৰ কাম পূৰণৰ কাৰণে সুন্দৰভাৱে ব্যৱহাৰ হ'ব ধৰিছে। মৰিলে নৰক বা সৰগ পায়। নৰকৰ বিভৎসতা মই নিজ চকুৰে দেখিলো। কিন্তু সৰগত বা কি দৃশ্য। তাতো শুনিছো হেনো উর্বশী-তিলোত্তমাৰ সকলোতে গতি। তেন্তে পৃথিৱীখনত কি জগৰ লাগিল? সতীত্বৰ জয়গীতি গাবলৈ কেৱল পৃথিৱীখনতহে জয়ঢোলৰ সৃষ্টি হ'লনে? পাপ-পুণ্যৰ গণনা আৰু তাৰ কাৰণে শাস্তিৰ ওঁটেঙা কেৱল পৃথিৱীৰ লোকৰ পিঠিতহে পৰিল নে?

নাই নাই পাপ নাই, পুণ্য নাই; ধর্ম নাই, অধর্ময়ো নাই; সতীত্বয়ো নাই, ব্যভিচাৰিতায়ো নাই। এইবোৰ কেৱল ভুলৰ ঠেক পুখুৰীৰহে সৃষ্টি। মোৰ মহাবিদ্যা শিক্ষা, দীক্ষা ব্যৱহাৰ কৰিম এইবোৰৰ অন্ত কৰিবলৈ। ঠেক পুখুৰীৰ পাৰ ভাঙি বহল সাগৰত মিলাবলৈ। যম! মোৰ পথ ভুল হৈছে। উর্বশীয়ে আচল পথ লৈছে। মই তাইৰ পথত সহায় হ'ম। তাইৰ আদর্শ উজলাই তুলিম। মোৰ ভুল পথত আছে সন্দেহ, দুখ, শোক। তাইৰ পথত আছে আনন্দ, আনন্দ– চৌদিশ আনন্দ! ধর্ম কিয়? মোক্ষ কিয়? লাগে অর্থ, লাগে কাম পূৰণ, সৌন্দর্য উপভোগ, মনৰ তৃপ্তি।

(৬)

মৰিলো মৰিলো। আৰু একো নাই বোপাই। লোটা, ঘটি, বাচন; কাপোৰ-কানি সকলো বেচি-কিনি খালো আৰু উপায় নাই। আজি কেইদিন লখোণে ল'ৰা-ছোৱালী শুকাই মৰিল। ইখন ৰাজ্যত কেনেকৈ থাকো দেউতা ঐ। বুলি ডেডাউৰি পাৰি টঙালে চিঞৰি গৈছে। এনেতে মন্ত্রী উর্বশীয়ে মটৰেৰে যাওঁতে তাৰ চিঞৰ-বাখৰ শুনি সুধিলে কিয় চিঞৰিছ? কি নাম তোৰ।

মোৰ নাম টঙাল, টঙাল আইটি। টঙাল নহয় কঙাল।

কি হৈছে তোৰ?

কঙালৰ যি অৱস্থা হ'ব লাগে। আর্জিবৰ উপায় নাই। হেৰৌ আজিৰ দিনতো তই আর্জিবৰ উপায় পোৱা নাই। তোৰ দেখিছো সমূলি সাধন নাই। সকলো অসাধনীয় লোকে নাখাই মৰাই ভাল। তইঁতক সকলো সুবিধা দিছোঁ। চোৰাং বজাৰৰ আঁৰ-কাপোৰ দাঙি দিছোঁ। মিছাৰ পাৰ ভাঙি দিছো। তথাপি ধন আর্জিব নোৱাৰ। তোৰ নিচিনা আলাই-বাদু সমাজৰ আপদ গলগ্রহ স্বৰূপ। তইঁত সোনকালে সিফলীয়া হোৱাই ভাল। ইয়াত দুখীয়া, দৰিদ্র, হাবাথুৰিৰ ঠাই নাই।

আইটি টকা কেনেকৈ আর্জো?

হেৰৌ তোৰ তিৰোতা আছেনে নাই?

আছে।

দেখিব কেনে?

মইতো ভালেই দেখো।

তেন্তে আৰু কি ভয়।

তাইক ব্যৱসায় কৰিব দে। যদি দেখাত ভাল হয়, বহুতো ধন পাবি। কুধচ হ'লেও লোৱা লোক আছে।

ৰাম ৰাম আইটি।

হাতত ব্যৱসায়ৰ ধন আছে। তাকে ব্যৱহাৰ নকৰি শুকাই মৰিবি। তেন্তে তোৰ উপায় কি কৰিম। দাতাই দিলেও বিধাতাই নিদিয়ে। তোৰ বুধি কম আছে। ধর্মত যাৰ মতি– তাৰ নিশ্চয় বুধি নাই। সি ধর্ম ধর্ম কৈ কৰিব জানে, কেনেকৈ খুঁতি খাব লাগে বুলি নাজানে ধৰ্মই জোলোঙা লোৱা ভকত কৰে। অধৰ্মই সাত মহলাৰ গৰাকী কৰে। তেন্তে কোনটো ভাল?

আইটি পৰকাল বুলি এটা বস্তু আছে।

পৰকাল। ভাল হঁহুৱালি। হেৰৌ কোনাৰ এৰি পেটৰ ভিতৰলৈ কোনে চায়? পৰকালত কি হ'ব সেই কথাকে ভাবি ভাবি ধর্মৰ জাল তৰোঁতে এতিয়া নৰকতো আহি হাহাকাৰ কৰি মৰিব ধৰিছ। তথাপি পৰকালৰ চিন্তা। বা বা সেই ধৰ্মী ভবিষ্যতবাদীয়ে ধর্ম ধর্ম

কৰোতে তিৰোতা বেচিছিল। তই তিৰোতা বেচিব নালাগে কেৱল তাই ব্যৱসায় কৰিব। তোৰ বস্তু তোৰ কাষতে থাকিব।

দেউতা ঐ গৰু-ছাগলীৰ দেশ হ'ল। তাতকৈ মৰিম খাব নাপাই মৰিম।

মৰিবৰ ইচ্ছা আছে তেন্তে মৰ। বাট দেখালেও বাট নল। হেৰৌ অন্ধলা, চকু মেলিও বাট নেদেখা তেন্তে তোৰ মৃত্যু নহৈ কাৰ হ'ব?

মোৰ মৃত্যু হৈছে। আকৌ মৰিম। হাজাৰ বাৰ মৰিম। কিন্তু মোৰ তিৰোতা আনৰ উপভোগ্য কৰি দিব নোৱাৰিম।

মোহ, মমতা– স্বাৰ্থ। মোৰ স্বাৰ্থান্ধ। সেয়ে তোৰ নৰকলৈ গতি। হেৰৌ বিষয় বিষধৰে তোক সংসাৰত পুৰি ডেই মাৰিছিল। নৰকতো বিষয় জঞ্জাল পাতিছহি। তোৰ তিৰোতা, তোৰ ল'ৰা-ছোৱালী– এইবোৰ ভাবে তোক পুৰি ডেই মাৰিব ধৰিছে। পাহৰি পেলা সেইবোৰ। নৰকতো শান্তি পাবি।

এনেতে এজন লৰি আহিল বীভৎসতা বীভৎসতা। মই গোচৰ কৰিম।

উৰ্বশীয়ে সুধিলে কি হ'ল?

মোৰ তিৰোতাজনী অধৰমীয়ে কাঢ়ি লৈ গ'ল। পুলিচক বাতৰি দিলোঁ; পুলিচে ক'লে আগে টকা আনা, পিছত ব্যৱস্থা হ'ব।

মানে?

মানে কি হ'ব আইটি। সিহঁতক আগে ভেটী লাগে। পিছতহে কিবা হেনো কৰিব।

That is right. ধনেই ধৰ্মৰ মূল। ধন নহ'লে ধৰ্ম নাথাকে। সি মিছা কবৰ বাধ্য হয়; খোৱাকেইটাৰ কাৰণে চোৰ প্ৰবঞ্চনা কৰিবলগীয়া হয়। অভাৱে স্বভাৱ নষ্ট। সিহঁতে ভেটি খাবই, নহ'লে ঘৰৰ ভেটি কেনেকৈ বান্ধিব। তুমি দিব নোৱৰা, নিশ্চয় তোমাৰ প্ৰাপ্য হেৰুৱাবা। যেয়ে দিব পাৰে সি মহা বঙেৰে তোমাৰ প্ৰাপ্য বস্তু লৈ যাব। ধন আৰ্জা, ধন আৰ্জা যি উপায়েৰে নহওক ধন আৰ্জা। চুৰি কৰি, ডকাইতি কৰি, ভেজাল বস্তু বেচি, তিৰোতা, মদৰ চোৰাং ব্যৱসায় কৰি, ভেটি খাই কেৱল ধন আৰ্জা। যেতিয়া সকলো ধৰ্মই তোমাৰ কাষ চাপিবহি। তুমি ঢোল খোলেৰে মহাসমাৰোহেৰে পূজা কৰিব পাৰিবা। সেই পূজা হাজাৰ হাজাৰ লোকে চাব আহিব। তোমাৰ ধৰ্মৰ মাহাত্ম্য দেখি সিহঁতে তধা লাগি ৰ'ব। জোলোঙা লোৱা ধৰ্মই কেৱল তোমাক ইয়াৰ দুৱাৰে, তাৰ দুৱাৰে ভিক্ষাৰীহে কৰিব। তোমাৰ তিৰোতা লৈ গ'ল?

হয় আইটি।

তুমি বলেৰে ৰাখিব নোৱাৰিলা?

তাৰ বল বেছি। তাৰ লগত আনো আছে। তিৰোতা গৰাকীয়েও তাৰ ধন, সোণ-ৰূপৰ জিলিঙনি দেখি মোহ গৈছে। তাইক কাষত পায়ে সোণৰ সাতসৰী দিছে। তাইয়ো মোৰ পিনে কেৰাহিকৈও নাচালে। উস্ মই আদালতত যাম। ধৰ্মৰ বিচাৰ চাম।

এইয়া কাপুৰুষ দুৰ্বল-মনাৰ হে চিন। আদালতত সুবিচাৰ বিচাৰি আহে। হেৰৌ আদালতত আৰু কত টকা ভৰিব লাগিব। সময়ে অসময়ে আহি বোম্পাপৰ দিব লাগিব। তাতকৈ সেই সময়ৰ ব্যৱহাৰ কৰা। ধন আৰ্জা। ধন হ'লে তিৰোতাৰ অভাৱ নহয়।

নহয় আইটী সেইজনী মোৰ বৰ মৰমৰ আছিল।

ধন হ'লে তাতোকৈ মৰমৰ বস্তু পাবা। এনেতে টঙালে চিঞৰিলে ঐ আইটী মোক অলপ ধন দে ঐ। মই অলপ চাউল কিনি নি দুটামান খাওঁগৈ।

বাৰু ব'লা মোৰ মটৰতে বলা। মই ধন দিম আৰু কোনে কেনে ব্যৱসায় কৰিছে দেখুৱাম। তেতিয়া বুজিবা মই যি কৈছো ই একো নহয়।

আটাইকে মটৰত তুলি লৈ গ'ল।

(৭)

এই চোৱা ভব্য গব্য মাধুৰী বৰুৱাৰ ঘৰ। বৰ ডাঙৰ ঠিকাদাৰ। ঘৰ কেনে দেখিছা?

বৰ সুন্দৰ আইটি। জিলিমিলি কৰে। ওপৰত কেই মহলা।

ব'লা ওপৰলৈ যাওঁ।

মোক যাব দিবনে?

মোৰ লগত ব'লা। দুয়ো ওপৰলৈ উঠি গ'ল। মাধুৰী

বৰুৱাই আগ বাঢ়ি আহি উৰ্বশীৰ কাষ পায়। "উ আপুনি আহিছে। আহক। আহক। আজি মোৰ ঘৰত আপোনাৰ পদধূলি পোৱাটো সৌভাগ্যৰ কথা।

পিছে মই আহিলো এটা বৰ ডাঙৰ কথাত।

কওক আপোনাৰ গোলামে আপোনাৰ হকে কৰিব নোৱৰা একো নাই।

এৰা কথাটো নিচেই টান নহয়। কথা হৈছে গৰকাপ্তানি বিভাগৰ মন্ত্ৰীজনৰ এজন বন্ধু আহিছে। বিদেশী বন্ধু। পিছে তেওঁৰ কাৰণে আজি নিশাৰ কাৰণে বুজিছে নহয়। তেওঁ মোক কৈ পঠিয়াইছে মোৰ লগত আপোনাৰ শ্ৰীমতীক লৈ যাবলৈ কৈছে।

ঔ এই অকণি কথাৰ কাৰণে আপুনি নিজে আহিব লাগেনে? মই এইবোৰ সুবিধা কৰিবলৈ তিনি গৰাকী বিয়া কৰাই থৈছো। মানুহক সুবিধা দিয়াই মোৰ ধৰ্ম। তেখেতে আপোনাক পঠিয়াইছে যেতিয়া যিজনাকে ভাল বুলি ভাবে নিয়ক। পিছে এটা কথা। ঔ সেইবোৰ ভয় কৰিব নালাগে। সেই কাৰণে মোৰ লগত নিম। কেৰে একো সন্দেহ নকৰিব। নহয় বাৰু?

আপোনাৰ বুধিক কোনে পাৰে। নহ'লে তিৰোতা হৈ এনে এখন ৰাজ্যৰ মন্ত্ৰী হ'ব পাৰেনে? পিছে আৰু এটা আপোনাক খাটনি ধৰিলো।

সেই দুই লাখ টকাৰ ঠিকাটো মোক দিব কব। আপুনি ক'লেই হ'ব।

ঔ সেইটোলৈ ভাবিব নালাগে। তুমি পাইছা বুলি ধৰা। কেৱল কিছুমান তেওঁলৈ ৰাখিবা।

এ সেইটো কব লাগিছে নে? মাধুৰী বৰুৱাই ক'ত কি দিব লাগে নাজানে নে? নহ'লে ইমান–

বাৰু বাৰু ভিতৰৰ কুঠৰিলৈ ব'লা। তেওঁলোকে আপত্তি নকৰেতো?

কিয় কৰিব। তেওঁলোক এই বিষয়ত পাকৈত। অৱশ্যে তেওঁলোকৰ পুৰস্কাৰো থাকিব। সেয়া অতিথি এলা-পেচা অতিথি নহয়।

আপুনি কৈছে যেতিয়া সকলো হৈছে। অৱশ্যে পুৰস্কাৰ মই বা তেওঁলোকে আশা নকৰে। আপোনালোকৰ কৃপাত কন্দীৰ নো কি নাই?

নহ'ব কিয় ব্যৱসায় কৰিব জানিলে, ব্যৱহাৰ জানিলে; পানী চাই খেৱা দিব জানিলে সকলো হয়।

হয়। এ মানুহবোৰে ধৰ্ম ধৰ্ম কৈ মৰে। কিন্তু ধন সোণৰ দৰে ধৰ্মটোও মৰিবৰ দিনা এৰি যাব নেলাগিব নে? সেই দেহা ত'তে এৰি আহিলো। আকৌ এই দেহাও ইয়াতে এৰি যাম। তাতো ধন ঘটি ধন এৰি আহিলো। ধৰম কৰম তাতে ৰ'ল। ইয়াতো সময় আহিলে এৰি যাম। কিন্তু যি কেইদিন থাকো মহতালি কৰি যাম। কি কয়?

সেয়ে আচল কথা। নজনাৰ আগত মহতালি আকৌ যাৰ ওচৰত সুবিধা পাব লাগে তাৰ ওচৰত গলবস্ত্ৰ হৈ পৰা এয়ে সুবিধাবাদীৰ নিয়ম, ধন-সোণ পদবী ঘটাৰ উপায়।

পিছে এওঁ কোন?

মোৰ লগুৱা। একো ভয় কৰিব নালাগে। ওপৰৰ ভিতৰৰ কুঠৰিলৈ আটায়ে যায়।

(৮)

দেখিলা। আৰু দেখুৱাওঁ ব'লা। তিৰোতাজনীক গঁতাই দি আহিছা।

হয় আপোনাৰ কথা কৈ চিঠিখনিও হাতত দিছোঁ। তিৰোতাজনীক আদৰ-সাদৰ কৈ নিছে।

ব্যৱসায় কি বুজিলা। সেই মাধুৰীৰ একো নাছিল। কিন্তু এইকেই বছৰতেই আৰ্জি লাখ লাখ টকাৰ মালিক।

ঠিকাৰ লগে লগে নানা ব্যৱসায়ৰ গৰাকী।

ঔ আমাৰ বেপাৰীৰ ঘৰ পালোহি। গাড়ী ৰাখে। এনেতে জয়ৰাম বাবু বেগাবেগিকৈ লৰি আহি আহক! আহক! আপুনি আহিব বুলিয়েই চাই আছোঁ।

আহিব নোৱাৰিম বুলিয়েই ভাবিছিলো। এটা জৰুৰী কামত আন ঠাইলৈ যাবলগীয়া হৈছিল। কিন্তু যোৱা নহ'ল। যি নহওক আহিলো। লাহে লাহে গৈ ভিতৰৰ কুঠৰিত বহিল। ভিতৰৰ পৰা বহুতো বস্তুৰে ভৰা থাল আৰু চাহ আহিল।

এওঁ কোন? মোৰ লগতে থাকে। এটা মোৰা আগবঢ়াই ততালিকে বহিব দিলে। ভিতৰৰ পিনে চাই

আৰু চাহ আৰু থাল আন। ভিতৰৰ পৰা চাহ আহিল। চাহ মিঠাই খাই খাই উৰ্বশীয়ে ক'লে, বুজিছে বিশেষ কথা নাই। আপুনি থিয় হৈয়ে ৰ'ল। বহক। অলপ নিলগৰ চকি এখনত বহিব খোজে।

নাই নাই ওচৰলৈ আহক। এইখনতে বহক। অলপ গোপনীয় কথা আছে। উঠি আহি বাওঁহাতে ওচৰৰ চকিতে বহিল। উৰ্বশীয়ে যেন ইচ্ছা কৰিয়ে তেওঁৰ বাওঁ হাতখন মুদৈৰ চকিৰ বাহুত, মুদৈৰ হাতৰ কাষত লগা-নলগা কৈ থলে। লাহে লাহে মুদৈৰো অন্তৰৰ ইচ্ছাৰে যেন অজ্ঞাতসাৰে তেওঁৰ হাতখনো ওচৰ চাপি উৰ্বশীৰ হাত স্পৰ্শ কৰিলে।

বুজিছে ভোট নিৰ্বাচন আহিল নহয়। আহিছে। তাতে কি হ'ল। আপোনাক কোনে ভোট নিদিব?

আপোনালোক আছে যেতিয়া ভোট পামেই। পিছে এটা কথা।

ঔ টকাৰ কথা কৈছে। ভয় নাই মই মুদৈ আছো যেতিয়া টকাৰ কাৰণে কি ভয় কৰিছে।

টকা মোক নালাগে। লাগে দলৰ কাৰণে। দল নিজিকিলে– জানেই নহয় শাসনৰ তৰীখন যেনেকৈ আগবঢ়াই আনিছোঁ– ততালিকে বুৰ মাৰিব। নে আমাক নালাগে?

নালাগিব কিয়? আপোনালোক আছে বুলিয়েই আমি ইমান কৰিব পাৰিছোঁ।

এইবাৰ নৰক পোহৰ হ'ব। বিজুলী বস্তি উজলিব। পানীৰ অভাৱ গুচিব। আৰু সেই যে বৈতৰণী নদীত মদাৰৰ সাঁকো আছে সেইখনে নৰকলৈ অহা-যোৱা বৰ আপদ কৰিছে। সেইখন পকা দলং হ'ব লাগে। তেতিয়া পৃথিৱীলৈ আমিও যেতিয়াই ইচ্ছা যাব পাৰিম, পৃথিৱীৰ লোকসকলেও অহাত আহুকাল নাপায়। ইমান যুগে কি আপদখন কৰি থৈছে। যমক ৰজা পাতি থৈছিল কেৱল হোৱা-নোহোৱাই শাস্তি দিবলৈ। কিন্তু অহা-যোৱাৰ সুবিধা, খিটমিট্ আন্ধাৰ গুচোৱা, আলি-পদূলি ভাল কৰা সেইবোৰলৈ সমূলি মন-কাণ কৰা নাই।

কি কৰিব। ৰজাই খাইছিল, শুইছিল আৰু পেট ডাঙৰ কৰি আছিল আৰু কেৱল সহচৰসকলেৰে মাৰধৰ কিয় শোধাইছিল?

বাৰু তেওঁক মাহিলি দৰমহা কিমান দিছিল।

ক'ব নোৱাৰো দেউতা। তেওঁ একোবাৰ অমৰাৱতীলৈ গৈছিল আৰু নাও পাঞ্চে ভৰা কৰি বস্তু আনিছিল। নৰকৰ লোকসকলক দিছিল গেলা-পচা বস্তুবোৰ আৰু তেওঁলোকে খাইছিল জিভা টকলাই টকলাই ভাল ভাল জুটি লগা বস্তুবোৰ।

সেয়ে আমাক লাগে– গণতন্ত্ৰ, কি কোৱা। এনেতে টঙালে মাত দিলে– তেতিয়াতো ঢেঁকীয়া, কচু কোমোৰাৰ শোকোতাৰে একোসাজ খাব, এতিয়া সেইবোৰ নিমিলা হ'ল। ঔ আই জালি কোমোৰাৰ দাম দেখিলে চক্ খাব লাগে।

হ'ব! হ'ব সকলো হ'ব। তই ব্যৱসায় কৰিব শিকা নাই। শিকিলেই বুজিবি ক'ৰ ধন ক'ত লুকাই আছে। পিছে মুদৈ এটা কথা। ইয়াৰ তিৰোতাজনী হেনো দেখনিয়াৰ। ব্যৱসায়ত লগাব লাগে।

ঔ বৰ সুন্দৰ কথা। মই আগতীয়াকৈ ধন দিম। দিয়া এতিয়া এশমান। পিছে নিতে নিব পাৰিব। অলপ ভাল কাপোৰ, সাজপাৰ পিন্ধি আহিব পাৰিব।

মুদৈয়ে ক'লে– ভাল কথা। জেপৰ এশটকীয়া নোট এখনি উলিয়াই 'ধৰা'। গধূলি লৈ আহিবা।

টঙালে কলে কিয়? সেইটো কিয়?

তোমাৰ টকাৰ অভাৱ– অভাৱ দূৰ কৰা– ভাল কাপোৰ, ভাল খোৱা লোৱাৰ যোগাৰ কৰা। এইয়া ব্যৱসায়ৰ আৰম্ভণিহে। পিছত দেখিবা ইয়াৰ দ্বাৰা কত কি হ'ব পাৰে।

নাই নাই সেইটো হ'ব নোৱাৰে। মই তিৰোতাক দাং কাটি কৰিব নোৱাৰো। উঁৰিয়লি নোহোৱাকৈ মুকলি কৰি দিব নোৱাৰো।

তোমাৰ মূৰ্খালি এৰা। নতুন যুগ, নতুন ধৰ্ম। তিৰোতাৰ স্বাধীনতা আছে। অভাৱ অনাটনত হাহাকাৰ কৰি থাকিলে এয়া যুগ নহয়। এটা নহয় এটা ব্যৱসায়ৰ আলম লব লাগে।

নাই নাই সেইটো হ'ব নোৱাৰে। তাতকৈ মই শুকাই মৰিম।

কি ভাল অৱস্থা অৱহেলা কৰি শুকাই মৰাটো তুমি ভাল পোৱা।

এবাৰ মৰিলে দুবাৰ মৰিব নালাগে। এনেবোৰ কৰাতকৈ মই ই ৰাজ্য এৰি যাম।

সমূলি অভংভতৰা। তেনেহ'লে উপায় নাই। আপোনাৰ দোষে মৰে বিৰাটৰ ভাই, ডাক দিয়া ভীষ্মে বোলে মোৰ দোষ নাই। মৰণৰ পথ আঁকোৱালি লবা, ভাল কথা আমি উদগতিৰ পথ দেখুৱালেও সেই পথ নলবা। কি সুন্দৰে খাব লব পাৰিবা, মানুহ বোলাই দহৰ ওপৰত প্ৰভুত্ব কৰিব পাৰিবা; কেৱে ইয়াৰ সুংসূত্ৰয়ো নাপাব– ইপিনে নিতে টকা জিলমিলাই ঘৰ সোমাব। কিন্তু সেইটোলৈ নাভাবি হাহকাৰ কৈ কৰিবা।

নালাগে আইটি– মোক টকাৰ জিলিমিলি নালাগে। মই তেনে কৰাতকৈ মৰা শ্ৰেয়ঃ বুলি ভাবো। মই আহিলো আইটি– ই ৰাজ্য মোৰ কাৰণে নহয়।

মূদৈয়ে ক'লে– মানুহ সমূলি অজলা। বোলো মন্ত্ৰী আইদেৱে বেয়া বুদ্ধি নিদিয়ে। উদগতিৰ পথ মুকলি কৰি দিব আহিছে আৰু তুমি অজলা হৈ পুৰণি মান্ধাতাৰ পথকে খামুচি থাকিবা।

নালাগে তোমাৰ টকা। এই নিয়া। মই আহিলো। নোটখন দলিয়াই দি গোঁ গোঁকৈ আঁতৰি যায়।

মূদৈয়ে ক'লে– মৰিব দিয়ক আইদেউতা। এনেবোৰক ভাললৈ টানি আনিব খুজিলেও নাহে। মৰিব দিয়ক।

এৰা পৃথিবীত দেখিছিলো ধৰ্ম ধৰ্মকৈ সকলোৱে মৰিব ধৰিছে। ধৰ্মৰ কল্পনাটো কেনেকৈ সোমাল ক'ব নোৱাৰোঁ। তাৰ দ্বাৰা দুৰ্ভিক্ষ হাহাকাৰ আৰু কত কি আপদে পৃথিবীখন আগচি ধৰিছে। এযাৰ মিছা ক'লে ৰক্ষা পৰে। কিন্তু মিছা নকৈ মৰে। ৰূপৰ বেহা কৰিলে– সোণে ঘৰ জিলমিলাই তোলে। কিন্তু সেইটো নকৰি ৰূপৰ সজ ব্যৱহাৰ নকৰি শুকাই মৰহি যায়। কিহৰ কাৰণে! ধৰ্ম! ধৰ্ম! এনে ধৰ্মৰ আৱশ্যক কি? মনৰ তৃপ্তি, আনন্দ, সুখ সকলো এই পথেৰে আনিব পাৰি– কিন্তু সতীত্ব, ন্যায় আৰু কত উদ্ধত কল্পনালৈ ধৰ্মই ভেঁটা দিয়ে আনন্দৰ সোঁত, প্ৰেমৰ উত্তাল তৰঙ্গ শাঁত হয় ধৰ্মৰ কূঁৰত। পৃথিৱীত এনে দেখুৱা, নেদেখুৱা কত ধৰ্মৰ গতি দেখি আহিলো। কিন্তু এইবোৰৰ শেষ ফল কি? হয় সৰগ নাইবা নৰক। নহয় বাৰু? নৰকত নিজ চকুৰে দেখিছো– বিলাই বিপত্তি। আকৌ সৰগত কি আছে সেইটো কেতিয়াবা তাত ভৰি দিলে বুজিবা।

এনেতে এজন লগুৱাই আহি ক'লে এজন লোকে আপোনাক বিচাৰি আহিছে।

বাৰু ইয়ালৈ মাতি আন।

লগুৱাই গৈ আনিব ধৰে। উৰ্বশীয়ে মূদৈক সোধে বুজিছা মূদৈ তোমালোকৰ বহুতো লোক এই দেশলৈ আহিছে।

কি ক'ব মন্ত্ৰী দেউতা। আমি তাত চোৰাং বজাৰ আৰু ভেজাল ব্যৱসায় কৰোঁ সেয়ে আমাৰ দোষ। তাৰ কাৰণে মৰিলেই নৰকলৈ টানি আনে।

কিয় তোমালোকে যেনেকৈ চোৰাং বজাৰত ধন আৰ্জা তেনেকৈ কত ধৰ্মশালা, চিকিৎসালয় আৰু স্কুল আদিও কৰি দিয়া। কত ধৰ্মকাৰ্য, পূজা-পাতল, যজ্ঞ পাতা সেইবোৰেৰে তোমালোকৰ পাপৰ প্ৰায়শ্চিত্ত নহয় নে?

কি কব? তেওঁলোকে কি বুজিব? বোধ কৰোঁ বহীত কেৱল পাপৰ সংখ্যাই লিখে ধৰমৰ সংখ্যা নিলিখে সেয়ে .....। এনেতে লগুৱাই মানুহজনক লৈ আহে। উৰ্বশীয়ে মানুহজনক দেখিয়ে ঔ তুমি তুমি ইয়ালৈ কেনেকৈ আহিলা। তুমিতো ধৰ্ম যুধিষ্ঠিৰ। পাপৰ ওচৰে নাচাপা। তোমাৰ গতি ইয়ালৈ কেনেকৈ হ'ল। মোৰ পদে পদে পাপ দেখিছিলা– পদে পদে দোষ দেখি কত কি কৈছিলা। সেয়ে বিৰক্তি হৈ মই আঁতৰ হৈছিলোঁ। যিয়ে নহওক আহিলা যেতিয়া ভালেই হ'ল। ইয়াতে এখন মই জগন্নাথপুৰী কৰিব খুজিছোঁ।

জগন্নাথপুৰী!

এৰা যি পুৰী চাবলৈ সকলোৱে হাবিলাষ কৰি কত দূৰৈৰ যাত্ৰী আহে।

ইয়াত সেইটো সম্ভৱ হ'বনে?

নহ'ব কিয়। জগন্নাথৰ মতেই ইয়াতো প্ৰচলন কৰিছোঁ। সেই শ্লোকটো কি "ওড্ৰে পুৰুষোত্তম ক্ষেত্ৰে.... আৰু পাহৰিলোঁ। তেমাৰতো মনত আছে কোৱাচোঁ।

ওড্ৰে পুৰুষোত্তম ক্ষেত্ৰে পীঠে চ বৰবৰ্ণিণি।
অন্নং ন দূষয়েৎ তত্ৰ ব্ৰাহ্মণেন চ বৃত্যতা।। ১০
স্পৃষ্টা স্পৃষ্টং যোনী দোষং পান দোষং ন গন্যতে।
বিবাহ ব্যত্যয় স্তত্ৰ পৰিবিত্তিং ন দূষ্যতি।
শয়ন শ্চৈৱ শেষে তু স্ত্ৰীজনাসত্ৰ উদ্ভৱঃ। ১১

ব্যাখ্যা কৰা অৰ্থ কৰি দিয়া।

হে বৰ বৰ্ণিণি! ওড্ৰ আৰু পুৰুষোত্তমত অন্নৰ দোষ নাই বামুণো বৰণীয় নহয়। ছোৱা-ছুই, শুচি-অশুচি নাই– যোনি দোষে নাপায়; পান কৰা দোষো গণ্য নহয়। ডাঙৰক এৰি সৰু ভায়েকে বিয়া কৰাব পাৰে। শেহত তিৰোতাই আনৰ কাষত শোৱা দোষণীয় নহয়।

ঠিক ঠিক মোকো তেনে জনাৰ্দনপুৰী লাগে।

কি কোৱা মুদৈ।

ঠিক কৈছে ঠিক কৈছে। তেনেহ'লে সকলো আপদ গুচে। মৰামাৰি, কটাকটি এইবোৰ কেৱল তিৰোতাৰ এই বিচাৰৰ কাৰণে হয়। এই উপন্যাসবোৰ দেখিছে নহয়, তাৰ তিৰোতাৰ কাৰণে সকলো সংঘৰ্ষ। এই ৰামায়ণখন দেখিছে নহয় সীতাক ৰাৱণে হৰি নিয়াৰ কাৰণে সাতোকাণ্ড ৰামায়ণৰ সৃষ্টি। ৰাৱণে এজনী সীতাক লৈ গৈছিল। ৰামে তেনে তিৰোতা আৰু কত পালেহেঁতেন। কিন্তু সেইজনাৰ কাৰণে লাগিল হুলস্থুল, লাগিল সাগৰত সেঁতু বান্ধিব– লাগিল মহাযুদ্ধ। পিছত আকৌ অবিশ্বাসৰ কাৰণে অগ্নি-পৰীক্ষা, জুইত জীয়া মানুহ পোৰা, কিন্তু এইবোৰ মনত কেচুমতাৰ দ'মৰ বাহিৰে আন একো নহয়।

ঠিক কৈছা মুদৈ। যেয়ে যি ভাবে সেয়ে এইবোৰ বিশৃংখলা ঘটায়। আচল মনটোৰে কথা। পাপ বুলিলে পাপ; পুণ্য বুলিলে পুণ্য। পাপ পুণ্যৰ বিচাৰ নিজৰ মনটোৰ ভিতৰত। যি নহওক তেনে জগন্নাথপুৰী মই ইয়াতে সৃষ্টি কৰিব খুজিছোঁ। আগন্তুকলৈ চাই তুমি মোক ইয়াতো বিচাৰি আহিছা। মই তাত একো নকৰোতে তুমি সন্দেহৰ বোজা দাঙি আকুল হৈছিলা। ইয়াত আৰু কি দেখিবা। মুকলি, চৌদিশে মুকলি, বন্ধ দুৱাৰ সকলোপিনে মেলা। পুৰুষৰ বিচাৰ নাই। যাৰে লগত ইচ্ছা তাৰে সঙ্গত ফুৰিছোঁ। ক্ৰীড়া কৰিছোঁ। মোক তোমাৰ ভাল লাগিব? যোৱাগৈ উভতি যোৱাগৈ সতীত্বৰ জয়ঢোল পৃথিবীত বজোৱাগৈ, এই নৰকত নহয়।

তুমি মোৰ লগত নাযাবা?

নাযাওঁ। এশবাৰ কৈছোঁ নাযাওঁ। এই নৰক জগন্নাথপুৰী, পৃথিৱী মাথোঁ স্বাৰ্থপৰৰ লুকাভাকুৰ ক্ষেত্ৰ। নিজৰ তিৰোতাজনী আন কাৰোবাৰ চকুত পৰে বুলি বা আন পুৰুষে হাত কৰে বুলি ভাবিচিন্তি অস্থিৰ হোৱা পৃথিৱী আমাৰ কাৰণে নহয়। প্ৰত্যেক খোজতে সন্দেহৰ কেচুমতাৰে সজা পৃথিবী পুণ্যলোকৰ কাৰণেহে আমাৰ নিচিনা পাপীলোকৰ কাৰণে নহয়। পৃথিৱীলৈ উভতি যোৱা, যদি নোযোৱা ইয়াত জগন্নাথপুৰী কৰা। তুমি এতিয়া ক'ত আছা?

যম ৰজাৰ আশ্ৰমত।

ওঁ আশ্ৰমত? তাতো ধৰ্মত ঢোল বজাব ধৰিছে? ধৰ্ম ধৰ্মকৈ মৰিব। কিন্তু পৃথিৱীত কেইজন শতকৰা সঁচা কোৱা লোক আছে? সকলোৱে সত্যৰ জয়ঢোল বজায়। অলপ টান পালেই মিছাৰ আশ্ৰয় লয়। পৃথিৱীখন জানো লুকা-ভাকু খেলাৰহে ক্ষেত্ৰ? যিমানে লুকাব পাৰা সিমানেই তুমি ভাল, সভ্য, সদাচাৰী। আশ্ৰমত কি কৰিছে? বপুৰাই বোধকৰোঁ ৰাজ্য এৰি আকৌ ৰাজপাটৰ আশাত তাতে বহিছেগৈ। নাই নাই তাৰপৰা তেওঁক সমূলি খেদিব লাগিব। নহ'লে আকৌ জঞ্জাল লগাব। গণতন্ত্ৰ আৰু ৰাজতন্ত্ৰৰ আকৌ তয়াময়া যুঁজ লগাব। তাৰ বীজ সমূলি উভালিব লাগিব। তুমি আৰু তালৈ উভতি নাযাবা। তোমাৰ শিক্ষা, দীক্ষা পাণ্ডিত্যৰ ইয়াতে সজ ব্যৱহাৰ কৰা।

তুমি জানো মোক ভাল পোৱা? তুমি জানো মোৰ লগতে থাকিবা?

থাকিম থাকিম। কিন্তু তুমি সন্দেহ এৰিব লাগিব। মোৰ চলন-ফুৰণত বাধা দিব নোৱাৰিবা। মোৰ মত আৰু স্বাধীনতাত বিধি-পথালি হ'ব নোৱাৰিবা। তেতিয়া দেখিবা সুখৰ সংসাৰ।

(৯)

যমৰজাৰ আশ্ৰমত নিতে নাম-প্ৰসঙ্গ। লাহে লাহে নৰকৰ বহুলোক তেওঁৰ আশ্ৰমলৈ অহা-যোৱা কৰিব

ধৰিলে। সকলোৰে মুখত শুনে নৰকৰ হাহাকাৰ ধ্বনি। গণতন্ত্ৰৰ প্ৰতাপত আকাল, অনাটন, অবিচাৰৰ সৌতৰ প্ৰকোপ। কেৱে কৈছে মোৰ তিৰোতাজনী অমুক দাৰোগাই বল কৰি নিলে। কেৱে কৈছে মোৰ ধান ডৰা মিলিটাৰীয়ে কাটি নিলে। কেৱে কৈছে বস্তুৰ দুৰ্মূল্যত একো খাব নোপোৱা হ'লোঁ। কেৱে কৈছে ঢাল নাই, তৰোৱাল নাই নিধিৰাম চৰ্দাৰ আজি আমাৰ ওপৰত হৰ্তা-কৰ্তা। মন্ত্ৰীৰ প্ৰিয়ভাজন হৈ যি ইচ্ছা তাকে কৰিব ধৰিছে। টকাৰ ভঁড়াল বান্ধিছে। হাউলিত সাহ মহল তুলিছে। কেৱে কয় বিচক্ষণ দেখনিয়াৰ গাড়ীত উঠি কেলফেন্দুৱাই আজি দহ বুলিলে দহ, পঁচিশ বুলিলে পঁচিশ পাশাৰ ঢালত মাৰিব ধৰিছে। আমি খাব নোপোৱা দল দিনে দিনে আৰু খাব নোপোৱা হৈছোঁ। মন্ত্ৰী, মেম্বৰ, তেওঁলোকৰ বংশ-কুটুম প্ৰিয়ভাজন লোকসকলে জুটি লগাই লগাই টকলিয়াই বৌ, বৰালি, ঘিউ, মৌ খাব ধৰিছে। গাড়ীৰ বাহিৰে মাটিত ভৰি নিদিয়া হৈছে। কেৱে লাখ লাখ টকাৰ পুঁজি গোটাই, নাইবা দিবলগীয়া ধাৰ-ঋণ কৰি অট্টালিকা কৰিছে। যমে সকলো শুমি মনে মনে ৰ'ল। চিত্ৰগুপ্তই ক'লে– গণতন্ত্ৰ আৰু বেছিদিন চলিব লাগিলে মানুহৰ সৰ্বনাশ হ'ব।

যমে ক'লে এই সময়ত ৰাজ্য হাত কৰিব লাগিলে সংঘৰ্ষ হ'ব। সিহঁতে নিশ্চয় যুদ্ধ কৰিব। তাতকৈ আৰু কিছুদিন ৰোৱা। সকলো মানুহৰ বিৰক্তি জন্মক। ইপিনে সেই মানুহবোৰ আশ্ৰমত ঠাই দি সুখ-সন্তোষেৰে থাকিব সুবিধা দিয়া। সেইবিলাকো সেই শাসনৰ বিৰুদ্ধে থিয় দিব।

আনপিনে গণতন্ত্ৰৰ পাৰ্লিয়ামেণ্টত আজি দলদোপ। কেৱে কৈছে পৃথিৱীৰ পৰা বহুতো মানুহ আহিব ধৰিছে। সেইটো বন্ধ কৰিব লাগে। নহ'লে ইয়াত ঠাইৰ অভাৱ হ'ব। বস্ত্ৰ-বেহানিৰ আকাল-অনাটন হ'ব। কেৱে কৈছে ইয়াৰ বহুতো মানুহ যমৰ আশ্ৰমলৈ ফুচলাই নিব ধৰিছে। যমৰ আশ্ৰম আক্ৰমণ কৰি যমক বৈতৰণী পাৰ কৰাব লাগে।

মুখ্যমন্ত্ৰীয়ে কৈছে আমি গণতন্ত্ৰত সকলোকে সুবিধা দিছোঁ, যেয়ে যি ইচ্ছা তাকে কৰিব দিছোঁ। সকলোকে স্বাধীনতা দিছোঁ। চোৰাং বজাৰ কৰিবলৈ সকলোৱে মুকল পথাৰ পাইছে। অসজ উপায়ে, দুৰ্নীতিৰে ধন-দৌলত আৰ্জিবলৈ সুবিধা পাইছে। আমাৰ গুচাই বিজুলী চাকিৰে পোহৰ কৰিব ধৰিছোঁ, আলি-পদুলিবোৰ আহল-বহল কৰি সেন্দূৰীয়া কৰিব ধৰিছো তথাপি যদি মানুহৰ সন্তোষ নাই তেনেহ'লে আৰু কি কৰিব লাগে? এৰি যমৰ আশ্ৰমলৈ কিয় যায়?

ইয়াত ধন-দৌলত আৰ্জি জনচেৰেকে দ'ল বান্ধিব পাৰে সঁচা। কিন্তু বহুতে পেটত গাঁঠি দি থাকিব লাগে। ওল কচুৰে পেট ভৰায়ো তৰণি নাপায়। কিন্তু ভাত খাব পায়। ইয়াত পঞ্চ-মকাৰেৰে আনন্দ উপভোগ কৰিব পাৰে, কিন্তু প্ৰত্যেকৰে হাহাকাৰ।

মানে?

ইজনৰ সুন্দৰী দেখিনিয়াৰ তিৰোতা দেখিলে আনজনে বল কৰি নিছে, উপভোগ কৰিছে। ইজনৰ নিছে সিজনৰ মনত তাপ লাগিছে, ফলত মাৰামাৰি, হত্যাৰ বিভীষিকা চলিছে।

কিছুমান দিন এনে হ'বই। কিন্তু সময়ৰ লগে লগে সকলো সুবিধা হ'ব। মানুহ অভ্যস্ত হ'লে সকলো সহিব পৰা শক্তি পাব। আকৌ বছৰচেৰেকতে খোৱা-লোৱাৰ সকলো সুবিধা হ'ব। এতিয়া যিবিলাকে খাব পোৱা নাই সেইবোৰেও দুৰ্নীতি, চোৰাং বজাৰ সৃষ্টি কৰাত পাকৈত হৈ উঠিলে সেইবোৰো ধনী হ'ব পাৰিব। দুখ দাৰিদ্ৰ্য নোহোৱা হ'ব। আকৌ বিজ্ঞানৰ সহায়েৰে খেতি-বাতি কৰি ইয়াত বহুতো বস্তু অতি কম সময়তে; কম ঠাইতে উৎপাদন কৰিব পৰা যাব। গতিকে মানুহে বছৰচেৰেক ধৈৰ্য ধৰিব লাগিব।

এজন মেম্বৰে মাত দিলে– ধৈৰ্য ধৰোঁতে ধৰোঁতে ধান পকোঁতে টুনি চৰাইৰ মৰণ হ'ব। আকৌ ইয়াত বৈজ্ঞানিক উপায়কে কেনেকৈ লব? তাৰ কাৰণে হোৱে হোৱে ধন লাগে, আনপিনে কল-কব্জা, লো, তীখা আদি ইয়াত ক'ত পাব?

আন ঠাইৰ পৰা আনিব পাৰিম।

আন ঠাইতো বা সেই আহিলাবোৰ বৰ্তমান সময়ত ক'ত পাব? সকলোতে সেইবোৰৰ অভাৱ। কিয়

পৃথিৱীত দেখিছা নহয় জাৰ্মান, আমেৰিকা, বৃটীছ আদিয়ে বৈজ্ঞানিক উপায়ে উৎপাদন কৰি কিমান ধনী জাতি হৈছে।

তেওঁলোকে যেতিয়া কৰিছিল তেতিয়া যুগ বেলেগ আছিল। সকলো বস্তু লাগ বোলোতে পাইছিল। কিন্তু আজিৰ যুগত ধন হ'লেও বস্তু পোৱা টান। গতিকে ইমান ডাঙৰ নৰকখন অলপ সময়তে বৈজ্ঞানিক উপায়েৰে সকলো পিনে উন্নতি কৰি উঠা টান। সেইবোৰ কৰোঁতে বাইজে আগেয়ে চকু মুদিব লাগিব।

উৰ্বশীয়ে মাত লগালে— বৰ্ত্তমানে আমি যমৰ আশ্ৰম আক্ৰমণ কৰি তাত গোটোৱা ধন-সোণ, বস্তু-বেহানি আমি হাত কৰা যুগুত। মই নিশ্চয়ে জানিছোঁ যমে ৰাজ্য এৰি যোৱাত ধনৰ টোপোলা লগতে লৈ গৈছে। ইয়াত আমাক উদং পথাৰত নৰা ৰাখি দিছে। সেই আশ্ৰম ভাঙি দিলে— আৰু ইয়াৰ মানুহে সহজতে ক'তো যাব নোৱাৰিব, ইয়াতে মৰোঁ জীওঁ-সোঁ-আধিকৈ খামোচ মাৰি থাকিব লাগিব। তদুপৰিও যিসকল মৰে সেইবোৰ পৃথিৱীৰ পৰা অহা লোকেৰে পূৰ কৰিব লাগিব। পিছে এটা কথা আমি ইয়াত বিধি কৰা যুগুত যাতে পৃথিৱীৰ পৰা যিসকল লোক আহে তেওঁলোকে নাঙ্গং নাবস্থং হৈ ইয়ালৈ লৰ মাৰিব নোৱাৰে। তেওঁলোকে জীৱনত যি আৰ্জিছিল তাৰে আধা ইয়ালৈ লৈ আহিব লাগিব। ইয়াত তেওঁলোকৰ কোনো বাপেক মাক বা লগুৱা-লিকচৌ নাই যে তেওঁলোকে শুদাহাতে আহি আলহী হ'লেই আলপৈচান ধৰি সকলো প্ৰকাৰে খুৱাব লাগিব। আমি পৃথিৱীলৈ ঘোষণা কৰি শুনাই দিওঁ— মৰিলে কেও শুদা হাতেৰে আহিব নোৱাৰে।

সিহঁত নাহে— আমিহে আনো। আমাৰ আনিবৰ কি আৱশ্যক। আমাৰ কি লোকসংখ্যা কম? আমি বল কৰি আনিব নেৰাওঁ— কিন্তু কেৱে আহিলে নাও বৈচাত বস্তু, ধন-বিত্ত ভৰাই লৈ আহিব। নহ'লে বৈতৰণীৰ সিপাৰতে পদূলিমুখৰ দুৱাৰ বন্ধ কৰিব লাগিব। আমি আজিৰেই কে'বা কোটি টকা মঞ্জুৰি কৰি দিওঁ অতি শীঘ্ৰে বৈতৰণীৰ সিপাৰত বিৰাট বাটচ'ৰা সাজি নৰকৰ সিংহদ্বাৰ সাজক। আমাৰ বিনা অনুমতিত কেও ইয়াত সোমাব নোৱাৰিব। আকৌ আমি সৈন্য-সামন্ত লৈ অতি শীঘ্ৰে যমৰ আশ্ৰম বা ৰাজ্য অধিকাৰ কৰিব লাগে। ওচৰত এনে শত্ৰু ৰখা উচিত নহয়। আমি জানিছোঁ যমে ৰাজ্য এৰি গৈ এতিয়া মনত পুৰি ডেই মৰিব লাগিছে; অতি সোনকালে হয়তো আকৌ ৰাজ্য পুনৰ অধিকাৰ কৰিব আহিব পাৰে। গতিকে তেনে বীজ উঘালি পেলোৱাই আৱশ্যক। এই কেইবছৰতে আমি নৰকপুৰী জগন্নাথপুৰী কৰিব পাৰিছোঁ। অস্পৃশ্যতা, শয়ন, ভোজনৰ বিচাৰ.....সকলো প্ৰায় নোহোৱা হৈছে। সকলো সমান— এই নীতিয়ে আমাৰ লক্ষ্য।

এজনে মাত লগালে তেন্তে মন্ত্ৰী ডাঙৰীয়াণীয়ে মন্ত্ৰীৰ আসনখন এৰি মোৰ ঘৰলৈ আহক। মোৰ ঘৈণীজনী অলপতে কোনোবা লম্পটে লৈ গৈছে

এজনে মাত লগালে Order, Order. এইয়া পাৰ্লিয়ামেণ্ট। পাৰ্লিয়ামেণ্টত এনে অশোভনীয় কথা কোৱা অবিধি। মই এই কথাত ঘোৰ আপত্তি কৰোঁ। মেম্বৰজনক ইয়াৰ পৰা এতিয়াই বাহিৰ কৰি দিব লাগে।

মুখ্যমন্ত্ৰীয়ে গহীনাই ক'লে, বাক্যৰ স্বাধীনতা আমি ঘোষণা কৰিছোঁ। নৰক ৰাজ্যত আজি সকলোৱে স্বাধীন ভাৱে শয়ন, ভোজন, খোৱা-মেলা কৰিব পাৰে। পাৰ্লিয়ামেণ্টতো সেই একে কথা। অৱশ্যে এনে অশোভন কথা কোৱা গৰিহণাৰ পাত্ৰ।

কামত কৰিলে অশোভন নহয় কিন্তু মুখেৰে ক'লে অশোভন।

নৰক ৰাজ্য আচল গণতন্ত্ৰ ৰাজ্যৰ আদৰ্শ বুলিয়ে তুমি এই কথা কৈ সাৰিব পাৰিছা। কিন্তু পৃথিৱীত অতি গণতন্ত্ৰ দেশতো এই অপমান কৰা কথাৰ সমুচিত শাস্তি পালাহেঁতেন। সকলোৱে চিঞৰি উঠিল তেওঁৰ কথা তত্তালিকে শুধৰাই লওক।

মই শুধৰাই নলওঁ। বাক যেনে কব লাগে মই সঠিকভাৱেই কৈছোঁ। মাটি চাই কঁঠীয়া পেলাইছোঁ। যদি আপোনালোকে মোক বেয়া পাইছে মই এতিয়াই এই ৰাজ্য এৰি গৈ যমৰ আশ্ৰমত বাস কৰিম। বুলিয়েই আসন এৰি গোঁ-গোঁৱাই খোজ ল'লে।

শুনিছে। শুনিছে; এওঁ ৰাজদ্ৰোহী, এওঁ ৰাজ্যৰ বৈৰী।

এনে ৰাষ্ট্ৰবিৰোধী কথা লৈ আমাক অপমান কৰিছে। তেওঁক ধৰি আনক। শাস্তি দিব লাগে।

উৰ্বশীয়ে ক'লে, তেওঁ যি কৈছিল সেইটোত মোৰ খং উঠা নাই। কিয়নো বাক্যৰ স্বাধীনতা আছে। কিন্তু তেওঁ যে গোঁ-গোঁৱাই গুচি গ'ল ইয়াৰ দ্বাৰা মই আগেয়ে কৈ অহা কথা যে যমৰ আশ্ৰম অতি সোনকালে ভাঙি দিব লাগে, নহ'লে বিপদ। সেই কথাৰ সুন্দৰ প্ৰমাণ হাতে হাতে পালে। সেই আশ্ৰমখন নৰক ৰাজ্যৰ বাহিৰত হ'লেও আমি অতি সোনকালে অধিকাৰ কৰিব লাগে।

সকলোৱে হয়ভৰ দিলে, অতি সোনকালে সেই আশ্ৰম ভাঙি দিব লাগে। নহ'লে বিপদ পদে পদে।

(১০)

এতিয়া বুজিছা। মই তাহানিয়ে কোৱা নাছিলো। তুমিতো গণতন্ত্ৰৰ ঘোৰ পক্ষপাতী। মোৰ লগত নিতে তৰ্ক কৰা। কিন্তু ইয়াৰ ফল দেখিলা। য'ত এশৰ ভিতৰত চাৰিকুৰি উনৈশটাই বেয়াপন্থী, অসজ আচৰণ কৰোঁতা তাত গণতন্ত্ৰই বেয়াহে ফল দিব।

মই সিহঁতৰ মন জুখি কামত ভৰি দিছো। অৰ্থাৎ সিহঁতে যিবোৰ কথা ভাল পায় তাত উলাহ উদগনি দিছোঁ।

কি তাৰ ফল কি হ'ল। বিষ গছ ৰুলে তাৰ ফল যি হয় সেয়ে নহৈছে জানো? সেয়ে চাণক্যই কৈ গৈছে কণ্টকেন কণ্টকম। কাঁইটেৰে কাঁইট উলিয়াব পাৰি। কাঁইটক যিমানেই লালন পালন কৰিবা, লাই দিবা সিমানেই সেয়ে বিষফোঁৰা সৃষ্টি কৰিব।

মই জানো সিহঁতৰ মনবোৰ। সকলোৱে ভাল পায় চোৰাং বজাৰ, দুৰ্নীতি। কাম, লোভ, মোহে সকলোৰে মন আগুৰি আছে। লাখপতিয়ে বিচাৰে ক্ৰোড়পতি হ'বলৈ। আকৌ সাধাৰণ তৰকাৰী বেচা দহ টকীয়া কাৰবাৰীয়ে বিচাৰে কেনেকৈ দুপইছা নিয়মতকৈ অনিয়মকৈ বা বেছি চৰাকৈ লাভ কৰে। গতিকে কথাটো একে— কেৱল প্ৰভেদ ধনৰ নিৰিখ। চোৰে চুৰ কৰে। দস্যুৱে ডকাইতি কৰে আৰু সাধাৰণ লোকেও অলপ সুবিধা পালে সিকিটো, চৰতীয়াটো সৰকায়।

মানে?

এই চোৱা এজন পোহাৰীৰ তাত মাছ ল'লা। টকা ভঙালা। কিন্তু তাই ভুলতে এটা সিকি দিলে। তুমি সেইটো লৈ গুচি আহিলা। ওভতাই নিদিলা। আকৌ আনপিনে— এখন মুদৈৰ দোকানত তুমি ভুলতে চৰতীয়া এটা বেছি দিলা। কিন্তু তাৰ বিবেক নহ'ল যে সি ওভতাই দিয়ে। অলপ সুবিধা পালেই সাধাৰণ বেপাৰীয়ে ওপৰ দাঙিকৈ বস্তু দিব। আকৌ কালিয়নে খোৱা লোকে সুবিধা পালেই বাকী মাৰিব বা বাকীৰ কথা পাহৰিলে দোকানীক মনত কৰি নিদিব। গতিকে দুৰ্নীতি, প্ৰবঞ্চনা সকলোৰে হাড়ে মগজুৱে সোমাই আছে। আকৌ কাম ভাব সকলোৰে মনত জ্বলি আছে। কেৱে সুবিধা পোৱা নাই। কেৱে সুবিধা পাই উপভোগ কৰি আছে। কেৱে উপায় নাপাই ৰূপ দেখি তুঁহ-জুইৰ দৰে হিয়াত পুৰি ডেই মৰিছে।

মুঠতে মই তাহানিয়ে কোৱা কথাষাৰ সঁচা। গণতন্ত্ৰ! সজলোক বিবেকী ত্যাগী লোকৰ মাজতহে ফুটি উঠিব পাৰে— মনত পৰে তাহানিয়ে মহাত্মাই কোৱা কথাষাৰ?

কি?

কিয় মই বহুবাৰ তোমাৰ আগত কৈছোঁ। পাহৰিলা। নে গণতন্ত্ৰৰ উলাহত সেইটো উপলব্ধি কৰি উৰাই দিছা? তেওঁ কৈছিল— Democracy disciplined and enlihtened is the finest thing in the world. A Democracy prejudiced ignorant, supersstitious will land itself in chaos and may be self destroyed." মই তোমাক বাৰে বাৰে কৈছোঁ গণতন্ত্ৰ কুসংস্কাৰপূৰ্ণ, স্বাৰ্থলোভী, দুৰ্নীতিপৰায়ণৰ মাজত কুফলহে আনে। কিন্তু তুমি সেই কথা আওকাণ কৰি ধানখেৰৰ জুইৰ দৰে ভমক্ মাৰি গোটেই দেশ উজলাই তুলিব খোজা।

মহাপণ্ডিত মাধৱে এই কথা কোৱাত তেওঁৰ মুখ উজ্জ্বল হৈ পৰিছিল। উৰ্বশীয়ে সেই কথা শুনি ৰ লাগি বৈ আছিল।

মাধৱে কৈ গ'ল— তুমি মোৰ কথা, স্বামী, বাক্য উলঙ্ঘা কৰাৰ কাৰণে তোমাৰ নৰকলৈ গতি। আকৌ

গণতন্ত্ৰত অস্বাভাৱিকভাৱে ভিৰ দিয়াৰ কাৰণে এই নৰকতো গণৰাইজৰ দ্বাৰা তোমাৰ অপমান।

কিন্তু তোমাৰ নৰককৈ গতি কিয় হ'ল?

মোৰ প্ৰথম দোষ কামত ভিৰ নিদি কেৱল মুখৰ মহলাৰে পাণ্ডিত্যৰ গৰিমা তোলা। দ্বিতীয় দোষ তোমাক অতি ভাল পালেও তোমাৰ প্ৰত্যেক খোজতে সন্দেহ কৰা। মোৰ সদায় ভাব যেন– তুমি সুন্দৰ যুৱক দেখিলে মোহ যোৱা। স্ত্ৰী-স্বাধীনতাৰ নামত সৌন্দৰ্য উপভোগ কৰা।

এতিয়া বিবেক আহিছে। তেন্তে মোৰ সতীত্বত তোমাৰ সন্দেহ নাই।

ক'ব নোৱাৰোঁ, স্ত্ৰী-চৰিত্ৰ মানুহে জানক ছাৰি দেৱতায়ো নজানন্তি। যি নহওক তুমি এতিয়াও ভাও কৰিয়ে থাকিবানে? সতীত্বৰ বিৰুদ্ধে গায়ে যাবা নে? অসজ গণতন্ত্ৰৰ গুণ-কীৰ্তন এতিয়াও কৰিবানে?

চাম ইয়াৰ শেষ ফল ক'ত?

জগন্নাথপুৰী যদি শত লুকা-ভাকু অনাচাৰ অধাচাৰৰ মাজতো মানুহৰ মনত গৰিমাৰ ক্ষেত্ৰ হৈ থাকিব পাৰে তেন্তে এনে অধাচাৰ অনাচাৰ গণতন্ত্ৰও জানো মানুহৰ কাম্য হৈ ইয়াৰ গৰিমা উজলাই তুলিব নোৱাৰে।

উজলাই তুলিব পাৰে। কিন্তু এনে তন্ত্ৰই মানুহ, দেশ, সমাজ আগবঢ়াই নিব নোৱাৰে।

(১১)

পাৰ্লিয়ামেণ্টত দলদোপ। জনচেৰেকে কৈছে যমৰ আশ্ৰম আক্ৰমণ কৰিব লাগে। কেৱে কৈছে আমি আক্ৰমণলৈ মন নিদি আমাৰ ৰাজ্যখন ভাল কৰাৰহে আৱশ্যক। ৰাজ্যখন ভাল হ'লে সকলোৱে ইয়াত থাকিবলৈ ভাল পাব। আমি আমাৰ ৰাজ্য ৰামৰাজ্য কৰোঁহক।

উৰ্বশীয়ে এই কথাত ততালিকে আপত্তি কৰিছে। ৰাজ্য ভাল কৰাৰ কথা কোৱা কিন্তু ৰামৰাজ্যৰ কথা নকবা। কিয়নো ৰামৰাজ্যত তিৰোতাক জুলা জুইত পেলাই বং চাইছে। বাহিৰা ইতৰ লোকৰ কথা শুনি গৰ্ভৱতী তিৰোতাক অটব্য জঙ্গলৰ মাজত বনৰীয়া জন্তুৰ মুখত পেলাই দি আহিছে। ভাগ্যে বাল্মীকি আছিল নহ'লে মাৰে-পোৱে বনৰীয়া বস্তুৰ হাতত নেফানেফ হ'লহেতেন নাইবা খাব নাপাই মৰিলহেঁতেন।

কেৱে কৈছে ৰামৰাজ্য নকৰিব পাৰোঁ কিন্তু বুদ্ধৰ অহিংসা নীতি আমি লোৱা যুগুত। হিংসাৰে আনৰ ৰাজ্য অধিকাৰ কৰিব যোৱা একো লাভৰ বস্তু নহয়। তেওঁলোকৰ সৈন্য-সামন্ত যেনেকৈ মৰিব আমাৰো মৰিব। আনপিনে দুয়োখন ৰাজ্যতে যুঁজৰ দ্বাৰা হাহাকাৰ ধ্বনি হ'ব।

উৰ্বশীয়ে কৈছে– আমি আনৰ ৰাজ্য অধিকাৰ এনেয়ে কৰিব ওলোৱা নাই। আমাৰ বিপদৰ কাইটহে আঁতৰাবলৈ আমি ভাবিছো। সেই কাঁইট গুচাবলৈ নিশ্চয় যুঁজৰ আৱশ্যক। সি যি নহওক বুদ্ধৰ নীতিয়ে আমাৰ নীতি হ'ব নোৱাৰে। বুদ্ধই নিজৰ তিৰোতাক অকণি পোনাৰে সৈতে সংসাৰৰ দায়িত্বৰ পৰা হাত সাৰি ভীৰুৰ দৰে সংসাৰ এৰি সংসাৰৰ যন্ত্ৰণা ভোগ নকৰিবলৈ সহজ সন্নাসী পন্থা লৈছিল। তেনে মানুহ আমাৰ আদৰ্শ হ'ব নোৱাৰে। সংসাৰৰ মাছ ভজা খলাতে যেয়ে পুৰি ডেই মৰি সংসাৰতে খামোচ মাৰি নিজৰ মনৰ সুখ-শান্তি আনিব পাৰে আমাক তেনেলোকহে লাগে। অহিংসা অহিংসা কৈ থাকিলে আমি দুৰ্বলীহে হ'ম। তাৰে সুবিধা লৈ আনে আমাৰ ওপৰত মাধমাৰ মাৰিব।

এজনে সুধিলে তেন্তে আমাৰ আদৰ্শ কোন?

আমাৰ আদৰ্শ গোপিনীবল্লভ শ্ৰীকৃষ্ণ। তেওঁ তিৰোতাৰ সন্মান যেনেকৈ ৰাখিছিল তেনেকৈ আৱশ্যক হ'লে সাৰঙ্গপাণি সুদৰ্শন চক্ৰধাৰী হৈ শত্ৰুক বশ কৰিছিল। প্ৰবল অত্যাচাৰীক সেও মনাইছিল। তেওঁ এপিনে যেনে ৰুদ্ৰমূৰ্তি আনপিনে সু-কলাবিদ মোহন মুৰুলীধাৰী, শ্যামসুন্দৰ। তেওঁ তিৰোতা সত্যভমাৰ মান ৰক্ষাৰ কাৰণে ইন্দ্ৰৰ লগতো যুঁজ কৰিছিল।

সকলোৱে চিঞৰি উঠিল ঠিক ঠিক তেওঁ ৰাসলীলা প্ৰকাশ কৰি স্বামীৰ ঔদ্ধত্যৰ পৰা তিৰোতাসকলক আঁতৰাই সুন্দৰ পূৰ্ণিমাৰ জোনোৱালী নিশা ৰাসকেলি কৰিছিল। তেওঁৰ শিল্পকলা, সৌন্দৰ্যৰ জ্ঞান আছিল।

সেয়ে আমাৰ উদ্দেশ্য—সবৰুত জগন্নাথপুৰী সৃষ্টি কৰা— নাৰীৰ স্বাধীনতাত যেন পুৰুষে হস্তক্ষেপ কৰিব নোৱাৰে তাৰ ব্যৱস্থা কৰা। পুৰুষে হাজাৰ অন্যায় কৰিলেও তেওঁলোকে সকলো প্ৰকাৰে মান-সম্ভ্ৰম লুকাই ৰাখিব পাৰে, কিন্তু তিৰোতাৰ সেইটো অসম্ভৱ। আনকি সৃষ্টিকৰ্তাও এই বিষয়ত স্বাৰ্থপৰ।

কেনে?

পুৰুষে নাৰীৰ লগত অবৈধ সংস্পৰ্শত আহিলেও লুকাই ৰাখিব পাৰে। কিন্তু নাৰীয়ে সেইটো নোৱাৰে; সৃষ্টিকৰ্তাই নাৰীক গৰ্ভ দিছে। সেয়ে সকলো প্ৰকাশ কৰি দিয়ে। তেন্তে সৃষ্টিকৰ্তা পুৰুষৰ পক্ষে নহয় নে? সৃষ্টিকৰ্তা পুৰুষ হোৱাৰ কাৰণে দুৰ্বলা নাৰীক এনেভাৱে সৃষ্টি কৰি আৰু দুৰ্বলী কৰিছে।

সকলোৱে সেই কথাতে হৰ্ষভৰ দি কলে, আমি বিধি-ব্যৱস্থা কৰোঁ সৃষ্টিকৰ্তা নাৰী হওক নাইবা বৰ্তমান সৃষ্টিকৰ্তাই নাৰী আৰু পুৰুষক সমভাৱে সৃষ্টি কৰক।

আমাৰ গণতন্ত্ৰ ৰাজ্য। আমি সৰহ সংখ্যাই যি মত কৰোঁ সেই মতে প্ৰাধান্য লাভ কৰিব। সেই মতৰ যদি কেৱে বিৰোধী ভাব লয় তেন্তে আমি তেওঁৰ বিৰুদ্ধে ৰণ কৰিম।

আমি সৃষ্টিকৰ্তালৈ প্ৰস্তাৱ দিওঁ নাৰীৰ গৰ্ভধাৰণ যন্ত্ৰ নোহোৱা কৰক। যদি নকৰে আমি তেওঁৰ বিৰুদ্ধে যুদ্ধ কৰিম। কিয়নো তেওঁ যিমানেই প্ৰবল নহওক গণমত মানিবই লাগিব।

সেইটো পিছত হ'ব। কিয়নো আমি একেলগে বহুতো শত্ৰু কৰি লোৱা আৱশ্যক নাই। আমাৰ এতিয়া প্ৰধান শত্ৰু যমৰজা। তেওঁৰ আশ্ৰম অতি সোনকালে আক্ৰমণ কৰি ভাঙি দি তেওঁক বন্দীশালত ৰাখিব লাগে। নহ'লে অচিৰতে আমাৰ বিপদ আছে।

পাৰ্লিয়ামেণ্টত ঠিক হ'ল অচিৰেই যমৰাজাৰ, আশ্ৰম নষ্ট কৰিব লাগে।

(১২)

যমৰজাৰ আশ্ৰমত নানা তৰহৰ গঠনমূলক কাম সৃষ্টি হ'ব ধৰিছে। আশ্ৰমৰ মাটি এহেলেচাও এনেয়ে পৰি থকা নাই। কতবা হালধীয়া সৰিয়হ ফুলেৰে পথাৰ উপচি পৰিছে; কতবা শ্যামলা ধানৰ শীহে বতাহত হালিজালি আনন্দত উত্তাল হৈছে, কতবা মৰাপাট সুন্দৰভাৱে গজি উঠিছে। সৰু সৰু জলাশয়ে আশ্ৰমৰ চৌদিশে মোক চা মোক চা কৰিছে। নানা তৰহৰ ফুলবোৰ জকজকমকাল হৈ উঠিছে। নানা চৰায়ে নানা সুৰৰ গীত ধৰিছে। সন্ধিয়া গোঁসাইঘৰত ভুৰা, শঙ্খ বাজি উঠিছে। প্ৰত্যেক লোকৰ মনত আনন্দ, সকলোপিনে আনন্দ বিৰাজ কৰিছে।

যমে চিত্ৰগুপ্তক কৈছে সকলোতকৈ আচল কথা হৈছে মানুহৰ খোৱা-লোৱাৰ সকলো সুবিধা কৰা। এই খোৱা-লোৱাৰ সুবিধা কৰিব হ'লে খেতিৰ উৎপন্নত সকলোতকৈ মন দিব লাগে। যাতে উৎপন্ন বেছি হৈ উদ্বৃত্ত হয়। কেৱে কাৰো ওচৰত হাত পাতিব নলগাত পৰে। কেৱে একো কিনিব নলগা হয়। তেতিয়া দেখিবা চোৰাং বজাৰ, দুৰ্নীতি কমি যাব।

সেইটো সঁচা। কিন্তু আজিকালি পৃথিৱীৰ মানুহবোৰে পৃথিৱীত নানা বিলাসী বস্তুৰ মোল পাই আহিছে। সেইবোৰ ইয়াতো বিচাৰে। তেনে বিলাসী বস্তুবোৰ ব্যৱহাৰ কৰিলে মানুহৰ অনাটন কোনোমতে কমাব নোৱাৰে।

এবা এই আশ্ৰম হৈছে– simple living, high thinking ৰ ব্যৱস্থা কৰা। সাধাৰণভাৱে সকলোকে মনৰ আনন্দত বাস কৰা অভ্যাস কৰা শিকাবই লাগিব। অনাৱশ্যকীয় বিলাসী বস্তু ত্যাগ কৰাব লাগিব। মনৰ আনন্দ, প্ৰফুল্লতাই ইয়াৰ মহান উদ্দেশ্য।

আশ্ৰমত সেই নীতিকে অনুসৰণ কৰা হৈছে। অৱশ্যে লোকসকলে প্ৰথমে আহুকাল পালেও এতিয়া লাহে লাহে ইয়াৰ উপকাৰ অনুভৱ কৰিব ধৰিছে। সৌৱা মহাপণ্ডিত মাথৰ আহিছে, তেওঁ গণতন্ত্ৰ ৰাজ্যত কি দেখিলে সোধক।

তেওঁ তেওঁৰ উৰ্বশী সুন্দৰীক পালেনে নাই। সোৱা সোধক। আহক। আহক পণ্ডিতপ্ৰবৰ।

নাই নাই পণ্ডিত বুলি মোক লাজ নিদিব। মোৰ পণ্ডিতালিৰ দৰ্প অহঙ্কাৰ চুৰ্ণ হৈছে। মোক এতিয়া ইয়াতে এটা সাধাৰণ পঁজা দিয়া। মই দুই বেলা মুঠা

খাই গভীৰ তত্ত্বৰ মোল পাবলৈ চেষ্টা কৰিম। বাহ্যিক আড়ম্বৰ; অসাধাৰণ জ্ঞানৰ; শাস্ত্ৰগত বিদ্যাৰ গৰিমা মোৰ আৱশ্যক নাই। সৰল প্ৰাণ, কাৰ্যকৰী বিদ্যা, শাস্ত্ৰৰ জ্ঞান কামত খটুওৱাই মোৰ এতিয়া উদ্দেশ্য হৈছে।

যমে ক'লে, শাস্ত্ৰৰ জ্ঞান তুমি নেওচিব নোৱৰা। কিয়নো জগতৰ লক্ষ্য হৈছে আনন্দ। কেৱল আনন্দ। সেই আনন্দ পায় কেৱল শাস্ত্ৰ অধ্যয়নত। অৱশ্যে সেই পাণ্ডিত্য দেখুৱাবলৈ নহয়, উপভোগ কৰিবলৈ, তাৰ সৌন্দৰ্য মনত বিকাশ কৰিবলৈ।

ভক্তিৰ যেনে আৱশ্যক, জ্ঞান তেনে লাগতিয়াল। আকৌ জ্ঞান যেনে আনন্দৰ সহচৰ কৰ্ময়ো তেনে আনন্দ উপলব্ধি কৰাৰ উপাদান। কৰ্ম কৰি ভাগৰ নালাগিলে ভাল শান্তিৰে টোপনি নাহি শোৱাপাটীত ইকাটি সিকাটি কৈ নিশা নানা ভাৱনাত ক্লটাব লাগে।

কিন্তু ভাগৱতে কৈছে ভক্তিৰ উৎকৰ্ষ। সৰল ভক্তিয়ে লোকক সকলো আনন্দ, বৈকুণ্ঠ, মোক্ষ দিব পাৰে। আনপিনে এনে সৰলভাৱে থাকিলে বিজ্ঞানৰ অনাৱশ্যক হয়।

"Where ignorance is bliss, it is folly to be wise." এই কথাষাৰত মোৰ স্পৃহা নাই। আমি জ্ঞানৰ মাজেৰে সকলো আনন্দ আহৰণ কৰিব লাগিব। অৱশ্যে তেনে সৰল ভক্তি সাধাৰণ লোকৰ কাৰণে খাটিব পাৰে। কিন্তু সাধাৰণ লোকে বা ইতৰ লোকে যে চিৰকাল তেনেভাৱে থাকিব সেইটো হ'ব নোৱাৰে। জগতত সেইটো লক্ষ্য নহয়। সৃষ্টিকৰ্তাৰো তেনে উদ্দেশ্য নহয়। তুমি তেনেকৈ ৰ লাগি মোৰ মুখৰ পিনে চাই আছা কিয়?

আপুনি এই নৰকত ইংৰাজী কেনেকৈ শিকিলে?

ঔ সেইটোৰ ইতিহাস আছে। জানা নৰকত সকলো প্ৰকাৰ লোক আছে। ইংৰাজো বহুতো আছে। তেওঁলোকৰ জনচেৰেকে মোক কৈছিল মিল্টনে হেনো এই নৰক সম্বন্ধে বহুতো কথা লিখি গৈছে। আকৌ ডান্টেৰ বিয়েছিৰ কথাতো নৰক সম্বন্ধে বৰ্ণনা আছে। সেই লিখাতনো কি আছে কেনেভাৱে বৰ্ণাইছে সেইটো জানিবলৈ মোৰ ইচ্ছা হৈছিল। মই সেই কাৰণে জনচেৰেক ইংৰাজৰ পৰা ইংৰাজী ভাষা শিকিলোঁ। আকৌ গ্ৰীকভাষাও মই আগেয়ে জানো। মই ইংৰাজীত লাহে লাহে ব্যুৎপত্তি লাভ কৰিলো। মিল্টন, ডান্টে মই পঢ়িছো।

কেনে পালে?

ভালেই। কিন্তু নৰকখন ইমান ভয় লগা চিত্ৰ কৰি আঁকা একো আৱশ্যক নাছিল। আকৌ নৰক যদি সঁচাকৈ এনে ভয় লগা ভীষণ তাৰ শুধৰণি কৰি কেনেকে আনন্দময়, সুখময় কৰিব পাৰি সেইটোৰ বেঙণি দিয়া আৱশ্যক আছিল। ঔ আগতে তুমি বিজ্ঞানৰ কথা কৈছিলা।

খেতি-বাতি কৰি খোৱা-লোৱাটো যোগালে বিজ্ঞানৰ কি আৱশ্যক?

আৱশ্যক আছে। বিজ্ঞানৰ দ্বাৰা যদি সুখ, শান্তি কম পৰিশ্ৰমতে খোৱা-লোৱাৰ দিহা কৰিব পাৰি তেনে বিজ্ঞানৰ আৱশ্যক নহৈ কি হ'ব পাৰে? কিন্তু বিজ্ঞান মহমাৰীতকৈও সৰ্বনাশী। তাক দূৰতে ছেই ছেই কৰিব লাগে।

কিন্তু বিজ্ঞানৰ দ্বাৰা মঙ্গল গ্ৰহ, চন্দ্ৰ,' বুধ আদিৰ ঠাই অধিকাৰ কৰিব।

নৰকখনো বিজ্ঞানৰ দ্বাৰা পৃথিৱীৰ লোকে অধিকাৰ কৰিব পাৰে। কিন্তু তাৰ দ্বাৰা লাভ কি হ'ব? চোৱা পৃথিৱীৰ বিজ্ঞানে পৃথিৱীতে সুখ শান্তি আনিব পৰা নাই। বৰং পৃথিৱীখন মাছ ভজা খলাহে কৰিব ধৰিছে— ভয়, শঙ্কা, সঙ্কোচৰ ঠাই কৰিছে, বিজ্ঞানৰ অসীম শক্তি দেখি ইটো জাতিয়ে সিটো জাতিক ভয় কৰিব ধৰিছে, ইখন দেশে সিখন দেশৰ ভয়ত থৰহৰি কম্পমান; গতিকে বিজ্ঞানৰ সুখ্যাতি ক'ত? বাৰু সেইবোৰ যি নহওক উৰ্বশীক তাত পালানে?

পালোঁ। তেওঁ আজি নামজলা মন্ত্ৰীৰ থাব পাইছে। প্ৰভুত্ব অশেষ।

তোমাক দেখি তেওঁ মান সৎকাৰ কৰিলেনে? স্বামী বুলি গ্ৰহণ কৰিলেনে?

ক'ব নোৱাৰোঁ। তেওঁৰ মন বুজা বৰ টান। পৃথিৱীতে তেওঁৰ মন ধৰিব নোৱাৰিলোঁ। তেতিয়া আন্দোলনকাৰী তিৰোতা হ'লেও মোৰ ভলত আছিল। এতিয়া উৰ্বিৰলি নোহোৱা প্ৰভাৱশালী মন্ত্ৰী। অৱশ্যে তেওঁৰ মন কি ৰকমে বুজিম?

এনেতে যমে চিত্ৰগুপ্তলৈ চাই ক'লে, এওঁক সেই উত্তৰৰ পিনে থকা পঁজা-ঘৰটো দেখুৱাই দিয়াগৈ। আকৌ মহাপণ্ডিতলৈ চাই ক'লে, তাতে সুখ-শান্তিৰে থাকিব পাৰিবা। তাত বহুতো গ্ৰন্থও আছে সেইবোৰ পঢ়িব পাৰিবা। আনপিনে নিজৰ খোৱা-লোৱাৰ দিহা কৰিবলৈ যন্ত্ৰ-পাতিও আছে। সেইবোৰেৰে নিজৰ খোৱা-লোৱা মিলাব পাৰিবা। অৱশ্যে চাউল আচল ভঁৰালৰ পৰা লব পাৰা।

সেই যন্ত্ৰবোৰেৰে কি কৰিব লাগিব? তাত যঁতৰ আছে সূতা কাটিব পাৰিবা। সেই সূতা ভঁৰালত জমা দিলেই বেচ পাবা। পুখুৰীপাৰত বৰশী আছে, মাছ ধৰিব পাৰিবা। পঁজা-ঘৰৰ সমুখত এখনি ফলমূলৰ বাগিচা আছে সেইবোৰ ব্যৱহাৰ কৰিব পাৰিবা। কিন্তু সেইবোৰৰ তলিখন চিকুণাই ৰাখিবা। সৰিয়হ চেপি তেল উলিয়াবলৈ বেতেৰে গঢ়া বেৰি বা যন্ত্ৰ আছে। সহজতে তোমাক লগা তেলটুপি উলিয়াব পাৰিবা।

সৰিয়হ ক'ত পাম?

সৰিয়হ মূল ভঁৰালৰ পৰা পাবা। কিন্তু তাৰ সলনি তুমি কৰা শাক-পাচলি দিব লাগিব।

এইবোৰ কৰি মই গ্ৰন্থ পঢ়িবলৈ বা লিখিবলৈ ক'ত সময় পাম?

পাবা। দিনৰ বাৰ ঘণ্টা, নিশাৰ আঠ ঘণ্টা বহুতো সময়। চাৰি ঘণ্টা শোৱাপাটীত পৰি জিৰণি লবা।

বেমাৰ-আজাৰ হ'লে?

তেতিয়া উমৈহতীয়া আস্পাতালৰ পৰা সকলো দৰব-পাতি পাবা।

কিতাপবোৰ কেনেকৈ প্ৰকাশ কৰিম?

ভাল কিতাপ হ'লে আমি নিজে ছপাম। আমাৰ নিজৰ ছপাশাল আছে। ঔ তুমি হাঁহ, পাৰ, মৌও পুহিবা।

আপুনি দেখো নৱকত গান্ধীৰাজ্য গঢ়িব খুজিছে। এৰা পৃথিৱীত শান্তিৰ সেয়ে পথ। ধনৰ দৌল বান্ধি জনচেৰেকে কিতাহি মাৰি খালে বা ফুৰিলে আনবোৰে নিশ্চয় লঘোণে থাকিব লাগিব বা নাঙ্গং না বস্তুং হৈ দিন নিয়াব লাগিব। সেয়ে সহজ-সৰল পথ লৈ শান্তিৰ বৰচ'ৰাত বিচৰণ কৰিব লাগিব।

তেন্তে দেখিছোঁ আপুনি অহিংসা নীতি লৈ বাস কৰিবৰ উপায় লৈছে। কিন্তু আপোনাৰ আশ্ৰম যদি হিংসাতে হওক বা আন কাৰণে হওক আনে আক্ৰমণ কৰে ?

তাৰ উপায় আছে। আমি অহিংসা নীতিতে খামোচ মাৰি ধৰি থকা নাই। আমি আৱশ্যক হ'লে, আমাক ৰক্ষা কৰিবলৈ হ'লে সকলো প্ৰকাৰ অস্ত্ৰ ব্যৱহাৰ কৰিম। আমাৰ নীতি গৰিমাময়ী শ্ৰীকৃষ্ণৰ নীতি। শম দম আমাৰ পন্থা।

(১৩)

মোহনে বৌ বৌ নৰকৰ পৰা ওলাই প্ৰধানমন্ত্ৰী হৈ ৰাজ-হাউলিত ঠাই লৈছে। তাৰ ৰূপেৰে বশ কৰি তিৰোতাৰ সঙ্গ উপভোগ কৰা, জীৱন কালত সি কিমান তিৰোতা উপভোগ কৰিছে তাৰ নিৰ্ণয় নাই। কত তিৰোতাৰ সৰ্বনাশ কৰিছে, কত তিৰোতাক স্বামীৰ পৰা আঁতৰ কৰি আনিছে– সেয়ে সি আজি বৌ বৌ নৰকত ঠাই পাইছিল। কিন্তু গণতন্ত্ৰ ৰাজ্যত– সেইবোৰ দোষ কাটি কৰি থৈ সি ৰাজ-হাউলিত ঠাই পাইছে। ৰূপহ কোঁৱৰ হিছাপে খ্যাতি লাভ কৰিছে।

মোহনে উৰ্বশীক কৈছে তুমিতো মোৰ লগত থাকো বুলি আহিবৰ দিনাই কৈছিলা।

কৈছিলো, তোমাৰ লগতে আছোঁ। মই সৌন্দৰ্যৰ উপাসক। তোমাৰ ৰূপ-মাধুৰ্য মোৰ আনন্দৰ বস্তু।

কিন্তু সেয়ে কেৱল নহয়। তুমি মোৰ কাষ চাপি মোৰ লগত প্ৰেম আৰতি নকৰা।

প্ৰেম আৰতি?

এৰা তোমাক মই ৰাসৰ শ্ৰীৰাধিকা কৰিব খোজোঁ।

তুমি শিল্পী নে সৌন্দৰ্য উপাসক।

মই দুয়োটা।

মিছা। তুমি এটাও নহয়।

মই শিল্পী হিছাপে ৰাসলীলাৰ সৃষ্টি কৰিব খুজিছোঁ। এদিনা যেনেকৈ শ্ৰীকৃষ্ণই সকলোকে মত্তলীয়া কৰি ৰাসৰ অতুলনীয় প্ৰভাৱ সৃষ্টি কৰিছিল।

সেই ৰাসত আবেগ আছিল– কিন্তু উপভোগ

নাছিল। পোৱা-নোপোৱাৰ মাজত সৃষ্টি কৰিছিল এখনি কবিতাৰ ৰাজ্য। বস্তু যিমানেই সুন্দৰ নহওক কিন্তু সেইটো হাতেৰে ঢুকি পালেই সেইটো পোৱাৰ হাবিলাষৰ অন্ত হয়। হাবিলাষ য'ত নাথাকে তাত তন্ময় ভাবৰ অভাৱ হয়। তাৰ ঠাইত তৃপ্তি, অহঙ্কাৰৰ আবিৰ্ভাব হয়। শ্ৰীকৃষ্ণৰ ৰাসলীলাত সকলো পাইছে কিন্তু একো পোৱা নাই। সকলো গোপিনীয়ে শ্ৰীকৃষ্ণক আঁকোৱালি ধৰিছে কিন্তু সেইয়া আবেগ– সপোনহে। আচলতে একো নাই। তন্ময় ভাবৰ অলীক মিলন সপোনহে।

তেন্তে তুমি মোক ধৰা নিদিয়া। তুমি কেৱল তোমাৰ ৰূপ-সৌন্দৰ্যৰে মোক ভুলাই নি মৰীচিকা স্বৰূপ মোৰ অন্তৰত ডেই পুৰি মাৰিবা।

কিন্তু জীৱনকালত তুমি কত স্বামীৰ অন্তৰত জুই জ্বালিছা। কত তিৰোতাৰ সৰ্বনাশ কৰি এই ঠেনুৰ পৰা আন ঠেনুত চিনা জোকৰ দৰে খামোচ মাৰি ধৰিছা।

সেইটো মোৰ দোষ নহয়।

কাৰ দোষ?

যদি কোনো তিৰোতাই মোৰ ৰূপত ভোল গৈ স্বামী এৰি আহে তেন্তে তাত মোৰ দোষ কি?

এৰি আহিল সঁচা, কিন্তু সেইটো উপভোগ কৰিয়ে শাহ খাই বাকলি পেলাই দি আন উপাদানলৈ ধাউতি কৰা জানো তোমাৰ দোষ নহয়। তদুপৰিও সনাতনী নিয়ম সতীত্বৰ জানো– মূল্য নাই।

তুমিয়েতো সদায় কৈ আহিছা সতীত্ব মাথোঁ তিৰোতাক দূৰ্বলা কৰাৰ মহাঅস্ত্ৰ। তুমিয়োতো সতীত্ব নেওচি নিজৰ স্বামীক এৰি য'তে ভাল পাইছা তাতে খামুচি ধৰিছা। নিতে সতীত্বৰ বিৰুদ্ধে কৈ আহিছা। আনৰ বেলা সতীত্ব নালাগে কিন্তু নিজৰ বেলা এনে সঙ্কোচ ভাব।

মিছা কথা। বাহ্যিকত সেইটো তেনে ভাবিব পাৰা– যেনেকৈ বাহ্যিকত ৰাসলীলাই তোমাক উদ্‌গনি দিছে– যেন সকলোকে উত্ৰাৱল কৰি আকৰ্ষণ কৰি আনি তোমাৰ উপভোগ যজ্ঞত আহুতি দিয়ে।

তেন্তে কি তোমাৰ সকলো কথা মিছা ভাওনা। তেনে ভাওনা কৰাৰ আৱশ্যক?

তাৰ প্ৰথম কাৰণ– দূৰ্বল পুৰুষৰ মন জোখা। পুৰুষে অলপ লাই পালেই তিৰোতাক সৰ্বনাশ কৰিবলৈ কাল জিভা মেলি আছে। দ্বিতীয় কাৰণ পুৰুষে সদায় নাৰীক সন্দেহৰ চকুৰে চায়।

কিন্তু জানা, মই প্ৰধানমন্ত্ৰী। মই ইচ্ছা কৰিলে বলেৰে তোমাৰ সকলো দৰ্প চূৰ্ণ কৰিব পাৰো। আৰু জানা এই ৰাজ্যৰ বিধি– বল কৰি তিৰোতাৰ সতীত্ব নাশ কৰিলে দণ্ড নাই– অপৰাধী নহয়। তাৰ কাৰণ পুৰুষৰ য'ত প্ৰবল ইচ্ছা তাত আইনে বাধা দিয়া অযুগুত।

আইন, বিধি– গণতন্ত্ৰ। কিন্তু জনসমাজে জনচেৰেক প্ৰভুত্বশালীয়ে যি কয় তাতে হয়ভৰ দিয়ে। গতিকে এনে গণতন্ত্ৰৰ মূল্য কি? আৰু তেনে লোকে যি বিধি কৰে তাৰে বা কি মূল্য আছে?

তোমাৰ গণতন্ত্ৰত বিশ্বাস নাই?

আছে। কিন্তু তাৰ আগেয়ে লোক সকলো মহান হ'ব লাগিব। বিবেক বুদ্ধি থকা লোক হ'ব লাগিব আকৌ সেইবোৰৰ কাৰণে শিক্ষিত হ'ব লাগিব।

সেইবোৰ যি নহওক তুমি তোমাৰ ৰূপ সৌন্দৰ্যৰে মোৰ অন্তৰ আকৰ্ষণ কৰিছা। তাৰ মূল্য তুমি দিব লাগে। তুমিয়েতো সদায় চিঞৰি ফুৰিছা নৰকত জগন্নাথ পুৰী কৰিব কৰিব লাগে– য'ত তিৰোতা মতাই বৈচ-বাইচ নকৰি একেলগে শুব, খাব, ল'ব।

এৰা নৰক জগন্নাথ পুৰী কৰিব লাগে বুলি মই কৈছোঁ। মতা তিৰোতা য'তে ত'তে কাটি হ'ব সেইটোৱে মই কৈছোঁ।

তেন্তে?

কিন্তু মই কোৱা নাই যে একেলগে শুলেও তেওঁলোকে ব্যভিচাৰ কৰিব। জগন্নাথ পুৰীত মানুহৰ মনৰ পৰা কাম বাসনা আঁতৰ হয়। তাত মদনৰ ঠাই নাই। গতিকে তেনে মহান ভাবেৰেহে তাত সকলোৰে একে শোৱাপাটী হ'ব পাৰে? কিন্তু তুমি ওভোতা বুজিছা কিয়? মই তেনে জগন্নাথ পুৰীৰহে সমৰ্থনকাৰী। য'ত নাই কাম বাসনা; য'ত নাই পুৰুষ-তিৰোতাৰ প্ৰভেদ। য'ত নাই ভয় সঙ্কোচ। য'ত নাই অস্পৃশ্যতা।

কিন্তু তাত যোনিদোষ নগণ্যতে।

কাম ভাব নাথাকিলে যোনি দোষ কেনেকৈ হ'ব? আকৌ "যোনিদোষ নগণ্যাতে"ৰ অৰ্থ যে সমূলি বেলেগ। তাৰ অৰ্থ যোনিদোষ সম্বন্ধে ভাবিবই নোৱাৰে। যোনিদোষ গণনাতে নপৰে।

হাঃ হাঃ সুন্দৰ ভাবাৰ্থ। কিন্তু সেইবোৰ মই নামানো। মোৰ ইচ্ছা হৈছে তোমাক উপভোগ কৰিবলৈ, মই ইচ্ছা পূৰণ কৰিম।

তেন্তে তাৰ প্ৰত্যুত্তৰ এই —বুলিয়েই তেওঁৰ বিহ্বাৰ পৰা এটা পিস্তল উলিয়াই— এতিয়া বুজিছা। প্ৰতি পদে ভয় সঙ্কোচ অনা, ভীৰুতা কাপুৰুষতা প্ৰশ্ৰয় দিয়া মই সতীত্ব নামানো। কিন্তু তিৰোতাৰ প্ৰবল শক্তিদায়িনী, উজ্জ্বলতা বিকাশ কৰা, দৈবিক শক্তি লাভ কৰিব দিয়া গৰিমাময়ী সতীত্ব মোৰ লক্ষ্য।

তেন্তে যমৰ আশ্ৰম আক্ৰমণ কৰা তোমাৰ বাক্যাড়ম্বৰ। তুমি প্ৰগতিৰ বিৰুদ্ধে— ?

নিশ্চয় নহয়। আশ্ৰম আক্ৰমণ কৰিবই লাগিব। তাত সতীত্বৰ গুণ গৰিমা গালেও মিছা, ধৰ্মৰ জয়ঢোল, স্বেচ্ছাচাৰী ৰজাৰ প্ৰভুত্ব, লোকসকলৰ উচ্চাশা ধ্বংস কৰি অলপতে সন্তোষ লভা ইত্যাদি বহুতো অন্যায়ৰ প্ৰশ্ৰয় দিছে! বিংশ শতিকাক ওঠৰ শতিকালৈ টানি নিব ধৰিছে। গতিকে সেই আশ্ৰমৰ ধ্বংস অনিবাৰ্য। উৰ্বশীয়ে কথা কৈ থাকোঁতে হঠাৎ মোহনে পিস্তলটো আচাৰি পেলাই উৰ্বশীৰ হাতত ধৰি এতিয়া কি কৰিবা? তোমাৰ সৌন্দৰ্য উপভোগ কৰিয়ে অন্ত কৰিম। ফুলনিত ফুল ফুটিছে তাৰ ঘ্ৰাণ নলৈ কোন ভ্ৰমৰে এৰি যায়?

উৰ্বশীয়ে তীব্ৰ চকুৰে চাই— এৰি দিয়া!

এৰি দিম। আগেয়ে সুঘ্ৰাণ লওঁ বুলি আঁজুৰি কাষলৈ টানি আনিব ধৰোঁতে উৰ্বশীয়ে আন হাতৰে চোলাৰ ভিতৰত থকা আন এটি পিস্তল উলিয়াই তেন্তে তাৰ আগেয়ে— এই তীব্ৰ শক্তি উপভোগ কৰা। জানা নাৰীয়ে যেনে ৰূপৰ অনলেৰে পুৰুষক সেও মনাই আকৰ্ষণ কৰি আনে আনপিনে নাৰীৰ সবল শক্তিয়ে অত্যাচাৰী কামুকক আগ্নেয় অস্ত্ৰেৰে সমিধান দিয়ে। মোহনে ততালিয়ে উৰ্বশীৰ হাত এৰি দি— কি বিচিত্ৰ নাৰী চৰিত্ৰ —বুলি তভক মাৰি ৰয়। সি নাজানে তিৰোতাই যেনেকৈ সতীত্ব নামৰ চেপা যন্ত্ৰৰপৰা, ৰক্ষা কৰিব খোজে আনপিনে ব্যভিচাৰিতাৰ সম্পূৰ্ণ বিৰোধী।

(১৪)

খৈয়া-নখৈয়া ৰণৰ সাজেৰে যমৰ আশ্ৰম আক্ৰমণ কৰিছেহি। দাবী হৈছে যমে ততালিকে আশ্ৰম এৰি যাব লাগিব। এই আশ্ৰম নৰকৰ সীমান্ত। ইয়াতো গণতন্ত্ৰ চলিব। বিশেষতঃ আজিৰ কুৰি শতিকাৰ যুগত ইয়াৰ নিয়ম-পদ্ধতি এতিয়াও ওঠৰ শতিকাৰ দৰে ৰাখি লোকসকলক উন্নতমুখী নকৰি অধোমুখী কৰিছে। আন্ধাৰত পেলাই ৰাখিছে। নতুন সভ্যতা, উন্নতিশীল জগতৰ মোল পাব দিয়া নাই। এনে কথা গণতন্ত্ৰই সহ্য নকৰে।

সেয়েহে এই সংঘৰ্ষ কুৰি শতিকাৰ আৰু ওঠৰ শতিকাৰ। যুঁজত গণতন্ত্ৰীসকলে জয় কৰি যমৰ আশ্ৰমৰ বহু ঠাই অধিকাৰ কৰিলে। যমে যুদ্ধ নকৰি পিছুৱাই গৈয়ে আছে। চিত্ৰগুপ্তই যমক কৈছে, আমাৰ শক্তিৰে যুদ্ধ কৰাই ভাল। যমে কৈছে, ৰোৱা আৰু কিছুদিন চোৱা। অহিংসা নীতিৰ আশ্ৰয় লৈয়ে বৰ্তমান থকা ভাল। চিত্ৰগুপ্তই কৈছে, কিন্তু সিহঁতে আমাৰ বহুতো ঠাই অধিকাৰ কৰিলে। বহুতো ঠাইৰ শস্য আদি লুটিপুটি লৈ গ'ল। এনে অৱস্থাত নিৰৱে বহি থকা জানো যুগুত হ'ব?

যমে ক'লে, ধৈৰ্য ধৰা।

এনে সময়ত নৰকলৈ পৃথিবীৰ পৰা এজন লোক আহিল। তেওঁ এটম বোমা সৃষ্টি কৰোঁতা; নিউক্লিয়ৰ অস্ত্ৰ সাজোঁতা বিশেষজ্ঞ। তেওঁক উৰ্বশীৰ কাষলৈ আনিলে। উৰ্বশীয়ে সুধিলে, তোমাৰ পাপ?

বিশেষজ্ঞজনে ক'লে, মই কোনো পাপ কৰা নাই, এবাৰ মিছা কোৱাও মোৰ মনত নপৰে। জীৱনটো মোৰ গৱেষণাগাৰতে কটালো। সেয়ে মোৰ ধ্যান-সাধনা আছিল। কিন্তু কিয় মোক এই ভীষণ নৰকলৈ আনিছে মই ক'ব নোৱাৰোঁ। উৰ্ব্বশীয়ে দূতক মাতি আনি সুধিলে, এওঁক নৰকলৈ কিয় আনিছা? এওঁৰ দোষ?

এওঁৰ হেনো ভীষণ দোষ। সেয়ে মৃত্যুৰ পিছতে ততালিকে বান্ধি ইয়ালৈ অনা হৈছে।

উৰ্বশীয়ে ক'লে, দোষ গণনাকাৰী প্ৰধান বিষয়াজনক মাতা। তেওঁ মাতি আনিলত উৰ্বশীয়ে সুধিলে, এওঁৰ দোষ ?

ভীষণ দোষ। এওঁ পৃথিৱীৰ যি সৃষ্টি ধ্বংসকাৰী অস্ত্ৰ সাজিছে তাৰ দ্বাৰা হাজাৰ হাজাৰ নিৰ্দোষী লোকৰ এক মুহূৰ্ত্ততে মৃত্যু হৈছে। ইয়াতকৈ ভীষণ দোষী কোন হ'ব পাৰে?

কি তুমি এটম্ বোমা নিউক্লিয়াৰ অস্ত্ৰ সাজিব পাৰা ?

হয়। সেয়ে মোৰ জ্ঞান; সাধনা।

ধন্য! তুমি ইয়াত সুখেৰে থাকিব পাৰিবা। ইয়াত তেনে অস্ত্ৰ গঢ়িব লাগিব। আনপিনে দূতলৈ চাই ক'লে, তুমি এতিয়াই লৈ গৈ সৈন্যাধ্যক্ষক কোৱাগৈ যমৰ আশ্ৰমত এতিয়া যুদ্ধ কৰিব নালাগে। আমি অলপতে যুঁজ নকৰাকৈ সেই আশ্ৰম ভুতি সহজে ধ্বংস কৰিব পাৰিম। আকৌ বিশেষজ্ঞলৈ চাই ক'লে, তেনে অস্ত্ৰ তৈয়াৰ কৰোঁতে কিমান দিন লাগিব?

বেছি দিন নালাগে। ছমাহৰ ভিতৰতে সকলো সম্পূৰ্ণ কৰিব পাৰিম।

তেন্তে আমি ছমাহ ৰ'ব লাগিব। তুমি এই মুহূৰ্ত্তৰপৰা সেই কামত লাগি যোৱা। যোৱা বিজ্ঞানৰ গৱেষণাগাৰলৈ এওঁক লৈ যা। তাতে সকলো খোৱা-লোৱাবো দিহা কৰিবি। কথামতে কাম। তেওঁক লৈ গ'ল। এনেতে সৈন্যাধ্যক্ষ ওলালহি।

সৈন্যাধ্যক্ষই সুধিলে, যুদ্ধ বন্ধ কৰিলে কিয়?

উৰ্বশীয়ে ক'লে, কেৱল বন্ধই নহয়। সকলো সৈন্য-সামন্ত আশ্ৰমৰ পৰা আমাৰ ৰাজ্যলৈ ওভতাই আনা। বৰ্ত্তমান যুদ্ধ হ'ব নালাগে।

যমৰ আশ্ৰমত যম আৰু চিত্ৰগুপ্তই বহি আছে। যমে হাঁহি ক'লে, চোৱা চিত্ৰগুপ্ত অহিংসাৰ ক্ষমতা। সিহঁত শত্ৰুভাৱে আহিলেও সিহঁতবো প্ৰাণ আছে। গতিকে আমি একো বাধা নিদিয়াত সিহঁতেও যুদ্ধ এৰি স্বস্থানে প্ৰস্থান কৰিলে। এতিয়া আমাৰ গঠনমূলক কামত মনপুতি লাগিব দিয়া। আশ্ৰম সুন্দৰতকৈয়ো সুন্দৰ কৰি তোলা। মোৰ এতিয়া অহিংসা নীতিত বেছি আস্থা হৈছে। এই নীতিৰে শত্ৰুৰ মন জয় কৰিব পাৰি।

চিত্ৰগুপ্তই ক'লে, ক'ব নোৱাৰোঁ ইয়াৰ শক্তি কিমান। কিন্তু আমি দেখিছোঁ ওচৰত পালে সাপে দোষতে দংশন হে কৰে। প্ৰাণহীন অস্ত্ৰৰে অহিংসাৰ মোল নাপায়।

যমে ক্ৰ'লে, আৰু চোৱা। আমাৰ বস্তু যিবিলাক নষ্ট কৰি গৈছে সেইবোৰ দুগুণ উৎসাহেৰে উৎপন্ন কৰিব দিয়া।

চিত্ৰগুপ্তই ক'লে, আমাৰ লোকৰ খোৱা-লোৱা সুখ দেখি নৰকৰ পৰা বহুতো মানুহ ভাগি আহিব ধৰিছিল। যুদ্ধৰ সময়ত এইবোৰ ঠাই দেখি ইয়াৰ সুখ শান্তি দেখি আৰু হোৰে হোৰে ইয়ালৈ যে আহিব তাত সন্দেহ নাই।

যমে ক'লে, ভয় নাই। সৃষ্টি হ'লে তাৰ যোগানো আছে। আকৌ যদি যোগানৰ অভাৱ হয় বা ৰাজ্য ভাৰাক্ৰান্ত হয় তেন্তে নিশ্চয় জানিবা তেতিয়া ধ্বংসকাৰী অৱতাৰৰ সৃষ্টি হয়। তেতিয়া যি প্ৰকাৰে নহওক লোক ধ্বংসকাৰী ৰাজ্যত সামঞ্জস্য ৰাখে। পৃথিৱীত দেখিছা যুগে যুগে অৱতাৰ হৈ পৰমব্ৰহ্মাই পৃথিৱীৰ ভাৰ হৰণ কৰি নিয়মিত জোখত লোকসংখ্যা ৰাখে।

তেন্তে পৃথিৱীত যে জন্মনিৰোধ আন্দোলন চলিছে সেইবোৰৰ জানো মূল্য নাই।

"নিৰ্বোধ লোক। স্বাভাৱিক গতিত বাধা দি সৃষ্টি কম-বেছি কৰিব যোৱা মূৰ্খৰ কাম। সেয়ে সৃষ্টি কৰিছে, সেই সৃষ্টিৰ বাহুল্য হ'লে আকৌ তাৰ কাৰণে ধ্বংসৰো সৃষ্টি হয়। যিয়ে নহওক মানুহৰ অহঙ্কাৰ যেন মানৱ শক্তিয়ে সকলো কৰিব পাৰে। সেই কাৰণে প্ৰকৃতিৰ বিৰুদ্ধে আজি মানৱে সকলো প্ৰকাৰে বিৰোধ কৰিছে। কিন্তু এইবোৰ মিছা পুৰুষাৰ্থ। জন্মনিৰোধ নকৰাকৈ সৃষ্টি আৰু বাঢ়ক— সেইটোৰহে চেষ্টা কৰিব লাগে। বাৰু কোৱাচোন মানুহৰ সকলো শক্তি প্ৰয়োগ কৰি এজন মানুহ গঢ়িব পাৰেনে? কিন্তু মানুহে পাৰে কেৱল ধ্বংসৰ উপাদান গঢ়িবলৈ। এটা গছৰ গুটিও সৃষ্টি কৰিবলৈ মানুহৰ শক্তি অপাৰগ। সেয়ে জন্ম নিয়ন্ত্ৰণৰ আঁচনি, এটম্ বোমাৰ সৃষ্টি, ৰকেটৰ উদ্ভাৱনা এইবোৰ দেখি মোৰ কেৱল হাঁহিহে উঠে। কিন্তু সেইবোৰৰ দ্বাৰা মানুহৰ দম্ভ-অহঙ্কাৰ নিতে বাঢ়িবহে ধৰিছে। হিংসাপ্ৰিয় মানুহে যুদ্ধক আলিঙ্গন কৰি আদৰি আনিবলৈ উদ্যত হৈছে।

(১৫)

সুন্দৰ ফুলনিৰ মাজন এটি মনোৰম ঘৰ। ফুলনিখনি নানা ফুলেৰে শোভিত হৈ আছে। ফুলৰ গোন্ধতে গোটেই ফুলনি আমোল-মোলাইছে। সেই ঘৰটিৰ কাষেৰে এটি সুন্দৰ নিজৰা কুলু কুলু সুৰে বৈ গৈছে। সেই নিজৰাৰ পানী শিলত ঠেকা খাই মধুৰ শব্দ তুলিছে। ঘৰটিৰ সমুখত এজোপা গোলাপ ফুলত বহুতো গোলাপ ফুল ফুলিছে, তাতে সূৰ্যৰ কিৰণ পৰি এটি সজীৱ স্বৰ্গীয় আভা উজলাই তুলিছে। ঘৰটিৰ ভিতৰত দুটা কুঠৰি। এটা কুঠৰি মনোমোহা সাজেৰে সজোৱা। দুখনি বহা আসন বিতোপনকৈ সজাই থৈছে। মাজত এখনি ধুনীয়া পালেং। পালেঙৰ ওপৰত মোটা কিন্তু অতি কোমল দলিছা। তাৰ ওপৰত বগা কাপোৰেৰে ঢকা। পালেঙৰ চাৰিওকাষে নানাবৰণীয়া সুন্দৰ সুন্দৰ ফুল। ঘৰৰ বেৰৰ কাষত নানা বচোনত নানা ফুল গছ। বেৰবিলাকত শিল্পীৰ হাতৰ কলা-কৌশল দৰ্শোৱা নানা মূৰ্তি অঁকা ছবি। সেইবোৰ নাঙত-মুঙত অৱস্থা। প্ৰত্যেক মূৰ্তিয়ে প্ৰেমিকক আলিঙ্গন, প্ৰেমিক-প্ৰেমিকাৰ নানা ভঙ্গীত অভিসাৰ, নানা ৰূপত প্ৰেমকেলি, মধুৰ চুম্বন স্পৰ্শ; নানা অৱস্থাত যুৱক-যুৱতীৰ সঙ্গম অঁকা আছে। গোটেই কুঠৰি মধুৰ গোন্ধেৰে আমোল মোলাইছে। এজন সুন্দৰ সাজপাৰ পিন্ধা যুৱক আহি সেই পালেঙত বহি বেৰৰ চৌকাষৰ মূৰ্তিবোৰ চাই চাই মিচিকাই হাঁহিছে। আন কুঠৰিত এটি সুন্দৰ গা ধোৱা কুঠৰি। আনপিনে সৰু পানী এৰিবলৈ সৰু কুঠৰি। গা ধোৱা কুঠৰিত সুগন্ধি আতৰ মিহলোৱা পানী। কাষত দাপোণ, চবোন আৰু কাপোৰ ৰখা ডাঁৰ। এই কুঠৰিত এজনী গাভৰুৱে নাঙঠ হৈ গা ধুই অঁতাই সুন্দৰভাৱে সাজিকাছি দাপোণৰ সমুখত থিয় হৈ চুলি চিকুণাই এটা গোলাপ ফুল চুলিত গুঁজি আন এটি পদুম ফুল হাতত লৈ ওলাই আগৰ কুঠৰিত সোমাই পালেঙত যুৱকৰ বাওঁফালে বহিলহি। দুয়ো দুয়োকো চকুৰে চাই অলপ ৰ লাগি ৰ'ল। লাহেকৈ যুৱকে তেওঁৰ বাওঁ হাতখনি যুৱতীৰ কান্ধত দি তেওঁৰ কাষত থকা এটি ফুল যুৱতীৰ চুলিত লাহে লাহে গুঁজি দি লাহে লাহে তেওঁৰ চুলি লাৰিব ধৰিলে। যুৱতীয়ে এটি মনোমোহা হাঁহি মাৰি যুৱকৰ কলাফুলত তেওঁৰ কোমল হাতখনি থলে। লাহে লাহে যুৱকৰ হাত চুলি চিকুণাই চিকুণাই তললৈ নমাই যুৱতীৰ ৰাঙলী গালৰ কাষ পালেহি, তাৰো পৰা লাহে লাহে স্তন যুগলৰ এটাত অতি ধীৰে ধীৰে পিহিব ধৰিলে। স্তন দুটা আঙুৰি যেখনিখনি লাহে লাহে আঁতৰালে। এনেতে কুলিয়ে ডালত পাতৰ মাজে কুউ কুউ কৰিলে। দুয়ো থৰ হৈ সেইপিনে চালে। এই সুচলতে ক'ব নোৱাৰাতে যুৱতীয়ে যুৱকৰ কোলাত মূৰটো পেলালে। যুৱকৰ চমক ভাঙি আগহাতেৰে তেওঁৰ ৰাঙলী গাল পিহিব ধৰিলে। মুহূৰ্ততে হালি এটা মধুৰ চুমা তৃপ্তিভৰি খালে।

তাৰ পিছত ক'লে, নৰকতো যে বিতোপন উদ্যান আছে ক'ব নোৱাৰিছিলোঁ।

এয়া মোৰ সৃষ্টি— যুৱতীয়ে লাহেকৈ মাত দিলে। এয়া কুৰি শতিকাৰ সৃষ্টি। যুৱকে ক'লে, নহয় পোন্ধৰ শ বছৰ আগেয়ে ৫ম শতিকাতো এনে সৃষ্টি হৈছিল। সেয়ে এদিনা কালিদাসৰ মাধুৰ্য, বাৎস্যায়নৰ কলাশিল্পৰ চূড়ান্ত কামসূত্ৰৰ জেউতি জিলিকি উঠিছিল। সেই কৈয়ে যুৱকে হাত মেলি ওচৰৰ মেজৰ পৰা এটি পাত্ৰৰ পৰা এটি সৰু গিলাছত অলপ সোমৰস ঢালি যুৱতীৰ মুখত দিলে।

অলপ পিছতে যুৱকেও তেওঁৰ কাষতে পালেঙত বাগৰি পৰিল।

(১৬)

যমে বৈতৰণী পাৰত থিয় হৈ সূৰ্য অস্তাচলত মাৰ যোৱা চাই আছে। দূৰৈত পানীত সূৰ্যৰ কিৰণত যি ৰাঙলী সৃষ্টি হৈছে— সেয়া দেখুৱাই চিত্ৰগুপ্তক কৈছে— বুজিছা চিত্ৰগুপ্ত, প্ৰাকৃতিক সৌন্দৰ্যতকৈ আন একো বস্তুৱে ইমান আকৰ্ষণ কৰিব নোৱাৰে। এই সৌন্দৰ্য উপভোগ কৰিবলৈ ৰাতিপুৱা আৰু সন্ধিয়া আৰ্য ঋষি সকলে গায়ত্ৰীৰ অনুষ্ঠান কৰি গৈছে। এয়ে কেৱল মন প্ৰফুল্ল নকৰে, মনক এখনি কল্পনা ৰাজ্যলৈ আগবঢ়াই নিয়ে।

কিন্তু এই প্ৰকৃতি সৌন্দৰ্যই লোকক আকুল নকৰি ধন-কড়িৰ জিলিমিলিলৈ কিয় মন টানি নিয়ে?

মানুহৰ অন্তৰত সদায় অহঙ্কাৰৰ কুণ্ড আছে। মানুহে বিচাৰে ওচৰৰ লোকৰ মান মৰ্যাদা। তেওঁলোকৰ ওপৰত ধন জিলিমিলিত প্ৰভুত্ব। আকৌ চৌকাষৰ লোকেও ভাবে ধন থাকিলে বা ধনৰ বলত মটৰ, বিলাসিতা, ডাঙৰ ডাঙৰ অট্টালিকা কৰিব পাৰিলেই ডাঙৰ মানুহ। তাৰ ফলত চুৰ কৰি, ডকাইতি কৰি, চোৰাংবজাৰ, দুনীতিৰ আলম লৈ ধনৰ মূল্য বাঢ়ি গৈছে! সেই ধন যি উপায়ে অৰ্জা নহওক, মানুহে সেইটোলৈ নাভাবে। তেনে ধনেৰে মানুহক আপ্যায়িত কৰিলে সি সজলোক, সন্মানী লোক।

যমে ক'লে, মানুহৰ সমাজে, জ্ঞাতি কুটুমে, ওচৰ-চুবুৰীয়াই ধনতে মান মৰ্যাদা অৰ্পি দিয়াই ইয়াৰ কাৰণ বুলি ক'ব খোজা।

এৰা। মনৰ প্ৰকৃত আনন্দতকৈ বাহ্যিক আনন্দই ওখ খাপ অধিকাৰ কৰিছে। নানা পাপ কৰি, মনত হাজাৰ অশান্তি দুশ্চিন্তা লৈয়ো ধনৰ বলেৰে বাহ্যিক সুশোভন কৰি ৰাখিব পাৰিলেই, আনৰ আগত ডাঙৰ লোকালি বোলাব পাৰিলেই যেন মানুহৰ তৃপ্তি। মানুহেও তেনে লোকক্হে সজ বুলি গুণ কীৰ্তন কৰে। কিন্তু এজন সজলোকে দাৰিদ্ৰ্যৰ কাৰণে একো ধুৱাব-ধুৱাব নোৱাৰিলে— সেই মানুহজন মানুহৰ চকুত নপৰে, তাক গণ্যয়ো নকৰে।

বাৰু সেইটো এৰা, সৌন্দৰ্য-অনুভূতি আৰু সৌন্দৰ্যৰ গৌৰৱ দেখুৱা দুটা বেলেগ বস্তু। যি নহওক মহাপণ্ডিত আজি ক'লৈ গ'ল?

ক'ব নোৱাৰোঁ।

মহাপণ্ডিতে বোধকৰো ইয়াত তেওঁ পণ্ডিতালি দেখুৱাবৰ সুবিধা নাপাই ভাল পোৱা নাই। তেওঁ বেছিভাগেই ক'ৰবালৈ ঢাপলি মেলে।

সেইটো সঁচা। ভাতে নিজে নিজে কিছু কাম কৰিবলগীয়া হোৱাত আৰু বিপদত পৰিছে। তেওঁ মজে সময়ে বোধ কৰোঁ নবক ৰাজ্যকো যায়। তাতে বহুতো সময় কটায়। সেই দূৰদৃষ্টিহীন লোকসকলৰ মাজত পাণ্ডিত্য দেখুৱাবলৈ সুবিধা পায় নহয়। গ'লেও আপত্তি নাই। কিয়নো আমি তেওঁৰ পৰা সেই নগৰত ঘটা বহু কথাৰ সম্ভেদ পাম।

শুনিব পাইছোঁ তাত এটম্ বোমাৰ সৃষ্টি কৰিব ধৰিছে।

এৰা মই সেইটো গম পাইছোঁ।

যদি আমাৰ বিপক্ষে সেই অস্ত্ৰ ব্যৱহাৰ কৰে, তেনেহ'লে আমাৰ শান্তিৰ ৰাজ্য সমূলি ধ্বংস হৈ যাব।

ধ্বংস আৰু সৃষ্টি পৰমেশ্বৰৰ হাতত। যদি তেওঁৰ সেই ইচ্ছাই হয় তেন্তে তাক ৰুধিবৰ আমাৰ শক্তি নাই। কালে সকলোকে হৰণ কৰে। সেই কালৰ শক্তি কেতিয়া ক'ত কেনেকৈ ব্যৱহাৰ হয় আমি নুবুজোঁ।

কিন্তু এয়া যে সৰল প্ৰাণত আঘাত! নিৰ্দোষী লোকৰ শান্তিত অঘটন।

কোন নিৰ্দোষী, কোন দোষী আচলতে ক'ব নোৱাৰো। হয়তো আমাৰে বেছি দোষ হৈছে। তাৰ কাৰণে আমি দণ্ড পাম।

আমাৰ দোষ ক'ত? আমি সিহঁতক নিজৰ ৰাজ্য নিজ ইচ্ছাৰে এৰি দি আহিছোঁ। সেই ৰাজ্য সিহঁতক নিজ ইচ্ছাৰে চলাব দিছো। হকা-বধা কৰা নাই। আমি দূৰৈৰ নিৰ্জন ঠাইত আশ্ৰম পাতি নিজে অৰ্জা বস্তুৰে খাই লৈ আছোঁ। আমাৰ দোষ ক'ত?

যমে হাঁহি ক'লে, ইয়াৰ উত্তৰ জলজল্ পট্ পট্। কিন্তু আমি দেখিও নেদেখা। বাৰু এই সম্বন্ধে ভাবা। ইয়াৰ সমিধান পিছত দিম।

(১৭)

যুৱক যুৱতী সেই লাহ-বিলাহৰ ঘৰৰ পালেঙত শুই থকা অৱস্থাতে মুখ্যমন্ত্ৰী মোহন আন এজনা ৰূপহী লৈ সোমালহি। দুয়ো নানা তৰহৰ কথা কৈ পালেঙৰ কাষ পালেহি। তেওঁলোক অহা গম পাই ততালিকে আগৰ যুৱতী উঠি বহিল— পালেঙত আন দুজনক তেনে অৱস্থাতে দেখি মোহনে তীক্ষ্ণচকুৰে চাই— ইকি, তুমি ইয়াত এনে অৱস্থাত। তুমিয়েতো সিদিনা বৰ সতীত্বৰ গৌৰৱ মোৰ আগত দাঙি ধৰিছিলা। কিন্তু তোমাৰ এনে কাম। ভ্ৰষ্টা নাৰী— কেৱল মুখত ডাঙৰ ডাঙৰ কথা। তোমাৰ নাম ভাল গণনাকাৰীয়ে আচল উৰ্বশী

ৰখাই ঠিক হৈছে। সৰগত হেনো সকলো দেৱতাৰ উপভোগ্যা উৰ্বশী অপেচৰী স্বৰূপে আছে আৰু তুমি উৰ্বশী নটীৰূপে নৰকত আবিৰ্ভাৱ।

তুমি মুখ চম্ভালি কথা ক'বা।

যি স্পষ্ট সঁচা তাকেই কৈছোঁ।

তুমি জানা সেইজন কোন?

এটা সুন্দৰ দেখনিয়াৰ মনোমোহ যুবক। তোমাৰ মউৰস পান কৰা এটা ভোমোৰা। গোৱা গোৱা সতীত্বৰ গৌৰৱ গোৱা।

সতীত্বৰ উজ্জ্বলতা যুগে যুগে আছে আৰু ভৱিষ্যতেও থাকিব।

তোমাৰ সতীত্বৰ ব্যাখ্যা কি আমি নুবুজোঁ। কিন্তু লাহ-বিলাহৰ ঘৰত যুৱকেৰে সৈতে ৰস-মাধুৰীৰ খেলাই বোধ কৰোঁ তুমি ৰচা বেদত সতীত্ব। আকৌ সেই ৰস মাধুৰী প্ৰেম-উ নহয় ৰাসকেলি শ্ৰীকৃষ্ণৰ ৰাসকেলি!

তোমাৰ .মুখত বিৰাট শ্ৰীকৃষ্ণৰ অপৰূপ মহিমা কীৰ্তিৰ কথা শোভা নাপায়। সেই ৰাসলীলাৰ মাহাত্ম্য তোমাৰ বা মোৰ বোধগম্য নহয়। তাৰ ৰহস্য অদ্ভুত। সেই গৰিমাময়ী ৰাসৰ লগত এই অকণি ৰাসলীলাৰ ৰিজনি নানিবা। তুমি জানা— এইজন মোৰ স্বামীৰ বাহিৰে আন কেও নাই।

স্বামী। হাঃ হাঃ স্বামী! এৰা শুনিছোঁ হেনো সৰগৰ উৰ্বশীয়ে নিশা যাৰ ওচৰ পায় সেইদিনা সেই নিশাৰ কাৰণে তেৱেঁই স্বামী। অৱশ্যে সেই অৰ্থত তোমাৰ তেওঁ স্বামী— স্বামী! পিছে যি নহওক যদি ৰাসলীলা শেষ হৈছে তেন্তে ইয়াৰপৰা দুয়ো আঁতৰ হোৱা— আমাক উপভোগ কৰিব দিয়া। অৱশ্যে ইয়াত সকলোৰে অবাধ গতি হ'লেও আৰু প্ৰেমকেলিৰ বিলাস মন্দিৰ হ'লেও সময়ৰ হিচাপ আছে। তোমাৰ সময় উকলি গৈছে।

উৰ্বশীয়ে যুৱকৰ হাতত ধৰি ধীৰে ধীৰে দুয়ো আঁতৰ হ'ল। মোহনে মুখ বিকৃতি কৰি উচ্চাৰণ কৰিলে— স্বামী! আকৌ তেওঁৰ লগত অহা— গাভৰুজনীলৈ চাই ক'লে, এতিয়া মই তোমাৰ স্বামী! কি কোৱা? তুমি মোৰ উপভোগৰ যেনে উপাদান উৰ্বশীৰ ধংসতো তুমি সহচৰী হ'বা। উৰ্বশী পিশাচীক মন্ত্ৰীৰ আসনৰ পৰা আঁতৰাই মই তোমাক থাপিম।

(১৮)

উৰ্বশীয়ে বাহিৰৰ উদ্যানত আহি হাতত ধৰাধৰিকৈ যুৱকৰ লগত ভ্ৰমি নিজৰাৰ কাষৰ এটা সুন্দৰ নিমজ শিলত বহি ক'লে, বুজিছা মাধৱ, পৃথিৱীত ভয়, সংকোচ, সন্দেহ আৰু ভোগ তৃষ্ণাই মানুহক অলিয়া-বলিয়া কৰিছে। সেইবোৰে এই নৰকতো প্ৰেতাত্মাৰ মাজত সুন্দৰভাৱে প্ৰতিষ্ঠা কৰিছে।.

মাধৱে ক'লে, উৰ্বশী তোমাক বুজা নাছিলোঁ তুমি যে ইমান জ্ঞানী, এনে প্ৰগতিৰ পথ দেখুৱাওঁতা।

সেইটো যিয়েই নহওক এই মোহন পাষণ্ডই নাজানে তুমি কোন? সি আকৌ নুবুজে প্ৰগতিৰ পথ ক'ত? সি ভাবিছে মান্ধতা যুগৰ সতীত্ব আৰু বিংশ শতিকাৰ উচ্ছৃংখল বিলাসৰ পাৰ্থক্য আমি নাজানো।

কিন্তু তোমালোকৰ মাজতে বিবাদ ঘটিছে। মতৰ পাৰ্থক্য হৈছে। গতিকে তোমালোকৰ গণৰাজ্য কেনেকৈ চলিব?

উচ্ছৃংখলতা, অতি বিলাসিতা, স্বাৰ্থপূৰণ, দুৰ্নীতি এইবোৰেই মানুহৰ মাজত বিভেদ আনে। এজনৰ স্বাৰ্থত আঘাত পৰিলেই আনজনৰ পৰা ফেৰাকতি হৈ সিজনৰ বিৰুদ্ধে নানা ষড়যন্ত্ৰ কৰে। তাৰ ফলত দল ভাঙি, গণতন্ত্ৰৰ কঁকাল পৰি যায়। তোমালোকৰো আজি তেনে অৱস্থা পাইছেহি। হাজাৰ হাজাৰ দুখীয়া লোক তোমালোকৰ বিৰুদ্ধে উঠিবলৈ চেষ্টা কৰিছে। আনপিনে তোমালোকৰ মাজত পাৰ্থক্য গঢ়ি উঠিব ধৰিছে। গণতন্ত্ৰই তোমালোকৰ মাজত ধনতন্ত্ৰৰ সৃষ্টি কৰিছে।

উৰ্বশীয়ে অলপ পৰ নামাতি অলপ পিছতে ক'লে, যিয়ে নহওক, গণতন্ত্ৰৰ প্ৰভাৱ বঢ়াবই লাগিব। পোনতে ইয়াৰ যিবোৰ দুৰ্বলতা বা দোষ উথলিছে সেইবোৰ লাহে লাহে আঁতৰাব লাগিব। জানা সকলো বস্তু প্ৰথম অৱস্থাত দোষেৰে পূৰ্ণ। কিন্তু দোষবোৰ আঁতৰিলে ইয়াৰ মাহাত্ম্য বিয়পি পৰিব।

বাৰু যমৰ আশ্ৰম আক্ৰমণ কৰি পিছুৱাই আহিলা কিয়? তাৰ কাৰণ কুৰি শতিকাত ওঠৰ শতিকাৰ

অস্ত্ৰেৰে যুদ্ধ কৰা অযুগুত বা অপমান বুলি। আমি কুৰি শতিকাৰ অস্ত্ৰেৰে মান্ধাতা যুগৰ যমক চমক খুৱাম। লগে লগে আমাৰ প্ৰভাৱ সেই বুৰ্বকদলে বুজি পাব। আমি 'নিউক্লিয়ৰ' অস্ত্ৰেৰে যুদ্ধ কৰিম। ওঠৰ শতিকাৰ বন্দুক-বাৰুদেৰে নহয়।

কিন্তু জানা যমৰ হাতত দৈবিক অস্ত্ৰ আছে। ওঠৰ শতিকা বা কুৰি শতিকাৰ অস্ত্ৰ নহব পাৰে কিন্তু মহাভাৰতৰ যুগৰ অস্ত্ৰ আছে।

তুমি হঁহুৱালা, মহাভাৰতৰ যুগৰ অস্ত্ৰ সেইবোৰ কেৱল আখ্যান, গল্পৰ যোগান। তেওঁলোকৰ আগ্নেয় অস্ত্ৰ কি আছিল জানা?

কি?

কাঁঠৰ আগত ফটাকানি বান্ধি জুই লগাই দি শত্ৰুৰ মাজত পেলোৱা। সেয়ে আগ্নেয় অস্ত্ৰ। আকৌ বৰুণ অস্ত্ৰ? কাঁড়ৰ আগত বাঁহৰ চুঙাত পানী ভৰাই বান্ধি জুই নুমোৱা।

কিন্তু পাশুপাত অস্ত্ৰ তোমালোকৰ এটম্ বোমাৰ সমকক্ষ!

পাশুপাত অস্ত্ৰ তোমালোকৰ কল্পনাহে। কিন্তু এটম্ বোমা বাস্তৱ। বাস্তৱতা আৰু কল্পনাৰ প্ৰভেদ আছে। সমুখ সমৰত সেইটো দেখিবা।

এটম্ বোমাৰে যে গোটেই আশ্ৰম ধ্বংস হৈ যাব। আশ্ৰম ধ্বংস কৰি কি লাভ?

আজিৰ যুগত ওঠৰ শতিকাৰ কূমজেলুকাৰ গতি ৰ'ব নোৱাৰে। সেই গতিৰে মানুহক টানি নিয়াব খোজাতো পাপ— কেৱল পাপেই নহয় মানুহক কু-আদৰ্শ, কু-পথ দেখুৱা। মানুহৰ অতুলনীয় শক্তিক চেপি ৰাখি কেৱল দুবেলা দুমুঠা খোৱাতে আনন্দ পোৱা লোকৰ সৃষ্টি কৰা— সেইটো হ'ব নোৱাৰে। জগতে প্ৰগতিৰ পথত আগুৱাই যাব লাগিব। পুৰণি ধ্বংস অনিবাৰ্য। পুৰণিতে খামোচ মাৰি থাকিলে নহ'ব। প্ৰগতিত নানা তৰহৰ ভুল-ভ্ৰান্তি হ'ব পাৰে কিন্তু সেয়ে মানুহৰ শক্তিৰ উৎকৰ্ষৰ পৰিচয় দিব। কিন্তু সনাতনীয়ে সুখ-শান্তি আনিব পাৰে কিন্তু মানুহৰ শক্তি-সামৰ্থ্য জপা পেটেৰাত সুমুৱাই ৰাখি মানুহৰ দুৰ্বলতা, মানুহৰ শক্তিৰ অপব্যৱহাৰ আৰু দৈবিক শক্তিত কেৱল নিৰ্ভৰ কৰি থকা আত্মা কৰিয়ে শান্তি পাব। তেনে সুখ-শান্তি আমাক নালাগে।

কিন্তু এই পথত জানো শান্তি আছে? শান্তি নহ'ব পাৰে। আমাৰ শক্তিৰে ৰকেট সৃষ্টি কৰি ব্যোমত বিচৰণ কৰোঁতে হয়তো ৰকেট ভাঙি চুৰমাৰ হ'ব পাৰে। হওক কিন্তু আমাৰ শক্তিৰ বিৰাট প্ৰদৰ্শনী। এটম্ বোমাই মানুহ জাতিক ধ্বংস কৰিব পাৰে। হওক। কিন্তু আমাৰ সৃষ্টি এটম্ বোমাই মানুহৰ শক্তিৰ শীৰ্ষস্থান লাভ কৰিব।

কিন্তু মানুহ জাতিয়ে যদি ধ্বংস হয় তেন্তে মানুহৰ শক্তিৰ শীৰ্ষতা লাভ কৰি কি হ'ব?

গৰিমাময় মানৱ শক্তিৰ কথা ইতিহাসত ৰ'ব।

কিন্তু সেই ইতিহাস কোনে পঢ়িব? আৰু যদি কোনোৱে পঢ়িব পাৰে সি ইতিহাসৰ পাততকৈ দেখিব বাস্তৱ জগত। এটম্ বোমাৰ সৰ্বনাশী কীৰ্তি। দেখিব এটম্ বোমাই শেষ কৰা কিছুমান ভাঙি-ছিঙি ৰোৱা পুৰণি কীৰ্তি-কলাপৰ দ'ম, দেখিব বোবা, কলা, কণা, লৰি খুটি খাব নোৱৰা কিছুমান প্ৰাণীৰ কিম্ভূতকিমাকাৰ মূৰ্তি। ধ্বংসৰ শক্তি বঢ়াই নিছা কিন্তু মানৱৰ স্ৰজন শক্তি ক'ত? এটা প্ৰাণী তুমি সৃষ্টি কৰিব পাৰানে?

বাৰু সেই কথা এৰা। কি ঘটিব লাগে সেয়েহে ঘটিব।

এইবাৰ তুমি দেখোঁ ওঠৰ শতিকাৰ "সৰল বিশ্বাস"লৈ নামি আহিলা। তুমি নেদেখা শক্তিত বিশ্বাস কৰা।

নেদেখা শক্তিত বিশ্বাস কৰোঁ নকৰোঁ কিন্তু এইটো ঠিক দৈবিক শক্তিৰ প্ৰয়োগৰ আগে আগে আমাৰ এটম্ বোমাৰ শক্তিয়ে আমাৰ শক্তিৰ পৰিচয় দিব। বৰ জটিল প্ৰশ্নবোৰ উঠিছে। কিন্তু এনে সময়ত সেইবোৰলৈ মূৰ ঘমাবলৈ ইচ্ছা হোৱা নাই। আজি বহু দিনৰ মূৰত এনে ৰসকেলি কৰি বৰ তৃপ্তি পাইছোঁ। তুমি বোধ কৰো বহুদিন ব্ৰহ্মচৰ্য পালন কৰিছা। সেয়ে এনে আনন্দদায়ক শক্তি পাইছা।

ব্ৰহ্মচৰ্যত তুমি শক্তি বঢ়া বুলি ভাবা?

আজিতো তাৰ প্ৰমাণ পালোঁ।

তেন্তে ওঠৰ শতিকাৰ কোনো কোনো বস্তুৰে

মানুহক সহায় কৰে। বিলাসত মগ্ন কৃৰি শতিকাৰ ব্ৰহ্মচৰ্যহীনতাই মানুহক শক্তিহীন আৰু কুৰূপ কৰি চকু গাঁতত সোমোৱা, মুখ, শ্ৰীহীন, গাল ভঙা তেজহীন, শৰীৰ সৃষ্টি কৰিছে। তাত নানা বিলাসী বস্তু ঘঁহিলেও আচল ৰূপ ঢকা অসম্ভৱ হৈ পৰে।

উৰ্বশী নামাতি ৰ'ল।

(১৯)

যমৰ আশ্ৰমত নতুন নতুন কিতাপ ছপাশালত ছপাৰ লগে লগে মহাপণ্ডিত মাধৱৰো এখনি বিৰাট গ্ৰন্থ ছপা হ'ব ধৰিছে। নাম সৃষ্টিৰ লক্ষ্য।

যমে কৈছে এয়ে মানৱক নতুন পথ দেখুৱাব। চিত্ৰগুপ্তই কৈছে এই সম্বন্ধে এতিয়া একো নক'ব। প্ৰকাশ হ'লেহে ইয়াৰ মতামত দিয়া ভাল হ'ব। যমে ক'লে, আজিৰ দিনতো ভাল দেখা নাই। বহুতো অমঙ্গল দেখা পাইছোঁ। কাউৰীবোৰে কেনেকৈ চিঞৰিছে। শিয়ালে দিনতে হোৱা দিছে। এইবোৰৰ কাৰণ কি?

ভয়ঙ্কৰ বিপদ আহিব পাৰে। কিন্তু বিপদৰ একো উমঘাম দেখা নাই। সিহঁতে কিবা ষড়যন্ত্ৰ কৰিছে? এনেতে মহাপণ্ডিত সেই ঠাইলৈ আহিল।

চিত্ৰগুপ্তই সুধিলে, তুমি নৰক ৰাজ্যলৈ গৈছিলা। তাত কি দেখিলা? কি শুনিলা?

বহুত দেখিলোঁ শুনিলোঁ। এটম্ বোমা সজা শেষ হৈছে।

যমে সুধিলে, এটম্ বোমা শেষ হৈছে, অলপতে ব্যৱহাৰ কৰিব?

কোন সময়ত ইয়াৰ পৰীক্ষা কৰে সঠিককৈ ক'ব নোৱাৰোঁ।

যেতিয়াই নৰকৰ এটম্ বোমাই দৈৱিক শক্তিৰ লগত পৰাজয় মানিবই লাগিব। কিন্তু ফল বিষম হ'ব। সকলো ধ্বংস হ'ব। আমি নিজে নিজে প্ৰলয় মাতি আনিছোঁ।

মহাপণ্ডিতে ক'লে,

"যদা যদাহি ধৰ্ম্মস্য গ্লানিৰ্ভৱতি ভাৰত।
অভ্যুত্থানমধৰ্ম্মস্য তদাত্মানং সৃজাম্যহম্।।
পৰিত্ৰাণায় সাধূনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্ম্মসংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে।। ৮।।"

চিৰকাল এইটো চলি আছে। আজি গণতন্ত্ৰৰ নামত যি ব্যভিচাৰিতাৰ প্ৰকোপ হৈছে, অধৰ্ম বিয়পি পৰিছে গতিকে প্ৰলয়ৰ সৃষ্টি হ'বই। লগে লগে ধৰ্ম থাপিবলৈ ঈশ্বৰৰ অৱতাৰ হ'ব।

সঁচা কথা, মানুহৰ ক্ষুদ্ৰ বুদ্ধিয়ে, স্থূল দৃষ্টিয়ে সেই কথা বুজি নাপায়। ব্যভিচাৰত, অধৰ্মত, বিলাসত মানুহে মগ্ন থাকি পাহৰে ধৰ্মৰ সূক্ষ্ম গতি।

চিত্ৰগুপ্তই এনেতে মাত দিলে, কিন্তু এটম্ বোমাই নিৰ্দোষী লোকসকলক আৰু ভাল ঠাইবোৰ এনেয়ে নষ্ট কৰিব।

দোষী কোন? নিৰ্দোষী কোন আমি স্থূল বুদ্ধিৰে বিচাৰ কৰিব নোৱাৰোঁ। কিন্তু পৰম শক্তিয়ে ইয়াৰ সূক্ষ্ম বিচাৰ কৰি ইয়াৰ দণ্ড বিহে।

আৰু এদিন কথা ওলাইছিল আমিয়ে দোষী বুলি কৈছিল কিন্তু তাৰ মীমাংসা কৰি নিদিলে।

সেই সম্বন্ধে তোমাক ভাবিব দিছিলোঁ। ভাবিছা জানো?

অৱশ্যে ভাবিছোঁ। কিন্তু সমিধান পোৱা নাই। আমি সকলো এৰি দি ৰাজ্য ধন সকলো সিহঁতে অৰ্পি ইয়াতে নিৰলে আশ্ৰম কৰি আছোঁ, নিজৰ খোৱা-লোৱা নিজে দিহা কৰিছোঁ গতিকে আমাৰ দোষ ক'ত? কিন্তু সিহঁতে পৰৰ ৰাজ্য পায়ো সকলো সুবিধা পায়ো বেয়াকৈ চলাই, অনাচাৰ, ব্যভিচাৰক প্ৰশ্ৰয় দিছে, দেখাদেখি সিহঁতৰ দোষ? কিন্তু সিহঁত সুন্দৰভাৱে থাকিব আৰু আমি নিৰ্দোষী প্ৰাণীবোৰ এটম্ বোমাৰ শক্তিত চুৰমাৰ হ'ম।

য'মে ক'লে, চোৱা, আমি কৰ্তব্যচ্যুত হৈছোঁ গতিকে আমাৰ ভয়ঙ্কৰ দোষ হৈছে। যাৰ যি কৰ্তব্য সেইটো নকৰি জিৰণি লব খোজা বা আনক লাই দি নিজৰ একো দোষ নাই বুলি বহি থকা নিশ্চয় ভুল। মোৰ কৰ্তব্য নৰক ৰাজ্য নিয়মমতে চলোৱা কিন্তু মই সিহঁতক লাই দি গণতন্ত্ৰ চলাবলৈ দিয়াত মই কৰ্তব্যভ্ৰষ্ট হৈছোঁ। ঈশ্বৰৰ নিয়ম ভঙ্গ কৰি ধৰ্ম আচৰিব আহিছোঁ। গতিকে আমাৰ দণ্ড নহৈ কাৰ হ'ব? তাৰ ফল আমাৰ

সৃষ্টি পৰম শক্তিয়ে যেনেভাৱে নকৰক ধ্বংস কৰিবই। এয়ে নিয়তি। বুজিছা চিত্ৰগুপ্ত। এয়ে নিয়তি। আকৌ সিহঁতে হাতত বিত পায়ো, নিজৰ নিজৰ মত্তত্তাত; নিজৰ উচ্ছৃংখলাত সকলো হেৰুৱাইছে গতিকে তাৰ ফলো সিহঁতে পাবই। সেয়ে দৈবিক শক্তি প্ৰয়োগত সিহঁতৰো ধ্বংস অনিবাৰ্য।

এনেতে মহাপণ্ডিতে ক'লে, আকৌ এনে আশ্ৰম সৃষ্টিত আপুনি বহু শতিকাৰ আগৰ নীতি-নিয়ম গঢ়িব খুজিছে বা গঢ়িছে কিন্তু বিংশ শতিকাত সেইবোৰ খাপ নাখায় গতিকে এটম্ বোমাই ধ্বংস নকৰিলেও এনেয়ে সেইবোৰ ধ্বংস হ'ব।

কিন্তু বিংশ শতিকাৰ স্বাৰ্থপৰতা; অতিলোভ, অতি বিলাসিতা; অনাচাৰ; ব্যভিচাৰৰ ধ্বংস অৱশ্যম্ভাবী।

চিত্ৰগুপ্তই মাত দিলে, যদি দুয়োটা ধ্বংসৰ পথিক তেন্তে সৃষ্টিত আন উপায় কি?

উপায় সমবিভাগ। ডাঙৰ সৰু পদবী, নিবনুৱা, মন্ত্ৰী-মেম্বৰ, ইতৰ ৰাইজ সকলোতে সমবিভাগ। সমবিভাগৰ অৰ্থ সকলোৱে একে বস্তু, একে কাপোৰ-কানি, একে ধৰণৰ চলন-ফুৰণ, যানবাহন নহয়।

ইয়াৰ অৰ্থ অভাৱ, অনাটন কাৰো হ'ব নালাগিব, সকলোৰে উদ্দেশ্য নৰনাৰায়ণ সেৱা। ধনীৰ ধন, দুখীয়াৰ দুখ-শোক অন্ত কৰিবলৈ। সকলোৰে উদ্দেশ্য আনন্দ— আনন্দ, যি ঠাইতে শোক-দুখ, অনাটন আছে সেই ঠায়ে বিশ্বৰ কলংক, গোটেই বিশ্বৰ বিষফোঁৰা যন্ত্ৰণা স্বৰূপ। ই এজনৰ দুখ নহয় গোটেই বিশ্বৰ। অকণি হ'লেও গোটেই দেহৰ এঠাইত অকণি বিষ হ'লে যেনেকৈ গোটেই দেহে অস্থিৰ হৈ পৰে সেই বিষ নখত হওক বা ভৰিতে হওক কি দাঁতত হওক নাইবা মূৰতে হওক কিন্তু গোটেই দেহকে জৰ্জৰিত কৰে তেনেদৰে বিৰাট বিশ্বত এজনৰে হওক বা অকণি ঠাইতে হওক বিশ্বৰ গোটেই দেহৰে শোক-যন্ত্ৰণা ক্ষুদ্ৰ বিষ-ফোঁৰা। সেই বিষ-ফোৰা আঁতৰাবলৈ বিশ্বৰ দেহতে দৰব-পাতি নাইবা বেজী দিয়াৰ আৱশ্যক।

কিন্তু হাতীয়ে মাখিয়ে একে সমান বা একে বস্তু খাব নোৱাৰে।

নোৱাৰে কিন্তু হাতীৰে আৱশ্যক মতে পেট ভৰিব লাগিব। পেট ভৰোৱা কথাযাৰ একে।

কথা কৈ থাকোঁতে হঠাৎ ভীষণ শব্দ শুনিলে। চিত্ৰগুপ্তই সুধিলে, এয়া কিহৰ শব্দ?

ভীষণ শব্দ আচল শব্দই— বোধকৰো সকলো ধ্বংস হ'ল। আশ্ৰম ভস্মীভূত হ'ল। ই এটম্ বোমাৰ বাহিৰে আন একো নহয়। চিত্ৰগুপ্ত আৰু ৰ'বৰ সময় নাই। আনা মোৰ দৈবিক শক্তি নাগপাশ অস্ত্ৰ। মোৰ আশ্ৰমৰ ধ্বংসৰ লগে লগে গণতন্ত্ৰ ৰাজ্য ধ্বংসত পৰিণত হওক। যোৱা বেগাই যোৱা। চিত্ৰগুপ্ত ততালিকে গ'ল।

যমে মহাপণ্ডিতক ক'লে, মানুহৰ দম্ভই মানুহৰ সৰ্বনাশ সৃষ্টি কৰিলে। বলা বাহিৰত কি হৈছে চাওঁগৈ। মানুহৰ অহঙ্কাৰৰ ছাই-ভস্ম চাওঁগৈ। ব'লা বুলিয়েই মহাপণ্ডিতৰ হাতত ধৰিলে। মহাপণ্ডিতে ক'লে, কিন্তু মোৰ বৃহৎ গ্ৰন্থ?

সকলো ছাই ভস্ম হৈছে! সৃষ্টিৰ লক্ষ্য তুমি মই থিৰ কৰিব নোৱাৰোঁ— তাৰ সৃষ্টিকৰ্ত্তা যেয়ে তেওঁহে জানে। নাগপাশ আনি যমৰ হাতত দিলে। যমে ক'লে, কালে সকলোকে হৰণ কৰে কিন্তু মানুহৰ অহঙ্কাৰ গৰ্বই সেইটো নুবুজে। সেই মানুহৰ সৃষ্টি মাথো ছাঁই-ভস্মহে। তাত জীৱনী শক্তি দিব মানুহ অপাৰগ। সেয়ে আজি দৈবিক শক্তি প্ৰয়োগে ছাই ভস্ম কৰি, সৃষ্টিকাৰক মানুহৰ দম্ভ প্ৰতিফল হাতে হাতে কালে দিব বুলিয়েই তিনিও আগবাঢ়িল।

বাটত দেখিলে ভয়ঙ্কৰ দৃশ্যবোৰ। সকলো একে আছে কিন্তু একো নাই। সেই গাড়ীখন যেন যোৱা অৱস্থাতে, সেই লোক সকলে যেন ধান কাটিয়ে আছে, সেই শ্যামল ধাননিবোৰে যেন বতাহত নাচিয়ে আছে। সেই গছ-গছনি যেন সকলো স্বাভাৱিক অৱস্থাতে থিয় হৈ আছে। সেই তিৰোতাজনী যেন গা-ধোৱা অৱস্থাতে থিয় হৈ আছে।

মহাপণ্ডিতে ক'লে, সকলো দেখো আগৰ দৰে আছে।

যমে ক'লে, মৰীচিকা। একো নাই। ছায়াচিত্ৰ, এয়া এটম্ বোমাৰ কীৰ্ত্তি সকলো আছে একো নাই। আৰু এনে ভীষণ দৃশ্য চোৱা অসম্ভৱ। জয় দেব শক্তিৰ জয়। জয় মহাকালৰ জয়, মানুহৰ আকাশলংঘা স্পৰ্ধাৰ

ভীষণ আঘাত। বুলিয়েই যমে নাগপাশ এৰিলে। চৌদিশে নৰক জুৰি সৰ্পময় হ'ল।

(২০)

উস্ উস্ খেদি আহিছে কেনি পলাওঁ কেনি যাওঁ— ভীষণ সৰ্পজাক। মোহনে লৰি আহিছে। উৰ্বশী উৰ্বশী মোকো বাট দেখুৱাই দিয়া। চৌদিশে সৰ্পজাকে বাট ভেটি ধৰিলে। উৰ্বশীয়ো লৰি আহি আৰু বাট নাপাই সকলোপিনে উস্ বিষ উগাৰি ভীষণ জিভা মেলি খাওঁ খাওঁ কৈ আহিছে। এনেতে মধুসূদন—গণতন্ত্ৰৰ ৰাষ্ট্ৰপতি আহি ক'লে, বিষ চৌদিশে উঠি ফুৰিছে। পলোৱা। সকলোৱে পলোৱা।

কিন্তু ক'ত পলাবা?

এৰা ক'ত পলাওঁ ? ভীৰু মনৰ কেৱল পলোৱাটোৱে অস্ত্ৰ। কিন্তু ক'ত পলাওঁ? এনেতে যমে আহি ক'লে, পলাবৰ উপায় নাই। সৃষ্টি ধ্বংসকাৰী জীৱ তহঁতে শিকিলি কেৱল ধ্বংসৰ শিক্ষা, কিন্তু তহঁতৰ নাই সৃষ্টিৰ মোহন সুৰৰ ধ্বনি।

তহঁতৰ গণতন্ত্ৰ— মাথোঁ ব্যভিচাৰ অনাচাৰৰ আন ৰূপ। সেয়ে— এনেতে মহা ভূমিকম্প হ'ল। গোটেই নৰক তলমলকৈ কঁপিব ধৰিলে। ভয়ঙ্কৰ বজ্ৰপাত! ভীষণ আগ্নেয়গিৰি হৈ তপত তৰল ধাতুবোৰ বৈ আহিব ধৰিলে। চৌদিশ ভয়ঙ্কৰ অন্ধকাৰ হ'ল।

যমে ক'লে, সৰ্বনাশ, নৰক ৰাজ্যত সৰ্বনাশ। সকলো নোহোৱা হ'ল। কোন কেনি গ'ল? চিত্ৰগুপ্ত, মহাপণ্ডিত, গণতন্ত্ৰৰ শাসক সকল ক'ত কোন আছা? ভীষণ অন্ধকাৰ একো দেখা নাপাওঁ, কি কৰোঁ কেনি যাওঁ? সেই আন্ধাৰৰ মাজতে এটি সুন্দৰ মূৰ্তি উজলি উঠিল। তেওঁ যেন কলে, যম তোমাৰ ইয়াত কৰ্তব্য শেষ। নৰক ৰাজ্যৰ আৰু আৱশ্যক নাই। তুমি পৃথিৱীলৈ ব'লা। পৃথিৱীতে স্বৰ্গ-নৰকৰ সৃষ্টি হৈছে। স্বৰ্গ-নৰক বুলি আৰু বেলেগ ৰাজ্য নাই। পৃথিৱীতে স্বৰ্গ, পৃথিৱীতে নৰক গঢ়িলো। এই ছায়াময়া, লুকাভাকুৰ অমৰাৱতী আৰু নৰকৰ সপোন-কল্পনা মোৰ শক্তিৰে উটাই নিলো।

এই নৰক ছাই-ভস্মৰ দ'ম আৰু তোমাৰ নাগপাশ সৃষ্টি কৰা সৰ্পৰ বাহ হৈ থাকিল। ইয়াৰ ছায়াময়া কল্পনা আজিৰ পৰা আঁতৰি গ'ল। ইয়াৰ গণতন্ত্ৰ অতল ছাই ভস্মৰ তলত লুকাই পৰিল।

এনেতে মহাপণ্ডিত বলিয়াৰ দৰে লৰি আহিল। মুখত মাথোঁ কথা ফুটিছে, ক'তা মোৰ সৃষ্টিৰ লক্ষ্য বৃহৎ গ্ৰন্থ ক'তা? গীতাত মানুহৰ মুক্তিৰ লক্ষ্য আছে কিন্তু সৃষ্টিৰ লক্ষ্য বৰ্ণোৱা নাই। কিন্তু মোৰ গ্ৰন্থত যে সৃষ্টিৰ লক্ষ্য থিৰ কৰি দিছিলোঁ? সেয়া ক'ত ছাঁই-ভস্মৰ দ'মৰ তলত লুকাই পৰিল? উস্ উৰ্বশী ক'তা? উস্ বৰ আন্ধাৰ। একো দেখা নাপাওঁ। মোৰ চিৰজীৱনৰ কল্পনাৰ স্বৰ্গ, নৰক, প্ৰেম, আনন্দ উতলা পানীৰ ভাপ হৈ কেনি উৰি গ'ল ?

(১)

"মণ্ডলী যদি আকৌ পানী নিবলৈ আহে তেন্তে?"

"তেন্তে কি কৰিবি?"

"কি কৰিম? সৰুৰ মুখত বৰ কথা! সাৱধান। ভালে ভালে কৈছোঁ। তই আৰু পানী তুলিব নাহিবি।"

"নিদিলেনো কিয় আহিম?"

"কালিও তেনেভাৱে কৈছিলি কিন্তু আজি কিয়?"

তথাপি মণ্ডলীয়ে পানী নিব ধৰাত নগেন্দ্ৰ বৰুৱাই লাহেকৈ ওচৰ চাপি— "কথা ক'লে নুশুন" বুলি তাইৰ হাতৰ কুঁৱাৰ পানী তোলা জৰিডাল কাঢ়ি লৈ 'মধু মধু' বুলি চিঞৰিব ধৰিলে।

মধুৱে ওলাই আহি কিয় দেউতা বুলি সোধাত নগেন্দ্ৰই ক'লে, "জৰিডাল লুকাই থবি আৰু আন কাকো নিব নিদিবি। চা যেয়ে সেয়ে পানী তুলি কুঁৱাও নষ্ট কৰে। সকলোৱে পানী নিয়ে আৰু কুঁৱাত বা পানী কিমান থাকিব? সিহঁত সৰু মানুহ, পানী নহ'লে নিলগৰ নৈৰ পৰা মূৰত কলহ লৈ পানী আনিব পাৰিব। কিন্তু আমাৰ অৱস্থা কি হ'ব?"

মধুৱে জৰিডাল লুকাই থলেহি। নগেন্দ্ৰ বৰুৱা অলপ পৰ বৈ পদূলিমুখত কোনোবা অহা দেখি ভিতৰ চোতালৰ পৰা ওলাই চ'ৰাঘৰ পালেহি।

সন্ধিয়া গাঁৱৰ সিমূৰত ধান বানি আহি "আন মণ্ডলী— এঘটি পানী আন, ভৰি-হাত দুখন ধোঁও। এই চাউলকেইটাও সুমুৱাই থ।"

মণ্ডলীয়ে চাউল কেইটা সুমুৱাই থলেনি। অলপ পিছত মাকে সুধিলে, "পানী আনিলি?" মণ্ডলীয়ে নামাতি থকা দেখি মাকৰ খং বৰকৈ উঠি ক'লে, "এনে আধাকাটি ছোৱালী, ঘৰত এটোপা পানী আনি থব নোৱাৰে, আন কি কাম কৰিবি? এতিয়া এই সন্ধিয়াখন ক'ৰ পৰা পানী আনো। তোক মিছামিছি পোহপাল দিওঁ, এখন কুটাও লাৰিব নোখোজ।"

মণ্ডলীয়ে তথাপি নামাতিলে।

মাকে কৈ গ'ল। "যদি কাম নকৰ মোৰ ঘৰৰ পৰা ওলাই যা। অ'ত-ত'ত ধান বানি দুটা চাউল আনিম তাৰে তোৰ পেট ভৰাবি, সেইটো হ'ব নোৱাৰে।"

মণ্ডলীয়ে এইবাৰ লাহেকৈ ক'লে, "কুঁৱাৰ পানী আনিব নিদিয়ে।" "পানী আনিব নিদিয়ে, বৰ কথাটো মোৰ আগত ক'লি। নিজে আনিব নোখোজ, সেইটো নক'ৱ আৰু কুঁৱাৰ পৰা নিদিলেইবা নৈৰপৰা কিয় নানিলি?"

"নৈৰ পৰা ইমান ডাঙৰ কলহটো দাঙি আনিব নোৱাৰোঁ।" "কলহটো দাঙি ভাত খাব নোৱাৰ। কিন্তু পেটত গুঁজিব পাৰ, যা ভালে ভালে পানী লৈ আহঁগৈ। নহ'লে আজি লঘোণে পৰি থাকিব লাগিব।"

মণ্ডলীয়ে একো উপায় নাপাই আকৌ সুদা কলহটো চকুপানী মচি মচি নৈলৈ খোজ ল'লে।

নৈলৈ যাওঁতে পথাৰৰ মাজেৰে যাব লাগে। নগেন্দ্ৰ বৰুৱাই পথাৰত লগুৱাৰ হতুৱাই ধান কাটি সিহঁতৰ কান্ধত ধানৰ ভাৰ দি ঘৰমুৱা হ'ব ধৰিছে। মণ্ডলীয়ে এনে সন্ধিয়াখন কলহ কাষত লৈ যোৱা দেখি তেওঁ সুধিলে— "এতিয়াহে পানী আনিব যাৱ, এনে আন্ধাৰত পানী আনিবলৈ ভয় নালাগেনে?"

মণ্ডলীয়ে ক'লে, "যাওঁ পানী নানিলে যে আইতাই মাৰে।" নগেন্দ্ৰ বৰুৱাই তেতিয়া ধানৰ ভাৱনাতে ব্যস্ত আছিল। কোনেনো কিমান বাৰ আধিয়া দিলে। কোনে আধিয়া ধান দিবলগীয়া হোৱাত মনে মনে পথাৰৰ ধানৰ ভাৰ কাটি নি ঘৰ পাইছিল। সি সেইবোৰ চিন্তাত আকুল হৈ আছিল। গতিকে মণ্ডলীৰ উত্তৰ সম্বন্ধে বিশেষ মন নকৰি ঘৰ পাইছিলগৈ।

(২)

দিনচেৰেক পিছত নগেন্দ্ৰ বৰুৱাই ৰাতিপুৱা উঠি মুখ-হাত ধুব ধৰোঁতে দেখিলে মণ্ডলীয়ে এহাৰো খৰি লৈ তেওঁলোকৰ চোতালৰ আগৰ বাটেৰে যাব ধৰিছে। তেওঁ ঘৈণীয়েকক সুধিলে, "আজি দেখোন মণ্ডলীয়ে এইপিনে বাট ল'লে। তাইনো এইপিনে কাৰ ঘৰৰ পৰা আহিল?"

"কিয় ক'ব নোৱাৰে জানো তাইৰ মাহীমাকে তাইক খেদি দিছে।" "মাহীমাকে? কোন মাহীমাক?"

"সেই আপুনি যে মণ্ডলীৰ মাক বুলি মাতে।"

"কিয় তাই মণ্ডলীৰ নিজা মাক নহয় জানো?"

"ওহো। আমিতো ক'ব নোৱাৰিছিলোঁ। পিছত কালি গধূলিহে জানিব পাৰিছোঁ। তাই হেনো তাইৰ আচল মাক নহয়। তাইৰ নিজৰ মাক মৰোঁতে বাপেকে এইক আনিছিল। পিছত বাপেকো মৰিছে।"

"তেন্তে তাইৰ আই-বোপাই কোনো নাই?"

"ওহো।"

নগেন্দ্ৰ বৰুৱাই মুখ ধুব এৰি ঘৈণীয়েকৰ মুখৰ পিনে অলপ পৰ ৰ লাগি চাই থাকিল। অলপ পিছত ক'লে, "ময়ো দেখিছো সিদিনা বৰ অন্যায় কৰিলোঁ। ঔ ভালেহে তাই সিদিনা গধূলি অকলে কান্দি কান্দি পানী আনিবলৈ গৈছিল। বাৰু তাইৰ নিজা মাক নহয় বুলি শুনা নাছিলোঁ।"

"অকণমানী ছোৱালী, তাইনো কিঁ জানে? কি ক'ব? পৰহিয়ে তাই আন এঘৰত গৈছে। মাকে তাইক খেদি দিছে। পিছে কালি আমাৰ ঘৰলৈ কেইডালমান শাক-পাচলি লৈ আহিছিল। আমি সুধিলোঁ, "তই কালিৰপৰা আনৰ ঘৰত কিয় আই ঔ?"

তাই কান্দি কান্দি সকলো ভাঙি ক'লে।

"এৰা বেচেৰীৰ বাপেক-মাক নোহোৱা হ'লে ভাবিবৰে কথা। ইমান অকণমানি ছোৱালী তাই কেনেকৈ ডাঙৰ-দীঘল হ'ব? সংসাৰত এনে অন্যায় বা কিমান আছে? তুমি তাইক মাজে সময়ে মৰম-পুতৌ কৰিবা। কেতিয়াবা ভাত পানী দিবা। আৰু এটা কথা মন কৰিবাচোন।"

"কি?"

"তাইৰ গাত এখনো কাপোৰ নাই। উদং গাৰে কেনেকৈ খবিৰ হোৱা লৈ যাব ধৰিছে চাইছা জানো?"

"কাপোৰ নহ'লে কি কৰিব?"

"এৰা, তাইক তোমাৰ এখন কাপোৰ দিবা। তুমি উৰি থকা কাপোৰৰ ভিতৰত দিব পৰা বিধৰ নাই জানো?"

"আছে, বাৰু চাওঁচোন।"

এনেদৰে কথা কৈ থাকোতে এজন গেৰুৱা কাপোৰ পিন্ধা, হাতত কেৰাটাও টেকেলি লৈ অহা মানুহ ওলালহি।

মানুহজন আহিয়ে ভিতৰত গপ্ গপাই সোমাই "আই এই টেকেলিটো থওঁ।"

নগেন্দ্ৰ বৰুৱাৰ ঘৈণীয়েকে সুধিলে, "কিয়?"

"আমি অনাথ আশ্ৰমৰ লোক, মুষ্টি-ভিক্ষা কৰি আশ্ৰম চলাওঁ। এই টেকেলিটো দিলোঁ। আপোনালোকে ৰান্ধিবলৈ যাওঁতে নিতৌ এমুঠিকৈ চাউল ইয়াত থব।"

"থলে কি হ'ব?"

"আপোনালোকৰ পুণ্য হ'ব।" নগেন্দ্ৰ বৰুৱাই ভিতৰৰ পৰাই মাত শুনি ততালিকে মাত দিলে, "তাৰ পিছত এদিন আহি তুমি নিবা হ'বলা?"

"হয় দেউতা। সাত দিনেই হওক বা দহদিনে হওক আমাৰ লোক এজনে আহি টেকেলি নিবহি।"

নগেন্দ্ৰ বৰুৱাই পোনছাতে ওলাই আহিল। "নিয়া নিয়া তোমালোকৰ টেকেলি এতিয়াই নিয়া। আমাৰ কোনেও চাউল ভৰাব নোৱাৰে।"

টেকেলি অনা মানুহজনে থোঁতামোজা খাই থমকি ক'লে, "কিয় দেউতা। আপোনালোক ডাঙৰ মানুহ। এমুঠি চাউল দিলে আপোনালোকৰ হানি নাই। আইদেৱে টেকেলিটো ৰাখিব খুজিছে, আপনি হকা-বধা নকৰিব।"

নগেন্দ্ৰ বৰুৱাই এইবাৰ বৰ খঙেৰে ক'লে, "নিয়া নিয়া তোমালোকৰ আশ্ৰমত মোৰ বিশ্বাস নাই। যদি আশ্ৰমেই কৰিছা কিয় আশ্ৰমৰ লোকসকলে যেই সেই কাম কৰি প্ৰবৰ্তন নকৰে কিয়? আশ্ৰমত কিমান লোক?"

"আছে কেজনমান।"

"কিমানজন?"

"দুজন।"

"মুঠতে দুজন।"

'সৰু ল'ৰা-ছোৱালী নে আন?"

"নহয় এজন মতা এজনী মাইকী।"

"কেৱল এজন মতা এজনী মাইকী। সিহঁতৰ নিমিত্তে ইমান প্ৰয়োজন। ঘৰে ঘৰে মুষ্টি-ভিক্ষা ঘৰে ঘৰে টেকেলি প্ৰদান। এয়ে তোমালোকৰ আশ্ৰম। বহ্বাৰম্ভে লঘুক্ৰিয়া। ইমান চাউল নি কি কৰিবা?"

"নাই প্ৰথমে আশ্ৰম আৰম্ভহে হৈছে। লাহে লাহে লোক সংখ্যা বাঢ়িব। আশ্ৰম হ'বৰ আজি মাথোন এবছৰহে হ'ল।"

"এই বছৰত অসমত কেৱল অনাথ পালা এহাল। আৰু নাপালা। ধন্য তোমালোকৰ আৰম্ভ। ধন্য তোমালোকৰ আশ্ৰম। মোৰ এনে আশ্ৰমত সহায় কৰিবলৈ একো নাই। যোৱা। যোৱা। টেকেলি আন ঠাইত গটোৱা। তিৰোতাজনী ক'ৰ?"

"এজনী বামুণী বিধৱা। তাই পতিতা হৈছে। যাৰ লগত পতিত হৈছে সেই মতাজন আৰু তাই ইয়াত আছেহি।"

"ইস আৰু সুন্দৰ। অৱশ্যে তিৰোতাজনীক সমাজে নেওচা-কেওচা দিয়াত তাই ক'তো ঠাই নোপোৱাত এনে আশ্ৰমত আশ্ৰয় লোৱাটো একৰকম ভালেই হৈছে। কিন্তু তেনে পাতকিক কিয় আশ্ৰমে ৰাখিছে? এনেকৈ নানা পাপ কৰি আকৌ হালে সৈতে সুন্দৰভাৱে বহি বহি খাবলৈ সকলো সম্ভোগ পাইছে। এনে অনাথ আশ্ৰমে সমাজত বিশৃংখলাৰ বাহিৰে কি কৰিব পাৰে? যেয়ে অঘাইত, পাপ কৰি সমাজৰ পৰা খেদা খাইছে তাক বহি খুওৱাটোৰ আয়োজনটো দেখিছো সুন্দৰ আশ্ৰমৰ সৃষ্টি! নিয়া নিয়া টেকেলি আঁতৰ কৰা। এনে আশ্ৰমৰ মই পক্ষপাতী নহওঁ।"

"সেইবিলাক যে মুছলমান বা খৃষ্টীয়ান হৈ যাব।"

"সেই ভয়ৰ কাৰণে সিহঁতক নিতৌ পাপ কৰিব দি এলেহুৱা নিষ্কৰ্মী কৰি আশ্ৰমত খুৱাবা? তিৰোতাজনীয়ে ক'তো সহায় নেপায় হ'বলা। হঠাৎ উত্তেজনাবশতঃ বা প্ৰলোভনত পাপ কৰিছে, তাইক আশ্ৰমত লোৱা, তাতে মান্তি আছো। কিন্তু কৰি খাব পাৰা, পুৰুষ সমাজৰ শৃংখলতা ডেৱাই অঘটন ঘটাইছে তাক কিয় আশ্ৰয় দিবা। বিশেষতঃ হিন্দু সমাজেতো তাক আকৌ গ্ৰহণো কৰে। কেৱল উদ্ধাৰ পাবলৈ কিবা এটা দণ্ড দিব লাগে। এনে স্থলত সি সমাজ এৰি এনেভাৱে আশ্ৰমত সোমাই সদায় পাপ কৰি বহি বহি খাবলৈ পাব কিয়?"

"তেন্তে কি আপুনি পতিতা বিধৱাসকলক হিন্দুৰ পৰা সদায় এৰি দিব?"

"কেতিয়াও নহয় কেতিয়াও নহয়। ভুল নুবুজিবা। পতিতা-বিধৱাৰ নিমিত্তে আজি হিন্দুৰ আশ্ৰম আৱশ্যক। শতবাৰ কম। কিন্তু সেই আশ্ৰম কেৱল বহি খোৱা আশ্ৰম হ'ব নেলাগিব। সেই আশ্ৰমত এনে কিছুমান কাম থাকিব লাগিব যি কৰি বিধৱাই বা অনাথ সকলে কেৱল নিজৰ প্ৰৱৰ্তন আৰু কে'বাজনকো প্ৰৱৰ্তন কৰিব পাৰিব। এনে আশ্ৰমৰ সৃষ্টি নহ'লে তোমালোকৰ আশ্ৰমৰ দ্বাৰা একো কাম নহ'ব।"

"তেন্তে এনে আশ্ৰম নকৰে কিয়?"

"এইবাৰ ঠিক কৈছা। সেই সম্বন্ধে যে ভবা নাই সেইটো নেভাবিবা। কিন্তু পৰা নাই। কিন্তু পৰা নাই বুলি আগবঢ়া নাই।"

"নিজেও নকৰিব। আনে কৰিব গ'লেও হকা-বধা কৰিব।"

নিশ্চয় হকা-বধা কৰিম। ভুল আদৰ্শই, ভুল পন্থাই দেশৰ ভৱিষ্যত আদৰ্শত, উৎসাহত বা কামত বহুতো হানি কৰে। তাত হকা-বাধা কৰাত আপত্তি হ'ব নোৱাৰে। বিশেষতঃ তোমালোকৰ আশ্ৰমত উদ্যোগ বোলা বস্তু সমূলি দেখা নাই। একোটা সংঘ কৰি কিছুমান টকা-পইচা নষ্ট কৰি দেশৰ ভৱিষ্যত জাগৰণত বহুতো হানি কৰে।"

"আপুনি জানো কেতিয়াবা গৈছে?"

"নাই যোৱা। কিন্তু এই কথা নহয়। এবছৰত দুজন অনাথহে বিচাৰি পালা। ইয়াতে তোমালোকৰ উদ্যোগৰ প্ৰমাণ পোৱা যায়। আকৌ সেই দুজনৰো খোৱা-লোৱা সম্ভাৰমুঠি ভিক্ষাৰ ওপৰতহে নিৰ্ভৰ কৰে কিয়। সিহঁতৰ হতুৱাই চলাই বা হাল-কোৰ ধৰাই মাটি চহাই সিহঁতৰ খোৱালোৱাটো উলিয়াবলৈ চেষ্টা নকৰা কিয়?"

"সেইবোৰ কৰিলেও ততালিকে খোৱা-লোৱাটো মিলে জানো?"

"যদি সেইবোৰতো নিমিলে তেন্তে আৰু কাম কৰিব পাৰা। তোমালোকৰ আশ্ৰম ষ্টেচনৰ ওচৰতে। তোমাৰ সৈতে তোমালোকৰ পৰিয়াল তিনিজন। সেই তিনিজন সুবিধামতে যাত্ৰীসকলৰ মাল কঢ়িয়াই পইছা লৈ নিজকে নিজে প্ৰৱৰ্তন কৰিব নোখোজা কিয়? নে গেৰুৱা কাপোৰ পিন্ধাৰ কাৰণে সেইটো লাজ লাগে?"

টেকেলি অনা মানুহজন নিমাত হৈ ৰ'ল। নগেন্দ্ৰ বৰুৱাই কৈয়ে থাকিল। "যি আন্দোলনেই নহওক স্বাৱলম্বী হ'ব লাগিব যি আশ্ৰমেই নহওক সেইবিলাকৰ উদ্দেশ্য কিছুমান কৰি ল'ব পাৰা, শিক্ষিত মানুহ তৈয়াৰ কৰিব পৰা হ'ব লাগিব। নহ'লে সেইবোৰ সৃষ্টি মিছা। যি শিক্ষাই নহওক সেইবিলাক শাৰীৰিক নৈতিক হিছাপে স্বাৱলম্বী মানুহ গঢ়ি তুলিব নোৱাৰে— সেই শিক্ষাও মিছা।" এইবুলি কৈ নগেন্দ্ৰ বৰুৱা ঘৰ সোমাল। ঘৰৰ পৰা ঘৈণীয়েকক ক'লে, "আজিলৈ অলপ চাউল দি তেওঁক খেদোৱা আৰু কোৱা যেন আৰু কেতিয়াও এনে আশ্ৰমলৈ বুলি খুজিবলৈ মোৰ তালৈ নাহে।"

(৩)

"এইকেইটা মাছ আনিছোঁ।" বুলি মংগলীয়ে খালৈটো নগেন্দ্ৰ বৰুৱাৰ ঘৈণীয়েকলৈ আগবঢ়াই দিলে। নগেন্দ্ৰ বৰুৱাৰ ঘৈণীয়েকে হাত মেলি ক'লে, "ক'তনো আজি মাছ পালি। মাছ দেখিছো বৰ সুন্দৰ ভাঙন মাছ নহয় জানো?"

"হয়।"

"বাৰু" এইবুলি কৈয়ে নগেন্দ্ৰ বৰুৱাৰ ঘৈণীয়েক ভিতৰলৈ সোমাই এখন সুন্দৰ শাৰী হাতত লৈ আহি মংগলীলৈ চাই ক'লে, "এইখন শাৰী তই নে। শাৰীখন বেছি পুৰণি হোৱা নাই।"

মংগলীয়ে থিয় হৈ ৰ'ল। নগেন্দ্ৰ বৰুৱাৰ ঘৈণীয়েকে শাৰীখন আগবঢ়াই "ধৰ বাৰু কিবা লাগিব?"

"নাই একো নালাগে।"

"তেন্তে নে কেতিয়াবা আহিবি! শাৰীখন ল।"

ঠিক এনে সময়তে নগেন্দ্ৰ বৰুৱা ঘৰ সোমালহি।

মংগলীয়ে ক'লে, "মই যাওঁ আই। আপোনাৰ শাৰী ৰাখক।"

নগেন্দ্ৰ বৰুৱা সোমোৱাত তাই ভয় খাই তেনে বুলি কোৱা ভাবি ঘৈণীয়েকে ততালিকে ক'লে, "তই ভয় কৰিব নালাগে, মইতো লুকুৱাই দিয়া নাই। তেওঁ আহিল বুলি ভয় কৰিব লাগেনে?"

মংগলীয়ে হাঁহি মাৰি ক'লে, "ভয় কৰিম কিয়? মইতো চুৰ কৰিবলৈ অহা নাই।"

"তেন্তে?"

"গুৰুদেউৰ মানা। কাৰো পৰা একো কাপোৰ নিব নোৱাৰিম। বিশেষতঃ বিলাতী কাপোৰ।"

"তই আজিকালি আগৰ ঘৰত নাথাক?"

"নাথাকোঁ আই। মই আজিকালি অনাথ আশ্ৰমত আছোঁ।" নগেন্দ্ৰ বৰুৱাই অনাথ আশ্ৰমৰ কথা শুনিয়ে ততালিকে ঘূৰি "কোন অনাথ আশ্ৰমত?" বুলি সুধিলে।

"ওচৰতে আছে।"

"তহঁতক কি গুৰুৱে একো ভিক্ষা কৰিবলৈ বা একো কাপোৰ নিবলৈ হাক দিছে?"

"হয়।"

"কিমানজন আছে?"

"প্ৰায় দহজন।"

"তোতকৈ ডাঙৰ নে সৰু?"

"প্ৰায় সমানেই। দুজনী ডাঙৰো আছে।"

"আটাইহেজনী ছোৱালী?"

"নহয় তিনিজন সৰু সৰু ল'ৰাও আছে।"

নগেন্দ্ৰ বৰুৱাই অলপ আচৰিত ভাব দেখুৱাই সুধিলে, "বাৰু তহঁতে ভিক্ষা কৰি নাখাৱ যদি কি কৰি খাৱ?"

"আশ্ৰমত আটাইকেউজনে এৰী-পলু পোহো। কেইজনমানে সূতাও কাটো।"

"আৰু?"

"আশ্ৰমত প্ৰায় পাঁচ পুৰা মাটি আছে। তাত সকলো ৰকম ফল-মূল আছে। সেই ফল-মূলবিলাক নিতৌ দুজনে বজাৰলৈ লৈ গৈ বেচোঁ।"

"আৰু?"

"সেই পাঁচ পুৰা মাটিৰ ভিতৰত দুপুৰা মাটি গুৰুদেৱে নিজে চহায়। গৰুৰে হাল বায়। তাৰেই প্ৰায় খোৱা টান হয়।"

"আৰু ? আৰু ক, তহঁতৰ আশ্ৰম দেখো বৰ সুন্দৰ।"

"আশ্ৰমত কে'বাজনীও গাই-গৰু আছে। সেই কেইজনী বাতি পুৱাই আমি খীৰাওঁ। তাৰে গাখীৰ প্ৰায়

৫ সেৰ সদায় আমাৰ ভিতৰৰ দুজনে বেচোঁ। যদি আপোনালোকক লাগে আমি গাখীৰ নিতৌ দিব পাৰো।"

"বঢ়িয়া। তেন্তে তহঁতৰ আশ্ৰমৰ ভিতৰতে শাক-পাচলিও আছে?"

"হয়।"

"তই দেখো এৰী কাপোৰ পিন্ধিছ? তহঁতৰ আটাই-বিলাকে এৰী কাপোৰকে পিন্ধ?"

"হয়।"

"বাৰু তহঁতে দিনটো কি কি কৰিব লাগে?"

"ৰাতিপুৱা উঠিয়েই আটাইকেউজনে গা ধোওঁ। তাৰ পিছত ফল-মূল বোটলে, দুজনে এৰীপাত বিচাৰি আনে, দুজনে এৰী সূতা কাটে। দুজনে গোসাই ঘৰ আৰু আন আন ঘৰ-চোতাল মচে। দুজনে গাই খীৰায়। গুৰুদেৱে ৰাতি নৌপুৱাওঁতেই উঠি হাত-মুখ ধুই হাল বাব যায়। তাৰ পিছত সেই তুলি অনা ফুলবোৰ দুজনে বেচিব যায়। আনবোৰে পলুবোৰ ভাল কৰাত, হাঁহ-পাৰৰ কণীবোৰৰ পৰা ওলোৱা পোৱালি বিলাকক খুওৱাত আৰু আশ্ৰমৰ খোৱা-লোৱা ৰন্ধা-বঢ়াত ব্যস্ত থাকো।"

"বঢ়িয়া তাৰ পিছত?"

"গুৰুদেৱে হাল মেলি আহি নিজে ৰান্ধি-বাঢ়ি খাই আশ্ৰমৰ ডাঙৰ আঁহত গছৰ তললৈ আহি জিৰণি লয়। আমিও আটাইবোৰে তেতিয়া তালৈকে আহিব লাগে। তেতিয়া গুৰুদেৱে পঢ়ে আৰু আমাক সেইবোৰৰ অৰ্থ ভাঙি দি যায়।"

"তই শাস্ত্ৰবোৰৰ মোল পোৱা হৈছ?"

"হয়, গুৰুদেৱে কৈছে মোৰ হেনো স্মৰণ শক্তি বৰ বেছি। তেওঁ যি পঢ়ে প্ৰায় মোৰ মনত থাকে।"

"কীৰ্তনৰ পদ তোৰ মনত আছে?"

"আছে।"

"বাৰু এটা গাচোন।"

তাই গাব ধৰিলে—

"মোক বিকৰ্ষণ আৰে বৰ্বৰ।
মোত পৰে আৰ আছে ঈশ্বৰ।।
পেলাইলো কাটি তোক খাণ্ডা ধৰি
দেখো কেনমতে ৰাখয় হৰি।।
হৰিলে জগতৰ দৰ্প
কত আছে তাৰ কহ উদ্দেশ
শুনি প্ৰহ্লাদে বোলয় বাণী
ব্যাপক বিভু প্ৰভু চক্ৰপাণি
সবাতে আছন্ত জগত স্বামী
স্ফটিক স্তম্ভতো দেখোহো আমি।
তাই গায়ে থাকিল.....

নগেন্দ্ৰ বৰুৱাই ক'লে, "সুন্দৰ, তহঁতৰ আশ্ৰম চাবলৈ মোৰ বৰ ইচ্ছা হৈছে। আৰু কি কৰ?"

"তাৰ পিছতে আবেলি শাক-পাচলিবোৰত পানী দিওঁ। কোনোৱে কোনোৱে আশ্ৰমৰ ভিতৰতে থকা পুখুৰীত মাছ মাৰে, কোনোৱে সন সূতাৰ জাল বাওঁ।"

(৪)

ঘৰৰ ভিতৰৰ পৰা এজনাই গালে। গছৰে পাতৰে কত প্ৰাণী জীয়ে
কত আছে বেৰতে চৰি
কিনো পাত আনিছ লিহিৰি লিহিৰি
চেঙেলীয়া ব'দকে কাটি কৰি।
বেৰত জিলিকিছে ঐ নুথৰে জখলা
কেতিয়া পিন্ধিবা
এৰীৰে মেখলা—
কিনো পাত আনিছ—
চেচেলীয়া লিহিৰি লিহিৰি।

সুন্দৰ গীতৰ ধ্বনিত নগেন্দ্ৰ বৰুৱাই এখন সপোন ৰাজ্যত থকা যেন পাই হঠাৎ ভাবিলে তেওঁ কোন পাৰ্থিৱ কবিতা ৰাজ্যত? এপিনে এনে বাস্তৱতা আনপিনে এনে কবিতাৰ সৌন্দৰ্য!

নগেন্দ্ৰ বৰুৱাই তেনেকৈ থৰ হৈ চাই থাকোতে মংগলী ওচৰ পোৱাত বৰুৱাই সুধিলে, "মংগলী তোৰ গুৰু ক'ত?"

"তেওঁ হাল বাব ধৰিছে। কিয় আশ্ৰমত সোমাওতে লগ পোৱা নাই?"

"ক'তো এজন চুলি থকা গাঁৱলীয়া ধৰণৰহে মানুহ দেখিছোঁ। গাত কানি-কাপোৰ নাই। কেৱল আঁঠুমূৰীয়া ধুতি এখনহে।"

"এটা ৰঙা আৰু হালোৱাৰে জানো হাল বোৱা নাই?"

"এৰা বাইছে।"

"তেন্তে তেওঁৱেই। আপুনি সোঁৱা গছৰ তলতে বহক। মই এতিয়াই এবীৰ পাতবোৰ পলুক.দি আহোঁ।"

"বাৰু" বুলি কৈয়ে নগেন্দ্ৰ বৰুৱাই গছৰ তলত পতা এটা শিলত বহি আশ্ৰমৰ চৌদিশে চাব ধৰিলে। হঠাৎ তেওঁৰ চকুত পৰিল এজাক ৰাজহাঁহ আৰু পাতিহাঁহে সুন্দৰ পুখুৰীত চৰি থকা। তাৰ পিছত দূৰৈত তেওঁ দেখিলে পুখুৰীৰ এটা পাৰত আকৌ সেই পোন প্ৰথমে দেখা ১৬/১৭ বছৰীয়া ছোৱালীজনীয়ে কাপোৰ আচাৰিব ধৰিছে।

নগেন্দ্ৰ বৰুৱাই সেই পিনে চায়ে থাকিল। আশ্ৰমৰ নীৰলতা আৰু গছ-গছনিৰ সেউজীয়া বৰণ আৰু দূৰৈত গোৱা মনোহৰ সঙ্গীতৰ ধ্বনিয়ে নগেন্দ্ৰ বৰুৱাক খন্তেকলৈ সংসাৰৰ সকলো দুখ-তাপ পাহৰাই ৰাখিলে।

এনেতে মংগলীয়ে আহি ক'লে, "আপুনি আমাৰ কপাহ-তলী চাব?"

"বাৰু ব'ল।"

কপাহ-তলী পায়ে নগেন্দ্ৰ বৰুৱাই হঠাত চকুত পৰিল এডাল গছত ডাঙৰকৈ লিখা— "স্বাধীনতাৰ পথ কোনে মুকলি কৰিব?"

নগেন্দ্ৰ বৰুৱাৰ গা শিয়ৰি উঠিল। তেওঁ আন সকলো আওকাণ কৰি গৱৰ্ণমেণ্টৰ কামত সোমালেও তেওঁ যে দেশপ্ৰেমিক স্বাধীনতা শব্দে কত ভাব, কত আশাৰ সঞ্চাৰ কৰে। তাৰ পিছত সেই কপাহ-তলীৰ মাজেৰে গৈ পালেগৈ এখনি সুন্দৰ কুঞ্জবন। সেই কুঞ্জবনত চৌকাৰে লিখা আছে— এঠাইত শিল্প উন্নতি, আন ঠাইত সমাজ সংস্কাৰ, ধৰ্ম উদ্বোধন বা কৰ্ম, ত্যাগ আৰু মৃত্যুঞ্জয় দূৰ কৰাৰ সাম্ৰাজ্য। আন এঠাইত বিশ্বপ্ৰেম। আৰু এঠাইত দেখিলে আৰু আখৰেৰে লিখা— "ভাৰতৰ স্বাধীনতাৰ আৱশ্যক বিশ্বৰ মংগলৰ কাৰণে। বিশ্বৰ পৰা ভয়ংকৰ অন্তৰ দণ্ড লোপ কৰিবলৈ। আমাৰ পবিত্ৰ অহিংসাৰ মাজেৰে ফুটাই তুলিবলৈ। প্ৰেম, ভক্তি আৰু কৰ্মেৰে বিশ্বত জাগৰণ আৰু ঈশ্বৰ উপলব্ধি। নগেন্দ্ৰ বৰুৱাই হাঁহি পেলালে। বোধ-কৰোঁ ডাঙৰ ডাঙৰ কথাবোৰ লিখা দেখি নগেন্দ্ৰ বৰুৱাৰ মনটো যেন উপলুঙাবোধ হ'ল।

তাৰ পিছত লাহে লাহে আকৌ চাই এটা শিলত দেখিলে—

"হববুল ওতন। মনলা ইমান।" ইয়াৰ অৰ্থ কি?

নগেন্দ্ৰ বৰুৱাই চাইয়ে থাকিল। সেইপিনে চাই থাকোতে হঠাৎ শুনিলে কোনোবাই কোৱা, আপোনাক তালৈ মাতিছে। নগেন্দ্ৰ বৰুৱাই উভতি চাই দেখিলে— সেই ১৬/১৭ বছৰীয়া ছোৱালীজনীয়ে নগেন্দ্ৰ বৰুৱাক মাতিছেহি।

নগেন্দ্ৰ বৰুৱাই অলপ থমক খাই সুধিলে, "কোনে?"

"গুৰুদেৱ।"

"তেওঁ আহিল।"

"হয় মংগলীয়ে আপোনাৰ কথা কৈছে। আপোনাৰ কথা শুনি মোক মাতিবলৈ পঠাইছে।"

"মংগলী ক'ত?"

মংগলীয়ে গুৰুদেউক কিবা আলপৈচান ধৰিছে। নগেন্দ্ৰ বৰুৱাই উঠি লাহে লাহে খোজ ল'লে। সেই সুন্দৰী ছোৱালীজনীয়েও লাহে লাহে গৈ থাকিল। নগেন্দ্ৰ বৰুৱাই ছোৱালীজনীৰ প্ৰতি খোজত কত সুন্দৰ সুন্দৰ বস্তু কল্পনাত পালে কোনে জানে? দুয়ো গৈ গুৰুদেৱৰ কাষ পোৱাত— নগেন্দ্ৰ বৰুৱাই দেখিলে তেওঁ এখন ডাঙৰ পীৰাত বহি কাষতে কিছুমান ফল লৈ যাব ধৰিছে। বৰবৰুৱাক নিলগতে দেখি ক'লে, "আহক, মংগলী কেইটামান ফল লৈ আহ। মংগলীয়ে অনাত গুৰুৱে নগেন্দ্ৰ বৰুৱালৈ আগবঢ়াই ক'লে, "দুখীয়াৰ ঘৰলৈ আহিছে কি খাব। গছৰ ফল-মূল দুটা এটা খাওক। সেই ওচৰৰ পীৰাখনতে বহক।"

নগেন্দ্ৰ বৰুৱাই হাঁহি ক'লে, "জগতত দুখীয়া আৰু সুখীয়া কোন ইয়াৰ বিচাৰ কৰা বৰ টান। কিছুমান টকা পুতি থলেই যে সুখীয়া তাৰ কিবা কাৰণ আছেনে? পুতি থোৱা সকলৰতো হাহাকাৰেই কেতিয়া চোৰে নিয়ে, কেতিয়া ডকাইত আহে— এই ভয়তে ৰাতি-দিন টোপনি নাই। কিন্তু আপুনি কি মহাসুখেৰে থাই আছে।

কি আনন্দত কাম কৰিছে। কি ভাবেৰে কাৰো ওচৰত হাত পাতিব নলগাকৈ আছে। আৰু সেইবিলাকৰ উপৰিও প্ৰকৃতিৰ উপাদানবোৰ গোটাই লৈ খোৱা লোৱাৰ পৰা বা পিন্ধা-উৰা প্ৰকৃতিৰ সৃষ্টিৰ বস্তুবোৰ সজ ব্যৱহাৰ কৰি কেনে বিমল আনন্দ লভিছে। মই ইচ্ছা কৰোঁ গোটেই জগতখনতে টকা-পইছাৰ খোৱা-কামোৰ এৰি বেহা-বেপাৰৰ হেঁতা-ওপৰা ত্যাগ কৰি এনেভাৱে প্ৰত্যেকে নিজৰ আৱশ্যকীয় বস্তুবোৰৰ সজ ব্যৱহাৰ কৰিলেই জগত স্বৰ্গীয় আনন্দৰ ঠাই হ'লহেঁতেন।"

ক'ব নোৱাৰো মানুহৰ আদৰ্শ ক'ত শেষ হয়। ভয়ংকৰ কল-কাৰখানা, জাহাজ, এৰোপ্লেন, জেপলিন, বন্দুক, বাৰুদ মেচিনগানতে শেষ হয় নে এনেভাৱে Simple living high thinking-ৰ ঠাইত পৰিণত হয়। ডাঙৰ ডাঙৰ জটিল জটিল economic theory য়ে সংসাৰৰ সমস্যাবোৰ জটিলহে কৰিছে হবলা। যিয়ে নহওক বৰ্তমান মই বৰ সুখেৰে আছো। বাৰু সেইবোৰ কথা পিছত হ'ম। প্ৰকৃতিৰ বস্তুকেইটা লোৱা।"

নগেন্দ্ৰ বৰুৱাই কটাৰিৰে কাটি কাটি ফলকেইটা খাব ধৰিলে। গুৰুদেৱে ক'লে, "অইন দেশত যিয়ে নহওক বৰ্তমান ভাৰতত এনে পন্থাই আৱশ্যক। তদুপৰি ভাৰতৰ সৈন্যবাহিনী সজাবলৈ এনে Self supporting (স্বাৱলম্বী) আশ্ৰম গঢ়ি তোলাৰ দৰ্কাৰ। নহ'লে পেটত একো নেখাই দেশৰ কাম কৰা কঠিন। মোৰ আশ্ৰমত এতিয়া যিমানে মানুহ আছে সিমানেই নিজে কৰি খাব পাৰে। পেটৰ ভাতকেইটাৰ কাৰণে ভাবিব নেলাগে। অৰ্থাৎ মানুহৰ সংখ্যা অনুসৰি মাটিৰ সংখ্যা অলপ বেছি কৰি গ'লেই হ'ব। বিশেষকৈ অসমত যেতিয়া ইমান হাবি পৰি আছে— বোধ কৰোঁ মোৰ আশ্ৰমত একলাখ হ'লেও ঠাই দিব পাৰিম।"

নগেন্দ্ৰ বৰুৱাই মাত লগালে, "অৰ্থাৎ আপুনি আশ্ৰমত মানুহ বঢ়াৰ লগে লগে হাবি-জঙ্গল ভাঙি আশ্ৰমৰ ফলমূল আৰু ধানৰ খেতি কৰা ঠাই বেছি কৰি যাব? বি নহওক আপোনাৰ আশ্ৰমৰ উদ্দেশ্য কেৱল মানুহক স্বাৱলম্বী কৰা নে আৰু কিবা?"

"সেইটো বহুত কথা। মূঢ়ৰ ওপৰত দেশত নিজ ভৱিত থিয় হৈ ডাঙৰ ডাঙৰ চৌৰাভ বত থাকিবলৈ মানুহে তৈয়াৰ কৰিব পৰাটোৱে উদ্দেশ্য। লাহে লাহে স্বাধীনতাৰ মোল পাবলৈ সমাজৰ কুসংস্কাৰ, কুনীতিবোৰ গুচাবলৈ আৰু পাৰিলে নিৰ্ভীক যেতিয়াই তেতিয়াই ভাল কামৰ কাৰণে মৰিব পৰা মানুহ গঢ়িবলৈ। সেইবিলাক এতিয়াও কৰিব পৰা নাই। যেতিয়া এই উদ্দেশ্য কৈ একো লাভ নাই।"

নগেন্দ্ৰ বৰুৱাই ফলকেইটা খাই খাই বহুত কথা ভাবিলে। সেই সময়ত নগেন্দ্ৰ বৰুৱাৰ মনত যে এটা ডাঙৰভাৱে হেন্দোলদোপ লগাইছিল তাত সন্দেহ নাই। হঠাৎ নগেন্দ্ৰ বৰুৱাই ক'লে, "আজিলৈ যাওঁ। মই অইন সময়ত আহিম।"

(৫)

সময়ৰ সোঁতত নগেন্দ্ৰ বৰুৱাৰ তিৰোতা ঢুকালত তেওঁ আৰু নতুনকৈ ঘৰ নকৰি, সকলো সম্পত্তি আশ্ৰমৰ নামতে দি তেওঁ আশ্ৰমতে বাস কৰিলে। লগে লগে চৰকাৰী কামো এৰি দি আশ্ৰমৰ গুৰুৰ দৰে সাধাৰণভাৱে জীৱন-যাপন কৰিব ধৰিলে। অতীতৰ সকলো সুখ-দুখ পাহৰি নতুন ৰাজ্যত নতুন জীৱন-যাপন কটাব ধৰিলে। দিনে-ৰাতি কেৱল যঁতৰ চলাই সূতা কটা, গৰু পোহা আৰু পথাৰত চৰোৱাই তেওঁৰ কৰ্তব্য হৈছে। দুপৰীয়া সময়ত পথাৰত ডাঙৰ গছৰ তলত জুৰ লৈ নানা তৰহৰ কিতাপ আৰু বাতৰি কাকত পঢ়াত সময় নিছে। লাহে লাহে আশ্ৰমৰ অৱস্থা আৰু টনকিয়াল হৈছে। আশ্ৰমত প্ৰায় ১০০ জন মানুহ গোট খাইছে। আশ্ৰমৰ মাটি আগতকৈ প্ৰায় দহগুণে বাঢ়িছে। ল'ৰা-ছোৱালীবিলাকে এতিয়াও লিখা-পঢ়া শিকিব ধৰিছে। সিদিনা নগেন্দ্ৰ বৰুৱাই পুখুৰীৰ পাৰত অকলে বৰশি বাই বহি আছিল। এনেতে শুনিলে কোনোবাই নিলগত গীত গাইছে।

যতেকে দেখিম ঐ
তকেকে লেখিম
আকাশৰ তৰা
যতেকে শুনিম
ততেকে গাম ঐ
প্ৰেমৰে বতৰা।

এনে পুণ্য আশ্ৰমত প্ৰেম-গীত শুনি নগেন্দ্ৰ বৰুৱা আচৰিত হ'ল। তেওঁৰ মনত এই গীতৰ ধ্বনিয়ে ভাব তুলিলে যেন এইয়া এলা-পেচা গীত নহয়। হৃদয়ৰ পৰা ওলোৱা কোনোবা বিৰহীৰ মৰ্মভেদী সুৰ। নগেন্দ্ৰ বৰুৱাই আকৌ বৰশি বাব ধৰিলে— আকৌ শুনিলে গীত—

জোনেও চিকোণ ঐ সূৰুযো চিকোণ
চিকোণ আকাশৰে তৰা
কেতেকী ফুলতে গোন্ধে মলমলায়
চিকোণ ঐ মলয়াৰ সৰাচৰা।
মলয়াবায়তে কিনো বাতৰি আনে
মনতে উঠিছে ঢৌ
কোন কাহানিয়ে মনতে লুকালে
মনৰে কথা মনতে পৰে সৌ।।

নগেন্দ্ৰ বৰুৱাই এই সুৰ শুনি সহজতে বুজিলে যে এয়া তাৰিণীৰ খোজ চাইয়ে তেওঁ পোন প্ৰথমে আশ্ৰমত ভাবত বিভোৰ হৈছিল। এই তাৰিণীৰ চকুৱে চকুৱে পৰি সিদিনা তন্ময় হৈছিল। তাৰ পিছত আশ্ৰমত যদিও তেওঁ ইমান দিন আছে, যদিও কে'বাদিনো বহুত সময়ত নানা তবহৰ কথা-বতৰা তাৰিণীৰ লগত হৈছে তথাপি আজিলৈকে এনেভাৱে নিৰলাভাৱে অকলে অকলে তাৰিণীৰ কণ্ঠস্বৰ শুনিব পোৱা নাই। নগেন্দ্ৰ বৰুৱাৰ ঘৈণীয়েকৰ মৃত্যুৰ পিছত তেওঁ এই আশ্ৰমলৈ আহিছিল। গতিকে তেওঁ শত চেষ্টা কৰিও হিয়াত ওপজা ঘৈণীয়েকৰ পূৰ্বস্মৃতি পাহৰিব পৰা নাছিল। আজি এনেভাৱে বৰশিৰ ধ্যানত মগ্ন হৈ থাকোতে তাৰিণীৰ কণ্ঠস্বৰ অসময়ত সচকিততে নগেন্দ্ৰ বৰুৱাৰ মনত ইমান দিনৰ পিছত ঘৈণীয়েকৰ বিৰহ সুৰত ঝঙ্কাৰ দি তুলিলে। নগেন্দ্ৰ বৰুৱাই কথমপি শোক চেপা দি লাহে লাহে উঠি তাৰিণীয়ে কি কৰি গীত গাব ধৰিছে চাবলৈ গৈ দেখিলে নিলগৰ জুবিৰ কাষত তাৰিণীয়ে গা-ধুই উঠি কাপোৰ সলাবলৈ আঠী কাপোৰে আঙুৰা অৱস্থাত। তাৰিণীৰ স্তন-যুগল তেতিয়া মুকলি বায়ুৰ স্পৰ্শত আপোন পাহৰা। ঠিক তেনে অৱস্থাত নগেন্দ্ৰ বৰুৱাৰ চকুৱে চকুৱে তাৰিণীৰ চকু পৰিল। তাৰিণীয়ে কথমপি তৎতাতৈয়াকৈ কাপোৰ পিন্ধি খোজ ল'লে। নগেন্দ্ৰ বৰুৱাই ৰ লাগি চায়েই ৰ'ল। নগেন্দ্ৰ বৰুৱাই সেইপিনে থিয় হৈ কত কথা ভাবিলে। তাৰ পিছত বৰশি লৈ মনত পৰি উভতি আহি আকৌ পুখুৰীৰপাৰ পালেহি। তেতিয়া বৰশিত এটা মাছ বজি টনা-আজোৰা কৰিব ধৰিছে। বৰশিৰ পুঙা এবাৰ ওপৰলৈ এবাৰ তললৈ গতি কৰিছে, তেওঁ তৎতাতৈয়াকৈ বৰশিত ধৰি টান মাৰোতে দেখিলে সুন্দৰ চেনিপুঠি মাছ এটা বৰশিত আহিল। মাছটো ওপৰত তুলিয়ে নগেন্দ্ৰ বৰুৱাই আৰু মাছ নামাৰি বৰশি সামৰি পুখুৰীৰ পাৰত ৰহিল। বহাৰ লগে লগে তেওঁক বহুতো ভাবে আকুল কৰিলে। তেওঁৰ ঘৈণীয়েকে চেনিপুঠি পালে কি কৰে, কেতিয়াবা বৰশি বাই মাছ ধৰিলে ঘৈণীয়েকে কত ৰং ধেমালি কৰে ইত্যাদি নানা কথা ভাবিব ধৰিলে। তদুপৰি আজি তাৰিণীৰ দৃশ্যাই ঘৈণীয়েকৰ উজ্জ্বল মূৰ্তি, মৰমৰ কণ্ঠস্বৰ, প্ৰেম-সম্ভাৰ, ৰং-ধেমালি এটা এটাকৈ অতীতৰ দুই-তিনিদিনৰ সম্বন্ধ তেওঁৰ মনত উদয় হ'ল। বেলি ঢলি পৰিল। নগেন্দ্ৰ বৰুৱাৰ চকুত দুধাৰি চকুলো আপোনা-আপুনি বৈ আহি মাটিত পৰি সন্ধিয়াৰ আন্ধাৰত লুকাই পৰিল। তথাপি নগেন্দ্ৰ বৰুৱাই ভাবিয়ে থাকিল। হঠাৎ পিছৰ পৰা মংগলীয়ে মাতিলে, "আপুনি ইয়াত কি কৰিছে? আন্ধাৰ হ'লহি। সিপিনে গুৰুদেৱে আপোনাক গীতা পঢ়িবলৈ মাতিছে।" নগেন্দ্ৰ বৰুৱাই চক্ খাই উঠি পিছ পিনে চাই দেখিলে তেওঁ আশ্ৰমৰ লগত সম্বন্ধ আনোতা মংগলী আৰু তাইৰ লগত তাৰিণী। নগেন্দ্ৰ বৰুৱাই অলপ থমক খাই ক'লে, "মংগলী কেতিয়া সন্ধিয়া হ'ল ক'বকে নোৱাৰিলোঁ। তইঁতে কলৈ যাব?"

"পুখুৰীলৈ পানী নিবলৈ আহিছোঁ। তাৰিণী বাইদেউ আহিছে। আপোনাক গুৰুদেৱে গীতা পঢ়িব মাতিছে।"

"যাক গৈছোঁ।"

"আপুনি বহুতপৰ ইয়াত বহি আছিল কিয়? মই এবীৰ পাত নিব আহোতে আপুনি ইয়াতে দুৰবি বনতে পৰি আছে।"

নগেন্দ্ৰ বৰুৱাই নামতি তাৰিণীৰ সন্ধিয়াৰ গাম্ভীৰ্যপূৰ্ণ

সুন্দৰ চকু জুৰি চাই ৰ'ল। হঠাৎ ক'লে, "মংগলী তোৰ আয়েৰৰ কথা মনত পৰে?"

"নপৰিব কিয়? তেওঁ বৰ ভাল আছিল। তেওঁ এই আশ্ৰমত থকা হ'লে কতই ভাল পালেহেঁতেন। আমাৰ তাৰিণী বাইদেউৰ লেখিয়া তেওঁ আশ্ৰমত আদৰ পালেহেঁতেন। তেওঁ মোক সেই কেইদিনতে কেনে ধৰণৰ মৰম কৰিছিল।"

নগেন্দ্ৰ বৰুৱাই নামাতি শুনিয়ে থাকিল। মংগলীয়ে ক'লে, "তাৰিণী বাইদেউ আইতাক দেখা হলে দুয়ো বৰ বঢ়িয়াভাৱে সখি কৰিব পাৰিলেহেঁতেন।"

নগেন্দ্ৰ বৰুৱাৰ সেই সময়ত দুচকুৰপৰা দুধাৰি চকুলো বৈ অতীতৰ কত স্মৃতিৰ ঢৌ উঠি মাটিত পৰিলহি।

তাৰিণীয়ে এনে সময়তে সাহস যোগাই ক'লে, "মংগলী তই তেওঁৰ কথা কৈছ, কিন্তু সিপিনে চা দেউতাৰৰ মনত কেনে শোক উপজিছে। তেওঁৰ কথা আপুনি পাহৰি পেলাওক। আমি আপোনাৰ সকলো আলপৈচান ধৰিম। আপুনি দুখ নকৰিব।"

"সেই দুবছৰতে মই কেনে স্বৰ্গীয় ৰাজ্যত আছিলোঁ কোনে জানিব। তেওঁৰ অবিহনত মই সকলোপিনে নিৰাশ আৰু আন্ধাৰ দেখিছোঁ। সকলো সময়তে সকলো ঘটনাতে তেওঁৰ স্মৃতিয়ে মোক ব্যাকুল কৰিছে। এইবুলি কৈয়ে নগেন্দ্ৰ বৰুৱাই তাৰিণীৰ চ'কুত পৰাত দেখিলে তাইৰ সুন্দৰ মুখখনি কলা পৰিছে।"

নগেন্দ্ৰ বৰুৱাই চায়ে থাকিল। তাৰ পিছত দেখিলে তাৰিণীৰ সুন্দৰ চকুযুৰিত দুধাৰ চকুলো আপোনা আপুনি বৈ আহিছে।

নগেন্দ্ৰ বৰুৱাই সুধিলে, "তাৰিণী তই কিয় কান্দিছ?"

তাৰিণীয়ে তাৰ উত্তৰত একো নকৈ ক'লে, "ব'লক গীতা পঢ়িবলৈ পলম হ'ব। আটাইকেইজনে লাহে লাহে খোজ ল'লে।"

(৬)

আজিকালি তাৰিণীয়ে নগেন্দ্ৰ বৰুৱাৰ সকলো আলপৈচান ধৰে। নগেন্দ্ৰ বৰুৱাৰ ওচৰত ডাঙৰ ডাঙৰ কিতাপবোৰৰ অৰ্থ বুজি লয়। দেশৰ বাতৰি কাকত পঢ়ি সেই সম্বন্ধে আলোচনা কৰে। সিদিনা নগেন্দ্ৰ বৰুৱাই সূতা কাটি ভাগৰি জিৰণি ল'বলৈ পদুলি পোন্না পাটিত গা পেলাইছে এনেতে তাৰিণী খৰখৰকৈ আহি ক'লে, "আপোনাৰ কাপোৰবোৰ বাহিৰতে আছে।"

নগেন্দ্ৰ বৰুৱাই ক'লে, "থাকিব দিয়া। সেইবোৰ কাপোৰৰ আৰু মোৰ আৱশ্যক নাই।"

"কিয়?"

"মই এতিয়া নিজে ভালকৈ সূতা কাটিব শিকিছোঁ যেতিয়া মোৰ আৰু কাপোৰৰ কি অভাৱ? বিশেষতঃ ইপিনে লাহে লাহে কাপোৰৰ সংখ্যাও কমাইছো।"

"এৰা সেইটো হয়। আপোনাৰ কটা সূতাবোৰ মই নিও। এখন কাপোৰ লগাওঁগে।"

"কি কাপোৰ লগাব খোজা?"

"আপোনালৈ এখন ধুতি।"

'বাৰু। বুজিছা তাৰিণী তুমি দেখিছো লাহে লাহে সকলো অভাৱত চকু দিব ধৰিলা। মোৰ ধুতি নোহোৱা হ'ব ধৰিছে বুলি কেতিয়াৰ পৰা লক্ষ্য কৰিছা?"

তাৰিণীয়ে এই কথাত লাজ পাই আৰু নামাতিলে। নগেন্দ্ৰ বৰুৱাই লাহে লাহে ক'লে, "তোমাৰ স্বামী ঢুকাইছে?"

তাৰিণীয়ে ক'লে, "ক'ব নোৱাৰো। শুনিছো বোলে মোৰ ছয় বছৰ বয়সতে। তোমাৰ স্বামীলৈ মনত পৰে?"

"একো মনত নপৰে। কত ভাবিছোঁ তেওঁৰ ছবি মনত আনিবলৈ, কত নিশা উজাগৰে আছো। কিন্তু সকলো মিছা।"

"তোমাক কিমান সময়তে বিয়া দিছিল?"

"শুনিছো হেনো তেতিয়া পাঁচ বছৰ।"

"স্বামীক তুমি দেখেকিলাই। স্বামী মূৰ্তি কেনেকৈ ধ্যান কৰিবা? বাৰু তাৰিণী তুমি এই আশ্ৰমলৈ কেনেকৈ আহিলা?"

"সেইবোৰ বহুত কথা। আপুনি শুনিব খুজিলে লাহে লাহে কম মোৰ দুৰ্ভাগ্যৰ কথা। আপুনি কিমান শুনিব?"

"বাৰু কোৱা।"

"মোৰ বিয়াৰ পিছত স্বামী ঢুকায়। তাৰে কিছুমান দিনৰ পিছত মোৰ আই-বোপাই ইহ সংসাৰ পৰিত্যাগ কৰে। মোৰ দহ বছৰ বয়সত মামাৰ ঘৰত থাকো। তাতে মই মানুহ হওঁ। মামাৰ ঘৰত এজন দুষ্ট চাকৰ আছিল। মামা প্ৰায় ঘৰত নাথাকেই। বিলাতলৈ (কোচ বিহাৰলৈ) যায়। মামাৰ বুঢ়ী মামী আৰু সৰু ল'ৰা এটা থাকে। সেই চাকৰটোৱে গোটেই ঘৰখন চলায়। মোৰ দুৰ্ভাগ্যৰ ফলত মই তাৰ চতুৰতাৰ জালত পৰো। তাতে মোৰ সকলো নষ্ট হয়। পিছত মোৰ এটা ল'ৰা জন্মে। গাঁও-ভূঁইত সেই কথা ওলাই পৰাত মামা বিলাতৰ পৰা উভতি আহি সমাজৰ ভয়ত মোক অশ্বক্ৰান্তত এৰি থৈ যায়। তাৰ পিছত মই কিছুমানদিন খুজি-মাগি খাই আছিলো। মোৰ ৰূপ-যৌৱন দেখি বহুতো সন্ন্যাসীয়ে মোক পুতৌ কৰিছিল। বহুতে মোক আকৌ বিপদত পেলাব ধৰিছিল। পিছত এদিন ইপিনে খুজিব আহোতে গুৰুৰ আশ্ৰমলৈ আহো। ইয়াতে সকলো সন্তেদ পাই মই গুৰুদেৱৰ ওচৰ চাপি ইয়াতে থাকিব খোজো। গুৰুদেৱে একো আপত্তি নকৰাত তেতিয়াৰ পৰা ইয়াতে আছো। ইয়াতে মই জ্ঞান লাভ কৰিব ধৰিছো। কিতাপ মই আগেয়ে পঢ়িব পাৰিছিলোঁ। ইয়াত ভাল পুথিবোৰ পঢ়ি সেইবিলাক গুৰুদেৱৰ পৰা বুজি লৈ লৈ মই এতিয়া জটিল গীতা, ভাগৱতো বুজি পাওঁ। মোৰ মনত এতিয়া অতীতৰ সকলো ঘটনাবোৰ ভাবি মোৰ অজ্ঞান অৱস্থাত কৰা কামবোৰৰ বাবে কত অনুতাপ কৰিছোঁ। ঈশ্বৰে মোক আৰু কেইবছৰ আগেয়ে কিয় এনে জ্ঞান নিদিলে। তেনেহ'লেতো মোৰ সৰ্বনাশ হ'ব নোৱাৰে। মই মিতিৰ-কুটুমৰ পৰা আঁতৰ নহলোঁহেতেন। এইবোৰ কৈয়ে তাৰিণীয়ে কান্দি পেলালে। নগেন্দ্ৰ বৰুৱাই তাইৰ চকুজুৰি মুচি দি ক'লে, "নাকান্দিবা। অতীত অতীতত লয় হয়। এতিয়া বৰ্তমানৰ কথা ভাবা।"

"মোৰ আৰু কি ভাবিবলৈ আছে? মই সতী-সাবিত্ৰীৰ কথা দময়ন্তীৰ কথা ভাবি ভাবি কত ৰং পাওঁ। কিন্তু মোৰ অৱস্থা কি? সেইবোৰ পঢ়ি পঢ়ি কতবাৰ মোৰ আগৰ স্বামীৰ কথা ভাবিছোঁ। কিয় তেওঁ মোক এৰি গ'ল? তেওঁ থকা হ'লেতো মোৰ এনে অৱস্থা হ'ব নোৱাৰে।"

"কেতিয়া কাৰ কি হয় কোনে জানে? এই কাৰণে মানুহে কৰ্মফলত বিশ্বাস কৰে।"

"কৰ্মফল! আগৰ জনমত এনে কি পাপ কৰিছিলো যে মই স্বামীৰো মুখ দেখিবলৈ নেপালো। এইবুলি কৈয়ে তাই হুক হুকাই কান্দিব ধৰিলে।"

নগেন্দ্ৰ বৰুৱাই ধমক খাই বৈ কি ক'ব কি নক'ব ভাবি বিমোৰত পৰি হিন্দু ধৰ্মৰ অৱস্থাৰ কাৰণে ভাবিলে। হায় এনে সৰু কালতে ছোৱালী বিয়া দি কত তিৰোতাৰ সৰ্বনাশ হিন্দুৱে ওচৰ চপাই আনিছে। মানুহৰ সৰ্বনাশ কেনেকৈ কৰে ইয়াতকৈ আৰু তাৰ কি জ্বলন্ত প্ৰমাণ হ'ব পাৰে?"

"তাৰিণী আৰু নাকান্দিবা। হ'বলগীয়া যি আছিল হৈ গ'ল। এতিয়া ভাবি ভাবি শোক কৰিলে কি হ'ব? তুমিতো স্বামীক কাহানিও দেখা পোৱা নাই। কিন্তু মোৰ অৱস্থা কি?"

তাৰিণীয়ে একো নুবুজি সুধিলে, "আপোনাৰ অৱস্থা মানে?" "তাৰিণী মোৰ যে গোটেই শৰীৰ আজি জৰ্জৰিত। মোক যে কি শোকে প্ৰত্যেক মুহূৰ্ত্ততে কত ভাৱত আকুল কৰিছে। উস্ তাৰিণী নেদেখাতকৈ দেখি তাৰ স্মৃতিৰ বোজা প্ৰত্যেক মুহূৰ্তে বৰ লাগিলে সি যে কি ভয়ানক! চোৱা তাৰিণী, মোৰ পৰিবাৰৰ মৃত্যুৰ পিছৰ পৰা মোৰ এখন্তেকো শান্তি নোহোৱাত পৰিছে। তেওঁৰ যে কিমানবোৰ ভাল গুণ আছিল, মৰম-দয়াৰে হিয়া ভৰপূৰ আছিল। তাৰিণী আজি তোমাৰ দৰে মোৰো সৰ্বনশীয়া বিৰহ। প্ৰত্যেক মুহূৰ্ত্ততে এই স্মৃতিয়ে মোক আকুল কৰিব ধৰিছে, তিল তিলকৈ মোক পুৰি দেই মাৰিব ধৰিছে।"

"তথাপি আপুনি তেখেতক দেখিছিল। তেওঁৰ কথা-বতৰা শুনি ৰং পাইছিল। মই আজিলৈকে তেওঁক মনতে আনিব নোৱাৰিলোঁ। কোনটো অৱস্থাৰ গুৰুত্ব কম বা বেছি কব নোৱাৰোঁ। কিন্তু আমি দুয়ো একে পথৰে পথিক যে সেইটো বুজিছোঁ।"

"তাৰিণী তোৰ হিয়াৰ শোক মই মৰ্মে মৰ্মে অনুভৱ কৰিব পাৰিছোঁ।" এইবুলি কৈয়ে নগেন্দ্ৰ বৰুৱাই ক'ব নোৱাৰোতে তাৰিণীৰ হাতৰ আঙুলি পিহিব ধৰিলে। দুয়ো খন্তেকলৈ নিমাত হৈ থাকিল।

চকুৱে চকুৱে পৰি খন্তেক থৰ হৈ ৰ'ল। হঠাৎ সেই ভাব হৃদয়ংগম কৰি নগেন্দ্ৰ বৰুৱাই লাজতে হাত এৰি দিলে। বৰুৱাই সহজে উপলব্ধি কৰিব পাৰিলে যে পৰৰ তিৰোতাৰ হাত চুই তেওঁ এনেভাৱে কথা-বতৰা কোৱা অন্যায় হৈছে। হঠাৎ নগেন্দ্ৰ বৰুৱাই ক'লে, "তাৰিণী এতিয়া বাক যোৱা। মই অলপ শুই লওঁ।"

টোপনি আহিল। অৱশেষত আচহুৱা সপোন এটি দেখি সাৰ পালে। বৰুৱাই সপোনত দেখিছিল যেন তাৰিণীয়ে তাইৰ সকলো কথা ভাঙি-পাতি তেওঁ শোৱা পাটিতে বহিছিল। কথা কওঁতে কওঁতে দুয়ো আপোন-পাহৰা হ'ল।

লাহে লাহে যেন তাৰিণীয়েও টোপনিতে তেওঁৰ কাষতে ঢলি পৰিল। তেওঁক বুকুত সাবটি ধৰি ক'লে, "তাৰিণী! তই মোৰ পুৰি দেই মৰা বুকুত আজি শান্তি দিলি। মই মোৰ আগৰ সকলো শোকৰ স্মৃতি পাহৰিব পাৰিম। তেতিয়া দোকমোকালি হেঙুলি উৰাই প্ৰকৃতি ৰাজ্যত নানান সৌন্দৰ্যৰ টৌ তুলিছে। নগেন্দ্ৰ বৰুৱাই যেতিয়া সাৰ পালে তেওঁ দেখিলে সঁচাকৈ তেওঁ সপোনৰ আৰাধনাৰ তাৰিণী তেওঁৰ কাষতে থিয় হৈ লাহৈকৈ ক'ব ধৰিছে, "আপুনি মোক কিয় মাতিছে? কি হৈছে? কিয় এনেকৈ চিঞৰি উঠিছে?" বৰুৱাই তাৰিণীক ওচৰতে দেখি ভাবিব ধৰিলে তেওঁ সঁচাকৈ সপোনতে এনে কাণ্ড দেখিলে নে দিঠকত? কঁপি উঠিল। পৰ তিৰোতাৰ লগত আচৰণ সম্বন্ধে বৰুৱাৰ মনত গীতাৰ কেবাটিও উপদেশে খলক লগালে। শোৱা-পাটিৰ পৰা ততালিকে জাঁপ মাৰি উঠি শুচ শুচ দায়িনী বুলি তাইৰ হাত দূৰলৈ ঠেলি তেওঁ আৰ্তৰ হ'ল। সিদিনা ওৰে দিনটো তেওঁৰ মনৰ ভাব কেনে হৈছিল, কোনে ক'ব? তেওঁ উঠি গোটেই আশ্ৰমখন ঘূৰি ঘূৰি পুখুৰীৰ পাৰত বহিলগৈ। সেই পুখুৰীৰ কত ভেটফুল আনন্দত হাঁহি আছে। কিন্তু বৰুৱাৰ সিদিনা একো মন-কাণ নাই। তেওঁ কেৱল এটা আচৰিত ভাৱনা হৈ গোমোঠা মাৰি বহি থাকিল।

(৭)

নগেন্দ্ৰ বৰুৱাৰ গুৰু যদুনাথে সকতে মেট্ৰিকুলেচনলৈ পঢ়ি ফেল হৈয়েই হওক বা আন কাৰণতেই হওক ঘৰ এৰি কৰবালৈ অন্তৰ্ধান হৈছিল। বহুদিনৰ পিছত তেওঁ নানা দেশ ভ্ৰমণ কৰি নানা তীৰ্থস্থান চাই শেষত কিবা মনত পৰি আকৌ অসমলৈ ঘূৰি আহি গুৱাহাটীৰ ওচৰত আশ্ৰম পাতিহি। যদুনাথ এতিয়া মেট্ৰিকুলেচনত ফেল হোৱা ল'ৰা হৈ থকা নাই তেওঁৰ এতিয়া গভীৰ জ্ঞান জন্মিছে। ইংৰাজী, পাৰ্ছী, সংস্কৃতত অসাধাৰণ পাৰ্গতালি। তেওঁ এইকেইটা ভাষাত কত সুন্দৰ কিতাপ পঢ়িছে তাৰ সীমা-সংখ্যা নাই। সেইবিলাক পঢ়ি-শুনি লগে লগে নানা ধৰ্মগ্ৰন্থ পঢ়ি বেদান্ত ফিল'ছফিত তেওঁ মন দিছে। জীৱন মৃত্যুৰ পাৰ্থক্য পাহৰি তেওঁ আদৰ্শ কৰি লৈছে ত্যাগ, নিভীকতা আৰু কৰ্ম। জীৱন ধাৰণৰ খোৱা লোৱাৰ পৰা তেওঁ নিজে সকলো কাম কৰি লগে লগে সমাজৰ উপকাৰৰ অৰ্থে চেষ্টা কৰাই তেওঁৰ মহান উদ্দেশ্য। এই কাৰণে তেওঁ হেনো দুবাৰ কোনো কোনো ঠাইত জেলো খাইছে।

বৰ্তমান তেওঁৰ জেল খাটিবলৈ সমূলি ইচ্ছা নাই। দেশৰ হকে দুই-চাৰি আষাৰ টান কথা কৈ গৱৰ্ণমেণ্টৰ কোপত পৰি জেল খাটি তেওঁ বিশেষ একো কাম নহয় বুলি ভাবি এটা নীৰৱ সাধনাত লাগি পৰিছে। তেওঁ ভাবিছে জাতি গঠন কৰ্মী গঢ়া একতা বঢ়োৱা আৰু প্ৰেমক বশীভূত কৰাই দেশক আগুৱাব পাৰি। আনকি প্ৰবল প্ৰতাপী গৱৰ্ণমেণ্টকো দুষাৰ টান কথা নকৈ উদ্দেশ্য থিক ৰাখি সেই উদ্দেশ্যৰ ডোলেৰে তেওঁলোককো টানি অনাই তেওঁলোকক সাধনাৰ আলম কৰি লোৱাহি আচল কৰ্তব্য। অৱশ্যে টান গছৰ ডালত তালিকে বেঁকা কৰা বৰ টান সঁচা। তেওঁ ভাবিছে কাপোৰৰ সূতা কাটিব সঁচা কিন্তু মাঞ্চেষ্টাৰৰ কল-কাৰখানা বন্ধ কৰো বুলি কৈ গৱৰ্ণমেণ্টক জোকাই নল'ব। বৰং দেশক জগাই তুলিব। স্বৰাজ পাওঁ নেপাওঁ বৰ্তমানলৈ সেইটো নেভাবি মাঞ্চেষ্টাৰৰ কল-কাৰখানা বন্ধ হওক বা নহওক সেইটো ভাবিব নেলাগে। আমি নিজৰ ভৰিৰ ওপৰত থিয় হওঁ আহা। আমি দুৰ্ভিক্ষৰ কৰাল গ্ৰাসৰ মুখৰ পৰা সাৰিবলৈ সমৰ্থ হওঁ আহা। নহ'লে আমিও মৰিম। আৰু আমি ভিকাৰী হ'লেও গৱৰ্ণমেণ্টৰো আধ্যা পৰিব। আমি অস্পৃশ্যতা বৰ্জন কৰোঁ আহা। আন উদ্দেশ্য নহলেও জগতৰ

সকলোকে ভাই ভাই কৈ আলিঙ্গন কৰিবলৈ সকলোকে আমাৰ উদাৰতাৰে মুগ্ধ কৰিবলৈ, এই অস্পৃশ্যতা বৰ্জন কেৱল হীন জাতিক সমান কৰিবলৈয়ে নহয়— দুখী দুৰ্বলী, বেমাৰী, আনকি কুষ্ঠৰোগী আদিকো পৰিচৰ্যা কৰি ৰোগমুক্ত কৰি আনৰ পোহৰ বিলাই মানসিক উৎকৰ্ষ সাধি তাকো ভাই বুলি সাবটি ল'ব পাৰিলে উদ্দেশ্য সফল হ'ব।

এনে আদৰ্শ আগত লৈ তেওঁ আজি আশ্ৰমত শান্তিত আছে। লাহে লাহে আশ্ৰমৰ কৰ্মীদল বেছি হ'ব ধৰিলে। লগে লগে গৱৰ্ণমেণ্টৰো অলপ চকু পৰিছে।

সিদিনা যদুনাথে গীতা পঢ়ি পঢ়ি ক্লৈব্যং মাস্ম গমঃ পাৰ্থ" এই কথাষাৰ মনত কৰিছে। এনেতে তাৰিণীয়ে ওচৰ চাপি আহি ক'লে, "প্ৰভু আপোনাৰ পাখীৰ আনি থৈছো।"

যদুনাথে তাৰিণীৰ মুখলৈ চাই অলপ থমকি ক'লে, "তাৰিণী! তুমি ইমান শুকাই যাব ধৰিছা কিয়?" তাৰিণীয়ে এই কথাৰ একো উত্তৰ দিব নোৱাৰি থিয় হৈ ৰ'ল। "নামাতা কিয়? তোমাৰ সকলো কথা ভাঙি কোৱা। আশ্ৰমত কিবা অসুবিধা হৈছেনেকি?"

তাৰিণীয়ে ক'লে, "একো অসুবিধা হোৱা নাই প্ৰভু। আশ্ৰমত মই বৰ সুখেৰেই আছিলো।"

"তেন্তে?"

তাৰিণীয়ে একো নামাতিলে।

যদুনাথে ক'লে, "সকলো স্পষ্টকৈ কোৱা। অলপো গুপুত নাৰাখি কোৱা-মেলা কৰাই আশ্ৰমৰ ৰীতি। তোমাৰ কিবা অসুখনেকি তাৰিণী?"

"নহয় একো অসুখ নহয়।"

"এইটো বৰ আচৰিত কথা। খোৱা-লোৱাত কষ্ট হোৱা নাই। কিন্তু তুমি ক্ষীণাই যাব ধৰিছা।"

তেতিয়াও তাৰিণীয়ে একো নেমাতিলে। যদুনাথে কৈয়ে গ'ল, "আজিকালি অসমৰ ছাত্ৰসকলৰ মাজত এই এক সমস্যা। খোৱা-লোৱাৰ কষ্ট নাই, বেমাৰ-আজাৰ নাই; কিন্তু দিনে দিনে গাল-মুখ শুকাই ক্ষীণাই যায়। অৱশ্যে এইবিলাকৰ মাজত কু-অভ্যাস আৰু অযথা উদ্বেগ আৰু চঞ্চলতা আদিয়ে কাৰণ। তোমাৰ মনত কিবা অশান্তি হৈছে যেন লাগিছে।"

তাৰিণীয়ে একো নামাতিলে। যদুনাথে ক'লে, "তোমাৰ চকু দেখি, মুখৰ বিবৰ্ণতা দেখি মোৰ বোধ হৈছে যেন তোমাৰ মনত কিবা অশান্তি হৈছে। তুমি সঁচাকৈ সকলো ভাঙি কোৱা।"

তাৰিণীয়ে এইবাৰ মন মনে নাথাকি ক'লে, "মোক ক্ষমা কৰক, মোৰ মনটো সদায়ে যেন ধান বানিব ধৰিছে। মই একো উৱাদিহ নেপাওঁ।"

"তোমাৰ মনত কি ভাব আছে?" তাৰিণীৰ মুখেৰে ওলাল— "মোহ"

"কোৱা থামিলা কিয়?"

"মোৰ স্বামী ক'ত?"

"তুমিয়েইতো কৈছা তোমাৰ স্বামীৰ মৃত্যু হৈছে।"

"তেওঁক জানো লগ পাব নোৱাৰোঁ?" যদুনাথে একো নেমাতিলে। কিয়নো যদিও হিন্দু-ধৰ্মমতে আস্থা আৰু অগাধ বিশ্বাস থাকিলে পৰজন্মতো মিলন হয় বুলি কোৱা আছে, কিন্তু তেওঁ সেইটো বিশ্বাস নকৰে। তেওঁৰ ভাব জীৱনত যি চেতনা শক্তি আছে সেই শক্তিৰ হ্ৰাস নহয় মানেই জীৱন! সেই শক্তিৰ হ্ৰাস হৈ আন কোনো শক্তিত মিল হ'লেই মৃত্যু। অৱশ্যে শক্তি আমৰণ অভগণ বা হিন-দেৰী নহ'লেও এটা শক্তি আন এটা শক্তিত মিলি যোৱা বা এটা শক্তি আন এটা শক্তিৰ পৰা আঁতৰ হোৱা স্বাভাৱিক। মানুহৰ জীৱনো সেই একে ধৰণৰে। যেতিয়ালৈকে মানুহৰ শক্তি থাকিব তেতিয়ালৈ জীৱন। সেই শক্তি আন শক্তিত লীন হৈ পৰিলেই মানুহৰ মৃত্যু। গতিকে যদুনাথে কেনেকৈ তাৰিণীক কয় যে পৰকালত তুমি তেওঁৰ লগত মিলিবলৈ পাবা। আৰু আত্মাৰ ভৱিষ্যতৰ পৰকাল বা কেনে ৰহস্যৰে আগুৰা তাক কোনে জানে? সেই আত্মাৰৰ গভীৰতালৈ আশাপালি কোনে বৰ্ত্তমান অথলে নিয়াবলৈ ইচ্ছা কৰে? পৰকাললৈ হক নহওক বৰ্ত্তমানত লাখে ফুলি উঠা ফুলৰ দৰে জাকজমক হৈ গোন্ধ বিলাবলৈ। পিছত সৰি গ'লে যি হয় হওক মৰকেই বা জীয়াইয়ে থাকক বা আন্ধাৰত খেপিয়াই হা-হুমুনিয়াৰে সহায় লওক।

তাৰিণীয়ে যদুনাথক কিবা ভাবি থকা দেখি আকৌ সুধিলে, "আপুনি আপুনি.....

জানো তেওঁক লগ পাবৰ উপায় দিব নোৱাৰে।"

যদুনাথে ক'লে, "যাক দেখা নাই তাৰ কথা ভাবি কিয় ব্যাকুল হৈছা?" এনে সময়তে নগেন্দ্ৰ বৰুৱাই ওচৰ চাপি বহিলহি। তাৰিণী কাষত থিয় হৈ থকা নগেন্দ্ৰ বৰুৱাই মন কৰা নাছিল। তেওঁ বহিয়ে সুধিলে, "এই আশ্ৰমৰ উদ্দেশ্য কি?"

যদুনাথে সুধিলে, "আজি হঠাৎ এই প্ৰশ্ন কিয় বৰুৱা?"

"উদ্দেশ্য নোহোৱাকৈ কাম কৰা যে নিষ্ফল সেই কাৰণে—"

"সেইটো সঁচা। এই আশ্ৰমৰ উদ্দেশ্য একাষাৰতে ক'ব লাগিলে কৰ্মী, জ্ঞানী আৰু ভাবুকৰ সৃষ্টি কৰা লগে লগে শান্তি পোৱা।"

"কিন্তু মই অহাৰ পৰা ইয়াত শান্তি পাম ছাবি সদায় মনত অশান্তিহে পাব ধৰিছোঁ।"

"কাৰণ কিয় বৰুৱা? খোৱা-লোৱাত কিবা অসুবিধা হৈছে?"

"খোৱা-লোৱাইতো মানুহৰ শ্ৰেষ্ঠ কাম নহয়।"

"সেইটো সঁচা হ'লেও খোৱা-লোৱাৰ অভাৱত মানুহে আন শান্তি বিচাৰিব নোৱাৰে। যি নহওক ইমান পৰে তাৰিণীয়ে ভাঙি কৈছে যে তাইৰ স্বামীক লগ পোৱাই দিব লাগে। সেয়ে তাইৰ অশান্তি। তোমাৰ অশান্তি কিহত বৰুৱা?"

তাৰিণীৰ কথা যদুনাথৰ মুখত শুনাত নগেন্দ্ৰ বৰুৱাৰ মনে মনে খং উঠিল। নগেন্দ্ৰ বৰুৱাৰ ভাব হ'ল তাৰিণীয়ে কি ৰকমে এনে অশোভন কথা যদুনাথৰ আগত ব্যক্ত কৰিলে।

যদুনাথে আকৌ ক'লে, "বৰুৱা, তাৰিণীয়ে স্বামী পাব পাৰে নে নোৱাৰে সেই বিচাৰ তোমাৰ ওপৰতে অৰ্পিলো। সেই সম্বন্ধে হিন্দুমত আৰু বৰ্তমান পাশ্চাত্য মতৰ লগত সামঞ্জস্য কৰি তুমিয়ে এটা সিদ্ধান্ত কৰা।"

নগেন্দ্ৰ বৰুৱাই এইবাৰ খং কৰি ক'লে, "তিৰোতাই পুৰুষ বিচাৰি বাউলী হ'লেও পুৰুষ বিচাৰি ফুৰাই আশ্ৰমৰ উদ্দেশ্য নহয়। মই সেইবোৰ ভাৱনা পা পাতি ল'ব নোৱাৰোঁ। আনৰ লগত সেইবোৰ কথা উলিয়াব। এইটো বৰ আচৰিত কথা, আপোনালোকে আশ্ৰমৰ নামত কত গোপনীয় কথাৰ আলোচনা কৰে।"

যদুনাথে ক'লে, "বাৰু বৰুৱা যদি বেয়া পোৱা থাওক। তাৰিণী তুমি মনৰ অশান্তি দূৰ কৰিবলৈ চেষ্টা কৰা। আপোনা-আপুনি ভাল পাবা। আৰু স্বামী সুখেই যদি তোমাৰ একমাত্ৰ বাঞ্ছনীয় হয় তেন্তে এই আশ্ৰমত কত ডেকা আছে, তেওঁলোকৰ এজনৰ লগত তোমাৰ বিয়া পাতি দিওঁ। কোন স্বামী আছিল, তেওঁক ক'ত লগ পাবা, সেইবোৰ অলীক ভাৱনা এৰি আকৌ নতুন স্বামীৰ লগতে লগ লাগি জীৱন আনন্দৰ কৰ্মমন্দিৰ কৰি তোলা।"

তাৰিণীয়ে ক'লে, "প্ৰভু আপুনি কি কয়? মোৰ স্বামীক মই দেখা নেপালেও তেওঁৰ লগতে যে মোৰ বিয়া হৈছিল সেই কথা মই জানো। এনেস্থলত মোক আকৌ বিয়ালৈ উদগনি দিয়ে কিয়? মই ভ্ৰষ্টা হলেও সেইয়া যে অজ্ঞানত কৰিছিলোঁ! এতিয়া জ্ঞান উদয় হোৱাত মই আন স্বামীৰ কথা কেনেকৈ আনিব পাৰো?"

"তাৰিণী! ভুল। ডাঙৰ ভুল! সৰুতে যি বিয়া হৈছিল সেইয়া বিয়াই নহয়। যি স্বামীৰ মুখ দেখা নাই সেইজন স্বামী নহয়। কেৱল কিছুমান প্ৰাণহীন নিয়মৰ অধীন হৈ ফুৰিলেই নহয়। আৰু সেই স্বামীৰ কাৰণে হা-হুমুনিয়া কাঢ়ি ফুৰাও পাপ বুলিহে বিবেচনা কৰোঁ। তোমাৰ কেঁচুৰা অৱস্থাতে বিয়া হৈছিল। তেনেহলে আন এজনে ক'ব পাৰে হিন্দুৰ পৰকালৰ বিশ্বাসমতে ক'ব পাৰে তেওঁৰ বিয়া আগৰ কালতে এজনৰ লগত হৈছিল গতিকে আৰু কাৰো লগত বিয়া হ'ব নোৱাৰে। তেওঁ হা-হুতাশ, শোক-তাপ লৈ এই জীৱন নিয়াওক। এনেবোৰ কথা কিছুমান চলি অহা প্ৰাণহীন নিয়মৰ বাহিৰে আন একো নহয়।

নগেন্দ্ৰ বৰুৱাই তেওঁৰ কথা তলমূৰ কৰি মনে মনে শুনিয়ে আছিল। হঠাৎ তেওঁ চকু তাৰিণীৰ চকুৱে চকুৱে পৰিল। তাৰিণীয়ে তেতিয়া যদুনাথৰ কথা শুনি শুনি নগেন্দ্ৰ বৰুৱালৈ চাই আছিল। নগেন্দ্ৰ বৰুৱাৰ সুন্দৰ মুখমণ্ডিত ভাবৰ গাম্ভীৰ্য দেখি বহুতেক মুগ্ধ

হৈছিল। তেনে অৱস্থাত নগেন্দ্ৰ বৰুৱাৰ চকুত পৰাত তাৰিণীয়ে লাজতে তলমূৰ কৰিলে। নগেন্দ্ৰ বৰুৱাৰ মনতো এটা ডাঙৰ ভূঁইকঁপ উঠিল। তাই আৰু অলপো নবৈ পোনচাতে ওলাই গ'ল। এনেতে নগেন্দ্ৰ বৰুৱাই যদুনাথক প্ৰশ্ন কৰিলে, "তেন্তে আপুনি বাল্য বিবাহ নেমানে?"

সৰু ল'ৰা-ছোৱালীয়ে পুতলাৰে বা ফটা কাপোৰেৰে দৰা-কইনা সাজি বা সিহঁতৰ মাজতে দৰা-কইনা কৰি যেনে বিয়াৰ ভাওনাৰ খেল কৰে, তেনে অৱস্থাত আচল বিয়া দিলেও তেনে বিয়াক বিয়া বুলি ক'ব পাৰিবনে? আৰু তাৰ পিছত দৰা মৰিল বুলি অকণমানি ছোৱালীজনীক গোটেই জীৱন বিধৱা সজাই সংসাৰময় এন্ধাৰ আৰু নিৰাশপূৰ্ণ কৰিব পাৰিবনে?"

নগেন্দ্ৰ বৰুৱাই আৰু নামাতিলে। এনেতে দেখিলে তাৰিণী লাহে লাহে আঁতৰ হ'ল। নগেন্দ্ৰ বৰুৱাই আৰু তৰ্ক-বিতৰ্ক নকৰি কেৱল ক'লে, "হিন্দুৰ বিয়াই ডাঙৰ সমস্যা। তাতে বাল্য-বিবাহ আৰু জটিল সমস্যা।"

"এপিনে যেনে জটিল তেনে আকৌ সৰল।"

"আপোনাৰ হিছাপে ক'ব লাগিলে দেখো হিন্দুৰ বিয়াই নহয় তাৰ মানে?"

"এই চাওক হিন্দুৰ দৰা-কইনাই কেতিয়াবা দেখা-দেখি নোহোৱাকৈও বিয়াৰ সম্বন্ধ হয়। তিৰোতাৰ স্বামীলৈ অনুভূতি নাই। আকৌ পুৰুষৰ মনতো কইনা সম্বন্ধে ভাল-বেয়া, প্ৰেম ভাল পোৱাৰ ভাৱ নাই। সেই মিলন কেৱল প্ৰাণহীন যন্ত্ৰৰ মিলন নহয়নে? সেই মিলনত বিয়াৰ আচল মৰ্ম্মই বা ক'ত থাকে? যেনেকৈ সৰু সৰু ল'ৰা-ছোৱালীয়ে একো নজনাতে বিয়াত বহে, তেনেকৈ ডাঙৰতো বাপেক-মাকে ঠিক কৰা দৰা-কইনাৰ লগত বহি চলি অহা প্ৰথামতে বিয়া শেষ কৰে। তেন্তে এই বিয়া এখন ভাওনা বা খেল স্বৰূপ নহ'লনে? স্বামী-স্ত্ৰীৰ সম্বন্ধ কেৱল লগুণ-গাঁঠি আৰু বামুণৰ নুবুজা মন্ত্ৰতে শেষনে? এই ক'বৰ হলে আপুনি যেনেকৈ বয়সত সৰু ধৰি বাল্য-বিবাহৰ বিৰুদ্ধে কৈছে মইয়ো তেনেকৈ অনুভূতি আৰু প্ৰাণ নোহোৱা দৰা-কইনাই নেদেখা অৱস্থাত হোৱা বিয়া এটা প্ৰাণহীন প্ৰথা বুলি ক'লে অন্যায় কৰা নহ'ব। তেন্তে দেখিছোঁ যি ভাৰত বাল্য বিবাহ উঠোৱা যায় সেই ভাৰতে হিন্দুৰ বিয়াৰ অন্ত হয়। তাত প্ৰেমৰ অংকুৰেই বা ক'ত? দুটা প্ৰাণহীন, ভাৱহীন যন্ত্ৰ একেলগে বহুৱাই দাম্পত্য প্ৰেমৰ আদৰ্শ দাঙি ধৰা হাঁহিয়াতৰ কথাৰ বাহিৰে কি হ'ব পাৰে?"

"যদি বিয়া হোৱাৰ পিছত দুয়োৰো পৰস্পৰৰ প্ৰতি ভালপোৱা জন্মে তেন্তে সেই বিয়াৰ সাৰ্থকতা থাকে।"

"সেইটো বেলেগ কথা। ভৱিষ্যতে প্ৰেমৰ অংকুৰ জন্মিব সেই আশাত জোৰাফন্দা দিয়া কথা এটা আচৰিত ধৰণৰ প্ৰথা।"

"কিন্তু বৰ্তমানে এটা প্ৰথাতে বিয়া চলিলেও অতীতৰ পৰা হিন্দুৰ আৰু সাতবিধ বিয়া আছে। তাৰ ভিতৰত গন্ধৰ্ব বিয়াও পৰে।"

"সেয়ে হ'লেও বৰ্তমান সময়ৰ প্ৰথাই আমাৰ আলোচ্য। যদি যন্ত্ৰই যন্ত্ৰই বিয়া হ'ব নোৱাৰে, যদি বিয়াত প্ৰাণ লাগে, ভাৱ লাগে, আনন্দ লাগে, সুখ লাগে, কল্পনা লাগে, তেন্তে দৰা-কইনাৰ বিয়াৰ আগেয়ে মিলন আৱশ্যক বুলি নক'ব জানো?"

নগেন্দ্ৰ বৰুৱাই "বিয়াৰ সমস্যাটো আজি আৰু জটিল কৰিলা দেখো। বাৰু আন সময়ত ভাবি চাম। কিন্তু এটা কথা উল্লেখ কৰো, পাশ্চাত্য ধৰণৰ বিয়াত দৰা-কইনাৰ স্বাধীন নিৰ্বাচন থাকিলেও তাতো অলেখ ডায়ভোৰ্ছ (divorce) আৰু অশান্তি আছে। এতিয়া অলপ কাম আছে। এই সম্বন্ধে অলপ পিছত কথা হ'ম।"

নগেন্দ্ৰ বৰুৱায়ো "বাৰু অইন সময়তে কথা হ'ম" বুলি লাহে লাহে আঁতৰ হৈ দেখিলে, তাৰিণীয়ে এডাল শেৱালি গছৰ তলত কিছুমান শেৱালি ফুল লৈ মালা গুঠিব ধৰিছে।

নগেন্দ্ৰ বৰুৱাই লাহে লাহে ভৰিৰ খোজত ভৰ দি তাৰিণীৰ পিছত থিয় হ'ল। তাৰিণীয়ে এক মনে গুঠি আছে। নগেন্দ্ৰ বৰুৱাই অলপ চাই থাকিয়ে কব নোৱাৰো, তেওঁৰ মনত কি ভাৱ খেলালে, তেওঁ ততালিকে হাত দুখন আগবঢ়াই তাৰিণীৰ চকুত ধৰিলে। লগে লগে নগেন্দ্ৰ বৰুৱাৰ হাত তাৰিণীৰ

সুন্দৰ ৰাঙলি গাল দুখনি স্পৰ্শত তেওঁৰ প্ৰত্যেক সিৰে সিৰে তেজৰ সোঁত বৈ গ'ল। সেই হাতৰ স্পৰ্শত বৰুৱাই যেন কিবা এটা শান্তি অনুভৱ কৰি হাত দুখনি আনন্দেৰে সাবটি ধৰি লাহেকৈ মাতিলে "তাৰিণী।"

বৰুৱা আকৌ নিমাত হ'ল।

নগেন্দ্ৰ বৰুৱাই তাৰিণীৰ একো সঁহাৰি নাপাই আকৌ আৱেগৰ সুৰত ক'লে, "তাৰিণী!" এইবাৰ কথাত নগেন্দ্ৰ বৰুৱাৰ হৃদয়ৰ কত কথা, কত আশা, কত আৱেগ লুকাই আছিল কোনে জানে?

কিন্তু তাৰিণীয়ে ততালিকে হাত এৰুৱাই ক'লে, "আপুনি।" নগেন্দ্ৰ বৰুৱা নিস্পন্দ হৈ থাকিল।

তাৰিণীৰ সেই "আপুনি" কথাষাৰে নগেন্দ্ৰ বৰুৱাক আঘাত দিলে।

তাৰিণী আৰু খন্তেকো নৰৈ কঠিন সুৰে কৈ উঠিল, "ছিঃ আপোনাৰ" বুলিয়েই হাতৰ মালাডাল ছিঙি লাহে লাহে আঁতৰ হ'ল। নগেন্দ্ৰ বৰুৱাই চাইয়ে থাকিল। তাৰিণীৰ সেই নুফুটা কথাষাৰৰ অৰ্থ নগেন্দ্ৰ বৰুৱাই একো ধৰিব নোৱাৰিলে। কিন্তু তাইৰ কণ্ঠস্বৰত যেন এটা ঘৃণা, তাইৰ খোজকেইটাত যেন এটা অশ্ৰদ্ধাৰ ভাব, মালাছিঙা অৱস্থাত যেন তাইৰ এটা অস্পৃহাৰ ভাব, নগেন্দ্ৰ বৰুৱাৰ মানস পটত হাজাৰ ৰকমে ফুটি উঠিল। বৰুৱাই ভাৱত বিভোৰ হৈ লাহে লাহে নিজৰ কোঠা পালেগৈ।

(৮)

নগেন্দ্ৰ বৰুৱাই আৰু তাৰিণীৰ বাতৰি লোৱা নাই। তাৰিণীয়েও নগেন্দ্ৰ বৰুৱাৰ কাষ চপা নাই। নগেন্দ্ৰ বৰুৱা আলপৈচান ধৰিবলৈ অহা নাই। দুয়োৰে মনত এটা বিৰক্তি ভাব। দুয়োৰো মনত ভাল-বেয়াৰ কল্পনা, আশা-নিৰাশাৰ ছবি ভাহিছে। নগেন্দ্ৰ বৰুৱাই ভাবিছে তেওঁৰ সচাঁকৈ ভুল হৈছে। পৰৰ তিৰোতা তাৰিণীক তেনেকৈ ধৰি নিজে কৰ্তব্যৰ পৰা বহুত দূৰত আঁতৰি পৰিছে। লগে লগে তাৰিণীৰ ঘৃণা অশ্ৰদ্ধা বঢ়াইছে। ইপিনে তাৰিণীৰ মনত বেলেগ ভাব খেলিছে? অতীতৰ স্মৃতি ভাগৱত গীতাৰ জ্ঞান, স্বামীভক্তি আকৌ নিজৰ ভ্ৰষ্টা জীৱন, আনপিনে নগেন্দ্ৰ বৰুৱাৰ প্ৰতি জন্মা ভালপোৱা বা প্ৰেম এই আটাইবিলাক ভাৱৰ জাউৰীয়ে তাৰিণীক সাধাৰণ জগতৰ পৰা ক'ৰবালৈ টানি নিছে। যেতিয়া তাইৰ সীতা-সাবিত্ৰীৰ পতি ভক্তি লৈ মনত পৰিছে। তেতিয়া তাইৰ ভ্ৰষ্টা জীৱন আকৌ নতুনকৈ জন্মা প্ৰেম অনুৰাগৰ প্ৰতি বং ঘৃণা জন্মিছে, লগে লগে নগেন্দ্ৰ বৰুৱাৰ আচৰণ ভীষণ অন্যায় বুলি ভাবিছে। সেই সময়ত তাইৰ জীৱন ধৰি থকা মিছা বুলি মৃত্যুলৈ বাট চাই এটা নিৰাশ হমুনিয়াহ কাঢ়িছে। আকৌ তাইৰ নগেন্দ্ৰ বৰুৱাৰ মধুৰ স্পৰ্শ, সুন্দৰ মুখৰ গঢ়, প্ৰেম ভাব আৰু লগে লগে বিয়া সম্বন্ধে তাইৰ গুৰুৰ মতৰ কথা মনত পৰিছে। একোবাৰ তাই ভাবিছে— অতীত ভুল জীৱন অন্ত কৰি নগেন্দ্ৰ বৰুৱাৰ আৰাধনা উপাসনাতে জীৱন কটাব। তাই নগেন্দ্ৰ বৰুৱাৰ কল্পনাতে বং আৰু আনন্দ পাব। ইত্যাদি ভাৱৰ খেলি-মেলিতে মংগলীয়ে গোৱা শুনিলে—

কোৱা তই নাহিবি
বাতৰি নানিবি ঐ
বিলৰে পদুম বিলতে থাকক
নিছিঙো পখুলি মই।
বিলতে পূজিম গোঁসাই থাপিম
ছিঙিবৰ কিনো সকাম ঐ
পূজাতে লাগিব চৰণে সেৱিব
মলয়াতে হালি জালি বৈ।।

মংলীৰ সুন্দৰ গীতে তাৰিণীক আকৌ জগাই তুলিলে। তাই সকলো ভাব এৰি শুনিয়ে থাকিল। মংগলীয়ে আকৌ গালে—

নাৱৰীয়া ঐ
তুলুং ভুলুং নাওখনি লৈ
বিৰ বিৰ বতাহতে
হালিজালি গৈ
কতে ওলাবি ঐ
মুকলি মনৰে উলাহ সোঁততে

ভটিয়াই দিছ নাৱ
কৰে নাৱৰীয়া ক'তে ওলাবি
কি গীতৰ ধৰি তান
অন্তৰ তোৰ উগুল থুগুল
বাহিৰত ঢৌৰ হিল্লোল
সমূখত আকাশ বিয়পি
অনাদি অনন্ত কূল
তোৰ হিয়া জ্বালি
কিবা ভাৱত আকুল ঐ

তাৰিণীৰ মনত ভাব আজি সেই গীতৰ সুৰ স্বৰূপ। তাই আৰু ভাৱৰ জাউৰীত সাঁতুৰিব নোৱাৰি, যি হয় হওক ভাবি আৰু আকুলতা নবঢ়াও, ভটিয়নী পানীত উটি যাওঁ। য'তে লাগে লাগক, যি সুৰত গীত ওলায় ওলাওক। সতীৰ প্ৰেম অতীত স্মৃতি বৰ্তমানৰ অনুৰাগৰ হেন্দোলনিত নাও বুৰে বুৰক, যতে লাগে লাগক নহ'লে ভাল ঘাটত লাগি আনন্দ উলাহৰ সহচৰ হওক বুলি ভাবি তাই লাহেকৈ উঠি আহি মংগলীক বাটত দেখা পাই সুধিলে, "মংগলী ক'লৈ যাব?" "তাৰিণী বাইদেউ আজি কেইদিনমানৰ পৰা তোমাৰ হাঁহি-সুখ নেদেখি, তোমাক ঘৰৰ পৰা প্ৰায় ওলোৱা নেদেখি আজি তোমাক উলিয়াই নিও বুলি আহিছোঁ।" "ক'লৈ?" "পুখুৰীৰ পাৰলৈ। তাত এজোৰ ৰাজহাঁহ এৰি দিছোঁ। সিহঁতে একেলগে যেনেভাৱে সাতুৰি যায় দেখিলে ৰং লাগে। তাৰিণীয়ে কৈ উঠে, "সংসাৰত সকলোৰে যোৰ আছে। কিন্তু!" "কিন্তু কি বাইদেউ।" "আমি সদায় অকলে অকলে ফুৰিব লাগে। কিয়? দুয়ো একেলগে ফুৰিম। সঁচাকৈ বাইদেউ এইকেইদিন তুমি নোলোৱাত মই অকলে অকলে কাম কৰি আমনি পাইছো এটা কথা শুনিছা?" "কি?" নগেন্দ্ৰ দেউতাৰ বৰ বেমাৰ নহয়। "বেমাৰ? কেতিয়াৰ পৰা?" "আজি চাৰিদিন হ'ল। শুকদেৱে তাতে এইকেইদিন আছে। কালি শুকদেৱেও তোমাৰ বাতৰি সুধিছিল। তোমাৰ আকৌ বেমাৰ শুশ্ৰষা কৰা ভাব আছে নহয়।" "এৰা পিছে তেওঁ কি ক'লে?" "মই কলো তাৰিণী বাইদেউৰো গা অসুখ। শুকৰে ক'লে এৰা আজি কেইদিনমানৰ পৰা তেওঁ আশ্ৰমৰ একো কাম কৰিব পৰা নাই।" "বাৰু মংগলী তইয়ে বৰুৱাক আলপৈচান ধৰিবি। মযো চাম। পিছে এতিয়া তেওঁ কেনে আছে?" "কালি বৰ বেছি সান্নিপাত চৰিছে।" বাৰু ব'ল বুলি কৈ দুয়ো অলপ গৈ হঠাৎ কি ভাবি তাৰিণীয়ে ক'লে, "নাই মই এতিয়া নাযাওঁ মংগলী মোৰ কাম আছে। তই ভালকৈ আলপৈচান ধৰিবি দে। যা তাতে থাকগৈ। এতিয়া গীত গাই ফুৰিব নালাগে।"

(৯)

নগেন্দ্ৰ বৰুৱাৰ জ্বৰ কমক ছাৰি বেছিহে হৈ আহিল। অচেতন অৱস্থাত কত কথা বলকে ঠিক নাই। তাৰিণীয়ে অহুকাণে পহুকাণে বৰুৱাৰ অৱস্থা শুনি লাজ অভিমান সকলো পাছ কৰি বেমাৰীৰ আলপৈচান ধৰিছেহি। কিন্তু তাইৰ একাণপতীয়া শুশ্ৰূষায়ো বৰুৱাৰ অৱস্থা ভাললৈ আনিব পৰা নাই। সিদিনা দুপৰ নিশা অকলে তাৰিণীয়ে বৰুৱাৰ মূৰ শিতানত বহি পদুম পাতেৰে বাও দি আছে। ওচৰতে মংগলী শুই আছে। তেতিয়া বাহিৰ বিশ্ব গভীৰ টোপনিত নিতাল মাৰিছে। মাজে মাজে বৈ বৈ যম-ডাকিনীয়ে বিকট চিংকাৰ কৰি গভীৰ ৰাতি আৰু বেছি গভীৰ কৰি তুলিছে। ঘৰৰ ভিতৰত চাকিগছিয়ে প্ৰত্যেক খিমিকৰ লগে লগে উদ্দাস ভাবত চাই থকা বৰুৱাৰ চকুজুৰিলৈ একোবাৰ চাই চাই তাৰিণীয়ে কত কথা ভাবিছে কোনে ক'ব? তাৰিণীৰ মনক কত সংশয় জন্মিছে, সেইজুৰি চিৰ কাললৈ মুদিলে তাৰিণীৰ বৰ্তমান সুখ-আনন্দ নহ'ব। তাই ভাবি ঠাউনি পোৱা নাই। তাই আন সুখ নাপালেও যে বৰুৱাৰ এনে অৱস্থাত আলপৈচান ধৰি কপাল মূৰ সাৰি অসুখীয়া প্ৰাণত অলপ সুখ দিছে। ঈশ্বৰে জানো সেই এই নিচাঁমান সুখৰ পৰাও দুৰ্কপলীয়া তাৰিণীক বঞ্চিত কৰিব? তাৰিণীয়ে ভাবি থাকোতে তাইৰ কে'বাদিনো টোপনি নহা চকু চিলি-মিলিকৈ মুদ খালে। তাইৰ মূৰ ঢলি পৰিল। হঠাৎ যম-ডাকিনী আকৌ ভীষণ শব্দ কৰিলে। তাই চক্ খাই উঠিল। ততাতৈয়াকৈ মংগলীক মাতিব খোজোতে শুনিলে বৰুৱাই ক'ব ধৰিছে "মোৰ আৰু

ইহ-সংসাৰত আৱশ্যক নাই। তাৰিণী তোক চুই মই মহাপাপ কৰিছো। তোক মই নুবুজিলোঁ। মোৰ সতী-সাধ্বী তিৰোতাৰ লগে লগে মোৰ সকলো ভাহি গৈছে" বুলি তেওঁ কান্দিব ধৰিলে। গো-গোৱনি শব্দ হ'ল। তাৰিণীয়ে তত্তালিকে মংগলীক নামাতি বৰুৱাৰ চকুলৈ চাই ক'লে, "আপুনি এবাৰ ভালকৈ কথা কওঁক। আজি কেইদিন আপোনাৰ জ্ঞান অহা নাই। মোক আপুনি চিনিছেনে?"

"চিনিছো সকলো চিনিছো। এটা এটা যমদূত ক'লৈ নিবি? কোনে নিবি?"

"ছিঃ কি কয়। মোক আপুনি চিনি পোৱা নাই। এতিয়াই আপুনি মোৰ নাম কোৱা নাছিল জানো? মইয়ে তাৰিণী?"

বৰুৱাই এবাৰ বৰকৈ চকু মেলিলে। চকু ভয়ংকৰ ৰঙা।.... তাৰিণীয়ে ক'লে, "আপুনি সুস্থিৰ হওক।"

যম-ডাকিনীৰ আকৌ শব্দ।

নগেন্দ্ৰ বৰুৱাৰ গোঁ গোঁৱনি শব্দ বেছিকৈ হৈ আহিল। আকৌ কথমপি তেওঁ ক'লে, "তাৰিণী, তাৰিণী, এবাৰ মই তোমাক বুকুত লোৱাৰ আশাত সকলো পাহৰিছিলোঁ। কিন্তু আকৌ কিয় জগাই তুলিছা?"

তাৰিণীয়ে এক মনে সেই কথাষাৰ শুনিয়ে থাকিল। নগেন্দ্ৰ বৰুৱাই ক'লে, "তুমি আহিছা! তুমি বিধৱা হৈয়ো কিয় এনে ৰূপৱতী, গুণৱতী! কিয় প্ৰত্যেক কথাই তুমি মোৰ তিৰোতাৰ স্মৃতি জগাই তোলা? নাই, তুমি আহিছা। মোৰ দুখত পমি গৈছা। আহা, আহা, তাৰিণী তুমি মোৰ বাকী জীৱনৰ লগৰী।"

এই বুলি মাটিত জাঁপ মাৰি পৰিব ধৰোঁতে তাৰিণীয়ে কোনোমতে সাবটি ধৰি তেওঁক আকৌ শোৱাপাটীত ভালকৈ থলে। কিন্তু তাৰিণীৰ মনত বিজুলী স্পৰ্শৰ দৰে ভমক্ কৰি কিবা জ্বলি উঠি তাৰিণীৰ গোটেই শৰীৰ উচ্পিচ কৰিব ধৰিলে। তাৰ পিছত তাৰিণীয়ে খন্তেকলৈ নগেন্দ্ৰ বৰুৱাক এক ধ্যানে চাই থাকিল। তেওঁৰ আজানুলম্বিত দেহ, সুন্দৰ ভ্ৰূ-যুগল, মনোৰম চকু আৰু শুৱনি নাক দেখি তাৰিণীৰ গোটেই শৰীৰ মদনৰ পঞ্চশৰে বিন্ধিব ধৰিলে।

পুৱতী নিশা বৰুৱা সুস্থিৰ হৈ "অলপ পানী" বুলি চিঞৰিলে। তাৰিণীয়ে পানী দিলে।

দুদিন পিছত নগেন্দ্ৰ বৰুৱা অলপ সুস্থিৰ হ'ল। সন্নিপাত জ্বৰ কমি আহিছে। মূৰত পানী ঢলোতে ঢালোতে তেওঁৰ আগৰ স্মৃতি উদয় হৈছে। কথাষাৰ অলপ অলপ অৰ্থ থকা হৈছে। কথাবোৰ অলপ অলপ অৰ্থ থকা হৈছে। তেওঁ সিদিনা ভৰিৰ কাষত তাৰিণীক দেখা পাই চিনিব পাৰি—

"তুমি ইয়াত ৰহি আছা?"

"হয়, আপুনি ভাল পাইছে?"

"ভাল পাইছো, জ্বৰ বোধ কৰোঁ আৰু বেছি নাই।"

আজি প্ৰায় দহ দিন আপোনাৰ চেতন নাছিল।

"কি কৰিবা, মূৰৰ ভ্ৰম। মোৰ আৰু জীয়লৈ হেঁপাহ নাই।"

"তেনে কথা কিয় কয়?"

"তাৰিণী। মানুহৰ ইচ্ছা আৰু আনন্দৰ বস্তু নোহোৱা হ'লে কি আশালৈ জীয়াই থাকো? তাৰিণী তোমাক মই বৰ ভাল পাওঁ।"

তাৰিণীয়ে নামাতিলে। বৰুৱাই ক'লে, "কোৱা তাৰিণী তুমি মোৰ আশা পলুৱাবা?"

"আপুনি আগেয়ে ভাল হওক।"

"মই ভাল হ'ম। তাৰিণী আৰু ভয় নাই, তুমি কেৱল আশা দিয়া।" "আপুনি ভ্ৰষ্টা বাল-বিধৱা তিৰোতাক কেনেকৈ গ্ৰহণ কৰিব? সমাজে যে আপোনাক নেওচিব। লগে লগে আপোনাৰ ইমান দিনে যি সম্মান-গৌৰৱ আছে সকলো লয় হ'ব।"

নগেন্দ্ৰ বৰুৱাই নামাতিয়ে চাই ৰ'ল।

অলপ পিছত ক'লে, "তাৰিণী। তাৰিণী মই সকলো তোমাৰ কাৰণে জলাঞ্জলি দিম। তুমি মোক মোৰ বুলি এবাৰ কোৱা।"

তাৰিণীয়ে একো নামাতি চায়ে ৰ'ল। নগেন্দ্ৰই আকৌ ক'লে, "সমাজে মোৰ অন্তৰৰ জুই কি বুজিব? আৰু এটা কথা। যদি তুমি মান্তি হোৱা তেন্তে তোমাক লৈ মই অচিনাকি ঠাইত বাস কৰিমগৈ। কেৱে আমাক নিচিনিব। মোৰ মান-সম্ভ্ৰমৰ কথাও নাজানিব। আমি সুখেৰে দিন নিয়াব পাৰিম।"

তাৰিণীয়ে ক'লে, "আপুনি আগেয়ে ভাল হওক।"

(১০)

নগেন্দ্ৰ বৰুৱাই অলপ বাৰু হৈ গভীৰ টোপনিত শুই আছে। কাষতে মংগলীয়ে বহি পাজী কাটি আছে। তাৰিণীয়ে খোৱা-লোৱাৰ যোগাৰ কৰিব ধৰিছে। গভীৰ টোপনিত নগেন্দ্ৰ বৰুৱাই কৈছে, "তাৰিণী, মই তোক বিয়া কৰাম, লোকে যি বোলে বোলক।"

এই কথাষাৰ মংগলী আৰু তাৰিণীৰ কাণত পৰিল। মংগলীয়ে সৰু ছোৱালীৰ চঞ্চলতাৰে ক'লে, "শুনা বাইদেউ, দেউতাই কি কৈছে।" তাৰিণী লাজতে কি ক'ব কি নক'ব ভাবি থমক খাই থাকোঁতে যদুনাথ আৰু কেইজনমান শিষ্য সেইখিনি পালেহি। যদুনাথে তাৰিণীক চায়ে ক'লে, "তাৰিণী : তুমি আৰু নগেন্দ্ৰ—" নাই, কথাষাৰ ফুটাই তুলিব নোৱাৰিলে—

যদুনাথে কৈ গ'ল, "এই আশ্ৰম পূণ্যস্থান, পাপ চঞ্চলতা বা ভোগৰ ঠাই নহয়। ইয়াত আছে— ত্যাগ আৰু আনন্দ আৰু ধৈৰ্য সহিষ্ণুতা।

তাৰিণীয়ে নামাতি শুনিয়েই থাকিল। তাৰিণীৰ ভাব হ'ল— কোনোবাই কিবা কথা তেওঁৰ গুৰুৰ আগত লগাইছে। অথবা গুৰুৱে নগেন্দ্ৰ বৰুৱাৰ বলকা অৱস্থাত কিবা কথা শুনিছে।

এনেতে নগেন্দ্ৰ বৰুৱাই সাৰ পালে। যদুনাথে সুধিলে, "বৰুৱা কেনে পাইছা?" "অলপ ভাল পাইছোঁ।"

"তাৰিণীৰ শুশ্ৰূষাত কোন ভাল নহৈ পাৰে।

এই কথাষাৰত সকলোৱে তলমূৰ হৈ ৰ'ল। কোনোৱে উত্তৰ নিদিলে যদুনাথে কিবা অলপ ভাবি থাকি হঠাৎ ক'লে, "বৰুৱা তুমি ভাল হৈ এইবাৰ এই আশ্ৰমৰ পৰা যাব লাগিব।"

"কলৈ?"

"য'তে ইচ্ছা।"

নগেন্দ্ৰ বৰুৱাই কিয় বুলি নুসুধি যদুনাথৰ মুখলৈ চাই বৈ দেখিলে যেন যদুনাথৰ মুখত কিবা এটি বেয়া ভাব খেলিছে। খন্তেকলৈ গোটেইকেইজন নিস্তব্ধ হ'ল। তাৰিণীয়ে তেতিয়াও তাত থিয় হৈ আছিল। নগেন্দ্ৰ বৰুৱাই কিবা ভাবি থাকোতেই তেওঁৰ চকু তাৰিণীৰ চকুত পৰিল। নগেন্দ্ৰ বৰুৱাৰ ভাব যেন তাৰিণীয়ে তেওঁ সিদিনা বুকু উলিয়াই কোৱা কথা সকলো যদুনাথক কৈছে। নগেন্দ্ৰ বৰুৱাৰ তাৰিণীৰ ওপৰত ভয়ংকৰ খং-অভিমান হ'ল। কিন্তু হায়। সেই সময়ত নগেন্দ্ৰ বৰুৱাই ভালকৈ চালে বুজিলেহেঁতেন তাৰিণীৰ চকুত— দুধাৰ চকুলো আপোনা-আপুনি নিজৰি আহিব ধৰিছে। যদুনাথে নগেন্দ্ৰ বৰুৱালৈ চাই ক'লে, ' 'আনন্দ, শান্তি, ব্ৰহ্মচাৰ্যৰ ঠাইত— চঞ্চলতা, কাম বা ভোগৰ ঠাই নাই।"

নগেন্দ্ৰ বৰুৱাৰ এইবাৰ ভয়ংকৰ খং উঠিল। তেওঁ মনে মনে আজি কিছুমান দিনৰ পৰা যদুনাথৰ কথা বতৰাবোৰ বেয়া লাগিছিলেই কিন্তু তাৰ প্ৰত্যুত্তৰ ফুটাই ক'ব নোৱাৰিছিল। আজি এনে অৱস্থাতে বিশেষতঃ বেমাৰৰ দুৰ্বল অৱস্থাত তেওঁ উদ্ধত্য বা খং দমাই ৰাখিব নোৱাৰিলে। ততালিকে ক'লে, "নাথাকো তোমাৰ আশ্ৰমত। তুমি যি আশ্ৰম কৰিছা বুজিছোঁ।"

যদুনাথে নামাতি এজন শিষ্যক ক'লে, "আজি সকলোৱে ঈশ্বৰৰ নাম-প্ৰসংগ কৰি সকলোৱে লাঠি খেলা কাড়-ধনু খেলা খেলিব লাগিব। সকলোৱে নিজৰ নিজৰ কৰ্তব্য কৰি লক্ষ্য বিন্ধিবলৈ চেষ্টা কৰিব লাগিব। যেন বহু-দূৰৰে পৰা লক্ষ্যভেদ কৰিব পাৰি। আৰু ঘৰি থাকি দুৰ্বল মন লৈ থাকিলে নহ'ব। দেখাব লাগিব হাজাৰ হাজাৰ কাড়-ধনুৱে বন্দুকৰ গুলিৰ আগত কেনেভাৱে কাম কৰে। গুপ্ত সৃষ্টিয়ে আমাৰ মূল পথ।"

"কাঁইটক কাঁইটেৰে উভালি পেলোৱা আমাৰ উদ্দেশ্য। অনুকৰণ থাকিলে অনুকৰণ দেখুৱাই সেও মনাব পাৰি। কিন্তু অনুকৰণ নহ'লে সমানে সমানে ফেৰ পতাই কাৰ্য সিদ্ধি। তদুপৰি উদাৰতা, সৰলতাই, কুটীলতাপূৰ্ণ শত্ৰুক আৰু বহুতো সুবিধা দিয়ে। সেই কাৰণে আজি আকৌ চতুৰে চতুৰে আওৰঙজেবৰ লগে লগে শিৱাজীৰ সৃষ্টি আৱশ্যক।"

"তেন্তে শান্তিৰ আৰু আশা নাই।"

"কিহৰ শান্তিৰ কথা কোৱা? সমুখত ৰণ ভেৰী

তুমি কোৱা শান্তি, সমৰ শেষ পৰ্বতে অন্ত। শান্তি পৰ্ব এতিয়া অতীত। বৰ্তমান দমন নীতিয়ে শ্ৰেষ্ঠ কীৰ্তি। দেখুৱাব লাগিব আমি সিহঁতৰ লগত সাতুঁৰিব পাৰো নে নোৱাৰো। দেখুৱাব লাগিব মৃত্যুক আমি হাঁহি হাঁহি আলিংগন কৰিব পাৰোঁ, কিন্তু অবাবত নহয়...."

"সৃষ্টি আৰু শত্ৰু হানি সেই মৃত্যুৱে স্মৰণীয়।"

"আপোনাৰ শত্ৰু যেয়ে পাপলৈ ভয় নকৰে সেয়ে। শত অস্ত্ৰ-শস্ত্ৰ দীনক অবাবত লাঞ্ছনা দুখ-কষ্ট দিয়ে। যেয়ে চোৰ-লম্পটৰ দৰে হাজাৰ হাজাৰ মানুহৰ অন্নজল কাঢ়ি নিব পাৰে, যেয়ে তিৰোতাৰ মান-মৰ্য্যাদা কেৱল খেলাৰ বস্তু বুলি ভাবে, যেয়ে কৌটি কৌটি নৰ-নাৰীক দুৰ্বলা-নিৰ্বলা বুলি ভাবি, গৰু-ছাগলীতকৈ দুৰ্ব্যৱহাৰ কৰিব পাৰে, সেয়ে মানুহৰ শত্ৰু, মোৰ শত্ৰু। মানুহ হৈ মনুষ্যত্ব সমূলি যেয়ে জলাঞ্জলি দি গৰু ম'হতকৈও, বাঘ-শিয়ালতকৈও যেয়ে অন্যায় আচৰণ কৰিব পাৰে, সেয়ে মানুহৰ পৰম শত্ৰু। আৰু সেই শত্ৰুক জিনিবলৈ গুপ্ত সৃষ্টি— এইয়ে যে শ্ৰীকৃষ্ণৰ নীতি। গীতাৰ আদৰ্শ নিজৰ অন্যায়ৰ নিমিত্তে হাজাৰবাৰ সহিবা। কিন্তু যি অন্যায়ৰ দ্বাৰা হাজাৰ হাজাৰ লোকৰ অন্যায় হয় সেই অন্যায় ৰুধিবলৈ নিজৰ প্ৰাণো দিবা। সেই কাৰণে শ্ৰীকৃষ্ণ শিশুপালে তেওৰ নিজৰ অন্যায় কৰা নানা দোষ সহিও পিছত ধৰ্ম ৰাজ্য নষ্ট কৰিবলৈ উদ্যত হৈ ৰাজহুৱা যজ্ঞ ধ্বংস কৰিবলৈ ওলোৱাত সুদৰ্শন চক্ৰৰে দমন-নীতি প্ৰচাৰ কৰিছিল। লক্ষ লক্ষ ৰজাক জৰাসন্ধে বন্ধ কৰি থৈ অন্যায় পাপৰ জয়ধ্বজা জগতত দুন্দুভি শব্দে বজাব খোজাত শ্ৰীকৃষ্ণই কোনো শক্তি ক্ষয় নকৰি গুপ্ত সৃষ্টিৰে ভীমৰ দ্বাৰা জৰাসন্ধক বধি দমন-নীতি প্ৰচাৰেৰে জগতত শান্তি আৰু লক্ষ লক্ষ নিৰ্দোষী ৰজাৰ মুক্তি আনিছিল।"

"সম-দম দুয়ো নীতিৰে আৱশ্যক। তুমি শক্তিশালী নহ'লে থকাতো কেৱল তোমাৰ কাপুৰুষতা। তোমাৰ অন্যায় তুমি সহি থাকি ত্যাগৰ আচল আদৰ্শ দেখুওৱা। কিন্তু হাজাৰ হাজাৰ প্ৰাণীৰ অন্যায় হোৱাত কাপুৰুষৰ দৰে সহি থাকি দমন-নীতিৰ আশ্ৰয় নল'লে, তোমাৰ কৰ্ত্তব্য ক'ত? ব'লা আজিয়েই সকলোৱেবোৰ পৰিত্যাগ কৰা, কাঁইটেৰে কাঁইট উভালি গুপ্ত সৃষ্টি কৰোঁ" বুলিয়েই যদুনাথে ততালিকে খোজ ল'লে। মুহূৰ্ত্ততে আন সকলোৱে পিছে পিছে গ'ল। নগেন্দ্ৰ বৰুৱাই যদুনাথৰ কথাত খন্তেক সাহস পাই ভাবিব ধৰিলে তেওঁ উদ্দেশ্য কি? কিন্তু যিয়ে নহওক তেওঁ আৰু এনে কাপুৰুষভাৱে তেওঁৰ আশ্ৰমত এখন্তেকো থাকিবলৈ ইচ্ছা নকৰে। লাগে যদি মৃত্যুক আলিংগন কৰিব। নগেন্দ্ৰ বৰুৱাই সেই দুৰ্বল দেহেৰে উঠি বহিল। ওচৰত মংগলীয়ে সুধিলে—

"কি কৰে? পাৰিব?"

নগেন্দ্ৰ বৰুৱাই ক'লে, "নাই, নোৱাৰো, মংগলী। মই এতিয়া পৃথিৱী ভ্ৰমণ কৰিব পাৰোঁ। মই আৰু এই আশ্ৰমত খন্তেকো নাথাকো" বুলিয়েই খোজ ললে। অকণমানি মংগলীয়ে তেওঁক ৰাখিব নোৱাৰি ততালিকে লৰি গৈ তাৰিণীৰ ওচৰত সকলো বাতৰি দিলে। তাৰিণীয়ে নগেন্দ্ৰ বৰুৱাৰ সকলো উদ্দেশ্য বুজি একো নকৈ কেৱল খোজ ল'লে। তেতিয়া সন্ধিয়া নগেন্দ্ৰ বৰুৱা আশ্ৰমৰ দুৱাৰ-দলিত। এনেতে তাৰিণীয়ে মাত দিলে "শুনক।"

নগেন্দ্ৰ বৰুৱাই উভতি তাৰিণীক দেখি ভয়ংকৰ খং উপজিল। নগেন্দ্ৰ বৰুৱাই ভাবিলে এই তাৰিণীয়ে তেওঁৰ সকলো অন্তৰৰ কথা ভাঙি তেওঁক সকলো মান-মৰ্যাদা ৰসাতললৈ নিছে। তেওঁ ভাবিছে তেওঁৰ প্ৰধান দোষ কেৱল তাইক অন্তৰেৰে ভালপোৱাতো তাৰ দোষ ভাল পোৱাৰ মোহত তাইৰ মন নুবুজি তাইক সৰলভাৱে সকলো কথা ভাঙি কৈ তাইৰ নীচ মনক লাই দিয়াটো।

নগেন্দ্ৰ বৰুৱাই তাৰিণীৰ নীচ মনৰ কথা ভাবি তাইৰ মুখ দৰ্শনো পাপ বুলি ভাবি আকৌ উভতি খোজ ল'লে।

তাৰিণীয়ে আকৌ মাতিলে শুনক। কেৱল এষাৰ কথা নগেন্দ্ৰ বৰুৱাই অনিচ্ছাসত্ত্বেও আকৌ এই সংকীৰ্ণ-মনা নীচ তিৰোতা জনীয়ে তাৰ আৰু কি সৃষ্টি কৰিব আছিছে, শুনি যায় বুলি থমক খাই ৰ'ল। সৰলা তাৰিণীয়ে ততালিকে তেওঁৰ হাতত ধৰি ক'লে, "আপুনি য'লৈকে যায় মোকো তালৈ নিয়ক।"

নগেন্দ্ৰ বৰুৱাৰ মুখত ঘৃণাৰ ভাব। একো নকৈ তেওঁৰ ভৰা সেই সৰ্বনাশী তিৰোতাৰ পিনে চাইয়ে ৰ'ল। তাৰিণীয়ে আকৌ ক'লে, মোক নেৰিব। মই আৰু অকলে অকলে সেই পুৰি মৰিব নোৱাৰোঁ। মোৰ সকলো গৈছে। শেষত আপুনিয়ে মোৰ। কিন্তু আজি মোক এৰি গ'লে মোৰ আৰু উপায় নাই।" নগেন্দ্ৰ বৰুৱাৰ খঙে মূৰৰ চুলি পালে। তিৰোতাৰ মৌ-সনা কথাই মোহত পেলাব নোৱাৰে। তেওঁ যে আজি এই তিৰোতাৰ কাৰণে ভতুৱা কুকুৰৰ দৰে ব্যৱহাৰ পাইছে। নহ'লে তেওঁ এই আশ্ৰমত সকলো সম্পত্তি দি সহায় কৰিছে। আজি কিয় আশ্ৰমৰ অধ্যক্ষৰ দ্বাৰা এনে ব্যৱহাৰ পায়? নগেন্দ্ৰ বৰুৱাই ক'লে, "তই ইমান নিলাজী বুলি ভবা নাছিলোঁ। মই বেশ্যাক লগত লৈ যাব নোৱাৰোঁ।" তাৰিণীৰ সেই পিনেই স্বৰগ ভাঙি মাটিত পৰিল।

(১১)

"এই চোৱা সামান্য কাড়ে আজি বন্দুক বাৰুদ কামান আনকি এৰোপ্লেন, জেটপ্লেনতকৈ বেছি কাম কৰিছে। প্ৰমাণ দেখুৱাম।" "দেখুৱাওক।"

"সেই চোৱা কাড় উৰিছে। দেখিছা—"

"হয়, দেখিছোঁ।"

"এই লক্ষ লক্ষ বন্দুক-বাৰুদৰ সন্মুখ হ'ব। চাব—"

"দেখুৱাওক।"

"এইবোৰ কি অসীম শক্তি। একো নুবুজো। একো নুবুজা— কেনেকৈ বুজিবা। যিদিনা হিৰণ্যকশিপুই স্বৰ্গ মৰ্ত্য তোল-পাৰ কৰি প্ৰবল শক্তি দেখুৱাইছিল, ৰাতি দিন জুই-পানী নাইবা আন কোনো অস্ত্ৰৰে মাৰিব নোৱাৰিছিল, সিদিনা সামান্য নখেৰে তাৰ অন্ত কৰিছিল। হয়।"

"তাৰ পিছত শুনা। যেতিয়া ৰাৱণে প্ৰবল প্ৰতাপত সকলো পাহৰি দেৱ-দৈত্য পৃথিৱীৰ স্বৰ্গত ত্ৰাস লগাইছিল। হাজাৰ হাজাৰ ৰাজ্য ছাৰখাৰ কৰিছিল, তেতিয়া কি হৈছিল। সামান্য নৰ-বানৰে লগ লাগি সাগৰৰ সেঁতু বান্ধি ৰাৱণ ধ্বংস কৰিছিল। ত্ৰৈলোক্য বিজয়ী দেৱ-দৈত্য অত্যাচাৰী অসীম বীৰ কুম্ভকৰ্ণ সামান্য ৰাম-লক্ষণৰ হাতত অন্ত হৈছিল।"

"তাৰ পিছত প্ৰবল প্ৰতাপী যদু বংশৰ অৱস্থা কি হৈছিল? দেৱ-দৈত্য-যক্ষ সকলে পৰাজয় কৰিব নোৱাৰা অদ্বিতীয় যদুবীৰসকল সামান্য মাদুৰীবনৰ আঘাতত ধ্বংস হৈছিলনে?"

"হৈছিল।"

"তাৰ পিছত, শুনা সংসাৰৰ বিশ্বজুৰি ৰুছ সাম্ৰাজ্যৰ হুংকাৰৰ ভয়ত পৃথিৱী হেন্দোলদোপ লাগিছিল। কিন্তু ক্ষুদ্ৰ দেশ জাপানে তাৰ অৱস্থা কি কৰিছিল?"

"পৰাজয় কৰিছিল।"

"শুনা, শ্ৰীকৃষ্ণই অৰ্জুনক কৈছিল—

"শ্ৰজোহো পালোহো লোক সংহাৰোহো
তাক জানিয়োক ভাল।
দণ্ড পল কৰি আয়ু নিছে হৰি
লোকে মোক বোলে কাল।"

"গতিকে ফলাকাংক্ষা নাৰাখি মনত কৰ্ম কৰি যোৱা পাৰ্থ সমস্ত ভাৰত কাম কৰি যোৱা।"

ৰেলে ওচৰ পায় সিমানেই তাৰ চঞ্চলতা বাঢ়িল। কিন্তু এতিয়াও আৰু এদিন বাকী। সি যি নহওক কলিকতাত সেই ৰাতি কোনোমতে কটাই আকৌ গুৱাহাটী বুলি ৰাওনা হ'ল। অৱশ্যে সি আশ্ৰমত আৰু নাথাকে কিন্তু আশ্ৰমত থকা তাৰ মানসকুসুম তাৰিণীক লৈ গৈ সি নিজ ইচ্ছামতে এখনি সুন্দৰ মনোৰম হেন মৰম-প্ৰেমৰ ফুলনি পাতিব। তাত কটকটীয়া বান্ধোন নাথাকিব। ফুল শয্যাত দুয়ো আনন্দেৰে থাকি প্ৰেম সমুদ্ৰৰ ঢৌ লেখিব।

(১২)

সি গৈ গৈ গুৱাহাটী পালেহি। তাৰ পৰাও আৰু ৬/৭ মাইল দূৰৈত আশ্ৰম। সি লৰালৰিকৈ গাড়ী বিচাৰিলে। কিন্তু গাড়ী নেপালে। ততাতৈয়াকৈ সকলো এৰি আশ্ৰমলৈ খোজ ললে। মনত তাৰ ভাব হ'ল আশ্ৰমটো আৰু দুঘণ্টা পিছতহে পাব। কিন্তু সেই

আশ্ৰমত সি কেনেকৈ সোমাব, কি উপায়ে এই গভীৰ ৰাতি আশ্ৰমত তাৰিণীক ৰাতৰি দি আশ্ৰমৰ তাৰিণীক উলিয়াই আনিব। সি কেইখোজমান গৈয়ে ভাগৰি পৰিল। এইকেইদিন অনিদ্ৰাই তাৰ ভাগৰ আৰু বেছি কৰি তুলিছে। সি যিমানেই খোজ কাটিলে সিমানে সি বাটে বাটে পানী পিলে। তথাপি ক্ষন্তেকো বিৰাম নলৈ আশ্ৰমলৈ গ'ল। শৰীৰত জ্বৰ— তেতিয়া হুচ নাই। সি প্ৰায় ৫ মাইল সেই আন্ধাৰ ৰাতি গ'ল। শৰীৰ অৱশ হৈ আহিল আৰু দুইমাইল। কথমপি সি আৰু এমাইল গ'ল। কিন্তু সি আৰু লৰিব নোৱৰা হ'ল। আৰু প্ৰায় এমাইলৰ ব্যৱধানত সি পৰি ৰবনে? সি এবাৰ গা লাৰি চালে। শৰীৰত তাপ গম পাই তাৰ ভয়ংকৰ ভয় ভয় হ'ল। তাৰ যে ভয়ংকৰ জ্বৰ। তাৰ যে শৰীৰত জ্ঞান নাই। কিন্তু এই আন্ধাৰ ৰাতি সি কেনেকৈ ক'লৈ গৈছে। আশ্ৰম আৰু কিমান দূৰত? সি কি শক্তিৰে ইমান খোজ কাঢ়িছে? তাৰ মূৰ ঘূৰি মাজে মাজে বতিয়াই উকিয়াই খন্তেক বহিছে আৰু খন্তেক বহিছে আৰু কেইখোজমান গৈ সি এঠাইত মূৰ্চ্ছা গ'ল। আকৌ কথমপি চেতন পায়েই সি খোজ ল'লে। সি এবাৰ ভাবিলে তাৰ মূৰত কি সন্নিপাত চৰিছে যে সিমান জ্বৰতো এনেভাৱে খোজ কাঢ়িব ধৰিছে। যিয়ে নহওক সি কোনোমতে গৈ গৈ সেই আশ্ৰমৰ পদুলিমুখত ভালকৈ চাই দেখিলে যে সি আশ্ৰমত নহয়। সি ক'ৰবাত বেলেগ ঠাইত আহিল। অথবা নিশাৰ পথিকক পৰুৱাই পালে? সি বিমোৰত পৰিল। এন্ধাৰ ৰাতি সি একো বুজিব নোৱাৰিলে। চাৰিওপিনে খেপিয়াই চাই একোবাৰ বোধ কৰিলে যেন সি আশ্ৰমত সোমাবলৈ বাট নাপায়। যিপিনেই খোজ লয় সেইপিনেই কাঁইট, সিপিনেই হাবি বননি, আদৰ-মালতীৰে ভৰা। সি হতাশ হৈ এটা দীঘল হুমুনিয়াহ কাঢ়িলে। শুনিলে সি নিলগত বাঘৰ গোজৰণি; হৰিণাৰ করুণ আৰ্তনাদ, সি ভাবিলে তাৰ ভুল হৈছে। সি আশ্ৰমৰ পৰা বহু দূৰত। তাৰ তাৰিণীৰ কথা-বতৰা এৰি সি কোনোবা অৰণ্যত। সি নিজে গা চিকুটি চালে। কিন্তু সি আৰু থিৰেৰে থাকিব নোৱৰাত ভাগৰ-দুখৰ নিৰাশাই তাক আগুৰি ধৰিলে। সি যি আশাৰ জৰি ধৰি এনে গভীৰ ৰাতিও লৰি আহিছিল সেই আশাৰ জৰিও প্ৰায় ছিঙো ছিঙো অৱস্থাত। সি হতাশ হৈ পৰিল। এবাৰ ভাবিলে তাৰ কপালত খিয়ে নহওক সি ৰাতিটো ইয়াতে কটাব। যদি ৰাতিপুৱালৈ সি জীয়াই থাকে তেন্তে আকৌ আশ্ৰম বিচাৰি যাব। তাৰ দৃঢ় বিশ্বাস হ'ল সি নিশ্চয় আশ্ৰম এৰি ক'ৰবালৈ আহিছে। সি পোহৰ হ'লে সকলো বুজিব পাৰিব।

কোনোমতে খেপিয়াই সি এডোখৰ শিল পালে তাৰে সি তাৰ ভাগৰুৱা দেহাটো থৈ বহিল। তাৰ মূৰ ঘূৰণীৰ কাৰণে সি বহুত নুঠিল।

সেই শিলত অলপপৰ বহিয়ে তাৰ ভাব হ'ল এই শিলত সি আগেয়ে বহিছে। সি আকৌ খেপিয়াই চালে। সি বুজিলে সেই শিলৰ অলপ দূৰৈত থকা বেল গছ। আকৌ সেই বেল গছৰ কাষতে পুখুৰী। তাৰ মনত ততালিকে আঘাত কৰিলে এয়া যে সঁচাকৈ সেই আশ্ৰমেই। সেই পুখুৰীৰ পাৰতে সি কত দিন কেনেভাৱে, ভাবত বিভোৰ হৈ কটাইছে। সি আকৌ ভাবিলে এয়া মায়া? তাক কিবা দেও-ভূতে পালে। যদি আশ্ৰমেই হয় তেন্তে আশ্ৰমৰ লোকসকল ক'ত? তাৰ সেই মনোমোহা তাৰিণী ক'ত? তাৰ মনত মহা বিস্ময় হ'ল। ভূলত চৌদিশে ছয়াময়া। সি আজি কোনোবা মায়াপুৰীত।

ভাবি থাকোতে সি ভাগৰে দুখে অচেতন হৈ পৰিল। ৰাতিপুৱা ন মান বজাত সি সাৰ পাই চকু মেলি চাই দেখিলে সি এটা পজা ঘৰত পৰি আছে। তাৰ কাষত এজনী ছোৱালী। সি চকু মেলি থৰ হৈ চাই থাকিল। সঁচাকৈ সি কোনোবা মায়াৰ ৰাজ্যত সোমাইছিল নে সপোনতহে সেই আশ্ৰমী সেই হাবি-বন দেখিছিল। নে এতিয়াও সি মায়াতে পৰি আছে। সেই ছোৱালীজনীলৈ চাই থাকিলে নিৰাশভাৱে হতাশ মনেৰে সুধিলে। আনবোৰ ক'ত? আশ্ৰমত দেখো একো নাই।"

ছোৱালীজনীয়ে ক'লে, "আজি প্ৰায় কেইমাহমান হ'ল। পুলিছে আশ্ৰম ভাঙি ছিঙি ঘৰ দুৱাৰ নষ্ট কৰি আশ্ৰমবাসীসকলৰ কিছুমানক জেলত দিছে, কিছুমানক দেশান্তৰ কৰিছে। এতিয়া এই আশ্ৰম কেৱল হাবি-বননিৰে ভৰিছে। মই কেৱল এই আশ্ৰমত থকি

নিৰ্যলৈ আহো। পানীৰ পিয়াহ লাগি পুখুৰীলৈ আহোতে আপোনাক পৰি থকা দেখি আচৰিত হৈ চাই আপোনাক কথমপি চিনি মোৰ স্বামীক মাতি নি আপোনাক ইয়ালৈ দাঙি আনিছোঁ।"

"কি তই মংগলী তোৰ স্বামী আকৌ কেতিয়া—

"আশ্ৰম ভঙাৰ পিছত একো উপায় নাই। মই ক'ত যাওঁ— ক'ত নাযাওঁ ভাবি থাকোতে এই গাৱৰে মতা এজনে মোক ঠাই দিয়ে। তেওঁ মোক বৰ মৰম কৰি ৰাখে। লাহে লাহে তেঁৱেই মোৰ আতি-গুৰি জানি মোক বিয়া কৰায়। আপোনালৈ ভাত ৰান্ধিছোঁ।"

"ভাত খাম? চা মোৰ গাত কিমান জ্বৰ?" মংগলী আৰু কচোন তাৰিণীৰ অৱস্থা কি হ'ল? ইমান পৰে বৰুৱাই এই কথাষাৰ সোধো সোধো বুলিও সুধিব পৰা নাই জানোচা তাইৰ সন্নিধানত কিবা বেয়া বাতৰি পায়। জানোচা তাৰিণীৰ অৱস্থা শুনি তাৰ সকলো আশা মুহূৰ্ততে জয় পৰি যায়। সি প্ৰশ্ন সুধি চাই থাকিল। সি মংগলীৰ একো উত্তৰ নাপালে কেৱল দেখিলে তাইৰ চকুৰে দুধাৰি চকুলো বৈ আহিল। ততালিকে নগেন্দ্ৰ বৰুৱাই জাঁপ মাৰি উঠি ক'লে, "মংগলী তাৰিণী কি হৈছে?" মংগলীয়ে কথমপি ভঙাভঙা সুৰে ক'লে, "আপুনি যাবৰ দিনাই তাৰিণী বাইদেউ ক'ৰবালৈ গুচি গৈছে। কতনা বিচাৰিলোঁ, কোনোৱে গুংসূত্ৰ দিব নোপালে। গুৰুৱে কৈছিল— আপুনিয়ে তেওঁক লৈ গৈছে। বাইদেউ জানো আপোনাৰ লগত যোৱা নাই?"

নগেন্দ্ৰ বৰুৱাৰ মূৰত সৰগ ভাঙি পৰিল। সি দশোদিশে অন্ধকাৰ দেখিলে। ইমান আশা ইমান কষ্ট সকলা অথলে গ'ল। নগেন্দ্ৰ বৰুৱাই ভাবিলে উস্ মই কি ভুল কৰিলোঁ। তাৰিণী তোৰ ইমান প্ৰেম। ইমান ভাল পোৱা। তাৰ পিছত লাহেকৈ উঠি ক'লে, ' 'মংগলী মই যাওঁ। মোৰ সকলো ভুল হৈছে। যদি কেতিয়াবা সেই ভুল সংশোধন হয় তেন্তে উভতিম। বুজিছোঁ সৃষ্টি আৰু ধ্বংস আনৰ হাতত। মানুহে কৰোঁ বুলি কৰিব নোৱাৰে। মিলন আৰু বিচ্ছেদো প্ৰকৃতিৰ খেলা বস্তু। ভঙা-গঢ়াও কেৱল সেই বিৰাট পুৰুষৰ কাম। হয়তো এই এৰাবাৰী সময়ত আকৌ সুন্দৰ আশ্ৰম হৈ গঢ়ি উঠিব। হয়তো মোৰ অশান্তি প্ৰাণত ক'ৰবাত শান্তি পাম। এইবুলি কৈয়ে নগেন্দ্ৰ বৰুৱা বিজুলী বেগেৰে খোজ ল'লে। মংগলীয়ে বহুপৰলৈ চায়ে থাকিল। বৰুৱা গৈ গৈ দৃষ্টিৰ আৰাল হ'ল। কোনে জানে তাৰ অনন্ত গতিৰ লক্ষ্য ক'ত? কোন সুদূৰত ক'ত লয় হ'ব?

(১)

শ্ৰীধৰে যেতিয়া বি. এ. পাছ কৰি উকিলৰ ব্যৱসায়ত টকা অৰ্জন সমূলি মিছা ভাবি ওকালতি পঢ়িবলৈ মন নকৰি ঘৰলৈ গতি কৰিলে, তেতিয়া তাৰ মনত খেলালে— নগৰত থাকি পঢ়া-শুনা কৰি ডাঙৰ হৈ এতিয়া কেনেকৈ গাঁৱত কটাব? গাঁৱৰ পানী সি কেনেকৈ পিব, অশিক্ষিত গাঁৱলীয়া সমাজত থাকি কেনেকৈ সুখ পাব? কিতাপ নোহোৱা, লাইব্ৰেৰী নোহোৱা, গান-বাজনা নোহোৱা, চিনেমা, টকী নোহোৱা ঠাইত যি কেনেকৈ দিন কটাব? তদুপৰি টকা আৰ্জিবৰ উপায় সি কেনেকৈ পাব? নগৰত থাকিলে হয়তো ক'ৰবাত চাহাব বা বৰবাবুক খাটি-খুটি সৰু-সুৰা কামৰে দিহা কৰিব পাৰে। কিন্তু গাঁৱত সেইবোৰৰ সুবিধা ক'ত? কিন্তু হঠাতে তাৰ ভাব হ'ল, ককা আজোককাকেচোন গাঁৱতে দিন নিয়াই পুৰুষাণুক্ৰমে জীৱন যাপন কৰিছে, আজি এনে গাঁও তাৰ পক্ষে অসহনীয় হ'ল? গাঁৱত তাৰ ভাত নিমিলাত পৰিল? সি ভাবি ভাবি গৈ আছে। ভাবৰ অন্ত নাই।

দীঘলীয়া বাট। টকাৰ অভাৱত সি ৰেলেৰে নোযোৱা নহয়। তাৰ ইচ্ছা গাঁৱবোৰৰ অৱস্থা চাই যোৱা। দীঘল দিনটো গৈ গৈ সি ভাগৰি পৰিছে; আৰু তাৰ নিজৰ গাঁও পাবলৈ বেছি দূৰ নাই। এটা সৰু নদী পাৰ হ'লেই তাৰ সেই ঘৰ। সন্ধিয়াৰ গাম্ভীৰ্যত মোহ গৈ, লগে লগে ভাগৰত হেলাই হেফাই পৰা শৰীৰটো অলপ শাঁত কৰিবলৈ সেই সৰু নৈখনৰ পাৰতে বহিল। সি দেখিলে, দূৰৈত বিনি বিনি দেখা তাৰ নিজৰ অকণমানি গাঁওখনি, চৌকাৰে বাঁহগছ ভৰা। সেই গাঁৱতে আজি কত যুগ ধৰি তাৰ পূৰ্বসকলে, তাৰ মৰমৰ মাক-বোপায়েকে দিন কটাইছে, তাৰ চেনেহী ভনীয়েকে কত লেনীয়া সুৰৰ বিয়া নাম গাই আনন্দত আপোন-পাহৰা হয়। তাৰ সৰু ভায়েকটিয়ে গৰুৰ পাছে পাছে গৰু চৰাই ফুৰে। গাঁৱৰ বুঢ়া, ডেকাসকলে হাল বাই, খেতি কৰি, দুপৰীয়া ঘৰলৈ উভতি যাওঁতেই মাছ মাৰি, পদুমৰ চকা, মকুৰা, শিঙৰী তুলি নিয়ে।

ঘৰত হোৱা শাক পাচলিৰে, উৰালৰ চাউলেৰে ঘৰত বন্ধা-বঢ়া কৰিব দি আনন্দেৰে, তৃপ্তিৰে পেট ভৰাই খাইছিল। আজি সেই গাঁৱত তাৰ ভয় কিহৰ? অন্ন-পানী নাপাব বুলি মনত সংশয় কিয়? কিয় নগৰলৈ হেঁপাহ? ভাবি ভাবি সি বিমোৰত পৰিল। কিন্তু তাৰ সমস্যাৰ অন্ত নাই। হঠাৎ সি উঠিল আৰু নিজে নিজে গহীনাই ক'লে, "নাই, যিয়েই নহওক, নিশ্চয় ভিতৰত কিবা নেদেখা কীটে বাস কৰিছে। সেই কাৰণে গাঁৱলীয়াসকল আজি জুৰুলা-জুপুৰা। সেই কাৰণেই গাঁৱত থাকিবলৈ তাৰ এনে ভয়। হয়, এই কীট নগৰৰ পৰা আমদানি, নহ'লে ইয়াতে ইয়াৰ জন্ম। সি ঠিক কৰিলে, এই কীট ধ্বংস কৰিবই লাগিব। গাঁৱলীয়া জীৱন যিমানেই কঠোৰ নহওক, যিমানেই অভাৱ-অভিযোগেৰে ভৰা নহওক তথাপি ইয়াত থাকিবই লাগিব। গাঁও পুনৰ সংস্কাৰ কৰিব লাগিব। টকা অৰ্জা পথ উলিয়াব লাগিব। ভাবোতে ভাবোতে এবাৰ ওপৰলৈ চাই দেখিবলৈ পালে, পূৰ্ণিমাৰ চন্দ্ৰই দূৰ আকাশত পূৰ্ণ শোভা বিস্তাৰ কৰিছে। চৌদিশ জোনাকৰ কিৰণে পোহৰাই দিছে নৈৰ পানীত চন্দ্ৰ কিৰণে এখনি স্বৰ্গীয় ৰাজ্যৰ সৃষ্টি কৰিছে। ভাবৰ আবেগত সি কৈ উঠিল, "সঁচাকৈ মোৰ গাঁও যিদিনা এনে কৰিব পাৰিম— চৌদিশে পোহৰ হ'ব, গাঁৱলীয়া জীৱন সুখ-শান্তিৰে ভৰপূৰ হ'ব, সিদিনাহে মোৰ জীৱন সাৰ্থক। সি লাহে লাহে খোজ ল'লে। এনেতে দেখিলে, এজনী গাভৰু ছোৱালীয়ে কাষত কলহ লৈ বিয়ানাম গাই নৈৰ পাৰলৈ আহিছে। তাৰ মনত প্ৰশ্ন উঠিল, সঁচাকৈ আজিও গাঁৱত আনন্দ ৰং-ধেমালি, সুখ শান্তি আছেনে? যদি নাই, তেন্তে এনে আনন্দৰ ধ্বনি কিয়? দুৰ্ভিক্ষ আৰু বেমাৰে জুৰুলা-জুপুৰা কৰা গাঁৱলীয়া ছোৱালীৰ মনত কেনেকৈ এনে আনন্দৰ উচ্ছ্বাস জাগে? দুখ-দৈন্যৰে আগুৰা গাঁৱলীয়া তিৰোতাৰ মাজত এনে আনন্দৰ ধ্বনি স্বাধীন বতাহৰ কাৰণেইনে? মুকলি বতাহে জানো দুখী, কাঙালী, বেমাৰীৰ মনতো সুখ-শান্তি দিব পাৰে? সেই কাৰণেই নে স্বাধীনতাৰ বতাহ পাবলৈ আজি তেত্ৰিশ কোটি ভাৰতীয়ৰ এনে আশা, হেঁপাহ— সিদিনে

ভাৰতীয় যিমানেই দুখী, যিমানেই গৃহ দ্বন্দ্ব-খৰিয়ালত জৰ্জৰিত নহওক, মেলেৰিয়া কলেৰাত জীৱন যায় যায় অৱস্থাত নপৰক।

শ্ৰীধৰ উঠিল। এটা দীঘল হুমুনিয়াহ। মাথোঁ এটা সুখৰ সপোন। নাই, নাই। সি নিশ্চয় স্বাধীন মলয়া লব। সেইটো যিমানেই কঠোৰ, দুখ-দৈন্যৰে ভৰা নহওক। সি নগৰৰ পৰাধীন শত বান্ধোনত হাত-ভৰি লৰাব নোৱৰা অৱস্থাত নাথাকি, বৰং স্বাধীন খেতিয়ক হৈ থাকিব।

(২)

শ্ৰীধৰে তাৰ কুঠৰিত বহি এখন কিতাপ পঢ়ি মুগ্ধ হৈ আছে। এনেতে তাৰ মাকে আহি ক'লে, "শুনিছ, শ্ৰীধৰ, গাঁওবুঢ়াই তোক মাতিব আহিছে। কিবা মেল আছে হ'বলা। গাঁৱৰ মেলত তই নোসোমাবি।"

"কিয় ?"

"গাঁৱৰ কথা-বতৰা তই নাজান। ইয়াত মানুহ নাই। কেৱল কুকুৰ-মেকুৰীৰ দৰে দিন-ৰাতি খোৱা-কামোৰা। কেৱল কেলেঙ্কাৰী আৰু আপচু কথাবোৰ। কেৰে কাকো দেখিব নোৱাৰে। হিংসা-খিয়াল। সেইবোৰত সোমালে তোৰ মতি-গতি বেয়াৰ পিনেহে ঢাল খাব, পঢ়াও হানি হ'ব।"

শ্ৰীধৰে নামাতিলে শুনিয়ে থাকিল। মাকে ক'লে, "এই গাঁৱৰ কল্যাণ নাই। ভাল কথা-বতৰা এষাৰো মতা তিৰোতাৰ মুখত নুশুন।'

"কিন্তু আপুনিওতো গাঁৱৰে। ক'তা আপোনাৰ মুখত দেখো বেয়া কথা কোনোদিন ওলোৱা নাই। নিজৰ গাঁৱৰ মানুহক এনেকৈ বেয়া পাইছে কিয় ?" এই বুলি কৈয়েই শ্ৰীধৰে মাকৰ মুখলৈ চালে। মাকে হাঁহি মাৰি ক'লে, "শ্ৰীধৰ, মোৰ দোষবোৰ তোৰ চকুত নপৰাৰ কাৰণ তোৰ মাতৃ-ভক্তিৰ বাহিৰে অন্য একো নহয়। জান, মই নগৰীয়া ছোৱালী যদিও মোৰ জীৱনটো গাঁৱতে গ'ল। নগৰ আৰু গাঁৱৰ পাৰ্থক্য মই ভালকৈ বুজোঁ।"

"তেন্তে আপুনি গাঁও ভাল নাপায় ?"

"এদিন তেনে বুলিয়েই ভাবিছিলোঁ, বিশেষতঃ যিদিনা বিয়াৰ পিছত গাঁৱত সোমাইছিলোঁহি। এনেকি দেউতাৰায়ো বিয়া কৰোৱাৰ আগেয়ে আমাৰ ঘৰত এনেভাৱে কথা দিছিল যে, মোক গাঁৱলৈ নানিব।"

"পিছত কিয় গাঁৱলৈ আহিল ?"

"সেইবোৰ বৰ আহুকালৰ কথা বোপাই। মুঠতে কওঁ, দেউতাৰে নগৰৰ পেস্কাৰৰ কাম এৰি আহি গাঁৱত মৌজাদাৰ হ'লহি। তাৰ পিছত গাটোৰ লগে লগে ছাঁটো অহা একো আচৰিত নহয়। এতিয়া কিন্তু গাঁও মই বেয়া নাপাওঁ। বৰং নগৰতকৈ গাঁৱকে বেছি ভাল পাওঁ। ভাল নাপায়েই বা কি উপায় আছে। নগৰলৈকে যাবলৈকোতো এতিয়া উপায় নাই। দেউতা ঢুকাবৰ পৰা সকলো বাট বন্ধ হৈছে। কাৰ ঘৰলৈ যাম ? এজন ভাইয়ো নাই যে এবাৰ তেওঁৰে ঘৰলৈ যাওঁ।"

শ্ৰীধৰে কলে, "গাঁৱত থাকি থাকি সজ হ'লে গাঁও ভাল লগা হয়, নহয় নে আইতা ?"

"অন্ততঃ মোৰ জীৱনত তেনে হোৱা যেন বুজ পাওঁ।"

"ভাল কথা, কিন্তু ভাল পৰিষ্কাৰ পানী পিয়া নগৰৰ মানুহে ইয়াৰ বোকা-পানী কেনেকৈ পি জীৱন ধৰিব পাৰে। সুন্দৰ আলি-পদূলি, নৈৰ বতাহ এৰি বোকা গচকি কেনেকৈ শান্তি লভিব পাৰে, স্বাস্থ্য ৰাখিব পাৰে ?"

"ক'তা, মই গাঁৱলৈ অহা দিন ধৰি আন আহুকাল পালেও, শৰীৰত দেখো একো বেমাৰ-আজাৰ নাই। অৱশ্যে কেতিয়াবা দুই-এদিন জ্বৰ হৈছে সঁচা। কিন্তু তেনে বিধৰ জ্বৰ নগৰত বহুতো। আনকি মোৰ লগৰ নগৰত থকা তিৰোতাবোৰ প্ৰায়ে বুঢ়ী হৈছে। সদায় মূৰ ঘূৰণ, পেটৰ অসুখ আদি, কত বেমাৰ। আনকি কেইজনীয়ে সিপুৰীও পালেগৈ।"

"হয়তো আপুনি সৰুৰে পৰা বেছি স্বাস্থ্যৱান আছিল।"

"আচলতে সেইটো নহয়। সৰুতে ছোৱালীবোৰৰ মাজত মইয়ে বল নোহোৱা, বৰ ক্ষীণাকৃতিৰ আছিলোঁ। ইছ্! কথা কওঁতে কওঁতে দেউতাৰাক গাধীৰ দিব পাহৰিলোৱেই।" বুলি শ্ৰীধৰৰ মাকততাতৈয়াকৈ আঁতৰি গ'ল।

শ্ৰীধৰে এখন ভাবৰ ৰাজ্যত ওপঙি ফুৰিব ধৰিলে। তাৰ মনত গাঁও আৰু নগৰৰ হাজাৰ হাজাৰ চিত্ৰ ফুটি উঠিল। নগৰৰ পৰিষ্কাৰ পানী, নিৰ্মল বতাহ, চাফ-চিকুণ খোৱা-লোৱা, পিন্ধন-উৰণ, আনপিনে মনত পৰিল, এইবোৰ থকা সত্ত্বেও মানুহবোৰ ক্ষীণ, বলহীন, মূৰ দাঙিব নোৱৰা, হাত ভৰি লৰাব আৰু কোনো পৰিশ্ৰম কৰিব নোৱৰা অৱস্থাৰ। ইপিনে বোকা-পানীত ফুৰিও, ৰ'দে বতাহে ঘূৰিও খাল-বিলৰ পানী পিও, সুন্দৰ বলী, পৰিশ্ৰম কৰিব পৰা লগে লগে বহু দিনলৈ জীয়াই থকা গাঁৱলীয়া লোক কিয় দেখা পোৱা যায় ? তেন্তে স্বাস্থ্য সম্বন্ধে ওলোৱা নতুন তথ্যবোৰ, গৱেষণাবোৰ ভুলনেকি ? নাইবা সেইবোৰত কি সত্য আছে ? তাৰ মনত পৰিল, নগৰৰ শিক্ষা-দীক্ষা, আও-ভাও, আনপিনে গাঁৱৰ কু-শিক্ষা কু-সংস্কাৰ, সংকীৰ্ণ মন। হঠাৎ তাৰ চিন্তাধাৰা আনপিনে পৰিৱৰ্তিত হ'ল। সি শুনিলে, এখন ভয়ংকৰ কোঢ়ালৰ সৃষ্টি হৈছে। সি কুঠৰিৰ বাহিৰ হৈ দেখিলে, তাৰ ঘৰৰ ওচৰেৰে দুজনী তিৰোতাই কিবা দ্বন্দ্ব-পাতি ভয়ংকৰ কোঢ়াল লগাইছে। এজনীয়ে কৈছে, "হেৰৌ আধামৰী, নিধকৰ জী ! তোৰ যদি লাজেই আছে, কেনেকৈ মোৰ জলকীয়া মনে মনে ছিঙিলি।"

আনজনীয়ে কৈছে, "ঔ আই সাধুৰ জী, মহন্ত ভকতনী সন্ধিয়া বেলা নৈত গা ধুব যাওঁতে কাৰ ঘৰত সোমাইছিলি, কাৰ লগত গছৰ তলত কথা পাতিছিলি ? মই অমুকাৰ জীয়ে তেতিয়া চাইহে আছিলোঁ।"

"কি এনে কথা। বোলো কথা-চহকীৰ জী। উদৰ মুখত কৰ্পূৰৰ বাহ। তই ক'ত কি কৰ তাৰ নাই ঠিক, তয়ে আকৌ লোকৰ গালৈ পানী ছটিয়াব। বোলো গিৰীয়েকৰ বাৰ বছৰ দেখাদেখি নাই, ইপিনে ল'ৰা-ছোৱালী পেন্ পেন্। বোলো, মোকে হ'বলা সিবছৰ তোৰ দেৱৰৰ লগত সমাজে বান্ধিছিল ? বোলো, পাঁচ কুৰি টকা ভৰিও গিৰীয়েৰে তৰণি নেপালে। নিজে যেনে পৰকো তেনে দেখা।"

"হয় হয় মিছা, সঁচাই জোৰা-ফন্দা লগালেই হ'ল। হেৰৌ ! দহজনে ক'ব, কোন ভাল, কোন বেয়া। কোনে টকা ভৰে কোনে আসে মাতে।"

কথা আৰু বাঢ়িল। শ্ৰীধৰে শুনিও নুশুনাৰ ভাও ধৰি লাজতে বেগাই খোজ ল'লে। এই কথাবোৰৰ যে কিবা লাগ-বান্ধ আছে, কিবা সত্য আছে তাৰ ভাব নহ'ল, কিন্তু তিৰোতাৰ মুখৰপৰা যে এনেভাৱে বীভৎস কথাবোৰ সঁচাই হওক বা মিছাই হওক ওলাব পাৰে, সি তাৰ সপোনৰ অগোচৰ। সি ভাবিলে, নগৰত এনে দৃশ্য বিৰল, বিশেষকৈ ভদ্ৰ সমাজত। কিন্তু সেইবুলি নগৰত বীভৎসতা বিৰলনে ? নগৰ এনেবোৰ কথাৰ বহুত ওপৰতনে? তাৰ মনত পৰিল, অলেখ ঘটনা, ভদ্ৰ সমাজৰ অলেখ কীৰ্তি-কলাপ। লগুৱা, চাকৰ, ৰান্ধনি, বামুণৰ গুণাৱলী। শিক্ষা পোৱা ল'ৰা-ছোৱালীৰ মনত ওপজা শত কুভাবৰ অঙ্কুৰ। সি ভাবিলে, অৱশ্যে সেইবোৰৰ পাৰ্থক্য আছে। এবিধ ওলাই পৰা, আনবিধ যিমানে পাৰে সিমানেই গোপন কৰা। কিন্তু এই দুয়োবিধৰ মুলোচ্ছেদৰ কিবা উপায় আছে জানো ? সি ভাবিলে, গাঁও আৰু নগৰৰ তুলনা কৰা, তাৰ ব্যৱসায় নহয়। সি গাঁৱলৈ আহিছে, কেনেকৈ গাঁৱৰ সকলো দোষ গুচাই তাক পবিত্ৰপুৰী কৰে, কেনেকৈ গাঁৱৰ কু-সংস্কাৰ গুচাই, দুখ-দৈন্য, আকাল-অভাৱ গুচাই গাঁৱক কৰ্ম মন্দিৰ কৰি আনন্দপুৰী কৰে।

(৩)

শ্ৰীধৰে গাঁৱৰ বাটেৰে বাট কুৰি বাই গাঁৱৰ সিমূৰ পালেগৈ। সি দেখিলে, এজনী প্ৰায় ১৫ বছৰীয়া ছোৱালীয়ে কাষত কলহ লৈ নৈৰপৰা গাঁৱত সোমাব ধৰিছে। শ্ৰীধৰে দেখিয়ে মাত লগালে, "কি অ' পাৰ্বতী, আজিকালি আমাৰ সিপিনে যাবলৈ এৰিলিচোন ?"

"আপুনি কেতিয়া আহিছে ?"

"আজি কে'বাদিনো হ'ল। তই ভালে আছ ?"

ইয়াৰ উত্তৰত পাৰ্বতীয়ে একো দিব নোৱাৰি থৰ হৈ ৰ'ল। শ্ৰীধৰে পাৰ্বতীৰ মুখলৈ চাইয়ে থাকিল। সি দেখিলে, তাইৰ চকুৰ পৰা দুধাৰি চকুলো বৈ আহি তাইৰ ৰাঙলি গাল তিয়াই পেলালে। শ্ৰীধৰে তাইৰ অৱস্থা দেখি সুধিলে, "কি হৈছে তোৰ পাৰ্বতী ?"

"আপুনি শুনা নাই, তেওঁ যে যোৱা আহিনতে ঢুকাল।"

"কি কলি ?"

"এৰা ভৰ পূজাৰ দিনাই।"

"মইতো সেইবোৰ শুনা নাই। তই এতিয়া কেনেকৈ খাইছ ?"

"শহুৰ-শাহুৰৰ লগতে আছোঁ।"

"তই আমাৰ ঘৰলৈ যোৱা নাই কিয় ?"

"আজিকালি যে যাব নোৱাৰোঁ।"

"কিয় তোৰ বিয়াৰ পিছতো দেখোন কিমান দিন গৈছ ?"

"কিয় আপুনি জানো জনা নাই, আমাৰ গাঁও ফালি দুখেল হৈছে। ই খেলৰ মানুহ সি খেলৰ মানুহৰ ঘৰলৈ গ'লেও জগৰ লাগে।"

"ইমানখিনিয়েনে?"

"হয় নাম-প্ৰসঙ্গতো যাব নোৱাৰি। শৰাধে-বিয়াই গ'লেও দায়।"

"তেন্তে তোৰ গাঁৱৰ ঘৰলৈকো তই নাযাব ?"

"কি কৰিম। গাঁৱৰ বান্ধ। গাঁৱৰ বান্ধত আই বোপাইকো এৰিব লগাত পৰিছো। মই বুলিতো নহয়। সকলোৰে তেনে অৱস্থা। নিজৰ ভাইৰ বিয়া হৈছে; কিন্তু চাব নাপায়, ৰং-ধেমালি কৰিব নোৱাৰে। বাপেকৰ শ্ৰাদ্ধ হৈছে; কিন্তু ছোৱালীয়ে মাকৰ ওচৰলৈ গৈ বামুণ-সজ্জনক সেৱা কৰিব নোৱাৰে।"

"বৰ আচৰিত কথা। গাঁৱত এনে নিৰ্দয় ভাবৰ সৃষ্টি হৈছে ?"

"গাঁৱৰ মেলকিসকলৰ এনে ব্যৱস্থা। এই ব্যৱস্থা ভাঙিলে গুৰুদণ্ড। আমি দুখীয়া মানুহে কেনেকৈ দণ্ড দিম ?"

শ্ৰীধৰে একো নামাতিলে, শুনিয়ে থাকিল। পাৰ্বতীয়ে ক'লে, "আজি আবেলি আপোনালোকৰ তালৈ যাম। আইকো বহুদিন দেখা নাই। এতিয়া আহো—" বুলিয়েই পানীৰ কলহ লৈ পাৰ্বতীয়ে খোজ ল'লে। শ্ৰীধৰে ধ্যানমগ্ন ঋষিৰ দৰে সেইপিনে চায়েই থাকিল। তাইৰ লয়লাসে যোৱাৰ গতি, কাষত কলহ লোৱা বঙ্কিম-ভঙ্গী লাহে লাহে বিজুলীৰ দৰে বেৰৰ আঁৰত লুকাই পৰিল।

শ্ৰীধৰে অলপপৰ থমকি, গাঁৱৰ বাহিৰৰ পথাৰমুৱা হ'ল। সি পথাৰত গৈ দেখিলে, কে'বাজনো হালোৱাই পথাৰত হাল বাব ধৰিছে। সি তাৰ সমান বয়সীয়া এজনৰ ওচৰ চাপি সুধিলে, "কি হেৰে! খেতিৰ কিমান দূৰ আগবাঢ়িল।"

"আমৰ খেতি আৰু কি চাবা। খেতি হওঁতে হওঁতে বানপানীয়ে খাই মুদা মাৰে। ইপিনে বছৰি মহাজনৰ ওচৰত ঋণত পোত গ'লো। নকৰিলেও নহয়, আশাত বন্দী। ইপিনে কৰিলেও আধ্যা। তাতে বছৰি গৰু মৰি সৰ্বস্বান্ত কৰে।"

"চাওঁ, হাল বাব পাৰোনে, দিয়াচোন মোক।"

"ভাল কথা কৈছা। ইমান পঢ়ি-শুনি নাঙলৰ মুঠিত ধৰিলে হৈছে। বুজিছা শ্ৰীধৰ, হালত আৰু ভাত নিমিলাত পৰিছে।"

"খেতিতে যদি ভাত নাই, তেন্তে আছে কিহত?"

"চোৱাগৈ জিলাত হাকিম, উকিল, কেৰাণী, মহৰী, পেস্কাৰ আনকি দপ্তৰি-চাপ্ৰাচীয়েও কেনেকৈ মাহে মাহে টকা পাই মহা সুখত খাব ধৰিছে। ইপিনে আমাৰ বোকা-পানীত পৰি থাকোঁতে যায়। আকৌ বছৰৰ মূৰত ধানৰ পিনে আধ্যা। সিপিনে খাজনাৰ দায় আছেই। গ'লবাৰ খাজনা দিব নোৱাৰি অ'ত ত'ত ধাৰ কৰিবলৈ গৈ, টকা বিচাৰি ফুৰোঁতে হায়ৰাণ। ক'তো টকা-শিকা নাপাওঁ। সিপিনে আহিল ক্ৰোক। তিৰোতাৰ হাতৰ-কাণৰ সোপাকে বেচিও তৰণি নাপালো। বুজিছা শ্ৰীধৰ, আমি মৰাত পৰিছো। দুখৰ ফল নোপোৱা হ'লোঁ।"

শ্ৰীধৰে তাৰ কথাত দুখ পালেও, সি ভাবিব ধৰিলে, এদিন এই খেতিতে সকলো সুখ-আনন্দ আছিল। আজি এই খেতিৰ অৱস্থাই মানুহৰ খেতি কৰা স্পৃহা কমাই আনিছে। লাহে লাহে খেতিয়কৰ সংখ্যা কম হ'লে যে দেশৰ অৱস্থা কি হ'ব সি বহাৰ পৰা উঠি নাঙলৰ মুঠিত ধৰিলে। নাঙল ঠিককৈ ৰাখিব নোৱাৰে, এবাৰ ইপিনে এবাৰ সিপিনে যায়। এবাৰ গৰুৰ ভৰি দুখন কাটিবই ধৰিছিল।

কল্যাণে ক'লে, "চাবা যদি গৰুৰ ভৰি কাটিব পাৰা, তেন্তে বছৰৰ মুদাকে মাৰিবা।" কল্যাণে কথা

কৈ শেষ নকৰোঁতেই, বাস্তৱতে হঠাৎ নাঙলৰ টিলা হৈ গৈ ফালখন গৰুৰ ভৰিত লাগি এটা হালোৱা গৰু ততালিকে পৰি গ'ল।

কল্যাণৰ মূৰত সৰগ ভাগি পৰিল। শ্ৰীধৰেও তেনে অৱস্থা দেখি "ছিঃ কি কৰিলোঁ" বুলি গৰুটোৰ নেজত ধৰি "উঠ উঠকৈ টানিব ধৰিলে। তাৰ উঠিবৰ উম ঘাম নাই। গৰুটোৰ ভৰিৰে তেজ ব'বলৈ ধৰিলে। ওচৰৰ কে'বাজনো খেতিয়ক আহি হালোৱাটোৰ অৱস্থা দেখি শ্ৰীধৰক ক'ব ধৰিলে,

"ছিঃ ছিঃ নজনা কামত লাগি এনে কৰিব পোৱা নে ? তুমি লিখা-পঢ়া ল'ৰা, লিখা-পঢ়াতে থাকিব পোৱা। খেতিৰ কি মোল বুজা ? বেচেৰাৰ সৰ্বনাশ কৰিলোঁ। এনেয়ে ঋণত ডিঙিলৈ পোত গৈ আছে। এতিয়া বতৰৰ হালকেইখন বোৱাবো মুদা মাৰিলা। এতিয়া উপায় কি হব ? লিখা-পঢ়া জানিলেই যে খেতিও-জানিবা, এনে কথাতো হ'ব নোৱাৰে। আৰু তুমি পঢা ল'ৰা, নাঙলৰ মুঠিত হাত দিবই বা কিয় লাগে ? কথাতে কয়—

"পঢ়ে, পঢ়ায় বোৱে পাণ।
ই তিনি নিচিন্তে আন।"

শ্ৰীধৰে ভয়ংকৰ লাজ পালে। সি যে ইমান বছৰ পঢ়ি-শুনি এটা ডাঙৰ গোট-গৰু হৈছে, সেইটো অনুভৱ কৰিলে। সি চাকৰি পোৱাৰ আশাও অতি কম। ইপিনে খুঁটি খাবলৈও একোৰে যে সাধন নাই, সি সেইটো ভালকৈ বুজিছিল, তথাপি তাৰ মনত এটা দৃঢ় সংকল্পই ঠাই ল'লে। ইপিনে কল্যাণৰ কান্দো কান্দো অৱস্থা দেখি শ্ৰীধৰে ভাই কল্যাণ, তুমি দুখ নকৰিবা। মই আজিয়েই এটা হালোৱা গৰু আনি দিম। তুমি এতিয়াই খাই-বৈ মোৰ লগত ওলোৱা। য'তে ভাল হালোৱা গৰু পাওঁ, তাৰে পৰা কিনি আনিম।" বুলি কল্যাণৰ কান্ধত হাত দি তাক অভয় দিলে।

(৪)

শ্ৰীধৰে হালোৱা গৰুৰ ভৰি কটা কথা গাঁৱত বিয়পি পৰিল। কেৱে হাঁহিলে, কেৱে মন্তব্য কৰিলে, কেৱে ক'লে, "চকিত বহি পঢ়া সহজ, কিন্তু নাঙলৰ মুঠিত ধৰি বোকা-পানীৰে ফুৰাটো সহজ কাম নহয়।" এই কথা শ্ৰীধৰৰ বাপেক মাকৰ কাণতো পৰিল। শ্ৰীধৰৰ বাপেকে হাঁহি ঘৈণীয়েকক কলে, ল'ৰা লিখা পঢ়াত পাৰ্গত হ'লেও, হালৰ মুঠিত ধৰা অৱস্থা নাই।" ইপিনে শ্ৰীধৰে সিদিনাই গৈ তাৰ কলেজত পোৱা বৃত্তিৰ কে'টামান টকাৰে কল্যাণৰ মনৰ জোখাৰে এটা ভাল হালোৱা গৰু কিনি আনিলে। ঘৰ আহি পোৱাত দেউতাকে কলে, "এনে কাণ্ড কৰিব পোৱানে? লিখা-পঢ়া কৰা ল'ৰাৰ বোকা পানীত ফুৰি নাঙল ধৰাৰ কি আৱশ্যক। আজি বা কাইলৈ চহৰলৈ গৈ ভাল কাম এটা বিচাৰি লোৱাগৈ, নাই বা আইন পঢ়িবলৈ কলেজত নাম লগোৱাই ভাল।"

শ্ৰীধৰে অলপপৰ নমতাকৈ থাকি পিছত গহীনাই কলে, "দেউতা, মই হালেই বাম, আইন নপঢ়ো।"

ই কেনে কথা। ইমান পঢ়ি-শুনি এই সোপাহে কৰিব খুজিছানে ? আৰু আজি হাল বায়েই কল্যাণক তৰাইছা নহয়? সিবোৰ কথা এৰি কাইলৈ বা পৰহিলৈ চহৰলৈ যোৱাগৈ।"

এনেতে ক'ৰবাৰ পৰা মণ্ডল আহি সেইখিনি পালে। তেওঁলোকৰ কথা-বতৰা শুনি মণ্ডলে গহীনাই মাত লগালে, "গাঁৱৰ ভিতৰৰ এজনে কোনোমতে মানুহমুৱা হৈছে, তয়ো এনেভাৱে গাঁৱত থাকিলে, গাঁৱৰ নাম হয় কেনেকৈ ? সেইবোৰ ভাব এৰি কাম এটা যোগাৰ কৰিবলৈ চেষ্টা কৰগৈ। খেতি কৰা আৰু কাম কৰা বহুত পাৰ্থক্য। অইন কথাকে নকওঁ, সাধাৰণ আমোলা-মহৰীক মানুহে যিমান সম্মান দেখুৱায়। খেতি কৰা চহক কোনে সোধে ?"

শ্ৰীধৰে কলে, "এয়ে আমাক সৰ্বনাশ কৰিছে। উকিল, মহৰী, আমোলা আনকি ডাঙৰ ডাঙৰ বিষয়া পোৱা সকলোৱে আচলতে নিজে একো আৰ্জিব পৰা নাই। খেতিয়কৰ পৰা যি টকা খাজনা হিচাপে বা ফিজ হিচাপে পাইছে, সেইবোৰৰ তেওঁলোকে খেতিয়কৰ ওপৰত ডাঙৰ মানুহ হৈছে। গৱৰ্ণমেণ্টে খেতিয়কৰ পৰা খাজনা লয়। সেই খাজনা গৱৰ্ণমেণ্টৰ বিষয়াসকলক দৰমহা ৰূপে দিয়ে। কিন্তু তাৰ "সেন্দুৰ

লয়, তাকে কৰে ভোকোৰা এন্দুৰ" খেতিয়ক হ'ল সৰু মানুহ। কিন্তু খেতিয়কৰ ওপৰত তিন তেলনি মাৰি খোৱাইত হ'ল ডাঙৰ মানুহ। ভদ্ৰলোক।"

"কি কৰিবি। তথাপি সেইবোৰকে সকলোৱে ডাঙৰ ভাবি সন্মান কৰিছে যেতিয়া তয়ো তাকে কৰ, বিশেষতঃ ইমান টকা-কড়ি খৰচ কৰি দেউতাৰে পঢ়াই মানুহ-মুৱা কৰিছে যেতিয়া, পিতাৰৰ গহ ৰাখ, ঋণ পৰিশোধ কৰ।"

শ্ৰীধৰে একো নামাতিলে, কেৱল বহুদিন ধৰি চলি অহা মানুহৰ মনৰ ভাব একে নিমিষতে ঘূৰোৱা কেনে টান, তাক অনুমান কৰিব পাৰিলে। সমাজৰ কু-সংস্কাৰ স্বৰূপে মনৰ গতিত যি মামৰে ধৰিছে, সেই মামৰ ঘঁহি-পিহি নুগুচালে, তাক কেৱল কথাৰে গুচোৱা টান ভাবি মনে মনে ৰ'ল। কিন্তু সি অলপো নটলিল। মণ্ডলে আৰু নানা তৰহৰ বেবেৰিবাংখন বলকি শ্ৰীধৰে যে তেনেই আওবাটে মন মেলিছে, সেইটো ভালকৈ বুজাই দিলে। লগে লগে সি যে ততালিকে চহৰলৈ গৈ বৰ চাহাবক দেখা কৰি সোনকালে এটা চাকৰিৰ দিহা কৰিব লাগে আৰু গৱৰ্ণমেণ্ট চাকৰি যিমানেই সৰু নহওক, সেইটো যে জীৱনৰ ডাঙৰ বস্তু, তাক ভালকৈ বুজাই দিলে। কিন্তু মণ্ডলে যিমানেই চাকৰিৰ মোহ দেখুৱালে, সিমানেই শ্ৰীধৰে তাৰপৰা আঁতৰি স্বাধীনভাৱে সাধাৰণ খেতি-বাতি কৰিয়ে দিন নিয়াব খুজিলে। শেষত শ্ৰীধৰে ক'লে, "আৰু নালাগে ক'ব, যদি খুঁটি খাব নোৱাৰো, তেন্তে বিয়াকে নকৰাওঁ। নিজৰ পেটটো যেনে তেনে এঠাইত পুহিব পাৰিম।"

"নিজৰ পেটটোৰ কথা কৈছ যে, পিতাৰ-মাৰৰ কথা কিয় পাহৰিছ ? তেওঁলোক বুঢ়া হ'লে কোনে পুহিব ? তেওঁলোকে ইমান খৰচ-পাতি কৰি ধন ভাঙি তোক পঢ়োৱাৰ ফল এয়েনে ? মৌজাৰ অৱস্থাও দিনে দিনে বেয়া হৈ আহিব ধৰিছে।"

দেউতাকে ক'লে, "মৌজাখনতো ভালুকৰ সাঁজি হৈছে। এৰিব নোৱাৰো, ভালো কৰিব নোৱাৰো। ইপিনে টকাৰ ঋণ দিনক দিনে চৰিছে। খাজনা আদায় কৰাও এটা ডাঙৰ সমস্যা হৈ উঠিছে। গাঁৱলীয়াৰ অৱস্থা দেখিছাতো ?"

"এৰা গাঁৱলীয়াৰ অৱস্থা দিনকদিনে পৰিহে আহিছে। খাজনা দিব ক'ৰপৰা ? ধানৰ দাম তেনেই কমি গৈছে। লোণ, তেল পাবলৈ এটা পইছাও পোৱা টান হৈছে।"

শ্ৰীধৰে এনেতে ক'লে, "গাঁৱলীয়াৰ অৱস্থা পৰি আহিছে, লোণ তেল খাবলৈ পইছা এটা নোহোৱাত পৰিছে, তথাপি আপোনালোকে কয়, গাঁও এৰি চহৰলৈ গৈ বাবু হৈ থাকিবলৈ। গাঁৱৰ অৱস্থা যদি ভালেই কৰিব নোৱাৰিলি, তেন্তে গাঁৱৰ পৰা গৈ ইমান শিক্ষা-দীক্ষা লাভ কৰাৰ কাম কি হ'ল ? নিজে কেৱল বাবু হৈ জীৱনটো কটোৱাই শিক্ষাৰ উদ্দেশ্যনে ?"

মণ্ডলে ক'লে, "দুদিন গাঁওলৈ আহি সেইটো কৈছাতো। কিন্তু গাঁৱৰ দুৰৱস্থা দেখিলে কেইদিনমানতে লৰ মাৰিবলৈ ইচ্ছা হ'ব। জুই জ্বলিবলৈ জুই বাহ নাই, ঘৰে ঘৰে তুঁহ জুইৰ সৃষ্টি হৈছে। লোণ কিনিব নোৱাৰি কলাখাৰ খাব ধৰিছে। তাৰ উপৰিও খাজনাৰ লেঠা মাৰিব নোৱাৰি ঋণ কৰোঁ বুলি গৈয়ো এটা পইছা নোপোৱাত পৰিছে। ইপিনে বাৰ মাহত তেৰটা বেমাৰ, মাউৰ, বসন্ত, জ্বৰ, কাহ আছেই। দুদিন আহি বাপেৰৰ ওপৰত ধুমধাম কৰি খাই ভাবিছা, গাঁও বৰ সুন্দৰ। নিজে আৰ্জি খাব ধৰিলেহে বুজিলিহেঁতেন, গাঁও এৰি চহৰলৈ লোকে কিয় যায়। বেছি নালাগে, বাৰিষা আহক, যেতিয়া ইঘৰৰ পৰা সিঘৰলৈ যাবলৈ কলৰ ভুঁৰ লাগিব, তেতিয়াহে বুজিবা গাঁৱত থকা এলা-পেচাৰ কাম নহয়। এতিয়া খৰালি কালত আহিছা, যিপিনে ইচ্ছা কৰিছ, সিপিনেই তিঘিল ঘিলাই ফুৰিব পাৰিছ। ই গাঁও সি গাঁৱে মেল পকাই চাহ-পানী, ডাব নাৰিকল, খাবলৈ পাই ভাবিছ হ'বলা, গাঁও স্বৰ্গপুৰী। কিন্তু যেতিয়া দেখিবি, ই একোখন নৰককুণ্ড, ই দুৰ্ভিক্ষ, আকালৰ মহামেলা, বানপানী মাউৰৰ প্ৰলয়কাণ্ড, তেতিয়াহে বুজিবি। এৰ বাপু, সেইবোৰ ভাব এৰ। আমি মৰা মানুহ। তইতে আশা-ভৰষা। পাৰ যদি চাকৰি এটা যোগাৰ কৰি লৈ নিজৰো মান ৰাখগৈ, বাপেৰ-মাৰৰো কীৰ্তি ৰাখগৈ। তই ভাল হ'লে আমাৰো আশা, কেতিয়াবা চহৰলৈ গ'লে ঘৰ-বাৰী নিৰিচৰাকৈ সুখেৰে থাকি আহিব পাৰিম।" টানে-

মস্কিলে দুটা-এটা দিহা-বুদ্ধিও সুধিব পাৰিম। তদুপৰি এই চহৰত এটা সৰুসুৰা কাম পালেও, বহুতো ডাঙৰ ডাঙৰ হাকিম-উকিলৰ লগত চিনা-জনা হ'ব। সেইবোৰেও আমাক কাম দিব।"

এনেতে বাপেকে ক'লে, "মইতো তাক ওকালতি পঢ়িবলৈকো কৈছো। ঘৰত বহি থকাতকৈ ওকালতি শেষ কৰাই ভাল।"

তেন্তেতো ভালৰে কথা। গাঁৱৰে এজনে উকিল আমাৰ দহোকুশল। দেখিছ বাপু, দিনে দহবাৰ চহৰলৈ লৰিব লাগে। উকিল-মহৰীক পইছা দিওঁতে হায়ৰান। নিজৰ গাঁৱৰে নিজৰ আত্মীয়-কুটুম্বৰে এজন উকিল থাকিলে কেনে আনন্দৰ কথা। আমি বল কৰিও দুষাৰ ক'ব পাৰিম, গাঁঠিত পইছা নহ'লেও সাহ থাকিব যা, গৈয়ে শ্ৰীধৰ বাপাৰ তাত থাকিম, তেওঁৰ হতুৱাই সকলো মোকৰ্দমা চলাম, কিবা খৰচ-পাতি লাগে যদি তেওঁৰ পৰাই দিম। পিছত লাহে লাহে বুলিলেও আঢ়ৈ কুৰি তিনি কুৰি টকা উকিলে নোপোৱাকৈ নাথাকে। আৰু তই এই গাঁৱৰে ল'ৰা যেতিয়া মক্কেলৰ অভাৱ কি ? তাতে তোৰ ইংৰাজী ক'ব পৰাও ভাল শক্তি আছে। বাপেৰে দিওঁ বুলিছে যেতিয়া দিব। পাছ হুঁহকি যোৱা ভকত নহয়। লাগে যদি ঋণত ডিঙিয়ে পোত যাওক। ভাল কথা বাপু, সোনকালে গৈ ওকালতি পঢ়িবলৈ ধৰগৈ। বাপেৰ আছে যেতিয়া ঘৰ চলাবলৈও তোক নালাগে। ডাঙৰ মানুহৰ ল'ৰা, ডাঙৰ হ'লেই ভাল পাওঁ। ইয়াত বহি বহি বাপেৰৰ টকা নষ্ট নকৰিবি।"

মণ্ডলৰ আটাইবোৰ কথাৰ ভিতৰত শ্ৰীধৰৰ মনত ৰৰকৈ লাগিছিল— বাপেকৰ ওপৰত খাই তিখিল খিলাই কুৰি গাঁও-সেৱা, সমাজ-সেৱা বা দেশ সেৱা কৰিবলৈ ওলোৱা কথাত। সি ভাবিছিল, এই কথাষাৰত সঁচাকৈ সত্য আছে। যিজনে নিজে খুঁটি খাব পৰা হোৱা নাই, সি কেনেকৈ দেশ বা সমাজক খুঁটি খাব পৰা কৰিব ? নিজে কণা হৈ কেনেকৈ লোকক বাট দেখুৱাব ? এনেভাৱে বাট দেখুৱাব গ'লে যে নিজেও গৰ-খাৱৈত পৰিব, আনকো পেলাব। কিন্তু সেইবুলি দেশ-সেৱা সি কি বিসৰ্জন দি, সাধাৰণ চাকৰিজীৱী প্ৰাণী হৈ দিন নিয়াব ? গাঁৱৰ ভয়ংকৰ দৃশ্য চাই সি কি গাঁৱৰ পৰা পলাই গৈ চহৰত স্পন্দনহীন হৈ থাকিব। সি ভাবিলে তাৰ গায়ত্ৰী মন্ত্ৰ 'স্বাৱলম্বন'; তাৰ সকলো উদ্দেশ্য, নৰনাৰায়ণৰ সেৱা, মৰা জাতিৰ স্পন্দন অনা। সি দুৰ্ভিক্ষৰ মুখত পৰি মৰিব পাৰে; কিন্তু মৰিব ধৰা মানুহৰ দৰে সি দেশ-সেৱাত সকলো হেৰুৱাব পাৰে, নিজৰ জীৱনো যাব পাৰে; কিন্তু সি সৰ্বস্ব হেৰুৱাব, মহান উদ্দেশ্যৰ কাৰণে। সি সমাজৰ ঘৃণা, দুৰ্ভিক্ষ-আকালৰ ভীষণ আকৃতি, পিতৃ-মাতৃৰ নেওচা, গাঁৱলীয়াৰ ইতিকিং সকলো মূৰত তুলি ল'ব, কেৱল এটা প্ৰবল ভাৱৰ উত্তেজনাত, দেশ-সেৱাৰ মহা উদ্দেশ্যত। কিন্তু সি স্বাৱলম্বী হয় কেনেকৈ ? সি ভাবি থাকোঁতে হঠাৎ দেউতাকে কলে, "বুজিছা মণ্ডল, সি বলিয়া হ'ল বুলি মই বলিয়া নহওঁ। সি যদি ওকালতি নপঢ়ে বা কোনো চাকৰি-বাকৰি নকৰে, তেন্তে মই থিৰ কৰিছো সি যেনেকৈ পাৰে খাওক, মই ভালুকৰ সাঙী ব'ব নোৱাৰোঁ। যিমানদিন ৰলো বলো। আৰু নহয়। এতিয়া ডেকা হৈছে, সি কৰি খাব পাৰে খাওক। কিন্তু ঘৰত বহি মোৰ ওপৰত খাব, সেইটো নহৈছে।

মণ্ডলে ক'লে, "কেৱল সেয়েনে ? তাৰ উপৰিও বিয়া-বাৰু কৰি উঠক মাথোঁ আৰু কেইজনৰ ভৰণ-পোষণৰ দিহা কৰিব লাগিব। পিছে তুমিতো তেনেকৈ কৈছা, মাকে মানিব কিয় ? মাকৰ মৰম।"

"মাকৰ মৰম ! যেতিয়া মৰম কৰিব লাগিছিল, কৰিছিল। এতিয়াও যদি মৰম দেখুৱাব যায় তেন্তে মোৰ এটা কথা মা-পো দুয়ো একে পথৰ পথিক হ'ব। বুজিছ শ্ৰীধৰ, আৰু সাতদিন সময় দিলো, এই সাতদিনত যদি তই চহৰমুৱা হৰ হ'বি, নহ'লে মোৰ গাত দোষ নাই। তোৰ পথ তই বিচাৰিবি। দেশ সেৱা কৰ, জেলত যাব, মই সেইবোৰৰ বাতৰি নলওঁ আৰু মোৰ ওচৰত থাকি পিছত পড়াও মিছা হ'ব। মই বুজিছো, মোৰ জীৱনত সুখ নাই। ল'ৰা পঢ়াই-শুনাই টকা পানীত পেলাইছো। কুকুৰক ভাত দিলে, সিও গৃহস্থৰ উপকাৰ কৰে, তোৰ সিমানখিনি জ্ঞান নাই।"

শ্ৰীধৰৰ গোটেই শৰীৰত যেন এটা প্ৰবল ভূমিকম্প হ'ল। তাৰ ভাব হ'ল, যেন সি এই মুহূৰ্ততে ঘৰৰ

পৰা ওলাই যায়, কিন্তু ওলাই গৈয়ে সি কি কৰে ? ক'ত থাকিব লাগিব ? সিওতো মঙ্গল। হঠাৎ তাৰ ভাব হ'ল, যেয়ে ইমানদিনে তাৰ ভালৰ অৰ্থে হাজাৰ হাজাৰ টকাৰ শ্ৰাদ্ধ কৰিছে, তেওঁ আজি এবাৰ টান কথা ক'লে বুলিয়েই তেওঁৰ ওপৰত অভিমান কৰি ওলাই যাবনে ? পিতৃৰ ওচৰত তাৰ আত্মমৰ্যাদা কি ? সি লাহে লাহে আঁতৰ হৈ তাৰ শোৱাপাটীত পৰিলগৈ। তাৰ মনত নানাভাৱে খেলি-মেলি লগালেহি। তাৰ কৰ্তব্য কি ? সি কোন পথৰ পথিক হ'ব ? সাধাৰণভাৱে আনবোৰ শিক্ষিতে যি কৰিছে, সেয়ে কৰিব নে আন কোনো পথ লব। সি যিমানেই ভাবিলে, যিমানেই তাৰ মনত দকৈ সোমাল, সি বিবেকৰ অনুকৰণ কৰিব। লাগে যদি তাৰ কাৰণে লঘু লাঞ্ছনা ভুগিব। ঘৰৰ পৰা খেদা খাব। তথাপি সি সহজ পন্থা অনুসৰণ কৰি শান্তিৰ স্পন্দনহীন, প্ৰাণহীন জীৱনৰ ভাৰ নবয়। সি ভাবি থাকোঁতেই মাক আহি ক'লে, "বোপা, গা ধোঁ, ভাত হৈছে।" শ্ৰীধৰে মাকৰ মুখৰ পিনে চায়ে ৰ'ল। মাকে দুনাই কোৱাত সি ক'লে, "নালাগে আইতা, মই ভাত নাখাওঁ।"

কথাযাৰ শ্ৰীধৰে এনে আবেগভৰা ভাবত কৈছিল যে, সি কিমান ডাঙৰকৈ কৈছিল, নিজেও বুজিব নোৱাৰিলে। সেই কথাযাৰ দেউতাকৰ কাণত পৰিল। দেউতাকে ততালিকে কৈ উঠিল, "আৰু মাতিব গৈছানে ? জহন্নামে যোৱা ল'ৰাক জহন্নামে যাবলৈ দিয়া। মোৰ ঘৰত তাৰ ঠাই নাই। তাৰ পথ সি বিচাৰি লওক। ডেকা হ'লহি, এতিয়াও বাপেক-মাকৰ ওপৰত খাব, লাজ নোহোৱা নিধক। তাৰ পৰা গুচি যাবা, তাৰ কাৰণে মোৰ মৌজা হেৰুৱাব নোৱাৰো। য'তে মৰে মৰকগৈ। গান্ধী হয়, দেশ সেৱা কৰে, যি কৰে তাকে কৰক। বোলো, চকুৰে দেখিও যাৰ জ্ঞান নাই, তাক কি কৰা। দেখিছাই মহয়, ভলন্টিয়াৰবোৰৰ অৱস্থা। কোনোবা জেলত পচিব ধৰিছে, কোনোবা বাহিৰত থাকিলেও, অ'তো নষ্ট ত'তো ভ্ৰষ্ট হৈছে। খাবলৈকো একো নাই, ঘৰতো একো নাই, সিপিনে অইন সমাজতো ঠাই মাপায়" এই বুলিয়েই দেউতাকে হোঁকাটো হাতত লৈ আম কুঠৰিত বহিলহি। আৰু ক'লে, যিবিলাক ডাঙৰ ডাঙৰ উকিল মোক্তাৰে কাম এৰি গান্ধীৰ ভকত হৈছিল, সেইবোৰে কেইদিনমান জেল খাটি আহি আচল অৰ্থ বুজি পাই, আকৌ নিজৰ নিজৰ কামত লাগিলহি। কিন্তু যিবিলাক ঘনচিৰিকাই ম'ৰাৰ দৰে চালি ধৰিব গৈছিল, সেইবোৰৰ অৱস্থা কি হ'ল। স্বৰাজো নাপালে, ডাঙৰ মানুহো নহ'ল। গাঁৱে ভূঁয়েও 'ভলাগুৰ ভলাগুৰ' বুলি ইতিকিং কৰা শুনিব ধৰিলে, সিপিনে ঘৰতো সদায় খোৱাৰ সময়ত কত কথা শুনিব লগাত পৰিল। এইবোৰ দেখিও যাৰ চকু নাই, তাক কি কৰা। আগেয়ে ডাঙৰ হৈ লৈ তাৰ পিছত যি কৰ তাকে কৰিবি। হাতৰ পাঁচ এৰি কোনোবাই জুইত জাঁপ দিয়েনে ? ডাঙৰ যিবোৰে অসহযোগত লাগিছিল, তেওঁলোকে এতিয়া ওকালতি ধৰিলেও, ডাঙৰ নেতা য'তে যায় ত'তে মান পায়। কিন্তু সৰুবোৰৰ অৱস্থা কাউৰ-শগুণেও নোখোৱা হ'ল।"

শ্ৰীধৰে বাপেকৰ কথা শুনি আৰু ধৈৰ্য ধৰিব নোৱাৰিলে। সি ততালিকে গামোচাখন কান্ধত লৈ "আহিলো আইতা। মোৰ কথা আৰু নাভাবিবা।" বুলিয়েই ঘপৰাই ওলাই গ'ল।

(৫)

শ্ৰীধৰৰ মনত আজি ভূমিকম্প। কিন্তু এই ভূমিকম্পৰ মাজতো তাৰ এটা ভাব, অচল অটল। মনে মনে বাৰে বাৰে কৈছে 'স্বাৱলম্বন'। যদি ইয়াৰ কাৰণে মৃত্যুকো আঁকোৱালি ল'ব লাগে, তথাপি সি ল'ব। এবাৰ সি ভাবিছিল, দেউতাক আইতাকৰ প্ৰতি তাৰ কৰ্তব্য নাই ? কৰ্তব্য আছে; কিন্তু আনৰ প্ৰতি তাৰ যেনে কৰ্তব্য, তেওঁলোকৰ প্ৰতিও সেই একে কৰ্তব্য। পিতৃ-মাতৃ, ঘৰ-বাৰী ক্ষুদ্ৰ সংসাৰৰ ভাৰখন দাঙি লৈ বা তেওঁলোকৰ মৰমৰ সোঁতত উটি গৈ সি সীমাৰ ভিতৰত তাৰ অনন্ত উদ্দেশ্য, মহান ভাববোৰ জলাঞ্জলি দিব নোৱাৰে। যদি সি ভাল কৰিব পাৰে, তেন্তে বহুতৰে ভাল কৰিব। লগে লগে দেউতাক আইতাকৰো ভাল কৰিব। যদি ভাল কৰিব নোৱাৰে, তেন্তে সি কাৰো ভাল কৰিব নোৱাৰে, নিজৰো ভাল

কৰিব নোৱাৰিব। সি বানপানীত উটি অহা জাঁজিৰ দৰে ক'ৰবালে উটি যাব। তাৰ নাম কেৱে নাজানিব, তাৰ কথা কেৱে নাভাবিব। সি কেৱল চেষ্টা আৰু পুৰুষাৰ্থ কৰিয়ে আগবাঢ়ি যাব। সি ভাবি ভাবি গৈ থাকোঁতে, হঠাৎ দেখে পাৰ্বতীয়ে গোবৰৰ পাচি এটা লৈ ঘৰৰ আগৰ খাল এটাত পেলাব আহিছে। সি পাৰ্বতীক তেনে অৱস্থাত দেখি ক'লে, "পাৰ্বতী, গোবৰৰ পাচিতো মোৰ মূৰত পেলাই দে।"

"কিয় ? আপোনাৰ আজি মুখখন দেখোন শুকান। একো খোৱা নাই ?"

"নাই নাখাওঁ। মোৰ মূৰত ইমানদিন ঘিৰ্ণৰ গোবৰ ভৰাইছিলোঁ সেইবোৰ ক'ত পেলাওঁ ? তইতো খাল পায়ে পেলালি।"

"আপুনি কি কৈছে ?"

"কি কম। খাবলৈ ভাত মুঠি দিহা কৰিবলৈ যাৰ শক্তি নাই, তেন্তে তাৰ মূৰত গোবৰৰ বাহিৰে কি আছে ? গোবৰৰো আৱশ্যক আছে, কিন্তু মোৰ মূৰৰ ক'তো আৱশ্যক নাই যেন পাইছোঁ।"

"আপুনি এতিয়া কলৈ যাব ?"

"যলৈকে ইচ্ছা তালৈকে যাম। হয় এই গোবৰৰ পৰা মাণিক ওলাব, নহয় তই যেনেকৈ গোবৰ খালত পেলাইছ, তেনেকৈ মোকো সমাজে, গাঁৱে, ভাগী কুটুমে বা যেয়ে নহওক, ক'ৰবাত পেলাই দি কাউৰ শগুণৰ আহাৰ কৰিব। আহো দেই।"

পাৰ্বতীয়ে কি ক'ব একো ভাবি নাপাই অলপ থমক খাই ক'লে, "বোধ কৰোঁ ঘৰত কিবা কাজিয়া-পেচাল কৰিছে। কিন্তু আপুনি নাখাই কিমান দিন থাকিব ? যাওক ঘৰলৈ উভতি যাওক।"

"আৰু তেনেকৈ নকৰি। ঘৰ কাৰো নাই। এই ঘৰেই সকলোকে দুৰ্বলী, ভয়াতুৰ, কাপুৰুষ কৰিছে। গছৰ তলেই শ্ৰেয়। গছৰ তলত কাৰো মৰমৰ বান্ধোন নাই; থাকিলেও ভয়-ভীত মোহ নোহোৱা হ'ব। আজি সেয়ে মোৰ পথ। বাঘ-ভালুক সংসাৰৰ মায়া মোহতকৈ ভয়ংকৰ নহয়। বাঘ-ভালুকে আগচি ধৰিলে, সেইবোৰৰ পৰা সাৰিবলৈ এবাৰ চেষ্টা কৰোঁ বা সেইবোৰে হেঁচা মাৰি ধৰিলেও, মৰিবৰ আগতে এবাৰ এৰাবৰ নিমিত্তে চেষ্টা কৰি চাওঁ; কিন্তু এই মায়া মোহে যিমানেই মেৰিয়াব ধৰিছে, সিমানেই আমে মেৰ খাওঁ, তাতে সুখ লভো, শান্তিৰ সৃষ্টি কৰোঁ, যদিও সেইবোৰে দিনক দিনে মৃত্যুৰ মুখলৈ টানি নিব ধৰিছে। নাই, তই সেইবোৰ নুবুজিবি। আজি কঠোৰতাই মোৰ পথ, দুখ-কষ্ট সহিষ্ণুতাই মোৰ সম্বল।" বুলিয়েই ততালিকে শ্ৰীধৰ আঁতৰ হ'ল। পাৰ্বতীয়ে সেইদিনে বহু পৰলৈ চাই থাকি, লাহে লাহে ঘৰত সোমাল।

(৬)

শ্ৰীধৰে তেনেভাৱে ওলাই একেৰাহে দুদিন গৈয়ে আছে। ভোক-পিয়াহত আতুৰ হ'লেও, সি মনত অচল অটল ভাব লৈ আত্মনিৰ্ভৰশীলতাৰ চিত্ৰ আগত লৈ আগুৱাইছে। চৌদিশৰ গাঁওবোৰৰ অৱস্থা, গাঁৱলীয়া জীৱনৰ দুখ-দৈন্য ভাব চাই মাজে মাজে সি একোটা হুমুনিয়াহ কাঢ়িছে। আৰু মনে মনে ভাবিছে, কেতিয়া সি গাঁৱত সুন্দৰ আদৰ্শ 'স্বাৱলম্বন' ভাব থাপিব পাৰিব ? সি গৈ গৈ এখনি সুন্দৰ সৰু পৰ্বত পালে। সি তাত উঠি আগুৱাবলৈ ধৰিলে। হঠাৎ সি দেখিলে, দূৰৈত এটা ঘৰ। ঘৰটো বৰ ওখ নহ'লেও, চাঙৰ ওপৰত সজা। সমুখত দুটা ডাঙৰ মহৰ শিং। কেইটামান লাউখোলা। তাৰ ভয়ংকৰ পিয়াহ লাগিছে। কিন্তু ওচৰত পানী নাই। কোনোবা ফালে জুৰি দেখা পায়নে, তালৈও চকু দিছে। কিন্তু নাই। অৱশেষত সি সেই ঘৰৰ ওচৰলৈ গৈ মাত দিলে, "কোনোবা আছে নে ? অলপ পানী দিয়া।" এজনী বুঢ়ী কাপোৰ-কানি বৰ মলিন, ঘৰৰ পৰা ওলাই আহি তাক সুধিলে, "কি লাগে অ ?"

"অলপ পানী।"

বুঢ়ীজনীয়ে আথে-বেথে ভিতৰ সোমাই এটা মাটিৰ কলহ দাঙি আনি তাৰ ওচৰ পালে। সি বুঢ়ীৰ মলিয়ন অৱস্থা দেখি, পানী পিওঁ নিপিওঁ ভাবি থ'ল। কিন্তু যেতিয়া ভোক-পিয়াহ লাগে, তেতিয়া পবিত্ৰ অপবিত্ৰৰ ভাব সমূলি লোপ পায়। সি কলহৰ ওচৰত

হাত পাতি পানী পিলে। বুঢ়ীজনীয়ে পানী ঢলাৰ লগে লগে সুধিলে, "তই ক'ৰপৰা আহিছ, ক'লৈ যাবি ?"

সি কলে, "আহিছো বহু দূৰৈৰ পৰা। ইয়াত মানুহৰ বস্তি নাই জানো ?"

"নহ'ব কিয় ? কেৱল আমাৰ মানুহবোৰ একেলগে নাথাকে। সিঁচৰতি হৈ দূৰে দূৰে বাস কৰে। আমি গাৰো-মানুহ বোপাই।"

"ইঘৰৰ পৰা সিঘৰলৈ ৰাতি কেনেকৈ অহা-যোৱা কৰ ?"

"ঔ আই, সিটোনো কি টান কথা? ৰাতি-দিন আমি একে বুলিয়ে ভাবো।"

"ইমান জঙ্ঘলত ৰাতিও অহা-যোৱা কৰ।"

"নকৰি কি কৰো ? জঙ্ঘলে মানুহক খায়নে ? জঙ্ঘলহে মানুহে কাটি পুৰি পৰিষ্কাৰ কৰে।"

"কিয়, ৰাঘ-ভালুকে ?"

"সেইবোৰ আমাৰ পোহনীয়া বস্তু। আমি ইচ্ছা কৰিলেই সেইবোৰ মাৰো। ধেনু, বাটলুগুটি, বিষ-কাঁড়েৰে সিহঁতক ভালকৈ মজাপালি দিওঁ। সিহঁতে আমাক মাৰিব পাৰেনে ?"

"তহঁতে খাব কেনেকৈ ?"

"কিয়, খেতি কৰি। সেই পাহাৰৰ সমান ঠাইবোৰত দেখা নাই, আমি খেতি কৰিছো। আমাৰ আকৌ আৰাও আছে। আৰাত আমি বহুতো ফল-মূল, বাঙী, শাক-পাচলি কৰো। সেইবোৰ বজাৰত বিকি তাৰে লোণ, জুইবাহ কিনো।"

"কাপোৰ লব কেনেকৈ ?"

"আমাকনো কাপোৰ কিটো লাগিছে ? অলপ অলপ গাত মেৰিয়াবলৈ পালেই হ'ল। সেই কাপোৰ আমি বৈ পাওঁ।"

শ্ৰীধৰৰ মুখত হাঁহি বিৰিঙিল। সি ভাবিলে এয়েতো সুন্দৰ পথ। খোৱা-লোৱা কাপোৰ-কানিলৈ ভাবিব নালাগিলে বহুতো কাম কৰিব পাৰি।

বুঢ়ীজনীয়ে আকৌ ক'লে, "আমাৰ মুনিহবোৰে খৰি কাটি বজাৰত বেচে। সেইবোৰৰ পৰাও টকা পাওঁ।

"তোৰ কিমান বয়স হৈছে ?"

"ঔ আই। সেইটো ক'ব নোৱাৰো নে আৰু। বহুত বছৰ হৈছে। মই যেতিয়া ডাঙৰ হওঁ, তেতিয়াই আমাৰ মানুহবোৰে ইয়াত আৰা পাতিছে।"

"তোৰ ল'ৰা-ছোৱালী কিমান ?"

"দহজন ল'ৰা, ছোৱালী পাঁচজনী। নাতিৰ নাতিও মোৰ আছে।"

শ্ৰীধৰে বুঢ়ীৰ মুখত এনে কথা শুনি ভাবিলে, ক'ত ৰামৰাজ্য, ক'ত বিজ্ঞান আৰু সভ্যতাৰ আবিৰ্ভাৱ। সভ্যলোকৰ মাজত আজিকালি নাতিৰ নাতিনীয়েক দেখিব ছাৰি তিনিকুৰি বছৰ জীয়াই থকাও টান হৈ পৰিছে। ইপিনে পৰিষ্কাৰ কাপোৰ-কানি লয় হে লয়, চেকা-পানী পিয়েহে পিয়ে। অলপ বেমাৰ হ'লেই বাহিৰ নোলায়, ৰ'দ-বতাহত ওলালেই জানোচা দেহাত কিবা হয়, পানী লগা কাহ আহে, ইত্যাদি কত যতন লয়হে লয়। কিন্তু টানি-মানি তিনিকুৰি পাৰ হ'বকে নাপায়, ইমান যতনেৰে ৰখা দেহা মৰিশালিত ছাঁই ভস্ম কৰিব লাগে। কিন্তু আনপিনে ৰ'দে-বতাহে ফুৰি, বাঘ-ভালুকক সঙ্গী কৰি, ৰ'দত শুকাই, বৰষুণত তিতি, কাম-বন কৰি কিমান বছৰ আছে তালৈকো জ্ঞান নাই। নাতিৰ নাতি হৈছে, ল'ৰা-ছোৱালী কিমান। সিহঁত বা আকৌ কেনে বলী, সাহসী।

শ্ৰীধৰে সুধিলে, "ল'ৰাহঁত কলৈ গৈছে?"

"সিহঁত এতিয়াই আহিব ৰ'। পথাৰত আছে।"

"দুজনমান আৰতো গৈছে। আজিকালি খেতিৰ সময় নহয়? সিহঁতে ৰ'দ-বৰষুণ নুবুজে। সিহঁতে জানে কেৱল কাম।"

শ্ৰীধৰৰ মন আনন্দত নাচি উঠিল। বাস্তৱতে ৰ'দ-বৰষুণ, বোকা-পানীক ভয় কৰি আমি যিমানে সেইবোৰৰ পৰা আঁতৰিব লাগিছো, সিমানেই নিষ্কৰ্মী, নিশকতীয়া হ'ব ধৰিছো। শ্ৰীধৰে ভাবিলে, আকৌ পুৰণি সম্ভাৰ বোকা-পানীকে সম্বল কৰি জগতত জাতি হিচাপে থিয় হ'ব লাগিব। খোৱা-লোৱা, কাপোৰ-কানিৰ বিলাসিতা এৰি যিমানখিনি মাথো আৱশ্যক সেইখিনিকে লৈ জগতৰ লগত অবিৰাম-অৰি কৰিব লাগিব। সি ভাবি থাকোঁতেই এজন চেঙেলীয়া ডেকা বোকা-পানীৰে লুতুৰি-পুতুৰি লৈ আহি চোতাল লোমাই এভাৰ ধান ধুপুচকৈ মাটিত পেলালে। ধানভাৰ

দেখিয়েই শ্ৰীধৰ চমক খাই উঠিল। মানুহে এনে ডাঙৰ ভাৰ আনিব পৰা শ্ৰীধৰে কল্পনাও কৰিব নোৱাৰে। সি পোনছাটে জেঠীয়কক ক'লে, "জেঠাই কেটামান পঁইতা ভাত উলিয়া। মই খাই আকৌ পথাৰলৈ যাব লাগে।" জেঠীয়েকে তেনে কৰিব ধৰোঁতে, সি শ্ৰীধৰক দেখি সুধিলে, "ক'ৰপৰা আহিছ অ' কাই?"

"মই গাঁৱৰ পৰা আহিছো।"

"কিয়?"

"কিবা কাম বিচাৰি।"

ঔ তই এনে বাবু মানুহটোৱে আমাৰ বস্তিলৈ কাম বিচাৰি আহনে? নগৰলৈ নাযাৱ কিয়? তাত চকি-মেজত বহি কাম কৰি হোৱা-হোৱে টকা আৰ্জিবি।

"মানুহ হ'ব নোৱাৰা কাম মই নকৰো অ'।"

"মানুহ নহৈ তাত গৰু হবিনে?"

"গৰু বা গাধ হ'লেও ৰক্ষা আছিল। কিন্তু এনে এবিধ জন্তুৰ সৃষ্টি হয় যে, একো কৰিব নোৱৰা, একো খাব নোৱৰা, একো সহিব নোৱৰা কিম্ভুত-কিমাকাৰ প্ৰাণী হয়। হাত আছে কৰিব নোৱাৰে; চকু আছে. নেদেখে, মুখ আছে কিন্তু খাব নোৱাৰে, এনে জন্তু তইঁতে দেখিছ?"

"সিইঁতে লিখিব পাৰে অ।"

শ্ৰীধৰে হাঁহি মাৰি ক'লে, "লিখিব পাৰিলেই মানুহ হ'ব পাৰিলে জগতত মানুহৰ অভাৱ নহ'লহেঁতেন। বুজিছ, আন একো নহ'লেও, দেহৰ শক্তি থাকিলে য'তে ত'তে খুটি খাব পাৰি; কিন্তু সেইবিধ প্ৰাণী চেৰেলা, জীয়াতে মৰা। তোৰ এই ভাৰখন মই বৈ আনিম ছাৰি কান্ধত তুলি লোৱাই টান। তইঁতে কি খাই এনে বল পাৱ অ'?"

"ঔ আই! আমি তইঁতৰ দৰে ঘিঁ-মৌ খাওঁনে? আমি আলু, কচু, পঁইতা ভাত বা কোমল চাউলৰ জলপানেই খাওঁ। অলপ-অচৰপ কেতিয়াবা লাউপানী পিওঁ। তইঁতৰ দৰে আমি খাব পোৱা হ'লে, কত কি কৰিব পাৰিলোহেঁতেন।"

"তেনে আশা নকৰিবি। আমি দেখাতহে খাওঁ। কিন্তু আচলতে একো নাখাওঁ। বুজিছ, চাহাবৰ খোৱাও আনিব নোৱাৰিলো, ইপিনে নিজৰো সকলো এৰিলো। লাভৰ ভিতৰত কি হ'ল জান? এই একো কৰিব নোৱৰা অৱস্থা। আমাৰ পঁইতা ভাত ভীম-কল, মাহৰ দালি, দৈ গাখীৰ এইবোৰ বৰ বলকাৰক বস্তু আছিল। সেইবোৰৰ ঠাইত চাহ-পানী, ময়দাৰ অলপ মিঠৈ, কেটামান পৰিষ্কাৰ চাউল আৰু মচুৰৰ দালি খাই আমাৰ সৰ্বনাশ কৰিছো।"

"পঁইতা ভাতে বৰ বল দিয়ে অ"। জান নহয় মাঘে পঁইতা ৰাঘে বল। আমি পঁইতা ভাতৰ পৰা লাউপানীও কৰো।"

"হেৰ মোক তইঁতৰ লগত ৰাখিবিনে?"

"তই আমাক কি কৰি দিবি ?"

"একো কৰি দিব নোৱাৰো, সেইটো মই বুজিছো। কেৱল তইঁতৰ পৰা মই খেতি-বাতিৰ কাম শিকিম।"

"লবি কেনেকৈ? নে আমাৰ ৰন্ধা-বঢ়া খাবি।"

"তইঁতৰ ৰন্ধা খোৱাৰ আপত্তি নাই। কিন্তু তইঁতে অৰ্জা বস্তু মই কিমতে খাম?"

"ঔ তই বৰ ভাল মানুহ অ'। তই নিজে নিজে আৰ্জি খাব খোজ? সেয়ে আমাৰো আচল ধৰ্ম অ'। বোলো পৰত আশ বনত বাস। পৰৰ ওপৰত হাত পাতিব লাগিলে আমাৰ ধৰ্ম নোহোৱা হয়। বোলো, নমৰ মানে চাবি নুবুৰ মানে বাবি। এয়ে আমাৰ ধৰ্ম। সেই কাৰণে আমি নিজে সকলো কৰোঁ।"

শ্ৰীধৰে ক'লে, "সঁচা মযো ভাবে, সেয়ে আচল ধৰ্ম-ধৰ্মৰ মূলতত্ত্ব তাতে, স্বাৱলম্বন। আত্মনিৰ্ভৰশীলতা।"

"সেইবোৰ মই নুবুজো। আমি জানো, নিজৰ চকুৰে চাবি, নিজৰ ভৰিৰে বাট বুলিবি, নিজ বাউসীৰ বলেৰে সাঁতুৰিবি।"

"ঠিক কথা। ভাই, মোৰো এয়ে শাস্ত্ৰমত। ভিক্ষা কৰি কেৱে ফল নাপায়, যেতিয়ালৈকে নিজ বাহুৰে আৰ্জি ল'ব নোৱাৰে।"

"ঔ ইমান ডাঙৰ মতাটো হৈ ভিক্ষা কৰি খামনে? তাতকৈ চুৰা কলহ ডিঙিত বান্ধি মৰিম অ।"

"পিছে মই কেনেকৈ আৰ্জিম?"

"ইহ, সেইটো বুদ্ধিকে পোৱা নাই। ইমান লিখা পঢ়া-কৰা মানুহটোৱে পেটটোলৈ চিন্তা কৰিছ? হেৰৌ

সেই জঙ্ঘলৈ গৈ কেʼটামান ঔ টেঙা, বগৰী বুটলি লৈ, সৌৱা হোলাৰ পৰা হেলচী, কলমৌ শাক, সৌৱা আলিৰ কাষত ঢেঁকীয়া শাক কেইহালমান আনি বিকিলেও দেখো খোৱাটো ওলায়। আৰু পাৰ যদি হাবিত সোমাই খৰি এভাৰ বজাৰলৈ নিবি, কিমান পইছা পাবি। তাৰ পিছত লাহে লাহে আৰা কৰি, তাতে বাৰ্ডী, মোৱা আলু, কুঁহিয়াৰ, মেজাং শাক, মালভোগ কল, আনাবস কৰিব পাৰিলে পইছাই পইছা ওলাব। আৰু তই বুধি থকা মানুহ, বঙালহঁতৰ দৰে বাৰ-মাহত তেৰটা খেতি কৰিব পাৰিবি। নেদেখিছ, বঙালী কুলীবোৰে মটৰ বয়, গোমধানৰ খেতি কৰে, কুঁহিয়াৰ ৰোৱে, কবি কৰে, সৰিয়হ বয়, ইহ্ আৰু কত কি কৰে লেখেই নাই! আমি সেইবোৰ কৰিব পাৰিলে, টকাৰ ভঁৰাল কৰিলোহেঁতেন।"

শ্ৰীধৰে একাগ্ৰমনে তাৰ কথা শুনিয়ে থাকিল। শ্ৰীধৰৰ মনত আজি চঞ্চলতা নাই, উপলুঙা ইতিকিং ভাব বা হোজা গাৱো বুলি তাক উপহাস কৰি কথা উৰুৱাই দিবৰ শক্তি নাই। সি দেখিছে, তাৰ প্ৰত্যেকটো কথাতে এটা নতুন বাট, এটা নিজে খুটি খাব পৰা উপায়। পৰক নিৰ্ভৰ নকৰি, টুকুটাকৈকে খাই লৈ লাহে লাহে ডাঙৰ পথৰ অনুসন্ধানৰ সময় লবলৈ সুন্দৰ ছেগ। শ্ৰীধৰে কʼলে, "ঠিক কৈছ ভাই ঠিক। মই চকু থকাতো কণা হৈছো। সৰু সৰু বস্তুলৈ আমি মনিব নোৱাৰো। মই তাকেই কৰিম।

এনেতে বুঢ়ীয়ে মাতিলে— "আহ ঔ জোবাং, ভাত খাহি-মানুহটো যাবিনেকি অʼ?

শ্ৰীধৰে কʼলে মই এতিয়া নাখাওঁ মই এতিয়া বজাৰলৈ অলপ বস্তু লৈ গৈ উভতিহে খাম।

"কিয়, তোৰ দেখোন বৰ ভাগৰ লাগিছে। দেহটো পৰি গৈছে।"

"নাই পৰা আই! মই নতুন বাটৰ সন্ধান পাইছো। মই নিজে আৰ্জি নিজে খাম। জোবাং ভাই। বজাৰ কিমান দূৰৈত?" এইবুলি কৈয়ে সি তাৰ ধুতিখন টুকুৰা-টুকুৰকৈ ফালিবলৈ ধৰিলে।

জোবাঙে দেখি কʼলে, "আই অʼ এনে সুন্দৰ কাপোৰখন ফালিলি কিয়?

"মোক ইমান ডাঙৰ কাপোৰ নালাগে। এইখনেৰে মই তিনিখন কৰিম। এই তিনিখনেৰে বহুত দিন যাব নহয়!"

"নাযাবনো কিয়?"

"মোক বজাৰখন দেখুৱাই দিবি, বল।"

"বজাৰ দেখুৱাবলৈ কি লাগিছে। এই বাটে বাটে গৈ থাকিলেই বজাৰ পাবি।"

"তেন্তে ভালেই হʼল। মই শাক-পাচলি তুলি নি বজাৰত বেচোগৈ। তাৰ পৰা আহিহে ভাত খাম।

"তই দেখো কেʼবাদিনো ভাত খোৱা নাই হʼবলা?"

"নাখালেও পাৰিম দে। মই তহঁতৰ দৰে কষ্ট সহিবলৈ শিকিম। তই শিকাবি?"

"শিকিবলৈ নো কি আছে? কৰিলেই হʼল। যিমানেই কাম কৰিবি, সিমানেই তোৰ গা টান হʼব, সিমানেই দুখ-কষ্ট সহিব পাৰিবি— ৰোকা-পানীত ফুৰিবলৈ সহজ পাবি। অভ্যাসেই কথা।"

"এৰা আমি যিমানেই বিলাসিতা আৰু এলাহ সাবটি লৈছো, সিমানেই আমি একো কৰিব নোৱৰা হৈছো।

অলপ কাম কৰিলেই, ৰʼদ বৰষুণ ৰোকা-পানী দেখিলেই ভয় খোৱা হৈছো। মই আহো দে।" বুলিয়েই শ্ৰীধৰে ঘপৰাই উঠি নিলগৰ বিললৈ খোজ ললে। তাৰ পৰা সি কলমৌ, হেলচী শাক, নিকৰি, শিঙৰী, বুটলি আনি, বজাৰলৈ খোজ লʼলে। বজাৰত বেচি কিনি তাৰ খোৱা-বোৱা বস্তুলৈ আহি আকৌ জোবাংহঁতৰ ঘৰ পাই ওচৰৰ গছ এডালৰ তলতে ভাত ৰান্ধিব ধৰিলে।

গধূলি জোবাংহঁতৰ সকলো পৰিয়াল ঘৰ পালেহি। সিহঁতে চোতালত বহি নানা তৰহৰ গপ পাতি পাতি, কেৱে মৰাপাটৰ আঁহ উলিয়াব ধৰিলে, কেৱে জাপি, কেৱে খৰাহি, পাচি বʼব ধৰিলে, কেৱে এখন লগাই খোৱা শাল বʼব ধৰিলে, কেৱে আকৌ বেৰ-চাল ছাটিবলৈ তঙাল তুলিবলৈ ধৰিলে। সকলোৱে কামত লাগিছে, কিন্তু আনন্দ, ৰং ধেমালিৰ অন্ত নাই। শ্ৰীধৰে ভাবিলে, কʼতা জগতে ইহঁতক আদিম অনাৰ্য বুলি ঘিণায়, অসভ্য বুলি নেওচে; কিন্তু ইহঁতৰ মাজত যি শান্তি বিৰাজ কৰিছে, সভ্য জগতত সেই শান্তি কʼত?

বিলাসিতাৰ লগে লগে যে অভাৱ আকালৰহে সৃষ্টি হৈছে। সভ্যতাৰ লগে লগে সাম্ৰাজ্যবাদ, ই জাতিৰ লগত সি জাতিৰ ঈৰ্ষা-ইৰ্ষি ভাব দিনকদিনে চৰিছেহে। বিজ্ঞানৰ উন্নতিৰ লগে লগে ধ্বংসৰ পথৰ সৃষ্টি হৈছে। শান্তিৰ ঠাইত অশান্তি বাঢ়িছে। তেন্তে কি সমাজে আকৌ ইহঁতৰ পথ অনুসৰণ কৰি উভতি বাট লব? প্ৰকৃতিৰ সন্তান ইহঁত। "Ignorance is bliss, it is fully to be wise" যেই আচল সত্য বুলি পকী-দালান পঁজাঘৰ, নগৰ এৰি হাবি-জঙ্গল, কলৰ পানী এৰি নিজৰাৰ পানী পিয়াই কি আচল পথ? সি ভাবিয়ে ৰ'ল। সি ভাবি নাপালে, ইহঁতৰ ভিতৰত কি সংকীৰ্ণতা, কি খুঁত আছে।

দিন এনেকৈ যাবলৈ ধৰিলে। শ্ৰীধৰ এতিয়া সিহঁতৰ মাজৰে এজন। সিহঁতৰ লগত পথাৰত কাম কৰে। নিজৰাৰ পানী খায়। শাক-পাচলি বুটলি নি বজাৰত বেচে। খৰি কাটে। লগে লগে নিজৰ খোৱাৰ আহিলা-পাতি বজাৰৰ পৰা কিনি নিয়ে। তাৰ খোৱাৰ উপৰিও, সি কে'টামান পইছা নিতে সাঁচিব পাৰে। কেইমাহমানতে সি পইছা গোটাই এখন কোৰ, এখন কুঠাৰ, এখন দা আৰু খন্তি এখন কিনিব পাৰিলে। সেইবোৰেৰে এডোখৰ জঙ্গল পৰিষ্কাৰ কৰি সিহঁতৰ দৰে এখন "আৰা" কৰিলে। তাত নানা তৰহৰ ফল-মূল, শাক-পাচলি, লগে লগে সিহঁতে নকৰা কবি, মূলা, আদিও কৰিব ধৰিলে। জোৰাঙে তাক মাজে মাজে সহায় কৰে। জোৰাঙে কয়,"তই বৰ ভাল খেতিয়ক হলি দেখো অ'? আমাৰ আৰাতকৈ তোৰ আৰাহে ভাল দেখিছো।" শ্ৰীধৰে হাঁহে। জোৰাঙৰ লগে লগে কেতিয়াবা কেতিয়াবা তাৰ নুমলীয়া ভনীয়েক মাৰলীও যায়। শ্ৰীধৰে তাইক বৰ মৰম কৰে। তাই শ্ৰীধৰে আৰাত কাম কৰি থাকিলে তাৰ আলপৈচান ধৰে। এদিন জোৰাঙে ক'লে, "তই ইবোৰ আমাৰ দৰে কৰিছ দে; কিন্তু এবিধ হে কৰিব পৰা নাই?"

"কি অ'?"

"অলপ অলপ লাউপানী নাখাৱ কিয়?"

"ছিঃ মই সেইটো ভাল নাপাওঁ।"

"কিনো বেয়া। তলৰ গেডখিনি যদি বেয়া পাঁৱ, তেন্তে প্ৰথমে ওপৰত যি ফটিকা ওলায়, তাকে নাখাঁৱ কিয়? তোক এৰি আমাৰ খাব বৰ বেয়া লাগে। আমি আটাইয়ে কোলা-মেলা কৰোঁ দে।"

"বেয়া নাপাবি। মই সেইবিধ নুচোওঁ। তহঁতে সেইবিধ নেৰ কিয়? তাতকৈ দেখো গাখীৰ খালে হ'ল।"

"ঔ আই। সিমান গাখীৰ পিবলৈ ক'ত পাবি? অ পিলেও লাউপানীৰ দৰে হ'বনে? তোৰ নো আচল ঘৰ কত অ'?"

"মোৰ ঘৰ এয়ে। তহঁতে মোক তহঁতৰে ঘৰৰ বুলি নাভাব জানো?"

মাৰলীয়ে ক'লে, "নাভাবিম কিয়"? তোক মইঁ জোৰাং কাকাৰ দৰে দেখো।"

"মই কে'টামান গৰু পুহো বুলিছো।"

অ গাখীৰ খাবলৈ বুধি কৰিছ, ভালদে। আমিও তেন্তে পুহিম! তই কেতিয়া গৰু কিনিবি?"

"এইবাৰ আৰাৰ বস্তু বিকি পইছা পালে। মাৰলী! তই মোৰ গৰুৰ গোবৰ পেলাব পাৰিবি?"

"নোৱাৰিম নো কিয়?"

"মোৰ গোহালিটো মোৰ থকা ঘৰৰ দৰে কৰি ৰাখিব লাগে।" এনেতে জোৰাঙে ক'লে,, "গোহালি থকা ঘৰৰ দৰে হ'বনে?"

"কৰিব লাগিব। নহ'লে গৰু পোহা মিছা। মানুহে যেনেকৈ সুখ বিচাৰে গৰুৱেও তেনেকৈ সুখ বিচাৰে নহয়? গৰুক ভালকৈ খুৱাব লাগে। ভাল পানী দিব লাগে। তেহে গৰু বৰ ভাল হয় গাখীৰ বহুতো দিয়ে। গৰুক মৰম কৰিলে, গৰুৱে মৰম নকৰিব কিয়?"

"বাৰু দেচোন তই কি কৰ চাম।"

শ্ৰীধৰে লাহে লাহে পইছা গোটাই এনেভাৱে দুই-এটা গৰু কিনিব ধৰিলে। মাৰলীয়ে গৰুৰ বৰ যতন লয়। শ্ৰীধৰেও সদায় গৰুৰ ঘাঁহ, দানা-পানী আৰু ৰাতি বেহুৰ ধোঁৱা গৰুক শান্তিৰে শুব দিয়ে। দিনত গা ধুৱাই দিয়ে। সি ৰাতি দিন কেৱল কামকে কৰে। তাৰ মনত সদায় আনন্দ-উলাহ। লগে লগে সিহঁতৰ সৰল স্বভাৱ, পোনপটীয়া কথা-বতৰা, বং ধেমালিয়ে তাক এখন স্বৰ্গীয় ৰাজ্যত উটাই-বুৰাই নিছে। সি যেন তাহানি পঢ়া ৰবিনচন্ ক্ৰুছোৰ জ্ঞান আৰ্জি তাক জীৱনত বাস্তৱতে পৰিণত কৰিছে। কিন্তু এই

আটাইবোৰ আনন্দৰ ভিতৰত তাৰ মনত এটা ভাবৰ সৃষ্টি হৈছে। সি ভাবিছে, এনেভাৱে দিন নিয়াই নিজে আৰ্জি নিজে খাই, দহৰ কাৰণে সি কি উপকাৰ কৰিব পাৰিব? তাৰ গাঁৱবিলাকৰ কেনেভাৱে উপকাৰ সাধিব পাৰিব। তদুপৰি তাৰ আন এটা অভাৱ, তাৰ মনৰ জোখাই সি কিতাপ পঢ়িব পোৱা নাই। তাৰ আগৰ উদ্দেশ্য সি লাহে লাহে কামত খটুৱাব পাৰে। নিজৰ গাঁৱখন নহ'লেও, এই গাঁৱৰ মানুহবোৰ আৰু ওচৰৰ গাঁৱবোৰৰ মানুহবোৰক সি লাহে লাহে ভাল কৰিব পাৰে। ভাল কৰাৰ কথা তাৰ মনত পৰিলেই হাঁহি উঠে। সি ইহঁতক কি ভাল কৰিব? ইহঁতে এনেয়ে সুস্থ শৰীৰে আছে। একোজন এশ চাৰি কুৰি বছৰলৈ জীয়ে। ইহঁতে নিজে আৰ্জি নিজে খাব পাৰে, কাৰো ওচৰত হাত পাতিব নালাগে। ইহঁতৰ মনৰ সৰলতাই পাপ কাম বা মৰ্ত্য-জগতত হোৱা নানা ব্যভিচাৰ বা প্ৰলোভনৰ কল্পনাও কৰিব নোৱাৰে। তেন্তে সি কি ভাল কৰিব? ইহঁত পৰিশ্ৰমী, এলাহ কি নাজানে, প্ৰকৃতিৰ ৰ'দ-বতাহ-বৰষুণ ইহঁতৰ সহচৰ, বনৰ গছ-লতা-পাতেই বেমাৰৰ দৰব-পাতি। জানোচা, সভ্যজগতৰ দৰে ইহঁতৰ চকু মেল খালে, আকৌ অনৰ্থৰ মূল হয়। কিন্তু সি ইহঁতৰ মাজত দেখিলে, ডাঙৰ এটা অভাৱ। ইহঁতৰ গাইগুটীয়া ভাবটো ইহঁতে জানে কেৱল নিজৰ ভাই-ককাই তিৰোতা ল'ৰা ছোৱালী। ইহঁতে জানে কেৱল নিজৰ পেটটো পুহিবলৈ লগা ধনখিনি আৰ্জিবলৈ। তাতোকৈ বেছি আৰ্জিলে। ইহঁতে বাঁহৰ চুঙাত ভৰাই পুতি থয়। অৱশ্যে আত্মনিৰ্ভৰশীলতা হোৱাটো সকলোৰে পক্ষে বাঞ্ছনীয়। কিন্তু সেইবুলি নিজৰ নিজৰ পেটটো পুহিলেই আচল কৰ্তব্য হ'লনে? এই কথাৰ ইহঁতে গম নাপায়। তাৰ উপৰি, ইহঁতৰ আছে কিছুমান কু-সংস্কাৰ— বেমাৰত মুৰ্গী, হাঁহ ,পাৰ বলি দি গোঁসাই পূজা কৰে। অলপ আচহুৱা যেন দেখিলেই ভয় খায়। এঠাইত মাউৰ লাগিলেই পলোৱা বা সেইবোৰৰ বা-বাতৰি নোলোৱা। বাঘ-ভালুকলৈ সিহঁতে ভয় নকৰে; কিন্তু ভয় কৰে, দেও ভূতলৈ। সেইবোৰ ভাব জন্মৰে পৰা ইহঁতৰ মনত এনেভাৱে দকৈ শিপাইছে যে, তাৰ অন্য সিহঁতে ভাবিব নোৱাৰে। এজনৰ জ্বৰ হৈছে, সন্নিপাত, বলকিব ধৰিছে "ঔ দেও চৰিছে ঔ, পূজা-পাটল কৰ।" এই ভাবটোৱে বেছি। বাহ্যিক জগতৰ লগত সম্বন্ধ নথকাত, ইহঁতে এটা ৰঙা পাগুৰি দেখিলে বা এজন চৰকাৰী বিষয়া দেখিলেই ভয়ত চেপেটা খায়। সিহঁতে যি খোজে তাকে দিয়ে।

এদিনা সি আৰাত সোমাই সাধাৰণ গাৰো বেশেৰে কবি তলিত মাটি খুচৰি আছে। মাৰলীয়ে ওচৰতে গোহালিৰ পৰা গোবৰ আনি দিব ধৰিছে। এনেতে এজন পুলিচ আহি মাতিলে, "হেৰৌ জোৰাং ক'ত অ'?"

সি সুধিলে "কিয়"?

"কিয় পিছতো সুধিবি দেচোন। ক'ত আছে সি?"

"পথাৰত আছে হ'বলা।"

"যা, তাক মাতি আন। কবি, বৰ জগৰ।" শ্ৰীধৰে মাৰলীক কলে, "যা, জোৰাঙক মাতি আন।" মাৰলী গ'ল। পুলিচটোৱে তাৰ কবিবোৰ সুন্দৰ দেখি— "তই দেখো, বৰ ভাল কবি কৰিছ অ।' মোক দহোটা দিবি, নে নিদিবি? নিদিলে মজাপালি পাবি একা।"

শ্ৰীধৰে ক'লে, "কিনো মজাপালি দিবা?"

"হোঁ পুলিচ বাপেৰক চিনা নাই হ'বলা। জোৰাং আহিলে চিনিব। তইনো কি অকৰা ঔ। হেৰৌ লাল পাগুৰি দেখিও চিনা নাইনে? "এনেতে জোৰাং লৰি আহি এটা দীঘল সেৱা জনাই— "কিয় আহিছ দেউতা! কি মন কৰি?"

"হেৰৌ তোৰ বৰ জগৰ। তোৰ বন্দুকৰ পট্টাখন আন।"

জোৰাং আকৌ লৰি গ'ল এইবোৰ তামোল-পাণ হাত-কটাৰি লগতে বাঁহৰ চুঙা এটাত থোৱা বন্দুকৰ পট্টাখনো আনি পুলিচৰ আগত দিলেহি।

পুলিচে ঘূৰাই-পকাই চাই-চিন্তি— "হুঁ, ভালকৈয়ে লাগিছে ঔ। তোক ভাবিছিলো বৰ সজ, কিন্তু তই দেখোন কি কৰিছ?"

"কি কৰিলো দেউতা?"

"হেৰৌ এইবাৰ খাৰ-বাৰুদ কিমান আনিছিলি? পট্টাত থকাতকৈ দেখো বেছি আনিছ?"

"বেছি আনিম কিয়? পট্টামতেহে দিবলৈ লিখাইছিলোঁ।

"হেবৌ মুখত ক'লেতো নহয়। কাগজ-কলমেহে বিচাৰ। বাৰু যা, যি হয় হ'ক। মই তোৰ বেয়া কৰিম নে?"

"আপুনি বোপা নাই?"

"বাৰু যি হয় হ'ব। হেবৌ, বাৰীত মালভোগ কল আছে নে নাই?"

"আছে দেউতা!"

"তেন্তে দুথোক মোৰ তালৈ আজিয়েই লৈ যাব লাগিব। আৰু ইয়াৰ বাৰীৰ পৰা কে'টামান ডাঙৰ ডাঙৰ কবি লবি। তোৰ বাৰীত কবি আছে নে নাই?"

"মোৰ বাৰীত নাই দেউতা! কচুহে আছে।"

"বাৰু, ভাল ভাল কে'টামান পঞ্চমুখীয়া কচুও লবি। এইবোৰ লব কিয় দিছো জান? বৰবাবুকো দিব লাগিব। তোৰ জগৰ বাৰু তল পেলাম। বন্দুকৰ দায় বৰ দায়। আৰু চাচোন সিভৃতে শ্ৰীধৰলৈ আঙুলিয়াই মোক নিচিনে?"

শ্ৰীধৰে ইমানপৰে তাৰ আটাইবোৰ কথা শুনি আছিল। মনে মনে তাৰ ভয়ঙ্কৰ খং উঠিছিল। এতিয়া তালৈ আঙুলিওৱাত তাৰ খণ্ডে মুধ ঢুকি পালে।

সি ক'লে, "বৰ পুলিচটো ওলাইছা। বন্দুকৰ কি জগৰটো লাগিলহে?"

"শুন শুন তাৰ কথা। হেবৌ ভূত! মজা পোৱা নাই! এতিয়াই চোৰ বুলি ধৰি নিব পাৰো।"

জোৰাঙে ক'লে, তেনেকৈ নকবা শ্ৰীধৰকা, পুলিচ দেউতাই বেয়া পাব। তোমাৰো সৰ্বনাশ হ'ব; মোৰো সৰ্বনাশ হ'ব!" আকৌ পুলিচটো চাই— "তেওঁ নতুনকৈ এই বস্তিলৈ আহিছে, আপোনালোকক নিচিনে দেউতা!"

"চিনা-নিচিনাৰ কি কথা! সি য'ৰে পৰা নাহক, সেইবুলি মোৰ ৰঙা পাগুৰি দেখা নাই? আচল কথা, তাৰ বৰ অহঙ্কাৰ। ক'চোন ইয়াৰ আচল গুৰি? ভালকৈ এশিকনি দিব লাগে। ক'ৰবাৰ চোৰ হ'বলা। ওলাব, ইয়াৰ পৰা গৈ মেলিলেই ওলাব।"

শ্ৰীধৰে ক'লে, "উলিয়াবা যোৱা। হোজা গাৰো পাই বস্তু-বাহানিৰ কথাৰ লেখেই নাই। জোৰাং, একো নিদিবি। মই আছো।"

জোৰাঙে ক'লে, "এহ্, তেনেকৈ নকবা দিয়া। তোমাৰ কে'টামান কৰিও দিয়া। ৰজাঘৰৰ লগত ফেৰপতা বৰ ডাঙৰ কথা। মই মালভোগ কল আৰু কচু লৈ আহো। পুলিচ দেউতা! খং নকৰিব, মই এতিয়াই লৈ আহোঁ। এওঁ নতুন মানুহ, তেওঁৰ কথাত নালাগিবা।" "বুজিছো, ই ক'ৰবাৰ সাত ঘাটৰ চেঙেলী। বাৰু আজিয়েই গৈ বহী চাই উলিয়াম। হেবৌ! তোৰ নাম কি? কোন গাঁৱত ঘৰ?"

"তই সুধিলেই মই নামটো কমনে? তোৰনো নাম কি?" কোন গাঁৱৰ, কোন থানাত কাম কৰ? চাওঁ তোৰ নম্বৰ? নম্বৰৰ কথা কওঁতেই পুলিচৰ গাত তত্ আহিল। তই নম্বৰো চাব জাননে?"

"অ ৩২নং। জোৰাং ই কোন থানাৰ পৰা আহিছে? মই এতিয়াই থানাত কৈ দিমগৈ। হোজা মানুহৰ ওপৰত ইমান চল-চাতুৰি!"

পুলিচে থত্মত্ খালে। সামান্য গাৰো এজনৰ যে ইমানখিনি বুকুৰ কলিজা হ'ব, সেইটো সি কল্পনাকে কৰিব নোৱাৰিছিল। সি অলপ থত-মত খাই থাকোঁতেই, জোৰাঙে ক'লে, "তেওঁ পঢ়া মানুহ দেউতা! দুৰ্ভাগ্যৰ কাৰণেহে চাকৰি পোৱা নাই।"

"জোৰাং, মনে মনে থাক। বস্তু-বাহানি একো নিদিবি। মই এতিয়াই থানাত ইয়াৰ কীৰ্তি কৈ আহিম। হোজা মানুহক ভুৱা আৰু ভয় দেখুৱাই ধন-বস্তু আদায় কৰে।" এই বুলিয়েই ওচৰ চাপি ক'তা, বন্দুকৰ লাইছেন্সত কি জগৰ লাগিছে? one and half pound, সেয়া সিপিঠিতো কলিকতাৰ কোম্পানীয়ে লিখি দিছে। তেন্তে কি জগৰ হ'ল?"

পুলিচে দেখিলে যে, সি ভালকৈয়ে লিখা-পঢ়া জানে। সি কি কৰিব-নকৰিব বিমোৰত পৰিল। অলপ পিছত "আপোনাক ক'ৰবাত দেখা যেন পাওঁ। কলেজত পঢ়া নাছিল জানো?"

শ্ৰীধৰে হাঁহি মাৰি ক'লে, "বুজিছা পুলিচকাই! তোমালোকৰ ৰঙা পাগুৰিৰ ভয় দেখুৱাই হোজা মানুহক ইমান অন্যায় কৰা ভাল নহয়। তোমালোক শান্তি ৰক্ষক হৈ এনেভাৱে অশান্তি সৃষ্টি কৰিলে, উপায় কি?"

পুলিচে আৰু একো নামাতি, ততাতৈয়াকৈ উঠি আহি, "জোবাং মোক একো নালাগে মিছাই ভয়হে খুৱাইছিলো। তইঁতে একো নুবুজ।" বুলিয়েই আঁতৰ হ'ল।

সিদিনাই শ্ৰীধৰে বুজিছিল, গাঁৱলীয়াৰ শৰীৰত যিমানেই বল নাথাকক, অশিক্ষাৰ কাৰণে আৰু বাহ্যিক জগতৰ লগত সম্বন্ধ নোহোৱাৰ কাৰণে, ইইঁত বৰ ভয়াতুৰ। কিন্তু এই ভয় গুচাব লাগিলে, লাগে শিক্ষাৰ প্ৰচলন। ইপিনে শিক্ষাৰ প্ৰচলন কৰিব গলে, আহে বিলাসিতা, আহে বাহ্যিক ৰমক-জমক, এলাহ, কাম কৰিব নোৱৰা অৱস্থা; কিন্তু এই দুয়োটাৰ সামঞ্জস্য গঢ়ি নতুন শিক্ষাৰ পথ উলিয়াই গাঁৱত শিক্ষা বিলাব লাগিব। কিন্তু ইয়াৰ নতুন পথ কি?

(৭)

শ্ৰীধৰে মনে মনে পাঙিছে সি যি টকা সাঁচিব পাৰিব, তাৰে এখন-দুখনকৈ কিতাপ কিনিব। সেই কিপাতবোৰ সি পঢ়িব। তাৰ আগেয়ে তাৰ আৱাৰ কাষতে এটা ডাঙৰকৈ ঘৰ বান্ধিবলৈ হাবিৰ পৰা দুই এটাকৈ খুঁটা কাটিয়াই আনিব ধৰিছে। কৰা, কামিৰ কাৰণেও বাঁহ আনিছে। মাৰলীয়ে তাক সোধে, "ইয়াৰে কি কৰিবি কাই?"

"ঘৰ এটা কৰিব পাৰো নে চাওঁচোন!"

"ঘৰেৰে কি কৰিবি? আৰু এটা গোহালি কৰিবি নে আন কিবা?"

"আন কিবা!"

"কিনো বাৰু? অ' বুজিছো, সিদিনা যে গোঁসাই ঘৰৰ কথা কৈছিলি। গোঁসাই-ঘৰত তইঁতে কি কৰ।"

"কি কৰিম! মানুহবোৰে ধূপ খাই নাম-প্ৰসঙ্গ কৰে আৰু মাহ-প্ৰসাদ খায়।"

"আমাৰ দৰে পূজা কৰেনেকি?"

"কোনো কোনোৱে গোঁসাই ঘৰত পূজা কৰে। আমাৰবিলাকৰ নাই। আমি বলি নিদিওঁ নহয়।"

"বলি দিলে কি হয়? আমাৰ বেমাৰ-আজাৰ হ'লে কত পূজা-পাটল কৰে, হাঁহ-মুৰ্গী বলি দিয়ে। সেইবোৰ দিলে দেখো ভাল হওঁ।"

"তোক বলি দিলে তই কেনে পাবি?"

"মোক বলি দিব কিয়?"

"কিয়া মোৰ বেমাৰ হ'লে তোক বলি দিলেহে বোলে ভাল হ'ব।"

"তোৰ বেমাৰ হ'ব কিয়?"

"হ'লে কি কৰিবি?"

"পূজা পাতিম!"

"পূজাত মই ভাল নহওঁ অ'। তই বলি হ'ব লাগিব। মোৰ কাৰণে তই বলি যাবি?"

"মোক বলি দিলে যদি তই ভাল পাব, তেন্তে যামতো।"

"বলি গ'লে যে তোৰ মূৰটো কটা যাব।"

"গ'ল কি হ'ল, তই যে ভাল হ'বি।"

শ্ৰীধৰে মাৰলীৰ সেই সুন্দৰ কথা শুনি থৰ হৈ চাই থাকিল। যদি সি ৰহস্য-ছলত সেইকথা পাতিছিল, তথাপি সি যেন দেখিলে, তাইৰ চকু দুটিত সেই কথাৰ চঞ্চলতা নাই— যেন হৃদয়ৰ অতল গভীৰতাৰ পৰা সেই কথাষাৰ ওলাই শ্ৰীধৰৰ চকুৰ আগত এখন সৰলতাৰ ছবিৰ লগে লগে অটল বিশ্বাসৰ প্ৰতিমূৰ্তি এখনি দেখা দিলে। সি অলপ বৈ ক'লে, "মাৰলী, এটাক বলি দিলে এটা যেনেকৈ ভাল হয়, আনটো নমৰে জানো? তেন্তে এটাক মাৰি আনটো ভাল কৰাৰ পৰা লাভ কি?" আৰু যিটো মৰিলেই যে আনটো ভাল হ'ব, তাৰ ঠিক কি? কেৱল এটা ভুল বিশ্বাসতহে এনে কৰোঁ।"

মাৰলীয়ে এইবোৰ কথাৰ অৰ্থ নুবুজি শ্ৰীধৰৰ মুখৰ পিনে চাই থাকিল। তাৰ পিছত ক'লে, "গোঁসাইঘৰ কৰিবি জানো?

"নকৰো। মই ইয়াত পঢ়াশালি কৰিম।"

"কি পঢ়াশালি?"

"তইঁতৰ আটাইবোৰকে ইয়াত পঢ়াম।"

"অ' আমাক খৃষ্টীয়ান কৰিবি? আমি খৃষ্টীয়ান নহওঁ।"

"কিয়, তইঁতৰ বহুতো দেখোঁ হৈছে?"

"হৈছে বুলি শুনিছো। কিন্তু আমি আমাৰ ধৰ্ম নেৰো। সিইঁতেও এবাৰ ইয়াতে কিবা শালি পাতিব

আহিছিল; কিন্তু নোৱাৰিলে দে। আমাৰ আতাইতে কোনোৱে নপঢ়ো বুলি ক'লে। খৃষ্টীয়ান কিয় হ'ম অ'। আমাৰ আগৰ পৰা চলি অহা হিন্দুধৰ্ম এৰিম কিয়?" মাৰলীৰ এই কথাষাৰে শ্ৰীধৰক এখন ভাৱৰ ৰাজ্যলৈ উটাই নিলে। সি ভাবিলে মাৰলীৰ যি বিশ্বাস সেয়ে আমাৰ সকলো পৰ্বতীয়া জাতিৰে বিশ্বাস। কিন্তু সেই বিশ্বাস হিন্দুৰ নেওচনত উটি-ভাহি গৈ, নানা প্ৰলোভন, নানা সুবিধাত আজি হাজাৰে হাজাৰে পৰ্বতীয়া জাতিবোৰ খৃষ্টীয়ান হ'ব ধৰিছে। হিন্দুৱে সৰল বিশ্বাস ছেই ছেই কৰি দূৰলৈ পঠিয়াওঁ যদি আন কোনোৱে আদৰ-সাদৰ কৰি বুটলি লয়, তেনে সি হিন্দুৰ বাহিৰে আনৰ দোষনে? তদুপৰি সেই পৰ্বতীয়া জাতিবোৰক খৃষ্টিয়ানবোৰে চকু মেল খুৱাই যদি সিহঁতৰ শাৰীৰিক উন্নতিৰ লগে লগে মানসিক, আধ্যাত্মিক উন্নতি কৰিব পাৰে, সিহঁতক ধৰ্মী-কৰ্মী কৰিব পাৰে, তেন্তে সেই খৃষ্টীয়ানসকলৰ শলাগ নলৈ উপায় কি? শ্ৰীধৰে ভাবিলে, হিন্দুৱে সিহঁতক নাম মাত্ৰ ধৰ্মশিক্ষা দিলেও, কৰ্মী বা খুঁটি খাব পৰা কৰিব নোৱাৰে কেৱল শৰণ কৰিয়ে কেতিয়াবা একোবাৰ বছৰৰ মূৰত বা কে'বা বছৰৰ মূৰত গোঁসাই আহি শিষ্যৰ পৰা কৰ-কাটল তুলি নিলেই তেওঁলোকৰ কৰ্তব্য হোৱা বুলি ভাবে। সিপিনে শিষ্যৰ অৱস্থা কি হৈছে, কিমান ধৰ্মজ্ঞান পাইছে, শিক্ষা-দীক্ষাত কিমান উন্নতি কৰিছে, অৰ্জাশক্তি কিমান লাভ কৰিছে, সেইবোৰলৈ ভ্ৰূক্ষেপেই নাই। আনপিনে মিছনেৰীসকলে সেইবোৰক শিক্ষা দি, কাকো ডাক্তৰ, কাকো মিস্ত্ৰি, কাকো প্ৰিণ্টাৰ, কাকো কিতাপ লিখক, কাকো ধৰ্মযাজক, কাকো উচ্চ শিক্ষাৰ বাট দেখুৱাই সাহিত্য, বিজ্ঞান, ৰসায়ন আৰু দৰ্শন-শাস্ত্ৰত ইচ্ছা অনুযায়ী উৎকৰ্ষতা লাভ কৰিবলৈ উপায় কৰি দিছে। তেন্তে কেৱল নামমাত্ৰ শৰণ-ভোজন কৰি হিন্দুৰ তলতীয়া জাতি কৰি— "নুছবি নুছবিঁ"ৰ পাত্ৰ কৰি, সিহঁতক অজ্ঞান কৰি, হিন্দুৰ মোহৰ দি ৰখাত লাভ কি? শ্ৰীধৰে ভাবিয়ে ৰ'ল। মাৰলীয়ে ক'লে, "তই কিবা দেখোঁ চাই ৰলি অ'?"

"নাই মাৰলী, মই পঢ়াশালি কৰিম, তাতে মই পঢ়িম। তইঁতে পঢ়িব নালাগে।"

মাৰলীয়ে কিবা ভাবি ক'লে, "তই যদি পঢ়, ময়ো পঢ়িম দে।"

শ্ৰীধৰে হাঁহি মাৰি ক'লে, "বাৰু, আগেয়ে ঘৰটোকে কৰোঁ।"

(৮)

শ্ৰীধৰে জোৰাঙৰে সৈতে ঘৰটো লাহে লাহে বান্ধি এখন অসমীয়া গীতা আৰু দুই-এখন সৰু সৰু কিতাপ ক, খ, ভাগ, ধাৰা-পাত আদি কিনি নি পঢ়াশালি আৰম্ভ কৰিলে। সেই পঢ়াশালিত সোমাই শ্ৰীধৰে গধূলি গধূলি গীতাখন পঢ়িব ধৰে। গীতাখন পঢ়ি থাকোঁতে জোৰাঙে ওচৰত বহি চাবি ব'বলৈ বাঁহৰ দৈ তুলায় আৰু মাৰলীয়ে টাকুৰিত এৰী সূতা কাটি একান্তমনে শুনি থাকে। এবাৰ মাৰলীয়ে সোধে, 'কিষ্ট কোন আছিল?"

"শ্ৰীকৃষ্ণ আমাৰ গোঁসাই!"

জোৰাঙে ক'লে, "আমাৰ গোঁসাই কোন নো?"

মাৰলী— 'কিয় বেলগছৰ ওপৰত থকা"

জোৰাং— "নহয়, সিজু গছৰ কাঁইটৰ মাজত থাকে অ'।'"

তই মাৰলী আমাৰ বৰজনা গোঁসাই দেখা নাই।"

শ্ৰীধৰকাই, তইঁতৰ কিষ্ট গোঁসাইজন জানো দেখিছ?"

শ্ৰীধৰ— "নাই দেখা। কেনেকৈনো দেখিবি? আমাৰ তেনে ভক্তি থাকিলেহে।"

জোৰাং— "আমাৰ গোঁসাইজনৰ চাৰিটা চকু।"

মাৰলী— "আকৌ হেনো দুটা চকু বুকুত, দুটা কপালত।"

জোৰাং—"তয়ো ভাল আজিলী দে। হেৰৌ, মূৰেই নাই আকৌ কপাল কেনেকৈ থাকিল?"

মাৰলী— "শ্ৰীধৰকাই, তইঁতৰ গোঁসাইৰ কেইখন হাত, কেইটা চকু?"

জোৰাং— সিহঁতৰ ডাঙৰ গোঁসাই যেতিয়া, কে'বাটাও চকু হ'ব পায়। কিয়, তোক সিবাৰ পূজা দেখুৱাবলৈ নিওঁতে দেখা নাছিলি, গোঁসানীজনীৰ দহখন

হাত।" শ্ৰীধৰে হাঁহি মাৰি ক'লে, "আমাৰ গোঁসাইনো ডাঙৰ কেনেকৈ হ'ল অ'?"

জোবাং— "নহ'লেনো তহঁতৰ মানুহবোৰ ডাঙৰ ডাঙৰ হাকিম, মুন্সিপ, উকিল হ'ব পাৰেনে? আমাৰ মানুহে খেতি কৰি খাওঁতে দিন যায়।"

শ্ৰীধৰ "গোঁসাই ক'ৰবাত ডাঙৰ-সৰু আছেনে? সকলোৰে একে গোঁসাই। তহঁতৰো যি গোঁসাই, আমাৰো সেই একে গোঁসাই। কেৱল নাম বেলেগ আৰু ভাবো বেলেগ। তহঁতে গাৰো ভাষাৰে গোঁসাইক মাত, আমি আমাৰ ভাষাৰে মাতোঁ।"

মাৰলী— "বাৰু তহঁতৰ গোঁসাইক মোক এবাৰ দেখুৱাবিনে?"

জোবাং— "কিয় পূজাত দেখা নাছিলি?"

মাৰলী— "সেয়া গোঁসানীহে দেখিছিলোঁ।"

জোবাং— "তয়ো ভাল দে। লগতে গোঁসাইজনক দেখা নাছিলি? এজনৰ মূৰত হাতীৰ মূৰ, এজনৰ চুলিবোৰ বৰ ভাল দে। ম'হৰ তেজবোৰ গোঁসানীয়ে যেনেকৈ পিয়ে।"

মাৰলী— "ক'তা, মই কটাহে দেখিছিলো, তেজ পিয়াতো দেখা নাই?"

জোবাং— "গোঁসানীয়ে তোক দেখুৱাই পিবনে?" ম'হতো কাটিয়ে মূৰটো ভিতৰলৈ নিছিল নহয়। গোঁসানীজনা চাওঁ চাওঁ কৰে দে।"

শ্ৰীধৰ— "তহঁতে কি কৈছ? আমাৰ কৃষ্ণ গোঁসাই তেনে নহয়। তেৱেঁই আচল ঈশ্বৰ। তেওঁ স্ৰজে, পালে আৰু মাৰে।"

জোবাং— "সেইটোতো হয়েই। আমাৰ গোঁসাইয়েও তাকে কৰে। সেই কাৰণে আমি পূজা-পাটল দিলে অলপ সাম্য হৈ ভাল কৰে। নহ'লে জ্বৰ, নৰিয়া ক'ত কি হয়। তেওঁৰ হাততে সকলো মৰা-হজা।

শ্ৰীধৰ— "মিছা। কেৱল সেইটো মানুহৰ বিশ্বাস জন্মিলে এদিন মৰিবই লাগিব। গতিকে মৰোঁ বুলি ভয় কৰি পূজা-পাটল কৰিলে কি হ'ব? তাৰ উপৰিও, তেওঁৰে সকলো বস্তু। তেওঁক আমাৰ বস্তু বুলি দিলে অহঙ্কাৰহে কৰা হ'ব।"

জোবাং— "এইটো কথা ঠিক কৈছে। কিন্তু পূজা পাটল কৰিলে মনটো দেখো ভাল লাগে।"

শ্ৰীধৰ— "সেইটো আগৰ পৰা চলি অহা প্ৰথা কাৰণে তেনে লাগে। সেইবুলি পূজা, ধূপ-ধূনা যে দিব নালাগে, সেইটো নহয়। সেই ভাল বস্তুবোৰ দেখিলে বা সেইবোৰ গোন্ধ-ভাপ পালে মনত ভাল লাগে আৰু শৰীৰ ভাল থাকে। আচল কথা, আমি কাম কৰি যাম, ভিতৰে-বাহিৰে নিৰ্মলভাৱে থাকিম, তেহে তেওঁ আমাক ভাল পাব। তাৰ উপৰিও, আমি কামত লাগি থাকিব লাগে। আমাৰ মনত ভক্তি থাকিব লাগে প্ৰভু! তোমাৰ বস্তু তোমাক দিছোঁ।"

মাৰলী— "পিছে আমাক পঢ়া নিশিকায়?"

জোবাং— "অ তই পঢ়ি পণ্ডিতনী হ'বি দে।"

মাৰলী— "পঢ়িব পাৰিলে মই সেইবোৰ পঢ়ি থাকিলোহেঁতেন।"

জোবাং— "সঁচা অ' মাৰলী, সেইবোৰ কথা পঢ়ি শুনি থাকিলেও ভোক পিয়াহ একোকে নালাগে।

মাৰলী— "সেইদিনা যে সাধুটো কৈছিলি কি ৰাম-সীতাৰ কথা?"

জোবাং— "সিদিনা পথাৰতো কিবা এটা সাধু কৈছিল, ভীম আৰু অৰ্জুনৰ কথা। ই বহুত সাধু কথা জানে অ'! ভীমৰ দৰে মোৰ গাতো বল থাকিলে—"

মাৰলী— "হাবি-জঙ্গল ভাঙি নতুন নতুন আবা কৰিলোহেঁতেন। ভীমৰ ইমান বল আছিল। গদা ঘূৰাই ঘূৰাই যুঁজ কৰি নুফুৰি আমাৰ দৰে খেতি-বাতি কৰি আবা কৰি ফুৰিলে বহুতো কাম কৰিব পাৰিলেহেঁতেন।

শ্ৰীধৰ— "তেতিয়াহ'লে তহঁতে ভীমৰ নামটোকে নাজানিলিহেঁতেন।" যেয়ে যিমান মানুহ মাৰিব পাৰে, সেয়েহে জগতত বীৰ হয়।"

জোবাং—" বাঘবিলাকো বীৰ দে।"

শ্ৰীধৰে হাঁহি মাৰি কলে, "কথাটো তই ঠিক ঠাৱৰাইছ। যেয়ে যিমান মানুহ মৰা বুদ্ধি উলিয়ায়, সেই জাতিয়ে আজি পৃথিৱীত মানী, বলী, আৰু বীৰ নামে খ্যাত। তহঁতে নেপোলিয়নৰ কথা শুনিছ? মই এদিন তেওঁৰ সাধুটো কম দে। তেওঁ মানুহ মাৰি খাআং কৰিছিল। সেই কাৰণে আজি বীৰ নেপোলিয়নৰ নাম প্ৰখ্যাত।"

জোবাং— "এটা মানুহ মাৰিলেই দেখোন ফাঁচী দিয়ে। পিছে ইমান মানুহ মৰাতো তাক ফাঁচী নিদি ৰখানহেনে?"

শ্ৰীধৰ— "এৰা, এয়েতো আশ্চৰ্যৰ কথা। কেৱল মানুহেই মাৰিছিলনে? কত নগৰ, লাইব্ৰেৰী, স্কুল-কলেজ, বেহা-বেপাৰৰ কাৰখানা, ধৰ্ম মন্দিৰ যুঁজ কৰোঁতে নষ্ট কৰিছিল। তথাপি আজিও তেৱেঁই বীৰ বুলি জনাজাত।"

মাৰলী— "মই হ'লে তেনে কথা ভাল নাপাওঁ দে। ইমান মানুহ মৰাতকৈ এজন মৰা মানুহ যদি জীয়াই তুলিব পাৰিলেহেঁতেন, তেহে বুজিলোহেঁতেন আচল বীৰ।"

শ্ৰীধৰে হাঁহি ক'লে, "এৰা, ধ্বংসৰ পথ সজা সহজ; কিন্তু জীওৱাৰ পথ গঢ়াহে ডাঙৰ কথা। অশান্তি, হাই-উৰুমি একে নিমিষতে কৰিব পাৰি, কিন্তু শান্তি, মিলা-প্ৰীতি গঢ়া সকলো মানুহৰ কাম নহয়। বাৰু সেইবোৰ তইঁতে নুবুজিবি।

মাৰলী— বাৰু মাত— "ক, খ, গ।"

মাৰলীয়ে হাঁহি ক'লে, "কি ক, খ, গ, অ'?"

শ্ৰীধৰে ক'লে, "এনেকৈয়ে শিকিব লাগে। কচোন।"

মাৰলীয়ে কলে— "ক, খ, গ।"

(৯)

মাৰলীয়ে লাহে লাহে বহুতো শিকিলে। ক ভাগখন তাইৰ প্ৰায় আহিছেই। জোবাং আৰু আন আন গাৱোঁ কেইজনমানেও অলপ অলপ শিকিব ধৰিছে। মুঠৰ ওপৰত কবলৈ গলে, শ্ৰীধৰে ৰাতি পঢ়োৱা পঢ়াশালি লাহে লাহে ভালমতে চলিব ধৰিছে। লাহে লাহে দুই-এখন ডাঙৰ ডাঙৰ কিতাপো শ্ৰীধৰে কিনি আনিব ধৰিছে। সিইঁতে ডাঙৰ কিতাপবোৰ দেখি কেতিয়াবা কয়, "ইমান ডাঙৰ ডাঙৰ কিতাপবোৰ তই কেনেকৈ মনত ৰাখ? আমি দেখো আজিলৈকে ক, খ, খনকে শেষ কৰিব নোৱাৰিলো। তই বৰ ডাঙৰ পণ্ডিত দে।" শ্ৰীধৰে হাঁহে। দিনত সি খেতি-বাতি কৰে, গৰুৰ প্ৰতিপালন লয়, গাখীৰ খীৰাই বেচে, আৰাত কোৰ পাৰে। ৰাতি জিৰণি লোৱাৰ লগে লগে কিতাপ পঢ়ে আৰু পঢ়ায়। সি কেতিয়াবা কেতিয়াবা ভাবে, এনেভাৱে বৰ্তমান স্কুলবোৰত পঢ়োৱাৰ লগে লগে খেতি কৰা, ফল-মূল আদি কৰাত ল'ৰাবোৰক ব্যস্ত ৰাখিলে, ল'ৰা কেতিয়াও নিবনুৱা নহয়। আনপিনে, জ্ঞানৰ অভাৱো অনুভৱ কৰিব নোৱাৰে। গাঁৱত যিমান উচ্চ শিক্ষাৰ কেন্দ্ৰ হয়, সিমানেই ল'ৰাবোৰে ঘৰৰ দৈনন্দিন কাম কৰিও পঢ়াতো উন্নতি কৰিব পাৰে। ঘৰৰ কাম আৰু খেতি-বাতি কৰাৰ লগে লগে শিক্ষাৰ উপায় পালে, সেই শিক্ষাই হয়তো বহুতো কাম সাধিব পাৰে। কিন্তু সেইবুলি উচ্চ-শিক্ষাৰ লগে লগে চহৰৰ নব্য সভ্যতাৰ বিলাসিতা বা অল্প-বিদ্যা ভয়ঙ্কৰীৰ অহঙ্কাৰ সোমাই সিইঁতক ঘৰৰ কৰ্মৰাজ্যৰ পৰা বাবুৱানি ৰাজ্যলৈ যাতে টানি আনিব নোৱাৰে, তাৰ নিমিত্তে চেষ্টা কৰিব লাগে আৰু তেনে আদৰ্শ শিক্ষক স্কুলত ভৰ্ত্তি কৰিব লাগে। শ্ৰীধৰে এনেভাৱে দিন নিয়াইছে। তাৰ নতুন আদৰ্শ লাহে লাহে কামত পৰিণত কৰিবলৈ চেষ্টা কৰি, তাৰ পঢ়ুৱৈৰ সংখ্যা বেছি কৰিব ধৰিছে। লগে লগে তাৰ লাইব্ৰেৰীটোও বঢ়াবলৈ চেষ্টা কৰিছে। এনেতে এদিন এজন দাৰোগা আৰু কে'বাজনো পুলিচ উপস্থিত হ'লগৈ। গাৱোঁইঁতে ভালকৈ সোধ-পোছ কৰি নানাৰূপে মান সম্ভ্ৰম কৰিলে। পুলিচইঁতে ঘূৰি পকি চাই শ্ৰীধৰৰ ওচৰলৈ গৈ "তুমি থানালৈ যাব লাগে।" বুলি 'ওৱাৰেণ্ট' দেখুৱালে। শ্ৰীধৰে থিয় হৈ থকাৰ কাৰণে পিছত আকৌ ক'লে, "ওলাবা নে হাত কেৰেয়া মাৰিব লাগিব।" শ্ৰীধৰে একো আপত্তি নকৰি পুলিচইঁতৰ পাছে পাছে ওলাল।

জোবাংইঁতে শ্ৰীধৰক ধৰিব খোজাৰ কাৰণ, আগেয়ে পুলিচৰ লগত বিৰোধিতাই বুলি ভাবিলে। মাৰলীয়ে শ্ৰীধৰক পুলিচে নিওঁতে চকু চলচলীয়া কৰি তাৰ পিনে চাইয়ে থাকিল। তাইৰ সেই সময়ৰ ভাব কোনে বৰ্ণাব? শ্ৰীধৰে এবাৰ জোবাং এবাৰ মাৰলীলৈ চাই ক'লে, "আহিলো দে মাৰলী, তইঁতক বহুদিনো বেজাৰ দিছো; সেইবোৰ মনত নকৰিবি।" মাৰলীয়ে কথা কওঁ কওঁ বুলিও একোকে ক'ব নোৱাৰিলে।

জোৰাঙে পুলিচক সুধিলে— "তেওঁৰ দোষ কি? কেতিয়া এৰি দিবি? "আৰু এৰা পৰিবনে? ভাল নজনা নুশুনা ঠাইত বাঁহ বান্ধি কামত লাগিছিল। তইঁতে এনে নজনা নুশুনা মানুহ এজনক ঠাই দিয়নে? আৰু কেতিয়াবা এনে কৰিলে তইঁতকো ধৰি নিব লাগিব। জগতত কত প্ৰকাৰৰ মানুহ আছে, তইঁতে কি বুজিবি?"

জোৰাংহঁতে শ্ৰীধৰক যে কি দোষত ধৰিলে, একো বুজি নাপালে। তথাপি ইমানদিনে তাৰ লগত ভাই ককাই ভাৱে থাকি এখন মৰমৰ ৰাজ্যত মেৰ খাইছিল। শ্ৰীধৰক এনেভাৱে সিহঁতৰ মাজৰ পৰা কাঢ়ি নিয়া অৱস্থাটো সিহঁতৰ বৰ অসহন হ'ল। সিহঁতৰো কে'জনমানে শ্ৰীধৰৰ পাছে পাছে যাব ধৰিলে। শ্ৰীধৰে অলপ দূৰ আহি ক'লে, "যোৱা ভাইহঁত, মোৰ লগত তোমালোক কলৈ যাবা?" সিহঁতে নামাতিলে। এবাৰ পুলিচক জোৰাঙে সুধিলে— "তেওঁক এতিয়াই এৰি দিবা জানো? লাগে আমি জামিনেই হ'ম।"

"অ তইঁত জামিন হ'লেই এৰি দিবনে? যা, আৰু পাছে পাছে নাহিবি। ভাল মাছৰ খলিত সোমাই মাছ বুটলিব ধৰিছিল।"

তথাপি সিহঁতে পিছুৱাই নোযোৱাত দাৰোগাই ক'লে, "চা, প্ৰায় নগৰ সোমালোহি। এতিয়া তইঁত লগে লগে গলে বৰ বেয়া হ'ব। তইঁতে উভতি যা। নহ'লে কিল-কীৰ্তন হ'ব।"

শ্ৰীধৰেও সিহঁতক যাবলৈ কোৱাত সিহঁত থমকি ৰ'ল। সি ক'লে, "যোৱা ভাইহঁত, তোমালোকৰ লগত থাকি যি আনন্দ পাইছিলো, তাক বৰ্ণাব নোৱাৰো, কব নোৱাৰো আৰু কেতিয়াবা আহিব পাৰো নে নোৱাৰো? মোৰ পঢ়াশালিখন চাফ্-চিকুণকৈ ৰাখিবা। তোমালোকে সদায় অলপ-অচৰপ পঢ়িবা। মাৰলীহঁতকো পঢ়িব এৰিব নিদিবা।"

জোৰাঙে ক'লে, "তোক কিয় ধৰিলে?"

শ্ৰীধৰে হাঁহি মাৰি ক'লে, "অজ্ঞানক জ্ঞান দিলে মনে পায় কষ্ট; বাহা-খোহা ভাঙি ডিমাক কৰে নষ্ট! সেইবোৰ কলে কি হ'ব? চিৰকাল আন্ধাৰত ৰাখিব পাৰিলেই যাৰ মঙ্গল, তেওঁ পোহৰ পাব দিব কিয়? অৱশ্যে মোৰ যে অপৰাধ নহ'লে ধৰিব, সেইটো নহয়। জনাই নজনাই কত কি দোষ কৰিছো, কেনেকৈ জানিম।" "পুলিচে ক'লে, "বলা বক্তৃতা কৰিবা পিছতো।" শ্ৰীধৰ পুলিচৰ পাছে পাছে গ'ল, ওৰে বাটে সি ভাবি নাপালে, তাৰ দোষ কি? থানাত তাৰ নাম-ধাম সকলো সুধি-পুছি হাজতত ৰাখিলে। শ্ৰীধৰৰ মুক্ত বায়ু, কৰ্মশক্তি, স্বাধীন ভাব এটা নজনা নুশুনা কাৰণত বন্ধ হ'ব লগা হ'ল। শ্ৰীধৰক সন্দেহৰ ওপৰত বন্ধ কৰি ৰাখিছিল। কিয়নো, গাৰোৰ মাজত এনেভাৱে শিক্ষিত ডেকা গাৰোৰ দৰে থাকি সংবান্ধা, সন্দেহজনক নহৈ কি হ'ব পাৰে?

যি নহওক, ছমাহৰ পিছত শ্ৰীধৰে আকৌ মুক্তি পালে। তথাপি সি দোষৰ কাৰণ একো বুজিব নোৱাৰিলে। এই ছমাহ সি বন্ধ কুঠৰিত থাকি গীতা, কোৰাণ, বাইবেল আৰু আন আন ধৰ্মপুথি সুন্দৰভাৱে পঢ়ি তাৰ জ্ঞান লভিবলৈ উপায় পাইছিল। তাৰ শক্তিও আন আন সৰু কামত নলগাৰ কাৰণে এটা বিৰাট শক্তিত পৰিণত হৈছিল; লগে লগে চৰকাৰৰ ওপৰত, কোনো কাৰণ নোহোৱাকৈ এনেভাৱে বন্ধ কৰি থোৱা বাবে, এটা ঘৃণাৰ ভাবৰ সৃষ্টি হৈছিল। তথাপি সি মনে মনে ভাবিছিল, ঘৃণা কিয়? হয়তো ই মোৰ কৰ্মফল। হয়তো এনে নিৰলে অকলশৰীয়াভাৱে থকা অৱস্থাটো মোৰ উপকাৰৰ কাৰণে বা ডাঙৰ উদ্দেশ্যৰ কাৰণে আৱশ্যক হৈছে। ঈশ্বৰে কোন উদ্দেশ্যত কি কৰে, সাধাৰণ মানুহে তাক কল্পনাই কৰিব নোৱাৰে। যি নহওক, সকলো অৱস্থাত সি মনত সন্তোষ ভাব ৰাখিবলৈ চেষ্টা কৰিছিল। দুখ, সুখ, বন্ধন, মুকলি সকলো তাৰ পক্ষে সমান যেন কৰি ভাবিবলৈ অভ্যাস কৰিছিল। মুঠতে ক'বলৈ গ'লে, তেনে বন্ধনতো তাৰ মনে মুক্ত বায়ুৰ স্পৰ্শ অনুভৱ কৰিছিল। হায়! ক্ষুদ্ৰ মানৱ! তইঁতৰ প্ৰকৃতিৰ বায়ু ৰোধিবলৈ শক্তি ক'ত ? প্ৰকৃতিৰ ব'বলগীয়া সোঁতত ভেটা দিবলৈ তইঁতৰ সকলো চেষ্টা, সকলো অস্ত্ৰ-শস্ত্ৰ, এৰোপ্লেন, জেপলিন, কামান, বন্দুক, সৈন্য-সামন্ত যে নিমিষতে চুৰমাৰ হৈ যাব! প্ৰকৃতিৰ এটা জোকাৰণিত হিমালয়ৰ নিচিনা উচ্চ শৃঙ্গত অতল জলধিত পৰিণত হয়। কিন্তু সেই কথা

ভাবি কোনে নিজৰ প্ৰভুত্ব, অত্যাচাৰ, অহঙ্কাৰ, বুদ্ধি প্ৰকাশৰ সুবিধা এৰি দিব খোজে? কিন্তু কেতিয়া কেনেভাৱে আপোনা-আপুনি পৰ্বতত জুই লাগি ভয়ঙ্কৰ দাবানলৰ সৃষ্টি হৈ গছ-বিৰিখ, লতা-পাত পুৰি লঠামুৰা পৰ্বতৰ সৃষ্টি কৰে, তাক জানিবৰ উপায় কি? আনপিনে, নিৰ্দোষী সাধাৰণৰ ঘৰ-বাৰী ভাঙি ভূমিকম্পই কি তৃপ্তি পায়, কত কোমল প্ৰাণত আঘাত দিয়ে, তাক প্ৰবল ভূমিকম্পৰ ভাবিবলৈ সময় ক'ত? নিজৰ প্ৰভুত্ব চলাবলৈ গৈ সৰলা মাৰলীৰ প্ৰাণত অনাহকত কি আঘাত কৰিলে, সেইয়া ভাবিবলৈ প্ৰবল, নিজৰ শক্তিত আত্মহাৰা, অহঙ্কাৰত মত্তসকলৰ প্ৰাণ ক'ত?

(১০)

শ্ৰীধৰে আকৌ সেই গাৱঁৰ বস্তিৰ মুৰা হ'ল। সি গৈ তাত দেখিলে, তাৰ পঢ়াশালিৰ কাৰণে সজা ঘৰ প্ৰায় ভাঙো ভাঙো অৱস্থাত। গৰুবিলাক তাত সোমাই তাক গোহালিত পৰিণত কৰিছে। তাৰ আবা এখন এৰাবাৰীত পৰিণত হৈছে। গৰুবোৰৰ কেটামানক হাবিত বাঘে খাইছে, কেটামান ক'ৰবালৈ গুচি গৈছে। ঘৰ আৰু আবাৰ অৱস্থা দেখি মাৰলী আৰু জোবাঙৰ ওপৰত তাৰ খং উঠিল। সি ভাবিলে, সি আগত থকাতহে সিহঁতে ইমান আতৌ-পুতৌ কৰিছিল। সি যোৱাৰ লগে লগে তালৈ মৰম পাহৰি, তাৰ সকলো আদৰ্শ ভ্ৰষ্ট কৰিছে। মানুহ উপস্থিত নথকা অৱস্থাতহে আনে কৰা ভক্তি বা মৰমৰ সুন্দৰ চানেকি পাব পাৰি। তেন্তে কি এই সাধাৰণ গাৱঁৰ মাজতো অসংলগ্নতাই ঠাই পাইছে? তেন্তে কি মাৰলী আৰু জোবাঙে তাক ইমান মৰম-চেনেহ দেখুওৱা সকলো মিছা। সিহঁতৰ সেই মৰম চেনেহ, ভক্তি কি আচল প্ৰাণৰ পৰা ওলোৱা নাছিল! নহ'লে সি নোহোৱা হ'ল বুলি তাৰ ঘৰ, তাৰ গৰু, তাৰ আবা, তাৰ কিতাপৰ এনে অৱস্থা হ'ল কিয়? হায়! মানুহৰ আচল মন বুজা বৰ টান। সি ভাবিলে, নাই প্ৰাণহীন ঠাইত সি আৰু নাথাকে। হয়তো সি অহা দেখি সিহঁতে তাক আকৌ মৰম-চেনেহ কৰিব, হয়তো জোবাঙে তাক আগৰ দৰে ঘৰ বন্ধাতো সহায় কৰিব, হয়তো মাৰলীয়ে আকৌ তাৰ গৰুৰ আপডাল লব, তাৰ কাষতে থাকি পঢ়িব; কিন্তু সেইটো তাৰ আগত দেখুৱাবৰ কাৰণেহে। আচলতে প্ৰাণ নাথাকিলে, আকৌ সি নোহোৱা হ'লে, তাৰ আদৰ্শ মাটিত লুটি খাব। আদৰ্শ দেখুৱাবৰ কাৰণে লোৱা আৰু প্ৰাণেৰে লোৱাৰ পাৰ্থক্য কিমান? সি ভাবিলে, নাই সি আৰু ইয়াত নাথাকে। তাৰ মনত এনে দৃশ্যই জলজল পটপটকৈ দেখুৱাইছে, ইহঁতৰ প্ৰাণ নাই। কেৱল বাহ্যিক মৰম আৰু ভক্তিহে। কি কৰিব, কি নকৰিব ভাবি থাকোঁতে হঠাৎ জোবাঙৰ ঘৰৰে এজন ডেকাই দেখি সুধিলে— "কি অ' কাই, কেতিয়া আহিলি?"

"এতিয়াই আহিলো কাই। তইত ভালে আছ?"

"কিনো ভালে থকাৰ কথা ক'বি। আমাৰ আৰু হৈছে দে। মাউৰত কে'বাজনো মৰিল। তোৰ জোবাঙে মাৰিছে দে।"

"কি ক'লি?"

"কি ক'বি। সি মৰিবৰ সময়ত তোৰ কথা বৰকৈ কৈছিল দে। সি কৈছিল— শ্ৰীধৰ কাইক দেখা নাপালো, তাৰ বস্তু-বাহানি, ঘৰ-বাৰী গতাৰ নোৱাৰিলো দে। সেইবোৰ চাগৈ বেয়া হৈ যাব। কি কৰিম! ভগৱন্তৰ ইচ্ছা।"

"জোবাং মৰিছে? মাৰলী?"

"মাৰলীৰ কথানো কি ক'বি। তাইক কোনোমতে দুখে-কষ্টে এঠাইত শোধাইছো। তাইক গোৱালপাৰাৰ এজন ডেকাই লৈ গৈছে। তাৰ বস্তি আৰু আবা তাতে আছে। কি কৰিবি, ছোৱালী হ'লে পৰৰ জন হ'বই।"

শ্ৰীধৰে আৰু একো নুসুধি গম্ভীৰভাৱে চায়ে ৰ'ল। সি মনে মনে ভাবিলে, তাৰ আগৰ ভাব সকলো ধোঁৱাৰে সজা। সি মাৰলী আৰু জোবাঙৰ প্ৰাণ আৰু সৰলতাত সন্দেহ কৰাৰ কাৰণে নিজে নিজে লাজ পালে। হায়! জোবাং বা মাৰলী এজনো থকা হ'লে তাৰ পঢ়াশালি বা অইন বস্তুবোৰৰ এনে অৱস্থা নহ'লহেঁতেন। সিহঁতৰ অভাৱতে আজি সেইবোৰৰ এনে অৱস্থা। সি ভাবিয়ে ৰ'ল। তাৰ মনত মাৰলীৰ

সৰল মুখখনি, নিষ্ঠা-ভক্তি আৰু জোৰাঙৰ মুকলিমূৰীয়া প্ৰাণটো ঘনে ঘনে মনত পৰিবলৈ ধৰিলে। তাৰ চকুলো আপোনা-আপুনি বৈ আহিল। সি ভাবিলে, এই ঠাইত সি আকৌ আগৰ দৰে সকলো মন-প্ৰাণ সঁপি কামত লাগিব পাৰিবনে?' জোৰাং আৰু মাৰলীৰ শূন্য ঠাইত যে প্ৰত্যেক মুহূৰ্ততে সিহঁতৰ স্মৃতিয়ে তাৰ প্ৰাণ আকুল কৰিব। সি ভাবিলে, এই ঠাইত আৰু কাম আৰম্ভ কৰা মিছা। তেন্তে সি ক'লৈ যাব? আকৌ তাৰ গাঁৱলৈ গৈ সমাজৰ নেওচা-কেওচা, পিতৃ-মাতৃৰ ঘৃণা, তুচ্ছ-তাচ্ছিল্যত মূৰত তুলি লৈ গাঁৱত বসতি কৰিব নে? কিন্তু সিটো এইবাৰ তেওঁলোকে সহায় নকৰিলেও, সকলো কামতে লাগি, নিজে স্বাৱলম্বীভাৱে গাঁৱলীয়াক সজ পথলৈ আনিব পাৰে— তাৰ আদৰ্শ বহলভাৱে প্ৰচাৰ কৰিবলৈ সুবিধা কৰিব পাৰে। তেন্তে সি কালৈ ভয় কৰে? সি ঘৰত সোমাই তাৰ কোৰ, দা, কুঠাৰখন বিচাৰি লৈ এবাৰ তাৰ এৰাবাৰীখনলৈ, ভঙা পঢ়াশালিলৈ চাই, এবাৰ জোৰাং আৰু মাৰলীৰ মূৰ্তি মনত ভালকৈ ভাবি লৈ আকৌ খোজ ললে। সি যিমানেই তাৰ গাঁৱৰ কথা ভাবিবলৈ ধৰিলে, সিমানেই তাৰ গাঁওখনি সুন্দৰভাৱে চিত্ৰপটত ফুটি ওলাল। লগে লগে মনত পৰিল, পিতৃৰ কঠোৰতাৰ মাজতো চাগৈ কি মৰমৰ নিজৰা বৈছে, তাক বুজা বৰ টান। সি ভাবিছে, সি ইমানদিন ঘৰৰ পৰা আঁতৰি থাকি চাগৈ পিতাকৰ মনত কি আঘাত দিছে। সি ভাবি গৈয়ে থাকিল। সি আগৰ বাৰ যাওঁতে লৈ গৈছিল— ভয়, আশঙ্কা, আদৰ্শপূৰ্ণ নিষ্কৰ্মী দেহ। এইবাৰ সি গাঁৱলৈ উভতিছে, দৃঢ়তা, সৰলতা আৰু কাম কৰিব পৰা শক্তি লৈ— লগে লগে মহান আদৰ্শৰ বন্তিগছ মনত উজ্জ্বলাই। সি এইবাৰ ভালকৈ বুজিছে, সি গাঁৱলীয়াৰ লগত সকলো প্ৰকাৰে সমানে সমানে ফেৰ পাতিব পাৰিব। লগে লগে তাৰ আদৰ্শৰে গাঁও গঢ়িব। আদৰ্শ সুন্দৰ হ'লেও, শক্তিৰ অভাৱত-সেইটো বহুলভাৱে প্ৰচাৰ কেনেকৈ হ'ব পাৰে? সি মনে-প্ৰাণে, সকলো প্ৰকাৰে গাঁৱলীয়া বুলি অনুভৱ কৰিব লাগিব, তেহে যদি তাৰ আদৰ্শ কামত পৰিণত কৰিব পাৰে। সি মন্ত্ৰমুগ্ধ সাপৰ দৰে আগুৱাই গৈয়ে থাকিল।

(১১)

শ্ৰীধৰে গাঁও সোমাই সি তাৰ ঘৰলৈ যাব নে নাযায়, সেইটো ভাবি ঠিক কৰিলে। সি নাযাব কিয়? সকলো পাহৰিলেও, সি তাৰ মাকৰ মৰম কেনেকৈ পাহৰিব? মাকক চাবলৈ, তাৰ ভায়েক-ভনীয়েকহঁতক চাবলৈ তাৰ প্ৰাণ আকুল হৈ উঠিল। সি ভাবিলে, ইমানদিনে পিতাকে কি ঠাৰৰাইছে, সেইটো এবাৰ বুজ লোৱাত কি আপত্তি হ'ব পাৰে। পিতাকৰ প্ৰাণত সঁচাকৈয়ে মৰম আছে নে কেৱল পিতৃত্বৰ দাবীৰ ঔদ্ধত্যই আছে, সেই কথাৰ বুজ লবলৈ তাৰ মনে বিচাৰিলে। সি গাঁও সোমায়ে দেখিলে, পাৰ্বতীৰ ঘৰ। পাৰ্বতীৰ ঘৰ দেখিয়েই তাৰ মাৰলীলৈ মনত পৰিল। মাৰলীৰ সৰল প্ৰফুল্ল মুখখনিৰ লগত সংসাৰৰ আও-ভাও পোৱা হৃদয়ত ডাঙৰ আঘাত পাই শত দুখৰ মাজতো হাঁহি বিৰিঙা পাৰ্বতীৰ মুখখনিৰ পাৰ্থক্য মনত জ্বলি উঠিল। কিন্তু দুয়োৰো প্ৰাণ যেন একে সাঁচতে গঢ়া, দুয়োৰো তালৈ মৰম-ভক্তি, লগে লগে তাৰ আলপৈচান ধৰাত দুয়োৰো মনৰ প্ৰফুল্লতা যেন একেভাৱে এটা সুঁতিৰে বৈ আহি মন্দাকিনী স্বৰূপে তাৰ সুখে-দুখে ভৰা জীৱনত আনন্দৰ ঢল বোৱাবলৈ ঈশ্বৰে সৃজিছে। পাৰ্বতী তাৰ কোন? মাৰলী তাৰ কেতিয়াৰ মিতিৰ-কুটুম? কিন্তু দুয়ো কিয় তাৰ আনন্দৰ সামগ্ৰী? দুয়ো কিয় তাৰ জীৱনৰ সুখ-দুখৰ স্মৃতি। মাৰলী চাগৈ কোন সুদূৰত, কোন অচিনা লোকৰ আলপৈচান ধৰি ক'ৰ আৰাত নতুন জীৱন-যাপন কৰিছে! আনপিনে, পাৰ্বতীয়ে অইন সুঁতিত পৰি জীৱনৰ আৰাধ্য স্বামীক হেৰুৱাই শোকত আতুৰা, অন্নবস্ত্ৰৰ অভাৱত পৰি, শহুৰ শাহুৰ কঠোৰ শাসনত থৰকাছুটি হেৰুৱাই এটি শেষ মুহূৰ্তলৈ চাই আছে। স্বামীবিহীন সংসাৰত তাইৰ স্পৃহা নাই। ৰং-ধেমালি তাইৰ চকুৰ কুটা হ'ল। সুখ-সম্ভোগৰ পৰা তাই যিমান পাৰে আঁতৰত থাকিব খোজে; হাঁহি তাইৰ পৰম শত্ৰু, ইষ্ট-মিতিৰ-কুটুমে তাইৰ ৰূপ-সৌন্দৰ্যৰ লালসাত কোন সময়ত কালকূট সৰ্পৰ দৰে দংশন কৰিব পাৰে, তাৰ চেষ্টাত ব্যস্ত। কেলেহুৱাবী তাইৰ জীৱনৰ যি কোনো

মুহূৰ্ততে প্ৰকাশ পাব পাৰে। আনপিনে, ব্ৰতচাৰী জীৱনৰ কঠোৰতা লৈ তাই জীৱন সোঁতত সাঁতুৰিব লাগিব। জীৱনত তাইৰ কি আৱশ্যক! সমাজৰ কি আৱশ্যক, গাঁৱলীয়াৰে বা কি আৱশ্যক! এপিনে তাই যেনে লোভ-মোহৰ আকৰ, আনপিনে শোকৰ মূৰ্তিমান ছবি— নিৰাশাৰ, বৈৰাগ্যৰ জীৱন্ত মূৰ্তি। এনে মূৰ্তি সমাজে সদায় আগত ৰাখি ব্ৰতচাৰিণী, তাপসী কৰি সিবোৰে কি উদ্দেশ্য সমাধা কৰিব খোজে! যেতিয়া সমাজৰ আন সকলো বুঢ়া-বুঢ়ী, ডেকা-ডেকেৰী, ল'ৰা-ছোৱালী স্বাৰ্থত মগন, উৎসৱত আপোন-পাহৰা, ৰং-ধেমালিত উতলা, আচল প্ৰেম বা নীচ ভাল পোৱা ভাৱত আকুল, তেতিয়া কেনেকৈ আশা কৰে এজনী সমাজৰ সাধাৰণ ছোৱালীয়ে সকলো ব্ৰহ্মচৰ্যৰ কঠোৰতা পালন কৰি, সুখ-সম্ভোগ ত্যাগি, ৰং-ধেমালি বিসৰ্জন দি, জীৱনতৰী আগুৱাই নিয়ে। কিন্তু তাইযে বিধৱা। তাই নিবই লাগিব। তাইৰ ভৰি পিছলিলেই কেলেঙ্কাৰীৰ বোজা ব'ব লাগিব— সমাজৰ ছেই ছেই শুনিব লাগিব। তাই অলপ ৰং-ৰহইচ কৰিলে সমাজৰ ইতিকিং, উপলুঙা সহ্য কৰিব লাগিব। আনে যি নকৰক, ব্যভিচাৰৰ তাণ্ডৱ নৃত্যত নানাচক, তাই সমাজে গঢ়ি দিয়া নিয়ম লঙ্ঘন কৰিব নোৱাৰে। কিয়নো, তাই বিধৱা। কৰিলেই সৰ্বনাশ হ'ব— মূৰত সমাজৰ কঠোৰ শাসনৰ বজ্ৰ পৰিব। আনপিনে, সমাজৰে কিছুমানৰ তাই লোভৰ সামগ্ৰী। সেই লোভ, সেই আশা তাই পূৰণ কৰিব নোৱাৰিলে তাই সিহঁতৰ চকুৰ কূটা, দাঁতৰ হুল। তাৰ উপৰিও, ভাত-কাপোৰৰ চিন্তা। এনে অৱস্থাত তাইৰ জীৱন ধাৰণ কেনে ভয়ংকৰ কথা। কিন্তু সমাজৰ শাসন তাইৰ ওপৰত যোল কলা থাকিবই লাগিব। সমাজৰ হাজাৰ হাজাৰ পাপ কৰক, কিন্তু তাই অবলা, বিধৱা! সকলো পবিত্ৰতাই তাইৰ অঙ্গৰ ভূষণ হ'ব লাগিব। সমাজে সেই সম্বন্ধে এক কড়িও দাবী নকৰাকৈ নাথাকে। নহ'লে সমাজৰ প্ৰভুত্ব ক'ত? পাৰ্বতীক সি সকতে মৰম কৰিছিল। ডাঙৰত কেতিয়াবা লগ পালে দুই-এষাৰ কথা কৈছিল, কিন্তু তাইৰ সম্বন্ধে ইমান কথা ভাবিবলৈ তাৰ আৱশ্যক কি? পাৰ্বতীয়েতো ইমান কঠোৰতা, ইমান ভয়ংকৰ ভয়-সন্দেহ প্ৰলোভনৰ মাজতো তাইৰ জীৱন ভালভাৱেই নিব ধৰিছে। তথাপি তাৰ মনে নামানিলে। সুন্দৰী ৰাংঢালী পাৰ্বতীৰ শোকৰ মূৰ্তি যেন সি সহ্য কৰিব নোৱাৰে। ব্যভিচাৰত মগন, লুকাই-লুকাই কৰা মহাপাপী সমাজে এজনী সবলা ছোৱালী, সংসাৰ পথত ভালকৈ বুজ নোপোৱা ছোৱালীৰ ওপৰত সকলো পবিত্ৰতাৰ দাবী কৰা যেন সমাজৰ ঘোৰ অবিচাৰ, ভয়ংকৰ স্বাৰ্থপৰতা! এই ভাৱে তাক আকুল কৰিলে। সি ভাবি ভাবি যাবলৈ ধৰিলে। সি যিমানেই পাৰ্বতীৰ ভগা পঁজাটোৰ ওচৰ চাপিল, সিমানেই তাৰ মন উগ্ৰ হৈ উঠিল। সমাজৰ কি অবিচাৰ! সমাজক তাইৰ সেই পঁজাটো ভাল কৰিব দিবলৈ কত কাকুতি-মিনতি কৰিব লাগে, খেৰ-বাঁহৰ যোগাৰ কৰিব লাগে; কিন্তু সমাজে তাইৰ ওপৰত সম্পূৰ্ণ প্ৰভুত্ব কৰে, তাই অপৰাধিণী হ'লে, বিচাৰকৰ সম্পূৰ্ণ ভাৰ, শাসন-দণ্ডৰ অধিকাৰ লৈ সমাজ বহি আছে। যেন সঁচা-মিছা অলপ খুঁত পালেই ৰাম-টাঙোন তুলিব। সমাজৰ পৰা উলিয়াই দি চুৰা পাতনিত বাহ দিব। সি ভাবি ভাবি তাৰ নিজৰ ঘৰৰ সচণ্ডৰ দুৱাৰমুখ পালেগৈ। সেই সচং কত যুগৰ! কত মহান আদৰ্শ লৈ কোন অতীততে থাপনা কৰা সচং আজিও তাৰ ঘৰৰ সম্মুখত বিৰাজমান। সেই সচণ্ডতে কত ধৰ্ম-প্ৰাণে ধৰ্ম-আলোচনা কৰিছিল, কত উদাৰ মত প্ৰচাৰ কৰি গাঁৱলীয়াৰ প্ৰাণত ঝঙ্কাৰ তুলিছিল! সেই সচং আজি প্ৰাণহীন কু-সংস্কাৰৰে ভৰা। বাহ্যিকত ই আজি সুন্দৰ বা ডাঙৰ হ'লেও, আচলতে কিন্তু কিমান সংকীৰ্ণতাৰে ভৰপূৰ, কিমান কু-সংস্কাৰেৰে পৰিপূৰ্ণ। ক'ত সেই শ্ৰীমন্ত শঙ্কৰৰ উদাৰ মত! ক'ত সেই নিস্পৃহ ভক্তি! ক'ত সেই ব্ৰাহ্মণ-চণ্ডাল সকলোৰে সমান ভাব। ক'ত সেই দশম-ভাগৱতৰ পাতে পাতে আঁকা মধুৰ শান্তিৰ ছবি বিশ্বধৰ্মী!

শ্ৰীধৰে ভাবতে বিভোৰ হৈ থাকোতে দেখে, হাতত বাঢ়নী এটাঁৰ লৈ এজনী তিৰোতাই চোতাল সাৰিব ধৰিছে। শৰীৰত তাইৰ একো অলঙ্কাৰ-পাতি নাই, কিন্তু তাইৰ সৌন্দৰ্য অপৰূপ। শ্ৰীধৰে চাই থাকিল। সি দেখিলে, সেই সৌন্দৰ্যৰ খনি যেন

চোতালত ভাহি যাব ধৰিছে। আকৌ সি দেখিলে, সেই সৌন্দৰ্যৰ মাজতো এখনি বিষাদ কালিমাৰে ভৰা ক'লা মুখ এডোখৰ ক'লা মেঘৰ দৰে ভাহি যাব ধৰিছে। চন্দ্ৰৰ কলঙ্কস্বৰূপ সেই বিষাদপূৰ্ণ মুখখনিয়ে সৌন্দৰ্য কমাওক ছাৰি বেছিহে কৰিছে। কিন্তু সেই সৌন্দৰ্যৰ মাজতো, হৃদয় ফুটি ওলোৱা এটা বিষাদৰ সুৰে দৰ্শকৰ মনতো তাৰ প্ৰতিধ্বনি নোতোলাই নাথাকে। তাই চোতাল সাৰিয়ে থাকিল। তাইৰ চলন-ফুৰণ, অঙ্গি-ভঙ্গি চাই শ্ৰীধৰ এখনি কল্পনা-ৰাজ্যত বিভোৰ হ'ল। হঠাৎ সি মাত দিলে, "পাৰ্বতী" পাৰ্বতীয়ে পাছলৈ চাই— "অ আপুনি! আপুনি কেতিয়া আহিল?"

"এতিয়াই। তই ইয়াত যে চোতাল সাৰিছ?"

"হয়! আয়ে কিবা কামত ধৰি, মোক চোতালখন, সাৰিব দিছে।"

"দেউতা ক'ত?"

"ক'ৰবালৈ গৈছে।"

"তই ভালে আছ?"

"ভাল-বেয়া নো মোৰ কি?"

এই মৰ্মভেদী কথাষাৰে শ্ৰীধৰৰ মনত শত ভাবৰ জাউৰি তুলিলে। হিন্দুৰ বিধৱাৰ ভাল-বেয়া অৱস্থাৰ প্ৰশ্নৰ সমিধান তাতকৈ কি হ'ব পাৰে? সি আৰু দুনাই সেই কথা নোসোধাৰি কলে, "পাৰ্বতী তোৰ খোৱা-লোৱা কেনেকৈ চলিছে?"

"আই-দেউতা আছে মানে অভাৱ কি? যেতিয়া যি লাগে তেওঁলোকেই দিয়ে।"

শ্ৰীধৰে মাকৰ প্ৰশংসা এজনী ছোৱালীৰ মুখত শুনি হাঁহি মাৰি ক'লে, "কিন্তু আইতা যিদিনা নোহোৱা হ'ব?"

পাৰ্বতীয়ে সেই কথাৰ উত্তৰ নিদিলে। সেই কথা যে কিমান ভয়ংকৰ, তাক পাৰ্বতীৰ বাহিৰে কোনে জানে? পাৰ্বতী থৰ হৈ চাই থাকিল। শ্ৰীধৰে ক'লে, "যাওক সেই কথা এৰি পেলা।"

সি ভাবিলে পৃথিৱীত এপিনে যেনেকৈ নৃশংসতা, নিষ্ঠুৰতা আনপিনে তেনেকৈ প্ৰেম, দয়া, সহানুভূতিৰ খেলা আছে বুলিয়েতো পৃথিৱী এনে সুন্দৰ। নহ'লে ই এখন নৰকৰ ৰাজ্য হ'লহেঁতেন। কিন্তু সকলো অৱস্থাতে, সকলো সময়তে সেই দয়া, সেই সহানুভূতি পাব বুলি বহি থাকিলেই মানুহে ভৱ-সাগৰ পাৰ হোৱা টান। সি পুনৰ ক'লে, "আই দেউতা, এৰি পেলা-পাৰ্বতী। নিজৰ ভৰিত, নিজৰ হাতত বিশ্বাস নহ'লে, সকলো মিছা। সমাজ মিছা, মানুহৰ দয়া-ধৰম মিছা, দেশ মিছা, গৱৰ্ণমেণ্ট মিছা। কেৱল কিছুমান জাৰবৰ দ'ম। সেইবোৰে ঘৰ শুৱনি নকৰি কেৱল ঘৰত ময়লাৰহে সৃষ্টি কৰে।" পাৰ্বতীয়ে সেই কথা নুবুজিলেও, সি কৈ গ'ল— "আমাক সমাজ লাগে— আমাক উন্নতিৰ পথ, আমাক স্বাৱলম্বনৰ পথ, ধৰ্ম-কৰ্মৰ পথ দেখুৱাবলৈ। আমাক দেশৰ স্বাধীনতা লাগে; আমাৰ প্ৰত্যেককে স্বাধীনতাৰ মূল্যবোধ দিবলৈ আমাক গৱৰ্ণমেণ্ট লাগে, আমাৰ উন্নতি, আমাৰ মনুষ্যত্ব, আমাৰ ধৰ্ম-কৰ্ম গৌৰৱময় কৰিবলৈ। নহ'লে সমাজ গৱৰ্ণমেণ্ট স্বাধীনতা লাগে কিয়? স্বাধীনতা যুদ্ধত হাজাৰ হাজাৰ মানুহ মৰি বিধৱাৰ সৃষ্টি কৰি, দুখ-শোকেৰে ভৰা জগত আৰু দুখময়, শোকময় কৰিবলৈ নে? তেন্তে স্বাধীনতা নামত খোৱা-কামোৰা মৰামৰি কিয়? এই কিয়ৰ উত্তৰ কোনে দিব? কিন্তু দেশক, সমাজক, জনপ্ৰাণীক লাগে স্বাধীনতা। বিশ্বৰ উন্নতি পথৰ সন্ধান দিবলৈ জ্ঞান, আনন্দ, শান্তিপথৰ বাট দেখুৱাবলৈ, জগতত উন্নতিৰ আদৰ্শ দাঙি ধৰিবলৈ। যাওক, সেইবোৰ তই নুবুজিবি।" বুলিয়েই সি ঘৰ সোমাল। ইমান দিনৰ মূৰত মাকে তাক দেখা পাই আনন্দত আকুল হ'ল। তাক ততালিকে সাবট মাৰি ধৰি— "শ্ৰীধৰ, তই ইমানদিন ক'ত আছিলি?" বুলি আৰু একো ক'ব নোৱাৰি, তাৰ চকুলৈ চকুৱে চাই ৰ'ল।

(১২)

"সম্পত্তি!"

"এৰা, পিতাৰাৰ সম্পত্তি তই নাখালে কোনে খাব?"

"সম্পত্তি কিহৰ কাৰণে আইতা? কেৱল গাঁও

পুতি ৰাখি সপোনতো নিলে নিলে বুলি ক'ৰলৈ নে? তেন্তে সম্পত্তিশালী আৰু চোৰ-দস্যুৰ পাৰ্থক্য কি? সমাজৰ পৰা প্ৰবঞ্চনা কৰি আনি কিছুমানে যেনে তেনে সমাজ, দেশক বঞ্চনা কৰিলেই ধনৰ ব্যৱহাৰ কৰা হ'লনে?"

"সেইবোৰ কি কৰ বাপা? দেউতাৰে ইমান কষ্টকে মাটি-বাৰী, ধন-সোণ আৰ্জিছে। তোৰ কাৰণে নহৈ কাৰ কাৰণে ক?"

"মোলৈ আৰ্জিলেও, মোক সেইবোৰ নালাগে আইতা! আৰু মোক দিয়ে যদিও, মই সেইবোৰ কি কৰিম, কেনেভাৱে ব্যৱহাৰ কৰিম, জানা আইতা?"

"কেনেকৈ ? তইতো খৰচী ল'ৰা নহয়?"

"কিছুমান টকা পেৰা-চন্দুক বা মাটিৰ তলত পুতি থৈ তাৰে ধ্যান-সাধনা কৰি থাকিলেই যে খৰচী নহ'ল, সেইটো নহয় আইতা। বৰং তেনেবিধ প্ৰাণীতকৈ খৰচী মানুহ বহুতো ভাল। কিয়নো, সিহঁতে দেখাদেখিকৈ খৰচ কৰি সমাজৰ টকা সমাজতে দিছে। কিন্তু তেনে কৃপণবোৰে টকাবোৰ সমাজৰ পৰা লুকাই ৰাখি সমাজক দুখীয়া কৰিছে। মই সেইবোৰ টকা পালে আজিয়েই পঢ়াশালি পাতি, ডাক্তৰখানা খুলি, পুখিভঁৰাল কৰি, ফেক্টৰী আৰু ব্যৱসায়ৰ অনুষ্ঠান কৰি সেই টকাবোৰৰ সজ ব্যৱহাৰ কৰিম।"

"সেইবোৰলৈ মন মেলি টকাবোৰ নুৰুৱাবি বাপা! আমাৰ চিৰকাল যি প্ৰথা চলি আহিছে, তাৰ বাহিৰে কৰিব গ'লে পিছত 'হা ভাত হা ভাত' কৰি মৰিব লাগিব। জানাই নহয় বাপা, টকা নহ'লে মান-সন্মান নাই। পূৰ্বপুৰুষৰ পৰা আমাৰ ঘৰ যশে-মানে জনাজাত। এতিয়া তেল নিদি ভেঁকুৰিব দিবিনে?"

"আইতা টকা ক'ত উৰে? টকাতো খৰচ কৰিলে উৰি নাযায়! কেৱল টকাৰ মোহেহে লুকাই সমাজক খাত্তাং কৰে। ধনীয়ে দুখীয়াৰ শ্ৰেণী সৃষ্টি কৰে। অহংকাৰে স্বাৰ্থ গাঢ় কৰি তোলে। আৰু চিকাকপ নহ'লে মান নকৰিব? মান মান বুলি হামৰাও কাঢ়ি মান বিচাৰিলে শান্তি ক'ত? ভাল কামত টকা খটাই যদি দীন ভিকহ হ'ব লাগে, তাত ভয় কি? নিজৰ সবল হাত-ভৰি আছে, কৰ্ম কৰিবলৈ শক্তি আছে।"

এনেতে দেউতাকে সি কুঠৰিৰ পৰা মাত লগালে, "বোলো, বুজাক বুজাবি আকাৰে ইংগিতে, নুবুজাক বুজাবি ঢাবা চাপাৰে, ইমান পঢ়ি শুনিও তাৰ জ্ঞান নহ'ল। মই আছি সকলো শুনিছোঁ। ডাক্তৰখানা খোলে, পঢ়াশালি কৰে আৰু তাৰ মূৰ কৰে যি কৰে কৰক। বোলো, এটা ফুটা কড়ি আৰ্জিব নোৱৰাৰ ডাঙৰ ডাঙৰ কথা শুনিলে হাঁহি উঠে। ভাল নিলাজ মুখেৰে কথা উলিয়ায়! সিপিনে কৰিবলৈ হ'লে গাত শক্তি নাই। ইপিনে, "গাত নাই ছাল বাকলি, মদ খায় তিনি টেকেলি। বোলো, নিলগে নিলগে আছিলি, এতিয়া আকৌ ক'তো খাব নাপাই ঘৰ পাইছেহি হৰ'লা। আহিছতো আহিছ, মনে মনে চকু মুদি খা; পিছে বৰ বৰ কথা আখে ফুটা দিব ধৰিছে! হেৰৌ, তই বলিয়া হ'লি বুলি মই বুঢ়া পিতাৰো বলিয়া হোৱা নাই। নাভাবিবি তোক লাবিব ছাবিবলৈও এপইছা দি যাম। যি কেইদিন থাক, পেটটো ভৰাই থাক, তাত বাধা নিদিওঁ। তাৰ ওপৰঞ্চি আশা নকৰিবি। তাৰো মুদা মাৰিলোহেঁতেন; কিন্তু মাৰৰ তিৰোতা মন, কান্দি-কাটি মৰে। নহ'লে চান্দা-কপাল লুইতত ভহাই দিলোহেঁতেন। ল'ৰা-ছোৱালী নোহোৱাবোৰেনো কি কৰিছে?"

দেউতাকৰ জলদ গম্ভীৰ কথাকেইযাৰ শুনি শ্ৰীধৰৰ গোটেই দেহত এটা ভুঁইকঁপ উঠিল। এপিনে তাৰ চিৰকাল চলি অহা পিতৃ-ভক্তি, আনপিনে পিতৃৰ ঔদ্ধত্যৰ সমুচিত প্ৰায়শ্চিত্ত কৰিবলৈ ওলোৱা মনৰ অবিয়া-অবিত সি খন্তেক তবধ হ'ল। অলপ পিছতে পাছৰটোৱে আগৰটোক হাৰ মানালে। সি লাহে লাহে ক'লে, "পিতৃ-ভক্তি, গুৰুজন সেৱা এইবোৰ মাথোঁ শাস্ত্ৰৰ বচন। বৰ্তমান সময়ত যথাৰ্থ পিতৃও নাই, গুৰুও নাই। তেন্তে ভক্তিৰ দাবী কৰি থাকিব কিয়? বোলে বোলক সমাজে বেয়া, তাত মোৰ আপত্তি নাই। কিন্তু এই ঔদ্ধত্যৰ উচিত উত্তৰ নিদিলে নহয়।" জোৰে মাত লগালে— "আপোনাৰ ধন মই খুজিবলৈ অহা নাই। আপোনাৰ ভাত মই খাবলৈও অহা নাই।"

পুতেকৰ মুখত এনে অভক্তিৰ কথা শুনি, দেউতাকৰ খঙে মূধ ঢুকি পালেগৈ। তেওঁ ক'লে, "তেন্তে আকৌ

মৰিবলৈ কিয় আহিছ? নে মই বিচাৰি গৈছিলো? হয়, বিচাৰিলোহেঁতেন, যদি সৰু অৱস্থাত থাকিলিহেঁতেন বা লিখা-পঢ়া নাজানিলিহেঁতেন। পিছে সিবোৰ কৰ্তব্য সমাধা কৰিছো যেতিয়া এতিয়া যি কৰি মৰ মৰ। মই নিবিচাৰো আৰু তোৰ অৰ্জা ধন বা পিণ্ডলৈকো আশা নকৰো।"

মাকে পিতাক-পুতেকৰ এনে কথা-বতৰাত বহুদিনৰ মূৰত হাততে পোৱা পুতেক আকৌ হেৰায় বুলি পুতেকক লাহে লাহে ক'লে, "বাপা, মনে মনে থাক। দেউতাৰৰ লগত বইচ-বাইচ কৰনে? কেইদিনমান নমতা নোবোলাকৈ থাকি দেউতাৰে যি কয়, তাকে কৰ। দেউতাৰৰ খঙ কমিলে সকলো ভাল হ'ব। তোক মৰম নকৰিলে আৰু কাক মৰম কৰিব? আগে-পাছে নাই, তয়ো একেটা ল'ৰা। তোক সম্পত্তি নিদি কাক দিব!"

"আইতা! সম্পত্তিৰ কথা আৰু নুলিয়াবা। সম্পত্তিৰ মোৰ অকণো আৱশ্যক নাই, সম্পত্তি মই নিবিচাৰো। বাহিৰৰ, ধন-সোণ সম্পত্তি মই মৰিবৰ দিনা লৈ নাযাওঁ, দেউতায়ো লৈ নাযায়।"

"দেউতাৰে তোক মৰম নকৰি কাক কৰিব বাচা! কেৱল তেওঁৰ কথামতে কাম নকৰ কাৰণেহে।"

"কাম! তেওঁৰ কথামতে কোনো কালেও মই কাম কৰিব নোৱাৰো। তেওঁৰ কথামতে টকা পুতি থব নোৱাৰোঁ, তেওঁৰ কথামতে দুখীয়াক মাৰি ধন-সোণ লুটি আনিব নোৱাৰো, তেওঁৰ কথামতে সকলোকে হুজুৰ, চাহাব বুলিব নোৱাৰোঁ। এতিয়াও নোৱাৰোঁ আৰু কাহানিও নোৱাৰিম। গতিকে তেওঁৰে-মোৰে কেতিয়াও মিলন হ'ব নোৱাৰে। মই এতিয়া যাওঁ আইতা।"

"ক'লৈ যাব বাচা! দেউতাৰৰ সহায় নহ'লে তই কি কৰিব পাৰ? হাতত ধন নহ'লে তোৰ উপায় কি? কেনেকৈ কৰি মিলি খাবি? সেইবোৰ অভিমান এৰ বাচা! লাউ হাজাৰ ডাঙৰ হ'লেও, পাতৰ তল। মানুহে বেয়া বুলিব।"

"ইয়াত মানুহ নাই আইতা! যেয়ে বেয়া বোলে বোলক, যেয়ে শাস্ত্ৰৰ বচন মানি পিতৃ-দেৱতাৰ ঔদ্ধত্য স্বীকাৰ কৰে, কৰক; কিন্তু মই কাৰো ঔদ্ধত্য স্বীকাৰ নকৰো। সমাজৰ ঔদ্ধত্য মই এনেয়ে এৰি নিদিওঁ। ৰজাৰ ঔদ্ধত্যও মই শিৰ পাতি নলওঁ। যদি সেইবোৰৰ কাৰণে সমাজৰ নেওচা-কেওচা, পিতৃ-মাতৃৰ ত্যাজ্যপুত্ৰ বা ৰজাৰ মনে-বছা আইনৰ পাশুপাট অস্ত্ৰৰ সম্মুখো হ'ব লাগে, তথাপি হ'ম। সেইবোৰ সহিবলৈ শক্তি আছে, সমাজৰ বিষ-দাঁত ভাঙিবলৈ বিবেকৰ বিষ-হৰি মন্ত্ৰ আছে।"

দেউতাকে আৰু ধৈৰ্য ৰাখিব নোৱাৰিলে। "ওলা, ওলা এতিয়াই ওলা! সিবাৰ খেতি কৰি খাইছিলি নহয়। সাঠনতো সেয়ে, তাতে বৰ কথা।"

শ্ৰীধৰে এইবাৰ গম্ভীৰ হৈ ক'লে, "ওলাম, কেৱল আপোনাৰ ঘৰৰ পৰাহে ওলাম; কিন্তু দূৰলৈ নাযাওঁ। সিবাৰ নিজৰ ওপৰত বিশ্বাস নাছিল বুলি, আচল শিক্ষা পোৱা নাছিলো বুলিয়েই পলাইছিলো। এইবাৰ আপোনাৰ চকুৰ আগতে থাকি দেখুৱাম, শ্ৰীধৰ মানুহ হৈছে। শ্ৰীধৰে পিতৃ-সম্পত্তি, সমাজৰ বাহ্যিক সহানুভূতিলৈ আশা নকৰে। আহিলো আইতা!" বুলিয়েই ততালিকে মাকৰ হাত এৰাই আঁতৰ হ'ল।

(১৩)

"হেৰৌ, নহ'বৰ হ'লদে। এতিয়া টকা-কড়িৰে মোনা ভৰাব। ডাঙৰ মানুহৰ ল'ৰা, ক'ত ডাঙৰ বিষয় এটা লৈ বাপেক-মাকৰ সুখ্যাতি বঢ়াব; পিছে এতিয়া—"

"এৰা বোলো, বাপ জনমত নাই গাই, কঁৰিয়া লৈ খীৰাব লৈ যায়।" কোনোকালে নাঙলৰ মুঠিত ধৰা নাই, এতিয়া মাটি কিনি হাল বাব!"

"কি কোৱা, তোমালোকে দেখা নাই! মই সিদিনা দেখিছো, সুন্দৰভাৱে হাল বাইছে। আলিৰ পাহ কাটিছে। দেখিছো, খেতি কৰিব ক'ৰবাত শিকি আহিছে।"

"হয় নেকি? তেন্তে নিজৰ ইমান মাটি-বাৰী থাকোঁতে আকৌ মাটি কিনিলে কিয়?"

"ক'ব নোৱাৰো। মই তেওঁক হাল বোৱা দেখি সুধিলো, বোপা, দেউতাৰৰ ইমান মাটি থাকোঁতে আকৌ

নকৈ মাটিলা কিনিলা কিয়? তেওঁ ক'লে এই মাটি ভাল দেখি। তাত হেনো এটা ঘৰো কৰিব। এই কেইদিনো দেউতাকৰ ঘৰত থকা নাই। সেই ডাঙৰ বট-গছজোপা যে আছে, তাৰ তাতে কটাইছে।"

"বৰ আচৰিত দেখিছো। সেই শ্মশানৰ কাষতে?"

"এৰা, মই কোৱাত কি কয় জানা? শ্মশান, ঘৰ-বাৰী আমিয়েতো কৰো। আমাৰ মনতেতো দেও ভূতৰ সৃষ্টি। গতিকে, মনত সেইবোৰৰ সৃষ্টি নকৰিলেই হ'ল। এদিনতো এই শ্মশানতে ৰাতি-দিন পৰি থাকিব লাগিব। আজি যে শ্মশানতে কেজনমানে কেজনমানে শ আনি পেলাই যাব বা পুৰি যাব, তেতিয়া আঁউসীৰ ৰাতিও ইয়াতে অকলে পৰি থাকিব লাগিব। বিশেষতঃ মোৰ ভয়-ভীত নোহোৱা হৈছে কত বেয়া ঠাইত অকলে দিন কটাইছো, এয়াতো গাঁৱৰ কাষ!"

"কথাষাৰ আচলতে হয়। মনতহে দেও-ভূত। দেও-ভূত নোহোৱা ঠাইনো ক'ত আছে? নিজৰ ছাঁটো কি?"

"এৰা, আকৌ কৈছে কি জানা, সেই শ্মশান হেনো স্বৰ্গপুৰী কৰিব। মুখেৰেতো বহুতো ক'ব পাৰি, কামত কৰাহে টান। আৰু পাৰিবও পাৰে, টকা থকা মানুহ! দেউতাকে কেইহাজাৰমান দিলেই হ'ল।"

"ওহো, দেউতাকে এপইছাও নিদিয়ে। মই সকলো শুনিছো। তেওঁ একো নিদিয়ে।"

"এ তেন্তে থোৱা। কেইদিনমান বোধ কৰো দেউতাকৰ লগত খং কৰি তেনে কৰিছে। বেজাৰ লাগিলে বা শ্মশানৰ আধামুৰা বা পিতল চকুৱাক এদিন দেখক মাথোঁ, আকৌ ঘৰ পাবহি। এই বুঢ়া কালত বহু দেখিলো, বহুত শুনিলো। কিন্তু 'পুনৰ্মূষিকোভৱ।' সেইবোৰেনো নন্-কোপাৰেশ্যনৰ ভলন্টিয়াৰ হৈছিল নহয়! ডেকা কালত বাও লাগিলেই কাকিনি তামোলৰ দৰে হালে। পিছে বাও কমিলেই আকৌ যি সেই মূৰ্ত্তি। মই হ'লে কথা ভাল দেখা নাই। পঢ়ি-শুনি ভাল হৈছিল, ক'ৰবাত কাম বিচাৰিলে পালেহেঁতেন। সৌৱা মৌজাদাৰ দেউতাও এইপিনে আহিছে হ'বলা! কি হৈছে বুজ লওঁ ৰ'বা। বোধ কৰো দেউতাকৰ লগত কিবা কাজিয়া-পেচাল কৰিছে। আজিকালি ইংৰাজী দুপাত লুটিয়ালেই বাপেক মাক নমনা, গুৰু-ভকত নমনা দিন পৰিছে নহয়!" মৌজাদাৰ আহিল। "আহক দেউতা, পিছে বাপাদেৱেনো এইটো কি বেশ ললে? সন্ন্যাসীও নহয়, আকৌ গৃহস্থীও নহয়।" "এ তুমি ভাল কৈছা দিয়া। সিদিনা মোৰ লগত কথা হওঁতে ক'লো, বোলো বোপা সন্ন্যাসী হ'লা দেখো। ঘৰ-বাৰী এৰি গছৰ তলত বাস। ডাঙৰ বিষয় লবলৈ এৰি পথাৰত নাঙল জুৰিলাহি দেখোন? তেওঁ ক'লে— সন্ন্যাসীক মই ঘৃণা কৰো বুজিছ কাই। সন্ন্যাসী হোৱা মানে পৰৰ ধনৰ ওপৰত ঈশ্বৰৰ ভজনৰ ভাওনা কৰা। কৰ্ম নহ'লে ধৰ্ম ক'ত? বৰং এনেবোৰ আলাবাদু সমাজৰ গলগ্ৰহ। সন্ন্যাসীৰ সৃষ্টি কৰাতকৈ ল'ৰা-ছোৱালীক খৃষ্টিয়ানৰ হাতত গতাই দিয়া ভাল। সিবিলাকে সিহঁতক ডাঙৰ-দীঘল কৰি শিক্ষা-দিক্ষা দি কাকো ডাক্তৰ কৰি, কাকো মিস্ত্ৰি কৰি, কাকো ইঞ্জিনিয়াৰ কৰি সংসাৰত খুটি খাব পৰা কৰে। কিন্তু আমাৰ সন্ন্যাসী আশ্ৰমত সোমালেই দেখিবা কি? হাতত লাওখোলা, গাত ৰাম বা হৰি লিখা চাদৰ এখন লৈ ঘৰে ঘৰে ভিক্ষা মাগি ফুৰা। আনপিনে আকৌ ধৰ্ম ব্যাখ্যা কি শুনিবা? ৰাম ডাঙৰ নে শিৱ ডাঙৰ, বিষ্ণু ডাঙৰ নে ভগৱতী ডাঙৰ, এইবোৰ কথা। যীশুক কৰিলে মেলেছ আৰু তেওঁলোক হ'ল ধৰ্মৰ অধিকাৰী!"

মৌজাদাৰে গহীনাই মাত দিলে—"তাৰ কথা নক'বা! মই আৰু ভাগৰিলো। পঢ়াই-শুনাই ফল পাইছো ভাল!"

গাঁওবুঢ়াই মাত লগালে— "এৰা, আজিকালিৰ শিক্ষাই এনেকুৱা সকলোকে মেলেচ কৰি তোলে। শাস্ত্ৰ বচন উৰুৱাই দিয়ে। ডাঙৰ-সৰু নমনা হয়।"

মৌজাদাৰে ক'লে— "বুজিছা গাঁওবুঢ়া কাই; সৰুৰে পৰা বৰ মৰম কৰি সকলো খৰচ-পাতি যোগাই তাৰ চকু মুকলি কৰিলো। পিছে কথা-বতৰা নুশুনি পোনে পোনে হ'ল গান্ধীভকত। তাৰ ফল হ'ল কি? লগৰ ল'ৰাবোৰ আগবাঢ়ি গ'ল। কেও হাকিম হ'ল, কেও উকিল হ'ল। যি নহওক, পিছত নহয় আকৌ পঢ়িলিয়েই। বি. এ. পাছ কৰিলি, ভাল হৈছে। ডাঙৰক এবাৰ নামানি যি পত্ৰইছ, তাৰ পৰাতো শিক্ষা

পাব লাগে। পিছে ওকালতি পঢ়। ঘৰত খৰচ দিব পৰা কিবা শক্তি নাই নে? ওহোঁ সেইবোৰ কথালৈ তাৰ কাণ নাই। নিজৰ মতটোহে মত, লাগে সিপিনে যিহকে নহওক। সেই কাৰণে আৰু এৰিছো, মাতিলেও খবৰ নলওঁ। সন্ন্যাসী হয়, গৃহস্থী হয়, নট হয়, যি হয় তাকে হওক। পাৰো যদি ৰাজ্য বিষয়খন কোনোমতে জীৱনকালত ৰাখি পিছত সোপাকে ছোৱালীজনীৰ ল'ৰা এটা আছে— তাৰ নামতে লিখি দি যাম। অধমে যি কৰে তাকে কৰক। উস্ আৰু সহ্য হয়নে? সৰুৰে পৰা মই পুহি-পালি ডাঙৰ-দীঘল কৰি হাতৰ খৰচ, পঢ়া খৰচ দি পঢ়ালো এতিয়া মোৰ কথা নুশুনে; নৱ্য-সভ্য হ'ল।"

"হয়তো আপুনি বুলিহে এনে সহ্য কৰিছে। আন হোৱাহেঁতেন মাৰি-ধৰিও সৈমান কৰালেহেঁতেন। এপইছা আৰ্জিব পৰা হোৱা নাই, তাতেঁ এনে মহতালি কোনোবাই সহ্য কৰিব পাৰে?"

"পইছা আৰ্জিব পৰা হ'লেই যে মোক দিলেহেঁতেন তাক মই আশা কৰা নাছিলো।"

"এ আপুনিনো কিয় আশা কৰিব? আপুনি যি কৰি গৈছে, তাৰে আপোনাৰ জীৱনটো সুকলমে কটায়ো এৰি থৈ যাব পাৰিব।"

"কেৱল মোৰ ইচ্ছা, যাতে দহজনৰ আগত সি মানুহ হয়। দহজনে তাক মান-সম্মান কৰে। পিছে, সেইবোৰ কৰিব ক'ত? আজি বোলে গান্ধী-ভকত, কালি বোলে জেল-কয়দী, পৰহি বোলে অঘৰী, সন্ন্যাসী! এনেবোৰ কথা বুঢ়া কালত সহ্য কৰিব পাৰিনে?"

"কেতিয়াও নোৱাৰি। পঢ়ি-শুনি শেহত তাৰ মতিচ্ছন্ন হ'ল— মতি গতি শুচিল।"

"আকৌ শুনিছা নে নাই? সেই পথাৰৰ কাষতে হেনো এখন পঢ়াশালি কৰিব। পঢ়াশালি হেনো প্ৰথমে বটগছৰ তলতে হ'ব।"

"অ', তাত ভূত-দানৱৰ ল'ৰাই পঢ়িব। মানুহৰ ল'ৰা আৰু নাযায়। বোলো, তাৰ দৰে এনে কোনো অজমূৰ্খ নাই যে, দেখাতে ল'ৰাক ভূতৰ হাতত পেলাই দিব। বোপাই ঐ, শ্মশানৰ বটগছ, তাৰ তলেদি গ'লেই আমাৰে গা কঁপে।"

"কিন্তু কেইজনমান গোটাইছে।"

মৌজাদাৰে ক'লে– "ল'ৰা পালেই নে? এই গাঁৱৰ নে ক'ৰবাৰ?"

"সেই ওচৰ-চুবুৰীৰ। অৱশ্যে সেইকেইটা ল'ৰাও কম নহয়। সেই জটাধৰ, ঘণ্টাকৰ্ণ আৰু কাঁথিমুচা লগ লাগিছে।"

"সঙ্গও সঙ্গ আচল সঙ্গই। জটাধৰৰ মাকে তাক যাব দিছে নে?"

"নিদিলে কি হ'ল। ভাল কৈছে, সি মাকৰ কথা শুনা ল'ৰাহে। তাতে বোধ কৰো ভাল খাবলৈ পাইছে।"

মৌজাদাৰে ক'লে– "মোৰ সম্ভৱ, মাজতে কিছুমান দিন আমাৰ সি নোহোৱা হৈছিল নহয়। বোধকৰো ক'ৰবাত চুৰ-টুৰ কৰি কেইটামান টকা-পইছা আনিছে। নহ'লে মাটি, গৰু-হাল কেনেকৈ যোগাৰ কৰিলে?"

"কিজানি আহি আপোনাৰ জমাতে হাত দিলে। যিমান সম্ভৱ সেইটোৱে। নহ'লে আনৰ পৰা অনা বিশ্বাস নহয়। ভালকৈ গণি-পিতি চাবচোন।"

"এৰা ক'বও নোৱাৰি। বুজিছা ল'ৰা পঢ়ালোনে সৰ্বনাশ কৰিলোঁ। টকাৰ পিনে টকাৰ শ্ৰাদ্ধ। আনপিনে, পাখি গজাই এতিয়া ঘৰতো ৰাখিব নোৱৰাত পৰিলো। তাতে আকৌ ইমানবোৰ বেমেজালি। মাকে নিতে কান্দে। কান্দিলে কি কৰিম। এতিয়া মোৰ গোটেই সোপাকে তাক দিওঁ আৰু সি খান্তাং কৰক। সিপিনে ৰজাৰ ৰাম-টাঙোন মোৰ গাত পৰক। সি কি কয় জানা? সিদিনা আহি শুনি আছো– মাকক কৈছে– ডাক্তৰখানা খোলে, পঢ়াশালি পাতে, অনাথ আশ্ৰম কৰে আৰু কি নকৰে ? ইমান ডাঙৰ গৱৰ্ণমেণ্টে সেইবোৰ কৰি দিব পৰা নাই। আৰু য'ত দিয়েও, তাতো টকা-পইছাৰে যোগান ধৰিব পৰা নাই। সি কালিৰ ল'ৰাই এইবোৰ কৰে। হাঁহিও উঠে, খঙো উঠে। মূঠৰ ওপৰত বুজিছো তাৰ হাতত টকা-পইছা পৰিলে মোৰ সৰ্বনাশ কৰিব।"

"চাব, আগেয়ে দূৰে দূৰে আছিল, ভালেই আছিল। এতিয়া ওচৰতে থাকি বুকুতে কামুৰিব। তলগুঁজীয়াকৈ

কেতিয়াবা নিজে গৈ লোৰ পেৰা খুলিব পাৰিলে নাইবা মাকৰ পৰা দুই-একুৰিকৈ সৰকাব পাৰিলে দিহা লগাব।"

"সেইটোৰ সমূলি বাট ভেটিছো। নিজৰ ল'ৰা হ'ল কি হ'ল। মাকৰ মৰমৰ জোল ব'লেও, মই সিমানটো কৰিব নিদিওঁ। মই দঢ়াই দঢ়াই মাকক কৈছো, তাক যদি ভিতৰুৱাকৈ কেতিয়াবা মাতি অনা দেখো, তেন্তে কথা ভাল নহ'ব। কাতিয়া আৰু ধনিয়াইঁতকো কৈছো– সাৱধান, যদি তাক মোৰ চোতালত দেখ, তেন্তে তেতিয়াই গতিয়াই বাহিৰ কৰি দিবি। মোৰ ল'ৰা বুলি নাচাবি। নহ'লে তইঁতৰ কাম তেতিয়াই যাব! সাৱধান নহ'লে নহৈছে। যেতিয়ালৈকে ঠেকি নিশিকে, তেতিয়ালৈকে মোৰ এই পন্থা।"

"এৰা কথাটো বেয়া দেখিছো।"

"কিন্তু আজিকালি যে কোৰ মাৰে দেখিছা নে? গাৰো কছাৰীয়ে তাৰ লগত যোৰ মৰা টান– আমাৰ মানুহৰ কথাকে নকওঁ। এই কে'দিনতে হাবি-বন মুকলি কৰি বৰ সুন্দৰ কৰি তুলিছে। সেই কেন্দুগছৰ তল আৰু বটগছৰ তলত আৰু ভয়লগা এন্ধাৰ নাপায়। আকৌ নৈৰ কাষত যে শ্মশানখন আছিল, সেইখনো ফু-মাৰি ভাত খাব পৰা কৰিছে।"

গাঁওবুঢ়াই ক'লে– "দুদিনমান– দুদিনমানহে। আজিকালিৰ পঢ়া ল'ৰাতো। সিহঁত তুলাৰ দৰে উৰি ফুৰা; ভাবৰ ৰাজ্যত উটি ফুৰি মৰোঁ-জীওঁকৈ লাগি এনেবোৰ কৰিছে। আৰু দিনচেৰেক যাওক ৰ'বা, দেখিবা গাত অলপ ৰ'দ-বৰষুণ লাগি অসুখ কৰক, আকৌ ভৰিত দীঘল দি পৰিবহি। মৌজাদাৰ দেউতা, অলপ মাথোঁ সাৱধানে থাকিব। চাব, কেতিয়াবা সিন্ধি দিব। তেনেহ'লে কথা বিষম হ'ব।"

"এইবাৰ আহিলে কামলৈ যদি মোৰ আগতে দৰ্খাস্ত নকৰে বা ওকালতি পঢ়িবলৈ নাযায়, তেন্তে দহ দিন চ'ৰাঘৰত লঘোনে পৰি থাকিলেও উলটি নাচাওঁ। মই মন ডাঠ কৰিছো।"

(১৪)

বটগছৰ তলত শ্ৰীধৰে ল'ৰাজনক পঢ়োৱাৰ লগতে এবাৰ কৈছে– "বুজিছা, আমাৰ মাটিৰ সি কানত এটা খাল দিব লাগিব। সেই খালটোৰ চৌকাষে ফুল ৰুই দিম আৰু মাটিবোৰেৰে এটা কাম কৰিব লাগিব।"

"কি কৰিব?"

"সেইবোৰেৰে ইটা কৰিব লাগিব।"

"ইটা জানো হ'ব?"

"হ'ব। মই মাটি পৰীক্ষা কৰি চাইছো। সেই ইটাৰে এটা পকীঘৰ সাজি পঢ়াশালি কৰিম আৰু বাকী ইটাবোৰ ধনী মানুহৰ ওচৰত বিকি কিছু টকা লৈ আৰু এডোখৰ মাটি লব লাগিব। মাটি বেছি নহ'লে আমাৰ সুবিধা নহ'ব। মাটিয়েহে আমাৰ উৎপন্নত সহায় কৰিব। তাত শাক-পাচলি, ফলৰ বাগান, তামোল-পাণৰ বাৰী, লগে লগে আমাৰ আন আন বস্তুবোৰ কৰিব লাগিব। পঢ়াৰ লগে লগে আৰ্জনৰ উপায় কৰিব লাগিব। তেহে আমি উন্নতি কৰিব পাৰিম। লগে লগে আমাৰ দেহৰ স্বাস্থ্য ভালে ৰাখিবলৈ পৰিশ্ৰম কৰিবলৈ শিকিম। পৰিশ্ৰমী নহ'লে লিখা-পঢ়া শিকি একো লাভ নাই। গাই কেইজনীৰ খোৱা-লোৱাৰ সুবিধা হোৱা নাই। আমাক বেছি গাখীৰ লাগে। ইপিনে বেছি গাই কিনিবলৈকো টকা নাই। গতিকে, এই কেইজনীকে এতিয়া খুৱাই-ধুৱাই বেছি গাখীৰ দিয়া কৰিব লাগিব। জটাধৰ, গাইবোৰ চাৰ। ঘাঁহ-পানী ভালকৈ দিবা। পাৰিলে গাখীৰ বেচিবও লাগিব। আজি ৰাতি মই গীতা পঢ়িম। গাঁৱত জনাবা। কোনোবাই শুনিব আহে যদি আহিব।"

"ভাল কৈছে আপুনি। সিহঁতে দিনতে এই ডোখৰলৈ নাহে। ৰাতি অহাটো দূৰৰে কথা।"

"কিয়, আজিকালিতো সকলো পৰিষ্কাৰ হৈছে। আমি ৰাতি-দিনে থাকিব পাৰো, তেওঁলোকে আহিবলৈকে ভয় কৰেনে? বিশেষতঃ আজিকালি এইডোখৰ গাঁৱৰ ভিতৰতকৈও পৰিষ্কাৰ হোৱা নাই জানো?"

"হ'লে কি হ'ব? সিহঁতে আমাকে কত কি কয়? ইয়াত বোলে বুঢ়া ভূত আছে। কেতিয়া গৰা মাৰি ধৰি মাৰে, তাৰ ঠিক নাই।"

"ভূত আৰু মৰণলৈ বৰ ভয় দেখিছো। কিন্তু নমৰি জানো চিৰঞ্জীৱী হৈ কোনোবা থাকিব। বাৰু

আহে আহিব নাহে নাই। আমি আগেয়ে সকলো প্ৰকাৰে সুবিধা কৰি লওঁ। পুখুৰীটো সোনকালে কৰিব লাগে। কালিৰ পৰা তিনি ঘণ্টাকৈ কোৰ মাৰিম।"

ঘণ্টাকৰ্ণই মাত লগালে– "তিনি ঘণ্টাকৈ কিয়, দিনটোও মই মাৰিব পাৰো।" "দিনটো একেৰাহে এটা কামত লাগি থাকিলে আমাৰ নহয়। আমি নিয়মমতে কৰি যাম। এদিনত নোৱাৰিলেও এবছৰততো পাৰিম।"

"ই, এবছৰ লাগিবনে? এমাহতে পুখুৰী কৰি উলিয়াম দিয়ক। আপুনি মুঠতে ফুলৰ গুটি বিচাৰক?"

"ফুল হ'ব। তোমালোকেই মোৰ ফুলনিৰ একোটা ফুল। এই ফুল ফুলি যিদিনা মোৰ ফুলনি জাতিস্কাৰ হৈ উঠিব, সিদিনাই মোৰ সাধনাৰ সিদ্ধি। ল'ৰা লাহে লাহে বেছি হ'লে, আমি আৰু আন কাম হাতত লম।"

"পিছে এটা কথা; লাহে লাহে জাৰ আহিব ধৰিছে। জাৰত উপায় কি হ'ব? কানি-কাপোৰৰ কি দিহা কৰিব? আমাৰ ঘৰৰ পৰা আৰু একো কাপোৰ-কানি নিদিয়ে নহয়। গ'লেই গালি পাৰে– ক'ৰ ভূত-দানৱৰ ঠাইত তহঁত লম্ভিছ গৈ। আৰু কত কথা। আকৌ সেই পঢ়াশালিৰ গেঠেলু পণ্ডিতে কালি লগ পাই মোক কি কয় জানে?"

"কি কয়?"

"কয়– হেৰৌ, তহঁতৰ মৰিবৰ ঠাই নাই। সেই মৰিশালিখনহে শেহত ভাল পালি। সি চহৰৰ পৰা অহা ল'ৰা। সি যেনেকৈ মৰে মৰক, তাতে ধনী মানুহৰ ল'ৰা। কিবা হ'লেও ডাক্তৰ-কবিৰাজ পাব। তহঁতে তাৰ লগত সং বান্ধি কিয় মৰিব ওলাইছ? আৰু কাম কৰোতে, হাবি-বন ভাঙোতে কামিহাড় ভাঙিব। কেতিয়া পঢ়িবলৈ সময় পাবি? ইপিনে অলপ বেমাৰ হ'লেই ঘৰলৈ পঠিয়াই দিব। তেতিয়া বিধৱা মাৰহঁতে আকুল-ব্যাকুল হৈ মৰিব। তোৰ মাৰে তোক ইয়াতে পঢ়িব কৈছে। কালিৰ পৰা আৰু তালৈ নাযাবি।"

"তুমি কি ক'লা?"

"কি ক'ম। একেবাৰে কৈছো। বোলো, চৰ মাৰি দাঁত নাভাঙে নে? বুজিছে, মই এদিন পঢ়োতে এটা বানান ক'ব নোৱাৰিলো। সি চৰ মাৰি মোৰ গালখন তিনি দিনলৈ উখহাই থৈছিল। কত দবৰ-পাতি দিহে ভাল কৰিছো। সিদিনাৰ পৰা পঢ়া-শুনা এৰিলো। আপুনি এতিয়া পঢ়াশালি কৰিছে কাৰণেহে আহিছো আৰু তাৰ পঢ়াশালিলৈ যাম নে?"

শ্ৰীধৰে হাঁহি মাৰি কলে, "এয়া মোৰ পঢ়াশালি নহয়। এয়া তোমালোকৰ নিজৰ পঢ়াশালি। ইয়াৰ উন্নতিয়ে তোমালোকৰ উন্নতি। এপিনে পঢ়াত যেনে উন্নতি কৰিব লাগিব, আনপিনে অইন কামতো উন্নতি কৰিব লাগিব। যাতে গাঁৱৰ কোনো মানুহে কোনো কথাতে তোমালোকৰ লগত ফেৰ মাৰিব নোৱাৰে।"

এনেতে জঁটাধৰে মাত দিলে, "সিদিনা মোক আকৌ কি কৈছে শুনিছে? আপুনি হেনো ক'তো কাম নাপাই এনেবোৰ কৰিছে। কাম পালেই গুচি যাব। পঢ়াশালিও উঠিব। আকৌ আমাৰ পঢ়াশালি হেনো চৰকাৰে মঞ্জুৰ কৰা নাই আৰু নকৰেও। ইয়াত পঢ়া আৰু নপঢ়া সমান। পঢ়িলেও পৰীক্ষা দিব নোৱাৰিম। বৃত্তি কেৱে পাব নোৱাৰিব।"

শ্ৰীধৰে হাঁহি ক'লে– "যেযে যি কয় কওক। তালৈ কাণ নিদিবা। আচল কথা হৈছে, পঢ়ি-শুনি ভাল হৈ নিজে খুঁটি খাব পৰা হ'লে আনৰ ওচৰলৈ কাম কৰিবলৈ যাব লাগিব কিয়? বাৰু সেইবোৰ তোমালোকে নুবুজিবা। পঢ়াৰ মানে যে পৰীক্ষা দিয়া বা চাকৰি কৰা, সেইটো হ'ব নোৱাৰে। আৰু আমাৰ পঢ়াশালি যদি বাস্তৱতে ভাল হয়, তেন্তে আন পঢ়াশালিবোৰেও আমাক অনুকৰণ নকৰিব কিয়? ন-পুখুৰীটোত কিছুমান মাছ দিব লাগিব। আৰু কাঁথিমুচা, তুমি কিছুমান হাঁহ আৰু ছাগলী পুহিব লাগিব। তাত যিমান লাভ হয়, আধা তোমাৰ আৰু আধা এই পঢ়াশালিৰ। মই আৰু ইয়াক পঢ়াশালি নকৈ আশ্ৰমহে কম। এই আশ্ৰমৰ নাম কি দিব খুজিছো জানা?"

"কি?"

"আদৰ্শপীঠ"

"অৰ্থ কি?"

"অৰ্থাৎ ইয়াত শিক্ষা-দীক্ষা, ধৰ্ম-কৰ্মৰ আদৰ্শৰ সৃষ্টি হ'ব।"

(১৫)

"আদিতে অব্যক্ত জীৱ মাজতহে ব্যক্ত
জীৱনান্তে মৃত্যু হয় পুনশ্চ অব্যক্ত।
জন্মে বাচি থাকে মৰে জীৱৰ শৰীৰ
সি কাৰণে কিয় হোৱা শোকত অধীৰ?
এই আত্মা আচৰিত কাৰো মনে হয়,
এই আত্মা আচৰিত বুলি অন্যে কয়।
এই আত্মা আচৰিত বুলি অন্যে শুনে
আত্মাৰ প্ৰকৃত তত্ত্ব তথাপি নামানে।
অমৰণ অভাগন আত্মা সদা ৰয়,
দেহৰ মৃত্যুত শোক উচিত নহয়।
ক্ষত্ৰিয়ৰ শ্ৰেষ্ঠ ধৰ্ম যুদ্ধেই নিশ্চয়,
মোহ-মুক্ত হৈ কিয় কঁপা ধনঞ্জয়।
উঠা বীৰ! ধৈৰ্য ধৰি সাধা নিজ কাৰ্য
লাভালাভ সুখ-দুখ জয়-পৰাজয়
সমজ্ঞান কৰি যুঁজা অধৰ্ম নহয়।"

গীতাৰ এই মহাবাণী পটি শ্ৰীধৰে কৈছে– "মৃত্যুলৈ ভয় নাই। আত্মা অমৰণী অভগন। তেন্তে কৰ্তব্য-বিমুখ হৈ ভয়ত পিছুৱাই থাকিব কিয়? মানুহৰ জীৱন কৰ্মৰ কাৰণে। মৰণেই জিৰণি। গতিকেই জীয়া অৱস্থাত জিৰণি বিচাৰি বিচাৰি হাবাথুৰি খাবা কিয়? কৰ্মই শোৱাপাটী। কৰ্মই শান্তি।

"ফলাকাংক্ষা এৰি সখী যিযে কৰ্ম কৰে,
যোগী বা সন্ন্যাসী নাম পায় সেই নৰে।"

গতিকে, বেশভূষা, গেৰুৱা বস্ত্ৰ বা ভস্ম-ধূলাই সন্ন্যাসী নকৰে। সন্ন্যাসী গৃহত থাকিও হ'ব পাৰি।

"নিষ্কৰ্ম অপেক্ষা কৰ্ম শ্ৰেষ্ঠ গণ্য হয়।
সদায় কৰ্তব্য কৰ্ম কৰা ধনঞ্জয়।"

"আৰু কৰ্ম কি?"

"জীৱ অভিব্যক্তি বিশ্ব প্ৰকাশ কৰাটোৱে কৰ্ম, অৰ্থাৎ যিহৰ দ্বাৰা নিজৰ উন্নতি কৰিব পাৰি আৰু সেই কামত বিশ্বৰ উন্নতি হয়, তেনে কামেই আচল কৰ্ম। নহ'লে কাম কৰিলেই কৰ্ম নহয়।" এনেবোৰ গীতাৰ গূঢ় তত্ত্ব পঢ়ি শ্ৰীধৰে দুজন বুঢ়া মানুহৰ আগত ক'ব ধৰিছে। এই বুঢ়া দুজন গাঁৱৰে। ভক্তি তত্ত্ব আচলভাৱে নুবুজিলেও, মহন্ত ভকত নামে জনাজাত। এওঁলোকে ভক্তিৰ সূক্ষ্ম জ্ঞান নাপালেও, এইখিনি বুজি লৈছে যে ভয়, ভীত, সন্দেহ, সংশয়, এইবোৰ মানুহৰ নিজ ভাব। দেহৰ ভেল নিজৰ বস্তু নহয়। গতিকে, এওঁলোকে মৰণলৈ ভয় নকৰি ৰাতি ৰাতি শ্ৰীধৰে গীতা পঢ়া শুনিবলৈ আহে আৰু শ্ৰীধৰৰ গীতা পঢ়া শুনি মুগ্ধ হৈ থাকে। মাজে মাজে তেওঁলোকেও নিজৰ জ্ঞানৰ মূল্য যে শ্ৰীধৰক বুজিব নিদিয়ে, এনে নহয়। তাৰ কাৰণে কীৰ্তন-ঘোষাৰ, দশমৰ পদ আৰু গীতাৰো দুই-এটা শ্লোক মুখেৰে মাতে। অৱশ্যে সেইবোৰৰ অৰ্থ তেওঁলোকৰ মতে নিয়ে।

"ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ
ৰাম কৃষ্ণ ৰাম হৰি
আলাস ত্যজিবা জপিত হৰিক
জানি এক মন কৰি।"

"বোপা, হৰি নাম নললে ই ভৱ সংসাৰ তৰিব নোৱাৰি। শয়নে-সপোনে কেৱল হৰি হৰি। কিন্তু আমাৰ মানুহবোৰলৈ চোৱা, বিষয়-আসক্তিত মগ্ন। হৰিৰ নাম লবলৈ তেওঁলোকৰ আহৰি নাই, কলিকাল বোপা! বিষয় জঞ্জালে সকলোক আতুৰ কৰিছে। ভুলতো একাষাৰ হৰিনাম লবলৈ নোখোজে। গীতা, ভাগৱত এক আধ্যা পঢ়ে, এনে মন নাই। সেই ক'লা মলাটেৰে বন্ধোৱা কিতাপখন কি বোপা।"

"সেইখন কোৰাণ। এইখন বাইবেল।"

"ৰাম ৰাম, বিষ্ণু বিষ্ণু! সকলোকে সানি-পিটিকি নষ্ট কৰিলা। আমাৰ গীতা-ভাগৱতৰ লগত সেইবোৰ কিয় লগ কৰিছা? তোমালোক লিখা-পঢ়া জনা মানুহৰ এইবোৰ দোষ। এই শাস্ত্ৰবোৰ থাপনাত থৈ পিতৃ-পুৰুষে কত আদৰ-সাদৰ কৰি সচণ্ডত ৰাখিছিল। তিনি সন্ধ্যা নাম-প্ৰসঙ্গ কৰিছিল। আজিকালি তোমালোকে সেইবোৰ ভাত-পানী যেন কৰিলা। চুৱা ভাল মানি চলিব লাগে বোপা।"

"তেনে কথা কিয় কোৱা? তোমালোকৰ যেন গীতা-ভাগৱত, মুছলমানৰ কোৰাণ, খৃষ্টিয়ানৰ বাইবেলো তেনে ধৰ্মশাস্ত্ৰ। ইয়াতো আচল তত্ত্ব আৰু সত্য আছে। কেৱল তোমালোকে ভিন-পৰ কৰিহে নষ্ট কৰিছা।

মোৰ ভাব, যেন আটাই কেউখন শাস্ত্ৰ একেলগে বান্ধি মন ৰূপ সচণ্ডত থাপনা পাতি ৰাখো। কিন্তু আজিকালি আমাৰ স্মৃতিশক্তি কমি আহিল। মোৰ ধৰ্ম বিশ্বধৰ্ম। তোমালোকে সেই কথা ভাল নাপালেও মই সেই ধৰ্ম ভাল পাওঁ। গীতা, ভাগৱত মোৰ মনত যেনে, কোৰাণ-বাইবেলো তেনে।"

"বোপা হিন্দুৰ পেটত জন্মিছা যেতিয়া হিন্দু নিয়ম, হিন্দু শাস্ত্ৰ মানি চলিবই লাগিব। সকলোকে সান-মিহলি কৰি মেলেছ হ'লে কেনেকৈ হ'ব? ভকত সেৱাত যদি সেইবোৰৰ কথা উলিওৱা বা কাষলৈ নিয়া, তেন্তে দেখো আমাৰ খোৱামুঠাৰে দিহা লগাবা। সকলো চুৱা-পাতনিত পেলাব লাগিব।"

"সেইবোৰ তোমালোকে সৃষ্টি কৰিছা। মোৰ শাস্ত্ৰত কোৱা নাই। আমাৰ শঙ্কৰ-মাধৱে চণ্ডালকো ভকত কৰিছে, নাজানানে? তেওঁ কৈছে—

নীচত সাধুত যাৰ ভৈলা একমন
তাহাকেই পণ্ডিত বোলয় সৰ্বজন।
কুকুৰ চণ্ডাল গৰ্দভৰো আত্মাৰাম
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।
ব্ৰাহ্মণ চণ্ডাল নিবিচাৰি কুল,
দাতাত চোৰত যেন দৃষ্টি সমতুল।

এইবিলাক সুন্দৰ সুন্দৰ কথা এৰি কেৱল চুৱা চুৱা কৰি আমাৰ ধৰ্মৰ আদৰ্শ নষ্ট কৰিব গৈছা। ঈশ্বৰ বিশ্বাসেও আজিকালি আমাক দুৰ্বলীহে কৰিব ধৰিছে।"

"ৰাম ৰাম! বিষ্ণু বিষ্ণু! ঈশ্বৰত অবিশ্বাস কৰা?"

"বিশ্বাস কৰো; কিন্তু কথা আওপাকে গৈছে। আগেয়ে ঈশ্বৰৰ ভাবত আকুল হৈ ধ্ৰুৱ প্ৰহ্লাদে সাপ-বাঘ-ঘোঙ, হাবি-বন ভয় নকৰি ঈশ্বৰৰ ভাবত বিভোৰ আছিল। আজিকালি ঈশ্বৰৰ ভাব কি হৈছে জানা?" "কি?"

"ঈশ্বৰে যি কৰে কৰিব। আমাৰনো কি শক্তি আছে। আমি কিবা কৰো বুলি কঁৰিব পাৰোনে? এনেবোৰ ভাবে আমাক দুৰ্বল কৰিছে। আৰু এলাহক সাৰটি এলাহ আৰু দুৰ্বলতাকে চিৰসঙ্গী কৰিছো। কৰ্মই যে ধৰ্ম, তাক পাহৰি জোলোঙা লোৱা ভকত হৈছো।"

"উ, আমাকে দেখো কথাৰ ছলতে বগৰালা।"

"তোমালোক যদি সেই শ্ৰেণীৰ ভকত, তেন্তে তোমালোককো নকৈ নোৱাৰো। বিনয়তা মানে লুকোৱা ভাব নোহোৱা। আজিকালি বিনয়, শিষ্টাচাৰ দেখুৱাবলৈ গৈ প্ৰত্যেক কথাতে স্পষ্টবাদিতা নোহোৱা হৈ পৰিছে। স্পষ্টবাদিতা সাহসৰ চিন। লুক-ঢাক ভাব মাথোঁ দুৰ্বলতাৰ আন পৰিচয়। সাহসীয়ে ঈশ্বৰ পায়, দুৰ্বলতাই হাজাৰ ধৰ্মীক হাজাৰ যোজন দূৰলৈ ঈশ্বৰৰ পৰা আঁতৰাই নিয়ে। আজি ভাৰতত সাহস, স্পষ্টবাদিতা আৰু ত্যাগ নোহোৱা হৈছে; যদিও ভাৰতীয় ধৰ্মৰ এই তিনিওটাই মূলমন্ত্ৰ। দুৰ্বলীৰ কাৰণে ঈশ্বৰ নাই। লাগে সাহস, লাগে মৃত্যুলৈ ভয় নোহোৱা অৱস্থা, লাগে লুক-ঢাক ভাব এৰি সৰলতাৰ আশ্ৰয় লোৱা মানুহ। এলেহুৱাৰ কাৰণে ধৰ্ম নাই। কৰ্ম জীৱনেই ধৰ্মৰ মূল ভেটি।"

"কথাবোৰ সঁচা হ'লেও এনেবোৰ গুপ্ত কথা সকলোতে বেকত কৰিলে আমাৰ চাউলমুঠি উঠিব।"

"নিজৰ শক্তিৰ ওপৰত যাৰ বিশ্বাস নাই, তেওঁ কেনেকৈ অনন্ত শক্তিত বিশ্বাস কৰিব? বাৰু, আজিলৈ গীতা এৰো, কাম আছে।"

"বোপা, গীতা ধৰিছা; কামলৈ আৰু কি মন কৰা?"

"এয়ে আমাৰ সৰ্বনাশৰ মূল। কামেই গীতা, কামেই ঈশ্বৰৰ ভক্তি পন্থা। এই কথা পাহৰিয়ে আমি অ'তো নষ্ট ত'তো ভ্ৰষ্ট হ'ব ধৰিছো। আজি তোমালোকে যিবিলাকক মেলেছ বুলিছা, তেওঁলোকে আচল শাস্ত্ৰীয় বচন লৈছে। তেওঁলোকে কৰ্মযোগ লৈছে। দহৰ কাৰণে তেওঁলোকে মৃত্যুক আলিঙ্গন কৰিছে। তেওঁলোকে নিজৰ ল'ৰা-তিৰোতা ত্যাগ কৰিও কৰ্তব্যৰ কাৰণে সাত-সাগৰ তেৰ নদী পাৰ হৈ আহিছে। কিন্তু আমি ধৰ্মীসৱে ত্যাগৰ মোল বুজি, নিজৰ ঘৰ এৰি, ল'ৰা-ছোৱালীৰ চিন্তা-ভাবনা এৰি এখোজো লৰিব নোৱাৰো। আমি কেৱল গীতা ভাগৱত লৈ পবিত্ৰ ধৰ্মৰ ঠাইত চুৱা ধৰ্মক ওখ আসন দি সৰু-বৰ বিচাৰ কৰি, জাত-কুলৰ সৃষ্টি কৰি অস্পৃশ্যতাৰ জয়ঢোলেৰে গগন ফালি কৈছো, আমি

হিন্দু, আমি ধৰ্মী! আনবোৰ মেলেছ, মেলেছ! ধৰ্মৰ নামত ইয়াতকৈ কি বীভৎসতা হ'ব পাৰে? সৌৱা তেওঁলোক আহিছে, আমি এতিয়া জোনাকত কোৰ মাৰিব লাগিব। পুখুৰীটো সোনকালে কৰি তুলিব পাৰিলে ভাল। তাৰ উপৰিও, ইটাবোৰ আমাক সোনকালে লাগে। ইটাৰ ভেটাটো ভাল হ'বনে?"

"তুমি লাগিছা যেতিয়া নহ'ব কিয়?"

"এৰা, মোৰ সম্পূৰ্ণ বিশ্বাস আছে, কাম হাতত লৈছো যেতিয়া অৱশ্যে কিবা এটা হ'ব।"

(১৬)

"আপোনালোক শ্মশানলৈ যোৱা নাই?"

"হেৰৌ, কোনোবা মৰিলনেকি?"

"মৰিলেহে শ্মশানলৈ যায়নে? এনেয়ে নাযায় জানো? কিন্তু শ্মশান এতিয়া সোৱণপুৰী হৈছে। যিপিনে চোৱা সেইপিনে সুন্দৰ হৈ পৰিছে।"

"পুখুৰীটো কিন্তু বৰ সুন্দৰ হৈছে। কোনোবা "ধেঙৰকুলী" ধৰিছিলনেকি?"

"ধেঙৰ ধৰিব কিয়? তুমি বোধ কৰো ইমান দিনে সিফালমুৱা হোৱা নাছিলা?"

"এ শ্মশানত কোনে গা ধোৱে। আকৌ বা লগত কি লাগি আহে, ভাবি সিফলীয়া হোৱাই নাছিলো। সিদিনা আই মৰাত পুৰিবলৈ নিওঁতেহে দেখিলো, নিৰ্জন ঠাইত ভাল আশ্ৰমখন হৈছে। ফলে-ফুলে জাতিষ্কাৰ হৈ উঠিছে। পিছে শ্মশানখন দেখো বহুতো পিছুৱাই নিলে?"

"নিনি কি কৰিব? তেওঁ মাটি কিনি লৈছে। পট্টাৰ মাটিত শ্মশান কৰিব দিব কিয়?"

"ধেঙৰক দিবলৈ ইমান টকা পালে ক'ত?"

"ধেঙৰ-টেঙৰ ধৰা নাইহে। তেওঁলোক পাঁচজনে এনে কৰিছে। ঔ বাপ। তেওঁলোকে কোৰ মৰা দেখিলে অবাক হ'ব লাগে। আমাৰ হালোৱা মানুহেও তেওঁলোকৰ লগত সমানে ফেৰ পাতিব নোৱাৰে। হাল বোৱা, কোৰ মৰা দেখিলে অবাক মানিবা। ধান, কুঁহিয়াৰ, মাহ, মটৰ, সৰিয়হৰ খেতি দেখিলে চাওঁ চাওঁ কৰে। এতিয়া সৰিয়হৰ ফুলকোৰ ৰে ফুলিছে!"

'পিছে, সেই গৰুকেইটা দেশী নে বিলাতী?"

"ক'তা, সেয়া আমাৰ টেঙাৰাম আৰু খেদলাৰ পৰা কিনি নিছিল নহয়। খেদলাৰ তাত থাকোতে কেনে মৰোঁ মৰোঁ অৱস্থা। সি সদায় কয়, গাই কেইটাৰ লেঠা মাৰিবহে লাগিল; গাখীৰ-পানী আধা পোৱাও নোলায়। পোৱালি হ'লেও মৰে। কিন্তু আজি ছয় সাত মাহতে গাইৰ ৰূপ দেখিছা?"

"ইশ্বৰে মোৰ বুলিলেনো কি লাগে? সেই জঙ্গলেৰে ভৰা, দিনতে যাব নোৱৰা শ্মশান হ'ল সোৱণপুৰী, আধা মৰা গায়ে বিলাতী গাইৰ দৰে ৰূপ সলালে, যেন একোটা কামধেনুহে। আকৌ ঘণ্টাকৰ্ণ আৰু কাঁথিমুছাইতক দেখিছানে নাই? সিহঁতে গেঠেলু পণ্ডিতৰ লগত থাকোতে ক, ম বুলিব নোৱাৰে। সিদিনা দেখিলো, ভীমচৰিত পঢ়িব ধৰিছে।"

"এৰা এনেয়ে কয় নে লিখা-পঢ়া জনা মানুহৰ কথাই বেলেগ, আকৌ আশ্ৰমখনৰ নাম কি দিছে শুনিছা?"

"কি?"

"কিবা বোলে 'আদৰ্শপীঠ'! আদাৰ পীঠ নে আদাৰ পীঠেই। কেইডোখৰমান আদা হৈছে চাওঁ চাওঁ কৰে। আৰু কচুবাৰীখন! কচুবোৰ শাৰী শাৰীকৈ ৰুই অ'ত-ত'ত কাষে কাষে গঞ্জনাবোৰ দি যে কি সুন্দৰ দেখা কৰিছে। আমাৰ কচুবাৰীত সোমালেই কি গচকিলো, কি গচকিলো যেন লাগে। কিন্তু তাত যিপিনে ইচ্ছা সিপিনে যোৱাঁ। চোৱাও হ'ল খোৱাও হ'ল। আকৌ কোনোবাই কিবা শাক-পাচলি আনিব খুজিলে দিয়েও।"

এনেতে গাঁওবুঢ়াই মাত লগালে– "হয়নেকি? তেন্তে যাব লাগিব। মই ইমান দিন সিমুৱা হোৱাই নাই। কেইটামান কচু-তচু আনিব পাৰিলেই দুই-এসাজ খাব পাৰিম। মোক সি নিদিয়াকৈ নাথাকে। মোৰ আগতে ডাঙৰ হোৱা ল'ৰা।"

"কিবা এজাত ভেন্দেৰী গছ কৰিছে তাৰ পাতবিলাকো দেখিবলৈ এনে সুন্দৰ! আৰু ইমান লাগে।"

"এ বেটাই তেন্তে কৰিছে ৰ। এনে আম্ৰাৰ অভাৱৰ ঠাইত যদি এইবোৰ কৰিছে; তেন্তে বেটাই গহ লগাইছে।"

'কি চাবা জলকীয়াবোৰ। ক'লা, জামবৰণীয়া হৈ এখন বিচিত্ৰ পুৰী কৰিছে। লগে লগে আকৌ বেঙেনাবোৰ! বৰ অময়াপুৰী হৈছে।"

"অ, বেটাৰ বুদ্ধি আছে দেখিছো। নহ'বই বা কিয়, বাঘৰ পোৱালি বাঘ হয়। শিয়াল-মেকুৰীতো নহয়। যিহতে নালাগক তাৰ কথাই বেলেগ। বেটাই পইছা মাৰিব। এনে আঞ্জা-পাচলিৰ আকালত যে এনেখন কৰিছে! হওক মোক নিদিয়াকৈ নোৱাৰে। আজিয়েই যাম ৰ।"

"আৰু পুখুৰীটোত যে ৰৌ আৰু ভকুৱা মাছবোৰ দিছে। কি ক'বা, কাষলৈ গ'লেই সিহঁতৰ কিমান নাচন-বাগন।"

"এ বেটাই গাঁৱৰ দূৰৈত থাকি কাম কৰিছে। এটামান ৰৌ-মাছ আনিব নোৱাৰিমনে? এ, এতিয়া নিদিলেও, আমাৰ ভকত-সেৱাত দিহা লগাব পাৰিম। ভকতৰ নামত নিদিয়া ল'ৰা নহয়। হওঁতে বুঢ়াক এতিয়া সৰু-সুৰা এটা দিবও পাৰে। তাক গাঁৱৰ নাম-প্ৰসঙ্গত মাতিব লাগে। বেচেৰাই ইমান দিন লগ-সং নোহোৱাকৈ অকলে অকলে পৰি আছে, যেন মিতিৰ-কুটুম তাৰ কেও নাই। ঔ গেঠেলু পণ্ডিত দেখো, আহা আহা, আজি এবাৰ শ্মশানৰ পঢ়াশালিলৈ যাবা যদি ব'লা।"

"ৰাম ৰাম, মই শ্মশানৰ সেই আলিটোৰ মুৰাই নহওঁ। কেতিয়াবা যাব লাগিলেও ছাতিৰে ঢাকিহে যাওঁ। কোনোবা দিনা মৰা পেলোৱাৰ লগত মোক যোৱা দেখিছানে?"

"পিছে তুমি মৰিলে?"

"মৰিলেতো আৰু চাবলৈ নাহো, ক'ত যোৱা, কি কৰা। বৰ ভয় লাগে দেওহে। যিডাল কেন্দু গছ! তাত দিনতে হেনো কেইটা ওলায়! আৰু সেই কঁটাহ বাঁহ চুপা। সি বছৰ গেঙ্কেলা আহোঁতে আগতে ঢলি পৰিছিল। ৰাতি কিহে মাতে ঠিক নাই।"

"এহ সি বছৰৰ কথা এৰাচোন। এতিয়া কি হৈছে চাওঁগৈ ব'লা। আমাৰ শ্ৰীধৰ বোপাই যি নকৰিছে বোলে! কিমান শাক-পাচলি, বয়-বস্তু আনিবা ব'লাচোন।"

"ৰাম ৰাম, শ্মশানৰ বস্তু খাই মৰিব খুজিছা? শ্ৰীধৰক ভূতে পাইছে। সেই কাৰণে সি ভূতৰ ঠাইত আছে। আমাৰ কি কৰিবলৈ যাবা?"

"বাৰু ব'লাচোন। লগে-ভাগে যাম। দিনত ভয় কি? কেৱল আধা মাইল বাট। লাগে যদি সেই ওচৰৰ সিপিনৰ চৰাল কে'ঘৰৰ পৰা দুটা মাছ-পুঠিও আনিব পাৰিবা। পিছে এটা কথা ভাবিছা জানো?"

"কি?"

"তোমাৰ স্কুল আৰু নাথাকিব হ'বলা।"

"কিয়?"

"শ্ৰীধৰে যি কৰিব ধৰিছে হেনো আৰু কিছুমান দিনৰ পিছত ল'ৰাবিলাক তালৈকেহে যাব যেন পাইছো। ভাগ্যে ইমানদিন শ্মশান বুলি ল'ৰা আগবঢ়া নাই। কিন্তু অলপ ভাল ঠাইত হোৱা হ'লেই তাৰ স্কুল ইমান দিনে জয়-জয়, ময়-ময় হ'লহেঁতেন।"

"শ্মশানত মৰিবলৈ খোজে মৰক। আৰু লগ কেইটা যিহে জানাই নহয়— জঁটাধৰ, কাঁথিমুচা, ঘণ্টাকৰ্ণ কেনে বিধৰ ল'ৰা। বাঘক কাকা নোবোলে। ইপিনে পঢ়া-শুনাত থন্ থন্ মদনগোপাল। আকৌ শ্মশানৰ স্কুল লোকেল বোৰ্ডে লবই বা কিয়?"

"এতিয়া সিহঁতে হেনো ভালকৈ পঢ়িব শিকিছে।"

"ইবিলাক কথা বিশ্বাস কৰিলেও সেইটো বিশ্বাস কৰিব নোৱাৰো। জঁটাধৰক চাৰি বছৰে ক, খ-খন শিকাব নোৱাৰিলো। সি এই কেইদিনতে পঢ়ুৱৈ হোৱা কথা সপোনৰ অগোচৰ।"

"সি হেনো কীৰ্তন, ভীমচৰিত, কাণখোৱা আদি পঢ়ে।"

"ক বুলিব নোৱাৰোতে ৰামায়ণ পঢ়া কথা তুমি ভাল কৈছা। সি সিদিনালৈ ক-খ খন আওৰাব নোৱাৰিলে। কেইদিন ধৰ জৰি মাৰ টাঙোন কৰিলো। কিমান কিল, ঢকা, ভুকু শোধালো। সি আজি পুথি পঢ়িব পৰা হ'ল। বোলো, অইনৰ আগত সেইটো ক'বা। মোৰ আগত নক'বা। স্কুললৈ বুলি ঘৰৰ পৰা ওলাই আহি কি কৰে জানা? সেই পথাৰৰ বিৰিণাৰ মাজত লুকাই থাকে। দুপৰীয়া সৰু ল'ৰু-ছোৱালী গ'লে ভয় খুৱায়। কত কিল কীৰ্তন দিলো। কাঁথিমুচা আৰু ঘণ্টাকৰ্ণও তথৈবচ।"

"বাৰু চাবা ব'লাচোন। তোমাৰ শিক্ষা আৰু তেওঁৰ শিক্ষাৰ পাৰ্থক্য আছে নহয়? বোলো, পাঠকৰ ঘৰত থাকিলে শিয়ালেও হোৱা দিব জনা হয়।"

"বাৰু চাওঁ ব'লাচোন। কিন্তু ভৰ দুপৰীয়া, নহয় একা। কেটামান সৰিয়হ, জলকীয়াও বান্ধি লবা।"

"উস্ সিহঁতে তাত ৰাতি-দিনে থাকে আমি এখন্তেক থাকিও আহিব নোৱাৰিমনে? গাঁৱৰ ভিতৰত তোমাৰ-মোৰ সাহটোৱে সকলোতকৈ বেছি দেখিছোঁ।"

"অ তুমি, কোনো মৰা শুনিলে কোনোমতে খাই বৈ বাৰীৰ বাটেৰে কুৰ্মা খাবলৈ যোৱা।"

"আৰু বাপু তুমি কি কৰা? অলপমান বেমাৰ-আজাৰ হ'লেও, ভয়তে থৰহৰি কম্পমান হৈ সিমুৱা নোহোৱা। আৰু ঘৰতো কোৱা, চাবি যেন সিহঁতৰ কাৰো লগত লেটি-পেটি নকৰ। বোলো, সিবাৰ পামৰ পৰা ধৈৰ্য আৰু ঘুনুৰ লগত ৰাতি আহিব লগাত কি কৰিছিলা?"

"এ, ইমানটো ডাঙৰ হ'লো, ৰাতি মই অকলে চোতালৰ বাহিৰ হোৱা ক'ব নোৱাৰো। সৰুপানী চুবলৈও ঢাৰি-পাটীৰ কাষতে চৰিয়াতো ৰাখো। কি কৰিম সৰুৰে পৰা এনে স্বভাব। বাৰু যি নহওক, যাব খুজিছা যেতিয়া যাম দিয়া। দুয়ো যোৰো যোৰ পাভ যোৰ হ'ম। আৰু দুই-এজন লগত নিব নোৱাৰা জানো? সেই কল্যাণ ভকতক লব পাৰিলে ভাল। তাৰ সাহটো বৰ সাহ। আৰু তাৰ লগত অলপ-অচৰপ দৰব-পাতি, জাপ-গুণো থাকে; দেৱতা-ভূতে ধৰিব নোৱাৰে। তুমি যি নোকোৱা, মই হ'লে শ্মশানৰ পিনে চাব নোৱাৰো। কেতিয়াবা সেই পথাৰখনৰ বাটেৰে আহিলেও মই শ্মশানৰ পিনে পাছ দি আহো, নাইবা চকু মুদো।"

"বাৰু ব'লা। তোমাৰ ছাত্ৰবোৰো বৰ সাহসী হ'ব লাগে।"

"সিহঁতৰ কিছুমানৰ সাহ আছে। কিন্তু মই সিহঁতক হাক দিওঁ, বোলো দুপৰীয়া ক'লৈকো নাযাবি। সন্ধিয়া লাগিলেই ঘৰ সোমাবি। মই যিমান সাৱধানৰ কথা কওঁ, সিহঁতে মোৰ কথা মানি চলিলে কেতিয়াও সিহঁতৰ অমঙ্গল নহয়। মই প্ৰত্যেকটো 'ল'ৰাৰ গামোচাত দুটা-এটা সৰিয়হ আৰু জলকীয়া বান্ধি দিওঁৱেই। মোৰ দৰে ল'ৰাৰ এনেভাৱে কোনে যতন লব?"

"পিছে সিবাৰ ভেদলাৰ পুতেকক কেনেকৈ ধৰিৰাই পালে?"

"কথা ক'লে জানো শুনে? সি নদী পাৰ হ'বলৈ গৈছে, কিন্তু দুটা সৰিয়হ বা জলকীয়া লগত নিয়া নাই। মই ইমানকৈ কওঁ, বোলো, সেইবোৰ ঠাই ভাল নহয়। দিনতে আধামূৰী, চাৰি চকুৱা, দলবীৰা, চকুউখহা, ঘোঁৰাপাক সদায়ে থাকেই। বাপুই কথা নুশুনিলে নে নিৰই পাহৰিলে, বেছ মজাপালি পাইছে! নদী পাৰ হ'ব ধৰোঁতেই পোনে পোনে ঘোঁৰাপাকে পালে, তাৰ পিছত দলবীৰা আৰু কত কি! বোলো ডাঙৰৰ কথা নুশুনাৰ ফল! এই শ্ৰীধৰবো কথা মই ভাল দেখা নাই। শুনিবাহে, কেতিয়াবা গলত টিপি মাৰি থয়হে। তথাপি যাব খুজিছা যেতিয়া ওলাবা।"

(১৭)

আদৰ্শপীঠৰ কথা লাহে লাহে জনাজাত হ'ল। ওচৰৰ গাঁৱৰ ল'ৰাবিলাক লাহে লাহে তালৈ অহা-যোৱা কৰাত পুৰণি পঢ়াশালিলৈ সাধাৰণতে বিতৃষ্ণা জন্মাত, নতুন পঢ়াশালিলৈ মন মেলিলে। যিবিলাক ল'ৰা পঢ়াত পাকৈত নহয় বা ফেল কৰে, সিবিলাকে পঢ়াশালিৰ গাত দোষ দি, মাষ্টৰ এনে-তেনে, পঢ়াব নাজানে, মাৰে ইত্যাদি কৈ নতুন পঢ়াশালিত ভৰ্তি হ'ল। শ্ৰীধৰৰ ইচ্ছা, পুৰণি পঢ়াশালিৰো যাতে একো অন্যায় নহয়, আনপিনে তাৰ পীঠতো নতুন নতুন বা একেবাৰে নপঢ়া মানুহ ভৰ্তি কৰিব পাৰে, তাৰ নিমিত্তে চেষ্টা কৰিলে। আদৰ্শপীঠলৈ যাতে শ্মশানৰ ঠাই বুলি ভয়-সঙ্কোচ গুচে তাৰ কাৰণে মাজে মাজে শ্ৰীধৰে আশ্ৰমত হোৱা ফল-ফুলেৰে নাম-প্ৰসঙ্গ কৰিবলৈ ধৰিলে। তাত গাঁৱলীয়া ৰাইজবোৰক নিমন্ত্ৰণ কৰে। এনেভাৱে অহা-যোৱা কৰোতে মানুহৰ ভয়-সঙ্কোচ গুচিল। আনকি গাঁওবুঢ়ায়ো এতিয়া যেতিয়াই তেতিয়াই গৈ আশ্ৰমৰ ফলমূল, আঞ্জা-পাচলি আনিব পৰাত তেওঁ

চৌদিশে আদৰ্শপীঠৰ গুণ-গান কৰিবলৈ ধৰিলে। ধন্য, ধন্য শ্ৰীধৰ, ধন্য তাৰ লিখা-পঢ়া, এই কথা য'তে ত'তে গাঁওবুঢ়াৰ মুখত ওলায়। শ্ৰীধৰৰ পঢ়াশালিত এতিয়া কুৰিজন ছাত্ৰ। কিন্তু এই কুৰিজনে তাৰ কুৰিটা গুণৰ দৰে আশ্ৰমৰ ভেটি সুন্দৰ কৰি তুলিলে। এদিন শ্ৰীধৰে আটাইকেউজনক মাতি ওচৰত বহুৱাই ক'লে– "আশ্ৰমতো ভালকৈ চলিছে, কিন্তু এতিয়াও ভালভাৱে অৰ্থকৰী হ'ব পৰা নাই। কৰা ইটাবোৰ এনেয়ে পৰি ৰ'ল। ভালকৈ ঘৰ বান্ধিব লাগিব। এতিয়াৰ পৰা আমি গঠনমূলক কাম হাতত ল'ব লাগিব। আমাৰ ভিতৰত দুই-এজন ভাল সোণাৰি, ভাল কাঠ-মিস্ত্ৰি, ভাল দা-কুঠাৰ গঢ়িব পৰা কমাৰ, কাঁহৰ বাচন গঢ়িব পৰা কঁহাৰ আৰু পিতলৰ কাম কৰিব পৰা মানুহ হ'ব লাগিব। যাতে ওচৰৰ গাঁওবোৰৰ এনেবোৰ কাম আমি হাতত লব পাৰো আৰু পইছা পাব পাৰো। এনেভাৱে কৰিলে আশ্ৰম আৰু টনকিয়াল কৰিব পাৰিম। পাৰিলে আমি ছোৱালীৰ কাৰণেও স্কুল পাতিব লাগিব।"

জঁটাধৰে মাত দিলে, "মইতো অলপ-অচৰপ মিস্ত্ৰিৰ কাম জানোৱেই। মোৰ পিতা মিস্ত্ৰি আছিল নহয়।"

"তেন্তে ভাল কথা। মই সেইবোৰ সঁজুলি আনি দিম। তুমি সেই কামত ভালকৈ পৈণত হ'ব লাগিব আৰু কেইজনমানক শিকাব লাগিব। আন আন কামবোৰৰ কাৰণে এজন এজন ল'ৰা ওচৰৰ কমাৰ-কঁহাৰ আৰু সোণাৰিৰ ওচৰলৈ দুঘণ্টা বা চাৰি ঘণ্টাকৈ পঠিয়াই শিকাই আনো।" কথামতে কাম হ'ল। সিদিনাই কামৰ ভাগ হ'ল। ওচৰৰ তেনেবোৰ মানুহৰ ওচৰত বিনা বেতনে ল'ৰাবিলাকে কাম শিকিবলৈ ধৰিলে। ইপিনে শ্ৰীধৰে এখনি নৈশ স্কুল পাতি গাঁৱৰ মানুহবোৰক বিশেষকৈ কমাৰ, কুমাৰ, মিস্ত্ৰি, পিতলৰ কাম কৰোঁতা আৰু কাঁহৰ কাম কৰা মানুহক সেই পঢ়াশালিত ভৰ্তি কৰিলে। সেই পঢ়াশালিত পোন প্ৰথমে ভক্তিৰ পুথিহে পঢ়াইছিল। লাহে লাহে ক-খ ফলাও সিহঁতক শিকাবলৈ ধৰিলে। সিহঁতেও একো পইছা-কড়ি নোহোৱাকৈ, অন্ততঃ কোনোৰে জালখন কৰিব নোৱৰা বা নিজৰ নাম-চহী কৰিব পৰা হ'বলৈ ইচ্ছা কৰিলে। কিয়নো, গাঁৱলীয়াৰ মাজত সুন্দৰভাৱে জনাজাত নিজৰ চহীটো দিব নোৱাৰিলে কিমান লেঠা। অমুকৰ তাত এখন দলিল দি টকা ধাৰ কৰিছে, সেই টকা শোধালে। অথচ বহুদিনৰ মূৰত মহাজনে ক'লে, "হেৰৌ তোৰ টকা নিদিয়?"

"ক'তা, মোৰ দেখো টকা দিছো। আগৰ দলিলো ফালি আনিছো।"

"অ' তই ক'লেই হ'ব। এইখন দলিল কি?" বেচেৰা বিমোৰত পৰে। সি চহী দিব নাজানে যেতিয়া হাজাৰ দলিলৰ সৃষ্টি হ'ব পাৰে। আৰু টিপ-চহীটো বহাব পাৰে। অৱশ্যে টিপ-চহী specialist থাকিলেও, সেইবোৰলৈ কোনে মূৰ ঘমায়? কেৱল সাক্ষী কেইজনমান ধনী দলিল কৰোঁতাই অলপ পইছা দি হাত কৰিলেই হ'ল।

আন এজনে খাজনাৰ লেঠা মাৰিব লাগে। মৌজাদাৰৰ মহৰীয়ে যি-সি এখন লিখি দি আহিল। বেচেৰাই খাজনাৰ ৰচিদ পালো বুলি ভালকৈ টোপোলাত বান্ধি থলে। পিছৰ বছৰত মহৰীয়ে দুবছৰৰ খাজনা খুজিলে– "কতা! আগৰ বছৰৰ খাজনা দেখো শোধোৱা নাই?" ইত্যাদি কত ফাকটিত পৰিব লাগে, তাক সিহঁতে বুজে। গতিকে অন্ততঃ অলপ পঢ়িব পৰা বা নাম দস্তখত কৰিব পৰা হোৱা সিহঁতৰ প্ৰত্যেকৰে ধাউতি। এনে সুবিধা পাই সিহঁতে আদৰ্শপীঠত ৰাতি শ্ৰীধৰৰ ৰাজমিস্ত্ৰি কামত পৈণত হ'ব পাৰে, তাৰ নিমিত্তেও চেষ্টা কৰিলে। দৰাচলতে শ্ৰীধৰৰ ইচ্ছা পূৰ্ণ হ'ল। সি এতিয়া ইটা হ'লেই যিমান ইচ্ছা পকীঘৰ কৰিব পাৰে। আকৌ ইটাৰ ভেটাৰ সৃষ্টি হ'ল। আকৌ ইটা তৈয়াৰ হোৱাত, আধা ইটা বেচি পুঁজি টনকিয়াল কৰিলে। আধা ইটাৰে আদৰ্শপীঠৰ বালিকা মন্দিৰ আৰু নৈশ পঢ়াশালি সাজিবলৈ মন মেলিলে। লাহে লাহে কেবাজনো ছাত্ৰৰ অসমীয়াত ভালকৈ পাৰ্গত হোৱাত সিহঁতক ইংৰাজী শিকাবলৈ ধৰিলে। লাহে লাহে আদৰ্শপীঠ জাকতজিকিলা হৈ উঠিল। আগতে পঢ়া জঁটাধৰহঁতক এতিয়া একোজন মাষ্টৰ কৰি তুলিলে। কিন্তু কানি-কাপোৰ সম্বন্ধে এতিয়াও দিহা কৰিব পৰা নাই। আশ্ৰমৰ কাৰণে

কানি-কাপোৰ কিনিব লগীয়াত পৰে। শ্ৰীধৰে সেই সম্বন্ধে কি কৰিব ভাবি একো সিদ্ধান্ত কৰিব পৰা নাই। কানি-কাপোৰ নহ'লেও ল'ৰাবিলাকে কষ্ট পায়। আকৌ কিনিব লাগিলেও বহুত টকা লাগে। নিজে কৰিবলৈকে বহুত কষ্ট আৰু শিকাই তুলিবলৈও সময় লাগে। এইবোৰ ভাবি থাকোঁতে হঠাৎ এদিন দেখিলে তেওঁৰ মাক মৌজাদাৰণী আৰু পাৰ্বতী আন আন কেজনমান মানুহৰ লগত আশ্ৰমলৈ আহিছে। শ্ৰীধৰে মাকক সেৱা জনালে।

মাকে ক'লে– "বোপা ঘৰলৈ যাব লাগে।"

"ঘৰ-পৰ কি আই? য'তে থকা যায় সেয়ে ঘৰ নহয় জানো? কেৱল একোটা সৰু সৰু ঠেক পঁজা কৰি নিজৰ নিজৰ বুলি তাতে আকুল হৈ থাকিলে জানো মানুহৰ কৰ্তব্য কৰা হ'ল?"

"তথাপি নিজৰ ঘৰ, নিজৰ দেউতা, নিজৰ আইতা, নিজৰ ল'ৰা-ছোৱালী বুলি মানুহে সদায় কৈ আহিছে। নিজৰ কাৰো কিবা হ'লে তেতিয়াই চিন্তাত অস্থিৰ হোৱা সাংসাৰিক নিয়ম।"

"নিয়ম! এই নিয়ম আমাৰ ঠেক মনৰ সৃষ্টি। যেনেকৈ অনন্ত ব্ৰহ্মাণ্ডৰ মাজত সৰু সৰু পঁজা কৰি আমি তাৰ চিন্তাতে ব্যাকুল, তেনেকৈ অনন্ত মনত সৰু সৰু আত্মীয়জনৰ ভাবৰ উদয় কৰি নিজৰ পিতা, নিজৰ আই, নিজৰ ল'ৰা-ছোৱালী বুলি সদায় সেইবোৰৰ বাহিৰে আনৰ দুখ-দৈন্য, শোক-ব্যাধিৰ কথা আমি ভাবিব নোৱাৰো। নিজৰ ল'ৰা ভালে ভালে থাকক, খাওক, লওক, ওচৰৰ কাৰোবাৰ ল'ৰাই সাত সাজ লঘোণে থাকিলেও, বেমাৰত পৰি চিঞৰ-বাখৰ লগালেও, দুখত পৰি আতুৰ হ'লেও আমাৰ মনত আঘাত নালাগে। কিয়নো, সেইবোৰ আমাৰ পৰ। এই বহল জগতত আপোন-পৰৰ সৃষ্টিয়ে আমাক সৰুতকৈয়ো সৰু কৰিছে। নিজৰ ধৰ্মৰ গৌৰৱৰ বাহিৰে আনৰ ধৰ্মৰ উজ্জ্বলতা, সত্য আমাৰ চকুত নপৰে। পৰিলেও আমি হেয় কৰি তৰ্কৰ জোলোঙা মেলো। কিয়নো, সেইবোৰ পৰ। এই আপোন-পৰ ভাব কেতিয়া নোহোৱা হ'ব?"

মাকে ক'লে– "বোপা, তেনে কথা কিয় কোৱা? তোমাক মই কেনেকৈ পাহৰিম? হাজাৰ বেয়া হ'লেও, তুমি মোৰ কেনেকৈ পৰ হ'বা? দহ মাহ গৰ্ভত ধৰি কত কষ্ট খাই..."

"আইতা! এয়ে আমাৰ দুৰ্বলতা। এই দুৰ্বলতাৰ কাৰণে আজি ভাৰতবৰ্ষত কৰ্তব্যপৰায়ণ লোক নোহোৱা হ'ব ধৰিছে, বিবেক বিসৰ্জন দি নিজৰ ঘৰ, নিজৰ পৰিয়ালৰ বাহিৰে তেওঁলোকে আন একো ভাবিব নোৱৰাত পৰিছে। ভাবিলেও ঘৰৰ মায়া-মোহে এনেভাৱে পাহৰাই ৰাখিছে যে বাহিৰৰ ৰ'দৰ জিলিকনি চাবলৈ আমাৰ সময় নাই। আমি সেই সৰু পঁজাতে পলুৰ দৰে লেটা পকাই লেটাৰ মাজতে মৰো। পলুৱে মৰিও সূতা দি দহৰ উপকাৰ কৰে; কিন্তু আমাৰ মৃত্যুত ছাই-ভস্ম! বাৰু সেই কথা এৰা। দেউতা ক'ত আছে?"

"তেখেত চহৰলৈ গৈছে। এইবাৰ খাজনাৰ লেঠা মাৰিব পৰা নাই। বহুত টকা এতিয়াও বাকী।"

"জীৱনত কত বাকী থাকিব কোনে জানে? কেৱল খাজনা শোধাওঁতে জীৱন যাব ধৰিছে তাৰ বাহিৰে একো কৰিব পৰা নাই। বাৰু যাওক, আপুনি আশ্ৰমখনি চায় যদি ব'লক। পাৰ্বতী, বহুত দিনৰ মূৰত দেখিলো। ভালে আছ?"

পাৰ্বতীয়ে হাঁহি মাৰি ক'লে– "আছো। আপুনি আই-দেউতাহঁতৰ ঘৰলৈকে নাযায়। আইতাই কিমান কান্দি-কাতি থাকে।"

"নাযাম কিয়? কিন্তু মই এতিয়া এনে ব্যস্ত আছো যে আন একো ভাবিবলৈ মোৰ সময় নোহোৱাত পৰিছে। কি কৰিম! যি কৰো বুলি ভাবিছো, তাৰ অলপো কৰি তুলিব পৰা নাই" বুলি কৈয়ে শ্ৰীধৰে উঠি "ব'ল, তহঁতক আশ্ৰম দেখুৱাওঁ।"

তিনিও আশ্ৰমৰ চৌদিশে ঘূৰি ঘূৰি চাবলৈ ধৰিলে। চৌদিশ ফল-ফুল, গছ-লতাই এখন যেন নন্দন কাননহে। গৈ গৈ পুখুৰীৰ পাৰ পালে। পুখুৰীৰ পানীৰ মাজতে এটা সৰু ঘৰ। সেই ঘৰটো লতা-ফুলেৰে সুসজ্জিত। পানীত সন্ধিয়া বেলিৰ ৰাঙলী কিৰণ পৰি এখন বিচিত্ৰ চিত্ৰপট কৰি তুলিছে। শ্ৰীধৰে ক'লে– "আইতা, এই ঘৰৰ তলতে বহক। পাৰ্বতী তয়ো বহ।" আটাইকেইজন

ৰহিল। এনেতে ল'ৰাবিলাকে নানাৰকমৰ ফল আনি তেওঁলোকৰ আগত দিলে। মাকে হাঁহি মাৰি ক'লে- "শ্ৰীধৰ, ঘৰতকৈও এয়ে বাস্তৱতে ভাল লগা হৈছে। দেউতাৰ আহিলে এইবাৰ লৈ আহিম।"

শ্ৰীধৰে হাঁহি মাৰি ক'লে- "আৰু বহুতো কৰিবৰ আছে। কিন্তু কি কৰিম, টকাৰ অভাৱ। তথাপি সময়ত বোধ কৰো হ'ব।" কথা-বতৰা কৈ থাকোতে হঠাৎ পাৰ্বতীয়ে উস্ বুলি উঠিল। মৌজাদাৰণীয়ে সুধিলে- "কি হ'ল?"

"উস্ কিহবাই কামুৰিলে।" বুলিয়েই পাৰ্বতী অচেতন হৈ পৰিল।

শ্ৰীধৰে ততাতৈয়াকৈ চাই দেখিলে, এডাল সৰু ক'লা সাপ বনৰ ওপৰেৰে বগাই পুখুৰীত নামিল। শ্ৰীধৰে ততালিকে পাৰ্বতীক কেইজনমান ল'ৰাৰ সৈতে বটগছৰ তলৰ মন্দিৰলৈ নিলে। মাকো পাছে পাছে গ'ল। আনন্দৰ ৰাজ্যত মুহূৰ্ততে আপালি মিলাত সকলোৰে মনত বিষাদৰ ছায়া পৰিল। ততালিকে শ্ৰীধৰে ওজা বিচাৰি আনিবলৈ ল'ৰাবিলাকক পঠিয়ালে। পাৰ্বতীৰ কোমল হাতখনি লাৰি চাই দেখিলে, তাই লুইতৰ দৰে চেঁচা হৈ আহিছে। ওজা আহিল।

সিদিনা পাৰ্বতী সেই আশ্ৰমতে থাকিল। কিন্তু পাৰ্বতীৰ অৱস্থা ভাল নহ'ল। ওজাৰ পিছত ওজা আহিল, কিন্তু সকলোৱে এটা কথাকে ক'লে- "নাই আশা নাই।"

এই কথা শুনাৰ লগে লগে শ্ৰীধৰ আকুল হ'ল। শ্ৰীধৰৰ মনত ভাব হ'ল, যি পাৰ্বতীয়ে এদিন তাৰ মনত ভূমিকম্পৰ সৃষ্টি কৰিছিল, সেই ভূমিকম্প যেন আজি সঁচাকৈ তাৰ আশ্ৰমত হ'ব ধৰিছে। কি আচৰিত কথা! পাৰ্বতী তাৰ কোন? কিন্তু এনেভাৱে একোটা ঘটনা ঘটে, যেন পাৰ্বতী তাৰ আপোনতকৈও আপোন। নহ'লে যদি এই ঘটনা অইন ঠাইত হ'লহেঁতেন, তেন্তে হয়তো শ্ৰীধৰে শুনি এবাৰ চাব গ'লেও, এনে ভাবৰ ঘনিষ্ঠতাৰ সৃষ্টি নহ'লহেতেন। আজি কি কাৰণে পাৰ্বতীয়ে মৰণৰ সময়ত শ্ৰীধৰৰ ওচৰ চাপিলহি? কিয় তাৰ আশ্ৰমতে মৰণ-শয্যা পাতিলেহি। পাৰ্বতীৰ মৰণৰ কথা ভাবি শ্ৰীধৰ উদ্‌বাউল হৈ উঠিল। এপাহি ফুল আপোনমনে ফুলি আপোনা-আপুনি লেৰেলি গৈ আজি সৰি যাবৰ সময়ত কাৰ স্নেহ-মৰমলৈ হাবিলাষ কৰি তাৰ আশ্ৰমলৈ আহিছিল? পাৰ্বতীৰ হৃদয়ে জানো জানিছিল, তাইৰ কাল ওচৰ চাপিছে বুলি। আজি শেষ সময়ত তাইৰ কথা ভাবি যাৰ হৃদয় ব্যথাৰে পৰিপূৰ্ণ, সেই হৃদয়ত বেথাৰ শেষ আঘাত দি জীৱনলৈ পাহৰিব নোৱৰা এটা স্মৃতি-মন্দিৰ গঢ়ি যাবলৈ নে, তাইৰ হিয়াত লুকাই থকা মৰমেই তাইৰ মৰমৰ বস্তুৰ শেষ দৰ্শন পাবলৈ ইয়ালৈ আহিছিল। লাহে লাহে ৰাতি পুৱাই আহিল। শ্ৰীধৰৰ ভাব হ'ল, যেন নিশাৰ লগে লগে এখনি দেৱী প্ৰতিমা আজি সংসাৰৰ পৰা আঁতৰি যাব; সমাজৰ বান্ধোন, ব্ৰত-আচাৰৰ কঠোৰতাৰ শোক-দুখৰ ছবি এখনি লোপ পাব। পাৰ্বতী আঁতৰি যাব। কিন্তু সমাজে তাইৰ কথা আৰু নাভাবে। থাকোতে তাইৰ ওপৰত হাজাৰ প্ৰভুত্ব, হাজাৰ কঠোৰ নিয়ম দাঙি ধৰিছিল। কিন্তু মৰণৰ লগে লগে কাৰো এদিনো মনত নপৰিব যে বিধৱা পাৰ্বতীয়ে বৈধব্যৰ যন্ত্ৰণা নিৰলে সহি নিৰৱে লেৰেলি গ'ল। শ্ৰীধৰে ভাবি থাকোতে হঠাৎ শুনিলে- "অলপ পানী।" সেই বীণাৰ ঝংকাৰে প্ৰত্যেক দৰ্শকৰ প্ৰাণ যেন কঁপাই তুলিলে। শ্ৰীধৰৰ ওৰে গাতে এটা বিজুলীৰ সোঁত বৈ গ'ল। শ্ৰীধৰে ততালিকে মাত দিলে, "পাৰ্বতী। পাৰ্বতী।"

পাৰ্বতীয়ে লাহেকৈ এবাৰ চকু মেলিলে। তাৰ পিছত আকৌ চকু মুদিলে। তাইৰ গোটেই মুখখনি গাম্ভীৰ্যৰে ভৰপূৰ হ'ল। হায়। কোনে জানে পিছ মুহূৰ্ততে কি ঘটে। সৌন্দৰ্যৰ খনি এক মুহূৰ্ততে যে ছাই হয়, এক পলকতে হেপাহৰ সৌন্দৰ্য ভয় লগা বস্তু হৈ অস্পৃশ্যতাত পৰিণত হয়, সি কেনে মুহূৰ্ত।

## (১৮)

বগুলাৰ পুতেক ঘনচিৰিকা ওৰফে ঘনশ্যাম চহৰৰ পৰা ঘৰ পাইছেহি। সৰুতে তাৰ বাপেক মৰাত মাকৰ লগত বাঁৰীৰ কোঁৱৰ হৈ খাই লৈ আছিল। মাকে অ'ৰ-ত'ৰ পৰা খুজি-মাগি পুতেকক পুহি আছিল। আঠ বছৰ বয়সত মণ্ডলৰ লগত তাক চহৰলৈ

পঠিয়াইছিল। মণ্ডলে চহৰৰ এখন বঙালী বাবুৰ ঘৰত মাহে দুটকা ৰূপত তাক চাকৰ ৰাখি আহিছিল। ঘনচিৰিকাৰ মাক কামত যেনে নহওক, কথাত সাইলাখ সৰস্বতী। কথা ক'ব ধৰিলে ওৰ নপৰে। গালি-সপনি পাৰিব লাগিলে, মুখত যেন আখৈ ফুটে। কাৰো বিপক্ষে ক'ব লাগিলে, গীতা-ভাগৱত আটাইকেউখন মুখতে আহে। পুতেকৰ গুণ বখানিবলৈ তাইৰ অলঙ্কাৰৰ অভাৱ নাই। বিশেষতঃ চহৰত পুতেকে চাকৰি কৰাৰ পৰা আৰু ঘৰলৈ তাইৰ নামে এটকা-দুটকা মাজে সময়ে মনি-অৰ্ডাৰ কৰি বা মানুহৰ হাতত দি পঠোৱাৰ পৰা পুতেকৰ প্ৰশংসা ষোল অনা ফুটি উঠিছে– "এ। হাজাৰ হওক, বোপা মোৰ গুণনিধি। বোপাই এনে সৰু বয়সতে যেনেকৈ টকা-পইছা আৰ্জিছে আনে আৰ্জকচোন। সেই কমলা চহৰলৈ গৈ দুদিন থাকিয়ে কান্দি কান্দি ঘৰলৈ নাহিল নে? আমাৰ বোপাক বাবুহঁতে যেনে মৰম কৰে, শুনিলে অবাক হ'ব লাগে। সেয়া ভকতনী বাই সিদিনা চহৰলৈ গৈছিল। ক'তো থাকিবলৈ ঠাই নাপাই ঘূৰি ফুৰিছিল। বোপাই বজাৰতে লগ পাই তেওঁৰ বাবুৰ ঘৰলৈ নি যেনেকৈ ৰজাৰ ৰাণী হেন কৰি ৰাখিছিল, বোলে ভকতনীয়ে গুণ কীৰ্তন কৰিয়ে ওৰ নাপায়।" কাৰো লগত দ্বন্দ্ব খ'ৰিয়াল লাগিলে তাই কয়, "হুঁ মই কাক ভয় কৰো। মোৰ ঘনচিৰিকা ভালে থাকক মাথোঁ, মই কি চিন্তা কৰো। সি আহিলে তোৰ নাক চুলি কাটিলেহেঁতেন। মোকৰ্দমা কৰিনো কি কৰিবি? বোপাৰ বাবু কাছাৰীৰ মহৰী, চহৰত বোপাৰ কিমান জনা-শুনা লোক।" ইত্যাদি।

আজি ঘনচিৰিকা আহি ঘৰ পাইছে। ভৰিত এযোৰা পুৰণি হ'লেও জোতা, গাত চুটি হ'লেও এটা ফিৰফিৰীয়া কামিজ, মিহি ধুতি, মুখত বিৰি বা লেম মাৰ্কা চিগাৰেট। হাতত এডাল বেত। এই বেশেৰে ঘনচিৰিকাই ঘৰ পাইছেহি। মাকৰ আতৌ-পুতৌ কোনে চায়! ইঘৰৰ পৰা গাখীৰৰ টেকেলি আনিছে, সি ঘৰৰ পৰা আনিছে মনোহৰ কল। মণ্ডলৰ ঘৰলৈ গৈ ক'লে, "মণ্ডল বাবু, মণ্ডল বাবু আমাৰ ঘনচিৰিকা আহিছে, দুটা মাছ-পুঠি আছে যদি দিয়া।"

"ঘনচিৰিকাই কিবা চাহ-চেনি আনিছে নে নাই?"

"নানিব কিয়? দুই টেমা আনিছে। মই এতিয়াই লৈ আহিম। যদি ঘৰলৈ যোৱা তাতে খাবই পাৰিবা। লেম মাৰ্কা চুৰটো আনিছে।"

মণ্ডলে ঘপৰাই উঠি ক'লে– "ব'ল, ভেষ্টে তইঁতৰ তালৈয়ে যাওঁ, মাছ-পুঠি নহ'বনে? নহ'লেও মই গধূলি আহিনা ডোমৰ পৰা দুটা আনিম বা। সি ইমান দিনৰ মূৰত আহিছে, নিদিলে হ'বনে?"

"এ নিদিলেও ক'বা। মোকৰ্দমা লাগিলে আকৌ তাকেই লাগিব। আমাৰ বোপাই মহৰী ঠিক কৰি নিদিলে কোনে কৰিব? থাকিবৰ ঘৰো ঠিক কৰি নিদিলে কোনে কৰিব? থাকিবৰ ঘৰো ঠিক কৰি দিব পাৰে।"

মণ্ডলে খোজ ললে। গাঁৱৰ ল'ৰা-বুঢ়া কেবাজনেও ঘনচিৰিকা অহা বাতৰি পাই ঘনচিৰিকাৰ চোতালত ভৰিলহি। কোনোৱে কৈছে– "ঘনচিৰিকা, কি খাবৰ আনিছ দে। তই বোলে বহুত টকা আৰ্জিছ। বাপেৰৰ যি নহওক নাম ৰাখিছ। মায়েৰৰ মুখত শুনি আছো দে।"

ঘনচিৰিকাই মাকক ক'লে– "আই এটা কলহত চাহ বহোৱা। দেখা নাইনে মানুহবোৰ আহিছে। সেই তামাখু এচিলিমো লগাই আনা। সেই তামাখু চহৰৰ ভিতৰত আমাৰ বাবুৱেহে খায়। ধোঁৱা ওলালেই মল মলাব ধৰে।"

মাকৰ ততাতৈয়া কোনে চায়।

মণ্ডলে মাত লগালে, "চহৰত নো কি শিকিছ? এইবাৰ পূজাত কিবা যাত্ৰা-ফাত্ৰা আহিছিল নে নাই?"

"যি সুন্দৰ যাত্ৰা। চালে আৰু নোচোৱাকৈ থাকিব নোৱাৰা। যি ভীম ওলাইছিল। ৰজা-ৰাণীবোৰৰ কাপোৰবোৰ দেখিলেই পিল্কো পিল্কো কৰে।"

মণ্ডলে ক'লে, "কেনেকৈ নো যাত্ৰা কৰিছিল?"

ঘনচিৰিকাই ঘপৰাই ক'লে– "ভীমে যিহে ডাঙৰ গদা লৈ আহি চিঞৰ ধৰিছিল।"

এজনে মাত দিলে– "কেনেকৈ নো ওলাইছিল, কৰচোন এবাৰ, চাওঁ। আমাৰ চাবৰ কপাল নাই, তই দেখা।"

ঘনচিৰিকাই পোনে পোনে কঁকালত গামোচামাৰি উঠি কবলৈ ধৰিলে–

"শুন শুন ওৰে দুৰন্ত পামৰ
সমুখে বৃকোদৰ কৰে লৰ ফৰ
পাণ্ডু বংশ আজি কৰিয়া ধ্বংস
জলাম অগনি নিজ হস্তেৰে
জতুগৃহ সাজিয়া।
গদাৰ প্ৰহাৰে কৰিব ভূমিকম্প
বসুন্ধৰা হইবে উলমল
শুন শুন দুৰ্যোধন পামৰ
মৃত্যু! সমুখে মৃত্যু তোৰ
কেবা ৰক্ষা কৰিবে তোক
ভীমৰ হস্তে সবংশে নিধন।"

সকলোৱে ক'বলৈ ধৰিলে– "ধন্য, ধন্য ঘনচিৰিকা! তয়ো আমাৰ গাঁৱৰ নাম ৰাখিলি। তই দেখো যাত্ৰা পাৰ্টিয়েই কৰিব পাৰিবি।"

মণ্ডলে ক'লে– "মই থৈ আহিছিলো বুলিয়েই ইমান কথা শিকিব পাৰিছে। ঘনচিৰিকাৰ মাকে তেতিয়াই খেদাবই খোজা নাছিল। এতিয়া চোৱা।"

এজনে ক'লে– "হাজাৰ হওক চহৰৰ কথা বেলেগ। গাঁৱত থাকিলে সকলোৱে ভেৰা গৰু হৈ থাকে। সেই চোৱাচোন তাৰ লগৰ নিংনাক। সি মানুহৰ আগত কথাকে ক'ব নোৱাৰে।" এনেতে ঘনচিৰিকাৰ মাকে চাহপানী আৰু হাতে হাতে একোডোখৰকৈ মিঠৈ দিলে। খঁৰানকা ভকতে মাত দিলে– "কুশল হওক, ডাঙৰ-দীঘল হৈ ঘনচিৰিকাই বগুলাৰ নাম ৰাখক। হব, যেনে বাপেক আছিল পুতেকো হব তেনে।"

মাকে ক'লে–"বাপাক আশীৰ্বাদ দিয়া, যেন সোনকালে গাঁথিবৰ দিহা কৰিব পাৰো।"

"হ'ব! হ'ব! বেজীটো আছে যেতিয়া সূতাডালৰো দিহা হব। ভগৱন্ত প্ৰভুৱেই আগেয়ে জোৰা লগাই থৈছে নহয়।"

মণ্ডলে ক'লে– "আৰুনো কি জনা-বুজা হব লাগে। সি এইবাৰ গৈ টকা কেটামান যোগাৰ কৰক। মুঠতে মই ছোৱালীৰ দিহা কৰিম। তাক ছোৱালী নিদি পাৰে নে?"

"বয়স তেনেই কোমল আছে। নহ'লে আমাৰ ধইনাৰ আপীটোকে চাব পাৰিলোহেতেন। তথাপি এবাৰ ধইনাৰ ক্লাণ চুই থবাচোন। ঘনচিৰিকা আৰু এটা যাত্ৰাৰ ভাও দে।"

এনেতে মাকে আহি তামোল দিব ধৰোতে মণ্ডলে ক'লে, "দেখিছা, পুতেৰ কেনে জনা-বুজা হৈছে।"

"ঈশ্বৰৰ ইচ্ছা আৰু দহ ভকতৰ আশীৰ্বাদ। বোপাৰ আৰ্জা ধন বাপেকে খাবলৈ নাপালে। বাপেক আজিলৈকে থাকিলে বোপাৰ এনেবোৰ জনা-বুজা কথা দেখি হাঁহি থকিলহেঁতেন" বুলি চকুৰ পানী মচিলে।

খঁৰানকা ভকতে ক'লে– "নাকান্দিবা, ইও বাপেকৰ নাম ৰাখিব পাৰিব। পিছে ঘনচিৰিকা অলপ ভাং আনিছ নে নাই? ঈশ্বৰৰ সেৱাখিনি নাপাহৰিবি। পাৰ যদি ত্ৰিনাথৰ পূজা এভাগো কৰিবি।"

এনেতে এজনে মাজৰ পৰা মাত লগালে– "ত্ৰিনাথৰ পূজা কৰিব সঁচা, কিন্তু এটা কথা, আজি গোঁসাইঘৰ বাহী পৰিছে, চাকিও লগোৱা নাই। পাৰ্বতী আশ্ৰমতে পৰি আছে নহয়।"

মণ্ডলে ক'লে– "অ' শুনিছো, হেনো তাইক পোকাই কামুৰিলে। বেটাৰ তাত গৈ মৰিছিল কিয়?"

এজন ডেকাই মাত লগালে, "গাঁৱৰ ভিতৰতে নহয়। তালৈ নগ'লে হ'বনে?"

আন এজনে ক'লে– "হয়তো, কথাটো কেনেবা কেনেবা লাগিছে। তাই মনে মনে তালৈ যায়।"

"কেৱল যায় হে নে, সিবোৰৰ কি গম পাবা?"

খঁৰানকা ভকতে ক'লে– "কলিকাল! কলিকাল! বাঘে চেলেকে মেকুৰীৰ গাল।"

"এ বুজিছাই দেখো। ইপিনে গাঁৱত তাইৰ আবুৰ কি চাবা। কাকো একাষাৰো মুখ তুলি কথা নকয় নহয়।"

"এ নিমাতী গৰুতো শু খোৱাত যমকাল।"

"পিছে এতিয়া কেনে হৈছে?"

"কেনে হ'ব। পাপ কথা লুকাই নাথাকে নহয়। শ্ৰীধৰেও আশ্ৰম কৰি বৈষ্ণৱ হৈছে। ইপিনে বৈষ্ণৱী নহ'লে জানো হয়?"

এনেতে গাঁওবুঢ়াই মাত লগালে– "তেনে কথা

নক'বা বোপাই। শ্ৰীধৰ গুণৰ সাগৰ। সিদিনা মই যাওঁতে প্ৰায় এভাৰ বয়-বস্তু দিছে। জলকীয়া, বেঙেনা, লাউ, কোমোৰা আজিলৈকে শেষ হোৱা নাই।"

মণ্ডলে মাত দিলে— "অ' তোমাক বস্তু দিছে যেতিয়া আৰু বেয়া হ'ব পাৰেনে? এনেকৈ বস্তু-বেহানি দিয়েতো মানুহ হাত কৰে। তাই বেটী জানো এনেয়ে আশ্ৰমলৈ যায়? আদৰ পীঠ নে আদাৰপীঠ। আদৰ-সাদৰ কৰি মাতি-বুলি নিব পাৰিলেই দিহা লগায়। নোচোৱা কিয়? এটা নহয় লাহে লাহে জটাধৰ, ঘণ্টাকৰ্ণ আদিও লগ লাগিছে।"

"এইক নিয়াত সেই কাঁথিমুচাই হ'ব লাগে। কাঁথিমুচাক আগৰে পৰা তাই ভাল পায়, কাঁথিমুচাই তাইৰ কিমান দিন কাম-বন কৰি দিয়া মই দেখিছো।"

জটাধৰ জানো কম? সিদিনা মই নিজ চকুৰে দেখিছো তাই কৈছিল, বোপা জটা, মোৰ খাবলৈ ধান নোহোৱা হৈছে। মৌজাদাৰণী আয়ে এভাৰ ধান দিওঁ বুলিছিল— আনি দিব পাৰানে? কথামতে কাম। গধূলি আলিৰ কাষত বহি আহি, মেটমৰা ভাৰ এখন লৈ জটাধৰ উপস্থিত। মই সুধিলো, এইটো জটাধৰ নে অ'। সি ক'লে— অ'। বৰ ভাৰ আনিছ দেখো। মই সুধিলো। সি ক'লে—ধানৰ ভাৰ। খুড়ীয়ে আনিব কৈছিল। তাৰ পিছত পাৰ্বতীৰ ঘৰ সোমাই প্ৰায় এপৰ।"

মণ্ডলে ক'লে— উঃ কথা আওপাকে গৈছে। শ্ৰীধৰ হাজাৰ হ'লেও চহৰত পঢ়া ল'ৰা। ইপিনে বৈষ্ণৱৰ ভেশ লৈ সিপিনে মনে মনে অলপ স্ত্ৰীসেৱা নকৰিলে হ'বনে? বাপেক-মাকৰ কথা নুশুনে। বিয়া-বাৰু নকৰোৱা ভেশো লৈছে। দেখা-দেখিকৈ কিবা কৰিলেও সমাজৰ জগৰ। গতিকে মনে মনে পাৰ্বতীকে হাত কৰিছে। পাৰ্বতী নহ'লে মহাদেৱ কেনেকৈ হয়?"

গাঁৱবুঢ়াই ক'লে— "তোমালোকে যিহকে নোকোৱা, মই হ'লে বেটাক দোষ দিব নোৱাৰো। যদি কিবা হৈছে, এই অধাচাৰীৰ পৰা হ'ব পাৰে। কম ভকতনী নহয়। নামাতা-নোবোলাহে দেখিছা। বোধ কৰো মনে মনে শ্ৰীধৰক পেলাইছে।"

এনেতে আন এজন মহন্ত ভকতে ক'লে— "মই জানো, সকলো জানো। সি আকৌ গীতাও পঢ়ে নহয়। মই দুদিনমান গৈ শুনিছিলো। কিন্তু গীতা পঢ়িলে কি হ'ব? কথা-বতৰাতে বুজো নহয়। এতিয়াও বিষয়-কামনা গুচা নাই। কৰ্মত ৰতি আছে। আৰু হ'বও, ডেকা কাল। তাতে আকৌ কোৰাণ, বাইবেল সকলো সানি-পিটিকি মেলেছ হৈছে। তাৰ ধৰ্ম কি আছে? ধৰ্মৰ কেৱল নামটোহে। ভকত-মহন্ত হ'ব লাগিলে বহুতো নিয়ম পালিব লাগে। সিবিলাক যিয়েই নহওক, এইটোহে বৰ অন্যায় কথা। কিবা বেয়া ভাব নাথাকিলে পাৰ্বতী তালৈ যাব কিয়? আৰু শ্ৰীধৰৰ আসৈ নাপালে গধূলি গৈ তাত উপস্থিত হ'ব কিয়?"

"পিছে তাইৰ হতুৱায়ে আকৌ গোঁসাইঘৰ মচোৱা, চাকি-বন্তি লগোৱা?"

"এৰা, কথাটো বৰ বেয়া হৈছে। সজ বুলিহে তাইক সেইটোৰ ভাৰ দিয়া হৈছিল। বোলো, বিধৱা মানুহ, চাউলমুঠাও মিলক। গোঁসাইঘৰৰ কামখিনিও চলি থাকক।"

"পিছে এতিয়া মজাপালি চোৱা। কিন্তু এইবাৰ তাইক তেনে কামত লগাব নোৱৰা। বাপ! সাক্ষাৎ জ্বলা জুই! তাত আঙুলি দিব খোজা! তেনে কৰিলে তাইৰ তো মঙ্গল নায়েই, আমিহে পাপী হ'ব লাগিব। গোঁসাইঘৰ বুলিছে কাক? তাত সকলো পিনে পবিত্ৰতা থাকিব লাগিব। তাই সাত ঘাট মাৰি আহি ইপিনে গোঁসাইঘৰৰ চাকি লগাব। বোপা-আতাৰ দিনৰ পৰা চলি অহা গোঁসাইঘৰৰ সকলোৰে ভাল মান ৰাখিছা!"

এজনে মাত দিলে— "আগে তাই ভাল হওকচোন! পাপ কাম কৰি গোঁসাইঘৰৰ চাকি লগাবলৈ যায়! তাইৰ এনে ফল নহৈ কি হ'ব পাৰে? বাপ, হলাহল বিষ!"

"ভাল হ'বৰ আশা আছে জানো?"

"ক'ব নোৱাৰো! যেনে শুনিছো অৱস্থা বেয়াই।"

"পিছে গোঁসাইঘৰ বাহী পৰিব দিব নোৱাৰি।"

এনেতে জটাধৰে লৰি আহি ক'লে, "আপোনালোকক গোঁসাই ঘৰত বিচাৰিছিলো। আপোনালোক আশ্ৰমলৈ যাব লাগে। পাৰ্বতীৰ অৱস্থা বৰ ভাল নহয়।"

"পাৰ্বতীৰ অৱস্থা বেয়া হ'ল আমি কি কৰিব লাগে?"

"গাঁৱৰ বিধৱা তিৰোতা! ঘৰৰ মান ৰাখাগৈ।" বুলিয়েই জটাধৰ বাহিৰ হ'ল।

ঘনচিৰিকাৰ মাকে পিছত কি বৌ-বৌৱাই থাকিল আৰু কিমান পৰ আছিল, তাক নোকোৱাই ভাল।

(১৯)

শ্ৰীধৰে অনন্ত আকাশলৈ চাই পুখুৰীৰ পাৰত বহি কিবা ভাবি আছে। মুখত তাৰ বিষাদৰ চিন্। চিন্তাৰ অন্ত নাই। তাৰ মনত খেলাইছে, জগতত মানুহৰ সৃষ্টি কিয়, মৰণ কিয়? যদি মৃত্যুৱেই শেষ উদ্দেশ্য, তেন্তে ইমান লৰা-ঢপৰা, ইমান খোৱা-কামোৰা, আনন্দ-উৎসৱ, শোক-দুখৰ সৃষ্টি কিয়? প্ৰকৃতিৰ প্ৰত্যেক বস্তুৱেই জৰা, মৃত্যু আৰু ধ্বংসৰ বাট লয়, কিন্তু! প্ৰত্যেকৰে হাবিলাষ জীয়াই থাকিবলৈ, হেতা-ওপৰা কৰিবলৈ, স্বাৰ্থত বিভোল হৈ মোৰ মোৰ কৰিবলৈ। কাৰো এই মোৰ শব্দটো সৰু পৰিয়ালৰ ভিতৰত, কাৰো সমাজৰ ভিতৰত, কাৰো আকৌ দেশৰ ভিতৰত। মোৰ দেশ বুলিয়েই আন দেশৰ লগত অৰিয়াঅৰি, যুঁজ-বাগৰ। কিন্তু মৃত্যুৰ পিছত মোৰ শব্দৰ অস্তিত্ত্ব ক'ত? যদি হিন্দুমতে পুনৰ জন্ম হয়, হয়তো মই মানুহ নহ'বও পাৰো, হয়তো মই এই দেশত নজন্মিবও পাৰো, তেন্তে এই "মোৰ দেশ" বুলি গোটেই জীৱনটো যি যুঁজ-বাগৰ কৰিলো তাৰ ফল কি হ'ল? যুঁজ-বাগৰৰ ফলত হয়তো এটা যশস্যা বা কীৰ্ত্তি এৰি যাব লাগিব। কিন্তু মৰণৰ পিছত মোৰ সেই যশস্যা, সেই কীৰ্ত্তিৰ আৱশ্যাক কি? হয়তো মোৰ জীৱনৰ এটা আদৰ্শৰ চানেকি এৰি যাব পাৰো; যি চানেকি চাই আনবোৰে সংসাৰ-পথত ফুল তুলিব পাৰে। সেই আদৰ্শটো যিমানেই সুন্দৰ হয়, যিমানেই উদাৰ হয়, সিমানেই বিশ্বৰ মঙ্গল। এনেবোৰ ভাবি থাকোতে হঠাৎ পাছফালৰ পৰা পাৰ্বতীয়ে মাত দিলে, "আপুনি ইয়াত বহি বহি কি ভাবি আছে?"

শ্ৰীধৰ ভাবৰ তন্ময়তাৰ পৰা সাৰ পাই ততালিকে বাস্তৱ জগতলৈ নামি আহিল। সি দেখিলে, অনন্ত আকাশৰ মাজত এজোপা পাৰিজাত ফুল। এটা বৃহৎ শূন্যৰ মাজত এটা উজ্জ্বল আৰু মাধুৰ্যৰে পৰিপূৰ্ণ বিন্দু। সেই বিন্দু ইমান উজ্জ্বল যে গোটেই অনন্তৰ সৌন্দৰ্যকে পাছ পেলাই শ্ৰীধৰৰ চকুত জিলিকি উঠিল। বহল অনন্ত আকাশৰ ভাব এৰি শ্ৰীধৰে ক'লে— "পাৰ্বতী! তই ইয়ালৈ আকৌ আহিছ? আকৌ সাপে কামুৰিলে মজাপালি পাবি।"

পাৰ্বতীয়ে হাঁহি মাৰি ক'লে— "মজাপালি কি? হয়তো মৰিলোহেঁতেন। তেন্তেতো সকলো দুখৰেই অন্ত হ'লহেঁতেন। আপুনি বাহিৰৰ এডাল সাপৰ কামোৰকে দেখি ভয় খাইছে। কিন্তু মোৰ অন্তৰত প্ৰত্যেক নিমিষে কত সাপৰ দংশন হ'ব ধৰিছে, তাকতো ভবা নাই।"

"তোৰ এনে কি দুখ? এইবাৰ ভাবিছিলো, তই এৰি যাবি।"

"যাব পাৰিলেতো ভালেই আছিল। এডাল সাপৰ কামোৰত শ শ সাপৰ বিষ নুমালহেঁতেন। আপুনি ভাবকচোন, তিৰোতাৰ যদি স্বামী নোহোৱা হয়, তেন্তে তিৰোতাৰ জীৱনত আৰু কি সুখ হ'ব পাৰে।"

"এই কথাষাৰ আৰু এদিন ভাবিছিলো। বৰ দকৈ ভাবিছিলো। কিন্তু এতিয়া অলপ সাল-সলনি হৈছে।"

"তেন্তে স্বামী নহ'লেও তিৰোতাৰ আৱশ্যক আছে বুলি কয়।'

আৱশ্যক নাই বুলিয়েই এদিন হিন্দুৱে সহ-মৰণৰ ব্যৱস্থা দিছিল। দুখ-দৈন্যৰে ভৰা শোকৰ ছবি যিমানেই সংসাৰৰ পৰা আঁতৰ হয়; সিমানেই সংসাৰৰ মঙ্গল। বাৰু চা পাৰ্বতী, বিধৱাৰ ছবি এখনি সদায় শোকপূৰ্ণ ছবি। তদুপৰি তাইৰ কাৰণে সমাজে সদায় ভয়-সংশয় ৰাখিব লাগে। জানোচা সমাজৰ আদৰ্শ ভ্ৰষ্ট হয়। জানোচা তাইৰ ৰূপ-সৌন্দৰ্যই সমাজৰ কোনো লোকক কু-পথলৈ টানি নিয়ে। জানোচা যৌৱনৰ মোহে সমাজৰ লোকক উটাই লৈ গৈ নৰক-কুণ্ডত পেলাই দিয়ে।"

"তেন্তে আপুনি সহ-মৰণ ভাল বুলি কয়?"

"সহ-মৰণ। সহ-মৰণ!"

"তেনেকৈ কিয় কৈছ?"

"মৃত্যুতো এদিন হ'বই। কেৱল দুদিন আগপাছ! আৰু এই অনন্ত কালৰ লগত সেই কেইদিনৰ আগপাছ ৰিজাতে অতি সামান্য। অৰ্থাৎ দুকুৰি বা একুৰি বছৰৰ পিছত মৰা জানো অনন্ত কালৰ সৈতে তুলনা কৰিলে সহমৰণ নহয়? তেন্তে কুৰূপ ছবি ঘৰৰ পৰা দুদিন আগেয়ে বিসৰ্জন দিলো, তাত হানি কি?"

"কিন্তু আপুনি সহমৰণ ভাল বুলিলে জেলত দিব। বা কোনো তিৰোতাই সহমৰণ যাব বুলি জানিলে তাইৰ অৱস্থা কি হ'ব জানে?"

"কিন্তু এটা কথা।"

"কি?"

"এই সহ-মৰণ ভাবটোত হিন্দুৱে লক্ষ্যভ্ৰষ্ট হোৱা যেন লাগিছিল।"

"তেন্তে আপুনি সহ-মৰণ ভুল বুলি কয়?"

"পাৰ্বতী! হিন্দুৰ বেদান্তৰ আদৰ্শ আৰু সহ-মৰণৰ আদৰ্শই যেন খাপ নাখায়।"

"কিয় আমাৰতো শাস্ত্ৰই কয়, সংসাৰ মিছা, সকলো মিছা, দেহ মিছা, তেন্তে এই দেহটো জানিবা দুদিন আগেয়ে এৰি গ'ল, তাত আত্মাৰ হানি কি? আত্মাতো অমৰণ-অভগন। তেনেহ'লে সহ-মৰণ বা পিছৰ মৰণৰ পাৰ্থক্য থাকিল ক'ত? বৰং সহ-মৰণত দুখ-শোকৰ অন্ত হ'ল। সমাজৰ কেলেঙ্কাৰীৰ ভয় নাথাকিল আৰু বিধৱাবোৰেও সদায় বাহ্যিক আচৰণৰ ভুৱাবোৰ দেখুৱাই ফুৰিব নলগাত পৰিল। বাহ্যিকতাৰ লোপ হ'ল। লগে লগে এটা ডাঙৰ আদৰ্শ লগত লৈ মৃত্যুক সাৱটি ধৰিলে।"

"কিন্তু সেইটো যে আত্মহত্যা! হিন্দুৱে আত্মহত্যাক লাই নিদিয়ে।"

"বাৰু সেয়া যদি আত্মহত্যা হ'ল, তেন্তে হিন্দুৱে আকৌ যুঁজত মৰিলে স্বৰ্গলৈ যায় বুলি কিয় কয়? যুঁজত মৰিব এই কথা জানিও যুঁজ কৰিবলৈ ওলাই আওমৰণত নমৰে জানো? তেন্তে তাত স্বৰ্গ কিয় পায়? অৱশ্যে বাহ্যিক ভাবত ক'ব পাৰো যে, তাত নিজৰ হাতত মৰা নাই, লোকৰ হাতত মৰিছে। কিন্তু আচলতে নিজেই মৰণক মাতি আনিছে।"

"পাৰ্বতী! তই দেখো বহু কথা জান? তই এইবোৰ ক'ত শিকিছ? তই কিতাপ পঢ়িব জান?"

"নাজানো। কিন্তু মই গোটেই জীৱনটোত এইবোৰ কথা ভাবিছো। বিধৱাৰ যে ভৱাৰ বাহিৰে আন কাম নাই। ৰং নাই, ধেমালি নাই, সুখ নাই! কেৱল পেটত দুটামান সুমুৱাই ভাবৰ ৰাজ্যত ফুৰিলেই হ'ল। নাইবা সংসাৰত লোভ, মোহ, কাম আদি ৰিপুৰ হাতত পৰি নৰক কুণ্ডৰ সৃষ্টি কৰে। ক'ব নোৱাৰো ভাৰতত কিমান বিধৱাই মনেপ্ৰাণে শয়নে-সপোনে যথাৰ্থ ব্ৰত চাৰিণী হৈ আছে। কব নোৱাৰো কিমান বিধৱাই বাহ্যিক ভাবৰ ভুৱা এৰি সংসাৰৰ শোক-দুখৰ ভাব এৰি জীৱনৰ আচল সৌন্দৰ্য উপভোগ কৰিব. পাৰিছে। হিন্দুৰ শাস্ত্ৰইতো কয়, স্বামী-ভাৰ্যা, পিতা-মাতা সকলো মিছা। সেইবোৰৰ মৃত্যুৰ কাৰণে দুখ-শোক কৰিব নাপায়। কিন্তু হিন্দু-শাস্ত্ৰৰ আদৰ্শ লৈ কিমান বিধৱাই স্বামীৰ কাৰণে শোক-দুখ এৰিব পাৰিছে।

এইটো কথা ভাবিব লগীয়া। বিধৱাৰ অন্তৰ একোটা শোক-জুইৰ কুণ্ড! অলপ আঘাত পালেই সেই শোক-জুয়ে ভমককৈ জ্বলি উঠে আৰু হিন্দু জীৱনৰ আদৰ্শৰ পৰা বহুত দূৰৈত পৰেগৈ।"

"তেন্তে সহ-মৰণৰ প্ৰচলন কৰি শোক-কুণ্ডৰ অন্তঃকৰণত হিন্দুৰ ভুল ক'ত হৈছিল? সংসাৰৰ পৰা শোক-দুখৰ মেটমৰা ভাৰ, কেলেঙ্কাৰীৰ ভয় সংশয়, কপট ভাবৰ বীজ সমূলি সহ-মৰণতে অন্ত কৰা নাছিল জানো? আনপিনে শোক-দুখৰ ছবি, ভ্ৰূণ হত্যা, গুপ্ত ঘটনা, কেলেঙ্কাৰী আদিৰে সংসাৰ ভৰপুৰ কৰিব ধৰিছে। মই জানো, কত প্ৰলোভনৰ হাত এৰি, কত ভয় সংশয়েৰে সদায় ফুৰিব লাগে। কিন্তু হিন্দু শাস্ত্ৰই কয়, ভয় সংশয় এৰা, শোক-দুখ এৰা, কপট ভাব এৰি সৰলতাৰ আশ্ৰয় লোৱা।"

"পাৰ্বতী, তই শাস্ত্ৰাদি নপঢ়াকৈ, ইমান শাস্ত্ৰজ্ঞান ক'ত পালি?"

"সৰুতে দেউতাই বহুতো শাস্ত্ৰ পঢ়া শুনিছিলো। পিছত সেই শাস্ত্ৰবোৰৰ তথ্য জীৱনত কতভাৱে ভাবিছো, তাৰ সংখ্যা নাই। আপুনি সহ-মৰণত হিন্দুৰ কি ভুল দেখিছে?"

"সহ-মৰণ সম্বন্ধে কব লাগিলে আগেয়ে মানুহৰ জীৱনৰ আদৰ্শ কি, সেইটো স্থিৰ কৰিব লাগিব। মানুহ

আদৰ্শশূন্য হ'লে তিৰোতাৰ স্বামীশূন্য হোৱাৰ দৰে হয়। হিন্দু তিৰোতাই সকলো আদৰ্শ স্বামীত স্থাপন কৰে আৰু বিধৱা হ'লেই যিবোৰে পণ কৰি সহ-মৰণৰ কথা ভাবে। কিন্তু জীৱনৰ আদৰ্শ স্বামী মূৰ্তি কৰি ল'লে মানৱদেহাৰ স্বামী থকা নথকাত লাভ হানি নাই? কিন্তু আদৰ্শ ভ্ৰষ্ট হ'লে শোক-দুখ, জৰা-দৈন্য আৰু ভয় সঙ্কোচে মানুহক জুৰুলা কৰে। বিধৱা জানো সমাজৰ কামত আহিব নোৱাৰে? দেশৰ কামত আহিব নোৱাৰে। বৰং ক্ষুদ্ৰ স্বাৰ্থবিলাকৰ হাতৰ পৰা সাৰি তেওঁলোকে দেশৰ কাৰণে, সমাজৰ কাৰণে নিঃস্বাৰ্থভাৱে লাগিব পাৰে। তেওঁলোকে খোৱা-লোৱা সম্বন্ধে বেছি নাভাবি, গোটেই দিন সমাজ আৰু পৰোপকাৰৰ কাৰণে কামত লাগিব পাৰে। শোক-জুইৰ কুণ্ড নহৈ আনন্দ আৰু সৌন্দৰ্যৰ মন্দাকিনী স্বৰূপে সমাজত চিৰশান্তি দিব পাৰে। নিঃস্বাৰ্থ ভাৱে সমাজ, দেশ বা বিশ্বৰ কাৰণে লাগিব পৰা জগতত মানুহ কিমান? কিন্তু হিন্দু বিধৱাৰ সেই পথ মুকলি। গৃহত থাকি তেওঁলোক ব্ৰত-চাৰিণী, সন্যাসিনী, নিঃস্বাৰ্থ সেৱিকা। অৱশ্যে যিবোৰ বিধৱাই তেনেভাবে জীৱন কটাব নোৱাৰে, জগত শোক-দুখ ভৰা বুলি তেওঁলোকে নতুন পথ লওক। তেওঁলোকৰ মাজত আকৌ বিধৱা-বিবাহৰ প্ৰচলন হৈ শোকৰ ঠাইত নতুন শান্তি আৰু কপট ধৰ্মৰ ঠাইত নতুন আদৰ্শ গঢ়ক, প্ৰলোভন, কাম, মোহৰ বাটত ভেটা পৰক।"

"আপুনি বিধৱা-বিবাহত সত্য দেখে?"

"কোনো মানুহৰ স্বাধীন ভাব, সুখ-শান্তি, ধৰ্ম বা সমাজৰ কটকটীয়া বান্ধোনত বান্ধিবলৈ মই ইচ্ছা নকৰো। মোক লাগে সৰলতা, মোক লাগে দেখাদেখি ভাব। ধৰ্মৰ নামত, সমাজৰ ভয়ত, কপট ধৰ্মৰ আশ্ৰয় লৈ থকাক মই ধৰ্ম বুলি নাভাবো। হিন্দুধৰ্মই এনে কটকটীয়া বান্ধোনেৰে মানুহৰ মনত ধৰ্মৰ প্ৰবল সোঁতৰ ঠাইত বহুৱাইছে, ডাঙৰ ডাঙৰ লৰাব নোৱৰা শিল। ধৰ্ম মানে কিছুমান যেন অলঙ্ঘ্য পৰ্বত! চৌদিশে মনু, মনু, মনু। কিন্তু হায়, মনু মনু কৰোঁতে হিন্দুৰ তনু ক্ষীণ হ'ব ধৰিছে। হিন্দুৰ ভাৱধাৰা বদ্ধ পুখুৰীত পৰিণত হৈছে। ধৰ্ম, অন্তৰ শক্তি বা আবেগ শূন্য হৈছে। ইংৰাজীত কোৱাৰ দৰে কিছুমান formalism আচাৰ নীতি পলাই ধৰ্ম হৈছে। তাত নাই inspiration নাই life বা প্ৰাণ!"

"আপুনি বিধৱাই আন পতি ল'লেও ধৰ্ম থাকে বুলি কয়?"

"পাৰ্বতী! তেনে কিয় কৈছা? ধৰ্মই বিচাৰে অন্তৰৰ আদৰ্শ। বাহ্যিক স্বামীৰ লগত যথাৰ্থ ধৰ্মৰ সম্বন্ধ নাই। ধৰ্মই বিচাৰে প্ৰাণ। বাহ্যিক খোৱা-লোৱা, শোৱাৰ নীতিত ধৰ্মৰ সম্বন্ধ নাই। ধৰ্মই কয়, কৰ্ম কৰি এদিনতে মৰাও ভাল। কৰ্মহীন হৈ এশবছৰ জীয়াই থাকি আচাৰনীতি পালি থাকিলেও, সত্যধৰ্মই লক্ষ্য নকৰে। আয়ুৱেই জীৱন নহয়। কৰ্মই মানুহৰ প্ৰাণ। আৰু যথাৰ্থ প্ৰাণেই ধৰ্ম। প্ৰাণহীন বাহ্যিক আচাৰ-নীতি ধৰ্ম নহয়।"

"জীৱনৰ আদৰ্শ কি?"

"সকলো দান।"

"অৰ্থ?"

"মৰিবৰ আগেয়ে যিমান অৰ্জা যায়, যিমান ভৰা যায়, যিহৰ খেতি, যি ঘৰ-বাৰী কৰা যায়, সকলোকে বাহ্যিক ভাৱে আৰু অন্তৰেৰে ত্যাগ কৰাটোৱে। কোনো আশা, কোনো স্পৃহা লগত নিব নোৱাৰিলেই জীৱনৰ আদৰ্শ সিদ্ধি। কিন্তু জীৱনতে সেইবোৰৰ আদৰ্শ নল'লে মৰিবৰ সময়ত লোৱা বৰ টান। সেই কাৰণে হিন্দুৱে ত্যাগৰ মাধুৰ্য এনেভাৱে দেখুৱাইছে। কিন্তু ত্যাগ কিহৰ কাৰণে? নৰনাৰায়ণৰ সেৱাৰ অৰ্থে। মৰিবৰ আগেয়ে ঘৰ-বাৰী ভাঙি-ছিঙি মুকলি এৰাবাৰী কৰি গ'লে কাৰো উপকাৰ নহয়?"

"ত্যাগেই যদি জীৱনৰ আদৰ্শ, তেন্তে জীৱনত অৰ্জা বা শক্তি বঢ়োৱাৰ আৱশ্যক কি?"

"পাৰ্বতী! সেয়ে আচল কথা। জীৱনত যিমানেই আৰ্জিবা, সিমানেই শক্তি পাবা, যিমানেই ত্যাগৰ সৃষ্টি কৰিব পাৰিবা। ত্যাগ কৰিবলৈ ত্যাগৰ উপকৰণ গোটাবলৈ লাগে কৰ্মশক্তি। কৰ্মই জীৱন! যি কৰ্মৰ দ্বাৰা অনেকৰ উপকাৰ হয়, সেয়ে কৰ্ম! যাওক, কথাৰ আদি অন্ত নাই। ধৰ্ম, ধৰ্মকৈ জগত বিভোৰ হ'লেও, ধৰ্ম-প্ৰাণ লোক জগতত বিৰল। বিশেষতঃ হিন্দুৰ

মাজত এনেভাৱে এলাহ আৰু কৰ্ম বিৰতি ভাবৰ সৃষ্টি হৈছে যে, ধৰ্ম মানুহৰ অন্তৰত নাই বুলি ক'লেও হানি নাই। তাৰ উপৰিও গাই-গুটীয়া স্বাৰ্থৰ ভাবে, এনে ভাবৰ সৃষ্টি কৰিছে যে, ত্যাগৰ আদৰ্শ বা দধীচিৰ কথা সপোনৰ বতৰাহে হৈছে। যাওক, সেইবোৰ চোবালে লাভ নাই। পিছে, তই আজি গাঁৱলৈ যাবি?"

"হয়।"

"গাঁৱত তই গ'লে যে আনন্দ পাবি ক'ব নোৱাৰো।"

"কিয়?"

"মই এই কেইদিন বহুতো কথা শুনিছো। কিন্তু তই গাঁৱলৈ যাবই লাগিব— কেলেঙ্কাৰী, ইতিকিং, উপলুঙা সকলো সহ্য কৰিব লাগিব। সেই বিলাকলৈ ভয় কৰি পলালে নহ'ব। সংসাৰৰ ভয়ত পলাই স্বৰ্গ নাপায়। সংসাৰৰ কুৰুক্ষেত্ৰত জাঁপ দি বিপদ, দুখ, কষ্ট, মৃত্যুক সৎপথেৰে আঁকোৱালি ধৰিলেহে স্বৰ্গ। ভয়, লাঞ্ছনা, দুখ, কষ্টক ভয় কৰি সহ-মৰণত বা আত্মহত্যাত মানুহে সংসাৰ এৰি গ'লেও, আকৌ কি বিপদ, কি অন্ধকাৰ, কি লাঞ্ছনাত পৰে, কোনে জানে। তেতিয়া কি জানিবা ভাব হয়, সংসাৰত তেনে সৰহ বিপদ সহি থকাই ভাল আছিল। নিজে যেতিয়া ভালে আছে, তেন্তে সমাজে যি নকওক, তাক বুকু পাতি ল'বি। আৰু এটা কাম কৰিবি। বোধকৰো সেইটোৱে মোৰ নাৰী মন্দিৰৰ শিক্ষাত সহায় কৰিব।"

"কি?"

"তই সহায় নকৰিলে আনৰ পৰা সহায় পোৱাটো টান। মই কপাহ আনি দিম।, সূতা কাটিবি আৰু আদৰ্শপীঠৰ ল'ৰাবোৰৰ সাধাৰণ সাজপাৰ বৈ দিবি। এয়ে আমাক বহুতো সহায় কৰিব। তদুপৰি তয়ো পইচা পাবি। এলাহ এৰি কামত লাগি থাকিব পাৰিবি। তই পইচা পোৱা দেখিলে আন আন তিৰোতায়ো কৰিব।"

"সেইটো অৱশ্যে পাৰিম। কিন্তু—"

"কিন্তু কি?"

"মোৰ মনটো যে পবিত্ৰ ৰাখিব পাৰিছো বা পাৰিম ক'ব নোৱাৰো।"

"কিয়?"

"বাৰু সেইবোৰ একওঁ। আকৌ চেষ্টা কৰি চাওঁ। মনক ক'ত বুজাওঁ; ক'ত সংযমৰ কথা ভাবো; কিন্তু চঞ্চল মন কেতিয়া কোন ক্ষণত উতলা হয়, ক'ব নোৱাৰো। যদি সময় আহে কেতিয়াবা ভাঙিম।"

"কি কথাত উতলা হয়?"

"নাই, মোৰ ভাঙিবৰ শক্তি নাই। আহো এতিয়া ঈশ্বৰে ক'লৈ নিয়ে, কপালত কি আছে। কোনে জানে! আহিলো।" বুলিয়েই পাৰ্বতী ততালিকে গুচি গ'ল। শ্ৰীধৰে তাই যোৱা চায়ে থাকিল। আকাশত ৰঙালী বেলি বুৰ মাৰিলে।

(২০)

পাৰ্বতী গাঁও পালেগৈ। ইজনী-সিজনী তিৰোতাই তাই গাঁৱ সোমোৱা বাতৰি পাই কত কি গলা-গোপা কৰিলে তাৰ সংখ্যা নাই। আনকি, দুই-এজনীয়ে আহি মুখৰ আগতে নানা কথা পাতিলেহি। ঘনচিৰিকাৰ মাকেও তাই অহা শুনি তাইৰ কাষলৈ আহিল— "উ আই নিধকৰ জী! মৰো বুলি এনেকৈ আওবাটে গৈ মৰণে? মৰিলেতো ভালেই আছিল। আকৌ কোনটো নাকেৰে গাঁও সোমালিহি। তোক দেখি আৰু দহজনী বেয়া হ'ব।"

"কি বেয়া কৰিলো?"

"আকৌ কোন মুখৰে সুধিছ? বোলো, লাজ নোহোৱা হ'লি বুলি একেবাৰে লাজ-হুকম পুৰি খালিনে? সেই ডঙুৱা ডেকাইতৰ মাজত তই বিধৱা এজনী গৈ ওলাইছিলি? কেতিয়া মনে মনে যাব সকলো জানো।"

"জানা জানা যোৱা।"

"অ' এতিয়া খং কৰিবিতো? বোলো, 'অগিয়ানক জ্ঞান দিলে মনে পায় কষ্ট, বাহা খোঙা ভাঙি সকলো কৰে নষ্ট।" কিন্তু যেতিয়া বাটে ঘাটে ওলাব নোৱাৰিবি, তেতিয়াহে বুজিবি। গাঁৱত আৰু এনে কথা, এনে বতৰা হোৱা নাছিল।'

"যোৱা তোমালোকেই ভালে থাকা। আমিতো আৰু তোমালোকৰ সমান হ'ব নোৱাৰো। তোমালোক

গোটেই ভাল। আনপিনে যত বেয়া তোমালোকেই কৰিবা।"

"হেবৌ নিধকৰ জী! কাহানি মোক তেনেকৈ যোৱা দেখিছ? কাহানি মোক ডঙুৰা ভকতৰ লগত কথা-বতৰা কোৱা দেখিছ?"

"সেইবোৰ ক'ব নালাগে, সকলো জানো। নিজে ভাল থাকাগৈ। পৰৰ কথা ভাবিব নালাগে। আপোন ভালেই জগত ভাল।"

অ' আই! মুখৰ কথা চা! লাজ হুৰুম সমূলি পুৰি খাইছে। হেবৌ তোৰ লাজ নহ'ল বুলি অইনবোৰৰো গৈছে নে? যদি কব, মনে মনে কব। কিন্তু এনেভাৱে মৰিবলৈ ওলায়। ঈশ্বৰে সব কিয়? সেই কাৰণেই সাপে খুটিলে আৰু সকলো পাপ কথা ওলাই পৰিল। কিন্তু মোৰ আই! গোঁসাই ঘৰত ভৰি নিদিবি। এই নামে নাম ল। সকলোকে সানি পিটিকি নষ্ট নকৰিবি। তোৰ পাপে গাঁও ভূঁই নষ্ট কৰিব।"

ঘনচিৰিকাৰ মাক ওলাই গ'ল। লগে লগে আন আন তিৰোতা সকলেও বাট ললে। বাটত সিহঁতৰ হাঁহিৰ খলকনি কোনেও নুশুনাকৈ আছিল। ঘনচিৰিকাৰ মাকে তিলকে তাল কৰি, অঙ্গি-ভঙ্গীৰে পাৰ্বতীৰ অপযশ শুনোঁতাৰ মাজত গাব ধৰিছে, এনে সময়তে জটাধৰে এখন কপাহৰ ভাৰ লৈ পাৰ্বতীৰ ঘৰমুৱা হ'ল।

"সৌৱা! সৌৱা! কলৈ যায় চা। "বুলিয়েই ঘন চিৰিকাৰ মাকে আটাইৰে মন আকৰ্ষণ কৰিলে।

এজনীয়ে মাত লগালে— "ভাল কৈছা দিয়া, ভাৰ-ভেটী নহ'লে হয় নে? তইঁতে যি নকৰ, তাইক জুই-পানীৰে আলাগ নকৰিলে নহৈছে। তাই মৰিল বুলি সকলোৱে মৰিব নে? বোৱাৰী বেটী সকলোৱে তাইৰ পথ ললে সৰ্বনাশ!"

এনেতে মণ্ডলে আহি কলে, "কিহে বৰকৈ চিঞৰ-বাখৰ লগাইছা দেখোন?'

'সৌৱা চোৱা। ভাল সহিছা তোমালোকে। গাঁৱৰ মেলেকী হৈ এনেবোৰ কথাৰ লাই দিলে গাঁৱৰ ভাল নহয়।"

"এৰা, সি দেখো তাতেই সোমাল!'

"নোসোমাব কিয়? তোমালোকৰ জানো বান্ধ আছে। গাঁৱত মানুহ নোহোৱা হ'ল।" এনে সময়তে ঘন-চিৰিকা ওলালহি। ঘনচিৰিকাই মাত লগালে "হ'ব লাগিছিল চহৰ। পোনে পোনে পুলিচে টানি নিলেহেঁতেন নহয়। এনে কথা হ'ব পাৰেনে? এনেতে এজনী বুঢ়ী মানুহে মাত দিলে— 'বোপা, ভাল পাইছ নে? দৰৱ-পাতি ভালকৈ খাবি। খোচৰা বেমাৰ এনে কম বয়সত এনে বেমাৰ ভাল নহয়।"

ঘনচিৰিকাৰ মাকে মাত দিলে— 'মোৰ আই, মোৰ বাচাৰ কিহে লগ পালে!"

"চহৰ ফুৰা ল'ৰা আই! চহৰ যেনে ডাঙৰ, বেমাৰো ডাঙৰ। বোপা ভালকৈ নিয়মমতে দৰৱ-পাতি খাবি।"

"ভাল কৰি দিয়া আই! মোৰ ল'ৰা অগিয়ান নহয়। উচিত বানচ দিব।"

"এ নালাগে মোৰ আই। তোৰ ল'ৰা যি মোৰো সেয়ে। ঘনচিৰিকা মোৰ পৰ নহয়। লাজ-হুৰম জনা ল'ৰা। সিতো আৰু আধাকাটী নহয়। গাঁৱলৈ আহিছে, তলমুৱাৰ পৰা ওপৰমুৱা নকৰে।"

"অ, আই। এনেহেন ল'ৰাৰ এনে বেয়া বেমাৰ কিয় হ'ল ক'ব নোবাৰো। ঈশ্বৰে কৰে মোৰ আই। অলপতে ভাল কৰি দিয়া। সোনকালে চহৰলৈ যাব লাগে। গাঁৱত মই ৰাখিব নোখোজো আই। গাঁৱত যেনেহে লাজ-হুৰুম নোহোৱা হ'ব ধৰিছে, কোনো ভালে থাকিব নোৱাৰে। মেলেকীবোৰো দাঁত নোহোৱা সাপৰ দৰে হৈছে। তাই পাপিনীক কোনোৱে একো কৰিব নোৱাৰে। উস্। ৰূপ থাকিল বুলি তাইৰ আগত সকলোৱে ভেঁৰা হ'ব লাগেনে? ঘনচিৰিকা বাচা! তই সোনকালে ভাল হৈ ইখন গাঁও এৰি যা।'

"যাম। গাঁও মূঠতে ভাল লগা নাই।"

"কেনেকৈ ভাল লাগিব বাচা। গাঁৱত কুলক্ষীৰ সৃষ্টি হৈছে। দিন দুপৰতে অনাচাৰ। আই! বাচাই দৰৱ খাই খাই টকা পানী কৰিব ধৰিছে। সিদিনা মোক নেদেখাকৈ এটা ডাঙৰ বটলৰ ৰঙা দৰৱ খাব ধৰিছিল। মই দেখা মাত্ৰকে পোনছাটে লুকালে। কিন্তু মই বেটীৰ চকুত নপৰাকৈ নাথাকিল। সি যাওঁতে মই

বটলটো দাঙি চাই বুজিলো কিবা দৰবৰ ভেকেচা ভেকেচ গোন্ধ। সোধোতে সোধোতেহে বেমাৰৰ কথা কোনোমতে কৈছে। বাচাৰ বৰ লাজ। সিবাৰ মাউৰত গাঁওবুঢ়াৰ ঘৰত সেই বেটীয়ে কি দৰব যে খুৱাইছিল। সেই দৰব বাচাই খোৱা দেখিলে কিবা ডাঙৰ বেমাৰ নোহোৱা বুলি ভাবিব পাৰো নে? একোপধ্যে বাচাই নকয়। শেহত কোনোমতে স্বীকাৰ কৰিছে।"

মণ্ডলে মাত দিলে, "হেৰৌ ঘনচিৰিকা, তই ব্ৰাণ্ডি খোৱাত পৰিছ নে ?"

"অ' বাচাৰ যি ডাঙৰ বেমাৰ নাখাই কি কৰিব ? সেয়া নাখাই বাচাই আগৰ পৰা কোৱা হ'লে কেঁচাই-খোৱা দৰব আইৰ পৰা নিলোহেঁতেন।"

"সৰ্বনাশ দেখিছো। ঘনচিৰিকা, মই সকলো বুজিছোঁ। তইঁতে খালি।"

"মোৰ বাচাই খালে নে সেই আধাকাটীইঁতে খালে? তোমালোক চকু থাকিও অন্ধলা। সৌৱা ইমান পৰেও জটাধৰ ওলাই আহিব পৰা নাই। মোৰ ঘনচিৰিকা সোণামুৱা। ইইঁতৰ লগত পৰিলে সৰ্বনাশ হ'ব। যা বাচা আয়েৰে কোৱামতে কাম কৰিবি। চহৰৰ পৰা অনা দৰব-পাতিও অলপ অলপ খাবি। হাজাৰ হ'লেও টকা খৰচ কৰি আনিছ। মই আগদিনা যাওঁতে বটলটো পাইছিলো। মই কিবা গোন্ধ তেল বুলি অলপ লৈ চুলিত সানিছিলো। পিছে আই ! বৰ বেয়া গোন্ধায়। পিছতহে দৰব বুলি বুজিলো।"

মণ্ডলে কলে, "পিছে ঘনচিৰিকা যা অলপ চাহপানী কৰগৈ।"

"চাহৰ পানী উতলোৱাই আছে। ব'লা। আজিতো তোমাৰো হাল খতি।" বুলিয়েই ঘনচিৰিকা তাৰপৰা গুচি গ'ল। মণ্ডলেও পাছ ললে।

এজনী তিৰোতাই মাত লগালে, "ঘনচিৰিকাৰ মাক, ল'ৰা ডাঙৰ হৈ আহিল। এজনী কইনা বিচাৰ।"

"কইনাতো দিওঁ দিওঁকৈ আছে। পিছে সিয়ে মন কৰা নাই। হাজাৰ হওক, চহৰত থকা ল'ৰা। য'ৰে ত'ৰে ঘৰত মন নাথায়। সিপিনে তাৰ ইচ্ছা বিয়া জাকজমককৈ কৰে। খাব-বাৰুদৰ কাম ভালকৈ কৰিবলৈ খোজে। পাৰিলে বিয়াত দুটা-এটা হাতীও আনিব খোজে। সেইবিলাকৰ নিমিত্তে কিছু টকাতো লাগে। বাচাই আৰু কিছু টকাকে আৰ্জক দিন নো ক'ত গৈছে। তাৰ মন নাই দেখি ময়ো মন কৰা নাই। আৰু এবছৰ-দুবছৰ যাওক। কিবা পকি সৰি যোৱা ফল নে? আৰু এইখন গাঁৱত নো বিয়া পাতো কেনেকৈ? আগেয়ে পাৰ্বতীৰ এটা দিহা নকৰি সানি পিটিকি, খোৱা-লোৱা কৰি মোৰ বাচাৰ অমঙ্গল কৰিব নোৱাৰোঁ। চোৱা, এতিয়ালৈকে জটাধৰ ওলোৱা নাই। ঘনচিৰিকা ক'ৰবালৈ গ'ল হ'বলা। নহ'লে এবাৰ চাই আহিবলৈয়ে কলোহেঁতেন, বেটায়ে কি কৰিছে। তইঁতে তাইৰ লগত খাব যদি খাবি, মই হ'লে লাগে গাঁৱকে এৰিম, তথাপি এনে সনাপোটোকা কৰিব নোৱাৰোঁ। উস্ ! মৰিবৰ আৰু একাল আছে, তথাপি দেখা-দেখি এনে অধাচাৰ দেখিব নোৱাৰোঁ। এনেতে জটাধৰ আহিল। তাক দেখিয়েই ঘনচিৰিকাৰ মাকে মাত দিলে, "হেৰৌ জটা, হোঁ ভাল গঁতা পোৱা নাই হ'বলা। কি লৈ সোমাইছিলি।"

"কপাহ।"

"কপাহ। কপাহ নেওঠনীত ধুনি কাপোৰ ব'ব পাৰিব। হেৰৌ, খনীয়া কাপোৰ বৈ নিব পাৰিবি।"

"অ, তুমিও নকৰিবা, আনে কৰিব গ'লেও জগৰ লাগে।"

"নালাগে জগৰ। কিন্তু খনীয়া বোৱাকৈ আশ্ৰম পাতিছনে কি কৰিছ, তাতে বাধিব পাৰ। আমাৰ গাঁৱৰ মাজলৈ আকৌ পঠিয়াইছ কিয় ? খালি খালি, তইঁতে গাঁও-ভুঁই খালি ! বোলো, ইখন গাঁৱৰপৰা চকু মুদিব পাৰিলেহে ৰক্ষা।"

"গাঁৱত আটায়ে কপাহ ধুনি কাপোৰ ব'ব পাৰিবা। এনেয়ে কপাহ দিম।"

"যাক দিব লাগে দেগৈ। আমাক দিব নালাগে। কিন্তু বোপাই ! এনে কথাত লাই দিলে নহ'ব। সি যেয়ে নহওক, শ্ৰীধৰ, জটাধৰ সকলোৱে মজাপালি পাবি। দুদিন অলপ ৰ। আমাৰ বোপাই কপাহ ধুনিবলৈ সময় নাই।"

"সময় হ'ব কেনেকৈ ? কপাহ ধুনোতে লাগি থাকিলে আকৌ পৰৰ কু-চৰ্চা কোনে ক'টিব ?

সঁচাই-মিছাই জোৰা ফন্দা কোনে দিব ? ঘনচিৰিকা ক'ত ? সিদিনা দেখো কাৰবাৰ আগত বৰ চহৰৰ মেল পাতিছিল।"

"অ, তোৰ দৰে সি চহৰ নেদেখা চুকৰ ভেকুলী নহয়। বোলো, গাঁৱত বৰ মুনিহ, এবাৰ চহৰ ওলালেহে বুজিলেহেঁতেন মোৰ বাচাৰ মহতালি!"

"অ' ঘনচিৰিকাই চালি ধৰিছে যেতিয়া আৰু তোমাৰ কি ভাবনা? কেই পোৱা সূতা কিনি আনিছে?"

"তোৰ দৰে অজ-গৰু নেকি যে কপাহৰ ভাৰ বৈ মৰিব? চাগৈ বাচাই কেনে সুন্দৰ ৰঙা সূতা, কেনে মিহি পকোৱা সূতা আনিছে। সেয়া কেইজনীয়ে কাপোৰত লগাইছে। হেবৌ কণৰ মাক, তোৰ চেলেঙখন এবাৰ দেখুৱাবি। শ্ৰীধৰ, জটাধৰৰ তেহে জ্ঞান হ'ব। আজিকালি ইমান সস্তাতে সূতা পায় আৰু ইহঁতে আনিছে কপাহ বিলাক। কপাহ দিবি পাৰ্বতীক, আমি কপাহৰ সূতা কাটি কাপোৰ ব'ব নোৱাৰোঁ।"

"অ পুতেৰে কে'টামান পইছা পোৱা হৈছে আৰু কপাহ কাটিবি কিয়? বাপৰে মহৰীৰ ভগুৱী। কিন্তু ভাত নোহোৱা হ'লেহে বুজিবি।"

এনেতে ঘনচিৰিকা সিপিনৰ পৰা আহি ক'লে, "অ' তোৰ দৰে ভাৰ বোৱা ভাৰী হ'লেহে ভাল পাব? ঘৰত কাম নাই, আশ্ৰমলৈ মৰিব যাব? তাতকৈ ঘৰবাৰী যদি ভাল কৰিলেহেঁতেন।"

"নহয়, তাতকৈ তোৰ দৰে ওলোমা ধুতি পিন্ধি ফুৰিলে ঘনচিৰিকাৰ মাকে মাত দিলে, "লোকৰ ভাল দেখিব নোৱাৰ। চকুত হুল ফুটে। বাচাৰ দৰে আৰ্জিব পৰা হ'লে কথাই নাছিল। বোলো, মোৰ বাচাই আৰ্জিছে, ওলোমা ধুতি পিন্ধিছে, তোৰ তাতে কি হ'ল? চোৱা বাৰু কথাটো। "আৰ্জিব নোৱৰাৰ বৰ কথা, খাব নোৱৰাৰ বৰ হায়া! তইঁতৰ বাপেৰৰ বিয়া যদি মই বেটী নেদেখুৱাওঁ, মোৰ নাম হৰেশ্বৰী নহয়।"

"সাত সেৱা আই হৰেশ্বৰী!"

"আমি কৰিম তোমাক মহেশ্বৰী।" বুলিয়েই জটাধৰে হাঁহি লৰ মাৰিলে। হৰেশ্বৰীয়ে যে সঁচাকৈ সিদিনা মহেশ্বৰীৰ ৰূপ ধৰি সংসাৰত খলকনি লগাইছিল,কথাই কথাই ভাঙিছিল, পাতিছিল, পাৰ্বতী, জটাধৰ, শ্ৰীধৰ সকলোকে একোডালি পঘাৰে বান্ধিছিল, তাক নুই কৰিব নোৱাৰি। লগে লগে আন কাকো ওচৰত নাপাই সকলো খং পাৰ্বতীৰ ওপৰতে মাৰিছিল আৰু গোসাঁই ঘৰত, গাঁৱলীয়া সমাজত সিদিনাই যে পাৰ্বতীক এঘৰীয়া কৰি তাইৰ মহতালি প্ৰকাশ কৰিছিল, তাত সন্দেহ কি?"

(২১)

মহীৰাম ভৰালীয়ে ওকালতি ব্যৱসায়ৰ লগে লগে দেশৰ নেতাৰ শাৰীলৈ উঠিছিল। লগে লগে কাউন্সিললৈ যাবলৈ মন কৰি ভোট বিচাৰি ফুৰিছিল। গঙ্গাধৰেও, যদিও ওকালতিত নাম কৰিব পৰা নাছিল, তথাপি দেশ-সেৱাতে মনপূতি লাগি অসহযোগত তিনিমাহ জেল খাটি, দেশৰ কাৰণে লাঞ্ছনা ভুগি স্বাৰ্থ ত্যাগীৰ আসন পূৰণ কৰিছিল। কথাই কথাই কোনে জেল খাটিছে, কোনে দেশৰ কাৰণে লাঞ্ছনা ভোগ কৰিছে, ইত্যাদি নানা তৰহৰ কথা কৈ আনক খেৰকুটা যেন নাভাবি নিজকে এজন দেশনেতা হিছাপে চিনাকি দি সময়ৰ সোঁতত কাউন্সিলতে দেশ-সেৱাৰ থাপনা পাতিবলৈ চেষ্টা কৰিছিল। মীনধৰ চৌধুৰীয়ে এবাৰ সমাজ সেৱা, এবাৰ দেশ সেৱা, এবাৰ জেল খাটোঁতা সকলৰ গুণ গাই, এবাৰ ধনী সকলৰ লগ লাগি, এবাৰ দুখীয়াৰ শোকত আতুৰ হৈ, এবাৰ হিন্দু ধৰ্মৰ যোল কলা উন্নতিলৈ ভাবি, এবাৰ সাম্যবেদীত মূৰ্তি পূজা কৰি সমাজৰ চকুত জিলিকি উঠিছে। লগে লগে তেওঁ যে কিয় কাউন্সিলত সোমোৱা ধৰ্মৰেও যে দেশসেৱা কৰি স্বৰ্গ অধিকাৰ কৰি অমৃত লাভ কৰা অসম্ভৱ নহয়, তাক কোনোৱে ক'ব নোৱাৰে। গতিকে ' 'হোলাৰ ভাই মোলা" গাঁৱলীয়া সমাজেও যে সেই কথাত ভুলি "বৌ আহিল, বৰালি আহিল, ভেৰপেটো বায়ে বোলে মইনো কিয় নাযাম" বুলি ভোটৰ ধ্বনিত হৰিধ্বনি কৰিব, তাত আশ্চৰ্য্য কি? গতিকে চৌদিশে ধ্বনি উঠিছে ভোট, ভোট, কাউন্সিল! দেশজুৰি তল-ওপৰ। বিয়াই-সবাহে বিয়নী মেলৰ ঠাই অধিকাৰ

কৰিছে, ভোটৰ ধ্বনিয়ে নাম-প্ৰসঙ্গে হৰিধ্বনি তল কৰি উঠিছে, ভোটৰ ধ্বনি! ইজন নেতাই কৈছে, "বুজিছা, মই অমুক কৰিছোঁ, তমুক কৰিছোঁ, মই নহ'লে সকলোৰে সৰ্বনাশ হ'লহেতেন।" সিজন নেতাই কৈছে, "স্বাৰ্থত্যাগ, স্বাৰ্থত্যাগ। দেশৰ কাৰণে স্বাৰ্থত্যাগ কৰি, সৰ্বস্ব ত্যাগ কৰি মই আজি পথৰ ভিক্ষাৰী হৈছোঁ। গতিকে তোমালোকে মোক ভোট নিদি কাক দিবা।" অৱশ্যে তেওঁৰ আপোনপেটীয়া স্বভাৱ আৰু নিজৰ স্বাৰ্থৰ কাৰণে সকলো ত্যাগ কৰিব পৰা স্বভাৱ কাৰো অবিদিত নাই। আন এজনে কৈছে, "তোমালোকৰ দুখ কষ্ট মই সকলো জানো। তোমালোকৰ বিলাই দেখি মোৰ চকুত টোপনি নাহে। শয়নে সপোনে ভাবো, কেনেকৈ তোমালোকৰ মঙ্গল কৰিবলৈ মোক আজি বাট মুকলি কৰি দিয়া। দেখিবা, স্বৰ্গ হাতে হাতে।" উৰুলি-জোকাৰ, শঙ্খধ্বনি বাজি উঠিছে, ভোট ভোট! ইজনৰ পিছত সিজন। যিজনে গৈছে সিজনেই চৰা। গাঁৱলীয়া সমাজ বিবুধিত! হাতে হাতে স্বৰ্গ পোৱাৰ আশাত আনন্দত বিভোৰ। আকাশত কত চাং পাতিছে! সেই ধ্বনি শ্ৰীধৰৰ গাঁও ঢুকি পাইছে। ভোট! ভোট! ধনে ধানে, গাখীৰ মিঠৈৰে গৰখীৰে পেট!

শ্ৰীধৰে কৈছে, "আপোনাক ভোট নিদি কাক দিম?"

"মহীৰামে আনন্দত উতলা হৈ "কেৱল আপুনি দিলেই নহ'ব; গাঁৱৰ আটাইকে ক'ব। মোকতো আপুনি জানেই!"

"নাজানিম কিয়?"

"আপুনি ক'লে সকলোৱে শুনিব। ইয়াত আপোনাতকৈ লিখা-পঢ়া জনা মানুহ কোন আছে?"

"অৱশ্যে সঁচা; যদিও ইমান দিনে মোৰ লিখা-পঢ়াৰ কথা আপোনালোকৰ ওচৰ পোৱা নাছিল। ভোট আছে যেতিয়া তেতিয়া সদব্যৱহাৰ কৰিবই লাগিব।"

"নিশ্চয়, নিশ্চয়! ইয়াকে আচল citizen কয়। ভোটৰ মাহাত্ম্য যেতিয়ালৈকে গাঁৱলীয়াই নুবুজিব, তেতিয়ালৈকে আমাৰ উন্নতি নাই। বুজিছে, সেই কাৰণে এইবাৰ মই নিজে Candidate হৈছোঁ। আমাৰ মানুহে Capacity নুবুজিলে দেশৰ সেৱা কৰা বৰ টান কথা।"

"ভাল বেছি ক'ব নালাগে। মই আপোনাক জানো। যিমান পাৰো আপোনাৰ হকে চেষ্টা কৰিম।"

"আপোনাৰ আদৰ্শপীঠ বাস্তৱতে চাবলগীয়া বস্তু হৈছে। মই এইবাৰ কাউন্সিললৈ গ'লে আপোনাৰ আদৰ্শপীঠৰ কাৰণে কিছু টকা মঞ্জুৰ কৰাম। বুজিছে, আমাৰ শিক্ষাৰ পন্থা এনে নহ'লে আমাৰ unemployment অৰ্থাৎ নিবনুৱা সমস্যাৰ সমাধান নহয়।"

"ধন্যবাদ! এতিয়া যাওক। আপোনাৰ অমূল্য সময় ইয়াত নষ্ট নকৰি আৰু দহখন গাঁৱলৈ যাওক।"

"বুজিছে, মই গাঁও দেখা নাছিলো। এই আন্দোলনৰ লগে লগে গাঁও চায়ো ফুৰিছো। গাঁৱৰ উন্নতিৰ কাম কাউন্সিলত ল'ব লাগিব।"

"ভাল কথা। আপোনালোকে উন্নতি নকৰিলে কোনে কৰিব?"

'তেন্তে এতিয়া উঠিলো দেই। আপোনাৰ কামবোৰ দেখি মই বৰ আনন্দ পাইছোঁ।"

মহীৰাম ভৰালী উঠি পাছ নৌ দিওঁতেই গঙ্গাধৰ উপস্থিত "হেৰা, তুমি যে ইয়াত এনে আশ্ৰম পাতিছা ক'বই নোৱাৰিছিলো, এয়ে আচল দেশসেৱা। স্বাৰ্থত্যাগ, বুজিছা, এই দেশৰ কাৰণে তোমাৰ দৰে সকলো পিনে স্বাৰ্থত্যাগ কৰিছোঁ।"

"হয় গুণী আৰু জ্ঞানীৰ মোল আজিকালি জগতত নুবুজে।"

"আচল কথা কৈছা। গাঁৱলীয়া সকলে কেতিয়া এই কথাষাৰ বুজিব! তুমি তেওঁলোকক ক'বা। স্বাৰ্থত্যাগী পুৰুষক মান কৰিব নাজানিলে দেশৰ উন্নতি নাই। শস্য-শ্যামলা অসমভূমি আজি এই কাৰণে মৰুভূমি! বীৰ-পূজা কৰিব জানিব লাগে। সেই চিতোৰ এদিনা স্বাৰ্থত্যাগৰ বলত ভাৰতত জিলিকি উঠিছিল। আজি ভাৰতত স্বাৰ্থত্যাগ নাই। স্বাৰ্থত্যাগী পুৰুষৰ মোল বুজিব নোৱাৰে। সেই কাৰণে এনে দশা। অৱশ্যে মই দেশৰ কাৰণে একো কৰিব নোৱাৰিলোঁ, দেশৰ হকে জেল খাটিছোঁ।"

"নিশ্চয়, জেল খটাতকৈ নেতা হ'বলৈ আৰু কি লাগে?"

"তুমিও ভাই জেল খাটিছা। তুমি মোৰ কথা নুবুজিলে কোনে বুজিব? সেই নিছলা দুখীয়া মাতৃৰ যিসকল সন্তানে দেশৰ কাৰণে ইমান লাঞ্ছনা ভুগিছে, সেইবোৰৰ কথা ভাবি ভাবি মোৰ চকুপানীৰে গাৰু তিয়াওঁ। কিন্তু সিবিলাকৰ অৱশ্যে তুমিও এজন। একো উন্নতি কৰিব নোৱাৰিলেও এইবাৰ কোনোমতে কাউন্সিললৈ গ'লে, তোমালোকৰ কাৰণে মই দেহে-কেহে চেষ্টা কৰিম। তোমাৰ নিচিনা এনে উদ্যমশীল, স্বাৰ্থত্যাগী, দৃঢ়মনা আজি কাৰো চকুত নপৰে।"

"আন কথা ক'লেও মোক সেইবোৰ বিশেষণ নিদিব। মোৰ ভাল নালাগে।"

"ধন্য, ধন্য, শ্ৰীধৰ, তুমি মহান। তুমি স্বাৰ্থত্যাগীৰ মোল নুবুজিলে বা কোনে বুজিব বা বুজ্যব! অৱশ্যে মোৰ কাৰণে মই ভোট বিচৰা নাই। মোৰ দেশৰ আহ্বান, মোৰ সংঘৰ আহ্বান মই নেওচিব নোৱাৰোঁ। সেই কাৰণে আজি আগবাঢ়ি আহিছোঁ। নিজৰ সকলো কাম পাছ কৰি দেশৰ কাৰণে ঘৰে ঘৰে ফুৰিছোঁ। দেশ-সেৱাৰ সুবিধা আমি নলৈ আন স্বাৰ্থান্ধবোৰে ললে দেশৰ মহা অনিষ্ট হ'ব।"

'নিশ্চয়। দেহে-কেহে তাত ভেঁটা দিয়া যুগুত। আনবোৰে অমৃত পুখুৰীত পানী খালে স্বাৰ্থত্যাগী সকলে শুকাই মৰিব কিয়?"

'শুকাই মৰোঁ তাত আপত্তি নাই; কিন্তু দেশ শস্যশ্যামলা, সোণৰ প্ৰতিমূৰ্তি মোৰ জন্মভূমি।"

'বাস্তৱতে এনে জন্মভূমিৰ সেৱা সোণৰ সোলেঙৰ পৰা নকৰি বোকাপানী গচকি ফুৰিলে, বোকাপানীৰ ছিটিকনি সোণৰ প্ৰতিমাত পৰি ক'লা কৰিব। সোণৰ প্ৰতিমা সেৱিবলৈ লাগে সোণৰ বেদী।"

"সকলো সুবিধা এৰিব নালাগে। সকলো পিনে চাব লাগে। কি কোৱা?"

"নিশ্চয়। কিন্তু শিয়ালৰ এশ অগীয়া-বগীয়াকৈ মেকুৰী এটা গছত উঠা বুধি ভাল বুলি কয়। তথাপি স্বাৰ্থান্ধ সকলোতকৈ স্বাৰ্থত্যাগী পুৰুষক ভোট নিদি নাথাকো।"

"নিদি নোৱাৰো। আমি আন নহ'লেও, দেশৰ হকেতো স্বাৰ্থত্যাগ কৰিছোঁ।"

"নিশ্চয়! ত্যাগী পুৰুষেহে ত্যাগৰ মোল বুজে। এতিয়া উঠোঁহে। জানাই নহয়, কিমান কামত ব্যস্ত!"

"হয়, আগেয়ে কৰ্তব্য তাৰ পিছতহে আন। ভাৰতীয়ৰ এনে কৰ্তব্যবোধ নোহোৱা কাৰণেহে আজি আমাৰ এনে অৱস্থা।"

"এৰা, কৰ্তব্য, কৰ্তব্য। জন্মভূমিৰ কাৰণে কৰ্তব্য!"

"কিন্তু কৰ্তব্যটো কি, সেইটো বুজি উঠাহে টান।"

"এতিয়া উঠিলো দে। চাবা, আমি একে পথৰ পথিক।"

গঙ্গাধৰ উঠাৰ অলপ পিছত মীনধৰৰ উপস্থিতি নহ'লে যে গৰ-হাজিৰ হ'ব, সেইটো জনা কথা। গতিকে মীনধৰ গৰ-হাজিৰ দিয়া ভকত নহয়! অন্ততঃ এনে সময়ত যদিও আগৰ কে'বাটাও কাউন্সিল অধিবেশনত তেওঁৰ গৰ-হাজিৰ সংখ্যাই বেছি হৈছিল। কিন্তু ৰোগী চাই পথ্য, অৱস্থা চাই ব্যৱস্থা, সেইটো বুধিয়ক লোকে সদায় কৰে। তেন্তে মীনধৰক দুষিবা কি বুলি? মীনধৰ আগেয়ে আহি পালেহেঁতেন। কিন্তু তেওঁ সমাজ-সেৱক আৰু দেশ-সেৱক যেতিয়া তেওঁৰ শৰীৰ ভালে ৰখা অত্যন্ত কৰ্তব্য। সুন্দৰ শৰীৰ বোকাপানীত খোজ কাটি নষ্ট কৰা তেওঁ বিধিসঙ্গত বুলি নাভাবে। গতিকে সময়ত নাৱেৰে, সময়ত দোলাৰে, সময়ত মটৰগাড়ী বা ঘোঁৰাৰ গাড়ী বা সেইবোৰ য'ত নিব নোৱাৰি, তাত হাতীৰে গৈ গৈ শ্ৰীধৰৰ কাষ পালে আৰু হাতীৰ পৰা নামিয়ে "শ্ৰীধৰ বোপা!" বুলি গম্ভীৰ সুৰেৰে মাত দিলে।

শ্ৰীধৰে তেওঁক দেখিয়েই "আজি দেখিছোঁ আৰু কাম কৰা নহ'ব। আপোনালোকৰো কামৰ হানি, আমাৰো কামৰ হানি। খেতিয়ক সকলেও খেতি-বাতি এৰি সিদিনতো খাবই লাগিব কিন্তু তাৰ আগেয়ে আপোনালোকক সমিধান দিওঁতে কে'বাদিনৰে পৰা খেতি-বাতি এৰিবলগীয়াত পৰিছে। নেৰিও নোৱাৰো। কিয়নো, আপোনালোকক সোধপোছ নকৰিলেও খেতিয়কৰ উপায় নাই।"

"তুমি সদায় স্পষ্টবাদী! সেই কাৰণে তোমাক ইমান ভাল পাওঁ। দেশ-সেৱাত বাস্তৱতে লাগে তোমাৰ

দৰে স্পষ্টবাদী লোক। নহয়নে বাৰু? বহুতো স্বাৰ্থত্যাগী আছে সঁচা, কিন্তু সেইবোৰ দেখুৱাবলৈহে। কিন্তু তুমি সম্পূৰ্ণ বেলেগ!"

"নিশ্চয়। আৰু কওক, স্বাৰ্থত্যাগী বুলিলে মনটো নাচি উঠে!"

"বুজিছা শ্ৰীধৰ, তেনে লোকেই বহুত, যি সকলে স্বাৰ্থত্যাগক ঢোলেৰে জগত জয় কৰিব খোজে; কিন্তু নেতা হ'বলৈ স্বাৰ্থত্যাগতকৈ ডাঙৰ বস্তু লাগে। বুধি! বুধি! গোবৰৰ পাচি লৈ পেৰা ম'হৰ দৰে জঁপিয়াই ফুৰিলেই দেশ উদ্ধাৰ নহয়।"

"দেশ উদ্ধাৰৰ কথা যিমান কোৱা হয়, সেই বাক্যবোৰৰ পৰা তাক উদ্ধাৰ কৰাই টান হৈ পৰে।"

"হেৰা মই কথা-চহকী মানুহ নহয়। সেই কাৰণে লাগিছো সমাজ-সেৱাৰ কাৰণে। দেখিছাই নহয়, এমাহ অশৌচ বন্ধ কৰি, এঘাৰ দিন কৰিবলৈ বক্তৃতা মাৰি ফুৰিছো। কিছুমানক আকৌ লগুণ পিন্ধাই ক্ষত্ৰিয় কৰিছোঁ। নকৰিম কিয়?"

"আমি নহওঁ কদাপি শূদ্ৰ
হেৰা, আমি নহওঁ কদাপি শূদ্ৰ।"

"বৃহৎ! বৃহৎ! অশ্বত্থ সমান বৃহৎ।"

নিশ্চয়! সৰু সৰু কৰোতে মনবোৰ সৰু হৈ যাব ধৰিছে।"

"চাব, পিছে ভেকুলীৰ দৰে ডাঙৰ, তাতোকৈ ডাঙৰ আৰু ডাঙৰ হ'ব যাওঁতে পেট ফাটি অসম্ভৱ ঘটিব! পিছে নিজে নিজে ডাঙৰ ডাঙৰ কৰিলে জানো ডাঙৰ হ'ব পাৰি?"

"চিঞৰোতে চিঞৰোতে নিশ্চয় হ'ব।"

'তেন্তে জয়ঢোলৰ ব্যৱস্থা কৰক। চিঞৰিলেই যদি ডাঙৰ হ'ব পাৰি, তেন্তে যি ঢোল সি সদায় ঢোলে থাকে দেখোঁ। মাথো কোবাওঁতে, শব্দ কৰোঁতে কৰোঁতে কেতিয়াবা বাট মেলে।"

"কাউন্সিল এলাপেচাৰ কাম নহয়। তাত লাগে সমাজৰ অভিজ্ঞতা থকা মানুহ, তাত লাগে কৰ আৰু গাব পৰা মানুহ, তাত লাগে দুখীয়াৰ দুখ বুজোঁতা মানুহ? কি কোৱা?"

"ক'বলৈ আৰু বাকী ব'ল ক'ত, আপুনিয়েই গাই বাই গ'ল।"

"তেন্তে তুমি মোক ভোট নিদিয়া?"

"নিদিম কিয়? ভোট পাইছো যেতিয়া তাক সজ ব্যৱহাৰত খটুৱাব লাগিব।"

নিশ্চয়; কিন্তু পানী চাই নাও বাবা। দেখিছাতো, কেইজন মহাৰথী, ৰথী, অৰ্দ্ধৰথী নামিছে!"

"আপুনি ভীষ্মৰ পন্থাকে নলয় কিয়? সকলোৰে শুনাকৈ কওক, আন সকলো অৰ্দ্ধৰথী, তেন্তেতো তেওঁলোকৰ লেঠা লাগিল। আপোনাৰ আগত আৰু কেনেকৈ অস্ত্ৰ ধৰি ৰাহিৰ হ'ব?"

"নিধক। সকলো নিধকহে! বাৰু চোৱাচোন মোৰ আগত সিহঁতে ভোট বিচাৰিবলৈ ওলাব লাগেনে? হাজাৰ হ'লেও বয়সত মই ডাঙৰ, নামে-ধামেও আজিলৈকে গহ আছেই। তেনেস্থলত......."

"বৰ ভুল! কিন্তু কি কৰিব কলিকালৰ ল'ৰা। সেইবুলি আপোনাক নোৱাৰো। আমিতো আৰু কথাত ভোল যোৱা মানুহ নহয়। বুজো, কাৰ শক্তি কিমান!"

'নিশ্চয় সেই বিষয়ে ভাবিবই নালাগে। কেৱল আপুনি লক্ষ্যভেদ আন ঠাইত কৰিবলৈ ওলাওক।

"হৈ আছে। সকলোৱেতো দিব খুজিছে! মোক নিদিনো সিহঁতক দিবনে?"

"সেইটো মই কেতিয়াও বিশ্বাস নকৰো। আন নহ'লেও, মানীৰ মান নুবুজা যে সকলোৱে হৈছে, সেইটো হ'ব নোৱাৰে। কেৱল ভুলে-চুকে কুঠাৰৰ জলা-নমনা, বেজীৰে জলা নমনা মানুহ ওলাব পাৰে।"

"বুজিছা, মই কি ভাবিছো জানা? কাউন্সিললৈ গ'লেই প্ৰত্যেক গাঁৱে গাঁৱে একোটা পুখুৰী দিব খুজিছো। প্ৰত্যেকৰ ঘৰৰপৰা একোটা মথাউৰি দিবলৈ প্ৰস্তাৱ কৰিব খুজিছোঁ আৰু কি কৰিব খুজিছো জানা?"

"কওক, বৰ সুন্দৰ প্ৰস্তাৱ।"

"মানুহৰ খাজানা নলৈ বৰং গৱৰ্ণমেণ্টে যাতে বছৰি বছৰি মানুহক খাজানা দিয়ে, তাৰ ব্যৱস্থা কৰিব খুজিছোঁ।"

"আচৰিত কল্পনা।"

"শুনা, জাপ মাৰি নুঠিবা। টকাবোৰৰ মূল্য পইছাৰ

সমান কৰিব খুজিছোঁ। ইয়াতকৈ আৰু কি সুবিধা দিব লাগে। পইছাটোত টকাতো পাব। এনেবোৰ প্ৰস্তাৱ কাৰ মূৰত খেলাইছে?"

"নিশ্চয়! বুদ্ধিৰ্যস্য বলং তস্য! তথাপিও ভোদা মানুহবোৰে আপোনাক ভোট দিব খোজা নাইনে?"

"নিদিব কিয়? মই কি কেৱল তাকে কৰি এৰিম বুলি ভাবিছা?"

"আৰু কি কৰিব খুজিছে?"

"সাতখন সাতখন গাঁৱৰ মাজত একোখন খিলং কৰিব খুজিছো।"

"এইটো বৰ ভাল নালাগিব।"

"কিয়?"

"ইমান খিলং হ'লে সুমথিৰা টেঙা বহুতো হ'ব। তেতিয়া সুমথিৰা টেঙাৰ বিক্ৰী কম হ'ব।"

"অ' তুমি business side-টো চাইছা? সেই সম্বন্ধে মই আন পন্থা ঠিক কৰি থৈছোঁ।"

"কি, ব্যৱসায় সম্বন্ধেও ভাবিছে নেকি?"

"নিশ্চয় ব্যৱসায় নহ'লে জাতিৰ উন্নতি ক'ত? তুমিতো জানাই, অসম জঙ্ঘলেৰে ভৰপূৰ। মই অসমৰ জঙ্ঘলৰ আটাইবোৰ ডাঙৰ ডাঙৰ গছ কটাই জঙ্ঘল পৰিষ্কাৰ কৰি গছবোৰ বিদেশলৈ চালান দিব খুজিছোঁ। তেনে অৱস্থাত আমাৰ দুটা লাভ হ'ব। এপিনে কাঠৰ অদ্বিতীয় ব্যৱসায়ৰ পথ মুকলি হ'ব। আনপিনে অসমৰ সকলো জঙ্ঘল পৰিষ্কাৰ হোৱাত অসম নদন-বদন হ'ব। অসমত বাসস্থান বাঢ়িব। নানা খেতি-বাতিৰ দ্বাৰা অসম চহকী হ'ব।"

"সুন্দৰ! কিন্তু এটা কথা, অতীজৰ পৰা কোৱা আছে দেখো বোলে,

তিনিশ তিনি কুৰি কৰা কল,
মাহেকে পষেকে চিকুণাবা তল।
পাত-পচলা লাভত খাবা।
লঙ্কাৰ বণিজ ঘৰতে পাবা।

ঘৰতে বণিজ পালে, বাহিৰলৈ গৈ বণিজ কৰাতকৈ নিশ্চয় ভাল।"

"পুৰণি কথাতে লাগি থাকা। আজিকালি Up to date হ'ব লাগে। কেৱল কল-পচলা। জগতত বৰ্তমান ধৰণৰ business হ'ব ধৰিছে। বাতৰি কাকত বোৰত নোচোৱা কিয়? জঙ্ঘলবোৰ পৰিষ্কাৰ কৰোঁতে কাৰ মৌৰ-চাক পাম। মৌৰ ব্যৱসায়ত কিমান লাভ নাজানা জানো? কত জন্তুও মৰিব। সেইবোৰৰ ছাল চেলাই "টেনাৰি" ব্যৱসায়ো হ'ব পাৰে। মই অসমত নতুন আৰু অতি লাভৰ ব্যবসায়ৰ সৃষ্টি কৰিম।"

"ধন্যবাদ! পিছে আপোনাৰ পলম হ'ব হ'বলা।"

'এৰা, আৰু কে'বা ঠাইতো ফুৰিব লগা আছে। by the way মোৰ হাতীটোৰ কাৰণে কে'ডালমান কল দিবা। তোমাৰ আশ্ৰমত দেখেছো অনেক ফল কৰিছা।"

"Old business."

'সেইবিলাক কি? দা, কোৰ ইয়াতে কৰা নেকি? আৰু কি কৰা?"

"কাঁহী-বাটি, কাঠৰ কাম, পিতলৰ কাম আৰু......"

"Old, Old too Old! কুৰি শতিকাৰ বস্তু নহয়। তাতকৈ কিছুমান ল'ৰাক জাপান, জাৰ্মানী, আমেৰিকালৈ পঠিয়াই দিয়া। দেখিছোঁ তুমি ল'ৰাবিলাকৰ ভৱিষ্যত নষ্ট কৰিব ধৰিছা। অৱশ্যে মই কোৱাৰ কাৰণে বেয়া নাপাবা। মোৰ মূৰত তেনেবোৰ Plan আছে নমুনা দিছো। মই কাউন্সিললৈ গলে এনেবোৰ প্ৰস্তাৱ দাঙি ধৰিম। কি কোৱা?"

"বৰ সুন্দৰ কথা!"

"কিন্তু ইমানতো যদি মানুহে নুবুজে, মোক ভোট নিদিয়ে, তেন্তে নিজৰ কপাল নিজে খাব। মোৰ একো আপত্তি নাই।"

"নিশ্চয় আপুনিতো নিজৰ কাৰণে ভোট বিচৰা নাই। আপুনি বিচাৰিছে, দহৰ আৰু দেশৰ মঙ্গল কৰিবলৈ। অৱশ্যে ঈশ্বৰে সজ ইচ্ছা পূৰণ নকৰাকৈ নাথাকে।"

"এতিয়া আহিলোঁ। তোমাৰ ল'ৰা বিলাকে already কল কে'বাডালো দিলেই দেখিছো। তেওঁলোকে মই ভোট পোৱাতো সহায় কৰিব বুলি আশা কৰিলোঁ।"

"সহায় নকৰি পাৰেনে? God helps those who help themselves."

"আহিলোঁ, Good bye"

(২২)

গছে গছে ডাঙৰ ডাঙৰ আখৰেৰে জিলিকি উঠিছে, "ভোট দিয়ক, ৰাইজৰ সেৱা কৰিবলৈ সুবিধা দিয়ক।" কোনোখনত লিখিছে, "দেশৰ কাৰণে সকলো ত্যাগ কৰি দেশসেৱাতে প্ৰাণ দিবলৈ দিয়ক।" কোনোখনত আকৌ "সমাজ সেৱাৰ শঙ্খ-ঘণ্টা বজাই যেয়ে দিন নিয়াই, তেনে লোকলৈ সেই সমাজ-সেৱাৰ শুভক্ষণ আহিছে। আপোনালোকে আনৰ প্ৰলোভনত ভোল নগৈ মোক যাবলৈ বাট মুকলি কৰি দিয়ক। দেখিব, সমাজৰ উন্নতি, দেশৰ উন্নতি লৈহে উভতিম। এইবোৰৰ বাহিৰেও নানা তৰহৰ নাম-প্ৰসঙ্গ, মানুহৰ হেতা-ওপৰা! আহিছে গৈছে, লগে লগে পিঠা-পনা, চাহপানী অলপ নিলগতে উপভোগ কৰিছোঁ। কোনোৱে ভাবিছে, এনেকৈ ভোট-ভাওনা নিতে হ'লে অন্ততঃ জিভাৰ সোৱাদ পাক মাৰি লৈ যাব পাৰি। সেই ঠাইলৈ ভোট দিবলৈ শ্ৰীধৰো গৈছে। শ্ৰীধৰে কাক ভোট দিব। শ্ৰীধৰৰ পাছে পাছে কে'বাজনো ল'ৰা, আগত এটা গাধ। শ্ৰীধৰক দেখিয়েই মীনধৰে লৰি আহি, "আহা, আহা তোমাৰ ভোটতো ততালিকে দি ল'ৰা বিলাকক ভোট যোগোৱাত লগোৱাহি।"

গঙ্গাধৰেও লৰি আহি, "তুমিতো আগেয়ে কথা দিছা। এবাৰ কথা দিলে পাহৰিব নাপায়। যাওক যাওক, আপুনি এওঁক সাধাৰণ গাঁৱলীয়া ভাবি আনবোৰক টনা-আঁজোৰা কৰাৰ দৰে এওঁক তেনে কৰিবলৈ নুখুজিব। এওঁ শিক্ষিত। মোক আগেয়ে কথা দিছে।"

"কথা কাক দিয়া নাই! আপোনালোকেও আজি যেনে কথা দিছে, তেনে কাম কৰিলে দহো কুশল হ'লহেঁতেন, কিন্তু কোনোমতে সৰকিব পাৰিলে আপোনালোকৰ কাষ চপা টান হ'ব চহা গাঁৱলীয়াই দৰ্শন পোৱাই টান হ'ব।"

গঙ্গাধৰে মাত লগালে, "তেন্তে তুমি মোক ভোট নিদিয়া?"

এনেতে মহীৰাম লৰি আহি "আহা, আহা তোমালোকে ইমানপৰে চাই আছা। চাহ খাবা জানো? আই ঐ দেহি। ৰ'দত বৰ পিয়াহ লাগিছে হ'বলা।"

"ভাল পিছত খাম।"

"নাই, নাই আগেয়ে চাহ খোৱাহি। বুজিছা, তোমালোকৰ কাৰণে মই সদায় আছো। ইমান দুখে ভাগৰে আহিছোঁ। ল'ৰা কেইটাই চাগৈ বৰ দুখ পাইছে। সেইটো কি? লগত গাধ আনিছা দেখিছো। মাজতে উঠি আহিছিলা হ'বলা? কি কৰিম চহৰ হোৱা হ'লে মটৰ ঘৰলৈ পঠিয়ালোহেঁতেন। তথাপি তুমি দেখিছোঁ, যীশু খৃষ্টৰ ভাও ভালকৈ খেলিছা। গাধটোৱে কিবা খাব পাইছে নে নাই?"

"খাব বাৰু! আজি গাধটোলৈকে যেনে চকু তেনে সদায় হোৱা হ'লে কথাই নাছিল।"

"কি কোৱা, তোমালোকক কোনদিনা মই অৱহেলা কৰিছো? পিছে আগেয়ে ভোটটোকে দি আহাগৈ।"

মীনধৰে ক'লে, "কি, কাক ভোট দিব? তেওঁ মোক ভালকৈ জানে। তেওঁ মোক আগেয়ে কথা দিছে। ......কাক ভোট দিবা?"

"যেয়ে ভোট খোজা নাই।"

"Whom do you mean"

"মই এই গাধটোকে ভোট দিব খুজিছোঁ। আজি 'নমিনেশ্যন' পেলাব। নল'ব জানো?"

"ভাল ৰহস্যৰ ভাওনা!" বুলিয়ে গাধটোক এডাল ছেকনীৰে কোব মাৰি দিলে আৰু গাধটোৱে চিঞৰিবলৈ ধৰিলে।

মহীধৰে মাত দিলে, "ছিঃ ছিঃ, কাণ তাল মাৰি ধৰে। বন্ধ কৰা।"

"এইখিনিতে তাল মাৰি ধৰিবনে? মই ভাবো, যিয়েই কাউন্সিলত আটাইতকৈ ভাল কৰিব। কেনেভাৱে চিঞৰিব পাৰে। যেয়ে বেছি চিঞৰে, সেয়ে ভাল কাউন্সিলাৰ নহয়নে? তেন্তে? অৱশ্যে চিঞৰত কাম নহে কাণত তাল মাৰি ধৰে। এয়েহে! মই কাউন্সিল বৰ্জন-পন্থী নহওঁ। কিন্তু মই তালৈ পঠাব খোজো আটাইতকৈ ভাল কাউন্সিলৰ ই; আৰু ইয়েই আটাইতকৈ চিঞৰত পাৰ্গত। নিশ্চয় ইয়াৰ লগত

আপোনালোকে ফেৰ মাৰিব নোৱাৰে।" বুলিয়েই আকৌ ছেকনীৰ কোব! লগে লগে আগতকৈও ডাঙৰ চিঞৰ।

"Well done Councillor! Well done" বুলি শ্ৰীধৰে গাধটোৰ পিঠিত পিহিবলৈ ধৰিলে।

ওচৰৰ আটাইবোৰ মানুহ আহি থুপ খালে। আৰু শ্ৰীধৰৰ কাণ্ড দেখি কেৱে ক'লে, "সঁচাকৈ চিঞৰ-বাখৰত ভাওনাৰ বাহিৰে আন কি? আমি ইয়াকেই ভোট দিম।"

"Go on Mr. Ass. Save your Country "

"চিঞৰত গগন ফালা।" বুলি এজন শিক্ষিত ডেকাই ক'বই ধৰিলে, "কিন্তু আজিকালি গগন নহৈ দেশ ফালা! কি কোৱা শ্ৰীধৰ?"

ভোট ভোট য'তে যি পোৱা লোট!
সৰকিলেই এৰ স্বদেশ সেৱাৰ মোট।
সকলোকে ত্যাগী আমি গোট গোট,
ভোট ভোট জোঁট-পোট!!

সৰু সৰু ল'ৰা বিলাকে সিজনৰ লগতে চিঞৰিবলৈ ধৰিলে, "ভোট ভোট জোট পোট।"

আনজনে ক'লে, "দেশ সেৱানে খা দিল্লীকা সেৱা।"

এজনে আকৌ ততাতৈয়াকৈ গাধটোক কোব মাৰিলে। গাধই চিঞৰিলে— ধ্বনি উঠিল আকাশ পৃথিৱীজুৰি! বেচাৰীয়ে যেন মনে মনে ক'লে, "ভোট! আৰু সব নোৱাৰো মাৰৰ চোট। এৰি দে বোপাই! গাধ মই, কাউন্সিললৈ নগৈ কাপোৰৰ বোজা বৈয়ে থাকিম!"

ততালিকে গাধই লৰ দিলে। আটাইবোৰ ভোটাৰ, অ' ভোটাৰ তাৰ পাছে পাছে লৰিল। শ্ৰীধৰে হাঁহি মাৰি "সাধাৰণ গাধ এটাই যদি ইমান মানুহ পাছে পাছে নিব পাৰে, তেন্তে ডাঙৰ ডাঙৰ ভব্য-গব্য নেতধাৰী জীৱে কিছুমান ভোটাৰ নিয়াত আচৰিত কি?" এই কথা কৈয়েই ঘৰমুৱা হৈ খোজ ললে। ডেমোক্ৰেচিৰ অৰ্থ ইয়াৰ বাহিৰে কি হ'ব পাৰে? অটোক্ৰেচিয়ে দেখাদেখিকৈ প্ৰভুত্ব চলায়; কিন্তু ডেমোক্ৰেচিৰ মাজত অটোক্ৰেচিৰ লুকোৱা বীভৎস কাণ্ডৰ কোনে গম লয়?"

(২৩)

সিদিনা শ্ৰীধৰে সমাজৰ পক্ষে অটোক্ৰেচিয়ে ভাল, নে ডেমোক্ৰেচিয়ে ভাল ইত্যাদি নানা কথা ভাবি ভাবি গৈ আছে। যিদি ডেমোক্ৰেচি অটোক্ৰেচিৰ আন নাম স্বৰূপ, তেন্তে মানুহে ডেমোক্ৰেচি ডেমোক্ৰেচিকৈ উখল-মাখল লগাইছে কিয়? সি ভাবি ভাবি থিৰ কৰিলে, যিয়ে নহওক মানুহৰ মাজত শিক্ষা প্ৰচাৰ নহ'লে, মানুহে নিজৰ বিবেক নুবুজিলে, মানুহৰ অন্তৰত সাহস নাবাটিলে ডেমোক্ৰেচি আৰু অটোক্ৰেচিৰ একো পাৰ্থক্য নাই। বৰং ডেমোক্ৰেচি 'আহ বৰডেকা ভোজ খাব যাওঁ' স্বৰূপহে। সি ভাবি আছে, এনেতে পাৰ্বতীয়ে আহি পাছপিনৰ পৰা ক'লে, "এইবোৰ সূতা কেনে হৈছে?"

শ্ৰীধৰে পাৰ্বতীৰ হাতৰ সূতা চাই হাতত লৈ ক'লে, "পাৰ্বতী, তই দেখো বৰ মিহি সূতা কাটিব পাৰ।"

পাৰ্বতীয়ে হাঁহি মাৰি ৰ'ল; অলপ পিছতে ক'লে, "মই আৰু সূতা কাটিব নোৱাৰোঁ।"

"কিয়?"

"আপুনি শুনা নাই? গাঁৱত তোলপাৰ লাগিছে। নানা ৰকম আও কথা-বতৰা ঘটাইছে। আনকি, মোক আলাগ কৰি থৈছে। বাটত দেখিলেই ঘনচিৰিকাৰ মাকে কত অপমান কৰে! মই সেই কাৰণে আপোনাক সকলো সুধিব আহিছোঁ। মোৰ কাৰণে আপুনিও মিছাতে লাঞ্ছনা খাব কিয়?"

শ্ৰীধৰে অলপ পৰ নামাতি হঠাৎ ক'লে, "সমাজ! গাঁৱলীয়া সমাজ! পাৰ্বতী, মোৰ জীৱনত লাঞ্ছনাৰ বাহিৰে কি আছে? সৰুতে স্কুল-কলেজত পৰীক্ষাৰ লাঞ্ছনা। ডাঙৰত পিতৃ দেৱৰ লাঞ্ছনা, অৱস্থাৰ লাঞ্ছনা। এতিয়া সমাজৰ লাঞ্ছনা আৰু মৰিবৰ সময়ত বেমাৰ আজাৰৰ কিমান লাঞ্ছনা আছে! সুখ-দুখৰ ঢৌত পৰি ক'ত ককৰকাই ফুৰিব লাগিব কোনে জানে? কিন্তু যি নহওক, আমাৰ কাৰণে তই কষ্ট খাবি কিয়? সমাজৰ আলাগ হ'বি কিয়? অৱশ্যে মই জানো সমাজ তোৰ সুখ-শান্তি-আনন্দ দিবলৈ অসমৰ্থ; কিন্তু দুখ-কষ্ট, শোক-লাঞ্ছনা, দিয়াত সমাজ পাকৈত।"

পাৰ্বতীয়ে ক'লে, "মোৰ লাঞ্ছনা মই নিৰৱে সহি যাম। তালৈকে ভ্ৰূক্ষেপ নকৰো। নাখাই মৰিব লাগে মৰিম। কিন্তু আপোনালোকৰ মিছা অপযশ, অপবাদ মোৰ কাৰণে হ'ব। তাক মই কেনেকৈ সহ্য কৰিম? আপোনাৰ ভাল নামত কত অপযশ আনিছে। সিহঁতে অলপ কথাও নকৈ নাচাব।"

'অপযশ! অপযশ নহয় পাৰ্বতী, সমাজে আচল কথাকে কৈছে। দেখিছ মই কতভাৱে ভাবিও, কত সংযমৰ সহায় লৈও মন পৱিত্ৰ কৰিব পৰা নাই। বাহ্যিক কথাতকৈ মনটোহে আচল কথা। সৰুৰে পৰা ব্ৰহ্মচৰ্য্যৰ আচল শিক্ষা নাপাই মনত যিমানেই সংযমৰ হেঁচা দিব গৈছোঁ; সিমানেই মন উতলা হৈ উঠে। মোৰ যে মনত পাৰ্বতী—"

"মই যাওঁ। বুলিয়েই পাৰ্বতীয়ে খোজ ললে।"

পাৰ্বতীক তেনেকৈ যোৱা দেখি ততালিকে শ্ৰীধৰে উঠি ক'লে, "পাৰ্বতী, ইমান লৰালৰিকৈ কলৈ যাবা?"

"মই যাওঁ। মই মহাপাপীনী! বিধবা মই, মোৰ এনেবোৰ ভাবনা কিয়? ইমান লুকোৱা ভাৱ কিয়? মোৰ যে স্বামীৰ লগে লগে সকলো অন্ত হৈছে!" বুলিয়েই পাৰ্বতীয়ে কান্দি পেলালে। তাই কান্দো কান্দো সুৰত পুনৰ ক'লে, "বিধবাৰ আৰু আশা কি?"

"মই বুজিছো পাৰ্বতী, বুজিছোঁ, তোৰো মন মোৰ দৰেই উতলা হৈছে। কিন্তু...."

"কিন্তু আৰু নাই। মই আজিয়েই আহিলো আৰু আপুনি মোৰ খবৰ নলব। ময়ো আৰু আপোনাৰ ওচৰলৈ নাহো। সমাজৰ লাঞ্ছনাত সঁচাকৈ সত্য আছে। মই পাপীনী— মহা পাপীনী! এই ক্ষেত্ৰত সমাজৰ ভুল নাই।"

"ভুল! ভুল! পাৰ্বতী, সমাজৰ ভুল! মই ভুল! পাৰ্বতী, তয়ো ভুল! ইয়াত কাকো দুষিবলৈ নাই। সমাজ ভুল। কিয়নো, সমাজে সম্পূৰ্ণ পৱিত্ৰ হৈ অপৱিত্ৰক নেওচি বা ঘৃণা কৰিবলৈ শিকা নাই। মই ভুল, মোৰ মনত পৱিত্ৰ ভাৱ নাই। আৰু দেখিছোঁ তোৰো একে অৱস্থা! কিন্তু—"

"কিন্তু কি?"

"নেদেখা নেদেখি হ'লে যে তই মোৰ মনৰ পৰা আঁতৰিবি বা তয়ো সুখ-শান্তি পাবি, এনেতো সম্ভৱ নহয়।"

"সম্ভৱ নহ'লেও প্ৰলোভনৰ ঠাই এৰিবলৈ চেষ্টা কৰাত লাভৰ বাহিৰে হানি নাই।"

"এৰা, সমাজৰ লাঞ্ছনাতকৈ নিজৰ বিবেকৰ লাঞ্ছনা বৰ ভয়ংকৰ। কিন্তু ভয় কৰিবৰ একো কাৰণ নাই। মই সম্পূৰ্ণ সজাগ আছো। এনে সময়ত ভবি আওবাটত চলিব নোৱাৰে। অৱস্থাৰ লগত যুঁজাটোৱে প্ৰাণ। তাৰ ভয়ত পলাই ফুৰিলে মৃত্যু। মই যে যুঁজকে আকোঁৱালি ধৰিছোঁ।"

"কিন্তু আমাৰ মন অপৱিত্ৰ ভাবত ৰাখি কি সাহেৰে সমাজৰ লঘু-লাঞ্ছনা, শাসন-দণ্ড পেলাই আগবাঢ়িবলৈ কয়? যদি প্ৰত্যেক নৰ-নাৰীয়ে নিজে দোষ কৰিও সমাজ নামানো বুলি আগবাঢ়ে, তেন্তে তাত লাভ কি হ'ব?"

"পাৰ্বতী! সেইটোত সত্য আছে। কিন্তু এই যুঁজ সমাজৰ বিপক্ষে নহয়। এই যুঁজ নিজৰ মনৰ বিপক্ষে। মন জয় কৰিম তাৰ কাৰণে হাজাৰ লঘু-লাঞ্ছনা, বাহ্যিকেই হওক বা আন্তৰিকেই হওক, সহ্য কৰিম। মনেই আমাৰ আচল দুৰ্গ। সেই দুৰ্গত থাকি সংযমেৰে ব্যূহ ৰচনা কৰি আমি আগুৱাই যাম। তাৰ উপৰিও কৰ্মই আমাৰ সকলো অস্ত্ৰ। কৰ্মই এনেভাৱে ব্যস্ত ৰাখিব, যেন কোনো অপৱিত্ৰ ভাবৰ শত্ৰুৱে আমাৰ মন অধিকাৰ কৰিব নোৱাৰে।"

পাৰ্বতীয়ে নামাতিলে। অলপ পৰ তলকা মাৰি আকৌ কপাহ সূতা আটাইবোৰ বান্ধি ঘৰলৈ গ'ল।

শ্ৰীধৰে কিছু সময় ভাবি থাকি পিছত ওচৰতে থকা কোৰখন লৈ মাটি খপিয়াবলৈ ধৰিলে। একোটা ঘাপত ডাঙৰ একোটা চপৰা উঠিল। শ্ৰীধৰে ভাবিলে, মনতো এনে চহ লাগে, যাতে তাত জাবৰ-জোথৰ একো থাকিব নোৱাৰে। চহাম, কেৱল মাটি নহয়, মনকো চহাম। লাগে যদি তাৰ কাৰণে মৃত্যু হ'ব। আদৰ্শপীঠ যথাৰ্থতে আদৰ্শশীল কৰি তুলিম। শত্ৰু দুৰ্বলতাৰ জাবৰ-জোঁথৰ গুচাই চহ কৰি সাহস আৰু পৱিত্ৰতাৰ গছপুলি ৰুম। মানুহৰ জীৱন, মন আদ্যন্ত

মাটিৰ দৰে। তাত চহ নকৰিলে বা সাৰ নিদিলে একো নফলে। জন্মৰ লগতে কেও সাহ, ধৰ্ম পৱিত্ৰতা বা শিক্ষা নানে। কেৱল সেইবোৰ ফলে সময়ৰ লগে লগে। অৱস্থাৰ লগে লগে আৰু ওচৰ চুবুৰীয়া বা পিতৃ মাতৃ বা সমাজৰ সম্বন্ধৰ লগে লগে। তেন্তে দুৰ্বলতালৈ ভয় কিয়? আচল লক্ষ্য পাই শ্ৰীধৰে প্ৰফুল্ল মনেৰে কেৱল ঘপিয়াবলৈহে ধৰিলে। কোনে জানে সেই উদ্যমত, সেই আনন্দত শ্ৰীধৰে কিমান মাটি ঘপিয়াইছিল!

ভোট লবৰ দিন ধৰি শ্ৰীধৰৰ নাম প্ৰায় গাঁৱতে জনাজাত হ'ল। শ্ৰীধৰে যে বি এ পাছ কৰি আহি একো চাকৰি নিবিচাৰি বা ওকালতি নপঢ়ি নিজ গাঁৱলৈ আহি "আদৰ্শপীঠ" আশ্ৰম স্থাপন কৰিছে, তাক সকলোৱে জানিলে। লগে লগে মৌজাদাৰৰ পুতেকেনো কেনে সৈন্ন্যাসী হৈছেঁ, আন গাঁৱৰ ল'ৰা-তিৰোতা আৰু মুনিহসকলে চাবলৈ মন কৰি দলে দলে আদৰ্শপীঠলৈ আহিবলৈ ধৰিলে। গাঁৱলীয়া সমাজৰ মনত ভয়তে হওক বা ভক্তিৰ ভাবতেই হওক, এতিয়াও আশ্ৰম বা সন্ন্যাসীলৈ সম্মতি দেখুৱাৰ স্বভাৱ গুচা নাই। কিন্তু বহুতে তেওঁলোকে ভাবি অহা কথাৰ ওভোতাহে দেখিলে।

এজনী বুঢ়ী তিৰোতাই আন কেইজনীমানক কৈ গৈছে "আশ্ৰমখন ভাল হৈছে সঁচা; কিন্তু তেওঁনো আকৌ কি সন্ন্যাসী। দেখোন গেৰুৱা কাপোৰ নাই। ধুতি নাই, ডাঙৰ চিলিম নাই, চিমটা নাই। যেনে আজি আশ্ৰম হৈছে, তেনে সেইবোৰ থাকিলেহে আচল সন্ন্যাসীৰ আশ্ৰম হ'লহেঁতেন।"

আন এজনীয়ে কৈছে, "এতিয়াও ৰাজসিক ভাব যোৱা নাই। সন্ন্যাসী হ'লেও কত শিকিব লাগে। কিছুমান দিন সন্ন্যাসীৰ লগতে ফুৰিলেহে শিকিব পাৰিলেহেঁতেন—

মূলে জুই নাই আখাৰ তলত।
ধাপ-ধূপ কৰে চৰুৰ ওপৰত।।

আগেয়ে ডাঙৰ সন্ন্যাসীৰ লগত থাকি সন্ন্যাস ধৰ্ম কি শিকিব লাগিব।"

আন এজনীয়ে ক'লে, "আশ্ৰম কৰিছে সঁচা, কিন্তু আকৌ সিপিনে শুনিছা নে নাই? সেই কি বোলে, মাধৱৰ জী অ' অ' পাৰ্বতী! তাইৰ লগত কত কথা-বতৰা।"

ভকত ভোমোৰা চৰণ পথৰা।
কেঁতুৰী পাতত ভাত দিয়ে পিছলি পিছলি যায়।

তেনে কথা। ভকতৰ বেশ ললেই ভকতনে? পিছে আশ্ৰমখনত এজন ভাল সন্ন্যাসী বা বৈষ্ণৱক বহাব পাৰিলে বৰ ভাল তীৰ্থ ঠাই হ'লহেতেন।"

"সেয়ে হ'ব। এতিয়া ডেকা কালত এনেবোৰ কৰিছে। পিছে সিপিনে পাৰ্বতীৰ কিবা এবিধ হওক, তেতিয়া সমাজে এনেয়ে এৰিব নে? পিছত বা আশ্ৰম-চাশ্ৰম কেনি যায়। এই আশ্ৰমত সেই বা ভোলানন্দ আহিলে বৰ ভাল হয়। তেওঁক ক'লে কি জানিবা আহেয়ে।"

"অ' আহিলেই দিব?"

'নিদিব। তেওঁৰ যিহে জপ মন্ত্ৰ! জঁটা দেখিলেই ভয় লাগে। সৰ্বাঙ্গ ভস্ম-ধূলা। মানুহটোৰ চকু দুটা দেখিলেই অবাক মানিব লাগে আৰু তেওঁ সকলো বেমাৰ-আজাৰ ভাল কৰিব পাৰে। ঔষধো একো নাই। পোনতে গলে কি হৈছে বুলি সোধে। বেমাৰৰ কথা কলেই চিমটাৰে ধুনিৰ পৰা অলপ ভস্ম দিয়ে। ললে সিদিনাই ভাল হ'ল। কতৰ পেটৰ কামোৰ, মূৰৰ কামোৰ, তিয়া জ্বৰ, পানী লগা জ্বৰ ভাল কৰিছে।"

"ইস্ তেনে বাবাজী এওঁ হ'বনে? এতিয়াও বহুদিন আছে। আকৌ দেখিছা নে নাই? আশ্ৰমৰ ক'ৰবাত এটা গোঁসাইৰ মূৰ্তি দেখিছা নে?"

"সেই ভোলানন্দ বাবাজী হেনো হিমালয়ৰ স্বৰ্গলৈকো গৈছিল। মানুহটো দেখিলেই সেৱা কৰি পৰিব লাগে।" কত কথা কৈছে, কথাৰ অন্ত নাই। সিহঁতৰ লগত যোৱা এজন ডেকাই লাহেকৈ মাত লগালে, "গেৰুৱা কাপোৰ পিন্ধিলেহে তোমালোকে সন্ন্যাসী বুলি ধৰা, সিপিনে দহ চিলিম ভাঙেই খাওক বা কাৰোবাৰ ছোৱালীকে পলুৱাই নিয়ক।"

"অ' সন্যাসী হ'ব লাগিলে গেৰুৱা কাপোৰ, জঁটা, ভস্ম ধূলা নহ'লে হ'বনে?"

ডেকাজনে ক'লে, "থোৱা থোৱা ভস্ম ধূলা। পিছে এওঁ কেনে স্কুল, খেতি-বাতি কৰিছে চোৱা। কিয়?"

"ঐ আই! সন্ন্যাসীয়েও খেতি-বাতি কৰেনে?" আগৰ বুঢ়ীজনীয়ে ক'লে, "সেইবিলাক হৈছে বিষয়ী মানুহৰ কাম। বিষয়ীখনেই যদি এৰিব নোৱাৰিলে, আশ্ৰমতো যদি হাল-নাঙল জুৰিব লাগিল, তেন্তে সন্ন্যাস ধৰ্ম কাক বোলে? বাপা, সন্ন্যাসী হোৱা এলা-পেচা কাম নহয়। সন্ন্যাসীৰ মুখেৰে গীতা, ভাগৱত, পুৰাণ আটাইবোৰ সৰসৰকৈ ওলাব লাগে। তেওঁ এতিয়াও কিবা এটা কথা ক'ব লাগিলে শাস্ত্ৰখন মেলিহে কয়। গীতাখনকে আওঁৰাব পৰা হোৱা নাই। কেতিয়ালৈ বা পাৰা!"

"সেইবোৰ যিয়েই নহওক, তেওঁতো সন্ন্যাসী বুলি ক'ব যোৱা নাই।"

"অ' ধৃতৰাষ্ট্ৰৰ চকুণ ঘোপত সোমাল, কণা হ'বলৈ আৰু বাকী ৰ'ল। সন্ন্যাসী নহ'লে আশ্ৰম পাতে। আকৌ সিদিনা মৌজাদাৰণীয়ে কত কথা কৈ মোৰ আগত কান্দিছে— "বাচা, ইমান ডাঙৰ হ'ল, তেওঁ বিয়া-বাৰু নকৰায়।" হয়তো দেচোন; ডাঙৰ ল'ৰা, পঢ়িশুনি ভাল হৈছে, এজনী বোৱাৰী আনিলেহে মনত ৰং লাগে। বিষয় কৰিব খোজে বিষয়তে ধৰক। ইপিনে সংসাৰীও নহ'ব, মৰিয়াৰ নাও মাজে মাজে যায়।"

"আমি হ'লে তেওঁৰ পঢ়াশালিলৈ আমাৰ গাঁৱৰ ল'ৰাবোৰকো পঠিয়াওঁ বুলিছো।"

"হেৰৌ! পাৰ যদি সিহঁতকো সন্ন্যাসী কৰ। বাপেক মাকক নজনা ল'ৰা, গোঁসাই ভকত নমনা, ধৰ্ম নুবুজা সেইটোৰ লগত সিহঁতক দিলে গাওঁ আৰু হ'ব। সেই গীতাখনৰ লগত কোৰাণখনো হেনো থৈছে। সকলো মেলেছ ভাব।"

"তোমালোকে সিবোৰ কি বুজিবা!"

"আৰু এটা কথা দেখিছানে নাই? কে'জনমান কমাৰ, কুমাৰ, সোণাৰি সকলোৰে লগত একেলগে খাব বহিল! বোপাই ঐ! ভাল আশ্ৰম দেখুৱাব আনিছিলা!"

"এৰা, এয়ে আচল আশ্ৰম। আমি কিছুমানে গেৰুৱা কাপোৰ পিন্ধি কাম-বন একো নকৰি খোৱা-লোৱা আনৰপৰা খুজি-মাগি আনি সমাজ আৰু দেশৰ গলগ্ৰহ হোৱাটোকে ডাঙৰ আদৰ্শ কৰি লৈছোঁ। কিন্তু গৃহস্থ হৈও যে সন্ন্যাসী হ'ব পাৰি, আমাৰ শ্ৰীমন্ত শঙ্কৰে সেই আদৰ্শ দেখুৱাই গৈছে। আমি তাক পাহৰি গৈছোঁ। এনে আশ্ৰমত ল'ৰা পঢ়িবলৈ নিদি আজি-কালিৰ পঢ়াশালিবোৰত কেৱল মুখত আওঁৰাৱা পঢ়োৱা পঢ়াই দেশ আৰু সমাজৰ উন্নতি কৰিবা! আকৌ সন্ন্যাসীৰ লগত থাকিব দি ভিক্ষাৰ জোলোঙা লবলৈ শিকাই বাহ্যিক ভস্মধূলা ল'ব দিবা! দুয়ো পন্থাই সৃষ্টি কৰে পৰৰ ওপৰত নিৰ্ভৰ কৰা দুয়ো পন্থাই গঢ়ে অকামিলা যুৱকৰ দল। সেইবোৰ কি বুজিবা। সোঁৱে বাঁৱে এনে পঢ়াশালিহে আৱশ্যক যেয়ে নিজক গাঁৱক আৰু সমাজক আনৰ ওচৰত হাত পাতিবলগীয়াত পেলায়।" ইত্যাদি নানা তৰহৰ ভাল-বেয়া কথা পাতি আটাইবোৰে গৈ থাকিল।

## (২৫)

নাৰী মন্দিৰৰ সৃষ্টিৰ লগে লগে এৰি পলু পোহা, সূতা কটা, কাপোৰ বোৱা, কপাহ ধুনা কাম সুন্দৰ ভাৱে ছোৱালী বিলাকক শিকোৱা হৈছে। পাৰ্বতীয়ে সেইবোৰ তত্ত্বাৱধান লয়। লিখা-পঢ়া শিকোৱা সম্বন্ধে শ্ৰীধৰে লাগি-পৰি লাগিছে। ছোৱালীবোৰক লগে লগে দেশ আৰু সমাজৰ ভু-ভা দিছে। শ্ৰীধৰে এদিন পঢ়াই থাকোতে ক'লে, "তিৰোতাৰ আদৰ্শ আমাৰ দেশত সীতা, সতী কিন্তু সীতাই ৰামক জনাৰ বাহিৰে একো নাজানিছিল। আমাৰ দেশত সীতাৰ সতীত্ব, সীতাৰ সাহস যেনেকৈ লাগে, তেনেকৈ সমাজ আৰু দেশৰ ভু-ভাও জানিব লাগে। নিজৰ কামৰদ্বাৰা দহৰ আৰু দেশৰ উপকাৰৰ অৰ্থে চেষ্টা কৰিব লাগে।" এনেতে জটাধৰে আহি ক'লে, "নামৰ সকলো দিহা কৰিছোঁ। ফল-মূল সকলো অনা হৈছে। এতিয়া কোন কোন গাঁৱৰ মানুহ মাতিম?"

"ওচৰৰ সকলো গাঁৱৰে মানুহ মাতা। সকলো ডেকা একেলগে গোট খালে কেনে সুন্দৰ দৃশ্য হয়, চোৱা যাওক।"

এনেতে এজনী ছোৱালীয়ে মাত লগালে, "নাম ধৰি ধৰি মাহ প্ৰসাদবোৰ চোবাই পেট চলিব লগা কৰিলে হৈছে।"

শ্ৰীধৰে ক'লে, "কথাটো তুমি সৰু ছোৱালীয়ে কোৱা নহয়। এই কথাৰ ধ্বনি আজিকালি ডাঙৰবোৰৰ মুখতো, বিশেষকৈ ভব্য-গব্য নগৰীয়া সকলৰ মুখত। কিন্তু ইয়াত এটা কথা আছে।"

"পিতাদেৱে আমাক মাহ্‌-প্ৰসাদ খাবকে নিদিয়ে।"

পাৰ্বতীয়ে এনেতে ক'লে, "বাস্তৱতে বুট, মুগবোৰ চোবালে, পেটৰ অসুখহে হয়। তাৰ উপৰিও, মই এই কথাষাৰ নুবুজো, কেৱল হৰিৰ নাম ললে কেনেকৈ মানুহৰ সুখ হয় বা মুক্তি হয়।"

শ্ৰীধৰে হাঁহি ক'লে, "পাৰ্বতী ওপৰ-চকুৱা হৈ চালে একোকে নেদেখি। কিন্তু দকৈ ভাবি চালে সকলো সত্য দেখা যায়। আজি আমাৰ জাতিটোৱে সকলো পিনে ওপৰুৱাকৈ চাব ধৰিছে আৰু সেইবোৰ অনুকৰণ কৰিবলৈ ধৰিছে। বঙালীয়ে ময়দাৰ লুচি, মিঠাই খায় কাৰণে আমিও খাবলৈ ধৰিছোঁ। আমাৰ বৰ্তমানৰ খোৱাটো এনে বেয়া হৈছে, ভাবিলে অবাক হ'ব লাগে। আমাৰ খোৱাত সাৰ বস্তু একো নাই। আমি চাহ্ পানী পিওঁ। কেইটামান মচুৰ দালিৰে সৈতে ভাত খাওঁ বা দুখন-এখন লুচি খাওঁ। সেই খোৱা খাই আমি বলৱান জাতি কেনেকৈ ওলাব পাৰো। আমাৰ ভিতৰত মেধাবী, বীৰ্য্যবান পুৰুষ কেনেকৈ ওলাব পাৰে? চাহাব সকলৰ দৰে খাবলৈকো আমাৰ ধনৰ অভাৱ। আনপিনে আমাৰ যিবিলাক সাৰ-বস্তু আছিল, সেইবোৰো অসভ্য খোৱা বুলি নেওচিলো। চোৱা, মানিমুনি, ওলকচু, ভেদাইলতা, হেলচি শাক, ঔটেঙা, চেঙাই টেঙা আদি আমাৰ প্ৰত্যেক আহাৰেই একোবিধ দৰবৰ নিচিনা আছিল। আমি ভীমকল, পইতা ভাত, মাহৰ দালি, কোমল চাউল, চিৰা সান্দহ আদি বস্তুবোৰো এৰিলোঁ। বিজ্ঞানৰ উন্নতিৰ লগে লগে সেইবোৰৰ তথ্য বাহিৰ হ'ব ধৰিছে হ'বও। কিন্তু সেইবোৰ অসভ্য খোৱা বুলি এৰিলো। বাৰ মাহত তেৰ আজাৰ ঠাইত আমি এতিয়া সদায়- মচুৰৰ জোল আৰু চাহ্ পানী পি গ্ৰহণী, পিত্ত, মেলেৰীয়া, সন্নিপাত, যক্ষ্মা আদি ৰোগত সহজতে পৰিব ধৰিছোঁ আৰু নিশকতীয়া দুৰ্বলী হৈ সংসাৰ ধুঁৱলি-কুঁৱলী দেখিছোঁ। সেইবোৰ বস্তু আমি কম ধনেৰে ঢুকি পাওঁ। আনপিনে চাহাব সকলৰ দৰে মগুহ আদি খাবলৈ টকা-পইছা কত লাগে। আমি সিবিধো ধৰিব নোৱাৰিলোঁ; আমাৰ বিধো এৰি সভ্য-ভব্য হৈ আমাৰ জাতিটোক ধ্বংসৰ পথলৈ টানি নিব ধৰিছোঁ। বহুতো কথা ক'লো, "আচল কথালৈহে আহো, নাম-প্ৰসঙ্গ কৰি মনটো যেতিয়া পাতল হয়, তেতিয়া অলপ অচৰপ-ভিজোৱা বুটমাহ, মগুমাহ আমি খাওঁ। যিয়ে আমাৰ শক্তি বঢ়ায়। তিওৱা বুটমাহ খোৱা সভ্যবোৰৰো নিয়ম আছে। কিন্তু এই নিয়ম আমাৰ পূৰ্বপুৰুষ সকলৰ পৰা চলি আহিছে। এই নিয়ম আমাৰ দৈনিক কাম হৈ পৰিছিল আৰু এই কাম আনন্দ, ৰং ধেমালি আৰু পৰিশ্ৰমৰ মাজেৰে হোৱাত সহজে হজম কৰিব পাৰিছিলো। কিন্তু তেনে নাম-প্ৰসঙ্গৰ অন্ত হোৱাৰ লগে লগে আমি মাতি আনিছোঁ, মূৰ তুলিব নোৱৰা সংসাৰৰ ভাবত জুৰুলা-জুপুৰা হোৱা নিৰানন্দ অৱস্থা। পাৰ্বতী, আমি মৰিবলৈ ওলাইছোঁ। অন্ধ অনুকৰণে, সভ্য হোৱা ৰীতিয়ে, ঘৰৰ ভিতৰত লুকাই ৰখা তিৰোতাৰ অৱস্থাৰে আমি লোপ পোৱাৰ অৱস্থা পাইছোঁ। কানি বেচাতকৈও এনে সভ্য হোৱা প্ৰথা আৰু সৰ্বনাশী। যাওক, আন কথা পিছতো ক'ম। জটাধৰ! আজি গাঁৱৰ ডেকাবোৰে একেলগে নাম ধৰি ধ্বনি তোলক, ডেকা সম্মিলনতকৈ এনে মিলনে জাতি গঢ়ি তুলিব। শোক, দুখ আঁতৰ কৰি আনন্দ, চেতনা বীৰ্য, উলাহ, উদগনি গাঁৱে গাঁৱে আকৌ সিঁচৰতি হওক। শিক্ষাই সিহঁতৰ চকু গজাই কাপুৰুষতা দূৰ কৰি ভাল-বেয়া বুজিবৰ ক্ষমতা দিয়ক। পিছে আৰু এটা কথা, এনেকুৱা নামেৰে আমি মানুহবোৰৰ লগত ভালকৈ সম্বন্ধ কৰিব পাৰিম। নামৰ লগে লগে মাজে সময়ে জাতি গঠনমূলক দুই-এখন ভাওনা প্ৰচলন কৰিবলৈ চেষ্টা কৰিম। প্ৰত্যেক মানুহৰ শিৰে শিৰে এটা চেতনাৰ সোঁত দিব নোৱাৰিলে একুৰা একুৰা জুলা জুই জ্বলাব নোৱাৰিলে আন্দোলন মিছা, দেশ মিছা, জাতি সমাজ মিছা, ধৰ্ম মিছা। কিন্তু নাম সন্ধিয়াতে পাতি সোনকালে শেষ কৰিব লাগিব। আজি ৰাতি বহুতো কাম আছে। অ' এটা কথা, কোনোৱে যদি কেৱে চুৱা বস্তু খাব নোখোজে, তেন্তে সেইবিলাকৰ মনৰ বিৰুদ্ধে গৈ আমাৰ উদ্দেশ্য নষ্ট

কৰিব নালাগে। লাহে লাহে সকলো হ'ব। একেদিনাই ওলট পালট কৰিবলৈ গ'লে কেৱল অশান্তিহে সৃষ্টি হ'ব। লগে লগে আমাৰ উদ্দেশ্য নষ্ট হ'ব। বৰং বিলোৱাৰ কাৰণে গোসাঁই বা বামুণ এজন মতাই ভাল। আনপিনে, নাম মুকলি আকাশৰ তলতে হ'ব। জোনাক ৰাতি। আমাক ৰ'দ যেনেকৈ লাগে, তেনেকৈ জোনাকো লাগে, মুকলি বতাহো লাগে।"

গধূলি কথামতে কাম হ'ল। গাঁৱৰ ডেকাসকলে একেলগে কৰা ৰং-ধেমালি নাম-প্ৰসঙ্গ আৰু আনন্দৰ ধ্বনি, উলহ-মালহে আশ্ৰম নচুৱাই তুলিলে। শৌৰ্য-বীৰ্য, বল-শক্তি যে কেনেভাৱে লুকাই আছে, ডেকাসকলৰ এনে কামত শ্ৰীধৰে উপলব্ধি কৰিলে। লগে লগে আচল পিনে ঢাল খুৱাব পাৰিলে এনেবোৰ গুণে যে অসমীয়াক আকৌ বীৰ জাতি কৰি গঢ়ি তুলিব পাৰিব, তাত সন্দেহ নোহোৱা হ'ল। শ্ৰীধৰে ভাবিলে, লাগে আহিলা-পাতি আৰু আচল লক্ষ্যৰ সন্ধান। লাগে বুকু ডাঠ সাহপিত সুমুৱাই দিব পৰা জ্বলা জুইৰ প্ৰেৰণা। তেনেহ'লে হাঁহি হাঁহি সজ কামৰ কাৰণে ডেকাসকলে প্ৰাণ বলি দিব পাৰিব। শ্ৰীধৰে সেই নিশা এটা আনন্দৰ ঢৌত সাঁতুৰি ফুৰিবলৈ ধৰিলে।

(২৬)

ৰাতিপুৱা দোক-মোকালিতে উঠি শ্ৰীধৰে দৈনন্দিন কৰ্মত হাত দিব ধৰিছে, এনেতে দেখে, তেওঁৰ লগত পঢ়া পূৰ্ণ বৰুৱা এটা চুটকেছ হাতত লৈ সেইখিনি পাইছেহি।

"এইটো পূৰ্ণ নে?"

"এৰা, তুমি ইয়াত কি কৰিছা?"

"কি কৰিবা! জীৱনৰ লক্ষ্য যেতিয়া নোহোৱা হয় তেতিয়া পপীয়া তৰাৰ দৰে য'তে পাৰি ত'তে থান লোৱা যায়। ক'ৰবাত সুখ পাওঁ বুলি নিজৰ ঠাই এৰি আন ঠাইলৈ লৰ মাৰে।"

"ইয়াত বোলে কোনোবাই এখন আশ্ৰম কৰিছে?"

"আশ্ৰম বুলিও ক'ব পাৰা; নহ'লে আন নামো দিব পাৰা। আশ্ৰম শব্দটো য'তে ত'তে ব্যৱহাৰ কৰিলে নামটোৰ অপব্যৱহাৰ নহয় জানো? বিশেষতঃ আগৰ কালৰ ঋষিমুনি সকলে পতা আশ্ৰমলৈ মন কৰিলে আজিকালিৰ আশ্ৰমৰ বিজনি ক'ত হয়। সেই ঋষি মুনিয়ে বা ক'ত, শিক্ষা-দীক্ষাই বা ক'ত, ব্ৰহ্মচৰ্য্যই বা ক'ত আৰু জ্ঞান আৰু ব্ৰহ্মত্বই বা ক'ত।"

"আগৰ কথা আৰু এতিয়াৰ কথাৰ বহুতো প্ৰভেদ। সেই ৰামো নাই, অযোধ্যাও নাই।"

"পিছে এই ৰাতিপুৱাইনো তুমি আশ্ৰম বিচাৰি আহিলা কিয়? আশ্ৰমৰ নামকে বা ক'ত শুনিলা?"

"কিয় তুমি বাতৰি কাকতত দেখা নাই? ডাঙৰ ডাঙৰ আখৰেৰে এই আশ্ৰমৰ কথা ওলাইছে। কোনোবা মৌজাদাৰৰ ল'ৰাই হেনো এইখন থাপিছে। কেনেনো আশ্ৰম তাকে চাবলৈ আহিছো। অৱশ্যে ওচৰৰ আশ্ৰম হ'লেও আজি বহুদিন গাঁও মুৱা হোৱা নাই। সেই কাৰণে—"

"আজিকালি ওকালতিত কেনে?"

"বৰ সুবিধা নহয়। পেটে-ভাতে খোৱা ব্যৱসায়।"

"পেটে-ভাতে আমিতো গাঁৱতে খাইছো। চহৰত থাকিও তেনেহে অৱস্থা নে?"

"নহয় নো আৰু কি ভাল পাবা? তুমি মই লিখা কিতাপ কেইখন পঢ়িছা নে নাই?"

"কি কিতাপ?"

"কবিতা আৰু নাট।"

"কি বিষয় লৈ লিখিছা? বহুত দিন অসমীয়া কিতাপ পঢ়াই নাই। বিশেষতঃ গাঁৱত সকলো কিতাপ পোৱা টান।"

"কিতাপ কেইখনত বৰ ভাল ভাল কথা আছে। পঢ়িলে এৰিব নোৱৰা। "লাভ-মেটাৰ" বহুতো। ডেকা কালত আমাক সেইটোৰ বাহিৰে কি লাগে?"

"অৱশ্যে" বুলি শ্ৰীধৰে গহীনভাৱে চালে।

"নিশ্চয়। লাভৰ বাহিৰে সাহিত্য কেনেকৈ হ'ব পাৰে? মানুহৰ মন আকৰ্ষণ কৰিবলৈ তাতকৈ ডাঙৰ অস্ত্ৰ নাই।"

"এৰা, সেইটো মোৰো আগেয়ে ভাব আছিল; কিন্তু—"

"কিন্তু কি?"

"অৰ্থাৎ সাহিত্য, সমাজ, দেশ, মানুহ জলবায়ুৰ পৰা বেলেগকৈ দেখিলে তেনেভাৱে নাভাবি নোৱাৰি। কিন্তু সাহিত্যক যেতিয়া জাতিৰ প্ৰাণ বুলি ভবা যায়, জাতি গঠনৰ ডাঙৰ অস্ত্ৰ বুলি ভবা যায়, তেতিয়া সেই কথা খাপ নাখায়। সাহিত্য কেৱল ৰং-ধেমালিৰ বস্তু নহয়। সি জাতিক প্ৰাণ দিব পাৰে, আনন্দ দিব পাৰে, সমাজ গঢ়িব পাৰে, জাতিক নচুৱাই তুলিব পাৰে। গৰ্কী, লেনিন, টলষ্টয়, ৰুছো, ভলটিয়াৰৰ কথা নাভাবা কিয়?"

"হেৰা! আমি সেইবোৰ ভাবিব লাগিছে কিয়? আমি আহৰি সময়ত মনত অলপ অলপ আনন্দ পাবলৈ কবিতা লিখো। কবিতাও হ'ল, লগে লগে সাহিত্যিক বুলি নামো হ'ল। আৰু কি লাগে?"

"সেই কাৰণে আজি অসমত সাহিত্যৰ প্ৰাণ নোহোৱা হৈছে। গাঁও-ভূঁইত ইয়াৰ প্ৰচলন নোহোৱা হৈছে। লগে লগে শিক্ষিত সমাজেও ভাল সাহিত্য বুলিও গ্ৰহণ নকৰাত পৰিছে। মুঠতে কেৱল কাকতত ছপা হৈছে আৰু ধোঁৱা-চাঙত ভেঁকুৰিছে।"

কিয়, মোৰ কিতাপ বহুল পৰিমাণে বিক্ৰী হ'ব ধৰিছে।"

"হ'ব পাৰে। কিন্তু কিনোঁতাসকলে পঢ়িছে নে ক'ৰবাৰ এচুকত পেলাই থৈছে, সেইটোহে ভাবিবলগীয়া কথা। আগৰ কীৰ্তন, দশম গাঁৱে-ভূঁয়ে যেনেকৈ পঢ়ে আজিকালিৰ নতুন কবি সকলৰ কিতাপ আগ্ৰহেৰে নপঢ়ে কিয়? সাহিত্য গৈছে এপিনে, সমাজ, দেশ গাঁও-ভূঁই গৈছে আনপিনে। মুঠৰ ওপৰত সাহিত্য এবিধ বিলাসিতাৰ বস্তু হৈছে আৰু সহজে নাম কৰা উপায় হৈছে। কিহৰ নাটক লিখিছা?"

"বুজিছা, বঙালীসকলে ডি, এল, ৰায়ৰ, নাটেৰে কেৱল বঙাল দেশ নহয়, অসমতো বৰ আদৰ লভিব ধৰিছে। তাৰ কাৰণ ডি, এল, ৰায়ৰ শব্দৰ শক্তি আৰু বাক্যত সংৰত ভাৱ। লগে লগে বীৰত্ব ব্যঞ্জনাৰ কথা। সেই কাৰণে আমাৰ অসমীয়া নাটতো তেনে প্ৰথা অৱলম্বন কৰিছো। নাট্য মন্দিৰ নচুৱাই তুলিব লাগে। কি কোৱা? মোৰ নাট কে'বা ঠাইতো হ'ব ধৰিছে। বৰ কৃতকাৰ্যতাৰে অভিনয় হ'ব ধৰিছে।"

"ভাল কথা। কিন্তু এনে ঢঙ সৰহ দিন নাথাকিব। কিয়নো, অসমীয়া সমাজ অইন ধৰণৰ। অসমীয়া ৰীতি-নীতি, চলন-ফুৰণৰ লগত সেইটো সমূলি খাপ নাখায়। যি সাহিত্য মানুহৰ প্ৰাণত লাগি নাযায়, সেই সাহিত্য সৰহ দিন নিটিকে বা জাতিৰ কামত নালাগে। শব্দৰ ধ্বনি আৰু মানুহৰ প্ৰাণ বেলেগ বস্তু।"

"বাৰু আশ্ৰম ক'ত?"

"এয়ে আশ্ৰম, যদিহে আচলতে আশ্ৰম হ'ব পাৰে।"

"তুমি ইয়াতে আছা? ভাল কৰিছা। মোক আশ্ৰমৰ গৰাকীৰ লগত চিনাকি কৰি দিব লাগিব। বৰ সুন্দৰ ঠাই কৰিছে দেখো। ইমানবোৰ ঘৰ কৰিছে। সেইবোৰত কি কৰে?"

"বাৰু সেই সম্বন্ধে পিছতো ক'ম। তুমি কিবা খোৱা-লোৱা কৰিছা, নে কবি মানুহ নাখালেও হয়?"

"বুজিছা, কবিতা লিখা এলাপেচাৰ কাম নহয়। আমি ভাব ৰাজ্যৰ পথিক। বতাহত আমি গা ধোওঁ, ফুলত মউ পান কৰো, গছ-লতা, কুঞ্জবনত ঘৰ পাতো।"

"বুজিছো।"

"এই আশ্ৰম সম্বন্ধে মই এটা ডাঙৰ কবিতা লিখিব লাগিব। বৰ সুন্দৰ, ওচৰতে নৈৰ পাৰ এখনি স্বৰ্গীয় উদ্যান। ঔ! সেইজনা কোন, দেৱ-অপেশ্বৰীৰ দৰে আহিব ধৰিছে? দেখিছো, যথাৰ্থ উৰ্বা মানৱ দেহত এইপিনে লৱৰি আহিছে! ইয়াত গাভৰুও থাকে নে? দেখিছা এয়া যথাৰ্থ কবিৰ ৰাজ্য! সূৰ্যোদয়, ধাননি পথাৰ, গাভৰুৰ লয়লাস গতি, সৰোবৰত ৰাজহাঁহ, চৰাই, কুঞ্জলতাৰে ভৰপূৰ! আৰু কি লাগে!"

"এৰা, বহি লিখিব ধৰা।"

"নিলিখি নোৱাৰোহে!"

"চাবা, পিছে কবিতাই উখল-মাখল লগাই সৰ্বনাশ কৰিব।"

এনেতে পাৰ্বতী আহি ওচৰ চাপি ক'লে "গাঁৱৰ মানুহবোৰে কালি ৰাতি বৰ আনন্দ পাইছে। আনকি আজি তিৰোতাবোৰেও কৈছে যে আয়তী নাম এটা ধৰিব লাগে।"

"ভাল কথা। তুমি আয়োজন কৰা।"

পূৰ্ণ বৰুৱাই মাত দিলে— I see, you have become one of the leading members। তুমি মোকো গৰাকীৰ লগত দেখা কৰাই দিয়া। তেওঁ কথা-বতৰা কয় নে নকয়?"

"কিয়, আশ্ৰমত থাকিলে মানুহতকৈ কিবা বেলেগ জীৱ হয় জানো?"

"সাধাৰণতে তেনে দেখা যায়। বহুতো মৌন সন্ন্যাসীয়ে সাধনাৰে একোখন এনে সুন্দৰ আশ্ৰম গঢ়ে। সাধনা নহ'লে টকা পইছা ক'ত পাব বা এনে ডাঙৰ ডাঙৰ ঘৰকে বা কেনেকৈ কৰিব? বুজিছা, সন্ন্যাসীজনে শ্মশানত কিবা সাধনা কৰে জানো? আউসী বা পূৰ্ণিমাত?"

"সেইবোৰ নাজানো। মুঠতে ইয়াকে জানো, তেওঁ সন্ন্যাসী নহয়। অৱশ্যে যথাৰ্থ গৃহীও হ'ব পৰা নাই। তেন্তে আচল অৱস্থা পোৱা নাই। নহ'লেও কিবা অৱশ্যে অলৌকিক শক্তি আছে, আগতে কিবা সাধনা কৰিছিল। সাধনাৰ বলতহে দৈৱশক্তি পাব পাৰি আৰু দৈৱশক্তিৰে মাটিকো সোণ কৰিব পাৰি। দেৱতাৰ টকা নাপালে বা কোনো ধনী মানুহৰ মন দৈৱশক্তিৰে মুচিব নোৱাৰিলে ইমান কম সময়তে এনেভাৱে ঘৰ, পুখুৰী, ফুলনি আদি গঢ়ি তোলা টান। এওঁ কোন?"

"ইয়াৰে এজনী তিৰোতা!'

"She looks very nice. A beautiful healthy lady indeed. Does she live here? I see it is a heavenly enjoyment to reside here."

"বোৱা, অলপ শান্ত হৈ কথা কোৱাচোন।"

"অৱশ্যে She does not know English."

"ইংৰাজী নাজানিলে বুলিয়েই যে এগৰাকী তিৰোতাক নুবুজা ভাবাৰে তুমি অপমান কৰিবা, সেইটো জানো বিবেকে কয়? পাৰ্বতী। এওঁৰ খোৱাৰ দিহা কৰিবলৈ কোৱাগৈ?"

পাৰ্বতী গুচি গ'ল। কিন্তু সেই সময়ত পাৰ্বতীৰ মুখ ক'লা পৰিছে। পাৰ্বতীয়ে যেন তেওঁলোকে কোৱা কথা হৃদয়ঙ্গম কৰিছে। নব্য সভ্যতাই মানুহক সকলোভাৱে গুপ্ত-ৰহস্যৰ উপায় উলিয়াই দি নুবুজা ভাবাত, নেদেখা অৱস্থাত সকলো পাপ কথা, পাপ কাম কৰিবলৈ বিবেকত আঘাত নকৰে ইওতো ভাবিবলগীয়া। লগে লগে বিবেক থকা তিৰোতাই তেনে কথাৰ অলপো শুংসূত্ৰ পালে যে লাজতে পমি গৈ পুৰুষৰ ওপৰত ঘৃণা অবিশ্বাস স্থাপন কৰে তাত সন্দেহ নাই। কিন্তু পুৰুষেই আকৌ স্ত্ৰী-স্বাধীনতাৰ দুৱাৰ সমূলি মুকলি কৰি দিব খোজে। আনপিনে তেওঁলোকে অলপো নাভাবে যে তেনে দুৱাৰ মুকলি কৰাৰ আগেয়ে লাগে পুৰুষৰ মনত তিৰোতাৰ প্ৰতি সম্মানৰ ভেটি দৃঢ় কৰিব। তিৰোতাক মনত সম্মান কৰিব জানিলে স্ত্ৰী-স্বাধীনতা আপোনা-আপুনি পদুম ফুলৰ দৰে ফুটি আহিব। কিন্তু তাৰ অভাৱত স্ত্ৰী-স্বাধীনতা পুৰুষৰ পাশৱিকতাত সমূলি লেৰেলি গৈ বোকাত লেটি-পেটি হ'ব।"

সি যি নহওক, শ্ৰীধৰে সকলো কথা সংযমেৰে সহি ক'লে, "বুজিছা পূৰ্ণ, চহৰৰ কথাকে নকওঁ, আশ্ৰমতো শকুন্তলাৰ উদ্ভৱ হোৱা টান হৈ পৰিছে। আমাৰ মনবোৰ এনে কলুষ পূৰ্ণ হৈছে যে তাত ভাল বস্তু উদয় হোৱা সুকঠিন। গতিকে কবিতা লিখিলেও কবিতাত ওলায় মনৰ দুৰ্গন্ধ। সুগন্ধি বস্তু হ'লে সু ঘ্ৰাণ সকলো পিনে বিয়পি যায়। কিন্তু দুৰ্গন্ধত মানুহৰ কথাকে নকওঁ, ভূতো পলায়। সেই কাৰণে বৰ্তমান সাহিত্যিক সমাজে মুৰত তুলি আদৰ নকৰি সাহিত্য বুলিয়েই পলাই ৰক্ষা পৰিব খোজে। কিন্তু আন দেশত সাহিত্যই সকলো ৰকমে আদৰ পাই জাতি গঠনত সহায় কৰি জাতিক উন্নতি পথলৈ টানি নিব ধৰিছে। লগে লগে সাহিত্যৰ কীৰ্তিও উজ্বলি উঠিছে।"

"সাহিত্য মানে তুমি কিছুমান ভাল গুণৰ, ভাল উপদেশৰ জেলোঙা বুলিব খোজা?"

"অৱশ্যে মই সাহিত্যিক নহ'লেও এইটো ক'ব পাৰো যে সাহিত্য জোলোঙা, উপদেশ বা ধৰ্মবাণী বিলোৱা কেৱল মিশ্যনাৰী-ক্লাৰ্ক নহয়, তাৰ জ্ঞান মোৰ আছে। সাহিত্যত লাগে প্ৰেৰণা, আবেগ আৰু প্ৰাণ। সাহিত্য হ'ব লাগে মৌ-জোল, যেন সেই জোল বিমানেই খায় সিমানেই আৰু লাগে আৰু লাগে ভাৱৰ সৃষ্টি হ'ব পাৰে। যেন তাৰ সৌৰভত হাজাৰ হাজাৰ

চৰাই চিৰিকতি, ভোমোৰা, পখিলা উৰি উৰি আহি মৌ-চাকত মৌ বিচাৰি ফুৰে। কটকটীয়া কিছুমান নিয়মেই সাহিত্য নহয়। আৰু তেনে নিয়ম বা উপদেশবোৰে সমাজৰ প্ৰাণত আঘাত কৰি প্ৰেৰণা যোগাব নোৱাৰে।

"কিন্তু জাতি গঠনত সাহিত্যক লগালে কিছুমান formula বান্ধিহে সাহিত্য গঢ়িব লাগিব। প্ৰত্যেক কথাতে লক্ষ্য কি, জাতিৰ উপকাৰত আহিল নে নাই, তেনেবোৰলৈহে চকু থাকিব। সাহিত্যৰ আচল ৰস যে তেনে লক্ষ্যবোৰত শুকাই যাব। তেনেহ'লে যে শকুন্তলা, মিৰাণ্ডা, ৰোমিও-জুলিয়েটৰ সৃষ্টি অসম্ভৱ হৈ পৰিব।"

"মই আগেয়ে কৈছো, সাহিত্যত লাগে প্ৰাণ, ভাবৰ অফুৰন্ত হিল্লোল, প্ৰবল সোঁত। সাহিত্যত লাগে অন্তৰৰ ধ্বনি। তেনেহ'লে বিহুতে নধৰক, সকলোতে হ'ব প্ৰেৰণা, আনন্দ, সৌন্দৰ্য আবেগ। কিন্তু অ'ত অনুকৰণ কৰি ত'ব পৰা ধাব কৰি আনি, জোৰাফন্দা দি টাপলি মাৰিবলৈ গ'লে শকুন্তলাৰ সৃষ্টি নহৈ হয় প্ৰাণহীন শকুন্তলাৰ মূৰ্তি। কেইদিন মানতে সেই মূৰ্তি ক'লা পৰি চিন-চাব নোহোৱা হয়। আচল পদুম ফুল আৰু তাকে চাই কাগজেৰে কৰা পদুম ফুলৰ যি পাৰ্থক্য সেই পাৰ্থক্য অতি সহজতে ধৰিব পাৰি। প্ৰাণৰ পৰা ওলালে তাৰ ধ্বনিয়ে প্ৰাণত যে খৌকি-বাখৌকি নলগাব তাৰ মানে কি? ৰোমিও-জুলিয়েট হ'ক বা প্ৰতাপ শিৱাজীয়ে হ'ক, আওৰংজীৱ, চাণক্য বা শাইলক— ডি জুৰেই সৃষ্টি হ'ক, কিন্তু লাগে প্ৰাণ। উৰ্বশীৰ সৃষ্টিত যেনে শিল্প-কলাৰ আৱশ্যক, সীতা-দময়ন্তীৰ সৃষ্টিতো তেনে শিল্প-কলাৰ আৱশ্যক। কিন্তু ভালকৈ প্ৰাণৰ আবেগেৰে প্ৰাণৰ প্ৰেৰণা আনিব পৰাকৈ সীতা, দময়ন্তী বা শৈব্যাক সজাব নাজানিলে যেনেকৈ কৃৎচ হয়, উৰ্বশীকো তেনে শিল্পকলাৰে সজাব নাজানিলে তেনেকৈ কৃৎচ হৈ পৰে। সাহিত্যৰ অবাধ গতি। সাহিত্যই স্বৰ্গ যেনেকৈ গঢ়িব পাৰে। নৰকৰ বীভৎস, সৃষ্টিতো তেনে হিল্লোল তুলি মানুহক সুখ, আনন্দ, শান্তি দিব পাৰে। কিন্তু সেইবুলি স্বৰ্গৰ বৰ্ণনা কৰিও মানুহৰ প্ৰাণ টানি আনিব নোৱাৰিলে সেয়া ভাল বস্তুৰ বৰ্ণনা হ'ল বুলিয়েই সাহিত্যত স্থান পাব নোৱাৰে। কিন্তু বৰ্তমানে অসমীয়া সাহিত্যই কিয় মানুহৰ প্ৰাণ টানি আনিব পৰা নাই? তাৰ মানে আন একো নহয় অৰ্থাৎ আচল সাহিত্যৰ সৃষ্টি হোৱা নাই। কেৱল সাহিত্যৰ জয়ঘণ্টা বাজি উঠিছে, সাহিত্যৰ সৌন্দৰ্যৰ ঠাইত কেৱল নিজৰ স্বাৰ্থ, যশোলিপ্সা আৰু কৃৎচ মনৰ কৃৎচ ভাব কিছুমান ওলাইছে; সাহিত্যৰ ৰস বহু দূৰৈত ৰৈছে। যাওক সেইবোৰ। নাজানো সাহিত্যই কেতিয়া আকৌ অসমীয়াক আচল জাতি গঢ়ি অসমীয়াৰ শুকান প্ৰাণত ৰস, আবেগ, প্ৰেৰণাৰ সৃষ্টি কৰিব! ব'লা, সিপিনে জানোচা খোৱাৰ যোগাৰ হ'লেই।"

"আগেয়ে সন্ন্যাসীজনক চাওঁ।"

"ভাবিলেই সন্ন্যাসী, নাভাবিলে বিজন বনতো গৃহীহে পাবা। সন্ন্যাস ভাবটো থাকিলে সকলোতে তেনে অৱস্থা দেখিবা। নহ'লে সকলোপিনে সংসাৰৰ বিষ! বিষত জৰ্জৰিত দেহা, কি কোৱা? বাৰু ব'লা যদি ক'ৰবাত সন্ন্যাসী আছে দেখিবা। নহ'লে তেওঁৰ থাপনা দেখিয়েই যদি সন্তোষ আছে, তেন্তে তাকে চাই যাবা। ঈশ্বৰৰ সৃষ্টি দেখি মানুহে ঈশ্বৰৰ শত সৌন্দৰ্য, শত-মূৰ্তিৰ উদ্ভাৱনা নকৰে নে? ব'লা সন্ন্যাসীক চাবলৈ যাওঁ। কিজানিবা তোমাৰ লগতে মোৰো দেখা হয়।"

"তুমি সন্ন্যাসীজনক দেখা নাই।"

"ক'তা আজিলৈকে দেখা নাই। পিছতো যে দেখিম তাৰো আশা কৰা নাই। বিশেষতঃ সন্ন্যাসী চাবলৈ তেনে ধাউতিও হোৱা নাই। তোমাৰ দৰে আকৌ কবিৰ কল্পনা শক্তিওতো নাই!" বুলি হাঁহি মাৰি শ্ৰীধৰে পূৰ্ণক হাতত ধৰি "আহা, আগেয়ে পেট পূজা তাৰ পিছত অন্য পূজা হ'ক।" বুলি লৈ গ'ল।

## (২৭)

কেইদিনমান পূৰ্ণৰহঁতৰা সেই আশ্ৰমতে থাকি সকলো জানিব পাৰি শ্ৰীধৰক কলে— "শ্ৰীধৰ! তুমি অপৰূপ সৃষ্টি কৰিছা। কবি কল্পনাতকৈও তোমাৰ কল্পনা যথাৰ্থ দৃষ্টিত ফুটাই তুলিছা। আমি কেৱল ।dio

poet হে হৈছো। অৱশ্যে সেইটোৱে হ'ব পাৰিছে। তাকো ডাঠি ক'ব নোৱাৰো। কিয়নো, কবিক লাগে সৃষ্টি কৰা শক্তি, কল্পনাৰ অবাধ গতি, লক্ষ্য ভেদৰ অমোঘ অস্ত্ৰ। কেৱল চাই চাই দুপাত লিখিলেই কবি নাম পোৱা হ'লে কালিদাস, শেক্সপীয়েৰ আজি অমৰ নহ'লহেঁতেন।"

শ্ৰীধৰে হাঁহি মাৰি ক'লে— "তুমি মোৰ আশ্ৰমত ঠাই লোৱা। কুঞ্জবনত পখীৰ গীত উথলি উঠক। ফলে ফুলে ভৰা নদন-বদন ঠাইত মুখৰ মাত ফুটি উঠক। কেৱল প্ৰাণহীন কিছুমান কামৰ দমন হৈ তোমাৰ মূৰত সেইবোৰৰ প্ৰাণ সৃষ্টি হওক। শুদা বীণ পৰি থাকিলে যেনেকৈ লাভ নাই। যদি গায়ক নাথাকে, তেনেকৈ ধন, দৌলত বা কৰ্ম কৰিও লাভ নাই, যদি সেইবোৰত প্ৰাণৰ সঞ্চাৰ নহয়, আনন্দৰ সৃষ্টি নহয়।"

"থোৱা, মই কবি নহওঁ। মই বুজিব পৰিছো, আনন্দৰ সৃষ্টি কৰা শক্তি মোৰ নাই। মোৰ চকু মুকলি হৈছে। কবিতা কি বস্তু আজি মই উপলব্ধি কৰিছো। এতিয়া কেৱল পলাব পাৰিলেই বাচো। সাধনা লাগে, শক্তি লাগে। আকৌ জন্ম লভি আগৰ জন্মত কিবা শক্তি পাব পাৰো নে চাওঁগৈ।" বুলি পূৰ্ণ গুচি গ'ল। হঠাৎ আকৌ উভতি আহি শ্ৰীধৰক ক'লে— "এটা কথা কওঁ। মোৰ মনৰ কথা ক'ম, লুকাভাকু নাই।"

"কি"?

"মই এটা ফুল ছিঙি দিব খোজো।"

"নিয়া।"

"দিব পাৰিবা?"

"কিয় নোৱাৰিম— হাজাৰ বিজাৰ ফুল! তোমাৰ ইচ্ছামতে নিয়া।"

"ভাল কথা। যিটো ফুল মোৰ চকুত ভাল লাগে সেইটোকে নিওঁ, যেন মানুহক দেখুৱাব পাৰো, যেন তাৰ লগে লগে এই আশ্ৰমৰ কথা মনত ৰাখিব পাৰো।"

"ইমান পাতনি কিয়? ইচ্ছামতে নিয়া।"

পূৰ্ণ বৰুৱাই এইবাৰ এখুজি দুখুজিকৈ আগবাঢ়ি হঠাৎ কলে— পাৰ্বতী! উঠা মোৰ চকুত লগা, মনত লগা ফুলপাহি লগতে নিওঁ।"

শ্ৰীধৰে খণ্ডতে জিকাৰ খাই উঠিল— "ইমান অশিষ্টাচাৰ ইমান মূৰ্খালি!"

পূৰ্ণ বৰুৱাই ক'লে— "ইমান ফুলৰ যেই সেই এটা ছিঙোতে তোমাৰ মন উতলা নহয়। কিন্তু উঠা বুলি কওঁতে তুমি এনে অসংযত হৈ জ্বলা কিয়? কিন্তু এই ফুল মই নিম, এয়ে মোৰ প্ৰতিজ্ঞা।"

এপিনে ভদ্ৰতা আনপিনে অশিষ্টাচাৰিতাৰ মাজত পৰি শ্ৰীধৰে কি ক'ব, কি নক'ব ভাবি খণ্ডতে ৰঙা হ'ল।

পূৰ্ণ বৰুৱাই আকৌ "উঠা" বুলি কোৱাত পাৰ্বতী ততালিকে উঠিল আৰু পাছে পাছে খোজ ল'ব ধৰিলে। পাৰ্বতীৰ মুখ তেতিয়া ক'লা। পাৰ্বতীৰ মনত যে কি খেলাইছে, তাক নিৰ্ণয় কৰা টান। আনপিনে শ্ৰীধৰে নিৰ্বাক নিস্পন্দ হৈ চাই থাকিল। কি কথা কি বতৰা! এই কেইদিনতে কি ঘটিল! পাৰ্বতী কি সঁচাকৈ কেৱল চিকাৰ বিচৰা বিধৰ তিৰোতা। ভাল চিকাৰ হাতত পৰাত একে উচাপে সকলো পাহৰি লৰি গ'ল। শ্ৰীধৰৰ মনত ঘৃণা, বিতৃষ্ণা—তিৰোতাৰ ওপৰত সমূলি অবিশ্বাস ভাব উপজিল। ছিঃ! ছিঃ! এনে তিৰোতাক মই আশ্ৰমত আদৰ্শস্থানীয়া কৰি ৰাখিছিলো। অৱশ্যে পূৰ্ণ বৰুৱাৰ অসংযমী অৱস্থা মই জানো। কিন্তু এনে ধীৰ-মতি পাৰ্বতীৰ এনে অৱস্থা কিয় হ'ল? তাইক এনে চঞ্চলা বুলিতো সপোনতো ভবা নাছিলো! কিন্তু সমাজৰ লাঞ্ছিতা, ওচৰ-চুবুৰীয়াৰ ছেই ছেই ভাৱ, নিজৰ ভালপোৱা বস্তুৰ অন্তৰ্ধান, লগে লগে যাক ভাল পায় তাৰ ওচৰ চাপিব নোৱৰা অৱস্থাত মানুহৰ মতি-গতি কেতিয়া কেনে হয়। কোনে জানে! বিশেষতঃ পূৰ্ণ বৰুৱাই এই দিনচেৰেক আশ্ৰমতে থাকি পাৰ্বতীক কি কথাৰ ছলনাৰে কি প্ৰলোভনেৰে ভুলাইছে, তাক কোনে বুজে! শ্ৰীধৰে তথাপি ক'লে— "পাৰ্বতী! শুন!"

পূৰ্ণই ক'লে— কি শুনিব? শুনা অৱস্থাৰ তুমি মান ৰাখিছা ক'ত? তুমি ভীৰু, তুমি কা-পুৰুষ। তুমি সমাজ গঢ়িবলৈ গৈ সমাজৰ ভয়ত কোঁচ খাই পৰা বিধৰ লোক। মই আদ্যোপান্ত সকলো শুনিছো। তোমাৰ কৰ্তব্য, তুমি পাৰ্বতীক গ্ৰহণ কৰা।"

"কৱিতা বা উপন্যাসত সেইটো সম্ভৱ; কিন্তু পূৰ্ণ! বাস্তৱ জগতত সেইটো হ'ব নোৱাৰে।"

"তেন্তে তুমি কি বুলি কোৱা, আনন্দ, সুখ শান্তিয়েই মানুহৰ জীৱনৰ লক্ষ্য? কিন্তু কামনাৰ জুই ভিতৰত ৰাখি তুমি বাহিৰত শান্তি, আনন্দ বিচাৰিছা? সেই জুয়ে যে তোমাক পুৰি মাৰিব ধৰিছে!!

"পূৰ্ণ! ভুল বুজিছা! জুই জ্বলিলে বুলি যে তাক নুমাব নোৱাৰি সেইটো নহয়। মোৰ প্ৰাণত এতিয়া পূৰ্ণ শান্তি অনুভৱ কৰিছো। স্পৰ্শনতকৈ দৰ্শনেহে বেছি আনন্দ দিয়ে। ফুল ছিঙি চুবমাৰ কৰাতকৈ ফুল চাই সদায় আনন্দ লভা বেছি সুন্দৰ। কি কোৱা?"

"এইবোৰ কেৱল মুখৰ মহলা। আচলতে তুমি সমাজলৈ ভয় কৰা। সেই কথা গোপন কৰি এনেবোৰ বাহ্যিক আৰম্বৰ দেখুৱাইছা।"

"পূৰ্ণ! সমাজক ভয় কৰিলে মই আজি এনেবাবে পিতৃ-মাতৃক উলঙ্ঘা কৰি সচৰাচৰ শিক্ষিতৰ পন্থা এৰি এনেকৈ গাঁৱতে জীৱন নিনিলোহেঁতেন। কিন্তু কথা কি জানা পাৰ্বতীৰ পৱিত্ৰতাৰ মই নষ্ট কৰিব নোৱাৰোঁ। চঞ্চলতা নহয়, সংযমেহে মোৰ কাম্য। তদুপৰিও মোৰ যি আদৰ্শ, সেইটোৰ বাহিৰে মোৰ জীৱনত আন একো জোঁট-পোট নলগাওঁ।"

পাৰ্বতীয়ে ক'লে— "তুলসী পাতেৰে হিন্দুৱে পূজা কৰে, আকৌ সেই তুলসীৰ গুৰিত কুকুৰে মলি কৰে। হিন্দুৰ বিধৱাৰো তেনে অৱস্থা। হিন্দু বিধৱাৰ কপালত কুকুৰে মলি কৰা অৱস্থা। আপুনি থাকক, আপোনাৰ মহান আদৰ্শ পূৰ্ণ হ'ক। মই অভাগিনীয়ে চিৰকাললৈ চুৱা পাতনিত ঠাই লওঁগৈ। মোৰ মনে আপোনাৰ আদৰ্শ লোৱা টান। কিয়নো, হিন্দুৰ পুৰুষ সকল আদৰ্শভ্ৰষ্ট হৈছে। আনপিনে লাঞ্ছনা, অত্যাচাৰ, গৰিহণা বোলকলা বৰ্তমান। সেইবোৰ সহ্য কৰা অসম্ভৱ। আশ্ৰমে মোৰ মনত শান্তি দিব নোৱাৰে। উস্! যদি জানিলেহেঁতেন মোৰ মনত কি জুই জ্বলিছে! নাই একো নকওঁ। অভাগিনী নাৰী মই, চিৰকাল এনেভাৱে মনতে লাঞ্ছনা ভুগিম। মোৰ কলুষ দেহাই যিহতে শান্তি পায় সেই পথ লম। গোবৰকৰা কচু মই গোবৰত ঠাই পাম। মোক ক্ষমা কৰিব। মোৰ সেৱা লওক।

পাৰ্বতীয়ে পূৰ্ণৰ পাছে পাছে খোজ ল'লে।

শ্ৰীধৰে ক'লে— "ইমান অকৃতজ্ঞতা!"

পূৰ্ণই ক'লে— "অকৃতজ্ঞতা হ'ব পাৰে, কিন্তু অন্তৰ আৰু বাহ্যিক সংযমৰ বহুতো পাৰ্থক্য।

শ্ৰীধৰে ক'লে— "তুমি বিশ্বাসঘাতক! তোমাক ঠাই দিয়া মোৰ ভুল হৈছে। পূৰ্ণই হাঁহি মাৰি কলে— "মই তোমাৰ বিশ্বাসঘাতক। কিন্তু তুমি তোমাৰ মনৰ বিশ্বাসঘাতক। ব'লা পাৰ্বতী।'

পূৰ্ণ আৰু পাৰ্বতী দুয়ো খোজ ললে।

শ্ৰীধৰ খন্তেক থমকি ৰৈ কলে— "শুনা শুনা পূৰ্ণ! শুন পাৰ্বতী! যদি তোৰ সেয়ে ইচ্ছা, তেন্তে মোৰ তাত আপত্তি নাই। বিধৱা বিবাহৰ কাৰণে মই সমাজক ভয় কৰি পিছুৱাই থকা লোক নহওঁ। কিন্তু মই ভাবিছিলো, মই জীৱনত চিৰকুমাৰ ব্ৰতকে লম। তই ৰ, মোক আৰু ভাবিব দে। "এনেতে জটাধৰে আহি কলে— "আপোনাৰ আইতাক আহিছে। শুনিছো হেনো আপোনালোকৰ ঘৰবাৰী ক্ৰোক দিব। মৌজাদাৰ দেউতা বেমাৰত পৰি আছে। একো উপায় নাই। গৱৰ্ণমেণ্টৰ খাজানাৰ লেঠা!"

শ্ৰীধৰে শুনিয়েই অলপ কিবা ভাবি— "ক'তা, আইতা ক'তা? মই থাকোতে এনে ঘটিব?" বুলি লৰালৰিকৈ খোজ ললে। যাওঁতে কৈ গ'ল— "পাৰ্বতী! তই নাযাবি। মোক ভাবিবলৈ সময় দে।"

পাৰ্বতীয়ে থমক খালে।

পূৰ্ণই ক'লে— "বলা সংসাৰ বিৰাগিণী। তুমি সংসাৰৰ ছাঁত ভৰি দিব আৰু নালাগে। মই তোমাক পূজা মন্দিৰত থাপি সমাজ নিগ্ৰহৰ পৰা আঁতৰত ৰাখি পূজা কৰিম।"

পাৰ্বতীয়ে ক'লে— "মোৰ ভৰি নলৰে। মই ভুল কৰিছো। ইয়াতেই মৃত্যু, যি মোৰ বাঞ্ছনীয়। আইতাহঁতৰ কি অৱস্থা এবাৰ যদি চাব পাৰো। তোমাৰ কথাত মই ভোল যোৱা বিধৰ নহওঁ। কিন্তু ....."

পূৰ্ণই ক'লে— "কিন্তু কি? তুমি নাযাবা? তেন্তে কিয় মোক লাজত পেলালা? আগেয়ে জনা হ'লে মই কেতিয়াও এনে প্ৰস্তাৱ নুলিয়ালোহেঁতেন। তুমি মোৰ লগত যাওঁ বুলিছিলা কিয়? ব'লা, মই তোমাক

সাহিত্যৰ বাণী কৰি পূজা কৰিম। কিন্তু তুমি দেখো শ্ৰীধৰে বিধৱা-বিবাহৰ কথা কোৱা মাত্ৰকে সকলো ওলট-পালট কৰিলা!"

পাৰ্বতীয়ে ক'লে— "যাওঁ বুলিছো, নিশ্চয় যাম। তাত সন্দেহ নাই। এনে জীৱন ৰখাৰ আৱশ্যক নাই। তাতকৈ নৰক, নৰকত পৰি গেলি-পচি মৰিম। মই যাম। কেৱল শেষ কথা কওঁ, অলপ থিৰেৰে শুনা। শেষ কথা শুনা। নহ'লে মোৰ লগতে যাব, কেৰে নাজানিব। মোৰ আজি জগতক মুখ দেখুৱাবলৈ লাজ লাগিছে।"

"কি কোৱা! সুন্দৰ ফুলত এনে কি কীটে বাহ লৈছে?"

"মোৰ সৰ্বনাশ হৈছে— বিধৱাৰ সৰ্বনাশ হৈছে। জীৱনৰ লক্ষ্যভ্ৰষ্ট হৈছে। ৰাতি গভীৰ টোপনিত শুই আছো। হঠাৎ এজন নহয়, দুজন নহয়, তিনিজনে মোৰ সৰ্বনাশ কৰিছে। এজনক মই চিনো, সি ঘনচিৰিকা, আন কেইজন কোন ক'ব নোৱাৰো। আৰু কিয়? বিধৱাৰ শেষ প্ৰতিফল! তিৰোতাৰ শেষ উপহাৰ! আৰু কিয়? নিয়া লৈ ব'লা। ব'লা, ইমান শুনিও যদি তুমি নিয়া, তেন্তে ব'লা যলৈকে নিয়া ব'লা। মই আৰু মোৰ মুখ এই আশ্ৰমত নেদেখুৱাওঁ— শ্ৰীধৰক নেদেখুৱাওঁ। আহিছিলো সকলো ভাঙি কওঁ বুলি; কিন্তু ক'ব নোৱাৰিলো। ব'লা সংসাৰে মোক ভুল বুজিছে। শ্ৰীধৰেও মোক ভুল বুজক। জগতে ভুল বুজক। কিন্তু মোৰ ফুটাই কবলৈ শক্তি নাই। যদি পাৰা কেতিয়াবা ক'ৰবাত ক'বা—শ্ৰীধৰক ভাঙি ক'বা। বিধৱা বিবাহৰ কাৰণে মই লালায়িত নহওঁ।"

পূৰ্ণই কলে— "ইমান দুৰ!"

"বিধৱাৰ ইমান দুৰ! আৰু কিমান দুৰ ক'ত আছে, কোনে জানে!"

"তেন্তে ব'লা। ব'লা অনন্ত দূৰলৈ অনন্ত ভৱিষ্যতলৈ লৰি ব'লা। কিন্তু সাৱধান কৰি দিওঁ। তুমি মোক ভুল নুবুজিবা। ভুল নুবুজিবা! মই মউৰ সোৱাদ লোৱা বিধৱ জীৱ! বাসনা পূৰ্ণ হ'লে মই কলৈ আঁতৰি যাওঁ তাক থিবাংকৈ ক'ব নোৱাৰো। কবি মই। মোৰ স্বভাৱ সৌন্দৰ্যৰ পাছে পাছে লৰা। একে সৌন্দৰ্যত ভোল গৈ থকা বিধৰ লোক মই নহওঁ। য'তে আৰু ভাল দেখো তালৈকে মোৰ গতি। মোৰ স্থিৰতা আশা নকৰিবা। যদি তেনে ভুৰত উঠি সংসাৰ পাৰ হ'ব খোজা, তেন্তে ব'লা। মই ভাবিছিলো ৰহস্য কৰিম বুলি, কিন্তু ৰহস্য যে ইমান গধুৰ হৈ উঠিব, ভৱা নাছিলো। সঁচাকৈ ভৱা নাছিলো, তুমি উঠি মোৰ লগে লগে লৰ দিবা। ভৱা নাছিলো, তোমাৰ দায়িত্ব মোৰ ওপৰত পৰিব। দায়িত্বহীন যুৱক মই, দায়িত্ব লোৱা মোৰ বৃত্তি নহয়। তথাপি যদি আগবাঢ়া, ব'লা, পাছে পাছে ব'লা। কিন্তু ধৰি ৰাখিবলৈ আশা নকৰিবা। দুখৰ সহানুভূতি বুলি দিনচেৰেক কাষত থাকিলেও নাভাবিবা তোমাক চিৰ-সঙ্গিনী কৰি শোক-দুখৰ বোজা কঢ়িয়াম। মোৰ পক্ষে সেইটো অসম্ভৱ। মই ঘূৰ্ণী বায়ু, ঘূৰি ফুৰাই মো কাম! সাহিত্য মোৰ পণ, সৌন্দৰ্য মোৰ লক্ষ্য।"

"তথাপি যাম— তথাপি আশ্ৰমত নাথাকো; গাঁৱত নাথাকো, পপীয়া জীৱন ওচৰ চুবুৰীয়াক নেদেখুৱাওঁ— শ্ৰীধৰৰ কাষ নাচাপো। মোৰ ওখ মূৰ নত হৈছে। এতিয়া য'তে পৰে পৰক। পাছে পাছে যাম। তাৰ বাহিৰে মোৰ অন্য গতি নাই। অচিনতে আলম হৈ আঁতৰিম অচিনতে লয় হ'ম।"

"ভাল কথা। তেন্তে আহি থকা, যিমানদূৰ পৰা আহি থাকা। শ্ৰীধৰ! চাই যোৱাহি মই বিশ্বাসঘাতক! কেৱল বিশ্বাসঘাতকে নহয়, মই পৰৰ দুখত হাঁহি ফুৰা লোক, নিৰ্দয় পাষাণ। হিন্দুসমাজতকৈও পাষাণ।

(২৮)

মৌজাদাৰৰ ঘৰ ক্ৰোক হ'ল। লগে লগে মৌজাদাৰ শোৱাপাটীত পৰি থাকোতে সংসাৰৰ সকলো জ্বালা-যন্ত্ৰণা ত্যাগ কৰি ইহলীলা সম্বৰণ কৰি গৱৰ্ণমেণ্টৰ সকলো লেঠাৰ হাত এৰি আন এখন ডাঙৰ গৱৰ্ণমেণ্টৰ ঠাই ললে। শ্ৰীধৰে শত শোক-দুখৰ মাজতো বাপেকৰ শ্ৰাদ্ধ-ক্ৰিয়াত লাগিল। গাঁৱত খলক লাগিল। শ্ৰীধৰৰ কাৰ্যত যোগ দিব নে নিদিয়ে। শ্ৰীধৰক দেখা হিছাপে একো ধৰিব নোৱাৰিলেও শ্ৰীধৰ যে

পাৰ্বতীৰ পাপত পাপী, তাত সন্দেহ নাই। বিশেষতঃ পাৰ্বতীৰ অন্তৰ্ধানৰ কাৰণে। অইন একো নহয়। লাজ হুকুম ধৰা পৰে বুলি পাৰ্বতী নোহোৱা হৈছে বা শ্ৰীধৰে ক'ৰবাত থৈছে। গলা-গপা লাহে লাহে সত্যত পৰিণত হ'ল। শ্ৰীধৰৰ কাৰ্যত ব্যাঘাত জন্মিল। দহাৰ দিনা কোনো গাঁৱলীয়াই শ্ৰীধৰৰ ঘৰমুৱা নহ'ল। শ্ৰীধৰৰ মূৰত বজ্ৰ পৰিল। হিন্দুধৰ্মৰ সকলো সৌন্দৰ্য বিষময় হ'ল। শ্ৰীধৰে ভাবিলে কোন মই? কিয় হিন্দুৰ পেটত জন্মিছিলো? আন ধৰ্মত থাকিলেতো এনে দৃশ্য মই চাব নালাগিলহেঁতেন। বাপেকৰ শোক; আনপিনে সমাজৰ হেয় জ্ঞান, লগে লগে বন্ধু-বেহানি নষ্ট হোৱা অৱস্থা আৰু পাৰ্বতীৰ অন্তৰ্ধানৰ বাতৰিয়ে শ্ৰীধৰৰ বুকত ভুঁইকঁপ তুলিলে। শ্ৰীধৰে ভাবিলে, নাই নাই আদৰ্শ গছপুলি নফলে। ডাঙৰ আদৰ্শ অসাৰুৱা মাটিত পুতিব গৈ নিজে নিজৰ শোকৰ বোজা সম্বল কৰিলো। শ্ৰীধৰে নিমাত নিস্পন্দ হৈ ভাব ৰাজ্যত ঘূৰি ফুৰিব ধৰিলে। সি ভাবিলে শ্ৰাদ্ধ কৰি আকৌ এখন হুলস্থুল লগোৱাৰ বা কি আৱশ্যক? সেইবোৰ খালেই বা কি লাভ? নাখালেই বা কি হানি?

এনেতে মাকে আহি ক'লে— "শ্ৰীধৰ! নাহে নাহক, তোৰ কৰ্তব্য কৰ। শ্ৰাদ্ধাদি সমাপন কৰি চহৰলৈ গৈ ৰৰচাহাৰক ধৰি দেউতাৰৰ বিষয়খন ল।"

শ্ৰীধৰে মাকৰ পিনে চায়ে থাকিল।

মাকে আকৌ কোৱাত ক'লে, "লম আইতা! বিষয় নলৈ আৰু কি কৰিম? জীৱনটো কেৱল সংসাৰত বিষয় লোৱাৰ বাহিৰে কি হ'ব পাৰে! অলপ পিছতে শ্ৰীধৰে কিবা ভাবি ওলাল। আজি শ্ৰীধৰৰ মুখত গম্ভীৰতা। কোনো পিনে লক্ষ্য নাই। কেৱল কিবা ভাবত বিভোৰ। হঠাৎ সি পদূলিমুখ ওলাই কাষৰ সৰু ঘৰটোলৈ চাই এবাৰ সেৱা কৰিলে। তাৰ পিছত সো-সোকৈ গতি কৰিলে। এদিনা সি সহায়বিহীন হৈ দেউতাকৰ দুটা কথা শুনি গাঁও এৰি গৈছিল। কিন্তু তেতিয়া তাৰ মনত অদম্য শক্তি আছিল, ভৰা উদ্যম আছিল; আত্ম অৱলম্বনৰ দৃঢ় ভেটি আছিল। আজি সি সকলোপিনে অন্ধকাৰ দেখিছে। তাৰ যেন দেহটোকে ধ'ৰলৈ শক্তি নাই। লাহে লাহে সি গাঁও এৰি আশ্ৰমমুৱা হ'ল। আশ্ৰম পায়ে সি সকলোপিনে ঘূৰিলে। অলপ পিছতে জটাধৰহঁতৰ কাষলৈ গৈ সি লাহে ল্যাহে কলে, জটাধৰ। মই আজিয়েই আশ্ৰমৰ পৰা যাম। এই আশ্ৰম মোৰ ভাল নালাগে। তহঁতে পাৰ যদি আশ্ৰম চলাবি। নোৱাৰিলে যি কৰ কৰিবি।"

জটাধৰহঁত শ্ৰীধৰৰ মুখৰ পিনে ৰ লাগি চাই ৰ'ল। অলপ পিছতে সিহঁতে মাত লগালে, "আপুনি এনে আশ্ৰম এৰি কেনি যাব?"

"কেনি যাওঁ ক'ব নোৱাৰো। আশ্ৰম কিয় থাপিছিলো? কাৰ কাৰণে থাপিছিলো? এই আশ্ৰমৰ উদ্দেশ্য কি আছিল? যাৰ কাৰণে আশ্ৰম, সিহঁতৰে যদি ইয়াৰ আৱশ্যক নাই, তেন্তে মোক কিয় লাগিছে? সৰ্বনাশী প্ৰাণী জহন্নামে যাওক। মোৰ তাত কি? যাৰ বস্তু যদি সিহঁতক লাগে লব, নালাগে যি কৰে কৰিব, ইয়াৰ ভাৰ বৈ থাকিবলৈ আৰু মোৰ শক্তি নাই। বুজিছ জটা! সংসাৰখন ভুৱা! ইয়াত কৰো বুলি একো কৰিব নোৱাৰ! যি হ'ব লাগে আপোনা-আপুনি হয়। নহ'লে মানুহৰ চেষ্টা মিছা। "শ্ৰীধৰে খোজ ললে। জটাধৰহঁতে সেইপিনে চাই থাকিল। অলপ পিছতে সিহঁতে লৰি গৈ কলে, "আমাকো লগত নিয়ক।"

শ্ৰীধৰে কলে, "কাক কোনে লগত নিব পাৰে? ভাবি ল মই আজি মৰিছো। যদি আৱশ্যক বুজো কেতিয়াবা আকৌ আহিম। নহ'লে মই আজি সমূলি নিৰ্লিপ্ত। মোৰ নাম সময়ৰ সোঁতত ক'ৰবাত উটি যাব।" কথাকে থাকোতে কে'জনমানে এটা মৰাশ লৈ আহিল।

"কাৰ মৰাশ? একেবাৰে গেলি পচি যোৱা অৱস্থাত।"

"চাওকচোন পাৰ্বতীৰ হয়নে?"

শ্ৰীধৰে চকু ফুৰাই চাই এটা দীঘল হুমুনিয়াহ কাঢ়িলে। শ্ৰীধৰে নাজানে, পাৰ্বতীয়ে কিয় ইহ ধাম এৰি গ'ল। শ্ৰীধৰে নাজানে, মাতি থকা মইনা মুহূৰ্ততে ক'ত লুকাই পৰিল। শ্ৰীধৰে নাজানে, এই মৰাশৰ জীৱন অৱস্থাত মনত কিমান দুখ, কিমান শোকৰ ঢল বৈ গৈছে। শ্ৰীধৰে নামাতি বৈ খন্তেক পিছতে সকলোলৈ চাই খোজ ল'লে।

এজনে মাত লগালে, "মৰা-শটোৰ কি ব্যৱস্থা কৰিম?"

শ্ৰীধৰে মুখ ঘূৰাই কলে, "সমাজক সুধিবা। সমাজে জানে বিধি ব্যৱস্থা; কিন্তু নাজানে দয়া-মৰম, সহানুভূতি আৰু প্ৰাণ!" তাৰ পিছতে বেগাই খোজ ললে। কলৈ গ'ল কোনে জানে! গাঁৱে ভূঁয়ে পাৰ্বতীৰ আওমৰণৰ কথা বিয়পি গ'ল। কতই কত গলা-গপা কৰিলে। ঘনচিৰিকাৰ মাকে গাঁও জুৰি কৈ ফুৰিলে— 'চা তাহানিয়ে কোৱা নাছিলো নে যে অধাকাটীৰ কি অৱস্থা হয় চাবি ৰ! এতিয়া গৰ্ভ হোৱাত লাজতে তাকে নকৰি কি কৰিব? সংসাৰ ৰক্ষা পৰিল। এনে পাপী থাকিলে আৰু কত কি হ'লহেঁতেন! মোৰ বাপা সোণামুৱা ঘনচিৰিকাই সদায় কয়— 'এনে চৰিত্ৰহীনা তিৰোতাক গাঁৱৰপৰা খেদি দিব লাগে।' যিনহ'ক গাঁৱ-ভূঁই ৰক্ষা পৰিল।

পাৰ্বতীৰ মৃত্যু ৰহস্য গাঁৱলীয়া সমাজলৈ চিৰকাল অন্ধকাৰ কুঁৱলীতে লুকাই থাকিল। কেৱল গাঁৱলীয়াৰ মুখে মুখে ফুটি উঠিল পাৰ্বতী আৰু শ্ৰীধৰৰ কেলেঙ্কাৰী। ঘনচিৰিকাই বা কত ধৰণে সেই কেলেঙ্কাৰীৰ ঢোল বজাই "শিক্ষিত ল'ৰাৰ এনেবোৰ কাম" বুলি শিক্ষাক শত ধিক্কাৰ দিলে— "আমিও বোপাই চহৰ দেখিছো; কিন্তু শিক্ষিত ল'ৰাৰ এনেবোৰ কাম দেখা নাই। এনে কৰাতকৈ আমাৰ দৰে অশিক্ষিত হৈ থকাই ভাল "বুলি গগন ফালিলে। গাঁৱলীয়া সমাজে তাক আদৰি সাদৰি সময়ৰ লগে লগে তাৰ বিয়াৰ আনন্দত যোগ দিলে।

(২৯)

বহুদিনৰ পিছৰ কথা। শ্ৰীধৰৰ একো বাতৰি নাই। শ্ৰীধৰৰ আশ্ৰম সময়ৰ লগে লগে আকৌ খেৰণি-উলুৱনিৰে ভৰপূৰ হৈছে। জটাধৰ, ঘণ্টাকৰ্ণ আদিয়ে আকৌ নিজৰ ঘৰৰ কামত লাগি আশ্ৰম জনহীন হাবিয়নি কৰিলে। শ্ৰীধৰ থাকোতে শ্ৰীধৰৰ মনৰ উদ্যম প্ৰাণৰ অবাধ গতিয়ে বিজুলীৰ দৰে কাম কৰি সকলোকে আশ্ৰমৰ কামতে ব্যস্ত ৰাখিছিল। শ্ৰীধৰৰ অন্তৰ্ধানৰ লগে লগে সকলোৰে মন ভাগি পৰিল। লগে লগে আশ্ৰম শ্ৰীহীন হ'ল।

কালৰ পৰিহাস! অলপ-অচৰপ যি চিন আছিল, যি দুটা এটা ঘৰো গৰু-গোহালি স্বৰূপ বা মৰিশালিস্ত মানুহ পোৱোতে জিৰণিৰ ঠাই স্বৰূপ আছিল, সময়ৰ লগে লগে ডাঙৰ বানপানী আৰু ভূমিকম্পৰ লগত তাৰো চিন নোহোৱা হ'ল। কোনে ক'ব তাতে আশ্ৰম আছিল বুলি। কোনে ক'ব তাত এদিন আদৰ্শ গাওঁ থাপো বুলি কত উদ্যম কত গৱেষণা হৈছিল। কোনে ক'ব তাতে এদিন নামৰ ধ্বনিয়ে আকাশ-পাতাল কঁপাই তুলিছিল।

নাজানো শ্ৰীধৰে আকৌ ক'ত আশ্ৰম পাতিলে। নাজানো তাৰ যৌৱন কালৰ সকলো উদ্যম, আবেগ প্ৰেৰণাই আকৌ ক'ৰবাত খেলা কৰিছে, নে সময়ৰ লগে লগে সিও জৰা-বাৰ্ধক্যৰ সহচৰ পাই নতুন আশ্ৰমলৈ গতি কৰিছে। ভৱিষ্যতৰ থাপনা ভৱিষ্যতলৈ ৰৈছে। কিন্তু এইটো ধ্ৰুৱ যে তাৰ হৃদয় থাপনাত পাৰ্বতী আৰু তাহানিৰ মাৰলীৰ মূৰ্তি জীৱনৰ অন্তলৈকে অন্ত হোৱা নাছিল। জীৱনৰ শেষত কোনে জানে সেই মূৰ্তি বিসৰ্জন দি সি আদৰ্শপীঠ গঢ়াতে মনপূতি লাগিব পাৰিছিল নে নাই। সকলো আন্ধাৰ ৰহস্যতে। অনন্ত ৰাজ্যত অকণি বালিচাহিৰ লৰাচৰা কোনে ক'ত বিচাৰি পাব?

(৩০)

সেই উলুৱনি বনৰ চৌদিশে হাবিয়নিৰ মাজৰ পুখুৰীৰ কাষৰ এডোখৰ মুকলি ঠাইত এজন ডেকাই হাতত কলম লৈ আগত এখনি কাগজ থৈ কিবা লিখি আছে। তেওঁৰ ভাবৰ অন্ত নাই। চকু কোন অনন্তৰ পিনে ৰ লাগি আছে। মাজে মাজে একোটা দীঘল হুমুনিয়াহ। কিমান আশা, কত কল্পনা লৈ তেওঁ আহিছিল। নানা হাবিয়নি ভাঙি, ভৰি হাতত কাইট আৰু বিৰিণাৰ আঁচোৰ খাই সোমাইছিল কিবা পাওঁ বুলি। কিন্তু পালে কি? এটা ডাঙৰ শূন্যৰ মাজত এটা চিনিব নোৱৰা, বুজিব নোৱৰা আৰু এটা শূন্যৰ ঠাই।

য'ত আছে অতীত, নাই ভবিষ্যত, বৰ্তমান। য'ত আছে এদিনৰ শত স্মৃতি, আনন্দৰ ঢল; কিন্তু এতিয়া সাপ, বাঘ আৰু বনবীয়া জন্তুৰ বসতি। কিন্তু ইমানৰ মাজত সেই পুখুৰীটো আছে। য'ত এদিনাৰ মানুহৰ হাতৰ কামৰ চিন আছে। পানী মলিয়ন হ'লেও সেয়ে দেখুৱায়, যেন কাৰোবাৰ চকুলোৰে ভৰি আছে, যেন চকুলোত আছে কত বছৰৰ অতীত সোঁৱৰণি। সেই অতীতৰ মাজত পৰি নিজে উৰাদিহ হেৰুৱাই বহিছে, যেন কিবা লক্ষ্য পাওঁ বুলি।কিন্তু সেই আটাইবোৰ ভাবনাই পৰিণতি লভিছে কাকতৰ পিঠিত কলমে আঁকা ৰেখাত! কত ছন্দ আহিছে। কত ভাবৰ আবেগ সেই আবেগত পাহৰিছে উলুৱনি, হাবিয়নি আৰু বনবীয়া জন্তু সাপ, বাঘৰ কথা। কাষেৰে কেইডাল সাপ বগাই গ'ল, তালৈ তেওঁৰ জ্ঞান নাই। কেৱল লিখিছে। সেই লিখাৰ মাজে মাজে তেওঁৰ অন্তৰৰ পৰা ওলোৱা চকুলো আপোনাআপুনি বাগৰি গৈ কাকতত অন্তৰৰ দাগ পেলাইছে। তেওঁ লিখিছে– কিয় সৃষ্টি, কিয় ধ্বংস ধ্বংস আৰু সৃষ্টিৰ মাজত কিয় উলাহ, উদ্যম, আনন্দ ৰং ধেমালি, শোক-দুখ, আছিল আকৌ নাই। কিন্তু এই আছিল আৰু নাইৰ মাজেৰে জগতত কি এটা অনন্ত স্মৃতিৰ সোঁৱৰণিয়ে অতীত, বৰ্তমান আৰু ভবিষ্যতক এডাল জৰীৰে সাঙুৰিছে। তেওঁ লিখিছে সেই পাৰ্বতী ছোৱালী আছিল, ৰং-ধেমালি তাইৰ সহচৰ আছিল। সময়ৰ লগে লগে যৌৱন হ'ল। স্বামীৰ লগত সংসাৰ বেহা পাতিলে, বিধবা হ'ল, শোকে-দুখে লগ ললে। আকৌ কৰ্মজীৱন বুলি দিন নিয়ালে। সমাজৰ কেলেঙ্কাৰী, লাঞ্ছনাই তাইক লৰাব নোৱাৰিলে। গ'ল এটা উদ্দেশ্য লক্ষ্য কৰি; কিন্তু পাশবিকতাৰ ভিতৰত লক্ষ্যভ্ৰষ্টা হ'ল। বেগেৰে যোৱা নাও বালিৰ চৰত বাজিল। উঠিল কেৱল অন্তৰৰ শোকৰ কোলাহল। পিছত হ'ল তাৰো সমাধি। লগে লগে শ্ৰীধৰৰ শ্ৰী নোহোৱা হ'ল; আশ্ৰমৰ শ্ৰীলক্ষ্মী আঁতৰিল; কিন্তু শ্ৰীধৰৰ? লিখি লিখি হঠাৎ থমক খালে। কৰুণ সুৰ থমকি ৰ'ল– ধ্বনি উঠিল শ্ৰীধৰৰ অৱস্থা ক'ত সেই উদ্যমৰ প্ৰতিমূৰ্তি, কল্পনাৰ স্বৰূপ, স্বাৱলম্বনৰ মহান আদৰ্শ?

আৰু নাই! আৰু তাৰ পাপৰ স্থিৰতা নাই। সি ধৈৰ্যহীন হৈ ৰ'ল। কালৰ গতিত সি নিজে কব নোৱাৰে, আজি পোন্ধৰ বছৰৰ সেই আশ্ৰমতে কোনখিনি ঠাইত সি বহিছিল, ৰং-ধেমালি কৰিছিল, ৰহস্য কৰিছিল, আকৌ সেই ৰহস্য এটা কৰুণ ৰাগিণীত অন্ত হৈছিল। সেইদিন আৰু আজিৰ মাজত কিমান পাৰ্থক্য। সিদিনা যে সঁচাকৈ সি আছিল পূৰ্ণ, আজি তাৰ হৃদয় সমূলি অপূৰ্ণতাৰে ভৰপূৰ। যেন সি বাহিৰত দেখে, একো নাই একো নাই। ভিতৰত ধ্বনি উঠে, কেনি গ'ল, ক'ত গ'ল? কিয় সি আজি আহিছে? কি ভুলত সি মৰুভূমিত ভৰি দিলেহি? কিয় তাৰ কল্পনাই ঢুকি নাপালে যে পাৰ্বতীবিহীন শ্ৰীধৰ নাই আৰু শ্ৰীধৰবিহীন আশ্ৰম নাই। এই তিনিওটাৰ মাজত কি নেৰানেপেৰা সম্বন্ধ। পাৰ্বতীতো শ্ৰীধৰৰ একো নহয়, আকৌ শ্ৰীধৰেও আশ্ৰম অকলে গঢ়া নাছিল! তেন্তে এটাৰ অভাৱত আনটো কিয় নাই? এই 'কিয়'ই তাক আকুল কৰিলে। সি কৈ উঠিল– 'নাই নাই শ্ৰীধৰ! ভাঙিম, সকলো ভাঙি ক'ম পাৰ্বতীয়ে শেষবাণী তোমালৈ দি কৈ গ'ল, এবাৰ ক'ম। সিদিনা ইয়াৰ গভীৰতা উপলব্ধি নকৰি উভতি গৈ তোমাক সকলো ক'ম। কিন্তু দিন যোৱাৰ লগে লগে যেন ভাব হৈছে– ভুল কৰিছো আজি প্ৰত্যক্ষ দেখিছো, ভয়ঙ্কৰ ভুল কৰিছো। কি জানিবা সেই সমিধান তোমাক দিয়া হ'লে পাৰ্বতী নহ'লেও তুমি থাকিলাহেঁতেন আশ্ৰম থাকিলহেঁতেন। কিন্তু মোৰ ভুলত, মোৰ যৌৱনৰ উখম-মাখল অৱস্থাত সকলো নষ্ট কৰিছো। এবাৰ কথাৰ সমিধান নিদি আদৰ্শপীঠৰ লক্ষ্য এটা গভীৰ শোকৰ কুঁৱাত পেলাই সকলো নষ্ট কৰিছো। কিন্তু যদি আজিও লগ পাওঁ তোমাক সেই শেষবাণী কৈ ওভতাই আনিম।" কাকত সামৰি ল'লে। সি উঠিল। সি খোজ ল'লে। এবাৰ ক'লে, "ইয়াতে ইয়াতে।" আকৌ ক'লে, "ভুল হৈছে, ভুল হৈছে।" আকৌ ক'লে, "ঠিক ঠিক এইখিনিতে কৈছিলো, উঠা পাৰ্বতী! উস্! সেই মুহূৰ্তত নাজানছিলো, কি অভিশাপ, কি ভয়ঙ্কৰ মুহূৰ্তৰে আছিল। শ্ৰীধৰ! পাৰ্বতীৰ জীৱনৰ শেষ কথাষাৰ কেতিয়া তোমাক কৈ মোৰ মন পাতলাব পাৰিম? মই

যে উৰুলিপুঙা, মোৰ মনত ইমান দাৰুণ আঘাত অসহ্য।" বুলি আকৌ খোজ ললে। সেই কবি পূৰ্ণ আকৌ কি কবিতাত মগ্ন হ'ল, কোনে জানে।"

(৩১)

বহু বছৰৰ পিছত। এজনৰ কোলাত আনজনে মূৰ পেলাই আছে। এজনে কৈছে, 'তুমি-তুমিয়েই সেই বিশ্বাসঘাতক।"

"এৰা কেৱল সেয়ে নহয়; আৰু কি জানা? মই হত্যাকাৰী মই হাঁহি হাঁহি তিৰোতা বধ কৰিছো।"

"অকৃতজ্ঞতাৰ তীব্ৰ বিষ। সমাজৰ অকৃতজ্ঞতা মানুহৰ অকৃতজ্ঞতা। উস্ সেই কথা ভাবিলে আজিও মোক বলিয়া কৰে। তাৰ পিছত সেই ভাবতে কত ফুৰিলো। সংসাৰৰ পৰা আঁতৰ হৈ প্ৰায় একুৰি চাৰি বছৰ ভাৰতৰ কত ঠাইত ভ্ৰমিলো। তথাপি সেই স্মৃতি পাহৰিব পৰা নাই। মানুহৰ মনত ইমান অকৃতজ্ঞতা। কোমল হৃদয়ত এতিয়া মহা যক্ষ্মা। বুজিছা,. মহা যক্ষ্মা। তুমি মোক কেনেকৈ চিনিলা? মোৰ ইচ্ছা হৈছে এবাৰ আদৰ্শপীঠ শেষ বাৰলৈ চাওঁগৈ।"

"ক'ব নোৱাৰো; কিন্তু ভাব হ'ল যেন তুমিয়েই সেই। জানা, আজি কত বছৰ তোমাক কত ঠাইত বিচাৰ কৰিছো। তুমি আৰু আদৰ্শপীঠ চাবলৈ যাব নালাগে। সেয়ে তোমাৰ মনৰ আনন্দ অলপ যি আছে, তাকো নষ্ট কৰিব।"

"আৰু তেনে হ'ব নোৱাৰোঁ। বুজিছা, এতিয়া সৃষ্টিত মোৰ আনন্দ নাই। ধ্বংসৰ মই পথিক।"

"দেখিছো তুমিও কবি।"

"কবি? কবিতাৰ কথা নুলিয়াবা। মনত পৰে সেই ভীষণ দিন, যিদিনা তোমাৰ কবিতাই এটা ভয়ঙ্কৰ ভূমিকম্পৰ সৃষ্টি কৰিছিল।"

"আৰু সেই ভূমিকম্পৰ লগে লগে সীতাই সকলো শ্ৰী লৈ পাতালত লুকাইছিল।"

"কিন্তু সেইদিনা তোমাক পোৱা হ'লে নাই কি কৰিলোহেঁতেন।"

"কি কৰিলাহেঁতেন?"

"ক'ব নোৱাৰো কি কৰিলোহেঁতেন। কিন্তু আৰু এটা আগ্নেয়গিৰিৰ যে সৃষ্টি হ'লহেতেন, নিসন্দেহ যদি জানিলোহেঁতেন তুমি কেৱল বিশ্বাসঘাতকে নহয়, তিৰোতা বধী পাতকী। যদি জানিলোহেঁতেন তুমি কেৱল মোক বিশ্বাসঘাতকতা কৰিয়ে ক্ষান্ত হোৱা নাই আৰু এজনক বিশ্বাসঘাতকতা কৰিছা, তেন্তে তাৰ পৰিণাম তাৰ প্ৰতিফল কি দিলোহেঁতেন, জানা? তাই অকৃতজ্ঞা হ'লেও মেৰপাকৰ আওভাও নুবুজা আৰু সৰলা আছিল। কিন্তু তুমি প্ৰলোভনেৰে কি নিষ্ঠুৰতা কৰিছা, সেইটো নুবুজা।"

"ভালকৈ বুজিছো।"

"নাই, বুজা নাই। তুমি কবি হ'লেও তোমাৰ কল্পনাত ইমান নিষ্ঠুৰতাৰ ছবি আঁকিব নোৱৰা।"

"যেয়ে হাঁহি হাঁহি তিৰোতা বধিব পাৰে, যেয়ে বিশ্বাসঘাতকতা কৰি বন্ধুৰ সকলো সুখ-শান্তিৰ মূৰ্ত্তি কাঢ়ি নিব পাৰে, সি আৰু নিষ্ঠুৰতাৰ ছবি আঁকিব নোৱাৰে। চোৱা, সেই ছবিৰ নিদৰ্শন চোৱা। চোৱা চকু মেলি চোৱা।" বুলি তাৰ হাতে লিখা বহীটো তাৰ চকুৰ আগত মেলি ধৰিলে।

"দেখিছো! চোৱা, ভালকৈ চোৱা, পাত লুটিয়াই চোৱা।"

শ্ৰীধৰে অলপ অলপকৈ পাত লুটিয়াব ধৰিলে। যিমানেই লুটিয়ায় সিমানেই যেন তাৰ তৃষ্ণা বাঢ়ি গ'ল। সি পঢ়িয়ে গল, "শেষ কি, কোৱা।"

"যোৱা, পঢ়ি যোৱা। বিশ্বাসঘাতকতাৰ শেষখিনিও চোৱা, অধৈৰ্য নহ'বা।"

"কি ইমান ঘটিছে। পাৰ্বতী মই ভুল বুজিছিলো। উস্ সেইদিনা তুমি কিয় এই সমিধান নিদিলা? তুমি কি নিষ্ঠুৰ।"

"অধৈৰ্য নহ'বা আৰু চোৱা। শেষ অঙ্ক চোৱা।"

শ্ৰীধৰে চাই গ'ল। ......."তুমি উভতি যোৱা। তোমাক সামৰিবলৈ মোৰ সম্বল নাই। তুমি পশুৰ অত্যাচাৰত জৰ্জৰিতা, মই সৌন্দৰ্য লিপ্সু, কামুক। আনপিনে তোমাৰ সৌন্দৰ্যত জগতৰ লোভ। দুটা অসামঞ্জস্য একেলগে যাব নোৱাৰে। সমাজৰ লাঞ্ছিতা তুমি, পশুৰ অত্যাচাৰত জৰ্জৰিতা তুমি, এনে অৱস্থাত

মোৰ অত্যাচাৰৰ লেশ মাথোঁ পৰিলেও মই মহাপাপী হ'ম। মোৰ এনে সংযম নাই যে জগতৰ লোভনীয় বস্তু মই কাষত পাই এনেয়ে এৰি যাম। তুমি উভতি যোৱা মোক মহাপাপত লিপ্ত নকৰিবা। ৰক্ষকক ভক্ষক নকৰিবা। .......

"তাৰ পিছত, তাৰ পিছত কি কৰিলো? ভাবিলো, অলপ বেগাই গৈ লুকাই পৰিলে কাকো লগ নাপাই উভতি যাব। লুকালো। তেওঁ চৌদিশে চাই মোক নেদেখিলে, কিন্তু তথাপি নুভতিল। আগবাঢ়ি গৈ সৰু নৈখন পাৰ হ'ব ধৰিলে। মই ততালিকে নিলগৰ পৰা কলো– উভতি যোৱা, উভতি যোৱা সেইপিনে পাৰ নহ'বা। বৰ ডাঙৰ কুঁৰ আছে। কিন্তু কথা কওঁতে নৌকওঁতেই গভীৰ কুঁৰত পৰিল। মোৰ মূৰত বজ্ৰপাত পৰিল। কি কৰিলো। একেবাৰে নৈৰ ক্ৰাষ পালোহি। কিন্তু হায়! আৰু নাই। নৈৰ কোবাল সোঁতে কেনি লৈ গ'ল। তাৰ পিছত ক'ব নোৱাৰো। সমাজৰ লাঞ্ছনা, বৈধব্যৰ যন্ত্ৰণা, পশুৰ অত্যাচাৰৰ হাত সাৰিলে, নে আকৌ কোনোবা দেশলৈ উটি গৈ আকৌ দুখৰ জীৱন আৰু দুখময় কৰি দিন নিয়াব ধৰিছে। উস্! মই কি নিৰ্দয়। এজনী অবলা তিৰোতাই মোত আশ্ৰয় পাওঁ বুলি বহল সংসাৰত খেৰকুটা সহায় বিচাৰিছিল, কিন্তু মই পাষাণে সেইফেৰা সহায় দিবলৈকো কুণ্ঠিত হ'লো।"

"পূৰ্ণ তুমি মহান। তুমি সুন্দৰ। তাইৰ শেষখিনি কওঁ শুনা। তাইৰ সঁচাকৈ মৃত্যু হৈছে। তাইৰ মৰাশ আশ্ৰমলৈ নিছিল। কিন্তু মই কি কৰিছো জানা? হৃদয়হীন মই! তাইৰ শেষ সমাধি নকৰি সেই মুহূৰ্ত্ততে আঁতৰ হৈছো। সেই শেষ দেখাই মোৰ আশ্ৰম এৰা মুহূৰ্ত্ত।"

এনেতে পূৰ্ণই ততালিকে বহীটো থাপ মাৰি ধৰিলে।

শ্ৰীধৰে কলে– "চাবলৈ দিয়া। শেষত কি লিখিছা, চাব দিয়া। নিশ্চয় তুমি 'আদৰ্শ পীঠ'ৰ শেষ অৱস্থা লিখিছা।

"নাই আৰু চাব নালাগে। আদৰ্শ পীঠৰ কথা জানিব নালাগে। ইমান নিষ্ঠুৰ মই নহওঁ। জানো, নিজৰ হাতেৰে সজা বস্তুৰ বিলাই দেখিলে নিজৰ মনত কি ভূমিকম্প উঠে। মোক ক্ষমা কৰা আৰু পাত নুলুটিয়াবা।"

"পূৰ্ণ যক্ষ্মা ৰোগী মই। কোন মুহূৰ্ত্তত মোৰ কাল ক্ষণ আহে ক'ব নোৱাৰো।"

"কিন্তু সেয়ে আৰু সোনকালে মাতি আনিব। মোক ক্ষমা কৰা। মোক বন্ধু বধৰ পাপৰ ভাগী নকৰিবা। বাস্তৱ জগতত তোমাৰ আদৰ্শ পীঠৰ অন্ত হ'লে, তোমাৰ হৃদয়ত যি আদৰ্শ পীঠৰ বীজ ৰুইছা, জন্মে জন্মে তাৰ নতুন নতুন সৃষ্টি হ'ব। তাৰ অন্যথা নাই। যক্ষ্মা, মাউৰে তাক ধ্বংস কৰা অসম্ভৱ। তুমি মৃত্যুক জয় কৰিছা। তুমি অমৰ, তোমাৰ আদৰ্শ অমৰণ অভগন!"

## ২য় খণ্ড

এই খণ্ডত দৈবচন্দ্ৰ তালুকদাৰদেৱৰ অপ্ৰকাশিত উপন্যাস ৭ খন অন্তৰ্ভুক্ত হৈছে। অপ্ৰকাশিত অৰ্থে তেওঁ লিখি থৈ যোৱা ৬ খন পাণ্ডুলিপি আৰু এখন আধৰুৱাকৈ ছপা হোৱা উপন্যাসক ধৰা হৈছে। আধৰুৱাকৈ ছপা হোৱা 'কাচনমতী'খন অসম্পূৰ্ণ; ইয়াৰ বাকী অংশ পোৱা নগ'ল। ছপাবলৈ লোৱা কাৰণেই এইখনক এই খণ্ডৰ প্ৰথমতে স্থান দিয়া হৈছে। বাকী ৬ খনক পাণ্ডুলিপিত পোৱা চন অনুযায়ী ক্ৰম কৰি ইয়াত প্ৰকাশ কৰা হৈছে। পাণ্ডুলিপিসমূহ অন্যান্য কোনো কোনোৱে প্ৰতিলিপি কৰা যেন লাগে। কোনো কোনোখনত লিখকে স্বাক্ষৰ কৰি গৈছিল। কাগজৰ দুই পিঠিয়ে লিখা পাণ্ডুলিপিত সামান্য আখৰ-জোঁটনি শুধৰাই দিয়াৰ বাহিৰে মূল বৰ্ণনাত হাত ফুৰোৱা নাই।

# কাচনমতী

(এইখন অসম্পূৰ্ণ উপন্যাস। যি কেইটা ছপা ফৰ্মা পোৱা গ'ল তাকেই ইয়াত অন্তৰ্ভুক্ত কৰা হৈছে। বাকী পাণ্ডুলিপি পোৱা হোৱা নাই। প্ৰাপ্ত ৮৮ পৃষ্ঠাৰো মাজৰ ২৩-৪৮ পৃষ্ঠাবিলাক পাবলৈ নাই। ছপাৰ চন-তাৰিখ পাবলৈ নাই। ছপা কৰিবলৈ লোৱা হৈছিল কাৰণেই 'কাচনমতী'খনক তালুকদাৰৰ অন্যান্য ছপা উপন্যাসৰ পিছতে ঠাই দিয়া হৈছে।

ইয়াৰ পিছত ঠাই পোৱা উপন্যাসকেইখন পাণ্ডুলিপি আকাৰত পোৱা গৈছে। সেইবিলাকত লিখাৰ চন-তাৰিখ দিয়া আছে। সেই মতেই ক্ৰম কৰি ইয়াত ঠাই দিয়া হৈছে। —সম্পাদক

(১)

"ক'ব নোৱাৰোঁ।"

"যদি নিদিয়ে তেন্তে কাইলৈ গৰু হাল আনি এডোখৰ মাটিতে হাল বালে নহয় জানো? মিছামিছি হাই-কাজিয়া কৰি থকাতকৈ সেই মাটি এৰি দিলেই হয়।"

"কথাটো হয়। ময়ো মাজে মাজে তাকে ভাবো আইতা। আকৌ ভাব হয় এনেকৈ আজি এই ডোখৰত পাতিছে কাইলৈ আন এডোখৰত পাতিব, তেনেহ'লে! ইয়াতে সিহঁতক লাই দিলে যদি ডিঙিলৈ জঁপিয়ায়।"

"সেইডোখৰো এৰি দিবা।"

"যদি আকৌ আন এডোখৰত ধৰে?"

"সেইডোখৰো এৰি দিবা।"

"এনেকৈ ধৰোতে যদি সমূলি শেষ হয় তেন্তে?"

"তাৰ নিমিত্তে কিয় ভাবিছা? যদি তোমাৰ পৰা সিহঁতে সকলোখিনিকে নিবলৈ ভাল পায় তেন্তে নিয়ক। সিহঁতো মানুহ। কিন্তু যদিহে মনুষ্যত্ব পাহৰি তেনে কৰে তেন্তে কৰিব দিয়া। সংসাৰত কত ঘৰ-বাৰী নোহোৱা মানুহ আছে। কতই গছৰ তলত পৰি আছে। সিহঁতৰ ভিতৰৰ এজন হৈয়ে থাকিব পাৰিবা। মিছামিছি কোঢ়াল কৰি একো লাভ নহয়।"

"আইতা তেন্তে আজিয়েই গৰু হাল তাৰ পৰা আনো।"

"মইতো তাকেই ভাবো। গৰুহাল আনি অইন মাটিত হাল বাব ধৰা। আয়েকৰ কথা শুনি নাহৰে ততালিকে উঠি পথাৰমুৱা হ'ল। আয়েকে আকৌ পিছৰ পৰা মাতিলে, "দুটা কোমল চাউল খাই যোৱা।" নাহৰ ৰ'ল। আয়েকে ৰান্ধনি-ঘৰ সোমাই আখলৰ এটা কলহৰ পৰা কেইটামান কোমল চাউল উলিয়ালে। কলহত কোমল চাউল কম থকাৰ কাৰণে চৰুৰ পৰা কেইটামান পঁইতা-ভাত উলিয়ালে। নাহৰে জোলালৈ গৈ গাটো কোনোমতে তিয়াই আহি কাপোৰ সলাই ততালিকে খাব বহিল। আঠিয়া কল, দৈ গাখীৰ সানি গৰাহে গৰাহে খাই অটালে। নাহৰে খোৱা ধৰণ দেখি মানুহে চাগৈ হাঁহিব। কিন্তু আন নহ'লেও নাহৰৰ খোৱা শক্তি চাই আনন্দৰ চকুলো নুটুকি নোৱাৰি। নাহৰে যে সেই পঁইতা-ভাত, সেই কোমল চাউল, সেই আঠিয়া কলৰ গুটি, সেই টেঙা দৈ গাখীৰৰ মখা খাই জগত জয় কৰিব পাৰে।

নাহৰে খাই লৈয়ে ততালিকে আকৌ ওলাল। বাটে বাটে তামোল চোবাই গ'ল। তাৰ কান্ধত তামোল গামোচা হাতত পাচন, মুখত আনন্দ, তাৰ বুকু ডাঠ, তেজী পিট।

গৈ গৈ পামৰ পথাৰ পালে। সি দেখা পালে কে'জনমান মানুহে আগেয়ে তাৰ মাটিত হাল বাব ধৰিছে। দেখিয়েই তাৰ খং উঠিল। কিন্তু ততালিকে মাকৰ কথা মনত পৰিল। নাহৰ ভিজা মেকুৰী হ'ল। বলী, সাহিয়াল নাহৰে লাহে লাহে গৈ পামৰ ঘৰ সোমাই গৰুহাল উলিয়াই নাঙলকুৰ কান্ধত লৈ হে হে কৰি খেদিব ধৰিলে। মানুহবোৰে ভাবিলে— নাহৰে পথাৰত হাল বাব আৰু কাজিয়া লগাব। সিহঁত আটাই কেইজন থুপ খাই কাজিয়াৰ কাৰণে সাজু হৈ আছে। নাহৰে কিন্তু গৰু লৈ লাহে লাহে পাৰ হ'ল। সিহঁতৰ ওচৰ পাই একেৰাৰে কথাও নক'লে। তাক নৈ পাৰ হোৱা দেখি মানুহ কে'জনে হাঁহিব ধৰিলে। সিহঁতে ভাবিলে, "টান পালেহে গোসাঁইৰ নাম লয়। কালি দেখো বৰ পুঠিমাছৰ ধৰফৰণি দিছিল আজি কিয় চোৰৰ দৰে কানসাৰে পলাল? এইখিনিহে সাহ।" যি নহওক সিহঁতে নাজানিলে আজি কিয় নাহৰৰ এনে পৰিবৰ্তন। যি নাহৰে অকলে কুৰিজনকো ভয় নকৰে সেই নাহৰে এইকেইজন মানুহ দেখি ভয়তে হাল নাবাই পলালনে? কিন্তু নাহৰে আন কাকো ভয় নকৰিলেও নাহৰে যে মাকৰ কথা পাহৰিব পৰা নাই। সিহঁতৰ ভিতৰত এজন গা উঠা মানুহে সি নৈ পাৰ হ'লত চিঞৰি উঠিল, "কি হে বৰ মতা! হাল বোৱাহি।" নাহৰে উভতি চালে আৰু মুহূৰ্ততে মুখ ঘূৰাই হে হে কৰি গৰুহাল খেদি নিব ধৰিলে। লাহে লাহে গৈ নাহৰে তিনিখনমান তামোল খাব পৰা দূৰৈৰ পথাৰ পালেগৈ। নাহৰে গৰু-নাঙল জুৰি হাল বাব ধৰিলে। সি হাল বাইছে আৰু মনে মনে কিবা ভাবিছে। তাৰ মনত যেন কিবা বৰ ডাঙৰ আঘাত লাগিছে।

(২)

নাহৰৰ আয়েক সৰুতে মৰিছে। নাহৰে আজিকালি যাক আই বুলি মাতে তেওঁ মাহীমাক। মাক মৰোঁতে বাপেকে পিছত এওঁক বিয়া কৰাই আনিছিল। কিন্তু তাৰ বয়স তেতিয়া তিনি বছৰমান হোৱাত সি মাক মৰা কথা ভালকৈ ক'ব নোৱাৰে। পিছত যদিও সেই কথা শুনিছিল। তথাপি কোনো দিনাও সি আয়েকৰ অভাব অনুভৱ কৰা নাই। কিয়নো মাহীমাকে তাক নিজৰ ল'ৰা-ছোৱালীতকৈও বেছি মৰম কৰিছিল। মাহীমাকৰ মাত্ৰ এজনী ছোৱালী। নাহৰৰ বাপেক মৰিবৰ আজি দুবছৰ হ'ল। কিন্তু মাহীমাকে নাহৰক আগতে যেনে মৰম কৰিছিল নাহৰৰ মঙ্গল কামনা কৰিছিল এতিয়াও ঠিক তেনেভাৱে কৰে। নাহৰে মাহীমাকক আই বুলি মাতে। মানুহে নিজৰ আয়েকক যেনেভাৱে মৰম ভক্তি কৰে, ঠিক তেনেভাৱে নাহৰে মাহীমাকক মৰম আৰু ভক্তি কৰিছিল।

সিদিনা নাহৰে হাল বাই আহি ঘৰ পাইছেহি। মনত এতিয়া প্ৰফুল্লতা নাই। কিবা অস্বাভাৱিকভাৱে তাৰ গোটেই মুখ ঢাকি পেলাইছে। আয়েকে তাৰ এনে অৱস্থা দেখি আজি কি হৈছে বোপা, এনে দুখকৈ আহিছা কিয় বুলি সুধিলে। সি নামাতিলে। অলপ পিছত আয়েকে সুধিলে, 'কিবা খাবানে?", "নাখাওঁ আইতা মই এতিয়া অলপ শোওঁগৈ।" এইবুলি কৈয়ে সি ঘৰ সোমাই শুই পৰিল। আয়েকে একো কাৰণ বুজিব নোৱাৰি বিতত হ'ল। এনেতো তাৰ কেতিয়াও হোৱা নাই। অলপ পিছত শুই সি মুখ ধুব ধৰিলে। এনেতে আয়েকে ক'লে, "কিবা দুটামান খোৱা।" সি হঠাৎ খঙতে কৈ উঠিল, "মই নাখালেও হ'ব।" আয়েকে তাৰ মুখত এনে কথা শুনি তাৰ মনত কিবা আঘাত লাগিছে বুলি আতোঁ-পুতোঁকৈ সুধিব ধৰিলে। কিন্তু নাহৰ নিমাত। আয়েকে নেৰা-নেপেৰাকৈ সুধিবলৈ ধৰাত সি লাহেকৈ আঁতৰ হ'ল। নাহৰৰ মনত আজি কি হৈছে? সি কোনোমতে আয়েকৰ আগতে কথাটো ভাঙিব নোৱাৰিলে। নাহৰ ওলাই যোৱাৰ পিছত আয়েকে ভাবি ব্যাকুল হ'ল। নাহৰে তেওঁৰ ওপৰত খং কৰা বুলি ভাবিলে। কিন্তু নিজৰ একো দোষ নাপালে। নাহৰে পথাৰলৈ গৈ দেখিলে ক'লা হালোৱাটো নাই। সি পিয়াপি দি বিচাৰিলে ক'লা হালোৱাটো নাই। সি দুখতে বলিয়া হ'ল। এই মাথোন পথাৰত এৰি থৈ গৈছে এতিয়াই হালোৱাটো কি হ'ব পাৰে? আচৰিত নহৈও নোৱাৰে। কিন্তু বেয়াটো হওঁ বোলোতেই হয়। তাক কোনে বাধা দিব পাৰে? নাহৰে ভাবিলে, হালোৱাটো বাঘে নিলেনেকি? হালোৱা বিচাৰি ফুৰোতে, বহুত ৰাতি হ'ল। আঁউসী ৰাতি কিন্তু এন্ধাৰতো তাৰ মনত ভয় নাই। বাঘ, বৰাক নাহৰেতো ভয় নকৰে। দেও-ভূতৰ কথা শুনিলেও সি হাঁহি উৰুৱাই দিয়ে। পিতবলী মানুহৰ দেও-ভূতলৈ কি ভয়! আনকি সময়ত গাঁওত কেতিয়াবা কোনো মানুহ মৰিলেও, আন কোনো নগ'লেও নাহৰ বাদ নপৰে। ৰাতি দেৰ পৰেই হওক বা দুপৰেই হওঁক, মাৰি-মৰকৰ দিনেই বা আও সময়েই হওক সকলো সময়তে সি মৰা পেলাব সাজু। এই একুৰি পাঁচ বছৰ বয়সতে নাহৰে অতি কমেও ডেৰকুৰি মৰা-শ পেলাইছে। কোনো মৰিলেই গাঁৱৰ মানুহে আহি তাৰ বিচাৰ লয়।

সিদিনা ৰাতি বহুত পৰলৈ আয়েকে চাই চাই ভাত পানী ৰান্ধি বাঢ়ি থৈ আছে। নাহৰ নহা দেখি আয়েকে ভাবিছে নাহৰৰ খং এতিয়াও যোৱা নাই। ৰাতি চাঁগৈ নাহেয়ে। কাচনমতী আয়েকৰ ওচৰতে বহি আছে। আয়েকক এবাৰ দুবাৰ সুধিছেও। "ককাইদেউ ক'লৈ গৈছে আইতা?"

"জানো ক'লৈ গৈছে। দুপৰীয়াও একো খোৱা নাই। এতিয়াও খাবৰ পৰত দেখা-দেখি নাই দেখোঁ। তাতে এই ৰাতি ক'লৈ যায়, কি কৰে। লগত কোনো গৈছে নে নাই একো ক'বও নোৱাৰো। মনটো খুদুৱাব লাগিছে।"

কাচনমতীয়ে ক'লে কোনোবা এজন মানুহ পঠিয়াই চোৱালে নহয় জানো? এনে ৰাতিখননো কোন মানুহে চাবলৈ যাব?"

"সিওটো হয়।"

কাচনমতী আৰু আয়েকে দুয়ো এনেভাৱে কথা কৈ থাকোঁতে নাহৰ আহি ওলালহি। ইমান পৰেও আয়েক

আৰু ভনীয়েকক শোৱা নেদেখি কৈ উঠিল, "ইমানপৰলৈ বৈ থাকিব লাগেনে?"

আয়েকে ক'লে, "ৰাতি দিনো বুজি নোপোৱানে? এনে সময়ত কোনোবা মানুহ বাহিৰত আছেনে?"

"আমাৰ মতা মানুহৰ ভয় কি আইতা?" বুলি ঘৰ সোমাব ধৰোতেই কাচনমতীয়ে ক'লে, "সৌৱা বাহিৰতে পানী থৈছোঁ ককাইদেউ, ভৰি-হাত ধোৱা।" নাহৰে হাত-ভৰি ধুই খাব ধৰিলে, পথাৰত কি হৈছে একো সূং সূত্ৰ নিদিলে।

কাচনমতীও কাষত বহি ভাত খাব ধৰিছে। এবাৰ কাচনমতীয়ে ক'লে, "ককাইদেউ আজি মধুৰ মাকৰ বৰ বেমাৰ।"

"কি কলি? মধুৰ মাকৰ বেমাৰ! কেতিয়াৰ পৰা?" "আজি চাৰিদিন হ'ল। আজি বৰ বেছি হোৱা বুলি শুনিছো। কিন্তু মই হ'লে যোৱা নাই, কালি গৈছিলোঁ। আইতা আজি গৈছিলানেকি?"

আয়েকে কথা শুনিও নুশুনা ভাৱ ধৰিলে। কিয়নো আয়েকে জানে কাৰো বেমাৰৰ কথা শুনিলেই নাহৰে ভাত-পানী এৰি আগেয়ে বাতৰি ল'ব যায়। এনে ৰাতিখন আকৌ যাব লাগিলে আধ্যা। মাকে কাচনৰ পিনে খংমুৱাকৈ চাই অলপ লাহে লাহে ক'লে, "আজি অলপ ভাল হৈছে। তেতিয়া মই গৈছিলোঁ।"

নাহৰে ইমানপৰে ভাতৰ গৰাহ হাততে লৈ আছিল। মাকে অলপ ভাল হোৱা বুলি কোৱা শুনি ভাত-গৰাহ মুখত ল'লে। সেই গৰাহ খায়ে মুখ-হাত ধুই উঠিল। কাচনৰ কাওমাও, আয়েকৰ অনুৰোধ সকলো কাতি কৰি থৈ মধুৰ ঘৰলৈ বুলি ওলাল। মাকৰ কথা নাহৰে নেপেলায়। কিন্তু কাৰো বেমাৰ বুলি শুনিলে নাহৰ চঞ্চল হয়। সেই সময়ত মাতৃভক্তি পাহৰি বেমাৰীৰ ওচৰ পায়।

মধুৰ ঘৰ গাঁৱৰ সিমূৰত। নাহৰ গৈ আধা বাট পাইছে; এনে সময়তে মধুৰ ভায়েকক তিনিজন মানুহৰ সৈতে লগ পালে। সিহঁতৰ এজনে কৈ উঠিল, "নাহৰ তোৰ তালৈকে যাব ওলাইছিলোঁ।"

"কিয়?"

"আৰু কি হ'ব! এতিয়াই মধুৰ মাক চুকাল। মৰিশালিলৈ নিবলৈ জানাই নহয় তোৰ বাহিৰে আন কোনো ওলাবই নোখোজে। তই লগত হ'লে তেও চাৰি-পাঁচজন ওলাব।"

"বাৰু ব'লা। উস্ কেতিয়া কি হৈছিল একো দেখো ক'বই নোৱাৰিছিলোঁ।" বাটে বাটে যাওঁতে মধুৰ মাকৰ কি হৈছিল, কেতিয়াৰ পৰা বেছি হৈছিল, মৰিবৰ কিমানপৰ হ'ল ইত্যাদি নানা কথা সুধি সুধি মধুৰ ঘৰ পালেগৈ।

(৩)

নাহৰ গ'লত আয়েকে কাচনমতীক গালি-শপনি পাৰি ভাত পানী নাখাই শুই থাকিল। আয়েকে ক'লে, "ক'ৰ পৰা ঘূৰি ঘূৰি ৰাতি ঘৰ পাইছিলহি মাথোঁ, তাতে আকৌ লগালি। কিয় সেই কথা নুলিয়ালেও জানো নহ'লহেঁতেন? ৰাতিপুৱা হ'লেওতো ক'ব পাৰিলিহেঁতেন।" কাচনে মাকৰ কথাত কি ক'ব, কি নক'ব ভাবি নাপাই, নিজে শোৱা-পাটিত পৰি জুৰুলা জুপুৰা হ'ল। কিয়নো কাচনমতীয়ে সকলো সহিব পাৰে কিন্তু আয়েকে অলপ বেয়া বুলিলে তাই শোকতে তৰণি নাপায়।

ৰাতি পুৱালত নাহৰ আহি ঘৰ পালেহি। তাৰ চকু দেখিলে সহজতে বুজিব পাৰি যে নাহৰে ওৰে ৰাতি শোৱা নাই। সি ঘৰ পাইয়ে, আইতা পানী এঘটি দিয়া বুলি চিঞৰি উঠিল। আয়েকে আথে-বেথে উঠি আহি পানী দিলে। নাহৰৰ আও-ভাও দেখি আয়েকে বুজিব পাৰিলে যে তেওঁ মৰিশালিৰ পৰা আহিছে। নাহৰক সোধাত সি সকলো কথা ভাঙি ক'লে। আয়েকে ভাবিলে মিছায়ে কাচনক নিশা গালি-শপনি পাৰিলে। কিয়নো তাই নক'লেও ৰাতিতে যে মানুহ আহিলহেঁতেন ই ধুৰুপ।

নাহৰে তৰা ওলোৱা নেদেখাকে ঘৰ সোমাব নাপায় সেই কাৰণে অলপপৰ চোতালত জিৰাই-সতাই আকৌ পথাৰলৈ গৈ আগদিনা হেৰোৱা গৰুটো বিচাৰি ফুৰিলে।

বাটতে গাঁওবুঢ়াক লগ পালে। গাওঁবুঢ়াই নাহৰে গৰু বিচাৰি ফুৰা শুনি ক'ব ধৰিলে, "কিয় তোৰ গৰুটো সেই মাধৱে নিছে দেখো।"

"মাধৱে নিছে? তুমি ক'ত দেখিলা?"

"ক'তনো দেখিম। বোধ কৰোঁ ওৰে ৰাতি লৈ গৈছে। মই আকৌ আজি কেবাদিনো কে'টামান জালোৱা লৈ বৰলীয়াৰ পাৰত মাছ মৰাইছিলো। জান নহয় পিতাৰ কাম পৰহিলৈ। মাছ মাৰি আহোতে নিলগৰ পৰা মাধৱক দেখিলো। মাধৱ বুলি চিঞৰাত সি বেগাই লৰ দিব ধৰিলে। ময়ো বেগাই গৈ তাৰ ওচৰ পালোগৈ। দেখো যে সি তোৰ গৰুটো লৈ গৈছে। মই সুধিলো ক'লৈ নো গৰুটো নিয়? এইটো দেখো নাহৰৰ হালোৱা।"

এৰা তাকেই খুজি আনিছোঁ। এই গৰুটোৰ যোৰ আৰু এটা গৰু নিব লাগে। তাৰ কথাষাৰ মিছা যেন লাগিল। যি নহওক মই ঠাৰে-চিয়াৰে কৈ আহিলোঁ বোলো জুইত জাপ দি নমৰিবি।

নাহৰে ক'লে, "চাওকচোন বাৰু। সিহঁতে মোৰ সেই মাটি দোবোলাও বল কৰি বাইছে। এতিয়া গৰুটোও নি ক'ৰবাৰ ফালনিত বেচিব পাৰোঁ বুলি ভাবিছিল হবলা।"

"তাকেহে কৰিছেনে? তেন্তে তই মোকৰ্দ্দমা লগা। মই ভালকৈ সাক্ষী কম।"

নাহৰে ক'লে, "যাওঁছোন আইতাই কি কয় সোধোঁগৈ।"

গাঁওবুঢ়াই ক'লে, "আইতাক সুধিহে কাম কৰ! কিন্তু সতীয়া মাকে কেতিয়াবা ভাল বুদ্ধি দিয়েনে? তথাপি যি ভাল পাৱ তাকে কৰ।"

নাহৰে ক'লে, "তেনে কথা কিয় কোৱা? মই সৰুৰে পৰা তেওঁৰ কোলাতে ডাঙৰ হলোঁ। আজিলৈকে অলপ বেঁকা-বৈঁকি বা আওকথা পোৱা নাই। সৰুৰে পৰা মই তেওঁক পৰ্বী আই বুলি ভবা নাই। আৰু তেওঁ মোক কেতিয়াও বেয়া বুধি বা মোৰ অমঙ্গলনৈ ভবা নাই।"

"এ বহুত দেখিছো হেবৌ, বহুত দেখিছো। গাখীৰ-মিঠৈৰ সনাসনি বহুত দেখিছোঁ। কিন্তু যি পৰ পৰেই, আপোন কেনেকৈ হ'ব? তই ল'ৰা মানুহ, সেইবোৰৰ বুজ এতিয়াও হোৱা নাই দেখি তেনে কথা কৈছ। ক্ৰৰ, তোৰ ইচ্ছামতে কৰিবি যেতিয়া কোনে বাধা দিয়ে? পিতাৰ আছিল কাৰণে এইকেইবছৰ নিমাও-মাও হৈ আছিল। এতিয়া চাবা ক'ৰ পানী ক'লৈ যায়। আৰু কিহৰ আশাতে বা থাকিব। এটা ল'ৰা থাকিলে ভাবিলোহেঁতেন বোলো তাৰ আশাতে থাকিব। সেই ছোৱালীজনী আছে কাৰণে কিজানি দুদিনমান থাকিব পাৰে। কিজানি বছৰ পূৰ নহওঁতেই পৰ ঘৰ পায়েই তাৰো কি থিক। ছোৱালীজনীক লগত নিনিলে নহৈছে। বাৰু সেইবিলাক যি নহওক মোৰ বুঢ়াৰ এটা বুধি শুনিবি। ধন-সম্পত্তিবিলাক গোটেই তাইক নগোটাবি। পিছে ভাল পোটক দিব চাবি। বোলো আকৌ কওঁ পৰ কেতিয়াও আপোন নহয়। ধন-সম্পত্তিখিনি বা অলঙ্কাৰ, টকা-কড়িখিনি হাত কৰিব নোৱাৰে মানে কেইদিনমান আতৌ-পুতৌ কৰি থাকিব পাৰে। বৰ লাগিও দেখাব পাৰে। পিছত সেইবিলাক পালেই ক'লৈ যায় কি ঠিক? বোলো জ্ঞানী লোকে কয় তিৰি-মিৰি ভাটো কোৱা, এইবিলাকক বিশ্বাস কোনে কৰে?"

নাহৰে গাঁওবুঢ়াৰ কথা কেইষাৰ শুনি তভক মাৰি ৰ'ল। এটা কথাও নক'লে। তাৰ বাপেক মৰিবৰ পৰা কেবাদিনো কে'বা ঠাইত বহুতৰ মুখত এনে কথাৰ পুনৰ উক্তি শুনিলে কিন্তু সি কতবা হাঁহি, ক'তবা উপলুঙা কৰি উৰুৱাই নিজৰ কৰ্তব্য কামত লাগিছে। সেই কথা সম্বন্ধে মনতে ঠাই দিয়া নাই। আজিও কিজানি নাহৰে তেনেভাৱেৰে উৰুৱাই দিলেহেঁতেন। আৰু উৰুৱাই নিদিয়া বুলি ক'ব নোৱাৰি। গাঁওবুঢ়াৰ কথা শুনি অলপ পিছতে নাহৰে কৈ উঠিল। "যি কৰে হৰি, বোলো কপালত যি আছে সেয়েহে হ'ব।"

গাঁওবুঢ়াই নাহৰৰ কথা শুনি আঁতৰিল। কিন্তু নাহৰে শত চেষ্টা কৰিও সেই গাঁওবুঢ়াই কোৱা কথা কেইষাৰ পাহৰিব পৰা নাই। সি যিমানে পাহৰিব খুজিলে সিমানে দকৈ তাৰ মনত শিপালে। বোধ কৰোঁ নাহৰে কালি ৰাতি নিয়মিত মতে নোখোৱাৰ কাৰণে, সি গৰু হেৰাই পিয়াপি দি বিচাৰি ফুৰাৰ কাৰণে, অথবা তাৰ গোটেই ৰাতি উজাগৰে থকা কাৰণে নাহৰৰ শৰীৰ বৰ

দুৰ্বল হৈছিল। শাৰীৰিক দুৰ্বলতাৰ লগে লগে মানসিক দুৰ্বলতাও বাঢ়িছিল। দুৰ্বল অৱস্থাত মানুহে যি ভাবে সেই এটা ভাবকে লৈ ধুনি ধুনি থাকে। নাহৰৰো ঠিক একেই অৱস্থাই হৈছিল। নাহৰে গৰুৰ বাতৰি পাই সৰলৈ উভতি আহোঁতে গাঁওবুঢ়াৰ কথা কে'বাৰকে ভাবি আহিছিল। গাঁওবুঢ়াৰ আটাইকেইবাৰ কথাৰ ভিতৰত তাৰ দকৈ মনত বহিছিল "আয়েকে যদি তাক এৰি যায়।" এই কথা ভাবিয়ে নাহৰৰ মনত চঞ্চলতা বাঢ়িছিল। যেয়ে ইমান দিন তাক ডাঙৰ-দীঘল কৰিছে তেওঁ তাক এৰি পৰৰ ঘৰলৈ যাব। নাহৰে এই কথা ভাবি ব্যাকুল হ'ল। নাহৰ অৱশ হৈ পৰিল। নাহৰৰ আপোনা-আপুনি চকুৰ পানী জৰজৰ্ কৈ পৰিল। কথমপি চকুৰ পানী মচি সি নিজে নিজে ক'ব ধৰিলে, কি জন্ম দিলেহে জানো আইতা; আৰু জানো জগতত আন আইতা হ'ব নোৱাৰে? নিজৰ আইতাই জানো পুতেকক এৰি যাব পাৰে? কথা ভাবি ভাবি ঘৰ পালেহি। কাচনমতীয়ে ওৰে ৰাতি কান্দি কান্দি চকু ঔৰ ফুলৰ দৰে কৰিছিল। নাহৰে চোতালত তাইক তেনে অৱস্থাত দেখি আচৰিত হ'ল। সি তাইক সুধিলে, "কাচন তোৰ কি হৈছে, তোৰ চকু মুখ এনে ৰঙা হৈছে কিয়?" কাচনমতীয়ে ৰাতি কান্দোতে কান্দোতে আপোনা-আপুনি শুই পৰিছিল। চোতাল সাৰিব ধৰাত তাই তেতিয়াও মুখ-হাত ধোৱা নাই। নাহৰে তেনে অৱস্থাত তাইক দেখি তাইক ওপৰত কোৱামতে সুধিলত তাই হাঁহি মাৰি ক'লে, "ক'তা কিনো ৰঙা দেখিলা আকৌ। শুই উঠিলেই সকলোৰে তেনে হয়ে দেখো।" নাহৰেও মনে মনে ৰ'ল।

(৪)

গধূলি তৰা চাই নাহৰে ঘৰ সোমাই ভাত-পানী খাই জুহালৰ কাষত বহি আয়েকৰ আগত সকলো কথা উলিয়ালে। মাধৱে কেনেকৈ গৰুটো চুৰ কৰি নি ফালগুিত বেচিব নিছে সেইটোও উলিয়ালে। মাকে নাহৰৰ কথাত মনে মনে ৰ'ল। অলপ পিছত সি সুধিলে, "এতিয়া কি কৰোঁ আইতা? গৰুটোৰ কাৰণে মোকৰ্দমা কৰিমনে?"

"গৰুটো জানো ওভতাই দিয়া নাই?"

"ক'তা এতিয়ালৈ ওভতাই দিয়া নাই। কেৱল গাঁওবুঢ়াৰ মুখত সি নিয়া বুলি শুনিছো। গাঁওবুঢ়াই হেনো তাক বৰলীয়াৰ পাৰত লগ পাইছিল। অৱশ্যে গাঁওবুঢ়াই সি নিয়া দেখিছে যেতিয়া সি নেৰেচি উভতি আহিব যেন লাগিছে।"

"যদি উভতি আহি তোমাক ওলোটাই দিয়ে তেন্তে আৰু মোকৰ্দমা কৰিবৰ একো আৱশ্যক নাই। মিছা -মিছি আকৌ এখন জঞ্জাল চপাই লোৱাৰ আৱশ্যক কিটো?"

নাহৰে ক'লে, "কথাটো পোনপটীয়াকৈ চালে সেয়ে যেন লাগে। কিন্তু এইবাৰ দেখিলে বুলি হয়তো ওভতাই দিব কিন্তু নেদেখিলেটো নিদিলেহেঁতেন। আগলৈ যদিহে আকৌ মনে মনে তেনে কৰে? সেই কাৰণে পোনে পোনে ভাল শিক্ষা দিয়াই যুগুত। আয়েকে ক'লে, "যদি ওভতাই দিয়ে তেন্তে আৰু আন জঞ্জাল নলগাবা। যদি আকৌ কেতিয়াবা এনেভাৱে নিয়ে তেন্তে আন দিহা কৰিবা, বিশেষতঃ মোৰ মনেৰে হ'লে তেতিয়াও একো কৰিবলৈ নালাগে কিয়নো সি এটা গৰুহে নিব। তোমাৰ কপাল আছে যদি তেনে এটা গৰুৰ ঠাইত দহোটা হ'ব।"

নাহৰে ক'লে, "আইতা তোমাৰ কথামতে চলিলে ঘোৰ সন্ন্যাসীহে হ'ব লাগিব যেন পাইছোঁ। সাংসাৰীক এনে ধৰণৰ কামে নুযুৱায় হবলা। কালি সিহঁতে মোৰ মাটি বাইছে; মই গৰু হাল পামৰ পৰা খেদি আনোতে সিহঁতে মোৰ পুৰুষালি দেখি ইতিকিং কৰিছে, তথাপি মই সহি আছিছো। একেষাৰ কথাৰো কোৱা নাই। তাৰ পিছতে সুচল বুজি সিহঁতে গৰু এটা নিয়ে। যদি এইবিলাকত নামাতি থাকো তেন্তে সিহঁতে লাই পাই আৰু চাগে কি নকৰিব?"

"সিহঁত মানুহ নাহৰ! সিহঁতৰো অত্যাচাৰৰ শেষ সীমা আছে। বিশেষতঃ সিহঁতো তোমাৰ ভায়েই হয়। পিতাৰ যিজন দদাইদেৱৰ সিজন। যদিহে দদাইদেৱৰ পুতেকহঁতে তোমাৰ ধন-সম্পত্তি খায় তেন্তে তোমাৰ কষ্ট অথলে নাযায়। সেইবিলাক এৰি পেলাই নিজে নিজে কাম কৰি যোৱা। যি কেইদিন থকা খাই লৈ

সুখে থাকি কৰ্তব্য কৰি যোৱা। কৰ্তব্য কৰা ফলৰ ভাগলৈ ভাবিব নালাগে। পাৰামানে আৰ্জ্জা, বহি নাথাকিবা। যদিহে ঈশ্বৰে সেই বিলাক খাবলৈ নিদিয়ে, অৰ্জ্জা ধনো কাঢ়ি নি বাটৰ ভিকহু কৰে তেন্তে ঈশ্বৰক চিন্তি, পিতাৰাক চিন্তি ভিকহু হৈ জোলোঙা লৈ ভিক্ষা কৰিয়ে খাবা।" নাহৰে আয়েকৰ কথা শুনি ততালিকে আয়েকৰ ভৰিত পৰি ক'লে, "আই তুমি কোনোবা দেৱী হবলা। নহলে এনে কথা কোন তিৰোতাৰ মুখত ওলায়।" আয়েকে ক'লে, "তোমাৰ নিচিনা পুত্ৰ যাৰ তাই দেৱীকৈও ভাগ্যৱতী।" নাহৰে থৰ হৈ চাই আৰু এটা কথাও ক'ব নোৱাৰিলে। তাৰ মনৰ পৰা অইন মানুহে লগোৱা সকলো কথাৰ স্মৃতি মুহূৰ্ততে আঁতৰ হ'ল। দিব পাৰে, সেই মনুষ্যই দেৱী প্ৰতিমা আগত পাই যে চেকা লগাব পাৰে তাত সন্দেহ কি? আয়েকে অলপপৰ বৈ নাহৰক ক'লে, "কালি ৰাতিও শোৱা নাই, এতিয়া অলপ শোৱাগৈ। কাচন! ককাইদেৱৰৰ শোৱা-পাটী ভালকৈ পাৰি দে।" নাহৰে উঠি শোৱা-পাটীলৈ গ'ল।

(৫)

এনেভাৱে দিন কাল সুখে কটাইছে। নাহৰে মাকৰ কথাই বেদ বাক্য বুলি মাকে যি কয় তাকে কৰিছে। এদিন সি খাব বহিছে। সিদিনা কাচনমতী কাৰবাৰ বিয়া চাব যোৱাৰ কাৰণে খাবৰ পৰত নাই। এনে সময়ত মাকে উলিয়ালে, "কাচন ডাঙৰ হৈ আহিল, এঘৰ ভাল চাই বিয়া দিব পাৰিলে।" নাহৰে ক'লে, "ময়ো আজি কিছুমান দিনৰ পৰা তাকেই ভাবিছো।"

"আজি ৰাতিপুৱা এঘৰে ধৰিবলৈ আহিছিল।"

"কোনে?"

"সেই সি চুবুৰীৰ গাঁওবুঢ়াৰ ঘৰে।"

গাঁওবুঢ়াৰ কথা শুনি নাহৰে একো নামাতি ৰ'ল। নাহৰৰ মনত যেন কিবা এটা নজনা-নুশুনা বিপদৰ আশঙ্কা হল। নাহৰৰ মনত পৰিল সেই পথাৰত গাঁওবুঢ়াই কি কৈছিল। অলপ পিছত সি আয়েকক সুধিলে, "সিহঁত মানুহ ঘৰ ভাল জানো আইতা?"

"গাঁওবুঢ়াৰ ঘৰ বেয়ানে? বংশও একে সমান। ইপিন পদবী। সিহঁতে যে ধৰিব আহিছে সেয়ে যথেষ্ট। মই একৰকম দিয়াৰ স্বীকাৰ হৈছোঁয়ে। কেৱল তোমাক সোধোঁ বুলি সিহঁতক কৈ থৈছোঁ।"

নাহৰে মনে মনে ভাবিছিল সম্পূৰ্ণ অস্বীকাৰ কৰিব। কিন্তু যেতিয়া শুনিলে আয়েকে স্বীকাৰ কৰিছে, কেৱল তাৰ মতলৈহে বাট চাই আছে; তেতিয়া আৰু সি অমান্তি প্ৰকাশ কৰি মাজতে বিধি পথালি দিবলৈ ইচ্ছা নকৰিলে। সি লাহেকৈ ক'লে, "আইতা মোকনো আকৌ কি সোধা, তোমাৰ য'তে ভাল, মোৰো তাতে।"

"তেন্তে সিহঁতে এই মাহতে বিয়া কৰাব খোজে।"

"পিতাৰ বছৰেকীয়া নাযাওঁতে জানো বিয়া দিব পায়?"

"মই বামুণক সুধিছিলোঁ, হেনো পাৰে। বিশেষতঃ কাচনমতীৰ দশ হ'বৰো সময় হৈছে। গতিকে লেঠা নামাৰিলে নহয়।"

"তেন্তে ভালেই হৈছে। মই গণকৰ তালৈ গৈ দিন বাৰ চাই আহোঁ; ৰাশি মিলে নে নিমিলে সিওটো সোধোঁ।"

"ৰাশিৰ কথা সুধিব নালাগে। সেইবিলাক আগেয়ে কোৱা আছে, ভালে ভালে মিলিছে। কেৱল ভাল দিন চালেই হ'ব।"

বুজিলে বিয়াৰ প্ৰায় ঠিকেই। কেৱল তেওঁক এবাৰ সুধিব লাগে বুলি সুধিছেহে। যি নহওক নাহৰে, "বাৰু সেয়ে হ'ব" বুলি ভাত-পানী খাই গণকৰ ওচৰলৈ গৈ সকলো কথা সুধিলে। বিয়া বহাগৰ ১৫ তাৰিখে হ'ব পাৰে বুলি গণকে ক'লে। নাহৰ উভতি আহি আয়েকক সকলো কথা ক'লে। সেই মতে দৰাঘৰীয়াকো বাতৰি দিয়া হ'ল। কাচনমতীৰ বিয়া গণকৰ নিৰ্দ্ধাৰিত দিনতে হ'ল। এনে শুভ বিয়া, এনে সুন্দৰভাৱে যোৱা কোনোৱে ক'ব নোৱাৰে। সকলোৱে কাচনমতীৰ বিয়া চাই আনন্দ পালে। কন্যাঘৰীয়া দৰাঘৰীয়াৰ দাঁতে ওঠে অকণো নালাগিল। সকলোৱে কাচনমতীৰ বিয়া চাই মুক্তকণ্ঠে ক'ব ধৰিলে, কাচনৰ দিন ঈশ্বৰে কৰিলে সুখতেই যাব। কাচনৰ বিয়াত

নাহৰে যিমান পাৰে দিলে। আয়েকে কিবাকিবি বস্তু দিব হাক দিলেও সি হাঁহি মাৰি আইতা মোৰ আৰু ভাই থাকিলে কত খৰচ পাতি কৰিব লাগিলহেঁতেন, এতিয়া ঈশ্বৰে এজনী ভনী দিছে, তাইৰ বিয়াতো যদি অলপ-অচৰপ নিদিওঁ আৰু কাৰ নো বিয়াত দিম? আয়েকে ক'লে, নিজৰ কথা পাহৰি নাযাবা।

"এ ঈশ্বৰে কৰিলে হ'ব আইতা বুলি নাহৰৰ যি দিবৰ ইচ্ছা হৈছিল সকলোকে আনন্দ মনে দিলে। কাচনমতীৰ লগত দিয়া বস্তু দেখিলে কোনে ক'ব সি কাচনৰ নিজা মগভী ভাই নহয়? কিন্তু গাঁৱলীয়া সমাজে ওভতা বুজিলে। সিহঁতে ভাবিলে এনে বস্তুবোৰ দিয়াত নাহৰৰ মাহীমাকেই আচল কাৰণ। কিয়নো সিহঁতে বুজিছিল যে কাচনক এঠাইত গতাব পাৰিলে মাহীমাকে নিশ্চয় পৰ-পো লৈ আশা কৰি নাথাকে কাৰোবাৰ তালে যাব। অৰ্থাৎ গাঁৱলীয়া সমাজৰ যি নিয়ম তাৰ বাহিৰে সিহঁতে অইন ভাবিবলৈ পৰা নাছিল। আৰু ভাবিবলৈ চেষ্টা কৰাও নাছিল। যি নহওক বিয়া হ'বৰ কেইদিনমানৰ পিছতে বাটে-পথে, পথাৰে-নামঘৰে নাহৰে যে মাহীমাকৰ বিৰুদ্ধে বহুতৰ মুখে নানাবিধ কথা শুনিছিল— সেইটো নিশ্চয়। আনকি কোনো কোনো ঠাইত, বিশেষতঃ যেতিয়া তিৰোতাৰ মুখত শুনে তেতিয়া বেছিভাগ তিলকে তাল কৰা কথাকে শুনিছিল। সেইবিলাক শুনি নাহৰে মনে মনে হাঁহিছিল। কাৰো কথা উৰুৱাই দিছিল, পাৰিলে দবিয়াই পঠিয়াইছিল। কাৰো কথালৈ আওকাণ কৰি নিজৰ কৰ্তব্য কামলৈ গৈছিল। বাটত যাওঁতে "কঞ্চনী" বাইক লগ পাইছিল। "কঞ্চনী" বাই গাঁৱৰ আটাইতকৈ বুঢ়ী। কিন্তু তেওঁ বুঢ়ী হোৱাৰ লগে লগে পৰকিতি লৰিছিল। কাৰো ভালটো নেদেখে, সকলোতে দোষ। কঞ্চনীবাইৰ সোতোৰা-সোতুৰী মুখৰ সোলা দাঁতৰ মাজেৰে ওলোৱা কথাকেইষাৰ শুনিবলগীয়া, লগতে হাতৰ অঙ্গি-ভঙ্গি, মুখৰ বিকটা-বিকতি ভাব দেখি হাঁহিবলগীয়া। কঞ্চনীবাইয়ে নাহৰক দেখিয়ে মাত লগালে— "নাহৰ বোপা তোক খালে। সাইলাখ কালশনি তোৰ ঘৰত সোমাই থাকিল। উস্ নিজৰ পো নহ'ল বুলি পৰ-পো লৈ অলপো মৰম-বেথা বাঁধিব নাপায়নে? এনে মানুহৰ কেতিয়াও ঘৰ নহয়। কোনো কালত নহয়। জহন্নামে যাব। বোলো দিয়েহে মানে দিয়ে যেন নিজে আৰ্জিহে দিছে। নাহৰলৈ মনতে নাই। বোপা পিতাৰ যেতিয়া মৰিল সেইদিনেই গৃহস্থালি ভাঁহি গ'ল। পিতাৰাও মৰিবৰ আগতে এইটো কি তোক জপাই দি গ'ল। ইত্যাদি আৰু কিবা কিবি ক'ব ধৰোঁতে নাহৰৰ খং উঠিল। নাহৰে তত্তালিকে কৈ পেলালে, "কিনো কোৱাহে বাউলী হৈছানেকি? বুঢ়ী হোৱা মানে কথা বতৰা ওভতাহে বুজা।"

নাহৰে কথা ক'লে নে কঞ্চনীৰ মূৰত ঘিঁউহে ঢালিলে। কঞ্চনী কঁপি উঠিল।" বোলো ভাল ক'লে বেয়া পায়। বেয়া সময়ত হিত কথা শুনিবিয়ে বা কিয়? জহন্নামে যাবৰ মন হৈছে যাবি।" ইত্যাদি নানা গালি-শপনি পাৰি আঙুলিৰ মোট ভাঙি ভাঙি বুঢ়ী আঁতৰ হ'ল। বুঢ়ী আঁতৰ হ'লহে কিন্তু বুঢ়ীৰ মাত বহুপৰলৈ নাহৰে নামঘৰৰ বাটৰ পৰা শুনি আছিল। ওচৰ-চুবুৰীয়ায়ো দেখিছিল আজি কঞ্চনীবাই কাৰোবাৰ ওপৰত খঙতে ফিৰিঙতি ওফৰাদি ওফৰিছিল। কিন্তু কাৰ ওপৰত যে কঞ্চনীবাইৰ খং উঠিছিল, তেওঁৰ নাম-ধাম নোহোৱা কথাৰ পৰা বুজি নাপাইছিল। কঞ্চনী বাইয়ে কথা কৈছিল হে কৈছিল, গালি পাৰিছিলহে পাৰিছিল— বলকি বলকি আঙুলিৰ মোট ভাঙিছিল হে ভাঙিছিল।

(৬)

কাচনৰ আগবিয়াৰ এমাহমান পিছতে দশ হ'ল। পিছ বিয়াও অলপতে নিয়মমতে হ'ল। কাচন গাঁওবুঢ়াৰ ঘৰলৈ গ'ল। গাঁওবুঢ়াৰ পুতেকৰ নাম নিধিৰাম। নিধিৰামৰ মাক বা কাচনমতীৰ শাহুৱেক এতিয়াও জীয়াই আছে। কাচন শাহুৱেকৰ ঘৰলৈ যোৱাৰ কেইদিনমানৰ পিছতে শাহুৱেক আৰু কাচমনতীৰ কথাই কথাই লাগিব ধৰিলে। কথাই প্ৰতি শাহুৱেকৰ খোটা, কিটোনো আনিছ, কেইটা গছপেৰা লগত দিছে? ইত্যাদি কথাৰে কাচনৰ মাক, বাপেক ভায়েক সাতামপুৰুষ নিতৌ উদ্ধাৰ হ'ব ধৰিলে। পোনে পোনে লাগিল মায়েৰৰ হাতত হেনো দুশ নগদ

টকা আছিল। তাৰে এশ মান লৈ নাহিলি কিয়? কাচনে নামাতি থাকিল। কঞ্চনীবাই সেই সময়ত গাঁওবুঢ়াৰ ঘৈণীয়েকৰ লগত লগা ভগা। তেওঁৰ মনে মনে ভাব কোনোমতে লগাই কাচনৰ ঘৰ অসহ্য কৰিব পাৰিলেই নাহৰে কৰা অপমানৰ তাই পোটক তুলিব পাৰে। তাই ততালিকে মাত দিলে, "আচল কথা কলে নিবোকা হব বাই, বা শাহুৱেকে এটা কথা কৈছে তাৰে উত্তৰ দিওঁ সেইটোলৈ হ'লে মন-কাণ নাই। চাওঁ বাই এখনি তামোল দে খাওঁ। নিবোকাৰ জীয়েকৰ কথালৈ কাণ পাতি নাথাকো। শাহুৱেকে কাচনমতী লৈ চাই মানুহ আহিছে বা বটাটোকে আগবঢ়াই আনো সেইটো কৰিবৰ নাই। কি অবুজ ছোৱালী ঘৰত সোমালহি ঔ। কাচনমতীয়ে বটাটো আনিব যাওঁতে শাহুৱেকৰ ছাঁটোৰ কাষেৰে গ'ল। কঞ্চনীয়ে ততালিকে মাত দিলে, "চাচোন চা, বোৱাৰীয়েকৰ প্ৰতাপ চা। শাহুৱেকৰ ছাঁতো গচকিবলৈকো নেৰিলে। উস আজিকালিৰ ছোৱালী কি নিধক মোৰ আই, বোলো বেয়াৰ ঘৰৰ পৰা আহিলি বুলিয়ে ভাল হ'বও শিকিব নালাগেনে?" ইত্যাদি নানা কথাৰে গাঁওবুঢ়াৰ ঘৈণীয়েকৰ কি কি গুণ আটাইসোপাকে একে উশাহতে কৈ পেলালে। গাঁওবুঢ়াৰ ঘৈণীয়েকৰ তেতিয়া উলাহ কোনে চায়? লাহে লাহে কঞ্চনীলৈ চাই ক'বলৈ ধৰিলে "বাই আমাৰ নিচিনা হ'বনে? এইবুলি তাইৰ সকলো গুণ-কীৰ্তন কৰিবলৈ ধৰিলে, লগে লগে বোৱাৰীয়েকে যে ইমান-সোপা মানুহৰ আগতে তাইৰ ছাঁ গচকি তাইক অপমান কৰিলে– তাৰ কাৰণে অশেষ গালি বৰষিব ধৰিলে। কেৱল গালি পৰাতে ক্ষান্ত নহ'ল, ৰাতি ভাত-পানী নেখাব্বি লঘোনে থাকিবলৈকো ওলাল। মুঠৰ ওপৰত সিদিনাই কাচনমতী আৰু শাহুৱেৰ এখন চিৰদিনলৈ নভঙা হাইৰ সূত্ৰপাত হল। শাহুৱেক মৰিবৰ দিনলৈকে সেই কাজিয়া শেষ হোৱা বুলি ক'ব নোৱাৰি। ইটো এৰি আনটো লগায়, ইটো দোষ কাটি কৰি থৈ আন নতুন এটা দোষ পাই কাচনৰ শহুৰেকৰ ঘৰ মাছভজা খোলাৰ নিচিনা কৰিছিল। সেই খোলাত পৰি কাচনে খোটেই সংসাৰ বলা দেখিছিল।

এদিন কাচনমতীয়ে ভিতৰ ঘৰত সোমাই কাপোৰ খৰ ধৰিছে। এনেতে শহুৰেক গাঁওবুঢ়াই ঘৈণীয়েকৰ কাষত চোতালত বহি ক'ব ধৰিলে, "যিটো ভাবিছিলো সেইটো নহ'ল। মাক নেযাব যেন পাইছো। মই ভাবিছিলো মাকক মোৰ ৰখলা মামালৈ ধেমোন অনাব পাৰিম। লগে লগে সেই সুচলতে মামাৰ সকলোখিনি সম্পত্তি মোৰেই হ'ব। আকৌ বিয়নীৰ হাততো কিবা-কিবি বহুতো আছে বুলি শুনিছিলো। সেইবিলাকো পাব পাৰিলোহেঁতেন। কিয়নো মামা মৰিলে সেইবিলাক আন কোনে খায়? কিন্তু ইমান চেষ্টা কৰিও বিয়নীকে সইমত কৰাব নোৱাৰিলো।"

"এ তুমি তাৰেই বুদ্ধিটো পোৱা নাইনে? কিয় যেতিয়ালৈ তাই তেনে নকৰে কাচনমতীক আৰু তাইৰ তালৈ নপঠিয়াওঁ বুলি কৈ পঠিওৱা; আৰু সিহঁতৰো কাকো আমাৰ মুৱা হ'ব নিদিওঁ বুলি ক'লে তাই নিজে নিজে তেনে কৰিবলৈ বাধ্য হ'ব। কাণীৰ জী কিমান দিন জীয়েকক নোচোৱাকৈ থাকিব।"

"এৰা কথাটো ভাল দিহাই হৈছে। এইটো কৰিলে কিজানি কিবা হ'ব পাৰে। লগে লগে আৰু কামো কৰিব লাগিব। কাৰো হতুৱাই সঁচাই-মিছাই কাচনমতীৰ আমাৰ ঘৰৰ দুৰ্গতিৰ কথা মাকৰ কাণত পেলাব লাগিব। তেন্তে তাই উদ্বাউল হৈ যি কওঁ তাকে কৰিবলৈ বাধ্য হ'ব। কথা কৈ থাকোতে থাকোতে চ'ৰা ঘৰতক "কুৰ্মা আছানে" বুলি কোৱা শুনিলে।

বুঢ়ীয়ে কলে, "সৌৱা নাহৰ আহিছেই হবলা। আজিয়েই তাক ভালকৈ অপমান কৰি খেদোৱা যাওক, যাতে আৰু কেতিয়াও সি এই পিনে মুৱা নহয়।"

গাঁওবুঢ়াই ক'লে, "এৰা সি নহা হ'লে আৰু এইপিনৰ খবৰ বাতৰি লোৱা মানুহো নোহোৱা হব। কিন্তু আমাৰ বাপাক সিহঁতৰ তালৈ যাব হাক দিবা আকৌ।" বুলি কৈয়ে গাঁওবুঢ়া চ'ৰা ঘৰলৈ গ'ল।

চ'ৰা ঘৰ পাইয়ে ক'লে, "তই কৰ ঔ, কিয় আহি কুকুৰৰ দৰে চিঞৰিব ধৰিছহি?"

নাহৰে তৎক্ষণাৎ খোটা-মোজা খালে। যি নহওক বুঢ়া গাঁওবুঢ়াই তেওঁক চিনিব নোৱৰা হ'ল বুলি ভাবি কলে, "কিয় মোক চিনি পোৱা নাইনে? কুৰ্মা কলৈ গ'ল?"

"এৰা চিনিছো। তই নাহৰ নহয়নে? তোৰ কূৰ্মা ইয়াত ক'ত বিচাৰি আহিছ ঐ? সমান সমান ঘৰ পাইছনেকি যে ইয়াত কূৰ্মা বিচাৰিব আহিছ? কাচনমতীক বাপাই বিয়া কৰালে বুলি ফকুন্দায়ো কূৰ্মাৰ লেহেমী লগাব আহিছ? হেৰৌ কাচনমতী তোৰ কেতিয়াৰ কি ঐ? কাচনে দেখো নিজে কৈছে তাইৰ তই একো নহয়।"

"নাহৰ- কিয় তুমি নাজানা জানো? সৰুৰে পৰা দেখো তোমালোকৰ আগতে ডাঙৰ দীঘল হৈছো।"

গাঁওবুঢ়া- জানিছিলো। কিন্তু বাহিৰাকৈহে জানিছিলো। ভিতৰত কি সোপা আছে সেইটো জনা নাছিলো। বাহিৰত ভাই ভাই যেন দেখিলেও ভিতৰত অইন ৰকম হব পাৰে বুলি এতিয়াহে কাচনমতীৰ মুখত শুনিছো; তাই নিজে কৈছে তোৰ লগত আমাৰ একো সম্বন্ধ নাই। যা ইয়াৰ পৰা আঁতৰ হ।" নাহৰৰ সেই পিনে মাত হেৰাল। সি ভাবিলে ইমান দিন সি যেতিয়াই আহিছে এই ঘৰত আদৰ পাইছে, আজি হঠাৎ এনে হ'ল কিয়? সি ভাবিলে হয়তো তাৰ ভনীয়েক চহকী ঘৰত পৰি তাৰ ভনীয়েক বুলি চিনাকি দিবলৈ লাজ পাই ঘৰত এনেভাৱে তাক কবলৈ শিকাই থৈছে, অথবা গাঁওবুঢ়ায়ে যদিও সিহঁতৰ লগত হঠাৎ সম্বন্ধ কৰিছে সেইটো চিনাকিৰ সম্পূৰ্ণ মূলোচ্ছেদ কৰিব খোজে। যি নহওক নাহৰে আৰু একো নকলে। মুহূৰ্ততে তাৰ পৰা আঁতৰ হল। ওৰে বাটে ভাবি আহিছে, মই আগেয়ে জানো এনে হ'ব বুলি, সি নহওক, আইতাৰ ইচ্ছা মতে কাম হ'ল, কিন্তু আৰু মই কেতিয়াও ইহঁতৰ ঘৰমুৱা নহওঁ। নাহৰে ভাবিলে কাচনমতী সিহঁতৰ লগত এনে কথাত মান্তি নহ'লে সিহঁতে কেনেকৈ এনে ভাবে কবলৈ সাহ পাব পাৰে? বোধ কৰোঁ কাচনমতীও যোগ আছে। সি ভাবিলে কাচন আজি চহকী ঘৰৰ বোৱাৰী। তাই কিয় কেলফন্দুৰা ভায়েকলৈ মনত ৰাখিব? কিজানি নিজা ভায়েক হ'লেও অলপ-অচৰপ মনত ৰাখিলেহেঁতেন, কিন্তু কাচন আৰু সি যে সগৰ্ভী ভাই-ভনী নহয়। এই কথা ভাবিয়ে নাহৰ বগা পৰিল। তাৰ মূৰত যেন আকাশ ভাঙি পৰিল। তাৰ আগত কোৱা মানুহ বিলাকৰ কথা মুহূৰ্ত্ততে মনত পৰিল। পৰ যি সদায় পৰেই, আপোন কেনেকৈ হ'ব? অলপ পিছতে তাৰ ভাব ওলোটা হ'ল। সেইটো কেনেকৈ হ'ব পাৰে? কাচন যে মোৰ ভনী। কাচনক মই নিজৰ কলিজাতকৈও বেছি মৰম কৰোঁ। কাচনে যে মোক ভাইৰ দৰে বুলি ভাবে; আৰু ভাইৰ দৰে কিয়, মই সঁচাকৈ কাচনৰ ককায়েক হওঁ। তাই যে মোৰ ভনী ইয়াৰ অন্যথা কেনেকৈ হ'ব? তাই নিশ্চয় এনে কৰিবলৈ কোৱা নাই। এইটো গাঁওবুঢ়াৰে অহঙ্কাৰ। যি নহওক নাহৰে ভাবি আহিল এই কথা মাকৰ আগত কৈ মাকক দুখ নিদিয়ে।

আয়েকে নাহৰক দেখি সুধিলে, "বোপা তেল পেৰিলানে?"

নাহৰে ক'লে, "নাই আইতা, মই এতিয়াই তেল পেৰি লৈ আহোঁগে। তেল পেৰিবলৈ কূৰ্মাকো লগ ধৰিবলৈ গৈছিলো। তেওঁক নেপালো। মই অকলেই তেল পেৰি লৈ আহো।"

"কিয় তেওঁলোকৰ ঘৰতে তেল পেৰা গছ আছে দেখো, তাতেই নেপেৰিলা কিয়?"

"তেওঁলোকৰ তেল পেৰাত কোনোবাই তেল পেৰিব ধৰিছে" বুলি আঁসে মাতি নাহৰে ততালিকে সৰিয়হ লৈ আঁতৰ হ'ল। নাহৰে সৰুৰে পৰাই ইমান ডাঙৰ হৈছে, কোনো দিনাও মাকৰ আগত আঁসে মতা নাই। নাহৰে অইন ঠাইতো প্ৰায়ে মিছা নকয়। আন ঠাইত কদাচিতে কেতিয়াবা ক'লেও মাকৰ আগত কেতিয়াও নাহৰে মিছা নকয়। নাহৰে মাকক দেৱীৰ নিচিনা ভাবে।

## (৭)

আৰু এমাহ পিছত নাহৰৰ বাপেকৰ বছেৰেকীয়া শ্ৰাদ্ধ। নাহৰে যি পাৰে সকলোকে যোগাৰ কৰিছে। কিন্তু বস্তু যোগাৰ কৰাৰ লগে লগে নাহৰৰ মনত এটা ভাবে সদায় খলক লগাইছে। নাহৰে ভাবিছে শ্ৰাদ্ধত কাচনক মাতিব নে নামাতে? নাইবা কাচনক মাতিলেও চহকী ঘৰৰ বোৱাৰী কাচন আহিবনে নাহে? বিশেষতঃ

কাচনক নামাতিলেও আয়েকে কি ভাবিব? ইত্যাদি কথা ভাবি ভাবি নাহৰ মহা বিমোৰত পৰিছে। লাহে লাহে দিন ওচৰ চাপিল। ওচৰ-চুবুৰীয়া, নিলগৰ দূৰ সম্পৰ্কীয় কুৰ্মাবোৰ এঘৰ এঘৰ কৰি মাতি শেষ কৰিলে। কিন্তু কাচনমতীক? নাহৰে ভাবিলে কাচনক শ্ৰাদ্ধলৈ নামাতে। যেয়ে নাহৰৰ লগত সম্বন্ধ নাই বুলি কৈছে তাইৰ লগত আৰু নাহৰে সম্বন্ধ নাৰাখে। কিন্তু পিছ মুহূৰ্ততে নাহৰৰ মনত কাচনলৈ মৰম-স্নেহ সকলো মনত পৰিল। কাচনক কেনেকৈ সি বোকোচাত তুলি ডাঙৰ কৰিছে। কাচনমতীৰ বিয়া নোহোৱা পৰ্যন্ত একেলগে খাইছে; নাহৰৰ মন আৰু থিৰে নাথাকিল। এবাৰ যি নহওক কাচনক মাতি আহে। কাচনমতী আহে-নাহে সেইটো তাইৰ কথা। কিন্তু নাহৰৰ দোষ সাৰি আহে। বিশেষত আয়েকেও যাতে একো ক'ব নোৱাৰে সেইটো কৰিবলৈ বুলি নাহৰ গাঁওবুঢ়াৰ ঘৰলৈ গ'ল। গাঁওবুঢ়াৰ চৰা ঘৰৰ ওচৰ পাই সোমাওঁ নোসোমাওঁ এইভাবে উগুল-থুগুল লগালে। যি নহওক নাহৰক দেখিয়ে গাওঁবুঢ়াৰ খঙে তিহতিয়াই উঠিল। "হেৰৌ ক'ৰ মৰটাঙোন ক'ত মৰিব আহিছ ঔ, নিধক আঁতৰ হ।" নাহৰে সেই ধমক কোনোমতে সহি, নিজৰ লাজকো কাটি কৰি থৈ ক'লে, "কাচনক পিতাৰ বছেৰেকীয়া শ্ৰাদ্ধলৈ মাতিবলৈ আহিছোঁ।"

"নাই নাই নোৱাৰে। সিদিনাই কৈ পঠাইছো নহয়। আকৌ কিয়?" নাহৰ মনে মনে ৰ'ল।

গাঁওবুঢ়াই ক'লে, "চাই বলি যে, পৰৰ ঘৰৰ দুৱাৰ মুখত এনে অতপালি কৰিলে নহ'ব। আঁতৰি যা।"

নাহৰে লাহে লাহে ঘৰলৈ উভতিল। ঘৰত আহি নাহৰে মনে মনে বহি আছে, মনত ভাবিছে, কি কৰিম? এনে সুখৰ ৰাজ্যত অপায় মিলে এতিয়া কি হ'ব? এই কথা আয়েকৰ আগত কয় নে নকয়? এবাৰ ভাবিলে সকলো কৈ নিজৰ দোষ এৰায়। আকৌ ভাবিলে মোৰ একোতে দোষ নাই– যে কৈ দোষ এৰাব লাগিল। মোক এবাৰ সিইতে লাজত পেলাইছে, তথাপি মই নিলাজৰ দৰে মাতিবলৈ গৈছো। মোৰ আৰু কি দোষ থাকিল? যদিহে আইতাই সেই কাৰণে মোক বেয়া পায় তেন্তে অন্যায় হ'ব। আৰু এনে সময়ত যদিহে মই আইতাৰ আগত কওঁ যে কাচন শৰাধলৈ নাহিব, তেন্তে আইতাই বা কেনেকৈ সহি থাকিব। ভাবি থাকোতে আয়েকে চিৰা খুন্দি সেইপিনে আহিল। আয়েকে নাহৰ তাত বহি থকা দেখি সুধিলে, "বোপা অমুকক মাতিলানে? তমুকক মাতিলানে?" নাহৰে ক'লে, "মাতিলো আইতা।"

আয়েকে সুধিলে, "মমাইতৰ ঘৰলৈ গৈছিলানে?"

"গৈছিলো আইতা, তেওঁলোক আহিব।"

আয়েকে আৰু কেঁটামানৰ কথা সুধি ঘৰ সোমাল। কিন্তু কাচনমতীৰ কথা একো নুলিয়ালে। নাহৰে ভাবিলে ইবিলাক সুধি সুধি কাচনৰ কথাও আয়েকে সুধিব, তেতিয়া যি নহওক সকলো ভাঙি কব পাৰিব। কিন্তু আয়েকে কাচনমতীৰ কথা নোসোধাত নাহৰে ভাবিব ধৰিলে কাচনৰ কথা আয়েকে নুসুধিলে কিয়? নে মোৰ দৰে আইকো কেতিয়াবা এনেভাবে কাৰো হতুৱাই গাওঁবুঢ়াই অপমান কৰিছে। নাহৰে ভাবি ভাবি একো থাউনি নাপালে।

কিন্তু আচলতে আয়েকে নোসোধাৰ কাৰণ বোধ কৰোঁ আয়েকে ভাবিছিল কাচনক নমতাকৈ তো নোৱাৰে। কাচনক নিশ্চয় নাহৰে মাতিছে।

শৰাধৰ দিন। নাহৰৰ ঘৰ মানুহে ভৰিছেহি। তিৰোতাবিলাকে ঘৰৰ ভিতৰত তামোল-ছালি খাই নাহৰৰ বাপেক কেনে ধৰণৰ মানুহ আছিল সেই বিলাক কথা-বতৰা হৈছে। বাপেকৰ দোষ বিচাৰিব আজি কেৱে নেপায়। চন্দ্ৰতো কলঙ্ক থাকিব পাৰে; নাহৰৰ বাপেক হৰিৰামৰ একো দোষ নাই। যি নহওক তিৰোতাৰ মেল কলৰ ভেল বুলি কোনো ভাবুকে সেই কথাত কাণ নিদিয়ে। তিৰোতাই যাকে ভাল বুলি বৰ্ণনা কৰিব খোজে তেওঁ সম্পূৰ্ণ ভাল, কিন্তু যাক বেয়া বোলে তেওঁৰ পিনে সৰ্বনাশ।

কথা কৈ থাকোতে এজনীয়ে লাহেকৈ মাত লগালে, "বাপেকতো ভালে ভালে গলেই। কিন্তু নাহৰে বা কেনেকৈ বঞ্চে।" এনেতে কাষত এজনী বুঢ়ী বহি আছিল, তেওঁ মাত লগালে, "এ আই কিনো ক'ৰ, নাহৰে যেনে-তেনে খাব। কিন্তু কাচনমতী

ছোৱালীজনীৰহে আধ্যা হ'ল। চাচোন বাৰু আজিহেন সমাজ। কত দূৰৈৰ পৰাও মানুহ-দুনুহ আহি ঘৰ ভৰিছেহি কিন্তু আই বাবীৰ পিছতে থকা কাচনমতীক নাহৰে মাতিব নাপায়নে?" মুহূৰ্ততে গোটেইবিলাক তিৰোতাই নাহৰৰ বাপেকৰ কথা এৰি কাচনমতীৰ দুৰ্দশা বৰ্নাব লাগিল। কোনোৱে ক'লে, আই আমাৰ ঘৰে তেওঁলোকৰ ঘৰে একে চোতালেই বুলিব লাগে, কিন্তু সদাই যাত-পৰ নাই যিহে তাইৰ শাহুয়েকে বাপেক-মাকক উদ্ধাৰ কৰে শুনিলেও অবাক হ'ব লাগে। আন এজনে ক'লে, সেইটোহে দেখিছা, সিদিনা নিধিৰামে ধৰি ভেকোলা গচকা দিলে আই। সেই সমাজতে বহি থকা কাঞ্চনীবাই ঘপৰাই মাত দিলে— এ সিপিনেটো সিপিনেই কিন্তু এইপিনে নো কেনে? এবাৰ বা ঘৰলৈ আনো সিওটো মনত নাই। আৰু হ'বই বা কেনেকৈ, পৰ ছোৱালীলৈ কাৰোবাৰ মনত থাকেনে? কাচনমতীক বিয়া দিলেনে আৰু নাহৰ সাৰিল মোৰ আই। এবাৰ বা ঘৰলৈ আনো। মাকজনী বা কেনে। নিজৰ বেটী এজনী দিছে, পৰ ভায়েকে বাৰু বা-বাতৰি নলয়, নিজেতো লব লাগে। কি মৰম বেথা নোহোৱা তিৰোতা অ'।

আন এজনীয়ে মাত লগালে কিয় অলপতে কাচনমতীক ইয়ালৈ আনিছিল নহয়।

কাঞ্চনীবাই সেই কথা পোনেই উৰাই পেলাবৰ কাৰণে আন কথা পাতিলে। "আজি হেন সমাজ, ইয়াতো কাচনক দেখা নাপাওঁ, আৰুনো কেতিয়া আনিব? আৰু বেছি দূৰ

* * * * * * * * * * * *

(১২)

"আগলতি কলপাত লৰে চৰে আই চিলনী আগতে পৰে।" বুলি কেবাবাৰো চিঞৰি চিঞৰি নিধিৰামৰ সৰু ভনীয়েক জাপেৰীয়ে বং কৰিব ধৰিছে। জাপেৰী যিমানেই এইটো গাই বং কৰিছে সিমানেই নিলগত বহি থকা কাচনমতীয়ে চকুপানী টুকিছে। জাপেৰীয়ে গাই থাকোতে হঠাৎ কাচনমতীৰ চকুপানী দেখি ততালিকে উঠি গৈ সুধিলে, "বউ তুমি কান্দিছা কেলেই?" জাপেৰীৰ কথা শুনিয়ে কাচনমতীয়ে আৰু কান্দোন ৰাখিব নোৱাৰিলে। বেছিকৈ কান্দিব ধৰিলে। কাচনমতীয়ে কিয় কান্দে? কালি ৰাতিতেই ঠিক হৈছে যে কাচনমতীক নিধিৰামে এৰিব। নিধিৰামে মাকৰ কথাত মান্তি নহ'লেও মাকৰ কথাত বইচ বাইচ নকৰি— মনে মনে থকাত "মৌনং সম্মতি লক্ষণং" বুলি মাকে ঠাওৰাই একেবাৰে কাচনমতীৰ ওচৰ পাই— "কাচনমতী তোৰ ইঘৰত আৰু ঠাই নাই, নিধিৰামেও কৈছে" বুলি একে উশাহে কিবাকিবি কৈ শাহুৱেক আঁতৰ হল। অলপ পিছতে নিধিৰামেও কাচনমতীৰ কাষত অহাত কাচনমতীয়ে তাক সোধাত নিধিৰামে পূৰ্বৰ দৰে নামাতি আছিল। কাচনে বুজিছিল নিধিৰামৰ সঁচাকৈ এই ইচ্ছা। নহ'লে একো উত্তৰ নিদিলে কিয়? নিধিৰামে ভাবিছিল এনে সমস্যাত তেওঁ নামাতি থকাই শ্ৰেয়। কিয়নো এপিনে গো-বধ আনপিনে ব্ৰহ্ম-বধ। এপিনে মাতৃৰ কথা আওহেলা আনপিনে নিজৰ তিৰোতা ত্যাগ। বিশেষতঃ যি নহওক কেইদিনমান এনেভাৱে নেমাতি থাকিলেই সকলো ঠিক হ'ব বুলি নিধিৰামে বুজিছিল। নিধিৰামে ভাবিছিল তিৰোতাৰ ভিতৰত সদায় এনেভাৱে লাগেই। আকৌ দুদিনতে ভাল হয়; আকৌ ক'ত লওঁ ক'ত থওঁ কৈ বুকুৰ পুতলা কৰে। কিন্তু নিধিৰামে যিমানেই মনে মনে আছিল— সিমানেই কাচনমতীৰ মনত বিষ উঠিছিল। কাচনমতীৰ অভিমানত আঘাত কৰিছিল। কাচন সৰুৰে পৰা মাকৰ আতৌ-পুতৌ, ভায়েকৰ মৰমৰ কোলাত ডাঙৰ হোৱা ছোৱালী। কাচনৰ অলপতে খং, অলপতে অভিমান। ডাঙৰ হোৱাতো সেই স্বভাৱৰ বহুতো পৰিবৰ্তন হ'লেও সমূলি মূলোচ্ছেদ হোৱা নাছিল। কাচনমতীয়ে নিধিৰামৰ নীৰৱতাত মনে মনে প্ৰতিজ্ঞা কৰিছিল লাগে যদি খুজি ভাত খাম তেওঁ শাহুৰ আও কথা শুনি, স্বামীৰ নেওচা হৈ মই ইয়াত নাথাকো। কাচনমতীয়ে ভাবিছিল যি স্বামীক মই ইমান ভাল পাওঁ, সেই স্বামীয়ে মোক উলিয়াই দিব খোজে কিয়? কাচনে ভাবি ভাবি একো সিদ্ধান্ত উলিয়াব

নোৱাৰিলে- কেৱল ভাবিলে নিশ্চয় স্বামীয়ে মোক কিবা বেয়া পাইছে, কিহবাত সন্দেহ কৰিছে। এই কথা কাচনৰ বৰ অসহন হ'ল। কাচনমতীয়ে থিৰ কৰিলে কাইলৈ তাই ইয়াৰ পৰা আঁতৰ হ'ব। ক'লৈ যাব? নাহৰৰ ঘৰলৈনে? মুহূৰ্ত্ততে তাই ভাবি স্থিৰ কৰিব নোৱাৰিলে। কিন্তু শেষত তাই ভাবিলে তাই তালৈকে নাযায়। বিশেষতঃ ভায়েকে যদি কিবা কথাত বেয়া পায়। নাইবা আজিকালি নাহৰৰ জানোচা পৰিৱৰ্তন হৈছে- পৰিৱৰ্তন নহ'লে পিতাকৰ শ্ৰাদ্ধত নেমাতিলে কিয়? ইত্যাদি আথাউনি ভাবত একো উপায় নাপাই ওৰে ৰাতি কাচনমতী উজাগৰে ভাবিয়ে থাকিল। ৰাতিপুৱা উঠি জাপেৰীৰ তেনে গীত শুনি কাচনমতীয়ে ভাবিলে চিলনীৰ জীয়েকে আপদত আয়েকক মাতি আয়েকক ওচৰত পাইছিল, কিন্তু মোৰ দুৰ্কপাল মোৰ তেনে শক্তিও নাই। তেওঁ এই কথা ভাবিয়েই কান্দি পেলাইছিল। আৰু মনে মনে কৈছিল, আই তুমি যদি এই সময়ত আহি মোক দিহা পৰামৰ্শ দিলাহেঁতেন।

(১৩)

নাহৰে সিদিনা নিজে ভাত বহাব ধৰিছে। মনত হাজাৰ দুখ হ'লেও পেটে নামানে। বিশেষতঃ সি নিতৌ কোৰ মাৰি, হাল বাই থকা মানুহ। এনে অৱস্থাত দুটা যেনে তেনে নাখালে কেনেকৈ হয়? ভাত বহায়ো নাহৰে আয়েকৰ কথাকে ভাবিছে। নাহৰে ভাবিছে আইতা থকা হ'লে ইমান পৰে ভাত ৰান্ধি বাঢ়ি দিলেহেঁতেন। এনেভাৱে তিনিখন আঞ্জা ৰান্ধিলেহেঁতেন। চৰুত পুৰি মাছ থলেহেঁতেন, জুই দিলেহেঁতেন, লাগে যদি পুৰিও খাব ছুটিয়াই জুটি লগা কৰিলেহেঁতেন- ইত্যাদি নানা ভাবেৰে আকুল হৈ আছে। তেনেতে নিধিৰাম বেগাই আহি "জেঠেৰী আছানে" বুলি চিঞৰিলে। নিধিৰামৰ মাত শুনিয়ে নাহৰ বাহিৰলৈ আহিল। নাহৰে আহি সুধিলে, "কিয় বৈয়নাই ইমান লৰা-ঢপৰা কৈ মাতিছা?"

"কিনো কম, মই এতিয়াই নগৰলৈ যাওঁ।"

"কিয়?"

"ক'ব লাগিলে বহুতো। আৰু সেই বিলাক মই কবও নোখোজো। বিশেষত কেটামান টকাও লগা হৈছে। ইয়াত এইবাৰ দেখো খেতি-খোলাৰ সুবিধা নাই।"

"এতিয়াই নে?"

"এতিয়াই কিয় ওলাইয়ে আহিছোঁ।"

"তেন্তে অলপ ৰবা, ময়ো যাওঁ। ভাত খাবা জানো?"

"ভাত নাখাওঁ, মই খাইলে ওলাই আহিছোঁ। তুমিও যাবা নেকি?"

"এৰা যাওঁ" এই বুলিয়েই নাহৰে জালকুৰা ভালকৈ জাল দি উভতি আহি নিধিৰামক বহিবলৈ পিৰা দিলে।

নিধিৰাম বহিল। নাহৰে ভাত-পানী ৰান্ধি খাই বৈ ওলাল। তাৰ পিছত তামোলখনি মুখত দি কাপোৰকানি লৈ বাহিৰলৈ আহি 'ব'লা' বুলি কোৱাত নিধিৰাম উঠিল।

দুয়ো গৈ আছে। বাটত নানা তৰহৰ কথা হৈ গৈছে। এনেতে দূৰৈত এজনী তিৰোতা আৰু এটা সৰু ল'ৰা দেখা পালে। নাহৰে থমক খালে। নিধিৰামে কি বুলি নাহৰৰ পিনে চাই ৰ'ল। কিন্তু পিচ মুহূৰ্ত্ততে নাহৰে কাপোৰ-কানি তাতে এৰি ততালিকে লৰি গ'ল। নাহৰ বলিয়া হ'লনে? নিধিৰামে নাহৰৰ কাণ্ড দেখি আচৰিত হ'ল। নাহৰে ততালিকে তিৰোতাজনীৰ ভৰিত পৰি 'আইতা আইতা বুলি আৰু একো কথাকে ক'ব নোৱাৰিলে। নাহৰৰ চকু পানী জৰ্ জৰ্ কৈ পৰি আয়েকৰ দুয়োখনি ভৰি তিয়ালে। আয়েকে সুধিলে, "এইকেইদিন ভাত-পানী খাব পাৰিছনে?" নাহৰ নিমাত। আয়েকে ক'লে, "ব'ল ঘৰলৈ" নাহৰে তথাপি ভৰিৰ পৰা হাত নুগুচালে তাৰ চকুপানী বাৰিবাৰ ঢলৰ দৰে কেৱল বাগৰিবহে ধৰিলে।

অলপ পিছত নাহৰে আয়েকৰ চকুলৈ চাই, "আইতা মোক এৰি নাযাবা" বুলি কলে।

আয়েকে ক'লে, "কলৈ যাম বাচা তোক এৰি?"

নাহৰে আয়েকৰ মুখৰ পৰা এই কথা শুনিয়েই বুকুত বল পালে। নাহৰ উঠি থিয় হ'ল। লাহে লাহে আয়েকৰ লগতে উভতি আহি কাপোৰ-কানি এৰা

ঠাইত তেতিয়াও নিধিৰামক থিয় হৈ থকা দেখি ক'লে, "মই আৰু নগৰলৈ নাযাওঁ। তুমিও যাব নালাগে ব'লা।"

নিধিৰামে কিবা ক'ব খুজিছিল, এনেতে শাহুৱেকৰ চকুৱে চকুৱে পৰি ততালিকে মুখ ঘূৰাই মই তেন্তে আহিলো।" সেইদৰে কৈয়েই আঁতৰ হ'ল।

নাহৰে কাপোৰ-কানি লৈ ঘৰলৈ উভতিল। আয়েকে বাটত সুধিলে, "তেওঁ কলৈ গ'ল?"

নাহৰে কলে, "গুৱাহাটীলৈ"

"কিয়?"

"ক'ব নোৱাৰোঁ আইতা, তেওঁ দেখোঁ কলে অলপ হেনো টকাৰ অভাৱ।"

আয়েকে আৰু কিবা কিবি সুধি শেষত সুধিলে, কাচন কেনে আছে?

নাহৰে কি ক'ব কি নক'ব দোমোজাত পৰি ততালিকে কৈ উঠিল, "ভালে আছে আইতা।"

ঘৰ নোপোৱালৈকে আয়েকে আৰু কিবা কিবি কথা নাহৰক সুধিলে, কিন্তু নাহৰে আয়েকক এবাৰো নুসুধিলে আয়েক এইকেইদিন ক'ত আছিল? সঁচাকৈ আয়েক এইকেইদিন ক'লৈ গৈছিল? আয়েকক পাইছে যেতিয়া নাহৰৰ সেইবিলাক সুধিবৰ আৱশ্যক কি? আয়েক যলৈকে নাযাওক, নাহৰৰ আয়েক আয়েক হৈ থাকিলেই হ'ল। নাহৰে আয়েকৰ কথা শুনা পালে আৰু আয়েকক দেখা পালে একো নালাগে।

(১৪)

জাপেৰীয়ে আজি ভাত খোৱা নাই। জাপেৰীৰ মনত কিহৰ দুখ? এনেয়ে খং কৰি ভাত খোৱা নাইনে? কিন্তু সঁচাকৈ জাপেৰীৰ মনত বৰ দুখ। জাপেৰীয়ে সঁচাকৈ দুখতেই ভাত নাখাই কান্দোনমুৱা হৈ ফুৰিছে। তাইৰ কাষত আজি কাচনমতী নাই। জাপেৰীৰ বয়স আঠ বছৰ হ'লেও, তাই সংসাৰৰ লেঠাত নপৰিলেও, জাপেৰীয়ে বুজে কাচনমতী তাইৰ বৰ আপোন; কাচনমতীৰ অভাৱত তাই সুখ নাপায়, কাচনৰ কাষত বহি খং কৰিবলৈ নাপালে জাপেৰীয়ে অকণো ভাল নাপায়। তাই মুখ ওফোন্দাই বহি বহি আজি কত ভাৰন্তৰ কথা ভাবিছে তাইহে জানে, তাই বহি থাকোতে এবাৰ মাকে মাতিলে। জাপেৰী নিমাত। তাইৰ মাকৰ ওপৰত খং সোপাই জাৰিব নোৱাৰিলে– তাইৰ মনত আজি একোৱে ভাল নালাগে। জাপেৰীয়ে মাক-বাপেক নাজানে, দদা-খুৰা ভাল নালাগে। জাপেৰীয়ে জানে কেৱল ন্যায় কথা। তাইৰ আগত যেয়ে ন্যায় কথাৰ পৰা অলপ লৰিছে তেওঁ যেয়ে নহওক দুখাৰ কথা শুনিবই। কাচনমতীক খেদাত জাপেৰীৰ মাকে যে ভয়ঙ্কৰ অন্যায় কৰিছে জাপেৰী আজলী হ'লেও সেইটো ভালদৰে বুজিছে আৰু মাকক ছলত পালেই দুখাৰমান কওঁ বুলি ভাবিছে। জাপেৰীয়ে ভাবিছে এবাৰ কাচনমতী বৌৱেকৰ ওচৰৰ পৰা লৰি আহোঁগে। যেনে ভাবিছে ততালিকে লৰ মাৰিলে। জাপেৰী গৈ বাৰীৰ সিপিনে ঘৰ বান্ধি দিয়া কাচনমতীৰ ওচৰ পালেগৈ। তাই দেখিলে কাচনমতী মাটিত পৰি কান্দি আছে। কাচনমতীৰ অৱস্থা দেখি আজলী সৰলা জাপেৰীৰ চকুত জৰ্ জৰকৈ চকুলো বব ধৰিলে। তাই ততালিকে কাচনমতীৰ হাতত ধৰি বউ বুলি মাতিলে। জাপেৰীৰ মাতত কাচনমতীৰ শোক কমিব ছাৰি দুগুণে জ্বলি উঠাত কাচনমতীয়ে কান্দি পেলালে। খন্তেকলৈ দুয়ো নিমাত। অলপ পিছত কাচনমতীয়ে কথমপি শোক চেপাদি ৰাখি আধা কান্দা সুৰে ক'লে, "জাপেৰী! তুমি ইয়ালৈ আহিলা কিয়?" জাপেৰীয়ে কলে, "বউ! তোমাক ঘৰত নেপালে মই তাত কেনেকৈ থাকোঁ? তালৈকে যাওঁ আহা।"

জাপেৰীৰ কথাত কাচনমতীয়ে কি ক'ব একো ভাবি নেপালে। কেৱল মনে মনে ভাবিলে তাই অকণি ছোৱালী, তাইৰ আগত সিবোৰ কলে কি বুজিব? কিন্তু অকণি ছোৱালী, অকণি ল'ৰা অৱস্থাৰ পৰাই যে মানুহৰ দয়া-মৰম পৰলৈ বেথা, পৰৰ দুখত কাতৰ হোৱা সকলো জন্মে। সকলে পৰা যি নিৰ্দয় সি যিমান ডাঙৰেই নহওক তেওঁৰ হিয়া কাঠচিতীয়া হৈ থাকেই। যেন করুণ ভাব, সহানুভূতি সকলো ভাল গুণ কোনোবা অজনা ঠাইৰ পৰা মানুহে জন্মাৰ লগে লগে লৈ আহে।

জাপেৰী অলপপৰ ৰৈ সুধিলে, "আৰু জানো তুমি আমাৰ তালৈ নোযোৱা?" কাচনমতীয়ে ক'লে, "কেনেকৈ কম অকণি? ঈশ্বৰে নিয়ে নিনিয়ে তেওঁহে জানে। কিন্তু বৰ্তমানে যোৱা অসম্ভৱ যেনেই দেখিছো।"

আইতাই কালি কিয় ইমানকৈ বকি-ৰতি তোমাক টানি বাহিৰ কৰি এই ঘৰটো দেখুৱাই দুৱাৰ জপাই সোমাই থাকিল?"

"মই যে বেয়া অকণি" বুলিয়েই কাচনে আকৌ কান্দি পেলালে।

জাপেৰীও কি ক'ব কি নক'ব একো থিৰ কৰিব নোৱাৰি কাচনৰ বুকুত মুখ লুকাই কান্দিব ধৰিলে।

(১৫)

আউসী ৰাতি। ক'তো একো দেখা নাপায়। নিধিৰামে খোজ কাঢ়ি কাঢ়ি আহি গুৱাহাটী পালেহি। গুৱাহাটী হেন আচহুৱা চহৰত সোমাই সি বিতত হ'ল। তাৰ চিনাকি কেও নাই। কাৰ ঘৰত থাকি ৰাতি কটায় সি ভাবি ব্যাকুল হ'ল। সি ভাবিছিল দিনে-পোহৰে গুৱাহাটী পালে সি কাৰো ঘৰত থাকিব পাৰিব। কিন্তু আঁহোতে আঁহোতে ইমান ৰাতি হ'ল যে সি নিৰুপায়ত পৰিল। বেঙে-মৃতা গৰুৰ দৰে সি ঘূৰি ফুৰিব ধৰিলে। বাটত এজন মানুহ লগ পাই সি সুধিলে ইয়াত ক'তো থাকিবলৈ ঠাই এডোখৰ নাইনে? মানুহজনে ক'লে, "ৰাতিখন ক'ত বহা পাবি? এটা কাম কৰিব পাৰ ওচৰতে সৌৱা শুক্রেশ্বৰৰ পকী ঘাট আছে। তাতে গৈ থাকগৈ। মই মুছলমান মানুহ। নহ'লে মোৰ ঘৰতে ৰাখিলোহেঁতেন।"

"এই বাটেৰে গৈ পামনে?"

"পোনে পোনে আৰু এটা আলিৰ মূৰ পালেই পকী ঘাট দেখিবি।" কৈয়ে মুছলমানজনে খোজ ল'লে। নিধিৰাম মানুহজনে দেখুৱামতে শুক্রেশ্বৰ ঘাট পালেগৈ। সি লাহে লাহে গৈ তাত সোমাল। দিনৰ দুখে-ভাগৰে বাটকুৰি অহাত সি তত্তালিকে বোজাটো পেলায়ে শুবলৈ দিহা কৰিলে। শুবলৈ ধৰিছে, এনেতে সি দেখে আৰু এজন মানুহ আহি তাতে সোমাল। মানুহজন সোমোৱাৰ পাছতে হিৰ্ হিৰ্কৈ বৰঘূণ আহিল। মানুহজন সোমাই নিজৰ চাকি গছা লগাই নিধিৰামক দেখা পালে। নিধিৰামেও চাকিৰ পোহৰত দেখিলে মানহুজন এজন সন্ন্যাসী। সন্ন্যাসীজন আজি তিনি দিন হ'ল পৰশুকুণ্ড চাই আহি ভাটিলৈ যাওঁ বুলি ওভটোতে বাটতে টকাৰ অভাৱত ৰ'ব লগীয়াত পৰিছে। এই তিনি দিন সেই ঘাটতে ৰাতি খপি দিনত টকা খুজি খুজি কেটামান ৰূপ গোটাইছে। সন্ন্যাসীয়ে নিধিৰামক দেখি কথা হবলৈ লগ হ'ল বুলি লাহে লাহে কথা ক'বলৈ আৰম্ভ কৰিলে।

"আপ কিধাৰসে আয়া?"

নিধিৰামে সেই কথা ভালকৈ নুবুজি বেবেৰিবাংৰ দৰে চাই থাকিল।

"আপ হামৰা বাত সমজাতা নেই? আপ আসামী কি বাঙালী?" নিধিৰামে কলে, "মই অসমীয়া।"

"আচ্ছা হাম আসামীয়া বাত বলেগা। মুই বহুত দিন আসামক আহি আসামীয়া হিকিলোঁ। তুমি কৰ মানুহ?"

নিধিৰামে ক'লে, "কি কম বাপ? মই আজি গাৱৰ পৰা আহিছো। এই চহৰলৈ মই কেতিয়াও অহা নাই। মই ক'তো থাকিবলৈ উপায় নাপাই ইয়াতে খুপিছোঁহি।"

"বাৰু সেইটো বদ হোৱা নাই। তুমি ইয়াট কি কৰিব আহে?"

"কি কৰোঁ ক'ব নোৱাৰো বাপ। মই মহা নিৰুপায়ত পৰিছোঁ।"

"তুমি এতিয়া কিবা খাইছা?"

"নাই বাপ। আহোতে লগত অলপ অচৰপ যি আনিছিলো বাটতে খাই আহিছো। ভাবিছিলো সাজে সন্ধ্যাই চহৰ পাই কিবা-কানি কিনি খাম। কিন্তু আহোতে আহোতে ৰাতি বহুতো হৈ গ'ল।"

"বাৰু মোৰ লগত মিঠাই আছে, দুয়ো খাব।" নিধিৰামে লাজ কৰি নামাতি থাকিল।

"লাজ কৰিব নাপায়, মই সন্ন্যাসী মানুহ আছে। যি পাইছে অলপ খাবে তাতে লাজ কি? আহা বৎস।" নিধিৰামে তেতিয়াও নোযোৱা দেখি সন্ন্যাসীজনে নিজে

উঠি তাৰ কাষ চাপি মিঠাই আগত দি খাও বৎস লাজ মত কৰিব বুলি নিধিৰামৰ গা চপৰিয়াই এখন কাঁহীত নিজেও খাব ধৰিলে। নিধিৰামেও সন্ন্যাসীৰ কথা পেলাব নোৱাৰি খালে। ওৰে ৰাতি বৰযুণ নেৰিলে। মাজে মাজে বতাহো বলে। সন্ন্যাসী সেই গোটেই ৰাতিটো আধা হিন্দি আধা অসমীয়া ভাষাৰে নিধিৰামৰ লগত কথা পাতি ৰ'ল। নিধিৰামেও সন্ন্যাসীৰ মুখৰ মউ বৰষা চেনেহী কথাবোৰ শুনি মুগ্ধ হ'ল। ইমান ভাগৰতো নিধিৰামৰ মূঠতে টোপনি নাহিল। সন্ন্যাসীৰ লগতে কথাপাতি আমনি নাপালে। সন্ন্যাসীয়ে কলে, "মই নবদ্বীপৰ মানুহ আছে। কিন্তু সৰুৰে পৰা ঘূৰি ঘূৰি কত ঠাইত ফূৰিছো তাৰ নিৰ্ণয় নাই।" নিধিৰামে সুধিলে, "আপুনি সৰুতে সন্ন্যাসী কিয় হ'ল?" তেওঁ কলে, "কি কম, মোৰ হৰু বয়সতে সকলো মাৰা যাচ্ছে। কেবল এক সন্ন্যাসীৰ আশ্ৰমে আমি বৰ বই। ঐ সন্ন্যাসী আমাকে হৰু কালৰ পৰা পঢ়ায়। আমি সংস্কৃত বড্ড ভাল কৰি তেওঁৰ কাচে হিকো, বেদ, ভাগৱত, উপনিষদ শিক্ষা কৰি আৰ তাৰ সঙ্গে আমি হিমালয় বৃন্দাবন, মথুৰা, হৰিদ্বাৰ প্ৰয়াগ, কাশী, আসাম, দাক্ষিণাত্য সব দৰ্শন কৰি। আমি আসামে প্ৰায় দশ বাৰ আহি। একবাৰ আমাৰ গুৰুৰ সঙ্গে দুই বছৰ কামাখ্যা আৰু পৰশুৰাম কুণ্ডত থাকি। আমাৰ গুৰুৰ কালিঘাটে মৃত্যু হয়।"

নিধিৰামক এবাৰ সন্ন্যাসীয়ে সুধিলে– তোমাৰ ঘৰত কোন আছে? নিধিৰামে কৈ উঠিল মোৰ ঘৰত কোনো নাই। নিধিৰামে কিয় তেনেকৈ কলে নিধিৰামেহে জানে।

কিন্তু সন্ন্যাসীয়ে কলে, "তাহলে তুমি আমাৰ সঙ্গে দেশ ভ্ৰমণ কৰণা কেন?"

নিধিৰামে দেশ ভ্ৰমণৰ কথা শুনি আনন্দত নাচি উঠিল। কিয়নো নিধিৰামৰ ঘৰত একো অভাৱ নাই। সি ভাবিলে দুবছৰমান এনে ভাৱে দেশ চাই ফূৰিলেও বেয়া নহয়। কিন্তু তাৰ অলপতে খতকা লাগিল। তাৰ হাতত যে এটকা ৰূপৰ বাহিৰে আৰু এটা ফুটা-কড়িও নাই। সি ক'লে, "মোৰ হাতত যে এটা পইছা নাই।"

"পইছা? পইছাৰ কাৰণে ভাবনা কৰছ কিয়? পইছা জগদীশ্বৰে য'তে ত'তে মিলাব। কেৱল ইচ্ছা হ'লেই হ'ল। যদি যাবা, এই কইদিন আমি এইখানে থাকি যি যোগাইছো সেই পইছাৰে দুজনে কলিকতা পামগৈ।"

নিধিৰামে হাতত সৰগ পালে। সি এবাৰো নাভাবিলে চহৰত কত প্ৰকাৰ ধূৰ্ত বা আচৰিত ধৰণৰ মানুহ আছে। গাঁৱলীয়া ভেৰাৰ দৰে সন্ন্যাসীৰ সকলো কথাত হুমভৰ দিলে।

সন্ন্যাসীয়ে এনেদৰে উপযাচি সহায় কৰাত– বাস্তৱতে আচৰিত নহৈ নোৱাৰি। কিন্তু ঈশ্বৰে জানে কাৰ মনত কি। যদি সন্ন্যাসীয়ে সৰলভাৱে তাক লগ ল'ব ওলাইছে তেন্তে আন সন্দেহ কৰা অন্যায়ৰ বাহিৰে কি হ'ব পাৰে?

নাহৰে কাৰোবাৰ মুখে বাৰ্তা পাইছে কাচনমতীক ঘৰৰ পৰা বাহিৰ কৰিছে। অৱশ্যে কঞ্চনীবাই থাকোঁতে তল-ওপৰ কৰা অইন কাকো নালাগে। নাহৰে কাচনৰ এনে অৱস্থাৰ কথা শুনি কি কৰিব, কি নকৰিব বিমোৰত পৰি মাকৰ ওচৰ পাই মাকক সকলো কথা ক'লে। মাকে ক'লে, "শুনিছোঁতো, পিছে উপায় কি হ'ব?"

"কিয় আমাৰ ইয়াত আনিলে?"

মাকে হাঁহি মাৰি ক'লে, "ইয়াত সৰ্বদায় ৰখা উচিত হ'ব জানো। বৰং আগেয়ে সিহঁতৰ হাই কাজিয়া মাৰি ঘৰলৈ নিব পাৰিলেহে ভাল।"

"কিন্তু হাই-কাজিয়া কোনে ভাঙিব? আমাৰ কথা জানো গাওঁবুঢ়াই শুনিব? শুনিব ছাৰি ঘৰৰ দুৱাৰমুখৰ পৰা ছেই ছেই কৰিব। আইতা মই হ'লে এতিয়াই গৈয়ে লৈ আহিব খোজো। শুনিছো আজি দুইদিন কাচনমতীয়ে একো খোৱা নাই।"

আয়েকে কলে, "নালাগে নাহৰ। যিদিনাই আমি উলিয়াই দিছো সিদিনাৰ পৰা তাই আমাৰ বস্তু নহয়। তাই এতিয়া তাহাঁতৰহে। সিহঁতে যি কৰে তাকে কৰক, কেৱল তই এবাৰ খবৰ লৈ আহগৈ। নাহৰে আয়েকৰ কথা শুনি অবাক হ'ল। কাচনমতী তেওঁৰ নিজৰ জীয়েক, তথাপি তাই অনাহাৰে থকা শুনিও তেওঁৰ মনত অলপো দুখ লগা নাই। যদি কাচনমতী আনৰ হ'লহেঁতেন তেন্তে তেনে অৱস্থাত লোকে কি

ভাবিলেহঁতেন। নাহৰে অলপপৰ বৈ আয়েকক আকৌ সুধিলে, "আইতা কাচনমতীক উলিয়াই দিলো বুলি জানো আমাৰ আৰু একো সম্বন্ধ নাই?" আয়েকে কলে, 'কিয় নহ'ব। মানুহৰ লগত মানুহৰ যি সম্বন্ধ সেই সম্বন্ধ চিৰকাল থাকিব আৰু আছেও। কিন্তু আনৰ বস্তু আনে যি ভাবে চলাই তাত আমাৰ হেতা ওপৰা কৰা বা অনাধিকাৰ চৰ্চা কৰা উচিত নহয়। আমি হিন্দু, হিন্দুৰ স্বামীয়ে সৰ্বদেৱতা। স্বামীৰ ঘৰেই সকলো তীৰ্থ। কাচন আজি তেনে তীৰ্থস্থানত। তাই যদি তাত শত কষ্ট পায়ো লেকেটাই মৰে তেন্তে তীৰ্থস্থানতহে মৰিব।"

নাহৰে আয়েকৰ কথা শুনি নামাতি আয়েকৰ মুখলৈ চাই ৰ'ল। তাৰ মুৰত মুহুৰ্ত্তলৈ খেলালে তেওঁ সঁচাকৈ তাৰ আইতা নে কোনোবা দেৱী মূৰ্তি। সি ভাবিলে ইয়াৰ দুদিন আগেয়ে এনে আয়েকৰ বিৰুদ্ধে গাঁও-ভূঁয়ে কি কথাৰ হেন্দোলনি উঠিছিল। কত পাপ মুখে নানা তৰহৰ ৰটা-খচা কৰিছিল। সি আৰু একো মাতিব নোৱাৰি মাথোঁ আয়েকলৈ চাই ৰ'ল। আয়েকে আকৌ কলে– নাহৰ যা বাচা এবাৰ কাচনৰ বাতৰি লৈ আহগৈ। যদি সঁচাকৈ কাচনে দুদিনো একো নোখোৱাকৈ আছে তেন্তে আন একো নকৰি তেনে ভাবেৰে আৰু দুদিন থাকক– তিনি দিনৰ মূৰত মানুহৰ দুখত মানুহৰ যি কৰ্ত্তব্য আমি কৰিম। নাহৰে ততালিকে আহিলো আইতা বুলি কৈ গাওঁবুঢ়াৰ ঘৰলৈ গ'ল। সেই মুহুৰ্ত্তৰ কাৰণে নাহৰে এখন স্বৰ্গীয় ৰাজ্যত ওপঙি ফুৰিছিল। সি পাহৰিছিল গাঁওবুঢ়াহতে কৰা অপমান, সি পাহৰিছিল গাঁৱৰ পাপ কথা, ধিয়লাখিয়লি কপট কুৰ্চুতালি, সি পাহৰিছিল টুটকিয়ানী কঞ্চনীবাইৰ কথা। তাৰ গোটেই মনটো আগুৰি পৰিছিল আয়েকৰ স্বৰ্গীয় মধুৰ উজ্জ্বল মুখ।

নাহৰে গৈ গাঁওবুঢ়াৰ চ'ৰাঘৰ সোমালগৈ। কোনোবা আছেনে বুলি মাতোতে পোনে প্ৰোনে কঞ্চনীবাই ঘৰৰ পৰা ওলাই আহিল। কঞ্চনীবাই এই কেইদিন গাঁওবুঢ়াৰ ঘৰৰ লাগি কুটুম হৈছে। খাওঁতে কঞ্চনীবাই বহোতে কঞ্চনীবাই, ৰাতিও কঞ্চনী, দিনতো কঞ্চনীবাই। কঞ্চনীবাই নহ'লে গাঁওবুঢ়ানীৰ ভাতকে পেটলৈ নাযায়। ইয়াতেহে মানুহে কয় আপোন হ'ল পৰ, পৰ হ'ল আপোন। কোলাতে লম নে বোকাতে ল'ম তাৰ থিৰাং নাই। কঞ্চনীবাইয়ে নাহৰক দেখি ক'লে, "বোপাটি ইৰ্মানৰ পৰা মাতিব লাগেনে? নিজৰ ঘৰতো পৰৰ দৰে আহিব লাগেনে? আঁহা, বহা, ইত্যাদি। নাহৰে কঞ্চনীবাইৰ ইমান আতৌপুতৌ দেখি আচৰিত হ'ল। আন যি নহওক যিমানদিন তেওঁ গাঁওবুঢ়াৰ ঘৰলৈ আহিছে, পৰৰ দৰে বহিছে, গৈছে। মাজে সময়ে লাজ অপমানো পাই প্ৰতিজ্ঞা কৰিছে। আজি এনে ঠাইত এনে মৰমৰ মাতকেইষাৰে নাহৰক যে কিমান আনন্দ দিলে তাক নাহৰেহে জানে। নাহৰ ঘৰত সোমাল। গাঁওবুঢ়াৰ ঘৈণীয়েকেও আজি নাহৰক অতিকে মৰম আদৰ কৰিলে। কিন্তু অলপ পিছতে সকলো উভতিল। যেই কাচনমতীৰ কথা ওলাল সকলো কেইটা উখৰা মূৰ্তি হল। বুঢ়ীয়ে ক'লে, "ক'ৰ কি এইটো জপাই দিলি মোক জাগাৰ জিগাৰ কৰি খালে।" কাঞ্চনীবায়ে মাত লগালে, "এনেনো অঁকৰা ছোৱালী থাকে বুলি আমি গমকে পোৱা নাছিলো। গাঁওবুঢ়াৰ ঘৰত কি নাই? খাইছে, লৈছে বন কৰিছে, ৰং-ধেমালি কৰি আছে। নে কোনোবাই কেটেৰা-জেঙেৰা মাৰিছে নে খাবলৈকে পোৱা নাই বুঢ়ী হ'লোহি তেওঁ এনে ছোৱালীৰ পালত পৰা নাই। তাই পিয়াহ খোৱা ছোৱালীৰ এনেতো পৰতাপ হ'ব পায়নে।" কাঞ্চনী আৰু গাঁওবুঢ়াৰ ঘৈণীয়েকে কাচনমতীক কেৱল বেয়াহে বুলিছে, কেৱল এনে কৰেনে, তেনে কৰেনে, তেনে পৰতাপ দেখুৱাইনে ইত্যাদি নুবুজা কথাৰে ভাঙিছে পাতিছেহে কিন্তু আচল যে কাচনমতীৰ কি দোষ তাক হ'লে নাহৰে একো বুজি নাপালে। নাহৰে সিহঁতৰ কথা শুনি থাকোতেই পিছ পিনৰ পৰা জাপেৰী ওলালহি। জাপেৰীক দেখি কাচনমতীৰ মাক মনে মনে ৰ'ল। তাই ভাবিলে এই আহিল যেতিয়া কি কয়, কি নকয় তাৰ ঠিক কি? কিন্তু কঞ্চনীবাইৰ হুলে কথাৰ ওৰ নপৰিল। জাপেৰীয়ে অলপপৰ তাইৰ কথা শুনিয়ে থাকি একো নামাতিলে। মাকে ক'লে, "জাপেৰী সৌ গাঁওৰ মূৰলৈ গৈ এগছ চাকি আনগৈচোন, বাইদেৱে দিব।" জাপেৰী তথাপি নলৰিল। কঞ্চনীবাইলৈ তাই

চকু মেলা কৰি চাইয়ে ৰ'ল। কঞ্চনীয়ে কলে, "কাচনমতীক কি কৰা, কৰা নাহৰ। পাৰা যদি আন এজনলৈকে দিয়া।" নাহৰে তাইৰ কথা শুনি তমোময় খালে। কিন্তু জাপেৰীয়ে ততালিকে মাত লগালে, ইচ্ছা হৈছে যদি এনে বুঢ়ী কালত নিজে আন এটাৰ তালৈ নাযাব কিয়? জাপেৰীৰ কথা শুনিয়ে জাপেৰীৰ মাকে ততাতৈয়াকৈ তাইৰ গাত এটা চাপৰ মাৰি "নষ্টবাতী ছোৱালী লাজ-হুকম কাক বোলে নাজান?" আৰু কঞ্চনীবাইৰ পিনে ক'লে, "আই খং নকৰিবি, তাইৰ মুখৰ লাগ-বান্ধ নাই।"

"কওক দে আই তাই নাতিনী, নকৈনো আৰু আমাক কোনে ক'ব? জাপেৰীয়ে চাপৰটো খাই আৰু একো নামাতিলে, এওঁলোকে কথা-বতৰা কৈয়ে থাকিল। হঠাৎ আকৌ জাপেৰীয়ে কৈ উঠিল, "ককাইদেউ বৌৰ ঘৰলৈ নোযোৱা জানো? আজি দুদিন বৌয়ে একো খোৱা-লোৱা নাই। ইহঁতে তেনে কৰি ৰংহে চাইছে।" জাপেৰীৰ কথা শুনিয়ে নাহৰ উঠিল। দুয়ো গৈ বাৰীৰ পাছৰ ঘৰ পালেগৈ। কাচনমতী তেতিয়াও মাটিৰ পৰা উঠা নাই। নাহৰে ক'লে, "কাচনমতী কি কৰিছিলি? কাচনমতী নিমাত। আৰু এবাৰ সোধাত তাই নকৈ কেৱল কান্দি পেলালে। বহুত পৰৰ মূৰত কাচনমতীয়ে ক'লে, "নিজৰ দোষ নহ'লে জানো এনে কৰে ককাইদেউ।"

"যদি দোষ, হৈছে তেন্তে শাহুৱেৰৰ ভৰিত ধৰি ক্ষমা খোজা হে ভাল। এনেভাৱে কান্দি পৰি থকাটো ভাল হোৱা নাই।"

"ককাইদেউ মোৰ জানো ইয়াত কেও আপোন নাই।"

"নহ'ব কিয় মোৰ মূৰখাঁতী?"

"মই তেন্তে আৰু তেওঁলোকৰ ঘৰলৈ নাযাওঁ। মোক তোমালোকৰ তালৈ নৈ যোৱা।"

"সেইটো কৰিব নোৱাৰো, আইতাই হ্যক দিছে।"

কাচনমতীয়ে নাহৰৰ কথা শুনি অলপ চাই বৈ "কি আইতাই হ্যক দিছে? নে"

"নাহৰে ক'লে, "সঁচা, কাচনমতী আইতাই হ্যক দিছে। তুমি ইয়াত পৰি নাথাকি বৰ ঘৰলৈ বলা; মই নিজে শাহুৱেৰৰ ওচৰত থৈ যাওঁ।"

"কাচনমতীয়ে নামাতিলে। কিন্তু সেই সময়ত কাচনমতীৰ মুখলৈ চালে সহজত বুজিব পাৰি সেই নিমাত মুখতো সহস্ৰ ভাব ব্যক্ত কৰিছে। কাচনমতীৰ ল'ৰামতীয়া মনৰ দৰে শোক, অভিমান, খঙৰ সকলো বোজা নাহৰৰ ওপৰত পৰিছে। কাচনমতীয়ে মুহূৰ্তলৈ ভাবিছে নাহৰে যথাৰ্থতে স্বগভী ভাইৰ দৰে কথা কোৱা নাই। কাচনমতীয়ে ভাবিছে নাহৰে মোক ঘৰলৈ নি আকৌ জঞ্জাল বঢ়াব কিয়? সতীয়া ভনীক উলিয়াই দি সকলো আহুকালৰ পৰা সাৰিছে আৰু সেইবিলাক ওচৰ চপাব কিয়? কাচনমতীয়ে ভাবিছে নিজ ভাইৰ চিন পিতাৰ বছৰেকীয়া সময়তে বুজিছো। কিন্তু সকলোতকৈ নীচ ভাবৰ ভাব আহিছে বোধ কৰো কাচনক এনেকৈ শাহুৱেকে উলিয়াই দিয়াত নাহৰে আনন্দ হে পাইছে। সেই মুহূৰ্তত তাই পাহৰিছে নাহৰৰ মাতৃ-ভক্তি কেনে উজ্জ্বল। জাপেৰীয়ে এনেতে মাত লগালে, "সঁচা বউ বলাচোন সেই ঘৰলৈ, কেনেকৈ আইতাই আকৌ উলিয়াই দিয়ে চাওঁগৈ।"

কাচনমতী তেও নিমাত।

নাহৰে বহুত পৰ বহি কি কৰে কি নকৰে একো উৱাদিহ নাপাই এবাৰ কৈ উঠিল, "দোষ যদি কৰিব পাৰা আকৌ সইমত কথা কৈ ওচৰ চাপিব নোৱৰা কিয়?"

এই কথাই কাচনমতীৰ সকলো খঙে এটা ভাষাত পৰিণত হৈ ততালিকে কৈ উঠিল, "মই জগৰ কৰিছো, মোক উলিয়াই দিছে, মই ইয়াতে পৰি আছোহি, তাত আনে আহি নানা কথা শুনাব নালাগে, সইমতো কৰাব নালাগে।"

কাচনমতীৰ কথা শুনি নাহৰৰ বহল হিয়া ততালিকে ভাগি গল। কাচনমতীৰ মুখৰ পৰা নাহৰে আজি পৰ এই কথাই নাহৰৰ মূৰত শিল ভাঙিলে। নাহৰে নুবুজিলে সঁচাকৈ নাহৰে যেনেভাৱে কথা কৈছে তাত বাহ্যিক জগতত পৰ ভাবৰ বাহিৰে আপোন ভাব ব্যক্ত কৰিব পৰা নাই। নাহৰে নুবুজিলে মাতৃ ভক্তিৰ উজ্জ্বল আদৰ্শ আগত ৰাখোতে সি সচৰাচৰ সমাজৰ পৰা কিমান আঁতৰত পৰিছেগৈ। যি নহওক বহুত

পৰৰ মূৰত একো কথা-বতৰা নকৈ নাহৰ হঠাৎ বাহিৰলৈ গ'ল। কিন্তু বাটত নাহৰক দেখোতাজনে ক'ব নাহৰৰ চকুযুৰিৰপৰা ধাৰাসাৰে পানীৰ ধাৰ বৈ গৈ নাহৰৰ অচকিতত নাহৰৰ তামোল-গামোচা তিতাই গৈছে।

(১৬)

সন্ন্যাসীয়ে লগ ধৰিলেও নিধিৰামৰ সন্ন্যাসীৰ লগত যোৱা নহ'ল। পিছদিনা সি সন্ন্যাসীৰ লগত যাব ধৰোতে তাৰ গাঁৱৰ এজন বনুৱালোকক লগ পালে। সি সন্ন্যাসীৰ লগত যোৱা শুনি তাক নানা তৰহৰ কথা কৈ তাৰ মন ঘূৰালে। সি সন্ন্যাসীৰ লগত নগৈ সেই বনুৱাজনৰ পিছ ল'লে।

ৰমা চিৰস্তাদাৰৰ ঘৰ নগাঁৱত। কিন্তু গুৱাহাটীতে তেওঁৰ বসতি জীৱনৰ আধাকাল। আজি বহুত দিনৰ মূৰত আকৌ নগাঁৱলৈ যাবলৈ ওলাইছে। মানুহ-দুনুহ বিচাৰিছে। কিন্তু খেতি কৰা সময়ত বন কৰা চহা মানুহ পোৱা টান। গুৱাহাটীত বন কৰা চহা মানুহবোৰে এই কেইমাহ ঘৰতে থাকি হাল-কোৰ বাই ধানৰ পথাৰতে দিন নিয়াইছে। সিহঁতে পথাৰৰ ধান কোঁচাই খৰি কেইডালমান গোটাই আকৌ নগৰমুৱা হৈ কেইমাহমান কাম কৰি চৰকাৰৰ খাজনা কেইটকা ৰূপ গোটাইহি। যি নহওক সেই সময়ত বন কৰা মানুহ নেপাই চিৰস্তাদাৰ হাৰাশাস্তি হৈছে। হঠাৎ নিধিৰামে সেই বাটেৰে দালৈ যোৱা দেখি চিৰস্তাদাৰে হাতেতে নিধি পোৱাৰ দৰে চিঞৰি উঠিল, "বোপাই তই কাম বন কৰনে?"

"হয় দেউতা পালে কৰোঁ।"

"তেন্তে আহচোন মই আজি আবেলি নগাঁওলৈ যাব ওলাইছো। আমাৰ ঘৰৰ সকলো যাব। সিহঁতৰ লগত তয়ো নগাঁৱলৈ যাবি ব'ল। মাহে তোক লৈ খাই কুৰি টকা ৰূপ দিম, ভাল পালে-অলপ-অচৰপ লাহে লাহে বেচিও দিম।" নিধিয়ে আজি দুদিন দা লৈ ক'তো একো কম-বন পোৱা নাছিল। কথা শুনিয়ে বাৰু দেউতা ময়ো নগৰৰ আও-ভাও নুবুজা মানুহ। কাম কৰিবলৈ আহি কাম-বন একো পোৱা নাই। চিৰস্তাদাৰে নিধিৰামৰ কথা শুনি হাঁহি কলে, "বাৰু একো ভয় নাই, মোৰ লগত থাকিলে তোৰ বহুতো সুবিধা কৰি দিম।" নিধিৰাম তেতিয়াৰ পৰা চিৰস্তাদাৰৰ ঘৰত থাকিল। আবেলি বেলত উঠি সিদিনাই ৰাতিয়েই নগাঁও পালেগৈ। চিৰস্তাদাৰৰ পৰিয়াৰৰ ভিতৰত মাথোঁ চিৰস্তাদাৰ, তেওঁৰ ঘৈণীয়েক, দুজনী জীয়েক, লনী আৰু পুনু। ল'ৰা দুজন থুলুক আৰু গোলোক। লনী আঠাতকৈ ডাঙৰ, এঘাৰ বছৰ পাৰ হৈ বাৰত ভৰি দিছে। কেইদিনমানতে নিধি তেওঁলোকৰ বৰ মৰমৰ পাত্ৰ হ'ল। নিধিৰামৰ কান্ধত উঠিবলৈ নাপালে গোলোকে ৰং নাপায়, থুলুকে হাতত ধৰি কলং নাপালে সুখ নাপায়। লনী পুনুৱে নিধিৰামৰ লগতে দেউতা আইতাৰ আলপৈচান ধৰে, চিৰাস্তাদাৰণীয়ে নিধিৰামৰ কথা-বতৰা, কাম-বন সকলো দেখি আনন্দ পায়।

মূঠৰ ওপৰত এমাহৰ ভিতৰত নিধি চিৰস্তাদাৰৰ ঘৰৰ পৰিয়ালৰ ভিতৰত এজন হ'ল বুলি কলেও বঢ়াই কোৱা নহয়। দিন উকলিল, চিৰস্তাদাৰৰ আন একোৰে অভাৱ নহলেও লনীৰ বিয়াৰ সম্বন্ধে ভাবি ব্যাকুল হৈছিল। তেওঁ বামুণ মানুহ। ইপিনে ছোৱালীৰ নোৱাই তোলনী হ'লেও আধ্যা। কম সময়তে দৰা পোৱাও বৰ টান। যাকে তাকে এজনক গতাবলৈকো বেয়া লাগে। চিৰস্তাদাৰে এই কাৰণে মহাবিপদত পৰিছে, কিন্তু আজিলৈকে একো সিদ্ধান্ত কৰিব পৰা নাই। সিদিনা চিৰস্তাদাৰে চ'ৰা ঘৰত বহি ধোৱা-খোৱা টানি আছে, হঠাৎ নিধিৰামে আহি দেউতা আপোনাক আয়ে মাতিছে বুলি কোৱাত চিৰস্তাদাৰে গৈছো বুলি ধোঁৱা-খোৱাটো থ'ব ধৰোতে ঘৈণীয়েকে ততাতৈয়াকৈ আহি মাত লগালে, "বোলো এইপিনে আহকচোন, এটা কথা আছে।" চিৰস্তাদাৰে ক'লে, "নোকোৱা কিয় ইয়াত কোনো মানুহ নাই।"

"নহয় ভিতৰলৈ আহক।" চিৰস্তাদাৰ ভিতৰলৈ গ'ল। দুয়ো অলপপৰ ফুচুক-ফাচাককৈ কথা হ'ল আন কোনোৱে নুশুনাকৈ। অলপ পিছতে চিৰস্তাদাৰ বাহিৰলৈ ওলাই আহিল। সেই সময়ত চিৰস্তাদাৰৰ মুখ গম্ভীৰ অথচ শেঁতা। চিৰস্তাদাৰৰ চকু দেখিলে সহজতে

বুজিব পাৰি যেন তেওঁ কিবা এটা ভয়ত বিভোৰ। লাহে লাহে গৈ চকিত বহি আকৌ ধোঁৱা-খোৱা টানিব ধৰিলে। ধোঁৱা-খোৱা টানে আৰু ভাবে। এনেতে থুলুক ক'ৰবাৰ পৰা ল'ৰি আহি ক'লে, "দেউতা, দেউতা মোক এটা ঘোঁৰা কিনি দিয়ে যদি দিয়ক নহ'লে মই পঢ়াশালিলৈ নেযাওঁ।" অইন দিনা হ'লে চিৰস্তদাবে কিবা উত্তৰ দিলেহেঁতেন কিন্তু আজি একো নামাতিলে। থুলুকে আৰু এবাৰ কৈ একো উত্তৰ নাপাই লাহেকৈ আঁতৰ হৈ নিধিৰামৰ ওচৰ পালেগৈ।

"নিধিৰামকাই মোক এখন চৰাই মৰা ধেনু কৰি দিবানে? বাটলুগুটিও কেইটামান কৰি দিব লাগিব।"

নিধিৰামে ক'লে, "বাৰু আজি বাহঁ-বাৰীৰ পৰা কাটি আনোতে ক'বা মই কৰি দিম। চৰাই মাৰিলে মোকো ভাগ দিবা জানো?"

"নিদিম কিয়? চৰায়ো মাৰিম, পহুও মাৰিম, মই যি মাৰো তোমাক তাৰে ভাগ দিম। সেইদিনা এটা শগুণ মাৰিছিলোঁ দেখা নাছিলানে?"

"তেন্তে শগুণ মাৰিও ভাগ ল'বলৈ মাতিবানেকি?"

"মাতিম বাৰু" নিধিৰামে হাঁহিলে; কিন্তু থুলুকে কথাটো আচল ভাৱেৰেহে কৈছিল, উপলুঙা কৰা নাছিল।

## (১৭)

কাচনমতী ভাবি ভাবি ব্যাকুল। কাচনমতীৰ আজি দৃঢ় বিশ্বাস জগতত তাইৰ কোনো আপোন নাই। স্বামীক তাই ভক্তি কৰিছিল। স্বামীয়ে তাইক পৰিত্যাগ কৰিলে। শহুৰি খাটিব আহিছিল, শহুৰেকৰ ঘৰৰ পৰা শাহুৱেকে খেদিলে। নিজৰ মাকৰ ঘৰত আছিল কিন্তু মাক পৰৰ ঘৰৰ বান্দী স্বৰূপ। তাইৰ বিশ্বাস তেওঁ নিজে একো কৰিব নোৱাৰে। নাহৰেই সৰ্বেসৰ্বা, কিন্তু নাহৰ যেতিয়া পৰ-ভাই এনেস্থলত সি তাইক মৰম নকৰে আৰু তাইৰ মাকেও একো কৰিব নোৱাৰে। কিয়নো নাহৰৰ তলত মাক। মাকে কিবা কৰিব পৰা হ'লে নাহৰৰ অমান্তিতো তাইক পিতাকৰ বছৰেকীয়া শ্ৰাদ্ধৰ সময়ত ঘৰলৈ নিব পাৰিলেহেঁতেন? তাইৰ এতিয়া এনে অৱস্থা শুনি কোনো মানুহ পঠিয়াই ঘৰলৈ নিলেহেঁতেন। নাহৰে যে মাকে নিব দিয়া নাই বুলি কৈছে এইটো তাইৰ পতিয়ন নহয়। বৰং তাই ভাবিলে নাহৰে এইবিলাকো জোৰা-ফোন্দা দি মিছা কৈ তাৰ দোষ আতৰাব খুজিছে। মূঠৰ ওপৰত মিছা অনুমানৰ ওপৰত তাই নাহৰৰ ওপৰত এটা ঘৃণা, এটা ডেৱাব নোৱৰা অভিমান কৰিলে। তাই ভাবিছে ক'তা সকতে দেখো নাহৰকাই মোক কত মৰম কৰিছিল। সেইবিলাক কলৈ গ'ল? নে সেইবিলাক অকল লোকক দেখুৱাবলৈহে? কিন্তু ইপিনে দেখো তাই কাহানিও এধনিটামানো নাহৰৰ অন্যায় কৰা নাই। তাক কাহানিও পৰ যেন দেখা নাই। তেন্তে নাহৰে আজিকালি তাইক কিয় পৰ যেন দেখে? তাই ভাবিলে ইওটো শহুৰৰ ঘৰৰ কথাৰ দৰে। মই যি স্বামীক ইমান ভাল পাওঁ তেওঁ যদি মুহূৰ্ততে বাহিৰলৈ উলিয়াই দিব পাৰে তেন্তে ঘৰৰপৰা লোকৰ ঘৰলৈ উলিয়াই দিয়া পৰ-ভায়ে মোক পৰ ভবাটো কি আচৰিত? মূঠৰ ওপৰত তাই ভাবিলে আৰু পাৰে মানে ফেকুৰি ফেকুৰি কান্দিলে, মাজে মাজে একোটা ডাঙৰ হুমুনিয়াহ কাঢ়িলে। হঠাৎ এগছা চাকি লৈ কঞ্চনীবাই কাচনমতীৰ কাষ চাপিলে। কঞ্চনীবায়েই চাকিটো মাটিত থৈয়ে লৰা-ধপৰাকৈ কাচনমতীক ধৰি মূৰটো কোলাত পেলাই লৈ ক'বলৈ ধৰিলে, "আই তই কান্দিছ কেলেই? তই হেন ছোৱালীক যেয়ে দুখ দিছে, তাইৰ ইহকালতো গতি নহ'বই, পৰকাললৈকো নহ'ব। উস্ এনে হেন লক্ষ্মী ছোৱালীক তাই পেন্দুৰীয়ে ঘৰৰ বাহিৰ কৰি দিব পায়নে? নাকান্দিবি আই, তাই বাহিৰ কৰি দিলে বুলি তোৰ আৰু আন কোনো নাইনে? নিজৰ মাৰ আছে, লাগে যদি তালৈকো যাবি।" এই কথা শুনা মাত্ৰে কাচনমতীয়ে আকৌ দুগুণে কান্দিব ধৰিলে। কঞ্চনীবায়ে ক'লে, "ঔ তালৈকে নাযাব হ'বলা? বাৰু তালৈকে যাবলৈকো মই নকওঁ। হাজাৰ হলেও পৰভাই আই নাকান্দিবি। আন কোনোৱে নিনিয়ে যদি ময়ে নিম। তোৰ আতাৱৰ দিনৰ পৰা তইতৰ লাগি কুটুম; তোৰ আজি কেও নহ'ল বুলি মই এৰিব পাৰোঁনে? মই বেটীয়ে খুজি খালেও তোৰ নিচিনা এজনী ছোৱালীক

পুহিব নোৱাৰিমনে? কঞ্চনীবাইৰ আতৌ-পুতৌ কথাত কাচনমতীয়ে আঠাউনী পানীত খেৰকুটা সহায় পোৱাৰ দৰে পালে। আঞ্জলী কাচনমতীয়ে সমূল নুবুজিলে সঁচাকৈ বুঢ়ীৰ ইমান আতৌ-পুতৌৰ অৰ্থ কি?"

কাচনমতীয়ে ক'লে, "বাই তেন্তে মোক তোমাৰ তালৈ লৈ ব'লা, মই আৰু শহুৰৰ ঘৰলৈ নাযাওঁ, ভাইৰ ঘৰলৈকো নাযাওঁ। লাগে যদি তোমাৰ তাতে কটনাকাটি ভাত খাম।"

কঞ্চনীয়ে ক'লে, "তই দুখ কৰিব লাগিছে কেলেই আই, মই বুঢ়ীআয়েৰা থাকোঁতে তই কি কৰিব লাগিব? খাবি, লবি, কেৱল মাজে সময়ে মোৰ আলপৈচান ধৰিবি।"

কাচনমতীয়ে ক'লে, "যি কৰিব লাগে মই তাকে কৰিম বাই কেৱল মোক তালৈ লৈ ব'লা। বাই, স্বামীয়ে উলিয়াই দিলে আৰু সেই ঘৰত যোৱা জানো ভাল ?"

"কিয় হ'ব আই ? এনে লক্ষ্মী তিৰোতাক যেয়ে ঘৰৰ পৰা উলিয়াই দিয়ে সি লক্ষ্মী এৰা নহৈ নোৱাৰে।"

কঞ্চনীবাইৰ কথাত আঁজলী কাচনমতী সমুলি ভোল গ'ল। তাইৰ ভাব হ'ল যেন জগতত কঞ্চনীবাইৰ দৰে তাইৰ আন কোনো আপোন নাই। তাই ততালিকে থিৰ কৰিলে কঞ্চনীবাইৰ ঘৰতে থাকি যেনে তেনে প্ৰকাৰে দিন নিয়াব।

ঈশ্বৰৰ ইচ্ছা কোনে জানে, "তেওঁ ক'লৈকে কাক টানি নিছে তেওঁৰ বাহিৰে আন কোনে ক'ব ? ছয়ামায়া জগতত ছয়ামায়া দৃশ্যৰ বাহিৰে মানুহে কি চাব পাৰে ? যদি মানুহে মানুহৰ ভৱিষ্যত জানিলেহেঁতেন তেন্তে জগত বা কেনে হলহেঁতেন সিওতো কল্পনাৰ অতীত।

(১৮)

চিৰন্তদাবৰ মনত সুখ নাই। দুদিন উকলি গ'ল, তেও চিৰন্তদাবৰ মুখ নজ্বলে চিৰন্তদাবৰ মুখে মনৰ সহস্ৰ ভাবৰ উখল-মাখল, হেন্দোলদোপ বুজাইছে। চিৰন্তদাবে সমাজত থাকি সমাজৰ লগে লগে মাজে সময়ে দুই এটা অতি সাধাৰণ সঁচা মিছা ক'লেও কাহানিও, বৰ ভয়ঙ্কৰ মিছা, জুৱাচুৰি বা প্ৰবঞ্চনা কাকো কৰা নাই, বৰং চিৰন্তদাবেই বৰ্তমান সমাজৰ আগত ক'ব লাগিলে ধৰ্মভীৰু, পাপত ভৰি নিদিয়া মানুহ। সেই বুলি বৰ্তমান কালত অৰ্থাৎ যাক কলিকাল বুলি আনকি বিধি দিওঁতা সকলেও কয়, "কলৌ নাস্তি-ধৰ্ম" সেই কালত ষোলঅনা নিভাঁজ মানুহ বা ধৰ্ম যুধিষ্ঠিৰ পাবলৈ আশা কৰা দুৰূহ। তথাপি চিৰন্তদাৰ ঈশ্বৰ বিশ্বাসী, ধৰ্মপৰায়ণ বুলি ক'লে, বঢ়াই কোৱা নহয়। সেই কাৰণে তেওঁ ইমান চিন্তিত। নব্য সভ্যতাৰ শিক্ষা পোৱা মানুহে তেওঁ যি কথাত চিন্তিব সেই কথা মুহূৰ্তলৈ উৰুৱাই দিলেও চিৰন্তদাবে সেই চেষ্টা কৰিও মনৰ পৰা গুচাবলৈ পৰা নাই। লনীৰ অচকিততে এই দশা হ'ল। এনে গুৰুতৰ কথা কেনেকৈ লুকাই ৰাখে, ইপিনে নাৰাখিলেও সৰ্বনাশ। প্ৰকৃতিৰ নিয়ম অনুসৰি সৰু কালৰ পৰা যুৱতী হয়, যৌৱন পাৰ হ'লে বুঢ়ী হয়। ই প্ৰকৃতিৰ নিয়ম কেৱে এৰাব নোৱাৰে। সেই প্ৰকৃতিৰ নিয়ম অনুসৰি লনী আজি যুৱতী কিন্তু বিধি দুৰ্বিপাক। লনিৰ বিয়া এতিয়াও হোৱা নাই। দেউতাকে শত চেষ্টা কৰিও লনীৰ দৰা ঠিৰ কৰিব নোৱাৰিলে। সেই কাৰণে তেওঁ বামুণ সমাজৰ নিয়ম মতে আজি পতিত। কিন্তু তেওঁ এই কথা প্ৰকাশ কৰিব নোৱাৰিলে সমাজৰ ভয়ত। কিয়নো এই কথা প্ৰকাশ হ'লে লনীৰ বিয়া হোৱা অসম্ভৱ। কোনো বামুনৰ ল'ৰাই বিয়া নকৰাব। তেওঁ ভাবিলে বামুনৰ নিয়ম কি কঠোৰ যে ইমান সামান্য দোষত এই অসহায়া ছোৱালীজনীৰ গোটেই জীৱন কষ্টত কটাব লাগিব। তেওঁ ভাবিছে কত ধূৰ্ত বামুণে কত ৰকম বিভৎস কাম কৰিও সমাজৰ চকুত ধূলা মাৰি সজ্জ লোকৰ দৰে দিন কটাব পাৰে কিন্তু এই সামান্য চেলুতে আঁজলী ছোৱালীক সমাজে চেপি ধৰি খলক লগায়। মনত এইবিলাক ভাব হ'লেও চিৰন্তদাবৰ সাহস হোৱা নাই যে তেওঁ সমাজৰ ৰীতিৰ দুৱাৰ-দলি পাৰ হৈ এনে আঁজলী ছোৱালীবিলাকৰ দুখ মোচন কৰে। চিৰন্তদাৰ কিয়, আজি বামুণ সমাজৰ আটাইৰে তেনে অৱস্থা বুলি কলেও মিছা কোৱা নহয়। সিইতে ছোৱালী আচল

সময়ত বিয়া দিয়াটো, কেনে কঠিন তাক ভালকৈ বুজিও সমাজৰ নিয়ম লঙ্ঘন কৰিবলৈ সাহ কৰা নাই। মূঠৰ ওপৰত যিবিলাকৰ বুধি আছে তেওঁলোকে কৰিছে মাথোঁ তেনে অৱস্থা হ'লে 'লুকাই ৰখা'। কিন্তু অজলাৰ মৰণ। যি নহওক চিৰন্তাদাৰেও লুকাই ৰাখিবলৈ ওলাল। লনীৰ দশা হোৱা কোনোৱে সুংসুত্ৰকে নাপালে। মাথোঁ কেইদিনমান লনী নৰিয়া হোৱা বুলি ভিতৰ ঘৰত পৰি থাকিল। লনিৰ দশা হুৱৰ দহ দিন পাৰ হৈছে। চিৰন্তাদাৰে বাট ঘৰত বহি আছে হঠাৎ নিধিৰামে ধোঁৱা-খোৱাটো লৈ ওচৰ চাপিল। চিৰন্তাদাৰে ধোঁৱা-খোৱাটো লৈয়ে নিধিৰামৰ পিনে চাই কৈ উঠিল, "নিধিৰাম তই ইয়াৰ পৰা এতিয়াই ওলাই যা।" নিধিৰামে চিৰন্তাদাৰৰ কথা শুনি স্তম্ভিত হৈ চাই ৰ'ল। চিৰন্তাদাৰে আকৌ ক'লে, "চালে নহয়, তই এতিয়াই যা কাপোৰ-কানি লৈ আহ, মই তোৰ দৰমহা-পাতি দিওঁ।" নিধিৰামে চিৰন্তাদাৰৰ কথা শুনি লাহে লাহে গৈ ভিতৰ সোমাল। গৈয়ে কাপোৰ কানি কেইখন গোটালে। থুলুকে নিধিক দেখি কলে, নিধিকাই মোক আজি এটা পেঁপা কিনি দিব লাগিব। এতিয়াই যাবা জানো।" নিধিয়ে একো নামাতি নিজৰ কানি-কাপোৰ গোটাই লৈ চিৰন্তাদাৰৰ কাষ পালেগৈ। চিৰন্তাদাৰে ক'লে, "আহিলি, তোৰ আচলতে তিনিমাহ পূৰ হোৱা নাই। কিন্তু মই তিনি মাহৰে দৰমহা তোক দিলো।" নিধিয়ে কথমপি সুধিলে, "মইনো কি দোষ কৰিলো দেউতা ?" চিৰন্তাদাৰে নামাতি থাকি টকা লৈ হাত দুখন নিধিৰ পিনে আগবঢ়ালে। নিধিয়ে ভাবিলে চিৰন্তাদাৰৰ তাক ৰাখিবলৈ ইচ্ছা নাই। সি যি নহওক টকা ললে আৰু চিৰন্তাদাৰক এটা সেৱা কৰি আহিলো দেউতা বুলি লাহেকৈ ঘৰৰ পৰা বাহিৰ হ'ল। নিধিয়ে ওৰে বাটে ভাবিছে সি কি দোষ কৰিলে যে তাক এনেভাৱে এৰি দিলে। সি একো বুজিব নোৱাৰিলে। ভাবি গৈ আছে এনেতে তাৰ মনত হ'ল যি হ'বৰ হ'ল কিন্তু এতিয়া সি কি কৰিব? নে ঘৰলৈকে যাব? কিন্তু ঘৰলৈ উভতিবলৈ ইচ্ছা নকৰিলে। সি মনে মনে ভাবিলে যেনে-তেনে এবছৰ-দুবছৰ বিদেশত কটাব। চিৰন্তাদাৰৰ ঘৰৰ পৰা ওলাওঁতে তাৰ মন নিজৰ বাপেকী মাইকীৰ ঘৰৰ পৰা ওলোৱা যেন হ'ল। কিয়নো এই তিনি মাহত সি তাতে নিজৰ ঘৰৰ দৰে আছিল। লনী, পুনু, থুলুক আৰু গোলকক সি মৰম পুতৌ কৰিছিল, নিজৰ ভাই-ভনীৰ দৰে দেখিছিল, সিহঁতৰ লগত ৰং-ধেমালি কৰি দিন নিয়াইছিল। যিমানে আবেলি হৈ আহিল সিমানে তাৰ মনত পৰিল থুলুকৰ লগত সেই কলগুৰ পাৰলৈ যোৱা; মনত পৰিল খেলাৰ পথাৰত আটাইকেইটাক লৈ গৈ খেলা চোৱা। কিন্তু যেতিয়া যি হ'ব লাগে সি হ'বই। নিধি কথমপি সেইবিলাক সামৰি তাৰ ভৱিষ্যত কৰ্ত্তব্যলৈ ভাবিব ধৰিলে। সি ভাবিলে আৰু সি কোনো মানুহৰ তলত নেথাকে। যি মানুহে নোসোধা-নোপোছাকৈ ততালিকে মৰম চেনেহৰ জৰি ছিণ্ডি পেলাব পাৰে সেই মানুহৰ তলত কাম কৰি বিনন্দীয়া আনন্দ পাব নোৱাৰে। কিয়নো মানুহে এবাৰ অলপ প্ৰভুত্ব পালেই তেওঁলোক হিতাহিত জ্ঞান শূন্য হৈ, মৰম চেনেহ পাহৰি যি পাই তাকে কৰে। এই কথাতে তাৰ মনত পৰিল তাৰ ঘৰখনৰ কথা। সি ভাবিলে, "থিক এনে ভাৱেই তাৰ মাকে কাচনমতীক উলিয়াবলৈ উপায় পাণ্ডিছিল।" কিন্তু নিধিয়ে নাজানে, উলিয়াবলৈ পাণ্ডিছিল নে যথাৰ্থতে উলিয়াই কাচনমতীক দুৰৱস্থা নোহোৱা কৰিছিল। সি সকলো ভাবি চিণ্ডি গোটেই নগৰখন ফুৰি আছে। কি কৰিব কি নকৰিব একো থিৰ কৰা নাই। চিনা কোনা মানুহে তাক তেনেভাৱে যোৱা দেখি সুধিছে, "নিধি ঘৰলৈ যাবনেকি ? নিধিয়ে নাযাওঁ ৰবা বুলি লাহেকৈ আঁতৰ হৈছে। ফুৰি থাকোঁতে থাকোঁতে নিশা হ'ল। সি সেই নিশা লাহেকৈ এঘৰ কেঞ্জৰ দোকানৰ দুৱাৰমুখতে পৰি কটালে। ৰাতিপুৱা কেঞ্জাই দেখি তাক কিবাকিবি বহুত কথা সুধিলে। অৱশেষত কেঞ্জাই কলে, একথু কম কৰিয়ে। তোমৰা যো কশীয়া হেই এই কশীয়াসে কোমৰা লাউ কিনিয়া আন। ঐ বজাৰকা কিনাৰমে একথু কৰা খালি হায়। ইধাৰ দোকান দেও। ইধাৰ সে বহুত মুনাফা হোৱেগা। নিধিয়ে কেঞ্জাৰ কথা শুনি ভাবিলে কথাটো সঁচাকৈ ভাল। কিয়নো সি কোনো পৰৰ তলত থাকিব নালাগে। নিজে পাৰিলে দুপইছা আৰ্জিব। নোৱাৰিলে

কোনোমতে পেটে-ভাতে খাই যিমান দিন পাৰে কটাব।

কিন্তু তাৰ মনটোত প্ৰত্যেক মুহূৰ্ততে খুদুৱাব ধৰিলে চিৰন্তদাৰে তাক কিয় এৰি দিলে ? তাৰ দোষ কি ? সি নাজানিলে কেতিয়াবা কেতিয়াবা সংসাৰৰ চাকনৈয়াত দোষ নকৰিলেও গুৰুতৰ দোষৰ ভাগী হব লাগে। আজি তাৰো তেনে অৱস্থা। এই কথা নিধিৰামে নিশ্চয় কৈছে। নহ'লে এই কথা কেনেকৈ সদৰী হ'ব? সেই দোষতেই নিধিৰামৰ ওপৰত ৰাম টাঙোন পৰিল। কিন্তু তেওঁলোকে নাজানে গুপুত কথা লুকাই ৰখা কিমান কঠিন। মানুহৰ গাৰ নোমেই শত্ৰু। কোন সুৰুঙাৰে কেনেকৈ আওকথা ওলাই জনজনাই যায় এইটো ভাবি পোৱা টান। কঞ্চনীবাইৰ তাত আজলী কাচনমতী ৰ'লগৈ। ই কেনে মিলন তাক কঞ্চনীবাইৰ বাহিৰে কেও নাজানে। কঞ্চনীবাই কি ভাবিছে, হঠাৎ তাই এনে আতৌ-পুতৌ কিয় কৰিলে তাই হে জানে। কিন্তু গোপনে নাহৰে শুনিলে যে কাচনমতী শহুৰ শাহুৰ ঘৰ এৰি কঞ্চনীবাইৰ ঘৰত। নাহৰৰ প্ৰাণত যে কি আঘাত লাগিল তাক নক'লেও সহজে বুজিব। নাহৰে ধোহৰ মোহৰ মুখেৰে ভাবি আছে। আয়েকে কলে, "এবাৰ তালৈকে গৈয়ে কাচনমতীৰ বাতৰি লৈ আহা। নাহৰে নামাতি ৰ'ল। পিছৰবাৰ কোৱাত নাহৰে ক'লে নোৱাৰোঁ আইতা যেয়ে যি কৰে তাকে কৰক। মই হ'লো পৰ, কঞ্চনী হ'ল তেওঁৰ আপোন। আপোনাৰ তালৈকে গৈছে, এনেস্থলত আৰু আমি কি কৰিম। অইনৰ তালৈ গ'লেও যেনে-তেনে এবাৰ গৈ টানি ধুহি আনিব ক'লোহেঁতেন; কিন্তু গ'ল একেবাৰে সাইলাখ শূৰ্পনখাৰ ওচৰলৈ। তাইৰ হাতত মাছ পৰিলে আৰু সকলোৱাই অনা কেনে টান তাকতো জনা আইতা!

"তথাপি এবাৰ গৈ আহা।" "মই গ'লে একো নহ'ব আইতা। যদি পাৰা আজি গধূলি তুমি নিজে গৈ কৈ মেলি চোৱাগৈ। আয়েকে ক'লে, "বাৰু ময়ে যাম। কি আজলী ছোৱালী। বোধ কৰোঁ কঞ্চনীয়ে দুবাৰ মৰমৰ মাত দিলে তাতে ভোল গ'ল।

গধূলি সময়ত কাচনমতীৰ মাকে কঞ্চনীৰ ঘৰ পালেগৈ। কঞ্চনী নাই। কাচনমতী ঘৰত বহি যঁতৰত সূতা কাটিব ধৰিছে। এনেতে মাকক দেখি কাচনমতী তভালিকে এখন পীৰা আনিলে। আজি বহুদিনৰ মূৰত মাকক কাচনমতীয়ে দেখিলে। মাকে কলে, "আই এইয়া কি কৰিলি ? কিয় ইয়ালৈ আহিলি ? কাচনমতীয়ে ক'লে, "কি কম আইতা বেয়া হলে যে ভালত ঠাই নাই।"

"সেই বুলি শাহু-শহুৰৰ ঘৰ এৰি আহেনে ?"

"মইতো নিজে অহা নাই। তেওঁলোকে উলিয়াই দিছে যে।"

"হয়তো খঙতে এবাৰ তেনেকৈ উলিয়াই দিব পাৰে, কিন্তু তাতে বৈ থাকিলেতো সিহঁতে আকৌ কোঁচাই ল'বলৈ বাধ্য হ'লহেঁতেন।"

"আইতা! দুদিন তাতে পৰি ৰলোঁ, কিন্তু ক'তা ? যাওক যি হ'বৰ হ'ল। যেতিয়ালৈকে সিহঁতে নামাতে মই আৰু তালৈকে নাযাওঁ; ইয়াতে কটনা কাটিয়ে ভাত খাম।"

"তেন্তে ভায়েৰাৰ ঘৰলৈকে ব'ল।"

"মোৰ ভাই আছে আইতা ? ভাই থকা হ'লে মই এইখিনি পাওঁনে ? মই নাযাওঁ আইতা।" কথা কৈ থাকোতে থাকোতে কঞ্চনী আহি সেই ঠাই পালেহি। কঞ্চনীয়ে কাচনমতীৰ মাকক দেখি মাক যে কিয় আহিছে বুজিবলৈ তাইৰ বাকী নৰ'ল। তাই ততাতৈয়াকৈ কৈ উঠিল, "আজি নহা ঘৰলৈ দেখো ? কাচনমতীক নিবলৈনেকি ? কাচনমতী আই। মাৰে মৰমতে নিবলৈ আহিছে ওলা আই, ভায়েৰাৰ ঘৰলৈ ওলা। পিছে মৰমতে এইকেইদিন খবৰ-বাতৰিয়ে নাই দেখোঁ। ঐ আই। এই অকণমানি ছোৱালী, তাইনো দুদিন একোকে নোখোৱাকৈ থাকিব পাৰেনে ? সিহঁতো নিধক। এনে হেন ছোৱালীক দুখ দিব পায়নে? ইয়াকে কয় হ'ব পায় বোলো সৰলতাত বিষ ঢালে। মই মাকক যদি খবৰটি নিদিওহে তেন্তে তাই তাতে শুকায়ে মৰে। আই বুঢ়া হলোঁহি তেও কাহানিও এনে শাহু দেখা নাই। কথা নাই, বতৰা নাই, সোধ-পোছ নাই ওলাই যা। পিছে আই যাবি হ'বলা ?"

কাচনমতীয়ে ক'লে, মই নাযাও বাই। আহোঁতেই কৈছো নহয়; মোৰ এক আষাৰ কথাই। যদি কেতিয়াবা শহুৰ ঘৰলৈ মাতে তেনেহ'লে যাম নহ'লে

আৰু আন কাৰো তালৈকে নাযাওঁ।"

আয়েকে খং কৰি, "কি আৰু কাৰো ঘৰলৈ নাযাব?"

"নাযাওঁ আইতা।"

"নিজৰ ভাই-মাইৰ ঘৰলৈকো ?"

"নিজৰ ভাই থাকিলে এনে অৱস্থাত দেখি মোক ননাকৈ নাহে। আৰু নিজৰ আইতা। আইতা তুমিয়ে পৰৰ তল হাত খোৱা। তাত তোমাৰ খোৱা-লোৱাই টান। আৰু মোক গলগ্ৰহ কৰি কেনেকৈ নিবা ?"

কঞ্চনীয়ে মাত দিলে, "হয়তো আই। নিজৰ কিবা তোৰ স্বামীয়ে আছেনে যে যি কবা তাকে শুনিব। যাৰ পো নাই পৰ-পোৱে কি মোল বুজে ?"

কাচনমতীৰ মাকে আৰু খং সামৰিব নোৱাৰিলে। কৈ উঠিল, কাচনমতী, তই আজি কাৰ আগত এনে কথা কৈছ ? তই ডাঙৰ হৈ এনেহে মায়া ধৰিলি ? নাহৰ তোৰ নিজা ভাই নহয়, নাহৰ মোৰ নিজা পো নহয় ? তেন্তে মোৰ আৰু নিজা কোন আছে ?"

কঞ্চনীয়ে হাঁহি, "বুজিবি আই, সকলো বুজিবি; দুদিন আগ-পিছ। তেতিয়া নিজা নে পৰ সকলো ওলাই পৰিব। বোলো ঠেকিলেহে শিকে।"

কাচনমতীৰ মাকে আৰু একো ক'ব নোৱাৰি পোনচাটে ওলাই আহিল। অলপ আহিয়ে আকৌ কলে, "কাচনমতী আহ যদি আহ মোৰ লগত।"

কিন্তু তাৰ একো উত্তৰ নাপালে। উত্তৰ পাবই বা কি? যাক যলৈকে টানে তাৰ বাহিৰ হ'ব কেনেকৈ? অৱশ্যে এইটো অদৃষ্টবাদী কথা হ'লেও এই ক্ষেত্ৰতো আমি তাকে নকৈ নোৱাৰো।

তাৰ পিছত কঞ্চনীবাই কাচনমতীক নানা কথা কৈ নাহৰ যে তাইৰ পৰ, নাহৰৰ তাত গ'লে যে তাইৰ মান-মৰ্যাদা, আনকি তাইৰ মান সম্মানৰ লগে লগে মাকৰো লাজ-হুকুম নষ্ট হ'ব সকলো বুজালে। তাইৰ মাক কি আজলী; হ'ল বুলি পৰক কোনে আশা পালি থাকে ইত্যাদি। কাচনমতী আভোলভোল ছোৱালী। কঞ্চনীৰ কথাই সকলো ঠিক বুলি ভাবি ৰ'ল; কাচনমতীৰ মনত কঞ্চনীৰ দৰে আপোন আৰু কাকো বিচাৰি নাপালে। তেনে ভাব নহৈ নোৱাৰে সেই কেইদিন কঞ্চনীবাইৰ আতো পুতোৰ নিচিনা কাচনমতীয়ে আৰেকৰ ঘৰতো, পিচত শাহুৰেকৰ ঘৰতো কোনো দিন পোৱা নাছিল।

(১৯)

ললিৰ দশ হোৱাৰ পিছত চিৰন্তাদাৰে অতি গোপনকৈ এজন বামুণৰ ল'ৰা ঠিক কৰিছে। বামুণৰ ল'ৰাজন শিক্ষিত নহয়, কিন্তু কি কৰিব সেইয়া ভাবিবলৈ আৰু সময় নাই। কোনোমতে সমাজে নজনাকৈ নিজৰ লাজ-হুকম ৰাখিব পাৰিলেই ৰক্ষা। বিয়া হৈ গ'ল। বিয়াৰ দুদিন পিছতে ললি দশ হোৱা বুলি ঘোষণা কৰিলে। চিৰন্তাদাৰ ৰক্ষা পৰিল। কিন্তু, নিজৰ সম্ভ্ৰম ৰাখিবলৈ তভাতৈয়াকৈ যি কাম কৰিলে, যি ভুচুং পহুক ললিক গঁটালে তাক চিৰন্তাদাৰে বুজিব নোৱাৰিলে। মূঠৰ ওপৰত বৰ্তমান ক্ষেত্ৰত চিৰন্তাদাৰ ৰক্ষা পৰি ঈশ্বৰক শত ধন্যবাদ দিলে। ললি শিক্ষিতা ছোৱালী। ঘৰতে পঢ়িলেও ললিয়ে ভাল অসমীয়া যে জানে কেৱে নুই কৰিব নোৱাৰে। আনকি মাজে সময়ে ললিয়ে লিখা গল্প, ৰচনা চাই দেউতাকৰ লগৰীয়া দুই-এজনে ললিক প্ৰশংসা কৰা মনত আছে। কিন্তু বেগৱতী শ্ৰোতস্বিনী চৰকবীয়া বালিত পৰি বাট-পথ হেৰুৱাৰ দৰে ললিৰো লিখা-পঢ়া উদ্যম এই অভাজনৰ লগত পৰি তাতেই শেষ বুলিলেই হ'ল। ললিৰ পাঁচবিয়াৰ কেইদিনমানৰ পিছতে সেই গাঁৱৰ নিনাও শৰ্মাৰ ঘৰ পালে। ললিয়ে গাঁৱৰ বোকাৰে ভৰা বাট ঘাট, আচহুৱা তিৰোতাৰ মাত, নাদৰ পানী, হাবি বননিৰে ভৰা বাৰী, বাৰীৰ ভিতৰত সাপ-বেঙ দেখি কেনেকৈ তাৰপৰা আঁতৰ হ'ব পাৰে তালৈ ভাবিবলৈ ধৰিলে। এমাহৰ পিছতে আকৌ নগাঁৱৰ ঘৰ পালেহি। এইবাৰ দেউতাকৰ আগত স্পষ্ট উত্তৰ কৰিলে আৰু কাহানিও গাঁৱলৈ নাযায়। নিনাও শৰ্মাৰ এজনী বুঢ়ী মাকৰ বাহিৰে আন কোনো নাই। এইবাৰ নিনাও শৰ্মা নগাঁৱলৈ অহাত চিৰন্তাদাৰে সুধিলে, "তুমি এটা কাম নকৰা কিয় ? তোমাৰ কোনো লগ ভাগ নাই মই ইয়াতে এডোখৰ মাটি দিওঁ, এটা ঘৰো কৰি দিওঁ,

তাতে নাথাকা কিয় ?" নিনাওৱে ক'লে, "মই আহিলেও মাই কিয় আহিব ? তেওঁ মৰিলেও নাহে।"

"যদি মাৰ নাহে তেন্তে তোমালোকেই ইয়াত থাকা। মাজে সময়ে মাৰৰ ঘৰলৈ যাবা আৰু তেওঁৰ নামে মাহে মাহে টকা পঠিয়াবা। নিনাওৱে ক'লে, "বাৰু দেউতা কিছু দিনৰ পিছত চিৰস্তাদাৰৰ ঘৰৰ ওচৰৰ মাটি এডোখৰত এটা ঘৰ বান্ধি দিয়াত দৈণীয়েক আৰু নিনাও আতে বসতি কৰিলে। নিনাও গাঁৱৰ চহা মানুহৰ ল'ৰা। মোকৰ্দমাৰ কাৰণে নগৰলৈ কেতিয়াবা কেতিয়াবা আহিলেও ভালকৈ নগৰৰ আওভাও বুজা নাই। সি নগাঁৱত এমাহমান থাকিয়েই নগৰৰ কিছুমান বজৰুৱা ল'ৰা লগ পালে। নিনাওৰ আন একো কথা নাই। চিৰস্তাদাৰে মাহে ডেৰকুৰি টকা দিয়ে তাৰে সি চলিব ধৰিলে। কিন্তু কি হ'ব ? যেতিয়া সেই ল'ৰাবিলাকৰ লগত মিলিল নিনাওৰ অভাৱ বাঢ়িবলৈ ধৰিলে। হাজাৰ হ'লেও এতিয়াও ভোদা। তাক সহজতে ভুৰুকাই সেই ল'ৰাবিলাকে টকা-পইছা আদায় কৰে। লাহে লাহে নিনাওক বেছিভাগ মদৰ দোকানত দেখা পায়। পুৱা-গধূলি তাৰ সঙ্গীসকলৰ সৈতে দোকানৰ ওচৰত বহি কোঢ়াল কৰা, কেতিয়াবা হুতা-হুতি চুলিয়া-চুলি কৰা দেখা যায়।

(১)

জাতীয় যুঁজত জীৱন পণ কৰি অসম আইৰ মুখ উজ্জ্বল কৰিবলৈ কায়-মনো-বাক্যে চেষ্টা কৰা অসমীয়া যুৱক কন্দৰ্প অসমৰ নেতা দেশভক্ত শ্ৰীযুত গোবৰ্দ্ধন বৰুৱাৰ লগত কথা পাতি আছে। দেশভক্তই কয়, "হে তৰুণ যুৱকসকল, তোমালোক জাগি নুঠিলে অসমৰ পতন অনিবাৰ্য। জাগি উঠা, অসমৰ আঁউসী আঁতৰ হওক, অসমত সূৰুযৰ কিৰণে জিলমিলাই উঠক। অসম আইৰ মুখ উজ্জ্বল হওক।" কন্দৰ্পই ভাবিছে, "সকলোৱে সেইটো বুজিছে। জাতীয় জাগৰণত জাতিৰ উন্নতি অৱশ্যম্ভাবী। কিন্তু কি ৰূপে এনে জাগৰণ আনিব পাৰি। কি শক্তিৰে বিজুলীৰ দৰে গোটেই অসমীয়া জাতিৰ প্ৰাণত তেজ বোৱাব পাৰি। অসমক মৰা জাতি বুলি পৃথিৱীৰ আন জাতিয়ে নেওচা-কেওচা নিদি অসমৰ প্ৰতিভা দেখি, এনে হাড়ে-ছালে লগা ইমান কম সংখ্যাৰে মানুহ কে'জনৰ অসীম শক্তি দেখি তবধ মানিব। কি শক্তিৰ প্ৰভাৱত অসম জুৰি এটা জীৱন সঞ্চাৰ হ'ব। পৃথিৱীত অসমীয়াৰ প্ৰাধান্য স্থাপন কৰিব।" দেশভক্তই ক'লে, "তোমাৰ উদ্দেশ্য দেখিছো অতি উচ্চ। কিন্তু মই বৰ্তমান সিমানলৈ নাভাবি ভাবিছো কেৱল কেনেকৈ অসমীয়া জাতিয়ে নিজৰ ভৰিত থিয় দি নিজৰ খোৱা-লোৱা গোটাই জীয়াই থাকিব পাৰে। কন্দৰ্প! অসমীয়াৰ যে আজি সৰ্বনাশ। নিজৰ খোৱা-লোৱাৰ কাৰণেও যে আৰু কিছুমান দিনৰ পিছত আনৰ আগত হাত পাতিব লাগিব।" অসমীয়াই যে খাব নাপাই মৰিব।" কন্দৰ্প— "মৰিব দিয়ক। প্ৰাণহীন অচেতন জড়-পদাৰ্থক ঘূণে খুলি খাব দিয়ক। অণু-পৰমাণু মাটিৰ লগত মিহলি কৰি অসমীয়াক পৃথিৱীৰ পৰা লোপ কৰি দিয়ক। সিওতো শুভ। হে দেশভক্ত! যদি বীণত শক্তি আছে তেন্তে বাজি উঠক, দৰ্শকৰ মন মুগ্ধ কৰক, যদি তেনে একো নাই, ঝঙ্কাৰ দিবলৈ তাঁৰ নাই তেন্তে বীণক চুৰা-পাতনিত পেলাই দিয়ক। ঘৰত ৰাখি সুমধুৰ মধুৰ বীণৰ নামত অপযশ নানিব।"

দেশভক্তই গহীনাই ক'লে, "সৃষ্টি আৰু ধ্বংস মানুহৰ হাতত নহয়। এইটো যে পৰমেশ্বৰ পৰম পিতাৰ হাতত। গতিকে যিমান দিন বিশ্বাস আছে সিমান দিনেই আশা ৰাখি আকৌ নতুন তাঁৰ জোৰা দিবলৈ চেষ্টা কৰা। চেষ্টা কৰি চোৱা আকৌ ভগা বীণ বাজি উঠে নে নুঠে।"

কন্দৰ্প মমো তাকেই কৈছো— "যদি এখনিচামানো প্ৰাণত চেতনা আছে, তেন্তে জাগি উঠিব, আকৌ নতুন তাঁৰ জোৰা দিয়াৰ লগে লগে বীণে মধুৰ সঙ্গীত বৰ্ষিব, নহ'লে চিৰকাল অচেতন হৈ থাকিব, পৃথিৱীৰ পৰা অসমীয়া নাম লোপ পাব। হে দেশভক্ত, মোৰ ইচ্ছা অসমীয়া জাতি পৃথিৱীৰ এটা আদৰ্শ জাতি হৈ উঠক। নহ'লে অসমীয়াৰ সমূলি অন্ত হওক। আধামৰা আধাজীয়া হৈ জাতি থকাতকৈ নথকা সুমঙ্গল।"

দেশভক্ত— "তোমাৰ কল্পনা সুন্দৰ সঁচা, কিন্তু আদৰ্শ জাতি কৰি গঢ়াটোহে টান।"

কন্দৰ্প— "টান একো নহয়, কেৱল মন আৰু শক্তিৰহে অনাটন।"

ঠিক এনে সময়তে দেশভক্তৰ জীয়েক কমলা দেৱী ভিতৰলৈ সোমাই ক'লে, "দেউতা 'অসমা নিৰুপমা জননী' গীতটো গ্ৰামোফনত বজাব ধৰিছোঁ, আপোনাৰ কেনে লাগে।" দেশভক্ত আৰু কন্দৰ্পৰ মন সেই গ্ৰামোফনৰ সুৰে আকৰ্ষণ কৰিলে। অলপ পিছতেই দেশভক্তই ক'লে, "কেনে লাগিব, ভাষাৰ লালিত্য নহ'লেও, শব্দৰ ভুল ঝঙ্কাৰ থাকিলেও সেই গীতটো শুনি মনত জ্বলি উঠে এখনি নিৰুপমা ছবি, খন্তেক ভাবি ৰওঁ মধুৰ কল্পনাত। কমলা, সঁচাকৈ ভাব হয় কাহানি চেনেহী অসমক নিৰুপমা কৰি তুলিব পাৰিম, কেনেকৈ অসমৰ যুৱকবৃন্দক এটা কৰ্মী জাতি কৰি অসম জয় জয়-ময় ময় কৰিব পাৰিম?"

কমলাই হাঁহি মাৰি ক'লে, "সৌৱা শুনক নৈৰ কাষত বহি কোনোবাই গীত ধৰিছে।" সকলোৱে সেই পিনে মন কৰিলে। গীত ঝঙ্কাৰি উঠিল।

সুন্দৰ শান্ত উজ্জ্বল প্ৰান্তৰ নিৰ্জন বননি জুৰি।
অতীত যশান্বিত কাম্য কামৰূপ পবিত্ৰ ৰম্যপুৰী।।

কন্দৰ্পই ক'লে, "অতীত উজ্জ্বল, হে দেশভক্ত। ভৱিষ্যত আৰু উজ্জ্বল কৰি গঢ়ি তোলক। এনে সুন্দৰ

উপায় ভাবি ভাবি উলিয়াওক যেন অসমৰ অতীত আৰু ভৱিষ্যত একে সাঁচতে গঢ়া হয়। আজি এতিয়া যাওঁ সময়ত লগা ধৰিমহি। অলপ কাম" এই বুলি কৈয়ে কন্দৰ্প বাহিৰলৈ ওলাল।

কমলাই সুধিলে, এওঁ কোন?

দেশভক্তই ক'লে, "কমলা, এওঁ এটা চাবলগীয়া জীৱ পদাৰ্থ।"

কমলাই একো নুবুজি চাইয়ে ৰ'ল।

দেশভক্তই হাঁহি মাৰি ক'লে, "সঁচা কমলা, দেশক ভাল পোৱা সচেতন জীৱ, মুহূৰ্তলৈ দেখিলেও আনন্দৰ ভাব ওপজে। এওঁ দেশৰ কিবা উপকাৰ কৰিব পাৰে নে নোৱাৰে ক'ব নোৱাৰো, কিন্তু দেশক সঁচাকৈয়ে ভাল পায়। কেনেকৈ দেশৰ মঙ্গল কৰিব, শয়নে-সপোনে সেই কল্পনাত সাঁতুৰি ফুৰে। কিন্তু পদাৰ্থ বুলিছোঁ কিয়। কল্পনা কৰিলেই কাম নহয়। কমলা, চেঁচুকত গছ পুলি ৰুলে কি হ'ব। সেই কাৰণে জীৱন-শক্তি এওঁৰ শৰীৰত ব'লেও সময়ত অসম চেঁচুকণিত ভেঁকুৰিব।"

কমলাই কিন্তু আৰু একো নামাতি কিবা ভাবিয়ে ৰ'ল। অলপ পিছতে দেশভক্তই ক'লে, "ক'ব নোৱাৰোঁ ঈশ্বৰৰ ইচ্ছা কি। অসমৰ ভৱিষ্যত উজ্জ্বল নে অন্ধকাৰ?"

কমলাই ততালিকে ক'লে, "কিন্তু আপুনিতো কৈছিল সুন্দৰ কল্পনা এনেয়ে মাৰ নাযায়। সময়ত সেই কল্পনা কামত পৰিণত হ'ব।"

দেশভক্তই ক'লে, "সিওটো সঁচা।"

কমলাই ক'লে, "তেন্তে তেওঁৰ সুন্দৰ কল্পনা অথলে যাব কিয়?"

"তুমি তেওঁৰ কথাকে পাহৰিব পৰা নাই।"

"নহয় দেউতা, ভাবিছো সেই গম্ভীৰ উজ্জ্বল মুখখনিত কি অন্তৰৰ শক্তি বিকাশ হৈছে। দেউতা, সেই শক্তি অথলে যাবনে। অসম আইৰ কোনো কামত নালাগিব।"

"ক'ব নোৱাৰো। বাৰু যা কমলা তোৰ বীণখনি আনি এটি গীত ধৰ, মই অলপ পৰ শান্তিৰে শুনো।"

(২)

কমলাই বীণ আনি দেউতাকৰ কাষত বহি গাব ধৰিলে—

(গীত) - ৰাগ— নাট

কানু ৰায় নাচতু ৰঙ্গে, সঙ্গে ব্ৰজ ছুৱালৰে
গগনে গন্ধৰ্বগনে, গাবত বাবত তালৰে।
ঝনকে কিঙ্কিণী বাজে সাজে নট বিলাসৰে।
ঠনকে ঠনকে চলে অমিয়া মাধুৰী হাসেৰে
চৰণে মঞ্জীৰ ঝুৰে উৰে হাৰ ভুলনাৰে
চন্দনে লিপিত ভুজ দোলত ভ্ৰুব চালনাৰে।
ৰতন ভূষণ চাৰু শ্যামল অঙ্গ সুহাৱেৰে।
কহয় মাধব গতি নন্দ নন্দন পাবেৰে।

গীত শেষ হ'লত দেশভক্তই ক'লে, "চোৱা কমলা, কি সুন্দৰ গীত, কবিতাৰ সৃষ্টি কৰি গ'ল। কিন্তু আচৰিত কথা সেই সাহিত্যৰ সৌন্দৰ্য কেনেকৈ অসমীয়াৰ প্ৰাণৰ পৰা আঁতৰ হ'ল। কেনেকৈ ৰসময়ী আবেগ অসমীয়াৰ প্ৰাণৰ পৰা সমূলি আঁতৰি আজিৰ অসমীয়া এটা প্ৰাণহীন যন্ত্ৰ হৈ পৰি ৰ'ল। ইয়াৰ কাৰণ কি বুজিছা কমলা।"

"নাই বুজা দেউতা, বাস্তৱতে শঙ্কৰী যুগত সাহিত্যৰ সুৰ এনে মনোৰম হৈ উঠিছিল।"

"কেৱল সুৰ কিয় কমলা, তাৰ লগে লগে যন্ত্ৰৰ আহিলা, নাচোন-বাগোন মুঠতে ক'বলৈ গ'লে এটা জাতিক কিছুমান দিনলৈ নচুৱাই তুলিছিল, পূৰ্ণ চেতনা দি জীয়াই তুলিছিল। কিন্তু সেই চেতনা শক্তি সমূলি অসমীয়াৰ পৰা আঁতৰিল।"

"কেনেকৈ আঁতৰিল দেউতা"

"ধ্বংস হ'ব লাগিলে আপোনা-আপুনি হয় কমলা। সেই কাৰণে অসমীয়াৰ ওপৰত বিদেশীৰ কে'বাবাৰো আক্ৰমণ আৰু অত্যাচাৰ হ'ল। কমলা, মোৱামৰীয়া বিদ্ৰোহৰ পিছত মানৰ অত্যাচাৰে অসমীয়াক জুলুম কৰিলে। অসমীয়াৰ সকলো সুন্দৰ বস্তু নষ্ট হ'ল। দেশৰ সু-সন্তান সকলোৱে জাতিৰ মান, তিৰোতাৰ মান-সম্ভ্ৰম ৰাখিবলৈ যুঁজত জীৱন অৰ্পিলে। কাপুৰুষসকলে ভয়তে হাবিয়ে-বননিয়ে পলাই থাকি

জীৱন ৰাখিলে সঁচা, কিন্তু সিবিলাকৰো সকলো ভাল গুণ লোপ পালে। জীৱনলৈ সংশয় কৰি হাবি-বননিত সমূলি ৰাইজৰ নোহোৱাকৈ লুকাই থাকিল; গীত-বাদ্যৰ চৰ্চা সমূলি অন্ত হ'ল। কেনেকৈ জীৱন ৰক্ষা পৰে সেই চিন্তাতে ব্যাকুল হৈ ৰ'ল, লগে লগে অসমৰ পৰা সাহিত্য, কলা, বিদ্যা সমূলি লোপ পালে। কমলা, কি কু-ক্ষণত অসমৰ ওপৰত এনে অভিশাপ পৰিছিল।"

"দেউতা! অতীতত যিহকে নহওক এতিয়া আকৌ ভৱিষ্যত উজ্জ্বল কৰি তোলক। এতিয়াতো আৰু মানৰ অত্যাচাৰ নাই, অসমীয়াই সকলো প্ৰকাৰে কলাবিদ্যা চৰ্চা কৰিবলৈ সুবিধা পাইছে।"

"কমলা, তুমি বৰ্তমান অসমীয়াৰ সুবিধাৰ কথা কৈছা। অৱশ্যে বাহ্যিক দৃষ্টিত অসমীয়াৰ এতিয়া সুযোগ মিলিছে সঁচা। শান্তিত থাকি অসমীয়াই গা টঙাই উঠিবলৈ সুবিধা পাইছে সঁচা। কিন্তু সেইবিলাকৰ মাজতে আকৌ দুৰ্যোগ মিলিছে।"

কমলাই ক'লে, "চাওক দেউতা, অসমীয়াই এতিয়া ভাৰতৰ আন জাতিৰ লগত সমানে সমানে ভাৱৰ আদান-প্ৰদান কৰিবলৈ সুবিধা পাইছে, পৃথিৱীৰ লগত অসমীয়াই ঘৰতে বহি সম্বন্ধ ৰাখিবলৈ পৰা হৈছে, গতিকে অসমীয়াৰ বৰ্তমান অৱস্থাত চকু মুকলি হোৱা আৱশ্যক। অসম নদন-বদন কৰিবলৈ দেহে-কেহে লগা উচিত। কিন্তু এনেবোৰ শান্তিৰ সময়তো আকৌ আপুনি কি দুৰ্যোগ মিলিছে বুলি কৈছে?"

"কমলা! বেমাৰী মানুহে সন্নিপাত জ্বৰত আকুল হৈ অচেতন হৈ খন্তেক উস্-আস্ নকৰি পৰি থকাটো শুভ লক্ষণ নহয়। বৰং উস্-আস্ বেছি কৰিলেহে শুশ্ৰূষাকাৰীসকলে আৰু বেছি যতন ল'বলগীয়াত পৰে। কমলা, তুমি কৈছা অসমীয়াৰ আজি শান্তি। কিন্তু মই কওঁ ই শান্তি নহয়, মৃত্যুৰ পূৰ্ব লক্ষণহে। চোৱা কমলা, অসমীয়াৰ অৱস্থা, অসমীয়া আজি স্বাস্থ্যহীন, বলহীন, অসমীয়াৰ আজি বেহা-বেপাৰ সমূলি নাই! অসমীয়া খেতিয়কসকলৰো সংখ্যা কমি আহিব ধৰিছে। খেতিয়কৰ ল'ৰাই অলপ কাম শিকিলেই হাল-কোৰ এৰে। তদুপৰি অসমীয়া ল'ৰাসকলৰ শিক্ষাৰ কাৰণেই হওক বা আন কোনো কাৰণেই হওক যুৱ অৱস্থাতে তেওঁলোক বুঢ়া। অসমত আজি সাহিত্য-চৰ্চা হাঁহিয়াতৰ কথা। অসমীয়াৰ আজি একো ধৰ্ম নাই। বাৰু কোৱাচোন কমলা, এনে কোনোবা অসমীয়া আছেনে যিয়ে আজি থিয় হৈ ক'ব পাৰে মই অমুক ধৰ্মাৱলম্বী? সেই ধৰ্মৰ সকলো কঠোৰ নিয়মবোৰ সুন্দৰভাৱে পালন কৰোঁ। নাই নাই কমলা, তেনে মানুহ নাপাবা। এইবিলাক দুৰ্বলতাৰ চিনৰ বাহিৰে আন একো নহয়। মুঠৰ ওপৰত ক'বলৈ হ'লে অসমীয়াসকল আজি বিলাসী, কৰ্ম অসহিষ্ণু, ঘোৰ স্বাৰ্থপৰ, উদ্যমহীন আৰু পানীতো নানামিব, কিন্তু মাছো খাব এনে বিধ স্বভাৱৰ মানুহ।" ঠিক এনে সময়তে কেইজনমান কলেজৰ ছাত্ৰ দেশভক্তৰ ঘৰত সোমালহি। সকলোকেইজন বহিলত দেশভক্তই ক'লে, "তোমালোক এই দুপৰীয়া সময়ত কিয়?"

"আপোনাক এখন সভালৈ মাতিব আহিছো। আপুনি সেই সভাত সভাপতি হ'ব লাগিব।"

দেশভক্তই ক'লে, "সভা! সেইবিলাকলৈ আকৌ টনা-টনি কিয়? সভা-সমিতিতকৈ ঘৰতে বহি মনে মনে কাম কৰাটোহে শ্ৰেয়।"

ছাত্ৰসকলে ক'লে, "মনে মনে কাম কৰাটো সুন্দৰ। কিন্তু আন্দোলনৰো আৱশ্যক আছে।"

এনেতে আকৌ কন্দৰ্প ওলালহি, কন্দপই ক'লে, "দেশভক্ত, আপুনি এতিয়াই এঠাইলৈ যাব লাগে।"

"কিয়?"

"অতি অথন্তৰ! বলক। মাউৰ মৰকত গাঁও এখন উছন হ'ব ধৰিছে।" দেশভক্তই ছাত্ৰসকললৈ চাই ক'লে, "গাঁৱলৈ যাবা নে সভা কৰিবা?"

ছাত্ৰসকলে নামাতিলে। ছাত্ৰসকলে উত্তেজনাত উতলা হ'ব পাৰে সঁচা, কিন্তু মাউৰ-মৰকত জাপ মাৰি পৰিবলৈ দুই-এজনৰ বাহিৰে কমেই ওলাব। দেশভক্তই আৰু একো নক'লে। অলপ পিছতে হাঁহি মাৰি ক'লে, "বাবু সভা পাতিছা যেতিয়া উপস্থিত হ'ম। কন্দৰ্প, বলা ক'ত কি দেও-ভূত দেখিছা আগেয়ে চাই আহোঁ।" তত্তালিকে দেশভক্ত ওলাল, কন্দৰ্পয়ো খোজ ল'লে। ছাত্ৰসকলে ক'লে, "আপুনি কাইলৈ দুই বজাত যাব, আমি নিবলৈ আহিম।"

দেশভক্তই আকৌ হাঁহি ক'লে, "মোক নিবলৈ আহিব নালাগে। মই বাট চিনিম। বিষয় কি।"

এজন ছাত্ৰে মাত দিলে, "অসমীয়াৰ বৰ্তমান অৱস্থা।"

দেশভক্তই ক'লে, "অৰ্থাৎ যিহতে নাই মোৰ নিষ্ঠা আৰু তোমালোকৰ চেষ্টা।" এইবুলি কৈয়ে কন্দৰ্প আৰু দেশভক্তই খোজ ল'লে। ছাত্ৰসকলেও নানা তৰহৰ মেল পাতি কলেজ বোৰ্ডিঙলৈ আহিল। তেওঁলোকৰ এজনে কৈছিল, "কন্দৰ্প দেখিছো বৰ সমাজ সংস্কাৰক হ'ল।"

আন এজনে কৈছিল, "তাৰ মানে বুজা নাইনে? দেশভক্তক ভালৰি বোলাবলৈ লাগে নহয়।"

আৰু এজনে কৈছিল, "ময়োতো গাঁৱলৈ যাওঁ বুলিছিলোঁ। কিন্তু কন্দৰ্পৰ show টো দেখিহে মনে মনে ৰ'লো, আকৌ মই ওলালেও তোমালোকে ইতিকিংহে কৰিলাহেঁতেন।" কথা কৈ কৈ বোৰ্ডিং পাই নিজৰ কৰ্তব্যত লাগিছিল।

(৩)

গৰখীয়াই গছৰ ছাঁত বহি জুৰ লৈ গীত ধৰিছে—

"ৰ'দৰে কাঁচিয়লী জিলি মিলি
পাতৰ মাজেৰে আহে
নৈৰ বুকুতে নাও খেলি খেলি
চেনায়ে মিচিকাই হাঁহে।"

গীতৰ ধ্বনিত পথাৰ ঝঙ্কাৰি উঠিছে। বাঁহৰ টোকাৰি গীতৰ তালে তালে বাজিছে। সেই গীতলৈ কাণ দি দেশভক্ত আৰু কন্দৰ্পই দূৰণিৰ গাঁৱলৈ খোজ লৈছে। বাটৰ গৰখীয়া কে'জনমানে আগচি ধৰি "ভাল হওক, কুশল হওক, আমাক দিবলৈ শক্তি বাঢ়ক" বুলি কৈ কিবা দিয়ক বুলি কোৰাত কন্দৰ্পই ক'লে, "বাটে-পথে কিবা পায়নে?"

"তেন্তে এটা চেলেউকে দিয়ক।"

দেশভক্তই কন্দৰ্পলৈ চাই ক'লে, "চোৰা চেলেউৰ প্ৰভাৱ। মাকৰ পিয়াহ এৰিছে নে নাই, তাৰ ঠিক নাই, লাগে চেলেউ।"

কন্দৰ্পই ক'লে, "নহ'লেনো অসমত চেলেউৰ ইমান ডাঙৰ অফিচ বহেনে?" দেশভক্তই জেপৰ পৰা আদমহীয়া এটা উলিয়াই "হ' ধৰ, চেলেউ নাখাবি, কুঁহিয়াৰ, সোনতৰাকে কিনি খাবি।"

ল'ৰাকেউটাই আকৌ "ভাল হওক, কুশল হওক আমাক দিবলৈ শক্তি বাঢ়ক" বুলি আশীৰ্বাদ দি আঁতৰ হ'ল।

দেশভক্ত আৰু কন্দৰ্পই নানা তৰহৰ অসমৰ সমস্যা সম্বন্ধে কথা পাতি মাউৰ লগা গাঁৱৰ ওচৰ পালেগৈ। কন্দৰ্পই ক'লে, "শুনক, সকলো পিনে হাহাকাৰ, আৰ্তৰাৱ, কান্দোনৰ ধ্বনি। কেৰে পুতেকলৈ কান্দিছে, কেৰে ল'ৰা-ছোৱালীলৈ, কেৰে আইতা আইতা বুলি চিঞৰিছে। হাইজাই গাঁওখনি সমূলি উছন কৰিলে।" লাহে লাহে দুয়ো গাঁও সোমাল। বাস্তৱ জগতৰ বিভীষিকা দৃশ্য সমুখত পাই দুয়ো খন্তেক তবধ হ'ল। দুয়োৰো চকুত পৰিল এজনী ছোৱালী আৰু এটা ল'ৰাই আগত এজনী বুঢ়ী মাকৰ মৰাশ লৈ আই আইকৈ চিঞৰিব ধৰিছে। ওচৰৰ গঞা আৰু কেও অহা নাই। মাউৰৰ সময়ত হাজাৰ সজ গুণেৰে বিভূষিত চহা গঞায়ো ভয়তে বিহ্বল হৈ মনুষ্যৰ কৰ্তব্য পাহৰি বেমাৰীৰ ঘৰত সহায় কৰিবলৈ বা-বাতৰি ল'বলৈ সাহ নকৰে। কুসংস্কাৰৰ ভয়ত ঘৰৰ পৰা বাহিৰ নহয়। এই ল'ৰা-ছোৱালী হালৰ জগতত এই বুঢ়ীমাকৰ বাহিৰে আপোন বুলিবলৈ কেও নাছিল। আজি বুঢ়ীমাকে মাকে চকু মুদাৰ লগে লগে দুয়ো অনাথ আৰু আঁতুৰ অৱস্থাত। আন একো উপায় নাপাই কিংকৰ্তব্য বিমূঢ় হৈ দুয়ো কান্দোনত গগন ফটাইছে। কন্দৰ্প আৰু দেশভক্ত এই দৃশ্য দেখি দুইৰো চকুত পানী ওলাল। কন্দৰ্পই কথমপি মাত লগালে—"তোমালোকে নাকান্দিবা, আমি সকলো সহায় কৰিম।" এই কথা কন্দৰ্পৰ অত্যন্ত বেথা পোৱা অন্তৰৰ গভীৰ গুহাৰ পৰা ওলাল সঁচা, কিন্তু পিছমুহূৰ্ত্ততে কন্দৰ্পৰ মনত পৰিল তাৰ নিঃসহায় অৱস্থাৰ কথা। কন্দৰ্পই আনক সহায় কৰক ছাৰি নিজে যে কথমপি আনৰ সহায় পাই কলেজত পঢ়িছে। কন্দৰ্পৰ মন যিমানেই দৃঢ় নহওক সি যে অতি টোকোনা ঘৰৰ ল'ৰা, নিজৰ

নিছলা মাকৰ বাহিৰে সংসাৰত আৰু তাৰ কেও নাই। তথাপি দুখীয়াৰ দুখত পমি যোৱা কন্দৰ্পই সেই কান্দি কান্দি আতুৰ হোৱা ল'ৰা-ছোৱালী হালক বুকুত সাবটি ধৰি ক'লে, "নেকান্দিবা, নেকান্দিবা।" দেশভক্ত ইমান সময় অলৰ-অচৰ হৈ থিয় হৈ আছিল। অলপ পিছতে ক'লে, "কন্দৰ্প, বুঢ়ীৰ মৰা-শ ইয়াতে বেছিপৰ ৰখা ভাল হোৱা নাই। সংক্ৰামক বেমাৰে সুন্দৰ ল'ৰা-ছোৱালী হালকো অন্যায় কৰিব পাৰে। ব'লা পেলাই থৈ আহোঁ।" কন্দৰ্প ততালিকে উঠিল। বুঢ়ীৰ ওপৰত তাৰ নিজৰ গাৰ বগা চেলেংখনি পেলাই দি "ব'লক" বুলি দাঙিব ধৰিলে। দেশভক্তই আনপিনে ল'লে। ল'ৰা-ছোৱালী দুটাই আকৌ ৰবকৈ কান্দিব ধৰিলে। বুঢ়ীক লৈ চোতালৰ বাহিৰ ওলাওঁতে গাঁৱৰ মানুহে দেশভক্তক দেখি চিনি পাই লাজতে ততালিকে লৰি আহি ক'লে, "আপুনি কৰিছে কি দেউতা, এৰক আমি থাকোঁতে।"

দেশভক্তই ক'লে, "মৃত্যুৰ পিছত মান-অপমান কাৰো নাথাকে। মৃত্যুৰ আগতেহে কেৱল ডাঙৰ-সৰুৰ বিচাৰ, জাতিৰ বিচাৰ, বংশ গৌৰৱৰ বিচাৰ। এদিন আমিও এনেভাৱে চকু মুদি মান-অপমানৰ বাহিৰ হ'ব লাগিব।"

এইবুলি কওঁতে গাঁৱৰ প্ৰায় মানুহে ভৰি পৰিলহি। কে'বাজনেও তেওঁলোকৰ কান্ধৰ পৰা টানি নি বুঢ়ীক কান্ধত ল'লে, হৰি বোলা ধ্বনি উথলি উঠিল। মান-অপমান পাহৰি, ভয়-কুসংস্কাৰ পাহৰি খন্তেকতে গাঁৱলীয়া সমাজে বুকুত অসীম বল পাই বুঢ়ীৰ মহাপ্ৰয়াণৰ শেষ কাৰ্য সমাধা কৰিবলৈ ওলাল। কন্দৰ্পই দেশভক্তলৈ চাই ক'লে, "কি সুন্দৰ! হোজা অসমীয়াৰ মাজত কি মহান ভাব!"

দেশভক্তই ক'লে, "সকলো সুন্দৰ বস্তু চহা গাঁৱলীয়াৰ অন্তৰত আছে, কেৱল তাক জগাই তোলাহে আচল কথা। কন্দৰ্প, সুন্দৰ বীণ পৰি আছে, কেৱল তাত সুমধুৰ বজাৰ দি তাল মানেৰে ঠিক ৰাখি বজাব পাৰিলেই হ'ল।"

কে'জনমান বুঢ়া, গাঁৱৰ গাঁওবুঢ়া আৰু কে'টামান ল'ৰাৰে সৈতে লাহেকৈ দুয়ো আকৌ বুঢ়ীৰ ঘৰ সোমাই ল'ৰা-ছোৱালীহালৰ কি ব্যৱস্থা কৰিব ভাবিব ধৰিলে। শেষত দেশভক্তই ক'লে, "অন্য কি কৰিম, ইহঁতক গঞাসকলে আপডাল কৰক, ইহঁতৰ খোৱা-লোৱাৰ দিহা কৰক। আমি মাজে মাজে ইহঁতৰ খবৰ-বাতৰি ল'মহি, সুবিধা-অসুবিধা চামহি।"

কন্দৰ্পই মনত অনেক কথা ভাবিলেও নিজৰ অৱস্থা গুণি ইয়াতে হস্তক্ষেপ নিদিলে, কিন্তু তাৰ মনত যেন এটা অতৃপ্তিৰ ভাব ব'ল। সি যেন ভাবিলে, "এয়াতো যথাৰ্থ একো সহায় হোৱা নাই। আমি যে ইহঁতক নিজে প্ৰতিপাল কৰি, ইহঁতৰ সুন্দৰ শিক্ষাৰ উপায় কৰি ইহঁতক সুন্দৰকৈ তুলিব লাগিছিল।" কন্দৰ্পই আনকি দেশভক্তৰ তেনে উক্তিত তেওঁৰ প্ৰতিও মনে মনে অলপ বেয়া ভাব লৈছিল। কিয়নো অনাথক আশ্ৰয় দিব নোৱাৰিলে, অশিক্ষিতক শিক্ষিত কৰি তুলিব নোৱাৰিলে তেন্তে দেশত নেতাৰ কিয় আৱশ্যক? কন্দৰ্পই ভাবিছিল, "তাৰ অৱস্থা দেশভক্তৰ নিচিনা হ'লে এনে সময়ত সি কেৱল গাঁৱলীয়া সমাজৰ ওপৰতে কৰ্তব্য নেপেলাই নিজে এই গধুৰ কৰ্তব্য দাঙি ধৰিলেহেঁতেন। কিন্তু সেই মুহূৰ্ততে ভাবিব নোৱাৰিছিল যে সি এতিয়া কোমলমতি ছাত্ৰহে। তাৰ মাথোঁ লগৰীয়া সুন্দৰ লেখনিৰে আঁকা কিতাপৰ চিত্ৰবোৰ আৰু কোমলমতি ল'ৰাবোৰহে। কিন্তু সি বাস্তৱ জগতৰ বহুদূৰৈত। এনেভাৱে স্থিৰ পমি যোৱা অৱস্থা, আপোন-পাহৰা ভাব, যেতিয়ালৈকে বাস্তৱ জগতৰ কঠোৰতাৰ মাজেৰে দিন নিনিয়াই তেতিয়ালৈকে খেলিবই। কিন্তু দেশভক্তই যে বাস্তৱ জগতৰ লগত যুঁজ কৰি বাস্তৱতা আৰু কল্পনাৰ সুখ-দুখৰ মোল পাইছে।

তথাপি কন্দৰ্পই এবাৰ ক'লে "ল'ৰা-ছোৱালীহালক আপোনাৰ ঘৰলৈ নিনিয়ে কিয়?"

দেশভক্তই কন্দৰ্পৰ পিনে চাই হাঁহি মাৰি ক'লে, "সকলোকে নিজৰ ঘৰলৈ টানি নিয়া সম্ভৱ নহয়, কন্দৰ্প। এনেভাৱে আঁতুৰত পৰা যে অসমত আজি অলেখ। সকলো আতুৰত মোৰ ঘৰত ঠাই দিয়া অসম্ভৱ, যেতিয়ালৈকে অসমত আতুৰ বা অনাথ আশ্ৰম নহ'ব তেতিয়ালৈকে সিহঁতক এনেভাৱে

সমাজতে থাকিব লাগিব। টনাটনি কৰিলে নিজৰো মেটমৰা ভাৱ হ'ব লগতে অনাথ আতুৰকো ৰক্ষা কৰা টান হ'ব। গাঁৱলীয়া সমাজৰ এতিয়াও অনাথ আতুৰক সহায় নকৰিবলৈ সমূলি ইচ্ছা নোহোৱা অৱস্থালৈ অধঃপতন হোৱা নাই। "এই কথাৰ লগে লগে দেশভক্তৰ উদাৰ মনতো যে সেই ল'ৰা-ছোৱালীৰ অৱস্থাই এটা প্ৰকাণ্ড ঢৌ তোলা নাছিল সেইটো নহয়। তেওঁ ওচৰত বহা গাঁওবুঢ়া আৰু বুঢ়া গাঁৱলীয়া কে'জনমানলৈ চোৱাত গাঁওবুঢ়াই মাত লগালে, "আমি ইহঁতক যেনে তেনে ডাঙৰ-দীঘল কৰিম, আপোনালোকে একো ভয় কৰিব নালাগে।" এনেতে কাষতে থকা কুৰি বছৰীয়া বেণুৱে মাত লগালে, "ময়ে ইহঁতৰ প্ৰতিপাল কৰিম। ইহঁত যদি আমাৰ তালৈকে যায় তেন্তে তাতে থাকিব পাৰিব নহ'লে ইয়াতে খুড়ীয়েকহঁতৰ লগতে থাকিব।"

দেশভক্তই এটা মিচিকিয়া হাঁহি মাৰিলে, তাৰ পিছত লাহে লাহে উঠি আহি সেই ল'ৰাটোৰ গা থপৰিয়াই ক'লে, "এনে ডেকা যেতিয়ালৈকে গাঁৱলীয়া সমাজত থাকিব তেতিয়ালৈকে অসমীয়া নিছলা, টোকোনা, হোজা অসমীয়া নহয়। কন্দৰ্প, ব'লা এবাৰ গোটেই গাঁওখন চাই আৰু ক'ত কি হৈছে চাওঁ। বেণু, ইহঁতকে তোমাক গঁতালো।" এইবুলি কৈয়ে আকৌ সেই ল'ৰা-ছোৱালীহালৰ কাষলৈ আহি ক'লে, "তোমালোকৰ একো ভয় নাই, ৰং-ধেমালি কৰি ফুৰা। আমি সকলো সহায় আছো। তোমালোকে বেণুহঁতৰ ঘৰলৈ যাবানে খুড়ীয়েৰহঁতৰ লগত থাকিবা? "ছোৱালীজনীয়ে কান্দি কান্দি ক'লে, আমি খুড়ীহঁতৰ লগতে থাকিম।" "তেন্তে সেয়ে হ'ব, বেণু এওঁলোকক চাবা, সহায় কৰিবা। গাঁওবুঢ়া তুমিও ইহঁতক নাপাহৰিবা। বুঢ়াই হেঁচুকিলেহে বায়।"

গাঁওবুঢ়াই ক'লে, "ঈশ্বৰে ভালে ৰাখিলে সকলো হ'ব। আপোনালোকে একো ভয় নকৰি যাওক।"

(৪)

কলেজৰ ছাত্ৰৰ সভাত আজি দেশভক্ত সভাপতি। সকলো ছাত্ৰে মুক্তকণ্ঠে স্বীকাৰ কৰিছে আগৰ অসম নাই। অসমৰ উন্নতি আওপাকে হ'ব ধৰিছে। অসমত লাহে লাহে অন্ন সমস্যা জটিল হ'ব ধৰিছে। নানা কথা-বতৰা হৈ থাকোতে কন্দৰ্পই সভাত উপস্থিত হ'ল। কন্দৰ্পই ছাত্ৰসকলৰ বাক-বিতণ্ডা শুনি থাকি হঠাৎ কিয় হৈ ক'বলৈ আৰম্ভ কৰিলে, "একো হোৱা নাই, সকলো আছে, অৱনতি হোৱা নাই, উন্নতিৰ জখলাত উধাৱ ধৰিছে। নিৰাশ হোৱাৰ আৱশ্যক নাই। কেৱল জাগি উঠা ভাইসকল। শিক্ষা সাং কৰি হাতত নাঙল লৈ অসমৰ হাবি-জঙ্ঘল ভাঙিবলৈ সাজু হোৱা, অন্ন সমস্যাৰ সমাধান হ'ব Plain living high thinking-ৰ আশ্ৰয় লোৱা, শিক্ষাৰ সমস্যাৰ ওৰ পৰিব। মৃত্যুলৈ ভয় এৰা, ৰাজনৈতিক সমস্যা জটিল নহৈ আৰু সৰল হ'ব।" ততালিকে কন্দৰ্প বহিল। সকলোৰে মনত এটা বিজুলী চমকাৰ দৰে কিবা এটা ভাৱৰ তৰঙ্গ মুহূৰ্ততলৈ বৈ গ'ল। সভাস্থল নীৰৱ হ'ল। ঠিক এনে সময়তে দেশভক্ত উঠিল। চাপৰিৰ শব্দই সভাঘৰ খলক লগালে। দেশভক্তই জলদ গম্ভীৰ স্বৰেৰে আকাশ ঝঙ্কাৰি ক'লে, "জাগি উঠা তৰুণ দল! জাগি উঠা অসম মাতৃৰ সন্তানসকল। জন্ম-মৃত্যুত কাৰো হাত নাই। তেন্তে মৃত্যুলৈ ভয় কৰি কিয় পিছ হুহকিবা? কিয় নিজৰ সকলো সমস্যাৰ অন্ত নকৰিবা? অসমক জগতৰ সমুখত ওখ ঠাই নিদিবা? অসমৰ বেদান্ত 'ফিল'ছফি' জগতক জনাবলৈ উপায় কৰা, অসমৰ ধৰ্মৰ উদাৰ মত জনাই জগতক স্তম্ভিত কৰা। অসমৰ ছাত্ৰৰ দল, কৰ্মী হোৱা, বিলাসিতাত মগ্ন নহৈ কৰ্তব্যত লাগি অসমক আকৌ জয় জয়-ময় ময় কৰা।" ইত্যাদি কৈ সভাপতিয়ে অসমৰ বৰ্তমান কৰ্তব্য সম্বন্ধে বহুতো উল্লেখ কৰি বহিবৰ আগেয়ে ক'লে, "জাগি উঠা, সুপ্ত সিংহ শিশুসকল! জাগি উঠা! ভয় নাই, মৃত্যু নাই, জাতীয় কামত লাজ নাই, অপমান নাই। শত্ৰু বিমানেই প্ৰবল নহওক তোমালোকৰ জাগৰণত কঁপিব। অসীম শক্তিও জয় মানিব।" সভাপতি বহিল। লগে লগে জাতীয় জীৱনত ঝঙ্কাৰি তুলিলে—

"বলা আওৱাই মৃত্যু নাই, ভয় নাই;
সুন্দৰ ই দেশ সুন্দৰ ই ঠাই।
শত লাঞ্ছনা আওকাণ কৰি

উঠাছোঁ গুমৰি গুমৰি
কঁপি উঠক বিশ্ব আজি,
শঙ্খধ্বনি উঠক বাজি।
হওক জননী জয়জয় ময়ময়।
ব'লা আগুৱাই........"

সভা ভঙ্গ হ'ল। "বন্দে মাতৰম, চেনেহী জননী" এই ধ্বনিয়ে খন্তেকলৈ সভাঘৰ কঁপাই তুলিলে।

(৫)

কিছুমান দিনলৈ সিদিনাৰ পৰা ছাত্ৰৰ মণ্ডলীৰ মাজত এটা জাগৰণৰ চিন হ'ল। য'তে-ত'তে সভা, য'তে-ত'তে দেশৰ কথা, সমাজৰ কথা, স্বাৰ্থ ত্যাগৰ কথা। কন্দৰ্পই দিনচেৰেকৰ পিছত সেই মাউৰ হোৱা গাঁৱলৈ গৈ আয়েক মাউৰা ল'ৰা-ছোৱালীহালৰ খবৰ বাতৰি লৈছে। ল'ৰাটোৰ নাম 'আনন্দ', ছোৱালীজনীৰ নাম 'অকণি'। কন্দৰ্পক যোৱা দেখিয়েই অকণিয়ে হাঁহি মাৰি ক'লে, "আহক, আপুনি সিদিনাৰ পৰা অহাই নাই দেখো?"

"সময়ে পোৱা নাই। তহঁতৰ খোৱা-লোৱাত অসুবিধা হোৱা নাই?"

"একো অসুবিধা হোৱা নাই। আমাক গাঁৱৰ আটায়ে মৰম-পুতৌ কৰি ধান-চাউল দিছেহি।"

"তই ধান বানিব পাৰনে?"

"পাৰো। আই থাকোতে কত ধান বানিছোঁ।"

"তহঁতে ইয়াতে থাকি ভাল পাইছনে? ইয়াতে থাকিব খোজ নে আন ক'ৰবালৈ যাবি?"

ছোৱালীজনীয়ে ক'লে, "আপুনি যি ভাল দেখে। অৱশ্যে খুড়ীদেউহঁতেও আমাক বৰ মৰম কৰিছে।"

ছোৱালীজনীৰ উত্তৰত কন্দৰ্প যেন তাইৰ বহুদিনৰ চিনা-জনা আপোন মানুহ তেনে ভাব প্ৰকাশ হ'ল। চাগৈ সিদিনাৰ ঘটনাৰ পৰা সেই সৰু ল'ৰা-ছোৱালীহালে কন্দৰ্প আৰু দেশভক্তক সম্পূৰ্ণ নিজৰ মানুহৰ দৰে বোধ কৰিছে। কন্দৰ্পয়ো তাইৰ কথাত তেনে ভাব বোধ কৰিছে— অলপ পিছতে ক'লে, "মই কি ভাল দেখিম? মইয়ো যে নিঃসহায়! ইপিনে আকৌ গঞাইহঁতে মৰম-পুতৌ কৰিছে সঁচা, কিন্তু দিন যোৱাৰ লগে লগে সিহঁতে যেতিয়া পাহৰিবলৈ ধৰিব, তাৰ পিছত তহঁতৰ অৱস্থা কি হ'ব?"

কন্দৰ্পৰ এনে কথাত ছোৱালীজনীৰ মুখত এটা অস্বাভাৱিক ভয়ৰ ভাব বিৰিঙি ওলাল। কন্দৰ্পই ক'লে, "মই তহঁতৰ কথা বহুতো ভাবিছোঁ। কিন্তু একো উপায় কৰিব পৰা নাই। বাৰু আৰু দিনচেৰেক ইয়াতে থাক।" কন্দৰ্পই এই কথা কোৱা মাত্ৰকে হঠাৎ কন্দৰ্পৰ চকু ছোৱালীজনীৰ ব' লাগি থকা চকুযুৰিত পৰি সেই সৰু ছোৱালীৰ সৰলতাৰে পৰিপূৰ্ণ ভেলেঙি চকুযোৰত নিপুণ শিল্পীয়ে আঁকা নৈপুণ্যতাত আচৰিত হ'ল। অলপপৰ কন্দৰ্পই সেইভাৱে চায়ে থাকিল। হঠাৎ কন্দৰ্পই ক'লে, "অকণি! আয়েৰে তোক বেছি মৰম কৰিছিল নে আনন্দক মৰম কৰিছিল?"

এই প্ৰশ্নত অকণিৰ চকুযুৰিত দুধাৰ চকুলো বৈ আহিল।

কন্দৰ্পই বুজিলে সি নিশ্চয় ভুল প্ৰশ্ন সুধিলে। অকণিয়ে যে আজিলৈকে আয়েকৰ মৰম-স্নেহ সমূলি পাহৰিব পৰা নাই। অকণিৰ যে হিয়া ভৰা শোক যদিও বাহিৰত ফুটি ওলোৱা নাই, কিন্তু সেই স্মৃতি মনত পৰাতেই শোক-অশ্ৰু কৰি স্বৰূপে অকণিৰ শোকৰ গভীৰতাৰ মীমাংসা কৰিলে। অকণিয়ে কন্দা কন্দা সুৰেৰে ক'লে, "আইক আৰু কাহানি দেখিম?"

কন্দৰ্প নিমাত-নিস্পন্দ হৈ ৰ'ল।

এনেতে আনন্দই বাৰীৰ পৰা এটা আম আনি ক'লে, "চা অকণি বাইদেউ, আমটো কেনে সুন্দৰ! মই এই আমটো আইৰ লগত ভগাই খাম।"

অকণিয়ে ক'লে, "আৰু আইক পাবি?"

আনন্দই ক'লে, "সঁচাকৈ বাইদেউ, আই আৰু নাহে জানো? সিদিনা আই মৰিল বুলি লৈ গ'ল আৰু নাহে কিয়?"

"আইক আৰু কাহানিবা দেখিমনে?" এই বুলি অকণিয়ে আনন্দৰ ডিঙিত ধৰি উচুপি উচুপি কান্দিব ধৰিলে।

সেই দৃশ্য এপিনে সৰলতাৰে পূৰ্ণ, আনপিনে শোকৰ গভীৰতাই কন্দৰ্পক এখন অজানা দেশত

তুমিলেগৈ। কন্দৰ্পই অকণিৰ সেই বিষাদ-শোকৰ অশ্ৰু কৰি লগে লগে কান্দোন ৰুধিবলৈ কৰা চেষ্টাত ৰঙা পৰা চকু দেখি হৰ্ষ-বিষাদৰ মাজত পৰি অলপপৰ ভাবিব ধৰিলে; হঠাৎ ক'লে, "অকণি, তোৰ এই ঠাই নহয়, তই অলপতে ক'ৰবালৈ যাব লাগিব।"

এই কথা কিয় ক'লে তাক কন্দৰ্পইহে জানে। অকণিয়ে একো বুজি নাপালে। কন্দৰ্প তাৰ পৰা উঠিল আৰু কেবাঘৰো বেমাৰী মানুহৰ ঘৰলৈ গ'ল। সেই-বিলাকৰ সেৱা-শুশ্ৰূষা কৰি কথা-বতৰাৰে দিহা দি লাহে লাহে আকৌ ঘৰমুৱা হ'ল। ঘৰলৈ উভতি আহোঁতে দেখিলে অকণিয়ে এটা পানীৰ কলহ লৈ পানী আনিবলৈ গাঁৱৰ মূৰৰ পুখুৰীলৈ গৈছে। কন্দৰ্পই কিবা ভাবিয়ে গৈছিল! অকণিয়ে সুধিলে, "আপুনি এতিয়ালৈকে ঘৰলৈ যোৱা নাই?"

কন্দৰ্পই ক'লে, "মোৰ ঘৰ-বাহিৰ কি অকণি। মই য'তে থাকো তাতে মোৰ ঘৰ। এই বহল অসমখনেই মোৰ ঘৰ।"

কন্দৰ্পৰ এনে উদাৰতাৰ কথা অকণিয়ে একো নুবুজিলে। কিয়নো অকণিয়ে সেই ফটাশিল, ওচৰৰ দুই-এখন গাঁও আৰু গুৱাহাটীৰ বাহিৰে অসম কি আজিলৈকে মোল পোৱা নাই।

অকণিয়ে ক'লে, "আপোনাৰ মুখ ইমান শুকাই গৈছে। বোধকৰোঁ আপুনি বহুদিন ভাত খোৱা নাই।"

কন্দৰ্পই হাঁহি মাৰি ক'লে, "নাখাম কিয় অকণি? বাৰু মোৰ কথা পিছতো সুধিবি। অকণি, তই এতিয়াহে পানী নিয়, ভাত কেতিয়া খাবি?"

"এতিয়াই খামগৈ! খুড়ীদেৱে ভাত ৰান্ধিছেই।"

"বাৰু ততাতৈয়া কৰ। অকণি, তই ভাত ৰান্ধিব পাৰ?"

"পাৰোঁ। ভালকৈ আঞ্জা ৰান্ধিবলৈ শিকা নাই।"

"বাৰু, এদিন তই মোক ভাত ৰান্ধি খুৱাব লাগিব। অ' এটা কথা শুনিছো?"

"কি?"

"বেণু মাউৰত পৰিছে।"

"বেণু ককাইদেউ!"

"এৰা! অৱস্থা বৰ বেয়া।"

অকণিয়ে এই কথাত কান্দি পেলালে। কন্দৰ্পই সুধিলে, "কান্দিলি কিয় আজলী। বেণু তইঁতৰ কি হয়?"

"একো নহয়! কিন্তু আমি সকলে পৰা ককাইদেউ বুলি মাতো। বেণু ককাইদেৱে যে আমাক বৰ মৰম কৰে। আই মৰাৰ পিছতো এইকেইদিন যে সকলো খোৱা-লোৱাৰ সুবিধা কৰি দিছিল। বেণু ককাইদেউক আমাৰ ইমান ভাল লাগে।"

কন্দৰ্পই ক'লে, "কি কৰিবি অকণি! ঈশ্বৰে জানে। বাস্তৱতে বেণু বৰ সুন্দৰ ল'ৰা আছিল। মই এতিয়াই ঘৰৰ পৰা ঘূৰি আহোঁগৈ। অকণি আকৌ চেষ্টা কৰি চাব লাগিব, ল'ৰাটোক বচাব পাৰি নে নোৱাৰি। বচাব পাৰিলে বহুতো কামত লাগিলেহেঁতেন।"

অকণিয়ে ক'লে, "মই এবাৰ চাই আহোঁগৈ।"

"তই নাযাবি অকণি। মাউৰৰ সেই চুবুৰীত এই কেইদিন বৰ প্ৰকোপ। তইঁতৰ চুবুৰী এৰি সেই চুবুৰী পাইছেগৈ।"

"যিয়ে নহওক মই এবাৰ বেণু ককাইদেউক চাই আহিম। আপুনি কেতিয়া আহিব?"

"অলপতে আহিম।" কন্দৰ্পই আৰু একো নকৈ লাহে লাহে খোজ ল'লে। ওৰে বাটত মাথো ভাবি গ'ল অকণিৰ স্নেহ, মৰম আৰু সৰলতাৰ কথা।

(৬)

ভাৰতজুৰি স্বদেশী আন্দোলনে খৌকি-বাখৌ লগাইছে। অসমতো সেই ঢৌৰ খলকনি লাগিছেহি। কলেজৰ ছাত্ৰসকলে বাতৰি কাকতৰ উত্তেজনাপূৰ্ণ বক্তৃতা পঢ়ি বঙ্গদেশৰ যুৱকসকলৰ কীৰ্তি-কলাপ শুনি স্তম্ভিত হৈছিল; লগে লগে এটা উত্তেজনাৰ সোঁত প্ৰত্যেক ছাত্ৰৰ মাজত বৈছিল। তাৰ ফলত কেও পাওৰি ব্যৱহাৰ কৰি নিভাঁজ অসমীয়া বোলাবলৈ, অসমীয়া তিৰোতাক বিহা-মেখেলা পিন্ধাবলৈ লগে লগে কাম-বন নিজ হাতেৰে কৰিবলৈ মনে মনে পাতিছিল, আনকি কৰিছিলো। এই উত্তেজনাৰ সময়ত কলেজৰ নেতা কন্দৰ্প বুলি ক'লে তেওঁ নুই কৰিব

নোৱাৰে। কন্দৰ্পই অসমত স্বদেশী বস্তুৰ প্ৰচলন সম্বন্ধে নানা উপায় পাঙিছিল। নিজে জোতা-মোজা এৰিছে, মূৰত পাগুৰি লৈছে, হাতত হেম-টাঙোন লৈ বীৰৰ দৰে ঘূৰিছে। কন্দৰ্পই নিজে সকলো কাম কৰিবলৈ ওলাইছে। আনকি কেজনমান কলেজৰ ছাত্ৰে গৈ ৰেলত অহা মানুহৰ 'মোট' লৈ পইছা গোটাই স্বদেশী ভঁড়াললৈ জমা দিবলৈ ওলাইছে। কন্দৰ্পই দেশভক্তৰ ঘৰলৈ গৈ মাজে মাজে তেখেতে এই আন্দোলনত যোগ নিদিয়াৰ কাৰণে বহুতো তৰ্ক-বিতৰ্ক কৰি তেখেতক আন্দোলনৰ নেতা স্বৰূপে পাবলৈ চেষ্টা কৰিছে। দেশভক্তই কৈছে, "তোমাৰ জুই-ফিৰিঙতি দেখি ৰং পাইছো সঁচা, কিন্তু ইয়াৰ স্থায়িত্ব সম্বন্ধেহে সন্দেহ।"

কন্দৰ্পই কৈছে, "যিয়ে নহওক কিন্তু অসমীয়াক জগাই তুলিবলৈ আৰু সুবিধা নাপাম। আপুনি ওলাওক এই জাতীয় আন্দোলন দৃঢ় কৰি ধৰক, অসম আইৰ কীৰ্তি জ্বলি উঠক।"

দেশভক্তই কৈছে, "অসমত এতিয়াও তেনে সময় অহা নাই। কন্দৰ্প, অসম বঙালীৰ লগে লগে যাব পৰা হোৱা নাই। কাম কৰাৰ আগেয়ে ভাবি-চিন্তি কাম হাতত লোৱা যুগুত।"

"সেইটো কি কয়, এতিয়া ভাবিবলৈ সময় নহয়। সমুখত কৰ্ম, সমুখত বিপদ আৰু ভাবিবলৈ সময় নাই। আপুনি উঠক, আপোনাৰ সহায়ে এই সময়ত অসমৰ ছাত্ৰৰ দলক অসীম বল দিব।"

"মোৰ কঁকালত বল নাই কন্দৰ্প।"

"আপোনাৰ কঁকালত বল নহ'লেও আপুনি থিয় হ'লে সহস্ৰ সহস্ৰ লোকে বল পাব।"

"সেইবোৰ মিছা কথা। মই ভাবি চাইছোঁ অসমৰ অৱস্থা এতিয়াও তেনে কৰিবলগীয়া হোৱা নাই। মই এইক্ষেত্ৰত নিমাত হৈ থকাৰ বাহিৰে আন একো কৰিব নোৱাৰোঁ।"

"তেন্তে আপুনি ভয় কৰিছে?"

দেশভক্তই ক'লে, "কন্দৰ্প!"

কন্দৰ্পই একো নামাতিলে। দেশভক্তই কৈয়ে গ'ল, "ভয় কি মই নাজানো। শত্ৰুৰ বীৰত্ব ক'ত মোৰ জনা আছে। আকৌ মৰ সাহস কি মই বুজ পাওঁ।"

"তেন্তে আপুনি বুজিয়ে থাওক। কিন্তু জানিব দেশভক্ত, আজিৰ পৰা অসমীয়াই আপোনাৰ নেতৃত্বত নচলে। অন্ততঃ ছাত্ৰ-মণ্ডলীয়ে নচলে। অসমীয়াই নেতা নাপালেও নিজ ইচ্ছা মতে কাম কৰিব, ভাৰতজুৰি যি যুঁজৰ আহ্বান আহিছে সেই যুঁজত লগ লাগিব।"

"চাম সিওতো দৃশ্য কন্দৰ্প! সেই মহান দৃশ্য দেখি আনন্দ লভিম, তৃপ্তি লভিম আৰু সফলতা হ'লে তোমালোকক আশীৰ্বাদ কৰিম। তোমালোকৰ নেতৃত্ব মানি মই বুঢ়াই পিছে পিছে যাম।"

কমলাই কন্দৰ্প আৰু দেশভক্তৰ কথা সি-কুঠৰিৰ পৰা শুনি আছিল। তেওঁ ওলাই আহি দেউতালৈ চাই ক'লে, "দেউতা, এনে ভাব আপোনাৰ সম্পূৰ্ণ অন্যায় হৈছে। দেশৰ যুঁজত ঘৰত বহি থকা কদাপি উচিত নহয়। এনে অৱস্থাত আপোনাৰ মান, সম্ভ্ৰম, গৰিমা সকলো লোপ পাব।"

দেশভক্তই ক'লে, "কমলা, মোৰ মান-সম্ভ্ৰমতকৈ দেশ ডাঙৰ বস্তু। দেশত এনে খলকনিৰ পৰা যে কিবা লাভ হ'ব মোৰ মনত সমূলি বিশ্বাস নহয়। কেৱল কান্দোন আৰু অশান্তিৰ সৃষ্টি হ'ব। বহুতো ল'ৰাৰ উজ্জ্বল ভৱিষ্যত সমূলি নষ্ট হ'ব। মোক আজি অসমীয়াই নেতা নবুলি ধূলি-মাকতিৰ লগত মিহলাই দিয়ক, তেও মই আনন্দ পাম যদিহে তেওঁলোকৰ কামৰ দ্বাৰা দেশৰ অলপো উন্নতি হয়।"

কমলা— "কিন্তু সমূলি এলেহুৱা হৈ বহি থকাতকৈ একোবাৰ লৰি-চৰি, একেবাৰে মৰা মানুহ হোৱাতকৈ জীৱনৰ স্পন্দন তোলাটো আৱশ্যক। দেউতা, অসমীয়াৰ জীৱ আছেনে নাই সেইটোও ভাবিবলগীয়া।"

কন্দৰ্প— "সঁচা দেশভক্ত, এই যুঁজত অন্ততঃ তাৰেই পৰীক্ষা হওক। অন্ততঃ অলপ জীৱন সঞ্চাৰ হওক, স্পন্দন উঠক। একেবাৰে এলেহুৱা হোৱাতকৈ শত্ৰুৰ হাতত সমূলি মৰিয়ে লোপ হওক।"

দেশভক্ত— "ক'ব নোৱাৰিছো কোনটো শুভ, কোনটো অশুভ। কিন্তু দেখিছো ভৱিষ্যতৰ হাহাকাৰ, কোঢ়াল! ভাবিবলৈ দিয়া কন্দৰ্প! ভাবিবলৈ দিয়া কমলা! নাই নাই অসম্ভৱ! এইক্ষেত্ৰত অসমক নমোৱা মানে জুইত পেলাই দিয়া। কন্দৰ্প! কন্দৰ্প!

তোমালোকে তেনে কৰিবলৈ গ'লে মই বাধা দিম— প্ৰবল বাধা দিম।"

কন্দৰ্প— "তেন্তে আপোনাৰে-মোৰে ইয়াতেই পাৰ্থক্য। জুইত খেলিহে আনন্দ। শান্তিৰ সময়ত যে নাৰৱ গুৱিয়াল সকলোৱে হ'ব পাৰে। কিন্তু ধুমুহা আন্ধাৰতহে—"

দেশভক্ত— "ভাবিব দিয়া কন্দৰ্প আৰু ভাবি চাব দিয়া।"

কন্দৰ্পই ক'লে, "তেন্তে কাইলৈ আহিম। কাইলৈ ঠিক হ'ব আপোনাৰ লগত মোৰ চিৰ মিলন নে চিৰ বিচ্ছেদ। কাইলৈ যে আমি কলেজ এৰিম।"

কমলাই এবাৰ দেউতাকৰ মুখৰ পিনে, এবাৰ কন্দৰ্পৰ মুখৰ পিনে চাব ধৰিলে। দেশভক্তই আৰু কথা নকৈ গভীৰ ভাবত বিভোৰ হ'ল। কন্দৰ্পই আহিলো বুলি আঁতৰিল।

(৭)

আজি অসমত সমূলি বিপৰীত সোঁত বৈছে। চাৰিওপিনে স্বদেশী মন্ত্ৰই গাঁৱৰ চহা হোজা খেতিয়ক, নগৰৰ ডা-ডাঙৰীয়া সকলোকে নচুৱাই তুলিছে। কল্পনাত স্বাধীনতাৰ ছবি আঁকি সকলোৱে উত্ৰাৱল হৈছে। চৌদিশে স্বদেশীৰ জয় ৰৱে আকাশ ধ্বনিত কৰিছে। কলেজৰ ল'ৰাসকলে কলেজ এৰি স্বদেশৰ কাৰণে গাঁৱে-ভূঁইয়ে প্ৰচাৰ কৰি ফুৰিছে। গাঁৱলীয়াসকলক জগাই তুলিছে। কন্দৰ্প এই স্বদেশী প্ৰচাৰক দলৰ নেতা। চৌদিশে স্বদেশীৰ প্ৰচাৰৰ কাৰণে দেশময় এটা অস্বাভাৱিক আনন্দ উথলিছে। তাত বোৱনীৰ যঁতৰ কটা, কপাহৰ খেতি কৰা, খদ্দৰ পিন্ধাৰ ঢৌ উঠিছে। প্ৰত্যেক মুহূৰ্ততে ভাব হৈছে যেন অতি ওচৰতে— অতি ওচৰতে স্বাধীনতাৰ বীণ বাজি উঠিব, প্ৰবল প্ৰতাপী গৱৰ্ণমেণ্টও এই আন্দোলনৰ প্ৰকোপ দেখি খন্তেক থমক খাই কোন উপায় লৈ আন্দোলন সমূলি মূলোচ্ছেদ কৰিব পাৰি ভাবিব ধৰিছে। লগে লগে কন্দৰ্প আৰু দেশভক্তৰ আজি এক দুৰ্ভেদ্য পৰ্বতৰ বিভিন্নতা থিয় হৈছে। দেশভক্তয়ো ঘৰত নীৰৱে নৰহি আন্দোলনৰ বিৰুদ্ধে ক'বলগীয়া কথা চাৰিওপিনে কৈ ফুৰিছে। নানা ঠাইত লঘু-লাঞ্ছনা সহি নিজৰ মত বুজাবলৈ চেষ্টা কৰিছে। কিন্তু সকলো পিনে নিৰাশ হৈ কতবা কথা নকৈ, কতবা ক'লেও কাৰো কাণত সুমুৱাব নোৱাৰি উভতিছে। কন্দৰ্পই আজি অসমৰ সকলো গাঁও-ভূঁই, নগৰতে ৰাজপাট পাইছে। য'তে কন্দৰ্প ততে মালা, নিৰ্মালি ভৰি পৰে। সকলো ঠাইতে 'জয়, কন্দৰ্পৰ জয়' ধ্বনি উঠে। কন্দৰ্পৰ দৃঢ়তা, চকুৰ দৃষ্টি, কন্দৰ্পৰ কৰ্ম-সহিষ্ণুতা, ধৈৰ্য, আৰৌ কাম কৰা শক্তি দেখি সকলোৱে স্তম্ভিত হৈছে। বিজুলীৰ দৰে কাম কৰি কন্দৰ্পই হাজাৰ হাজাৰ টকা গোটাইছে। হাজাৰ স্বদেশী কাপোৰৰ সৃষ্টি কৰিব ধৰিছে। বিলাতী কাপোৰ পুৰি ছাঁই কৰিছে। মহিলা সমাজেও কন্দৰ্পক আদৰিছে। অসম জুৰি কন্দৰ্পৰ এটা কথাত উঠিছে, বহিছে, নাচিছে। কন্দৰ্পৰ আগত আজি দেশভক্ত অতি নগণ্য। কিন্তু দেশভক্তয়ো নিজৰ বিবেকেৰে যি বুজিছে তাৰ বাহিৰে যোৱা নাই। তাৰ কাৰণে লঘু-লাঞ্ছনা নীৰৱে সহিছে। সেইদিনা এখন গাঁৱৰ বিৰাট সভাত দেশভক্তই নিজৰ সকলো অভিপ্ৰায় বুজাবলৈ চেষ্টা কৰি সভাত উপস্থিত হৈছে। সভা নৌবহোঁতেই চাৰিওপিনে "ছেম্ ছেম্" ধ্বনি উঠিছে। কিন্তু অলৰ-অচৰ দেশভক্তই আৰম্ভ কৰিছে, বুজাইছে এই আন্দোলনৰ শেষ ফল কি? নিলগৰ পৰা ধ্বনি উঠিছে "ভীৰু, কাপুৰুষ", ঠিক এনে সময়তে পিয়নে এখন টেলিগ্ৰাম আনি দেশভক্তৰ হাতত দিলে। দেশভক্তই টেলিগ্ৰামখন খুলি পঢ়িব ধৰোতে আৰৌ "ছেম্ ছেম্" দেশভক্ত নহৈ দেশ-শত্ৰু আজি থিয় হৈছে" বুলি কোঢ়াল লাগিল। সভাত উত্তেজনা বাঢ়িল। কেও উঠিল, কেও মাৰ, মাৰ, খেদ খেদকৈ থিয় হ'ল। দেশভক্তই টেলিগ্ৰামখনি পঢ়ি অটাই কেৱল এটা হাঁহি মাৰিলে। এনেতে সেই সভাৰ অলপ দূৰৈতে জয় স্বদেশীৰ জয়, জয় কন্দৰ্পৰ জয় ৰব উঠিল। সকলোৱে সেইপিনে গতি কৰিলে। কেৱল তিনিজন বুঢ়া আৰু দেশভক্তৰ বাহিৰে আটায়ে সভা এৰি লৰ দিলে। অলপ পিছতে আৰৌ আটায়ে জয়ধ্বনি কৰি সমুখত নেতা কন্দৰ্পক মালা-নিৰ্মালিৰে

উভি পূৰ কৰি সভাস্থলীলৈ লৈ আহিল। কন্দৰ্প আৰু দেশভক্তৰ প্ৰায় চাৰি মাহৰ পিছত আকৌ দেখা-দেখি। কিন্তু এই চাৰি মাহৰ ভিতৰত দুয়োৰো বহুতো পাৰ্থক্য। কন্দৰ্প এই চাৰি মাহৰ কঠোৰ সাধনাত বহুতো উজ্জ্বল, সুন্দৰ, ধীৰ, স্থিৰ, সংযমী। কন্দৰ্প আজি ল'ৰামতীয়া কলেজৰ ছাত্ৰৰ নহয়, কিন্তু দেশৰ ভাল-বেয়াৰ দায়িত্ব বুজা দেশনেতা। কন্দৰ্পৰ পিছে পিছে অসমীয়াৰ বহুতো ডা-ডাঙৰীয়া, ফা-ফুকন।

কন্দৰ্পই সভাস্থলিত সোমায়ে দেশভক্তক দেখি আথে-বেথে লৰি আহি দেশভক্তৰ চৰণত সেৱা জনালেহি। দেশভক্তই কন্দৰ্পৰ মূৰত ধৰি বহুতপৰ কন্দৰ্পৰ মুখলৈ চাই থাকিল। দেশভক্তৰ দুই চকুৰে দুধাৰ চকুলো আপোনা-আপুনি বৈ আহিল, সাধাৰণ লোকে ভাবিলে দেশভক্তই কন্দৰ্পৰ মান-সম্মানত লাজ পাই নিজৰ অৱস্থা গুণি কান্দিছে। কিন্তু কন্দৰ্পই বুজিলে দেশভক্তৰ তেওঁলৈ কিমান মৰম, স্নেহ, সেই চকুলো দুধাৰত দেশলৈ তেওঁৰ কিমান মৰম, প্ৰেম। দেশভক্তই লাহে লাহে ক'লে, "কন্দৰ্প সকলো কৰা, কিন্তু ছাত্ৰ-মণ্ডলীক কলেজ-স্কুলৰ পৰা বাহিৰ কৰি দেশৰ অকল্যাণ নকৰিবা। দেশৰ বহুতো যে সুন্দৰ সুন্দৰ ফুল এনেয়ে জহি যাব। তেওঁলোকৰ গোন্ধ-সৌৰভ কেৱে গম নাপাব। কিন্তু লগে লগে তেওঁলোকে কত নিৰ্যাতন, কত লাঞ্ছনা সহিব।" এনেতে চাৰিওফালৰ পৰা "ছেম্ ছেম্" ধ্বনি উঠিল। দেশভক্তই আৰু কথা নকৈ অলপপৰ কন্দৰ্পৰ পিনে চাই ৰ'ল। তাৰ পিছত কন্দৰ্পক ক'লে, "মই যাওঁ, তোমাৰ কৰ্তব্য কৰা। উত্তেজনাৰ সময়ত বহুতো কাম হয় সঁচা, কিন্তু শেষ ফল ভীষণ হ'ব। সিবিলাক যিহকে নহওক, ছাত্ৰ-মণ্ডলীক বলিয়া নকৰিবা। ছাত্ৰ সদায় ছাত্ৰ। কন্দৰ্প, পঢ়ি-শুনি তেওঁলোক বুজন হৈ দেশৰ ভাল-বেয়া অৱস্থা বুজি কাম কৰিলেহে ভাল।" কন্দৰ্পই ক'লে, "যি ভাল বুজিছোঁ তাকেই কৰিছোঁ আৰু উভতিবৰ উপায় নাই। ছাত্ৰবে কাম নকৰিলে দেশত কোনে কাম কৰিব?"

দেশভক্তই ক'লে, "ভুল মত বিসৰ্জন দিয়া অতিকৈ শ্ৰেয়, কিন্তু ভুল মত বুলি জানিও দেশৰ অলপো অকল্যাণ কৰা অমাৰ্জনীয়। কন্দৰ্প অসময়ত ছাত্ৰৰ বাহিৰে কাম কৰিব পৰা আন মানুহ নাইনে? যদি নাই তেন্তে তুমি কি বিশ্বাসত ভৰ দি এই ছাত্ৰবেজনৰে গোটেই দেশখনক জগাই তুলিবলৈ সাহ কৰা?"

এনেতে চৌদিশৰ পৰা ধ্বনি উঠিল "ছেম্ ছেম্, বৃদ্ধ ভীৰু আঁতৰ হোৱা।"

তথাপি দেশভক্তই ক'লে, "জননীৰ হকে সকলো বিসৰ্জন দিব লাগে সঁচা, কিন্তু প্ৰথমে ফুটি থকা গোলাপ পাহিত হাত নিদি ফুলে কলি ল'লেই ফুলো নুফুটে পূজাৰ নৈবেদ্যও ভাল নেদেখি। জানো জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী, সেই কাৰণে আগেয়ে বাহিৰৰ সকলো ফুটি উঠা ফুল গোটাই লৈ যদি তেতিয়াও নহয়।, তেতিয়া ফুল কলিত হাত দিয়া কন্দৰ্প।"

আকৌ ধ্বনি উঠিল, "বৃদ্ধ, ভীষ্ম কৌৰৱৰ চাউল খাই পাণ্ডৱৰ গীত গোৱাগৈ। তোমাৰ কথা শুনিব নোখোজোঁ। যোৱা এখন পিৰ-ফুটা বিষয় লৈ পতি-পুত্ৰ সমন্বিতে আনন্দেৰে খোৱাগৈ। দেশৰ নেতা আৰু বোলাব নালাগে।"

দেশভক্ত এইবাৰ স্থিৰ হ'ল। চৌদিশে এটা তীক্ষ্ণ দৃষ্টি পেলালে। অলপ পিছত সকলোৰে পিনে চাই ক'লে, "তোমালোকৰ ইচ্ছামতে কাম কৰিব পাৰিলোহেঁতেন। এতিয়াই টেলিগ্ৰাম পাইছোঁ এজন মোৰ বন্ধুৰ পৰা, এতিয়াই এটা গুপ্ত বাতৰি পাইছোঁ মই কাউন্সিললৈ মেম্বৰ হৈ গ'লেই মন্ত্ৰীৰ আসন পাব পাৰোঁ। এইয়ে সেই টেলিগ্ৰাম, কিন্তু—।"

আকৌ ধ্বনি উঠিল, "মন্ত্ৰী হোৱা, মন্ত্ৰী হোৱা, বুঢ়া ভীষ্ম দেশবন্ধু নহয় দেশৰ শত্ৰুহে। তোমাক এতিয়াহে চিনিলো। মনে মনে ভাল- যো-জা কৰিছা।"

দেশভক্ত এইবাৰ আৰু গম্ভীৰ হ'ল। তাৰ পিছত ক'লে "যদি আজি বুজিলোহেঁতেন মন্ত্ৰী হৈ দেশৰ কল্যাণ সাধিব পাৰোঁ, তেন্তে নিশ্চয় তেনে চেষ্টা কৰিলোহেঁতেন।"

"ছেম্ ছেম্।"

"কিন্তু এতিয়াও আশা আছে বাহিৰত দেশৰ হকে বহুতো কাম কৰিব পাৰো, সেই কাৰণে এতিয়াও থিৰেৰে আছোঁ। এই টেলিগ্ৰাম দলিয়াই পেলাইছোঁ। মোক মন্ত্ৰিত্ব নালাগে, লাগে দেশৰ কল্যাণ। অৱশ্যে দেশনেতা হিছাপে দেশৰ কল্যাণ নকৰিব পাৰোঁ, কিন্তু দেশৰ অধম দাস হিছাপে। আৰু এটা কথা, যদি এনে ভাবেৰেও দেশৰ কল্যাণ কৰিব নোৱাৰোঁ, যদি দেখো মন্ত্ৰী হ'লেহে, কাউন্সিলত থাকিলেহে দেশৰ কল্যাণ হয়, তেন্তে সেয়াও মোৰ পন্থা হ'ব।" আকৌ চৌদিশে "ছেম্ ছেম্।" "অৱশ্যে তোমালোকে বহুতো উপলুঙা, ইতিকিং কৰিবা সঁচা, কিন্তু সকলো সহিম। যি উপায়েৰে দেশৰ কল্যাণ কৰিব পাৰো বুলি ভাবো, সেই উপায়কে অৱলম্বন কৰিম।"

এইবাৰ ধ্বনি উঠিল, "সাৰে তিনি হাজাৰ, সাৰে তিনি হাজাৰ।"

দেশভক্তই হাঁহি মাৰিলে। তাৰ পিছত কন্দৰ্পৰ পিনে চাই ক'লে, "কন্দৰ্প, আজি মই আকৌ তোমাৰ লগত। কেৱল ছাত্ৰৰ আন্দোলনৰ বাহিৰে সমাজ সংস্কাৰত, স্বদেশী প্ৰচলনত যিহতে হাত দিয়া, মই তাতে তোমাৰ সহায়। মই তোমাৰ ভণ্ডা পন্থাৰ ঘোৰ শত্ৰু, গঢ়া পন্থাৰ তোমাৰ সোঁহাত স্বৰূপ। স্বদেশী প্ৰচলন, কানি, মদ, ভাং বিসৰ্জন ইত্যাদি সকলোতে মোৰ যথেষ্ট সহায় পাবা। মই তোমাৰ পিছে পিছে তেনে কামলৈ লৰিম।"

সকলো পিনে ধ্বনি উঠিল "জয় দেশভক্তৰ জয়! জয় কন্দৰ্পৰ জয়।"

দেশভক্তই ক'লে, "ব'লা কন্দৰ্প, ছাত্ৰৰ কলেজ বিসৰ্জন আন্দোলন আচলতে সফল নহ'ল, কিন্তু বহুতো সুন্দৰ ফুল খহি পৰিল। যি নহওক, সেই আন্দোলনত আৰু ভিৰ নিদিবা। এতিয়া আন কৰ্তব্যত ধৰা।"

কন্দৰ্পই এইবাৰ মাত লগালে, "আন আন কামত আপোনাক নেতা স্বৰূপে পাই আমি ধন্য মানিম, বহুতো কামত সহজতে আগুৱাব পাৰিম।"

দেশভক্তই ক'লে, "স্বদেশী আন্দোলন আৰু বাগীয়াল বস্ত্ৰ বিসৰ্জনত সকলোৰে মনপুতি লাগা। ছাত্ৰৰ সকলো বিলাসিতা, অপকৰ্ম, অস্বাভাৱিক অনুকৰণ সকলো দলিয়াই দি ভাৰতীয় ছাত্ৰ হ'বলৈ চেষ্টা কৰা। দেশৰ কুশলেই মূলমন্ত্ৰ বুলি গা টঙাই উঠা। বলহীন, স্বাস্থ্যহীন হৈ দেশৰ গলগ্ৰহ নহ'বা। যঁতৰৰ প্ৰচলন চৌদিশে হওক, যঁতৰৰ শব্দই অসম আকাশ ধ্বনিত হওক; এৰি সূতা, কপাহী সূতাৰ লুইতৰ সোঁত হৈ অসমত নতুন প্ৰাণৰ সঞ্চাৰ কৰক।"

আকৌ ধ্বনি উঠিল "জয় দেশভক্তৰ জয়!" তাৰ পিছত কন্দৰ্পই দেশভক্তই পোৱা টেলিগ্ৰাম চাই হাঁহি হাঁহি থিয় হৈ ক'লে, "প্ৰজাসকল, আজি দেশভক্তই ইচ্ছা কৰিলে মাহে সাৰে তিনি হাজাৰকৈ পাব পাৰে। কিন্তু সেইবোৰ নেওচি আমাৰ কামৰ নেতৃত্ব লোৱাৰ কাৰণে সকলোৰে তেওঁৰ স্বাৰ্থত্যাগৰ প্ৰশংসা নৈলে নোৱাৰা, আজিৰ পৰা আকৌ আমাৰ নেতাক ওভোতাই পালো। আমি হাজাৰ হ'লেও চঞ্চলমতি বালক। আমি তেওঁৰ ভাল কথা মতে আকৌ চলিবলৈ ওলালো। আমি এনে ধৰণে ভালমতে কাম কৰিব পাৰিলে দেশৰ সকলো মানুহেই আমাৰ কামত সহানুভূতি দেখুৱাব, সহায় কৰিব। সকলোৰে আকৌ দেশভক্তৰ জয়, স্বদেশীৰ জয় ধ্বনিৰে আকাশ মুখৰিত কৰা।"

সকলোৰে মুক্তকণ্ঠে "চেনেহী জননী বন্দে" বুলি ধ্বনি কৰিলে। তাৰ পিছত "জয় দেশভক্তৰ জয়", "জয় কন্দৰ্পৰ জয়", "জয় স্বদেশীৰ জয়" ধ্বনিৰে আকাশ ঝঙ্কাৰি তুলিলে।

(৮)

কন্দৰ্পই স্বদেশী আন্দোলনৰ প্ৰচাৰৰ লগে লগে বেমাৰীক সেৱা-শুশ্ৰূষা কৰিবলৈ পাহৰা নাই। নিজৰ পঢ়া-শুনালৈ পিঠি দিয়া নাই। যেতিয়াই-তেতিয়াই কন্দৰ্পৰ হাতত একোখন ডাঙৰ ডাঙৰ গ্ৰন্থকাৰৰ কিতাপ, কেবাখনো বাতৰি কাকত, লগতে হোমিওপেথিকৰ বাকচ। কেবাখনো গাঁৱত মাউৰ মৰক হোৱা অৱস্থাত কন্দৰ্পই নিজে লগত থাকি সহায় কৰিছে, বেমাৰীক শুশ্ৰূষা কৰি বং পাইছে। সেইবিলাকক আকৌ স্বদেশী আন্দোলনৰ ভলণ্টিয়াৰ

কৰি আন্দোলনৰ প্ৰকোপ বঢ়াইছে। আজি কেবা মাহৰ পিছত গুৱাহাটীলৈ উভতি আহি কন্দৰ্পই সেই মাউৰ মৰকৰ অৱস্থাত এৰি যোৱা অকণিহঁতৰ গাঁৱলৈ গৈছে। অকণি তেতিয়া ঘৰত নাই। লাহেকৈ কন্দৰ্প বেণুহঁতৰ ঘৰলৈ গ'ল। বেণুৱে তেতিয়া ধঁপাত লগাই আছে। কন্দৰ্পক দেখি 'আহক দেউতা, বহকহি' বুলি আধে-বেথে আসন এখন আগবঢ়াই দিলে। তাৰ পিছত ধঁপাত চিলিম ফুৰাই কন্দৰ্পলৈ দিব ধৰোতে কন্দৰ্পই হাঁহি মাৰি বেণুক ক'লে, "মই ধঁপাত নাখাওঁ বেণু! তই ভাল হৈছ। তোক যি অৱস্থাত এৰি গৈছিলোঁ, মোৰ বহুত কামৰ মাজতো তোৰ কথা মনত পৰিছিল। কি কৰিম, এটা জীৱনৰ কাৰণে দেশৰ কথা আওকাণ কৰিব নোৱাৰি। মোৰ ডাঙৰ কৰ্তব্য হঠাৎ উপস্থিত হোৱাত তোক নৰিয়াত এৰিও লৰ দিবলগীয়াত পৰিছিলোঁ। যি নহওক, তই ভাল হোৱাৰ কাৰণে ঈশ্বৰক শত ধন্যবাদ।"

"আপোনাৰ সেই দৰব-জাতিয়ে মোক বহুতো গুণ দিলে। তাৰ পিছত অকণিৰ আলপৈচানে মোক সবল কৰি তুলিলে।"

"অকণিহঁত ক'ত? সিহঁতৰ খোৱা-লোৱা কেনেভাৱে চলিছে?"

"আনন্দ আৰু অকণিক আমাৰ ইয়াতে ৰাখিছোঁ। সিহঁতৰ খুড়ীয়েকো সিফলীয়া হ'ল নহয়। যি নহওক, অকণিয়ে মোৰ বেমাৰত এনেভাৱে আলপৈচান ধৰাৰ কাৰণে পিতা আৰু আইৰ তাইৰ ওপৰত বৰ মৰম জন্মিছে।"

"খুড়ীয়েকো মৰিল। দেখিছোঁ দুখীয়াৰ দুখ কমিব ছাৰি বেছিহে হয়। যি নহওক, বেণু ঈশ্বৰ আছে। ঈশ্বৰে সকলো প্ৰাণীৰে খোৱা-লোৱা যেনে-তেনে যোগাৰ কৰেই। কেৱল মিছাতেহে আমি হাঁ-ভাত, হাঁ-কাপোৰ কৰি চিঞৰি ফুৰো বা এনে নকৰিলে অন্য সমস্যা আৰু ডাঙৰ হৈ পৰিব, তেনে নকৰিলে বেয়া হ'ব। ইত্যাদি ভাববোৰ লৈ পৰমেশ্বৰৰ কৰ্তব্যবোৰ আমাৰ গাত লেটিয়াই লৈ আমাক মেটমৰা ভাৰৰ ভৰত লৰিব-চৰিব নোৱৰা কৰোঁ। কিন্তু বেণু কাৰ ভাত কেনেকৈ হৈছে পৰমেশ্বৰৰ বাহিৰে আন কোনোৱে নাজানে। নহ'লে এনে সহায়হীন আমাডিমা ল'ৰা-ছোৱালীহালৰ ওপৰত তোৰ দেউতাৰ-আয়েৰৰ মৰম জন্মেনে? বাৰু বেণু! অকণি ইয়াতে আছে যদি মাতচোন!"

বেণুৱে লাহেকৈ সোমাই গ'ল। অলপ পিছতে অকণি ওলালহি। অকণিক দেখিয়েই কন্দৰ্পই ক'লে, "অকণি, ভালে আছ?"

অকণিয়ে হাঁহি মাৰি লাহেকৈ ক'লে, "আপুনি ইমান দিনে অহা নাই কিয়?"

"কি কৰি অকণি। মই বলিয়া মানুহ, কেতিয়া ক'লৈ যাওঁ থিৰাং নাই। হ' এই ৰূপ দহ টকা তোৰ হাতত দিলোঁ। মই সেই সময়তে দিওঁ বুলি ভবাটো পাহৰা নাই। তই এই টকা ভাঙি অসুবিধাত পৰিলে খাবি।"

এনেতে বেণু উলটি আহিল। কন্দৰ্পই ক'লে, "বেণু! তইঁতে ইহঁতক আনি বৰ ভাল কৰিছ। কিন্তু এটা কথা, লাহে লাহে অকণিক বিয়া-বাৰু দিব লাগিব। তইঁতে সেইবোৰলৈ চকু ৰাখিবি।"

এই কথাত বেণুৱে আৰু অকণিয়েও সমূলি নামাতিলে। বৰং দুয়ো লাজ ভাবহে দেখুৱালে। কিয়নো বেণুৰ বাপেকে বেণু আৰু অকণিৰ বিয়া সময়ত পাতিব বুলি ওচৰ-চুবুৰীয়াৰ আগত কোৱা-মেলা কৰিছেই আৰু সেই কথা ঘুনুক-ঘানাককৈ সিহঁত দুয়োৰো কাণত পৰিছে।

কন্দৰ্পই আৰু কিবা ক'ব ধৰোতে হঠাৎ অকণিৰ চকুৱে চকুৱে পৰিল। ক'ব নোৱাৰো কন্দৰ্প সেই চকুৰ দৃষ্টিত কিয় থমক খালে। স্বদেশী ভাবত বিভোৰ দেশনেতা কন্দৰ্পই সেই সৰু ছোৱালীজনীৰ তীক্ষ্ণ দৃষ্টি সহিব নোৱাৰি তলমুৱা কৰিলে। কন্দৰ্পৰ মুখ গম্ভীৰ হ'ল। কন্দৰ্প কিবা ভাবত বিভোৰ হ'ল। হঠাৎ কন্দৰ্পই উঠি ক'লে, "বেণু মই উঠিলো। কেতিয়াবা যদি অকণিৰ বিয়া হয় মোক বাতৰি দিবি। আৰু এটা কথা— বোধকৰো তইঁতৰ লগত মই বহুত দিনলৈ দেখা-দেখিও নহ'ম।

বেণুৱে কিয় বুলি সোধোতেই কন্দৰ্পই বাট পালেহি। ওৰে বাটে কন্দৰ্পই নানা তৰহৰ কথা ভাবি

ভাবি আহিব ধৰিছে। কন্দৰ্পক যে কিবা ভাবে সেই সময়ত চঞ্চল কৰিছে সেই অৱস্থাত দেখিলে কোনোৱে নুই কৰিব নোৱাৰে। কন্দৰ্পই হয় স্বদেশী আন্দোলনৰ কিবা গভীৰ কামৰ ত্ৰুটীৰ কথা মনত সুঁৱৰি নাইবা কিবা আসন্ন বিপদৰ কথা ভাবি চঞ্চল হৈছে। যি নহওক, কন্দৰ্পই কিবাবোৰ ভাবিয়ে যাব ধৰিছে।

বেণুৱে অকণিক ক'লে, "অকণি মই পথাৰলৈ যাওঁ, পিতাই তাত অকলে আমনি পাব পাৰে। তই পঁইতা ভাতকেইটা খাবলৈ দুটা ভাল জলকীয়া আনি থবি। জলকীয়া ক'ত আছে জান?"

"ক'ত?"

"সৌ মোমাইহঁতৰ ঘৰত।"

অকণিয়ে ক'লে, "বাৰু।"

বেণুৱে খোজ ল'লে। আকৌ হঠাৎ কিবা ভাবি পিছুৱাই আহি ক'লে, "শুন আজলী, গোহালিৰ গোবৰবোৰ নেপেলাবিদেই। বেৰখন মচিব লাগিব।"

অকণিয়ে ক'লে, "বাৰু।"

বেণুৱে ক'লে, "শুনচোন, আৰু সেই পাণডালৰ গুৰিত অলপ গোবৰ দিবি। পাণডাল মৰহি যাব ধৰিছে।"

"কোন ডাল?"

"তাকো দেখা নাইনে?" অকণিয়ে ওচৰ চাপি আকৌ সুধিলে— "কোন ডাল?"

"সৌৱা" বুলি বেণুৱে তাইৰ মুখখন ঘূৰুৱাই পাণডালৰ পিনে মূৰা কৰালে। অকণিয়ে হাঁহি, "দেখিছো, দেখিছো" বুলি ক'লে। কিন্তু সেই স্পৰ্শত বেণুৰ গোটেই শৰীৰত কিহবাই পিৰপিৰাই গ'ল।

অকণিয়ে ক'লে, "পঁইতা ভাতকেইটা আমি দুয়ো খাম। তোমালৈ নথওঁ।"

"নাই নাই অকণি! পঁইতা ভাত কেটামান থবি। জানই নহয়, পঁইতা ভাত নাখালে মই বল নাপাওঁ।" এইবুলি কৈয়ে বেণুৰ চকুৱে অকণিৰ সুন্দৰ মুখখন চাবলৈ ধৰিলে। দুয়োৰো চকুৱে চকুৱে মিল হ'ল। অকণিৰ মুখ ৰাঙলী হ'ল। হঠাৎ অকণিয়ে সুধিলে— "কন্দৰ্প দেউতা আৰু কেতিয়া আহিব?"

"ক'ব নোৱাৰো অকণি। তেওঁক মোৰ ইমান ভাল লাগে।"

অকণিয়ে নামাতিলে।

আৰু কিবা ক'ব ধৰোতে সিমূৰৰ বুঢ়ী এজনীক ওচৰ চপা দেখি বেণুৱে ততালিকে নাঙলখন লৈ— 'আহিলো, পঁইতা ভাত থবি" বুলি আঁতৰ হ'ল। অকণিয়ে বেণু যোৱা বাটলৈ অলপপৰ চাই থাকি ওচৰতে ফুলি থকা গুলঞ্চি ফুলডালৰ তলত অসংখ্য ফুল সৰি থকা দেখি তাতে ফুল তুলিব ধৰিলে আৰু লগে লগে গালে—

*শৰায়ে শৰায়ে কাঞ্চন ফুল গাঁঠিছো*
*আইদেউৰ খোপালৈ চাই।*
*সেউতী পিন্ধিছে মালতী পিন্ধিছে*
*পিন্ধিছে খৰিকাজাই।।*

(৯)

কন্দৰ্পই আহি ঘৰ নৌপাওঁতেই নিলগৰ পৰা দেখিলে ঘৰৰ চাৰিওপিনে পুলিচে বেঢ়ি ধৰিছে। কন্দৰ্পই লাহে লাহে ওচৰ চপাত পুলিচ চাহাবে তেওঁক এখন কিবা দেখুৱাই ক'লে, "আপুনি এতিয়াই যাব লাগে। মোৰ মটৰ সৌৱা ৰৈ আছে।" —কন্দৰ্পই একো নামাতিলে। অলপপৰ ৰৈ বাৰু বলক বুলি ততালিকে আগবাঢ়িল। পুলিচ চাহাবে কন্দৰ্পক মটৰত তুলি জেললৈ লৈ গ'ল। যদিও তেওঁলোকে যিমান পাৰে মনে মনে কাম সমাধা কৰিছিল তথাপি মুহূৰ্ততে এই বাতৰি বিয়পি পৰিল। নগৰজুৰি খলক লাগিল। ল'ৰা-বুঢ়া ডেকা সকলোৱে জেললৈ বাট ল'লে। খন্তেকতে জেলৰ পদূলিমুখ হাজাৰ হাজাৰ মানুহেৰে ভৰি পৰিল। সকলোৱে উত্তেজনাপূৰ্ণ কিন্তু সংযত। সকলোৱে একেস্বৰে ক'ব ধৰিছে জয় বীৰ কন্দৰ্পৰ জয়, প্ৰায় এপৰমান মানুহবিলাক জেলৰ দুৱাৰ মুখত থিয় হৈছে। পুলিচে হাজাৰ চেষ্টা কৰিও সিহঁতক দূৰ কৰিব পৰা নাই। সকলোৱে কৈছে—এবাৰ আমাৰ নেতা স্বদেশ সেৱক কৰ্মবীৰক দেখুৱাওক। শেহত নিৰুপায় হৈ এবাৰ কৰ্দপক উলিয়াই আনিলে। কন্দৰ্পক দেখিয়ে সকলোৱে ৰোল তুলিলে— জয় কৰ্মবীৰৰ জয়। কন্দৰ্পই সকলোকে নমস্কাৰ কৰি ক'ব

ধৰিলে— ভাতৃসকল, বন্ধুসকল, পূজনীয়সকল, ইয়াত আৰু মোক চাবলৈ থিয় হৈ থাকিব নালাগে। যোৱা সকলোৱে নিজৰ কৰ্তব্য দেশৰ সেৱাত লাগাগৈ। স্বদেশী ব্ৰত— কানি, ভাং, মদ লোপ কৰা কামত, অস্পৃশ্যতা নিবাৰণত দেহেকেহে লাগাগৈ। মোক অকলে ধৰি আনিছে, কিন্তু মোৰ নিচিনা তোমালোক হাজাৰ হাজাৰ আছা; হাজাৰ হাজাৰ সৈন্যই মাতৃ সেৱাত লাগি যোৱা, অচিৰতে তোমালোকৰ উদ্দেশ্য পূৰণ হ'ব। ঠিক এনে সময়তে মটৰেৰে দেশভক্ত আৰু কমলা আহি জেলৰ পদূলিত থিয় হ'লহি। সকলোৱে "জয় দেশভক্ত" কৰি জয়ধ্বনি কৰিলে। সেই জনতাৰ মাজেৰে কথমপি বাট কৰি দেশভক্ত আৰু কমলাই আগবাঢ়ি কন্দৰ্পৰ কাষ চাপিল। দেশভক্তই ক'লে, "কন্দৰ্প, তুমি বয়সত মোতকৈ সৰু হ'লেও আজি মোৰ নমস্য; দেশৰ কাৰণে এনেভাৱে নিৰ্যাতন খাওঁতা দেৱতাতকৈও পূজনীয়। হে স্বদেশ সেৱক! ইচ্ছা কৰোঁ তোমাৰ পন্থা অনুসৰণ কৰি অলপো দেশৰ কল্যাণ কৰিব পাৰোঁ। কন্দৰ্প তোমাৰে মোৰে যি অলপো বিভিন্নতা আছিল, আজি তোমাৰ ওচৰত কৰা আচৰণে সেই বিভিন্নতা লোপ কৰিলে। তোমাৰ পন্থাই মোৰ পন্থা। লাগে যদি তাৰ কাৰণে মৃত্যুৱে হওক।" চৌদিশে জয়ধ্বনি উঠিল— জয় দেশভক্তৰ জয়, জয় কন্দৰ্প কৰ্মবীৰৰ জয়! কন্দৰ্পই ক'লে, "হে দেশ সেৱকসকল! তোমালোক আকৌ বুদ্ধিত প্ৰবীণ, জ্ঞানত প্ৰবীণ বৃহস্পতি-সম কুৰু কুলৰ গুৰু ভীষ্ম-স্বৰূপ নেতা পালা। কামত আগবাঢ়া; জননীৰ মুখ উজ্জ্বল কৰি জননী স্বৰ্গাদপি গৰীয়সী কথাষাৰৰ প্ৰমাণ কৰা।" সকলোৱে সমস্বৰে কৈ উঠিল— কৰিম, লাগে যদি মৃত্যুকো আলিঙ্গন কৰিম, তথাপি উদ্দেশ্য পূৰণ কৰিম।

কন্দৰ্পই ক'লে, "উত্তেজিত নহ'বা, ধীৰ স্থিৰ-ভাৱে কৰ্তব্যত লাগা।"

এনেতে পুলিচে ক'লে, "আপোনাক আৰু বাহিৰত ৰাখিব নোৱাৰোঁ। বলক, সকলোকে ঘৰলৈ যাবলৈ কওক। কন্দৰ্প ততালিকে ভিতৰমুৱা হ'ল। সকলোৱে 'জয় কৰ্মবীৰৰ জয়' ৰব তুলিলে। কন্দৰ্পই ভিতৰমুৱা হওঁতে কমলাৰ চকুৱে চকুৱে পৰিল। কন্দৰ্পই দেখিলে কমলাৰ সুন্দৰ চকুজুৰিৰে দুধাৰ চকুলো বৈ আহিছে। কন্দৰ্পই হাঁহি হাঁহি কমলাৰ কাষ চাপি ক'লে, "কমলা, কান্দিছা কেলেই? আজি মোৰ দৰে ভাগ্য কেইজনৰ? দেশৰ হকে নিৰ্যাতন সহিব ওলাইছোঁ, ইয়াতকৈ আৰু কি আনন্দ হ'ব পাৰে?" কমলাই ক'লে, "আপুনি দেৱতা! কিন্তু এনে দেৱতাকো নিৰ্যাতন কৰিবলৈ ওলায়? আপুনি কেনে সুখত আছিল, এতিয়া কেনেকৈ জেলৰ নিৰ্যাতন সহিব?" "কমলা, সেইটো ভাবিব নালাগে যদি সহিব নোৱাৰি মৰিম লাগে, তেও মোৰ পক্ষে আনন্দ। যোৱা কমলা, ভাবি লোৱা কন্দৰ্প আজি মৰিছে। কেৱল দেশৰ হকে লাগাগৈ। নাৰী সঙ্ঘ জগাই তোলাগৈ। অসমীয়া নাৰীক ৰাজপুত নাৰীৰ সমকক্ষ কৰি তোলাগৈ। যোৱা কমলা, মোৰ অবিহনত তোমাৰ ওপৰত ভীষণ কৰ্তব্য থাপিলোঁ।" কমলাই একো নামাতিলেও কমলাৰ মনত কেনে ভুইকঁপে হেন্দোলদোপ লগাইছিল তাক কোনে ক'ব। কমলাই যে মনে মনে কন্দৰ্পক ভাল পাইছিল। কমলাই যে কন্দৰ্পৰ দেশ-সেৱাৰ কাৰণে পূজা কৰিছিল, কন্দৰ্পৰ গুণত মুগ্ধ হৈছিল, কন্দৰ্পৰ স্বাৰ্থত্যাগৰ কথা ভাবি ভাবি কেতিয়াবা আনন্দৰ চকুলো টুকিছিল; আনকি সুবিধা পালে সময়ত কন্দৰ্পতে সকলো মন-প্ৰাণ অৰ্পি এদিনা কন্দৰ্পৰ অৰ্দ্ধাঙ্গিনী স্বৰূপে থিয় হ'ব খুজিছিল। সেই ভাবী স্বামীৰ এনে নিৰ্যাতনত কমলাৰ প্ৰাণত ভুইকঁপ উঠা সম্পূৰ্ণ স্বাভাৱিক। এপিনে মৰম ভালপোৱা, আন পিনে অতুল ভক্তিয়ে কন্দৰ্পক কমলাৰ মনত নিজতকৈও নিজৰ কৰি তুলিছিল। কন্দৰ্পই আৰু একো নকৈ জেলৰ ভিতৰ সোমাল। কমলাই কান্দো কান্দো সুৰে এটা হুমুনিয়াহ কাঢ়ি ক'লে, "কৰ্মবীৰ! কৰ্মবীৰ!" শত কণ্ঠৰ প্ৰতিধ্বনি হ'ল "জয় কৰ্মবীৰৰ জয়!" তাৰ পিছত সকলোৱে দীঘল হুমুনিয়াহ কাঢ়ি লাহে লাহে উভতিল। বাটত সকলোৱে নীৰৱ-নিস্পন্দ।

(১০)

অকনিহঁত বেণুহঁতৰ ঘৰত পোনপ্ৰথমে আনন্দেৰে আছিল। কিন্তু কথা আওপাকেৰে গ'ল। বেণুৰ মাকে

সেই গাঁৱৰ গাওঁবুঢ়াৰ ছোৱালীজনী বেণুলৈ বিয়া কৰাই গাঁওবুঢ়াৰ ঘৰৰ লগত সম্বন্ধ কৰিবলৈ মন কৰিছিল। আনকি গাঁওবুঢ়াৰ ঘৈণীয়েকো এই কথাত মান্তি হৈছিল। কিন্তু বেণুৰ বাপেকে বেণুৰ লগত অকণিক বিয়া দিব কথাষাৰ শুনি বেণুৰ মাকৰ মনত এপিনে যেনে খং হ'ল আনপিনে অকণিহঁতক সিহঁতৰ ঘৰৰ পৰা সোনকালে আঁতৰাবৰ নিমিত্তে চেষ্টা কৰিলে। সেইকাৰণে বেণুৰ মাকে অকণিহঁতৰ নানাতৰহৰ সঁচাই-মিছাই দোষ ধৰিব ধৰিলে, লগে লগে চেল্ পালেই নিন্দা আৰু গালি পাৰিব ধৰিলে। বেণুৰ মাকৰ ইচ্ছা বাপেক-মাক নোহোৱা, খাব নোপোৱা ছোৱালীৰ লগত বেণুৰ বিয়া নাপাতে। সিদিনা বেণুৱে পথাৰৰ পৰা উলটি আহি অলপ জিৰাই-শঁতাই মাকক ক'লে, আইতা, সিদিনা থ'ব দিয়া ৰূপ কেইটকা দিয়া, মৌজাদাৰৰ ঘৰলৈ যাওঁ, খাজনাৰ লৈঠাটো মাৰি আহোঁ। মাকে উঠি গৈ গাৰুৰ তল খেপিয়াই চাই সেই টকা নাপালে। মাকৰ বেবেৰিবাং লাগিল। থোৱা টকা কি হ'ল, কোনে নিলে?

বেণুৱে আকৌ ক'লে, "আইতা, আনা গধূলি হ'লহি, আকৌ তাৰ পৰা উভতি আহোঁতে দুপৰ হ'ব।"

মাকে একো নামাতি চাৰিওপিনে বিচাৰিব ধৰিলে, কিন্তু টকা নাপালে। মাক ওলাই নহা দেখি বেণুৱে আকৌ কোৱাত বেণুৰ পিতাকে খঙেৰে ডাঙৰকৈ ক'লে, "কথাত যদি কাণ দিয়ে। সি টকা টকা কৰি তেতিয়াৰপৰা চিঞৰিব ধৰিছে বা টকাকেইটা আনি দিওঁ আৰু কোন পৰত যায় কেতিয়া আহে, টকাকেইটা উলিয়াই দিওঁতে কিমানপৰ লাগে?"

মাকে ক'লে, "ৰূপ কেইটকা দেখোন নাই। গাৰুৰ তলতে থৈছিলো, কোনে নিলে? কোনে নিব? ঘৰৰ কোনোবাই নিছে, সোধাচোন অকণিহঁতক।

মাকে অকণিহঁত থকা কুঠৰিত সোমাই অকণিহঁতৰ কাকো নেদেখি অকণিৰ কানি-কাপোৰ শোৱাপাটী আদি চাই শেহত গাৰুৰ তলতে দহ টকা ৰূপ পাই কৈ উঠিল— এয়া, এয়া দেখো ইয়াতেই চুৰ কৰি আনি থৈছেহি। দহোটা টকাকে আনিছে। এনে চুৰুনী আধাকটা। স্বভাৱ দিনকদিনে চৰিছেহে। ভাল আপদ গভালে।

বেণুৰ বাপেকে বাহিৰৰ পৰা ঘৈণীয়েকৰ তেনে কথা শুনি সুধিলে— কোনে নিছে?

—কোনে নিব? বাহিৰৰ জাবৰ-গোবৰ আনি ঘৰ চপায়। ক'ত কি কৰে একো থিৰাং নাই। এই দুপাততেই ইমান আৰু দিন-কাল আছেহে। গণি থোৱা টকাকে আনি লুকাই থয়। আৰু অলপ ডাঙৰ হ'লেই ঘৰবাৰী খান্তাং কৰিব। এইবুলি কৈয়ে টকা দহোটা আনি বেণুৰ হাতত দিলেহি। বেণুৱে সেই টকা লৈ কাঠৰ মূৰ্তিৰ দৰে থিয় হৈ থাকিল। অকণিয়ে চুৰ কৰা কথাটোৱে বেণুৰ মন চঞ্চল কৰি তুলিলে।

বেণুৰ মাকে ঘৰ সোমাই আকৌ বলকিব ধৰিলে— সংসাৰত মোৰ বেণুলৈ ছোৱালী নাই, ক'ৰ বাটৰ শিটাৰে ঘৰ ভৰায়হি। ক'ৰ চুৰুণী-হাড়ীতখাইতী আহি মোক হাৰাশাস্তি কৰেহি। ঠিক এনে সময়তে অকণি আৰু আনন্দই পথাৰৰ পৰা বিৰিণা খৰি লৈ আহিব ধৰিছে। আনন্দই বাটে বাটে গাই আহিছে—

দহিকতৰা ঔ! দহিকতৰা ঔ! গীত গাচোন ছালি ধৰি।
মউপিয়া সুৰ তুলি ভৰি ভৰি তাল ধৰি নাচনাচ ই ৰাংচালি।

অকণিয়ে পিঠিত চাপৰ মাৰি ক'লে, "কিমাননো গাব ঐ। সৌৱা শুনচোন ঘৰত কাৰোবাৰ খং উঠিছে। আনন্দ নিমাত হ'ল। এনেতে বেণুৰ পিতাকে কোৱা শুনিলে— ভাল বুলিহে ভাবিছিলো, এনে অঘাইতং বুলি ক'ব পৰা নাছিলোঁ।"

বেণুৰ মাকে ক'লে, "মইনো ইমানদিনে কি কৈছো। ছোৱালীৰ যেনে অতপালি ল'ৰাও তেনে দুষ্ট। এনে ছোৱালীৰে মোৰ বেণুৰ যোৰ কৰিব নালাগে। বেণুলৈ মই গাঁওবুঢ়াৰ সুলক্ষণী ছোৱালী ধৰিম। তাই বাপেক-মাকৰ ঘৰ খাই আহিছে এতিয়া শাখিনী তেজাৰ দৰে ইখন ঘৰো খাব নিদিওঁ। ইমানপৰে বেণু নিমাত হৈ চোতালতে বহি আছিল। অকণিহঁত এনে সময়তে চোতাল সোমাওঁতে বেণুৰ চকুৱে চকুৱে পৰিল। বেণুৱে এটা নিৰাশ চাৱনিৰে অকণিৰ মুখলৈ চালে আৰু লাহে লাহে একো নোকোৱাকৈ মৌজাদাৰৰ ঘৰলৈ গতি কৰিলে। অকণিয়েও বেণুৰ মাক আৰু বাপেকৰ কেই-আষাৰো কথা শুনি তাইক কিয় বলকিছে সেইটো বুজি নাপালেও সকলো কথা-বতৰা,

গালি-শপনি তাইৰ উদ্দেশ্যেই যে কোৱা হৈছে সেইটো বুজি লাহে লাহে গৈ লাজ-অভিমানকে লগত লৈ দুখীয়াৰ সম্বল চকুপানী টুকি নিজৰ শোৱা-পাটীৰ কাষ পালেগৈ। সেই সময়তে অকণিৰ মনত কত পুৰণি কথা মনত পৰিছিল কোনে লেখ কৰিব?

আনন্দই কাৰো কথালৈ কাণ নিদি চোতালত বহি থকা মেকুৰীটোৰ নেজত ধৰোতে মেকুৰীটোৱে মেও মেও কৰি তাৰ মুখলৈ চালে। সি মেকুৰীটোৰ গাত পিহি পিহি গাবলৈ ধৰিলে—

আইটীৰ মাৰলত সৰল মাৰলী হেঙুল তিৰেবিৰে কৰে।
কেবাই কেতুকৰে গাৰু ফটিকৰে আইটী বহি ৰং কৰে।।
কেবাই কেতুকৰে গাৰু ফটিকৰে মেকুৰী খুজিয়া পাটী।
এফালে বহিছে জয়মতী গাভৰু এফালে বহিছে সখী।।
এনেতে হঠাৎ বেণু লৰি আহি মাত দিলে- অকণি! অকণি!

অকণি তেতিয়া শোৱা-পাটীত। বেণুৰ মাত তাইৰ কাণত পৰি তাই চক্ খাই উঠিল। আকৌ লাজ-অভিমানৰ কথা ভাবি তাই একো নামাতি বহিয়ে থাকিল। বেণুৱে একো নকৈ অকণিহঁতৰ কুঠৰিলৈ আহি একে উশাহতে ক'বলৈ ধৰিলে, "অকণি সৰ্বনাশ, সৰ্বনাশ, কন্দৰ্প দেউতাক দিনচেৰেক হ'ল, পুলিচে ধৰি নিছে।"

অকণি উচপ খাই ক'লে, "কন্দৰ্প দেউতাক পুলিচে নিছে? কিয়?"

ভালকৈ ক'ব নোৱাৰোঁ। মই মৌজাদাৰৰ ঘৰলৈ যাওঁতে বাটতে বাতৰি পাই উভতি আহিছোঁ। ৰজাৰ বিৰুদ্ধে কিবা কোৱাৰ কাৰণে তেওঁক ধৰিছে।

অকণিৰ সুন্দৰ মুখখন সেইপিনে শেঁতা পৰিল। তাইৰ চকুৰ পানী তেতিয়াও চকুতে আছিল। চলচলীয়া চকুৰে বেণুলৈ চাই তাই ক'লে, কি হ'ব, এতিয়া উপায় কি— কন্দৰ্প দেউতা যে কিমান সুন্দৰ।"

বেণুৱে ক'লে, "এবাৰ চাব পাৰিলেও—"

"যদি চাব পাৰি তেন্তে মোকো লৈ যাবা বেণু ককাইদেউ!"

"বাৰু চাওঁচোন!" —বুলি কৈ বেণুৱে চোতাললৈ আহি আধা হোৱা ঢাৰি এখনি ব'বলৈ ধৰি পিতাকৰ আগত কন্দৰ্প জেললৈ যোৱা কথা ক'বলৈ ধৰিলে—

লাহে লাহে এটা-দুটাকে মানুহ ভবি পৰিলহি। বেণুৱে সেই কথাকে কেবাবাৰো উল্লেখ কৰিবলগীয়াত পৰিল। সকলো মানুহৰ মনত কন্দৰ্পৰ সুন্দৰ গুণবোৰ জ্বলি উঠি খন্তেকলৈ এটা ভাবৰ খেলি-মেলি লগাইছিল।

## (১১)

স্বদেশী আন্দোলনে অসমজুৰি হেন্দোলদোপ লগাইছে। নাৰীসংঘ জাগি উঠিল। ল'ৰা, ডেকা, বুঢ়া সকলোৱে উত্তেজনাত মতলীয়া হৈছে। গৱৰ্ণমেণ্টেও প্ৰজাৰ উতলা স্বভাৱ দেখি তৰধ হ'লেও মনে মনে হাঁহিছে আৰু সুবিধা বুজি চেলু পালেই বৰঘৰত ভৰাইছেগৈ। আচৰিত কথা, ইমান উত্তেজনা তত্তালিকে গৱৰ্ণমেণ্টে কেনেকৈ শাঁত কৰিব মানুহে মুঠতে পাণ্ডি পোৱা নাই। কিন্তু কল্পনাত সেই দৃশ্য ভাবি নাপালেও বাস্তৱতে ততালিকে সেই উত্তেজনা নিমিষতে লুকাই পৰিল। বৰঘৰ ভৰিল সঁচা, ইপিনে বাহিৰত কলৰৱ কমিল; আশাৰ ঠাইত নিৰাশাৰ ঘোৰ মূৰ্তিয়ে দেখা দিলে। মাজে মাজে দুই-একেষাৰ উত্তেজনাৰ কথা ক'লেও ভয়ে ভয়ে ক'ব ধৰিলে। মুঠৰ ওপৰত উত্তেজনা সমূলি নোহোৱা হ'ল বুলি ক'লেও বেছি কোৱা নহয়। ইমান সোনকালে উত্তেজনা শাম কটাৰ কাৰণ বোধকৰো মানুহবিলাকেও অন্তৰৰ পৰা স্বৰাজৰ গভীৰতা ভালকৈ হৃদয়ঙ্গম কৰা নাছিল বা অন্তৰৰ অন্তৰতম হিয়াৰ পৰা আহ্বান-বাণী পোৱা নাছিল। কেৱল বাহ্যিক উত্তেজনাত নাচি উঠিছিল। নহ'লে হৃদয়ৰ পৰা স্বাধীনতাৰ বাণীয়ে উদগালে কাৰ সাধ্য সেই উত্তেজনা ততালিকে শাঁত কৰে? যি নহওক বাহিৰত যেনেকৈ উত্তেজনা কমিল বৰঘৰৰ ভিতৰতো নিৰাশাই আগুৰি পেলালে। তাৰ কাৰণ বহুতে সেই আন্দোলনত যোগ দিছিল যে অচিৰতে স্বৰাজ পাব। অচিৰতে জাতীয় পতাকা তুলি একোজনে ডাঙৰ ডাঙৰ পদ পাব। স্বদেশৰ হকে লাঞ্ছনা সহি Martyrৰ ঠাই অধিকাৰ কৰিব। কিন্তু সেই কল্পনা কেৱল কল্পনাতে শেষ হোৱাৰ কাৰণে আৰু অচিৰতে নহৈ দূৰত্বৰ একো পৰিমাণ নোহোৱাৰ কাৰণে

বৰঘৰত সোমোৱাসকলৰ মাজতো নিৰাশা নহৈ নোহোৱাৰিলে। কিছুমানে মিছা লাঞ্ছনা কিমান সহিম বুলি ভাবি বৰঘৰৰ পৰা আৰু এই আন্দোলনত যোগ নিদিওঁ বুলি প্ৰতিজ্ঞা কৰি ওলাই আহিল। কোনোৱে বাৰু যিকেইদিন ভোগ আছে সেই কেইদিন মৰোঁ-জীউ সোঁ-আধিকৈ কটাই নিজৰো মান ৰাখি লগে লগে ৰাইজৰো গৰিহণা নোখোৱাকৈ জেলত দিন নিয়াব ধৰিলে। কিন্তু যেতিয়াই ওলাবৰ দিন হ'ল সিদিনাই ওলাই আহিয়ে আকৌ পুনৰ্মূষিক হ'ল। অৰ্থৰ বাবে নিজৰ নিজৰ ওকালতি বা নিজৰ নিজৰ কৰ্তব্যত লাগি পৰিল। অৱশ্যে কেইদিনমান বা কেইমাহমান যে তেওঁলোকে বিবেকৰ তীব্ৰ দংশন সহিছিল বা দেশসেৱাও বিসৰ্জন দি সমূলি নিমাওমাও হৈছিল সেইটো ধ্ৰুৱপ। বহুতো স্বদেশ-সেৱকৰ অৱস্থা এনে হ'ল; কিন্তু কন্দৰ্পৰ অৱস্থা কি? কন্দৰ্পতো কেৱল উত্তেজনাতে মতলীয়া হোৱা নাছিল। তেওঁ যে অন্তৰৰ অন্তৰতম গুহাৰ পৰা পোৱা আহ্বানত স্বদেশৰ হকে যুঁজিছিল। কন্দৰ্পই চৌদিশৰ পৰা এনে নিৰাশা বাণীতো অচল-অটল হৈ আছিল। কাৰো লগত বিশেষ কথা-বতৰা নকৈ বৰঘৰত কেৱল কিতাপ পঢ়াতে ৰত আছিল। সেইকেইদিন তেওঁৰ প্ৰধান সম্বল গীতাৰ বাহিৰে একো নাছিল। তেওঁ প্ৰত্যেক মুহূৰ্ততে মনে মনে কৈছিল— "কৰ্ম্মণ্যেৱাধি কাৰস্তে মা ফলেষু কদাচন।" মুঠৰ ওপৰত সেই সময়ত কন্দৰ্পৰ সকলো উদ্যম, সকলো শক্তিয়ে এটা বিৰাট বান্ধোনৰ মাজত আৰু উৎকৰ্ষ লভিছিল। গীতা পঢ়াৰ লগে লগে কন্দৰ্পৰ মনত নিস্পৃহ ভাবটোও বিৰিঙিছিল। কন্দৰ্পই ভাবিছিল কি হ'ল, ইমান ডাঙৰ আন্দোলন এনেয়ে গ'ল। কন্দৰ্পই ভাবিছিল কেৱল উত্তেজনাই কাম কৰিব নোৱাৰে, উত্তেজনাৰ লগে লগে হৃদয়ৰ আচল আহ্বান লাগে। কন্দৰ্পই ভাবিছিল বৰঘৰৰ পৰা ওলাই আকৌ কোন পথ অৱলম্বন কৰিব? কিন্তু বৰঘৰৰ পৰা ওলাবলৈকো যে কন্দৰ্পৰ কে'বাবছৰো বাকী। কিন্তু তেওঁৰ অমূল্য জীৱনৰ এই কেইবছৰ সমুখত এটা নিৰাশাৰ ভীষণ ছবি লৈ সকলো কৰ্তব্য এৰি জড় পদাৰ্থ হৈয়ে জেলতে কটাবনে? এনেবোৰ ভাবি থাকোতেই এদিনা ৱাৰ্ডাৰে কন্দৰ্পক ক'লেহি, "বাহিৰলৈ আহক, আপোনাক চাবলৈ কোনোবা সম্বন্ধীয় আহিছে।" নিজৰ সম্বন্ধীয়ৰ কথা শুনি কন্দৰ্প আচৰিত হ'ল। কন্দৰ্পৰ যে আচলতে নিজৰ আইতাকৰ বাহিৰে আন কেও নাই। কন্দৰ্পই থতমত খাই ওলাই আহি দেখিলে বাহিৰত এখনি অপৰূপ দৃশ্য। কমলাৰ লগত তেওঁৰ বহুদিনৰ চিনাকি। সেই অকণি আৰু তাইৰ ভায়েক আনন্দ, আৰু অলপ নিলগতে থিয় হৈ আছে বেণু! কন্দৰ্পই এই চাৰিওজন মানুহক দেখি আপোন ভাবত বলিয়া হ'ল। কন্দৰ্পৰ ভাব হ'ল যেন ইহঁত পৰ হ'লেও একো সম্বন্ধীয় নহ'লেও, তাৰ নিজৰ লাগি কুটুমতকৈও আপোন। কন্দৰ্পই অলপ থিৰভাৱে সেই দৃশ্য চাই থাকি হঠাৎ ক'লে, "কমলা। ইয়াত কিয়?"

কমলাই ক'লে, "এই ল'ৰা-ছোৱালীহালক সিদিনা আমাৰ ঘৰলৈ দেউতাই লৈ আহিছে। ইহঁতে হেনো সদায় আপোনাৰ কথা সোধে। আপোনাক চাবলৈ ইহঁত উত্ৰাৱল। সেই কাৰণে দেউতাই লৈ আহি আজি আমাৰ লগতে আপোনাক চাবলৈ পঠিয়াইছে।"

আনন্দই এনেতে মাত লগালে, "আপুনি আজিকালি আমাৰ তালৈ নেযায়?"

কন্দৰ্পই ক'লে, "যাওঁ বুলিলেও যে সময়ত যাব নোৱাৰি আনন্দ! আজি যে মই জেলত।"

জেলৰ নাম আনন্দই শুনিলেও জেলৰ ভীষণতা সম্বন্ধে তাৰ সিমান জ্ঞান নাই। অথচ কন্দৰ্পৰ সেই উক্তিত কিবা এটা মৰ্মভেদী হোৱা যেন অনুভৱ কৰিলে। সি ক'লে, "আপুনি ইয়াৰ পৰা ক'লৈকো যাব নোৱাৰে জানো?"

"কেনেকৈ পাৰিম আনন্দ?"

"ই আকৌ কেনে কথা? আপুনি ভদ্ৰ মানুহ। আপুনি ওলাই যাব নোৱাৰে; য'তে-ত'তে ফুৰিব নোৱাৰে, কিন্তু আমিয়ে দেখো পথাৰে পথাৰে লৰি ফুৰিব পাৰো।"

কন্দৰ্পই হাঁহি মাৰি ক'লে, "ধন্য তইঁতৰ প্ৰাণ আনন্দ। আনন্দ, তই সদায় এনে অজলা ভাব লৈয়ে থাক, যেন এনে বন্দী ভাবৰ কথা, জেলৰ কথা, পৰাধীনতাৰ ভীষণ দুখৰ কথা সমূলি মোল নাপাৰ। তই যেন এনে অজলা ভাবৰ মুক্ত প্ৰাণ লৈ নাচি নাচি জীৱন কটাব পাৰ।

এনে সময়তে কমলাই ক'লে, "আপুনি জেলতে থাকিল কিন্তু বাহিৰত যে সকলো নিতাল মাৰিছে।"

কন্দৰ্পই ততালিকে ক'লে "সেই নিতাল ভাৰৰ লগে লগে মোৰো প্ৰাণৰ স্পন্দন এদিন সমূলি নিতাল মাৰিব। কমলা। সেইদিনা হাজাৰ শব্দ বা ধ্বনিতো আৰু জাগি নুঠিম। মোৰ ইচ্ছা হৈছে যেন সেইদিন অচিৰতে আহে। স্পন্দনহীন জাতিৰ মাজত জন্মি আৰু লাভ নাই কমলা!"

কমলাই ক'লে, "আপোনাৰ মুখতো আজি নিৰাশাৰ বাণী!"

"কেৱল নিৰাশা নহয় কমলা, একেবাৰে নিস্পৃহ। কমলা আজি ডেৰ বছৰ বহি ভাবিছো কি জানা? ভাবিছো কিহৰ স্বাধীনতা, কিহৰ অৰিয়াঅৰি! কিয় এনে ভাবত হাই-কোঢ়ালৰ সৃষ্টি। কমলা স্বাধীনতা বস্তু যে খিলঞ্জীয়া নহয়। আজি যি জাতি স্বাধীন কাইলৈ আকৌ দুৰ্বল অৱস্থাত পৰাধীন। যদি সেই বস্তু খিলঞ্জীয়াই নহয়, তেন্তে কিয় এনে হাই-উৰুমিৰ সৃষ্টি কৰো।"

কমলাই ক'লে, "স্বাধীনতাৰ কাৰণে যুঁজ কৰাটোৱে যে এলেহুৱা জাতিক চেতনা দিয়ে। মনত উদ্দীপনা জগাই তোলে। জগতৰ পৰা সেই ভাবটো সমূলি আঁতৰিলে যে কত জাতিয়ে এলাহকে সাবটি ধৰি বিলাসী নিষ্কৰ্মী হৈ পৰিব।"

কন্দৰ্প— সেইটো সঁচা। কিন্তু আনৰ কথা আনে জানে। মই যে এতিয়া বিচাৰিছো পূৰ্ণ স্বাধীনতা! খিলঞ্জীয়া স্বাধীনতা। মই যে ভাবিছো কেৱল মুক্তিৰ কথা, নিজৰ নিজত্ব অনুভূতিৰ কথা। নিজৰ মনৰ স্বৰাজৰ কথা।

কমলা— আপুনি কি কৈছে?

কন্দৰ্প— সঁচা কমলা। এতিয়া মোৰ মনত জাগ্ৰত হৈ উঠিছে সেই অতীত ভাৰত। দিল্লীৰ পাটছাৰ ভাৰত নহয়, বৃটিছ কেশৰীৰ ভাৰত নহয়, সেই অতীতৰ ভাৰত! যিদিনা ভাৰতৰ বেদ-ধ্বনিয়ে সোমৰস পিছিল, যিদিনা ভাৰতৰ ঋষি-মুনিসকলে সংসাৰৰ কোঢ়াল এৰি স্বাধীনতা পৰাধীনতাৰ বহুত দূৰৈত থাকি গভীৰ বননিত, গহীন গুহাত পৰি ভাবিছিল সচ্চিদানন্দৰূপ, কৰিছিল ঈশ্বৰ উপলব্ধি, বঢ়াইছিল ভূমাৰ লগত মিলাবলৈ নিজৰ অন্তৰ! কমলা! সেই অৱস্থাত যে যিদিনা অৰ্থনীতি, ৰাজনীতিৰ আৱশ্যক নোহোৱাত পৰে। এমুঠি ভাত খায়ে অসীম জ্ঞানৰ ৰাজ্য লুণ্ঠন কৰিব পাৰি।

"কন্দৰ্প ককাইদেউ! আপুনি যে দৰাচলতে সন্ন্যাসী হৈ গৈছে!"

"নাই কমলা, সন্ন্যাসী নহয়, সম্পূৰ্ণ গৃহস্থ। কিন্তু এই গৃহস্থৰ গাৰ্হস্থ্য জীৱন অতি ৰহস্যেৰে পূৰ্ণ।"

এইবিলাক কথা অকণিহঁতে একো বুজি পোৱা নাছিল। কিন্তু কন্দৰ্পৰ গম্ভীৰ মুখৰ পৰা ওলোৱা কথাই সিহঁতকো খন্তেকলৈ মুগ্ধ কৰি ৰাখিছিল। বেণুৱে ক'লে, "দেউতা, আপুনি কাহানি জেলৰ পৰা ওলাব?"

কন্দৰ্পই এই কথালৈ কাণ নিদি কৈ গ'ল— এই বহল জগতত সৰু সৰু অংশৰ সৃষ্টি মাথোন উন্নতি বঢ়াবৰ নিমিত্তে, হাই-কাজিয়া বঢ়াবলৈ নহয়। সেইবোৰৰ দ্বাৰা সেইবিলাকৰ উৎকৰ্ষ সাধন কৰি গোটেই জগতত এটা বিৰাট সচ্চিদানন্দ ৰূপ ধাৰণ কৰিবলৈহে।

কমলাই ক'লে, "আপোনাৰ কথা আজিকালি বৰ জটিল হৈ উঠিছে। বোধকৰোঁ আপুনি এই কেইবছৰকাল কেৱল গীতাতে ৰত থাকি আন সমূলি ভোল গৈ থাকিব শিকিছে।"

"হ'ব পাৰে সেইটোও। কিন্তু কমলা। মোৰ কি হৈছে আৰু মই জেলত এনেভাৱে বান্ধোনত নাথাকি ওলাই যাম।"

"কিন্তু আপোনাৰ যে এতিয়াও আৰু তিনি মাহ বাকী!"

"যিমান বছৰেই নাথাকক। জেল আৰু ভাল নালাগিছে। বিশেষতঃ ইয়াত বৰ কোঢ়াল, বৰ হাই-উৰুমি কমলা। যাম একেবাৰে নিৰ্জন ঠাইত, একেবাৰে মনুষ্য সমাগম নোহোৱা ঠাইত। কেৱল নীৰৱে বহি বহি ভাবিম কমলা!"

"কি ভাবিব?"

"ক'ব নোৱাৰোঁ কি ভাবিম। কিন্তু ভাবিম এই বিৰাট জনতাৰ মাজত শান্তি বেণুৰ স্বৰ। ভাবিম সম্পূৰ্ণ বোধ ভাৰত কৰ্মযোগৰ অতুলনীয় কীৰ্ত্তি।

ভাৱিম কি এদিনা শ্ৰীকৃষ্ণই ভাৰতৰ সকলো ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যৰ ৰজাসকলক টানি-আঁজুৰি আনি কুৰুক্ষেত্ৰত সকলো ক্ষুদ্ৰতাৰ অন্ত কৰি ভীষণ কোঢ়ালৰ মাজত শান্তিৰ সুৰ তুলি এখনি বিৰাট ভাৰত গঢ়ি ধৰ্মৰাজ্য সংস্থাপন কৰিব খুজিছিল।"

কমলাই ক'লে, "কি কয় একো বুজি নাপাওঁ; আপুনি বহুতো আগুৱাইছে।" এনেতে ৱাৰ্ডাৰে ক'লে— বলক আৰু থাকিবলৈ নাপায়। আনন্দই ক'লে— আমাৰ আপুনি থকা কোঠাতো দেখুৱাওক? কন্দৰ্পই এটা দীঘল হুমুনিয়াহ কাঢ়ি ক'লে, "মোৰ থকা ঘৰ ক'ত? আনন্দ! আজি হয়তো ইয়াত কাইলৈ বা ক'লৈ যাওঁ কোনে জানে?"

কন্দৰ্পই আৰু একো নকৈ ৱাৰ্ডাৰৰ পিছে পিছে যাব ধৰিলে। অকণিহঁতে সেইপিনে চায়ে থাকিল। হঠাৎ তাই সুধিলে, "আৰু কিমানদিন তেওঁ ইয়াত থাকিব!"

"তিনি বছৰ!"

বেণুৱে ক'লে, "এনে সুন্দৰ দেহ জেলত নষ্ট হৈ যাব।"

কমলাই একো নক'লে। কিন্তু কমলাৰ মনত পৰিল ৰত্নাকৰ দস্যুৰ কথা। যাৰ দস্যু স্বভাৱ সকলো উঁই-হাফলুত লুকাই পৰাত মহান সুন্দৰ ঋষি বাল্মীকি উপজিছিল। কমলাই ভাবিছিল কন্দৰ্পৰ এই জেলৰ কল্পনায়ে কন্দৰ্পক সুন্দৰতকৈও আৰু সুন্দৰ কৰিব। নিজৰ সৰ্বাংগ সৌন্দৰ্যইতো মানুহৰ শ্ৰেষ্ঠ উদ্দেশ্য; যদি সেই সৌন্দৰ্য দেশৰ জাতি ভাইৰ কামত লাগে। কন্দৰ্পই যে এতিয়া মনৰ উৎকৰ্ষতাৰ লগে লগে নিস্পৃহ ভাবটো বেছিকৈ জগাই তুলিছে। যদি কন্দৰ্পই দেশলৈ সকলো পাহৰি একেবাৰে নিস্পৃহ উদাহৰণ ভকত হৈ সংসাৰ ত্যাগী সন্ন্যাসী হয় তেন্তে দেশৰ ভাতকৈ ডাঙৰ হানি কি হ'ব পাৰে? তদুপৰিও দেশবাসীয়ে বা কন্দৰ্পৰ এনে আচৰণৰ ওভোতা অৰ্থ কিয় নকৰিব? মানুহে যে ভাবিব কন্দৰ্পই গৱৰ্ণমেণ্টলৈ ভয় কৰি নিজৰ উদ্দেশ্য সকলো চেপা দি এতিয়া সহজ উপায় সন্ন্যাসী পন্থা উলিয়াইছে। এই কথাত কমলাৰ মন চঞ্চল হৈ উঠিল। কমলাই সকলো সহিব পাৰে; কিন্তু কন্দৰ্পৰ ওপৰত পৰা মিছা গঞ্জনা, লঘু লাঞ্ছনা যে তাইৰ অতিকৈ অসহনীয়। তেওঁ মনে মনে কৈ উঠিল— নাই নাই কন্দৰ্প! তুমি যিমানেই উদাৰ নোহোৱা তোমাৰ মনৰ গতি যিমানেই বঢ়াই নিদিয়া, কিন্তু তুমি দেশবাসীক পাহৰি গৈ লঘু-লাঞ্ছনাৰ পথ মুক্ত কৰিব নোৱৰা। তোমাৰ দেহে-কেহে দেশৰ কল্যাণকে সাধিব লাগিব। আৰু কমলা থিৰেৰে থাকিব নোৱাৰিলে। তেওঁ ততালিকে অকণিক ক'লে, "ব'লা এতিয়াই মই ঘৰ পাব লাগে। এখনি বিশেষ চিঠি লিখিব লাগিব। সকলোটিয়ে কমলাৰ পিছে পিছে খোজ ল'লে।"

আনন্দই বাটত ক'লে, "কন্দৰ্প দেউতাক আমাৰ লগত টানি আনিবলৈ ইচ্ছা আছিল। কন্দৰ্প, দেউতা তাত সোমাই থাকি কি কৰিব?"

কমলাই একো নামাতিলে।

অকণিয়ে সুধিলে— তেওঁক কেনেকৈ উলিয়াই আনিব পাৰি? কমলাই ততালিকে কৈ উঠিল— কেৱল পাঁজি কটা, কেৱল সূতা কটা। কেৱল যঁতৰ ঘূৰোৱাই তেওঁক বাহিৰলৈ আনিব পাৰে।

অকণিহঁতে ইয়াৰ অৰ্থ একো নুবুজিলে। বেণুৱে মাথোঁ ভাবি গ'ল পাঁজি কটাৰ লগত জেলত-সোমোৱা ওলোৱাৰ সম্বন্ধ কেনেকৈ হ'ল?

(১২)

অকণিহঁত জেলৰ পৰা উলটি আহি কমলাৰ লগতে কে'বাদিনো থাকিল। কেৱল বেণুৱে হাল বাবলগীয়া হোৱাৰ কাৰণে অকণিহঁতক তাতে এৰি নিজৰ ঘৰলৈ গৈছিল। ইপিনে বেণুৰ মাকে অকণিহঁত নহাৰ কাৰণে বেণুৰ বাপেকৰ আগত নানাতৰহৰ কথা লগাব ধৰিলে। "এনে আধাকটা ছোৱালী, কাপোৰখন লগাই দিলো, দেখি ব'ব লাগিব বুলি নহাতেই পৰিল। কাৰঘৰত, ক'ত থাকে, একো ঠিক নাই। এনে হেন ছোৱালীক আকৌ মোৰ ল'ৰাক গঁতাব খোজে।" বেণুৰ বাপেকে ক'লে, "তোমাৰ যদি এনে অসহন হৈছে ভাল কথা, বেণুলৈ আন ছোৱালী চাওঁ। অকণিক আন ঠাইতে বিয়া দিম।"

"পৰৰ ভাবৰ গোটাৰলৈ কিনো আৱশ্যক। সংসাৰত আৰু মানুহ নাই যেয়ে তাইক বিয়া দিব পাৰে, কেৱল তোমাৰ গাতহে লেঠা লাগিল। এজনী ছোৱালী বিয়া দিয়া মুখৰ কথা? গহনা-পাতি, তেল-সেন্দূৰ, তামোল-পাণ, বয়-বস্তুৰে ঘৰখন ভৰি আছে নহয়। আগেয়ে নিজৰ বোৱাৰীজনীকে ভালকৈ পিন্ধাই-উৰাই ঘৰলৈ আনাচোন, পিছতো আনৰ বিয়াৰ কথা ভাবিবা। আৰু বিয়া দিব খুজিলাইবা তাইকনো কোনে বিয়া কৰাব? মাক নাই, বাপেক নাই, ক'ত থাকে, ক'ত খায়, ঠিক নাই, তেনে ছোৱালী?

বেণুৱে ঘৰৰ চোতাল পাই মাকে কোৱা কথাবোৰ শুনি থৰ হৈ আছিল। সি আৰু সহিব নোৱাৰি ঘপৰাই মাত দিলে— একে কথাকেনো কিমান কোৱা, পৰৰ কু-চৰ্চাৰ বাহিৰে আন একো নাইনে? লোকৰ ভাল-বেয়াই আমাক কি কৰিব পাৰে?

বেণুৰ বাপেকেও এই সূচলতে ক'লে, "এৰা সেইবিলাক আমি শুনি থকাৰ আৱশ্যক নাই।"

বেণুৰ মাকে ক'লে, "শুনি থকাৰ আৱশ্যক নাই সঁচা। কিন্তু মোৰ বেণুলৈ ভাল ছোৱালী এজনী য'তে ত'তে ধৰি এই মাহতে বিয়া পাতা।"

মাকৰ আগৰ কথাবোৰ শুনি বেণুৰ খং উঠি আহিছিলেই, আকৌ বিয়াৰ কথা শুনি খংমূৱাকৈ ক'লে, "বিয়া, বিয়া বুলিয়ে বলিয়া হ'বা। মই কিন্তু বিয়া নকৰাওঁ।" এইবুলি কৈয়ে বেণুৱে গামোচাখন কান্ধত লৈ ততালিকে ওলাই গ'ল।

বেণুৰ কথা মাকৰ বৰ অসহন হ'ল। তেওঁ ততালিকে কৈ উঠিল— শুনিলা বিয়াই নকৰায়? মোৰ কি দুখৰ কপাল, মই আগেয়ে জানিছোঁ এনেবোৰ চপাইছে যেতিয়া কালশনি চাপিছে। তাই যখিনীয়ে মোৰ ল'ৰাৰ সৰ্বনাশ নকৰাকৈ নেৰিছে। সোনকালে ল'ৰাৰ বিয়াৰ দিহা কৰা। মই হ'লে কথা-বতৰা ভাল দেখা নাই।

বাপেক নামাতিয়ে ৰ'ল। বেণুৱে পোনছাটে ওলাই গৈয়ে দেশভক্তৰ ঘৰমুৱা হ'ল। এইকেইদিন অকণিহঁত নোহোৱাত সি মনে মনে বহুতো আমনি পাইছিল, অকলশৰীয়া বোধ কৰিছিল। আজি আকৌ মাকৰ এনেবোৰ কথাত অকণিলৈ তাৰ মৰম দুগুণে চৰিল। অকণিৰ ওপৰত মাকৰ অন্যায় আচৰণৰ কথা-বতৰাবোৰে তাৰ মনত বেৰেৰিবাং লগালে। সি ভাবিলে অকণিহঁত এইকেইদিন নহাৰ কাৰণে মাকৰ বেছি খং উঠিছে। গতিকে সিহঁতক লৈয়ে আহোঁগে। সি গৈ গৈ দেশভক্তৰ ঘৰ সোমাওঁতে আনন্দই দেখি লৰ মাৰি আহি ক'লে, "বেণু ককাইদেউ। বলক ঘৰলৈ নাযায়? এইকেইদিন ইয়াত থাকি বৰ আমনি লাগিছে।"

"কিয় দেউতাৰ ঘৰতো খোৱা-লোৱাৰ অসুবিধা নে? খোৱা-লোৱাৰ একো অসুবিধা নাই। কিন্তু আমাৰ দৰে মুকলি পথাৰ আৰু ধাননিৰ মাজেৰে গীত গাই ফুৰা ঠাই ইয়াত নাই। ইয়াত জাকে-জুলুকি লৈ মাছো নামাৰে, নাও খেলি খেলি সেই সুন্দৰ সুন্দৰ গীতবোৰো নাগায়। আকৌ কাৰো লগত মৰামৰি কৰি, টাংগুটি, ভটাগুটি আৰু খিলা খেলি কাজিয়া-পেচালো কৰিব নোৱাৰি।"

আটায়ে আনন্দৰ কথাত হাঁহিলে। কমলাই ক'লে, "মুকলি বননিত ফুৰি ফুৰা ভেলেণ্ডি পহুৱে ইয়াত কেনেকৈ ভাল পাব? বাৰু যা আনন্দ তহঁত ওলাগৈ, ময়ো আজি তহঁতৰ মুকলি পথাৰ, শুৱনি ধাননি, চেলেকনি মাছৰ ভুটুকনি, পদুম ফুলেৰে ভৰা পুখুৰী আৰু নৈৰ খেল-নাও চামগৈ।"

বেণুৱে ক'লে, "বলক আইদেউ। আমাৰ তেনে ভাগ্য হ'বনে যে আপুনি তাত এবাৰ ভৰিধূলি দিবগৈ?"

কমলাই হাঁহি অকণিলৈ চাই ক'লে, "অকণি, বহিয়ে থাকিলি দেখোন, যাব যদি ওলাগৈ। মই বেণুক কিবা খাব-ল'ব দিওঁ।"

অকণিয়ে ক'লে, "মই আৰু কেইদিনমান নেযাওঁ আইদেউ। মোৰ একোকে ভাল লগা নাই। ঘৰলৈ উভতিবলৈ সমূলি ইচ্ছা নাই।"

অকণিৰ কথাত বেণুৱে মনে মনে অলপ বেজাৰ পালে। সি ততালিকে কৈ উঠিল— ইমানদিন য'ত থাকিলা, আজি দুদিন এনে বমক-জমকতে সেই ঠাই পাহৰিলানে?

অকণিয়ে নামাতিলে। অকণিৰ মনত যে আজি প্ৰবল ভুঁইকঁপে হেন্দোলদোপ লগাইছে। কন্দৰ্পক সেই

অৱস্থাত জেলত দেখাৰ পৰা অকণিৰ মনত কিবা ভাবে তোলপাৰ লগাইছে। অকণিৰ মনত পৰিছে কেনেকৈ কন্দৰ্পই সিহঁতৰ আয়েক মৰাত সহায় কৰিছিল, আয়েকৰ মৃত্যুৰ পিছত সিহঁতক কিমান আপডাল পুতৌ কৰিছিল, সিহঁতৰ কথা ভাবিছিল। আনকি জেলত পৰাৰ আগেয়ে টকাৰেও সহায় কৰিছিল। অকণিয়ে ভাবিছিল যেয়ে ইমান মৰম, ইমান পুতৌ কৰিছিল, তেওঁৰ দুখৰ অৱস্থাত তাই এধনিষ্টামানো সহায় কৰিব নোৱাৰিলে।

বেণুৱে আকৌ সুধিলে, "অকণি, যাবিনে নাযাৱ?"

অকণিয়ে ক'লে, "কেইদিনমান নেযাওঁ।"

বেণুৱে আৰু একোকে নক'লে। কমলাক ক'লে, "আইদেউ যায় যদি ব'লক।"

কমলায়ো অকণিৰ পিনে চাই ক'লে, "অকণি ব'ল আকৌ ঘূৰি আহিম।"

বেণুৱে মাত লগালে— নেলাগে আইদেউ। আমাৰ ঘৰত সন্দেশ-মিঠাই নাই। আলু, কচু কিমান খাব? ইয়াতে মিঠাই খায়ে থাকক।

অলপ পিছতে বেণুক জলপান খুৱাই কমলাই আনন্দ আৰু এজনী বুঢ়ী লৈ বেণুৰ লগত ওলাল। অকণিয়েও কিবা ভাবি 'ব'লক আইদেউ ময়ো যাওঁ' বুলি পিছে পিছে খোজ ল'লে।

(১৩)

সিদিনা গাঁও-ভূঁই চাই কমলা ঘৰলৈ উভতিল। অকণি আৰু উলটি নাহি বেণুহঁতৰ ঘৰতে থাকিল। কমলাই ওলোৱাৰ সময়ত অকণিক ক'লে— তই কটা কপাহ সূতাবোৰ সুন্দৰ হৈছে; এইবোৰ যিমানেই কাটিব পাৰিবি সিমানেই কন্দৰ্পৰ মুক্তিৰ পথ মুকলি হ'ব। অকণিয়ে সেই কথাৰ একো অৰ্থ নুবুজিলে। যি নহওক কমলাৰ কথাতে সৰলী বিশ্বাস থাপি ওৰে দিনটো কেৱল সূতা কটাতে মগ্ন হ'ল। আনকি ৰাতিও তাই উজাগৰে থাকি সূতা কটা আৰু কাপোৰ বোৱাত ব্যস্ত হ'ল। ৰাতি-দিন অকণি এনেভাৱে ব্যস্ত থকা আৰু উজাগৰে থকা বেণুৰ মনত ভাল নালাগিল। কিন্তু সুবিধামতে লগ ধৰি সি কথা ভাঙিবলৈকো নোৱাৰিলে। ইপিনে বেণুৰ মাকে অ'ত-ত'ত ছোৱালী বিচাৰি বেণুৰ সোনকালে বিয়া পাতিবলৈ মন কৰিছে। ভাল ছোৱালীৰ বাতৰি পোৱা নাই। সিদিনা ওচৰৰ মামীয়েকৰ গাঁৱত এজনী ভাল ছোৱালীৰ কথা শুনি নিজে গৈ মোমায়েকৰ ঘৰতে থাকি সেই ছোৱালী চাবলৈ মন মেলি তালৈকে গ'ল। লগত গাঁৱৰে এটা ল'ৰা আৰু এজনী ছোৱালী নিলে। কিন্তু অকণিহঁতক নিনিলে। বেণুকো তেওঁৰ অভিপ্ৰায়ৰ কথা একো নক'লে। মনৰ ভাব সকলো ঠিক কৰি বিয়া পাতিব। বেণুৱে সিদিনা হালবাই আহি ঘৰত মাকক নেদেখি আৰু অকণিয়ে যঁতৰত সূতা কাটি গুণ গুণ সুৰে গীত গাই থকা দেখা পাই সি নাঙল আৰু গৰুহাল গোহালিত থৈয়ে ততালিকে অকণিৰ কাষ পালেহি।

"শুন অকণি! তই এনেভাৱে দিন নিওৱাটো উচিত হোৱা নাই। তোক আজিকালি এখন্তেক আহৰি লোৱা দেখা নাই।"

অকণিয়ে ক'লে, "মোৰ যে সমূলি সময় নাই।"

"তই এনেভাৱে কাম কৰিলে দেখোন মোৰ ঘৰ নদন-বদন কৰিবি। কিন্তু তোৰ দেহ যে দিনে দিনে ক্ষীণ হৈ যাব ধৰিছে। এনেকৈ দিনে-ৰাতিয়ে কাম কৰিলে তই আৰু কেইদিন জীয়াই থাকিবি?"

"মই যদি মৰোঁ তেও মোৰ মনত ৰং হ'ব বেণু।"

"তই এনে কথা নক'বি। এই কথাই মোৰ মনক কেনে আঘাত লগায় তই নুবুজ অকণি। তোকচোন মই কিমান মৰম কৰোঁ। মই যে তোৰ বাহিৰে আন কাকো বিয়া নকৰাওঁ। অৱশ্যে আমাৰ বিয়াত হাজাৰ বিঘিনি যে মিলিব সেইটো ধুৰুপ। কিন্তু তোৰে-মোৰে বিয়া নিশ্চয় এই আঘোণতে হ'ব।"

"বিয়া?"

"এৰা আইতাৰ সকলো আপত্তি সত্ত্বেও বিয়া এই আঘোণতে হ'ব। দেখিছ অকণি, এইকেইদিন মই অহোপুৰুষাৰ্থ কৰি ধান-মাহ গোটাব ধৰিছোঁ। তোৰে-মোৰে বিয়া হ'লে কেনে আনন্দ হ'ব।"

অকণি নিমাত হৈ ৰ'ল।

বেণুৱে ক'লে, "তই কেনে সুন্দৰভাৱে সূতা কাট,

এইবুলি লাহে লাহে বেণু অকণিৰ কাষত বহি তাই কটা সূতাডাল লাৰিব ধৰিলে। লাহে লাহে অকণিৰ কোমল হাতখনি লাৰি ক'লে, "অকণি, এই তোক কিমান মৰম কৰোঁ। তই মোৰ কিমান আপোনৰ মইহে জানো।"

লাহে লাহে বেণুৱে অকণিৰ কোমল হাতখিনি তাৰ বুকুৰ ভিতৰত সুমাই লৈ ক'লে, "দুমাহ আৰু দুমাহ। ইমান বেছি দিন যেন লাগিছে, কেতিয়া এই দুমাহ উকলি যাব?"

"কিন্তু আমাৰ বিয়াৰ আশা নাই।"

"কিয়? আইতাৰ আপত্তি বুলি? কিন্তু তেওঁ পিছত সেও মানিব, মই যে আন কাকো বিয়া নকৰাওঁ।"

"কিয় নকৰাবি? আইতাৰ মনত দুখ দিব পায়নে?" বেণু থমক খালে। অলপ পিছত লাহে লাহে ক'লে, "কিন্তু আইতাই তোক ইমান বেয়া পাব ধৰিলে কিয়?"

"ক'ব নোৱাৰোঁ। মইতো তেওঁক যিমান পাৰোঁ সন্তোষ দিবলৈ চেষ্টা কৰোঁ।"

বোধকৰো ঈশ্বৰৰে লীলা! নহ'লে আইতাইতো কাহানিও কাৰো এনেভাৱে শত্রুতা আচৰণ নকৰে, বা বেয়া ভাব নলয়।

আচল কথা, বিয়াতে আচল আসোঁৱাহ।

তেওঁৰ আসোঁৱাহ হ'লেও মই তোক বিয়া কৰাম অকণি! দুমাহৰ পিছতে—

"দুমাহ কিয়? আৰু কেবা মাহৰ ভিতৰতো মোৰ বিয়া হ'ব নোৱাৰে। কিজানিবা মোৰ বিয়াই নহয়।"

"কিয়, কিয় অকণি? বুলিয়েই অকণিক টানি বেণুৱে তাৰ বুকুৰ মাজত সুমুৱাই ল'লে।

অকণিয়ে উচপ খাই ততালিকে আঁজোৰ মাৰি ক'লে, "চাওঁ এৰি দে মোৰ বিয়া নহয়, মই কাকো বিয়া নকৰাওঁ।" এইবুলি কৈয়ে ততালিকে উঠি বান্ধনি ঘৰ পালেগৈ। বেণুৱে তাতে অলপপৰ কাঠৰ পুতলাৰ দৰে থমক খাই এখনি ভাবৰ ৰাজ্যত উটি-বুৰি ফুৰিব ধৰিলে। তাৰ মনৰ খেলি-মেলি ভাবৰ অন্ত কোনে পাব?

অকণিৰ কিয় বিয়াত অমত সি একো বুজি নাপালে। কিন্তু হায়! অকণিৰ মনত এতিয়া কেৱল এটা সাধনাৰ বাহিৰে আন একো নাই। তাই তাইৰ উপকাৰী কন্দৰ্পক জেলৰ পৰা উলিয়াই অনাৰ বাহিৰে তাইৰ মনত একো ভাবে ঠাই ল'ব নোৱাৰে। তাই যে দৃঢ়প্ৰতিজ্ঞ কন্দৰ্প জেলৰ পৰা নাহে মানে তাইৰ সকলো সুখ-আনন্দ বিসৰ্জন দি কেৱল সূতা কটাতে মগ্ন থাকিব। বিয়াৰ কথাতো এনে সময়ত আহিবই নোৱাৰে। ইপিনে আকৌ নিজৰ সুখৰ কাৰণে বেণুৰ মাকৰ মনত তাই আঘাত দিবলৈ সমূলি অমত। বেণুৰ মাকৰ অনিচ্ছাত বেণুক স্বামীবৰণ কৰাটো কেৱল ঘৰত হাই-কোঢ়ালৰ সৃষ্টিৰ বাহিৰে আন কি হ'ব পাৰে? কিন্তু বেণুৱে ওভোতা ভাবিলে। সি ভাবিলে অকণিয়ে তাৰ মাকৰ আচৰণত বিৰক্ত হৈ এনেভাৱে কৈছে। সি অলপ পৰ ভাবি থাকি বান্ধনি ঘৰলৈ চাই ক'লে, "অকণি ভয় নাই, আইতাই তোক আমনি কৰিলেও সেই আপত্তি বেছিদিন নাথাকিব। তোৰে মোৰে বিয়া সোনকালে পাতিম। তই আইতাৰ বোৱাৰী হ'লে আৰু তোক আমনি দিয়া দূৰতে থাওক মৰম পুতৌহে কৰিব!

(১৪)

কমলাই ঘৰলৈ উলটি আহি কেইদিনমানৰ পিছত এদিন দেখে যে দেশভক্তৰ লগত এজন কোনোবা বহি কথা পাতি আছে। কমলাই চাই দেখিলে যে তেওঁ আন কোনো নহয় কন্দৰ্পহে। কমলা আচৰিত হ'ল। কন্দৰ্প কেনেকৈ জেলৰ পৰা ওলাই আহিল। তেন্তে কন্দৰ্পই নিজৰ আৰু দেশৰ মান-সম্ভ্ৰম গৌৰব সকলো পাহৰি আৰু অতপালি নকৰোঁ বুলি প্ৰতিজ্ঞা-পত্ৰত বান্ধ খাই উলটিল নেকি? এই কথা ভবাৰ লগে লগে কমলাৰ খণ্ডে মুখ ঢুকি পালে। কমলাই ভাবিলে এনে অস্থিৰ যুৱকৰ মুখ চোৱাও অন্যায়, এনে নেতাই দেশৰ সৰ্বনাশৰ কাৰণ! দুদিন কষ্টৰে নিজৰ মান-সম্ভ্ৰম ৰক্ষা কৰি আহিব নোৱাৰিলে। ছিঃ! এয়ে নে কন্দৰ্পৰ নেতৃত্ব? এয়ে নে জাতীয় নেতা? কমলাই দুৱাৰ-মুখত এই ভাবি আছে। দেশভক্ত আৰু কন্দৰ্প দুয়ো আজি কিবা ভাবত বিভোৰ। কমলাই ভাবিছে যদি আজি কন্দৰ্পই জেলৰ নিৰ্দ্ধাৰিত

দিন শেষ কৰি আহিলহঁতেন তেন্তে ইমানপৰে তেওঁ নামৰ ধ্বনিয়ে আকাশ ঝংকাৰি তুলিলেহঁতেন। তেওঁৰ ওখ মূৰ আৰু ওখ হৈ অসমীয়াৰ মাজত বিজুলীৰ লেখীয়া শক্তি সঞ্চাৰ কৰিলেহেঁতেন। কিন্তু এনে নোহোৱাৰ কাৰণে চৌদিশ নিস্তব্ধ, নিতাল। কন্দৰ্পৰ ওখ মূৰ নত, কন্দৰ্প গম্ভীৰ, নীৰব।

কন্দৰ্পই হঠাৎ কমলাক দেখি মাত লগালে, ' 'কমলা!" কমলা নীৰব।

কন্দৰ্পই আকৌ মাত লগালে, "কমলা!"

এইবাৰ কমলাই ক'লে, "ছিঃ ছিঃ কি কৰিলা। নাই তুমি আৰু সেই আসনৰ উপযুক্ত নোহোৱা কন্দৰ্প! তুমি মনুষ্যত্বহীন।"

কন্দৰ্পই সেই কথা আওকাণ কৰি ক'লে, "কমলা!"

"কন্দৰ্প! তোমাৰ লগত কথা কোৱাও পাপ! উস্ তুমি দেশৰ মান-সম্ভ্ৰম সকলো জলাঞ্জলি দিলা। শত্ৰুক লাই দিলা, তোমাৰ মৃত্যুৱেই শ্ৰেয়ঃ! কন্দৰ্প! তুমি যেয়ে নোহোৱা আজি তুমি দেশৰ ঘোৰ শত্ৰু! তুমি দেশক উত্তেজনাপূৰ্ণ বাক্যৰে মতলীয়া কৰি শেহত ইয়াকে কৰিলা। তোমাৰ কু-কীৰ্তি খন্তেকতে অসমজুৰি বিয়পি পৰিব। তুমি কেনেকৈ অসমীয়াৰ আগত আৰু নাক উলিয়াবা?"

কন্দৰ্পই ক'লে, "কমলা! দেশতকৈ নিজৰ প্ৰতিজ্ঞা ডাঙৰ নহয়। সহস্ৰ প্ৰতিজ্ঞা সহস্ৰ পন্থা দলিয়াই দিব পাৰোঁ যদি তেনে কৰাৰ দ্বাৰা দেশৰ এধনিষ্ঠামানো উপকাৰ হয়। হিন্দুৱে যে চিৰকাল প্ৰতিজ্ঞা প্ৰতিজ্ঞাকৈ আৰু সত্যনিষ্ঠাৰ আলম লৈ নিজৰ দেশক শত্ৰুৰ হাতত তুলি দিছে। কমলা। মনত কৰা পৃথ্বীৰাজ-মহম্মদ ঘোৰীৰ কথা, মনত কৰা ৰাণা প্ৰতাপ আৰু আকবৰৰ কথা।"

"কন্দৰ্প! তুমি সেইসকলৰ নাম লৈ তেওঁলোকক স্বৰ্গৰ পৰা নমাই নানিবা। তোমাৰ জিভাই সেইবিলাক কথা যিমানেই মধুৰ ভাবেৰে উচ্চাৰণ নকৰক, কিন্তু আজি বিৰ উগাৰি আনে।"

কন্দৰ্পই নেমাতিলে। কন্দৰ্পৰ মনত যিমানেই শক্তি নাথাকক, জেলৰ ভিতৰত যিমানেই ভাবত মতলীয়া নহওক; কিন্তু এনেভাৱে বাহিৰ হৈ যেন সি গম নোপোৱাকৈ ভীষণ তাল-ভংগ কৰিছে। এনে তাল-ভংগ জেলৰ ভিতৰত থাকোঁতে অনুভৱ কৰিব নোৱাৰিছিল, কিন্তু বাহিৰ হোৱা মুহূৰ্ততে, বাস্তৱ জগতত সোমোৱাৰ লগে লগে সি সহজতে অনুভৱ কৰিব পাৰিলে সি যেন ভীষণ অন্যায় কৰিলে। আকৌ কমলাৰ এনে কথাত তাৰ অনুভৱ শক্তি আৰু তীব্ৰ হৈ উঠিল— তাৰ সকলো ভাব সি কৰা অন্যায়ৰ বিৰুদ্ধে থিয় হ'ল। মনত তীব্ৰ প্ৰতিবাদৰ ঢৌ উথলিল। কমলাই ক'লে, "তুমি জাতীয় জাগৰণ সমূলি নষ্ট কৰিলা, তোমাৰ এই কু-কীৰ্ত্তিয়ে জন্মভূমিৰ ওখ মূৰ নত কৰিলে।"

কন্দৰ্প আৰু থিৰেৰে থাকিব নোৱাৰিলে— তেওঁৰ ভিতৰৰ মনৰ শক্তি, অটল ভাব সকলো কমলাৰ তীব্ৰ আঘাতত লৰি উঠিল। জেলৰ ভিতৰত ভৰা সকলো কল্পনা মুহূৰ্ততে আঁতৰ হ'ল। তেওঁ তলমূৰ কৰি ক'ব ধৰিলে— "নাই কমলা! আৰু ক'ব নালাগে। বুজিছোঁ মোৰ ভুল হৈছে, ভয়ংকৰ ভুল হৈছে, কিন্তু এই ভুল শুধৰাবৰ আৰু সময় নাই। মোৰ অন্তৰ্ধানৰ বাহিৰে এই অপযশ, এই কু-কীৰ্তিৰ ওৰ নপৰে।" এইবুলি কৈয়ে কন্দৰ্প উঠিল। কমলাই ৰ লাগি চায়ে ৰ'ল। কন্দৰ্প দুৱাৰ-মুখ পাওঁতে দেশভক্তই ততালিকে ক'লে, "শুনা, শুনা কন্দৰ্প উতলা নহ'বা। বাহ্যিক দৃষ্টিত ভুল হ'লেও তোমাৰ বিশেষ ভুল হোৱা নাই, এই ভুলত দেশৰ বিশেষ অপকাৰ হোৱা নাই, বৰং তোমাৰহে অপকাৰ হৈছে; হয়তো এই ভুলৰ কাৰণে তোমাৰ দেশীভায়ে তোমাক চঞ্চল বুলি তোমাৰ নেতৃত্ব নামানিব। কিন্তু তুমি জেলত থাকিলেও বৰ্তমান ক্ষেত্ৰত তোমাৰ স্মৃতিয়ে দেশী ভাইৰ মনত একো জাগৰণ তুলিব পৰা নাই। যদি তোমাৰ স্মৃতিয়ে মৰা জাতিৰ মাজত একো ঢৌ তুলিব পৰা নাই তেন্তে তুমি জেলৰ বাহিৰ হৈ আহিলে সেই জাতিয়ে তোমাক নেওচিব কিয়, ঘৃণা কৰিব কিয়? কন্দৰ্প! ভাৰতীয় জাতি এনেভাৱে মৰিছে যে স্মৃতিপূজা, গুণ-পূজা কৰিবলৈকো তেওঁলোকে পাহৰিছে, কিন্তু অলপ দোষ দেখিলেই, অলপ খুঁত পালেই চৌদিশে খলক লগায়। হায় এনে চকু-চৰহা জাতিৰ কেতিয়া উন্নতি হ'ব?

কন্দৰ্প! তুমি জেলৰ ভিতৰত থকাতকৈ বৰং বাহিৰত আহি আকৌ আন্দোলন নতুনভাৱে জগাই তোলাহে কৰ্তব্য হৈছে।"

কমলাই ক'লে, "তেওঁ আন্দোলনত বা কেনেকৈ যোগদান দিব? তেওঁ যে প্ৰতিজ্ঞা কৰি আহিছে আৰু একো আন্দোলনত যোগ নিদিওঁ বুলি।"

কন্দৰ্পই ক'লে, "দেশভক্ত! আজি মোক যিমানেই নিচুকনি নিদিয়ক মোৰ বোধ হৈছে মোৰ ভুল হৈছে। এই ভুলৰ প্ৰায়শ্চিত্ত জীৱন অৰ্পণৰ বাহিৰে আৰু একো নাই। কিন্তু এই জীৱন আওমৰণত নামাৰোঁ। এই জীৱন অৰ্পিম আকৌ দেশৰ ভালৰ হকে, দেশৰ নেতাস্বৰূপে নহয়, দেশৰ সামান্য সেৱক স্বৰূপে, কন্দৰ্প হিছাপে নহয়, কন্দৰ্পৰ প্ৰেতাত্মা স্বৰূপে। ওলালো দেশভক্ত, মোৰ প্ৰণাম ল'ব। কমলা। তুমি মোৰ বিবেক জগাই তুলিছা। তুমি ধন্য! মোৰ মনত পৰিছে সেই মহাবাণী The Service of country and nationality is the service of humanity. The service of humanity is the Worship of God. নাই, নাই কমলা! এই ডেৰ বছৰ কেৱল ভাবৰ ৰাজ্যত সাঁতুৰি সাঁতুৰি আন পথলৈ গৈছিলোঁ, আজি আকৌ জ্বলি উঠিছে মোৰ দেশৰ উজ্জ্বল মূৰ্তি। আজি মোৰ মনত পৰিছে ভূমাৰ লগত মোৰ সম্বন্ধ, দেশৰ সম্বন্ধ, সমাজৰ সম্বন্ধ।" এইবুলি কৈয়ে কন্দৰ্পই বেগাই খোজ ল'লে। দেশভক্তই কিবা ভাবি আকৌ মাতিলে 'কন্দৰ্প'! কন্দৰ্প আকৌ উভতিল আৰু ক'লে— শেষ বিদায় দিয়ক দেশভক্ত? যাব দিয়ক আৰাধনাৰ কাৰণে, আৰু নেমাতিব।

দেশভক্তই ক'লে, "কিন্তু এটা কথা কন্দৰ্প, বহুদিন আগৰে পৰা মই এই কথা ভাবিছিলোঁ। হঠাৎ আন্দোলনত সেই কথা লুকাই পৰিছিল। এতিয়া আন্দোলনে শাম কাটিছে; তুমিও জেলৰ পৰা আহিলা, এই সময়তে কমলা আৰু তোমাৰে শুভ-বিবাহৰ আয়োজন কৰোঁ। দুয়ো মিলি দেশৰ হকে কামত লাগি পৰা।"

কন্দৰ্পই উচপ মাৰি ক'লে, "নাই, নাই দেশভক্ত, কন্দৰ্প আৰু জীয়াই নাই, কন্দৰ্প মৰিছে। বাহ্যিক দৃষ্টিত কন্দৰ্পৰ দেহ থাকিলেও কন্দৰ্পৰ প্ৰত্যেক অংগ-প্ৰত্যংগ ভাবৰ ৰাজ্যত উটি-বুৰি কেৱল এটা ভাবৰ বাহিৰে আৰু একো নোহোৱাত পৰিছে। আৰু ইয়াত বাহ্যিক সুখ-আনন্দৰ কথা নক'ব। বিয়াৰ কথা নানিব শেষ বিদায় দিয়ক।"

কমলায়ো হঠাৎ কৈ উঠিল— "দেউতা তেনে কথা নক'ব। এনে কাপুৰুষক মই পতিবৰণ কৰাতকৈ মোৰ মৃত্যুৱে শ্ৰেয় বুলি ভাবিম।" এইবুলি কৈয়ে কমলাই আৰু একো ক'ব নোৱাৰি কান্দি পেলালে।

খন্তেক তবধ হ'ল। তিনিওৰো মনত এটা প্ৰবল ভুঁইকঁপে খেলা কৰিলে। হঠাৎ নিস্তব্ধতা ভাঙি কন্দৰ্পই জলদ গম্ভীৰ স্বৰে কৈ উঠিল "আহিলো। দেশভক্ত, আহিলোঁ কমলা! শেষ কথা কৈ গ'লো।, কন্দৰ্প কাপুৰুষ নহয়। সময়ত কন্দৰ্পই হাঁহি হাঁহি প্ৰাণ দিব পাৰে।" চাওঁতে চাওঁতে কন্দৰ্প অন্তৰ্ধান হ'ল।

দেশভক্তই ক'লে, "কমলা! কি কৰিলি? কন্দৰ্পৰ মনত যে আজি স্থিৰতা নাই এনে অৱস্থাত কন্দৰ্পই সকলো কৰিব পাৰে। কন্দৰ্পক তই আৰু উতলা কৰিলি। নেজানো ইয়াৰ শেষ ফল কি!"

কমলা নীৰৱ-নিস্পন্দ হৈ থাকিল। কেৱল তাইৰ চকুত দুধাৰি চকুলো বৈ আহি তাইৰ ৰাঙলী গালৰ ওপৰেদি বাগৰি গ'ল। সেই চকুলো দুধাৰত কত সহস্ৰ ভাবৰ ঢৌ আছে তাক কোনে ক'ব?

(১৫)

বেণুৰ মাকে যেনেভাৱে পাৰে অকণিক আহুকাল দিব ধৰিলে। কথাই কথাই পেজেলা-পাটনাৰ ওৰ নোহোৱাত পৰিল। দিনচেৰেক পিছত অকণিৰ দশ হ'ল। বেণুৰ মাকে, গিৰীয়েকে বেণুৰ বিয়া নপতাৰ কাৰণে সকলো অভিমানৰ জাউৰি অকণিৰ ওপৰতে ঢালিব ধৰিলে। কথাইপতি মোৰ বেণুলৈ সংসাৰত ছোৱালী নোহোৱা হ'ল, চুৱা-খোৱা ঘৰবাৰী নোহোৱা বাপেক-মাকৰ মুৰখোৱা জনীলৈকেহে আশা পালি থাকিল। সিদিনা গুচৰৰ বুঢ়ী এজনীৰ লগত এনেবোৰ কথা কৈ আছে এনেতে অকণিয়ে হাতত দৈৰ টেকেলি এটা লৈ আহি "আই টেকেলি ক'ত থওঁ"— বুলি কোৱাত বেণুৰ মাকে ক'তো থ'বলৈ ঠাই নাই

যদি মোৰ মূৰৰ ওপৰতে থ বুলি আকৌ তিৰোতাজনীলৈ চাই ক'লে— এনে অবুজন ছোৱালী কাহানিও দেখা নাই আই, একে কথাকে কৰ মানে জনাহে হয়। ইপিনে আকৌ পেটত কেনে টেঙৰী। সকলো কথা জানে, মোৰ বেণুৰ লগত ফুচফুচাই মেল। হঠাতে অকণিয়ে বেণুৰ মাকৰ কথা শুনি আনমনা হওঁতে হঠাৎ হাতৰ পৰা টেকেলিটো পৰি ভাঙি দৈ মাটিত পৰিল। বেণুৰ মাকৰ খঙে জুইত ঘিঁউহে ঢালিলে। তেওঁ ততালিকে জঁপিয়াই উঠি— শাখিনী এঘৰ খাই আহি মোৰ ঘৰো খাব আহিছ, বস্তু মানে খাস্তাং কৰিলি, এতিয়াই ইয়াৰ পৰা ওলাই যা বুলি কৈয়ে দুৱাৰ-চুকত থকা বাঢ়নী পাট উলিয়াই আনি অকণিক উধাই-মুধাই কোবাই, ওলা এতিয়াই ওলা, মোৰ ঘৰ নগুৰ-নাস্তি কৰিব নালাগে। চোৱাচোন বাৰু ককাকৰ-শ্ৰাদ্ধলৈ অনা গৰু গাখীৰ টেকেলি কেনেকৈ নষ্ট কৰিলে এইবুলি অকণিক গঁতিয়াই নি চোতালৰ বাহিৰ কৰি দি ক'লে, "আৰু যদি ঘৰ সোমাৱ তোৰ নাক-চুলি কাটিম, মোৰ ঘৰ খাবলৈ শাখিনী-যখিনীক ঠাই দিব নোৱাৰো।"

অকণিয়ে পদূলিমুখত উচুপি উচুপি কান্দি হঠাৎ কিবা এটা মন কৰি খপৰাই উঠিল। পোনছাটে তাই গাঁৱৰ মূৰ পালেগৈ। গাঁৱৰ সীমা পাৰ হওঁতেই তাই চৌদিশে আন্ধাৰ দেখিলে। কি কৰিব, ক'লৈ যাব, তাইৰ কোন আপোন আছে ইত্যাদি ভাবৰ জাউৰিয়ে তাইৰ মনত উগুল-থুগুল লগালে। কিন্তু তাইৰ অভিমানৰ লগে লগে লাঞ্ছনা-গঞ্জনাৰ কথা ভাবি উলটিবলৈ সত নহ'ল। তাই আপোনমনে কিবা ভাবি ভাবি গৈয়ে থাকিল। সিপিনৰ পৰা বেণুৱে আগত গৰুহাল, কান্ধত নাঙলখন লৈ পথাৰৰ পৰা উলটিছে। সি নিলগৰে পৰা অকণিক দেখা পাই চিনি পালে। অকণি ওচৰ চাপিলত বেণুৱে ততালিকে মাত লগালে— অকণি এই দুপৰীয়াখন ক'লৈ যাব?

অকণিয়ে ইয়াৰ উত্তৰত কি ক'ব? তাই খন্তেক থমক খাই বেণুৱে আকৌ সোধাত একে উশাহে ক'লে, "মই যাওঁ বেণু; মই আৰু তইঁতৰ ঘৰত নাথাকো। এইবুলি কৈয়ে চকুলো মচিব ধৰিলে। সেই ভেলেঙি চকুযুৰি চকুলোৰে পৰিপূৰ্ণ হোৱাত বৰ ডাঙৰ যেন দেখা গ'ল। তাইৰ ৰাঙলী গাল আৰু ৰঙা পৰিল। বেণুৱে সেই সুন্দৰ চকুযুৰিত চকুপানী দেখি আৰু থিৰেৰে থাকিব নোৱাৰি ততালিকে নাঙলখন পেলাই তাইৰ কাষ পাই তাইৰ চকুযুৰি মচিব ধৰিলে। অনাথিনী অকণিয়ে স্নেহভৰা, প্ৰেমভৰ হাতৰ স্পৰ্শ পাই ততালিকে বহি পৰিল আৰু আদৰ মালতীৰ লেখীয়া লেউসেউ হৈ তাৰ বুকুতে মুখখনি সুমাই উচুপি উচুপি কান্দিলে। তাই অলপ পিছতে কান্দো কান্দো সুৰে ক'লে, "বেণু মোক তইঁতৰ ঘৰৰ পৰা উলিয়াই দিছে, মই কেনি যাওঁ ক'ব নোৱাৰো।"

"উলিয়াই দিছে?"

"এৰা।"

"অকণি, তই উলটি ব'ল।"

"মই আৰু উলটি নাযাওঁ। মোৰ কপালত যিহকে নিলিখক মই তেও তইঁতৰ ঘৰলৈ আৰু নাযাওঁ।"

"তেন্তে তই ক'লৈ যাবি?"

"বেণু, মোৰ কোন আপোন আছে যে মই সংসাৰত আলম ল'ব পাৰিম। মোৰ যে কোনো নাই। মই থিৰ কৰিছো উপৰুৱা লতাৰ দৰে য'তে ঠাই পাওঁ তাতে আঁকুহি ধৰিম।"

"তেন্তে দেখিছো অকণি তই বৈৰাগী হ'বলৈ ওলালি।"

"ঈশ্বৰে জানে কেতিয়া কি হওঁ।"

এই কথা কৈয়ে অকণিয়ে বেগাই খোজ ল'লে। বেণুৱে ক'লে, "অকণি তই সঁচাকৈ যাবনে? ক'লৈ যাবি? তই খঙৰ কোবত কি কৰিব ওলাইছ?"

"মই বুজিছো— সংসাৰত দুখীয়াৰ ঠাই নাই। দুখীয়া মানুহ নহয়"— এই বুলি কৈয়ে অকণিয়ে বেগাই খোজ ল'লে। বেণুৱে বহুতপৰ সেইপিনে চাই ৰ'ল। এবাৰ ভাবিলে অকণিক সি ঘৰলৈ টানি নিয়ে। কিন্তু এনে মুকলি পথাৰত টনা-আঁজোৰা কৰিবলৈ তাৰ ইচ্ছা নহ'ল। বিশেষতঃ সি দেখিলে গাঁৱৰ পিনৰ পৰা কিছুমান মানুহ আহিব ধৰিছে। সি অকণি যোৱা বাটলৈ অলপপৰ চাই থাকি এটা দীঘল হুমুনিয়াহ কাঢ়ি লাহে লাহে ঘৰমুৱা হ'ল।

(১৬)

আন্দোলনে শাম কাটিলে। দেখোঁতে দেখোঁতে চাৰি বছৰ উকলি গ'ল। এই চাৰি বছৰ দেশভক্তই নানাৰূপে চেষ্টা কৰিয়ো আন্দোলন সজীৱ কৰি ৰাখিব নোৱাৰিলে। দেশময় আকৌ স্পন্দনশূন্য নিৰ্জীৱ কাঠৰ পুতলাৰ দৰে শুই শুই কলাঘুমটিত নানা সপোন দেখিব ধৰিলে। স্কুল, কলেজৰ ছাত্ৰসকলে চকু মুদি মুদি নিজৰ পাঠত মনোযোগ দিব ধৰিলে। উকিলসকলে ওকালতিৰ উৎকৰ্ষৰ কাৰণে লাগি পৰিল। সৰু সৰু দেশৰ সেৱকসকল ক'ৰবাৰ গাঁৱৰ চুকে-কোণে লুকাই পৰিল। স্বদেশী কাপোৰৰ ঠাইত বিদেশী কাপোৰে ভৰপূৰ হ'ল। দেশভক্তৰো মন লাহে লাহে টলিল। তেওঁ ভাবিলে সি আৰু হ'ব নোৱাৰে তাত তেল দি থাকিলে কি হ'ব? বৰং কিবা আন উপায়েৰে চেষ্টা কৰিলে কিবা কৰিব পাৰি। কিন্তু কি উপায়েৰে আকৌ চেতনা আনিব পাৰি দেশভক্তই ভাবি পোৱা নাই। নানা কথা ভাবিছে, আকৌ অসম্ভৱ বুলি এৰি পেলাইছে। এদিনা দেশভক্তই কিবা ভাবি ঘৰত বহি আছে, এনেতে কাউন্সিল মেম্বৰ শ্ৰীযুত মদন বৰুৱা উপস্থিত হ'ল। বৰুৱা নতুন উদ্যমেৰে উঠি অহা ডেকা। ওকালতি পাছ কৰি আহিয়ে কাউন্সিল মেম্বৰ প্ৰাৰ্থী হৈ ভোটত জিনি মেম্বৰ হৈছে। অৱশ্যে কাউন্সিলত তেওঁ সুন্দৰভাৱে নাম কৰিছে। কাউন্সিলত তেওঁৰ বক্তৃতাৰ যুক্তি প্ৰশংসনীয়।

দেশভক্তই সুধিলে, "আজি কি উদ্দেশ্য লৈ বৰুৱা?" বৰুৱাই চকিখনত বহি ক'বলৈ ধৰিলে, "উদ্দেশ্য ডাঙৰ।"

"উদ্দেশ্যতো সদায় ডাঙৰ থাকেই। অসমীয়াৰ আন একো নহ'লেও উদ্দেশ্যৰ নাটনি নপৰে।"

"সিবিলাক এৰক, পিছে আপুনি এতিয়া এনেয়ে বহি কটাব নে আন কিবা কৰিবলৈ মন মেলিছে?"

"বৰুৱা। বুঢ়া বয়সত জিৰণিৰ আৱশ্যক, এইবাৰ সকলো এৰি শান্তিৰে জিৰণি ল'ম।"

"কিন্তু জগন্নাথ, কাশী, প্ৰয়াগলৈ নেযায়নে?"

"সেইবিলাক বহুদিন আগেয়ে দেখিছো, বিশেষতঃ এতিয়া সিমান ধৰ্মও উপাৰ্জন কৰা নাই যে তীৰ্থ ভ্ৰমণ কৰিবলৈ সমৰ্থ হ'ম।"

"আপুনি ধাৰ্মিক নহ'লে অসমত আন কোন ধাৰ্মিক আছে দেশভক্ত?"

"তেনে কথা কিয় কোৱা বৰুৱা, মোৰ জীৱনত সকলো নতুন সভ্যতাৰ কু-প্ৰথা, কু-ৰীতি আচৰণ কৰিছো। ডেকাকালত এৰিবো বাদ পৰা নাই। কত উত্তেজনাত যে কত পাপ কৰিছোঁ সেইবোৰ ঈশ্বৰ আৰু মই জানো। মোক ধাৰ্মিক বুলি ক'লে জগতৰ ধৰ্মক উপহাস কৰা হ'ব। এতিয়া ধাৰ্মিক বুলি মই মুক্তি নোখোজোঁ। কেৱল শান্তিত দিনকেইটা নিব পাৰিলেই আৰু মৰাৰ আগেয়ে এবাৰ অসম মাতৃৰ উজ্জ্বল মুখ দেখা পালেই আনন্দত মৰিব পাৰোঁ। কিন্তু মোৰ দ্বিতীয় উদ্দেশ্য সফল নহ'ব। অসমীয়া সমাজে সম্পূৰ্ণ ধ্বংসলৈ বাট ল'ব ধৰিছে। ইয়াক উন্নত কৰিবলৈ আমাৰ সামৰ্থ্য নাই।"

"আপুনি তেনে কথা কিয় কয় দেশভক্ত? আপোনাৰ বহল হৃদয় আৰু উদাৰ মতৰ কথা আমি আগেয়ে গম পাইছোঁ। সেই কাৰণেহে আজি আমাৰ কথা ক'বলৈ আগবাঢ়ি আহিছোঁ। আপুনি শেষ অৱস্থাত আকৌ অসমক নতুন প্ৰাণ দিব লাগিব। আপোনাক আমি আগত নেতাস্বৰূপে পালে নিশ্চয় বহুতো কাম কৰিব পাৰিম।"

"তাৰ মানে কি বৰুৱা?"

"আপুনি এইবাৰ কাউন্সিল প্ৰাৰ্থী হ'ব লাগিব। কাউন্সিলত আপোনাক আমাৰ দলৰ নেতাস্বৰূপে ল'ব খোজোঁ। আৰু কেবাজনো স্বদেশী দলৰ এইবাৰ কাউন্সিল প্ৰাৰ্থী হ'ব।"

দেশভক্তই ক'লে, "শুনা বৰুৱা, কাউন্সিললৈ গৈ যে কিবা কৰিব পাৰিম সেইটো বিশ্বাস মোৰ সমূলি নাই। মিছাকৈয়ে আকৌ বুঢ়া বয়সত এখন মেটমৰা ভাৰ দাঙি লওঁ কিয়? তোমালোকৰ নতুন উঠি অহা ডেকাসকলৰ মাজতে এজন বাছি লোৱা।"

"সেইবিলাক বহুতো ভাবিছোঁ। কিন্তু সেইবিলাকেৰে সুবিধা নহয়, আপুনি এইবাৰ ওলাব লাগিব। আপুনি এইবাৰ প্ৰাৰ্থী হ'লে নিশ্চয় আমি ইয়াৰ আগৰ

প্ৰভুত্বশালী মন্ত্ৰীক হুকুমাব পাৰিম। কেৱল আপুনি প্ৰাৰ্থী হওক।"

ঠিক এনে সময়ত কমলা ক'ৰবাৰ পৰা আহি দেউতাকৰ কুঠৰি সোমাব ধৰিছে। কমলাই দেউতাকৰ লগত এজন নতুন ডেকা বহি থকা দেখি ততালিকে পিছুৱাই যাব ধৰোঁতে মদন বৰুৱাই ক'লে, "এওঁ কমলা নহয় জানো?"

"এৰা।"

"এওঁৰ কথা বহুতো শুনিছোঁ, নাৰী সংঘত বাস্তৱতে এওঁ প্ৰাণ দিছিল। স্বদেশী আন্দোলনত আচৰিত কাম কৰিছিল।"

"কিন্তু সেই স্মৃতি কেৱল ভাৱিবলগীয়া হৈ ৰ'ল, একো কামত নেলাগিল। বৰুৱা, স্বদেশী আন্দোলন যে এনেভাৱে ব্যৰ্থ হ'ব সপোনতো ভৱা নাছিলোঁ।" এইবুলি কৈয়ে পিছলৈ চাই ডাঙৰকৈ ক'লে, "কমলা, শুনাহি এইবাৰ দেউতাৰাক টানি নিব আহিছে, পাৰা যদি ৰক্ষা কৰাহি।" কমলাই ভিতৰৰ পৰা এই কথা শুনি একো উত্তৰ নিদিলে। কিন্তু কি কথাত দেউতাক আৰু আচহুৱা ডেকাজন বিভোৰ সেই কথাৰ মৰ্মলৈ কাণ পাতিলে।

বৰুৱাই ক'লে, "আপুনি আৰু আপত্তি নকৰিব। মিছামিছি শেষ সময়ত বহি কটোৱাতকৈ আকৌ এবাৰ এই উপায়েৰে চাওঁচোন। কাউন্সিলত যে সমূলি একো কৰিব নোৱাৰি সেইটো নহয়।"

"বৰুৱা, তোমাৰ কথা শুনি হাঁহি উঠিছে। বুঢ়া হ'লো। ক'ত কি কাম হয় মোৰ সম্পূৰ্ণ জ্ঞান আছে, চকু আছে। বিশেষতঃ স্বদেশী আন্দোলনে সুন্দৰভাৱে চকু গজাইছে।"

"কিন্তু এতিয়াতো সেই আন্দোলন নাই বুলি ক'লে মিছা নহয়। এনে স্থলত কেৱল বহি থকাতকৈ আৰু বেলেগ ধৰণে চেষ্টা কৰি চোৱাত আপত্তি কি?"

দেশভক্তই ক'লে, "সকলো মিছা। ফল নোহোৱা গছ ৰোপণ কৰা কেৱল মূৰ্খৰহে কাম।"

"তথাপি আপুনি অন্ততঃ আমাক সহায় কৰক। আমি যে এতিয়াও বিশ্বাস কৰি আছোঁ এই কাউন্সিলৰ দ্বাৰা সময়ত কিবা কাম হ'ব। আমাৰ উদ্দেশ্য সফল কৰক।"

দেশভক্তই এইবাৰ হাঁহিলে। তাৰ পিছত গম্ভীৰ হৈ ভাবিব ধৰিলে। হঠাৎ কৈ পেলালে— বাৰু সেয়ে হ'ব, উপস্থিত, কাউন্সিলত মই প্ৰাৰ্থী হ'ম।

মদন বৰুৱাই জাঁপ মাৰি উঠি ক'লে, "ধন্য হ'লো, দেশভক্ত, আমাৰ দলে এইবাৰ বহুতো কাম কৰিব পাৰিব।"

দেশভক্তই আকৌ হাঁহিলে। তাৰ পিছত ক'লে— "কাম যি কৰিব মই জানিছো। মই কেৱল ওলাইছোঁ সমুখত আন কৰ্তব্য নাই, দেশত আন্দোলন নাই দেখিহে। যদি তাতে আকৌ অলপ বাক্-বিতণ্ডা মনোগ্ৰাহী কৰি তুলি অলপ-অচৰপ উত্তেজনা আনিব পাৰোঁ।"

এনে সময়ত কমলাই কুঠৰি সোমাই দেউতাকৰ ওচৰ চাপি দেউতাকৰ হাতত ধৰিলেহি। মদন বৰুৱাই চাইয়ে ৰ'ল। তিনিও খন্তেক নিস্পন্দ হ'ল। দেশভক্তই মুহূৰ্ততে কমলাৰ পিনে চাই ক'বলৈ ধৰিলে, "কমলা, এইবাৰ মই কাউন্সিলৰ মেম্বৰ প্ৰাৰ্থী।"

"সেই কথা শুনিয়েতো ওলাই আহিছোঁ দেউতা। আপুনি কাউন্সিললৈ যাব নোৱাৰে, কাউন্সিলত কি হ'ব দেউতা, কেৱল আপুনি দেশৰ মানুহৰ বিশ্বাস হেৰুৱাব।"

"সেইবিলাক ভাবি চাইছোঁ কমলা, কিন্তু সেইবিলাক ভাবিও মত দিছোঁ। এই সময়ত দেশত উত্তেজনা আনিবলৈ আন উপায় নাই কমলা। স্বদেশী ব্ৰতৰ কথাও মানুহৰ মনত উপলুঙাৰ বস্তু হৈছে!"

কমলাই ক'লে, "হওক, কিন্তু আপোনাৰ দৃঢ় মত কেনেকৈ এৰিব? আপোনাৰ যে কাউন্সিলত সমূলি বিশ্বাস নাই দেউতা।"

"দেশৰ ভাল কৰাই মোৰ Principle। তাৰ আগত এটা উপায়ত লাগি থকা Principle বহুতো সৰু কমলা, দেশ এতিয়া উত্তেজনাশূন্য। আন্দোলন অসম্ভৱ, স্বদেশী ব্ৰত উপলুঙাৰ বস্তু। এনে অৱস্থাত যদি উত্তেজনা আনিবলৈ আন কিবা উপায় কৰিব পাৰি তেন্তে সেই Principleও মোৰ গ্ৰহণীয়।"

"কিন্তু কাউন্সিলত গ'লে আপুনি অসহযোগ ব্ৰতৰ পৰা আঁতৰিব।"

"অসহযোগত লাগি থকাই ভাৰতৰ উদ্দেশ্য নহয় কমলা। ভাৰতৰ উদ্দেশ্য স্বৰাজ প্ৰতিষ্ঠা। সেই স্বৰাজৰ পথ যি উপায়েৰে মুকলি কৰিব পাৰি সেই পথেই গ্ৰহণীয়। দেশৰ কল্যাণ কৰিবলৈ সকলো ব্ৰত ত্যাগ কৰিব পাৰি। অন্ততঃ মই পাৰো। আজি কেইমাহ কত ভাবিছোঁ, কিন্তু ক'তা কমলা, একোতে উপায় নাপালো।"

"আপোনাক কি ক'ম দেউতা, আপুনি জ্ঞানবৃদ্ধ, বয়সত বুজন, এনে অৱস্থাত মোৰ কথাই কি কাম কৰিব। কিন্তু আজি বুজিলোঁ অসমৰ অসহযোগ আন্দোলন সমূলি বুৰিল। যিদিনা কন্দৰ্পই জেলত দস্তখত কৰি ওলাই আহি গ'ল, সিদিনা বুজিছিলোঁ আন্দোলনৰ তীব্ৰশক্তি লোপ পালে, কিন্তু আজি আপোনাৰ মতৰ সলনিৰ লগে লগে বুজিলোঁ অসহযোগ আন্দোলন সমূলি ব্যৰ্থ হ'ল। আপোনাৰ ইচ্ছা মতে কৰক। কিন্তু দেউতা মোৰ বিশ্বাস আপুনি তালৈকে নগৈ গাঁৱে-ভূঁয়ে স্বদেশী আৰু যঁতৰ প্ৰচলনতে বেছিকৈ লাগি থাকিলে বহুতো কাম হ'লহেঁতেন।"

"সেইবোৰ ভাবিছোঁ কমলা। কিন্তু এতিয়া গাঁও-ভূঁয়ে সেইবোৰ ক'বলৈ গ'লে কেৱল হাঁহিব, কেৱেই কাম কৰিবলৈ ইচ্ছা নকৰিব। অসহযোগৰ আন্দোলন তল পৰাৰ লগে লগে মানুহবিলাকৰ মনত কিবা এটা ঘোৰ অবিশ্বাসে ঠাই লৈছে। তেনে অৱস্থা হোৱাও স্বাভাৱিক। কিয়নো একোটা আন্দোলন সফল হ'লে মানুহৰ উৎসাহ, আনন্দ, কৰ্মপৰায়ণতা বাঢ়ে আৰু বিফল হোৱাৰ লগে লগে সেইবিলাক লোপ পাই নিৰাশ, ভয় আৰু কামত শিথিলতাৰ ভাব ওপজে।"

"সেইবিলাক যিহকে নহওক, দেউতা আপুনি কাউন্সিললৈ নাযাব।"

"সেইটো অনুৰোধ কৰা আৰু মিছা কমলা। মই ইমানদিন ভাবি ভাবি তাকেই ঠিক কৰিছিলোঁ। আজি এওঁৰ আগত কথাও দিলো; আৰু উভতি যোৱা মিছা।"

কমলাই আৰু একো নকৈ অলপপৰ দেউতাকৰ পিনে, তাৰ পিছত বৰুৱাৰ পিনে চাই লাহে লাহে আঁতৰ হ'ল।

মদন বৰুৱা কাঠৰ পুতলাৰ দৰে চায়ে থাকিল। কমলাৰ কথা-বতৰা, মনৰ শক্তি দেখি বৰুৱা স্তম্ভিত হৈছিল, মনে মনে ভাবিছিল কমলা যথাৰ্থতে অসমীয়া ছোৱালী নে আন কিবা? কিন্তু বৰুৱাই যি নাভাবক কমলাৰ মুখত বিৰিঙি ওলোৱা সেই সময়ৰ উজ্জ্বলতা, দৃঢ়ভাৱেই অসমীয়া তিৰোতা সমাজত শিক্ষাৰ অভাৱত বিকাশ হ'বলৈ নোপোৱা— লুকাই থকা অসাধাৰণ শক্তি। তদুপৰিও দেউতাকক চাই জীয়াৰীৰ এনে উৎকৰ্ষ হোৱাটোও একো অসম্ভৱ নহয়।

(১৭)

সিদিনাৰ পৰা মদন বৰুৱা ঘনাই দেশভক্তৰ ঘৰলৈ আহি কাউন্সিল সম্বন্ধে, কাউন্সিললৈ ভোট সংগ্ৰহ সম্বন্ধে নানা জল্পনা-কল্পনা কৰিবলৈ ধৰিলে। কাউন্সিলৰ কথা কমলাৰ মনত ভাল নালাগিলেও, সদায় সেইবোৰ কথাতে দেউতাক ৰত হৈ থকাৰ কাৰণে লাহে লাহে কমলায়ো সেইবোৰৰ সম্বন্ধে কথা পাতিব ধৰিলে।

সিদিনা বৰুৱাই ক'লে, "কমলা কাউন্সিলত যোৱাটোৱে শেষ উদ্দেশ্য নহয়। কাউন্সিলৰ ভিতৰত সোমাই কাউন্সিলত গৱৰ্ণমেণ্টৰ ইচ্ছামতে কাম কৰিব নিদি ইপিনে সুন্দৰভাৱে আমাৰ গঠনমূলক কাৰ্যত লাগি পৰিম।"

কমলাই ক'লে, "সেইটো বৰ্তমান কল্পনাতে আছে। আগলৈকো কল্পনাতে থাকিব।"

বৰুৱাই ক'লে, "কমলা, এদিন বুজিবা। বৰ্তমান সময়ত কাউন্সিল অধিকাৰ কৰাই শ্ৰেষ্ঠ কাম।"

কমলাই ক'লে, "কিন্তু গঠনমূলক কাম সমূলি পাহৰাব। আপোনালোকে আপোনাৰ মত মতে কৰক। কিন্তু অসমীয়া তিৰোতাই কাউন্সিল-ফাউন্সিলৰ মোল নুবুজে। অসমীয়া তিৰোতাই জানে কেৱল বোৱণ-কাটন।"

"তেন্তে সেয়ে হওক। তিৰোতাই গঠনমূলক কামত লাগক আৰু মুনিহে আন আন উপায়বোৰ লওক।" কমলাই নামাতিলে।

* * * * * *

দিনৰ পিছত দিন গ'ল। সময়ৰ লগে লগে কাউন্সিলৰ ভোট সংগ্ৰহ শেষ হ'ল। কাউন্সিলৰ অৰিয়া-অৰি, হাই-কোৰাল ভোট গণা, গোটোৱা আদি সকলোবোৰ লাহে লাহে শেষ হ'ল। দেশভক্ত সুন্দৰভাৱে কাউন্সিললৈ যাব পৰা হ'ল। বৰুৱাৰ দল সম্পূৰ্ণ হ'ল। কাউন্সিলত দেশভক্ত আৰু বৰুৱাই দহ বুলিলে দহ, পঁচিশ বুলিলে পঁচিশ কৰিব পৰা হ'ল। প্ৰথম কাউন্সিল হোৱাৰ লগে লগে মন্ত্ৰী বছা, মেম্বৰসকলৰ মাজত কোৰাল লাগিল। মদন বৰুৱাৰ দলে মন্ত্ৰীপদ নলওঁ বুলি থিৰ কৰি দেশভক্তৰ কাষ চাপিল। মদন বৰুৱা, হলধৰ, জন্মেজয়, কপিল বৰুৱা, কান্তেশ্বৰ ফুকন আটায়ে দেশভক্তৰ লগত কথা-বতৰা পাতিলে। সকলোৱে একবাক্যে ক'ব ধৰিলে আপুনি আমাৰ দলৰ যেতিয়া আপুনিও মন্ত্ৰীপদ নল'ব।

মদন বৰুৱাই ক'লে, "সেইটো আপোনাক আগেয়ে যদিও কোৱা নাছিলো তথাপি আপুনি মন্ত্ৰীপদ নল'ব বুলি আমি আগেয়ে জানিছো।" দেশভক্তই ইমানপৰেও কথা কোৱা নাছিল। দেশভক্তৰ নীৰৱতাত সকলোৱে ভয় কৰিব ধৰিলে। ইচ্ছা কি? বহুত পৰৰ মূৰত দেশভক্তই ক'লে, "মন্ত্ৰীপদ নোলোৱা আগেয়ে থিৰ কৰা নাই। বিশেষতঃ মই ভাবি নাপাওঁ কাউন্সিলত যেতিয়া যোৱা হ'লেই মন্ত্ৰীপদ লোৱাত কি হানি হ'ব পাৰে?"

"সাৰে তিনি হাজাৰৰ মোহত কত অঘটন ঘটিব পাৰে।"

"যদি মই সাৰে তিনি হাজাৰ পায়ে দেশলৈ সকলো পাহৰিব পাৰোঁ তেন্তে দেশে কি আশাত মোক নেতা বুলি ভাবিছে আৰু মোৰ দ্বাৰা বা দেশৰ কি মংগল হ'ব পাৰে?"

"সেই কাৰণে আপুনি সেই টকাৰ মোহ এৰক।"

"টকাৰ মোহ।" দেশভক্তই হাঁহিলে। তাৰ পিছত ক'লে, "মন্ত্ৰীপদ অধিকাৰ কৰিব পাৰিলে আমি বহুতো সুবিধা কৰিব পাৰিম, অন্ততঃ মোৰ জীৱনত এটা ডাঙৰ কাম কৰি যাব পাৰিম।"

সকলো অবাক হ'ল। এয়া দেশভক্তৰ কথা নে আন কোনোবা মানুহৰ? কিন্তু কেৱে আৰু একো নক'লে। কান্তেশ্বৰ ফুকনে সুধিলে— তেন্তে গৱৰ্ণমেণ্টে আপোনাক মন্ত্ৰীপদ যাচিলে গ্ৰহণ কৰিব?

দেশভক্তই ক'লে, "নিশ্চয়; গোটা কান্তেশ্বৰ জীৱনটো যুঁজিলো কিন্তু মাজে মাজে দুই-এবাৰ স্পন্দন তোলাৰ বাহিৰে আন একো কৰিব পাৰিলো বুলি এনে মোৰ বিশ্বাস নাই। এইবাৰ কেইদিনমান শান্তিত থাকিয়ে এই কেইবছৰ এটা ডাঙৰ কাম কৰিয়ে বুঢ়া দেশৰ পৰা আঁতৰ হ'ম।"

সকলোৱে সেমেনা-সেমেনি কৰিলে আৰু ভাবিলে লোভে পাপ, পাপে মৃত্যু। কিন্তু আৰু উপায় নাই। সকলো কেইজনে গিৰিসাই উঠিল। দেশভক্তই গম্ভীৰ ভাৱে ভাবিয়ে থাকিল। গভীৰ ভাবত তন্ময় হৈ থাকোঁতে দেশভক্তই এটা মিচিকি হাঁহি মাৰিলে। সেই হাঁহিত তেওঁৰ সুন্দৰ মুখ আৰু সুন্দৰ হৈ জিলিকি উঠিল। এনেতে কমলাই এখনি সুন্দৰ দেশী কাপোৰ হাতত লৈ দেউতাকৰ ওচৰ চাপি ক'লে, "চাওক দেউতা, এনে সুন্দৰ সুন্দৰ দেশী কাপোৰ ওলোৱা সত্ত্বেও আমাৰ মানুহে বিলাতী কাপোৰকে লয়।" দেশভক্তই হাতত লৈ অলপপৰ চাই থাকি হঠাৎ কিবা মন কৰি ওচৰৰ জুই-কাঠিৰ বাহটো লৈ জুই-কাঠি এডাল মাৰিলে।

দেউতাকৰ উদ্দেশ্য বুজিব নোৱাৰি কমলাই ক'লে, "দেউতা এনে স্বদেশী কাপোৰ পিন্ধিবলৈকো আমাৰ মানুহবিলাকক উদগাব লাগিব।" দেশভক্তই একোকে নামাতি সেই জুই-কাঠিৰে কাপোৰখনত জুই লগাই দিলে।"

"কি কৰিলে দেউতা?"

দেশভক্তই ক'লে, "একো কৰা নাই কমলা, কৰ্তব্য কৰিছো!"

"কৰ্তব্য! এয়া যে বিলাতী কাপোৰ নহয়, দেশী কাপোৰ দেউতা!"

"সেই কাৰণেতো এনে কৰ্তব্যৰ আৱশ্যক হৈছে।"

"আপুনি কি কয় দেউতা? আপুনি ইমান নিৰাশ হৈছে?"

"কেৱল নিৰাশ নহয় কমলা, তাৰ লগে লগে সুন্দৰ কৰ্তব্যপৰায়ণ হৈছোঁ। শুনিছো কমলা এইবাৰ মই মন্ত্ৰী হ'ম।"

কথা কওঁতে কওঁতে সেই সুন্দৰ কাপোৰখনি ছাই হৈ গ'ল, লগে লগে কমলাৰ সুন্দৰ মুখ ডাৱৰে ঢাকি পেলালে। কমলাই কি ক'ব কি নক'ব ভাবি বিতত হ'ল। তেওঁ একোকে ফুটাই ক'ব নোৱাৰি কান্দো কান্দো সুৰে ক'লে, "দেউতা!"

"কমলা।"

"আপোনাৰ এনে অৱনতি।"

"কেৱল অৱনতি নহয় কমলা, দূৰ ভৱিষ্যতৰ থাপনাৰ উপায়। কমলা নিজৰ অৱনতিৰ দ্বাৰা যদি দেশৰ অলপো উন্নতি কৰিব পাৰি তেন্তে সেই অৱনতিয়ে মোৰ গ্ৰহণীয়।

কমলাই ক'লে, "সেই কাৰণে বোধকৰো এনে দেশী কাপোৰত জুই লগোৱাও আৱশ্যক?"

"নিশ্চয় কমলা।"

কমলাই ক'লে, "অৱশ্যে মই ভুল কৰিছিলোঁ যিদিনা দেশভক্ত আছিল, সিদিনা দেশৰ কল্যাণ চিন্তা কৰাটোৰ দেশী প্ৰচলন কৰি বিলাতী চুৰমাৰ কৰাটোৱে আপোনাৰ মুখ্য উদ্দেশ্য আছিল। কিন্তু আজি যেতিয়া মন্ত্ৰিত্ব গ্ৰহণ কৰিব ওলাইছে তেতিয়া ওভোতা নকৰি কি কৰিব। আজিৰ পৰা দেশী কাপোৰ এৰি বোধকৰো বিলাতী সাজপাৰবো আৱশ্যক হ'ব দেউতা। দেশী প্ৰচলনৰ বোধকৰো চুৰমাৰ কৰিব। আনকি যদি আপোনাৰ জীয়াৰীয়েও দেশী প্ৰচলনত লাগে তেন্তে তেওঁকো সুন্দৰ শাস্তি বিহি আনন্দেৰে হাঁহি থাকিব? দেউতা, আপুনি দেশী কাপোৰ পোৰাত মই আচৰিত হৈছিলোঁ। কিন্তু সেইটো মোৰ ভুল হৈছে। আপুনি মন্ত্ৰিত্ব গ্ৰহণ কৰা আগেয়ে শুনিলে বোধকৰো তাতকৈ বেছি আচৰিত হ'লোহেঁতেন। উস্ সাৰে তিনি হাজাৰৰ কি ইমানেই মোহিনী শক্তি। তেন্তে সেয়ে হওক। দেউতা, আপুনি সাৰে তিনি হাজাৰ লৈয়ে মন্ত্ৰিত্ব গ্ৰহণ কৰিয়ে সুখে থাকক, কিন্তু মই আজিৰ পৰা পথৰ ভিক্ষাৰিণী হ'ম। কমলা মন্ত্ৰীৰ জীয়েক নহয়। কমলা দেশভক্তৰ জীয়েক, দেশসেৱকৰ জীয়েক, কমলা দেশ শত্ৰু মন্ত্ৰীৰ জীয়েক নহয়।"

দেশভক্তৰ মুখ গম্ভীৰ হ'ল। কমলাই সেই বুলি কৈয়ে পোনছাটে কুঠৰিৰ পৰা ওলাবলৈ ধৰোতে দেশভক্তই হঠাৎ টোপনিৰ পৰা সাৰ পোৱাৰ দৰে আকৌ ততালিকে মাতিলে "কমলা!"

কমলা তেতিয়া কুঠৰিৰ দুৱাৰডলিত। কমলাই ক'লে, দেউতা আৰু কমলাক কিয়? আপোনাৰ কমলা মৰিছে।

"কমলা, ইমান উতলা নহ'বি। জান কমলা মই এই গোটেই জীৱনটো দেশৰ হকে যুঁজি আজি মৰণৰ দুৱাৰডলিত-"

"নাজানিম কিয় দেউতা? সেই কাৰণেতো আপোনাৰ নাম দেশভক্ত, আপুনি দেশৰ পূজনীয়।"

"জান কমলা, দেশৰ হকে সকলো স্বাৰ্থ, সকলো দেহা, স্ত্ৰী-পুত্ৰ আনকি নিজৰ দেহকো বলি দিব পাৰোঁ।"

"এদিনতো তেনে ভাবেই ভাবিছিলো দেউতা, কিন্তু আজি সকলো ওভোতা দেখিছোঁ।"

"কামত ওভোতা দেখিলেও যদি আচলতে একে হয়। কমলা, সকলো কাম যে কেৱল এই চকুৰে চাব লাগে তাৰ কাৰণ নুবুজোঁ।"

"ইমানদিন যি দেখিছো তাতকৈ আৰু কি নতুন দেখিম? দেউতা আন আন মন্ত্ৰীৰ সকলো কামকে দেখিছোঁ।"

"সকলো মন্ত্ৰীৰ কাম দেখিছ, তেন্তে কমলা আৰু তিনি বছৰ এই বুঢ়া মন্ত্ৰীৰো কাম চাই ল। আৰু তিনি বছৰ ধৈৰ্য ধৰ কমলা।"

"কিন্তু অপমান, গঞ্জনাৰ বোজা লৈ আত্ম-সম্মানত আঘাত পৰা কৰি এদিনো যে কমলা জীয়াই নোৱাৰে।"

"জানো তোৰ অভিমান বৰ বেছি, জানো কমলা তোৰ সুন্দৰ ফুটি উঠা ভাব, কিন্তু এই মন্ত্ৰিত্বৰে এতিয়াও অলপ কাম কৰিব পৰা আছে। সকলো সময়তে আত্ম-সম্মানেই উচ্চ ঠাই নাপায়। আত্ম-সম্মানতকৈও ডাঙৰ বস্তু আছে কমলা।"

"কি দেউতা?"

"দেশৰ মংগল। মই সুন্দৰভাৱে ভাবি চাইছোঁ এই বুঢ়াকালত আন কোনো উপায়ে আৰু চাবলগীয়া উন্নতি

কৰিব নোৱাৰোঁ। কেৱল মন্ত্ৰিত্ব গ্ৰহণৰ দ্বাৰা বহুত দিন যি কৰিব নোৱাৰিলো অলপ দিনৰ ভিতৰত তাতকৈ বেছি কৰিব পাৰিম।"

কমলাই ক'লে, "একো নুবুজোঁ দেউতা।"

"বুজিবও নালাগে। কমলা তোৰ কৰ্তব্য কৰি যা, দেশী প্ৰচলনত মন পুতি লাগ। তিৰোতা-সংঘ, বোৱন-কাটন নচুৱাই তোল।"

"কিন্তু দেউতা আপুনিতো তেনে দেশী কাপোৰকে পুৰি পেলালে?"

দেশভক্তই এইবাৰ হাঁহিলে। তাৰ পিছত ক'লে, যি কাপোৰ আনিছ এয়া আন প্ৰদেশত আন মানুহৰ হতুৱাই তৈয়াৰ কৰা। কমলা, মই দেখিছোঁ অসহযোগ আন্দোলনত ভাৰতৰ আন আন প্ৰদেশৰ কাপোৰেৰে অসম ভৰি পৰিলহি, গতিকে অসমৰ উন্নতি কেনেকৈ হয়? তদুপৰিও আনে তৈয়াৰ কৰা কাঁপোৰ লোৱা মানে যে অসহযোগৰ স্বদেশী ব্ৰতৰ আচল মৰ্মৰ পৰা বহুত দূৰৈত যোৱা। এয়া ব্যৱহাৰ কৰা মানে স্বৰাজৰ আচল অৰ্থ বুজি নোপোৱা। কমলা, বৰ্তমান আমাৰ কৰ্তব্য হৈছে নিজে বোৱা-কটা কৰা। নিজে সূতা কাটি নিজৰ কাপোৰ যোগোৱা। যিদিনা এইটো কৰিব পাৰিম সিদিনাহে ভাবিম এটা কাম কৰিলোঁ, কিন্তু আনৰ বোৱা কাপোৰ পিন্ধি ডাঙৰ স্বদেশী প্ৰচাৰক হোৱাটো মোৰ পক্ষে ভয়ংকৰ অন্যায়; ভয়ংকৰ ভুল কমলা। আৰু এই ভুলেই অসহযোগ আন্দোলন অকৃতকাৰ্য কৰিলে। কমলা, প্ৰত্যেক অসমীয়া তিৰোতাই নিজৰ ঘৰ-ঘৰোৱাহৰ লাগতিয়াল কাপোৰ ব'ব লাগিব। যদি ব'ব নোৱাৰে তেন্তে ব্যৱহাৰৰ কাপোৰৰ সংখ্যা কমাব লাগিব। কমলা, আজিৰ পৰা স্বদেশী মুখেৰে প্ৰচাৰ কৰাতকৈ দিনে-ৰাতি কাপোৰ ব'বলৈ ধৰ, সূতা কাটিবলৈ ধৰ। এই বুঢ়াৰ আগত সেয়া বম্বেৰ কাপোৰ নানি তোৰ নিজে বোৱা কাপোৰ দেখুৱাই পিন্ধিবলৈ দি আনন্দ বঢ়া। কমলা, আমাৰ ঘৰৰ পৰিয়ালৰ ভিতৰত কেৱল তিনিজন পৰিয়াল। তই, মই আৰু লিগিৰাটো। এই তিনিজনৰ কাপোৰ আজিৰ পৰা তই নিজ হাতে কটা সূতাৰ কাপোৰেৰে যোগাব লাগিব। পাৰিবি? আৰু এটা কথা। কপাহৰ সূতা কাটোতে যিমান সময় লাগে, এৰি সূতা, মুগা সূতা কাটোতেও প্ৰায় একে সময় লাগে। কিন্তু এৰি হ'লেই যে কাৰ্য নহয় তাক অসমৰ বহুত সভা-সমিতি আৰু সমবায় কাৰবাৰ কাণ্ডকাৰ্যখানাই জলজল-পটপটকৈ দেখুৱাই দিছে। দেশৰ কামত অদ্বিতীয় অভিজ্ঞ মহাত্মা গান্ধীয়ে সিদিনা অলপতে কৈছিল বোলে "মই সকলোকে কৰিব লোৱা সজ কাৰ্যকে ধনৰ নাটনিত পৰি মৰা কেতিয়াও দেখা নাই; আমি বেয়া কাজক ভাল কাজ বুলি আৰু, অসাধু মানুহক সাধু বুলিহে সচৰাচৰ ভুল বুজি লওঁ আৰু কাজটো ধনৰ অভাৱত বিফল হৈছে বুলি ওজৰ উলিয়াওঁ। এই কথাকে বুৰঞ্জীয়েও সেই চকুৰে দেখিছো বুলি সাক্ষী ওলাই পৰে। ধনকে জীৱনৰ মহাব্ৰত বুলি শিকোৱা স্বাৰ্থপৰ শিক্ষাৰ মোহিনী বলত লালকাল হৈ পৰি থাকিছোঁ কাৰণে আমাৰ অনেকে এই কথা উলাই কৰি ভৰি পুৰি ওলাই সহস্ৰমুখে সাক্ষী দিলেও সত্যৰূপী সুবিচেক বিচাৰকে আমি পোনতে কৈ অহাবোৰৰ মুখতেহে দিয়াটো ঠাৰৰ।

আমি ওপৰত উনুকিয়াই অহা কাৰণতেই বা কাৰণৰ বাবেই বুঢ়া, আদহীয়া আৰু সংসাৰ ক্ষেত্ৰত লুটুৰি-পুতুৰি হোৱা বয়সত বুজন আৰু বাজনসকলৰ পৰা বিশেষ কিবা আশা কৰি হাত-ভৰি সাবটি ডেকাসকলে শুই-বহি থাকিলে গা নৰয়। বুঢ়াসকলৰ মন লৰাবৰো মন নাই; দেশৰ সৰ্বাংগীন উন্নতিৰূপী নাৰীমুখো দেখিবৰ মন নাইহে হ'বলা। সেইবুলি সংসাৰত বেছি লেঠা নথকা ডেকাসকলেও কাণ-মূৰ নলৰাই থাকিবনে?

কাপোৰ এবাৰ ব'লে কে'বা বছৰলৈ আৰু ভাবিব নালাগে। ইতিমধ্যে আৰু বহুতো কাপোৰ বৈ গোটেই ঘৰ পৰিয়ালক কাপোৰ যোগাই বেচিবও পাৰে।

কমলাই দেউতাকৰ কথা শুনি থৰ হৈ ৰ'ল। দেউতাকৰ সম্বন্ধে আগেয়ে ধাৰণা কৰা সকলো সন্দেহ যেন মুহূৰ্ততে তাইৰ মনৰ পৰা এচপৰা মেঘৰ দৰে আঁতৰি গ'ল।

(১৮)

বেণুক এৰি অকণিয়ে অভিমানৰ কোবত কোনপিনে যাব ধৰিছে তালৈ মন-কাণ নাই। ক'লৈ যাব সেই কথা

এবাৰো ভবা নাই। কিন্তু তাই গৈছে। এবাৰ ভাবিলে দেশভক্তৰ ঘৰলৈ গৈ কমলাৰ ওচৰত সকলো ভাঙি কয়। আকৌ ভাবিলে দুখীয়াৰ দুখ মানুহে দুদিনহে গুচাব পাৰে, কিন্তু চিৰকাললৈ নহয়। ঈশ্বৰ ভগৱন্তৰ বাহিৰে দুখ অন্তৰ্ধান কৰিবলৈ আন কাৰো শক্তি নাই। অকণিয়ে ভাবিলে কমলাৰ তালৈকে গ'লে অৱশ্যে কিছুমান দিন সুন্দৰভাৱে থাকিব পাৰে সঁচা, কিন্তু দিনৰ লগে লগে হয়তো সকলো ওভতা হ'ব পাৰে। অকণিৰ নিজৰ ভাৱনাৰ লগতে তাইৰ ভায়েক আনন্দৰ কথাও মনত পৰিল। কিন্তু আনন্দৰ ভাৱনায়ো তাইক আজি ব্যাকুল কৰিব নোৱাৰিলে। তাইৰ ভাব হ'ল কোন কাৰ কি? কাৰ কপালত কোনে ভাল-বেয়া কৰিব পাৰে? আনন্দৰ কপালত যি আছে সেয়ে হ'ব। তেন্তে জানো তাই আজি দৰাচলতে সংসাৰৰ মোহ, তৃষ্ণা, সুখ-দুখৰ বাহিৰ হৈ সন্ন্যাসিনী হৈ ওলাই যাব? তাই গৈ গৈ গাঁৱৰ ওচৰৰ পৰ্বতৰ সুন্দৰ জুৰি এটাৰ কাষ পালেগৈ। জুৰিটিৰ কল্ কল্ শব্দ আৰু নিৰ্জন বননিৰ চৌদিশৰ জিলিৰ ৰাৱে আৰু নিৰ্জনতাৰ গভীৰ তাইৰ মনত সংসাৰৰ আঁতৰৰ সৌন্দৰ্য স্বাভাৱিকভাৱে ফুটাই তুলিলে। সেই নিৰ্জনতাত তাইৰ এবাৰ মনত পৰিল কন্দৰ্পৰ মুখৰ সুন্দৰ বেথা-লগা কথাকেইষাৰ, এবাৰ মনত পৰিল বেণুৰ মুখৰ মোহন সৌন্দৰ্য! লাহেকৈ এই জুৰিৰ শীতল পানীতে তাই বহিল। ভাবত আকুল অভিমানিনী অকণিয়ে বহি বহি কতনো আকাশত চাং পতাৰ কথা পাতিলে ক'ব নোৱাৰোঁ। কিন্তু তাই যিমানেই ভাবিব ধৰিলে সিমানেই তাইৰ আগত বিভীষিকাৰ চিত্ৰ ওলাব ধৰিলে। তাইৰ মনত সংসাৰৰ বৈৰাগ্য ভাবৰ সুন্দৰ দৃঢ়তা থাকিলেও প্ৰকৃতিৰ স্বাভাৱিক গতিৰ লগত তাই সাঁতুৰিব নোৱাৰি ভাবিলে তাইৰ অৱস্থাত অভিমান কৰি ওলাই যোৱাটো সম্পূৰ্ণ ভুল। তাইৰ ভৰা যৌৱন। তাই শুৱনি। এনে অৱস্থাত যিমানেই তাইৰ দৃঢ়তা নাথাকক সংসাৰৰ পাশৱিক আচৰণৰ মানুহৰ হাতৰ পৰা তাই সাৰিব নোৱাৰে। যিমানেই ভাবিব ধৰিলে তাইৰ মন ঘূৰিল। তাই ভাবিলে তেন্তে তাই আকৌ বেণুহঁতৰ ঘৰলৈকে উলটি যাবনেকি? তাতে দুখে-কষ্টে দিন নিয়াব? কিন্তু এবাৰ ওলাই আহি আকৌ কোনটো নাকেৰে তাই উলটি যাব? তেন্তে কমলাৰ ঘৰলৈকে যাবনেকি? আৰু দিনচেৰেক তেওঁৰ লগতে থাকিব? তাই এনেকুৱা উগুল-থুগুল ভাবত বিতত হৈ থাকোতেই বেলি ঢলি পৰিল। নিৰ্জন প্ৰকৃতি আৰু গম্ভীৰ হ'ল। বেলি ঢলি পৰাৰ লগে লগে তাইৰ ভয় বাঢ়িল। তাই আৰু অলপো বিতত নহৈ ততালিকে উচপ খাই উঠিল, নাই যাই তাই উলটি যাব। তাই হয় বেণুহঁতৰ ঘৰলৈকে যাব, নহয় দেশভক্তৰ ঘৰলৈকে যাব। তাই উঠিলত আকৌ খোজকাঢ়িব ধৰিলে। দুই-এখোজ যাব ধৰোতে তাই এটা গুৰুমকৈ উঠা শব্দ শুনিলে। তাই চক্ খাই উঠিল। এইবাৰ আৰু লৰালৰি কৰি খোজ কাঢ়িলে। আকৌ গুৰুম্ শব্দ। সৰলা অকণিয়ে ভেলেণ্ডী পহুৰ লেখীয়া চৌদিশে চাব ধৰিলে। কিন্তু তাই দেখিলে ওপৰত কেৱল সুন্দৰ প্ৰকৃতিৰ সুন্দৰ সুন্দৰ গছ-লতাৰ মনোমোহা ৰভা আৰু চৌদিশে গছ-লতাৰ সুন্দৰ কাৰুকাৰ্য। তাই আচলতে উপভোগ কৰিব নাজানিলেও, শুনিলে জিলিৰ মধুৰ সুৰ, দহিকতৰাৰ অপৰূপ সংগীত আৰু ওচৰতে এৰি অহা শীতল জুৰিটিৰ বননিৰ নিৰ্জনতা ভেদ কৰি ওলোৱা সুমধুৰ কল্‌কল্ শব্দ। আকৌ তাই বেগাই খোজ ল'লে। কিন্তু কেইখোজমান যাব নৌপাওঁতেই দেখিলে তাইৰ সমুখত অলপ দূৰৈত বন্দুকেৰে সৈতে সাজপাৰ কৰা দুজন চেঙেলীয়া ডেকা। তাই থমক খালে।

সিহঁতৰ এজনে ক'লে, "ভাল সাৰিল, বোধকৰো গাত লাগিছে।"

আনজনে ক'লে, "গাত লগা নাই, লাগিলে নিশ্চয় পৰি ৰ'ব। সুন্দৰ সৰু ভেলেণ্ডী পহুৰ গাত এটা গুলী লাগিলে আৰু লৰি যোৱা অসম্ভৱ।"

বাৰু তৰুণ, তই সেইপিনে বিচাৰি চাগৈ, মই এইপিনে চাই যাওঁ।

"বাৰু" বুলিয়েই তৰুণে খোজ ল'লে। আনজনে তাতে পহু বিচাৰি থাকোতে হঠাৎ তাৰ চকুত পৰিল গাভৰু অকণি। সি থমক্ খাই অলপপৰ বৈয়ে ততালিকে অকণিৰ কাষ পাই অকণিৰ সুন্দৰ মুখলৈ চাই ৰ'ল। অকণিও সেই সময়ত থমক্ খাই বৈছিল।

দুয়োৰে চকুৱে চকুৱে পৰিল? ৰাওলী বেলি পছিমত বুৰ মাৰিলে। নিৰ্জন বননি আন্ধাৰ হ'ল। বন্দুকধাৰী চিকাৰীয়ে এনে হাবিয়নিৰ মাজত এনে সময়ত সুন্দৰ যুৱতী এজনী দেখি মুহূৰ্তেক আচৰিত হ'লেও তাইৰ দেহৰ সুন্দৰ গঠন দেখি তাৰ চঞ্চল মনৰ পপীয়া প্ৰবৃত্তি ততালিকে জাগ্ৰত হৈ উঠিল। সি সকলো পাহৰি অকণিৰ ওচৰ পাই তাইৰ হাতত ততালিকে ধৰি "তুমি কোন" বুলি প্ৰশ্ন কৰিলে।

অকণিয়ে তাৰ আচৰণত চক্ খাই একো উত্তৰ দিব নোৱাৰি নিথৰ হৈ ৰ'ল।

ডেকাজনে আৰু দুনাই প্ৰশ্ন নকৰি পপীয়া আশাৰে তাইক সাবট মাৰি ধৰিলে। অসমীয়া শিক্ষিত ডেকা সমাজৰ হিতাহিত জ্ঞানশূন্য, বিবেচনাশূন্য স্বভাৱৰ পাশৱিক আদৰ্শই যে অসমীয়াৰ মুকলিমূৰীয়া তিৰোতাকো অকলশৰীয়াকৈ ওলাব নোৱাৰা কৰিছে ইও শিক্ষাৰ এটা মহান আদৰ্শতা। এই শিক্ষাক প্ৰশংসাৰ সলনি নিন্দা কৰিলে কাৰো কাৰো মুখ ওফন্দাও প্ৰশংসনীয় নহয় কি হ'ব পাৰে? হায় অকণি! তই সংসাৰৰ কুটিলতা, জটিল ৰহস্য নুবুজি আন্ধাৰ হাবিৰ মাজত কিয় খোজ কাঢ়িছিলি? তিৰোতাৰ মান-মৰ্যাদা আজি অসমৰ কিমান ডেকাই ৰক্ষা কৰিব জানে? অৱশ্যে মুখত তিৰোতাৰ সন্মান সম্বন্ধে বহুতো কথা ক'লেও কাৰ্যক্ষেত্ৰত কিমানে সফল কৰে?

(১৯)

অকণিৰ সৰ্বনাশ কৰি শিক্ষিত ডেকাই ততালিকে মানুহৰ শব্দ শুনি লৰি আঁতৰ হ'ল। অকণিয়ে শোক-দুখ, লাজ আৰু অভিমানেৰে তাতে বহি উচুপি উচুপি কান্দিব ধৰিলে। তাইৰ মনত প্ৰবল ভূঁইকঁপ উথলিল। তাই এতিয়া কি কৰিব? তাইৰ যে জীৱনৰ সৰ্বস্ব হৰণ হ'ল। যদি তেনে হোৱাৰ আগেয়ে তাইৰ মৃত্যু হ'লহেঁতেন? কিন্তু কি হ'ল? কি কৰিবলৈ বাওঁতে কিহত পৰিল? তাই আকৌ কান্দিব ধৰিলে। তাইৰ হিয়াজুৰি প্ৰবল হেন্দোলদোপ উঠিল। তাই ভাবিলে বেণুহঁতৰ তালৈ আকৌ গৈ সংসাৰত তাইৰ পপীয়া মুখ নেদেখুৱায়। তেন্তে তাই ক'লৈ যাব, কি কৰিব? পিছৰ পিনেও উলটি আৰু খোজ কাঢ়িবলৈ সাহস নহ'ল। তাই ভাবিলে এয়া সৌৱা আকৌ আহিছে। সংসাৰৰ ভয়ংকৰ ভয়ংকৰ পাপীষ্ঠবোৰে তাইৰ কাৰণে গছৰ জোপোহাত জুপি সুযোগ চাই আছে। তাইৰ ভাব হ'ল অতি সোনকালে হয় বেণুহঁতৰ ঘৰ নাইবা কমলাৰ ঘৰ গৈ নাপালে সৰ্বনাশ। তাই আৰু বেগ দিব ধৰি বাটৰ দোমোজাত পৰিলহি। কমলাহঁতৰ ঘৰলৈ যাবনে বেণুহঁতৰ ঘৰলৈ যাব? তাই আৰু খন্তেকো ভাবিব নোৱাৰিলে। ততালিকে কমলাহঁতৰ ঘৰলৈ বাট ল'লে। লাহে লাহে গৈছে। হঠাৎ শুনিলে কোনোবা দুজন মানুহে কিবা কথা-বতৰা পাতি আহিছে। তাই ভয়তে টেঁপেকা খালে। আজি কি কুক্ষণত তাই বাহিৰ হৈছিল। লাহে লাহে ওচৰ পালত এজনে ততালিকে ক'লে— অকণি! অকণি! তই ইমানপৰ ক'ত আছিলি। মই যে কমলা আইদেউহঁতৰ ঘৰলৈকো গৈ বিচাৰ আহিলোঁ। অকণি নিমাত হৈ চায়ে থাকিল। তাইৰ দুই চকুৰে দুধাৰ চকুলো বৈ মাটিত পৰিলহি। ওপৰৰ পৰা সুন্দৰ জোনৰ কিৰণে পৃথিৱীত তেতিয়া দিন হেন পোহৰ কৰিছিল। সেই পোহৰত অকণিৰ চকুলো সুন্দৰভাৱে দেখা গ'ল। অকণিয়ে নামাতি থকাত আকৌ সি ক'লে, "ব'ল, ব'ল অকণি, তোৰ বৰ খং দেখিছোঁ। মানুহে খঙতে উতলা হৈ এনে কৰেনে?" ব'ল, আমাৰ ঘৰলৈ। তোক আৰু কেৱে একো নকয়। খঙতে পেট কাটি ছমাহ শুকনি খায়নে? তই ক'লৈ যাবি, তোক কোনে আপডাল কৰিব? আৰু অকলে অকলে বা কেনেকৈ ভ্ৰমিবি। এই কথাত অকণিৰ আকৌ আগৰ স্মৃতি মনত পৰিল। তাই তাইৰ কান্দোন ৰুধিব নোৱাৰি হুকহুককৈ কান্দিলে। বেণুৱে ক'লে, "ব'ল অকণি আৰু নাকান্দিবি, মই দেউতা আৰু আইক কম যেন তেওঁলোকে আৰু তোক আমনি নকৰে।" ঠিক এনে সময়তে বেণুৰ লগত থকা আনন্দই ক'লে, "ব'লা বাইদেউ, মই সেই তেতিয়াই গোলাপ ফুলটো তুলি তোমাক দিওঁ বুলি থৈ আছোঁ। চোৱা বাইদেউ, গোলাপ ফুলটোৱে কেনেকৈ জোনলৈ চাই আছে। জোনাকত সুন্দৰ ফুলপাহি আৰু সুন্দৰ হৈ

উঠিছে।" ইয়াকে কৈ আনন্দই বাইদেৱেকৰ হাতত ফুলপাহি দিলে আৰু ক'লে ব'লা বাইদেউ! বেণু ককাইদেৱে কেনেকৈ মাতিছে তুমি ক'লৈ গৈছিলা? এইবুলি কৈ আনন্দই অকণিক বেণুৰ ঘৰৰ পিনে টানিব ধৰিলে। অকণিয়েও আৰু হকা-বধা নকৰি যাব ধৰিলে, বেণুৱেও লাহে লাহে খোজ ল'লে। অকণি বেণুৰ ঘৰৰ পৰা ওলাই আহিছিল আকৌ গ'ল সেই হিছাপত অকণিৰ অলপো হানি নহ'ল সঁচা, কিন্তু এই মাজৰ ব্যৱধানখিনিতে অকণিৰ অৱস্থাৰ কিমান পৰিবৰ্তন, কিমান পাৰ্থক্য তাক ভাবুকৰ বাহিৰে কোনে বুজিব? সিহঁত তিনিও অলপদূৰ গৈছে, এনেতে সেইপিনে মুৱা কৰি বন্দুক লোৱা দুজন ডেকা কথা পাতি হাঁহি-খিকিন্দালি কৰি আহিব ধৰিছে। সিহঁতৰ মাত শুনিয়ে অকণিৰ হৃদয় কঁপি উঠিল। খং, অভিমান, লাজ, সম্ভ্ৰমৰ ভাবে জাউৰি খালে। কিন্তু কি হ'ব? তিৰোতাৰ যে নীৰৱতাৰ বাহিৰে আন একো সমল নাই। সেই ডেকা দুজনেই হাঁহি, নানা কথা পাতি, স্কুল পলিটিকছ্ উলিয়াই কলেজৰ প্ৰফেচাৰৰ কথা কৈ, লগে লগে দেশৰ সমাজৰ কথা কৈ অকণিৰ কাষেৰেই গুচি গ'ল। অকণিয়ে সেই সময়ত ভাবৰ জাউৰিত মুচ্‌কচ্ যাবলগীয়া হৈছিল। সিহঁত কাষেৰে যোৱা মাত্ৰকে তাই এটা ডাঙৰ শিলত উজুটি খালে। তাইৰ ভৰিৰ নখ এৰি গৈ তেজ ব'ব ধৰিলে; কিন্তু তাই লাজ আৰু ভয়ত অলপো উস্-আস্ নকৰি আনন্দৰ হাতত ধৰি লাহে লাহে যাব ধৰিলে।

অলপ দূৰৈত চিকাৰী দুজনৰ এজনে ক'লে, "অসম, জোনোৱালী ৰাতি ভাল ৰাসলীলা কৰিলা। মোক নামাতিলা কিয় ভাই—"

অসমে ক'লে, "তুমি কিয় আনপিনে গতি ল'লা। যাৰ ভাগ্যত যি পৰে।"

"তুমি আকৌ চিকাৰলৈ যাব নুখুজিলা নহয়।"

"ওচৰতে পৰীক্ষা আছে বুলিহে। পৰীক্ষাই আমাক সৰ্বনাশ কৰে; নহ'লে এটা ৰং-ধেমালিৰ "ফোৱাৰা" সাজি আনন্দত মজি থাকিলোহেঁতেন। বাৰু এটা কথা, কাইলৈ থিয়েটাৰ হ'ব, যাবা জানো?"

"যাওঁ বুলি কেনেকৈ কওঁ, বোৰ্ডিঙৰ দেৱাল চেৰাব পাৰিলেহে আকৌ। তাতে পৰীক্ষা।"

"Foolish, থিয়েটাৰৰ আগত পৰীক্ষা! আকৌ তুমিতো শ্ৰেণীত ভাল ল'ৰাই, Well you will easily pass."

"পাছ কৰিব পাৰিম সঁচা। কিন্তু permission নোহোৱাকৈ।"

"Damn your permission, কাইলৈ ওলাবা! First classৰ টিকেট এটা ল'ব লাগিব। বাস্তৱতে সিবাৰৰ মৰ্জিনাই এবাৰ নচুৱাই গ'ল, কি কোৱা!"

"মই যোৱা নাছিলোহে।"

"Oh you have missed that, তুমিও দেখিছোঁ ভাল বোকা ল'ৰা।"

"কাইলৈ আকৌ খেলাও আছে নহয়। মই খেলিবও লাগিব। খেলি উঠি থিয়েটাৰ চাব যোৱাও অসুবিধা।"

"থৈ দিয়া। ওলাবা, ওলাবা। কিছুপৰ থিয়েটাৰ চাম, তাৰ পিছত সেইদিনা যে গৈছিলোঁ বুজিছা তালৈকে"—

"মোৰ সিদিনা বৰ ভাল লগা নাছিল দেখোঁ। কিন্তু সিপিনে যি নহওক তাই কিন্তু কি "তোফা" গায়। First class. অসমীয়াবিলাকলৈ মই সেই কাৰণে নাযাওঁ। Simply beauty হ'লেতো নহয়। তাৰ লগে লগে সংগীত, কথা কোৱাৰ ধৰণো আৱশ্যক। যি নহওক কাইলৈ ওলাবা। বোৰ্ডিং পাওঁ পাওঁ হ'লোৱেই। লগোৱা আৰু এটা চেলেউ। আকৌ অসমে এটা চেলেউ লগালে। দুয়ো চেলেউ খাই খাই আনন্দৰ ধোঁৱা উৰাব ধৰিলে। অসমে ক'লে, এইবাৰ ঘৰৰ পৰা Fifty Rupees পঠিয়াইছিল। কিন্তু মাহ শেষ নৌহওঁতেই শেষ হ'ল। আকৌ চিঠি লিখিবলগীয়াত পৰিলোঁ। আৰু অভিভাৱকবিলাকেই বা কেনে "They should understand our difficulties" বোৰ্ডিঙত থাকিব লাগে, তাতে Young man, কিন্তু সেইবিলাক একো নুবুজে। কথাতে কয় Old Haque, অ' এটা কথা, সেই ছোৱালীজনীৰ নাম-ধাম জানিব পাৰিলে সুন্দৰ হ'লহেঁতেন।" কথা কৈ কৈ অসম আৰু তৰুণে বোৰ্ডিঙত সোমাল। তাতে দুয়ো চাহ-পানী কৰি খালে। অসমে ফুৰা সাজপাৰ থৈ মেখেলা (লুঙি) পিন্ধিলে। অলপ পিছতে তৰুণে ক'লে, "মই আমাৰ ব্লকলৈ যাওঁ, বেল পৰিল।"

"Alright, but accompany me tommorow তৰুণেও Yes আৰু noৰ মাজত মূৰ দোঁৱাই গুচি গ'ল।

এইখিনিতে অসম আৰু তৰুণৰ অলপ বিৱৰণি দিয়া যুগুত। অসম এগৰাকী অসমীয়া ডাঙৰীয়া ৰায় বাহাদুৰৰ ল'ৰা। কলেজৰ বি-এ ক্লাছত পঢ়ে। তৰুণ এজন গাঁৱলীয়া ল'ৰা হ'লেও সুন্দৰভাৱে নগৰৰ আও-ভাও বুজি উঠিছে। তেওঁ এইবাৰ কথমপি কলেজৰ প্ৰথম বাৰ্ষিক পাইছে। লাহে লাহে আই-এ পৰীক্ষাও দিব।

(২০)

দেশভক্ত মন্ত্ৰী হ'ল। সদৌ অসম জুৰি এটা তোলপাৰ লাগিল। দেশময় তেওঁৰ ওপৰত অশ্ৰদ্ধা, অভক্তি উথলি উঠিল। কেৱে ক'লে, কেৱল ভুৱা, কেৱল ভুৱা। নির্ভাজ মানুহ পোৱা বৰ টান। ইমান দিন তেওঁকেই সুন্দৰ বুলি ভাবি আছিলা, কিন্তু কি সুবিধা পায়েই ঘূৰি গ'ল। কিন্তু ইয়াৰ যথোচিত প্ৰতিশোধ ল'ব লাগিল। বূঢ়াক বুজিব দিব লাগিল যে দেশৰ শ্ৰদ্ধা গৱৰ্ণমেণ্টৰ সাৰে তিনি হাজাৰতকৈ বহুতো ডাঙৰ কথা। দেশভক্ত মন্ত্ৰী হোৱাত সাধাৰণ যি ভাবে নহওক, কাউন্সিলৰ কিছুমান মেম্বৰৰ মাজত অন্তত: হলধৰৰ দলটোৰ কিন্তু ভয়ঙ্কৰ খং হ'ল। সিহঁতে বিশ্বাসঘাতক বুলি এই বিশ্বাসঘাতকতাৰ প্ৰতিশোধ দিবলৈ ওলাল। য'তে যেনেকৈ পাৰে কাগজে-পত্ৰই লিখিব ধৰিলে। য'তে যেনেভাৱে পাৰে মিটিঙত দেশভক্তৰ বিৰুদ্ধে ৰটিলে। কাইন্সিলত যেনেভাৱে তৰ্কা-তৰ্কিৰ মাজত দেশভক্তক বিমোৰত পেলাবলৈ চেষ্টা কৰিলে। সকলো সমাজতে দেশভক্তৰ ঠাইত তেওঁৰ নাম দেশ-শত্ৰু বুলি প্ৰচাৰ হ'ল। আনিক সুবিধা পালেই কাৰো হতুৱাই তেওঁক মৰা-কিলা কৰাই লাজ দিবলৈকো চেষ্টা কৰিলে। কিন্তু বুঢ়া দেশভক্তই তেওঁৰ কামৰ পৰা বা নিজৰ বাটৰ পৰা অলপো নটলিল। ক'ব নোৱাৰো কি উদ্দেশ্য লৈ দেশৰ অশ্ৰদ্ধা, অভক্তিও মূৰত দাতি ল'লে। সাৰে তিনি হাজাৰৰ স্বাৰ্থৰ মোহতনে? কোনে জানে কাৰ স্বাৰ্থ কিমান বেছি? মানুহৰ মন মানুহে বুজিবলৈ যোৱাটো কম ডাঙৰ কথা নহয়। এনেকৈ বছৰ উকলিল। দেশভক্তই মাহে সাৰে তিনি হাজাৰকৈ আনে আৰু বাহিৰে বাহিৰে বেঙ্কত জমা দিয়ে। ঘৰত যিমান পাৰে আগতকৈ কম খৰচ কৰিব ধৰিলে। প্ৰত্যেক বজাৰৰ খৰচ-পাতি নিজে দিব ধৰিলে। চাকৰে বজাৰ কৰিবলৈ নিয়া এপইছাৰো হিছাপ লৈ চাকৰক ব্যতিব্যস্ত কৰিব ধৰিলে। পাৰিলে নিজেও বজাৰলৈ গৈ বজাৰ কৰিব নেৰিলে। মূঠৰ ওপৰত তেওঁ সঁচাকৈ ক'বলৈ গ'লে, ভয়ঙ্কৰ কৃপণতকৈও বেছি কৃপণ হ'ল। কাপোৰ-কানি সমূলি কিনিব এৰিলে। কমলাই নিজে কাপোৰ বয় আৰু নিজেও আহৰি সময়ত সেই কাপোৰ বোৱাত বা সূতা কটাত সহায় কৰি যি কাপোৰ পায় সেই কাপোৰকে পিন্ধি দিন নিয়াব ধৰিলে। দেশভক্তৰ খৰচ-পাতি দেখি ওচৰ চুবুৰীয়াই মনে মনে হাঁহিলে আৰু কি ভীষণ কৃপণটোৱে মন্ত্ৰী পদ পালে, ইমান টকা ক'ত থব ইত্যাদি নানা কথা ৰটিব ধৰিলে। চাকৰ-বাকৰেও দেশভক্তৰ কৃপণালিত আচৰিত হ'ল। আনকি ওচৰ চুবুৰীয়াই কেতিয়াবা সেই সম্বন্ধে সুধিলে সিহঁতে তিলকে তাল কৰিব ধৰিলে। দেশভক্তই এতিয়া খায় কি? খাবলি, ঔ টেঙা আৰু মাজে সময়ে আঠিয়া কল আৰু পঁইতা ভাত। অৱশ্যে দৈ গাখীৰ প্ৰত্যেক সাঁজতে আছিল। চাকৰ-নাকৰে এইবোৰ কথা মানুহৰ আগত কয় আৰু হাঁহিৰ টৌ তোলে। মানুহে যিমানেই টকা পায়, সিমানেই টকালৈ মোহ বেছি হয়নে? কেতিয়াবা কোনো সন্ন্যাসী বা কাম কৰিব পৰা মানুহে ভিক্ষা খুজিব গ'লেও দেশভক্তই সিহঁতক প্ৰশ্নৰ পিছত প্ৰশ্ন সুধি ভিক্ষা দিব ছাৰি কেতিয়াবা ডবিয়াই-হুকিয়াই পঠিয়াই দিয়ে। কেতিয়াবা কেতিয়াবা বা তহঁতে এড়ি পলু পোহঁগে, এড়িৰ খেতি ক'ৰঁগে, যঁতৰ ঘূৰাগৈ, তহঁতৰ এনে অৱস্থাৰ পৰিৱৰ্তন হ'ব— ইত্যাদি নানা উপদেশ দি পঠিয়াই দিয়ে। কেতিয়াবা ইচ্ছা কৰিলে কোনো ভিকহুক কমলাৰ হতুৱাই ভিক্ষা দিয়ায়। মূঠৰ ওপৰত সঁচাকৈ ক'ব লাগিলে দেশভক্তৰ বৰ্তমান জীৱন ভীষণ কৃপণৰ জীৱন বুলি ক'লেও বঢ়াই কোৱা নহয়। তেন্তে দেশভক্তই ইমান টকা

মৰিলে লগত লৈ যাবনে? কিন্তু নিব নোৱাৰে বুলি জানিও যেতিয়া সংসাৰত কৃপণৰ অভাৱ নাই, তেন্তে বুজিব লাগিব টকাৰ মোহ জগতত কম বস্তু নহয়।

(২১)

অসমে সেইদিনা গধূলি থিয়েটাৰ চাবলৈ গৈ ক'ৰবাত মদ খাই ঢলি ঢলি যাব ধৰিছে। সি শুনিব পালে বাটত ছাত্ৰসকলে নানা তৰহৰ কথা আলোচনা কৰিছে। বৰ্তমান ক্ষেত্ৰত দেশভক্তৰ অন্যায় স্বভাৱৰ কথা ছাত্ৰ সমাজত যেতিয়াই-তেতিয়াই উদাহৰণ স্বৰূপে ওলাইছে, আকৌ কন্দৰ্পৰ কথা উলিয়ালেই সকলোবিলাকেই হাঁহি-খিকিন্দালি কৰি উঠে। খোৱা খোৱা সেই ভণ্ডটোৰ কথা। কিন্তু ভণ্ড স্বভাৱ দুদিনহে লুকাই ৰাখিব পাৰি, পিছে সোপাকে ওলাই পৰিল নহয়। জেলৰ পৰা বও লেখি দি ওলাবও তত নাপালে।

আনজনে ক'লে, "তেতিয়াই তেওঁৰ অলপ পুৰুষালি আছিল বুলিয়ে ক'ব পাৰি, কিন্তু তাৰ পৰা ওলাই আহিয়ে একেবাৰে পলাল তাতেহে তেওঁৰ সুন্দৰ মনৰ বলটো ওলাই পৰিছে। মানুহে কিবা কয় বুলি একেবাৰে অন্তৰ্ধান।" এনেতে অসমে মাত দিলে— তহঁতৰ আৰু এই সোপাহে। কেৱল politics. হেৰৌ, তহঁতে ৰাজনৈতিক বিষয়ৰ জ্ঞান কি? বৰং সেইবোৰ এৰি অলপ সাহিত্যকে আলোচনা কৰ। Why don't you say about Romeo & Juliet lovely indeed. Juliet-ক সুন্দৰভাৱে সজাই ছেক্সপীয়েৰ অমৰ হ'ল। কিন্তু ছেক্সপীয়েৰ অসমত থকা হ'লে।

হঠাৎ এজন মাত দিলে— তেন্তে Some glorious Milton mute-ৰ দশা হ'লহেঁতেন।

Foolish, এখনি ৰমিও-জুলিয়েটৰ অমৰণ-অভগন প্ৰেমপূৰ্ণ চিত্ৰ সাধাৰণ হোজা গাঁৱলীয়া বা মিৰি-মিকিৰ, নগা-নাগিনী বা খাছিয়া-খাছিয়াণীৰ সাজেৰে সজাই Romanticism-ৰ আৰু উৎকৰ্ষতা কৰিলেহেঁতেন।

"তোৰ মূৰ কৰিলেহেঁতেন। পিছে আজি কিমান পি আহিছ?"

"কি পি আহিছো, Damn, কথা নাই-বতৰা নাই কেৱল সকলো সময়তে ইয়াৰ্কি। But don't you know who I am?"

"নাজানিম কিয়; তুমি ৰায় বাহাদুৰৰ ল'ৰা নহয় জানো?"

কথা কওঁতে কওঁতে সিহঁতে থিয়েটাৰৰ পদূলি পালে। সকলোৱে টিকট কটা আৰু টিকট কিনি সোমোৱাত তেতিয়া ব্যস্ত। অসমেও তিনি টকা কণৰ এটা টিকট কিনি ঢলি ঢলি সোমাব ধৰিছে, এনেতে সি শুনিলে এজন সৰু ল'ৰাই আইও বুলি কান্দিব ধৰিছে। অসমে কি হ'ল বুলি সেই পিনে চাই কি হ'ল তোৰ বুলি সোধাত সুৱাৰত থকা দুৱৰীয়ে ক'লে, "কি হ'ব, বিনা পইছাই সোমাব খোজা অতপালিৰ মজাপালি পাইছে। কেনে দুৱাৰৰ চেপা!"

অসমে তেতিয়া ততালিকে সেই ল'ৰাটিৰ হাতখন ধৰি "Alright, your need is greater than mine. ৰাৰু লোৱা, এই বুলি তাৰ তিনি টকাৰ টিকটটো তাৰ হাতত দি সি পোনছাটে তাৰ পৰা কাষৰ হ'ল। ল'ৰাটোৱে টিকট পাই আনন্দত উতলা হৈ ততালিকে দুৱৰীক দেখুৱাই সোমাই গ'ল। দুৱৰীয়ে তিনি টকা কণৰ টিকট দেখি তাক Reserve seat-ত বহুৱালে। ইপিনে অসমে তাৰ পৰা আঁতৰ হৈ লাহে লাহে ঢলং পলং কৰি যাব ধৰিলে। মাজে মাজে সি ক'লে, Your need is greater, ৰাৰু মোৰো উপভোগ্য বস্তু আছে। গৈ গৈ সি বাটে বাটে নানা তৰহৰ কথা বলকি নানা কথা আলোচনা কৰি তাৰ গন্তব্য ঠাই পাই মাতিলে— My love, my darling.

ভিতৰৰ পৰা এজনী বেশ্যাই ক'লে, "বাহিৰতে ইমান আড়ম্বৰ কিয়, সোমাই আহিও কথা-বতৰা কোৱা।"

"Yes, this is a nice day. সুন্দৰ জোনাক। My darling! I will enjoy you as well as this lovely nature. মই আৰু এখন ৰোমিও জুলিয়েট লেখিম।"

"আহা আহা ভিতৰলৈ আহা।" এই বুলি তাই দুৱাৰ মেলিলে। অসমে ঢলং-পলংকৈ উঠি Oh my Juliet! Oh my darling বুলি ভিতৰলৈ খোজ ল'লে।

দুৱাৰডলি পাৰ হ'ব ধৰিছে মাথো হঠাৎ তাৰ মনত পৰিল থিয়েটাৰৰ কথা। সি ক'লে, "No no darling" মই থিয়েটাৰ চাব নাযাওঁ। থিয়েটাৰত আজি অভিমন্যু বধ। কি Hindu mythology. সিহঁতে প্ৰেমৰ সৌন্দৰ্য নাপায়, কেৱল মৰা-কটা। সিহঁতে উত্তৰা অভিমন্যুৰ মিলনতে শেষ কৰিলে হ'লহেঁতেন। কিন্তু লাগে সপ্তৰথী।

"বাৰু বহাচোন।" অসমে ঢলং-পলংকৈ বহিল।

Go on my darling with a beautiful song. সঙ্গীত বৰষা।"

তাই গাব ধৰিলে—

"পিৰিটি বলিয়া এই তিন আখৰ ধৰায় আনিল কে"

"That is nice, go on, go on my darling সুন্দৰ ভাব, সুন্দৰ কণ্ঠস্বৰ। Assamese do not understand what is literature, কেৱল কৰকৰয়তি, মৰমৰয়তি, কেৱল ভাষা, কেৱল ব্যাকৰণ। কেৱল ন, ৰ, ণ, সৰ ঠাইত ষ, পদ্মৰ ঠাইত পদুম এহেলৈ-তেহেলৈ আৰু কি? This foolish nation will die out."

হঠাৎ তাই বীণখন লৈ ক'লে, "তুমিয়ে এটা গোৱাচোন। আজি বহুদিনৰ মূৰত আহিছা, তোমাৰ এটা গীত শুনো।" অসমে ক'লে, "বঢ়িয়া"। অসম অইন বিদ্যাত যেনে নহওক, গীত গোৱাত সুন্দৰ পটু হৈ উঠিছিল। সি গাবলৈ ধৰিলে—

গীত ৰাগ তুৰ বসন্ত

সই দেখো দেখো সুন্দৰ কাণু খেলায় কদম্ব তলে।
কোটি কাম জিনি মধুৰ সাজনী চান্দ কোটি জিনি জলে

গলে শু জগমণি ভ্ৰবেৰ চালনী
টালনী জুজৰ চান্দে,
হৰিল গিয়ান ধিয়ানে ৰহলো
বাজিয়া কানাইৰ ফান্দে।
হাসি আখি ভঙ্গো বাঁশী ৰায় ৰঙ্গে
ত্ৰিবলী বলিত অঙ্গে,
ব্ৰজেৰ বালক সমান সাজনী
খেলাই কানাইৰ সঙ্গে।
কতনা পুণ্যেৰ ফলে ব্ৰজ মাজে
মিলাইছে গুণে নিধি;
সপল সুখেৰ মাথে ছাৰ দেহ
কানাইৰ নিচনি দিয়া।
কহয় মাধৱ নন্দ সুত পাৰে
মজিয়া ৰহোক হিয়া।।

গাই গাই বা: বঢ়িয়া My darling, give me some drink. এইবিলাক এৰি কেৱল ভাষা, কেৱল ব্যাকৰণ, কেৱল অভিধান। Devil nation আৰু যদি ঘৰুৱা গীতকে গাব, Alright go on like this?

তই যে কলীয়া অলিয়া বলিয়া
মোকো কৰি গলি বাউল;
জালিকটা বেৰেদি শুহুৰি মাৰিলি
হোৱা ভাতক কৰিলি চাউল।
আৰু শুনা—
বৈ নো বৈ ধেমালি কৰ ঐ মইনা
বে নো বৈ ধেমালি কৰ;
গাৰ ছেলেং কাপোৰ ছিৰিলি ছিৰিলি
বান্ধে ঐ ধেমালি নেৰ!

কেনে লাগে My darling? মই এই অসমীয়া জাতিটো Prosaic জীৱনৰ পৰা ওলাই বৰং আনন্দ অমৃতৰ সোঁতিতে এনে ধৰণে কটাব খোজো। বহুতে হয়তো ইয়ালৈ অহা বুলি মোক দোষে, But I won't care. মোক লাগে এখন বৃহৎ সাহিত্য ৰাজ্য, মোক লাগে মন্দাকিনীস্বৰূপ বৈ অহা সাহিত্যৰ সোঁত, মোক লাগে প্ৰেম, সৌন্দৰ্য, আনন্দতাক পালে মই বগলীৰ দৰে পাখি মেলি আনন্দ মনে মলয়াত সাঁতুৰি যাব পাৰোঁ। সেই বেশ্যাজনীয়ে অসমৰ আৰু একা কথা নুবুজিলে। লাহে লাহে অসমে তাইৰ শোৱা-পাটীত বহিল। সি লিখি গ'ল কেৱল পদ্য, অসমজুৰি কেৱল গদ্য। পদ্য লেখে তাতো আখৰ মিলিল নে নাই কেৱল সেইটোতহে চকু। "Come my darling. বীণখনিৰ ওচৰলৈ আহি গোৱা সেই যে মই সিদিনা শিকাইছিলোঁ। তুমি বজাবা মই গাই যাম।" বেশ্যাজনীয়ে বজাব ধৰিলে। অসমে গীত ধৰিলে—

"কি চাই কান্দিলে হেট্রুলুক্ হেট্রুলুক্
কণীবোৰ পাৰিলে বনত;
সূতা কাটিছিলো পাঁজি কাটিছিলো
চেনাইলৈ পৰিলে মনত।"
"চেলু চাই পীৰিতি কৰিবা সাদৰী
সময় চাই লগাবা মাত।
শতুৰুক দেখিলে ককাইটি বুলিবা
অকলে বুলিবা নাথ।"

গাই গাই বেশ্যাজনীৰ ওঁঠত ধৰি সি গায়ে থাকিল— "শতুৰুক দেখিলে ককাইটি বুলিবা, অকলে বুলিবা নাথ।" লাহে লাহে সি তাইৰ আঁঠুৰ ওপৰত মূৰটো থলে। গানৰ মূৰ্ছনা কমি আহিল। মদৰ ৰাগীত সি একোবাৰ আকৌ ভঙা ভঙা সুৰে গালে— শতুৰুক দেখিলে ককাইটি বুলিবা, অকলে বুলিবা নাথ।

দেশভক্ত মন্ত্ৰী হোৱাৰ পিছত ছিলঙৰ পৰা বহুদিন ভৈয়ামলৈ নমা নাই। এইবাৰ জাৰকালিৰ লগে লগে গুৱাহাটী পৰিদৰ্শন কৰিবলৈ অহাত গুৱাহাটীৰ ৰাইজে সমূলি সম্বৰ্ধনা নিদিলে। বৰং পিছত নানা তৰহৰ ইতিকিং উপলুঙা কৰিলে। কিন্তু কলেজৰ প্ৰফেছাৰসকলে নানা কথা গৱেষণা কৰি তেওঁক মন্ত্ৰী হিছাপে সম্মান দেখুৱাবলৈ এখনি সভা পাতিলে। দেশভক্তৰ অনিচ্ছা সত্বেও কিবা ভাবি মান্তি হ'ল। সিদিনা ৰবিবাৰ। কলেজৰ সভাৰ ঠাইত ল'ৰা-ডেকা ভৰি পৰিল, প্ৰফেছাৰ সকলো আহিল। দেশভক্ত কমলাৰে সৈতে সেই ঠাই পোৱাত প্ৰফেছাৰসকলে "Hand shake কৰিলে। সভা গম্ভীৰ হ'ল। পোন প্ৰথমে সঙ্গীত আৰম্ভ হ'ল। সঙ্গীতৰ গায়ক অসম। অসমে সুন্দৰ সুৰেৰে এটা জাতীয় গীত ধৰিলে। অসমৰ গোৱা ধৰণ আৰু তাল-মানে সকলোকে মুগ্ধ কৰিলে। গীতৰ জাতীয় ভাৱে দেশভক্তক ভাৱত বিভোৰ কৰিলে। কমলাই সেই গায়কৰ পিনে চাই থাকিল। গীত শেষ হোৱাত দেশভক্তই ক'লে, "সুন্দৰ গায়ক। এওঁৰ নাম কি?" প্ৰফেছাৰ এজনে তেওঁৰ নাম কোৱাত দেশভক্তই ক'লে, সুন্দৰ নামটিও। যি নহওক, এনে গীত মই বহুদিন শুনা নাছিলো। আজিকালি দেখিছো অসমীয়া ল'ৰায়ো সুন্দৰ গীত গাবলৈ শিকিছে। তাৰ পিছত সভা আৰম্ভ হ'ল। দেশভক্তই কিয় মন্ত্ৰীৰ পদ গ্ৰহণ কৰিছে সেই সম্বন্ধে বুজাবলৈ চেষ্টা কৰিলে। তেওঁৰ গোটেইটো বক্তৃতাৰ অৰ্থ বুঢ়াকালত জিৰণি লোৱাই মুখ্য উদ্দেশ্য। লগে লগে পাৰি যদি দেশখনো কিবা উপকাৰ কৰা। ল'ৰাবিলাকে অৱশ্যে দেশভক্তৰ বক্তৃতা মুঠতে ভাল নাপালে। সিহঁতে মাজে মাজে Shame, shame কৰিবলৈকো ওলাইছিল। কিন্তু নিজৰ ঠাইলৈ মাতি আনি অপমান কৰা সমূলি উচিত নহয় ভাবি মনে মনে বৈছিল। সভা শেষ হোৱাত দেশভক্তই অসমক ওচৰলৈ মাতি নি আৰু এটা সুন্দৰ গীত গাবলৈ ক'লে। এইবাৰ হাৰমণিয়ামত সুৰ নিদি অসমে বীণখনি লৈ কমলাৰ ওচৰতে বহি গীত ধৰিলে—

"উষাই বোলে সখি মই দেখিছো সপোন
সুন্দৰ পুৰুষ এক ৰূপে বিতোপন।
শ্যামল শৰীৰ ধীৰ সাগৰ গম্ভীৰ
ৰূপে খতিঘুন নাই গুণিৰ মন্দিৰ।
চিত্ৰলেখা বোলে সখি তই বৰ আজলী,
সপোনত পুৰুষ দেখি হলি তই পাগলী।
সপোনৰ কথা সৰে পাছ কৰি থোৱা,
সুখ চিত্ত এবা সখি সুস্থ-মন হোৱা।
নাকান্দিবা প্ৰাণৰ সখি নকৰিবা শোক
কুমাৰ হৰিব মই যাওঁ দ্বাৰকাক।"

বীণৰ লগে লগে সুন্দৰ বিয়া নামে আটাইবিলাক সমজুৱাক এখন নতুন ৰজালৈ লৈ গ'ল। দেশভক্তই গীত শেষ হোৱাৰ লগে লগে ক'লে, "অসম তুমি দেখিছো অসাধাৰণ গায়ক। তুমি যদি এনেভাৱে আমাৰ বিয়ানাম, আইনাম, বিহু নামবোৰ লগে লগে গোৱা কৰিব পাৰা, তেন্তে তুমি অসমীয়া সঙ্গীত বহুত ওপৰলৈ তুলিবা।

বঙ্গালীৰ গৌৰৱ কেৱল কীৰ্তনৰ সুৰকেইটা, কিন্তু আমাৰ চৌদিশে সঙ্গীত। বনগীত, গৰখীয়াৰ হুঁচৰিৰ পৰা বিহুনাম, আইনাম, বিয়ানাম তাৰ উপৰিও সুন্দৰ সুন্দৰ বৰগীত। কেৱল এতিয়া সেইবিলাকৰ উৎকৰ্ষ কৰিব পাৰিলেই হ'ল।" এই বুলি কৈয়ে দেশভক্তই ৫০ টকা উলিয়াই অসমলৈ আগবঢ়াই ক'লে, "ধৰা,

তোমাৰ পুৰস্কাৰ।" অসমে হাঁহি মাৰি ক'লে, "মোক পুৰস্কাৰ লাগিছে কিয়? আপুনি সেই টকাকেইটা কিবা ভাল কামত খটাব; মোৰতো বিশেষ টকাৰ আৱশ্যক নাই।" "নাই নাই আছে।" "বাৰু দিয়ক। এই টকাকেইটা এজনক দিব লাগিব।" অসমৰ এই কথাত পিছত বহা কে'জনমান ল'ৰাই হাঁহিৰে খলক লগালে। অসমে সেই সুচলতে টকাকেইটা লৈ বহিলগৈ। সভা ভঙ্গ হ'ল। দেশভক্তৰ লগে লগে প্ৰফেছাৰ দুজনমান আৱাসলৈ গ'ল। লগতে অসমো গ'ল। দেশভক্তই কলেজ সম্বন্ধে কিবা কথা-বতৰা কৈ কৈ তেওঁলোকক বিদায় ল'বৰ সময়ত অসমলৈ চাই ক'লে, "তোমাৰ দেউতাকৰ নাম কি?"

"ৰায় বাহাদুৰ কীৰ্তিচন্দ্ৰ ফুকন।"

"অ' তুমি তেওঁৰ ল'ৰা। দেউতাৰক বহুদিন দেখা নাই। ভালে আছে?" "আছে। তেওঁ অলপতে ছিলঙলৈ যাব, মযো যাম। তাতে দেখা পাব।"

"বাবু তুমি সঙ্গীত বিদ্যাতো ভালকৈ শিকা, তোমাৰ গীত বৰ ভাল হয়। বৈজ্ঞানিক ধৰণে তাল-মান দিব পাৰিলে আৰু ভাল হ'ব।"

"আপোনাৰ আশীৰ্বাদ।" "বাৰু সময় পোৱা যদি আজি গধুলি মোৰ হাউলিলৈ বাবাচোন আৰু কেইটামান গীত শুনিম।"

অসমে ক'লে, আপোনাৰ অনুগ্ৰহ। প্ৰফেছাৰসকলে ক'লে নাযাব কিয় অসম, Go to him and sing a very nice song." দেশভক্তই ক'লে, "বুঢ়াকালত এইবোৰ লৈ থাকিব পাৰিলেই সুখ লাগে।" সকলোটিয়ে হাঁহিলে। সিদিনা গধুলি অসমে বীণখন লৈ দেশভক্তৰ ঘৰলৈ গৈ নানা গীত গাইছিল। কমলাও অন্দৰতে বহি সেই গীতবোৰ শুনি আছিল। অসমে গীত গোৱাৰ লগে লগে কমলাৰ মনোহৰ সৌন্দৰ্য চাই আনন্দ পাইছিল আৰু মাজে মাজে দেশভক্ত আৰু কমলাই যিমানেই গীত গাব দিছিল, সি সিমানেই আনন্দত উন্মাৱল হৈ তৰঙ্গে তৰঙ্গে গীত গাইছিল। কমলায়ো অসমৰ গীতত মুগ্ধ হৈ সিন্ধুৰা, ধনশ্ৰী, ভৈৰৱী, পূৰবী, ভাটিয়ালী আদি নানা তৰহৰ ৰাগৰ কথা কৈ কৈ অসমক গাব দিছিল। অসমে বিদায় হ'বৰ সময়ত কমলাৰ মনোহৰ কণ্ঠ আৰু মধুৰ সৌন্দৰ্যৰ সুন্দৰ পট এখনি তাৰ হিয়াত আঁকি আনিছিল আৰু মনে মনে এনে সৌন্দৰ্য এবাৰ উপভোগ কৰিব পাৰিলে নিজে নিজে ধন্য হ'ব এনে ভাবৰ উখল-মাখলত সি ওবে বাটটো নানা তৰহৰ কথা পাগি আহিছিল আৰু ভাবিছিল কাইলৈতো তেওঁলোক যাব। কিন্তু যিয়ে নহওক, আমিওতো ছিলঙলৈ অলপতে যাম, তাতেই কিবা এটা উপায় কৰিব লাগিব। তাৰ আটাইবোৰ ভাবৰ মাজত সি এবাৰো ভবা নাছিল যে কমলাৰ কেনে উচ্চ হৃদয়, পুৰুষতকৈও তেওঁৰ মন কিমান বলী। অৱশ্যে অসমে কমলাৰ কথা আগেয়ে বহুতৰ মুখত শুনিলেও আৰু বাতৰি কাকত আদিত পঢ়িলেও তাৰ ভাব হৈছিল, তিৰোতা সদায় তিৰোতা। বিশেষত: সি লক্ষ্য কৰিছে কমলা তাৰ গীতত মুগ্ধ হৈছে। লাহে লাহে যে তাৰ হাতত কমলা নপৰিব সেইটোও নহয়। এনেবোৰ ভাবৰ সোঁতত বুৰি থাকোতে তাৰ হঠাৎ মনত পৰিল, "এৰা, সেইটোওতো সম্ভৱ, মই ডাঙৰ মানুহৰ ল'ৰা, মোৰ দেউতা ৰায় বাহাদুৰ। আমাৰ জাতো ভাল। মই এতিয়া বি-এ লৈকো পঢ়িছো, পাছো কৰিম। ইপিনে ইংৰাজীৰ যদিও Second class. নিশ্চয় পাম। লাগে যদি এবাৰ এম-এতো নাম লগাম। গতিকে বোধ কৰোঁ দেশভক্তৰ আগত দেউতাৰ হতুৱাই কমলা আৰু মোৰ বিয়াৰ প্ৰস্তাৱটো কৰালে ভুল নহ'ব। ইপিনে ঘৰৰ পৰা সদায় বিয়াৰহে চিঠি পাওঁ, বঢ়িয়া হৈছে এইবাৰ বিয়াৰ প্ৰস্তাৱকে তুলিম। বাস্তৱতে কমলা কি সুন্দৰী!" এনেবোৰ ভাবি যাওঁতে সি সেই বেশ্যালয়ৰ সমুখেৰে গ'ল। সি এবাৰ সেই বেশ্যালয়ৰ পিনে চকু কৰিলে। কিন্তু সেইবিলাক যেন আজি বৰ কুৎচ, সম্পূৰ্ণ নৰকৰ ৰাজ্য যেন তাৰ মনত ভাব হ'ল। সি আৰু দুখোজমান গৈছে, এনেতে দেখিলে তাৰ ইমান দিনৰ সাধনা, পূজাৰ সামগ্ৰী সেই বেশ্যাজনী তাৰ সমুখত! সেই জোনোৱালীত তাইৰ সম্পূৰ্ণ ছবি তাৰ চকুত পৰিলহি। কিন্তু সি যেন দেখিলে কি সৰ্বনাশী ৰূপ! ক'তা আজিতো তাইৰ সৌন্দৰ্য নাই, আজিতো তাইৰ গঢ় অতি কুৎচ! কি এই দুদিনতে তাইৰ ইমান সলনি

হ'লনে? কি জোনৰ আগত জোৰৰ পোহৰ আপোনা-আপুনি নোহোৱা স্বৰূপ আজি তাৰ মনত যে সেই উজ্জ্বল, সেই সুন্দৰ, সেই মনোহৰ ছবি কমলাৰ। গুণৱতী, ৰূপৱতী কমলাৰ ছবিৰ সমুখত সেই বেশ্যাক কুৰূপ দেখাটো একো আচৰিত নহয়। সি নাক কোচাই যাব ধৰোতে তাই মাত লগালে, "যোৱা দেখো, হাতত দেখিছো বীণখনিও, আহা আহা এটা গীত গোৱাহি।" অসমে কি ক'ব-নক'ব, অলপ থমক খাই ক'লে, "আজি একো ভাল লগা নাই। সিপিনে বোৰ্ডিঙৰ বেলো কেতিয়াবাই পৰিছে, আজি যাওঁ।" "যাবা বাবু, কেৱল এটা গীত গোৱা। তোমাৰ বন্ধু আহিছে নহয়?"

"কোন?"

"তৰুণ।"

"তৰুণ আহিছে? সি এইবাৰ পৰীক্ষাত ফেল কৰিছে হেনো। বহুদিন লগো পোৱা নাই। সি দেখিছো জহন্নামে যাব ধৰিছে।" এইবুলি কৈয়ে অসমে তাইৰ ঘৰৰ ভিতৰলৈ গ'ল। তৰুণে তেতিয়া হাৰমণিয়ামটোত পে পো কৰি আছিল। সি গীত গাব নজনাৰ কাৰণে আৰু অকলে বহি থাকি বেয়া লগাৰ কাৰণে তেনে অৱস্থাত পে, পো কৰাৰ বাহিৰে আৰু একো উপায় নাছিল।

অসমে সোমায়ে সুধিলে, "তৰুণ, পৰীক্ষাত বেয়া কৰিলা কিয়?"

"কি কৰিম মাষ্টৰবিলাক বৰ Partial, তাতে মোৰ লগত এজনৰ কাজিয়া আছিল, তেৱেঁই বৰ কম নম্বৰ দিলে। ইচ্ছা কৰিয়ে এনে কৰিছে। এইবাৰ কিন্তু তেওঁক অকলে পালে শিকাম।"

"তুমি এতিয়া কি কৰিব খুজিছা? আকৌ পঢ়িবানে?"

"নাই নপঢ়ো, ঘৰৰ পৰা খৰচ ক'ত দিব? আৰু খৰচ পায়ে বা ক'ত?"

"Foolish."

"আজি মই সেই কাৰণেই এওঁৰ পৰা শেষ বিদায় ল'ব আহিছো। বোধ কৰোঁ আৰু গুৱাহাটীত অহা নহ'ব। গাঁৱতে জীৱন কটাব লাগিব।"

"গাঁৱত কি কৰিবা?"

"ক'ব নোৱাৰো।"

অসমে আৰু একো নামাতিলে। ততালিকে বেশ্যাজনীলৈ চাই ক'লে, "মই যাওঁ।"

বেশ্যাজনীয়ে আজি অসমৰ মন কেনেবা যেন পাই ক'লে, "বাৰু যাব খোজা যদি যোৱা, কাইলৈ যেনে-তেনে আহিবা।"

অসমে তৰুণলৈ চাই ক'লে, "যাবা?"

"ক'লৈ?"

"ঘৰলৈ।"

কিন্তু তৰুণৰ আজি ঘৰ ক'ত? তৰুণে যে পৰীক্ষাত ফেল কৰা শুনি তাৰ অভিভাৱকৰ কাষ চাপিবলৈ আৰু সাহ কৰাই নাই। সি যে আজি ৰাতি ইয়াতেই থাকি ৰাতিপুৱাই ৰেলত উঠি ঘৰমুৱা হ'ব খুজিছে।

তৰুণে নেযাওঁ বুলি কোৱাত অসমে ক'লে, "তেন্তে মই যাওঁ।"

বেশ্যাজনীয়ে এনেতে মাত লগালে, "থাকা বাৰু, ইমান ততাতৈয়া কিয়? বাৰু বীণখনি আনিছা যে এটা গীতকে ধৰাচোন। বহুদিনৰ মূৰত দুই বন্ধু লগ লাগিছা।" এই বুলি কৈয়ে তাই বীণখনিত ধৰিলেহি। অসমে ভাল নাপালেও বাৰু গাঁও বুলি শোৱা-পাটিত বহিলহি। খন্তেক পিছতে গীতৰ ধ্বনি উঠিল।

পৰ্বততে মেঘবে খেলা ঐ
বিৰিখতে পক্ষীৰে ৰোল,
গছতে ফুটিছে নানা তৰহৰ
বিনন্দীয়া কত ফুল।।
ৰ'দালি পোহৰে এছাটি মলয়া লৈ
জগত কৰিছে জুৰ।
কোননো পথাৰতে কোনেনো ধৰিছে
লাৱণী গীতেৰে সুৰ।।

বেশ্যাজনীয়ে বীণ লৈ বজাব ধৰিলে। গীতৰ লগে লগে অসমে আগৰ সকলো কথা পাহৰিলে। সি আৰু নতুন গীত ধৰিলে।

"মিকিৰ বৰ চাঙতে বজায় বৰকাহী
ভৈয়ামত বজালে ঢোল,

চেঙেলীয়া মনকে বান্ধিব নোৱাৰোঁ
ছিঙে মৰাপাটৰ ডোল।"

"সুন্দৰ! তৰুণ, কেনে লাগিছে?" ভাল লাগিছে গোৱা। অসমে আকৌ গালে—

"পীৰিতি নেভাগে পীৰিতি নিছিগে
পীৰিতি নপৰে সৰি,
য'ত মেৰিয়াৱি তত মেৰে খাব
পীৰিতি মৰমৰ জৰি।"

লাহে লাহে সি বেশ্যাৰ কোমল অঙ্গ স্পৰ্শ কৰিলে। অৱশ্যে অসমে সিদিনা যদিও বোৰ্ডিঙৰ বেল বজাৰ কথা আগেয়ে কৈছিল তথাপি সি মনে মনে নিৰ্ভয়ভাৱে আছিল। কিয়নো সি আহোতে Superintendent-ৰ পৰা দেশভক্তৰ তালৈকো যাওঁ বুলি বিদায় লৈ আহিছিল। সি গায়ে থাকিল। গীতৰ অন্ত নাই ভাবৰ তৰঙ্গ চৌদিশে। লাহে লাহে বন্তি নুমাল। ......ৰাতিপুৱা দোকমোকালিতে উঠি তৰুণক টৈচনত আগবঢ়াই থলে। তৰুণে অসমক চিৰকাললৈ বিদায় মাগি ঘৰমুৱা হ'ল। অসমে ঢলং-পলঙকৈ লাহে লাহে বোৰ্ডিঙলৈ গ'ল— পিছত তাৰ অতীত স্মৃতি, সমুখত ভৱিষ্যতৰ কল্পনা। মনত আশা আৰু নিৰাশাৰ মাজত ফুটি উঠা উদাসীনতা!!

(২৩)

অসম দেউতাক-আয়েকক লৈ ছিলঙলৈ গৈছিল। ছিলঙত প্ৰায় তিনি মাহ আছিল। সেই সময়ত তাৰ Test পৰীক্ষা শেষ হোৱাৰ কাৰণে সি আৰু কলেজত উপস্থিত হ'ব নালাগিছিল। কেৱল ভাতে পঢ়িয়ে পৰীক্ষাৰ ঠাইত উপস্থিত হ'লেই হয়। সি সেই সময়ত কে'বাদিনো ছিলঙতে মন্ত্ৰী দেশভক্তৰ ঘৰলৈ গৈছিল। দেশভক্ত আৰু কমলাই অসমৰ গীত শুনিছিল। অসমৰ দেউতাকো শৰীৰৰ ভাল অৱস্থাত মন্ত্ৰীৰ তালৈ গৈছিল। লাহে লাহে এই দুই পৰিয়ালৰ ঘনিষ্ঠতা বাঢ়িছিল। আনকি এদিন কীৰ্তিনাথ ফুকনে মন্ত্ৰীৰ ওচৰত কমলাৰ বিয়া সম্বন্ধে সুধি-পুছি অসম আৰু কমলাৰ বিয়া সম্বন্ধেও কথা পাতিছিল। দেশভক্তই কৈছিল এই সম্বন্ধে হিন্দুমতে মোৰ মতেই সকলো হ'লেও আজিকালি ছোৱালীৰ মতো আৱশ্যক। বিশেষতঃ কমলা শিক্ষিতা ছোৱালী। যিসময়ত দেশভক্ত আৰু কীৰ্তিচন্দ্ৰ ফুকনে এই কথা পাতিছিল, সেই সময়ত কমলাই অসমৰ ওচৰত বীণত নতুন সুৰ দিবলৈ শিকিছিল। কীৰ্তিচন্দ্ৰ ফুকনে কথা পাতি থাকোতে হঠাৎ এই কথা দুয়োৰো কাণত পৰিল। দুয়ো লাজতে ৰঙা পৰিল। কমলাই বীণ এৰি কিবা শুনা-নুশুনা ভাও ধৰি কেৱল আঙুলি বুলাব ধৰিলে। অসমৰ মনত লাজ জন্মিলেও সি বহুদিনৰ পৰা য'তে ত'তে প্ৰেম ভাওনা কৰি লাজ অৱস্থাত ধৈৰ্য ৰাখি নিজৰ কৰ্তব্য কৰিবলৈ শিকিছিল। অসমে কেনেকৈ সুৰটো বেছিকৈ টানিব লাগে সেইটো ক'ব ধৰিলে। হঠাৎ দুয়োৰো চকুৰ মিল হ'ল। ইপিনে দেশভক্তই কোৱা শুনিলে— কমলাৰ আপত্তি নাথাকিলে মোৰ এই প্ৰস্তাৱত সম্পূৰ্ণ মত। বিশেষতঃ মোৰ এতিয়া বুঢ়া অৱস্থা। মৰাৰ আগেয়ে কমলাক এঠাইত ভাল চাই ল'ৰাত গটাব পাৰিলে মই অতি আনন্দ পাওঁ। তদুপৰি অসমৰ ওপৰত মোৰ বৰ মৰম জন্মিছে। Properly Speaking he is a genius. বাস্তৱতে অসমৰ ভিতৰুৱা কথা একো নাজানি দেশভক্তই অসমৰ গীত-বাদ্যৰ পাৰ্গতালি দেখি তাক অতি সুন্দৰ স্বভাৱৰ বুলি ভাবিছিল। আৰু অসমেও দেশভক্তৰ ওচৰত ইমান নম্ৰ, ইমান ভদ্ৰ, আকৌ তাৰ কথাবোৰ ইমান গঠনমূলক আৰু উচ্চ আদৰ্শপূৰ্ণ দেখুৱাইছিল যে তাক বৰ্ণাব নোৱাৰি। দেশভক্তই তেনেভাৱে কোৱাত অসমে লাহেকৈ মাত দিলে।

"শুনিছা কমলা?"

কমলাই একো নুবুজাৰ ভাও ধৰি ক'লে,

"কি?"

"সৌৱা দেউতাৰ কথা। বাস্তৱতে কমলা, দেউতাই কৈ ভালে কৰিলে। নহ'লে মই নিজেই এদিন তোমাৰ ওচৰত কওঁ বুলি ভাবিছিলো। মই সঁচাকৈ কমলা, তোমাক বৰ ভাল পাইছো। তোমাৰে-মোৰে বিয়া হ'লে মই নিশ্চয় আনন্দ পাম।"

কমলাই নামাতিলে।

এনেতে দেশভক্তই সিটো কুঠৰিত ক'লে, "কিন্তু ফুকন মোৰ ইচ্ছা পূৰ্ণ নহ'ব। তাই এই প্ৰস্তাৱত কেতিয়াও মত নিদিয়ে। বিয়া বুলিলেই তাই অগ্নি কলাই হয়। অৱশ্যে তাই এবাৰো ভাবি নাচায় এই বিয়াই মোক কিমান আনন্দ দিব পাৰে। বুঢ়াকালত তাইক ভাল ঠাইত গটাব পাৰিলে মই কেনে শান্তিত মৰিব পাৰোঁ।"

এই কথা শুনা মাত্ৰকে কমলা আৰু থিৰেৰে থাকিব নোৱাৰি উচাপ খাই উঠি অসমক ক'লে, "মই আজি আৰু গীত নিশিকোঁ, মোৰ ভাল লগা নাই।" তাই ততালিকে ভিতৰৰ কুঠৰি পালেগৈ। অসমে সেই অৱস্থাত কাঠৰ পুতলাৰ দৰে বহি থাকিল। অসম সচেতন নে অচেতন? অসমে ভাবিলে, কমলাৰ ভাব কি? কমলাৰ এই প্ৰস্তাৱত মত আছেনে? যদি কমলাৰ মত আছে তেন্তে কমলাই এনে উচাপ খাই গ'ল কিয়? কমলাই আন কাৰোবাক ভাল পায়নে? ইত্যাদি ভাবি থাকোতেই দেশভক্তৰ লিগিৰাটোৱে অসমলৈ চাহ আনিলে। অসমে চাহকাপ লৈ পি পি কেৱল ভাবিলে, কিন্তু ভাবৰ সি সিদ্ধান্ত নাপালে। বহুত পৰলৈ কমলা ওলাই নহাত সি আৰু নৰৈ লাহে লাহে ঘৰমুৱা হ'ল। সি ভাবিলে অসময়ত এনে প্ৰস্তাৱ কৰি বোধ কৰোঁ ভুল কৰিলে। সি ভাবিলে তাৰ দূৰদৰ্শিতাই কমলাৰ মন এতিয়াও ভালকৈ বুজিব পৰা নাছিল। সি যে ভাবিছিল সঁচাকৈ কমলাই লাহে লাহে তাৰ গীতৰ গুণত মুগ্ধ হৈছিল। লাহে লাহে তাইৰ মন অলপ অলপ সেও হৈছিল। আনকি সি বিশ্বাস কৰিছিল সঁচাকৈ কমলাই তাক মনে মনে ভাল পাইছিল। নহ'লে তাৰ ওচৰত বীণ শিকিব খুজিব কিয়? বীণৰ তাল-মান ভুল হ'লে সি হাতত ধৰি ভালকৈ শিকাব খুজিলে ৰং পাই হাঁহি হাঁহি বীণ শিকাত মুগ্ধ হ'ব কিয়? কিন্তু হায়! মানৱ চৰিত্ৰ কিমান ৰহস্যপূৰ্ণ তাক পৰমেশ্বৰৰ বাহিৰে আন কোনে জানে? কমলা উচ্চ আদৰ্শৰ ছোৱালী, শিক্ষিতা ছোৱালী হ'লেও কমলা যে সৰলতাৰে পৰিপূৰ্ণ। কমলাই যে অসমৰ মনৰ জটিলতা সমূলি বুজি নাপাই সৰল ছোৱালীৰ দৰে বীণ শিকাত লাগিছিল। কিন্তু এনে ভাবৰ সৰলতাকে অসমৰ জটিল মনেৰে ওভোতা বুজিলে তাৰ বাবে কোন দোষী?

আনপিনে কমলাৰ অৱস্থা কি? কমলাই সেই বীণ শিকা কুঠৰিৰ পৰা ওলাই লাহে লাহে গৈ আওমন হৈ নিজৰ শোৱা-পাটী পাইছিলগৈ। কমলাৰ মন আজি বিষাদেৰে পৰিপূৰ্ণ। এই বিয়াৰ কথাই কমলাৰ মনত ভুঁহ-কঁপ তুলিছে। কমলাৰ মনত পৰিছে সেই কন্দৰ্পৰ মোহৰ ছবি জাতীয় প্ৰেম! কমলাৰ মনত পৰিছে সেই কন্দৰ্পৰ শেষ বিদায়ৰ সময়ত কোৱা কথা কে'ষাৰ। কমলাৰ মনত পৰিছে দেউতাকে কন্দৰ্পৰ আগত কৰা শেষ প্ৰস্তাৱ। কিন্তু, আজি কন্দৰ্প ক'ত? কোন দূৰ দেশত? কন্দৰ্প আজি জীয়াই আছেনে? তাইতো সেইবিলাকৰ একো গম নাপায়। কিন্তু কন্দৰ্প যিমানেই দূৰত থাকক, কন্দৰ্প জীয়াই থাককে বা নাথাকক তথাপি কন্দৰ্প যে তাইৰ মনত অতি ওচৰতে, কন্দৰ্পৰ ছবি যে তাইৰ মনত অতি উজ্জ্বল হৈ আছে। হঠাৎ তাইৰ মনত পৰিল বুঢ়া দেউতাকৰ কথা-বতৰা। তেওঁ যে কৈছে তাই মান্তি হ'লে বৰ আনন্দ পাওঁ বুঢ়াকালত শান্তিৰে মৰিব পাৰোঁ।

তাইৰ কাৰণে দেউতাকে এয়া অশান্তিৰ বোজা লৈ আছে। কিন্তু তাই এই বোজা কেনেকৈ নোহোৱা কৰে? তাইৰ যে সাধনাৰ ধন, সপোনৰ ছবি আজি এই পাৰ্থিব জগতত আছে নে নাই সিওটো সন্দেহ। এনেবোৰ ভাবৰ খেলি-মেলিত উটি-বুৰি থাকোতে হঠাৎ তাইৰ দেউতাকে মাত লগালে, "কমলা, অসময়ত শুইছ কিয়?"

কমলাই নামাতিলে।

দেশভক্তই ক'লে, "উঠ কমলা, আজি তোৰ আগত এটা কথা ক'বলগীয়া আছে।" এইবুলি কৈয়ে দেশভক্ত মেজৰ ওচৰৰ এখন চকিত বহিল। কমলায়ো দেশভক্তই কি ক'ব এই কথা সহজতে অনুমান কৰিব পাৰিলে। কিন্তু এই কথাৰ উত্তৰ যে তাই কি দিব সেইটো ভাবি নাপালে।

দেশভক্তই ক'লে, "কমলা দিন বায় মানে ভাল, অহা দিন বেয়া বুলি কয়। ক'ব নোৱাৰোঁ কেতিয়া কাৰ কি হয়। মোৰ জীৱনত সকলোটি আগেয়ে আঁতৰিল।

কেৱল তোক সৰুৰে পৰা তুলি-তালি ডাঙৰ-দীঘল কৰিছোঁ, শিক্ষিত কৰিছোঁ। তোৰ চৰিত্ৰ, শিক্ষা আৰু সকলো বিষয়তে উৎকৰ্ষতাত মই অতিকে আনন্দ পাইছোঁ; নিজকে ভাগ্যৱান বুলি ভাবিছোঁ। কিন্তু কমলা, তই যে আজিও অপূৰ্ণ ৰ'লি, তাৰ লগে লগে মোৰো আশা সকলোপিনে অপূৰ্ণ ৰ'ল।"

কমলাই একো নামাতি দেউতাকৰ প্ৰশ্নৰ কি উত্তৰ দিব তাকে ভাবিব ধৰিলে।

দেউতাকে আকৌ ক'লে, "কমলা, তই মোৰ বুঢ়াকালৰ আনন্দ বঢ়া। তোৰ এইবাৰ মই বিয়া পাতো। কমলাই একো নুবুজা ভাবেৰে ক'লে, "বিয়া?"

"এৰা কমলা, তোৰ বিয়া মই পাতিব খোজোঁ, উপযুক্ত দৰাও পাইছো। তই এইবাৰ মোৰ কথাত বইচ-বাইচ নকৰিবি।"

কমলাই নামাতিলে।

দেশভক্তই ক'লে, "কমলা, অসমক তই সুন্দৰভাৱে জান, অসমৰ দেউতাকে আজি বিয়াৰ প্ৰস্তাৱ কৰিছে।"

কমলাই ক'লে, "অসম দেউতা।"

"ব্যাকুল নহ'বি কমলা। মোৰ মনোমত দৰা পাইছোঁ। সংগীত বিদ্যাত অতুলনীয়, সুন্দৰ দেখনীয়াৰ, বি-এ লৈ পঢ়িছে।" কমলাই হঠাৎ ক'লে, "নাই নাই দেউতা, মই বিয়া নোসোমাওঁ। মই এই জীৱনত অকুমাৰী থাকিয়ে দিন নিয়াম।"

ঠিক এই কথাৰ লগে লগে কমলাই দেখিলে তাইৰ দেউতাকৰ সুন্দৰ মুখখনি ক'লা পৰিল। দেশভক্তই তাইৰ কথাৰ একো প্ৰতিবাদ নকৰি অলপপৰ থমক খাই কিবা ভাবি ৰ'ল। তাৰ পিছত ক'লে, "তেন্তে তোৰ ইচ্ছাই পূৰ্ণ হওক কমলা। মই বুজিছোঁ মোৰ এই জীৱনৰ এটা সুন্দৰ আশা এনেয়ে যাব।" এইবুলি কৈয়ে দেশভক্ত লাহে লাহে উঠি এখোজ-দুখোজকৈ যাব ধৰিলে। দুৱাৰদলি পাৰ হ'ব ধৰোতেই কমলাই কি ভাবি ক'ব নোৱাৰো ততালিকে ক'লে, "নাই নাই দেউতা, আপোনাৰ ইচ্ছাই পূৰ্ণ হওক। আপোনাৰ আনন্দত মই বিঘি-পথালি নিদিওঁ, আপোনাৰ সুখেই মোৰ সুখ, আনন্দ। আপুনি যি ক'ব মই তাকেই কৰিম।" ইয়াকে কৈয়ে কমলা নিমাত হ'ল। দেশভক্তই ততালিকে ঘূৰি আকৌ চকিৰ কাষ পাই, "তেন্তে সেয়ে হওক কমলা, আজি মোৰ বৰ আনন্দ। মই এতিয়াই কীৰ্তিনাথ ফুকনলৈ লিখি পঠিয়াওঁ।" এইবুলি কৈয়ে দেশভক্তই সেই মেজতে কাকত লৈ চিঠি লিখিলে। কমলা আৰু অসমৰ বিয়াৰ দিন ধাৰ্য কৰা হওক, কমলা অসন্মত নহয়। এই কথা লিখি চিঠি খামত ভৰাব ধৰোতে হঠাৎ কমলাই উঠি ক'লে, "ৰ'ব, ৰ'ব দেউতা, নাই নাই মই.....।" এইবুলি তাই আৰু কথা ফুটাই তুলিব নোৱাৰিলে। আকৌ কিবা ভাবি, ' 'নাই, নাই আপোনাৰ ইচ্ছাই মোৰ ইচ্ছা। আপোনাৰ সুখ-শান্তিয়ে মোৰ শান্তি" বুলি আকৌ বহিল। দেশভক্তই যে কমলাৰ বিয়াত অনিচ্ছা সেইটো সেই সময়ত নুবুজা নহয়; কিন্তু তেওঁ ভাবিছিল ল'ৰা বা ছোৱালী কালত বিয়া নকৰোৱা এটা প্ৰবল ইচ্ছা থাকিলেও বিয়া হোৱাৰ পিছত সেই ইচ্ছা ক'ৰবাত লোপ পায় আৰু সেই ইচ্ছাই সংসাৰ পথত একো অন্যায় কৰিব নোৱাৰে। কিন্তু সেই সময়ত দেশভক্তই এবাৰো ভবা নাছিল যে কমলাই আন কাৰোবাক ভাল পায় আৰু সেই ভাল পোৱাৰ গুণতেই বিয়া নকৰোৱাত দৃঢ়তা আৰু এনে উক্তিৰ আশ্ৰয়। দেশভক্তৰ বুধিয়েও এই কথা ঢুকি নোপোৱাৰ কাৰণে ততালিকে সেই চিঠি লিখি লগুৱাৰ হাতত চিঠি দি পঠিয়াই নিজে গৈ চ'ৰাঘৰত বহি আকৌ চৰকাৰী কামৰ ফাইল মেলি কিবাবোৰ চাব ধৰিলে। কিন্তু ইপিনে কমলাই এখন্তেক অনাদি অনন্ত ভাব ৰাজ্যত সাঁতুৰি ফুৰিব ধৰিলে। কীৰ্তিচন্দ্ৰ ফুকনে চিঠি পোৱাৰ লগে লগে ঘৰৰ আটাইকেইজনকে মতাই শুনাই ততালিকে উত্তৰ লিখিলে দুমাহ পিছতে অসমে বি-এ পৰীক্ষা দিয়াৰ দুদিন পিছত বিয়াৰ দিন ধাৰ্য কৰা হ'ল। কীৰ্তিচন্দ্ৰ ফুকনে আৰু লিখিলে, আমি অলপতে যাম, আপোনালোকো সোনকালে গুৱাহাটীলৈ যাব। গুৱাহাটীতে বিয়াৰ সকলো বন্দৱস্তৰ সুবিধা হ'ব।

(২৪)

বেণুইঁতৰ ঘৰত অকণি ইমানদিন থাকিলেও তাইৰ

মনত আজিলৈকে আনন্দ নাই, হাঁহি-ধেমালি নাই, গাভৰু অৱস্থাত ফুটি উঠা ৰহস্য নাই। তাই কেৱল নীৰৱতাকে সাৰথি কৰি কাম কৰি গৈছে। কেৱল কেতিয়াবা কোনোৱে কিবা কথা ক'লে উত্তৰ দিছে। ইপিনে বেণুৰ মাকে সঁচায়ে হওক, মিছায়ে হওক নানা তৰহৰ বলকিছে। কথাইপতি গেজেৰা পটেনা মাৰিছে। কিছুদিনৰ পিছত বেণুৰ মাকে বেণুৰ বাপেকক ক'লে, "এনেকৈ থাকিলে হ'বনে, মোৰ বেণু ডাঙৰ হৈ আহিল, তাৰ লগৰ আন সকলোৱে বিয়া-বাৰু কৰালে। সি নকৰালে হ'বনে? যদি তাই অলক্ষীজনীয়ে বিয়াত বহিব নোখোজে আন কইনাকে থিৰ কৰক। নাইবা তাইকে বল কৰি বিয়া পতা যাওক। তাই কথাত যিমানেই বাধা নিদিয়াকৈ আছে, সিমানেই তাই লাই পাইছে। মাউৰা ছোৱালী হ'ল বুলি তাইৰ কাৰণে মোৰ ল'ৰাটো নষ্ট হ'ব সেইটো হ'ব নোৱাৰে।"

বাপেকে ক'লে, "এৰা, তাইৰ লগত বেণুৰ বিয়া নহ'লে, মিছায়ে তাইক ৰাখি অপযশৰ ভাগ পাবও নালাগে। তাই যেনে ধৰণৰ ছোৱালী ক'ত কি কৰে সিওটো বুজা টান হ'ব। পিছে মৰিব লাগিব আৰু নাক-কাণ কাটি।"

মাকে ক'লে, "এৰা তাই কুলক্ষীজনীক ইয়াত ৰাখিলে ঘৰ বেয়া হ'ব। আঁতৰ কৰাই ভাল। বেণুৰ কাৰণে আন এজনী ছোৱালী থিৰ কৰা যাওক আৰু এটা কথা তাইক আঁতৰ নকৰিলে আনে ছোৱালী দিয়াও টান।"

সিদিনাই সকলোবোৰ থিৰ কৰি ৰাতিপুৱাই অকণিক সিহঁতৰ ঘৰৰ পৰা আঁতৰ কৰিব বুলি ভাবিছে। ঠিক সিদিনা বেণু গাৱঁৰ পৰা ঘৰলৈ আহিছে। মাকে ভাত ৰান্ধিব গৈছে, বাপেক তেতিয়া গাঁৱৰ সি চুবুৰিলৈ ফুৰিবলৈ গৈছিল, ভনীয়েক চেনেহী শুইছে। অকণি ঘৰৰ এটা কুঠৰিত পাঁজী কাটি বহি আছে। বেণু কিবা বিচাৰি গৈ সেই কুঠৰি পালে। সি অকণিক তেনে অৱস্থাত দেখি ক'লে, "অকণি কিমাননো পাঁজী কাট?"

অকণিয়ে নামাতিলে।

বেণুৱে ওচৰ চাপি বঁতৰৰ কাষত বহি ক'ব ধৰিলে, "শুন অকণি তোলৈ আজি গাৱঁৰ পৰা এটা সুন্দৰ আনাৰস আনিছোঁ।"

"মোলৈ অকলে কিয় বেণু?"

"আনাৰসটো বৰ সুন্দৰ, সেই কাৰণে তোলৈকে আনিছোঁ। আন কেইজনলৈ আৰু বস্তুও আনিছোঁ। অকণি তোক মই কিমান মৰম কৰোঁ, মইয়ে জানো। ঘৰত আহি তোক এখন্তেক নেদেখিলে মোৰ মনটোত কেনেবা লাগে।"

"মোক মৰম কিয় বেণু? মই মৰমৰ বস্তু নহওঁ।" এইবুলি কৈ তাই চকু থিৰ কৰি বেণুৰ পিনে চালে।

"নাই নাই অকণি তই মোৰ বৰ মৰমৰ বস্তু, তই বিয়াত নবহিলেও মই আৰু আন কাকো বিয়া নকৰাওঁ।"

"সেইটো নকৰিবি বেণু। সেইটো নকৰিবি। তই ছোৱালী চাই বিয়া কৰা, মই তোৰ বিয়া দেখিলে ৰং পাম।"

"নাই নাই অকণি সেইটো হ'ব নোৱাৰে। যিদিনা তই কইনা হ'বলৈ মান্তি হবি সিদিনাহে মই বিয়া কৰাম। নহ'লে মই এনেয়ে থাকিম। আই-বোপায়ে নানা কথা ক'লেও মই এনেয়ে থাকিম।"

"বেণু!"

"অকণি!"

"নাই বেণু, তই মোৰ কথা পাহৰি পেলা। মই ফলা চুৰাপাট। নহ'লে বেণু মই কাহানিবাই বিয়াত মত দিলোহেঁতেন, তোক কিমান ভাল পাইছিলোঁ। কিন্তু মোৰ কপাল বেয়া। মই আৰু তোক ভুৱা দি নাথাকোঁ। মই সঁচা কথা ক'ম, তই আৰু মোক আশা কৰি দিন কটাব নালাগে। বেণু মোৰ স্বামী আন এজন—"

"কি ক'লি অকণি?"

"সঁচা বেণু মোৰ কপাল বৰ বেয়া। ঈশ্বৰে এনে কথা মোৰ কপালত লিখিছিল বুলি ক'ব পৰা নাছিলোঁ। মোৰ স্বামী আন এজন বেণু। মই তাৰ লগত ভ্ৰষ্টা। মই আৰু তাৰ বাহিৰে আনক স্বামী বৰণ কৰিব নোৱাৰোঁ। যদিও ক'ব নোৱৰাতে অচকিততে মোৰ সকলো হৰণ হৈছে। তথাপি মোৰ সজ্ঞান অৱস্থাত দিঠকত তেনে ঘটনা ঘটিছে, মই তেওঁৰ বাহিৰে আন আৰু কাকো ভাবিলেও মই মহাপাপী হ'ম। বল কৰিয়ে হওক বা যেনেকৈ হওক ঘিয়ে মোৰ

সকলো হৰিছে সিয়ে মোৰ স্বামী। অৱশ্যে মোৰ জীৱনত তেওঁক নাপাওঁ, হয়তো তেওঁক দেখিলেও মই চিনি নাপাম, অথবা চিনি পালেও যে মোক তেওঁ গ্ৰহণ কৰিব সেইটো মই আশা নকৰোঁ, তথাপি বেণু তেওঁ মোৰ সপোন আৰু দিঠকৰ মাজত ওলোৱা মোৰ সাধনাৰ বস্তু। মোৰ সকলো লুটি-পুটি নিয়াজন হ'লেও মোৰ তেওঁ পূজনীয়।"

"অকণি!"

"আৰু কি ক'ম, মই আজি সকলো ভাঙিলোঁ, তোক আৰু ভুৱা দি নাথাকোঁ। মই ভ্ৰষ্টা বেণু।"

"তই মোতকৈ কাক ভাল পাৱ অকণি?"

"ক'ব নোৱাৰো বেণু, তাক ভাল পাওঁ নেপাওঁ তথাপি তেওঁৱেই মোৰ স্বামী, মোৰ আৰাধ্য দেৱতা।"

"সি কোন?"

"ক'ব নোৱাৰোঁ। মই তেওঁক চিনি নেপাওঁ, তেনে অৱস্থাৰ আগেয়ে মই তেওঁক কেতিয়াও দেখা নাছিলো। তেওঁ মোৰ সৰ্বস্ব লুটি নিওঁতা, মোক পাপ পথলৈ টানি নিয়া দেৱতা নে মানুহ মই ক'ব নোৱাৰোঁ। কিন্তু সকলো হৰিছে বেণু, তোলৈ আৰু মুখৰ বেথা, হিয়াৰ হুমুনিয়াহৰ বাহিৰে আন একো এৰা নাই।"

"অকণি, মই সপোন দেখিছোঁ নে সজাগে আছোঁ?" এইবুলি কৈয়ে বেণুৱে অকণিক সাবট মাৰি ধৰিবলৈ আগ বাঢ়োতেই অকণি পিছুৱাই গৈ ক'লে, "বেণু, তই সম্পূৰ্ণ সজাগে আছ। মই সকলো আজি ভাঙিলোঁ। তোৰে-মোৰে বিয়া অসম্ভৱ। মই নিশ্চয়কৈ কৈছোঁ সিদিনাৰ পৰা মোৰ গভীৰ অন্তৰত সেই নৰধমলৈ ভয়ংকৰ ঘৃণা, ভয়ংকৰ খং হ'লেও মই তেওঁকেই আজীৱন স্বামী বুলি ভাবিছোঁ। তই আঁতৰি যা। বেণু, মোক আৰু নুচুবি, তোৰ সেই পৱিত্ৰ অকণি নাই।"

"অকণি তই ভ্ৰষ্টা হ'লেও তোক মই বিয়া কৰাম। তোক মোৰ ঘৰৰ লক্ষ্মী কৰি ৰাখিম।"

"বেণু তোৰ আশা অসম্ভৱ। মই তাৰ আগেয়ে মৰিম। তই আৰু তেনে আশা এৰ।"

বেণুৱে তেনে কথা শুনিও পিছ নুহঁকিলে। সি ইমানদিনে মনত পুহি ৰখা সকলো সংযম, সকলো ভৱিষ্যত আশাও উছৰ্গা কৰি ৰখা প্ৰেম, ভাল পোৱা আজি অকণিৰ তেনে সৰ্বনাশী কথাত সকলো আশা মুহূৰ্তত্তে চূৰমাৰ হোৱাত সি আৰু সংযম ৰাখিব নোৱাৰিলে। সি বলিয়া হ'ল। তাৰ সকলো ৰিপু প্ৰবল হ'ল। ততালিকে সি একো নুগুণি অকণিৰ ওচৰ চাপিল আৰু ক'লে, "অকণি অকণি তই মোৰ সাধনা, অন্তৰৰ অন্তৰতম থাপনাত থাপি থোৱা দেৱী। তই ভ্ৰষ্টা হ'লেও মোৰ মৰমৰ বস্তু। তোক মই উপভোগ কৰিম। সমাজত বিয়া হওক নহওক তোক মই কাহানিবাই বিয়া কৰাইছো।" এইবুলি কৈয়ে বেণুৱে অকণিক সাবটি ধৰিলে।

অকণিৰ দুধাৰ চকুলো বৈ আহিল। এই চকুলোৰ অৰ্থ কোনে বুজিব, কিন্তু তাই আঁকোৱালৰ পৰা সাৰিবলৈ বল কৰিলে। বেণুৱে তথাপি নেৰা দেখি অকণিয়ে কান্দো কান্দো সুৰে ক'লে, "বেণু, বেণু তই মোৰ ইহ-জনম, পৰ-জনম নষ্ট নকৰিবি। মোৰ ধৰ্ম নষ্ট নকৰিবি। মোক ৰক্ষা কৰ। তোৰ ভাল পোৱা মৰমৰ বস্তুক আজি নিজ হাতে মোহাৰি নেপেলাবি।"

অকণিৰ সেই কান্দোনৰ সুৰত বেণু সজ্ঞান হ'ল। তাৰ ভাল পোৱা বস্তুৰ করুণ আৰ্তনাদত তাৰ বিবেক জাগি উঠিল। সি ততালিকে তাইক এৰি দি পিছুৱাই গৈ অকণিৰ চকুলো দুধাৰ দেখি সি হুমুনিয়াহ কাঢ়ি ক'লে, "অকণি মই অন্যায় কৰিছোঁ, মই সকলো কৰিব পাৰোঁ, কিন্তু তোক কন্দুৱাব নোৱাৰোঁ।"

অকণিয়ে ৰিহাখন সামৰিবলৈ লাহে লাহে ক'লে, "জানো বেণু তই মোক কিমান মৰম কৰ। কিন্তু মোৰ কপাল বেয়া। যা আজিয়েই অইন ছোৱালী থিৰ কৰি তই বিয়া কৰা, মই বৰ ৰং পাম। মোৰ কাৰণে তই ওৰে জীৱন দুখতে নকটাবি।

বেণুৱে এইবাৰ ক'লে, "তেন্তে দেখিছো অকণি মোৰো আৰু বিয়া নহ'ব।"

"সেইটো কিয় কৰিবি বেণু?"

"মোৰ কাৰণে তই কষ্টৰে কিয় দিন নিয়াবি? মোক পাহৰি পেলা।"

"অকণি মই তোক পাহৰিব নোৱাৰোঁ, মই আৰু বিয়া নকৰাওঁ, সন্ন্যাসী হৈয়ে জীৱন নিয়াম।"

"মোৰ কাৰণে তই সন্ন্যাসী হবি?"

"আৰু আন উপায় নেদেখোঁ" বুলি কৈয়ে বেণুৱে যাবলৈ ধৰিলে। অকণিয়ে কি ক'ব, কি নক'ব ভাবি বিমোৰ হৈ বেণুৰ পিনে চায়ে থাকিল।

বেণুৱে দুৱাৰদলি পাৰ হৈছে মাথোঁ এনেতে তাৰ চকু থিৰ হ'ল। সি দেখিলে তাৰ আয়েকে সেই সময়ত দুৱাৰৰ কাষত থিয় হৈ থাকি সকলো শুনি আছিল। বাস্তৱতে বেণুৱে যেতিয়া অকণিক সাবটি ধৰিছিল অকণিয়ে করুণ ৰোদন তুলি কান্দিছিল। সেই কান্দো কান্দো সুৰ আয়েকৰ কাণত পৰিছিল। আয়েকে কি হ'ল বুলি চাবলৈ আহি সকলো কথা শুনিছিল। তেওঁৰ পুতেকে সন্ন্যাসী হোৱা কথাও তেওঁৰ কাণত পৰি মনে মনে নানা তৰহৰ জল্পনা-কল্পনা কৰিছিল। ঠিক এনে সময়তে বেণু ওলাই অহাত আয়েকক দেখিছিল। আয়েকেও বেণুক ওলাই অহা দেখি আন একো নকৈ সিদিনা নানা কথা ভাবি ভাবি ভাত-পানী ৰান্ধিছিল। কেনেকৈ অকণি দাইনীক সোনকালে আঁতৰাব পাৰে ভাবি ভাবি বিমোৰ হৈছিল।

(২৫)

কমলাৰ বিয়া পাতিবলৈ দেশভক্ত গুৱাহাটীলৈ আহিছে। বিয়ালৈ এতিয়াও পোন্ধৰ দিন বাকী। সকলো পিনে যো-জা চলিব ধৰিছে। দেশভক্তৰ ইচ্ছা বৰ বেছি আড়ম্বৰ নকৰে। সেইবুলি বৰ সৰু ধৰণেও নাপাতে। যি হয় খোৱা-লোৱাতে অলপ বেছিকৈ খৰচ-পাতি কৰিব। ইপিনে বিয়াৰ দিন যিমানেই ওচৰ চাপিছে সিমানেই কমলাৰ মনত প্ৰবল ভুঁইকঁপ হ'ব ধৰিছে। কমলাই মনে মনে কেৱল কান্দে, কেৱল ভাবে। দেশভক্তই সিদিনা বাতৰি কাকত পঢ়ি আছে এনেতে পিয়নে বহুতো চিঠি দি গ'ল। বহুত চিঠিৰ মাজত কমলাৰ নামত দুখন চিঠি পাই লগুৱা ধৰমক মাতি কমলালৈ চিঠি দুখনি পঠিয়াই দিলে। কমলাই চিঠি পাই কোনে এই চিঠি দিছে ভালকৈ একো গম ধৰিব নোৱাৰিলেও ক'ৰবাত যেন এই চিঠিৰ লিখকৰ আখৰ দেখিছে এনে ভাব হ'ল। কমলাই চিঠিৰ খামটো মেলিয়েই পঢ়িব ধৰিলে।

যিমানেই চিঠি পঢ়িব ধৰিলে সিমানেই কমলাই মন দিব ধৰিলে। লাহে লাহে পঢ়োতে পঢ়োতে কমলা একেবাৰে আপোন-পাহৰা হ'ল। কমলাই পঢ়িয়ে গ'ল। হঠাৎ কমলাই উঠি দেউতাকৰ ওচৰ চাপিল। "দেউতা!"

"কিয় কমলা?"

"এই মানুহজনক আপুনি চিনে?"

"কোন?"

"শ্ৰীযুত কান্তেশ্বৰ ফুকন।"

"চিনো। তেওঁ এজন কাউন্সিলৰ মেম্বৰ।"

"কাউন্সিল মেম্বৰ?"

"এৰা।"

কমলাৰ মুখ ক'লা পৰিল। আৰু খঙতে ক'লে, "চাওক দেউতা কাউন্সিলৰ মেম্বৰ এজন ইমান নীচমনা হ'ব পাৰেনে? তেওঁ অসমৰ নানা তৰহৰ বেয়া কথা লিখি এই চিঠি মোলৈ লিখিব পাৰেনে?"

দেশভক্তই হাঁহি ক'লে, "বাৰু চাওঁ কি লিখিছে?" কমলাই চিঠিখন দেউতাকৰ হাতত দি আকৌ ভিতৰলৈ গৈ আনখন চিঠিৰ খাম মেলি পঢ়িব ধৰিলে। দেশভক্তই গোটেইখন চিঠি পঢ়ি ভাবিলে হয়তো কান্তেশ্বৰ ফুকন আৰু কীৰ্তিচন্দ্ৰ ফুকনৰ কিবা কাজিয়া আছে। সেই কাৰণে বোধ কৰোঁ এনে চিঠি লিখিছে বিয়া বন্ধ কৰাৰ উদ্দেশ্যে। যি নহওক এই চিঠিয়ে যেতিয়া কমলাৰ মনত একো সংশয় তুলিব নোৱাৰিলে এয়ে সুন্দৰ প্ৰমাণ দিলে কমলাই অসমক ভাল পাইছে। কিন্তু এনেবোৰ ভাবত দূৰদৰ্শী দেশভক্তই এবাৰো ভাবিব নোৱাৰিলে যে অসমৰ চৰিত্ৰ বাস্তৱতে এনে শোচনীয়। এনে বেয়া চৰিত্ৰৰ ল'ৰাৰ লগত তেওঁৰ ছোৱালী সুন্দৰী, গুণৱতী কমলাক বিয়া দিব ওলোৱাৰ কাৰণে বিসকলে কমলা আৰু অসমক জানে তেওঁলোকৰ মনত সমূলি ভাল লগা নাই। সেই কাৰণে যাতে এই বিয়া বন্ধ হয় তাৰ কাৰণে এনে চিঠি লিখিবলগীয়াত পৰিছে। অৱশ্যে এই চিঠিত কেৱল কান্তেশ্বৰ ফুকনৰ নাম থাকিলেও আচলতে এই চিঠিৰ লিখক হলধৰ বৰুৱা আৰু তেওঁৰ বন্ধুসকল। হলধৰ

বৰুৱাৰ নিজৰ নাম নিদিয়াৰ কাৰণ দেশভক্তই মন্ত্ৰী হোৱাৰ পিছত হলধৰ বৰুৱাৰ লগত সিমান সদ্ভাৱ নাছিল। তেওঁৰ নাম দিলে তেওঁলোকে সম্পূৰ্ণ ওলোটা ভাবিব বুলি নিজৰ নাম নিদি কান্তেশ্বৰ ফুকনৰ নাম লিখিছিল। ভাবিছিল এনে চিঠি পাই অন্ততঃ কমলাৰ মন সলনি হ'ব আৰু দেশভক্তয়ো সন্তেদ ল'ব পাৰিব। অৱশ্যে চিঠিত অসমৰ বিষয়ে একো মিছা কথা লিখা নাছিল। হলধৰে অসমক ভালকৈ জনাৰ কাৰণ হলধৰে যেতিয়া বি-এ ক্লাছত পঢ়ে, অসমে তেতিয়া কলেজত সোমাইছিলহি। অসমৰ চৰিত্ৰ সেই এবছৰতে তেওঁ সুন্দৰভাৱে অধ্যয়ন কৰি গৈছে। এনে হেন কু-চৰিত্ৰ ল'ৰাৰ লগত কমলাৰ সম্বন্ধ হোৱা সবল হলধৰৰ মনত সমূলি অসহনীয় বুলিয়ে এনে চিঠি লিখিছিল। যি নহওক এই চিঠিৰ দ্বাৰা কমলাৰ মনত একো চাপ নবহিল। দেশভক্তয়ো নটলিল। অৱশ্যে অসমক কমলাই স্বামীৰূপে ভাল নাপালেও অসমক সুন্দৰ চৰিত্ৰৰ ল'ৰা বুলি ভাবিছিল। আৰু এইবোৰ মিছা কথা বুলি ভাবি চিঠি লিখকক সম্পূৰ্ণ নীচমনা বুলিহে ভাবিলে।

কমলাই গৈ আনখন চিঠিবো খাম মেলি পঢ়োনপঢ়োকৈ ভাবি পঢ়িব ধৰিলে। কমলাই ভাবিছিল এই চিঠিতো নিশ্চয় কিছুমান মিছা কথাৰ অপবাদৰ উক্তি আছে। কিন্তু খাম মেলাৰ লগে লগে কমলাৰ চকু থিৰ হ'ল। কমলাই দেখিলে এই চিঠি যে তাইৰ অতদিনৰ কল্পনাৰ সাধনাৰজন কন্দৰ্পৰ।

কমলাই পঢ়িব ধৰিলে—

মৰমৰ কমলা!

আজি পাঁচ বছৰ তোমালোকৰ লগত মোৰ দেখাদেখি নাই। এই পাঁচ বছৰ এটা দীঘলীয়া যুগ যেন লাগিছে। এই পাঁচ বছৰৰ ভিতৰত মই কিমান ঠাই ভ্ৰমিছো সেইবোৰ বৰ্ণাৰ ইচ্ছা নকৰোঁ। কমলা, জীৱনৰ এটা গতি যেতিয়া সলনি হয়, যেতিয়া নিজৰ সংকল্পমতে কাম কৰিব নোৱাৰি কল্পনাত উটি-বুৰি ফুৰিব লাগে তেতিয়া মানুহ বলিয়া হয়। বাস্তৱতে মই বলিয়াৰ বাহিৰে আন একো নহয়। কিন্তু তথাপি ইমান দূৰৈত থাকিও তোমাৰ সেই মুখৰ বাণী পাহৰিব পৰা নাই। দেশৰ দুৰ্দিনত কমলা তোমাৰ নিচিনা তিৰোতাই পুৰুষৰ বিবেক জগাই তুলিব পাৰে। সেই কাৰণে বুজিছোঁ কমলা স্ত্ৰী শিক্ষা আৰু সাহসী নিৰ্ভীক তিৰোতা বৰ্তমান ভাৰতত আৱশ্যক। যিদিনা কমলা ভাৰতৰ স্ত্ৰী-জাতি ভয় নোহোৱা হ'ব, স্বামী, পুত্ৰ সকলোকে দেশৰ কাৰণে মৃত্যুলৈ আগবঢ়াই দিব পাৰিব সিদিনাই ভাৰত স্বাধীন হ'ব। কমলা! এতিয়া সেইবোৰ কথা এৰি মোৰ আচল কথালৈ আহো। জানা কমলা পাঁচ বছৰ তোমালোকলৈ এটা আখৰো লিখা নাই। তাৰ কাৰণ আচল পন্থা এতিয়ালৈকে একো ভাবি পোৱা নাই। অৱশ্যে বহুদিন আগতে মনত খেলাইছে আমাৰ অতীতৰ বৈষ্ণৱ যুগত যেনেভাৱে সকলো পিনে জগাই তুলিছিল ঠিক তেনে ভাবৰে জাগৰণ আৱশ্যক। কিন্তু সেইবিলাক কেনেকৈ জগাই তুলিব পাৰি? ইমান অসামঞ্জস্য কেনেকৈ একেলগে কৰা সম্ভৱ? এতিয়া উপায় পাইছোঁ। নিশ্চয় সম্ভৱ, নিশ্চয় সম্ভৱ। অসমীয়া জাতিক জগাই তুলিবলৈ সুন্দৰ উপায় আছে। অসমৰ তৰুণ যুৱকসকল ধৰ্মী-কৰ্মী কৰিবলৈ এতিয়াও আশা আছে। এই আশাৰ মূলত কমলা বিশ্ববিদ্যালয় স্থাপন কৰা। তুমি চাগৈ এই কথাষাৰ পঢ়ি হাঁহিবা। তাৰ কাৰণ তুমি বোধ কৰোঁ ভাবিছা কলিকতা আৰু আন আন ঠাইত বিশ্ববিদ্যালয় আছে কিন্তু ক'তা সিবিলাকৰ যুৱকবৃন্দ কৰ্মী হোৱা নাই। বৰং স্বাস্থ্যহীন, চকুঘোপত যোৱা কিছুমান কু-চৰিত্ৰ, বিশ্ববিদ্যালয়ত ওখ ঠাই পোৱা যুৱকৰ সৃষ্টি হৈছে। অসম বিশ্ববিদ্যালয়ৰ দ্বাৰা তেনে যুৱকৰহে সৃষ্টি হ'ব। বিশেষ কি ভাল হ'ব? নাই কমলা, মই তেনে বিশ্ববিদ্যালয়ৰ কথা কোৱা নাই। মই কৈছো অসমত এনে বিশ্ববিদ্যালয়ৰ আৱশ্যক যিয়ে এপিনে নালন্দা বিশ্ববিদ্যালয়ৰ দৰে নানা শিক্ষিত ব্ৰহ্মচাৰী যুৱক গঢ়িব আনপিনে পাশ্চাত্য জাতিৰ দৰে কৰ্মী, দেশৰ কামত অগ্ৰ, জগতৰ জ্ঞান পোৱাৰ লগে লগে হা-ভাত, হা-ভাত কৰি ফুৰিব নলগা অলেখ যুৱকৰ সৃষ্টি কৰিব। সেই বিশ্ববিদ্যালয়ৰ কাৰণে কৰিব কাম্যভূমি অসমেই সুন্দৰ ঠাই। কমলা তেনে বিশ্ববিদ্যালয় গঢ়ি তুলিব পাৰিলে ভাৰতৰ অসম স্বৰ্গ হ'ব। অসমত এনে বিশ্ববিদ্যালয় কেনেকৈ হ'ব পাৰে চোৱা। অসমৰ মাটি সাৰুৱা। অসমত এতিয়াও বহুত

মাটি নচহাকৈ পৰি আছে। ধৰি লোৱা কমলা অসমৰ বিশ্ববিদ্যালয়ৰ কাৰণে এডোখৰ বৰ বহুল খেতি কৰিব পৰা ঠাই ৰখা যাওক। সেই ঠাইবোৰত অসমীয়া ছাত্ৰসকলে কেৱল পঢ়াতে ব্যস্ত নাথাকি দিনৌ নিয়মমতে দুই ঘণ্টা বা তিনি ঘণ্টা খেতি কৰাত লাগি পৰক। কলেজ আৰু স্কুলবোৰৰ পক্ষেও একে কথা। একেলগে কলেজৰ তিনিশ বা চাৰিশ ল'ৰাই হাল-কোৰ লৈ মাটি চহাব ধৰক; হাল বাব ধৰক, গুটি সিঁচিবলৈ ধৰক, বৈজ্ঞানিক ধৰণৰ খেতিৰ মোল পাবলৈ আৰু কামত লগাবলৈ শিকক। প্ৰায় তিনি ঘণ্টাকৈ এনেভাৱে প্ৰত্যেক ছাত্ৰে খেতিৰ কামত লাগিলে কমলা তেওঁলোক কেৱল নব্য শিক্ষিত নহৈ কৰ্মীও হ'ব। কলেজ এৰাৰ লগে লগে শই-শই কমলা শিক্ষিত খেতিয়ক পাম। তেতিয়া স্বাস্থ্যহীন, হালত ধৰিব নোৱৰা, সমাজৰ গলগ্ৰহ বা নিষ্কৰ্মী যুৱক নহৈ যথাৰ্থ কামত লগা যুৱকৰ সৃষ্টি হ'ব। কমলা অৱশ্যে হয়তো ক'বা লিখা-পঢ়া কৰা ল'ৰাৰ তেনে কৰিবলৈ সময় ক'ত? সময় যথেষ্ট। অসমৰ ল'ৰাক ফুটবল, টেনিছৰ আৱশ্যক নাই। অসমৰ ল'ৰাক লাগে অনন্ত শিক্ষাৰ মোল আনপিনে কৰ্মৰ আদৰ্শ। অসমৰ মাটি-পানী অনুযায়ী যেনে শিক্ষাৰ আৱশ্যক তেনে শিক্ষাৰ আদৰ্শ লোৱা। কৃষি-প্ৰধান অসম দেশত জগতৰ জ্ঞানৰ লগে লগে কৃষিকে প্ৰধান আলম লোৱা দেশৰ উন্নতিৰ প্ৰধান সোপান। অসমীয়া ল'ৰা যেনে শিক্ষিত হ'ব লাগিব তেনে কৰ্ম হ'ব লাগিব। কিন্তু কিতাপ বা পুথিৰে এনে কৰ্মৰ আদৰ্শ দেখুৱালে নহ'ব। বিশ্ববিদ্যালয় থাপি লগে লগে সেইবিলাকত নিৰ্দ্ধাৰিত সময় খেতিৰ কাৰণে ৰাখিব লাগিব। তাৰ পিছত কমলা কলেজ বা স্কুল বন্ধৰ লগে লগে সেই ব্ৰহ্মচাৰী যুৱকসকলক ঘৰলৈ যাব নিদি প্ৰত্যেক দল ছাত্ৰক অসমৰ একোখন গাঁৱলৈ পঠিয়াই সেই গাঁওখন কেনেভাৱে উন্নতি কৰিব পাৰি তাৰ নিমিত্তে ভাবিবলৈ বা Experiment কৰিবলৈ বা Research work কৰিবলৈ লগাব লাগিব। অসমীয়া বৈষ্ণৱী দাৰ্শনিক তত্ত্ব, অসমীয়া বুৰঞ্জী বিচাৰ্চত অসমীয়া যুৱকৰ মন টানিব লাগিব। তেন্তে অসমত কি বস্তু লুকাই আছে জগতত ওলাই পৰিব। তথাপি অসমীয়া ছাত্ৰসকলক ইংৰাজী ভাঙনি কেৱল অ'ৰ-ত'ৰ পৰা কৰিব নিদি ইংৰাজী কিতাপ একোখন তৰ্জমা কৰিবলৈ একোজন ছাত্ৰক লগাব লাগিব। যেন বছৰৰ লগে লগে অন্ততঃ একোজন ল'ৰাৰ পৰা এখন বা দুখন তৰ্জমা কৰা কিতাপ পোৱা যায়। ঠিক এনেভাৱে বৈষ্ণৱী যুগৰ ভাঙনিৰ কাম কৰিব। যেনেকৈ সেই সময়ত সংস্কৃতৰ সকলো সুন্দৰ সুন্দৰ গ্ৰন্থবোৰ ভাঙি অসমৰ সাহিত্য চহকী কৰিছিল, এই যুগত পৃথিৱীৰ যতবোৰ সুন্দৰ সুন্দৰ গ্ৰন্থ আছে অসমীয়াত ভাঙি অসমৰ সাহিত্যত বিশ্ব-সাহিত্যৰ সোঁত বোৱাব লাগিব। পাৰিলে স্কুলীয়া ছাত্ৰবিলাকৰ দ্বাৰা যঁতৰ চলাই সূতা কটা আৰু প্ৰত্যেক দিন নিৰ্দ্ধাৰিত ৰূপে বোৱা-কটা কৰাব লাগিব। এনেভাৱে ছাত্ৰসকলক পঢ়াৰ লগে লগে অৰ্থকৰী কামত লগালে এদল শিক্ষিত কৰ্মী যুৱক অচিৰতে হ'ব। তেওঁলোকৰ এনেকৈ আহৰি সময় নোহোৱাৰ কাৰণে বিলাসী আৰু কুশ্চৰিত্ৰবান হ'ব নোৱাৰিব। তদুপৰি অসমীয়া ছাত্ৰে পৃথিৱীৰ আন আন ছাত্ৰৰ লগতে অৰিয়া-অৰি কৰি জ্ঞান আৰ্জিব; বিলাসিতা এৰি সদায় কিতাপ পঢ়া, খেতি-বাতি কৰা, বিজ্ঞানৰ বিচাৰ্চ কৰা, গাঁও-ভূঁই সংগঠন কৰা, যঁতৰ চলোৱা আৰু আন আন অৰ্থকৰী শিল্প শিকাত মগ্ন থাকিব লাগিব। পাৰিলে প্ৰত্যেক স্কুলত একোটা একোটা সৰু প্ৰেছ ৰাখি এঘণ্টা-দুঘণ্টাকৈ প্ৰেছৰ কাম শিকোৱা আৱশ্যক। তেওঁবিলাকৰ দ্বাৰা ভাল ভাল আলোচনী বাহিৰ কৰি অসমীয়া ছাত্ৰৰ উমৈহতীয়া শক্তি বিকাশ কৰা আৱশ্যক। যেতিয়া তেওঁলোকে কলেজ পাবহি তেতিয়া সুন্দৰভাৱে প্ৰেছৰ কামত এঘণ্টা-দুঘণ্টা ৪০০/৫০০ ল'ৰাই কাম কৰি অচিৰতে "প্ৰবাসী" বা "ভাৰতবৰ্ষৰ" নিচিনা আলোচনী উলিয়াব পাৰিব। অসমৰ প্ৰত্যেক লোকেল বোৰ্ড আৰু মিউনিচিপালিটিয়ে অসমীয়া লিখকসকলৰ ভাল ভাল কিতাপবোৰ বিচাৰি উলিয়াই অন্ততঃ বছৰত এখন বা দুখন ভাল ভাল কিতাপ ছপাই অসমীয়া সাহিত্যৰ উন্নতিলৈ মন দিব লাগিব। অসমীয়া ল'ৰাবিলাকৰ দুই-এজন প্ৰতিভাবান ল'ৰাক প্ৰত্যেক বছৰতে অসম

গৱৰ্ণমেণ্টে বৃত্তি দি বেলেগ বেলেগ বিষয়ত পৃথিৱীৰ আন আন দেশলৈ পঠিয়াই শিক্ষা দি আনিব লাগিব। এনেধৰণে কাম কৰিব নোৱাৰিলে, অসমীয়া জাতিয়ে উন্নতি জখলাত উঠা টান হৈ পৰিছে। তদুপৰি স্কুল আৰু কলেজৰ জীৱনত প্ৰত্যেক ল'ৰাই যঁতৰ চলাই, বোৱা-কটা কৰি, খেতি কৰি, দৰ্জীৰ কাম কৰি, কাঠ মিস্ত্ৰিৰ কাম, ফটোগ্ৰাফি, ছবি অংকণ, বাদ্যযন্ত্ৰাদি কৰা আৰু শিকা, গিলাচ আদি কৰা, কাঁহৰ বাচন তৈয়াৰ কৰা আদি শিকি, যি উপাৰ্জ্জন কৰে তাৰে আধা নিজৰ নিমিত্তে কলেজ বা স্কুল এৰাৰ লগে লগে পাব, আধা তেওঁবিলাকৰ ভঁৰালত যাব। গতিকে ছাত্ৰসকলে ১৬ বছৰ বা ১৭ বছৰ কেৱল এলেহুৱা, নিষ্কৰ্মী যন্ত্ৰ নহৈ নিজৰ মাচুল দিয়াৰ লগে লগে স্কুল-কলেজৰ ভঁৰাললৈকো নিজে আৰ্জ্জি অলপ-অচৰপ দিব পৰা হ'ব। স্কুল, কলেজ এৰিও সংসাৰত অথাউনি পানীত নপৰি কেৱল হা-চাকৰি হা-চাকৰি কৰিবনলগীয়া হৈ যেনে-তেনে খুঁটি খাব পৰা হ'ব। কমলা নিজৰ খোৱা-লোৱা, ভাত-পানী যোগোৱা স্বাধীন হ'ব নোৱাৰিলে, গৱৰ্ণমেণ্টৰ লগত অৰিয়া-অৰি কৰি স্বাধীনতা লাভ কৰা সম্পূৰ্ণ মিছা কথা। আমাৰ সমাজ নিজৰ ভৰিত থিয় দিব পৰা হ'ব লাগিব। নিজৰে হওক বা পৰৰে হওক এটা গৱৰ্ণমেণ্ট, এখন আইন আমাৰ ওপৰত সদায় থাকিব। আমাৰ নিজৰ গৱৰ্ণমেণ্ট নহ'লে আমি ইচ্ছামতে য'ত যি টকা লাগে খৰচ কৰিব নোৱাৰোঁ। অৱশ্যে সেইটো সম্পূৰ্ণ মিছা নহয়। আমাৰ দুখত, আমাৰ আৱশ্যকতা সহানুভূতি কৰা গৱৰ্ণমেণ্ট পোৱাটো সুন্দৰ কথা। কিন্তু তেনে নহ'লেও নিৰাশ নহৈ যি টকা ভাল কামত দিয়ে সেইখিনিকে সুন্দৰ সুন্দৰ গঠনমূলক কামত খটালে নিশ্চয় ভাল হ'ব আৰু গৱৰ্ণমেণ্টকো যেতিয়া আমি আপোন গৱৰ্ণমেণ্ট বুলি মনে-প্ৰাণে ভাবিব পাৰিম, গৱৰ্ণমেণ্টেও আমাৰ উৎকৰ্ষতাৰ নিমিত্তে নিশ্চয় চেষ্টা কৰিব। কমলা বহুত কথা লিখিলোঁ; অৱশ্যে কাম হ'লে একো কৰিব পৰা নাই, কিন্তু পাঁচ বছৰৰ মূৰত লিখা চিঠিৰ দীৰ্ঘতা দেখি খং নকৰি ক্ষমা কৰিবা। মই কাগজে-পত্ৰে পাইছোঁ তোমাৰ দেউতাৰা আজিকালি অসমৰ কাউন্সিল মন্ত্ৰী। তেওঁক এই চিঠি দেখুৱাবা। যদি কিবা কাম হ'ব পৰা সম্ভৱ দেখে তেন্তে অচিৰতে এনে এটা বিশ্ববিদ্যালয় অসমত স্থাপন কৰি অসমীয়া ল'ৰাৰ শিক্ষাৰ উৎকৰ্ষতা নিজ হাতত লওক। মই এতিয়া কি কৰোঁ, বিশেষ লিখিবলৈ আৱশ্যক নেদেখি নিলিখিলোঁ। যিদিনা কমলা মোৰ কল্পনাবোৰ সম্পূৰ্ণ কামত খটাব পাৰিম সিদিনাই মই আকৌ অসমলৈ ঘূৰিম নহ'লে মোৰ দেহ এনেভাৱে কল্পনাতে অন্ত হ'ব। আশা কৰোঁ তোমাৰ মংগল।

তোমাৰ
কন্দৰ্প

কন্দৰ্প নামটো পায়েই ক'ব নোৱাৰোঁ কি কাৰণত গোটে গোটে চিঠিখন তেওঁৰ বুকুৰ মাজত সুমুৱাই লৈ চেপা দি ধৰি বহুতপৰ তেওঁৰ গঠনমূলক কামৰ পাতনিৰ কথাবোৰ ভাবি ভাবি আনন্দত বিভোৰ হ'ল, আনপিনে কন্দৰ্পৰ সেই পাহৰা মূৰ্তি আৰু উজ্জ্বল আৰু সুন্দৰভাৱে জ্বলি উঠি কমলাক এখন ভাবৰ ৰাজ্যলৈ লৈ গ'ল। কমলাই ধ্যানত মগ্ন সাধকৰ দৰে ভাবিয়ে ৰ'ল। তাই ভাবিলে তাইৰে সাধনা, তাইৰ পূজাৰ সামগ্ৰী এতিয়াও জীয়াই আছে। এনে সুন্দৰ কন্দৰ্পক এৰি তেওঁ আনক বিয়া কৰাব লাগিব। ঠিক বিয়া কৰোৱাৰ কথাৰ লগে লগে সেই কান্তেশ্বৰৰ চিঠিলৈ মনত পৰিল। অসমৰ কু-চৰিত্ৰ যেন সঁচাকৈ সেই চিঠিৰ মাজেৰে ফুটি ওলাল। কন্দৰ্পৰ কথা যিমানেই ভাবিব ধৰিলে সিমানেই যেন অসম অতি কুৎসিত, অতি অসৎ প্ৰকৃতিৰ ল'ৰাৰ নিচিনা বোধ হ'ল। কমলাৰ মনত আজি কন্দৰ্প আৰু অসমৰ মাজত স্বৰ্গ আৰু নৰকৰ প্ৰভেদ হ'ল। যিমানেই কন্দৰ্পৰ কথা-বতৰা, অঙ্গি-ভঙ্গি, উজ্জ্বল চকুযুৰি, কামৰ দৃঢ়তা মনত পৰিল সিমানেই যেন অসম অতি তুচ্ছ হ'ল। কমলাই ভাবিলে অসমৰ কি গুণ আছে? কেৱল গীত গাব পাৰে কিন্তু অসমৰ মূৰ্তি ইমান বিলাসিতাৰ মাজেৰে, ইমান হেজলিন স্নো, এচেন্সৰ মাজেৰে, বিতচকু আৰু সুন্দৰ সাজ-পাৰৰ মাজেৰে কেনে কু-ৰূপ ফুটি ওলাইছে। তাৰ চকু কেনে দীপ্তিহীন। মুখৰ গঢ়

তিৰোতাৰ লেখীয়া হ'লেও কেনে জ্যোতিহীন। চকুত বিতচকু লগালেও কেনে ক'লা ক'লা দাগ পৰিছে। সুন্দৰ গীতৰ মাধুৰ্য থাকিলেও গম্ভীৰতা শূন্য, লগে লগে কণ্ঠৰ বিকৃতিত কেনে কদৰ্য। কমলাই যিমানেই ভাবিলে তাইৰ মনত হ'ল নাই নাই কদাপি এনে নৰ-পিশাচৰ মূৰ্তি, এনে পুৰুষ আৰু তিৰোতাৰ মাজত ঠাই পোৱা জাতিক তাই স্বামী বুলি বৰিব নোৱাৰে। তাইৰ দেউতাকে এই কথাত বেয়া পালেও তাইৰ সুখ আনন্দ ভৱিষ্যত আন্ধাৰ গুহাত পেলাব নোৱাৰে। তাই ভাবিলে, তাইৰ যেনে দেউতাকক আনন্দ দিয়া কৰ্তব্য আছে সেইদৰে তাইৰ ভৱিষ্যত সুখ-দুখলৈ দেউতাকৰো ভবা কৰ্তব্য আছে। যিমানেই তাই ভাবিলে সিমানেই কন্দৰ্পৰ গুণ, সৌন্দৰ্য, কথা-বতৰাৰ গাম্ভীৰ্য, মুখৰ সৰল হাঁহি আৰু দৃঢ়তা ফুটি ওলাল। তাই হাত মেলি সেই অতি দূৰৈত থকা কন্দৰ্পক আঁকোৱালি ধৰিব খুজিলে। লগে লগে ক'লে, "অসম্ভৱ, অসম্ভৱ, লাগে যদি চিৰকুমাৰী হৈ থাকিম তেও মই এনে নব্য শিক্ষিত যুৱকক সমৰ্পণ নকৰোঁ। ঠিক এনে ভাবৰোৰ ভাবি থাকোঁতেই দেউতাকে আহি ক'লে, "কমলা তোৰ চিঠি হোঁ। এই চিঠিৰ একো মূল্য নাই।"

কমলাই ক'লে, "দেউতা মূল্য হওকেই বা নহওকেই মই নোৱাৰোঁ, নোৱাৰোঁ দেউতা। মোৰ বিয়া নহয়।"

দেশভক্তই চাই ৰ'ল।

কমলাই লাহেকৈ কন্দৰ্পৰ চিঠিখনি আগবঢ়াই দিলে আৰু ক'লে, "দেউতা কন্দৰ্প এতিয়াও জীয়াই আছে। কন্দৰ্পক আমি চাবলৈ যাম।" দেশভক্তই সেই গোটেই চিঠিখনি তাতে বহি বহি পঢ়ি এটা দীঘল হুমুনিয়াহ কাঢ়ি ক'লে, "কমলা! বাস্তৱতে দেখিছো কন্দৰ্প লাহে লাহে অতি স্থিৰ, অতি গম্ভীৰ আৰু গঠনমূলক ভাবলৈ আহিব ধৰিছে। বাস্তৱতে কমলা এনে বিশ্ববিদ্যালয় ভাৰতৰ আদৰ্শ বিশ্ববিদ্যালয় হ'ব। লগে লগে প্ৰকৃতিৰ কাম্যভূমি অসম সকলোপিনে নন্দন-বদন হৈ ভাৰতৰ স্বৰ্গ হ'ব।" এইবুলি কৈয়ে দেশভক্তই ভাবিয়ে ৰ'ল। কমলাই ক'লে, "দেউতা আৰু মোক বিয়াৰ কথা নক'ব। কন্দৰ্পক আমি চাবলৈ আজিয়েই যাওঁ। মোৰ বিয়া নহয়।"

দেশভক্তই কমলাৰ এই কথাত কমলাৰ অন্তৰ সম্পূৰ্ণভাৱে হৃদয়ঙ্গম কৰিলে। দেশভক্তই বুজিলে কমলাই হৃদয় থাপনাত ইমানদিনে কন্দৰ্পৰ মূৰ্তি সুপি মনে মনে পূজা কৰি আছে। আজি আকৌ সেই স্মৃতি জাগি উঠাৰ কাৰণে কমলা বৰ চঞ্চল হৈ উঠিছে। কমলাক এনে অৱস্থাত তাইৰ মনৰ পৰা আঁতৰাই আনক সমৰ্পণ কৰা তেওঁৰ কৰ্তব্য হ'বনে? ইপিনে কন্দৰ্প কি অৱস্থাত আছে, কি কৰিছে, তাৰো চিঠিত একো বিৱৰণ নাই। যদি কন্দৰ্প আচলতে ঘোৰ সন্ন্যাসীয়ে হৈছে তেন্তে কমলাই কি গোটেই জীৱন আবিয়ৈ হৈ থাকি ঘৰতে খুপুৰী হৈ ৰ'ব? দেশভক্ত ভাবত বিভোৰ হ'ল। হঠাৎ ক'লে, "ভাবিব দে কমলা, কি কৰা যুগুত ভাবিব দে।" বুলি লাহেকৈ উঠি নিজৰ কুঠৰিলৈ গ'ল।

(২৬)

বেণু আৰু অৰুণিৰ সেই সিদিনাৰ ৰাতিৰ ঘটনাৰ পিছদিনাই বেণুৰ মাক আৰু বাপেকে অৰুণিক অস্থিৰ কৰি তুলিলে। অৰুণি আৰু সিহঁতৰ ঘৰত থকা অসম্ভৱ হৈ পৰিল। সিহঁতৰ ভাব যেনে-তেনে দাইনী অৰুণিক তাৰ পৰা খেদি পুতেকৰ মতি-গতি ফিৰাব। বেণুৱে অৰুণিৰ ওপৰত কৰা বাপেক-মাকৰ অত্যাচাৰ নিজ চকুৰে দেখি একো উপায় নাপাই অলপতে দেশভক্ত ছিলঙৰ পৰা অহা শুনি তাতে আনন্দ আৰু অৰুণিক থ'বলৈ মন মেলি তেওঁলোকৰ ঘৰলৈ লৈ গ'ল। ইপিনে তাৰ জীৱনতে এটা নিৰাশ হুমুনিয়াহৰ আশ্ৰয় লৈ যাতে অৰুণিৰ সুখ হয়, তাৰ উপায় বিচাৰিব ধৰিলে। দেশভক্তৰ ঘৰলৈ নি কমলাৰ কাষ পাই মাক-বাপেকে অনাহকত কৰা অত্যাচাৰৰ কথা বৰ্ণাই অৰুণি আৰু আনন্দক তাতে থৈ আহিল। অৰুণিয়েও লাহে লাহে কিয় বেণুক বিয়া কৰাব নোৱাৰে সকলো কথা সকলো ঘটনা কমলাৰ আগত নিসংকোচে বৰ্ণালে। কমলাই অৰুণিৰ সকলো স্পষ্ট কথা শুনি ভয়তে

শিয়ৰি উঠিল। কমলাই সুধিলে, "কোন সি নৰকীয়ে তোৰ সৰ্বনাশ কৰিলে অকণি?"

অকণিয়ে একো নামাতি কেৱল চকুলো টুকিলে। তাৰ পিছত ক'লে, "মই তাৰ নাম নাজানো, কিন্তু মোৰ বিশ্বাস তেওঁক এবাৰ দেখিলে নিশ্চয় চিনিব পাৰিম। মোৰ ঠিক মনত আছে আইদেউ সেই গছৰ মাজেৰে জোনৰ কিৰণ তেনে অৱস্থাত এবাৰ তেওঁৰ মুখত পৰিছিল। মই ভয়-সংকোচে এবাৰ সেই নৰকীক চাইছিলোঁ। মোৰ সেই মুখ এতিয়াও মনত আছে। কিন্তু আইদেউ যিয়ে নহওক তেওঁৰ সকলো বেয়া গুণ, ঘৃণনীয় কাম ভাব হ'লেও সিদিনাৰ পৰা মই সকলো পাহৰি বল কৰি মোৰ মন-প্ৰাণ সেই মুখতেই অৰ্পণ কৰিছোঁ। শয়নে-সপোনে তেওঁকেই ভাবিছোঁ। তেওঁৰ বাহিৰে এই জীৱনত মোৰ চেতন অৱস্থাত কাকো সমৰ্পণ নকৰোঁ।"

"অকণি! অকণি, তই আজলী হ'লেও ইয়াতকৈ আৰু কোনে জ্ঞানগৰ্ভ কথা ক'ব পাৰে? মানুহৰ সকলো বস্তুতকৈ বিবেকেই শ্ৰেষ্ঠ বস্তু। সেই বিবেক সেই চঞ্চল মন সকলো তই সেই ভীষণ নৰ-পাষণ্ডক অৰ্পণ কৰি তাকেই দিনে-ৰাতি শয়নে-সপোনে আৰাধনা কৰিছ, ইয়াতকৈ আৰু কোনে মহত্ত্ব দেখুৱাব পাৰে? অকণি, তই নতুন তথ্য জগতত দাঙি ধৰিলি। তই কৈছ তই স্ৰষ্টা, তই স্ৰষ্টা নহয় অকণি, তই যথাৰ্থ সতী! বল কৰি হৰণ কৰা নৰ-পাষণ্ডকো তই স্বামীৰ স্বত্ব দি তাক তোৰ হৃদয়ত থাপনা কৰি তেতিয়াৰ পৰা পূজা কৰি আছ, ইয়াতকৈ ডাঙৰ সতীত্বৰ আদৰ্শ কোনে দেখাব?"

ঠিক এনেভাৱে কথা কৈ থাকোতে অসমে হাতত এখন সুন্দৰ বীণ লৈ আহি দেশভক্তৰ ঘৰ সোমাল। দেশভক্ত ঘৰত নোহোৱাত অসমে একেবাৰে কমলাৰ কুঠৰি পালেহি। অসমৰ এতিয়া দেশভক্তৰ ঘৰত অবাধ দ্বাৰ।

দেশভক্তই সিদিনাই গৈ বিয়া বন্ধ কৰি দিয়াৰ কাৰণে অসমে মনে মনে ভয়ংকৰ লাজ আৰু খং খাইছিল। সি পৰীক্ষা দি উঠি এই কেইদিন কেৱল মদৰ ওপৰতে জীয়াই আছিল। ইপিনে দেউতাকহঁতো লাজতে ঘৰলৈ উভতিছিল। অসমে এই সুযোগতে মদৰ ওপৰত মদ পিছিল। একোবাৰ কমলা কমলাকৈ চিঞৰিছিল। কিন্তু কমলাহঁতৰ ঘৰলৈ যোৱা নাছিল। সিদিনা কি ভাবি কমলাৰ ওচৰ পালে ক'ব নোৱাৰোঁ। কিন্তু তেতিয়াও তাৰ মদৰ ৰাগী এৰা নাই। সি ঢলংপলংকৈ আহি কমলাৰ ওচৰৰ চকি এখনত বহি Well Kamala, I will sing a nice song. I will sing to death. এইবুলি কৈয়ে গাবলৈ ধৰিলে—

গীত– ৰাগ বেলোৱাৰ
মান– একতাল

গোৱাৰিণী কৈচন কলঙ্ক হামাৰি
ৰাজ মাৰগে মহ, ফিৰত বালক সব,
কাহেক চোৰ গঁৱাৰি।
সজ্জাৰে ধৰি হৰি, আৱ আৱ বলি, টানহি
বৰিহি কৰা
মাৰৰ আগত আজ নিয়া ভেটব......

গীত গাই গাই সি চকু থিৰ কৰি কমলাৰ পিনে চাই ৰ'ল। তাৰ মুখৰ পৰা ওলোৱা মদৰ ভোকোচা ভোকোচা গোন্ধ কমলাৰ নাকত লাগিলগৈ। ঠিক সেই সময়ত কমলাৰ ওচৰত থিয় হৈ থকা অকণিয়ে অসমৰ মুখৰ পিনে তধা লাগি চাই আছিল। তাই সেই সময়ত কি ভাবিছিল কোনে জানে? তাইৰ চকুৰ চাৱনিত অনুমান কৰিব পাৰি ঠিক যেন কিবা উগ্ৰভাৱে তাইক বিমোৰত পেলাইছে। অসমেও সেই মদৰ ৰাগীত চাই থাকিয়ে কিবা ভাবি হঠাৎ ক'লে So lovely, so beautiful, so nice. কমলাই অসমৰ কথা কে'ৰাৰ বুজি পাই লাজতে তলমূৰ কৰিলে। অকণিয়ে ইংৰাজী কথা সমূলি বুজি নোপোৱাৰ কাৰণে ভেলেঙা লাগি চায়ে থাকিল। অসমে আকৌ গীত ধৰিলে— (গীত ৰাগ আসোৱাৰী)

আজি সুপৰভাতে পেখলোঁ মাই
নৱ নৱ আনন্দ কুসুম কানাই—

কমলাই আৰু অসমৰ কথাবোৰ সহ্য কৰিব নোৱাৰিলে। তাই ততালিকে ক'লে, "এয়া মদপীৰ ঠাই নহয়। তুমি ইমান মদ পিয়া। তোমাক আগেয়ে এনে বুলি জনা নাছিলোঁ। আজি জানিলোঁ ঠিকৈ কথা সকলো সঁচা।"

অসমে ক'লে, "কোনোবাই কথা লগাইছে। মোৰ অপযশ কৰিছে। মই মদ খাওঁ বুলি কৈছে। Oh damn tell his name, I will murder him. তাৰ সৰ্বনাশ কৰিম। ইমান মিছা কথা কয়।"

"মিছা সঁচা আমি বুজিছোঁ। তুমি যোৱা আঁতৰ হোৱা, তুমি আৰু কেতিয়াও এনে অৱস্থাত আমাৰ ঘৰলৈ নাহিবা।" কমলাৰ খং উঠা দেখি অসম অলপ মনে মনে ৰ'ল। তাৰ পিছত গাবলৈ ধৰিলে—

গীত (ৰাগ– সিন্ধুৰা)

কেলি কৰে বিবিন্দাবনে মোহন গোপাল
খেলে সঙ্গে ৰঙ্গে ঢঙ্গে ব্ৰজেৰ ছৱাল।

পদ

বনেৰ মালা গাঁঠিয়া পিন্ধে মাথে মইৰাৰ পাখি
আনন্দে হৰিৰ সঙ্গে ফিৰে ধেনু ৰাখি।
কেহো নাচে, কেহো হাঁসে কেহো বায় বেণু
বংশীৰ স্বৰে, নাম ধৰিয়া ডাকি আনে ধেনু।

ঠিক গাই থাকোতে হঠাৎ অৰুণি ঢলি পৰিল আৰু ক'লে, "সেই সেই আইদেউ।" মুহূৰ্ততে তাই অচেতন হ'ল। কমলা আচৰিত হ'ল। অসমে তেতিয়াও গীতৰ ৰাগীত মুগ্ধ হৈ আছিল। কমলাই ততালিকে উঠি লগুৱাক মাতি পানী আৰু বিচনী অনালে। অৰুণিয়ে সেই অচেতন অৱস্থাতে আৰু দুটা-এটা কথা বলকিলে। সেই কথাৰ পৰা কমলাই সকলো বুজি পালে। পানী আৰু বাও দিয়াত অলপ সুস্থ হ'ল। কিন্তু তেতিয়াও তাই শুইয়ে থাকিল। অসমেও সেই সময়ত কিবা ভাবি ক'লে, "Is she dead shall I bring doctor?" বুলি বীণখন এৰি ঢলং-পলংকৈ অৰুণিৰ পিনে খোজ ল'লে। লাহে লাহে সি ওচৰলৈ আহি তাইৰ মুৰ পিতানত বহি বাও দিব ধৰি মুৰ পিহিব ধৰিলে। মনে মনে ক'লে, "Lovely indeed." কমলাৰ সেই সময়ত অসমৰ প্ৰতি ভয়ংকৰ খং উঠিছিল। তাই খং চম্ভালিব নোৱাৰি তীক্ষ্ণ চকুৰে চাই ক'লে, "তুমি ইমান নৰাধম, ইমান পিশাচ!"

অসমৰ তেতিয়া অলপ জ্ঞান আহিছিল। সি লাহেকৈ কৈছিল, "ক্ষমা কৰা কমলা। মই মদপী। কিন্তু এতিয়া মোৰ লাহে লাহে জ্ঞান আহিছে। মোৰ আচৰণ ক্ষমা কৰা।"

কমলাই ক'লে, "তোমাৰ আচৰণ পৰমেশ্বৰৰ বাহিৰে কোনে ক্ষমা কৰিব? তুমি ইমানেই নৰাধম। উস্ তুমি এইৰ কি সৰ্বনাশ কৰিছা?"

অসমে ক'লে, "কি কৰিছোঁ? মই কি তাইক মদৰ ৰাগীত আঘাত কৰিলোঁ?" "হায়! পাষণ্ড মানুহে কেতিয়াবা হাতেৰে আঘাত নকৰিলেও একোটা ঘটনা, একোটা ভাবৰ খেলি-মেলিয়ে কেনেভাবে আঘাত কৰে?"

কমলাই ক'লে, "তুমি সৰ্বনাশী, তুমি মহাপাতকী। এনে সুন্দৰ ফুলপাহি তুমি মোহাৰি পেলাব পাৰা।"

এইবাৰ অৰুণিক অসমে ভালকৈ চালে। তাৰ স্মৃতিৰ উদয় হ'ল। সি যেন চিনিব পাৰিলে। সি লাহে লাহে থিয় হ'ল। সি কঁপিব ধৰিলে। সি কঁপি কঁপি উঠিয়ে ক'লে, "কমলা, কমলা মই যাওঁ।"

কমলাই ক'লে, "উস্ পুৰুষ জাতি কি ভীষণ!" ঠিক এনে সময়তে অসমে দেখিলে তাৰ হাতৰ আঙুলিকেইটা অৰুণিৰ হাতৰ আঙুলিৰে বৰ টানকৈ ধৰিছে। হঠাৎ অৰুণিয়ে ক'লে, "আইদেউ এই স্পৰ্শতে মোৰ জীৱন যাওক। মোৰ পূজাৰ দেৱতা—"

অসমে অৰুণিৰ সেই সুন্দৰ অন্তৰৰ পৰা ওলোৱা কথাকেইটা শুনিয়ে থাকিল। সি থৰ হৈ ৰ'ল।

কমলাই ক'লে, "মানুহ হৈ মানুহৰ এনে সৰ্বনাশ কৰিব পাৰে।" এনে আদৰ মালতীক লেউ-সেউ কৰিবলৈ তোমাৰ সংকোচ নহ'ল।" অসমে অলপৰ গম্ভীৰভাৱে চাই ক'লে, "কমলা! কমলা। মই পাপ কৰিছোঁ। দেৱীমূৰ্তি নষ্ট কৰিছোঁ। মোৰ উপযুক্ত শাস্তি হৈছে। মই নৰাধম, পিশাচ" এইবুলি কৈয়ে আঁজোৰ মাৰি ততালিকে মেজৰ ওপৰৰ পৰা বীণখনি লৈ "মই আহিলোঁ, মই আহিলোঁ কমলা। মই মদপী, মই মদপী। মই সকলো কৰিব পাৰো—" বুলিয়েই কুঠৰিৰ বাহিৰ হ'ল।

অৰুণি আৰু কমলাই সেইপিনে চাইয়ে ৰ'ল। হঠাৎ ক'ব নোৱাৰোঁ অসমে আকৌ কিবা ভাবি উত্তজিল।

কমলাই ক'লে, "শুনা অসম, তুমি যেনে ভুল

কৰিছা তেনেভাৱে তুমি ভুল শুধৰাব পাৰা। সিদিনাৰ পৰা তোমাকেই অকণিয়ে সপোনৰ ধন, দিঠকৰ সাধনা বুলি ভাবি আছে। তুমি তাইক গ্ৰহণ কৰি তোমাৰ ভুল শুধৰোৱা।"

অসমে ক'লে, "ভুল, ভুল, ভুল কৰিছোঁ। আকৌ শুধৰাবৰ উপায় আছে।"

"অসম যদি তুমি পুৰুষ হোৱা আৰু তোমাৰ মনত অলপো বল আছে, তেন্তে তুমি অকণিক গ্ৰহণ নকৰি নোৱাৰা। অকণিৰ ধৰ্ম ৰক্ষা কৰাত তুমিয়ে মাথোঁ উপায় কৰিব পাৰা। তুমি অকণিক গ্ৰহণ কৰি উত্তেজনাত যি ভুল কৰিছা, সেই ভুল এতিয়া গম্ভীৰভাৱে বিবেকৰ আশ্ৰয় লৈ শুধৰোৱা।"

অসম নিমাত হৈয়ে ৰ'ল।

এবাৰ মাথোঁ ক'লে, "মই শুধৰাম। নাই, মই নোৱাৰো, তাইৰ বংশ জাতৰ সকলো পৰিচয় নোপোৱাকৈ নোৱাৰো। তেনে কৰিলে যে দেউতাইতে মোৰ সৰ্বনাশ কৰিব।"

"হায়! পাপীষ্ঠ আজি যদি বংশ, জাতৰ বিচাৰ তেন্তে সেইদিনা সেইবিলাক ক'লৈ গৈছিল?" কমলাই ক'লে, "তাই ডাঙৰ বংশৰ ছোৱালী নহ'লেও তাই তোমালোকৰ জাতৰ।"

অসমে তেতিয়াও নিমাত হৈ ৰ'ল। তাৰ পিছত ক'লে, "কমলা, মই বুজিছোঁ। মই মহাপাপী! কিন্তু মোৰ বিয়া সম্বন্ধে মোৰ হাত নাই। যি নহওক অকণিক মই বিয়া নকৰালেও এই মাথোঁ ক'ব পাৰোঁ অকণিৰ বাহিৰে মই আন কাকো বিয়া নকৰাওঁ। মই উচ্ছৃংখল যুৱক হ'লেও মোৰ কথাৰ মূল্য আছে।" বুলিয়েই লাহেকৈ বীণখনি ল'লে। তাৰ পিছত ক'লে, "মই বুজিছোঁ মোৰ আৰু বিয়া নহয়। এই বীণেই মোৰ চিৰকালৰ বন্ধু হ'ব। এই বীণৰ কৰুণ সুৰেৰে মোৰ জীৱন অৱস্থাত মোৰ পাপৰ অনুতাপ কৰিম। এইবুলি কৈয়ে অসমে খোজ ল'লে।

কমলাই ক'লে— "দুৰ্বলতা এৰিলে তুমি শোকৰ ৰাজ্য নকৰি— আনন্দৰ মন্দিৰ কৰিব পাৰা!"

অসমে চিঞৰি কৈ গ'ল— "শোকৰ ৰাজ্য, অতৃপ্তিৰ হাহাকাৰেই মোৰ চিৰসংগী হওক। দুৰ্বলতাৰে জয় হওক। কেৱল সেই সুৰেই মোৰ বীণত বাজি উঠক!" বুলিয়েই বেগাই খোজ লৈ অদৃশ্য হ'ল।

অকণিয়ে অসমৰ সেই সুন্দৰ কথা কেইটা শুনিয়ে থাকিল। অলপ পিছত কমলাক ক'লে, "মোৰ বিয়াৰ কথা কৈ তেওঁৰ অনুতাপ বঢ়াব নালাগে আইতা, মই তেওঁক পূজা কৰিয়ে আনন্দ পাম।"

(২৭)

তাৰ কিছুদিন পিছত দেশভক্তই কন্দৰ্পৰ দুখনি চিঠি পাইছিল। সেই চিঠি দুখনিতো কেৱল বিশ্ববিদ্যালয়ৰ কথাকে লিখা আছিল। কিন্তু কন্দৰ্পই কি কৰিছে সেই সম্বন্ধে একো উল্লেখ নাছিল। কেৱল লিখিছিল— "আৰ্থিক আৰু খোৱা-লোৱাৰ স্বাধীনতাৰ লগে লগে মনৰ উৎকৰ্ষতা আৰু জ্ঞানৰ অসীম ভাব উপলব্ধি কৰাটোৱে ডাঙৰ স্বাধীনতা। কমলা, মই এতিয়া সকলোপিনে স্বাধীন। মোৰ খাবলৈ ভাবিবলৈ নাই, পিন্ধিবলৈ ভাবিবলৈ নাই কেৱল জ্ঞানৰ অসীম ৰাজ্যত সাঁতুৰিবলৈ চেষ্টা কৰিছোঁ; ইয়াতকৈ মোৰ কি স্বাধীনতা হ'ব পাৰে? কমলা যদি কেতিয়াবা শুনো অসমতো বিশ্ববিদ্যালয় হৈছে তেন্তে মই নিজে গৈ তাত কাম কৰিব ধৰিম। সেই বিশ্ববিদ্যালয়ৰ উৎকৰ্ষতা সাধনত লাগি পৰিম। সমাজৰ লগত গৱৰ্ণমেণ্টৰ সম্বন্ধ বুজিবলৈ চেষ্টা কৰিম। দেশবাসীক একেলগে কৰ্মী, ধৰ্মী, ভাবুক কৰিবলৈ— তাৰ বাহিৰে আন একো উপায় নাই। মোৰ যিদিনা সাধনা সিদ্ধি হ'ব কমলা সিদিনাই মই অসমলৈ যাম, আকৌ চেষ্টা কৰি চাম সেই বৈষ্ণৱ যুগৰ একেলগে উজ্বলি উঠা প্ৰতিভাৰ ঢল বোৱাব পাৰি নে নোৱাৰি। যদি সাধনা সিদ্ধি নোহোৱাৰ আগেয়ে মোৰ জীৱন অন্ত হয়, তেন্তে সেইটো বেলেগ কথা। মোৰ ইচ্ছা সময়ত বিশ্ববিদ্যালয় যে অসমৰ হাবি-বননিত, গুহাত থকা সকলো বস্তু জগতৰ সমুখত দাঙি ধৰিব পাৰিব। অসমৰ গছ-লতাৰ পৰাও ৰাসায়নিক বিদ্যাৰে নানা দৰৱ-পাতি বাহিৰ কৰিব। অসমৰ পুৰণি সাহিত্য, কৃষ্টি, সভ্যতা, পুৰণি তত্ত্ব উলিয়াই অসমক জগত জিলিকা কৰিব। অসমৰ

মাটিৰ তলত লুকাই থকা সোণ, ৰূপ, তাম, কয়লা, পেট্ৰোল, কেৰোচিনৰ নতুন নতুন খনি উলিয়াই অসম চহকী কৰিব। তেনেবোৰ বিষয়কে অসম বিশ্ববিদ্যালয়ে বিশেষকৈ ল'ব। নহ'লে সুকীয়া বিশ্ববিদ্যালয় পাতি কি লাভ? অসমত গৰু, ছাগলী, হাঁহ, পাৰ, মাছ পোহা আদি বিষয়ত অসমীয়া ল'ৰাক পাৰ্গত কৰি লগে লগে বয়ন, কৃষি আদিত সুন্দৰ জ্ঞান দি কৰ্মী কৰি গঢ়িবলৈ বিশ্ববিদ্যালয়ে গাত ল'ব। উন্নত ধৰণৰ কুটীৰ শিল্পত পটু কৰি তুলি অসমীয়াক লগা সকলো বস্তু অসমীয়া ছাতৰে গঢ়ি তুলিব পৰা শক্তি দিব লাগিব। লগে লগে বিদেশলৈ অসমীয়া ছাতৰ পঠিয়াই নতুন নতুন তথ্যৰ জ্ঞান আনি অসম নদন-বদন কৰিব।"

কমলাই সেই চিঠি দুখনি পাই দেউতাকক বৰকৈ ধৰিলে এবাৰ সেই কন্দৰ্পৰ থকা ঠাই বদৰিকা আশ্ৰম চাই আহে। দেশভক্তয়ো কমলাৰ কথাত হয়ভৰ দি কিছুমান দিন ছুটী লৈ কমলা, অৰুণি আৰু আনন্দক লৈ বদৰিকাশ্ৰমলৈ গতি কৰিলে। কিন্তু তাত কেওৱে কন্দৰ্পৰ কথা ক'ব নোৱাৰিলে। বদৰিকাশ্ৰম এৰিও আন বহুত ঠাইত কন্দৰ্পক বিচাৰিলে। কিন্তু ক'তো কন্দৰ্পক লগ নাপালে। আটাইকেউজনে এটা নিৰাশাৰ হুমুনিয়াহ লৈ উভতিল। উভতি আহোতে কাশীত দেশভক্তৰ গা অসুখ হ'ল। তাতে কিছুমান দিন থাকিল। কিন্তু দেশভক্ত আৰু ভাল নহ'ল। দিন যোৱাৰ লগে লগে তেওঁৰ অৱস্থা কাহিল হৈ আহিল। দেশভক্তই বুজিলে তেওঁৰ শেষ অৱস্থা অতি ওচৰত। তেওঁ এজন ডাঙৰ উকিল আনি এখন উইল তৈয়াৰ কৰিলে। সেই উইলমতে দেশভক্তই মন্ত্ৰী হিছাপে পোৱা মাহে সাৰে তিনি হাজাৰকৈ প্ৰায় তিনি বছৰৰ ১২৬ হাজাৰ টকাৰ ভিতৰত এক লাখ টকা অসমত বিশ্ববিদ্যালয় হ'লে দিবলৈ আৰু ২০ হাজাৰ টকা এটা অসমীয়া পুথি ভঁৰাল প্ৰকাশ কৰিবলৈ দি গ'ল। সেই ভঁৰালৰ সুদেৰে অসমত নতুন কিতাপ হ'লেই ছপাব। পাৰিলে তাৰ সুদেৰে আলোচনীও ছপাই অতি কম মূল্যতে অসমীয়াক বেচি যি অলপ-অচৰপ টকা পাই সেইবোৰো সেই ভঁৰাললৈ আহিব, তিনি হাজাৰ মূল্যৰ যঁতৰ আৰু নাঙল দিবলৈ লিখি গ'ল। বাকী তিনি হাজাৰ টকা কমলা আৰু অৰুণিক দি নিজৰ সম্পত্তিৰ প্ৰায় ত্ৰিশ হাজাৰ নগদ টকাও অসমৰ কলেজৰ ল'ৰাই খেতি কৰিব পৰা এডোখৰ ডাঙৰ পথাৰ কিনিবলৈ আৰু হাল-কোৰ-গৰু কিনিবলৈ লিখি গ'ল। লগে লগে গৱৰ্ণমেণ্টলৈ লিখিলে যাতে Weaving Institute Farm আৰু স্কুল, কলেজ, বেলেগ বেলেগ function নকৰি সকলোৱেৰে এটা ঐক্য ভাব উলিয়াই স্কুলীয়া আৰু কলেজৰ ল'ৰাৰে সেই শিক্ষাকেন্দ্ৰবোৰতো তাঁত বৈ, যঁতৰ চলাই, ম'হ, গৰু, হাঁহ-পাৰ, মুৰ্গী-মাছ আদি পুহি আকৌ ফাৰ্মত খেতি কৰিব পৰা কৰায়। তেন্তে সেইবিলাক শিক্ষাকেন্দ্ৰ কেতিয়াও শ্ৰীহীন নহয়। লগে লগে অসমীয়া ল'ৰাবোৰৰো উৎকৰ্ষতা লাভৰ উপায় হয়।

উইল কৰাৰ দিনচেৰেক পিছতে কাশীত কমলা, অৰুণি আদিক শোক সাগৰত পেলাই দেশভক্তই ইহলীলা সামৰিলে। অসমে দেশভক্তৰ শেষ সময় উপস্থিত বুলি কাকতত পাই সেইদিনাই কাশী পাইছিলগৈ। কিন্তু হায়! দেশভক্ত তেতিয়া সমাধি ক্ষেত্ৰত। প্ৰায় এমাহ আগতে অসমৰো দেউতাক ঢুকাই দেউতাকৰ সকলো সম্পত্তি চাহ বাগিচাৰ অধিকাৰী হৈছিল। দেউতাকৰ মৃত্যুৰ লগে লগে অসমে আগৰ উচ্ছৃংখলতা এৰি লাহে লাহে শিল্প-কলাৰ উন্নতিলৈ মন মেলিছিল। গীত, বাদ্য, নৃত্য, অভিনয় আদিৰ উৎকৰ্ষতাৰ কাৰণে লাগি-পৰি লাগিছিল।

যি নহওক, দেশভক্তৰ সমাধি-ক্ৰিয়া শেষ হৈ যোৱাৰ পিছৰ দিনাই তেওঁলোকে ঘৰলৈ খোজ ল'লে।

আহোতে বাটত দুজন পুলিচে এজন ল'ৰাক হাতকেৰেয়া মাৰি আনি এটা ষ্টেচনত উঠা দেখিছিল। অসমে ল'ৰাটোৰ কাষলৈ গৈ সুধিলে, "তৰুণৰ এনে অৱস্থা কেনেকৈ হ'ল।" তৰুণে অসমক দেখি লাজতে কি ক'ব, কি নক'ব ভাবি লাজতে তলমূৰ কৰিলে। অসমে আকৌ তেনে প্ৰশ্ন কৰাত তৰুণে লাহে লাহে ক'লে, "অসম পুৰুষৰ ভৱিষ্যৎ কোনে জানে। অন্নবিদ্যা ভয়ংকৰীৰ এয়ে শেষ অৱস্থা। ভাই, পাৰা যদি পুৰণি বন্ধুত্বৰ উপকাৰ কৰা।"

অসমে সুধিলে, "কি হৈছে?"

"অভাৱ, অনাটন, লগে লগে নিষ্কৰ্মী, নিবনুৱা অৱস্থা যি হয় সেয়ে হৈছে। চুৰ নকৰি আৰু উপায় কি? শিক্ষাৰ অভিমানত জনসাধাৰণৰ মাজত যে হাল-কোৰ ধৰাও লাজৰ কথা। ভাই ইটো নষ্ট ততো ভ্ৰষ্ট! লাজ নকৰিলেও সেইবোৰ কৰিবলৈ দেহাত শক্তি ক'ত? সেই কাৰণে এনে পন্থা!"

অসমে খন্তেক নামাতি ৰ'ল। পিছত পুলিচলৈ চাই ক'লে, "জামিন হ'লে এৰি দিবা?"

"এৰা পাৰিম।"

তাৰ পিছত অসমে ৫০০ টকাৰ জামিন হৈ তৰুণক পুলিচৰ হাতৰ পৰা এৰুৱাই আনিলে।

তাৰ পিছত কমলাইঁতৰ কাষ পাই ক'লে, "কু-শিক্ষাই আমাক সৰ্বনাশ কৰিছে। কিন্তু মই আৰু ওকালতি নকৰোঁ। বৰ বেয়া লাগিছে, সংসাৰৰ দৃশ্যবোৰ অনুভৱ কৰি মনৰ সাল-সলনি ঘটিছে। ইপিনে দেউতা ঢুকাল। দেউতাৰ চাহ বাগিচাৰ পৰা সকলো ধন-সম্পত্তিৰে এটা সাহিত্য-মন্দিৰ গঢ়ি বাকী কালকেইটা কেৱল গ্যেটে, বাইৰণ, কীটচ, ওৱাৰ্ডছৱাৰ্থ, মিল্টন, শ্বেক্সপীয়েৰ, বাৰ্ণাৰ্ডশ্ব, ৰোমাৰোলা, গ'ৰ্কী, ডষ্টয়েভস্কি, টলষ্টয় আদি মনীষীসকলৰ আৰু পৃথিৱীৰ সুন্দৰ সুন্দৰ কিতাপবোৰ পঢ়ি কোনোমতে দুসন্ধ্যা খাই জীৱন নিৰ্বাহ কৰিম। মই দেখিছো বিলাসিতাই সৰ্বনাশ কৰে। Simple living and high thinkingৰ বাহিৰে আমাৰ আন উপায় নাই।"

গুৱাহাটী পাই অসমে কিছুমান দিন কমলাইঁতৰ লগত থাকিয়ে বাপেকৰ পৰা পোৱা প্ৰায় ৫০ হাজাৰ টকাৰ সম্পত্তিৰে এটা সাহিত্য-উদ্যান গঢ়ি জগতৰ ডাঙৰ ডাঙৰ গ্ৰন্থকাৰসকলৰ কিতাপ, নানা তৰহৰ গীত-বাদ্য, নৃত্য-কলাৰ স্কুল আৰু লগে লগে এখনি মনোৰম খেতিৰ ঠাই কৰি অসমে দিন নিয়াব ধৰিলে। সেই চঞ্চল অসম বয়সৰ লগে লগে গম্ভীৰ হ'ল। ঈশ্বৰৰ ভাবত সৎ-চিদানন্দৰ আশ্ৰয় ল'লে। তেওঁ আৰু বিয়া নকৰালে। সময়ৰ লগে লগে কমলা, অকণিও সেই উদ্যানতে আশ্ৰয় ল'লে।

অসমে বেণুক বিচাৰি আনি তাৰ খেতিৰ পথাৰৰ কামত লগালে। নিজৰ পোহপালৰ কাৰণে সুন্দৰ সুন্দৰ কিছুমান গৰু-ছাগলী পুহি সেইবোৰ কেতিয়াবা পথাৰত চৰাই আনন্দ লভে।

কমলাই কন্দৰ্পৰ আৰু কোনো বাতৰি নাপাই লাহে লাহে অসমত যাতে কন্দৰ্পৰ আদৰ্শমতে বিশ্ববিদ্যালয় গঢ়ি উঠে তাৰ নিমিত্তে চেষ্টা কৰিব ধৰিলে।

জনগণৰ মাজত বিশ্ববিদ্যালয় আৰু শিক্ষাৰ নিয়মৰ সম্পূৰ্ণ সাল-সলনি হোৱাৰ আৱশ্যকতা দিনকদিনে বাঢ়ি উঠিল। কিন্তু হায়, কোনে জানে এনেধৰণৰ অসম বিশ্ববিদ্যালয়ৰ কল্পনা কোনদিনা কামত পৰিণত হৈ জগতত অসমীয়াৰ নাম উজ্বলাই তোলে।

কমলাই এদিনা অসমক সুধিলে, "কোন মেঘৰ আঁৰত অসমীয়াৰ ভাগ্যৰবি লুকাই আছে?

অসমে ক'লে, "কু-শিক্ষাৰ আৰালত!"

(১)

"জীৱনৰ এটা উপায় হয়।"

"উপায় হয় সঁচা, বন্ধুত্বও ৰক্ষা পৰে। কিন্তু জানা নহয় জামিন হোৱাটো কেনে গুৰুতৰ কথা?"

"সেইবুলি তুমি মোকো অবিশ্বাস কৰানে? মই নিজে মৰিলেও তোমাক মৰিব নিদিওঁ। সৰুৰে পৰা একেলগে ডাঙৰ হ'লোঁ বুজিছা দেখোন। আৰু তোমাৰো লাভ আছে। এনেয়ে জামিন হ'ব নালাগে। প্ৰত্যেক হাজাৰত কুৰি টকাকৈ উপঢৌকন দিম।"

কপিল বৰুৱাই ক'লে, "সেইটো বুজিছো। কিন্তু যদি টকা-পইছা বা গৱৰ্ণমেন্টৰ দায় নিয়মমতে শোধাব নোৱৰা তেতিয়া?"

মোহন খাটনীয়াৰ এইবাৰ থিয় হ'ল আৰু আগতকৈ ডাঙৰকৈ ক'ব ধৰিলে, "তুমি মোক ইমানেই আলাইবাদু বুলি ভাবিলানে? বছৰৰ ভিতৰত মই মোৰ কিস্তি শোধাব নোৱাৰিম? তাহানি পঢ়াৰ সময়ৰ পৰা জানাচোন কেনেভাৱে সৰস্বতী পূজাত চান্দা তুলিছিলোঁ, তাৰ পিছত সেইবাৰ গাঁৱৰ পুখুৰী খান্দোতে, আকৌ নিজৰ মাটি-বাৰীৰ কে'বাবাৰো খাজানা দিব নোৱাৰি এনেয়ে আছো?"

"সেইবিলাক বুজিছো। তুমি টকা তোলা কামত পটু বুলিও জানো। তদুপৰিও তুমি মোক কে'বাবাৰো সহায় কৰিছা। সিবাৰ ল'ৰাটোৱে পৰীক্ষাৰ ফিজ দিব নোৱাৰি পৰীক্ষা দিবলৈ নোৱৰা হৈছিল তেতিয়াও তুমি সহায় কৰিছা। কিন্তু তথাপি জামিন হ'ব বৰ ভয় লাগে।"

"তেন্তে তুমি মোক আশা নিদিয়া? মানুহক সহায় কৰিলে তাৰ পুৰস্কাৰ এনেভাৱেহে দিয়া যুগুত জানো।"

"বাৰু ভাবি চাওঁ, উত্তলা নহ'বাচোন। আকৌ এটা ভাবিবলগীয়া– মোৰ গোটেই সম্পত্তি জামিন দিলেওতো তোমাৰ মৌজাদাৰী নহ'ব।"

"তুমি হওঁ বোলা, মুঠতে মই আৰু এজনক ধৰিমগৈ।"

"কাৰ কথা কৈছা।"

"সৌ শ্ৰীধৰ ফুকনক ধৰিম। এবাৰ ধৰিছিলো, তেওঁ তোমাৰ ওপৰতে বেছি নিৰ্ভৰ কৰিছে। তুমি হলে তেওঁ হ'ব।"

"বাৰু ভাবি চাওঁ। তেওঁকো সোধো। আৰু কেইদিন আছে?"

"বেছ দিন নাই। পোন্ধৰ দিনৰ ভিতৰতে জামিন দিব লাগে। নহ'লে মিছা হৈছে। মৌজাখন পালো এতিয়া এনেয়ে যায় যেন দেখিছোঁ।"

কপিল বৰুৱাই এনেতে ভিতৰলৈ মাত লগালে, "নৰপতি এচিলিম ধঁপাত লৈ আহ। সেইপিনে ৰশ্মি মাইকো ক'চোন এবটা তামোল খুন্দি আনক। বুজিছা ভাই, মই পাৰিলে বন্ধুক কাহানিও সহায় নকৰাকৈ থকা নাই। কিন্তু এইটো বৰ ভীষণ সমস্যা। জামিন হ'লে মাজে-সময়ে কেনে বিপদত পৰিব লাগে।"

"তুমি ভাই বিশ্বাস কৰা। মই মৌজাৰ যি টকাকে পাওঁ আগেয়ে গৱৰ্ণমেন্টৰ লেঠাই মাৰিম। তাৰ পিছতহে অন্য কথা।" এনেতে নৰপতিয়ে এচিলিম ধঁপাত আনি দিলে, কপিল বৰুৱাই ধঁপাত হুঁপিব ধৰিলে। অলপ পিছতে ৰশ্মি নাহি কপিল বৰুৱাৰ মাকে খুন্দা তামোল লৈ ওলাই আহি মোহন খাটনীয়াৰক দেখিয়ে মাত লগালে, "ঔ তুমিহে। মই বোলো কাৰ মাত, পিছে ইপিনে দেখো দেখাদেখিয়ে নাই?"

"কি ক'ম কত কামত ঘূৰিব লাগে। তাতে বৰ সমস্যাত পৰিছোঁ। এখন মৌজা পালোঁ, এতিয়া ৰখা টান হৈছে যেন.."

"কিয়?"

"নাজানেনে মৌজাদাৰৰ জামিন লাগে। সেইকাৰণে বান্ধৈৰ তালৈকে আহিছোঁ। পিছে বান্ধৈও পিছ হুঁহকিছে। বিপদে-আপদে বান্ধৈয়ে সহায় নহ'লে আৰু কোন হ'ব?"

"সহায় কৰিব পাৰিলেনো কিয় নকৰিব? তইঁতৰ ঘৰ তো আজিৰ মিতিৰ নহয়।"

কপিল বৰুৱাই তেতিয়াও হোঁকা হুঁপিয়ে আছিল। তেওঁ ক'লে, "বাৰু নহওঁ বুলিতো কোৱা নাই। ভাবি চাওঁ শ্ৰীধৰ ফুকনকো সোধো। তাৰ পিছত কি হয় এটা কৰিম।"

বুঢ়ীয়ে মাত লগালে, "বাৰু যি হয় সহায় কৰিব যোৱা। কিন্তু এটা কথা মনত ৰাখিবা, আমি হ'লে চাইয়ে আছো। সেই তাহানিয়ে কোৱা কথাষাৰ।"

"এ আপুনি সেইটোলৈ ভাবিছে কিয়? হব। ছোৱালী ডাঙৰ হওকচোন। ইপিনে ল'ৰাটোও পঢ়ি-শুনি অলপ ভাল হওক।"

বুঢ়ীয়ে ক'লে, "বুঢ়া অৱস্থা কেতিয়া কি হয় ক'ব নোৱাৰো। বোলো দিন যায় ক্ষণ নাযায়। নাতিনীজনীৰ বিয়াখন চাই যাব পাৰিলে মনটো সুখতে মৰিব পাৰোঁ। পিছে আকৌ জানা নহয়– 'শুকুৰে দিলে মাটি শিয়ো ধৰিলে আটি।' তেহে হয়। দুয়ো পিনৰ পৰা অলপ মন-কাণ কৰিলেহে।"

খাটনীয়াৰে এইবাৰ তামোলমোকোৰা খাই ডাঙৰকৈ ক'লে, "হ'ব, হ'ব বাৰু। আগেয়ে মৌজাখনৰ দিহা হওক। বিয়া এখন পাতোতে কিমান পৰ।"

কপিল বৰুৱাই ক'লে, "তিৰোতাই সংসাৰত বিয়াৰ বাহিৰে আন কি জানে?"

কপিল বৰুৱাৰ কথা শুনি বুঢ়ীৰ খং উঠিল। "অ' তইঁতে বৰ জান, কথাতে কয়– জানি গাবা, জাগি শুবা, চিনি সিঁচিবা ধান, নেজানিলে নহয় টান।' ছোৱালী হ'লেই এঠাইত গঁতাবলৈ দিহা কৰিব লাগে।"

কপিল বৰুৱাই হাঁহি মাৰি ক'লে, "সময় আছে আইতা, ৰশ্মিৰ বিয়ালৈ ভাবিছা কিয়, মইতো খাব নোপোৱা ভিকহু নহয়। একো নহ'লেও অন্ততঃ চাৰিকুৰি পুৰা নিস্পি খেৰাজ মাটি আথাও-পুথাও দিনৰ পৰা আছেই। খাব নোপোৱা ভিকহুৰহে কইনা বিয়া দিয়ালৈ ইমান ভাবিব লাগে।"

"সেইটো হয়েই। কিন্তু মই চকু নুমুদোতে ৰশ্মিৰ বিয়াখন হৈ গ'লে এটা হেঁপাহ পূৰ হয়।"

"সেইবিলাক ঈশ্বৰেহে জানে। বাৰু বাদ্ধে এতিয়া যোৱা। মদন বোপাক মাজে-সময়ে পঠিয়াবা। সি গুৱাহাটীৰ পৰা বন্ধত অহা নাইনে?"

"আহিছে। কাইলৈ বোধকৰোঁ ইয়ালৈ এবাৰ আহিবও। আজিকালি অলপ লাজ কৰে।"

বুঢ়ীয়ে সুধিলে, "লাজ কৰিবৰনো কিটো? সি ইয়াতে খাই লৈ ডাঙৰ-দীঘল হৈছে। এতিয়াও সম্বন্ধ ভালকৈ হোৱাই নাই। কেৱল কোৱা-মেলা। তাতেনো লাজ কৰিবলৈ কি? আহিব দিবা বোপা।"

"মইতো আহিবলৈকে কমেই। সি এতিয়া পঢ়া-শুনা কৰা ল'ৰা নহয়। সেই কাৰণে লাজ কৰে। বাৰু কাইলৈ পঠিয়াবলৈ চেষ্টা কৰিম। বাদ্ধে আপুনিও সেইটো শ্ৰীধৰ ফুকনক সুধি-পুছি কি কৰে বপাৰ আগতে কাইলৈ ক'ব। মই হ'লে বৰ আশা কৰিলোঁ। আই আপোনাকো ক'লোঁ।"

বুঢ়ীয়ে কলে– "বাৰু, কপিলতো মোৰে ল'ৰা। সিনো তইঁতক পাহৰিব পাৰেনে?"

(২)

"উৰি গ'ল ৰাজহাঁহ, পৰি গলে পাখি
দুইকলৰ মাজত ৰামক কিয় থলা ৰাখি।

আইতা, আইতা। দৰাটো আহিছেই, কইনাজনী শুই আছে আপুনি কি কৰিছে, ততালিকে দৰাক আগবঢ়াই আনক।" এইবুলি কৈয়ে ৰশ্মিয়ে পাটৰ ফলা কাপোৰেৰে সজোৱা দৰাটোৰ গা পিহি আকৌ গাবলৈ ধৰিলে।

"কি কৰা শাহু আই ভিতৰ সোমাই
ভিতৰ সোমাই–
নিয়ৰত তিতিলে তোমাৰ জোঁৱাই
গুণাৰে বনে কৰা চেলেংখনি, চেলেংখনি
নিয়ৰত তিতিলে গোটাইখনি।
সোণৰ কলাপুলি, ৰূপৰে পাত, ৰূপৰে পাত।
ৰৈছে সোণামুৰা, জুৰাইছে তাত।"

তাই গাই থাকোঁতে থাকোতে আয়েকে ক'লে, "আধাকাটী, গীত গাবি পিছতো। চাচোন সেইটো কোন?"

ৰশ্মিয়ে পিছপিনে চায়ে ততালিকে দৰা-কইনা সোপাকে এৰি ঘৰৰ ভিতৰ সোমাল। আয়েকে ক'লে, "গীত গাব এৰি পলালি কিয়?" তাৰ পিছত আহাজনলৈ চাই "আহা বোপা বহাহি।" এইবুলি এখন ডাঙৰ পীৰা চোতালতে পাৰি দিলে? আজিকালি হেনো লাজতে নাহা। লাজনো কিটো। অহা ঘৰ, আহিব

লাগে।" মদনে মিচিকিয়াই হাঁহি মাৰিয়ে ৰ'ল। বুঢ়ীয়ে ক'লে, "একো লাজ নাই। ইয়াতে খাই লৈ ডাঙৰ হৈছা।"

মদনেও এই সুচলতে অলপ সাহ পাই ক'লে, "লাজনো কিটো, সময়ে নাপাওঁ। গুৱাহাটীৰ পৰা কেতিয়াবা আহোঁ, আকৌ যাবলৈকে হয়েই। আজিও অহা টানেই আছিল। এঠাইলৈ যাবলৈ কথা আছিল। পিছে দেউতাইহে ইয়ালৈ পঠিয়ালে। কালি হেনো দেউতাই কিবা কথা কৈছিল।" বুঢ়ীয়ে ক'লে, "এৰা আজি ৰাতিপুৱা কপিল বপা ফুকনইতৰ তালৈকে গৈছিলেই। কি কৰিলে কব নোৱাৰো। কপিল বোপা, ঔ কপিল বোপা আছনে? এয়া খাটনীয়াৰৰ ঘৰৰ মদন বোপা আহিছে। কালি দেউতাকে সোধা কথাৰ–"

কপিল বৰুৱাই সিঘৰৰ পৰা মাত দিলে, "বাৰু গৈছোঁ। বহিব দিয়া।"

বুঢ়ীয়ে আতৌ-পুতৌ কৰি তামোল-চালি আনি মদনৰ আগত দিলেহি। এবাৰ বোৱাৰীয়কলৈ চাই ক'লে, "যোৱা বহিয়ে থাকিলা দেখোন, অলপ জা-জলপানৰ দিহা কৰাগৈ। ইমান দূৰৈৰ পৰা ৰ'দ খাই আহিছে। বোপাৰ মুখখনেই ৰঙা পৰিছে।"

মদনে হাঁহি মাৰি ক'লে, "আপোনাৰ সদায় মৰম আছেই। এই মাথোঁ ঘৰত খাই আহিলোঁ আকৌ জা-জলপান।"

"এ সেইটোনো কি কথা। অৱশ্যে খাই-বৈ অহা বুলি কোৱা নাই। খাটনীয়াৰৰ ঘৈণীয়েক গাওঁবুঢ়াৰ জীয়েকক ভালকৈ জানো। ইবিলাক নহ'লেও খোৱা-লোৱাত সোধ-পোছ কৰাত ঠিক আছে। মই বুঢ়ী বেটীয়ে নাজানো নে? মোৰ আগতেতো তাই ডাঙৰ দীঘল হৈ গৈছে। আমাৰ গাঁৱৰে ছোৱালী। ঔ আৰু এটা কথা ভাল মনত পৰিছে বোপা। গুৱাহাটীলৈ গ'লে গোসাঁই চোৱাত সুবিধা হ'বনে?"

"নহ'বনো কিয়, এবাৰ আতৈক নকয় কিয়? আটাই কেউজনকে গুৱাহাটীলৈ নি গোসাঁই দৰ্শন কৰি আনক।"

"এৰা বোপাই, সেই আশা মনতে মৰহি যাব যেন পাইছোঁ। ভাটিফালৰ পৰা এবাৰ ঘূৰি আহিছোঁগৈ, কিন্তু লৰ মাৰিলে পায় সেই ঠাইখন, তালৈকে যাওঁ বুলি যাব নোৱাৰিলোঁ। আৰুনো কাক দেখিম? নিজৰ কপালো লাগে নহয়। 'বোলো কাক ক'ম কোনে পতিয়াব? যাকে ক'ম সিয়ে লঠিয়াব।"

"এৰক আই, আপুনি অলপতে বহুদূৰ পাইগৈ।"

"নহয় বোপা মনত দুটা বৰ ডাঙৰ আশা। এটা তোৰে আৰু বশিষ্ঠৰ বিয়াখন চাবলৈ, আনটো এবাৰ সেই গুৱাহাটী নগৰখন আৰু গোসাঁইৰ থানকেইখন"

"এৰা আগেয়ে এটা আশাৰ কথা শুনিছিলোঁ, এতিয়া আৰু এটা বাঢ়িল।"

"কিন্তু বোপা মনৰ হাবিলাষ মনতে যাব হ'বলা। ইমানকৈ কওঁ, তেও কাৰো মনকাণ্ নাই। মই বুঢ়ীনো আৰু কেইদিন জীম?"

এনেতে কপিল বৰুৱাই হোঁকা টানি টানি ওলাই আহি ক'লে, "উলিয়াইছা নে তোমাৰ পাতালি কাণ্ড ফেদেলি পুৰাণখন? বুঢ়া হোৱা মানে কথা-বতৰা অইন ধৰণৰ হয়।"

বুঢ়ীয়ে একো নামাতিলে। মদনে মিচিকিয়াই হাঁহি তলমূৰা কৰিলে। এনেতে কপিল বৰুৱাৰ ঘৈণীয়েকে আহি ক'লে, "বোপা অলপ উঠা, অলপ জলপান।"

"এ সেইবোৰনো কিয়?"

"ব'লা হওকচোন– কিবা পৰৰ ঘৰনে, নে নোসোমোৱা ঘৰ?"

বুঢ়ীয়ে ক'লে– "সিহঁতৰ ককাক, দেউতাক, দেউতাকৰ দেউতাক আটায়ে এই ঘৰতে খাই-লৈ ডাঙৰ-দীঘল হোৱা। ককাদেউতাক যেনে সজ গুণী মানুহ আছিল দেখোতেও সভা-শুৱনি লোক। যাওক উঠা বোপা অলপ।"

মদনে এইবাৰ উঠি লাহে লাহে খোজ ল'লে। অলপ গৈয়ে আকৌ কপিল বৰুৱাৰ পিনে উভতি ক'লে, "দেউতাই বোলে কিবা কথা সুধিছিল?"

"সুধিছিলতো, কিন্তু ঠিককে কৰিব পৰা নাই। জামিন হোৱা বৰ ডাঙৰ কথা। অৱশ্যে দেউতাৰ ভাল মানুহ সঁচা। কিন্তু–"

বুঢ়ীয়ে মাত লগালে, "কিন্তুৰ চিন্তানো কি?"

"দেউতাক মানুহৰ লগৰ মানুহ। দেউতাকৰ হৈ জামিন হ'লেনো কি হ'ব পাৰে? টকানো নিদিয়াকৈ থাকিব পাৰেনে? মিত্তিৰ-কুটুমেনো কাহানি সহায়

নকৰে? আজি তুমি তাক সহায় নকৰিলে কাইলৈ সি সহায় কৰিব কিয়?"

"চাইছো।"

"ভাবি-চিন্তি থাকিলে হ'বনে। ঠিক সময়ত আকৌ নোৱাৰোঁ বুলি কলে তাৰ মস্কিল নহ'বনে? সি আনটো চেষ্টা নকৰিব, তোতে সৰ্বভৰষা কৰি থাকিব। পিছে সময়ৰ মূৰত হ'বগৈ সেই সোপা। এইবিলাক মিতিৰ হৈ শত্ৰুক কৰাহে মেল।"

"নাই হ'বই লাগিব যেন পাইছোঁ। যোৱা বোপা, জলপান খাই আহাচোন।"

(৩)

সিদিনা শ্ৰীধৰ ফুকনৰ ঘৰত আনন্দৰ ৰোল উঠিছে। চ'ৰাঘৰত মানুহ মুঠতে চাৰিজন, কিন্তু আনন্দৰ টৌ অপাৰ। চাৰিওজনে খোৱাত মগ্ন। শ্ৰীকপিল বৰুৱাই কৈছে, "Mr. Phukan, It is nice, but something. more is necessary."

"এৰা বৰুৱা। You mean dancing girl. বাৰু হ'ব। মৌজাদাৰ হোৱা মাত্ৰকে খাটনীয়াৰে এজোৰ মণিপুৰী নাচনীয়াৰ আনিব লাগিব। What do you suggest?"

"এৰা নিশ্চয়, নহ'লে কিয় জামিন হ'ম। কেৱল পহুৰ মাংস হ'লেই নহয়। কেৱল দৈৰ সৰ হ'লেই নহয়, কিন্তু সকলো পিনে ফুৰ্ত্তি থাকিব লাগে। অৱশ্যে মই মদৰ পক্ষপাতী নহওঁ। আৰু এটা কথা, যদিবা মণিপুৰী নাচনীয়াৰ নাপায়, তেন্তে ভাল চাই এজনী দেওধনীকে আনি নচুৱাওক।"

"ইয়াতে তোমাৰে-মোৰে পাৰ্থক্য। তুমি সদায় পুৰণি বস্তুকে বিচৰা। These are too old. এতিয়া লাগে নতুন। খুবচুৰত বাঈজী, খুবচুৰত নাচ। সেইবিলাক পুৰণি নাচোন, পুৰণি গীত। Oh I hate these things. অসমীয়াবিলাক এতিয়াও ওঠৰ শতিকাতে আছে। আৰু এটা কথা, তুমি মদ touch নকৰি বৰ ভুল কৰিছা। World is looking but those things, wine, wife & women.

" এৰা তুমি অলপ সুবিধা পালেই বহু দূৰলৈ যোৱা। সেইবিলাক কথা যেতিয়া নগৰলৈ যাবা তেতিয়া কৰিবা। কিন্তু এইখন জানা তোমাৰ গাঁও তোমাৰ ঘৰ।"

"এৰা সেইটোতে পাক লাগে। চহা গাঁৱলীয়া, They donot understand novelty. কেৱল পুৰণি কথা-বতৰা, পুৰণি আও-ভাও, ৰেহৰূপ, চলন ফুৰণ, It will reform the village my dear Barua মোৰ সৰুৰে পৰা এনে এটা মন আছে। এই গাঁৱলীয়া বিলাকক উন্নতি পথলৈ নি নব্য সভ্যতাৰ মোল বুজাব লাগিব। They should throw away plough, that devil thing and take wine bottle in their hands."

"ছিঃ ছিঃ কি কোৱা, তুমি দেখিছো ডাঙৰ Reformer কিন্তু মনত পৰেনে যে তুমি মহাপুৰুষীয়া?"

"এৰা! সেইটোতে পাক, সেইকাৰণে লুকাভাকু! আমি যিহকে নকৰোঁ কিন্তু সেই গুৰুজনক পাহৰিব নোৱাৰোঁ, আৰু অধিকাৰ জনক।"

"সেইকাৰণে মনে মনে খোৱা যেতিয়া, মনে মনে কৰাই ভাল। অন্ততঃ মোৰ আগত সেই মদৰ কথা নুলিয়াবা; কুৰি শতিকাৰ যিমানেই সভ্যতা নহওক তথাপি মই সেই বিধৰ ভক্ত নহওঁ। কিন্তু সেইবোৰ এৰিও বাইন্ধেয়ে এদিন ওজাপালি আৰু দেওধনী মাতক। সেই বিৰহুৰ ভনীয়েক দেউধনীজনী বৰ দেখনীয়াৰ।"

"দেখনীয়াৰ হ'ব পাৰে, but my dear baruah, she does not know how to dress. সাজ-পাৰো লাগে। আৰু এটা কথা, যদি মণিপুৰী নাচনীয়াৰ নাপাই তেন্তে সেয়ে হওক। যিহকে নহক এবিধ স্ফূৰ্ত্তিৰ আলম লৈ আমাৰ কাম সিদ্ধি হ'লেই হৈছে।"

"অৰ্থাৎ তুমি বটল পালেই হৈছে, কি কোৱা ফুকন।"

"That's right, you understand me well. পিছে খাটনীয়াৰ জামিন হ'ব, মৌজাও পাবা। কিন্তু মৌজা পালেই সেইবোৰ নাপাহৰিবা। অৱশ্যে আজি খোৱা ভোজটো ভালেই হৈছে। কিন্তু defective পিছৰ বাবলৈ সৰ্বাঙ্গ সুন্দৰ কৰিবলৈ চেষ্টা কৰিবা।"

খাটনীয়াৰে এই চলতে মাত লগালে, "কাইলৈ গুৱাহাটীলৈ যাব লাগিব।"

"Oh donot fear ভয় নকৰিবা। মই যাম। কিন্তু তাত বুজিছাতো? নাপাহৰিবা। আৰু এটা কথা, বহুতে কয় মই হেনো বৰ খৰচী। কিন্তু জানা My father যে ৪০ পুৰা নিস্পিখেৰাজ এৰি গৈছে। কিন্তু মই খেৰাজৰ সৈতে ৬০ পুৰা কৰিছোঁ; অৱশ্যে টকা-পইছা কৰিব নোৱাৰিলোঁ। সেইটো হ'বও নোৱাৰে। যি নহওক দিনকেইটা এনেভাৱে ফূৰ্তিত খেদাব পাৰিলেই ভাল।"

'কিন্তু ফুকন, তুমি মৌজাদাৰৰ পৰা যেতিয়াই তেতিয়াই টকা আনিব নোৱাৰিবা।"

"কি কোৱা বৰুৱা, বাৰু ধৰা মই আজি মৌজাদাৰৰ জামিন হোৱা নাই সেইবুলি জানো মোৰ খৰচ যোগোৱা নাই? God has given me some how or other. কলিয়া ঠাকুৰ থাকক মাথো, কি কোৱা বৰুৱা? কিন্তু খাটনীয়াৰ এইটো মনত ৰাখিবা যে মই নহ'লে, বৰুৱায়ো জামিন নহ'লহেঁতেন। Another thing মাজে-সময়ে পহুৰ মাংস দিব নাপাহৰিবা। Well would is for ফূৰ্তি। খোৱা-লোৱা ফূৰ্তি কৰা। বৰুৱা Why did you hesitate to his জামিন। জামিন হ'লে বহুতো লাভ, প্ৰথমে বছৰৰ মূৰত টকা পাবাই, দ্বিতীয়তঃ পহুৰ মাংস, তৃতীয়তেঃ মাজে-সময়ে খাটনীয়াৰৰ তালৈকে অহা ভাৰ-ভেটী। But donot forget me, Khatanear."

(৪)

"হেৰ গা তিয়াই নহাঁকে ৰান্ধনি ঘৰৰ দুৱাৰডলি ডেৰালি। কি কৰিলি। এতিয়া সকলো সাজ-বাচেন ধুব লাগিল।"

"নাই দিয়ক সিপিনে একো লেঠেৰি নাই, মই পানী কলহহে আনিলোঁ।"

"এইবিলাকেই ভুল। ইমানদিন থাকিলি তেওঁ এইবোৰ শিকিব নোৱাৰিলি।"

"কি কৰিম, কালি পানী যি ঘৰলৈ নিবকে পাইৰিলোঁ। এতিয়া উঠিলেই পানী পানী কৈ হাহাকাৰ লগাব। আকৌ গা তিয়াও মানে উঠিবই। উঠিলেই জানা নহয়– সৰ্বনাশ।"

'কিন্তু এতিয়া উপায়, সকলোবোৰ যে ধুব লাগিব। কেতিয়া ৰাতিপুৱা প্ৰসঙ্গলৈ যাওঁ। সৰ্বনাশ দেখোঁ। লাগে যদি পানী ৰাতিতেই থব পাৰ। কি হাহাকাৰ। বুঢ়ী মানুহক এনে বিপদত পেলায় পায়নে? তোৰ দেখিছোঁ কোনো জনমেও জ্ঞান নহ'ব।"

"নাই আই। আপুনি খং নকৰিব। মই এতিয়াই সকলো ধুই-পখালি দিম। নহ'লে আকৌ সিপিনেও দায় লাগে নহয়।"

ঠিক এনে সময়তে শ্ৰীধৰ শোৱা-পাটীৰ পৰা মাত দিলে, "পানী আনা, পানী আনাহে; ক'লৈ গলা?"

'নিছোঁ ৰ'ব।"

"নিছোঁ ৰ। ইপেনে যি কৰিছেহি।"

চকু চুলু চুলু অৱস্থাত তালিকে শ্ৰীধৰ ফুকনে উঠি গাৰ এঙামুৰি মাৰি সুধিলে, "কি কৰিলে?"

শ্ৰীধৰ ফুকনৰ গিৰিহঁতনীয়ে শাহুৱেকলৈ চাই কাবৌকৈ ক'ব ধৰিলে, "এ আই একো নহ'ব। জানে নহয়।"

"থ' থ তই অগিয়ান হ'লি বুলি মইও অগিয়ান হমনে? হেৰৌ এইখিনি কথাতে যদি লুকাৰ তেন্তে আৰুতো ডাঙৰ কথাবোৰত আছেই।"

শাহুৱেকে ডাঙৰকৈ শ্ৰীধৰ ফুকনক ক'লে, "কিনো হ'ব, সকলো সৰ্বনাশ কৰিলে, ৰান্ধনি ঘৰ সোমাই লণ্ড-ভণ্ড কৰিলে।"

"কি কটা! আধাকাটাৰ মুঠতে লাজ-হুকুম নাই দেখিছো।" এইবুলি ফুকন ততালিকে উঠি গৈ ক'লে, "কি কৰিছ, সেইবিলাক লণ্ড-ভণ্ড কৰিছ কেলেই? মহাপুৰুষীয়াৰ ঘৰলৈ আহি এইখিনি জানো নাইনে? এতিয়া বুঢ়ীজনীয়ে কি কৰে?"

ঘৈণীয়েকে একো নামাতি ৰ'ল।

"যা, তাতলিকে সকলোবোৰ ধুই-পখালি আহ। কি অবুজ ভিৰোতাজনী বিচাৰি পাইছিলো। মহাপুৰুষীয়াৰ ঘৰত থাকি চুৱা-ভাল কি তাক নজৰ দিব নাজানে?"

ঘৈণীয়েকে আৰু একো নকৈ সেই ৰাতিপুৱাতে

জাৰকালিৰ ঠেৰেঙা নেওচিও সকলো সাজ-বাচোন ধুই পা-তিয়াই আকৌ নিজৰ কৰ্তব্যত লাগিল।

শ্ৰীধৰ ফুকনে নিজৰ ঘৰলৈ গৈ লাহেকৈ ভিতৰ কুঠৰি সোমাই যোৱা ৰাতি খোৱা মদৰ বটলটো চাঙৰ তলতে থকা দেখি ক'লে, oh, I See কি ভুল কৰিছোঁ। এইটো লুকাই থবকে পাহৰিছোঁ।" এইবুলি বটলটো ভালকৈ সোপা দি নিজৰ বাকচত সুমুৱাই আকৌ বাহিৰলৈ আহি মুখ-হাত ধুই মাকক ক'বলৈ ধৰিলে, "মই আজি গুৱাহাটীলৈ যাম আই।"

"সেই খাটনীয়াৰৰ জামিন ল'বলৈ। মৌজাখন পালে বৰ ভাল হয়।"

"এৰা মোহন বোপাটো বৰ ভাল। তাৰ ঘৈণীয়েকজনীও বৰ ধৃতি। গা-পা নোধোৱাকৈ কেতিয়াও আখল নামাৰে। আনকি কেতিয়াবা ল'ৰা-ছোৱালীয়ে অলপ-অচৰপ নিয়ম ভাঙিলেও তাই সকলো ধুই-পখালি গোবৰ-পানী ছতিয়াই শুচি কৰে। তাহাঁতৰ কপাল বৰ ভাল হ'ব। ঈশ্বৰক জানিলেহে ঈশ্বৰে জানে বোপাই। সি মৌজাদাৰী নাপাই কোনে পাব? সিহঁতৰ চাগেচোন আখাল ঘৰে কেনে মচি-কচি ৰাখে। কাপোৰ-কানি কেইবাৰ তিয়াই, ৰঙা কাপোৰ পিন্ধি কেনেকৈ ভাত খায়। হওক ঈশ্বৰে তাক মোৰ বুলিয়েই মৌজাদাৰী বিষয়খন দিছে। অ' বোপাই তাৰ জামিন হোৱাত কাৰো একো আপত্তি নাই।"

"এৰা, সেই কাৰণেইতো গুৱাহাটীলৈ যাওঁ। আৰু এটা কথা আমাৰ পূৰ্ণ সেৱাটো আহিয়ে কৰিব লাগিব। ঐ কালিয়া ঠাকুৰৰ চাকি গছা আৰু তেল এসেৰো দিব লাগিব, নাপাহৰিব।"

"অ' তই ভাল কথা কৈছ। বোলো কলিয়া গোসাঁয়ে আমাক ৰাখি আছে। মই এনেয়ে বোৱাৰীক বকোনে? আজিকালিৰ ছোৱালীয়ে সমূলি সেইবোৰ কৰিব নোখোজে। ঈশ্বৰক মোৰ বুলিলেহে ঈশ্বৰে মোৰ বুলিব।"

তাৰ পিছত বোৱাৰীয়েকলৈ চাই ক'বলৈ ধৰিলে, "যা যা বি কৰিলি কৰিলি, সোনকালে সকলোবোৰ ধুই-পখালি আন, ভাত বহাও। এঘটি পানীও ভাত গৰম হ'ব দে। বৰ জাৰ, তথাপি গাটো তিয়াবই লাগিব। কোনোমতে শালিকা চিলানটো কৰি আহোঁ, বোপা বোলে গুৱাহাটীলৈ যায়, যা ততাতৈয়া কৰ। বাহিৰৰ আখলতে ভাতকেইটি ৰান্ধি দিও।"

এনেতে বাহিৰত মাত দিলে, "শ্ৰীধৰ কাই।"

শ্ৰীধৰ ফুকনে ভিতৰৰ পৰা ক'লে, "বহা, বহা মই যোৱাৰে দিহা কৰিব ধৰিছোঁ।" শ্ৰীধৰ ওলাই আহি ক'লে, "ইমান সোনকালে ওলাই আহিলানে?"

"আহিলোঁ। আৰু এটা আপালি মিলিল নহয়।"

"কি?"

"কপিল বৰুৱাই দেখো পিছ হোঁহকে। ইপিনে সময়ৰো নাটনি। আজি ৰাতিৰ ভিতৰতে সালসলনি হৈছে।"

"বোধকৰো ঘৰৰ আপত্তি?"

'সিওটো নহয়। কিয়নো মই জানো বৰুৱাৰ মাকৰ সমূলি আপত্তি নাই, কেৱল এটা কথা কৈছিল, আমাৰ মদন বোপাৰ লগত জীয়েকৰ বিয়াৰ কথা। সেইটোত মই সমূলি মান্তি আছোঁ। ৰশ্মি ছোৱালীজনী দেখনীয়াৰ। বংশ-গৌৰৱ ভাল, তেনেস্থলত কি আপত্তি হ'ব পাৰে।"

"তেন্তে আৰু কিহৰ আপত্তি হ'ব পাৰে?"

"ক'ব নোৱাৰো। ৰাতিপুৱা গৈ বৰুৱা বৰুৱাকৈ মাতোতেই দেখোন ভিতৰৰ পৰা খং মূৰ্তি ধৰি আহি ক'লে, "নোৱাৰো যোৱা মই জামিন হ'ব।"

"তেন্তে উপায়; সৌৱা বৰুৱা দেখোন আহিছেই; আহকচোন বাৰু সোধো। বৰ ভয়াতুৰ মানুহ। এইবিলাক কাৰণততো আমাৰ অসমীয়া মানুহে ৰাইজ কৰিব নোৱাৰে। সকলোতে কেৱল পিছহোঁহকা। বিজনেছ কৰিব যাবা তাতো আগনাবাঢ়ে। বৰুৱা, অলপ বেগাই আহা।"

কপিল বৰুৱা অলপ ওচৰ চাপোতেই ক'লে, "কি ৰাতিৰ ভিতৰতে ওভতনি কিয়?"

"নহয়নো কি কৰা? মই মানুহৰ ওপৰত এটা আশা ৰাখি উপকাৰ কৰিব নোৱাৰো?"

'তাৰ মানে?"

"মানে কি? আমাৰ খাটনীয়াৰৰ ল'ৰাৰ লগত মোৰ ছোৱালীৰ বিয়া হ'ব, সেই কাৰণে মই জামিন হ'ব লাগে। সেইটো মোৰ মনত নালাগে। আনকি এই কথা

গাঁও জুৰিয়ে পৰিল। তিৰোতাৰ কথা নাজানানে? বৌতে টো। চোৱাচোন বাৰু, এনে অৱস্থাত মই জামিন হ'লে মোৰ আত্মসম্মান থাকিবনে? মানুহে ভাবিব মোৰ ছোৱালী বিয়া দিবলৈহে এনেবোৰ কৰিছো।"

"এৰা! কথাটো আওপাকে গৈছে সঁচা কিন্তু ইপিনে আকৌ বন্ধুৰ বিপদৰ কথাও ভাবিবলগীয়াত পৰিছে।"

"আন কাকো নোপোৱানে?"

মোহন খাটনীয়াৰে মাত লগালে, "পালেনো ইমানকৈ ধৰোঁনে?"

ফুকনে ক'লে– "Mr Baruah, মানুহৰ কথা আজি এপিনে গৈছে যদি কাইলৈ আন পিনে ঢাল খাব। মানুহে ভাল বোলা, বেয়া বোলা কথালৈ কাণ কৰিলে একো নহয়।"

"সেইটো হয়, নাইবা আৰু এটা কথাকে কৰিব লাগিব। বন্ধু এনে সমাজ এৰিবও নোৱাৰি। দুই নাৱত দুই ভৰি।"

খাটনীয়াকৰে ক'লে, "কি কৰিব খোজা? তোমাতে সৰ্বভৰষা।"

"কথা মানে, তোমাৰ জামিন হ'লে ৰশ্মিৰ মদনৰ লগত বিয়াৰ কথা এৰিম। বিয়া হ'ব নোৱাৰিব। বুজিছা খাটনীয়াৰ, মই সকলো বস্তুতকৈ আত্মমৰ্যদাত বেছি ভৰ দিওঁ।"

এইবাৰ শ্ৰীধৰ ফুকনে ক'লে, "ভবিষ্যতত যি হয় হ'ব। ভবিষ্যতলৈ, Why do you think of future এতিয়া বৰ্তমানৰ কথা আগেয়ে চিন্তা কৰোচোন, Let us help me friend now পিছত সময় বুজি কাম কৰিব লাগিব। যদি ৰশ্মিক বিয়া দিওঁতে Mr. Barouah ৰ Self respect নোহোৱা হয় তেন্তে সেইটো বাদ দিব লাগিব। আৰু যদি তেনে কৰিলে একো হোৱা দেখা নাযায় তেন্তে বিয়া দিম। This is a matter of future ভবিষ্যতৰ কথা ভাবি এইখিনি সময় নিয়াব নালাগে। Another thing Mr. Barooah তুমি একৰকম word আগেয়ে দিছাই। কথাৰ লৰ-চৰ কৰাটো কোনোমতে ভাল নহয়।"

"এৰা! সেইবোৰ ভাবি-চিন্তিয়েতো ওলাই আহিছো যাওঁ বুলি। বাৰু বলা। তুমি ওলাইছা জানো?"

"এৰা! ওলাওঁ এতিয়াই। ইমানপৰে ওলাব পাৰিলোহেঁতেন কিন্তু আকৌ ঘৰত অলপ লেঠা হৈছে। আখল চুৱা যোৱাত সকলোবোৰ ধোৱা-পখলা কৰিছে। ভাত ৰান্ধিব গৈছেহে গতিকে অলপ পলম হ'ব। নাই যদি Mr. Khatanear য়ে ৰেলত জলপানৰ ব্যৱস্থা কৰা তেন্তে ঘৰত ভাতৰ আশা এৰোঁৱেই।"

"বাৰু সেইটো হ'ব বলক।" অৱশ্যে এই কথাত খাটনীয়াৰ যিমান সোনকালে নিজৰ কাম সমাধা কৰিব পাৰে সিমানেই মঙ্গল ভাবিহে মান্তি হ'ল।

That's all right, ৰেল ষ্টেচনতে হ'ব। এইবুলি কৈয়ে ভিতৰ সোমাই আয়েকক ক'লে, "এতিয়াও ভাত ৰান্ধিবলৈ যোৱা নাই?"

"ৰ'বা, চুৱা কেৰাহি, বাচনবোৰ ধোৱকচোন।"

"তেন্তে মোৰ পলমে হ'ব দেখিছো। ৰেল পোৱা টানেই হ'ব। বাৰু আই লাহে লাহে ভাত ৰান্ধা, মই যাওঁৱেই।"

'দিনটো লঘোনে কেনেকৈ থাকিবা?"

'কি কৰিবা। মহাপুৰুষীয়া হ'লে কষ্ট খাবই লাগিব। ইপিনে ভাতকেইটালৈ আশা কৰি বন্ধুকতো বিপদত পেলাব নোৱাৰি। ততালিকে তামোল কেইখনমান কাটা। মই গাটো ধোঁ।" এইবুলি কৈ শ্ৰীধৰ ফুকনে গা তিয়াই কাপোৰ-কানি, তামোল-চালি লৈ খাটনীয়াৰ আৰু বৰুৱাৰ লগ ল'লেহি।

"বৰুৱা, তুমিতো বাটে-পথে একো নোখোৱাই?"

"বাটতনো আৰু কি খাবা, আমি ঘৰতে খাই-বৈ ওলাই আহিছোৱেই।"

"কিন্তু মই হ'লে লঘোনে-ভোকে থাকিব নোৱাৰে। Mr. Khatanear, Get ready for my dinner at the restaurnt car."

শ্ৰীধৰ ফুকন লঘোনে-ভোকে ঘৰৰ পৰা ওলাই যোৱাত শাহুৱেকে সকলো খং বোৱাৰীয়েকৰ ওপৰত জাৰিলে। বোৱাৰীয়েকে এবাৰ ক'লে, "ইমান চুৱা চুৱাকৈ থকা অনুচিত।"

"হ হ ইমান কথা ক'বলৈ শিকিছ। চুৱা-ভাল নমনাত পৰিছে। বোলো উকিলৰ জীয়েক হ'লি বুলি

দুটা-এটা ক, ম শিকিলি বুলি বৰ ডাঙৰ মানুহ হ'লিনে? আমি মহাপুৰুষীয়া মানুহে চুৰা-ভাল নামানিলে হ'বনে? তইৰা চলিলিয়েই কিন্তু শ্ৰীধৰতো মোৰ ল'ৰা, সিটো চুৰা-ভাল নমনাকৈ নোৱাৰে। সিটো তিনি সন্ধ্যা প্ৰসঙ্গ নকৰাকৈ বা ভোৰ তাল নবজোৱাকৈ ভাপ-পানী খাব নোৱাৰে। আজি তোৰ কাৰণে বাচাই মোৰ লখোনে-ভোকে গুৱাহাটী পাবগৈ।"

বোৱাৰীয়েকে এইবাৰ হাঁহি মাৰি ক'লে, "মোৰ কাৰণে নে আপোনাৰ কাৰণে?"

বোৱাৰীয়েকে হাঁহিলে সঁচা কিন্তু শাহুৱেকৰ খঙে মূৰৰ চুলি পালেগৈ। "কি ইমান কথা মোৰ গালৈকো টোঁৱাব শিকিলি। কালিৰ ছোৱালী হৈ পৰহিৰ গীত গাব। দুদিন নৌহওঁতেই ইমান মুখ। এনে আধাকাটী ছোৱালী। হেৰৌ এই লক্ষ্মী বাপেৰৰ ঘৰ নহয়। ইত্যাদি নানা তৰহৰ কথা অঁভেচ গালি বলকি সিদিনা ভাতৰ উতল অহা শব্দৰ লগে লগে বুঢ়ীৰ মুখত নানা তৰহৰ গালি-শপনিৰ আঁখে ফুটিছিল। ভাতৰ ওপৰত খোলা দাঁতৰ মাজেৰে মুখৰ থুবোৰ কিমান পৰি মহাপুৰুষীয়াৰ শ্ৰাদ্ধ কৰিছিল তাক কোনে জানে?

(৫)

খাটনীয়াৰে জামিন দিব পাৰি মৌজাদাৰী পালে। তিনিও গুৱাহাটীৰ পৰা আহিবৰে পৰা খাটনীয়াৰৰ ঘৰতে বেছি সময় কথা-বতৰা পাতি থকা হ'ল। সকলো সময়তে নানা তৰহৰ আলোচনা, গবেষণাত তিনিও মগ্ন। লগে লগে খোৱা-লোৱা, ভোজ-ভাত, আনন্দৰ উৎসৱ। শ্ৰীধৰ ফুকনৰ যেতিয়াই-তেতিয়াই মদ, চাহ, মাংস চলিছেই। মুঠৰ ওপৰত খাটনীয়াৰৰ ঘৰ এখনি আনন্দৰ বিলাস ভৱন হৈ পৰিছে। তাৰ লগে লগে মাজে মাজে গোপিনী সবাহ, পূৰ্ণসেৱা, দৌলউৎসৱ ইত্যাদি। শ্ৰীধৰ ফুকনৰ এতিয়া খাটনীয়াৰৰ ঘৰত ভিতৰ-বাহিৰ নাই। কপিল বৰুৱাও সিমান ঘনাই নগলেও মাজে মাজে গৈ তেওঁলোকৰ কথা-বতৰা, খাৱনত যোগ দিয়ে। অৱশ্যে কপিল বৰুৱাই কেতিয়াও শ্ৰীধৰ ফুকনৰ দৰে মদ, মাংস নোছোৱে। সিদিনা ৰাতি শ্ৰীধৰ ফুকন অকলে আহি খাটনীয়াৰৰ ঘৰত ভিতৰ সোমায়ে সুধিলে, "বউ, ককাইদেউ কেনি গ'ল?"

ভিতৰৰ পৰা মৌজাদাৰণীয়ে মাত লগালে "তেওঁ আজি গুৱাহাটীলৈ গৈছে নহয়।"

"কিয়?"

"ক'ব নোৱাৰো। কিবা কাম আছে বোলে, বাৰু বহা।"

"বহিম কি? চাহ বহোৱা।"

"বাৰু বহাওঁ। চাহৰ নিমিত্তেনো কিয় ভাবিছা?"

শ্ৰীধৰ ফুকনে ঘৰৰ ভিতৰ সোমাই বহিল।

মৌজাদাৰণীয়ে ক'লে, "এতিয়াও গা ধোৱাই নাই। সকলো বস্ত্ৰ আখলতে ৰ'ল।"

"বাৰু, সেইটোলৈ ভাব কিয়? ব'হাগী বাইহঁত ক'ত?"

"সিহঁতে সৌ ধান বানিব ধৰিছে। শুনা নাই জানো ব'হাগী বাই গীত ধৰিছে।" ব'হাগীৰ উখল-মাখল কোনে চায়? শ্ৰীধৰ ফুকনেও ব'হাগীয়ে গোৱা গীত কাণ পাতি শুনিব ধৰিলে–

ব'হাগীয়ে গাইছে–

> 'আইটাৰ মাৰলত সৰল মাৰলী
> হেঙুল তিৰেবিৰে কৰে।
> কোবাই কেতুমাৰে গাৰু ফটিকাৰে
> আইটা বহি ৰঙ কৰে।"

শ্ৰীধৰ ফুকনে হাঁহি মাৰি ক'লে, "যি নহওক ব'হাগী বৰ বাংচালি।" মৌজাদাৰণীয়ে তেনে সময়ত চাহ ঢালিব ধৰিছিল। ফুকনে লাহেকৈ উঠি আহি বৌৱেকৰ ওচৰ চাপি ক'লে, "তুমি চাহ কৰিব ভাল জানা। কিন্তু এটা কথা–

"তুমি অলপ দূৰৈত বহা। মই চাহ কৰোঁ কোনোবা মানুহ আহিব।"

"আহিলে কি হ'ব মানুহ? বোলো মই এই ঘৰলৈ সদায় আহো বুলি কোনে নাজানে? পিছে তোমাৰ ডিঙিত এইটো নতুনকৈ গঢ়োৱা জোনবিৰি দিলে নেকি? কি আপচু দেখি? তুমিনো এইটো জোনবিৰি কিয় পিন্ধিছা? ভাতকৈ ককাইদেৱক ক'বা ভাল চাই

এটা দুগদুগী গঢ়াই দিব। কিন্তু এডাল হাৰো গঢ়াই দিব নোৱাৰেনে? মই এইবাৰ ককাইদেউ আহিলে ভালকৈ কম। হাজাৰ হ'লেও এতিয়া মৌজাদাৰ। মৌজাদাৰৰ ঘৈণীৰ সম্পূৰ্ণ অলঙ্কাৰ-পাতি নহ'লে ভাল দেখিনে? ঐ এটা কথা, এই জোনবিৰিটোনো কাৰ হতুৱাই গঢ়াইছিল? তাতকৈ মোৰ হাতত যদি সোণ দিলেহেঁতেন–" এইবুলি কৈয়ে শ্ৰীধৰ ফুকনে লাহে লাহে জোনবিৰিটো লাৰি চাব ধৰিলে। মৌজাদাৰণীয়ে ক'লে, "এৰক, কোনোবা মানুহ আহিব পাৰে।"

"নাহে কোনো। তোমাৰ নিচিনা ৰূপৱতী, গুণৱতী তিৰোতাক এনে জোনবিৰিয়ে শুৱাইনে? ককাইদেৱে মৌজা পালে কি হব? এতিয়াও কি ভাল বস্তু, কি বেয়া বস্তু তাকে জনা নাই। আমি এনেহেন জনা হলে কেতিয়াও জামিন নহ'লোহেঁতেন। হাজাৰ হলেও মৌজাদাৰ বিষয়া, এলা-পেচা বিষয়া নহয়।"

লাহে লাহে শ্ৰীধৰৰ হাতে মৌজাদাৰণীৰ স্তন যুগলত নুচুৱাকৈ পৰিল। মৌজাদাৰণীয়ে ক'লে, "আপুনি বহকগৈ। মই চাহ কৰোঁ।"

"বুজিছা! তুমি কামত যেনে পাৰ্গত, দেখাতো তেনে দেখনিয়াৰ। ককাই তেনে নহ'ল। মোৰ সম্ভৱ তোমাৰ কপালৰ গুণেহে মৌজাখন পালে। নহ'লে চোৱা! আগৰজনী থকাত কি হৈছিল? কেৱল সেই ল'ৰাটো। কিন্তু তুমি ঘৰ সোমাবলৈ এবছৰ নৌহওঁতেই চাৰিওপিনে কেনে নাম জ্বলি উঠিছে। যি নহওক তোমাৰ কপালত স্বয়ং শ্ৰীলক্ষ্মী আছে।"

ফুকনৰ এইবোৰ কথাত মৌজাদাৰণীয়ে একো নামাতা দেখি শ্ৰীধৰৰ সাহ বাঢ়িল। আৰু দুনাই সেই স্তন যুগলৰ ওপৰত হাত দি তৃপ্তি লভিছিল। মৌজাদাৰণীয়ে হাঁহি মাৰি ৰিহাখন সামৰি লৈ "চাওঁ মানুহ আহিব" বুলি ক'লে।

"আহক, ককাইৰ ঘৰলৈ মই আহোঁ বুলি কোনে নাজানে?" এইবুলি কৈয়ে ফুকনে মৌজাদাৰণীৰ পিনে চালে। চাৰি চকুৰ মিলন হ'ল। দুয়ো অলপ পৰলৈ থমক খালে। শ্ৰীধৰৰ স্বভাৱ যেনে নহওক কিন্তু দেখাত অতুলনীয় ৰূপ, কাৰ্ত্তিকৰ নিচিনা মুখৰ গঢ় আছিল। শ্ৰীধৰ ফুকনে গোঁফৰ তলতে এইবাৰ হাঁহি মাৰি ক'লে, "চোৱা। ককাই কেনে নপুংসক বুঢ়া হ'ল। ৰাজহাড় বেকা হ'ল তথাপি তোমাৰ নিচিনা এনে ৰূপ-লাৱণ্যৱতী তিৰোতা ঘৰলৈ আনিব পায়নে? ককাই আৰু তোমাৰ জোৰা খায়নে?"

এনে কথাত মৌজাদাৰণীয়ে এটা মিচিকি হাঁহি মাৰি ক'লে, "আপুনি সৌ ভিতৰ কুঠৰিলৈ ৰলক, ইয়াত কোনোবা মানুহ আহিব পাৰে। আপোনাৰ কথাবোৰ এনে সুন্দৰ। মই চাহ কৰি লৈয়ে তালৈকে যাম।"

"তাত জানো আন কোনো সোমাব নোৱাৰে?"

"কোনো নাহে। লিগিৰীহঁতও কামত ব্যস্ত। আহিলেও ভিতৰ কুঠৰি সোমাব সাহস নকৰে।"

শ্ৰীধৰ ফুকনে এইবাৰ সঁচাকৈয়ে স্বৰ্গ ঢুকি পালে। তেওঁ একে উচাপে কৈ উঠিল– "দিয়া দিয়া চাহ টোপা ইয়াতে পিওঁ, তাৰ পিছত দুয়ো একেলগে তালৈকে যাম।"

মৌজাদাৰণীয়ে আৰু একো নামাতি চাহটোপা ততাতৈয়াকৈ ফুকনৰ হাতত দি, নিজেও খাই ভিতৰ কুঠৰি সোমাল। ফুকনেও পিছে পিছে গৈ সেই কুঠৰি পালে। এনেতে বহাগীয়ে বাহিৰৰ পৰা মাত দিলে– "আই, চাউলবিলাক চাওকহি, আৰু কাঢ়িমনে?" মৌজাদাৰণীয়ে ওলাই আহি ক'লে, "তোৰ ইমান সাহ, তই দুৱাৰ মুখৰ শিলত ভৰি দিছহি। সৌৱা নেদেখিছ কাপোৰবিলাকেৰে সৈতে লেথেৰি হৈ আছে। তই সকলো চুৱা নকৰিলিনে?" বহাগী মৌজাদাৰণীৰ উগ্ৰমূৰ্ত্তি দেখি সেইপিনেই মাত হেৰাল। মৌজাদাৰণীয়ে কৈয়ে থাকিল– 'ইমান সাহ কচুনী এটিৰ। তই চুৱা-ভাল নাজান। এতিয়া যাগৈ নৈত আটাইবিলাক ধুই-পখালি আনগৈ।"

এইবাৰ ব'হাগীয়ে মাত দিলে "আই লেথেৰি দেখোন নাই।"

"হঁ হঁ লেথেৰি নাই। হেৰৌ তই কচুনীয়ে চুৱা ভালেই খালি আমিতো খাব নোৱাৰো। মহাপুৰুষীয়া মানুহ আমি তেনেকৈ চুৱা কাপোৰ পিন্ধিব পাৰোনে? তই কচুনীক কোনে শিলত উঠিব দিছিল।"

ব'হাগীয়ে ক'লে, "আগে-পিছে উঠো দেখিহে আজি উঠিছিলো।"

"আগে-পিছে কাপোৰ নাথাকে দেখি উঠিছিলি, আজি চকু মুদি আহিছিলি নেকি? যা, যা বৰ কথা নকবি। ভাগ্যে আজি দেউতাৰ নাই। কি আধাকাটী ছোৱালী।" মৌজাদাৰণী লাহেকৈ ভিতৰ সোমাল। ব'হাগীয়ে শিলৰ পৰা নামি কাপোৰ-কানি লৈ নৈলৈ গ'ল।

তেতিয়া শ্ৰীধৰ মৌজাদাৰৰ শোৱা-পাটীত বহি বাহিৰৰ কথাবোৰ শুনি হাঁহি আছিল। মৌজাদাৰণী সোমাই আহিলত উঠিয়ে লাহেকৈ মৌজাদাৰণীৰ লণি হাত দুখনিত ধৰি ক'লে, "তোমাৰ দেখিছোঁ বুদ্ধি বৰ চোকা। এনে বুধি নহ'লেতো এনেখন ঘৰ চলাব পাৰিনে?

মৌজাদাৰণীয়ে হাঁহি ক'লে, "নহয়নো কি, মই সেইবিলাক চুৱা-ভাল সহিব নোৱাৰো।" শ্ৰীধৰ ফুকনে আৰু একো কথা নাপাতি মৌজাদাৰণীক লাহেকৈ দাঙি লৈ শোৱা-পাটীত বহুৱাই ল'লে। তাৰ পিছত নানা তৰহৰ ফুচফুচীয়া মেল পাতি মৌজাদাৰণীক কাষতে শুৱাই লৈ বৰ্ত্তমান কোৱা অস্পৃশ্যতা বৰ্জনৰ সুন্দৰ পটন্তৰ জগতক দেখুৱাই 'চন্দ্ৰ চুৱা, সূৰ্য চুৱা, চুৱা অগ্নিপানী সপ্তদ্বীপ পৃথিৱী চুৱা নিচুৱা কোনখিনি। এইবুলি ভাবি (অন্ততঃ সেই মুহূৰ্ত্তলৈ) সকলো অস্পৃশ্যতা বৰ্জন কৰিলে। মৌজাদাৰণীৰ নতুনকৈ ওপজা যৌৱন সম্ভোগ বুঢ়া মৌজাদাৰ হেন বালিৰ চৰখৰণিত পৰি ইমান দিনে অতৃপ্তিৰে শুকাই যাওঁ যাওঁ হোৱা মুখখনিও আজি ডেকা সুন্দৰ দেখনীয়াৰ শ্ৰীধৰ ফুকনৰ বাহুৰ আলিঙ্গনত আকৌ তেজ ধৰি উঠিল।

ইয়াৰ পিছতো আৰু মাজে মাজে চেগ বুজি, চুৱা চুৱাৰ মাজত দুয়ো কিমান বাৰ অস্পৃশ্যতা বৰ্জন কৰিছিল তাক কোনে ক'ব? লাহে লাহে দুই-এজনে সন্দেহ কৰিলেও বুঢ়া মৌজাদাৰে ইয়াৰ সমূলি সম্ভেদ পোৱা নাছিল। যি নহওক শ্ৰীধৰ ফুকনৰ জামিন হোৱাৰ লাভ টকা-পইছাৰে নহ'লেও খোৱা-লোৱা আৰু মাজে মাজে মৌজাদাৰণীৰ সুখ সম্ভোগ লাভ কৰাটো বহু পৰিমাণে হৈছিল।

(৬)

আজি নামঘৰত বৰ-সবাহ। চাৰিওফালৰ পৰা মানুহে খেতি-বাতি এৰি সিদিনা নামঘৰত গোট খাইছেহি। মহন্ত সকলো আহিছে। অধিকাৰক বেলেগকৈ সতৰঞ্চি পাৰি তাৰ ওপৰত ডাঙৰ গাৰু দিছে। অধিকাৰ গাৰুত আওঁজি বহি ৰূপখটোৱা হোঁকা টানি টানি নানা তৰহৰ দায়, দোষ, জগৰ শুধিব লাগিছে। যাৰে দোষ পাইছে তাৰে দুটকা ৰূপৰ পৰা ১০০ টকালৈকে জৰিমনা কৰিছে। সোণাৰ ঘৈণীয়েকে শাহুৱেকৰ ছাঁটো গছকিছিল তাৰ বাবে সোণাৰামৰ ৫ টকা দণ্ড। মধুৰামৰ বাপেকে শৰণ-ভোজন সেৱা মানুহ হৈও সি বছৰত গা নিতিওৱাকৈ এদিন ভাত খাইছিল তাৰ বাবে ৭ টকা দণ্ড। কানাইৰ ঘৈণীয়েকে বউৱেকক ক'ব নোৱৰাতে গালি পাৰিছিল তাৰ বাবে ৩ টকা দণ্ড। সোণপাহীয়ে মৰা গিৰিয়েকৰ দণ্ড আজিলৈকে দিয়া নাই তাৰ বাবে আৰু ৫ টকা দণ্ড। মধুসুদনৰ বাঁৰী বৌৱেকৰ লগত হোৱা কাৰণে ১০০ টকা দণ্ড। ইত্যাদি সচাঁ-মিছায়ে হোৱা দানৰ টকাৰে অধিকাৰৰ ধনৰ ভঁড়াল ভৰিল। এই দণ্ডবিলাক মৌজাদাৰ আৰু শ্ৰীধৰ ফুকনে নানা টান কথা কৈ কৈ আটাইবিলাকৰ পৰা আদায় কৰি দিলে। কোনোৱে দিব নোৱাৰিলে তেতিয়াই কাৰোবাৰ পৰা ধাৰ কৰি হ'লেও আনিবলৈ ক'লে, নহ'লে অধিকাৰে সিহঁতক সমাজচ্যুত কৰি থ'ব। নিৰুপায় হৈ আটাইয়ে টকা দি গুৰুৰ দণ্ডৰ পৰা ৰক্ষা পৰিছিল।

অধিকাৰ প্ৰভুৱে ক'লে, "শুনা খাটনীয়াৰ– তোমালোকৰ নিচিনা জনা-বুজা মানুহ যেতিয়ালৈকে এই মহাপুৰুষীয়া ধৰ্মত থাকিব তেতিয়ালৈকে আমাৰ ধৰ্মত বিঘিনি নহয়। মানুহে চুৱা-ভাল নামানিলে ধৰ্ম কেনেকৈ ৰক্ষা পৰিব?"

খাটনীয়াৰে ক'লে, "মই কাৰো মুখ নাচাওঁ গোঁসাই প্ৰভু। দোষীক দণ্ড বিহিবই লাগিব।"

"সেইটোৱেতো আচল কথা, মহাপুৰুষ গুৰুৱে যি নিয়ম কৰি গৈছিল সেই নিয়ম পালিবই লাগিব। চুৱা-ভাল মানিবই লাগিব। নহ'লে যি কলিকাল সকলো একাকাৰ হ'ব।"

কপিল বৰুৱাই এইবাৰ মাত দিলে– "কিন্তু প্ৰভু! তাহানি দেখোন মহাপুৰুষে সকলোকে শৰণ-ভোজন কৰাইছিল। তেওঁৰ দেখো ভূটীয়া, গাৰো, মুছলমানো

শিষ্য আছিল। আপুনি বোধকৰা জয়হৰি আতৈ আৰু ভোলা আতৈৰ কথা নেজানে।"

"তেওঁলোক কোন আছিল? আৰু এটা কথা, তেওঁলোকক যে শৰণ-ভোজন কৰাইছিল তাৰ জানো কিবা প্ৰমাণ আছে?"

"কিয় গুৰু চৰিতত আছে দেখো।"

"গুৰুচৰিতত থাকিব পাৰে, অৱশ্যে মই সেইবোৰ পঢ়া নাই। আমি শৰণ-ভোজনৰ নিয়মবোৰ জানিলেই হ'ল। সেইবিলাকৰতো আমাৰ আৱশ্যক নাই। আৰু এটা কথা গুৰুচৰিতত সেইবোৰ কথা থাকিলে তেওঁলোকে কি ভাবি বা শৰণ ভোজন কৰাইছিল সেইবোৰতো লিখা নাই। সেইবিলাক গুপ্ত কথা সকলোৰে জনাটোহে ভুল। আজিকালি সকলোৱে শিবফুটা হৈ উঠিছে। কেঁৰে হকা-বধা নুশুনে। বাৰু মহাপুৰুষীয়া ধৰ্মৰ আচল গুপ্ত কথাবোৰ কথা গুৰু চৰিতকে যদি ছপালে তেন্তেনো আৰু কি ধৰ্মটো থাকিল। সিপিনে কীৰ্তন, দশমৰতো মানেই মাৰিলে।"

সকলোৱে অধিকাৰ প্ৰভুৰ কথাত হয়, হয় বৰ দোষৰ কথা। এনেবোৰ কাম কৰিব পায়নে? আমাৰ ধৰ্মতো সকলোকে জানিব দিলে আৰু ধৰ্মৰ মোলটো বা ক'ত ৰ'ল? বুলি ক'লে।

অধিকাৰ প্ৰভুৱে এইবাৰ সেইবোৰ এৰি ক'লে, "ঐ ৰূপাইৰ মাক ক'ত?" এজনে মাত লগালে– "তেওঁতো আৰু ওলাই নাহে।"

"বাৰু সেই কথা তিৰোতামহলতে ক'ব লাগিব এনে কথাটো কৰিব পায়নে? ৰূপাই দেখোঁ জনা-বুজা ছোৱালী আছিল।"

"এৰা, দেখোঁতে তাইক বৰ নিবোকা যেন দেখি, পিছে আকৌ ভিতৰি ভিতৰি এনেতো কৰে বুলিতো ক'ব নোৱাৰো।"

অধিকাৰে এইবাৰ আকৌ ক'লে, "আমাৰ মোহন খাটনীয়াৰে দেখোঁ এইবাৰ নতুনকৈ মোজা পাইছে। পিছে গুৰু ঘৰলৈ আজিলৈকে ভাৰ-ভেটী একো পঠিওৱা নাই। সিবাৰ বিয়াৰ সময়তো মই আহিব নোৱাৰিলোঁ। অৱশ্যে বিয়াৰ ভাগ পাইছোঁ।"

মৌজাদাৰে হাঁহি মাৰি ক'লে, "আপুনি আহিব শুনিয়ে একো পঠিওৱা নাই। আমাৰ মৌজাদাৰণীয়ে আকৌ ঘৰত সকলো সজাই-পৰাই থৈয়ে আছে।"

"এৰা! যি নহওক মৌজাদাৰ তুমি এইবাৰ বিয়া কৰোৱা ছোৱালীজনী বৰ সুলক্ষণী পাইছা। ইমান গুৰু ভকতলৈ আস্থা থকা, এনে নিঃস্বাৰ্থভাৱে গুৰুসেৱা কৰা আৰু চুৱা-ভাল একভাৱে মনা আৰু দ্বিতীয় তিৰোতা এই সমাজত দেখা নাই। মই তোমাৰ ঘৰত বিয়াৰ পিছতো সিবাৰ আহোঁতে প্ৰায় এপৰ থাকি গৈছোঁ নহয়।"

"জগত প্ৰভুৱে ভাল বুলিলেই ভাল।"

"ভালক কোনোবাই ভাল নোবোলেনে? সেই এপৰ মোৰ কাষৰ পৰা যোৱাই নাছিল, সদায় হৰি কথা, হৰি ৰস পি আছিল। গুৰুলৈ ইমান ভক্তিমতী তিৰোতা মই কেতিয়াও দেখা নাই। মই যি কৰিব দিওঁ তাকেই কৰে। যি শিকাইছো তাকেই পালন কৰে।"

শ্ৰীধৰ ফুকনে এনে সময়তে এটি বিদ্ৰূপৰ হাঁহি মাৰিলে। মৌজাদাৰে হাঁহি মাৰি ক'লে, "আপুনি সিবাৰ শিকাই যোৱা চুৱা-ভালৰ নিয়ম-কানুনবোৰ আখৰে আখৰে পালন কৰে।"

"এৰা! তেওঁৰ গুণতহে তোমাৰ মৌজাদাৰী বিষয়খন পাইছা জানিছা।"

শ্ৰীধৰে এইবাৰ ক'লে, "এনে ৰূপৱতী আৰু লগে লগে এনে গুণৱতী তিৰোতা ইয়াত নাই।"

অধিকাৰে ক'লে, "কিন্তু ফুকন! তোমাৰ গৰাকীৰ হ'লে গুৰু ভকতলৈ সিমান আস্থা নাই। মই কিমান বাৰু ইয়াতে এপখ-দুপখকৈ থাকি গৈছো– এবাৰ মাথো যি শাহুৱেকৰ লগত আহিছিল তাৰ পিছত আৰু অহা নাই। চুৱা-ভাল ভালকৈ মানেনে?"

"আজিকালিৰ শিক্ষিতা ছোৱালীয়ে সিমান ক'ত মানে? তথাপি আইতাৰ উঁৰিয়লিত আছে যেতিয়া নামানিনো কি কৰিব? আইতাতো কম ভকতনী নহয়।"

"এৰা! সেইটো হ'লে সঁচা। তেওঁৰ হ'লে চুৱা-ভালৰ সুন্দৰ জ্ঞান আছে। বুঢ়ী হ'ল তেও আজিলৈকে নিতিওৱাকৈ এদিনো ভাত নাখায়। নহ'বই বা কিয়? দেউতাৰ কেনে আছিল? অধিকাৰৰ নামত মৰিব

পাৰে। বাৰু, বুঢ়ীক এবাৰ মোৰ কাষলৈ আহিব ক'বা। কেতিয়াবা মৰি যাব দেখাই নাপাম। বাস্তৱতে নিষ্ঠাবান ভকতক দেখিলে বৰ আনন্দ পাওঁ। সেই কাৰণেই শ্ৰীহৰিনো ভকত বাৎসল্য নাম পালেনে?"

"আপুনি অহা শুনিছে যেতিয়া তেওঁনো নাহিব পাৰেনে?"

"বুঢ়ী মই আহিলে এবাৰ নহয় এবাৰ আহে। সিবাৰ কৈছিল বোৱাৰীকো আনিব খুজিছিলোঁ, পিছে নাহিল। মই 'কিয় নাহে' বুলি সোধাত তেওঁ ক'লে বোলে 'কি কম আজিকালি কলিকালৰ ছোৱালী সিমান গুৰু-ভকতলৈ আস্থা নাই, সিমান চুৱা-ভাল মানিব নোখোজে।"

"মই ক'লো, ৰাম ৰাম গুৰু-ভকতলৈ আস্থা নোহোৱা মানুহৰ নাম শুনিলেও পাপ।" বুঢ়ীয়ে ক'লে, "কিন্তু মই আছোঁ যেতিয়া চুৱা-ভাঁল নামানিলে হ'বনে? যি নহওক বুজিছা মৌজাদাৰ! এই শিক্ষাটোৱে মানুহক বৰ অন্যায় কৰিছে। আজিকালি দেখিছা নহয় ল'ৰাবিলাকে সমূলি চুৱা-ভাল নামানে। য'তে যি পায় তাকে খায়। সকলো মেলেছ হ'ল।"

মৌজাদাৰে ক'লে, "কিন্তু আমাৰ ল'ৰাই হ'লে সকলো নিয়ম পালন কৰে। নকৰিলেও মাকৰ দণ্ডিত এখোজো লৰচৰ হ'ব নোৱাৰে নহয়।"

"এৰা, মৌজাদাৰণীৰ নিয়মবোৰ সুন্দৰ। মই সবাহ হ'লেই মৌজাদাৰণীৰ তালৈ যাম। মৌজাদাৰণীৰ গুৰু ভক্তি দেখি আচৰিত নহৈ নোৱাৰি। চাবাচোন এই কেইদিন তেওঁ মোৰ কাষৰ পৰা লৰেনে?"

মৌজাদাৰে ক'লে, "মইও নিজেই কৈ দিওঁ আপোনাৰ আলপৈচান ধৰিবলৈ যাওঁতে যাতে ত্ৰুটি নকৰে। ভিৰোতাই ভালকৈ শুশ্ৰূষা নকৰিলে মতাই কেনেকৈ তাৰ আল ধৰিব?"

"এৰা! তোমালোকৰ দৰে ভক্ত আছে বুলিয়েতো আজি-কালিও অধিকাৰ "প্ৰভুসকলৰ অলপ মান-সম্ভ্ৰম আছে। নহ'লে......"

"সেইটো হ'ব পাৰেনে? মহাপুৰুষীয়াৰ পেটত জন্মিছোঁ যেতিয়া মহাপুৰুষীয়াৰ অধিকাৰ প্ৰভুক মান-সম্ভ্ৰম নকৰি পাৰোনে?"

শ্ৰীজগন্নাথ অধিকাৰ প্ৰভুৱে মৌজাদাৰৰ ভক্তিত আপ্লুত হৈ ক'লে, "ভকত বৎসল শ্ৰীহৰি প্ৰভুৱে ভৃগুৰ লাথি খাইয়ো হাঁহি হাঁহি বুকুত সাবটি ধৰিছিল আৰু তোমাৰ নিচিনা ভক্ত পাই শ্ৰীকৃষ্ণই ক'ত তুলি থ'লেহেঁতেন কোনে জানে? সেই কাৰণেতো তোমাৰ দিনে দিনে উন্নতি হ'ব ধৰিছে। বাৰু, এতিয়া নাম-কীৰ্তন হওক।"

সকলোৱে নাম ধৰিব ধৰিলে। ভোৰতাল আৰু নাগাৰা বাজি উঠিল। পাঠকে নাম দিলে–

"প্ৰণামো ৰাম দেৱ দয়াশীল।
আবেশে কৃষ্ণৰ কৃপা মিলিল।।
ভকতৰ দুখ দেখি গোপাল।
আস্ফোচ কৰি দিলে উৰু ফাল।।
সৰ্পৰ বান্ধ এৰাই জগন্নাথে।
তেৱে চৰিলন্ত কালিৰ মাথে।।
শতেক শিৰত নাচিলন্ত হৰি।
কেৱে বিদ্যাধৰে মৃদঙ্গ ধৰি।।
গন্ধৰ্বে গীত গাইয়া কৰে তান।
পৰম আনন্দে নাচে গোপাল।।

(৭)

অধিকাৰ প্ৰভু পোন্ধৰ দিন তাতে থাকিবলৈ মৌজাদাৰৰ চ'ৰা-ঘৰতে বাহ ললে। দিনতে সকলো ভকতৰ পৰা ভাৱে ভাৱে সিধা-ভোজন পালে। ৰাতি তিৰোতামহলে শ্ৰীজগন্নাথ অধিকাৰ প্ৰভুৰ মুখৰ পৰা ওলোৱা ভক্তি কথাবোৰ শুনি তাতেই বিভোৰ হ'ল। মৌজাদাৰণীয়ে অধিকাৰৰ সদায় সকলো প্ৰকাৰে আলপৈচান ধৰিলে। কেতিয়াবা জগন্নাথ প্ৰভুৱে লগত কেও নাথাকিলে মৌজাদাৰণীক কয়– "তুমি পূৰ্বজন্মত ৰাধিকাহে আছিলা।"

মৌজাদাৰণীয়ে হাঁহি কয়, "আপুনি মোক সদায় বখানে।' অধিকাৰে কয়, "তোমাক নবখানি পাৰোনে? তুমি কীৰ্তন নপঢ়িলেও শুনিছাতো শ্ৰীকৃষ্ণ প্ৰভুৱে যেতিয়া গোপীসকলক কৈছিল–

উলটি ব্রজক যাব কান্দে শিশুগণ।
তাসম্বাক প্রতিপালি পিয়াওক স্তন।।
উপপতি সমে ক্রিড়া গৰহিত কৰ্ম।
স্বামীক শুশ্রূষা কুলস্ত্রীৰ মহাধৰ্ম।।

তেতিয়া ভক্তিপৰায়ণ গোপীসবৰ কি হৈছিল জানা?

কৃষ্ণৰ অপ্রিয় বাণীশুনি গোপীগণ।
পাইলেক দুৰন্ত চিন্তা বিষন্ন বদন।।
ওলমাইল মুখ অতি পায়া দুখ ভৰ।
সঘনে নিশ্বাস কাঢ়ে শুকাইলা অধৰ।।
কুচৰ কুঙ্কুম মালে লোতকে তিতিল।
থাকিল নিচুকি মুখে বচন হৰিল।।

তাৰ পিছত চকুলো টুকি টুকি কান্দো কান্দো সুৰে গোপীসবে কব ধৰিলে–

ভকত বৎসল তোমাক জানি।
কেনে বোলা হেন ঘাতক বাণী।।
সমস্ত বিষয় এতিয়া স্বামী।
ভজিলোঁ তোমাৰ চৰণে আমি।।
ভজিয়ো আমাক মিলোক ভাগ।
নকৰা নাথ ভকতক ত্যাগ।।
কহিলা সিটো কুলস্ত্রীৰ কৰ্ম।
তোমাতে আছোক সি সবধৰ্ম।।

তাৰ পিছত শ্রীকৃষ্ণ প্রভুৱে গোপীসকলৰ ভক্তিত সকলো পাহৰি–

গোপীৰ শুনিয়া আকুল বাণী।
ভৈলন্ত সদয় সাৰঙ্গপাণি।।
হালিয়া বোলন্ত এৰিয়ো তাপ।
গোপীক ক্রিড়িল জগত কপ।।
বাহু মেলি কাকো আলিঙ্গি ধৰি।
কাৰো স্তনে নখে পৰশে হৰি।।
মুখে চায়া কাৰো তোলন্ত হাস।
মাতন্ত কাকো কৰি পৰিহাস।।
নেন্ত বস্ত্র কাঢ়ি বঢ়ায়া ৰঙ্গ।
বেকত কৰন্ত গুপুত অঙ্গ।।
ধৰিয়া কাৰো কণ্ঠে বাহু মেলি।
কৰিলা অনেক আনন্দ কেলি।।

জগত প্রভু শ্রীকৃষ্ণই জানো গোপিনীসকলৰ কামনা পূৰ নকৰাকৈ থাকিব পাৰে? আহা! তোমাৰ ভক্তিয়ো কলিযুগত গোপিনীসকলতকৈ কোনোমতে কম নহয়। তোমাৰ অচিৰতে আশাপূর্ণ হ'ব, ধন দৌলতে ঘৰ উপচি পৰিব। এই এপখ ইয়াতে তোমাৰে সৈতে ৰাসক্রীড়া কৰি আকৌ প্রভুৰ থানলৈ যাম। আমি প্রভুৰ ভকত। আমি প্রভুৰ সকলো ক্রীড়া-কলাপ গুপ্তভাৱেই হওক বা দেখাভাৱেই হওক পালন কৰিব লাগে। নহ'লে আমাৰ সাধনা সিদ্ধি হোৱা অসম্ভৱ। সেই কাৰণে তোমাৰ অতুলনীয় ভক্তিত সিঘাৰে মোল পাই এইবাৰো আহিছোঁ। এইকেইদিন তোমাৰ লগত ৰাস-ক্রীড়াত মগ্ন হ'ম। তুমি উপ-পতিৰ লগত সহবাস কৰা বুলি দুখ-তাপ নকৰিবা।"

মৌজাদাৰণীয়ে মিচিকি হাঁহি মাৰি জগন্নাথ প্রভুৰ সেৱা-শুশ্রূষাত বিভোল হ'ল। শ্রীপ্রভুৰ যে ইমান ভকতিৰ কথাৰ আৱশ্যকেই নাই আগেয়ে মৌজাদাৰণীয়ে অধিকাৰৰ অখণ্ড মণ্ডল চন্দ্ৰ স্বৰূপ মুখ দেখি ভকতিত আকুল।

যি নহওক এই এপখ সুন্দৰভাৱে শ্রীপ্রভুৰ ৰাসক্রীড়াৰ অলপো ত্রুটি হোৱা নাছিল। অৱশ্যে কলিয়া বুলি শশাঙ্ক ধৱল, নৱ পল্লৱ শোভন বিকলিত বৃন্দাবনৰ অভাৱতো আৰু সেই সময়ত শাৰদীয় পূর্ণিমা নোপোৱাতো ধৰিব নলগীয়া। কিয়নো আমাৰ প্রভুৰ শৰতেই হওক বা বসন্তেই হওক, পর্বততে হওক বা জন-প্রাণীৰ কোলাহলতেই হওক সেইবিলাকত কোনো ভাব নাই মানস কল্পনাত শ্রীবৃন্দাবন ৰচি লব পাৰে।

সিদিনা জগন্নাথ প্রভু নিজৰ ঘৰলৈ গতি কৰিব। এনেতে মৌজাদাৰে ক'লে, "প্রভু! আপুনিটো যাবই পিছে মোৰ এটা কথা ৰাখিবনে?"

"কোৱা! ভকতৰ আশা মই নপলুৱামনে?"

"কথা বোলোতে আন একো নহয়। এই বছৰৰ শেষত মোৰ ল'ৰাটিৰ বিয়াখন পাতো বুলিছোঁ।"

"বৰ ভাল কথা। উপযুক্ত ল'ৰা– পঢ়ি-শুনি ভাল হৈছে, এনে সময়ত বিয়া পতাটো তোমাৰ নিতান্ত আৱশ্যক।"

"এৰা! তাকেই ভাবিছোঁ। বছৰৰ মূৰত ৰজাৰ

টকাৰ লেঠা মাৰি বিয়াখন পাতিব লাগিব। আপুনি সেই সময়ত এবাৰ আহি পদ-ধূলি দিব লাগিব।"

"বাৰু চাওঁচোন। জানাই নহয় ভগৱন্ত প্ৰভুৰ আদেশত কেতিয়া কোনপিনে যাব লাগে ঠিকনা নাই। বাৰু, কইনা ক'ত ঠিক কৰিছা?"

"কইনা আগৰে পৰা ঠিক হৈয়ে আছে। কপিল বৰুৱাৰ জীয়ৰীজনীকে ভাবিছোঁ।"

"বৰ ভাল কথা।"

"পিছে তাতে এটা বিঘিনি মেলিছে। এতিয়া এটা কাৰণত বৰুৱাই ছোৱালী দিব নোখোজে।"

"সৌৱা বৰুৱাৰ নাম লওঁতে বৰুৱা আহিলেই। আহা। আহা বৰুৱা। মই তোমালোকৰ পাতিব খোজা মিতিৰালিখন শুনি বৰ আনন্দ পাইছো। পিছে ছোৱালীজনী বোলে এতিয়া দিব নোখোজা হয়নে?"

"ছোৱালীৰ মাক, আয়েকৰ দিবলৈ বৰ ইচ্ছা কৰিছে। কেৱল মইহে অলপ পিছ হুহকিছোঁ। অৱশ্যে ল'ৰাটোৰ পঢ়া-শুনা আৰু গুণ দেখি আগেয়ে দিম বুলিছিলো। কিন্তু এইবাৰ জামিন হোৱাত মানুহে ৰটিছে মই হেনো ছোৱালীজনী দিবলৈহে এনেখন কৰিছোঁ। এই কথাটো বাৰু মোৰ পক্ষে মান যোৱা কথা নহয়নে?"

"এৰা কথাটো আওপাকে আওপাকে গৈছে। কিন্তু মানুহে বেয়া ভাবিলেই যে ভাল কামটো এৰিব লাগিব সেইটো নহয়। মই কৈছো বৰুৱা তোমাৰ ছোৱালী আৰু মৌজাদাৰৰ ল'ৰাৰ অহা বছৰত বিয়াখন পাতিব লাগে। আৰু পিছ নুহকিবা। মই সেই বিয়া চাবলৈ আহিম।"

"ইমান দিন বহুতো দোমোজাত পেলাই ৰাখিছিলো পিছে এতিয়া প্ৰভুৱে ক'লে যেতিয়া ময়ো বাৰু মাস্তি হ'লোৱেই। ছোৱালী আৰু আন ঠাইত নিদিওঁ। সিহঁতৰ বিবাহ হ'বৰ যদি কপাল আছে তেন্তে অহা ব'হাগতে বিয়াখন পাতি দিম।"

"এৰা, এনে কথাই লাগে। মৌজাদাৰে বৰুৱাৰ মুখৰ পৰা কথা ওলালে যেতিয়া আৰু লৰচৰ নহয় বুলি জানিলে।"

"মই বৰুৱাক ভালকৈ জানো। অহা ব'হাগত বিয়াখন পাতিবা। মৌজাদাৰণীকো মই এই কথা কৈ যাম।"

"মৌজাদাৰে ক'লে, "প্ৰভুৰ আদেশনো কেতিয়াবা পেলাইচোনে?"

(৮)

বছৰৰ মূৰত মৌজাদাৰসকলে তিনি কিস্তিত দিবলগীয়া টকাৰ কাৰণে সকলো মৌজাদাৰে দিন-ৰাতি পাহৰি অহোপুৰুষাৰ্থ কৰি টকা তুলি গৱৰ্ণমেণ্টৰ লেঠা মাৰে। আমাৰ মৌজাদাৰেও অশেষ চেষ্টা কৰিও সেই কিস্তিত প্ৰায় তিনি হেজাৰ টকাৰ নাটনিত পৰিল। মৌজাদাৰৰ মুখত পানী নোহোৱা হ'ল। কি হ'ব? শেষ কিস্তি দিবলৈ আৰু মুঠে পাচ দিন বাকী। কিন্তু টকা ক'তো যোগাৰ হোৱা নাই। কি কৰিব? টকা দিব নোৱাৰিলেই সকলো ধন-সম্পত্তি ক্ৰোকত যাব। মৌজাদাৰে আৰু ক'তো টকাৰ যোগাৰ কৰিব নোৱাৰি কপিল বৰুৱা আৰু শ্ৰীধৰ ফুকনৰ ওচৰ চাপিল। কপিল বৰুৱাই ক'লে, পিছে কিবা যোগাৰ হলনে?"

ক'তা। কোনোমতে নাপাওঁ দেখোঁ। জামিন হোৱাত আপত্তি কৰিছিলোঁ। নহয় জানো ফুকন– এতিয়া উপায় কি কৰা। অৱশ্যে আমাৰ একো ভয় নাই। এই তিনি হেজাৰ টকা আদায় নহ'লেও মৌজাদাৰৰ সম্পত্তিত আদায় হ'ব। আমাক ছুব নোৱাৰে। কিন্তু ইমান দিনৰ ঘনিষ্ঠতা, মিতিৰালিৰ কথা পাহৰিনো কেনেকৈ মৌজাদাৰক বিপদত পেলাওঁ?"

শ্ৰীধৰ ফুকনে ক'লে, "তেন্তে কি উপায় কৰিব খোজা? তোমাৰ হাতত টকা আছে যদি দিয়া। মই দেখাত ডাঙৰ গোট হ'লেও জানাই নহয় তলি উদং। কেৱল মাটি কেইপূৰাহে দেখিবলৈ।"

"মোৰো সেই অৱস্থা। অৱশ্যে পেটে-ভাতে চলি আছো। কিন্তু এটা উপায় কৰিব পাৰো। বন্ধুকনো কেনেকৈ সহজতে বিপদত পেলাওঁ?"

'কি উপায় কৰিব খোজা?"

"উপায় আন নহয়, আমি জামিন হৈ মৌজাদাৰৰ হতুৱাই কাৰো পৰা তিনি হেজাৰ টকা ধাৰ কৰি দিয়াওঁ। আমি জামিন হ'লে অৱশ্যে দিব। তাৰ পিছত মৌজাদাৰে কিস্তি শোধায়ে সকলো এৰি চেষ্টা কৰি

বাকী টকাবোৰ তুলি সেই ঋণ পৰিশোধ কৰিব লাগিব।"

"এৰা! বুধিটো ভাল। কিন্তু বৰুৱা, মই আৰু জামিন হ'ব নোখোজোঁ।"

"কিয়?"

"পোন প্ৰথমেই ইমান টকাৰ নাটনি, পিছত বা আৰু কি নহয়।" মৌজাদাৰে মাত দিলে– "কিয় তেনে কয় ফুকন? মই গৱৰ্ণমেণ্টৰ লেঠা মাৰিবলৈ যি টকাৰ ঋণ লম এমাহৰ ভিতৰতে মাৰি পেলাম। আপুনি ভয় খাব নালাগে। নহ'লে মই নিৰুপায়।"

শ্ৰীধৰ ফুকনে ক'লে, "বাৰু হলো মই বা জামিন কিন্তু কোনে ততালিকে তিনি হেজাৰ টকা উলিয়াই দিয়ে? আমাৰ ইয়াত কোন এনে ধনী আছে।"

কপিল বৰুৱাই ক'লে, "এৰা সিওটো সঁচা। কিন্তু এটা কথা কৰিব পাৰি হ'বলা।"

"কি কথা?"

"মৌজাদাৰৰ লগত শ্ৰীজগন্নাথ প্ৰভুৰ বৰ ভালেই। আমি তিনিও গ'লে বোধকৰো তেওঁৰ পৰা সহজতে তিনি হেজাৰ টকা উলিয়াব পাৰিম। তেওঁৰ পৰা টকা কিজানি আমি জামিন নোহোৱাকৈ আনিব পাৰো।"

ফুকনে ক'লে "এৰা, ভাল কথাটো কৈছা। জগন্নাথ প্ৰভু আন বিষয়ত যেনে নহওক কিন্তু টকা-কড়িৰ লেন-দেনত সম্পূৰ্ণ ঠিক। তেওঁ বোধকৰোঁ দিবলৈকে আপত্তি কৰিব আৰু যদিও দিয়ে তেন্তে সকলো ঠিক বন্দোবস্ত কৰিব।"

মৌজাদাৰে ক'লে, "বাৰু কৰে যদি কৰিব, লাগে যদি সুদো দিম। এই বৰ্তমান লেঠাটো মাৰিব পাৰিলেই মই এমাহতে বৰ বেছি হ'লে দুমাহতে সকলো ঋণ পৰিশোধ কৰিম। বলক, জগন্নাথ প্ৰভুৱে মোক যেনে ভাল পায় কিজানি সকলো সহজতে হয়। নহ'লে আপোনালোক দুজনে জামিন হ'ব। মোক এই বিপদত সহায় কৰক।"

বৰুৱাই ক'লে, "যেতিয়া তুমি মৌজাদাৰী পাবলৈ মোক জামিন হ'বলৈ কৈছিলা তেতিয়া মই সিমান ইচ্ছা কৰা নাছিলো। কিয়নো তেতিয়া তুমি সিমান বিপদত পৰা নাছিলা। কেৱল বিষয় পদবি 'পাবৰ কাৰণে উত্‍লাৱল হৈছিলা। কিন্তু এতিয়া তুমি টকা দিব নোৱাৰিলে ধন-সম্পত্তি সকলো ক্ৰোকত যাব। ইয়াতকৈ ডাঙৰ বিপদ হ'ব পাৰেনে? এতিয়া মই জামিন নহৈ নোৱাৰো। লাগে যদি তাৰ হকে নিজৰ সৰ্বস্ব গ'ল। কিয়নো কথাতে কয় বন্ধুক তৰিবা বিপদত।"

ফুকনেও ক'লে, "বাৰু বৰুৱা, তুমি যদি জামিন হোৱা মইও হ'ম। কিন্তু মৌজাদাৰে এইবাৰ আকৌ ভালকৈ খুৱাব লাগিব।"

মৌজাদাৰে ক'লে, "সেইটোলৈ বাৰু ভাবিব নেলাগে। আগেয়ে বিপদত ৰক্ষা পৰোঁ, তাৰ পিছত সকলো হ'ব।"

মুঠতে তাৰ পিছত তিনিও জগন্নাথ প্ৰভুৰ থানলৈ যাবলৈ মন মেলি ঘৰলৈ খাই-বৈ ওলাব গ'ল। মৌজাদাৰে ঘৰ পায়ে মৌজাদাৰণীক ক'লে, "মোৰ কাৰণে আজি সোনকালে খোৱা-বোৱাৰ দিহা কৰা। মই অধিকাৰ প্ৰভুৰ তালৈ, তাৰ পিছত গুৱাহাটীলৈ যাব লাগে।"

"তেন্তে মোকো সেই থান চাবলৈ নিনিয়ে কিয়?"

"নাই এই সময়ত নিব নোৱাৰো। মোৰ বহুতো লেঠা আছে।"

"আপোনাৰনো লেঠা নাথাকে কেতিয়া? মোকো লৈ ব'লক আৰু আপুনি টকা-পইছা তুলি দেখো এই মাহতে সোণৰ হাৰডাল দিব খুজিছিল। সোণাৰীক গঢ়াব দিলে?"

"নাই দিয়া।"

"কেতিয়া দিব তেন্তে?"

"বাৰু সেইবোৰ পিছৰ কথা। আগেয়ে ভাত-পানী ৰান্ধা। মই এতিয়াই যাব লাগে।"

"আপুনি ভাত ৰন্ধাতহে লাগিছে। কিন্তু মোৰ কথাৰ হ'লে এটাও উত্তৰ নিদিলে। মই আজি প্ৰভুৰ পুৰীলৈ যামেই।"

"মনে মনে থাকা। যাব নোৱাৰা।"

"তেন্তে আজিয়েই সোণাৰীক সোণৰ হাৰডাল গঢ়াব দিব লাগিব।"

"যোৱা যোৱা সোণৰ হাৰ পিন্ধিবা পিছতো আগেয়ে ভাত-পানী ৰান্ধাগৈ।"

"তেন্তে মই ভাত-পানী নাবান্ধো আৰু নাখাওঁ।"

"কি কথা-বতৰা নুশুনা তিৰোতা। বোলো কোনো আহে ভাগৰে-দুখে, কোনোৱে উলিয়াই দিয়ে জাকে খালে। যোৱা ভাত ৰান্ধাগে। বিশেষ লেঠা আছে।"

কিন্তু মৌজাদাৰণীৰ আৰু মাত নাপালে। মৌজাদাৰণী তাৰ পৰা আঁতৰ হৈ যি শোৱা-পাটীত পৰিছিল আৰু মৌজাদাৰ লঘোনে-ভোকে ঘৰৰ পৰা বাহিৰ হৈ নোযোৱালৈকে উঠা নাছিল। মৌজাদাৰে ঘৰৰ পৰা ওলাই যাওঁতে কৈছিল– "হে হৰি। ঘৰতে ইমানখিনি, আৰু তো আছেই। এইবাৰ বুঢ়াই সকলো পিনে মান-সম্ভ্ৰম খেদাই যেন পাইছোঁ।"

(৯)

"শুনিছো মৌজাদাৰ। টকা-কড়িৰ লেঠা মিতিৰ মানুহৰ লগত কৰা বেয়া।"

"সেইটো হয়। কিন্তু এনে বিপদত অধিকাৰ প্ৰভুৱে সহায় নকৰিলে কোনে কৰিব? সেইবুলিয়ে ইমান দূৰলৈ বাটকুৰি বাই আহিছোঁ। আনকি মৌজাদাৰণীও আহিব খুজিছিল প্ৰভুৰ থান চাওঁ বুলি।"

"নানিলা কিয়? যি নহওক মৌজাদাৰ, মৌজাদাৰণীৰ ভক্তি অশেষ। পিছে তুমি টকাৰ কথা কৈছা সঁচা। নিদিলেও বিপদত পৰিবা। পিছে কোৱা কিমান দিনৰ মূৰত ঘূৰাই দিবা?"

'মই যিমান সোনকালে পাৰোঁ সিমানেই চেষ্টা কৰিম। দুমাহমানত দিব নোৱাৰিলে পিছত সুদ ল'ব, তেতিয়া আপোনাৰে লাভ।"

"এৰা, কথাটো বেয়া হোৱা নাই। কিয়নো টকাৰ লগত মিতিৰ-কুটুম নাই। পিছে তোমাৰ ওপৰতনো মই দলিল কেনেকৈ লওঁ? নল'লেও ইমান টকা এনেয়ে দিয়া সুবিধা নেদেখি।"

"মই আগেয়ে কৈছো নহয় আপুনি আনৰ পৰা যেনেকৈ দলিল লয় তেনেকৈ মোৰ পৰাও লওক। সুদৰ কথাও লিখক। মইতো পাৰিলে দুমাহতে দিবলৈ চেষ্টা কৰিম।"

"বাৰু, ভকতৰ বিপদত সহায় নকৰি পাৰোনে? কি কয় বৰুৱা? পিছে আজি ইয়াতে থাকা, কাইলৈ মইও গুৱাহাটীলৈ যাম, একেলগে যাব পাৰিম। তাতে দলিলখনো ৰেজিষ্টাৰী কৰি দিম।"

মৌজাদাৰে ক'লে, "প্ৰভুৰ অনুগ্ৰহ হ'লে আৰু কি? আজি বহুদিনৰ পৰা প্ৰভুৰ থানখন চাওঁ চাওঁ বুলিও আহিব পৰা নাছিলো। কিন্তু কি ঈশ্বৰৰ ইচ্ছা! বিপদেহে প্ৰভুৰ থান দৰ্শন কৰালে।"

"তোমাৰ যেনে ভক্তি তুমি এই থান দৰ্শন কৰাটো আচৰিত কথানে? বাৰু, সৌ চ'ৰা ঘৰতে তোমালোকে আজিৰ ৰাতিটো কটোৱা। মোৰ হাউলিৰ ভিতৰত সদায় ৰং-ধেমালি, নাম-কীৰ্তন হৈয়েই থাকে। মই এতিয়া দুপৰীয়াৰ প্ৰসঙ্গ কৰোঁগে। ঐ এটা কথা। মৌজাদাৰ! মই তোমাক ইমান টকা দিম হয় কিন্তু ইমান টকাৰ তোমাৰ ঘৰত দেখোঁ সম্পত্তিয়ে নাই। গতিকে দুজনমান জামিন হ'বও লাগিব। মোৰ বোধেৰে তোমাৰ বন্ধু এই কপিল বৰুৱা আৰু শ্ৰীধৰ ফুকনেই জামিন হওক।"

তিনিওজন মাত্তি হোৱাত অধিকাৰ ভিতৰলৈ গ'ল।। সিদিনা ৰাতিটো তাতেই সুখেৰে বৈ পিছদিনা পুৱা আটাইকেইজনে গুৱাহাটীলৈ যাত্ৰা কৰিলে। গুৱাহাটীত ফুকন আৰু বৰুৱাই জামিন হৈ দলিল-পত্ৰ কৰাই মৌজাদাৰৰ গৱৰ্ণমেণ্টৰ লেঠা মাৰিলে। তাৰ পিছত সকলোৱে ঘৰলৈ উভতিল।

(১০)

কে'বাজনী ছোৱালীয়ে নদীত সাঁতুৰি-নাদুৰি গা ধুইছে। গা ধুই উঠি এজনীয়ে গাইছে–

দীঘে দীঘলী চিতিকাৰ মাৰলি
সেয়েহে গোকুলৰ আলি।
গোকুলৰ আলিৰে ৰাধাই পনী নিয়ে,
বৈ বৈ ধেমালি কৰি।।

পাৰৰ এজনাই তেতিয়াই নৈত সাঁতুৰি থকা এজনক ক'লে, "কিমাননো সাঁতোৰাহে? আহা, যাওঁ। নোযোৱা যদি আমি পানী লৈ যাওঁ।"

"যাওঁ ৰ'বাহে। দেউতাই এনেয়ে গা ধুব আহিব নিদিয়ে। আজি দেউতা নাই বুলিহে আহিছোঁ।"

"তেন্তে থাকা সাঁতুৰি-নাদুৰি তুমি। আমি যাওঁ। আহ পদুমী, ৰংদৈ আৰু কেতেকী। ৰশ্মিয়ে তাতেই গা ধুইয়ে থাকক। এই জাৰত তিতা কাপোৰেৰে থিয় হৈ থাকিমনে?" এইবুলি আটাইকে'জনীয়ে ততাতৈয়াকৈ কাপোৰ পিন্ধি আহিলোঁ, থাকা বুলি কৈ আঁতৰিল।

ৰশ্মিয়ে ততাতৈয়াকৈ পাৰত উঠিলহি। ইহঁতে ইমান বেগাই গৈছিল যে ততালিকে বিৰিণাৰ আঁৰ হ'ল। ৰশ্মিয়ে কাপোৰ সলাই লাহে লাহে বাট ধৰিলে। প্ৰভাতী সুৰুযৰ ৰাঙলী কিৰণ তেতিয়া তাইৰ গালত পৰি আৰু সুন্দৰ কৰিছিল। প্ৰকৃতিৰ মনোৰম শীতল বায়ুত তাই আনন্দত আত্মহাৰা হৈ গীত গাইছিল–

এনেতে মদনৰ লগত তাইৰ দেখাদেখি হ'ল।

সি ক'লে, "লগ পাই বৰ ভাল হ'ল।"

ৰশ্মিয়ে কলে "আপুনি কথাবোৰ ঘৰত ক'লেনে?"

"নাই সেইবোৰ একো কোৱা নাই আৰু নক'মো। কেৱল এদিনা মনে মনে লুকাম। অৱশ্যে তোমাৰ আৰু মোৰ বিয়াৰ আগে আগে। ৰশ্মি এইটোত মই কঠোৰ হ'ব পাৰোঁ; কিন্তু মই আজি কে'ৱাবছৰেৰে পৰা ভাবি ভাবি যি উপলব্ধি কৰিছো তাকেই কৰিম। সংসাৰৰ পদবি, সংসাৰৰ জটিলতাত মই নোসোমাওঁ।"

ৰশ্মিয়ে একো নামাতি কেৱল ভেলেঙি পহুৰ দৰে মদনৰ সেই উজ্জ্বল মুখলৈ চাই ৰ'ল। বাস্তৱতে ৰশ্মিৰ বয়স সেই সময়ত এঘাৰ বছৰৰ অলপ বেছি হ'লেও তাই যেন মদনৰ মুখৰ উজ্জ্বলতাত কথাৰ অঙ্গি ভঙ্গীত তাৰ হৃদয়ৰ পৰা ওলোৱা কথাকে'যাৰ সুন্দৰভাৱে হৃদয়ঙ্গম কৰিব পাৰিলে। মদনে আৰু ক'লে, "কিন্তু তোমাক এটা কথা কওঁ ৰশ্মি, মোৰ অন্তৰ্দ্ধানৰ লগে লগে তোমাৰ বিয়া আনৰ লগত থিৰ কৰিলে তুমি তাত মান্তি হ'বা।"

ৰশ্মিয়ে এই কথাত একো উত্তৰ নিদিলে। মদনেও তাৰ এই কথাষাৰ অনাৱশ্যক বা ৰশ্মিলৈ অন্তৰত ভালপোৱা উত্তেজনাৰ পৰা ওলোৱা বুলি ভাবি মনে মনে ৰ'ল। শেষত ক'লে, ৰশ্মি কিজানি আৰু তোমাক দেখা নাপাওঁ; আজিয়েই শেষ বিদায় মাগিলোঁ। এইবুলি কৈয়ে মদনে ৰশ্মিৰ ডিঙিত ধৰি অলপপৰ ৰশ্মিৰ মুখলৈ চাই ৰ'ল। সেই সময়ত মদনৰ মনত ৰশ্মিক এটা চুমা খাবলৈ অত্যন্ত উত্তেজনা হ'লেও তাৰ বিবেকানন্দৰ শিখা সংযমৰ কথা মনত পৰি তেনে একো নকৰি কেৱল চায়ে থাকিল। দুয়ো অলপপৰ নিমাত হ'ল। তাৰ পিছত মদনে ততালিকে ৰশ্মিক এৰি "আহিলো ৰশ্মি শেষ বিদায়। যদি পাৰোঁ যাবৰ আগেয়ে তহঁতৰ ঘৰলৈ এবাৰ যাম। কিন্তু তহঁতৰ ঘৰলৈ গ'লে যে তোক দেখা পাম সেইটোও সম্ভৱ নহয়। থাক যি নহওক আহিলোঁ।" এইবুলি কৈয়ে সি আকৌ ঘোঁৰাতে জঁপ মাৰি উঠি ঘোঁৰাক কোৰ দিয়াত ততালিকে ঘোঁৰাই লৰিব ধৰিলে। ৰশ্মিয়ে যিমান পাৰে সেইপিনে চাইয়ে ৰ'ল। অলপ পৰৰ পিছত ৰশ্মিয়ে লাহে লাহে খোজ ল'লে। কিন্তু ৰশ্মিৰ খোজৰ স্থিৰতা আছিল নে নাই কোনে ক'ব? অকণমানি এঘাৰ বছৰীয়া ছোৱালী ৰশ্মিৰ আজি নজনা-নুশুনা অনন্তভাৱৰ কোনো লেখ ল'ব।?

মৌজাদাৰে গৱৰ্ণমেণ্টৰ লেঠা মাৰি আহি কেইমানমান যোৱাৰ পিছত মদনে বি. এ পাছ হোৱা শুনি আনন্দত অধীৰ হ'ল। য'তে-ত'তে পুত্ৰেকৰ গুণ কীৰ্তন। তেওঁ মদনৰ বিয়া পাতিবলৈ মন কৰি কপিল বৰুৱাৰ ঘৰলৈ গৈ সকলো সুধিলে। কপিল বৰুৱায়ো মান্তি হ'ল। এই আহাৰৰ পোন্ধৰ তাৰিখে বিয়াৰ দিন ঠিক হ'ল। সকলোপিনে যোগাৰ কৰিবলৈ লাগি পৰিল। মৌজাদাৰে সকলো ৰায়তক জনালে মদনৰ বিয়াত সকলোৱে সহায় কৰিব লাগিব। ইপিনে কপিল বৰুৱাৰ মাকে আৰু ঘৈণীয়েকে সকলো তিৰোতাৰ লগত মিলি নানা তৰহৰ আয়োজন কৰিলে। কিন্তু বিয়াৰ আয়োজন যিমানেই চৰিছে ৰশ্মিৰ মনে মনে সিমানেই এটা ভৱিষ্যত ভয়লৈ উত্ৰাৱল হৈছে। ৰশ্মিয়ে ইমান চেষ্টা কৰিও পাহৰিব পৰা নাই, মদনৰ সেই নৈৰ পাৰৰ কথা। আনপিনে সংসাৰত সমূলি নিস্পৃহ মদনেও সেই নৈৰ পাৰত ৰশ্মিৰ পূৰ্ণ ছবি দেখি ফুটোঁ ফুটোঁ হোৱা ভাবৰ খেলি-মেলি দেখি মুহূৰ্তেক মোহ ভাবত আসক্ত হৈছিল। সি যিমানেই ৰশ্মিক পাহৰিব খুজিছিল তাৰ নিজৰ মনৰ দুৰ্বলতা, ঘৃণা কৰিছিল, সিমানেই ৰশ্মিৰ সুন্দৰ ছবি আৰু জলজল্ পটপট্ হৈ উঠিছিল। দিন যোৱাৰ লগে লগে তাৰ দুৰ্বল মন, ৰশ্মিৰ মধুৰ ছবি

সুন্দৰ কথা-বতৰাই সমূলি আকৰ্ষণ কৰি পেলাইছিল। ঠিক এনে সময়তে বি,এৰ বাতৰি আহিল। মদনৰ ইমানদিনৰ উদ্দেশ্য আজি শেষ হোৱা কাৰণে মদনে ইমানদিন যি কল্পনা কৰিছিল সেই কল্পনা সুন্দৰভাৱে ভুমুকি মাৰিছিল। মদনৰ হৃদয়ত জাগি উঠিছিল সেই সন্ন্যাসী ভাব। মদনৰ মনত পৰিছিল কেনেভাৱে বুদ্ধদেৱে সংসাৰত সকলো মোহ, সকলো আশা-ভৰষা, ভোগ-তৃষ্ণা, সৌন্দৰ্য সকলো পৰিত্যাগ কৰি ওলাই গৈছিল এক মহান আদৰ্শৰ উদ্দেশ্যে ভূমাৰ লগত তেওঁৰ পৰিচয় হ'বলৈ। ঠিক এনেবোৰ ভাবৰ লগে লগে আকৌ মদনৰ মনত পৰিল সেই ৰশ্মিৰ সৰলতা, লয়লাস খোজ-মধুৰ আধা ফুটা ভাব, আও-ভাও, মনত পৰিল ৰশ্মিৰ ভাণ্ডি নোকোৱা ভালপোৱাৰ চকুৰ সৌন্দৰ্য। কিন্তু মদনৰ মনত খন্তেকে সংযম ললে। ছিঃ ছিঃ এইয়া কি তাৰ শোভন হৈছে। জগতত এনে মোহে, এনে আকৰ্ষণে যে সদায় সকলো ভাল উদ্দেশ্যৰ পৰা বিৰত কৰে। ৰশ্মি ক'ৰ কি? কোন জনমত তাই তাৰ আপোন আছিল যে ৰশ্মিৰ কাৰণে তাৰ ইমান দিনে পুহি থোৱা, ইমানদিনে কল্পনা কৰা সকলো উদ্দেশ্য ভ্ৰষ্ট কৰি তাক তিৰোতা-সেৰুৱা কৰিব, তাৰ ঈশ্বৰ-উপলব্ধি নষ্ট কৰিব।

সি কৈ উঠিল অসম্ভৱ, অসম্ভৱ। সি নিস্পৃহ। মুক্তিতো তাৰ স্পৃহা নাই। সি জাগি উঠিব ভূমাৰ উদ্দেশ্য। অনন্ত ভাবত সি সাঁতুৰি ফুৰিব। ক্ষুদ্ৰ প্ৰেমে, ক্ষুদ্ৰ তিৰোতাই তাক বান্ধিব নোৱাৰে। সি জাঁপ দিব ভূমাৰ উদ্দেশ্যে, সি মিলিব প্ৰভুৰ বিশ্বৰূপৰ লগত। এয়ে তাৰ মাহেন্দ্ৰ ক্ষণ। এয়ে তাৰ শুভ সময় আৰু কেইদিন পলম কৰিলে সি বাধাহে পাব, ক্ষুদ্ৰৰ লগত সি পাহৰিব লাগিব তাৰ মহান উদ্দেশ্য। মদন আৰু থিৰে থাকিব নোৱাৰিলে। সি কি কৰিব, যাব নে নেযাব? ঘৰ এৰিবনে নেৰিব? সি ততালিকে আকৌ বাহিৰ হ'ল। সি খোজ ল'লে নৈৰ পাৰে পাৰে। তাৰ মনত পৰিল গীতাত কোৱা যোগীৰ নিদৰ্শন। তাৰ মনত পৰিল—

"যোগীৰ শুনিও আৰে ধ্যানৰ প্ৰকাৰ।
বিমত ঈশ্বৰ হৃদি ব্যক্ত হয় তাৰ।।
পৱিত্ৰ নিৰ্জন স্থানে হৈয়া একেশ্বৰ।
আসনে বসিয়া যোগী হোৱে থিৰতৰ।।
নীচ নুহিবেক অতি উচ্ছিত নুহিব।
কুশ পাৰি উপৰত মৃগ চৰ্ম থৈব।।
চৰ্মৰ উপৰে দিয়া ঢাকিব বসন।
চিত্ত বৃত্তি নিৰোধি একাগ্ৰ কৰি মন।।
সম কৰিবেক শিৰ গ্ৰীবা আৰু পিঠি।
নাসিকাৰ অগ্ৰভাগে ৰাখিবেক দৃষ্টি।।
একোদিশে নাচাইবেক এৰিবেক ভয়।
মন উপৰাম ভৈলে শুচিব বিষয়।।
কেৱল মেলিলে নেত্ৰ বিষয়ক যাই—।
মুদিলে কেৱল চক্ষু নিদ্ৰা লাগ পাই।।
নেমেলি নুমুদি এইৰ অৰ্দ্ধেক মেল।
নিদ্ৰা বিষয়ত মেলানত ৰহে মন।।
দৃঢ় কৰি নখাইব, নকৰি নিৰাহাৰ।
অতি নিদ্ৰা নকৰিব নকৰি জাগৰ।।

সি ভাবিলে সি সেই গীতাত কোৱা যোগীয়ে হ'ব। সংসাৰৰ সকলো স্পৃহা, সকলো মায়া-মোহ ত্যাগি সি যথাৰ্থ যোগী হ'ব। আজিয়েই সি সেই মহান উদ্দেশ্য ধৰি নিৰ্জন হিমালয়লৈ গতি কৰিব। এই ভাবি ভাবি গৈ আছে। গৈ গৈ সেই ৰশ্মিয়ে গা-ধোৱা ঘাট পালে। তাৰ মনৰ আকুলতাৰ মাজত ভাবৰ খেলি-মেলিৰ মাজত এবাৰ ভাব হ'ল শেষবাৰলৈ ৰশ্মিক চাই গ'লে তাতে হানি কি? ৰশ্মিক ইমান ভালপাওঁ, ইমান মৰম কৰো তেন্তে সেই ভালপোৱা ধনক এবাৰ চাই গলে তাতে কি অন্যায় হ'ব। ঠিক এনে ভাবেতো এদিনা বুদ্ধয়ো গভীৰ ৰাতি অন্তৰ্ধানৰ লগে লগে তেওঁৰ পত্নীৰ সুন্দৰ মুখ শেষবাৰলৈ চাই আঁতৰ হৈছিল। সি অলপপৰ সেই ঘাটৰ দূৰতে বিৰিণাৰ আঁৰ হৈ ৰহি তাৰ শেষ উদ্দেশ্যৰ সকলো সম্বলৰ কথা ভাবিব ধৰিলে। মাজে মাজে তাৰ ভাব হ'ল ক'তা ৰশ্মিতো ইমান পৰেও নাহিল? তেন্তে ৰশ্মি জানো আজি নাহে? ঠিক এনেভাবৰ খেলি-মেলিতে সি দেখিলে এজনী ছোৱালী নৈ মুৱা হৈ আহিব ধৰিছে। তাইক এবাৰ বিৰিণাৰ ওপৰেদি দেখা পাই আকৌ বিৰিণাতে লুকাই পৰে। মদন থিয় হ'ল। লাহে লাহে খোজ

ল'লে। কিন্তু ভুল। এই ছোৱালী ৰশ্মিৰ লেখীয়া হ'লেওতো ৰশ্মি নহয়। মদনে ওচৰ চাপি তাইৰ বেহ-ৰূপ চাই দেখিলে সেই ছোৱালীজনী কান্দি কান্দি আহিছে। মদনে সুধিলে তুমি কোন? কান্দিছা কেলেই? ছোৱালীজনীয়ে নামাতিলে। মদনে আকৌ সুধিলে— তুমি কি দুখত দুখী। তোমাৰ কোন আছে?

মদনৰ বেথা লগা কথাত তাই থমক খালে। অলপ পিছত ক'লে মোৰ বিচাৰ-লওঁতা কোন আছে। মইয়ে বিধৱা বামুণনী। মই যে পতিতা। মোৰ স্বামীৰ মৃত্যু হ'বৰ আজি প্ৰায় দুবছৰ হ'ল। তেতিয়া মই অকুমাৰী ছোৱালী। স্বামীৰ মুখ দেখিলেও স্বামী সম্ভোগ কি বস্তু মই জনা নাছিলোঁ। যৌৱনৰ লগে লগে দুষ্টৰ ছলনাত মোৰ সৰ্বস্ব গৈছে। মই সমাজৰ আগত ধৰা পৰিছোঁ। বিধৱা বামুণনী পতিতা হ'লে যি অৱস্থা হয় মোৰো সেই অৱস্থা হৈছে। সমাজে মোক নেওচা-কেওচা দি আঁতৰ কৰি দিছে।

মদনে তাইৰ কথা শুনিয়ে থাকিল। তাৰ মনৰ ভাব হ'ল, এয়েতো সংসাৰ। এয়েতো কাম মোহৰ অৱস্থা! এয়েতো সংসাৰৰ সমাজ! মোহৰ ছলনাত সৰলা ছোৱালী নিজৰ সজগুণ পাহৰি ভ্ৰষ্টা। আকৌ সমাজে কু-সংস্কাৰৰ ভয়ত দয়া-মমতা পাহৰি কঠোৰ দণ্ড লৈ উপস্থিত। মদনে ভাবিলে য'ত দয়া নাই, মমতা নাই, য'ত কু-সংস্কাৰে ভৰা কঠোৰ শাস্তি আছে, মোহ অস্পৃশ্যতা আছে তেনে সংসাৰত মানুহৰ স্পৃহা কিয়? য'ত মানুহে মানুহে ভাল পোৱা নাই, মানুহক দুখৰ অৱস্থা, অসহায়হীন অৱস্থা ভাবিবলৈ প্ৰাণ নাই, য'ত জৰা, মৃত্যু সদায় বিৰাজমান, য'ত চৌদিশে কেৱল মায়া মোহ তাত নিস্পৃহতা নহৈ আশক্তি কিয়?

মদনে আৰু একো নুসুধিলে। সেই বিধৱা তিৰোতা জনীয়েও মদনক তেনেভাৱে কাঠৰ পুতলা যেন হৈ থকা দেখি লাহে লাহে আঁতৰ হ'ল। তাই মদনৰ দুখৰ বেথা লগা কথা শুনি ভাবিছিল কিজানি ক'ৰবাত তাইৰ এটা দিহা কৰে। কিন্তু সংসাৰৰ লগত নিস্পৃহ ভাবৰ ৰাজ্যত ফুৰা মদনৰ পৰা তাই কি আশা কৰিব পাৰে? তাই কান্দি কান্দি গৈয়ে থাকিল। মদনে কেৱল ভাবিয়ে ৰ'ল। হঠাৎ মদনৰ সপোন ভাঙিল। মদনে দেখিলে যে সেই বাটেৰেই দুজনী ছোৱালী কথা কৈ আহিব ধৰিছে। এজনী ৰশ্মি আনজনী সেই গাঁৱৰে ছোৱালী। ছোৱালীজনীয়ে সুধিছে তোৰতো পৰহিলৈ বিয়া। মদনৰ লগত তোক শুৱাব দে। মৌজাদাৰণীৰ বোৱাৰীয়েক হ'ব পাৰিবি। কিন্তু ৰশ্মিয়ে সেই কথাত একো উত্তৰ নিদি গৈয়ে আছে। বাটত আকৌ ভেটা ভেটি। কিন্তু লগত এজনী ছোৱালী থকাত মদনে ৰশ্মিৰ লগত কথা নাপাতিলে। বিশেষতঃ সিহঁতৰ বিয়া থিৰ হোৱা অৱস্থাত। এই কথা শুনিলে যে সকলোৱে ইতিকিং উপলুঙা কৰিব? ৰশ্মিয়ে লাহেকৈ ছোৱালীজনীক ক'লে, ব'ল উভতি যাওঁ। ছোৱালীজনীয়ে মাথোঁ হাঁহিলে। কিন্তু ৰশ্মি ততালিকে উভতি ঘৰমুৱা হ'ল। ছোৱালীজনীয়েও পিছ ললে। অলপ দূৰৈত গৈ ছোৱালীজনীয়ে ক'লে ভাল ভেটাভেটি হৈছিলোঁ দে। এই সময়ত এইপিনে আহিব বুলি ক'ব পৰা নাছিলোঁ।

ঠিক এনে সময়তে ৰশ্মিয়ে ক'লে, "উস্ মৰিলোঁ।

"কি হ'ল?"

"এঃ কিবা এডাল কাঁইটে বিন্ধিলে" বুলি তাতে বহি কাঁইট খোচোৰা বুধিত আকৌ এবাৰ দূৰৈত থকা মানে কি কৰিছে বুলি চালে। কিন্তু হায় ৰশ্মিয়ে দেখিলে মদনে কেৱল কাঠৰ পুতলাৰ দৰে থিয় হৈয়ে আছে।

লাহে লাহে আকৌ ৰশ্মি উঠি ঘৰলৈ খোজ ললে। ৰশ্মিৰ মনৰ উগুল থুগুল ভাব ৰশ্মিৰ বাহিৰে কোনে বুজিব। মদনৰ সংসাৰৰ বৈৰাগ্য ভাব ৰশ্মিৰ বাহিৰে আন কোনোৱে নাজানে। ইপিনে আকৌ পৰহিলৈ বিয়া। এনে অৱস্থাত মদনক সেই নিৰ্জন ঠাইত থকা দেখা পাই ৰশ্মিয়ে ভাবিছে মদনে নিশ্চয় আজি কিবা কথা ক'বলৈ আহিছিল। ৰশ্মিয়ে ভাবিছে মদনৰ সেই আগৰ বৈৰাগ্য ভাব আঁতৰ হৈছে নে নাই? আৰু যদি হোৱা নাই তেন্তে মদনে সেই নিৰ্জন ঠাইত কি কথা ক'বলৈ আহিছিল। তেন্তে কি মদনে সঁচাকৈ সন্ন্যাসী হৈ পলাই যাব? এই ভাবৰ লগে লগে ৰশ্মিৰ উগুল-থুগুল ভাব আৰু বেছি হ'ল। ৰশ্মি ব্যাকুল হৈ উঠিল। তাই যে মদনক বৰ ভাল পায়। বিয়া হওক বা নহওক কিন্তু

মদনৰ সেই মনোমোহা মুখখনি সেই হাঁহো হাঁহো কথা কে'ৰাৰ তাইৰ যে স্বৰ্গীয় বস্তু। মদনৰ সেই মুকুতাৰ নিচিনা দাঁতকেইটা, সেই সৰু সৰু কেঁকোৰা চুলি, সেই হেন মূৰ্তি স্বৰূপ মুখৰ গঢ় তাইৰ যে আজি কিছুমান দিনৰ পৰা অন্ততঃ সেই নৈত লগ পোৱাৰ পৰা অতিকে আৰাধ্য বস্তু। তেন্তে তাইৰ সেই ভাল পোৱা ধন জানো মুহূৰ্ত্ততে আঁতৰ হ'ব?

তাই আহি ঘৰতে এই কথাৰ দোমোজাত পৰি ভাবি আছে।

এনেতে আয়েকে ক'লে, ৰশ্মি ৰটাতো আনচোন। মানুহ আহিছে। ৰশ্মিয়ে সেইটো নুশুনিলে। আয়েকে এইবাৰ ডাঙৰকৈ ক'লে, কি কথা নুশুনা ছোৱালী ঔ। মৌজাদাৰৰ বোৱাৰীয়েক হ'বি বুলিনো এতিয়াই ইমান ঠেঁহনে? বা বুঢ়ীয়ে কথাষাৰ কৈছে, শুনো। তাই থম্ থম্ মদন গোপাল হৈ থিয় হৈয়ে ৰ'ল। দে দে যি দুদিন ইয়াতে থাক অলপ-অচৰপ কাম-বন কৰ। বিয়াৰ পিছত মৌজাদাৰৰ পুতেক মদনে কোলাত তুলি বোকাত তুলি য'তে থয় ত'তে থব। তেতিয়া চাঁগে নগৰীয়া ছোৱালীয়ে কৰিব।

বুঢ়ী আয়েকৰ কথা মাকৰ কাণত পৰিলগৈ। মাকে ক'লে, কিনো আধাকাটী ছোৱালী। বুঢ়ী মানুহৰো কথা-বতৰা নুশুনে; বিয়া হ'লেই আৰু কেইদিননো থাকিবি? ৰশ্মিয়ে আকৌ বিয়া, আকৌ মদনৰ কথা শুনি উভ্ৰাৱল হ'ল। তাইৰ মনত ভাব হ'ল যেন এই বিয়াই তাইৰ সৰ্বনাশ কৰিবলৈ ওলাইছে। তাইৰ ভাব হ'ল যেন এই বিয়া নহ'লেতো মদন কেতিয়াও আঁতৰ নহয়। মদনৰ লগত তাইৰ বিয়া নহ'লেওতো তাই মদনক কেতিয়াবা দূৰৈত দেখিব। তাই ভাবিলে এই বিয়া নহ'লেই মোৰ মঙ্গল। কিন্তু কেনেকৈ এই বিয়া নোহোৱা কৰে? কেনেকৈ তাই বিয়াত নবহোঁ বুলি কয়?

তাই এনেভাৱে তেতিয়াও থিয় হৈ থকা দেখি বুঢ়ীয়ে নিজে উঠি গৈ তামোল-ছালি আনি ক'লে, ছোৱালীৰ এতিয়াই যি গহ দেখিছোঁ আৰু বা মৌজাদাৰণীৰ বোৱাৰীয়েক হ'লে আমাক চাঁগে নামাতিবই।

এই সূচলতে ৰশ্মিয়ে ক'লে— যা মৌজাদাৰণীৰ বোৱাৰীয়েক নহওঁ যা।

ৰশ্মিৰ কথা শুনি বুঢ়ী আৰু ৰশ্মিৰ মাকে দুয়ো হাঁহিলে। মাকে ক'লে, "ভাল আধাকাটী ছোৱালী দে।"

আনপিনে নৈৰ পাৰত মদনে সেই অৱস্থাত থিয় হৈ থাকোতেই ৰশ্মি উভতি গ'ল। কিন্তু মদনে এষাৰো তাৰ কথা ভাঙিব নোৱাৰি বহুপৰলৈ ৰশ্মিলৈ চাইয়ে আছিল। সি ভাবিলে এয়ে শেষ দেখা। এদিনা যেনেকৈ বৃদ্ধই গভীৰ ৰাতি ভাষাৰে একো ব্যক্ত নকৰি কেৱল এবাৰ সেই মুখ দেখি লাহে লাহে আঁতৰ হৈছিল আজি তাৰো তেনে অৱস্থা। সেই কাৰণে ঈশ্বৰে তাক এষাৰো ক'বলৈ আজি সুবিধা নিদিলেই সেই কাৰণে কেৱল সি দৰ্শনতেই তৃপ্তি লভি উভতিব লাগিল। সি আৰু খন্তেকো নৰ'ল। সি ভাবিলে আৰু মনত দুৰ্বলতাৰ ঠাই নিদিওঁ। মায়া-মোহৰ অন্ত কৰোঁ। আজি গভীৰ ৰাতিতেই সাংসাৰিক জীৱনৰ পৰা চিৰকাললৈ আঁতৰ হ'ম। গভীৰ বননিত নিৰ্জন হাবিয়নিত ঠাই ল'ম।

(১১)

সেই ৰাতিতেই মদন অন্তৰ্দ্ধান হ'ল। গাঁৱত নানা তৰহৰ কথা জল্পনা-কল্পনা হ'ল। কেৱে ক'লে মদনে নগৰত পঢ়া ল'ৰা। নগৰীয়া ছোৱালীৰ লগত বিয়া নপতাৰ কাৰণে সি গুচি গ'ল। কেৱে ক'লে নগৰত পঢ়া ল'ৰা কি ঠিক আছে, কি জানিবা নগৰীয়া ছোৱালী ৰাখিছেই। কেৱে ক'লে সমূলি পঢ়া সাং কৰি বিয়া পাতিবলৈ তাৰ ইচ্ছা। বি. এ. টো পাছ কৰিলেই আৰু ওকালতি পাছ কৰিলেহে একেলগে বিয়া পতাটোহে দেউতাকৰ উচিত আছিল। যি নহওক মদন কিয় অন্তৰ্দ্ধান হ'ল সেই সম্বন্ধে ৰশ্মিৰ বাহিৰে আন কেওৱে নাজানিলে। ৰশ্মিয়ে মদন পলোৱা শুনি ভিতৰি ভিতৰি কোনোৱে নেদেখাকৈ কিমান কান্দিলে কোনে জানে? দিনৰ পিছত দিন উভতিল মদন কিন্তু নুভতিল। মৌজাদাৰে বিয়াৰ সকলো আশা এৰি এবাৰ গুৱাহাটীত ভালকৈ বিচাৰিবলৈ মন কৰিলে। গুৱাহাটীত

কে'বাবাৰো মৌজাদাৰ আহি বিচাৰিলে কিন্তু ক'তো মদনক নাপালে। মৌজাদাৰ ইপিনে আৰু এটা চিন্তাত পৰিল। লাহে লাহে যিমানেই দিন যাব ধৰিলে সিমানেই জগন্নাথ প্ৰভুৰ টকা বাঢ়িব ধৰিলে। কিন্তু এতিয়াও টকাৰ ঋণ শুজিবলৈ ক'তো একো থিৰ কৰিব পৰা নাই। ইপিনে বছৰৰ লগে লগে গৱৰ্ণমেণ্টৰ লেঠাও আহিল। মৌজাদাৰ মহা নিৰুপায়ত পৰিল। যি নহওক অতি কষ্ট কৰি গৱৰ্ণমেণ্টৰ লেঠা মাৰিলে সঁচা কিন্তু জগন্নাথ প্ৰভুৰ টকা নিকপকীয়া হৈ থাকি গজালিতে পোখা মেলি তিনি হাজাৰৰ পৰা ছয় হাজাৰ হ'লগৈ। মৌজাদাৰৰ জিভাত পানী নোহোৱা হ'ল। মাজে মাজে শ্ৰীধৰ ফুকন আৰু কপিল বৰুৱায়ো মৌজাদাৰক টকা খুজিবলৈ বহুতো ক'ব ধৰিলে। কিন্তু মৌজাদাৰে টকা কেনেকৈ শুজে। এনেভাৱে ডেৰ বছৰ পাৰ হ'লত জগন্নাথৰ প্ৰভুৰ পৰা মৌজাদাৰলৈ চিঠি আহিল। "তোমাৰ টকা সোনকালে শুজিব লাগে, নহ'লে টকা বেছি হৈ যাব ধৰিছে।" কিন্তু মৌজাদাৰে কি উত্তৰ দিব ভাবি নাপাই বিমোৰত পৰিল। শেষত একো চিঠি নিদিয়াকে থিৰ কৰি বহি থাকিল। একে টকাৰ ধাৰ তাতে গুৰু দায়। মৌজাদাৰে কি উপায় কৰে। আৰু এমাহৰ পিছত জগন্নাথ প্ৰভুৱে টানকৈ লিখিলে— "তোমাৰ সমূলি টকা শুজিবলৈ ইচ্ছা নাই দেখিছোঁ। পিছে আৰু এমাহৰ ভিতৰত মই টকা নাপালে সুদে মূলে আঠহেজাৰ টকাৰ মোকৰ্দমা কৰিবলৈ বাধ্য হ'ম।"

মৌজাদাৰ এইবাৰ বিবুধিত পৰি কি কৰিব কি নকৰিব ভাবি আছে। এনেতে সোণাৰি আহিল— "মোৰ টকা চাৰিশ দিয়ক।"

"কিহৰ টকা?"

"মৌজাদাৰণী আয়ে যে হাৰডাল বাখিছে?"

"হাৰ বাখিছে! কি হাৰ?"

"কিয় আপোনাক কোৱা নাইনে?"

"ক'তা মোক একো কোৱা নাই। বাৰু মই ভিতৰৰ পৰা আহোঁ।" মৌজাদাৰে ভিতৰ সোমায়ে মৌজাদাৰণীক খংমূৰাকৈ সুধিলে-ধনী সোণাৰিৰ পৰা কেতিয়া সোণৰ হাৰ আনিলাহে?

মৌজাদাৰণীয়ে নামাতিলে।

"এতিয়া নামাতা হৈছা। পিছে টকা সাধিবলৈ আহিছে যে দিয়া কেনেকৈ দিয়া।"

মৌজাদাৰণীয়ে ক'লে, "অঁ বৰ ডাঙৰ বস্তুটো গঢ়াই আনিছো দিয়ক। সেই তাহানিৰ পৰা দিওঁ দিওঁ বুলি ছল কৰি থকা হাৰডাল আনিছোঁ তাতে ইমানটো। পিছে ভালকৈ অলঙ্কাৰ-পাতি দিব নোৱৰা যদি মৌজাদাৰী বিষয়খনলো কিয় লৈছা? চাওকচোন শ্ৰীধৰ ফুকনৰ ঘৈণীয়েকৰ ডিঙিত কেনে সুন্দৰ চন্দ্ৰহাৰ।"

"সেইবিলাক যে তেওঁ বাপেকৰ ঘৰৰ পৰা আনিছে তুমিনো কি সোপা আনিছা? কি মস্কিল। নিজৰ অৱস্থা বুজিবলৈ নাই। মোৰ ইপিনে হাহাকাৰ, সিপিনে তেওঁলোকৰ অলঙ্কাৰ গঢ়া, কাপোৰ কানি কিনা!"

"মোক অলপ অলঙ্কাৰ দিব লাগিলেই আপোনাৰ হাহাকাৰ হয়। ইপিনে মৌজাদাৰ হৈ বায়তৰ পৰা হোবাহোৱে টকা আনেহে।" মৌজাদাৰে আৰু নিজৰ অৱস্থা লুকাই ৰাখিব নোৱাৰিলে। তেওঁ ক'লে হোবা হোবে অনা দেখিছাতো। পিছে সিপিনে কিমান হাজাৰ টকাৰ ধাৰ লাগিছে জানা জানো? এতিয়া নিজৰ সম্পত্তি ক্ৰোক নহয় যদি তেও ভাল।"

মৌজাদাৰণীয়ে মৌজাদাৰৰ কথাত বিশ্বাস নকৰি নামাতিয়ে থাকিল। মৌজাদাৰে আৰু নানা তৰহৰ কথা কৈ বৃদ্ধস্য তৰুণী ভাৰ্যা কি সৰ্বনাশৰ মূল এইবাৰ ভালকৈ বুজি পাই "হৰি হৰি কি কৰিলোঁ আবেসে সকলো বুজিলোঁ বুলি ওলাই আহি সোণাৰিক ক'লে— "যা ধনী আৰু কিছুমান দিনৰ পিছত আহিবি। হাৰ গঢ়াই দিয়ে টকা পায়নে?" মই সকলো কাম পেলাই আনে দিয়া সোণকে হাৰত খটুৱাই আইৰ হাৰডাল গঢ়াই দিছোঁ। নিজৰ বেতন পিছত দিলেও হ'ব আগেয়ে লোকৰ সোণ কিনি আকৌ অলঙ্কাৰ-পাতি গঢ়াই দিব লাগিল নহয়?"

মৌজাদাৰে এইবাৰ খঙমূৰাকৈ ক'লে, "কিয় তোক জানো মই হাৰ গঢ়াব দিছিলোঁ। তিৰোতাৰ কথাতে ভোল গ'লে হয়নে? বাস্তৱতে সোণাৰিয়ে মৌজাদাৰণীয়ে যেতিয়া হাৰৰ কথা কয় আৰু সোণ

কিমান লাগিব বুলি সোধে তেতিয়া সোণাৰিয়ে বেছি পাবৰ আশাত কৈছিল— সেইবিলাকনো কিয় সুধিছে মই আপোনাৰ হাৰ গঢ়াই আনিহে বেচ কমহি। কিয়নো তেতিয়া সি ভাবিছিল মৌজাদাৰৰ ঘৰতনো টকা কেনেকৈ হেৰায়। কিন্তু সি এবাৰো ভবা নাছিল যে মৌজাদাৰৰ তলি উদং হৈছে। যি নহওক সেইবাৰলৈ সোণাৰি উভতিল। মৌজাদাৰে জগন্নাথ প্ৰভুৰ টকা দিব নোৱাৰিলে। জগন্নাথ প্ৰভুৱেও চিঠিৰ ওপৰত চিঠি লিখি ভাগৰি শেষত মোকৰ্দমা জুৰিলে। মূঠৰ ওপৰত মৌজাদাৰৰ ওপৰত ন হাজাৰ টকাৰ ডিগ্ৰী হ'ল। সেই টকা মৌজাদাৰৰ সম্পত্তিৰ আদায় নহ'লে জামিন হোৱা কে'জনৰো সম্পত্তি দখল হ'ব। মৌজাদাৰ, শ্ৰীধৰ ফুকন আৰু কপিল বৰুৱাৰ হাহাকাৰ লাগিল। ক্ৰোকী পৰৱানা আহিৰ ধৰিলে। অৱশেষত চাওঁতে চাওঁতে তিনিৰো মাটি-বাৰী সৰ্বস্ব নিলাম হৈ গ'ল। তিনিৰো ভাগত এপূৰা মাটিও নৰ'ল। নিলামত মৌজাদাৰৰ মাটি দুই হাজাৰত, শ্ৰীধৰ ফুকনৰ চাৰে চাৰি হেজাৰত শ্ৰীজগন্নাথ প্ৰভুৱে ডাকি ল'লে। কপিল বৰুৱাৰ আঢ়ৈই হাজাৰ আন এজন কৃপণ সদাগৰে ডাকিলে।

এমাহৰ ভিতৰত টকা শোধাব নোৱাৰিলে তিনিওৰে যথা-সৰ্বস্ব আনৰ হাতত যাব।

কিন্তু এই এমাহৰ ভিতৰত ইমান টকা কেনেকৈ যোগাৰ কৰে?

(১২)

তিনিওৰে মুখত ভাত-পানী নাই। ইমান দিনে মহতালি কৰি থকা তিনিওঘৰ মানুহৰ যে ঈশ্বৰে সৰ্বস্ব এনেভাৱে কাঢ়ি নিব কোনে জানিছিল? এমাহ চাওঁতে চাওঁতে যাবলগীয়া হ'ল। কিন্তু ক'তো টকা পাবলৈ সুবিধা কৰিব নোৱাৰিলে। তিনিটাৰে ভাব কোনোমতে কাৰো পৰা টকা আনি দিব পাৰিলে শেষত আধা আধা বা চাৰি ভাগৰ এভাগ মাটি বেচিও সেই টকা পৰিশোধ কৰিব। কিন্তু এই এমাহৰ ভিতৰতে টকা দিব নোৱাৰিলে আইনমতে যথাসৰ্বস্ব সিহঁতৰ অধিকাৰ যাব। আইনৰ এনে কঠোৰতাও ভাবিবলগীয়া। কিন্তু মানুহৰ যথা-সৰ্বস্বতকৈ আইন ৰক্ষা কৰাটো ডাঙৰ কথা।

ইপিনে আকৌ জগন্নাথ প্ৰভুৱেও এটা সুন্দৰ বুদ্ধি পাঙিলে। জগন্নাথ প্ৰভুৰ ভাব যাতে তেওঁলোকে টকা দিব নোৱাৰে আৰু মাটি-বাৰী সকলো তেওঁ অধিকাৰ কৰিব পাৰে। এই ভাবেৰে তেওঁ শ্ৰীধৰ ফুকনক ক'লে, "এটা কথা ফুকন, তোমাৰ লগত ইমান মিতিৰালি, তোমাৰ মাটি মই ৰাখিমনে? সেইকাৰণে মই নিজে চেষ্টা কৰিয়ে তোমাৰ মাটি ডাকিছোঁ। তুমি কেৱল এটা কাম কৰা। তোমাৰ মাটিৰ ডাক সাৰে চাৰি হাজাৰ হৈছে। কিন্তু কপিল বৰুৱা আৰু তুমি সমানৰ জামিন। গতিকে তুমি একেবাৰে চাৰে-চাৰি হাজাৰ দিবা কিয়? সাত হাজাৰ টকাৰ তুমি চাৰে তিনি হাজাৰ আৰু কপিল বৰুৱাই সাৰে তিনি হাজাৰ দিয়ক। নাইবা তিনিও তিনি হাজাৰকৈ ভৰক।" ইপিনে মৌজাদাৰক ক'লে, "মৌজাদাৰ তোমাক মই সদায় মৰম কৰোঁৱেই। সেই কাৰণে তোমাৰ মাটি মই নিজেই ডাকি লৈছোঁ। তদুপৰি কেৱল মূল তিনি হাজাৰতে তোমাৰ মাটি ডাকি লৈছোঁ। গতিকে তুমি কেৱল সেই তিনি হাজাৰ টকা দিয়া মাথোঁ আৰু মাটি মোকোলাই নিয়া। মই মোৰ সুদৰ টকাবোৰ সিহঁতৰ ওপৰত আদায় কৰি লওঁ। আৰু এটা কথা লাগে যদি সেই টকাকেই হাজাৰ দিবৰ দিনা ময়ে দিম।"

মৌজাদাৰে ক'লে, "আপোনাৰ ওপৰতে সৰ্বভৰসা। আপুনি মোক মৰম কৰে বুলি মই জানোৱেই। এই লেঠা সাৰিব পাৰিলে মৌজাদাৰণীয়েও জগন্নাথ প্ৰভুৰ থান চাওঁ চাওঁ বুলি আছে এবাৰ লৈ আহিব লাগিব।"

"বাৰু সেইবোৰ কৰিবা। তুমি টকাৰ নিমিত্তে বা মাটিৰ নিমিত্তে নিৰ্ভয়ে থাকা। দিবৰ দিনা সকলো সুন্দৰভাৱে ওভতাই পাবা। কিন্তু কপিল বৰুৱা আৰু শ্ৰীধৰ ফুকনৰ ৰক্ষা নাই। কিয় জানেনে? শ্ৰীধৰ ফুকনৰ তিৰোতাগৰাকী বৰ অহঙ্কাৰী, মই কেইবাৰ গৈছো এবাৰ শাহুৱেকৰ লগত আহি আৰু দুনাই নাহিল। চুৱা-ভাল নামানে। গুৰু-ভকতলৈ ভক্তি নাই। গতিকে তেনেবোৰক সুন্দৰভাৱে শিকাব লাগে। কি কোৱা মৌজাদাৰ?"

মৌজাদাৰে ক'লে, "জগন্নাথ প্ৰভুৰ ইচ্ছা।" বাস্তৱতে জগন্নাথ প্ৰভুৰ কথাতে ভোল গৈ মৌজাদাৰে আৰু ক'তো টকা নিবিচাৰিলে। ইপিনে কপিল বৰুৱা আৰু শ্ৰীধৰ ফুকনৰ ভয়ঙ্কৰ কাজিয়া হ'ল। শ্ৰীধৰ ফুকনে কয় মযো সাৰে তিনি হাজাৰ দিওঁ তুমিয়ো সমানে চাৰে তিনি হাজাৰ দিয়া। কপিল বৰুৱাই কয়, "ইমান টকা মই ক'ত যোগাৰ কৰিম? বিশেষতঃ মোৰ মাটি আঢ়ৈ হাজাৰত ডাক হৈছে গতিকে মই পাৰিলে কেৱল আঢ়ৈ হাজাৰহে দিম। তাতকৈ বেছি দিব নোৱাৰো। আনকি মোৰ মাটি ডাকা গৰাকীয়েও সিমান টকাতে মান্তি হৈছে।"

"তেওঁ মান্তি হ'লে কি হ'ব? বিক্ৰীদাৰে মান্তি হ'ব লাগিব?" ইত্যাদি নানা তৰহৰ কাজিয়া-পেচাল কৰি থাকোতে থাকোতে দিন যাব ধৰিলে। মাহৰ শেষৰ কেইদিনমান আগতে কপিল বৰুৱাই ক'লে, "বাৰু দুয়ো যোগাৰ কৰি বৰ্তমানে সম্পত্তি ৰক্ষা কৰোঁ। তাৰ পিছত যি হয় হ'ব।" যি নহওক কপিল বৰুৱা আৰু শ্ৰীধৰ ফুকনে শেষত মান্তি হৈ সাত হাজাৰ টকা যোগাৰ কৰিলে। কিন্তু কপিল বৰুৱাইতে সুধিলেও টকাৰ নিমিত্তে কি ভয়হে মোৰ সম্পত্তি কোনে নিয়ে, দিনৰ দিনা দিলেই সকলোৰে মুখ ক'লা পৰিব বুলি ক'লে।

কিন্তু হায়! সেই সৰ্বনাশী দিন উপস্থিত হ'ল। দিনৰ দিনা জগন্নাথ প্ৰভু লুটি-বাগৰ দিলে। মোৰ আঠাইখিনি টকা অৰ্থাৎ পূৰা ন হেজাৰ টকা দিয়া। নহ'লে মই মাটি এৰি দিব নোৱাৰোঁ।

মৌজাদাৰে ক'লে, "তেন্তে আপুনি দেখোঁ মোক টকা দিব খুজিছিল, দিয়ক।"

জগন্নাথ প্ৰভুৱে ক'লে, "তেওঁলোকে টকা দিব নোৱাৰিলে মই তোমাৰ ভাগৰ টকা পোৱা বুলি বা টকা নতুনকৈ ধাৰ দি এৰি দিলোহেঁতেন। কিন্তু তেওঁলোকে টকা যোগাৰ কৰিলে যেতিয়া এতিয়া তোমাৰ টকা কেইহাজাৰ দিলেই তেওঁলোকেও মাটি খালাচ কৰি নিয়ে নহয়। তুমি মনে মনে থাকা। তোমাৰ মাটি মই পিছতো দিম। তোমাৰ নামত থকা বা মোৰ নামত হোৱা একেই মৌজাদাৰ, ভাত কিবা ভিন-পৰ আছেনে? তোমাৰ মাটি মই পিছতো দিম। আনকি সিহঁতৰ ভাগৰ কিছু পৰিমাণে মাটিও তোমাৰ নামত লিখি দিম। আগেয়ে মই ন হেজাৰ নাপাওঁ মানে আটাইকেইটাৰে মাটি এৰি দিব নোৱাৰো বুলিয়েই থাকি তেওঁলোকৰ মাটি হাত কৰি লওঁ। বুজিছা মৌজাদাৰ আজিৰ বেলিটো অস্ত গলেই মূলা মৰিল।

কপিল বৰুৱা আৰু শ্ৰীধৰ ফুকনে টকা দাখিল কৰিলে। কিন্তু গোঁসাই প্ৰভু অলৰ-অচৰ। হাকিমজনো গোঁসাই প্ৰভুৰ শিষ্য। গতিকে গোঁসাইৰ খাতিৰ ৰাখিবলৈ অলপো আদেশৰ লৰচৰ নকৰিলে। লাহে লাহে পাঁচ বাজিবলৈ ওচৰ চাপিল আৰু খন্তেক পৰতে দিনমণি অস্ত যাব। লগে লগে কপিল বৰুৱা, শ্ৰীধৰ ফুকন আৰু মৌজাদাৰো দীন-ভিকহু হ'ব।

ঈশ্বৰৰ ইচ্ছা কোনে অন্যথা কৰে? ঈশ্বৰৰ বাহিৰে কোনে বা এই বিপদত তিনিওকো ৰক্ষা কৰে?

(১৩)

জগন্নাথ প্ৰভুৱে তিনিওৰে সম্পত্তি হাত কৰি মৌজাদাৰক মাতি নিলে। "শুনিছা মৌজাদাৰ মই মাটি এৰি দিব নোৱাৰো। অৱশ্যে সেইবুলি তুমি মোৰ ভক্ত যেতিয়া তোমাক বিপদতো পেলাবলৈ নোখোজো। তুমি এটা কাম কৰা, তাৰ পৰা তোমাৰ ঘৰ-বাৰী উঠাই আনা। মই মোৰ সত্ৰতে তোমাৰ কাৰণে দিহা কৰোঁ। মৌজাদাৰণীকো লৈ আহা। তুমি পৰম ভক্ত।" "বাৰু ভাবি চাওঁ"। "আকৌ তোমাৰ মৌজাদাৰণীকো এটা কথা ক'ব লাগিব। বাৰু কাইলৈ পুৱা যাওঁৰেইচোন। শুনিছা মৌজাদাৰ শ্ৰীধৰ ফুকনৰ ঘৈণীয়েকৰ ওপৰত মোৰ বৰ আক্ৰোশ আছে। এইবাৰ গৈয়ে সিহঁতক ঘৰৰ পৰা খেদি দিম। চাম তাই উকিলৰ জীয়েকে কেনেকৈ মোৰ ওচৰলৈকে নহা পাপৰ কেনে প্ৰতিফল পায়? বুজিছা মৌজদাৰ শ্ৰীধৰ ফুকনৰ সকলো গৈছে। এতিয়া মই ইচ্ছা কৰিলে সিহঁতক তাতে থাকিব দিব পাৰোঁ। ইচ্ছা নকৰিলে উলিয়াই দিব পাৰোঁ। বাৰু কাইলে যাওঁচোন, তুমি মোক সহায় কৰিব লাগিব। গুৰুভকত নমনা মানুহে প্ৰতিফল হাতে হাতে পায়। মৌজাদাৰে একো

নামভিলে। পিছৰ দিনা ৰাতিপুৱাই জগন্নাথ প্ৰভুৱে মৌজাদাৰৰ ঘৰ পালেহি। মৌজাদাৰণীয়ে তেওঁলোকৰ সকলো সম্পত্তি যোৱা আগেয়ে শুনিছে। জগন্নাথ প্ৰভুৰ ছলনাতে যে তেওঁলোকৰ সৰ্বস্ব হৰণ হ'ল সেইটোও গম পাইছে। আইনবাবৰ দৰে এইবাৰ আহিও জগন্নাথ প্ৰভুৱে মৌজাদাৰৰ চ'ৰা ঘৰতে বাহৰ কৰিলেহি। এবাৰ মৌজাদাৰণীক অকলে লগ পাই ক'লে, "শুনিছা তোমালোকৰ সকলো সম্পত্তি এতিয়া মোৰে। পিছে তুমি আৰু ইয়াত থাকিব নালাগে। তুমি মোৰ থানলৈ বলা। তাতে সুন্দৰ ঠাই কৰি দিম। মোৰ অমিয়াপুৰীৰতো কথা শুনিছা। লাগে যদি মৌজাদাৰকো ল'বা। তুমি তাত গ'লে মই সেই অমিয়াপুৰীতে বৃন্দাবনৰ সৃষ্টি কৰিম।"

মৌজাদাৰণীয়ে শুনিয়ে থাকিল। কিন্তু একো নামাতিলে। এইকেইদিন মানুহৰ মুখত জগন্নাথ প্ৰভুৱে ছল কৰি তেওঁলোকৰ সম্পত্তি হৰণ কৰা কথা তিলকে তালভাৱে শুনি শুনি মৌজাদাৰণীৰ মনত জগন্নাথ প্ৰভুৰ ওপৰতো খং উঠিয়ে আছিল। এতিয়া আকৌ এনেবোৰ ছলনা দেখি সেই খং জুইত জগন্নাথ প্ৰভুৱে ঘিঁউহে ঢালিলে।

এবাৰ মৌজাৰণীয়ে ক'লে, "আমাৰ এই সম্পত্তিবোৰ ওভতাই নিদিয়ে জানো?"

"এইবিলাক সম্পত্তিৰে কি কৰিবা? বিষয় বিষধৰ বিষে জৰ জৰ। ধন-সম্পত্তি সকলো মিছা এই সংসাৰখন দুদিনীয়া বেহা। মায়ামোহে ভৰা। তুমি ইয়াত থাকিবা। তুমি ক'লিত ৰাধিকাৰ অৱতাৰ। তুমি মোৰ অমিয়াপুৰীত বাস কৰিবাগৈ। মই যে তোমালোকৰ সম্পত্তি নিছোঁ কেৱল তোমালোকৰ বিষয়ৰ আসক্তি গুচাবলৈ। তোমালোকৰ ভক্ত প্ৰাণ সংসাৰৰ ধন সম্পত্তিত মুগ্ধ থাকিলে সংসাৰৰ লেঠা দিনক দিনে চৰি ভক্তিলৈ ধাউতি নোহোৱা কৰিব। জানা শ্ৰীকৃষ্ণই ভক্তিৰে ভৰা গোপিনীসবৰ পৰা আনকি বস্ত্ৰও কাঢ়ি নিছিল। তোমাৰ লেখীয়া বুদ্ধিমতী ভক্তি-প্ৰাণ গোপিনীৰ মোৰ অমিয়াপুৰীত আৱশ্যক।"

"নালাগে আপোনাৰ অমিয়াপুৰী। যাওক আপুনি আমাৰ সম্পত্তি ওভতাই দিব নে নিদিয়ে।"

"ক'লিত সকলোৰে অধৰ্মলৈ মতি। বিষয় সুখতে মুগ্ধ থাকিব খোজে। আনকি ক'লিৰ ধৰ্মৰ কাৰণে ভক্তসবেও ভক্তি পাহৰি থাকে। কিন্তু তোমাৰ আৰু মৌজাদাৰৰ পূৰ্বজনমৰ বহুতো সজ কাম আছে। সেই কাৰণে মই তোমালোকৰ বিষয়ত মুগ্ধ হৈ থাকিব দিব নোৱাৰো। মৌজাদাৰৰ এতিয়া বাৰ্ধক্য অৱস্থা। আৰু তুমি ষোলকলাৰে পৰিপূৰ্ণা শ্ৰীমতী ৰাধিকা, এনে অৱস্থাত তুমি অমিয়াপুৰীত বিৰাজ নকৰি কেনেকৈ সংসাৰ নৰক-কুণ্ডত পৰি থাকিবা।"

মৌজাদাৰণীৰ এইবাৰ ভয়ঙ্কৰ খং উঠিল। "তোমাৰ মুৰ হ'ব। তোমাৰ ইমান ছলনা। তুমি মোক ছলনাৰে ভুলাই সৰ্বস্ব হৰণ কৰি দিনে দিনে আসে পাইছা। তুমি ভণ্ড। মহাভণ্ড। মই আজি ভালকৈ বুজিছো তোমাক দেখিলেও মহাপাপ। হায়! হায়! মই কি কৰিলোঁ। তোমাৰ ছলনাত কিয় ইমান অধোগতি হ'ল। মই নিজৰ সৰ্বনাশ কৰিলোঁ। ইহকাল পৰকাল খালোঁ।" এই বুলিয়েই মৌজাদাৰণী আঁতৰ হ'ল। জগন্নাথ প্ৰভুৱে মৌজাদাৰণীৰ মুখত আজি এনে অস্বাভাবিক কথা শুনি কেৱল চাইয়ে থাকিল। এবাৰো মুখ ফুটাই কথা ক'বলৈ সাহ নহ'ল। ঠিক এনে সময়তে শ্ৰীধৰ ফুকনে মদ খাই ঢলং পলংকৈ আহি জগন্নাথ প্ৰভুৰ কাষ পালেহি। জগন্নাথ প্ৰভুৱে ক'লে, "ফুকন তুমি মদ খাই মোৰ ওচৰলৈ আহিছা?"

শ্ৰীধৰ ফুকনে হাঁহিলে। তাৰ পিছত ক'লে, "আপোনাৰ ওচৰলৈ আহিছো। আপুনি জগন্নাথ প্ৰভু। জগন্নাথ প্ৰভু দৰ্শন কৰিবলৈ আহিছোঁ হাঃ হাঃ!"

"তুমি বলিয়া হৈছা। তুমি মদ খাই মোৰ ওচৰলৈ আহিবলৈ সাহ কৰিছা?"

"আৰু উপায় কি? মদেই যে মোৰ আজি পূৰ্ণ ধৰ্ম। আপোনাৰ নিচিনা ভণ্ড জগন্নাথ প্ৰভুৰ ধৰ্মতকৈ যে মোৰ মদে আজি শান্তি দিছে। মোৰ যে সকলো নিলে। যি কেইদিন থাকোঁ সেইবোৰ সকলো পাহৰিবলৈ আৰু সুৰা দেৱীৰ সহায় নহ'লে যে অসম্ভৱ। মই যে জ্বলি মৰিম। উস্ উস্ ২৬০ পুৰা নিষ্পিষৰাজ!"

"ছিঃ ছিঃ মদৰ ৰাগীত যি পাই তাকে কৈছে।"

"নাই নাই একো ভুল কোৱা নাই। ঠিক কৈছো। তোমাৰ ওপৰত, তোমাৰ ধৰ্মই মানুহক কাটি, মানুহক ডেই-পুৰি, মানুহৰ মাংসপিণ্ড হজম কৰিব জানে। মোৰ ধৰ্মই সংসাৰ পাহৰাই, ল'ৰা-তিৰোতাই পাহৰাই সৰগ মৰতৰ ভিন-পৰ ভুলাই গেলা-পচা নৰ্দমাতো পেলাই অন্ততঃ খন্তেকলৈ সুখ-আনন্দ দিব পাৰে। নিয়া নিয়া আৰু চক্ৰান্তৰ জাল তৰি আৰু কাৰ কি আছে নিয়া। বঢ়োৱা ধৰ্মৰ সুদ বঢ়োৱা, ধৰ্মৰ দলিল কৰা মানুহক কেঁচাই কেঁচাই চোবোৱা। একো নালাগে। সৰ্বস্ব হৰণ কৰিবা। হাঃ হাঃ মোক তোমাৰ ধৰ্ম নালাগে। মোক লাগে মদ। তোমাৰ নিচিনা ধাৰ্মিকৰ পৰা সাৰিবলৈ লাগে মদৰ তুফান। হাঃ হাঃ।"

"তুমি একেবাৰে উন্মত্ত।"

"কেৱল উন্মত্ত নহয়। তোমাৰ ধৰ্মৰ ওপৰত একেবাৰে তাণ্ডৱ নৃত্য কৰিম। তোমাৰ নিচিনা বক-ধৰ্মী সকলক এই বটলেৰে চূৰ্ণ-বিচূৰ্ণ কৰিম।"

"বাৰু থিৰ হোৱা। তোমাক এটা কথা কওঁ। পিছে জানা নহয় তোমাৰ মাটি-বাৰী মোৰ হাতত।"

"হ'ব পাৰে মোৰ মাটি-বাৰী তোমাৰ হাতত। কিন্তু মোৰ প্ৰাণ নহয়। আৰু এই মদ নহয়। আৰু পিওঁ। সকলো পাহৰি যাওঁ। ভাগ্যে এইটো শিকিছিলো। নহ'লে এই বক-ধৰ্মী, এই নৰকৰ পিশাচ স্বৰূপ ধৰ্মধ্বজসকলৰ পৰা সংসাৰত সাৰিবৰ উপায় নাছিল।"

জগন্নাথ প্ৰভুৱে ভয়ে-সঙ্কোচে আৰু মাতিব এৰিলে। ফুকনে ঢলং-পলংকৈ ভিতৰ সোমাই মৌজাদাৰ আৰু মৌজাদাৰণীক লগ পাই ক'লে, "আৰু কি কৰিছা। এতিয়াও জগন্নাথ প্ৰভু, জগন্নাথ প্ৰভুকৈ আছানে? উলিয়াই দিয়া। বাঢ়নী লোৱা, যিমানেই ভক্তি কৰিবা সিমানেই জগন্নাথ প্ৰভুৰ জালে মেৰিয়াই ধৰিব। আৰু মেৰ নেখাবা এনে মথুৰা পাগ দেখিলে, চন্দনৰ ফোঁট দেখিলে আঁতৰি যাবা। শতহস্তেন বাজিনা! ধৰ্মৰ জালে মেৰিয়াব লাগিলে ওলাবৰ উপায় নাপাবা।"

মৌজাদাৰে ক'লে, "এৰা সেইটোহে ঠিক কথা। কি কৰিলোঁ এই চতুৰৰ ছলনাতে ভুলি তিনিবো সৰ্বনাশ কৰিলোঁ।"

শ্ৰীধৰ ফুকনে আৰু পি ক'লে, "পিশাচ মূৰ্তিক আঁতৰ কৰা। সৰ্বনাশ! ধৰ্মৰ বিভীষিকা মূৰ্তি মোতকৈও অধম। দয়া, মমতা, হৃদয় নোহোৱা পাপ-পুণ্য বিচাৰ নোহোৱা ধৰ্মৰ মুখা পিন্ধা, ধৰ্ম প্ৰচাৰকসকলে সৰ্বনাশ কৰিব। আঁতৰ কৰা।"

জগন্নাথ প্ৰভুৱে বাহিৰৰ পৰা সকলো শুনিলে। ইয়াত আৰু বেছিপৰ থাকিলে অঘটনো ঘটিব পাৰে বুলি মনত সংশয় লৈ কাকো নমতাকৈ 'যঃ পালয়তি স জীৱতি' বাণীকে সাৰোগত কৰি দূৰে দূৰে থাকি ইহঁতক সমূলি উচ্ছেদ কৰিবলৈ মনতে পাঙিলে। ক'লিৰ জৰাসন্ধৰ ভয়ত জগন্নাথ প্ৰভুৱে যে সময়ত সাগৰৰ মাজত দ্বাৰকাৰ সৃষ্টি কৰিব লাগিব তাৰে বা নিৰ্ণয় কি? নাইবা ধৰ্মৰ মুখা সমূলি এৰি সময়ত স্বৰূপ প্ৰকাশ হৈ মোহ নিদ্ৰাত ভৃগুমুনিৰ পাদপদ্মৰ আঘাতত "তুমি মই, মইয়ে তুমি" বুলি সৰু ডাঙৰ সকলোকে সাবটি ধৰিব লাগিব তাৰে কি অসম্ভৱ? ধৰ্মৰ জয়ঢোল যে তেতিয়া ভাঙি ক'ৰবাৰ চুকত পৰি থাকিব, কেৱে আৰু মনটো কঠোৰ কৰিয়ে এৰা নাই। তাৰ খোৱা-লোৱা, দেহাৰ উশাহ-নিশাহ লোৱা, আচাৰ নীতি, আসন, প্ৰাণায়াম, ধ্যান কৰা সকলোতে, কিমান কঠোৰ হৈছে। তাৰ ভাব হ'ল ভুল, সকলো ভুল। ইমান কঠোৰতাৰ মাজেৰে সৰ্বাঙ্গ-সুন্দৰ সৎ চিদানন্দ ৰূপ, লৱণুতকৈও কোমল কৃষ্ণ ৰূপ উপলব্ধি কৰিবলৈ আশাকৰা ভুল। তাৰ ভাব হ'ল তাৰ ডেকা শক্তিৰ ব্যৱহাৰৰ কাৰণে তাৰ চেতনা, প্ৰেৰণাৰ আৱশ্যকৰ কাৰণে বৈ আছে পৰাধীন দেশ, সমাজ, গৃহস্থ, দুখী কাঙালী, বিধৱাৰ কৰুণ আৰ্তনাদ। সি ভাবিলে তাৰ সকলো ভাব উদ্দীপনা কিয় মিছাতে জৰৰ সাধনা কৰি, পৰকাললৈ চিন্তা কৰি, অলীক ঈশ্বৰৰ ভাব চিন্তা লৈ সমুখত থকা কৰ্মজগত, কৰ্মৰ প্ৰেৰণা, উদ্দীপনা চেতনা এৰিব? কোনে জানে পৰকাল আছেনে নাই? কোনে জানে এই সংসাৰৰ বিশ্বৰূপেই সেই ঈশ্বৰৰ ৰূপ নহয়? তাৰ ভাব হ'ল সি আকৌ উভতিব। এই কঠোৰ সংসাৰৰ কঠোৰতাতকৈও বহুতো বেছি। সি সংসাৰৰ কঠোৰতাৰ মাজতে কোমলতা অনুভৱ কৰিব। সি সমাজৰ কঠোৰতা ভাঙি প্ৰেম, ভক্তি, দয়াৰ আদৰ্শ চাব, বিতৰণ কৰিব। সি পৰাধীনতাৰ মাজত স্বাধীনতাৰ সুন্দৰ মূৰ্তি উজ্জ্বলাই তুলিব। সি গাৰ্হস্থ্য ভাবতে

কৰ্মযোগ আচৰি সংসাৰতে নিৰ্লিপ্তভাৱে জীৱন নিব। সি দুখী-কাঙালীক সহায় কৰিব। কণা-খোৰাক পুতৌ কৰিব। বাৰী দুখুনীক পাৰিলে নিজে আশ্ৰয় দিব, নোৱাৰিলে অইনৰ ঠাইত আশ্ৰয় দিবলৈ চেষ্টা কৰিব; সি পিতৃ-মাতৃৰ ভক্তিত, পত্নীৰ প্ৰেমত, দুখীয়ালৈ কৰুণাত, সমাজৰ কোমল স্বভাৱত, দেশৰ কাৰণে দেহা উছৰ্গাত ইশ্বৰ ভক্তি অনুভৱ কৰিব। সি যিমানেই ভাবিব ধৰিলে তাৰ মনত পৰিল সেই গীতাৰ মহাবাণী—

বিনা স্বত্ব, বুদ্ধি, মন সুস্থ নোহে যাৰ।
মনৰ চঞ্চল জ্ঞানে নাহি অধিকাৰ।।
কতো গুনা কৰ্ম কৰি হোৱয় উদাস।
আগে কৰ্ম নকৰিলে নিসিজে সংসাৰ।।
যাৰ পুনঃ কৰ্ম কৰি শুদ্ধ ভৈল মন।
তাকেহে কহিলো জ্ঞান জানিবা অৰ্জুন।
কৰ্ম কৰি যাৰত নোহয় শুদ্ধচিত।
বৰ্ণাশ্ৰম ধৰ্ম কৰিবেক যথোচিত।।

তাৰ মনত পৰিল—

জ্ঞানক ভক্তিক কৰ্মে সাধে নিৰন্তৰ।
সেহিকে কাৰণে বোলে কৰ্ম শ্ৰেষ্ঠতৰ।।
ঈশ্বৰক অৰ্পি কৰ্ম্ম কৰে ফলত্যাগী।
সেই মুক্ত যোগীবৰ পুৰুষ মোক্ষভাগী।।

তাৰ মনত পৰিল—

মেগা-হস্তী চণ্ডাল আৰু কুকুৰক ভক্ষে।
দ্বিজ সমে জ্ঞানী সবাহাক্কো একে দেখে।।
কৰ্মত বিষম দেখা চাণ্ডাল ব্ৰাহ্মণ।
জাতিত নিকৃষ্ট গৰু হস্তী আৰু শ্বাপ।।
তথাপিতো সম দেখে জ্ঞানী আখণ্ডিত।
সেহিসে সৰ্বজ্ঞ আতি পৰম পণ্ডিত।।

সি আকৌ গীতা মেলি দশম আধ্যা উলিয়াই পঢ়িব ধৰিলে—

সকলো প্ৰাণীৰ মই আত্মা অন্তৰ্যামী।
শুভাশুভ ফলদাতা সাক্ষীৰূপ স্বামী।।
প্ৰত্যেকে প্ৰত্যেকে আৰু কহিবোহো কত।
মইসে ব্যাপিয়া আছো সমস্তে জগত।।
মোহোৰ পূজাত আগে ভক্তি কৰা টান।
ভক্তি দৃঢ়ে জগতক দেখায় সমান।।
সমভাবে ভৈলে পাছে সুদ্ধ হোৱে চিত।
বসুদেৱ বুদ্ধি হৈছে সমস্ত প্ৰাণীত।।

তাৰ পিছত একাদশ উলিয়াই—

শ্ৰীকৃষ্ণৰ বিষ্ণু ৰূপ পঢ়ি তাৰ মনত খেলালে সংসাৰৰ লগত নিস্পৃহ হৈ সংসাৰ এৰি বেলেগকৈ ইশ্বৰ উপলব্ধি কৰা। ঈশ্বৰ পোৱা কি ভুল। সেইহে পৰমব্ৰহ্ম সংসাৰৰ সকলো জীৱতে সকলো ঠাইতে বিৰাজমান। সেই যে সংসাৰৰ দুখ, শোক, নিৰ্যাতন, আপদ, বিপদৰ লগত সংগ্ৰাম কৰি জয়লভাই ঈশ্বৰ প্ৰাপ্তি। সি ব্যাকুল হ'ল। সি থিয় হ'ল। নাই নাই আকৌ সি উভতিব। সি নৰ-নাৰায়ণ সেৱাত মগ্ন হ'ব। কুকুৰ, চণ্ডাল, হাৰি, কৈৱৰ্ত সকলোতে ঈশ্বৰ উপলব্ধি কৰিব। পতিতা, দুখিনী, কাঙালীক ঈশ্বৰৰ মূৰ্তি ভাবি আকৌ সিহঁতৰ শুশ্ৰূষাত লাগিব। মানুহৰ সমাজৰ কঠোৰ দণ্ড ভাঙিব। পতিতাৰো যে সেই ব্ৰহ্মৰূপ বিৰাজমান তেন্তে মানুহৰ ক্ষুদ্ৰ শক্তিয়ে সেই পৰমব্ৰহ্মক কি ৰূপে শাস্তি বিহিব? সি আকৌ কেইদিনমানতে উভতিল। সি সন্ন্যাস এৰি গাৰ্হস্থ্যৰ সুন্দৰ নিয়ম পালি সংসাৰতে থাকি সংসাৰ কৰিব। পদুমৰ পাতত পানী পৰি তলবল কৰি সকলো বিষয়তে নিৰ্লিপ্ত হৈ ৰ'ব। সি আৰু থিৰেৰে থাকিব নোৱাৰিলে। আকৌ ঘৰলৈ লৰ দিলে। যিমানেই ঘৰ পাওঁ পাওঁ হ'ল সি সেই ৰশ্মিৰ মোহন ছবি, মধুৰ ভাব, কথা-বতৰা মনত পৰিল। সি ইচ্ছা কৰিলে আজিতেই তাৰ বিয়া পাতি ৰশ্মিৰ কমনীয় কান্তি, সুখ-দুখৰ উলপব্ধি, কৰুণা, দয়াৰ আনন্দ অনুভৱ কৰিব। সি জগতত গাৰ্হস্থ্য জীৱনৰ ডাঙৰ পটন্তৰ দেখাব। তাৰ গোটেই মৌজাখন এখন জগতৰ আদৰ্শ জ্ঞান আৰু কৰ্মৰ সুন্দৰ সম্মিলন কৰি সংসাৰতে মগ্ন থাকি সংসাৰত নিৰ্লিপ্ত আদৰ্শ দাঙি ধৰিব।

সি সেই আশাৰে ঘৰ সোমালগৈ। কিন্তু সি কি শুনিলে তাৰ যে আজি সৰ্বস্ব আনে নিছে। তাৰ যে দেউতাক-আয়েক আজি পথৰ ভিখাৰী। তাৰ যে সকলো আশা ভ্ৰষ্ট হৈছে। সি সেই বাৰ্তা পাই এবাৰ মাথোঁ হাঁহিলে। সি ভাবিলে তাৰ ধন-সম্পত্তি কিয়,

বিষয় পদপী কিয়? জগতৰ কত প্ৰাণীয়ে একো নোহোৱাকৈ সংসাৰতে থাকি জীৱনৰ উৎকৰ্ষ কৰি নিৰ্বাণ -প্ৰাপ্ত হৈছে। দেউতাক তেতিয়া শোৱা-পাটীত পৰি নানা তৰহৰ কথা ভাবি আছিল। সি দেউতাকক সেৱা জনালে। দেউতাকে মদনক দেখি কান্দিব ধৰিলে। সি ক'লে, কিয় কান্দিছে দেউতা? সংসাৰত ধন-সম্পত্তি কাৰ? মৰিলেতো এদিন সকলোৱে এৰি যাব লাগিব।

"মদন মই তোক বাটৰ ভিকহু কৰিলোঁ।"

"দেউতা সেইটো কিয় ভাবিছে? মই যে নিজেই বাটৰ ভিকহু হৈ ওলাই গৈছিলো। আপুনিতো একো কৰা নাই। বিশেষতঃ পূৰ্বৰ সংস্কাৰ মতে সকলো হয়। আপুনি বিবেক হেৰুৱাইছে কিয়? আমাৰতো এতিয়াও থাকিবৰ ঘৰ-দুৱাৰ আছে। কিন্তু কতই গছৰ তলে তলে পৰি থাকে।"

"মদন বাচা মোক তই যিমানেই নিচুকনি নিদিয়, মই যে কোনোমতে বুজনি ল'ব নোৱাৰো। উস্ মোৰ ধন-সম্পত্তি মই কি কৰিলোঁ। উস্ উস্ কিয় পাপিষ্ঠ অধিকাৰক বিশ্বাস কৰিলোঁ। মদন, মইতো মৰিলো মৰিলো মোৰ বন্ধু-বান্ধৱকো বুৰালোঁ।"

ঠিক এনে সময়তে হাৰৰ টকা পোৱা সোণাৰি আহি ঘৰৰ দুৱাৰ মুখৰ পৰা মৌজাদাৰক মাতিলে "দেউতা আজি যেনে তেনে মোৰ হাৰৰ টকা দিয়ক। মই আপোনাৰ অৱস্থা সকলো শুনিছোঁ।"

মৌজদাৰে সেইপিনে মৰাৰ নিচিনা হ'ল। আজি নীচৰ মুখত উচ্চ কথা তেওঁৰ পৰা অসহনীয় হ'ল। তেওঁ মদনক চাই কলে, "মদন, আৰু কি এই জীৱনে সহ্য কৰিব পাৰে? উচ্চ হিমালয়ৰ টিঙত যদি কোনোৱে লঠিয়ায় তেও কি হিমাচল অলৰ-অচৰ হৈ নাথাকে?"

"থাকে দেউতা। আপুনি বিফল নহ'ব।" লাহেকৈ মদন ওলাই আহি সোণাৰিক কিহৰ টকা বুলি সোধাত সোণাৰিয়ে সকলো কথা কলে। মদনে ক'লে, "বাৰু ভাই তোমাৰ টকা পাবা নাইবা হাৰকে ওভতাই পাবা।" ঠিক এনে সময়তে মৌজাদাৰে বেৰৰ পিছৰ পৰা ওলাই আহি কলে, "নে তোৰ হাৰকে ওভতাই নে আৰু এই পাঁচ টকা ৰূপ নে তথাপি তই আজি একো টান কথা নকবি।"

সোণাৰিয়ে ক'লে, "বাৰু হাৰ অইনকে দিব পাৰিম" বুলি আঁতৰ হ'ল। মৌজাদাৰণীয়ে মদনলৈ চালে কিন্তু মাতিবলৈ সাহ নহ'ল। অলপ থমকি অসময়ত আহিলা এতিয়া কি উপায় হ'ব? সকলো যে বুৰিল। মইতো ইমান কথা আগেয়ে নাজানো।"

ঈশ্বৰৰ বস্তু ঈশ্বৰে নিছে আকৌ ভাল দিন আহিলে দিব দেউতাক সেইবোৰ ভাবি বিফল হ'ব নিদিব।

দুয়ো লাহে লাহে আকৌ মৌজাদাৰৰ কাষলৈ আহিল। মৌজাদাৰে ৰুলে, মদন মই মহাপাপ কৰিছোঁ। বিশ্বাস-ঘাতকতা কৰিছোঁ। বন্ধুক বিপদত পেলাইছো। মোক যেয়ে ইমান উপকাৰ কৰিছিল মই চতুৰৰ বুদ্ধিত সিহঁতৰ সৰ্বনাশ কৰিছোঁ মোৰ আৰু উপায় কি হ'ব?

"আপুনি সেইবোৰ ভাবি ব্যাকুল নহ'ব। কোনে কাৰ অন্যায় কৰিব পাৰে। অন্যায় কৰোঁতা গিৰী যে ইশ্বৰহে। আমি সেইবোৰৰ কাৰণ মাথোন।"

মৌজাদাৰণীয়ে পুতেকৰ সেই ভগবদ ভক্তি ইশ্বৰত সম্পূৰ্ণ সমৰ্পণৰ কথা শুনি ৰ' লাগি চায়ে আছিল। এই এবছৰৰ ভিতৰতে যেন মদনৰ মুখ আৰু উজ্জ্বল হৈ উঠিছে। ভিতৰত জ্ঞানৰ জুইয়ে সুন্দৰতকৈও সুন্দৰ কৰিছে। যেন মদনৰ সেই জ্ঞান জুইয়ে ওচৰত থকা মৌজাদাৰণীৰো সকলো পাপ সকলো তাপ লাহে লাহে লোপ কৰিব ধৰিছে।

মদনে ক'লে, "দেউতা একো ভয় নকৰিব। একো নহ'লেও কাৰোপৰা আধিয়ালৈ এপুৰা-দুপুৰা মাটি খেতি কৰি আমি জীৱন প্ৰৱৰ্তন কৰিম। আমাক যে দুপুৰা মাটি হ'লেই হয়। ইমান জঞ্জাল, ইমান পদবী, ইমান লাঞ্ছনা-গঞ্জনা বাধ্যবাধকতাৰ মাজেৰে যাব লাগিছে কিয়? মাটি-বাৰী নোহোৱা কত প্ৰাণীৰ আহাৰ ইশ্বৰে যোগাইছে।"

মদনৰ তেনে সংযত অথচ জ্ঞানগৰ্ভ কথা শুনি মৌজাদাৰৰ দেহত প্ৰাণ আহিল। মৌজাদাৰে ক'লে "কিন্তু বিশ্বাসঘাটকতা মই কি কৰিলোঁ।"

মদনে ক'লে, "বাৰু আপুনি অলপ ৰওক, মই

এবাৰ কপিল বৰুৱাইঁতৰ পৰা আহো। তেওঁলোকে চাগৈ বলিয়া হৈ ফুৰিছে। সংসাৰত ধন-সম্পত্তিয়ে দেখিছো মানুহক বলিয়া কৰিব।"

দেউতাকে ক'লে, "এৰা কপিল বৰুৱাৰ আজি কেইদিনৰ পৰা বেমাৰ বুলিও শুনিছো। বোধকৰো ভাবে-চিন্তাই এনে হৈছে। বাৰু বলাচোন মইয়ো খবৰ ল'বই পৰা নাই। আৰু খবৰনো লওঁ কোনটো নাকেৰে।"

মদনে তেতিয়াই ওলাই গৈ কপিল বৰুৱাৰ ঘৰ পালে। কপিল বৰুৱাৰ তেতিয়া ভয়ঙ্কৰ টান বেমাৰ। বৰুৱাই মদনক দেখি বৰ আচৰিত হ'ল। মদন কিয় হঠাৎ অন্তৰ্ধান হৈছিল, সেই কথা সুধি লাহে লাহে নিজৰ অৱস্থা সম্বন্ধে সকলো ভাঙিলে।

মদনে ক'লে, "সেইবোৰ শুনিছোঁ। দেউতাৰ ভুলতে আপেনালোকৰো সৰ্বনাশ হ'ল। অইন ভুল কৰকেচোন শেষত অধিকাৰৰ ওপৰতে সৰ্বভৰসা কৰি নিজৰ সৰ্বনাশৰ লগে লগে আপোনলোকৰো সৰ্বনাশ কৰিলে।"

"এৰা! অন্ততঃ আগেয়ে যদি ক'লেহেঁতেন মই টকা কড়ি ঠিক কৰিব পৰা নাই। তেন্তে সেই দুই হাজাৰো আমিয়ে ঠিক কৰিব পাৰিলোহেঁতেন। পিছত যি হয় হলহেঁতেন। কিন্তু তেওঁ সেইবিলাক ভাঙি নকৈ কেৱল যেতিয়াই সুধিছো তেতিয়াই কৈছিল হ'ব মোৰ টকাৰ নিমিত্তে ভয় নাই। কেৱল তোমালোকে গোটোৱা। কিন্তু শেষত গৈ সেইসোপাহে। এতিয়া কি কৰো নিজৰ সৰ্বস্ব গ'ল, লগে লগে এনে টান বেমাৰ এতিয়া গা টঙাই নুঠিলে গোটেই পৰিয়ালে মৰিব লগাত পৰিল। এনেভাৱে যে বিপদত পেলাই যাম ভবা নাছিলোঁ।"

মদনে কৈছিল, "সেইবোৰ আপুনি নাভাবিব। আপুনি ভাল হ'ব। আৰু যদিহে ভাল নহয় তেন্তে ইশ্বৰে আপোনাৰ পৰিয়ালৰ ভাৰ ল'ব। যি ইশ্বৰে ল'ৰা-ছোৱালী নোপোজাৰ আগেয়ে মাকৰ স্তনত আহাৰ যোগায় সেই ইশ্বৰে এই সংসাৰত এঘৰ পৰিয়ালকো নুখুওৱাকৈ মাৰিবনে?"

"ক'ব নোৱাৰো।" এই কৈয়ে কপিল বৰুৱাই উকিয়াব ধৰিলে।

"আপুনি শোৱক জ্বৰ আৰু বেছি হ'ব ধৰিছে।"

কপিল বৰুৱাই সেই অৱস্থাতে ক'লে, "কিন্তু যি নহওক তুমি আকৌ উভতি অহাই মোৰ দুঃচিন্তা দূৰ হ'ল। মোৰ শেষ অৱস্থাতো মোৰ ৰশ্মিক গঁতাবলৈ সুবিধা পালো। এতিয়া তেনে আয়োজন কৰি বিয়া পাতিবলৈ সম্বল নাই আৰু শৰীৰতো শকতি নাই। কিন্তু ৰশ্মিক তোমাকে সঁপিছোঁ। তুমি পাৰা যদি ঘৰখনো চাবা। তোমাকেই বা কি গঁতাম। তোমালোকৰ অৱস্থাও তো নাম্নং নবস্ত্ৰং হৈছে। তিনিও ঘৰ সমূলি বুৰিলোঁ।"

মদনে ক'লে, "মোক দি গঁতাব। পৰমেশ্বৰ পৰম পিতাক গঁতাওক।"

(১৫)

দিনৰ পিছত দিন গ'ল। দুখৰ পিছত সুখে দেখা দিলে। শুকান মাটিত আকৌ বৰষুণ পৰি জিপ ধৰিব ধৰিলে। মদনৰ চেষ্টাত মৌজাদাৰৰ খেতি-বাতি ভালকৈ চলিব ধৰিলে। মৌজাখনো আকৌ ভাল হ'ব ধৰিলে। মৌজা এতিয়া মদনৰ নামত কৰি ল'লে। খাজানা-পাতি ভালমতে আদায় হ'ব ধৰিলে। দুই এবছৰতে আকৌ মৌজাদাৰৰ ঘৰ ঠন ধৰি উঠিল। মদন আৰু ৰশ্মিৰ বিয়া হৈ গ'ল। ইতিমধ্যে মদনে জগন্নাথ প্ৰভুৰ সকলো সুকীৰ্তি জানিব পাৰি সত্ৰাদি, ধৰ্মাদি স্থানত এনে মানুহে প্ৰভুত্ব লভা অবিধি ভাবি সকলো সত্ৰ, ধৰ্মপীঠ, দেৱালয়বোৰৰ সংস্কাৰ বিধি আইন এখন কাউন্সিলত প্ৰৱৰ্তাবলৈ চেষ্টা কৰিবলৈ ধৰিলে। এইবোৰ পৈত্ৰিক সম্পত্তি হিছাপে যাতে অনুপযুক্ত লোকৰ হাতত থাকিব নোৱাৰে আৰু হিন্দু ধৰ্মৰ গোঁসাই পুৰোহিতসকল যে কিছুমান কু-সংস্কাৰেৰে পৰিপূৰ্ণ লোক হ'ব নোৱাৰে বা অনুপযুক্ত হ'লেও পুত্ৰ-পৌত্ৰাদিক্ৰমে তেনে স্থান অধিকাৰ কৰিব নোৱাৰে সেইবোৰ নিয়ম যাতে সমাজত প্ৰচলন হয় আকৌ একেজন পুৰোহিত বা গোঁসাই হ'বলৈ হলে যাতে অন্তত খৃষ্টীয়ান বুদ্ধ, হিন্দু ধৰ্মৰ লগে লগে জাতীয় ভাবৰ জ্ঞান থাকে বা ধৰ্মৰ

সংস্কাবোৰ সুন্দৰভাৱে বৰ্তমান সমাজলৈ উপকাৰত খটুৱাব পাৰে এনে লোককহে সত্ৰাধিকাৰ, দলৈ, পুৰোহিত, গোসাঁই আদিৰ স্থান দিয়ে সেইবোৰৰ চেষ্টা কৰিব ধৰিলে। কপিল বৰুৱাও মদনৰ লগতে থাকি তেওঁৰ মৌজাৰ উন্নতিত লাগি পৰি লাগিল। আনপিনে ৰশ্মিয়ে ভিতৰত তাঁত-শাল, যঁতৰ আদি প্ৰচলনত আৰু ঘৰৰ ৰন্ধা-বঢ়া কাম আদিৰ উন্নতি কৰিবলৈ আটাইবোৰ গাঁৱৰ তিৰোতাৰ মাজত তাঁত-শাল সংস্থা কৰি হোৰে-হোৰে কাপোৰ বৈ উলিয়াব ধৰিলে। এদিনা ৰশ্মিয়ে গৰকাত ভৰি দি গুণাৰ ফুল তুলিব ধৰিছে। এনেতে মদনে ক'ৰবাৰ পৰা আহি ওচৰত থিয় হৈ সুন্দৰভাৱে ৰ'দৰ কিৰণত জিলিকি থকা ৰশ্মিৰ মুখখনি ৰ' লাগি চাই আছে। হঠাৎ ৰশ্মিয়ে চকুৱে চকুৱে পৰি হাঁহি মাৰি ফুল তুলিব এৰি উঠি আহি তেওঁক ক'লে, "আপুনি দেখোন ঘৰত অলপকে জিৰণি ল'ব এৰিছে।" মদনে হাঁহি মাৰি কলে, "কৰ্মই জিৰণি আৰু তোমাক কৰ্মত মুগ্ধ হৈ থকা দেখা পোৱাই মোৰ আনন্দ, সুখ ৰশ্মি। তোমাৰ মধুৰ ৰশ্মিত মোৰ ভিতৰ-বাহিৰ আনন্দ মন্দিৰ কৰি তুলিছা। মোৰ ঘৰেই স্বৰ্গ আৰু সেই স্বৰ্গৰ তুমি পাৰিজাত ফুল।"

ৰশ্মিয়ে তেওঁৰ কথাত একো উত্তৰ দিব নোৱাৰি কাষ চাপি তেওঁৰ সুন্দৰ হাতখনি পিহিব ধৰিলে। মদনে তেওঁৰ সুন্দৰ জিলমিলাই থকা চুলিটাৰ লাৰি লাৰি আনন্দত আত্মহাৰা হ'ল। ৰশ্মি! ঈশ্বৰ ক'ত? এনে আনন্দ, সত্য আৰু কৰ্মতে ঈশ্বৰ মূৰ্তিমান নহয় নে?

(১)

দুকুৰি বছৰীয়া শ্ৰীনাথৰ পুতেক ৰজনীৰ বয়স যেতিয়া প্ৰায় ২৩ বছৰ, তেতিয়া তেওঁৰ মাকে ইহ সংসাৰ পৰিত্যাগ কৰে। ৰজনীয়ে বি, এ পঢ়ি ফেল কৰি বহি আছে। মাকহীন সংসাৰ, আশাহীন জীৱন— বৰ্তমান সময়ত ৰজনীয়ে ইহ সংসাৰ বৰ তিতা যেন অনুভৱ কৰিছে। এনে সময়তে কোনোমতে এটা কেৰাণী চাকৰি যোগাৰ কৰি দিন যাওক, ক্ষণ সপক ভাবি ৰজনীয়ে এলেহুৱা জীৱন এৰি অফিচলৈ অহা-যোৱা কৰিছে। যি নহওক বাপেকেও ৰজনীৰ পৰা এতিয়া মাহে মাহে কেইটামান টকা পাই আগতকৈ বৰং পাইছে। মাক মৰাৰ দুবছৰ পাৰ নৌহওঁতেই শ্ৰীনাথে এদিন পুতেকৰ ওচৰত বহি লাহে লাহে ক'লে, 'মই কাইলৈ গাঁৱলৈ যাম। এজনী তিৰোতাৰ বাতৰি পাইছো; ইয়াত ৰন্ধা-বঢ়াৰ বৰ কষ্ট হৈছে।"

ৰজনীয়ে বাপেকৰ কথা শুনি একো নকৈ বাপেকৰ মুখলৈ চাই থাকিল।

"ৰ' লাগি চাই থাকিলা দেখোঁ। তুমি এতিয়া ডাঙৰ হৈছা, তোমাক সোধাও যুগুত ভাবিহে সুধিলোঁ।"

ৰজনীয়ে একো কব নোৱাৰিলে সঁচা কিন্তু দুধাৰ চকুলো আপোনা-আপুনি বৈ আহিল।

বাপেকে আৰু একো নকৈ সিদিনাই গাঁৱলৈ গ'ল। দুদিন পিছত ৰাতি এঘাৰ বজাত এখন গাড়ী ৰজনীৰ ঘৰৰ দুৱাৰমুখ পাই বিনন্দ আছেনে, উঠ উঠ বুলি শব্দ কৰাত শুই থকা ৰজনীয়ে সাৰ পাই বাপেকৰ মাত বুলি বুজিব পাৰি ঘপৰাই উঠি দুৱাৰ মেলি-আহক, বুলি থিয় হ'ল।

কিন্তু ৰজনীয়ে দেখিলে গাড়ীৰ পৰা এগৰাকী তিৰোতাও নামি আহি লাহে লাহে বাপেকৰ ঘৰ সোমালহি। ৰজনীয়ে সেইপিনে থিয় হৈ থাকি মৰ্মাহত হ'ল। ৰজনীৰ মনত প্ৰবল ভূঁই-কঁপে হেন্দোলদোপ লগালে। মাক মৰাত,মাকৰ গুণবোৰ, স্নেহ, মৰম, স্মৃতি আজিলৈকে তাৰ মনত ভাহি আছে। এনে অৱস্থাত বাপেকে আজি সেই মাতৃৰ ঠাই অধিকাৰ কৰিবলৈ ক'ৰ পৰা কি এজনী হঠাৎ লৈ আহিল সেই ভাবি ৰজনী ব্যাকুল হ'ল। সি আৰু একো নকৈ লাহে লাহে বিনন্দক মাতি মাতি "পিতা আহিছে, "কি লাগে যোগাৰ কৰি দে" বুলি লাহেকৈ দুৱাৰ মাৰি শোৱা-পাটীত শুই পৰিল। সি শুই শুই কত ভাবিলে, মাতৃ মন্দিৰত কি ব্যভিচাৰ সোমাল কাক আজি মা বুলিব লাগিব, ইত্যাদি ভাবি ভাবি কান্দি কান্দি চকুলোৰে গাৰু তিয়ালে। লাহে লাহে খোৱা-লোৱাৰ যোগাৰ, কাঁহী-বাটিৰ শব্দ শুনি তাৰ মনত একোটা প্ৰবল ভূঁই-কঁপ উঠিল।

ৰাতিপুৱা উঠিয়েই সি একো নোখোৱাকৈ ক'ৰবালৈ ওলাই গৈ প্ৰায় দহমান বজাত আহি লৰা-ঢপৰাকৈ বিনন্দক কৈ ভাতকেইটা খাই আকৌ অফিচলৈ লৰ দিলে। অফিচৰ নানা কামৰ মাজতো বাপেকৰ অন্যায়ৰ কথা ভাবি একোবাৰ তাৰ বুকু চিৰিং কৰি উঠে। যি নহওক তাৰ বাপেকৰ ওপৰত হাজাৰ ভক্তি থাকিলেও সিদিনাৰ পৰা অলপ-অচৰপ অশ্ৰদ্ধা থাকিলে আৰু মাহীমাকৰ ওপৰত কোনো মাতৃভাৱৰ মাত চেষ্টা কৰিও থাপিব নোৱাৰিলে। তাৰ ভাব হ'ল বাপেকৰ কোনো আমাডিমা ল'ৰা-ছোৱালী নাই, যাক পালিবলৈ এনে মাহীমাক এজনীৰ আৱশ্যক আছিল; বৰং তেনে নকৰি তেওঁ লাহে লাহে তীৰ্থযাত্ৰী হোৱাহে উচিত আছিল। বিশেষতঃ বাপেকৰ তেতিয়া সকলো কাৰবাৰ নষ্ট হৈ ৰজনীৰ টকাৰ ওপৰতে সংসাৰ নিৰ্বাহ কৰিব লাগিছিল।

(২)

বিনন্দই চুৱা কাঁহী-বাটি ধুব ধৰিছে। ৰজনীৰ মাহীয়েকে মাতিলে বিনন্দ কাপোৰখন মেলি দিছ? ব'ব আই কাহীকেইখন লৈ যাওঁ।

"কাঁহীকেইখন লৈ যাওঁ, এবাৰ যদি কথা শুনে। যিটোকে ক'ম সেইটোতে কথা উলিয়ায়। এনে আপচু ল'ৰা ক'তো দেখা নাই।"

বিনন্দ লৰি আহি কোনখন কাপোৰ মেলি দিব লাগে বুলি সোধাত—

"তোৰ মূৰ, আক পলমকৈ নাহিলি কিয়? যা নলাগে। হতছিৰী যোৱা ল'ৰাক যদি এবাৰ কথা শুনাব পাৰি।"

বিনন্দে এইবাৰ ক'লে, "কিনো হতছিৰী যোৱা হতছিৰী যোৱা কৈ থাকে?"

"কি আকৌ বৰ কথা। এনে চাকৰ দেখা নাই। মোৰ ঘৰত এনে চাকৰৰ আৱশ্যক নাই। চাকৰৰ মাত খোৱাতকৈ নিজে কৰি খাম।"

বিনন্দেও অলপ টানকৈ ক'লে, "তেন্তে আজিয়েই যাম। মোৰ থাকিবলৈ ঠাই নহ'বনে?" এইবুলি কৈয়ে চুৱা কাঁহী-বাটি য'তে ত'তে এৰি বিনন্দে লাহে লাহে তাৰ শোৱা-পাটীত থকা কাপোৰ-কানিৰ ওচৰ পাই, বহিল। অলপ পিছতে কানি-কাপোৰ গোটাই সি কিবা মন কৰি ঘৰৰ পৰা ওলাই গ'ল। ৰজনীৰ মাহীমাকে কে'বাবাৰো কিবা কামত মাতি উত্তৰ নাপাই নানান গালি বলকি তাৰ থকা ঠাইলৈ আহি চাই তাত নেদেখি ৰজনীৰ দেউতাকক কোৱাত ৰজনীৰ দেউতাকেও বিচাৰি পিট্‌পিটকৈ চালে। কিন্তু বিনন্দৰ বাতৰি নাই। গধূলি পাঁচ বজাৰ পিছত ৰজনী আহি বিনন্দ বুলি মাতোতেই বাপেকে কলে, "সি নাই গুচি গৈছে।"

ৰজনীয়ে আৰু একো কথা নকৈ লাহেকৈ গামোচাখনি আনি পানীৰ ঘটিতো লৈ পানী ঢালিব ধৰিলে। অলপ পিছত আৰু কিছু সময় নোহোৱা হ'ল। সি বাহিৰলৈ গ'ল।

ৰজনীয়ে কে'বাদিনো আগৰেপৰা অনুভৱ কৰিছিল যে বিনন্দে ভালমতে মাহীমাকৰ ব্যৱহাৰ পোৱা নাই আৰু দুই-এদিনতে সি অন্তৰ্দ্ধান হ'ব। যিয়ে নহওক সি উভতি আহি তাৰ পঢ়া কুঠৰিত বহি কিবা কিতাপ লৈ পঢ়িব ধৰিলে। হঠাৎ সি মাহীমাকে কোৱা শুনিলে "মোৰে ওপৰত সকলোৱে খোৱা, মইয়ে আকৌ সকলো কৰি মৰিব লাগে।"

সেই কথাবাৰ ৰজনীৰ কাণত বিষ যেন বোধ হ'ল। সি ততালিকে ধৈৰ্য হেৰুৱাই মাত দিলে, "চাকৰ ৰাখিলেও ভাল ব্যৱহাৰৰ কাৰণে দুদিনতে পলাই পত্ৰং মাৰে। ইপিনে কৰিবলৈকো গুণা গঁঠা।"

মাহীমাকে নামাতি—আধা ঘণ্টা মানৰ পিছত ভাত খাব মতাত ৰজনীয়ে ভাতৰ পাতত বহিলগৈ।

কেইদিনমানৰ পিছত মাহীমাকৰ মাক আহি উপস্থিত হ'লহি। সকলো খোৱা-লোৱাৰ দিহা কৰিলে। দিনচেৰেক থাকিয়ে এদিনা ৰজনী কাছাৰীলৈ যোৱাত মাক বেলত উঠি ঘৰলৈ উভতিলে। ৰজনীয়ে কাছাৰীৰ পৰা আহি দেখে— কাঁহী-বাটি-চৰিয়া নোহোৱা হৈছে। ৰজনীয়ে সেইবোৰলৈ এবাৰ চাই একো নকৈ জলপান খাবলৈ বহিল।

ৰজনীৰ বিয়া মাহীমাক অহাৰ আগেয়ে ঠিক কৰা আছিল। কেইমাহমান যোৱাৰ পিছতে ৰজনীয়ে বিয়া কৰালে। ডাঙৰ ছোৱালী। বিয়াৰ পিচতে শহুৰী খাটিব আহিল। ৰজনীয়ে সংসাৰৰ বিৰাগত আকৌ শান্তিৰ বীণ পালে। ঘৈণীয়েকৰ কথা-বতৰা, হাঁহি, ৰং-ধেমালিয়ে ৰজনীৰ প্ৰাণত শুকাই যোৱা প্ৰেম-নৈ আকৌ বেগেৰে বোৱাব ধৰিলে।

ইপিনে প্ৰেমৰ শান্তি ৰাজ্যত তেওঁৰ মাহীমাক বিঘিনি হ'ল। কথাই প্ৰতি বোৱাৰীয়েকক গেজেৰা, কামে প্ৰতি কৰিব নোৱৰা, পেট ভৰাব পাৰা, এনে ছোৱালী ক'তো দেখা নাই—ইত্যাদি কথাৰ শ্ৰাদ্ধ হ'ব ধৰিলে। ৰজনীয়ে কেবাদিনো, বহুত সময়ত হাঁহি ভৰা ঘৈণীয়েকৰ মুখত চকুলো দেখিলে। প্ৰেমভৰা হিয়াত শোকৰ ঢৌ দেখা পাই আৰু কাৰণ বুজিও ঘৈণীয়েকক ক'লে— আজিকালিৰ ছোৱালীয়ে মুঠতে কাম কৰিব নাজানে। ঘৈণীয়েকে গিৰীয়েকৰ কথা শুনি মনে মনে ৰ'ল। আকৌ কামে-বনে লাগি পৰিল।

সিদিনা ৰজনী আহি ঘৰ সোমাইছে, এনেতে শুনিলে মাহীমাকে চিঞৰ-বাখৰ লগাই কাৰবাক বলকিব ধৰিছে। অলপপৰ শুনি থাকি বুজিব পাৰিলে ঘৈণীয়েকৰ লগত মাহীমাকৰ কথাই কথাই দ্বন্দ্ব লাগিছে। ৰজনী বৰুৱাই একো নামাতি থাকি কেৱল শুনিয়ে ৰ'ল।

মাহীমাকে কৈছে— গাখীৰত মই পানী দিয়া কোনে ক'ব পাৰে?

ঘৈণীয়েকে কৈছে— ভাল গাখীৰ পানী মিহলোৱা গাখীৰ, আমি নিচিনোতো? নিদিয়ে যদি নিদিৱই পাই, কিন্তু এনে ভেকো-ভাওনা কৰিবলৈ আৱশ্যক কিটো?

"অ' কোনে ক'ব পাৰে কওকচোন বাৰু? এই গাখীৰত কোনোবাই পানী মিহলাইছে" এইবুলি কৈয়ে গাখীৰ নি ৰজনীৰ পিতাকৰ আগত দাঙি ধৰিলে।

ৰজনীৰ পিতাক শ্ৰীনাথে একো নামাতি ৰ'ল। কিন্তু সিদিনাৰ পৰা গোহালিত গৰু বিচাৰ লোৱা বা গাই খীৰোৱা বন্ধ হ'ল।

তিনিদিন পিচত ৰজনীয়ে পিতাকৰ মুখলৈ চাই সুধিলে, "গাইজনী নিখীৰাই কিয়?"

বাপেক তেতিয়া তেওঁৰ ঘৰত মাহীমাকে সৈতে কথা বতৰা পাতি আছিল। শ্ৰীনাথে সেই কথাৰ উত্তৰত একো নকওঁতেই মাহীমাকে ক'লে, "গাখীৰ খীৰাই আনিলে আমি পানী মিহলাওঁ, আমি খাওঁ। গতিকে যেয়ে গাখীৰ খাব তেওঁলোকেই খীৰাওক।" ৰজনীয়ে আৰু একো নামাতিলে কিন্তু তৃতীয় দিনা নিজে কৰিয়া লৈ গাখীৰ খীৰাব ধৰিলে। ৰজনী সৰুৰে পৰা ডাঙৰ হ'ল কাহানিও গাই খীৰোৱা নাই, আজি কথমপি বহু চেষ্টা কৰি বাপেকে পোৱা গাখীৰতকৈ আধা গাখীৰ পালে। কিন্তু যিয়ে নাপাওক গাখীৰ ভিতৰলৈ নিয়াৰ লগে লগে মাহীমাকৰ জুই জ্বলিল। কথাই কথাই চাকৰ-নাকৰক লগাই কত প্ৰকাৰে কত কৰ ধৰিলে—ৰজনীয়ে শুনা-নুশুনাৰ ভাও ধৰি মনে মনে থাকিল। তাৰ পিছত ঘৰত বহি হাৰমোনিয়ম লৈ সুৰ দিব ধৰিলে—

> বৰষুণ টোপা নিজৰি ঐ
> স্বৰ্গীয় অমৃত ধাৰা আনে
> কোন সুদূৰ শান্তি কাৰি
> ছিটিকি পৰে আনে বানে।
> পানীৰ টোপাল কতনো বান্ধি
> কত ৰং ধেমালি কৰে—
> পানীৰে লাক পানীত মলঙি
> ক'ত লুকাই পৰে।।

গীত গাই থাকোতে ঘৈণীয়েকে ক'লে, "গীত গাই আছে, ইপিনে কাছাৰীলৈ যাবৰো পৰ হ'ল। কিন্তু এতিয়ালৈকে আইয়ে ভাত ৰান্ধিবলৈ যোৱা নাই।"

ৰজনীয়ে হাৰমোনিয়মত সুৰ কমাই ঘৈণীয়েকৰ কথা শুনি ঘৈণীয়েকৰ পিনে অলপপৰ ৰ' লাগি চাই থাকি কিবা ভাবি আকৌ গীত ধৰিলে। ঘৈণীয়েকে ৰজনীৰ পৰা একো উত্তৰ নাপাই নিজৰ নিজৰ কুঠৰিত সোমাই অইন কাম কৰিব ধৰিলেও ঘৈণীয়েকে আন কাম কৰিলেও মনে মনে উচপিচাই আছিল জানোচা গিৰীয়েকে নোখোৱাকৈয়ে কাছাৰীলৈ যাবলগীয়া হয়। কিন্তু তেওঁ তেতিয়াও ৰান্ধনি ঘৰত ভাত ৰান্ধিবলৈ সমাজক খুওৱা নোহোৱাৰ কাৰণে ৰান্ধিব পৰা হোৱা নাছিল। গতিকে সকলো উচপিচনি এটা খোপনিৰ স্বৰূপ অথলে উৰি গৈছিল।

কিছুমান পৰৰ মূৰত ৰজনীয়ে হাৰমোনিয়ম থৈ ঘড়ীৰ পিনে চোৱাত দেখিলে এঘাৰ বাজিবলৈ মুঠতে দহ মিনিটহে বাকী। ততাতৈয়াকৈ গা তিয়াই কাপোৰ সলাই ৰান্ধনি-ঘৰলৈ গৈ দেখে তেতিয়াও ৰান্ধনি-ঘৰৰ দুৱাৰ বন্ধ। ৰজনীয়ে অলপ থমক খাই বৈ লাহেকৈ উলটি কাছাৰীত যোৱা কাপোৰ পিন্ধি কাছাৰীলৈ খোজ দিব ধৰোতেই ঘৈণীয়েকে ক'লে, "চাহ পানীকে অলপ পিয়ক। ইয়াতে কৰিছোঁ। ৰজনীয়ে হাঁহি মাৰি আকৌ বহি "বাৰু আনা" দেউতালৈকো দিয়া।"

দেউতাকলৈ চাহ দি পঠিওৱাত মাহীমাকে ওভতাই পঠিয়াই ক'লে, "নালাগে চাহপানীটোপা কৰি ৰৰ কামিলাটো দেখুৱাব নালাগে। তেওঁ চাহ নাখায়।"

মাহীমাকৰ কথাষাৰ ৰজনীৰ কাণত পৰি লাহে লাহে চাহটোপা খাই তামোল-ছালি লৈ কাছাৰীমুৱা হ'ল। বাটত ৰজনীয়ে কত কথা ভাবিলে কোনে জানে? কাছাৰী পোৱাত সিদিনা কামৰ হেঁচা বেছি হোৱাত এঘাৰ বজাৰ পৰা ৫ বজালৈ মূৰ দাঙিব নোৱাৰিলে। ঘড়ীয়ে টং টংকৈ ৫বাৰ মাৰিলে। কিন্তু, ৰজনীয়ে তেতিয়াও কামত লাগিয়ে থাকিল। কথমপি ৫-১/২ বজাত কাম এৰি ঘৰমুৱা হ'ল। বাটত তাৰ নানা সংশয় হ'ল, ঘৰত বা আকৌ কি ঘটিছে। কাজিয়া-পেচাল বেছিয়ে হৈছে। ইত্যাদি কথা ভাবি আহিছে। ঘৰ পাই দেখিলে ঘৈণীয়েকে শোৱা-পাটীত পৰি শুই আছে। ঘৰখন গোটেই গম্ভীৰ। ৰজনীৰ সংসাৰৰ আৰু ভয় বেছি হ'ল। লাহেকৈ ৰান্ধনি ঘৰৰ পিনে দুৱাৰ একেবাৰে মৰা দেখি আৰু একো কথা-বতৰা নকৈ, লগে লগে ঘৈণীয়েকৰ টোপনি অহা দেখি আৰু নামাতি সাজ-পাৰ সলাই কান্ধত চাদৰখন লৈ লাহে লাহে আকৌ ফুৰিবলৈ গ'ল। বাটত আন আন লগৰীয়া পাই নানা কথা-বতৰা পাতি তাচ খেলা

চাই ৰাতি দহমান বজাত উভতি আহি দেখে— বান্ধনি্ঘৰৰ দুৱাৰ মুকলি হোৱা নাই। ৰজনীৰ গোটেই মন বিষাদ ভাৱৰে ঢাকি পেলালে। অলপ পিছত ঘৈণীয়েকে ক'লে, "তেওঁলোকেও একো খোৱা নাইনে?"

"নাখাব কিয়?"

"দিনটো আপুনি কাছাৰীলৈ যোৱাত ভাত ৰান্ধি খাইছে। এতিয়াও ভাত-পানী ৰান্ধি খাই লৈ আপুনি নাহোতেই খাই শুইছে।"

"তোমাক ভাত খাবলৈ মতা নাইনে?"

ঘৈণীয়েকে একো নামাতিলে। কিন্তু ঘৈণীয়েকৰ মুখ দেখিয়ে ৰজনীয়ে সহজতে অনুমান কৰিব পাৰিলে ঘৈণীয়েকৰ দিনটো লঘোনে থকা অৱস্থা।

ৰজনীয়ে এতিয়া দিনটো লঘোনে থাকি কোনোমতে ৰাতি ভাত-পানী নোখোৱাকৈ নিজে পৰি থাকিলেও কিন্তু তেওঁৰ কোমল সৰলা ঘৈণীয়েকৰ অৱস্থাৰ কথা ভাবি ব্যাকুল হ'ল। হঠাৎ ৰজনীয়ে ক'লে, "ইয়াৰে চৌকা জ্বলোৱা! দুটামান নোখোৱাকৈ আৰু থাকিব নোৱাৰি।"

ঘৈণীয়েকে ৰজনীৰ মুখৰ কথা শুনিয়ে ততালিকে ক'লে, "জ্বলাব পাৰিম কিন্তু কথা বৰ বেয়া হ'ব।"

"বেয়া হ'লেও কি কৰিবা।" দিনটো লঘোনে থাকি কাছাৰীৰ কাম কৰি এতিয়া ৰাতিও এনেকৈ থাকিলে— অৱস্থা কি হ'ব ভাবি চোৱা।" অৱশ্যে ৰজনীয়ে এই কথা কোৱাৰ কাৰণ যাতে ঘৈণীয়েকে দুটা ৰান্ধি নিজে খায়। নহ'লে নিজৰ কথা নকৈ ঘৈণীয়েকে কেনেকৈ থাকিব— এনে কথা ক'লে যে ঘৈণীয়েকে একেবাৰে ক'লেহেঁতেন "মই নোখোৱাকৈ থাকিব পাৰিম।"

ৰাতি চৌকা জ্বলি উঠিল। দুয়ো অলপ-অচৰপ খালে। মাহীমাকে ভিতৰত চৌকা জ্বলা দেখি গিৰীয়েকক মাত দিলে, "চোৱা তেওঁলোকে আখল বেলেগ কৰিলেই। মোকতো মাতিব পায়, বা ভাত উলিয়াই দিবলৈ ক'বলৈ পায়, কিয় সেইবোৰ কৰিয়ে ততালিকে কি কৰিলে চোৱা, তাতে বোলে আপোনাৰ ল'ৰা ভাল। এই আখল যে বেলেগ কৰিলে কৰক, কিন্তু আৰু লগ কৰিব নিদিওঁ।"

শ্ৰীনাথে লেপৰ তলতে টোপনিৰ ভাওৰে সকলো কথা শুনি থাকি মনে মনে ৰ'ল।

ৰজনীয়ে ৰাতি খাই লৈ শুলে সঁচা। কিন্তু ওৰে ৰাতিটো তাৰ এটা উচপিচনি উঠিল— ৰাতিপুৱালৈ কি হ'ব? আকৌ বেলেগ চৌকাই হ'বনে লগ লাগিবৰ সম্ভৱ আছে? অৱশ্যে দুটা চৌকা হ'লেও যে খৰচ সিয়ে যোগাব লাগিব। কিয়নো বাপেকৰ যে এতিয়া আৰ্জনৰ উপায় সমূলি নাই। দ্বিতীয়ত দুটা চৌকা হ'লে যে সি অৰ্জা ধনেৰে দুই ঘৰৰ খৰচ যোগোৱা টান হ'ব। ৰাতিপুৱা ৰজনীয়ে শুই উঠি পানী লৈ চোতালত মুখ ধুব ধৰোতেই দেখিলে বাপেকে কান্ধত চাদৰখন লৈ গো গো কৰি ক'ৰবালৈ গুচি গ'ল। ৰজনীয়ে চায়ে ৰ'ল।

(৩)

বোৱাৰীয়েক উঘাই শাহুৱেকে বেলি হৈ অহাতো ভাত ৰান্ধিবলৈ নোযোৱা দেখি উচপিচাই আছে। ইপিনে এখন এৰি আনখন বন কৰি মাজে মাজে নিজে নিজে বলকা শুনিলে, "মই হ'লো পাপী আনবোৰ হ'ল ঘৰ গিৰীহঁতনী। মই এৰিধ কৰিলে সিপিনেই পৰি ৰয়। আকৌ মোকে নগুৰ-নাগতি কৰে। এতিয়া চাম নহয় কোনে কেনেকৈ খায়। তৰিব পাৰে নে নাই।"

এবাৰ কোৱা শুনিলে, "মই এসাঁজ নাৰান্ধিলে পিছে দেখো লঘোনে পৰে। আকৌ মোৰ ওপৰতে বৰ লোকালিখন ইত্যাদি নানা তৰহৰ কথা শুনি আছে। এনেতে এজনী ভিক্ষাৰিণী আহিল "দে মোৰ আই এমুঠা ভিক্ষা।"

শাহুৱেকে ততালিকে মাত দিলে, "ভিক্ষা ক'ৰ পৰা দিম মোৰ আই? আমি নিজেই ভিক্ষাৰ জোলোঙা লোৱাত পৰিছোঁ। সৌৱা ডাঙৰ মানুহৰ জীয়েকহঁতক খোজ, পাবি।"

ভিক্ষাৰিণীজনীয়ে ক'লে, "তেনে কথা কিয় কয় আই? ডাঙৰ ঘৰ বুলিয়ে আহিছো, কিবা অলপ পাওঁ বুলি।"

এনেতে বোৱাৰীয়েকে মাত দিলে, "কথা ক'ব লাগে বুলি যি পায় তাকে কয়নে? নিজৰ লাজ হুকুমটো ৰাখিব লাগে।"

"অঁ অঁ তই বৰ লাজ হুকুম জান আমি নাজানো। বোলো লাজ হুকুম জান কাৰণে কালি কেনেকৈ গিৰীয়েৰৰ সৈতে চকু জুৰিলি? ৰান্ধন বাঢ়ন কৰোতে সমাজক এসাঁজ খুৱাব লাগে তাকো পাহৰি দুয়ো লগলাগিয়ে খালি দেখো।"

"মুখ চম্ভালি কথা ক'বা।"

"কি মই মুখ চম্ভালি কথা ক'ম। তই মোৰ শাহু।"

"এনে কৰা কোনো ভাল মানুহৰ কাম নহয়।"

"বৰ ভাল মানুহৰ জীয়েকজনী আহিছে। মই তাইৰ ভয়ত পৃথিৱীৰ ফাটত সোমাব লাগিব। যাচোন যা কেনেকৈ যা চাওঁ। কালি আধা সিজা ভাত আৰু দালি নাখালিনে?"

ভিক্ষাৰিণীজনীয়ে দুয়োৰো তয়াময়া কাজিয়া দেখি তভক মানি লাহে লাহে 'আহোঁ আই, মোক ভিক্ষা নালাগে।' বুলি যাব ধৰোঁতে বোৱাৰীয়েকে এমুঠা চাউল আনি দিব ধৰোতে— ততালিকে শাহুৱেকে আহি ক'লে, "বোলো লাজ থকা ঘৰৰ জী হৈ আকৌ মোৰ ঘৰৰ পৰা চাউল উলিয়াই আনিবৰ কি সত হেৰৌ?"

বোৱাৰীয়েকে থমক খাই চাউলৰ কোঁকোৰা তাতে এৰি ভিতৰ সোমাই— পেৰা মেলি এটা পইছা আনি ভিক্ষাৰিণী জনীক দিলে। ভিক্ষাৰিণীয়ে 'আই কুশল হওক' বুলি আঁতৰ হ'ল। ভিক্ষাৰিণী যোৱাৰ লগে লগে বোৱাৰীয়েকে ক'লে, "এনে কথা ভাল নহয়। বোলো মোৰে খাবি মোকে ভোকোন্দা এন্দুৰ কৰিবি? এই চাউল কাৰ পইছাৰে আনিছিল?"

ঠিক এনে সময়তে শহুৰেক আহি ভিতৰ সোমালহি। বোৱাৰীয়েকৰ কথা কেইষাৰ তেওঁৰ কাণত পৰি আকৌ উভতি বজাৰমুৱা হ'ল। বজাৰৰ পৰা কালিয়াক চাউলে-পাতে লৈ আহি আকৌ ঘৈণীয়েকক দি ক'লে, "ৰান্ধা ভাত-পানী সেই চাউলবোৰ ওভতাই দিয়া। ঘৈণীয়েকে ততালিকে আগৰ চাউলৰ আধা চাউল ৰাখি বাকীবোৰ ততালিকে নি— "নে ভাল মানুহৰ জীয়ৰী। তোৰ মাৰৰ ঘৰৰ পৰা অনা চাউলনে। বোলো ভাল মানুহে ডাঙৰ ঘৰহে কৰে—দেখো কিন্তু লগত লৈ আহিছিল এজোৰ পুৰণি পাতৰ মেখেলা। এতিয়া গিৰীয়েৰৰ সকলো বস্তু নিজৰ কৰি বৰ মানুহজনী হৈছহি।" চাউলখিনি তাতে চোতালতে এৰি ঘৰ সোমাই ভাত ৰান্ধিবৰ যতন কৰিলে। বোৱাৰীয়েকে আহি আৰু চাউল সুমাই নথলে। এনেতে এটা বলদ গৰু আহি চাউল খাই তহিলং কৰিলে। শাহুৱেকে দেখিলে কিন্তু নাখেদিলে। বোৱাৰীয়েকক এবাৰ দেখি "হে, হে কৰি লক্ষীক এনে অধাচাৰ কৰিলে নহয়" বুলি কৈ লাহে লাহে চাউলবিলাক নি ভিতৰত সুমুৱালে।

শাহুৱেকে শ্ৰীনাথৰ আগত ক'লে, "মই বস্তুত চকু নিদিলে— কি হয় চোৱা। সৌৱা বলদ গৰুৱে শেষ কৰিলে। আৰু দুদিন চাবা ৰ'বা কেনেকৈ খায় সকলো গম পাবা। বোলো টকা থাকিলেই নহয়, ৰান্ধন, বাঢ়ন যোগাৰ কৰিহে খাব পাৰি।"

কিন্তু হায়। তেওঁৰ মনত এবাৰো ভাব নেখেলালে গিৰীয়েক কি চিন্তাত মগন। এই লাজৰ কাৰণেতো কালিয়নে আনিছে কিন্তু ৰাতিৰ সাঁজলৈ বা পিছৰ দিনলৈ কি হ'ব এই চিন্তাত যে বুঢ়া শ্ৰীনাথ যে তেতিয়া বিততা। ইপিনে কাছাৰীত যাবৰ পথত ৰজনী ওলালহি। বাটে বাটে ভাবি আহিছে জানোচা আটাইবিলাক মিল হৈছে। জানোচা মাহীমাকে আগৰ সকলো কথা পাহৰি ভাত ৰান্ধিব গৈছে। জানোচা বাপেকে তালৈ মৰম নেপাহৰি মাহীমাকে ভাত ৰান্ধিব গৈছে। অথবা বাপেকে নিজৰ অৰ্থ-সম্বলৰ কথা ভাবি যাতে আৰু খং ভাব নহয় এই ভাবত জানোচা আকৌ মিতমাতৰ চেষ্টা কৰি মাহীমাকক আখললৈ যাব দিছে। কিন্তু হায়। হতভগা ৰজনী তোৰ অনুপস্থিতিত যে সংসাৰ চকৰি আনপিনে ঘূৰিলে। ঘৰত আহি দেখিলে আখলঘৰ তেতিয়া বন্ধ। ঘৈণীয়েকক সুধিলে— "তেওঁলোকেও ভাত-পানী নেখায়নে?

"নেখাব কিয়। সৌৱা সিঘৰত ৰান্ধি-বাঢ়ি আটাইয়ে খাব বহিছে।"

ৰজনীৰ মুখত শিল পৰিল। সি লাহেকৈ গা-ধুই কাপোৰ পিন্ধি কাছাৰীলৈ খোজ ল'লে।

ঘৈণীয়েকে ক’লে— "চাহকে কৰোঁ, নাইবা কয় যদি ভাত ৰান্ধো, এবাৰ কাছাৰীৰ পৰা ঘূৰি আহি খাই যাব।"

কিন্তু ৰজনীয়ে একো উত্তৰ নিদি কেৱল গ'লহে।

ঘৈণীয়েকেও কি কৰিব, কি নকৰিব ভাবি ওৰে দিনটো লঘোনে থাকিল। ভাত ৰান্ধিলেও জানোচা জগৰ লাগে, নাৰান্ধিলেও জানোচা কিবা কয়, এই সমস্যাত পৰি ৰ'ল। যি নহওক ভাত-পানী নেৰান্ধি চাহ-লুচি কৰি জলপান সজাই থ'লে, যাতে গিৰীয়েক আহিলেই খাব পাৰে।

(৪)

ৰজনীয়ে কাছাৰীৰ পৰা আহি জলপান খাব ধৰিছে। মনত তাৰ নানান চিন্তা। এবাৰ সুধিলে, "পিতা ক'ত গৈছে?"

"কব নোৱাৰোঁ। দুপৰীয়াই ওলাই গৈছে।"

ৰজনী আকৌ ভাবত বিভোৰ হ'ল। সি ভাবিছে নিশ্চয় পিতাকে খোৱা-লোৱাৰ দিহা কৰিবলৈ গৈছে। কিন্তু বুঢ়াকালত এতিয়া টকা-পইছা অৰ্জাৰ সময় নহয়। বিশেষত ৰ'দে-বতাহে ফুৰিলে বেমাৰ হোৱাও সম্ভৱ। কিন্তু কি কৰি তেওঁক হকা-বধা কৰি আকৌ আগৰদৰে চলিব ক'ব একো উপায় পোৱা নাই। জলপান খাই উঠি এঠাইত বহি সেই কথাবোৰ ভাবি আছে। এনেতে বাপেকে ক'ৰবাৰ পৰা আহিল। মূৰেৰে ঘাম ব'ব ধৰিছে। গোটেই মুখখনি ক'লা। এখনি চিন্তাৰ ৰাজ্য যে মুখত প্ৰকাশ পাইছে তাত সন্দেহ নাই। বাপেকে গৈ লাহে লাহে ঘৰত মুখ-হাত ধুই ধঁপাত এচিলিম লগাইছে।

মাহীমাকে সুধিলে— "এতিয়া চাউল পাত নানিলে দেখোঁ",

"ক'ৰপৰা আনো? ৰাতিপুৱা অনা চাউলৰে দাম দিব পৰা নাই।"

"তেন্তে লঘোনেহে থাকিব লাগিব।"

"নহ'লে উপায় কি?"

"আজি বা থাকিলোৱেই কিন্তু অইন দিনালৈ"—

"বুজিছা, কত বাবুৰ ঘৰে ঘৰে ফুৰিলো অলপ অচৰপ মাল লৈ এখন দোকানকে দিব পাৰো বুলি কিন্তু সুবিধা নঘটিল। কেৱে আগেয়ে কিছু টকা নহ'লে মাল নিদিয়ে।"

"তেন্তে পো-বোৱাৰীৰ লাঠি-গোৰ খায়ে জীৱন কটোৱা। মই হ'লে নোৱাৰো দেওহে।"

শ্ৰীনাথে নামাতি কিবা ভাবিয়ে ৰ'ল। অলপ পিছত কলে, "যি নহওক সিহঁতৰ আৰু একো নাখাওঁ, লাগে যদি নাখাই মৰিব লাগে মৰিমেই।"

এনেতে ৰজনীয়ে চ'ৰাঘৰৰ পৰা গৈ মাতিলে, "দেউতা অলপ ওলাই আহক। এজন মানুহ আহিছে।"

শ্ৰীনাথ ওলাই আহি দেখে এজন তেওঁৰ লগতে সৰুতে পঢ়া জয়দেউ শৰ্মা গাঁৱৰ পৰা ওলাইছেহি।

"কি বান্ধ কি কৰিছা" বুলি শৰ্মাই সুধিলত শ্ৰীনাথে বহি ক'ব ধৰিছে,— "কি কৰিবা দিন-কাল বেয়া হ'ল, ও বুলিলেও মৰাত পৰিলোঁ, তো বুলিলেও মৰাত পৰিলোঁ।"

'কিয়, বোপা দেখো আজিকালি কামত সোমাইছে, এতিয়াতো আৰু চিন্তা-ভাৱনা এৰি ঈশ্বৰৰ নাম ল'বলৈ ধৰা।"

"সেইটো কৰিব পৰা হলে ভালেই আছিল। কিন্তু বান্ধ আগ-পিছ নাভাবি এজনী চপালোহি। এতিয়া এৰিবও নোৱাৰি, নেৰিলেও মৰাত পৰিছোঁ"

"কিয়, বোপাহঁতৰ সৈতে বোধ কৰোঁ ভাল নাই!" এনে সময়তে ৰজনীয়ে ধঁপাত আনি জয়দেৱ শৰ্মাৰ হাতত দিলেহি। জয়দেৱে ধঁাত লৈ ৰজনীলৈ চাই ক'লে, "দেখা, বোপা আজিকালি লিখা-পঢ়া কৰি বুজন হৈছে। বুঢ়া বাপেৰৰ মনত একো প্ৰকাৰে কষ্ট নিদিবা। কষ্ট দিলে তোমাৰ ওপৰত শাও-লাগিব। এতিয়া তেওঁ বুঢ়া হৈছে। বুঢ়াই-ল'ৰাই সমান। বিশেষতঃ এতিয়া তেওঁৰ মনত কষ্ট দিলে— সমাজে, তোমাকেহে দূষিব।"

ৰজনীয়ে হাঁহি মাৰি ক'লে, "এৰা চিৰকাল সৰু, আৰু দুৰ্বলীৰ ওপৰত সমাজ যে খৰ্গহস্ত তাক মই ভালকৈ জানোঁ।

"তোমাৰ কথাবাৰ দেখোঁ আওপাকে গ'ল। দেউতাকৰ লগত কিবা লগাইছানেকি?" "মইতো

একো লগোৱা নাই আৰু ঈশ্বৰকো সদায় খাটো যেন কেতিয়াও নলগায়।"

"অঁ এয়ে ভাল। বান্ধ, বাহিৰা চিন্তা ভাৱনা এৰা। এতিয়া ৰংমনেৰে খাবা-ল'বা স্ফূৰ্তি কৰিবা। কাৰ দিন কাৰ ৰাতি। কেতিয়া এই দেহা পৰে ক'ব নোৱাৰি।"

শ্ৰীনাথে ক'লে, "সেইটো হয়, কিন্তু বান্ধ! আৰ্জিব নোৱাৰিলে যে চিৰকাল মৰণ! তুমিতো জানাই বান্ধ ডেকাকালত কেনেভাৱে কাম কৰিলোঁ। এতিয়া কাৰবাৰ সমূলি নষ্ট হৈ গ'ল। সেই কাৰণে এতিয়া পো-বোৱাৰীৰ লাঠি-চৰ খাই থাকিবলগীয়া হৈছে।"

ৰজনীয়ে ততালিকে কলে, "ছিঃ ছিঃ দেউতা তেনে কথাও কয়নে?"

"এৰা তোৰ দেহ মানে মোৰ। কিন্তু তিৰোতাজনীৰ দোষ হ'লে নেদেখ!"

ৰজনীয়ে নামাতি ৰ'ল।

জয়দেউ শৰ্মাই ক'লে— "বান্ধ, আজিকালিৰ ল'ৰা, তাতে ইংৰাজী পঢ়া। গতিকে আগৰ সত্য কালৰ ল'ৰা ক'ত পাবা। ৰজনী বোপা, বুঢ়াকালত দেউতাৰাৰ মনত কষ্ট নিদিবা; বোৱাৰীকো বুজাবা।"

ৰজনীয়ে এইবাৰ খং ৰাখিব নোৱাৰি ক'লে, "আপোনালোকে সদায় বুঢ়াক কষ্ট দিয়াহে দেখে কিন্তু বুঢ়াকালত একোটি পাকচক্ৰ লগাই যে পুতেক বোৱাৰীয়েকৰ জীৱন কেনে কষ্টজনক কৰি তোলে সেই কথা নাভাৱে।

জয়দেৱ শৰ্মাই ক'লে, "বাৰু মই আহিলোঁ। বান্ধ, আজি বেছি কথা হ'বৰ সময় নাই। এতিয়া দুপৰীয়াৰ গাড়ীৰে ঘৰলৈ যাম। বহুত দিনৰ মূৰত আহিলোঁ। এবাৰ তোমাক মাত নিদিলে বেয়া পাবা বুলিহে এইখিনি পালোহি। সকলোৱে মিলিজুলি সুখ-শান্তিৰে থাকিলেহে ৰং পাওঁ। মইতো সংসাৰৰ হাল এতিয়া এৰিছোঁ। ল'ৰাটোৱে যি কৰে তাকেই কৰক। লাগে সংসাৰ ৰাখক, নালাগে দলিয়াই পেলাওক। বান্ধ মৰিলেতো আৰু চকুমেলি চাব নাহোঁ। আহোঁ ৰজনী বোপা।" এইবুলি কৈয়ে ধঁপাত চিলিম খৈ লাঠিডাল হাতত লৈ জয়দেৱ শৰ্মা বাহিৰলৈ গ'ল।

ৰজনীয়ে অলপপৰ নামাতি থাকি লাহে লাহে ক'লে, "দেউতা, আপুনি মোক কিয় বেয়া পাইছে ক'ব নোৱাৰোঁ। কি কৰিব লাগে কওক— আপোনাৰ সন্তোষৰ কাৰণে সকলো কৰিম। লাগে যদি আপোনাৰ বোৱাৰীৰ ওপৰত এনে খং হৈছে তেন্তে বোৱাৰীকে ইয়াৰ পৰা মাকৰ ঘৰলৈ পঠিয়াই দিওঁ। তথাপি ঘৰখন শান্তিৰে থাকক। আপুনি মিছাতে এতিয়া বুঢ়াকালত হা-ভাত হা-পানী চিন্তা কৰিবৰ সময় নাই।"

"সেইবোৰ কৰিব নালাগে, মই নিজেই যাম।"

"কিয়?"

"বুজিছ ৰজনী তোক ত্ৰিশ বছৰ ধুৱাই খুৱাই ডাঙৰ-দীঘল কৰি পঢ়াই, শুনাই মানুহ কৰিলোঁ। এতিয়া দুদিন তোৰ দৰমহাৰে খুৱাওঁতে বোৱাৰীয়ে মোক খুওৱা বুলি কথা শুনায়।"

"দেউতা, তেওঁতো তেনে একো কোৱা মই শুনা নাই।"

"তই নুশুনিব পাৰ, কিন্তু মই নিজ কাণে শুনিছোঁ। বুজিছ ৰজনী কোনো কাম নোহোৱাকৈ বহি থকা মানুহৰ সুখ নাই, য'তে ত'তে মাত খাব লাগেই। সেই কাৰণে মই নিজে অৰ্জাৰ এটা দিহা কৰিম।"

অৱশ্যে বহি থকাতকৈ আৰ্জিব পাৰিলে, গাও ভালে থাকে মনতো সুখ থাকে। মনে ভাবে কিবা এটাত হাত দিলে ভাল। কিন্তু কি কাম কৰি যোৱাটো বেয়া কথা? দেউতা আপোনাৰ বোৱাৰী বেয়া হ'লেও আপোনাৰ হে দুৰ্যশ।"

"সেইটো মই জানো!"

"বাৰু দেউতা যদি আপুনি কাৰবাৰ কৰিব খোজে, তেন্তে ইয়াতে এখন দোকানকে ঠিক কৰক, মই টকা কড়ি দিওঁ। তেতিয়াহ'লে কাৰো একো কবলৈ নাথাকে।"

"তেনে কিবা এটা কৰিব পাৰিলে ৰজনী, মোৰ আপত্তি নাই। অৱশ্যে মই চেষ্টা কৰিও আৰ্জি কালিয়নে বস্তু ল'ব নোৱাৰিলোঁ; যদি তই টকা দিয়, কালিয়ে আৰম্ভ কৰিম।"

"ভাল কথা, কালিৰ পৰা দোকান আৰম্ভ কৰক। খোৱা-লোৱা আজিৰ পৰা একেলগে হওক!"

"বাৰু!"

ৰজনীয়ে ডাঙৰকৈ ভিতৰত শুনাকৈ ক'লে, "আয়েৰক কোন্‌টো ভাত ৰান্ধিবলৈ যাওক, এনেবোৰ কৰি কাৰো মনত সুখ নাথাকে, কেৱল আলৈ আহুকাল বাঢ়েহে। এতিয়া দেউতাৰ মনতে বা এনে চিন্তাৰ কি আৱশ্যক, বা মোৰে মনত অবাবত দুখ পাব লাগে কিয়? ঈশ্বৰে যেতিয়া বিপদ আনে সেইটো বেলেগ কথা। কিন্তু আমি নিজে নিজে কিছুমান বিপদ মাতি আনি চিন্তাৰ সাগৰত ডুব যোৱাৰ অৰ্থ কি?"

দেউতাকেও ক'লে, "যা ভাত ৰান্ধগৈ।"

ৰজনীৰ মুখৰ পৰা এটা ডাঙৰ শিলৰ বোজা খহি পৰিল। হাঁহি-মাতি নিজৰ পঢ়া কুঠৰিত সোমাই এখনি কিতাপ উলিয়াই পঢ়িবলৈ লাগিল।

(৫)

শ্ৰীনাথৰ দোকানত বছৰৰ মূৰত প্ৰায় মূলধনৰ সকলো নোহোৱা হৈ কেঞাৰ ওচৰত আৰু দুশ টকা ৰূপ বাকী হ'ল। ইপিনে ৰজনীয়ে কামত অইন ঠাইলৈ যাবলগীয়া হোৱাত ক'লে, "দেউতা মইতো যাবলগীয়া হ'লোৱেই। মই সুবিধা কৰিব পাৰিলেই তালৈকে বোৱাৰীয়েকক লৈ যাম। গতিকে আপোনালোকৰো ইয়াত নগৰত খৰচ খাই থকা টান হ'ব। কিয়নো মই দুখন ঘৰ একেলগে চলোৱা টান হ'ব। গতিকে মই ইয়াৰ কেঞাৰ লেঠা সকলো মাৰি যাওঁ, আপোনালোকে গাঁওৰ ঘৰত গৈ তাতে মাটি-বাৰী, চলাই খাওকগৈ, ময়ো যি পাৰো সহায় কৰিম। পাৰিলে তালৈকে লৈয়ে গ'লোহেঁতেন, কিন্তু ঘৰ ভাৰা কৰি তাত ইমানবোৰ গলে খৰচ কৰি চলোৱা টান হ'ব।"

দেউতাকে নিজৰ কাৰবাৰত সমূলি লোকচান হোৱাৰ কাৰণে আৰু ইমান সহজতে কেঞাৰ লেঠা মৰাৰ কাৰণে আনন্দ পাই ক'লে, "এৰা, বুদ্ধিটো বেয়া হোৱা নাই। আমিও একপ্ৰকাৰে তাত খেতি-বাতি চলাই খাই থাকিব পাৰিম। গাঁৱৰ খৰচ নগৰৰ খৰচতকৈ কমো হ'ব। তাকেই কৰ।"

দেউতাকে কোৱামতে ৰজনীয়ে তাৰ বেংকত থকা ২৫০ টকাৰ পৰা ২২৫, টকা উলিয়াই আমি দুশ টকাৰে কেঞাৰ লেঠা মাৰিলে, বাকী ২০ টকা দেউতাকক দি গাঁৱলৈ খোৱা খৰচ-পাতি দি ৫ টকা মাত্ৰ নিজৰ হাতত লৈ গন্তব্য ঠাইলৈ পিছদিনাই গুছি গ'ল। ৰজনীয়ে তাত থাকি দেউতাকলৈ লিখিলে, "দেউতা মোৰ ইয়াত নিগাজীকৈ থকা একো সম্ভৱ নাই; বৰং আহুকালহে পাইছোঁ। মই অলপতে হয়তো কাম বৰখাস্ত দিয়ে হয়তো যাম নাইবা পাৰো যদি সোনকালে বদলি হৈ যাম।"

ৰজনীৰ অনুপস্থিতিত ইপিনে আকৌ বোৱাৰীয়েক শাহুৱেকৰ লাগি পৰিল। এইবাৰ ৰজনীৰ নিচিনা মধ্যস্থ নোহোৱাত প্ৰথমে কথাই কথাই লাগি শেষত নমতা নমতি পিছত নোযোৱা, নোখোৱা— অৱশেষত শহুৰেকে ঘৈণীয়েকৰ কথামতে বোৱাৰীয়েকক কে'বাদিনো লঘোনে ৰাখি কন্দুৱালে। লঘোনে ৰাখি যাতে আৰু শাহুৱেকৰ লগত আৰু দুনাই ফেৰ নাপাতে তাৰে এশিকনি ভালকৈ দিলে। ইপিনে ৰজনী যোৱাৰ পিছত দেউতাক আৰু ঘৰমুৱা নহৈ কেঞাৰ সকলো লেঠা মৰাৰ কাৰণে সহজতে কালিয়নে বস্তু আনিব পাৰিলে আৰু আকৌ দোকান আৰম্ভ কৰিলে। আচৰিত কথা দোকানো এইবাৰ ভালকৈ চলিব ধৰিলে। এইবাৰ শাহুৱেকক পায় কোনে? এনে বুঢ়ী নাচনী তাতে নাতিনীয়েকৰ বিয়া।

কিন্তু ৰজনীৰ আৰু বদলি হোৱাৰ সম্ভৱ নহ'ল। অগত্যা- টকাৰ কষ্ট, থকাৰ অসুবিধা, লগে লগে কামতো হেঁচা লগে লগে ওপৰৱালাৰ লগত বেয়া হৈ খণ্ডতে বৰখাস্ত দিয়ে আহি ঘৰ পালেহি। দেউতাকৰ এতিয়া দোকান সুন্দৰভাৱে চলিছে। এঘৰ পৰিয়াল ভাল ভাৱেৰে দোকানৰ আয়েৰে সুখেৰে খাই বৈ থাকিব পাৰে। ৰজনী আহিয়েই দোকানৰ অৱস্থা দেখি দেউতাকক ক'লে, "তেন্তে ময়ো দোকানতে সহায় কৰো।" দেউতাকে ক'লে, "বাৰু।" কিন্তু ৰাতি দেউতাকক ঘৈণীয়েকৰ লগত কথা পাতোতে ৰজনীৰ সম্বন্ধে উলিওৱাত সকলো বিপৰীত হ'ল।

ঘৈণীয়েকে ক'লে, "চোৱা ৰজনী থকাত দোকান এবাৰো ভাল হোৱা নাই। তাৰ কাৰণ সি দোকানৰ যি আয় হয় সকলো চুৰ কৰে। ইপিনে আকৌ সহায়

কৰাও দেখুৱায়। ৰজনীক আপুনি দোকানৰ লগত সম্বন্ধ ৰাখিব নিদিব নহ'লে আকৌ আগৰ অৱস্থা হ'ব। সি তাৰ ঘৈণীয়েকৰ অলঙ্কাৰে পিন্ধাবনে নিজে কাপোৰ-কানি লৈ খোৱা-লোৱা কৰিব? ৰজনীক অইন কাম বিচাৰিব দিয়ক; নাইবা যি কৰে কৰক।"

দেউতাকে ঘৈণীয়েকে কোৱামতে ৰজনীক পিছদিনা ৰাতিপুৱা ক'লে, "দোকানত তো এতিয়া আৰু মানুহৰ আৱশ্যক নাই। তই অইন কিবাত লাগিব পাৰনে চা।" ৰজনীয়ে একো নামাতিলে। কে'বাদিনো ৰজনীয়ে নানা ঠাই ঘূৰি ঘূৰিও এটা কামৰ দিহা কৰিব নোৱাৰিলে। ইপিনে হাতত মূলধনো নাই। যিহেৰে কিবা কাৰবাৰত লাগিব পাৰে। ৰজনী বিমোৰত পৰিল। ইপিনে মাহীমাকে দেউতাকক কৈছে, "চোৱা সকলৰে পৰা পুহি ডাঙৰ-দীঘল কৰিছা, পঢ়াই-শুনাই মানুহ কৰিছা। কিমান টকা পানী কৰিছা। কিন্তু এতিয়াও এনেভাৱে এহালকে পুহি থাকিলে হ'বনে? মোৰ ভৱিষ্যতলৈ একো আশা নাইনে? মোৰ ল'ৰা-ছোৱালী হ'লে সিহঁতবোতো কিবা উপায় কৰিব লাগিব।"

দেউতাকে ক'লে, "ল'ৰা ছোৱালী হওকচোন।" '

'সেইবিলাক কথা কি কোৱা, তুমি বুঢ়া হ'লা, এনে অৱস্থাত তুমি সিফলীয়া হ'লে মোক সিহঁতে প্ৰতিপাল কৰিবনে? গতিকে মোবোতো এটা ভৱিষ্যত ভাবিব লাগে।"

শ্ৰীনাথে ক'লে, কি কৰিবা কোৱা?

"কি কম, সি পাৰে আৰ্জি খুৱাওক, নোৱাৰে যি কৰে কৰক। আমি গৰু পোহাদি এহাল পুহি থাকিব নোৱাৰোঁ। দেখিছা দোকানো সেইখন, এনেকৈ ৰাকে তাকে খুৱালে আৰু কেইদিন টিকিব?"

দেউতাকে ক'লে, বাৰু চাওঁচোন।

"চাওচোন বুলিলে নহ'ব। কিবা এটা দিহা কৰা।" দেউতাকে পিছৰ দিনা দোকানত গম্ভীৰ মুখ হৈ বহিল। দেউতাকৰ মুখত কি ভাব সোমাইছে কোনে জানে?

ৰজনীয়ে সিদিনা ঘৰত বহি চাহ খাব ধৰিছে, এনেতে শুনিলে মাহীমাকে কৈছে, "ভাল অপিয়ানৰ সঁচ" আই। এনেকৈ মতা মাইকী হ'ল বুলি লোকৰ ওপৰত পিয়নি পাতি থায়নে? এজন নহয় একেবাৰে এহাল। বুঢ়াৰ আৰু তেনে অৱস্থা আছেনে?"

গাঁৱৰ কোনোবা এজনী তিৰোতাই ক'লে, "এবা এনেকৈ কাম-বন নকৰাকৈ কোনোবাই খাব পাৰেনে?"

"গোটেই জীৱনটো খালে এতিয়াও গিয়ান নহ'লে কি আছে? বিয়া-বাৰু কৰাই দিছে, এতিয়াও পৰৰ ওচৰত হাত পাতিলে ভাল লাগেনে? বুঢ়া-বুঢ়ী হ'লে সিহঁতৰ কন্দী-বেটা। বুঢ়াই বাহিৰৰ পৰা কোচাই আনিব আৰু বোৱাৰীয়ে ইয়াত বান্ধি-বাঢ়ি পো-বোৱাৰীক বাঢ়ি দিব।"

ৰজনীয়ে মামাতি ঘৈণীয়েকক ক'লে, "চোৱা, তোমাৰ অলঙ্কাৰবোৰ মোক দিয়া?"

'কিয়?"

"কিয় বুলি সুধিছা। এনেকৈ মাত খাই ভাত জিৰণি খাবনে? লাগে যদি মৰিম, তেও আৰু পাত পেলাবলৈ ইচ্ছা হোৱা নাই।"

"অলঙ্কাৰবোৰেৰে কি কৰিব?"

"এইৰ কেএৰুক দি কিছু টকা লৈ এখন আফিঙৰ দোকান ল'ব খুজিছো। পৰহিলৈ ডাক হ'ব।" "বাৰু নিয়ক। ঈশ্বৰেনো আমাৰ দুৰাৱস্থালৈ নাচাবনে?" এইবুলি কৈয়ে ঘৈণীয়েকে অলঙ্কাৰবোৰ উলিয়াই দিলে।

ৰজনীয়ে হাত মেলি লৈ বহুত পৰ সেই অলঙ্কাৰবোৰলৈ চাই থাকি এটা হুমুনিয়াহ কাঢ়ি বান্ধি থলে। ঘৈণীয়েকে ক'লে, "আপুনি দুখ নকৰিব, অলঙ্কাৰলৈ মোৰ আগৰেপৰা হাবিলাষ নাই। হ'ব লাগিলে আকৌ হ'ব।"

ৰজনীয়ে আফিঙৰ দোকান ল'লে। কিন্তু পালে ৰজনীয়ে বেয়া ঠাই। মেলেৰিয়া, কলাজ্বৰৰ প্ৰকোপ তাত চৌদিশে বিয়পি পৰিছে। দুই-এমাহ নৈ দোকান চলাওঁতে ৰজনী মেলেৰিয়াত পৰি কোনোমতে দোকানখন এজন চাকৰক গতাই ঘৰ পালেহি। সেই জ্বৰে ৰজনীক আৰু এবছৰ উঠিব নিদিলে। চাকৰজনে প্ৰথমে অলপ-অচৰপ টকা দি আছিল। যেতিয়া দেখিলে দোকান চলাবলৈ আৰু ৰজনীৰ শকতি নাই, তেতিয়া তাৰ ইচ্ছামতে দোকানৰ টকা লাহে লাহে হাত কৰিব ধৰিলে। শেষত গৈ এটা মোকৰ্দমাত পৰি মূলধনো হানি কৰিলে। ৰজনীৰ জমা দিয়া টকা বাজেয়াপ্ত হ'ল। ৰজনীয়ে তেতিয়া শোকা-পটিতে পৰি এপিনে শৰীৰৰ অৱস্থা, আনপিনে ৫/৬ দিন লঘোনে

তোকে থকা দৈৱীয়েকৰ পিনে চকুৰে থৰহৈ চাই এটা দীঘল হুমুনিয়াহ কাঢ়িলে। জমা টকাৰ বাজেয়াপ্তৰ বাতৰিয়ে তাক এবাৰ মৰ্মে দৈৱীয়েকৰ অলঙ্কাৰৰ কথা সোঁৱৰাইছিল; কিন্তু মুঠতে আৰু তাক বিচলিত কৰিব নোৱাৰিছিল। কিয়নো এতিয়া যে তাৰ ঈশ্বৰৰ ওপৰতে ভৰষা আৰু সকলো ঈশ্বৰৰ ওচৰত অৰ্পণ কৰাৰ বাহিৰে আন উপায় নাই। দৈৱীয়েকক ক'লে, "মইতো মৰিলো মৰিলো কিন্তু তোমাকো লগতে মাৰি গলোঁ।"

"তেনে কথা নক'ব। আপুনি গা টঙাই উঠিলে মোৰ সকলো উভতি আহিব।"

"মই আৰু ভাল হ'মনে?"

"ঈশ্বৰে ভাল কৰোঁ বুলিলে কেইদিন লাগে।"

"ভাল হওঁ নহওঁ, কিন্তু তোমাৰ অৱস্থা দেখি মই খাব নোৱাৰি নোৱাৰি শুকাই যাব ধৰিছো। ইপিনে বেমাৰীৰ লগত থাকি সিপিনে খাব নাপাই আৰু কেইদিন জীয়াই থাকিবা?"

"সেইকথা নেভাবিব। আপুনি ভাল হ'লে ঈশ্বৰে ৰক্ষা কৰিব।"

ৰজনীয়ে আৰু নামাতিলে। দুৰ্বল শৰীৰেৰে কিবা ভাবি থৰ হৈ ৰ'ল। কিন্তু তাৰ চকুৰ পৰা দুধাৰি চকুলো নিগৰি গ'ল। কোনোমতে চকুলো সামৰি ক'লে, "মালতী সৰুতে দেউতা বিদেশত ফুৰোতে আইতাৰ লগত মামাইতৰ ঘৰত ডাঙৰ-দীঘল হ'লোঁ। তাতে পঢ়িবলৈ নাম লগাই দিলে। পঢ়ি পাঠশালাত বৃত্তি পোৱাত মাইনৰত পঢ়িলোঁ। মাইনৰত বৃত্তি পাই হাইস্কুলত পঢ়িলোঁ। হাইস্কুলত বৃত্তি পাই কলেজত পঢ়িছিলোঁ। মাজে সময়ে পঢ়াৰ খৰচৰ কাৰণে কত দিন কেনেভাৱে হাবাথুৰি খাব লাগিছিল কোনে জানে? মালতী, কোনে জানে ৰাতি খৰচৰ অভাৱত খোৱা-তেলৰ চাকি লগাই পঢ়িছিলো। শেষত পঢ়া-শুনা এৰি কামটো কিবা পাই কেইদিনমান ঘৰমুৱা কৰোতেই ঈশ্বৰে অন্য পথে নিলে। আৰু জীৱন কিমান বুজিবা? "এইবুলি কৈয়ে এটা হুমুনিয়াহ কাঢ়ি মাতিব-বুলিব নোৱাৰা হৈ থৰ হৈ ৰ'ল।"

মালতীয়ে ক'লে, "আপুনি কথা নক'ব। শৰীৰ ভাগৰি পৰিব।"

'কিন্তু মালতী, দেউতাই বাৰে তাৰে আগত হয় তেওঁৰেই খুৱাই-ধুৱাই ডাঙৰ-দীঘল কৰি, পঢ়া-শুনাত খৰচ দিছে। যিয়ে নহওক তথাপি যিমান পাৰো তেওঁৰ ঋণ সুজিবলৈ চেষ্টা কৰিছিলোঁ। কিন্তু হায় মই তেওঁক সন্তোষ দিব নোৱাৰিলোঁ। ক'ব নোৱাৰো মালতী মোৰ দোষ কি? হায় মই কেনেকৈ পিতৃ-ঋণ পৰিশোধ কৰিব পাৰিম। তেওঁনো এবাৰো মোৰ এনে অৱস্থাত চাব নেপায়নে?"

মালতীয়ে নামাতিলে। কিন্তু চলচলীয়া চকু দুটাৰে থিয় হৈ ৰজনীৰ পিনে চাই ৰ'ল।

ৰজনীয়ে ক'লে, "দুটোপা পানী দিয়া! মানুহে বেমাৰত কত দৰৱ পাতি খায়, কত ডাক্তৰ, কবিৰাজ লগায়, কিন্তু মালতী মোৰ দৰৱ-পানীয়ে আৰু ডাক্তৰ কবিৰাজ তুমিয়ে!"

"কি কৰিব উপায় যে নাই! মোৰ অলপ কিবা সম্বল থাকিলে ডাক্তৰ নানোনে? মোৰ যে সকলো ঈশ্বৰে আগেয়ে কাঢ়ি নিছে।"

"ঈশ্বৰে নিয়া নাই মালতী, মই নিছোঁ। অলঙ্কাৰ সোণা থাকিলেও এই সময়ত বহুতো সহায় হ'লহেঁতেন।

সিবিলাক যিয়ে নহওক, মালতী, আজি মই অলপ ভাল পাইছোঁ।"

"নাজানো ঈশ্বৰে আপোনাক কেতিয়া ৰাক্ষ কৰি শত্ৰুৰ বুকুত বৰশীৰা পাৰিব দিয়ে।"

"মালতী জগতত কাকো শত্ৰু বুলি নাভাবিবা। আমি দুখীয়া মানুহৰ শত্ৰু-মিত্ৰ কোন? কিন্তু আজি মই দেউতাক চাবলৈ ইমান ইচ্ছা হৈছে।"

"ইচ্ছা হ'লেও কি হব? তেওঁক সিদিনা ভিতৰত গৈ আপোনাৰ অৱস্থাৰ কথা ক'লো— এটা ডাক্তৰ যদি পাৰে আনি দিয়ক কিন্তু আয়ে কি উত্তৰ দিলে জানিছা।"

"কি?" "আমি নোৱাৰো। ডাক্তৰ কবিৰাজে টকা নাপালে আহিবনে? টকা লৈ আহা টানৰ সময়ত হ'লে লাগে।"

"মই আৰু কি উত্তৰ দিম?"

"মালতী! আৰু ডাক্তৰ-কবিৰাজৰ কথা নুলিয়াবা।

ঈশ্বৰৰ বাহিৰে ডাক্তৰ-কবিৰাজ কোন আছে? মালতী দেউতাক এবাৰ মাতিব নোৱৰা?"

"মই মাতিলে জানো আহিব?"

"কিয় নাহিব— দেউতাই সৰুতে যে মোক কিমান মৰম কৰিছিল। তোমাকো যে দেউতাই কিমান মৰম কৰে। তেওঁক এবাৰ ভালকৈ মাতা নিশ্চয় আহিব। আমি তেওঁৰ কিবা দোষ কৰাৰ কাৰণেহে তেওঁ আমাৰ ওপৰত খং কৰিছে।"

মালতীয়ে নামাতি ৰ'ল।

অলপ পিছত ৰজনীয়ে আকৌ ক'লে, "দেউতাক আনা, মই দেউতাক দেখিলে ভাল হ'ম।

মালতী বাহিৰলৈ গ'ল।

(৬)

সিদিনা আঁউসী! দেউতাক আহি ৰজনীৰ কাষ পাই থৰ হৈ চাই আছে। ৰজনীয়ে কৈছে, দেউতা মই বৰ দোষ কৰিছোঁ। মোক ক্ষমা কৰিবা। মই আপোনাৰ ঋণ সুজিব নোৱাৰিলোঁ। বোৱাৰীয়েৰাকো ক্ষমা কৰিব।" ৰজনীয়ে বহুত পৰ কথা ক'ব নোৱাৰি থৰ হৈ ৰ'ল।

"মই ডাক্তৰ আনিছো ৰজনী, তই চকু মেলি চা, তোৰ এনে অৱস্থা হৈছে মই ক'ব পাৰিলে নাহোনে?"

ৰজনীয়ে আকৌ চকু মেলি চাই ক'লে, "ডাক্তৰ? দেউতা সৰুৰে পৰা সকলো কষ্টৰ লীলা সহ্য কৰি কৰি মহো সকলো যন্ত্ৰণা, কষ্ট সহ্য কৰিব পৰা হৈছো। আৰু নালাগে দেউতা, ডাক্তৰক ক'বলৈ কওক। মই ভাল হ'ম। মই সুন্দৰভাৱে সকলো সহ্য কৰিব পাৰিছোঁ। মই ভাল হ'ম দেউতা, আপুনি কেৱল কওক মোক ক্ষমা কৰিছে বুলি। কওক দেউতা— আপোনাৰ বোৱাৰীয়েকে হাজাৰ দোষ কৰিলেও স্নেহ কৰিব।"

"তই ভাল হ বাচা! ডাক্তৰ বাবু দৰৱ পাতি দিয়ক।"

"নাই মই এনেয়ে ভাল হ'ম। দেউতা আপুনি আহিছে যেতিয়া মোৰ আৰু একো ভয় নাই। মাহীকো মাতক।"

"মাহীকো লাহে লাহে ক'বা। তাই মোক নকৰিবৰ চকৰি কৰিলে। তাইৰ কাৰণে মই তোৰ নিচিনা ল'ৰা পাহৰি, লখিমীৰ নিচিনা বোৱাৰী পাহৰি ইমান দিনে কি কৰিছোঁ।"

"নাই নাই দেউতা, মাহীৰ কোনো দোষ নাই। আমি নুবুজিহে তেওঁৰ লগত যোৰ পাতি আছিলো। দেউতা মাহীক মাতক। মই তেওঁক দেখিলে ভাল হ'ম।"

"মাহীয়েক নাই বোপা। তেওঁ পৰহিয়েই মোৰ লগত কাজিয়া কৰি মাকৰ ঘৰলৈ গৈছে।"

'দেউতা! দেউতা!"

"বাচা! ৰজনী মোৰ তেনে কৰিছা কিয়?"

"মই ভাল হ'ম দেউতা। আজি বৰ ভাল লাগিছে। মোক পানী দিয়ক। বোৱাৰীয়েকক চাব দেউতা, আজি কে'বাদিনো খোৱা নাই। দুটামান ভাত দিয়ক।"

"এতিয়াই দিম। মোৰ লখিমীক মই কি কৰিছোঁ।"

"দেউতা পানী"

"হ পানী ধৰ।"

পানী দিয়ে—

পানী খাওঁতে খাওঁতে হঠাৎ, বুকুত ধৰি দিয়া দেউতা— দে—উতা।"

"ৰজনী!"

ক্ষন্তেকতে চিৰকাললৈ নিস্তব্ধ। মালতীৰ বুকুৰ ধন কেনি গ'ল।

বুঢ়া শ্ৰীনাথে "হা ঃ বাচা মোৰ, মই কি কৰিলোঁ। মই....." বুলিয়ে পৰি গ'ল।

(১)

সোণপাহিৰ বিয়াৰ বছৰদিন পূৰ নৌহওঁতেই যেতিয়া স্বামীয়ে অকাল মৃত্যুৰ গৰাহত পৰি, আন্ধাৰ আৰু নিৰাশাৰ মাজত এখন বিষাদৰ ৰাজ্য সৃষ্টি কৰি, ভয় আৰু সমাজৰ নেওচা-কেওচাৰ মাজত লগে লগে সমাজৰ কঠোৰ উঁৰিয়লিত সিহঁতৰ প্ৰভুত্ব সুন্দৰভাৱে বুজিবলৈ এৰি গ'ল তেতিয়া সোণপাহিৰ সৰু দেবৰাক বিষ্ণুনাথৰ বাহিৰে কেও নাই। সম্পত্তিৰ ভিতৰত ভঙাছিঙা থকা ঘৰকেইটা আৰু বছৰদিন খাবলৈ আটোক নাটোক ধান হোৱা দু পূৰা মাটি। সোণপাহি তেতিয়া ষোল বছৰ বয়সীয়া ভৰ যুৱতী। তাইৰ ঘৰলৈ যাবলৈ কেও নাই। কিয়নো বাপেক-মাক সৰুতে মৰাত তাই ডাঙৰ-দীঘল হৈছিল দদায়েক-খুড়ীয়েকৰ লগত। বিয়া দিয়ে তেওঁলোকে এটা আহুকাল আঁতৰালে ভাবি সিপিনে আৰু গতি কৰা নাই। গতিকে সোণপাহি সিদিনা কান্দিকাটি জুহালৰ কাষত বহি আছে, এনেতে দেবৰাক বিষ্ণুনাথ আহি বাহিৰৰ পৰা ক'লে, "কান্দি থাকিলেই হ'বনে? ভাত-পানী খাই দিনৰ কৰ্তব্যত হাত নিদিলে হ'বনে? তাতে আমাৰ যি অৱস্থা একো নকৰিলে ভাত মিলে ক'ত?

সোণপাহিয়ে নিৰলে সেইকথা শুনিয়ে ৰ'ল। তাৰ পিছত কিবা ভাবি ভাবি উঠি লাহে লাহে তাঁতৰ শালত বহি তাত ব'ব ধৰিলে। দিনৰ পিছত দিন উকলিল। কোনোমতে কটনা কাটি খুজি-মাগি ভাত খাই তাই জীৱন ধাৰণ কৰিব ধৰিছে।

(২)

গাৱঁৰ মণ্ডলে কেইবাদিনো তাইক তেওঁৰ ঘৰলৈ ধান বানিব, কাপোৰ ব'ব মাতি পঠিয়াইছিল। কিন্তু সোণপাহি তেওঁৰ ঘৰৰ দুৱাৰমুখত ভৰি দিয়া নাই। তাৰ কাৰণ এদিনাখন সোণপাহিয়ে নৈ লৈ পানী আনিবলৈ গৈছে। কোনোবা এখন গাঁৱৰ পৰা আহি কাপোৰ কোঁচাই নৈ পাৰ হ'ব ধৰিছে। সোণপাহিক নৈৰ পাৰত দেখি মণ্ডলে নিজৰ ডাড়ি কোঁছাত ধৰি লাহে লাহে নৈৰ মাজৰে পৰা সুধিলে, "এই দুপৰীয়া খননো নৈ লৈ কিয়?"

সোণপাহিয়ে মুখ তুলি সেই গাঁৱৰ মণ্ডলক দেখি ওৰণি খন দীঘলকৈ টান মনে মনে ৰ'ল। কিয়নো সোণপাহিয়ে মণ্ডলক চিনিলেও, কাহানিও মণ্ডলৰ লগত কথা-বতৰা কোৱা নাই। সোণপাহিয়ে নিমাত হৈ থকা দেখি বুঢ়া মণ্ডলে আকৌ মাতিলে, "বোলো কথা সুধিলে উত্তৰ নিদিয়া কিয়হে?" এই বুলিয়েই মণ্ডল নৈৰ পাৰ পালেহি। চাদৰখনেৰে ভৰি দুখন মচি ইফাল-সিফালকৈ এবাৰ চকু ফুৰালে। চৌদিশে দৃষ্টি পৰিমিত কোনো জনপ্ৰাণী নেদেখি লাহে লাহে সোণপাহিয়ে কাপোৰ ধুব ধৰা ঠাইডোখৰলৈ আহি ওচৰ পাই সুধিলে, "বোলো দুপৰীয়া সময়, মানুহো কোনো নাই, ইয়াতনো অকলে অকলে কাপোৰ ধোৱেনে?"

সোণপাহিয়ে একো নামাতি কাপোৰ অতায়ে থাকিল। সোণপাহিৰ নীৰৱতাত মণ্ডলৰ ধৈৰ্যচ্যুত হ'ল। লাহে লাহে ওচৰ চাপি লাহেকৈ ওৰণিখনত টানি ক'লে, "মানুহে মাতিলে নামাতা কিয়হে?"

সোনপাহিয়ে খঙতে ওৰণিখন টানি ক'লে, "কি চিকটা ঔ, বুঢ়ামানুহ, তেওঁ লাজ হুকম নাই।"

"এ কিনো কৰাহে বুঢ়া হলোঁ বুলি এতিয়াও চকুযোৰতো আছে। ভাল-বেয়া চিনিবৰ মনতো আছে। তাতে জানাই হ'বলা বুঢ়া দিগম্বৰে মোহিনীক দেখি কেনে বলিয়া হৈছিল। তোমাৰ ৰূপৰ কথাও বহুতৰ মুখত শুনিছোঁ। আজি সুবিধা পাই চাইহে ল'লোঁ। বোলো মাজে-সময়ে আমাৰ ঘৰলৈ নোযোৱা কিয়? কিবা বস্তুৰ অভাৱ হ'লেও দেখো আমাৰ তাতে পাব পাৰা।" সোণপাহিয়ে আৰু কথা নকৈ কাপোৰখন অতাই পাৰলৈ উঠিব ধৰোঁতেই মণ্ডলে ততালিকে হাতখন ধৰি, নাযাবা, ৰ'বাচোন তোমাক যিহকে লাগে কোৱা মই আনি দিম— কেৱল।" ছিঃ মোক যাবলৈ দিয়া বুলিয়েই সোণপাহিয়ে আঁজোৰ মাৰি পাৰ উঠিল। বুঢ়া-মণ্ডলে সোণপাহিৰ আঁজোৰৰ ঢকাত তিষ্ঠিব নোৱাৰি পিছলি পানীত পৰিল। অৱশ্যে নৈৰ কাষো পিছল আছিল। পানীৰ পৰা তিতি-বুৰি উঠোঁমানে সোণপাহিয়ে গোম সাপৰ দৰে বেগেৰে পথাৰৰ কোনোবাখিনি পালেগৈ। বুঢ়া-মণ্ডলে আৰু লগধৰা টান ভাবি বাক্য শৰেৰে সোনপাহিৰ কাণ-গহ্বৰ ঘুণ্ডলা কৰিলে।

"হেৰৌ অহঙ্কাৰীৰ জীয়েক, মই যদি মণ্ডল হওঁ তোৰ বেটীৰ ডাঙোপ নাভাঙি নেৰিছোঁ। তোৰ গিৰীয়েৰ মোৰ ভৰিত পৰি আছিল, আজি তই ৰব ডাঙৰ তিৰোতাজনী হৈছ? মোৰ কথা নুশুনি মোক নানা টান কথা কৈ লৰ মাৰিছ। মই যদি

মণ্ডল হওঁ তোক শহৰৰ ভেটিৰ পৰা নেখেদি নেৰিছোঁ। বুঢ়া-মণ্ডলৰ একোডাল পকা ডাড়িতো মূল্য আছে, কথাৰ মূল্যতো আছেই। চাওঁ লম তই কেনে সতী-সাধ্বী হৈ আছ, বা থাক।" কিন্তু মণ্ডলৰ কথাৰ লগে লগে সোণপাহি অন্তৰ্দ্ধান হ'ল। মণ্ডলে সোণপাহিক কথাৰেও বগৰাব নোৱাৰি দাঁত কামুৰি কামুৰি, ডাড়িত ধৰি ধৰি কোনোমতে ভৰি-হাতৰ বোকা-পানী ধুই ঘৰমুৱা হ'ল। বাটে বাটে ভাবিলে, "তাই বেটীৰ সাতাম পুৰুষ উদ্ধাৰ কৰিহে এৰিম। হয় তাই মণ্ডলৰ আশা পূৰ কৰিব, নহ'লে ভেটি-মাটি খুন্দিও, সাতাম পুৰুষৰ ভেটিৰ পৰা তুলিও তাইৰ গহ ভাঙিম।"

(৩)

সিদিনাই মণ্ডলে জগৰাৰ মাক কাণী-বুঢ়ীক মাতি আনি মনে মনে আলচ কৰিলে, "কাণী-বুঢ়ীবাই অলপ আহুদি লাগিব। বৰ চোকা চাই দিব লাগিব।"

"কিয়?"

"নকৰি বাই তোৰ আগত মিছা কমনে? তোৰ সমান মোৰ মিতিৰ কোন আছে? তই কত আপদে বিপদে মোৰ ৰাখি আছ। সিবাৰ তই নহ'লে বিধবা যৌজনীৰ কেলেঙ্কাৰী চেপা নপৰেই। ভাগ্যে তই এপালি দিলি আৰু ৰক্ষা পৰিল।"

"অ' বোপা। কাণী বুঢ়ীৰ হাতত যি অস্ত্ৰ আছে সাতখন গাওঁ ঘূৰি আহো তেও নাপাবি। কাণী-বুঢ়ীয়ে ডাঙৰ ডাঙৰ ডাক্তৰ-কবিৰাজৰ কাম কৰিব পাৰোঁ, কেৱল ঈশ্বৰেহে ল'ৰা-ছোৱালী, নাতি-পুতি মাৰি গজমুৰা কৰিলে, নহ'লে পানীৰ কি অভাৱ আছিল। এটা চকুৰে যিমান যোজনৰ বাট দেখিম বা যিমানলৈ যাম ভাগ্যে ঈশ্বৰে আৰু এটা নিদিলে। তেও হওক এতিয়া জগৰাক তোলনীয়া পো কৰি ৰাখিছোঁ, তাকে সকলো গতাম। অ' বোপা কথাটো পাহৰিছিলোৱেই। মোৰ মাটিৰ সীমাতো ঠিক কৰি দিব লাগে।"

"সেইটোনো ভয় কৰিছানে বাই? মই ভাবিত মণ্ডল থাকোঁতে সেইটোলৈ ভয় কৰিছানে?"

"অ' তই মোৰ অন্যায় কৰিবিনে? আকৌ জগৰাৰ নামজাৰিটোও কৰিব লাগে।"

"হ'ব বাই কেৱল তই মোৰ কামটো সিদ্ধি কৰি দে। চা বাই তই কিমান দিনৰ মিতিৰ, আজি এদিন-দুদিনৰতো নহয়। যেতিয়া তই পাট-গাভৰু আছিলি আমাৰ ঘৰৰ সি বাৰীত তহঁতৰ ঘৰ আছিল। তেতিয়াৰে পৰা তোৰে মোৰে মিল নহয় জানো? এতিয়া তয়ো বুঢ়ী হলি, মোৰো চুলি পকিল। হ'লেও পুৰণি কথাৰ মিলখননো ক'লৈ যাব? "

"সেইবিলাক কথা নুলিয়াবি পাই। সেই পাট-গাভৰু কালো গ'ল, সেই ৰং-ধেমালিও গ'ল। কিন্তু তেতিয়াই সিবোৰ শিকিছিলোঁ বুলিয়েই আজি দৰব-পাতিৰ জ্ঞান হৈছে। জ্ঞান নহয়, এই হাতেৰে নিজৰে হোৱা দুটা পোৱালি সিফলীয়া কৰিলোঁ। নকৰি কি কৰোঁ? বিয়া হৈয়ে কণা বিধাতাই স্বামীক মাৰি নিলে। তেন্তে?"

"এৰা!"

"তাৰ পিছত বাহিৰা কথা এৰোৱেই এটা এটাকৈ তিনিটা স্বামীৰ মূৰ খালোঁ। কণা বিধাতাই শেহতীয়া স্বামীৰ গুণত, যি পোৱা মুখ দেখুৱালে তাৰো যমকাল হ'ল। মই তাৰ গুণ বৰ্ণাই এতিয়াও চকুলোৰে বাট নেদেখোঁ।" বুলি কৈয়ে কাণী বুঢ়ীয়ে চকুলো টুকিলে।

"নাকান্দিবি বাই!"

"চা কত মানুহৰ কত উপকাৰ কৰোঁ। তেও ঈশ্বৰে মোৰ নোবোলে। কাৰ মনে মনে কি হ'ল, লাগিল কাণী বুঢ়ীক। দে এপালি দৰব, কৰিলোঁ নষ্ট। লাজ-হুকুম ৰক্ষা পৰিল কাৰ যহত? এই কাণী বুঢ়ী হওঁতে এতিয়াও আছোঁ বুলিয়েই ক'তো চকু পৰিল, মৰে ধৰ্ফৰাই, ৰাতিদিন টোপনি নাই এই কাণী বুঢ়ীৰ এপালি আহুদি এখন তামোলৰ লগত দি খুৱালেই সকলোৰে অন্ত হ'ল। বোলাব নোৱৰা তিৰোতায়ো সেইপিনে সেও মানিলে। বোলো আপোনা-আপুনি লৰি আহিব নহয়।"

"এৰা বাই সেই কাৰণেহে মাতিছোঁ। মোকো তেনে এবিধ কামহে কৰি দিব লাগে, বোলো ধৰ্ম শৰ্মাৰ ঘৈণীয়েক সোণপাহিক জান নহয়?"

"অ' ধৰমৰ তিৰোতা। তাই বেটীৰ বৰ আকলন। কতই কেনেভাবে চেষ্টা কৰিছে, বোলো সেই মেলুৱৈৰ পুতেক ৰাধাকান্ত, সেই শহৰ পিতেক বহিখোৱা আৰু বোলেনে সেই অধ্যাপকৰ পুতেক কি নামটো ৰামকৃষ্ণ বুলি ঔ সহদেৱ সহদেৱ সকলোৱে তাইলৈ চকু কৰিছে। আৰু চকু কৰিছে কি সিদিনা সহদেৱে ঘৰৰ কোণত চুপিয়ে আছিল। কিন্তু তাই বেটীয়ে কেনেবাকৈ গম পালে। পিছত সেই ঘৰলৈকে নাহিল। পিছত সহদেৱে কি কৰিব ঠোঁট-মুখ চেলেকি আহিল। উপায় নাপাই

## (১)

সোণপাহিৰ বিয়াৰ বছৰদিন পূৰ নৌহওঁতেই যেতিয়া স্বামীয়ে অকাল মৃত্যুৰ গৰাহত পৰি, আন্ধাৰ আৰু নিৰাশাৰ মাজত এখন বিষাদৰ ৰাজ্য সৃষ্টি কৰি, ভয় আৰু সমাজৰ নেওচা-কেওচাৰ মাজত লগে লগে সমাজৰ কঠোৰ উঁৰিয়লিত সিহঁতৰ প্ৰভুত্ব সুন্দৰভাৱে বুজিবলৈ এৰি গ'ল তেতিয়া সোণপাহিৰ সৰু দেবৰাক বিষ্ণুনাথৰ বাহিৰে কেও নাই। সম্পত্তিৰ ভিতৰত ভঙাছিঙা থকা ঘৰকেইটা আৰু বছৰদিন খাবলৈ আটোক নাটোক ধান হোৱা দু পুৰা মাটি। সোণপাহি তেতিয়া ষোল বছৰ বয়সীয়া ভৰ যুৱতী। তাইৰ ঘৰলৈ যাবলৈ কেও নাই। কিয়নো বাপেক-মাক সৰুতে মৰাত তাই ডাঙৰ-দীঘল হৈছিল দদায়েক-খুড়ীয়েকৰ লগত। বিয়া দিয়ে তেওঁলোকে এটা আহুকাল আঁতৰালে ভাবি সিপিনে আৰু গতি কৰা নাই। গতিকে সোণপাহি সিদিনা কান্দিকাটি জুহালৰ কাষত বহি আছে, এনেতে দেবৰাক বিষ্ণুনাথ আহি বাহিৰৰ পৰা ক'লে, "কান্দি থাকিলেই হ'বনে? ভাত-পানী খাই দিনৰ কৰ্তব্যত হাত নিদিলে হ'বনে? তাতে আমাৰ যি অৱস্থা একো নকৰিলে ভাত মিলে ক'ত?

সোণপাহিয়ে নিৰলে সেইকথা শুনিয়ে ৰ'ল। তাৰ পিছত কিবা ভাবি ভাবি উঠি লাহে লাহে তাঁতৰ শালত বহি তাত ব'ব ধৰিলে। দিনৰ পিছত দিন উকলিল। কোনোমতে কটনা কাটি খুজি-মাগি ভাত খাই তাই জীৱন ধাৰণ কৰিব ধৰিছে।

## (২)

গাৱঁৰ মণ্ডলে কেইবাদিনো তাইক তেওঁৰ ঘৰলৈ ধান বানিব, কাপোৰ ব'ব মাতি পঠিয়াইছিল। কিন্তু সোণপাহি তেওঁৰ ঘৰৰ দুৱাৰমুখত ভৰি দিয়া নাই। তাৰ কাৰণ এদিনাখন সোণপাহিয়ে নৈ লৈ পানী আনিবলৈ গৈছে। কোনোবা এখন গাঁৱৰ পৰা আহি কাপোৰ কোঁচাই নৈ পাৰ হ'ব ধৰিছে। সোণপাহিক নৈৰ পাৰত দেখি মণ্ডলে নিজৰ ডাড়ি কোঁছাত ধৰি লাহে লাহে নৈৰ মাজৰে পৰা সুধিলে, "এই দুপৰীয়া খনলো নৈ লৈ কিয়?"

সোণপাহিয়ে মুখ তুলি সেই গাঁৱৰ মণ্ডলক দেখি ওৰণি খন দীঘলকৈ টানি মনে মনে ৰ'ল। কিয়নো সোণপাহিয়ে মণ্ডলক চিনিলেও, কাহানিও মণ্ডলৰ লগত কথা-বতৰা কোৱা নাই। সোণপাহিয়ে নিমাত হৈ থকা দেখি বুঢ়া মণ্ডলে আকৌ মাতিলে, "বোলো কথা সুধিলে উত্তৰ নিদিয়া কিয়হে?" এই বুলিয়েই মণ্ডল নৈৰ পাৰ পালেহি। চাদৰখনেৰে ভৰি দুখন মচি ইফাল-সিফালকৈ এবাৰ চকু ফুৰালে। চৌদিশে দৃষ্টি পৰিমিত কোনো জনপ্ৰাণী নেদেখি লাহে লাহে সোণপাহিয়ে কাপোৰ ধুব ধৰা ঠাইডোখৰলৈ আহি ওচৰ পাই সুধিলে, "বোলো দুপৰীয়া সময়, মানুহো কোনো নাই, ইয়াতনো অকলে অকলে কাপোৰ ধোৱেনে?"

সোণপাহিয়ে একো নামাতি কাপোৰ অতায়ে থাকিল। সোণপাহিৰ নীৰৱতাত মণ্ডলৰ ধৈৰ্যচ্যুত হ'ল। লাহে লাহে ওচৰ চাপি লাহেকৈ ওৰণিখনত টানি ক'লে, "মানুহে মাতিলে নামাতা কিয়হে?"

সোনপাহিয়ে খঙতে ওৰণিখন টানি ক'লে, "কি চিকটা ঔ, বুঢ়ামানুহ, তেওঁ লাজ ছৰম নাই।"

"এ কিনো কবাহে বুঢ়া হলোঁ বুলি এতিয়াও চকুযোৰতো আছে। ভাল-বেয়া চিনিবৰ মনতো আছে। তাতে জানাই হ'বলা বুঢ়া দিগম্বৰে মোহিনীক দেখি কেনে বলিয়া হৈছিল। তোমাৰ ৰূপৰ কথাও বহুতৰ মুখত শুনিছোঁ। আজি সুবিধা পাই চাইহে ল'লোঁ। বোলো মাজে-সময়ে আমাৰ ঘৰলৈ নোযোৱা কিয়? কিবা বস্তুৰ অভাৱ হ'লেও দেখো আমাৰ তাতে পাব পাৰা।" সোণপাহিয়ে আৰু কথা নকৈ কাপোৰখন অতাই পাৰলৈ উঠিব ধৰোতেই মণ্ডলে ততালিকে হাতখন ধৰি, নাযাবা, ৰ'বাচোন তোমাক যিহকে লাগে কোৱা মই আনি দিম— কেৱল।" ছিঃ মোক যাবলৈ দিয়া বুলিয়েই সোণপাহিয়ে আঁজোৰ মাৰি পাৰ উঠিল। বুঢ়া-মণ্ডলে সোণপাহিৰ আঁজোৰৰ ঢকাত তিষ্ঠিব নোৱাৰি পিছলি পানীত পৰিল। অৱশ্যে নৈৰ কাষো পিছল আছিল। পানীৰ পৰা তিতি-বুৰি উঠোমানে সোণপাহিয়ে গোম সাপৰ দৰে বেগেৰে পথাৰৰ কোনোবাখিনি পালেগৈ। বুঢ়া-মণ্ডলে আৰু লগধৰা টান ভাবি বাক্য শৰেৰে সোনপাহিৰ কাণ-গছুৰ ঘুণ্ডলা কৰিলে।

"হেৰৌ অহঙ্কাৰীৰ জীয়েক, মই যদি মণ্ডল হওঁ তোৰ বেটীৰ ডাকোপ নাভাঙি নেৰিছোঁ। তোৰ গিৰীয়েৰ মোৰ ভৰিত পৰি আছিল, আজি তই বৰ ডাঙৰ তিৰোতাজনী হৈছ? মোৰ কথা নুশুনি মোক নানা টান কথা কৈ লৰ মাৰিছ। মই যদি

মণ্ডল হওঁ তোক শহৰৰ ভেটিৰ পৰা নেখেদি নেৰিছোঁ। বুঢ়া-মণ্ডলৰ একোডাল পকা ডাড়িতো মূল্য আছে, কথাৰ মূল্যতো আছেই। চাওঁ লম তই কেনে সতী-সাধ্বী হৈ আছ, বা থাক!" কিন্তু মণ্ডলৰ কথাৰ লগে লগে সোণপাহি অন্তৰ্দ্ধান হ'ল। মণ্ডলে সোণপাহিক কথাৰেও বগৰাব নোৱাৰি দাঁত কামুৰি কামুৰি, ডাড়িত ধৰি ধৰি কোনোমতে ভৰি-হাতৰ বোকা-পানী ধুই ঘৰমুৱা হ'ল। বাটে বাটে ভাবিলে, "তাই বেটীৰ সাতাম পুৰুষ উদ্ধাৰ কৰিহে এৰিম। হয় তাই মণ্ডলৰ আশা পূৰ কৰিব, নহ'লে ভেটি-মাটি খুন্দিও, সাতাম পুৰুষৰ ভেটিৰ পৰা তুলিও তাইৰ গহ ভাঙিম।"

(৩)

সিদিনাই মণ্ডলে জগৰাৰ মাক কাণী-বুঢ়ীক মাতি আনি মনে মনে আলচ কৰিলে, "কাণী-বুঢ়ীবাই অলপ আহুদি লাগিব। বৰ চোকা চাই দিব লাগিব।"

"কিয়?"

"নকৰি বাই তোৰ আগত মিছা কমনে? তোৰ সমান মোৰ মিতিৰ কোন আছে? তই কত আপদে বিপদে মোৰ ৰাখি আছ। সিবাৰ তই নহ'লে বিধবা যৌৱনীৰ কেলেঙ্কাৰী চেপা নপৰেই। ভাগ্যে তই এপালি দিলি আৰু ৰক্ষা পৰিল।"

"অঁ বোপা। কাণী বুঢ়ীৰ হাতত যি অস্ত্ৰ আছে সাতখন গাওঁ ঘূৰি আহো তেও নাপাবি। কাণী-বুঢ়ীয়ে ডাঙৰ ডাঙৰ ডাক্তৰ-কবিৰাজৰ কাম কৰিব পাৰোঁ, কেৱল ঈশ্বৰেহে ল'ৰা-ছোৱালী, নাতি-পুতি মাৰি গজমুৰা কৰিলে, নহ'লে পানীৰ কি অভাৱ আছিল। এটা চকুৰে যিমান যোজনৰ বাট দেখিম বা যিমানলৈ যাম ভাগ্যে ঈশ্বৰে আৰু এটা নিদিলে। তেও হওক এতিয়া জগৰাক তোলনীয়া পো কৰি ৰাখিছোঁ, তাকে সকলো গঁতাম। অ' বোপা কথাটো পাহৰিছিলোৱেই। মোৰ মাটিৰ সীমাতো ঠিক কৰি দিব লাগে।"

"সেইটোনো ভয় কৰিছানে বাই? মই ভাবিত মণ্ডল থাকোঁতে সেইটোলৈ ভয় কৰিছানে?"

"অঁ তই মোৰ অন্যায় কৰিবিনে? আকৌ জগৰাৰ নামজাৰিটোও কৰিব লাগে।"

"হ'ব বাই কেৱল তই মোৰ কামটো সিদ্ধি কৰি দে। চা বাই তই কিমান দিনৰ মিতিৰ, আজি এদিন-দুদিনৰতো নহয়। যেতিয়া তই পাট-গাভৰু আছিলি আমাৰ ঘৰৰ সিবাৰীত তহঁতৰ ঘৰ আছিল। তেতিয়াৰে পৰা তোৰে মোৰে মিল নহয় জানো? এতিয়া তয়ো বুঢ়ী হলি, মোৰো চুলি পকিল। হ'লেও পুৰণি কথাৰ মিলখননো ক'লৈ যাব? "

"সেইবিলাক কথা নুলিয়াবি পাই। সেই পাট-গাভৰু কালো গ'ল, সেই ৰং-ধেমালিও গ'ল। কিন্তু তেতিয়াই সিবোৰ শিকিছিলোঁ বুলিয়েই আজি দৰৱ-পাতিৰ জ্ঞান হৈছে। জ্ঞান নহয়, এই হাতেৰে নিজৰে হোৱা দুটা পোৱালি সিফলীয়া কৰিলোঁ। নকৰি কি কৰোঁ? বিয়া হৈয়ে কণা বিধাতাই স্বামীক মাৰি নিলে। তেন্তে?"

"এৰা!"

"তাৰ পিছত বাহিৰা কথা এৰোৱেই এটা এটাকৈ তিনিটা স্বামীৰ মূৰ খালোঁ। কণা বিধাতাই শেহতীয়া স্বামীৰ গুণত, যি পোৱা মুখ দেখুৱালে তাৰো যমকাল হ'ল। মই তাৰ গুণ বৰ্ণাই এতিয়াও চকুলোৰে বাট নেদেখোঁ।" বুলি কৈয়ে কাণী বুঢ়ীয়ে চকুলো টুকিলে।

"নাকান্দিবি বাই!"

"চা কত মানুহৰ কত উপকাৰ কৰোঁ। তেও ঈশ্বৰে মোৰ নোবোলে। কাৰ মনে মনে কি হ'ল, লাগিল কাণী বুঢ়ীক। দে এপালি দৰৱ, কৰিলোঁ নষ্ট। লাজ-হুকুম ৰক্ষা পৰিল কাৰ যহত? এই কাণী বুঢ়ী হওঁতে এতিয়াও আছোঁ বুলিয়েই ক'তো চকু পৰিল, মৰে ধৰ্‌ফৰাই, ৰাতিদিন টোপনি নাই এই কাণী বুঢ়ীৰ এপালি আহুদি এখন তামোলৰ লগত দি খুৱালেই সকলোৰে অন্ত হ'ল। বোলাব নোৱৰা তিৰোতায়ো সেইপিনে সেও মানিলে। বোলো আপোনা-আপুনি লৰি আহিব নহয়।"

"এৰা বাই সেই কাৰণেহে মাতিছোঁ। মোকো তেনে এবিধ কামহে কৰি দিব লাগে, বোলো ধৰ্ম শৰ্মাৰ ঘৈণীয়েক সোণপাহিক জান নহয়?"

"অ' ধৰমৰ তিৰোতা! তাই বেটীৰ বৰ আকলন। কতই কেনেভাবে চেষ্টা কৰিছে, বোলো সেই মেলুৰৈৰ পুতেক ৰাধাকান্ত, সেই শহৰ পিতেক বহিখোৱা আৰু বোলেনে সেই অধ্যাপকৰ পুতেক কি নামটো ৰামকৃষ্ণ বুলি ঔ সহদেৱ সহদেৱ সকলোৰে তাইলৈ চকু কৰিছে। আৰু চকু কৰিছে কি সিদিনা সহদেৱে ঘৰৰ কোণত চুপিয়ে আছিল। কিন্তু তাই বেটীয়ে কেনেবাকৈ গম পালে। পিছত সেই ঘৰলৈকে নাহিল। পিছত সহদেৱে কি কৰিব ঠোঁট-মুখ চেলেকি আহিল। উপায় নাপাই

মোৰ তালৈ লৰি আহিছে। কিন্তু বোপাই দৰৱ এপালি দিলেই সকলোৱে মুৰ মৰিব। বাউলী হৈ আহিব নহয়। পিছে কথাটো হৈছে অলপ ধৰমলৈ চাইছো। গিৰীয়েক মৰিল মাথো সিদিনা। এনেতে এনে অপঘটনা হ'লেনো কেনেকৈ ঈশ্বৰে সব? তাতে আকৌ সহদেৱেও মুঠতে যাচিলে ৰূপ দুটকা। হেৰৌ এনে অগিয়ানৰ সঁচ। মই বুঢ়ী বেটী কিমান পানীৰ মাছ সেইটো বুজিব নোৱাৰিলে। যাৰ এপালি দৰৱত ব্ৰহ্মা, বিষ্ণু, হৰ তিনিৰে চুৰ্তিবুধি হেৰায়। বাঘে-ছাগে পানী খায়।"

"বাৰু বাই, তই মোৰ মান ৰাখ। তাইৰ বৰ অহঙ্কাৰ। পাৰ যদি এই বুঢ়াৰ লগত লেঠাখন লগাই দে। কিন্তু মনে মনে। যেন কোনোৱে গম নাপায়। নহ'লে ই কুলো যাব সিকুলো যাব।"

"ঐ আই তেনে কথা ক'বনে? তই দেখো সকলৰে পৰা মোক জান, কাৰো কথা কেতিয়াবা ক'ৰবাত কোৱা শুনিছনে?"

"নাই বাই! সেইটো কৰিব পাৰিলেই আৰু তোৰ জগৰৰ নামজাৰি কিয় মই আৰু ক'ত মাটি কৰি দিওঁ চা।"

"অ' বোপাই তোৰ ধৰমে কৰমে তাক অলপ অচৰপ মানুহ কৰি দে।"

"চা বাই মই ভাবিতাই কাক কত ঠাইত মাটি দিলোঁ আৰু জগৰক এডোখৰ দিব নোৱাৰিমনে? চৰকাৰী দাগ এটাত নাম লগাই দিলেই হ'ব। তই এতিয়া যা। সোণপাহিৰ লগত সকলো দিহা বতৰা কৰ। যদি পাৰ কথাৰে ভুৰুকাই হওক, নাইবা আহুদি কৰিয়ে হওক তাইক বোলা। তাৰ পিছত তাইৰ ডাঁহ ভাঙিম। কিন্তু মনে মনে যেন কাউৰ-শগুনেও গম নাপায়।"

"তাইকনো তোৰ মুদা চকুতো লাগিলনে? সি যি নহওক, তাইৰ গহ ভাঙিব লাগিব। তাইৰ বৰ অহঙ্কাৰ।"

"বেটী মৰিব খুজিছে মুৰে ভৰি কাঢ়ি। কিন্তু কাণী বুঢ়ীৰ এপালি আহুদিতে লৰি আহিব। তেতিয়াবা লাজ হুকম ক'ত থাকে।"

(৪)

সোণপাহিয়ে যঁতৰত সূতা কাটিব ধৰিছে। কাণী বায়ে থৰক বৰককৈ লাখুটিত ভৰ দি পিৰালিত উঠি ক'লে, "বোলো আই ভালে আছ?"

"ভালনো কি বাই পোৰা কপাল? কেৱল কেতিয়া মৰণ হয় তালৈকেহে বাট চাই আছোঁ। বামুণৰ বিধৱা হোৱাতকৈ আৰু কি দুখ আছে? চিৰ জীৱনটো কটনা কাটি ভাত খাই, কেতিয়াবা লঘোনে, কেতিয়াবা উপবাসে—যমে নিনিয়ালৈকে কটাব লাগিব।"

"এৰা আই এনে গাভৰু অৱস্থা, আগত চাগৈ তামোলৰ আগমান কিমান আয়ু আছে। কিন্তু বিধাতাই সকলো নষ্ট কৰি চান্দা ভাঁহা কপাল কৰিলে।"

"আই আহিলি, ঘৰত এখন কটা তামোলো নাই, কি দিওঁ? এডোখৰ শুকান তামোল আছে চোবাবিনে?"

"এ বেটীৰ দাঁত আছেনে? সকলো নিলে আই। দাঁত, চুলি, বেটা-বেটী সকলো হৰিলে। কেৱল এতিয়া লম্বা দেহাটো। তাকোৰা কেতিয়া হল চাই আছে। তামোল নালাগে আই। বস্তু লাগিছেনে, কথাই সন্তোষ। পিছে আহিলো কিয়?"

"কিয় বাই?"

"বোলো কাৰ আগত কম কোনো পতিয়াব, যাৰ আগত কওঁ, সেয়ে লঠিয়াব। আই বিধৱা হৈ থকামানে সকলো কেলেঙ্কাৰীৰ বোজা দাঙি লোৱা। এখোজ আগবাঢ়িবি হে, অমুকাৰ জীয়েকে এনে কৰিলে, এখন ভাল বস্তু খাব নোৱাৰ, হে হে তাই শুচিল। মাছে ভাতে সানিলে। এটা ভালকথা শুনি হাঁহিব নোৱাৰ। কেনে বেইসা লেখীয়া—কথাই পতি হাঁহে। অমুক মানুহৰ আগত দাঁত নিকটাই।"

"এৰা বাই আমাৰ মৰণে শৰণ। কণা বিধাতাই বিধৱা কৰি কিয় ৰাখে? সংসাৰৰ সুখ ভোগতো স্বামীৰ লগে লগে সকলো যায়। খোৱা-লোৱা, পিন্ধা-উৰা সকলো লোপ পায়। হাঁহি-ধেমালিৰ ওৰ পৰে। কেৱল নিতে গাকত মুৰ থৈ কন্দা-কটা, চকুলো মচা, হা-হুমুনিয়া কঢ়া। এনেবোৰ চাই নো বিধাতাৰ কি সুখ?"

"নকবি আই, পিছে বিয়ে নহওক কথাটো শুনিছনে নাই? মণ্ডলে দেখো বৰকৈ মাতি পঠিয়াইছিল। তালৈ হেনো এবাৰ যাব লাগে। এখন কাপোৰ বোৱাৰ কিবা সূতা দিয়ে।"

"থ বাই পৰৰ সূতাৰে কাপোৰ ববি?"

"তেনেকৈ ক'ব নাপায়। মণ্ডল হৈছে ডাঙৰ মানুহ। যি গাঁৱত দহ বুলিলে দহ, পঁচিশ বুলিলে পঁচিশ। তাৰ কথা নুশুনিলে বেয়া। আই তোৰ মঙ্গলৰ কাৰণেহে কৈছোঁ।"

"মোৰনো আৰু কেতিয়া মঙ্গল হ'ব? কেৱল পেটত

নিতৌ কেইটামান গুজি দিনকেইটা কটাব পাৰিলেই হ'ল।"

"সেইটো হয়, তেও গাঁৱৰ ডাঙৰ সৰু মানি চলিব লাগে। নহ'লে বিপদ পদে পদে। আমি অবলা জাতি। অমিনো কাৰ লগত যুঁজিব পাৰোঁ আই।"

"মইনো বাই কাৰ লগত যুঁজিবলৈ গৈছোঁ। নিজৰ পেটতোৰ কাৰণে অ'ত ত'ত খুজিমাগি আনি কেতিয়াবা পালে খাইছোঁ, নাপালে লঘোনে আছোঁ।"

"অ' মোৰ মূৰ খাইতী, তইনো যুঁজিবলৈ গৈছ বুলি ক'লোনে? কেৱল ডাঙৰ সৰুৰ কথা মানি চলিবহে কৈছোঁ।" এনেভাৱে কথা কৈ থাকোতেই যদু শৰ্মাৰ পুতেক ভাৰতে আহি মাত লগালে—

"বউ আছা?"

সোণপাহিয়ে ওলাই চালে, কাণীবায়ে ডেও মেলিয়ে বেৰৰ সুৰুঙাৰে চাই ভাৰতক দেখি আকৌ মনে মনে বহিল। ভাৰত আৰু কাণীবাইৰ বহু দিন আগৰে পৰা অহি-নকুল ভাব।

তাৰ কাৰণ ভাৰতে যেতিয়া এফ, এ পাছ কৰি আহি অসহযোগৰ সময়ত কলেজ এৰি গাঁৱত সোমাইছিলহি কাণী বাইক কে'বা দিনাও কানি খাবলৈ হাক দিয়াত, তথাপি কথা নুশুনাত আৰু মনে মনে কানিৰ দোকানৰ পৰা আফিং কিনি অনাত এদিন হঠাৎ লগ পাই প্ৰায় এমহা ভৰৰ কানি হাতৰ পৰা কাঢ়ি নি পানীত পেলাই দিছিল। কাণী বায়ে ভাৰতৰ কাণ্ড দেখি সাতাম পুৰুষৰ শৰাধ কৰিছিল আৰু কৈছিল, এই আফিঙৰ হোৰ এদিন তুলিম হে তুলিম, যদি মই বাপেকীৰ বেটী হওঁ। যদি কাণী বুঢ়ী মাৰৰ গাত অলপো গুণ আছে তোক মই বাপেৰ, বুঢ়া দেউতাৰৰ বিয়া দেখাম বুলি আঙুলিৰ মোট ভাঙি ভাঙি কত আপচু কথাৰ জাল তৰি তৰি ঘৰ পাইছিল। ঘৰতো তাইৰ জোলোঙা উলিয়াই মতা মানুহৰ খোলা, বাঘৰ বুকুৰ কামিহাৰ, আৰু সাত মহীয়া ল'ৰাৰ নখ বাহিৰ কৰি কত দৰব জাতিৰ সৃষ্টি কৰি, কত চলত ভাৰতক খুৱাইছিল আৰু কত গোঁসাইৰ থাপনা পাতি আঁউসী ৰাতি নাঙঠ-মুণ্ডঠ হৈ শ্মশানৰ কালী পূজি ভাৰতে অচিৰতে মৰক বুলি কত গোঁসাইৰ মূৰত কত ফুল দিছিল, তথাপি ভাৰত যেনে তেনে থকাত বুঢ়ীৰ দিহা হৰাইছিল আৰু কোনোৱে বাটত ভাৰতক কি কৰিলা বুলি সোধাত তাই থৰক বৰককৈ কৈছিল, "হো বুঢ়ী বেটীয়ে ইচ্ছা কৰিলে ভাৰতৰ সৰ্বনাশ কৰিব পাৰোঁ, কেৱল তাৰ বাপেকৰ মুখলৈ চাইহে একো কৰা নাই। মোৰ এমহা আফিঙৰ বেচ তাৰ গোটেই ঘৰোৱাহে অৰ্জা´ধন সোণ, মাটি-বাৰী গৈয়ো জীৱনবো থৰ কাচুতি হেৰুৱাব পাৰোঁ। কিন্তু মই অন্যায়ৰ ওচৰলৈ নাযাওঁ। মোৰ অন্যায় কৰিছে, কৰক, ঈশগুৰু ওপৰত বহি আছে। সকলো মজাপালি দিব বুলি লাহে লাহে আঁতৰ হৈছিল।

আজি ভাৰতক তাতে দেখি কাণী বুঢ়ীৰ আগৰ খং সোপাকে উগাৰি উঠিল।

ভাৰতে ক'লে, "বৌ বহুদিনৰ মূৰত আহিলোঁ। ককাইদেৱৰ কথা শুনিছোঁৱে।"

"মোৰ কপালত হৈছে।"

"কি কৰিবা বৌ। যি কৰে ঈশ্বৰেহে কৰে। চোৱা মোৰ লগৰ ল'ৰা আজি পঢ়ি-শুনি কেও উকিল হাকিম হ'ল। কিন্তু মোৰ ইতো নষ্ট, ততো ভ্ৰষ্ট হ'ল। পঢ়া-শুনাও এৰিলোঁ, ইপিনে একো নহ'ল।" এনেতে কাণী বুঢ়ী ওলাই, "হো মোৰ কানি হাতৰ পৰা কাঢ়ি নিনিয়নে? মই তেতিয়াই জানিছোঁ তোৰ ইহকাল-পৰকাল খালি। বুঢ়ীৰ শাও নলগাকৈ নাথাকে। বুঢ়ী বেটীৰ মুখ দেখিছ সাইলাখ জুই। এতিয়াও পাৰ যদি বুঢ়ীক দিনচেৰেক এতোলা এতোলাকৈ কানি আনি দে, তেহে সুখ পাবি, নহ'লে মৰিবি। মূৰে ভৰি কাঢ়ি মৰাৰ মজাপালি পাবি।"

কাণী বুঢ়ীক দেখিয়েই তাৰ গা জিকাৰি উঠিল। কাণী বুঢ়ীৰ বৃত্তান্ত সি অদ্যোপান্ত জানে আৰু তাৰ ঘৃণা তাইৰ ওপৰত আটাইতকৈ চৰা। সি ক'লে, "তই অধচাৰিণীও এইখিনি পাইছনে? বউ এইক ইয়ালৈ কিয় আহিব দিছা? এই বেয়া কাম কৰিব নোৱৰা এনে কাম জগতত নাই।"

ভাৰতৰ কথাত যেন কাণী বুঢ়ীৰ জুইত ঘিঁউ ঢালিলে। তাই ক'লে, হেৰৌ অসজৰ সঁচ, তোৰ নিচিনা মোক পাইছ? ভাল নিধক। বোলো তোৰ নিচিনা ডেকাই গাভৰুৰ ঘৰে ঘৰে চেলেকি ফুৰা বিধৰ মই নহওঁ। মই কাণী বেটীক নজনা ভাৰতত কেও নাই। বোলে নিজে যেনে অধচাৰী লোককো তেনে দেখ।" বুলিয়েই মেখেলাত ধপালি মাৰি ক'লে, "তোক মই বুঢ়ী বেটীয়ে শিকাম।" ইয়াকে কৈয়ে থৰক বৰককৈ লাখুটিডাল লৈ বাহিৰলৈ গ'ল।

সোণপাহিয়ে ক'লে, "বাই খণ্ড কৰি যাব পায়নে?"

"মই এনে ব্যাভিচাৰিণীৰ ঘৰত নবহো। ঔ আই দিন

দুপৰতে এনেখন। কাল সন্ধিয়া বা ৰাতিটো আছেই। ঈশ্বৰ ভালে ভালে এটা চকু কণা কৰিছা, এনে বোৰ কাণ্ড নেদেখুৱাবলৈ প্ৰভু ইটো চকুও কণা কৰা। কি মহাপাপ, জ্বলা জুই। ভাল সহি আছা প্ৰভু। কৰ কৰ আই। ডেকা-গাভৰু লগ লাগিছ। নে ঘৰত বহুৱাই ৰহইচ পাতগৈ।" বুলিয়েই একে কোবে আঁতৰ হ'ল। ভাৰত আৰু সোণপাহিয়ে লাজতে থমক খাই ৰ'ল। অলপ পিছতে ভাৰতে ক'লে, "বউ বহু ঠাই ঘুৰিলোঁ, ক'ৰবাত কাম এটা পাওঁ বুলি। কিন্তু কাম পাম ছাৰি নিজৰ হাতৰো প্ৰায় তিনিকুৰি টকা ৰূপ ভাঙিহে আহিলোঁ।" এই খিনিতে কৈ থোৱা যাওক ভাৰতৰ দেউতাক যদু শৰ্মা আৰু সোণপাহিৰ গিৰীয়েকৰ দেউতাক সখী আছিল। সেই সম্বন্ধত ভাৰত আৰু সোণপাহিৰ গিৰীয়েক ভাই-ককাই । সোণপাহি শহুৰেকৰ ঘৰত আহিবৰ দিন ধৰি ভাৰতে বৌ বুলি মাতে। ভাৰত আৰু সোণপাহিৰ গিৰীয়েকৰ এনে ভাতৃভাব আছিল যে এজনে আনজনৰ কাম নোচোৱাকৈ বা সোধ-পোচ নকৰাকৈ একো নকৰিছিল। কিন্তু ভাৰতৰ দুৰ্কপাল সি বিদেশত থাকোঁতেই সোণপাহিৰ গিৰীয়েকৰ মৃত্যু হয়।

সোণপাহিয়ে ক'লে, "ককায়েৰ মৰিবৰ দিন ধৰি মোৰ দুখ কুলাই পাচিয়ে নধৰাত পৰিছে।

ভাৰতে ক'লে, সেইটো ক'ব লাগেনে? মানসিক কষ্ট তাৰ লগে লগে অন্ন চিন্তা।"

"কি কৰোঁ মৰিবও নোৱাৰোঁ, ইপিনে পেটত খাবলৈকো একো নাই, গাত মেৰিয়াবলৈ কানি নাই।"

"বুজিছোঁ, তথাপি বৌ একো কষ্ট নকৰিবা। যিখিনি পাৰোঁ মই সহায় কৰিম।" এই বুলি কৈয়ে ভাৰতে পাঁচ টকা ৰূপ সোণপাহিৰ হাতত দিলে। সোণপাহিয়ে ক'লে, "যদি কিবা কামত লাগে তেন্তে এতিয়া টকা তোমাৰ হাততে ৰাখা।" ভাৰতে ক'লে, "কামত লাগিলেও আন উপায় কৰিম। এতিয়া আহোঁ। মই ঘৰ পাইয়ে ককাইদেউৰ অমঙ্গল কথা শুনিয়ে লৰি আহিছোঁ। মই গাঁৱত নাথাকোতে যে এনেকৈ এৰি যাব সপোনতো ভবা নাছিলোঁ।"

(৫)

"কথাটো সঁচা।"

"হয়নে বাই ?"

"মই সোণ-ৰূপৰ মুখেৰে কওঁ ইয়াত অলপো আঁহ নাই। মই নিজ চকুৰে দেখিছোঁ। মোৰ এটা চকুৰ আগত একো লুকাব নোৱাৰে মণ্ডল বোপা।"

"হয় বাই ; মানুহে তোক কাণী বুলিলেও তোৰ নিচিনা দূৰ দৃষ্টি থকা কেইজনী তিৰোতা আছে ?"

"পিছে কথাত সমূলি মিছা নাই। ভাৰতে ভাটিৰ পৰা আহিয়েই অহা-যোৱা কৰিব ধৰিছে। সিদিনা ফুচ্‌ফুচাই মেল পাতি আছিল। এনেতে মই ওলালোঁগৈ। ততালিকে একে উচাপে উঠিলেও সঁচা, কিন্তু মই বুঢ়ী বুলিও মোৰ চকুৰ পৰা কেনেকৈ সাৰে ?"

"সঁচায়ে হওক, মিছায়ে হওক বাই, কিন্তু এয়ে ভাল হৈছে । তাইক এই বুধিৰে সেও নমনালে নহৈছে। বাই তই মোৰ কথা তাইক কৈছিলি ?"

"কৈছিলোঁ, সূতা দিয়াৰো কথা কৈছিলোঁ। কিন্তু বেটীয়ে সোপাকে উৰাই দিয়ে।"

"চা বাই, মই এনেয়ে কওঁনে ? কিন্তু তাইৰ গহ নেভাঙিলে নহৈছে। মোৰ কথাটো দলিয়ায়ে পেলাই, কিন্তু তই হেন তিনি কলীয়া বুঢ়ী তোৰ কথাও পেংলাই কৰে।" "বাৰক, কিন্তু মজাপালি পাব। মই বুঢ়ী বেটীয়ে ছাগে-বাঘে একে ঘাটতে পানী খুৱাও। তাই কিটো পানীৰ মাছ! বোলো ভাৰতৰ লগত কেইদিন জোটপোট লগাব। সোপাকে ওলাই পৰেহে।" এনেতে বাহিৰৰ পৰা গাঁওবুঢ়াই মাত দিলে, "মণ্ডল আছানে ?"

"অ' আছোঁ। চ'ৰা ঘৰতে বহা, গৈছোঁ।" বুলিয়েই হোঁকাটো হাতত লৈ ধুতিখনৰ এলোচ গাত মেৰিয়াই ওলাই আহিল।

গাঁওবুঢ়াই ক'লে, "চোৱা মণ্ডল, কেৱল ঘৰত বহি থাকিলেই নহয়। ভকত সেৱাৰ মাছপুখি কেইটামান যোগাৰ নকৰিলে হ'বনে?

"সেইটোলে ভয় কৰিছানে? মই থাকোমানে সেইটোলে ভাবিব নালাগে। বোলো নদাইৰ ল'ৰা ধনাই আৰু গাঠলু ভালে থাকক।"

" সেইটো তোমাৰ বল আছেই।" এনেতে লাখুটিত ভৰ দি কাণী বুঢ়ীয়ে থৰক বৰক কৈ ওলাই আহি, "কদাই বোপা দেখোন?" বুলি মাত দি থিয় হ'লহি ।

"বাই ; এক ভকত-সেৱাৰ দিহা কৰিব ধৰিছোঁ।"

"এৰা, কিন্তু ভকত-সেৱা পাতিছাতো পিছে ? "

"কি ! কথাবাৰ কেনেকৈ দেখো ক'লা?"

নকম কিয়, দেশ কাল গুচিল। দেশৰ বা-বতাহ ওলোটা হ'ল।"

"কিনো হৈছে ?"

"থ কি। বোলো ভকত সেৱাত ভাৰতক লগ দিব খুজিছা নেকি?"

"কিয় ভাৰতৰ কি হ'ল ?"

"হ'ব কি ? বোলে পাপ কথা লুকাই নাথাকে। সকলো ওলাই পৰিছে। বোপাই মোৰ চকুত ধূলি দিব পাৰেনে?"

"হৈছে কি ?"

"যিয়ে নহওক। ওলাব, দুদিনতে ওলাব। কিন্তু মই হ'লে কৈছোঁ, ভাৰতক ভকত সেৱাত লগ দি খোৱাতকৈ ভকত সেৱা নকৰাই ভাল। বোলো হাজাৰ হ'লেও ধৰ্ম কাৰ্য। তাত এনেবোৰ সনা-পোটকা ভাল নহয় বোপা।"

"কিয় ভাৰতৰ গাতনো কি জগৰ লাগিল ? বিদেশৰ পৰা আহিল বুলিয়ে সি চুবা গ'লনে?"

"সিপিনেতো সিপিনেই। বোলো নগৰত কাৰ লগত খোৱা লোৱা কৰিছে, কাৰ লগত সনা-পোটকা কৰিছে, সেইটো দূৰৰ কথা বুলি এৰিলোৱেই। কিন্তু চকুৰ আগত ঘটা কথাটো লুকাব নোৱাৰি। বোপা ঔ দিন-ৰাতিৰ পাৰ্থক্য গুচিল। ঔ আই কেৱল অহা-যোৱা, কেৱল তামোল- ছালি খোৱা, কেৱল হাঁহি-ৰহইচৰ কথা পতা। সিপিনে লাহে লাহে কথা গৈ বিষম হৈছে।"

"কি কোৱাহে বাই ? কাৰ কথা কৈছা ?"

"এ কমনো কাৰ কথা ? বোলো নিজৰ কথা নকৰি পৰক, পৰক ক'লে হয় লৰক ফৰক। দেহি ঐ ধৰ্ম বোপা আছিল সঁচাকৈ ধৰম। মিছা সঁচাৰ কথা নাজানে। বেয়াৰ পিনে ভৰি এখোজো নিপিছলায়। তাৰ তিৰোতাই আজি কেইমাহ নৌযাওঁতেই——"

"কি কোৱা বাই, ধৰ্মৰ তিৰোতা সোণপাহি !"

"এ সোণপাহিতো বোপা তামপাহি হৈছে। বোলো সকলো ওলাই পৰেহে।"

"তুমি কেনেকৈ জানিলা ?"

"কেনেকৈ জানিলোঁ, কিয় মোৰ আগত কোনোবাই কিবা লুকাব পাৰেনে? বোলো বেটীয়ে একো উপায় নাপাই মোৰ ওচৰ পাইছিলগৈ। বৰ আতৌ-পুতৌকে কথা-বতৰা পাতি লাহে লাহে উলিয়ালে, "বাই মোক ৰক্ষা কৰা; মই সমূলি বুৰিলোঁ। মই ক'লো, "কিনো হ'ল?"

"হ'ব কি বাই, দুৰ্কপাল। এনে তেনে। বুলিয়েই চকুপানী মচিব ধৰিলে। "বাই তোমাৰ ভৰিত ধৰিছোঁ, এপালি আছদি।

ঔ আধাকাটীৰ সঁচ, এই সোপাহে কৰিলিনে?

কি কম বাই; যুৱন অৱস্থা।

মই ক'লো, "বাৰু সেইটোলৈ ভাবিব নালাগে। বেটী তালৈকে ভয় কৰিব নালাগে। কেৱল এটা কথা ক'ব লাগিব। সেইটো হ'লেই লেঠা মৰিব।

তাই কান্দি কান্দি চকুলো মচি ক'লে, "কোৱা বাই, কি কথা? কথা বোলোতে আচল কথাটো ভাঙিব লাগিব। তাৰ পিছত এডাল জাপ জাৰি ফুকি দিলেই সকলো লেঠা ছিগিব। বোলো সকলো নোহোৱা হ'ব। কেওৱে গম নাপাব। কেৱল গা ধোৱাৰ চলেৰে নৈ লৈ গৈ পেলাই আহিবি।"

"ৰ'বা কাৰ লগত বুলিনো ক'লে ?"

"কি কম, ক'লেও বেয়া, নক'লেও নোৱাৰি, জানি শুনি ধৰ্মকাৰ্য ভ্ৰষ্ট হয়। পিছে সকলো অথন্তৰ ভাৰতৰ লগতে। বোলো চুকৰ মেকুৰী হৈ বুকু পালে। ভোকোন্দা এন্দুৰে সেন্দুৰ ঘঁহিলে। বিটলীয়াই পাই এনে কৰিব বুলি জনা নাছিলোঁ।"

"এৰা বাই, কথাটো হয় হয় যেন লাগিছে। মই কে'বাদিনো তাক সিহঁতৰ ঘৰলৈ যোৱা দেখিছোঁ। বুঢ়া মানুহ সিমানতো তত-ভত কৰি নাচাওঁ। বোলো যেয়ে য'তে নাযাওক, মোৰ সিবিলাকৰ বিচাৰ কিয় ? তাতে আকৌ ধৰ্মৰ লগত ভাৰতৰো আগৰে পৰা বহুত মিতিৰালি। এনে অৱস্থাত কিনো সন্দেহ কৰিবা? পিছে মাজতে যে এনে অঘটন ঘটাব সেইটো ভবাই নাছিলো।"

"সৰ্বনাশ কৰিলে। বোপা। বোলো তাই বেটী এনে আজলী, আঞ্জাৰ মাছ ধৰি খাব নাজানে। কিন্তু হ'লে হ'ব কি? কাল শনিয়ে পালে এনে হয়। তাতে লগ পালে সাত ঘাটৰ চেঙেলি। তথাপি বোপা সকলো গুপুততে ৰাখিলোহেঁতেন। কিন্তু আগত এনে ধৰ্মকাৰ্য। এনে অৱস্থাত কেনেকৈ লুকাই ৰাখোঁ। বোলো মৰি জহি গজমুৰা হ'লেও তেওঁ মোৰ সাতাম পুৰুষে মোৰ কাৰ্যলৈকে বাট চাই আছে। মই এনে পাপকাৰ্য লুকাই সাতাম পুৰুষক নৰকত পেলাব পাৰোনে?"

"এৰা বাই তোমাৰ গাতনো কি দোষ ? দোষ হৈছে চোৰ-চুৰুনীৰ। কিন্তু সোণপাহিজনীলৈ বৰ বেয়া লাগে। এতিয়া ধৰিলেই লেঠা লাগিল।"

এনেতে মণ্ডলে মাত লগালে, "নধৰি কেনেকৈ থাকা? আনে জুইত পৰি মৰিল বুলি আমিও জানি-শুনি এনেবোৰ গুপুত কৰিব পাৰোনে ?"

কাণী বুঢ়ীয়ে মাত লগালে, "ৰাম ৰাম, বিষ্টু বিষ্টু ! তেনে কথা নকৰি বোপা। এতিয়া তিনিকাল গৈ একালত বজিছে। ধৰম কৰম চাই ফুৰিবি! বোলো লোকে যেনেকৈ মৰে মৰক। যুবনৰ তপত তেজত হাৰ-মাংস খাই মৰক। কিন্তু বোপা সেইবোৰ লুকাই চুৰ কৰি পাপৰ বোজা নলবি।"

"এৰা বাই ; পৰৰ পাপৰ বোজা কোনে ল'ব, নিজৰ পাপৰ ভৰত থাউনি নাপাওঁ। পিছে এটা কথা, এইবিলাকৰ ভাল প্ৰমাণ লাগিব নহয়। এনেয়ে মুখেৰে বলকিলেতো নহ'ব।"

"এ সঁচা কথাৰ আকৌ প্ৰমাণৰ অভাৱ ? বোলো ধৃতৰাষ্ট্ৰৰ চকুগৈ ঘোপত সোমাল এতিয়া অন্ধলা হ'বলৈ বাকী ৰ'ল। পিছে তাই কান্দি-কাটি বৰকৈ ধৰাত এপালি আহুদি দিলোঁ। নিদিনো কেনেকৈ থাকোঁ ? বেটীৰ মুখখন দেখিলেই বেথা লাগে। কেই দিনমানতে গৰ্ভপাত হ'ব। নাজানানে মোৰ আহুদিৰ কেনে শকতি।"

"এৰা সেই পালিতো তোমাৰ আছেই।"

"খালেই সকলো লেঠা ছিঙিব। পিছে কেৱল নৈত পেলাব নোৱৰাৰ আগেয়ে ধৰিব লাগিব।"

"সেইটো কোনে কৰিব ?"

"কোনে কৰিব ! কিয় মই কাণী বুঢ়ী হ'বলা মৰিলো। আৰু ভন্দাৰ মাক, গেৰেলাৰ খুড়ীয়েক, জোঙোৰ শাহুৱেক এইকেইজনীক মাতি নিলেই হ'ব।"

"বাৰু যদি তেনে প্ৰমাণ হয়, তেন্তে সমাজৰ পৰা দূৰ কৰিবই লাগিব। এজন বা দুজনৰ পাপত গোটেই সমাজখন বুৰাব নোৱাৰি।"

"এৰা বোপাই। বছৰেকৰ মূৰত সেৱাটো আহিছে, তাতনো কেনেকৈ এনে সনা-পোটকা কৰিব পাৰি ?"

"বাৰু বাই এতিয়া আহোঁ। মণ্ডল ব'লা, এবাৰ ধনাই আৰু গাঠলুৰ ঘৰলৈ গৈ সেৱাৰ দিনবোৰ ভাঙি পিতি কৈ আহোগৈ। তেনেহ'লেহে সকলো ঠিক কৰিব পাৰিম।"

"বলা, বুলিয়েই মণ্ডলে হোঁকাটো এৰি ধুতিখন তেনেকৈ মেৰিয়ায়ে ওলাল। গাঁওবুঢ়ায়ো উঠিল। কাণী বুঢ়ীয়ে আকৌ ভিতৰ চোতাললৈ গৈ মণ্ডলৰ গিৰীহঁতনিৰ লগত কি কথা পাতিলে কোনে জানে? আদি কাণ্ডৰ পৰা সাতোকাণ্ড ৰামায়ণৰ বকলা মেলিলে যদিও তাইৰ কথাৰ অন্ত হোৱা নাছিল বা তৃপ্তি পোৱা নাছিল। তথাপি মণ্ডলৰ ঘৈণীয়েকে মাজে মাজে দিয়া খুন্দা তামোল খাই লগে লগে তেওঁৰ আতৌ-পুতৌ কথা শুনি কৈছিল, "হওক আই, গোটেই গাঁৱত তোৰ নিচিনা তিৰোতা পোৱা টান। আগতো নাই পিছতো নহ'ব।"

(৬)

গাঁওবুঢ়া আৰু মণ্ডলে মাছৰ সকলো ঠিক কৰি আহি গাঁৱলৈ উভতি আহোঁতে দেখিলে আন এটা বাটেৰে ভাৰতে এডাল লাঠিৰ মূৰত এটা ভাঙৰ খৰিয়া মাছ লৈ আহিব ধৰিছে। গাঁওবুঢ়াই নিলগতে ভাৰতক দেখি মাত লগালে, "ভাৰত, বৰ ডাঙৰ মাছ আনিছ দেখোঁ।"

"এৰা মোৰ মাছ নহয়। অধ্যাপক দেওবহে।"

"অধ্যাপকেনো আজি এনে মাছেৰে কি কৰে ঔ ?"

"ক'ব নোৱাৰোঁ। শুনিছো হেনো গিয়াতী-কুটুমক মাতি এসাঁজ খুৱাব।"

"ঔ আই আচৰিত কথা হ'ল দেখো ? আজিলৈ অধ্যাপকে দুই-চাৰি ভকতক মাতি খুওৱা নাই। দুটা মাহ প্ৰসাদ দি নাম ধৰা নাই। আজিনো এনে ধৰমলৈ মতি হ'লনে?"

"ক'ব নোৱাৰো। তেওঁহে তেওঁৰ কথা জানে। বাৰু যিয়ে নহওক, আমাক মাতিব নে নাই ?"

"সিওটো ক'ব নোৱাৰোঁ। তেওঁ গৈছে এতিয়া যজমানৰ ঘৰলৈ। তাৰপৰা আহিহে কাক মাতে, কি কৰে তেওঁহে জানে। অ' এটা কথা ভালেই হ'ল। গাঁওবুঢ়াও আছা, মণ্ডলো আছা, পিছে তোমালোকে সদায় এই বাটটোৰে অহা-যোৱা কৰা। সেইটো নদী নিতৌ পাৰ হোৱা।"

"নহ'মনো কিয় ?"

"তাকেতো কৈছোঁ। কিন্তু নদীটোতনো আটাইবিলাকে মিলি হালখতিৰ সময়ত কেডালমান বাঁহ কাটি এখন দলঙো দিব নোৱাৰানে? সিদিনা শুনিছোঁ নৈ পাৰ হওঁতে এজনী বুঢ়ী নৈৰ সোঁতত পৰি ভাঁহি গৈছে। পৰহি শুনিছো এজনী সৰু ছোৱালীয়ে পাৰ হওঁতে পানী তৰাং বুলি নৈৰ কুৰুণ্ডত পৰি তললৈ গ'ল। এনেবোৰ কত কাণ্ড হ'ব ধৰিছে। কিয় আটাইবিলাকে মিলি এখন দলং দি ল'লে ?"

গাঁওবুঢ়াই মাত দিলে, "অঁ আমি বুঢ়া হ'লোঁহি, তই কালিৰ ল'ৰা, তইনো আমাক জ্ঞান দিব ওলালিনে? বোলো

পঢ়ি-শুনি অলপ জনা বুজা হৈছ বুলিও আমাক গোটেই অগিয়ানেই পাতিলিনে? বোলো আমি যে দলং কৰিব লাগে লোকেল বোৰ্ড কিয় আছে ?"

"লোকেল বোৰ্ডৰ সেইটো কৰ্তব্য সঁচা। কিন্তু আমি নিজে যি পাৰোঁ সেইটো নকৰোঁ কিয়? আনপিনে মই আপোনালোকক অগিয়ান কম কিয়? এই বাটেৰেই কেতিয়াবা পুঁৱতী নিশা অহা-যোৱা কৰা, কেতিয়াবা, দুপৰ নিশা। কিন্তু আটাইবিলাকে মিলি সুবিধা বুজি বাট-পথ অলপ মুকলি কৰি ওখ কৰিলেওতো হয়। জংঘলৰ মাজেৰে অহা-যোৱা কৰা, কত পোক-পৰুৱা, সাপ পৰি থাকে। কেতিয়া কাক ডাকে থিৰাং নাই। কিন্তু সেইটো ভাল কৰিব নোখোজা।" মগুলে মাত দিলে, "এৰা বোপাই ! তোৰদৰে আমি চহৰত ফুৰিব পালেহে। বোলো ইয়াত মটৰ চলা, বাইচিকেল চলা বাট-পথ ক'ত পাবি। আমি যি গাঁৱলীয়া, সেই গাঁৱলীয়াই, ইয়াত বা বিজুলী বাতি ক'ত পাবি; চক্চকীয়া মথাউৰি ক'ত মিলিব? বোলো বোকা-পানী গচকাই আমাৰ জীৱন। আমি সেইবোৰ এৰি ক'ত সৰগৰ বাট পাম ? ভাগ্যত যি সাধি আহিছোঁ সেইটোহে মিলিব।"

"সেইবুলি ভাগ্যক ধিয়াই থাকিলেই হ'বনে?" কথা কওঁতে কওঁতে আহি গাঁৱৰ মূৰৰ পুখুৰীৰ কাষ পালেহি। পুখুৰীৰ কাষ পায়েই তিনিওজনে নাকত কাপোৰেৰে সোপা দিলে। ভাৰতে মাত দিলে, "চোৱা বাৰু সদায় এই গাঁৱতে থাকা। এই পুখুৰীৰ গেলাপানী পিয়া। কিন্তু পুখুৰীৰ পাৰ পায়েই আটায়ে নাকত সোপা দিব লাগিল। বেয়া গোন্ধত উশাহ ল'ব নোৱাৰি। চাৰিওপাৰে আটাইয়ে মলিয়ন কৰে। আকৌ ইয়াতেই গা ধোৱে; ইয়াৰেই পানী খায়।"

"নকৰি কি কৰোঁ? বোলো সাতাম পুৰুষে এই পানী পিয়ে সিপুৰী পাইছে। আমাৰ দেহাকেইটাও সিফলীয়া হ'ব।"

"সেইটো হ'ব। সেইবুলি অলপ ভাল নিয়ম কৰি, ভাল ধৰণে চাফ-চিকুণ কৰি খোৱা পানী থকা পুখুৰীৰ চৌপাশে মলি নকৰি থাকিলেও জগৰ লাগেনে?"

গাঁওবুঢ়াই মাত দিলে, "থ থ বোলো অগিয়ানৰ সঁচ— আমাক গিয়ান দিবলৈ লাজ লগা নাইনে ?"

"এ ভাল কথা ক'লেও বেয়া পোৱা।"

"বেয়া নাপাম কিয় ? হেৰৌ বোলো চহৰত দেখো বৰ চাফ-চিকুণ, ধূলি-মাকতি কাপোৰ-কানিত পৰিব নিদিয়ে। কলৰ পৰিষ্কাৰ পানী পিয়ে, চাবোন মাজি গা-ধোৱে। কিন্তু চহৰীয়াবিলাকৰ দেহাকেইটা চা। বোলো আমাৰ দৰে এনে ধৰণে হাল বাওক আহি, এদিনতে বাপ বাপ সোঁৱৰিব। আকৌ ইমান পৰিষ্কাৰ কৈ থাকি দেখোঁ দুকুৰি বছৰ পাৰ নৌহওঁতেই চুলি পকি, দাঁত সৰি বুঢ়া হয়। পিছে আমি গেলাপানী পিয়ে, বোকাত লেটিপেটি হৈ থাকিয়ে চাৰিকুৰি পাৰ হ'ল। এতিয়াও ডেকাৰ দৰে লৰি চৰি ফুৰিব পাৰোঁ। কি কোৱা মগুল, এতিয়া দুদিন ই চহৰ দেখিয়েই আমাক চহৰৰ আওভাও দেখুৱাব আহিছে। বোলো কালিৰ ল'ৰাই পানী পেলায়, বুঢ়া পিছলি পৰা মেল হৈছে।"

কথা কওঁতেই কওঁতেই তিনিও আহি সোণপাহিহঁতৰ ঘৰৰ পদূলি মুখ পালেহি। ভাৰতে "তোমালোকে যোৱা। মই কিবা এটা বাতৰি দি যাওঁ।" বুলিয়েই সোমাল। মগুলে গাওঁবুঢ়ালৈ চকুৰে ঠাৰ মাৰি খোজ ল'লে।

## (৭)

দিনচেৰেক এনেভাৱে ভাৰতে অহা যোৱা কৰোঁতেই অহকাণে-পহকাণে নানা কথা ওলাব ধৰিলে। গাঁওজুৰি কাণে কাণে কত কথা-বতৰা হ'ল, কাণী বুঢ়ীয়ে কত মন্ত্ৰণাৰে কত কথা তৰিলে লেখ নাই। ভকত সেৱালৈ দুদিন আছে। গাঁওবুঢ়াই মগুলক ক'লে, "হাতে লোতে ধৰিব নোৱাৰিলে সন্দেহৰ ওপৰত তাক এৰিব নোৱৰি।" মগুলে ক'লে, "হাতে লোতেই ধৰা পৰিব চাবা। মই শুনিছোঁ হেনো কাণীবুঢ়ীৰ আহদিযে আজি কাম দিব। কেৱল আজি গধূলি তিৰোতা, বুঢ়া, বুঢ়ীয়ে জোপ লৈ থাকিব লাগিব। যদি সন্তান পেলায় তেন্তে তেতিয়াই ধৰিব লাগিব।" বাৰু তেনে এটা হ'লে কিবা কৰিব পাৰিম।" এই বুলিয়েই গাঁওবুঢ়া কোনোবা মিতিৰৰ ঘৰলৈ খোজ ল'লে। মগুলে তেতিয়াই কাণীবুঢ়ীৰ ঘৰ পালেগৈ। কাণী বুঢ়ী আৰু মগুলে কত কথাৰ জাল তৰিলে কোনে জানে? কিন্তু দুয়োৰে মুখত আশাৰ হাঁহি বিৰিঙিল।

গধূলি হওঁতেই কাণীবুঢ়ীয়ে ততালিকে ওলাই গৈ সোণপাহিৰ ঘৰৰ বাৰী পালে। সন্ধিয়াৰ লগে লগে তাই চিঞৰ বাখৰ লগালে। "হেৰৌ গইনাৰ মাক, হেৰৌ আতহৰ মাক এইপিনে আহ।" তাইৰ চিঞৰ-বাখৰত কে'বাজনীও তিৰোতা লৰি গ'ল।

তিৰোতা কে'গৰাকীক দেখিয়েই তাই ক'লে, "চা চা,

মই বোলে মিছা কওঁ। এইবোৰ কি? হেৰৌ চা সঁচা মিছাৰ প্ৰমাণ চা।"

সকলোৱে একেথৰেৰে চাই থাকিল। সকলোৰে চকু থিৰ হ'ল। কাণী বুঢ়ীয়ে গায়ে গ'ল, "চা সোণপাহিৰ কাম চা। কালিৰ পৰা চুব নোবৰা বুলি ভাও ধৰি এতিয়া কি কৰিছে চা। এতিয়া কি কৰ ? এনে জ্বলা জুই ঘৰতে ৰাখনে, কি কৰ?"

সোণপাহিয়ে তেতিয়া বাৰীত কোঢ়াল শুনি বাৰীৰ ভিতৰলৈ আহিল। সোণপাহিক দেখিয়েই কাণী বুঢ়ীৰ চিঞৰ বেছি হ'ল।

"হেৰৌ আধাকাটী এনে কালকুট বিষ খাই মৰনে? এতিয়া ক'ত নাক লুকাব লুকা। তাতে বোলে চুব নোবৰা হৈছিল ?" এই বুলিয়েই আন এজনী বুঢ়ীলৈ চাই ক'লে, "চা আঘণাৰ মাক, বুঢ়ী হ'লোঁহি, কোন কাহানিয়ে মুনিহ নোহোৱা হ'ল, কিন্তু এনে কথা-বতৰা, এনে ঘটনাৰ মোল পোৱা নাই। এইৰ দুদিন নৌ হওঁতেই এনে কথা-বতৰা, এনে অঘটন। এতিয়া মৰক বেটী। আৰু চোৱা এনে শিয়ালবাগি। সকলো লুকাই আকৌ নজনা ভাওৰে এইখিনি পাইছেহি ; যেন একোকে হোৱা নাই। বোলো আধাকাটী কি কৰিলি ? নিজে মৰিলি মৰিলি সাতামপুৰুষক নৰকত পেলালি। চা এই আঠমহীয়া সন্তানটো ইয়াতেই পেলাই কি কৰিছে। ঔ ভালেহে নিতৌ মোক মাতি পঠিয়ায়। নিতৌ খোজে এবিধ আহুদি দিয়া।"

সোণপাহিয়ে কি ক'ব কি নক'ব মহা বিপদত পৰি, লাজ আৰু ভয়তে টেপেকা মাৰি ৰ'ল। সোণপাহিৰ ভয়ৰ ভাব দেখিয়ে কাণীবুঢ়ীৰ কথা চৰিল। দিন কাল গুচিল। পাপ-পুণ্যৰ বিচাৰ নোহোৱা হ'ল।" ইত্যাদি নানা কথাৰ বকলা মেলিলে। খন্তেক গাঁৱৰ তিৰোতা-মুনিহ, ল'ৰা-ছোৱালী ভৰি পৰিলহি। সোণপাহিয়ে একো উপায় নাপায় ঘৰ সোমাই চকুৰ লোৰে আঁচল তিয়াই চুকৰ কোণত বহি থাকিল। সোণপাহিৰ এনে আচৰণ দেখি সকলোৱে তাইক দোষী থিৰ কৰিলে ; আৰু ইজন সিজনকৈ ওচৰ চাপি নানা কথাৰ গুৰি ল'ব ধৰিলে। কেনেকৈ হ'ল, কোন চোৰ, ইত্যাদি নানা কথাৰ প্ৰশ্ন সুধিব ধৰিলে। কিন্তু হায় এনেবোৰ প্ৰশ্নৰ উত্তৰ কোনে দিব? প্ৰশ্নৰ জাউৰীত তাই মাথোঁ কেৱল বেছিকৈ উচুপি উচুপি কান্দিবহে ধৰিলে। গাঁওজুৰি খলক লাগিল। তেতিয়াই নামঘৰত মেল বহিল। হয় সোণপাহিয়ে সমাজৰ আগত সকলো কথা ভাঙক আহি, চোৰ ধৰি দিয়ক, নহ'লে চোৰাত, জালিমৌ গাত দিব লাগিব। সকলোৱে আৰু থিৰ কৰিলে চোৰ ধৰক নধৰক ভাৰতৰে এনে কাম। গতিকে এবাৰ সুধিপুচি কৰিছে তাই আচল কথা নকয় তেন্তে ভাৰতকো মাতি আনি সকলো কথা সুধি তাৰ মুখৰ পৰা উলিয়াব লাগিব। যদিহে সিও সঁচা কথা নকয় তেন্তে দুয়োকে বাহিৰ কৰি দিব লাগে। সমাজৰ গলগ্ৰহ ৰাখিবৰ আৱশ্যক নাই। কথা মতে কাম হ'ল। তেতিয়াই সোণপাহিক মতাই আনি সমাজৰ কাষত থিয় কৰালে। যি সোণপাহিক গাঁৱৰ বহুতে দেখা পোৱা নাছিল, যিয়ে ঘৰৰ মানুহৰ বাহিৰে কাৰো লগত কথা বতৰা-কোৱা নাছিল, আজি তাই সমাজৰ আগত।

মেলেকীয়ে গম্ভীৰভাৱে সুধিলে, "ক সঁচা ক, সকলোৰে উপায় হ'ব। নহ'লে আধ্যা হ'ব।"

অধ্যাপকে ক'লে, "এনে পাপৰ প্ৰায়শ্চিত্ত নাই। অবৈধ পাপ, তাতে গৰ্ভ নষ্ট। সন্তানৰ মৃত্যু। এইবিলাকৰ চৌৰাশী নৰকৰ বাহিৰে উপায় নাই। তথাপি সঁচা ক'লে কোনোমতে প্ৰায়শ্চিত্তৰ বিধি দিব পাৰি।" কথা হৈ থাকোঁতেই ভাৰতকো কেইজনমানে ধৰি আনি থিয় কৰালে।

ভাৰতকো প্ৰশ্নৰ পিছত প্ৰশ্ন কৰিলে। ভাৰতে লাজ, ভয় সকলো ত্যাগ কৰি ক'লে, "মই এইবোৰ একো ক'ব নোৱাৰোঁ।" মেলেকীয়ে ক'লে, "অ' চোৰে কেতিয়াবা গাত ল'বনে? কিন্তু সঁচা নক'লে ইয়াৰ প্ৰতিফল পাবি" এইবুলি কৈয়ে সোণপাহিলৈ চাই ক'লে, "চা, সোণপাহি এতিয়া লাজকুৰীয়া নিমাতী কইনা হ'লে নহ'ব। হয় তই সকলো কথা ভাঙ, নহ'লেও তোক আগত লৈ আমি সমাজে ৰং চাবলৈ অহা নাই।"

সোণপাহিয়ে কান্দি কান্দি ক'লে, "কতা মইতো এনেবোৰ একো ক'ব নোৱাৰোঁ।"

কাণীবুঢ়ীয়ে টপৰাই মাত লগালে—"একোকে ক'ব নোৱাৰে ; বোলো হাতে লোতে ধৰা পৰিও আকৌ এনে কথা, বোলে পেট টেঙৰী, মানুহৰ আগত সকলো লুকাব খোজ, কিন্তু বিধাতাই সকলো চাই আছে। নহ'লে এনেবোৰ কথা ওলাই পৰেনে? পাপ কথা ওলাব লাগে বুলিয়েই মই বেটীয়ে আকৌ বাৰীত পাণ এখিলা পাওঁ বুলি সোমাইছিলো, পিছে নহ'লেনো এনে সময়ত ঘামেই বা কিয়? ঈশ্বৰৰ ইচ্ছা,

এতিয়া যি হ'বৰ হ'ল, সঁচা কথা কৈ ৰক্ষা পৰ।"

কালীবুঢ়ীৰ কথাত সোণপাহিয়ে আৰু নামাতিলে। মেলেকীয়ে ক'লে, "আমিতো ভাওনা চাবলৈ বা কন্দা-কটা চাবলৈ অহা নাই।"

মণ্ডলে ক'লে, "হয়তো আৰু এটা যি কৰা কৰা। একে কথা কৈ থাকিলে হ'বনে?"

অধ্যাপকে মাত লগালে, "দুইকো গাঁৱৰ পৰা বাহিৰ কৰি দিয়া। এনে কথা যাতে আৰু কেতিয়াও গাঁৱত নহয় তাৰে উদাহৰণ হওক।

সকলোৱে 'জয় হৰি বোলা' বুলি হৰিধ্বনি কৰিলে। মেলেকীয়ে কেইজনমান ডেকালৈ চকু ফুৰালে। গিৰিসাই কেজনমান ডেকা উঠি ভাৰত আৰু সোণপাহিক ধৰি গাঁৱৰ মূৰলৈ লৈ গ'ল। লাহে লাহে নৈৰ পাৰ কৰি দি দুয়োকে এৰি দি আহিল। অনন্ত আকাশৰ তলত আন্ধাৰক সাবটি দুয়ো খন্তেকলৈ থিয় হৈ ৰ'ল। গাঁৱলীয়া ডেকা কেইজন আকৌ ঘৰ পালেহি। দুয়ো অ লপপৰ নমতা-নোবোলাকৈ থাকি কি কৰিব কি নকৰিব ভাবি বিমোৰত পৰিল। সোণপাহিয়ে উচুপি উচুপি কান্দিব ধৰিলে। ভাৰতে অলপ সুস্থিৰ হৈ লাহে লাহে সোণপাহিৰ কাষ চাপি ক'লে, "বৌ তুমিতো জানা মই দোষী নহওঁ। কিন্তু ঈশ্বৰ ওপৰত আছে। সঁচা ক'বা—তোমাৰ অপবাদ সঁচানে ?"

সোণপাহিয়ে কোনোমতে কান্দোন ৰাখি ক'লে, "মই যে একো ক'ব নোৱাৰোঁ। তোমাৰ আগত মই কাহানি মিছা কৈছোঁ ? এইবিলাক ষড়যন্ত্ৰৰ কথা মই যে একো ভু নাপাওঁ। এতিয়া মই কি কৰোঁ ?

ভাৰতে সোণপাহিৰ মুখৰ কথা শুনি খন্তেক নামাতি ৰ'ল। তাৰ পিছত এটা হুমুনিয়াহ কাঢ়ি ক'লে, "বুজিলো মোক যেনেকৈ মিছাতে বান্ধিছে, তোমাকো কিবা বুথিৰে এনে অপবাদ দিছে। হায় সমাজ ! তহঁতে কি কৰিব নোৱাৰ ! ঈশ্বৰ তুমি ওপৰত আছা।" এই বুলি কৈয়ে বৌয়েকক ক'লে, "আৰু ইয়াত কান্দি থাকিলে নহ'ব। যি সমাজে আমাক অথাউনি কৰিলে সেই সমাজৰ আৰু মুখ নাচাওঁ। বলা, কপালত যি থাকে সেই হ'ব। বিদেশে বিদেশে দুয়ো জীৱন নিয়াম। সমাজৰ চকুত আমি মহাপাপী হ'লেও আমি সঁচাকৈ পাপী নহওঁ। ঈশ্বৰে যেন চিৰকাল এনেভাৱে কটায়। বলা-বৌ সমাজে তোমাক এৰিলেও মই হাজাৰ অপবাদ হাজাৰ লঘু-লাঞ্ছনা মূৰত লৈও তোমাক নেৰোঁ। মই থকাত তুমি একো দুখ-কষ্ট নোপোৱা। বিপদত নপৰা। সমাজে নাৰাখিলেও পৰম পিতা ঈশ্বৰৰ বিশাল ৰাজ্যত ক'ৰবাত ঠাই পাম।" বুলিয়েই সোণপাহিৰ হাতখন ধৰি আৰু ভয় নকৰা, পাহৰি পেলোৱা তোমাৰ ইয়াত কোনোবা আছিল বুলি পাষণ্ড সমাজৰ কথা স্মৃতি পটৰ পৰা মচি পেলোৱা। ইহঁতে সকলো কৰিব পাৰে। এই বুলি কৈয়ে খোজ ল'লে। সোণপাহিও পিছে পিছে গ'ল।

নগৰৰ কোঢ়ালত সুখী-দুখী সকলোৱে আনন্দত মতলীয়া হৈ আছে। মটৰৰ ভোঁ-ভোঁ, পানীৰ হৰ হৰি বাইচাইকেলৰ টিলিলিং, লগে লগে বাটৰুৱাৰ গীত, ফেৰিৱালাৰ "চানাচুৰ বাদামৰ" শব্দ, ল'ৰাৰ ফুটবল খেলা চিয়াৰ আপ, কথা চহকী, বাটৰুৱাৰ কথা-বতৰা, ঘোঁৰাৰ গুমগুমনি, বজাৰ কৰা মানুহৰ হেটো-ওপৰা, আটায়ে নগৰক এটা প্ৰকাণ্ড হাই-উৰুমিৰ বা জন-কোলাহলৰ ঠাই কৰিছে। এনে সময়ত কোন দুখীয়াই ৰাতি খাব নেপাই পেটৰ কলমলনিত এমুঠি ভিক্ষা খুজিছে, কোন বেমাৰীয়ে পানী টোপা, পানীটোপাকৈ চিঞৰিছে, কোন আমা-ডিমা ল'ৰা-ছোৱালীৰ আতুৰৰ ধ্বনি কৰিছে সেইবোৰ চাবলৈ কাৰো সময় নাই। গতিকে সেই নগৰত ভাৰত আৰু সোণপাহিয়েও কোন বাটেৰে খোজ লৈছে, কোন বিৰিখৰ তলত জুৰণি লৈছে তালৈ কোনে খা-খবৰ কৰে। কিন্তু সিহঁত নমৰালৈকে বাৰবাৰ এচুকত যে লুকাই আছে সেইটো ধ্ৰুপ। সেই নগৰৰ এটা মলিয়ন সৰু ঘৰৰ এটা কুঠৰিত ভাৰত আৰু সোণপাহিয়ে ঈশ্বৰৰ ইচ্ছাত আজি ঠাই লৈছে। কিন্তু ঠাই পালেই নহ'ব। হাতত এটা ফুটা কড়ি নোহোৱাকৈ বিশাল জনতাৰে পৰিপূৰ্ণ নগৰত, য'ত সকলো বস্তু বেহানিৰ দাম মহঙা তাত কেনেকৈ সিহঁতে নিজৰ খোৱা যোগায় ? কিন্তু সমাজৰ লাঞ্ছনাত খেদাখোৱা দুবিধ প্ৰাণীয়ে খাবলৈ নাপালেও নমৰালৈকে চোৱা নংপুলৈকে ব'ঠা নামাৰি নোৱাৰে। কিমান দিন সিহঁতে লঘোনে থাকিব খেনে ক'ব। তাতে ভাৰতে লিখা-পঢ়া জনা শিক্ষিত ডেকা। এনে অৱস্থাত সি কেনেকৈ বা এমুঠি ভিক্ষাৰ কাৰণে মানুহৰ দুৱাৰে দুৱাৰে ফুৰিব ? ভাৰতে কৈছে, "বৌ মৰিলেও মৰিলোঁ ; খাব নেপাই শুকালেও ভিক্ষা কৰিব নোৱাৰোঁ। বৰং অইন সকলো কৰিম। কুলীৰ কাম কৰিম। ফেৰিওৱালাৰ দৰে জীৱিকা নিৰ্বাহ কৰিম তেও ভিক্ষা নকৰোঁ। সমাজৰ নেওচা কেওচা নাখাওঁ দয়া-মায়া শূন্য মানুহৰ ওচৰত হাত

নেপাতো। নিজে আৰ্জি খায়ে নিজৰ ঘৰত ঠাই নাপালোঁ। সিহঁতে আমাক খেদিলে। ইয়াতো তেনে জীৱেই ভৰা। সভ্যতাৰ পৰিপূৰ্ণ হ'লেও সভ্য নামত ইয়াতো পাষণ্ডৰ প্ৰতিমূৰ্তিয়ে বিৰাজমান। সিহঁতে সকলো কৰিব পাৰে। গতিকে কাৰো ওচৰত হাত পাতি আৰু এনে জীৱন নাৰাখো লাগে যদি লঘোনতে সকলো জঁয় পৰি যাব। কথা মতে কাম, তিনিদিন লঘোনে থাকি অ'ত ত'ত ফুৰি ফুৰিশেষত সি পৰ্বতৰ পৰা খৰি কাটি, খৰি বেচা বেপাৰটোকে পইছা নোহোৱাকে আৰম্ভ কৰা উপায় পালে। কিন্তু হায় তাতো তাৰ বিঘিনি আছে। সি যে এই নগৰতে কত দিন থাকি পটিছিল। কত চিনাজনা মানুহ আছে। সেইবোৰে তাক খৰি নিয়া দেখিলে কেনে চকুৰে চাব ? কিন্তু যেনে ভাবেৰেই নাচাওক আজি সি সেইবোৰলৈ নাভাবে। মানুহৰ প্ৰতিমূৰ্তি আজি তাৰ আগত কিম্ভূত-কিমাকাৰ জীৱ। যেয়ে যি বোলক আজি সি সেইবোৰত মূল্য নিদিয়ে। ভাল বুলিলেও তাৰ একো লাভ নাই, বেয়া বুলিলেও তাৰ হানি নাই। সি যে আজি এখন নতুন সংসাৰত। আগৰ কালৰ ঋষি-মুণি হ'লে গহীন বননিত মানুহৰ প্ৰতিমূৰ্তি নেদেখা ঠাইত ফল-মূল আহাৰ খাই থাকিলেহেঁতেন কিন্তু তাক জীৱন ধৰিবলৈ আজি খোৱা-লোৱা আহাৰ লাগিবই। সেই কাৰণে মানুহৰ সংসৰ্গ এৰিব নোৱাৰে। ইপিনে আত্মহত্যাও সি আজি কৰিব নোৱাৰে। কিয়নো তাৰ দায়িত্ব আজি অতুলনীয়। সিযে আজি সমাজৰ এজনা লাঞ্ছিতা, মিছা গৰিহণা খোৱা দুৰ্বলী অৱস্থাৰ তিৰোতাক ৰক্ষা কৰিব লাগিব। সমাজে একে উশাহে মূলমন্ত্ৰ ত্যাগ কৰাৰ দৰে ত্যাগ কৰিলেও সি যে তাক তাৰ জীৱন থাকেমানে এই লাঞ্ছিতা, আশ্ৰয়হীনা তিৰোতাজনীক নিজৰ বাউসীৰ বলেৰে ভৰণ-পোষণ দিব লাগিব। সংসাৰৰ দিন-ডকাইতৰ পৰা ৰক্ষা কৰিব লাগিব। নৰপাষণ্ড উচ্ছৃঙ্খল যুৱকৰ পাশৱিক বলৰ পৰা নিৰাপদে ৰাখিব লাগিব। সেই কাৰণেই সি সকলো এৰি দাখন লৈয়ে খৰি কটাত মনোযোগ দিলে। নিতৌ সি খৰি কাটে, আনে বেচে। শিক্ষিতক দেখিলে সি নাক কোঁচায়। চিনা জনা দেখিলে মনে মনে যায়। বামুণ সজ্জন দেখিলে সি ঘৃণাৰ চকুৰে এবাৰ চকু ফুৰায় আৰু নিজৰ কৰ্তব্যত লাগে। ধনী দেখিলে সি মিচিকীয়া হাঁহি মাৰি যায়। দুখীয়া দেখিলে এটা সহানুভূতিৰ দৃষ্টি পেলায় এটা হুমুনিয়াহ কাঢ়ে আৰু অন্তৰ্দ্ধান হয়। এনেভাবে সি দিন নিয়াব ধৰিছে। কোনে ক'ব সঁচাকৈ সি মানুহেই নে বলিয়াই। সংসাৰত তাৰ তৃপ্তি নাই ; কিন্তু সি সংসাৰত থাকিবলৈ বাধ্য। সমাজত তাৰ বিশ্বাস নাই, সমাজৰ লগতে লেনা-দেনা কৰিবলগীয়াত পৰিছে। যৌৱন, প্ৰেম, তিৰোতা সি সকলো ঘৃণা কৰিলেও সি ভৰযুৱতী ৰূপ লাৱণ্যৰে ভৰা সোণপাহিৰ লগত দিন নিয়াব ধৰিছে। জীৱন খন্তেকতে গ'লেও সি ভাল পায় যদিও সি তাৰ জীৱনটো দীঘলীয়া কৰি এই সমাজৰ লাঞ্ছিতা, আশ্ৰয়হীনা তিৰোতাজনীক ৰক্ষা কৰিবলৈ যিমান দিনলৈ পাৰে ঈশ্বৰক খাটিছে। ধন্য তাৰ ভাগ্য। ধন্য তাৰ ঈশ্বৰৰ ইচ্ছা !

(৯)

দিনৰ পিছত দিন উকলিল। নিতৌ কাম কৰি নিতৌ মানুহৰ লগত লেনা-দেনা কৰি, কথা-বতৰা পাতি, নিতৌ খোৱা-লোৱা দিহা কৰি, ঘৰত সোণপাহিৰ লগত মাজে মাজে সুখ-দুখৰ কথা পাতি আৰু তাত লাহে লাহে মনৰ উত্তেজনা কমি আহিল। সংসাৰলৈ তাৰ ধাউতি নহ'লেও তাৰ মনত সিমান বৈৰাগ্য ভাব নাই। মানুহক সমূলি বিশ্বাস নকৰিলেও সি সোণপাহিক সম্পূৰ্ণ বিশ্বাস কৰে। সমাজক নৰ পিশাচৰ দল বুলি ভাবিলেও সি এতিয়া সমাজৰ ৰং, ধেমালি, পূজা-পাটল, দেৱ-দেৱী চায়; বা সোণপাহিকো কেতিয়াবা সুবিধা পালে দেখুৱায়। নিজৰ কৰ্তব্যৰ বাহিৰে নিজ দেহলৈ একো নাজানিলেও সি সোণপাহিলৈ দুই-এখনি ভাল কাপোৰ কানি, ভাল খোৱা-লোৱাৰ বস্তু মাজে সময়ে আনে। দিনৰ লগে লগে তাৰ মনত যেন কিবা এটা উকণ্ঠাভাৱে ঠাই লৈছে, সিদিনা সোণপাহিয়ে ভাত-পানী ৰান্ধি বৈ আছে, তাৰহে অহা নাই। বহুত ৰাতি হৈ যোৱাৰ পিছত সি আহি "বৌ" বুলি মতাত সোণপাহিয়ে টোপনিৰ পৰা উঠি দুৱাৰ মেলি দিলে। সি সোমাল। কিন্তু আজি তাৰ মনত স্বাভাৱিক অৱস্থা নাই। সি চঞ্চল, চকু তাৰ বৰ ৰঙা। সোণপাহিয়ে দুৱাৰ মেলোঁতেই সি ক'লে,"বউ ভাত খালা?"

"নাই খোৱা। তুমি অহালৈ বাট চাই আছোঁ।"

"মই অহালৈ কিয়? মই তোমাৰ কোন ?"

সোণপাহিয়ে কথাৰ উত্তৰ নিদি ভাত উলিয়াই তেওঁৰ আগত দিলে। সি বহি ভাত খাব ধৰিলে সঁচা, কিন্তু তাৰ মনটো যেন আজি উকণ্ঠা। সি ভাত খাই খাই ওচৰত বহি থকা সোণপাহিলৈ এবাৰ ৰ' লাগি চাই ৰ'ল। তাৰ পিছত

আকৌ ভাতৰ গৰাহ মুখত দিলে। এনেভাৱে খাই খাই সি মাজে মাজে একোবাৰ থৰ হৈ কি চায় কোনে জানে? যিয়ে নহওক সি এবাৰ ক'লে, "মোৰ আজি ভাত খাবলৈ সমূলি ইচ্ছা নাই।"

সোণপাহিয়ে ক'লে, "তোমাৰ মুখখন কিয় এনে গোন্ধাইছে ? তুমি কিবা খাইছা ?"

ভাৰতে এইবাৰ থৰ হৈ চাই থাকি লাহেকৈ মুখখন ধুই ক'লে, "একো খোৱা নাই, মোৰ মনতো কেনেবা কেনেবা লাগিছে। বাৰু তুমি ভাত খোৱা।" সোণপাহিয়ে ভাত খাব ধৰিলে। ভাৰতে লাহেকৈ তাৰ ধানখেৰ পৰা শোৱা-পাটীত পৰি তামোল চোবাব ধৰিলে। এনেতে সোণপাহিয়ে খাই বৈ অতাই তাইৰ অলপ নিলগৰ শোৱা-পাটীলৈ যাব ধৰোতে হঠাৎ তাৰ চকুৱে চকুৱে পৰিল। সি অলপপৰ কিবা ভাবি এবাৰ ক'লে, "বৌ এটা কথা শুনা।"

সোণপাহিয়ে সুধিলে, "কি ?"

"চোৱা বৌ কাৰ কাৰণে আজি মোৰ এনে দশা ?"

"কাৰ কাৰণে ?"

"তোমাৰ কাৰণে নহয় জানো ?"

সোণপাহিয়ে নামাতিলে, কেৱল তাৰ পিনে চাই ৰ'ল।

ভাৰতে ক'লে, "মানুহৰ জনম কিহৰ কাৰণে ?"

"ক'ব নোৱাৰো।"

"সংসাৰত সুখ, তৃপ্তি আৰু আনন্দ পাবলৈ জানো নহয়? কিন্তু আমাৰ সেইবোৰ এটাও নোহোৱা হৈছে।"

"ঈশ্বৰেহে আমাৰ কপালত সেইবোৰ লিখিব ? যিদিনাই বিধবা হৈছোঁ সিদিনাই সকলোৰে মুদা মৰিছে।"

সোণপাহিৰ এই কথাবাৰৰ লগে লগে ভাৰতে দেখিলে যেন সোণপাহিয়ে থিৰ চকুৰে তাৰপিনে চাই ৰ'ল। সেই চকুৰ দৃষ্টি যেন ভাৰতৰ অন্তৰতম হিয়া ভেদি এটা গুপুত আকাঙ্খাৰ বাতৰি দিলে। ভাৰতে চাই ৰ'ল।

হঠাৎ ক'লে, "সঁচা বৌ, সংসাৰত বিধবাৰ সৃষ্টি মাথো দুখ, কষ্ট, অতৃপ্তি আৰু কেলেঙ্কাৰীৰ বোজা ল'বলৈ। কিন্তু বৌ আমাৰতো যি হ'বলগীয়া হৈ গ'ল। সংসাৰত আৰু বেয়া বুলিবৰতো একো নৰ'ল। তথাপি আমি কিয় ভয় কৰি আমাৰ জীৱনৰ সুখ-আনন্দ, তৃপ্তি জলাঞ্জলি দিম ?"

ভাৰতৰ এই কথাত সোণপাহিয়ে একো বুজি নাপালেও ভাবিলে ভাৰতে দুখ-কষ্ট কৰি কৰি ভাগৰি পৰিছে। সেই কাৰণে আজি তাৰ অন্তৰৰ পৰা এনে কথা ওলাইছে। ভাৰতে আৰু ক'লে, "আৰু নোৱাৰোঁ, তুমি যিহকে নোকোৱা আৰু নোৱাৰোঁ।"

"কি ?"

"চোৱা তোমাৰ কাৰণে সোণৰ সংসাৰ ছাই কৰিছোঁ। পৈত্ৰিক ভেটি এৰি আহিবলগীয়াত পৰিছোঁ। কত দিন উপবাসে দিন নিয়াইছোঁ। লগে লগে সমাজৰ কেলেঙ্কাৰীৰ বোজা লৈছোঁ। কিন্তু তুমি মোক ৰক্ষা কৰা। মোক সুখ তৃপ্তিৰ পৰা বঞ্চিত নকৰিবা ?" ভাৰতৰ কথা শুনি সোণপাহিয়ে ভাবিলে ভাৰতে তাইক এৰি যাবলৈ মন কৰিছে তাই বিবুধিত পৰি তভক মাৰি ৰ'ল। ভাৰতে আকৌ ক'লে, "আমাৰ জীৱন মৰণৰ প্ৰভেদ নাই। মৰিলেও যি জড়পিণ্ড জীৱন অৱস্থাতো আমি তেনেভাৱেই কটাইছো। দুয়ো আশাহীন, আকাঙ্খাহীন হৈ মৃত্যুৰ অপেক্ষা কৰি থকা, সংসাৰৰ লাঞ্ছনা খোৱা জীৱ নহয় জানো?"

"নহয়নো আৰু কি ?"

"তেন্তে কি আশাত আমি এনেভাৱে জীৱন কটাইছোঁ। আমিতো ইচ্ছা কৰিলে সুন্দৰভাৱে সংসাৰত সুখেৰে দিন নিয়াব পাৰোঁ। আশা-আকাঙ্খাৰ তৃপ্তি কৰিব পাৰোঁ। যি সমাজে আমাক মিছা অপবাদেৰে লাঞ্ছিত কৰিছে, সেই সমাজৰ প্ৰতিশোধ ল'ব পাৰোঁ। ক'ব পাৰোঁ চা সমাজ—তহঁতৰ তলত আমাক দুখ, কষ্ট, লাঞ্ছনাৰে অতৃপ্তিৰেহে অধিকাৰী কৰিছিলা। কিন্তু তহঁতৰ বাহিৰত আহি চা আমি কেনে সুখী, কেনে আনন্দেৰে আছোঁ। আমাৰ কেনে তৃপ্তি! আমি বিধবা নহওঁ, সধবা!"

"ছিঃ কি কোৱা ?"

"তাকেই কৈছোঃ সংসাৰত্ৰে অতৃপ্তিৰ আকাৰ নহয়। সংসাৰতো কেৱল দুখৰ ছবি সৃষ্টিকাৰী নহয়। সুখ, আনন্দ, তৃপ্তি ধ্বংসৰ ঠাই নহয়"

"তুমি কি ক'ব খোজা ?"

"মই কওঁ আমি দুয়ো বিবাহিতৰ দৰে জীৱন নিয়াওঁ।"

"ছিঃ পৰকাললৈ তোমাৰ ভয় নাই ?"

"শুনা! তোমাক বউ বুলি মাতিলেও তুমিতো আচলতে মোৰ বউ নোহোৱা। সম্বন্ধ কেনে তাক জানা। আকৌ ইয়াত পৰকালৰ বিচাৰ কিয়? ইহকাল অতৃপ্তিৰ ৰাজ্য কৰি কোনে পৰকাললৈ ভাবে? কোলাৰ এৰি পেটলৈ ভাবি লাভ কি?

নেপাতো। নিজে আৰ্জি খায়ে নিজৰ ঘৰত ঠাই নাপালোঁ। সিহঁতে আমাক খেদিলে। ইয়াতো তেনে জীৱেই ভৰা। সভ্যতাৰ পৰিপূৰ্ণ হ'লেও সভ্য নামত ইয়াতো পাষণ্ডৰ প্ৰতিমূৰ্তিয়ে বিৰাজমান। সিহঁতে সকলো কৰিব পাৰে। গতিকে কাৰো ওচৰত হাত পাতি আৰু এনে জীৱন নাৰাখো লাগে যদি লঘোনতে সকলো জঁয় পৰি যাব। কথা মতে কাম, তিনিদিন লঘোনে থাকি অ'ত ত'ত ফুৰি ফুৰিশেষত সি পৰ্বতৰ পৰা খৰি কাটি, খৰি বেচা বেপাৰটোকে পইছা নোহোৱাকৈ আৰম্ভ কৰা উপায় পালে। কিন্তু হায় তাতো তাৰ বিঘিনি আছে। সি যে এই নগৰতে কত দিন থাকি পৰিছিল। কত চিনাজনা মানুহ আছে। সেইবোৰে তাক খৰি নিয়া দেখিলে কেনে চকুৰে চাব ? কিন্তু যেনে ভাবেৰেই নাচাওক আজি সি সেইবোৰলৈ নাভাবে। মানুহৰ প্ৰতিমূৰ্তি আজি তাৰ আগত কিস্তুত-কিমাকাৰ জীৱ। যেয়ে যি বোলক আজি সি সেইবোৰত মূল্য নিদিয়ে। ভাল বুলিলেও তাৰ একো লাভ নাই, বেয়া বুলিলেও তাৰ হানি নাই। সি যে আজি এখন নতুন সংসাৰত। আগৰ কালৰ ঋষি-মুণি হ'লে গহীন বননিত মানুহৰ প্ৰতিমূৰ্তি নেদেখা ঠাইত ফল-মূল আহাৰ খাই থাকিলেহেঁতেন কিন্তু তাক জীৱন ধৰিবলৈ আজি খোৱা-লোৱা আহাৰ লাগিবই। সেই কাৰণে মানুহৰ সংসৰ্গ এৰিব নোৱাৰে। ইপিনে অত্মহত্যাও সি আজি কৰিব নোৱাৰে। কিয়নো তাৰ দায়িত্ব আজি অতুলনীয়। সিযে আজি সমাজৰ এজনা লাঞ্ছিতা, মিছা গৰিহণা খোৱা দুৰ্বলী অবস্থাৰ তিৰোতাক ৰক্ষা কৰিব লাগিব। সমাজে একে উশাহে মূলমন্ত্ৰ ত্যাগ কৰাৰ দৰে ত্যাগ কৰিলেও সি যে তাক তাৰ জীৱন থাকেমানে এই লাঞ্ছিতা, আশ্ৰয়হীনা তিৰোতাজনীক নিজৰ বাউসীৰ বলেৰে ভৰণ-পোষণ দিব লাগিব। সংসাৰৰ দিন-ডকাইতৰ পৰা ৰক্ষা কৰিব লাগিব। নৰপাষণ্ড উচ্ছৃঙ্খল যুৱকৰ পাশৱিক বলৰ পৰা নিৰাপদে ৰাখিব লাগিব। সেই কাৰণেই সি সকলো এৰি দাখন লৈয়ে খৰি কটাত মনোযোগ দিলে। নিতৌ সি খৰি কাটে, আনে বেচে। শিক্ষিতক দেখিলে সি নাক কোঁচায়। চিনা জনা দেখিলে মনে মনে যায়। বামুণ সজ্জন দেখিলে সি ঘৃণাৰ চকুৰে এবাৰ চকু ফুৰায় আৰু নিজৰ কৰ্তব্যত লাগে। ধনী দেখিলে সি মিচিকীয়া হাঁহি মাৰি যায়। দুখীয়া দেখিলে এটা সহানুভূতিৰ দৃষ্টি পেলায় এটা হুমুনিয়াহ কাঢ়ে আৰু অন্তৰ্দ্ধান হয়। এনেভাবে সি দিন নিয়াব ধৰিছে। কোনে ক'ব সঁচাকৈ সি মানুহেই নে বলিয়াহে। সংসাৰত তাৰ তৃপ্তি নাই ; কিন্তু সি সংসাৰত থাকিবলৈ বাধ্য। সমাজত তাৰ বিশ্বাস নাই, সমাজৰ লগতে লেনা-দেনা কৰিবলগীয়াত পৰিছে। যৌৱন, প্ৰেম, তিৰোতা সি সকলো ঘৃণা কৰিলেও সি ভৰযুৱতী ৰূপ লাৱণ্যৰে ভৰা সোণপাহিৰ লগত দিন নিয়াব ধৰিছে। জীৱন খন্তেকতে গ'লেও সি ভাল পায় যদিও সি তাৰ জীৱনটো দীঘলীয়া কৰি এই সমাজৰ লাঞ্ছিতা, আশ্ৰয়হীনা তিৰোতাজনীক ৰক্ষা কৰিবলৈ যিমান দিনলৈ পাৰে ঈশ্বৰক খাটিছে। ধন্য তাৰ ভাগ্য। ধন্য তাৰ ঈশ্বৰৰ ইচ্ছা !

(৯)

দিনৰ পিছত দিন উকলিল। নিতৌ কাম কৰি নিতৌ মানুহৰ লগত লেনা-দেনা কৰি, কথা-বতৰা পাতি, নিতৌ খোৱা-লোৱা দিহা কৰি, ঘৰত সোণপাহিৰ লগত মাজে মাজে সুখ-দুখৰ কথা পাতি আৰু তাত লাহে লাহে মনৰ উত্তেজনা কমি আহিল। সংসাৰলৈ তাৰ ধাউতি নহ'লেও তাৰ মনত সিমান বৈৰাগ্য ভাব নাই। মানুহক সমূলি বিশ্বাস নকৰিলেও সি সোণপাহিক সম্পূৰ্ণ বিশ্বাস কৰে। সমাজক নৰ পিশাচৰ দল বুলি ভাবিলেও সি এতিয়া সমাজৰ ৰং, ধেমালি, পূজা-পাতল, দেৱ-দেৱী চায়; বা সোণপাহিকো কেতিয়াবা সুবিধা পালে দেখুৱায়। নিজৰ কৰ্তব্যৰ বাহিৰে নিজ দেহলৈ একো নাজানিলেও সি সোণপাহিলৈ দুই-এখনি ভাল কাপোৰ কানি, ভাল খোৱা-লোৱাৰ বস্তু মাজে সময়ে আনে। দিনৰ লগে লগে তাৰ মনত যেন কিবা এটা উকতাভাবে ঠাই লৈছে, সিদিনা সোণপাহিয়ে ভাত-পানী বাঢ়ি বৈ আছে, তাৰত অহা নাই। বহুত ৰাতি হৈ যোৱাৰ পিছত সি আহি "বৌ" বুলি মতাত সোণপাহিয়ে টোপনিৰ পৰা উঠি দুৱাৰ মেলি দিলে। সি সোমাল। কিন্তু আজি তাৰ মনত স্বাভাৱিক অৱস্থা নাই। সি চঞ্চল, চকু তাৰ ৰঙা। সোণপাহিয়ে দুৱাৰ মেলোঁতেই সি ক'লে,"বউ ভাত খালা ?"

"নাই খোৱা। তুমি অহালৈ বাট চাই আছোঁ।"

"মই অহালৈ কিয় ? মই তোমাৰ কোন ?"

সোণপাহিয়ে কথাৰ উত্তৰ নিদি ভাত উলিয়াই তেওঁৰ আগত দিলে। সি বহি ভাত খাব ধৰিলে সঁচা, কিন্তু তাৰ মনটো যেন আজি উকতা। সি ভাত খাই খাই ওচৰত বহি থকা সোণপাহিলৈ এবাৰ ৰ' লাগি চাই ৰ'ল। তাৰ পিছত

আকৌ ভাতৰ গৰাহ মুখত দিলে। এনেভাৱে খাই খাই সি মাজে মাজে একোবাৰ থৰ হৈ কি চায় কোনে জানে? যিয়ে নহওক সি এবাৰ ক'লে, "মোৰ আজি ভাত খাবলৈ সমূলি ইচ্ছা নাই।"

সোণপাহিয়ে ক'লে, "তোমাৰ মুখখন কিয় এনে গোন্ধাইছে ? তুমি কিবা খাইছা ?"

ভাৰতে এইবাৰ থৰ হৈ চাই থাকি লাহেকৈ মুখখন ধুই ক'লে, "একো খোৱা নাই, মোৰ মনতো কেনেবা কেনেবা লাগিছে। বাৰু তুমি ভাত খোৱা।" সোণপাহিয়ে ভাত খাব ধৰিলে। ভাৰতে লাহেকৈ তাৰ ধানখেৰ পৰা শোৱা-পাটীত পৰি তামোল চোবাব ধৰিলে। এনেতে সোণপাহিয়ে খাই বৈ অতাই তাইৰ অলপ নিলগৰ শোৱা-পাটীলৈ যাব ধৰোতে হঠাৎ তাৰ চকুৱে চকুৱে পৰিল। সি অলপপৰ কিবা ভাবি এবাৰ ক'লে, "বৌ এটা কথা শুনা।"

সোণপাহিয়ে সুধিলে, "কি ?"

"চোৱা বৌ কাৰ কাৰণে আজি মোৰ এনে দশা ?"

"কাৰ কাৰণে ?"

"তোমাৰ কাৰণে নহয় জানো ?"

সোণপাহিয়ে নামাতিলে, কেৱল তাৰ পিনে চাই ৰ'ল।

ভাৰতে ক'লে, "মানুহৰ জনম কিহৰ কাৰণে ?"

"ক'ব নোৱাৰো।"

"সংসাৰত সুখ, তৃপ্তি আৰু আনন্দ পাবলৈ জানো নহয়? কিন্তু আমাৰ সেইবোৰ এটাও নোহোৱা হৈছে।"

"ঈশ্বৰেহে আমাৰ কপালত সেইবোৰ লিখিব ? যিদিনাই বিধৱা হৈছোঁ সিদিনাই সকলোৰে মুদা মৰিছে।"

সোণপাহিৰ এই কথাবাৰৰ লগে লগে ভাৰতে দেখিলে যেন সোণপাহিয়ে থিৰ চকুৰে তাৰপিনে চাই ৰ'ল। সেই চকুৰ দৃষ্টি যেন ভাৰতৰ অন্তৰতম হিয়া ভেদি এটা গুপুত আকাংক্ষাৰ বাতৰি দিলে। ভাৰতে চাই ৰ'ল।

হঠাৎ ক'লে, "সঁচা বৌ, সংসাৰত বিধৱাৰ সৃষ্টি মাথো দুখ, কষ্ট, অতৃপ্তি আৰু কেলেঙ্কাৰীৰ বোজা ল'বলৈ। কিন্তু বৌ আমাৰতো যি হ'বলগীয়া হৈ গ'ল। সংসাৰত আৰু বেয়া বুলিবৰতো একো নৰ'ল। তথাপি আমি কিয় ভয় কৰি আমাৰ জীৱনৰ সুখ-আনন্দ, তৃপ্তি জলাঞ্জলি দিম ?"

ভাৰতৰ এই কথাত সোণপাহিয়ে একো বুজি নাপালেও ভাবিলে ভাৰতে দুখ-কষ্ট কৰি কৰি ভাগৰি পৰিছে। সেই কাৰণে আজি তাৰ অন্তৰৰ পৰা এনে কথা ওলাইছে। ভাৰতে আৰু ক'লে, "আৰু নোৱাৰোঁ, তুমি যিহকে নোকোৱা আৰু নোৱাৰোঁ।"

"কি?"

"চোৱা তোমাৰ কাৰণে সোণৰ সংসাৰ ছাঁই কৰিছোঁ। পৈত্ৰিক ভেটি এৰি আহিবলগীয়াত পৰিছোঁ। কত দিন উপবাসে দিন নিয়াইছোঁ। লগে লগে সমাজৰ কেলেঙ্কাৰীৰৰ বোজা লৈছোঁ। কিন্তু তুমি মোক ৰক্ষা কৰা। মোক সুখ তৃপ্তিৰ পৰা বঞ্চিত নকৰিবা ?" ভাৰতৰ কথা শুনি সোণপাহিয়ে ভাবিলে ভাৰতে তাইক এৰি যাবলৈ মন কৰিছে তাই বিবুধিত পৰি তভক মাৰি ৰ'ল। ভাৰতে আকৌ ক'লে, "আমাৰ জীৱন মৰণৰ প্ৰভেদ নাই। মৰিলেও যি জড়পিণ্ড জীৱন অৱস্থাতো আমি তেনেভাৱেই কটাইছো। দুয়ো আশাহীন, আকাংক্ষাহীন হৈ মৃত্যুৰ অপেক্ষা কৰি থকা, সংসাৰৰ লাঞ্ছনা খোৱা জীৱ নহয় জানো?"

"নহয়নো আৰু কি ?"

"তেন্তে কি আশাত আমি এনেভাৱে জীৱন কটাইছোঁ। আমিতো ইচ্ছা কৰিলে সুন্দৰভাৱে সংসাৰত সুখেৰে দিন নিয়াব পাৰোঁ। আশা-আকাংক্ষাৰ তৃপ্তি কৰিব পাৰোঁ। যি সমাজে আমাক মিছা অপবাদেৰে লাঞ্ছিত কৰিছে, সেই সমাজৰ প্ৰতিশোধ ল'ব পাৰোঁ। ক'ব পাৰোঁ চা সমাজ—তহঁতৰ তলত আমাক দুখ, কষ্ট, লাঞ্ছনাৰে অতৃপ্তিৰেহে অধিকাৰী কৰিছিলা। কিন্তু তহঁতৰ বাহিৰত আহি চা আমি কেনে সুখী, কেনে আনন্দেৰে আছোঁ। আমাৰ কেনে তৃপ্তি! আমি বিধবা নহওঁ, সধবা!"

"ছিঃ কি কোৱা ?"

"তাকেই কৈছোঃ সংসাৰতো অতৃপ্তিৰ আকাৰ নহয়। সংসাৰতো কেৱল দুখৰ ছবি সৃষ্টিকাৰী নহয়। সুখ, আনন্দ, তৃপ্তি ধ্বংসৰ ঠাই নহয়"

"তুমি কি ক'ব খোজা ?"

"মই কওঁ আমি দুয়ো বিবাহিতৰ দৰে জীৱন নিয়াওঁ।"

"ছিঃ পৰকাললৈ তোমাৰ ভয় নাই ?"

"শুনা। তোমাক বউ বুলি মাতিলেও তুমিতো আচলতে মোৰ বউ নোহোৱা। সম্বন্ধ কেনে তাক জানা। আকৌ ইয়াত পৰকালৰ বিচাৰ কিয়? ইহকাল অতৃপ্তিৰ ৰাজ্য কৰি কোনে পৰকাললৈ ভাবে? কোলাৰ এৰি পেটলৈ ভাবি লাভ কি?

এইবুলি কৈয়ে ভাৰতে ততালিকে উঠি সোণপাহিৰ হাতখন ধৰিলে।

সোণপাহিয়ে ক'লে, "ছিঃ এৰা। তুমি পাহৰিছা, মই বিধৱা! তুমি ৰক্ষক হৈ ভক্ষক হ'ব খোজা? মোক ৰক্ষা কৰা।" বুলিয়েই হাতখন কোঁচাই নিলে। ভাৰতে ক'লে, "শুনা তুমি মোক আৰু ডেইপুৰি নামাৰিবা। তোমাৰ কাৰণে মোৰ গোটেই জীৱনটো এনেয়ে কটাব নিদিবা। সুখ-শান্তিক সহচৰ কৰি মোক আকৌ কৰ্মক্ষেত্ৰত জঁপিয়াই পৰিব দিয়া।"

সোণপাহিয়ে ক'লে, "মোক সমাজে এৰিছে, জাতি কুটুমে এৰিছে, কিন্তু মই নিজে এতৰিও পিছলা নাই বুলি এতিয়াও শত দুখ কষ্ট সহিও সুখেৰে আছোঁ। তুমি মোৰ সৰ্বনাশ নকৰিবা। মোৰ সকলো নষ্ট কৰি ইহকাল-পৰকালৰ গতি নষ্ট নকৰিবা। মই যে তেওঁৰ বাহিৰে কাকো নেজানো।"

এই কথাত ভাৰতে থমক খালে। সোণপাহিয়ে ক'লে, "সমাজে আমাক হাজাৰ অপবাদ দিলেও আমি যে সত্যপথত আছো সেইটো বুজিও আমাক ঈশ্বৰে বিপদতো সহায় কৰি আছে। নহ'লে যে কি হ'লহেঁতেন ?"

"বিপদ আৰু বিপদ কৰি ঈশ্বৰে আমাক কি কৰিব ? কেৱল এই দেহা দুটা সিফলীয়া কৰিব। এয়েতো ? তাৰ উপৰি আৰু কি বিপদ কৰিব ? যি সমাজ মাথোঁ লাঞ্ছনাৰ প্ৰতিমূৰ্তি সেই সমাজত ঈশ্বৰৰ হাত নাই। হাত আছে কেৱল আমাৰ দুয়োৰে ওপৰতহে। আৰু চোৰা সমাজ মানি চলিব দিছে ! সমাজেতো আমাক দুয়োকে উলিয়াই দি আমাৰ সুখ তৃপ্তিৰ সকলো সুবিধা দিছে। আমাক পুণ্যৰ পথলৈ টানি নিব এৰি পাপৰ পথলৈ আনন্দেৰে যাব দিছে। ভাগ্যে মই তোমাৰ লগত আহিছোঁ। নহ'লে বা তোমাৰ কি বিলাই হ'লহেঁতেন, কোন অজাতিৰ হাতত কত লাঞ্ছনা হ'লহেঁতেন। তেতিয়াই তোমাৰ সতিত্বই বা ক'ত ৰ'লহেঁতেন ? পাপী সমাজে তোমাৰ পাপৰ পথত ভেটা নিদি তোমাৰ অনন্ত পাপ, অবিচাৰৰ দুৱাৰ মুকলি কৰি দিছে। এনে ধৰণে যে কত বিধৱাৰ সঁচাই হওক, মিছায়ে হওক আলাই-আথানি কৰি সিহঁতক, পাপৰ পৰা ৰক্ষা নকৰি সকলো চুৰমাৰ কৰ কাকো মুছলমানী, কাকো খিচাৰিণী, কাকো ব্যাভিচাৰিণী সজাইছে। তেন্তে তুমি মোক ভয় কৰি পলাব খোজা কিয়? মই নহ'লে কত পাষণ্ডই তোমাৰ সৰ্বনাশ কৰিব। আনদিনে সদায় অতৃপ্তি, অসুখ লৈয়ে ময়ে বা কেনেকৈ জীৱন নিয়াওঁ ? তোমাৰ সমাজে যি পথলৈ আগবঢ়াই নিছে সেই পথৰ পথিক হোৱা। তুমি বিধৱা হ'লেও মোক স্বামীৰূপে গ্ৰহণ কৰি সুখ-আনন্দ-তৃপ্তিৰ পথ মুকলি কৰা। জড় দেহত প্ৰাণৰ সঞ্চাৰ কৰা।"

"ভাৰত ! ভাৰত ! আৰু তেনে পাপ কথা কৈ ভয় নেদেখুৱাবা। মই বৰ দুখুনী! তুমি মোক আশ্ৰয় দি গছৰ গুৰিত নাকাটিবা।" এইবুলি কৈয়ে সোণপাহিয়ে নিজৰ শোৱা-পাটী পালেগৈ। ভাৰতে বিবেকৰ খুন্দা খাই উঠি গৈ নিজৰ শোৱা-পাটীত পৰি ভাবিয়ে ৰ'ল।

## (১০)

সোণপাহিয়ে কথমপি শুলেগৈ সঁচা কিন্তু তাইৰ মনত কত ভাবে ভূঁইকঁপ তুলিলে। তাই সকলো কথা যিমানেই পাহৰিব খুজিলে সিমানেই ভয়ঙ্কৰ ৰূপে তাইক ব্যাকুল কৰিলে। যৌৱন কালৰ লুকাই থকা কাম ৰূপ সৰ্পই তাইক আগচি ধৰিলে। চৌদিশে স্পৃহা উজ্বলি উঠিল। সেই স্পৃহাৰ লগে লগে দেখিলে ভাৰতৰ সুন্দৰ স্পৃহা উথলি উঠিল। সেই স্পৃহাৰ লগে লগে দেখিলে ভাৰতৰ সুন্দৰ ৰূপ, কেঁকোৰা-কেঁকুৰি চুলি, লনি হাত-মুখৰ উজ্জ্বলতা। তাই ভাবি ভাবি ব্যাকুল হ'ল। বল কৰি তাই সকলো পাপ ভাব পাহৰিব খুজিলে। কিন্তু যৌৱনৰ উলাহী পাল আপোনা-আপুনি নাচি উঠিল। ইমানদিনে ফুটো নুফুটো হৈ থকা মনৰ গুপুত আশা বিৰিঙি ওলাল। ভাবোতে ভাবোতে হঠাৎ তাইৰ অলপ চকু চিলমিলকৈ টোপনি গ'ল। সেই টোপনিতে তাই সপোন দেখিলে যেন তাইৰ কাষতে ভাৰতে বহি হাতেৰে তাইৰ চুলি চিকোণাই দিছে। তাইৰ ৰাঙলী গালত এটা মধুৰ চুমা যাচিছে। হঠাৎ তাই সাৰ পালে। সপোন ভাঙিল। কিন্তু ভাবৰ অন্ত নহ'ল। তাই উঠি চালে ভঙা বেৰৰ মাজেৰে অনন্ত আকাশৰ সুন্দৰ জোনাক কুঠৰিৰ ভিতৰত পৰিছে। দেখিলে সেই জোনাকত দূৰৈৰ শোৱা-পাটীত ভাৰতে নিশ্চিন্ত মনে গম্ভীৰভাৱে শুই আছে। তাই দেখিলে তাৰ মুদা সুন্দৰ চকুযুৰি, ক'লা ভ্ৰূ-যুগল, মনোহৰ ওঁঠ দুটি। খন্তেক থৰ হৈ চাই থাকিল। ভাৰতৰ মনোহৰ শৰীৰ গঠন, উজ্জ্বল কান্তি চাই তাই আপোন পাহৰা। তাইৰ মনত খেলাল আৰু অলপ আগেয়ে এই সুন্দৰ যুৱকেতো তাইক আঁকোৱালি ধৰিব খুজিছিল। সন্ত সুন্দৰ মনোমোহা কথা কৈছিল। এতিয়াই ওচৰ চাপিলে তাইক কেনে মধুৰ সম্বোধনেৰে তাপিত পৰাণ শীতল কৰিব। তাইৰ

উত্তেজনা বাঢ়িল। লাহে লাহে উঠি বহিল যাওঁ নেযাওঁ ভাবেৰে এখোজ দুখোজকৈ আগবাঢ়ি লাহে লাহে ভাৰতৰ শোৱা-পাটীৰ কাষ পালেগৈ। ভাৰতৰ কাষত বহিল। টোপনিত লালকাল হৈ থকা ভাৰতৰ মুখটো লাৰি চাৰি দিব ধৰিলে। এবাৰ আনন্দমনে চমকতে ভাৰতৰ শুৱনি মুখখনিত এটা চুমা খালে। ভাৰতে হঠাৎ সাৰ পালে। ভাৰতৰ চকুৱে চকুৱে তাইৰ চকু পৰিল। চাৰি চকু মিল হ'ল। তাইৰ সুন্দৰ হাতখনিৰে ভাৰতৰ হাতখন ধৰিলে। দুয়োৰে মনত বিজুলী চমকে এটা ভাবৰ তৰঙ্গ বৈ গ'ল। দুয়োৰো শৰীৰ তপত হৈ উঠিল। হঠাৎ ভাৰতে ক'লে, "ছিঃ ছিঃ তুমি বৌ।"

সোণপাহিয়ে কি ক'ব, কি নক'ব ভাবত বিমোৰ হৈ থৰ হৈ ৰ'ল। কেৱল তাইৰ এটা আকুল দৃষ্টিৰে ভাৰতক আক্ৰমণ কৰিলে। ভাৰত ক'ব নোৱাৰোঁ হঠাৎ কিয় কৈ পেলালে, "বুজিছো সমাজে তোমাক কিয় খেদিছে। বুজিছোঁ তুমি আচলতে দোষী। সমাজৰ ভিতৰত থাকিলে তুমি বহুতৰে সৰ্বনাশ কৰিবা। তুমি সঁচাকৈ সাইলাখ বেইসা।" বুলিয়েই ভাৰত উঠি বহিল। এটা ঘৃণাৰ চাৱনিৰে চাই দুৱাৰমুখ পালে। যি ভাৰতে ক্ষন্তেক আগেয়ে আকুল হৈ তাইৰ সকলো হৰণ কৰিব ওলাইছিল, সকলো পাপ কথা মুখত লাগবান্ধ নোহোৱাকৈ বলকি গৈছিল, সেই ভাৰতে তাইক বেইসা বুলি ঘৃণা কৰিলে। সমাজৰ ন্যায় বিচাৰ মুৰ পাতি স্বীকাৰ কৰিলে। সমাজৰ অত্যাচাৰ লাঞ্ছনাৰ গুৰুত্ব পাহৰি দুৰ্বচনা অবলা সোণপাহিৰ সকলো দোষ দেখা পালে। খন্তেক আগেয়ে কাম ভাব লৈ সি পাশবিক আচৰণেৰে অবলাক নষ্ট কৰিব ওলাইছিল ; এতিয়া সিয়ে আকৌ জ্ঞানগৰ্ভ কথাৰে তাইক অলপ পিছলা দেখিয়েই ঘৃণা আৰু অপমান কৰিলে। তাৰ কাৰণ কি ? পুৰুষৰ পুৰুষাণুক্ৰমে চলি অহা স্বাৰ্থপৰতাৰ বাহিৰে আন কি কাৰণ হ'ব? পুৰুষে হাজাৰ পাপ কৰিলেও সুন্দৰ। কিন্তু নাৰীয়ে অলপ পিছলিলেই সমাজৰ ছেই ছেই খোৱা, পুৰুষৰ উপলুণ্ডাৰ বস্তু হোৱা চিৰকাল চলি আহিছে। সেই নিয়মৰ বাহিৰ হোৱা ভাৰতৰ সম্ভৱ নহ'ল। অথবা যেতিয়া ভাৰতে তাইৰ ৰূপ যৌৱনৰ পোহৰত আকুল হৈ তাইৰ সকলো সৰ্বনাশ কৰিব ওলাইছিল তেতিয়া তাই পোনছাটে গুচি যোৱাত ভাৰতৰ বিবেকে ভাৰতক আকৌ আন ৰাজ্যলৈ টানি আনিছিল। ভাৰতৰ ভাব হৈছিল যেন সি ভুল কৰিছে। ভয়ঙ্কৰ ভুল কৰিছে। অবলা আশ্ৰয়হীনা তিৰোতাক অত্যাচাৰ কৰিব ওলাইছে। ৰক্ষক হৈ ভক্ষক হ'ব ধৰিছে। সি যেন মহাপাপী। এনেভাৱে বিভোৰ হৈ থাকোঁতে তাৰ টোপনি আহিছিল। এনে অৱস্থাত সাৰ পাই সোণপাহিক তেনেভাৱে ওচৰত পাই তাৰ গা শিয়ৰি উঠিল। তাৰ ভাব হ'ল যেন সোণপাহিৰ আগেয়ে পোনছাটে গুচি যোৱা অৱস্থা মাথোঁ ভুৱা। তাই মিছায়ে ভাল ভাব দেখুৱাইছে। কিন্তু অলপ আসে পাইয়ে সকলো লাজ হুকুম পাহৰি তাই তাক সৰ্বনাশৰ পথলৈ টানি নিব ধৰিছে। তাই আগেয়ে কৰা পাপৰ শাস্তি পায়ো নিলাজীৰ দৰে আকৌ পাপৰ পথকে আকোঁৱালি ধৰিছে। সেই কাৰণে তাৰ ঘৃণা, তাৰ খং সুন্দৰভাৱে ফুটি উঠিল। সি সোণপাহিক এৰিয়েই দুৱাৰমুখ পাইয়ে দুৱাৰ মেলি অনন্ত আকাশৰ তলত হাজাৰ হাজাৰ তৰাৰ ফুলৰ তালুকি ভালুকি দেখি, প্ৰকৃতিৰ চৌদিশে মনোহৰ দৃশ্য আৰু সু-শীতল বাও পাই হাজাৰ হাজাৰ ভাবত ব্যাকুল হ'ল। সি ভাবিলে এপিনে স্বৰ্গীয় আনন্দ, সৌন্দৰ্য, আনপিনে নৰক, পাপ, কুৰূচ, কদৰ্য । সি ভাবিলে এতিয়া তাৰ কৰ্তব্য কি ? সি সত্যৰ কাৰণে সমাজ এৰি কেলেঙ্কাৰিৰ বোজা লৈ, দীন-দুখীয়া, ভিকহুৰ দৰে জীৱন নিয়াইছে, অবলা আশ্ৰয়হীনা, লাঞ্ছিতা এজনীক ৰাখিবলৈ শত কণ্টক মুৰ পাতি লৈছে কিন্তু সেই অবলাই যদি পাপৰ পথ মুক্ত কৰি পাপ সাগৰত তাকো টানি নিব খোজে। তেন্তে কি সাহেৰে সি তাইৰ ৰক্ষক হৈ থাকিব ? সমাজক ডেৱাই সি তাইৰ লগৰীয়া হ'ব । এজনী বেইসাক প্ৰশ্ৰয় দি তাইৰ সহায়-হৈ সি কি ভাল কৰিব গৈছে ? এনেভাৱে প্ৰশ্ৰয় দিয়া মানে যে মাথোঁ পুণ্যৰ পথ এৰি পাপক প্ৰশ্ৰয় দিয়া। সি ভাবিলে অলপ খুট পাইয়ে সমাজে আঁতৰ কৰা বিধিতো ভুল নাই। নহ'লে অলপ সৰু খুদ খহুৱে যে দুষ্ট ব্যাধি হৈ সমাজৰ সৰ্বনাশ কৰিব। সি ভাবি ভাবি লাহে লাহে নৈৰ পাৰ পালেগৈ। সুন্দৰ জোনাকত বিশাল লুইতত অপৰূপ দৃশ্য চাই সি আপোন-পাহৰা হ'ল। সি ভাবিলে ৰাতি কিয় মানুহে আন্ধাৰতে শুই স্বৰ্গীয় সৌন্দৰ্য এৰি কুৰূচ পপীয়া ভাবত আপোন-পাহৰা হৈ থাকে। অনন্ত মুকলি বায়ু এৰি ঘৰৰ চুকত টোপনিত লালকাল হৈ থাকে। ভাবোঁতে ভাবোঁতে সি ভাবিলে সি কি কৰিব ? সোণপাহিক এৰি যাব নে নেযাব ? আৰু এৰি গ'লেও আকৌ সি গাঁৱলৈ উভতিবনে ? সি ভাবিলে সি উভতি গ'লে সমাজে প্ৰায়শ্চিত্ত কৰি তাক সুমুৱাই ল'ব। কিন্তু সি কিয় মিছাতে প্ৰায়শ্চিত্তৰ বোজা দাঙি ল'ব ?

তদুপৰিও সিহঁতে যে এতিয়া কত উপলুঙা, ঠাট্টা-মস্কৰা কৰিব। তেন্তে সি কি কৰিব? বিদেশলৈ যাবনে ? বিদেশত গৈযে বা তাৰ লাভ কি ? আশাহীন, আখাঙ্খাহীন এটা জীৱনৰ বোজা লৈ কিয় সি দেশ বিদেশ অনাই বনাই ফুৰিব। সি ভাবিলে তাৰ জীৱনত আৰু আৱশ্যক নাই। তাৰ দায়িত্ব আজি আপোনা-আপুনি সুলকি পৰিছে। এদিন জীৱনৰ দুৱাৰ ডলিত সি ভাবিছিল, সি আহিছে সমাজ সংস্কাৰ কৰিবলৈ, কিন্তু সেই উদ্দেশ্যে সফল নৌহওঁতেই সমাজে আগেয়ে তাক ছেই ছেই কৰি সমাজৰ সংস্কাৰ কৰা বাটৰ সকলো দুৱাৰ বন্ধ কৰি দিলে। তাৰ পিছত এজনী অবাবতে লাঞ্ছিতা, আশ্ৰয়হীতা তিৰোতাৰ সকলো দয়িত্ব লৈ আজি কেইমাহ কটাইছে। যেন জগতত আৰু তাইক সহায় কৰাৰ বাহিৰে, তাইক ৰক্ষা কৰাৰ বাহিৰে আন একো কৰ্তব্য নাই। আজি ঈশ্বৰৰ ইচ্ছাত সেই কৰ্তব্যও আপোনা-আপুনি নোহোৱা হ'ল। আজি তাৰ আৰু জীৱনত প্ৰয়োজন কি ? তেন্তে এই সৌন্দৰ্যত খেলি থকা সুন্দৰ জোনাকতে সি আজি বহল লুইতত তাৰ দুখ কষ্টৰ মেটমৰা ভাৰ বোৱা দেহ অৰ্পণ কৰিব। জগতত তাৰ নাম লুপ্ত হ'ব। উদ্দেশ্যবিহীন, আশাহীন, পপীয়া জীৱন কামত নলগা আলাইবাদু লুইতৰ পানীত ভঁহাই দিব। এই ভাবিয়ে সি খন্তেকো আৰু একো নাভাবি লাহে লাহে পানীত নামিল। এখুজি দুখজিকৈ এবুকু পানী পালে। আজি তাৰ শীতৰ চেঁচালৈ মন-কাণ নাই। সংসাৰৰ নেওচা-কেওচা খোৱা, কামত নলগা দেহত শীত গ্ৰীষ্ম কি ? আৰু দুখোজ সি অসীমৰ লগত মিলি যাব। সি খন্তেক থিয় হ'ল। জগতৰ মনোৰম আকাশ, সুন্দৰ ঢৌৰ খেল, প্ৰকৃতিৰ মধুৰ দৃশ্য এবাৰ থৰ হৈ চালে। সু-শীতল জোনাকৰ হাঁহি ভৰা মুখৰ চঞ্চলতা আৰু লুইতৰ গাম্ভীৰ্যৰ সামঞ্জস্য চাই ৰ'ল। তাৰ পিছত এবাৰ সুদূৰলৈ চাই কোন অনন্তৰ সিপাৰত ঈশ্বৰ আছে এবাৰ অনুভৱ কৰিবলৈ চেষ্টা কৰিলে। তাৰ মনত খেলালে সি আৰু এখোজ ল'লেই জগতৰ সকলো সৌন্দৰ্য তাৰ চকুৰ পৰা চিৰকাললৈ অন্ত হ'ব। সি সেইদৰে থিয় হৈ তাৰ অতীত জীৱনী এবাৰ ভাবি ৰ'ল। মানুহৰ পুনৰ জন্মৰ কথা ভাবিলে। আকৌ কি সি ভৱিষ্যতত ইয়ালৈ আহিব লাগিব। এই দয়া মমতাশূন্য সমাজৰ লগত এই পাপ-পুণ্য জ্ঞান নোহোৱা তিৰোতাৰ লগত আকৌ মিলিব লাগিব। হঠাৎ তাৰ ভাব হ'ল—সিতো যাবই—কিন্তু সোণপাহিৰ তাৰ অবিহনত কি হ'ব ? সেই অবলা, আশ্ৰয়হীনা অবলাৰ কত দুৰ্গতি হ'ব ? হয়তো তাই সমূলি বুৰিব জগতৰ নৰ পিশাচৰ লগত তাইৰ পপীয়া আশা মিলাই তললৈ আৰু তললৈ ভাহি যাব। সেই ভাবে আকৌ তাৰ গা শিয়ৰাই তুলিলে। সি ভাবিলে এদিন সমাজে তাইক পাপৰ দুৱাৰত নিদি মুকলি কৰি দিয়াৰ কাৰণে সি দুবিছিল। আজি সি নিজেই তাকে কৰিবলৈ গৈছে। তাৰ মৃত্যু মানেই যে সোণপাহিৰ ঘে আলাই আথানি। তাৰ অবিহনত কত উচ্ছৃঙ্খল যুৱকে তাইৰ আশ্ৰয় ল'ব, কোন মুছলমানে তাইক হৰণ কৰিব। সি ভাবিলে তাৰ মৃত্যু হ'লেই যে যি অলপ বান্ধ আছে, সেই বান্ধো এৰি দি সোণপাহিৰ পাপৰ পথ মুকলি কৰি দিয়া হ'ব। ইয়াৰ কাৰণে যে সিয়েই দোষী হ'ল। অৱশ্যে তাই অলপ ভুল কৰিলেও সেই ভুল শুধৰাবলৈ যে এতিয়াও সময় আছে। সি নিজে সংযম লৈ কাম কৰিলে যে আৰু তাৰ প্ৰশ্ৰয় পাব নোৱাৰে। সোণপাহিৰ সৰ্বনাশী পথৰ ভেটা পাব পাৰে। এইবুলি সি আৰু দুখোজ পিছুৱালে। এবাৰ ভাবিলে জীৱন-মৰণতো নিজৰ হাতত নহয়। হয়তো আজি সি জীয়াই থাকিব পাৰে, কাইলৈতো কিবা বেমাৰ হৈও মৰিব পাৰে। কাইলৈতো সোণপাহিৰ সেই একে অৱস্থাই হ'ব। তেন্তে আজিয়েই সেই জীৱনৰ অন্ত পৰক। সোণপাহিৰ ভৱিষ্যত ভাবি সকাম নাই। কিন্তু হায় স্বাভাৱিক যি মৰণ হ'ব তাৰ বাবে সি দোষী নহয়। কিন্তু সি দোষী হ'ব যদি সি নিজে মৃত্যুক আলিঙ্গন কৰি সোণপাহিক আলাই-আথানি কৰে। সি আৰু খন্তেকো নৰ'ল। তাৰ যে সমূলি ভুল হৈছে সি হৃদয়ঙ্গম কৰিলে। সি ততালিকে উভতিল। ততালিকে আকৌ তাৰ ঘৰ পালেগৈ। তাৰ মনত ভাব হ'ল জানোচা লাজ ভয়তে সোণপাহিয়ে কিবা অঘটন ঘটালে। সি ঘৰ পাই দেখিলে সোণপাহি তাত নাই। তাৰ গা শিয়ৰি উঠিল। তেন্তে কি সোণপাহি ক'ৰবালৈ গ'ল। তাইৰ ভুলৰ কথা ভাবি চিৰকাললৈ ভুল সংশোধন কৰিবলৈ আগবাঢ়িল। সি সৰু ঘৰটিৰ চৌকাষে চালে। কিন্তু সোণপাহি নাই।

(১১)

সোণপাহি আৰু ভাৰতক সমাজে উলিয়াই দি ভকত-সেৱা শেষ কৰিলে। দিনৰ পিছত দিন উকলিল কাৰো মুখত আৰু সোণপাহি বা ভাৰতৰ স্মৃতি নাই। গাঁৱলীয়া সমাজ নিজৰ খোৱা লোৱা কৰ্তব্যতে বিভোৰ । কাণী বুঢ়ীয়ে আৰু

কাৰ ক'ত অমঙ্গল কৰিব পাৰে তাৰে চিন্তাত ব্যাকুল। য'তে ত'তে তাইৰ ওফাইডাংমেৰা কথা, য'তে ত'তে তাই কৰো বুলিলে সকলোকে কৰিব পৰা শক্তিৰ প্ৰদৰ্শনী। হা কি কব অমুকীয়ে ভাৰতৰ কি নকৰিলোঁ, সি বপুৰাই মোৰ লগত যোৰ পাতে। পিছে মজাপালি নাপালেনে? বোলে আঁউসী ৰাতি যি থাপনা পাতিম তাত মহাদেউ সৰগৰ পৰা বলদত উঠি নামি আহি বৰ দিয়ে। কালি পূজা কৰোঁতে মহাদেৱে কৈছে হেনো গাঁৱত মহামাৰী আহেহে। নাহিবই বা কিয়, ধৰ্ম কৰ্মৰ জ্ঞান নাই। বোৱাৰী বেটীবো উৰিয়লি নোহোৱা অবস্থা। এক সোণপাহিয়ে গাঁৱৰ সকলো নষ্ট কৰিলে।" এজনীয়ে সুধিলে "আই মাউৰ কেতিয়া হ'ব?

"কেতিয়া হ'ব। বেটী সোনকালে তত্‌ ল। মোৰ হতুৱাই পূজা এভাগ কৰা। যদিহে ল'ৰা-ছোৱালীৰ মঙ্গল কামনা কৰিছ, তেন্তে পাৰ যদি এতিয়াই মোৰ হতুৱাই পূজা এভাগ কৰা। মহাদেউ সন্তোষ হ'লে সকলোৰে মঙ্গল।"

"পূজা কৰোঁতে যে কিমান লাগিব?"

"কিমান লাগিব বেটী তাকে নাজাননে? ? দুখনমান ভাল কাপোৰ, মাহ-চাউল আৰু কেইটামান পইছা দিবি। তাকো শিকাব লাগেনে ? আজিকালিৰ ছোৱালীবোৰ সমূলি মূৰ্খ। মহাদেৱে নিজে কৈছে, গাঁৱত মাউৰ আহিছে।"

ওচৰত থকা আটাইকেউজনী তিৰোতাই বৰ আগ্ৰহেৰে তাইৰ কথাত কাণ দিলে। সকলোৰে মনত ভয় শঙ্কা। যিয়ে নহওক অহা আঁউসীত পূজাৰ যোগোৰ কৰিবলৈ সকলোৰে থিৰ কৰিলে। নোহোৱাইয়ো দুপইছা অ'ত ত'ত ধাৰ ঋণ কৰি আনি কাণীবুঢ়ীক ভেটিলে। মুঠৰ ওপৰত কাণী বুঢ়ীয়ে এই সুবিধাতে ছমাহৰ খোৱা-লোৱাতো যোগাই ল'লে। কিন্তু দুৰ্ভাগ্যবশতঃ আউসী ৰাতি পূজাৰ দিনচেৰেক পিছতে গাঁৱত মৰক লাগিল। গাঁৱলীয়া তিৰোতাজাকে কাণীবুঢ়ীক লগ পাই সুধিলে, "আই পূজাও কৰিলা দেখোঁ। পিছে গাঁৱত দেখো অমঙ্গল মিললহে ?

"হো বেটীহঁত তহঁতেই সকলো অমঙ্গলৰ মূল। চুৰা ভাল নামান। ক'ত কি কৰ একো থিৰাং নাই। নহ'লে ইমান পূজাতো মহাদেৱ সন্তোষ নহ'ল। হ'বই ব কিয়? কোনোৱে পেটৰ কথা নাভাঙে। গুপুতে ক'ত পাপ কাম কৰ।"

"ছিঃ তেনে কথা কিয় কোৱা ? আমাৰ কেতিয়া বেয়া কথা-বতৰা দেখিছা ?"

"তহঁতৰ দেখা নাপালেও সকলো আঙুলি সমান নে হেবৌ। কত ঠাইৰ কত লগ লাগিছহি। কোনোবাই চুৰা গাৰে নৈবদ্য দিছিল। মহাদেৱ আহিব কিয় ?"

"কিয় পূজাৰ কৰাৰ পিছত দেখোঁ নিজে মহাদেৱে দেখা দিয়া বুলি কৈছিলা ?"

হে বেটী দেখা পালো কি হ'ল ? মই পূজা কৰোৱেই বা নকৰোৱেই। মইতো নিতৌ দেখা পাওঁৱেই। কেৱল তহঁতৰ পৰা সন্তোষ পালে নে নাই সেইটোহে কথা। সেই হোতোৰাৰ বোৱাৰী সিফলীয়া হ'ল। নহ'ব কিয় ? নৈবেদ্য এখন দিছে, নাই কাপোৰ-পানি, কেৱল পইছা দুটা। পিছে এতিয়া মজাপালি পালে নহয়। আৰু কাৰ কি হয় চা। ঐ আই ভাল কামলৈ এটা ফুটা-কড়ি দিবলৈ মৰে। যেন মোকহে দিয়ে।" "বাই যিয়ে নহওক আকৌ এভাগ পূজাৰ থিৰ কৰা। লাগে যদি আমিও নিজে মহাদেৱক সেবা কৰিবলৈ যাম।"

"হো বেটী বৰ সাহ দেখিছোঁ। বোলো নিজৰ মৰণ মাতিব খুজিছ ? মহাদেৱক দেখিবলৈ যোৱা কলেৰৰতো চাওঁ। মই বুঢ়ীয়ে তেওঁ ওলালে কঁপি থাকো। আৰু তহঁতে সাহ কৰ। পূঁৱতী নিশাই যেঁচাই উৰুলি দি থাকোতে স্বয়ং প্ৰভু বলদত উঠি আহে। তেতিয়া চাবলৈ কাৰ শকতি। এলাপেচা মানুহেহে সেইপিনে জ্ঞান পাহৰি ঢলি পৰিব। সেই বোলেনে জম্পিৰ পুতেক তহঁতে তাক অৱশ্যে নাজান। এবাৰ মই পূজা কৰি থাকোঁতে ক'ৰবাৰ পৰা তাত ওলাইছিলগৈ। এনেতে হৰ দিগম্বৰ আহি ওলালহি। বপুৰা তাতে মৰি থাকিল। বোলো এলাপেচা কথা যেন পাইছ।" এনেতে গাঁৱবুঢ়াৰ পুতেক মাধৱ সেইপিনে যায়। কাণীবুঢ়ীক দেখিয়েই সি মাত দিলে, "বোলে আই বৰ হোনো পইছা পাই বুটলিব ধৰিছ বো ঐ।"

"এ বোপা মোকহে কোনোবা পুতৌ কৰিব দে। মই ইহঁতৰ কাৰণে কত পূজা-পাটল দিওঁ, তেওঁ কোনোৱে বা বুঢ়ী বেটীক অলপ-অচৰপ সহায় কৰোঁ। মৰি হুজি সকলো গ'ল। ঘৰৰ চালখনো ভাঙি-ছিঙি যাব ধৰিছে। মূধখন মৰালৈ এটা মানুহ নাপাওঁ। এমহা কানি খাবলৈ কোনোৱে এটা পইচা দিওঁ বুলি নিদিয়ে। বোপা ভালেই হৈছে তহঁতৰ কাষতে থকা অধ্যাপক আছেনে ?"

"নাই ক'ৰবালৈ গৈছে। কিয়নো ?"

"এ লাগিছিল। সিদিনাই এটকা ধাৰ দিওঁ বুলি আজিলৈকে দেখো দেখাদেখি নাই।"

"উস্ মোৰ কোন কালৰ কুটমহে যে অধ্যাপকে তোমাক এপইছা দুপইছা নহয় একেবাৰে এটকা ৰূপ দিব ? তেওঁকনো কিটো সহায় কৰিছাহে ?"

"কি কলি ? হেৰৌ মাধৱ মুখ চম্ভালি কথা কবি। কাণী বুঢ়ীক এলাপেচা যেন নেদেখিবি। বোলো মুখ মেলিব লাগিলে বেয়া হ'ব একা।"

"কিনো কৰিবাহে।" বুলিয়েই আনবিলাকলৈ চাই "চোৰা তাইৰ ডাঙ্কোপ মৰা কথা, এপইছা দুপইছাৰ কথা নকয়; অধ্যাপকে হেনো এটকা ৰূপ দিয়ে। বোলো অধ্যাপক ভাল দিয়া মানুহটো পাইছে। যাৰ হাতৰ পৰা এটা ফুটা-কড়ি ওলাই নপৰে।"

"কি ফুটা-কড়ি ওলাই নপৰে। কিন্তু টানত পৰিলে জল্ জল্কৈ টকা ঢালিবলৈকো টান নাপায়। এটকা ৰূপৰহে কথা কৈছে, এই বুঢ়ী বেটীক সিদিনা গধূলি পূৰা পাঁচ টকা ৰূপ দিছে। বোলে নহ'লে লাজ হুকম সোপাকে যায়। জীয়েকৰ কি হৈছিল নাজান হ'বলা। ভাগ্যে মই বুঢ়ী বেটী আছিলোঁ। গধূলিতে আহি লৈ গৈ কত আহুদি খুৱাই তেহে ৰক্ষা পৰে। বোলো কথা ওলালে ওলায়। সেই মৰা সন্তানেই বেটী সোণপাহিৰ সৰ্বনাশ কৰিছে।"

"কি কলা ?"

"কিনো কম। দেহি ঐ সোণপাহি ছোৱালীজনী হওঁতে বেয়া নাছিল। কেৱল ভাৰতৰ খণ্ডতহে তাইকো সাঙুৰিছোঁ। বুজিছা আচলতে অধ্যাপকৰ ছোৱালীৰ মৰা সন্তানকহে তাইৰ বাৰীত থৈ অধ্যাপককো ৰক্ষা কৰিছিলোঁ, ভাৰতৰো সৰ্বনাশ কৰিছিলোঁ। বোলো মই বেটীক এলাপেচা যেন, পাইছ। মই বাঘে-ছাগে একে ঘাটে পানী খুৱাব পাৰোঁ। মোক অধ্যাপকে সিদিনা পাঁচ টকা ৰূপ নিজ হাতে দিছে। বোলো মন কৰিছানে নাই ? সিদিনা অধ্যাপকে মেলত ভাৰতক কেনে জোঁটপোঁট কৈ ধৰিছিল। নধৰি পাৰেনে ? মোৰ কথা পেলাবলৈ অধ্যাপকৰ সাধ্য আছেনে ? হো এই বেটী আছো মানে সকলোৰে লাজ হুকম ৰাখি আছোঁ। চকু মুদিলেই কাৰ ঘৰত কিমান গোন্ধ-ভাপ ওলায় তাৰ থিৰাং নহ'ব।"

"তেন্তে সোণপাহি আচলতে দোষী নহয় ?"

"হেৰৌ কলোৱেই দেখোঁ। বুঢ়ীয়ে কি কৰিব নোৱাৰোঁ? এনেয়ে গাঁৱে-ভূঁঞে কাণী বুঢ়ীক ওখ আসন দিছেনে ? এতিয়া চাবিগেচোন অধ্যাপকৰ ঘৰত গলে কেনে আতৌ-পুতৌ কৰে।"

"উস অবাবতে সেই ছোৱালীজনীক গাঁৱৰ বাহিৰ কৰি দিলা। এৰা হওঁতে পিছত বেয়া লাগিছিল। তাই বেটীয়ে বৰ মান কৰিছিল। তাৰে প্ৰতিফল। যশ মান সকলো কাঢ়ি নি গাঁৱৰ পৰা বাহিৰ কৰিলা।

."কি কৰিবি ? যাৰ যি কপাল ! উলুৰ লগত যে বনো পোৰে।"

"কিন্তু যি দোষী তেওঁ সুন্দৰভাৱে সমাজতে খাই লৈ থাকিল। বৰা-বঢ়া কামত, গোঁসাই-বামুণৰ লগতে থাকিল। কিন্তু নিৰ্দোষী জনা ডলাৰ-বগৰী প্ৰায় সমাজৰ পৰা খেদা খাই বাগৰি ফুৰিছে।"

কপাল ! হৰৌ মই বেটীয়ে সকলো কৰিব পাৰোঁ । মোৰ লগত যেয়ে ফেৰ পাতে তাৰে ভালকে দিহা লগাওঁ। এনেয়ে হ'বলা বুঢ়ীবেটীৰ ইমান আদৰ।"

"ছিঃ তোমাৰ মুখ চালেও পাপ। তুমি বুঢ়ী হ'লাহি, মৰিবলৈ কেইদিন বাকী, এতিয়াও ধৰ্ম-কৰ্ম নাজানা। পাপ-পূণ্য বিচাৰ নকৰা।"

"হেৰৌ মই নাজানো যদি কোনে জান অ' ? তইতো কালিৰ ল'ৰা, কিন্তু তোৰ পিতাৰক সুধিবি। ইমূৰৰ পৰা সিমূৰলৈ গোটেইখন গীতা ভাগৱত গাই যাব পাৰোঁ। তইঁতৰ দৰে পঢ়া নাই সঁচা কিন্তু বুঢ়ী বেটীয়ে গোঁসাইৰ লগত থাকি গোটেই শাস্ত্ৰ আওঁৰাব পাৰো। যা, গাঁৱৰ আটাইবোৰ পণ্ডিতক মাতি আন কোনে আওৰাই আওৰাওক। কিন্তু কি হ'ব ? এতিয়া বুঢ়ী হলো, তেল নাপাই ভেকুৰিলোঁ। তেও বোলোতে মই নাম-প্ৰসঙ্গতো মই দেখো নাম গীতটো বা ঘোষাটো নধৰিলে নামেই সেৰেঙা হয়। ৰাতিপুৱাই এহেজাৰ বিষ্ণু নাম নলৈ পানীটোপাকে মুখত নিদিওঁ । সেই কাৰণে আজিলৈকে জীয়াই আছোঁ। নহ'লে মোৰ আগত হো ৰা কত মতা-তিৰোতা সিকলীয়া হ'ল। কিন্তু প্ৰভু ভগৱন্তৰ কিৰপাত বুঢ়ীৰ এডাল চুলিকে লৰাব পৰা নাই।"

"তোমাৰ ধৰ্ম-কৰ্ম শুনিলে গা শিয়ৰি উঠে। যোৱা নিজৰ কাম কৰাগৈ। তুমি সকলো কৰিব পাৰা।" বুলিয়েই গাঁওবুঢ়াৰ পুতেক মাধৱ লাহে লাহে গুচি গ'ল।

কাণীবুঢ়ীয়ে তিৰোতাকেইজনীক চাই ক'লে, "বোলে ই আজিকালি কৰবাত পঢ়ে হবলা ?"

"এৰা গুৱাহাটীত ইংৰাজী স্কুলত পঢ়ে।"

"ঐ ভাল্দেতো ! কিন্তু পটিলে হ'ব কি ? কাণীবুঢ়ীৰ আগত কিমান পানীৰ মাছ ! দেখিলি নহয় আগতে মাতিব নোৱৰাকে পঠিয়ালোঁ। মুখ বুটি কৰিলোঁ।"

"অ' আই তোমাৰ লগত সি কালিৰ ল'ৰাই পাৰেনে?"

"সেই ভাৱতে কিবা বোলেনে এলে মেলে হেনো পঢ়ি আহিছিল। কিন্তু সেই বুলি মোৰ বুধিৰ লগত পাৰেনে ? বোলো বাপেকে গাঁৱৰ পৰাতো খেদিলোৱেই সিপিনে তাৰ নাম শুনিলেও মানুহে সাত লাঠি মাৰে। এতিয়াবা ক'ত গ'ল?"

"বোধ কৰোঁ সোণপাহিক বিয়া কৰিয়ে ৰাখিলে হ'বলা।"

"তাকে নকৰি কি কৰিব ? কাণীবুঢ়ীৰ লগত যেৰ পাতে। হাতৰ আফিং কাঢ়ি নিয়ে। এতিয়া মজাপালি পাওক।" বুলিয়েই থৰক্ বৰক্ কৰি লাখুটিত ভৰ দি নিজৰ জয় ঘোষণা কৰি উলাহতে বেগাই খোজ ল'লে।

পিছত তিৰোতা কেইজনীয়ে ক'লে, "আৰু এভাগ পূজা কৰিব আই ! যাতে গাঁও-ভুঁই ভালে থাকে।" তাই নিলগৰ পৰা সোলা দাঁতৰ মাজেৰে ক'লে, কৰিম, কৰিম-বোলে নমৰো মানে চাম, নুফুৰো মানে বাম।" একো ভয় নকৰিবি। অহা মঙ্গলবাৰে আকৌ এভাগ পূজা দিম। ঘিঁউ-চাকি, ফল-মূল, পা-পইছা যোগাৰ কৰিবি।"

## (১২)

ভাৱতে উভতি গৈ সোণপাহিক নেদেখি এখন শূন্য ৰাজ্যত ভয় আৰু সন্দেহৰ ভাৱত বিতত হ'ল। সি ওলাই গৈ চৌদিশে বিচাৰি সোণপাহিক ক'তো নাপাই আকৌ তাৰ কুঠৰিলৈ উভতি আহিল। তাৰ মনে মনে ভাব হ'ল যেন আজি সি মুক্ত হ'ল। সোণপাহিয়ে তাক এৰি গৈ তাৰ সংসাৰৰ সকলো মেট মৰা ভাৰ কমাই দিলে। কাইলৈ ৰাতিপুৱা সি যি ইচ্ছা তাকে কৰিব পাৰে। সমাজৰ অত্যাচাৰ, লাঞ্ছনা এৰি, বিলাসীৰ সামগ্ৰী তিৰোতাৰ প্ৰতিপালন এৰি সি নিজৰ কৰ্তব্যত লাগিব পাৰে। কিন্তু তাৰ কৰ্তব্যই বা কি ? সৰুৰে পৰা উন্নতি কামনা কৰি বিশ্বৰ কত উপকাৰ, দুখীয়াৰ দুখ গুচাবলৈ কত সুন্দৰ সুন্দৰ কল্পনা কৰি তাৰ লেখা-পঢ়াতি মগ্ন আছিল। কিন্তু সময়ৰ লগে লগে সি অসহযোগত লগ লাগি নিজৰ সকলো ভৱিষ্যত আশা এৰি সি লাগি পৰিল এটা মহান উদ্দেশ্যে লৈ স্বাধীনতাৰ কাৰণে যুঁজি, দেশ মাতৃৰ সেৱা কৰি, আজি ইমান বছৰ এলাহ টোপনিত পৰি থকা অচেতন প্ৰাণীক স্বাধীনতাৰ সঞ্জীৱনী আগত দাঙি ধৰি সি জগাই তুলিব এটা উদ্যমশীল, চেতনাৰে ভৰপূৰ জাতি। কিন্তু হায়! সময়ৰ লগে লগে সিওতো নফলিল। অশেষ লাঞ্ছনা, জেল আদি খাটিও শেষত সকলো পিনে আকৌ নিমাওমাও হোৱাত, চেতনাৰ সমূলি সঞ্চাৰ নোহোৱা অৱস্থাত সি সকলো আশা, সকলো উদ্দীপনা এৰি লুকাই পৰিল তাৰ গাঁৱৰ গাঁৱলীয়া সমাজত। তথাপি তাৰ আশা সঞ্চাৰ হ'ল যদিও সি স্বাধীনতা আনিব নোৱাৰে, যদিও জাতিক আকৌ স্বাধীনতাৰ ভাৱত অনুপ্ৰাণিত কৰিব নোৱাৰে, তথাপি সি গাঁৱৰ মাজতে থাকি, গাঁৱলীয়া সমাজৰ উন্নতি সাধন কৰিব। আলি-পদূলি ভাল কৰিব। সমাজ সংস্কাৰ কৰিব। তাৰ গাঁওখনি জগতৰ আদৰ্শনীয় গাঁও কৰি তুলিব। কিন্তু হায় ! ঈশ্বৰে তাৰো বাট ভেটি তাৰ ওপৰত তুলি দিলে সমাজৰ কলঙ্ক, ছেই ছেই দূৰ দূৰ ৰৱ। গাঁৱলীয়া সমাজে তাক সংস্কাৰৰ সুবিধা নিদি কলঙ্কৰ বোজা দি আঁতৰ কৰিলে। সকলো উচ্চাশা, সকলো সংস্কাৰৰ আশা পৰিত্যাগ কৰি সি মাথোঁ হ'ল এটা কেৱে নজনা, সমাজৰ অস্পৃশ্য সামান্য খৰিকটীয়া। তাৰ কৰ্তব্য হ'ল, এজনী অস্পৃশ্যা সমাজৰ পৰা খেদা খোৱা তিৰোতাৰ কেৱল ভৰণ পোষণ কৰা। কিন্তু হায়! সময়ৰ লগে লগে আজি তাৰো মুদা মৰিল। আজি তাৰ ভাবিবলৈ একো নাই। কাৰো বোজা ব'বলৈ সি আৰু ভাবিব নালাগে। তাৰ উদাৰ হৃদয়, সমাজ আৰু অদৃষ্টৰ লগত যুঁজি সংকীৰ্ণতকৈও সঙ্কীৰ্ণ হৈ গৈছে। ক'ত তাৰ বিশ্বত উপকাৰ অৰ্থে মহান ভাব, তাৰ পিছত দেশভক্তি, তাৰ পিছত সমাজ সংস্কাৰ। তাৰ পিছত গাঁৱলীয়া সমাজৰ উন্নতি, শেষত এজনী তিৰোতাৰ ভৰণ-পোষণ আৰ্জন! কিন্তু আজি সেই যেৰা অন্ত হ'ল। তাৰ আজি কৰ্তব্য তাৰ জীৱন ৰখা বা মৰাত বাহিৰে আন একো উদ্দেশ্য নাই। আকৌ সি এবাৰ বিচাৰি চালে। কিন্তু সেণাপাহি নাই। সমাজৰ লাঞ্ছিতা, তাৰ ঘৃণাৰ পাত্ৰী সোণপাহি কোন অন্ধকাৰ গুহাত লুকাই পৰিল সেই ৰহস্য ভেদ কৰিবলৈ তাৰ উপায় নাই। হঠাৎ তাৰ মনত খেলাল তাৰ জীৱন এতিয়াও ভাল উদ্দেশ্যত অৰ্পিব পাৰে। সি ভাবিলে তাক সকলোৱে ত্যাগ কৰিলেও সি কিন্তু কাকো ত্যাগ নকৰে। জীৱন থাকে মানে আকৌ সি সকলোৰে উন্নতিৰ কাৰণে লাগিব। সমাজৰ ছেই ছেই খায়ো পাৰিলে সমাজৰ ভাল কৰিব। দেশ সমূলি চেতনা শূন্য হ'লেও সি দেশৰ উন্নতিৰ কাৰণেই লাগিব। কিয়নো আজি তাৰ জীৱনলৈ মোহ নাই ;

স্বাৰ্থ নাই। সি হাঁহি হাঁহি দেশৰ কাৰণে প্ৰাণ দিব পাৰে। সি ভাবিলে সোণপাহিয়ে তাক এৰিলেও হাজাৰ হাজাৰ সোণপাহিৰ নিচিনা সমাজৰ লাঞ্ছিতা, সহায়হীনা, আশ্ৰয় ভিক্ষাৰিণী হিন্দু তিৰোতা আছে, বিধৱা আছে। সেইবিলাকৰ উন্নতিৰ কাৰণে, আশ্ৰয়ৰ কাৰণে সি আকৌ পৰাৰ্থ কৰিব। এই ভাবৰ লগে লগে তাৰ প্ৰাণ নাচি উঠিল। তাৰ ভাব হ'ল জীৱনত তাৰ এতিয়াও কৰ্তব্য আছে। জীৱন উদ্দেশ্য শূন্য, আশাশূন্য এতিয়াও হোৱা নাই। এতিয়াও তাৰ মহৎ কৰ্তব্য সমুখত। সি উঠিল। আনন্দত আকুল হৈ সি আপোনা-আপুনি ক'লে, "জাগ, জাগ হৃদয় মোৰ, শক্তিৰ সঞ্চাৰ হওক, দেশৰ কাৰণে বলি যাবলৈ মন নাচি উঠক। সমাজ সেৱা কৰিবলৈ শক্তি হওক। লাঞ্ছিতাক আশ্ৰয় দিবলৈ, সিহঁতৰ কাৰণে এটোপা চকুপানী টুকিবলৈ প্ৰাণ হওক। স্বাৰ্থ, মোহ সকলো পাহৰি যেন বিৰাট প্ৰাণ উপলব্ধি কৰোঁ।" এই বুলিয়েই সি খোজ ল'লে। ৰাতি পুৱাওঁ পুৱাওঁ হ'ল। কপৌ চৰায়ে নিলগত ডাক দিলে। সেই ডাকত তাৰ মনত যেন হ'ল, "এয়ে শঙ্খধ্বনি! টোপনিত লালকাল, নিৰাশাত আকুল হৈ থকা প্ৰাণক জগাই তুলিবলৈ আশাৰ সঞ্চাৰ দিবলৈ এয়ে শঙ্খধ্বনি। এতিয়াই সূৰ্য উঠিব, এতিয়াই দশোদিশ পোহৰ হ'ব। অচেতন হৈ শুই থকা প্ৰাণীবোৰ উঠি আকৌ খেলি মেলি লগাব। চৌদিশে চেতনা উথলিব। সি ভাবিলে, তেন্তে নিৰাশাৰ আৱশ্যক কিয়? দিনচেৰেক অচেতন হৈ থাকিল বুলি, অত্যাচাৰৰ ভয়ত টেপেকা মাৰি ৰ'ল বুলি তাত সমূলি নিৰাশা কিয়? আকৌ নিশাৰ পিছত দিন, অচেতনৰ পিছত চেতনা প্ৰকৃতিৰ নিয়ম। তেন্তে জাগৰণ এবাৰ ব্যৰ্থ হ'ল বুলি ভাতে ভয় খাই কিয় সকলোৱে চেষ্টা ত্যাগ কৰিব? সি খোজ ল'লে। যিমানেই ভাবিলে তাৰ বিৰাট প্ৰাণ জাগি উঠিল। মনত উদয় হ'ল এতিয়াই এতিয়াই আকৌ পৰ্বত-পাহাৰত ধ্বনিত হওক ভাৰতৰ অৱস্থা সমাজৰ অৱস্থা, স্বাধীনতা মহাবাণী। কিন্তু সি কেনে ধৰণে এতিয়া এই মহাবাণী আকৌ অচেতন জনপ্ৰাণীৰ মনত সঞ্চাৰ কৰিব। সি ভাবি যাব ধৰিলে। তাৰ খণ্ড উঠিল। জাগৰণ শান্ত পৰিল বুলিয়েই আকৌ কিয় নতুন উপায়ৰ উদ্ভাৱনা নহয়। কিয় নৱ জাগৰণত সৃষ্টি কৰিব নোৱাৰে। হঠাৎ তাৰ চকু পৰিল সোণপাহিয়ে গা ধুই তিয়নিৰে উভতি আহি তাৰ কাষেৰে যাব ধৰিছে। ভাবতে সোণপাহিক দেখি খতমত খালে। তাৰ ৰাতিৰ সকলো স্মৃতি পদ্মেৰা বতাহৰ দৰে গোটেই জাতুল দি থৰিলে। সি কি ক'ব; কি নকৰ বিমোৰত পৰি থিৰ হৈ ৰ'ল। সোণপাহিয়ে ৰাতিৰ সকলো ঘটনা মনত পৰি লাজ আৰু ভয়ত ভাৰতৰ চকুলৈ আৰু চাব নোৱাৰিলে। মাথোঁ থমক খাই ৰ'ল। তাৰ পিছত থমকতে তাই ঘৰৰ ভিতৰ সোমাল। ভাবতে ভাবতে বিভোৰ হৈ থাকোঁতে তাৰ মনত খেলালে, "কিয় আকৌ সামান্য সোণপাহিৰ কৰীৰ ভাব লৈয়ে তাৰ জীৱনৰ সকলো মহান উদ্দেশ্য, উদাৰ ভাৱবোৰ চেঁচুকত তৌবুৰিব। তাৰ জীৱনতো এজনী ৰূপচৰিয়া তিৰোতাৰ ৰখা কথাৰ কাৰণে সৃষ্টি হোৱা নাই। সি যে খন্তেক আগেয়ে তাৰ উদ্দেশ্য সকলোপিনে থিৰ কৰি লৈছে। তাৰ জীৱন দেশৰ মঙ্গলৰ অৰ্থে, সমাজৰ অৰ্থে বলি দিবলৈ ওলাইছে, আৰু সংকীৰ্ণ মোহত সি এনেভাৱে নাথাকে। ভাবৰ লগে লগে সি খোজ ল'লে। যি হয় হওক, সোণপাহিৰ সি বিচাৰ নকৰে। এনে সৎ কৰ্তব্য এৰি ভাতৰ কৰ্তব্যত সি জাঁপ দি পৰিব। বুলিয়েই সি আৰু পিছলৈ উভতি নগ'ল। পোনে পোনে সি কাৰ্জন হলৰ ওচৰ পাই বহুদিনৰ মূৰত সি আকৌ বাহ্যিক জগতত কি হৈছে তাৰ খবৰ পাবলৈ বাতৰি কাকত পঢ়িবলৈ ইচ্ছা কৰিলে। ইমানদিনে সমাজক ঘৃণা কৰি, মানুহক ঘৃণা কৰি, সকলো ভাতৰ উদ্দেশ্যে এৰি সাধাৰণ খৰিকটীয়া হিচাপে জীৱন নিয়াইছে। বাহ্যিক খবৰ বাতৰিৰ তাৰ একো আৱশ্যক নাই ভাবি সেইবোৰলৈ চকু দিয়া নাই। আজি কিন্তু আকৌ তাৰ উদ্দেশ্যে জাগ্ৰত হোৱাৰ লগে লগে তাৰ ইচ্ছা হৈছে কোন পথেৰে জগত যাব ধৰিছে। কোন পথৰ অৱলম্বন কৰি ভাৰতৰ ভাবুকসকলে নতুন পন্থা অৱলম্বন কৰিছে। সি কাৰ্জন হলত সোমাই কেইখনো বাতৰি কাকত পঢ়িব ধৰিলে। কিন্তু এখনতো তাৰ তৃপ্তি নাই। শেষত কাৰ্জন হলৰ নতুন নতুন কিতাপবোৰ এখন দুখনকৈ লুটিয়াব ধৰিলে। তাৰ মনত পৰিল স্কুল আৰু কলেজৰ জীৱনত সি এই কাৰ্জন হলতে বহি বাতৰি কাকত, কত সুন্দৰ সুন্দৰ গৱেষণা কৰিছিল। কিন্তু আজি কিমান বছৰ সেইবোৰৰ লগত সম্বন্ধ নাই। তাৰ ইচ্ছা হ'ল যেন একে উৎসাহতে আজি কাৰ্জন হলৰ বহুতো কিতাপ পঢ়িব। কিন্তু সেইটো সম্ভৱ নহয়। এখন মাহেকীয়া কাকতত দেখিলে কংগ্ৰেছৰ তৰুণ দলে পূৰ্ণ স্বাধীনতাৰ দাবী কৰা। সি পঢ়িলে, কিন্তু তাত তৃপ্তি নহ'ল। প্ৰস্তাৱ কৰিলে কি হ'ব কামত একো নহ'লে। সি ভাবিলে মৃত্যুক আঁকোৱালি ধৰিব নোৱাৰিলে কোনে স্বাধীনতাৰ সোৱাদ পাব পাৰে?

ইত্যাদি কথা ভাবি থাকোঁতে এবাৰ তাৰ মনত পৰিল সি দুপৰীয়ালৈ কি খাব, ক'ত খাব সেইবোৰতো একো দিহা হোৱা নাই। সিটো আৰু সোণপাহিৰ কাৰণে নাথায়। অলপ ভাবিয়ে সি থিৰ কৰিলে সি আকৌ গাঁৱলৈ যাব গাঁৱলীয়াই তাক ত্যাগ কৰিলেও সি গাঁৱৰ মাজতে দুখে-কষ্টে আলপ হৈয়ে থাকিব। গাঁৱলীয়াই জুই-পানীৰ লগ নিদিলেও সি হাজাৰ কষ্টেৰে সিহঁতৰ মাজত থাকি সিহঁতৰ উন্নতি কামনা কৰিব। সিহঁতৰ ক্ষুদ্ৰ প্ৰাণ উদাৰ কৰিবলৈ চেষ্টা কৰিব। সেই ভাবিয়ে সি কাৰ্জন হল এৰিলে। তাৰ গাঁও বুলি খোজ ল'লে। গোটেই দীঘলীয়া বাটটোত তাৰ এবাৰো সোণপাহিক মনত নপৰিল। আজি তাৰ মনে বিচাৰিছে বহল জগত। তাত সামান্য সোণপাহিৰ চিন্তাই ঠাই নাপায়। দিনৰ দিনটো লঘোনে ভোকে বহুত ৰাতি হোৱা সময়ত সি তাৰ গাঁৱৰ ঘৰ পালেগৈ। দেখিলে তাৰ গাঁওখনৰ এটা চাকিয়ে ধিমিক ধ্ৰিমিক জ্বলি আছে। ভাবিলে এয়ে বোধ কৰোঁ গাঁৱৰ গোসাঁই ঘৰত জ্বলা বন্তি চাকি। তাৰ মনত খেলালে যেন গাঁৱলীয়া সমাজৰ অজ্ঞানতাৰ আন্ধাৰত লুকাই থকা সেই অকণি মাথোঁ জ্ঞানৰ চাকি। সি গৈ দেখিলে সেই চাকি গোসাঁই ঘৰৰ নহয় গাঁৱৰ মূৰত চাকিগছা জ্বলাই ফুল নৈবেদ্য দি দি তাত কাণীবুঢ়ীয়ে পূজা কৰিব ধৰিছে। কাণীবুঢ়ীয়ে পূজা আচলতে কৰক নকৰক কিন্তু মানুহক দেখুৱাবলৈ অন্ততঃ পূজা নৈবেদ্যৰ থাপনা পাতে। ভাৰতে লাহে লাহে গৈ পূজাৰ কাষ পালেগৈ। কাণীবুঢ়ীয়ে হঠাৎ ভাৰতক দেখি চক খাই উঠিল। তাই যদিও হৰ দিগম্বৰ আছে বুলি হাজাৰ বাৰ বহুতো তিৰোতাৰ আগত কৈছে, কিন্তু আজিলৈকে তাই তেনে একো দেখা নাই। গতিকে এনে নিশা সময়ত মানুহৰ সমাগম দেখি তাই কঁপিব ধৰিলে। ভাৰতে তাইক দেখিয়ে চিনি পাই ক'লে, "বাই ভালে আছ ?" কাণীবুঢ়ীয়ে ভাৰতৰ সম্বোধন দেখি দুগুণে ভয় খালে। বয়সৰ লগে লগে তাইৰ চকুৰ দৃষ্টি কমাত ভাৰত বুলি তাই চিনিব নোৱাৰিলে। তাই মাথোঁ এবাৰ চিঞৰি উঠিল, "মোক নামাৰিবা প্ৰভু ! মই আৰু কাহানিও এনে নকৰো।" ভাৰতে একো বুজিব নোৱাৰি ক'লে, "বাই ভয় পাইছ ? মোক চিনিব পৰা নাই ? মই যে ভাৰত ?" ভাৰতৰ নাম শুনিয়ে কাণীবুঢ়ীৰ চুলিৰ আগে জীউ গ'ল। তাই কঁপি কঁপি ক'লে, "মোক নামাৰিবি বোপাই, মই জানিছোঁ তই ভাৰতৰ ভূত, মোক নষ্ট কৰিব আহিছ। মই ভাৰত আৰু সোণপাহিক মিছায়ে বহুতো অন্যায় কৰিছো আৰু কেতিয়াও এনে নকৰোঁ।"

ভাৰতে তাইৰ কথা শুনি হাঁহি হাঁহি অলপ থমকি ৰ'ল। তাই কৈয়ে গ'ল, "সোণপাহিৰ গাত একো দোষ নাই বোপাই, সেই কটা চিকটা অধ্যাপকৰ জীয়েকৰ গাতহে সকলো লেঠা। তাই নাককাটীহে কাৰোবাৰ লগত সৰ্বনাশী হৈছে। তাইৰ মৰা সন্তানহে সোণপাহিৰ বাৰীত থৈ তাইৰ জোঁটপোঁট লগাইছোঁ বোপাই আৰু কেতিয়াও এনে নকৰোঁ। কাণীবুঢ়ীৰ মুখৰ কথা শুনি ভাৰতৰ গা জিকাৰি উঠিল। সোণপাহি দোষী নহয়। সোণপাহিক মিছায়ে এনে অপবাদ দিছে। এই কথাই তাৰ মনত উনপঞ্চাশ বতাহ বোৱালে। সি যে ৰাতিৰ ভিতৰত ঠিক কৰিছিল সোণপাহি সঁচাকৈ দোষী, সোণপাহিৰ তাৰ লগত একো নহ'লেও আনৰ সৈতে এনে ঘটনা ঘটিছিল— এইটো ধ্ৰুৱপ কৰি লৈছিল। এই কথা ভাবি যে তাইৰ ওপৰত ভয়ঙ্কৰ ঘৃণা হৈছিল। কিন্তু কাণীবুঢ়ীৰ একে আষাৰ কথাই সকলো চুৰমাৰ কৰিলে। সি ভাবিলে কি সৰ্বনাশ! যেয়ে দোষী তাই এতিয়াও সমাজত আছে। সমাজৰ দিব্য চকুৰে সেই সম্বন্ধে একো গমেই পোৱা নাই ; বৰং অধ্যাপকেহে সকলো শাস্ত্ৰৰ বিধিদাতা হৈ আছে। কিন্তু যেয়ে নিৰ্দোষী, পাপত ভৰি দিয়া নাই তাইক খেদি দূৰ দূৰ ছেই ছেই কৰিলে। এই কথা ভবাৰ লগে লগে তাৰ মনত ভূঁইকঁপ উথলিল। সি লাহে লাহে কাণীবুঢ়ীৰ কাষ পাই ক'লে, "বাই মোক ভাঙি কোৱা, সকলো কথা ভাঙি কোৱা। মই ভূত নহওঁ, সঁচাকৈ ভাৰতহে।" কাণীবুঢ়ীয়ে পতিয়ন নগ'লেও তাই ভয়তে সকলো ভাঙিলে। ভাৰত সেইপিনে অৱশ হৈ পৰিল। হায়! সি কি কৰিলে। সোণপাহিক যে সিও এৰি থৈ আহিল। সোণপাহিৰ অৱস্থা কি হ'ব? ৰাতিলৈ তাইৰ খোৱাৰ যোগাৰ কোনে কৰিব? অকলশৰীয়া দুৰ্বলী অবলা তাই কেনেকৈ হাজাৰ বিধৰ জনপ্ৰাণীৰ লগত থাকিব ? সি ভাবি ভাবি বিতত হ'ল। তাৰ ভাব হ'ল যেন সঁচাকৈ সোণপাহিৰ কিবা বিপদ হৈছে। সি ইমানদিন সোণপাহিৰ লগত থকি যে তাইক লাহে লহে ভাল পাইছিল, মৰম কৰিছিল। সেই ভাল পোৱা মৰমৰ স্মৃতি উজ্বলি উঠিল। উস্ অবাবত সমাজে তাইক এনে লাঞ্ছনা কৰিছে, আৰু সিও তাইক হাজাৰ হাজাৰ বিপদৰ মুখত পেলাই দিলে। কিজানি সি তাইৰ লগত নোযোৱা হ'লে তাই কোনো গাঁৱত খুজি মাগি দিন কটালেহেঁতেন। কিন্তু সি চহৰলৈ নি হাজাৰ চোৰ, ডকাইত, গুণ্ডাৰ মাজত তাইক অকলে এৰি

আহি সর্বনাশী কাম কৰিলে। সি নিজক নিজে ধিক্কাৰিব ধৰিলে। সি ভাবৰ খেলিমেলিত বিভত হৈ থাকোতেই কাণীবুঢ়ীয়ে তঅতঅৈয়াকৈ বি পালে লৈ সকলো নৈবেদ্য-পাতি এৰি আঁতৰি গ'ল। কাণীবুঢ়ীৰ খোজত-তাৰ আকৌ চেতন হ'ল। ভাবতে ক'লে, "বাই অলপ ৰোবা, মোকো লৈ ৰোবা, মই আজি বৰ ভাগৰে দুখে আহিছোঁ—এমুঠি ভাত দিয়াগে।"

কিন্তু কাণী বুঢ়ীয়ে ভয়তে তাৰ কথালৈ কাণ নিদি পোনছাটে বহুত দুৰ পালেগে। ভাবতে বহুত পৰ ভাবি থাকি লাহে লাহে উঠি সি ভাবিলে ঈশ্বৰে যি নকৰক কোনোমতে এঠাইত অলপ খাই আকৌ চহৰলৈ সি খোজ ল'ব। আন একো নকৰিলেও সি সোণপাহিক আনি গাঁৱৰে এঠাইত গঁতাব আনি। তাই তাতে যেনেকৈ পাৰে খুজি মাগি খাব। কিন্তু সি আজি কাৰ ঘৰত যাব। তাৰ গাঁৱত সোমাবলৈ ভয় আৰু ঘৃণা হ'ল। তথাপি ইমানদিনৰ মূৰত সি গাঁৱলৈ আহি এবাৰ তাৰ জাতি-কুটুমক চাবলৈ ইচ্ছা হ'ল। সি গ'ল। ভাবিলে খাব পাওক বা নাপাওক সি আকৌ এবাৰ গাঁওখন ঘূৰিব, লগে লগে কাণীবুঢ়ীয়ে কোৱা কথা গাঁৱলীয়া সমাজত ভাঙি সোণপাহিৰ নিৰ্দোষিতাৰ প্ৰমাণ কৰি লাহে লাহে আকৌ চহৰ বুলি খোজ ল'ব। সি গাঁও সোমাই দেখিলে গাঁৱৰ নাম ঘৰত নাম প্ৰসঙ্গ হ'ব ধৰিছে। বাটতে গাঁওবুঢ়াকো লগা পোৱাত গাঁওবুঢ়াই চিনি পাই ক'লে, "ঔ ভাবত নেকি ঔ ?"

"এৰা !"

"এই ৰাতিখন ক'ৰ পৰা আহিলি ঔ ? আজিকালি ক'ত আছ ? সোণপাহি ক'ত ?" ভাবতে এই বিলাকৰ এটাও উত্তৰ নিদি ক'লে, "চাওক, আপোনালোকে মিছাতে আমাক দোষত পেলাইছে। কিন্তু কাণীবুঢ়ীক সোধক এতিয়া তাই আচল কথা ভাঙিব।"

"কি কথা ঔ ?"

" কিয় তাই নিজমুখে কৈছে হেনো অধ্যাপকৰ জীয়েকহে আচলতে দোষী, সোণপাহিৰ দোষ নাই।"

"এ কাণীবুঢ়ীৰ কথাতো মানুহে বিশ্বাস কৰে ? এতিয়া কাণীবুঢ়ীৰ কথা বিশ্বাস নকৰে কিন্তু তেতিয়াতো তাইৰ কথাৰ প্ৰমাণতে দোষী প্ৰমাণ কৰিছিল।"

কথা কৈ যাওঁতে দুয়ো নামঘৰৰ দুৱাৰমুখ পালে। গাঁওবুঢ়া নামঘৰত সোমাল। ভাবতে দুৱাৰমুখত থিয় হৈ থাকিল। গাঁওবুঢ়া সোমায়ে ক'লে, "সৌৱা ভাবতৰ দেখিছনে নাই ?" সকলোৱে মুখ ঘূৰাই চালে। কেইজনমান ভাবতৰ সমান বয়সীয়াই কাষ চাপি ইতিকিং কৰি ক'লে, "কিহে ভাবত সোণপাহি ক'ত?"

ভাবতে একো নামাতিলে।

একজনে ক'লে, "সোণপাহি ক'ৰবাত মৰিল হ'বলা? বিয়ে নহওক তই এতিয়া প্ৰায়শ্চিত্ত হৈ সমাজত লগ নালাগ কিয়? কিমাননো লাগিব ? একুৰিমান টকা দিলেই হ'ব।"

সিহঁতৰ কথাত ভাবতৰ খং উঠিল। সি ক'লে, "কিহৰ কাৰণে প্ৰায়শ্চিত্ত? কিয় তাকো আৰু ভাঙিব নালাগে ? — আনচোন কাণীবুঢ়ীক আন, কাৰ দোষ সকলো জানিব পাৰিবি। বোলে যেয়ে দোষী, তেওঁ হ'লে বৰ ঘৰৰ গিৰিহঁতনী হৈয়ে থাকিল, ইপিনে নিৰ্দোষীসকলৰ মৰণ। বোলো সৌৱা নামৰ আগত অধ্যাপক দেউক বহাই সুন্দৰভাৱে নামৰ প্ৰসাদ বিলাই খাবা নহয় ? কিন্তু সোধাচোন তেওঁৰ জীয়েকৰ কি অৱস্থা?"

অধ্যাপকে নিলগৰ পৰা শুনি ক'লে, "কি মিছা অপবাদ দিব আহিছ, সাতবাটৰ চেঙেলি ! বোলো দেশে-বিদেশে ফুৰি কত কি কৰিলি তাত থিৱাং নাই, এতিয়া উপায় নাপাই মিছা কথাৰে জোঁট লগাব আহিছ ?"

"বাৰু মই মিছা কথা কৈছোঁ যদি কাণীবুঢ়ীক মাতি আনক। আজি সকলো কথাৰ ভত্তাপতা হওক।"

কাণীবুঢ়ীৰ কথা কওঁতে অধ্যাপকে অলপ সেও মানিলে। কিয়নো কাণীবুঢ়ীয়ে আচল কথা সকলো জানেই, তাতে আকৌ আজিলৈকে কাণীবুঢ়ীক দিব লগা এটকা ধাৰ বাকী আছে। অধ্যাপকে বিপদৰ পৰা সাৰি যোৱা দেখি সেই টকা ধাৰ নিদিওঁ বুলিয়েই ভাবি আছিল আৰু কেতিয়াবা কেতিয়াবা কাণীবুঢ়ীক লগ পালে নানা কথা-বতৰা পাতি কাকতিৰে বা হাতত থকা মাছ, চাউল, কুঁহিয়াৰ দিয়ে সাৰি গৈছিল। আজি হঠাৎ এনেভাৱে পুৰণি গুকুতা বাহিৰ হোৱাত অধ্যাপকৰ মন চঞ্চল হ'ল। কেইজনমান গা উঠা ডেকাই ক'লে, "বাৰু আনকচোন, কাণীবুঢ়ীক অনাও বেয়া নহয়। আচল কথা শুনোৱেই।

এনেতে গাঁওবুঢ়াৰ পুতেক মাধৱে ক'লে, "এৰা আমাৰ আগতো তাই এদিন এনেভাৱে কোৱা মনত পৰে। অধ্যাপকৰ জীয়েকৰ কথাহে তাই কৈছিল।"

কথা শুনিয়ে সকলোৱে জিকাৰি উঠিল। "দোষী ধৰা নপৰি বিচাৰকে নিৰ্দোষীক দণ্ড দিয়া হৈছে। বাৰু এতিয়াই

ক.ণীবুঢ়ীক অনা যাওক।"

কথা মতে কাম। কে'বাজনো ডেকাই তেতিয়াই গৈ কাণীবুঢ়ীৰ ঘৰ পালে। কাণীবুঢ়ীয়ে তেতিয়া পথাৰত ভূত পিশাচৰ পৰা সাৰি গৈ গোটেই গাটো ঘুৰুৱাই তৰণি পোৱা নাই। তাৰ উপৰি জলকীয়া পুৰি গোন্ধ লৈছে। এনেতে আকৌ "বাই " বুলি মতা শুনি তাইৰ অষ্ঠ-কণ্ঠ শুকাই গ'ল। কে'বাবাৰো মতাত তাই মাত দিলে, "কোন ?"

"আমি বাই, তোমাক নামঘৰলৈ মাতিছে। বৰ জগৰ লাগিছে।" কাণীবুঢ়ীয়ে মাত বুজি পাই ওলাই আহি "কাৰ জগৰ লাগিছে" বুলি সুধিলে।

"আহাচোন নামঘৰলৈ। শুনিবা। অধ্যাপকৰ জীয়েকৰ কি হৈছিল—সকলো কথা ওলাই পৰিছে। এতিয়া তুমি ভাঙিব লাগিব।"

কাণীবুঢ়ীয়ে থৰক বৰক কৈ ওলাই গ'ল।

নামঘৰ পোৱাত তাই সকলো কথা ভাঙিলে। অধ্যাপকে যে এতিয়াও এটা টকা ৰূপ দিবলৈ বাকী আছে সেইটো ক'বও নাপাহৰিলে।

অধ্যাপকে ক'লে, "বোধ কঁৰো ভাৰতে তোক এসোপা টকা দিছে হ'বলা, সেই কাৰণে এতিয়া মিছাৰ জাল তৰিছ?"

"অ' মিছাৰ জাল তৰিছোঁ, বোলো কাণীবুঢ়ীয়ে মিছা ক'বলৈ নাজানে। কিয় গধূলিতে আহি কোনে চাৰি টকা ৰূপ দি তত্তাতৈয়াকৈ নিছিল। তুমি নিজে অহা নাছিলানে?"

অধ্যাপকে নামাতিলে। কেৱল ক'লে, "ভাল মিছা কথা গাব পাৰ।" এনেতে গাঁওবুঢ়াই মাত দিলে, "পিছে যোৱা কথা গৈছে। দোষী হওকেই বা নহওকেই শাস্তি হৈ গৈছে, এতিয়াতো নোহোৱা নহয়।"

মেলেকীয়ে ক'লে, "অৱশ্যে হোৱাটো নোহোৱা হ'ব নোৱাৰে। কিন্তু এতিয়া সিহঁতৰ নিৰ্দোষিতাৰ প্ৰমাণ পালেতো সিহঁতক আকৌ গাঁৱত সুমুৱাই ল'ব পাৰি। বোলো ভাৰত, সোণপাহি আজিকালি ক'ত ?"

এনেতে গাঁওবুঢ়াই সুধিলে, "তহঁত ইমান দিন একেলগে আছিলি হ'বলা ?"

ভাৰতে ক'লে, "এৰা "

"তেন্তে ?"

মেলেকীয় সুধিলে, "কি তেন্তে ?"

"একেলগে ইমান দিন আছে, কি কৰিছে, নকৰিছে একো ধিৰ নাই। সিহঁতক কোঁচাবা কেনেকৈ ? অৱশ্যে ভাৰতে দণ্ড দিলে সমাজত সোমাব পাৰে। কিন্তু সোণপাহিক অসম্ভৱ ! তিৰোতাৰ এক পাৰ লৰিলেই উদ্ধাৰৰ উপায় নাই। তাতে ইমান দিন মতা-তিৰোতাৰ দৰে একেলগে সহবাস কৰিছে।"

মেলেকীয়ে ক'লে, "ভাৰত তই যদি দণ্ড দিয় তেন্তে সমাজত থাকিব পাৰ।"

ভাৰতে ক'লে, "দণ্ড দিম ?"

গাঁওবুঢ়াই মাত লগালে, "উস্ দণ্ড নিদিলে এনেয়ে উদ্ধাৰ পাবা। এজনে সুধিলে, "কিন্তু অধ্যাপকৰ ?"

মেলেকীয়ে ক'লে, "আজি ইমান দিনৰ কথা, সঁচা-মিছাৰ প্ৰমাণ নাই। সিন্ধিৰ মুখৰ পৰা চোৰ পলালেই ধৰিব নোৱাৰি। তাতে আজি কেইবছৰ হ'ল।"

গাঁওবুঢ়া, "এৰা তথাপি অধ্যাপকে আমাক এসাঁজ খুৱালে বেয়া নহয়।"

অধ্যাপক, "মিছা অপবাদত মই খুৱাব নোৱাৰোঁ। এনেয়ে খোৱা বেলেগ কথা!"

এজনে মাত দিলে, "এনেয়েও খুৱালেও বেয়া নহয়।"

অধ্যাপকে তপৰাই ক'লে,"খুৱালোহেঁতেন যদিও এনে অৱস্থাত খুৱাব নোৱাৰোঁ। মানুহে ভাবিব দোষ কৰাৰ কাৰণেহে খুৱালে। তাই নষ্টঘাতী বুঢ়ীয়ে ভাল মিছা ক'ব পাৰে।"

কাণীবুঢ়ী, "মই মিছা কেতিয়াও কোৱা নাই। যি কৈছোঁ হক কথা। মৰিবলৈ কেইদিন বাকী আৰু মিছাত ভৰি নিদিওঁ। বোপা ভাৰত তোক যে নমৰোঁতে এবাৰ দেখিলো সেয়ে ভাল হ'ল। সোণপাহিকো এবাৰ চাব পাৰিলে বুকু জুৰ পৰিলহেঁতেন। বেটীয়ে মোৰ কাৰণে বৰ কষ্ট পাইছে চাগৈ।"

মেলেকীয়ে ক'লে, "অ' যোৱা, পাৰা যদি সিহঁতৰ পৰাও কেটামান টকা-পইছা উলিওৱাগৈ।"

ভাৰতে সিহঁতৰ কথা-বতৰা, তৰ্ক-বিতৰ্ক শুনি শুনি ঘৃণা আৰু খঙেৰে কি কৰিব, নি নকৰিব ভাবি বৈ আছে।

এনেতে এজনে মাত দিলে, "ভাৰতে একুৰি টকা দণ্ড দিয়ক ; আৰু সমাজে তাক গ্ৰহণ কৰক।"

ভাৰতে তপৰাই ক'লে, "এনে সমাজত নথকাই ভাল। যি সমাজে দণ্ড আৰু অন্যায়ৰ বাহিৰে একো নাজানে সেই সমাজত থাকি লাভ কি ? " এইবুলি কৈয়ে সি তত্তালিকে খোজ ল'লে।

(১৩)

ওৰে ৰাতি গৈ গৈ আধা বাটত ৰাতিপুৱাল। ভাৱতে ভাবিছে চহৰ পায়ে সোণপাহিক লৈ আহি সি আকৌ গাঁৱত থাকিব। গাঁৱে তাক গ্ৰহণ কৰক বা নকৰক, জুই-পানীৰ লগ দিয়ক বা নিদিয়ক কিন্তু সি বল কৰি সমাজত ঠাই ল'ব। সি নানা কথা ভাবোতে এবাৰ ভাবিলে সোণপাহিয়ে তাক ভাল পায়। এতিয়াও সি কাকো বিয়া কৰোৱা নাই। কিন্তু সিও মনে মনে সোণপাহিক ভাল পায়। ইপিনে সমাজে দৰাচলতে সিহঁতৰ সহবাস বিশ্বাস কৰিছেই। গতিকে আচলতে সোণপাহিক বিয়া কৰি ল'লে দুয়োৰে জীৱনৰ হা-হুতাহৰ অন্ত হ'ব। লগে লগে সমাজত বিধৱা বিবাহৰ প্ৰচলন হ'ব। সঙ্কীৰ্ণ সমাজৰ মাজত এনে বিধৱা বিবাহৰ প্ৰচলন হ'লে সমাজৰ কঠোৰ দণ্ড, অবাবতে কৰা লঘু-লাঞ্ছনা সকলো লোপ পাব সি বাস্তৱতে যদি সোণপাহিয়ে ইচ্ছা কৰে তেন্তে তাইক বিয়াই কৰাব আৰু গাঁৱত আহি থাকিব। তেনে কৰি সমাজৰ প্ৰতিশোধ ল'ব আৰু সমাজক শিকাব যে সিহঁতৰ লঘ-লাঞ্ছনাৰ শেষ ক'ত ? সিহঁতক সেও মানি চলা মানে সিহঁতৰ অত্যাচাৰ বাঢ়ি যোৱা। কিন্তু যেতিয়াই মূৰ দাঙি বিৰুদ্ধে উঠিব পাৰে তেতিয়াই সমাজে নিজৰ ভুল বুজি আপোনা আপুনি সেও হ'ব। সি নানা কল্পনা সাজি যাব ধৰিলে। ভাবৰ অন্ত নাই, কল্পনাৰ শেষ নাই। এবাৰ ভাবিছে সমাজে যিমানেই এনেভাৱে এৰি দিব, সেইবিলাক গোটাই লৈ সি এটা বৰ্ণশঙ্কৰ জাতি গঢ়িব। তাৰ পিছত সেইবোৰৰ সংখ্যা বঢ়াৰ লগে লগে সিহঁতেই আকৌ কম সংখ্যাৰ সমাজৰ ওপৰত প্ৰভুত্ব চলাব পাৰিব।

সি গৈ গৈ ব্ৰহ্মপুত্ৰ সিপাৰ পালেহি। বিশাল লুইতে সাগৰ অভিমুখী হৈ সুন্দৰ পৰ্বত-পাহাৰ ভেদ কৰি যাব ধৰিছে, বিশ্ৰাম নাই, গতিৰ অন্ত নাই। সি ততালিকে এখন সৰু ঘাটে নাৱত উঠি ইপাৰলৈ আহিব খুজিলে। ঘাটেয়ে নাও এৰি দিলে। সি দেখিলে অকণমানি নাওখনে প্ৰবল প্ৰতাপেৰে অহা লুইতৰ বিশাল সোঁত ভেদ কৰি উজাব ধৰিছে—তাৰ মনত খেলালে তেন্তে সমাজৰ যিমানেই চলি অহা প্ৰবল সোঁত নহওক আৰু তাৰ কল্পনা যিমানেই তুচ্ছ নহওক, তাৰ শক্তি যিমানেই সামান্য নহওক, এদিন সেই প্ৰবল সোঁতকো ভেদ কৰি অকণমানি নাৱৰ দৰে উজাব পাৰিব। সমাজৰ লাঞ্ছনা, দুখ-কষ্ট আওকাণ কৰি তাৰ মনে গঢ়া সমাজ গঢ়িব পাৰিব। সমাজত লাঞ্ছিতা, দুৰ্বলী সোণপাহিৰ নিচিনা অবলাকো আকৌ সমাজত ঠাই দিব পাৰিব। নাও পাৰ পালেহি। সি দেহৰ ভাগৰ, দুখ, শোক, পিয়াহ আও কাণ কৰি গুৱাহাটীলৈ খোজ ল'লে। মনত তাৰ আজি কেনে দৃঢ়তা, কেনে কল্পনা! সি ভাবিছে সোণপাহিক লগ পায়েই তাৰ সকলো উদ্দেশ্য ভাঙিব। নিৰাশ জীৱনত আশাৰ সঞ্চাৰ কৰি এখনি স্বৰ্গীয় ৰাজ্যৰ সৃষ্টি কৰিব, হা-হুতাহৰ অন্ত পৰিব। অতৃপ্তি হৃদয়ত তৃপ্তি আনিব। লগে লগে সোণপাহিক তাৰ কামৰ লগৰী কৰি তাৰ ডাঙৰ ডাঙৰ উদ্দেশ্যবোৰ সমাধা কৰিব। সি গৈ গৈ তাৰ ভাৰা ঘৰৰ কাষ পালেহি। দুদিনৰ লঘোনেই তাক আতুৰ কৰিলেও সোণপাহিক এতিয়াও লগ পোৱাৰ আনন্দই তাৰ দেহত শক্তি দিছিল। সি গৈয়ে দুৱাৰ মেলি "বউ" বুলি মাত দিলে।

কিন্তু হায়! সোণপাহি ক'ত ?"

সেই ঘৰৰ কুঠৰি যে শূন্য। দেৱী মণ্ডপত দেৱী নাই। কোনে জানে সেই বিসৰ্জন স্বৰ্গত নে নৰকত ? হিন্দুৰ শ্মশানত নে মুছলমানৰ ফুলশয্যাত ? ভাবিলে জানোচা ক'ৰবাত পানী আনিবলৈ গৈছে। বহুপৰলৈ কেও নহা দেখি ইপিনে সিপিনে বিচাৰিলে। কিন্তু হায়! তাক বাৰ্তা দিয়া কেও নাই। সি ভাবিলে হয় সোণপাহি মৰিল, ক'ৰবালৈ গ'ল নাইবা কোনোৱে লৈ গ'ল। কিন্তু ইয়াৰ সিদ্ধান্ত কোনে দিব? সি সুদূৰ অনন্ত আকাশৰ পিনে চাই ৰ'ল। তাৰ পাছত খোজ ল'লে। কোনে জানে কেতিয়া দুয়োৰে মিল হ'ব, কেতিয়া সমাজৰ লাঞ্ছনাৰ অন্ত হ'ব? কেতিয়া গোপনে গোপনে কৰা শত পাপৰ মুখ ভেটি ভাঙি সমাজত প্ৰকাশ্যে বিধৱা বিবাহৰ প্ৰচলন হ'ব?

## (১)

বোপাই-আয়ে কি ভাবি মোৰ নাম দুখু থৈছিল সেইটো থিৰাংকৈ ক'ব নোৱাৰিলেও মোৰ জনমৰ পিছৰ পৰা বোপাইৰ অৱস্থা যে বৰ বেয়া হৈছিল সেইটো সুনিশ্চয়। বোপাইৰ আৰ্জনৰ উপায় আছিল খেতি কৰা। কিন্তু মই জন্মিবৰে পৰা কেবাবছৰো বানপানী হোৱাত খেতি সমূলি নষ্ট হৈছে। গতিকে তেওঁলোকৰ খোৱা-লোৱা, খাজনা আদি ভৰাত যে হাহাকাৰ হৈছিল তাত সংশয় নাই। দুখৰ উপৰি দুখ। মোৰ ন বছৰ বয়সতে বোপায়ে ইহ সংসাৰ এৰিলে। মোৰ পঢ়া-শুনাৰ কথাই নকওঁ, খোৱা-লোৱাই বৰ টান হৈ পৰিল। আইতাই গাঁৱৰ গোঁসাই-ঘৰটো সাৰি-মচি আৰু ইয়াৰ ঘৰে, তাৰ ঘৰে কটনা কাটি, আলপৈচান ধৰি আমাৰ পোহপাল উলিয়ায়। বোপাই থাকোতে মোক পাঠশালা স্কুলত ভৰ্তি কৰি থৈছিল। তেওঁৰ মৃত্যুৰ বছৰত মই পাঠশালাৰ পৰীক্ষা দিব লাগে। মই পঢ়াত ভাল আছিলোঁ। বোপাই মৰাৰ পিছত পণ্ডিতে আহি আইতাক কৈছিল, "দুখুক যেনে-তেনে পঢ়াব লাগে। সি পঢ়াত বৰ ভাল। বৃত্তি ধৰিব পাৰিব।" আইতাই পণ্ডিতৰ কথাতে হয়ভৰ দি কৈছিল, "খাবলৈ ভাত নাই; পিন্ধিবলৈ কাপোৰ নাই তাকনো কেনেকৈ পঢ়াম।"

"তাৰ কিতাপ যোগাৰ কৰিছেই, যি দুই-এখন কিতাপ লাগে মই বিচাৰি-খুচৰি দিম। আন খৰচো নালাগে। স্কুলৰ পৰা আহিও গৰুকেইটা চৰাব পাৰিব।" আইতাই ক'লে, 'পাৰে যদি পঢ়ক।"

পাঠশালাত মই বৃত্তি লৈয়ে পাছ কৰিলোঁ। গাঁৱতে থকা হাইস্কুলত নাম লগালো। মাটিখিনি খুড়াৰ লগতে লগ লাগি চহাই খেতি কৰোঁ। ৰাতিপুৱা নিতৌ হাল বাওঁ। দুপৰীয়া স্কুললৈ যাওঁ। স্কুললৈ যোৱাত প্ৰায়ে পলম হয়। শিক্ষকে মোক পলমকৈ যোৱা দেখি বিচুৰ্তি হয়। কত গালি-শপনি। "হো তোৰ এটা স্বভাব গুচাব নোৱাৰিলো। এইবাৰৰ পৰা পলম হ'লে স্কুলৰ পৰা নাম কাটি দিম।"

পিছৰ দিনা কেঁৰা দুপৰীয়াতে মই হাল মেলিব ধৰোঁতে খুড়াদেৱে ক'লে, "কি কৰ ? আলিৰ পাহিকেইটা নাকাটিলে নহ'ব। এনেকৈ আধা ডুখৰীয়া কাম কৰেনে? সৌৱা কঠীয়াও এডৰা তুলিব লাগে। নহ'লে বোঁৱতী বহি থাকিব লাগিব।"

মই ক'লো, "মাষ্টৰে যে পলম হ'লে খং কৰে ?"

"পিছে এৰি গ'লে যে কিমান লোকচান হ'ব ? সদায় বোঁৱতী ক'ত পাবি। বেছি পলম নহয় দে। ততাতৈয়াকৈ কঠীয়াখিনি তোল। মই আলি পাহকেইটা কাটো।" মই কঠীয়া তোলাত লাগিলো। অৱশ্যে যিমান লৰা-ঢপৰা কৰিব পাৰিলো কৰিলো। আজিও স্কুললৈ যোৱাত পলম হ'ল। শিক্ষক অগ্নিশৰ্মা। বেতৰ ওপৰত মোক থিয় কৰায়ে শব নহ'ল। লগতে কত যে গালি-শপনি, কিন্তু হায় ! তেওঁ শিক্ষক হৈও নাজানে যে, মোৰ অৱস্থা কি ? মই যে সেই কথাও লাজতে ভাঙি ক'ব নোৱাৰোঁ।

শিক্ষকে গালি-শপনিৰ মাজতে ক'লে, "হেৰৌ মাৰে যদি নিয়মিত সময়ত ভাত দিব নোৱাৰে কবি, পুতেকৰ পঢ়াৰ পিনে শেষ হ'ব।" মই নামাতিয়ে থাকোঁ। কেৱল ভাবো জগতত অবিবেচনাত কত মানুহে কত কথা কয়।

মই ঠিক সময়তে হাল এৰি ততাতৈয়াকৈ দুটামান পঁইতাভাত খাই স্কুল ঠিক সময়ত পাবলৈ চেষ্টা কৰোঁ। কিন্তু মাজে মাজে আকৌ অতপালি ঘটে।

যি নহওক এনেভাৱে মই প্ৰৱেশিকা পৰীক্ষা দিবলৈ আগবাঢ়িব পাৰিলোঁ। ইয়াৰ মাজত যে কত দুখ-কষ্ট, আলাই-আথানি গৈছে সেইবোৰ বৰ্ণাই দুখৰ চিত্ৰ আৰু দুখময় নকৰো। পৰীক্ষা দিবলৈ আৰু দিনচেৰেক আছে। মই ধান কাটি হোৰা বান্ধি ঘৰলৈ লৈ আহিছোঁ। নকৰিলেও নহয়। পকা ধান পথাৰতে সৰি যায়। বৰ ভাগৰ লাগিছে। কিন্তু পৰীক্ষাৰ কথা ভাবি ধানৰ হোৰা চোতালত থৈয়ে ভৰি-হাত ধুই পঢ়িবলৈ গ'লোঁ। আইতাই ক'লে, "বাচা, কোমল চাউল কেইটামান তিয়াই থৈছো। অলপ দৈয়ো আছে । সানিপুটকি খা।" মই আইতাৰ কথা শুনিয়ে আগতে তাকে কৰিলো। খাই-লৈ পঢ়িব যাওঁ যে কেৰাচিন তেলৰ চাকিটোত তেল উদং। মই আইতাক ক'লো, "আইতা, কেৰাচিন তেল নাই ?"

"নাই বাচা। দোকানত ক'তো তেল নিদিয়ে। কিবা হেনো কানতাল নে কেট্ৰোল কি হৈছে। ইপিনে গাঠিত ধনো নাই। মানুহে পইছা দিয়ো তেল নাপাই উভতি আহিছে। আমাক কালিয়নে দিব কিয় ?" মহা বিমোৰত পৰিলো। শোৱা-পাটীতে বাগৰি বহুতো কথা ভাবি আছো। জগতখন জানো দুখীয়াৰ কাৰণে নহয় ? দুখৰ অৱস্থা মানুহৰ কেনেকৈ দূৰ হ'ব ? নানা ভাবৰ খেলি-মেলিত আলিজালিকৈ টোপনি আহিল। সেই টোপনিতে মই সপোন দেখিলো।

(২)

সেইখন কি ৰাজ্য ? চাৰিওফালে সুন্দৰ সুন্দৰ ফুলনি। হাজাৰ-বিজাৰ ফুলে জাক-জমকাল হৈ আছে। তাত কত ধৰণৰ লোকৰ সমাগম হৈছে। আহিছে গৈছে। সকলোৰে মুখত হাঁহি। সকলো কৰ্তব্যপৰায়ণ। সকলো কৰ্মী। যেন এখন আনন্দ, সৌন্দৰ্য আৰু কৰ্মৰ জগত। বেশভূষা সকলোৰে চাফ-চিকোণ। যেন তাত দুৰ্ভিক্ষ, আকাল, অনাটন, মাৰিমৰক, বেমাৰ একেবাৰেই নাই। সৌৱা এজাক অকণি ল'ৰা-ছোৱালী। যেন ফুটি উঠা সজীৱ ফুলবোৰহে। নানা তৰহৰ ছবি থকা সুন্দৰ সুন্দৰ কিতাপবোৰ সিহঁতে আগত মেলি লৈছে। হাঁহিছে সকলোৱে হাঁহিছে। এটা ছবিত এটা সিংহৰ লগত এটা সৰু ল'ৰাই যুঁজ কৰিছে। এটা সজীৱ গোলাপ ফুলহে গছৰ পৰা ছিঙি আনি থৈছে। সি দেখিলে এজন ডাক্তৰে হাঁহি হাঁহি প্ৰত্যেক ল'ৰা-ছোৱালীৰ স্বাস্থ্য পৰীক্ষা কৰিছে। কাৰো অলপ বেয়া দেখিলে মিঠা দৰৱ দিছে। ল'ৰা-ছোৱালীবোৰে হাত মেলিছে—আমাকো দিয়ক, আমাকো দিয়ক। সৌৱা আকৌ আন এঠাইত এজন লোকে ল'ৰা-ছোৱালীবোৰক বৈজ্ঞানিক বিজুলী শক্তিৰ নানা তৰহৰ কাম দেখুৱাইছে। আনপিনে ৰসায়ণ শাস্ত্ৰৰ কেবাবিধো সুন্দৰ ৰং লগা ৰহস্য দেখুৱাইছে। আনফালে বৈজ্ঞানিক ধৰণৰ নাঙলৰ হাল বাইছে, নানান উন্নত ধৰণৰ খেতি কৰিব ধৰিছে। খেতিৰ শস্যবোৰে মোক খা মোক খা কৰি আছে। আনপিনে অকৌ মটৰ গাড়ী কৰা, চাইকেল কৰা, ঘড়ী কৰা, এৰোপ্লেন কৰা, তৰপেডো কৰা কত ধৰণৰ কাম দেখুৱাব ধৰিছে। তাত যেন বেজাৰ নাই, কেৱল আনন্দহে। ৰং-ধেমালিৰ মাজেৰে কত কি শিকাই আছে। আন ঠাইত নাচ, গীত, অভিনয় কত তৰহৰ।

মানুহবোৰৰ যেন একো প্ৰভেদ নাই। সকলোৰে সাজ-পাৰ চিকুণ, মুখত হাঁহি, চকুত উজ্জ্বলতা। সৰু-বৰ নাই। যেন এখনি সাম্যৰাজ্য তাৰ চকুত ভাঁহি উঠিছে।

এই ৰাজ্যত কি ইতৰ লোক নাই। ইয়াত কি মেতৰ, মুচিও নাই। তেনেবোৰ নোহোৱাকৈ এই ৰাজ্য পৰিষ্কাৰ কেনেকৈ হৈছে, কেনেকৈ সকলো পিনে সুগন্ধ বায়ু বৈছে। আকৌ ইমান মানুহে পিন্ধিবলৈ জোতা ক'ত পাইছে ? এজন মানুহে বক্তৃতা দিব ধৰিছে। সুন্দৰ সাজ-পাৰ। মুখ চিকোণ। দাড়ি, গোঁফ, চুলি সুন্দৰভাৱে চিকোণাইছে। সি ক'ব ধৰিছে—মই মেতৰ কিন্তু মই অৰ্থনীতি লৈ বিশ্ববিদ্যালয় শেষ কৰিছো। মই যেনেকৈ মেতৰ কাম কৰি দেশৰ ময়লা পৰিষ্কাৰ কৰোঁ সেইদৰে মই পাৰ্লিয়ামেণ্টৰ মেম্বৰ হ'লেও দেশৰ যত দুৰ্নীতি, পাপ, দুখ, অভাৱ, চোৰাংবজাৰ, সৰু-বৰ ভাব দূৰ কৰি দেশ নদন-বদন কৰিম। অ-শিক্ষা, কু-শিক্ষাৰ অন্ধকাৰ নষ্ট কৰিম। দেশত সকলো মলিনতা আঁতৰ কৰি দেশ জয়জয়-ময়ময় কৰিম। মোক ভোট দিয়ক। দেশৰ কাম কৰিবলৈ সুবিধা দিয়ক। মই নীচ জাতৰ। নীচ লোকসকলৰ কি অভাৱ, কি আঁসোৱাহ মোৰ সম্পূৰ্ণ জ্ঞান আছে। আনপিনে আন এজন লোকে বক্তৃতা দিছে "বিশ্ববিদ্যালয়ৰ আটাইবোৰ জপনা ডেৰাই মোৰ জ্ঞান হৈছে। দেশত নতুন ভাব, নতুন গঢ় দিবলৈ আৱশ্যক হৈছে। মোক সুবিধা দিয়ক। মই মুচি সঁচা। কিন্তু মুচিয়ে আপোনালোকৰ ভৰিৰ তলৰ সাজ-পাৰ গঢ়ে। আপোলোকৰ ভৰিৰ তলত থাকি আপোনালোকক পৰিষ্কাৰ ৰাখে, মইয়ো আপোনালোকৰ সেৱক হৈ দেশৰ আৰু দহৰ কাম কৰিম। সকলোৰে অৱস্থা টনকিয়াল কৰিম। দেশত এজনেও যদি অনাটন অনুভৱ কৰিছে, অ-শিক্ষাৰ আন্ধাৰত পৰি আছে তেন্তে সেইটো দেশৰ কলঙ্ক, নেতাৰ অপমান।" মই তেওঁৰ কথাবোৰ শুনি তবধ হৈ ৰ'লো ! ই কি ৰাজ্য ? য'ত মেতৰ-মুচিয়ে এনে উৎকৰ্ষতা লাভ কৰিছে? ভাব হ'ল তেন্তে এনে ৰাজ্যত মই কেনে দৰিদ্ৰ। অভাৱ, অনাটনত কিয় জুৰুলা-জুপুৰা, কিয় মোৰ উচ্চাশা নাই ? নাই নাই মই ক্ষুদ্ৰতা জলাঞ্জলি দিম। অভাৱ-অনাটনক চিৰ বিদায় দিম। শিক্ষাৰ পোহৰ ভাল-ভাবে লম। মই জাঁপ মাৰি উঠিলো। লগে লগে মোৰ টোপনি ভাগিল। মোৰ ততালিকে সপোন ৰাজ্যৰ পৰা বাস্তৱ ক্ষেত্ৰলৈ নামি আহিলো। মনত পৰিল সেই আগৰ স্মৃতি। সমুখত খেপিয়াই চালো মোৰ সৰু কেৰাচিনৰ চাকিটো পৰি আছে। মনত পৰিল তাত তেল নোহোৱা কাৰণে মই পঢ়িব পৰা নাই। লগে লগে মনত পৰিল পৰীক্ষাৰ কঠোৰতা ! হঠাৎ মুখ ঘূৰাই দেখো দূৰৈত একুৰা জুই ! কিতাপখন লৈ তালৈ লৰ দিলো। যেন একোতে ভয় নাই। ভূত, প্ৰেত, পিশাচ সেইবোৰ যেন কল্পনাৰহে কথা ! পৰীক্ষাৰ কঠোৰতাৰ লগত সেইবোৰ একো নহয়। লৰি গৈ দেখিলোঁ নৰাত জুই লাগি বৰ পোহৰ হৈছে। সেই পোহৰতে কিতাপখন মেলি মই আনন্দত পঢ়িবলৈ ধৰিলো।

(৩)

পৰীক্ষাত মই টানি-মানি তৃতীয় ডিভিজনত পাছ কৰিলোঁ। এতিয়া মোৰ মনত মহা সমস্যা। ঘৰ এৰিলে খেতিখন নোহোৱা হয়। ঘৰ নেৰিলে পঢ়াৰ পিনে এয়ে শেষ কৰিব লাগে। ওচৰ-চুবুৰীয়াই কয়, বাপা পাছ কৰি আমাৰ গাঁৱৰ নাম ৰাখিলি। এতিয়া পাৰ যদি আৰু পঢ়। সকলোৱে নানা উপদেশ দিয়ে। কিন্তু টকা-পইছাৰ সহায় কৰিবলৈ কেৱে আগনাবাঢ়ে। গাঁওবুঢ়াই কয়, "দুখু, দুখ কৰি পাৰ যদি চুঁচুৰি বাগৰি বি, এ, টো পাছ কৰগৈ। ইয়াত ঘৰত বহি নাথাকিবি।"গাঁৱৰ টেকেলা মহীধৰে পৰোৱানা বিলাব আহোঁতে ঘৰ চাপিছেহি। সি লগ পায়ে ক'লে, "দুখু, বৰ ভাল পালো যে পৰীক্ষাত পাছ কৰিছ। এতিয়া কোনোমতে কলেজত নাম লগাগৈ।"

"পইছা নহ'লে কি ক'ৰো ?" পঢ়িবৰ ইচ্ছা থাকিলে পঢ়িব লাগে। আমাৰ গাঁৱত এজন শিক্ষিত হৈ উঠিলেও ভাল। আন গাঁৱত কতজনে বি,এ ; এম,এ পাছ কৰি উকিল, হাকিম হৈছে। তই চহৰলৈ যা, আজিকালি তাত পঢ়িবলৈ সুবিধা হৈছে। দিনত কোনো অফিচত কাম কৰি নিশা কলেজত পঢ়িব পাৰি। বহুতো ল'ৰাই আজিকালি এনেকৈ পঢ়ে।"

টেকেলাৰ কথা শুনি মনত যেন আশা বিৰিঙি উঠিল।

"চহৰত কাম পামনে ?"

"নাপাবি কিয় ? কত ল'ৰাই কাম লৈ লৈ পঢ়িব ধৰিছে।"

"তাত জানো থকাৰ সুবিধা হ'ব ?"

"পোন প্ৰথমে মোৰ বাহাতে থাকি কাম বিচাৰি সোমাই লাহে লাহে আন সুবিধা কৰিব পাৰিবি।" কথাটো ভালেই লাগিল। মই ক'লো, "মহীধৰ কাই, তেন্তে তোমাৰ লগেত মই চহৰলৈ যাম।"

"বাৰু ওলাবি। মই চাৰিদিন মান থাকিম"' ভালেই হ'ল এই চাৰিদিনত মই মাটিডোখৰতে এটা দিহা কৰো।"

"কি মাটি ?"

"চহৰুৱা মাটিডোখৰ। তাৰ ধানেৰে কোনোমতে খাই-লৈ পঢ়িছো। এতিয়া কাৰোবাক পাৰো যদি আধিয়া দিয়ে যাওঁ। অন্ততঃ ঘৰত আইতাৰ খোৱাকেইটাৰ দিহা হ'ব।"

"অ' আধিয়াত থৱ যদি আমিয়ে ৰাখিম। অতুলে খেতি কৰিব।" অতুল মহীধৰৰ সৰু ভায়েক। "নাইবা বেচিয়ে নেপেলাব কিয় ? তই চহৰত থাকি মাটিৰ জঞ্জাল কেনেকৈ সহিবি ?"

"পিছত যি হয় হ'ব। আগেয়ে চহৰত খোপনি পাতোঁ। কি কোৱা মহীধৰ কাই ?" হ'ব । তই ভয় কৰিছ কিয় ? তাত মই তোৰ দিহা নলগাই এৰিমনে?"

দুখুৱে মাটিডোখৰ আধিয়াত দিয়াৰ সকলো বন্দোবস্ত কৰি মহীধৰৰ লগতে গুৱাহাটী চহৰ পালেহি। মহীধৰৰ কাছাৰীৰ বাবুসকলৰ লগত বৰ মিল। তেওঁলোকক খাটি দুখুৰ এটা কামৰ দিহা অলপতে লগালে। দুখুৱে দিনত কাম কৰে, ৰাতি ওচৰৰ নৈশ কলেজত পঢ়াৰ সুবিধা পালে।

মহীধৰে মাজে সময়ে কয়, "তোৰ পঢ়াৰ সুবিধাকণ কৰি দিলো। এতিয়া মাটিডোখৰ কি কৰিবি ? তাৰে যি আধিয়া পাব আমাকো নোজোৰে, তোৰ ঘৰতো অনাটন। যদি ইচ্ছা কৰ বেচি পেলা।"

দুখুৱে কয়, "মই ইয়াত যি টকা পাইছো তাৰ কোনোমতে খোৱা আৰু পঢ়া খৰচ মিলে। ঘৰলৈ আইলৈ এটা টকাও দিব নোৱাৰো। তেওঁ মাটিৰ আধিয়াৰ উৎপন্নৰে কোনোমতে পেট প্ৰবৰ্তাই আছে। পিছে তেওঁৰ মুখৰ আধাৰ কাঢ়ি কেনেকৈ বেচোঁ ?"

"এইটো আমাৰ মানুহৰ কথা। উপকাৰ পালে সকলোৱে পাহৰে। বোলো, গাঁৱত সোমাই থকাহেঁতেন ক'ত পঢ়িব পাৰিলিহেঁতেন। এতিয়া কাছাৰীৰ বাবুও হৈছ। পঢ়িবও পাৰিছ। তেনে্ উপকাৰ পাহৰিলি। আমি আৰু তোৰ মাটিৰ আধিয়া নাখাওঁ। লাভ নোহোৱা কাৰবাৰ কৰি কি কৰিম ? তই যাকে পাৱ তাকে দে আৰু মই ইয়াত তোক বাহাত থাকিব দিবও নোৱাৰিম। মোৰ ল'ৰাটো ইয়ালৈ আনি পঢ়াব লাগে। ইয়াত তিনিজনৰ ঠাই ক'ত হ'ব? তই আইন ঠাইত ঘৰ বিচাৰি ল।"

দুখুৱে মহীধৰৰ কথাত বৰ দুখ পালে। তথাপি সি ক'লে, "তিনিওজনে আমি কথমপি ইয়াতে থাকিম।'

"নাই সেইটো হ'ব নোৱাৰিব।"

যি নহওক দুখুৱে নিৰুপায় হৈ অ'ত-ত'ত বিচাৰি এটা পঁজা ঘৰ পালে। সি মহীধৰৰ পৰা মেলানি লওঁতে তাৰ চকুৰ পানী আপোনা-আপুনি বৈ আহিল। সি জানে মহীধৰৰ অন্তৰত যিয়ে নাথাকক এদিন তাক সহায় কৰিছিল। গুৱাহাটীলৈ আহিবলৈ তাক উপায় দিছিল। চহৰত চাকৰিৰ দিহা কৰি দিছিল আৰু প্ৰায় এই দুবছৰ তাৰ থকাৰ সুবিধা কৰি দিছিল।

অৱশ্যে এইবোৰ কৰাৰ মূলত তাৰ স্বাৰ্থ আছিল সঁচা। তাৰ গাঁৱৰ মাটিডোখৰ সি হজম কৰিবলৈ বিচাৰিছিল , লগে লগে সি যে তাৰ গাঁৱৰে এজন ল'ৰাক মানুহ কৰি তুলিলে সেইটোৰ যহ দহজনৰ আগত কৰিব পাৰিছিল। কিন্তু দুখুৱে ভাবিছিল মহীৰাম শিক্ষিত নহয়। গাঁৱৰ স্বাৰ্থ তাৰ থাকিবই, আনপিনে মানুহে সুবিধা পালেই নিজৰ গৰ্ব আৰু গৌৰৱ কৰা স্বভাব আছেই। তেন্তে তেনে কৰাত মহীৰামৰ কি দোষ। যি নহওক সি তাৰ বাট মুকলি কৰি দিছে। গতিকে সি কৃতজ্ঞ নহৈ কেনেকৈ পাৰে। সি নতুন পঁজালৈ গ'ল। যোৱাৰ আগে আগে কৈ গ'ল, "মহীকাই যদি আইতা নোহোৱা হয়, তেন্তে মোৰ মাটিখিনি তোমালোকৰ। মই সেই মাটিৰ উৎপন্নলৈ হেঁপাহ নকৰোঁ।"

"যা যা বোপা, উপকাৰীক অজগৰে খায়, সেইটো আমাৰ জনা আছে। তই কেতিয়াবা মাটি দিবি বুজিছোঁ।"

(৪)

দুখুৱে সেই পঁজা ঘৰতে নিজে ৰান্ধি-বাঢ়ি খাই কাছাৰীত কাম কৰি আই, এ পাছ কৰি বি, এ পঢ়িব ধৰিলে। পঢ়াত সি নাম কৰিলে। বি, এত সি নাম কৰিয়ে মহলা ডেৱালে। ইতিমধ্যে তাৰ মাকো ঢুকাল। সি গাঁৱলৈ গৈ মাকৰ শ্ৰাদ্ধাদি কৰি সি মাকৰ শ্ৰাদ্ধত তাৰ মাটিডোখৰ দান দিবলৈ ওলাল। আগৰ কথামতে মহীৰামক লিখি দিলে। কিন্তু আনপিনে এটা আপালি মিলিল। সি বি, এ পাছ কৰাত নাম কৰা দেখি কাছাৰীৰ বৰ বাবুৱে তেওঁৰ ডাঙৰ ছোৱালীজনী তাক বিয়া দিবলৈ মন কৰিলে। কিন্তু তাৰ বিয়া কৰাবৰ ইচ্ছা নাই। সি পাৰিলে এনেকৈ ল'টো পাছ কৰে। বৰ বাবুৱে নানা প্ৰকাৰৰ চেষ্টা কৰিও যেতিয়া নিৰাশ হ'ল—তেওঁৰ মনে মনে খং উঠিল। এদিনা সুবিধা বুজি অলপ কথাতে আঁসোৱাহ ধৰি বৰ চাহাবৰ আগত লগাই তাৰ ভয়ঙ্কৰ দোষ হৈছে বুলি কামৰ পৰা বৰখাস্ত কৰিলে। দুখুৰ আকৌ দুখৰ জীৱন আৰম্ভ হ'ল। এপিনে 'ল' পঢ়িবলৈ তাৰ প্ৰবল ইচ্ছা, আনপিনে তাৰ পঢ়া খৰচ, খোৱা-লোৱাৰ ভয়ঙ্কৰ অনাটন অৱস্থা। সি কি কৰিব ভাবি বিমোৰত পৰিল। অৱশ্যে সি অ'ত-ত'ত বিচাৰি "প্ৰাইভেট টিউচন" এটা ঠিক কৰিলে। কিন্তু তাৰে সি কোনোমতে পেট প্ৰৱৰ্তন কৰিব পাৰে, পঢ়ে কেনেকৈ? সি কেতিয়াবা কেতিয়াবা ভাবে মানুহে স্বাৰ্থত আঘাত পালে কিমান দূৰলৈ নামিব পাৰে। কিন্তু তাৰ মনত নেখেলাল মানুহ কিয় জাতিয়ে জাতিয়ে স্বাৰ্থৰ সংঘৰ্ষত যুঁজ-বাগৰ কৰি হাজাৰ হাজাৰ লোকৰ প্ৰাণ হানি কৰে। হাজাৰ হাজাৰ উন্নতিশীল নগৰ ধ্বংস কৰে। হাজাৰ হাজাৰ পুথিভঁৰাল ছাঁই ভস্ম কৰে। তেনে কথা তাৰ মনত খেলালে এজন লোকে স্বাৰ্থৰ কাৰণে এজনৰ অন্যায় কৰা যে অতি তুচ্ছ কথা সি সহজে হৃদয়ঙ্গম কৰিব পাৰিলেহেঁতেন।

যি নহওক সি স্বাৱলম্বী হ'ল। মনত ধৈৰ্য ল'লে। তাৰ দৃঢ় সংকল্প হ'ল সি যেনে-তেনে 'ল' পাছ কৰিব। তাৰ মনত পৰিল সেই অতীতৰ সপোন ৰাজ্যৰ কথা, য'ত মেতৰ মুচিয়েও আশা কৰিব পাৰে, দাবী কৰিব পাৰে ৰাজ্যৰ ঘাই ধৰণী হ'বলৈ। সি সকলো মান, সঙ্কোচ, ভয় এৰি এখনি সৰু বিড়ি-পাণৰ দোকান দিবলৈ ওলাল। তাৰ তাকৰীয়া ধনেৰে সি ডাঙৰ ব্যৱসায় কৰিব নোৱাৰে। কিন্তু সৰু ব্যৱসায় কৰাত লাজ কি? ব্যৱসায়—ব্যৱসায়ৰ উদ্দেশ্য ধন ঘটা—নিজৰ আৱশ্যকীয় খৰচ কৰি বাকী টকাৰে ব্যৱসায় বঢ়াই যোৱা আৰু সুবিধা পালে পৰৰ উপকাৰ কৰা। গতিকে সৰু ব্যৱসায়ত লাজ-শৰমৰ সৃষ্টি কিয় ? লোকে কি বুলিব, তাৰ লগৰবোৰে কি ক'ব, এই ভাবটোৱে মানুহে কৰিব পৰা বহুতো কামৰ বাটত হেঙাৰ। এই ভাবটো লাগে অসজ বা পাপ কাম কৰা অৱস্থাত। কিন্তু সজ কামৰ সময়ত এই ভাবটোৱে মানুহক টানি ৰাখে কিয়? সৰু ব্যৱসায় ! এৰা সৰু ব্যৱসায় ! কিন্তু সৰু ব্যৱসায় কৰিয়ে এদিনা ডাঙৰ ব্যৱসায়ী হ'ব পাৰি। নাই সি কৰিবই। সি মানুহৰ ভালকৈ সমাগম হোৱা ঠাই এডুখৰি বিচাৰি ল'লে। সি কাছাৰীত থাকোতে বহুতো মোকৰ্দমা দেখি দেখি মানুহৰ চৰিত্ৰ সুন্দৰভাৱে অধ্যয়ন কৰিছে। ধনবল, জনবল পদবীৰ তলত শতকৰা নিৰান্নবৈজন লোকে কেনেকৈ বশ হয় সি বহুতো প্ৰমাণ পাইছে। সি ভাবিলে আজিৰ জগতে ধনীৰ ওচৰত বহুতো আশা কৰে। সেয়েহে জ্ঞানী, বিদ্বানতকৈ ধনীৰ ওচৰত মূৰ দোঁৱায়। ডাঙৰ দাৰ্শনিকৰ কথা শুনিলে "এওঁ বলিয়া"বুলি আঁতৰ হয়। নতুন তথ্য শুনিলে গভীৰ-ভাৱে নাভাবি উপলুঙা কৰে। কিন্তু কিবা স্বাৰ্থ পূৰণ কৰিব পৰা আশা দেখিলে মটৰ লৈও পদবী থকা লোকৰ পিছে পিছে ঘূৰে। ঘৰৰ দুৱাৰ মুখত—বহি চৌপৰ কটায়। সি সেইবোৰ ভাব হাঁহিলে। বাৰু দেখিছোঁ সৰু ব্যৱসায় কৰাৰ পৰা কেনে উপলুঙা আনে?

(৫)

"কিহে আন একো কৰিব নোৱাৰিলানে ? তুমি লাজ-হুকম সকলো নষ্ট কৰিলা। 'ল' পঢ়া লোকে এনে বিড়ি-পাণৰ দোকান দিয়েনে ?"

"কিয় ? 'ল'ত বিড়ি-পাণৰ দোকান দিয়া নিষেধ আছে জানো ?"

"সেই কথা এৰা। নিজৰ মান-সম্ভ্ৰমৰ বিষয়ে ভাবিব লাগে। আজি বিড়ি-পাণৰ দোকান দিছা। সৌৱা গ্ৰাহকে আহি কৈছে, "দোকানী ! এমুঠা বিড়ি দিয়াচোন ! পিছত 'ল' শেষ কৰি উকিল হ'লেও তোমাক বিড়িৱালা বুলিহে ক'ব। মক্কেল ক'ত আহিব ?"

"ওকালতি কৰিবলৈ ইচ্ছা নাই।"

"কি কৰিবা ? তেন্তে কিয় 'ল' পঢ়িছা ? তুমি দেখিছোঁ তোমাৰো মান নষ্ট কৰিলা, আমাৰো গৌৰৱ হানি হ'ল। 'ল' পঢ়া ল'ৰাক আৰু কোনে মান কৰিব ?"

"মান, সম্মানৰ কথা কৈ আমাৰ জাতিটো মাৰিবা ঃ বুজিছা সদানন্দ, আজি বজাৰত সোমাই চোৱা কেইজন অসমীয়াই বেহা-বেপাৰ কৰিছে ? বেহা-বেপাৰ নহ'লে কোন জাতিয়ে উন্নতি কৰিব পাৰেহে ?"

সেইবুলি এনে বেপাৰ কৰেনে ? হেৰা, মনটো সৰু কৰা কিয় ? বেহা-বেপাৰ কৰিব খোজা, ডাঙৰ ব্যৱসায় লোৱা। এটা ক, খ নজনা ল'ৰায়ো বিড়িৰ দোকান দিয়ে। তেন্ত তুমি পঢ়ি-শুনি কি লাভ কৰিলা ? সৰু ব্যৱসায়ে মন সৰু নকৰে। সৰু মানুহে সৰু ব্যৱসায় কৰিবলৈ লাজ পায়। তুমি কোৱা কথাকে মই দোহাৰি ক'লো মনটো সৰু নকৰিবা ! আৰু কৈছা ক, খ, নজনাই বিড়ি পাণৰ দোকান দিয়ে। তাৰ জীৱনটো তেনে দোকানতে কটাব লাগে। আমি সুবিধা পালে আন ক্ষেত্ৰতো নাম কৰিব পাৰোঁ। যদি ভাগ্যত মিলে আমি দেশৰ ধৰণীয়ো হ'ব পাৰোঁ। কি কোৱা।

কিয়, এটা চাকৰিকে বিচাৰি নল'লা কিয় ? তাৰ ধনেৰে 'ল' পাছ কৰিব পাৰিলাহেঁতেন। মানুহেও বেয়া নুবুলিলে-হেঁতেন। কেৰাণী চাকৰি কৰি ওপৰৱালাৰ নানা ছটা কথা শুনি দিনটো গাধা খাটোনে খাটি পঢ়িবলৈ যিমান সময় পাবা তাতকৈ এনে সৰু ব্যৱসায় কৰি দিনটো বহি বহি পঢ়াতে সময় নিয়াব পাৰি। থোৱা থোৱা। এইটো এৰি পেলোৱা। মানুহে শুনিলে কি ক'ব ? অধ্যাপকসকলে বা কি ক'ব? ইপিনে আমাৰ সহপাঠীসকলে কত তৰহৰ কথা-বতৰা পাতিছে। সকলোৰে ছিঃ ছিঃ, আমাৰ সৰ্বনাশ কৰিলে। কতো নাক দেখুৱাব নোৱাৰাত পৰিলো। 'ল' কলেজৰ ল'ৰাক আৰু কোনে মান কৰিব ?

"হেৰা তোমালোক ডাঙৰ মানুহৰ ল'ৰা। ধনৰ টোপোলা আছে। তোমালোকৰ ভাব-চিন্তা নোহোৱাকৈ খাই-লৈ পঢ়ি যাবা। কিন্তু মোৰ যে একো নাই। যেনে-তেনে উপায় কৰি খোৱা-লোৱাৰ দিহা কৰিব লাগিব। বিশেষতঃ এইটো সৰু কাম বুলি ভাবিছা কেলেই ?"

"থোৱা থোৱা, তোমাৰ বক্তৃতা নুশুনো। সকলো কথাতে এটা সীমা আছেহে। তুমি কৈছা ওকালতি নকৰো বুলি, তেন্তে 'ল' পঢ়া এৰি দিয়া, আমাৰো মান ৰওক।"

"মই 'ল' পঢ়িছো আইন জানিবলৈহে। ওকালতি কৰিবলৈ নহয়। "

"আইন জানি কি কৰিবা ? যদিহে কামত নলগোৱা।"

"ইয়াৰ উত্তৰ এদিন দিম, আজি নহয়। পিছে লাভ কেনে কৰিছা ?"

" বেয়া হোৱা নাই। পঢ়া খৰচ ওলাব। ইপিনে বহি বহি পঢ়িবলৈকো বহুতো সময় পাইছোঁ। এনেতে এটা ল'ৰাই আহি মাত দিলে, "হেৰা দোকানী জুইশলা এডাল দিয়াচোন! দুখুৰে ল'ৰাটোৰ পিনে চাই থাকিল। সদানন্দই দুখুৰ পিনে চাই ৰ' লাগি ৰ'ল।

অলপ পিছতে দুখুৰে সুধিলে, "জুইশলাৰে কি কৰিবা ?"

"এটা চেলেউ পিওঁ।"

"নাই জুইকাঠি দিব নোৱাৰোঁ।"

"জুইকাঠিডালেই ডাঙৰ বস্তু হ'ল। এটা বস্তু নিকিনিলো বুলি জুইকাঠিডাল দিব নোৱাৰা !"

"দিয়া এবাকচ কেপষ্টান চিগাৰেট দিয়া। ধৰা পইছা ধৰা।"

"নাই চিগাৰেট তোমাক বেচিব নোৱাৰোঁ। পইছা ওভতাই নিয়া। জানা সৰু ল'ৰাই চিগাৰেট পিলে আইনমতে দণ্ডনীয়া হয়।"

"ধন ল'বা, বস্তু দিবা। আইন এৰা। সৰু সৰু কথাৰ আৱশ্যক কি ? বিড়ি-পাণৰ দোকানৰ আকাল পৰা নাই! বুলিয়েই পইছা ওভতাই লৈ সি বেগ দিলে।

সদানন্দই ক'লে, "এনেদৰে আইন মানিব লাগিলে

বেপাৰ কৰি তৰিবা।"

"আইনতকৈও দেশ ডাঙৰ বস্তু সদানন্দ। দেখিছা এই যুৰুলীয়া ল'ৰাটোৱে চেলেউ হোঁপে। কিন্তু দেশৰ লোকৰ সেই সম্বন্ধে ভাব চিন্তা নাই। আইন এখন কৰি থৈছে সঁচা। কিন্তু বাস্তৱক্ষেত্ৰত কি হৈছে সেইটোলৈ চাবৰ নাই।

"তুমি নিবিকিলা। কিন্তু সৌ সিখন দোকানত সি চেলউ কিনি হুঁপি হুঁপি আহিব ধৰিছে।" এনেতে ল'ৰাটো দোকানৰ আগ পালেহি। সি মাত দিলে "তোমাৰহে দোকান আছে, আৰু দোকান নাই" বুলি ডাঙৰকৈ চেলেউ হুঁপি হুঁপি ধোঁৱা উৰুৱাই যাব ধৰিলে।

দুখুৱে অলপ টলকা মাৰি থাকি সদানন্দক ক'লে, "বুজিছা সদানন্দ, আমি ডাঙৰ ডাঙৰ কথা মন কৰোঁ, কিন্তু সৰু কথাবোৰলৈ চকু নিদিওঁ। কিন্তু দেশৰ কল্যাণ সাধিব লাগিলে আচল সৰু সৰু খুটবোৰহে বিশেষকৈ চকু দিব লাগে। এনেতে এজন পুলিচ আহি দোকানৰ আগত থিয় হৈ ক'লে, "চাওঁ দিয়াহে এটা বিড়ি?"

"পইছা দিয়া?"

"বিড়ি এটা খাওঁতে পইছা লাগেনে? এতিয়াই ধৰি নিলে বিৰিৰ দামৰ এশ গুণ যাব।

"দোষ নহ'লেও ধৰি নিবানে?"

"ধৰি নিয়াহে দেখিছানে? এতিয়াই জেলত সুমুৱাই থ'লে মজাপালি পাবা। ৰঙা পাগুৰী দেখি ভয় নকৰাৰ মজাপালি ওলাব।

দুখুৱে নামাতি থাকিল। তাৰ মনে মনে বৰ খং উঠিল। ৰঙা পাগুৰীৰ অত্যাচাৰৰ বিষয়ে সি সদায় শুনি আছে। কিন্তু কিমান দূৰ হ'ব পাৰে সেইটো ধাৰণা নাছিল। গাঁৱে-ভূঞে ৰঙা পাগুৰীয়ে চহা গাঁৱলীয়াৰ ওপৰত কেনেভাৱে কেনে ধৰণে অসংখ্য উপায় উলিয়াই ধন, বস্তু-বেহানি লোটে সেই বিষয়ে ৰাইজে জানিও চকু মুদি থাকে। তাৰ প্ৰথম কাৰণ গাঁৱৰ মাতব্বৰী কেইজন বা জনা-বুজাকেইজনে ৰঙা পাগুৰীক সদায় হাতত ৰাখি আন হোজাবিলাকৰ ওপৰত মহতালি কৰিবলৈ চেষ্টা। দ্বিতীয় কাৰণ, হোজা গাঁৱলীয়াৰ শিক্ষাৰ অভাৱত মনৰ সাহস বাঢ়ি যোৱা। বিশেষতঃ মিছা-মিছি জঞ্জাল চপাই লোৱাতকৈ তেওঁলোকক সন্তোষ ৰখাই ভাল। তৃতীয় কাৰণ, ৰঙা পাগুৰীৰ ওপৰৱালা বিষয়াসকলে তেওঁলোকৰ তলতীয়া চাকৰিয়ালক দোষত পেলাব নোখোজে। তদুপৰি কোনো কোনো বিষয়াই সিহঁতক তেনে কৰিবলৈ উদ্‌গনি দিয়ে যাতে তেওঁলোকেও লাভৰ ভাগ-বতৰা কৰিব পাৰে। ওপৰৰ চৰকাৰেও ইমান তলৰ কথা গম নাপাই, গম পালেও উপযুক্ত প্ৰমাণৰ অভাৱত বা ওপৰৰ বিষয়াসকলৰ ৰিপোৰ্টত নিৰ্ভৰ কৰিবলগীয়া হোৱাত সকলো কথা বিনা দণ্ডে শেষ হয়।

যি নহওক দুখুৱে এটা বিড়িৰ কাৰণে ফিৰিঙতিৰে খাণ্ডৱ দাহন কৰিবলৈ সাজু নহয়। বিশেষতঃ ব্যৱসায়ী হিছাপে সকলোকে সন্তোষ দি ৰখাই আৱশ্যক। অৱশ্যে ৰঙা পাগুৰীৰ অনাহক প্ৰভুত্বত তাৰ গোটেই গা শিয়ৰি উঠিছিল। যি নহওক সি হোজা ব্যৱসায়ীৰ দৰে "ধৰা ধৰা বিড়ি এটা কি বস্তু। এনেয়ে খেমালিহে কৰিছোঁ।" বুলি সি বিড়ি এটা আগবঢ়ালে।

"এটা দিলে কি হ'ব, এবাণ্ডল দিয়া।"

সি দুটা আগবঢ়ালে। ৰঙা পাগুৰীয়ে এটা মুখত জ্বলাই আনটো জেপত ভৰাই খোজ ল'লে।

সদানন্দই ক'লে, "কিয় দিলাহে?"

"এৰা ছাতৰ হিছাপে মোৰো তেনে ভাব হৈছিল। কিন্তু ব্যৱসায়ী হিছাপে সেইটো তল পেলাই সচৰাচৰ নিয়ম পালন কৰিলোঁ। বিশেষতঃ ততালিকে এটা হাহাকাৰ তোলাৰ মোৰ ইচ্ছা নাই। কিন্তু তুমি নিশ্চয় বুজি পাইছা মই ৰঙা পাগুৰীৰ ভয়ত তেনে কৰা নাই।"

"কেনেকৈ সেইটো বুজিম? যি দেখিছোঁ তাকেহে ক'ব পাৰোঁ।"

"বুজিছা সদানন্দ, জগতখন আওপাকে যাব ধৰিছে। বেয়া কৰিলে ভাল। দুৰ্নীতিৰ আশ্ৰয় লৈ মটৰ- গাড়ী কৰি পদবীসকলৰ পিছে পিছে ঘূৰিব পাৰিলে তুমি ডাঙৰ লোক। সভা-সমিতিত তোমাৰে নিমন্ত্ৰণ। আকৌ ডাঙৰ ডাঙৰ বিষয়া বা মন্ত্ৰী, মেম্বৰসকলৰ সকলো যোগান ধৰিব পাৰিলে বা লগাত হওক বা নলগাতে হওক তেওঁলোকৰ গিৰীহঁতনিৰ আলপৈচান ধৰিব পাৰিলে বা বস্তুৰ যোগান ধৰিব পাৰিলে তুমি পাশতিৰ ঢালত দহ-পঁচিশ মাৰিলা। আৰু কত দেখিবা ব্যৱসায়ৰ লগত যেন আজি মনুষ্যত্বৰ চিৰবিচ্ছেদ হৈছে। কিন্তু সদায় আমি মনুষ্যত্ব, শান্তি, পঞ্চশিলা আৰু কত কি ডাঙৰ ডাঙৰ কথা ভাটোৰ দৰে আওঁৰাইছোঁ। কিন্তু আমাৰ নাড়ীৰ ভিতৰত যে জ্বৰ সোমাই আছে, সেইটো আমি গম ধৰিব নোৱাৰোঁ। এখোজ দিলেই দেখিবা আমাৰ মনুষ্যত্বৰ

বাটত কিমান আগবাঢ়িছোঁ।

তুমি তেন্তে এই ব্যৱসায় নেৰা ?

অৱশ্যেই এৰিব নোৱাৰা কৰিছে। কোনে ইচ্ছা নকৰে যে ডাঙৰ ব্যৱসায় নকৰোঁ ; ভাল মটৰ-গাড়ী কিনি জুৰ বতাহ লওঁ ? বিজুলী বন্তিৰ তলত কাম কৰোঁ, দুমহলা ঘৰ কৰোঁ ইত্যাদি, কিন্তু দেখিছা জুপুৰি পঁজাতো মানুহে জীৱন কটাব ধৰিছে। এসাঁজ খাই এসাঁজ লঘোণে দিন নিয়াব ধৰিছে। কিন্তু সকলো ক্ষেত্ৰতে আমি মনুষ্যত্ব ৰাখিব পাৰোঁ, মন সংকীৰ্ণতাৰ বুৰ নেখেদাব পাৰোঁ। কিন্তু আমি সেইটোলৈ সমূলি নাভাবোঁ।"

"হেৰা মোৰ আচল কথা হৈছে দেশৰ মঙ্গল কৰা। মনুষ্যত্ব, ধৰ্ম সেইবোৰ নকটা খেৰৰ নশ গোটোৱা।"

"দেশৰ মঙ্গল মানে তুমি কি বুজা ?"

"আৰ্থিক উন্নতি, শিক্ষা, কৃষ্টি, সভ্যতা।"

"এৰা এই আটাইকেইবিধত উন্নতি কৰিব পাৰিলে দেশৰ মঙ্গল হয় সঁচা। কিন্তু কেৱল যদি আৰ্থিক উন্নতিৰ কথা কোৱা তেন্তে দেশ যি আন্ধাৰত আছে, চিৰকাল তেনে আন্ধাৰত থাকিব। আকৌ এইকেইটা গোটাই ল'ব পাৰিলে মানুহৰ মনুষ্যত্বৰো বিকাশ হয়। সভ্য হ'ব লাগিলে কেৱল সাজ-পাৰ ভালকৈ পিন্ধাই নহয়। তাৰ লগে লগে মানসিক উন্নতিৰ আৱশ্যক । মটৰত ঘুৰিলে বা কিনি ফুৰিলেই সভ্য নহয়। সভ্যতাৰ সম্বন্ধ মানুহৰ মনত উৎকৰ্ষতাৰ লগত। আমি উকিল হ'লেই সভ্য নহওঁ। আমাৰ কৃষ্টি, শিক্ষা, মনৰ উৎকৰ্ষইহে আমাক সভ্যতাৰ বাটলৈ উটাই নিয়ে।"

"থোৱা, থোৱা। তোমাৰ আলাইবাদু ভাববোৰ। তুমি এনে কাম কৰি, সাধাৰণ মানুহৰ দৰে পুলিচৰ বগা চকুত সেও মানি, ল'ৰাৰ ভেকাহি শুনি, লাজ পোৱা নাই ? এৰা এৰা, এইবোৰ কৰি মিছামিছি হাঁহিয়াতৰ পাত্ৰ নহ'বা। ক'ৰবাত এটা কাম বিচাৰি লোৱা। নে এনে সৰু কাম কৰি তুমি তোমাৰ মহত্ব দেখুৱাব খুজিছা ?"

মহত্ব দেখুৱা ভাবটো অন্তৰৰ গভীৰ ঠাইত আছেনে নাই ক'ব নোৱাৰোঁ। কিন্তু অভাৱে মানুহক বহু কাম কৰিবলৈ বাধ্য কৰে। বিশেষতঃ মহত্ব দেখুৱাতকৈ এনে সৰু ব্যৱসায় কৰাত লাজ ভাবটো যে মাজে মাজে নাহে সেইটো ক'ব নোৱাৰোঁ। বুজিছা সদানন্দ, অসমীয়া সমাজ অসমৰ বা-বতাহে এতিয়াও মনৰ মহত্বৰ ওচৰ চাপিব নিদিয়ে। কোনটো মহত্ব কোনটো ডাঙৰ লোকালি সেইটোৰ পাৰ্থক্য জানু অসমীয়াৰ নাই। বুজিছা তোমাৰ কেইহাজাৰমান টকা থাকিলে, এখন মটৰ-গাড়ী থাকিলে, ডাঙৰ বিষয়াৰ লগত গা ঘঁহিব পাৰিলে, তেওঁলোকৰ লগত একেলগে চাহ মেলত বহিব পাৰিলে অসমীয়াই ডাঙৰ বুলি ভাবে। কি কোৱা? বাৰু সেইবোৰ ডাঙৰ কথাৰ জাল তৰিলে লাভ নাই। মই অল্প ব্যৱসায় কৰিছোঁ। কেৱল অভাৱৰ বাবে। এয়ে আচল কথা।

দুখুৱে আহিল পাছ কৰিলে। এতিয়াও তাৰ সেই সৰু দোকানখন আছে। কিন্তু তাত যেন তাৰ মন নাই ? ব্যৱসায় বেয়া বুলি নহয়, কিন্তু এই ব্যৱসায়ত যেন সি দেশৰ কাম কৰা নাই এনে ভাব তাৰ মনত জনাই আহিছে। বিড়ি-চিগাৰেট বেচি সি দুপইছা কৰিছে সঁচা, কিন্তু তাৰ ভাব যেন সি বিষ বেচি ধন ঘটিছে। অসমীয়াসকলৰ মাজত বিড়ি বিষ ভগাইছে। অৱশ্যে ল'ৰাক নিদিলেও সি তেনেবোৰ নেবেচাৰ কাৰণে বহুতো আহুকাল পাইছে। তাৰ ভাব ওকালতি ব্যৱসায়ৰো যে মহত্ব নাই। দুখাৰ কথা কৈ ধন ঘটা ভাবে তাৰ মনত বৰ আঘাত কৰে। বিশেষতঃ গাঁৱলীয়া হোজাসকলৰ পৰা টকা টানি-খুহি অনাটো যেন তাৰপক্ষে অসহনীয়। তাৰ ইচ্ছা গাঁৱলীয়া আৰু হোজা নহৈ সকলো সন্দেহ পোৱা লোক হ'ব লাগে। শিক্ষা-দীক্ষাত সকলো পিনে আগবাঢ়ি যাব লাগে। এজনো গাঁৱলীয়া অভাৱ-অনাটনত পৰি থকা বা অশিক্ষা অন্ধাৰত খেপিয়াই ফুৰা, ৰাজনীতি, ধৰ্মনীতি কৰ্মনীতিত ভাগ ল'ব নোৱাৰা অৱস্থাত থকা, স্বাধীন দেশৰ কলঙ্ক। কিন্তু এনে কলঙ্ক গুচাবলৈ লোকসকলৰ চেষ্টা ক'ত? ভোট খোজা লোক সকলৰ ভাব যেন গাঁৱলীয়া সমাজ সদায় হোজা হৈ থাকক, যাতে সহজতে মন ভোলাই, অলপ স্বাৰ্থ পূৰণ কৰিয়ে সিহঁতৰ ভোটকেইটা জীণ কৰিব পাৰি। অলপ জনা-শুনা হ'লেই সিহঁতৰ স্বত্ব ভালকৈ বুজি উঠি ভোট কোঁচোৱাত বিপদ হ'ব। ধনীৰ ইচ্ছা যাতে গাঁৱলীয়া সমাজ সদায় চহা হৈ থাকক, যাতে সিহঁতৰ পৰা সকলো শোষণ কৰিবলৈ সুবিধা থাকে। জনা-বুজা হ'লেই শোষণৰ ওৰ পৰিব। চৰকাৰী বিষয়াৰ ইচ্ছা যাতে সৰ্বসাধাৰণ একো মোল নোপোৱা হৈ থাকে। অলপ মোল পোৱা হ'লেই তেওঁলোকৰ দুৰ্নীতিৰ ওৰ পৰিব। এইদৰে যিজনৰে কথা কোৱা বাহিৰা হাজাৰ বক্তৃতাৰ মহলা মাৰিলেও অন্তৰত সদায় ভয়, জানোচা গাঁৱলীয়া সমাজ জাগি উঠে। তেতিয়া সৰ্বনাশ। ইহঁতলৈনে সাঙ্দহ খোৱা বালি সমূলি তল যাব। সি এনেবোৰ কথা ভাবোতে তাৰ মনত নানা উখল-

মাখল ভাবৰ সৃষ্টি হ'ল। সি ভাবি নাপায় ভবিষ্যতত সি কোন পথে খোজ ল'ব ? এবাৰ সি ভাবে তাৰ কেও নাই, গোটেই বিশ্বই তাৰ আপোন। সি বিশ্বৰ মঙ্গলৰ কাৰণে জীৱন নিয়াব। এবাৰ ভাবে, তাৰ যেতিয়া কাৰো দায়িত্ব ল'বলগীয়া নাই তেন্তে তাৰ নিজৰ পেটটোৰ কাৰণে সি কি ভাবিব লাগে? য'তে-ত'তে এমুঠি মিলিব। সি জীৱনটো জ্ঞান অন্বেষণত নিয়াব। আকৌ ভাবে তাৰ দায়িত্ব নহ'ব কিয় ? তাৰ জনম যে দেশৰ কাৰণে, সমাজৰ কাৰণে, বিশ্বৰ কাৰণে। তাৰ ব্যক্তিত্ব মিলি যাব বিৰাট ভূমাৰ লগত। কেতিয়াবা সি ভাবে এইবোৰ ডাঙৰ ডাঙৰ ভাবৰ কি আৱশ্যক ? আনবোৰ যেনেকৈ আগবাঢ়িছে সিও তেনেভাবে যাব। মিছামিছি এনেবোৰ ভাবলৈ তাৰ মনটো উগুল-থুগুল কৰাৰ কি সকাম, আনে ওকালতি কৰিছে, খাইছে-লৈছে, বিয়া-বাৰু কৰিছে,সমাজত ওখ আসন পাইছে সিও তাকে কৰিব । ওকালতি কৰি যি কেইটকা পায় সি তাৰে পোহপাল যাব। যদি ভালকৈ উপাৰ্জন হয় সি বিয়া বাৰু কৰিব। নহ'লে নিজে কোনোমতে চলি থাকিব। তাৰ মনটো এনেভাৱে ভটীয়নী পানীত উটি যায়। কেতিয়াবা কেতিয়াবা সি অদৃষ্টবাদী হৈ পৰে। কপালত যি লিখা আছে সেয়ে হ'ব, কেৱে একো কৰো বুলি কৰিব নোৱাৰে। মিছা সাঁতোৰ-নাদুৰ, বাউসীৰ বল কমিলেই সি পানীৰ তল হয়। কিন্তু যদি মৰণৰ সময় হোৱা নাই সি যেনে-তেনে জীৱনলৈ উপায় পায়। তেন্তে অদৃষ্টত হেলেম নিদি উপায় কি? আকৌ সি সবল হৈ উঠে—অদৃষ্ট কপাল ! তেন্তে মোৰ কৰিবলগীয়া জানো একো নাই ? কপালক থিয়াই কি মই—হাত-ভৰি কোচাই বহি থাকিম ? ভাবৰ জুমুৰিয়ে তাক নানা দোমোজাত পেলায়। সি কি কৰিব ? সি ভাবিলে চলন্ত ৰেলগাড়ী বাধা নাপালে আপোন গতিত গৈয়ে থাকক। সি সমাজৰ লোক ! সমাজৰ চলন্ত নিয়মে যিমান পাৰে যাব। সমাজত ততালিকে বিভ্ৰাট নঘটাই সি অলপ-অচৰপ সাল-সলনি কৰি আগবাঢ়ি যাব। কিন্তু বিপ্লৱ নানে। আকৌ তাৰ ভাব হ'ল সমাজ ! মামৰে ধৰা সমাজ ! ঘুণে ধৰা সমাজ ! সমাজৰ নিয়মবোৰ কোন মান্ধাতা যুগৰ। তাতে আকৌ কত বহল। কত অন্ধ অনুকৰণ । গাই গাই সেইবোৰ নিয়মলৈ কাণ কৰি, অন্ধৰ দৰে সি বাট বুলিব নোৱাৰে। সভ্যতাৰ নিভাঁজ সত্য পথ এৰি বহল লগা সভ্যতাৰ বোল বাঁহি সি জগতত আগুৱাব নোখোজে।

সি ভাবি থাকোতে সদানন্দ আহি ওলালহি। সদানন্দই ক'লে, "পাছ কৰিলা। এতিয়া দোকান এৰা। কাছাৰীলৈ কেতিয়া খোজ ল'বা ? কিন্তু চাবা আকৌ ওকালতিৰ লগত দোকানৰ জোটপোট লগাই হাঁহিয়াতৰ পাত্ৰ নহ'বা।"

"কোনে হাঁহিব ?"

সকলোৱে হাঁহিব, ভদ্ৰ সমাজে হাঁহিব। মক্কেলে হাঁহিব। উকিলবাবু বুলি নামাতি কেৱে কেতিয়াবা দোকানী দোকানী কৈ চিঞৰিব।"

দুখুৱে ক'লে, "সংসাৰত সকলো একোটা ভাও ধৰি আছে। কেও উকিল, কেও হাকিম, কেও জজ, কেও দোকানী, পোহাৰী, কিন্তু মৰিবৰ দিনা সকলো ভাও এৰি চিতা জুইত ছাই হৈ যায়। গতিকে ইটো সৰু, সিটো ডাঙৰ একো অৰ্থ নাই।"

সদানন্দ—"অৰ্থ নোহোৱাকৈ ডাঙৰ-সৰুৰ বিচাৰ হৈছে নে? দহজনে ভাল বোলে যাক সি ভাল, আকৌ দহজনে মান কৰে যাক সি মানী।"

দুখু—"এৰা সেইটো ডেমক্ৰেচীৰ নিয়ম। কিন্তু সত্যৰ তুলা-চালনীত সেইটো আনধৰণৰ।"

সদানন্দ — " সত্য-অসত্য এৰা। জগতত আহিছা মান, গৌৰৱ, সন্মান, যশ লৈ যোৱা। মৃত্যুৰ পিছত কি হয় কোনে জানে? ছাই হৈ মাটিতে লীন হয়নে ভূত-পিশাচ হয় সেইবোৰৰ সঠিক বাৰ্তা কোনে পাব? কেৱল সৰগ-নৰক আদিৰ কথা কেৱে কেৱে লিখি গৈছে বা মানুহৰ পুৰুষাণুক্ৰমে তেনে কথা চলি আহিছে। সেয়ে সেইবোৰ ভাবে মানুহৰ মনত দকৈ শিপা মেলি বৈছে।"

দুখু — "সৰগ-নৰকৰ কথা মই নাভাবোঁ। মানুহৰ জীৱন অৱস্থাতে সৰগ-নৰক পায় এয়ে মোৰ দৃঢ় বিশ্বাস। মৃত্যু পিচত..........."

সদানন্দ — "এৰা মৃত্যু, জীৱন সেইবোৰলৈ ভাবি অন্ত নোপোৱা। পিছে বৰ্তমানৰ কথা ভবা।"

এনেতে কল্পনা নামেৰে সেইবাৰেই 'ল' পাছ কৰা এজনী ছোৱালী আহি দুখুৰ দোকানৰ সমুখত থিয় হ'ল। তেওঁ সদৰ কাছাৰীৰ হাকিম প্ৰসন্ন বৰুৱাৰ ছোৱালী। তেওঁ দোকানৰ সমুখত থিয় হৈয়ে ক'লে, "আপুনি পাছ কৰিলে। মইয়ো পাছ কৰিছোঁ। আপোনাৰ কথা মই সকলো শুনিছো। আপোনাক ধন্যবাদ নিদি নোৱাৰোঁ। এনেভাৱে স্বাৱলম্বী

হোৱাটোৱে ডাঙৰ কথা। বহুতে আপোনাক উপলুণ্ঠা কৰিব পাৰে ; কিন্তু আপোনাৰ মহত্ব বুজা কেইজন ? মোৰ ধন্যবাদ ল'ব। কেতিয়া ওকালতি আৰম্ভ কৰিব ?" দুখুৱে অলপপৰ নামাতি অলপ পিছতে ক'লে, "আপোনাক মই চিনি পোৱা নাই। ওকালতি কৰি জানো পঢ়িবৰ সময় পাম ? মক্কেলৰ লগত কথা-বতৰা পাতোতে আকৌ মোকৰ্দ্দমাৰ নথি আদি চাওঁতে মোকৰ্দ্দমাৰ কথা ভাবোতে বোধকৰো আমাৰ অমূল্য সময় নষ্ট হ'ব। তথাপি মই দিনচেৰেক সেই বিষয়ত অভিজ্ঞতা লাভ কৰিবলৈ অলপতে চেষ্টা কৰিম।"

"আপুনি 'জইন' কৰিব। ময়ো অহা সপ্তাহতে 'জইন' কৰিম। কিন্তু আচলতে আমাৰ দেশৰ উন্নতি ওকালতিত নহয়। বাৰু, এতিয়া আহিলোঁ দেই। এই বুলি প্ৰণাম কৰি আঁতৰ হ'ল।

সদানন্দই দুখুলৈ চাই ক'লে, "দুখু, তুমি দেখিছোঁ বহালায় !"

"কি ?"

"কল্পনাৰ মন জয় কৰিব পৰা শক্তি আন কাৰো নাই, তেওঁ বিশ্ববিদ্যালয়ত প্ৰথম হৈ বি. এ. পাছ কৰিছে। ওকালতিতো নাম কৰি পাছ কৰিছে। প্ৰসন্ন হাকিমৰ ছোৱালী। দেখাত কেনে ধুনীয়া তুমিতো নিজে দেখিলা। কথা-বতৰাত কেনে সুন্দৰ। যেন মউহে বৰষে।"

"এৰা ! এৰা! ছোৱালী, ছোৱালী, ল'ৰা ল'ৰা! সেইবোৰলৈ গুণা-গাথা কৰাৰ কি আৱশ্যক। মুঠতে মই দেখিছোঁ ছোৱালীজনীয়ে স্বাৱলম্বী হোৱাটো বৰ ভাল পায়। আজিৰ যুগত এই ভাবটো বৰ বঢ়িয়া। নহয় বাৰু ?

সদানন্দই ক'লে, "এই কল্পনা সম্বন্ধে কলেজত হাহাকাৰ ! ক'ত কথা-বতৰা। কিন্তু তাইৰ মাধুৰ্য্য, গাম্ভীৰ্য্য, সৌন্দৰ্য আৰু পঢ়া-শুনাত পাৰ্গতালিয়ে সকলোকে সমুখত নিৰৱ কৰি ৰাখে। যি নহওঁক তোমাক যে তাই মনে মনে ভাল পাইছে সেইটো আৰু বুজিবৰ বাকী নাই। তুমি ওকালতি আৰম্ভ কৰি তাইৰ লগত ঘনিষ্ঠতা আৰম্ভ কৰা। সময়ত ভাল ফলো ফলিব পাৰে।"

"অৰ্থাৎ তুমি ক'ব খোজা মই ওকালতি ভাল পাওঁ বা নাপাওঁ কিন্তু এই ছোৱালীজনী হাত কৰিবলৈ মই ওকালতি আৰম্ভ কৰিব লাগে।"

"দুখু ! জীৱন ৰহস্যময়। ক'ৰ পানী ক'লৈ যায় ক'ব নোৱাৰি।"

"ছিঃ এনে নীচ ভাব মনত নানিবা সদানন্দ। আমাৰ জীৱন যেন কেৱল ছোৱালীক মুগ্ধ কৰি হাত কৰাহে, আন একো কৰ্তব্য নাই। যেন আমি জন্মিছো কেৱল একোখন উপন্যাসৰ নায়ক হ'বলৈহে। উপন্যাসত নায়ক-নায়িকাৰ চৰিত্ৰবোৰ পঢ়ি পঢ়ি আমাৰ মনবোৰ তেনে ধৰণৰ গঢ় লৈছে। কি কোৱা সদানন্দ। মই ওকালতি নকৰো। অৱশ্যে দিনচেৰেক অহা-যোৱা কৰিম সঁচা।"

"অৰ্থাৎ ওকালতি আৰম্ভ কৰি তোমাৰ নষ্ট গৌৰৱ ওভটাই আনিবা, অন্ততঃ তুমি যে উকিল সেইটো বাইজক চিনাকি দিবা।"

"সেইটো ভুল ধাৰণা। অৱশ্যে আনৰ পক্ষে হ'ব পাৰে কিন্তু ............"

"তুমি অসাধাৰণ জীৱ নোহোৱা।

অসাধাৰণ বুলি মই কোৱা নাই। মোৰ জীৱন দুখতে আৰম্ভ, আকৌ দুখতে লীন হ'ব সেইটো মোৰ বিশ্বাস। মোৰ সম্বল একো নাই। গতিকে মই একো হেৰুৱাবলৈ ভয় নকৰোঁ। আকৌ মোৰ লাভৰো আশা নাই। কিয়নো লাভ কৰিও মই অতুল ধন-সম্পত্তিৰ মালিক হ'লেও মোৰ কেও খাওঁতা নাই। গতিকে নষ্ট গৌৰৱৰ সম্বন্ধে মোৰ ভাবিবৰ একো নাই ! আৰু যাৰ গৌৰৱেই কোনো দিন নাই। তাৰ নষ্ট কেনেকৈ হ'ব?"

"বাৰু তোমাৰ আচল উদ্দেশ্যে কি ? যদি তোমাৰ ভৱিষ্যতৰ গৌৰৱৰ কাৰণে নাভাবা, বা কিবা লাভৰ নিমিত্তে নাভাবা, তেন্তে তুমি ওকালতি কিয় পঢ়িছিলা ? আকৌ সংসাৰলৈ কিয় আহিছা ? কি কৰি যাবা ? বিড়ি-পাণৰ দোকানেই জীৱনৰ উদ্দেশ্যেনে ?"

এইবোৰৰ উত্তৰ দুখুৱে পোনপটিয়াকৈ দিব নোৱাৰে। আচলতে তাৰ আচল উদ্দেশ্যে কি ? সি সমাজ সেৱা কৰি সমাজ সংস্কাৰক হিছাপে চিনাকি দিবলৈ তাৰ ইচ্ছা নাই। দেশৰ হকে কাম কৰি দেশপ্ৰেমিক হিছাপে খ্যাতি ল'বলৈকো সি ইচ্ছা নকৰে। ব্যৱসায়ত নানা টকা ঘটিও সি টকাৰ মহাজন হ'বলৈ নাভাবে। ডাঙৰ বিষয়া হৈ লোকসকলৰ পৰা গৌৰৱ লভিবলৈ সি মন নকৰে। ওকালতি কৰি ডাঙৰ উকিল হিছাপে থিয় দিবলৈকো তাৰ মনে উদ্‌গনি নিদিয়ে। আকৌ জন্ম লভি কোনোমতে খাই-লৈ মৃত্যুক সাবটি লোৱাটোৱো তাৰ মনে

নকয়। তেন্তে সি এইবোৰৰ কি উত্তৰ দিব ? সি এনেবোৰ ভাবি থাকোতেই সদানন্দই ক'লে, " কি ভাবিছা ? নে কল্পনাক সহচৰী কৰিবলৈ মনে ঢাপলি মেলিছে ?"

দুখুৱে ক'লে, " কল্পনা ! কল্পনা ! কল্পনা যে মোৰ চিৰ সহচৰী। সদানন্দই হাঁহি মাৰি ক'লে, "অকাশত চাং নাপাতিবাহে ! কেৱল ভাবৰ সাগৰতে বুৰ খাই জোলোকা-জুলুকি পানী খাবা। কিন্তু ভাবে কেতিয়াও বাস্তৱ মূৰ্তি ধৰিবলৈ উপায় নাপাব। কল্পনাৰ দেউতাক-মাকে তোমাৰ-আমাৰ নিচিনা লোকক কল্পনাক গতোৱা অসম্ভৱ। তেওঁলোকে নিশ্চয় বিচাৰিছে বিলাতৰ পৰা ঘূৰি অহা ডাঙৰ লোক, ব্যাৰিষ্টাৰ নাইবা শিৰফুটা ডাঙৰ চাহ বাগিছাৰ মালিক—তোমাক-আমাক কোনে লেখেহে ?"

দুখুৱে ক'লে, "তুমি কৈছা কল্পনা ছোৱালীগৰাকীৰ কথা ? মই সেইটো কোৱা নাইহে। মই কৈছো, ভাবৰ কল্পনাৰ কথা।"

সদানন্দই ক'লে, " ঘূৰালে কি হ'বহে ? মুখ মেলিলেই আমি গৰ্ভ দেখা লোক। বুজিছা দুখু, কিন্তু আওবাটে খোজ নল'বা। জীৱনটো কেৱল দেই-পূৰি মৰিবা। একো ফল নধৰিব। বাৰু এতিয়া আহো, এঠাইত নিমন্ত্ৰণ আছে।"

## (৭)

জীৱন ৰহস্যই কেনে ধৰণে বোল ধৰে সেইটো ক'ব নোৱাৰি। দুখুৰ জীৱনটো অস্বাভাৱিক হ'লেও মানুহে কৰিব নোৱৰা অস্বাভাৱিকতা নাই। কিন্তু সেইবোৰ কৰিবলৈ লাগে দৃঢ় মন। ভয়-সঙ্কোচ নকৰা, সমাজৰ হাঁহি-উপলুঙাত ভয় নোখোৱা অন্তৰ। দুখুৰ এনেবোৰ থাকিলেও দুখুৰ লক্ষ্য ক'ত সি নিজে ক'ব নোৱাৰে। একোবাৰ ভাবে সি ভটিয়নী পানীত উটি যাব, য'তে লাগে লাগক। একোবাৰ ভাবে, সি জাগি উঠিব। প্ৰত্যেক খোজত বাধা পালেও সি আগবাঢ়ি যাব। সি ভাবে গৰ্কীৰ মহান বাণীৰ কথা ! যি পেটে সকলো উকটি বাহিৰ কৰি দিয়ে। সেই পেটে কেতিয়াও ভাল বুলি ক'ব নোৱাৰি। সেইদৰে যিয়ে সংসাৰৰ সকলো কাম এৰি, ভৱিষ্যতৰ উচ্চ আদৰ্শ নাৰাখে সেইজনলোক কদাপি ভাল নহয়। তাৰ মন আকৌ নতুন ভাবত উতলা হয়। সি কিয় সমাজক এৰি, দেশৰ কথা নাভাবি, নিজৰ উচ্চ অভিলাষ বিসৰ্জন দি সকলো নীতিবাদৰ আশ্ৰয় ল'ব। সি ভাবে সমাজ যদি বেয়া সি সংস্কাৰ কৰিবলৈ লাগি পৰি লাগিব। দেশৰ যদি কিবা কল্যাণ কৰিব পাৰে, সি নিজৰ দেহো তুচ্ছ কৰি দেশৰ কামত লাগিব। নিজৰ যদি কিবা উন্নতি কৰিব পাৰে সি কৰিব। তাৰ লগে লগে যদি যশ-মান-ঐশ্বৰ্য আহে আহক। তাৰ উদাসীন মনে আকৌ নতুন পোখা মেলি সজীৱ হৈ উঠে। সি সংসাৰ কিয় নকৰিব ? যদিহে সংসাৰ কৰে তেন্তে................তাৰ মনত কল্পনাৰ কথা বিৰিঙি উঠে। কল্পনা। এৰা তেওঁ বৰ ধুনীয়া ছোৱালী।

## (৮)

তাৰ মনটো বিৰাট সমাজৰ। ক্ষুদ্ৰ সীমাত সি বন্ধা থাকিব নোখোজে। বিড়ি-পাণৰ দোকান সি এৰিছে। কিয়নো সি তাতে আটক হৈ আন সকলো ডাঙৰ কথাৰ পৰা বাহিৰত থাকিব নোখোজে। এদিন সি তাতে আলম লৈছিল—কিয়নো তাৰ পঢ়াত খৰছ তাৰে উলিয়াব লাগে। আজি তাৰ পেটটোৰ কাৰণে তাতে খামুচি থাকিব নোৱাৰে। ওকালতিও সি কৰা নাই। তাৰ ভাব ওকালতি কৰিলে চহা-হোজা মানুহৰ আগত সি বৰ লোক দেখাব পাৰে সঁচা। কিন্তু তেতিয়াও সি ক্ষুদ্ৰ সীমাত কুমজেলুকাৰ দৰে বা জোকৰ দৰে কামুৰি ৰ'ব লাগিব। কেৱল মক্কেলকেইটাৰ লগত চুৰি, ডকাইতি, মাটিৰ সীমা ঠেলা, বাকী নিদি হজম কৰা এইবোৰ কথাতে ব্যস্ত থাকিব লাগিব। তদুপৰিও তাৰ সৰু পঁজাটো আৰু আদালতখনেই তাৰ অহা-যোৱা সীমা হ'ব। কিন্তু ইমান সৰু বেৰৰ সীমাত সি সোমাই থাকিব নোখোজে। তাৰ আগত ভাঁহি উঠে বিশ্ব-ব্ৰহ্মাণ্ড আৰু বহল জগতখন। সি ভাবিলে পোন প্ৰথমে সি অসমৰ চুকে-কোণে থকা গাঁওবোৰ চাই ফুৰিব। তাৰ পিছত . .............। কিন্তু সি সেইবোৰ চাই ফুৰিবলৈ খোৱা-লোৱা, অহা-যোৱা খৰছ কেনেকৈ পাব ? সি সেই কথা ভাবি নিজে নিজে হাঁহিলে। সকলোতে অৰ্থ সঙ্কট। কিন্তু তাৰ নিজৰ পেটটোৰ কাৰণে ভাবিবলগীয়া কি আছে ? যদি সি খাব নাপায় তেন্তে ক'ৰবাত শুকায়ে মৰিব। সি দুই-এদিনতে দোকান-পোহাৰ সকলো বেচিলে। যিখিনি ধন পালে তাৰে সি তাৰ নিজৰ গাঁৱলৈ গ'ল।

তেতিয়া ভৰ বাৰিষা। সি দিনচেৰেক তাৰ গাঁৱত তাৰ পেহীয়েকৰ ঘৰত থাকিল। সি দেখিলে গাঁৱৰ বাট-পথ

বোকাময়। গৰুৰ আপডাল সমূলি নাই। দিনটো দূৰৈৰ এখন পথাৰত গৰখীয়াই গৰু চৰাব নিয়ে। তাতে ঘি পালে খালে। গধূলি বোকা-পানীৰে আহি গোহালি সোমাল। গোটেই গাটোত জোকে লেউ-সেউ কৰিব ধৰিছে। গোহালিত গিৰীহঁতনীয়ে ধোঁৱা দিছে সঁচা, বিচনীৰে বাও দি পাল মাৰিছে। জোক-কেইটা এডাল মাৰিৰে গুছাই দিছে। ওৰে ৰাতি মহ-ডাঁহৰ কামোৰত গৰুবোৰে চট্‌ফটাই ফুৰিছে। সি ভাবিলে এইয়ে কি গৰুৰ উন্নতিৰ পৰিকল্পনাৰ সফলতা ? নগৰত গৰু-মহৰ ফাৰ্ম কৰাৰ দ্বাৰা এয়ে কি গাঁৱলীয়াসকলে গৰু পোহপালৰ শিক্ষা লভিছে ? হাজাৰ হাজাৰ টকা খৰছ কৰি ফাৰ্ম কৰি যাঁড় কিনি গৰুৰ উন্নতি কৰি তেতেৰা, জীয়াতে আধামৰা এয়ে কি গৰুৰ সৃষ্টি কৰিছে ?

তাৰ পিছত সি দুই-এজন গাঁৱলীয়া ল'ৰা-ডেকাৰ লগত কথা পাতিলে। সি দেখিলে, দুই-এজনে ক, খ শিকিলেও বাহ্যিক জ্ঞানৰ সমূলি মোল নাপায়। বাতৰি কাকতে সিহঁতক স্পৰ্শ কৰিব নোৱাৰে। চাফ-চিকুণ শৃঙ্খলতা সেইবোৰৰ লগত যেন সিহঁতৰ সম্বন্ধ নাই। যিকেইজনে ক, খ শিকিছে সেইয়াও অপব্যৱহাৰ কৰিছে। কেৱে জাল দলিল কৰিব শিকিছে, কেৱে ক'ত কেনেকৈ জমি হাত কৰিব পাৰে তাৰ কাৰণে অশেষ চেষ্টা । আকৌ দুই-এজনে চহৰলৈ গৈ কেও উকিলৰ মহৰী হৈ কেনেকৈ মোকৰ্দমাৰ সংখ্যা বঢ়াই তাৰ নিমিত্তে সদাই গুণা-গথা । আনপিনে চহৰলৈ গৈ কেৱে বাচোন ধোৱা লিগিৰা হৈ, কেৱে চাপ্ৰাচী, প্যাদা, পিয়ন হৈ নগৰৰ য'তবোৰ কু অভ্যাস আছে শিকি আহি গাঁৱত সোমাই নানা বিলাসীতা ; নানা কদাচাৰ ; নানা কুনীতিৰ প্ৰচলন কৰিছে। ফিৰ ফিৰিয়া ধূতি- চোলা পিন্ধি, কোনোবা বাবুৰ পৰা ফলা-চিৰা জোতা মেৰামতি কৰি আনি গাঁৱত গা ঘেলাই ফুৰিছে। গাভৰু ছোৱালীক হাত কৰিবলৈ সন্তীয়া তেল বটল, খোপাত মৰা ৰং-বিৰঙৰ কিলিপ আদি আনি বিলাই গাঁৱত এজন ভব্য-গব্য ডেকা হৈ মুৰে ভৰি কাঢ়ি মৰিব ধৰিছে। সি দেখিলে খেতিয়কৰ পৰা ক, খ শিকি বা ওপৰ মহলালৈ গৈ খেতি কৰিব এৰিছে। এনে ধৰণে চলিলে যে অদূৰ ভৱিষ্যতত খেতিয়কৰ বংশ লোপ পাব তাত সংশয় নাই।

সি দেখিলে আগৰ গাঁৱৰ কৰ্মীসমাজ নাই। য'ত বুঢ়া মেঠাইয়ো কথা-বতৰা পতাৰ সময়তো টাকুৰিত সূঁতা কাটিছিল, জাল বৈছিল, বাঁহৰ সঁজুলি কৰিছিল। সি ভাবিলে এয়েনে সেই অতীতৰ অসম। য'ত তিৰোতাই একে ৰাতিয়েই কপাহ ধুনি, পাঁজী কাটি, সূঁতা কাটি, দীঘ-বাণি কৰি, বাতি কাঢ়ি, চলাই কাপোৰ বৈ পুৰুষৰ যুঁজৰ সাজ-পাৰ গঢ়ি,অজেয় কৱচ কৰি যুঁজলৈ পঠিয়াইছিল। ক'তা সেই কৰ্মী অসমীয়া পুৰুষ তিৰোতাৰ দল। সি ভাবিলে অসমত কত ডাঙৰ ডাঙৰ পুখুৰী আজিও বৰ্তমান। সেইবিলাক অসমীয়াৰ বাহু বলেৰে গঢ়িছিল। কিন্তু আজি সামান্য এটা খাল খান্দিবলৈ বা ঘৰৰ ভেটিত মাটি দিবলৈ নাইবা বাৰীৰ গৰখাৰে কৰিবলৈ কিয় 'ঢেকুৰ'ৰ আৱশ্যক। সি ভাবি থাকে। ভদীয়া মণ্ডল তাৰ ওচৰলৈ আহি ক'লে, "বোপা, কেতিয়া আহিলা ? ওকালতি কেতিয়া কৰিবা। মই থাকোতে ভয় নকৰিবা। হোৱে-হোৱে মোকৰ্দমা দিব পাৰিম।"

দুখুৱে সেই কথালৈ কাণ নিদি মণ্ডলক ক'লে, "বাৰু জেঠা, তুমি গাঁৱত বুঢ়া হ'লা। আগৰ গাঁও আৰু এতিয়াৰ গাঁও—কেনে পাইছা ?"

"এ বোপা আগৰ কথা নক'বি। আগৰ দিনত কোনো বস্তুৰে অভাৱ নাছিল। মাছ, পুঠি, গাখীৰ, মিঠৈ, ধান, চাউল ঘৰে ঘৰে ভৰা। যি বস্তু ইচ্ছা কৰা তাকে খোৱা। আজি বোপা নাটনি দিনত টেটোনৰ বুধি কৰিবলগীয়াত পৰিছে। অভাৱৰ লগে লগে আনপিনে বিলাসী বস্তুবোৰ ঘৰত সোমাইছেহি। খাৰ-খলিহৈৰ দিন উকলিল। হৰিনাম-প্ৰসঙ্গও তল পৰিল। গোঁসাই-ঘৰত চাকি গছা লগাইহে নামঘৰৰ মান-মৰ্যদা ৰক্ষা কৰিছে। সজ কথা, সজ বতৰা নোহোৱাত পৰিল। আজি বোপা গোঁসাই-ঘৰত মেল আছে । যাবচোন। তোমালোক শিক্ষিত ল'ৰা। ভাল সিদ্ধান্ত দিব পাৰিবা।"

"কিহৰ মেল ?"

"এ নক'বা বোপাই। সেই মথুৰাৰ পিতেক ভখুৱা, যেয়ে আজিকালি চহৰত জজ চাহাবৰ চাপ্ৰাচী হৈ ভূষণ চন্দ্ৰ নাম লৈছে সি..... ............"

"কি কৰিলে ?"

"কিনো ক'বা বোপা। নিজৰ নাক কাটি সতিনীক হঁহুৱা মেল হৈছে। সেই খেদেলুৰ গাভৰু ছোৱালী ফুল কুঁৱৰীক কিবা-কিবি বস্তু-বেহানি দি ৰাতি গৈ ঘৰ সোমাই বলাৎকাৰ কৰিছে। তাতে তাইৰ বৌয়েকে দেখা পাই হাহাকাৰ লগালে। তাৰ কাৰণে আজি কেবাদিনো ধৰি গাঁৱত খুমদুম, মেল বহে । একো সিদ্ধান্তত আহিব পৰা নাই। আজি গধূলিও

সেই মেল। এতিয়া গাঁও দুখেল হয় যেন পাইছোঁ। এখেলে দোষ দিয়ে ছোৱালীৰ গাত। আনখেলে দোষ দিয়ে মধুৰাৰ পিতেকৰ গাত। সেয়ে আপদ হৈছে। তুমি গৈ এটা সিদ্ধান্ত দিবাচোন। ওচৰতে আকৌ বাৰ নগৰীয়া সেৰাখনো আহিছে। এনে সময়ত গাঁও দুখেল হোৱা জানো ভাল বোপা ?"

"মই দুদিনীয়া জিৰণীয়া মৌ। মই কি সিদ্ধান্ত দিম জেঠা। তোমালোকে সেইবোৰ ভাঙি-পাতি বঢ়াই-বুজাই যি পাৰা কৰাগৈ।"

"এ' আমিতো কৰিমেই। কিন্তু তুমি গ'লে ভাল, তোমাৰ কথা মানিবও পাৰে। সিপিনে ইমান দিন চহৰতে কটাইছা গাঁও-ভূঁইৰ লগত চিনা-পৰিচয় হোৱা ভাল। সিহঁতে একো নাজানিলেও তোমাৰে নিজৰ বঙহ কুটুম, জাতি ভাই।

দুখুৰে নামাতি থমকি ৰ'ল। অলপ পিছতে ক'লে, "জেঠা, মই সেইবোৰত নেযাওঁ বুলিয়েই ভাবিছিলোঁ। কিন্তু সেইবোৰৰ দূৰৈত থাকিলে নহ'ব। কিয়নো সংস্কাৰ কৰিব লাগিলে সেইবোৰৰ মাজত সোমাই কাইট লগাইহে বিষ-ফোঁৰা নষ্ট কৰিব লাগিব। দূৰৈৰ পৰা চাই থাকিলে বিষ-ফোঁৰাৰ অন্ত নহয়। বাৰু; মই যাম।"

গধূলি গোঁসাই-ঘৰত মেল বহিল। কতৰ কত কথা। কেৱে বা অভৈচ শব্দ উচ্চাৰণ কৰিছে। কেৱে বা ভালভাৱে কথা কৈছে। কোনেৱে কৈছে চহৰত গৈ এই সোপাহে শিকি আহিছে। কেৱে কৈছে, তাৰ গাত কি দোষ ? আপোনাৰ ছাগলি ভাল হ'লে পৰে আসে পাইনে ? দুই খেলৰ দুই মত। মেলত এনে ভাব হয় যেন আনবোৰ সকলো ভাল। যেন কাম, ক্ৰোধ, লোভ, মোহ বৰ্জ্জিত লোক সকল। কেৱল দুই-এটা প্ৰাণীহে সৰ্বদোষী। সংসাৰত লুকাভাকু হিছাপে কত পাপৰ মহা মেলা ঘটিব ধৰিছে ; কিন্তু হঠাৎ কোনোবা এজনৰ পাপ কাম ধৰা পৰিলে সকলোৱে বিচাৰক হয় যেন তেওঁলোকক পাপে অকনো স্পৰ্শই কৰা নাই।

পাপ! পাপ! দৰ্শনত পাপ, স্পৰ্শত পাপ, ভাব-চিন্তাত পাপ। এই পাপ সাগৰত বুৰ নোযোৱা লোক কোন আছে ? কিন্তু নিজৰ বেলিকা সেইবোৰ নৰ্জ্জৰ্তব্য; আনৰ বেলাহে ভীষণ দণ্ডদাতা, শাস্তিদাতা। যি নহওঁক এই বিচিত্ৰ সংসাৰ। ইয়াত লুকাভাকু, চুৰ-চতুৰালি..................হিংসা কপটালি কুম্ভীৰ বোৰে নিতে বিচৰণ কৰিছে।

যি নহওঁক দুখুৱে এবাৰ কথা ক'লে। "ৰাইজ মই এবাৰ কথা ক'ব খোজোঁ। মিছায়ে হকা-বাধা, হাই-কাজিয়া কৰি থকাতকৈ যদি দুয়ো সৈমত হয় তেন্তে দুয়োৰে বিয়াই হওঁক। তাত আপোনালোকৰ আপত্তি আছে জানো ?"

ছোৱালীৰ বাপেকে হুৰহুৰাই উঠিল।, "এনে কথা হ'ব পাৰেনে ? তাৰ খেলত আমাৰ ছোৱালী কোনো দিনতে দিয়া নাই। সি মধুৰাৰ পিতেকে আমাৰ খেললৈ আঙুলি টোৱাবলৈ সাহ কৰিব পাৰেনে? সেইটো কদাপি হ'ব নোৱাৰে, সিহঁতৰ খেলৰ লগত আমাৰ খোৱা-লোৱা, চোৱা-চুইয়ে নাই। গাঁৱৰ ভোজত আমাৰ শাৰীত সিহঁতৰ কোনোবা লোক বহিবলৈ সাহ কৰেনে ?"

আন খেলৰ লোকে তপৰাই মাত দিলে, "বৰ ডাঙৰ খেলটো হেৰৌ। খেদেলু মুখ চণ্ডালি কথা ক'বি।"

সি তপৰাই মাত দিলে, "কি কৰিবি হেৰৌ, সৰুৰ মুখত ডাঙৰ কথা। হেৰৌ বোপা-আতাৰ দিনত কোন দিনা আমাৰ আগত কঁঠত বহিব পাইছিলি হো ? মাটিত চুঁচৰি চুঁচৰি তপিনাৰ ছাল গৈছিল। আজি বৰ ডাঙৰ লোক হ'লিহি। ছোৱালীলৈ আঙুলি টোৱাব ?"

আন এজনে মাত দিলে, "হেৰৌ আঙুলিহে টোৱালে নে? ঘৰৰ ভিতৰ সোমাই মাছে-ভাতে খালে আৰু আঙুলি টোৱাবতে আছে ? এতিয়াই টানি নিলে মুখ মেলি থাকিবি।"

আন খেলৰ লোকে হুৰহুৰাই উঠিল, " কি ইমান সাহ! আহছোন, আগবাঢ়ি আহ। বাপেৰহতৰ বিয়া দেখুৱাম।"

"কি বৰ কথা ! বুলি এজাক ডেকাই আগবাঢি আহিল। আন খেলৰ ডেকা সকলোৱে কঁকালত গামোচা বান্ধি জিকাৰি উঠিল। দুইয়ো দলৰে এখন ঘোৰতৰ ৰণ লাগিল। মূৰ ফলাফলি—তেজেৰে ৰাঙলী আৰু কত কি ?

দুখুৱে দেখি অবাক হ'ল। সি লাহে লাহে উঠি তাৰ থকা ঠাই পালেগৈ। সি ভাবিলে এনে সমাজত সোমালেও আপদ, নোসোমালেও যেনে সমাজ চিৰকাল তেনে সমাজে থাকিব। ইয়াৰ উপায় কি ?

যি নহওঁক সকলো হাই-উৰুমিৰ দোষ পৰিল দুখুৰ গাত। সি খাৰলি খোৱা লোকে চহৰৰ পৰা আহি আমাৰ খেলৰ ছোৱালী—নীচ খেলৰ লোকক দিবলৈ ওলায়। আনপিনে আন খেলৰ লোকে তাকে দুষিলে। কথাটো ভাল

হ'লেও সি সেইআষাৰ কথা নুলিয়ালে এনে মৰামৰিৰ সৃষ্টি নহয়। এই মৰামৰিৰ কাৰণে সিয়ে দোষী। কৰ পপীয়া-তৰা কত পৰিলহি। লগে লগে এনে অতপালিখন ঘটিল।

(৯)

দুখুৰ অন্তৰত কিহৰ সংঘৰ্ষ ? চহৰ তাৰ ভাল লগা নাছিল। বাহ্যিক আড়ম্বৰ, সভ্যতাৰ নামত শত ঢাকোনেৰে ঢকা ৰং-চং , ভিতৰে কোৰাভাতুৰি দেখি, ধৰ্মৰ ঢাকোনত ব্যাভিচাৰৰ তাণ্ডৱ লীলা চাই। সি গাঁৱলৈ আহিছিল সৰল প্ৰাণৰ শান্তিৰ নিজৰাৰ পানী পিবলৈ। কিন্তু সি পালে শত কু-সংস্কাৰৰ পানী মেটেকা। সি পালে শিক্ষা আৰু অশিক্ষাৰ সংঘৰ্ষ। উদাৰ ভাব আৰু সংকীৰ্ণ ভাবৰ জোট-পোট। কিন্তু সি সেইবোৰৰ পৰা আঁতৰি কেৱল দৰ্শক হিছাপে সমালোচনা কৰি যাব নোৱাৰে। সি ভাবিলে এনেবোৰৰ সংস্কাৰ কৰিব লাগিলে উপায় কি? সি ভাবিলে শিক্ষাৰ বিস্তাৰ। কিন্তু শিক্ষা পাইয়ো বি. এ, এম এ মহলা দেৱায়ো দেখো চৰিত্ৰৰ সংশোধন নহয় ; সংকীৰ্ণতাৰ ঠাইত উদাৰতা মনত ঠাই পালেও কামত ঘোৰ স্বাৰ্থপৰতাৰ জালে আগুৰি থাকে। লোভৰ ঘোঁৰা দৌৰত লৰৰি লৰৰি জীৱন অন্ত কৰে। সমাজ সেৱক, দেশ সেৱক, দেশ নেতা, ধনী-মানী যশস্বী আদি কত অলঙ্কাৰেৰে শোভা পায়ো 'আৰু লাগে আৰু লাগে' ভাবৰ দৌত ওপঙি ওপঙি মৃত্যুৰ দুৱাৰডলি পায়হি। কিন্তু শিক্ষা হ'ব লাগিব। অৱশ্যে সেই শিক্ষাৰ সমূলি মোট সলাব লাগিব। সেই পৰিবৰ্তন কৰিবলৈ তাৰ শক্তি ক'ত ; ধন ক'ত, জ্ঞান আৰু সাধনা ক'ত? তাৰ ভাব হ'ল সেইবোৰৰ অভাৱ হ'লেও সি শিক্ষাত নতুন পথৰ সৃষ্টি কৰিব। গাঁও-চহৰ সকলোতে নব্য শিক্ষিত দলৰ চেষ্টা কৰিব। সেই শিক্ষাই মানুহক নিষ্কৰ্মী নকৰি কৰ্মী কৰিব। অলীক স্বৰ্গ নৰকৰ কথা পাহৰাই এই পৃথিৱীয়ে কৰ্মভূমি কৰি গঢ়ি তুলিব। পৰজন্ম, পূৰ্বজন্মৰ কু-সংস্কাৰ এৰুৱাই এই জন্মতে নিজৰ কৰ্মফল ভূগিব। ধৰ্ম পৰজন্মৰ কাৰণে নহয়, ধৰ্মই এই জীৱনৰে সাৰথি কৰি তুলিব, জীৱন কৰ্মময় কৰিব। দেশ আৰু দহৰ মঙ্গল কৰাই — কৰ্ম বুলি পৰিচয় দিব। "বসুধৈৱ কুটুম্বকম্" এই ভাবত অন্তৰ গঢ়ি তুলিব। নৰনাৰায়ণ পশু পক্ষীৰ সেৱাই ঈশ্বৰ সেৱা এনে ভাবৰ সৃষ্টি কৰিব। হঠাৎ তাৰ ভাব হ'ল নীতি, নীতি এনেবোৰ উপদেশৰে জানো জগত ভাল কৰিব পাৰি, সমাজ ওখ খাপৰ কৰিব পাৰি ?

সমাজে যে নিৰ্বিচাৰে নৈতিক জীৱন, সমাজক লাগে লুকাভাকু। লুকাই লুকাই যি কৰিব পাৰা কৰা। কিন্তু দেখাই নকৰিবা। এনেবোৰ নানা খেলি-মেলি ভাবত উটি-বুৰি ফুৰোঁতে সি কি কৰিব, কি নকৰিব ভাবি আথাউনি পানীত পৰি কক্‌বকাই ফুৰিব ধৰিলে। এনে সময়তে এদিনা বানপানী আহিল। গাঁও-ভূঁইত হাহাকাৰ লাগিল। গৰু ম'হ উটাই নিলে। পথাৰৰ ধান পানীৰ তল হ'ল। মানুহে নিৰুপাই হৈ কেও ঘৰৰ চালত আৰু মথাউৰিত উঠি প্ৰাণ ৰক্ষা কৰিছে। সি দেখিলে দেশ সেৱকসকলে হেলিকপ্টাৰত উঠি চাউল, খোৰা-বস্ত্ৰ, কাপোৰ আদি বিলাইছে, তেওঁলোকৰ ভাব যেন নিজৰ ধন ভাঙিহে বিপদত পৰি আঁতুৰ হোৱা লোকসকলক সহায় কৰিব ধৰিছে। সেই সহায়ত তেওঁলোকৰ আশা কিমান দূৰৈত? যেন এমুঠি চাউলেৰে তেওঁলোকে ভৱিষ্যত নিৰ্বাচনত জগত জয় কৰিব। তাৰ মনত পৰিল দামোদৰ উপাখ্যানৰ কথালৈ "ইটো কি বুলিয়া টোপলি মেলিয়া" চাউল চিৰা খাই তাৰ পৰিবৰ্তে সোণৰ অট্টালিকা, লগুৱা-লিকচৌ, ধন-সোণেৰে বিপ্ৰ দামোদৰক পুৰস্কাৰ দিছিল। আজি নৰনাৰায়ণে তেওঁলোকৰ এমুঠি চাউলৰ সলনি নিশ্চয় অহা নিৰ্বাচনত তেওঁলোকক ভোট দি কাকো মন্ত্ৰী-মেম্বৰ কৰি এনিশাতে বিৰাট অট্টালিকা, সুন্দৰ মটৰ-গাড়ী, সুন্দৰ সুন্দৰ বাচকবনীয়া কাৰ্পেট, ধুনীয়া ধুনীয়া পৰ্দা, সুন্দৰী, লিগৰীৰ অধিকাৰী কৰিব। কেৱল সেয়ে নহয় ৰাজ্যৰ হৰ্তাকৰ্তা বিধাতা কৰি লাখ লাখ টকাৰ বিলনীয়া কৰিব। তেওঁলোকে বিপদৰ বন্ধু, আথাউনি পানীত খেৰকুটা সহায় কৰোঁতা, তেওঁলোকক বাহিৰে পাহৰিব পাৰেনে? বাইজ ইমান অকৃতজ্ঞ কেনেকৈ হ'ব ?

সি সাধাৰণ গাঁৱলীয়া হিছাপে দুই-এজন নেতৃস্থানীয় সমাজ-সেৱকক লগ ধৰিলে।

"কি, চাউল লাগেনে ?"

"চাউল"

"এৰা চাউল, আধাসেৰকৈ পাবা। ভোট কাক দিছিলা?"

দুখুৰ গোটেই শৰীৰ খণ্ডতে টিঙিৰি তুলা যেন হ'ল। গাৰ নোম শিয়ৰি উঠিল। সি ধৈৰ্য ধৰি কোনোমতে মাত দিলে, "বানপানীৰ চাউল বিলোৱাৰ লগত ভোটৰ কি সম্বন্ধ?"

"অ' তইঁতক যেয়ে বিপদত সহায় কৰে, তাক ভোট নিদিবি। এতিয়া বিপদৰ সময়ত সেয়ে মুখো দেখুৱা নাই— সেই বাপেৰহঁত হ'ব তইঁতৰ আপোন।"

সি আৰু ধৈৰ্য ৰাখিব নোৱাৰি খপৰাই মাত দিলে,

"কোন বাপেৰৰ চাউল আনি বিলাইছ ? নিজৰ ধন ভাঙি দিলেতো আৰু ৰক্ষাই নাছিল। পৰৰ ধনৰ ওপৰত বাপেৰে পিতেকে কীৰ্তন কৰিব আহিছ তাতে ইমান গহ।"

এনেতে সকলো ৰাইজে জিকাৰি উঠিল—"এৰা আধাসেৰ চাউল দি সহায় কৰিব আহিছে তাতে কিমান কথা। নালাগে আমি 'নাই'ৰ গুৰিত ভৰণ দিবলৈ সেই চাউল নলওঁ। মৰিব ওলাইছোঁ নেখায়ে মৰিম।"

এনেতে নেতা নামধাৰি জীৱজনে ক'লে, "নাওঁ মাৰ, ই গাঁৱত চাউল দিয়া নহয়। বেটাইঁতে যাৰে ল'ব শাখা সেঁন্দুৰ তাকে কৰিব ভোকোন্দা এন্দুৰ।" কথামতে কাম। নাও বিজুলী বেগত আন ঠাই পালেগৈ। সেই হতভগা দুৰ্ভগীয়াসকলে মুখ মেলি চায়ে থাকিল।

এজনে ক'লে, "ছিঃ যি দিছিল তাকে লৈয়ে পেট প্ৰৱৰ্তন কৰিব পাৰিলে ভাল আছিল।"

দুখুৰে মহা চিন্তাত বিভোৰ হৈ আকাশৰ পিনে কেৱল চাই ৰ'ল। সি কি কৰিব। অন্তৰত নানা সহানুভূতি থাকিলেও দি কাকো একো সহায় কৰিবলৈ তাৰ সামৰ্থ নাই। সিহঁতে দেখুৱাকৈ হওক বা নেতৃস্থান অধিকাৰ কৰিবলৈ আশা কৰিয়ে হওক বা অন্তৰত দুখীয়াৰ প্ৰতি সহানুভূতি কৰিবলৈ হওক তথাপি সিহঁতে ৰাইজৰ আগত এমুঠি এমুঠি চাউল আগবঢ়াব পাৰিছে। কিন্তু তাৰ অন্তৰত দুখীয়াৰ প্ৰতি শত বেদনা, সহানুভূতি থকা সত্বেও সি কাকো এমুঠি চাউল দিব পৰা নাই। বৰং সিহঁতৰ সমুখত যি চাউল মুঠা আহিছিল সেয়ায়ো তাৰ অবিবেচনাৰ কথাত নোহোৱা হ'ল। দুখুৰে কাকো একো নামাতি সেই মথাউৰিতে খোজ কাঢ়ি ফুৰিব ধৰিলে।

সি এজনে কোৱা শুনিলে, "ভাল আপদটো লগ লাগিলহি। সিদিনা গাঁৱখনত মৰামাৰি লগাই কেইজনৰ মূৰ ফালিলে। আজি এই দুৰ্দিনত ঘৰত দিব অহা চাউল মুঠাবো মুদা মাৰিলে। এইবিলাক শিক্ষিত নে অজগৰ ?"

আনজনে ক'লে, "শিক্ষা পালে কি হ'ব? টৌ চাই খেৱা দিব জানিব লাগিব। মই এবাৰ কথাৰে সিহঁতক ওভটাই আনিম। চাউলো আধাসেৰৰ ঠাইত এসেঁৰ কৰিম। বুজিছ শিক্ষা হ'লে কি হ'ব? বুধি লাগে। কথা ক'ব জানিব লাগে। সৌ সৰু নাওখন আনছোন। এতিয়াই মই তেওঁলোকক ওভটাই আনো। আজিৰ দিন তেল দিয়া দিন। টান কথা, স্পষ্ট কথাৰ দিন নহয়" বুলিয়েই সি সৰু নাওখনত উঠি বেগাই বঁঠা মাৰি তেওঁলোকলৈ ঢাপলি মাৰিলে। সঁচাকৈ আধাঘণ্টা মানতে তেওঁলোকক ওভটাই আনিলে।

সি বাটে বাটে কৈ আহিছিল, "দেউতাহঁত কি ক'ব। মানুহবোৰ বৰ অজলা। যেয়ে যি কয় তাতে ওঁহে। সেই খাব নোপোৱা ধতুৰাটো আজি দিনচেৰেক হ'ল গাঁও পাইছেহি। সি অহাৰ লগে লগে আপালি। গাঁৱত মৰামৰি, মূৰ ফলাফালি, হতাহতি, বানপানী আৰু কত কি ? দেখিছে নহয় আপোনালোকৰ লগতে কেনেকৈ জোট-পোট লগালে।"

"এনেবোৰ আপদক গাঁৱত থাকিব দিয়া কিয় ? ইহঁতে তোমালোকক বিপদত নেপেলাই নেৰে। কম্যুনিষ্ট ! বুজিছা! মুখত ডাঙৰ ডাঙৰ কথা। কিন্তু কামত একো নাই। এই আপালি সময়ত এমুঠি চাউল পোৱা কম ডাঙৰ কথানে ?"

"হয় দেউতাসকল আপোনালোক আছে বুলিয়েই এই নিৰীহ প্ৰাণীসকল জীয়াই আছে।"

"বুজিছা। আমি গান্ধীৰ সেৱক দল। আমি ৰাইজৰ ভালৰ কাৰণে প্ৰাণ পৰ্যন্ত উছৰ্গা কৰিব পাৰোঁ। আজি স্বাধীনতা কোনে আনিলে ? সেইবোৰ কথা ভাবিবৰ নাই। এজনে আহি এটা ক'লেই উটি-ভাঁহি যায়। সকলো কথা গমি-পিতিকি চাব লাগে। তোমাৰ নিচিনা বুধি থকা লোক আছে বুলিহে আজি সহায় পাব। নহ'লে মুদাই মৰিছিল।"

"কি ক'ব দেউতাসকল। ভোটৰ সময়ত আমাৰ আটাইকে আপোনালোকৰ ভোট দিবলৈ কৈহে সন্মত কৰাই ভোট দিয়াইছো। মই নিজে চেষ্টা কৰি আমাৰ গাঁৱৰ লগতে ওচৰৰ গাঁও দুখনৰো মানুহক একেলগ কৰি আপোনালোকক ভোট দিয়াইছোঁ। সেইকেইদিন দিন-ৰাতি নাই .দেউতা । সকলো ঠিক আছিল।

কেৱল সেই ভেকোলাৰ পিতেক হৰিধুলাইহে অলপ ক্‌ ম শিকি ডাঙৰ চোচেলি নে কমিনি হৈছে। ঔ আই তাৰ মুখত আখৈ ফুটে। ক'তনো কি কয় ? পিছে হ'ব কি ? মই বৈ খোৱাৰ আগত সি কিমান পানীৰ মাছ ? লোণ এবস্তা যেতিয়া গাঁৱলীয়াক ভগাই দিলোঁ লগে লগে ক'লো, "লোণ খাই নিমখ হাৰাম নহ'বি, সি কি দিব ঔ। মই এইবাৰতে একে চেপাত আমাৰ গাঁৱত 'পাঠশালা'খন আনোনে নাই চাবিছোন!

সকলোৱে হৰিধ্বনি কৰি মোৰ কথাতে সৈমত হ'ল। আপোনালোকক ভোট দিলে। এখন 'পাঠশালাও' পাতি দিছো

অৱশ্যে শিক্ষকজনক এতিয়াও দৰমহা দিয়াৰ পৰা নাই।'

"এ দৰমহা পাওঁতে কিমান পলমহে। আমাক নক'লা কিয় ? বাৰু এইবাৰ গৈয়ে তোমালোকৰ পাঠশালাখন মই মঞ্জুৰ কৰাম।"

"কৰিব দেউতা। আমি আপোনালোকৰ কিনা গোলাম। আপোনালোকে যি কয় তাতে আমি হয়ভৰ নিদি নোৱাৰোঁ।" কথা কওঁতে কওঁতে নাও মানুহৰ ওচৰ চাপিলহি। সি পাৰলৈ চাই ক'লে, "হেৰৌ গৰুহঁত, চাউল লবহি। দেউতাহঁত আছে যেতিয়া আমাৰ ভয় কি ? লাগে যদি পৰহিলৈ আকৌ আহিব। তেওঁলোকে আমাৰ দুখতে দুখী। সকলো মানুহে আহি চাউল ল'লে। দুখুৰে দূৰৈৰ পৰা চাই ৰ'ল। নাও পাৰৰ কাষেৰে উজাই আহোতে বৈ খোৱাই যিবোৰ কথা কৈছিল, সেইবোৰ তাৰ কাণত সুন্দৰভাৱে পৰিছিল। সি ভাবিয়ে ৰ'ল "মানুহৰ চৰিত্ৰ। ক্ষুদ্ৰ মনে অলপ বস্তু পায়ে সন্তোষ ! এটা পাঠশালা; এপোৱা লোণ—সিহঁতৰ মনত কিমান ডাঙৰ বস্তু। এই ক্ষুদ্ৰতাৰে আমি সতি-সন্ততি। আমৰ ডাঙৰ মন কেনেকৈ হ'ব? আমি বিৰাট ৰাজ্য, অসীম ধনৰ সজ ব্যৱহাৰ কৰিবলৈ কেনেকৈ পাৰিম? ক্ষুদ্ৰতা ! ওপৰত ক্ষুদ্ৰতা, তলত ক্ষুদ্ৰতা। চৌদিশে ক্ষুদ্ৰতাৰ বা সংকীৰ্ণতাৰ বা-বতাহ ! আমি ডাঙৰ জাতি বা ডাঙৰ মনৰ লোক কেনেকৈ হ'ম? সেয়ে অলপ পদবী পায়ে আমি মূৰে ভৰি কাঢ়ি মৰা লোক। সেয়ে আজি মন্ত্ৰী, মেম্বৰ দেশৰ হৰ্তাকৰ্তা হৈয়ো—ক্ষুদ্ৰ স্বাৰ্থপৰতা, চোৰাং বজাৰ, দুৰ্নীতিৰ আশ্ৰয় লৈছোঁ। ক'ত কেনেকৈ দুই পইছা ওলায় তাৰ উপায় পাঙিছোঁ। দুখুৰে ক'লে, "ক্ষুদ্ৰ মানব, ক্ষুদ্ৰ স্বাৰ্থ। মনুষ্যত্বৰ কি মহান জ্যোতি। কি অসীম শক্তি। সেইবোৰ মোল কেনেকৈ পাম ? হঠাৎ তাৰ চকুত পৰিল এজনী বিধবা।

তাই ক'লে, "বোপা মোকো অলপ চাউল আনি দিয়া। ল'ৰা-ছোৱালীহালে ওৰে ৰাতি একো খোৱা নাই।"

দুখুৰে কি কৰিব ? সি ভব্য-গব্য নেতা নামধাৰী জীৱ-সকলৰ ওচৰ চাপিবলৈ ইচ্ছা নকৰে। সিহঁতৰ ওচৰত হাত পাতিবলৈ সি ঘৃণা কৰে। ইপিনে দুখুনী বিধবাৰ দুখ লগা চাৱনিয়ে তাৰ অন্তৰ ক'লা কৰিছে। সি কি কৰিব আকৌ মহা সমস্যা।

এনেতে বিধবাজনীয়ে ক'লে, "আনি দিয়া বোপা। তুমি চেষ্টা কৰিলে আনিব পাৰিবা।" বিধবাজনীয়ে ইমান হেতা-ওপৰাৰ মাজত সোমাবলৈ পৰা নাছিল। আনপিনে তেওঁ চহৰৰ পৰা অহা ডেকা ল'ৰা, নিশ্চয় তেওঁ সহজে আনিব পাৰিব বুলি তাইৰ দৃঢ় বিশ্বাস ।

যি নহওক, দুখুৱে তাইৰ অনুৰোধ ৰক্ষা কৰিবলৈ ভিৰ ঠেলি আগবাঢ়িল।

এজনে ক'লে, "বোলো চাউল নালাগে বোলে। অলপ আগেয়ে দেখো বৰ কথা মাতিছিলা ? এতিয়া ইমান ঠেলা-হেচা কিয় ? সেই কথালৈ সি কাণ নকৰি আগুৱাই গ'ল। সি নেতাসকলৰ ওচৰ পাই হাত পাতোতেই বৈ খোৱাই তাক দেখি মাত লগালে, "কি বৰ কথা কৈ এওঁলোকক চিণ্ডিছিলাই দেখো। এতিয়া চাউল কিয় লাগে ?

এজন নেতাধাৰী লোকে ক'লে, "এওঁৱেই নহয় বৰ কথা কোৱা লোক। যোৱা কম্যুনিষ্ট আহি চাউল দিয়ক। আনপিনে চাই ইয়াক নিদিবি। মৰক শুকায়। দুখুৰে খং, লাজ, অভিমানত ৰঙা পৰি ভালেমান পৰ থিয় হৈ থাকি লাহে লাহে উভটিল। কেজনমান ল'ৰাই সি চাউল নোপোৱাৰ কাৰণে হাঁহি-খিকিন্দালি কৰি তাক উপলুঙা কৰিলে। এজনে তাৰ হাত পতা ভাও দেখুৱাই সকলোকে হঁহুৱালে।

সিদিনাই দুখু সেই গাঁৱৰ পৰা আঁতৰ হ'ল। সি ভয়তে আঁতৰ হ'লনে ? নাই ! দুখুৰে সংসাৰত বহুতো জটিল সমস্যা, তদুপৰি দুখৰ শত চাকনৈয়াত পৰি জোলোকা-জুলুকি পানী খাই — সি ভয়-দুখ একোকে কেৰেপ নকৰা হৈছে। কিন্তু বৰ্তমান অৱস্থাত সেই গাঁৱত থাকিলে যে সি বহুতো লটি-ঘটি খাব লাগিব। আনপিনে তাৰ উদ্দেশ্যও সিদ্ধি নহ'ব; সেইটো ভালকৈ হৃদয়ঙ্গম কৰিলে। সি ভাবিলে গাঁৱলীয়া মানুহৰ চৰিত্ৰ সি ভালকৈ অধ্যয়ন কৰি, সিহঁতক ভাল কৰিবলৈ, আচল কি উপায় সেইটো উলিয়াই সি আকৌ এই গাঁৱলৈ আহিব। এতিয়া দূৰৈৰ গাঁও এখনত ক'তো একো কথা নকৈ গাঁৱলীয়া মানুহৰ চৰিত্ৰ পুঙ্খানুপুঙ্খ ৰূপে পৰীক্ষা কৰি কেনেকৈ নতুন সংস্কাৰ কৰিব পাৰে তাৰে চেষ্টা কৰিব।

## (১০)

দুখু নিজৰ গাঁৱৰ পৰা আজি বহু দূৰৈৰ গাঁৱত। তাৰ আজি গেৰুৱা বসন। ডাঢ়ি গোঁফে ভোবোকাৰ। তাৰ ভেশ সন্ন্যাসী। সি মনে-প্ৰাণে সন্ন্যাসীনে? নহয় সি সন্ন্যাসীৰ [illegible] ঘৃণা কৰে। সন্ন্যাস ধৰ্মতো তাৰ আস্থা নাই। মুক্তিতো নিস্পৃহ

পন্থীৰ সি সেৱক নহয়। তাক লাগে ধৰ্ম, কৰ্ম কৰিবলৈ। ধৰ্মত সাহস, নৈতিক বল, ধৈৰ্য, সহনশীলতা, বহুলোকৰ কাৰণে নিজৰ স্বাৰ্থত্যাগ কৰিবপৰা শক্তি দিবলৈ। সন্ন্যাস ধৰ্ম লৈ সংসাৰত একো নালাগে এনেভাব সৃষ্টি কৰা সি ঘৃণা কৰে। সি ভাবে সংসাৰত কৰ্মজীৱন কটাই সকলোতে নিৰ্লিপ্ত হৈ সংসাৰৰ পথিক সংসাৰতে ভৱিৰ খোজৰ চিন ৰাখি যাবলৈ। তেন্তে সি সন্ন্যাসী ভেশ কিয় ল'লে ? সি দেখিলে এতিয়াও গাঁৱলীয়া সমাজে সন্ন্যাসী দেখিলে ভয় ভক্তি কৰে। আন একো নহ'লেও সন্ন্যাসীক পৰীক্ষা কৰিবলৈ তাৰ ওচৰ চাপে। কিন্তু এনেভাৱে গাঁৱলীয়া সমাজক ভুৱা দিয়া জানো নীতি বিৰোধী কাম নহয় ? সি ভাবিলে হ'ব পাৰে এইটো নীতি বিৰোধী ভুৱা । কিন্তু ইয়াৰ দ্বাৰা সি কাৰো অন্যায় নকৰে। বৰং এই ভেশতে যিমান পাৰে লোকৰ মঙ্গল কৰিব। লগে লগে গাঁৱলীয়া সমাজৰ ৰীতি-নীতি কথা-বতৰা অধ্যয়ন কৰিব আৰু সিহঁতৰ যিবোৰ দোষ-ত্ৰুটি আছে সেইবোৰ গুচাবলৈ চেষ্টা কৰিব। তথাপি সি মাজে-সময়ে দুই-এজনে কোৱা শুনে—এ বহুতো দেখিছোঁ বোপাই এনে সন্ন্যাসী ভেশত আছে। তাৰ পিছত চুৰ কৰি পলায় নাইবা কাৰবাৰ ছোৱালী সঙ্গী কৰি অন্তৰ্দ্ধান হয়। দিনচেৰেক চোৱাচোন, পিছত কি দেখিবা। সি সেইবোৰ কথা শুনি হাঁহে। তথাপি সি ব্ৰহ্মামুহূৰ্ত্ততে উঠি মনত অনন্দ আনিবলৈ ঈশ্বৰৰ নাম গুণ গায়। কীৰ্তন-দশম আওৰায়। সেইবোৰতো মাজে মাজে সি আঁসোৱাহ পায়। সি অজামিলৰ উপাখ্যান পঢ়ে। পুতেকৰ নাম নাৰায়ণ বুলিয়ে ঘোৰ পাতকী অজামিলে সকলো পাপৰ পৰা উদ্ধাৰ পালে। সি ঈশ্বৰৰ ৰূপচিন্তা কৰিবও নালাগিল। আকৌ স্যামন্ত হৰণত সি দেখে অন্যৰূপ, 'ভাই মুখে ৰাম বোলা, হৃদয়ত ধৰা ৰূপ, তেহে পাবা মুকুতি স্বৰূপ।' এইবাৰ ঈশ্বৰৰ নাম ল'ব লাগে। লগে লগে তেওঁৰ মূৰ্তি অন্তৰত ধ্যান কৰিব লাগে । তেহে মুক্তি পাব। তেন্তে এতিয়া অজামিলৰ দৰে পুতেকৰ নাম ল'লেই নহ'ব। আকৌ আন ঠাইত 'অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবাহা ৰাম'-বুলি শুদ্ধ কৰা মন বুলি মূৰ্তিপূজা কৰিবলৈকো বাধা দিছে। ইত্যাদি নানা অসামঞ্জস্য থকা কথাৰ সানমিহলি কৰিছে। সি কোনটো সঁচা, কোনটো মিছা ভাবি একো উৱাদিহ নাপাই শাস্ত্ৰৰ চাকনৈয়াত পৰি জোলোকা-জুলুকি পানী খাইছে। যি নহওক সি সেইবোৰৰে অতল গভীৰতাত বুৰ যাব নোৱাৰি কেৱল সেইবোৰৰ শব্দ লালিত্য, প্ৰকাশভঙ্গিৰ পটুতা দেখি অনন্দ পায়। সি সেইবোৰ পঢ়া-শুনি দুই-এজন গাঁৱলীয়া আহিও তাৰ ওচৰ চাপি সেইবোৰ শুনে। তালৈ যেন সিহঁতৰ ভক্তি হয়। সি কেতিয়াবা কেতিয়াবা তেওঁলোকক কয়, "মই একো নাজানো ককাইহঁত! কেৱল পঢ়িব লাগে পঢ়োঁ। ধৰ্ম কি বস্তু নুবুজোঁ।"

তেনে কথাত গাঁৱলীয়া সকলোৰে অন্তৰত তাৰ প্ৰতি ভক্তি শ্ৰদ্ধা বেছি হয়।

কেতিয়াবা কেতিয়াবা সি কয়, "তোমালোকেই আচল ধৰ্মী লোক। কিয়নো এই যে কান্ধত কেঁকোৰা নাঙলখন লৈ মাটি চহোৱাত লাগাগৈ, এয়ে আচল ধৰ্মৰ সঁচ ৰোপণ কৰে। যিমানেই শস্য উৎপাদন কৰিব পাৰিবা সিমানেই তোমালোকৰ ধৰ্ম বাঢ়িব। কিয়নো তোমালোকে উৎপাদন কৰা গুটি খাই সৰহলোকে জীৱন-ধাৰণ কৰিব। সৰহ লোকৰ মঙ্গল হয়। দেশৰ কল্যাণ হয়। বিশ্বৰ উৎপাদন শক্তি বঢ়ায়।

কেতিয়াবা কেতিয়াবা তাক কেৱে প্ৰশ্ন কৰে, "বোপা আমি দিনে-ৰাতিয়ে গৰু হাল হে হে কৰোতে দিন যায়। ঈশ্বৰৰ নাম ল'বলৈ সময় নাপাওঁ। আমি কি ধৰ্ম আৰ্জিম ? আমাৰ ইহকালতো নষ্টই, পৰকালতো মুক্তি নাই। ইহকালত হা ভাত হা ভাত কৈ দিন নিয়াবলগীয়াত পৰিছোঁ, সিপিনে ঈশ্বৰৰ নাম নোলোৱাত বা নৰকত ক'ত পচিব লাগে ক'ব নোৱাৰোঁ।

সি কয়, "ইহকাল-পৰকাল কিয় ভাবিছা ককাইহঁত? কোলাৰ এৰি কোনে পেটৰটোলৈ চায়? সেইবোৰ অজলা লোকৰ কাম। বৰ্তমানে পৰিশ্ৰম কৰি যোৱা, কৰ্তব্য কৰি যোৱা "মা ফলেষু কদাচন।" তোমালোকে নাজানা তোমালোকৰ কামৰ সফলতাৰ বাবে দেশে তোমালোকৰ মুখলৈ চাই আছে। বিশ্বই তোমালোকৰ শক্তিতহে শক্তিবান। যিমানে শস্য বঢ়াব পাৰা সিমানেই তোমালোকৰ মঙ্গল, দহৰ মঙ্গল, দেশৰ মঙ্গল, বিশ্বৰ মঙ্গল। এতিয়া কথা হৈছে, এই শস্য বঢ়োৱা কামত মান্ধাতা যুগৰ কেঁকোৰা নাঙলকে ধৰি থাকিবা নে নতুন সাজ-সৰঞ্জামেৰে সাজু হৈ নতুন পদ্ধতিত, নতুন উদ্যমত আগবাঢ়ি যাবা ?"

"এ বোপা আমি দুৰ্ভগীয়াসকলে সেইবোৰ সুবিধা ক'ত পাম ? সেইবোৰলৈ বা ধনেই ক'ত পাম। আমি জীৱনটো 'হা-ভাত, হা-ভাত কৰোতে যাব। গৰুহালৰ পিছে পিছে হে হে কৰোঁতে কোনোবা দিনা শেষ নিশ্বাস পেলাব লাগিব। আমাৰ আলাই-আপালি কেনেকৈ গুচিব। ইমান পৰিশ্ৰম কৰোঁ

আকৌ মাজতে বানপানী আহি সকলো নষ্ট কৰে। তাতে মাউৰ মকক আছেই। তাতে হাটত বস্তু-বেহানিৰ জুই ছাই দৰ।

"কিন্তু এই হা-অন্ন হা-ভাত কৰা অৱস্থা গুচাবলৈ জানো একো উপায় নাই।"

"উপায় দেখিছোঁ বোপা কেৱল তোমাৰ দৰে বিয়া-বাৰু নকৰাই পালে এমুঠি খলো, নাপালে নাই এনেভাৱে কটালে হয়তো সুখ-শান্তি আছে। নহ'লে আমাৰ দৰে গৃহস্থালি লোকৰ সুখ-শান্তি নাই, ল'ৰা-ছোৱালীৰ পেন্‌পেননি, গিৰীহঁতনীৰ ভক্‌ভকনি, পেটৰ কুৰকুৰনি কিমান সহ্য কৰিবা দেওহে? আমি সেইবোৰ কৰিয়ে লেঠাত পৰিলোঁ। ইপিনে ৰজাৰ খাজনা, আনপিনে অভাব, অনাটন—এইবোৰৰ টৌৰ হেন্দোলনিত আমি সংসাৰী মানুহ ডেইপুৰি মৰিব ধৰিছো।"

"নহয় ককাইহঁত, তোমালোকে ভুল বুজিছা। সংসাৰ জুইত ডেই পুৰিহে মানুহে মনুষ্যত্ব লাভ কৰিব পাৰে। সোণ পুৰিলেহে বেছিকৈ জিলিকে।"

"বাৰু তুমিয়ে কোৱাচোন বোপা, আমাৰ অৱস্থা কেনেকৈ ওভতাই আনোঁ। ৰজাঘৰীয়াই কৰিয়া ঢালি দিয়ে, কিন্তু এটোপা নপৰে। খেতিৰ বিবয়া কৰেহে কৰে। কিন্তু খেতিৰ উন্নতি হ'ব ছাৰি দিনে দিনে অৱনতিহে হ'ব ধৰিছে।"

"আন নহ'লেও এই বানপানী নোহোৱা হ'লেও আমি কেঁকোৰা নাঙল ধৰিয়ে আমাৰ অৱস্থা ঘূৰাই আনিব পাৰিলোহেঁতেন। কিন্তু ইপিনে আকৌ মথাউৰিত ধন ভাঙেহে ভাঙে। বানপানী হ'লে নকমে। বেছিহে হয়। আকৌ কতবা খৰাং হৈ শস্য বোৱাৰ মুদা মাৰে।"

"বানপানী নোহোৱা কৰিবলৈ আন দেশত অন্য উপায় উলিয়াইছে। নৈৰ পাৰ বান্ধি বা মথাউৰি কৰি মান্ধাতা যুগৰ উপায়েৰে বানপানী বোধ কৰা মিছা; আমি খৰাং ঠাইত পানী নিবলৈ আকৌ বানপানীত বানপানী নোহোৱা কৰিবলৈ বৈজ্ঞানিক উপায় ল'ব লাগিব।"

"বৈজ্ঞানিক উপায় বা কি ?"

"জল বিদ্যুৎ আৰু খাল খন্দা প্ৰণালী ভালকৈ দেশময় বিয়পাই পেলাব লাগিব। নহ'লে বেছি শস্য উৎপাদন কৰা বুলি ডেভাউৰি পাৰি থাকিলেও বা ৰেডিওৰে হাজাৰ বক্তৃতা মহলা মাৰিলেও দেশ এখোজো আগুৱাব নোৱাৰে। আকৌ ভাল সাৰ দিয়া, জাপানী প্ৰথাৰে খেতি কৰা এনেবোৰ কথাৰো মূল্য নোহোৱা হয়। কিয়নো খৰা ভাল সাৰ দি বহুতো শস্য কৰিলা, কিন্তু বানপানীয়ে সেইবোৰ খাই পেলালে তেন্তে তেনেবোৰ কৰি কি লাভ ? আমাৰ আচল গুৰি বানপানী বোধ কৰা বা খৰাং মাটিত পানী নিয়াৰ ব্যৱস্থা কৰা নহয়নে বাৰু?"

"এৰা বোপা সেইটো কৰিব পাৰিলে দহো কুশল।"

"কিন্তু আমি গুৰি কথা নাভাবি ডালে-পাতে বগাব ধৰিছোঁ আৰু ধন ভাঙি হাবাশান্তি হ'ব ধৰিছোঁ।"

"এৰা বোপা কি এদাল ৰেডিয়ো উলিয়াই সদায় ভাল সাৰ দিয়া ভাল সাৰ দিয়া শিকা বুলি চিঞৰি চিঞৰি ডেভাউৰি পাৰে। আকৌ গীত-পদবোৰ গাই গাই কাণ ঘুগুলা কৰে। সেইবোৰ কথা এদিন শুনিব পাৰি—কিন্তু দিনে-ৰাতি কিমান শুনিবা দেওহে ?

সেইবোৰ আমাৰ ভালৰ কাৰণে কৰিছে। অৱশ্যে আচল গুৰি কথা নাভাবি সেইবোৰ কৰাটো বৰ্তমানে মিছায়ে ধন ভঙাহে হৈছে। যেনেকৈ শিক্ষাৰ কেৰোণ কি—সেইটো নাভাবি কেৱল শিক্ষা দিয়া শিক্ষা দিয়া আৰু খেতিয়কৰ পুতেকক খেতিৰ পৰা আঁতৰাই আনি খেতিয়কৰ সংখ্যা নিতৌ তাকৰ কৰাহে হৈছে—সেইদৰে সাৰ দিয়া, সাৰ দিয়া বুলি সাৰো কিনাই আনি বানপানী খুওৱাই একো লাভ হোৱা নাই। আকৌ ৰেডিঅ'ত দেশ-বিদেশৰ বাতৰি যোগায়ো লাভ নাই যদিহে সেই বাতৰিবোৰে আমাৰ গাঁৱলীয়া সমাজক উন্নতি কৰিবলৈ বাট মুকলি কৰি দিব নোৱাৰে। ক্ৰুচেভ আৰু আইছান হাৱাৰে কি মেল পাতিলে সেই কথা শুনি গাঁৱলীয়া সমাজৰ উন্নতি নহয়। যেনেকৈ ক খ পঢ়া ল'ৰাৰ আগত বি, এ মহলাৰ কিতাপ পঢ়িলে ল'ৰাৰ অকণো লাভ নহয়। বৰং আমেৰিকাৰ গাঁৱলীয়া সমাজে, ৰুছৰ গাঁৱলীয়া সমাজে কি কৰিব ধৰিছে, কেনে ধৰণে চলিব ধৰিছে, কেনেকৈ সেইবোৰে খেতি কৰে, কি কথা-বতৰা পাতে, কেনেকৈ শিক্ষা লভিছে সেইবোৰ কথা জানিব পাৰিলেহে—আমাৰ গাঁৱলীয়া সমাজৰ চকু মুকলি হয়। উন্নতি কৰিবলৈ উপায় পায়।"

"বোপা আকৌ কিছুমান দিনৰ পৰা দেখো সমবায় খেতিৰ কথা কৈ কৈ কাণ ঘুগুলা কৰিব ধৰিছে। এইটোনো কি বস্তু। আমাৰ অঞ্চলতো দেখো ঘ'তে-ত'তে কথা-বতৰাই, সভাই-সমিতিয়ে, মন্ত্ৰী-মেম্বৰে, ৰেডিঅ'-লাউডস্পিকাৰে উৰাই-ভূৰাই ৰখিব ধৰিছে।

এৰা আমাৰ লোকে নতুন কথা ক'ব নোৱাৰে। দূৰৈত যি ধ্বনি হয় তাৰে প্ৰতিধ্বনি কৰে। দিল্লীত যি টিলিঙা বাজে সেই টিলিঙাহে আমাৰ লোক সকলোৱে বজায়। সেইটো ভালেই হওক বা বেয়াই হওক। পিছে আচল কথা কি কেৰে বুজিবলৈ চেষ্টা নকৰে। কিন্তু ভাটৌৰ দৰে আওঁৰাই। তেওঁলোকৰ বিদ্যাৰ সীমা 'মোল্লাৰ দৌড় মছজিদহে' লেখীয়া। অৰ্থাৎ দিনত কেইমিনিট মান খবৰৰ কাকত দুখন-এখনত চকু ফুৰায়ে তেওঁলোকে দিগ্‌গজ পণ্ডিত। গতিকে অমুকে অমুক বক্তৃতা দিছে—ঠিক তেনেভাৱে শব্দ কেইটামান গোটাই বাহিৰৰ আগত বক্তৃতাৰ মহলা মাৰি জনাবুজা ভব্য-গব্য লোক হৈ চিনাকি হোৱাই তেওঁলোকৰ ব্যৱসায়। লগে লগে মাখি-মকৰাৰ দিহা কৰা—তেওঁলোকৰ আদৰ্শ। আচলতে 'সমবায়' শব্দটো আমি নুবুজো । আমাৰ এটা শব্দ আছে 'সাঙোৰ'। তাৰ লগে লগে মান্ধাতা যুগৰ পৰা এফাকি কথা আছে 'সাঙোৰত বান্ধ খাই মৰিব খুজিছা কি কোৱা ? অৱশ্যে কোনো কোনো ঠাইত সেইটো ঘটিলেও বহু ঠাইত আকৌ উপকাৰো হয়। বাৰু ধান বোৱা বা ধান কটাত আমি 'সাঙুৰি' দি আটায়ে একেলগে কাম কৰি পথাৰত ধান কোচাব নোৱৰা লোকক সহায় নকৰোনে? তেতিয়া 'সাঙুৰি'য়ে আমাৰ উপকাৰ নকৰেনে ? পিছে এটা কথা —"

"কি ?"

"এই সমবায় কৃষিটো সাঙোৰ। অৰ্থাৎ সকলোৱে লগ লাগি একেলগে খেতি কৰা।"

"বাৰু আমি একেলগে খেতি কৰিলোঁ। পিছে যিটো শস্য উৎপন্ন হ'ব সেইটো কেনেকৈ ভগাব ? ভাগ-বাটোৱাৰাত খেলি-মেলি লাগি হাই-কাজিয়া, মৰামৰি, মূৰ ফলাফলি, হতাহতি নহ'বনে? ধৰা এঘৰৰ পাঁচজন কৰোঁতা মানুহ। কিন্তু মাটি এহালিছা। আন এঘৰৰ কাম কৰোঁতা এজনো নাই কিন্তু দহ পুৰা মাটি সেই পাঁচোজনে সাঙোৰত খেতি কৰি মূৰৰ ঘাম ভৰিত পেলাই খেতি চপালে। পিছত ভাগ-বাটোৱাৰা সময়ত এহালিছা মাটি হিছাপে তেওঁলোকে ধান পালে সন্তোষ হ'বনে ? আক্ৰোশ নহ'বনে ? আৰু যদি কোৱা পৰিশ্ৰম কৰা মানুহ হিছাপে ধান পাব তেতিয়া মাটি থকা মানুহ ঘৰৰ অৱস্থা কি হ'ব ? আকৌ তেনেভাৱে সমানে ভগালে কম্যুনিজম নহ'লনে ? ইণিলে কম্যুনিজমৰ নামত জুইখেৰ নিদিয়া দেখো। কিন্তু কামত সেয়ে নহ'বনে? হয়তো কম্যুনিজমৰ দৰে মাটি চহকাৰী নহ'ব। যদি সেই মাটিৰ ফল গৰাকীয়ে ভোগ কৰিব নোৱাৰে, তেন্তে চহকাৰী হ'ব বা নিজৰে হ'ল তাত লাভ কি ? তদুপৰিও নিজৰ মাটিখিনিত ফল বেছি কৰিবলৈ নিজে যেনে উদ্যমেৰে পৰিশ্ৰম কৰিব সাঙোৰত তেনেভাৱে কৰিবনে? নে লগৰ লগত ফাং-ফুং কৰি দিনটো কটাই আভুৱাভাৰি কৰিব ? সিওটো এটা সমস্যা। কিয়নো মানুহৰ মন এতিয়াও পৰাৰ্থে সকলো স্বাৰ্থত্যাগ কৰিব পৰা উন্নত অৱস্থা পাইছেনে ?"

এজনে মাত লগালে, "এনেবোৰ জোট-পোট লগোৱাতকৈ আগৰ দৰে য'ত আৱশ্যক সাঙোৰ দিয়া কথাই ভাল আছিল।"

সেইটো হ'লে একো জোট-পোটৰ বা ভাগ-বতৰাৰ লেঠা নাথাকে। পিছে এটা কথা উন্নত ধৰণে খেতি কৰিব লাগিলে—বহল পথাৰ আৱশ্যক। এহালিছা বা দুই হালিছা মাটিতে খামুচি বছৰটোৰ সকলো শক্তি অপব্যয় কৰা আজিৰ যুগত অবিবেচনাৰ কাম।

তেন্তে সাঙোৰত আপুনি মত দিব খোজে?

নহয়। কিন্তু বৈজ্ঞানিক যন্ত্ৰেৰে একেলগে হাল-বোৱা, একেলগে ৰোৱা, ধান কটা, ধান চপোৱা এইবোৰত সাঙোৰী হিছাপে কৰিলে বহুত মানুহে খেতিত লাগি থকাতকৈ বহুতো আন কাম কৰি নিজৰ আৰু দেশৰ উন্নতি সাধন কৰিব পাৰিব।

কিন্তু বহু পৰিয়ালৰ নিজৰ নিজৰ মাটিৰে ভৰণ-পোষণ মিলোৱা অসম্ভৱ হৈ পৰে।

সেইকাৰণে আজি বৈজ্ঞানিক উপায়েৰে খেতি কৰাৰ আৱশ্যক হৈছে। অলপ মাটিতে বেছি শস্য উৎপাদন কৰিব পৰা হ'ব। কেৱাবিধৰো খেতি কৰি বছৰত বেছি আয়ৰ উপায় কৰি লাগিব। তেতিয়া মাটি কামৰ সমস্যা আঁতৰ হ'ব। কিন্তু তেনে বৈজ্ঞানিক ধৰণৰ শিক্ষাৰ উপায় আছে ক'ত? কিছুমান বহুধন খোৱা বিষয়া সৃষ্টিয়ে বৈজ্ঞানিক খেতিৰ উন্নতি নকৰে। মোৰ মনেৰে বৰ্তমানে চহকাৰী মাটি যিবোৰ আছে, সেইবোৰৰ উন্নতি কৰি সাঙোৰ দিয়া খেতি আৰম্ভ কৰিব লাগে। যিবিলাক মানুহে মাটিৰ অভাৱত বহি থাকিবলগীয়া হৈছে সেইবোৰৰ দ্বাৰা তাত সাঙোৰত কাম কৰাব লাগে। তেতিয়া নিকনুৱা সমস্যাও হীনডেঢ়ী হিছাপে বহুতো সমাধা হ'ব। দেশৰো শস্য বাঢ়িব। কিন্তু আটাইতকৈ ডাঙৰ কথা বানপানী ৰোধ কৰা আৰু খৰাং মাটিত পানী দিহা কৰা। তাৰ পিছত মাটিবোৰ

সাৰ দি উন্নত কৰা। আঃ মাটি সম্বন্ধে বহুত কথা হ'লো। এইবিলাক চাউল চোবালে কি হ'ব ?

এজনে এনেতে ক'লে, "বোপা, আজি কেইবছৰ ধৰি গাঁৱখনত বেমাৰ-আজাৰ মাউৰ-মৰকে দেখো নুগুচাত পৰিছে। কিবা গ্ৰহ-বিপাক হৈছেনে মঙ্গল নাচাই কিয় ?"

মঙ্গল চাব মই নাজানো। কিন্তু নিজৰ মঙ্গল, গাঁৱৰ মঙ্গল গাঁৱলীয়াই নিজে আনিব পাৰে। ঘৰ-চোতাল চাফ-চিকোণ কৰি ৰাখি, আলি-পদুলি পৰিষ্কাৰ কৰি, খোৱা পানীৰ পুখুৰী মলিয়ন নকৰি আমি মাউৰ-মৰকৰ পৰা সাৰিব পাৰো। কিন্তু আমি সেইটো কৰিবলৈ আজিকালি সময় নকৰো। লগ নালাগো। সমূহীয়া হিছাপে কোনো কামতে হাত দিব নোখোজোঁ, নিজে নিজৰ স্বাৰ্থত আমি মগ্ন হৈ থাকো। আগৰ দিনত হালখতিৰ দিনা সকলোৱে ৰাইজৰ কাম কৰিছিলো। কিন্তু আজি আমি নিজৰ কাম কৰিয়ে সময় নাপাওঁ।

এনেতে এজন মানুহ আহি ক'লে, "বোপা এই ঘটি গাখীৰ আনিছোঁ। অলপ পিব।"

গাখীৰ কিয় আনিছা ? মই যি পাওঁ সেয়ে মোক ভালকৈ আঁটে। বেছি বস্তুৰে মই কি কৰিম। দিনৰ খোৱাটো হ'লেই হ'ল। তোমাৰ ল'ৰা-ছোৱালীক পিব দিবা।

নহয় বোপা ! আপোনালৈ আগবঢাই আনিছো! ওভতাই নিম কিয় ? মোৰ ল'ৰাটোৰ বেমাৰ। ভাল হ'বলৈ আশীৰ্বাদ কৰক।

মই আশীৰ্বাদ কৰিলে কি হ'ব। ঈশ্বৰক ভাবা। লগে লগে দৰব-পাতি খুৱাবা। দৰব-পাতি নোখোৱা কেৱল দেৱতাক ভৰসা কৰিলে থাকিলে নহয়। কিয়নো আজিৰ যুগ আগৰ দৰে নহয়। আজিৰ মানুহৰ বল-শক্তি, দেহৰ গঠন আগৰ দৰে নহয়। আগেয়ে প্ৰকৃতিৰ লগত মানুহ মিলি ফুৰিছিল, গতিকে প্ৰাকৃতিক বস্তুৰে ভাল হৈছিল। আজি কিন্তু মানুহে প্ৰকৃতিৰ পৰা নিতৌ আঁতৰি আহিব ধৰিছে। গতিকে প্ৰকৃতিৰ বস্তু হাবা, পানী, জুইয়ে কাম নিদিয়াত পৰিছে। গতিকে মানুহ বাক হ'বলৈ আন দৰব-পাতিৰ আৱশ্যক হৈছে। পঁইতা ভাত, ভীমকল, কোমল চাউলে আজি আমাক কাম নদিয়াত পৰিছে। আনকি আমাৰ হজম শক্তি এনেভাৱে কমিব ধৰিছে যে দৰব-পাতিও আমি হজম কৰিব নোৱৰাত সেইবোৰেও একো গুণ নিদিয়াত পৰিছে। তাৰ ফলত নানা বেজি দিবলগীয়াত পৰিছে। যি নহওক দৰব-পাতি বা বেজি দিয়াৰ দিহা কৰিবা।

এ বোপা গলকো দি নিওঁতা নাই, ৰথত নিব খোজা। আজিলৈকে ইখন দেশত আস্পাতাল নহ'ল। ডাক্তৰ আনিব লাগিলে কিমান টকা লাগে। আকৌ ধন নহ'লে মহাপুৰুষঃ সকলে ভৰিকে দাঙিব নোখোজে।

ইয়াৰ মূলতো আমি দেখিছো কেৱল নিজকে কেন্দ্ৰ কৰি স্বাৰ্থত ঘুৰি ফুৰাই কাৰণ। ডাক্তৰসকলে কেনেকৈ টানি-ধুহি শোষণ কৰি নিজৰ ডাঙৰ ঘৰ কৰিব পাৰে, তিৰোতাৰ অলঙ্কাৰ সোপাই সোপাই গঢ়ি দিব পাৰে। ল'ৰা-ছোৱালী অজগৰ হ'লেও কেনেকৈ কলিকতাত পঢ়াই আনি ডাক্তৰ সজাব পাৰে সেইবোৰৰহে চিন্তা। মুঠতে সকলোপিনে সমূহীয়া স্বাৰ্থতকৈ গাইগুটীয়া স্বাৰ্থই তেওঁলোকক বেঢ়ি আছে। সেয়ে সমাজৰ বা দেশৰ কল্যাণ হোৱাতকৈ তেওঁলোক নিজক সকলোপিনে ধনী-মানী কৰাতে ব্যস্ত। সেয়ে ডাক্তৰসকল পৰোপকাৰী বুলি গাই ফুৰিলেও পেটে পেটে আচলতে তেওঁলোক ঘোৰ স্বাৰ্থপৰ। দুখীয়াৰ বন্ধু নহৈ তেওঁলোক শোষণকাৰী। লগে লগে ডাঙৰ প্ৰভুত্বশালী আৰু ডাঙৰ বিষয়াসকলৰ মন যোগাবলৈ তেওঁলোক সদায় তৎপৰ। বাৰু যিয়ে নহওক, পাৰিলে ডাক্তৰৰ সহায় নোলোৱাকৈ নাথাকিবা। মই আবেলি পাৰিলে এবাৰ তোমাৰ ল'ৰাটো চামগৈ। যি পাৰো সহয় কৰিম। কিন্তু এইটো ধ্ৰুপ জানিবা, মোৰ আশীৰ্বাদে কাম নিদিব। তথাপি মই তোমাক ল'ৰা বাৰু হ'বলৈ মনে-প্ৰাণে চিন্তা কৰিম।

(১১)

লাহে লাহে দুখুৱে গাঁৱলীয়াসকলৰ মন আকৰ্ষণ কৰিব পাৰিছে। সমাজত সি নিস্বাৰ্থভাৱে কথা কৈ, বেমাৰত সেৱা-শুশ্ৰূষা কৰি; আৱশ্যক মতে মানুহক সহায় কৰি সি সিহঁতৰ অন্তৰ জয় কৰিব পাৰিছে। সি সেইভাৱে থাকিলে তাৰ খোৱা-লোৱত অসুবিধা নহ'লহেঁতেন, সমাজৰ চকুত শ্ৰদ্ধা ভক্তি আনিব পাৰিলেহেঁতেন ,কিন্তু তাৰ মনে তেনে অৱস্থাতো শান্তি নাপায়। সেই খোৱা-লোৱা চিন্তা নকৰা অৱস্থাত সি শান্তিৰে নানা গ্ৰন্থ পঢ়িবলৈ, লিখিবলৈ সুবিধা পাইছে সঁচা, নানা সজ কথা, সজ আলোচনা কৰিবলৈ আহৰি পাইছে, কিন্তু তেও যেন তাৰ মনত সুখ নাই।

তাক যেন কিবা লাগে। কি লাগে সি নিজেও ভালকৈ গমি-পিতিকি উলিয়াব পৰা নাই। কিন্তু তাৰ মনে যেন প্ৰত্যেক

মুহূৰ্ত্ততে খুটিব ধৰিছে—দুখু, এই অৱস্থাই তোৰ শেষ কৰ্মস্থলি নহয়। দুখুক কি লাগে ? সমাজ সেৱাত তাৰ আনন্দ আছে সঁচা। কিন্তু সমাজক নতুন পথ দেখা নোৱাৰি মামৰে খোৱা সমাজতে খামুচি ধৰি কুমজেলুকাৰ গতিৰে যাবলৈ যেন তাৰ মনে নকয়। তাক লাগে সমাজত এটা বিৰাট পৰিৱৰ্ত্তন। তাক লাগে দেশত কৰ্মীদলৰ সৃষ্টি। তাক লাগে যেনেকৈ সৈনিক দলে খোজে খোজে মাটি কঁপাই যায় আজি দেশৰ জনপ্ৰাণীয়ে তেনে খোজত আগবাঢ়ি দেশক নদন-বদন কৰিবলৈ। সেই সৰু সৰু সমস্যা—"কৃষি কৰা, কৃষি কৰা, বেহা-বেপাৰ কৰা, কেঁকোৰা নাঙলত খামুচি ধৰা; বিধবা বিবাহ কৰা, আৰ্থিক উন্নতি কৰা, জনজাতিক আদৰ কৰি সামৰি লোৱা, অনুন্নত জাতিলৈ অস্পৃশ্যতা এৰা ইত্যাদিবোৰ ঘূণে ধৰা কথাত যেন তৃপ্তি নাই। বেমাৰী শুশ্ৰূষা কৰা সেই মান্ধাতা যুগৰ পৰোপকাৰী নীতিতো যেন তাৰ স্পৃহা নাই। তাক লাগে দেশত নতুন পৰিৱৰ্ত্তন নতুন বিপ্লৱ। গতিশীল সমাজত লাগে উন্নত পথত বৈজ্ঞানিক পাখিৰে উৰিব পৰা সমাজ-চক্ৰ। সেয়ে সুদৰ্শনৰ দৰে সমাজক অভাৱ-অনাটনৰ পৰা ৰক্ষা কৰি স্বাৱলম্বী কৰি খোৱা-লোৱা বস্তু উভৈনদী কৰি শিক্ষা-দীক্ষা, কলাকৃষ্টি, হাঁহি-ধেমালি, ৰং-ৰহইচে ভৰা পৃথিৱী গঢ়াত সহায় কৰিব। সি ভাবিছে খোৱা-লোৱাত অভাৱ নহ'লে সকলো কলা-কৃষ্টি, ভাষা-সাহিত্যৰ উন্নতি হয়। হাই-কাজিয়াৰ অন্ত পৰে। ইটো জাতিয়ে সিটো জাতিৰ ওপৰত প্ৰভুত্ব কৰিবলৈ নিবিচাৰে। ইখন দেশে সিখন দেশ আক্ৰমণ কৰি ধন-সোণ লুটপাত কৰিব নোখোজে। পৃথিৱীময় আজি খোৱা-লোৱাৰ সমষ্যা নিবনুৱা সমস্যা অন্ত হ'লে—দেশে দেশে যুঁজৰ কোঢ়াল নুঠি কেৱল কৃষ্টি কলা বিজ্ঞানৰ উন্নতিৰহে অৰিয়াঅৰি হ'ব। ৰণবাদ্য ধ্বংসৰ দুন্দুভি সমূলি নিস্তব্ধ হ'ব। বনুৱা মালিকৰ সংঘৰ্ষ আঁতৰিব। ধনী সম্প্ৰদায় দুখীয়া সম্প্ৰদায়ৰ পাৰ্থক্যত ঈৰ্ষাভাব লোপ পাব। ধনীৰ যিমানেই জপা পেটাৰিত ধন বা বেঙ্কত ধন নাথাকক—মই সুন্দৰভাৱে খাই-লৈ নিজৰ কাম কৰি যাব পাৰিছোঁ লাহ-বিলাহ কৰিবলৈ মোৰ ধনৰ নাটনি নাই। তেন্তে ধনী আৰু মোৰ পাৰ্থক্য কি? মৰিবৰ দিনা ধনীয়ে সকলো সাঁচতীয়া ধন জপা-পেটেৰাতে এৰি যাব। লগত নিব নোৱাৰে। কিন্তু মনত নানা হা-হুতাশ বৈ যাব। মই কিন্তু আনন্দেৰে সকলো লেঠা এৰি যাব পাৰিম। সি আজি দিনচেৰেক কি ভাবিছে। তাৰ ভাবৰ অন্ত নাই।

(১২)

ওচৰৰ গাঁও এখনিত মাইনৰ স্কুল গুচাই হাইস্কুল কৰিবলৈ গঞা ৰাইজে নানা চেষ্টা কৰিছে। সিহঁতৰ ভাব দুই মাইল ওচৰতে এখনি হাইস্কুল থাকিলেও নিজৰ গাঁৱত এখন কৰিব পাৰিলে তেওঁলোকৰ গাঁৱৰ নাম। লগে লগে স্কুলপতা-সকলে চিৰদিনলৈ নিজৰ নাম গঢ়ি তুলিব পাৰে। সিহঁতে কাৰোবাৰ মুখত শুনিছে এই গাঁৱৰ সন্ন্যাসীজন বি, এ; বি, এলও। তেওঁকে হেডমাষ্টৰ কৰিব পাৰিলে কিজানি টকা নোহোৱাকৈ খাটিব। টকা ল'লেও অলপ টকাত কাম সমাধা কৰিব পাৰিব। এই ভাবিয়ে সিহঁত দুখুৰ ওচৰ চাপিছে।

এজনে ক'লে, "বোপা এটা ডাঙৰ কামৰ কাৰণে আহিলো। যদি অনুৰোধ ৰক্ষা কৰে তেন্তে বৰ উপকাৰ হয়।"

দুখুৱে ক'লে, "কি কাৰোবাৰ বেমাৰ হৈছেনেকি ?"

"নহয় বোপা, এখন স্কুল গঢ়িব খুজিছো। তাতে আপুনি সহায় কৰিলে।"

"মই কি সহায় কৰিম ? মোৰ দেখো ধন-কড়ি একো নাই।"

"আপুনি হেনো বি, এ; বি, এল।"

"এৰা সেইবোৰ লেলপেল কিবা পাছ কৰিছিলোঁ। কিন্তু সেইবোৰ একো কামত নেলাগিল। এতিয়া সেইবোৰ পাহৰা গৈছে।"

"নাই হাতৰ বিদ্যা চোৰেও চুৰ কৰিব নোৱাৰে। আপুনি ইচ্ছা কৰিলে ল'ৰাবিলাকৰ উপকাৰ কৰিব পাৰে।"

"ল'ৰাবিলাকক কি উপায়ে সহায় কৰিব পাৰিম।"

"আপুনি সেই স্কুলৰ মূল শিক্ষক হওক। স্কুলখনৰ গুৰি ধৰক।"

দুখুৱে হাঁহি ক'লে, "কথাটো দেখাত ভাল। কিন্তু আজিকালি চলন্তি শিক্ষাই ল'ৰা-ছোৱালীক উপকাৰ কৰিব নোৱাৰে বৰং কণা, খোৱা, একো কাম কৰিব নোৱৰা নিষ্কৰ্মী দলহে সৃষ্টি কৰিব পাৰে। তেনে শিক্ষা দি ল'ৰাসকলৰ মূৰ খোৱাহে হ'ব। দেখিছে মই আজি অপদাৰ্থ জীৱ হৈছো। হালো বাব নোৱাৰো, খেতিও কৰিব নোৱাৰো। আন কাম কৰিবলৈকো সক্ষম নহওঁ। কেৱল আপোনালোকে দুসন্ধ্যা

যোগাৰ কৰিছে বুলিহে কোনোমতে পেট প্ৰবৰ্তাইছো। এনে শিক্ষাৰ দ্বাৰা দহৰ বা দেশৰ কি উপকাৰ হ'ব ? এদিন মই নিজে হাল বাইছিলো, নিজে পৰিশ্ৰম কৰি খোৱা-লোৱাৰ ব্যৱস্থা কৰিছিলো। কিন্তু বিমানেই ওপৰ মহলালৈ খোজ দিলো সিমানেই মই একো কৰিব নোৱৰা হলো। হালৰ মুঠিত ধৰিলে মূৰ বিষায়। বেছি খোজ কাঢ়িলে ভৰি বিষায়। আকৌ চকুৰেও ভালকৈ দেখা নোপোৱা হ'লো, বিতচকু লগা হ'ল। এয়ে আমাৰ শিক্ষাৰ পৰিণতি।"

"তথাপি আপোনাৰ জ্ঞান বাঢ়িছে।"

"জ্ঞান কিসোপা হৈছে ক'ব নোৱাৰো। অৱশ্যে অপোনালোকৰ গলগ্ৰহ হ'ব পাৰিছো। বৰং যদি আপোনালোকৰ এহালিছা মাটি চহাত সহায় কৰিব পাৰিলোহেঁতেন তথাপি নিজে অলপ কামত লগা বুলি ভাবিলোহেঁতেন। কিন্তু আজি আশ্চৰ্যৰ কথা হৈছে এইবোৰ দেখি-শুনিও আমি শিক্ষা শিক্ষা কৈ গাঁৱে গাঁৱে হাইস্কুল পাতিব ধৰিছো। আৰু খেতিয়কৰ ল'ৰাবিলাকক ৰমক জমক শিক্ষাৰ কোৱাভাতুৰী দেখুৱাই আকৰ্ষণ কৰি আনি খেতিয়কৰ ল'ৰাক খেতি কৰাৰ পৰা টানি আঁজুৰি আনি, বাঢ়ৈ ল'ৰাক বাঢ়ৈ নকৰি, অলঙ্কাৰ গঢ়া লোকৰ ল'ৰাক অলঙ্কাৰ গঢ়িবলৈ হাত নিদিয়া কৰি, মাছুৱৈৰ ল'ৰাক মাছ মৰাটো ঘৃণনীয় কাম বুলি শিকাই আজি দেশখনত অপদাৰ্থ, গজমূৰ্খৰ সৃষ্টি কৰিব গৈছোঁ। তাৰ ফলত অনাটন, দুৰ্ভিক্ষ হাহাকাৰে আমাক বেঢ়ি ধৰিব ওলাইছে।"

"তথাপি বোপা শিক্ষাৰ গুণ বেলেগ। ক'লা আখৰকেইটা চিনিব পাৰিলেই আকাশ ফৰকাল হয়। মনৰ অন্ধাৰ গুচে।"

"মনৰ আন্ধাৰ গুচিব পাৰে। কিন্তু নিষ্কৰ্মী কাম নলগা ভাবুক দলবহে সৃষ্টি। তদুপৰি পৰৰ ওপৰত নিৰ্ভৰ কৰা বা চৰকাৰৰ চাকৰিৰ ওপৰত আলম লোৱা, লগে লগে বিলাসিতাৰ সাগৰত পৰি বাবু পৰিয়াল হোৱাহে—অৱস্থা হৈছে। আপোনালোকে কেৰে কেৰে মূৰ্তি পূজা ঘৃণা কৰে। কিন্তু আচলতে আচল শিক্ষাৰ পূজা নকৰি শিক্ষাৰ মূৰ্তি পূজাহে আমি কৰিছোঁ। শিক্ষাই আধ্যাত্মিক, শাৰীৰিক, মানসিক আৰু দেশকৰ্মী কৰি গঢ়িব নোৱাৰিলে সেই শিক্ষাৰ গুণ নাই। চৰকাৰী কাম নাপালেও যি শিক্ষাৰ দ্বাৰা আমি আৰ্জি খাব নোৱাৰো, সেই শিক্ষা মিছা, অসাৰ শিক্ষা। শিক্ষাই আমাক হনুমানৰ দৰে বলী, জনক ঋষীৰ দৰে কৰ্মী, ৰামৰ দৰে ন্যায় বিচাৰক আৰু দধীচিৰ দৰে ত্যাগী পুৰুষ গঢ়ি তুলিব লাগিব।"

"আপুনি আমাৰ স্কুলৰ গুৰি ধৰিলে ল'ৰাক তেনেভাৱে গঢ়ি তুলিব পাৰিব।"

"মিছা কথা। শিক্ষাৰ প্ৰণালী সমূলি সাল-সলনি নকৰিলে মোৰ নিচিনা বহুতো লোকেও একো কৰিব নোৱাৰিব। পৰীক্ষা পাছ কৰা যন্ত্ৰ ভাল হ'ব পাৰে কিন্তু মানুহ গঢ়া কুমাৰৰ চাকি হ'ব নোৱাৰে। কুমাৰে যেনে ইচ্ছা কৰে তেনে সাজ গঢ়িব পৰাৰ দৰে শিক্ষাও এনে ধৰণে হোৱা উচিত যাক যেনেকৈ গঢ়িব ইচ্ছা কৰোঁ তেনেধৰণে গঢ়িব পৰা শক্তি হ'ব লাগিব। তথাপি আপোনালোকে কৈছে যেতিয়া মই কেইমাহমান আপোনালোকৰ স্কুলত কাম কৰিম। মোক বেতন নালাগে। কিয়নো আপোনালোকে জানে মোৰ খাওঁতা কেও নাই। কেৱল নিজৰ পেটটোত দুসন্ধ্যা গুজিব পাৰিলে হ'ল। কানি-কাপোৰ এই গেৰুৱা বসনে বহুদিন যাব। কেতিয়াবা লাগিলে কিবা এটা উপায় কৰিব লাগিব।"

"তেন্তে কাইলৈ স্কুললৈ যাব"

(১৩)

স্কুল চলিছে। কিন্তু দুখুৰ মনত স্কুলত চলন্তি নিয়মে শিক্ষা দিয়াত বাপ নাই। তাৰ ইচ্ছা শিক্ষাতো বিপ্লব আনে। কিন্তু কি কৰি আনিব ? কিবা নতুন কৰিবলৈ গ'লে ওপৰৰ পৰা হুকাবধা পৰিব। আনকি স্কুলৰ পৰা ল'ৰাই পৰীক্ষা দিয়াও টান হ'ব। বিশ্ববিদ্যালয়ৰ হৰ্তাকৰ্তা বিধাতাসকলে বা চৰকাৰী শিক্ষা বিভাগৰ ডাঙৰীয়াসকলে স্কুলখন ভুক্ত কৰি নিদিব। চৰকাৰী সহায়ৰ পৰাও বঞ্চিত হ'ব। তথাপি তাৰ মনে সদায় খু-সুৱাই থাকে—নতুন কিবা লাগে।

এনেবোৰ কথাই তাৰ মনত সদায় উগুল-থুগুল ভাবৰ খেলি মেলি হৈ থাকোতে ল'ৰাবিলাকে এদিন গুচৰ চাপি ক'লে, "ছাৰ কাইলৈ গান্ধী-জয়ন্তী স্কুল বন্ধ দিব।"

দুখুৱে অলপপৰ নামাতি ক'লে, "মহামানৱ গান্ধীৰ জন্ম দিন। সেইদিনা তেওঁক শ্ৰদ্ধা-ভক্তি দেখুৱাই সোঁৱৰণ কৰা আৱশ্যক। তেওঁৰ আদৰ্শ এধানিটামানো ছাত্ৰই পালে আনন্দ। কিন্তু কাইলৈ বন্ধত কি কৰিবা ?"

কোনো ছাত্ৰই একো উত্তৰ দিব নোৱাৰিলে। ইটোৱে সিটোৱে চোৱাচুই কৰিব ধৰিলে।

দুখুৱে ক'লে, "বাৰু কাইলৈ স্কুলৰ কাৰণে লোৱা নতুন মাটিডোখৰকে, আটাই ছাত্ৰ মিলি হাবি-জংঘল পৰিষ্কাৰ কৰি চাক-চিকোণ কৰো।

আমি সেইটো কেনেকৈ কৰিম। সেই জংঘল ডোখৰত হেনো কেন্দুগছ জোপাত ছাৰ ভূত আছে।"

দুখুৱে হাঁহি ক'লে, "কাইলৈ ভূতকে চাওঁ। কি কোৱা? গান্ধী-জয়ন্তীত ভূতে একো কৰিব নোৱাৰে।"

এজনে ক'লে, "ছাৰ দেউতাইতে আমাক পঢ়িবলৈ পঠিয়াইছে। জংঘল পৰিষ্কাৰ কৰা বুলি শুনিলে খং কৰিব।"

শিক্ষাৰ উদ্দেশ্যে হাবি-জংঘল কাটি সকলোপিনে পৰিষ্কাৰ কৰা। মলিয়ন দূৰ কৰা, দেশ পৰিষ্কাৰ কৰি নন্দনবদন কৰা। বাৰু অভিভাৱকসকলে বেয়া বোলে মোক বেয়া বুলিব। কাইলৈ সকলোৱে দা-কোৰ-কুঠাৰ লৈ আহিবা। যেয়ে যি পাবা।"

ল'ৰাবিলাকে ভাবিছিল বন্ধ পাব। কিন্তু তাৰ সলনি দা-কোৰ ল'বলগীয়া হোৱাটো তেওঁলোকৰ মনত কেনেবা কেনেবা যেন লাগিল।

পিছদিনা সকলো ল'ৰা। শিক্ষক স্কুলৰ নতুন ঠাইত উপস্থিত হ'লহি। সকলোৱে দেখাক দেখি কামত লাগিল। হাবি, বন কাটি থাকোতে হঠাৎ এটা ল'ৰাক সাপে দংশিলে। চৌদিশে হাহাকাৰ লাগিল। সকলো ল'ৰাই তাক আগুৰি ধৰিলে। বিষত সি তৰণি নাপাই ইছাট বিছাট কৰিব ধৰিলে। গাঁওজুৰি বাতৰি বিয়পি পৰিল। কোনোৱে দোষ দিলে দুখুক। তেনে জংঘল ল'ৰাৰ হতুৱাই পৰিষ্কাৰ কৰিব সাহ কৰেনে? সেইডোখৰ ভূতৰ ঠাই। তাত আপদ মিলিবই। তাতকৈ গোটেই গএগা বাইজক ক'লে সুন্দৰভাৱে পৰিষ্কাৰ কৰিব পাৰিলেহেঁতেন। সেই কোমল বয়সৰ ল'ৰাই সেইবোৰ কৰিব পাৰে। মাষ্টৰে সেইটো বুজা উচিত আছিল।

আন এজনে ক'লে, "সেই বলিয়াটোক হেডমাষ্টৰ কৰোতে মই তেতিয়াই বুজিছোঁ—বোলো গাঁৱত আপালি মিলেহে। সেই ফুকলীয়া ল'ৰাইনো এনে হাবিখন ভাঙিব পাৰেনে? মাষ্টৰৰ অলপ বিবেচনা থকা উচিত।"

আৰু এজনে ক'লে, "এ সিদিনা যি দেখিছোঁ। ই ল'ৰাবিলাকক পুখুৰীত দলি মাৰি দিয়ে। সি হেনো সাঁতোৰ শিকায়। পিছে ল'ৰা দ' পানীত পৰিলে যে আধ্যা হ'ব সেইটো জ্ঞান নাই।"

"হেৰা! টিকা ফটা ব'দ। এই ব'দতনো ভৰ দুপৰীয়াখন ল'ৰাইতৰ ছাবা কোৰ পৰাইনে? তাতে দেও-ভূতৰ ঠাই।" মুঠতে সকলো দোষ; গৰিহনা পৰিল দুখুৰ মূৰৰ ওপৰত। তিৰোতাৰ মনতো সেই কথা আৰু বিষম হৈ পৰিল।

যি নহওক দুখুৰ অশেষ চেষ্টাত ল'ৰাটো ভাল হ'ল। কিন্তু গঞ্জনা, গৰিহণা, ছেই ছেই কৰা দুখুৰ মূৰৰ পৰা খহি নপৰিল। গাঁৱৰ মাজত এনেভাব হ'ল যেন দুখুৱে আজিলৈ স্কুলত যি কৰিছে সকলো বেয়া। আনকি চৌদিশে ৰটনা হ'ল সি পঢ়াবও নাজানে। বলিয়াৰ দৰে যি পাই তাকে বলকে। গৰুৰ কথা ক'লে সি শ্ৰীকৃষ্ণৰ গৰু চৰোৱাৰ কথা কয়। ইংৰাজী পঢ়ালে ইংৰাজী শিকাৰ এৰি অসমীয়াত সকলো বিজ্ঞান, ৰসায়ণ, অৰ্থনীতি, ৰাজনীতি, দৰ্শনৰ কিতাপ কেতিয়া হ'ব, কেতিয়া ল'ৰাবোৰে সেইবোৰ পঢ়ি বৈজ্ঞানিক, দাৰ্শনিক, ৰাসায়নিক, অৰ্থনীতিবিদ, ৰাজনীতিজ্ঞ পুৰুষ সহজে হ'ব পাৰিব এনেবোৰ কথা কৈ কৈ হুমুনিয়াহ কাঢ়ে। ভূগোল পঢ়াব লাগিলে আমেৰিকাৰ হ্ৰদ দ্বীপবোৰ আঁওৰাই লাভ কি বুলি ল'ৰাৰ মনত ভূগোল পঢ়াৰ স্পৃহা কমাই দিয়ে। আমেৰিকালৈ কেতিয়াবা কোনো গ'লে মেপ এখন লৈয়ে সেইবোৰ চাই ফুৰিব পাৰিব বুলি সি হাঁহে। ধৰ্ম সম্বন্ধেও সি সন্ন্যাসী গেৰুৱা বসন পিন্ধিলেও আচলতে স্নেহ ভাবটোহে সুমুৱাই দিয়ে। সি হেনো বাইবেল, কোৰাণতো বহুত ভাল কথা পায় বুলি কয়। আকৌ জাতি অজাতি বিচাৰ কৰিব হাক দি সকলোকে একাকাৰ কৰে। আৰু কত কি?

দুখুৱে শত বাধা বিঘিনি পাৰ হৈ কোনোমতে স্কুলখন চলাই আছে। এনেতে ভোট নিৰ্বাচন আহিল। মন্ত্ৰী-মেম্বৰ লোক সকলোৱে গাঁৱে-ভূঁঞে পিয়াপি দিছে। যেন দেশৰ কল্যাণকামী দেশৰ কল্যাণ কৰোঁতাসকলৰ বানপানীহে উঠিছে। প্ৰত্যেক দলৰ কত খকাখুন্দা। কথাৰ চাকনৈয়া, বাক্ যুদ্ধৰ কত খৈয়া-নখৈয়া ৰণ! লোকৰ যে কিমান হেঁপাহ এই কেইদিন তেওঁলোকৰ তভাতৈয়া, ল'ৰা-ঢপৰা, পিঠিত চপৰিওৱা, ধানখেৰত বহিয়ে কথা কোৱা, গুৱা-সান্দহেৰে চাহ-পানী পিয়া দেখিলেই দেশৰ কল্যাণ কৰিবলৈ তেওঁলোকৰ কিমান হেঁপাহ সহজে অনুমান কৰিব পাৰি। প্ৰত্যেকে যেন একোজন গ্ৰাম্য মূৰ্ত্তি, প্ৰত্যেকেই যেন বিনয়ৰ শেষ সীমা পাইছে, প্ৰত্যেকেই যেন দেশৰ ভৱিষ্যত ভাবি আকুল। যি নহওক সেই গাঁৱতো জনচেৰেক নেতা উপস্থিত হৈ

গাঁৱলীয়াক লৈ সমাজ পাতিছে। বুধিয়কমণ্ডলে কৈছে, "দেউতা, আমাৰ দুখীয়া পঁজাত যে ভৰি দিছেহি। এয়ে আমাৰ বৰ অনন্দ। আপোনালোকক আমি ভোট নিদি কাক দিম। লগে লগে আমাৰ মিনতি দেউতা সকলে যেন আমাৰ স্কুলটো সম্বন্ধে অলপ-অচৰপ দিহা ভৰষা, সুবিধা দিয়ে।

অ' এনে সুন্দৰ স্কুলটো পাতিছা। ক'বই পৰা নাছিলো। স্কুলৰ হাউলি, ফুলৰ বাৰী জাক-জমকাল হৈছে। অৱশ্যে স্কুল ঘৰকেইটা ডাঙৰ হোৱা নাই। বাৰু এইবাৰ আমি টিনপাত, কাঠ দিম ঘৰকেইটা ভাল কৰি তোলা।"

মণ্ডলে ক'লে, "দেউতাইঁতে ইচ্ছা কৰিলে কি নকৰিব পাৰে ? বোলে বজাই মোৰ বোলে যাক ঢেঁকী-পোখলি নালাগে তাক।"

"স্কুল হোৱা মানে দেশৰ মঙ্গল হোৱা। তাত আমাৰ সঁহাৰি নাপাবা নে হে মণ্ডল। স্কুলত দানো পাবা। বছৰেকীয়া সহায়ো পাবা। ল'ৰা কিমান হৈছে।"

"ল'ৰা-ছোৱালী প্ৰায় চাৰিশ।"

"ছোৱালীয়ো পঢ়েনে ? বৰ ভাল কথা। স্ত্ৰী-শিক্ষা যিমানে হয় সিমানেই দেশৰ মঙ্গল। হেড্ মাষ্টৰ কোন ?"

মণ্ডলে একাষত বহি থকা দুখুক দেখুৱাই "সেই গেৰুৱা বসন পিন্ধাজনেই।"

"অ' বৰ ভাল কথা। স্কুলৰ গুৰিয়াল এনে ত্যাগী পুৰুষকে লাগে। তেওঁ কিমান পঢ়িছিল ? "

"বি, এ ; বি, এল।"

"বৰ সুন্দৰ ! মাষ্টৰ বাবু ওচৰলৈ আহক। ওকালতি নকৰি মাষ্টৰী কৰি সুখ পাইছে। আহক ওচৰলৈ আহক।"

কিন্তু দুখু নলৰিল।

প্ৰাৰ্থীজনে কথা কৈ কৈ তেওঁৰ ওচৰ পালেহি। "বুজিছে মাষ্টৰবাবু আপুনি নিশ্চয় গাঁৱলীয়াসকলৰ অন্তৰ জয় কৰিব পাৰিছে। আপুনি আমাৰ কাৰণে চাব। আপোনালোকৰ দৰ্মহা সম্বন্ধে আমি যি পাৰো চেষ্টা কৰিম।"

দুখুৰ খঙে মূধ ঢুকি পালে। "আপুনি এইবোৰ কি কৈছে। ভোট বিচাৰি আহিছে গাঁৱলীয়া সমাজক কওক। মোক ক'লে কি হ'ব? মোৰ ভোটো নাই। আপোনালোকক ভোট দিবলৈ আনকো নকওঁ। কিয়নো আপোনালোকে আজিলৈকে কোনো কামতে পটুতা দেখুৱাব পৰা নাই। বৰং প্ৰত্যেক খোজতে দুৰ্নীতি, অবিচাৰ, স্বাৰ্থপৰতাহে চিনাকি দিছে।"

"ছিঃ আপুনি কি কৈছে ?"

"ক'বলগীয়া কথাকে কৈছোঁ।"

"আপুনি জানে আপোনাক স্কুলৰ পৰা বাহিৰ কৰি দিব পাৰোঁ। আপুনি স্কুলত থাকিলে দেখো স্কুলৰ ল'ৰাৰ মতিগতি নষ্ট কৰিব। বুজিছা বাইজ এওঁ তোমালোকৰ সৰ্বনাশ কৰিব। স্কুলত পাবলগীয়া সহায়বো মুদা মৰিব। সোনকালে এওঁক ইয়াৰ পৰা আঁতৰ কৰা। নহ'লে উলুৰ লগত বগৰী পোৰা যাব।"

দুখুৱে একো নামাতিলে। অলপ পিছতে গহীনাই ক'লে "আপোনালোকৰ সহায়লৈ আশা কৰি এই স্কুল পতা নাই। পাৰিলে স্কুলৰ উদ্‌গতি আপোনা-আপুনি বাইজে কৰিব নহ'লে....."

এনেতে মণ্ডলে ক'লে, "মনে মনে থাকা মাষ্টৰ। নিজৰ বুৰ্বকামী নেদেখুৱাবা।"

প্ৰাৰ্থীজনে ক'লে, "এওঁ তোমালোকৰ অন্যায় নকৰাকে নাথাকে। এই গাঁৱত এনে লোকক কিয় স্থান দিছা ? যদি এওঁক ইয়াত ৰাখা আমাৰ সহায় পোৱা মিছা।"

দুখুৱে এইবাৰ খঙতে টিঙিৰি তুলা হৈ ক'লে, "মই আপোনালোকৰ কিনা গোলাম নহয় যে আপোনালোকে যি ক'ব তাকে কৰিম। মোক গাঁৱে খেদিলেও মোৰ আপত্তি নাই। স্কুলত নাৰাখিলেও দহো কুশল। আৰু বেতন বঢ়াৰ কথা কৈছে , কিন্তু মই বেতন নোহোৱাকৈ ইমান দিন কাম কৰিছোঁ।

(১৪)

আগতে উল্লেখ কৰা গাঁৱৰ পৰা বহুদূৰৈৰ এখন গাঁৱত এটা সৰু পঁজা ঘৰত এখনি সৰু দোকান। দোকানৰ মুদৈ এজন ডেকা ল'ৰা। কাপোৰ-কানি হোজা ধৰণৰ হ'লেও তাক দেখিলে যেন লিখা-পঢ়া জনালোক। দোকানত কে'বাজনো অকণি ল'ৰা ছোৱালীয়ে বেঢ়ি ধৰিছে। মিঠা গুটি কিনিছে। এজন এজনকৈ কিনি আঁতৰিছে। শেষৰজনে হাত মেলিলে মোকো দিয়া । মুদৈয়ে ক'লে, 'পইছা ?'

'পইছা নাই।'

'তেন্তে নোপোৱা।'

'সিহঁতক দিলা যে।'

'সিহঁতে পইছা দিছে। তুমিও পইছা দিয়া, দিওঁ।'
'পইছা নাই যে । দিয়া'
'ঘৰৰ পৰা পইছা আনাগৈ।'
'ঘৰত যে নিদিয়ে।'
'দেউতাৰাক খুজি আনাগৈ।'
'দেউতাক খুজিলে মাৰিব।'

মুদৈ হাঁহি মাৰি 'বাৰু এটা নিয়া বুলি তাৰ হাতত গুজি দিলে। সি আনন্দতে আঁতৰিল। কিন্তু তাতে ক্ষান্ত নপৰিল। দিনেও সি আহে মিঠাগুটি খুজিবলৈ। মুদৈ বিমোৰত পৰিল। তাৰ তাকৰীয়া ধনৰ দোকান। নিতৌ মিঠাগুটি বিলাব লাগিলে কেইদিন টিকিব ?

আন এদিন এটা অকণি বেঙা ল'ৰা। মাত-বোল নাই। আকাৰে-ইঙ্গিতে বুজায়। সি এটা চৰতীয়া লৈ আহি মিঠাগুটিৰ বটললৈ আঙুলিয়াই দেখুৱায়। কিন্তু মুদৈয়ে দেখে চৰতীয়া বেয়া। সি চৰতীয়াটো ওভতাই দিলে। কিন্তু বেঙাই নলয় সি বাৰে বাৰে বটললৈ দেখুৱায়। মুদৈয়ে একো নিদিয়াত সি বটলৰ মুখটো লৈ লৰ মাৰিলে। মুদৈয়ে পিছে পিছে খেদি বটলৰ মুখাটো কাঢ়ি আনিলে। বেঙাৰ খং উঠিল। ওভতাই দিয়া পইছা সি নলয়। অলপ পিছতে সি এটা ডাঙৰ শিলগুটি লৈ মুদৈলৈকে দলি মাৰিলে। কথমপি মুদৈৰ গাত নপৰিল। মুদৈ দোকানৰ ভিতৰ সোমালহি। বেঙাৰ আৰু এটা শিলগুটি লৈ দোকানৰ আগত তহল দিব ধৰিলে। তাৰ ইচ্ছা যেন মুদৈলৈয়ে শিলগুটিটো আৰু মাৰে। মুদৈ সেই অকণি বেঙাৰ কাণ্ড দেখি হাঁহি মাৰি সিবাৰ পইছা নেদেখুৱাই বটলৰ পৰা মিঠাগুটি এটা উলিয়াই দেখুৱালে। বেঙাই ততালিকে লৰি আহি মিঠাগুটিটো হাতত লৈ পৰম হৰিষে নাচি নাচি আঁতৰিল। মুদৈয়ে হাঁহি হাঁহিবেয়া চৰতীয়া তাক ওভতাই দিবলৈ মাতিলে। কিন্তু সি উভতি নাহিল। বেয়া চৰতীয়াটো মুদৈয়ে পেৰাত থলে।

আন এদিনাখন দুটা নয়া পইছা লৈ বেঙাই মুদৈক দোকানৰ বেৰলৈ আঙুলিয়াই দেখুৱায়। মুদৈয়ে একো বুজিব নোৱাৰি কি লাগে বুলি সোধে। সি বেৰলৈ আঙুলিয়াই আৰু কঁকালত থকা পেটেলংটোৰ মূৰত ধৰি দুইহাতে দাঙি দাঙি দেখুৱায়। মুদৈয়ে বেৰলৈ চাই বুজিলে—সি বিচাৰিছে পেটেলং বন্ধা চামৰাৰ টঙালি। কিন্তু দুই নয়া পইছাত কেনেকৈ আঠ অনা দামৰ টঙালি দিয়ে। সি ওভতাই দিলে। ওঁহো তাক নালাগে। অলপ পিছতে বেঙাৰ ডাঙৰ ককায়েক আহিল। সিও বেঙা। মুদৈয়ে দুই নয়া পইছা দেখুৱাই বেৰৰ টঙালি দেখুৱাৰ্য সৰু ভায়েক বেঙাক লাগে বুলি ঠাৰে-ঠিয়াৰে বুজালে। ডাঙৰ বেঙাই হাঁহিব ধৰিলে। সৰু ভায়েকক টানি নিব খোজে। কিন্তু সি আঁজোৰ মাৰি কাষৰ হয়। শেষত উপায় নাপায় তাক কোলাত তুলি লৈ যায়। সি গাত চপৰিয়াই চপৰিয়াই কান্দি কান্দি যায়। মাজে মাজে মাটিত নামিবলৈ আঁজোৰ পিজোৰ কৰে। অলপ পিছতে ঘৰলৈ গৈয়ো সি কান্দিব নেৰে। অলপ পিছতে বায়েকে আহি আঠ অনা পইছাৰ টঙালিডাল কিনি লৈ যায়। মুদৈয়ে ভাবিলে, তাৰ দোকানত যে কত সৰু সৰু ঘটনা ঘটিব। সৰু ল'ৰাৰ মনস্তত্ত্ব বুজিবলৈকো সুবিধা পাই সি আনন্দ পালেও তাৰ দোকানত লাভৰ ঘৰত শূন্য হৈ তাৰ খোৱা-লোৱাৰে টনা-আঁজোৰা অৱস্থা হোৱাত তাৰ মনত সুখ নাই। সি ভাবিছে অইন কি কাৰবাৰ লয়। আনপিনে আবেলি, নিশা তাৰ দোকানত গাঁৱৰ লোক ভৰি পৰি নানা তৰহৰ কথা পাতে। অৱশ্যে সেইবোৰ মাল নিয়া লোক হ'লে তাৰ ভালেই আছিল। কিন্তু সেইবোৰ দিনটো পথাৰৰ কাম কৰি আহি দোকানত জিৰণি লয়, ধঁপাত হোঁপে। দুই-এজনে 'দোকানীবাবু বিৰি এটা নুখুৱাই কিয় ?' বুলি তাৰ পিনে চাই থাকে। কোনোৱে আহি গাঁৱৰ নানা তৰহৰ কু-চৰ্চা, মেলুৱৈ সকলৰ প্ৰতি কত অভিযোগ, বিধৱাৰ কেলেঙ্কাৰীৰ কথা পাতে। কোনোৱে আকৌ অৱশ্যে ডেকা তৰপৰ লোকে কোন গাভৰুৱে পানী আনিব যাওঁতে মিচিকি হাঁহিলে, কাৰ ঘৰত যাওঁতে লাহতীয়া বটাখন আগবঢ়াই তামোল যাচিলে, কাৰ বোৱাৰীয়েকে তামোলখন দিওঁতে মূৰৰ ওৰণি পৰি গৈ লাজতে বিতত হ'ল ইত্যাদি নানা তৰহৰ ফচছ কথা পাতে। প্ৰত্যেক কথাই মুদৈৰ কাণত থহ্ থহকৈ বিন্ধে। কিন্তু সি কি কৰিব ? দোকানত অহালোকক দুটা কথা কৈ খেদিলে সি দোকানত দুদিনতে বাদুলি সঁচাৰ মাৰিব লাগিব। চঞ্চল ডেকাতৰপৰ লোকসকলক টান কথাৰে বেজাৰ দিলেও সি গাঁৱত তিষ্ঠা টান হৈ পৰিব। সি মাজে মাজে দুই-এখন ভাল কিতাপ ডেকাসকলক দেখুৱায়। কোনোৱে কয় থৈ দিয়া। তেনে কিতাপত একো নাই। ভাল প্ৰেমৰ কাহিনী আনাচোন। কেৱে কয় বাৰু কিতাপখন পঢ়ি কাইলৈ দিম দে। হোলাৰ ভাই মোলা। দোকানীয়ে ৰঙেৰে কিতাপখন আগবঢ়াই দিয়ে। কিন্তু 'কাইলৈ'ৰ আৰু অন্ত নহয়। দিনছেৰেক পিছত কিতাপখনৰ

কথা সুধিলে, "এ এপিঠিমান পঢ়িছিলো। ভাল নালাগিল। একো ৰহস্যৰ কথা নাইহে। নপঢ়ি মেজত থৈ দিছিলো কোনে কিতাপখন লৈ গ'ল—ক'বকে নোৱাৰিলোহে। এনে কিতাপো পঢ়িব দিয়েনে ? কিন্তু হায়! সেইখন যে বোমাবোলাৰ বঙালী ভাঙনি কিতাপ আছিল। যি নহওক সি আৰু কিতাপ দেখুওৱা বিদ্যাটো এৰি পেলালে। কিয়নো সি ভাবিলে বান্দৰে নাৰিকলৰ মোল নাপায়। এই মূদে কোন? হঠাৎ এদিন এজন বহুদূৰৈৰ লোক আহি তাৰ দোকানত সোমালহি। নিশা তেতিয়া বহুতো হৈছে। তেওঁ ক'লে, বহুদূৰৈৰ পৰা আহিছোঁ বোপাই। ইয়াত অলপ বাগৰিবৰ ঠাই দিব নোৱাৰেনে? একো নেখাম। দোকানীয়ে মানুহজনক দেখি বহুপৰলৈ চাই থাকিলে হঠাৎ সি ক'লে, তুমি দুখু নোহোৱানে?

দুখুৱে তাৰ পিনে চাই তভক মাৰি ৰ'ল। অলপ পিছতে ক'লে, "আপোনাক মই এতিয়াও ধৰিব পৰা নাই।"

সি ক'লে, "তুমি দুখু জানো ?"

"হয়।"

"তেন্তে মই মাধৱ"

দুখুৱে ক'লে, "মাধৱ ? তুমি ইমান খীণাইছা? তোমাক চিনিবৰে উপায় নোহোৱা হৈছে। কিবা হৈছিল জানো?"

"নাই একো হোৱা নাই, কেৱল চিন্তাত হে এনে হৈছে। বুজিছা এটা ডাঙৰ পৰিয়াল ঘৰত এৰি আহিছোঁ। ল'ৰা-ছোৱালী এপাল। কিন্তু সেইবোৰক প্ৰতিপালন কৰা টান হৈ পৰিছে। গাঁৱত যি মাটি আছিল সেইবোৰত খেতি বানপানীয়ে শেষ কৰিছে।"

"চহৰত কাম নিবিচাৰিলা কিয় ? "

"বিচাৰিছিলোঁ। দৰ্খাস্ত দি দি হাৰিলো। আনকি তাত কাম বিচাৰি বিচাৰি নিজৰ হাতত থকা ধনখিনিও খোৱা-লোৱাত শেষ হ'ল। শেষত উপায় নাপায় এই দূৰ গাঁৱলৈ আহি ভেশচন ধৰি অ'ত ত'ত কাম কৰি অলপ টকা যোগাৰ কৰি এই দোকানখন পাতিছোঁ।"

"দোকানত কেনে লাভ হৈছে ?"

"সেইপিনেও লাভৰ ঘৰত শূন্য। যিখিনি হাতত জমিছিল সেইখিনিও অন্ত হওঁ হওঁ। পিছে তুমি কি কৰিছা ?"

"বুজিছা, আমাৰ শক্তি, ভাব-অনুভূতি সকলো চেঁচুকত পৰি ধোঁৱা হৈ গৈছে। মই দেখিছো মানুহে চলন্তি জগতৰ নিয়মৰ বাহিৰে খোজ দিব খুজিলেও বিপদ, আলাই-অথাউনি পদে পদে। ওকালতি নকৰি নিজৰ ইচ্ছামতে অনাই বনাই ঘূৰি ডলাৰ কাৰৰী প্ৰায় ঘূৰি ফুৰিছোঁ। নিজৰো একো কৰিব পৰা নাই, সমাজ বা দেশৰো কামত লাগিব পৰা নাই।"

"আজি ক'লৈ গৈছিলা ?"

"গৈছিলো এখন কাকত উলিয়াও বুলি নলবাৰীৰ প্ৰেছ এটা ঠিক কৰিবলৈ।

"তুমি সেইটো মন মেলিছা কিয় ? বুজিছা দুখু। তুমি জুইৰে খেলা কৰিব গৈছা। অসমত কাগজ উলিওৱা মানে নিজৰ সৰ্বস্ব হেৰুওৱা। কাগজ বিলোৱা লোকসকলক কাগজ দিলে তেওঁলোকে বিকিবও কিন্তু তোমাক এটা ফুটা-কড়িও নিদিয়ে। আকৌ ডাকত যদি কাগজ পঠিওৱা তেন্তে নিজৰ ধন ভাঙি কাগজ কিনি ছপাই—লগে লগে ডাকঘৰৰ টিকটৰ পইছাকেইটাৰ খৰচ কৰি তেওঁলোকলৈ সদায় পঠিয়াই থাকা—কিন্তু তুমি পইছাৰ মুখ নেদেখিবা। কেতিয়াবা লগ পালে পইছাৰ কথা ক'লে উত্তৰ দিব— 'তুমিওনো মোক পইছা খোজানেহে ? কাগজখন পঢ়িছো। কিন্তু ভাল পোৱা নাই দে।' আকৌ কোনোৱে বা তোমাক দূৰৈৰ পৰা মাত দিব 'হেৰা তোমাৰ কাগজখন বৰ ভাল হৈছেহে। মোলৈ একো কপি দিবলৈ নাপাহৰিবা আকৌ। ফ্ৰি কপি এটা দিবা। মই এটা ভাল সমালোচনা দিম। তোমাৰ শক্তি দেখিছো—এতিয়াও অটুট ৰাখিছা। তোমাৰ কথা কৈয়ে বহু ঠাইত তোমাৰ প্ৰশংসা কৰিছো। এনে ভাবৰ আৰু বহু কথা শুনিবা কিন্তু মাহচেৰেকৰ পিছত ধনৰ অভাৱত তোমাৰ বাতৰি কাকত বন্ধ হ'ব।"

"সেইবোৰ ভালকৈ বুজো। কিন্তু ধনৰ আশাত মই সেইবোৰ কৰা নাই। কেৱল বাইজৰ বলতহে উলিয়াব খুজিছো। টকাও মোৰ নিজৰ নহয়। নিজৰ এখন বাতৰি কাকত নহ'লে নিজৰ মত প্ৰকাশ কৰা টান হয়। আমি বোবা ক'লাৰ দৰে জীৱন কটাব লাগে। নিজৰ কিবা এটা বিৰোধী মত দিব নোৱাৰো।"

"কিয় আন কাকতত লিখিব পাৰা।"

"বহুত ঠাইত লিখিলেও আন কাকতে প্ৰকাশ নকৰে।"

"এৰা সেইটো হয়।"

"তোমাৰ যদি দোকানৰ লাভ হোৱা নাই তেন্তে তুমিও মোৰ লগ লাগা।"

"নিস্বাৰ্থভাৱে লাগিব পাৰিলোহেঁতেন। কিন্তু মোৰ যে

এখন তাঙৰ সংসাৰৰ দায়িত্ব আছে। সেইবিলাকৰ পোহপালৰ উপায় তাৰ দ্বাৰা নহ'ব। বাৰু যি নহওক এতিয়া চাহ, ভাত-পানীৰ দিহা কৰোঁ। আজি ইমান দিনৰ মূৰত লগ পাইছোঁ।"

"কিবা দিহা কৰিব পাৰা যদি কৰা। নহ'লেও একো নালাগে। যেনে তেনে নিশাটো কটাম।'

'অ' মোৰ তাত আহি তুমি লোঘনে যাবা।"

"বুজিছা মাধব, আজি আমি যি সমাজত পৰিছোঁ সেই সমাজ সংস্কাৰ কৰিব নোৱাৰিলে আমাৰ সৰ্বনাশ।"

"সংস্কাৰ কৰিবা কেনেকৈ ? তুমি আমি কৰিব যোৱাটো ভুল।"

"এৰা সমাজ ভাল কৰিব লাগে—দুটা পন্থা আছে। হয় সংসাৰৰ লগত সকলো লেঠা এৰি বৈৰাগী সাজিব লাগিব নাইবা অতি ধনী হৈ নিস্বাৰ্থভাৱে কাম কৰিব লাগিব। নহ'লে সমাজ-সেৱক বা দেশ-সেৱক হ'ব যোৱা মিছা।"

সেইদিনা দুয়ো বহুদিনৰ অতীতৰ কথা আৰু বৰ্তমান সমস্যাবোৰ, দেশৰ, সমাজৰ কথাবোৰ কৈ কৈ খাই বৈ আনন্দত শুই থাকিল।

মাধব আৰু দুখুৰে সৰুৰে পৰা একেলগে পঢ়া। মাধৱে প্ৰৱেশিকা পৰীক্ষা দি কৃতকাৰ্য হ'ব নোৱৰাত পঢ়িব নোৱাৰি সংসাৰী লেঠাত সোমায়। আগতে সিহঁতৰ অৱস্থা বৰ ভাল আছিল। ভঁৰালত ধান, পথাৰত খেতি, খুটিত ম'হ, বিলত মাছ আদি সদায় সিহঁতক এৰা দিয়া নাছিল। কিন্তু গোটেই বিলাক ভায়েকে বেলেগ হোৱাৰ পৰা সিহঁতৰ বস্তুবিলাকে ভাগ হৈ গ'ল। প্ৰত্যেকে ভালকৈ ম'হৰ আপডাল কৰিব নোৱৰাত কেৰে বেচিলে। কাৰো ম'হ মৰি গ'ল। একেলগে থকাত সিহঁতৰ এজনে গোৱালৰ কাম কৰিছিল। সি সেই বিষয়তে পাৰ্গত হৈ উঠিছিল। কিন্তু ভাগবটোৱাৰা হোৱাত সকলোৱে গোৱাল হ'বলগীয়া হোৱাত অসাঠনৰ হাতত বস্তু পৰি সকলো নষ্ট হ'ল। ইপিনে বছৰি বানপানী আহি পথাৰত খেতিও নোহোৱা কৰিলে। মুঠতে গোটেই ঘৰখনেই লুৰধুলেঠুং হ'ল। কাকো একোৱে নোজোৰাত পৰিল। সমবায় আৰু গাইগুটীয়াভাৱে কাম কৰাৰ পাৰ্থক্য সহজে বুজিব পাৰিলে। আগেয়ে ধনে-জনে সিহঁত গাঁৱৰ ভিতৰত গণ্যমান্য লোক আছিল। আজি বাটৰ কুকুৰেও বাট নিদিয়াত পৰিল। অৱস্থা বেয়া হোৱাৰ লগে লগে সিহঁতৰ মান-সম্ভ্ৰমৰ অলঙ্কাৰ আপোনা-আপুনি খহি পৰিল। এতিয়া একেলগ হোৱাও টান। কিনো ফলাবাঁহ জোৰা নাখায়। সেই দিন ধৰি মাধৱৰ পৰিয়ালৰ পোহপাল দিয়া মেটমৰা ভাৰখন কঢ়িয়াবলগীয়া হোৱাত তেওঁৰ আলাই-আথানিৰ সীমা নোহোৱা হৈছে। কিয়নো তেওঁ কান্ধেৰে ভাৰ বাবয়ো নোৱাৰে। হাল ধৰি খেতি কৰিবও নোৱাৰে। ইপিনে চাকৰিটো আশা কৰি যিখন পঢ়াৰ মেটমৰা ভাৰখন কুৰি বছৰলৈ বৈছিল সেইখনেও একো ফল নিদিয়াত তাৰ হাহাকাৰ কোনে চায় ?

নিশা কথা-বতৰা পাতি শেষত দুয়ো সিদ্ধান্ত কৰিলে আটাইবিলাক নিবনুৱাই লগ লাগি এটা সমিতি গঠন কৰা যাওক। আৰু নিবনুৱা দহ-পোন্ধৰজন লগ লাগি একোটা সমবায় সমিতি গঠন কৰি গৱৰ্ণমেণ্টৰ পৰা টকা ঋণ লৈ একোটা উৎপাদন কৰিব পৰা কাৰখানা চলন্তি কৰি নিবনুৱা বা পৰৰ ওপৰত আশা কৰা বা চাকৰিকে নিৰ্ভৰ কৰি হা-হুমুনিয়াহ কৰা অৱস্থাৰ ওৰ পেলোৱা যাওক।

কিন্তু গৱৰ্ণমেণ্টে জানো তেনেভাৱে ঋণ দিব ? আকৌ ঋণ দিলেও সেইবোৰত লোকচান পৰি ঋণ সুজিব নোৱাৰিলে জানো চৰকাৰৰ ঘৰৰ লোকচান নহ'ব?

দুখুৱে ক'লে, "চৰকাৰৰ ঘৰৰ আঁচনিত কত ৰকমে কত টকা লোকচান হ'ব ধৰিছে। গতিকে এইছোৱা মথাউৰি কৰোঁতে কত টকা নষ্ট হৈছে ফলো একো হোৱা নাই। ৰেফিউজিবিলাকক ঋণ দি কত ধন পানী কৰিছে। কত গৈ ক'ত পলাই-পত্ৰং হৈছে। সেইবোৰ ঋণ আকৌ ওভতাই পোৱা আশা নাই। গতিকে নিবনুৱাৰ কাৰণে বাজেটত এক কোটি টকা বেলেগকৈ ৰাখি নিবনুৱাক কামত ব্ৰতী কৰিবলৈ উপায় কৰিব দিলে নিবনুৱাৰ মঙ্গল, দেশৰো মঙ্গল। অৱশ্যে সেইবোৰৰ আঁচনিত নিবনুৱা সকলেও মূৰ ঘমাব লাগিব। আকৌ চৰকাৰেও উপায় দিহা দিব লাগিব। সেইবোৰ কল কাৰখানাৰে যাতে দেশত লগা বস্তুবোৰ উৎপন্ন হয় সেইটোৱো আঁচনি হ'ব লাগিব।

মাধৱে ক'লে, "এৰা এইটো বৰ বঢ়িয়া কথা। বাৰু চোৱাচোন সাধাৰণ আলপিন, চেফ্‌টি পিন, কাপ-পিয়লা, বেজি, গুলি সূতা, চুৰি-কটাৰি আৰু দেশত কত বস্তু আমি সদায় বেলেগ প্ৰদেশলৈ বা বেলেগ দেশৰ পৰা আনিব লগীয়াত পৰোঁ। সেইবোৰ আমাৰ ইয়াতে কৰিব পাৰিলে জানো দেশৰ মঙ্গল নহ'ব।"

"নহ'ব কিয় ? সেই কাৰণে আমি আৰু নিবনুৱা হৈ

বহি থাকিলে নহ'ব। আকৌ চৰকাৰৰ ঘৰেও টকা নষ্ট হ'ব বুলি হাত কোঁচাই থাকিলেও নহ'ব। যন্ত্ৰপাতি চৰকাৰৰ ঘৰে দিহা কৰি দিব আৰু নিবনুৱাসকলক কামত লগাব লাগিব। লাগিলে সেইবোৰৰ কাৰণে দুই-এজন সেই বিষয়ে জনালোক আনি অসমীয়া ল'ৰাক শিকাই ল'ব লাগিব। সেই উৎপন্ন হোৱা বস্তুবোৰ চৰকাৰৰ ঘৰে কিনি ল'ব আৰু ৰাইজকো কিনিবলৈ উদ্‌গনি দিব।

মাধৱে সুধিলে, "তুমি এতিয়া ক'ত আছা ?"

দুখুৱে ক'লে, "ইয়াৰ পৰা বাৰ মাইল দূৰৈত; আগতে দূৰৈৰ এখন স্কুলত অবৈতনিক হিচাপে শিক্ষক হৈছিলো। এতিয়া সেইটো এৰি-পলু কাটা এটা কাৰখানা কৰি জনদিয়েক এৰি-পলু কাটা-বিধৱা তিৰোতা ৰাখি এৰি পলুৰ সূতা কটাব ধৰিছোঁ।"

"সেই বিধৱাবোৰক জানো খৰচ-পাতি দিব নালাগে। সেইবোৰ জেওাতকৈ তুমি স্কুলত শিক্ষক হৈ থকাই বোধ কৰোঁ ভাল আছিল।"

"নাই একেধৰণে চলন্তি শিক্ষা দি নিষ্কৰ্মী ল'ৰা সৃষ্টি কৰাত আনন্দ নাই।"

"তেন্তে নতুন ধৰণে শিক্ষা আৰম্ভ কৰিব পাৰিলাহেঁতেন।"

"বুজিছা মাধৱ চলন্তি স্কুল আৰু চলন্তি শিক্ষাৰ বাহিৰে তুমি কিবা কৰিব খুজিলে তোমাৰ পদে পদে বিপদ। স্কুলৰো বিপদ। ওপৰৰ বিষয়াসকলৰ বিৰাগভাজন হৈ স্কুলতো একো সহায় নোপোৱা অৱস্থা গঢ়ি তুলিব। লগে লগে জন সাধাৰণৰো নেওচা-কেওচা খাবা। কিয়নো সিহঁতে বিচাৰে চৰকাৰৰ সহায়, সিহঁতে বিচাৰে ল'ৰাই পৰীক্ষা মহলাত উঠি হাকিম, ছৱ-ডেপুটী, নাইবা কেৰাণী হওক। সিহঁতে নিবিচাৰে অকল কৰ্মী ল'ৰা গঢ়া। ওপৰৰ বিষয়া সকলোৱে ভাবে কোনোমতে পাল মাৰি নিজৰ দৰমহাখিনি পাই থাকিলে হ'ল। নতুন কিবা কৰি হঠাৎ কিবা বেয়া হ'লে আপদত পৰিবলৈ তেওঁলোকৰ ইচ্ছা নাই। সেয়ে আজি নতুন পন্থা লোৱাত বিঘিনি। সেই কাৰণে সেইটো এৰি আহিছোঁ। বুজিছা মোক টকা নালাগে। এটা পেট য'তে তঁতে পোহ যাব পাৰোঁ।

"সেইটো সঁচা। কিন্তু তুমি যে বিধৱাসকলক লৈ এখন ডাঙৰ সংসাৰ পাতিছা। সেইবোৰক কেনেকৈ খুৱাবা ?"

"মই সেইটো আৰম্ভ নকৰোতেও তেওঁলোকে খাই আছিল। এতিয়া সেই কাম কৰাৰ লগে লগে আৰু ওপৰঞ্চিহে পাইছো। মই ভাবিছো সিহঁতক শিক্ষা-দীক্ষা দিয়াৰো ব্যৱস্থা কৰিব লাগিব। কেৱল সূতা কটাই মুখ্য কাম নহ'ব।"

"তাৰ মানে তাহানি মহাপুৰুষ সকলো কোৱাৰ দৰে ঘৰৰ কামো কৰিব হৰিনামো ল'ব। কি কোৱা ?"

"হৰিনাম কেনেকৈ লয় মই সেইবোৰ সিমান গম নাপাওঁ।"

"নহয়হে সেই হৰিনামৰ কথা কোৱা নাই। মই কৈছোঁ গাৰ্হস্থ্য ধৰ্ম ৰক্ষা কৰিও শিক্ষা পাই শিক্ষিত হ'ব পাৰে।"

"এৰা এনে শিক্ষা দিয়াহে আচল শিক্ষা বুলি মই ভাবো। গৰুও চৰাম, শ্যমন্ত হৰুৱা, ভীম চৰিতো গাম, পঢ়িব শিকিম। খেতিয়ো কৰিম আৰু আহৰি সময়ত বিজ্ঞান, দৰ্শন, অৰ্থনীতি যাৰ যিহতে ৰাপ তেনেভাবে শিকিম। হালোৱা বি, এ; মাছুৱৈ বি, এ; বাঢ়ৈ বি, এ; সোণাৰি বি, এ; দোকানী পোহাৰী বি, এ; ৰাজ্যময় বি, এৰ দ'ম হ'ব। ইংৰাজী বা অইন ভাষাৰ ব্যুৎপত্তিতকৈ পৃথিৱীৰ সকলো বিষয়ৰ জ্ঞান আহৰণ কৰাটোহে মুখ্য উদ্দেশ্যে হ'ব লাগিব।"

"ই যে এটা সুন্দৰ সপোন।"

"এৰা এই সপোনক বাস্তৱত পৰিণত কৰাই আমাৰ চেষ্টা হ'ব লাগিব। আমাৰ আঁচনি গঢ়িব লাগিব। সি যি কি নহওক পিছত চাবা বিধৱাৰ লগত কেলেঙ্কাৰীত পৰি হাবাথুৰি খাবলগীয়া অৱস্থা কৰি নুতুলিবা। তাতে তুমি ডেকা ল'ৰা।"

"বুজিছা মাধৱ! কাম কৰিব ওলালে বহুতো জোঁটপোট! প্ৰত্যেক খোজতে সেইটো প্ৰমাণ পাইছোঁ। সুখৰ সপোন যিটো বাস্তৱত ভৰি দিলে হুল জঁট বহুতো। পিছে এটা কথা। মই কৰোঁ বুলি একো কৰিব নোৱাৰো।" কিবা এটা নেদেখা শক্তিয়ে কলৈ ঠেলি নিয়ে সেইটো গম ধৰিব নোৱাৰোঁ।

"যি নহওক নিবনুৱা সমবায়ৰ কথা নাপাহৰিবা। আৰু মোলৈ সেই সম্বন্ধে সোনকালে চিঠি লিখিবা।"

"নিবনুৱা সমস্যা যেতিয়া পদে পদে, গতিকে পাহৰিম কেনেকৈ ? আমি আজিয়ে বাতৰি কাকতত জাননী দিম যেয়ে যতে নিবনুৱা আছে সকলোৱে যেন আমালৈ নাম পঠিয়ায় আৰু সমিতিত নাম ভৰ্তি হয়।

(১৫)

সেউতী যোৱালীজনীৰ নাম। দিনচেৰেক হ'ল। তেওঁ দুখুৰ শিপিনী সংঘলৈ আহিছে। যোৱালীজনী অবিবাহিতা।

বিয়া নৌহওঁতেই তাই কেলেঙ্কাৰীৰ ভাগী হৈছে। কোনোবা এজন চহৰৰ কুনীতি শিকি অহা চাপ্ৰাচীয়ে তাইক আবিয়ে থাকোঁতে হেনো ঘৰ সোমাই বল কৰি অন্যায় কৰিব ধৰিছিল। তাই আজোৰ-পিজোৰকৈ কোনোমতে তাৰ হাতৰ পৰা সাৰিছিল। এনেতে গাঁৱৰ তিৰোতা এজনীয়ে কিবা আনিবলৈ ঘৰ সোমোৱাত কুহিৰাম পিয়নে তাইৰ হাতত ধৰা অৱস্থাত দেখি গাঁওজুৰি তিলকে তাল কৰি ৰটনা কৰিলে। তাৰ ফলত তাই পাটগাভৰু হ'লেও আৰু ক'তো বিয়া হোৱাৰ আশা নোহোৱা হ'ল। কোনোবা দূৰ ঠাইৰ পৰা তাইক কইনা ধৰিবলৈ আহি বাটত লগ পাই তাইৰ কথা সুধিলে, সমিধান পায় "ঔ সেই নটীজনী।" কথা শুনিয়ে বাটৰ পৰা লোক আঁতৰি যায়। কে'বাবছৰো এনেভাৱে ঘৰতে থুকুৰী হৈ থাকোতে তাইৰ বাপেক-মাক দুয়ো ঢুকাল। অৱশেষত উপায় নাপাই দুখুৰ শিপিনী সংঘতে তাই আশ্ৰয় ল'লে। কামৰ্ত তাই পৈণত। দেখাত শুৱনি। গাঁৱৰ জনচেৰেক ডেকাই এই কথা সমূলি বেয়া পালে। কিয়নো সিহঁতৰ পণীয়ামনে বিচাৰিছিল সুবিধা। কিন্তু সুবিধা হৈও যেতিয়া বাধোনে কটকটীয়া হ'ল সেই আশা ভ্ৰষ্ট লোকসকলে স্বাভাবিকতে ঈৰ্ষা পৰায়ণ নহৈ নোৱাৰিলে।

এজনে ক'লে, "বুজিছা সংঘ নে শঙ্খ চক্ৰ গদা পদ্মধাৰী ৰাস বিহাৰী।"

আনজনে ক'লে, "নহয় হে তেনেকৈ বেয়া বুলিছা কিয়? তেওঁ কাম ভস্মকাৰী মহাদেৱ।"

এজনে মাত দিলে, "হাপাই আনিলে তিৰী বোন্দা ওপৰতে গিৰী হ'ল।"

"ঔ চোৱাচোন লাহে লাহে গাঁৱৰ বা আৰু কাক সৰকায়। আগেয়ে গিৰী নোহোৱা লোকক হাত দিছে লাহে লাহে গৃহস্থৰ ঘৰতে পাটী পাৰিব।"

এনেভাৱে নানা তৰহৰ কথা কৈ থাকোতে সেই দূৰৈৰ ফুল থকা গাঁৱৰ এজন লোক আহি, "বোলে বোপাহঁত শিপিনি সংঘ ইয়াত আছে বোলে, কোন খিনিত ?"

"ঔ মৰিবলৈ আহিলানে? কাক থবা ? জীয়াৰী নে বোৱাৰীক ?"

"এ বোপা কি ক'বা কাকো থব অহা নাই। আহিছো ভাত হেনো ভাল এৰি-সূতা পায়। তাকে বিচাৰি বিচাৰি ইমান বাটফুৰি বাই আহিছোঁ।"

"এৰি কিয় নাৰীভূৰিও কিনিব পাৰিবা। কেৱল........."

"তোমালোকৰ কথা নুবুজো দেউতাহঁত। আমি পোনৰ্পটীয়া মানুহ। কথাবোৰ পোনাই কোৱাচোন।"

"কথা ক'বই নালাকে। সৌৱা শিপিনীৰ গৰাকী এইপিনে আহিছেই কেৱল এতিয়া বন্দোবস্ত কৰা। ৰাতি ইয়াতে থাকিবা হ'বলা। তেওঁৱেই সকলো সুবিধা কৰি দিব।" এনেতে দুখু আহি ওচৰ চাপিল।

মানুহজনে দেখিয়েই "এ আপুনি দেখো আমাৰে সাধু ভকত ? এতিয়া সন্ন্যাসী ভেশ এৰিলানেকি বাপ।"

দুখুৱে মানুহজনক চিনি পালে। এনেতে ডেকা এজনে মাত লগালে, "এওঁ সন্ন্যাসী আছিলনে ?"

"এৰা বাপ বৰ গুণী সন্নাসী। আমাৰ সেই ডোখৰত বহু দিন আছিল। বহুতে ভাল পাই।"

"ৰ'বা, ৰ'বা এওঁ ত্যাগী সন্ন্যাসী আছিল। সেয়ে হ'বলা বৈৰাগী বিচাৰি বিচাৰি এই গাঁও পালেহি। বৈষ্ণৱৰ বৈষ্ণৱী সঙ্গ নহ'লে নিশ্চয় সাধনা পূৰ্ণ নহয়।" আন এজন ডেকাই মাত ল'গালে, "কেৱল এজনা বৈষ্ণৱী নহয় পূৰ্ণ ৰাস। ষোড়শ হাজাৰ গোপিনী লাগেহে।"

দুখুৱে কথাই ক'বনে, লাজতে তলমুৰা কৰিব নে খঙতে সিহঁতক ডাবি হুমকি দিব ভাবি নাপাই অলপ থমকি বিমোৰত পৰিল।

এনেতে মানুহজনে ক'লে, "বাপা শিপিনী সংঘ ক'ত?"

"বাৰু মোৰ পিছে পিছে ,আহা। মানুহজনে তাৰ পিছ ল'লে। সি বাটে বাটে কৈ গ'ল। বুজিছা বুধিকাই! মানুহে সদায় বেয়াটোহে দেখে। ভাল কথালৈ মানুহৰ মনে আগবাঢ়ি নাযায়। সকলোতে কেৱল দোষ। যেন দোষ দেখাটোহে মানুহৰ স্বভাৱ।"

"পিছে বাপ আপুনি গেৰুৱা বসন কিয় এৰিলে।"

"মই দেখিলো মোৰ মনটো গেৰুৱা বসন পিন্ধিবলৈ উপযুক্ত হোৱা নাই। বিশেষত। এয়ে মাথোঁ মোৰ ভুৱা ভাবটোহে বেছিকৈ তোলে। অৱশ্যে ইয়াৰ দ্বাৰা মানুহৰ মন আকৰ্ষণ কৰিব পাৰি সঁচা। আনপিনে কম খৰচতে থাকিব পাৰি। কিন্তু এইটোৱে মানুহক ভুৱা দিয়া অৱস্থাটোহে বেছিকৈ ফুটাই তোলে। তদুপৰি যদিও মই নভৰা নুবুজাকৈ সেই বেশ লৈছিলো? কিন্তু মোৰ মন ধৰ্ম ভাব নাই। ধৰ্ম কি মই আজিলৈকে বুজি পোৱা নাই। কেতিয়াবা ভাবো ঈশ্বৰ

ভাবটোৱে ধৰ্ম। আকৌ পিছ মুহূৰ্ততে মনত খেলাই কেৱল ভাবি ভাবি এঠাইত বহি থাকি মোৰ জীৱনৰ সকলো শক্তি তেনেভাৱে নষ্ট কৰাই ধৰ্মনে? কেতিয়াবা ভাবো কৰ্মই ধৰ্ম। কিন্তু কৰ্ম কৰি কি লাভ ? যদি সংসাৰখনেই অসাৰ, তেন্তে ধন-সোণ আৰ্জিবলৈ কৰ্ম কৰাৰ কি আৱশ্যক ? আহিছোঁ নাঙঠ হৈ যাম নাঙঠ হৈ, তেন্তে এনেবোৰ জঞ্জাল চপাই সংসাৰখন মেটমৰা ভাৰ কৰোঁ কিয় ? কেতিয়াবা ভাবো সংসাৰত সুখ-আনন্দ, ৰং-ধেমালি কৰি জীৱন নিয়াটোৱে ধৰ্ম। কিন্তু খন্তেকতে ভাব হয় উঁৰিয়লি নোহোৱা মনৰ স্পৃহাৰ অন্ত ক'ত ? মনক যিমানেই বঢ়াই নিওঁ সিমানেই সি বিচাৰে আৰু লাগে আৰু লাগে । তদুপৰি পপীয়া মনে আৰু কত কি বিচাৰে ? ধৈৰ্য-সংযম-অভ্যাসৰ দ্বাৰা মনক যিমানেই সেও মনাব যাওঁ —সিমানেই উতলা মনে আৰু উতলা হৈ গোটেই শৰীৰত প্ৰবল ভূমিকম্প তোলে। কেতিয়াবা ভাবো নৰনাৰায়ণ সেৱাই ধৰ্ম। বেমাৰীক সেৱা-শুশ্ৰুষা কৰা, আতুৰক অভয় দিয়া, অভাৱগ্ৰস্ত লোকক সহায় কৰা, পৰোপকাৰ কৰা এইবোৰেই ধৰ্ম। কিন্তু পিছ মুহূৰ্ততে ভাব হয় পৰৰ উপকাৰ কৰিবলৈ বেছি ভাগৰে সম্বল ক'ত? অৱশ্যে অন্তৰত পৰৰ দুখত দুখী হোৱা বা সহানুভূতি কৰা সম্ভৱ, কিন্তু মনে মনে সহানুভূতি কৰিলেই মানুহৰ কামত নাহে। সেই কাৰণে সন্ন্যাসী ভেশ লৈ বকধৰ্মী হ'বলৈ মোৰ মনে প্ৰত্যেক মুহূৰ্ততে কাঁইটে বিন্ধে। সেই কাৰণে সেই ভেশ সলাই স্বাভাৱিক বেশ লৈছো। বুজিছা বুধিকাই সংসাৰ বৰ জটিল। যিমানেই খোজ দিছোঁ প্ৰতি খোজত ভুল কৰিব ধৰিছোঁ। যেন ভুলময় সংসাৰ।"

"এৰা বাপা। সংসাৰৰ কথা নক'বা আৰু, পিছে এতিয়া কি কৰিছা ?"

"আৰু এটা ভুল খোজ দিছোঁ। তাৰ নিমিত্তে কেলেঙ্কাৰীৰ বোজা, উপলুণ্ডা, ইতিকিং বহুতো সহিবলগীয়াত পৰিছো।"

"বাপা বিয়া-বাৰু কৰাই ভাল সংসাৰী হোৱাই ভাল দেখো।"

"বিয়া কৰোৱাত মোৰ আপত্তি নাই। কিন্তু বুধিকাই মোৰ সকলো কথাতে আজিকালি ভয় হয়। প্ৰত্যেক খোজতে মই ভাবো যেন ভুল কৰিছো-ভুল কৰিছো। নিজে অকলে থাকিয়ে কিমান হাহাকাৰ। খোৱাৰ আপালি, সমাজত মিলাৰ আপালি আৰু কত কি? আকৌ জনচেৰেক চপাই ল'লে কি হ'ব কোনে জানে ?"

"ইমান ভয় কৰিছা কিয় বাপা ? সংসাৰত বিয়া বাৰু কৰা লোকৰ অভাৱ ক'ত ? সংসাৰ ভয়ঙ্কৰ বুলি ভয় খাই বিয়া কৰোৱা নাইনে ?"

কথা কৈ কৈ শিপিনী সংঘৰ ঘৰৰ কাষ পালে। দুখুৱে ক'লে, "সেয়ে শিপিনী সংঘৰ ঘৰ। প্ৰথমে যিটো উদ্যমত সেইটো আৰম্ভ কৰিছিলোঁ এতিয়া সকলোপিনে বাধা পাই মনৰ উদ্যম চেঁচা পৰি গৈছে—বুজিছা বুধিকাই।"

"কিন্তু এটা কথা বপা। কাম কৰি সফল নকৰাকৈ এৰিব লাগিলে কিন্তু বেয়া।"

"কি কৰিম ? প্ৰথমে সকলো দেখাত ভাল আৰু সহজ বুলি ভবা যায়। পিচত কামত ধৰিলেহে সেইবোৰৰ হুলজুং বোৰ বাহিৰ হয়। যি নহওক সকলো বিঘিনি কাটি কৰি কামত আগবাঢ়িম বুলিয়েই ভাবিছোঁ।"

"কিন্তু যেনে অৱস্থা দেখিছোঁ বাপা ইয়াত তোমাৰ আপদ ঘটাব। সেই ডেকা ল'ৰাবিলাকৰ মাজত যেনে গলাগপা শুনিলোঁ।"

পদে পদে বিপদ ! পদে পদে কেলেঙ্কাৰী। জুইত হাত দিছো বুধিকাই। জুইয়ে নুপুৰি নেৰিছে। তাতে তিৰোতাৰ লগত সংস্ৰৱ। এতিয়া এৰিবও নোৱাৰোঁ, খামুচি থকাও টান হৈছে। কোনো কামৰ অভিজ্ঞতা আমাৰ নাই। সেয়ে এনে বিপদ।"

"এৰা আমাৰ গুৰুজনাও সেয়ে হ'বলা তিৰোতাক শৰণ দিয়া নাছিল।"

তেওঁলোক আছিল বিৰাট অভিজ্ঞতাৰ অধিকাৰী। বহু ঠাই দেখি, বহু ধৰ্মৰ চানেকি চাই, বহু কৰ্ম নিজ চকুৰ দাপোণত দেখি তেওঁলোকে সাৰবোৰ বাছি বাছি দেশৰ কাৰণে, সমাজৰ কাৰণে, ধৰ্মৰ কাৰণে লগাব পাৰিছিল। কিন্তু আমি চুকৰ ভেকুলী। অলপ টোৰটোৰাব পাৰোঁ, কিন্তু সংসাৰ সাপে তত্তলিকে গিলি পেলায়, তেতিয়া টিএৰৰ বাহিৰে আন উপায় নাই।"

"বাপা ইয়াত সূতা পামনে ?"

"পাবা। সূতা বহুতো কটা আছে। কামৰ পিনে সকলো ঠিক। কেৱল বাহিৰতহে নানা কেলেঙ্কাৰী, বদনাম আৰু কত কি? পিছে বুধিকাই মন সবল কৰিছোঁ। সিহঁতৰ প্ৰশংসো নবিছণা সকলোকে কেৰেপ নকৰি কামকে কৰি যাম" বুলিয়েই দুয়ো শিপিনী সংঘৰ ঘৰত সোমাল। দুৱাৰমুখত এখনি সুন্দৰ

ফুলনি। ঘৰৰ ভিতৰত নানা তৰহৰ পলু পোহা, পলু-এৰী সূতা কটা, দুই এখনি অসমীয়া তাঁত-শালো। আনকালৰ এটা ঘৰত কেইটা গৰাকী বুঢ়ী আৰু গাভৰু তিৰোতাও।

এওঁলোকে সোমাওঁতে তেওঁলোকে বহিবলৈ পীৰা আনি দিলে। অলপ পিছতে চাহ আনিলে। দুখুৱে এজনীলৈ চাই ক'লে, "এওঁক এৰি সূতা দেখুওৱা। সূতাৰ তত্ত্বাৱধানত বুঢ়ী সকলে কল্পনাক ৰাখিছিল। বুঢ়ী এজনী. গৈ কল্পনাক মাতি সূতা অনালে। মিহি সূতা, ধোহোৰা সূতা কে'বা বিধৰো সূতা আনি কল্পনাই দেখুৱালে।

দাম ভাও থিৰ কৰি বুধিকাইয়ে বহুতো সূতা কিনি ল'লে। সিদিনা সি তাতে খাই-বৈ থাকিল। তিৰোতাসকলে তাৰ খোৱা-লোৱাৰ ভালকৈ আলপৈচান ধৰিলে।

## (১৬)

লাহে লাহে সূতা, কাপোৰ ভালভাৱে বেচা যোৱাত সংঘত টকা পইছাৰ টনকিয়াল হ'ব ধৰিলে। আনকি গাঁৱৰ তিৰোতাসকলেও কাপোৰ বেচাত আহকাল পাই সংঘতে কাপোৰ সূতা আদি জমা দি টকা নিব ধৰিলে। সংঘ যিমানে ভাল হৈ আহিল, বহু ঠাইৰ পৰা বহুতো তিৰোতা, ছোৱালী আহি যোগ দিয়াত ডেকা তৰপৰ চকুৰ শুল হ'ল। আনপিনে সিহঁতে বুধি পাঙিলে সংঘত সোমাই সেইবোৰ উপভোগ কৰিবৰ সুবিধা মিলিব। পেটত তেনেভাব ৰাখি দুই-এজন দুখুৰ কাষ চাপিল। দুই-এজনে মাজে সময়ে এনেয়ে দুখুৰ আলপৈচান ধৰিলে। কোনো কথা হ'লেই তেওঁলোকে দুখুৰ কথাতে হয়ভৰ দিয়া হ'ল। দুখুৰো ভাব হ'ল এই ডেকা বিলাকক হাত কৰিব পাৰিলে সংঘৰ উন্নতি সোনকালে কৰিব পাৰিব।

কাষতে এখন মৰিশালি আছে। দুখুৰ ইচ্ছা সেই মৰিশালি আৰু জংঘলবোৰ পৰিষ্কাৰ কৰি সুন্দৰভাৱে এখন আশ্ৰম কৰে। তাৰ কাৰণে সি এখন সুন্দৰ আঁচনিও কৰিলে।

সি ডেকাবিলাকক লৈ তাতে এডাল আঁহত গছৰ তলত নাম-প্ৰসঙ্গ কৰা হ'ল। মাহ-প্ৰসাদ, কল, কুঁহিয়াৰ খাব পাই ডেকাসকল গধূলি গধূলি তাত যোগ দিয়েহি।

এদিন দুখুৱে ক'লে, "এই জংঘলবোৰ পৰিষ্কাৰ কৰি আহল বহল ঠাই এডোখৰ উলিয়াব পাৰিলে ভাল।"

জপৰাই ততালিকে মাত দিলে, "সেইটো কৰোতে কিমান পৰ ?"

কেৰকেৰে ক'লে, "এৰা আমি আটাইবোৰে ধৰিলে এবেলাতে সুন্দৰ ঠাই কৰিব পাৰিম।"

ধনুৱে ক'লে, "কৰিম কি কৰিবই লাগে। কাইলৈ হালখতি আছে। সকলোৱে দা-কোৰ লৈ আহিবি।"

দুখুৱে একো নামাতিলে । কিয়নো তেতিয়া তাৰ মনত পৰিল স্কুলৰ কাৰণে জংঘল পৰিষ্কাৰ কৰোঁতে কি অতপালি মিলিছিল।

এনেতে জপৰাই ক'লে, "এৰা ভালেই হ'ল। কালি আমি আটায়ে আহি কামত লাগিম।" বুলিয়েই সিদিনা নাম প্ৰসঙ্গ কৰি আটায়ে ঘৰাঘৰি গ'ল। ৰাতি নৌপুৱাওঁতেই আটায়ে আহি ৰাতি কোৱামতে কাম আৰম্ভ কৰিলে। অলপতে সেই হাবিয়নী সুন্দৰভাৱে পৰিষ্কাৰ হৈ এখনি দিব্য উপবন যেন হ'ল।

দুখুৱে ভাবিলে, মানুহৰ শক্তি ক'ত ? মানুহে নিজৰ বল বুদ্ধি শক্তিৰ সজ ব্যৱহাৰ কৰিলে কি নকৰিব পাৰে ?

সেই ঠাইত সেই ডেকাসকলেই নিজে আলচি তাতে হালবাই শাক-পাচলি, মূলা, আলু কৰিব পুলিও আনিলেহেঁতেন। সুন্দৰ সুন্দৰ কল পুলিও অ'ৰ ত'ৰ পৰা আনি পুতিলে।

সময়ৰ লগে লগে এখনি সুন্দৰ ফল-মূলৰ বাৰী হৈ উঠিল। লাহে লাহে ল'ৰাজাক প্ৰায় তাতে থকা হ'ল। দুখুৱে আহৰি সময়ত সিহঁতক ভাল ভাল গল্পৰ কিতাপ পঢ়াত সিহঁতৰ পঢ়িবলৈ বৰ ধাউতি হ'ল।

মাহচেৰেকৰ পিছতে সিহঁতে পঢ়িব পৰা হ'ল। অতি কম সময়তে পঢ়িব পৰা হোৱাৰ আন এটি কাৰণ সি এটা ছবি দেখুওৱা যন্ত্ৰ নিছিল। সেই ছবি দেখুওৱাৰ লগে লগে ডাঙৰ ডাঙৰ আখৰেৰে লিখা ক-ফলা, অ-ফলা আকাৰ-ইকাৰ আদি দেখুৱাইছিল। ছবিত ৰামৰ জন্মৰ পৰা সীতা পাতাললৈ যোৱা ডাঙৰ ডাঙৰ ঘটনাবোৰ আছিল। মাজে মাজে ৰ, ৰ, ক, ক, ৰ ইত্যাদি ডাঙৰ ডাঙৰ আখৰবোৰ লিখি লগে লগে ৰা - ম জোঁটাই কেনেকৈ ৰাম হ'ল ইত্যাদিবোৰ দেখুৱাইছিল। সেই কাৰণে সিহঁতে অতি সহজতে শিকিব পাৰিলে। আনকি তিৰোতাসকলেও সদায় সেই ছবি চাই চাই আখৰবিলাক চিনিব পৰা হ'ল। তাৰ পিছত ভীম চৰিত, কাণখোৱা আদি

পুথিবোৰ সিহঁতক জোঁটাই জোঁটাই পঢ়িব দিলে। কে'বাজনবো ভীম চৰিত, কাণখোৱা মুখতে আছিল। কিয়নো সেইবোৰ গাই গাই সিহঁতে ধান কাটোতে, হাল বাওঁতে গৰু চৰাওঁতে নিতে গায়। গতিকে অতি সহজে সিহঁতৰ চকুত আখৰবোৰ বহিল। সময়ৰ লগে লগে সেই ঠাইখনি এখনি আশ্ৰমৰ নিচিনা হ'ল। দুখুৱে শ্মশানৰ মাটিডোখৰো পৰিষ্কাৰ কৰি ওচৰতে এটা পুখুৰী খন্দাই তাৰ মাটিৰে এটা ইটা ভেটা কৰি কে'বা হাজাৰো ইটা গঢ়িলে। তাৰ ইচ্ছা কিছু ইটা বিকি বাকীবিলাক তাতে পকীঘৰ সজাত ব্যৱহাৰ কৰিব।

ইপিনে এটা অঘটন ঘটিল। শ্মশানখনি পৰিষ্কাৰ কৰি ঘৰ আদি বান্ধিব খোজাত গাঁৱৰ মুখিয়ালসকলে চৰকাৰৰ ওচৰত গোচৰ কৰিলে। চৰকাৰী মাটি দখল কৰি শ্মশানৰ অভাব কৰিব ওলাইছে। মৰা মানুহ, গৰু পেলাবলৈ ঠাই নোহোৱা হ'ল। চৰকাৰৰ ঘৰৰ পুলিচ তদন্তলৈ গৈ দুখুৰ তেনেবোৰ কাণ্ড দেখি বেয়া ৰিপৰ্ট কৰিলে। দুখুলৈ নটিচ আহিল সি সোনকালে সেইবোৰ ভাঙি-ছিঙি আঁতৰ নকৰিলে চৰকাৰে মিলিটাৰি লগাই ভাঙি দিব। দুখুৱে পুলিচৰ আগত তাৰ আঁচনি, তাৰ কল্পনাৰ কথা বহুতো কৈছিল। কিন্তু পুলিচে তাক সমিধান দিছিল, তেনেবোৰ কামতকৈ মৰিশালিৰহে আৱশ্যক বেছি। মুঠতে দুখুৰ পৰা একো নাপাই পুলিচে যিমান পাৰে অনধিকাৰ, দখল, মানুহ আৰু গৰুৰ শ্মশানৰ অভাব, বেদখল, কম্যুনিষ্ট ভাবাপন্ন ইত্যাদি নানা তৰহৰ বেয়া ৰিপৰ্ট দি ৰাইজৰ পৰা অলপ-অচৰপ সৰকাই ৰাইজৰ সৰবৰহী হৈ আঁতৰিল। দুখুৱে শ্মশানৰ কাৰণে বেলেগ চৰকাৰী মাটি দেখুৱাইছিল। কিন্তু তাৰ কথা কোনে শুনে ? পুলিচে যোৱাৰ সময়ত গাঁৱলীয়াক কৈছিল, "বুজিছা ৰঙা পাগুৰিৰ আগত সি কিমান পানীৰ মাছ ? একে ৰিপোৰ্টতে সি চেঁচা পৰিব। তোমালোকৰ মৰিশালি কৰি নিদিয়াকৈ নেৰিছোঁ।"

দুখুৱে মোকৰ্দমাত আগবাঢ়িবলৈ সমূলি ইচ্ছা নকৰি সকলো এৰি আন ঠাইলৈ যাবলৈ মন কৰিলে। তাৰ লগত থকা ডেকাসকলক ক'লে, "মই আৰু ইয়াত নাথাকোঁ"

ডেকা সকলে ক'লে, "কিয় নাথাকিব ? আমি আছো? গাওঁবুঢ়াইতে কি কৰিব পাৰে ? "

"পুলিচে আপোনাক নিলে আমিও লগে লগে যাম।"

দুখুৱে ক'লে, "আইনৰ কথা। আইন ভঙ্গ কৰিবলৈ মোৰ ইচ্ছা নাই।"

"সেই বুলি আপুনি ইমান দূৰ আগবাঢ়ি এতিয়া এনেয়ে পেলাই গৈ সকলো নষ্ট কৰিবনে?"

"কি কৰিবা ? পাৰা যদি তোমালোকে চলোৱা। এনেতে তিৰোতাবিলাক আহি কাষতে জুম বান্ধিলে। তেওঁলোকৰ এজনে ক'লে, "আমি কি কৰিম ?"

এতিয়া যি কৰিছা তাকে কৰি থাকিবা। এনেতে সেউতীয়ে মাত দিলে, "মোৰ অৱস্থা কি হ'ব? মই যে ইয়াত থকা টান হ'ব । ঘৰতো থাকিবলৈ উপায় নাই।"

দুখুৱে সেউতীলৈ ব' লাগি চাই থাকি অলপ নামাতি থাকিল। যেন সি কিবা ক'ব খোজে কিন্তু শব্দ বাহিৰ নহয়। সি কি ক'ব খোজে ?"

এনেতে এজন ডেকাই ক'লে, "আমি শ্মশানত ঘৰ-বাৰী নকৰোঁ। ইয়াতে আগেয়ে থকাৰ দৰে কাম চলাই থাকিম।"

দুখুৱে ক'লে, "বুজিছা মধু। সেইটো কৰিব পাৰিলোহেঁতেন। কিন্তু মোৰ মনে এনে ক্ষুদ্ৰ অৱস্থাত মেৰ খাই থাকিবলৈ ইচ্ছা নকৰে। মোৰ নিজৰ পেটৰ কাৰণে একো নাভাবোঁ। কিন্তু মোৰ ইচ্ছা আছিল বেলেগ। ঈশ্বৰে যেতিয়া সেই ইচ্ছা পূৰাব নিদিলে, পদে পদে বিঘিনি গতিকে মই সেই অকণি লেঠাতে মেৰ খাই থাকিব নোখোজোঁ।"

এনেতে সেউতীয়ে ক'লে, "আপুনিও মোক লগতে নিয়ক। মই আপোনাক য'তে ত'তে সেৱা-শুশ্ৰূষা কৰিম।"

সকলোৱে সেউতীৰ মুখলৈ চালে। দুখুৱে কি ক'ব সকলোৱে গম্ভীৰভাৱে শুনিবলৈ ৰৈ থাকিল। এনে সময়তে নিতাল নিস্তব্ধতা ভাঙি দুখুৱে ক'লে, "কল্পনা ! মোৰ লগত তোমাক কেনেকৈ নিম? মই নিজে ক'ত থাকো কি কৰোঁ তাৰে থিৰাং নাই। তোমাক ক'ত লগত লৈ ফুৰাম ?"

সেউতীয়ে ক'লে, "মোৰ যি অৱস্থা হয় হ'ব। মোক আপুনি ইয়াত এৰি নাযাব।"

এনেতে আনবোৰেও ক'লে, "আমাকো লগত লৈ বলক। এনে অসজ গাঁৱত নাথাকোঁ।

দুখুৱে ক'লে, "গাঁৱলীয়াক দোষ নিদিবা।"

সকলো গাঁৱতে এনে ধৰণৰ লোকহে পাবা। আচল দোষ সজ শিক্ষাৰ অভাৱ। তাৰ কাৰণে আমি শিক্ষিতসকলহে। গাঁওবোৰে অতি পুৰণি বস্তুতে খামোচ মাৰি ধৰি আছে। তাৰ অলপ ব্যতিক্ৰম হ'লেই তেওঁলোকে গ্ৰহণ কৰিব নোখোজে।

নানা বাধা-বিঘিনি লগায়। যি নহওক সেইবোৰ কৈ লাভ নাই। তোমালোককো মই লগত নিব নোবাৰো। কিয়নো বৰ্ত্তমানে মোৰ একো আঁচনি নাই। যিহেৰে তোমালোকৰ সু-বন্দোবস্ত কৰিব পাৰিম। যদি কেতিয়াবা সুবিধা হয় মই তোমালোকক বিচাৰ কৰিম।"

দুখুৱে যিমানেই নকওক সকলোৱে আকোৰ গজালিকৈ লাগিল। হয় দুখু ইয়াতে থাকক নাইবা সিহঁতকো লগতে নিয়ক। অগত্যা দুখুৱে উপায় নাপায় এদিনা অকলে অকলে তাৰ পৰা অন্তৰ্দ্ধান হ'ল।

সেই অৱস্থা বুদ্ধৰ অৱস্থা হ'লেও বুদ্ধই সংসাৰত ভয় লগা চিত্ৰত বিৰক্ত হৈ নিজৰ ৰাজ্য, পত্নী, পুত্ৰ এৰি আঁতৰিছিল। কিন্তু দুখুৰ মনত সংসাৰ বৈৰাগ্যে ভাব নাই। তাৰ ভাব সি সংসাৰতে কুমজেলেকুৱাৰ দৰে লাগি ধৰিব। সমাজ, গাঁও, দেশ সি ত্যাগ নকৰে। সি নিৰ্ব্বাচনো নিবিচাৰে। নীতি, উপদেশ, অহিংসা আদি ডাঙৰ ডাঙৰ কথাত সি ভাটৌৰ দৰে আওঁৰাই নাথায়। ত্যাগৰ মাহাত্ম্য গাই সি লাহ-বিলাহ, উৎসৱ-আনন্দ সি বিসৰ্জন নিদিয়ে। সি বিচাৰিব এনে সূক্ষ্ম পথ যিয়ে মানুহৰ আৰ্থিক অৱস্থাৰ উন্নতিৰ লগে লগে নীতি উলঙ্ঘা নকৰা এজন সভ্য সমাজৰ সৃষ্টি কৰিব পাৰে। য'ত অভাৱ, অনাটনৰ ঠাই নাই, য'ত মনত উদাসিনতা নাই, য'ত অসভ্য কথা, অশিক্ষা বা কু-শিক্ষাৰ সন্ধি নাই। সি পৰকালৰ বৈভৱ বিচাৰিও হাবাথুৰি নাখাই—কিনো তাৰ মনে বিশ্বাস নকৰে যে পৰকালত দুখুৱে হৈ থাকিব। সি মৰাৰ লগে লগে ছাই ভস্ম হৈ যাব। পঞ্চভূতৰ লগত মিলি যাব। যদি কিবা আত্মা আছে সেই আত্মা বা চৈতন্য শক্তি বা বিজুলী প্ৰবাহো বিজুলীৰ লগত মিলি যাব। মৰাৰ পিছত তাৰ চিন চাব একো নাথাকিব। অৱশ্যে মৃত্যুৰ লগে লগে তাৰ সকলো পদাৰ্থ আন ৰূপত থাকিলেও দুখু হিচাপে সঠিক চিনি উলিওৱা অসম্ভৱ হ'ব। গতিকে পৰকালৰ সি চিন্তা নকৰে। ইহকালতে যি পাৰে কৰি যাব।

সি যোৱাৰ সময়ত তাৰ সহকৰ্মীসকললৈ যে নাভাবিছিল সেইটো নহয়। প্ৰত্যেক খোজতে তাৰ মনত পৰিছিল সেই ডেকাসকলৰ তাৰ প্ৰতি অটল বিশ্বাস। মনত পৰিছিল বুঢ়ীসকলৰ কৰ্তব্য পালন, লগে লগে মনত পৰিছিল—সেউতীৰ নিৰুপায় অৱস্থা আৰু তাইৰ মনোমোহা চকুজুৰি, সুন্দৰ দেহৰ গঠন, মৰম লগা কথা-বতৰা, সৰল হিয়াখনি।

সি ভাবিছিল সমাজৰ অবিচাৰত সেই আদৰমালতী আজি কোঁচমোচ খাই পৰি নিঠৰুৱা অৱস্থাত।

এবাৰ সি ভাবিছিল—সেউতীক লগত লৈ যাব। পিছমুহূৰ্ততে তাৰ থিৰ নোহোৱা অৱস্থাৰ কথ ভাবি সি সেই মেটমৰা ভাৰ ল'বলৈ ইচ্ছা নকৰিলে। তদুপৰি তাৰ জীৱনৰ উদ্দেশ্য বিৰাট। সি সামান্য এজনী ছোৱালীৰ মায়ামোহৰ পাশত বন্ধ হৈ থাকিব নোখোজে। সি ভাবিলে, সঁচাকৈ তাৰ হিয়া জানো শিলেৰে বন্ধোৱা। অতি নিদাৰুণ ! তাইক এনে অসহায় অৱস্থাত এৰি থৈ যোৱাটো জানো তাৰ মানৱীয় কৰ্তব্য কৰা হ'ব ? সি ভাবিলে বুদ্ধই যেনেকৈ নিজৰ পত্নী, কেঁচুৱা পোনা এৰি খোজ লৈছিল ?

নাই সি আৰু একো নাভাবিলে—যাৰ যি হয় সেইয়া হ'বই। সি ইয়াত নাহিলেও জানো তাই কিবা প্ৰকাৰে জীৱন নিনিলেহেঁতেন ! আকৌ এনে ধৰণৰ নিঠৰুৱা সহায়হীনা ছোৱালী জগতত কত আছে। সেইবিলাকৰ সি ওচৰ পোৱা নাই বা সহায় হোৱা নাই। তথাপি জগতখন চলিয়ে আছে। কেৱল কল্পনাৰ তাৰ আৱশ্যক বুলি ভৱাটো তাৰ অহংভাৱৰ বাহিৰে একো নহয়। যি নহওক সি সুবিধা পালে তাইৰ বা আন সহকৰ্মীসকলৰ কিবা উপকাৰ কৰিব পাৰে যদি কৰিব।

(১৭)

দুখুৱে কত গাঁও ভ্ৰমণ কৰিলে তাৰ লেখ কৰিব নোৱাৰি। কিন্তু কঁতো সি এতিয়া থিতাপি হৈ নৰ'ল। ইয়াৰ ঘৰত দুদিন আলহী হৈ তাৰ ঘৰত দুদিন থাকি সি গাঁৱে গাঁৱে ফুৰিব ধৰিলে। গাঁৱৰ ত্ৰুটিবোৰ সি পুঙ্খানুপুঙ্খৰূপে চাই গ'ল। সি দেখিলে প্ৰায় সকলো গাঁৱতে একে অৱস্থা। অৰ্থ অনাটন, খোৱা-লোৱাৰ অভাৱ, জীৱন ধাৰণৰ মানদণ্ড অতি তলখাপৰ। আদৰ্শৰ অভাৱ। চলন্তি ৰীতিতে খামোচ মাৰি আছে। ক্ষুদ্ৰ ক্ষুদ্ৰ কথাতে হাইকাজিয়া। মেলুৱৈসকলৰ অবিচাৰ। ডেকা সকল অধচাৰী। ধৰ্ম কেৱল বাহ্যিক আচৰণত। মান-মৰ্যদা কেৱল ধনৰ ওপৰতহে জোখ। আকৌ বৰ বিশেষ ধনীলোকো যে আছে সেইটো ক'ব নোৱাৰি। এহেজাৰ টকা থাকিলেই বৰ ধনবন্ত পুৰুষ, সদাগৰ। আচল শিক্ষা কি মোল নাপায়। শিক্ষিত যিকেইজন আছে, শিক্ষাৰ অভিমানতে গঙ্গাটোপ। গাঁৱৰ শিক্ষিতসকল গাঁৱত বাস কৰিবলৈ কাহানিবাই এৰিছে। ফলাছিটা আওপুৰণি বাতৰি কাকতখনেই পঢ়া সম্বল। পুথি-

ভঁৰাল নাই বুলি ক'লেই বঢ়াই কোৱা নহয়। অৱশ্যে চেঙেলীয়া ল'ৰা জনচেৰেকে একোটা পুথি-ভঁৰাল কৰিবলৈ দিনচেৰেক মন কৰি কিতাপ এশ-দুশ গোটাইছে। ধনো তুলিছে। কিন্তু তাত পঢ়াৰ কাৰো ধাউতি নাই। বুঢ়া তৰপৰ লোকে কেতিয়াবা সোধে বাপা কাশী দাসৰ মহাভাৰত আছে নে? কেতিয়াবা দুই-এখন পুৰাণৰো কথা সোধে। কিন্তু চেঙেলীয়া ল'ৰাসকলে অ'ৰ ত'ৰ পৰা বজৰুৱা উপন্যাস, গল্পৰ কিতপহে গোটাই থৈছে। কিতাপৰ সংখ্যা বঢ়া দেখুৱাবলৈ ধাৰাপাত, ক, খ পুথি নাইবা দৰৱৰ 'কেটলগো' থুপ খুৱাইছে। যিয়ে নহওক সেইবোৰত যে প্ৰাণ নাই অতি সহজতে বুজিব পাৰি।

কিন্তু সি এনেবোৰ অৱস্থা দেখিও ক'তো সংস্কাৰ কৰিবলৈ একো চেষ্টা নকৰিলে। সি কেৱল চায়ে গ'ল। বাৰিষা বোকা-পানী ভৰা গাঁৱৰ আলি-পদূলি যে মানুহৰ থকা অযোগ্য সি সহজে অনুভৱ কৰিলে। তথাপি গাঁৱলীয়া সকলে এনেভাৱে যুগ-যুগান্তৰ বংশ অনুক্ৰমে সেই কষ্টকে সহ্য কৰি জীৱন কটাইছে। সি চাই গ'ল গাঁৱৰ সকলো অৱস্থা।

সি দেখিলে, আজিকালি গাঁৱে গাঁৱে হাইস্কুলৰ সৃষ্টি। কিন্তু তাৰ ফলত গাঁৱৰ ল'ৰাই গাওঁ এৰি চহৰতে ক'ত চাকৰি পাই তাৰ কাৰণে হাবাথুৰি খাই ফুৰিছে। গাঁৱত খেতিয়কৰ ল'ৰাই খেতি এৰি চহৰে চহৰে কামৰ কাৰণে ঘূৰি ফুৰি নাইবা কোনোমতে কিবা এটা কামত ভৰ্তি হৈ খেতিৰ পিনে সমূলি পিঠি দিছে। মুঠতে দিনে দিনে গাঁৱৰ উৎপাদন শক্তি কমি আহিছে। সি সুন্দৰভাৱে অনুভৱ কৰিব পাৰিলে বহু দিনৰ মূৰত সি চহৰলৈ ঘূৰি আহিল। তাৰ বিশ্বাস হ'ল গাঁৱৰ এটা বিৰাট পৰিৱৰ্তনৰ আৱশ্যক। সেইটো কৰিবলৈ তাত এটা কুটীৰ শিল্পৰ কাৰখানা পতা, ত'ত এখন স্কুল পতা, অ'ত এখন সভা পাতি অস্পৃশ্যতাৰ বক্তৃতা দিয়া বা 'কামিলা হোৱা' কামিলা হোৱা বুলি চিঞৰ-বাখৰ কৰা ইত্যাদি পন্থা বোৰ অচল। তেনে পৰিৱৰ্তন আনিবলৈ লাগিব ডাঙৰ অভিজ্ঞতা। সেই অভিজ্ঞতা পাবলৈ লাগিব উন্নত দেশৰ গাঁওবোৰ পুংখানুপুংখে চাই আমাৰ দেশতো তেনে পন্থা লোৱা। কিন্তু সেই বোৰৰ দেশৰ গাঁওবোৰ চাবলৈ তাৰ সুবিধা ক'ত? তেনে কৰিবলৈ সি টকানো ক'ত পাব? তাৰ ভাব হ'ল ভাৰতৰ ডাঙৰ ডাঙৰ নেতাসকলে বিদেশলৈ গৈ চাই ডাঙৰ ডাঙৰ চহৰবোৰ, ডাঙৰ ডাঙৰ কাৰখানাবোৰ। কিন্তু ভিতৰুৱা গাঁওবোৰ কেইজনে চাই আছে? সেয়ে ভাৰতৰ গাঁও আজিও যি আন্ধাৰত সেই আন্ধাৰতে পৰি আছে। সি এইবাৰ টকা আৰ্জিবলৈ চহৰৈ উভতিল। সি আকৌ ওকালতি কৰিব। এনেভাৱে গাঁও চাই ফুৰিলে গাঁৱৰ উন্নতি কৰা তাৰ পক্ষে সম্ভৱ নহ'ব। কিয়নো গাঁৱত লাগে বিৰাট পৰিৱৰ্তন তাত সকসুৰা জোৰা-তপ্পাৰে কাম নহ'ব। লগে লগে তাৰ ভাব হ'ল সি কোনোমতে গাঁৱলীয়াৰ লগত নিজক খাপ খুৱাব নোৱাৰে। সিহঁতৰ কু-সংস্কাৰ ভেদ কৰি তাত নিজক মিলাই দিব নোৱাৰে।

(১৮)

ওকালতি সি কৰিছে। উকিলৰ সাজ-পাৰ নলৈ সাধাৰণ ভেবে সি ওকালতি কৰিছে। উকিলসকলৰ মাজত তাৰ পুৰণি বন্ধু কে'বা গৰাকীকো পাই হৰিষে কথাবতৰা পাতিবলৈ সুবিধা পাইছে। সেই উকিলসকলৰ মাজত তাহানি লগ পোৱা কল্পনাও আছে। কল্পনাই পোন প্ৰথমে দুখুক ইমান দিনৰ মূৰত উকিলখানাত দেখি আচৰিত হৈছিল। তাৰ কাষ চাপি ইমান দিন ক'ত আছিল, কি কৰিছিল সুধি সকলো কথা একমনে শুনিছিল। দুখুৱে তাৰ গাঁৱৰ জীৱনতো হাঁহি ৰহস্যৰে কৈ গৈছিল।

কল্পনাই কৈছিল, "তুমি আচহুৱা প্ৰাণী।" সেই উকিল খানাত পুৰণি বন্ধু সদানন্দকো লগ পাইছিল।

সদানন্দই কৈছিল "গাঁৱত কি পালা? ঔৰ বাকলি নে বিজলুৱা খোল?"

দুখুৱে গম্ভীৰভাৱে ক'লে, "বাস্তৱতা আৰু শূন্যৰ মাজত সাজিব পৰা বালিৰ ঘৰ।"

কল্পনাই একো নুবুজি....

দুখুৱে ক'লে, "তাত আছে দুখৰ চিত্ৰৰ বাস্তৱতা কিন্তু আদৰ্শ শূন্য। মান্ধাতা যুগত যি নিয়ম বান্ধিছিল তাত মামৰে খাই ঘুণুলা কৰিলেও আজিও তেনেভাৱে চলি আছে। ধৰ্মৰ ঠাইতো যেনে কৰ্মৰ স্থলিতো সেই একে কথা। জন্ম লৈছে মৰিবলৈ। মাজতে কেৱল খোৱা-লোৱাৰ হাহাকাৰ।

কল্পনাই ক'লে, "সেই পুৰণি বটলত জানো নতুন ৰস ঢালিব নোৱাৰি?"

"নাই তাত একেবাৰে নতুন বটলৰ সৃষ্টি কৰিব লাগিব। পুৰণি সমূলি ভাঙি-ছিঙি গৈছে। ৰস ঢালিলেই মাটিত বাগৰি পৰে।

"নতুন বটল সৃষ্টি কৰিবলৈ উপায়"

"তাৰ কাৰণে নতুন যন্ত্ৰ লাগিব কল্পনা।

কল্পনাৰ নতুন শক্তি লাগিব। পুৰণি নোট বা মুদ্ৰা অচল হ'লে যেনেকৈ ৰিজাৰ্ভ বেঙ্কত জমা দিব আজি সেই চলন্তি নিয়মবোৰো আহিলা-পাতি সকলো ৰিজাৰ্ভ বেঙ্কত বা মিউজিয়ামতহে ৰাখিবলগীয়া হৈছে।

সদানন্দই ক'লে, "জগত যেনেভাৱে চলে, চলিয়ে যাব। তাত তুমি আমি একো কৰিব নোৱাৰোঁ।"

কল্পনাই ক'লে, "সেইটোত একো সত্য নাই। মানুহেই নতুন নতুন পন্থাৰ আবিষ্কাৰ কৰিছে। আন শক্তিৰ বা আন জন্তুৰ তাত হাত নাই।

এনেতে দুখুৱে ক'লে, "কল্পনা, দূৰৈৰ পৰ্বত শুৱনি। দূৰৈৰ পৰা সকলো সহজ যেন লাগে। কিন্তু যেতিয়া বাস্তৱ ক্ষেত্ৰত নামিবা প্ৰতিখোজত বিপদ। তেতিয়া সঁচাকৈ ভাব হয় যেন সঁচাকৈ কিবা নেদেখা শক্তিয়ে কাম কৰি আছে। তাত তোমাৰ আমাৰ হাত নাই।" দুখুৱে আকৌ ক'লে, "সেইবোৰত পৰিবৰ্তন আনিবলৈ আমি জনচেৰেক তীক্ষ্ণ বুদ্ধি থকা সূক্ষ্ম দৃষ্টিৰ লোক আন উন্নত দেশৰ গাঁওবোৰ চাবলৈ পঠিয়াব লাগিব।"

কল্পনাই ক'লে, "তেন্তে আমিয়ে গৈ চাই আহো ব'লা।"

"কিন্তু টকা ?"

কল্পাই ক'লে, "টকাৰ কি ভয় ?"

সকলোৱে কল্পনাৰ মুখলৈ চাই থাকিল।

## (১৯)

সিদিনা ৰাস পূৰ্ণিমা। কল্পনা আৰু দুখু —দুখুৰ ভাৰাঘৰত বহি আছে। দুখুৱে এখন হেলনীয়া চকিত আৰু কল্পনাই মেজৰ কাষত বহি কিবা এখন কিতাপ চাই আছে।

দুখুৱে এবাৰ ক'লে, "তুমি সিদিনা বিদেশলৈ যোৱাৰ কথা উলিওৱাতে টকা দিবলৈ কিয় ওলালা ?"

কল্পনা—"মোৰ বিদেশ চাবলৈ ইচ্ছা। তুমি লগতে থাকিলে ভাল নহ'ব জানো ?"

দুখু — "মোৰ দেশ চাবলৈ ইচ্ছা নাই। কেৱল সেইবোৰ চাই আমাৰ গাঁওবোৰৰ কিবা পৰিবৰ্তন কৰিব পাৰোঁনে সেই কথাহে ভাবিছো। সেই বুলি তোমাৰ টকাৰে বিদেশ চোৱাটো জানো ভাল হ'ব ? সেইটো কৰিবলৈ মোৰ সমূলি ইচ্ছা নাই।

কল্পনা — "তাৰ মানে তুমি মোক বা আনক পৰ বুলি ভাবিছা, নহয়নে বাৰু? এতিয়াও 'আত্মবৎ সৰ্বভূতেষু' জ্ঞান আহৰণ কৰিব পৰা নাই ?"

দুখু — "আত্মবৎ সৰ্বভূতেষু " বুলিয়েই দুখু থমকি ৰ'ল। "বুজিছা কল্পনা তোমাৰ লগত বিদেশলৈ মই অকলে গ'লে মানুহে কি ভাবিব ?"

কল্পনা — "সেয়েটো আচল কথা। তুমি সদায় সমাজত বিদ্ৰোহ তুলিবলৈ বা মামৰে ধৰা চলন্তি নিয়ম দলিয়াই পেলাবলৈ সাজু। কিন্তু তিৰোতাৰ ক্ষেত্ৰত এনেভাব কিয় ? এটা মতা ল'ৰা তোমাৰ লগত গ'লে একো ভাব নাহে বা সমাজেও একো নাভাবে। কিন্তু এজনী ছোৱালী লগত গ'লে কিয় আন ভাব?"

দুখু — "কল্পনা ! তুমি মোক টকা দিবলৈ ওলাইছা। কিন্তু মোৰ দৰে হাজাৰ হাজাৰ লোক আছে। কিন্তু সেইবোৰলৈ নাভাবি মোক দিবলৈ ওলাইছা কিয় ?"

কল্পনা — তোমাৰ স্বাৱলম্বীভাৱে, বিদ্ৰোহী মনে, স্বাধীন চিন্তাই মোৰ মন আকৰ্ষণ কৰিছে। মোৰ ভাব হৈছে যেন তুমি সুবিধা পালে দেশৰ বহুতো উন্নতি কৰিব পাৰিবা। তদুপৰি তোমাৰ লগে লগে মই সূক্ষ্মভাৱে সকলো বস্তু চাব পাৰিম।"

দুখু — "ইয়াত জানো জগতৰ চলন্তি কাৰিক মিলনৰ আশা বিৰিঙি উঠা নাই ?"

কল্পনাই নিমাত হৈ ৰ'ল।

দুখুৱে আকৌ ক'লে, "সেয়ে যথাৰ্থ শিল্পী, যিয়ে নিজৰ আদৰ্শ আৰু শিল্পৰ উৎকৰ্ষতাৰ কাৰণে নিজৰ তিৰোতাক লঘোনে ৰাখিব পাৰে, যিয়ে নিজৰ বুঢ়ীমাকক খোৱা-লোৱা আহাৰৰ কাৰণে পৰৰ বান্দী-বেটী কৰি ৰাখিব পাৰে, যেয়ে এসাঁজ খাব নাপায়ো শিল্প কলাত মগ্ন থাকিব পাৰে। দুখুৱে তন্ময় ভাৱত এনেবোৰ কথা কওঁতে কল্পা কেতিয়া উঠি গ'ল ক'ব নোৱাৰিলে। হঠাৎ কল্পনা বহা ঠাইলৈ চাই কল্পনাক নেদেখি দুখু আচৰিত হ'ল। দুখুৱে নুবুজিলে কল্পনা কেতিয়া গ'ল, কিয় গ'ল? সি কিবা নক'বলগীয়া কথা জানো ক'লে ?

দুখুৱে প্ৰত্যেক মুহূৰ্ততে ভাবিলে কল্পনা কিয় গ'ল ?

(২০)

দিনচেৰেক কল্পনা উকিলখানালৈ যোৱা নাই। দুখুৱে প্ৰত্যেক মুহূৰ্ত্তত কল্পনা আহিব আহিব বুলি ভাবি আছে। কিন্তু কল্পনা নাই। সেই কেইদিন খাওঁতে লওঁতে, উঠোতে-বহোতে, আদালতত মোকৰ্দ্দমা জেৰা কৰোতে, মোকৰ্দ্দমাত তদবিৰ কৰোতে সকলো সময়তে যেন কল্পনাই দুখুৰ গোটেই মনটো আগুৰি আছে। সি যেন সাক্ষীক জেৰা সোধোতে কিবা সুখিব লাগে, কিবা সোধে। উকিল খানাতো যেন সি নীৰবে নীৰবে কিবা ভাবি থাকে। আনৰ লগত কথা পাতি সুখ নাপায়। সি এবাৰ ভাবিছিল কল্পনাৰ ঘৰলৈ গৈ সকলো কথাৰ সন্তেদ লয়। কিন্তু তাৰ অভিমান ভাবে তাক পিছুৱাই ৰাখে। তদুপৰি সি কাহানিও কল্পনাহঁতৰ ঘৰলৈ যোৱা নাই। কল্পনাৰ দেউতাক আজিকালি হাকিমৰ পৰা ছাব-জজলৈ উন্নতি কৰিছে। দুখুৱে তেওঁৰ লগতো কাহানিও কথা হোৱা নাই। গতিকে তালৈ গৈ কল্পনাৰ লগত কথা-বতৰা হোৱাটো সি মনে মনে সঙ্কোচ কৰে। দুখুৱে ভাবে মতা আৰু তিৰোতা সম্বন্ধে আমাৰ মনত কত পাৰ্থক্য ভাব আছে। যদিও আমি নিতে মতা আৰু তিৰোতাক সমান অধিকাৰ দিছো বুলি ভাবো নাইবা একো পাৰ্থক্য নাই বুলি জ্ঞান কৰো। মতা উকিল এজনৰ ঘৰলৈ জানো দি যাবলৈ বা মুক্তকণ্ঠে কথা ক'বলৈ ইমান সঙ্কোচ কৰিলেহেঁতেন ? এনেবোৰ কথা ভাবি থাকোতে সদানন্দই তাৰ কাযত বহিলহি।

সদানন্দ — "কি দেখো মন মাৰি আছা ?"

দুখু — "একো কাম নাই বুলিয়ে ভাবি আছো দ্বাৰু সদানন্দ, আমি তিৰোতাক সমান অধিকাৰ দিব পাৰিছোনে ?"

সদানন্দ — "কিয় আইনমতে তিৰোতাই সকলো ক্ষেত্ৰতে সমান অধিকাৰ পাইছে"

দুখু — "আইন বাহ্যিক। কিন্তু মনৰ ভিতৰত ?"

সদানন্দ — "বাৰু সেইবোৰ এৰা। আজি কল্পনাৰ ঘৰত নিমন্ত্ৰণ আছে। তুমি নাযাবা জানো ?"

দুখু — "কিহৰ নিমন্ত্ৰণ ?'

সদানন্দ — "কিয় তুমি নিমন্ত্ৰণ পোৱা নাই ? এইটো বৰ আচৰিত কথা। আজি তেওঁৰ ঘৰত আলোচনা-চক্ৰ বহিব। চহৰৰ কে'বাজনো লোকৰ নিমন্ত্ৰণ হৈছে। আমাৰ উকিলখানাৰো কে'বা গৰাকী উকিলক নিমন্ত্ৰণ কৰিছে। আলোচনা-চক্ৰত যোগ দিবলৈ তোমাক নমতাটো বৰ আচৰিত কথা। বিশেষকৈ আজিৰ আলোচনা আছে, বৰ্ত্তমান সময়ত অসমৰ সমস্যা। এই বিষয়ে তুমি ভালকৈ কঁহিয়াই ক'ব পাৰা বুলি নিশ্চয় কল্পনাই জানে। তদুপৰি কল্পনাই তোমাক কিমান ভাল পায়।"

দুখুৱে নামাতি থাকিল।

সদানন্দই কৈয়ে গ'ল। "বোধ কৰোঁ তোমাক নাপাই তোমাৰ নিমন্ত্ৰণ পত্ৰ ক'ৰবাত পেলাই থৈ আহিছে।"

দুখু — "নাই। মই একো নিমন্ত্ৰণ পোৱা নাই। নিমন্ত্ৰণ পত্ৰ দিয়া হ'লে মোক নাপালেও নিশ্চয় মোৰ মেজতে এৰি আহিলেহেঁতেন। কিন্তু মই মেজত একো দেখা নাই। বিশেষতঃ এইকেইদিন মই আদালতলৈ অহাৰ বাহিৰে আন কলৈকো বাহিৰ হোৱা নাই। আৰু কল্পনাই যে মোক ভাল পায় সেইটো তুমি কেনেকৈ ঠাৱৰালা ?"

সদানন্দ — "বাৰু সেইটো আগত কৰা ? মোৰ আগত সেইটো লুকোৱাৰ একো লাভ নাই। বুজিছা দুখু, তোমাৰ দোকানৰ সমুখত কোৱা কথাবোৰ, পিছতো উকিলখানাত কোৱা মেলাবোৰ আৰু বিদেশলৈ যোৱাৰ টকা দিবলৈ ওলোৱা কথাবোৰ মোৰ মনে পাহৰা নাই।"

দুখু — "সদানন্দ দেখোতে সকলো কথা সহজ যেন পায়। কিন্তু বাস্তৱক্ষেত্ৰত সকলোবোৰ মিছা হয়। কল্পনাই যে মোক ভাল নাপায় সেইটো ধ্ৰুৱ সত্য । যি নহওক মোৰ নিচিনা দুখীয়া লোকে কল্পনাৰ থাপনাত ঠাই পোৱা আশাকৰা আকাশত চাং পতা।"

সদানন্দ — "কাৰ কপালত কি আছে কোনে জানে ? যি নহওক তুমি ঘৰলৈ গৈ কুঠৰিত চাবা কিজানি ক'ৰবাত নিমন্ত্ৰণ পত্ৰ পৰিয়ে আছে।

(২১)

কল্পনাৰ দুমহলীয়া ঘৰৰ সমুখৰ কুঠৰিত আলোচনা চক্ৰ বহিছে। বহুতো লোক উপস্থিত হৈছে। জয়জয়তে আলোচনা আৰম্ভ হৈছে অসমীয়া সাহিত্যৰ উন্নতি সম্বন্ধে।কেৱে কৈছে অসমীয়া সাহিত্যৰ উন্নতি চৰাই, মউমাখি, ভোমোৰা, ফুল, জুৰি আদিৰ বৰ্ণনাৰে নহয়। এইবোৰ পুৰণিকলীয়া মামৰে ধৰা বস্তু। কোনোৱে কৈছে সেইটো নহ'লে কবিয়ে কবি নাম কেনেকৈ পাবহে? আধুনিক দলে কৈছে, কবিতা নতুন সাঁচত গঢ়িব লাগিব। তাত ছন্দৰ লৰালাস গতিৰ বা চলন্তি নিয়মৰ

আৱশ্যক নাই। সদানন্দই এনে সময়ত ক'লে, "এই সম্বন্ধে ভালকৈ ক'ব পাৰা দুখু আহিলে ভাল সিদ্ধান্ত হ'লহেঁতেন।"

আধুনিক কবি এজনে ক'লে, "দুখুৱে কি সাহিত্যৰ মোল বুজেহে ? সি কোনদিনা এটা কবিতা লিখিছে ?"

সদানন্দ— সি কবিতা নিলিখিব পাৰে কিন্তু তাৰ হৃদয় কবিতাময়। কল্পনাৰে ভৰপূৰ।

আন এজনে ৰহস্যৰ ছলত ক'লে, "সেইটো সঁচা কল্পনাৰে যে তাৰ হৃদয় ভৰি আছে তাত সংশয় নাই। কল্পনাৰ ছবিতে সি বিভোৰ। কিন্তু সেইটো কামত লগাই নিজৰ কৰি ল'বৰ তাৰ শক্তি নাই।"

দুই-এজনে এই ৰহস্যৰ গুৰি ক'ত বুজি মিচিকিয়াই হাঁহিলে। কিন্তু তেওঁ কথা আনপিনে ঘূৰাবলৈ ক'লে, "সমাজত নোহোৱা মানুহৰ কথা ক'লে কি হ'ব? আমাৰ কথা হৈছে অসমীয়া সাহত্যৰ উন্নতি কেনেকৈ হ'ব সেই সম্বন্ধেহে আলোচনা কৰা উচিত।

এজনে ক'লে, "অসমীয়াত সকলো বিজ্ঞান, ৰসায়ণ, ইতিহাস সকলো বিষয়তে গ্ৰন্থ ওলাব লাগে। কেৱল কুলি কেতেকীৰ বৰ্ণনাৰে সাহিত্য বা ভাষাৰ উন্নতি নহয়।"

"সেইবোৰ কৰিবলৈ হ'লে অসমীয়া ৰাজ্য ভাষা কৰি চৰকাৰৰ ঘৰৰ পৰা সকলোপিনে সহায় পাব লাগিব। কেৱল কিতাপ লেখিলেই নহ'ব। সেইবোৰ ছপাব লাগিব।"

আন এজনে ক'লে, "সেইবোৰৰ লগে লগে কবিত্ৰ, নাট, উপন্যাস, শিশু সাহিত্য, পাঠ্যপুথি সকলোৰে গতি নব্যধৰণে সজাব লাগিব অসমীয়া সাহিত্যৰ মৰা সুঁতিত খামোচ মাৰি নাথাকি এটা বোঁৱতী সোঁত বোৱাব লাগিব। যেন যেয়ে পঢ়ে আৰু পঢ়িবলৈ হেঁপাহ বাঢ়ি যায়।"

আন এজনে কলে, "আধুনিক কবিতাবোৰ কেনে লাগে?"

কল্পনাই ক'লে, "মই সঁচাকৈ ক'বলৈ লাগিলে তাত যেন প্ৰাণ নাই। কেৱল অস্বাভাবিক কল্পনাহে। কবিতাত ছন্দ থাকক নাথাকক সেইটোলৈ আমি নাভাবো। কিন্তু সেইবোৰত সজীৱতা আৰু প্ৰাণ থাকিব লাগে।"

সদানন্দই কল্পনাৰ কথাতে হয়ভৰ দি ক'লে, "এবা সেয়া গণ সাহিত্যতো ঠাই নাপায়, আকৌ প্ৰগতিশীলো নহয়।"

আধুনিক কবি এজনে সুধিলে, "তাৰ মানে?"

সদানন্দ — "সেইবোৰ সৰহ লোকে বুজি নাপায়। গতিকে সেইবোৰ গণ-সাহিত্যত পৰিণত হ'ব নোৱাৰে। আকৌ ছন্দ ভাঙিলেই যে প্ৰগতিশীল হ'ল বা আধুনিক হ'ল সেইটোৱো ক'ব নোৱাৰি। কিয়নো অতীতত এজনী গাভৰুৱে খাৰ তেল ভোলৰ বাকলিৰে গা-ধুই তেল সেন্দুৰ পিন্ধি সাজি-কাচি ওলাইছিল। আজিকালি লাক্স, আফগান স্নো, হিমালয় পাউদাৰ লৈ সাজি-কাচি ওলায়। গতিকে ইয়াত নতুনত্ব ক'ত? সাজ-কাচ কৰাটো একে কথা। তেতিয়া যিটো বাস্তৱতা আছিল আজিৰ বাস্তৱতাৰ লগত খাপ খুৱাই একে বাস্তৱতাৰে বৰ্ণনা কৰিছে। আনপিনে অকণো আগবাঢ়িব পৰা নাই। গতিকে সেইবোৰ প্ৰগতিশীল সাহিত্য কেনেকৈ বুলিবা ?"

"প্ৰগতিশীল সাহিত্য কি ?"

"মোৰ মনেৰে প্ৰগতিশীল সাহিত্য হৈছে, যি সাহিত্যই জাতি, সমাজ, দেশক নতুন আৰ্হি বা চানেকি দেখুৱাই আগবঢ়াই নিব পাৰে সেইয়ে প্ৰগতিশীল সাহিত্য। সেইবোৰ খোজে খোজে নতুন পথৰ সন্ধান দি হাবি, বন, জেও -জাঁবৰ সকলো আঁতৰাই এখন নতুন নদন-বদন, অভাব-অনাটন, মাউৰ-মৰক নোহোৱা আনন্দ আৰু শান্তিৰ ৰাজ্যত উপনীত কৰিব। কিন্তু আধুনিক কবি আৰু সাহিত্যিকৰ লিখনিত সেইবোৰ নুলিয়াই কেৱল যৌন সমস্যা মন্থনতে ব্যস্ত। যাতে পঢ়ুৱৈ সকলৰ মন আকৰ্ষণ কৰিব পাৰে। কিন্তু এয়ে ব্যক্তি, সমাজ বা দেশৰ কিবা উপকাৰত আহিবনে ?"

"এজনে সুধিলে, "তেন্তে সাহিত্য কেনে ধৰণৰ হ'ব লাগে ? যদি দেশ, সমাজ বা বক্তিৰ উন্নতিয়ে বিচাৰা তেন্তে অৰ্থনীতি, ব্যৱসায়, বুদ্ধি আৰু বিজ্ঞানৰ উন্নতি কৰা গ্ৰন্থকেই সাহিত্য বুলিব লাগিব।।

সদানন্দই ক'লে, "কেৱল আৰ্থিক উন্নতিয়ে মানুহৰ উন্নতি নহয়। মানুহতকৈ বহুতো বলী প্ৰাণী-জগতত খাই-লৈ চৰি ফুৰি নোহোৱা হৈছে বা মানুহৰ বশ হৈছে। সেইদৰে যদি মানুহ জাতি কেৱল বহ্যিক শক্তি সাধনাতে ব্যস্ত থাকে তেন্তে জগতত এদিন এই জাতিৰ ধ্বংস হৈ আন বেলেগ সৃষ্টি হ'ব। কিন্তু মানুহৰ আন্তৰিক শক্তি যিমানেই বাঢ়িব মানুহৰ মনুষ্যত্ব ফুটি ওলাব। হিংসাহিংসি ভাব, যুঁজ, হাই-কাজিয়াৰ অন্ত হ'ব। নতুন যুগৰ মানুহে বিচৰণ কৰিব ভাব ৰাজ্যত। পৃথিৱীয়ে তেওঁলোকক ধৰি ৰাখিব নোৱাৰিব। মানুহে আন আন গ্ৰহ-উপগ্ৰহলৈ গতি কৰিব, বত্তাহত ভ্ৰমণ কৰিব।" কল্পনাই ক'লে, "ভাব ৰাজ্যত সীমা অসীম। সাহিত্যই সেই

ভাব ৰাজ্যৰ খাপ উতলাই মানুহৰ মনুষ্যত্বৰ অচল গাড়ী চলন্ত কৰিব।"

সদানন্দই ক'লে, "আমাক সাহিত্য লাগে জীৱন আনিবলৈ। সাহিত্যত থাকিব প্ৰাণ। এপিনে যেনে গঠনমূলক, শক্তিদায়িনী আনফালে আনন্দৰ সৃষ্টিকৰ্তা। তাত কটু বিজ্ঞানৰ কথা বৰ্ণনা কৰিলেও যেতিয়া অন্তৰস্পৰ্শ কৰিব পৰা শক্তি থাকিব সেয়ে সাহিত্য স্বৰূপে মূৰ্তিমান হৈ উঠিব।"

কল্পনাই ক'লে, "আজি আলোচনা-চক্ৰত গভীৰ ভাবৰ আলোচনা হ'ল। আনদিনলৈ এনে সাহিত্য সৃষ্টিত কি আলোচনা ল'ব লাগিব সেই বিষয়ে আটায়ে চিন্তা কৰি আহি আলোচনাত যোগ দিবা।"

সকলোৱে ক'লে—"এৰা।" তাৰ পিছতে চাহপানী আহিল। সকলোৱে চাহ মেলত নানা তৰহৰ কথা কৈ আনন্দ তৃপ্তি আৰু সুখ অনুভৱ কৰি ৰং-ৰহইচেৰে সেইদিনা আলোচনা চক্ৰৰ অন্ত কৰিলে। কিন্তু সদানন্দই অনুভৱ কৰিলে এই ৰং-ৰহইচৰ মাজতো যেন কিবা এটা নাই নাই উদাস ভাব। যেন কল্পনাৰ সকলো হাঁহিৰ মাজত এচপৰা বিষাদ মেঘে আগুৰি আছে।

## (২২)

দুখু আজি আনন্দত বিভোৰ। সি নৈৰ কাষৰ এখনি ফুল উদ্যানত সেউজীয়া ঘাঁহৰ ওপৰত বহি যেন ধ্যানমগ্ন ঋষিৰ দৰে কিবা ভাবি আছে। তাৰ মনত যেন ক্ষুদ্ৰ কল্পনাৰ ঠাই নাই, সি বিৰাট কল্পনাত বিভোৰ। যেন মানৱী কল্পনাৰ সৌন্দৰ্যই ললনি কথা-বতৰা, আশাৰ বাণী একোৱে তাক স্পৰ্শ কৰিব নোৱাৰে। সি বিশ্বৰ সকলো বস্তুতে সৌন্দৰ্য দেখে। তাৰ ভাব জগতত এটা নেদেখা শক্তি আছে যিহে সকলো বস্তুকে লৰা-চৰা কৰোৱাই তেওঁৰ কাম সমাধা কৰে। সৃষ্টিৰ এনে কোনো বস্তু নাই যিহৰ দ্বাৰা কিবা নহয় কিবা কাম কৰি নলয়? তেন্তে তাৰ সৃষ্টি কিহৰ নিমিত্তে? দেশক আগুৱাই নিবলৈ তাৰ শক্তি নাই। সমাজ-সংস্কাৰ কৰিবলৈ সি অপাৰগ। গাঁৱলীয়া সমাজক উন্নতিৰ জখলাত তুলিবলৈ সি নিৰাশ হ'ল। তেন্তে তাৰ জন্ম কিহৰ কাৰণে? মৃত্যুক সাৱটি ল'বলৈ নে? তাৰ হাঁহি উঠিল। সি ভাবিলে সি ভুলতে সাঁতুৰি ফুৰিব ধৰিছে। তাৰ সৃষ্টি নিশ্চয় কিহবাৰ কাৰণে হৈছে। সি সেইটো এতিয়াও ধৰিব পৰা নাই। কিয়নো সেই নেদেখা শক্তিৰ অসীম ধাৰণা। তাৰে হতুৱাই তেওঁ কি কৰাব নুবুজে। নানা ভাবৰ খেলি-মেলিতো সি যেন আজি আনন্দ অনুভৱ কৰিছে। তাৰ যেন সকলো আছে। বিশ্বৰ শত শত তৰা, গ্ৰহ, গছ-লতা, জুৰি, পৰ্বত, নৈ ফুল, মালতী সৌন্দৰ্যই চৌদিশে মোক চা মোক চা কৈ আছে। তেন্তে ইমান সৌন্দৰ্যৰ মাজত সি এপাহি মালতী ফুলৰ সৌন্দৰ্যতে তাৰ সকলো আত্মা, মন, প্ৰাণ শক্তি কিয় কেন্দ্ৰীভূত কৰি আন সকলোবোৰলৈ পিঠি দিব? সি ভাবিলে মানুহ কি মূৰ্খ? সৰু সৰু পৰিয়ালৰ সৃষ্টি কৰি গোটেই জীৱনটো তাতে পতংৰ দৰে মেৰখাই সকলো পাহৰি সেই কেইটা প্ৰাণীৰ ভৰণ-পোষণৰ কাৰণে জীৱনৰ সকলো শক্তি নষ্ট কৰে। পিছত হাহাকাৰ, অনাটন, অভাৱৰ সঙ্গী লৈ জীৱনটো ভেই-পুৰি মৃত্যুৰ জ্বলা জুইৰ চিতাত পুৰি ছাঁই ভস্ম হয়। হায়! ক্ষুদ্ৰ মানৱ।

দুখুৱে অনন্ত ভাবনাত মুগ্ধ হৈ সংসাৰৰ জটিলতা সম্বন্ধে সেইখিনি সময় পাহৰি অপাৰ আনন্দ সাগৰত উটি-ভাঁহি ফুৰিছে। এনেতে সদানন্দ সেই ঠাইলৈ আহি দুখুক দেখি কাষতে বহি আৰম্ভ কৰিলে—"কি ভাবি আছা?"

দুখু — "একো লগা কথা ভবা নাই"

সদানন্দ — "কালি আলোচনা-চক্ৰত তোমাৰ অভাৱ বৰ অনুভৱ কৰিছিলো। অৱশ্যে আলোচনা বৰ গভীৰো হৈছে।"

দুখু — "কিহৰ আলোচনা হৈছিল?"

সদানন্দ — "সাহিত্য সম্বন্ধে। অসমীয়া সাহিত্যই কি ৰূপ ল'ব লাগে?"

দুখু — "মোক সুধিছা জানো?"

সদানন্দ — "এৰা।"

দুখু — "অসমীয়া নাট, উপন্যাস ৰোমাণ্টিক ভাবতে ব্যস্ত হৈ আছে। অস্বাভাৱিক কথা-বতৰা, অলাগতিয়াল প্ৰেম ভাওনা, শত্ৰুৰ ষড়যন্ত্ৰ, বিশ্বাসী লগুৱা, মন্ত্ৰী বা সেনাপতিৰ বৰ্ণনা, সতী নাৰীৰ কাহিনী, বা লুকাভাকু গোপনীয় প্ৰেমতে নাইবা দেশপ্ৰেমৰ অস্বাভাৱিক বীৰদৰ্প বা ত্যাগৰ কথাৰে ভৰপূৰ। সাধাৰণ কথা-বতৰা, বাস্তৱতা লগে লগে আদৰ্শৰ অভাৱ। তদুপৰিও অসমীয়াৰ আন আন বিষয় বিজ্ঞান, ৰসায়ন, অৰ্থনীতি, ৰাজনীতি আদিৰ গ্ৰন্থ নাই বুলিলেও ভুল কোৱা নহয়। গল্পবোৰো অতি মাত্ৰাত যুগৰ যৌন সমস্যাৰে ৰচনা। সেইবোৰত নতুনত্ব নাই। আজিৰ যুগে কিতাবে সাহিত্যৰ আন

মূৰ্তি। কিন্তু অসমীয়া গ্ৰন্থকাৰসকলৰ তালৈ মন-কাণ নাই। কেৱল সাধাৰণ তৰপৰ দৰ্শকৰ বাঃ বাঃ পাবলৈ অতি তলখাপৰ ৰচনাতে ব্যগ্ৰ। সেয়ে সাহিত্য বোৱতী সুঁতি নহৈ বন্ধ সোঁতত ঘটা গেলা-পচা, সকলোৱে নাক কোচোৱা তলি উদং অৱস্থাত পৰিছে। ইয়াত লাগে পৰিবৰ্তন । ভাবৰ তৰঙ্গত নাচি নাচি ফুৰিব পৰা, আনন্দৰ হিল্লোলত খেলি-খেলি মণি-মুক্তা উলিওৱাৰ লগে লগে সৃজন শক্তিৰ বিকাশ কৰাই সাহিত্যৰ উদ্দেশ্য। কিন্তু সেই উদ্দেশ্য পাহৰি আমি সকলোৱে মন যোগোৱাত বা আমাৰ পাঠ্যপুথি লিখি নাইবা আনৰ লিখাৰে পাঠ্যপুথি পঢ়িয়েই আমাৰ আনন্দ। সাহিত্যত লাগে সৃষ্টিৰ শক্তি সদানন্দ।"

সদানন্দই ক'লে, "এৰা মইয়ো তাকেই কৈছিলো। কিন্তু মোৰ বৰ্ণনা এনে পৰিপাটি হোৱা নাছিল। যি নহওঁক তুমি কালি আলোচনাত থকা হ'লে ব্ৰহ্মতো নতুন কথা ওলালহেঁতেন। কল্পনাই যে তোমাক কিয় নিমন্ত্ৰণ নকৰিলে সেইটো সোধোঁ সোধোঁ বুলিও কালি মানুহৰ কাৰণে সুধিব নোৱাৰিলো।"

দুখু — "সেইটো সুধিবৰ একো কাৰণ নেদেখো। কল্পনাই চহৰৰ আটাইকে নিমন্ত্ৰণ কৰা নাই। সেইবোৰৰ কথা জানো ভাবিছা?"

সদানন্দ — "সেইটো হ'লেও তোমাৰ কথা বেলেগ। বিশেষতঃ কল্পনা আৰু তোমাৰ কথা—"

দুখু — " ভুল বুজিছা সদানন্দ। মানুহে দুযাৰ তোমাৰ পিনে কথা ক'লেই তুমি তেওঁক অন্তৰঙ্গ বন্ধু বুলি ভবা ভুল। সেইদৰে পুৰুষ আৰু তিৰোতাৰ ভিতৰতো সেই একে মাপকাঠি। সেইটো কৰিব নোৱাৰোঁ বুলিয়েই আমি চলন্তি নিয়মৰ বাহিৰ হ'ব পৰা নাই। এইটো কু-সংস্কাৰৰ বাহিৰে আন একো নহয়।"

সদানন্দ — "এৰা আমাৰ এটা কু-সংস্কাৰ মনৰ ভিতৰত সৰুৰেপৰা সোমাইছে। তিৰোতাৰ লগত কথা ক'লেই বা তিৰোতাৰ লগত অকলে ফুৰিলেই বা বেছি লেটি-পেটি হ'লেই আমাৰ চকুত বেয়া লাগে। এই কু-সংস্কাৰ আমাৰ স্বাধীন যুগতো গুচাব পৰা নাই।" এনেতে সেইপিনে কল্পনা আহিল। কল্পনাই ওচৰ চাপি সদানন্দলৈ চাই ক'লে, "ইয়াত দেখোন দুজনেই বহি আছা।"

সদানন্দ — "এৰা। অলপ জুৰ লৈছো। কল্পনাই ক'লে— "বাস্তৱতে জুৰ ল'বলৈ বৰ সুন্দৰ ঠাই।" বুলিয়েই কল্পনাও ততালিকে দুখুৰ কাষত বহিল।

কল্পনাই দুখুৰ পিনে চাই ক'লে, "তোমাক আজি বৰ প্ৰফুল্ল যেন দেখিছো।"

দুখু — "সঁচাকৈ !"

সদানন্দই এনেতে মাত লগালে, "তুমি কালি আলোচনা-চক্ৰত সকলোকে মাতিলা, এওঁক কিয় নামাতিলা?"

দুখু — "সেইটো একো ডাঙৰ কথা হোৱা নাই। মোৰ দৰে কত লোকক মতা নাই। বিশেষতঃ সাহিত্যৰ আলোচনাত মোক কিয় লাগিছে। মইতো আৰু সাহিত্যিক নহওঁ।"

কল্পনাই ক'লে, "তুমি সাহিত্যিক নহ'লে আন কোন?"

সদানন্দ — "এৰা তেওঁ নিলিখিলেও সাহিত্য ৰসেৰে তেওঁৰ হৃদয় ভৰপূৰ"

কল্পনা — "তেওঁ নিলিখা বুলি কোনে কৈছে ? বোধকৰো তেওঁ যিমান কিতাপ লিখিছে অসমত কেৱে লিখা নাই। নহয়নে বাৰু?" বুলি দুখুলৈ চালে।

দুখুৱে হাঁহি মাৰি ক'লে, "কোনে ক'লে মই কিতাপ লিখা বুলি। মোৰ দেখো এখনো কিতাপ প্ৰকাশ হোৱা নাই। আকৌ কিবা কিতাপ লিখা মোৰ মনত নপৰে।"

কল্পনা — "কিয় তোমাৰ মেজৰ তলত সেই বহীবোৰৰ কিহৰ দ'ম ? সেইবোৰ জানো কিতাপ নহয় ? মই কিমান দিন সেই কিতাপবোৰ পঢ়িছো। অৱশ্যে তোমাৰ আদেশ নোলোৱাকৈ। অনাধিকাৰ চৰ্চা কৰিছোঁ নহয় ?"

সদানন্দ — "তেন্তে ইমান জানিও তুমি তেওঁক সাহিত্য, আলোচনা-চক্ৰত নিমন্ত্ৰণ নকৰিলা কিয় ? বিশেষত। তেওঁ তোমাৰ ইমান ................ "

কল্পনা — "তাৰ কাৰণ দুটা। এটা হৈছে, তেওঁ যিবোৰ কিতাপ লিখিছে সেইবোৰ চিন্তাধাৰা সাধাৰণে বুজি নাপাব। সেই চিন্তাধাৰা আলোচনা ওলাব লাগিলে আন সকলোৱে বিৰক্তি অনুভৱ কৰিব। আনটো কাৰণ হ'ল, তেওঁ যেতিয়া ইমানদিনে সাহিত্যিক বুলি কাৰো ওচৰত পৰিচয় দিয়া নাই, আনকি আমাকো জানিব দিয়া নাই, সেইটো ততালিকে মই ৰাইজৰ আগত প্ৰকাশ কৰাটো জানো অন্যায় নহ'লহেঁতেন?"

দুখুৱে অলপপৰ ভাবি বৈ হঠাৎ ক'লে, "তুমি নিমন্ত্ৰণ নকৰাটোত মই একো বিশেষ মূল্য দিয়া নাই বা আচৰিতো হোৱা নাই। কিন্তু আচৰিত হৈছিলোঁ, সিদিনা তুমি হঠাৎ কিয় গুচি গ'লা।"

কল্পনা — "ঔৰ বাকলি মেলি চালে বিজলীয়া শাহটোহে। কথাটো একো নহয়।

দুখু — "তাৰ মানে ?"

কল্পনা — "কথা হৈছে দেৱাজৰ তলত থোৱা কিতাপবোৰত মোৰ ভৰি লাগি এখন পৰি যায়। তাৰে এখন মেলি চাই তুমি লিখা কিতাপ দেখি খনদিয়েক পাত পঢ়ি চাই বং পাই তোমাৰ আটাইবোৰ লিখা কিতাপ মই মনে মনে ঘৰলৈ লৈ গৈ দিনচেৰেক পঢ়ি সেইবোৰ এদিনা তুমি গম নোপোৱাকৈ আকৌ আগৰ ঠাইতে থৈ আহিছিলো।

দুখু — "কিন্তু সিদিনা ততালিকে গুচি গ'লা কিয় ?"

"তুমি যে কায়িক মিলনৰ কথা উলিয়াইছিলা সেই ভাবটোৱে মোক তুমি বহুতো তলখা পৰ বুলি ভাবিছা এনে মোৰ ভাব হ'ল। বুজিছা দুখু, মই তোমাক ভালপাওঁ। তোমাৰ স্বাৱলম্বী ভাবৰ কাৰণে, তোমাৰ লিখাৰ গভীৰতাৰ কাৰণে। তাত কায়িক মিলনৰ কথা বা কাম লালসাৰ কথা আহিব নোৱাৰে।" দুখুৱে কল্পনাৰ কথা শুনি হাঁহি মাৰি ক'লে, "কল্পনা, তুমি অসাধাৰণ ! পুৰুষে চিৰকাল তিৰোতাৰ ওপৰত অবিচাৰ কৰি আহিছে। অলপ ঘনিষ্ঠতা দেখুৱালে তিৰোতাৰ মন আসক্ত হ'ল বুলি ভাবি পুৰুষ জাতি অস্থিৰ হয়। তুমি যিবোৰ কথা কৈছিলা, সেই কথাবাৰ পুৰুষে কোৱা হ'লে বোধকৰো মোৰ মুখৰ পৰা তেনে কথা নোলালহেঁতেন।"

এনেতে সদানন্দই ক'লে, "মই অলপ আহোঁ। এটা মক্কেলৰ লগত বিশেষ কথা আছে।"

দুখু — "তুমি যোৱা, মোৰ ইয়াত বহি বৰ ভাল লাগিছে। কল্পনা, তুমিও যাবা জানো ?"

কল্পনা — "নাই ! ইয়াত বহি জুৰ পাইছোঁ।" সদানন্দ গ'ল। সদানন্দই মনে মনে ভাবি গ'ল এই কপৌযোৰৰ মিলন হ'লে কত আনন্দ হ'লহেঁতেন। কিন্তু তাৰ আন এটা ভাব হ'ল, কল্পনাক সি মনে মনে কত ভাল পায়। কেতিয়াবা কেতিয়াবা সি ভাবে যেন কল্পনা তাৰ মানস সুন্দৰী। আকৌ যেতিয়া দুখুৰ কথা ভাবে, তেতিয়া তাৰ মনত ভাব হয় যেন দুখুহে কল্পনাৰ উপযুক্ত। বিশেষকৈ কল্পনাৰ মনতো দুখুৰ পিনে ঢাল খাইছে যেন সি ভাবে। আজি এই মুহূৰ্তত দুখু আৰু কল্পনাক অকলে এৰিবৰ মনেৰে সি আঁতৰ হ'ল।

দুখুৱে কল্পনাক ক'লে, "বুজিছা কল্পনা, জগত সৌন্দৰ্যৰে ভৰা। কিন্তু আমি এটা সৌন্দৰ্যতে ভোল গৈ আন সকলো পাহৰি যাওঁ কিয় ? কিয় সৰু সৰু পৰিয়াল একোটা কৰি জীৱনৰ সকলো শক্তি তাতে নষ্ট কৰো।"

কল্পনাই ক'লে, "এইটো এটা বৈজ্ঞানিক কথা।"

দুখু — "তাৰ মানে ?"

কল্পনা — "সকলো প্ৰাণীৰে ধৰ্ম, আচাৰ, কৰ্মৰ আদিতে বৰ ভাল থাকে। লাহে লাহে সেইটো আওপাকে গৈ বেয়াৰ পিনে ঢাল খায়। এই পৰিয়াল সৃষ্টিৰ আদিতে ভাব আছিল সৰু সৰু পৰিয়ালৰ ভৰণ-পোষণ, শিক্ষা আৰু জ্ঞানৰ উৎকৰ্ষতা লাভ কৰাৰ। প্ৰত্যেক পৰিয়ালে বিশ্ব মানৱৰ একোপাহি সুন্দৰ ফুল হৈ বিশ্বৰ সৌৰভ বঢ়াব। তাতে ত্যাগ, স্নেহ, মৰম, সহনশীলতা, ভালপোৱা বিকাশ হৈ মানুহ জাতিয়ে গোটেই মানৱৰ কাৰণে ত্যাগ, স্নেহ, মৰম, ভালপোৱা আদি উচ্চ গুণবোৰ বিলাব পাৰিব। ই যে এখনি এখনি সেইবোৰ বিকাশৰ কাৰণে সৰু সৰু পঢ়াশালি। কিন্তু তাৰ ওভোতা ফল ফলিল। মানুহ ইমান স্বাৰ্থপৰ হ'ল যেন নিজৰ পৰিয়ালৰ, নিজৰ ল'ৰা-ছোৱালীৰ বাহিৰে আন একোকে নাজানে। নিজৰ ল'ৰাটো যিমানেই বেয়া নহওক যেন সিয়েই সৰগৰ তৰা, সাগৰৰ মাণিক। কাৰৰ সুন্দৰ, দেখনীয়াৰ সজ স্বাভাৱৰ ডাঙৰ প্ৰতিভাৰ ল'ৰা হ'লেও তাক মৰম, সহায় কৰিব ছাৰি ঈৰ্ষা, হিংসা কৰিবলৈহে ধৰে। সেয়ে পৰিয়ালৰ প্ৰথাৰ অৱনতিৰ শেষ সীমা পাইছে।"

দুখু — "এৰা, এই প্ৰথা এদিন বিশ্বৰ সৌৰভ বঢ়াবলৈ বৈজ্ঞানিক ধৰণে সৃষ্টি হৈছিল। কিন্তু তাৰ ওভোতা ফল ফলিল। বিশেষকৈ ভাৰতত এই পৰিয়াল প্ৰথাই ভাৰতীয় লোকক কাপুৰুষ, স্বাৰ্থপৰ আৰু সঙ্কীৰ্ণ ভাবত মগ্ন থাকি আন একো ডাঙৰ কাম কৰিবলৈ উপায় নোহোৱা কৰিছে।

কল্পনা — "এদিন ভাব আছিল সৰু সৰু পৰিয়ালৰ উন্নতিৰ বাবে প্ৰত্যেকে সকলো শক্তি যোগাই বিশ্বৰ আটাইবোৰ পৰিয়াল উন্নতি পথত আগুৱাব। তদুপৰি সমাজৰ নানা বিশৃংখলতা বন্ধ কৰি ইয়াৰ বস্তু আনি হাত কৰা ইত্যাদি কথাৰ ওৰ পৰিব। যুঁজ, হাই-কাজিয়া পেচালৰ অন্ত হ'ব। সকলোৱে নিজৰ নিজৰ পৰিয়াল উন্নতি কৰি সহবাস, সহযোগেৰে জগত নন্দন-বদন কৰিব। কিন্তু তাৰ ফল হ'ল বিষম।

দুখু — "ইয়াৰ পৰিবৰ্তন কৰিবলৈ জানো উপায় নাই।"

কল্পনা— " উপায় আছে। প্ৰত্যেক ৰাজ্যত প্ৰত্যেক ল'ৰা-ছোৱালীৰ চৰকাৰৰ বুলি ধৰি ললে চৰকাৰী অফিচাৰে সেইবোৰলৈ শিক্ষা, দীক্ষা, বেমাৰ আদিৰ শুশ্ৰূষা, দৰব-পাতি যেতিয়া যোগাৰ ধৰিব যেতিয়া মানুহে নিজৰ নিজৰ শক্তিৰে নিজে পৰা কাম আদি উদ্যম উলাহেৰে কৰিব।"

দুখু — "তেন্তে তুমি কম্যুনিজমৰ কথা কোৱা ?"

কল্পনা — "কম্যুনিজম নহয়। মই কম্যুনিজমৰ ঘোৰ বিৰোধী। কম্যুনিজমত সকলো চৰকাৰী, আনকি খোৱা-লোৱা, থকা-মিলা সকলোতে চৰকাৰী ব্যৱস্থা। তেতিয়া ব্যক্তিৰ মূল্য নাথাকে। কিন্তু আমাৰ ব্যক্তি লগে লগে সমূহৰ স্বাধীনতা থাকিব। যাৰ যিহত অভাৱ চৰকাৰে সেই অভাৱ পূৰণ কৰি যাৰ যি প্ৰতিভা সেই বিষয়ত উধাৱলৈ উপায় আৰু উদ্‌গনি দিব পৰা হ'ব লাগিব। প্ৰত্যেক চুবুৰিয়ে চুবুৰিয়ে কাৰ কি অভাৱ জনোৱা লোক থাকিব লাগিব। কাৰ কি বেমাৰ হৈছে, প্ৰসৱ কৰাত অসুবিধা হৈছে, ল'ৰা-ছোৱালীক স্বাস্থ্যবান কৰিবলৈ কি উপায় আৰু সহায় লাগে সেইবোৰৰ কাৰণে চুবুৰিয়ে চুবুৰিয়ে ডাক্তৰ, কবিৰাজ ৰাখিব লাগিব। হাই-কাজিয়াৰ অন্ত কৰিবলৈ নিঃস্বাৰ্থ পঞ্চায়ত হ'ব লাগিব। গাঁও বা চুবুৰিৰ উন্নতিৰ দিহা কৰিবলৈ সুক্ষ্মদৰ্শী পঞ্চায়ত লোক থাকিব লাগিব। সেই পঞ্চায়তৰ লোকসকলক সমূহীয়া কাম কৰিবলৈ শিকাই ল'ব লাগিব। কাষে কাষে ডাঙৰ ডাঙৰ অফিচাৰসকলে আলৈ-আহুকাল, আপদ, অভাৱ-অনাটনৰ বাতৰি ল'ব লাগিব। এইয়া কম্যুনিজম নহয়। এইয়া জনসাধাৰণৰ কল্যাণ পন্থা। বাৰু সেইবোৰ থাকক। এইখনত তুমি চহী কৰিব লাগে।"

দুখু — "কি ?"

কল্পনা — " পঢ়ি চোৱা ! বুলিয়েই কাগজখন আগু বাই দিলে।"

দুখু — "এইয়া যে পাছপৰ্টৰ ফৰ্ম!"

কল্পনা — "এৰা ! তুমিয়ে-ময়ে দুয়ো বিদেশলৈ যাবলৈ উপায় কৰিছো। তোমাৰ ছবিও লাগিব। কাইলৈ তাৰ দিহা কৰিম।" দুখুৱে অলপ থমকি-ৰৈ জেপৰ পৰা নিজৰ কলমটো উলিয়াই চহী কৰিব ধৰি ক'লে, "মই নিজৰ নিমিত্তে বিদেশত যাব খোজা নাই। মই ভাবিছোঁ সেইবোৰ চাই কিবা যদি দেশৰ, সমাজৰ, গাঁও-ভূঁইৰ মঙ্গল সাধিব পাৰো। সেই কাৰণে তোমাৰ সহায় লোৱাত মই আপত্তি কৰিব নোখোজো।"

কল্পনা — "তোমাৰ আৰু মোৰ ধনৰ পাৰ্থক্য নকৰিবা দুখু। বিদেশলৈ যাওঁতে বাটত দুয়ো অকলশৰীয়াকৈ বহুতো কথা ক'ব পাৰিম। তেতিয়া সঙ্কীৰ্ণ সমাজ বা লোকৰ যেন চকুয়ো চেৰ পৰিব। সিহঁতৰ কোৱা-মেলা ইতিকিং সকলো সিহঁতৰ মাজতে গেলিব। আমাৰ কাণে ঢুকি নাপায়।"

দুখু — মই মান্তি হ'লো। নেদেখা শক্তিয়ে মোক যিপিনে টানি নিয়ে নিয়ক। মই তাত বিধি-পথালি লগাব নাযাওঁ

## (২৩)

আমেৰিকা আৰু আন্ আন ঠাইলৈ যাবলৈ দুখু আৰু কল্পনাই পাচপোৰ্ট আদি যোগাৰ কৰিলে। কল্পনাৰ দেউতাকে এই বিষয়ত একো হকা-বাধা নকৰিলে। কল্পনাই ডক্টৰেট হ'বলৈ মন কৰা বুলি দেউতাকক মান্তি কৰাইছিল। লগে লগে দুখুৰ প্ৰতিভা সম্বন্ধেও বহুত কথা কৈছিল। কল্পনাৰ দেউতাকৰ ভাব হৈছিল কল্পনাৰ মন দুখুলৈ ঢাল খাইছে। গতিকে দুয়ো বিদেশত একেলগে বহুদিন থাকি উভটিলে দুয়ো সমাজত যুগল ৰূপে সমাজত থিয় দিব পাৰিব আৰু সময়ত দাম্পত্য প্ৰেমত বান্ধ খাব। যি নহওঁক বিদেশলৈ যাত্ৰা কৰিবলৈ আৰু বেছি দিন নাই।

এনেতে এদিন দুখুৰ ঘৰ বিচাৰি বিচাৰি আহি সেউতী উপস্থিত হ'লহি। সেউতীৰ মুখ শেঁতা পৰিছে। গাত ফলা-চিৰা কাপোৰ। মুখৰ সৌন্দৰ্য থাকিলেও এটা বিষাদপূৰ্ণ চিত্ৰ। সেউতীক দেখিয়েই দুখুৱে চিনিলে।

"সেউতী ক'ৰ পৰা আহিলি ?"

"আপোনাক বিচাৰি বিচাৰি আহিছোঁ।"

"কিয় ?"

"কি কম ?" বুলিয়েই তাই উচুপি উচুপি কান্দিব ধৰিলে।

দুখুৱে তাইক কান্দিবলৈ হাক দি কি হৈছে ক'ব দিছে।

"মোৰ দুৰাৱস্থাৰ কথা আপুনি শুনা নাই, কি হৈছে। পাষণ্ডইতে মোৰ সৰ্বনাশ কৰিলে।"

"কি ?"

"উস্ মই কেনেকৈ কওঁ ?"

"ক, সকলো ভাঙি ক।"

"আপুনি হেনো ইয়াত ওকালতি কৰিছে। সেই কথা জানি মই আপোনাক উকিল ধৰিব আহিছোঁ।"

"কিবা মোকৰ্দ্দমা লাগিছে ?"

"হয়। আপুনি অহাৰ কিছুদিনৰ পিছতে আমাৰ কাৰখানা ভাঙি যায়।

"এৰা সেইটো মই আগেয়ে বুজিছোঁ। পিছে মই অ'ত-ত'ত কটনা কাটি কোনোমতে প্ৰাণ ধাৰণ কৰিছিলোঁ। কিন্তু মোৰ মগুহে মোৰ কাল-বাছহে হ'ল। বহুতে মোক বল কৰি সেও কৰিব খুজিছিল। তাৰ ভিতৰত গাঁৱৰ মেলুৱে কেজনমানো আছিল। কিন্তু মই নিজকে কোনোমতে ৰক্ষা কৰি আছিলো। আমাৰ কাৰখানাৰ কৈৱৰ্তৰ ল'ৰা মদনে সেইবোৰৰ পৰা ৰক্ষা কৰাত মোক বহুতো সহায় কৰিছিল। কিন্তু মই গাঁৱৰ বহুতৰে অপ্ৰিয় হৈ উঠিলো। কাৰো ঘৰত কটনা কাটি ধান বানি খোৱাও টান হৈ পৰিল। মদনে মোক আপদে-বিপদে সহায় কৰি আছিল। সময়ৰ লগে লগে দুয়োৰে মন এটা হ'ল। শেহত তাৰ লগতে একেলগে খোৱা-লোৱা কৰিলো। সময়ৰ লগে লগে মোৰ এটি ল'ৰা হ'ল। কিন্তু ল'ৰাটো গৰ্ভতে মৰা। মেলুৱৈসকলে আৰু মোৰ লগত নিৰাশ হোৱা লোককেজনে লগ লাগি সেই ল'ৰাটো মই বিষ খুৱাই মৰা বুলি পুলিচত বাতৰি দিলে। মই বাৰু মোৰ পোণাক তেনে কৰিব পাৰোনে ? মই সিহঁতক সকলো কথা ভাঙি কৈছোঁ। মদনেও সকলো স্বীকাৰ কৰিছে। তাতে সিহঁতে কৈৱৰ্ত হৈ ইমান সাহ কৰা বুলি তাক মৰা-কিলা কৰিছে। পুলিচক গতাই দিছে। সি হেনো মোৰ লগ লাগি পোণাটোক বিষ খুৱাই মৰাইছে। তাক পুলিচে ধৰি আনিছে।"

"তহঁতৰ বিয়া হোৱা নাছিল ?"

"নাই।"

"তোক পুলিচে ধৰা নাছিল ?"

"মোৰ ঘৰতো পুলিচ বোধকৰো গৈছে। কিন্তু মদনে তাক পুলিচে ধৰাৰ আগতে মোক তোমাৰ ওচৰলৈ পঠিয়াই দিছে।"

"কাৰ লগত ?"

"তাৰ এজন ভায়েকৰ লগত।"

"সি ক'ত ?"

"বাহিৰত থিয় হৈ আছে।"

দুখুৱে ততালিকে উঠি তাৰ পদূলিমুখত থিয় হৈ থকা ল'ৰাটোক মাতি আনিলে। দুয়োকে চাহ-পানী খুৱালে। বাতি খাবলৈ সিহঁতক দিহা কৰি দিলে। বজাৰৰ পৰা কাপোৰ-কানি কিনি আনি তাইক পিন্ধিবলৈ দিলে।

পিছদিনা কল্পনা দুখুৰ ঘৰত আহি কল্পনাই দুখুক ক'লে—"আৰু দিনচেৰেকতে যাব লাগিব। এই মাহৰ কুৰি তাৰিখ। আজি গোৰুৰ। পাচপোৰ্ট আহি পালেহি। এই চোৱা।"

দুখুৱে একো নামাতি থাকিল।

কল্পনাই ক'লে, "কি একো নামাতা দেখোঁ। ইমান বিষন্ন মনে বহি আছা কিয় ?"

দুখুৱে ক'লে, "কল্পনা, ইমান সোনকালে মোৰ যোৱা নহ'ব।"

"তাৰ মানে ?"

"কি জানি মোৰ যোৱাই নহ'ব।"

"অৰ্থাৎ" বুলিয়েই দুখুৰ উত্তৰৰ আশাত কল্পনাই থিয় হৈ কুঠৰিটোত ইপিনে-সিপিনে খোজকাঢ়িব ধৰি হঠাৎ পিক পেলাবলৈ খিৰিকিৰ পৰ্দাখন দাঙি দেখে এজনী গুৰুনী তিৰোতাই বাকৰীখনত কিবা বন্ধা-বঢ়া কৰিব ধৰিছে। দেখিয়েই কল্পনাৰ অন্তৰত যেন ভূঁইকঁপহে হ'ল। যেন এখুৰা জুই দপ্ দপ্‌কৈ উজ্বলি উঠিল। তাইৰ ভাব হ'ল, ই কি ৰহস্য। ই কেনে কপটতা ! চতুৰালি ! উস্ মোক ইমান দিনে ভুৰা দি তলে তলে ইমান কাণ্ড কৰিছে ? উস্ মই সপোনত নে দিঠকত ? যাক, ইমান উদাৰ, ইমান মহান বুলি ইমান দিনে ভাবি আছিলোঁ, সি ইমান সঙ্কীৰ্ণ, ইমান ধূৰ্ত ! তাই যেন থিৰেৰে থাকিব নোৱাৰিলে। ততালিকে উচাপ খাই দুৱাৰ মুখলৈ খোজ ল'লে।

তাই দুৱাৰমুখ পাওঁ পাওঁ হওঁতে দুখুৱে মাত দিলে, "কল্পনা !"

কল্পনাই উভতি চাই ক'লে, "তোমাৰ মুখ চোৱাও পাপ। ইমান চতুৰতা কৰা কি আৱশ্যক আছিল ? মোক কিয় ইমান বিপদত পেলালা।"

"কি বিপদত পেলালো ?"

কল্পনাই যেন কিবা ক'ব ওলাইছিল। হঠাৎ তাই সেই কথা ঘূৰাই কিয় মই পাচপৰ্ট আনিলো। কিয় দেউতাক ইমান কষ্ট দিলো, জাহাজ যে পচিশ তাৰিখে যাত্ৰা কৰিব।"

দুখুৱে ক'লে, "এৰা কল্পনা, মোৰ গুৰুতৰ অপৰাধ। সেইটো মই মানি লৈছো। কিন্তু এই সময়ত মই যাত্ৰা কৰা অসম্ভৱ। কল্পনাই ক'লে, "কেৱল এই সময়ত নহয় চিৰকাললৈ। মই সকলো বুজিছোঁ, তুমি মোক বুজাব নালাগে। গু খাবীৰ কচু গু বাৰীতহে থাকে, কেৰে তাক তুলি নলয়।

আৰু যি সদায় সৰু তাৰ মন ডাঙৰ হোৱা বহুত দিন লাগে।" বুলিয়েই কল্পনাই বেগাই খোজ ল'লে।

দুখুৱে উঠি বেগাই আহি কল্পনাৰ লগ ধৰিলে, "কল্পনা মোক ভুল নুবুজিবা।"

"মই সকলো বুজিছো, আৰু বুজাব নালাগে। বুলিয়েই কল্পনাই পদূলিত ৰৈ থকা মটৰত উঠিল। মটৰ এৰিব ধৰোতে দুখুৱে মটৰৰ কাষত থিয় হৈ মটৰৰ দুৱাৰত ধৰি ক'লে, "কল্পনা অন্ততঃ তিনি-চাৰিমাহ মান এই ঠাই এৰা মোৰ অসম্ভৱ। তুমি মোক বিদেশত যোৱাত সহায় কৰাতকৈ আন এবিধতহে বিশেষকৈ সহায় কৰিব লাগিব। কল্পনাই গাড়ী নচলাই ৰাখি "কিহৰ সহায় ? সেই বান্ধনি-ঘৰত যাক দেখিছোঁ—তাইৰ দেখাদেখি বিয়াৰ সহায় ?" বুলি ভ্ৰূকুটি কৰি ভেকাহি মাৰি উঠিল।

"এৰা কল্পনা, সেই তিৰোতাজনী আজি মহা বিপদত। তাইৰ সম্বন্ধে বহুতো কথা । তাইক সকলো প্ৰকাৰে সহায় কৰিব লাগে। যদি তাইৰ কাৰণে বিদেশলৈ যোৱা বন্ধ হয় তথাপি মই সাজু আছোঁ।"

কল্পনাই সুধিলে, "তাইৰ এনে কি বিপদ ? তাই তোমাৰ কি হয় ?"

"একো নহয়। কিন্তু তাইৰ বিপদ অবলা তিৰোতাৰ বিপদ।" বুলিয়েই তাইৰ সম্বন্ধে সকলো ভাঙি-পাটি আতি-গুৰি সকলো ক'লে। কল্পনাই মটৰৰ পৰা নামি ক'লে, "দুখু তুমি মহান। মই তোমাক ইমন ভুল বুজিছিলো।" বুলিয়েই আকৌ দুখুৰ ঘৰলৈ উভতি আহি একেবাৰে বান্ধনি-ঘৰ পালেহি। দুখুৰ পিছে পিছে আহিল। কল্পনাই বহুপৰ সেউতীৰ লগত কথা-বতৰা পাতিলে। তাৰ পিছত পাচপোৰ্টৰ দিন বঢ়াই ল'বলৈ আকৌ চিঠি লিখিলে। মোকৰ্দমা কেবা মাহজুৰি চলিল। দুখু আৰু কল্পনাই অহোপুৰুষাৰ্থ কৰি তাইক ৰক্ষা কৰিব নোৱাৰিলে। তাইৰ কালাপানী হ'ল।

দুখু আৰু কল্পনাই ক'লে, "জগতত কত অবিচাৰ নিতে এনেভাৱে ঘটিব ধৰিছে। কিন্তু এনে অবিচাৰৰ অন্ত কৰাৰ উপায় নাই।"

দুখুৱে ক'লে, "সকলোতে নেদেখা শক্তিয়ে কাম কৰি যাব ধৰিছে, কল্পনা। আমি কৰো বুলি একো কৰিব নোৱাৰোঁ। এই সম্বন্ধে আৰু ভাবি লাভ নাই।

কল্পনাই ক'লে, "এৰা। সকলোতে কিবা উদ্দেশ্য আছে। সেই উদ্দেশ্য মানুহৰ চকুৱে দেখা নাপাওঁ, বা মানুহৰ কল্পনাই ঢুকি নাপাওঁ।

## সামৰণি

দিনচেৰেকৰ পিছত পাচপোৰ্টৰ নতুন দিনত দুয়ো বিদেশলৈ যাত্ৰা কৰিলে। বিদেশত বহুদিন দুয়ো ঘূৰি ফুৰিব ধৰিলে। নাজানো ভৱিষ্যতত দুখু আৰু কল্পনাৰ ভাগ্যলিপি কেনেভাৱে ৰচনা হ'ল ?

(১)

হাতত এটা হাতনি-পেৰা লৈ এজন যুৱক আহি সমুখত বহি ততালিকে পাতনি মেলিলে, "বুজিছে আপোনাৰ আটাইবোৰ ছপা কৰা কিতাপৰ গোটাচেৰেক মোক দিয়ক।"

মই হাতৰ কলম হাততে ৰাখি যুৱকলৈ চাই অলপ থমকি লাহেকৈ মাত দিলোঁ, "কিতাপবোৰেৰে কি কৰিবা?"

"কিতাপ বেচিম। মোক শতকৰা যি হিছাপে পাৰে কমিছন দিব।"

যুৱকৰ কথা শুনি মই হাঁহি সামৰিব নোৱাৰিলোঁ।

"আপুনি হাঁহিছে কিয়?"

"বৰ্তমান সময়ত যে কিতাপ হৰকৰা মানুহ অসমত আছে সেই কথা ভাবিয়ে হাঁহি উঠিছে। বাৰু তুমি কিমানলৈ পঢ়িছিলা?"

"পঢ়াৰ লগত কিতাপ বেচাৰ সম্বন্ধ কি? যিয়ে বেছিকৈ পঢ়ে সেয়ে বেছি কিতাপ বেচিব পাৰে জানো?"

"ওঁহো সেইটো মোৰ বিশ্বাস নহয়।"

"তেন্তে পঢ়া সম্বন্ধে সুধিছে কিয়?"

বৰ্তমান সময়ত যেনে নিবনুৱা সমস্যা দেখা দিছে, শিক্ষিতৰ ভিতৰত যে কিতাপ বেচিব নোলাব তাৰ মানে কিয়? তদুপৰি তোমাক শিক্ষিত যুৱক যেন বোধ হৈছে"

"শিক্ষিত আৰু অশিক্ষিত যুৱকৰ মাজত কিবা পাৰ্থক্য আছে জানো? নে সাজ-পাৰতহে! এই সাজ-পাৰৰ পাৰ্থক্য আমি গুচাবলৈ চেষ্টা কৰিছো।"

"চেষ্টা কৰিলে কি হ'ব। শিক্ষাই চকু মুকলি কৰে। হাজাৰ বেয়া কাপোৰ ল'লেও শিক্ষাই এনে পৰিপাটিকৈ ল'ব। শিক্ষাই যে পাৰ্থক্য জল্ জল্ পট্ পট্ হৈ পৰে। তদুপৰি চাম-চিকোণ কথাবাৰো শিক্ষাই ক'ম-বেছি পৰিমাণে শিকায়। আন এটা কথা, অশিক্ষিত হ'লে ঘপৰাই আহি মোৰ কাৰত থকা চকিখন তুমি অধিকাৰ কৰিব নোৱাৰিলাহেঁতেন। বৰ সাহস হ'লেও মই নকওঁ মানে নবহিলাহেঁতেন। বাৰু সেই কথা যাওক। তুমি কিতাপ বেচিব আহিছা যে কেৱল মনৰ চাঞ্চল্যত নে আন কোনো কাৰণত?"

"মোৰ ইচ্ছা অসমত এটা কিতাপ পঢ়ুৱৈৰ দল সৃষ্টি কৰা। মোৰ ইচ্ছা অসমীয়া সাহিত্যৰ উন্নতি কৰা। মোৰ উদ্দেশ্য অসমীয়া লিখকসকলৰ মাজত এটা উদ্দীপনা সৃষ্টি কৰা।"

"ইচ্ছাতো বহুতো থাকে, কিন্তু সেইবোৰৰ কাৰণে কিবা উপায় ভাবিছানে?" "উপায় বৰ্তমান ক্ষেত্ৰত যি দেখিছোঁ বা ভাবিছোঁ প্ৰথমে লিখকসকলে কিতাপৰ বেচ কম কৰা? দ্বিতীয়ত বেচাৰ কাৰণে লাগি-পৰি লগা। তেনে কৰিলে মোৰ বিশ্বাস এনেহেঁতেন কিতাপ অতি কম সময়তে বিক্ৰী হ'ব। তাৰ উপৰিও কিতাপৰ ঘটনাবোৰে মানুহৰ মনত আনন্দ জগাই তুলিব, শক্তি হ'ব বা মনত লগা হ'ব লাগে। আনপিনে মানুহে যে কিতাপ কিনিব লাগে সেই ভাবটো জগাই তুলিব লাগে।"

"কিতাপ বেচা কামটো ভালভাৱে চলাব পাৰিলে অৱশ্যে কিছুমান নিবনুৱাৰ সুবিধা নহয়। কেৱল নিবনুৱাৰ সুবিধা নহয়, জাতীয় উন্নতি হয়। সাহিত্যৰ প্ৰচলন হয়। লগে লগে মৰা জাতিক প্ৰাণ দিব পাৰি। মই বহুতো ভাবি চাইছো। হাজাৰ বক্তৃতা, সভা-সমিতিতকৈ সাহিত্য মানুহৰ মাজত বিলাব পাৰিলে বহুতো কাম দিয়ে। বক্তৃতা এবাৰ শুনিলে আৰু পাহৰিলে। কিন্তু কিতাপে সেইবোৰ যেতিয়াই-তেতিয়াই সোঁৱৰাই দি জাতিক এটা ভাৱত মতলীয়া কৰি তুলিব পাৰে। জাতিক নতুনকৈ তুলিবলৈ সাহিত্যৰ দৰে আন কাৰো শক্তি নাই।"

"কথাটো সঁচা। কিন্তু"—

"কিন্তু নাই। এদিন এই অসমতে চাওক শ্ৰীমন্তশঙ্কৰদেৱ আদি মহাপুৰুষসকলে হাজাৰ হাজাৰ পুথি লিখি গাঁৱে-ভূঁঞে সিঁচৰতি কৰি তেওঁলোকৰ আদৰ্শ অসমীয়াৰ হাৰে-মগজুৱে সুমুৱাই দি জাতিক নতুনকৈ তুলিছিল। মানুহে আনকি খোৱা-লোৱা পাহৰিও, ল'ৰা-ছোৱালী এৰিও তেওঁলোকৰ পিছে পিছে লৰি নতুন আদৰ্শত লাগি-পৰি উঠিছিল। ঘৰুৱা অজ্ঞানৰ পৰা, অলস মনৰ পৰা, স্বাৰ্থভাবৰ পৰা মানুহৰ মন আঁতুৰি নিবলৈ লাগে আমাক প্ৰবল সাহিত্য। তদুপৰি সেই সাহিত্যও গঠনমূলক প্ৰণালী গঢ়ি জাতিক উচ্চ আদৰ্শলৈ টানি নিব লাগে, আন্ধাৰত পথৰ সন্ধান দিব লাগে।"

"তোমাৰ কথাবোৰত মোৰ মন নাচি উঠিছে। যদি যথাৰ্থতে এনে ভাৱত বাহিৰ হোৱা তেন্তে অচিৰতে অসমীয়া সাহিতৰ জয়বাৰ্তা বিশ্বজুৰি পৰিব। কেৱল তোমালোকৰ তৰুণ শক্তিৰ সজ ব্যৱহাৰ কৰা।"

"সেয়ে আচল কথা। জাতিৰ সৌন্দৰ্য সাহিত্য শিল্প-কলাৰ উৎকৰ্ষতাত। তাত নুই কৰিবৰ একো নাই। সময়ৰ লগে লগে জাতি ধ্বংস হ'ব পাৰে, কিন্তু জাতিৰ সাহিত্য দিনক দিনে উজ্বলি উঠে। ইংৰাজ জাতিও সময়ত অন্ত হ'ব পাৰে,

কিন্তু চেষ্টাপ্ৰণীয়েৰে বিশ্ব জয় কৰি ইংৰাজৰ জয়বাৰ্তা চৌদিশে উজ্জ্বলাই তুলিব।"

"তোমাৰ সুন্দৰ ভাববোৰে মোক আজি এখন সুন্দৰ কল্পনা-ৰাজ্যলৈ টানি নিব ধৰিছে। তোমাৰ সজ ইচ্ছা পূৰ্ণ হওক। অসমীয়া সাহিত্য জিলিকি উঠক। ভাল কথা, মই কিতাপবোৰ তোমাক দিম। তুমি অসমত সাহিত্যৰ স্পন্দন তোলা। কিতাপ এতিয়াই নিবা?"

"হয়।"

"বহা।" বুলিয়েই অসমীয়া সাহিত্যিক বোধনাথ বৰুৱা ভিতৰ সোমাই অলপ পিছতে কিছুমান কিতাপ লৈ আহি দেখুৱালে,

"চোৱা কিতাপবোৰ চাঙত তুলি থওঁতে থওঁতে নিগনিৰ ভোগ হৈছে। কিতাপবোৰ ইমান কষ্টকৈ লিখি ধন ভাঙি ছপায়ো অসমীয়াৰ মাজত দিব নোৱাৰিলো। ইয়াতকৈ কি বেজাৰৰ কথা হ'ব পাৰে। অসমীয়া লিখকৰ কিমান দুৰৱস্থা শুনিবা!"

"কওক।"

"প্ৰথমে ৰাতি-দিন খপি, নিশা তেলৰ চাকি জুৰি, মগজুৰ ব্যৱস্থা কৰি কিতাপ লিখিব। তাৰ পিছত সেইবোৰ ভালকৈ লিখি পঢ়িব পৰা কৰিব। তাৰ পিছত ৰচোতাই ছপাখানালৈ পঠিয়াব। ছপা কৰোঁতে প্ৰুফ চাই চাই ক'ত কষ্ট কৰিব। তাৰ পিছত যেতিয়া কথমপি ছপা হ'ব তেতিয়া অ'ৰ ত'ৰ পৰা ধাৰ-ঋণ কৰি টকা যোগাই কিতাপবোৰ ল'ব। তাতে কষ্টৰ সামৰণি নহ'ল। পিছত সেইবোৰ কেনেকৈ বেচে উপায় কৰিব লাগিব। যদি পাৰিলে বিকিলে নহ'লে কিতাপৰ দ'ম চাঙত ভেঁকুৰি নিগনি, পইতা-চৰাইৰ ভোগ হ'ল। অসমীয়া সাহিত্যিক হোৱা কিমান টান কথা চোৱা! তাৰ উপৰিও কিতাপ নপঢ়াকৈ বা দুই-এটা পঢ়িয়ে ডাঙৰ ডাঙৰ সমালোচনাৰ বকলা মেলা— লগে লগে ভব্য-গব্য সমালোচকৰ নাম পোৱা। সিপিনে লিখকৰ গতি যেনে নহওক।

যি নহওক এনে সময়ত যে তোমালোকে এনে মন মেলিছা এইটো বৰ আনন্দৰ কথা। কিতাপ শ শ টকা কপ ধনভাঙি উলিয়াব যদি কাৰোবাক উপহাৰ স্বৰূপে নিদিয়া বাটত পালেই কিহে তোমাৰ কিতাপখন মোলৈ দি নপঠিয়ালা। এখন Presentation Copy তো দিব লাগে। যদি তথাপি কিতাপ নিদিয়া পিছত কথা শুনিবা! ইস্ বৰ কিতাপখন উলিয়াইছে। আমি জানো চাওঁ চাওঁ কৈহে আছোঁ। যি সোপা চাগৈ লিখিছে!"

বুজিছো কিন্তু ইয়াৰ ওভোতা সোঁত বোৱাব লাগিব বুলিয়েই মই ভাবিছো। সাহিত্যিকৰ স্থান বহুত ওপৰত সেইটো প্ৰমাণ কৰিব লাগিব। অসমীয়া সাহিত্য চৰ্চা কৰি যে ধনী হ'ব পাৰে সেইটো ভাবিবলগীয়া কৰিব লাগিব। মই এতিয়া কিতাপবোৰ নিওঁ। কিতাপৰ সংখ্যা আৰু দাম এটা বহীত লিখক।"

"বোধনাথ বৰুৱাই লিখেলে। এবাৰ সুধিলে, তোমাৰ নাম?"

"মোৰ নাম অৰুণ।"

"সুন্দৰ নামটো, অসম আকাশত তুমি অৰুণ স্বৰূপে উদয় হোৱা এয়ে মোৰ বাঞ্ছা।"

"বাৰু এতিয়া আহিলোহে বুলি কিতাপবোৰ লৈ অৰুণে খোজ ল'লে। বোধনাথ বৰুৱাই সেইপিনে বহু পৰলৈ চাই থাকিল। সঁচাকৈ তেওঁ সাপোনত নে দিঠকত। অসমত এনে দিন আহিবনে যেতিয়া ঘৰতে বহি হাজাৰ হাজাৰ কিতাপ বিকিব পাৰিব। যেতিয়া অসমীয়া সাহিত্যৰ সৌৰভে আমোল-মোলাই গোটেই বিশ্বত জিলিকি উঠিব। বোধনাথ বৰুৱাই ভাবি থাকোতে তেওঁৰ জীয়েক সৰস্বতীয়ে আহি কাষ চাপি ক'লে দেউতা বিক্ৰম উৰ্বশীৰ সাধুটো কওঁ বুলি সিদিনা আন কথাতে লাগিলা। আজি কোৱা।"

"উৰুৰ পৰা এদিন সৃষ্টি হৈছিল বুলিয়েই উৰ্বশী। উৰ্বশী সুন্দৰী। ৰূপ-যৌবন উৰ্বশীৰ অতুলণীয়। সেই উৰ্বশী কুমাৰ বনত লতা হৈ ৰ'ল। সুন্দৰী উৰ্বশী এজোপা লতা হৈ নৃত্যকলা, মধুৰ সঙ্গীত সকলো পাহৰি কেৱে নজনা-নুশুনা বন লতা হৈ থকা অৱস্থা ভাবিলেও বেজাৰ নেলাগেনে? আজি আমাৰ অসমীয়া সাহিত্যৰে তেনে অৱস্থা নহয় জানো সৰস্বতী?"

"সকলোবোৰ ভাঙি কওক।"

"ক'ম। আগেয়ে শুন। এদিনা এই অসমীয়া সাহিত্য নদন-বদন আছিল। জাকত-জিলিকা আছিল। সময়ৰ লগে লগে আজি কেৱে নজনা, কেৱে নুবুজা সংসাৰৰ ছেই ছেই খোৱা অৱস্থাত পৰিছে। ইয়াৰ নৃত্য-ভঙ্গি, শিল্পকলা, আদিৰ চাঙত ভেঁকুৰিছে।

"কোন অজানা শাপত ইয়াৰ দুৰাবস্থা হ'ল ক'ব নোৱাৰোঁ সৰস্বতী! নাজানো কোন বীৰ পুৰুষৰ অবিৰ্ভাৱত এইয়া শাপ মোচন হৈ- উৰ্বশীৰূপে জিলিকি উঠিব। আজি সঁচাকৈ সৰস্বতী অসমত বিক্ৰম-উৰ্বশীৰ অৱস্থা হৈছে। বল সেই কালিদাসৰ লেখনিত ওলোৱা অমৰ কাব্য বিক্ৰম উৰ্বশীৰ কথা কওঁগৈ। তই যিমানেই শুনিবি আমনি নাপাব। আজি অসমতো বিক্ৰম উৰ্বশী উদ্ধাৰ কৰি জগতক দেখুৱাবলৈ মহাকবি কালিদাসৰ আৱশ্যক হৈছে।"

(২)

কবি সাধাৰণ সাজ-পাৰ পিন্ধি বোধৰূপ ধৰি বহি আছে। কি ভাবিছে কি কল্পনা কৰিছে তেওঁহে জানে। ক'ত মানুহ কাষৰ বাটেৰে গৈছে তাৰ নিৰ্ণয় নাই। সেইবোৰলৈ তেওঁৰ চকু নাই। এনেতে এজন ল'ৰামতীয়া ডেকা আহি তেওঁৰ কাষ পাই সুধিলে, "বোধনাথ বৰুৱাৰ ঘৰ ক'ত ক'ব পাৰেনে?" তেওঁ ধ্যান ভঙ্গ সাধকৰ দৰে অলপপৰ সেইফালে চাই থাকি ক'লে, "তেওঁক কিয়?"

"এটা কথা আছে। তেওঁক দেখা কৰিব লাগে।"

"তেওঁক দেখি লাভ?"

"আমি তেওঁৰ কিতাপবোৰ পঢ়ি বৰ ভাল পাইছো। সেই কাৰণে তেওঁৰ লগত কথা হ'বলৈ ইচ্ছা হৈছে।"

"তেওঁৰ কি কিতাপ আটাইতকৈ ভাল পোৱা?"

"কবিতা, নাট, উপন্যাস আৰু গল্প।"

"তেন্তে বাকী কি ৰ'ল?"

"তেওঁৰ সৰু সৰু প্ৰবন্ধ বৰ ভাল লাগে।"

"সেইবোৰ কিয় ভাল লাগে।"

"বেছিভাগ লিখাই বাস্তৱতাৰ একোখনি জল্ জল্ পট্ পট্ দৃশ্য। তদুপৰি আদৰ্শৰে ভৰপুৰ। আদৰ্শ আৰু বাস্তৱতাৰ মাজত এটা লুকা-ভাকু খেলা।

"তোমাৰ কথা শুনি মোৰ ভাব হৈছে তুমি সাহিত্যৰ সোৱাদ পোৱা। তুমি কিমানলৈ পঢ়িছা?"

"এতিয়া "ল" পঢ়িছোঁ।"

"ভাল কথা, "ল" পঢ়ি কি কৰিবা?"

"সচৰাচৰে যি কৰে।"

"যদি উকিল হৈ টকা নোপোৱা?"

"খেতি কৰিম।"

"নিজে নে আনৰ হতুৱাই।"

"পাৰিলে নিজে, নোৱাৰিলে আনৰ হতুৱাই।"

"মিছা কথা।"

"মিছা কোৱা মোৰ অভ্যাস নাই। তেনেকৈ আপুনি কোৱা যুগুত হোৱা নাই।"

"তোমাৰ "ল" পঢ়া মিছা, খেতি কৰা আতোকৈ মিছা। আচলতে তুমি একো কৰিব নোৱাৰিবা। আইবো বাৰ্তা গজাবো যাত্ৰা সংসাৰত সদায় নঘটে। "ল" পঢ়িছা যেতিয়া ভালকৈ 'ল'কে পঢ়ি ভাল উকিল হৈ টকা ঘটা আৰু যদিহে খেতিয়ক হ'বৰ ইচ্ছা-এগ্ৰিকালচাৰ কলেজত পঢ়ি-বৈজ্ঞানিকৰূপে খেতি কৰিবলৈ শিকি নিজৰ আৰু দেশৰ মঙ্গল সাধা। ভাটিয়নী পানীত সাঁতুৰি নাযাবা। ইটো নহ'লে সিটো হ'ব এইটো দুৰ্বল মনৰ কথা। আচলতে তুমি 'ল' পঢ়ি ভাল নোপোৱা।"

"কেনেকৈ জানিলে?"

"তোমাৰ কথাই কয়। কেৱল সমাজে উকিলক মান কৰে বুলি তুমি 'ল' পঢ়িছা। তদুপৰি তাৰে আলম লৈ যদি টকা ঘটিবলৈ সুবিধা হ'ল তেন্তে ভালেই। বাৰু কোৱা তুমি 'ল' পঢ়িছা কেলেই? "ল"ৰ কিতাপবোৰ ভালকৈ পঢ়ি মোক্কেল নহ'লেও তুমি সেইবোৰ অধ্যয়নতে মুগ্ধ হৈ থাকিবা জানো?"

"অসম্ভৱ, "ল" পঢ়িছো কোনোমতে পাছ কৰি উকিল হ'বলৈ, লগে লগে গাঁও-ভূঁই, সমাজত মান লভিবলৈ আৰু টকা ঘটিবলৈ। "ল"ত ব্যুৎপত্তি লভি লাভ কি? ৰামবিহাৰী ঘোঁৰৰ দৰে মুখাফুটা আইন জনা অসমত একো আৱশ্যক নাই।"

"সেই কাৰণে সকলে পৰা মিছাত ভৰি দিছা, মিছাতে সাঁতুৰিছা গতিকে সকলো যে মিছা হ'ব তাত সংশয় নাই। এতিয়াই তুমি মিছা কোৱা অভ্যাস নাই বুলি কোৱা নাইনে? সিও যে তোমাৰ মিছা কথা।

"চোৱা, পঢ়িবৰ দিন ধৰি, পঢ়াত তোমাৰ মন নাই। বি-এ ও পাছ কৰিছা তথাপি পঢ়িব লাগে বুলি ভাব নাই, কেৱল পাছ কৰা জৰটোৰে মন আগুৰি আছে। কেৱল ভৱাৰ ওপৰত তোমালোকৰ শিক্ষা। সেই কাৰণে-অসমীয়া ল'ৰা, মাদ্ৰাজী, পাঞ্জাবী, বঙালী ল'ৰাতকৈ চোকা নহয়।"

ডেকা কৰুণা নিমাত হ'ল।

"চোৱা এক আনন্দৰাম বৰুৱা ওলাইছিল। তেতিয়া কলেজ অসমত নাছিল। কিন্তু কলেজ হোৱাত হেজাৰ হেজাৰ ল'ৰা বি,এ পাছ কৰিও দ্বিতীয় আনন্দৰাম বৰুৱা নাই কিয়?"

"সেই দিন আৰু আজিৰ দিনৰ বহুত পাৰ্থক্য। আজিকালি বিলাতলৈ যাবলৈ ধন ক'ত?"

"হাঃ হাঃ" বুলি বোধনাথ শৰ্মাই হাঁহি ক'লে, "আনন্দৰাম বৰুৱাই কিমান ধনৰ টোপোলা ঘৰৰ পৰা লৈ গৈছিল? বৰং আনন্দৰাম বৰুৱাৰ সময়ত ভাৰতত আই-চি-এছ পৰীক্ষাকে দিব নোৱাৰিছিল। আনকি অসমত কলেজো নাছিল। আচল কথা এতিয়া অসমীয়া ল'ৰাৰ ধনতকৈ মনৰ অভাব। তোমালোকৰ এটা ভাব হৈছে- কোনোমতে চুঁচৰি বাগৰি পাছ কৰিলেই হয়। কি কোৱা? পঢ়া অধ্যৱসায়, পঢ়া যে ধ্যান-সাধনা সেইটো তোমালোকে নাভাবা। তদুপৰি তোমালোকে আজি ভাবা যেন অসমীয়া ল'ৰাই আনৰ লগত একোতে ফেৰ পাতিব নোৱাৰে। যি জাতিৰ ধ্যান-সাধনা নোহোৱা হয় সেই জাতি চঞ্চল আৰু চঞ্চল জাতিয়ে কোনো কামতে লাভ কৰিব নোৱাৰে।

"কিন্তু ৰাজনৈতিক ক্ষেত্ৰত অসমীয়াই আগতকৈ বেছি আগবাঢ়িছে বুলি আপুনি কোৱা সম্পূৰ্ণ ভুল।" যি জাতিৰ সাধনা নাই, চঞ্চলতা যাৰ সহচৰ সেই জাতিয়ে ৰাজনীতিত নামিব নোৱাৰে। বাৰু কোৱা তোমালোকৰ মাজত তেজী আৰু......মণিৰাম দেৱান কেইজন?"

"মণিৰাম দেৱান নহ'ব পাৰে, কিন্তু কংগ্ৰেছ নুবুজা অসমীয়াই আজি কংগ্ৰেছত যোগ দিছে, কংগ্ৰেছ ঘৰত পাতিছে।"

"হাঃ হাঃ কংগ্ৰেছত যোগ দিলেই ৰাজনীতি অধ্যয়ন নহয়। কিন্তু কংগ্ৰেছত যোগ দি কেইজন অসমীয়াই ভাৰতৰ জনাজাত কংগ্ৰেছমেন হৈছে। কেইজন অসমীয়াই কংগ্ৰেছত আধিপত্য কৰিব পাৰিছে। কেইজন-অসমীয়াই কংগ্ৰেছক নতুন পন্থালৈ টানি আনিব পাৰিছে? কেৱল পাছে পাছে যোৱা, কেৱল অনুকৰণ কৰা, কেৱল বৰ্ষেত টিলিঙা মাৰিলে ইয়াত প্ৰতিধ্বনি কৰা। অসমীয়াৰ ভিতৰত জৱাহৰলাল ওলাব নোৱাৰিলে, অসমীয়াৰ ভিতৰত ভুলাভাই নোলায় কিয়? অসমীয়াৰ ভিতৰত বল্লভভাই ক'ত? অসমীয়াৰ Organising Capacity ৰ অভাৱ কিয়? মাথোঁ সিদিনা স্বাধীনতা হেৰোৱা অসমীয়াই স্বাধীন পথৰ বাট দেখুৱাবহে লাগে বহুদিন আগেয়ে স্বাধীনতা মাণিক হেৰোৱা মানুহে বাট দেখুওৱাত বহুতো ভুল থাকিব পাৰে, আকৌ সেই ভুল পন্থাকে অসমীয়াই চকু মুদি কিয় গ্ৰহণ কৰিব? বিশেষতঃ স্বাধীনতা প্ৰিয় অসমীয়া ইমান কম বছৰতে অসমত নোহোৱা হ'ল কিয়? গৱৰ্ণমেণ্টক গালি পৰা আৰু জেলত দুদিন কঁপি-জপি সোমালেই ৰাজনৈতিক পুৰুষ হ'ব নোৱাৰে। লাগে সাধনা, সাহস। শক্তি?"

"বহুতো কথা হ'লো। আন সময়ত এই সম্বন্ধে কথা হ'ম। এতিয়া সময় নাই। কিন্তু বোধনাথ ডাঙৰীয়াৰ ঘৰ কোনটো?"

"তেওঁ বোধৰূপে অৱতাৰ ধৰিছে। দেখি-শুনি সমূলি নিতাল মাৰিছে। তেওঁক দেখা-নেদেখা সমান। বৰং এডোখৰ মৰা মদাৰগছ দেখিলেও ৰঙ পাবা, জুই লগাবলৈ কামত লাগিব কিন্তু তেওঁক দেখি লাভ নাই।"

"আপুনি তেওঁক ভাল নাপায়?"

"নিশ্চয় নাপাওঁ, হাজাৰবাৰ কওঁ তেওঁক ভাল নাপাওঁ। বোলো য'ত জুই নাই তাত ফুফুৰাই মৰাৰ আৱশ্যক কি? য'ত নিজৰ শক্তি নাই তাত আনক কেনেকৈ শক্তিৰ বাট দেখুৱাব? কেৱল লিখে, লিখে, লেলপেলকৈ কবিতাৰ শব্দৰ স্পন্দন তুলি লিখে, কিছুমান নলগা বস্তুৰ যোজনা কৰি নাটক কৰে, উপন্যাস গঢ়ে আৰু ক'ত মূৰ্ত্তি সেইবোৰ কৰি কি লাভ? তাতকৈ বৰং খাই-লৈ ঘৰত বহি ৰং-ধেমালি কৰা, যেনে দেশৰ দুখত কান্দি অস্থিৰ- দেশৰ সুখত মহা আনন্দ হৰ্ষ। সেইবোৰ নকৰি তেলপুৰি-ওৰে ৰাতি লিখা-পঢ়া কৰা তুলাপাত নষ্ট কৰাৰ আৱশ্যক কি?"

"এৰা কথাটো অৱশ্যে হয়? সাহিত্যৰনো এতিয়া কি আৱশ্যক?"

"আকৌ চঞ্চলতা। মুহূৰ্ত্তৰ আগেয়ে সাহিত্য সেৱকক চাবলৈ ঢাপলি মেলি আহিলা, দেৱতুল্য ভাবি কত ভক্তি ভাৱত তেওঁক বিচাৰি আহিলা, কিন্তু মোৰ দুষাৰ ফপৰা কথা শুনি ততালিকে সকলো পাহৰিলা। মুঠৰ ওপৰত তেওঁক তুমি চাবলৈ অহা নাই, কিবা দেখুৱাব আহিছা। কিবা লিখিছা?নে সাহিত্যিকৰ শাৰীত তুমিও উঠিব খুজিছা? কবিতা?"

"হয় দুটামান কবিতা লিখিছিলোঁ। সুবিধা পালে তেওঁক দেখুৱালোঁহেঁতেন।

"আচল কথা সেয়ে। কিন্তু কবিতাতো যুগ-যুগান্তৰ- কালিদাস, ভৱভূতি, ওৱার্ডছ্বার্থ, গ্যেটে, শ্যেলি, বাইৰণ, হোমাৰ, ব্যাস, বাল্মিকীয়ে- কত লিখি গ'ল। অসমতো শঙ্কৰ-মাধৱ, ৰামসৰস্বতী আদিয়ে কবিতাৰ পাৰ ভাঙি অসম বুৰাই পেলালে- আজিলৈকে তেও কবিতাৰ সোঁত বন্ধ নহ'লনে? দুটা কোনোমতে শাৰী মিলাব পাৰিলেই কবিতা ৰূপ মূৰ্তি ধৰি- ওলাল-ওলাল দিনচেৰেক পিছুতে- মহাকবি-মহা সাহিত্যিক নাম ফুটি উঠিল। কিকোৱা বিশেষতঃ অসমীয়াৰ পক্ষে সেইটো বৰ সুবিধা। কোনে ৰাতি-দিন খপি সাহিত্য সাধনা কৰে। তাতকৈ অলপ বহি দুটা কবিতা লিখিম, মাহেকীয়া আলোচনীত ছপালে লগে লগে সাহিত্য ধ্বজ আপোনা আপুনি ওলাই পৰিব। কি কোৱা? Seriusness of purpose অৰ্থাৎ কোনোমতে উঠি-পৰি লগা স্বভাব আমাৰ ক'ত? কেৱল আভুৱাভাবী কেৱল সকলোতে ভুৱা-লাগে নাম- কাম সিপেনে যেনে নহওক! সেই কাৰণে আমাৰ সাহিত্যৰো সেই দশা। নহয় বাৰু?"

"কথাটো অৱশ্যে হয়।"

"ততালিকে মান্তি হ'ল, মই ক'লো বুলি নে আচলতে?"

"আচলতে।"

"তোমালোকৰ মনত আচল আৰু অসাৰৰ প্ৰভেদ কি তোমালোকে জানা? বোধনাথক চাই কি লাভ হ'ব, তাতকৈ যোৱা শ্যেলি, ওৱার্ডছ্বার্থ, টেনিচন, বাইৰণ, কালিদাস. ভৱভূতি, গ্যেটে আদি পঢ়ি তোমাৰ লিখা বিজাই চোৱাগে। যোৱা বাৰ্নাৰ্ডশ্ব, ৰোঁমা ৰোঁলা, ডষ্টয়েভস্কি, ভিক্টৰ হিউগ মেলি চোৱাগে জগত কোনপথে যাব ধৰিছে। জগতৰ সাহিত্যই কি বিচাৰে? সেইবিলাক হ'বলৈ কি সাধনা লাগে? অসমীয়া কবি অসমীয়াৰ সাহিত্যিক হ'বলৈ অতি সহজ। ভূগোল আৰু অঙ্কৰ কিতাপ বা ধাৰাপাত লিখিও সাহিত্যিক নাম পায়। দুশাৰী আখৰ মিলাই লিখিলেও কবি, আৰৌ অ'ৰ-ত'ৰ দুটা শিলগুটি, ভটাগুটি, দুটা পুৰণি বৰটোপ হিলে, বা দুটা ভগ্না-ছিগা মূৰ্তি গোটাব পাৰিলেই মহা অনুসন্ধানব্ৰতী- প্ৰত্নতাত্ত্বিক। ইপিনে অসমীয়াই একো নোৰবা ভাব, আনপিনে নিজৰ অহঙ্কাৰত নিজে গদাটোপা হৈ থকা স্বভাৱে অসমক পিছলৈ আৰু পিছলৈ শেহত ৰসাতললৈ টানি নিব ধৰিছে। বাৰু যোৱা বোধনাথক চাই লাভ নাই, পাৰা যদি দেশ মাতৃক কিবা পৰিশোধ কৰাগে।" বুলিয়েই বোধনাথ কৰুৱা ভিতৰ সোমাল। ডেকা কৰুণা তাতে কিবা ভাবি, আকৌ তেওঁ ওলাই আহিব বুলি বহিয়ে থাকিল। কিন্তু হায়। বোধনাথে ভিতৰ সোমাই কোন আথাউনি সাগৰত বুৰ মাৰিলে কোনেও ক'ব নোৱাৰে।

(৩)

"আপুনি ইয়াত বহি কি ভাবিছে? দেউতাক লগ পাব?" 'তেওঁ ভিতৰ সোমাই কি কৰিছে?"

"তেওঁক এতিয়া লগ নাপায়।"

"কিয়? কি কৰিছে?"

"তেওঁ পঢ়া কুঠৰিত আছে। পঢ়া কুঠৰিত থাকিলে তেওঁক, মাতিবলৈ বাধা।"

"তেওঁ কি কৰে?"

"তাত পঢ়ে আৰু লিখে। আপুনি দেউতাৰ কিতাপ পঢ়া নাই ? কি কিতাপ?"

"কত কিতাপ, পদ্য, নাটক, উপন্যাস। কিয় বীৰ পূজা কবিতা তেওঁৰ পঢ়া নাই।"

"কি? বুলিয়েই কৰুণা উচাপ খাই উঠিল।"

"তেন্তে যাক লগ পাব আহিছিলো তেওঁৱেই সেই?"

"আপুনি উচাপ খাই উঠিল কিয়? অসমীয়া সাহিত্য আপোনালোকে নপঢ়ে?"

"কিয় নপঢ়িম?"

"তেন্তে দেউতাৰ ইমান কিতাপৰ ভিতৰত এখনৰ কথা ক'ব নোৱাৰে। আপোনালোকে যদি অসমীয়া নপঢ়ে তেন্তে আন কোন বিদেশীয়ে পঢ়িব?"

"তোমাৰ নাম কি?"

"সৰস্বতী।"

"সুন্দৰ নামটো। দেউতাক চাই জীয়েক। তোমাক সৰস্বতী বুলি মাতিলে বেয়া পাবা?"

"কিয় পাম?"

"ভাল কথা। অসমীয়া কিতাপ পঢ়ো। কিন্তু কিতাপ কিনা আমাৰ অভ্যাস নাই। হ'বই বা কেনেকৈ। জানা নহয়

অসমীয়া মানুহবোৰ কেনে টোকোনা।"

"টোকোনা হ'ব পাৰে, কিন্তু কিতাপ কিনিবৰ নিমিত্তে ধনতকৈ মনটোহে আৱশ্যক। সঁচাকৈ ক'ব লাগিলে অসমীয়া জাতি লক্ষভ্ৰষ্ট হৈছে।"

"কেনে?"

"চাওক, অসমীয়া যি ল'ৰাই দহ টকাৰে চলিছিল তেওঁ হঠাৎ হাকিম বা আন কোনো ডাঙৰ পদবী পালে চাৰিশৰে ঘৰ চলাব নোৱাৰে। তাৰ কাৰণ কি?"

"তেতিয়া যে সমাজ অনুযায়ী খৰচ বেছি পৰে।"

"সেইটো অৱশ্যে হয় কিন্তু তাতোকৈ ডাঙৰ কথা অসমীয়া জাতি বৰ স্বাৰ্থপৰ হ'ব ধৰিছে। হাকিম হৈয়ে তেওঁলোকে মাটি-বাৰী, সুন্দৰ ঘৰ, সেইবোৰৰ সাজ-সৰঞ্জাম, লগে লগে তিৰোতা, ল'ৰা-ছোৱালীক অলঙ্কাৰ, কাপোৰ-কানি, এছেন্স, পমেটম-মোজা আদিৰে বিলাসিতাৰ সাগৰত বুৰাই পেলায়। কিন্তু তেওঁলোকৰ ওচৰ-চুবুৰীয়াই এসাঁজ খাইছে নে লঘোনে আছে সেইটোলৈ মন-কাণ নাই। তেওঁলোকে এপইছাও ভাল কামত সহায় নকৰে। ভাল কামৰ নিমিত্তে অলপ কিবা খুজিব যোৱাচোন দেখিবা তেওঁলোকে গহীনাই মাত দিব সেইবোৰ কি আৱশ্যক। মিছামিছি টকাৰ খৰচ। অৰ্থাৎ তেওঁলোকে জানো প্ৰত্যেকটো পাই অবাবত খৰচ নকৰে। এখন কিতাপ লৈ যাবা ক'ব এতিয়া আমাৰ সাহিত্যৰ আৱশ্যক কি? দেশৰ ভালৰ নিমিত্তে যাব- এ আমি সেইবোৰত সহায় কৰিব নাপায় নহয়। সাহিত্যৰ কাৰণে পইছা খুজিবা ক'ব কি, সাহিত্যৰ কি আৱশ্যক। মানুহে দেশত দুসাজ খাব নোপোৱাত পৰিছে। এনে সময়ত সাহিত্য-কবিতা-ৰস, কাব্যৰ কি আৱশ্যক? যেন তেওঁলোকে খাব নোপোৱা মানুহক সকলোপ্ৰকাৰে সহায়হে কৰিব ধৰিছে! দুখীয়া ভিকহু এজন খুজিবলৈ যাব, এই ভিক্ষাৰী দলটোৱে অসমীয়াক টোকোনা কৰিলে। এইবোৰক ভিক্ষা দিয়াৰ পৰা একো লাভ নাই। বৰং ভিক্ষা নাপালে ইহঁতে কামত লাগিব। অৰ্থাৎ যেন তেওঁলোক দেশৰ ভাবনাত অস্থিৰ! কোঁনো দেশৰ নিমিত্তে এনেভাবে চিন্তা কৰা লোক থাকিলে দেশ ৰসাতললৈ যাব নোৱাৰিলেহেঁতেন, কি কয়? আচলতে কথা কিয় যে লাগে-কিহত খৰচ কৰিব লাগে সেইটোলৈ বুজ নাই। ইপিনে চোৱাগৈ ইবিধ কিৰফিৰীয়া শাৰী, ইবিধ স্নো, চাবন, পমেটম লগে লগে সুন্দৰ সুন্দৰ জোতা, চাদৰ, এচেন্স আৰু কত কি নামেই মনত নপৰে। বাৰু কওকচোন, অসমীয়া হাকিম কৰি আমাৰ কি লাভ হৈছে? আমাৰ লক্ষ্য ভ্ৰষ্ট হৈছে।"

"আগেয়ে এনে জানো নাছিল?"

"নিশ্চয় নাছিল। আগেয়ে প্ৰত্যেক ডাঙৰ মানুহৰ হাউলিত পঢ়া ল'ৰাৰ ঘৰ কৰি দিছিল। সিহঁতক সহায় কৰিছিল। ওচৰ-চুবুৰীয়াৰ খা-খবৰ কৰিছিল। বেমাৰ-আজাৰ হ'লে ডাক্তৰ-কবিৰাজ মাতিছিল। কোনো টানত পৰিলে-টকা-পইছাৰে সহায় কৰিছিল। আনকি পেঞ্চন পালেও তেওঁলোকে যে দেশৰ কাৰণে অলপ-অচৰপ কৰিব লাগে সেইটোলৈ ভাবিছিল। একো নোৱাৰিলেও দুই-এখনি কিতাপকে লিখিছিল। কিন্তু আজিকালিৰ দৰে সাহিত্য বুলিলে নাক কোঁচাই, দেশৰ ভালটোৰ কথা শুনিলে ভয়তে থৰথৰে কঁপে, যেন সেইটো মহাপাপ। আনপিনে মদ, লুকাই চুৰকৈ, শত ব্যভিচাৰ, আৰু কত কি!" বুলি কৈয়ে সৰস্বতীয়ে কৰুণাৰ মুখলৈ চালে। দেখিলে কৰুণাই থৰ হৈ তেওঁৰ কথা শুনিয়ে আছে। দুয়োৰো চকুৱে চকুৱে পৰি কৰুণাই ততালিকে তলমুৰা কৰিলে। সৰস্বতীয়ে আৰু কিবা ক'ব ধৰোতে বোধনাথে আকৌ ওলাই আহি "তুমি এতিয়াও যোৱা নাই?" বুলি কৰুণাৰ পিনে চালে। কৰুনাই ক'লে, "যাওঁ, মই বৰ দোষ কৰিছোঁ। মোক ক্ষমা কৰিব। আপোনাক চিনি পোৱা নাছিলোঁ।"

"চিনি নোপোৱা ভাল। চিনি পাবলগীয়াও নহওঁ।"

"এতিয়া উঠোহে, মোৰ সেৱা ল'ব। আপোনাৰ ওচৰলৈ কেতিয়াবা সাহিত্য আলোচনা কৰিবলৈ আহিম। কিজানিবা অলপ চকু মুকলি হয়।"

"সাহিত্য-সাহিত্য! বুজিছো মই সাহিত্যিক নহওঁ।"

"আপুনি যদি সাহিত্যিক নহয় অসমত আজি সাহিত্যিক কোন?"

"অৱশ্যে মই বেছিকৈ চাহ খাওঁ। যদি সেই হিছাপে চাহিত্যিক বোলা তেন্তে মোৰ আপত্তি নাই। সাহিত্য বৰ ডাঙৰ বস্তু। তাক যেয়ে-সেয়ে অধিকাৰ কৰা টান আৰু যাকে-তাকে সাহিত্যিক বুলিলেও সাহিত্যৰ অপমান কৰা হয়। বাৰু যোৱা, কেতিয়াবা যদি কিহবাত সহায় কৰিব পাৰোঁ তেন্তে পাছ নুহঁহকোঁ। কিন্তু জানিবা সাহিত্যিক নহয় বৰং সাহিত্য সেৱক হ'বলৈ যত্ন কৰিবা সৰস্বতী। এখন বিচনী আনি মোক বাও দে, মই এই ব'দ কাঁচিয়লিতে বহি অলপ

জিবাওঁ।"

ৰুকণাই ক'লে, "আপোনাৰ আকৌ জিৰণি। জিৰণি লওঁতে লওঁতে বা কত ভাবে।"

"ভবাতো সুখ আছে। সুখ থাকিলেই জিৰণি। বাৰু যোৱা। সৰস্বতী। নালাগে এটা অইন কাম আছে।" বুলি আকৌ ভিতৰ সোমাল।

ৰুকণাই ভাবিলে কি আচৰিত জীৱ। ভদ্ৰতা, শিষ্টাচাৰ সমাজৰ চলন-ফুৰণৰ লগত এওঁৰ একো সম্বন্ধ নাই।

আকৌ বোধনাথ বৰুৱা ওলাই আহি, "তুমি এতিয়াও যোৱা নাই। দেখিছোঁ তোমালোকে সময়ৰ মূল্য নুবুজা। বৰ্ত্তমান কালত ইমান ঘড়ী-ঘন্টা হোৱাৰ লগে লগে দেখিছোঁ তোমালোকে সময়ৰ মূল্য সমূলি নুবুজাত পৰিছা। ইয়াত এনেকৈ সোৰোপা হৈ বহি থাকা কিয়, কেইডালমান.... নকটাগৈ বা এখনি কিতাপ নপঢ়াগৈ কিয়, নাইবা সাঁতুৰি-নাদুৰি, বং ধেমালি নকৰাগৈ কিয়'? বোধ কৰোঁ দুঘন্টা ইয়াতে বহিলা। মানুহৰ জীৱনৰ দুঘন্টা সময় অতি মূল্যবান বুলি কৈ আকৌ ভিতৰ সোমাল। ৰুকণাই এইবাৰ বহি থাকিবলৈ আৰু সাহ নকৰি ঘপৰাই উঠিল। বাটত সি কত কথা ভাবিলে আদি-অন্ত নাই। বোধনাথৰ আচৰিত কথা-বতৰা, আনপিনে সৰস্বতীৰ অমায়িক সুন্দৰ কথা-বতৰা, জ্ঞানগৰ্ভ আৰু সাৰুৱা কথা। হঠাৎ তাৰ মনত খেলাল কিন্তু সৰস্বতীয়ে কিমানলৈ পঢ়িছে সেইটো সি এবাৰো নুসুধিলে।

(৪)

হেলাই-হেফাই অৰুণ আহি ততালিকে "চুটকেছটো" মাটিত থৈ এখন চকিত বহি মেজত থকা খবৰৰ কাগজখন লৈ বিচনী কৰি বাও দিব ধৰিলে। লগে লগে চ'ৰাঘৰৰ চাৰিবেৰত আঁৰি থোৱা ছবিবিলাকলৈ চাই ৰ'ল। এনেতে বোধনাথ কবিৰ জীয়েক আহি ক'লে, "আপুনি দেখো বাতৰি কাকতৰ সজ ব্যৱহাৰ কৰিছে?"

"এৰা, অসমীয়া বাতৰি কাকতৰ সজ ব্যৱহাৰ ইয়াতকৈ আৰু কি হ'ব পাৰে?"

সৰস্বতীয়ে হাঁহি হাঁহি ক'লে, "আপুনি অসমীয়াক খিলায়?"

"অসমীয়াক কিয় খিলায়? সেইবুলি অসমীয়াৰ বেয়া গুণবোৰো, বেয়া বস্তুবোৰো জাতিৰ বস্তু বুলি প্ৰশংসা কৰিমনে? বা সেইটোকে খামোচ মাৰি ধৰি থাকিমনে? সে তুমি ক'ব খোজা অসমীয়াৰ কানি খোৱা যুগ-যুগান্তৰ ধৰি চলি আহিছে, সেইবুলি কানি খোৱাটো অসমীয়াৰ জাতীয় বস্তু বুলি তাতো প্ৰশংসা কৰিমনে? মই তেনেবিধ জাতীয়তা-বাদী সংৰক্ষক নহওঁ।"

"যদি অসমীয়াৰ আই মোৰ বেয়া হয় তেন্তে তেওঁলোকক আপুনি খিলাব বা আই বুলিলে লাজ পাব?"

"অৱশ্যে কানি খোৱাৰ লগত আইৰ বিজুলি নহয়। তথাপি তুমি কৈছা যেতিয়া তাৰ উত্তৰত কওঁ, ভাল আইক ভাল বোলা, বেয়া আইক বেয়া বুলিবৰ বোধ কৰোঁ সকলোৰে অধিকাৰ আছে। তদুপৰি বৰ্ত্তমান সময়ত অসমীয়া পুৰুষসকল বেয়া হ'লেও মাতৃসকল বেয়া বুলি বা কৰ্তব্যভ্ৰষ্ট হোৱা বুলি ক'ব নোৱাৰো। মোৰ বোধেৰে মাতৃসকল কৰ্তব্যবোধেহে অসমীয়া জাতিক এতিয়াও থিয় কৰি ৰাখিছে। অৱশ্যে ভৱিষ্যতত কি হয় ক'ব নোৱাৰোঁ, যদি বৰ্ত্তমান শিক্ষাই তেওঁলোকক আওবাটেৰে কৰ্তব্যভ্ৰষ্ট নকৰে।"

"শিক্ষা নহ'লে- মাতৃ কেনেকৈ ভাল হ'ব পাৰে মই নুবুজোঁ। বাহিৰ জগতত কি হৈছে তাৰ ভু নাপালে, চুকৰ ভেকুলীৰ দৰে মই জনা মইবৰ ভাবটো লৈ থাকিলেই ভাল হ'ব নোৱাৰে।"

"শিক্ষা লাগে। বাহিৰ জগতৰ বাতৰি যেনে আৱশ্যক, ভিতৰৰ অন্তঃপুৰৰ তেনেকৈ খা-খবৰ ৰখাও তেনে আৱশ্যক। ইয়াৰ এবিধৰ অভাৱত আনবিধ উজ্জ্বলি উঠিব নোৱাৰে। ওঁ অন্তৰৰ পবিত্ৰতা আৰু বাহ্যিক পবিত্ৰতাৰ সম্বন্ধৰ নিচিনা।"

"আপুনি দেউতাক বিচাৰিছে?"

"এৰা।"

"সৌৱা তেওঁ আহিছে।" এনেতে বোধনাথ সোমালহি।" পিছে তুমি কি কৰিলা।"

অৰুণে জেপৰ পৰা তিনিখন দহটকীয়া নোট উলিয়াই, "ধৰক আপোনাৰ অনুগ্ৰহত- মোৰ কমিছন যাদে এয়ে।"

বোধনাথে এনেতো আশা কৰা নাছিল। অসমত যে

বোধনাথে এনেতো আশা কৰা নাছিল। অসমত যে কিতাপ কেনভাচেৰে বেচিব পাৰে সেইটো আকাশত চাংপতা স্বৰূপ বুলিয়ে তেওঁৰ ধাৰণা আছিল। অলপ থমক খাই ক'লে, "দেখিছো অসমত শুভ দিন আহিব ধৰিছে।"

শুভদিন সদায় আছে, কেৱল শুভকো যদি আমি অশুভ কৰো তেন্তে উপায় কি? আমি একো নাই, একো নাই, একো কৰিব নোৱাৰো- এই ভাবটোৱে সাঙুৰি এটা অপদাৰ্থ জাতি হ'ব ধৰিছে৷ আমাৰ উদ্দীপনা, আমাৰ সাহ, বল-বীৰ্য সকলো এটা 'নাইত' পৰিণতি লাভ কৰিছে।"

"এৰা কথাটো তেনে বিধৰে। কিন্তু চেষ্টা কৰিলে বোধ-কৰোঁ অসমীয়া জাতিটো আকৌ এটা প্ৰবল জাতি কৰি তুলিব পাৰি।"

"কেনেকৈ?"

"বুজিছা অসমীয়া লোকসংখ্যা নিচেই তাকৰ। আনপিনে অসমৰ মাটি বৰ সাৰুৱা, লগে লগে বহুতো মাটি এনেয়ে পৰি আছে। যদিহে কেৱল চেষ্টা কৰি "Industrial revolution আনিব পাৰি নতুন ধৰণৰ বৈজ্ঞানিক উপায়ে খেতি কৰি কম মানুহৰ পৰিশ্ৰমেৰে বহুতো ঠাই চহাই ভাল ভাল খেতি-বাতি কৰি সেইবোৰ বাহিৰলৈ ৰপ্তানি কৰিব পাৰি, বা Raw materials (কেঁচা বস্তু) বোৰক আকৌ নিজ দেশতে খটাই নতুন নতুন ধৰণৰ বস্তু বাহিৰ কৰি উমৈহতীয়া কাৰবাৰ কৰিব পাৰে তেন্তে অসম আকৌ জিলিকি উঠিব। সাধাৰণ মানুহৰ টকাৰ বল হ'লেই মনৰ বল, মনৰ বলেই দেশৰ উন্নতি।"

"কথাটো দেখোতে বা শুনোতে সুন্দৰ সঁচা। কিন্তু তাৰ দ্বাৰা Capitalists (ধনী দল) আৰু দুখীয়া দলৰ কেৱল ধনীৰ কৃপাৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব। শেহত সাধাৰণ দাসত্বৰ অভিনৱ সৃষ্টি হ'ব।"

"কথাটো সঁচা। তেন্তে তুমি কি কৰ খোজা?"

"মই কওঁ- অসমৰ মাটি কিমান আছে, লোকসংখ্যা কিমান আছে সেইটো ভালকৈ নিৰ্ণয় কৰি প্ৰত্যেক মানুহে-যিমানখিনি চহ কৰিব পাৰে সেইটো অনুপাত কৰি কিমান মাটি এনেয়ে পৰি থাকিব আগেয়ে চাব লাগিব। সেই মাটিবোৰ গৱৰ্ণমেণ্টৰ agriculture বিভাগে চহাব লাগিব। Agriculture বিভাগ কেৱল কেইজনমান বিষয়া ৰাখি দৰমহা দিয়া, খেতি চোৱা বা বছৰেকীয়া ৰিপোৰ্ট দিয়া হ'লেই নহ'ব। গৱৰ্ণমেণ্টৰ খেতি বিভাগে বছৰৰ শেষত কিমান শস্য উলিয়াব পাৰিলে সেইটোৰ ওপৰতহে তাৰ কৃতকাৰ্যতা বুজিব লাগিব। গৱৰ্ণমেণ্টৰ ফাণ্ডৰ টকাৰে ইচ্ছামতে বৈজ্ঞানিক ধৰণৰ খেতি কৰিব পাৰিব। সেইবোৰত বহুতো নিবনুৱাই কাম পাব। লগে লগে বৈজ্ঞানিক ধৰণৰ খেতিৰ মোল মানুহে বুজিব। আনপিনে তাৰ লাভ এজনে নোপোৱাত গৱৰ্ণমেণ্টৰ হোৱাত উমৈহতীয়া ৰাইজৰ টকা হ'ব আৰু সেই টকা সৰ্বসাধাৰণৰ ভালৰ কাৰণে ; শিক্ষা-দীক্ষা, জ্ঞান, স্বাস্থ্য লাভ কৰাত সহায় কৰিব পাৰিলে অসমীয়া ল'ৰাক আন আন বিদেশলৈ খেদাই বেলেগ বেলেগ বিষয়ত শিকাই আনি অসমক জাকত জিলিকা কৰিব। তেতিয়া ধনী সম্প্ৰদায় আৰু দুখীয়া সম্প্ৰদায়ৰ মাজত ডাঙৰ পাৰ্থক্য নাথাকিব।"

"কথাটো অৱশ্যে ভাবিবলগীয়া। ঔ এটা কথা, তুমি একো খোৱা নাই?" "অৱশ্যে খোৱা নাই, কিন্তু আপোনোলোকক আমনি নিদিওঁ।"

ইমানবোৰ কথা সৰস্বতীয়ে তন্ময় হৈ শুনি আছিল। কিন্তু "খোৱা নাই" কথাষাৰ সৰস্বতীৰ কাণত বৰকৈ লাগিল। তেওঁ ততালিকে উঠি গ'ল। অলপ পিছতে চাহ- পিঠা-পনা আনি অৰুণৰ সমুখত থ'লে।

অৰুণে বহু ঠাইত চাহ খাইছে। কত ডাঙৰ ডাঙৰ মানুহৰ কত ধৰণৰ মিঠৈ, কেক্ আদিৰ সোৱাদ পাইছে কিন্তু আচৰিত কথা এনে ধৰণৰ তৃপ্তি সি এদিনাও পোৱা নাই। হয়তো সি বৰ দুখে-ভাগৰে অহাৰ কাৰণে, নাইবা সৰস্বতীয়ে নিজৰ পাৰ্গতালিৰে এনে বস্তুবোৰ কৰি অনাৰ কাৰণে নাইবা অসমীয়া পিঠা-পনাৰে কিবা বিশেষত্ব থকাৰ কাৰণে সি এনে তৃপ্তি পালে। কিন্তু কোনটো সঠিক আচলকৈ ক'ব নোৱাৰি। তথাপি আহৰি সময়ত এইটো ভালকৈ ভাবিবৰ বিষয় হ'ল সেইটো নুই কৰিব নোৱাৰি।

এবাৰ সি সুধিলে, "আইদেউ কিমানলৈ পঢ়িছিল?" বোধনাথে গহীনাই ক'লে, এদিন তুমিয়ে কৈছিলা পঢ়াৰ লগত কেন্‌ভাচিঙৰ সম্বন্ধ কি? তেন্তে এই ক্ষেত্ৰত সেইটো প্ৰশ্ন কিয়? বহুত এম-এ, বি,এ পাছ কৰা ছোৱালীয়ে ঘৰৰ কামৰ একো মোল নাপায়।"

"অৰুণে লাজ পালে। দুনাই সেই কথা সুধিবলৈ সি সাহসো যোগাব নোৱাৰিলে। কিন্তু তাৰ মনত ভাব হ'ল যেন

স্বাস্থ্য, পঢ়া-শুনা চোৱা, দেশৰ কামত লাগিব পাৰা বা ভাবিব পৰা, লগে লগে সকলো গৃহস্থালি ধোৱা-লোৱাৰ কাম কৰিব পৰা ছোৱালী, বাস্তৱতে জগতৰ অপৰূপ যেন। তাৰ উপৰিও যদি অন্তৰ সৌন্দৰ্য, বাহ্যিক সৌন্দৰ্য দুয়োটা থাকে তেন্তে সোণত যে সুৰগা চৰায় সেইটো সন্দেহ নাই। সি ভাবিলে অসমত কেইজনা এনে ছোৱালী আছে?

যি নহওক খাই-বৈ উঠি সি ক'লে, "আপোনাৰ ঠাই-খনেই এখন আশ্ৰম আৰু এই আশ্ৰমতে এওঁ দেৱীস্বৰূপা।"

বোধনাথে ক'লে, "আমাক দেৱী নালাগে, লাগে-যথাৰ্থ বাস্তৱ জগতৰ মুনিহ-তিৰোতা। তদুপৰিও আমি অলপ ভাল দেখিলেই বা সচৰাচৰ যি দিখোঁ সেইটোতকৈ অলপ বেলেগ দেখিলেই আমি পাৰ্থিৱ জগতৰ বস্তু নহয় বুলি দেৱীৰ লগত তুলনা কৰিবলৈ আমি আৰু মনুষ্যত্বৰ মোল নোপোৱাত পৰিছোঁ। যি নহওক এইবাৰ তুমি ক'লৈ যাবা?"

"পাৰিলে ডিবৰু, সদিয়া আদি ঠাইলৈ। কি কয়? কোচবিহাৰ আদি ঠাইত ঘূৰিব লাগিব। কিতাপ বেচাৰ লগে লগে সেইবোৰত অসমীয়া সাহিত্যৰ প্ৰচলন আমাৰ বিশেষ আৱশ্যক হৈছে।"

"বাৰু চাওঁ।"

(৫)

কৰুণা সিদিনা এখন ভাবৰাজ্যত। সি যিমানেই কিতাপ পঢ়াত মন দিব ধৰিছে, সিমানেই তাৰ মনে এখনি কল্পনাৰ চিত্ৰ আঁকি তাৰ সমুখত জল্ জল্ পট্ পট্ কৈ তুলিলে। সি ভাবিলে সৰস্বতীৰ মনোহৰ মূৰ্তি। তাইৰ আওভাও, কথা কোৱাৰ অঙ্গি-ভঙ্গী, কথাৰ লালিত্য, লগে লগে জ্ঞানগৰ্ভ কথা। সি ভাবিলে সৰস্বতী ইমান বুদ্ধিমতী, নিৰহংকাৰী, শিক্ষিতা। ভাবোতে ভাবোতে তাৰ ভাব হ'ল যেন বাস্তৱতে সি সৰুৰে পৰা যি পূজা, সাধনা কৰি আহিছে সেই সৰস্বতী দেৱীয়ে আজি মূৰ্তিমতী হৈ পাৰ্থিৱ জগতত তাৰ সমুখলৈ আহিছে। সি ভাবোতে ভাবোতে তন্ময় হ'ল। সি সেই কেইদিনতে অ'ত-ত'ত খবৰ লৈ জানিব পাৰিছে, সৰস্বতীয়ে বি,এ পাছ কৰিছে। সৰস্বতী সু-গায়িকা, সি তাৰ অনুসন্ধানত জানিব পাৰিছে তাইৰ লগতে পঢ়া আৰতি দেৱী শ্ৰীযুক্ত মনোমোহন উকিলৰ জীয়েক, যাৰ ঘৰলৈ সি প্ৰায় আৰু সৰুৰে পৰা আৰতিহঁতৰ লগত কথা-বতৰা, ৰং-ধেমালি কৰে। সি মন কৰিলে আৰতিহঁতৰ ঘৰলৈ গৈ সৰস্বতীৰ সম্বন্ধে বহুতো কথা-বতৰা হ'ব ; আৰু তাইৰ সম্বন্ধে বহুতো কথা জানিব পাৰিব। তাৰ মনটোৱে যদিও সৰস্বতীৰ ঘৰলৈ বাৰৈলে কে'বাবাৰো উভাইছিল, কিন্তু বোধনাথ বৰুৱাৰ আচৰণ আৰু কথা-বতৰাই তাৰ সেই ইচ্ছাত চেঁচা পানী ঢালিছিল। বিশেষত বোধনাথৰ কৰ্তব্য, নিৰীহ জ্ঞানে তেওঁৰ ওচৰ চপাটো যে তাৰ লগা কৰুণাই সেইটো অনুভৱ কৰিছিল আৰু বিশেষ কাম নহ'লে সেই ঘৰলৈ আগবাঢ়িবলৈ সাহ নকৰিছিল। ভাবি থাকোতে বিনোদ ফুকনে ওচৰ চাপি ক'লে, "কাইলৈ আমাৰ সঙ্গীত সভৰ, শুনিছানে নাই।"

"শুনিছোঁ। এইবাৰ তাত নতুনত্ব কি কৰিব খুজিছা?"

"এক অংকীয়া নাটৰ ভাওনা আৰু বহুবিধ ভাৰতীয় গীত আৰু নাট্যৰ সম্বন্ধে আলোচনা কৰি এখনি ৰচনা পঢ়িব।"

"সভাপতি কোন?"

"সভাপতিয়ে ঠিক কৰিব পৰা নাই। আজিকালি সৰবৰহী আৰু সভা-শুৱনী সভাপতি পোৱা টানেই হৈছে। ইমান উকিল-হাকিম হৈছে- কিন্তু সভাপতি পাতিবলগীয়া এজন লোক নেপাওঁ।"

"আমাৰ শিক্ষিতৰ সংখ্যা সৰহ হ'ল, লগে লগে সেইটোৰ অভাৱ বেছিকৈ হ'ব ধৰিছে। কাৰণ কি ক'ব নোৱাৰোঁ।"

"কাৰণ কি হ'ব? কোনোমতে চুঁচৰি-বাগৰি পাছ কৰিলেই উকিল হয়। পঢ়াটো এটা তপস্যা বা সাধনা সেইটো আমি কেতিয়াও নেভাবো। সাধনা নহ'লে যে মানুহৰ চকুৱে-মুখে প্ৰতিভাৰ বিকাশ নহয় সেইটো ধ্ৰুৱ ; গতিকে এনে অভাৱ। কি কোৱা? যি নহওক মই এজনৰ নাম ক'ব খোজো বোধনাথ বৰুৱাক সভাপতি নাপাত কিয়? তেওঁ সভাপতি হ'লে আৰু এটা সুবিধা হ'ব। তেওঁৰ জীয়েক সৰস্বতী বৰ সু-গায়িকা বুলি শুনিছোঁ। তেওঁৰ গান শুনিবলৈকো সুবিধা কৰিব পাৰা।"

"শুনিছোঁ হেনো তেওঁ ক'তো সভাপতি নহয়।" এই কথা কৰুণাই যে শুনা নাই সেইটো নহয়। তথাপি তেওঁক সভাপতি থিৰ কৰিব পাৰিলে তেওঁক অনুৰোধ কৰিবলৈ

এবাৰ যাবলৈ সুবিধা কৰিব পাৰে, লগে লগে তাৰ ধ্যান-সাধনাৰ মূৰ্তি সৰস্বতীকো দেখা পাব পাৰে। সি ক'লে, "সেইবোৰলৈ যাব লাগে, হঠাৎ মান্তিও হ'ব পাৰে। যদি পাতা মই অনুৰোধ কৰিব যাব পাৰো।"

"বাৰু সেয়ে হ'ব। তুমি আজি গৈয়ে তেওঁক সোধা মান্তি হ'লে আজিতেই চিঠি ছপাম।"

কথামতে কাম। বোধনাথ ডাঙৰীয়াক সঙ্গীত সঙ্ঘৰ সভাপতি হ'বলৈ অনুৰোধ কৰিবৰ কাৰণে কৰুণা আবেলি গ'ল। তাৰ মনত সেই সময়ত কিমান উখল-মাখল সেইটো সহজে অনুভৱ কৰিব পাৰি। বোধনাথ সভাপতি হওক নহওক সি সেই সূচলতে সৰস্বতীক লগ পাই কথা-বতৰা হ'ব, সৰস্বতীৰ দেৱী মূৰ্তি দেখি সি আনন্দ পাব। আনপিনে বোধনাথ মান্তি নহ'লেও সৰস্বতীক হয়তো গীত গাবলৈ মান্তি কৰাব পাৰে। ইত্যাদি ভাবি ভাবি সি বোধনাথৰ ঘৰমুৱা হ'ল। নিশাৰ পৰা সি গীতৰ ধ্বনি শুনিলে। যেন কোনোবাই এখনি এছৰাজ লৈ তিৰোতাৰ মধুৰ কণ্ঠেৰে এটা অসমীয়া গীতত সুৰ ধৰিছে। সি সেই সুৰৰ মনোহৰ ধ্বনিত আপোন পাহৰা হ'ল। সি ভাবিলে এয়া সৰস্বতীৰ কণ্ঠস্বৰৰ বাহিৰে কাৰো নহয়। সি বেগাই খোজ লৈ পদুলিমুখ পাইয়ে মাত লগালে "আপা আপা" কেবাবাৰো মাত দিয়াত এজন চাকৰৰ ল'ৰা ওলাই আহি "আপোনক কি লাগে" বুলি সুধিলে,

"দেউতাৰ আছেনে?"

"আছে।"

"ক'ত আছে?"

"ভিতৰত।"

"আইদেউ?"

"আছে।"

"বাৰু আইদেউক মাতচোন।"

"বাৰু মাতো, আপুনি সৌ চকিখনতে - চ'ৰাঘৰতে বহক" বুলি চাকৰৰ ল'ৰাটো ভিতৰ সোমাল। কৰুণাই দেৱীমূৰ্তি দৰ্শনৰ আশাত ব্যাকুল হৈ বহিয়ে ৰ'ল। অলপ পিছতে- আকৌ চাকৰৰ ল'ৰাটো ওলাই আহি ক'লে,

"আপুনি কোন বুলি- আইদেৱে সুধিছে?"

"মই সিদিনা অহা কৰুণা বৰুৱা বুলি ক'বা।"

অলপ পিছতে চাকৰৰ ল'ৰাটো ওলাই আহি, "কতা আপোনাক হেনো চিনি নাপায়" বুলি জনালে।

"চিনি নাপায়? বাৰু দেউতাৰক মাতাগৈ।"

ল'ৰাটো আকৌ ঘৰ সোমাল। কৰুণাৰ মনত নানান ভাৱে খেলি-মেলি লগালে। যদিও বোধনাথ বৰুৱাক মাতিব দিলে কিন্তু মনটো উচ্‌পিচাব ধৰিলে। তেওঁৰ সমুখত কেনেকৈ কথা হ'ব? বিশেষত তেওঁ যদি পঢ়া কুঠৰিত আছে তেন্তে তেৱেঁই বা কেনেকৈ ওলাই আহিব। তাৰ উপৰিও তাৰ ভাব হ'ল সৰস্বতীয়ে চিনাকি-অচিনাকি মানুহ অহা জানিলেই ওলাই আহে, কথা-বতৰা পাতে, তেন্তে আজি এনে ওভোতা কিয়? নে সি এইকেইদিন নাহোতে কিবা অঘটন ঘটিছে যিহৰ কাৰণে সৰস্বতীৰ মুক্ত দুৱাৰ বন্ধ হৈছে। অচিনাকিৰ লগত কথা-বতৰা পতা মনা হৈছে। সিওটো আচৰিত নহয়। কিছুমান এনে উজনুৱা ল'ৰা আছে সেই-বোৰেতো তিৰোতাৰ স্বাধীনভাব, স্বাধীন চলন-ফুৰণত অলপ সুবিধা পালেই নিজৰ মনৰ জোখাৰে সেইটোৰ অপব্যৱহাৰ কৰিবলৈ মন মেলিব পাৰে। তাৰ ফলত হয়তো তিৰোতাৰ স্বাধীনভাৱে কথা-বতৰা পতা, চলা-ফুৰা কৰা বিপদত পৰিব পাৰে। সেইটো ভবাৰ লগে লগে পুৰুষসকলৰ ওপৰত তাৰ ঘৃণা হ'ল। বাস্তৱতে পুৰুষেই তিৰোতা জাতিক সকলো প্ৰকাৰে বেয়াৰ পিনে টানি নিছে— সিহঁতৰ স্বাধীনতাত পাশৱিক অত্যাচাৰেৰে কুঠাৰাঘাত কৰিছে। সিহঁতৰ ফুৰা, কথা-বতৰা, শিক্ষা-দীক্ষা সকলোতে ভয়-সংকোচৰ সৃষ্টি কৰিছে। সি ভাবিলে আজি এই সম্বন্ধেই কথা-বতৰা হ'ম। কবি আৰু সৰস্বতীৰ এই সম্বন্ধে কি মত বুজিব। ভাবি থাকোতে এজন প্ৰায় পঞ্চাছ বছৰীয়া বুঢ়া কান্ধত গামোচা, হাতত এখন তালপাতৰ বিচনীৰ সৈতে ওলাই আহি "আপুনি মোৰ ছোৱালীজনীক কিয় বিচাৰিছে?" বুলি সন্দেহৰ চকুৰে কৰুণাৰ পিনে চালে।

কৰুণাই তেওঁৰ দৰ্শনত আচৰিত হ'ল। সি ভাবিলে আন কোনো ঘৰত সোমালহি জানো। কিন্তু কতা, এয়াতো তেওঁৰেই ঘৰ। সৌৱা তাতে বহি সিদিনা কত কথা-বতৰা পাতিছে। সি লাহেকৈ ক'লে, "আপোনাক বিচৰা নাই। বোধনাথ বৰুৱাক বিচাৰিছিলো।"

"ঐ তেওঁ সপৰিয়ালে আৰু সৰস্বতীক লৈ ছিলঙলৈ গৈছে নহয়। মাহচেৰেক তাতে থাকিব। মই তেওঁৰ ঘৰটো ভাৰাত লৈছো।"

সেই সময়ত কৰুণাৰ মূৰত বজ্ৰ পৰিলেও বোধকৰো তেনে আচৰিত নহ'লহেঁতেন। তাৰ উপৰিও ভাবি ভাবি

ভয়ানক লাজ লাগিল— সি যে অচিনাকি ছোৱালী এজনীক চাকৰৰ ল'ৰাৰ হতুৱাই মতাইছিল। "মোক ক্ষমা কৰিব ডাঙৰীয়া। মই সৰবতীকহে মাতিছিলোঁ। মই প্ৰায়ে তেওঁলোকৰ ঘৰলৈ আহি কথা-বতৰা হওঁ। ইতিমধ্যে যে তেওঁলোকৰ ঘৰ আপুনি ভাৰা লৈছে ক'ব নোৱাৰিছিলোঁ।"

বুঢ়াজন লাহে লাহে ওচৰৰ চকি খনত বহিলহি।

"বাৰু সেইটো দোষ হোৱা নাই। আপুনি কি কৰে? ক'ত থাকে?"

ককাই ক'লে, "মই 'ল' পঢ়োঁ।"

"আপোনাৰ দেউতাৰ নাম?"

"শ্ৰীযুত মোহন বৰুৱা।"

"তেখেতে কি কৰে?"

"উকিল আছিল।"

বুঢ়াই দেখিলে ল'ৰাটো দেখাত সুন্দৰ, পঢ়া-শুনাটো ভাল। কেউপিনেও দোষ ধৰিব নোৱাৰি। ডাঙৰ মানুহৰ ল'ৰা। গতিকে যদি পাৰে ছোৱালীজনীক কিবা প্ৰকাৰে গতাব পাৰিলে কুশল। কিয়নো ছোৱালী ডাঙৰ হৈ ঘৰতে বহুদিন আছে। যদিও মেট্ৰিকুলেচন ক্লাচত পঢ়ি আছে— সুবিধা পালেই তাইক এঠাইত গতাবলৈ বুঢ়াই অশেষ চেষ্টা কৰিছে।

ককাই ক'লে, "আপুনি তেন্তে বহক। মই আহো, কাম আছে।"

"ৰবা বোপা ৰবা, অলপ চাহ-জলপান খোৱাচোন। অচিনাকি হলোঁ বুলি অতিথি সৎকাৰ কৰাত কিবা আপত্তি আছেনে?"

"কাম আছিল, বাৰু আনক।"

"ঐ আই লখিমী, অলপ তামোল- চালি লৈ আহ।" অলপ পিছতে ছোৱালীজনীয়ে হাতত বটা লৈ দুৱাৰ মুখত থিয় দিলেহি।

"আহ আই আহ। আমাৰে ল'ৰা। অচিনাকি হ'ল বুলি একো ভয় নাই। এনেকৈয়েতো চিনাকি হয়, কি কোৱা বোপা? ককাই হাহি মাৰি ক'লে, "জন্মিৰৰ দিনাই মানুহৰ চিনাকি হয়নে? কিন্তু লাহে লাহে মাতে— পিতা, ভাই-ভনী, ওচৰ-চুবুৰীয়া, গাঁও-ভূঁই, দেশত চিনাকি হয়।"

"এৰা বোপা। পঢ়া ল'ৰা-ছোৱালীৰ কথাই বেলেগ। আমাৰ ল'ৰা-ছোৱালী আৱশ্যকতেহে সকলোৱে নিজৰ পাৰ্শতালি, পটুতা দেখুৱাবলৈ সুবিধা। পাছ হোহকা বিষয় হ'লে পাছহে পৰি যায়।"

"সেইটো সঁচা। কিন্তু অৱস্থাভেদে সেইটো অবিবাহিতাও আছে।"

ইতিমধ্যে লখিমী আহি তামোল চালি মেজৰ ওপৰত বটাটো থ'লে।

ককাই দেখিলে তামোল ঘূৰিবাই আনিছে। একেটি তামোল লৈ দেখিলে তাত ইলাচি, লাবঙ্কেণী আদি বস্তু। ছোৱালীজনীৰ পিনে চাই দেখে যে এখন বগা পাৰীৰ শাৰী পিন্ধি আহিছে। চুলিকোচাত ক্লিপ, চকুত নিজ্জল, হাতত বালা, কাণত ইয়াৰিং ইত্যাদি সাজ-পাৰ। সি কি নহওক, এই সাজ-পাৰে কন্যাৰ মনত সৌন্দৰ্য বুটাই তোলাক ৰূপি যেন এটা দুখৰ ভাব ওপজালে।

ককাই সুধিলে, "তোমাৰ নাম নলিনী। কোন ক্লাচত পঢ়া?"

"ক্লাচ টেনত।"

দেউতাকে ক'লে, "অসমীয়া আটাইবোৰ ছোৱালীকে শিক্ষিত কৰি তুলিব পাৰিলে—"

"এৰা। কিন্তু আজিকালি শিক্ষা প্ৰথাৰে শিক্ষিত কৰিলে আমাৰ মতা ল'ৰাসকলৰ অৱস্থাই দিনচেৰেক পিছত তেওঁলোকৰ অৱস্থা হ'ব। অৰ্থাৎ হাত, ভৰি, চকু, কাণ সকলো অচল হৈ এটা কিম্ভূত- কিমাকাৰ জন্তুত পৰিণত হয়। দেখাত সকলো আছে, কিন্তু আচলতে একো নাই। চকু আছে দেখা নাপায়, মুখ আছে অলপ কিবা অধিক আনিলেই মুখ ঘূৰায়, ভৰি আছে বোজ কাঢ়িব নোৱাৰে।"

এনেতে নলিনীয়ে সুধিলে, "আপুনি গীত গাব জানে।"

"তুমি পাৰা?"

"অলপ-অচৰপ পাৰো?"

"বাৰু শুনাচোন।"

দেউতাকে মাত দিলে- "হেৰৌ ধনীয়া।ধনীয়া। হাৰমনিয়মটো লৈ আহচোন।" ধনীয়াই ঘৰত কিবা কাম কৰি থকাত কথা গৈ তাৰ কাণত নপৰিল। দেউতাকে গোমচাকৈ উঠি গৈ নিজে হাৰমনিয়মটো আনি ক'লে, "মা, ভাল গীত গাবি। নলিনীয়ে হাৰমনিয়মটো অলপ বজাই, "আপুনি আগেয়ে এটা গাওক।"

দেউতাকে ক'লে, "এইটো বেয়া। লাজ বিষয় আছে; বেয়া কাম কৰিলে লাজ। গান ধৰিছ তআদিকে গাব লাগে।"

ককাই ক'লে, "হয় ভাল কৈছে। আমি যি কামত

লাজ কৰিব নালাগে সেই কামত লাজ কৰো।

নলিনীয়ে হাঁহি মাৰি গীত ধৰে............"

"অসমীয়া গীত নাজানা?"

দেউতাকে ক'লে, "এজন বঙালী মাষ্টৰ ৰাখি গীত শিকাইছোঁ। সি এইবোৰ শিকায়। এইটো কীৰ্তন আই- এটা গজল গা।"

এইবাৰ নলিনীয়ে বঙালী গীত গাবলৈ অলপ সঙ্কোচ কৰিলে। যদিও নলিনীয়ে বঙালী ধৰণে আও-ভাও শিকিছে, কিন্তু তাইৰ অন্তৰত এটা অসমীয়া টাঁৰ পৰি আছে। সেই টাঁৰত আঘাত লগা মাত্ৰে ঝঙ্কাৰি উঠিল। আৰু যেন কিবা এটা মহাপাপ কৰিছে এই ভাবটো প্ৰবল হৈ দুনাই গীত গাবলৈ সাহ কৰিব নোৱাৰিলে। দেউতাকে আকৌ কোৱাত এতিয়া ক'লে, "মই নাগাওঁ ; গাবলৈ ভাল লগা নাই।"

"নাগাব কিয়, বোপাই শুনিব খুজিছে।"

নলিনীয়ে কৰুণাৰ পিনে চাই ক'লে, "আপুনি এটা অসমীয়া গীত গাওক।"

কৰুণাই হাৰমনিয়মটো কাষলৈ টানি আনি হাঁহি মাৰি গীত ধৰিলে,

"কৰুণাৰ গীতৰ তাল, লয় লগে লগে লালিত্যই নলিনীক এখন ভাব সৰোবৰত ডুবাই তুলিলে। তাই তন্ময় হৈ শুনিয়ে থাকিল। গীত শেষ হ'লত, "আপোনাৰ গীতটো বৰ সুন্দৰ- মোক গাবলৈ শিকাব?"

কৰুণাই যদিও ইমানপৰ নলিনীৰ ওপৰত ঘৃণাৰ চকুৰে চাই আছিল তথাপি "মোক গাবলৈ শিকাব" এই কথাষাৰিযে তাক ঘৃণাৰ ৰাজ্যৰ পৰা এখনি সহানুভূতি আৰু আনন্দৰ ৰাজ্যলৈ টানি আনিলে। কৰুণাই হাঁহি মাৰি ক'লে, "বাৰু সময় পালে আহিম, শিকামো।"

দেউতাকে মাত দি ক'লে, "অ বোপা, বৰ ভাল কথা, ছোৱালীৰ মন যি দেখে তাকে শিকিব খোজে। সেইটো অৱশ্যে বেয়া নহয়, যিমানেই শিকে সিমানেই ভাল। আহিবা বোপা মাজে-সময়ে দুই-এটা ভাল গীত শিকাবাহি। ঐ ধনীয়া, ধনীয়া- তোৰনো এতিয়াও চাহটোপা কৰা নহ'লনে? কিমান পৰ চাহ চাহকৈ চিঞৰিম?"

"দিছো দেউতা।"

"অ' মই উঠোহে, কাম আছে।"

"অলপপৰ বৰা বোপা। চাহখিনি পি যোৱা। ধনীয়া আনিলিনে?"

ধনীয়াই ভিতৰত ততাতৈয়াকৈ তপত পানী ঢালিব খোজোতে তাপ লাগি ততালিকে বাচনটো সৰকি পৰিল আৰু গৰম পানীসোপাই মাটিত পৰি গ'ল।

দেউতাকে আকৌ মতাত নলিনীয়ে ক'লে, "মই চাই আহোঁগে বাৰু কি কৰিছে।" গৈ দেখে তেনে অৱস্থা। দে দে জুই ভালকৈ দে, তেওঁ যাওঁ যাওঁ কৰিছে।" ধনীয়াই কথামতে কাম কৰিব ধৰিলে। নলিনী আকৌ ওলাই আহি- "এ সি চাহ খুৱালেহেঁতেন, গৰমপানী সোপাকে মাটিত পেলাইছে।"

"কি বুৰ্বক, কি অধম, আজিলৈকে চাহ কৰিব নিশিকিলে। বুজিলা বোপা, চাকৰ জাতিটো অজীণ-পাতকী। ইহঁতক শিকোৱা মানে শিকোৱা, কিন্তু কামত হ'লে সদায় একে।"

কৰুণাই ক'লে, "আমাৰো দোষ আছে। আমি নিজে কৰিব পৰা কামখিনিও লোকৰ ওপৰত নিৰ্ভৰ কৰো, সিপিনে কামো ভাল নহয়। টকা-পইছা, বয়-বস্তুৰো অযথাই হানি হয়। নলিনী চাহ কৰিব নাজানা?"

তাই পঢ়াতে আছে। নাজানানে বোপা, পঢ়ে, পঢ়ায় ৰোৱে পাণ-পঢ়া ছোৱালী সেইবোৰ কেনেকৈ কৰিব?"

এনেতে ধনীয়াই চাহ লৈ আহিল। কৰুণাই ধনীয়াৰ চাহৰ ৰূপ দেখিয়ে- তাতে আকৌ পিয়লাটোৰ বাহিৰত লাগি থকা ধূলি-মাকতিয়ে কৰুণাৰ চাহ খোৱা তৃপ্তি নোহোৱা কৰিলে।

এনেতে, দেউতাকে ক'লে, "হেৰৌ, চাহৰ কাপটোত ভালকৈ পখালি আনিব নোৱাৰিলি?"

কৰুণাই ক'লে, "সিহঁতৰ ওপৰত সমূলি নিৰ্ভৰ কৰিব লগীয়া হ'লে এনে হয়েই। বিশেষতঃ পৰীক্ষাৰ দিনা পঢ়ি পৰীক্ষাঘৰত বহি ছাত্ৰই হাবাথুৰি খোৱা অৱস্থাই আৰু চাহৰ কাপ মানুহৰ সমুখত অনাত তাক শিক্ষা দিয়া অৱস্থা প্ৰায় একে।"

"নহয় বোপা, তুমিতো ঘৰৰে ল'ৰা। অলপ ভালকৈ শিকনি নিদিলে সি অচিনাকি ডাঙৰ মানুহকো এনেকৈ নিদিবনে।"

কৰুণাই নুবুজিলে- এই কেইমিনিটতে সি কেনেকৈ

তেওঁলোকৰ ঘৰৰ ল'ৰা হ'ল আৰু নুবুজিলে ডাঙৰ মানুহ আৰু তাৰ কি প্ৰভেদ।

সি যি নহওক, সি শিষ্টাচাৰৰ বাবে অলপ চাহ পিলেও সেই চাহটোপাই তাৰ পেটত উখল-মাখল লগালে। জানোচা কি ভূমিকম্পৰেই সৃষ্টি হয় কোনে জানে? কিয়নো মনত সংশয় লৈ খোৱা মানেই গৰল স্বৰূপ বুলি ভাবিব পাৰি বৰং নোখোৱাটোৱে শ্ৰেষ্ঠ। সি এবাৰ ক'লে, "কিন্তু আগলৈ মোক চাহ পিবলৈ দিলে নলিনীয়ে কৰিলেহে পিম। নহ'লে মোক চাহ পিবলৈ নক'ব। নলিনীয়ে হাঁহি মাৰিলে। বুঢ়াই ক'লে, ভাল কথা বোপা আহিবা, দুটা-এটা গীত শিকাবাহি। নলিনী শুনিছ, ভালকৈ চাহ কৰিবি। বোপাই ভাল গীত জানে। অলপ পিছতে কৰুণা গ'ল।

বুঢ়াই ভিতৰ সোমাই ধনীয়াক গালি-শপনি পাৰি লগে লগে দুই-এটা ভুকু-কিল দি লগে লগে কাম আজিলৈকে নিশিকিলি, ভাল মানুহৰ আগত লাজত পেলাব- ইত্যাদি নানা কথাৰ জাল তৰিছিল। বিশেষতঃ বুঢ়াৰ খঙৰ কাৰণে হৈছিল জানোচা এটোপা বেয়া চাহৰ কাৰণে হাতত পৰা বৰশিৰ মাছ সৰকি যায়!"

(৬)

কৰুণা চ'ৰাঘৰত বহি কিবা এখন ইংৰাজী কিতাপ পঢ়ি আছে। এনেতে অৰুণে হাতত কেইখনমান নতুন কিতাপ আৰু এটা সৰু চুটকেচ লৈ আহি কৰুণাৰ কাষ পাই ক'লে, "অসমীয়া কিতাপ আনিছো, ৰাখক।"

"অসমীয়া কিতাপ? অসমীয়া কিতাপেৰে কি কৰিম?"

"পঢ়িব আৰু সৰু লাইব্ৰেৰী কৰি ঘৰত ৰাখিব। ঘৰৰ ল'ৰা-ছোৱালীয়ে সেইবোৰ দেখি মাজে-মাজে পঢ়িব পাৰিব।"

"অসমীয়া কিতাপ কোনোবাই পঢ়ে? আকৌ লাইব্ৰেৰী কৰি অনাহকতে খৰচ উলিয়াবৰ কি আৱশ্যক? বুজিছা, এতিয়া পঢ়া দূৰৈৰ কথা অসমীয়া কিতাপ বি,এ পৰীক্ষা দিওঁতেও পৰীক্ষাৰ আগদিনালৈকে চকু মেলি নাপালো। কেৱল পৰীক্ষাৰ আগদিনা ক'ৰবাৰ পৰা নি এবাৰ চকু ফুৰাইছিলো।"

"নম্বৰ কিমান পাইছিল?"

"ক'ব নোৱাৰো কিন্তু পাছ কৰিছো।"

"বাৰু সি যি নহওক কিতাপ, এখন বা দুখন ৰাখি অসমীয়া সাহিত্যিকক সহায় সহানুভূতি দেখাওক।"

"কিতাপ ৰাখি কি লাভ হ'ব? কেইখনমান ঘৰৰ ল'ৰা-ছোৱালীয়ে অ'ত-ত'ত লৈ গৈ পিছত তাৰ শ নোহোৱা কৰিব। কিতাপ ৰখাতকৈ মই পইছাকেইটা পানীত পেলাই দিয়াই ভাল বোলো। অসমৰ টকা এনেদৰে হানি কৰিব দিব নোৱাৰি। আৰু দুখীয়া সাহিত্যিকৰ কথা কৈছা। This is a simply monsense, তেওঁলোকৰ কোনেও দিয়া নাই যে কিতাপ ছপাবই লাগে। বৰং সেইকেইটা টকা কিতাপ ছপোৱাত খৰচ নকৰি, কোনো এটা ভাল কামত খটালে হ'লহেঁতেন।

"ভাল কাম বা আপুনি কিহক কয়? কিতাপেৰে দেশৰ সাহিত্যৰ উন্নতি কৰিব তাতকৈ কি ভাল কাম হ'ব পাৰে?"

"দেশৰ সাহিত্যৰ উন্নতি কৰানে— কেই পাত জোৰাফন্দা দি তাকে আকৌ ছপাই নিজৰ জয়ঢোল বজোৱা। আৰু বৰ্তমানত দেশৰ সাহিত্যৰে বা কি আৱশ্যক? মানুহে খাব নাপাই মৰে, আৰ্জনৰ উপায় চৌদিশে নিবনুৱা সমস্যা— এনে সময়ত আকৌ কিতাপ কিনি ধন ভাঙিব লাগে। সেইবোৰ ফপৰ কথাৰে কি হ'ব? তাতকৈ টকা ভাল কামত খটাব লাগে। আপুনি কি ভাল কামত টকা খটুৱাইছে?"

"দুখীয়াক কেতিয়াবা এটা পইছা দিছেনে? খেতিয়কৰ কিবা উপায়েৰে সহায় কৰিছেনে? নে বেহা-বেপাৰলৈ মন মেলিছে?"

"সেইবোৰ কথা মই শুনিব নোখোজো। মোৰ ইচ্ছা নাই মই নিদিলো।"

"তাকে কওক। কিন্তু আপোনাৰ ইচ্ছা নহ'লেও দেশে আপোনাৰ ওপৰত কিছুমান দাবী কৰিব পাৰে। নিজৰ ইচ্ছাতকৈও দেশৰ দাবী নিশ্চয় ডাঙৰ বুলি আপুনি বিশ্বাস কৰে? আপুনি অসমীয়া উঠি অহা ডেকা। আপুনি দেশৰ সাহিত্য, দেশৰ সম্মান, ধৰ্ম-কৰ্মৰ উন্নতি কৰাত সহায় কৰাটো দেশে দাবী কৰে। গতিকে বৰ্তমান সময়ত অসমীয়া সাহিত্য বেয়া হ'লেও তাক বিভাৱে পাৰি ভাল কৰা আপোনাৰ কৰ্তব্য। বিশেষকৈ আপোনালোকে কিতাপ নিকিনিলে অসমীয়া সাহিত্যিকসকলে উদ্‌গনি কেনেকৈ পাব? নাইবা বৰ্তমান ওলোৱা কিতাপতকৈ ভাল কৰিব কিয় ...?"

"সাহিত্য-সাহিত্য- পৌৰোহিত্যৰ বৰ্তমান কালত

অনাৱশ্যকৰ দৰে ইয়াবো অনাৱশ্যক হৈছে। দেশক খাবলৈ যোগাৰ দিয়া, ভাবক আৰু অলস কৰিবলৈ একো আৱশ্যক নাই।"

"তেন্তে দেখিছো আপুনি ভাবুকো হোৱা নাই-অলসো হোৱা নাই। আপুনি কৰ্মজগতত বিৰাজ কৰিছে। প্ৰায় বিশ বছৰ জীৱনৰ তিনিভাগৰ এভাগ এনেয়ে কটাইছে, কিবা অলপো কাম কৰিছেনে? কেইখনমান কিতাপ আওৰাইছিল সেইবোৰো সময়ৰ লগে লগে পাহৰিব। বাৰু কওকচোন, ক্লাচ নাইনত যি কিতাপ পঢ়িছিল সেইবোৰ আপোনাৰ মনত আছেনে? নিশ্চয় নাই। আকৌ কেইবছৰৰ পিছত এই-সোপাও যি পঢ়িছে তাকো পাহৰিব। গতিকে যিমান হাজাৰ হাজাৰ সৰুৰে পৰা ধন ভাঙিলে তাৰ ফলত মুখস্থ কৰা আৰু লাহে লাহে মচি পোলোৱা নহয় জানো?"

"মোৰ অপমান। তুমি কথা ক'ব নাজানা।.Personal attack, ততালিকে গুচি যোৱা। তোমাৰ কিতাপ মই নালাগে। অসমীয়া সাহিত্য জহান্নামে যাওক মোৰ তাত কি? মই তোমাৰ প্ৰচাৰ কাৰ্য বা উপদেশাবলী শুনিবলৈ ইয়াত বহি থকা নাই।"

"এখন কিতাপকে ৰাখক। সাহিত্যিকক সহানুভূতি নেদেখুৱাই— মই দুখীয়া ল'ৰা, মোৰ দুখতে সহানুভূতি দেখাওক। দুখীয়াক সহায় কৰা জানো ভাল কাম নহয়?"

"তুমি ডেকা ল'ৰা। শৰীৰত বল আছে, বুদ্ধি আছে কামত লগা। কাম কৰিলে খাব পায়। নিষ্কৰ্মীৰ দলৰ মূলোচ্ছেদ কৰিব লাগে।"

"তেনেহ'লে দেখিছোঁ প্ৰথমতে আপোনাক মূলোচ্ছেদ কৰিব লাগিব। ঘৰত বহি এনে ডেকা বয়সতো এপইছা আৰ্জিবলৈ চেষ্টা নকৰি আচল ডেকা বয়সটো এনেয়ে কটোৱাত কোনোৱে সম্মতি দিব নোৱাৰে।"

"মুখ চণ্ডালি কথা ক'বা।"

"বুজিছে মই ভয় কৰা বিধৰ লোক নহওঁ। তদুপৰি আপোনাৰো শক্তি আছে, মোৰো আছে। অসমীয়া ডেকা কৰ্তব্যভ্ৰষ্ট হোৱাত বাধা দিবলৈ আমাৰ ডেকা শক্তি। নহ'লে তেন্তে ডেকা তেজৰ কি আৱশ্যক।"

"তেন্তে চাকৰ লগাই"-

"মনে মনে থাকা। তুমি এটা কাপুৰুষ। নিজৰ শক্তি আছে যদি খেদোৱা, নহ'লে আইনৰ সহায় কিয়? বিশেষতঃ আপুনি যদি মোক অপমান কৰে- মোৰো আপোনাক অপমান কৰিবলৈ অধিকাৰ আছে। আপোনাৰ যদি ইচ্ছানুযায়ী ক'বলৈ অধিকাৰ আছে- মোৰ ইচ্ছানুযায়ী কাম কৰিবলৈ অধিকাৰ নাই কিয়?" বুলি উঠোতেই কেইখনমান কিতাপ হাতৰ পৰা সৰকি কৰুণাৰ ভৰিৰ কাষত মাটিত পৰিল। কৰুণাই ততালিকে এখন বন্ধা সুন্দৰ কিতাপ তুলি দেখিলে ওপৰত সৰস্বতী বৰুৱাৰ নাম। সৰস্বতী নাম পায়ে কিতাপখন মেলি ৰ লাগি ৰ'ল। অলপপৰ থমকি সুধিলে, "এইখন কি সৰস্বতী বৰুৱাই লিখা?'

"এৰা।"

"বোধনাথ বৰুৱাৰ জীয়েক?"

"এৰা। স্ত্ৰী-স্বাধীনতা সম্বন্ধে তাত যি লিখা আছে পঢ়িলে আচৰিত হ'ব।"

"তেওঁ যে কিতাপ লিখে ক'ব নোৱাৰিলোঁ। দেউতাকে লিখা কিতাপ পাইছোঁ- পঢ়িছোঁ।"

"দেউতাকৰো অনেক কিতাপ আছে। জীয়েকৰ এইখন নতুনকৈ ওলাইছে। স্ত্ৰী-স্বাধীনতাৰ যথাৰ্থৰূপ ইয়াত পাব।"

কৰুণাৰ সৰস্বতীৰ নাম পায়ে কিতাপখন ৰাখিবলৈ ইচ্ছা হৈছিল, তাতে স্ত্ৰী-স্বাধীনতা সম্বন্ধে সৰস্বতীৰ কি মত সেইটো জানিবলৈ বিশেষ আগ্ৰহ হ'ল। বিশেষতঃ কিতাপত হেনো লিখকৰ মন ফুটি ওলায়। গতিকে সৰস্বতীৰ আচল হৃদয়ৰ তন্ত্ৰী কোনখিনিত বাজে সেইটো ভাবিবলৈ সেই কিতাপেই যে সুন্দৰ আহিলা হ'ব ভাবি কৰুণাই ক'লে, "দাম?"

"মুঠতে আঠ অনা।"

"বাৰু এখনি ৰাখোঁ।"

"ক'তা, এতিয়াই দেখো অসমীয়া কিতাপ নেৰাখো বুলিছিল? আপোনালোকে অসমীয়া কিতাপ বুলিলেই চক্ খাই উঠে। অসমীয়া কিতাপত কি আছে ইত্যাদি এই ভাবটোৱে আপোনালোকক অসমীয়া সাহিত্যৰ আচল সোৱাদ পাবলৈ দিয়া নাই।"

কৰুণাই ততালিকে উঠি এটা আধলি আনি অৰুণৰ হাতত দি সুধিলে, "আপুনি কিতাপ তেওঁলোকৰ পৰা আনিছে।"

"হয়, তেওঁলোক ছিলঙত আছে নহয়। ময়ো কালিহে

ছিলঙৰ পৰা আহিছোঁ। তাতে কিতাপৰ কেনভাচ্ কৰিবলৈ গৈছিলোঁ।'

"ছিলঙৰ পৰা কেতিয়া উভতিব?"

"এমাহমানৰ ভিতৰতে। অলপতে সৰস্বতী বৰুৱাৰ বিয়া হ'ব নহয়।"

"বিয়া- কেতিয়া, কাৰ লগত?"

"বিশেষ ক'ব নোৱাৰোঁ। কিন্তু ছিলঙলৈ যোৱা বোধকৰোঁ এইটোয়েই কাৰণ। বাৰু মই এতিয়া উঠোহে।"

কৰুণাই অৰুণৰ মুখত সৰস্বতী সম্বন্ধে আৰু কিবা শুনিব পাৰে বুলি ভাবি- "ৰ'বা, ততালিকে যোৱানে? তোমাৰ কথা বৰ ভাল পাইছোঁ। মোৰ আগৰ কথাত নালাগিবা দেই।"

"মোৰ ব্যৱসায় যেতিয়া এয়ে তেতিয়া সেইটো লোকে খং কৰিলেও সহিব লাগিব। ৰং কৰিলেও বহি থাকিলে নহ'ব।"

"ভাল কথা। মই দেখিছো তুমি এই ব্যৱসায়ত কৃতকাৰ্য হ'ব পাৰিবা।"

"কিয়, আপোনাকো কিতাপ বেচিব পৰা কাৰণে?"

"নহয়, পাঠকৰ মনৰ জোখাৰে কিতাপ দিব পাৰিলে কিয় বেচা নাযাব? কোন মানুহে কেনে কিতাপ ভাল পায় তাক জানিব পৰাতো ব্যৱসায়ৰ কৃতকাৰ্যতা নিৰ্ভৰ কৰে।"

"আপুনি স্ত্ৰী-স্বাধীনতা সম্বন্ধে কিতাপ ভাল পায়? তেনে ধৰণৰ আন এখন কিতাপ আছে। স্ত্ৰী-জাগৰণ।"

"চাওঁ, কোনে লিখা?" বুলিয়েই কিতাপখন চাই আকৌ ওভতাই দি ঔ তেওঁৰ কিতাপ। তেওঁ কি লিখিব জানো। ধৰা নালাগে। বাৰু সৰস্বতী বৰুৱাই ভাল কিতাপ লিখিব পাৰেনে?"

"পঢ়িলে বুজিব।"

"তুমি তেওঁৰ লগত কথা পাতা?"

"তেওঁ সকলোৰে লগত কথা পাতে। আন ছোৱালীৰ দৰে তেওঁ কথা-বতৰা কোৱাত লাজ নকৰে। পৰ্দাও নামানে।"

"সেইটো জানো তুমি ভাল পোৱা?"

"সৰস্বতীৰ নিচিনা ছোৱালী হ'লে স্ত্ৰী-স্বাধীনতা কোনেও বেয়া বুলিব নোৱাৰে।"

"তাৰ মানে?"

"স্ত্ৰী-স্বাধীনতা পাই নৈৰ পাৰে পাৰে গা মেলাই ফুৰিলে, ফিৰফিৰিয়া শাৰী পিন্ধি গাত এচেঙ্ক লৈ ফুৰিলেই স্ত্ৰী-স্বাধীনতাৰ উদ্দেশ্য সাধন নহয়। স্ত্ৰী-স্বাধীনতাৰ উদ্দেশ্য বীৰ ললনা কৰা, দুৰ্বলমনা পুৰুষক সবল কৰি তোলা আৰু তিৰোতাৰ সকলো সৌন্দৰ্য ফুটাই তোলা।"

"তুমি জোৱান-অৱ-আৰ্ক গঢ়িব খোজা?"

"কিয় আমাৰ ৰাধা-ৰুক্মিণী, মূলা-গাভৰুৰ নাম মনত নপৰে?"

"কিন্তু সৰস্বতীক তুমি সেইবোৰৰ লগত কেনেকৈ তুলনা কৰিবা খোজা?"

"তেওঁ দেখাত তেনে খোজত নমা নাই সঁচা, কিন্তু তেওঁৰ সবল মনে, তীক্ষ্ণ চকুজুৰিয়ে পুৰুষৰ হাজাৰ শক্তিকো চেৰ পেলায়। বোধ কৰোঁ সময় আহিলে তেওঁ তেনে যুঁজতো তেওঁলোকৰ শাৰীত উঠিব পাৰে।"

"অসমীয়া ছোৱালীতো?"

"অসমীয়া ছোৱালী বুলি হেয়জ্ঞান কৰিছা কিয়? অসমীয়া ছোৱালীয়ে জগতৰ আন ছোৱালীৰ লগত ফেৰ পাতিব নোৱাৰে?"

"বৰ্তমান সময়ত মই তেনে বুলিয়ে ভাবোঁ।"

"বাৰু মই উঠো। কিতাপ বেচা মোৰ ব্যৱসায়। স্ত্ৰী-স্বাধীনতা লৈ মুৰ ঘমাবলৈ মোৰ আহৰি নাই।"

"বাৰু !"

(৭)

কৰুণা প্ৰায়েই নলিনীহঁতৰ ঘৰলৈ আহে। নলিনীক গীত শিকায়, অসমীয়া আও-ভাও, চলন-ফুৰণ, সাজ-পাৰ সকলোবোৰে গম পোৱাই নলিনীক সুন্দৰভাৱে অসমীয়া ঠাঁচত তুলিছে। অৱশ্যে নলিনী কোনো পুৰুষতে বঙালীৰ ঘৰৰ নহ'লেও, গোৱালপাৰাৰ গতিকে অসমীয়াক অৱহেলাতেই হওক বা বঙালীৰ লগত থাকিয়ে হওক, ইমানদিনে বঙলুৱা গঢ় লৈছিল। কিন্তু যেতিয়াই অসমীয়াই নিজৰ কৰি ল'লে, প্ৰাণৰ সন্ধান ল'লে, মৰমৰ চকুৰে চালে, সিদিনাই নলিনীৰ অন্তৰত থকা বা শতেক যুগৰ অসমীয়া ভাব বা গঢ় আপোনা-আপুনি ফুটি উঠিল, লগে লগে অসম যে তাই জননী, অসমীয়া ভাই-ভনীয়ে যে অঙহি-বঙহি,

অসমীয়াৰ স্বাৰ্থই যে তাইৰ নিজৰ স্বাৰ্থ, সেইটো আপোনা-আপুনি ফুটি উঠিল। তাই দেখিলে সুন্দৰ সকলোপিনে সুন্দৰ, অসমীয়া সাজ-পাৰ সুন্দৰ, অসমীয়া আও-ভাও, গীত-সুৰ সকলো সুন্দৰ, অসমৰ প্ৰকৃতি সুন্দৰ। তাইৰ মনে অসমীয়াৰ লগত দেহে-প্ৰাণে, কথা-বতৰাই, অন্তৰে-বাহিৰে সকলোতে মিলি যাবলৈ ঢাপলি মেলিলে। সিদিনাও কৰুণা আহিছে, হঠাৎ দেখিলে ডাক্তৰ এজন নলিনীহঁতৰ ঘৰ সোমাইছেহি। সি সোমাই দেখে তাৰ- আনন্দময় সঙ্গীতৰ ঠাইত বিষাদপূৰ্ণ দৃশ্য।

নলিনীৰ দেউতাক কৈছে, "আৰু অসহ্য উস্ প্ৰাণ যায়" ডাক্তৰে কৈছে, "আপুনি সুস্থিৰ হওক, ভাল পাব।" বুলিয়েই তেওঁৰ গাটো পৰীক্ষা কৰিবলৈ ধৰিলে ; লগে লগে ডাক্তৰৰ মুখ ক'লা পৰি আহিল।"

বুঢ়াই হঠাৎ কৰুণাক দেখি বোপা আহিছা, ভাল কথা। মোৰ আৰু বেছি সময় নাই- বুজিছোঁ মোৰ অন্তিম সময়।"

"আপুনি তেনেকৈ কিয় কৈছে? কি হৈছে?"

"উস্ বুকুত কিহবাই হেঁচা মাৰি ধৰিছে। উশাহ-নিশাহ লোৱা টান হৈ পৰিছে। যি নহওক ভেলখন বাই মই ৰক্ষা পৰিলোঁ। মোৰ আপোন বুলিবলৈ কেও নাই। তোমাক গতালোঁ, নলিনীক চাবা।"

কৰুণাই ডাক্তৰক সুধিলে, "কি হৈছে?"

ডাক্তৰে বুঢ়াৰ পিনে চাই ক'লে, "আপুনি শান্তিৰে শোৱক" বুলিয়ে বুঢ়াক লাহে লাহে শুৱালে। ক'লে, "বোধ কৰোঁ Heart fail কৰিব, অৱস্থা ভাল দেখা নাই! বুঢ়া মানুহ।"

দৰৱ-পাতি খুৱালে, কিন্তু দৰৱ ভিতৰলৈ নগ'ল। বাহিৰ হৈ ওলাল। ডাক্তৰে ততালিকে ইনজেকচন দিলে। কিন্তু ইন্‌জেক্‌চনৰ লগে লগে দেখিলে বুঢ়াই চকু মুদিলে। সেই চকু মুদাৰ লগে লগে আৰু নেমেলিলে।

নলিনী কাষতে বহি আছিল। তাইৰ চলচলীয়া চকু যোৰত যে কত শোক উঠলি উঠিছিল। সেইটো বৰ্ণনাতীত। সি যি নহওক কৰুণাৰ সহায়তে বুঢ়াৰ সমাধি ক্ৰিয়া শেষ হ'ল। দিনচেৰেকৰ পিছত নলিনী কৰুণাহঁতৰ ঘৰলৈ গ'ল। অৱশ্যে তাইক কৰুণাহঁতৰ ঘৰলৈ নিয়াত নানাতৰহৰ বাধা-বাধকতা ফুটি উঠিছিল সেইটো সন্দেহ নাই। কিন্তু কৰুণাৰ ইচ্ছাত আনপিনে নলিনীৰ আন সুবিধা নথকাত আৰু কৰুণাই তাইৰ প্ৰতি দেখুওৱা মৰম-চেনেহত সেই বাধা-বিঘিনি পাৰ হৈও- নলিনী কৰুণাৰ ঘৰ পাইছিল। সময়ৰ লগে লগে বুঢ়াৰ সকলো শ্ৰাদ্ধাদি সমাপন হ'ল, লগে লগে সচৰাচৰ যেনে ঘটে তেনেভাৱে অতীত অতীতত লয় হ'ব ধৰিলে। বুঢ়াৰ প্ৰতি যি শোক উথলিছিল সেই শোকৰ গভীৰতাও লাহে লাহে কমি আহিবলৈ ধৰিলে। সিদিনা কৰুণাই কিবা এখন কিতাপ পঢ়ি আছে, ওচৰতে নলিনীয়ে কাষত বহি হাৰমনিয়মটো লৈ কিবা এটা গীতত নতুন সুৰ দিব ধৰিছে। কৰুণাই ক'লে,

"সৰস্বতীয়ে লিখা 'স্ত্ৰী-স্বাধীনতা' কিতাপখন পঢ়িছা?"

"পঢ়িছোঁ।"

"কেনে পাইছা?"

"বৰ ভাল নালাগিল।"

"কিয়, কোনখিনিত? তহঁতে স্বাধীনতা পাব নোখোজ?" "অসহায়, অবলাৰ স্বাধীনতা ক'ত? দুৰ্বলী, ভয়াতুৰে স্বাধীনতা কেনেকৈ পাব পাৰে?"

"তেন্তে তহঁতে চিৰকাল এনেভাৱে থাকিব খোজ?"

"আমাৰ ইচ্ছাৰ লগত জগতখন নাযায়? বাৰু চাওক, মই ছোৱালী বুলিয়ে আপোনাক দেউতাই গতাই দি গ'ল, আৰু আপুনিও অনুগ্ৰহ কৰি বিপদৰ পট ছবি দেখুৱাই মোক লৈ আহিল। কিন্তু মই যদি দেউতাৰ ল'ৰা হলোহেঁতেন মই জানো আপোনাৰ সহায়ত নিৰ্ভৰ কৰিব লাগিলহেঁতেন? তুপৰি আপুনিও জানো তেতিয়া হ'লে মোক আনিলেহেঁতেন?"

"তেন্তে তই ছোৱালী হোৱা গতিকেহে মই আনিছোঁ। এইটো তোৰ কেনে ভাব?"

"ছোৱালী নিঃসহায়, ছোৱালীৰ বিপদ প্ৰতিখোজে, ছোৱালী অকলে ক'তো থাকিব নোৱাৰে ইত্যাদি কাৰণে জানো মোক অনা নাই? বা আপোনাৰ মনত দয়াভাব ওপজা নাই?"

"বাৰু সেই কথা পিছতো হয়। কিন্তু তেন্তে এনেবোৰ ভাব আহিছে যে তই আমাৰ ইয়াত ভাল পোৱা নাই?"

"ভাল নেপাম কিয়? আপুনি মোক কিমান মৰম কৰে,

আপোনাৰ আইতাই আনিবৰ দিন ধৰি মোক নিজৰ জীয়েকৰ দৰে মায়া, স্নেহ, মৰম কৰে। গতিকে মই ইয়াত ভাল নেপাম কিয়?"

"বাৰু তই যেতিয়া কোনো কথাত বেয়া পাব মোক কবি। এয়ে তোৰ নিজৰ ঘৰ। বাৰু নলিনী স্ত্ৰী-স্বাধীনতাৰ কিতাপখন ক'ত বেয়া পালি? তই এইটো কথা বিশ্বাস নকৰ যেতিয়ালৈকে তিৰোতা লক্ষ্মী, সৰস্বতী আৰু দুৰ্গা স্বৰূপ হ'ব নোৱাৰি তেতিয়ালৈকে স্ত্ৰী-স্বাধীনতা নাই।"

"তিৰোতাই লক্ষ্মী, সৰস্বতী, দুৰ্গাক দেৱী বুলি পূজা কৰে। গতিকে মানুহে কেতিয়াও দেব-দেৱীৰ সমকক্ষ হ'ব নোৱাৰে। এইটো দেখা কথা। গতিকে এই কিতাপখনেই প্ৰমাণ কৰে যে স্ত্ৰী-স্বাধীনতা অসম্ভৱ। চাওক তিৰোতাৰ অৱস্থা সৰুতে বাপেক-মাকৰ তলত সকলো দুখ-কষ্ট সহিব লাগিব, ডাঙৰ হ'লে স্বামীৰ তলত, তাৰ উপৰিও অভাৱ, কষ্ট, আৰু কত কি? যদি গোটেই জীৱনটো অসুবিধা হৈ কটালে ভালেই, বিধবা হ'লে আৰু কত যে আপদ-বিপদ আনকি বুঢ়ী হ'লেও নিজৰ ডাঙৰ পুতেক আদিৰ প্ৰভুত্বৰ হাত সাৰিব নোৱাৰে। এনে অৱস্থাত স্ত্ৰী-স্বাধীনতাৰ কথা কি ক'ব? আমি কৰো বুলি এটা কৰিব নোৱাৰোঁ, যাওঁ বুলি এঠাইত যাব নোৱাৰোঁ- আমাৰ আকৌ স্বাধীনতা!"

"তইঁতে সেইবোৰলৈ সাহ কৰ বুলি? কিয় আন আন সভ্যদেশত তিৰোতাই যুঁজ কৰিছে, ঘোঁৰাত উঠি ফুৰিছে, যুঁজৰ ঠাইত বেমাৰীক সেৱা-শুশ্ৰূষা কৰিছে স্ত্ৰী- জাগৰণ চাৰিওপিনে জল্ জল্ পট্ পট্ হৈ উঠিছে। কেৱল আমাৰ ঠাইতেহে খোজ কাঢ়িবলৈকো ভয় কৰে। তইঁতৰ সাহস হ'লে, তইঁতৰ, মন, বল হ'লে পুৰুষে একো কৰিব নোৱাৰে।"

"বাঘৰ মাজত শুদা হাতেৰে আপুনি লৰি-ঢাপৰি ফুৰিব পাৰে?"

"তেন্তে পুৰুষক তই বাঘৰ লগত ৰিজাব?"

"নিশ্চয় এজনী সুন্দৰী ছোৱালী অকলে দেখিলে পুৰুষ জাতি বাঘতকৈও অধম হৈ আক্ৰমণ কৰে। কিয় বাতৰি কাকতবোৰত দেখা নাই- কিমান নাৰী নিৰ্যাতন, কিমান নাৰী অপহৰণ, এনে অৱস্থাত আপুনি কি স্ত্ৰী-স্বাধীনতাৰ কথা কয়?"

করুণাই নলিনীৰ কথা শুনিয়ে থাকিল। অলপ পিছত গহীনভাৱে ক'লে, "এৰা কথাটো মিছা নহয়। কিন্তু এনে সময়ত সৰস্বতী থকা হ'লে- তই সুন্দৰভাৱে সৰস্বতীৰ লগত তৰ্ক কৰিব পাৰিলিহেঁতেন।"

"সৰস্বতী কোন?"

"তইঁত যাৰ ঘৰত আছিলি- সেয়ে সিহঁতৰ ঘৰ। তাই বি,এ পাছ, কেৱল মুখস্থ কৰিয়ে পাছ কৰা নহয়। বাস্তৱতে বি,এ পঢ়ি উঠি মানুহৰ যিমাখিনি আৱশ্যক সেইবোৰ তাইৰ গাত পাবি।"

"তেওঁ বি,এ পাছ কৰিছে। আমি এতিয়াও কলেজতে পঢ়ি আছোঁ- এনে অৱস্থাত আমি কিটো বিদ্যাৰে তেওঁৰ লগত তৰ্ক কৰিম? মুঠতে কওঁ আমি বিহকে নকওঁ, আচলতে তিৰোতা এই ভাবটোৱে আমাক সদায় দুৰ্বলী কৰে। এই ভাবটোৱে আমাক সদায় বহুতো বিপদৰ চিত্ৰ আগত আঁকি ৰাখে। তদুপৰি লাজ-হুকম, সতীত্ব ইত্যাদি নানাভাৱে আমাক দুৰ্বলীতকৈও দুৰ্বলী কৰে।"

"কিন্তু সেইবোৰ ভাব এৰিব পাৰিলেই তইঁতে মতাৰ লগত সমানে যেৰ মাৰিব পাৰিবি। যিদিনাই তইঁতক সবল দেখিব সিদিনাই পুৰুষে তইঁতক ভয় কৰিব। বিশেষতঃ গৱৰ্ণমেণ্টৰ আইন তইঁতৰ সপক্ষে। কেৱল তইঁতে মুখ ফুটাই কথা ক'ব শিক- দেখিবি সকলো অৱস্থাতে পুৰুষে তইঁতক ভয় কৰিব। কোনো অৱস্থাতে বিপদত পেলাব নোৱাৰিব। কেৱল তইঁতৰ লাজ ভাবটোৱে পুৰুষে লগে লগে ফুটাই কথা ক'ব নোৱৰা অৱস্থাই সদায় দুৰ্বল কৰি ৰাখিছে। পুৰুষে সেইটোৰ সুন্দৰভাৱে সুবিধা লৈছে। বাৰু যা, অলপ চাহ কৰি আন, মই এবাৰ আৰতীহঁতৰ তালৈ যাব লাগে। নলিনী গ'ল।"

করুণাই নানা কথাৰ কল্পনাত উটি-বুৰি ফুৰিব ধৰিলে। তাৰ মনে মনে ভাব হ'ল নলিনীক ভালকৈ শিক্ষা-দীক্ষা দি তুলিব পাৰিলে তাৰ মনত কত আনন্দ হ'ব। ভৱিষ্যত সি সেই সপোন আঁকি আনন্দত বিভোৰ হ'ল। যেন বাস্তৱতে সি কৰ্তব্যপৰায়ণ, তাক আজি কৰ্তব্যৰ গধুৰ বোজাই যেন তাৰ ডেকা কালৰ স্পৃহা সকলো ক'ৰবাত উটাই-উঁৱাই নি কেৱল তাৰ মনত ভাব ৰাজ্যৰ সৃষ্টি কৰিলে— কেনেকৈ সি নলিনীক সকলো প্ৰকাৰে সুন্দৰী কৰিব পাৰে, কেনেকৈ এই ব্ৰতত ব্ৰতী হৈ সি এদিনা সমাজত নতুন যুগৰ সৃষ্টি কৰিব

পাৰে, সুযশ আনিব পাৰে। সি যি দৃঢ় মনেৰে নলিনীক আনি সেই দৃঢ়তা সুন্দৰভাৱে ৰাখি তাৰ কৰ্তব্য কৰি যাব পাৰে। কিন্তু ভৱিষ্যতৰ আঁৰ-কাপোৰ দাঙি চাবলৈ মানুহৰ শক্তি ক'ত? ভৱিষ্যতত কি আছে কোনে জানে?

(৮)

সি সিদিনা আৰতিহঁতৰ ঘৰলৈ গৈ উকিল, উকিলনী আৰু আৰতীহঁতৰ লগত কথা কৈ আছে। হঠাৎ আৰতিয়ে ক'লে, "কককাইদেউ আপুনি হেনো আপোনাৰ বৌ আনিছে, আমাক নেদেখুৱায়?"

ককণাই অলপ উচপ্ খাই উঠি, "বৌ? ক'ত শুনিলা?" "কথা যে বতাহ। আপুনি অনাৰ পিছতে শুনিছোঁ। কেৱল চাব যাবহে পৰা নাই? গোৱালপৰীয়া ছোৱালীয়ে অসমীয়া ভালকৈ ক'ব পাৰেনে?"

"আৰতি, তোমালোকে সম্পূৰ্ণ ভুল শুনিছা! মই দেখছোঁ- মানুহে ভালটো দেখা নাপায়। বেয়াটোৰ হ'লে হাজাৰ কল্পনা কৰিব পাৰে।"

আৰতিয়ে হাঁহি মাৰি ক'লে, "আমি বেয়া পোৱা নাই। এইবিলাকত বিয়া-বাৰু মিছা ভাওনাতকৈ এনেভাৱে অনা-নিয়া কৰাটোত মূল্য আছে। নহয় বাৰু?"

"ছিঃ আৰতি আগেয়ে সকলো কথা নুশুনাকৈ যি পোৱা তাকে কোৱা যুগুত হোৱা নাই। তোমালোক শিক্ষিত ছোৱালীবোৰেও যদি শুনা কথাতে ভোল যোৱা তেন্তে অশিক্ষিতবোৰে কি কৰিব?"

আৰতিৰ মাক আৰু দেউতাকে ইমান পৰে মনে মনে আছিল- আৰু দুয়ো চকু টিপিয়াই হাঁহিছিল। অৱশ্যে ককণাই যে নলিনীক আনিছে, আৰু ঘৰতে ৰাখিছে, আনকি তাই যুৱতী, কলেজত পঢ়া ছোৱালী ইত্যাদি সকলোবোৰ আতি-গুৰি আগেয়ে তেওঁলোকে পাইছে। সেই কথাটো বহুদিনো কথা-বতৰা হৈছে। ককণাই যে আগ ভাগত আনি এনে যুৱতী ছোৱালী ৰাখিব সেইটোহে কেৱে কল্পনা কৰা নাই। আনকি ওচৰ-চুবুৰীয়াই ইতিমধ্যে নানা তৰহৰ কথাৰ জাল তৰিছে। বুঢ়ীসকলে কৈছে- সংসাৰ গুচিল। ডেকেৰীসকলে নিজৰ লগৰীসকলৰ লগত কথা-বতৰা পাতিছে, পেংলাই কৰিছে 'চাবি তোকো কোনোবা "ল"-কলেজৰ ল'ৰাই নিব।" আনজনীয়ে কৈছে, "তোকে নিয়ক। বিয়া-বাৰুৰতো আজিকালি আৱশ্যক নাই।" কোনোৱে কৈছে, ভালেই বিয়া বাৰুৰ খৰচ-পাতি, বামুণৰ দান-দক্ষিণা আদি ভুৰাৰ অন্ত পৰিব। "

ককণাই হঠাৎ আৰতিক ক'লে, "আৰতি জগতখন বাহ্যিক দৃষ্টিতে যেনেকুৱা দেখা তেনে ধৰণৰ সকলো কথা হ'লে- অন্তৰ্দৃষ্টি বুলি কথাষাৰ নাথাকিলহেঁতেন। সংসাৰত দয়া-মায়া, সহানুভূতি, মৰম-চেনেহ সকলো কথা তল পৰি কেৱল অসাৰ্থক চলন্তি প্ৰেম কেৱল গিল্টি ভাল পোৱাৰ কথাই কি মানুহে ভাবে?"

এনেতে উকিলে মাত দিলে, "অৱশ্যে কথাষাৰত সত্য আছে। নহ'লে আজিকালি সোণৰ ঠাইত গিল্টি সোণৰ প্ৰচলন হয় কিয়? মানুহৰ ঈশ্বৰপ্ৰদত্ত বস্তুৰ বাহিৰেও আকৌ কাঁচ বা পাথৰৰ বিত চকু আৱশ্যক কিয়? বা সেইবোৰৰ বিশেষ প্ৰচলন কিয়? যেন সৰু-ডাঙৰ সকলোৱে ভাব তেনে বিতচকুৰে বেছি দেখিব পাৰি। বা দেখাৰ কথা নহ'লেও অন্ততঃ দেখনীয়াৰ হ'ব পাৰি। সি যি নহওক, তুমি কি ভাবি কি কৰিছা ক'ব নোৱাৰো। কিন্তু এনে কথাৰ টৌ চৌদিশে বৈ গৈছে। বিশেষতঃ মানুহে অন্তৰৰ কথা কি বুজ লয়? বাহিৰত যি সচৰাচৰ ঘটে তাতে মানুহৰ চকু, তাৰ বাহিৰ হ'লে মানুহে অথন্তৰ দেখে। বাৰু তুমিয়ে কোৱাচোন তোমাৰ ভিতৰৰ যন্ত্ৰবোৰ জানো পুঙ্খানুপুঙ্খ ৰূপে চাইছা, কেৱল বাহিৰত শৰীৰ ভালে থাকিলেহে ভাল, বেয়া থাকিলেই বেয়া বুলি জানো নিতৌ ফুৰাগৈ। কিন্তু কোন ঠাইত, কোন যন্ত্ৰত, কোন হাৰত বা নাড়ী-ভুড়িত কি আপদ আহিছে সেইবোৰ নিতৌ চাই ফুৰা মানুহ ক'ত। বাহ্যিকতাই জগত আৰু বাহ্যিক দৃষ্টিত ভাল-বেয়া হ'লেই মানুহৰ কাম ভাল-বেয়া।"

"তেনেহ'লে আপুনি ক'ব খোজে সৰ্বসাধৰণে যি ভাল বোলে তাকে সদায় কৰি ফুৰিব লাগিব আৰু তাৰ বাহিৰ হ'লেই পাপ?"

"তাৰ বাহিৰ হ'ব লাগিলে প্ৰতিভাবান হ'ব লাগিব। সকলোতে তেনে কাম নহয়। বুদ্ধই সাধাৰণতে নকৰা কাম কৰি নিজ ভাৰ্যা, নৈকে জন্মা সন্তানকো এৰি গুচি গৈছিল, সাধাৰণৰ মনত এইটো কেতিয়াও ভাল হ'ব নোৱাৰে। কিন্তু বুদ্ধ অসাধাৰণ, প্ৰতিভাবান লোক নহ'লে কেৱল মানুহৰ

গঞ্জনাহে খালেহেঁতেন- যুগ-যুগান্তৰ চলি থকা বুদ্ধৰ কীৰ্ত্তিৰ অক্ষয় দ'ল গঢ়িব নোৱাৰিলেহেঁতেন।"

"কিন্তু কোন মানুহ প্ৰতিভাবান, কোন মানুহ প্ৰতিভাহীন সেইটো জানো কামত নালাগোটেই আপোনালোকে ঠিক কৰি ল'ব পাৰে। বুদ্ধই তেনে নকৰি.... স্ত্ৰী, পুত্ৰলৈ আনন্দেৰে দিন নিয়ালে জানো? আপোনালোকে বুদ্ধক অসাধাৰণ প্ৰতিভাশালী লোক বুলি ক'লেহেঁতেন?

আৰতিয়ে ততালিকে মাত দিলে, "করুণা ককাইদেউ, আপুনি বুদ্ধ হওক তাত আপত্তি নাই। কিন্তু বৌক তাপসী নকৰিব।"

এই কথাত করুণাৰ ভয়ঙ্কৰ খং উঠিল; সি ঘপকৈ ক'লে, "আৰতি লিখা-পঢ়া শিকিলেই যে ডাঙৰ জ্ঞানী হ'ল এনে কথা হ'ব নোৱাৰে। দেখিছোঁ তুমি শিকিবলৈ বহুতো আছে। বিশেষতঃ তুমি মুখ চন্তালি কথা কোৱা যুগুত। স্ত্ৰী-স্বাধীনতা মানে তিৰোতাৰ মৰ্য্যাদা হানি কৰা নহয়। মই দেখিছো তুমি মোক অপমান কৰিবলৈ ধৰিছা। শিক্ষিতা ছোৱালীৰ এনে আচৰণ অসহনীয়। বিশেষতঃ তোমাৰ মনত থকা উচিত আছিল মই তোমাৰ ঘৰত। বাৰু মই উঠিলোঁ।"

উকিলে দেখিলে কথা আওপাকে গৈছে। তেওঁ কথা পাতলাবৰ কাৰণে ক'লে, "করুণা তাইৰ কথালৈ কাণ দিয়া। চেক্সপীয়েৰ ইমূৰৰ পৰা সিমূৰলৈ গোটেইখন আওৰালেও যেতিয়ালৈকে বাস্তৱ জগতৰ সমুখত নাহে তেতিয়ালৈকে বাস্তৱতা কি, মানুহৰ যথাৰ্থ চৰিত্ৰ ক'ত বুজা বৰ কঠিন। যদিও চেক্সপীয়েৰ বাস্তৱ চৰিত্ৰৰে ভৰপূৰ ; মানুহৰ মনস্তত্ত্ব বিশ্লেষণৰ সাগৰ স্বৰূপ, বহা চাহ আনিছে, পিয়া।"

করুণাই ক'লে, "এৰা, ময়ো দেখিছোঁ স্ত্ৰী-শিক্ষাই যেতিয়ালৈকে ঘৰ পৰিয়ালৰ কাম নিশিকা, ল'ৰা-ছোৱালীক, বেমাৰী আদিক সেৱা-শুশ্ৰূষা কৰিবলৈ উপযুক্ত কৰিব নোৱাৰে, শিক্ষিত কৰি তুলিব নোৱাৰে, দেশৰ অৰ্থে, সমাজৰ উপকাৰৰ অৰ্থে, নিজৰ স্বামী, ল'ৰা-ছোৱালীক হাঁহি হাঁহি ত্যাগ কৰিবলৈ নিশিকায়, নিজে বলি দিবলৈ নোলায়-তেতিয়ালৈকে শিক্ষা মিছা।"

এনে সময়তে দেখিলে এখন গাড়ীৰ পৰা এজনী ছোৱালী নামি আহিল, লগে লগে এজন চাকৰ ল'ৰা।

আৰতিয়ে নিলগৰ পৰা দেখিয়ে, "আহা! আহা, কেতিয়া আহিলা?"

'আজি ৰাতিপুৱা, বুলিয়ে এখন চকিত বহিলহি। তোমালোকৰ ভাল?"

আৰতিৰ মাকে মাত দিলে, "ছিলং কেনে লাগিল সৰস্বতী?" "বৰ ভাল লাগে। বিশেষকৈ মোৰ বৰ ভাল লাগিল, তিৰোতাবিলাকে এনে মুকলিমূৰীয়াভাৱে ফুৰে, বেহা-বেপাৰ কৰে, নিজৰ নিজৰ কাম কৰে। যেন তেওঁলোকে মতাবিলাকৰ ওপৰত সমূলি নিৰ্ভৰ নকৰে।"

করুণাই এনেতে মাত দিলে, "কিয় সিহঁতৰ বেয়াটো নেদেখিলা খাচীয়া জাতিটো পাশ্চাত্য সভ্যতাৰ অনুকৰণ কৰি জহন্নামে যাব ধৰিছে। সিহঁতৰ মনত প্ৰাচ্যভাব সমূলি লোপ পাইছে। তিৰোতাৰ আচল বস্তু সতী-সাধ্বী ভাব সিহঁতৰ মনত এৰো নাই।" আৰতিয়ে ক'লে, "থৈ দিয়ক আপোনাৰ সতী-সাধ্বী ভাব। তিৰোতাক জপ-পেডেৰাৰ ভিতৰত সুমুৱাই কেৱল সতী-সাধ্বী কৰি থ'লেই আচল মনুষত্ব বিকাশ নহয়।"

আৰতিৰ কথা শুনি করুণাই তবধ মানি ৰ'ল। কি ক'ব কি নক'ব সি ভাবি নাপালে। কিন্তু তাৰ মনত যেন এটা ভয়ঙ্কৰ ভাবৰ সৃষ্টি হ'ল। সি ভাবিলে যেন সি ততালিকে-বৰ্তমান শিক্ষাক ধিক্কাৰি এবকলা বলকে। কিন্তু সি একোকে নকৈ ইয়াৰ উত্তৰ সৰস্বতীয়ে কি দিয়ে ভাবি সৰস্বতীৰ পিনে চাই ৰ'ল। সেই মুহূৰ্ত্ততে সি যেন দেখিলে সৰস্বতীৰ সুন্দৰ মুখখনি আৰু সুন্দৰ হৈ উঠিছে। বিশেষকৈ ছিলঙত এই কেইমাহ থকাৰ কাৰণে সৰস্বতীৰ গালে-মুখে এটা ৰাঙলী আভা জিলিকি উঠিছে। কিন্তু সৰস্বতীয়ে সেই সম্বন্ধে একো নকৈ আন কথা উলিয়ালে। সবল জাতি হ'বলৈ যে জলবায়ুয়ে বহুতো সহায় কৰে, এই কেইমাহতে ভালকৈ বুজি পালোঁ। আমাৰ অসমীয়া জাতিৰ তিৰোতাবিলাক দিনে দিনে ক্ষীণ আৰু নানা তৰহৰ বেমাৰ-আজাৰৰ ভঁৰাল হৈ পৰিছে।"

আৰতিয়ে ক'লে, "নহ'ব কিয়, নিদিয়ে ওলাই-সোমাই ফুৰিব, নিদিয়ে বা-বতাহ ল'ব। গতিকে হাজাৰ শক্তি হ'লেও কেইবছৰতে শুকাই-ক্ষীণাই হাৰে-হাড়ে লাগে।"

সৰস্বতীয়ে ক'লে, "সেইটো সঁচা। বৰং আমাৰ আগেয়ে ভাল আছিল। পথাৰে পথাৰে কাম-বন কৰিছিল, ঘৰতো কামতে ব্যস্ত আছিল, লগে লগে মুকলি বতাহ, ভাগৰ, জিৰণি, পৰিশ্ৰম সকলোৰে সোৱাদ পাইছিল।"

"তেতিয়া কিন্তু সতী-সাধ্বী ভাবটোত নিৰ্মূল হোৱা

নাছিল।"

আৰতিয়ে ক'লে, "এতিয়া কিয় হ'ল?"

"তোমালোকৰ শিক্ষাৰ কাৰণে।"

"উকিলে ক'লে, "শিক্ষাই জানো কৈছে তিৰোতা অসতী-অসাধ্বী- হওক? আচল কথা পুৰুষসকল চঞ্চল, অসহিষ্ণু আৰু নিষ্কৰ্মী হৈ পৰিছে। লগে লগে An idle brain is a devilis workshop. তিৰোতাবোৰো যে আনপথে যাব তাত সন্দেহ কি?"

সৰস্বতীয়ে এনেতে ক'লে, "আমি ছিলঙলৈ যোৱা লাভটো হৈছে ভাল।"

আৰতিয়ে ক'লে, "কি?"

"আমি গৈ তাত ঘৰ ভাৰা কৰি থাকিলোঁ, ইপিনে আমাৰ ঘৰ অন্যক ভাৰা দি গলোঁ। কিন্তু শুনিছোঁ হেনো ভাড়া লোৱা গৰাকীৰ মৃত্যু হ'ল, আমি ভাৰাও এপইছাও নাপালোঁ। ঘৰটোলৈ আহি কেনে লাগিছে।"

আৰতিৰ মাকে ক'লে, "ঘৰবোৰ ভালকৈ পৰিষ্কাৰ কৰি সাজ-সৰঞ্জামবোৰ ধুই-পখালি সোমাব লাগিছিল। কিবা বেমাৰ হৈ মৰিল!"

কৰুণাই ক'লে, "অইন একো বেমাৰ হৈ মৰা নাই। বুঢ়ামানুহ Heart fail হৈ মৰিছে।"

সৰস্বতীয়ে সুধিলে, "আপুনি কেনেকৈ জানিলে?"

উকিলনীয়ে এনেতে মাত লগালে, "সেই বুঢ়াৰ ছোৱালী তুমি আনিছা?"

কথাষাৰে আকৌ আগৰ সকলো কথাৰ স্মৃতি আনিলে। কৰুণাৰ মুখ শেঁতা পৰিল-জানোচা আৰতিয়ে আৰু কি কয়?

কিন্তু আৰতিয়ে সেই সম্বন্ধে একো নক'লে।

সৰস্বতীয়ে ক'লে, "ছোৱালীজনী সক ছোৱালী? তাইৰ আন কেও নাই?"

আৰতিয়ে ঘপৰাই মাত দিলে, "ভাল সৰু ছোৱালী পাইছা, কলেজত হেনো পঢ়ে।" কৰুণাই মাত দিলে- সৰস্বতী ছোৱালীৰ আকৌ ডাঙৰ-সৰুৰ পাৰ্থক্য কি? আশ্ৰয়বিহীনক আশ্ৰয় দিছোঁ।"

"সেইটো বৰ ভাল কথা। আপুনি পঢ়া খৰচো দিব ধৰিছে।"

"বৰ্তমানে দিছোঁ। কিন্তু আচলতে দিব নালাগে। বুঢ়াৰ বহুতো টকা বেংকত আছে, তদুপৰি জীৱন বীমাও কেবা হাজাৰো আছে। কেৱল এতিয়া ছোৱালীৰ হতুৱাই Affidavit দিয়াব পাৰিলেই হ'ল।"

"ছোৱালীজনী পঢ়া-শুনাত কেনে? তেওঁলোকৰ ঘৰত জানো কেও নাই? আপোনাৰ লগত চিনা-জনা কেনেকৈ হ'ল?"

প্ৰশ্নৰ জাউৰি উঠা দেখি আৰতিয়ে এইবাৰ হাঁহি মাৰিলে। "সৰস্বতী, তুমি দেখিছোঁ ককাইদেউক জেৰা কৰিবলৈ আৰম্ভ কৰিলা। আচল কথা ককাইদেৱে তেওঁক বৌ কৰি আনিছে।"

ছিঃ বুলি কৰুণাই ঘপৰাই উঠি- "মই আহোঁ বুলি ততালিকে খোজ ল'লে।"

সৰস্বতীয়ে মাত দিলে, "বাৰু আমিও ছোৱালীজনী চাব যাম।"

"ঘৰৰ ভাৰা বিচাৰি?"

"ছিঃ আপুনি মোক ইমান সৰু মনা বুলি ভাবে?"

"ক'ব নোৱাৰোঁ। শিক্ষিতা ছোৱালীৰ মন কেনে মোৰ পক্ষে বুজা দুৰূহ। মই দেখিছোঁ সভ্যজগতত যদি কিবা নতুন বেদ ওলাইছে সেইটো অধ্যয়ন কৰিব লাগিব।"

"নাই আপুনি সেইটো নাভাবিব। এবাৰ মুখৰ পৰা ওলোৱা বেদ যেতিয়া সেইটো সনাতন। নতুন বেদৰ আৱশ্যক নহ'ব। কিন্তু মোৰ ইচ্ছা হৈছে- সংসাৰত নিজৰ বুলিবৰ কেও নোহোৱা ছোৱালী এজনী কেনেভাৱে সংসাৰত ফুৰা-চকা কৰে। বলা আৰতী একেলগে চাই আহোগৈ। মাহীদেউ আপুনিও বলক।"

আৰতিৰ মাকক সৰস্বতীয়ে সৰুৰে পৰা মাহী বুলিয়েই মাতিছিল।

আৰতিয়ে ক'লে, "ব'লা, ক'লো বেচা হওক, ৰখো চোৱা হওক, ছোৱালীও চাওঁ, আকৌ বৌ দেখিও সন্তোষ পাওঁ। কি কয় ককাইদেউ?"

"আৰতি- মই যিটো কথা বাস্তৱতে বেয়া পাওঁ সেইটো কথা কৈ তোমাৰ লাভ কি? বৌ নহয়, নহ'ব, ই শিলৰ ৰেখাৰ দৰে! এই সত্য যিদিনাই মিছা হ'ব সিদিনাই বুজিবা মোৰ মৃত্যু।"

"কলি যুগ হ'লেও সকলো কথা মিছা নহয়।"

এনেতে আৰতিৰ মাকে ক'লে, "আজি নাযাওঁ,

পৰিহিলে যাম। কৰুণা সিদিনা আমালৈ যা-জলপান ঠিক কৰিব লাগিব।" "ভাল কথা।"

(৯)

বোধনাথ বৰুৱাই ছিলঙত থাকোঁতে এখন কিতাপ লিখিছে। অসমীয়াৰ বৰ্তমান অৱস্থা আৰু অসমীয়া সাহিত্যৰ কেৰোণ ক'ত? কিতাপখনিৰ নাম "তৰুণলৈ আহ্বান।" সেই কিতাপখনি ছপা হৈ আহিলত তৰুণে বাতৰি পাই নিব আহিছে।

অৰুনে কৈছে, "অসমীয়াৰ বৰ্তমান অৱস্থা চাই আপুনি ভৱিষ্যত উজ্জ্বল বুলি নাভাবে?"

"নাভাবিম কিয়?'

"কেনেকৈ ভাবে। অসমীয়া তৰুণসকল ভয়াতুৰ, কোনো কামত দৃঢ়ভাৱে নালাগে, সদায় নিজৰ বস্তু বেয়া বুলি ভাবে, সদায় কোনো কামত আন জাতিৰ লগত সমানে ফেৰ পাতিব নোৱৰা ভাব যাক ইংৰাজীত enferiority complex বুলিব পাৰি। তেওঁলোকে ধৰ্ম সম্বন্ধে ভৱাটোও উপলুঙাৰ বস্তু বুলি ভাবে।"

"এৰা সেইবোৰ সঁচা। কিন্তু সেইবোৰতো মই এটা ডাঙৰ বস্তু দেখিছো।"

"কেনে?"

"অসমীয়া জাতিয়ে ইমান কম সময়ৰ ভিতৰতে আন আন ওচৰ-চুবুৰীয়া জাতিৰ লগত সমভাৱে এনেভাৱে ফেৰ পাতিব লগাত পৰিছে যে তেওঁলোকে সকলো বল-বুদ্ধি খটুৱাই নিজৰ জাতিক ডাঙৰ কৰিবলৈ ওলাবলগীয়াত পৰিছে। যদিও বৰ্তমানে ওলোৱা নাই- কিন্তু অচিৰতে ওলাব লাগিব। যদি নোলায় তেনেহ'লে অসমীয়া জাতি কেৱল বুৰঞ্জীতহে থাকিব। আন নকওঁ সাহিত্যৰ বিষয়ে পোন প্ৰথমে কওঁ। অসমীয়াই আজি কবিতা লিখিলে ৰবীন্দ্ৰনাথ ঠাকুৰৰ লগত, উপন্যাস লিখিলে শৰৎ চট্টোপাধ্যায়ৰ লগত ফেৰ পাতিবলগীয়াত পৰিছে। আলোচনী উলিয়াব লাগিলে 'প্ৰবাসী', ভাৰতবৰ্ষৰ নিচিনা গঢ়িব লগাত পৰিছে। আনকি সাধাৰণ পত্ৰিকা এখন উলিয়াব লাগিলেও গুপ্ত প্ৰেছ বা ডাইৰেক্টৰীৰ লগত যুঁজিবলগীয়াত পৰিছে। গতিকে বঙালীয়ে ইমান সাধনাৰ পিছত যি ৰবী ঠাকুৰ, শৰৎ ঠাকুৰ সৃষ্টি কৰিছে, ভাৰতবৰ্ষত প্ৰবাসী আলোচনী বাহিৰ কৰিছে অসমীয়াই অতি সোনকালে তেনে কৰিব লাগিব। নহ'লে অসমীয়াৰ ৰক্ষা নাই। কেৱল সেইটো উপলব্ধি কৰি অসমীয়াই হাতে-কামে উঠি-পৰি লাগিলেই হ'ল। আনপিনে ব্যৱসায়-বাণিজ্যতো অসমীয়াৰ চকু গজিছে, কেৱল কামত লাগিলেই হ'ল। আৰু উন্নতিৰ আদৰ্শ সম্বন্ধেও এতিয়া ভাবিবলগীয়া নাই, কি সমস্যা লৈ এদিন বঙ্গ আৰু আন আন দেশে হাহাকাৰ কৰি ফুৰিছিল। ৰাজা ৰামমোহন ৰায়ৰ নিচিনা মানুহেও প্ৰাচ্য-পাশ্চাত্যৰ মাজে মাজে যোৱা ব্ৰাহ্ম সমাজৰ সৃষ্টি কৰিবলগীয়াত পৰিছিল। আজি জাতিৰ আদৰ্শ, উদ্দেশ্য জল্ জল্ পট্ পট্। প্ৰাচ্যৰ আদৰ্শৰে জাতি গঠন কৰি, নিজৰ ওপৰতে সকলো প্ৰকাৰে নিৰ্ভৰ কৰি, নিজে খোৱা-বোৱাৰ দিহা কৰি জাতিক সজীৱ কৰাই ভাৰতীয় কংগ্ৰেছে বাট দেখুৱাই দিছে। ধৰ্ম সম্বন্ধে আজি সুচল পথ। যিয়ে যি ধৰ্মী নহওক-সেই ধৰ্মতে ভালভাৱে খামোচ মাৰি ধৰি তাৰ সূক্ষ্ম তত্ত্ববোৰ ল'ব পাৰিলেই আৰো ধৰ্মত সাল-সলনি কৰিব নালাগে। কোৰাণ, বাইবেল, গীতা, ভাগৱত সকলোৰে সাৰমৰ্ম এক। গতিকে ইটো ধৰ্ম এৰি আনটোত খেপিয়াই ফুৰিবলৈ অনাৱশ্যক। এনেভাৱে আদৰ্শবোৰ আগত ৰাখি এতিয়া কেৱল তৰুণ অসমে খোজ ল'লেই হ'ল।"

অৰুণে ক'লে, "সুন্দৰ। আপোনাৰ কথাই মোৰ Passimist ভাবটো দূৰ কৰি আশাবাদী কৰি তুলিলে। অসম বাস্তৱতে অলপ সময়তে উজ্জ্বলি উঠিব। কেৱল সোৱোপালি ভাবটো, একো কৰিব নোৱৰা ভাবটো দলিয়াব পাৰিলেই হ'ল।"

এনে সময়তে সৰস্বতী সোমালহি।

"সৰস্বতীয়ে ক'লে, "দেউতা নলিনীক ইয়ালৈ আনিম।"

"কোন নলিনী?'

"আমি ছিলঙলৈ যাওঁতে এই ঘৰত যেয়ে আছিল তেওঁৰে জীয়েক।"

"তই ক'ত লগ পালি?"

"কৰুণাৰ ঘৰত। তেওঁ সেই ছোৱালীজনীক পঢ়াইছে। তেওঁৰ দেউতাক ইয়াতে চুকাইছে নহয়।"

"ইচ্ছা কৰ যদি আন। তাই ক'ত পঢ়ে?"

"কলেজত। শুনিছোঁ হেনো তাই বৰ ধুনীয়া, লিখা-পঢ়াতো পাকৈত আৰু বৰ বুদ্ধিমতী। তাইক মোৰ লগৰীয়া কৰিম।"

অৰুণে ক'লে, "লগৰীয়া পাবলৈ ইমান হেঁপাহ হ'ল কিয়?"

"বুজিছা এজনী ছোৱালীৰ মিছা অপবাদ শুনিবলৈ ইচ্ছা নহয়।"

বিশেষতঃ ছোৱালীৰ অপবাদ ছোৱালীয়ে শুনা বিষয়। মই যদি তাইক আনি ৰাখো তাইৰ অপবাদ কোনেও গাব নোৱাৰে। আনপিনে পিতৃ-মাতৃহীন ছোৱালী এজনীক সহায় কৰা হ'ল।"

অৰুণে সুধিলে- "কি অপবাদ?"

"সেইবোৰ বহুতো কথা। মুঠতে কওঁ গাভৰু ছোৱালী ডেকাৰ ঘৰত থাকিলে- তেওঁলোক বিয়ানেই হওক নহওক মানুহৰ মনে বা পশুজগতে বেয়াৰ পৰা ভাল নোবোলে। মানুহৰ চকু, কাণ এনেভাৱে বেয়াটো ল'বলৈ খাপলি মেলে কিয়? সমাজ!"

"সমাজে ভালটো নেদেখি বেয়াটো দেখাই জানো সংসাৰৰ নিয়ম। সমাজে- যেনেকৈ বেয়াটো কৰিব পাৰে, ভালটো কৰিবলৈ আগনাবাঢ়ে, তেনেকৈ বেয়াটো দেখি নানা তৰহৰ জল্পনা-কল্পনা কৰাটো জানো সমাজৰ কৰ্তব্য হ'ল। তেন্তে জগতত সমাজ কিয়?"

এনেতে বোকনাথ বৰুৱাই মাত লগালে- "সৰস্বতী! বাস্তৱ জগতৰ লগত তোৰ সম্বন্ধ কম! বাস্তৱ জগত যে পদুম কলিৰ তলৰ বোকাপানী স্বৰূপ। তাত ভাল কথা-বতৰা দেখিব কেনেকৈ?"

"কিন্তু দেউতা! বোকাপানীতে পদুম ফুটে, পদুমে হাঁহে, পদুমে দৰ্শকক আনন্দ দিয়ে।"

"ক'ব নোৱাৰো বাস্তৱ জগতৰ বোকাপানীত কাহানিবা পদুম ফুটিবনে নাই। কিন্তু যিদিনা ফুটিব সিদিনা জগত স্বৰ্গতকৈও সুন্দৰ হ'ব।"

"চাওক দেউতা! কৰুণা ল'ৰাটো কেনে সুন্দৰ, অমায়িক তদুপৰিও দুখীয়াৰ প্ৰতি, অসহায়, অবলাৰ প্ৰতি কেনে সহানুভূতি। কিন্তু তাৰ পৰিবৰ্তে সমাজে দিছে কি? অপবাদ, উপলুৱা কলঙ্ক।"

অৰুণে ক'লে- "কৰুণাৰ লগত তুমি কথা পাতিছা?"

"বহুতো কথা পাতিছোঁ। অসমীয়া ডেকাৰ তেওঁ এজন আদৰ্শ পুৰুষ। ভবিষ্যত তেওঁৰ উজ্জ্বল।"

"মোৰ মনেৰে তেনে নহয়।"

"আপুনি কৰুণাক চিনে?"

"চিনো, কথাও হৈছে, কেৱল কথা নহয়, হাই-কাজিয়া তৰ্ক-বিতৰ্ক কৰিছোঁ। তেওঁ এপিনে যেনে চঞ্চল আনপিনে অসহিষ্ণু, নিষ্কৰ্মী, অসমীয়া জাতিৰ উন্নতিৰ কাৰণে সমূলি মন নিদিয়া শ্ৰেণীৰ। এই ক্ষেত্ৰত তেওঁৰ সহানুভূতি উপজিব পাৰে ; কিন্তু ঈশ্বৰে জানে সেই সহানুভূতিৰ মূলত কি?"

"তোমাৰ মনৰ ছবি আনৰ মনৰ দাপোণত নুতুলিবা, মই কওঁ কৰুণা সুন্দৰ, সহানুভূতিশীল আৰু দুখীয়াৰ সেৱক।"

"তুমি মানুহৰ চৰিত্ৰ বুজিবলৈ এতিয়াও শিকা নাই।"

"হ'ব পাৰে। কিন্তু আপুনিও যে শিকিছে- সেইটো নিজে ভাবি লোৱাটো বোধকৰোঁ শিষ্টাচাৰ নহয়।"

অৰুণে ক'লে- "ভালকথা, কলেন পৰিচিয়তে।"

(১০)

সিদিনা সৰস্বতীয়ে গাড়ী লৈ অকলে অকলে কৰুণাৰ ঘৰ পাইছে। নলিনীয়ে কৰুণাৰ লগত কথা পাতি আছে- "ককাইদেউ আজিকালি ঘৰত সাজ-সৰঞ্জাম নতুন ধৰণে সাজিব ধৰিছে কিয়?" কৰুণাই হাঁহি মাৰি ক'লে, "বুজিছা নলিনী- অপলতে উকিল হ'ব লাগিব। পইছা পাওঁ বা নাপাওঁ অন্ততঃ বাহ্যিক চাল-চলন, সাজ-পাৰ, ঘৰৰ আহিলা-পাতি সকলো ভাল কৰিব লাগে। কি কোৱা?" নলিনীয়ে হাঁহিলে। এনেতে সৰস্বতী অহা দেখি চাহ পানী আনি দিলে। সৰস্বতীয়ে ক'লে, "কেৱল শুশ্ৰূষা কৰিলে নহ'ব। বহুত ভাগো ল'ব লাগিব।"

নলিনীয়ে হাঁহি মাৰিলে। সেই হাঁহিত গোটেই কুঠৰিটো জিলমিলাই উঠিল।

সৰস্বতীয়ে ক'লে, "নলিনীক আমাৰ ঘৰলৈ নিব আহিছোঁ। নে কিবা আপত্তি আছে?"

"ভয়ঙ্কৰ আপত্তি।"

"কেনে?"

"দুটা ফুল একে ডালত যেনেকৈ ফুটিব নোৱাৰে।"

নলিনীয়ে ক'লে, "অতকৈ বেয়া দুই প্ৰহৰীৰ একেলগে ওচৰ চাপিলে যেনে অঘটন ঘটিব পাৰে।"

সৰস্বতীয়ে ক'লে, "মস্কৰা এৰা! সঁচাকৈ কৈছো নলিনীক আমাৰ তালৈকে নিম। আমাৰ তাতে পঢ়িব।"

কৰুণাই ক'লে- "কাৰণ?"

"কাৰণ একো নাই- নলিনীক ভাল লাগে বুলি।"

"দেখা মাত্ৰেই ভাল লাগিলনে? কিন্তু এনেভাৱে ভাল লগাত সোনকালে অতৃপ্তি আহে।"

"মই বহুতো ভাবিছোঁ কৰুণা! তিৰোতাৰ মন মই ভালকৈ বুজোঁ। তিৰোতাৰ মান-সন্মানত আঘাত পোৱা মোৰ পক্ষে অসহনীয়। সেই বুলি.......

কৰুণাই ক'লে- "তেন্তে দেখিছোঁ তুমি সকলো তিৰোতাক গোটাই নি তোমাৰ ঘৰত থাপি পুৰুষসকলক হাহাকাৰ লগাবা। তুমি নিব খুজিলেই মই দিম কিয়? অত যতনে আঁজুৰি অনা ফুল আনক বিলাম? আনপিনে নলিনীয়ে বা চিনা নাই জনা নাই তোমাৰ ঘৰলৈ যাব কিয়?"

সৰস্বতীয়ে ক'লে, "চিনাজনা দুদিনতে হয়। সংসাৰলৈ আহিয়েই মানুহে কেনেকৈ সকলোৰে চিনাকি হয়?"

কৰুণাই কলে- "কিন্তু তোমাৰ দেউতাৰা যেনে প্ৰকৃতিৰ মোৰ ভয় হয় জানোচা প্ৰত্যেক মুহূৰ্তকে নলিনীয়ে জয় কৰি ফুৰিব লগাত পৰে।"

"দেউতাক আপুনি এনে আচৰিত ধৰণৰ মানুহ বুলি কিয় ভাবিছে?"

"সিদিনা কথা কৈ যেনে বুজিলোঁ।"

"দেউতাক আপুনি ভয় কৰে?"

"তেওঁৰ কিতাপবোৰ পঢ়িলে ভক্তি কৰোঁ। কিন্তু তেওঁৰ লগত কথা পাতিলে ভয় কৰোঁ। মোৰ বিশ্বাস তেওঁ অসমীয়া মানুহক বৰ বেয়া বুলি ভাবে ; বিশেষকৈ ডেকাসকলক।"

"সেইটো মিছা নহয় কিন্তু আপুনিয়ে কওকচোন, বৰ্তমান কালত সোৰোপা, কামত নলগা, চঞ্চল প্ৰকৃতিৰ লোকক কোনে ভাল পায়?"

"সেইবুলি গোটেই জাতিটোক বেয়া পোৱা উচিত নহয়।"

"যদি গোটেই জাতিটো তেনে ধৰণৰ হয়?"

"সৰস্বতী বিহুকে নোকোৱা মই সেইটোত মান্তি নহওঁ। অসমীয়া জাতি এতিয়াও মৰা নাই। অসমীয়া জাতিয়ে স্বাধীনতা হেৰুৱাইছে সঁচা, কামত সোৰোপা হৈছে সঁচা, কিন্তু অসমীয়া জাতি উজ্বলি উঠিব। অসমীয়া ডেকা আকৌ কৰ্মপৰায়ণ হ'ব। অসমীয়াৰ জাতীয় পতাকা আকৌ জয় জয় ময় ময় হ'ব। অসমীয়া সাহিত্যৰ দুন্দুভি আকৌ বাজি উঠিব। কেৱল আমি বুঢ়াসকলক সোনকালে আঁতৰাব পাৰিলে হ'ল।

"তাৰ মানে?"

"এই চোৱা আজি অসমীয়াই বুঢ়াসকলক সন্মান দেখুৱাবলৈ গৈ তেওঁলোকে যি কয়, যি লিখে, যি মত দিয়ে তাৰ ঠাইতে যাব নোখোজে। কিন্তু সেইবোৰত বিদ্ৰোহ তুলিব লাগিব। ৰাজনীতি ক্ষেত্ৰত কেনে বিদ্ৰোহ উপস্থিত হৈছে, সাহিত্য ক্ষেত্ৰতো তেওঁলোকক আজি থাপনাত থৈ অসমীয়া সাহিত্যৰ মোহনা কাটি দি বিশ্ব সাহিত্যৰ লগত মিলাব লাগিব। তেওঁলোকক আদৰ্শ নকৰি আমাৰ সমুখত বিশ্বৰ ডাঙৰ যতবোৰ সাহিত্যিক আছে সেইবোৰৰ গৱেষণা কৰি সেই পথ ল'ব লাগিব। বিদ্ৰোহ নাহিলে উন্নতি অসম্ভৱ। আৰু কিমান বেজবৰুৱা সাহিত্য, ৰবদলৈ সাহিত্য বা শঙ্কৰী সাহিত্যৰ কথা শুনিম? তেওঁলোকক থাপনাত তুলি থৈ সাহিত্যৰ স্বাধীন ভাব, স্বাধীন সুৰ, বিপ্লৱৰ ধ্বনি তুলি অসমীয়া জাতিক নতুনকৈ তুলিব লাগিব। তোমাৰ দেউতাৰাৰ সাহিত্যৰো মই বিদ্ৰোহী হিচাপে থিয় দিব খুজিছোঁ। হ'ল বহুত গালে-বালে আৰু গাওক, কিন্তু তৰুণ অসমে আজি সেই বাটে নাবায়। তৰুণক লাগে অসমীয়া সাহিত্যত বিশ্বসাহিত্যৰ সোৱাদ, তৰুণক লাগে অসমীয়া সাহিত্যই বিশ্বসাহিত্যৰ ঠাই অধিকাৰ কৰিবলৈ।"

"তেওঁলোকে তেনে কৰিবলৈ আপোনালোকক বাধা দিয়া নাই।" "মুখেৰে বাধা দিয়া নাই সঁচা। কিন্তু বাধাতকৈও ডাঙৰ বাধা তেওঁলোকে দিছে। তেওঁলোকে একোডাল একোডাল ভাল বৃক্ষৰ দৰে থিয় হৈ থাকি অসমীয়া সাহিত্যৰ স্বাধীনতাৰ গতিত হেঁচা দিছে। তেওঁলোকৰ সমুখত আন কোনো তৰুণ সাহিত্যিকে ঠাই কৰিব নোৱাৰে। তেওঁলোকে যি ধীৰ মন্থৰ গতিত গৈছে তাতে তেওঁলোক সন্তুষ্ট। ধৰা আজি বেজবৰুৱাৰ পিছত অসমীয়া সাহিত্যৰ কোনে গুৰি ধৰিব- সেইটো আজিলৈকে ভাবি উলিওৱা টান। তাৰ কাৰণ তেওঁৰ সঁচাকৈ হওক বা মিছাতে হওক কোন যুগতে থকা

Personality, সেই Personality য়ে অসমীয়া সাহিত্যক বহুতো পিছ পেলাইছে, আনপিনে তেওঁলোকেও বিশ্ব সাহিত্যৰ মৌ অসমক যোগাব পৰা নাই।"

সৰস্বতীয়ে বহুতপৰ নামাতি আছিল, তাৰ পিছত গহীনাই ক'লে, "এবা বিদ্ৰোহ লাগে। অসমীয়া সাহিত্যত বিদ্ৰোহ তুলিবলৈ সময় আহিছে। তোমাৰ মতৰ গধুৰতা চাই অনুভৱ কৰিছোঁ। কিন্তু বিদ্ৰোহ কেনেভাৱে তুলিব খোজা?"

"এপিনে বিশ্বৰ ডাঙৰ ডাঙৰ সাহিত্যিকসকলৰ কিতাপবোৰ অসমীয়াত ভাঙি বেজবৰুৱা বা আন সাহিত্যিক সেইবোৰত বুৰাই পেলোৱা। আনপিনে অসমীয়া সাহিত্যৰ স্বাধীন গতি আৰু বেগী কৰা। তদুপৰি চৰাই, ফুল, জুৰি, নৈ লৈ থাকিলে অসমীয়া সাহিত্য একো কামত নালাগে।"

"বাৰু বিদ্ৰোহ কাৰ বিপক্ষে?"

"তেওঁলোকৰ বিপক্ষে নহয়। তেওঁলোকৰ সাহিত্য থাপনাত থৈ তৰুণ অসমেই স্বাধীন গতি ল'ব লাগে। ইয়াৰ মানে তেওঁলোকক অসন্মান দেখুৱা নহয়। আনপিনে চোৱা অসমীয়া সাহিত্য ভয়ঙ্কৰ........ সৃষ্টি হৈছে। অত স্বাধীন গতি অসম্ভৱ হৈ পৰিছে।"

"মানে?"

"চোৱা আজি কোনো লিখকে কোনো অন্ত্যজ জাতি, মুছলমান, ভিৰোতা জাতি বা ছাত্ৰদলৰ........... বেয়া বুলিলে সৰ্বনাশ। কোনো গৰু-ভকত লৈ খেলিলে ৰাম টাঙোন। ঐতিহাসিক আচলতত্ব বাহিৰ কৰিলে ঔ আমাক বেয়া বুলিলে- ধৰ, মাৰ, ধনঞ্জয় কোৰ বহুৱা। আনপিনে অসমীয়া আচল সমস্যাবোৰ যেনে ৰাজনীতি, কানীনীতি আদি স্বাধীনভাৱে লিখিলে গৱৰ্ণমেন্টৰ পৰুৰ পৰা বাধা। তেন্তে অসমীয়াই কি লৈ অসমীয়া সাহিত্যৰ স্বাধীন গতিৰ গঢ় দিব? কেৱল ফুল, চৰাই, জুৰি লৈ বা প্ৰাকৃতিক দৃশ্যৰ কবিতা, নাটক, উপন্যাস, গল্প গঢ়ি সাহিত্যৰ উন্নতি কৰিব নোৱাৰি। তাৰ উপৰিও বঙালী সাহিত্যৰ চেপা আছেই। তৰুণ অসমে সেই বাধা ভাঙি আঁতৰাব নোৱাৰিলে অসমীয়া সাহিত্যৰ সাধনা কৰা এৰি পেলোৱাই যুগুত।"

"এবা কথাটো হয়। আপুনি কিবা কিতাপ লিখিব ধৰিছে?"

"ধৰিছোঁ। বি কিতাপৰ প্ৰত্যেক শাৰীতে জাতিৰ দুখ, দৈন্য ক্ৰুটি উলিয়াই সেইবিলাকৰ সংস্কাৰ কৰিবৰ উপায় দিব। নহ'লে সাহিত্য নিলিখি ঘৰতে শুই দিন নিয়াম। অৱশ্যে জানো সেইবোৰ বিদ্ৰোহৰ সুৰে একোটা একোটা জাতি বা দলে থাপৰ নহ'লেও হুলমাৰিবে খুচিব আহিব।"

"এবা ময়ো আপোনাৰ বিদ্ৰোহৰ সুৰতে সুৰ দিম। জানিব মোৰো সেয়ে পন্থা। দেউতাৰ বিৰুদ্ধে উঠিব লাগিলেও উঠিম। যদি জানো সেয়ে অসমীয়া জাতিৰ উন্নতি কৰিব পাৰে। মই নলিনীক লৈ যাওঁ দে।"

"কিয়?"

'মোৰ দাবী স্বৰূপে।"

"দাবী? কেনেকৈ?"

"তিৰোতাৰ মান-সম্ভ্ৰম ৰখাটো মোৰ কৰ্তব্য বুলি। নলিনী আপোনাৰ ওচৰত থকাই বহুতো মিছায়ে গঞ্জনা দিছে। সেই গঞ্জনাৰ হাতৰ পৰা তিৰোতাক ৰক্ষা কৰা তিৰোতাৰ কৰ্তব্য।"

"শুনি আনন্দ পালোঁ। তুমি এতিয়াই নলিনীক নিয়া। কিন্তু মই যেন ঘূৰ্ণাক্ষৰেও নুশুনো নলিনীয়ে তোমালোকৰ তাত দুখ বা কষ্ট অনুভৱ কৰিছে।"

"মই চেষ্টা কৰিম। মই দুখ পালে নলিনীয়ে দুখ পাব। "তেন্তে মোৰ আপত্তি। এটা পুখুৰীত দুটা পদুম ফুটিব তাত কোনে আপত্তি কৰিব? সেইদিনাই নলিনীক সৰস্বতীৰ ওচৰলৈ লৈ গ'ল। নলিনী যোৱাৰ পিছত কৰুণা নানা ভাবত ব্যাকুল হ'ল। কৰুণাই অকলশৰীয়া অনুভৱ কৰিলে। তদুপৰি সি মনে মনে ভাবিলে সি যেন নলিনীক পঠিয়াই ডাঙৰ অন্যায় কৰিলে। কিয়নো সৰস্বতীৰ দেউতাক যেনে আচৰণৰ মানুহ তাতকৈ তালৈ গৈ যেতিয়াই-তেতিয়াই কথা-বতৰা পতা সম্ভৱ নহয়। আনপিনে এইকেইমাহ নলিনীৰ লগত থাকি বি কাৰণেই নহওক নলিনীৰ প্ৰতি তাৰ ভালপোৱা জন্মিছিল। নলিনীৰ লগত কথা পাতিব নাপালে সি মনে মনে কিহবাৰ অভাৱ যেন পাইছিল। অৱশ্যে সেই ভালপোৱাৰ লগত দাম্পত্য প্ৰেমৰ কিবা সম্বন্ধ আছিল সেইটো ভাবিব নোৱাৰি। তথাপি কৰুণাই নলিনীক ভাল পাইছিল। নলিনীৰ অঙ্গি-ভঙ্গি, নলিনীৰ নতুন জীৱনৰ অধ্যায় বা সাল-সলনি ভাব, নলিনীৰ পঢ়াশুনা, নলিনীৰ চতুৰ কথা-বতৰাই কৰুণাৰ প্ৰতি এটা স্বৰ্গীয়, আনন্দৰ সৃষ্টি কৰিছিল। সেই নলিনী বিহনে.......... যেন কৰুণাৰ মনত গোটেই

ঘৰখনেই উকণ্ডা উকণ্ডা, গোটেই মনটোতে এটা ছাটিফুটি ভাবৰ সৃষ্টি কৰিছিল। এবাৰ ভাবিছিল নাই সি আকৌ নলিনীক লৈ আহিব। নলিনীয়ে কিতাপ পঢ়ি থাকিব, সি শুনি থাকিব। নলিনীয়ে চাহ-পানী আনি দিব, সি পঢ়োতে পঢ়োতে এঢোক-দুঢোককৈ পিব আৰু নলিনীৰ লগত নানা তৰহৰ কথা পাতিব। কিন্তু সি ততালিকে কেনেকৈ সৰস্বতীৰ ঘৰলৈ গৈ নলিনীক ওভতাই আনে? সৰস্বতীয়ে তাক কি ভাবিব? বিশেষতঃ সৰস্বতীৰ দেউতাকে তাক চঞ্চল বুলি যি ঘৃণা কৰে সেই চঞ্চলতা তেওঁৰ আগত দেখুৱাই তাক আৰু ঘৃণাৰ পাত্ৰ কৰিব। সি সাহিত্যত বিদ্ৰোহ তুলিব খুজিছে খন্তেক আগেয়ে সৰস্বতীৰ আগত এনেভাবে কৈছে তেন্তে এনে চঞ্চল মন লৈ সি সেইটো কেনেকৈ কৰে? বা সৰস্বতীয়ে তাক কি বুলি ভাবিব? নানা তৰহৰ কথা সি ভাবি আছে। এনেতে দেখিলে আৰতি আৰু আৰতিৰ মাক তাৰ ঘৰলৈ আহিছে। আহিয়েই আৰতিয়ে ক'লে, "ককাইদেউ আনক বৌক। ঐ ভুল কৰিছোঁ। সেইটো নকওঁ বুলি আকৌ-পাহৰোঁ। আনক নলিনীক চাওঁ।"

ৰুৰুণাই এটা শোক, বেজাৰ, চঞ্চল আৰু ৰহস্যৰ ভাব দেখুৱাই ক'লে, "আৰতি নলিনী হৰণ হ'ল।"

"তাৰ মানে?"

"মানে হৰণ অৰ্থে যি হয়। সীতাহৰণ বুলিলে কি বুজা?"

"সীতাৰ সময়ৰ ৰাৱণ এতিয়া ওপজা নাই। তদুপৰি আপোনাৰ ঘৰটো পঞ্চবটী বন নহয়।"

"কেতিয়া এনে ঘটনা ঘটিল?"

"অলপ আগেয়ে।"

"দিন দুপৰীয়াই! আপুনি ঘৰত নাছিল?"

"আছিলোঁ, কিন্তু ডকাইতৰ লগত কেনেকৈ যুঁজিবা?"

"ছিঃ ছিঃ তেনে কথা কোৱাৰ আগতে আপুনি পুৰুষ নাম লোৱা অনুচিত। ডকাইত আহিল বুলিলেই ঘৰৰ তিৰোত্ৰ এৰি দিব লাগিলে দেখো সৰ্বনাশৰ কথা। আপুনি পুলিচক খবৰ দিছে?"

"পুলিচক কি খবৰ দিম, নলিনীয়ে নিজে ডকাইতৰ লগত গলে মই কি কৰিম।"

"তেন্তে কি নলিনীৰ চৰিত্ৰ বেয়া ধৰণৰ?"

"মানুহৰ চৰিত্ৰ বিশ্লেষণ কৰাত তুমি চতুৰ, মোৰ সেইটো সম্ভৱ নহয়। ডকাইতৰ লগত গ'লেই জানো মানুহৰ চৰিত্ৰ বেয়া হয়? এনে বহুতো তিৰোতা আছে ডকাইতকো ভাল পাব পাৰে।"

"কিন্তু সজ্জৰ সঙ্গী সজ্জ, অসজ্জৰ সঙ্গী অসজ্জ এই কথাষাৰ উকৰাই দিব নোৱাৰি। নলিনীৰ সিহঁতৰ লগত চিনা-জনা আছিল?" "চিনা-জনা আছিল বুলি ক'ব নোৱাৰোঁ। কিন্তু সময়ত মুহূৰ্ততে বহুতো চিনাকি মানুহতকৈ একোজন অচিনাকি মানুহ চিনাকি হৈ পৰে। আনকি নিজৰ ভালপোৱা আত্মীয়-কুটুমতকৈ সেইজন বেছি আপোন হয়। এনে ঘটনা জগতত বহুতো আছে।"

"ডকাইত কেইজন আছিল?"

"মুঠতে এজন। সিও আকৌ তিৰোতাৰ বেশত।"

"এজনী তিৰোতাৰ হাতৰ পৰা ছোৱালীজনী ৰাখিব নোৱাৰিলা তাই কিবা Mesmerism জানে?"

"হ'ব পাৰে। নহ'লে মই হতভম্ব হৈ ওচৰৰ কাকো চিএৰ-বাখৰ নকৰি দি পঠিয়ালো কিয়"

"তেন্তে আমি আহোঁ। যি চাব আহিছিলোঁ সেয়ে যদি নাই তেন্তে কি চাম?"

"অন্ততঃ চাহ-পানী খোৱাঁ।"

"আৰতিৰ মাকে ক'লে, "তাই এনে উতনুৱা স্বভাৱৰে। কথাটোৰ আগগুৰি লওঁচোন। ততালিকে বাউলী হৈ ক'লে লৰ মাৰ?"

"নাই আইতা মই এতিয়াই যাব লাগে, নহ'লে ক'ত তিৰোতাৰ সৰ্বনাশ হ'ব। এতিয়াই সৰস্বতীৰ লগ লাগি মহিলা সমিতিত এটা প্ৰস্তাৱ কৰিব লাগে। সকলোৱে যাতে এনে ডকাইতৰ পৰা সাৱধান হ'ব পাৰে। দেখিছোঁ স্ত্ৰী-স্বাধীনতা কোনো যুগতে নহ'ব।"

"কিন্তু প্ৰস্তাৱ কৰি কি কৰিবা?"

"অন্ততঃ আটাইবিলাক তিৰোতা একলগ হৈ প্ৰস্তাৱ কৰিলে নিশ্চয় তাত ফল ফলিব। তিৰোতাৰ মাজত সংঘবদ্ধতা নাই বুলিয়েই ডকাইত, চোৰ, লম্পট আটায়ে সাহ পায়।"

"কেৱল সেয়ে নহয়। তিৰোতাই সকলো কথা মুখ ফুটাই ক'ব নোৱাৰে বুলিয়েই পুৰুষে সকলো প্ৰকাৰে তিৰোতাৰ ওপৰত আধিপত্য কৰে।"

"সিওটো মিছা নহয়। আপুনি বহক। বৰ গুৰুতৰ কথা

তুমি পুৰুষ হৈ তিৰোতাক বুজিব নোৱাৰা। মই এতিয়াই এই সম্বন্ধে সৰস্বতীৰ লগত আলোচনা কৰিব লাগে।"

"পিছে চাবা, তুমিও যেনে অকলে অকলে ফুৰিব ধৰিছা কেতিয়াবা ডকাইতৰ হাতত পৰিবা।"

আৰতিয়ে পুৰুষৰ আধিপত্য নামানে, আৰতিয়ে পুৰুষক সদায় কাপুৰুষ বুলিয়ে ভাবে। হাজাৰ ডকাইত, চোৰেও আৰতিক বশ কৰা টান কথা। "তুমি বহা, আইতা আপুনি কথা-বতৰা হওক। মই এতিয়াই সৰস্বতীৰ সৈতে আহিম" বুলিয়েই খোজ ল'লে।

## (১১)

"সৰস্বতী । সৰস্বতী ।"

"কোন? ঔ আৰতি আহা।"

"নাই বহিবৰ সময় নাই- ভয়ঙ্কৰ কথা। এতিয়াই আমি মহিলা সমিতি পাতিব লাগে। নলিনী হৰণ। কাকতলৈকে বাতৰি দিব লাগে আৰু যদি যুগুত বুলি ভাবা পুলিচৰো সহায় লোৱা আৱশ্যক।"

'কি নলিনী হৰণ হে?"

"কিয় শুনা নাই। বলাচোন কৰুণা ককাইদেৱৰ ঘৰলৈ গ'লে সকলো বুজি পাবা। বুজিছা তিৰোতাৰ সকলো পিনে সৰ্বনাশ। তিৰোতা জাতিক ঈশ্বৰে জন্ম দিছিল কিয়? মই বাটে বাটে আহোতে এখন জাননী লিখি আনিছোঁ। তুমি কেৱল দস্তখত কৰা। এতিয়াই আটাইবোৰ মহিলাক মাতি আনো। এইটো উপলুঙা বা উৰুৱাই দিবলগীয়া কথা নহয়। বহু দেশত নাৰী হৰণ, নাৰী অত্যাচাৰৰ কত কাহিনী বাতৰি কাকতত নিতৌ পাই আহিছোঁ। দেখিছোঁ সেই টো অসমতো আহিব ধৰিছে। এতিয়াই তাৰ মূলোচ্ছেদ কৰিব লাগে। সকলো তিৰোতাই একেলগে ইয়াৰ প্ৰতিবাদ কৰিব লাগে। প্ৰস্তাৱ কৰি জাননী কাকতত ছপাবু লাগে।"

সৰস্বতীয়ে হাঁহি মাৰি- বাৰু বহা। ইমান উতনুৱা হ'লে কাম নহয়। মোক সকলো কথা ভালকৈ জানিব দিয়া। আৰতিয়ে সকলো ভাঙি-পাতি ক'লে। সৰস্বীতয়ে ক'লে, "তেন্তে কেৱল প্ৰস্তাৱ কৰি কি লাভ হ'ব? কেৱল প্ৰস্তাৱ কৰিয়েতো ডকাইত নহা কৰিব নোৱাৰা বা নাৰীৰ ওপৰত কৰা অত্যাচাৰো অন্ত কৰিব নোৱাৰা।"

"তেন্তে তুমি কি উপায় কৰিব খোজা?"

"এটা উপায় আছে, পুলিচৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰা, আনকি গৱৰ্ণমেণ্টকো পুলিচ ফৌজ ইয়াৰ কাৰণে যাতে বেছিকৈ ৰাখে সেইটোলৈ আবেদন কৰা। কিন্তু তাৰো আকৌ টান কথা আছে পুলিচৰ ভিতৰতো আটাইকে দেৱতা পোৱা টান। সিহঁতেও যে তিৰোতাৰ ওপৰত সুবিধা পালে অত্যাচাৰ কৰিব তাত সন্দেহ নাই। আৰু এটা উপায় আছে, আইনৰ দণ্ড বৰ কঠোৰ কৰিব লাগে। যাতে অত্যাচাৰীহঁতে সেই দণ্ডলৈ ভয় কৰিয়ে তেনে কামলৈ আগ নাবাঢ়ে।" এনেভাৱে কথা কৈ থাকোঁতে পিছপিনৰ পৰা নলিনী ওলাই আহি ক'লে, "বাইদেউ চাওক, এটা হৰিণাই লৰি ফুৰিব ধৰিছে আৰু পিছে পিছে ক'ত কুকুৰ আৰু চিকাৰীয়ে ল'ৰ দিছে।" বুলিয়েই ছবি এখন আগত থলেহি।

আৰতিয়ে নলিনীক দেখি সৰস্বতীক সুধিলে, "এওঁ কোন?"

"যাক হৰণ কৰা বুলি ইমান পৰে জল্পনা-কল্পনা কৰা হৈছিল।"

"এওঁবেই নলিনী?"

"এৰা। যোৱা মহিলা সমিতিত প্ৰস্তাৱ তোলাগৈ।"

আৰতিয়ে একো নকৈ বহুতপৰ নামাতি থাকিল। আৰতিৰ মনত তেতিয়া কি খেলাইছিল তাক সহজে অনুভৱ কৰিব পাৰি। এই ঘটনাত যে আৰতিৰ উতনুৱা স্বভাৱ সঁচাকৈ ফুটি ওলাইছে বা আগগুৰি নভবাকৈ এনে কথাৰ সৃষ্টি সম্পূৰ্ণ অন্যায় হৈছে সেই আৰতি লাজতে কি ক'ব, কি নক'ব অৱস্থাত পৰিল।

সৰস্বতীয়ে ক'লে, "বুজিছা আৰতি, তিৰোতাক এনেয়ে মানুহে চঞ্চল মতি বুলি ভাবে। তাতে আমি এনে ধৰণৰ একোটা ভাও কৰি তুলিলে হাঁহিয়াতৰ পাত্ৰ হওঁ। বিশেষতঃ মতাবিলাকৰ বিষয়ে যেতিয়া আমি এটা ধাৰণা কৰি লওঁ তেতিয়া বহুতো ভাবি-চিন্তি কৰা যুগুত। নহ'লে আমাৰ একোটা চঞ্চল সিদ্ধান্তই আমাৰ আন্দোলনৰ বহুতো হানি কৰিব। বিশেষকৈ চোৱা তুমি আগৰে পৰা কৰুণা সম্বন্ধে যি ধাৰণা কৰিছিলা সেইটো সমূলি অমূলক। তিৰোতাসকলৰ মাজত যেনেকৈ বহুতো ভাল আছে তেনে ধৰণে

পুৰুষসকলৰ মাজতো বহুত ভাল মানুহ আছে এনে ধাৰণা লৈহে আমি তেনে কামত আগবঢ়া যুগুত। সিংহ ব নহওক আমাৰ সমিতিত আৰু এজনী মেম্বৰ পালোঁ।"

"বলা আমি এতিয়া ৰুকণাৰ ঘৰলৈ যাওঁ। মই তেওঁক কথা খুজিব লাগে। নলিনী মোকো বাইদেউ বুলি মাতিবা?

'কিয় নামাতিম?"

আৰতিয়ে হাঁহি মাৰি ক'লে, "মাতিবা ভনিটি!" বুলি থুতৰিত এটা ঠোকোনা মাৰি- এতিয়া আহোহে, পিছত কথা হ'ম বুলি ওলাই গ'ল।"

এনে সময়তে বোধনাথ বৰুৱা ওলাই আহি ক'লে, "শুনিছা সৰস্বতী, তৰুণ দলে বিদ্ৰোহ তুলিছে। অসমীয়া সাহিত্য  হেনো তেওঁলোকে ছলামাৰিবে খোচা মাৰি আকাশত তুলিব। এইখন চিঠি, লগতে এইখন কিতাপ। কিতাপখন মই এতিয়াও পঢ়া নাই। কিন্তু চিঠি পঢ়িয়েই সন্তোষ। অসমীয়াই আকৌ সাহিত্যৰে বিশ্ব অধিকাৰ কৰে।"

"কিয় নোবাৰিম দেউতা। অসমীয়া জানো মানুহ নহয়? অসমীয়া সাহিত্যই জানো বিশ্ব সাহিত্যত ঠাই পাব নোবাৰে।"

"নোবাৰে।"

"কাৰণ?"

কাৰণ অসমীয়া জীবনত বিচিত্ৰ ঘটনা নাই। ঘটনাৰ বৈচিত্ৰই সাহিত্যক ওখ ঠাই দিব পাৰে। অসমীয়া জীৱনৰ ৰোমাঞ্চৰ অভাৱ। এজন খাটি অসমীয়া চৰিত্ৰ গঢ়িব লাগিলে কি যে ঘটনা হ'ব জানা প্ৰথমে কোনোমতে সাত বা আঠ বজাত শোৱা-পাটী এৰি চাকৰৰ হতুৱাই কৰা চাহ টোপা খাই উঠি ধঁপাত বা তামোল-চালি খাই দৈনন্দিন কাম কৰি ইপিনে-সিপিনে অলপ ঘূৰি বা ঘৰতে সোৰোপা হৈ বহি থাকি এঘাৰ বজা মানত কোনোৱে কাছাৰী, কোনোৱে নিজৰ কৰ্তব্য বুলিতো তাতে কাম-বন অতাই আকৌ পাঁচ বজা মানত ঘূৰি আহি ঘৰৰ পৰিয়ালৰ লগত কথা-বতৰা কৈ বা জুহালৰ কাষত বহি আকৌ কোনোমতে নটা মান বজাত ভাত খাই শোৱা-পাটিত পৰে। এনে চৰিত্ৰ কোন বিশ্ব সাহিত্যত ঠাই পাব পাৰে?"

"কিয় দেউতা অসমত বহুতো সমস্যা আছে। অসমীয়াৰ বিধবাসকলৰ দুখ, শোক, অসমীয়া চাহ খেতিয়ক আৰু বনুৱাসকলৰ অৱস্থা, অসমীয়া খেতিয়কৰ দুৰাবস্থা, অসমীয়া শিক্ষা পদ্ধতি, অসমীয়া দুৰ্ভিক্ষ, আকাল, অসমীয়া অৰ্থনীতি, ৰাজনীতি, অসমীয়া জাতিৰ সমস্যা, অসমীয়া সত্ৰাদিৰ সংস্কাৰ, অসমীয়া পৰু-ম্যুনলীৰ উন্নত অৱস্থা কথা, অসমত বিদেশীৰ আধিপত্য আদি কত সমস্যা লৈ আছে। অসমীয়া স্ত্ৰীৰ স্বাধীনতা, ছাত্ৰৰ অৱস্থা এইবোৰে কৰিব নোৱাৰে।"

"সেইবিলাক লাৰা চাৰা কবি ৰকলৰ মাহুত জুই লগাই বং চাৰ খোজা। সাহিত্য-চৰ্চা কৰাৰ। কেৱে আদালতত হাজিৰ হ'ব লাগিব, কেৱে জেলত বগা ভাত খাব লাগিব। কেৱে আকৌ টাঙোনৰ কোৰত জয়দেউ কাকুতি কৰিব লাগিব।"

'সেইবোৰলৈ ভয় কৰিলে সাহিত্যৰ স্বাধীন গতি কেনেকৈ হ'ব?"

কৰে কৰক, মৰে মৰক। মই কিন্তু বুঢ়াকালত আৰু তেনেবোৰ নকৰোঁ। ফুল, চৰাই, গছ, গছনিয়ে মোৰ সম্বল।"

"আপুনি নকৰিলে সাহিত্য ক্ষেত্ৰত আপোনাৰ ঠাই অধিকাৰ কৰিবলৈ আনে নিশ্চয় আগবাঢ়িব।"

"কৰক যেয়ে যি কৰে।"

"তেন্তে কওক অসমীয়াই আৰু অসমীয়া সাহিত্যত মিছায়ে চেষ্টা নকৰি আন ডাঙৰ সাহিত্যৰ লগ লাগি হয় বঙালী সাহিত্য, নহয় ইংৰাজী সাহিত্যতে মনপুতি লাগক।"

"সেইটো মই ক'ব নোৱাৰোঁ।"

"সিওটো নক'ব। নিজৰটোও ভাল নকৰিব। তেন্তে ইমান সাহিত্য সাহিত্যকৈ অকলে চেষ্টা কৰা যুগুত।"

"চঞ্চল জাতি। মৃত্যু সুনিশ্চয়। কেৱল আগত দিনকেইটা চকু নুমুদোতে অসমীয়া বুলি মৰিব পাৰিলেই হ'ল।"

"এইবোৰ ভাবেই আমাক সৰ্বনাশ কৰিছে।"

"সৰ্বনাশ কৰক। মই এতিয়া শ্ৰীকৃষ্ণৰ কথাৰ বাহিৰে অন্য কথালৈ নাযাওঁ।"

"এক শ্ৰীকৃষ্ণক- কিমান দিনৰ পৰা টানি-আঁজুৰি থাকিব মোৰ সম্ভৱ- ইমান টনা-আঁজোৰাত শ্ৰীকৃষ্ণৰ সকলো নাড়ী-ভুৰি ডাল ডাল হৈ সাৰদাপাণি শ্ৰীকৃষ্ণও আজি দুৰ্বলী হৈ পৰিছে।"

এনেতে অৰুণ আহি ওচৰ পাই ক'লে, "দেখিছে

কৰুণাৰ দুৰ্ব্যৱহাৰ দেখিছে। তাৰ কিতাপৰ পাততনিত আপোনালোকৰ সৰ্বনাশ কৰিছে। ইপিনে সি তৰুণ সাহিত্যিক দল যোগাৰ কৰিছে। এনে মূৰে ভৰি কঢ়া মানুহৰ মৰণ নিশ্চয়। আপুনি এইবাৰ ভালকৈ এশিকনি দিয়ক। যেন সি আৰু সাহিত্য ক্ষেত্ৰত কেতিয়াও নামিবলৈ সাহ কৰিব নোৱাৰে।"

"সেই কিতাপখন মই পাইছো।"

নলিনীয়ে কৰুণাৰ নাম শুনি সেই কিতাপখন চাবলৈ বৰ ইচ্ছা কৰিলে। অৱশ্যে আৰতি আৰু সৰস্বতীৰো যে প্ৰবল ইচ্ছা হৈছিল তাক নক'লেও হ'ব। তাত নতুনত্ব কি? এয়ে সকলোৰে ধাউতি বঢ়াইছিল।

এনেতে অৰুণে ক'লে, "আপোনালোকৰ লগতো যুঁজ কৰে? কালিৰ ল'ৰা পৰহিৰ গীত গায়? অ'ৰ-ত'ৰ পৰা চুৰ কৰি দুখন বা এখন লিখি। পিছত একেবাৰে বুৰ মাৰিব স্বাধীন চিন্তাৰ সোঁত কিমান আমিতো জানোৱেই।"

বোধনাথ বৰুৱাই কিতাপখন লৈ বিত চকুৰ মাজেৰে গম্ভীৰভাৱে চাই পাতনিখন পঢ়িব ধৰিলে। বুঢ়া হালোৱাৰে মাটি চহালে মাটি ভাল চহ নহয়, আকৌ হালোৱাও সোনকালে মৰিব পাৰে। পুৰণি নাঙলেৰে কাম আৰম্ভ কৰিলে নাঙল ভাঙি খেতিহে বিপদত পেলাব পাৰে। গতিকে সকলোতে লাগে তৰুণ শক্তি, নতুন উদ্যম। লাগে স্বাধীন শক্তি, প্ৰেৰণা, উদ্দীপনা। দেখিছা আমাৰ বুঢ়াসকলক হালোৱা কৰিলে। লিখাত শিষ্টাচাৰৰ যি আৱশ্যক সেইটোৰো অভাৱ। আৰু চোৱা, পাতনিখনতে কিমান ধাৰ কৰা, চুৰ কৰা। এইটো শব্দ মোৰ কিতাপৰ। এইষাৰি ধুৰন্ধৰ সাহিত্যিকৰ। হাঃ হাঃ এই কথাকেইটা ৰুছিয়াৰ লিখক গৰ্কিৰ। বাঃ আৰু কি চমৎকাৰ সাহিত্যিক নামত কি ব্যভিচাৰ।.... . তাতে বিদ্ৰোহ তোলে। নাই সৰস্বতী এখন কাগজ আন, এতিয়াই ইয়াৰ এটা ভাল সমালোচনা দিব লাগিল। নহ'লে অসমীয়াৰ মাজত বহুতো বেয়াৰ সৃষ্ট কৰিব।"

"অসমীয়াৰ বৰ্তমান অৱস্থাতকৈ আৰু কি বেয়া হ'ব পাৰে দেউতা? অসমীয়াৰ ধৰ্ম জ্ঞান নাই, অসমীয়াই নিজৰ স্বাৰ্থ, ঘৰ আৰু জুহালৰ সোৱাদৰ বাহিৰে একো নাজানে। অসমীয়াই ভাল কামৰ কাৰণে এটা ফুটা-কড়ি ভাঙিব নোৱাৰে। অসমীয়াৰ ডাক্তোপ, বৰলোকালি আকাশ-লঙ্ঘী এলাহ সোৰোপালি- সুখ বিলাসিতা- অসম্ভৱ সীমা পাৰ হৈছে, এনে দেশতকৈ আৰু কি বেয়া অৱস্থা হ'ব পাৰে? আৰু কিতাপখন কেনেইবা হ'ল- সেইখন কেইজনে পঢ়িব? বা হৃদয়ঙ্গম কৰিব? আনপিনে সমালোচনাত বা কেইজনে চকু ফুৰাই চাব? মুঠতে হ'ব কি ; দুই-এজনে যদি সমালোচনা পঢ়ে সেইবোৰৰ মুখত কিতাপখনৰ কথা বেয়া বুলি জানি সকলোৰে সেই সিদ্ধান্তকে জোল বিপিনে বয় পাচলি সেইপিনে যোৱাৰ দৰে কিতাপৰ ওপৰত মাধমাৰ মাৰিব।"

"বিদ্ৰোহ শব্দটোৰে ভয় লগা। এই শব্দটোৰ কাৰণে যে কিতাপখন Proscribed হ'ব নোৱাৰে তাৰ কাৰণ নেদেখোঁ।"

"তেন্তে দেখিছোঁ আটাইবোৰ অভিধান, আটাইবোৰ কিতাপেই বন্ধ হ'ব। ল'ৰাপুথি মাজছোৱাও বাদ নপৰে।"

"সৰস্বতী, এয়া ৰহস্যৰ সময় নহয়। অসমীয়া সাহিত্যত বুঢ়া দলৰ লগত বিদ্ৰোহ পতা এটা অস্বাভাৱিক কথা। অসমীয়া সাহিত্য ডাঙৰ কৰিব খুজিলে ল'ৰা-বুঢ়া আটায়ে মিলি ইয়াৰ উন্নতিৰ কাৰণে চেষ্টা কৰিব লাগিব।"

"সেই বুলি সদায় চৰাই আৰু নৈৰে নহয়। যদি সেয়ে হয় তেন্তে চৰাইকো বিশ্বদূতী নকৰি অসমীয়াৰ ঘৰে ঘৰে যি দুৰৱস্থা হৈছে তাৰ বাৰ্তা নিয়া দূত কৰাহে আৱশ্যক। অসমীয়া সমাজ, অসমীয়া আশা-আকাঙ্খা, আদৰ্শ-সাহিত্যত ফুটি উঠিব লাগিব।"

এনেতে অৰুণে ক'লে, "মিছা চাউল চোবোৱাৰ একো আৱশ্যক নাই। মোক আৰু কিছুমান কিতাপ দিয়ক। এইবাৰ গোৱালপাৰাত খুঁটি পুতিব লাগিব। গোৱালপাৰাত অসমীয়া সাহিত্যৰ প্ৰচলন নহ'লে নহৈছে। চিলেট বিচ্ছেদ কৰিব খুজিলে মোৰ মনেৰে অসমৰ সীমা আকৌ পুৰণি কোচবিহাৰলৈ বিস্তৃতি কৰিব লাগিব।"

সৰস্বতীয়ে ক'লে, "নিশ্চয়, নিশ্চয়। তাৰ কাৰণে ডাঙৰ আন্দোলন কৰিবলগীয়া হৈছে। অসমৰ এসময়ৰ কোচবিহাৰেই আচল সাহিত্যৰ কেন্দ্ৰ আছিল। তাতে সকলো অসমীয়া পুৰণি সাহিত্যৰ সৃষ্টি হৈছিল। আজি কোচবিহাৰক পাহৰি অসমীয়া বহি থকা মানে অসমৰ মুকুতি এৰি ৰাজপদ খোৱা।"

বোধনাথ বৰুৱাই ক'লে, "তোমালোকেতো মোৰ বুলি

কোলাত তুলি ল'লা। কিন্তু কোচবিহাৰৰ মানুহে জানো অসমীয়াক মোৰ বুলি অসমীয়া সাহিত্য অধ্যয়ন কৰিব?'

"সেই কাৰণে কৰ্ণ দেউতা, অসমীয়া সাহিত্যত শক্তি বঢ়াব লাগিব। নিজৰ ইষ্ট-কুটুম্বে দুদিন পাহৰিলেও সময় আহিব, নিজে নিজে বুজি আমাৰ নিজৰ হ'ব। কথাতে কয়- তেজে ধুলে উটে মঙহ ধুলে নুটে। কোচবিহাৰ আমাৰ তেজে-মঙহে অসমীয়া। অসমীয়াৰ মোৰ বুলিবলৈ যদি কিবা আছে, অসমীয়াৰ সাহিত্যৰ গৌৰৱ যদি কিহবাত আছে, অসমীয়াৰ পুৰণি নৱৰত্নৰ যদি কিবা ঠাই আছে তেন্তে কোচবিহাৰেই। তেন্তে অসমীয়াই সেই কোচবিহাৰক পাহৰি চিলেটিয়াক কেনেকৈ বুকুত সামৰি ল'ব। সোণ এৰি ইটা, কোনে পেটেৰাত সুমুৱাব? দেউতা আমাক লাগে প্ৰবল আন্দোলন, আমাক লাগে প্ৰবল সাহিত্য, যিহেৰে আমাৰ নিজৰ বস্তু চিনি ল'ব পাৰো, নিজৰ নিজস্ব ফুটাই তুলিব পাৰোঁ। সৌৱা দেখিছোঁ কৰুণা বৰুৱাদেউ আহিছে। আহক! ককাইদেউ! আজি আমাৰ আগত ভীষণ সমস্যা।"

"কি?"

"পুৰণি অসম নতুনকৈ গঢ়া। দিখৌৰ পৰা কৰতোৱালৈ অসমৰ সীমা বঢ়াই তোলা। অসমীয়া সাহিত্য প্ৰবল ব্ৰহ্মপুত্ৰৰ সোঁতৰ দৰে শক্তিবান কৰি তোলা। কোচবিহাৰলৈ অসমীয়াৰ আদান-প্ৰদান কৰা।"

"নিশ্চয়! নিশ্চয়! কোচবিহাৰেই অসম! অসমেই কোচ দেশ! অসমীয়াৰ যদি ক'ৰবাত প্ৰাণ আছে তেন্তে পুণ্য স্থান কোচবিহাৰতে অসমীয়াৰ ৰামায়ণ-মহাভাৰত দশম তাতেই সৃষ্টি! শঙ্কৰ, মাধৱ, ৰামসৰস্বতী সেই পুণ্যস্থানতে প্ৰতিভাবান হৈ উঠিছিল। আজি- কোচবিহাৰ শূন্য- অসম শক্তিশালী, প্ৰতিভাশালী অসম গুচি কানীয়া-সোৱোপাৰ অসম হৈছে! অসমীয়াৰ জয় ডঙ্কা বাজি উঠক। দিখৌৰ পৰা কৰতোৱালৈকে পুৰণি অসম আকৌ জগতত মূৰ্তিমান হৈ উঠক। দেখিব, অসমীয়াৰ সকলো লুপ্ত শক্তি জাগি উঠিব।"

"সেইকাৰণে আমাৰ প্ৰবল আন্দোলনৰ আৱশ্যক হৈছে।"

"কেৱল আন্দোলনেই নহয়। অসমীয়াই কোচবিহাৰ নিজৰ কৰিবলৈ আনকি মৰিবলৈ সাজু হ'ব লাগিব।"

"বোধনাথে ক'লে, "কিন্তু তোমাৰ বিদ্ৰোহ কিতাপখনিয়ে অসমীয়াৰ মাজত অনৈক্য ঘটিব।"

"অনৈক্য ঘটোৱাৰ কাৰণ নেদেখোঁ। সোৱোপা অসমীয়াই সোৱোপালি এৰি জাগি উঠাৰ কাৰণে তেলে বিদ্ৰোহৰ আৱশ্যক হৈছে। অসমীয়াৰ পৰা- জড়তা, বাৰ্দ্ধক্য দূৰ কৰাই কৰ্তব্য হৈছে। অসমীয়াৰ বুঢ়া সাহিত্য ব্ৰহ্মপুত্ৰৰ অতল গৰ্ভত পেলাই কবি বাণী ফুটাই তোলাই বিদ্ৰোহৰ উদ্দেশ্য।"

এনেতে সৰস্বতীয়ে ক'লে, "আপুনি একো খোৱা নাই?"

"কিয়?"

"আপোনাৰ মুখ শুকান দেখিছোঁ।"

"সৰস্বতী শত ধন্যবাদ। নলিনী ক'ত?"

"আপোনাৰ বিদ্ৰোহৰ লগত চাঁগে বিদ্ৰোহ তুলিছে।" আপুনি গোৱালপাৰাৰ বিষয়ে তাত কিবা লিখিছে।"

"অসমীয়া সাহিত্যৰ জয় সিদিনা-যিদিনা গোৱালপাৰা, ৰংপুৰ, কোচবিহাৰ- অসমীয়া ভাষা-সাহিত্য সামৰি ল'ব। যিদিনা কোচবিহাৰৰ পৰা সদিয়ালৈকে সকলোৱে আমি অসমীয়া বুলি এটা ধ্বনি, এটা আবেগ তুলিম! সিদিনাই আমি শঙ্কৰী যুগ ওভতাই পাম। ৰাজনৈতিক সমস্যা সমাধান হ'ব। এইআষাৰে লিখিছোঁ। নলিনীয়ে পঢ়িব ধৰিছে।"

"অৰুণ ককাইদেৱে এইবাৰ গোৱালপাৰাত কিতাপ বিক্ৰী কৰিবলৈ খুঁটি পুতিব।"

"তেন্তে মোৰ বিদ্ৰোহৰ বাণীও নিবা। অৰুণ এদিনা তোমাক বুজি নাপাই মই তোমাৰ লগত কাজিয়া কৰিছিলো। কিন্তু দেখিছোঁ তোমাৰ দৰে যুৱক নহ'লে অসমীয়া সাহিত্যৰ উন্নতি হোৱা কঠিন। অসমীয়া জাতিৰ আকৌ উত্থান হোৱা টান। বলা মোৰো কিতাপ দিম। কেৱল কিতাপ দিম কিয়, মইয়ো তোমাৰ লগতে যাম, অসমীয়াৰ জয় পতাকা কোচবেহাৰলৈকে উৰুৱাব লাগিব। কোচবিহাৰতে আকৌ সাহিত্যৰ জয় ভেৰী বজাই বঙালী সাহিত্যৰ হৃদয় কঁপাব লাগিব!"

## (১২)

আৰতি মহিলা সমিতিৰ অধিবেশন পাতিবলৈ ব্যস্ত। এনে সময়ত দেখিলে অৰুণে এবোজা কিতাপ হাতত লৈ তেওঁলোকৰ দুৱাৰ-মুখ পাইছেহি। অৰুণে মাত দিলে, "কিতাপ ল'বনে?" আৰতি ওলাই আহি কি কিতাপ সুধিলে?

"অসমীয়া বহুতো কিতাপ", অৰুণে উত্তৰ দিলে।

আৰতিয়ে কিতাপৰ বোজাটো থ'ব দি ওচৰত থকা বেঞ্চ এখন অকণাক বহিব দিলে। অৱশ্যে সেই বেঞ্চৰ কাষত চকি কেইখনিও আছিল। কিন্তু অসমীয়া সাধাৰণৰ যেনে মন আৰতিৰ মনো তাতকৈ বেছি ওখ বুলি ক'ব নোৱাৰি। সাধাৰণ চহা বেহা-বেপাৰ কৰা মানুহে আজিও অসমীয়াক সন্মানৰ চকুৰে চাব পৰা নাই। গতিকে অসমীয়া জাতিৰ বেহা-বেপাৰত উন্নতি কেনেকৈ হয়। এটা সাধাৰণ কেৰাণী কাৰো ঘৰত গলেও মান পায়। কিন্তু স্বাধীন ব্যৱসায়ী বা স্বাধীনচেতা খেতিয়কক সকলোৱে ঘিণ কৰে। এনে স্থলত লিখা-পঢ়া জনা লোকে ব্যৱসায়ত বা কৃষিত মন দিব কিয়? আৰু কৃষিও নোপোৱা মক্কেল নোহোৱা উকিলো সমাজৰ মনত আদৰৰ পাত্ৰ। আনপিনে শহ শহ টকা আৰ্জিলেও বেহা-বেপাৰ কৰা মানুহ সাধাৰণ বেপাৰীৰ নিচিনা ব্যৱহাৰ পায়। সমাজৰ এনে অথাচাৰী, অবিবেকী আচৰণে দেশৰ কি মহৎ অপকাৰ কৰিছে তাক কোনে বুজিব? যেতিয়ালৈকে কৃষি বাণিজ্যক মানুহে ওখ ঠাই নিদিয়ে বা তেনেবোৰক সন্মানৰ পাত্ৰ বুলি নাভাবে তেতিয়ালৈকে শিক্ষিতসকলে নাঙলত বা সাধাৰণ বেহা-বেপাৰত হাত দিব কিয়? বা দেশৰ কল্যাণ কেনেকৈ হ'ব? দেশৰ উন্নতিৰ মেৰুদণ্ড স্বৰূপ কৃষকেই। কৃষকৰ ওপৰতে সকলো চৰকাৰী বিষয়া, উকিল, হাকিম প্ৰবৰ্তন কৰে। কৃষকৰ খাজনাৰ টকাৰে প্ৰবল প্ৰতাপী গৰ্ণমেণ্ট চলে। কিন্তু দুৰ্ভাগ্যবশতঃ সেই কৃষকেই সকলোৰে নেওচা-কেওচা খোৱা অৱস্থাত। এশ বছৰৰ শিক্ষায়ো জাতিৰ মনত কৃষকক সন্মানৰ ঠাই দিব পৰা নাই। তাৰ ফলত হাজাৰ হাজাৰ লোকে অলপ শিক্ষা পায়েই যশ, সন্মানৰ মৰীচিকা বিচাৰি নাঙল, কোৰ দলিয়াই পেলাই দেশক দুৰ্ভিক্ষৰ আকালৰ সমুখলৈ টানি নিব ধৰিছে। কোনে জানে ইয়াৰ পৰিণাম কি? যদি এতিয়াও এনে অৱস্থা, দেখিও চকু নাগজে তেন্তে জাতিৰ ভাগ্য যে ভৱিষ্যতৰ পটত কেনেভাৱে আঁকা আছে কোনে ক'ব? সি যি নহওক আৰতি শিক্ষাৰ বমক-জমকত ভাতৰ হোৱা ছোৱালী। গতিকে কেৱল মনতো তেনে ভাবৰ সৃষ্টি হোৱা একো আচৰিত কথা নহয়। সি যি নহওক আৰতিয়ে দেখুৱা অনুযায়ী অকণ বেঞ্চত বহিলে। অকণৰ উদ্দেশ্য কিতাপ বেচা, অসমীয়া সাহিত্যৰ প্ৰচলন কৰা। নিজৰ মান-গৌৰৱৰ দাবী কৰি বুবিলে তাৰ উদ্দেশ্য বৰ্তমানে সফল নহ'বও পাৰে। যদি তাৰ কিবা মান-গৌৰৱ আছে তেন্তে সময়ত আপোনা-আপুনি ওলাব সেয়ে তাৰ ভাব। আৰতিয়ে কিতাপবোৰ লাৰি-চাৰি চাই এবাৰ ক'লে, "সকলোবোৰ অসমীয়া কিতাপহে। ইংৰাজী বা বঙালী কিতাপ নাই?"

"নাই। অসমীয়াৰ ঘৰলৈ অসমীয়া কিতাপ নানি আন কিতাপ কিয় আনিম?" "অসমীয়া কিতাপ কি পঢ়িবা? পঢ়িবলগীয়া কিতাপেই নাই।" "অসমীয়াই অসমীয়া কিতাপ নপঢ়িলে আন কোনে পঢ়িব?" "হ'... মানুহৰ ৰাপ অনুযায়ী কিতাপবোৰ হ'ব লাগে।"

"সেইটো সঁচা! তেন্তে অসমীয়া ভাষা, অসমীয়া সাহিত্য সমৃদ্ধি নালাগে বুলি আপুনি ভাবে?" "নালাগিব কিয়? আমি অসমীয়া। অসমীয়া ভাষা-সাহিত্যৰ উন্নতি কৰাই আমাৰ উদ্দেশ্য।" "তেন্তে কেৱল কথাৰে তেনে উদ্দেশ্য হয়নে? নে তাৰ কাৰণে স্বাৰ্থত্যাগ, ধন খৰচ ইত্যাদি কৰিব লাগে? আপোনালোকে আঠ অনা বা টকাটো খৰচ কৰি কিতাপ নিকিনিলে সাহিত্য বা ভাষাৰ উন্নতি কেনেকৈ হয়? কিতাপ বিক্ৰীৰ লগে লগে সাহিত্যিকসকলে নতুন নতুন ধৰণৰ ওখ কিতাপ উলিয়াব পাৰে। আচল মূলতে যদি পানী নপৰে তেন্তে গছ-লতাই জীৱ পাই দেখনীয়াৰ হৈ কেনেকৈ উঠে।"

"কিন্তু সেই বুলি টকা-পইছাতো এনেয়ে পানীত পেলাব নোৱাৰি?'

"সকলো সময়তে তেনে কথা নাখাটে।"

"কেনে?"

"শুনি যদি খং নকৰে তেন্তে কওঁ শুনক। আপোনালোকৰ বা আমাৰ নিচিনা ল'ৰা-ছোৱালীক শিক্ষা দি, ওঠৰ কুৰি বছৰ টকা হোৰে হোৰে খৰচ কৰি তাৰ ফলত কি লাভ হৈছে। সেইবোৰ টকা এনেয়ে পানীত পেলোৱা হোৱা নাইনে? প্ৰত্যেক বছৰে এনে উদ্দেশ্য শূন্য, লাভ নোহোৱা শিক্ষাৰ কাৰণে যিমান টকা মানুহে ভাঙি সেইবোৰ গোটালে একোখন টকাৰ পৰ্বত নহ'লহেঁতেননে? যদি তেনে কৰাত হাজাৰ হাজাৰ টকা ভাঙিব পাৰে। তেন্তে একোখন কিতাপত আঠঅনা বা চাৰিঅনা ভঙাত ভয় কৰিছে কিয়? আনপিনে সেইবোৰ টকা ভাঙি কেৱল অন্ন সমস্যা, নিকনুৱা সমস্যা, হা ভাত সমস্যাহে কিনি লোৱা হৈছে। তাৰ উপৰিও অশান্তি, মানসিক চিন্তাৰ অন্ত নাই। এজন ল'ৰাই জীৱনৰ

কুৰি-পঁচিশ বছৰ পঢ়ি-শুনি হোৱে হোৱে টকা ভাঙি শেষত সংসাৰত সোমাই নিজে খুটি খাবও নোৱৰা হ'লে- তেনে ল'ৰাৰ মনত অৱস্থা কেনে হয় ভাবক। কিন্তু দুৰ্ভাগ্যক্ৰমে আমি বেজীৰ জলঙাখনো কুঠাৰৰ জলঙা নমনো। আনপিনে কত ধনৰ নিয়মিত হিছাপলৈ চাওঁ, নিয়মিত খৰচলৈ আঙুলিয়াওঁ।"

"সেইবুলি তুমি মানুহক শিক্ষা নিদি নিৰক্ষৰ কৰি ৰাখিব নোৱৰা।"

"শিক্ষাৰ আৱশ্যক দেশ, সমাজ আৰু ব্যক্তিৰ উন্নতিৰ কাৰণে। কিন্তু এনে শিক্ষা পাই নিজৰ যদি উন্নতি কৰিব নোৱাৰে- তেন্তে দেশ, সমাজৰ কি উন্নতি কৰিব? এজন নিৰক্ষৰে বৰং শাৰীৰিক বলেৰে খেতি কৰি নিজক বা দহজনক পুহিব পাৰে- কিন্তু এজন শিক্ষিতে সকলো হেৰুৱাই, আনপিনে কায়িক কষ্টও কৰিব নোৱৰা অৱস্থাত পৰি লগে লগে মান-যশ যোৱা ভাবনাত- অথাউনি পানীত পৰি কৰু-বকাই ফুৰে। তেন্তে শিক্ষাৰ দ্বাৰা আমাৰ লাভ কি হ'ল?"

"অন্ততঃ চকু মুকলি হয়।"

"চকু মুকলি? মানে কি বুজাইছা ক'ব নোৱাৰোঁ। কিন্তু চকু মুকলি হৈ যদি তেনেবোৰ কামত খটুৱাব নোৱাৰে তেন্তে চকু মুকলি হৈয়ে বা লাভ কি হ'ল? বৰং আন আন জাতিৰ ভাল দেখি, উন্নতি দেখি আনপিনে নিজৰো উদ্গতি কৰিবলৈ উপায় নোহোৱা অৱস্থা ভাবি নানা ভাব, চিন্তা, অশান্তিৰ জাউৰি সঙ্গী কৰাহে হয়। তাত সুখ-শান্তি ক'ত? কেৱল এনে ভাবে যে টকা পানীত পেলাই ক্ষান্ত হয় সেইটো ন্যায় ক্ষেত্ৰত পৰিও কতই চিগাৰেট, হেজলিন স্নো, এচেন্স আদিত হোৱে হোৱে টকা ভাঙে সেইবোৰলৈ কোনে ভাবে। কিন্তু কিতাপ এখন ৰাখিবলৈ হ'লে, তেতিয়া ধন ভগনৰ কত হিছাপ, কত আয়-ব্যয়ৰ অঙ্ক মনত খেলায়। গতিকে আমাৰ জাতিৰ আমাৰ সাহিত্য ভাষাৰ উন্নতি কেনেকৈ হয়?"

"তুমি কিমানলৈ পঢ়িছা?"

"পঢ়াৰ লগত কিতাপ বেচাৰ সম্বন্ধ কি? তথাপি সুধিছা যেতিয়া কওঁ, বি,এ মহলা ডেওৰাইছিলোঁ। যদিও সেইবোৰৰ উপকৰণ লগত অলপো নাই।"

"আপুনি বি,এ পাছ কৰিছে? বি,এ পাছ কৰি কিতাপ বেচি ফুৰিছে?"

"আন উপায় কি?"

"কিয় ক'তো একো চাকৰি নাপালে?"

"চাকৰি কথাও নাই, বিচাৰিলেও যে পালোহেঁতেন সেইটো ক'ব নোৱাৰোঁ। কিন্তু হাজাৰ টকা দৰমহাৰ চাকৰিতকৈ মই এনেভাৱে সৰু ব্যৱসায় কৰাটো ভাল বুলি ভাবোঁ।"

"আপুনি সেই চকিৰকনত বহক।"

অকণমান হাঁহি মাৰি ক'লে, "চকিত বহিলেও মই যে কিতাপ বেচো মি বেপাৰী সেই বেপাৰীয়ে থাকিম। কি উন্নতি হ'ব। তদুপৰিও বেঞ্চত বহিলেও বহা, চকিত বহিলেও বহা।"

"কিতাপ বেচি আপোনাৰ কিমান লাভ হয়? আপোনাৰ নিজৰ কথাতে বুজক।" "ইমানপৰ কথা হ'লো আপোনাৰ নিচিনা শিক্ষিতা, অসমীয়া সাহিত্যৰ উন্নতিকামী তিৰোতাগৰাকীকে এখন কিতাপ গতাব নোৱাৰিলোঁ- আন অশিক্ষিতসকলৰ মাজত কেনেকৈ বিক্ৰী কৰোঁ বা লাভ কৰোঁ।"

"বাৰু মই এখন কিতাপ ৰাখিম। এই আটাইবোৰ অসমীয়া কিতাপৰ ভিতৰত কোনখন ভাল।"

"আপুনি জানো এইবোৰৰ এখনো পঢ়া নাই?"

"নাই অসমীয়া কিতাপ মই নপঢ়ো বুলি ক'লেও হয়। সমূলি ভাল নাপাওঁ।"

"নপঢ়াকৈ আপুনি ভাল পায় নে নেপায় কেনেকৈ ক'ব?"

"অৱশ্যে সেইটো হয়। কিন্তু দহজনে কোৱাটো শুনো। তদুপৰিও কেতিয়াবা দুই-এখনৰ দুই-এশাৰী পঢ়িলেও ভাল নালাগে।"

"বুজিছোঁ আপোনালোক শিক্ষিতা সকলো ওপৰচকুৱা। তদুপৰিও এটা কথা, বাৰু ভালেই যদি নালাগে তেন্তে ভাল লগা কিতাপ আপোনালোকে নিলিখে কিয়?"

"বুজিছে কিতাপ লিখা সকলোৰে কাম নহয়।"

"খেতি কৰা, বেহা-বেপাৰ কৰা, কিতাপ লিখা, পৰিশ্ৰম কৰা, সকলোৰে কাম নহয় বুলি ক'লেই সেইবোৰ হ'বনে? যদি ভাল কিতাপ নাই বুলি কয় তেন্তে ভাল কিতাপ লিখক, অসমীয়া সাহিত্য চহকী কৰক। নাইবা যদি লিখিব নোৱাৰে যিসকলে বেয়াই-ভালে লিখিব ধৰিছে সেই বিলাকক ধনে মনে কথাৰে উদগনি দি ভাল কিতাপ ৰচনাত ব্যস্ত ৰাখক। নাইবা অসমীয়া সাহিত্যৰ একেবাৰে আৱশ্যক নাই বুলি আন আন সাহিত্যৰ আলম লওক।"

"সেইটো কদাপি হ'ব নোৱাৰে। মই তোমাৰ কথাবোৰ

গমি চাইছোঁ। আজি মহিলা সমিতিৰ অধিবেশন বহিব, তাতে এইবোৰ কথা আমি গৱেষণা কৰিম।"

"গৱেষণা এৰক। কামত লাগক। ভাল-বেয়া যি নহওক সাগৰ মন্থন কৰিব ধৰক। দেখিব অমৃত গৰল দুয়ো ওলাব। গৰল এৰি অমৃত পাণ কৰি অসমীয়া জাতি, ইতিহাসৰ নতুন আধ্যা ৰচনা কৰিব। কিন্তু ভাল ভাল সদায় বিচাৰি থাকোঁতে ভালো নহ'ব, আনপিনে সৰ্বনাশ উপস্থিত হ'ল।"

(১৩)

বোধনাথ বৰুৱাই এখনি চিঠি হাতত লৈ সৰস্বতীৰ কুঠৰিত সোমাইয়ে ক'লে, "সৰস্বতী, তোৰ বিয়াৰ সকলো ঠিক হ'ল। ডিব্ৰুগড়ৰ ৰায় বাহাদুৰ চাহ বাগিচাৰ প্ৰপাইটৰৰ পুতেক শিৱনাথ উকিলৰ লগত। আজি এই চিঠি পাইছোঁ। এমাহৰ ভিতৰতে তেওঁলোক ইয়ালৈ আহিব। তই জনা-বুজা ছোৱালী। গতিকে মই তোৰ মত নলৈ বিয়াৰ একো বাতৰি সিহঁতক দিব নোৱাৰোঁ।"

সৰস্বতীয়ে নামাতি ৰ'ল।

"বোধনাথ বৰুৱাই ক'লে, "শুনিছ নে নাই? কথাৰ একো উত্তৰ নিদিয় দেখোঁ?"

সৰস্বতীয়ে এইবাৰ মুখ তুলি চাই ক'লে, "দেউতা আপোনাৰ কথা মই কাহানি অমান্য কৰিছোঁ?"

"অমান্যৰ কথা নহয়। কিন্তু আচল কথা, বিয়া-বাৰু মানুহৰ জীৱন-মৰণ সমস্যা। এজনৰ লগত গোটেই জীৱনটো কটাব লাগিব। তদুপৰিও, তই জনা-বুজা শিক্ষিতা ছোৱালী, এনে অৱস্থাত তোক মই যাকে-তাকে গতাব নোৱাৰোঁ। তোৰ মত নোলোৱাকৈ এনে গুৰুতৰ কামত মই হয়-ভৰ দিব নোৱাৰোঁ। সেই কাৰণে তোক সকলো ভাঙি কৈছোঁ।"

"আপুনি সকলো ভাঙি ক'লেও-যাক এদিনাও চকুৰে দেখা নাই, কথা-বতৰা হোৱা নাই সেই সম্বন্ধে মোৰ মতৰ মূল্য কি? অৱশ্যে আপুনি ইচ্ছা কৰিলে মোৰ একোতে আপত্তি নাই।"

"তেন্তে মই বিয়াৰ আগতে শিৱনাথ ফুকনক মাতি পঠিয়াম।"

"কিয় দেউতা?"

"ইংৰাজ মহলত বিয়াৰ আগেয়ে Court-ship ৰ প্ৰথা আছে। যদি ভাব তেনে ধৰণৰ প্ৰথাৰ আৱশ্যক তেন্তে তেনে কৰাত মই বাধা দিব নোখোজোঁ।"

"দেউতা, তেনে কথা কিয় কয়? ভাৰত ভাৰত, ইংলণ্ড ইংলণ্ড। ভাৰতৰ প্ৰথাই ভাৰতীয়ৰ উপযুক্ত। তাত নতুন আমদানি কৰিবলৈ কি আৱশ্যক হৈছে? তদুপৰিও তেনে প্ৰকাৰে যে জগতত- সুখ-শান্তি বিৰাজ কৰিছে সেইটো মই নাভাবোঁ।"

"এৰা সেইটো সঁচা। কিন্তু ভাৰতীয়ৰ বেয়া প্ৰথাটোকে খামোচ মাৰি ধৰি থাকিলেই যে সেইটো জাতীয় ভাব হ'ল সেইটো মই বিশ্বাস নকৰোঁ।"

"কিন্তু আপুনি বিয়া সম্বন্ধে ভাৰতীয় প্ৰথাটো বেয়া বুলি কেনেকৈ ভাবিলে? ভাৰতীয় ছোৱালীবোৰে জানো বিয়াৰ পিছত সুখ-শান্তিৰে স্বামীৰ লগত দিন নিওৱা নাই?"

"কিন্তু শিক্ষাৰ লগে লগে আন ধৰণৰ ভাবৰ আদান-প্ৰদান হৈছে। বাৰু ধৰচোন, এজনী শিক্ষিতা ছোৱালীক যদি বাপেক-মাকে এজন অশিক্ষিত হালোৱাৰ লগত বিয়া দিয়ে তেন্তে জানো, ছোৱালীৰ মনত সুখ-শান্তি হ'ব?"

"দেউতা বাপেক-মাকৰ বিবেচনা নিশ্চয় তেনে ধৰণৰ হ'ব নোৱাৰে। ছোৱালী অনুযায়ী দৰা বিচৰা সাধাৰণতে বাপেক-মাকক দেখা যায়। গতিকে তৰ্কৰ স্থলত তেনে কথা আহিলেও বাস্তৱক্ষেত্ৰত সেইটো নঘটে। বিশেষতঃ আপোনাৰ বিবেচনা সম্বন্ধে মোৰ বইচ-বাইচ কৰিবলৈ একো নাই।"

"তেন্তে বিয়াৰ দিন ঠিক কৰি পঠিয়াওঁ।"

"কিন্তু দেউতা এটা কথা।"

"কি?"

"তই সকলো ভাঙি ক। তোৰ স্বাধীন গতিৰ মই অলপো ভেঁটা দিবৰ ইচ্ছা নাই।"

সৰস্বতীয়ে নামাতি থাকিল।

"নামাতি ৰ'লি কিয়?"

"দেউতা আচলতে বিয়া সম্বন্ধে মই সমূলি উদাসীন।"

"ই কেনে কথা।" ছোৱালী চিৰকাল ছোৱালী। বাস্তৱ

জগতত নিয়ম-প্ৰথা ভেৰাই গৈ কিছুমান ভাবৰ অনুপ্ৰেৰণাত সাঁতুৰি ফুৰা মই সমূলি ভাল নাপাওঁ।"

"তেন্তে দেউতা আপোনাৰ ইচ্ছামতে কৰক। কেৱল মোৰ মনৰ কথাকে কৈছোঁ।"

বোধনাথে ক'লে, "সেইবুলি মই তোৰ স্বাধীন মত দলিয়াই নেপেলাওঁ। বিয়া হ'ব এইটো সুনিশ্চয়া, কিন্তু বিয়া কাৰ লগত হ'ব সেইটোৰহে মই মত সুধিছোঁ।"

"আচল মূলতে মতৰ যেতিয়া আৱশ্যক নাই, স্বাধীন চিন্তাৰ বাট মুকলি নহয়। তেতিয়া তেনে অৱস্থাত আন বিষয়ত মত লৈ কি লাভ দেউতা। যদি মোৰ মত সোধ-তেন্তে মই বিয়া সম্বন্ধে সমূলি ভাল নাপাওঁ। দেউতা মই কিতাপ পঢ়িলে সুখ পাওঁ।

বিশেষতঃ অসমত যেতিয়া সকলোপিনে ভয় লগা অৱস্থা এনে অৱস্থাত বিয়া-বাৰুৰ জোট-পোট লগাই কিয় বান্ধ খাওঁ?"

"সেই বুলি সকলো ছোৱালীয়ে বিয়া নহ'লে অসমৰ উন্নতি হ'বনে? জান সৰস্বতী, মই অসমৰ সৰ্বাঙ্গীন উন্নতি কামনা কৰোঁ।"

"দেউতা, প্ৰায় সকলো ছোৱালীৰ নিয়মিত বিয়া হয়। তাৰ ভিতৰত দুই-এজনী বাদ পৰি দেশৰ কামত লাগিলে কি অন্যায় হ'ব পাৰে?"

"ভয়ঙ্কৰ অন্যায়। যেয়ে দেশৰ কামত লাগিব, দেশৰ উন্নতিৰ যিবোৰ আদৰ্শ পথ বুলি ভাবে সেইবোৰ নিজে কৰিব লাগিব।"

"এই বিয়ালৈ উদাসীন হৈ আনক বিয়ালৈ কেনেকৈ উদগাবি?"

"দেউতা, বিয়াই জানো কেৱল দেশৰ উন্নতিৰ মূল। আন কত প্ৰকাৰে দেশৰ উন্নতি কৰিবলগীয়া পথ পৰি আছে। এই বিয়া সম্বন্ধে নিমাত থাকিলে জানো নহ'ব?"

"নাই সেইটো হ'ব নোৱাৰে। মূঠৰ ওপৰত তোৰ বিয়া হ'ব। শিৱনাথ ফুকনেই উপযুক্ত দৰা যেন বুলি ভাবোঁ। এপিনে চাহাবী, চাহ-বাগিচা কেইখনো আছে, আনপিনে শিক্ষিত উকিল। এনে অৱস্থাত তোৰে সৈতে সুন্দৰ মিল হ'ব বুলি মই ভাবোঁ। তই ভাবি চাবি।" বুলিয়েই বোধনাথ বৰকাই ঘপৰাই উঠি বাহিৰলৈ গ'ল।

সৰস্বতীয়ে কিবা ভাবি বহি থাকিল। সৰস্বতীৰ কথাত আজি কত ভাবৰ জাউৰি উঠিছে কোনে ক'ব। সৰস্বতীয়ে একোবাৰ ভাবিছে, ছোৱালী দেউতাকৰ প্ৰতি কৰ্তব্যৰ কথা সমাজত চলি অহা হাজাৰ নিয়ম প্ৰথা, আচাৰ-নীতিৰ কথা। সংসাৰত বিয়াৰ আৱশ্যকতা। এবাৰ ভাবিছে, ভাৰতীয় আৰু ইউৰোপত চলিত প্ৰথাৰ কোনটো ভাল ইত্যাদি ভাবৰ জুমুৰিত সৰস্বতী অৱশ হৈ কিতাপ এখনি আগত লৈ এবাৰ বহিছে, এবাৰ শুইছে। কিন্তু- কিতাপত কি আছে তাইৰ সেইপিনে কাণ নাই। কিন্তু ইমানবোৰ ভাবৰ- আচল গুৰি ক'ত সৰস্বতীৰ সেইপিনে জ্ঞান নাই। সৰস্বতী আচলতে বিয়াৰ বিপক্ষে নে? সৰস্বতী সঁচাকৈ দেউতাকে ইমান দিনৰ মূৰত আজি কোৱা কথাবাৰ মুহূৰ্ততে দলিয়াব পৰা বিধৰ বুলি জ্ঞান কৰেনে? নাই। আন যি হ'লেও জেওৰা লাগিছে? সাধাৰণ পাঠকে হয়তো ভাবিব পাৰে, সৰস্বতীয়ে সচৰাচৰ ঘটি থকা প্ৰেমৰ ৰাজ্যত উটি-বুৰি ফুৰা অৱস্থাত। কিন্তু- ঠোৰতে কৈ দিয়া ভাল- সৰস্বতীয়ে হাজাৰ প্ৰেমৰ ভৰা কিতাপ- উপন্যাস আদি পঢ়ি প্ৰেমৰ মোল পালেও প্ৰেমত উটি-বুৰি ফুৰা অৱস্থাত নহয়। আনকি প্ৰেম বস্তুটো এটা ভাবৰ বিকাৰ বুলি বা আদৰ্শ প্ৰেমৰ চানেকি বহুতো কিতাপত ওলালেও- সিওটো আচলতে বহুত সময়ত কবি কল্পনা বুলিও নভবা অৱস্থা নহয়। ৰোমিও-জুলিয়েটৰ ভালপোৱা, শকুন্তলা-দুষ্মন্তৰ আদিৰস চিৰি-ফৰহাদ বা লয়েলা-মজনুৰ বিশ্বজুৰি ফুটি ওলোৱা প্ৰেমৰ আদৰ্শ আনপিনে দ্ৰৌপদীৰ পঞ্চ পাণ্ডৱলৈ ওপজা প্ৰেমৰ আদৰ্শত হীনডেটি আছে- সেই সমস্যা সমাধান কৰাৰ লগত বিজ্ঞানে তুলাচালনীত কোনটো কম-বেছি হ'ব সেইটো থিৰাং কৰাও এটা ডাঙৰ সমস্যা। বিশেষতঃ জগতত স্বামীলৈ প্ৰেমতকৈ ভক্তি ভাবটো ওপজা দৈনন্দিন ঘটনা। যদি কবিৰ লেখনিত প্ৰেম বস্তুটো বেছিকৈ ফুটি ওলায় পাঠকৰ মনত এটা আদৰ্শ প্ৰেমৰ আবেগৰ ঢৌ ফুটি ওলায়। কিন্তু সাধাৰণ গাঁৱলীয়া ছোৱালীলৈকো চকু দিলে দেখিম। সিহঁতে প্ৰেমতকৈ জানে ভক্তি ভাবটো। স্বামী কেনে হ'ব সেই ভাবটোতকৈ স্বামী যেয়ে নহক তেওঁক যে ভক্তি কৰিব লাগে- সেই ভাবটো সদায় মনত দকৈ বহে। অৱশ্যে উপন্যাস আদিত যেয়ে-তেনে আদৰ্শ প্ৰেমৰ অনুপ্ৰেৰণাত বহুত সময়ত বহুতো ছোৱালী আত্মহত্যা কৰা, নিৰুদ্দেশ হোৱা ঘটনাওবে বিৰল নহয়— সেইটো ক'ব

নোৱাৰি। যি নহওক, সৰস্বতী বেলেগ উপাদানেৰে গঢ়া। প্ৰেমৰ সাগৰৰ হাজাৰ হাজাৰ উপন্যাসত বুৰি থাকিলেও সঁচাকৈয়ে সৰস্বতীয়ে জুলিয়েট, লায়লা, চিৰিৰ দৰে কাকো মন-প্ৰাণ সমূলি ঢালি দি তেওঁ নহ'লে কিবা অঘটন ঘটাব তেনে বিধৰ ছোৱালী নহয়। সেইবুলি সৰস্বতীয়ে যে করুণাক ভাল নাপায় বা করুণাৰ কথা সমূলি নাভাবে সেইটোও নুই কৰিব নোৱাৰি। আনপিনে করুণাৰ কথা ভাবিলে বুলিয়েই বা করুণাক ভাল পায় বা করুণাৰ মুখলৈ ৰ লাগি চাই থাকে বুলিয়েই করুণাক বিয়া কৰাৰ লাগিব সেই ভাবটোও কোনো দিনাও সৰস্বতীয়ে মনত দকৈ ধৰা নাই। কিন্তু তথাপি দেউতাকে প্ৰস্তাৱ কৰা বিয়াৰ কথা যেন তাইৰ মনত কেনেবা কেনেবা লাগে। বৰং তেনে ভাব মনত অনাতকৈ তাই নানা কিতাপ পঢ়িয়ে ভাল পায়। আচলতে ক'ব লাগিলে, নানা গ্ৰন্থকাৰৰ কিতাপৰ লগতে তাইৰ প্ৰেম বুলি ক'লেও বঢ়াই কোৱা নহয়। সৰস্বতীয়ে আগতে উল্লেখ কৰা নানা ভাবৰ খেলি-মেলিত সাঁতুৰি থাকোতে হঠাৎ শুনিলে করুণাই তাইৰ দেউতাকৰ লগত কিবা কথা-বতৰা পাতি আছে। ক'ব নোৱাৰো কিয় তাই পোনছাটে এলাহ এৰি গৈ করুণাৰ কাষ পালেগৈ। অৱশ্যে ভালপোৱাৰ যদি এয়াও পূৰ্ব লক্ষণ সেইটোও বইচ-বাইচ কৰিবলৈ একো নাই।

করুণাই সৰস্বতীক দেখিয়েই ক'লে, "সৰস্বতী, মই কোচবিহাৰলৈ যাবলৈ ওলাই আহিছোঁ।"

"ভাল কথা! আপোনালোকে দেশৰ কাম নকৰিলে কোনে কৰিব? দেউতা মইয়ো কোচবিহাৰলৈ যাম।"

এই কথাবাৰ যদি কোনোবা ল'ৰাৰ মুখত ওলালহেঁতেন তেন্তে বোধকৰো কেৱে একো আচৰিত কথা যেন নাভাবিলেহেঁতেন। কিন্তু তিৰোতাৰ স্বাধীনতাতকৈ তিৰোতাৰ সতীত্ব দুৰ্বলী, নিঃসহায়া এই ভাবটোৱে মানুহৰ মন বেছিকৈ অধিকাৰ কৰি থকাৰ কাৰণে সৰস্বতীৰ স্বাভাৱিকতে ওলোৱা কথাবাৰ যেনেকৈ কেনেবা কেনেবা যেন কাণত লাগে তেনেকৈ আকৌ তেনে কথা কোৱা স্ত্ৰী চৰিত্ৰত যে নানা ভাবৰ তৰঙ্গ তোলে তাক কেৱে নুই কৰিব নোৱাৰে।

বোধনাথ বৰুৱা উদাৰ বা স্ত্ৰী-স্বাধীনতাৰ পক্ষে কোৱা বা ভবা লোক হ'লেও হাঁহি মাৰি গহীনাই ক'লে, "তই বাউৰ্লি হলি জানো সৰস্বতী। ছোৱালীয়ে কোচবিহাৰলৈ গৈ কি কৰিবি! বিশেষতঃ মতা ল'ৰাৰ লগত মানুহে দেখিলে বা শুনিলে হাঁহিব। তদুপৰিও ক'ত অঘটন ঘটিব পাৰে?"

অঘটনৰ কথাত সৰস্বতীৰ খং উঠিল। তাই অলপ পৰ নামাতি পোনছাটে দেউতাকক ক'লে, "দেউতা তিৰোতা মতাৰ লগত গ'লে অঘটন ঘটা ভাব খেলায়। কিন্তু মতা তিৰোতাৰ লগত গ'লে মতাৰ অঘটন ঘটে বুলি ভাব নেখেলায় কিয়? তদুপৰিও ব্যাভিচাৰিতা কেৱল তিৰোতাৰ পক্ষেহে, মতাৰ পক্ষে জানো সেইটো কৰিব নোৱাৰে? সদায় তিৰোতাৰ অসহায় অৱস্থাটো ভাবি সমাজ, ডাঙৰ-সৰু, পিতা-মাতা-ভাই সকলোৱে বিতত কিয়?" বোধনাথ বৰুৱাৰ আগৰ কথাত করুণাই লাজ পালেও একো উত্তৰ দিবলৈ সাহ পোৱা নাছিল, জানোচা বোধনাথে ভাবে করুণাৰ মনত নীচ বুলি, তদুপৰিও ছল, চক্ৰান্তেৰে সৰলা সৰস্বতীক কথাৰে ভুলাই কোচবিহাৰলৈ উলিওৱা বুলি। কিন্তু সৰস্বতীৰ তেনে কথাত তাৰ সাহস বাঢ়িল। সিও ক'লে, "এৰা তিৰোতা জাতিৰ কেতিয়াবা স্বাধীনতা হ'লেও জগতৰ পৰা যে এনে ভাবটো আঁতৰ হ'ব এইটো সম্ভৱ নহয়। বিশেষকৈ এই ভাবটোৰ কাৰণে অতীত কালৰ পুথিবোৰো। সীতাৰ অশোক বনত ৰাক্ষসৰ মাজত থকাৰ কাৰণে সীতাৰ অগ্নি পৰীক্ষা হ'ল, কিন্তু ৰামে অনাই-বনাই হাবিয়ে-জঙ্গলে ঋষিৰ আশ্ৰম কিষ্কিন্ধ্যা আদি ৰাজ্য ঘূৰি ফুৰা সত্বেও শূৰ্পণখা যদি তিৰোতাৰ প্ৰলোভনত পৰাতো ৰামৰ স্বভাৱ সম্বন্ধে কাৰো সন্দেহ নহ'ল কিয়? গতিকে তিৰোতাৰ প্ৰতি বিশেষ চকু কোন অতীতৰ পৰা চলি আহিছে, ভৱিষ্যতেও যে চলিব তাত একো অসম্ভৱ নাই। স্ত্ৰী-স্বাধীনতা সম্বন্ধে বাহিৰত বহুত ক'লেও আচল মনৰ ভিতৰত যে এনে এটা কুসংস্কাৰ ভাবে জগতক তিৰোতাৰ পক্ষে স্বাৰ্থপৰ কৰি ৰাখিছে বা ৰাখিব- সেইটো নুই কৰিব নোৱাৰি। তদুপৰিও তিৰোতাৰ প্ৰতি প্ৰত্যেক মুহূৰ্ততে কঠোৰ ৰীতি আদৰ্শ দেখুৱাও এটা ভাবিবলগীয়া কথা। পুৰুষে হাজাৰ ব্যভিচাৰ কৰক, কিন্তু তিৰোতাৰ সতীত্বৰ সঁচাই-মিছাই এভৰি পিছল খালেও সৰ্বনাশ।

বোধনাথ বৰুৱাই গহীনাই ক'লে, "জগতৰ এনে মানসিক দুৰ্বলতা যে কিহৰ কাৰণে হ'ল বা কিয় হ'ল অবিৰ লগীয়া। কিন্তু সি যে বহুতক অস্বাভাবিক পথ লোৱাত মই সদায় ভাল নাপাওঁ। জগতে যি চকুৰে চায় সেইদৰে কাম কৰি যোৱাই যুগুত। তাৰ লৰচৰ কৰিলে বিদ্ৰোহ বা বিপ্লৱৰ সৃষ্টি হয়। তাত লাভ কি? তদুপৰি তেনে দুৰ্বল ভাবটোৱে কিজানিবা কিবা উপকাৰ আছে কোনে জানে?"

করুণাই ক'লে, "যেতিয়ালৈকে জগতত তেনে মানসিক দুৰ্বলতাৰে অন্ত নহয় তেতিয়ালৈকে স্ত্ৰী-স্বাধীনতাৰ কথা কোৱা এটা হাঁহিয়াতৰ কথা। অৱশ্যে বাহ্যিক স্বাধীনতা দিব পাৰিব।।"

সৰস্বতীয়ে ক'লে, "বাহ্যিকভাবে স্বাধীনতা পালেও সময়ত মনৰ স্বাধীনতাও যে পাব সেইটো জানো নাভাবে?"

করুণাই ক'লে, "এৰা সেইটো সম্ভৱ। আজি জাকে-জাকে তিৰোতাক সকলো প্ৰকাৰে স্বাধীনতা দিয়ক, দেখিবা সময়ত জগতৰ এনে মানসিক দুৰ্বলতাতো অন্ত পৰিব। অৱশ্যে তাৰ ভিতৰত যে বহুতো বেয়া ভাল, লাঞ্ছনা, গঞ্জনা হ'ব সেইটোও ধ্ৰুৱ। কিন্তু অমৃত মথোতে যে গৰলৰ উদ্ভৱ হ'ব সেইটোও আচৰিত কি?"

সৰস্বতীয়ে ক'লে, "দেউতা ময়ো কোচবেহাৰলৈ যাম?"

বোধনাথে হাঁহি মাৰি, "তইঁতৰ স্বাধীন মনত মই বাধা দিব নোখোজো। বাৰু ওলা মইয়ো কোচবেহাৰলৈ যাম। মোৰ লগে লগে যাবি।"

(১৪)

আজি অসমত প্ৰবল আন্দোলন। এপিনে চিলেট বিচ্ছেদ আনপিনে দিখৌৰ পৰা কৰতোৱালৈকে পুৰণি অসমৰ অস্তিত্ব উদ্ধাৰ। এই দুয়োটা আন্দোলনৰ মূলতে আচল কাৰণ আৰু যুক্তি আছে। চিলেটৰ লগত অসমীয়াৰ আদান-প্ৰদান নাই। চিলেট আৰু অসমক যদিও জোৰা-কোন্দা দিছে কিন্তু দুয়োৰে মাজত দুৰ্ভেদ্য পাহাৰ। চিলেটৰ ভাষা আৰু অসমীয়াৰ ভাষাৰ আকাশ-পাতাল প্ৰভেদ। চিলেট আৰু অসমৰ অতীততো কোনো সম্বন্ধ নাছিল। অসমীয়াৰ ইতিহাসত শ্ৰীহট্টৰ বিষয়ে দুই-এবাৰ উল্লেখ পালেও অসমীয়া জাতিৰ লগত যে অলপো সম্বন্ধ নাছিল তাক বুঢ়ীয়াকে বুজ পায়। আনপিনে অসমৰ আয়েৰে চিলটীয়া বগাহাতী পুহিব লগীয়াত পৰে। বগা হাতীয়েও পুহোঁতাৰ কামত আহে কিন্তু চিলেট কামত আহিব দূৰৈ অসমীয়াৰ কৃষ্টি, সাহিত্য, শিক্ষা আৰু আন আন জাতীয় উন্নতিত কেৱল খিদি-পখালিয়ে যে দিয়ে এনে নহয় ঘোৰ শত্ৰুতাও কৰে। গতিকে যি জাতিৰ লগত অতীততো মিল নাছিল আৰু ভবিষ্যতেও হ'বৰ অলপো সম্ভাৱনা নাই এনে অৱস্থাত তাত জোৰা-কোন্দা আপলি মৰা হৈ সদায় এটা অশান্তিৰ কোনো বাহ কৰি ৰখাত কাম কি আনন্দ চিলেট- বিচ্ছেদ অনিবাৰ্য অৱশ্যে আজি হওক বা কাইলৈ হওক। তুঁহ জুইৰ দৰে উমি উমি থাকিলেও সময়ত যে সেয়া ভয়ংকৰ দাবানল ৰূপে দেখা দিব এইটো ধ্ৰুৱসত্য।' আনপিনে কোচবেহাৰ যে অসমীয়া অতীত সাহিত্য, ৰাজনীতি, ধৰ্ম, কৰ্মৰ কৰ্মস্থান। অসমীয়াৰ শ্ৰীমন্ত শংকৰৰ প্ৰতিভা বিকাশ কোচবেহাৰতে। অসমীয়া আজিও হাজাৰ হাজাৰ কোচবেহাৰলৈ গতি কৰে। আজিও কোচবেহাৰৰ মধুপুৰ সত্ৰ অসমীয়াৰ তীৰ্থস্থান। যদিও আজি বঙালীৰ প্ৰাদুৰ্ভাৱত কোচবেহাৰ বঙালীয়ে অধিকাৰ কিন্তু হৃদে-মগজুৱে কোচবেহাৰ অসমীয়াৰ সম্বন্ধ আছে। পৰ্বত-পাহাৰৰ ব্যৱধানো নাই। তেজ ধুলে উঠে, মঙহ ধুলে নুটে। গতিকে কেৱল দিনচেৰেক জোৰা-কোন্দা লগাওক মাথোঁ দেখিব কেনেভাৱে অসমীয়া আৰু কোচবেহাৰ মিলি যাব। আনকি ইমান বছৰ গৱৰ্ণমেণ্টে বিমান বল আৰু চেষ্টাৰে চিলেট আৰু অসমীয়াৰ মিলন কৰিব নোৱাৰিলে ইমান নকৰিও চেষ্টা কৰিলেই অসমীয়া আৰু কোচবেহাৰে কেনে মিলা-প্ৰীতিৰে মিলিজুলি কাম কৰিব এবাৰ চেষ্টা কৰি নাচায় কিয়? অসমীয়াই আজি কোচবেহাৰক পাবলৈ হৃদয়েৰে আঁকোৱালি আছে। অসমীয়াৰ সাহিত্য, কৃষ্টি, সমাজ, ধৰ্ম সকলো প্ৰকাৰেৰে কোচবেহাৰৰ লগত মিল আছে, এতিয়াও অহা যোৱা, আদান-প্ৰদান আছে। বিশাল ব্ৰহ্মপুত্ৰ নৈও এনে এটা সাঙোৰত বান্ধি আছে এতিয়াও দুখীয়া ল'ৰাই কোচবেহাৰত সহায় পায়। এনে অৱস্থাত কোচবেহাৰক অসমৰ ভিতৰত নিদি অভীশ-পাতকী চিলেটৰ লগত মিলাই সদায় অশান্তিৰ সৃষ্টি কিয়? গতিকে এই আন্দোলনত কেৱল যুক্তিয়ে যে

আছে এনে নহয়- এই আন্দোলনৰ সাৰ্থকতাৰ দেশৰ উন্নতিত সোণৰ আখৰেৰে লিখা আছে। গতিকে আজি অসমীয়াৰ ঘৰে ঘৰে এই আন্দোলনৰ বীজৰ সৃষ্টি হৈছে- সময়ত এইয়া যে কি ৰূপ ধাৰণ কৰে কোনে ক'ব। হয়তো কোনোৱে ক'ব কোচবেহাৰে অসমৰ লগত আহিবলৈ ইচ্ছা নকৰে যেতিয়া গৱৰ্ণমেণ্টে কিয় আনিব? কিন্তু অসমওে চিলেটৰ লগত সমূলি মিলিবলৈ ইচ্ছা নকৰে কিন্তু অসমক টানি টানি দোল বান্ধি ৰাখিছে কিয়? কেৱল এবাৰ টনা-টনি কৰি অসমৰ লগত মিল কৰি দিয়ক দেখিব সেই মিলনত দুয়ো দুয়োৰো অতীতৰ মিল সুঁৱৰি কোনে আনন্দ পাব, কোনে শান্তি উপভোগ কৰিব। অসম কোচবেহাৰৰ, কোচবেহাৰ অসম অতীততো আছিল ভৱিষ্যতেও থাকিব। এই আন্দোলনত অসমীয়া যুৱকদলে নাচি উঠিছে। কাউন্সিলৰ ভিতৰত, বাহিৰত এই আন্দোলনৰ উপকাৰিতা অনুভৱ কৰিছে। গতিকে কোচবেহাৰ মিলন আৰু চিলেট বিচ্ছেদ যে অচিৰতে হ'ব তাত সন্দেহ নাই। কৰুণা, সৰস্বতী, বোধনাথ বৰুৱা, নলিনী আদি সিদিনাই কোচবেহাৰ পালেগৈ। কোচবেহাৰত পুৰণি স্মৃতি আদি কৰি সেই গুৰু ভাইসকলৰ মনত আকৌ জগাই তুলিবলৈ হৃদয় মেলি হৃদয়ক আহ্বান কৰিবলৈ আৰু পুৰণি জ্ঞাতি-ভাইৰ লগত চিনাচিনি হ'বলৈ। অসমীয়া সাহিত্যৰ পুৰণি ভেটিত আকৌ নতুনকৈ নিকোণাই ন ন গজালি ৰুবলৈ আৰু ন ন গুটি সিঁচিবলৈ। নতুন পুৰণিয়ে মিল হৈ আকৌ অসম নদন-বদন হওক, ভাষা, কৃষ্টি, সাহিত্য, শিল্পকলা উজ্জ্বলি উঠক। আকৌ কোচবেহাৰতে অসমৰ নৱৰত্ন বিৰাজ কৰক।

সিদিনা বোধনাথ বৰুৱা, সৰস্বতী, নলিনীয়ে কোচবেহাৰৰ এজন বঙালী ভদ্ৰলোকৰ ঘৰত থাকিল। দিনত নানা তৰহৰ কথাৰ পিছত ৰাতি সুন্দৰভাৱে খাই-বৈ বোধনাথ বৰুৱাই বঙালী ভদ্ৰলোকজনৰ লগত বহিল বঙালী ভদ্ৰলোকজনে বঙালী ভাষাত সুধিলে, "বাৰু আপোনালোকৰ অসমীয়া ভাষা বঙালী ভাষাৰে বিকৃতি। তদুপৰি, বঙালী সভ্যতা, ভদ্ৰস্বভাৱ আদি আপোনালোকে শিক্ষা পাইছে। তদুপৰি আপোনালোকে কিতাপ, মাহিলী কাকত, বাতৰি কাকত আদি বঙালী ভাষাৰে পঢ়ি সুন্দৰভাৱে জ্ঞান পাব ধৰিছে। এনে অৱস্থাত আপোনালোকে বঙালী ভাষাক ঘিণায়, কিয়নো বঙালী অসমীয়া ভাষাৰ বিৰুদ্ধে আন্দোলন কৰে কিয়?"

বোধনাথ বৰুৱাই হাঁহি মাৰি ক'লে, "সকলো জাতিৰে সুকীয়া ভাষা সাহিত্য কৃষ্টি আছে। অসমীয়াৰো আছে কেৱল আছে বুলি ক'লেই নহয়। অসমীয়াৰো এটা উজ্জ্বল অতীত, সভ্যতা, সাহিত্য, গৌৰৱপূৰ্ণ জাতীয়তা আৰু স্বাধীনতাৰ সোৱাদো আছে। এনে অৱস্থাত অসমীয়াই সুকীয়াভাৱে থিয় নহৈ কি কৰে? আপুনি কোৱা বঙালী সভ্যতাৰে অসমীয়াক যি সভ্য কৰিছে- সেইটো সমূলি মিছা। বৰং অসমীয়াৰ ভাব বঙালী জাতিৰ কাষত থাকি অসমীয়াই আচল সভ্যতা, আচল জাতীয়ভাব সকলো পাহৰিছে। আনকি খোৱা-লোৱাতো বঙালীক অনুকৰণ কৰি অসমীয়া জাতি দুৰ্বল আৰু নিশকতীয়া হৈছে। ইংৰাজে অসমীয়া জাতিক পৰাধীন কৰি ইমান সোনকালে অসমীয়াৰ সকলো সাহপিত নষ্ট কৰিব নোৱাৰিহেঁতেন। আনকি স্বাধীনচেতা, স্বাধীনতাপ্ৰিয় অসমীয়াৰ মনৰ পৰা স্বাধীনতাৰ সোৱাদো পাহৰাব নোৱাৰিলেহেঁতেন। কিন্তু যুগ-যুগান্তৰ পৰাধীন বঙালীৰ লগত থাকি সকলো নষ্ট হৈছে। মই এবিধ এবিধকৈ কওঁ শুনক।"

বঙালীজনৰ ইমান দিনৰ ভাবৰ সমূলি বিপৰীত ভাবৰ সোঁত বোৱা দেখি আচৰিত হৈ লগতে মিচিকি হাঁহি ক'লে, "বাৰু কওক। কিন্তু মোৰ মনত যে কিবা সলনি কৰিব পাৰিব সেইটো মই নাভাবো। স্বাধীনতাৰ কাৰণে বঙালী জাতিয়ে যদি যুদ্ধ কৰিব নাজানে তেন্তে, ভাৰতৰ আন কোন জাতিয়ে জানে? বেছি দিনৰ কথা নকওঁ- স্বদেশী আন্দোলনৰ কথাকে ভাবক। তাৰ পিছত অসহযোগ আন্দোলনত মন-পুতি নালাগিছিল বা বঙালী ছাত্ৰমণ্ডলীয়ে যোগ দিয়া নাছিল সিদিনালৈকে গান্ধীৰ শত চেষ্টাতো এটা ভাৰতৰ জনসাধাৰণৰ আন্দোলন হৈ উঠা নাছিল। তাৰ উপৰিও বঙালী যুৱকসকলৰ বিপ্লৱী দল, বঙালী যুৱক সকলৰ জীৱন-মৰণ পণ। শত শতযুৱকৰ জেল আলিঙ্গন, ফাঁচি আৰু শত শত স্বাৰ্থত্যাগৰ কথা পাহৰিব নোৱাৰে। আনকি আচলতে ক'ব লাগিলে ভাৰতৰ আন কোনো প্ৰদেশতে বঙ্গৰ দৰে দৰ্শন নীতিৰো প্ৰকোপ চৰা নাই। তেন্তে আপুনি বঙালী জাতিক স্বাধীনতা প্ৰিয় নুবুলি আন কাক কৰিব খোজে।"

বোধনাথ বৰুৱাই হাঁহি মাৰি আনকথাৰ পৰা

আনকথা উলিয়ালে। "আগৰটোৰে উত্তৰ দিম নে পিছৰটোৰ?"

"বাৰু প্ৰথমে আগৰটোৰে দিয়ক।"

"তেন্তে শুনা, যেতিয়া ইংৰাজে অসম অধিকাৰ কৰিলে তেতিয়া গৰ্ব্বণমেণ্টৰ কাম চলাবলৈ কেৰাণী আদি বঙ্গদেশৰ পৰা আমদানি হ'ল। অৱশ্যে তেতিয়া চি, আৰ, দাস, অৰবিন্দ ঘোষ, ৰবি বাবু'ৰ দৰে মানুহ অসমলৈ কেৰাণী কামত যোৱা নাছিল। গৈছিল সাধাৰণ বঙালী যেয়ে ওপৰবালাৰ কথা শুনি মাৰে, সেইবোৰৰ স্বাধীন মন বা স্বাধীন ভাব বোলা বস্তু একোকে নাই। তেওঁলোকে প্ৰত্যেক মুহূৰ্ত্ততে কঁপি থাকে জানোচা চাহাবে বেয়া পায়। তেওঁলোকৰ সপোনত চাহাব, দিঠকত চাহাব। কথা-বতৰাত চাহাব। আনকি মৈণীয়েকৰ লগত মেল পাতোতেও বুজিছা আজি বৰ চাহাবে বৰ ভাল বুলিলে বা খং কৰিলে ইত্যাদি নানা তৰহৰ মেল। খোৱা-লোৱাতো স্বাস্থ্য সম্বন্ধে তেওঁলোকৰ জ্ঞান নাই, কেৱল কিছুমান অলীক বাবুৱানী খানা য'ত Vitamin বোলা বস্তু অলপো নাই। কেৱল কলম ঘঁহাৰ বাহিৰে আন কামতো সমূলি আলাই বাদু। ইপিনে অসমত আহি পইছা হোৰে হোৰে পাই বাবুৱালীৰ যোল কলা ফুটি উঠিল। এনে সুন্দৰভাৱে খোৱা-লোৱাত সুখেৰে থকা বঙালীবিলাকক দেখি অসমীয়াৰো এটা অস্বাভাৱিক- অনুকৰণৰ সৃষ্টি হ'ল। অসমত নোহোৱা নোপোজা বাবুৱানীৰ সৃষ্টি হ'ল। মদৰ বটল মুখত হ'লেহে- বাহু বা সভ্য ভাবৰ আমদানি আহিল। তদুপৰি ইংৰাজৰ তলত বহুদিন বঙালীবোৰ থাকি ছপাখানা আদিৰ মোল পাইছিল আনকি বহুতো কিতাপো আগেয়ে ছপা হৈছিল সেই ছপা কিতাপবোৰ অসমত উপচি পৰিল। ক,খ ৰ পৰা আৰম্ভ কৰি ৰামায়ণ-মহাভাৰতলৈকে অসমত বঙালীৰ প্ৰচলন নহ'ল। অসমীয়াও সুন্দৰ সুন্দৰ সাঁচিপতীয়া পুথিবোৰ ধোঁৱা চাঙত নাইবা থাপনাতে ৰ'ল। সেই সুযোগতে সুবিধাবাদী বঙালীয়ে ক,খ ৰ পৰা আৰম্ভ কৰি আন আন কিতাপবোৰো পঢ়াশালিত পাঠ্য কৰিলে। তেতিয়া অসমীয়া সাহিত্য বা ভাষা নাছিল বুলি যে বঙালী ভাষাই অসমত গজালি মেলিলে সেইটো নহয়। কেৱল অসমীয়া সুন্দৰ সুন্দৰ কিতাপবোৰ ছপাখানাৰ অভাৱত প্ৰকাশ নোহোৱা বাবেহে আৰু ছপা কিতাপ নহ'লে সকলোৰে সকলো সময়ত পাব নোৱাৰে বুলিহে অসমীয়াৰ পঢ়াশালিবোৰত বঙালীৰ গজালি মেলিলে। সভ্যতা সম্বন্ধেও সেই একে কথা। পাশ্চাত্য সভ্যতাকৰ দৰে অনুকৰণ কৰা বঙালীয়ে অসমীয়াৰ চকুত চমক লগালে। অসমীয়াক বিলাসী, পৰশ্ৰমসেৱী ব্যৱসায়-বাণিজ্য থেতিক নেওচন কৰি চাকৰিৰ মোহত পৰা অৱস্থা কৰিলে। লগে লগে বৰচাহাব ভাবৰ বীজ স্বাধীনতাপ্ৰিয় অসমীয়াৰ মনত সোমাল। এইবাৰে অসমীয়া জাতিৰ সৰ্বনাশ ঘটিল। আৰু এই সৰ্বনাশ কিছুমান তীৰণ কাপুৰুষ, বিলাসী, কথাৰ দৰে অনুকৰণপ্ৰিয় বঙালীৰ গুণতে।

"আনপিনে জ্ঞানৰ সম্বন্ধেও কোৱা যাওক। অৱশ্যে দেশত বঙালী উপন্যাস বা বঙালী সাহিত্য পঢ়ি অসমীয়াই অলপ বাহ্যিক শিকাৰ মৌল পাইছে সঁচা। কিন্তু এয়ে অসমত কি বিপদ ঘটাইছে জানো?"

"কি?"

"আপোনাৰ মই আলহী। আপুনি মই স্পষ্ট কথা কোৱাত বেয়া নাপাব। কিন্তু মই যি কম ধ্ৰুব সত্য।"

"বাৰু কওক।"

"বঙালী সাহিত্যাই অসমীয়া জাতিক গা-টঙাই উঠিব দিয়া নাই। আনপিনে অসমীয়াক বিশ্ব সাহিত্য, বিশ্ব ভাবৰ পৰাও বঞ্চিত কৰিছে। অসমীয়া ল'ৰাসকলে ইংৰাজী কিতাপবোৰ পঢ়োতে পোন প্ৰথমে টান পায় বহু ঠাইত অভিধান মেলিব লাগে সময়ো বহুদিন লাগে। পৰিশ্ৰমবো আৱশ্যক। আনপিনে বঙালী উপন্যাস বা কিতাপ আদি আধা ঘণ্টাতে বা এঘণ্টাতে অতি সহজে শেষ কৰিব পাৰি। গতিকে অসমীয়া ল'ৰাই বঙালী বজৰুৱা কিতাপবোৰ পঢ়োতে জীৱনৰ বহুতো মূল্যবান সময় নিয়ায়। তেওঁলোকে বিশ্ব সাহিত্যৰ মোল নাপায়। ইংৰাজী ভাষা শিকাৰ কথা নকওঁ। কিন্তু ইংৰাজী সাহিত্যত। যি জগতৰ জ্ঞানৰ মৌচাক আছে সেইবোৰ মেলিবলৈ তেওঁলোকৰ সময়ৰ নাটনি। গতিকে বিশ্ব সাহিত্যৰ সোৱাদ নোপোৱা দলে বঙালীৰ সচৰাচৰ হোৱা ভাববোৰ "ওম্ শান্তি" আদিৰে মুগ্ধ থাকে। ঠেক মন অলপো বহল নহয়।"

"অৱশ্যে একেবাৰে নপঢ়াতকৈ সেইবোৰ পঢ়িলেতো অলপ মন বহল হয়?"

"হাঃ। হাঃ। শুনা, তাৰ ফল কি হ'ল। সেইবোৰ পঢ়ি

অলপ যি মন বহল হ'ল, সেইবোৰক অসমীয়া ভাষাত ওলোৱা কিতাপবোৰ তেওঁলোকৰ মনৰ জোখেৰে নহয়। কিয়নো শৰৎবাবুৰ এখন উপন্যাস পঢ়ি তল খাপৰ এখন উপন্যাস পঢ়ি তল খাপৰ এখন উপন্যাস কিয় মনত লাগিব? কিন্তু বঙ্গদেশত শৰৎবাবু একে দিনে হোৱা নাই। মনত পৰেনে বটতলাৰ উপন্যাসৰ পৰা উঠাই গৈ পাঁচকড়ি দেৰ ডিটেকটিভ উপন্যাসবোৰ- তাৰ পিছত খোপে খোপে উধাই গৈ বঙ্কিমবাবুৰ সৃষ্টি তাৰ পিছতহে শৰৎবাবুৰ যুগ। কিন্তু- অসমীয়াৰ তেনেবোৰ যুগৰ সৃষ্টি হ'ব নোৱাৰিলে। আজি পোনে অসমত শৰৎবাবুৰ বা তাতোকৈ বেছি উপযুক্ত লোকৰ সৃষ্টি হ'ব লগীয়াত পৰিল। ইয়াৰ ফলত অসমীয়াৰ বৰ্তমান সাহিত্য নেওচা-কেওচা যাবলৈ ধৰিলে।

"এইখন কি কিতাপ, এইখন কি উপন্যাস, এইখন কি কবিতা- ইয়াকো পঢ়েনে- এনেবোৰ ভাবৰ সৃষ্টি হ'ল। গতিকে অসমীয়া কিতাপৰ বিক্ৰী নোহোৱাত পৰিল। বিক্ৰী নোহোৱাৰ লগে লগে অসমীয়া সাহিত্যই গা টঙাই উঠিব নোৱৰাত পৰিল। সকলোৱে ঘৃণাৰ চকুৰে চাব ধৰিলে। কিন্তু বঙালীয়ে যেতিয়া ইংৰাজীৰ সোৱাদ পোৱা নাছিল তেতিয়া বঙালী সাহিত্যত যি ওলাইছিল সেয়ে তেওঁলোকৰ মনৰ জোখাই হৈছিল। গতিকে আজিকালি শৰৎবাবুৰ উপন্যাসৰ যেনে আদৰ সেই সময়ত বটতলা বা পাচবাণ্ডি দেৰ উপন্যাসেই তেনে আদৰ পাইছিল আৰু বিক্ৰীও হৈছিল। যিহৰ গুণত বঙালী সাহিত্য দোপত দোপে উধাবলৈ সুবিধা পালে। কিন্তু অসমৰ দুৰ্ভাগ্য বঙালী আখৰকেইটা চিনে বুলিয়েই এপিনে বিশ্ব সাহিত্যৰ মোল নোপোৱাত পৰিল। আনপিনে নিজৰ ঘৰৰ বস্তুক ঘৃণা বা হেয় কৰিব শিকি নিজৰ সাহিত্যৰ উন্নতি পথত জল-জোঙ পুতিলে। গতিকে চাওক আপোনালোকৰ বঙালী সাহিত্যই আমাৰ ভাল কৰিছেনে? ভাৰতৰ আন আন প্ৰদেশৰ ল'ৰাই আন কোনো প্ৰদেশৰ ভাষাৰ মাজেৰে ইংৰাজী সাহিত্য পঢ়িব পাই বিশ্বৰ লগত সম্বন্ধ পাতিব পাৰিছে, লগে লগে নিজৰ জাতীয় সাহিত্যৰো উন্নতি সাধন কৰিব পাৰিছে তাহানি এই কথাটোও হয়ডৰ নিমিয়ে। তদুপৰি বঙালী সাহিত্যই এনে চঞ্চলতা, বিলাসপ্ৰিয়তা, অলৌকিক প্ৰেম সৌন্দৰ্যৰ সৃষ্টি কৰে যে তাৰ ফলত ছাত্ৰসকলক কৰ্মবীৰ, ধৰ্মবীৰ আৰু জাতীয় ভাবেৰে অনুপ্ৰাণিত নকৰি কিছুমান নিষ্কৰ্মী, চঞ্চল যুৱকৰ সৃষ্টি কৰি জাতিৰ মেৰুদণ্ড বৰ দুৰ্বল কৰে। কেৱল অসমীয়াকে যে বঙালী সাহিত্যই অন্যায় কৰিছে এনে নহয়, বঙালী যুৱক সকলকো সমভাৱে অন্যায় কৰিছে। বঙ্কিমবাবুৰ কেৱল আনন্দমঠে, বিবেকানন্দৰ বজ্ৰ গম্ভীৰ সাহিত্যই, ৰবিবাবুৰ গোৰা আদি উপন্যাসে ছাত্ৰৰ মাজত যি প্ৰবল মনৰ সৃষ্টি কৰিব পাৰে আন আন লিখকৰ তেনেবোৰ বস্তুৰ অভাৱ। গতিকে সেইবোৰ কিতাপ পঢ়ি বঙ্গদেশত এসময়ত যেনে সবল নিৰ্ভিক যুৱকৰ সৃষ্টি কৰিছিল আজিকালি তেনে যুৱকৰো বঙ্গত অভাৱ হৈ আহিব ধৰিছে লগে লগে নিষ্কৰ্মী, বিলাসপ্ৰিয় আৰু অলীক প্ৰেমত সাঁতুৰি-নাদুৰি যুৱা যুৱকেৰে বঙ্গদেশ ভৰি পৰিছে। সেই কাৰণে বঙ্গদেশ আজি ক্ষীণ কণ্ঠস্বৰ হৈছে। জাতীয় যুঁজত মনপুতি লাগিব জনা বঙ্গদেশত অভাৱে দেখা দিছে। অসমতো তেনে অৱস্থা। অসমীয়া আজি আকৌ সবল জাতি হৈ থিয় হ'ব পৰা অৱস্থা পাব খুজিলে বঙ্গক কোনো প্ৰকাৰে অনুকৰণ নকৰি ভাৰতৰ আন আন প্ৰদেশৰ যুৱকৰ আৰ্হি ল'ব লাগিব। ইংৰাজী সাহিত্য, জাপানীৰ প্ৰাণ উন্মাদকাৰিণী জাতীয় প্ৰেমৰ আদৰ্শ ল'ব লাগিব।"

"এৰা কথাটো আপুনি সঁচাকৈ দকৈ ভাবিছে। বঙ্গত আজি দৃঢ়মনা, বা মাদ্ৰাজী, বম্বেয়া, আগ্ৰা, অযোধ্যাৰ যুৱক সকলৰ লগত সমানে সমানে ফেৰ পাতিব পৰা যুৱকৰ অভাৱ হ'ব ধৰিছে। আনকি কংগ্ৰেছতো সমান ঠাই অধিকাৰ কৰিব পাৰা মানুহ নোহোৱাত পৰিছে। কিন্তু অসমত বঙ্গই কংগ্ৰেছৰ বৰটি স্বৰূপে আছিল।

সেই কাৰণে আজি অসমত বঙ্গৰ সভ্যতা, সাহিত্য, সকলোতে বিৰুদ্ধভাব জন্মিছে। বঙ্গ সাহিত্য কৃষ্টি ৰসাতলে যাওক, অসমত ধ্বনি উঠিছে। ওচৰত থকা বঙ্গক এৰি আন আন প্ৰদেশলৈ চকু মেলি চাই উঠিছে। যদি আচলতে এনেভাৱে কিছুমান দিন চলিব পাৰে- তন্তে অসমীয়া আকৌ যে স্বাধীনচেতা, বলী, সাহসী জাতি হৈ উঠিব তাত সন্দেহ নাই। খোৱা-লোৱাটো অসমীয়াৰ আগৰ খাদ্য আছিল প্ৰত্যেক বিধেই দৰৱ আৰু বল সঞ্চাৰ কৰা বিধৰ আছিল। আন কথা নকওঁ মাটিমাহৰ দালি, এঠা দৈ, কোমল চাউল, ভীমকল, এইবোৰ অসমীয়াৰ নিত্য খাদ্য আছিল। কিন্তু বঙ্গৰ

অনুকৰণত সেইবোৰ এৰি লুচি, পকা মিঠা, আদি বল সঞ্চাৰ নকৰা বস্তুবোৰ গ্ৰহণ কৰি, বঙালীৰ দৰে দুৰ্বলী জাতিত পৰিণত হ'ব ধৰিছে। সেই কাৰণে সকলো প্ৰকাৰে বঙ্গৰ অনুসৰণ নকৰিবলৈ আজি অসমীয়াৰ ঘৰে ঘৰে বিদ্ৰোহৰ বাণী উঠিছে। এটা সাধাৰণ উদাহৰণ কওঁ- অজিকালি সভ্য লোকৰ দুই-এজন জনা-বুজা লোকে বুটমাহ তিয়াই নিতৌ আবেলি খায়। কিন্তু অসমত আগৰে পৰা এইটো প্ৰচলন আছিল তিনি সন্ধ্যা অসমত নাম-প্ৰসঙ্গ চলিছিল। নাম ধৰি ধৰি যেতিয়া ভাগৰ লাগে, শৰীৰ আনপিনে উত্ৰাবল হয়, মন আবেগেৰে ভৰপূৰ হয় তেতিয়া এমুঠি দুমুঠি বুটমাহ কুঁহিয়াৰ আদি ফল-মূল আনন্দেৰে তৃপ্তিৰে খাই শৰীৰৰ শক্তি বঢ়াইছিল। কিন্তু দুৰ্ভাগ্যক্ৰমে বঙ্গালীৰ অনুকৰণ কৰি সেইবোৰো লোপ পাব ধৰিলে। মুঠৰ ওপৰত ইংৰাজে অসম অধিকাৰ কৰি অসমৰ স্বাধীনতা নিছিল, কিন্তু বঙালী, সভ্যতা, সাহিত্য, আচাৰ নীতিয়ে অসমৰ স্বাধীনচিতীয়া সাহসী মন, বলী শৰীৰ সকলো হৰণ কৰিলে। তাৰ উপৰিও এতিয়া জাকে জাকে বঙ্গদেশৰ মৈমনছিঙীয়া সোমাই অসমৰ দুৰ্ভিক্ষ, হাই-কাজিয়া সৰল অসমীয়াৰ মাজত ডকাইতি, নৰহত্যা, ব্যভিচাৰ আদি দোষবোৰৰ সৃষ্টি কৰিলে। সেই কাৰণে অসমীয়া আজি জাগি উঠিছে বঙ্গ সাহিত্যৰ প্ৰভাব অসমৰ পৰা দূৰ কৰিব ওলাইছে। লাইব্ৰেৰীৰ পৰা বঙালীৰ কিতাপবোৰ পুৰিবলৈ সাজু হৈ জগতৰ বিশ্ব-সাহিত্যৰে ভৰপূৰ কৰিব খুজিছে। এনে কথাত অসমীয়াৰ দোষ কি?"

"আচল কথা বুজিলোঁ। কিন্তু অসমীয়া সাহিত্য বুলি জানো-অতীতত কিবা আছিল।"

"যদি অসমীয়াৰ অতীত সাহিত্য নাই তেন্তে ভাৰতৰ কোন জাতিৰ আছে? এই কথা আনকি বঙ্গৰ পি. চি. ৰয় আদিয়েও স্বীকাৰ কৰি গৈছে। আনকথা নকওঁ অসমীয়াৰ গদ্য সাহিত্যই বঙ্গৰ গদ্য সাহিত্যতকৈ কে'বাশ বছৰো আগ। তাৰ ভূৰি ভূৰি প্ৰমাণ পাব। পদ্য সাহিত্যতো অসমীয়াৰ পুৰণি সাহিত্যৰে ডাঙৰ দল বান্ধিব পাৰে। কিন্তু আমাৰ দুৰ্ভাগ্য সেইবোৰ আজি কেৱল মুখত হে ক'বলগীয়াত পৰিছে। কিন্তু আচল বস্তুৰ বা সত্যৰ মৰণ নাই। এদিনা জগতে বুজিব অসমীয়া সাহিত্য কেনে চহকী আছিল। জগতে এদিন অনুভৱ কৰিব ভাৰতত যেনেকৈ ৰাজপুতনাৰ বীৰসকল আছিল প্ৰাচ্য ভাৰততো অসমত তেনে গৰিমাময়ী, বীৰ জাতি আছিল। যাৰ-সভ্যতা, কৃষ্টি, সাহিত্য, ৰাজনীতি, বুৰঞ্জী, বীৰত্ব কাহিনী এটা ভাবিবলগীয়া বস্তু।"

বঙালীজনে ক'লে, "বাস্তৱতে এনে যদি বুৰঞ্জীৰে ভৰপূৰ দেশ আছিল তেন্তে আজি কালৰ সোঁতত তাৰ নাম পৰ্যন্ত লোপ পোৱাৰ অৱস্থা- বা অসভ্য বৰ্বৰ দেশ বুলি জনাজাত হোৱা বৰ শোচনীয় পৰিণাম। আপোনালোকে সোনকালে সেইবোৰ জগতত প্ৰকাশ কৰিবলৈ চেষ্টা কৰা যুগুত।"

"চেষ্টা কৰা যে উচিত আমিও সেইটো বুজিছোঁ। কিন্তু কালৰ কুটিল গতিত আমাৰ বৰ্তমান জাতি চঞ্চল, বিলাসপ্ৰিয়, অসহিষ্ণু আৰু নিষ্কৰ্মী হৈ পৰিছে। কৃৰি শতিকাৰ সভ্যতাৰ চিকমিকনিত ভোল গৈ কি আৱশ্যকীয় বস্তু পাহৰি অলীক মৰীচিকাতে ঘূৰিব ধৰিছে। তাতে এপিনে গৱৰ্ণমেণ্টৰ চেপা, আনপিনে বঙালী সাহিত্য, প্ৰাশ্চাত্য সাহিত্যৰ থকা-খুন্দাত অসমীয়াৰ মৰো মৰো অৱস্থা। নাজানো কোন পথেৰে সকলো ক'লা মেঘ আঁতৰাই আমাৰ সূৰ্য্যত পোহৰ জিলিকি উঠিব। কিন্তু বৰ্তমান সময়ত আমাৰ দৃঢ়সঙ্কল্প হৈছে হয় জয় হোৱা নাইবা মৃত্যু! হয় অসম আকৌ আগৰ দৰে জিলিকি উঠিব নাইবা অসমীয়া নাম জগতৰ পৰা লোপ পাব।"

"দৃঢ়ভাৱে কামত লাগিলে- জয় অৱশ্যম্ভাবী। আপুনি যিবোৰ কথা কৈছে অসমীয়া সম্বন্ধে- মোৰ মনৰ কুঁৱলি আঁতৰিছে। জানে আমাৰ পূৰ্বপুৰুষো অসমীয়া আছিল। কিন্তু বঙালীৰ সংশ্ৰৱত আমি আজি অসমীয়া বুলি চিনাকি দিবলৈ লাজ পাওঁ। কিন্তু এইটো কথা ঠিক যে যদি গৱৰ্ণমেণ্টে কোচবেহাৰলৈকে অসমৰ সীমা থিৰ কৰি এটা গৱৰ্ণমেণ্টৰ তলত আনে আকৌ আপোনালোকৰ লগত সুন্দৰভাৱে চিনাকি হ'ব। আদান-প্ৰদান হ'ব। আনকি আটাইবোৰে আকৌ অসমীয়া বুলি চিনাকি দি অসমীয়া এটা বিশাল জাতিত পৰিণত হ'ব। কেৱল সেয়ে নহয় অসমত বিশ্ববিদ্যালয়, শিক্ষা-দীক্ষা, ৰাজনীতিৰ সমস্যা, আৰ্থিক সমস্যা বহুতো সুফল ফুলিব। কোচবেহাৰ অসমৰ মুকুট! কোচবেহাৰ শূন্য অসম মুকুট বিহীন ৰাজ্য।"

"ইয়াতো বহুতো শঙ্কৰ-মাধৱদেৱৰ শিষ্য আছে।

তেওঁলোকৰ সত্ৰ আছে। চাব যায়?"

"চাবতো আহিছোৱে। কিন্তু সেইবোৰ চাই এটা হা-হুমুনিয়াহ কঢ়াৰ বাহিৰে কি হ'ব পাৰে সেই বৈষ্ণৱ যুগৰ উজ্জ্বল কীৰ্ত্তি আজি অসমীয়াৰ উদাসীনতাত চাঁগে কেনে মলিন।"

এনেতে সৰস্বতী আহি ক'লে, দেউতা ৰাজ্যৰ হাউলিলৈ ফুৰিব নেযায়?"

"যাম। এদিনা নৰনাৰায়ণ, চিলাৰায় আদি ৰজাসকলে অসমৰ উন্নতিৰ কাৰণে কি সাহিত্য, সভ্যতা, আলি পদূলি তীৰ্থ, তীৰ্থস্থানৰ অহোপুৰুষাৰ্থ কৰিছিল আজি তেওঁলোকৰ বংশধৰসকল কিযে সাল-সলনি হৈছে এবাৰ অনুভৱ কৰিম। নৰনাৰায়ণ, চিলাৰায়ক বাদ দি অসমৰ অতীত বুৰঞ্জী অসম্পূৰ্ণ- আজি আকৌ কোচবেহাৰক পাহৰি আসমীয়া জগতত নেওচা-কেওচা খোৱা অৱস্থাত!"

বঙালীজনে ক'লে, "আইটী কিমানলৈ পঢ়িছিল?"

"বি-এ পাছ কৰিছে।"

"কি অসমীয়া ছোৱালীবোৰো পঢ়া-শুনাত আগুৱাব ধৰিছে?"

"অসমীয়াৰ বুদ্ধি ক'ত নাই? কেৱল আগুৱাটো সেই বুদ্ধি খটাব লগাত অসমীয়াৰ আজি এনে দুৰবস্থা। যাওক সেইবোৰকৈ লাভ নাই। কেৱল নিজৰ বস্তু নিজে চিনিব পাৰোনে নোৱাৰোঁ বা চিনা লগাব পাৰোনে নোৱাৰোঁ সেইটোহে ভাবিবলগীয়া।"

আপোনালোকৰ বিয়া-বাৰু আকৌ কোচবেহাৰলৈ দিব নধৰে কি??"

"এৰা সিওটো সমস্যা।"

(১৫)

সৰস্বতী এটা পুখুৰীৰ পাৰত বহি কিবা ভাবি আছে। এনেতে কৰুণাও আবেলিৰ জিৰণি লবলৈ আহি নিলগৰ পৰা সৰস্বতীক আন-মনা হৈ পুখুৰীৰ পানীৰ পিনে চাই বহি থকা দেখি- লাহে লাহে গৈ সৰস্বতীৰ কাষত বহিল। কৰুণাৰ ইচ্ছা ভাবত বিভোৰ হৈ থকা সৰস্বতীৰ তপ বঙ্গ নকৰা। কিন্তু কৰুণা ওচৰ পাওঁতেই সৰস্বতীয়ে গম পাই চকুমুখাই ক'লে, "আপুনি ইয়ালৈ আহিছে। কিমান দূৰ কাম কৰিব পাৰিছে?" এইবাৰ কামৰ ভিতৰত কোচবেহাৰৰ ৰেহ ৰূপ চোৱা, কোচবেহাৰৰ ওচৰৰ গাঁও-ভূঁই বোৰত কিমান মানুহে অসমীয়া ভাষা কয় সেইবোৰৰ এটা নিৰিখ লোৱা। "তুমি ইয়াত বহি কি কৰিছা? দেউতা ক'ত?"

"দেউতা- সৌ দূৰৈৰ পথাৰখনত এজন মানুহৰ লগত কথা পাতিছে। মই ইয়াতে সুন্দৰ ছাঁ পাই বহিছোঁ। বাস্তৱতে কোচবেহাৰখন বৰ মনোৰম ঠাই।"

কৰুণা কাষত বহিল আৰু ক'লে, "কোচবেহাৰলৈ আহি তোমাৰ ভাল লাগিছে?"

এৰা! মোৰ ভাব হৈছে- কোচবেহাৰখনক অসমৰ লগত নিদি সঁচাকৈ অসমীয়াৰ বহু অন্যায় কৰা হৈছে।"

"বাৰু সৰস্বতী আজি সুন্দৰ সুবিধা পাইছোঁ এটা কথা শুনিবা?"

"কি?"

"তোমাৰ কাৰণে মই সকলো কৰিব পাৰোঁ বুলি তুমি বিশ্বাস কৰা?"

"তেনে অৱস্থাততো কাহানিও পৰা নাই? বিশেষতঃ মোৰ এনে কোনো বিপদ ঘটা নাই যিহৰ কাৰণে সেই ভাব আহিব পাৰে। তদুপৰি মই ভাবো মোৰ কাৰণে সকলো কৰিব পৰাতকৈ আপুনি অসমৰ উন্নতিৰ কাৰণে সকলো কৰাহে যুগুত।"

"তোমাৰ কথাষাৰৰ মূল্য আছে। বাৰু মানুহৰ মনটো এনে কোমল কিয়?"

"মোৰতো বিশ্বাস নহয়। যে আটাইবোৰ মানুহৰে মন কোমল, মানুহৰ গৰীৰ ভাব কত প্ৰকাৰ! কত মানুহে মানুহক পশুৰ দৰে হত্যা কৰি ৰং পায়, কত প্ৰবলে-দুৰ্বলীক বশ কৰি জুখি সকলো প্ৰকাৰে নিজৰ স্বাৰ্থ পূৰণ কৰে। কত ই একোটা সমাজ-পাতি, বা গৱৰ্ণমেন্ট পাতি- কত প্ৰকাৰে লাঞ্ছনা, অত্যাচাৰ কৰে। মানুহৰ মন কোমল হ'লে- নিশ্চয় এনেবোৰ ঘটনা নঘটিলেহেঁতেন।"

"কিন্তু কোনোৱে একো বিধ বস্তু ভাল পায়, তাৰ কাৰণে বিশাল ৰাজ্য বা ৰাজ সিংহাসনো মুহূৰ্ত্ততে এৰি দিয়ে। নিজৰ প্ৰাণকো তুচ্ছ কৰি শত বিপদ-আপদ মাতি আনে। অন্তৰৰ কোন স্থানত সেই বস্তুৰ কাৰণে মৰম, বেথা,

কোমলতাৰ সৃষ্টি হয়।"

"এৰা সেইটো অৱশ্যে মানুহৰ দুৰ্বলতাৰ বাহিৰে আন কোনো গুণ মই তাত আছে বুলি ক'ব নোখোজোঁ।"

"এটা সাধাৰণ বস্তুৰ কাৰণে একোখন বিশাল ৰাজ্য ৰাজ সন্মান আদি ত্যাগ কৰাটো দুৰ্বলতাহে বুলি ক'ব খোজা।"

তুলা-চালনীৰ জোখত এপিনে সবলতা আনপিনে দুৰ্বলতা, এই দুটাৰ মাজত কোনটো বেছি বা কম অৱশ্যে ধৰা টান। তেনেহ'লে মানুহৰ ভাল পোৱা এই কথাষাৰ তুমি মানিব নোখোজা?"

"ক'ব নোৱাৰো, ভাল পোৱা, দয়া, স্নেহ, সহানুভূতি ইত্যাদি বোৰ জগতৰ শ্ৰেষ্ঠ গুণ, কোনো সময়ত ভাব হয় মানুহৰ মনুষ্যত্ব বিকাশৰ সোপান, আকৌ কেতিয়াবা কেতিয়াবা ভাবো এইবোৰ মানুহৰ মাথোঁ মনৰ দুৰ্বলতা কৰ্তব্যপৰায়ণ লোকে দেশৰ মঙ্গলৰ নে এজনী তিৰোতাক ভাল পায় সকলো জলাঞ্জলি দি তেওঁৰে মুগ্ধ হৈ থাকিব বা তেওঁক নাপালে নিজৰ দেহাৰ ওপৰতো অত্যাচাৰ কৰি আত্মহত্যা কৰিব?"

'জগতত কি দয়া, মৰম, স্নেহ ভাল পোৱা, প্ৰেম আটাইতকৈ কৰ্তব্যৰ জ্ঞানেই শ্ৰেষ্ঠ?"

"এৰা সিওটো সমস্যা সঁচা, কিন্তু সাধাৰণতে মানুহে সেইটোকে শ্ৰেষ্ঠ বুলি ধৰে। উদাহৰণস্বৰূপে ধৰা দেশত যুঁজৰ আহ্বান, তেতিয়া ল'ৰা-ছোৱালীলৈ স্নেহ, তিৰোতালৈ ভাল পোৱা লৈ কৰ্তব্যলৈ নাভাবি থাকিলে মানুহে ভাল বুলিব নো- সেইবিলাক দলিয়াই যুঁজত জাঁপদি পৰিলে মানুহে প্ৰশংসা কৰিব?"

"কিন্তু তেতিয়াওতো আন এটা ভাল পোৱা বা প্ৰেমৰ অন্ত নহয়। মানুহে দেশৰ কাৰণে যুঁজত জাপ দিব কিয় নিজৰ দেশ প্ৰেম বা দেশলৈ ভাল পোৱা আছে বুলিহে। এটা সৰু প্ৰেমৰ পুখুৰী এৰি ডাঙৰ প্ৰেম সাগৰত জঁপিওৱাৰ দৰে নহয়নে?"

"তেন্তে প্ৰেমৰ জোখ কৰ্তব্য জ্ঞানৰ তুলা-চালনীত জোখ নহ'লনে? মুঠৰ ওপৰত এইবোৰ তৰ্কৰ অন্ত নাই। মনে যেতিয়া যিটো ভাল বুলি ধৰে সেইটো কৰাই মই ভাল বুলি ভাবোঁ। প্ৰেম, দয়া, কৰ্তব্য জ্ঞান এইবোৰ অন্তৰৰ কথা বাহ্যিকতা ইয়াৰ ভিতৰত একো নাই।"

"তেন্তে এজনে এজনক ভাল পালে সেই সম্বন্ধে একো প্ৰকাশ নকৰি সদায় গুমৰি গুমৰি মৰাই জগতৰ শ্ৰেষ্ঠ নিয়ম হ'ল?"

"কোনো অৱস্থাত তেনে আচৰণো শ্ৰেষ্ঠ আকৌ কোনো ঠাইত যদি প্ৰকাশ কৰিলেই সুখ, শান্তি আহিব পাৰে তেন্তে তাকেই কৰা যুগুত। ধৰা এনে এজন মানুহে ভাল পালে যে তেওঁৰ লগত সম্বন্ধ পাতা, বা তেওঁক লাভ কৰা কোনোমতে উপায় নাই বৰং প্ৰকাশ হ'লেও পোৱাটো হ'বই নোৱাৰে কিন্তু মিছামিছি কিছুমান অশান্তি-অনৰ্থকৰ হে সৃষ্টি হ'ব। গতিকে তেনে অৱস্থাত প্ৰকাশ নকৰি বৰং তেনে ভাল পোৱা অন্তৰত পুহি নিজে নিজে গুমৰি মৰাই ভাল, তাত সমাজ, ওচৰ-চুবুৰীয়া বা জাতি-কুটুম্বৰ মাজত অশান্তি সৃষ্টি কৰাত লাভ কি?"

"বুজিলোঁ, কিন্তু মোৰ অৱস্থা তেনে নহয়, সৰস্বতী, আজি মই সকলো প্ৰকাশেই কৰিম। মই আজি সুবিধা বুজি কওঁ সৰস্বতী মই তোমাক বৰ ভাল পাওঁ। অৱশ্যে তুমি মোক কেনে পোৱা ক'ব নোৱাৰোঁ।"

সৰস্বতীয়ে ইমান পৰে যদি ভাবৰ টোতে নানা তত্ত্বৰ কথা কৈছিল কিন্তু কথা ভতালিকে তাইলৈ ঘূৰাত তাইৰ মন বাস্তৱ ক্ষেত্ৰলৈ ততালিকে নামি আহিল। তিৰোতাৰ যথাৰ্থ স্বভাৱত পৰিণত। তাই লাজত আৰু কি কওঁ, কি নকওঁ অৱস্থাত পৰি কৰুণালৈ একো সমিধান নিদি কেৱল তলমূৰ কৰি মাটিলৈ চাইয়ে ৰ'ল। কৰুণায়ো সৰস্বতীৰ পৰা একো সমিধান নাপাই আৰু কথা ক'বলৈ সাহ নকৰি কেৱল তাইৰ লাজতে ৰঙা পৰা- মুখখনিলৈ চাই থাকিল। কৰুণাই নুবুজিলে- সেই অৱস্থাত সৰস্বতীৰ খঙেই উঠিছে নে লাজতে তেনে কৰিছে।

হঠাৎ সৰস্বতীয়ে মূৰ তুলি চাওঁতে কৰুণাৰ থৰ চকু জুৰিৰ লগত মিল হ'ল, চাৰি চকুৰ মিলন আনন্দ কেনে স্বৰ্গীয় সিওতো ভাবিবলগীয়া। কিন্তু কৰুণাই- সৰস্বতীৰ সেই মনোমোহা তীক্ষ্ণ চকু জুৰিৰ শক্তি সহ্য কৰিব নোৱাৰি তলমূৰ কৰিলে। এনেতে সৰস্বতীয়ে- হঠাৎ ক'লে, "পুৰুষ জাতি যে এনে নিলাজ মই আজিহে বুজিলোঁ। অলপ সুবিধা পালেই যে পুৰুষৰ চৰিত্ৰ ওলাই পৰে- সুন্দৰ নিদৰ্শন। বাৰু

আপুনি বহক, সৌৰা দেউতা আহিব ধৰিছে, মই যাওঁ” বুলি সৰস্বতীয়ে খোজ ল'লে। তাই যাওঁতে তাইৰ মনত খেলাল কৰুণাৰ এনে কথা যথাৰ্থ ভাল পোৱাৰ চিন নে কামলিপ্সাৰ পৰা ওলোৱা বচন। আনপিনে যদি দৰাচলতে সি ভালেই পায় তেন্তে এনেভাৱে তাইৰ আগত প্ৰকাশ কৰি তাইক অপমান কৰাৰ কি আৱশ্যক? তদুপৰি তাইৰ মনত বিশেষ খেলালে দেউতাকে গুৱাহাটীত কোৱা অঘটন ঘটাৰ কথা। ভাগ্যে দেউতাক তাইৰ লগত আহিছে। কিন্তু যদি তাই কৰুণাৰ লগত আহিলেহেঁতেন তেন্তে কৰুণাই বা অঘটন নঘটালেহেঁতেন। তেনে কথা ভবাৰ লগে লগে কৰুণাৰ ওপৰত তাইৰ ভয়ঙ্কৰ ঘৃণা হ'ল। তাইৰ ভাব হ'ল যদি সঁচাকৈ কৰুণাই ভাল পায় তেন্তে কোচবেহাৰত আহি এনে কথা ভঙ্গাতকৈ গুৱাহাটীতো ভাঙিব পাৰিলেহেঁতেন। যিমান সম্ভৱ সি বহুদিনৰ পৰা সুবিধা পালে অঘটন ঘটাবৰ ভাব মনে মনে পাঙি আছিল। সেই সুবিধা কোচবেহাৰলৈ আহিলেই সুবিধা হ'লহেঁতেন। কিন্তু দেউতাক অহাৰ কাৰণে তেনে একো সুবিধা নোহোৱাত সি আজি অন্য পথ অৱলম্বন কৰি তাইক ছলনা কৰি হাত কৰিব খুজিছে। এই ভাবৰ লগে লগে তাইৰ গোটেই শৰীৰ খং আৰু ঘৃণাত কঁপি উঠিল। তদুপৰিও তাইৰ মনত খেলালে স্ত্ৰী-স্বাধীনতাৰ কথা আৰু মতা সকলৰ এনে আচৰণেই যে স্ত্ৰীস্বাধীনতাৰ ভয়ঙ্কৰ বিধি-পথালি এই কথা ভবাৰ লগে লগে তাই দাঁত কামুৰি দৃঢ়তাৰে ক'লে অসম্ভৱ।” স্ত্ৰী-স্বাধীনতাৰ যি কামেই বিৰোধী সেই কামেই তাইৰ মনত ঘৃণাৰ পাত্ৰ।

তদুপৰি তাইৰ মনত তেতিয়া খেলোৱা নাছিল ভাল পোৱা, প্ৰেম ইত্যাদি সুন্দৰ বস্তুবোৰ মানুহে পাপ কামৰ নিচিনা গুপুতে গুপুতে কথা পাতে? সচৰাচৰ সামাজিক হিছাপে বা আন মানুহ লগত থকাত এইবোৰ কথা পতাত জগতে বেয়া পায়। অৱশ্যে কিয় বেয়া পায় সেইটো ভাবিব লগীয়া। যদি ভাল পোৱা, প্ৰেম সঁচাকৈ সুন্দৰ, পবিত্ৰ, তেন্তে তাত গুপুতভাৱে আহি লুকাভাকু-ভয়, সঙ্কোচ ভাবৰ সৃষ্টি হয় কিয়? তাইৰ মনত পৰিল এই কথাবাঁৰ ক'বলৈ কৰুণাই কত কথাৰ পাতনি মেলিছিল। কিমান ভয়ে ভয়ে কথা উলিয়াইছিল। কৰুণাৰ প্ৰেম সঁচাকৈ পবিত্ৰ তেন্তে এনে অৱস্থা কিয়?

নে জগতৰ ইও এবিধ মানসিক দুৰ্বলতা বা নৈতিক অৱনতি? এজনে এজনক ভাল পায় সেইটো স্পষ্টকৈ কৈ দিলেই পৃথিৱীত ইমান উপন্যাসৰ সৃষ্টি নহ'লহেঁতেন বা প্ৰেম সমস্যাৰ ঠোৰতে মূৰ মৰিলহেঁতেন। কিন্তু জগত সকলোপিনে সৰলতা স্পষ্টবাদী ভাবৰ যদিও প্ৰচাৰকৰ্তা কিন্তু আচলতে সকলো সময়তে পথ লয় সদায় লুকাভাকু বা গুপ্ত গুহালৈহে। ইওতো আচৰিত হ'বলগীয়া বা মিছা সত্যৰ মৰীচিকা স্বৰূপ।

(১৬)

সৰস্বতীয়ে কোচবেহাৰত থাকোঁতে আৰতিয়ে এদিন তেওঁলোকৰ ঘৰলৈ আহি ভিতৰলৈ সোমাই দেখে এজন যুৱকে উস্ উস্ কৈ এখন শোৱা-পটীত ধৰফৰাই আছে। শৰীৰত জ্ঞান নাই। সান্নিপাত জ্বৰ। নানা তৰহৰ কথা বলকিছে। ওচৰত কেও নাই। আৰতিয়ে তেনে অৱস্থাত মানুহজনক দেখি ওচৰত কাকো দেখা নাপাই ওচৰ চাপিবলৈকো ভাল নাপালে। আকৌ তেনেভাৱে অসহায় অৱস্থাত এৰি যাবলৈকো বেয়া পাই কি কৰিব নকৰিব ভাবি বিমোৰত পৰিল। আকৌ উস্ আস্। এইবাৰ আৰতি ওচৰ চাপি গাটো চুৰি চাই ভয়ঙ্কৰ জ্বৰৰ তাপ পাই এক কলহ পানী আনি মূৰত ঢালিব ধৰিলে। পানী ঢলাত মানুহজনৰ অলপ চেতন আহিল। চকুমেলি এবাৰ উস্ হৰি কৈ উঠিল। অলপ পিছতে আকৌ নানা তৰহৰ কথা বলকিব ধৰিলে। এবাৰ ক'লে- অসমীয়া জহন্নামে যাওক, যি দেশত সাহিত্যৰ মোল নুবুজে, নিজৰ বস্তুৰ আদৰ কৰিব নাজানে সি দেশৰ উন্নতি নাই।

এবাৰ ক'লে, “কি কয় বঙালী সাহিত্যত কিমানখননো ভাল কিতাপ আছে। চালি-জাৰি উলিয়ালে এশ কিতাপৰো বেছি নহয়। ডি, এল, ৰায়ে অসমীয়া নাটৰ কথা কৈছে, কিন্তু জগতৰ সাহিত্যিকসকলৰ নাটৰ লগত ৰিজালে ডি, এল্ ৰায় ক'ত অটল গুহাত পৰে বিচাৰি পোৱা টান হ'ব। কিন্তু অসমৰ দুৰ্ভাগ্য ডি, এল্, ৰায়ে অসমীয়া নাটৰ বা অভিনেতাসকলৰ আদৰৰ বস্তু হ'ল। গতিকে আদৰ্শ ইমান তল খাপৰ তাত বিশ্ব সাহিত্যৰ নাট ৰচনা কেনেকৈ হ'ব? “এবাৰ ক'লে, “নাই নাই বুলি ক'লে নহ'ব, ৰচিব লাগিব,

জগতৰ অৰিয়া-অৰি ক্ষেত্ৰত মুখ মেলি চাই থাকিলে নহ'ব। অৰিয়া-অৰিত মন প্ৰাণ ঢালি দি যুঁজিব লাগিব হঠাৎ আকৌ ক'লে, "সেই আৰতি ! কি সুন্দৰ। কি বুদ্ধিৰ তীক্ষ্ণতা, যেন স্ত্ৰী-স্বাধীনতা জ্বলন্ত প্ৰতিমূৰ্তি। সিদিনা মহিলা সমিতিত সি তেজস্বিনী বক্তৃতা দিলে, প্ৰত্যেক কথা এতিয়াও মোৰ মনত পৰে। আহা কি সুন্দৰ মূৰ্তি।" আৰতিয়ে তাৰ কথা শুনি লাজ পালে। এবাৰ মাত দিলে, 'অৰুণ। এই বুলি আকৌ পানী ঢালিব ধৰিলে। অলপ পিছত অৰুণে অলপ চেতন পাই চকু মেলি চাই ক'লে কোন তুমি? উস্ কোনে মোক পাহৰিব নোৱৰা উপকাৰ কৰি জীৱন দান দিলে?"

আৰতিয়ে ক'লে, "তুমি মোক চিনি পোৱা নাই?" অৰুণে আৰতিৰ পিনে চকু ফুৰাই, "তুমি আৰতি।

মই সপোনত দেখিছোঁ?"

আৰতিয়ে হাঁহি মাৰি ক'লে, "সপোন নহয়। তুমি এনে নিঃসহায় অৱস্থাত পৰি আছা কিয়? সৰস্বতী বাইদেউহঁত ক'ত?"

অৰুণে ক'লে, "মোৰ জগতত আপোনাৰ ঠাই ক'ত? য'তে ৰাতি ত'তে কাটি। এনে মোৰ অবস্থা। মোৰ আপোন বুলিবৰ কোন আছে?"

"কেয় তোমাৰ দেউতা-আইতা নাই?"

"নাই কেও নাই। সৰুৰে পৰা গৌৰীপুৰৰ জমিদাৰৰ সহায়ত পঢ়িছিলোঁ। কলেজত এজন চিনা-জনা মানুহৰ ঘৰত থাকি বৃত্তিৰ টকাৰে কোনো মতে পঢ়ি বি, এ পাছ কৰিছোঁ। বহি নাথাকি এই কিতাপ বেচা ব্যৱসায়তে ধৰিছোঁ। বহি থকাতকৈ মেট বোৱাও মই ভাল পাওঁ আৰতি। তাৰ পিছত কিতাপ বেচি বেচিয়ে চাৰিওফালে ঘূৰি আছোঁ। য'ত ৰাতি ত'তে থাকোঁ। কেতিয়াবা হোটেলত, কেতিয়াবা কোনো মানুহৰ ঘৰত বা কেতিয়াবা একো সুবিধা নাপালে গছৰ তলত। এইবাৰ আহি দেখো যিঘৰ মানুহৰ ঘৰত থাকি কলেজত পঢ়িছিলো বা গুৱাহাটীত আছিলো তেওঁ বদলিহৈ ডিব্ৰুগড়লৈ গৈছে। ইয়ালৈ আহি দেখো এওঁলোকৰ ঘৰ উদং গতিকে দিনচেৰেক ইয়াতে থাকি যাওঁ বুলি ভাবি ৰওঁতে ভয়ঙ্কৰ জ্বৰ হ'ল। তাৰ পিছত আজি সাত দিন কিভাবে কটাইছো ঈশ্বৰেহে জানে।"

আৰতিয়ে ক'লে, "তোমাৰ জীৱন দেখো আলাই আথাউনিয়ে ভৰা। বিশেষতঃ এনে জ্বৰত নিঃসহায়, অৱস্থাত কেনেকৈ থাকিবা? যদি ইচ্ছা কৰা আমাৰ ঘৰলৈকে ব'লা। গাড়ীৰে নিয়াম।"

অৰুণে ক'লে, "তোমালোকৰ ঘৰত মই গলগ্ৰহ হ'ব নোখোজোঁ। বিশেষতঃ তুমি হয়তো দয়া, বা পৰ দুখত বেয়া পোৱা অন্তৰেৰে মোক নিবা। কিন্তু তোমাৰ দেউতাৰা আয়েৰাই বা আনবোৰে সেই কথা সমূলি ভাল নাপাব পাৰে। আৰু এনে জ্বৰৰ অৱস্থাত মানুহৰ ঘৰত থাকিলে কত আহকাল পাব। মনে মনে ভাবিব ক'ৰ আপদ ক'ত মৰিলহি।"

"কিন্তু সেইবুলি তুমি ইয়াত পৰি থাকিবা সেইটো বৰ আশোভন। ডাক্তৰ আদিও গৈ লগাব লাগে। তুমি সেইবোৰ ভাবিব নালাগে। আমাৰ ঘৰত কেৱে তেনেকৈ নাভাৱে? বিশেষতঃ মানুহৰ আপদত যদি একো সহায় কৰিব নোৱাৰিলো তেন্তে আমাৰ ঘৰ-দুৱাৰ, ধন-সোণ বা শিক্ষা-দীক্ষাৰ কি আবশ্যক? মই এতিয়াই গাড়ী লৈ আহোঁগৈ, কোনোমতে যাব লাগিব।

"ভাল অৱস্থাতেই হওক বা বিপদ অৱস্থাতে হওক মই মানুহক বেজাৰ দিব ইচ্ছা নকৰোঁ, বা তেওঁলোকৰ ওচৰত সহায় ল'ব নোখোজোঁ। মোৰ নো জীৱনৰ কি মূল্য আছে। সিফলীয়া হ'লেও কোনো কান্দোতা নাই। আনপিনে জীৱন ধৰিয়েই বা কি কৰিছোঁ। কেইখনমান কিতাপ বেচি দিনটো অলৌ তলৌকৈ ঘূৰি জীৱনৰ কি উদ্দেশ্য সাধন কৰিছোঁ? তেনে কৰি কেতিয়াবা এসাঁজ খাইছো, কেতিয়াবা নাই। আনপিনে জগতত গৰু-ম'হেওতো খায়? গতিকে মোৰ জীৱনৰ মূল্য কি? তাৰ কাৰণে অ'ত আশ্ৰয় লম, ত'ত আশ্ৰয় লম। বুজিছা আৰতি মোৰ ভাবনাও আছে মানে বাধা, জীও নাবায় চাবা। গতিকে যেতিয়ালৈকে সিফলীয়া নহওঁ তেতিয়ালৈকে-ঘূৰ মুতিয়াই ঘূৰি- সেইটো জানিবলৈ চাম। কিন্তু পৰৰ ওচৰত আশ্ৰয়প্ৰাৰ্থী বা ভিক্ষাৰী স্বৰূপে নহয়। বুজিছা জীৱনত বহুতো আশা-উচ্চাকাংখা আছিল কিন্তু দেখিছো সেইবোৰ নফলিব।"

"কিয় ব্যৱসায়ত তুমি ভাল পোৱা নাই"

"সুন্দৰভাবে পাইছোঁ। কিন্তু মানুহৰ পৰা ইমান ভিতা-কেহা পাওঁ যে তাত উদগনি বোলা কোনো বস্তু নাপাওঁ। সকলো পিনে মাথোঁ নিৰাশা।" এই বুলি সি এটা হুমুনিয়াহ

কাঢ়িলে- আকৌ উস্ আস্ কৰিব ধৰিলে। তাৰ গা অস্থিৰ হৈ পৰিল। আৰতিয়ে আকৌ মূৰত বাও দিব ধৰিলে কিন্তু অৰুণ আকৌ অচেতন হৈ পৰিল। আৰতিৰ মনত হঠাৎ খেলালে- তেনেভাৱে তাই এজন পুৰুষৰ লগত বহি থকা উচিত হোৱা নাই। কিন্তু অৰুণক তেনে অৱস্থাত এৰি যোৱাত মানুহৰ নিচিনা কাম নহয়। হঠাৎ তাই উঠি বাহিৰলৈ গ'ল। অলপ পিছতে এখন গাড়ী ভাড়া কৰি আনি অৰুণক তেনে অচেতন অৱস্থাতে মানুহৰ হতুৱাই গাড়ীত তুলি লৈ সিহঁতৰ ঘৰ পালেগৈ। দেউতাক-আয়েকে এজন অচিনাকি ডেকা লৰাক আৰতিয়ে লৈ অহাত আচৰিত হ'লেও কিন্তু তাৰ তেনে বেমাৰ অৱস্থাত দেখি আটাইবিলাকৰ মনত মৰম উপজিল। তাৰ পিছত আৰতিৰ মুখৰ পৰা সকলো বৃত্তান্ত শুনি তাৰ আলাই বিলাই জীৱন কাহিনীত সকলোৱে দুখ পালে-, অৱশ্যে আৰতিৰ মুখত যে আৰু অলপ দুখৰ কাহিনীৰ বৰ্ণনা বেছিকৈ ওলাইছিল তাত সন্দেহ নাই। অলপ পিছত দেউতাকে ডাক্তৰ আনিলে। আৰতিৰ ঘৰৰ সকলোৱে তাৰ শুশ্ৰূষাৰ ত্ৰুটি নকৰিলে। কোন ক্ষণত কাৰ গ্ৰহ কোন ফালে ঢাল লয় সেইটো ভৱিষ্যতৰ বাহিৰে কোনে ক'ব?

## (১৭)

অৰুণাৰ মনৰ থান-থিতি নাই। কত ভাব তাৰ মনত খেলাইছে। সৰস্বতীৰ তেনে সমিধানৰ পিছত তাৰ ভাব হৈছে যেন সঁচাকৈ সি সৰস্বতীৰ আচল মন বুজিব নোৱাৰি তেওঁৰ আগত তাৰ মনৰ কথা কৈ তাৰ এপিনে যেনে দুৰ্বলতা প্ৰকাশ কৰিছে আনপিনে তেনে সৰস্বতীৰ মনত তাক ঘৃণাৰ পাত্ৰ কৰিছে। তাৰ মুখ দুনাই সৰস্বতীৰ আগত দেখুৱাবলৈ ইচ্ছা নহ'ল। তদুপৰি তাৰ মনে মনে ভাব হ'ল সৰস্বতী যেনে সৰল ভাবৰ ছোৱালী কিজানিবা দেউতাকৰ আগত সকলো কথা ভাঙি তাৰ স্বভাৱ সম্বন্ধে কত জল্পনা-কল্পনা কৰিছে। এনে অৱস্থাত সি কোনটো সাহেৰে আকৌ সৰস্বতীৰ ওচৰ চাপে সিটো ভালকৈ জানে, বোধনাথ বৰুৱা কেনে স্পষ্টবাদী উগ্ৰ প্ৰকৃতিৰ লোক। আটাইতকৈ তাৰ দুখ হ'ল সি সেই কথাৰ পিছত তাৰ মনত খেলোৱা একো কথাকে সৰস্বতীক ভাঙিব নোৱাৰিলে সি এনে অলছায়া সময় আগত লৈ এনে গম্ভীৰ কথা বা জীৱন-মৰণ সমস্যাৰ কথা পতা তাৰ যে সম্পূৰ্ণ ভুল হৈছে। কিয়নো এনে কথাত ভুল বুজাবুজি কতনা ধৰণে হ'ব পাৰে। যি নহওক অৰুণা আৰু সৰস্বতীৰ ওচৰ নাচাপিল। দিনচেৰেক কোচবেহাৰতে ঘূৰি তাৰ মনত ক'তো ভাল নলগাত সি আকৌ ঘৰলৈ উভটিল।

বোধনাথ বৰুৱাও দিনচেৰেক কোচবেহাৰত ঘূৰি সৰস্বতীক ক'লে, "ক'তা অৰুণাৰ দেখো দেখা-দেখি নাই। সি আন্দোলন কৰে, কিভাবে কাম কৰে ইত্যাদি কথা জল্পনা কৰিবলৈকো দেখো ইপিনে মুৱা নকৰিলে।

সৰস্বতীয়ে ক'লে, "ক'ব নোৱাৰোঁ ; নে ক'ৰবাত কিবা কৰিছেই।"

"কিবা কৰিব! মই জানো নহয় বৰ্তমান কালৰ অসমীয়া ল'ৰাবোৰ চঞ্চল। কোনো কামতে দৃঢ়ভাৱে নালাগে। আজি যদি মনত এটা খেলাল, কাইলৈ আকৌ বেলেগ এটা। এনে ল'ৰাৰে কিবা হ'ব পাৰেনে? তথাপি তই আহিব খোজাৰ কাৰণে আহিলো। এতিয়া লাহে লাহে যাবলৈ দিহা কৰা যাওক। পৰৰ ঘৰত কিমান দিন থাকিবি।"

"আপোনাক দেখো কিবা এখন সভাত সভাপতি পাতিব খুজিছিল।"

"সভাপতি! থৈ দে সেইবোৰ। উতনুৱা ল'ৰাবিলাকৰ লগত য'তে ত'তে নাচি ফুৰাৰ আৱশ্যক নাই। বৰং তাতকৈ ঘৰত মনে মনে কাম কৰি যোৱাই ভাল।"

"কোচবেহাৰত আপুনি কেনে ধৰণে আন্দোলন কৰিব খোজে?"

"আন্দোলন বুলিলেই কিছুমান গঠনমূলক কামৰ দৃঢ় ভেটি লাগে। মিছামিছি শিমলু তুলাৰ দৰে উৰি ফুৰিলেই আন্দোলন নহয়। কিয়নো তাৰ পৰিণাম পতন। এই আন্দোলনত প্ৰথমে চাব লাগে কোচবেহাৰৰ পৰা গোৱালপাৰৰ সীমালৈকে কিমান মানুহৰ সংখ্যা। সেই আটাইবোৰ মানুহৰ ভিতৰত কিমানে অসমীয়া কয়? কিমান মানুহৰ ধৰ্ম কি বা কোন সম্প্ৰদায়ৰ ভুক্ত। তেওঁলোকৰ মিত্ৰিৰ-কুটুম অসমত কিমান আছে মহাপুৰুষসকলৰ সত্ৰলৈ আজিকালিও কিমান মানুহে অহা-যোৱা কৰে। ইত্যাদিবোৰৰ সঠিক বাতৰি। দ্বিতীয়ত। কাউন্সিলত বৰ টানকৈ ধৰা যে চিলেটক বিচ্ছেদ আৰু অসমৰ সীমা কোচবেহাৰলৈকে

বঢ়োৱা- তৃতীয়তে পাৰিলে গৱৰ্ণৰ আদিক সেই বিশ্বাস সুমুৱাই দিয়া। বহুতো গৱৰ্ণমেণ্টৰ আৰ্থিক অৱস্থা কেনে ধৰণে ভাল হ'ব সেইটো বুজাব পাৰা, আলি-পদূলি আৰু ৰেল জাহাজৰ বাট সুগম কৰিবলৈ ৰেলৱেত আমাৰ representation দিয়া। তাতোকৈ ডাঙৰ কাম জনসাধাৰণৰ মাজত এনে যে কাম হ'ব লাগে তাৰ কাৰণে প্ৰস্তুত ভাব সুমুৱাই দিয়া। এইসকলতো যদি নহয় শেষত নিজৰ ভৰিত নিজে থিয় দি প্ৰবল জনমত বা গণ আন্দোলনৰ সৃষ্টি কৰা। কিন্তু মোৰ বিশ্বাস সঠিক আয়-ব্যয়ৰ হিছাপ, ৰাজহৰ ব্যৱস্থা, আৰ্থিক উন্নতি এনেবোৰ ফটফটীয়াকৈ দেখুৱাব পাৰিলেই অন্য পন্থা ল'ব লাগিব।

"এতিয়া বৰ্তমানে দেখিছোঁ কৰুণাইতে এই বিষয়ে মোৰ লগত আলোচনা কৰিবলৈ ভাল নাপায়। নহ'লে এই কেইদিন নিশ্চয় ইয়ালৈ আহিলহেঁতেন।" এনেতে নলিনীয়ে আহি ক'লে, "সৰস্বতী বাইদেউ! কৰুণা ককাইদেউ দেখো গুৱাহাটী পালেগৈ। এইয়া তেওঁৰ চিঠি।"

বোধনাথে ক'লে, "কি চঞ্চলতা! এনেবোৰ উতনুৱা ল'ৰাৰ লগত লগ লাগি নিজৰ লাজ-হুকমহে যাব। সৰস্বতী আজিয়েই গুৱাহাটীলৈ যাব লাগে। ইয়াত বৰ্তমানে কাম নাই। সকলো চোৱা হ'ল যেতিয়া- পিছতো এই সম্বন্ধে গৱেষণা কৰিব লাগিব। কিন্তু এনে ধৰণে চঞ্চল ডেকাসকলৰ লগত মই ভৰি নিদিওঁ। যদি এনে আন্দোলনৰ সাৰ্থকতা বুজিব পাৰো তেহে- নলিনীৰো অলপতে কলেজ খুলিব।"

"হয় দেউতা।"

"তেন্তে আজিয়েই সকলোৱে উভতিম। সকলো বন্দবস্ত ঠিক কৰ মই এবাৰ ৰাজ-হাউলিৰ পৰা আহোঁ।" বুলিয়েই হাতত লাঠিডাল লৈ বোধনাথ বৰুৱা ওলাল।

সৰস্বতীয়ে নলিনীলৈ চাই ক'লে, "কৰুণাই চিঠিত কি লিখিছে।"

"আন একো নাই- বিশেষ কাৰণত গুৱাহাটীলৈ উভতিল। আৰু মোৰ মঙ্গল বাতৰি-"

"আমাৰ কথা কি লিখিছে?"

"একো দেখো লিখা নাই?"

সৰস্বতীয়ে নিমাত হৈ কিবা ভাবি ৰ'ল।

নলিনীয়ে ক'লে, "বাইদেউ, ইয়াত আৰু মুঠতে থাকিবৰ ইচ্ছা নোহোৱা হৈছে?"

"কিয়? কৰুণা গ'ল বুলি?"

"অৱশ্যে ককাইদেৱে যোৱাটোও এটা কাৰণ হ'ব পাৰে। কিন্তু আনটো কাৰণ এই বঙালী ঘৰত ভাল পোৱা নাই থাকি।"

"এওঁলোকৰ পূৰ্বপুৰুষতো অসমীয়াই আছিল।"

"পূৰ্বপুৰুষৰ লগত এতিয়া সম্বন্ধ কি? এতিয়া দেখিছে নহয় ইহঁতৰ আওভাও চাল-চলন সকলোবোৰ বঙালীৰ ধৰণৰ। এইবিলাকৰ কাৰণে কেনেবা কেনেবা লাগে। আমাৰ অসমীয়া আৰু বঙালীৰ ভিতৰত কিবা এটা জাতিগত পাৰ্থক্য আছে যিহৰ কাৰণে ইহঁতৰ আচৰণ, নীতি, কথা-বতৰা সমূলি ভাল নালাগে। দুজন বঙালী থাকক আৰু এজন অসমীয়া থাকক চাৱা কেনে পাৰ্থক্য। সেই দুজনেই কিমান কোঢ়ালৰ সৃষ্টি কৰে।"

সৰস্বতীয়ে নলিনীৰ মুখত তেনে কথা শুনি হাঁহিলে কিয়নো নলিনী গোৱালপৰীয়া ছোৱালী, অসমীয়াৰ লগত আজি বহুৰ চেৰেক থাকিয়েই অসমীয়া আওভাও কেনে ভাবে লৈছে আৰু অসমীয়াৰ লগত মিহলি হৈ গৈছে- বঙালী হৈ গৈছে- বঙালী বিদ্বেষী হৈ উঠিছে, গতিকে গোৱালপৰীয়া বা কোচবেহাৰ আদি ঠাইৰ মানুহবোৰে বছৰচেৰেক অসমীয়াৰ সংস্পৰ্শত আহিল তেনে নহ'ব কিয়?

তাই ক'লে, "এৰা নলিনী যামেই দেউতাইতো ওলাবই দিছে।" এই কথা কৈয়ে হঠাৎ সৰস্বতীৰ মনত খেলাল- নলিনীৰ এনে ভাবটোৰ মুখত কেৱল বঙালী বিদ্বেষ নহয়। কৰুণাৰ কাৰণেও। তেন্তে কি কৰুণা আৰু নলিনীৰ আগেয়ে ওলোৱা নানা তৰহৰ কথাত কিবা সত্য আছে। বিশেষতঃ ইমান দিন যদিও এনে ভাব খেলোৱা নাছিল কিন্তু কৰুণাৰ সেই ঘটনাৰ পিছত- এটি সন্দেহৰ ছাঁয়া পৰিল। তাই যিমানেই সেইবোৰ কথা ভাবিব ধৰিলে সিমানেই কৰুণাৰ আচৰণ, কৰুণাৰ স্বভাৱ, কৰুণাৰ কথা-বতৰা সকলোতে এটা আচহুৱা ধৰণ, বা অসৎ অভিপ্ৰায় লক্ষণ দেখা পালে। সমুখৰ চৰিত্ৰত ইওটো এটা অভিনৱ ব্যাপাৰ। য'ত ভুল দেখা যায়, সকলোপিনে ভাল কিন্তু য'ত সন্দেহ, সঙ্কোচ বা ঘৃণাৰ ভাব আছে তেতিয়াও সেই পাত্ৰজনৰ সকলো আচৰণতে, সকলো কামতে তেনেভাববোৰৰ চাপ বেছি গাঢ় হয়। সন্দেহে

সন্দেহক মাতি আনে, ঘৃণাই ঘৃণাক। সৰস্বতীৰ নিৰ্মম হৃদয়ত আজি সন্দেহৰ, ঘৃণাৰ চেকা গভীৰভাৱে পৰিব ধৰিলে। তাই যিমানেই ভাবিলে সিমানেই তাইৰ ভাব হ'ল করুণা আৰু নলিনীৰ মাজত নিশ্চয় কিবা এটা অঘটন ঘটিছে। এটা মুহূৰ্তৰ সুবিধা পাইয়ে সেয়ে ইমান নিলাজ কথা ক'ব পাৰে গতিকে তেনে মানুহে মাহচেৰেক অকলে এজনী সুন্দৰী যুৱতীক ওচৰত পাইছে কি নকৰিব পাৰে এইয়া কল্পনা কৰাও অসম্ভৱ।

সৰস্বতীৰ ভাব হ'ল নলিনী আনপক্ষে যি নহওক এজনী ভ্ৰষ্টা ছোৱালী তাই তাইৰ ভালপোৱা বস্তু আগেয়ে হৰণ কৰিছে। ভালপোৱাৰ কথা মনত পৰাৰ লগে লগে সৰস্বতীয়ে ভাবিব নোৱাৰিলে কেনেকৈ করুণাক তাই ভাল পালে। কিয় ভাল পালে? তদুপৰি যদিও তাই ভাল পাইছে কিন্তু আগেয়ে নলিনী আদিৰ লগত তেনেবোৰ ঘটনা জানিও কেনেকৈ করুণালৈ তাইৰ মনে ঢাপলি মেলিব পাৰে। বিশেষতঃ করুণাৰ যথাৰ্থ ভালপোৱা ক'ত। করুণা সুবিধাবাদী। করুণাৰ ভাল পোৱাৰ মূলতে কাম লিপ্সা-পূৰণ কৰা বিধৰ লোক।

এনেতে নলিনীয়ে ক'লে, "সৰস্বতী বাইদেউ। করুণা ককাইদেৱে ওকালতি পাছ কৰিলে নহয়।"

অইন সময়ত হ'লে সময়ত হ'লে সৰস্বতীয়ে এই বাতৰিত আনন্দত উতলা হৈ উঠিলহেঁতেন। কিন্তু এই সময়ত তাই উদাসীনভাৱে চায়ে ৰ'ল। নলিনীয়ে কৈ গ'ল, এই চোৱা বাতৰিত ওলাইছে। করুণা ককাইদেৱে ওকালতি পাছ কৰি ওকালতি গুৱাহাটীত আৰম্ভ কৰিলে- বৰ বঢ়িয়া হ'ব।"

সৰস্বতীয়ে ক'লে, "কেৱল করুণা। করুণা। আন কথা ক'বলৈ নাই?"

"কিয় তেওঁক আপুনি বেয়া পায়?"

"বেয়া পাওঁ- ভাল পাওঁ সেই বুলি সেইটোক ভাটৌৰ দৰে যেতিয়াই-তেতিয়াই সময়-অসময়ে ক'ব লাগেনে?

করুণাই ওকালতি পাছ কৰিছে আৰু কত নাই কৰিছে। তাতে আমাৰ হানি বা লাভ কি? আনৰতো কথা ক'ব পাৰি সেইটো সঁচা। কিন্তু চিনা-জনাৰ কথাই আগতে মনত পৰে! চিনা-জনা বা আপোনালোকৰ ভাল হ'লে ভাল পাওঁ।"

"করুণা তোৰ আপোন?"

"কিয় নহ'ব? তেওঁ মোক এসময়ত সাহয় নকৰিলে কোনে কৰিলেহেঁতেন? দেউতা মৰিবৰ সময়ত যে মোৰ কেনে বিপদ হৈছিল- ভাবি চোৱা."

"থ, থ মানুহৰ স্বাৰ্থ নাথাকিলে মানুহে সহায় কৰা কথা নাভুত-নাশ্ৰুত।"

"তেওঁৰ তেতিয়া কি স্বাৰ্থ আছিল?"

"স্বাৰ্থ আছে নে নাই মই বুজো। বুজিছ নলিনী আমি পানীত মাছ ধৰিব নোৱৰা বিধৰ ছোৱালী নহওঁ। আমাৰো বুধি আছে।"

আপোনাৰ বুধি নাই বুলি কোনে কৈছে?"

"নিশ্চয়। নিশ্চয়। এশবাৰ কম স্বাৰ্থ। ভীষণ স্বাৰ্থ। সেই স্বাৰ্থৰ বাহিৰে করুণা সহায় কৰা বিধৰ লোক নহয়? তোৰ নিচিনা ছোৱালী এবছৰ ঘৰত ৰাখিব পালে কতই সহায় কৰিব ওলাব।"

নলিনীয়ে এইবাৰ বৰ লাজ পালে। সৰস্বতীয়েও যে এনেভাৱে তাইৰ কথা ভাবি পাৰে তাইৰ সপোনৰ অগোচৰ আছিল।

সৰস্বতীয়ে কৈয়ে গ'ল, "তোৰ লাজ নাই কাৰণে তেনে অৱস্থাত করুণাৰ কাষ পাইছিলি আমি হ'লে নোৱাৰিলোহেঁতেন।"

নলিনী আৰু খন্তেকো তাত নাথাকি ভিতৰ ঘৰ সোমাল।

সৰস্বতীয়ে বহি বহি ক'ত কথা ভঙা-পতা কৰিলে তাৰ লেখ নাই। হঠাৎ তাইৰ মনত পৰিল দেউতাকে ওলাই থাকিবলৈ কোৱা কথা। তাই উঠি গৈ দেখে নলিনীয়ে এখন শোৱা-পাটীত পৰি উচুপি উচুপি কান্দি আছে। তাইৰ চকুলোৱে গাল দুখন তিতি গৈছে। সৰস্বতীয়ে ইমান পৰে ভাবিছিল নলিনীয়ে সকলো দিহা কৰিছে। তেনে একো নকৰি- নলিনীয়ে কেৱল শুই থকা দেখি সৰস্বতীৰ এইবাৰ খং উঠি ক'লে, কেৱল লাহ-বিলাহ। কোন কেতিয়াই দেউতাই কৈছিল খোৱাৰ যোগাৰ কৰিবলৈ সেইবোৰলৈ মন কাণ নাই। এতিয়া দেউতা আহি ওলাই হে লাগে বেল যাববো সময় হয়।"

নলিনীয়ে তেতিয়া শোৱা-পাটীত পৰি উচুপি উচুপি কান্দি আছিল। তাইৰ চকুলোৱে গাল তিতিছিল কিন্তু সৰস্বতীয়ে সেইটোলৈ লক্ষ্য নকৰি কেৱল কৈ গ'ল,

"যিমানেই লাই পাই সিমানেই ডিঙিলৈ জঁপিয়ায়। সকলোতে মই কৰিলেহে কৰে। নহ'লে একোতে হাত দিবৰ নাই। যেন তেওঁহে দেবতাৰ জীয়াৰী মই লিগিৰী।"

নলিনীয়ে পোনছাটে উঠিয়ে লৰা-ছোৱালীবিলাকক কাপোৰ কানি বান্ধি পেৰা-পেটেৰাত সুমুৱাব ধৰিলে। অলপ সময়তে সকলো ঠিক হ'ল। সৰস্বতীয়ে নিলগৰ পৰা কেৱল তাই কৰা কামবোৰ চায়ে থাকিল- অইন দিনা হ'লে সৰস্বতীয়ে নিজে সেইবোৰ ঠিক-ঠাক কৰিলেহেঁতেন। নলিনীয়ে কেৱল মাজে সময়ে লাৰা-চাৰা কৰি ৰং-ধেমালি হে কৰিলেহেঁতেন। কাম কৰাৰ লগে লগে কত ৰং-ৰহৈচ হাঁহিৰ টৌ তুলিলেহেঁতেন। সৰস্বতীৰ মনত কাহানিও নলিনী পৰৰ জীয়াৰী বা নিজৰ ভনী নহয় এনে ভাব খেলোৱা নাছিল। কিন্তু আজি নলিনীৰ প্ৰত্যেক কথা-বতৰা, আও-ভাও সকলোবোৰ যেন সৰস্বতীৰ চকুৰ শূল। যেন নলিনীৰ কথা, কাম একোৱে আজি সৰস্বতীক সন্তোষ দিব নোৱাৰে।

মনৰ কোন কোণত কিহে আঘাত হানিলে সকলো বিতৃষ্ণা, ঘৃণাই যে আগুৰি পেলাই ইও এক সুন্দৰ নিদৰ্শন

(১৮)

অৰুণ লাহে লাহে ভালে হৈ আহিল। আৰতিয়ে অৰুণৰ কাষত বহি বৰ্তমান অসমৰ সম্বন্ধে নানা তৰহৰ কথা কৈ আছে।

অৰুণে কৈছে, "যিহকে নোকোৱা অসমীয়া জাতিক আকৌ জাকত জিলিকা জাতি কৰিবলৈ হ'লে প্ৰথমে তিৰোতাবিলাকক সুন্দৰভাৱে শিক্ষিত কৰিব লাগিব। তেওঁলোকক বাহ্যিক চলন-ফুৰণ আৰু বিলাসী শিক্ষাৰ বাহিৰে যথাৰ্থ মনুষ্যত্ব বঢ়োৱা আৰু কৰ্মী কৰা শিক্ষা দিব লাগিব। দ্বিতীয়ত! খেতিৰ সকলো প্ৰকাৰে উন্নতি কৰি শিক্ষিত যুবকসকলক খেতিত লগাব লাগিব। তৃতীয়ত জাতিৰ মাজত এটা জীৱন্ত সাহিত্য গঢ়ি জাতিৰ ভাব প্ৰবল কৰি লৈ আৰু ক্ষুদ্ৰ স্বাৰ্থত মগ্ন নাথাকিবলৈ নচুৱাই তুলিব লাগিব।"

আৰতিয়ে ক'লে, "শিক্ষাৰ নতুন পন্থা নুলিয়ালে বৰ্তমান শিক্ষা পাই বিলাসিতা, নিষ্কৰ্মী ভাব আৰু একোতে কামত নলগা অৱস্থাৰ সৃষ্টি হ'বই।"

"সেইটো সঁচা কিন্তু-বিবিলাকে তেনে শিক্ষা পাই ভাব বেয়া গুণটো অনুভৱ কৰিছে তেওঁলোকে গাঁৱে-ভূঁএে সোমাই নতুন পন্থালে শিক্ষাৰ কেন্দ্ৰ কৰি গঢ়ি তুলিলেতো অলপতে জাতি গঢ়ি তুলিব পাৰি।"

তেনে ধৰণৰ ত্যাগী ছাত্ৰ বৃন্দৰো অভাৱ। বিশেষতঃ এই শিক্ষাই এনেভাৱে চাকৰিৰ কাৰণে হাবিলাষ বঢ়ায় যে আনকি বি,এ,-এম,এ পাছ কৰিও ত্ৰিছ চল্লিছ, টকা দৰমহাৰ চাকৰি এটা পালেও ধন্য মনা অৱস্থা কৰে। তদুপৰি মানুহ বিলাকক এনেধৰণে নিষ্কৰ্মা কৰে যেন চাকৰি এটা নাপালে সৰ্বনাশ। তদুপৰি আমাৰ সমাজ এনেবিধ ভাবেৰে পৰিপূৰ্ণ যেন সাধাৰণ চাকৰি পোৱা মানুহো তেওঁলোকৰ মনত আদৰ পায়, আন পিনে ব্যৱসায় কৰা, খেতি কৰা বা আন কোনো ভাবে পবিত্ৰ জীৱন কটোৱাত সমূলি সম্ভ্ৰম নকৰে বা মূল্য নিদিয়ে। ইয়াৰ ফলত শিক্ষিত সকলো যেনে তেনে এটা কাম পাই বাবু শ্ৰেণীত সোমাব পাৰিলেই ৰক্ষা পায় নহ'লে জগত অন্ধকাৰ দেখে নাইবা সমাজৰ বা গাঁৱলীয়াসকলৰ নেওচা কেওচা খোৱা অৱস্থাত পৰে। গতিকে শিক্ষাৰ্থীসকলৰ চাকৰি পোৱাও বাহিৰে আনকি সজভাব আহিব পাৰে। তাৰ সেইবোৰ যিহকে নহওক- আপুনি এতিয়া কি কৰিব?"

"কি কৰিম? আন উপায় নাই। কিতাপ বেচাতো বিশেষ উন্নতি নেদেখোঁ। আন ব্যৱসায় ল'বলৈকো ধনৰ অভাৱ। লগে লগে অভিজ্ঞতা আৰু মনৰ সাহসৰো অভাৱ। গতিকে এইবাৰ ভাবিছোঁ সন্যাস ধৰ্ম লৈয়ে জীৱন কটাম।"

"সন্ন্যাসী হৈ পেট পোহাটো অতি সহজ।"

"পেট পোহাটো সহজ সঁচা। কিন্তু আচল সন্ন্যাসধৰ্ম ল'ব কেইজনে পাৰিছে? কাম, ক্ৰোধ, লোভ আদি ৰিপুবোৰ কেইজনে এৰিব পাৰিছে?'

"সেইটো সঁচা কিন্তু, সচৰাচৰ দেখাত দেখি হোৱা সন্ন্যাসীৰহে মই কথা কৈছোঁ। পেট পোহা আৰু টকা আৰ্জাহে যদি মানুহৰ উদ্দেশ্য তেন্তে তেনে সহজ পন্থা লোৱাই যুগুত। মই দেখিছোঁ কত সন্ন্যাসী ইঘৰ সিঘৰে ঘূৰি চাউল খুজি খুজি আনি গোটাই ঘৰলৈ পঠিয়ায়।"

"কিন্তু পেটপোহাৰ লগে লগে কিছুমান মানুহে নামও

বিচাৰে।"

"কিয় সন্ন্যাসী হিচাপে বিবেকানন্দই জানো জগতত নাম কৰা নাই। অৰবিন্দ ঘোষ জানো সন্ন্যাসী হৈয়ে, ভাৰতৰ পূজনীয় নহয়। বৰ্তমান সময়ত এনেবোৰৰ নাম পাবা আৰু আগৰ কালত শ্ৰীচৈতন্যদেৱ, কবীৰ, ৰামানুজ আদিৰ কথাটো ভালকৈয়ে জানা। মুঠতে মানুহৰ পাৰ্গতালি আৰু শক্তি আৰু প্ৰতিভা থাকিলে সকলোতে বিকাশ হয়। সেইবোৰৰ অভাব হ'লে মানুহে নাম কৰোঁ বুলিয়েই কৰিব নোৱাৰে।"

"এৰা আৰতি তুমি ঠিক কৈছা। মানুহক লাগে শক্তি আৰু প্ৰতিভা। সেই দুই বিধ থাকিলেই যি অৱস্থাত যি নাথাকক সেইটো হ'বই। পোহৰ যেনেকৈ হাজাৰ আন্ধাৰত জিলিকি উঠে হাজাৰৰ বিপদে-আপদে আলৈ আহুকালৰ মাজতো মানুহৰ মনৰ শক্তি আৰু প্ৰতিভা উজ্জ্বলি উঠে। কিন্তু এটা কথা-প্ৰতিভা ঈশ্বৰ দত্ত বস্তুনে আন কিবা?"

"সাধাৰণতঃ সেয়ে বুলি মানুহে কয়।"

"মোৰ মনত এনেটো নধৰে। নিজৰ শক্তি আৰু প্ৰতিভা মানুহে নিজ-কাম, সাহস, সহিষ্ণুতা আৰু ধৈৰ্যেৰে বঢ়াই যাব পাৰে।"

"এৰা সেইটো ভবাই বৰ্তমান কালত উচিত।

সকলো বস্তু ঈশ্বৰৰ ওপৰত নিৰ্ভৰ কৰি বহি থাকিলে নিজৰ নিজত্ব বা নিজৰ বিকাশৰ ঠাই ক'ত?"

"কিন্তু সন্ন্যাস মানে উদাসিনতা নহয়। উদাসীন মনৰ উদাসিনতাই মানুহক দুৰ্বল কৰে, দুৰ্বলী সদায় ভয়াতুৰ। ভয়াতুৰে ঈশ্বৰ পাব নোৱাৰে। যাওক সেই কথা ভাবি লাভ নাই। সন্ন্যাসী হোৱাত ডাঙৰ কথা কাম, ক্ৰোধ, লোভ, মোহ জয় কৰি জিতেন্দ্ৰিয় পুৰুষ জগতত কেইজন? অৱশ্যে হাজাৰ হাজাৰ লক্ষ পতি, বা ধন চহকী বা কথা চহকী নাইবা নামজ্বলা পুৰুষ আছে। কিন্তু জিতেন্দ্ৰীয় পুৰুষ আচলতে কিমান ওলাব ভাবিবলগীয়া। অৱশ্যে মই তেনেধৰণৰ সন্ন্যাসী হ'ব পাৰিম বুলি ক'ব নোৱাৰোঁ।"

"তেন্তে আপুনি তেনে সন্ন্যাস নল'ব। সংস্কাৰবাদ ভয় কৰি সন্ন্যাস ধৰ্ম লোৱাতকৈ সংসাৰতে থাকি সেই বিপদ-আপদৰ সন্মুখত পৰি চূৰ্ণ-বিচূৰ্ণ হোৱাত শ্ৰেয়। বুদ্ধ সন্ন্যাসী হৈছিল সংসাৰক ভয় কৰি নহয়- কিন্তু সংসাৰৰ আও-ভাও বিবৰ্তি লভি যথাৰ্থ মুক্তিৰ সন্ধানত।"

"ঠিক কৈছা আৰতি। আমি সন্ন্যাসী হোৱাটো সহজ ভাবিয়ে আৰু সংসাৰৰ আলৈ-আহুকাল মাৰিবলৈ উপায় বুলি তাবিলেকে মন মেলো। কিন্তু তোমাৰ কথাই মোৰ মনত ধৰিছে। সংসাৰতে থাকি শত আলৈ-আহুকাল বিপদৰ লগতে যুঁজি লাগে মৰিমূৰ হম তেও সংসাৰক ভয় কৰি পলাবলৈ মন নেমেলো। আহক বিপদ। আহক ধুমুহা, আহক দুখ, শোক, দুৰ্ভিক্ষ, অত্যাচাৰ, শাস্তি- কিন্তু জীৱনৰ শেষ মুহূৰ্তলৈকে সেইবোৰৰ বিপক্ষে থিয় হৈ ৰ'ম। আৰতি তোমাৰ প্ৰাণে মোৰ আজি মহামন্ত্ৰ স্বৰূপ হৈ জীৱনৰ বাকী কাল বন্ধুৰ দৰে সহায় কৰিব।"

"আহ তেনে কথা কৈ মোক লাজ নিদিব। মোৰ কি জ্ঞান আছে আৰু অলপ-অচৰপ জ্ঞান হ'লেও সেইবোৰ কামত ক'ত খটুৱাব পাৰিছোঁ। কেৱল কথা কওঁতে কথা ওলাই এয়েতো। বাৰু আৰু এটা কথা- নিস্পৃহতাক ধৰ্মীসকলে ইমান ওখ ঠাই দিছে কিয়? সকলোতে নিস্পৃহতা জানিলে নাম কৰিবলৈ মানুহৰ আকাংখা বা হেঁপাহ কিয় থাকিব?"

"কিন্তু নিস্পৃহতা মানে কামত উদাসিনতা নহয়। জগতৰ সৰু সৰু বিষয়ত ক্ষুদ্ৰ স্বাৰ্থ আছিল মগ্ন নহৈ বিৰাট কামৰ বাবে আহ্বান কৰাই যেয়ে সাধনাত পৰিণত কৰে সেয়ে নিস্পৃহতা নিজৰ সম্বন্ধে সমূলি নিস্পৃহ ভাব লৈ যেয়ে বিৰাট বিশ্বৰ ভালৰ কাৰণে, দেশৰ ভালৰ কাৰণে, সমাজৰ ভালৰ কাৰণে লাগি পৰে বা ভূমাৰ লগত মিলিবলৈ সকলো দেহ-মন অৰ্পণ কৰে সেয়ে নিস্পৃহতা! দৈহিক কষ্ট, ফাটেকৰ ভয়, ওপৰুৱা সকলৰ ৰঙা চকুলৈও ভ্ৰূক্ষেপ নকৰি আনকি দৈহিক মুক্তিলৈকো নাভাবি- সকলো পাহৰি নিজৰ আদৰ্শ ৰক্ষাৰ কাৰণে আগবাঢ়িবলৈ যিহে শক্তি দিয়ে সেয়ে নিস্পৃহতা! সেই কাৰণে জগতত ধৰ্ম প্ৰচাৰকসকলে নিস্পৃহতাক এনে ওখ আসন দিয়ে। নিস্পৃহতা সাধনাৰ অন্যৰূপ। নিস্পৃহতা, উদাসিনতা বা কাপুৰুষৰ কাম নহয়। সাধাৰণ উদাহৰণতে কত মহাত্মা গান্ধী আজি নিস্পৃহ ভকত। তেওঁৰ আদৰ্শ ৰক্ষাৰ কাৰণে ফাটেক, জেল বা দেহা বলি দিবলৈও ভয় নাই। দৈহিক কথালৈ সমূলি নিস্পৃহ হৈ থাকে তেওঁ যাতে লক্ষ্যত উপনীত হ'ব পাৰে সেয়ে তেওঁৰ সাধনা। সেয়ে নিস্পৃহ ধৰ্ম।"

আৰতিয়ে ক'লে, "আপোনাৰ লগত এনেবোৰ কথা

কৈ বৰ ভাল লাগে।"

অৰুণে ক'লে, "কেৱল কথাকে যি ক'ব পাৰো- কামত হ'লে একোকে কৰিব নোৱাৰিলোঁ।" আৰতীয়ে হাঁহি মাৰি ক'লে তেন্তে কি আপুনি নিস্পৃহ পন্থী হৈ জীৱন নিয়াব খোজে? "এনে সময়তে আৰতিয়ে দেউতাক আহি অৰুণক ক'লে, "অৰুণ তুমিতো পঢ়া অৱস্থাত বৰ ভাল ল'ৰা বোলে আছিলা?"

"ভাল বেয়ানো কি বিচাৰ কৰে!"

"বি,এ পাছ কৰি এম,এ নপঢ়িলা কিয়?"

"এম,এ পঢ়ো বুলি সৰবে পৰা ভাবিছিলোঁ। কিন্তু লাহে লাহে সেইটো ইচ্ছা নোহোৱাত পৰিছে? এম,এ পঢ়ি লাভ কি হ'ব? ভালকৈ পাছ কৰিব পাৰিলেও কাম খালি নাই মিছা মিছি কিছুমান টকাৰহে শ্ৰাদ্ধ বিশেষতঃ মই সিমান টকা ক'ত পাম। কোনোমতে দুই-চাৰিখন কিতাপ বিক্ৰী কৰি নিজৰ জীৱনটো কটাব ধৰিছোঁ। তাতো এইবোৰ পয়মাল। ভাগ্যে আপোনালোকে সেৱা-শুশ্ৰূষা কৰি ভাল কৰিলে, নহ'লে এইবাৰেই দিহা লাগিছিল।"

"পোষ্ট গ্ৰেজুৱেট স্কলাৰছিপ পোৱাৰ বাবে চেষ্টা কৰা নাছিলা?"

"চেষ্টা কৰিছিলোঁ। কিন্তু সেইবাৰ আন এজনক দিলে ইকনমিকছত নিদিলে।"

"তোমাৰ ইকনমিকছত অনাৰ্চ আছিল।"

"হয়। কিন্তু সেইবোৰ এতিয়া একো কামত নলগাত পৰিল। দুই-চাৰিখন কিতাপ বেচি খৰচ পাতি কৰি খোৱাত ইকনমিকছৰ কোন থিয়ৰিৰ আৱশ্যক হ'ব? যাওক সেই কথা ভাবিলে বেয়া লাগে। মই আৰু আপোনালোকৰ ঘৰত থাকি কিমান কষ্ট দিম এতিয়া গা অলপ বাৰু হৈছে, আকৌ কিতাপ বেচিবলৈকে আন ঠাইলৈ যাওঁ।"

"যাবা। কিন্তু গাটো ভাল কৰি লোৱা যুগুত।"

এনেতে আৰতিয়ে ক'লে, "আপুনি এইবোৰ এৰি এম,এ আকৌ নপেঢ়ে কিয়? কিতাপ বেচি কি কৰিব?"

অৰুণে হাঁহি মাৰি ক'লে, "তোমালোকৰ মনত সৰু সৰু ব্যৱসায়বোৰত লগা মানুহক বেয়া লাগে নহয়?"

"বেয়া লাগক বা নালাগক যাৰ য'ত প্ৰতিভা আছে সেইটো বিকাশ হ'বলৈ দিয়া আৱশ্যক বা চেষ্টা কৰা উচিত। আপুনি ভাল ছাত্ৰ আছিল। গতিকে এম,এ পঢ়িলে কি জানিবা নাম কৰিব পাৰিলেহেঁতেন।"

অৰুণে ক'লে, "নাম কৰিব পাৰিলোহেঁতেন সেইটো ভৱিষ্যতৰ গৰ্ভত। কিন্তু বৰ্তমানে সেইটো কৰিবলৈ হ'লে লাগে টকা।"

আৰতিয়ে ক'লে, "টকাৰ কাৰণে কি ভয়? য'তে ইচ্ছা ত'তে বাট। আপুনি ইচ্ছা কৰিলেই টকা আপুনি আহিব।"

অৰুণে হাঁহি মাৰি ক'লে, "টকা বস্তুটো তেনে বিধৰ নহয় যেন পাইছোঁ। ইচ্ছা কৰিলেই টকা অহা হ'লে জগতত বহুত কাম হ'লহেঁতেন।"

"কিয় আপুনি যাদুকৰবিলাকক দেখা নাই বিপিনেই হাত দিয়ে সেইপিনে টকা বাহিৰ হয়। আপুনিও যাদুকৰ হওক, টকা সোপাসোপে ক'ৰপৰা আহে চাব।"

আৰতিৰ দেউতাকে হাঁহি মাৰি ক'লে, "অৰুণ তুমি যদি সঁচাকৈ পঢ়িব খোজা তেন্তে মই খৰচ দিব পাৰোঁ। তুমিতো জানাই মোৰ নিজৰ ল'ৰা নাই। কেৱল এই ছোৱালী জনীহে। গতিকে তোমাৰ নিচিনা ল'ৰাজনক এম,এ পাছ কৰাই আনিব পাৰিলে- মোৰো নাম যশ বাঢ়ে, তোমাৰো উপকাৰ হয়।"

এনেবাবে হঠাৎ এনে প্ৰস্তাৱ শুনিলে মানুহৰ অৱস্থা কেনে হয় তাক সহজে বুজিব পাৰি। অৰুণে এবাৰ আৰতিৰ দেউতাকৰ মুখলৈ আকৌ এবাৰ আৰতিৰ মুখলৈ চাই ৰ'ল। তিনিও খন্তেক নিমাত হ'ল। আৰতিয়ে ভাবিছে অৰুণে কি উত্তৰ দিয়ে? অৰুণে ভাবিছে- হঠাৎ নোকোৱা নেমেলাকৈ এনে ভাবৰ প্ৰস্তাৱ কিয়? ইয়াৰ ভিতৰত কি গুপ্ত ৰহস্য আছে? নে কেৱল আৰতিৰ দেউতাকৰ উদাৰতা আৰু সহানুভূতিৰ কাৰণেহে? তদুপৰি সি আনৰ ওপৰত নিৰ্ভৰ কৰিব নে নকৰিব? অমন্যে আন ল'ৰা হ'লে তেতিয়াই মান্তি হ'লহেঁতেন। কিন্তু অৰুণে পৰৰ ওপৰত নিৰ্ভৰ কৰা ভাবটো কেনেভাবে লয় তাক সহজতে অনুভৱ কৰিব পাৰি- তথাপি সেই প্ৰশ্নৰ সি কি উত্তৰ দিব" এপিনে তাৰ ভৱিষ্যতৰ উন্নতি আনপিনে পৰৰ ওপৰত নিৰ্ভৰ কৰি যিসকলে তেওঁলোকৰ বাক্য সহজভাবে খেলি-মেলি লগাই অৰুণে একো উত্তৰ নিদি কেৱল ভাবিয়ে ৰ'ল।

আৰতিৰ দেউতাকে এনেতে ক'লে, "তুমি কথাটো ভাবি চোৱা। মই ইচ্ছা কৰো তোমাৰ নিচিনা উদ্যমশীল,

স্বাধীনচেতা যুৱকৰ ভৱিষ্যত মঙ্গল হওক।" বুলিয়েই দেউতাক ওলাই গ'ল। অৰুণ ভাবিয়ে ৰ'ল।

আৰতিয়ে ক'লে, "আপুনি উত্তৰ নিদিলে কিয়?"

অৰুণে ক'লে, "আৰতি! মানুহৰ জীৱন সন্ধিয়াত যে আৰতিৰ শঙ্খ বাজি উঠে ভৱা নাছিলো।"

আৰতিয়ে হাঁহি মাৰি ক'লে, "আপোনাৰ ৰহস্যৰ ওৰ নপৰে। কিন্তু সকলো সময়তে সকলো কথা উপলুঙা কৰি উৰাই দিয়া উচিত নহয়।" অৰুণে ভাবিয়ে ৰ'ল। হঠাৎ ক'লে, "বহি বহি বেয়া লাগিছে, কেইখনমান কিতাপ বেচিয়ে আহোঁগে।" বুলি হাতত কেইখনমানে কিতাপ লৈ ওলাই গ'ল।

## (১৯)

করুণাই ঘৰত বহি বাণার্ড শ্বৰ কিতাপ পঢ়ি আছে। হাতত এখনি ফ্লাম বিচনি। সি বহি বহি পঢ়ি আছে। কিতাপত সমূলি মুগ্ধ। হঠাৎ মুৰদাঙি চাই দেখে যে অৰুণ কাষত বহি এখন খবৰৰ কাগজ লৈ পটি আছে। করুণাই হাঁহি মাৰি ক'লে, ক'ৰ পৰা আহিলা। শান্ত-শিষ্ট ল'ৰাৰ দৰে দেখো বহি আছা।"

"আপোনালোকৰ পঢ়াত বাধা দিলে জানো ভাল পাব?"

"করুণাই ক'লে, "কর্তব্য নিষ্ঠ মানুহে আনৰ কর্তব্যৰ পিনেও জ্ঞান কৰে সঁচা কিন্তু প্ৰত্যেক কথাতে এনেভাৱে ভাবিলে মানুহৰ মনটোও সৰু হৈ যায় আৰু মানুহৰ মনৰ স্বাভাৱিক গতিত বাধা পৰি হাঁহি, ৰং-ধেমালি, সৰলতা, পোনপটীয়াভাব নষ্ট হয়।"

"হ'লেও সাধাৰণ কিছুমান নিয়ম পালি নচলিলে বহুত সময়ত নিজৰ নাম নষ্ট হয়- পৰৰো কামত বাধা পৰে।"

"নিয়ম, নিয়ম জগতখনেই নিয়মত বান্ধিব গৈছা। সভা সমিতি কৰা আগেয়ে লাগে নিয়মাৱলী। সিঁপিনে কাম যিহকে নহওক। সমাজ কৰিছা- লাগিল কাৰ কিমান পূজা-পাতল, চুৱা-ভাল।"

"আচলতে প্ৰকৃতিৰ বস্তুবোৰলৈ চোৱা কেৱে নিয়ম নামানে। নৈৰ পৰা, পানীৰ পৰা, জুইৰ পৰা, ফুলৰ পৰা, চৰাইৰ পৰা মুক্ত আকাশৰ তলত মুক্তভাৱে ফুৰিছে। নিয়ম কানুনৰ বান্ধোনত থাকি নিজক বা পৰক নিয়মৰ মেটমৰা ভাৰ দি ভালুকৰ সাঙি কৰা নাই। আমাক নিয়ম লাগে- আমাৰ কামত সহায় শৃঙ্খলতা আৰু উদ্‌গনি দিবলৈ। কিন্তু নিয়মৰ দাস কৰি জীৱনৰ আহুকাল বঢ়াবলৈ নহয়। আমাক সমাজ লাগে, গৱর্ণমেন্ট লাগে ধর্ম লাগে আমাৰ সকলো প্ৰকাৰে নৈতিক, দৈহিক আৰু আধ্যাত্মিক উন্নতি কৰিবলৈ মুক্ত প্ৰাণে বায়ু দিবলৈ। কিন্তু সেইবোৰৰ চেপাত আমাৰ সকলো বিষয়ৰে উন্নতি পেঁপুৱা লাগিলেও নহয়।"

"কিন্তু ডাঙৰ মানুহ হ'বলৈ নিয়ম, ঘড়ী ঘন্টা সময়ৰ মূল্য বুজি চলিব লাগিব।"

"হাঃ হাঃ কোনো ডাঙৰ মানুহে নিয়মৰ বান্ধোনত, নিয়মৰ মেটমৰা ভাৰত চেপা খাই থকা নাই। সিহঁতে তথাপি নিয়মৰ উঁৱিয়লি ভাঙি দি সময়ৰ ঘড়ীৰ ঘন্টাক পিছ পেলাই নিজৰ স্বাধীন মনেৰে স্বাধীন ভাবেৰে অনুপ্ৰাণিত হৈ স্বাধীন চিন্তক মুকলি কৰি দি নির্ভয় মনেৰে ফুৰিছিল। নেপোলিয়নে ঘোঁৰাৰ পিঠিত শুই সময়ৰ ব্যৱহাৰ কৰিছিল। ঘড়ীৰ ঘন্টাক চাই উঠা বা শোৱাৰ আৱশ্যকবোধ কৰা নাছিল। ঘড়ীৰ দাম নহৈ ঘড়ীৰ ওপৰত প্ৰভুত্ব চলাইছিল। লুথাৰে ধর্মৰ অলাগতিয়াল নিয়মৰ ভাৰ দলিয়াই পেলাই মুক্ত বায়ুৰ সন্ধান দিছিল। আমেৰিকাই দাসত্বৰ শৃঙ্খল ভাঙি-ছিঙি নতুন গৱর্ণমেন্ট গঢ়ি গৱর্ণমেন্টক নিজৰ উদ্‌গতিৰ কাৰণে ব্যৱহাৰ কৰি- জগতত জিলিকি উঠিছে, গৱর্ণমেন্টত আইন-কানুনৰ চেপাত মুক্তপ্ৰাণ, স্বাধীনমন, স্বাধীনভাবৰ গতি ৰুদ্ধ কৰা নাই। ৰুছিয়াই সমাজ, পৰিয়ালৰ চেপাৰ পৰা মানুহক মুক্ত কৰি মনুষ্যত্বৰ সন্ধান পাবলৈ আগবাঢ়িছে নিজৰ লগে লগে দেশৰ উদ্‌গতিৰ বাটত খোজ লৈছে। জাপানে মৃত্যুৰ নিয়ম ভাঙি-ছিঙি দি দেশৰ কাৰণে যেতিয়াই আৱশ্যক সেই মুহূর্ততে প্ৰাণ বলি দিবলৈ শিকিছে। মৃত্যুৰ দিন গণি থকা নাই। বাৰু যাওক। তুমি কিয় আহিছা ?

মই কিয় আহিছোঁ সেইটো তুমিতো ভালকৈ জানা। নতুন কিতাপ কিবা ল'বা ?

"নতুন আৰু অসমীয়া কিতাপ ওলাইছে ?

"এৰা! অ তুমি তেন্তে কিতাপ ভালপোৱা তেনে আৰু এখন ওলাইছে। এই চোৱা" বুলি সোণালী আখৰেৰে ওপৰত

লিখা কিতাপ এখন দিলে। কিতাপত লিখা আছে "বৰ্ত্তমান স্ত্ৰী-জাতি" সৰস্বতয়ে লিখা। ককশাই কিতাপখন লৈয়ে অলপ সময় চাই থাকি হঠাৎ ক'লে, "তোমাৰ কিতাপ তুমি নিয়া। সৰস্বতীৰ কিতাপ মোক নালাগে। বাস্তৱৰ লগত তেওঁৰ সম্বন্ধ নাই, তেওঁ আৰু কি কিতাপ লিখিব ? কিতাপ লিখাৰ আগেয়ে তেওঁক কৰা জগতৰ মানুহৰ অৱস্থা বুজিবলৈ। কিছুমান কিতাপৰ পৰা ধাৰ কৰি আনি এখন কিতাপ লিখা 'খিচিৰীৰ' বাহিৰে আৰু কি হ'ব পাৰে ? অসমীয়াৰ বৰ্ত্তমান স্ত্ৰী-জাতি সম্বন্ধে কি লিখিব আছে ? খাইছে-লৈছে, শৰাইৰ আগত ডা-ডাঙৰীয়াণীয়ে নানাতৰহৰ মেল পাতিছে। মেলৰ আদি নাই শুৰি নাই আনপিনে বাৰেভচহ আনৰ অপবাদ গাই ছে। এয়ে সাধাৰণ অসমীয়া তিৰোতা। আকৌ শিক্ষিতাসকলে শিক্ষা পাই অহঙ্কাৰ অল্পবিদ্যা ভয়ঙ্কৰী ভাব, লগে লগে নানা বিলাসিতা পুৰণি সতীত্ব আদি ভাবলৈ অওকাণ পাপ-পুণ্যৰ অবিচাৰ ইত্যাদি গুণ আদৰি লৈছে। তাৰ ফলত অতো নষ্ট ততো ভ্ৰষ্ট হৈছে।" দেখিছো আপুনিও আচল কথা বুজিব ধৰিছে।" "বাৰু আৰু আন কাৰোবাৰ কিতাপ আছে ?" "সৰস্বতীৰ কিতাপো আপোনাৰ ভাল নালাগে ?" "সৰস্বতী! সৰস্বতী! কিতাপ ভাল বেয়াৰ লগত সৰস্বতীৰ কি সম্বন্ধ ? ভাল কিতাপ হ'লেই ভাল সেইখন যেয়ে নিলিখক। আজি কালি অসমত এনে এটা ভাব সদায় আছে। কিতাপখন ভাল বেয়ালৈ চাবলৈ নাই। পোনতে বাৰু কোনে লিখা অমুকে লিখিলেই কিতাপখন ভাল সিপিনে কিতাপৰ ভিতৰত সাপ-বেঙ যি নাথাকক। আনপিনে যদিও আচলতে কিতাপখন ভাল হৈছে কিন্তু এটা সৰু ল'ৰা বা টকা-পইছা নোহোৱা বা পদবী শূন্য মানুহে লিখে তেন্তে সেইখন চাবলৈকে সময় নাই বা তাৰ মূল্য বুজিও লেখত ল'ব নোখোজে। মই বৰ্ত্তমানে তেনে ভাববোৰ দূৰ কৰিব খুজিছোঁ। যেয়ে লিখক কিতাপৰ ভিতৰ মেলি পায়েহে তাৰ বিচাৰ কৰিম।"

কিন্তু আপুনিতো কিতাপখনৰ ভিতৰ নপঢ়িয়ে ওভতাই দিলে।

মই এইখন কিতাপ পঢ়িছোঁ। সেই কাৰণে আগতে মোৰ মতামত কৈছো। সৰস্বতীৰ সমূলি বাস্তৱ জগতৰ লগত সম্বন্ধ নাই।

আজিকালি তেন্তে আপুনি অসমীয়া কিতাপ পঢ়ে। নিশ্চয় ? এনে এখন অসমীয়া কিতাপৰ নাম ক'ব নোৱাৰা যিখন মই পঢ়া নাই। অৱশ্যে আজি কিছুমান দিনৰ পৰা মই অতি কষ্টেৰে ভাল নালাগিলেও অসমীয়া কিতাপ পঢ়িছোঁ। চোৱা সেইদিনা মই অসমীয়া কিতাপ বুলিলে চকু খাই উঠিছিলোঁ। আজি সেই আলমাৰিবোৰ মেলি চোৱা মই এখনি এখনিকৈ প্ৰত্যেক অসমীয়া লিখকৰ কিতাপ আনি গোটাইছোঁ। তুমি এতিয়াই দেখুওৱা সেই কিতাপখনো সেইটো আলমিৰাত পাবা।

সেই দেখা আৰু আজি দেখাত কি সাল-সলনি। কেৱল সেয়ে নহয়। আনপিনে চোৱা সৌৱা মোৰ পুথিৰ ভঁৰাল। কত ইংৰাজী কিতাপৰ ভৰপুৰ কৰিছোঁ ? আৰু ইচ্ছা হৈছে জগতৰ মনীষীসকলৰ সকলো কিতাপ আনি মোৰ কাষত ৰাখোঁ। গাঁও সংস্কৰণ কৰিবলৈ হ'লেও নৈশ বিদ্যালয় আৰু পুথি-ভঁৰালৰ আৱশ্যক। এই দুই বিধ নহ'লে জাতিক পূৰ্ণ জাতীয়ভাৱে পঢ়া টান হৈ পৰে।

অকণে আন এখন কিতাপ উলিয়াই ক'লে এইখন কিতাপ চাওক "গাঁও সংস্কৰণৰ" বিষয়ে লিখা।

কি নাম ?

"গাঁৱলীয়া সমাজ।"

ককশাই কিতাপখন লৈ ই কি নলিনীয়ে এইখন কিতাপ লিখিছে। কিন্তু মোলৈ পঠিওৱা নাই ? আনকি বাতৰি কাকততো এই সম্বন্ধে একো কোৱা নাই।

এইখন অলপতে ওলাইছে। ওলোৱাৰ এদিন পিছতে মই লৈ আহিছোঁ।

ককশাই হাঁহি মাৰি দাম এটকা কৰিছে, বাৰু কিতাপখন থোৱা, বুলি জেপৰ পৰা টকা এটা উলিয়াই অকণক দিলে।

অকণে ক'লে, "এই ছোৱালীজনীৰ দেখিছোঁ বাস্তৱতাৰ জ্ঞান সুন্দৰ বাৰে আছে। গাঁৱৰ সাধাৰণ চিত্ৰ এই কিতাপখনত ভালকৈ পাব। ককশাই ক'লে বৰ্ত্তমান সময়ত গাঁও ভাল কৰা ভাবটো সকলোৰে মনত খেলাইছে। কিন্তু গাঁৱৰ আচল কি দোষ কেৱে ভাবি নাচায়।

বাৰু গাঁও সম্বন্ধে আপুনি কি ভাবে ? গাঁৱলীয়াৰ আচল দোষ ক'ত ?

গাঁৱলীয়াক আমি খেতি কৰা, খেতি নকৰা বুলি কওঁ। কিন্তু মই দেখিছোঁ এখৰ মানুহে খেতি কৰি গোটেই পৰিয়ালক পোহপাল দি বজাৰ খাজানা শোধাবলৈ অপাৰগ।

গতিকে হয় খাজানাৰ নিৰিখ কম কৰিব লাগিব নাইবা খেতি কেৰা বিধৰো কৰা আৰু অলপ মাটিতে বেছি খেতি হোৱা উপায় কৰিব লাগে যাতে মানুহৰ খেতিলৈ বেছি ধাউতি হয়। তদুপৰি সেইবোৰৰ শিক্ষা আৰু নানা তৰহৰ কিতাপৰ আৰ্হি ললে ভাবপ্ৰৱণ জাতি গঢ়ি তুলিব লাগে। তদুপৰি আৰু এটা ডাঙৰ কথা। আজিকালি গাঁৱলীয়াসকল চহৰলৈ আহি চাকৰ থাকি বা সৰুসুৰা চাপ্ৰাচী আদি কাম কৰি সিহঁতৰ মনৰ পৰা আগৰ পৰা চলি অহা পাপ-পুণ্য আৰু ধৰ্মৰভাব আতৰি যায়। আনপিনে চহৰৰ নানা ব্যাভিচাৰী, বিলাসিতা আৰু মদ আদি পিয়া বেয়া অভ্যাসবোৰ শিকে। বিশেষকৈ শিক্ষিত লোকৰ মনত পাপ-পুণ্যৰ ভাব বা নীতি বিৰুদ্ধ কাম কৰিবলৈ পদমৰ্যদা হানিৰ ভয়ত পিছ হোঁহকে। কিন্তু সেই অলপ শিক্ষাৰ মোল পোৱা বা চহৰৰ আও-ভাওঁ পোৱা লোক সকলে পদমৰ্যদা হানিৰ ভয় নকৰে আনপিনে আগৰ পৰা চলন্তি ধৰ্ম পাপ-পুণ্যৰ বাবো নোহোৱা হয়। গতিকে অতি সহজতে সিহঁতে ব্যভিচাৰ আদি কৰিবলৈ পাৰে। মিছা প্ৰৱঞ্চনা বিলাসিতাৰ আমদানি কৰে। সিহঁতে আনকি আইনৰ কুটনীতিবোৰো ইয়াৰ মুখে তাৰ মুখে শুনি সেইবোৰ গাঁৱত ব্যৱহাৰ কৰি নিৰ্ভয়মনে মিছা প্ৰৱঞ্চনা আদি কৰে। তদুপৰি মুকলিমুৰীয়াভাৱে যুৱা তিৰোতাবিলাকক সহজতে প্ৰলোভন কৰিব পাৰে। এনেভাৱে গাঁও এখনি আজিকালি কুনীতি, কু-আচাৰৰ ক্ষেত্ৰ হৈ পৰিছে। তাৰ উপৰিও স্বাৰ্থ নিজৰ বাহিৰে জগতত একো নুবুজা ভাবে সিহঁতক সংকীৰ্ণতকৈও সংকীৰ্ণ কৰে। কেৱল ভাল আলি-পদুলি, ভাল খোৱা পানী দিয়াৰ লগে লগে সিহঁতৰ মাজত দুৰ্নীতিৰ বেয়া আও-ভাওবোৰ গুচাবলৈ আকৌ কু-শিক্ষা, ধৰ্মৰ প্ৰচাৰ, জাতীয় ভাবৰ বীজ ৰোৱা আৰু সকলোতকৈ ডাঙৰ কথা গাঁৱলীয়া লোকসকলক কেৱল কু-চৰ্চা, পৰনিন্দা আদি লাগি থাকিব নিদি গোটেই দিনটো কৰ্মত মুগ্ধ ৰাখিবলৈ উপায় কৰিব লাগে। তেন্তে অচিৰতে কৰ্মপ্ৰিয় জাতিৰ উদ্ভৱ হ'ব। সুখ সম্পদ আৰু ভাল স্বাস্থ্যই গাঁৱত দেখা দিব। লগে লগে ভাওনা, নাম প্ৰসঙ্গ, বিয়া-সবাহ, ধৰ্ম অনুষ্ঠান, পূজা পৰ্বন আদি, নাচোন-বাগন, ঢুলীয়া খুলিয়া আদিৰ বিশেষভাৱে প্ৰচলন হৈ গোটেই গাঁৱলীয়া আনন্দৰ কোলাহলত নচুৱাই ৰাখিব লাগে। যেন ঘৰত বিশেষকৈ বহি থাকিবলৈ সিহঁতে সময় নাপায়। এনেভাৱে গাঁও সংগঠন কৰি বাহ্যিক ধৰ্মতকৈ অন্তৰৰ আনন্দ, ঈশ্বৰ বিশ্বাস আৰু জাতীয় ভাবত গঢ়ি তুলিব নোৱাৰিলে গাঁও সংগঠন কৰা মিছা।

এইবোৰ কথা বিশেষভাৱে নলিনীয়ে লিখিছে। অৱশ্যে কি লিখিছে পঢ়িলে ক'ব নোৱাৰোঁ। কিন্তু গাঁৱলীয়াৰ মনৰ লগত লিখকৰ মনৰ কথা-বতৰা নিমিলিলে লিখাৰ যে কৃতকাৰ্যতা হ'ব পাৰে মোৰ বিশ্বাস নাই। বিশেষত নলিনী চহৰৰ আও-ভাও, আচাৰ-নীতিত ডাঙৰ হোৱা ছোৱালী।

বাৰু সৰস্বতীক আপুনি ভাল নাপায় ?

হঠাৎ ? এই কথা তুলিলা কিয় ?

আগৰবাৰ মোৰ তেনে বিশ্বাস হৈছিল।

শুনা অৰুণ। জীৱনৰ সমস্যা বৰ জটিল। আজিৰ ভাল পোৱা কাইলৈ এটা ঘৃণাত পৰিণত হ'ব পাৰে। আকৌ কালিৰ ঘৃণাৰ ভাব এটা অপৰূপ ভাল পোৱা ফুলপাহিৰ দৰে সজীব হৈ উঠিব পাৰে। মইতো কেতিয়াবা কেতিয়াবা ভাবো সৰস্বতীক বৰ ভাল পাওঁ। কেতিয়াবা আকৌ কত সমস্যা উঠে। মুঠৰ ওপৰত মনৰ গতী কোন সময়ত কোনপিনে ঢাল খাই ক'ব নোৱাৰোঁ।

বাৰু আপুনি বিয়া নকৰায় ?

বোধ কৰোঁ বিয়া নকৰিম। অন্ততঃ বৰ্তমানে সেই ভাবটোৱেই বেছিকৈ ফুটিছে। তুমি কি জীৱনটো কিতাপ বেচিয়ে- ফুৰিবা ?

আন উপায় কি ?

অৱশ্যে ব্যৱসায়টো সুন্দৰ। কিন্তু তাত লাভ কিমান হ'ব কব নোৱাৰোঁ। কিন্তু আচলতে যদি অন্তৰৰ অনুপ্ৰেৰণাত তেনে ব্যৱসায় লৈছা তেন্তে তাত সুখ-শান্তি পাবা কিন্তু কেৱল টকাৰ লালসাত যদি আগবাঢ়িছা তেন্তে এটা ডাঙৰ নিৰাশা আৰু অশান্তিৰ দুৰ্গম পৰ্বত সমুখত পাবা।

এৰা ময়ো সেই কথাকে ভাবিছোঁ। মই কেৱল সাহিত্যৰ প্ৰচলনৰ কাৰণে এনে কামত আগবাঢ়িছোনে টকা পাই খোৱা-লোৱাৰ যোগাৰ হ'ব এনে ভাবত এই ব্যৱসায় লৈছোঁ। কেতিয়াবা কেতিয়াবা ভাবি বিমোৰত পৰো। কেতিয়াবা কেতিয়াবা ভাব হয় যেন অন্তৰৰ পৰা এনে কামত তৃপ্তি অহা নাই।

তোমাৰ কামটো সঁচাকৈ আদৰ্শনীয়। কিন্তু তাত প্ৰাণ নহ'লে সিদ্ধি লাভ কৰা অতি কঠিন। অন্ততঃ অসমৰ যেনে

অৱস্থা অসমীয়া মানুহৰ যেনে মন।

এৰা বহুতো ভাবিছোঁ। অন্তৰৰ মাজত ইয়াত তৃপ্তি আছে নে নাই সেইটোও বিচাৰিছোঁ। যদি সঁচাকৈ অন্তৰত বাণী নাপাওঁ তেন্তে ততালিকে এৰি অন্য পন্থা ল'ম। দুই এদিনতে এই সম্বন্ধে এটা ঠিক কৰিম।

এৰা প্ৰাণ নোহোৱা কামত সিদ্ধি লাভ কৰা অসম্ভৱ। এপিনে প্ৰাণ আনপিনে উদ্যম এই দুয়োটাই মানুহক সিদ্ধি পথলৈ আগবঢ়াই নিয়ে।

(২০)

নলিনীয়ে আজি কেনেভাৱে দিন কটাব ধৰিছে ভাবিব লগীয়া। এটা বিশ্বাস অবিশ্বাসৰ মাজত কামত উদাসিনতা আৰু কামত লাগিবলগীয়া অৱস্থাত এখন স্বাধীনতা পৰাধীনতাৰ দ্বন্দ্বত আকৌ ভাল পোৱা আৰু বিতৃষ্ণাত তাই সাঁতুৰি ফুৰিবলগীয়া হৈছে। সৰস্বতীক তাই ভাল পায়। সৰস্বতীৰ বাহিৰে তাইৰ যেন জগতত কেও আপোন নাই। কিন্তু আকৌ সৰস্বতীৰ আচৰণত তাই কত দুখ পায়। তাই কাম কৰি কত আনন্দ পায়, কিন্তু কামত বাধ্যতা, পৰৰ খঙমুৱা চকু যেন তাইক শোকৰ গভীৰতম গুহালৈ টানি নি এখন উদাসীন আকাশৰ পিনে চাই থকা অৱস্থা কৰে। তাত যেন তৃপ্তি নাই। কাম কৰিবৰ হাবিলাষ নাই। সৰস্বতীৰ একোবাৰ কথাত যেন তাই তেতিয়াই ক'ৰবালৈ গুচি যাব, আকৌ সৰস্বতীৰ পূৰ্বৰ আচৰণ ভাবি তাইলৈ কৰা মৰম-বেয়া ভাবি তাই কত ভাবে সৰস্বতীৰ ঘৰ যেন তাইৰ পৰৰ নহয়, সৰস্বতীৰ টান কথা যেন তাইৰ ভালৰ কাৰণেহে। তথাপি তাই ভাবে সৰস্বতীৰ আজিকালিৰ আচৰণত কেনে নতুন ভাব। যি নহওক তাই কৰ্তব্য কৰি ; শোক, দুখ, বিতৃষ্ণা অভিমানৰ সকলো কাটি কৰি জীৱন নিয়াব ধৰিছে। যিদিনা সৰস্বতীয়ে ক'লে, "মই কওঁ এটা তাই কৰে এটা।" কি ?

মই তাহানিয়ে কৈছিলোঁ কৰুণালৈ আৰু চিঠি নিলিখিবি ? কতই কত কথা কয়।

ক'লে কি হ'ব ? ভনীয়েকে ককায়েকলৈ চিঠি লিখিলে ? থৈ দে থৈ দে তোৰ ককাই-ভনী, পুৰুষৰ চৰিত্ৰ আমি ভালদৰে বুজোঁ। কৰুণাই কেনে বিধৰ লোক মোৰ জনা আছে, মই কিয় জগতে জানে ? জানিব পাৰে। কিন্তু মই তেওঁৰ লগত কত মাহ থাকি আহিছোঁ, মই তেওঁক ভালৰ বাহিৰে বেয়া দেখা নাই। জানিলেই হে কেৱল ভাই-ভনী হয়নে ? ভাই-ভনীৰ সম্বন্ধ আন প্ৰকাৰে জানো হ'ব নোৱাৰে।

তই সমূলি নিলাজী। এটা উজ্জ্বলি থকা সত্য গুপুত কৰিব খোজ ? তই কৰুণাৰ ঘৰত থাকি কি কৰিছিলি মই বুজ পাওঁ।

আপুনি মুখ চম্ভালি কথা ক'ব। মই এনে কথা আৰু কেতিয়াও শুনা নাই। মোৰ এনে কথা শুনি দুখ লাগে। কিয়নো আমি সঁচাকৈ ককাই-ভনী আছোঁ। কেৱাদিনো পাইছোঁ।

নসহি কি কৰিবি ? সত্য সদায় সত্য। তদুপৰি মইতো তোৰ ঘৰত খোৱা নাই যে তোক ভয় কৰি সত্য কথাত লুকাবলৈ পিছ হঁহকিম। মই এশবাৰ কওঁ হাজাৰবাৰ কওঁ। তোৰ আৰু কৰুণাৰ সম্বন্ধ এটা ভয়ঙ্কৰ ৰহস্য।

নলিনীয়ে এই কথা শুনি সৰস্বতীৰ মুখৰ পিনে ৰ'লাগি ৰ'ল ? সৰস্বতীৰ মুখত যে তাইৰ খোৱা-লোৱা সম্বন্ধে কথা ওলাব পাৰে। তদুপৰি তাইৰ মুখৰ আগতে এজনী ছোৱালীয়ে মিছা সত্য সুন্দৰভাৱে দাঙি তাইৰ ওপৰত প্ৰভুত্ব কৰিব পাৰে এই কথা তাইৰ অসহনীয় হ'ল। তাইৰ ভাব হ'ল তাই কিহৰ দুখত সৰস্বতীহঁতৰ ঘৰত আছে সৰস্বতীয়ে তাইক মৰমৰ অন্তৰ দিছিল বুলিয়ে তাই সেই মৰমতে ভোল গৈ আছিল। কিন্তু সেই মৰমৰ ঠাইত যেতিয়া বোলকলা প্ৰভুত্ব ফুটি উঠিছে তেতিয়া তাই মিছা মৰমৰ বান্ধত মেৰখাই থাকিব। কিয় ? দেউতাক আজি তাইৰ ওচৰত নাই। সংসাৰত তাইৰ কেও আপোন বুলিবলৈ নাই। কিন্তু দেউতাকে তাইৰ কাৰণে অতুল ধন-সোণ এৰি গৈছে। তাই অকলশৰীয়া হ'লেও সেই ধন সম্পত্তিৰ বলেৰে তাই নিৰ্ভয়মনে সংসাৰত দিন নিয়াব পাৰে তেন্তে তাই মিছা মৰমৰ বান্ধোনত প্ৰভুত্বৰ দায়ী হৈ থাকিব কিয় ? তদুপৰি সৰস্বতীৰ কি স্বত্ব আছে যে তাইক কৰুণাৰ লগত এনে অকথ্য সম্বন্ধৰ কথা ক'ব পাৰে। বিশেষত কৰুণা কাহানিও দোষী হোৱা নাই। কৰুণাই কাহানিও কোনো সুচলত বেয়াভাব প্ৰকাশ কৰা নাই। আনকি তেওঁ তাইক বিপদত সহায় দি লগে লগে মৰমৰ সন্মান দি তাইৰ সকলো শ্ৰদ্ধা আকৰ্ষণ কৰিছে, এনে অৱস্থাত কৰুণাৰ বেয়া কথা শুনা তাইৰ মনত অসহনীয়। কৰুণা তাইৰ সঁচাকৈ ককায়েকৰ

অকলা গাভৰুজনীয়া।। তাইৰ ভাৱ হ'ল তাই এতিয়াই আঁতৰি গৈ হয়তো কমলাৰ ঘৰত থাকিব নাইবা তেওঁৰ হুকুমতেই আনন্দৰ আনা কৰি চাকৰ-বাকৰ ৰাখি দিব নিয়াৰ।

সৰস্বতীয়ে ক'লে কামিনী ছোৱালী গৰহিৰ গীত গায় ? তোক বিশ্বাস বুলি আমি আমাকে বুজো।।

নলিনীয়ে ক'লে, "ভাল কথা আপোনাৰ বুধি দেখিয়ে ধন্যবাদ।

নলিনীৰ মুখত সৰস্বতীৰ বুধিৰ শেহলাই সৰস্বতীয়ে সহ্য কৰিব নোৱাৰিলে। কিয়নো সৰস্বতী সকলে গৰা অতি বুদ্ধিমতী বুলি তাইৰ অন্তৰৰ বিশ্বাস।। বিশেষত তাইৰ বুদ্ধি নাই বুলি কোনো আজিলৈকে কোনো লোক পোৱা নাই। এনে অবস্থাত নলিনীৰ কথা এনেধৰণে শুনোৱাত তাই ক'লে, "বৰ বুদ্ধিমতী, বৰ বুদ্ধিমতী!' আই, এ পঢ়োঁতে ইমানখিনি আৰু বি, এ বা মহলা পাওঁখা বিশ্বাস চলে। ভাল কথা কলে বেয়া পায়। মনটো যাত মন।' পায় যদি কমলাৰ ওচৰতে আকৌ থাকটো।

ভাল কথা। কমলা কমলাইদেৱৰ ওচৰত থাকিলে যে মোৰ কিবা বেয়া হ'ব মই সেইটো নাভাবো, নাভাৱিব পাৰে। জগতে ভাবে।

জগত এদিনে যাওক, মই আমদিনে যাম। আত কাৰো একো অনিষ্ট নহয়। বাৰু যেতে হ'ব জগতে যি কয় আৰু কওক, তুমিও তোমাৰ সোণ-কণৰ মুখেৰে যি ইচ্ছা মোৰ বদনাম কৰা- মই কমলা কমলাইদেৱৰ ওচৰলৈকে যাম। কমলা কমলাইদেৱে মোক মাতিছেও।

"কমলাইদেৱ" শব্দটোত এটা বিশেষ অৰ্থ আছে। আশাকৰো সেইটোৰ অপব্যৱহাৰ নকৰা।।

মনে মনে থাকা।। নাভাবিবা তোমাৰ মই অনাহীয়া।। এই মই ওলালো। বাৰু নাপাই মৰিব লাগিলেও এনে কথা সহ্য কৰি মই ইয়াত নাথাকো।। কমলা তোমাৰ কিবা হ'ব পাৰে, মোৰ কমলাইদেৱৰ বাহিৰে এঁকো নহয়।

চুপ।।

তুমি কম চুপ হ'ব লাগে তেনা উচিত।। আৰু আনকেও চুপ হয়।। বুলিয়েই তৎক্ষণাত নলিনী কমাই কাৰে ওলাই গ'ল।। সৰস্বতীয়ে সেইদিনাই চাইয়ে ৰ'ল।।

(২১)

অৰুণে শেষ সিদ্ধান্ত কৰিলে সি এম,এ পঢ়িবলৈ যাব। আবতিৰ দেউতাকে ক'লে লগে লগে 'ল',ও পঢ়িবা।

অৰুণে ক'লে এম, এ আৰু 'ল' দুয়োটা পঢ়া সাধাৰণতে অসমীয়া ল'ৰা নিয়ম যদিও এইটো অস্বাভাবিক আৰু দুৰ্বল মনৰে কথা। এম,এ পঢ়িম যেতিয়া ভালকৈয়ে পঢ়িম।। পৰীক্ষাত নাম কৰিব নোৱাৰিম এই ভাবলৈ 'ল'ও পঢ়ি আইৰে বাৰ্তা পথাৰে যাত্ৰা কৰা হিচাপে নহয়।

ভাল কথা। তেন্তে সেয়ে হ'ব।

সিদিনাই অৰুণে কলিকতা পালেগৈ। অৰুণৰ মনত আজি উদ্যমেৰে ভৰপূৰ। যেন মৰা গছ বুলিয়ে ওৰকত নতুন সাৰ পাই সুন্দৰভাৱে ডালে-পাতে মুজৰি উঠিছে। দিন যাব ধৰিলে কলিকতা মহানগৰীৰ বিচিত্ৰতায়ো অৰুণৰ মন আকৰ্ষণ কৰিব নোৱাৰিলে। অৰুণে সংগোপনে-দিঠকে কেৱল এম,এ পঢ়াতে লাগিল। যেন সি আজি সাৰ্থক। তাৰ সাধনা যেনে এম,এ ভালভাৱে নাম কৰাটো।

এদিনা সি বহি পঢ়ি আছে। কেইজনমান ছাত্ৰ গৈ কলে "আপুনি আজি আমাৰ সভাত সভাপতি হ'ব লাগিব। বিষয় "দুখীয়া ল'ৰাৰ সহায় ভঁৰাল" এই ভঁৰালৰ কাৰণে সিহঁতে কেইটামান টকা তুলিছে।

অৰুণে ক'লে কেইটামান টকাৰে দুখীয়া ভঁৰাল কেনেকৈ হ'ব পাৰে।

তথাপি দুটা-এটা ল'ৰাকতো সহায় কৰিব পৰা যাব? দুটা-এটা ল'ৰাক যেনেকৈ সহায় কৰিব পৰা যাব তেনেকৈ বিশ্বাস কৰা, চেষ্টা আৰু শক্তিৰ অপব্যয় কৰিব লাগিব ভাবি চোৱা। বিশেষতঃ পঢ়া অৱস্থাত ছাত্ৰৰ এনে শক্তি হলে কৰি বিশেষ কামো কৰিব পৰা নাযায় আপোনাৰ নিজৰো সাধনাত নষ্ট হ'ব। কাম কৰিলে ভালভাৱে ডাঙৰ আদৰ্শ আগত ৰাখি ডাঙৰভাৱে কাম আৰম্ভ কৰি একাগ্ৰতাৰেভাৱে লগাটো আৱশ্যক। নহলে আইৰো বাৰ্তা পথাৰে যাত্ৰাৰ দৰে কামো ভাল নহয়। আপোনাৰ এবাৰ কামত সিদ্ধি লাভ কৰিব নোৱাৰিলে সেই কামলৈ মানুহৰ অনাস্থা হয়। তদুপৰিও যদিহে সেই টকা-পইচাবোৰৰ ভালভাৱে ব্যৱহাৰ নহয় তেন্তে আগলৈ কোনো ভাল মানুহে তেনে কাম আৰম্ভ কৰিলেও

মানুহৰ পৰা সম্পূৰ্ণ সহানুভূতি নাপায় আনকি তেওঁলোকে বহুতো সন্দেহৰ চকুৰে চাব। সেই কাৰণে কাম আৰম্ভ কৰোতে বহুতো ভাবি-চিন্তি কৰা যুগুত।

কথাটো সঁচা। কিন্তু তেনেভাৱে কাম কৰিব লাগিলে কোনো কামকে আৰম্ভ কৰা টান।

সেইটো সঁচা। কিন্তু যি কামত চিৰকাল খাটিব নোৱাৰি বা একাগ্ৰপতীয়াভাৱে লাগিব নোৱাৰি সেই কামত সিদ্ধি লাভ কৰা অসম্ভৱ। এই কথা জানিও কামত হাত দিয়া মানে ভৱিষ্যতে হ'বলগীয়া কামো নষ্ট কৰায়। তদুপৰি চামে চামে ল'ৰা আহে চামে চামে গুচি যায়। কোন সময়ত কোন বিধৰ ল'ৰা আহে সেইটো বুজি পোৱা টান। গতিকে আজি যিমান উদ্যম, সহিষ্ণুতা ধৰ্যৰে তোমালোকে কাম আৰম্ভ কৰি কিছু পুঁজি তুলি যাবা পিছৰ ল'ৰাসকলে যদি বেয়া হয় তেন্তে সেইবোৰ কত নাট হ'ব একো থিক নাই। মুঠৰ ওপৰত ছাত্ৰ শক্তিৰ ওপৰত ৰাইজৰ এটা অনাস্থা ভাবৰ সৃষ্টি হ'ব। এনে কাম কৰিব লাগিলে সকলো ঠাইৰ পৰা গাঁৱে-ভুঁৱে পইছা তুলি এটা এনে ধন পুঁজি গোটাব লাগে যিটো বেঙ্কত থৈ তাৰ সুদেৰে ল'ৰাক সহায় কৰিব পৰা হ'ব। খিলঞ্জীয়া ধন পুঁজিৰ আদৰ্শ আগত নলৈ আহি আজি পাম কাইলৈ খৰচ কৰিম এনে ধৰণৰ ধন-ভঁৰাল আৰম্ভ কৰি শেষত নিৰাশা আৰু অকৃতকাৰ্যতা লাভ কৰা বৰ শোচনীয় কথা। তাৰ ফলত আমাৰ শক্তিৰ অপচয়ৰ বাহিৰে আন একো নহয়।

তেন্তে আপুনি এনে সদ অনুষ্ঠানত যোগ নিদিয়ে যোগ নিদিওঁ বুলি ক'লে ভুল হ'ব। যোগ দিব নোৱাৰোঁ। যদি পঢ়া শেষ কৰি এনেভাৱে এটা পুঁজি কৰিব খোজা তেন্তে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ওলাই এবছৰ বা দুবছৰে দেহ-মন সকলো অৰ্পি কাম হাতত লোৱাহে আৱশ্যক অৱশ্যে এনে সহানুভূতিপূৰ্ণ ভাল কথা কোৱা বেয়া পাব নোৱাৰে। দুখীয়া লৰাক ভাল শিক্ষা দিবলৈ সহায় কৰাত কোনে আপত্তি কৰিব কিন্তু এনে চঞ্চলভাৱে আৰু ডাঙৰ আশা আগত ৰাখি কামত একাগ্ৰপতীয়াভাৱে নলগা কাৰণে আমাৰ বহুতো অনুষ্ঠান দুপাততেই নষ্ট হৈ অসমীয়াই কোনো ডাঙৰ কাম কৰিব নোৱৰা বা ধন আদিৰ অবিশ্বাসৰ ভাব অসমীয়া ৰাইজৰ ভিতৰত সোমাইছে। সেই ভাবটোৰ সৃষ্টিৰ লগে লগে আমি কোনো ভাল কামত সিদ্ধি লাভ কৰিব নোৱৰা হৈছোঁ। কোনো কাৰণেই ধন তুলিবলৈ গলেই "হৈছে আকৌ এজন দেশপ্ৰেমিকৰ আবিৰ্ভাৱ, কেইদিন কেটামান টকা-পইছা তুলি নিজৰ স্বাৰ্থ পূৰণ কৰি ক'ৰবাত বুৰ মাৰিছে।

তেন্তে এই ভাবটো গুচাবলৈ উপায় কি ?

তাৰ উপায়, যি কাম আৰম্ভ কৰা যায় ভাবি-চিন্তি আদৰ্শত সিদ্ধি লাভ কৰিবলৈ, দেহে-কেহে চেষ্টা কৰি একাগ্ৰপতীয়াভাৱে লাগিব পাৰিলেই সিদ্ধি হব। লগে লগে ৰাইজৰ মনৰ পৰা তেনে ভাব আঁতৰ হৈ এটা বিশ্বাসৰ সৃষ্টি হ'ব। নহ'লে কথা নাই বতৰা নাই আজি কাম আৰম্ভ কৰিলে কাইলৈ আমাৰ অধৈৰ্য-অসহিষ্ণুতা আৰু চঞ্চলতাৰ কাৰণে নষ্ট হ'ব তেনেভাৱে দিন দিন অসমীয়া জাতিয়ে একো কৰিব নোৱৰা অৱস্থাহে বাঢ়িব। লগে লগে সকলো পিনে অনাস্থা, অবিশ্বাসৰ ঘোৰ মূৰ্তিয়ে আমাৰ সকলো সজ শক্তিৰ মূলচ্ছেদ কৰিব। আমি যে এনেভাৱে দেশৰ কিমান অন্যায় কৰিব ধৰিছোঁ তাক অলপো ভাবি চোৱা নাই। বিশেষত ছাত্ৰৰ মাজত এনে ধৰণৰ কু আদৰ্শ আৰু ভয়ঙ্কৰ।

ল'ৰাজন কিছুমান পৰ নামাতি আছিল। অলপ পিছতে উঠি এৰা আপুনি কোৱা কথাটো ভাবি চাবলগীয়া।

বুজিছা মই কিতাপৰ ব্যৱসায় কৰোতে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ঘুৰি ফুৰি অসমীয়া মানুহৰ মন, অসমীয়া জাতিৰ কত দুৰ্বলতা সকলো গম ধৰিব পাৰিছোঁ। গতিকে অসমীয়া জাতিৰ কথাত এটা ঘোৰ অবিশ্বাসৰ সৃষ্টি হৈছে। বৰ্তমান সময়ত সোপাসোপে সভা-সমিতি, সজ কামৰ ভঁৰাল বা যেনে তেনে আন্দোলন উলিয়াই আকৌ তাত কৃতকাৰ্য হ'ব নোৱাৰি সেই ভাবটো আৰু দৃঢ় কৰাতহে সহায় কৰিব। প্ৰত্যেক অসমীয়াই এইবোৰ ভাবি-চিন্তিহে কামত লগা উচিত। অবিশ্বাসৰ বীজে জগতত সকলো ভাল কামত বাধা দিয়ে আৰু বিশ্বাসৰ দ্বাৰা স্বৰ্গৰাজ্য অধিকাৰ কৰিব পাৰি, ঈশ্বৰত লীন হ'ব পাৰি এই কথা জানো নুবুজা। বৰ্তমান সময়ত মই কোনো আন্দোলনৰে পক্ষপাতী নহওঁ। আনপিনে আন্দোলন কৰিলেও এনেভাৱে কৰিব লাগে যাতে অৰ্পিম জীৱন কিম্বা কৃতকাৰ্য হম। কিন্তু এনে দৃঢ়মন অসমীয়াৰ মাজত এতিয়া কত ?

জীৱন কিম্বা কৃতকাৰ্য হয়। কিন্তু এনে দৃঢ়মন অসমীয়াৰ মাজত এতিয়া কত ?

(২২)

নলিনীয়ে সেইদিনাই গৈ কৰুণাৰ কাষপাই তাইৰ সকলো ঘটনা বিবৰি ক'লে। আনকি তাই কলে এনে ছটা কথা আৰু অসজ ব্যৱহাৰ সহ্য কৰাতকৈ তাই বৰং অইন ঠাইত নেখায়ো মৰিব। কৰুণাই নলিনীৰ সকলো কথা শুনি থাকিল। তাৰ আটাইতকৈ মনত বৰ আচৰিত লাগিল, সৰস্বতীৰ অসজ আচৰণৰ কথা। সেই সৰস্বতীক সি এদিনা যাক দেৱতুল্য ভাবিছিল আজি তেওঁৰ কি এনে অৱনতি হ'ব পাৰে। কিন্তু নলিনীৰ কথাত অবিশ্বাস কৰিবলৈ টান। তেন্তে ইয়াৰ কাৰণ কি ? তিৰোতাৰ চৰিত্ৰ কি এনে ৰহস্যপূৰ্ণ ; সেইটো বুজা মানুহৰ সপোনৰ অগোচৰ। বহুপৰ নামাতি পিছত ক'লে । নলিনী এতিয়া কি কৰিব খোজ ? যদি তাত বেয়া পাইছ তেন্তে ইয়াতে থাক ?

নাই মই ইয়াতো নাথাকো বহুতে বহুত কথা কব। যদি পাৰে মোক এটা সৰু ঘৰ ভাৰা কৰি দিয়ক। আৰু লগত ৰখাকৈ এটা সৰু চাকৰ ল'ৰা ৰাখি দিয়ক।

সেইটো অৱশ্যে বৰ টান কথা নহয়। কিন্তু বৰ্তমান সমাজ বৰ ভয়ঙ্কৰ। কেনেভাৱে কোন সুচল মানুহে মানুহৰ সৰ্বনাশ কৰে ঠিক নাই। তহঁতে সেইটো সপোনত ভাবি পোৱা নাই। বৰং তাতকৈ ইয়াতে থাক। অইন মানুহৰ কথাই কি কৰিব পাৰে। আচলতে মানুহৰ চৰিত্ৰ, নিজৰ দুৰ্বলতাহে আচল কথা। সোণক হাজাৰ মানুহে পিতল বুলিলেও পিতল নহয়। আকৌ পিতলক সোণ বুলিলেও পিতল নহে যেনে হ'ব নোৱাৰে। আচলতে মানুহৰ নিজৰ আন্তৰিকতা আৰু পবিত্ৰতাহে আচল বস্তু।

নলিনীয়ে নামাতি থাকিল। কৰুণাই কৈ গ'ল। বৰ্তমান শিক্ষাই বাহ্যিক আচৰণ বাহ্যিক ৱাহ-বিলাহ আৰু বাহ্যিক ডিগ্ৰি পাছৰ মোহৰজাল বেছিকৈ মানুহৰ চকুত দাঙি ধৰি মানুহক প্ৰলোভন সাগৰত পেলাই অন্তৰৰ কথা, সৰলতা, মনৰ পবিত্ৰতা নিৰ্মলতা সকলো চাকনৈয়াত পেলাই ঢোকেঢোকে পানী খুৱাব ধৰিছে। আকৌ সেই পানীকে অমৃত জ্ঞান কৰি মানুহ আত্মহাৰা হৈ তাতে সাঁতুৰি-নাদুৰি ফুৰিছে। নলিনী বেছি কথা নকওঁ এই সৰস্বতীকে বা ব্যহ্যিক আচৰণ, শিক্ষাৰ চমকনিয়ে এনেভাৱে সুন্দৰভাৱে সজাইছিল যে কোনোদিনাও বুজা নাছিলো তেওঁৰ মন যে ইমান নীচ, অন্তৰ সমূলি ইমান তলখাপৰ। এই কথাবোৰ কোৱাৰ লগে লগে সৰস্বতী এখন গাড়ীৰ পৰা নামি আহি কৰুণাৰ ঘৰৰ দুৱাৰমুখ পালেহি। কৰুণাই ক'লে বৰ্তমান শিক্ষাত ধিক্কাৰ, বৰ্তমান স্ত্ৰী-স্বাধীনতা মাথোঁ কিছুমান নীচ মনা তিৰোতা শিক্ষাৰ মই বৰ ভাবত সাঁতুৰি ফুৰা ; সজলোকৰ সমানে সমানে অধিকাৰ উচ্ছৃংখলতাৰ কল্পনা। তাত অকল প্ৰাণ নাই, আনপিনে স্ত্ৰী-স্বাধীনতাৰ আচল স্বৰূপ কি তাকো তেওঁলোকে বুজি নাপায়। সৰস্বতী, আৰতি আৰু যদি কোনোবা বিদূষী তিৰোতা আছে সকলো সেই একে পথৰে পথিক।

সৰস্বতীয়ে ততালিকে সোমায়ে হঠাৎ কৰুণাৰ চকুৰে চকুৰে পৰিল। কৰুণা সৰস্বতীৰ এনে আচহুৱা আবিৰ্ভাৱত অতি আচৰিত হ'ল। বিশেষতঃ তাৰ আগেয়ে কোৱা কথা কেইতাৰ যে সৰস্বতীৰ কাণত পৰিছে সেইটো ভাবিও সি কি কব কি নকব বিমোৰত পৰিল।

সৰস্বতীয়ে পোনছাটে মুখ ঘূৰাই নলিনীৰ পিনে চাই"ভাল দেখিছোঁ ঘৰৰ সকলোবোৰ চুৰ কৰি লৈ আহি একেবাৰে মন্দিৰৰ ভিতৰত।"

চুৰকৰা কথাত নলিনীৰ ভয়ঙ্কৰ খং উঠিল। তাই তৎক্ষণাৎ কলে সাধাৰণ মানুহৰ কথাতো কিছু লাগ-বান্ধ থাকে বা অসত্য কথাত ক'লে ভয় থাকে কিন্তু তোমাৰ দেখিছোঁ সেইটোৱো অভাৱ। চুৰ তুমি কৰিব পাৰা কিন্তু আজিলৈকে মই সেই বিদ্যা শিক্ষা নাই।

সৰস্বতীৰ তেনে আৰোপ আৰু অপবাদ অসহনীয় হ'ল। বিশেষতঃ নলিনীৰ ওপৰত আগেয়ে তেওঁৰ ব্যৱস্থা বোৰৰ কথা শুনি খং উঠিছিল। সি কলে তুমি ভদ্ৰ মানুহৰ ছোৱালী শিক্ষাৰ ধাপো বহুতো পাৰ হৈছা। বহুত কিতাপো পঢ়িছা, কিন্তু তুমি কি বিশ্বাস কৰা নলিনীয়ে চুৰ কৰিব পাৰে।

এশবাৰ পাৰো, হাজাৰবাৰ পাৰো। বোধ কৰোঁ যাৰ নিত্য অভ্যাস তেনে মানুহে যে চুৰ কৰিব নোৱাৰে সেইটো কোনে ভাবিব ?

হীৰা।

এৰা!

কিমান মূল্যৰ!

ক'ব নোৱাৰো। কিয়নো মোক এজনে সেই হীৰা ডোখৰ উপহাৰ দিছিল।

হীৰাৰে নলিনীয়ে কি কৰিব ?

কি কৰিব কোনে জানে ? কিন্তু আনে দিয়া বস্তু বুলি সেইটো মোৰ পক্ষে বৰ মূল্যবান সেইটো মই বুজো।

আনে কিয় দিছিল।

ক'ব নোৱাৰোঁ। কিন্তু দিছিল যে সেইটো ধ্রুব সত্য। আকৌ সেইটো যে নলিনীয়ে চুৰ কৰিছে সেইটোও মই সুন্দৰভাবে প্ৰমাণ কৰিম।

নলিনীয়ে ক'লে "ভাল কথা প্ৰমাণ কৰা"।

আদালতত নে ইয়াতে ?

কৰুণাৰ মনতো এইবাৰ কেনেবা কেনেবা লাগিল। সি ক'লে আদালতৰ কথা এৰা, ইয়াতেই প্ৰমাণ কৰা ? নলিনীয়ে ক'লে, "মই তোমাৰ আগতে জানো ওলাই অহা নাই ?

ওলাই আহিছা সঁচা। সেই বুলি যে আগতে লগত লৈ অহা নাই সেইটো তুমি প্ৰমাণ কৰিব নোৱাৰা।

নলিনীয়ে ক'লে, "ভাল কথা যদি মই অনা বুলি ভবা কেন্তে তুমি হীৰাডোখৰৰ মূল্য কোৱা, মই তাৰ দাম দিম।

কেৱল মূল্য দিলে নহব তাৰ লগে লগে দণ্ড দিব লাগিব।

ভাল কথা!

তেন্তে তুমি মোৰ লগত আমাৰ ঘৰলৈ যাব লাগে। সেয়ে তোমাৰ দণ্ড।

অসম্ভৱ মই আৰু তোমাৰ ঘৰলৈ নাযাওঁ। অন্ততঃ প্ৰাণ থাকে মানে।

এই চোৰা এতিয়াই তুমি দণ্ড দিওঁ বুলিছিলা। কিন্তু এক মুহূৰ্ত্ততে কথা ঘূৰালা। তুমি কেৱল চোৰেই নহয় লগে লগে ভয়ঙ্কৰ মিছলীয়া। মই তোমাৰ সমুখতে প্ৰমাণ কৰিলো। কৰুণাই কলে কিন্তু তুমি প্ৰমাণ দিব খুজিছিলা।

মোৰ প্ৰমাণলৈ অপেক্ষা নকৰি তেওঁ মূল্য দিব ওলাইছিল। লগে লগে দণ্ডও।

জগতে মোক মিছলীয়া বুলিলেও মই আৰু সিমুখ নহওঁ। বুলিয়েই নলিনী ভিতৰ সোমাই এখন পোৱা-পাটীত পৰি উচুপিব ধৰিলে।

সঁচাকথা। কিন্তু মানুহৰ তেজ মাংসৰ শৰীৰ। সকলো দণ্ড যে লব পাৰে সেইটো সকলো সময়তে সম্ভৱ নহয়। বাৰু মই যদি প্ৰমাণ দিব পাৰো তেওঁ যাব ?

চুৰ কৰা লোকক আকৌ ঘৰলৈ নি বিপদ কিয় ওচৰ চপাবা ? বিপদ চপোৱাত মোৰ আনন্দ । চোৰক সদায় চকুৰ আগত ৰাখিলে চুৰকৰা বেছি সম্ভৱ নহয়। বৰং দূৰে দূৰে থাকিলে কেতিয়াবা বিশেষ অঘটন ঘটাব পাৰে। বিশেষত তেওঁ মোৰ ক'ত কি বস্তু আছে সকলো জানে। বাৰু আন কথা এৰি এতিয়াই প্ৰমাণ দিওঁ বুলি ততালিকে এটা বাকচ উলিয়াই দি কৰুণাৰ হাতত দিলে।

কৰুণাই বাকচটো লৈ মেলি চাই কলে, "এইবোৰ দেখিছো মই লিখা চিঠি। ইয়াত কি প্ৰমাণ হ'ল ?

সৰস্বতীয়ে সন্দিগ্ধ নয়নে কৰুণাৰ মুখলৈ চাই ৰ'ল।

হঠাৎ কৰুণাই ক'লে এয়ে প্ৰমাণ নে আন কিবা ?

এয়ে প্ৰমাণ তুমি এখন চিঠি ভাঙৰকৈ পঢ়া।

কৰুনাই কলে ভাঙৰকৈ পঢ়িবলৈ আৱশ্যক নাই। মই বুজিছো তুমি এখন ভুল সাগৰত পৰিছা, আৰু তাতে বুৰগৈ ভুলতে ভুল দেখি সৰ্বত্ৰ যে বস্তুতে ভুলৰ সংসাৰ থাপিছা কিন্তু সেই ভ্ৰম ভঙ্গাৰ লগে লগে সকলো নিৰ্মলতা দেখা পাবা। বুজিছা সৰস্বতী মানুহে যেনেভাৱে ভাবে প্ৰায়ে তেনে ভাবেৰে দৃশ্য জগতত পায়। মোক তুমি বিশ্বাস কৰা এইবোৰ চিঠিৰ মাজত অলপো অপৱিত্ৰতা বা সন্দেহ কৰিবলগীয়া একো নাই। ভালপোৱা শব্দৰ অপভ্ৰংশ অৰ্থ কৰিলে উপায় নাই। মই নলিনীক ভনীৰ বাহিৰে কোনো দিনাও আন ভবা নাই। নলিনী মোৰ সগৰ্ভা ভনীতকৈও বেছি। মই আহিৰৰ দিন ধৰি মোৰ হৃদয়ত নিজৰ ভনী স্বৰূপে ঠাই দিছোঁ তাৰ এপদো পিছলা নাই। তুমি এদিন নলিনীক মৰম কৰি নিজৰ ঘৰত ঠাই দিছিলা ; সেইবাবে তাইক লৈছিলোঁ।

শুনিছোঁ অকাৰণত তাইক এতিয়া নানা অসজ ব্যৱহাৰ কৰিব ধৰিছা। তাই আকৌ মোৰ কাষলৈ উভতি আহিছে মই শত আপদ বিপদ হ'লেও মই তাইক মোৰ ঘৰত ঠাই দিম।

সৰস্বতীয়ে নামাতি থাকি কেৱল কৰুণাৰ কথা শুনিয়ে থাকিল।

ৰুকশাই ক'লে নাজানো নলিনীক তুমি কিহত বেয়া পালা ? কিন্তু বিয়ে নহওক সকলো মানুহে সকলো মানুহক সকলো অৱস্থাতে সন্তোষ দিয়া অসম্ভৱ। এনেও হ'ব পাৰে নলিনীৰ আচৰণ তোমালোকৰ লগত খাপ নাখায় নাইবা তাইৰ কিবা দোষো থাকিব পাৰে। তোমালোকক সন্তোষ দিব নোৱৰাত মই সেইটো তোমাৰ দোষ বুলি ভবা নাই. যি নহওক আশাকৰো তাইৰ দোষ সকলো ক্ষমা কৰিবা?

কিন্তু তাই আপোনালোকৰ লগত থাকিলে তাইৰ কেতিয়াও বিয়া হ'ব নোৱাৰে। আপুনি ভালকৈ জানে মানুহে অন্তৰ পবিত্ৰতাতকৈ বাহ্যিক আপবাদক বেছি মূল্য দিয়ে। আপুনি কৈছে আপুনি কাহানিও তাইক ভনীৰ বাহিৰে আন একো ভবা নাই। কিন্তু জগতে অন্যৰূপে বিশ্বাস কৰে। গতিকে তাইৰ ভাল ঘৰত বিয়া হোৱাৰ সম্ভৱ কি ?

তাইৰ ভৱিষ্যত ঈশ্বৰৰ বাহিৰে কোনে জানে ? যদি এজনী নিৰপৰাধী নাৰীয়ে বাহ্যিক গঞ্জনাৰ কাৰণে চিৰকাল আবিয়ৈ থাকিবলগীয়া হয় তেন্তে তাত তাইৰ দোষ কি ? তাইৰ কপাল ভাল হ'লে সকতে মাক ধুকাব কিয় ? তাইৰ বিয়া নোহোৱা অৱস্থাতে দেউতাককো হেৰুৱাই আলাই অত্তানি হব কিয় ? সৰস্বতী। কপাল। এই কপালৰ কাৰণে সেয়ে জগতত সুখ, আনন্দ, শান্তি পায় আকৌ সেয়ে হাজাৰ চেষ্টা কৰিও বিপদৰ লগতে নিতৌ যুঁজিব লাগে। কিন্তু মই তোমাক ঈশ্বৰক সাক্ষী কৰি কওঁ মোৰ সম্বন্ধে তোমাক তেনে ভাব সম্পূৰ্ণ কেঁচুমতাৰে গঢ়া।

আপুনি এদিন কোচবেহাৰত পুখুৰীৰ কামত মোক কি কৈছিল ? আৰু সেই স্মৃতি নানিবা। সেই স্মৃতি এটা অতীতৰ গুহাত পেলাই মোৰ জীৱনৰ শান্তিৰ পথ কেৱল এই কিতাপবোৰৰ মাজত পাব খুজিছোঁ। অশান্তিৰ ভাবক যিমানেই উবিয়লিত এৰি দিয়া সিমানে সি প্ৰভুত্ব কৰি লয়। কিন্তু মই জীৱনত এবাৰ ভুল কৰিছোঁ সেই ভুলতে আৰু সাঁতুৰিব নোখোজোঁ। যিদিনা তোমাক ক'ব নোৱাৰিলোঁ সৰস্বতী মোক মোৰ অসজ আচৰণৰ কাৰণে ক্ষমা কৰিবা। মানুহৰ জীৱনত বহুতো ভুল হয়। কিন্তু এটা ভুলৰ মাজত। কিন্তু এটা কথা কওঁ সেই কথাবোৰত মোৰ মনত যি খেলাইছিল তাকে মাথোঁ প্ৰকাশ কৰিছিলোঁ। সৰস্বতী সেই ভালপোৱা ভক্তিত মোৰ অলপো বহুল নাই। অৱশ্যে তোমাৰ ভাবতো মই বেয়া পাবলগীয়া একো নাই। এজনে ভালপালেই বুলিয়েই যে আনজনে ভাল পায়। সেইটো অসম্ভৱ আৰু তাৰ কাৰণে আনজনক দোষী কৰাও মিছা। যি নহওক মোৰ এসময়ত বিশ্বাস আছিল তুমি মোক ভালপোৱা আৰু সেই কাৰণে বোধ কৰোঁ সেই ভুলতে প্ৰত্যেক কথা বতৰাতে মই তাৰ নিদৰ্শন দেখিছিলোঁ। তাৰ ফলতে মই তেনে কথা কবলৈ সাহ কৰিছিলোঁ। কিন্তু মোৰ ভুল ভাঙিছে। সেই ভুল ভঙাৰ লগে লগে মই এখনি আন ৰাজ্যত সোমাই সৌ কিতাপৰ দ'মবোৰ চোৱা তাতে সকলো মন-প্ৰাণ সঁপি দিছো।

আপুনি আৰু কাকো বিয়া নকৰায় ?

বিয়া জগতৰ বস্তু হ'লেও সকলোৱে যে জগতত বিয়া কৰাব লাগে তাৰ কোনো অৰ্থ নাই। বোধ কৰোঁ তেনে ইচ্ছা ঈশ্বৰো নাই। নহ'লে ভাল পোৱাত ইমান ভুল কিয় ? এজনে এজনক ভাল পায়, কিন্তু আনজনে সেইপিনে উভতি নাচায় কিয় ?

সৰস্বতীয়ে নামাতিলে। অলপ পিছতে কলে নলিনী কলৈ গ'ল।

বোধ কৰো ভিতৰতে আছে। সৰস্বতী বিশ্বাস কৰা নলিনীয়ে চুৰ কৰিব পাৰে ? তুমি ভালকৈ চোৱা নাই নিশ্চয়, তোমাৰ হীৰা ঘৰতে আছে, নাইবা আনকোনোৱে নিছে। নলিনী এনে নীচমনা নহয়।

সৰস্বতীয়ে এইবাৰ হাঁহি মাৰি ক'লে নলিনী কত মোক লগ পাব দিয়া। মই হীৰা তেওঁৰ কাষতে উলিয়াম। অৱশ্যে তেওঁ স্বজ্ঞানে চুৰ নকৰিব পাৰে কিন্তু লগতে আনিছে সেইটো ধুৰুপ। সেয়া আচল হীৰা, মই সুন্দৰভাৱে পৰীক্ষা কৰি চাইছোঁ। তাত অলপো ক্ষতিয়ন নাই। অগত্যা ৰুকশাই সৰস্বতীক ভিতৰলৈ সোমাই নি দেখিলে নলিনীয়ে কান্দি কান্দি গাৰু তিয়াব ধৰিছে।

সৰস্বতীয়ে ততালিকে নলিনীৰ ওচৰ চাপি হাতখন ডিঙিত থৈ ক'লে নলিনী মোৰ কথাত তই খং কৰিছ ? মই তই নহলে যে এখন্তকো থাকিব নোৱাৰো।

ৰুকশাক আৰু ভালপোৱা কিয় বাইদেউ। জগতত যে আৰু কত প্ৰকাৰে লাঞ্ছনা গঞ্জনা খাব লাগিব ঈশ্বৰহে জানে। বাইদেউ মোক বিশ্বাস কৰা মই সকলো হলেও চুৰ কৰিব

নোৱাৰো।

চুব নকৰিলেও তোমাৰ কাষতে যে এই হীৰা পৰি আছে।

নলিনীয়ে আচৰিত হৈ খপজাই উঠি ক'লে ? বুলি সুধিলে।

সৰস্বতীয়ে কৰুণাৰ হাতখন তত্তালিকে ধৰি এয়ে মোৰ হীৰা। মোৰ ভুলতে যেনেকৈ হীৰা হেৰুৱাব ধৰিছিলো তোমাকো তেনেভাৱে হেৰুৱাব ধৰিছিলোঁ। উস্ ভুলে মানুহক আন গুহালৈ টানি নিয়ে। মোক ক্ষমা কৰা নলিনী। মোক ক্ষমা কৰা কৰুণা। আজি মোৰ সকলো ভুল ভাঙিছে। সকলোৱে হাঁহিলে। সেই হাঁহিও হীৰা ভাঁহি নগলেও জোনোৱালী ৰাতিৰ ৰূপালী মেঘ এডোখৰ যে ভাঁহি গ'ল তাত সংশয় নাই।

(২৩)

তেজপুৰত এজন ডেকা। সাজ-পাৰ গাঁৱলীয়া ধৰণৰ। হাতত এখন দা লৈ এঘৰ মানুহৰ বেৰ ভাল কৰিব ধৰিছে। ডেকাজনে কাম কৰা দেখিলে সহজতে বুজিব পাৰি সি নতুনকৈ টঙালৰ গাঁঠি দিয়া কাম শিকিছে। বেৰ আদি দিয়াত বৰ সুবিধা নহয়। কিন্তু বাবুৱে কম পইছাত দিন হিছাপে কাম কৰাব পাই তাৰ হতুৱাই কাম কৰাব ধৰিছে। এবাৰ বাবু ওলাই আহি আজি বেৰ দিয়া হ'বনে সুধিছে ?

হয় হ'ব। সি উত্তৰ দিছে।

যেনে কাম ভাল কৰিব পাৰো তেনে কৰিছোঁ। আপুনি বেৰখন কেনে দেখিছে।

অৱশ্যে বেয়া হোৱা নাই। যদি টঙালৰ গাঁঠি ভাল নহয় তেনেহলে লোহাৰ গুনাকে কিনি আনি দিওঁ।

বেয়া নহয়। বুলিয়েই আকৌ কামত লাগিল। বাবুজন গুচি গ'ল।

সেই ঘৰতে এজনী ছোৱালীয়ে বেৰৰ কাষত বহি ইংৰাজী পঢ়িব ধৰিছে। তাই এবাৰ ইংৰাজী পঢ়িলে "Mane does not respect dignity of labour" বন কৰা মানুহজনে সুধিলে dignity of labour কি মাইকণ ?

পৰিশ্ৰমলৈ সম্মান।

এৰা আমাৰ মানুহে পৰিশ্ৰম কৰিবলৈ বেয়া পায়। কিন্তু সেয়ে ইয়াৰ আচল অৰ্থ নহয়। মনুবাৰ কাম কৰিবলৈ লাজ পোৱাটোহে ইয়াৰ আচল অৰ্থ বুজায়। আমাৰ দেশৰ শিক্ষিত সকলে সাধাৰণ মনুৱাৰ কাম কৰিব নোখোজে সেইবোৰ কৰিলে লাজ পায়, মানহানি হয় বুলি ভাবে। মাইকণ তুমি কাপোৰ কানি ধোৱানে ?

ভালকৈ খুব নোৱাৰোঁ. এতিয়া পঢ়াতে ব্যস্ত আছোঁ।

কোন ক্লাছত পঢ়া ?

ক্লাচ নাইন।

লগে লগে কাপোৰ আনিত ব'ব লাগে।

তুমি পঢ়িছিলা ?

নাই। তেন্তে dignity of labour কেনেকৈ বজিলা? ইংৰাজী ভাষা ঘৰতে চাইছিলোঁ। তাতে পাইছিলোঁ।

মাইকণে হাঁহি মাৰি তুমি অলপ অলপ ইংৰাজী জানা ?

অলপ। দুটা-এটা শব্দ বুজিব পাৰোঁ।

বাৰু education মানে কি?

"শিক্ষা"

তুমি দেখো ইংৰাজী শব্দ বুজা।

কিন্তু Education মানে আচলতে বহুতে নুবুজে। Education মানে তুমি কি বুজা ? লিখা-পঢ়া জনাকে Education বোলে।

সেইটো আচলতে নহয়। ইংৰাজী ক'ব পাৰিলে বা লিখিব পাৰিলে বা সংস্কৃতৰ স্তোত্ৰবোৰ ভাটোৰ দৰে গালেই Education নহয়।

literacy আৰু Education ৰ পাৰ্থক্য আছে। আখৰ চিনা বা ভাষা শিকিলেই Education নহয়। আচলতে সেইবোৰৰ সহায়ত মানসিক, আধ্যাত্মিক আৰু শাৰীৰিক উন্নতি কৰিব পাৰিলেহে Education হয়। আমাৰ দেশত নিৰামৰৱেজনে আচল Education পোৱা নাই। মটৰত উঠি গা ঘেলালেই বা মটৰৰ উক-মকনি দেখিলেই মটৰৰ শিক্ষা নহয়। মটৰৰ ইঞ্জিন আদি ভালকৈ পুঙ্খানুপুঙ্খকৈ চাই সেইবোৰ ভাল কৰিব শিকিলেহে মটৰৰ Education হয়। সেইদৰে আমি যি জুইকাঠি ব্যৱহাৰ কৰো সেই জুইকাঠি জ্বলাই চিগাৰেট জ্বলাব পাৰিলেই জুই কাঠিৰ Education নহয়। জুইকাঠি কেনেকৈ কৰে সেইটো জানি জুইকাঠি বা

দিয়াচলাই আদি তৈয়াৰ কৰিব পাৰিলেহে তাৰ যথাৰ্থ শিক্ষা হয়। কিন্তু আমাৰ দেশৰ শিক্ষিতসকলে জুই কাঠি জ্বলাই চিগাৰেট লগাই ধোঁৱা উৰুৱাব শিকিছে। আমাৰ শিক্ষা ধোঁৱা কৰি উৰুৱাই দিয়া, মাইকণে হাঁহি মাৰি তুমি আচলতে নপঢ়িলেও দেখিছো বহু পৰিমাণে শিক্ষিতা। এতিয়া গা ধো-গৈ স্কুললৈ বেলি হ'ব।

বনুৱাজনে হাঁহি মাৰি যোৱাগৈ স্কুলত পঢ়াৰ লগে লগে ঘৰৰ কাম আৰু কাপোৰ-কানি ধোৱা আদি কাম কৰিবলৈ নাপাহৰিবা। সেইবোৰ এৰিলে ইতো নষ্ট ত'তো ভ্ৰষ্ট হ'ব। মাইকণ গুচি গ'ল।

ডেকাজনে বেৰখন কৰি শেষ কৰি উঠিলত বাবুজন ঘৰ পালেহি।

বেৰখন ভাল হৈছে। তোমাক চাৰি অনা দিব খুজিছিলোঁ। কিন্তু এই তিনি অনা পইছা দিওঁ নিয়া।

ডেকাজনে ক'লে এইটো বৰ ভাল নহয়। আপুনি আগেয়ে যি দিব খুজিছিল তাকে দিয়া আৱশ্যক।

আজিকালিৰ দিনত এয়ে বহুত। তিনিঅনা পইছা কম নহয়। তাতে মই লোহাৰ গুণা কিনিবলগীয়াত পৰিছোঁ।

আজিকালিৰ দিনত যে কথাৰ মূল্য ৰাখিব নালাগে সেইটো কদাপি নহয়। আপুনি যি দিওঁ বুলিছে দিয়ক। আপুনি নিজে বেৰখন কৰিব লাগিলে কিমান কষ্ট বুজিলে হেঁতেন।

বুজিছোঁ বুজিছোঁ। যি দিছো তাকে লৈ যোৱা।

নাই মই এপইছাও কম নিনিওঁ। আপোনালোক ধনী শিক্ষিত বনুৱাক যে এনেভাবে প্ৰৱঞ্চনা কৰিব লাগে সেইটো আপোনালোকৰ পক্ষে যুগুত।

Rascal, Stupid মোক ন্যায়-নীতি শিকাব আহিছে।

আপুনিও Rascal, Stupid কেৱল সেয়ে নহয় a cheat, Promise freaker.

তাৰ মুখৰ পৰা এনে হেন ইংৰাজী সুনি মানুহজন তবধ হ'ল। তথাপি সি ক'লে ঘৰৰ মুখত ডাঙৰ কথা বৰ অসহনীয়।

আপুনি যদি নিয়মিত পইছা নিদিয়ে তেন্তে মই এতিয়াই আপুনি যে কেনে প্ৰৱঞ্চক সকলোকে কৈ ফুৰিম।

ভদ্ৰলোকজনে অগত্যা পইছা চাৰিঅনা দিলে। শেষত ক'লে তোমাৰ নিচিনা অবাধ্য মানুহজনক কামত লগোৱাই অন্যায়।

হ'ব পাৰে। কিন্তু আপোনালোকৰ নিচিনা ভদ্ৰলোকে যে নিজৰ কথা মুহূৰ্তে মুহূৰ্তে ভঙ্গ কৰিব পাৰে সেইটোহে আচৰিত। কথা সকলোবোৰ নামেই বোধ কৰো ভদ্ৰতা।

তাৰ পিছদিনা সি থকা বাবু এঘৰৰ চাকৰটোৰ লগত বজাৰলৈ গ'ল। চাকৰটোৱে ক'লে মনোকাই বাবুৱে এটকা বজাৰ কৰিব দিছে। বাৰ অনা পইছা বজাৰ কৰি নিম। চাৰিঅনা দুয়ো ভগাই মিঠাই আদি খাম দেই।

নহয় টকাটোৱে বজাৰ কৰিব লাগিব। বাবুৱে টোক বিশ্বাস কৰিহে টকাটো দিছে আৰু মোকো তোৰ লগত আহিব দিছে।

থ, থ বিশ্বাস। বৰ বিশ্বাসেৰে দাম কৰিলেও যাবৰ দিনা বাবুৱে দৰমহা কেইটকা ৰাখিহে এৰিব। গতিকে এনেভাৱে নসৰকালে কেনেকৈ হয়। আজিকালি জগতত ক'তনো বিশ্বাস আছে ?

তেনে কথা নকবি। আমাৰ অসমত ডাঙৰ-সৰুৰ বিশ্বাস নহ'ব পাৰে, কিন্তু আন ঠাইত বিশ্বাসীক বৰ ওখ আসন দিয়ে। তই এপইছাও এনেকৈ অন্যায় খৰচ কৰিব নোৱাৰ। কৰিলেই মই বাবুক কৈ দিম।

তই ববুক ৰজা কৰিবি দে। বাবুৱেনো তোক কি দিয়ে?

একো নিদিয়ে। তথাপি বাবুৰ ঘৰৰ সৰু চালিখনতে থাকিতো কাম কৰিব পাৰিছোঁ।

শেষত উপায় নাপাই চাকৰজনে গোটেই টকাটোৰেই বজাৰ কৰি কি আপদটোৰ লগত পঠালে বুলি বস্তুবাহানি লৈ গ'ল। বাটে বাটে কলে মই তোৰ মনটোহে চাইছো। তই খৰচ কৰিব দিয় নে নিদিয়।

ডেকাজনে হাঁহি মাৰি ক'লে বুজিছোঁ বাবুৰ আগত মই তই কোৱা ; কথা কওঁ বুলি এতিয়া এনে বুধি। বাৰু মই একো নকওঁ। কিন্তু কাহানিও মানুহে বিশ্বাস কৰি দিয়া ধনৰ এপইছাও এনেভাৱে চুৰ নকৰিবি সেইটো মহাপাপ। আৰু এই বিশ্বাস নোহোৱা অৱস্থাই আমাৰ জাতিক সৰ্বনাশ কৰিব ধৰিছে।

বল বল ধৰ্ম যুধিষ্ঠিৰ।

পিছৰ দিনা কে'টামান হজুৱা মানুহৰ লগত সেই

ডেকাজনে একে লগে কাম কৰি আছে। বাবুজন ঘৰত নাই। এজন হজুৰা মানুহে কৈছে "কিমান কাম কৰাহে। অলপ বহা চাওঁতা কেও নাই। এদিনৰ কাম দুদিন বা তিনিদিন নকৰিলে সদায় পইছাদি কাম কৰোঁতা মানুহ ক'ত পাবা। আনজনে কৈছে এ পৰৰ কাম কোনোমতে দিন যাওক ক্ষণ সপক লগে লগে আমাৰ পইছাকেইটা মিলক।"

ডেকাজনে হঠাৎ ক'লে, "এনে কথা বাক নহয়। বাবুবেতো এনেয়ে কাম কৰোৱা নাই, পইছা দিছে। যিখিনি পাবা কৰা যুগুত।

এজন হজুৰা মানুহে ক'লে, "কৰিবা দে, কৰিবা। কাম কৰাই যদি চাই নাথাকে কিয় ?

"ঔ পইছা দিব আকৌ তোমালোকৰ লগত খতি হৈ কামো চাব।" এনে ধৰণৰ কথা ভাল নহয়। তেওঁৰ কাম তেওঁ কৰিছে। আমাৰ কাম যিমান পাৰোঁ আমি কৰোঁ। লোকৰ খাব খোৱা কাম কৰা উচিত নহয়।

এইবুলি ডেকাজনে দুগুণ উৎসাহে কামত ধৰিলে। আনজনে ক'লে, "এওঁ তৰাব। ঠিক এনে সময়তে বাবুজন আহিল। আটাইকেউজন মানুহে ততালিকে কামত লাগিল।। বাবুজনে মানুহজনে সুন্দৰভাৱে কাম কৰি থকা দেখি বেঁছ কৰিছা ককাইহঁত। আজি ঘৰটো উলিয়াই দিয়া।

এজনে ক'লে, তাকেইতো চেষ্টা কৰিছোঁ। আপোনাৰ কাম নে আমাৰ কাম দেউতা। যিমান পাৰো সিমানেই কৰিম। ডেকাজনে সেই হজুৰা মানুহজনৰ কথা শুনি এবাৰ খং মুৰাকে চালে আকৌ নিজৰ কামত লাগিল। তাৰ ভাব হল চৌদিশে কোনে প্ৰবঞ্চনা আকৌ মুখত সকলো কেনে সুন্দৰ। মুখৰ কথা শুনি কাকো অবিশ্বাস কৰিব নোৱাৰি। কিন্তু এনে অবিশ্বাসেই জাতিক সকলোপিনে নষ্ট কৰিব ধৰিছে। সকলোতে এৰা ধৰা সকলোতে অসাধুতা। সকলোপিনে মুখেৰে সকলো কৰিব পাবা স্বভাব। ডাঙৰ-সৰুৰ পাৰ্থক্য নাই। তেন্তে জাতিৰ উন্নতি ক'ত ? জাতিক বি কি কোৱোশ ধৰিছে তাক কোনে বিচাৰ কৰিছে। সিদিনা সি কাম এটাই বাতি তাৰ চালিখনৰ তলত বহি কিবা এখন কিতাপ পঢ়ি আছে। চালিৰ ওচৰতে এজন পঢ়াল'ৰা। ল'ৰাজনে কিবা কিতাপ পঢ়িছে বুলি চাই দেখে ওচৰতে এখন ইংৰাজী কিতাপ মেলি লৈছে। কিন্তু আগত এখন কিবা বঙালী ডিটেক্‌টিভ নভেল। সি দেখিয়েই ক'লে, বেশ পঢ়িছা।

অঁ পঢ়িছো কাই অলপতে পৰীক্ষা আছে। বৰা সেইখন দেখো কিবা ডিটেকটিভ্ উপন্যাস। ল'ৰাজনে যি পঢ়িব জানে সেইটো আগেয়ে নাজানিছিল। গতিকে তাৰ মুখত ডিটেক্‌টিভ উপন্যাসৰ কথা শুনি থতমত খাই ক'লে, "সেইটোক নকবা কাই। পঢ়ি পঢ়ি আমনি লাগিছে সেইখন পঢ়িব ধৰিছোঁ। তুমি পঢ়িব জানা নে কাই ?

অলপ অলপ জানো। তাহানি শিকিছিলো। বোপা বেজিয়া যি পঢ়া তাক দেখাদেখি পঢ়া ভালুকাচুখি কৰি এনেভাৱে পঢ়িলে ইটোও পঢ়া নহয়। কিটোনো পঢ়া হয়। লগে লগে কোনোৱা আহি দেখে এই ভাবটোহে বেছিকৈ প্ৰাধান্য লাভ। তদুপৰি এনে বঙালী বেয়া উপন্যাসবোৰ পঢ়ি সময় নষ্ট কৰাতকৈ এখন ভাল ইংৰাজী উপন্যাস নপঢ়া কিয় ? ইংৰাজীত শিকিব পাৰিবা, লগে লগে দেশ-বিদেশৰ বহুত কথাও জানিব পাৰিবা।

ইংৰাজী উপন্যাস পঢ়ি কোনে মাথে মাথে অভিধান চায়। আকৌ বহুত কথাও বুজিব নোৱাৰি।

বোপা দুই-এখন কষ্ট কৰি পঢ়া, দেখিবা বঙালীৰ দৰেই ইংৰাজীৰ সকলো উপন্যাসবোৰ সহজতে পঢ়িব পাৰিবা। বহুত কথাও জানিব পাৰিবা। ল'ৰাই আকো কথালে কাণ নিদি উপন্যাসত মনপুতি লাগিল। সি ভাবিলে পঢ়া ল'ৰাৰ পৰা, বন কৰা বুলি মজুৰী, চাকৰ লৰাৰ সকলোতে যেনেভাৱে এটা dishonesty সোমাই জাতিক সকলোপিনে চঞ্চল কৰি তুলিছে। কথাৰ মূল্য নোহোৱা কৰিছে। সি লাহে লাহে আঁতৰ হৈ আকৌ তাৰ পঢ়া কিতাপত মন দিলেগৈ তাৰে কেইদিন মানতে সি কলৈ গল কোনোৱে ক'ব নোৱাৰে। এদিন বন কৰিবলৈ গৈ সি আৰু উভতি নাহিল।

(২৪)

এইবাৰ গৰমৰ বন্ধ কেনেকৈ কটালা অৰুণ ?

একৰকম বেয়া নহয়। পঢ়া-শুনা বৰ ভাল নহ'ল তথাপি সময় বুজি বুজি অলপ পঢ়িছিলোঁ।

মোৰো তেনে অৱস্থা। ঘৰলৈ গ'লে পঢ়া নহয়। তাতে যেনে গৰম পৰিছে।

যি নহওক কোনোমতে এম্ এ তো দিব পাৰিলেই বৰ ভাল লাগিব। এম্ এ তো অলপতে হ'বই।

দেশৰ অৱস্থা কেনে দেখিলা ?

দেশৰ অৱস্থাৰ লগত আমাৰ পঢ়া অৱস্থাৰ সম্বন্ধ কি? আগেয়ে এম-এ টো দি লওঁ। তাৰ পিছত যি নহওক একো কৰিব নোৱাৰিলেও কংগ্ৰেছত যোগ দি নিজৰ নামটো লব পাৰিম। অন্তত অলপ states বা position থাকিব। কি কোৱা অৰুণ ? মানুহৰ ডিগ্ৰী বা position নাথাকিলে কাম কৰা মিছা। তেতিয়া কেৱল কামহে কৰিবা কিন্তু নামটো কৰিব আনে ?

তেন্তে তোমাক কামতকৈ নামটোহে বেছি লাগে।

অৱশ্যে বাৰু চোৱা। নন্ কো-অপাৰেশ্যনৰ সময়ত যিবিলাক ভলণ্টিয়াৰ আছিল সেইবোৰে জীৱন-মৰণ আওকাণ কৰি কাম কৰিছিল ; কিন্তু সেইবোৰৰ এতিয়া নামকে নুশুনা কেৱল নাম হ'ল উকিল, মুক্তিয়াৰ বা আন আন নেতাসকলৰহে। ভলণ্টিয়াৰসকলৰ নাম ক'ত বানপানীত উটি গ'ল কবকে নোৱৰা।

অৱশ্যে গাধৰ দৰে কেৱল খাটিলেই ঘোঁৰা হ'ব নোৱৰা। যদিহে ভলণ্টিয়াৰবিলাকৰ মাজত কাৰোবাৰ capability আছিল তেন্তে সেইবোৰো লাহে লাহে মানুহৰ চকুত নপৰাকৈ নাথাকে। কেতিয়াও নহয়, position নহ'লে কেতিয়াও মানুহৰ চকুত নপৰে'। এজন উকিলে নন-কোঅপাৰেশ্যন কৰি এবাৰ জেললৈ গৈ আকৌ ওকালতিত লাগিছেহি সেইবোৰেই আকৌ কাউন্সিলত যাবৰ সময়ত আগ আসন পাইছে কিন্তু ভলণ্টিয়াৰবোৰে কেৰে খাব নাপাই ইহ সংসাৰ পৰিত্যাগ কৰিলে কোনোৱে একো উপায় নাপাই পেটৰ চিন্তাত য'তে যি পাইছে চাপ্ৰাচী মহৰী হৈছে। কেৰে কলঢপ কলঢপকৈ থাকিলেও কেও নাম নাজানে।

তাৰ কাৰণ তেওঁলোকৰ Proper Education নোহোৱাটোৱে। অৱশ্যে Education মানে বি-এ, এম-এ ডিগ্ৰিৰ কথা কোৱা নাই। জানা-বি.এ-এম,এ ডিগ্ৰি নোহোৱাকৈও বেঞ্জামিন ফেঙ্কলিনে নিজৰ অধ্যৱসায়ৰ গুণত অশেষ জ্ঞান অধিকাৰ কৰি আমেৰিকাৰ স্বাধীনতা যুদ্ধত লেখতলবলগীয়া নেতা হৈছিল। ইংলণ্ড, ফ্ৰান্স আদি ঠাইলৈ আমেৰিকাৰ representative হিছাপে যাব পাৰিছিল। কিন্তু আমাৰ ভলণ্টিয়াৰসকলে জ্ঞানলৈ সমূলি পিঠি দি কেৱল গাধৰ দৰে খাটে। গতিকে তাৰ ফলত তেওঁলোকৰ প্ৰতিভা বিকাশ হ'ব নোৱাৰে বা আচল ঠাই পাব নোৱাৰে। কিন্তু তেওঁলোকেও ইচ্ছা কৰিলে ডাঙৰ ডাঙৰ কাউন্সিলাৰ যোগ্য ঠাই পাব পাৰে। ইচ্ছা কৰিলে অশেষ জ্ঞানৰ ৰাজ্য অধিকাৰ কৰিব পাৰে। আনকি তেওঁলোকে ৰাজনৈতিক ঋষি স্বৰূপে দেশৰ সমুখত জিলিকি উঠিব পাৰে। কিন্তু সকলো ক্ষেত্ৰতে লাগে চঞ্চলতা এৰি, বাহ্যিক আৰম্বৰ এৰি আচল যোগ্যতা অধিকাৰ কৰা।

অৱশ্যে সেইটো সঁচা। বাৰু যাওক এতিয়া এক আধ্যা এম, এ পৰীক্ষাৰ প্ৰশ্নকে আলোচনা কৰোঁ।

## (২৫)

এম, এ পৰীক্ষাত অৰুণে ফিলচফিত প্ৰথম বিভাগত প্ৰথম স্থান পাই পাছ কৰিছে। গেজেট বাহিৰ হওঁতেই আৰতীয়ে দেউতাকক ক'লে চাওক অৰুণৰ প্ৰতিভা। এনে প্ৰতিভা আপোনাৰ সহায় নাপালে এনেয়ে ভেঁকুৰিলেহেঁতেন। দেউতাকে কলে যি নহওক মনত বৰ আনন্দ পালোঁ। কিন্তু আজিলৈকে অৰুণ কলিকতাৰ পৰা নাহিল কিয় ? কেইখন চিঠি লিখিছোঁ একো দেখো উত্তৰো নাই। আৰতীয়ে ক'লে বোধ কৰোঁ কিবা কামত ব্যস্ত আছে অলপতে আহিব।

সৰস্বতীৰো বিয়া ঠিক হ'ল নহয়। ক'ব পাৰনে নোৱাৰা? কিয় নোৱাৰিম। অৰুণা ককাইদেৱৰ লগত বিয়াৰ দিন ঠিক হৈছে। হঠাৎ যে এনেভাৱে বিয়া ঘটিব কবকে পৰা নাছিলোঁ। সৰস্বতীয়ে দেখো কাহানিওয়ে বিয়া কৰাব সেই কথা প্ৰকাশকে কৰা নাছিল। আজি কাৰ্জন হলত দেশৰ সমস্যা সম্বন্ধে সভা হ'ব। আপুনি যাব ?

এবা এবাৰ যাবলৈ ইচ্ছা আছে। সৌৱা সৰস্বতীও দেখো আহিছে।

সৰস্বতী ওচৰ পালত আৰতীয়ে ক'লে মই বিয়া নাম আওৰাইছোঁ সৰস্বতী বাইদেউ।

সৰস্বতীয়ে হাঁহি মাৰি কলে বিয়া নাম আওৰাবলৈ কি হ'ব ? বিয়া নাম জানো গাব পাৰিবা ?

শিকিছোঁ। আৰু গামো চাবা ?

পিছে তোমাৰ বিয়া ?

মই তোমাৰ দৰে আঁজলী ছোৱালী পাইছা জানো যে ততালিকে পুৰুষৰ ওচৰত সকলো অৰ্পন কৰিম। তিৰোতাৰ এই দুৰ্বলতাই পুৰুষক সদায় প্ৰাধান্য দিছে।

বোৱা বোৱা তোমাৰ স্ত্ৰী-স্বাধীনতাৰ কথা। পুৰুষৰ লগত একেলগে তিৰোতাই আগবাঢ়িব নোৱাৰিলে স্ত্ৰী-স্বাধীনতা মিছা।

এতিয়া তাকে নকৈ কি ক'বা। পিছে আজি দেশৰ সমস্যা সম্বন্ধে সভাত নাযাবা ?

কেইদিনমান নাযাওঁ ব'বা।

ঔ বুজিছো কইনা হোৱাৰ উপক্ৰম হোৱাৰ কাৰণে ?

বুজিছো তোমাৰজন কত ? কোন।

সেই কেনভাচাৰ ? আমি সকলো শুনিছোঁ তেওঁক জানো এম,এ পঢ়াবলৈ দেউতাৰে পঠিওৱা নাই ? পিছে কেনভাচাৰৰ আগমন কেতিয়া ? তেওঁ দেখো সুন্দৰভাৱে পাছো কৰিলে। সোণতে সুৱগা। তাৰেহে বাৰ্তা দিব লবি আহিছিলোঁ।

আমি আগেয়ে গেজেটত দেখিছোঁ।

কিন্তু এনে মিছা কথাৰ জাল কিয় তৰিছা ?

তেওঁক পঠাইছে তেওঁৰ প্ৰতিভাও মোল বুজি কিন্তু আওপাকে কিয় ভাবা ?

বুজো ? বুজোহে ? পিছে আহে কেতিয়া।

ক'ব নোৱাৰোঁ ?

(২৬)

যিদিনা সৰস্বতী আৰু কৰুণাৰ বিয়া। ঢোল-খোল দগৰী আহিছে। জুমে জুমে মানুহ আহিছে। হঠাৎ মানুহ বিলাকৰ ভিতৰৰ এজনে ক'লে অৰুণ প্ৰফেছাৰ নতুনকৈ যে হ'ব সেইজন কোন ?

এজনে ক'লে কিয় কব নোৱাৰে সেই কিতাপৰ কেনভাচাৰজন। কিতাপ লৈ তলৌ তলৌ যে ফুৰিছিল।

ঔ সেইজন। কেতিয়া এম,এ পাছ কৰিলে?

কিতাপৰ ব্যৱসায় কৰি দেখিছোঁ বৰ ভাল কাম কৰিছে।

এজনে ক'লে এদিন কিতাপ লৈ কৈছিল পিছে বহুতো কথা কৈছিলোঁ। আজি যমুনা সমুলি হ'লে বৰ বেয়া হব।

এনেবোৰ কথা কৈ থাকোতে এজন ডেকা হনুৱা মানুহে ধুলিয়াইতক কলে "ঢোল বজা"। সকলোৱে সেই ডেকা হনুৱাজনলৈ মুখ ঘূৰালে। বিয়াঘৰীয়াৰ এজনে কলে এই মানুহজন বৰ কামিলা। বিয়াৰ বন্দোবস্ত প্ৰায় এইজনে কৰিছে। এজনে কলে এই মানুহজনক ডেকপুৰত দেখিছিলো হ'বলা। হেৰা মানুহজন এইপিনে আহকচোন। তেওঁ হনুৱাজন সেইপিনে আহিল তুমি ডেকপুৰত কাম কৰিছিলানে ?

হয় আপুনিও বিয়ালৈ আহিছে।

এৰা। বিয়াত দেখিছোঁ বহুতো মানুহ মাতিছে।

ডেকাজনে ক'লে, "আমাৰ যাবোঁ নাই অযোধ্যাও নাই।

তাৰ মানে ?

আগেয়ে বিয়াত গাঁৱৰ দুখী-কাঙালী সকলোকে মাতি খোৱা-লোৱা কৰ খেমালি কৰিছিল। আজিকালিৰ বিয়াত কেৱল ডাঙৰ ডাঙৰ পদবীৰ লোক চাইছে নিমন্ত্ৰণ। দুখীয়া কাঙালীলৈ নিমন্ত্ৰণ ক'ত। ডাঙৰ ডাঙৰ মানুহ আহিছে আৰু গৈছে। খোৱা-লোৱা হ'লেই আঁতৰিছে। বিয়াৰ যে কি হ'ব কোনে জানে ?

যোৱা মেতৰবিলাক আহিছে নহয়। আহিছে সঁচা কিন্তু সিহঁতে নিমন্ত্ৰণ পোৱা নাই। আজিকালিৰ বিয়াৰ জোখ কেইজন হাকিম, কেইজন চাহাব বিয়াত আহিল সেইটোহে। আমাৰ নিচিনা মানুহৰ ঠাই ক'ত ?

তুমিও বিনা নিমন্ত্ৰণে আহিছানেকি ?

দুখীয়াৰ নিমন্ত্ৰণ-অনিমন্ত্ৰণ কি আছে। অৱশ্যে মই নিমন্ত্ৰণ পোৱা নাই। কিন্তু বিয়াৰ কেইদিন দৈনিক আঠঅনা হিচাপে কাম কৰিছোঁ। পইছা নিম যেতিয়া বিয়া-ঘৰীয়াক যিমান পাৰি সহায় কৰিছোঁ।

এৰা বিয়াত ডাঙৰ ডাঙৰ মানুহ মতাতকৈ দুখী কাঙালী সকলোকে মতাহে যুগুত। সিহঁতে অন্ততঃ এসাঁজ খাবলৈ পাই যশ গাব।

কেৱল বিয়া বুলি নহয়। দুখী-কাঙালীৰ কতো ঠাই নাই। কেৱল যদি কতো কাম কৰিব লাগে তেতিয়াহে তেওঁলোকৰ আৱশ্যক। এখন সভা পাতিছে তাতো নিমন্ত্ৰণ পাব ভব্য-গব্য লোকসকলে। এখন পূজা পাতিছে তাতো নিমন্ত্ৰণৰ তালিকাত তেওঁলোকৰ হৈ অৱশ্যে যৰঙণি নিয়াত হলে দুখীয়া-কাঙালী বাদ নপৰে। এনেতে আৰতী দেউতাকৰ

সৈতে বিয়ালৈ আহিল। দেউতাকে কলে সাহিত্যিকৰ বিয়া। আনদিনে সাহিত্যিকৰ জীয়েকৰ লগত। ইমান পৰে সাহিত্যই কবিতাই, নাট-অভিনয়ে লগে লগে কল্পনাত উদ্ভৱ হৈ নৈ জুৰি বতা-বৰ ভৰি থাকিব লাগিছিল। কি কয় ডাঙৰীয়া ?

ডেকা হজুৰাজনে মাত লগালে আপোনালোকে সাহিত্য বিচাৰে পদ্যৰ সাহিত্যত, নৈ, জুৰি, চৰাই। সেই কাৰণে সাহিত্য সাহিত্য কৈ বিচাৰি ফুৰিব লাগে। কিন্তু সৌ চাওক মেতৰসকলে এখন লুচিৰ কাৰণে কিমান টনা-আঁজোৰা কৰিব ধৰিছে। যোৰা চাওক কপা, খোৰা, লেঙেৰা বোৰালৈ কেতিয়া অলপ বিয়াৰ বস্তু পাই কেইফন্টা বৈ আছে। কিন্তু কোনোৱে সিইঁতলৈ চকু দিয়া নাই। কেৱল কোনটো হাকিম আহিছে, কোনটো ডাঙৰ বিষয়া আহিছে তেওঁলোকক আথেবেথে ক'ত বহুৱাব, কি খুৱাব সেইবোৰলৈকে দহজনে লৰিছে। আকৌ চাওক সৌ বনকৰা মানুহ কে'জনলৈ। সিইঁতে দিনটো খাইছে নে লঘোনে আছে তালৈকে কাৰো ভ্ৰূক্ষেপ নাই। ঢুলীয়া-খুলীয়াৰ অৱস্থাও তথৈবচ। গতিকে আপোনালোকে বিয়াত কেনেকৈ ডাঙৰ ডাঙৰ সকলোকে চকু, সাহিত্যতো জুৰি, নৈ পৰ্বত, পাহাৰ সূৰ্য, চন্দ্ৰ, তৰালৈ চকু। সৰু সৰু সাধাৰণ কথালৈ চকু কৰিব কিয় ?

এজনে কলে এজন বনকৰা হজুৰা মানুহ। এই তই ডাঙৰ মানুহৰ লগত কথা কৰলৈ কি আৱশ্যক। নিজৰ কামত লাগগৈ।

লাগে। দেউতা। কিন্তু ডাঙৰৰ কাষত গা-ঘেলালে জানোচা অলপ ডাঙৰৰ আও-ভাও বুজো সেয়েহে ওচৰ চাপিছোঁ। দেউতা অকল মোৰ কথাবাৰ বেয়া পালে ? সাহিত্য চৈধ আখৰত চৰাই, জুৰি, নৈ এৰি এইবোৰ দুখী কাঙালীৰ অৱস্থাত পেলালে কিজানিবা অলপ অসমীয়া সাহিত্যয়ো গা- দাঙি উঠিব পাৰিলেহেতেন। বাৰু যি নহওক আহক দেউতাসকল খাবলৈ যোগাৰ হৈছে। আইটী আহক ভিতৰতে বহিব নে দেউতাকৰ লগতে।

দেউতাকে ক'লে একেলগে হ'ব।

সুন্দৰ। স্ত্ৰী-স্বাধীনতা পুৰুষৰ লগত একেলগে বহি খোৱাটোহে অন্ত নহ'লে ৰক্ষা।

আৰতীয়ে মানুহজনৰ পিনে অলপ কেৰাহিকৈ চাই লাহে লাহে ভিতৰ সোমাল।

সিদিনা বৰ বাজৰো সভা। কতই কি বক্তৃতা দিছে। কতই বক্তৃতাৰ সোঁতত সভাৰৰ নচুৰাই তুলিছে। সেই ডেকা হজুৰাজনো কি ভাবি সেই ঠাইখন পাইছে কেৱে নাজানে। সভ্যসকলে বক্তৃতা দি থাকোতে সিও কিবা মন কৰি এবাৰ ডাঙৰকৈ ক'লে "ডাঙৰীয়াসকল মাৰকে বা কাটকে মই বন্দীয়াও এবাৰ কথা ক'ব খোজোঁ।

এজনে ক'লে ক'ৰবাৰ বলিয়ানেকি ?

হয় বন্দী অলপ চেৰাবলিয়া।

পিছে কথাবোৰ কেনেবা কেনেবা লাগি মুখখনে উচপিচাই কিবা কওঁ কিবা কওঁ যেন লাগিছে।

দেউতাসকলে কৈছে খদ্দৰ ল'ব লাগে নহ'লে দেশৰ সৰ্বনাশ। কিন্তু দেউতাসকলৰ ঘৰত কিমানবোৰ খদ্দৰ আছে বন্দীয়ে এবাৰ ঘৰ সোমাই চাব খোজোঁ ? কেৱল শুনিম আৰু শুচি আহিম। বন্দী চেৰা বলিয়া হ'লেও কাৰো এখনো ফটা কাপোৰো নিনিওঁ।

সকলো সভ্যই নিতাল মাৰিলে। ডেকা হজুৰাই কৈ গ'ল, "জাতিৰ মাজত এনে লুক্ চুক সোমাই সকলোপিনে জাতিক খুলি খাব ধৰিছে। দেউতাইঁত সেইবোৰ এৰি আগেয়ে নিজৰ নিজৰ ঘৰখন ভাল কৰকগৈ লাগে যদি বন্দীয়েও অলপ-অচৰপ সহায় কৰিব।

এজনে মাত লগালে, "চেৰাবলিয়াক তাৰ পৰা আঁতৰ কৰা। সি কি দেশৰ কথা বুজে। তাক দালৈ কাম কৰিব যাব দিয়া। আনজনে ক'লে সি কি বেয়া কৰিছে। মুখা-পিন্ধা ভব্য-গব্য লোকসকলৰ মুখাখন কেৱল দাঙি ধৰিছে। সভাত হুলস্থুল লাগিল। ডেকা তৰপ তাৰ পিনে হ'ল। বুঢ়া তৰপ মনে মনে ৰ'ল। আকৌ ডাঙৰ ডাঙৰ বক্তৃতাৰ মহলা মৰা সকলে "খেদ খেদ দেশৰ কামত সভাত হজুৰা বনুৱা আহি লেটি-পেটি কৰিলে নহ'ব। সভ্য সমাজত যেয়ে সেয়ে অধিকাৰ পালে সভা-সমিতি আৰু হ'ব নোৱাৰে। কিন্তু ইতিমধ্যতে হাই-উৰুমিত ডেকা হজুৰা কোনখিনি পালে কেৱে গম ধৰিব নোৱাৰিলে।

(২৮)

দুদিনৰ পিছত অৰুণে কলেজত অধ্যাপক হ'বলৈ আহিব লাগিব। কিন্তু আজিলৈকে নাহিল। আৰতীৰ দেউতাকে ক'লে, "অৰুণ আজিলৈকে নাহিল ক'ত আছে একো বাতৰিও নাপালোঁ। এনেতে সৰস্বতী, কমলা নলিনী

আৰু ডেকা হজুৰাজন আহি সেইখিনি পালেহি।

সৰস্বতীয়ে ক'লে, "এই মানুহজনে আমাৰ ঘৰত কাম কৰিছিল। সি কয় হেনো সি বাৰী-ঘৰ ভালকৈ চিকোণাব পাৰে। বাস্তৱতে কথাটো মিছা নহয়। যদি ইচ্ছা কৰা আৰতী তোমালোকেও কামত লগাব পাৰা।

আৰতীয়ে ক'লে বাৰীৰ কামত যদি পাকৈত তেন্তে আমাৰ সেই বেলতলাৰ ওচৰত বাৰীখনত কাম কৰিব পাৰিব।

দৰমহা!

দৰমহা কেইটকাকৈ লাগে কোৱা!

ডেকা হজুৰাজনে ক'লে অন্য একো নালাগে খাব ল'ব দিব আৰু দুবছৰৰ পিছত মোৰ বিয়া ঠিক কৰি দিব।

আৰতীৰ দেউতাকে কথাটো সহজ দেখি "ভাল কথা" কিন্তু কাম-বন ভালকৈ কৰিব লাগিব। আমি মাজে সময়ে তাঁলৈকে যাম।

কৰুণাই এনেতে মাত লগালে কিন্তু কিছুমান ইয়াক কিতাপো দিব লাগিব। ইয়াৰ কিতাপ পঢ়াত বৰ ৰাপ।

কি কিতাপ পঢ়ে ?

কাণখোৱা, ভীম চৰিত, স্যমন্ত হৰণ আৰু কি লাগিব মনোকাই ?

সীতা হৰণ, বলী চলন আৰু একণি নামঘোষা ?

নামঘোষা তই ভাল পাব ?

বৰ ভাল পাওঁ। "মুক্তিত নিস্পৃহ যিটো সেহি ভকতকো নমো, মাগোময়ী চৰণ ভকতি।" এই আষাৰ বৰ ভাল পাওঁ। আকৌ কীৰ্তনৰ

ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল
দাতাত চোৰত যেন দৃষ্টি একতুল
কুকুৰ চণ্ডাল গৰ্দভৰো আত্মা ৰাম
জানিয়া সবাকো পড়ি কৰিবা প্ৰণাম।

ইয়োটো বৰ ভাল লাগে। এইবিলাকৰ অৰ্থ বুজি পাব?

নিশ্চয় পাওঁ!

বাৰু কচোন মুক্তিত নিস্পৃহ সেই ফাকিৰ অৰ্থ কি ?

মুক্তি মানে মৰণৰ পিছত যি বান্ধ গুচে সেয়ে মুক্তি। সেই কথা পাহৰি যেয়ে সংসাৰত লাগে সেয়ে আচল ভকত। সকলোৱে তাৰ কথা শুনি হাঁহিব ধৰিলে। সি কৈয়ে গ'ল মৰণ হ'বই যেতিয়া তাৰ কথা ভাবি সংসাৰৰ কামত আওকাণ কৰা দি আৱশ্যক। এই কথা যেয়ে জানে সেয়ে আচল ভকত। আৰু সেই ভকতে যেতিয়া ভক্তিৰ কথা কওঁতে কওঁতে শুনোঁতাৰ বসত বুৰাই পেলাই আপোন পাহৰা কৰে সেয়ে আচল ভক্তি। শুনোঁতাৰ যদি মন আকৰ্ষণ কৰিব নোৱাৰিলে তেন্তে কিহৰ ভক্তিৰ কথা। বাৰু বাৰু আৰু আন ফাকিৰ।

দাতা আৰু চোৰক সমান বুজি দাতাকো আৰু চোৰকো ফাটেকত থব লাগে। আৰু যত্তে কুকুৰ, গাধ বা চণ্ডাল লগ পায় তাতে সেৱা কৰি প্ৰণাম কৰিব লাগে। কিয়নো সিহঁতেহে ৰামৰ কথা বুজে মানুহে কেৱল আগে চাউল কথা পাছতহে হৰিৰ কথাৰ মোল পায়।

আৰতীয়ে ক'লে বাঃ বৰ সুন্দৰ অৰ্থ বুজ দেখোঁ ? কিয় স্ত্ৰী-স্বাধীনতা অৰ্থতকৈ এইয়া জানো বেয়া অৰ্থ ?

সৰস্বতীয়ে স্ত্ৰী-স্বাধীনতাৰ মানে কি ?

কিয় মতাক কোবাই, মাৰ কিল শোধাই ৰান্ধনি-ঘৰত সুমুৱাই ৰান্ধিব বাঢ়িব দি তিৰোতাই চিনেমা, বায়স্কোপ, টেনিচ, থিয়েটাৰ, ভাওনা চাবলৈ যোৱাটোৱে স্ত্ৰী-স্বাধীনতা।

তেন্তে তই বিয়া কৰালে তিৰোতাজনীক তেনে স্ত্ৰী-স্বাধীনতা দিবি ?

সাত বিহুৰ সৈয়া বাণী। যেয়ে হাৰে, সেয়ে জিকে। যদি মই হাৰো তেন্তে মই ৰান্ধনি-ঘৰত সোমায় আৰু যদি সিজনা হাৰে তেন্তে তেওঁৰ তেনে অৱস্থা।

এনেতে আৰতীৰ দেউতাকে ক'লে

তই মঙ্গল চাব জান ?

হয় জানো।

বাৰু এহাল মঙ্গল চা "অৰুণে কেতিয়া আহি প্ৰফেছাৰ হব।"

সি ক'লে অৰুণ হব কেনভেচাৰ, প্ৰফেচাৰ ক'ত হ'ব?

অৰুণক তই চিন ?

নিশ্চয় চিনো। কিতাপ কেইখনমান লৈ তলৌ তলৌ কৈ ঘূৰি ফুৰা মই হাজাৰবাৰ দেখিছোঁ। মই সুধিলে সি কয় "কিতাপৰ ব্যৱসায়ত বৰ মজা আছে টকাও আছে, কিতাপো পঢ়িব পাৰি।

বাৰু মঙ্গল চাচোন। কিজানি প্ৰফেছাৰ হয়।

প্ৰফেছাৰ হ'লেও আকৌ কেনভাচাৰ।

অৱশ্যে এইবাৰ ডাঙৰ কেনভাচাৰ হ'ব। কিয়নো টকা হ'ব নহয়। টকাবোৰেৰে বহুতো কিতাপ কিনি বা লোকৰ কিতাপ ছপাই তাৰ নিচিনা বহুতো ডেকাক কিতাপ বেচিবলৈ দৰমহা দি কেনভাচাৰ কৰিব। অৰ্থাৎ এক মূৰ্তিয়ে হাজাৰ মূৰ্তি হ'ব।

এনেতে সৰস্বতীয়ে ক'লে বাৰু বাৰু যাওক তোমাক মঙ্গল তোমাৰ মঙ্গল তোমাৰ তাতে থাওক। বোলো প্ৰফেছাৰ, কেনভাচাৰ ভৈয়াই পিছে কোবা বিয়া কেতিয়া কৰিব। বুলিয়েই তাৰ মুখৰ মুখাখন আৰু মুখৰ পাগুৰিটো গুচাই দিলে।

সকলোৰে দেখি আচৰিত মানিলে সেই ডেকা হজুৰা তাহানিৰ কেনভাচাৰ আৰু এতিয়া হ'বলগীয়া প্ৰফেছাৰ অৰুন। সকলোৰে তবধ মানিলে। আৰতীয়ে ওচৰ চাপি ভাল ৰহস্য দেখিছোঁ। ইটো ৰূপৰ আৱশ্যক কি আছিল। সৰস্বতী তুমি কেনেকৈ চিনিলা ?

সিদিনা ই আমাৰ বাৰীৰ কাষৰ আম গছৰ তলত শুই আছিল। তেতিয়াই তেওঁৰ মুখাখন কাষৰ হয়। মই হঠাৎ দেখি এওঁক চিনি পাই আমাৰ তেওঁক মাতি নিওঁ। তাৰ পিছত তেওঁ কয় বাৰু এতিয়া তেনেভাৱে থাকক। কাইলৈ আৰতীহঁতৰ ঘৰলৈ লৈ যাম ৰং-ধেমালি কৰিম। সেয়ে গাড়ীত লৈ আহিছোঁ। পিছে এতিয়া বিয়াৰ উৰুলি জোকাৰ দিওঁ।

করুণাই ক'লে আগেয়ে দুবছৰ বাৰীত কাম কৰক তাৰ পিছত কইনা বিচাৰি সঙ্গী কৰিব লাগিব।

সকলোৰে হাঁহিব ধৰিলে।

আৰতীয়ে এনেতে ক'লে "নলিনীৰ বিয়া কেতিয়া হ'ব?

করুণাই ক'লে, "একে চাই মৰাৰ তলতে ভাল দৰা আগেয়ে বিচাৰো। পিছে প্ৰফেছাৰবাবু এনেভাৱে ফুৰিবলৈ আৱশ্যক দি আছিল। অৰুণে ক'লে, "আৱশ্যক বহুতো। দেশৰ অৱস্থা বুজিব লাগিলে এনে সৰু ভেশত নুফুৰিলে আচল তত্ত্ব একো নোপোৱা। দেশত যে কি ৰেমোগ লাগিছে কোনে ভাবে এটা dishonesty সোমাই সৰু-বৰ বাবু, ভৈয়া, চাকৰ নাকৰ, হজুৰা, বনুৱা সকলোকে এটা নিষ্কৰ্মী জাতি কৰিছে শুনিলে অবাক হবা। এই জাতিৰ পূৰ্ণ সংস্কাৰ আৱশ্যক হব নহ'লে ধৰ্ম কৰ্ম সকলোৰে ভুৱাত পৰিণত হৈছে। নিজৰ স্বাৰ্থৰ বাহিৰে একো নুবুজে। জাতি, দেশ, পৰিশ্ৰম অধ্যৱসায় জ্ঞানৰ চৰ্চা এইবোৰ উপকথা কথা হৈ পৰিছে।

এনেতে বোধনাথ বৰুৱাই সেইখিনি পালেহি। তেওঁ অৰুণক দেখি ক'লে, "কি মোৰ কেনভাচাৰ দেখো।

সৰস্বতীয়ে ক'লে, "এতিয়া কেনভাচাৰ নহয় প্ৰফেছাৰ।"

অৰুনে ক'লে, "নহয় মই আচলতে কেনভাচাৰেই। মাহৰ টকা গণি গণি একোবাৰ কলেজলৈ গৈ দুই-চাৰিটা লেকচাৰ দি আহি কাম কৰা বিধৰ প্ৰফেছাৰ মই হ'ব নোখোজোঁ। দেশৰ সাহিত্য, দেশৰ বেহা-বেপাৰৰ মোল, দেশৰ জাতীয় বাব যদি ল'ৰাৰ মাজত সিঁচিব নোবাৰো তেন্তে প্ৰফেছাৰ হৈ কি লাভ ? এদিন মই কিতাপৰ কেনভেচাৰ আছিলোঁ। আজিৰ পৰা দেশৰ ল'ৰাৰ মাজত জাতীয় ভাব সিঁচি বিতৰণ কৰা কেনভাচাৰ। যদি এই উদ্দেশ্যত সফল হব পাৰোঁ তেন্তে বুজিম মোৰ পঢ়াৰ সাৰ্থকতা, কামৰ সাৰ্থকতা। অসমীয়া ল'ৰাৰ আদৰ্শ পথ দেখুৱাই কেনভাচাৰ কৰি প্ৰাণে প্ৰাণে নতুন সুৰৰ ঝঙ্কাৰ তুলিব পাৰিব লাগিব। সেয়ে হ'লেহে আচল আদৰ্শৰ চানেকি দেখুওৱা হ'ব।

**সমাপ্ত**